

THE LATE SRIJUT HEM CHANDRA BARNA.

# HEMA KOSHA

OR

# AN ETYMOLOGICAL DICTIONARY

OF THE

# ASSAMESE LANGUAGE.

## Agents for the sale of Books published by the Assam Administration.

### Agents in India.

(1) Messrs. Thacker, Spink & Co., Calcutta.

(2) Messrs. W. Newman & Co., Calcutta.

### Agents in England.

(1) Mr. E. A. Arnold, 37, Bedford Street, Strand, W.C., London.

(2) Messrs. Constable & Co., 2, Whitehall Gardens, S.W., London.

(3) Messrs. Sampson Low, Marston & Co., St. Dunstan's House, Fetter Lane, E.C., London.

(4) Messrs. Luzac & Co., 46, Great Russel Street, W.C., London.

(5) Messrs. Kegan Paul, Trench, Trübner & Co., Charing Cross Road, W.C., London.

(6) Mr. B. Quaritch, 15, Piccadilly, W., London.

(7) Messrs. P. S. King & Son, 9, Bridge, Street, Westminster, S.W., London.

(8) Messrs. Williams & Norgate, Oxford.

(9) Messrs. Deighton Bell & Co., Cambridge.

### Agents on the Continent of Europe.

(1) MM. Friedländer & Sohn, 11, Carlstrasse Berlin.

(2) M. Otto Harrassowitz, Leipzig.

(3) M. Karl Hiersemann, Leipzig.

(4) M. Ernest Lerous, 28, Rue Bonaparte, Paris.

(5) Martinus Nijhoff, The Hague

অসমীয়া

# হেমকোষ।

অর্থাৎ

## অসমীয়া ভাষাৰ শব্দবিলাকৰ মূলযুক্ত ডাঙ্গৰ অভিধান

শ্রীহেমচন্দ্র বৰুৱাৰ দ্বাৰা সংগৃহীত।

# HEMA KOSHA

OR

# AN ETYMOLOGICAL DICTIONARY

OF THE

# ASSAMESE LANGUAGE

BY

HEMCHANDRA BARUA.

"শূর্পবদ্দোষমুৎসৃজ্য গুণং গৃহ্লান্তি সাধবঃ।"

EDITED BY

CAPT. P. R. GURDON, I.S.C.,
*Deputy Commissioner,*

AND

SRIJUT HEMCHANDRA GOSAIN,
*Sub Deputy Collector.*

PUBLISHED UNDER THE AUTHORITY OF THE ASSAM ADMINISTRATION.

**Price Rs. 5 or 7s. 6d.**

1900.

# INTRODUCTION.

The publication of Hem Chandra Barua's *Hem Kosha* by the Assam Administration, it is hoped, will supply a great want. The dictionary of Bronson published in 1867 at the American Baptist Mission Press, Sibsagar, is now-a-days out of print. Bronson's work did not pretend to be an etymological dictionary but contained a very considerable collection of words culled from the lips of the people but without derivations, the author's "*Hem Kosha*," however, in all cases, gives derivations of words. Notwithstanding what has been said by the author in his preface regarding Bronson's dictionary it is, I think, generally agreed that Bronson's work supplied a useful means of reference to those studying the Assamese language and to others also. Assam and the Assamese have now so far advanced as to demand something more complete than Bronson's dictionary. This demand it is hoped will be satisfied by the author's *Hem Kosha*.

The duty of editing this work has not been a light one. Apart from the labor essential to the reading of every word in a dictionary of about one thousand pages several times over, the English portion has been found in much need of revision and in places it has been found necessary to rewrite it altogether. Even now a critical examination of the text will probably disclose errors which the editor must apologize for and crave the indulgence of the public, as the work of editing has been carried on during the short intervals of a District officer's leisure. As far as possible the botanical names of trees and plants have been appended, the works referred to for the purpose being Gamble's "Manual of Indian Timber" and Dr. Watt's "Dictionary of Economic Products." Mythological names and names of places have been verified by references to Dowson's Classical Dictionary. The Bengali-English-Sanskrit dictionary of Haughton also has been frequently consulted. I have, I think, acknowledged my obligations to these authors in each case.

I think a few remarks regarding the life and career of the late author will not be out of place. Hem Chandra Barua, although his family at one time appeared to be in fairly easy circumstances

and therefore able to educate him, enjoyed less than the usual advantages of teaching, during his youth, for owing to the death of his father, when Hem Chandra was quite young, the boy's education received an abrupt check and Hem Chandra was removed by his Uncle Lakhinath Barua, who was then the head of the Deputy Commissioner's Revenue office at Sibsagar, to that place where he was entered at once as an apprentice in the Deputy Commissioner's office on Rs. 4 per month. Had it not been for the kindness of Captain Brodie, Deputy Commissioner of Sibsagar and the Missionaries, the education of Hem Chandra would have stopped altogether but as it was, he was able to pick up a fair knowledge of English and he became a regular contributor to the Missionary weekly illustrated paper "*Arunadai*" which in those days appeared there. Hem Chandra held various appointments at Sibsagar till 1862 when Major-General Agnew (then Major Agnew), the Judicial Commissioner of the Assam Valley, took a fancy to him and made him translator in his office at Gauhati. By dint of hard work and steady perseverance Hem Chandra rose to be Superintendent of the Judicial Commissioner's office on a salary of Rs. 250 per month and continued in that capacity till 1881 when the post was abolished. Hem Chandra Barua, it is said, was twice offered the appointment of Extra Assistant Commissioner but he refused on each occasion not wishing for an officiating post. Hem Chandra retired from the Service of Government in 1882, but he enjoyed his pension till 1896 when he died. Hem Chandra first acquired a taste for, writing in Assamese in connection with the paper *Arunadai*, already mentioned. His first literary work of value was an Assamese grammar which he published as far back as 1860. In 1873 he wrote a first Primer of the Assamese language for which he obtained a reward of Rs. 500. In all he is said to have obtained no less than Rs. 1,100 in rewards from the Assam Administration for various literary works. He was the author of a book on Assamese Marriage customs and of two farcical plays, the "*Kania Kirtan,*" which exposed the vice of excessive opium eating, and "*Báhire rang sang bhitare koábhátoori,*" which was a satire on the then Assamese Society. Hem Chandra also for some time edited the "Assam News" at Gauhati. Considering that Hem Chandra was practically self taught and that he

never went to any school his career was on the whole a very successful one. Opposite the title page will be found a portrait of the author and it is hoped this as well as the "*Hem Koshe*" will serve to keep in remembrance one who was certainly a great personality for several years in Gauhati.

Hem Chandra, whatever the followers of the ultra-orthodox school may have to say against him, had, as his principal aim and object in life, the benefit of his fellow countrymen. The dictionary, which needless to say is the result of many years' labor on the part of the author, would never have appeared had not it been for the exertions of Mr. Gait, Indian Civil Service, who warmly advocated its cause before the then Chief Commissioner. Thanks to the Hon'ble Mr. Cotton, C.S.I., I.C.S., the present Chief Commissioner of Assam, whose leaning towards learning and its encouragement is so well known, funds have been provided by the Assam Administration for passing the work through the press. The editing of the vernacular portion of the work has fallen to the task of Srijut Hem Chandra Gosain to whom my grateful acknowledgments are due. As far as possible the Assamese text has been reproduced in print just as it was left by the author. In conclusion I would express a hope that the appearance of the Assam *Hem Koshe* may induce other Assamese to come forward and try to emulate Hem Chandra Barua's literary exertions.

GAUHATI: }
*8th August*, 1900. }

P. R. GURDON,
*Deputy Commissioner.*

# পাতনি।

ভাষা শিকিবৰ যাই উপায় ব্যাকৰণ আৰু অভিধান, ইয়াক সকলোৱে জানে। কিন্তু যদিচ অসম দেশত অসমীয়া ভাষা বহুকালৰ আগৰ পৰা চলি আহিছে; তথাপি এই দেশৰ কোনো-লোকৰ দ্বাৰা তাৰ ব্যাকৰণ বা অভিধান ৰচিত হোৱা নাছিল। পূৰ্ব্বকালত হিন্দুবিলাকে সংস্কৃতক আদৰ আৰু দেশী ভাষাক হেয় কৰাই ইয়াৰ কাৰণ। পাচে অসম দেশ ইংৰাজ জাতিৰ হস্তগত হলতো দেশাধিকাৰবিলাকৰ ভ্ৰমত বঙ্গালী ভাষা অসমীয়াৰ মাতৃভাষাৰূপে পৰিগণিত হোৱা হেতু অসমীয়া ভাষাই ৰাজসভা আৰু পঢ়াশালিত সোমাবৰ অধিকাৰ নেপালে। এই কাৰণ তেতিয়াও তাৰ উন্নতিৰ নিমিত্তে যত্ন নোহোৱা একো আচৰিত নহয়। কিন্তু সুভাগ্যৰ গুণে এতিয়া সেই ভ্ৰম কিছু পৰিমাণে গুচিছে।

১৭৮১ শকত এই লেখকে এখান ব্যাকৰণ ৰচনা কৰাত আমেৰিকাৰ মিস্যনেৰি-বিলাকে তাক ছপাই প্ৰকাশ কৰে। সি এতিয়া তৃতীয় তাঙ্গৰণত সোমাইছে। তাৰ পাচত আন কোনো কোনো লোকেও ব্যাকৰণ ৰচি প্ৰচাৰিত কৰাত তাৰ অভাৱ কথঞ্চিৎ দূৰ হৈছে। কিন্তু আমাৰ ভাষাৰ অভিধান মুঠেই নাই বুলিলেও গোটেই মিছা কোৱা নহয়; কিয়নো যদিও শিৱসাগৰৰ মিসানেৰিবিলাকে এই ভাষাৰ এখান অভিধান যুগুত কৰিবলৈ বিস্তৰ দিন যত্ন কৰি বহুত শব্দ গোটোৱাত ১৮৬৭ খ্ৰীষ্টিয়ান শকত পাদ্ৰি ব্ৰন্সন্ চাহাবে তাক সমাপ্ত কৰি ছপালে; কিন্তু তাৰ বৰ্ণবিন্যাস সমূলি অশুদ্ধ আৰু অৰ্থৰ কথাতো সি যেনে হব লাগে তেনে নোহোৱা হেতু অসমীয়া শিকোঁতাবিলাকৰ তাৰ পৰা একো উপকাৰ হোৱা নাই, আৰু নহয়ো। এই অভাৱ গুচাবৰ মনেৰে কিছু বছৰৰ আগেয়ে বৰ্ত্তমান লেখকে "হেমকোষ" নাম দি এখান ডাঙ্গৰ অভিধান যুগুত কৰে। তাত— নিশ্চয় কৰিব পৰা যায় মানে —প্ৰত্যেক শব্দৰ মূল আৰু অসমীয়া প্ৰতি শব্দ বা ব্যাখ্যাৰ পাচত ইংৰাজী অৰ্থ দিয়া গৈছে। ইয়াত বাজে সমাৰ্থক শব্দবিলাকৰ ব্যাখ্যা আৰু উদাহৰণ, আৰু অৰ্থে সৈতে ভালেমান সদায় ব্যৱহৃত ভাবুক খণ্ড-বাক্য (idiomatical phrases) সন্নিবিষ্ট হৈছে। সংক্ষেপকৈ কব লাগিলে ওৱেবষ্টৰৰ ইংৰাজী অভিধান তাৰ আৰ্হি; আৰু সেই পুথিকে চানেকি কৰি তাক লিখা হৈছে। কিন্তু সি ইমান ডাঙ্গৰ হৈ পৰিল যে ৰবিন্সন্ ক্ৰুচোৰ নাৱৰ দৰে তাক অকলৈ লৰোৱা অসম্ভৱ হল। আমাৰ অকল ধন নাই এনে নহয় ছপা যন্ত্ৰও নথকাৰ নিচিনা। সংসৰ্ব্বহ ভাঙ্গি তাক কলিকতাত ছপালেও, আজি কালি আমাৰ দেশৰ লোক সকলৰ নিজ ভাষালৈ যিমান আদৰ, তালৈ চাই, উচিত মূল্য দি তাক কিনোতা যে সৰহ ওলাব, এনে আশা কৰিব নোৱাৰি, এইবিলাক কাৰণৰ নিমিত্তে সি আজিলৈকে পোহৰ দেখা নাই, আন্ধাৰতে পৰি আছে।

তাৰ পাচত সংক্ষিপ্ত "হেমকোষ" নামেৰে তাতকৈ সৰু এখান অভিধান প্ৰস্তুত কৰা যায়। তাত শব্দবিলাকৰ মূল, সমাৰ্থক শব্দ, আৰু খণ্ড বাক্য নাই। কিন্তু

অসমীয়া আৰু ইংৰাজী, দুয়ো ভাষাৰে অৰ্থ লিখা গৈছে, সিও ওপৰত কোৱা কাৰণতে বাহিৰলৈ ওলাব পৰা নাই, ভিতৰতে ভেঁকুৰিছে।

সেই দুখান অভিধান পৰি থাকোঁতেও এই ক্ষুদ্ৰ অভিধান সংগ্ৰহ কৰাৰ কাৰণ এই যে আমাৰ গাৱঁলীয়া পঢ়াশালিবিলাকৰ কাৰণ এখান ইংৰাজী অৰ্থ নথকা সৰু অভিধানৰ প্ৰয়োজন আছে। সেই বোৰত ই চলিব পাৰিব ; আৰু ডাঙ্গৰ নোহোৱা হেতু ইয়াৰ ব্যয়ো কম হব ; এতেকে ইয়াক অনেকে কিনা সম্ভব। সেয়ে হলে ইয়াৰ বাবে কৰা শ্ৰম আৰু ব্যয় নিৰৰ্থক নহয়। ইয়াক যদিচ "পঢ়াশলীয়া" অভিধান নাম দিয়া গৈছে তথাপি সম্প্ৰতি গাৱঁলীয়া পঢ়াশালিত ব্যৱহৃত পুথিবোৰত থকা শব্দবিলাকৰ বাহিৰেও ইয়াত বিস্তৰ অসমীয়া শব্দ আছে ; আৰু অকল প্ৰতি শব্দ বা ব্যাখ্যাৰ দ্বাৰা যি শব্দৰ অৰ্থ ভালকৈ হৃদয়ঙ্গম নহয়, তাক যি ভাবত ব্যৱহাৰ কৰা যায়, তাৰ উদাহৰণ দি বুজাবলৈ চেষ্টা কৰা গৈছে ; এতেকে ই অকল পঢ়াশলীয়া ছাত্ৰৰ নহয়, আনৰো উপকাৰ সাধিবলৈ সক্ষম হব এনে আশা কৰিব পাৰি।

যদিও লেখকে ইয়াক সৰ্ব্বাঙ্গ সুন্দৰ কৰিবলৈ পাৰেমানে যত্ন কৰিছে, তথাপি ই গোটেই দোষশূন্য বা সম্পূৰ্ণ হৈছে, তেওঁৰ মনত এনে বিশ্বাসে ঠাই পোৱা নাই ; কিয়নো এনেবিলাক কাৰ্য্যে প্ৰথম বাৰতে সকলো প্ৰকাৰে শ্ৰেষ্ঠতা লভিব নোৱাৰে, ইয়াক তেওঁ ভালকৈ জানে। যেনেকৈ সোণৰ পৰীক্ষাৰ উপায় জুই তেনেকৈ পুথিৰ পৰীক্ষক পাঠক। এতেকে ইয়াৰ গুণাগুণৰ বিচাৰৰ ভাৰ বিজ্ঞতম পাঠকবিলাকক দি লেখকে এই মাত্ৰ প্ৰাৰ্থনা কৰে যে কোনো জনে ইয়াত কোনো স্বৰূপ দোষ দেখিলে যেন তেওঁক জনায়। তাকে কৰিলে সেই ভদ্ৰলোকজনৰ শলাগলৈ ইয়াক পুনৰায় ছপাবৰ সময়ত সেই দোষ গুচাবলৈ কাৰবাৰ কৰা যাব।

হেমকোষ সংগ্ৰহ কৰোঁতে লেখকে ব্ৰন্সন্ চাহাবৰ অভিধানৰ সাহায্য বিচাৰিছিল ; কিন্তু ওপৰত কোৱা কাৰণৰ নিমিত্তে তাৰ পৰা অধিক সহায়তা পোৱা নগল ; তথাপি তাত বিস্তৰ অসমীয়া শব্দ থকা হেতু লেখকৰ শব্দ সংগ্ৰহৰ পৰিশ্ৰম অনেক গুণে লঘু হল। ই সামান্য লাভ নহয়। অৰ্থৰ কথাত যদিচ তাৰ পৰা পোৱা সাহায্য নিচেই কম ; তেও সি সেই বিষয়ত মুঠেই উপকাৰ কৰা নাই বুলিব পৰা নেযায়।

ব্ৰন্সন্ চাহাবৰ অভিধানত বাজে লেখকে উইলচনৰ সংস্কৃত-ইংৰাজী অভিধান, টম্সনৰ হিন্দী আৰু উৰ্দ্দূ-ইংৰাজী অভিধান আৰু মাজে সময়ে কেৰীৰ বঙ্গালী-ইংৰাজী অভিধানো চাই ছিল, আৰু সেই বোৰৰ পৰাও কিঞ্চিৎ উপকাৰ লভিছিল, এতেকে এই সূচলতে, সিবিলাকৰ সকলোৰে শলাগ লৈ এই পাতনি সমাপ্ত কৰা গল।*

গুৱাহাটী।
আঘোন, ১৮১৪ শক। } **শ্ৰীহেমচন্দ্ৰ বৰুৱা।**

---

* গ্ৰন্থকাৰে "হেমকোষৰ" নিমিত্তে পাতনি বেলেগকৈ লেখা নাছিল ; "পঢ়াশলীয়া" অভিধানৰ নিমিত্তে যি পাতনি লেখিছিল সেয়েই "হেমকোষতো" হব বুলি উল্লেখ কৰি থোৱাত, তাকে "হেমকোষৰ" পাতনি স্বৰূপ দিয়া গল। সম্পাদক।

# ভালকৈ মন দি পঢ়ি মনত ৰাখিব লগীয়া কথা

## বৰ্ণবিন্যাসৰ নিয়মবিলাক।

আমাৰ ভাষাৰ বৰ্ণবিন্যাস তিনি প্ৰকাৰে কৰা যায়। প্ৰথমে উচ্চাৰণ অনুসৰি; দ্বিতীয়তে মূল শব্দৰ দৰে, তৃতীয়তে জনা লোকসকলে বহুদিন চলোৱা নিয়ম মতে। কিন্তু বৰ্ণবিন্যাসৰ কথাত উচ্চাৰণেই খাই বাট দেখাওঁতা। এতেকে যদি মূল শব্দৰ আখৰ ৰাখিলে কোনো অসমীয়া শব্দৰ উচ্চাৰণ লৰে, তেনে হলে তাৰ মূললৈ নেচাই উচ্চাৰণৰ অনুগামী হব লাগে। এই কাৰণে সংস্কৃত "সমূৰ" শব্দক আমাৰ উচ্চাৰণ অনুসাৰে "চমূৰ" * লিখা কৰ্ত্তব্য, আৰু এই অভিধানত লিখাও গৈছে। সেই দৰেই সং. প্ৰবীণ, অং. প্ৰবীণ; সং. বৰ্ত্তি, অং. বত্তি; সং. বৰ্ণবিন্যাস, অং. বৰ্ণবিনাস; সং. বেদ, অং. বেদ্; বং. সজিনা, অং. চজিনা; ইং. আৰ্সী, অং. আৰ্চী, ইত্যাদি। ফাৰ্সী আদি বিদেশী ভাষাৰ শব্দকো আমাৰ উচ্চাৰণৰ দৰে লিখা উচিত; যেনে, চাহাব, ৰাটিচ, কচিয়া, ইত্যাদি। মূল শব্দৰ যি আখৰ ৰাখিলে অসমীয়া শব্দৰ উচ্চাৰণৰ ব্যতিক্ৰম নহয়, তাক মূলৰ দৰে লিখিব লাগে; যেনে, সং. কৰ্ণ, অং. কাণ; সং. ছাত্ৰ, অং. ছাত্ৰ; সং. ষোড়শ, অং. ষোল; সং. সপ্ত, অং. সাত, ইত্যাদি। অনেক দিন চলি থকা নিয়ম—ভৰি (চৰণ), গোটেই গাৰ ভৰ ইয়াত আছে, এই ভাবত তাৰ সেই নাম হৈছে; এতেকে তাক ভৰী লিখা উচিত; কিন্তু "ভৰি" এই দৰে লিখা ৰীতি বহুদিন চলি আছে, আৰু সেইৰূপে লিখায় পৰা উচ্চাৰণ নলৰে। এই কাৰণে তাৰ বৰ্ণবিন্যাসৰ পৰিবৰ্ত্তন অনাৱশ্যক, আৰু বাঞ্ছনীয় নহয়। এই বিধৰ আৰু কিছু শব্দ আছে।

সংস্কৃত আদি ভাষাত "ড"ৰ কঠিন "ৰ"ৰ নিচিনা এটা উচ্চাৰণ আছে; যেনে, সং. ষোড়শ, বড়ৱা; বং. বড়িয়া, বাড়াবাড়ি, ইত্যাদি। কিন্তু সৰহ ভাগ অসমীয়াৰ মুখত ড, তাৰ তেনে উচ্চাৰণৰ সলনি, সাধাৰণ "ৰ"ৰ দৰে হে উচ্চাৰিত হয়। এতেকে যদিচ সেইবিলাক ভাষাৰ কোনোটোৰ পৰা ওলোৱা অসমীয়া শব্দত কঠিন "ৰ"ৰ দৰে মাতিব লগীয়া "ড"ৰ সলনি আমাৰ উচ্চাৰণ অনুসৰি ৰ সাখোন ব্যৱহাৰ কৰা যুগুত; তথাপি সেই দুটা উচ্চাৰণ অলপ হে লৰে; এই কাৰণে তেনেবিলাক শব্দক এই অভিধানত সিহঁতৰ মূল ঠিক ৰাখিবলৈ ড, আৰু অসমীয়া উচ্চাৰণ অনুসাৰে ৰ দি দুয়ো প্ৰকাৰে লিখা গৈছে; যেনে, সং. গুড়, অং. গুড় আৰু গুৰ্; সং. কাণ্ড, অং. কাঁড় আৰু কাঁৰ্; সেই দৰেই সং. মুণ্ড, অং. মুড় আৰু মুৰ; সং. ষণ্ড, অং. ষাঁড় আৰু ষাঁৰ্, ইত্যাদি। কিন্তু দণ্ড আদি শব্দৰ অপভ্ৰংশ কিছু শব্দ এই নিয়মৰ

---

* এই কথা মনত ৰাখিব লাগে যে যদিচ আমি সংস্কৃত পুথি পঢ়োতে সেই ভাষাৰ নিয়ম মতে শ, ষ আৰু স, এই কেইটা আখৰক চ উচ্চাৰণ কৰোঁ; তথাপি অসমীয়াত চলিত সংস্কৃত শব্দত সিহঁতৰ উচ্চাৰণ অসমীয়া।

বাজ ; সিহঁতক কেৱল উচ্চাৰণ অনুসৰি লিখা হে ভাল, আৰু এই অভিধানত লিখাও গৈছে ; যেনে, দণ্ড, ডাঁৰ, ইত্যাদি।

জ, ঝ, এই দুটা আখৰো অসমীয়াত একে দৰেই উচ্চাৰিত হয় ; তথাপি যিবিলাক শব্দৰ মূলত ঝ আছে, সেইবিলাকৰ বৰ্ণবিন্যাসতো আমাৰ উচ্চাৰণ অনুসাৰে জ আৰু মূল ঠিক ৰাখিবলৈ ঝ ব্যৱহৃত হৈছে ; যেনে, সং. ঝিঙ্গাক, অং. জিকা আৰু ঝিকা ; সং. ঝিল্লী, অং. জিলী আৰু ঝিলী, ইত্যাদি। ইয়াত একো দোষ দেখা নেযায় ; কিয়নো অন্যান্য ভাষাতো দুই বা অধিক প্ৰকাৰে লিখা শব্দ বিস্তৰ আছে। কিন্তু তেনেবিলাক শব্দ লিখোঁতে ভাল লেখকবিলাকৰ অনুগামী হোৱা উচিত।

কিন্তু হিন্দীৰ বা বঙ্গালীৰ পৰা ওলোৱা যিবিলাক শব্দ বহুকাল অসমীয়া ভাষাত চলি থকা হেতু তাৰ অঙ্গস্বৰূপ হৈছে, সেইবোৰক, সিহঁতৰ মূলৰ ঝ বা ড আখৰৰ সলনি আমাৰ উচ্চাৰণৰ দৰে কেৱল জ বা ৰ দি লিখা উচিত ; যেনে, বং. মাঝ, অং. মাজ ; বং. বুঝন্, অং. বুজন ; বং. ফড়িং, অং. ফৰিং ; ( সং. ভাণ্ডাগাৰ ), হিং. ভণ্ডাৰ, বং. ভাণ্ডাৰ, অং. ভঁৰাল ; হিং. থপ্ড়া, অং. থাপৰ ; হিং. জাড়া, অং. জাৰ ( শীত ) ; হিং. ঝাল, অং. জাল, ইত্যাদি।

আমাৰ ভাষাত যেনেকৈ শ, ষ আৰু স এই কেইটা আখৰৰ উচ্চাৰণৰ একো প্ৰভেদ নাই, তেনেকৈ চ, ছ, ই ( ি ), ঈ ( ী ) আৰু উ ( ু ), ঊ ( ূ ), ইহঁতৰো প্ৰত্যেক যোৰৰ উচ্চাৰণৰ একো বিভিন্নতা নাই ; এতেকে শব্দৰ মূল ঠিককৈ ৰাখিবৰ প্ৰয়োজন নহলে স, চ, ই ( ি ) আৰু উ ( ু ) মাথোন ব্যৱহাৰ কৰা উচিত। কোনো কোনো অসমীয়া লেখকৰ মতে শ, ষ বা "স"ৰে লিখা হিন্দী বা বঙ্গালী, $S$ থকা ইংৰাজী বা "চিন" আখৰ যুক্ত ফাৰ্চী শব্দ অসমীয়াত লিখোঁতে সেই কেইটা আখৰৰ সলনি ছ লিখা বিহিত, কিন্তু এইটো মত যুক্তিসঙ্গত নহয় ; কিয়নো ওপৰত কোৱা গৈছে যে আমাৰ ভাষাত চ, ছ, দুইৰো একে উচ্চাৰণ, একো প্ৰভেদ নাই ; এনে স্থলত "চ"ক এৰি ছ লিখিবৰ একো কাৰণ দেখা নেযায়। কেৱল মছলমান শব্দ এই নিয়মৰ বাজ ; কাৰণ শিক্ষিত বঙ্গালী মছলমানেও মুছলমান লিখে। এতেকে সেই শব্দকে মূল বুলি আমি মতাৰ দৰে মছলমান লিখা অযুগুত যেন বোধ নহয়।

দুটা বা অধিক শব্দৰ বৰ্ণবিন্যাস একে হলে সিহঁতৰ এটাক আনটোৰ পৰা পৃথক কৰিব নোৱৰাৰ নিমিত্তে কোনো ঠাইত পঢ়োঁতাৰ মনত অৰ্থৰ কথাত আশঙ্কা জন্মিব পাৰে ; এতেকে প্ৰত্যেক শব্দৰ বৰ্ণবিন্যাস বেলেগ হব লাগে। *

এই অভিধানত, পৰা যায় মানে এই মূল মত ( principle ) পালন কৰা গৈছে। তাৰ উদাহৰণ — সং. হড়িক ( এটা অন্ত্য জাতি ) আৰু হড়ি, ( জন্তুৰ দুটা ঠেং গোটাই

---

* অস্থি বুজোৱা হড্ড শব্দৰ অপভ্ৰংশ হাড় শব্দক যদি আমাৰ উচ্চাৰণ অনুসৰি হাৰ লিখা যায়, তেন্তে তাৰ আৰু মূলৰ দৰে লিখিত, ডিঙ্গিৰ অলঙ্কাৰ বুজোৱা "হাৰ" শব্দৰ মাজত একো প্ৰভেদ নেথাকে ; তলত অমুকাৰ "হাৰ ছিগিল" এনেকৈ লিখিলে তাৰ অস্থি ভাগিল নে অলঙ্কাৰ সুলকিল বুজা টান হব। সংস্কৃত ভাষাত তেনে শব্দ বিস্তৰ আছে, আৰু অনেক ঠাইত অৰ্থৰ বিষয়তো আশঙ্কা জন্মায়।

দিয়া বান্ধ), এই দুই শব্দৰ অপভ্ৰংশ দুটা শব্দৰ প্ৰথমটোক কেৱল উচ্চাৰণৰ দৰে "ছাৰি" আৰু দ্বিতীয়টোক মূল অনুসাৰে "ছাড়ি" লিখা গৈছে। সেই দৰেই সং. গুণ্ডি (চূৰ্ণ) শব্দৰ অপভ্ৰংশ শব্দ এটাক অসমীয়াত গুড়ি, আৰু বং. "গোড়া" শব্দৰ পৰা ওলোৱা আন এটা শব্দক গুৰি (ওচৰ বা গছৰ মূল) লিখি ইটোৰ পৰা সিটোক পৃথক কৰা গৈছে, ইত্যাদি। কিন্তু সকলো ঠাইত এই নিয়ম পালন কৰা টান। তাৰ প্ৰমাণ—ভাঙনি (ভাং গছৰ সমূহ) আৰু ভাঙনি (এক ভাষা ভাঙি আন এক ভাষাৰে কৰা ৰচনা) ইত্যাদি। এনে ঠাইত লেখাৰ ভাবলৈ চাই অৰ্থ কৰাত বাজে আন উপায় দেখা নেযায়।

ঋ, ৰ, ষ এই তিনিটা আখৰৰ পাচত থকা "ন"ৰ ঠাইত ণ হয়; যেনে, ঋণ, তৃণ ইত্যাদি। সেই কেইটা আখৰৰ কোনোটোৰ আৰু "ন"ৰ মাজত কোনো স্বৰ বা হ, য়, ৱ, ক, খ, গ, ঘ, প, ফ, ব, ভ বা ম থাকিলেও সেই ন ণ হয়; যেনে, কৰণ, কাৰণ, গ্ৰহণ, নাৰায়ণ, প্ৰবীণ, কৃপণ ইত্যাদি। সংস্কৃতৰ পৰা নোলোৱা কোনো অসমীয়া শব্দৰ ঋ, ৰ বা ষ আৰু "ন"ৰ মাজত ওপৰত লিখা আখৰবিলাকৰ কোনো এটা থাকিলে সেই ন পৰিবৰ্ত্তিত নহয়; যেনে বৰিয়নি (মাটি), বৰিয়ানী, মৰিয়ানী, ৰোৱন, ৰোৱনী ইত্যাদি। কিন্তু সংস্কৃতৰ অপভ্ৰংশ কোনো শব্দত পাচত কোৱা নিয়ম নেখাটে, অৰ্থাৎ তেনে শব্দত তাৰ মূলৰ ন নুগুচে; যেনে, সং. গৰ্হণ, অং. গৰিহণা; সং. অৰ্হণ (পূজা), অং. অৰিহণা (পূজা আদি কৰাৰ দক্ষিণা) ইত্যাদি।

ক, খ, ত, থ, প, ফ, আৰু ম ইহঁতৰ কোনো আখৰে সৈতে কেৱল "স"ৰ যোগ হয়; যেনে, বয়স্ক, স্খলিত, অস্ত, স্থান, স্ফটিক, ভস্ম, ইত্যাদি। কিন্তু ই, ঈ, উ বা ঊ স্বৰৰ পাচত থকা ক, খ, প, ফ বা ম আখৰে সৈতে ষ মাথোন যোগ কৰা যায়; যেনে, নিষ্কৰ, দুষ্কৰ, নিষ্পাপ, ভীষ্ম, পুষ্প ইত্যাদি। বাষ্প শব্দৰ প "স"ৰে সৈতেও যুক্ত হয়; যেনে, বাস্প বা বাষ্প। "ট" আৰু "ঠ"ৰে সৈতে কেৱল "ষ"ৰ যোগ হয়; যেনে, কষ্ট, ষষ্ঠ ইত্যাদি।

স্ত্ৰীলিঙ্গ শব্দৰ ই সদায় দীৰ্ঘ হয়; যেনে, তিৰী, বাঘিনী, শিয়ালী ইত্যাদি। কিন্তু সংস্কৃতত গতি, মতি, ৰতি ইত্যাদি কিছুমান হ্ৰস্ব ইকাৰান্ত শব্দো স্ত্ৰীলিঙ্গ। সেইবিলাক জীৱ নথকা বস্তুৰ নাম, এতেকে অসমীয়াত সিহঁতক ক্লীবলিঙ্গ হে বোলা যায়।

---

## উচ্চাৰণ।

অসমীয়া ভাষাত অসংযোগী আৰু কোনো স্বৰৰ চিনেৰে যুক্ত নোহোৱা এটা ব্যঞ্জন আখৰ অন্তত থকা শব্দবিলাক ব্যঞ্জনান্তৰূপে উচ্চাৰিত হয়; যেনে, ঘৰ্, পৰ্, আগ্, পাচ্ ইত্যাদি। তলত লিখা শব্দবোৰ মাথোন এই নিয়মৰ বাজ; সিহঁত অকাৰান্ত; যেনে, নাৰ, বাট, পাভ, কাছ, ভাদ, গাধ, পাৰ, পল (বোকা বা মাছ ধৰা যতন), আপ, কঁাক, হেৰ, সঁাফ, এঘাৰ, বাৰ, তেৰ, পোন্ধৰ, ষোল, সতৰ, অঠৰ, শ, (মৰা; ১০০) ন (নতুন; ৯), কলীয়া জাৰ, হেল ষ্ট্ৰেচ, ক্ষত্ৰিয়, ইন্দ্ৰিয়, লৌহ,

শিৰ, বৈৰ, স্ত্রৈণ, নৰ, প্ৰিয়, দ্বিতীয়, তৃতীয় *। ঈয় বা এয় অন্তত থকা শব্দবোৰো অকাৰান্ত ; যেনে, স্বৰ্গীয়, বৰ্ষীয়, দিৱসীয়, দেয়, হেয়, বিধেয় ইত্যাদি।

শব্দৰ অন্তত থকা কোনো স্বৰৰ চিনেৰে যুক্ত নোহোৱা যি অসংযোগী ব্যঞ্জনৰ আগত অনুস্বাৰ বা বিসৰ্গ থাকে, সিও অকাৰান্তৰূপে উচ্চাৰিত হয় ; যেনে, ধ্বংস, বংস, সিংহ, মাংস, দুঃখ ইত্যাদি। কিন্তু শংখ শব্দ শংখ্, এনেকৈও মতা যায়।

শব্দৰ অন্তত থকা কোনো স্বৰৰ চিনেৰে যুক্ত নোহোৱা সংযোগী ব্যঞ্জনো অকাৰান্ত ; যেনে, স্কন্ধ, যন্ত্ৰ, শব্দ, ৰহস্য, মূৰ্খ ইত্যাদি। তলত লিখা শব্দবোৰ এই নিয়মৰ বাজ ; সিহঁত ব্যঞ্জনান্ত ; যেনে, কন্ধ, কোম্ফা, কাল্প, আল্ফ, গুমগু, ফান্দ্, ৰান্ধ, পোন্ধ ইত্যাদি। ধাতুৰ অন্তত থকা সংযোগী আৰু স্বৰৰ চিনেৰে যুক্ত নোহোৱা ব্যঞ্জন কেতিয়াও অকাৰান্তৰূপে উচ্চাৰিত নহয় ; যেনে, ৰাল্ক, বান্ধ, কান্দ্, চান্দ্ ইত্যাদি। কোনো স্বৰৰ চিন নথকা এটা মাথোন ব্যঞ্জন আখৰীয়া ধাতু সদায় অকাৰান্তকৈ মতা যায় ; যেনে, ল, থ, ৰ, ব, স, হ ইত্যাদি।

১৯ৰ পৰা (২০ক এৰি) ২৮ লৈকে সংখ্যা শব্দবিলাকৰ অন্তৰ শ "চ"ৰ দৰে উচ্চাৰিত হয় ; যেনে, উনৈশ্ (উনৈচ্), পঁচিশ্ (পঁচিচ্) ইত্যাদি। সেই উচ্চাৰণ বুজাবলৈ এই অভিধানত, সেইবিলাক শব্দৰ পাচত বেষ্টন ৰেখাৰ মাজত চ দিয়া গৈছে ; যেনে, উনৈশ্ (-চ্), চল্লিশ্ (-চ্) ইত্যাদি। এইবিলাক শব্দ সিহঁতৰ মূল অনুসৰি বহু দিন ওপৰত কোৱাৰ দৰে লিখিত আৰু উচ্চাৰিত হৈ থকা হেতু এতিয়া সিহঁতৰ বৰ্ণবিন্যাস বা উচ্চাৰণ লবোৱা অসম্ভৱ। সেই বৰ্ণবিন্যাস আৰু উচ্চাৰণ পৰস্পৰ অসঙ্গত হৈ যঁচা ; কিন্তু এইকালৰ শ্ৰেষ্ঠ ভাষা ইংৰাজীতো এনে অসঙ্গতিৰ সংখ্যা অলেখ। আমাৰ ভাষাত গোটাচাৰেক তেনে বিধৰ শব্দ থকাত একো দোষ দেখা নেযায়। আঢ়ৈ কুৰি বুজোৱা শব্দটো পঞ্চাশ্ আৰু পঞ্চাচ্, দুয়ো প্ৰকাৰে উচ্চাৰিত হয় ; কিন্তু লেখাত প্ৰথম প্ৰকাৰে লিখা হে যুগুত্। অসম, অসমীয়া এই দুটা শব্দক অচম, অচমীয়া নুবুলি অসম, অসমীয়া, এনেকৈ মাতিব আৰু লিখিবও লাগে। কিয়নো আগৰ কালত সিহঁত সেই দৰে হে ব্যৱহৃত হৈছিল।

শব্দৰ অন্তত বা মাজত থকা য, য় (ইয়) উচ্চাৰিত হয় ; যেনে, হয়্, প্ৰয়োজন্। কিন্তু কোনো কোনো শব্দত সেই দুটাইতো সি নিজ উচ্চাৰণ নেৰে, আৰু যিবোৰ শব্দত সি জ উচ্চাৰিত হয়, সেইবোৰৰ পাচত বেষ্টন-ৰেখাৰ মাজত জ দিয়া গৈছে ; যেনে, নিযোগ্ (-জো-), বিযোগ্ (-জো-), নিযুক্ত (-জু-), কায্ (-জ) ইত্যাদি।

অসমীয়া ভাষাত সাধাৰণ মতে হ্ৰস্ব আৰু দীৰ্ঘ স্বৰৰ উচ্চাৰণৰ মাজত একো প্ৰভেদ নাই, দুয়ো হ্ৰস্বকৈ উচ্চাৰিত হয়। কিন্তু কোনো কোনো অসমীয়া শব্দৰ আদি স্বৰক দীৰ্ঘকৈ উচ্চাৰণ কৰা যায়। সেই উচ্চাৰণ বুজাবলৈ দীৰ্ঘ স্বৰ ব্যৱহাৰ কৰা উচিত, আৰু কৰাও হৈছে ; যেনে, ঘূ-ঘুৱা, কী-কিয়া, বী-বিয়া, ইত্যাদি। এইবিলাক শব্দৰ উচ্চাৰণ কিঁকিয়া, ঘুঘুৱা, বিবিয়া, এনে নহয় ; সিহঁতৰ প্ৰথম স্বৰটো দীঘলকৈ মাতিব লাগে।

---

* গদ্যত ব্যঞ্জনান্তৰূপে উচ্চাৰিত শব্দবোৰো পদ্যত প্ৰায়ে অকাৰান্তকৈ মতা যায় ; যেনে, (গদ্যত) কুকুৰ্, চৰণ্, শৰণ্, মোৰ্ ; (পদ্যত) কুকুৰ, চৰণ, শৰণ, মোৰ ইত্যাদি।

# উচ্চাৰণৰ চিনবিলাক

অকলৈ বা ব্যঞ্জনেৰে যুক্ত হৈ থকা যি "অ"ৰ ওপৰত ( ˗ ) এই চিন আছে, তাক অলপ দীঘলকৈ, অৰ্থাৎ অভিধান শব্দৰ "অ"ৰ দৰে মাতিব লাগে ; যেনে, অতি, অৰি, মতি, মহ ইত্যাদি। সেই চিন নথকা অ চুটি, অৰ্থাৎ অকাৰ শব্দৰ "অ"ৰ নিচিনা ; যেনে, অবাব্, অকল্, মহ্, ঘৰ্ ইত্যাদি। এই চিন ওপৰত থকা শুদা বা ব্যঞ্জনেৰে যুক্ত এ দীঘলকৈ অৰ্থাৎ "এতিয়া" শব্দৰ "এ"ৰ দৰে মতা যায় ; যেনে, এই, এইয়া, সেই শেলুক, ইত্যাদি। সেই চিন নথকা এ চুটি, অৰ্থাৎ "বেৰ" শব্দৰ "এ"ৰ তুল্য ; যেনে, এক, এৰা, বেয়া, বেলেগ্ ইত্যাদি। মনত ৰাখিব লাগে যে শব্দবিলাকৰ উচ্চাৰণ শিকাবৰ কাৰণ এই পুথিত ওপৰত দেখোৱা চিন ব্যৱহৃত হৈছে ; বাক্য ৰচনাত তাৰ আৱশ্যক নাই।

শব্দৰ যি আখৰৰ ওপৰত ( ’ ) এই চিন দিয়া গৈছে, তাৰ পাচত এটা আখৰ লুপ্ত হৈ আছে বুলি জানিবা, আৰু তাক অলপ দীঘলকৈ অৰ্থাৎ তাৰ পাচৰ আখৰটোৰ পৰা অলপ বেলেগাই মাতিবা ; যেনে, ( মুখ-চোৱা ) মু’ চোৱা, ( ধাৰ কৰিবলৈ গৈ ধাৰ দিওঁতাক দিয়া ভেঁটী ) ; ( মহ্‌তাৱ্, ফাৰ্টী ) ম’তা ( নীল বা ৰঙা পোহৰ ) ; ( ৰহ্‌ৰৈ‍ীয়া ) ৰ’ৰৈয়া, ( ৰসাল বা মৃদুৰূপে চলা বতাহ ) ; ( ৰহ্‌ৰহী ) ৰ’ৰৈ ( ৰসযুক্তা তিৰী ) ; ( ৰহ্ ৰহ্ কৰে ) ৰ’ৰ কৰে ( সোৱাদ লগাই মৃদুৰূপে ; বতাহ চলাত খাটে ) ; (বাহু-বিচনী) বা’বিচনী (কান্ধৰ পাচৰ চেপেটা হাড়) ; ( বায়ু-মণ্ডলী ) বা’মাৰলী ( ঘূৰা বতাহ ) ; ( ৰাজ্-বাঁহ ) ৰা’বাঁহ ইত্যাদি।

যি শব্দত কোনো আখৰ লুকাই নেথাকে ; কিন্তু আগৰ আখৰটো পাচৰটোৰ পৰা অলপ বেলেগাই মতা যায়, তাত সেই দুই আখৰৰ মাজত (-) এই চিন ব্যৱহৃত হৈছে ; যেনে, ম-ময়া, বা-বিৰিং ইত্যাদি।

ওপৰত দিয়া চিন দুটা বাক্য ৰচনাত ব্যৱহাৰ কৰা উচিত।

সংস্কৃতৰ দৰে অসমীয়া ভাষাতো "অ"ৰ ( া, ি ) আকাৰ, ইকাৰ আদিৰ নিচিনা চিন নাই, আৰু ব্যঞ্জনেৰে যুক্ত হলে সি অদৃশ্য হয়, এতেকে লেখাত ব্যৱহৃত ক, খ, ইত্যাদিত অ আছে নে নাই জনা টান। এই অসুচল গুচাবৰ কাৰণ অকাৰশূন্য, শুদা ব্যঞ্জনৰ তলত ( ্ ) এই চিন দিয়া গৈছে। ইয়াৰ নাম হলন্ত চিন। সি তলত থকা ব্যঞ্জনক তাৰ ( সেই আখৰৰ ) আগত থকা স্বৰৰ সাহায্যেৰে মাতিব লাগে ; যেনে, আন্, মানুহ্, কাৰ্বাৰ্ ইত্যাদি। সেই চিন নথকা আৰু কোনো স্বৰৰ চিনেৰে যুক্ত নোহোৱা ব্যঞ্জন অকাৰান্ত ; যেনে, গাধ, পাৰ ইত্যাদি। এইটো চিনো বিশেষ প্ৰয়োজন নহলে বাক্য ৰচনাত ব্যৱহাৰ কৰা নেযায়।

---

## শব্দবিলাকৰ অৰ্থৰ চিন।

শব্দবিলাকৰ অৰ্থ লিখোঁতে একে অৰ্থ বুজোৱা দুটা বা অধিক প্ৰতিশব্দ বা ব্যাখ্যাৰ মাজত একোটা যতি ( , ) দিয়া গৈছে ; যেনে, ( মূল শব্দ ) গৰাকী ( অৰ্থ ) প্ৰভু, অধিকাৰ। ইয়াত প্ৰভু আৰু অধিকাৰ দুইৰো একে অৰ্থ। আগৰ প্ৰতিশব্দ বা ব্যাখ্যাতকৈ বেলেগ অৰ্থ বুজোৱা প্ৰতিশব্দ বা ব্যাখ্যাৰ মাজত একোটা দীৰ্ঘ যতি ( ; ) দি সিহঁতৰ অৰ্থ পৃথক কৰা গৈছে ; যেনে, ( মূং. শং. ) গভীৰ ( অৰ্থ ) দ ; গহীন। এই ঠাইত, এই চিনৰ পাচত থকা গহীন শব্দৰ অৰ্থ তাৰ আগৰ দ শব্দতকৈ বেলেগ। সেই চিনৰ পাচত থকা প্ৰতি শব্দ বা ব্যাখ্যাৰ মাজত দিয়া টিপনী সেইটো প্ৰতিশব্দ বা ব্যাখ্যাত মাথোন খাটে ; যেনে, ( মূং. শং. ) লঘু ( অৰ্থ ) পাতল ; কম পৰা ( পীড়াত খাটে )। ইয়াত বেষ্টন ৰেখাৰ মাজৰ "পীড়াত খাটে" এই টিপনী "কম্-পৰা" এই অৰ্থত মাথোন খটোৱা গৈছে ; সেই ( ; ) চিনৰ আগৰ "পাতল" এই অৰ্থে সৈতে তাৰ একো সম্পৰ্ক নাই। সেই দৰেই, এই চিনৰ পাচত দিয়া অৰ্থৰ উদাহৰণো তাৰ আগৰ অৰ্থত নেখাটে ; যেনে, ( মূং. শং. ) ভাল ( অৰ্থ ) মঙ্গল ; সজলোক ; যেনে, "ভালৰ শত্ৰু নাই"। এই উদাহৰণে "সজলোক" ইয়াৰ ভাব মাথোন প্ৰকাশ কৰিছে, "মঙ্গল" শব্দেৰে সৈতে তাৰ কোনো সম্বন্ধ নাই।

ওপৰত লিখা চিনবিলাকত বাজে সমাসৰ দ্বাৰা একে পদ হোৱা দুটা শব্দৰ মাজত একদেশ চিহ্ন ( - ) ব্যৱহাৰ কৰা উচিত, আৰু এই পুথিত কৰাও হৈছে। কিন্তু সংস্কৃত ভাষাত তাৰ চলন নাই ; এতেকে সমাসৰ দ্বাৰা লগ লগা দুটা সংস্কৃত শব্দৰ মাজত সেই চিন নিদি দুয়োটা পদ এটা কৰি লিখাত কোনো দোষ দেখা নেযায় ; যেনে, ( হৰিৰ নাম ) হৰিনাম, ( ইন্দ্ৰৰ লোক ) ইন্দ্ৰলোক। সেইৰূপে একেটা হোৱা দুটা অসমীয়া শব্দৰ মাজত তাক দিয়া ভাল, নিদিলেও বৰ হানি নাই ; যেনে, ( হাতীৰ দাঁত ) হাতী-দাঁত, ( ৰান্ধনিৰ ঘৰ ) ৰান্ধনি-ঘৰ। কিন্তু সেই চিন নিদিলে, দুটা শব্দ বেলেগ নেলিখি একে লগ কৰিব লাগে ; যেনে, হাতীদাঁত, ৰান্ধনিঘৰ ইত্যাদি।

---

## অপভ্ৰংশ শব্দ।

নিৰোগী, নিৰ্দ্দোষী, নিষ্পাপী, মান্যৱন্ত, মান্যৱান ইত্যাদি কিছুমান শব্দ, সংস্কৃত ব্যাকৰণৰ মতে অশুদ্ধ। সংস্কৃত ভাষাত নি, নাই ৰোগ যাৰ, সি নিৰোগ বা নিৰ্, নাই ৰোগ যাৰ, সি নীৰোগ ; নি, নাই দোষ যাৰ সি নিৰ্দ্দোষ বা নিৰ্, নাই দোষ যাৰ, সি নিৰ্দ্দোষ, সেই দৰেই নি পাপ বা নিষ্পাপ ইত্যাদি শব্দ হয়। এনেবিলাক শব্দ ( ী ) ঈকাৰান্ত হব নোৱাৰে। আৰু মান ( সন্মান ) পাবৰ যোগ্য যি, তেওঁ মান্য। এই শব্দৰ পাচত ৱন্ত বা ৱান্ যোগ কৰি মান্যৱন্ত বা মান্যৱান শব্দ কৰা সংস্কৃত ব্যাকৰণৰ বিৰুদ্ধ ; কিন্তু আমাৰ ভাষাত সেইবোৰ শব্দ বহুকালৰ পৰা চলি আহিছে। সংস্কৃতৰ ( সং + মান ) সম্মান শব্দ অসমীয়াত "সন্মান" এনেকৈ

উচ্চাৰিত আৰু লিখিত হয়। স্বৰূপাৰ্থত সেইবিলাক আৰু আমাৰ ভাষাত চলিত সিহঁতৰ নিচিনা আন অনেক শব্দ সংস্কৃতৰ অপভ্ৰংশ। অপভ্ৰংশ শব্দ যে তাৰ মূলৰ নিয়মৰ বিৰুদ্ধ, তাক কবৰ সকাম নাই। বিস্তৰ অপভ্ৰংশ সংস্কৃত শব্দ বহুকাল আমাৰ ভাষাত চলি থাকি তাৰ অঙ্গস্বৰূপ হৈছে। এতিয়া সিহঁতক অশুদ্ধ বুলি এৰিব নোৱাৰি, এৰিলেও অসমীয়া ভাষাৰ ছাল বঙ্গহ গৈ জঁকাটো মাথোন থাকিব। এতেকে তেনেবিলাক শব্দক এই অভিধানত ঠাই দিয়া গৈছে। কিন্তু আগলৈ যেন নতুন অশুদ্ধ শব্দ আমাৰ ভাষাত নোসোমায়, তাৰ কাৰণ আমি সাৱধান হব লাগে।

আমাৰ ভাষাত কিছুমান অপভ্ৰংশ সংস্কৃত শব্দ চলি আছে, অকল এয়ে নহয়, বহুত মূল সংস্কৃত শব্দে নিজ অৰ্থত বাজে আন অৰ্থো লৈছে; তাৰ উদাহৰণ সংস্কৃত “মোহ” শব্দে অসমীয়াত তাৰ অৰ্থৰ বাহিৰে মৰম বুজায়। কোনো কোনো সংস্কৃত শব্দৰ, আকৌ, মূলৰ অৰ্থ গোটেই লৰিছে। তাৰ প্ৰমাণ—সং. “অনুবন্ধ” শব্দৰ অৰ্থ আৰম্ভ, সম্বন্ধ, ৰোগৰ লক্ষণ ইত্যাদি, কিন্তু অসমীয়াত আগৰ পৰা চলি অহা দস্তুৰ; সং. প্ৰবোধ (অৰ্থ) জাগৰণ, জ্ঞান, অং. সান্ত্বনা বা সুতনি। এই দৰেই বুজিব লাগে। অসমীয়াত চলিত সংস্কৃতৰ আৰু আন আন ভাষাৰ অনেক অপভ্ৰংশ শব্দে ও সিহঁতৰ মূলতকৈ অন্য অৰ্থ বুজায়। তাৰ উদাহৰণ সং. “মাস” শব্দৰ অৰ্থ মাটি মাহ; কিন্তু তাৰ অপভ্ৰংশ “মাহ” শব্দ ছেঁইত উৎপন্ন আৰু মানুহৰ খাদ্য সকলো গুটিত খাটে; যেনে, মগু মাহ, মচুৰ মাহ; সং. অগ্ৰমাংস (অৰ্থ), আমঠু, তাৰ অপভ্ৰংশ অং. আগ মঙ্গহ (অৰ্থ) বুকুত থকা এডোখৰ বঙ্গচীয়া মঙ্গহ; বং. বকনা (অৰ্থ), চেউৰী গাই, অং. বখনিয়া (অৰ্থ), পিয়ন ছুৱা (গৰু বা মহৰ পোৱালি); ফাং. কলেজা (অৰ্থ) আগ্ মঙ্গহ, অং. কলিজা, (অৰ্থ), আমঠু ইত্যাদি।

## লিঙ্গ।

অসমীয়াত মতা বুজোৱা শব্দ পুংলিঙ্গ আৰু মাইকী বুজোৱা শব্দ স্ত্ৰীলিঙ্গ; যেনে, (পুং.) মুনিহ, (স্ত্ৰী) তিৰোতা; (পুং.) স্বামী, (স্ত্ৰী) ভাৰ্য্যা; (পুং.) বাঘ, (স্ত্ৰী) বাঘিনী, ইত্যাদি। মতা নে মাইকী চিনিব নোৱৰা জন্তুৰ নাম বুজোৱা শব্দ ক্লীৱলিঙ্গ; যেনে, পোক, পৰুৱা, মাছ, ইত্যাদি। জীৱহীন বস্তুৰ নামো ক্লীৱলিঙ্গ; যেনে, মাটি, পানী, কাপোৰ, ইত্যাদি। কিছুমান শব্দ দ্বিলিঙ্গ, অৰ্থাৎ পুং. স্ত্ৰী, দুয়ো লিঙ্গ বুজায়; যেনে, মানুহ, মহ, গৰু, পহু, ইত্যাদি। এই শ্ৰেণীৰ শব্দৰ আগত মতা, মাইকী নাইবা পুংলিঙ্গ বা স্ত্ৰীলিঙ্গ বুজোৱা আন শব্দ দি লিঙ্গৰ প্ৰভেদ কৰা যায়; যেনে, মতা মানুহ, মাইকী মানুহ, মতা মহ, মাইকী মহ; বলদ-গৰু, গাই-গৰু, ইত্যাদি।

বিশেষ্যৰ যি লিঙ্গ, বিশেষণৰো সেই লিঙ্গ হয়, আৰু অনেক পুংলিঙ্গ বিশেষণৰ স্ত্ৰীলিঙ্গত গঢ় লৰে; যেনে, সুন্দৰ পুৰুষ, সুন্দৰী স্ত্ৰী; ৰঙ্গা-বলদ, ৰাঙ্গলী-গাই; কুঁজা মুনিহ, কুঁজী তিৰোতা। বিশেষণৰ গঢ় নলৰিলেও বিশেষ্যৰ লিঙ্গকে বিশেষণৰ লিঙ্গ বুলি জানিব লাগে; যেনে, ভাল মুনিহ, ভাল তিৰোতা, ভাল কাপোৰ।

ইয়াত মুনিহ তিৰোতা, কাপোৰ, এই কেইটা বিশেষ্যৰ যি লিঙ্গ, "ভাল" এইটো বিশেষণৰো সেই লিঙ্গ। কেতিয়া বা স্ত্রীলিঙ্গ বিশেষণে ক্লীবলিঙ্গ বিশেষ্যৰ গুণ দেখায়, তেতিয়াও সেই বিশেষণক ক্লীবলিঙ্গ বুলিব লাগে ; যেনে, কুঁজীঘৰ। ইয়াত কুঁজী এইটো স্ত্রীলিঙ্গ বিশেষণে ঘৰ এইটো ক্লীবলিঙ্গ বিশেষ্যৰ গুণ দেখোৱা হেতু সিও ক্লীবলিঙ্গ।

এই অভিধানত কোনো জাতিৰ বা ব্যৱসায়ৰ মানুহ বুজোৱা কোনো পুংলিঙ্গ শব্দৰ পাচত বেষ্টন ৰেখাৰ মাজত "স্ত্রী" শব্দ দি তাৰ পাচত যি শব্দ লিখা গৈছে, সি সেই জাতিৰ বা সেই ব্যৱসায় কৰা মানুহৰ ভাৰ্য্যা আৰু সেই জাতিৰ বা সেই ব্যৱসায় কৰা তিৰোতা, দুইকো বুজায় ; যেনে, বামুণ ; ( স্ত্রী ) বামুণী, অর্থাৎ বামুণৰ ভাৰ্য্যা আৰু বামুণ জাতিৰ তিৰোতা ; কুমাৰ ; ( স্ত্রী ) কুমাৰণী অর্থাৎ কুমাৰৰ ভাৰ্য্যা আৰু কুমাৰৰ ব্যৱসায় কৰা তিৰী, ইত্যাদি।

## LIST OF ABBREVIATIONS USED IN THIS BOOK.

### অ।

অং. ... ... ... অসমীয়া ... ... ... Assamese.
অ. ধা.... ... ... অকর্ম্মক ধাতু ... ... Intransitive Verb.
অনুক. ... ... ... অনুকার শব্দ ... ... Onomatopœic.
অনুরু. ... ... ... অনুরূপ শব্দ ... ... Similar words.
অব্য. ... ... ... অব্যয় ... ... ... Indeclinable.

### আ।

আনু. অব্য. ... ... আনুষঙ্গিক অব্যয় ... ... Particle.

### ই।

ইং. ... ... ... ইংরাজি ... ... ... English.

### উ।

উপস. ... ... ... উপসর্গ ... ... ... Prefixes.

### ক।

কাম. বা কামরু. ... কামরূপী ... ... ... Used in Kamrup.
কৃদ. বি. ... ... কৃদন্ত বিশেষণ ... ... Verbal Adjective.
কৃদ. স. ... ... কৃদন্ত সংজ্ঞা ... ... Verbal Noun.
ক্রি. বি. ... ... ক্রিয়া বিশেষণ ... ... Adverb.
ক্লী. ... ... ... ক্লীবলিঙ্গ ... ... ... Neuter.

### গ।

গু. শ.... ... ... গুণবাচক শব্দ ... ... Abstract Noun.

### প।

পুং. ... ... ... পুংলিঙ্গ ... ... ... Masculine.
প্রাং. ... ... ... প্রাকৃত ... ... ... Prákrit.

### ব।

বং. ... ... ... বঙ্গালী ... ... ... Bengali.
বি. স.... ... ... বিশেষণীয় সর্ব্বনাম ... ... Adjectival Pronoun.
ব্যাক.... ... ... ব্যাকরণ ... ... ... Grammar.

ভ।

| | | |
|---|---|---|
| ভ০. অব্য. | ভাববোধক অব্যয় | Interjection. |

য।

| | | |
|---|---|---|
| যা০. | যাবনিক | Mahomedan. |
| যো. অব্য. | যোজক অব্যয় | Conjunction. |

স।

| | | |
|---|---|---|
| স০. | সংস্কৃত | Sanskrit. |
| সংখ্যা. | সংখ্যাবাচক শব্দ | Numeral. |
| স. ধা. | সকর্ম্মক ধাতু | Transitive Verb. |
| সর্ব্ব. | সর্ব্বনাম | Pronoun. |
| সমা. | সমার্থ | Synonym. |
| সম্বো. অব্য. | সম্বোধনার্থক অব্যয় | Vocative Indeclinable |
| স. শ. | সংজ্ঞা শব্দ | Noun. |
| স্ত্রী. | স্ত্রীলিঙ্গ | Feminine. |
| স্থা. স. | স্থানবাচক সর্ব্বনাম | Relative of place. |

হ।

| | | |
|---|---|---|
| হি০. | হিন্দী | Hindi. |

# LIST OF ERRATA.

*In "Column" the letter A represents the first column in the page and the letter B the second column.*

| PAGE. | COL. | LINE. | FOR | READ |
|---|---|---|---|---|
| 100 | A | 12 | " Joggornath " | " *Jagannātha* " |
| 112 | A | 22 | " disregarding the worldly affairs " | " disregarding worldly affairs " |
| 117 | B | 27 | " deminution " | " diminution " |
| 121 | A | 12 | " as Gur " | " as *gur* " |
| 123 | B | 20 | " a slight information " | " slight information " |
| 132 | A | 9 | " rate " | " rat " |
| 133 | B | 10 | " Moth " | " moth " |
| 156 | B | 8 | " Oleander " | " oleander " |
| 169 | B | 2 | " Sambar " | " *sambar* " |
| 175 | A | 2 | " aphrodysiac " | " aphrodisiac " |
| 295 | B | 8 | " vide supra " | " *vide supra* " |
| 297 | A | 34 | " vide supra " | " *vide supra* " |
| 314 | A | 15 | " chandal " | " *Chandal* " |
| 451 | B | 32 | " sands " | " sand " |
| 544 | B | 28 | " gram and copulation " | " gram, and copulation " |
| 569 | B | 10 | " *Cinnamomuin* " | " *Cinnamomum* " |
| 639 | B | 3 | " Cermony " | " Ceremony " |
| 745 | B | 6 | " Mattra " | " Mathura " |
| 749 | B | 2 | " Robinson " | " Bronson " |
| 883 | B | 40 | " a for for betul nut " | " a box for betul nut " |
| 908 | B | 36 | " to decline, as a noun " | " to decline as a noun " |
| 909 | A | 10 | " worshipping or declining " | " worshipping, or declining " |

# অসমীয়া হেম-কোষ।



অ, অসমীয়া বৰ্ণমালাৰ আদি আখৰ; কোনো শব্দৰ আগত থাকিলে অভাৱ নোহোৱা বা বেয়া বুজায়; যেনে, অব্ৰাহ্মণ, অৰ্থাৎ ব্ৰাহ্মণ নহয়, অকাল, অৰ্থাৎ বেয়া কাল, অকামিলা, অৰ্থাৎ কামত নলগা, অকৰ্ম্ম, অৰ্থাৎ বেয়া কৰ্ম্ম (পাপ)। স্বৰেৰে আৰব্ধ শব্দৰ আগত সেই অ অন হয়; যেনে, (অৰ্থ) অনৰ্থ, অৰ্থৰ অভাৱ; (ঈশ্বৰ) অনীশ্বৰ, ঈশ্বৰৰ অভাৱ বা ঈশ্বৰ নহয়; (ইচ্ছা) অনিচ্ছা, ইত্যাদি, the first letter of the Assamese alphabet; placed before a word, it signifies a negation, and is equivalent to un, in, dis, &c.

অ, অব্য. ওচৰত থকা লোকক সম্বোধন কৰাত ব্যৱহৃত মাত; যেনে, অ! হৰি, হলিৰাম অ! a vocative particle.

অংশ্, } স. শ. (সং. অংশ—অংশ, ভাগ কৰ)
অংশ, } ভাগ, কোনো বস্তুৰ এডোখৰ; কোনো এক বস্তু বা বস্তুবিলাকৰ পৰা বেলেগোৱা কোনো এক পৰিমাণৰ বস্তু, a part; a share.

অংশী, স. শ. (সং. অংশিন্, ভাগী—অংশ + ইন্) ভাগী, ভগিয়াৰ, ভাগ-পাওঁতা, a partner, a share-holder. (স্ত্ৰী) অংশিনী।

অঁকা, স. শ. (অং. আঁক্, আঁচ দি) গা আৰু মুখত আহম-আঠাৰে আঁক-লোৱা, এজাতি পৰ্ব্বতীয়া মানুহ, a hill tribe of Assam.

অঁকাবঁকা, বি. (অং. অঁকা, আঁচ-দিয়া + বঁকা, অনুক.) অনেক বৰণৰ আঁচযুক্ত, পখৰাচিতৰা, variegated, striped.

অঁকিয়া, অ. ধা. (অং. আঁক, আঁচ) আঁক টান, যেনে, লৰাই কলিত অঁকিয়ায়, to draw a line or lines. স. ধা. আঁচ দি চিন লগা; যেনে, পুথিৰ পাত অঁকিয়াইছে, to mark with a line or lines.

অঁটা, কৃদ. বি. (অং. আঁট্, জোৰ্) যথেষ্ট, যিমান লাগে, সিমান হোৱা, sufficient, enough.

অঁটা, স. ধা. (অং. আঁট্, ঐ) জোৰা, যিমান লাগে, সিমান কৰ্; যেনে, দহ টকাৰে এমাহ অঁটাম, to cause to suffice for.

অঁটাকৈ, ক্ৰি. বি. জোৰাকৈ, sufficiently.

অঁড়া, "অঁৰা" চোৱাঁ।

অঁতু, বি. (সং. অন্ত, শেষ, কাম অন্ত হয়, এতেকে) প্ৰস্তুত, যুগুত, পৰিষ্কাৰ, পৰিপাটি, prepared, made ready; cleared. অঁতু কৰ্, প্ৰস্তুত কৰ্; অঁ-তা, পৰিষ্কাৰ কৰ্; শ্ৰেণী লগা; যেনে, কাকতবোৰ অঁতু কৰিছে, to arrange, to put in order, to prepare, to clean or clear. অঁত লগা, শ্ৰেণী বদ্ধ কৰ, to put in order, to arrange.

অঁ-তা, স. ধা. পৰিষ্কাৰ কৰ্; যেনে, ঠাই অঁ-তাইছে; বাতু, ভগা বস্তু ভাল কৰ্; যেনে, কঁহাৰে ভগা লোটা অঁ-তাইছে; যুগুত কৰ্, প্ৰস্তুত কৰ্; যেনে, বেজে দৰব অঁ-তায়, to clean or clear; to repair; to prepare.

অঁৰা, সংখ্যা. (বং. গণ্ডা, চাৰি) চাৰিটাৰ লেখ, চাৰি (সৰু বস্তু লেখাত ব্যৱহৃত); যেনে, তামোল চাৰি অঁৰা, four.

অঁহীয়া, বি. ("আঁহ" চোৱাঁ) আঁহযুক্ত, fibrous.

অকঁটলা, বি. (অং. অ, ন + কঁটাল, কঁৰাল্) নকঁটলা, ডাল-পাত-নুগুচোৱা (বাঁহ

আদি); যেনে, অকঁটলা গোঁজ, not cleared of twigs, &c., an epithet applied to bamboos, &c.

অকটুৰ, বি. (অং. অ, নহয় + কটুৰ, নীৰস) কটুৰ নোহোৱা, ৰসাল, সাকৰা; যেনে, অকটুৰ মাটি, not dry, moist, fertile.

অকঠিন, বি. (সং. অকঠিন, কোমল—অ, নহয় + কঠিন, টান) টান নোহোৱা, ঢিলা, কোমল; উজু, যেনে, অকঠিন শ্লোক, not hard, soft; easy.

অকণ্টক, বি. (সং. অকণ্টক—অ, ন + কণ্টক, কাঁইট) কাঁইট নথকা; চিন্তা, জেঙ্গা বা ভয়-নথকা; নিষ্কণ্টক, শত্ৰুহীন, having no thorn; free from anxiety or fear; having no enemy.

অকথনীয়, বি. (সং. অকথনীয়, কবৰ অযোগ্য—অ, ন + কথনীয়, কবৰ যোগ্য) কবৰ অযোগ্য; কথাৰ দ্বাৰা প্ৰকাশ কৰিব নোৱৰা, not fit to be spoken; unspeakable, unutterable.

অকথা, স. শ. (সং. অ, বেয়া + কথা, কাৰ্য্য) বেয়া কাৰ্য্য; দুষ্কৰ্ম্ম, কৰিব নলগীয়া কাম, a vicious act.

অকথ্য, বি. (সং. অকথ্য—অ, ন + কথ্য, কবৰ যোগ্য) অকথনীয়, not fit to be spoken; unspeakable.

অকপট, অকপটী, অকপটীয়া, বি. (সং. অ, ন + কপট, বঞ্চনা) কপট-নথকা, মনে-মুখে এক, সাধু, সৰল, হোজা, sincere, frank.

অকপটৰূপে, ক্ৰি. বি. (অং. অকপট, কপট নথকা + ৰূপে, প্ৰকাৰে) কপট নকৰাকৈ, মনে-মুখে এক কৰি, হোজাৰূপে, sincerely, frankly.

অকম্পিত, বি. (সং. অকম্পিত, নকঁপা—অ, ন + কম্পিত, কঁপা) নকঁপা, দৃঢ়, সাহসযুক্ত; যেনে, অকম্পিতহৃদয়, firm, not trembling, courageous.

অকম্পিতৰূপে, ক্ৰি. বি. নকঁপাকৈ, দৃঢ়ৰূপে, সাহেৰে, firmly, courageously.

অকৰ্ম্ম, স. শ. (সং. অকৰ্ম্ম, কুকাম—অ, বেয়া + কৰ্ম্ম, কাম) দুষ্কৰ্ম্ম, বেয়া কাম, পাপ, a vice, a sinful act, a misdeed.

অকৰ্ম্মক, বি. (সং. অকৰ্ম্মক, কৰ্ম্ম-কাৰক-হীন—অ, নাই + কৰ্ম্মন্, কৰ্ম্ম-কাৰক) কৰ্ম্ম-কাৰক-নথকা; যেনে, অকৰ্ম্মক ধাতু বা ক্ৰিয়া, intransitive.

অকৰ্ম্মণ্য, বি. (সং. অকৰ্ম্মণ্য, অকামিলা—অ, ন + কৰ্ম্মণ্য, কামৰ যোগ্য) অকামিলা, কামত নলগা; যেনে, অকৰ্ম্মণ্য বস্তু, good for nothing, useless.

অকৰ্ম্মা, বি. (সং. অকৰ্ম্মা, অপাত্ৰ—অ, ন + কৰ্ম্মন্, কাম) কাম কৰিব নজনা, অপাত্ৰ; এলেহুৱা, incapable of doing any thing, unskilful; idle.

অকল্, বি. সৰ্ব্ব. (সং. একক, এটা) একেটীয়া, লগ-নথকা, alone, having no companion.

অকলঙ্ক, বি. (সং. অকলঙ্ক, চেকা নথকা —অ, নাই + কলঙ্ক, চেকা) চেকা বা মল-নথকা, নিৰ্ম্মল; যেনে, অকলঙ্ক চন্দ্ৰ; নিৰ্দ্দোষ, দুৰ্য্যশ-নথকা; যেনে, অকলঙ্ক বংশ, spotless, pure, stainless.

অকলে, } ক্ৰি. বি. লগ-নথকাকৈ,
অকলৈ, } অকলশৰে, alone.

অকল্যাণ, স. শ. (সং. অকল্যাণ, অমঙ্গল —অ, ন + কল্যাণ, মঙ্গল) অমঙ্গল, আপদ, misfortune, calamity.

অকলবিৰূ, স. শ. (অং. অকল, লগ-নথকা + সং. বৃক্ষ, গছ) এডাল গা-গছ হোৱা, অধিক ডাল-নধৰা এবিধ দৰবৰ গছ, a kind of medical plant used by kabirajes.

অকলশৰ, বি. (সং. একেশ্বৰ—এক, এজনা + ঈশ্বৰ, পৰমদেৱতা, ঈশ্বৰৰ দৰে লগ নথকা) সঙ্গ-নথকা, অকল; যেনে, সি অকলশৰ, alone.

অকলশৰীয়া, বি. লগ নোহোৱাকৈ থকা; যেনে, অকলশৰীয়া মানুহ, living alone.

অকলশৰীয়াকৈ, } ক্ৰি. বি. লগ নোহো-
অকলশৰে, } ৱাকৈ, অকলৈ; যেনে,

• হাবিলৈ অকলশৰে যাব নোৱাৰি, alone, without company.

অকস্মাৎ, ক্রি. বি. ( সং. অকস্মাত, হঠাৎ—অ, ন+কস্মাত্, কৰপৰা, কৰপৰা উপস্থিত হল তাক নজনাকৈ, ) আচম্বিতৰূপে, আগেয়ে নজনাকৈ, suddenly, without previous notice.

অকঁাৰী, বি. ( অং. অ, ন+কঁাৰ, চাউল নিকা কৰ ) নকঁৰা, নিকা নকৰা ( চাউলত খাটে ) ; যেনে, অকঁাৰী চাউল, not cleaned—said of rice.

অকাইপকাই, ক্রি. বি. ( অং. অকাই, অনুক্ব. + পকাই, মেৰাই ) অনেক পাক বা মেৰ দি, ঘূৰাই-পকাই ; যেনে, অকাই-পকাই বান্ধিলে, winding round and round.

অকাজ্ভাগী, বি. ( অং. অ, নহয়+কাজ, কাম+ভাগী, অংশী, কামৰ ভাগী নোহোৱা ) কামৰ অযোগ্য, অবালচন্দ আলাবাদু, অকামিলা (মানুহত খাটে ; স্ত্রী, পুং), worthless, said of a person.

অকামিলা, বি. ( অং. অ, নহয়+কামিলা, কামৰ যোগ্য) একো কামৰ যোগ্য নোহোৱা, একো নজনা ; যেনে, অকামিলা মানুহ ; একো কামত নলগা, প্রয়োজন-নথকা ; যেনে, অকামিলা বস্তু, unskilful, worthless ; useless, good for nothing.

অকাৰণ, স. শ. ( সং. অ, ন+কাৰণ, হেতু ) অবাব, কাৰণৰ অভাৱ, অনাৱশ্যক ; যেনে, অকাৰণত কোনো কাম নকৰিবা, absence of cause, reason, or necessity. বি. কাৰণ-নথকা ; যেনে, অকাৰণ দন্দ, without cause or reason.

অকাৰান্ত, বি. (সং. অকাৰান্ত, শেষত অ থকা—অকাৰ, অ+অন্ত শেষ) অ অন্তত থকা, অকাৰেৰে শেষ হোৱা ; যেনে, অকাৰান্ত শব্দ, ending in an অ ।

অকাৰ্য্য, স. শ. (সং. অকাৰ্য্য, মন্দ কাম—অ, ন বা বেয়া+কাৰ্য্য, কাম) কৰিব নলগীয়া কাম, বেয়া কাম, an improper, wrong or vicious act.

অকাল্, স. শ. (সং. অকাল, অনুপযুক্ত কাল—অ, বেয়া+কাল, সময়) অসময়, যি বস্তুৰ যি সময়, তাতকৈ বেলেগ কাল, আবতৰ ; যেনে, অকালত হোৱা আম, অশুভ কাল, not proper season, inauspicious time.

অকাল-পকা, বি. (অং. অকাল, অসময়+পকা, পূৰঠ হোৱা ) পকিবৰ সময় নৌ হওঁতেই পকা ; যেনে, অকাল-পকা আম ; সময় নৌ হওঁতেই পূর্ণ অৱস্থা পোৱা ; যেনে, অকাল-পকা লৰা, premature, prematurely ripe ; precocious.

অকীৰ্ত্তি, স. শ. (সং. অকীৰ্ত্তি, দুৰ্য্যশ—অ, বেয়া+কীৰ্ত্তি, খ্যাতি) দুৰ্য্যশ, দুর্নাম, অখ্যাতি, infamy.

অকুটিল্, বি. ( সং. অকুটিল, অকপট—অ, নহয়+কুটিল, বেঁকা) সৰল, অকপট, পোন পটিৰ, হোজা, sincere, honest, upright.

অকুমাৰ , স. শ. ( সং. অ, নহয়+কুমাৰ, সৰু লৰা ; অসমীয়াত ইয়াৰ অৰ্থ বেলেগ) বয়স পূৰ্ নোহোৱা লৰা, বিধি অনুসাৰে কাম চলাবৰ বয়স-নোপোৱা লৰা, a minor boy. (স্ত্রী) অকুমাৰী ।

অকুলীনীয়া, বি. (সং. অকুলীন্, বেয়া কুলীয়া) হীন কুলীয়া, of an inferior caste.

অকুলীন্, স. শ. (সং. অকুলীন্, অজাতি—অ, ন+কুলীন্, ভাল-কুলীয়া) অজাতি—অকুলীনীয়া মানুহ ; যেনে, অকুলীনৰ হাতে খালে পৰাচিত লাগে, a person of a low caste or origin. বি. হীন কুলীয়া ; যেনে, অকুলীন মানুহ, of a low caste or origin.

অকূল্, বি. (সং. অকূল, অপাৰ—অ, ন +কূল, পাৰ) পাৰ নথকা, যাৰ সি পাৰ বা সি দঁাতি দেখা নেযায় ; যেনে, অকূল সাগৰ, having no shore or limit, vast.

অকৃতকাৰ্য্য, বি. (সং. অকৃতকাৰ্য্য কাৰ্য্য-সিদ্ধি কৰিব নোৱৰা—অ, ন +

কৃতকার্য্য, কার্য্য-সিদ্ধি কৰা) সিদ্ধি কৰিব নোৱৰা, সিদ্ধি-নোপোৱা, unsuccessful.

অকৃতজ্ঞ, বি. (সং. অকৃতজ্ঞ, অশলাগী—অ, ন+কৃতজ্ঞ, শলাগ-লোৱা) অশলাগী, উপকাৰ নমনা, ungrateful.

অকৃতজ্ঞতা, গু. শ. উপকাৰ নমনা গুণ বা কাৰ্য্য, ungratefulness.

অক্রূৰ, বি. (সং. অক্রূৰ, নিষ্ঠুৰ-নোহোৱা—অ, ন+ক্রূৰ, নিষ্ঠুৰ) নিষ্ঠুৰ-নোহোৱা, দয়ালু, মৰমিয়াল, not cruel, kind. স.শ. কৃষ্ণৰ দদায়েকৰ নাম, the name of the paternal uncle of Krishna.

অক্লেশে, ক্রি. বি. (সং. অক্লেশ, অকষ্ট) দুখ নোহোৱাকৈ, বিনা-কষ্টে; অনায়াসে; যেনে, এই কাম অক্লেশে কৰিব পাৰি, without trouble, easily.

অখণ্ড, বি. (সং অখণ্ড, পূৰ্ণ—অ, ন+খণ্ড, এডোখৰ) নভগা-নিছিগা, পূৰ্ণ; ছেদভেদ নথকা, unbroken, whole, ceaseless.

অখণ্ডমণ্ডল, বি. (সং. অখণ্ডমণ্ডল, সম্পূৰ্ণ গোল—অখণ্ড, পূৰ্ণ+মণ্ডল, গোলাকাৰ বস্তু) সম্পূৰ্ণ গোলাকাৰ, কোনো অংশ হীন নোহোৱা মণ্ডল; যেনে, পূৰ্ণিমাৰ চন্দ্ৰ অখণ্ডমণ্ডল, wholly circular, consisting of the whole orb.

অখাদ্য, স. শ. বি. (সং. অখাদ্য, অভক্ষ্য অ, ন+খাদ্য, ভক্ষ্য) অভক্ষ্য, খাব নোপোৱা, খাবৰ অযোগ্য, not eatable, forbidden as food. স. শ. খাব নোপোৱা, বা খাবৰ অযোগ্য বস্তু, যেনে, অখাদ্য নেখাবা, forbidden food.

অখালডাঁৰ, স. শ. (অং. অখাল, অবাব+ডাঁৰ, দণ্ড) জগৰ নকৰাকৈ ভৰা ধন, নিৰৰ্থক ভৰণি; যেনে, দহ টকা অখালডাঁৰ ভৰিলে, a fine for no offence, the payment of an unjust demand.

অখিয়া, স. ধা. (অং. আখি, গাঁঠি) আখি গুচাই নিমজ কৰ্; যেনে, বাঁহটো অখিয়াইছে, to remove knots from wood or bamboo.

অখিল, বি. (সং. অখিল, সমস্ত—অ, ন+খিল, ভাগ-কৰা, ভাগ-নকৰা) সমুদায়, গোটেই; যেনে, অখিল জগত, all, whole, entire.

অখীয়া, বি. (অং. আখি, গাঁঠি) আখিযুক্ত, গাঁঠিথকা; যেনে, অখীয়া বাঁহ, full of knots, knotty.

অখ্যাতি, স. শ. (সং. অখ্যাতি, দুৰ্নাম অ, বেয়া+নাম, যশ) দুৰ্নাম, অপযশ, infamy, ill repute.

অগণ্য, বি. (সং. অগণ্য, অলেখ—অ, ন+গণ্য, গণনা কৰিব পৰা) অলেখ, অসংখ্যাত, innumerable.

অগতি, স. শ. (সং. অগতি, গতিহীন—অ, ন+গতি, আশ্ৰয়) নিৰাশ্ৰয় মানুহ, উপায়হীন মানুহ; যেনে, ঈশ্বৰ অগতিৰ গতি; পৰকালত মুক্তিৰ আশা নথকা মানুহ, one who has no refuge; one having no hope of final beatitude.

অগত্যা, ক্রি. বি. (সং অ, নথকা + গতি, উপায়) উপায় নথকাত, টানত পৰি, বাধ্য হৈ; যেনে, সেই কাম অগত্যা স্বীকাৰ কৰিলে, having no alternative, being compelled.

অগধুৰ, বি. (অং. অ, নহয়+গধুৰ, লঘু-নোহোৱা) পাতল, লঘু, light, not heavy.

অগম্য, বি. (সং, অগম্য, যাব নোৱৰা—অ, ন+গম্য, যাব পৰা) যাব বা সোমাব নোৱৰা; যেনে, অগম্য বাট, অগম্য হাবি, impassable; impenetrable, impervious.

অগম্যা, স. শ. (সং. অগম্যা, অভিগমন কৰিব নোপোৱা—অ, ন+গম্যা, অভিগমনৰ যোগ্য) যাক অভিগমন কৰিব নেপায়, সেই স্ত্ৰী, যাৰে সৈতে সহবাস নিষিদ্ধ, সেই তিৰোতা; যেনে, অগম্যা গমন কৰিলে নৰক হয়, a woman to cohabit with whom is a heinous sin.

অগভীৰ্, বি. (সং. অগভীৰ, তৎসং+অ, ন+গভীৰ, দ) তৎসং, দ-নোহোৱা, shallow, not deep, having no depth.

অগৰু, স. শ. (সং. অগৰু, আগৰ-কাঠ—অ, ন+গুৰু, গধুৰ) আগৰ-কাঠ, এবিধ সুগন্ধি কাঠ, the aloe wood, (*aquilaria agallocha*), a large evergreen tree, much valued on account of the perfume extracted therefrom. The resin is used as medicine (Watts' Dictionary of Economic Products of India). The bark was formerly used as a substitute for paper.

অগৰ্ব্বী, বি. (সং. অগৰ্ব্বিণ, অহঙ্কাৰ-শূন্য—অ, ন+গৰ্ব্বিণ, অহঙ্কাৰী) অহঙ্কাৰ-শূন্য, নিৰহঙ্কাৰ, নম্ৰ, not proud, mild, meek, lowly.

অগৰ্হিত্, বি. (সং. অগৰ্হিত, অনিন্দিত—অ, ন+গৰ্হিত, নিন্দিত) নিন্দিত নোহোৱা, not censured.

অগাধ্, বি. (সং. অগাধ, বৰ দ—অ, ন + গাধ, স্থল) তলি-নোপোৱা, আথাউনি, বৰ দ; যেনে, অগাধ জল, fathomless or unfathomable.

অগাপিচা, বি. (অং. আগ, মুখৰ ফাল+পিচ, পিঠি-ফাল) এটাৰ পাচত আনটো হোৱা; এটা আগ আনটো পাচ হোৱা; যেনে, ৰাম আৰু হৰি অগাপিচা হৈ গৈছিল, one after the other.

অগাপিচাকৈ, ক্রি. বি. ইটোৰ পাচত সিটোক স্থাপিত কৰি; যেনে, গাই দুজনী অগাপিচাকৈ বান্ধিছিল, placing one after the other.

অগাবগা, স. শ. (অং. অগা, আগত থকা+বগা, অনুক.) আগচি ধৰণ, বাটত বাধা-জন্মাওন; যেনে বাটত অগাবগা নকৰিবি, hinderance or obstruction of way.

অগীয়াবগীয়া, স. শ. (অং. অগীয়া, আগৰ+বগীয়া, অনুক.; আগেয়ে এজনে কৰাকে আকৌ আনে কৰা) একেটা কামকে উটাপুটাকৈ দুই বা অধিক জনে কৰণ; যেনে, তইঁতে অগীয়াবগীয়া নকৰিবি, the act of several persons doing the same thing without method. বি. যাৰ যেনে ইচ্ছা তেনেকৈ কৰা; যেনে, অগীয়াবগীয়া কাম ভাল নহয়; আগেয়ে কোৱা কথাৰ বিপৰীত; যেনে, অগীয়াবগীয়া কথা, done by several persons without method; contradictory.

অগীয়াবগীয়াকৈ, ক্রি. বি. উটাপুটাকৈ; একো নিয়ম নোহোৱাকৈ, যাৰ যেনে ইচ্ছা তেনেকৈ; যেনে, অগীয়াবগীয়াকৈ কৰিলে কাম ভাল নহয়, unmethodically, irregularly.

অগুণ্, স. শ. (অং. অ, ন+গুণ, উপকাৰ) অপকাৰ, হিংসা; যেনে, মই তাৰ অগুণ কৰা নাই, injury.

অগোচৰ্, বি. (সং. অগোচৰ, ইন্দ্রিয়ৰ দ্বাৰা নজনা—অ, ন+গোচৰ, ইন্দ্রিয়ই বুজা বস্তু) ইন্দ্রিয়ৰ বিষয় নোহোৱা, ইন্দ্রিয়ই ঢুকি নোপোৱা, ইন্দ্রিয়ৰ বোধ্য নোহোৱা; যেনে, ঈশ্বৰ চকুৰ অগোচৰ, সেই কথা কৰ্ণৰ অগোচৰ, unknown, not under the cognizance of the senses.

অগ্নি, স. শ. (সং. অগ্নি, জুই—অগ্, গতি কৰ্) বহ্নি, জুই; আহাৰ জীৰ্ণ কৰা শক্তি; যেনে, বুঢ়াৰ অগ্নি মন্দ, fire, the power of digestion.

অগ্নিকণা, স. শ. (সং. অগ্নিকণা, ফিৰিঙ্গটি—অগ্নি, ঐ+কণ, ক্ষুদ্র অংশ) জুই-আঙ্গনি, ফিৰিঙ্গটি, a spark of fire.

অগ্নিকলাই, স. শ. (সং. অগ্নিকণা, ফিৰিঙ্গটি; ফিৰিঙ্গটিৰ নিচিনা চোকা) বৰ খঙ্গাল; যেনে, ডাঙ্গৰীয়া অগ্নিকলাই; বৰ চোকা, বৰ জলা বা বৰ তপত; যেনে, খাৰণী টোপা অগ্নিকলাই, মৰীচটো অগ্নিকলাই, irascible, wrathful, passionate, very pungent, very hot.

অগ্নিকুণ্ড, স. শ. (সং. অগ্নিকুণ্ড, জুহাল—

অগ্নি, জুই+কুণ্ড, গাঁত) জুই-ধৰা গাঁত, জুহাল; সদায় জুই জলি থকা এক নৰক, a fire pit; a part of hell.

অগ্নিকোণ্ স. শ. (সং. অগ্নিকোণ, আঠ দিশৰ এক দিশ—অগ্নি, অগ্নিদেৱতা+কোণ, চুক, অগ্নিদেৱতা তাৰ অধিকাৰ, এতেকে) পূব আৰু দক্ষিণৰ মাজৰ চুক, the south-eastern point of the compass.

অগ্নিক্রীড়া, স. শ. (সং. অগ্নিক্রীড়া, জুই জলাই কৰা ধেমালি—অগ্নি, জুই+ক্রীড়া, ধেমালি) গন্ধক-আদিৰে যুগুত কৰা বস্তুত জুই লগাই কৰা ধেমালি, fire-works.

অগ্নিপৰীক্ষা, "পৰীক্ষা" চোৱা। See পৰীক্ষা

অগ্নিময়, বি. (সং. অগ্নিময়-অগ্নিস্বৰূপ—অগ্নি, জুই+ময়, তুল্য) জুইৰ নিচিনা, জুই যেন; বৰ খঙাল; যেনে, ডাঙৰীয়া অগ্নিময় হৈছে, বৰ জলা; যেনে, আজ্ঞাখান অগ্নিময় হৈছে; অগ্নিৰে ব্যাপ্ত; যেনে, নগৰখান অগ্নিময় হল, *fiery*, very hot; very angry; very pungent; full of fire.

অগ্নিশিখা, স. শ. (সং. অগ্নিশিখা, জুইৰ আগ—অগ্নি, জুই+শিখা, আগ) জুইৰ আগ, a flame of fire.

অগ্র, স. শ. (সং. অগ্র, আগ—অগ, গতি কৰ্) আগ, মুখৰ ফাল; মূৰ, ওপৰৰ ভাগ, front; top.

অগ্রগণি, বি. (সং. অগ্রগণ্য, প্রধান) কোনো এক শ্রেণীৰ বা ব্যৱসায়ৰ মানুহবিলাকৰ ভিতৰত আনতকৈ ডাঙৰ বা প্রধান; যেনে, অগ্রগণি পণ্ডিত, অগ্রগণি চোৰ, the best, the greatest. স. শ. কোনো এক শ্রেণীৰ বা ব্যৱসায়ৰ মানুহবিলাকৰ আনতকৈ প্রধান বা ডাঙৰ লোক; যেনে, পণ্ডিতৰ অগ্রগণি, চোৰৰ অগ্রগণি, মূৰ্খৰ অগ্রগণি, a person of the front rank amongst those of his class or profession.

অগ্রগণ্য, বি. স. শ. (সং. অগ্রগণ্য, প্রধান—অগ্র, আগ + গণ্য, গণনাৰ যোগ্য) "অগ্রগণি" চোৱা। See অগ্রগণি।

অগ্রগামী, বি. (সং. অগ্রগামিন্, আগত যোৱা—অগ্র, আগ + গামিন, যোৱা—গম্, গতি কৰ্) আগত যোৱা বা আগেয়ে গমন-কৰা: যেনে, অগ্রগামী দূত, preceding, going before; preceding or moving in front of.

অগ্রবৰ্ত্তী, বি. (সং, অগ্রবৰ্ত্তিন্, মুখ্য—অগ্র, আগ + বৰ্ত্তিন্, থকা—বৃত্, থাক্) আনৰ আগৰ, মুখ্য, শ্রেষ্ঠ; যেনে, অগ্রবৰ্ত্তী পণ্ডিত, chief, best, of the front rank.

অগ্রসৰ্, বি. (সং. অগ্রসৰ, আগেয়ে যোৱা—অগ্র, আগ+সৃ, গতি কৰ্) অগ্রগামী, আগ বাঢ়ি যোৱা, আগেয়ে যোৱা, preceding, going before.

অগ্রহায়ণ্, স. শ. (সং. অগ্রহায়ণ, আঘণ—অগ্র, আগ+হায়ণ, বছৰ; পূৰ্ব্ব কালত সি বছৰৰ প্রথম মাহ আছিল) অষ্টম মাহ, আঘণ, November-December.

অগ্রাহ্য, বি. (সং. অগ্রাহ্য, গ্রহণৰ অযোগ্য—অ, ন + গ্রাহ্য, গ্রহণৰ যোগ্য—গ্রহ্, ল) লবৰ বা বিশ্বাসৰ অযোগ্য; যেনে, খঙেৰে কৰা দান অগ্রাহ্য; প্রমাণ নথকা কথা অগ্রাহ্য, not fit to be accepted or believed.

অঘন্, বি. (সং. অঘন, তনু—অ, ন + ঘন, ডাঠ) পাতল, তনু, thin, not dense or thick.

অঘৰী, স. শ. (অং. অ, নাই+ঘৰ, গৃহ), স্থিতাপি ঘৰ নথকা মানুহ; একে ঠাইতে স্থিতাপি হৈ নথকা এজাতি মানুহ, a person having no fixed residence; a nomadic tribe, a gipsy.

অঘাট্, স. শ. (অং. অ, নহয় + ঘাট, নৈআদিত মানুহ উঠা-নমা বা গা-ধোৱা ঠাই) ঘাটতকৈ আন ঠাই, বেয়া ঘাট; যেনে, অঘাটত নাও নেৰাখিবি, a place other than a *ghát*, or a landing or bathing place.

অঘাইত্, বি. মহা, বৰ, ডাঙৰ (সদায় বেয়া ভাবত): যেনে, অঘাইত চোৰ,

অঘাইত লম্পট, very great, exceedingly wicked.

অঘাৰিবকাৰি, বি. আঁকৃবাঁক্-কৰা, দীঘে-পথালিয়ে, আঁক-দিয়া বা লিখা; যেনে, অঘাৰিবকাৰি কাকত, (উপহাসত খাটে); written lengthwise and crosswise, scribbled (in ridicule).

অঘিণ্, বি. (অং. অ, নাই + ঘিণ, ঘৃণা) ঘিণ-নকৰা, বিক্‌চিনা-নথকা; যেনে, এনে অঘিণ মানুহ দেখা নাই, having no disgust or abhorrence.

অঘিণ্‌কৈ, ক্রি. বি. ঘিণ-নকৰাকৈ; যেনে, অঘিণকৈ খালে; তুচ্ছ-বোধ নকৰি; যেনে, বৰ লোকে অঘিণ্‌কৈ সামান্য মানুহৰ লগ লয় নে? Without loathing; without hating.

অঘোৰ্, বি. (সং. অঘোৰ, শান্তমূৰ্ত্তি—অ, ন + ঘোৰ, ভয়ঙ্কৰ) ভয়- নজন্মোৱা, শান্তমূৰ্ত্তি, not terrible, calm and peaceable.

অঘোৰ্‌পন্থ, স. শ. (সং. অঘোৰপন্থ - অঘোৰ, শিৱ-দুৰ্গাৰ ভয়ঙ্কৰ ৰূপ + পথ, বাট বা নিয়ম) শিৱ আৰু দুৰ্গাৰ ভয়ঙ্কৰ ৰূপৰ উপাসনাৰ নিয়ম, a mode of worship of Siva and Durga in their terrific forms.

অঘোৰ্‌পন্থী, স. শ. (সং. অঘোৰপথিন্, অঘোৰপন্থত চলোঁতা) শিৱ আৰু দুৰ্গাৰ ভয়ঙ্কৰ ৰূপৰ উপাসক। এই শ্ৰেণীৰ উপাসকৰ খাদ্যাখাদ্যৰ বিচাৰ নাই; আনে ঘিণোৱা বস্তু তাৰ সুখাদ্য; গেলা শ আৰু মানুহৰ মঙ্গহো তাৰ অখাদ্য নহয়, a worshipper of Siva and Durga in their terrific forms. অঘোৰী— এনেকৈও বোলা যায়।

অঙ্ক, স. শ. (সং অঙ্ক, শঁক—অঙ্ক্, গণ্ বা লেখ্) শঁক, ১, ২, আদি গণনাৰ চিন; নাটকৰ আধ্যা, an arithmetical figure; an act of a drama.

অঙ্কিত্, কৃদ. বি. (সং. অঙ্কিত, অঙ্ক, চিন-লগা বা লিখ্) চিহ্নিত, চিন-লগোৱা; লিখিত; লিখা, marked; written.

অঙ্কুৰ্, স. শ. (সং. অঙ্কুৰ, গজালি—অঙ্ক্, চিন-লগা) গজালি, পোখা; গুটিৰ পোখা, a shoot, a sprout; the germ of a plant.

অঙ্কুৰিত্, কৃদ. বি, গজা, গাজ-ধৰা, germinated, sprouted.

অঙ্কুশ্, স. শ. (সং. অঙ্কুশ, লাংচিং—অক্, গতি কৰ; হাতীক গতি কৰায়, এতেকে) লাংচিং, গজাকোঁহ, হাতী-চলোৱা আকোঁৰা মাৰি, an elephant goad, a hook for driving an elephant.

অঙ্গ, স. শ. (সং. অঙ্গ, গাৰ কোনো ভাগ) গাৰ কোনো এভাগ; যেনে, হাত, ভৰি, ইত্যাদি; কোনো বস্তুৰ এক অংশ, a limb, a part of anything.

অঙ্গদ্, স. শ. (সং.) বান্দৰৰ ৰজা বালিৰ পুতেক, the son of "Báli." For "Bali" see Dowson's Dictionary of Indian Mythology.

অঙ্গনা, স. শ. (সং. অঙ্গনা, স্ত্ৰী—অগ্, গতি কৰ্) স্ত্ৰী, তিৰোতা, a woman.

অঙ্গ-পৰিচালন্, স. শ. (সং. অঙ্গপৰিচালন, ব্যায়াম—অঙ্গ, গাৰ কোনো এভাগ + পৰিচালন, লৰোৱা) ব্যায়াম, সবল কৰিবলৈ অঙ্গবোৰ সঞ্চালন-কৰণ, bodily exercise.

অঙ্গ-প্ৰত্যঙ্গ, স. শ. (সং. অঙ্গ প্ৰত্যঙ্গ, অঙ্গ, শৰীৰৰ ঘাই এভাগ + প্ৰত্যঙ্গ, গাৰ সামান্য ভাগ) গাৰ সকলো অঙ্গ, গাৰ ডাঙৰ আৰু সৰু সকলো ভাগ, all the limbs of the body, large and small.

অঙ্গবস্ত্ৰ, বি. (সং. অঙ্গবস্ত্ৰ, গাৰ কাপোৰ) গা-ঢকা কাপোৰ মাথোন যাৰ সম্পত্তি, নিচেই দুখীয়া; যেনে, অমুক অঙ্গবস্ত্ৰ, বৰকৈ খীণোৱা, হাড়-ছাল মাথোন থকা, very poor, emaciated, reduced to a skeleton.

অঙ্গভঙ্গি, স. শ. (সং. অঙ্গ, শৰীৰৰ এভাগ + ভঙ্গি, ভাঁজ) অঙ্গৰ সঞ্চালন; যেনে, নাচনিয়াৰে অঙ্গভঙ্গি কৰে; মুখ আদিৰ ঠাৰ, অঙ্গৰ ভাঁজ, আঙ্গিভঙ্গি, the motion

of the limbs, a gesture; an attitude.

অঙ্গহীন্, বি. (সং. অঙ্গহীন, অঙ্গ-নথকা — অঙ্গ, গাৰ অংশ + হীন, নথকা) গাৰ কোনো এভাগ-নথকা; অসম্পূৰ্ণ, limbless; incomplete, defective.

অঙ্গীকাৰ্, স. শ. (সং. অঙ্গীকাৰ, প্ৰতিজ্ঞা — অঙ্গ, গাৰ এভাগ + কৃ, কৰ্) প্ৰতিজ্ঞা, গাত লওন, কোনো কাম কৰিবলৈ মান্তি হোৱা কাৰ্য্য, a promise, an agreement.

অঙ্গীকাৰ্-পত্ৰ, স. শ. (সং. অঙ্গীকাৰ-পত্ৰ, অঙ্গীকাৰ, প্ৰতিজ্ঞা + পত্ৰ, কাকত) কোনো কথা কৰিবলৈ প্ৰতিজ্ঞা কৰি লিখি দিয়া কাকত, a deed of agreement.

অঙ্গীকৃত্, বি. প্ৰতিজ্ঞা-কৰা, গাত লোৱা; যেনে, অঙ্গীকৃত কাৰ্য্য অৱশ্যে কৰিব লাগে, promised, agreed.

অঙ্গুষ্ঠ, স. শ. [সং. অঙ্গুষ্ঠ, বুঢ়া আঙ্গুলি — অঙ্গ (হাত) + স্থা, থাক্; হাতত থাকে, এতেকে] বুঢ়া আঙ্গুলি, the thumb.

অচতুৰ্, বি. (সং. অচতুৰ, হোজা—অ, নহয় + চতুৰ, পটু) অপটু, চতুৰ নোহোৱা, হোজা, simple.

অচৰ্ম্মছেদী, বি. (সং. অ, ন + চৰ্ম্মছেদিন, ছাল-কটা — চৰ্ম্ম, ছাল + ছিদ্, কাট্ + ইন্, প্ৰত্যয়) পুৰুষাঙ্গৰ মূৰৰ ছাল-নকটা, uncircumcised. স. শ. পুৰুষাঙ্গৰ ছাল-নকটা মানুহ, one who is not circumcised.

অচল, বি. (সং. অচল, অলৰ—অ, ন + চল, গতি কৰ্) লৰিচৰি নুফুৰা, অলৰ; যেনে, পৰ্ব্বত অচল; লৰচৰ কৰিব নোৱৰা, উঠি লৰি ফুৰিব নোৱৰা; যেনে, ঠেং ভগা মানুহ অচল হয়, fixed, not moving; incapable of moving about. (স্ত্ৰী) অচলা, লৰচৰ-নকৰা বা কৰিব নোৱৰা; যেনে, অচলা লক্ষ্মী।

অচলিত, কৃদ. বি. চলন-নথকা, চলিত নোহোৱা; যেনে, অচলিত শব্দ, অচলিত মোহৰ, not current, not in use.

অচাৰ্সঁচাৰ্, বি. (সং. অসঞ্চাৰ, সঞ্চৰণ-নথকা) অহা-যোৱা-নথকা, নেদেখা-নুশুনা; যেনে, ফ্ৰেঞ্চ মানুহ অসমত অচাৰ-সঁচাৰ; দুষ্প্ৰাপ্য, পাবলৈ নোহোৱা বা টান; যেনে, সেই বস্তু ইয়াত অচাৰ-সঁচাৰ, having no intercourse; difficult to be had, rare.

অচিন্, বি. (সং. অচিহ্ন, চিন-নথকা) চিন-নথকা; নিচিনা, অচিনাকি; যেনে, "অচিন কাঠৰ থোৱাকো নলগায়," unknown.

অচিনাকি, বি. (অং. অ, ন + চিনাকি, চিনা) নিচিনা, যাৰে সৈতে চিনাকি নাই, unknown, unacquainted with.

অচিন্তনীয়, বি. (সং. অচিন্তনীয়—অ, ন + চিন্তনীয়, চিন্তিব পৰা) যাক চিন্তিব নোৱাৰি, মনৰ অগোচৰ, মনেৰে চুকি নোপোৱা, inconceivable, unimaginable, incomprehensible.

অচিৰস্থায়ী, বি. (সং. অচিৰস্থায়িন্—অ, ন + চিৰ, বহুকাল + স্থা, থাক্ + ইন্) অলপ কাল থকা, বহুতকাল নথকা, transitory, not durable, fluctuating.

অচিৰে, } অচিৰতে, } ক্ৰি. বি. (সং. অচিৰ, অলপ-কাল) অলপ কালতে, শীঘ্ৰে, soon before long.

অচেতন্, বি. (সং. অচেতন—অ, ন + চেতন, জ্ঞান) বিজ্ঞান, সাৰে-নথকা; জীৱ-নথকা, insensible, devoid of sensibility; inanimate.

অচেষ্টা, স. শ. (সং. অচেষ্টা,—অ, ন + চেষ্টা, কাৰবাৰ) কাৰবাৰ নকৰা, হেলা, absence of exertion.

অচৈতন্য, স. শ. (সং. অচৈতন্য—অ, ন + চৈতন্য, জ্ঞান) জ্ঞান বা বোধৰ অভাৱ, unconsciousness, insensibility.

অচ্যুত্, স. শ. (সং. অচ্যুত—অ, ন + চ্যুত, নাশ) যাৰ নাশ নাই, পৰমেশ্বৰ, God; a name of Vishnu.

অছি !, বি. (সং. অছিদ্ৰ—অ, ন + ছিদ্ৰ,

বিন্ধা) বিন্ধা নথকা ; নিজগৰ, নিজগৰীয়া, not pierced ; faultless.

**অছেদ্-অভেদ্**, বি. ( সং. অছেদ্য-অভেদ্য, ছিঙ্গিব বা বিন্ধিব নোৱৰা ) যাক ছিঙ্গিব বা ভাঙ্গিব নোৱাৰি, দৃঢ়, নভগা-নিছিগা ; নেৰা-নেপেৰা, লালীকৈ হৈ থকা, incapable of being broken or pierced, strong, robust, incessant.

**অছেদ-অভেদৰূপে**, ক্রি. বি. নেৰা-নেপেৰাকৈ, ছেদ্-ভেদ্ নোহোৱাকৈ, লালীকৈ, incessantly.

**অজ্**, বি. ( সং. অজ্ঞ, নজনা ) একো নজনা, মূৰ্খ, stupid, ignorant.

**অজগৰ**, } স. শ. (সং. অজগৰ—অজ, ছাগ + **অজ্গৰ্**, } গৰ গিলা ) ঢেঁকী-সাপ, এবিধ বৰ ডাঙ্গৰ সাপ, the boa constrictor, or python.

**অজগৌ**, } বি. ( অং. অজ্, নজনা—গৌ, গৰু) **অজ্গৌ**, } একো নজনা, জধা মূৰ্খ ; stupid, ignorant. সং. শ. একো নজনা মানুহ, a stupid person.

**অজ-মূৰ্খ**, বি. (সং. অজ্, নোপজা + মূৰ্খ, অজ্ঞ ; যাৰ নিচিনা মূৰ্খ ওপজা নাই ) মহা মূৰ্খ ; নিচেই একো নজনা (নিন্দাত), quite ignorant.

**অজয়্**, বি. (সং. অজয়—অ, ন + জয়, জিকা) যাক জিকিব নোৱাৰি, পৰাস্ত কৰিব নোৱৰা, invincible. স. শ. জয়ৰ অভাৱ, পৰাভৱ, defeat.

**অজৰ্**, বি. ( সং. অজৰ—অ, ন + জৰা, বুঢ়া কাল ) বুঢ়া-নোহোৱা, সদায় ডেকা হৈ থকা, not subject to the infirmities of old age. স. শ. কেতিয়াও বুঢ়া নোহোৱা লোক, a person not subject to ditto.

**অজৰ্-অমৰ্**, বি. ( সং. অজৰ-অমৰ—অ, ন + জৰা, বুঢ়া কাল + অ, ন + মৃ, মৰ্) বুঢ়া-নোহোৱা আৰু নমৰা, not subject to the infirmities of old age and death.

**অজস্ৰে**, ক্রি. বি. (সং. অজস্ৰ, সদায়) সদায়, ছেদ-ভেদ নোহোৱাকৈ ; যেনে, এই কেই দিন অজস্ৰে বৰষুণ হৈছে ; অনায়াসে, আপোনা আপুনি, পৰিশ্ৰম-নকৰাকৈ ; যেনে, সেই বস্তু অজস্ৰে পাম, incessantly ; without seeking, easily.

**অজাত্**, বি. ( সং. অজাত—অ, ন + জাত, জন্মা ) যাৰ জন্ম হোৱা নাই, নোপজা, unborn.

**অজাতবীয়া**, বি. ( অং. অ, ন + জাত, কুল ) জাতি নথকা, জাতি-এৰা, পতিত ; এতেকে পূৰ্ব্বপুৰুষতকৈ বা মূলতকৈ গুণহীন হোৱা ; যেনে, অসম দেশৰ গৰু-বোৰ ক্ৰমে অজাতবীয়া হৈ গৈছে, degraded in caste ; degenerated.

**অজাতি**, স. শ. ( সং. অ, ন + জাতি, কুল ) জাতি নথকা মানুহ ; হীন জাতিৰ মানুহ ; যেনে, অজাতিৰ ভাত খালে জাতি যায় ; a person having no caste, a person of an inferior caste.

**অজাত্-শত্ৰু**, স. শ. ( সং. অজাত, নোপজা + শত্ৰু, অহিত ) নোহোৱা-নোপজা শত্ৰু, বৰ শত্ৰু, an inveterate enemy.

**অজান্**, বি. ( অং. অ, ন + জান্, বুজ ) অজ্ঞান, নজনা ; যেনে, অজান জন্তু ; বোধ নথকা, বিবেচনাহীন ; যেনে, "দিন হলে ৰাতি হয়, অজান ফকিৰেও কয়," irrational, having no reason ; ignorant, stupid.

**অজামিল্**, স. শ. আগৰ কালৰ এটা মহা পাপী বামুনৰ নাম ; এতেকে জাতি কুলৰ বিচাৰ-নকৰা মহাপাপী মানুহ ; যেনে, ই অজামিল, the name of a vicious and degraded Brahmin of old, hence a vicious person who has lost his caste and character.

**অজিজ্ঞাসী**, বি. ( সং. অজিজ্ঞাসিন্—অ, ন + জিজ্ঞাসিন্, বিবেচক ) যি একো বিচাৰ নকৰে, অবিবেচক, rash, inconsiderate.

**অজীৰ্ণ্**, স. শ. ( সং. অজীৰ্ণ, জীৰ্ণ নোহোৱা ) পেটত জীৰ্ণ নোযোৱাকৈ থকা বস্তু,

পেটৰ বিকাৰ, indigestion, বি. জীণ নোযোৱা ; অমিল, মিলিব নোৱৰা ; যেনে, এনে অজীণ্ মানুহ দেখা নাই, not digested ; quarrelsome.

অজীণ্-পাতকী, স. শ. (সং. অজীণ, ঐ + পাতকী, পাপী) দুষ্ট, দন্দুৰা মানুহ (মৌখিক), a wicked, quarrelsome person.

অজীৰ্ণ, স. শ. (সং. অজীৰ্ণ অ, ন + জীৰ্ণ, জীণ যোৱা) অজীণ, জীণ নগৈ পেটত বিকাৰ কৰা বস্তু, indigestion.

অজ্ঞ, বি. (সং. অজ্ঞ—অ, ন + জ্ঞা, জান্) একো নজনা, আজলা, মূৰ্খ, ignorant, stupid.

অজ্ঞাতকুলশীল্, বি. (সং. অজ্ঞাত কুলশীল—অজ্ঞাত, নজনা + কুল, জাতি + শীল, স্বভাৱ) নিচিনা-নজনা, যাৰ জাতি আৰু স্বভাৱৰ কথা জনা নেযায়, quite unknown, said of a person.

অজ্ঞান্, বি. (সং. অজ্ঞান—অ, ন + জ্ঞান, বোধ) নিৰ্বোধ, মূৰ্খ, একো নজনা, ভাল-বেয়াৰ বোধ-নথকা ; যেনে, অজ্ঞান মানুহ বা জন্তু ; বিজ্ঞান, জ্ঞান বা চেতন নথকা ; যেনে, জৰত অজ্ঞান, ignorant, stupid ; insensible, unconscious ; irrational. স. শ. মূৰ্খ মানুহ, an ignorant person.

অজ্ঞানী, বি. (সং. অজ্ঞানী—অ, ন + জ্ঞানিন, জনা) একো নজনা, মূৰ্খ, ignorant, stupid. স. শ. মূৰ্খ মানুহ, a stupid or ignorant person.

সমাৰ্থ—অজ্ঞান, অজ্ঞানী, বিজ্ঞান, জ্ঞান-হীন। "অজ্ঞান" শব্দে আজলা আৰু মূছকঁছ যোৱা বা অচেতন হোৱা দুইও অৰ্থ বুজায়, আৰু সি মানুহ আৰু সামান্য জন্তু, দুইতো খাটে ; "অজ্ঞানী" শব্দে মূৰ্খক মাথোন বুজায়, আৰু সি জন্তুত নেখাটে ; "বিজ্ঞান" শব্দে মূছকঁছ যোৱা বা অচেতন হোৱা মাথোন বুজায় ; "জ্ঞান-হীন" শব্দে বোধ নথকা বা মূৰ্খ বুজায়, সি মানুহ আৰু ইতৰ জন্তু, দুইতো খাটে।

অঞ্চল, স. শ. (সং. অঞ্চল, কাপোৰৰ আগ) কাপোৰৰ আঁচল ; এতেকে দেশৰ বা নগৰৰ কোনো এভাগ, প্ৰদেশ ; যেনে, গুৱাহাটী অঞ্চল, the border or end of a cloth ; a part of a country, province, or town.

অঞ্জন্, স. শ. (সং. অঞ্জন—অঞ্জ্, সুন্দৰ কৰ্, চকুৰ পিৰিকটিত ঘঁহা এবিধ কলা বস্তু, a collyrium applied to the eyelashes.

অঞ্জনা, স. শ. হনুমন্তৰ মাকৰ নাম, the mother of Hanuman.

অঞ্জনা-নন্দন্, স. শ. (সং. অঞ্জনা, ঐ + নন্দন, পুত্ৰ) হনুমন্ত, a name of Hanuman.

অঞ্জলি, স. শ. (সং. অঞ্জলি—অঞ্জ্, গতি কৰ্) একেলগে গোটোৱা দুয়ো হাতৰ তলুৱাৰ ঠোলা, আঁজলি, a cavity formed by joining the palms of the hands together.

অটল্, বি. (সং অটল - অ, ন + টল্ অস্থিৰ হ) অলৰ, স্থিৰ, firm.

অটুট্, আটুট্, } বি. (অ. অ, ন + টুট, কম্) কম, নোহোৱা, নকমা, পূৰা ; যেনে, অটুট এশ টকা ললে, not deficient, full.

অটুটকৈ, আটুটকৈ, } ক্ৰি. বি. কম-নোহোৱাকৈ, পূৰাকৈ, without deficiency, fully.

অট্টহাস্য, স. শ. (সং. অট্টহাস্য—অট্ট, উচ্চ + হাস্য, হাঁহি) উচ্চ বা ডাঙ্গৰ হাঁহি, violent laughter.

অঠাৰৰ্, বি. (অং. অ, ন + ঠাৰৰ, ঠিক) নিশ্চয় নোহোৱা, অঠিক, uncertain. স. শ. সন্দেহ ; যেনে, অমুক অঠাৰৰত পৰিছে, doubt, dilemma.

অঠিক্, বি. (অং. অ, ন + ঠিক, নিশ্চয়) নিশ্চয় নোহোৱা, অনিশ্চিত, অঠাৰৰ, uncertain.

অঠিককৈ, ক্ৰি. বি. অনিশ্চয়ৰূপে, in an uncertain manner.

অণু, স. শ. (সং. অণু—অণ, শব্দকৰ্) অতি ক্ষুদ্ৰ বস্তু, পৰমাণু, an atom.

অণ্ঠকণ্ঠ, স. শ. (অং. অণ্ঠ, উপস. + কণ্ঠ, ডিঙ্গি) জিভাৰ মূলৰ পৰা নেলীৰ সকলো

ভাগ, নেলীৰ বাট ; যেনে, অণ্ঠকণ্ঠ নিৰুদ্ধ হৈছে, the passage of the throat.

অণ্ঠৈকণ্ঠৈ, ক্রি. বি. টেটুলৈকে, ডিঙ্গিৰ গোৰলৈকে ; যেনে, অণ্ঠৈকণ্ঠৈ শুকাই নিছে, up to the throat.

অণ্ড, স. শ. ( সং. অণ্ড, ঘূৰণীয়া বস্তু ) কণী, ডিমা ; পুৰুষৰ বীৰ্য্য উৎপাদক গুটি, an egg ; a testicle.

অণ্ডকোষ, স. শ. ( সং. অণ্ডকোষ—অণ্ড, ঐ + কোষ, ভৰাল ) পুৰুষ-শক্তিৰ জোলোঙ্গা, the scrotum.

অণ্ডজ, বি. ( সং. অণ্ডজ—অণ্ড, কণী+জন্, ওপজ ) কণীৰ পৰা জন্ম-হোৱা ; যেনে, চৰাই, oviparous.

অণ্ডাকাৰ, অণ্ডাকৃতি, বি. ( সং. অণ্ডাকাৰ, অণ্ডাকৃতি —অণ্ড, কণী + আকাৰ, আকৃতি, গঢ় ) কণীৰ নিচিনা, দুই মূৰ জোঙ্গা আৰু মাজ ডাঙ্গৰ ; ঘূৰণীয়া, egg-shaped ; round.

অণ্ডাধাৰ, স. শ. ( সং. অণ্ডাধাৰ—অণ্ড, কণী + আধাৰ, যি ধাৰণ কৰে ) মাইকীৰ যি ভাগত সন্তান-জন্মোৱা কণী উৎপন্ন হয়, the ovary.

অতএৱ, যো. অব্য. (সং. অতএৱ, এতেকেহে—অতঃ, এই কাৰণে + এৱ, হে ) এই কাৰণে হে, এই নিমিত্তে হে, এতেকে হে, therefore, hence, for this reason only.

অতপা, বি. (সং. অতিপাত—অতি, অধিক+পত্, গতি কৰ ) বৰকৈ বঢ়া, সাধাৰণতকৈ অতিৰিক্ত হোৱা ; যেনে, এই ধান ডৰা অতপা হৈছে ; ডেও-পৰা, মূৰে বাট-বুলা, বৰ দুষ্ট ( প্ৰায়ে লৰাত খাটে ) ; যেনে, অতপা লৰা, exuberant in growth, luxuriant ; very naughty.

অতপাকৈ, ক্রি. বি. যিমান হব লাগে তাতকৈ অধিকৰূপে ; দুষ্টালিকৈ, luxuriantly ; wickedly, naughtily.

অতপালি, গু. শ. বৰ দুষ্টালি, উদ্ভণ্ডালি, naughtiness, wickedness.

অতৱণ, "আতৱণ" চোৱাঁ।

অতৰ্ক, বি. ( সং. অতৰ্ক্য, বুজিব নোৱৰা ) বুদ্ধিৰ অগম্য, বুজিব নোৱৰা ; যেনে, ঈশ্বৰৰ অতৰ্ক মহিমা ; অদৃশ্য, মনিব নোৱৰা ; incomprehensible, inscrutable, imperceptible.

অতৰ্কিত, ক্রি. বি. ( সং. অ, নহয়+তৰ্কিত, বিবেচনা-কৰা ) চকুৰে নমনা, নেদেখা, নুবুজা ; যেনে, অতৰ্কিত ৰূপ, unseen ; not comprehended, unperceived.

অতৱুচেলাই, বি. ( সং. অত্বক চেল, ছাল, বা কাপৰ নথকা ) নিছুলা, বৰ খীণ, হাড়ওলোৱা, wasted away, emaciated. ( চহা )।

অতল, বি. ( সং. অতল —অ, ন+তল, তলি ) যাৰ তলি পোৱা নেযায়, অগাধ, আথাউনি, bottomless, unfathomable. স. শ. পৃথিবীৰ তলৰ সাত লোকৰ প্ৰথমখান, the first of the seven regions under the earth.

অতলস্পৰ্শ, বি. ( সং. অতলস্পৰ্শ—অ, ন+তলস্পৰ্শ, তলি-পোৱা ; যাৰ তলি ছুবলৈ পোৱা নেযায়) অগাধ, আথাউনি ; যেনে, অতলস্পৰ্শ সাগৰ, bottomless, unfathomable.

অতি, উপস. আন শব্দৰ আগত থাকি অধিক আদি অনেক অৰ্থ-বুজোৱা মাত ; যেনে, অতিৰিক্ত, অতিসাৰ, ইত্যাদি, a prefix signifying much, beyond, etc.

অতি, বি. বি. ( সং. অতি—অত্, গতি কৰ্ ) বৰ, অতিশয়, অত্যন্ত, exceedingly.

অতিকৈ, ক্রি. বি. অতিশয়ৰূপে, বৰকৈ, অধিককৈ, very much, excessively. অতি শব্দ বিশেষণীয় বিশেষণ, আৰু বিশেষণৰ গুণ দেখায় ; যেনে, অতি সুন্দৰ অতি ভাল, অতি ডাঙ্গৰ, অতি বুঢ়া ; অতিকৈ ক্রিয়া বিশেষণ, সি ক্রিয়াৰ গুণ দেখায় ; যেনে, সি অতিকৈ বাঢ়িছে, অতিকৈ খালে অজীৰ্ণ হয়, সি কথাবোৰ অতিকৈ কয়।

অতিক্রম, স. শ. ( সং. অতিক্রম—অতি, উপস.+ক্রম্, গতি কৰ্, ) পাৰ হৈ যোৱা

কাৰ্য্য; যেনে, সাগৰ অতিক্রম কৰি, সীমা অতিক্রম কৰি, transgression or passing over.

অতিথি, স. শ. (সং. অতিথি, আলহী—অত্, গতি কৰ্; এঠাইৰ পৰা আন এঠাইলৈ যায়, এতেকে) আলহী, কোন ঠাইৰ পৰা আহি এজনৰ ঘৰত বোৱা বা ৰাতি থকা মানুহ (স্ত্রী, পুং), a person come to the house of another, a visitor, a guest.

অতিথি-সেৱা, স. শ. (সং. অতিথি সেৱা, অতিথিৰ শুশ্রূষা) আলহীক ঠাই আৰু আহাৰাদি-দিয়া কাৰ্য্য, hospitality.

অতিৰথী, স. শ. (সং. অতিৰথিন্, ডাঙ্গৰ যোদ্ধা—অতি, ডাঙ্গৰ + ৰথিন্, ৰথত উঠি যুজোঁতা) ডাঙ্গৰ যোদ্ধা, বৰ বীৰ বা ৰণুৱা, a great warrior.

অতিপাত, বি. (সং. অতিপাত, অত্যন্ত—অতি, অতিৰিক্ত + পত্, গতি কৰ; সীমাৰ বাজ হই যায়, এতেকে) অতিৰিক্ত, পৰিমাণতকৈ অধিক বা ডাঙ্গৰ; যেনে, অতিপাত পাতকী, অতিপাত কানীয়া, excessive, going beyond bounds.

অতিৰিক্ত, কৃদ. বি. (সং. অতিৰিক্ত, অত্যন্ত—অতি, উপস. + ৰিচ্, বৈ যা) প্রয়োজনতকৈ অধিক; নিৰূপিত পৰিমাণতকৈ সৰহ, উপৰীয়া, excessive; extra.

অতিশয়, বি. (সং. অতিশয়, অত্যন্ত—অতি, অধিক + শী, শয়ন কৰ্) অতি, বৰ, অত্যন্ত; যেনে, অতিশয় ডাঙ্গৰ হাতী, exceedingly, very.

অতিশয়ৰূপে, ক্রি. বি. বৰকৈ, অধিককৈ, সৰহকৈ; যেনে, অতিশয়ৰূপে খায়, excessively, beyond bounds.

অতিসাৰ, স. শ. (সং. অতিসাৰ, বৰ ভেদ—অতি, উপস. + সৃ, চল্) পেট-চলা নৰিয়া, ভেদ হোৱা নৰিয়া, diarrhoea.

অতীজ, বি. (সং. অতীত, গত) গত পূৰ্ব্বে হৈ যোৱা (কালত খাটে); যেনে, অতীজ কালত, past. স. শ. গত কাল, প্রাচীন কাল, ancient time.

অতীত, বি. (সং. অতীত, গত, অত্ যা) গত হোৱা, যোৱা, past.

অতুল, } বি. (সং. অতুল, অতুল্য,
অতুলা, } অনুপম—অ, ন + তুল্, জোখ) তুলনা-নথকা, অনুপম, তুলনা কৰিব নোৱৰা, incomparable.

অতুষ্ট, বি. (সং. অতুষ্ট, অসন্তুষ্ট—অ, ন + তুষ্ট, সন্তোষ-পোৱা) সন্তুষ্ট নোহোৱা, তৃপ্তি-নোপোৱা; খং-হোৱা, dissatisfied; displeased.

অতুষ্টতা, } গু. শ. (সং.) সন্তোষ নো-
অতুষ্টি, } পোৱাৰ অৱস্থা, খং, dissatisfaction, displeasure.

অতৃপ্ত, বি. (সং. অতৃপ্ত, তৃপ্তি-নোপোৱা—অ, ন + তৃপ্ত, সন্তোষ পোৱা) সন্তোষ-নোপোৱা, তৃপ্ত-নোহোৱা, হেঁপাহ নপলোৱা, unsatisfied, not contented.

অতৃপ্তি, স. শ. (সং.) তৃপ্তিৰ অভাৱ, insatiableness.

অত্যন্ত, বি. বি. (সং. অত্যন্ত, বৰ—অতি, উপস. + অন্ত, শেষ) অতিশয়; বৰ, অতি; যেনে, অত্যন্ত বৃহৎ, much, excessively.

অত্যন্ততা, স. শ. (সং.) আধিক্য, অধিক পৰিমাণ; প্রবলতা, excessiveness.

অত্যন্তৰূপে, ক্রি. বি. (অত্যন্ত + ৰূপে) অতিশয়ৰূপে, অধিকৰূপে, বৰকৈ, excessively.

অত্যাচাৰ, স. শ. (সং. অত্যাচাৰ—অতি, অধিকৰূপে + আচাৰ, ব্যৱহাৰ) আনৰ প্রতি দুষ্ট ব্যৱহাৰ, টাহিমুহি দুখ-দিয়াৰ কাৰ্য্য, oppression.

অত্যাচাৰী, বি. (সং. অত্যাচাৰিন্) দুষ্ট ব্যৱহাৰকাৰী, টহা-মোহা, লোকৰ প্রতি অন্যায় আচৰণ কৰা, oppressive. স. শ. টহা-মোহা মানুহ, লোকৰ প্রতি অন্যায় আচৰণ কৰোঁতা, an oppressor.

অত্যুক্তি, স. শ. (সং. অত্যুক্তি, বঢ়াই কোৱা—অতি, অধিক + উক্তি, কোৱা) বৰকৈ বঢ়াই কোৱা কথা, ডাঙ্গৰ উক্তি, বৰ কথা; সৰু কথাক ডাঙ্গৰকৈ উক্তি কৰা এটা লক্ষণা, exaggeration; hyperbole.

অত্ৰাহি, বি. (সং. অ, নাই + ত্ৰৈ, উদ্ধাৰ কৰ্) বিপদৰ পৰা উদ্ধাৰৰ উপায় নথকা, বিবুদ্ধি; যেনে, অমুক আপদত পৰি অত্ৰাহি হৈছে, having no means of safety or deliverance.

অথচ, যো. অব্য. (সং. অথচ, অথ, অনন্তৰ + চ, অব্য.) কিন্তু পাচে বা আৰু পাচে; যেনে, তেওঁ অঙ্গীকাৰ কৰে, অথচ পালন নকৰে; আৰু; যেনে, বুঢ়া অথচ মূৰ্খ, and afterwards, and.

অথনি, ক্ৰি. বি. (সং. অদ্যতন, আজিৰ) আজিয়েই, অলপ আগেয়ে; যেনে অথনি আহিল, a short time ago, to-day. কা. সৰ্ব্ব. এতিয়াৰ কিছু আগৰ কাল; যেনে, অমুকৰ অথনিৰ পৰা জৰ হৈছে; a short time before this moment.

অথনিকৈ, ক্ৰি. বি. আজিয়েই অলপ পাচে; উঁৰ চেৰেকৰ পাচে, after a short while, to-day, a little afterwards.

অথনিয়েই, ক্ৰি. বি. আজি ভালেমান বেলিৰ আগেয়েই, to-day, but several hours ago.

অথন্তৰ্, } স. শ. (সং. অৱস্থান্তৰ, অৱস্থাৰ
অথান্তৰ্, } সলনি; সদায় থকাতকৈ আন অৱস্থা) অকস্মাৎ হোৱা বিঘিনি, আপদ; আকস্মিক ঘটনা; যেনে, ঘৰত অথান্তৰ হৈছে; misfortune, distress; an accident.

অথবা, অব্য. (সং. অথৱা, নাইবা—অথ, পাচত + বা, নাইবা) নাইবা; কিম্বা, or.

অথৰ, বি. (সং. অস্থিৰ, লৰচৰ কৰা) অধিক বয়সৰ নিমিত্তে স্থিৰে থাকিব নোৱৰা, হাত-মূৰ-কঁপা; যেনে, অথৰ বুঢ়া, unsteady or tremulous owing to old age; decrepit.

অথৰ্ব্ব, স. শ. (সং. অথৰ্ব্ব, এথান বেদ—অথৰ্ব্বণ্, এজনা ঋষিৰ নাম) চাৰি বেদৰ শেষ বেদ, one of the Vedas.

অথল, স. শ. (অং. অ, ন + থল, ঠাই) মন্দ স্থল, বেয়া ঠাই, অনুপযুক্ত স্থান, a bad place, an unfit or unsafe place.

অথালি-পথালি, বি. (অং. অথালি, উপস. + পথালি, পুতল) দীঘ-পুতল, দুইও ফালে ব্যাপি থকা; যেনে, অথালি-পথালি আঁক; বেমেজালি, বিশৃঙ্খল; যেনে, অথালি-পথালি বাট চিনা টান, extending lengthwise and crosswise; confused.

অথালি-পথালিকৈ, ক্ৰি. বি. দীঘ-পুতল, দুয়ো ফালে; যেনে, অথালি-পথালিকৈ আক দিছোঁ; বেমেজালিকৈ; যেনে, বা'মাৰলিয়ে ধূলিবোৰ অথালি-পথালিকৈ উৰায়, lengthwise and crosswise; in a confused manner.

অথিৰ্, বি. (সং. অস্থিৰ, স্থিৰ নোহোৱা) চঞ্চল, লৰচৰ, কঁপা, অস্থিৰ; অনিশ্চয়, unsteady, shaking; uncertain.

অদণ্ড্য, বি. (সং. অদণ্ড্য—অ, ন + দণ্ড্য, দণ্ডৰ যোগ্য), দণ্ডৰ অযোগ্য, শাস্তি পাব নোপোৱা, unpunishable.

অদত্ত, কৃদ. বি. (সং. অদত্ত, নিদিয়া—অ, ন + দত্ত, দিয়া) নিদিয়া, not given, not bestowed. (স্ত্ৰী) অদত্তা।

অদৰ্শন্, কৃদ. স. (সং. অদৰ্শন, নেদেখা—অ, ন + দৰ্শন, দেখা) নেদেখা, দৃষ্টিৰ অভাৱ, disappearance. ই বিশেষণ ৰূপেও ব্যৱহৃত হয়; যেনে, সূৰ্য্য অদৰ্শন হল, out of sight.

অদৰিশন, স. শ. (সং. অদৰ্শন) নেদেখা, disappearance. বি. নেদেখা, out of sight. (কেৱল পদ্যত)।

অদিতি, স. শ. দক্ষৰ জীয়েক, কাশ্যপৰ ভাৰ্য্যা আৰু দেৱতাবিলাকৰ মাক, a daughter of Daksha, wife of Kashyapa and mother of the gods.

অদূৰদৰ্শী, বি. (সং. অদূৰদৰ্শিন্, দূৰদৰ্শী নোহোৱা—অ, ন + দূৰদৰ্শী, দূৰলৈ দেখা) দূৰলৈ নেদেখা; আগলৈ কি হব

বুজিব নোৱাৰা, দকৈ গুণিব নোৱাৰা; অপণ্ডিত, not far-seeing; imprudent.

অদৃঢ়, বি· ( সং· অদৃঢ়, ঢিলা—অ, ন+দৃঢ়, ডাঠ ) হেলেকা, ঢিলা, শকত-নোহোৱা, আশকত, not firm; slack.

অদৃশ্য, বি· ( সং· অদৃশ্য, নেদেখা—অ, ন+দৃশ্য, দেখা) দৃষ্টিৰ বাহিৰ; যাক দেখিবলৈ পোৱা নেযায়, চকুৰে মনিব নোৱাৰা, out of sight; not visible, invisible.

অদৃষ্ট, কৃদ· বি· ( সং· অদৃষ্ট, নেদেখা—অ, ন+দৃষ্ট, দেখা ) যাক দেখা নাই, অদেখা, invisible, unseen, স· শ· কপাল, ভাগ্য, fortune, fate.

অদৃষ্ট-পূৰ্ব্ব, বি· (সং· অদৃষ্ট-পূৰ্ব্ব, পূৰ্ব্বে নেদেখা—অদৃষ্ট, নেদেখা+পূৰ্ব্ব, আগে ) আগেয়ে নেদেখা, নেদেখানুশুনা, not seen before.

অদেখা, বি· ( অং· অ, ন+দেখা, চকুত পৰা ) নেদেখা; চকুত নপৰা, unseen; invisible.

অদ্ভুত, বি· ( সং· অদ্ভুত, আচৰিত—অত্+ আচৰিত + ভূ, হ ) আচৰিত, আগেয়ে নোহোৱা, wonderful, unusual, of a curious sort. স· শ· উৎপাত, স্বভাৱৰ বিপৰীত ঘটনা, an unusual or unnatural occurrence portending evil, a portent.

অদ্ভুতাখ্যান, } অদ্ভুতোপাখ্যান, } স· শ· ( সং· অদ্ভুত, আচৰিত + আখ্যান, উপাখ্যান, সাধুকথা ) আচৰিত উপাখ্যান, অসম্ভৱ আৰু সজা সাধুকথা, a romance.

অদ্য, ক্রি· বি· ( সং· অদ্য ) আজি, বৰ্ত্তমান দিনত, to-day.

অদ্যাপি, ক্রি· বি· ( সং· অদ্যাপি, আজিও —অদ্য, আজি + অপি, ও ) আজিও, আজিলৈকে; যেনে, কামটো অদ্যাপি হোৱা নাই, up to this day.

অদ্বিতীয়, বি· ( সং· অদ্বিতীয়, দ্বিতীয়-নথকা —অ, ন + দ্বিতীয়, আন এটা ) যাৰ দ্বিতীয় নাই, একমাত্র, অতুল্য, having no second, unrivalled.

অদ্বৈতবাদ, স· শ· ( সং· অদ্বৈতৱাদ, দ্বিতীয় নাই বোলা উক্তি—অ, ন + দ্বৈত, দ্বিতীয়+ৱাদ, উক্তি ) ঈশ্বৰৰ দ্বিতীয় নাই বোলা উক্তি, এজনা মাথোন ঈশ্বৰত বিশ্বাস, monotheism.

অদ্বৈতবাদী, বি· ( সং· অদ্বৈতৱাদিন্, দুজনা নাই বুলি কোৱা—অ, ন+দ্বৈতৱাদিন্, একতকৈ অধিক আছে বুলি কোৱা ) ঈশ্বৰ এজনাতকৈ অধিক নাই বুলি কোৱা, কেৱল এজনা ঈশ্বৰ-মনা, monotheistical. স· শ· কেৱল এজনা ঈশ্বৰ-মানোতা, a monotheist.

অধঃপাত্, স· শ· ( সং· অধঃপাত, তললৈ পতন—অধঃ, তল্+পাত্, পৰণ ) তললৈ পতন, অৰ্থাৎ নৰকলৈ গমন; যেনে, পাপীৰ অধঃপাত হয়, the act of falling down or going to hell.

অধনুৱা, বি· ধন-নলগা, শুদাই পোৱা, unpaid; free of payment, obtained gratis.

অধম, বি· ( সং· অধম, নীচ—অধ্, ৰক্ষা কৰ ) নীচ, পাষণ্ড, খেৰেচ, mean, base, low, স· শ· নীচ লোক; যেনে, অধমৰ ভাল মতি নহয়, a low person.

অধমতা, } অধমত্ব, } গু· শ· নীচৰ গুণ বা স্বভাৱ, meanness, baseness.

অধৰ্, স· শ· ( সং· অধৰ, ওঁঠ—অ, ন+ধৃ, ধৰ্ ) তলৰ ওঁঠ, the lower lip.

অধৰ্ম্ম, স· শ· ( সং· অধৰ্ম্ম, পাপ—অ, ন+ ধৰ্ম্ম, পুণ্য ) পাপ, কুকৰ্ম্ম. vice, sin.

অধৰ্ম্মী, বি· ( সং· অধৰ্ম্মিন্, পাপী—অ, ন + ধৰ্ম্ম, সৎকৰ্ম্ম ) অধৰ্ম্মত প্ৰবৰ্ত্তা, পাপী, কুকৰ্ম্ম কৰোঁতা, vicious, sinful. স· শ· পাপী মানুহ, a sinful man. ( স্ত্রী ) বি· স· শ· অধৰ্ম্মিণী।

অধস্থ, বি· ( সং· অধঃস্থ, তলত থকা ) তলতীয়া, তলৰ থাপৰ, নামনি ভাগৰ, lower in grade, inferior.

অধস্য, বি· ( সং· অধঃস্থ, অধস্থ, তলৰ )

সকলোতকৈ বেয়া, খেবেচ, নীচ, অধম, mean, contemptible, low.

অধিক্, বি. (সং. অধিক, প্রচুৰ—অধি, উপস. + কৈ. ক) সৰহ, বহুত, ভালেমান, many, much, large in quantity or number.

অধিকতা, স. শ. (সং.) অধিক পৰিমাণ, আধিক্য, the state of being many or much.

অধিকৰণ, স. শ. (সং. অধিকৰণ, আধাৰ—অধি, ওপৰ + কৃ, কৰ্) যাৰ ওপৰত কোনো বস্তু থাকে, আধাৰ; ব্যাকৰণৰ এটা কাৰক, something which holds or contains some other thing; the locative case.

অধিকাৰ্, স. শ. (সং. অধিকাৰ, স্বত্ব—অধি, ওপৰ + কৃ, কৰ) ক্ষমতা; আধিপত্য, স্বত্ব; যেনে, তেওঁৰ একো অধিকাৰ নাই; গৰাকী; যেনে, তেওঁ ঘৰৰ অধিকাৰ, কোনো সত্ৰৰ ঘাই গোসাঁই; যেনে, কমলাবাৰীৰ অধিকাৰ, right, title; authority; the head priest of a religious institution in Assam.

অধিকাৰিতা, } অধিকাৰিত্ব, } গু. শ. (সং. অধিকাৰিন্, গৰাকী) গৰাকী হোৱা অৱস্থা, অধিকাৰৰ ক্ষমতা বা পদ, ownership, right.

অধিকাৰী, স. শ. (সং. অধিকাৰিন্, গৰাকী, —অধিকাৰ, স্বত্ব + ইন্, প্ৰত্য) গৰাকী, স্বামী; কোনো সত্ৰৰ ঘাই গোসাঁই, a master, an owner; the head priest of a religious institution in Assam. (স্ত্ৰী) অধিকাৰিণী।

অধিক্‌কৈ, ক্ৰি. বি. (সং. অধিক্, সৰহ) সৰহকৈ, অধিকৰূপে, in a large number or quantity.

অধিপতি, স. শ. (সং. অধিপতি, স্বামী—অধি, ওপৰ + পতি, গৰাকী) ঘাই গৰাকী, স্বামী, a master, ruler.

অধিবাস্, স. শ. (সং. অধিবাস, পূৰ্ব্বকৃত্য—অধি, উপস. + বস, বাস কৰ্) কোনো শুভ কৰ্ম্মৰ আগ দিনা গধূলি কৰা কাৰ্য্য, আৰম্ভৰ কাৰ্য্য, a ceremony performed in the evening of the day previous to that on which a solemn rite, such as a marriage, etc., is to be performed.

অধিৰাজা, স. শ. (সং. অধিৰাজন্, চক্ৰবৰ্ত্তী—অধি, ওপৰৰ + ৰাজন্, ৰজা) ওপৰঞ্চি ৰজা, বাদ্‌শা, অনেক দেশৰ ৰজাৰ ওপৰৰ ৰজা, an emperor.

অধিষ্ঠান্, স. শ. (সং. অধিষ্ঠান, বাস—অধি, উপস. + স্থা, থাক্) থকা, বাস কৰা, নিবাস, the act of abiding or dwelling.

অধিষ্ঠাতৃ, } অধিষ্ঠাতা, } স. শ. (সং.) বাস কৰোঁতা, থাকোঁতা, নিবাসী, a dweller.

অধীন্, বি. (সং. অধীন, তলতীয়া—অধঃ, তল) তলতীয়া, স্বতন্ত্ৰ-নোহোৱা; আনৰ বশ হৈ থকা; যেনে, আনৰ অধীন মানুহে ইচ্ছা অনুসৰি চলিব নোৱাৰে, subordinate, dependent. স. শ. আনৰ তলতীয়া লোক, আনৰ বশ হৈ থাকোঁতা; যেনে, অধীনৰ নিবেদন, a subordinate; a dependent.

অধীনতা, গু. শ. (সং.) তলতীয়া বা আনৰ বশহৈ থকা অৱস্থা, subordination, dependence.

অধীনে, আ. অব্য. তলে, তলতীয়া হৈ, under, in subordination to.

অধীৰ্, বি. (সং. অধীৰ, অস্থিৰ—অ, নহয়, + ধীৰ, স্থিৰ) অস্থিৰ; উদ্বিগ্ন; যেনে, অধীৰ নহবা, unsteady; anxious.

অধুনা, ক্ৰি. বি. (সং. অধুনা, সম্প্ৰতি—ইদম্, এই) এতিয়া, now, at present.

অধৈৰ্য্য, গু. শ. (সং. অধৈৰ্য্য, অস্থিৰতা—অ, ন + ধৈৰ্য্য, স্থিৰতা) অস্থিৰতা; অধীৰ হোৱা অৱস্থা, unsteadiness, anxiety. বি. অস্থিৰ, চঞ্চল, উদ্বিগ্ন; যেনে, মন অধৈৰ্য্য হল, unsteady, anxious.

অধোগতি, স. শ. (সং. অধোগতি, তললৈ বা নৰকলৈ গমন—অধঃ, তল বা নৰক +

গতি, গমন ) তললৈ বা নৰকলৈ গমন, নৰকত পৰণ ; যেনে, পাপীৰ অধোগতি হয়, the act of going downwards or to hell.

অধোগামী, বি· ( সং· অধোগামিন্, তললৈ বা নৰকলৈ যোৱা—অধঃ, তল + গামিন্, যোৱা ) তললৈ বা নৰকলৈ যোৱা, going downwards or to hell. ( স্ত্রী ) অধোগামিনী।

অধোভাগ, স· শ· ( সং· অধোভাগ, তলৰ ভাগ—অধঃ, তল + ভাগ, অংশ ) তল-ডোখৰ, নামনি ভাগ, the lowest part.

অধোমুখ, বি· ( সং· অধোমুখ, তললৈ মুখ-কৰা—অধঃ + মুখ, গাৰ অঙ্গ ) তললৈ মুখ কৰা ; লাজত মুখ-চাপৰোৱা ; looking down, bending down the head with shame.

অধোমুখে, ক্রি· বি· তললৈ মুখ কৰি ; যেনে, মহাপাপী অধোমুখে নৰকত পৰে, with the head downwards, headlong.

অধোবস্ত্র, স· শ· ( সং· অধোবস্ত্র—অধঃ, তল + বস্ত্র, কাপোৰ ) চুৰিয়া বা মেখেলা, a male or female waist cloth.

অধ্যয়ন, স· শ· ( সং· অধ্যয়ন, পঢ়ন—অধি, উপস· + ই, পঢ় ) পঢ়ন—পাঠ-অভ্যাস, the act of learning, study.

অধ্যৱসায়, স· শ· ( সং· অধ্যৱসায়, নিৰন্তৰ যত্ন—অধি আৰু অৱ, উপস·+সো, অন্ত কৰ ) নিৰন্তৰ চেষ্টা, কোনো কাৰ্য্যত নেৰানেপেৰাকৈ লাগন, perseverance, continual labour or effort.

অধ্যক্ষ, স· শ· ( সং· অধ্যক্ষ, নায়ক—অধি, উপস· + অক্ষ, চকু ) কোনো কাৰ্য্যৰ গুণাগুণ চাবৰ অধিকাৰ-থকা মানুহ ; ৰক্ষক ; নায়ক, a superintendent, a leader.

অধ্যক্ষতা, স· শ· ( সং· ) অধ্যক্ষৰ কাৰ্য্য বা ক্ষমতা, superintendence.

অধ্যাপক, স· শ· ( সং· অধ্যাপক, পঢ়াওঁতা —অধি, উপস· + ই, পঢ়্) পঢ়াওঁতা, শিক্ষক, পঢ়োৱা ওজা, a teacher of books, a professor.

অধ্যাপন, কৃদ· স· পঢ়োৱা কাৰ্য্য, the act of teaching.

অধ্যায়, স· শ· ( সং· অধ্যায়, আধ্যা—অধি, উপস· + ই, পঢ় ) আধ্যা, পুথিৰ এভাগ, a chapter.

অধ্যাহাৰ, স· শ· ( সং· অধ্যাহাৰ, লুপ্ত শব্দৰ উক্তি—অধি আৰু আ, উপস·+হৃ, গ্রহণ কৰ্ ) ব্যাকৰণৰ নিয়মমতে লুকাই থকা কথা পূৰাই লোৱা ; যেনে, ৰামতকৈ শ্যামৰ আখৰ ভাল, এই কথাৰ অৰ্থ কৰাত "ৰামৰ আখৰতকৈ" এই কেইটা শব্দ অধ্যাহাৰ কৰিব লাগে, supplying an ellipsis.

অনঙ্গ, বি· ( সং· অনঙ্গ, কামদেৱ—অ, ন + অঙ্গ, শৰীৰ ) যাৰ গাৰ কোনো অংশ নাই, অঙ্গহীন, limbless. স· শ· কামদেৱ, *Kama Deva.*

অনঙ্গ-কেলি, অনঙ্গ-ক্রীড়া, } স· শ· ( সং· অনঙ্গ-কেলি, অনঙ্গ-ক্রীড়া—অনঙ্গ, কাম + কেলি, ক্রীড়া, ধেমালি ) কামকেলি, শৃঙ্গাৰ, মতা তিৰোতাই পৰস্পৰক কৰা চুম্বন-আলিঙ্গন আদি, copulation, dalliance.

অনধিকাৰ, স· শ· ( সং· অনধিকাৰ, স্বত্বৰ অভাৱ—অ, নাই + অধিকাৰ, স্বত্ব ) স্বত্ব বা ক্ষমতাৰ অভাৱ, স্বত্বহীনতা, ক্ষমতা-শূন্যতা, absence of right, title, or power.

অনধিকাৰী, বি· ( সং· অনধিকাৰী, গৰাকী নোহোৱা—অ, নহয় + অধিকাৰী, গৰাকী ) গৰাকী নোহোৱা, স্বত্বহীন, having no right or title.

অনন্ত, বি· ( সং· অনন্ত, অশেষ—অ, নাই + অন্ত, শেষ ) অশেষ, অন্ত-নথকা, having no end or limit. স· শ· এহেজাৰ ফেঁটেৰে এক বৃহৎ সাপ ; তেওঁ বিষ্ণুৰ এক ৰূপ আৰু আপোনাৰ মূৰেৰে এই পৃথিবী ধৰি আছে বুলি পুৰাণত লেখা আছে, a huge serpent with one

thousand heads, who is said to be a form of Vishnu and to hold the earth on his heads. This serpent is the emblem of eternity.

অনন্ত-মূল, স. শ. (সং. অনন্তমূল, অনন্ত, অন্ত-নথকা + মূল, শিপা) এবিধ দৰবৰ লতা, a medicinal creeper (*Periploca Indica*).

অনন্তৰ, ক্রি. বি. (সং. অনন্তৰ, পাচে—অ, ন + অন্তৰ, দূৰ) অলপ্ পাচতে, তেতিয়াই, immediately afterwards.

অনন্যমন্, স. শ. (সং. অনন্যমনস—ন, নাই + অন্য, আন + মনস্, মন, একে বিষয়তে লগোৱা মন) একাগ্র মন, একে কথাতে লগোৱা চিত্ত; যেনে, অনন্যমনেৰে শুনা, undivided attention.

অনপৰাধ্, স. শ. (সং. অনপৰাধ, নির্দ্দোষিতা—অ, নাই + অপৰাধ, জগৰ) অপৰাধ-শূন্যতা, নিজগৰীয়া অৱস্থা; যেনে, অনপৰাধত দণ্ড হল, innocence.

অনপু-অধপু, স. শ. (অং. অনপু, নোপোৱা + অধপু, আধা পোৱা, অর্থাৎ কদাচিত পোৱা) অনেক বিধৰ দুষ্প্রাপ্য বস্তু; এতেকে নানা উত্তম বস্তু, rare and excellent things of various kinds. (চহা আৰু মৌখিক।)

অনভিমতে, আ. অব্য. (সং. অ, নহয় + অভিমত, ইচ্ছা) ইচ্ছাৰ বিৰোধে; যেনে, ডাঙ্গৰীয়াৰ অনভিমতে এই কাম হব নোৱাৰে, against the will of.

অনৱকাশ্, স. শ. (সং. অনৱকাশ, অবকাশশূন্যতা—অ, নাই + অৱকাশ, আজৰি) আজৰি নথকা অৱস্থা, অৱকাশৰ অভাৱ, want of leisure.

অনৱৰত্, ক্রি. বি. (সং. অনৱৰত, সদায়—অ, ন + অৱৰত, ছেদ-ভেদ) সদায়, ছেদ-ভেদ নোহোৱাকৈ: যেনে, অনৱৰত বৃষ্টি হৈছে, incessantly. বি. অবিচ্ছেদ, ছেদ-ভেদ-নথকা; যেনে, অনৱৰত বৃষ্টি, অনৱৰত পৰিশ্রম, incessant, continual.

অনর্গল্, বি. (সং. অনর্গল, থকজা-নলগাকৈ ওলোৱা—অ, নাই + অর্গল, দুৱাৰৰ শলখা) বাধা-নথকা, সৰগৰীয়া, থকজা-নলগা, খোঁচৰ-নোখোৱা; যেনে, সন্ধিখান তাৰ অনর্গল, unobstructed, fluent.

অনর্গলৰূপে, ক্রি. বি. সৰগৰীয়াকৈ, fluently.

অনর্থ, স. শ. (সং. অনর্থ, অর্থ-নথকা—অ, ন + অর্থ, উদ্দেশ) অমঙ্গল, অশুভ, হানি; যেনে, এলাহ সকলো অনর্থৰ মূল, mischief, evil.

অনর্থক্, বি. (সং. অর্থক, অর্থ বা উদ্দেশ-শূন্য—অ, নাই, অর্থ, শব্দে যি বুজায়; উদ্দেশ) অর্থ-নথকা; যেনে, অনর্থক শব্দ; অবাব, অকাৰণ, উদ্দেশহীন; যেনে, অনর্থক পৰিশ্রম, unmeaning; vain, aimless.

অনা, স. ধা. (অং. আন্, লৈ আহ্) লৈ অহা; যেনে, অনাইছোঁ, to cause to bring.

অনা, স. ধা. (অং. আন্, লৈ আহ্) অন্যৰ দ্বাৰা দূৰৰ পৰা ওচৰ চপোৱা; যেনে, খৰি অনাইছে; to cause to be brought. কৃদ. বি. আনীত, দূৰৰ পৰা আনি ওচৰ চপোৱা; যেনে, চাকৰে অনা খৰি, brought.

অনা, স. শ. (বং. আনা, ছৰতীয়া) ছৰতীয়া, চাৰি পইচাৰ মূল্য, an anna, four pice.

অনা, উপস. (সং. অ + ন, নাই) নথকা বুজাবলৈ সংজ্ঞা শব্দৰ আগত দিয়া মাত; যেনে, অনাবতাহ, অনাবৰষুণ, a negative particle placed before a noun.

অনাচাৰ, স. শ. (সং. অনাচাৰ, কুব্যৱহাৰ)—অ, বেয়া + আচাৰ, ব্যৱহাৰ) বেয়া আচৰণ, কুব্যৱহাৰ; যেনে, অনাচাৰত প্রবর্ত্তিলে মঙ্গল নহয়, improper conduct, violation of moral or religious rules. বি. দুৰাচাৰ. কুকর্ম্মত ৰত, বেয়া কাম কৰা, immoral, violating moral or religious rules.

অনাচাৰী, বি. (অং.) দুৰাচাৰ, বেয়া কাম-কৰা, কুকৰ্ম্মত ৰত; যেনে, অনাচাৰী বামুণ, immoral, violating moral or religious rules.

অনাজালে, ক্রি. বি. (অং. অনা, বিনা+জাল, তাপ বা ফান্দ) তাপ নিদিয়াকৈ; যেনে, অনাজালে ভাত হয় নে? জাল ন-পতাকৈ, বিনাজালে; যেনে, অনাজালে মাছ বা চৰাই ধৰিছে, without heat, without a net.

অনাটন, } স. শ. (অং. অ, নহয়+
অনাটনি, } আঁটন বা আঁটনি, যথেষ্ট হওন) অল্পতা, কম্তি; যেনে, ৰাজ্যক ডাঁৰি অনাটন বা অনাটনি পূৰাইছে, deficiency.

অনাথ্, বি. (সং. অনাথ, নিৰাশ্রয়—অ, নাই +নাথ, আশ্রয় বা গৰাকী) নিৰাশ্রয়, ৰখীয়া নথকা, having no protector or refuge. স. শ. আশ্রয় বা ৰক্ষক-নথকা মানুহ, a person having no protector or refuge.

অনাদৰ্, স. শ. (সং. অনাদৰ, অসম্মান —অ, ন+আদৰ, সম্মান) আওহেলা, আদৰৰ অভাৱ, disrespect, incivility, inattention.

অনাদি, বি. (সং. অনাদি, আদিহীন—অ, ন+আদি, মূল) আদি-নথকা, having no beginning.

অনাদিপাতন্, স. শ. (সং. অনাদি+পাতন, সজা) সৃষ্টিৰ বিবৰণ; পৃথিবী, গঢ়াৰ বিবৰণ লিখা পুথি, a history of the creation of the universe.

অনাদৃত্, কৃদ. বি. (সং. অনাদৃত, আদৰ নোপোৱা—অ, ন+আদৃত, আদৰপোৱা) আদৰ নোপোৱা, সম্মান নোপোৱা, disrespected, despised, not treated with civility.

অনাদোষ, স. শ. (অং. বিনা-দোষ, দোষ-নথকা) দোষৰ অভাৱ, নিৰ্দ্দোষিতা, innocence.

অনানিয়া, কৃদ. স. (অং. আন, লৈ আহ +মে, লৈ যা) লৈ অহা আৰু লৈ যোৱা কাৰ্য্য, the act of taking away and bringing back. কৃদ্. বি. লৈ অহা আৰু লৈ যোৱা, taking away and bringing back.

অনাবৃত, কৃদ. বি. (সং. অনাবৃত, আবৃত নোহোৱা—অ, ন+আবৃত, ঢকা নঢকা, মুকলি, uncovered.

অনাবৃষ্টি, স. শ. (সং. অনাবৃষ্টি, বৃষ্টিৰ অভাৱ —অন্, নাই+আ, বহু দিন ব্যাপি+বৃষ্টি, বৰষুণ) বহুদিন বৰষুণ-নোহোৱা অৱস্থা, খৰ, বৃষ্টিৰ অভাৱ, drought.

অনাভুৰা, বি. (অং. অনা, নোহোৱা+ভুৰা, ভু-পোৱা) বুজ-নোপোৱা, নিচিনা-নজনা, কোনো ঠাইলৈ নকৈ যোৱা; যেনে, অনা-ভুৰা মানুহ, unacquainted with.

অনামিকা, স. শ. (সং. অ, ন+নামন্, নাম, নিনাও, তাৰ বিশেষ নাম নাই, এতেকে) কেঞাআঙ্গুলিৰ ওচৰৰ আঙ্গুলি; the ring finger.

অনায়ক, স. শ. (সং. অ, নহয়+নায়ক, গৰাকী বা অধ্যক্ষ) গৰাকী বা অধ্যক্ষত বাজে আন মানুহ; যেনে, অনায়ক নায়ক হল, a person other than the owner or superintendent. বি. গৰাকী বা অধ্যক্ষ-নথকা, having no master, leader, or superintendent.

অনায়াসে, ক্রি. বি. (সং. অনায়াস, পৰি-শ্রম নোহোৱা) যত্ন-নকৰাকৈ, উজুৰূপে, সুগমে, easily.

অনাৰি, বি. (বং. আনাড়ী, মূৰ্খ) দুষ্টালিৰ কাৰণে কাৰেও মিলি থাকিব নোৱৰা, অজীণ; যেনে, সি অনাৰি, কাৰেও মিলিব নোৱাৰে; নষ্ট; যেনে, চাউলবোৰ অনাৰি হল, unable to live in peace with others; damaged, spoiled.

অনাৰ্য্য, বি. (সং. অনাৰ্য্য, অহিন্দু—অ, ন-হয়+আৰ্য্য, প্ৰাচীন হিন্দু, এতেকে, সম্ভ্ৰান্ত) প্ৰাচীন হিন্দু-বংশৰ নোহোৱা, অহিন্দু; অসম্ভ্ৰান্ত, not descended from old Hindu stock; not respectable.

অনাৱশ্যক্, স. শ. (সং. অনাৱশ্যক, অপ্ৰয়োজনীয়—অ, ন+আৱশ্যক, প্ৰয়োজনীয়) প্ৰয়োজনৰ অভাৱ, নলগা অৱস্থা, absence of necessity, needlessness. বি. অপ্ৰয়োজনীয়, যেনে, অনাৱশ্যক ব্যয়, unnecessary.

অনাৱশ্যকীয়, বি. আলাগতীয়া, অপ্ৰয়োজনীয়, unnecessary, not needful.

অনাশ্ৰয়, স. শ. (সং. অনাশ্ৰয়, আশ্ৰয়হীনতা —অ, নাই+আশ্ৰয়, সহায়) সহায় বা ৰক্ষক নথকা অৱস্থা, absence of refuge, protector, or help.

অনাশ্ৰিত, কৃদ. বি. (সং. অনাশ্ৰিত—আশ্ৰয় নকৰা—অ, ন+আশ্ৰিত, আশ্ৰয়-কৰা) আশ্ৰয়-নোলোৱা, উপাসা-নকৰা, নথটা, আশ্ৰয়-নথকা, নিৰাশ্ৰয়, independent, not relying upon any one, having no refuge or protector, helpless. কৃ. স. আশ্ৰয় বা ৰক্ষক-নথকা মানুহ, one having no refuge or protector, a helpless person.

অনাহাৰ, বি. (সং. অনাহাৰ, নিৰাহাৰ, অ, ন+আহাৰ, ভোজন) ভোজন-নকৰা, নোখোৱা, লঘোনে থকা ; যেনে, অমুক দুদিন অনাহাৰ, fasting. স. শ. উপবাস, আহাৰ নকৰাকৈ থকা অৱস্থা, abstinence from food.

অনাহাৰী, বি. আহাৰ-নকৰা, উপবাসী, abstaining from food, observing a fast.

অনাহাৰে, ক্ৰি. বি. নোখোৱাকৈ, নেখাইনবৈ, লঘোনে ; যেনে, অমুক অনাহাৰে আছে, without taking food.

অনিচ্ছা, স. শ. (সং. অনিচ্ছা, ইচ্ছাৰ অভাৱ —অ, নাই+ইচ্ছা, বাঞ্ছা) বাঞ্ছাৰ অভাৱ, মন নোযোৱা অৱস্থা ; যেনে, অনিচ্ছাৰে কৰা কাম ভাল নহয়, absence of wish or desire, reluctance.

অনিচ্ছুক, বি. বাঞ্ছা-নকৰা, unwilling. স. শ. বাঞ্ছা-নকৰা লোক, one who is unwilling.

অনিত্য, বি. (সং. অনিত্য, অচিৰস্থায়ী—অ, ন+নিত্য, সদায় থকা) অচিৰস্থায়ী, সদায় নথকা, খন্তেকীয়া ; যেনে, অনিত্য সংসাৰ, transient, transitory, not perpetual.

অনিত্যতা, গু. শ. চিৰস্থায়ী নোহোৱা গুণ বা অৱস্থা, transitoriness.

অনিদ্ৰা, স. শ. (সং. অনিদ্ৰা, নিদ্ৰাহীনতা —অ, নাই+নিদ্ৰা টোপনী) টোপনী নহা বা জাগি থকা অৱস্থা, সাৰ, want or absence of sleep, a waking state.

অনিদ্ৰিত, বি. টোপনী নহা, জাগি থকা, awake.

অনিন্দিত্, বি. (সং. অনিন্দিত, নিন্দিত নোহোৱা—অ, নহয় + নিন্দিত, তিৰস্কৃত) দুৰ্নাম-নোপোৱা, তিৰস্কৃত নোহোৱা, not reproached or censured.

অনিবাৰ্য্য, বি. (সং. অনিৱাৰ্য্য, নিবাৰণ কৰিব নোৱৰা—অ, নহয় + নিৱাৰ্য্য, নিবাৰণৰ যোগ্য) নিবাৰণ কৰিব নোৱৰা, বাধিব নোৱৰা ; যেনে, অনিবাৰ্য্য কাৰণত এই কাম কৰিব পৰা নগল, unpreventable, unavoidable, inevitable.

অনিমজ, বি. (অং. অ, ন+নিমজ, মিহি) নিমজ নোহোৱা, খহটা, rough to the touch.

অনিমা, "বিভূতি" চোৱাঁ। See বিভূতি।

অনিয়ম্, বি. (সং. অনিয়ম, অবিধি—অ, নহয় + নিয়ম, বিধি) অবিধি, নীতিৰ বিপৰীত, irregular, opposed to rule. স. শ. নিয়মৰ বিৰুদ্ধ কাম, that which is opposed to rule, irregularity.

অনিয়মিত্, বি. (সং.) নিয়ম-নথকা, বিধিৰ বিৰুদ্ধ ; নিশ্চয়-নকৰা, irregular ; undetermined.

অনিয়ম্‌কৈ, ক্ৰি. বি. নিয়মতকৈ বেলেগৰূপে, নিয়মৰ বিৰোধে, irregularly, in opposition to rule.

অনিয়াঅনি, স. শ. (অং. অৰিয়াঅৰি শব্দৰ বিকৃতি) দুই বা অধিক জন লোকৰ

এজনতকৈ আন এজনৰ ভাল হবৰ চেষ্টা, rivalry, emulation, competition.

অনিৰ্ব্বচনীয়, বি. (সং. অনিৰ্ব্বচনীয়, বাক্যৰ অতীত—অ, ন+ৱচনীয়, কব পৰা) কব নোৱৰা, বৰ্ণনাৰ অসাধ্য, বাক্যৰ অগোচৰ, unspeakable, indescribable.

অনিৰ্ব্বন্ধ, স. শ. (অং. অ, নহয়+নিৰ্ব্বন্ধ, নিয়ম) নিয়মৰ বিৰোধ, অনিয়ম, নীতি বা সমাজৰ নিয়মৰ বিৰুদ্ধ আচৰণ; যেনে, অনিৰ্ব্বন্ধত নপ্ৰবৰ্ত্তিবা, what is opposed to moral, social, or religious rule.

অনিশ্চয়, বি. (সং. অনিশ্চয়, নিশ্চয়-নোহোৱা—অ, নহয়+নিশ্চয়, ঠিক) স্থিৰ নোহোৱা, ঠিক নোহোৱা, অঠাৰৰ, uncertain. স. শ. নিশ্চয়ৰ অভাৱ, absence of certainty.

অনিশ্চিত, কৃদ. বি. (সং.) স্থিৰ নকৰা, ঠাৱৰ নকৰা, unascertained, not determined.

অনিষ্ট, বি. (সং. অনিষ্ট, অহিত—অ, নহয়+ইষ্ট, হিত) অহিত, অপকাৰক, injurious. স. শ. অপকাৰ, হিংসা; যেনে, লোকৰ অনিষ্ট নকৰিবা, injury.

অনিষ্টকৰ, } বি. অপকাৰী, injurious. স.
অনিষ্টকাৰী, } শ. অপকাৰী মানুহ, an injurious person or thing.

অনিষ্টচিন্তা, স. শ. (সং. অনিষ্টচিন্তা, অহিত-চেষ্টা—অনিষ্ট, অহিত+চিন্তা, ইচ্ছা) অহিত কৰিবৰ বাঞ্ছা, অপকাৰৰ চেষ্টা, a desire of doing an injury.

অনীতি, স. শ. (সং. অনীতি, নীতিৰ বিৰুদ্ধ আচৰণ—অ, নহয়+নীতি, বিধি) অযুগুত কাম, সমাজ বা ধৰ্ম্মৰ নিয়মৰ বিপৰীত আচৰণ, an immoral act, immorality, conduct opposed to rules of society or religion.

অনীশ্বৰবাদী, বি. (সং. অনীশ্বৰৱাদিন, ঈশ্বৰ-নমনা—অ, নাই+ঈশ্বৰ, পৰমদেৱতা) ঈশ্বৰ নাই বোলা, ঈশ্বৰ-নমনা, atheistical.

অনু, উপস. (সং.) পাচ, তুল্য, ইত্যাদি; যেনে অনুগামী, অনুৰূপ, ইত্যাদি, a prefix implying after, like, etc.

অনুকৰণ, স. শ. (সং. অনুকৰণ, লোকৰ নিচিনা কাৰ্য্য—অনু, উপস.+কৃ, কৰ্) লোকে যেনে কৈ কৰে, তেনে কৈ কৰা কাৰ্য্য, আনক দেখি লোৱা ব্যৱহাৰ, imitation.

অনুকল্প, স. শ. (সং. অনুকল্প, আন এক বস্তুৰ তুল্যৰূপে ব্যৱহৃত বস্তু—অনু, তুল্য+কল্প, বাঞ্ছা) এক বস্তুৰ তুল্য আন এক বস্তু, যি দুটাৰ এটাক আনৰ সলনি ব্যৱহাৰ কৰিব পাৰি; যেনে, মৌৰ অনুকল্প গুড়, an alternative, a substitute.

অনুকাৰ-শব্দ, স. শ. (সং. অনুকাৰ-শব্দ, কোনো এক ধ্বনিৰ তুল্য শব্দ—অনু, উপস.+কৃ, কৰ,+শব্দ, মাত) কাণেৰে যেনে শুনা যায়, সেইৰূপে কোৱা বা লিখা মাত; যেনে, কাকা, মেও-মেও, টিং টিং, ইত্যাদি, an imitative sound.

অনুকাৰী, বি. (সং. অনুকাৰিণ্, আনৰ দৰে চলা—অনু, পাচত+কৃ, কৰ) লোকৰ দৰে কাৰ্য্য-কৰা, লোকৰ দৰে চলা, imitating. স. শ. আনৰ দৰে আচৰণ-কৰা লোক, an imitator.

অনুকূল, বি. (সং. অনুকূল, হিত—অনু, উপস.+কূল, পাৰ) হিত, উপকাৰী, ইষ্ট, friendly, favourable.

অনুকূলে, ক্ৰি. বি. পক্ষে, ফালে, সমন্ধি; যেনে, মোৰ অনুকূলে কওঁতা নাই, in favour of.

অনুক্ৰম, স. শ. (সং. অনুক্ৰম, শৃঙ্খলা—অনু, উপস.+ক্ৰম, গতি কৰ) নিয়মৰ দৰে যাৰ পাচত যি হব লাগে, সেই দৰে হোৱা অৱস্থা, সুশৃঙ্খলা, order, method, succession.

অনুক্ৰমে, ক্ৰি. বি. এটাৰ পাচত আনটো হৈ, ক্ৰম অনুসৰি, successively; according to order.

অনুগত, বি. (সং. অনুগত, পাচত যোৱা—অনু, পাচত+গত, যোৱা—গম, গতি

কৰ) পাচত কুৰা, উপাসক, অধীন, dependent. স. শ. অধীন লোক, a follower or dependent.

অনুগমন্, কৃদ. স. (সং. অনুগমন, পাচত গমন—অনু, পাচত+গমন, যাওন) পাচত যোৱা কাৰ্য্য; এতেকে সতী যোৱা কাৰ্য্য; যেনে, অমুকৰ ভাৰ্য্যাই স্বামীৰ অনুগমন কৰিলে, the act of following or going after another; the act of a woman burning herself on the funeral pile of her husband, concremation.

অনুগামী, বি. (সং. অনুগামিন্, পাচত যোৱা -অনু, পাচত+গামিন্ যোৱা—গম্, গতি কৰ) পাচত যোৱা; লোকে যেনে কৰে, তেনে কৰা, going after another, imitating. স. শ. পাচত যোৱা বা লোকৰ নিচিনা কৈ আচৰণ কৰা মানুহ, a follower; an imitator.

অনুগ্ৰহ্, স. শ. (সং. অনুগ্ৰহ, দয়া—অনু, উপস.+গ্ৰহ্,ল) কৃপা-দৃষ্টি, দয়া, a favour.

অনুগৃহীত্, কৃদ. বি. (সং.) যাক অনুগ্ৰহ কৰা যায়, অনুগ্ৰহ-পোৱা, উপকৃত, favoured.

অনুগ্ৰাহক, স. শ. (সং.) অনুগ্ৰহ-কৰোঁতা, উপকাৰী লোক, benefactor. বি. উপকাৰী, favouring, favourable.

অনুচৰ, স. শ. (সং. অনুচৰ, লগুৱা—অনু, পাচত+চৰ্, গমন কৰ্) লগত যোৱা মানুহ, লগুৱা, আলধৰা, an attendant, a servant, a follower.

অনুচিত্, বি. (সং. অনুচিত, অযুগুত—অ, নহয়+উচিত, যুগুত) অযুগুত, যুক্তিৰ বিৰুদ্ধ, improper, wrong.

অনুচ্চ, বি. (সং. অনুচ্চ, ওখ নোহোৱা—অ, নহয়+উচ্চ, ওখ) ওখ নোহোৱা, চাপৰ, low.

অনুজ, স. শ. (সং. অনুজ, কনিষ্ঠ—অনু, পাচ+জন্, ওপজ্) আপোনাতকৈ পাচে ওপজা লোক, কনিষ্ঠ, সৰু ভাই, a younger brother.

অনুজ্ঞা, স. শ. (সং. অনুজ্ঞা, অনুমতি—অনু, উপস.+জ্ঞা, জান্) অনুমতি; assent, permission. (অনুমতি চোৱাঁ)।

অনুজ্ঞা, স. শ. (সং. অনুজ্ঞা, অনুমতি—অনু, পাচত+জ্ঞা, জান্, প্ৰাৰ্থনাৰ পাচত আদেশ জনোৱা যায়, এতেকে) অনুমতি, প্ৰাৰ্থনা অনুসাৰে কৰা আদেশ, permission.

অনুতাপ্, স. শ. (সং. অনুতাপ, পশ্চাত শোক—অনু, পাচত+তাপ, শোক—তপ্, দুখ কৰ্) কুকৰ্ম্মৰ পাচত হোৱা শোক, regret, repentance.

সমা,—শোক, বেজাৰ, বিষাদ, এই কেইটা শব্দে সকলো প্ৰকাৰৰ মনৰ দুখক বুজায়; অনুতাপ কোনো হানি হলে বা নকৰিব লগীয়া কাম কৰিলে তাৰ বাবে যি শোক হয়, তাত খাটে।

অনুতাপিত্, কৃদ. বি. (সং.) অনুতাপ-পোৱা; বেজাৰ-পোৱা, repentant.

অনুত্তম, বি. (সং. অনুত্তম, বেয়া—অ, নহয়+উত্তম, ভাল) ভাল নোহোৱা, অভাল, বেয়া, bad.

অনুৎসাহ, স. শ. (সং. অনুৎসাহ, উৎসাহহীনতা—অ, নাই+উৎসাহ, উদ্যম) উৎসাহৰ অভাব, চেষ্টা কৰিবৰ অনিচ্ছা, absence of zeal or exertion.

অনুৎসাহিত্, বি. (সং.) উৎসাহ-নোপোৱা; উৎসাহ-ভঙ্গা; যেনে, লৰাক শিক্ষাত অনুৎসাহিত নকৰিবা, not encouraged; discouraged.

অনুৎসাহী, বি. (সং.) উৎসাহ-নথকা, অনুদ্যোগী, not zealous.

অনুদিন্, ক্রি. বি. (সং. অনুদিন, নিতৌ—অনু, উপস.+দিন, দিৱস) নিত্যে, নিতৌ, প্ৰতিদিনে (পদ্যত মাথোন খাটে), every day.

অনুদিনে, ক্রি. বি. (সং. অনুদিন, নিতৌ) নিত্যে, নিতৌ, প্ৰতিদিনে, every day.

অনুদ্দেশ্, বি. (সং. অনুদ্দেশ, উৱাদিহ নথকা—অন, নাই+উদ্দেশ, উৱাদিহ) স্থানান্তৰলৈ যোৱা মানুহ কত আছে,

তাৰ বুজ-নোপোৱা, নিৰুদ্দেশ, gone away and unheard of.

অনুদ্বিগ্ন, বি. ( সং. অনুদ্বিগ্ন, নিশ্চিন্ত—অ, নহয়+উদ্বিগ্ন, চিন্তিত ) উগুল-থুগুল-ন-লগা, শান্ত-মনা, চিন্তিত-নোহোৱা, free from anxiety.

অনুদ্বেগ, স. শ. ( সং. অনুদ্বেগ, উদ্বেগশূন্যতা —অ, নাই+উদ্বেগ, উগুলথুগুল ) উগুল থুগুল নলগা অৱস্থা, শান্ত মনেৰে থকা অৱস্থা, উদ্বেগশূন্যতা, freedom from anxiety.

অনুদ্যত্, বি. ( সং. অনুদ্যত, অনুদ্যোগী— অ, নহয়+উদ্যত, উৎসাহী ) উদ্যোগী নোহোৱা, কাৰবাৰ-নকৰা, নিশ্চেষ্ট, inactive, idle.

অনুদ্যম্, স. শ. ( সং. অনুদ্যম, উদ্যমশূন্যতা —অ, নাই+উদ্যম, উৎসাহ ) অনুদ্যোগ, চেষ্টাৰ অভাৱ, inactivity, absence of exertion.

অনুদ্যোগ, স. শ. (সং. অনুদ্যোগ, অনুদ্যম— অ, নাই+উদ্যোগ, উদ্যম ) চেষ্টা নকৰা অৱস্থা, উদ্যোগৰ অভাৱ, inactivity, absence of exertion.

অনুদ্যোগী, বি. (সং. অনুদ্যোগিন্, উদ্যোগ-হীন—অন্, নহয়+উদ্যোগিন্, উৎসাহী) অনুৎসাহী, এলেহুৱা, অনুদ্যত, inactive, idle.

অনুধাৱন্, কৃদ. স. ( সং. অনুধাৱন, পাচত চিন্তন—অনু, পাচত+ধা, লব ) পাচত ভাবি চোৱা কাৰ্য্য, reflection, consideration.

অনুনয়, স. শ. ( সং. অনুনয়, বিনয়—অনু উপস.+নী, লৈ যা ) বিনয়, নম্ৰতা, civility, humility.

অনুনাসিক, বি. ( সং. অনুনাসিক, নাকেৰে উচ্চাৰিত—অনু, উপস.+নাসা, নাক ) নাকে দি মতা, নাকেৰে উচ্চাৰণ কৰা ; যেনে, হোঁ, nasal.

অনুপকাৰ, স. শ. ( সং. অনুপকাৰ, অপকাৰ —অ, নহয় + উপকাৰ, হিতকাৰ্য্য ) অহিত কাৰ্য্য, হিংসা, অপকাৰ, injury.

অনুপকাৰী, বি. অহিত ; injurious, inimical. স. শ. অপকাৰ-কৰোঁতা, an enemy.

অনুপম্, বি. (সং. অনুপম, অতুল্য—অ, নাই +উপমা, তুল্য ) যাৰ তুল্য নাই, অতুল্য. incomparable.

অনুপযুক্ত, বি. ( সং. অনুপযুক্ত—অ, নহয়+ উপযুক্ত, যোগ্য ) অযোগ্য, unfit.

অনুপস্থিত্, বি. ( সং. অনুপস্থিত—অ, নহয়+ উপস্থিত, আগলৈ অহা ) আগত নথকা. অসাক্ষাত, absent.

অনুপস্থিতি, স. শ. ( সং. ) কোনো এজন আগত নথকা কাল, অসাক্ষাত ; কোনো বস্তুৰ অপ্ৰাপ্তি, absence.

অনুপান্, স. শ. ( সং. অনুপান, দৰবে সৈতে পান-কৰা বস্তু—অনু, পাচত + পান, পি খোৱা বস্তু ) দৰবৰ পাচত বা তাৰে সৈতে মিহলাই পি খোৱা বস্তু ; যেনে, মৌ, আদাৰস, ইত্যাদি, fluid vehicle in medicine, a fluid substance taken with or after medicine.

অনুপায়, বি. (সং. অনুপায়, উপায়হীন— অ. নাই + উপায়, কাৰ্য্যসিদ্ধিৰ হেতু ) নিৰুপায়, উপায়হীন ; যেনে, অনুপায় হৈ আপোনাৰ আশ্ৰয় লৈছোঁ, having no means.

অনুপ্ৰাস্, স. শ. ( সং. অনুপ্ৰাস, একে আখৰ থকা বহু শব্দেৰে কৰা ৰচনা— অনু, উপস.+প্ৰ, আগত+অস, থাক্ ) একে আখৰ আগত থকা বহু শব্দ লগ লগাই কৰা ৰচনা ; যেনে, "ভাৰক ভাই ভজা ভগৱন্ত,"—শঙ্কৰ ; alliteration.

অনুবন্ধ, স. শ. ( সং. অনুবন্ধ, বান্ধ, লৰা, ইত্যাদি—অনু, উপস. + বন্ধ, বন্ধন ) পূৰ্ব্বৰ পৰা চলি অহা ৰীতি ; যেনে, এনে কাম কৰাৰ এই দেশত অনুবন্ধ নাই ; custom, usage. অনুবন্ধ সংস্কৃত শব্দ, কিন্তু অসমীয়াত তাৰ অৰ্থ লৰিছে।

অনুভৱ, স. শ. ( সং. অনুভৱ, বোধ—অনু. উপস.+ভূ, হ) গাত গম পাই হোৱা বোধ ; যেনে, কালি ৰাতি ইমান টোপনি হৈছিল

যে মহে কামোৰাৰ অনুভৱেই মহল, feeling. perception.

অনুভূত্, কৃদ. বি. (সং. অনুভূত, বোধ-কৰা—অনু, উপস.+ভূ, হ) বুজা, গাত গম-পোৱা, বোধ-কৰা, perceived, felt.

অনুমতি, স. শ. (সং. অনুমতি, অনুজ্ঞা—অনু, উপস.+মতি, মন) অনুজ্ঞা, কাম কৰিবৰ আদেশ; permission.

অনুমান্, স. শ. (সং. অনুমান, উপলব্ধি—অনু, উপস. + মান, জোখ) হেতু দেখি কৰা নির্ণয়, মনেৰে ভাবি কৰা ঠিক, inference, supposition.

সমা—অনুভৱ, অনুমান, প্রথমটোৱে গাত গম পাই হোৱা জ্ঞানক বুজায়, পাচৰটো হেতু দেখি তাৰ কি ফল হব তাক বুজোৱাত খাটে; এতেকে সুখ আৰু দুখক আমি অনুভৱ কৰোঁ, আৰু মেঘ দেখিলে বৰষুণ হব এইটো অনুমান হয়।

অনুমোদন, কৃদ. স. (সং. অনুমোদন, ভাল বোলন—অনু, পাচত+মুদ্, আনন্দকৰ্), কোনো কামক ভাল বুলি স্বীকাৰ কৰা কার্য্য, সন্তোষ-প্রকাশ; যেনে, এই প্রস্তাৱ সভাই অনুমোদন কৰিছে, approbation.

অনুমোদিত্, কৃদ. বি. ভাল বুলি স্বীকাৰ কৰা, approved.

অনুযায়্,ক্রি. বি. (সং. অনুযায়ী, পশ্চাদ্গামী) অনুসাৰে, অনুসৰি, দৰে, according to.

অনুযায়ী, বি. (সং. অনুযায়িন্, অনুসাৰী—অনু, পাচ+যা, গতি কৰ্) নিচিনা; যেনে, আজ্ঞা অনুযায়ী কার্য্য, conformable to.

অনুযোগ্, স. শ. (সং. অনুযোগ, তিৰস্কাৰ—অনু, উপস.+যুজ্, লগ লগা) তিৰস্কাৰ, দোষ-ধৰণ, censure.

অনুৰক্ত, বি. (সং. অনুৰক্ত, আসক্ত—অনু, উপস. +ৰঞ্জ্, মন লগা) কোনো বস্তুত ৰবকৈ মন লগোৱা, আসক্ত, fond.

অনুৰাগ, স. শ. (সং. অনুৰাগ, আসক্তি—অনু+ৰঞ্জ্, মন লগা) ভাল-পোৱা কার্য্য, স্নেহ, আসক্তি; মনোযোগ, fondness, affection, attention.

ী, বি. (সং. অনুৰাগিন্—অনুৰাগ+ইন্) অনুৰাগযুক্ত, স্নেহযুক্ত, ভাল-পোৱা, fond, loving. (স্ত্রী) অনুৰাগিণী।

অনুৰাধা, স. শ. (সং. অনুৰাধা, এটা নক্ষত্র—অনু, উপস.+ৰাধ্, সিদ্ধ হ, এই নক্ষত্রত আৰব্ধ কর্ম্ম সিদ্ধ হয়, এই ভাৱত) সপ্তদশ নক্ষত্র, the seventeenth lunar mansion.

অনুৰুদ্ধ, কৃদ. বি. (সং. অনুৰুদ্ধ, খটা-হোৱা—অনু, উপস.+ৰুধ্, আবদ্ধ কৰ্) অনুৰোধ-কৰা হোৱা, অনুৰোধ-পোৱা, খটা-হোৱা; যেনে, অমুক অনুৰুদ্ধ হৈছে, asked to do a favour to some one or to do something.

অনুৰূপ্, স. শ. (সং. অনুৰূপ, তুল্য বস্তু—অনু, উপস.+ৰূপ, গঢ়) আন কোনো বস্তুৰ সদৃশ বস্তু; যেনে, বঙ্গালী আখৰ দেৱনাগেৰীৰ অনুৰূপ, মেকুৰি বাঘৰ অনুৰূপ, something resembling another, resemblence, a copy.

অনুৰূপীয়া, বি. যিমান হব লাগে সিমান নোহোৱা, সামান্য, অনুষ্টুপীয়া, of an inferior degree or proportion, small, brief.

অনুৰূপীয়াকৈ, ক্রি. বি. সামান্যৰূপে, অলপায়াকৈ, in a smaller degree or proportion, in an inferior manner.

অনুৰূপ-শব্দ, স. শ. (সং. অনুৰূপ-শব্দ—অনুৰূপ, তুল্য+শব্দ, মাত)—ব্যাক. কোনো বস্তুৰ তুল্য কোনো এটা বস্তু বুজোৱা মাত; যেনে, মাছ টাছ, ইয়াত "টাছ" শব্দে মাছৰ তুল্য আন কোনো বস্তু বুজাইছে, সেয়ে অনুৰূপ-শব্দ, a syllable or two added to a noun to convey a meaning similar to that of the English phrase "and so forth."

অনুৰোধ, স. শ. (সং. অনুৰোধ, উপৰোধ—অনু, উপস.+ৰুধ, আটক কৰ্) কোনো লোকৰ উপকাৰৰ নিমিত্তে বা কোনো

কাৰ্য্য কৰিবৰ নিমিত্তে কৰা খাটনি; যেনে, অমুকৰ অনুৰোধত এই কাৰ্য্য কৰিলোঁ, কাৰ্য্যৰ অনুৰোধত ইয়ালৈ আহিলোঁ, recommendation, the act of advising something fit to be done.

সমা—সমান মানুহক কোনো কাৰ্য্য কৰিবলৈ কোৱাক "অনুৰোধ" বোলে, ডাঙ্গৰ মানুহৰ পৰা কোনো উপকাৰ বিচৰাৰ নাম "ভাৰসা" বা "খাটনি"।

অনুৰোধ কৰ, কোনো এজনৰ উপকাৰৰ নিমিত্তে আন এজনক খাট; কোনো কাৰ্য্যকৰিবলৈ খাট্, to recommend, to advise something fit to be done.

অনুলেপ, স. শ. (সং. অনুলেপ, গাত ঘঁহা সুগন্ধি দ্ৰব্য—অনু, উপস.+লিপ, ঘঁহ), গাত ঘঁহা সুগন্ধি বস্তু, any fragrant substance with which the body is besmeared.

অনুলেপন্, কৃদ. স. (সং.) গাত সুগন্ধি দ্ৰব্য-ঘহন; যেনে, স্নানৰ পাচত অনু-লেপন কৰিব লাগে, the act of smearing the body with unguents. স. শ. গাত ঘঁহা গন্ধ দ্ৰব্য; যেনে, চন্দন এবিধ অনুলেপন, an unguent, any fragrant substance with which the body is anointed.

অনুশীলন্, কৃদ. স. (সং. অনুশীলন, অভ্যাস —অনু, উপস.+শীলন্, আচৰণ) অভ্যাস, কোনো কথা শিকিবৰ নিমিত্তে পুনঃ পুনঃ কৰণ, study, exercise.

অনুশোচ, স. শ. (সং. অনুশোচন, বেজাৰ —অনু, পাচত+শুচ, শোক কৰ্) অনুতাপ, কোনো বেয়া কাম কৰাৰ পাচত হোৱা বেজাৰ, repentance.

অনুষ্টুপ, স. শ. (সং. অনুষ্টুপ, এবিধ ছন্দ— অনু, উপস.+ষ্টুভ্, থাম) সংস্কৃতৰ এবিধ চুটি ছন্দ, a short measure of verse in Sanscrit.

অনুষ্টুপীয়া, বি. অনুষ্টপ-ছন্দৰ দৰে সংক্ষেপ, অলপায়া, অনুৰূপীয়া; যেনে, অনুষ্টুপীয়া কাৰ্য্য, of an inferior degree, brief, small.

অনুষ্টুপীয়াকৈ, ক্ৰি. বি. অনুৰূপীয়াকৈ, সংক্ষেপকৈ, in a small degree or proportion.

অনুষ্ঠান্, স. শ. (সং. অনুষ্ঠান, আৰম্ভ—অনু, উপস.+স্থা, থাক্) আৰম্ভ, commencement.

অনুষ্ঠান্-পত্ৰ, স. শ. (সং. অনুষ্ঠান-পত্ৰ, কোনো কাৰ্য্যৰ আৰম্ভৰ কথা থকা কাকত—অনুষ্ঠান, আৰম্ভ+পত্ৰ, লেখা) কোনো কাৰ্য্য আৰম্ভ কৰিবৰ সময়ত সেই বিষয় লোকক জনাবৰ কাৰণ লেখা কাকত, a prospectus.

অনুসন্ধান্, স. শ. (সং. অনুসন্ধান, বুজ বিচাৰ —অনু, উপস.+সন্ধান, লক্ষ্য) বুজ-বিচাৰ, ভু-লোৱা, বিচাৰ-পৰ, বুজ-বাজ; যেনে, এই কথাৰ অনুসন্ধান লোৱা; উদ্দেশ, উৰাদিহ; যেনে, চোৰৰ অনুসন্ধান পোৱা নাই, enquiry; search.

অনুসন্ধান-প্ৰিয়, বি. (সং. অনুসন্ধানপ্ৰিয়, বিচাৰত ৰত—অনুসন্ধান ঐ+প্ৰিয়, ভাল-পোৱা) সকলো কথাৰ আগ-গুৰি বিচাৰ-কৰাত ৰত, of an enquiring habit.

অনুসৰি, অনুসাৰে, ক্ৰি. বি. (সং. অনুসাৰ, অনুযায় —অনু, পাচত+সৃ, গতি কৰ্) সমানে, পৰিমাণে; যেনে শক্তি অনুসৰি বা শক্তি অনুসাৰে ভক্তি; দৰে, অনুযায়; যেনে, আজ্ঞা অনুসৰি বা অনুসাৰে কৰ্ম্ম কৰিছে, in proportion to; according or agreeably to.

অনুস্বাৰ্, স. শ. (সং. অনুস্বাৰ,—অনু, পাচত +স্বৃ, উচ্চাৰ্; আন এটা আখৰৰ পাচত উচ্চাৰিত হয়, এতেকে) নাকে দি মতা বিন্দু, "ং," the nasal letter "ং."

অনুক্ষণ, অনুক্ষণে, ক্ৰি. বি. (সং. অনুক্ষণ, প্ৰতি-ক্ষণ—অনু, উপস. + ক্ষণ, থন্তেক) সকলো সময়ত, উশাহে-উশাহে,

ঘনে-ঘনে (পদত মাথোন খাটে) ; যেনে “কৃষ্ণ কথা শুনা অনুক্ষণ,” every moment.

অনূঢ়া (স্ত্ৰী) বি. (সং. অনূঢ়া, অবিবাহিতা—অন, নোহোৱা + ঊঢ়া, বিয়া দিয়া) বিয়া-নিদিয়া, অবিবাহিতা, unmarried (female).

অনেক্, বি. ( সং. অনেক, বহু—অ, নহয় + এক, এটা ; একতকৈ অধিক ) এটাতকৈ অধিক, বহুত, বিস্তৰ ; যেনে, অনেক মানুহ, অনেক ধন, many ; much. স. শ. বহুত লোক ; যেনে, অনেকে এই কথা কয়, অনেকৰ মত, many persons. ক্ৰি. বি. অধিক-পৰিমাণে, বেচিৰূপে ; যেনে, নৰিয়া আগতকৈ অনেক ভাল হৈছে, much, in a great degree.

অন্ত, স. শ. (সং. অন্ত, শেষ —অম্, গতি কৰ্) শেষ, ওৰ; মৰণ, end ; limit ; death. ক্ৰি, অন্তপৰ্, শেষ হ, অন্ত হ, to end.

অন্তঃকৰণ্, স. শ. ( সং. অন্তঃকৰণ, মন—অন্তঃ, ভিতৰ + কৰণ, কৰা ) মন, চিত্ত, mind, the heart.

অন্তঃপুৰ্, স. শ. (সং. অন্তঃপুৰ, ঘৰৰ ভিতৰৰ ভাগ—অন্তঃ, ভিতৰ + পুৰ, নগৰ বা ঘৰ-বাৰী ) ভিতৰ-টোল, ভিতৰ-ঘৰ, ডাঙ্গৰ লোকৰ ঘৰৰ যি ভাগত লৰা-তিৰোতা থাকে, the innermost apartment.

অন্তক্, স. শ. ( সং. অন্তক, যম—অন্ত, ঐ ) শেষ-কৰোঁতা, নাশ-কৰোঁতা, ওৰ-পেলাওঁতা, যম, মৃত্যু, destroyer, death.

অন্তকাল্, স. শ. ( সং. অন্তকাল, শেষকাল —অন্ত, ঐ + কাল, সময় ) জীৱনৰ শেষ কাল, মৰিবৰ সময়, the time of death. ক্ৰি. বি. অন্তকালে, জীৱনৰ শেষ সময়ত, মৰিবৰ বেলা ; যেনে, “ অন্তকালে হৰিসে ৰাখিব, নৰাখিব ডুকৃঞ কৰণে,” at the hour of death (পদ্যত মাথোন চলিত)।

অন্তৰ্, স. শ. ( সং. অন্তৰ, ভিতৰ—অন্ত, শেষ + ৰা, গ্ৰহণ কৰ্ ) মাজ, ভিতৰ ; এতেকে মন ; যেনে, অন্তৰত ভাবি চোৱাঁ ; দূৰ ঠাই, নিলগ ; যেনে, পাঁচ হাতৰ অন্তৰত, midst ; mind ; distance. বি. নিলগ, দূৰ, আঁতৰ ; যেনে, তাৰ ঘৰ বহুত অন্তৰ, distant.

অন্তৰা-অন্তৰি, বি. (সং. অন্তৰ, দূৰ) আঁতৰা-আঁতৰি, নিলগা-নিলগি, ইটোৰপৰা সিটো আঁতৰ ; যেনে, সিহঁত এহাতৰ অন্তৰা-অন্তৰি, distant from one another.

অন্তৰা-অন্তৰিকৈ, ক্ৰি. বি. আঁতৰা-আঁতৰিকৈ, ইটোৰ পৰা সিটোক আঁতৰকৈ, at a distance from one another.

অন্তৰিন্দ্ৰিয়, “ ইন্দ্ৰিয় ” চোৱাঁ ।

অন্তৰীপ্, স. শ. ( সং. অন্তৰীপ, আগীয়াঠুঁটি —অন্তঃ, ভিতৰ + আপ, পানী ) সাগৰৰ ভিতৰলৈ আগ বাঢ়ি যোৱা কিলাকুটিয়া মাটি ; আগীয়াঠুঁটি, a cape, a promontory.

অন্তৰীক্ষে, ক্ৰি, বি. (সং. অন্তৰীক্ষ, আকাশ) আকাশত ; যেনে, থাকি অন্তৰীক্ষে (পদ্যত), in the sky.

অন্তৰে, ক্ৰি. বি. (সং. অন্তৰ, মন) মনেৰে, পেটে, mentally.

অন্তৰ্গত্, বি. (সং. অন্তৰ্গত, ভিতৰৰ—অন্তঃ, ভিতৰ + গত, যোৱা) ভিতৰৰ, মাজত থকা ; যেনে, গুৱালপাৰা আসামৰ অন্তৰ্গত, included, situated in.

অন্তৰ্দ্দাহ্, স. শ. (সং. অন্তৰ্দ্দাহ, মনৰ দুখ—অন্তৰ, ভিতৰ + দাহ, তাপ) গাৰ ভিতৰৰ পোৰণি ; এতেকে মনৰ তাপ, শোক, মনৰ দুখ, internal heat ; sorrow, mental affliction.

অন্তৰ্দ্ধান্, বি. (সং. অন্তৰ্দ্ধান, লুকুৱা, বা অদৃশ্যহোৱা—অন্তৰ, ভিতৰ + ধা, ধাৰণ কৰ্ ) লুকুৱা, নেদেখা-হোৱা ( দেৱতাৰ কথাত খাটে ) ; যেনে, ব্ৰহ্মা অন্তৰ্দ্ধান হল, vanished, out of sight.

অন্তৰ্ব্বত্নী, বি. (সং. অন্তৰ্ব্বত্নী, গৰ্ভৱতী—অন্তৰ, ভিতৰ + ৱত্, প্ৰত্যয়) গৰ্ভৱতী, সগৰ্ভা, pregnant.

অন্তৰ্ব্বৰ্ত্তী, বি. (সং. অন্তৰ্ব্বৰ্ত্তী, অন্তৰ্গত—অন্তৰ, ভিতৰ + বৰ্ত্তী, থকা) অন্তৰ্গত, included.

অন্তৰ্য্যামী, বি· (সং· অন্তৰ্য্যামিন্, মনৰ ভিতৰলৈ যোৱা—অন্তৰ, মন+যা, গতি কৰ্), মনৰ ভিতৰলৈ সোমোৱা, এতেকে মন-দেখা, মনৰ সকলো ভাব-বুজা; যেনে, প্ৰভু অন্তৰ্য্যামী, knowing the heart, heart-searching.

অন্তৰ-শূন্য, বি· (সং· অন্তঃশূন্য—অন্তৰ, ভিতৰ+শূন্য, শুদা) ভিতৰ-শুদা, ফোঁপোলা, এতেকে জ্ঞান-বিদ্যা নথকা, hollow, ignorant.

অন্তিম্, বি· (সং· অন্তিম, শেষ—অন্ত, শেষ) শেষ, মৰিবৰ ওচৰৰ, final, last.

অন্তিম-দান্, স· শ· (সং· অন্তিম, শেষ+দান, দিয়া বস্তু) মৰিবৰ সময়ত কৰা দান, এই কাৰণে কোনো মানুহে তেঁও মৰাৰ পাচত ভোগ কৰিবৰ নিমিত্তে দি যোৱা বস্তু, legacy.

অন্তিম-পত্ৰ, স· শ· (সং· অন্তিম, শেষ+পত্ৰ, কাকত) মৰাৰ পাচত ভোগ কৰিবৰ নিমিত্তে দিয়া দানৰ কাকত, উইল, a will.

অন্তী, স· শ· (সং· অন্ত, শৰীৰৰ অঙ্গ) মুনিহ-মানুহে কাণত পিন্ধা কঁৰীয়া, an ear-ring worn by a man.

অন্তেসপুৰ্, স· শ· (সং· অন্তঃপুৰ, ভিতৰৰ ঘৰ) ডাঙৰ মানুহৰ ঘৰৰ লৰা-তিৰোতা থকা ভিতৰৰ ভাগ; যেনে, "অন্তেসপুৰত থাকা মহা ভাগ। কিমতে পাইলা নাৱদৰ লাগ॥" (শঙ্কৰ দেৱ), the innermost apartment.

অন্ত্যজ, বি· (সং· অন্ত্যজ, অতি হীন জাতিৰ—অন্ত্য, নীচ+জন্, ওপজ) নীচ জাতিত ওপজা, হীন জাতিৰ, low-born, of a low caste. স· শ· হীন জাতিৰ পুৰুষ, a man of a low caste, (স্ত্ৰী) বি· স· শ· অন্ত্যজা।

অন্ত্যজাতি, স· শ· (সং· অন্ত্যজাতি, নীচ জাতি—অন্ত্য, নীচ+জাতি, কুল) নীচ কুল, অধম জাতি, a low caste.

অন্ত্যেষ্টি-ক্ৰিয়া, স· শ· (সং· অন্ত্যেষ্টি-ক্ৰিয়া—অন্ত্য, শেষ+ইষ্ট, হিত+ক্ৰিয়া, কাম) মৰাক ধৰি দিয়া আদি কাম, প্ৰেতক্ৰিয়া, funeral ceremonies.

অন্ধ, বি· (সং· অন্ধ, কণা—অন্ধ, কণা হ) কণা, চকু-নথকা, গোটেই নেদেখা, totally blind.

অন্ধক্, স· শ· গোটেই কণা মানুহ, a totally blind person.

অন্ধকাৰ্, স· শ· (সং· অন্ধকাৰ, আন্ধাৰ—অন্ধ, কণা+কৃ, কৰ্) আন্ধাৰ, পোহৰ-নথকা; যেনে, অন্ধকাৰ ৰাতি, dark. স· শ· আন্ধাৰ, পোহৰ নথকা অৱস্থা বা গুণ; যেনে, অন্ধকাৰত একো নেদেখি, darkness.

অন্ধঘোপ, স· শ· (সং· অন্ধ, কণা+ঘোপ, আন্ধাৰ সৰু ঠাই) চাৰিও ফালে বে-ৰা, আন্ধাৰ ঠাই; যেনে, অন্ধঘোপত সোমাইছে গৈ; বৰ আন্ধাৰ; যেনে, অন্ধঘোপ হৈছে, একো নেদেখি, a very dark room; deep darkness.

অন্ধবিশ্বাস, স· শ· (সং· অন্ধ, কণা+বিশ্বাস, প্ৰত্যয়) কণাৰ দৰে, অৰ্থাৎ বিবেচনা নকৰাকৈ কৰা বিশ্বাস (প্ৰায়ে ধৰ্ম্মত খাটে); যেনে, অন্ধবিশ্বাসে অধৰ্ম্মকো ধৰ্ম্ম বোলে, blind faith, bigotry.

অন্ধবিশ্বাসী, স· শ· (সং· অন্ধবিশ্বাসিন্, বিবেচনা নকৰাকৈ বিশ্বাস-কৰা) একো বিবেচনা নকৰাকৈ ধৰ্ম্মত বিশ্বাসকৰোঁতা, a bigot.

অন্ধলা, বি· গোটেই কণা, wholly blind. স· শ· গোটেই কণা পুৰুষ, a wholly blind man. (স্ত্ৰী) আন্ধলী।

অন্ন, স· শ· (সং· অন্ন, খাদ্য—অদ্, খা) ভাত, চাউল; আহাৰৰ বস্তু, rice; food.

অন্ন-জল, স· শ· (সং· অন্নজল, আহাৰ-পানী—অন্ন, আহাৰ+জল, পানী) জীৱিকা, প্ৰবৰ্ত্তিবৰ উপায়, বৃত্তি, subsistence, means of support.

অন্নদাতা, স· শ· (সং· অন্নদাতৃ, আহাৰ দিওঁতা—অন্ন, আহাৰ+দাতৃ, দিওঁতা) আহাৰ-দিওঁতা, পোহপাল-দিওঁতা, প্ৰতিপালক, a supporter, a hospitable man. (স্ত্ৰী) অন্নদাত্ৰী।

অন্নপূৰ্ণা, স· শ· (সং· অন্নপূৰ্ণা, দুৰ্গা—অন্ন,

আহাৰ+পূৰ্ণ, পুৰ) দুৰ্গা-দেবী, আহাৰ-দিয়া গোসানী, a name of Doorga, especially of that form of her in which she is supposed to give food to mankind, called also অন্নদা।

অন্নপ্ৰাসন্, স. শ. (সং. অন্নপ্ৰাসন, ভাত খুওৱা—অন্ন, ভাত+প্ৰ, উপস.+অসন, খোৱা) লৰাক প্ৰথমতে ভাত-খুওৱা ক্ৰিয়া, the ceremony of giving boiled rice to a child for the first time.

অন্য, বি. সৰ্ব্ব. (সং. অন্য; আন) বেলেগ, পৰ other. স. শ. আন লোক; যেনে, অন্যে যি কম্ম কওক, তুমি একো নকৰা, another person.

অন্যথা, বি. (সং. অন্যথা, আন এপ্ৰকাৰ কৰা—অন্য, আন+থা, প্ৰকাৰ) আন প্ৰকাৰৰ, লৰচৰ, বিপৰীত, changed, modified.

অন্যান্য, বি. সৰ্ব্ব. (সং. অন্যান্য, আন-আন—অন্য+অন্য) আন-আন, কোনো-কোনো; যেনে, অন্যান্য লোকে কোৱাকুই কৰিছে, some other.

অন্যায়, বি. (সং. অন্যায়, অযুগুত—অ, ন-হয়+ন্যায়, যুগুত) অযুগুত, অনুচিত, wrong, improper, স. শ. অনুচিত কাম, অবিচাৰ, impropriety, injustice.

অন্যোন্যে, ক্ৰি. বি. (সং. অন্যোন্য, পৰস্পৰ) পৰস্পৰে, ইটোৱে-সিটোৱে; যেনে, সিহঁতে অন্যোন্যে পৰিহাস কৰিছে, mutually.

অন্বয়, স. শ. (সং. অন্বয়, বাক্যৰ মাজৰ শব্দ বিলাকৰ পৰস্পৰ সম্বন্ধ—অনু, উপস.+ই, গতি কৰ্) বাক্যৰ মাজত কথাবিলাকৰ পৰস্পৰ সম্বন্ধ বা মিল; যেনে, "মই যাওঁ" এই বাক্যত মই আৰু যাওঁ এই দুই কথাৰ অন্বয় বা পৰস্পৰ সম্বন্ধ হৈছে, (অৰ্থাৎ মই, প্ৰথম পুৰুষ, একবচন, যাওঁ, প্ৰথম পুৰুষ, একবচন), the natural connection or order of words in a sentence.

অন্বেষণ, কৃদ্. স. (সং. অন্বেষণ, বিচাৰণ—অনু, উপস.+ইষ্, বাঞ্ছা কৰ্) বিচাৰণ, বুজবাজ, অনুসন্ধান, search, looking after.

অন্বেষা, স. শ. (সং. অন্বেষণ ঐ) অনুসন্ধান, বুজ বিচাৰ; এতেকে সম্মান, আদৰ; যেনে, "তোমাক অন্বেষা কৰে দশ-দিক পালে" (শঙ্কৰ) enquiring after; regard, respect (পদ্যত মাথোন)।

অপ, উপস. (সং.) অহিত, বেয়া, ইত্যাদি; যেনে, অপকাৰ, অপকৰ্ম্ম, a prefix signifying inferior, etc.

অপকৰ্ম্ম, স. শ. (সং. অপকৰ্ম্ম, কুকৰ্ম্ম—অপ, ঐ+কৰ্ম্ম, কাম) বেয়া কাম, কুকৰ্ম্ম, পাপ, a vicious act, a misdeed.

অপকৰ্ষ, স. শ. (সং. অপকৰ্ষ—অপ, উপস.+কৃষ্, টানি আন্) টানি ওচৰ চপাই অনা বা চাপৰোৱা কাৰ্য্য, the act of drawing or pulling near or of lowering.

অপকলঙ্ক, স. শ. (সং. অপকলঙ্ক, অপবাদ—অপ, উপস.+কলঙ্ক, চেকা) অপবাদ, কুকৰ্ম্মৰ দোষাৰোপ; ঘাইকৈ, মিছা অপবাদ, an accusation, especially a false one.

অপকাৰ্, স. শ. (সং. অপকাৰ, অহিত কাৰ্য্য—অপ, উপস.+কৃ, কৰ) অহিত কৰণ, অনিষ্ট, হিংসা, injury, mischief.

অপকাৰক্, } বি. (সং. অপকাৰিন্—অপকাৰ
অপকাৰী, } +ইন্) অহিত-কৰা, injurious. স. শ. অহিতকাৰী পুৰুষ, a man who injures another. (স্ত্ৰী) অপকাৰিণী।

অপকৃষ্ট, বি. (সং. অপকৃষ্ট, মন্দ—অপ, তললৈ+কৃষ্, টান্) অধম, নীচ, বেয়া, low, vile, inferior.

অপঘাত্, বি. (সং. অপঘাত, আকস্মিক—অপ, উপস.+ঘাত, মাৰণ) অকস্মাত হোৱা, অস্বাভাবিক (মৃত্যুত খাটে); যেনে, অপঘাত মৃত্যু, unusual, accidental (said of death).

**অপচয়্**, স. শ. (সং. অপচয়্, হানি—অপ, উপস. + চি, সংগ্ৰহ কৰ্) সংগ্ৰহৰ বিৰুদ্ধ কাৰ্য্য, হানি, নাশ, loss.

**অপটু**, বি. (সং. অপটু, অপাৰ্গত—অ, ন + পটু, জনা) নজনা, অপাৰ্গত, unskilful. স. শ. নজনা বা মূৰ্খ মানুহ, an unskilful person.

**অপঢ়ুৱা**, বি. (অং. অ, নহয় + পঢ়ুৱা, পঢ়া) পঢ়িব নজনা, চহা, মূৰ্খ, unlearned, illiterate.

**অপণ্ডিত্**, বি. (সং. অপণ্ডিত, মূৰ্খ—অ, নহয় + পণ্ডিত, বিদ্যাৱন্ত) অজ্ঞানী, অপঢ়ুৱা, মূৰ্খ, illiterate, unlearned. স. শ. অজ্ঞানী মানুহ, মূৰ্খ, an illiterate person.

**অপত্য**, স. শ. (সং. অপত্য, সন্তান অ, ন + পত্, পৰ্) সন্তান, সন্ততি, যাৰ দ্বাৰা বংশ ৰক্ষা হয়, offspring, a male or female child.

**অপত্য-স্নেহ**, স. শ. (সং. অপত্য-স্নেহ, সন্তানৰ মৰম—অপত্য, সন্তান + স্নেহ, মৰম) সন্তানলৈ মৰম, পুত্ৰস্নেহ, philoprogenitiveness, affection for one's offspring.

**অপত্যাভিলাষ্**, স. শ. (সং. অপত্যাভিলাষ, সন্তান পাবৰ ইচ্ছা—অপত্য, সন্তান + অভিলাষ, বাঞ্ছা) সন্তান জন্মাবৰ বাঞ্ছা, the desire of having children.

**অপথ্**, স. শ. (সং. অপথ, অবাট—অ, নহয় + পথ, বাট) অবাট, আওবাট, বেয়া বাট, a wrong way, a bad way.

**অপথে**, ক্ৰি. বি. অবাটে, আওবাটে, বেয়া বাটে, by a wrong or bad way.

**অপথ্য**, স. শ. (সং. অপথ্য, নৰিয়া বঢ়োৱা খাদ্য—অ, নহয়, + পথ্য, নৰিয়াৰ আহাৰ) নৰিয়াই খাবৰ অযোগ্য বস্তু, নৰিয়া বৃদ্ধি-কৰা বস্তু, what is unfit as drink or food in particular diseases.

**অপদস্থ**, বি. (সং. অপদস্থ, বিষয়-গুচা—অ, নহয় + পদস্থ, বিষয়ত থকা—পদ, বিষয় + স্থা, থাক্) বিষয়-গুচা; এতেকে অপমানিত হোৱা, লাজত পৰা; যেনে, অমুক অপদস্থ হৈছে, discarded, displaced; dishonoured, disgraced; put to shame.

**অপদাৰ্থ**, বি. (সং. অপদাৰ্থ, অবস্তু—অ, নহয় + পদাৰ্থ, বস্তু) অকামিলা; বস্তু বুলিবৰ অযোগ্য, worthless. স. শ. অকামিলা বস্তু বা মানুহ, a worthless thing or person.

**অপদেৱতা**, স. শ. (সং. অপদেৱতা, উপদেৱতা—অপ, উপস. + দেৱতা, স্বৰ্গৰ লোক) সামান্য দেৱতা, ভূত, পিশাচ, an evil spirit.

**অপনীত**, কৃদ. বি. (সং. অপনীত, দূৰীকৃত — অপ, উপস. + নীত, নিয়া) দূৰ কৰা, লৈযোৱা, গুচোৱা, taken away, removed.

**অপ-ভাষা**, স. শ. (সং. অপভাষা, নীচ ভাষা —অপ, উপস. + ভাষা, বাক্য) নীচ বা সামান্য ভাষা, a vulgar or corrupt language.

**অপভ্ৰংশ**, স. শ. (সং. অপভ্ৰংশ, বিকৃত শব্দ—অপ, উপস. + ভ্ৰংশ, নষ্ট হ) কোনো শব্দৰ বিকৃতি, কোনো শব্দ ভাগি হোৱা শব্দ; যেনে, কৰ্ণ শব্দৰ অপভ্ৰংশ কাণ, the corruption of a word, corrupted word.

**অপমান্**, স. শ. (অপমান, অৱমাননা—অপ, উপস. + মান, সন্মান) অমৰ্যাদা, অৱমাননা, মানৰ হানি, disrespect, indignity, insult.

**অপমানিত্**, কৃদ. বি. লজ্জিত, তিৰস্কৃত, অপমান-পোৱা, not respected, insulted, disgraced.

**অপমৃত্যু**, স. শ. (সং. অপমৃত্যু, অপঘাত মৃত্যু—অপ, উপস. + মৃত্যু, মৰণ) স্বভাৱত, অৰ্থাত নৰিয়াৰ পৰা হোৱাত বাজে আন প্ৰকাৰৰ মৃত্যু, an accidental death.

**অপযশ্ (জ)**, স. শ. (সং. অপযশ, দুৰ্নাম—অপ, উপস. + যশ, যশস্যা) দুৰ্নাম, কুচ্ছা, infamy.

অপৰ্, বি. সৰ্ব্ব. ( সং. অপৰ, অন্য,—অ, নহয়+পৰ, অহিত ) অন্য, কোনো বিশেষ লোকত বাজে আন ; যেনে, এই কথা অপৰ লোকক নকবা, other. যো. অব্য. আৰু, দুফাঁকি কথা লগ লগোৱা শব্দ ; যেনে, আমি ভালে আছোঁ, অপৰ তুমি কেতিয়া আহিবা জানিব খোঁজো, and, moreover.

অপৰাজিত, কৃদ. স. (সং. অপৰাজিত, পৰাস্ত নোহোৱা—অ, নহয়+পৰাজিত, পৰাস্ত ) নহৰা, পৰাস্ত-নোহোৱা undefeated, not vanquished ; unsurpassed. (স্ত্ৰী) অপৰাজিতা।

অপৰাজিতা, স. শ. ( সং. ঐ ) এবিধ লতা আৰু তাৰ ফুল, a kind of creeper and its flower.

অপৰাধ্, স. শ. ( সং. অপৰাধ, জগৰ—অপ, উপস.+ৰাধ্, সিদ্ধি কৰ ) জগৰ, দোষ, an offence, a crime, a fault.

অপৰাধিতা, গু. শ. ( সং. অপৰাধিন্ ) জগৰীয়া অৱস্থা, দোষ, জগৰ guiltiness, guilt.

অপৰাধী, বি. ( সং. অপৰাধিন্, জগৰীয়া—অপৰাধ, জগৰ+ইন্ ) জগৰীয়া, দোষকৰা, guilty. স. শ. অপৰাধ কৰা পুৰুষ, an offender, a criminal. ( স্ত্ৰী ) অপৰাধিনী।

অপৰাধীন্, বি. ( সং. অপৰাধীন্, পৰাধীন-নোহোৱা—অ, নহয়+পৰাধীন, তলতীয়া ) স্বাধীন, কাৰো তলতীয়া নোহোৱা, independent.

অপৰাহ্ল, স. শ. ( সং. অপৰাহ্ল, আবেলি—অপৰ, আনভাগ+অহ্ল, দিন ) দিনৰ পাচ ভাগ, পাচ-বেলা, আবেলি, the afternoon.

অপৰিচিত্, বি. ( সং. অপৰিচিত, নিচিনা—অ, নহয়+পৰিচিত, চিনাকী ) অচিনাকী, নিচিনা, unknown, unacquainted.

অপৰিপূৰ্ণ, বি. ( সং. অপৰিপূৰ্ণ, অসম্পূৰ্ণ—অ, নহয়+পৰিপূৰ্ণ, পূৰ ) পূৰ নোহোৱা, অসম্পূৰ্ণ, incomplete.

অপৰিপূৰ্ণতা, গু. শ. ( সং. ) পূৰ্ণ নোহোৱা অৱস্থা incompleteness.

অপৰিপাটি, বি. ( সং. অপৰিপাটি, মন্দ—অ, নহয়+পৰিপাটি, উত্তম ) মন্দ ; মলিন ; বিশৃঙ্খল, bad, slovenly ; disorderly.

অপৰিমিত্, কৃদ. বি. ( সং. অপৰিমিত, পৰিমাণ কৰিব নোৱৰা—অ, নহয়+পৰিমিত, জোখা ) পৰিমাণতকৈ অধিক, অতি সৰহ ; যেনে, অপৰিমিত আহাৰে ৰোগ জন্মায়, unlimited, unmeasured, beyond measure.

অপৰিষ্কাৰ্, বি. (সং. অপৰিষ্কাৰ, মলিন—অ, নহয়+পৰিষ্কাৰ, পৰিপাটি ) নিকা নোহোৱা, মলিয়ন ; অস্পষ্ট ; যেনে, অপৰিষ্কাৰ লেখা পঢ়া টান, dirty, not clean ; not plain, as writing.

অপৰূপ, বি. (সং. অপৰূপ, অদ্ভুত—অপ, উপস.+ৰূপ, গঢ়) আচৰিত, অদ্ভুত ; আগেয়ে নোহোৱা বা নেদেখা ; যেনে, অপৰূপ কথা, strange, extraordinary. স. শ. কেতিয়াও নেদেখা নুশুনা ৰূপ বা দৰ্শন ; যেনে, এটা অপৰূপ দেখিলোঁ, a strange or extraordinary form or sight.

অপৰ্য্যাপ্ত, বি. (সং. অপৰ্য্যাপ্ত, অসীম—অ, নহয়+পৰ্য্যাপ্ত, পৰিমিত ) অপৰিমিত, অসীম, অসংখ্য, unlimited, unbounded.

অপবৰ্গ, স. শ. (সং. অপৱৰ্গ—অপ, উপস.+বৃজ্, ত্যাগ কৰ) মুক্তি, মোক্ষ, পৰম-পদ-প্ৰাপ্তি, final beatitude.

অপবাদ্, স. শ. (সং. অপৱাদ—অপ, উপস.+ৱাদ, কোৱা) দোষাৰোপ, অপকলঙ্ক, an accusation.

অপবিত্ৰ, বি. (সং. অপৱিত্ৰ, অশুচি—অ, নহয়+পবিত্ৰ, শুচি) অশুচি, চুৱা, unclean, unholy, ceremonially impure.

অপব্যয়্, স. শ. (সং. অপৱ্যয়—অপ, উপস.+ৱ্যয়, ভগন্) অবাবত ভগন, বেয়া কামত কৰা খৰচ, prodigality, wastefulness.

অপব্যয়ী, বি. (সং. অপব্যয়িন্) ধুঁৱাখুলীয়া, wasteful, prodigal.

অপশব্দ, স. শ. (সং. অপশব্দ—অপ, উপস. + শব্দ, মাত) চহা মাত, অশুদ্ধ শব্দ, a vulgar word, slang.

অপস্মাৰ, স. শ. (সং. অপস্মাৰ—অপ, নথকা + স্মাৰ, স্মৰণ) আঁৰৰি-ৰোগ, a falling sickness.

অপহৰণ, কৃদ্. স. (সং. অপহৰণ—অপ, উপস. + হৰণ, চুৰ-কৰা) চুৰ কৰণ, ছলেৰে বা বলেৰে নিয়ন, theft, robbery.

অপহাৰক্, } স. শ. (সং.) চোৰ, ডকাইত,
অপহাৰী, } বলেৰে নিওঁতা, a thief, a plunderer.

অপক্ষপাতী, বি. (সং. অপক্ষপাতিন্, পক্ষপাত নকৰা—অ, নহয় + পক্ষপাতিন্, এফালৈ টনা) উচিত বিচাৰ কৰা, কাৰো ফাললৈ নটনা, impartial. (স্ত্ৰী) অপক্ষপাতিনী।

অপাকী, বি. (সং. অপাকিন্, জীণ-নোযোৱা —অ, নহয় + পাকিন্, জীণ-যোৱা) শীঘ্ৰে জীণ-নোযোৱা, গুৰুপাকী; যেনে, অপাকী বস্তু; জীণ নগৈ থকা, পাক নোপোৱা; অজীৰ্ণৰ পৰা হোৱা; যেনে, অপাকী উগাৰ; অজীৰ্ণযুক্ত; যেনে, অপাকী পেট, not easily digestible; not digested, produced by indigestion; dyspeptic.

অপাঠ্য, বি. (সং. অপাঠ্য, পঢ়িবৰ অযোগ্য —অ, নহয় + পাঠ্য, পঢ়িবৰ যোগ্য) পঢ়িবৰ অযোগ্য, মাতিব নলগীয়া; পঢ়িব নোৱৰা, পঢ়া অসম্ভৱ, not fit or proper for reading; illegible, unreadable.

অপাত্ৰ, বি. (সং. অ, নহয় + পাত্ৰ, বস্তুৰ আধাৰ) অযোগ্য, অকামিলা, unfit, not deserving, স. শ. অযোগ্য পুৰুষ, a worthless or undeserving man
বি. স. শ. অপাত্ৰী।

অপাদান, স. শ. (সং. অপাদান, এটা কাৰক —অপ, উপস. + আদান, গ্ৰহণ), ব্যাকৰণত—পঞ্চম কাৰক, the fifth or ablative case.

অপায়, স. শ. (সং. অপায়, অমঙ্গল—অপ, উপস. + অয়, গতি কৰ্) আপদ, বিপদ, misfortune, calamity.

অপাৰ, বি. (সং. অপাৰ, পাৰ নথকা—অ, নাই + পাৰ, দাঁতি) পাৰ বা দাঁতি নথকা, অকূল; যেনে, অপাৰ সাগৰ; অন্ত-নথকা, অসীম; যেনে, অপাৰ সম্পত্তি; having no shore, boundless.

অপাৰক্, } বি. (সং. অপাৰক অপাৰগ,
অপাৰগ্ } অসমৰ্থ—অ, নহয় + পাৰক বা পাৰগ, সমৰ্থ) অসমৰ্থ, অক্ষম, অপাৰ্গত, নোৱৰা, incapable, unable, unskilful.

অপাৰকতা, } গু. শ. অপাৰ্গতালি, নোৱৰা
অপাৰগতা, } অৱস্থা, inability.

অপাৰ্গত, বি. (অং. অ, নহয় + পাৰ্গত, সমৰ্থ) নোৱৰা, নিপুণ নোহোৱা, অসমৰ্থ, incapable, unable, unskilful.

অপাৰ্গতালি, গু. শ. অপাৰকতা, incompetency, inability.

অপাৰ্থক্, বি. (সং. অপাৰ্থ, অকামিলা) কামৰ শক্তিহীন, অপাৰগ, incompetent, worthless. স. শ. উপায় নথকা অৱস্থা, কষ্ট, আপদ; যেনে, সি অপাৰ্থকত পৰিছে, trouble, distress.

অপুত্ৰ, } বি. (সং. অপুত্ৰ, অপুত্ৰক, পুত্ৰ-
অপুত্ৰক, } হীন—অ, নাই + পুত্ৰ, সন্তান) পো-নথকা, childless, স.শ., সন্তান নথকা পুৰুষ, a childless man, (স্ত্ৰী) অপুত্ৰিকা।

অপুদঘাত, বি. (সং. অপঘাত, হঠাত হোৱা) আগেয়ে নেদেখা-নুশুনা, অসম্ভাবিত, আচৰিত, unusual, extraordinary.

অপূৰ্ণ, বি. (সং. অপূৰ্ণ, পূৰ্ণ-নোহোৱা—অ, নহয় + পূৰ্ণ, পূৰ) পূৰ নোহোৱা, আদ্-খনীয়া, incomplete.

অপূৰ্ণিত, কৃদ. বি. (সং. অ, নহয় + পূৰ্ণিত, পূৰ কৰা) পূৰ নকৰা, not filled.

অপূৰ্ব্ব, বি. (সং. অপূৰ্ব্ব, উত্তম—অ, ন + পূৰ্ব্ব, আগ) আগেয়ে নোহোৱা বা নেদেখা; এতেকে অতি উত্তম; যেনে, অপূৰ্ব্ব ঘৰ, unprecedented, extraordinary; excellent.

অপেয়, স. শ. ( সং. অপেয়, পানৰ অযোগ্য —অ, নহয় + পেয়, পানৰ যোগ্য ), পানৰ অযোগ্য বস্তু, a forbidden drink.

অপেস্বৰা, অপেস্বৰী, } স. শ. ( সং. অপ্সৰস্, স্বৰ্গৰ বেশ্যা) স্বৰ্গৰ নটিনী বা নাচনী; উপদেৱী, a dancing girl of Indra's Court; a nymph, a fairy.

অপেক্ষা, স. শ. ( সং. অপ, উপস. + ইক্ষ্, দেখ্ ) বাট-চোৱা, কোনো এক কাৰ্য্য হোৱাৰ পাচত আন কাৰ্য্য কৰিবৰ নিমিত্তে ৰৈ থকা ; যেনে, কৃষ্ণৰ নিমিত্তে অপেক্ষা কৰিছোঁ, waiting.

অপেক্ষা, অপেক্ষাই, } আনু. অব্য. ( সং. অপেক্ষা ) কোনোৰে সৈতে তুলনা কৰাত ; যেনে, ৰামৰ অপেক্ষাই শ্যাম ভাল, in comparison with.

অপৈণত্, বি. ( সং. অপৰিণত, নপকা ) পূৰঠ নোহোৱা, আপঁইতা, immature, not ripe.

অপৌৰুষেয়, বি. ( সং. অপৌৰুষেয়, কোনো লোকে নকৰা—অ, নহয় + পৌৰুষেয়, পুৰুষৰ) কোনো পুৰুষ-সম্বন্ধীয় নোহোৱা ; কোনোৱে নিৰ্ম্মাণ-নকৰা ; যেনে, বেদ অপৌৰুষেয়, not made by any man.

অপ্ৰকাশ, বি. ( সং. অপ্ৰকাশ, পোহৰ নথকা—অ, নহয় + প্ৰকাশ, পোহৰ ) পোহৰ-নথকা, এন্ধাৰ, গুপ্ত, dark, hidden.

অপ্ৰকাশিত, কৃদ. বি. গুপ্ত, এন্ধাৰ, hidden, dark.

অপ্ৰচলিত্, বি. ( সং. অপ্ৰচলিত, চলিত-নোহোৱা—অ, নহয় + প্ৰচলিত, চলা ) চলিত নোহোৱা, চলন-গুচা ; যেনে, অপ্ৰচলিত শব্দ, obsolete.

অপ্ৰতিভ, বি. ( সং. অপ্ৰতিভ, লজ্জিত—অ, নাই + প্ৰতিভা, দীপ্তি ) লজ্জিত, লাজ-পোৱা, অপমান-পোৱা, put to shame, confounded.

অপ্ৰতিষ্ঠিত্, কৃদ. বি. ( সং. অপ্ৰতিষ্ঠিত, প্ৰতিষ্ঠা-নকৰা—অ, নহয় + প্ৰতিষ্ঠিত, সংস্কৃত) সংস্কাৰ-নকৰা, প্ৰতিষ্ঠিত নোহোৱা ; যেনে, অপ্ৰতিষ্ঠিত মূৰ্ত্তিক পূজিব নেপায়, not consecrated.

অপ্ৰতুল্, বি. ( সং. অপ্ৰতুল, নোজোৰা—অ, নহয় + প্ৰতুল, যথেষ্ট ) নোজোৰা, নটা, যিমান লাগে সিমান নোহোৱা ; যেনে, ধন অপ্ৰতুল, insufficient. স. শ. অভাৱ ; যেনে, অন্নৰ অপ্ৰতুল, want.

অপ্ৰমাণ্, বি. (সং. অন্ + প্ৰমাণ, যাৰ দ্বাৰা কোনো কথা নিশ্চয় হয়) সঁচা বুলি নিশ্চয় নোহোৱা, প্ৰমাণ নথকা ; মিছা, not proved : false.

অপ্ৰমাদ্, বি. (সং. অপ্ৰমাদ, প্ৰমাদহীন—অ, নাই + প্ৰমাদ, বিঘিনি) নিৰাপদ, আপদৰ-পৰা মুক্ত, free from danger, safe. স. শ. আপদৰ অভাৱ, absence of danger, safety.

অপ্ৰমাদে, ক্ৰি. বি. আপদ-নোহোৱাকৈ, বিঘিনি-নোহোৱাকৈ, without any danger, safely.

অপ্ৰয়াসে, ক্ৰি. বি. (সং. অপ্ৰয়াস, শ্ৰমহীন) অনায়াসে, যত্ন-নকৰাকৈ ; যেনে, এই কাম অপ্ৰয়াসে হব, easily.

অপ্ৰয়োজন্, স. শ. (সং. অপ্ৰয়োজন, প্ৰয়োজনহীনতা—অ, নাই + প্ৰয়োজন, আৱশ্যক) অনাৱশ্যক, আৱশ্যকৰ অভাৱ, absence of necessity.

অপ্ৰয়োজনীয়, বি. (সং.) অনাৱশ্যকীয়, আলাগতীয়া, unnecessary.

অপ্ৰাণী, স. শ. (সং. অপ্ৰাণী, প্ৰাণহীন—অ, নহয় + প্ৰাণী, জীয়া জন্তু) জীৱ-নথকা বস্তু ; যেনে, মাটি, গছ, ইত্যাদি, an inanimate thing.

অপ্ৰাপ্ত, বি. (সং. অপ্ৰাপ্ত, নোপোৱা—অ, নহয় + প্ৰাপ্ত, পোৱা ) নোপোৱা, not received or obtained.

অপ্ৰাপ্তি, স. শ. (সং.) নোপোৱা অৱস্থা, প্ৰাপ্তিৰ অভাৱ, non-receipt.

অপ্ৰিয়, বি. (সং. অপ্ৰিয়, প্ৰিয়-নোহোৱা —অ, নহয় + প্ৰিয়, ভাল-পোৱা ) ভাল-নোপোৱা, disliked, disagreeable.

অপ্ৰীতি, স. শ. (সং. অপ্ৰীতি, বিৰোধ

—অ, নাই+প্ৰীতি, স্নেহ) প্ৰীতি-শুচন্, প্ৰীতিৰ অভাৱ, বিৰোধ, দন্দ ; যেনে, বন্ধুৰে সৈতে অপ্ৰীতি হোৱা দুখৰ কথা, dislike, unfriendliness, misunderstanding.

অপ্সৰীসূতা, স. শ. (অং. অপেস্বৰী, স্বৰ্গৰ নাচনী+সূতা, কপাহৰ আঁহ) বতাহত উৰি ফুৰা বগা-বৰণীয়া, এবিধ মকৰাৰ আঁহ (আমাৰ মানুহে তাক স্বৰ্গৰ অপেস্বৰীয়ে কটা সূতা বুলি কয়, এতেকে সেই নাম), gossamer, popularly believed to be yarn spun by the nymphs of heaven.

অফুট্, বি. (সং. অস্ফুট, অপ্ৰকাশ) অপ্ৰকাশ, গুপ্ত, লুকোৱা, hidden, having no trace.

অফুটকৈ, ক্ৰি. বি. লুকাই, পলুৱাই ; যেনে, কথাটো অফুটকৈ থৈছে, in a hidden manner, secretly.

অবচনীয়া, বি. (সং. অ, বেয়া+ৱচন, বাক্য) বুলিব নোপোৱা, গালি পৰা ; যেনে, অমুকে তোমাক অবচনীয়া বচন বুলিছে, abusive.

অবধ্য, বি. (সং. অবধ্য, বধৰ অযোগ্য—অ, নহয়+বধ্য, বধৰ যোগ্য) মাৰিবৰ অযোগ্য, বধিব নোপোৱা ; যেনে, গো-ব্ৰাহ্মণ অবধ্য ; বধিব নোৱৰা, unfit to be killed, not to be put to death ; what cannot be killed.

অবয়ব্, স. শ. (সং. অৱয়ব, অঙ্গ—অৱ, উপস.+যু, লগলগা) অঙ্গ, কোনো বস্তুৰ এ ভাগ, a limb, a member, a part.

অবৰ্ত্তমানে, আ. অব্য. (সং. অৱৰ্ত্তমান, অবিদ্যমান) অবিহনে, অবিদ্যমানে ; যেনে, বাপেকৰ অবৰ্ত্তমানে পৈতৃক ধন পুতেকে পায়, in the absence or death of.

অবশ্, বি. (সং. অৱশ, বশ-নোহোৱা) বশ নোহোৱা, আজ্ঞা-নমনা ; যেনে, বাপেকৰ অবশ লৰাৰ ভাল নহয় ; ইচ্ছামতে লৰাব-চৰাব নোৱৰা, ঠেৰেঙ্গা ; যেনে, হাত-ভৰি অবশ হৈছে, disobedient, unrestrained ; stiff, paralysed.

অবাক্, বি. (সং. অৱাক, বাক্যহীন—অ, ন+ৱচ্, কথা ক) আচৰিত হৈ মনে-মনে থকা ; যেনে, আজি-কালিৰ ডেকাবিলাকৰ আচৰণ দেখি বুঢ়াবিলাক অবাক ; অমাত, নিমাত, কথা কবৰ শক্তি নথকা ; যেনে, নৰিয়া অবাক, dumb-foundered, struck dumb ; speechless, deprived of the power of speech.

অবাচ্য, বি. (সং. অৱাচ্য, কবৰ অযোগ্য —অ, নহয়+ৱাচ্য, কবৰ যোগ্য) কব বা বুলিব নোপোৱা, লাজ-জন্মোৱা ; যেনে, অবাচ্য কথা নকবা, shameful, indecent, obscene.

অবাট্, অ. স. (অং. নহয়+বাট, পথ) আওবাট, যি বাটে যাব লাগে তাতকৈ আন বাট, a wrong way.

অবাটে, ক্ৰি. বি. বাট-নথকা পোনে ; যেনে, অবাটে যোৱা মানুহ খালত পৰে ; আও-বাটে ; যেনে, অবাটে গলে যি ঠাইলৈ যোৱা যায়, তাক পোৱা টান হয় ; যি ৰীতিৰে চলিব লাগে, তাতকৈ আন, বেয়া ৰীতি ; যেনে, অবাটে চলা অনুচিত, by a wrong (Lit. and fig.)

অবাধ্, অবাধিত্, } বি. (সং. অবাধ, অবাধিত, বাধাহীন—অ, নাই+বাধা, নিৰোধ, মানা) বাধা বা নিৰোধ নথকা ; যেনে, অবাধ গতি ; মানা বা নিষেধ নথকা বা কৰিব নোৱৰা ; যেনে, ৰজাৰ ইচ্ছা অবাধ, having no obstruction, unobstructed ; unrestrained, free.

অবাধে, ক্ৰি. বি. বাধা-নোহোৱাকৈ, without obstruction,

অবাধ্য, বি. (সং. অবাধ্য, বাধ্য-নমনা—অ, নহয়+বাধ্য, বাধ্য-মনা) বাধ্য বা হাক-নুশুনা, উচ্ছৃঙ্খল, obstinate, self-willed.

অবাব, বি. (অং. অ, নাই+বাব, প্ৰয়োজন)

প্ৰয়োজন-নথকা, অনাৱশ্যক; যেনে, অবাব ভবণি, unnecessary. স. শ. কাৰণৰ বা প্ৰয়োজনৰ অভাৱ; যেনে অবাবত পৰিশ্ৰম কৰিলোঁ, absence of cause or necessity.

অবাল্চন্দ, বি. অপাত্ৰ, একো-নজনা, অকামিলা; যেনে, অবালচন্দ মানুহ, (স্ত্ৰী, পুং) worthless, ignorant, unskilful.

অবিকল্, বি. (সং. অৱিকল, অঙ্গহীন-নোহোৱা—অ, নহয় + ৱিকল, অঙ্গহীন) কোনো ভাগ নেৰা বা লৰচৰ নকৰা; যেনে, অবিকল ভাঙ্গনি, অবিকল প্ৰতিলিপি, exact, not altered or mutilated.

অবিচাৰ্, স. শ. (সং. অৱিচাৰ, অন্যায় বিচাৰ—অ, নহয় + ৱিচাৰ, বিবেচনা) অন্যায় বিচাৰ, বেয়া বিচাৰ, অযুগুত সিদ্ধান্ত; যেনে, ৰজাই অবিচাৰ কৰিলে উপায় কি? injustice, unjust judgment.

অবিচ্ছেদ্, বি. (সং. অৱিচ্ছেদ, বিচ্ছেদহীন—অ, নাই + বিচ্ছেদ, ব্যৱধান) ছেদ-ভেদ-নথকা, একেৰাহে হৈ থকা; যেনে, অবিচ্ছেদ বৰষুণ, incessant, uninterrupted.

অবিচ্ছেদে, ক্ৰি: বি. একেৰাহে, মাজত ব্যৱধান নোহোৱাকৈ; যেনে, অবিচ্ছেদে সোঁত বৈছে, uninterruptedly, without interruption.

অবিজ্ঞ, বি. (সং. অৱিজ্ঞ, মূৰ্খ—অ, নহয় + ৱিজ্ঞ, জনা) মূৰ্খ, নজনা, অপণ্ডিত, stupid, ignorant, illiterate.

অবিজ্ঞতা, গু. শ. (সং.) মূৰ্খতা, ignorance.

অবিদিত্, কৃদ. স. (সং. অৱিদিত, অজ্ঞাত—অ, নহয় + ৱিদিত, জ্ঞাত) অজ্ঞাত, নজনা, অপ্ৰকাশিত; যেনে, আপোনাৰ একো অবিদিত নাই, unknown.

অবিদ্যমানে, ক্ৰি. বি. (সং. অৱিদ্যমান, আগত-নথকা) অবিহনে, বৰ্ত্তমান-নথকাত, in the absence or death of.

অবিধি, বি. (সং. অৱিধি, বিধিৰ বিৰুদ্ধ—অ, নহয় + বিধি, নিয়ম) বিধিৰ বিপৰীত, contrary to rule, illegal. স. শ. অনিয়ম কাৰ্য্য; যেনে, জ্ঞানীয়ে অবিধি নকৰে, action or conduct contrary to rule.

অবিনশ্বৰ্, বি. (সং. অৱিনশ্বৰ, অবিনাশী—অ, নহয় + ৱিনশ্বৰ, নাশ-পোৱা) কেতিয়াও নাশ-নোপোৱা, অবিনাশী, সদায় থকা, imperishable, indestructible, ever-existing.

অবিনাশী, বি. (সং. অৱিনাশিন্, নাশ-নোপোৱা—অ, নহয় + ৱিনাশিন্, নাশ-পোৱা) কেতিয়াও নাশ-নোপোৱা, সদায় থকা, imperishable, ever-existing.

অবিনীত্, বি. (সং. অৱিনীত, বিনীত নোহোৱা—অ, নহয় + ৱিনীত, নম্ৰ) নম্ৰ-নোহোৱা, অহঙ্কাৰী, not humble, proud.

অবিভক্ত, বি. (সং. অৱিভক্ত, বেলেগ-নোহোৱা—অ, নহয় + ৱিভক্ত, বেলেগ) বেলেগ-নোহোৱা, একেলগে থকা, undivided, living together or jointly.

অবিৰত্, বি. (সং. অৱিৰত, ক্ষান্ত-নোহোৱা—অ, নহয় + ৱিৰত, ক্ষান্ত) অবিচ্ছেদ, ক্ষান্ত-নোহোৱা; যেনে, অবিৰত বৃষ্টি, incessant, continual. ক্ৰি. বি. ক্ষান্ত-নোহোৱাকৈ; যেনে, অবিৰত বৰষিছে, incessantly.

অবিৰাম, ক্ৰি. বি. (সং. অৱিৰাম, অবিৰত—অ, নহয় + ৱিৰাম, বিৰত) অবিশ্ৰান্তৰূপে, ক্ষান্ত-নোহোৱাকৈ; যেনে, "ৰাম ৰাম বোলোঁ অবিশ্ৰাম," uninterruptedly, without cessation.

অবিৰোধ্, বি. (সং. অৱিৰোধ, বিৰোধহীন—অ, নাই + বিৰোধ, বিবাদ) বিবাদ-নথকা, বিৰোধহীন; যেনে, তাৰ অবিৰোধ স্বত্ব, undisputed.

অবিৰোধে, ক্ৰি. বি. বিৰোধ নোহোৱাকৈ, শান্তিৰে সৈতে; যেনে, সেই মাটি অমুকে অবিৰোধে ভোগ কৰিছে, undisputedly in peace.

অবিলম্বে, ক্রি. বি. (সং. অবিলম্ব, শীঘ্র—অ, নাই+বিলম্ব, পলম) শীঘ্রে, সোনকালে, quickly.

অবিবাহিত্, বি. (সং. অবিবাহিত, বিয়া-নকৰা —অ, নহয়+বিবাহিত, বিয়া-কৰা) বিয়া-নকৰা, আবিয়ৈ, unmarried. (স্ত্রী) অবিবাহিতা।

অবিবেচক্, বি. (সং. অবিবেচক, বিবেচনাহীন —অ, নহয়+বিবেচক, বিচাৰ-কৰা) বুজ-বিচাৰ নকৰা, undiscriminating, wanting in judgment. স. শ. বিবেচনাহীন মানুহ; যেনে, অবিবেচকৰ শুভ নাই, one who does not consider what is proper to do and what not.

অবিবেচনা, স. শ. (সং. অবিবেচনা, বিবেচনাহীনতা—অ, নাই+বিবেচনা, বিচাৰ) বিবেচনাৰ অভাৱ, বুদ্ধি নোচোৱা কাৰ্য্য বা অৱস্থা, want of consideration or judgment.

অবিশ্রান্ত, বি. (সং. অবিশ্রান্ত, অবিৰত —অ, নহয়+শ্রান্ত, জিৰোৱা বা ভাগৰ-লগা) একেৰাহে হৈ থকা, ছেদ্‌ভেদ্‌-নথকা, having no rest or cessation, continual, incessant.

অবিশ্রান্তৰূপে, ক্রি. বি. ছেদ্‌ভেদ্ নোহোৱা-কৈ, একেৰাহে, incessantly,

অবিশ্রাম, বি. (সং. অবিশ্রাম, অবিৰাম—অ, নাই+বিশ্রাম, জিৰণি) অবিৰত, ছেদভেদ্-নথকা, অবিশ্রান্ত, incessant, having no rest or cessation.

অবিশ্বস্ত, বি. (সং. অবিশ্বস্ত, অবিশ্বাসী —অ, নহয়+বিশ্বস্ত, বিশ্বাসৰ যোগ্য) বিশ্বাসৰ অযোগ্য, অবিশ্বাসী, untrustworthy.

অবিশ্বাস্, স. শ. (সং. অবিশ্বাস, অসজাত—অ, নাই+বিশ্বাস, সজাত) অসজাত, বিশ্বাসৰ অভাৱ; যেনে, বন্ধুত অবিশ্বাস নাই, distrust, suspicion.

অবিশ্বাসী, বি. (সং. অবিশ্বাসিন্, বিশ্বাসৰ অযোগ্য—অ, নাই+বিশ্বাস, প্রত্যয়) অসজাতী, বিশ্বাসৰ অযোগ্য; যেনে, অবিশ্বাসী মানুহেৰে বন্ধুতা নকৰিবা; বিশ্বাস-হীন, বিশ্বাস নকৰা; যেনে, অবিশ্বাসী মানুহে একো নেমানে, untrustworthy; incredulous, mistrustful. স. শ. বিশ্বাস-নকৰা লোক, যাইকৈ ঈশ্বৰত বিশ্বাস-নকৰোঁতা, ঈশ্বৰ-নমনা মানুহ; যেনে, অবিশ্বাসীৰ নৰক হয়, an unbeliever, infidel.

অবিহনে, ক্রি. বি. (সং. অবিহীন, বিহীন-নোহোৱা; অসমীয়াত অৰ্থ উলটিছে) অবৰ্ত্তমানে, অবিদ্যমানে, অভাৱে, নথকাত; যেনে, বাপেক অবিহনে পুতেক গৰাকী, in the absence of, or after death.

অবিহিত্, বি. (সং. অবিহিত, অবিধি—অ, নহয়+বিহিত, বিধিসিদ্ধ) বিধিৰ বিপৰীত, অবিধি; যেনে, অবিহিত কাৰ্য্যৰ পৰা অনিষ্ট হয়, opposed to rule, unprescribed by law.

অবুজ্, বি. (অং. অ, নহয়+বুজা, বোধ-থকা) অবোধ, নিৰ্ব্বোধ, মূৰ্খ, নজনা, stupid, ignorant.

অবুজন্, বি. (অং. অ, নহয়+বুজন্, বুজা) বুজালেও নুবুজা, যুক্তি আৰু সজ উপদেশ নুশুনি আপোন ইচ্ছাৰ দৰে চলা, obstinate, stubborn, unyielding, self-willed. স. শ. যুক্তি আৰু সজ উপদেশ নুশুনি আপোন ইচ্ছাৰ দৰে চলোঁতা; যেনে, "অবুজনক বুজোৱা, ঢেকুৰাৰ ঠাৰি-সিজোৱা," an obstinate or self-willed person.

অবৈধ, বি. (সং. অবৈধ, অবিহিত—অ, নহয়+বৈধ, বিধিসিদ্ধ) বিধিৰ বিৰুদ্ধ, অবিধি, অযুগুত; যেনে, অবৈধ কৰ্ম্ম, contrary to rule, improper.

অবৈয়াল্, বি. (অং. অ, নহয়+বৈয়াল, শান্ত, ধীৰ) উগ্ৰস্বভাৱযুক্ত, হঁটা; কাৰো পৰামৰ্শ-নুশুনা, বুজালেও নুবুজা, আপোন ইচ্ছাৰ দৰে চলা, অবুজন; যেনে, অবৈয়াল মানুহক কোনে বশ কৰিব, rough-tempered; obstinate, self-willed.

স. শ. ছুঁটা মানুহ; অবুজন; যেনে, অবৈয়ালে বুজনি নলয়, a rude or rough-tempered person, one who is obstinate or self-willed.

সমা—অবুজন, আমঠ, অবৈয়াল; আগৰ দুটাই যুক্তি আৰু সজ উপদেশ-নুশুনা বুজায়; কিন্তু যি অবৈয়াল, হিত উপদেশ দিলে তাৰ খং উঠে।

অবোধ্, বি. ( সং. অবোধ, বোধহীন—অ, নাই+বোধ, জ্ঞান ) নিৰ্ব্বোধ, মূৰ্খ, আজলা, stupid.

অব্যক্ত, বি. ( সং. অব্যক্ত, অস্পষ্ট—অ, নহয়+ব্যক্ত, স্পষ্ট ) অস্পষ্ট; যেনে, অব্যক্ত শব্দ; অপ্ৰকাশিত, নেদেখা; যেনে, অব্যক্ত কথা কেনেকৈ জানিবা, unapparent, indistinct; invisible.

অব্যয়, বি. ( সং. অব্যয়, নুটুকোৱা—অ, নহয়+ব্যয়, টুকোৱা ) ব্যয় নোহোৱা, নুটুকোৱা, অভগন, inexhaustible, unwasted.

অব্যয়-শব্দ, স. শ. ( সং. অব্যয়, নাশ-নোপোৱা+শব্দ, মাত ) লিঙ্গ-বিভক্তি আদিৰ দ্বাৰা পৰিবৰ্ত্তিত নোহোৱা শব্দ; যেনে, আৰু, দ্বাৰা, ইত্যাদি, an indeclinable word, a particle.

অব্যৰ্থ, বি. (সং. অব্যৰ্থ, অমোঘ—অ, নহয় +ব্যৰ্থ, নিস্ফল) অমোঘ, নিস্ফল-নোহোৱা, infallible, effectual, efficacious.

অব্যৱধান্, বি. (সং. অব্যৱধান, মাজত একো-নথকা—অ, নহয়+ব্যৱধান, বিচ্ছেদ) মাজত একো-নথকা, লগালগি, close, adjoining, contiguous.

অব্যৱহাৰ্য্য, বি. ( সং. অব্যৱহাৰ্য্য, ব্যৱহাৰৰ অযোগ্য—অ, নহয়+ব্যৱহাৰ্য্য, ব্যৱহাৰৰ যোগ্য ) ব্যৱহাৰ কৰিবৰ বা কামত লগাবৰ অযোগ্য, অশুচি; যেনে, অজাতিয়ে ছোৱা ভাতৰ চৰু অব্যৱহাৰ্য্য; একেলগে খোৱা-লোৱা কৰিবৰ অযোগ্য; যেনে,অভক্ষ্য ভক্ষণ-কৰা মানুহ অব্যৱহাৰ্য্য, unfit for use, defiled; not fit to be associated with, degraded in caste.

অব্যৱহিত্, বি. ( সং. অব্যৱহিত, ব্যৱধান-শূন্য—অ, নহয়+ব্যৱহিত, ব্যৱধানযুক্ত ) মাজত ব্যৱধান-নথকা, লগালগি, contiguous, adjoining, immediate.

অব্যৱহৃত্, বি. ( সং. অব্যৱহৃত, ব্যৱহাৰ-নকৰা—অ, নহয়+ব্যৱহৃত, চলিত ) ব্যৱহাৰ বা ভোগ নকৰা; যেনে, অব্যৱহৃত পাত্ৰ; চলিত-নোহোৱা, অচলিত; যেনে, অব্যৱহৃত শব্দ, not used; not in use, not current.

অব্ৰাহ্মণ, স. শ. ( সং. অব্ৰাহ্মণ, বামুণতকৈ ইতৰ লোক—অ, নহয়+ব্ৰাহ্মণ, বামুণ ) বামুণতকৈ আন জাতিৰ মানুহ; বেয়া বামুণ, নিকৃষ্ট বামুণ, not a Brahman, a man of an inferior caste; a bad Brahman or a Brahman of inferior sanctity.

অভকত্, স. শ. ( সং. অভক্ত, ঈশ্বৰত ভক্তি নকৰা ) ঈশ্বৰক নভজা মানুহ, হিন্দুধৰ্ম্মত বিশ্বাস-নকৰা লোক, a person not professing the Hindu religion or worshipping God according to the tenets of the *Hindu shastras.*

অভকতীয়া, বি. অশৰণীয়া, গুৰুৰ মুখে ধৰ্ম্মৰ উপদেশ-নোলোৱা, হিন্দুধৰ্ম্মত নপ্ৰবৰ্ত্তা; যেনে, আহমবোৰ আগেয়ে অভকতীয়া আছিল, not professing or believing in the Hindu religion.

অভক্ত, বি. ( সং. অভক্ত, ভক্তিহীন—অ, নহয়+ভক্ত, ঈশ্বৰক ভজা ) ঈশ্বৰত ভক্তি-নকৰা, ঈশ্বৰ-নমনা, not devoted to the worship of God, irreligious, স. শ. ঈশ্বৰ-নভজা লোক; ধৰ্ম্ম, ঘাইকৈ হিন্দুধৰ্ম্ম, নমনা মানুহ, a person who does not worship God, one who does not believe in the Hindu religion.

অভগন্, বি. (অং. অ, নহয়+ভগন, ব্যয় ) অব্যয়, ক্ষয়-নোপোৱা, নুটুকুৱা; যেনে, কুবেৰৰ অভগন ভণ্ডাৰ, inexhaustible.

অভদ্ৰ, বি. (সং. অভদ্ৰ, মন্দ—অ, নহয়+

ভদ্র, ভাল) অভাল, বেয়া, নীচ, bad, vile, low.

অভয়্, বি. (সং. অভয়, ভয়হীন—অ, নাই + ভয়, বিপদৰ আশঙ্কা) নির্ভয়, ভয়শূন্য, ভয়-নথকা; যেনে, অভয় হৃদয়; ভয় দূৰ কৰা, ভয়-গুচোৱা; যেনে, "অভয় চৰণে লৈলোঁ শৰণ," fearless, undaunted; removing fear. স. শ. ভয়ৰ অভাৱ, সাহস; আশ্ৰয় দিবৰ অঙ্গীকাৰ, ভয় দূৰ কৰণ; যেনে, ডাঙ্গৰীয়াই অমুকক অভয় দিছে, absence or removal of fear, restoration of courage, protection promised.

অভক্ষ্য, বি. (সং. অভক্ষ্য, অখাদ্য—অ, নহয় + ভক্ষ্য, খাদ্য) খাবৰ অযোগ্য, অখাদ্য, not eatable, forbidden as food. স. শ. খাবৰ নিষেধ-হোৱা বস্তু, forbidden food.

অভাগা, বি. (সং. অভাগ্য, দুৰ্কপলীয়া) দুৰ্ভগীয়া, দুৰ্কপলীয়া, unfortunate. (স্ত্ৰী) অভাগী, অভাগিনী।

অভাগ্য, বি. (সং. অভাগ্য, দুৰ্কপলীয়া—অ, নহয় + ভাগ্য, কপলীয়া) দুৰ্কপলীয়া; unfortunate. স. শ. দুৰ্দ্দশা, দুৰ্কপাল, দুৰ্ব্বাসনা, ill luck, bad fortune.

অভাগ্যৱান্, বি. (সং. অভাগ্যৱৎ, ভাগ্যহীন—অ, নহয় + ভাগ্যৱান্, কপালী) দুৰ্ভগীয়া, দুৰ্কপলীয়া, unfortunate. (স্ত্ৰী) অভাগ্যৱতী।

অভাজন্, বি. (সং. অভাজন, অপাত্ৰ—অ, নহয় + ভাজন, পাত্ৰ) অপাত্ৰ, অকামিলা, কোনো কাম কৰিব নজনা, worthless, unfit, incompetent.

অভাল, বি. (অং. অ, নহয় + ভাল, উত্তম) বেয়া, bad, ill. স. শ. অমঙ্গল, আপদ, অপকাৰ; যেনে, আনৰ ভাল কৰা টান, অভাল কৰিব সকলোৱে পাৰে, misfortune, injury.

অভাৱ, স. শ. (সং. অভাৱ, অ, ন + ভূ, বিদ্যমান হ) লাগতিয়াল বস্তু নথকা বা নোপোৱা অৱস্থা, অপ্ৰতুল; কোনো বস্তু বা মানুহ বিদ্যমান বা উপস্থিত নথকা অৱস্থা, want; absence.

অভাৱে, ক্ৰি. বি. অভাৱ হলে, নহলে, নেথাকিলে; যেনে, মোৰ অভাৱে গুৰ, in the absence or death of.

অভি, উপস. (সং) সমুখ; ওপৰ, ইত্যাদি, a prefix implying against, upon, above, etc.

অভিগমন্, কৃদ. স. (সং. অভিগমন, সমুখ হওন—অভি, সমুখে + গমন, যোৱা) কোনো বস্তুৰ ফাললৈ গতিকৰণ; এই কাৰণ তিৰোতাৰে সৈতে গোপনে খোৱা-লোৱা কৰণ, approaching; secret intercourse with a woman.

অভিগামী, স. শ. (সং. অভিগামিন্, সমুখ হওঁতা—কোনো তিৰোতাৰে সৈতে গোপনে খোৱা-লোৱা-কৰা পুৰুষ, one who has secret intercourse with a woman.

অভিজ্ঞ, বি. (সং. অভিজ্ঞ, জনা—অভি, উপস. + জ্ঞা, জান্,) বোধ থকা, জনা, clever, knowing.

অভিধান্, স. শ. (সং. অভিধান, শব্দৰ অৰ্থ-বুজোৱা পুথি—অভি, উপস. + ধা, ধাৰণ কৰ্) নাম; বস্তুবিলাকৰ নাম আৰু অৰ্থ-থকা পুথি, a name; a dictionary.

অভিন্, বি. (সং. অভিন্ন, বেলেগ-নোহোৱা) বেলেগ-নোহোৱা, একে, মিলা, having no difference, resembling, being the same.

অভিনয়্, স. শ. (সং. অভিনয়, নাটকৰ কাৰ্য্য—অভি, উপস. + নী, লৈ যা) নাটকৰ কাৰ্য্য, ভাৱনাকৰণ, dramatical performance.

অভিনৱ, বি. (সং. অভিনৱ, নতুন—অভি, উপস. + নৱ, নতুন) নতুন, new.

অভিন্ন, বি. (সং. অভিন্ন, পৃথক-নোহোৱা—অ, নহয় + ভিন্ন, বেলেগ) বেলেগ নোহোৱা, একে, অভিন, having no difference, resembling, being the same.

**অভিপ্ৰায়্**, স. শ. ( সং. অভিপ্ৰায়, মনৰ ভাব—অভি, উপস. + প্ৰি, সন্তোষ দি ) মনৰ ভাব, ইচ্ছা ; অৰ্থ, intention, purpose ; meaning.

**অভিপ্ৰেত্**, কৃদ. বি. ( সং. ) ইচ্ছাকৃত, মনেৰে ভবা ; বুজাব খোজা, intended ; meant.

**অভিবাদন্**, কৃদ. স. (সং. অভিবাদন, প্ৰণাম —অভি, উপস. + বদ্, ক ) প্ৰণাম, নমস্কাৰ, respectful salutation.

**অভিভূত্**, কৃদ. বি. ( সং. অভিভূত, পৰাস্ত —অভি, উপস. + ভূ, হ ) পৰাস্ত, বশীভূত, পীড়িত, overcome, subdued ; injured.

**অভিমত্**, স. শ. ( সং. অভিমত, বাঞ্ছা—অভি, উপস. + মত, বাঞ্ছা ) বাঞ্ছা, ইচ্ছা ; যেনে, ডাঙ্গৰীয়াৰ অভিমত নহলে এই কাম হব নোৱাৰে, wish, desire.

**অভিমান্**, স. শ. ( সং. অভিমান, গপ—অভি, উপস. + মন্, জান্ ) আপোনাক বৰ বুলি মানন, অহঙ্কাৰ, গপ ; ৰোঁহ, ঠেঁহ, pride, haughtiness, the sullen resentment of an affront, etc., a fact.

**অভিমানী**, বি. ( সং. অভিমানিন্, অহঙ্কাৰী —অভিমান, অহঙ্কাৰ ) অহঙ্কাৰী, গপাল, proud, arrogant. স. শ. অহঙ্কাৰী মানুহ, a proud person.

**অভিযুক্ত**, কৃদ. বি. ( সং. অভিযুক্ত, দোষাৰোপিত—অভি, উপস. + যুজ্, যোগকৰ্ ) জগৰত পৰা, দোষ আৰোপিত হোৱা, যাৰ কোনো দোষ ধৰা গৈছে, accused.

**অভিযোগ**, স. শ. ( সং. ) জগৰ-ধৰা কাৰ্য্য, জগৰৰ অপবাদ, দোষৰ আৰোপ, an accusation, a charge.

**অভিৰুচি**, স. শ. (সং. অভিৰুচি, ভাল-পাওন —অভি, উপস. + ৰুচি, বাঞ্ছা ) ইচ্ছা, বাঞ্ছা, ভাল-পোৱা কাৰ্য্য, desire, taste.

**অভিলষিত্**, } **অভিলসিত্**, } কৃদ. বি. ( সং. অভিলষিত, অভিলসিত—অভি, উপস. + লষ্, ভাল পা ) ইচ্ছা-কৰা, বাঞ্ছিত, desired, wished for.

**অভিলাষ্**, } **অভিলাস্**, } স. শ. ইচ্ছা, বাঞ্ছা, wish, desire.

**অভিলাষী**, } **অভিলাসী**, } বি. ( সং. অভিলাষিন্ বা অভিলাসিন্, বাঞ্ছা-কৰোঁতা —অভিলাষ বা অভিলাস ) ইচ্ছুক, wishing, desiring.

**অভিশপ্ত**, বি. ( সং. অভিশপ্ত, শাপ-পোৱা —অভি, উপস. + শপ্, শাও দি ) শাও-পোৱা, cursed.

**অভিশাপ্**, স. শ. ( সং. ) শাও, লোকৰ অনিষ্ট হবৰ নিমিত্তে প্ৰকাশ-কৰা বাঞ্ছা, a curse, imprecation.

**অভিষিক্ত**, কৃদ. বি. ( সং. অভিষিক্ত, নিযুক্ত —অভি, উপস. + সিচ্, পানী ছটিয়া ) পবিত্ৰ জলেৰে শান্তি আদি শুভ কৰ্ম্ম কৰি ৰাজ-পাটত নিযুক্ত ; যেনে, ৰজা অভিষিক্ত হৈছে installed in the throne after being sprinkled with holy water.

**অভিষেক্**, স. শ. ( সং. অভিষেক, শান্তি, নিয়োগ—অভি, উপস. + সিচ্, পানী ছটিয়া ) পবিত্ৰ জলেৰে শান্তি কৰি ৰাজ-সিংহাসনত নিয়োগ, installation in the throne after sprinkling with holy water.

**অভিসন্ধি**, স. শ. ( সং. অভিসন্ধি, অভিপ্ৰায় —অভি, উপস. + সন্ধি, জোৰা ) অভিপ্ৰায়, আন্তৰিক ভাব বা ইচ্ছা ; যেনে, এই কথাত অমুকৰ অভিসন্ধি বুজিব পৰা নাই, purpose, object.

**অভিসাৰিকা**, স. শ. ( সং. অভিসাৰিকা, উপপতিৰ গুৰিলৈ যোৱা তিৰী—অভি, সমুখলৈ + সৃ, গতি কৰ্ ) উপপতিৰে সাক্ষাত কৰিবলৈ গোপনে নিৰূপিত ঠাইলৈ যোৱা তিৰোতা, a woman who keeps an assignation, or goes to an appointed place to meet her lover.

**অভীষ্ট**, কৃদ. বি. ( সং. অভীষ্ট, বাঞ্ছিত—অভি, উপস. + ইস্, ইচ্ছা কৰ্ ) বাঞ্ছিত ; যেনে, অভীষ্ট বস্তু পালে সকলো সন্তুষ্ট হয়, wished, desired স. শ. কামনা, বাঞ্ছা ; যেনে, তোমাৰ অভীষ্ট সিদ্ধ হওক, wish, desire.

**অভুক্ত**, বি. ( সং. অভুক্ত, নোখোৱা—অ,

নহয়, + ভুক্ত, খোৱা ) নোখোৱা ; যেনে, অভুক্ত বস্তু ; অনাহাৰী, যেনে, অভুক্ত অতিথি, uneaten ; not eating, fasting.

অভেদ্, বি. ( সং. অভেদ, অভিন্ন—অ, নহয় + ভেদ্, বেলেগ ) অভিন, প্ৰভেদ-নথকা, having no difference, identical, the same.

অভেদ্য, বি. ( সং. অভেদ্য, ভেদিব নোৱৰা —অ, নহয় + ভেদ্য, ভেদিব পৰা—ভিদ্, ভেদন্ কৰ্ ) ভেদিব নোৱৰা, টান, দৃঢ়, not to be broken or penetrated, hard.

অভেদ্যতা, গু. শ. ভেদিব নোৱৰা গুণ, impenetrability.

অভোজ্য, অভোজনীয়, } বি. ( সং. অভোজ্য, অভোজনীয়, অখাদ্য—অ, ন + ভুজ্, খা ) খাবৰ অযোগ্য, অখাদ্য, not fit for food, forbidden as food.

অভ্যন্তৰ্, স. শ. ( সং. অভ্যন্তৰ, গোটেই ভিতৰ—অভি, উপস. + অন্তৰ, ভিতৰ নিচেই ভিতৰৰ ভাগ, অন্তেস্পুৰ, inner part ; an inner apartment.

অভ্যৰ্থনা, স. শ. ( সং. অভ্যৰ্থনা, সমাদৰ—অভি, উপস. + অৰ্থ, প্ৰাৰ্থনা ) ঘৰলৈ অহা মানুহক কৰা সমাদৰ civil reception.

অভ্যস্ত, কৃদ. বি. ( সং. অভ্যস্ত, সহজ-হোৱা —অভি, পুনঃ পুনঃ + অস, নিক্ষেপ কৰ্ ) অভ্যাস-কৰা, সহজ-হোৱা ; যেনে, অভ্যস্ত কথা সোনকালে পাহৰা নেযায়, practised, studied.

অভ্যাগত্, স. শ. ( সং. অভ্যাগত, আলহী—অভি, সমুখলৈ + আগত, অহা ) অতিথি, আলহী, a guest, a visitor, a stranger come to the house of some one. বি. লোকৰ ঘৰলৈ অহা, আলহী-হোৱা ; যেনে, অভ্যাগত লোক, coming on a visit to another.

অভ্যাস্, স. শ. ( সং. অভ্যাস, পুনঃ পুনঃ আচৰণ—অভি, উপস. + অস্, গতি কৰ্ ) শিকিবৰ নিমিত্ত পুনঃ পুনঃ কৰণ ; সদায় কৰা আচৰণ ; যেনে, "অভ্যাসৰ নৰ, কৰ্ণ পথে কৰে শৰ," study, practice, exercise.

অভ্যুৎথান্, কৃদ. স. (সং. অভ্যুৎথান, থিয়হৈ সম্মান-কৰণ — অভি, উপস. + উৎথান, উঠা ) ওচৰলৈ অহা কোনো লোকক সম্মান দেখাবলৈ থিয় হোৱা কাৰ্য্য, the act of rising from a seat as a mark of respect.

অভ্যুদয়্, স. শ. ( সং. অভ্যুদয়, সম্পত্তি—অভি, উপস. + উদয়, ওপৰলৈ উঠা ) সুখ-সম্পত্তি ; শ্ৰীবৃদ্ধি, উন্নতি, prosperity, wealth.

অভ্ৰ, স. শ. ( সং. অভ্ৰ—অপ্, পানী + ভ্ৰ, ধাৰণ কৰা ) বালিচন্দা, এবিধ আকৰত হোৱা পাতল তৰপীয়া জলজলীয়া বস্তু ; talc or mica.

অভ্ৰান্ত, বি. ( সং. অভ্ৰান্ত, ভ্ৰমশূন্য—অ, নহয় + ভ্ৰান্ত, ভ্ৰমযুক্ত ) ভ্ৰমশূন্য, ভ্ৰম নকৰা, নিৰ্ভুল ; নেপাহৰা, not in error, not mistaken ; unforgetful.

অমঙ্গল্, স. শ. ( সং. অমঙ্গল, আপদ—অ, নহয় + মঙ্গল, শুভ ) আপদ, বিপদ, দুৰ্দশা ; অশুভৰ লক্ষণ বা চিন, উৎপাত ; যেনে, অমঙ্গল ঘটিছে, কিবা অশুভ হব, ill luck, misfortune, calamity, an evil omen.

অমঙ্গলীয়া, বি. ( সং. অমঙ্গল + অং. ঈয়া, প্ৰত্যয় ) আপদীয়া, অশুভসূচক, inauspicious.

অমত্, বি. ( সং. অমত, অমান্তি—অ, নহয় + মত, বাঞ্ছা ) ইচ্ছা নকৰা, মত-নিদিয়া, অমান্তি, অসম্মত, disagreeing, unwilling. স. শ. বাঞ্ছাৰ অভাৱ, অসম্মতি, unwillingness.

অমতে, আ. অব্য. মত-নোহোৱাকৈ, অসম্মতিত ; যেনে, বাপেকৰ অমতে চলা পুতেকৰ ভাল নহয়, without consent or against will of.

অমনুষ্য, স. শ. ( সং. অমনুষ্য, অমানুহ—অ, নহয় + মনুষ্য, মানুহ ) অমানুহ,

মানুহ নামৰ অযোগ্য লোক, a person not deserving the name of man, an ignorant, low person.

অমনুষ্যতা, গু. শ. মনুষ্যৰ অযোগ্য গুণ, unmanliness.

অমনোযোগ্, স. শ. (সং. অমনোযোগ, আওহেলা—অ, নাই+মনোযোগ, মন-লগোৱা) আওকাণ, মন-নিদিয়া, মনোযোগৰ অভাৱ, inattention.

অমনোযোগী, বি. মনোযোগ-নকৰা, inattentive.

অমৰ্ বি. (সং. অমৰ, নমৰা—অ, ন+মৃ, মৰ্) নমৰা, মৃত্যুৰ বাজ, immortal. স. শ. দেৱতা, স্বৰ্গৰ লোক, a god, a deity.

অমৰত্ব, গু. শ. দেৱত্ব; নমৰা অৱস্থা, immortality.

অমৰম্, স. শ. (অং. অ, নাই+মৰম, চেনেহ) মৰমৰ অভাৱ, নিষ্ঠুৰতা, unkindness, disfavour.

অমৰাৱতী, স. শ. (সং. অমৰাৱতী, ইন্দ্ৰপুৰী—অমৰ, দেৱতা+ৱত্, যুক্ত) দেৱতা বিলাক থকা ঠাই, ইন্দ্ৰৰ নগৰ, স্বৰ্গৰ ৰাজধানী, the capital of Indra's heaven.

অমৰ্য্যতা, } স. শ. (সং. অমৰ্য্যাদা, অপমান)
অমৰ্যাদা, } অসম্ভ্ৰম, লঘুকৰণ, অপমান, insult, indignity, disrespect.

অমৰ্য্যতালি, গু. শ. মান-নথকা মানুহৰ নিচিনা আচৰণ, নীচ মানুহৰ নিচিনা ব্যৱহাৰ; অপমান, meanness; insult.

অমৰ্য্যাত্, বি. (অং. অ, নাই+মৰ্য্যাত, মান) মৰ্য্যাত-নথকা, আপোনাৰ মান আপুনি নৰখা, নিলাজ, মান হেৰোৱাৰলৈ ভয়-নকৰা, dishonourable, mean.

অমাত্, বি. (অং. অ, নাই+মাত, কথা) কথা কব নোৱাৰা, বাক্যশক্তিহীন; যেনে, অমাত জন্তু; পীড়াৰ দ্বাৰা কব নোৱাৰা হোৱা; যেনে, নৰিয়া অমাত, speechless, unable to utter or articulate sounds; unable to speak owing to illness or want of sense. স. শ. মানুহৰ দৰে কথা কব নোৱাৰা প্ৰাণী; যেনে, অমাতৰ মাত কোনে বুজিব? স. শ. কথা কব নোৱাৰা মানুহ, a mute, one who is speechless from physical defects.

অমাতৃক, বি. (সং. অমাতৃক, মাতৃহীন—অ, নাই+মাতৃক, মাক-থকা) মাক-নথকা, motherless.

অমানুষিক্, বি. (সং. অমানুষিক—অ, নহয়+মানুষিক, মানুহৰ) মানুহৰ নোহোৱা; মানুহে কৰিব নোৱাৰা; যেনে, অমানুষিক-ৰূপ, অমানুষিক কাৰ্য্য; superhuman.

অমানুহ্, স. শ. (সং. অমানুষ, মনুষ্যত্বহীন) জ্ঞানবিদ্যাহীন মানুহ, গুণ-নথকা ইতৰ লোক; যেনে, ভাল গুণে কৰে মানুহ, অভাৱে ভাৱ অমানুহ, অমানুহ মানুহ হৈছে, a worthless person, an ignorant, low fellow.

অমান্তি, বি. (অং. অ, নহয়+মান্তি, সম্মত) অসম্মত, সৈমান নোহোৱা, dissentient, dissenting. স. শ. অসম্মতি, dissent, unwillingness.

অমান্য, বি. (সং. আমান্য, সম্মানৰ অযোগ্য—অ, নহয়+মান্য, মাননীয়) মানিবৰ অযোগ্য, সম্মান কৰিব নলগা; বিশ্বাসৰ অযোগ্য; যেনে, প্ৰমাণ-নথকা কথা অমান্য, unfit to be respected, not to be regarded; untrustworthy.

অমাবাস্যা, স. শ. (সং. অমাৱাস্যা, আঁউহী—অমা, চন্দ্ৰত পৰা সূৰ্য্যৰ দীপ্তি+বস্, নিবাস কৰ্; সেই দিনা চন্দ্ৰ সূৰ্য্যৰ সেই ৰশ্মিতে বাস কৰে, থাকে, এতেকে) আঁউহী, জোন-মৰা তিথি, the day of the conjunction of the sun and moon. দশমী শব্দৰ তলৰ চুৰ্ণিকা চোৱা।

অমায়া, বি. (সং. অমায়া, মায়া বা ভ্ৰম-শূন্য—অ, নাই+মায়া, মিছাত সঁচা-জ্ঞান, ভ্ৰম) ভ্ৰম নথকা, সত্য; সৰল, উদাৰ, অকপট; যেনে, অমায়া ভকত, free from illusion or error; real, sincere.

অমায়া-পুৰি, স. শ. (সং. অমায়া, ভ্ৰমশূন্য + পুৰি, নগৰ) স্বৰ্গ, দেৱলোক, heaven.

অমায়া-সুখ, স. শ. (সং. অমায়া, ভ্ৰমশূন্য, সত্য + সুখ, সন্তোষ) সত্য সুখ, স্বৰ্গৰ সুখ, real happiness, heavenly bliss.

অমাৰ্জ্জিত্, বি. (সং. অমাৰ্জ্জিত, নমজা – অ, নহয় + মাৰ্জ্জিত, মজা) ঘঁহি মাজি পৰিষ্কাৰ নকৰা; যেনে, অমাৰ্জ্জিত পাত্ৰ; শিক্ষা আৰু বিদ্যা-চৰ্চ্চাৰ দ্বাৰা চোকা-নকৰা; যেনে, অমাৰ্জ্জিত বুদ্ধি, not cleaned; not sharpened by study, as intellect.

অমিয়া, বি. (সং. অমৃত, বং. অমিয়া, দেৱতা-বিলাকে পান-কৰা এবিধ মিষ্ট ৰস) অমৃতৰ তুল্য; যেনে, অমিয়া মধুৰ, ambrosial, very sweet.

অমিল্, বি (সং. অ, নহয় + মিল, একতা) মিল নোহোৱা, একে গঢ়ৰ বা প্ৰকাৰৰ নোহোৱা, বেলেগ; যেনে, এই দুখান কাকত অমিল, at variance, not alike. স. শ. মিলৰ অভাৱ, দন্দ, বিৰোধ। যেনে দুই ভায়েকৰ মাজত অমিল হৈছে, disagreement, dispute, quarrel.

অমিশ্ৰিত্, কৃদ. বি. (সং. অমিশ্ৰিত, মিহলি-নোহোৱা—অ, নহয় + মিশ্ৰিত, মিহলি) সান-মিহলি-নোহোৱা, unmixed.

অমুক্, স. শ. (সং. অমুক, নাম-নোকোৱা কোনো ব্যক্তি—অমু, এই) মানুহৰ বা বস্তুৰ নামৰ সলনি ব্যৱহৃত শব্দ; যেনে, অমুকে কৈছে, অমুক লাগে, such and such person or thing. বি. নাম-নোকোৱা; যেনে, অমুক মানুহ বা বস্তু, such and such. (স্ত্ৰী) স. শ. বি.

অমুক্-তমুক্, স. শ. বি. (অং. অমুক + তমুক, অনুকাৰ.) নাম-নোকোৱাকৈ অনেক মানুহ বা বস্তুৰ কথা কোৱাত ব্যৱহৃত শব্দ; যেনে, অমুকতমুকৰ ঘৰ; অমুকতমুক মানুহ বা বস্তু, such and such person or things; such and such.

অমুক্ত, কৃদ. বি. (সং. অমুক্ত, আবদ্ধ – অ, নহয় + মুক্ত, মুকলি) মুকলি-নোহোৱা, আবদ্ধ, not free, restrained, confined.

অমুৰি, স. শ. (অং.) উত্তগুলি, আওখটি, আমনি; যেনে, লৰাই অমুৰি কৰি থাকিলে কাম নহয়, annoyance, vexation.

অমূৰ্ত্তক্, বি. প্ৰবল, উগ্ৰ; যেনে, বাঢ়নী পানীৰ অমূৰ্ত্তক্ বেগ, violent.

অমূলক্, বি. (সং. অমূলক, মূলহীন – অ, নাই + মূল, গুৰি) মূল-নথকা, উৎপত্তিৰ ঠিকনা নথকা; অনিশ্চিত; যেনে অমূলক কথা, অমূলক সম্বাদ, groundless.

অমূল্য, বি. (সং. অমূল্য, মূল্য নিশ্চয় কৰিব নোৱৰা -- অ, নাই + মূল্য, বেচ) যাৰ উচিত বেচ দিব পৰা নেযায়; এতেকে অতি উত্তম; যেনে, অমূল্য দ্ৰব্য, invaluable, excellent.

অমৃত্, স. শ. (সং. অমৃত, সুধা -- অ, নহয় + মৃত, মৰা, তাক পান কৰিলে মৰণ নহয়, এতেকে) দেৱতাবিলাকে পান-কৰা এবিধ অতি মিষ্ট ৰস, ambrosia or nectar, the water of immortality drunk by the gods.

অমৃতবৰ্ষী, বি. (সং. অমৃতবৰ্ষিণ্, অমৃত-বৰষা—অমৃত + বৰ্ষিণ্, বৰষা) অমৃত-বৰষা, টোপাটোপে অমৃত-পৰা, বৰ মিঠা আৰু ৰং-লগোৱা; যেনে, অমৃতবৰ্ষী বাক্য, showering nectar, very sweet and pleasing. (স্ত্ৰী) অমৃতবৰ্ষিণী।

অমৃতা, স. শ. (সং. অমৃত, বৰ সোৱাদ বস্তু) পকিলে বৰ সোৱাদ-হোৱা এবিধ গুটি আৰু তাৰ গছ, the papaya tree and its fruit (*carica papaya*).

অমৃতি, স. শ. (অং. অ, নহয় + মৃত্তিকা, মাটি) গাৰ পৰা ক্ৰমে ডিঙ্গিলৈ সৰু হৈ যোৱা এবিধ তামৰ বা কাঁহৰ লোটা (সেই পাত্ৰ মাটিৰে গঢ়া নেযায়, এই কাৰণে সি সেই নাম পাইছে), a kind of water-pot.

অমোঘ্, বি. (সং. অমোঘ, অব্যৰ্থ—অ, নহয় + মোঘ, নিষ্ফল) অব্যৰ্থ, নিষ্ফল

নোহোৱা ; যেনে, অমোঘ বাক্য, infallible, not liable to fail.

**অম্বষ্ঠ**, স. শ. ( সং. অম্বষ্ঠ, বৈদ্য-জাতি—অম্বা, মাতৃ+স্থা, থাক্ ; মাকৰ কুলতে থাকে, এতেকে ) ব্ৰাহ্মণৰ পৰা বৈশ্যাৰ গৰ্ভত হোৱা সন্তান, বঙ্গদেশৰ বৈদ্য-জাতিৰ মানুহ, a son of a Brahman by a Vaisya woman, a man of the Vaidya caste of Bengal.

**অম্বিকা**, স. শ. ( সং. অম্বিকা, দুৰ্গা—অম্বা, মাতৃ ; তেওঁ সকলোৰে মাক, এতেকে ) পাৰ্ব্বতী, দুৰ্গা, a name of Durga.

**অম্বুজ্**, স. শ. ( সং. অম্বুজ, পদ্ম—অম্বু, পানী+জন্, উৎপন্ন হ ) পদ্ম, পদুম, a lotus.

**অম্বুবাচী**, স. শ. ( সং. অম্বুবাচী, যাঁঠ—অম্বু, পানী+ৱচ্, কথা ক ) যাঁঠ, আহাৰ-মাহত পৃথিবী ৰজস্বলা হোৱা চাৰি দিন, four days in *Assarh* when the earth is supposed to be unclean.

**অম্ল**, বি. (সং. অম্ল, টেঙ্গা—অম্, পীড়িত হ) টেঙ্গা, acid.

**অম্লপিত্ত**, স. শ. (সং. অম্লপিত্ত, টেঙ্গা-পানী-উঠা ৰোগ—অম্ল, টেঙ্গা+পিত্ত, পিত) পিত্ত-কামোৰণি, বুকত কামোৰা ৰোগ, টেঙ্গা-পানী-উঠা ৰোগ, acidity of stomach.

**অম্লান্**, বি. (সং. অম্লান, নিৰ্ম্মল—অ, নহয় +ম্লান, মলিন) নিৰ্ম্মল, নিকা ; সঙ্কোচিত নোহোৱা (মুখত থাটে) ; যেনে, অম্লান মুখেৰে এই কথা কলে, clean ; not shrinking.

**অযতন্** (-জ-), স. শ. (সং. অযত্ন, হেলা) চেষ্টাৰ অভাৱ, হেলা, inaction, neglect.

**অযতনে**(-জ-), ক্ৰি. বি. যতন নকৰাকৈ, হেলাৰাঙ্গে, easily, without much trouble or exertion.

**অযত্ন**(-জ-) ( সং. অযত্ন, হেলা—অ, নাই +যত্ন, চেষ্টা ) অযতন, হেলা, absence of exertion or effort, inaction, neglect.

**অযথাৰ্থ**(-জ-), বি. ( সং. অযথাৰ্থ, মিছা—অ, নহয়+যথাৰ্থ, সঁচা ) মিছা, false.

**অয়ন্**, স. শ. ( সং. অয়ন, পথ—ই, গমন কৰ্ ) সূৰ্য্যে পৃথিৱীৰ উত্তৰ বা দক্ষিণ ফালে গতি-কৰা কাল ; যেনে, উত্তৰায়ণ, দক্ষিণায়ণ, the half year in which the sun is in the north or south of the earth.

**অযশ্**(-জ-), স. শ. ( সং. অযশ, দুৰ্নাম—অ, বেয়া+যশ, খ্যাতি ) অখ্যাতি, অপযশ, দুৰ্নাম, infamy.

**অযাচিত্**(-জা-), কৃদ. বি. ( সং. অযাচিত, নোখোজা—অ, নহয়+যাচিত, খোজা ) নোখোজা, নমগা ; যেনে, অযাচিত দান, unasked for.

**অযাচিতে**(-জা-), ক্ৰি. বি. ( অং. ) নোখোজাকৈ, নিবিচৰাকৈ ; যেনে, খাটনিৰ বানচ অযাচিতে পাম, without asking or searching for.

**অযাত্ৰীয়া**(-জা-), বি. ( সং. অযাত্ৰা, অশুভ যাত্ৰা ) কোনো ঠাইলৈ যাবৰ সময়ত দেখিবৰ অযোগ্য বা দেখিলে অশুভ-ঘটোৱা, inauspicious or foreshowing evil if seen at the time of entering upon a journey.

**অযাত্ৰা**(-জা-), স. শ. ( সং. অযাত্ৰা—অশুভ যাত্ৰা—অ, বেয়া+যাত্ৰা, গমন ) অশুভ যাত্ৰা, কোন ঠাইলৈ যাবৰ নিমিত্তে শুভ নোহোৱা দিন বা সময় ; যেনে, অযাত্ৰাত গলে আপদত পৰা যায় বা কাৰ্য্য-সিদ্ধি নহয়, an inauspicious day or moment to enter upon a journey.

**অযুক্তি**(-জু-), স. শ. ( সং. অযুক্তি, যুক্তি-বিৰুদ্ধ কথা—অ, নহয়+যুক্তি, ঔচিত্য ) অন্যায় বা অনুচিত কথা বা উক্তি, unreasonableness, want of conformity to correct principles.

**অযুগুত**(-জু-), বি. ( সং. অযুক্ত, অনুচিত ) অন্যায়, অনুচিত, improper, unreasonable.

অযুগ্ম(-জু-), বি. ( সং. অযুগ্ম, বিযোৰ—অ, নহয়+যুগ্ম, যোৰ ) বিযুৰীয়া, অকল-সৰীয়া, single, odd.

অযুত(-জু-), সংখ্যা ( সং. অযুত, দহ হেজাৰ —অ, ন+যত্, গণনা কৰ্ ) দহ হেজাৰ, ten thousand.

অযোগ্য(-জো-), বি. ( সং. অযোগ্য, অনুপ-যুক্ত—অ, নহয়+যোগ্য, উপযুক্ত ) উপযুক্ত-নোহোৱা, অপাত্র, unfit.

অযোগ্যতা(-জো-), গু. শ. উপযুক্ত-নোহোৱা অৱস্থা, unfitness.

অযোধ্যা(-জো-), স. শ. ( সং. অযোধ্যা, এখান নগৰ—অ, নহয়+যোধ্য, যুজিব পৰা ) সৰযূ নদীৰ তীৰত থকা সূৰ্য্যবংশী ৰজাবিলাকৰ নগৰ ( তাৰ বিৰুদ্ধে কেওঁৱে যুজিব নোৱাৰিছিল, এতেকে সেই নাম ) Oudh.

অযোনি-সম্ভৱ, বি. ( সং. অযোনি-সম্ভৱ—অ, নহয়+যোনি-সম্ভৱ, গৰ্ভত উৎপন্ন) মানুহ বা জন্তুৰ গৰ্ভৰ পৰা নজন্মা, স্ত্রী পুৰুষৰ সংযোগ নোহোৱাকৈ উৎপন্ন, not begotten by a male upon a female. ( স্ত্রী ) অযোনি-সম্ভৱা।

অৰখীয়া, বি. ( অং. অ, ন+ৰখীয়া, ৰাখোঁতা ) ৰখীয়া-নথকা, having no one to look after.

অৰণ্য, স. শ. ( সং. অৰণ্য, হাবি—ঋ, গতি কৰ্+অন্য, প্রত্যয় ) হাবি, জাৰনি, a jungle, a forest.

অৰতি, স. শ. ( সং. অৰতি, স্পৃহা-নথকা—অ, নাই+ৰতি, স্পৃহা ) ৰাপ নথকা, অৰুচি, অনাস্তিক, dislike, disregard.

অৰবিন্দ, স. শ. ( সং. অৰবিন্দ, পদ্ম—অৰ, শীঘ্রে+বিন্দ, প্রাপ্ত হ ) পদ্ম, পদুম, a lotus.

অৰবিন্দ-লোচন্, স. শ. (সং. অৰবিন্দলোচন, —অৰবিন্দ, পদ্ম+লোচন, চকু ) পদুমৰ দৰে শুৱনি চকু যুক্ত লোক, বিষ্ণু, one having lotus-like or lovely eyes, Vishnu.

অৰসিক্, বি. ( সং. অৰসিক, ‘ ৰস-শুবুজা— অ, নহয়+ৰসিক, ৰস-বুজা ) ৰস-বোধ-নথকা, devoid of fine feeling.

অৰক্ষক্, বি. ( সং. অৰক্ষক, ৰক্ষকহীন—অ, নাই+ৰক্ষক, ৰখীয়া ) ৰখীয়া-নথকা, উদং-মেলা, উদঙীয়া, having no protector or keeper.

অৰক্ষা, স. শ. ( সং. অৰক্ষা, ৰক্ষাহীনতা —অ, নাই +ৰক্ষা, আশ্রয় ) ৰক্ষা-নথকা, ৰক্ষাৰ অভাৱ, ৰক্ষাৰ উপায়-নথকা অৱস্থা, absence of protection.

অৰক্ষিত্, কৃদ. বি. ( সং. অৰক্ষিত, নৰখা —অ, নহয়+ৰক্ষিত, ৰখা ) ৰক্ষিত-নোহোৱা, ৰক্ষা-নকৰা, unprotected, not looked after.

অৰাজক্, বি. ( সং. অৰাজক—অ, নাই+ ৰাজন্+ৰজা ) ৰজা-নথকা ; সুশাসন-নথকা ; যেনে, অৰাজক দেশ বা কাল, without a king ; anarchical ( said of a period or country ). স. শ. ৰজা-নথকা কাল, an interregnum.

অৰাজকতা, গু. শ. ৰজাৰ অভাৱ, সুশাসন-নথকা অৱস্থা ; ৰজা-নথকা কাল, anarchy ; want of government ; an interregnum.

অৰাজ্য, } স. শ. ( সং. অ, নহয়+ৰাজ্য,
অৰাজ্, } দেশ ) মানুহৰ বসতি নোহোৱা ঠাই, ডাঙৰ হাবি, a wilderness.

অৰি, স. শ. ( সং. অৰি, শত্রু—ঋ, গতি কৰ্ ) শত্রু, an enemy.

অৰিয়াঅৰি, স. শ. ( অং. আৰি, আনক পৰাস্ত কৰিবৰ চেষ্টা ) এটাতকৈ আনটোৰ ভাল হবৰ কাৰবাৰ, আন এটাতকৈ আপুনি ভাল হবৰ উদ্যোগ, বগিয়াবগি ; এটাৰে আনটোৰে আৰি-মৰা কাৰ্য্য, emulation, rivalry ; the act of betting with one another.

অৰিহণা, স. শ. ( সং. অৰ্হণা, পূজা, অৰ্চ্চনা ), কোনো ধৰ্ম্ম-কাৰ্য্যৰ অন্তত সেই কৰ্ম্ম সম্পূৰ্ণ হবৰ নিমিত্তে দান কৰা ধন আদি, দক্ষিণা, an offering made to the officiating priest at the end of a religious rite.

অৰীতি, স. শ. ( সং. অৰীতি, ৰীতিৰ বিৰুদ্ধ কাম—অ, নহয়+ৰীতি, আচাৰ ) অনাচাৰ ; শাস্ত্ৰৰ বিৰুদ্ধ আচাৰ, improper conduct, conduct opposed to rules.

অৰীতীয়া, বি. অনাচাৰী, শাস্ত্ৰৰ নিয়মৰ বিৰোধে প্ৰবৰ্ত্তা, heterodox. স. শ. শাস্ত্ৰৰ বিৰুদ্ধ এটা নতুন মতত প্ৰবৰ্ত্তা হিন্দু, one of a sect of Hindus holding doctrines opposed to the *shastras*.

অৰুচি, স. শ. ( সং. অৰুচি, খাবৰ অনিচ্ছা —অ, ন+ৰুচ্, দীপ্তি কৰ্ ) ৰুচিৰ অভাৱ, খাবলৈ মন নোযোৱা বা আহাৰ মুখত বেয়া লগা গুণ, distaste, dislike of food ; dislike.

অৰুণ, স. শ. ( সং. অৰুণ, সূৰ্য্যৰ সাৰথি— ঋ, গতি কৰ্ ) এটা কল্পিত চৰাই, সি কাশ্যপৰ পুতেক, গৰুড়ৰ ককায়েক আৰু সূৰ্য্যৰ সাৰথি বুলি পুৰাণত লিখা আছে ; সূৰ্য্য, a fabulous bird supposed to be a son of sage Kasyapa, and the charioteer of the sun ; the sun.

অৰুণোদয়, স. শ. ( সং. অৰুণোদয়—অৰুণ, সূৰ্য্য+উদয়, ওলোৱা ) সূৰ্য্যৰ উদয়, বেলি ওলোৱা ; প্ৰত্যূষ-কাল, নিচেই ৰাতি-পুৱা, sunrise, the dawn.

অৰুন্ধতী, স. শ. ( সং. অৰুন্ধতী—অ, ন+ ৰুধ্, বাধা কৰ্ ), সাতোটা তৰাযুক্ত এটা মণ্ডলৰ ভিতৰৰ এটা তৰাৰ নাম ; সেই তৰা কৰ্দ্দম ঋষিৰ জীয়েক আৰু বশিষ্ঠৰ ভাৰ্য্যা বুলি খ্যাত, one of the Pleiades.

অৰে, স. অব্য. ( সং. অৰে, অব্য. ) নীচ বা ইতৰ মানুহক মতা মাত ; যেনে, অৰে মূৰ্খ, a particle used in addressing a low person.

অৰোগিতা, গু. শ. ( সং. অৰোগিতা, ৰোগ-শূন্যতা—অ, নহয়+ৰোগিন্, ৰুগীয়া ) নিৰোগী অৱস্থা, আৰোগ্য, health.

অৰোগী, বি. ( সং. অৰোগিন্, নিৰোগ—অ, নহয়+ৰোগিন্, নৰিয়া ) ৰোগে নধৰা, সুস্থ, নিৰোগী, healthy. স. শ. নিৰোগী লোক, a healthy person. ( স্ত্ৰী ) বি. স. শ. অৰোগিনী।

অৰ্ঘ, স. শ. (সং. অৰ্ঘ, পূজা—অৰ্হ্, পূজা কৰ্) মান্য মানুহ বা দেৱতা ঘৰলৈ আহিলে তেওঁৰ বাটৰ ভাগৰ গুচাবৰ কাৰণ মূৰত ছটিয়াবলৈ দিয়া পানী ; পূজা, water offered to a God or respectable person come to one's house for the purpose of sprinkling on the head to cool himself ; worship.

অৰ্ঘ দি, আশা এৰ ( যাৰ আশা এৰা যায় তাৰ সপ্তমী বিভক্তি হয় ) ; যেনে, সেই ধনত সি অৰ্ঘ দিছে, to give up the hope of gaining, to relinquish, as unobtainable.

অৰ্ঘা, স. শ. ( সং. অৰ্ঘ-পাত্ৰ ) অৰ্ঘ দিওঁতে বা পূজা কৰোঁতে দেৱতাক পানী দিয়া এটা সৰু পাত্ৰ, a small vessel used for offering water to a god.

অৰ্চ্চক, স. শ. ( সং. অৰ্চ্চক, পূজক—অৰ্চ্চ, পূজা কৰ্) পূজা-কৰোঁতা, a worshipper.

অৰ্চ্চনা, স. শ. (সং.) পূজা, worship.

অৰ্চ্চনীয়, বি. ( সং. ) পূজা কৰিবৰ যোগ্য, মান্য, venerable.

অৰ্চ্চিত্, কৃদ. বি. পূজিত, যাক পূজা কৰা যায়, worshipped.

অৰ্জ্জা, কৃদ. বি. (অং. আৰ্জ, লাভ কৰ্) পৰিশ্ৰম কৰি লাভ কৰা, ঘটা, উপাৰ্য্যন-কৰা, earned, acquired. কৃদ. স. ঘটন, the act of earning or acquiring.

অৰ্জ্জন্, কৃদ. স. ( সং. অৰ্জন, ঘটন—অৰ্জ্, লাভ কৰ্ ) ঘটন ; উপাৰ্জন, the act of earning ; gain.

অৰ্জ্জুন্, স. শ. ( সং. অৰ্জুন, এজন পাণ্ডৱ— অৰ্জ্, লাভ্ কৰ্) পাঁচ পাণ্ডৱৰ তৃতীয় জন ; এ বিধ গছ ; one of the Pandavas ; a tree ( *Pentaptera Arjuna.* )

অৰ্ণৱ, স. শ. (সং. অৰ্ণৱ, সাগৰ—অৰ্ণস্, পানী) সাগৰ, the ocean.

অৰ্থ, স. শ. ( সং. অৰ্থ, ধন—ঋ, গতি কৰ্ ) কোনো শব্দ যি বস্তু বা কাৰ্য্য বুজায়,

সেয়ে তাৰ অৰ্থ ( কাপ শব্দৰ অৰ্থ আখৰ লেখা এঠা যতন ); ধন সম্পত্তি; ফল; উদ্দেশ, meaning; wealth; consequence; an object, purpose.

অৰ্থকৰ্, বি. ( সং. অৰ্থকৰ, ধন-উৎপাদক—অৰ্থ, ধন + কৃ, উৎপন্ন কৰ্ ) ধন উৎপন্ন কৰা, লাভ-জনক lucrative, gainful. (স্ত্ৰী) অৰ্থকৰী; যেনে, অৰ্থকৰী বিদ্যা।

অৰ্থদণ্ড, স. শ. ( সং. অৰ্থদণ্ড, ধন-ডাঁৰণ—অৰ্থ, ধন + দণ্ড, শাস্তি) জৰিমানা, a fine.

অৰ্থনাশ্, স. শ. ( সং. অৰ্থনাশ, ধনহানি—অৰ্থ, ধন + নাশ, হানি ) ধন-হেৰোৱা, ধন নষ্ট হওন, loss of property.

অৰ্থৱন্ত, } বি. ( সং. অৰ্থৱৎ, অৰ্থ-থকা—অৰ্থৱান্, } অৰ্থ, ধন আদি + ৱৎ, থকা) ধন-থকা; কোনো এক বস্তু বা কাৰ্য্য বুজোৱা, rich, moneyed; significant. স. শ. ধনীলোক; যেনে, অৰ্থৱন্তে বা অৰ্থৱানে সকলো কৰিব পাৰে, a rich man. (স্ত্ৰী) বি. স. শ. অৰ্থৱতী।

অৰ্থবাদ্, স. শ. ( সং. অৰ্থ + ৱাদ, তৰ্ক ) কোনো কথাৰ অৰ্থত আসোঁৱাহ উলিয়াই আন অৰ্থ-কৰণ, অৰ্থৰ বিচাৰ-কৰণ; যেনে, "হৰিৰ নামৰ যিতো কৰে অৰ্থবাদ," the act of putting a new construction upon a word or sentence.

অৰ্থাৎ, ক্ৰি. বি. ( সং. অৰ্থ, শব্দে যাক বুজায়) ভাঙ্গি কব লাগিলে, বুজাই কওঁতে; যেনে, মনুষ্যো, অৰ্থাৎ, মানুহে, that is to say, namely.

অৰ্থান্তৰ্, স. শ. ( সং. অৰ্থান্তৰ, অন্য এক অৰ্থ—অৰ্থ + অন্তৰ, পৃথক ) অন্য এক অৰ্থ, বেলেগ অৰ্থ; যেনে, এইটো শব্দৰ অৰ্থান্তৰ আছে, a different meaning.

অৰ্থে, আ. অব্য. ( সং. অৰ্থ, অভিপ্ৰায়; কোনো এক অভিপ্ৰায়েৰে ) কাৰণে, নিমিত্তে; যেনে, বৰ সবাহৰ অৰ্থে পঁচা তুলিছে, for the purpose of, for.

অৰ্থোপাৰ্জন, স. শ. ( সং. অৰ্থোপাৰ্জন, ধন-ঘটন—অৰ্থ, ধন + উপাৰ্জন, আৰ্জন ) ধন-ঘটন, ধন-লাভ-কৰণ; যেনে, ডেকা কালত অৰ্থোপাৰ্জন কৰিবা, বুঢ়া হলে ভাঙ্গি খাবা, acquirement of wealth, the act of making money.

অৰ্দ্ধ, স. শ. ( সং. অৰ্দ্ধ, আধা—ঋধ্, বাঢ়, বেচি হ ) আধা, আদ-খানি, half.

অৰ্দ্ধচন্দ্ৰ, স. শ. ( সং. অৰ্দ্ধচন্দ্ৰ, চন্দ্ৰৰ এভাগ —অৰ্দ্ধ, আধা বা এভাগ + চন্দ্ৰ, জোন ) চন্দ্ৰ-মণ্ডলৰ এভাগ; চন্দ্ৰৰ এভাগৰ দৰে কপালত পথালিকৈ লোৱা ফোঁট, ৰেখা, a crescent; a crescent-shaped mark on the forehead of a Hindu.

অৰ্দ্ধৰথী, স. শ. ( সং. অৰ্দ্ধৰথ, এজনে সৈতে মাথোন যুজিব পৰা যোদ্ধা ) ৰথত উঠি কেৱল এজনে সৈতে মাথোন যুজিব পৰা বীৰ, a warrior who can fight on a car with only one.

অৰ্দ্ধপৈশাচী, বি. (সং. অৰ্দ্ধ, আধা + পৈশাচী, পিশাচৰ, আধা পিশাচৰ ভাষাৰ নিচিনা ) মিশ্ৰিত, মিহলি ( ভাষাত খাটে ); যেনে, অৰ্দ্ধপৈশাচী ভাষা, অৰ্দ্ধপৈশাচী ৰচনা, mixed, not pure—said of language or literary composition.

অৰ্দ্ধেক্, স. শ. ( সং. অৰ্দ্ধেক, একৰ আধা—অৰ্দ্ধ, আধা + এক, দুইৰ আধা ) আধেক, দুভাগ-কৰা কোনো এটা বস্তুৰ আধা, one half.

অৰ্প্, স. ধা. ( সং. ঋ, গতি কৰ্ ) কোনো লোকক গতাই বা শোধাই দি, কোনো লোকলৈ পঠাই দি; যেনে, বাপেকে ঘৰৰ সকলো কাম পুতেকত অৰ্পিছে, to make over, to deliver.

অৰ্পণ্, কৃদ. স. (সং.) শোধাই দিয়া বা পঠাই দিয়া কাৰ্য্য; যেনে, ৰজাই ৰাজ্যৰ ভাৰ পুতেকত অৰ্পণ কৰিছে, the act of making over or delivering.

অৰ্পণীয়, বি. ( সং. ) শোধাই দিব লগীয়া, to be delivered.

অৰ্পিত্, কৃদ. বি. (সং.) শোধাই দিয়া, delivered.

অৰ্ব্বাচীন্, বি. ( সং. অৰ্ব্বাচ, এই কালৰ—অৰ্ব্বাচ, পাচৰ কাল ) আধুনিক, এতিয়াৰ, এই কালৰ, modern.

অৰ্ব্বুদ্‌, স. শ. ( সং. অৰ্ব্বুদ—অৰ্ব্ব, হিংস্‌ ) দহ কোটি, a hundred millions.

অৰ্শ, স. শ. ( সং. অৰ্শস্‌, এবিধ ৰোগ—ঋ, গতি কৰ্‌) বহিৰ্দ্বাৰে দি তেজ যোৱা ৰোগ, কেচু-মুৰীয়া ৰোগ, the piles.

অৰ্হ, বি. ( সং. অৰ্হ, যোগ্য—অৰ্হ, যোগ্য হ) যোগ্য, উপযুক্ত, fit, proper.

অৰ্হৰ, স. শ. ( বং. অড়ৰ, হিং. অৰহৰ, এবিধ মাহ ) মিৰি-মাহ, a species of legumenous seed ( callibris quadrivalvis. ) Valuable for its resin. From the powder a medicine is prepared, which is used as an astringent (Dict : of Econ : Products, India.)

অলগৰ্দ্দ. বি. ( সং. অলস, এলেহুৱা + গৰ্দ্দভ, গাধ ; এলেহুৱা গাধ) মূৰ্খ আৰু এলেহুৱা ; যেনে, অলগৰ্দ্দ মানুহ, stupid and lazy. স. শ. মূৰ্খ, এলেহুৱা মানুহ ; যেনে, অলগৰ্দ্দে লৰচৰ কৰিহ নোখোজে, a dull, lazy person.

অলঙ্কাৰ, স. শ. ( সং. অলঙ্কাৰ, আভৰণ—অলং, শোভা + কৃ, কৰ্‌ ) ভূষণ, আভৰণ, খাৰু-মণি আদি ; কথাৰ ধুন, an ornament ; a rhetorical expression.

অলঙ্কাৰ-শাস্ত্ৰ, স. শ. ধুন লগাই কথা কবলৈ বা লিখিবলৈ শিকোৱা পুথি, a treatise on rhetoric.

অলঙ্কৃত্‌, কৃদ. বি. ( সং. ) শোভিত, ভূষিত, অলঙ্কাৰেৰে সজোৱা, ornamented, adorned, decorated.

অলপ্‌, বি. (সং. অল্প ; তাকৰ) তাকৰ, অধিক নোহোৱা, a little. স. শ. তাকৰ বস্তু, ক্ষুদ্ৰ অংশ ; যেনে, ভাল বস্তুৰ অলপেই অধিক, a small portion.

অলপতে, ক্ৰি. বি. অলপ দিনৰ আগেয়ে ; যেনে, অলপতে আহিছে ; শীঘ্ৰে, সোনকালে, অলপ দিনৰ মূৰতে ; যেনে, অলপতে যাব বা হব ; অলপ কাৰণতে ; যেনে, অলপতে খংটো উঠে, a short time ago, recently ; shortly, after a short time : for a trifling reason.

অলপীয়া, বি. ( অং. অলপ্‌ ) তাকৰীয়া, অলপ্‌ ; যেনে, অলপীয়া বস্তু, a few, a little, small in quantity.

অলপ্‌-অচৰপ্‌, বি. ( অং. অলপ + অচৰপ্‌, অনুৰূ. ) তাকৰ-তুকৰ, a little, a few. স. শ. অলপ পৰিমাণ, a small quantity.

অলপ্‌কৈ, ক্ৰি. বি. (অং) তাকৰকৈ ; যেনে, অলপ্‌কৈ দিবি ; মৃদুৰূপে, ঢিলাকৈ ; যেনে, অলপকৈ ধৰিবি, in a small quantity ; lightly.

অলপ্‌-ধতুৰা, বি. ( অং অলপ্‌, ক্ষুদ্ৰ + ধাতু. প্ৰাণ. ক্ষুদ্ৰ-প্ৰাণযুক্ত ) সাহ-নথকা. ভয়াতুৰ ; যেনে, বাঘৰ গোঁজৰণি শুনি অলপ-ধতুৰা মানুহৰ প্ৰাণ উৰি যায় ; সামান্য বিধৰ ; যেনে, অলপ-ধতুৰা মানুহ ৰজাৰ ওচৰ চাপিবই নোৱাৰে, timid ; of an inferior sort or class.

অলপ্‌মান্‌, স. শ. ( অং. অলপ, ক্ষুদ্ৰ + মান, পৰিমাণ ) কোনো বস্তুৰ ক্ষুদ্ৰ অংশ, অলপ বস্তু ; যেনে, জ্ঞানীয়ে অলপমান পালেই অধিক বুলি ভাবে, a small portion of anything. বি. তাকৰ, অনধিক ; যেনে, অলপমান কথা, a little.

অলঙ্ঘনীয়, } অলঙ্ঘ্য, } বি. ( সং. অলঙ্ঘনীয়, অলঙ্ঘ্য, লঙ্ঘিব নোৱৰা—অ,।ন + লনঘ, গতি কৰ্‌ ) অমান্য কৰিব নোৱৰা ; যেনে, গুৰুৰ বাক্য অলঙ্ঘনীয় ; পাৰ হৈ যাব নোৱৰা ; যেনে, ওখ পৰ্ব্বত অলঙ্ঘ্য, inviolable, not to be crossed.

অলৰ্‌, বি. (অং. অ, নহয় + লৰ, পৰিবৰ্ত্তিত) নলৰা, লৰচৰ-নোহোৱা, একে দৰে থকা ; যেনে, ভাল লোকৰ কথা অলৰ ; লৰিচৰি নুফুৰা ; যেনে, পৰ্ব্বত অলৰ, unchangeable ; not moving about.

অলৰৰূপে, ক্ৰি. বি. লৰচৰ নোহোৱাকৈ, স্বৰূপে, নিশ্চয়ে, certainly, without fail.

অলস্‌, বি. ( সং. অলস, এলেহুৱা—অ, ন + লস্‌,কাম কৰ্‌) কাম-নকৰা, এলেহুৱা, lazy.

অলক্ষিত্‌, কৃদ. বি. ( সং. অলক্ষিত, মনিব নোৱৰা—অ, নহয় + লক্ষিত, দেখা ) নে-

দেখা, চকুৰে নমনা, অতৰ্কিত, unobserved, unperceived.

অলক্ষিতে, ক্রি. বি. (অং.) নেদেখাকৈ, মনিব নোৱৰাকৈ, without being perceived or observed.

অলক্ষ্মী, স. শ. (সং. অলক্ষ্মী, এজনা দেৱী—অ, নহয় + লক্ষ্মী, ধন-সম্পত্তি) দুৰ্ভাগ্যৰ দেৱী, the goddess of ill-luck.

অলক্ষ্য, বি. মনিব নোৱৰা, তৰ্কিব নোৱৰা, not observable, not distinguishable.

অলাউ, স. শ. (অং. অ, নহয় + লাউ, এবিধ ফল) ডিঙ্গি নথকা লাউ, অস্বাভাবিক্ লাউ, a long gourd without a neck.

অলাভ্, স. শ. (সং. অ, নাই + লাভ, প্ৰাপ্তি) লাভৰ অভাৱ; হানি; যেনে, এই বেপাৰত অলাভ হে হল, absence of gain; loss.

অলি, স. শ. (সং. অলি, ভোমোৰা—অল্, পাৰ্গত হ) ভ্ৰমৰ, ভোমোৰা, the humble bee.

অলিয়াবলিয়া, বি. (অং. অলিয়া, অনুৰূ. + বলিয়া, উন্মত্ত) বাতুল, বলিয়ালি কৰা (মৌখিক), mad, crazy.

অলীক্, বি. (সং. অলিক. মিছা—অল, ভূষিত কৰ্; মিছা কথাত অনেক জোৰা দি ধুন-লগোৱা যায়, এতেকে) অসত্য, মিছা, সাজি কোৱা, false.

অলীকতা, গু. শ. (সং.) অসত্যতা, মিথ্যাত্ব, মিছা, falsehood.

অলেখ্, বি. (অং. অ, নাই + লেখ, গণনা) লেখি অন্ত কৰিব নোৱৰা, লেখ-নথকা; বিস্তৰ, innumerable.

অলৈ-তলৈ, স্থা. সৰ্ব. (অং. অলৈ, এই ঠাইলৈ + তলৈ, সেই ঠাইলৈ) ইঠাই-সিঠাইলৈ, ইফাল-সিফাললৈ (মৌখিক), to this place and that.

অলোভী, বি. (সং. অলোভিন্, লোভহীন—অ, ন হয় + লোভিন্, লুভীয়া) নিৰ্লোভী, free from desire or craving.

অলৌকিক্, বি. (সং. অলৌকিক, অমানুষিক—অ, ন + লৌকিক, পৃথিবীৰ) পৃথিবীত নথকা; মানুহৰ জ্ঞানৰ বা স্বভাৱৰ বাহিৰ; সমাজৰ মাজত নচলা, supernatural; opposed to common usage.

অলৌকিতা, গু. শ. (সং. অলৌকিকতা, অমানুষত্ব) মানহানি, অপযশ; সামাজিক কাৰ্য্য ৰীতিমতে নকৰাৰ পৰা হোৱা দুৰ্নাম; যেনে, কৰিব লগীয়া কামত কিৰ্পিণালি কৰিলে অলৌকিতা হয়, loss of reputation for not performing social ceremonies according to custom.

অলৌভলৌ, বি. অৰ্থ-নথকা, অসঙ্গত, বলিয়াৰ কথাৰ নিচিনা; যেনে, বলিয়াই অলৌভলৌ কথা কয়, unmeaning, incoherent.

অল্প, বি. (সং. অল্প, তাকৰ—অল্, পাৰগ হ) তাকৰ, অলপ, a little, small.

অল্পতা, গু. শ. অলপ হোৱা গুণ বা অৱস্থা, smallness, littleness.

অল্পায়ুস্, বি. (সং. অল্পায়ুস্, চুটি-জীৱনীয়া—অল্প, অলপ + আয়ুস্, জীৱন) অলপ দিন জীয়া, short-lived.

অৱকাশ, স. শ. (সং. অৱকাশ, আজৰি—অৱ, উপস. + কাশ, প্ৰকাশ) আজৰি, কামত নিযুক্ত নথকা সময়, leisure.

অৱগত, বি. (সং. অৱগত, জনা—অৱ, উপস. + গম্, যা) জনা, বুজ-পোৱা, known, understood.

অৱগতি, স. শ. (সং.) জ্ঞান, বোধ, knowledge.

অৱগাহন, স. শ. (সং. অৱগাহন, স্নান—অৱ, উপস. + গাহ, সঞ্চালন কৰ্) স্নান, bathing.

অৱজ্ঞা, স. শ. (সং. অৱজ্ঞা, অসম্মান—অৱ, উপস. + জ্ঞা, জান্) অসম্মান; উলঙ্ঘাকৰণ, disrespect: disobedience. অৱজ্ঞা কৰ্; যেনে, বুঢ়া লোকক অৱজ্ঞা নকৰিবা; উলঙ্ঘ; যেনে, পিতৃৰ আজ্ঞা অৱজ্ঞা নকৰিবা, to disrespect; to disobey.

অৱতাৰ্, স. শ. (সং. অৱতাৰ, আকাৰ লৈ পৃথিবীলৈ আগমন—অৱ, উপস. + তৃ, পাৰ হ) কোনো এক আকাৰ ধৰি পৃথি-

বীলৈ আগমন কৰা দেৱতা; এতেকে, আকাৰ নথকা বস্তুয়ে ধৰা আকাৰ; যেনে, বিষ্ণুৰ অৱতাৰ, a deity in an incarnate form : an incarnation.

অৱতাৰী, বি. ( সং. অৱতাৰিণ্, অৱতাৰ-হোৱা—অৱ + ভূ) অৱতাৰ-হোৱা, আকৃতি ধৰি পৃথিৱীলৈ অহা; যেনে, অৱতাৰী পুৰুষ, incarnate.

অৱতীর্ণ. বি. (সং.) আকৃতি ধৰি পৃথিৱীত উপস্থিত; যেনে, বিষ্ণু পৃথিৱীত অৱতীর্ণ হৈছিল, descended in an incarnate form upon earth.

অৱধান্, স. শ. ( সং. অৱধান, মনোযোগ—অৱ, উপস. + ধা, ধাৰণ কৰ ) মনোযোগ, মন-দিয়ন,কাণ-পাতন, attention, heed.

অৱধাৰিত্, কৃদ. বি. (সং. অৱধাৰিত, নিশ্চিত—অৱ, পূর্ব্বে + ধৃ, ধৰ্ ) নিশ্চিত, নিশ্চয় কৰা, স্থিৰ কৰা, ascertained, determined, resolved.

অৱধি, স. শ. (সং. অৱধি, সীমা—অৱ, উপস. + ধা, ধাৰণ কৰ্ ) সীমা; অন্ত; যেনে, আকাশৰ অৱধি নাই, limit. আনু. অব্য. সীমাকৰি: যেনে, সেই অৱধি, তদৱধি ( এনে বোৰ কথা ক্রিয়া বিশেষণ হয় ), since, ever since.

অৱনত্, ক্রি. বি. ( সং. অৱনত, চাপৰোৱা—অৱ, উপস. + নম্. সেৱা কৰ ) চাপৰা, মূৰ-দোঁওৱা; যেনে, অৱনত হৈ কলে, bending, stooping, bowing.

অৱনতি, স. শ. ( সং. ) নত হোৱা বা চাপৰা কার্য্য; সম্পদ নষ্ট হোৱা অৱস্থা, পতন; যেনে, এই দেশৰ উন্নতি নাই, ক্রমে অৱনতি হে হৈছে, the act of lowering or bending; a fall, degradation.

অৱনী, স. শ. ( সং. অৱনী, পৃথিৱী—অৱ, ৰক্ষা কৰ্; পৃথিৱীয়ে সকলো ধৰি আছে, এতেকে ) পৃথিৱী, the earth.

অৱমাননা, স. শ. (সং. অৱমাননা, অসম্মান—অৱ, উপস. + মান, মর্য্যাতা) অমর্য্যাতা, অসম্ভ্ৰম, অনাদৰ, disrespect, disregard.

অৱলম্ব, স. শ. ( সং. অৱলম্ব, আশ্রয়—অৱ, উপস. + লম্ব, ওলম্ ) আশ্রয়, সহায়, support, some person or thing to depend upon.

অৱলম্বন্, কৃদ. স. (সং.) আশ্রয়-কৰণ; যেনে, সন্ন্যাসীয়ে জীবিকাৰ নিমিত্তে ভিক্ষাক অৱলম্বন কৰে; ওলমন্, কোনো বস্তুত ধৰি বৈ থাকন; যেনে, নাও বুৰিলে সেই নাওতে অৱলম্বন কৰিব লাগে, the act of depending or hanging on.

অৱলোকন্, কৃদ. স. ( সং. দৃষ্টি-কৰণ—অৱ, উপস. + লোক্,দেখ্) চাওন,দেখন,দৃষ্টিকৰা কার্য্য, the act of seeing or looking.

অৱশিষ্ট, কৃদ. বি. ( সং. অৱশিষ্ট, বাঁকী—অৱ, উপস. + শিষ্, এৰ ) ব্যৱহাৰৰ পাচত বাঁকী থকা; যেনে, অৱশিষ্ট ধন, remaining.

অৱশেষ্, স. শ. (সং.) ব্যৱহাৰৰ পাচত বাঢ়ি থকা ভাগ, আগলিকা; যেনে, লোকে খোৱাৰ অৱশেষ খাব নেপায়; অন্ত, শেষ; যেনে, অৱশেষত এই কথা কব লাগে, leavings; remainder; termination, conclusion.

অৱশ্য, ক্রি. বি. ( সং. অৱশ্য, নিশ্চয়ে—অৱ, উপস. + ৱশ্, দমন কৰ্ ) নিবাৰণ কৰিব নোৱৰাকৈ, নিশ্চয়ে; যেনে, তেওঁ এই কাম অৱশ্য কৰিব, তুমি অৱশ্য আহিবা, certainly, necessarily, of course.

অৱশ্যে, ক্রি. বি. ( অং. ) অৱশ্য; যেনে, এই কার্য্য অৱশ্যে হব, certainly, of course. অসমীয়াত প্রায়ে "অৱশ্যে" ব্যৱহৃত হয়।

অৱসৰ্, স. শ. ( সং. অৱসৰ, আজৰি—অৱ, উপস. + সৃ, গতি কৰ্), অৱকাশ, আজৰি; যেনে, কামৰপৰা অৱসৰ নাই, leisure, freedom from occupation.

অৱসৰীয়া, বি. ( অং. ) অৱকাশ-থকা, আজৰীয়া ( মানুহত বা সময়ত খাটে ); যেনে, অৱসৰীয়া মানুহ, অৱসৰীয়া কাল, having leisure, free from occupation, unoccupied with work, not engaged.

অৱসান্, স. শ. ( সং. অৱসান্, অন্ত—অৱ, উপস. + ষো, অন্ত হ) অন্ত, শেষ, সমাপ্তি;

যেনে, ইমানতে পুথিৰ অৱসান হল; end, termination, conclusion.

অৱস্থা, স. শ. (সং. অৱস্থা, দশা—অৱ, উপস. + স্থা, থাক্) দশা, গতি, থকাৰ প্ৰকাৰ, জীৱনৰ ভাব, state, condition, circumstance.

অৱস্থিত্, কৃদ. বি. (সং. অৱস্থিত, থকা—অৱ, উপস. + স্থা, থাক্) স্থিত হোৱা, থকা, staying, abiding, remaining.

অৱস্থিতি, স. শ. (সং.) নিবাস-কৰণ, থাকন; যেনে, মনুষ্যৰ এই জগতত অৱস্থিতিৰ কাল অল্প, the act of abiding or living.

অৱহেলা, স. শ. (সং. অৱহেলন, অসম্মান—অৱ, উপস. + হেড্, তুচ্ছতা কৰ্) আওহেলা তুচ্ছ-বোধ, disregard, inattention.

অশকত্, বি. (অং. অ, নহয় + শকত, ডাঙৰ, মোটা) গা সৰু; যেনে, অশকত খুঁটাই ঘৰ ৰাখিব নোৱাৰে, thin, not thick, slender.

সমা—অশকত, আশকত, প্ৰথমটোৱে গা সৰু মাত্ৰ বুজায়, পাচৰটো খীণাই দুৰ্ব্বল হোৱা অৰ্থত ব্যৱহৃত হয়।

অশক্ত, বি. (সং. অশক্ত, শক্তিহীন—অ, নহয় + শক্ত, বলী, পাৰক) শক্তি-নথকা, দুৰ্ব্বল; অপাৰক, নোৱৰা; যেনে, অমুক কোনো কামত অশক্ত নহয়, weak; unable.

অশক্ততা, গু. শ. (সং.) দুৰ্ব্বলতা; অপাৰকতা, weakness; inability.

অশৰণীয়া, বি. (অং. অ, নহয় + শৰণীয়া, শৰণ-লোৱা) শৰণ-নোলোৱা, গুৰুৰ পৰা, ঘাইকৈ কোনো সত্ৰৰ গোসাঁইৰ পৰা, হিন্দু-ধৰ্ম্মৰ উপদেশ-নোলোৱা; যেনে, অশৰণীয়া কছাৰী, not initiated into the mode of worshipping God through the medium of a gossain of a *Sattra*.

অশৰাধী, বি. (অং. অ, ন + শৰাধ, শ্ৰাদ্ধ) শৰাধ-নকৰা; যেনে, অশৰাধী মেলেচ্ছ; যাৰ শৰাধ কৰা নাই; যেনে, অনুকৰ বাপেক-মাক অশৰাধী হৈ আছে, not performing the *shradh* ceremony; whom the *shradh* ceremony has not been performed to. স. শ. শৰাধ-নকৰা লোক; যি লোকৰ জলপিণ্ড দিয়া নাই; যেনে, অশৰাধীৰ শৰাধ, a person who does not perform *shradh*; one whose *shradh* has not been performed.

অশলাগ্, স. শ. (অং. অ, নাই + শলাগ, উপকাৰ-মানন) উপকাৰ-স্বীকাৰ-নকৰা বা গুণ-নোলোৱা কাৰ্য্য, ingratitude.

অশলাগী, বি. উপকাৰ-নমনা, গুণ-নোলোৱা, ungrateful.

অশাঁত্, বি. "অশান্ত" চোৱাঁ। অশাঁতি, "অশান্তি" চোৱাঁ।

অশান্ত, বি. (সং. অশান্ত, অস্থিৰ—অ, নহয় + শান্ত, স্থিৰ) অস্থিৰ, চঞ্চল; লৰচৰ কৰি থকা, স্থিৰে নথকা; যেনে অশান্ত লৰা, restless, unsteady, unquiet.

অশান্তি, স. শ. (সং. অশান্তি, অস্থিৰতা—অ, নাই + শান্তি, স্থিৰতা) অস্থিৰতা, শান্তিৰ অভাৱ; যেনে, শত্ৰুৱে আক্ৰমণ কৰিলে দেশত অশান্তি হয়; অস্বস্থতা, উদ্বেগ; যেনে, মনৰ অশান্তি হলে একো সুখ নেথাকে, intranquillity, want of peace; restlessness, unquietness, anxiety.

অশাশ্বত্, বি. (সং. অশাশ্বত, অচিৰস্থায়ী—অ, নহয় + শাশ্বত, চিৰস্থায়ী) অচিৰস্থায়ী, শীঘ্ৰে নষ্ট হোৱা; যেনে, অশাশ্বত জীৱন, transient, momentary, not lasting.

অশাস্ত্ৰীয়, বি. (সং. অশাস্ত্ৰীয়, শাস্ত্ৰ-বিৰুদ্ধ—অ, নহয় + শাস্ত্ৰীয়, শাস্ত্ৰত লিখাৰ নিচিনা) শাস্ত্ৰৰ বিৰুদ্ধ বা বিপৰীত, অবিধি; opposed to the *shastras*, contrary to the sacred authority.

অশিৱ, স. শ. (সং. অশিৱ, অমঙ্গল—অ, নহয় + শিৱ, মঙ্গল) অমঙ্গল, আপদ, বিপদ (পদ্যত); যেনে, "বোলা শিৱ, শিৱ, ঘুচিবে অশিৱ,—" misfortune, calamity.

অশিষ্ট, বি. (সং. অশিষ্ট, অসাধু—অ, নহয়+শিষ্ট, সাধু) অসাধু, দুষ্ট ; মিলিব নোৱৰা, হুঁটা ; যেনে, অশিষ্ট মানুহক কেৱে ভাল নেপায়, wicked ; rude, uncivil.

অশিষ্টতা, গু. শ. (সং.) অসাধুতা, হুঁটা আচৰণ, wickedness ; rudeness, incivility.

অশিক্ষিত্, কৃদ. বি. (সং.) শিক্ষানোপোৱা, মূৰ্খ, untaught, uneducated.

অশীতি, সংখ্যা, (সং.) আশী, চাৰি কুৰি, eighty.

অশুচি, বি. (সং. অশুচি, অপবিত্ৰ—অ, নহয়+শুচি, পবিত্ৰ) অশুদ্ধ, অপবিত্ৰ, চুৱা, মলিন, ceremonially impure or unclean ; foul.

অশুচিতা, } অশুচিত্ব, } গু. শ. (সং.) অপবিত্ৰতা, অশুদ্ধি, মলিনতা ; যেনে, বতাহে অশুচিতাক উৰাই নিনিয়ে, ceremonial impurity, the state of being ceremonially impure ; foulness.

অশুদ্ধ, বি. (সং. অশুদ্ধ, শুদ্ধ-নোহোৱা) বেয়া বস্তুৰে মিহলি, মলিন, অশুচি ; যেনে, অশুদ্ধ গাৰে দেৱতাৰ উপাসনা নকৰিবা ; যেনে হব লাগে, তেনে নোহোৱা : যেনে, পুথি খান অশুদ্ধ ; কপটযুক্ত, সৰল-নোহোৱা ; যেনে, "অশুদ্ধ মনৰ কৰ্ম্ম বিফল," foul ; impure or ceremonially unclean ; incorrect, inaccurate ; insincere. স. শ. লেখাৰ ভ্ৰম, যেনে হব লাগে, তেনে নোহোৱা শব্দ বা বাক্য ; যেনে, এই কাকতত বহুত অশুদ্ধ আছে, an incorrect word or expression.

অশুদ্ধি, স. শ. (সং.) মলিনতা, অশুচিতা ; যেনে হব লাগে তেনে নোহোৱা অৱস্থা, foulness, ceremonial impurity ; incorrectness.

অশুভ্, স. শ. (সং. অশুভ, অমঙ্গল—অ, নহয়+শুভ, মঙ্গল) অমঙ্গল, বিপদ; যেনে, "হৰিৰ নামে কৰে অশুভৰ শান্তি," misfortune, calamity, বি. অমঙ্গলীয়া, অহিত ; যেনে, অশুভ ঘটনা, অশুভ গ্ৰহ, unlucky ; unpropitious, unfavourable.

অশুৱনি, বি. (অং. অ, নহয়+শুৱনি, দেখিবলৈ ভাল) দেখিবলৈ বেয়া ; কুশ্ৰী, ugly, (স্ত্ৰী) অশুৱনী।

অশুষ্ক, বি. (সং. অশুষ্ক, নুশুকোৱা—অ, নহয়+শুষ্ক, শুকাণ) নুশুকোৱা, তিতা, not dry, moist.

অশেষ্, বি. (সং. অশেষ, অনন্ত—অ, নাই+শেষ, অন্ত) অন্ত-নথকা, ওৰ নপৰা, endless.

অশোক্, বি. (সং. অশোক, শোকহীন—অ, নাই+শোক, বেজাৰ) বেজাৰ-নথকা, cheerful, not sorrowful. স. শ. এবিধ ফুলৰ গছ, a tree, and its flower ( Saraca Indica ). The bark is used by native physicians in uterine affections also for dysentery. The tree is sacred amongst Hindus and like the "agnus castus" it is believed to have a certain charm in the preservation of chastity (Dictionary of Economic Products of India).

অশোধিত্, কৃদ. বি. (সং. অশোধিত, শুদ্ধ-নকৰা—অ, নহয়+শোধিত, শুদ্ধ-কৰা) শুদ্ধ-নকৰা, পবিত্ৰ-নকৰা ; পৰিষ্কাৰ-নকৰা ; অশুদ্ধ বাক্য বা শব্দ শুদ্ধ-নকৰা, unpurified ; not cleansed of impurities ; uncorrected, unrevised.

অশোভা, স. শ. (সং. অশোভা, শোভাহীনতা—অ, নাই+শোভা, শুৱনি গুণ) শোভাৰ অভাৱ ; আগঢ় ; যেনে, ঘৰটোৰ এতিয়া অশোভা গুচিছে, want of beauty, ugliness.

অশোভিত্, কৃদ. বি. (সং. অশোভিত, শোভিত নোহোৱা—অ, নহয়+শোভিত,

শুৱনি) অলঙ্কাৰ-আদিৰ দ্বাৰা দেখিবলৈ ভাল নকৰা, স্বভাৱত যেনে তেনেই থকা, unadorned.

অশৌচ্, স. শ. (সং. অশৌচ, অশুচিত্ব—অ, নহয়+শৌচ, শুচিত্ব) সন্তানৰ জন্মৰ বা সম্বন্ধীয়া মানুহৰ মৰণৰ বাবে হোৱা অশুচিতা, ceremonial defilement occasioned by the birth or death of a relative.

অশৌচীয়া, বি. অশৌচ-লগা, defiled by the above.

অশ্ৰদ্ধা, স. শ. (সং. অশ্ৰদ্ধা, শ্ৰদ্ধাহীনতা—অ, নাই+শ্ৰদ্ধা, বিশ্বাস) অসঞ্জাত, অবিশ্বাস; আওহেলা, অসন্মান, absence of faith; unbelief, inattention, disrespect.

অশ্ৰু, স. শ. (সং. অশ্ৰু, লোতক—অ, ন+শ্ৰি, সেৱা কৰ্) চকুৰ লো, লোতক, a tear.

অশ্ৰুত্, বি. (সং. অশ্ৰুত, নুশুনা—অ, নহয়+শ্ৰুত, শুনা) নুশুনা, unheard.

অশ্ৰেয়স্, বি. (সং. অশ্ৰেয়স্, অভদ্ৰ—অ, নহয়+শ্ৰেয়স্, ভাল) মন্দ, বেয়া, অভদ্ৰ, worthless, inferior.

অশ্ৰেষ্ঠ, বি. (সং. অশ্ৰেষ্ঠ, মন্দ—অ, নহয়+শ্ৰেষ্ঠ, উত্তম) অভদ্ৰ, মন্দ, নীচ, bad, vile.

অশ্লীল্, বি. (সং. অশ্লীল, অধম—অ, নহয়+শ্লীল, উত্তম) লাজ-লগোৱা; যেনে, অশ্লীল বাক্য, coarse, vulgar, obscene.

অশ্লেষা, স. শ. (সং. অশ্লেষা, এটা নক্ষত্ৰ) পাঁচোটা তৰাযুক্ত নৱম নক্ষত্ৰ, the ninth lunar mansion consisting of five stars.

অশ্ব, স. শ. (সং. অশ্ব, ঘোঁৰা—অশ্, ব্যাপ্) ঘোঁৰা, a horse, a pony.

অশ্বক্ৰান্ত, স. শ. (সং.) গুৱাহাটীৰ ওচৰৰ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে থকা এটা পৰ্ব্বতৰ ওপৰত বিষ্ণুৰ এক তীৰ্থ, a shrine sacred to Vishnu situated on a hill on the north bank of the Brahmaputra near Gauhāti.

অশ্বত্থ, স. শ. (সং. অশ্বত্থ, আঁহত-গছ—অ, নহয়+শ্ব, ভবিষ্যত+স্থা, থাক্; বহু কাল-নথকা) আঁহত গছ, the pepul tree (Ficus religiosa).

অশ্বত্থামা, স. শ. (সং. অশ্বত্থামন্, দ্ৰোণৰ পুত্ৰ—অশ্ব, ঘোঁৰা+স্থা, স্থিত হ) দ্ৰোণাচাৰ্য্যৰ পুতেক, the son of Drona.

অশ্বমেধ্, স. শ. (সং. অশ্বমেধ, এক যজ্ঞ—অশ্ব, ঘোঁৰা+মেধ, যজ্ঞ) ঘোঁৰাৰ মঙ্গহেৰে হোম-দিয়া যজ্ঞ, the horse sacrifice of the old Kshatriya Rājas.

অশ্বিনী, স. শ. (সং. অশ্বিনী, এটা নক্ষত্ৰ—অশ্বিন, ঘোঁৰা-থকা+স্ত্ৰীলিঙ্গৰ ঈ) সাতাইচটা নক্ষত্ৰৰ প্ৰথমটো; ঘুঁৰী, the first lunar mansion; a mare.

অশ্বিনীকুমাৰ্, স. শ. (সং. অশ্বিনী-কুমাৰ, স্বৰ্গৰ বৈদ্য—অশ্বিনী, ঘুঁৰী+কুমাৰ, সন্তান) দেৱতাবিলাকৰ বৈদ্য; অশ্বিনীকুমাৰ যঁজা; সূৰ্য্য আৰু তেওঁৰ ভাৰ্য্যা ছায়াই ঘোঁৰা আৰু ঘুঁৰীৰ ৰূপ ধৰি তেওঁবিলাকৰ জন্ম দিছিল বুলি শাস্ত্ৰত লিখা আছে, the twin sons of Surya or the sun by his wife Chaya who was said to have been transformed into a mare; they are supposed to be the physicians of the gods.

অষ্ট, সংখ্যা (সং. অষ্ট, আঠ) আঠ, eight.

অষ্টকোণ্, বি. (সং. অষ্টকোণ—অষ্ট, আঠ+কোণ, চুক) আঠ-চুকীয়া, octangular.

অষ্টদিশ্, স. শ. (সং. অষ্টদিশ—অষ্ট, আঠ+দিশ, ফাল) পৃথিবীৰ আঠ ফাল, অৰ্থাৎ পূব, পচিম, উত্তৰ, দখিণ, এই চাৰি দিশ, আৰু এই চাৰিৰ মাজৰ চাৰি চুক বা বিদিশ; যেনে, আগ্নেয় (দক্ষিণ-পূৰ্ব্ব), নৈঋত (দক্ষিণ-পশ্চিম), বায়ব্য, (উত্তৰ-পশ্চিম), ঐশান্য (উত্তৰ-পূৰ্ব্ব),

এই আঠ দিশ, the eight points of the compass.

অষ্টধাতু, স. শ. (সং. অষ্টধাতু—অষ্ট, আঠ+ধাতু, সোণ ৰূপ-আদি) আঠ বিধ প্রধান ধাতু; যেনে. সোণ, ৰূপ, তাম, ৰাং, সীহ, পিতল, লো, আৰু তীখা, the eight principal metals (gold, silver, copper, tin, lead, brass, iron and steel), taken collectively.

অষ্টম, সংখ্যা (সং. অষ্টম—অষ্ট, আঠ) আঠ-সংখ্যা-পূৰক, আঠ ভাগৰ এভাগ, eighth, (স্ত্রী) অষ্টমী।

অষ্টমী, স. শ. শুক্ল বা কৃষ্ণ পক্ষৰ অষ্টম তিথি, the eighth lunar day, দশমী শব্দৰ তলৰ চুৰ্ণিকা চোৱা।

অষ্টবসু, স. শ. (সং. অষ্টবসু—অষ্ট, আঠ +বসু, দেৱ বিশেষ) আঠ জনা দেৱতাৰ এক গণ; যেনে, ধৰ, ধ্রুব, সোম, বিষ্ণু, অনিল, অনল, প্রত্যুষ, প্রভাৱ, a class of eight demi-gods.

অষ্টাঙ্গ-প্রণাম, স. শ. (সং. অষ্টাঙ্গ-প্রণাম, দণ্ডৱত—অষ্ট, আঠ+অঙ্গ, গাৰ অংশ+ প্রণাম, মূৰ দোঁৱাই কৰা সন্মান) গাৰ আঠ ভাগ (অর্থাৎ দুই হাত, দুই ভৰি, দুই আঁঠু, বুকু আৰু কপাল) মাটিত লগাই কৰা সেৱা বা দণ্ডৱত, a profound veneration paid by touching the ground with the eight parts of the body, *viz.*, the two hands, two feet, two knees, the breast, and the forehead.

অষ্টাদশ, সংখ্যা (সং. অষ্টাদশ, অঠৰ—অষ্ট, আঠ+দশ, দহ) অঠৰ, eighteen.

অষ্ঠীলা, স. শ. (সং. অষ্ঠীলা—গোটমাৰি গুটিৰ নিচিনা হোৱা বিষ্ঠা—অস্থি, হাড় +তুল্য) তল-পেটত মল গোটখাই হোৱা সৰু গুটি, গুটিৰ নিচিনা হৈ বান্ধ হোৱা বিষ্ঠা, fæces voided in small compact, globular masses.

অঁস্, }ভা. অব্য. বেজাৰ বা দুখ বুজোৱা
অঁস্, অঁস্,}মাত, alas, alas, alas!

অসংখ্যাত্ত, বি. (সং. অসংখ্য, অলেখ) অলেখ, বহুত, বিস্তৰ, innumerable.

অসংযোগী, বি. (অং.) সংযুক্ত-নোহোৱা, আন ব্যঞ্জনৰ লগ-নলগা; যেনে, অসংযোগী আখৰ, not joined with another consonant.

অসংলগ্ন, বি. (সং. অসংলগ্ন, সংলগ্ন-নোহোৱা—অ, নহয়+সংলগ্ন, লগলগা) লগ-নলগা, পৃথকে থকা; সম্পর্ক-নথকা, অসঙ্গত; যেনে, অসংলগ্ন কথা কোৱা অনুচিত, unconnected, separate; having no concern with; irrelevant; inconsistent.

অসংস্কৃত, কৃদ. বি. (সং. অসংস্কৃত, সংস্কাৰ-নকৰা—অ, নহয়+সংস্কৃত, পবিত্র-কৰা) সংস্কৃত বা পবিত্র কৰা নোহোৱা, not consecrated.

অসংখ্য, বি. (সং. অসংখ্য, সংখ্যাহীন—অ, নাই+সংখ্যা, লেখ) অলেখ, বহুত, innumerable, "অসংখ্য" এনেও হয়।

অসঙ্গত, বি. (সং. অসঙ্গত, সঙ্গত-নোহোৱা—অ, নহয়+সঙ্গত, মিল) সঙ্গত নোহোৱা, অমিল, inconsistent.

অসঙ্গতি, স. শ. (সং. অসঙ্গতি, সু উপায়ৰ অভাৱ—অ, নাই+সঙ্গতি, যোগ্য) মিলৰ অভাৱ; আচল, সু উপায়ৰ অভাৱ, incongruity; absence of suitable means.

অসজ্জ, বি. (অং. অ, নহয়+সজ্জ, ভাল) বেয়া, বিষম, bad, vile.

অসঞ্চাৰ, স. শ. (সং. অ, নাই+সঞ্চাৰ, গতি) কেতিয়াও গতি নকৰা বা নহা; যেনে, আজি-কালি অমুকৰ অসঞ্চাৰ; অভাৱ; যেনে, ইয়াত এই বস্তুৰ অসঞ্চাৰ, want of intercourse; want.

অসঙ্গাত, স. শ. (অং. অ, নাই+সঙ্গাত, বিশ্বাস) অবিশ্বাস, বিশ্বাসৰ অভাৱ, distrust, disbelief.

অসঙ্গাতী, বি. (অং.) অবিশ্বাসী, বিশ্বাসৰ অযোগ্য; যি বিশ্বাস-নকৰে, বিশ্বাস-নকৰা, untrustworthy; incredible.

অসত্, বি. (সং. অ, নহয়+সত্, সাধু) অধৰ্ম্মী, দুষ্ট, dishonest ; wicked.

অসতী, বি. (সং. অসতৰ স্ত্রীলিঙ্গ) দুষ্টা, বিশেষকৈ পৰপুৰুষেৰে সৈতে খোৱা-লোৱা কৰা, unchaste, স. শ. দুষ্টা স্ত্রী, an unchaste woman.

অসত্য, বি. (সং. অ, নহয়+সত্য, সঁচা) মিছা, false, স. শ. মিছা কথা, an untruth.

অসত্যবাদী, বি. (সং. অসত্যৱাদিন্, মিছলীয়া—অসত্য, মিছা+ৱাদিন্, কোৱা) মিছলীয়া, telling falsehoods. স. শ. মিছা কথীয়া মানুহ, a liar, (স্ত্রী) বি. স. শ. অসত্যবাদিনী।

অসদাচাৰ্, স. শ. (সং. অসদাচাৰ, মন্দ-ব্যৱহাৰ—অসত্, দুষ্ট+আচাৰ, ব্যৱহাৰ) মন্দব্যৱহাৰ, বেয়া কাম, misconduct, a misdeed.

অসদাচাৰী, বি. (সং. অসদাচাৰিন্) মন্দ-ব্যৱহাৰত প্রবৰ্ত্তা, দুষ্ট, following evil practices, wicked.

অসদৃশ্, বি. (সং. অসদৃশ, পৃথক—অ, নহয় +সদৃশ, তুল্য) একে দৰৰ নোহোৱা, পৃথক্ প্রকাৰৰ, dissimilar.

অসদ্ব্যৱহাৰ, স. শ. (সং. অসদ্ব্যৱহাৰ, অসদাচাৰ—অ, নহয়+সদ্ব্যৱহাৰ, সদাচাৰ) বেয়া আচৰণ, অসদাচাৰ্, misconduct.

অসদ্ব্যৱহাৰী, বি. অসদাচাৰী, following evil practices, wicked.

অসদ্ভাৱ্, স. শ. (সং. অসদ্ভাৱ, বেয়া স্বভাৱ ; অভাৱ—অ, নহয়+সদ্ভাৱ, ভাল স্বভাৱ, বৰ্ত্তমান) বেয়া স্বভাৱ, কুস্বভাৱ, অবৰ্ত্তমান, অভাৱ, bad disposition ; non-existence, absence.

অসন্তুষীয়া, বি. (সং. অসন্তোষ+অং, ঈয়া, প্রত্য.) সন্তোষ নোপোৱা, শুগীয়া, habitually dissatisfied, discontented. সমা.—অসন্তুষ্ট, অসন্তুষীয়া, সন্তোষ-নোপোৱা বা বেজাৰ হোৱাকে "অসন্তুষ্ট" বোলা যায় ; যেনে, সেই কথা শুনি তেওঁ অসন্তুষ্ট হল। "অসন্তুষীয়া", ই সন্তোষ-নোপোৱা স্বভাৱলৈ আঙ্গুলিয়ায় ; যেনে, অসন্তুষীয়া মানুহক কেৱে সন্তোষ দিব নোৱাৰে।

অসন্তুষ্ট, বি. (সং. অসন্তুষ্ট—অ, নহয়+সন্তুষ্ট, ৰং পোৱা) সন্তোষ-নোপোৱা, বেজাৰ বা খংকৰা, কুষাৰি কৰা, displeased.

অসন্তুষ্টি, স. শ. (সং.) অসন্তোষ, বেজাৰ, কুষাৰি, বেয়া-পাওন, displeasure, dissatisfaction.

অসন্তোষ্, স. শ. (সং. অসন্তোষ, কুষাৰি—অ, নহয়+সন্তোষ, ৰং) বেজাৰ ; কুষাৰি, বেয়া-পাওন, sorrow, want of pleasure ; displeasure.

অসন্দিগ্ধ, বি. (সং. অসন্দিগ্ধ—অ, নহয় +সন্দিগ্ধ, আশঙ্কা-থকা) আশঙ্কা-নথকা, নিঃসন্দেহ ; যেনে, অসন্দিগ্ধ মনেৰে, doubtless ; having no suspicion.

অসন্মত্, বি. (সং. অসম্মত, অমান্তি—অ, নহয়+সম্মত, মান্তি) অমান্তি, মত নিদিয়া, unwilling, reluctant.

অসন্মান্, স. শ. (সং. অসম্মান, অসম্ভ্রম—অ, নাই+সম্মান, সম্ভ্রম) অসম্ভ্রম, অনাদৰ, অমৰ্যাদা, disrespect.

অসভ্য, বি. (সং. অসভ্য, সভ্য-নোহোৱা—অ, নহয়+সভ্য, সভাৰ যোগ্য) সভাৰ অযোগ্য, হাবিয়লীয়া, বনধীয়া (মানুহতহে খাটে) uncivilized.

অসম্, বি. (সং. অসম, অতুল্য, খলাবমা—অ, নহয়+সম, সমান) সমান-নোহোৱা, খলা বমা ; অতুল্য, যাৰ সমান নাই, having no equal, undulating, স. শ. এখান দেশৰ নাম, সৌমাৰ পীঠ ; এই দেশত প্রথমে আহম-জাতি ৰজা হোৱাত ইয়াৰ আদিবাসীবিলাকে তেঁওবিলাকৰ প্রতাপ দেখি তেঁওলোকৰ সমান কেও নাই এনে ভাবি সিবিলাকক "অসম" বুলিলে ; পাচত সেই শব্দ আহম বিলাকে উচ্চাৰণ কৰাত 'স'ৰ ঠাইত "হ" হৈ ক্রমে "আহম" বা আহোম হল ; আৰু এই দেশ তেঁও-বিলাকৰ অধীন এতেকে ইয়াকো "অসম" বোলা গল। সেই অসমেই বিদেশীৰ

মুখত পৰি "আসাম" হৈছে, the country of Assam.

অসমঞ্জস্, বি. (সং. অসমঞ্জস—অ, নহয়+সমঞ্জস, উচিত) অনুচিত, অযুগুত, improper.

অসময়, স. শ. (সং. অসময়, অনুচিত কাল—অ, নহয়+সময়, কাল) অকাল, অনুচিত কাল, যি কথাৰ, কাৰ্য্যৰ বা বস্তুৰ যি সময় নহয়; আবতৰ, time not proper for a particular purpose, improper time; not proper season.

অসমৰ্থ, বি. (সং. অসমৰ্থ—অ, নহয়+সমৰ্থ, পাৰক) অপাৰগ, নোৱৰা, incapable, unable.

অসমৰ্থতা, গু. শ. অপাৰকতা, inability.

অসমান্, বি. (সং. অসমান,সমান-নোহোৱা—অ, নহয়+সমান, তুল্য) সমান-নোহোৱা, ওখ-চাপৰ, খলা-বমা; যেনে, অসমান ঠাইত গাড়ী চলোৱা টান; যি আন কোনোৰ তুল্য নহয়, বিযুৰীয়া, uneven; unequal.

সমা.—"অসম," "অসমান"—"অসম" বুলিলে যাৰ তুল্য নাই তাক বুজায়; যেনে ইংৰাজ জাতিৰ অসম বুদ্ধি। "অসমান" এই শব্দ যি আন কোনোৰ সমান নহয়, তাত খাটে; যেনে, অসমান মানুহৰ বিবাদ হলে দুৰ্ব্বল ফালৰ সৰ্ব্বনাশ।

অসমীয়া, বি. (অং. অসম, এক দেশৰ নাম) অসম দেশৰ, অসম দেশত হোৱা, Assamese, born or produced in Assam.

অসম্পন্ন, বি. (সং. অসম্পন্ন, অসিদ্ধ—অ, নহয়+সম্পন্ন, সিদ্ধ) সম্পূৰ্ণৰূপে সিদ্ধ-নোহোৱা, unaccomplished, unfinished.

অসম্পন্নতা, গু. শ. (সং.) সম্পন্ন-নোহোৱা বা সিদ্ধি-নোপোৱা অৱস্থা, the state of not being accomplished.

অসম্পৰ্ক, স. শ. (সং. অসম্পৰ্ক, সম্পৰ্কশূন্যতা—অ, নাই+সম্পৰ্ক, সম্বন্ধ) সম্বন্ধৰ অভাৱ, absence of connection.

অসম্পৰ্কীয়, বি. সম্বন্ধ নথকা, unconnected.

অসম্পূৰ্ণ, বি. (সং. অসম্পূৰ্ণ, সম্পূৰ্ণ-নোহোৱা—অ, নহয়+সম্পূৰ্ণ, শেষ হোৱা) শেষ-নোহোৱা; সমুদায় ভাগ নথকা, unfinished: incomplete.

অসম্বন্ধ, স. শ. (সং. অসম্বন্ধ, সম্বন্ধৰ অভাৱ—অ, নাই+সম্বন্ধ, সম্পৰ্ক) অসম্পৰ্ক, সম্বন্ধৰ অভাৱ, absence of connection.

অসম্বন্ধীয়, বি. (সং.) অসম্পৰ্কীয়, unconnected, having no relationship.

অসম্বন্ধীয়া, বি. (সং. সম্বন্ধীয়) সম্বন্ধ-নলগা, সম্পৰ্ক-নথকা, যেনে, অসম্বন্ধীয়া মানুহ, having no connection, bearing no relationship.

অসম্ভৱ্, বি. (সং. অসম্ভৱ, সম্ভৱ-নথকা—অ, নহয়+সম্ভৱ, হব পৰা) হব নোৱৰা, আগন্তুক-নথকা, improbable, not possible.

অসম্ভাৱিত্, কৃদ. বি. (সং. অসম্ভাৱিত, সম্ভাৱনা-নথকা—সম্, উপস.+ ভূ, হ) আগেয়ে নোহোৱা; এতেকে সম্ভাৱনা নথকা; যেনে, গৰুৰ পেটত বাঘ হোৱাটো অসম্ভাৱিত কথা, extraordinary, unusual; hence impossible.

অসম্ভ্ৰম্, স. শ. (সং. অসম্ভ্ৰম, অসন্মান—অ, নাই+সম্ভ্ৰম, মান) অসন্মান, disrespect.

অসহজ্, স. শ. (অং. অ,নাই+সহজ, অভ্যাস) অভ্যাসৰ অভাৱ, অনভ্যাস, want of practice, বি. অভ্যাস নথকাৰ গুণে ভালকৈ মনত নপৰা, বা কৰিব নোৱৰা; যেনে, মন্ত্ৰটো অসহজ হৈছে, forgotten owing to want of practice.

অসহন্, কৃদ. স. (সং. অসহন, সহন নকৰা—অ, নাই+সহন, সহা) নসহা, সহি নথকা, intolerance.

অসহনীয়, বি. (সং.) অসহ্য, সহিব নোৱৰা মনে বা গাই যিমানত বৰ কষ্ট নেপায়, তাতৃকৈ অধিক পীড়া দিয়া; যেনে, অসহনীয় বাক্য, অসহনীয় বেদনা, unbearable, insufferable.

অসহ্য, কৃদ. বি. (সং. অসহ্য, অসহনীয়—অ,

নহয়+সহ্য, সহিব পৰা) অসহনীয়, সহিব নোৱৰা, intolerable, unbearable, insufferable.

অসাঠন্, বি. (অং. অ, নথকা+সাঠন, শক্তি) অসমর্থ, সমর্থ-নোহোৱা, সাঠন-নথকা; যেনে, অসাঠন মানুহ, incapable, unable, incompetent.

অসাদৰ্, স. শ. (অং. অ, নাই+সাদৰ, চেনেহ) অনাদৰ, চেনেহৰ অভাৱ, disregard, absence of affection.

অসাধাৰণ্, বি. (সং. অসাধাৰণ, অসামান্য—অ, নহয়+সাধাৰণ, সামান্য) অসামান্য, বিশেষ, uncommon.

অসাধু, বি. (সং. অসাধু, অসত—অ, নহয় +সাধু, সন্ত) অধৰ্ম্মী, দুষ্ট, অসত, dishonest, wicked.

অসাধ্য, বি. (সং. অসাধ্য, সাধ্যৰ বাহিৰ—অ, নহয়+সাধ্য, কৰিব পৰা) কৰিব নোৱৰা, সাধ্য বা শক্তিৰ বাহিৰ; আৰোগ্য কৰিব নোৱৰা; যেনে, অসাধ্য ৰোগ, incapable of being accomplished; incurable.

অসামান্য, বি. (সং. অসামান্য, অসাধাৰণ—অ, নহয়+সামান্য, সাধাৰণ) অসাধাৰণ, বিশেষ, সদায় পোৱা বা দেখা বস্তুতকৈ বেলেগ, uncommon.

অসাৰ্, বি. (সং. অসাৰ, অকৰ্ম্মণ্য—অ, নাই+সাৰ, লাগতিয়াল ভাগ) অলপদিন-থকা, শীঘ্ৰে নষ্ট হোৱা; যেনে, অসাৰ দেহ বা জীৱন; অকামিলা; যেনে, অসাৰ বস্তু; সাৰ-নথকা, ভিতৰৰ ভাগ টান নোহোৱা; যেনে, শিমলু অসাৰ, not lasting, useless; having no heart, as a tree.

অসাৰতা, গু. শ. (সং.) অকামিলা হোৱা গুণ বা অৱস্থা, worthlessness.

অসাৰ্থক্, বি. (সং. অসাৰ্থক, নিষ্ফল—অ, নহয়+সাৰ্থক, সফল) নিষ্ফল, ব্যৰ্থ, অবাব, fruitless, vain.

অসাৱধান্, বি. (সং. অসাৱধান—অ, নহয় +সাৱধান, মন-দিয়া) অমনোযোগী, মন-নিদিয়া, তত নথকা; অসষ্টম্, careless.

অসাৱধানতা, গু. শ. (সং.) মনোযোগৰ অভাৱ, সাৱধান-নোহোৱা অৱস্থা, carelessness.

অসাহজিক্, বি. (অং. অ, নহয়+সাহজিক, সদায় হোৱা বা দেখা) অসাধাৰণ, সদায় নোহোৱা; আগেয়ে অভ্যাস-নকৰা, unusual; not practised, unaccustomed.

অসাহসিক্, বি. (সং. অসাহসিক, সাহ-নথকা—অ, নহয়+সাহসিক, সাহিয়াল) ভয়াতুৰ, সাহ-নথকা, timid.

অসাক্ষাত্, বি. (সং. অসাক্ষাত, আগত-নথকা—অ, নহয়+সাক্ষাত, দেখা) আগত নথকা, অনুপস্থিত not present, স. শ. আগত নথকা কাল; যেনে, অসাক্ষাতত কাৰো কুৰ্যাশ নকৰা, absence.

অসিদ্ধ, বি. (সং. অসিদ্ধ, সিদ্ধ নোহোৱা—অ, নহয়+সিদ্ধ, সম্পন্ন) অসম্পন্ন; যেনে, বাঞ্ছা অসিদ্ধ হল; প্ৰমাণ-নথকা, সপ্ৰমাণ-নোহোৱা; যেনে, অসিদ্ধ আপত্তি গ্ৰাহ্য নহয়; নিষ্ফল; যেনে, অসিদ্ধ যত্ন; নিসিজা বা নিসিজোৱা; যেনে, অসিদ্ধ অন্ন, unaccomplished; not proved; void, vain; uncooked, unboiled.

অসিদ্ধি, স. শ. সিদ্ধিৰ অভাৱ, অসম্পন্নতা, failure.

অসীম, বি. (সং. অসীম, সীমাহীন—অ, নাই +সীমা, অন্ত) অন্ত-নথকা, অশেষ, boundless, endless.

অসুখ্, স. শ. (সং. অসুখ, সুখৰ অভাৱ—অ, নাই+সুখ, দুখৰ অভাৱ) দুখ, বেজাৰ, সুখ-নথকা অৱস্থা, অলপ অস্বস্থতা, distress, sorrow, uneasiness, indisposition.

অসুখ-অশাঁতি, স. শ. সুখ আৰু শান্তিৰ অভাৱ, মনৰ বা শৰীৰৰ দুখ, absence of rest and ease, distress of mind or body, want of peace.

অসুখী, বি. ( সং. অসুখীন্, সুখহীন ) দুঃখী ; কষ্ট-পোৱা, unhappy, sorrowful.

অসুখীয়া, বি. ( সং অসুখ ) কেতিয়াও সুখ নোপোৱা, অসন্তুষ্টীয়া, দুখীয়া, habitually unhappy, discontent.

সমা.—অসুখী, অসুখীয়া। অসুখী শব্দে কেৱল দুখ-পোৱা বুজায় ; অসুখীয়া শব্দৰ অৰ্থ স্বভাৱতে সুখ-সন্তোষ-নোপোৱা।

অসুচল্, ন. শ. ( অং. অ, নহয় + সুচল, ভাল জুতি ) সুচলৰ অভাৱ, বিজুতি, সহজে কৰিব বা পাব নোৱৰা অৱস্থা, কষ্ট, inconvenience.

অসুৰ্, স. শ. ( সং. অসুৰ, দৈত্য —অ, নহয় + সুৰ, দেৱতা ) দৈত্য, দানৱ ; এতেকে দয়ামৰম-নথকা মানুহ, বলী আৰু সাহিয়াল মানুহ, a demon ; a very mischievous and cruel man, a strong courageous man.

অসূয়া, স. শ. ( সং. অসূয়া, গুণত দোষা-ৰোপ—অসূ, গুণত দোষ দি ) লোকৰ গুণৰ ওপৰত দোষাৰোপণ, detraction, disparagement.

সমা.—হিংসা, অসূয়া, ঈৰ্ষা, ( খিয়াল ) হিংসা হলে যালৈ সি হয়, তাৰ অনিষ্ট কৰায় বা কৰাবলৈ যত্ন কৰায়, অসূয়াই কেৱল লোকৰ গুণত দোষ দিয়ায় ; যেনে, অমুক সুশিক্ষিত হয়, কিন্তু মদপী ; লোকৰ উন্নতি বা ভাল হোৱা দেখিলে মনত যি অসুখ বা অসন্তোষ জন্মে, তাৰ নাম ঈৰ্ষা বা খিয়াল। ঈৰ্ষাৰ পৰা হিংসা জন্মিব পাৰে।

অসেৱিতব্য, " অসেৱ্য " চোৱা।

অসেৱ্য, বি. ( সং. অসেৱ্য, আশ্ৰয়ৰ অযোগ্য —অ, নহয় + সেৱ্য, সেৱাৰ বা ব্যৱহাৰৰ যোগ্য ) উপাসা বা ব্যৱহাৰ কৰিবৰ অযোগ্য, not fit to be served or used.

অসেৱনীয়, " অসেৱ্য " চোৱা।

অসৌন্দৰ্য্য, গু. শ. ( সং. অসৌন্দৰ্য্য, অশোভা —অ, নহয় + সৌন্দৰ্য্য, শোভা ) অশোভা, ugliness.

অস্ত, স. শ. ( সং. অস্ত, নিক্ষিপ্ত, তললৈ পেলোৱা—অস্, ক্ষেপণ কৰ্ ) তললৈ নামি মাৰ যাওন বা অদৃশ্য হওন, ( গ্ৰহাদিত খাটে ) ; যেনে, সূৰ্য্যৰ উদয় নাই, অস্তও নাই, the setting of the heavenly bodies, বি. তললৈ নামি নেদেখা হোৱা বা মাৰ যোৱা, যেনে, সূৰ্য্য অস্ত হল, gone below the horizon or out of sight, as the sun or moon.

অস্ত যা, মাৰ যা, নেদেখা হ, ( গ্ৰহ-নক্ষত্ৰত খাটে আৰু বৰ খ্যাতাপন্ন লোকৰ মৃত্যুকো বুজায় ) ; যেনে, সূৰ্য্য অস্ত যায় ; মহা-কবি কালিদাস অস্ত যোৱাৰ পাচত ভাৰতত তেওঁৰ সমান কবি জন্মা নাই।

অস্ত-গত্, বি. ( সং. অস্তগত, মাৰ যোৱা ) মাৰ যোৱা, নেদেখা হোৱা ; যেনে, অস্ত-গত সূৰ্য্য, gone down the horizon, as the sun or moon.

অস্তগিৰি, স. শ. ( সং. অস্তগিৰি, সূৰ্য্য মাৰ যোৱা পৰ্ব্বত ) পশ্চিম-ফালৰ এটা কাল্প-নিক পৰ্ব্বত ; ইয়াৰ সিফাললৈ গলেই সূৰ্য্য নেদেখা হয় বুলি বিশ্বাস কৰা যায়, a fabulous mountain in the west behind which the sun is believed to set.

অস্তমিত্, বি. ( সং. অস্তমিত, অস্ত হোৱা —অস্তম, অস্তগিৰি + ইত, গত, যোৱা ) অস্ত যোৱা, অদৃশ্য হোৱা ; যেনে, "অস্তমিত দিবাকৰ।" gone below the horizon, set as the sun or moon.

অস্তাচল্, স. শ. ( সং. অস্তাচল, অস্তগিৰি ) " অস্তগিৰি " চোৱা।

অস্তিত্ব, গু. শ. ( সং. অস্তিত্ব, বিদ্যমানতা —অস্তি, আছে ) স্থিতি, সত্তা, existence.

অস্ত্ৰ, স. শ. ( সং. অস্ত্ৰ, কটা-ছিঙ্গা সঁজুলি —অস্, নিক্ষেপ কৰ্ ) কটা-ছিঙ্গা বা প্ৰহাৰ কৰি দুখ দিয়া বা বধ কৰা সঁজুলি, দা, যাঠী, হিলৈ, ইত্যাদি, a weapon, a missile. " অস্ত্ৰ-শস্ত্ৰ " চোৱা।

অস্ত্ৰচিকিৎসক্, স. শ. ( সং. অস্ত্ৰচিকিৎসক, অস্ত্ৰৰ দ্বাৰা চিকিৎসা-কৰোঁতা—অস্ত্ৰ, কটা-ছিঙ্গা সঁজুলি + চিকিৎসক, বৈদ্য ) অস্ত্ৰৰ দ্বাৰা ৰোগী-গুচোৱা বেজ, a surgeon.

অস্ত্ৰচিকিৎসা, স. শ. ( সং. অস্ত্ৰচিকিৎসা, অস্ত্ৰৰ দ্বাৰা ৰোগৰ শান্তি—অস্ত্ৰ, কটা-ছিঙ্গা সঁজুলি + চিকিৎসা, ৰোগৰ প্ৰতিকাৰ) ৰোগ গুচাবলৈ কোনো অঙ্গৰ ছেদন বা গাত ক্ষত কৰণ, surgery.

অস্ত্ৰ-বিদ্যা, স. শ. ( সং. অস্ত্ৰবিদ্যা, ৰণৰ আহিলা-ব্যৱহাৰৰ জ্ঞান—অস্ত্ৰ, কটা-ছিঙ্গা সঁজুলি + বিদ্যা, জ্ঞান ) ৰণৰ আহিলা-ব্যৱহাৰৰ জ্ঞান, the military science.

অস্ত্ৰ-শস্ত্ৰ, স. শ. সকলো প্ৰকাৰৰ কটা-ছিঙ্গা বা প্ৰহাৰ কৰি কষ্ট-দিয়া বা বধ-কৰা যতন বা সঁজুলি, weapons and missiles. সংস্কৃতত মাৰি পঠাই দুখ-দিয়া বা বধ-কৰা সঁজুলিক অস্ত্ৰ আৰু হাতেৰে ধৰি কটা-ছিঙ্গা, দুখ-দিয়া বা বধ-কৰা সঁজুলিক শস্ত্ৰ বোলা যায় ; যেনে, কাঁড়, গুলি, ইত্যাদি অস্ত্ৰ ; দা, তৰোৱাল, ইত্যাদি শস্ত্ৰ ; কিন্তু অসমীয়াত সেই দুই শব্দৰ প্ৰভেদ নাই, সকলো অস্ত্ৰ-শব্দৰ বাচ্য।

অস্ত্ৰাগাৰ্, স. শ. ( সং. অস্ত্ৰাগাৰ, আহিলাৰ ঘৰ—অস্ত্ৰ, ৰণৰ অহিলা + আগাৰ, ঘৰ ) ৰণৰ আহিলা যুগুত-কৰা বা থোৱা ঘৰ, an arsenal ; an armory, a magazine.

অস্ত্ৰী, বি. ( সং. অস্ত্ৰিন্, অস্ত্ৰযুক্ত ) অস্ত্ৰধাৰী, হাতত অস্ত্ৰ লোৱা, armed.

অস্থায়ী, বি. ( সং. অস্থায়িন্, স্থায়ী নোহোৱা —অ, নহয় + স্থায়িন্, থকা ) অনিত্য, চিৰকাল-নথকা, অলপ-দিনীয়া ; যেনে, অস্থায়ী শৰীৰ, transient, perishable, not lasting.

অস্থাৱৰ্, বি. ( সং. অস্থাৱৰ, স্থাৱৰ-নোহোৱা —অ, নহয় + স্থাৱৰ, একে ঠাইতে থকা ) একে ঠাইতে লাগি-নথকা, লৰচৰ কৰিব পৰা ; যেনে, অস্থাৱৰ সম্পত্তি, moveable, not fixed.

অস্থি, স. শ. ( সং. অস্থি, হাড়—অস্, দলি-মাৰ্ ) হাড়্, a bone.

অস্থিৰ্, বি. ( সং. অস্থিৰ, স্থিৰ-নোহোৱা— অ, নহয় + স্থিৰ, একে দৰে থকা ) অথিৰ, কঁপা, লৰচৰ হোৱা ; অনিত্য ; যেনে, জীৱন অস্থিৰ, অনিশ্চিত ; যেনে, অস্থিৰ বাৰ্ত্তা, unsteady, shaking ; uncertain ; transient, not everlasting.।

অস্থিৰতা, গু. শ. ( সং. ) অস্থিৰ গুণ ; অনিশ্চয়তা ; unsteadiness, uncertainty.

অস্থি-সঞ্চয়, স. শ. (সং. অস্থিসঞ্চয়, হাড়-সাঁচন —অস্থি, হাড় সঞ্চয়, সামৰি থোৱা ) মৰা মানুহ খৰি দি গঙ্গাত লগাবৰ নিমিত্তে তাৰ আধা-পোৰা হাড় আনি সামৰি থোৱা কাৰ্য্য, the act of collecting and keeping the bones after burning a dead body for the purpose of throwing them into the Ganges.

অস্নেহ্, স. শ. ( সং. অস্নেহ, স্নেহৰ অভাৱ —অ, নাই + স্নেহ, মৰম ) অমৰম, unkindness, want of affection.

অস্পৰ্শনীয়, বি. ( সং. অস্পৰ্শনীয়, অস্পৃশ্য— অ, নহয় + স্পৰ্শনীয়, ছুব পোৱা ) অশুচি, ছুব নোপোৱা, not to be touched, unclean.

অস্পষ্ট, বি. ( সং. অস্পষ্ট, ফটফটীয়া নোহোৱা—অ, নহয় + স্পষ্ট, ফটফটীয়া) ফটফটীয়া নোহোৱা, ভালকৈ দেখিব, শুনিব বা বুজিব নোৱৰা, indistinct, not clear or plain.

অস্পৃশ্য, বি. ( সং. অস্পৃশ্য, ছুবৰ অযোগ্য —অ, নহয় + স্পৃশ্য, ছুব পোৱা ) ছুব নোপোৱা, not to be touched, unclean.

অস্ফুট, বি. ( সং. অস্ফুট, অব্যক্ত—অ, নহয় + স্ফুট, ব্যক্ত ) অব্যক্ত, নেদেখা, নুশুনা, গুপ্ত ; অস্পষ্ট, invisible, hidden ; indistinct.

অস্বস্থ, বি. ( সং অস্বস্থ, স্বস্থ নোহোৱা—অ, নহয় + স্বস্থ, নীৰোগ ) পীড়িত, নৰিয়া, sick, unwell.

অস্বাভাৱিক্, বি. ( সং. অস্বাভাৱিক, স্বাভাৱিক নোহোৱা—অ, নহয় + স্বাভাৱিক, সৃষ্টিৰ নিয়মৰ দৰে ) সৃষ্টিৰ নিয়মৰ বিপৰীত ; যেনে, বাঘে খোৱাটো অস্বাভাৱিক মৃত্যু, unnatural.

অস্বাৰ্থপৰ, বি. ( সং. অস্বাৰ্থপৰ, স্বাৰ্থপৰ

নোহোৱা—অ, নহয়+স্বাৰ্থপৰ আপোনাৰ ভাললৈ মাথোন চিন্তা ) স্বাৰ্থপৰতা-নথকা, disinterested.

অস্বামিক্, বি. ( সং. অস্বামিক, গৰাকী-নথকা —অ, নাই+স্বামিন্, গৰাকী ) গৰাকী-নথকা, having no owner, unclaimed.

অস্বীকাৰ, স. শ. ( সং. অস্বীকাৰ, আসৈ-মাতন — অ, নহয়+স্বীকাৰ, সৈ-কৰণ ) আসৈ-মাতন, মিছা-মাতন, denial, refusal.

অস্বীকৃত্, কৃদ. বি. স্বীকাৰ-নকৰা গ্ৰহণ-নকৰা, গাত নোলোৱা, denied, refused ; not admitted.

অহ্ ⎫ ভা. অব্য. মনৰ দুখ বা বেজাৰ
অহ্-অহ্ ⎭ বুজোৱা মাত, an interjection of pain or sorrow.

অহঙ্কাৰ্, স. শ. ( সং. অহঙ্কাৰ, গৰ্ব্ব—অহং, মই+কৃ, কৰ্ ) আপোনাক শ্ৰেষ্ঠ বা ডাঙৰ বুলি মানন, গৰ্ব্ব, গপ, pride.

অহঙ্কাৰী, বি. ( সং. অহঙ্কাৰিন্, গৰ্ব্বী ) গৰ্ব্বী, গপাল, আপোনাক শ্ৰেষ্ঠ ভবা, proud. স. শ. গপাল মানুহ ; যেনে, অহঙ্কাৰীক কেৱে ভাল নেপায়, a proud man. ( স্ত্ৰী ) বি. স. অহঙ্কাৰিণী ।

অহৰহ্, ক্ৰি. ৰি. ( সং. অহৰহ—অহঃ অহঃ, দিন দিন ) নিতৌ, প্ৰতিদিন, every-day.

অহৰ্নিশ, ক্ৰি. বি. ( সং. অহৰ্নিশম্, দিন-ৰাতি —অহঃ, দিন+নিশম্, ৰাতি ) দিনে-ৰাতিযে ; যেনে, অমুকৰ অহৰ্নিশ জ্বৰ, day and night.

অহা, কৃদ. স. ( অং. আহ্, আগমন কৰ্ ) কোনো ঠাইত উপস্থিত হোৱা, the act of coming, কৃদ. বি. coming.

অহা-যোৱা, কৃদ. স. ( অং. আহ্+যা ) যাতায়াত, আহ-যাহ, coming and going, intercourse.

অহি, স. শ. ( সং. অহি, সাপ—অ, উপস.+হন্, হিংসা কৰ্, ) সাপ, a snake, a serpent.

অহিংসক্, বি. ( সং. অহিংসক, হিংসাশূন্য—অ, নহয়+হিংসক, অপকাৰ কৰোঁতা ) অনপকাৰী, পৰক পীড়া নকৰোঁতা, সাধু, harmless. স. শ. অপকাৰ নকৰা মানুহ, বস্তু, ইত্যাদি a harmless thing.

অহিংসা, স. শ. ( সং. অহিংসা, হিংসাশূন্যতা —অ, নহয়+হিংসা, খিয়াল ) হিংসাৰ অভাৱ, পৰৰ অনিষ্ট নকৰা, harmlessness.

অহিত্, বি. ( সং. অহিত, হিত-নোহোৱা—অ, নহয়+হিত, উপকাৰী ) অপকাৰী, অনিষ্টকাৰী, injurious, inimical. স. শ. অপকাৰ, হিংসা, অনিষ্ট ; যেনে, শত্ৰুৱে অহিত কৰে ; অপকাৰ-কৰোঁতা, শত্ৰু ; যেনে, অহিতে কেতিয়াও হিত নকৰে, injury, an injurer, an enemy.

অহিতে, ক্ৰি. বি. ( সং. ) বিৰোধে, প্ৰতিকূলে, অহিত কৰিবৰ ইচ্ছাৰে ; যেনে, মিত্ৰিৰৰ অহিতে সাক্ষী নহবা, against.

অহিত্-কাৰী, বি. ( সং. অহিত+কাৰী, কৰোঁতা ) অপকাৰী, অনিষ্টকাৰী, injurious, inimical, স. শ. শত্ৰু, an enemy.

অহো-পুৰুষাৰ্থ, স. শ. ( সং.অহো, আশ্চৰ্য্য+পুৰুষাৰ্থ, যত্ন ; আচৰিত যত্ন ) বৰ যত্ন বা পৰিশ্ৰম ; যেনে, অহোপুৰুষাৰ্থ কৰিও সিদ্ধি নেপালে, great exertion or endeavour. ( মৌখিক )

অহো-ভাগ্য ( সং. অহো, ঐ+ভাগ্য, কপাল, আচৰিত ভাগ্য ) পৰম ভাগ্য, বৰ কপাল, good luck. ( মৌখিক )

অহোৰাত্ৰি, স. শ. ( সং. অহোৰাত্ৰি,—অহঃ, দিন+ৰাত্ৰি, ৰাতি ) এদিন-এৰাতি, যেনে, অহোৰাত্ৰ লঙ্ঘন ; অহোৰাত্ৰ পৰিশ্ৰম কৰিছে, a day and a night.

অহৌবলিয়া, বি. ( অ. ) বলিয়াৰ দৰে কথা-কোৱা বা আচৰণ-কৰা, speaking or behaving like a mad man.

অহৌহৌৱা, বি. ( অং. ) ভোলোঙ্গা, বহুত বিন্ধা-থকা ; এই কাৰণে পেটত কথা ৰাখিব নোৱৰা, having many holes ; open hearted, ( চহা আৰু মৌখিক ) ।

অক্ষতৃ, বি. ( সং. অক্ষত, ঘা-নলগা—অ, নাই+ক্ষত, ঘা ) ঘা-নলগা, নিখুঁৎ, not wounded or bruised. স. শ. পূজাত ব্যৱহৃত নভগা আবৈ চাউল, unbroken raw rice.

অক্ষতা, বি. ( সং. অক্ষতৰ স্ত্রীলিঙ্গ ) ক্ষত নোহোৱা ; পুনৰ বিয়া নোহোৱা, not attaining puberty, স. শ. পুনৰ বিয়া নোহোৱা ছোৱালী, a girl not attaining puberty.

অক্ষম, বি. ( সং. অক্ষম, অপাৰগ—অ, ন-হয়+ক্ষম, পাৰগ ) নোৱৰা, অপাৰগ, unable, incompetent.

অক্ষয়, বি. ( সং. অক্ষয়, ক্ষয় নোপোৱা—অ, নাই+ক্ষয়, নাশ ) নাশ-নোপোৱা, সদায় থকা ; যেনে, অক্ষয় বট ; শেষ-নোহোৱা, অন্ত-নোপোৱা ; যেনে, অক্ষয় ভণ্ডাৰ, imperishable, inexhaustible.

অক্ষৰ্, স. শ. ( সং. অক্ষৰ, আখৰ—অ. নাই +ক্ষৰ, নাশ ; লিখি থোৱা কথা চিৰকাল থাকে, এতেকে ) আখৰ, কাপেৰে লিখা কোনো এটা শব্দ বা শব্দৰ এভাগ-বুজোৱা চিন, a letter of the alphabet.

অক্ষৰাৰ্থ, স. শ. ( সং. অক্ষৰ, আখৰ+অৰ্থ, শব্দে যাক বুজায় ) শব্দাৰ্থ, literal meaning.

অক্ষি, স. শ. ( সং. অক্ষি, চকু—অশ্- ব্যাপ্ ) চকু, আখি, চক্ষু, the eye.

অক্ষোভে, ক্রি. বি. ( সং. অক্ষোভ, অকম্পন) নকঁপাকৈ, নিশঙ্কৰূপে, থকজা-নলগাকৈ ; যেনে, অক্ষোভে পঢ়ে, অক্ষোভে কয়, without hesitating, fluently.

অক্ষৌহিনী, স. শ. ( সং. অক্ষৌহিনী, সৈন্য-সমূহ—অক্ষ, ৰথ+উহিনী, সমূহ) ১০৯৩৫০ পদাতি, ৬৫৬১০ ঘোঁৰা, ২১৮৭০ ৰথ, ২১৮৭০ হাতী, এইয়ে এক অক্ষৌহিনী, অথবা এক অযুত হাতী, তিন অযুত ৰথ, এক লাখ পদাতি, দহ লাখ ঘোঁৰা, a complete army consisting of 109,350 foot, 65,610 horses, 21,870 chariots, 21,870 elephants.

# আ

আ, স্বৰবিলাকৰ দ্বিতীয় আখৰ ; কোনো অসমীয়া শব্দৰ আগত থাকিলে না-পদৰ অৰ্থ বুজায় ; যেনে, আখৰ, খৰ-নকথা ; সেই অৰ্থত কেতিয়াবা এ হয় ; যেনে, এলাগী, লাগী-নোহোৱা, the second letter of the vowels, put before an Assamese word is equal to a negative.

আই, স. শ. ( সং. মাতৃ, জনম-দিয়া তিৰী ) মাতৃ ; বসন্ত-ৰোগ, ( ইয়াক শীতলা দেৱী বুলি মানুহে ভাবে, এতেকে ) ; যেনে, অমুকৰ আই ওলাইছে, mother ; small pox, আই সকল, বসন্ত-ৰোগ, small pox.

আই-ঐ ! ভা. অব্য. ( অং. আই+ঐ, সম্বোধন ) পুতৌকৰা মাত, যেনে, আই-ঐ দেহি ভুখৰি ! an interjection of pity.

আই-ঔ ! ভা. অব্য. ( অং. আই+ঔ, সম্বোধন ) অকস্মাত ভয় বা দুখ পাই বা, আচৰিত হৈ চিঞৰ-মৰা মাত, an exclamation of terror, wonder or pain.

আই-কুঁৱৰী, আই-কুঁৱৰী দেও, } স. শ. ( অং. আই, মাতৃ +কুঁৱৰী, ৰজাৰ ভাৰ্য্যা +দেও, বৰলোকৰ উপাধি. ) মাদৈ, ৰজাৰ ভাৰ্য্যা, a queen.

আইচ্, স. অ. [ বোধ হয় বঙ্গালি আইস্ ( আহ্ ) ক্রিয়াৰ পৰা ওলাইছে ] কুকুৰত বাজে আন সৰু ঘৰচীয়া জন্তুক মতা শব্দ ; যেনে, বিৰলী আইচ, an interjection calling small domestic animals except dogs.

আইচু, স. শ. ( অং. আই, মাতৃ ) গোহাঁই-গগৈ-আদি আহম-ডাঙ্গৰীয়াৰ ভাৰ্য্যাৰ উপাধি ; আন ডাঙ্গৰ লোকৰ ভাৰ্য্যাকো সম্মান দেখাবৰ কাৰণ সেইৰূপে মতা যায় the title of the wife of an Aham nobleman ; the wives of other gentlemen of rank are also addressed with that title out of compliment.

আইচু-দেউতা, } স. শ. (অং. আই, মাতৃ+
আইচু-দেও, } দেউতা, দেও, ডাঙ্গৰ লোকৰ উপাধি) বৰ সম্মান দেখোৱাত ব্যৱহৃত আহম-ডাঙ্গৰীয়াৰ বা আন বৰলোকৰ ঘৈণীৰ উপাধি, the title of an Aham or other married lady of high rank, "আইচু" চোৱাঁ।

আইটী, স. শ. (অং. আই+টী উপস.) মৰমেৰে মতাত ভাল লোকৰ ছোৱালীক বুজোৱা মাত a term of affection used in addressing or speaking of a girl.

আইতা, স. শ. (অং. আই, মাতৃ+দেউতা, দেৱতা) ওপৰৰ শ্ৰেণীৰ আহমবিলাকে মাকক মতা মাত a word used by the Ahams of higher ranks in addressing or speaking of their mothers.

আই-দেও, স. শ. (অং. আই, মাতৃ+দেও, ডাঙ্গৰ লোকৰ উপাধি) ৰজাৰ বা আন আহম-ডাঙ্গৰীয়াৰ বিবাহিতা বা অবিবাহিতা জীয়েকৰ উপাধি; আন ডাঙ্গৰ লোকৰ জীয়েককো সন্মান দেখাৰ কাৰণ সেই উপাধি দিয়া যায়, a princess; the title of a married or unmarried daughter of an Aham nobleman; the daughters of other gentlemen of rank are also given that title out of compliment.

আই-দেউতা, স. শ. (অং. আই, মাতৃ+দেউতা, দেৱতা) ডাঙ্গৰ লোকৰ তিৰোতা, আইচু-দেও; ভাল লোকে মাকক মতা মাত, a word used in speaking of or addressing a lady of a high rank; a word used by the people of higher classes in speaking or addressing their mothers.

আইনুত স. শ. এবিধ মাছ ধৰা ঘতন, a kind of fish trap, (কামৰূ.)

আউট, স. শ. ধা. (বং আওট, পাগ্) ধাতু জালত দি পৰিষ্কাৰ কৰ্; যেনে, সোণ আউটিলে শুদ্ধ হয়; পগা, তপতাই ঘন কৰ্; যেনে, গাখীৰ আউটিছে, to smelt; to thicken by boiling, as milk.

আউটি, স. শ. (অং. আউঠি, কাপোৰৰ দাঁতি) কোনো ঠাইৰ বিশেষ এফাল, ফাল, অঞ্চল, যেনে, আমাৰ আউটিত সকলো ভালে আছে, a particular quarter of a town or village.

আউঠি, স. শ. দাঁতি; ঘাইকৈ কাপোৰৰ দাঁতি; যেনে, চুৰিয়াৰ আউঠি ছিগে, side, the border of a cloth.

আউনী, } স. শ. (সং. অৱনী, মাটি,
আউনী-পাণ্, } মাটিত বগায়, এতেকে) এবিধ বনৰীয়া পাণ, a kind of wild creeper like the *pan*.

আউল্, স. শ. (বং. এলো, এলুয়া, বিশৃঙ্খল) বিশৃঙ্খলা, যোঁট-পোঁট, লেট পেট, সান-মিহল; যেনে, পুথি খানৰ আউল লাগিছে; সূতাৰ আউল লাগিল, derangement, a tangle বি. বিশৃঙ্খল হোৱা deranged, tangled.

আউল্ ভাং, শৃঙ্খল কৰ্; যেনে, পুথিৰ বা চুলিৰ আউল ভাঙ্গিছে, to put in order, to arrange what is deranged. আউল্ লাগ্, বিশৃঙ্খল হ, to be deranged আউল লগা, বিশৃঙ্খল কৰ্, to derange.

আউল, স. ধা. (অং) বিশৃঙ্খল কৰ্, আউল লগা, to derange, to disorder.

আউলি-জাউলি, বি. (অং. আউলি, আউল, বিশৃঙ্খল+জাউলি,জাউল, অনুক.) শোকত ব্যাকুল হৈ কাপোৰ চুলি-আদি-নেসামৰা, শোকত বিহ্বল; যেনে, অমুকে আউলি-জাউলি হৈ কান্দিছে, overwhelmed with sorrow. (স্ত্ৰী) আউলী-জাউলী।

আউলী-বাউলী, বি. (অং. আউলী, আউল +বাউলী, বাতুলী, স্ত্ৰীলিঙ্গ) বলিয়াৰ নিচিনা হৈ কাপোৰ কানি এৰা; যেনে, অমুকী আউলী-বাউলী হৈ ফুৰিছে, mad or maniacal, distracted. (F)

আউলীয়া, বি. (অং. আউল, বিশৃঙ্খল) আউল্-লগা, সান-মিহলি-হোৱা; আঁত নথকা, deranged, confused; tangled.

আউলু-আপচু, স. শ. (অং. আউলু, ছিন্ন-ভিন্ন + আপচু, কুশ্রী) আপদ-বিপদ; (শাও-দিয়া মাত) যেনে; অমুকে আউলু-আপচু দিছে, misfortune (a form of curse).

আউলু-বাউলু, বি. (অং. আউলু, বিশৃঙ্খল + বাউলু, অনুক.) সান-মিহলি-হোৱা, বিশৃঙ্খল; যেনে, চুলিবোৰ আউলু-বাউল হল, deranged, confused, dishevelled.

আও, ভা. অব্য. আশ্চর্য্য বুজোৱা মাত; যেনে, আও! কি ডাঙৰ হাতী! an exclamation of surprise.

আও, উপস. (সং. "অৱ" উপসর্গৰ অপভ্ৰংশ, নীচ, মন্দ,) বেয়া, নীচ, ওভোতা, বাওঁ, মন-নিদিয়া, ইত্যাদি; a prefix implying bad, base, contrary, &c.

আওকচু, স. শ. (অং. আও, বেয়া + কচু, এবিধ গছ) বেয়া কচু, বনৰীয়া কচু, the wild arum, বি. দুষ্ট, wicked.

আওকঠীয়া, স. শ. (অং. আও, বেয়া + কঠীয়া, সঁচ) বেয়া সঁচ; বেয়া জাত; যেনে, আওকঠীয়াৰ জাত, base or low origin.

আওকঠীয়া, বি. (অং. আওকাঠ, বেয়া কাঠ) বেয়া কাঠেৰে সজা, made of bad wood.

আওকণীয়া, বি. (অং. আও, একলীয়া + কাণ, শুনা ইন্দ্ৰিয়) কাণ-নিদিয়া, আন কাললৈ কাণ-কৰা, আওহেলা-কৰা turning away the ear, inattentive.

আওকথা, স. শ. (অং. আও, বেয়া, ওভোতা + কথা, বাক্য) অসঙ্গত কথা, অযুগুত কথা, an unreasonable statement, an inconsistent or contradictory statement.

আওকথীয়া, বি. (অং. আও, অসঙ্গত + কথা, বাক্য) অন্যায় বা অসঙ্গত কথা কোৱা, unreasonable in speech.

আওকাঠ, স. শ. (অং. আও, বেয়া + কাঠ, কটা গছ) বেয়া কাঠ, সাৰ নথকা কাঠ bad or inferior wood.

আওকাণ, স. শ. (অং. আও, নলগোৱা + কাণ, শুনা ইন্দ্ৰিয়) শুনিবৰ অনিচ্ছা, কাণ নকৰণ, the act of turning a deaf ear, inattention.

আওকাণ্ কৰ্, মুশুনা ভাও ধৰ্, অমনোযোগ কৰ্ (এই ধাতুৰ বিষয় বুজোৱা শব্দৰ চতুৰ্থী বিভক্তি হয়,) যেনে, মোৰ কথালৈ তেওঁ আওকাণ কৰিলে, to turn a deaf ear, not to listen.

আওকাল্, স. শ. (অং. আও, বেয়া + কাল, সময়) বেয়া সময়, অনুচিত সময়, অসময়; বেয়া বতৰ, inauspicious time, a bad season, unseasonable weather.

আওকিল্, স. শ. (অং. আও, বিমুখ + কিল, কিলা কুটিৰ আঘাত) পাচ কাললৈ বা একাললৈ মৰা কিল, a blow struck with the elbow, backward or sideways.

আওখুটি, স. শ. (বং. আখুটি, লৰাৰ জেউৰ) জেউৰ, লৰাই কৰা আমনি; লৰাৰ ঠেঁহ, fretfulness of children, a childish whim; vexation caused by a child.

আওখটিকৰ্, আমনি কৰ্, জেউৰ ধৰ্, to vex; to be fretful, as a child.

আওখটীয়া, বি. আওখটি-কৰা, আমনি-কৰা, জেউৰ-ধৰা, vexatious, teasing, fretful or whimsical, as a child.

আওখাল্ স. ধা. (সং. অৱক্ষালন, অলপকৈ ধোৱন) অলপকৈ ধো, নঘঁহা-নমজাকৈ ধো (পাত্ৰত খাটে); যেনে, টৌটো আওখালিছে, to wash without rubbing, to slightly wash, to rinse.

আওগৰীয়া, বি. (অং. আও, একাললৈ + গৰীয়া, বাগৰা) ক্ৰমে একাললৈ চাপৰ, এঢলীয়া, হলনীয়া, sloping, declivous, gradually descending.

আওঘটনা, স. শ. (অং. আও, বেয়া + ঘটনা, দৈৱাত হোৱা কথা) দুৰ্ঘটনা, নহব লগাত হোৱা ঘটনা, mishap, an unforeseen event.

আওটনি, স. শ. চুৰা-পাতনি, জাবৰ পেলোৱা

ঠাই, গেৰেকনি, a place where filth and refuse are thrown.

আওঠাওলগ্, অ. ধা. (অং. আউঠি, কাপোৰৰ দাঁতি + ওলগ্, সেৱা কৰ্) অতি-হীন ভাৱে আলুপৈচন ধৰ্ ; বৰ হীন ভাৱে খাটু (যি শব্দেৰে সৈতে ইয়াৰ সম্পৰ্ক থাকে, তাৰ সম্বন্ধ কাৰক হয়) ; যেনে, তেওঁৰ আওঠাওলগিও সন্তোষ লগাব নোৱাৰিলোঁ, to perform very mean service ; to cringe.

আওডাল্, স. ধা. (সং. আলোড়ন, সঞ্চালন) পানীত বুৰাই অলপকৈ সঞ্চালিত কৰি বা লৰাই ধো, অলপকৈ ধো ; যেনে, কাপোৰ আওডালিছে, to wash by putting under water and shaking, to wash slightly, অ. ধা. পানীত কোনো বস্তু পেলাই অলপকৈ লৰা ; যেনে, বঠাৰে বা হাতেৰে আওডালি নাও চলাইছে, to slightly move anything to and fro in water, to dabble.

আওডুবি, স. শ. (অং. আও, বৰ + ডুবি, কুঁটু) ডাঙ্গৰ ডুবি, বৰ দ কুঁটু a very deep place in a river.

আওঢলীয়া, বি. (অং. আও, একাললৈ + ঢাল, পাৰ্শ্ব) একাললৈ ঢাল-লোৱা ; যেনে, বৰষুণজাক আওঢলীয়া হৈ গল ; একতীয়া, এবৰীয়া ; যেনে, নাওখান আও-ঢলীয়া হৈছে ; একালে চাপৰ, আও-গৰীয়া ; যেনে, চোঁতালখান আওঢলীয়া, lapsided, leaning on one side ; sloping, declivous.

আওঢলীয়াকৈ, ক্রি. বি. একতীয়াকৈ, a slant.

আওঢালে, ক্রি. বি. বেয়া ফালে, যি ফালে হব লাগে সেইফালে নহৈ আন ফালে ; যেনে, গছ জোপা আওঢালে পৰিল, on a wrong side, (said of dying).

আওমাআউনি, স. শ. অৰিয়াঅৰি, বগিয়া-বগি ; টনাটনি, emulation, rivalry ; a mutual struggle, the act of dragging one another.

আওন্ধ, "আন্ধ" চোৱাঁ।

আওপকীয়া, বি. (অং. আওপাক, বিষম বা টান পাক) বৰকৈ পাকখোৱা বা জোঁট-লগা ; যেনে, আওপকীয়া বান্ধ ; বেঁকা ভাৱে চলা ; যেনে, আওপকীয়া মানুহ, complicated, tangled ; not acting or talking in a straightforward manner.

আওপাক্, স. শ. (অং. আও, বিষম বা টান + পাক, মেৰ) সূতা আদিৰ বৰ টান বা বিষম পাক, একুৱাব নোৱৰা মেৰ্ ; বিষম লেঠা ; যেনে, অমুক আওপাকত পৰিছে, entanglement of thread, &c., complication of matters.

আওফাল্ স. শ. (অং. আও, বিপৰীত + ফাল, দিশ) ভাল বা উপযুক্ত ফালৰ বিপৰীত ফাল, বাওঁফাল, আচল ফাল, the wrong side, the left side.

আওফালে, ক্রি. বি. বেয়া-ফালে, যি ফালে হলে ভাল, তাতকৈ আন-ফালে ; যেনে, বৰষুণ-জাক আওফালে গল ; বাওঁফালে ; যেনে, জৰীডাল আওফালে টানিছে, in the wrong side, on the left side.

আওবৰীয়া, বি. (অং. আও, অশুভ + বাৰ, সপ্তাহৰ এদিন) বেয়া বাৰৰ বা বেয়া বাৰে হোৱা, born or produced on an inauspicious day.

আওবাটু, স. শ. (অং. আও, বেয়া বা অনুপযুক্ত + বাট, পথ,) বেয়া বাট ; আচল বাটতকৈ আন বাট ; এতেকে, বেয়া ৰীতি, a bad or wrong way ; evil cause, wrong mode of action or conduct.

আওবাটে, ক্রি. বি. বেয়া-বাটে ; যিটো বাটে দি যলৈ যাব পাৰি, তাতকৈ আন এটা বাটে, বেয়া ৰীতিৰে, by a bad or wrong way ; in an evil course or mode of action.

আওবাৰ্, স. শ. (অং. আও, বেয়া + বাৰ, সপ্তাহৰ এদিন) বেয়া বা অশুভ বাৰ ; যি বাৰ যি কামৰ নিমিত্তে ভাল, তাতকৈ আন বাৰ, an inauspicious day ;

a day of the week which is supposed not to be proper or not prescribed for a particular purpose.

আওবাৰে, ক্রি. বি. বেয়া বা অনুপযুক্ত বাৰে; যেনে, আওবাৰে কলৈও যাব নেপায়, on an inauspicious or wrong day of the week.

আওভাও, স. শ. (অং. আও, অনুক্ত. + ভাও, কাম কৰিবৰ দিহা) কাম কৰিবৰ দিহা বা প্ৰকাৰ, যি দৰে যি কাম কৰিব লাগে, তাৰ নিয়ম; যেনে, কামৰ আওভাও নোপোৱা মানুহ, the mode of doing anything, (*modus operandi*).

আওমৰণ্, স. শ. (অং. আও, বেয়া বা দুখযুক্ত + মৰণ, মৃত্যু) বেয়া মৰণ, বৰ দুখযুক্ত বা অস্বাভাবিক মৃত্যু, a painful or unnatural death.

আওমৰণে, ক্রি. বি. বৰ দুখেৰে বা বৰ কষ্ট পাই (মৰাত খাটে); যেনে, হিংসক মানুহ আওমৰণে মৰে, with great pain, suffering extremely, said of dying.

আওৰা, স. ধা. (সং. আবৃত্তি; বং. আওড়ান, পাঠ কৰণ) মনত ৰাখিবৰ কাৰণ ঘনে-ঘনে মাত্; যেনে, ছাত্ৰে পাঠ আওৰাইছে, to repeat frequently in order to commit to the memory.

আওলা, স. শ. (অং. ওলা, বাহিৰ হ; ঘৰৰ বাহিৰে থাকে, এতেকে) ঘৰৰ পানীপাচৰ খুটাৰ বাহিৰে ওলাই থকা চাল; তাতে লগাই দিয়া চালি, আগচালি, the eaves of a house, addition to the same, a pent-house.

আওহতীয়া, বি. (অং. আওহাত, বাওঁহাত) বাওঁফলীয়া, বাওঁহাতৰ ফালে থকা; সদায় মানুহ যি ঠাইলৈ যায়, তাতকৈ আন, সহজে যাব বা পাব নোৱৰা (ঠাইৰ বিশেষণ); যেনে, "যমৰো আওহতীয়া ঠাই"। placed on the left side; out of the way, situated at an unfrequented or not easily accessible place.

আওহতীয়াকৈ, ক্রি. বি. বাওঁফালে; সদায় যোৱা ঠাইতকৈ আন ঠাইত, সহজে নোপোৱা ঠাইত; যেনে, ছল-জোংবোৰ আওহতীয়াকৈ থব লাগে, on the left side; at an unfrequented inaccessible place.

আওহ্, অ. ধা. (অং. আঁউজ) পিঠিত ভৰ দি বহ্ (চহা) to lean, to recline.

আওহাত্, স. শ. (অং. আও, সোঁ ফালতকৈ আন + হাত, গাৰ এক অঙ্গ) বাওঁ হাত; আচল ফাল্, the left hand; the wrong side.

আওহাতে, ক্রি. বি. বাওঁহাতেৰে; যেনে, আওহাতে মৰা কিল, with the left hand.

আওহেলা, স. শ. (সং. অৱহেলা, মন নিদিয়ন) আওকাণ; অমনোযোগ, inattention, neglect.

আংবাং, বি. (অং. আং, আকৰা + বাং, অনুক্ত.) মূৰ্খ, একো নজনা; যেনে, আংবাং মানুহ, stupid. (চহা আৰু মৌখিক)

আংমৰা, বি. (সং. অঙ্গ, লিঙ্গ + মৰা, মৃত) লীৰা, পুৰুষ-শক্তি-শূন্য, impotent.(চহা)।

আঃ, ভা. অব্য. দুখ বা বেজাৰৰ মাত, an exclamation of pain or sorrow.

আঁ, অনুক্ত. কন্দাৰ নিচিনা শব্দ, আঁকৰা মানুহে কথা কোৱাৰ নিচিনা শব্দ, an imitative sound used to express that of crying or a sound uttered by a person unable to articulate.

আঁ, স. শ. মুখ মেলা কাৰ্য্য; বৰকৈ মেলা মুখ, the act of opening the mouth, an open mouth.

আঁ কৰ্, মুখ মেল্, to open the mouth.

আঁউজ্, অ. ধা. পিঠিত ভৰ দি বহ্; যেনে, গাঁকত আঁউজিছে, to lean, to recline.

আঁউসী, } স. শ. (সং. অমাৱাসী, অমাবস্যা,)
আঁউহী, } অমাবাস্যা, জোন-মৰা তিথি, the day of the conjunction of the sun and moon.

আঁওচ্, স. শ. (অং. আঁচ, আঁক) নাঙ্গলৰ

সীৰলু, হাল-বোৱাত হোৱা লোৰ; যেনে, এক আঁওচ বালে a furrow.

আঁক্, স. শ. ( সং. অঙ্ক, হিং. আঁক, চিন ) আঁচ; যেনে,———, a line. স. ধা. চিত্ৰ কৰ্, আকৃতি লিখ্; যেনে, খনিকৰে মূৰ্ত্তি আঁকে, to paint, to exhibit in a tinted image. অ. ধা. আঁক্ টান্, মিছামিছিকৈ লিখ্; যেনে, লৰাই ফলিত আঁকিছে, to draw a line; to scribble. কৃদ. স. আঁকোঁতা, (স্ত্ৰী) আঁকঁতী।

আঁক্ মচ্, আয়ুস ক্ষয় কৰ্, মৰিবৰ সময় ওচৰ চপা, ( ইয়াৰ কৰ্ত্তা যম ); যেনে, অমুকৰ যমে আঁক মচিছে, to shorten the life, to bring death near, আঁক মচি এৰ্, বন্ধুতা ভাং; যেনে, আঁক মচি এৰিলে, to break friendship.

আঁকন্, কৃদ. স. আঁক টানন, the act of drawing a line.

আঁকনী, আঁকনী-মাৰি, } স. শ. ( অং. আঁক্, আঁচ্ + মাৰি, কাঠী ) পুথি লিখোঁতে আঁক টনা কাঠী, an instrument for drawing lines in writing a manuscript.

আঁ-কৰা, কৃদ. স. ( অং. আঁ কৰ্, মুখ মেল্ ) মুখ মেলা, open mouthed.

আঁকৰা, বি. ( অং. আঁ, কথা কব নোৱৰা মানুহৰ মাত+কৰা, যি কৰে ) স্পষ্টকৈ মাতিব নোৱৰা; বেঙ্গা; মূৰ্খ, unable to utter articulate sounds, tongue-tied; stupid. স. শ. বেঙ্গা মানুহ, কুটাই কথা কব নোৱৰা পুৰুষ, এতেকে, মূৰ্খ মানুহ, a man unable to utter articulate sounds, a stupid man. ( স্ত্ৰী ) বি. স. আঁকৰী।

আঁকুৰি-বগ, স. শ. ( অং. আঁকোৰা, বেঁকা + বগ, বক্-চৰাই ) এবিধ বেঁকা-ঠুঁটীয়া বক্ক-চৰাই, a bird of the heron family, with a long crooked bill.

আঁকুৰি-দা, স. শ. ( অং. আঁকোৰা বেঁকা + দা, এবিধ কটা অস্ত্ৰ ) a crooked *da*.

আঁকুহী, স. শ. (সং. আকৰ্ষণী, বং. আকুঁড়্ষী, টানি অনা যতন ) হাঁকুটী, কোনো বস্তুত লগাই তাক টানি অনা আগ-বেঁকা দীঘল মাৰি, a long stick with a hook at the end used for seizing and pulling anything.

আঁকোৰা, বি. ( সং. অঙ্কুশ, হিং. আঁকুশ্, আগ-বেঁকা অস্ত্ৰ ) বেঁকা, বেঁকোৰা, ভেঙ্গুৰা, crooked, bent.

আঁকোৰা-বেঁকোৰা, বি. ( অং. আঁকোৰা, ঐ + বেঁকোৰা, বেঁকা ) অনেক ভাঁজ-যুক্ত, zigzag.

আঁকোগোঁজা, বি. ( সং. অঙ্কুশ, বেঁকা অস্ত্ৰ + গোজা, গুঁজি লগোৱা ) আঁকুহীৰ দৰে লগা, মন পুতি লগা, ধৰা কথা ভাল বা বেয়া হলেও তাক নেৰা, এতেকে অবুজ; যেনে, আঁকোগোঁজা মানুহৰ মন পালটাব নোৱাৰি; ধৰা কামত নেৰানেপেৰাকৈ লগা; যেনে, আঁকোগোঁজা ছাত্ৰ, obstinately sticking to the opinion formed whether good or bad, obstinate; persevering, persisting in any business undertaken.

আঁকোগোঁজালি, ভ. শ. আঁকোগোঁজা স্বভাৱ, ধৰা কথাত বা কামত নেৰানেপেৰাকৈ লগা গুণ, obstinacy; perseverance, the quality of persisting in any business undertaken.

আঁকোৱাল্, স. শ. ( সং. আকৰ্ষণ, টানন ) সাবট, দুই বাহুৰ মেৰ; যেনে, আঁকোৱালে নোপোৱা মুঠা; দুই বাহুৰ মেৰৰ ভিতৰত যিমান ধৰে, সিমান বস্তু; যেনে, একাঁকোৱাল খৰি, a clasp with the arms, an embrace; as much of anything as can be clasped with the arms. স. ধা. আঁকোৱাল মাৰি ধৰ, সাবটি ধৰ্, to clasp with the arms, to embrace.

আঁক্‌বাঁক্, স. শ. ( অং. আঁক, আঁচ + বাঁক্, অনুৰূ ) আখৰৰ দৰে দিয়া মিছা আঁক, মাতিব নোৱৰাকৈ লিখা আখৰ; যেনে,

এই খান কাকত নহয়, আঁকবাঁক মাথোন, a scribble or scribbling.

আঁচ্, স. শ. (অং. আঁক্, চিন) আঁক, ৰেখা, চিন; ফাট্, a line, a mark, a crack. স. ধা. পাচে আৰ্হি তুলিবলৈ অপৰিপাটি-ৰূপে লিখ্; যেনে, আৰ্জী আঁচিছে, to draft, to compose and write roughly, to be copied afterwards. কৃদ. স. আঁচোতা, (স্ত্ৰী) আঁচঁতী।

আঁচ মাৰ্, আঁচ দি, আঁক্ টান, to draw a line.

আঁচন্, কৃদ. স. আঁচ দিয়ন, আঁক টানন, the act of drawing a line.

আঁচনি, স. শ. পাচে আৰ্হি তুলিবলৈ অপৰিপাটিৰূপে লিখা কাকত; যেনে, আৰ্জীৰ আঁচনি, a rough draft.

আঁচল, স. শ. (সং. অঞ্চল, হিং. বং. আঁচল, কাপোৰৰ আগ) কাপোৰৰ আগ the end of a cloth.

আঁচলা, স. শ. (অং. আঁচল, কাপোৰৰ আগ) এতৰপীয়া এৰীয়া কাপোৰ, an eria cloth used single.

আঁচু, স. শ. (অং. আঁচল, কাপোৰৰ আগ) কাপোৰৰ আঁচল ফুল দিবৰ কাৰণ বোলোৰা সূতা, colored thread.

আঁচুকৰী, স. শ. (অং. আঁচু, ঐ+কৰী, কৰা; সং. কৃ, কৰ্) এবিধ গছ, তাৰ শিপা হালধীয়া আৰু আঁচু-বোলোৱাত ব্যৱহৃত হয়, a tree, the root of which is yellow and used for coloring thread. (C. Zanthorrhizon).

আঁচু-কাঠ, স. শ. (অং. আঁচু+কাঠ) আঁচুকৰী, see the above.

আঁচুৱলী, } বি. (অং. আঁচু, বোলোৱা
আঁচুৱলীয়া, } সূতা) আঁচুৰ ফুলযুক্ত, adorned with coloured thread.

আঁচুৱা, স. ধা. (অং. আঁচো, খাই মুখ ধো) খোৱাৰ পাচত মুখ ধুৱা; যেনে, লৰাক আঁচুৱাইছে, to cause to wash the mouth after eating.

আঁচো, অ. ধা. (সং. আচমন; হিং. আঁচানা, বং. আঁচান, মুখ ধোৱন) ভোজনৰ অন্তত মুখ ধো; যেনে, হিন্দুৱে ভাত খাই আঁচোৱে (ভাত খাই মুখ ধোৱাতে হে খাটে, আন বস্তু খাই মুখ ধোৱাক মুখধোৱা মাথোন বোলা যায়), to wash the mouth after taking a meal.

আঁচোৰ্, স. শ. (বং. আঁচড়, জোঙ্গা বস্তুৰে কৰা ক্ষত) জোঙ্গা বস্তুৰে ঘঁহি লগোৱা ঘা, জোঙ্গা বস্তুৰে কৰা ক্ষত; যেনে, নখৰ আঁচোৰ, a scratch. স. ধা. জোঙ্গা বস্তুৰে ঘঁহি ক্ষত কৰ্; যেনে, নখেৰে বা কাঁইটেৰে আঁচুৰিলে, ফণীয়া, ফণীৰে পৰিষ্কাৰ কৰ্; যেনে, চুলি আঁচোৰে, to scratch; to comb, to dress with a comb. কৃদ. স. আঁচোৰোতা, (স্ত্ৰী) আঁচোৰতী।

আঁচোৰণ্, কৃদ. স. আঁচোৰা কাৰ্য্য, the act of scratching or combing.

আঁচোৰা-আঁচুৰি, স. শ. এটাই আনটোক আঁচোৰণ, a mutual scratching.

আঁচোৰ্পিচোৰ্, স. শ. (অং. আঁচোৰ+পিঁচোৰ, অনুক.) আঁচোৰ-আদি, a scratch and so forth.

আঁজলি, স. শ. (সং. অঞ্জলি, একেলগে পতা দুয়ো হাত) একেলগে মেলা দুয়ো হাতৰ তলুৱাৰ ঠোলা; দুয়ো হাতৰ তলুৱাৰ ঠোলাত যিমান ধৰে, সিমান বস্তু; যেনে, চাৰি আঁজলি চাউল, a cavity formed by joining the palms of the hands together; the quantity held in the cavity so formed.

আঁজোৰ্, স. শ. চোঁতকৰে মৰা টান, a short, sudden pull, a jerk. স. ধা. চোঁতকৰে টান মাৰ্; যেনে, জেং আঁজুৰিছে, to give a short pull, to twitch. আঁজোৰ্ মাৰ্, বেগতে বলেৰে টান্, চোতকৰে টান মাৰ্. to give a short pull, to twitch.

আঁজোৰাআঁজুৰি, স. শ. টনাটনি, এটাই আনটোক আঁজোৰা কাৰ্য্য, a mutual pulling, a struggle.

আঁজোৰ্পিঁজোৰ্, স. শ. (অং. আঁজোৰ+

পিঁজোৰ, অনুৰূ.) অনেক বাৰ মৰা আঁজোৰ, টনা-আঁজোৰা, many pulls, successive pull.

আঁট্, স. ধা. (বং. আঁটন্, পূৰ্ণ হওন) যথেষ্ট হ, যিমান লাগে, সিমান হ; যেনে, এই ধনে তাক আঁটিব, to suffice for, to be enough for.

আঁটন্, কৃদ. স. যিমান লাগে সিমান হওন, the act of being sufficient.

আঁটকাল্, স. শ. (হিং. অটকল্; বং. আটকাল্, অনুমান) উমান, গম, সঁহাৰি, শব্দ আদিৰ দ্বাৰা কোনো মানুহ বা জন্তু ওচৰ চপাৰ বোধ; যেনে, সি চোৰ অহাৰ আঁটকাল পাই উঠিল, a conjecture formed from sounds, &c., of the approach of a person or animal.

আঁটকাল ল, উমান ল, কোনো নেদেখা কথা নিশ্চয় কৰিবলৈ মন দি থাক্, গম ল; যেনে, সেই কথাটোৰ আঁটকাল লবা, to be on the watch to find out or ascertain some thing unseen.

আঁঠু, স. শ. (সং. অষ্ঠীৱত্; বং. আঁটু, জানু) তপিনা আৰু ঠেঙৰ মাজৰ হাড়ৰ গাঁঠি বা জোৰা, the knee.

আঁঠু কাঢ়্, দুই আঁঠু আৰু দুই হাতত ভৰ দি লৰি-চৰি ফুৰ্; যেনে, লৰাই আঁঠু কাঢ়িছে, to go about on the hands and knees, to move on all fours.

আঁঠু কাঢ়ি বহ, দুয়ো আঁঠু কোঁচাই উপবেশন-কৰ্, to sit down, contracting the knees.

আঁঠু চোঙা, সন্মান দেখাবৰ নিমিত্তে দুয়োটা আঁঠু কোঁচাই অলপকৈ মাটিত লগা, to salute by bending the knees.

আঁঠু পাৰ্, সন্মান দেখাবলৈ আঁঠু দুটা মাটিত পেলাই বহ; যেনে, ৰজালৈ আঁঠু পাৰিছে, to sit in a kneeling posture or contracting both the knees.

আঁঠু ল, সন্মান দেখাবলৈ দুয়োটা আঁঠু কোঁচাই মাটিত বহ; যেনে, ৰজালৈ বা গোসাঁইলৈ মানুহে আঁঠু লয়, to kneel out of respect.

আঁঠু-মূৰ্, স. শ. (অং. আঁঠু + মূৰ, মস্তক) আঁঠুৰ ঘিলাৰ বাহিৰ ভাগ, the out side of the knee.

আঁঠু-মূৰীয়া, বি. আঠুৰ মূৰলৈকে নমা, ওলমি আঁঠু পোৱা; যেনে, আঁঠু-মূৰীয়া চুৰিয়া, coming down the knee.

আঁঠুৱনীয়া, বি. (অং. আঁঠু, জানু) আঁঠুতল যোৱা, আঁঠুৰ সমান ওখ; যেনে, আঁঠুৱনীয়া হাবি, knee deep, coming up to the knee.

আঁঠুৱা, স. শ. (অং. আঁঠু, জানু, আগেয়ে আঁঠু নপৰাকৈ তাৰ ভিতৰলৈ সোমাব পৰা নগৈছিল) মহ-আদি সোমাব নোৱাৰিবৰ কাৰণে শয্যাৰ চাৰিও ফালে দিয়া কাপোৰৰ ঢাকনী, a musquito curtain.

আঁত্, স. শ. (সং. অন্ত্ৰ, হিং. বং. আঁত, নাড়ী) পেটৰ নাড়ী; the entrails.

আঁতুমৰ, বহু দিন অনাহাৰে থকাত খাব নোৱৰা হ, to lose appetite by a long fast.

আঁত্, স. শ. (সং. অন্ত, মূৰ) মেৰাই থোৱা সূতাৰ মূৰ; এতেকে কোনো কথাৰ উৱাদিহ্, the end of a skein or ball of thread; a clue.

আঁতৰ্, বি. (সং. অন্তৰ, দূৰ) নিলগ, দূৰ; পৃথক, far, distant, স. শ. দূৰ ঠাই, দূৰৈ, distance. অ. ধা. দূৰ হ, নিলগলৈ যা, to move off, to be separated.

আঁতৰা, স. ধা. (অং. আঁতৰ ঐ) নিলগ্ কৰ্, পৃথক কৰ্, to remove to separate.

আঁতৰা-আঁতৰি, বি. ইটোৰ পৰা সিটো নিলগ, mutually distant.

আঁতৰা-আঁতৰিকৈ, ক্ৰি. বি. ইটোৰ পৰা সিটোক নিলগকৈ, at a distance from one another.

আঁতৰে, ক্ৰি. বি. পৃথকে; বেলেগে।

আঁতি-গুৰি, স. শ. (অং. অন্ত, শেষ + গুৰি, আদি) কোনো লোকৰ আদি-মূল; যেনে, অচিনাকী মানুহৰ আঁতি-গুৰি সুধিব লাগে, কোনো কথাৰ আদি অন্ত; যেনে, সেই কথাৰ আঁতি-গুৰি কোৱা, the origin of a person; particulars of a matter.

**আঁতুলি,** স. শ. ( অং. আঁ, মুখ মেলা + তোল্, ওপৰলৈ আন্ ) ওকালি, বাঁতি অহাৰ দৰে ওক ওক কৰা, retching.

**আঁতুলিয়া,** অ. ধা. বাঁতি অহাৰ দৰে ওক-ওক কৰ্, to retch.

**আঁতে-আঁতে,** ক্রি. বি. ( অং. আঁত, নাড়ী ) নাড়ীয়ে-নাড়ীয়ে, মনে মনে, হাৰে হাৰে, internally, secretly.

**আঁতুকৰালী,** স. শ. ( আঁতু, নাড়ী + কৰাল, কামোৰ খাই ধৰা বস্তু ) এবিধ পেট কামোৰা ৰোগ, তাক মানুহে ভূত বুলি ভাবে ; (নিন্দার্থত) কৃপণ মানুহ, an evil spirit supposed to cause a griping pain in the stomach ; a miser.

**আঁৰ্,** স. শ. (বং. আড়, ভাঁজ) ভাঁজ, বেঁকা-গুণ ; যেনে, শলাটোত আঁৰ আছে ; যন্ত্র বিগৰা ; যেনে, ঘড়ীত আঁৰ লাগিছে, ( লক্ষণাৰ দ্বাৰা ) বোঁহ, ঠেঁহ ; যেনে, তেওঁত বেগতে আঁৰ লাগে, a bend, a crook, a derangement in machinery displeasure, falling out.

**আঁৰ্,** স. শ. ( সং. অন্তৰাল, হিং. আড়, ব্যৱ-ধান ) ঢাকনী, যি বস্তুৱে আন কোনো বস্তুত মানুহৰ চকু বা ৰদ আদি নপৰাকৈ ৰাখে, a screen, that which screens or hides anything.

**আঁৰ-কাপোৰ্,** স. শ. ( অং. আঁৰ, ঢাকনী + কাপোৰ, বস্ত্র ) আঁৰ দিয়া কাপোৰ, a screen of cloth.

**আঁৰ্-বেৰ্,** স. শ. ( অং. আঁৰ, ঢাকনী + বেৰ, চাৰিও ফালৰ ঢাকন ) আবৰণ, ঢাকনী, a screen, something that screens or obstructs the view.

**আঁৰে-আঁৰে,** ক্রি. বি. ( অং. আঁৰ, ঢাকন ) ঢাকি থকা বস্তুৰ পিছফালে ; যেনে, হাবিৰ আঁৰে আঁৰে যাবা, behind that which screens or obstructs the view.

**আঁৰৰ, আঁৰৰি,** স. শ. ( সং. অপস্মাৰ্, মূছকঁছ যোৱা ৰোগ) মূছকছ যোৱা ৰোগ, a falling sickness, epilepsy.

**আঁৰৰীয়া,** বি. মুচ-কঁচ যোৱা ৰোগে ধৰা, suffering from a falling sickness.

**আঁহ্,** স. শ. (সং. অংশু, হিং. বং. আঁশ, মিহি সূতা ) মঙ্গহ বা গছৰ ছাল আদিৰ মিহি সূতাৰ নিচিনা ভাগ, fibre.

**আঁহত্,** স. শ. ( সং. অশ্বত্থ, এবিধ গছ ) হিন্দু জাতিৰ এবিধ পবিত্র গছ, the pepul tree ( Ficus religiosa).

**আঁহ্-পাহ্,** স. শ. ( আঁহ্, শিৰ + পাহ্, অনুৰ্ক.) গাৰ শিৰ আদি ; যেনে, গা ধুলে আঁহ-পাহ মুকলি হয়, fibres and muscles (of the body).

**আঁহীয়া,** বি. ( সং. মাংসীয়, মাংস সম্বন্ধীয় ; বং. আঁষ্টে, কেঁচা মঙ্গহৰ দৰে ) কেঁচা মঙ্গহৰ দৰে গোন্ধোৱা, কেচেমা-কেচেম্, having the smell of raw flesh or fish.

**আকঁও,** ক্রি. বি. (অং. এক + ও, আৰু) আৰু এবাৰ, পুনৰায়, again, once more.

**আকংক্ষা,** স. শ. আকাংক্ষা শব্দৰ অপভ্রংশ।

**আকটা,** বি. ( অং. আ, ন + কটা, ছেদ-কৰা অৰ্থাৎ দাঁতেৰে চোবাব নোৱৰা ) মুখত বেয়া লগা, বিসোৱাদ ; এতেকে ঘিণ নথকা, of a disgusting taste, nauseous ; having no hatred or an aversion.

**আকণ্ঠ,** ক্রি. বি. ( সং. আ, পৰ্য্যন্ত + কণ্ঠ, ডিঙ্গি) পেটৰ পৰা ডিঙ্গিলৈকে ; যেনে, সি আকণ্ঠ পূৰকৈ ভাত খায়, up to the throat.

**আকন্,** স. শ. (সং. অৰ্ক, বং, আকন্দ, এবিধ গছ ) বগা আঠা ওলোৱা এবিধ গছ, the swallow-wort.

**আকন্-বিন্ধী,** স. শ ( সং. অৱিদ্ধকৰ্ণী ; বং. আকনাধী, এবিধ লতা ) টুবুকী লতা, এবিধ বগা আঠা-ওলোৱা লতা, a species of creeping plant. (Cisampelos hexandria).

**আকৰ্,** স. শ. ( সং. আ, উপস. + কৃ, কৰ্) কোনো বস্তু উৎপন্ন হোৱা ঠাই ; a mine.

**আকৰ্ষক,** কৃদ. স. ( সং. আ, উপস. + কৃষ, টান) টানোতা, যি টানে, an attractor.

আকৰ্ষণ্, কৃদ. স. (সং. ঐ) টনা, বলেৰে টানি অনা, the act of attracting.

আকৰ্ষিত্, কৃদ. বি. (সং. ঐ) টনা, যাক টনা যায়, attracted, drawn.

আকল্, স. ধা. (সং. আ, উপস.+কল্, গণনা কৰ্) চকুৰে মন্, দেখ্, to perceive by the eye, to discern.

আকলন্, কৃদ. স. মনিব পৰা শক্তি; যেনে, তাৰ চকুৰ আকলন নাই, the power of discerning.

আকলন্, বি. (অং. আ, ন+সং. কলন্, শব্দ কৰণ, অৰ্থাৎ মাতিব নোৱৰা) কেঁচুৱা, নিচেই সৰু; যেনে, আকলন লৰা ছোৱালী। মূল অনুসাৰে এই শব্দ মাত নুফুটা লৰা ছোৱালীত হে খাটিব পায়; কিন্তু ব্যৱহাৰত কাম কৰি খাব নোৱৰা লৰা ছোৱালীকো বুজায়, very young, (immature).

আকলি-বাকলি, স. শ. (অং. আকলি, অনুক. +বাকলি, ছাল) অকামিলা বস্তু, সামান্য বস্তু, (মৌখিক), things of no moment, odds and ends.

আকলুৱা, বি. (অং. আকাল, দুৰ্ভিক্ষ) আকালৰ পৰা কষ্ট পোৱা; হেপাহুৱা, বৰকৈ হাবিলাষ কৰা, famine-stricken, longing for, eagerly desiring.

আকস্মিক্, বি. (সং. অকস্মাত্, হঠাত্) অকস্মাত্ হোৱা, sudden, accidental.

আকাংক্ষা, স. শ. (সং. আ, উপস.+কাঙ্ক্ষ, বাঞ্ছা কৰ্) বৰ বাঞ্ছা, বলৱান ইচ্ছা, longing, a craving desire.

আকাংক্ষী, বি. বাঞ্ছক, আশা এৰিব নোৱৰা, expectant, craving.

আকাজী, বি. (অং. আ, ন+কাজী, কাম কৰিব জনা) অকাজ—ভাগী, বব কাটিব নজনা (স্ত্ৰী), ignorant of the art of weaving and spinning.

আকাৰ্, স. শ. (সং. আ, উপস.+কৃ, কৰ্) আকৃতি, গঢ়, ঠগ; বৰ্ণমালাৰ আদি আখৰ আ, a form, a shape; the letter আ.

আকাৰান্ত, বি. (সং. আকাৰ, আ আখৰ +অন্ত, শেষ) আকাৰ অন্তত—থকা, ending in আ.

আকাল্, স. শ. (অং. আ, বেয়া+কাল, সময়) বেয়া সময়, অৰ্থাৎ আহাৰ পাবলৈ টান হোৱা সময়, দুৰ্ভিক্ষ, a famine.

আকাশ্, স. শ. (সং. আ, উপস.+কাশ্, দীপ্তি কৰ্) মূৰৰ ওপৰৰ শূন্য, গগণ, the sky, air, atmosphere.

আকাশী-বাণী, স. শ. (সং. আকাশ-বাণী, ওপৰৰ পৰা কোৱা বাক্য) আকাশৰ পৰা দেৱতাই কোৱা কথা, দেব-বাক্য, a voice from heaven.

আকাশ্-বাত্তী, স. শ. (সং. আকাশবৰ্ত্তী, ওখত লগোৱা চাকি) কাতি মাহত দীঘল বাঁহৰ ওপৰত লগোৱা চাকি; জাহাজত ফুৰা মানুহৰ উপকাৰৰ নিমিত্তে ওখ ঠাইত দিয়া পোহৰ, a light suspended from long poles in honor of Vishnu in the month of Kartic, a beacon.

আকাশ্-জাল্, স. শ. (সং. আকাশ, গগণ +জাল, এবিধ জৰীৰ ফান্দ) বনৰীয়া হাঁহৰ নিমিত্তে ওখ বাঁহৰ মূৰত পতা এবিধ জাল, a net placed on two bamboos for wild ducks.

আকুল্, বি. (সং. আ, উপস.+কুল,সংগ্ৰহ কৰ্) বিবশ, বিবুদ্ধি, দুঃখিত, distracted, harassed, confounded. স্ত্ৰীং আকুলা।

আকুলতা, স. শ. (সং. আকুল) আকুল হোৱা অৱস্থা, distractedness, state of being harassed.

আকৃতি, স. শ. (সং. আ, উপস.+কৃ, কৰ্) আকাৰ, গঢ়, a form.

আকৃষ্ট, কৃদ. স. (সং. আ, উপস.+কৃষ্,টান) আকৰ্ষণ কৰা, টনা, attracted, drawn.

আকোঁতা, আঁকঁতী, "আঁক্" চোৱাঁ।

আকোঁচা, বি. (অং. আ, ন+কোঁচা, সঙ্কোচিত হোৱা) লাজৰ বা অপমানৰ ভয়ৰ দ্বাৰা সঙ্কোচিত নোহোৱা; যেনে, আকোঁচা মানুহে অসঙ্গত কথা কবলৈ শঙ্কা নকৰে; ঘিণৰ নিমিত্তে পাচ নোহোঁহকা, audacious, having no aversion or hatred.

আকৌ, ক্রি. বি. (অং. আকও, পুনৰায়) পুনৰায়, again.

আক্-তাক্, সৰ্ব্ব. (অং. ইয়াক, এই জনক+তাক, সিজনক,) এই জনক-সেই জনক, অনিশ্চিত লোকক্, to this person and that person.

আক্ৰম্, স. ধা. (সং. আ, উপস.+ক্ৰম্, গতি কৰ্) অপকাৰৰ ইচ্ছাৰে খেদি গৈ ধৰ্, যুজিবলৈ যা; যেনে, শত্ৰুৱে আক্ৰমিছে, to attack, to invade.

আক্ৰমণ্, কৃদ. স. (সং. আক্ৰমণ—আ, উপস.+ক্ৰম্, গমন কৰ্) অপকাৰ কৰিবৰ কাৰণে খেদি ধৰা, যুঁজ-দিয়া, an attack, an invasion.

আক্ৰমণ কৰ্, অপকাৰ কৰিবৰ ইচ্ছাৰে খেদি ধৰ, যুঁজ-দি, to attack.

আক্ৰান্ত, কৃদ. বি. (সং. আক্ৰান্ত—আ, উপস.+ক্ৰম্, গতি কৰ্) খেদি আহি ধৰা; পীড়িত, attacked, distressed.

আক্ৰোশ্, স. শ. (সং. আ, উপস.+ক্ৰুশ্, মাত) মনত ৰখা খং, কক্ষা, অনিষ্ট কৰিবৰ ইচ্ছা, a grudge, cherished ill-will.

আক্ৰোহ্, স. শ. (সং. আগ্ৰহ, ডাঙ্গৰ যত্ন) এৰিব নোৱৰা আশা; কৃপণালি; যেনে, তাৰ ধনলৈ বৰ আক্ৰোহ, avariciousness.

আক্ৰোহ্, স. শ. (সং. আক্ৰোশ, খং) পেটত্‌লাগি থকা খং, কক্ষা; যেনে, মোলৈ তাৰ আক্ৰোহ আছে, resentment, a cherished ill-will.

আক্ৰোহ্ চাৰ্, বহুদিনৰ মূৰত পোটক্ তোল্, মনত লাগি থকা খঙৰ নিমিত্তে অপকাৰ কৰ্, to satisfy a grudge.

আক্ৰোহী, বি. (অং. আক্ৰোহ, আশা; খং) আশা এৰিব নোৱৰা, কৃপণ; পেটত খং ৰখা স্বভাবযুক্ত, penurious, miserly; spiteful.

আখুটি, স. শ. (বং. আখুটি, জেউৰ) আও-খটি, আমনি; লৰাৰ জেউৰ, vexation, teasing, a whim of a child.

আখৰ্, স. শ. (সং. অক্ষৰ, বৰ্ণ) ক, খ, আদি লেখা চিন্, বৰ্ণ, a letter of the alphabet.

আখৰা, স. শ. (বং. আখড়া, গায়নে গাব বজাবলৈ গোট খোৱা ঠাই) অভ্যাস্, শিকিবৰ নিমিত্তে যতন, ঘাইকৈ গাব-বজাবলৈ শিকা কাৰ্য্য, the act of practising, especially the art of music and dancing; rehearsal.

আখৰুৱা, বি. (অং. আখৰ, বৰ্ণ) লিখি থোৱা; যেনে, আখৰুৱা কথা কেতিয়াও নেহেৰায়; আখৰৰ সমান পুৰণি; এতেকে বৰ প্ৰাচীন; যেনে, আখৰুৱা বুঢ়া; আখৰ জনা, লিখিব-পঢ়িব পৰা; যেনে, আখৰুৱা মানুহ, reduced to writing; of great age (adjective of the word "old"), able to read and write.

আখৰুৱাকৈ, ক্ৰি. বি. অক্ষৰ সলনি আখৰেৰে; যেনে, আখৰুৱাকৈ কুৰি লেখা, in letters as opposed to figures.

আখল্, স. শ. (অং. আখা, চৌকা) ভাত ৰন্ধা খোঁটালী, ৰান্ধনি ঘৰৰ যি খোটালিত চক থাকে, তাক "আখল" আৰু ভাত খোৱা খোঁটালিক "মজিয়া" বোলে, a cook-room, the room in a native kitchen in which food is cooked.

আখা, স. শ. (বং. আঁকা, চৌকা) চৌকা, ভাত ৰন্ধা উধান, a support for the cooking vessels.

আখাপতীয়া, বি. (অং. আখা ঐ+পতা, থোৱা) চৌকাৰ উধানৰ দৰে তিনি চুকীয়াকৈ পতা বা বহা, seated or placed like the three supports on which a cooking vessel is put.

আখি, স. শ. (সং. অক্ষি, চকু) কাঠ বা বাঁহৰ চকু বা গাঁঠি; চক্ষু, জন্তুৰ চকু, a knot or protuberance caused by the outgrowth of a branch; the eye.

আখীয়া, বি.—আখি-লগা, বহুত গাঁঠি থকা, knotty, full of knots.

আখৈজ্, স. শ. (ফা.) হিংসা, দ্বেষ, অপকাৰ কৰিবৰ ইচ্ছা, malice, ill-will.

আখৈ, স. শ. (সং. খদিকা, বং. খই, ধান ভাজি কৰা এবিধ খাদ্য) ভজা ধানৰ ফুলি উঠা চাউল, parched paddy or indian-corn free from the husk.

আখৈ-গড়ীয়া, স. শ. (অং. আখৈ, ঐ + গড়, এডোখৰ কাঠ বা বাঁহ) ভালকৈ নুফুটি কাঠ যেন হৈ থকা আখৈ, wholly parched paddy, &c., or indian-corn with the husk on.

আখৈয়া, বি. আখৈৰ নিচিনা, like parched paddy, &c.

আখৈয়া-গোম, স. শ. (অং. আখৈয়া, ঐ + গোম, এবিধ সাপ) এবিধ ডাইল সাপ, (তাৰ গাত আখৈৰ নিচিনা ফুটফুটীয়া থাকে, এতেকে সেই নাম), a species of poisonous snake.

আখৈলাড়ু, স. শ. (অং. আখৈ, ভজা ধান + লাড়ু, মিঠৈ) আখৈ আৰু গুড় বা চেনিৰে কৰা মিঠৈ, a kind of sweetmeat made of akhai and sugar.

আখ্যা, স. শ. (সং. আ, উপস. + খ্যা, ক) নাম, সংজ্ঞা, a name, a title.

আখ্যান্, স. শ. উপাখ্যান, সাধু-কথা, উপন্যাস, a tale, a story, a fable.

আগ্, স. শ. (সং. অগ্র, মুখৰ ফাল) মুখৰ ফাল; প্ৰথম ভাগ; ওপৰ বা মূৰ, the front; the first part; the top or head. বি. আগ ফালৰ, সমুখৰ, পাচৰ বিপৰীত; যেনে, আগ ঠেং, আগ ফাল, fore, front.

আগ আন, প্ৰথম দিনা দোৱা ধানৰ এভাগ উৎসৱ কৰি ঘৰলৈ আন্, to perform the ceremony of bringing a portion of the paddy reaped on the first day of the harvest.

আগ কৰ্, ডাঙ্গৰ লোকক ভেঁটাই দি; যেনে, বিদেশী মানুহক কটকীয়ে ৰজাৰ আগ কৰে; বিচাৰকৰ আগলৈ নি; যেনে, টেকেলাই পদকীয়াক হাকিমৰ আগ কৰে; পূজাস্বৰূপে দেৱতাক দিবলৈ অঙ্গীকাৰ কৰ্; যেনে, নৰিয়াই বৰ সবাহ আগ কৰিছে, to present or introduce to a superior; to produce before a court; to promise, as an oblation to a god.

আগ্-চাউল্-দিয়া বিয়া, মুনিহ—তিৰোতাক ভাৰ্য্যা-স্বামী-স্বৰূপে লগ লগোৱা এটা কাৰ্য্য। এই কাৰ্য্য শাস্ত্ৰ-সিদ্ধ নহয়। কোনো এক পূৰ্ব্বে নিৰূপিত দিনত দৰা-কন্যাক একে লগে বহুৱাই এটা বামুণে, তাৰ অভাৱত নিমন্ত্ৰিত তিৰোতাবিলাকৰ এজনীয়ে, এটা লগুণ গাঁঠি বান্ধে, আৰু সকলোৱে দৰা-কন্যাৰ মূৰত দূৰ্ব্বা-আৰৈ চাউল ছটিয়াই আশীৰ্ব্বাদ কৰে। এয়ে হলেই বিয়া হয়। কামৰূপত এই কাৰ্য্য অধিক চলিত, a ceremony of uniting a man and woman as husband and wife. In this ceremony, which is not consonant with the *shastras*, the man and woman intended to be united are seated together, and a Brahman or in his absence one of the women invited to the ceremony ties the usual nuptial knot, and then all the persons present scatter raw rice and the sacred Durba or bentgrass invoking blessings upon the couple; which done they are looked upon as legally married. This practice to some extent prevalent in Kamrup.

আগ্ বঢ়াই আন্, কিছু দূৰলৈ গৈ আদৰ কৰি লগ লগাই আন্, to go forward and receive with politeness or respect.

আগ্ বঢ়াই থ, কোনো লোক কোনো ঠাইলৈ যাওঁতে কিছু দূৰলৈ লগত গৈ তেওঁক বিদায় দি, to accompany one to a short distance, to see one depart.

আগ্ বাঢ়, আগলৈ গতি কৰ্; আগেয়ে যা; শ্ৰেষ্ঠ হ, to move forward, to advance, to precede or go ahead; to excel.

আগ্ ভেঁট্, বা আগ ভেঁটি ধৰ্, আগত থিয় হৈ বাট ভেঁট্, to prevent from advancing by standing in the way.

আগ হ, আগেয়ে গতি কৰ্; যেনে, তুমি আগ হোৱাঁ, মই পাচে যাম; কোনো ডাঙ্গৰ লোকৰ আগত উপস্থিত হ গৈ; যেনে, তেওঁ ৰজাৰ আগ হল গৈ, to start or proceed before another; to present one's self to.

আগলৈ, ভবিষ্যতলৈ, ইয়াৰ পাচত, in future.

আগৰ্, পূৰ্ব্বৰ, former, আগৰপৰা, পূৰ্ব্বৰ-পৰা, from before.

আগচ্, স. ধা. (অং. আগ, সমুখ্) আগ ভেঁটি ধৰ্, আগুৰ্, to prevent from advancing by standing in the way.

আগচি ধৰ্, আগচ্, যোৱাত বাধা জন্মা, to hinder from advancing by standing in the way.

আগঢ়্, স. শ. (অং. আ, ন+গঢ়, আকৃতি) বেয়া আকৃতি, কুগঢ়্, মন্দ আকাৰ, ugly form, ugliness.

আগঢ়ী, বি. (অং. আগঢ়, ঐ) দেখিবলৈ বেয়া, অশুৱনি (স্ত্রী, পু.); যেনে, আগঢ়ী লৰা, আগঢ়ী ছোৱালী, ugly, ill-looking.

আগত্, কৃদ. বি. (সং. আ, উপস.+গম, গতি কৰ্) অহা; যেনে, আগত মাহত পৰীক্ষা হব; উপস্থিত হোৱা; যেনে, তেওঁৰ পত্র আগত হৈছে, ensuing; present.

আগতীয়া, বি. (অং. আগ, প্রথম) আগেয়ে উৎপন্ন, প্রথমে ওলোৱা, বছৰৰ আদিতে হোৱা; যেনে, আগতীয়া আম, early, prior, in time.

আগনি, বি. প্রথমবাৰ টানি বা সৰাই উলিওৱা, এতেকে বৰ চোকা; যেনে, আগনি খাৰনী, আগনি ফটিকা, something that has been first distilled.

আগন্তুক্, বি. (সং. আগন্তুক, অকস্মাৎ হব পৰা—আ, উপস. + গম্, গতি কৰ্) সম্ভাৱনা থকা, হব পৰা; যেনে, ঈশ্বৰে আগন্তুক দুখক নিবাৰণ কৰোক, possible, that may happen, স. শ. কোনো ঘটনা বা কাৰ্য্য হবৰ সম্ভাৱনা; যেনে, অমুক আহিবৰ আগন্তুক আছে, possibility.

আগম্, স. শ. তন্ত্র-শাস্ত্র, বেদৰ পাচত বহু দেৱ-দেৱীৰ পূজাৰ বিধান কৰি নকৈ কৰা এক পুথি। (সি নতুনকৈ আগত হল, এতেকে সেই নাম), a work inculcating the worship of various gods and goddesses.

আগমন্, কৃদ. স. (সং. ঐ) অহা বা এঠাইৰ পৰা গৈ আন এঠাইত উপস্থিত হোৱা কাৰ্য্য, the act of arriving or coming.

আগৰা, স. শ. এবিধ বন-শাক, a kind of wild plant used as a pot-herb.

আগৰ-কাঠ্, স. শ. (সং. অগুৰু-কাষ্ঠ, এবিধ সুগন্ধ কাঠ) এবিধ সুগন্ধি কাঠ, সাঁচি গছৰ সাৰ, the aloe wood.

আগলি, বি. (অং. আগ, প্রথম ভাগ) আগৰ, সমুখৰ ভাগৰ; যেনে, আগলি কলাপাত, appertaining to the fore part.

আগলিকা, বি. (আগ, ঐ, শেষ নহৈ আগ-বাঢ়ি যোৱা) ব্যৱহাৰৰ পিচত বাঢ়ি থকা বস্তু, উচ্ছিষ্ট, remainder, refuse.

আগা-আগিকৈ, ক্রি. বি. (অং. আগ, সমুখ) এজনৰ আগলৈ আন জনক আনি; এজন আন জনৰ আগত থাকোঁতে, সাক্ষাতে, bringing each to the presence of the other; in the presence of one another.

আগাডেৰা, বি. (আগ, ঐ+ডে, পাৰ হ) আগৰপৰা পাচলৈ আৰু পাচৰ পৰা আগলৈ যোৱা, transposed, put out of proper place.

আগাৰ্, অ. ধা. (অং. আগবাঢ়্, আগ হৈযা) অটাতকৈ অধিক হ, বাঢ়ি থাক্; যেনে, এই বিলাক বস্তু, সকলোৱে খাইও, আগা-ৰিব, to be more than enough, to be excessive.

আগালি, স. শ. (অং. আগ্, মূৰৰ ছোৱা) কোনো বস্তুৰ মূৰৰ ছোৱা; যেনে, গছৰ

আগালি ; নৈ যৰপৰা বৈ আহে তাৰ ওচৰৰ ভাগ ; যেনে, নৈৰ আগালিত বৰষিলে পানী বাঢ়ে, the top part ; the part of a river nearest to the source. বি· থোকৰ আগত অৰ্থাৎ তল-ভাগত লগা ; যেনে, আগালি তামোল সৰু, belonging to, or produced in the lower clusters.

আগীয়াঠুঁটি, আগ্-ঠুঁটি, স· শ· (অং· আগীয়া, আগবঢ়া + ঠুঁটি, ঠোঁটৰ নিচিনা আগলৈ ঠেক ) নৈ বা সাগৰলৈ আগবাঢ়ি যোৱা মাটি বা গৰা, a high bank projecting into the river or sea, a promontory.

আগুৰ্, স· ধা· ( অং· আগ, সমুখত ) আগচি ধৰ, আগ ভেঁটি যাবলৈ বাধা কৰ্ ; এতেকে বেৰি ধৰ্, to stand face to face, to prevent from advancing ; to surround, to encompass.

আগুৱা, অ· ধা· ( অং· আগ্, সমুখ ) আগলৈ যা, আগবাঢ়ি যা, to go forward, to advance, স· ধা· আগলৈ ঠেল্, আগ বঢ়া, to push forward, বি· আনত কৈ আগ হৈ যোৱা বা অহা, অগ্ৰবৰ্ত্তী ; যেনে, আগুৱা টেকেলা, going or coming before others, স· শ· আনতকৈ আগ হৈ যোৱা বা অহা মানুহ, a forerunner, one going or coming before others.

আগে, আগেয়ে, ক্ৰি· বি· ( অং· আগ্, আদি ) প্ৰথমতে, আদিতে, পূৰ্ব্বে, before, at first.

আগেচিতা, স· শ· ( সং· অগ্নি, চিত্ৰা, এবিধ গছ ) এবিধ বৰ জাল থকা গছ, a plant (plumbago rosea).

আগোৱাল্, স· শ· (অং· আগ, সমুখৰ ভাগ্) নাৱৰ আগত বঠা বোৱা মানুহ, a boatman stationed at the prow of a boat, a rower.

আগ্গুৰি, “আঁতিগুৰি” চোৱাঁ।

আগ্চাং, স· শ· চাং-ঘৰৰ আগৰ মুকলি ভাগ, the front and open part of the raised floor of a chang ghar.

আগ্-চালি, স· শ· ( অং· আগ্,সমুখ + চালি, সৰুচালি) ঘৰৰ সমুখে পানী পোতাৰ চাল, আগবঢ়াই কৰা ঠাই, কাঁথি, a verandah, a penthouse.

আগ্চুলি, স· শ· ( অং· আগ, সমুখ, + চুলি, কেশ ) মূৰৰ আগ ফালৰ চুলি, তালুৰ চুলি, fore lock.

আগ্পাচ্, স· শ· ( অং· আগ, সমুখৰ ফাল + পাচ, পিঠি ফাল ) কোনো কথাৰ সকলো ফাল ; যি কাৰ্য্যৰ যি ফল হব পাৰে, all the circumstances of a case, the probable consequences of our actions.

আগ্মঙ্গহ্, স· শ· ( সং· অগ্ৰমাংস, বুকৰ আগ ফালে থকা এডোখৰ মঙ্গহ ) জন্তুৰ বুকৰ সোঁফালে থকা ওপৰে অলপ ভুৰাপিঠীয়া তলে চেপেটা ৰঙ্গচিয়া বৰণৰ মঙ্গহ, the liver.

আগ্ৰণুৱা, স· শ· ( অং· আগ, সমুখ + ৰণুৱা, ৰণ কৰোঁতা ) সকলোৰে আগত যুজোঁতা ; এতেকে যি কোনো বিষয়ত আনতকৈ আগ হৈ আনৰ নিমিত্তে বাট উলিয়ায়, one who fights in front of others ; one who goes before to remove obstructions and prepare the way for others.

আগ্ৰহ্, স· শ· ( সং· আ, উপস· + গ্ৰহ্, গ্ৰহণ কৰ্ ) কোনো বস্তু পাবৰ নিমিত্তে কৰা ডাঙ্গৰ যত্ন ; যেনে, এই বস্তুৰ নিমিত্তে তেওঁ বৰ আগ্ৰহ, কৰিছে, an earnest endeavour to procure something. স·ধা· বলেৰে বা ছলেৰে ল, টাঁহি মুহি ল ; যেনে, যি লোকৰ বস্তু আগ্ৰহি ধনী হয়, তাৰ ধন অথালডাঁৰত যায়, to take possession of by force or art.

আগ্লতী-পাত্, স· শ· আগলি কলাপাত, the fore part of a plantain leaf.

আগ্-হতীয়া, বি· ( অং· আগ হাত, ওপৰলৈ দঙ্গা হাত) থিয় হৈ ওপৰলৈ মেলা হাতেৰে

ঢুকি পোৱা, as high as one can reach with the hand raised up while standing.

আগ্হাত্, স. শ. (অং. আগ, সমুখ, ওপৰৰ ভাগ+হাত, হস্ত) সোঁ-হাত; থিয় হৈ ওপৰলৈ মেলা হাত; যেনে, আগ হাতৰ সমান ওখ, the right hand; the hand raised up while standing.

আগ্-হাতে, ক্রি. বি. সোঁ-হাতেৰে; থিয় হৈ ওপৰলৈ মেলা হাতেৰে, with the right hand, with the hand raised up while standing.

আঘণ্, স. শ. (সং. অগ্রহায়ণ, অষ্টম মাহ্) অষ্টম মাহ, কাতিমাহৰ পাচৰ মাহ, November and December.

আঘাত্, স. শ. (সং. আ, উপস.+হন্, হিংসা কৰ) কোব, মাৰ, কিল, প্রহাৰ, a blow.

আঘাৰ, এঘাৰ, } সংখ্যা. (সং. একাদশ, এক+দহ) এক অধিক দহ, eleven.

আঘোণ্, স. শ. "আঘণ" চোৱাঁ।

আঘোণীয়া, বি. আঘোণ মাহত হোৱা, born or produced in Aghon.

আঘ্রাণ্, স. শ. (সং. আ, উপস. + ঘ্রা, গন্ধ ল), গন্ধ, smell, আঘ্রাণ কৰ্, গন্ধ ল, to smell.

আঙোৰ্-পাঙোৰ্, স. শ. (বং. আঁড়ু বাঁড়ু, ওকট-পাকট) বাঁতি আহিবৰ আগেয়ে নাড়ীয়ে লোৱা পাক, উকট-পাকট; যেনে, পেটে আঙোৰ পাঙোৰ কৰিছে, the uneasy sensation of the bowels before vomiting, nausea.

আঙঠা, স. শ. (সং. অঙ্গাৰ, জুয়ে পোৱা কাঠ আদি) জুই থকা এঙ্গাৰ, burning coal.

আঙঠা, স. শ. (সং. অঙ্গুলিত্রাণ) ধেনুৰ জোঁৰ টানি অহাত আঙুলিত ঘা নেলাগিবৰ নিমিত্তে হাতত পিন্ধা আঙঠী বিশেষ, a guard for the finger applied to the bow string by archers.

আঙঠি, আঙঠী, } স. শ. (সং. অঙ্গুৰি, অঙ্গুৰী, আঙুলিৰ অলঙ্কাৰ) আঙুলিত পিন্ধা এবিধ অলঙ্কাৰ; তাৰ নিচিনা আন ঘূৰণীয়া বস্তু, a finger-ring, a ring in general.

আঙনি, স. শ. (সং. অঙ্গ, গাৰ কোনো ভাগ) তামোল বা আন সৰু গুটিৰ থোকৰ ঠেঙনি; যেনে, তামোল একাঙনি দিয়াঁ, a branch stem of a cluster of fruit.

আঙ্গা-মুৰি, স. শ. (সং. অঙ্গমোচন, হাত ভৰি মুকলি কৰা) গা-মুৰি ভালে-মান বেলি একে ঠৰে থকাৰ পাচত হাত ভৰি মেলি জোকৰা কার্য্য, the act of stretching the limbs.

আঙ্গাৰ্, স. শ. (সং. অঙ্গাৰ, জুয়ে পোৱা কাঠ আদি) জুয়ে পোৱাৰ পাচত অৱশেষ থকা কাঠ আদিৰ কলা-ভাগ, charcoal, "এঙ্গাৰ" এনেও হয়।

আঙ্গি-ভঙ্গি, স. শ. (সং. অঙ্গভঙ্গি, শৰীৰৰ ভাঁজ্) মুখ বিকটোৱা, বা কোনো কথা বুজাবলৈ হাতত ভাঁজ লগাই লৰোৱা কার্য্য, distortion of the face, contortion of the limbs, gesticulation.

আঙুৰ্, স. শ. (যা.) শুকুকোৱা দ্রাক্ষা ফল, grapes.

আঙুল্, স. শ. (সং. অঙ্গুলি, হাতৰৰ ঠেঙুলি) আঙুলিৰ পথালি জোখ, আঙুলিৰ এপেট্; যেনে, এক আঙুল মাটি, a finger's width in measure.

আঙুলি, আঙুলী, } স. শ. (সং. অঙ্গুলি বা অঙ্গুলী, হাতৰ ঠেঙুলি) হাতৰ বা ভৰিৰ ঠেঙুলি, a finger, a toe.

আঙুলিয়া, অ. ধা. আঙুলি টোঁৱাই দেখা, (দেখোৱা বস্তুটোৰ চতুর্থী বিভক্তি হয়) যেনে, ঘৰলৈ আঙুলিয়ালে, to point at.

আচন্দ্রাই, স. শ. দুর্ব্বলতাৰ নিমিত্তে হোৱা মূৰ-ঘূৰণি; যেনে, বৰ নৰিয়া মানুহে মূৰ দাঙিলে আচন্দ্রাই হয়, giddiness caused by weakness.

আচমন, স. শ. (সং. আ, উপস.+চম, খা) শুচি হবৰ নিমিত্তে হাতৰ তলুৱাত পানী লৈ তিনিবাৰ মুখত দি নাক, কাণ, চকু আদি ছোৱা কার্য্য, the act of thric

sipping water before a religious ceremony from the palm of the hand and then touching the nose, ears, eyes, &c., for the purpose of being purified.

আচম্বিত, বি· ( অং· আ, ন+চম্বিত, বোধ, বুজ ) আগেয়ে বুজ নোপোৱাকৈ হোৱা, অকস্মাত হোৱা ; এতেকে আচৰিত, unexpected, sudden, strange.

আচম্বিতে, আচম্বিতৰূপে, } ক্রি· বি· আগেয়ে গম নোপোৱাকৈ, অকস্মাতে, unexpectedly, suddenly.

আচৰ্, অ· ধা· ( সং· আ, উপস·+চৰ্, গতি কৰ্) ব্যৱহাৰ কৰ্, কাৰ্য্য কৰ্, চল ; যেনে, আপোনাৰ আজ্ঞাৰ দৰে আচৰিম, to conduct, to behave, স· ধা· কৰ্ ; কৰ্ত্তব্যৰূপে পালন কৰ্ ; যেনে, ধৰ্ম্ম আচৰিব লাগে, to do, to observe.

আচৰণ্, কৃদ· স· ৰীতি, ব্যৱহাৰ, চলন, behaviour, conduct.

আচৰণীয়, বি· ব্যৱহাৰৰ যোগ্য ; কৰ্ত্তব্য, proper to be used, observable, fit to be followed.

আচৰিত্, কৃদ· বি· (সং· আ+চৰ, ঐ) ব্যৱহৃত, পালন-কৰা, আচৰা, used, observed.

আচৰিত্, বি· ( সং· আশ্চৰিত, বিস্মিত ) আশ্চৰ্য্য, অদ্ভুত, বিস্ময়যুক্ত ; যেনে, আচৰিত কথা ; নেদেখা-নুশুনা কথা দেখি-শুনি হোৱা অবাক, তবধ ; যেনে, আচৰিত হলোঁ, strange, surprising ; surprised, astonished.।

আচল্, স· শ· ( অং· আ, ন+চল, জুতি ) বিজুতি ; অনায়াসে যাব নোৱৰা ঠাই ; যেনে, সেই বস্তুটো আচলত আছে ; সঙ্কট ; যেনে, আচলত পৰিলে মানুহৰ বুদ্ধি হেৰায়, want of convenience, a place not easily accessible, difficulty, বি· জুতি নোহোৱা, বিজুতি, টান, inconvenient, difficult.

আচল্, স· শ· ( যা· ) মূল, আহি ; যেনে, আচল চাই নকল কৰে, an original. বি· ঘাই, স্বৰূপ ; যেনে, আচল মুকুতা, genuine.

আচহুৱা, বি· ( অং· আ, ন+চহ্, চাহ কৰ্ ) অনাভুৱা, নিচিনা, আগেয়ে নেদেখা, হৰিলগৰিল-নথকা ; যেনে, আচহুৱা মানুহ ; আচহুৱা ঠাইত সাবধান হৈ ফুৰিব লাগে ; ( অচিনাকি ঠাই আৰু মানুহ, চাহ নকৰা মাটি অৰ্থাৎ হাবিৰ নিচিনা, এই ভাবৰ পৰা এই শব্দ হৈছে), unacquainted, unfamiliar, strange.

আচাট্‌বিচাট্, স· শ· ( সং· অস্বাস্থ্য বিস্বাস্থ্য, নৰিয়াৰ পৰা হোৱা দুখ) নৰিয়াই দুখত হাত ভৰি এছৱা আৰু ইলুটি সিলুটি কৰা কাৰ্য্য, অসুখ-অশাঁতি ; যেনে, অমুকে জৰত আচাটবিচাট কৰিছে, the act of tossing about for pain of disease, restlessness.

আচান, স· শ· ( অং· আ, ন+চা, দৃষ্টি কৰ্ ) চাওঁতা অৰ্থাৎ সহায় নথকা অৱস্থা বা ঠাই ; যেনে, মানুহটো আচানত মৰিল, friendlessness, a place where there is no one to help.

আচামী, স· শ· ( ফা· ) পদকীয়া, a defendant, an accused person.

আচাৰ্, স· শ· ( সং· আ, উপস·+চৰ, গতি কৰ ) ব্যৱহাৰ, আচৰণ, স্বভাৱ, conduct, behaviour.

আচাৰ্, স· শ· ( বং· আৰু হিং· আচাৰ্ ) তেল আদিত পেলাই থোৱা ফল-মূল, fruits or vegetables preserved in oil, &c., pickled vegetables or fruits.

আচাৰি, বি· ( অং· আ, ন+চাৰি, দুবাৰ দুই ) তিনি আৰু আধা ; যেনে, আচাৰি টকা, three and a half.

আচাৰ্য্য, স· শ· (সং· আচাৰ্য্য—আ, উপস·+ চৰ্, গতি কৰ্, শিষ্য গুৰুৰ ওচৰলৈ শিকিবলৈ যায়) গুৰু, শিক্ষক, ঘাইকৈ বেদ শিকাওঁতা, an instructor especially one who teaches the Vedas. স্ত্ৰী· আচাৰ্য্যানী।

আচিনাই, স· শ· “ আজিনাই ” চোৱাঁ।

আচ্ছন্ন, বি· (সং· আচ্ছন্ন—আ, উপস·+ছদ্, ঢাক ) ঢকা, আবৃত, covered.

আচ্ছাদক্, স. শ. ( সং. আচ্ছাদক—আ, উপস.+ছদ্, ঢাক্ ) ঢাকোঁতা ; ঢাকনী, something which covers.

আচ্ছাদন্, কৃদ. স. ঢাকনী, যি বস্তুৰ দ্বাৰা ঢকা যায় ; কাপোৰ, a covering, a cloth.

আচ্ছাদিত, কৃদ. বি. আবৃত, ঢকা, covered.

আছ্, অ. ধা. ( সং. অস্, অস্তি, থাক্ ) বৰ্ত্তমান হ, থাক্ ( এই ধাতু মুঠে স্বৰূপ বৰ্ত্তমান আৰু নিত্য ভুতত মাথোন ব্যৱহৃত ), to be, to exist.

আছাৰ্, } এছাৰ্, } স. শ. ( বং. আছাড়, নিক্ষেপ ) থেকেচা, বলেৰে দূৰৈলৈ পেলোৱা, the dashing or throwing off, স. ধা. নিক্ষেপ কৰ্, বলেৰে মাৰি পঠা, to throw, to cast off.

আছাৰ্ মাৰ্, বলেৰে দূৰৈলৈ পেলা, to throw off.

আছাৰ খা, ভৰি পিছলি পৰ্, to slip and fall.

আছাৰি, "এছাৰি" চোৱা।

আছাৰে কণি, স. শ. আছাৰ খাই অহা বৰষুণৰ পানীৰ ছিটা, a driving rain.

আছুতীয়া, বি. (অং. আ, ন, + ছো, স্পৰ্শ কৰ্) নোছোৱাকৈ অৰ্থাৎ মুঠেই ব্যৱহাৰ নকৰাকৈ, সাঁচি থোৱা; এতেকে নিচেই নতুন হৈ থকা, laid up untouched, remaining quite fresh.

আছুতীয়াকৈ } আছুতে } ক্রি. বি. নিচেই ব্যৱহাৰ নকৰাকৈ ; যেনে, আছুতে ৰখা বস্তু ভালে থাকে, without being touched or used.

আছোক্, } আছোক্-ছাৰি, } ক্রি, বি. ( অং. আছোক, থাকোক + ছাৰি, এৰি ; থকাক এৰি ) থাকোক ছাৰি, থাকোক পৰি ; যেনে, তোমাক দিয়া আছোক-ছাৰি, মোৰে নাই, far from, instead of, ( বৰ চলিত নাই ).

আজু, বি. (সং. অজ্ঞ, অং. আজলা, হোজা ) হোজা, simple, artless.

আজমি, স. শ. (সং. অজমোদা, হিং. আজোৱাইন, এবিধ গুটি ) এবিধ তামোলৰ লগত খোৱা সুগন্ধি গুটি, a kind of seed (Ligusticum ajwan).

আজন্ম, ক্রি. বি. ( সং. আজন্ম—আ, অৱধি +জন্ম, ওপজা ) উপজিবৰ পৰা, জন্মাৱধি, ever since the birth.

আজৰ্, স. শ. ( অং. অ, ন+জৰ, তাপ উঠা নৰিয়া ) জৰৰ অভাৱ, জৰ নথকা অৱস্থা ; যেনে, অমুকে আজৰত জৰ মাতিছে ; জৰ নথকা মানুহ ; যেনে, আজৰক জৰায় ; absence of fever, one having no fever.

আজৰা, স. ধা. ( বং. আজ্‌ড়ান, শুদা কৰ্ ) শুদা কৰ্, শূন্য কৰ্ ; যেনে, বাটিটো আজৰা, to empty.

আজৰি, স. শ. ( অং. আজৰা, শূন্য কৰ্ ; বং. আজাড় ) আৱকাশ, বন নথকা সময় ; যেনে, মোৰ আজৰি নাই, leisure বি. শূন্য, শুদা, উদং ; যেনে, ঘৰটো আজৰি কৰা ; বন বা কাম নথকা ; তেওঁ কাম কৰি আজৰি হৈছে, empty, unoccupied with business.

আজৰীয়া, বি. আজৰি থকা, বন নথকা, having leisure, not having anything to do.

আজলা, বি. (অং. আ, ন+জনা, বুজপোৱা) একো নজনা, হোজা, মূঢ়, ignorant, simple, foolish, স. শ. একো নজনা বা হোজা মানুহ, a simpleton, (স্ত্রী) আজলী।

আজলালি, গু. শ. আজলাৰ গুণ বা স্বভাৱ, আজলাৰ নিচিনা আচৰণ, ignorance, simplicity feigned or real.

আজলমঠ, বি. (অং. আজলা, মূৰ্খ+মঠ, ভাৱ) জানিও নজনাৰ ভাৱ ধৰা, feigning simplicity or ignorance.

আজলমঠালি, গু. শ. জানিও নজনা মানুহৰ নিচিনাকৈ কৰা আচৰণ, feigned ignorance, shamed, simplicity.

আজান, স. শ. (অং. আ, ন+জান, বুজ পা) এবিধ মাছ খোৱা চৰাই, a species of wading bird, বিং. নজনা ; মূৰ্খ, ignorant, stupid.

আজানু-লম্বিত, বি. (সং. আজানু, আঁঠু-লৈকে + লম্বিত, ওলমা) আঁঠুলৈকে ওলমা, hanging down to the knee.

আজাৰ্, স. শ. (অং. আ, ন + জৰা, বুঢ়া বয়স) সদায় ডেকা হৈ থকা অৰ্থাৎ পাত নসৰা এবিধ গছ, a species of evergreen tree (Lagerstrœmia Reginæ).

আজাৰ্, স. শ. (হিং. আজাৰ, পীড়া) বেদনা, পীড়া, ৰোগৰ পৰা হোৱা দুঃখ; যেনে, চকুৰ আজাৰ গুচা নাই, pain.

আজি, কা. সৰ্ব্ব. ক্রি. বি. (সং. অদ্য) সম্প্রতি হৈ থকা দিন্, এই দিন্, to-day.

আজিয়েই, ক্রি. বি. আজিৰ দিনতে, on this very day.

আজি-কালি, কা. সৰ্ব্ব. ক্রি. বি. (সং. অদ্য + কল্য) এই কাল, বৰ্ত্তমানকাল, present time.

আজিনাই, স. শ. (বং. আঞ্জিনে, চকুত হোৱা ফোঁহা) চকুৰ পিৰিকটিত হোৱা সৰু ফোঁহা, a sty on the eyelid.

আজো, উপ. ই সম্বন্ধ বুজোৱা শব্দৰ আগত থাকে, ওপৰে বা তলে তৃতীয় পুৰুষৰ লোক জনক বুজায়, আৰু সেই শব্দৰ এক অংশ হয়; যেনে, আজো-ককা (ককাৰ বা-পেক) আজো-নাতি (নাতিৰ পুতেক) আজো-বুঢ়ী-আই, (আজো ককাৰ ঘৈণী-য়েক), a particle prefixed to a word signifying relationship and means "the great" etc.

আজোখ্ } আজোখা } বিং. (অং. আ, ন + জোখ, পৰিমাণ) বিজোখ হোৱা, ঠিক পৰিমাণতকৈ কম বা অধিক, সকলো ভাগ সমান নোহোৱা, disproportionate.

আজোখাকৈ, ক্রি. বি. জোখ নোহোৱাকৈ, disproportionately.

আজ্ঞা, স. শ. (সং. আজ্ঞা ;—আ, উপস. + জ্ঞা, জান্) ডাঙ্গৰে সৰুক কাৰ্য্য কৰিবলৈ কোৱা কাৰ্য্য, আদেশ, an order, a command.

আজ্ঞাকাৰক্, স. শ. (আজ্ঞা, ঐ + কাৰক, কৰোঁতা) আজ্ঞা দিওঁতা, a commander.

...ী, বি. আজ্ঞাৰ দৰে কাম কৰা, আজ্ঞাৰ অধীন, obedient.

আজ্ঞা-পত্ৰ, (সং. আজ্ঞা, আদেশ + পত্ৰ, কাকত) লিখি দিয়া আদেশ, আজ্ঞা লিখা কাকত, a written order.

আজ্ঞাবহ্, বিং. (সং. আজ্ঞা + ৱহ্, বহন্ কৰা) আজ্ঞাৰ তলৰ, অধীন, obedient.

আঞ্জা, স. শ. (সং. ৱ্যঞ্জন্) ভাতৰ লগত খাবৰ নিমিত্তে ৰন্ধা মঙ্গহ, মাছ, শাক, ইত্যাদি, দিহ্, a curry of any kind, a pottage.

আটু, স. ধা. (অং. আঁঠা) টান কৰ্, টানি বান্ধ, to tighten, to draw the string tight in binding, বি. টান্. (অচলিত) tightened.

আটু খা, ঢিলা গুচি টান হ; কামোৰ খাই ধৰ্, well-to-do.

আটু ধৰ্, চেপিধৰ্, আটু খা, টান হ, to hold tightly, to hold fast, to adhere.

আটু মাৰ্, গোট মাৰ্, টান হ, to thicken, to coagulate.

আটক্, স. শ. (বং. আটক, বাধা) বাধা; যেনে, ধুমুহা হলে নাও বুৰাৰ বা বুৰাত আটক নাই; অভাৱ, অপ্রতুল; যেনে, নৈত পানীৰ আটক নাই, hinderance, obstacle, স. ধা. আবদ্ধ কৰ্, বন্ধ কৰি ৰাখ্; যেনে, সি যাব খুজিলে কোনে আটকিব? to restrain, to check.

আটক্ কৰ্, আবদ্ধ কৰ্, যাব নিদি ৰাখ, to restrain, to confine.

আটকীয়া, বি. দুষ্প্রাপ্য, দুৰ্লভ, পাবলৈ টান; যেনে, আটকীয়া বস্তু; বস্তু পাবলৈ নোহোৱা, ঠাই বা সময়ত খাটে; যেনে, আটকীয়া ঠাই, আটকীয়া সময়, scarce, marked by scarcity, as a time or place.

আটক্-ধুনীয়া, বি. (অং. আটক + ধুন, সাজ) বৰকৈ ধুনমৰা, foppish, spruce.

আটন্তিয়াৰ্, বি. (অং. আঁটু, জোৰ্) চহকী, যাৰ সকলো বস্তু আঁটা কৈ আছে, well-to-do, rich.

আটা, স. শ. (বং. হিং. আটা) ঘেঁহু আদিৰ গুড়ি, flour.

আটাই, স. শ. সকলো মানুহ, all persons, বি. স. সমস্ত, সমুদায়, all, whole..

আটাল্, স. শ. (সং. অট্টাল, ঘৰৰ ওপৰৰ থাক) ওপৰ চাং, বৰ চাং, ঘৰৰ এটা চতিৰ পৰা আন চতিলৈ গড় পাৰি সজা চাং, a platform constructed by laying bamboos or planks across the beams of a house.

আটায়েমুলি. ক্রি. বি. (অং. আটাই, সকলো + মিন, লগলাগ) সকলোকে মুঠ কৰি, in all.

আটাহ্, স. শ. (সং. অট্টহাস, বৰ হাঁহি ;—অট্ট, উচ্চ শব্দ + হাস, হাঁহি,) ডাঙৰ চিঞৰ, উচ্চ শব্দ, a loud call, a scream. পদ্যত "আটাস" হয়।

আটাহ্ পাৰ্, চিঞৰ মাৰ, হাই কৰ, to scream, to make a noise.

আটি, স. শ. (অং. আটু, টানি বান্ধ,) পোলা, মুঠা, কনা, a bundle.

আটি-মুটি, স. শ. হাত বা অস্ত্র জোকাৰি মাৰৰৰ ভাৰ দেখোৱা কাৰ্য্য; যেনে, টাঙোন ডালেৰে আটি মুটি কৰা ; এতেকে এলেহুৱা বা কাম কৰিবৰ ইচ্ছা নথকা মানুহে কাম কৰিবলৈ ধৰাৰ আগেয়ে গা হাত লৰাই সক্ষম হোৱা কাৰ্য্য; যেনে, তেওঁ উঠিবলৈ আটি-মুটি কৰোঁতেই চোৰ পলাল ; the shaking of a hand or a weapon as if to strike, without actually striking, making preparations and efforts to commence, to do something.

আটিল্, বি. (অং. আটু, টানি বান্ধ) টান, ঢিলা নোহোৱা, tight, not loose or soft.

আটী } স. শ. ওখ মাটি, ঢাপৰ নিচিনা
আটীয়া } ওখ ঠাই ; ঢাপ, a high bank, a prominence, an elevation.

আটুট } বি. "অটুট" শব্দ চোৱা।
অটুট }

আটেঙ্গা, বি. (অং. হটঙ্গা, ওখ) বহুলত কৈ অধিক ওখ, লেঙ্গা, ঢুকি নোপোৱা, disproportionately tall or high, very high.

আটোপে, ক্রি. বি. (সং. আটোপ, দৰ্প) বলৰ দৰ্পেৰে ;—যেনে, "খেদিয়া গৈলন্ত আটোপে," with the pride of strength or power.

আটোপ্-টঙ্কাৰ্, স. শ. (সং. আটোপ্, অহঙ্কাৰ + টঙ্কাৰ, ধেনুৰ জোঁৱৰ শব্দ) বল শক্তিৰ অহঙ্কাৰ কৰা বা বীৰত্ব দেখোৱা কাৰ্য্য, বল শক্তিৰ ডাং কোপ, display of strength, valour or power, a boast of power or strength.

আটোম্-টোকাৰি, বি. (অং. আটোম্, টং টং শব্দ কৰা + টোকাৰি, বজোৱা যন্ত্র এবিধ) টোকাৰিৰ গুণা যেন পোন আৰু নিমজ, এতেকে সুশৃঙ্খল, কতো জঞ্জাল নথকা, quite straight and smooth, neat and tidy.

আটুকাল্, স. শ. "আঁটু কাল্" চোৱা।

আঠ, সংখ্যা (সং. অষ্ট, দুবাৰ চাৰি) চাৰিৰ দুগুণ, দুই অঁড়া, eight.

আঠা, স. শ. (অং. আটু, টানি বান্ধ, বং. আঠা, কামুৰি ধৰা বস্তু) কামোৰ খাই ধৰা বস্তু, কোনো কোনো গছৰ লাগি ধৰা ৰস, শুকালে আট খাই ধৰা বস্তু ; আট খাই ধৰা গুণ বা শক্তি ; যেনে, শুকালে কঁঠাল-আঠাৰো আঠা গুচে, gum, an adhesive substance, adhesiveness, স. ধা. আঠালগা, আঠা দি, to gum, to tar, আঠা মৰ, আটু খাই ধৰা শক্তি গুচ ; যেনে, কঁঠাল আঠাই, যিহতে সিলাগে, তাকে কামোৰ মাৰি ধৰে, কিন্তু শুকালে তাৰ আঠা মৰে, to lose or be devoid of adhesiveness.

আঠাৱন, সংখ্যা. (সং. অষ্ট পঞ্চাশত, বং. আটান্ন) আঠ-অধিক আঢ়ৈ কুৰি, fiftyeight.

আঠীয়া, স. শ. (হিং. আঁটী ; বং. আঁঠি, গুটি) বহুত ডাঙৰ গুটি থকা এবিধ কল, a kind of plantain.

আঠে-পখে, } ক্রি· বি· (অং· আঠ, হুবাৰ
আঠে-পষে, } চাৰি + পখ, পোন্ধৰ দিন) আঠ দিন বা পখেকৰ মূৰত মাজে মাজে, now and then, occasionally.

আঠ-কুণীয়া, বি· (অং· আঠ, অষ্ট + কোণ, চুক) আঠ-চুকীয়া, octagonal.

আঠ-চুকীয়া, বি· (অং· আঠ, অষ্ট + চুক. কোণ) আঠ চুক থকা, octagonal.

আঠ-খাৰী, স· শ· (অং· আঠ, অষ্ট + খাৰ, লোণৰ গুণ থকা বস্তু) আঠ বিধ খাৰ গোটাই কৰা দৰব, a medicine composed of eight sorts of alkali.

আঠ-চল্লিশ, (লিছ), সংখ্যা· (সং· অষ্ট চত্বাৰিংশত; বং· আট চাল্লিশ) আঠ অধিক দুকুৰি, forty-eight.

আঠ-ত্ৰিশ (ত্ৰিছ), সংখ্যা· (সং· অষ্ট ত্ৰিংশত, বং· আটত্ৰিশ) আঁঠ অধিক ডেৰ কুৰি, thirty-eight.

আঠদিশ, "অষ্টদিশ" চোৱাঁ।

আঠধতুৰা, বি· আঠ বিধ প্ৰধান ধাতুৰে সজা, consisting of the eight principal metals. "অষ্টধাতু" চোৱাঁ।

আঠ-পৰীয়া, স· শ· (অং· আঠ, অষ্ট + পৰ, দিনৰ বা ৰাতিৰ চাৰি ভাগৰ এভাগ) দিন আৰু ৰাতিৰ আঠ ভাগৰ এভাগ দেৱালত খটা মানুহ, আঠ-পৰীয়া আঠ জন থাকে আৰু গাই পতি এপৰ দেৱালত খাটে, a man who serves one-eighth of a day and night at a temple.

আঠ-মঙ্গলা স· শ· (অং· আঠ, অষ্ট + মঙ্গল, শুভ কাম) বিয়াৰ আঠ দিনৰ দিনা কন্যাৰ ঘৰত দৰাক দিয়া ভোজ, an entertainment given to the bridegroom at the bride's house on the eighth day after marriage.

আঠ-ষষ্টি, সংখ্যা· (সং· অষ্ট ষষ্টি, বং· আটষট্টি) আঠ অধিক তিনি কুৰি, sixty-eight.

আঠসত্তৰ, সংখ্যা· (সং· অষ্ট সপ্ততি, বং· আটাত্তৰ) আঠ-অধিক সত্তৰি, seventy-eight.

আড়ম্বৰ, স· শ· (সং· আড়ম্বৰ—আ, উপস. + দম্, বশ কৰ্) কোনো কামৰ আৰম্ভত বৰকৈ ঢোল, দগৰ বজোৱা কাৰ্য্য, কোনো কাম কৰিবৰ নিমিত্তে বৰকৈ কৰা আৰম্ভ, ফিতাহি, ostentatious, preparations for something, a show, pomp.

আঢ়ৈ, সংখ্যা· (সং· সাৰ্দ্ধদ্বয়, বং· আড়াই) দুই আৰু আধা, two and a half.

আঢ্য, বি· (সং· আ, উপস· + ধৈ্য, চিন্তা কৰ্) ধনী, চহকী, rich, opulent (ধন বাঢ়িলে চিন্তা বাঢ়ে এতেকে)।

আঢ্যৱন্ত, বি· ধনী, rich.

আততায়ী, স· শ· (সং· আতত, বিস্তৃত + ই, গতি কৰ্) প্ৰাণ মাৰিবলৈ, ঘৰত জুই দিবলৈ বা বলেৰে বস্তু আদি নিবলৈ উদ্যত মানুহ, one attempting to murder, to set fire to the house or to rob, &c.

আতৰ, স· শ· (বং· ইত্তৰ, সুগন্ধি দ্ৰব্য) ফুল আদিৰ পৰা টানি উলিওৱা এবিধ সুগন্ধি বস্তু, the *attar*, a scent.

আতৰণ, কৃদ· স· (অং· আ, ন + তৰণ, উদ্ধাৰ) আপদ, সঙ্কট, সাৰিবৰ উপায় নথকা অৱস্থা; যেনে আতৰণত পৰিলে মানুহৰ বুদ্ধি হেৰায়, difficulty, misfortune.

আতুলচ্, স· শ· (বং· আতা, এবিধ ফল) গাত টেমুনা আৰু ভিতৰত ফুট থকা এবিধ ফল, the custard-apple.

আতা, স· শ· (সং· পাতা, ৰক্ষা কৰোঁতা) পিতা, গুৰু, (সত্ৰৰ মাত) বুঢ়া, মান্যমানুহ, a father, a word used by the followers of the Mohapooroosiah sect in speaking of their spiritual guide. It is also used in addressing an old respectable man.

আতাই, স· শ· "আতৈ" শব্দ চোৱাঁ।

আতাইতাই, স· শ· (সং· অতি ত্বৰা, বৰ শীঘ্ৰতা) অতি ততাতৈয়া, বেগাবেগি; যেনে, আতাইতাইৰ সময়ত মনত কথা নেথাকে, a great hurry. বি· বৰকৈ ততাতৈয়া কৰা, বিলম্ব কৰিব নোৱৰা; যেনে,

"কিনো আতাইভাই, লোণখৰিচা সানিবৰ বাট নেচায়;" এতেকে বিচেষ্টা, in a great hurry, impatient of delay.

আতাঙ্গৰীয়া, বি. (অং. আ, ন + তাঙ্গৰ, ভাল কৰ্) দুৰ্ব্বল, টান নৰিয়াৰ দ্বাৰা উঠিব নোৱৰা হোৱা, weak, unable to get up, owing to sickness.

আতাৰি, বি. (সং. অৰি, শত্ৰু) অমিল, ভাল নোপোৱা, মিল গুচা, অনাৰি, fallen out, unfriendly.

আতি } ক্রি. বি. (সং. অতি, অধিকৰূপে)
আতিকৈ } অধিক ৰূপে, বৰকৈ, greatly, excessively.

আতিথ্য, স. শ. (সং. অতিথি, আলহী) আলহীক কৰা শুশ্ৰূষা, hospitality.

আতিশয্য, গু. শ. (সং. অতিশয়, অধিক) আধিক্য, অধিক হোৱা অৱস্থা, excess.

আতুৰ, বি. (সং. আ, উপস.+তুৰ, বেগাই যা) বিচেষ্টা, ভয় পোৱা, পীড়া পোৱা, distressed, fallen into difficulty. স. শ. পীড়াত বা ভয়ত বিহ্বল মানুহ, one in trouble.

আতুলীয়া, বি. (অং. আতোলা, এটকাৰ আধা) আধাতোলা পৰিমাণৰ, weighing half a tolah.

আতৈ, স. শ. (অং. আতা, গোঁসাই, গুৰু) কোনো সত্ৰৰ ভকত, সদায় ধৰ্ম্ম কাৰ্য্যত নিযুক্ত থকা মানুহ, দিহিঙ্গৰ সত্ৰ আৰু সেই সত্ৰৰ শ্ৰেণীৰ সত্ৰবিলাকত এই শব্দক "আতাই" এনেকৈ উচ্চাৰণ কৰা যায়, a word used in speaking of or addressing a votary of a *Sattra.*

আতোলা, বি. (অং. আধা, অৰ্দ্ধেক + তোলা, এটকা) এটকাৰ আধা, আধাতোলা, half a tolah.

আতোলতোল্, বি. (অং. আ, ভা. অব্য. + তোল, তুলি ধৰ্ + তোল্, তুলি ধৰ্,) মাটিত পৰিবই নিদিয়া, এতেকে বৰ আদৰ পোৱা, চেনেহ কৰা; যেনে, আইদেও সৰু কালত আতোলতোল আছিল, highly caressed, beloved, স. শ. আদৰ বা চেনেহ, চেনেহ দোখোৱা কাৰ্য্য, demonstration of great affection.

আত্ম, স. শ. (সং. আত্মন্—আ, উপস.+অত্, গতি কৰ্) আপোন, (ই সদায় আন এটা শব্দৰ আগত থাকি তাৰে একেটা হয়) যেনে, আত্ম-কৃত, আপুনি কৰা; আত্ম-ঘাত, আপোন-ঘাত; আত্ম-ঘাতী, আপোন বধী; আত্ম-দমন, আপোন দমি ৰাখন; আত্মজ্, পুত্ৰ; আত্ম-শ্লাঘা, নিজে নিজক কৰা প্ৰশংসা; আত্ম-সাত, লোকৰ ধন আপুনি লোৱা; আত্মম্ভৰী, আপোন-পেটা; আত্মাভিমান, অহঙ্কাৰ; আত্মাভিমানী, অহঙ্কাৰী; আত্মাধীন, স্বাধীন; one's self (much used in composition).

আত্ম-নিষ্ক্রয়, স. শ. (সং. আত্মন, ঐ + নিঃ, উপস.+ক্রী, কিন) আপোনাক কিনা, ৰণত ধৰি নিয়া মানুহে মুকলি হবৰ নিমিত্তে দিয়া ধন, a ransom.

আত্ম-ৰক্ষা, স. শ. (সং. আত্মন, আপোন + ৰক্ষা, ত্ৰাণ) আপোনাৰ শৰীৰক সঙ্কটৰ পৰা ৰক্ষা কৰা কাৰ্য্য, self-defence.

আত্মা, স. শ. (সং. আত্মা, প্ৰাণ) প্ৰাণ, জীৱ, জগতৰ প্ৰাণস্বৰূপ পৰমেশ্বৰ, the soul, the spirit, the supreme Being who is the Soul of the Universe.

আত্মীয়, বি. আপোনাৰ সম্বন্ধীয়, স্বীয়, of kin, own, belonging to one's self or family, স. শ. আপোন মানুহ, বন্ধু, a relation, a friend.

আথৰ্, বি. (অং. আ, ন + থৰ, স্থিৰতা) বৰ বয়স হোৱাৰ কাৰণে অস্থিৰ, বৰ বুঢ়া, decrepid, shaking the limbs owing to great age.

আথলীয়া, বি. (অং. আ, ন + থল, ঠাই) গুদা ঠাই নেৰা অৰ্থাৎ বহুত ঠাই জোৰা, থূলন্তৰ, গা-শকত; যেনে, আথলীয়া মুনিহ, corpulent.

আথ্-বেথ্, স. শ. (সং. অন্তব্যস্ত, ব্যগ্ৰতা) ভক্তি বা চেনেহত বৰ ব্যগ্ৰ হোৱা অৱস্থা, বৰ সাদৰ, সমাদৰ, demonstration of great respect or love.

আথাউনি, বি. (অং. আ, ন+থাউনি, গা তল নোজোৰাকৈ, পানীৰ তলৰ মাটি পোৱা) বৰ দ, থাউনি নোপোৱা, গোটেই তল নিওৱা, unfathomable, beyond one's depth.

আথাও, স. শ. (আহম) আজোককা, ককাৰ বাপেক, great-grandfather.

আথাও-পুথাও, স. শ. (আহম, আথাও, ঐ+পুথাও, ককা) উপৰি পুৰুষবিলাক ; যেনে, আমাৰ আথাও-পুথাওৰ দিনৰ ৰীতি, forefathers.

আথান, স. শ. (অং. আ, ন+থান, ঠাই) গুপ্তাঙ্গ, মুনিহ তিৰোতাৰ ঘাই অঙ্গ, the private parts.

আথানী, বি. (অং. আ, ন+থান, ঠাই) থাকিবৰ ঠাই নথকা, আশ্ৰয়হীন, সামৰি নথৈ কৰা নষ্ট, homeless, having no refuge; spoiled through neglect.

আথেবেথে, ক্ৰি. বি. আথ্-বেথ্ কৰি, বৰকৈ সমাদৰ কৰি, with great respect or love.

আদ্-কপালী, স. শ. (অং. আদ, সমান এভাগ+সং. কপাল, মূৰৰ খোলা) মূৰৰ এফালে হোৱা বিষ, hermicrania, a partial headache.

আদ্‌থান্, } স. শ. (অং. আদ্, আধা+
আদথানি, } থান, ডোখৰ) আধা ভাগ, সমানে এভাগ, one-half.

আদ্-থনীয়া, বি. আধা ভাগ থকা, সমানে এভাগ থকা ; পূৰ নোহোৱা, incomplete, minus one-half.

আদ্-খৰীয়া, বি. (অং. আদ্+খাৰ, লোণৰ নিচিনা চোকা বস্তু) অলপ খাৰ দি ৰন্ধা আঞ্জা, slightly seasoned with alkali.

আদ্-বয়স্, স. শ. (আধা+বয়স, উপজিবৰ পৰা হোৱা কাল) মাজ বয়স, আদহ, middle age.

আদ্-বয়সীয়া, বি. আধা বয়স পোৱা, মাজ বয়সীয়া, আদহীয়া, middle aged.

আদ্-মহা, সংখ্যা. (আধা+মহা, টকাৰ চাৰি ভাগৰ এভাগ) দুই অনাৰ জোখ, বা বাৰ, টকাৰ আঠ ভাগৰ এভাগ, weighing one-eighth of a tolah.

আদ্-মহীয়া, স. শ. দুই অনা জোখৰ সোণৰ বা ৰূপৰ মোহৰ, a two anna bit, বি. দুই অনা মূল্যৰ বা জোখৰ, of two annas value, weighing two annas.

আদৰ্, স. শ. (সং. আদৰ—আ, উপস.+দৃ, সন্মান কৰ্) সন্মানেৰে কৰা চেনেহ ; শিষ্টাচৰণ, respect, courtesy.

আদৰ, স. ধা. সন্মান কৰি আগ বঢ়াই আন, (বিশেষকৈ দৰা বা কন্যাক পদূলিৰ পৰা আগবঢ়াই অনাত খাটে), to receive with civility (said of receiving a bridgroom or bride, at the gate).

আদৰ্, স. শ. (অং. আ, ন+দৰ, বেচ) অলপ দৰ, সস্তাদৰ ; যেনে, আদৰত বস্তু নেবেচিবা, cheapness, low price.

আদৰা, বি. (অং. আ, নহয়+দৰা, বৰ) কৃতদাৰ, এবাৰ বিয়া কৰা, (দৰাত খাটে) ; যেনে, আদৰা দৰা, already married, said of a bridegroom.

আদৰণীয়, বি. (সং. আদৰণীয়—আ, উপস.+দৃ, মান কৰ্) সন্মানৰ যোগ্য, মৰম কৰিব লগা, respectable, estimable.

আদৰ্শ, স. শ. (সং. আদৰ্শ, আ, উপস.+দৃশ্, দেখ) আৰ্হি, চানেকি, যালৈ চাই কোনো কাৰ্য্য কৰা যায়, যাৰ গঢ় অনুসৰি কোনো বস্তু গঢ়া যায় ; প্ৰতিমূৰ্ত্তি, a pattern, a model, a likeness, resemblance.

আদল্‌তলী, স. শ. (অং. আ, ন+দল্, দলি, ছপৰা+তলী, মাটি,) নভঙ্গা মাটি, হাবি-মাটি, চাহ নকৰা মাটি, unbroken or uncultivated land.

আদহ, স. শ. (অং. আদ বয়স্, বয়সৰ আধা) মাজ বয়স ; যেনে, তেওঁৰ আদহ হৈছে, middle age.

আদহীয়া, বি. (অং. আদ বয়সীয়া) আধা বয়স যোৱা, মাজ বয়সীয়া, middle aged.

আদা, স. শ. (সং. আৰ্দ্ৰক, এবিধ জলা শিপা) এবিধ জলা শিপা, দৰবত দিয়া শিপা বিশেষ, ginger.

আদাকৰি, স. শ. ( অং. আদা, ঐ ) প্ৰায় আদাৰ নিচিনা গোন্ধোৱা এবিধ গছ, তাত মেজাঙ্কৰি মুগা লগোৱা যায়, a species of tree (Tetranthera quadrifolia).

আদানী, বি. ( অং. দান, বেচা বস্তুৰ কৰ ) দান নথকা, বেচা বাবে ৰাজ-কৰ দিব নলগা; বাট-ঘাটৰ কৰ নলগা, free from excise duty, ferry toll, &c.

আদায়, বি. (সং. আ, উপস.+দা, দি) সাধি উলিওৱা, তোলা, ( ধনত খাটে ) ; যেনে, খাজনা আদায় হল, realized, paid.

আদালত্, স. শ. (যাং.) বিচাৰৰ ঠাই, সোধা-কৰ সমাজ, a court of Justice.

আদি, বি. ( সং. আ, উপস. + দা, দি ) প্ৰথম, আগ, ঘাই ; যেনে, আদি কাৰণ ; first, prior. স. শ. আৰম্ভ, আগ, মূল ; যেনে, আদিতে, beginning, root.

আদিত্য, স. শ. (সং. অদিতি, কাশ্যপৰ স্ত্ৰী, দেৱতাবিলাকৰ মাক) সূৰ্য্য, the sun.

আদি-নিৰঞ্জন, স. শ. ( সং. আদি, প্ৰথম + নিৰঞ্জন, ঈশ্বৰ ) পৰমেশ্বৰ, the Supreme Being.

আদি-পুৰুষ, স. শ. ( সং. আদি, প্ৰথম + পুৰুষ, ব্যক্তি ) যি মূল মানুহৰ পৰা পৰিমাণ বাঢ়ে, ঘাই বা মূল মানুহ, পৰমেশ্বৰ, the founder of a family, first progenitor, the Supreme Being.

আদি-বাসী, বি. ( সং. আদি, ঐ + বাসী, থকা ) প্ৰথম নিবাসী, কোনো ঠাইত আগেয়ে থকা, aboriginal, স. শ. কোনো ঠাইত পুৰণি কালৰ পৰা থকা মানুহ, an aborigine.

আদি-ৰস্, স. শ. ( সং. আদি, ঐ + ৰস, আস্বাদ, আস্বাদৰ প্ৰধান, এতেকে ) তিৰোতা-মতাৰ প্ৰীতি, sexual love, amour.

আদিষ্ট, কৃদ. স. ( সং. আ, উপস. + দিশ, দেখা) আজ্ঞা পোৱা, ordered, directed.

ট, স. শ. ( অং. আধা, সমানে এভাগ + টি, উপস. ) আদখানি, সমান এভাগ, one-half.

আদৃত, কৃদ. বি. ( সং. আ, উপস. + দৃ, সন্মান কৰ্ ) সন্মানিত, মান পোৱা, respected, treated with civility.

আদেশ্, স. শ. ( সং. আ, উপস. + দিশ, দেখা ) আজ্ঞা, order, command.

আদৌ, ক্রি. বি. ( সং. আদৌ, প্ৰথমতে ; আদি, প্ৰথম ) প্ৰথমতে, আদিতে, at first, in the beginning.

আদ্য, বি. ( সং. আদি, প্ৰথম ) প্ৰথম, আগ, first.

আদ্যন্ত, ক্রি. বি. ( সং. আদি, প্ৰথম + অন্ত, শেষ ) আদিৰ পৰা অন্তলৈকে ; যেনে, এই পুথি আদ্যন্ত পাঠ কৰিলোঁ, from the beginning to the end, স. শ. আগ, গুৰি ; যেনে, এই কথাৰ আদ্যন্ত নেজানো, the beginning and the end.

আদ্য-ৰস্, স. শ. "আদি-ৰস" চোৱাঁ।

আদ্যশ্ৰাদ্ধ, স. শ. ( সং. আদ্যশ্ৰাদ্ধ— আদ্য, প্ৰথম + শ্ৰাদ্ধ, শৰাধ ) মৰাৰ পৰা ব্ৰাহ্মণৰ আঘাৰ দিন যোৱাত, আন জাতিৰ এমাহৰ অন্তত কৰা ক্ৰিয়া ; the first *shradh* performed on the eleventh day after death in the case of Brahmins and on the thirty-first day in that of *shudras.*

আদ্যাশক্তি, স. শ. ( সং. আদ্যাশক্তি— আদ্যা, আদি, শ্ৰেষ্ঠ + শক্তি, দেৱী ) মহাশক্তি, দুৰ্গা-দেৱী, the great goddess Durga.

আদ্যোপান্ত, ক্রি. বি. ( সং. আদি, প্ৰথম + উপান্ত, শেষ ) আদিৰ পৰা অন্তলৈকে ; যেনে, কথাটো আদ্যোপান্ত শুনিলোঁ, from the beginning to the end.

আধৰা, স. শ. ( অং. আধা-পোৰা—আধা, সমান এভাগ + পোৰা, দাহ-কৰা ) আধা পোৰা থৰি, এমূৰত জুইলগা কাঠ, a fire brand.

আধৰুৱা, বি. ( অং. আধা, অৰ্দ্ধ ) আধা হৈ

আধা-বাকী-থকা ; যেনে, আধকৰা কাম, half finished.

আধলি, স. শ. ( হিং. আধ্লি, আধা ৰূপ ) এটকাৰ আধা পৰিমাণৰ সোণৰ বা ৰূপৰ মোহৰ, আঠ অনাৰ মূল্য, a silver or gold coin weighing half a tolah, eight annas value.

আধলিকা, বি. ( অং. আধা, আদখানি ) আধা নষ্ট ; যেনে, ধানবোৰ আধলিকা কৰিলে, half wasted.

আধলিটীয়া, বি. ( অং. আধলি, ঐ + টি, উপস. ) এজাধলি মূল্যৰ, আঠ অনীয়া, of eight annas value.

আধা, স. শ. ( সং. অৰ্দ্ধ, সমান এভাগ ) সমান এভাগ, আদ খানি, one-half, ই অন্য শব্দৰ আগত থাকিলে প্ৰায়ে " আদ " হয় ; যেনে, আদ্ সেৰ, আদ্ মহা, ইত্যাদি।

আধা-আধি, বি. ( অং. আধা+আধা, ঐ ) দুটাৰ ভিতৰত সমান ভাগ, এজনৰ আধা আন জনৰ আধা ; যেনে, দুইও আধা-আধি ভাগ কৰি লোৱাঁ, half and half, কোনো ঠাইত আধা নষ্ট হোৱাও বুজায় ; যেনে, ধানবোৰ পথাৰতে আধা আধি হল ; মাহবিলাক চৰাইয়ে আধাআধি কৰিলে, half wasted.

আধা-কটা, বি: ( অং. আধা, ঐ + কটা, ছেদন কৰা ) আদ-খানি কটা ; এফাল কটা, এতেকে নীচ, টটাটিঙ্গা, দুষ্ট, one-half, cut off, cut half through, shameless, wicked.

আধা-কেঁচেলুৰা, বি. ( আধা, অৰ্দ্ধ + কেঁচে-লুৰা, কেঁচা ) আধা-কেঁচা, সম্পূৰ্ণকৈ ন-পকা ; আধা-শিকা, half ripe ; half-educated or taught.

আধা-খুন্দা, বি. ( অং. আধা, ঐ + খুন্দা, গুড়ি কৰা ) ভালকৈ গুৰি নকৰা, খৰচীয়া, half-pounded, স. শ. ভালকৈ মিহি নোহোৱা বা খৰচীয়া পিঠা গুড়ি, coarse rice flour.

আধানাৰ্জি, বি. ( অং. আধা, ঐ + ন, নাই + আৰ্জ, উপাৰ্জন কৰ, বা আধা + অনাৰি, নষ্ট ) আদ খানি উপাৰ্জন নকৰাৰ তুল্য, অৰ্থাৎ আধা হানি হোৱা, আধলিকা, half-wasted, spoiled.

আধা-পোৰা, বি. ( অং. আধা + পোৰা, দগ্ধ হোৱা ) সমানে এভাগ দগ্ধ হোৱা ; ওপৰৰ ভাগ পোৰা, half-burnt ; scorched.

আধা-ফুটা, বি. ( আধা + ফুট্, ফুলি উঠ ) আধা সিজা, ভালকৈ নিসিজা, ( ভাত ), partially boiled.

আধা-মূৰী, স. শ. ( অং. আধা মূৰীয়া, মূৰৰ এফাল থকা ) গুলৈ, ৰাতি জুইৰ নিচি-নাকৈ জলা মাটিৰ পৰা ওলোৱা ভাপ ; (সি মূৰৰ এফাল থকা এটা ভূত বুলি খ্যাত), a phosphorescent light supposed to be an evil spirit having half a head, ignis fatuus.

আধামূৰী খা, বনত বিতত হ, পৰিশ্ৰমৰ্ প্ৰভাৰত মূৰ-ছিগা যেন হ, to be over-whelmed with work.

আধামূৰীয়া, বি. মূৰৰ এফাল থকা, having half of the head.

আধাৰ্, স. শ. ( সং. আ, উপস. + ধৃ, ধৰ ) যাৰ ওপৰত কোনো বস্তু থাকে, যি কোনো বস্তুক ধাৰণ কৰে ; যেনে, মানুহৰ আধাৰ মাটি, support, stay, that which holds anything.

আধাৰ্, স. শ. ( সং. আহাৰ ) খোৱা বস্তু ; লৰাৰ মাকৰ পিয়াহ ( চহা মাত ), food, mother's milk by which a child is nourished.

আধাৰি, স. শ. (সং. আধাৰ, ধাৰণ কৰোঁতা) চক বা মাটি কলহৰ ঘূৰণীয়া আধাৰ, বিৰিয়া, a coil made of cane, &c., to support the bottom of an earthen vessel.

আধাৰ্-কঁটীয়া, বি, ( অং. আধাৰ, আহাৰ+ কঁটীয়া, চুটি ) খাবলৈ নোপোৱাৰ নিমিত্তে ডাঙ্গৰ হব নোৱৰা, পিয়াহ খাবলৈ নেপাই খীনোৱা, (সৰু লৰাত খাটে), stunted in growth owing to want of mother's milk.

**আধাৰ বাঁট,** ইটোৰ মুখত সিটোৱে মুখ দি আহাৰ কৰা, (কাউৰীয়ে পৰস্পৰৰ মুখত মুখ দিয়াত খাটে ;) যেনে, কাউৰীয়ে আধাৰ বাঁটিছে, to feed each other as crows.

**আধাসাৰি,** বি. ( বং. আধা, অৰ্দ্ধ+সাৰা, বধ ) হাৰাশাস্তি, বৰ পৰিশ্ৰম পোৱা ; যেনে, লৰাটো কান্দি আধাসাৰি হল, exhausted, harassed.

**আধি,** স. শ. ( সং. আ, উপস.+ধৈ, চিন্তা কৰ্ ) মনৰ দুখ, মনৰ বেদনা, mental affliction ; anxiety.

**আধি,** স. শ. ( অং. আধা ) লোকক খেতি কৰিবলৈ দিয়া মাটিৰ শস্যৰ সমান ভাগ ; যেনে, মই সেই মাটিৰ আধি আনিম ; আনক পুহিবলৈ দিয়া জন্তুৰ পোৱালী-বিলাকৰ আধা ভাগ ; যেনে, ছাগলী জনীৰ পোৱালীৰ আধি পাম। half share of the produce of land let to another, half share of the young ones of an animal given to another to rear, বি. আধা উৎপন্ন পাবৰ নিয়মেৰে দিয়া ; যেনে, আধি মাটি, given on the understanding of obtaining half the produce ( said of land ).

**আধি দি,** আধি লগা, উৎপন্নৰ সমান ভাগ দিবৰ নিয়ম কৰি মাটি বা জন্তু আনক দি, to give to another on the understanding of obtaining half the produce.

**আধিক্য,** স. শ. ( সং. অধিক, সৰহ ) প্ৰচুৰতা, অধিক পৰিমাণ, excessiveness, abundance.

**আধিপত্য,** স. শ. ( সং. অধি, উপস. + পতি, গৰাকী ) গৰাকীৰ ক্ষমতা, স্বামিত্ব ; যেনে, সেই বস্তুত তোমাৰ আধিপত্য নাই, ownership, supremacy.

**আধিয়াৰ্,** স. শ. ( অং. আধা, অৰ্দ্ধেক ) উৎপন্নৰ আধা দিবৰ নিমিত্তে মাটি লোৱা মানুহ, one who cultivates another's land on the stipulation of giving him half the produce.

**আধুনিক,** বি. ( সং. অধুনা, এতিয়া ) এতিয়াৰ, এই কালৰ, নতুন, modern.

**আধেক,** স. শ. ( সং. অৰ্দ্ধেক ) সমান এভাগ, অৰ্দ্ধেক, one-half.

**আধেৰ্,** বি. ( অং. আধা, সমান এভাগ+ সেৰ, চাৰি পোৱা ) আধা-সেৰ, আদ্-সেৰ, half a seer of (চহা)।

**আধ্যা,** স. শ. ( সং. অধ্যায়, পুথিৰ কোনো এক ভাগ ) পুথিৰ ছেদ, পুথিৰ কোনো এক ভাগ, a chapter.

**আন্,** বি. সৰ্ব্ব. (সং. অন্য, পৰ) বেলেগ এটা, যাৰ কথা কোৱা যায় তাতকৈ বেলেগ, ভিন্ন, other, another.

**আন্,** স. ধা. ( সং. আনয়ন ; বং. আনন ) দূৰৰ পৰা ওচৰ চপা, গুৰিলৈ নি, লৈ আহ্, to bring, to fetch.

**আন্‌কাল্,** ক্ৰি. বি. ( অং. আন, অন্য+কাল, সময় ) আন সময়ত, আন দিনা, at other times, on other days.

**আনজ্,** স. শ. ( সং. আত্মজ, সন্তান ) এটা লৰাহোৱাৰ পৰা আন এটা হোৱা লৈকে সময় ; যেনে, অমুকীৰ তিনি বছৰীয়া আনজ, the interval between the birth of one child and that of another.

**আনন,** স. শ. ( সং. অন, সমুখ ) মুখ, the face.

**আনন্দ,** স. শ. ( সং. আ, উপস.+নন্দ্, সন্তোষ হ ) ৰং, সন্তোষ, হৰিষ, pleasure, joy.

**আনন্দদায়ক,** বি. ৰং লগোৱা, pleasing.

**আনন্দময়,** বি. ( সং. আনন্দ, সন্তোষ + ময়, স্বৰূপ ) আনন্দ স্বৰূপ, সদায় আনন্দিত, শোক দুখহীন, blissful, ever happy, (স্ত্ৰী) আনন্দময়ী।

**আনন্দিত,** কৃদ. বি. ( সং. আ, উপস.+নন্দ সন্তোষ হ ) ৰং পোৱা, হৰিষিত, pleased, happy, joyful, (স্ত্ৰী) আনন্দিতা।

**আনৰিয়া,** বি. ( অং. আ, ন + নৰিয়া, ৰোগী ) পোনেই নৰিয়াৰ পৰা উঠা, সম্পূৰ্ণৰূপে ভাল নোহোৱা, recovering from sickness.

আনাভুৰা, বি. "অনাভুৰা" চোৱাঁ।

আনীত্, কৃদ. বি. (সং. আ, উপস.+নী, লৈ যা) অনা, ওচৰ চপোৱা, brought.

আনুকূল্য, স. শ. (সং. অনুকূল, হিত) সাহায্য, অনুগ্ৰহ, favor, aid.

আনুপূৰ্ব্বিক, বি. (সং. অনু, পাচ+পূৰ্ব্ব, আগ) আদিৰ পৰা অন্তলৈকে থকা, সম্পূৰ্ণ, কোনো ভাগ এৰা নপৰা; যেনে, আনুপূৰ্ব্বিক বিবৰণ, complete, full.

আনুষঙ্গিক্, বি. (সং. অনু, উপস.+সঙ্গ, লগ) লগত থকা, কথাৰ প্ৰস্তাৰত ওলোৱা, collateral, connected.

আনেকা-দিনা, ক্ৰি. বি. (সং. অন্যৈক দিনে, আন এক দিন) পাচ দিনা, on the following day.

আনে-বানে, ক্ৰি. বি. (সং. স্থানে আৰু বনে) যতে ততে, সকলো ঠাইতে (লাভ বা ধন পোৱাত খাটে); যেনে, সি আনে-বানে ধন পায়, everywhere, (said of gaining).

আনোতা, কৃদ. স. (অং. আন্) যি মানুহে আনে, আনয়ন কৰ্ত্তা, one who brings anything, (স্ত্ৰী) আনতী।

আন্তৰিক্, বি. (সং. আন্তৰিক—অন্তৰ, ভিতৰ) মনৰ ভিতৰৰ, internal.

আন্দাজ্, স. শ. (যাং.) অনুমান, মনৰ ভাব, supposition, conjecture.

আন্দোল্, অ. ধা. (সং. আন্দোল্, ওলমি লৰি থাক্) গুটিৰ ভৰত ডাল ওলম্ বা দোঁ খা; যেনে, বগৰী জোপা আন্দুলি পৰিছে, to bend down with fruit, স. ধা. লৰা, সঞ্চালন কৰ্, (পানীত খাটে); যেনে, লৰাই হাতেৰে পানী আন্দোলে, to agitate, as water.

আন্দোলন্, কৃদ. স. (সং. আন্দোল্, সঞ্চালন কৰ) চৰ্চ্চা; বাৰে বাৰে একে কথাৰে আলচ; যেনে, ডফলা ৰণৰ আন্দোলন হৈছে; সঞ্চালন, agitation of a subject, disturbance, as of water.

আন্দোলিত্, কৃদ. বি. বাৰে বাৰে আলচ্-কৰা, চৰ্চ্চা-কৰা, লৰোৱা, সঞ্চালিত; যেনে, বতাহত নৈৰ পানী আন্দোলিত হৈছে, agitated.

আন্ধ্, স. শ. (সং. আবন্ধ, যুৰলিৰ জৰী) ঈহেৰে যুৰলি বন্ধা জৰী, the string with which the shaft and yoke are tied together.

আন্ধলী, "অন্ধলা" চোৱাঁ।

আন্ধাৰ্, স. শ. (সং. অন্ধকাৰ, পোহৰৰ অভাৱ) পোহৰৰ অভাৱ, darkness, বি. পোহৰ নথকা, dark.

আপ, স. শ. (অং. বাপ, বোপাই) বোপাই, ককা; এতেকে বুঢ়া মানুহক মতা শব্দ; যেনে, হেৰা আপ! a term used by the lower classes in addressing their father, grandfather, or an old man. (চহা)।

আপঁইতা, বি. (সং. অপৰিণত, নপকা) পূৰঠ নোহোৱা, কুমলীয়া, অপৈণত, immature.

আপচু, বি. (সং. অপটু, অকাজভাগী) কুবৃত, আভঁজা, আগঢ়ী, ugly.

আপটু, স. শ. (অং. আ, ন+পট, মূৰ্ত্তি) যাৰ মূৰ্ত্তি নাই বা যি কেতিয়াও মূৰ্ত্তি দেখা নাই; এতেকে যি ভাল বস্তু দেখা নাই; যেনে, আপটুৰ পটু অৰ্থাৎ ভাল বস্তু নেদেখা মানুহৰ মানত ভাল বস্তু (নিন্দা)। one who never had or saw a good thing.

আপ্ডাল, স. শ. (সং. আপ্ত, হিতকাৰী) ৰক্ষা, প্ৰতিপাল; যেনে, লৰাটিৰ আপ-ডাল কৰিবা, the act of taking care of, looking after or tending.

আপত্তি, স. শ. (সং. আ, উপস.+পদ, যা) বাধা, কোনো কাৰ্য্যৰ বিৰোধে কোৱা কথা; আসোঁৱাহ, objection, remonstrance.

আপদ্, স. শ. (সং. আপদ—আ, উপস.+ পদ, যা) বিপদ, বিঘিনি, দুৰ্দ্দশা; আপালি, misfortune, adversity.

আপ্দাহ্, স. শ. (অং. আপোন, স্বয়ং+দায়, জগৰ, নিজাদায়) দাই, জগৰ, ছিদ্ৰ, দোষ

ধৰাত উত্তৰ দিব লগীয়া অৱস্থা, censure, responsibility.

আপদাহ্ সাৰ্, আপদাহ এৰা, দায় এৰা; to escape censure or responsibility.

আপদাহ দি, দায় ধৰ্, দোষা ৰোপ্ কৰ্, to censure.

আপদীয়া, বি. (সং. আপদ, দুৰ্দ্দশা) আপদ কৰা, আপদ-অনা, আপদযুক্ত; যেনে, আপদীয়া বস্তু ঘৰলৈ নানিবা; আপদত পৰা, causing misfortune, unfortunate.

আপ-দেও, স. শ. (অং. আপ, বোপাই +দেও, মান্য লোক) বোপাই, ককা, বুঢ়া মানুহক মতা শব্দ, a term used by the lower classes of Ahoms in addressing their father, grandfather, or a respectable old man.

আপক্রান্ত, বি. "বিপক্রান্ত" চোৱাঁ।

আপ্মান্, স. শ. (সং. অপমান, অসম্ভ্ৰম) কোনো লোকে আওহেলা বা অপমান কৰাত হোৱা বেজাৰ, sorrow occasioned by disregard or insult.

আপা, স. শ. (কামং. বাপা, লৰাক আদৰকৈ মতা মাত) মুনিহ লৰা; লগুৱা লৰা, a boy, a young servant. (স্ত্রী) আপী।

আপালি, স. শ. (সং. অপায়, আপদ) ঘৰত নৰিয়াৰ পৰা হোৱা আপদ; যেনে, ঘৰত আপালিৰ কাৰণে আহিব পৰা নাই, misfortune, especially, sickness in one's family.

আপাহ্, স. শ. "এপাহ" চোৱাঁ।

আপিট্, বি. নিপুণ, ভালৰূপে কাম-জনা, skilful, well up to work.

আপী, "আপা" চোৱাঁ।

আপুটি, স. শ. (অং. আপ, বোপাই+টি, উপস.) বোপাই (চহা); father.

আপুৰুগ্, স. শ. (সং. অপুৰোগ, আগলৈ নহা) অভাৱ, আটক, অপ্রাপ্তি, want.

আপুৰুগীয়া, বি. আটকীয়া, পাবলৈ নোহোৱা; যেনে, আপুৰুগীয়া বস্তু, scarce.

আপূৰঠ, বি. (অং. আ, ন+পূৰঠ, পৈণত) আপঁইতা, কুমলীয়া, immature.

আপোন্, ব্য. সৰ্ব্ব. (সং. আত্মন্; বং. আপন) ডাঙ্গৰ লোকক মতা মাত; যেনে, আপুনি আছে, yourself, a word used in addressing a respectable personage, বি. স. স্বয়ং, নিজ, one's self, স. শ. আপোনাৰ মানুহ, বন্ধু, a friend.

আপোনা-আপুনি, বি. সৰ্ব্ব. নিজে, স্বয়ং; যেনে, লৰাই আপোনা-আপুনি খাইছে; of one's self, of one's own accord.

আপোন্-পেটা, বি. আপোনাৰ পেটলৈ মাথোন চিন্তা-কৰা, লোকলৈ নেচাই আপোনাৰ হিত-চিন্তা, selfish.

আপোন্-পেটালি, গু. শ. আপোন-পেটা স্বভাৱ, selfishness.

আপ্ত, বি. (সং. আপ্, পা; টানত পোৱা যায়, এতেকে) হিতৈষী, উপকাৰী, friendly.

আপ্যায়িত্, কৃদ. বি. (সং. আ, উপস.+প্যায়, বাঢ়্) প্রীত, সন্তুষ্ট, pleased, satisfied.

আপ্ৰণী } স. শ. (সং. অপ্রাণী, প্রাণী নহয়,
আপ্ৰৱণী } অৰ্থাত সামান্য প্রাণী) দুখীয়া বা সামান্য মানুহ, a low person.

আপ্লাৱন্, কৃদ. স. (সং. আ, উপস.+প্লু, গা-ধো) ধল, বাঢ়নি পানী, a flood.

আপ্লাবিত্, কৃদ্. বি. বাঢ়নি পানীৰ দ্বাৰা তল যোৱা, পানীৰে পূৰ হোৱা, flooded.

আফৰ, } স. শ. (অং. ফৰ্ফৰ্, অনুক.) কমা-
আফঁৰি, } ৰৰ বা সোণাৰিৰ শালৰ ভাতিৰ মুখৰ চুঙ্গা, the mouth of a bellows.

আফঁৰী, বি. ফৰ্ফৰাই ফুৰা, উদ্যোগী; শীঘ্রে কাম কৰা আৰু সকলো কামত নিপুণ, active, nimble and skilful.

আফলা, স. শ. (সং. আস্ফালন, খুন্দা) সোঁতৰ খুন্দা, a rapid.

আফাল্, স. শ. (সং. আস্ফালন, থেকেচা) বলেৰে পেলাই দিয়া কাৰ্য্য, খুন্দা মৰা আঘাত, dashing, or throwing violently.

আফাল্ খা, ভৰি পিছলি পৰ্, to slip and fall.

আফাল্ মাৰ্, আছাৰ মাৰ্, বেগেৰে নিক্ষেপ কৰ্, to throw off violently, স. ধা.

থেকেচা মাৰ্, আছাৰ-মাৰ্ ; যেনে, শিলত আফালিলেও নেভাগে, to dash, to throw or strike violently.

আফিং, স. শ. ( সং. অহিফেন, সাপৰ মুখৰ লাল ; যাং. আফিউন, আফুৰ আঠা ) কাপোৰত নলগোৱাকৈ ৰখা আফুৰ আঠা, opium.

আফু, স. শ. ( যাং. আফিউন, হিং. আফু, আফিং ) আফিং বা কানিৰ গছ ; তাৰ গুটিৰ ঢোপ, the poppy, its seed vessel.

আফুগুটীয়া, বি. আফুৰ গুটিৰ দৰে ক্ষুদ্ৰ, small as a poppy seed.

আফুট্, বি. "অফুট্" চোৱাঁ।

আফুটনি, স. শ. ( অং. আ, ন+ফুট্, শব্দ কৰি ভাগ ; নখেৰে টিপিলে নুফুটে, এতেকে ) লেথি ওকণীৰ চোকোৰা, the shell of a nut.

আফুটা, বি. (অং. আ, ন+ফুট্, ভাগ) নুফুটা, বিন্ধা নথকা, unpierced, not bored.

আবতৰ্, স. শ. ( অং. আ, ন+বতৰ, উচিত সময় ) খেতিৰ নিমিত্তে অনুপযুক্ত সময়, কোনো বস্তু উৎপন্ন হোৱা কালতকৈ আন সময়, অসময়, not the proper season; unseasonable weather.

আবতৰীয়া, বি. অনুপযুক্ত সময়ত হোৱা, অসময়ত হোৱা, out of season, untimely.

আবদ্ধ, বি. ( সং. আ, উপস.+বধ্, বান্ধ ) বদ্ধ, আটক কৰা, tied, confined, restrained, not free.

আবনুৱা, বি. ( অং. আ, ন+বন্, কৰ্ম্ম ) কামত নিযুক্ত নোহোৱা, কাম নকৰা, doing no work, having no work.

আবৰ্, স. ধা. ( সং. আবৰণ, ঢাকনী ) ঢাক্, বেষ্টন কৰ্, to cover, to surround.

আবৰ্, স. শ. ( অং. আ, ন+বৰ্, মিলি থাক্ ) আহম ৰজাৰ বশ নোহোৱা এজাতি পৰ্ব্বতীয়া মানুহ, a very rude hill-tribe in Assam, who did not acknowledge allegiance to the Ahom kings, বি. কাৰো বশ নোহোৱা, আপোন মতে চলা, self-willed, rude.

আবৰি-বিবৰি, স. শ. অৰ্থ নথকা কথা, নৰিয়াত অজ্ঞান হোৱা বা বলিয়া মানুহে কোৱা কথা, প্ৰলাপ, incoherent speech, raving.

আবৰী } বি. ( আ, ন+বৰ, মিল হ ) মিল
আবৰ্ } নোহোৱা, সৈমান নোহোৱা, কাৰো কথা নুশুনা, আমঠু, rude, not amenable to reason, obstinate.

আবল্য, স. শ. ( সং. আলস্য, দুৰ্ব্বলতা ) লেঠা, কামৰ বাহুল্য ; যেনে, মোৰ আবল্য গুচা নাই, press of work, &c.

আবিয়ৈ, বি. ( অং. আ, নোহোৱা+বিয়া, বিবাহ ) বিয়া-নকৰা ; যেনে, আবিয়ৈ ছোৱালী ; বিবাহৰ দ্বাৰা গা শুচি কৰাৰ আগেয়েই তিৰোতা বা মুনিহ ৰখা ; যেনে, আবিয়ৈ মানুহ অশুচি, ( স্ত্ৰী. পু. )। unmarried ; having had sexual intercourse before the performance of the marriage ceremony, স. শ. বিয়া নোহোৱা মতা বা তিৰোতা ; যেনে, আবিয়ৈৰ বিয়া ; বিয়া কৰাৰ আগেয়েই তিৰোতা-ৰখা মতা বা মতা-ৰখা তিৰোতা, one having had sexual intercourse before marriage.

আবীৰ্, স. শ. (হিং. আবীৰ ) ফাঁকু, ফাঁকুৱাত ছটিওৱা ৰঙ্গা গুড়ি, a red powder sprinkled in time of the *holi* festival.

আবুৰ্, স. শ. ( হিং. অব্ৰু ) গোপন, কোনো কথা বা কাৰ্য্য লোকে নজনা বা নেদেখাকৈ থকাৰ নিমিত্তে তাৰ যি মান থাকে, সেই মান ; যেনে, আবুৰ ভাগিলে কথা পাতল হয়, privacy, secrecy.

আবেলি, স. শ. ( অং. আ, ন+বেলি, সময়, অসময় ) বিয়লি, ভাটি-বেলা, তিনি পৰীয়াৰ পাচ বেলা, the afternoon from about 3 o'clock.

আবোধ্, স. শ. ( সং. অবোধ, নজনা ) দশ ডাঙ্গৰ নোহোৱা ছোৱালী, অকুমাৰী, a virgin.

আভকতীয়া, "অভকতীয়া" চোৱাঁ।

আভঁজ, } বি. (অং. আ, ন+ভঁজ, গঢ়)
আভঁজা, } আগঢ়ী, কুৰূপ, ugly.

আভঁজুৰা, বি. (অং. আ, ন+ভাঁজ, মিহলি) ভাঁজ-নথকা, মিহলি-নথকা, pure, not alloyed.

আভৰণ্, কৃদ. স. (সং. আ, উপস.+ভৃজ, পূৰ কৰ্) অলঙ্কাৰ, ভূষণ, an ornament.

আভা, স. শ. (সং. আ, উপস. + ভা, প্ৰকাশ্ কৰ) দীপ্তি, কান্তি, পোহৰ, light.

আভাস্, স. শ. (সং. আ, উপস. + ভাস, দীপ্তিকৰ) অনুৰূপ, এটাবস্তু যেনে, তেনেকৈ কৰা আন এটা বস্তু; ছায়া; যেনে, যিৰূপে পূজা কৰিব লাগে, সেই ৰূপে কৰিব নোৱাৰি, আভাস মাথোন কৰা হৈছে, a semblance, a show, a shadow.

আভাস-কল্পনা, স. শ. (সং. আভাস, ঐ + কল্পনা, ভাব) অনুৰূপ-কল্পনা, এটা বস্তুক আন এটা বুলি ভবা; যেনে, পূজাৰ আভাস-কল্পনা কৰা হৈছে, making a show of something.

আভুকীয়া, বি. (অং. আ, ন+ভুকীয়া, ক্ষুধিত) ভোক-নলগা, ক্ষুধা হীন, having no appetite.

আভুৰা, বি. (অং. আ, ন+ভু, বুজ্ পা) বুজ্ নোপোৱা, ভু নোপোৱা, নজনা, unacquainted.

আভুৰা ভাঁৰ্, এপাহ মাৰ, বেয়া বস্তু দি বা বেয়াকৈ কাম কৰি ভাওনা কৰ্; যেনে, কণা হাঁহক পতান দি আভুৰা ভাঁৰে, to cheat by giving a bad thing as good or badly doing a work.

আভোক্, স. শ. (অং. আ, ন + ভোক, খাবৰ ইচ্ছা) ভোকৰ অভাব, খাবৰ অনিচ্ছা, want of appetite.

আভ্যুদয়িক, স. শ. (সং. অভ্যুদয়, সুখ সম্পত্তি) বিয়া আদি আনন্দৰ কাৰ্য্যৰ আগেয়ে কৰা শৰাধ, নান্দী-মুখ, an offering to ancestors on the occasion of rejoicing, "নান্দীমুখ" চোৱাঁ।

আম্, স. শ. (সং. আম্র, এবিধ সোৱাদ ফল) এবিধ সকলোৱে জনা গুটি, আৰু তাৰ গছ, the mango.

আম্, বি. (সং. অম, মৰিয়া হ) কেঁচা; নিসিজোৱা, unripe, unboiled, স. শ. অজীৰ্ণ, সাওঁ, unhealthy and slimy excretions.

আমঠ্, বি. (সং. অমত, সন্মত নোহোৱা) হিত-কথা নুশুনা, আপোন ইচ্ছাৰ দৰে চলা, বুজনি-নোলোৱা, obstinate, self-willed, not amenable to reason. স. শ. বুজনি-নোলোৱা মানুহ, ইচ্ছা মতে চলা মানুহ, an obstinate person.

আমঠু, স. শ. (অং. আম, এবিধ ফল) আমৰ ডিলাৰ ভিতৰৰ শাহ, জন্তুৰ বুকত থকা কলা-ডিল, কলিজা, the kernel inside the stone of a mango fruit, the heart.

আমতা, স. শ. পকা আমৰ চালি শুকোৱা মঙ্গহ, dried pulp of a mango.

আমনা, } স. শ. (বং. আমন্, শৰত
আমনাধান্, } কালত পকা ধান) এবিধ বঙ্গা ধান, a species of paddy.

আমনি, স. শ. (অং. আম্ এবিধ, ফল) আমবাৰী, অধিক আম-গছ থকা ঠাই, a mango grove.

আমনি, স. শ. (অং. আ, ন + মন, ইচ্ছা) কোনো কাৰ্য্য ঘনে ঘনে বা বহুক্ষণ কৰাৰ কাৰণে আৰু কৰিবৰ অনিচ্ছা, ভাগৰ; যেনে, লেখোঁতে লেখোঁতে আমনি লাগিল; বেয়া পোৱা কাৰ্য্য কৰি জন্মোৱা বিৰক্তি, disgust arising from repetition or continuation of the same thing, vexation, teasing.

আমনিকৰ্, বিৰক্তি জন্মা, দিগ্ কৰ্, to vex, to trouble.

আমনিয়া, স. ধা. আমনি লগা, ভাগৰ লগা, to disgust by repetition or continuation, to make tired of.

আমন্ জিমন্, বি. (অং. আ, ন + মন, মতি + জিমন, অনুৰূ.) মন-মৰা, বিমৰ্ষ,

চিন্তিত, বিৰস-মুখীয়া, sad, cheerless, pensive, lugubrious.

আমন্ জিমন্কৈ, ক্রি· বি· বিমৰ্ষ হৈ, মনমৰা ভাৱে, cheerlessly, pensively, lugubriously.

আমন্ত্রণ, কৃদ, স· ( সং· আ, উপস· + মন্ত্র, আলচ ) কোনো কাৰ্য্যৰ নিমিত্তে মাতি অনা কাৰ্য্য, নিমন্ত্রণ, invitation.

আমন্ত্রিত, কৃদ· বি· মতা, নিমন্ত্রণ-পোৱা, invited.

আমৰা, স· শ· (সং· আম্রাতক ; বং· আমড়া, এবিধ ফল ) এবিধ সকলোৱে জনা ফল, আৰু গছ, the hogplum and its tree.

আমহী, } স· শ· ( সং· আম্র-পেশী ;
আমহী-গুড়ি, } বং· আমশী + গুড়ি, গুড়া ) শুকান আমৰ গুড়ি, powdered mango.

আমা-ডিমা, বি· ( অং· আমা, অনুবন্ধ· + ডিমা, কণী ) কণীৰ সমান অৰ্থাৎ নিচেই সৰু, কেঁচুৱা ( ই সদায় এটাতকৈ অধিকৰ ভাৱ বুজায় ) ; যেনে, আমা-ডিমা লৰা-ছোৱালী কেইটা, very young.

আমান্ন, স· শ· ( সং· আম, নিসিজোৱা + অন্ন, চাউল ) নিসিজোৱা চাউল, raw rice.

আমাৰি, স· শ· ( সং· অম্ভাৰি, পানীৰ শত্রু, অম্ভ, পানী + অৰি, শত্রু ) এবিধ পানীত নষ্ট নোহোৱা বা নমৰা ডাঙৰ গছ ; a kind of timber tree (Amoora spectabilis ).

আমাশয়, স· শ· ( সং· আম, জীৰ্ণ নোজোৱা আহাৰ + আশয়, থকা ঠাই ) খোৱা বস্তু গোট খাই থকা জোলোঙ্গা, ভুঁৰু, the stomach.

আমিন, } স· শ· ( যাং· ) সজাতী, মাটি
আমীন, } জোখোঁতা, one deputed by authority to local enquiries, &c., commissioner, a surveyor.

আমিষ, স· শ· ( সং· অম্, গতি কৰ ) মাছ বা মঙহ ; ( তাক চলি ফুৰা জন্তুৰ পৰা পোৱা যায়, এতেকে সেই নাম ), animal food, fleshmeat.

আমুৰা, স· ধা· ( অং· আ, ন+মুখ, গাৰ অঙ্গ ) হেঁপাহ-পলুৱা, মুখত বেয়া লগোৱা, ভোগ কৰিবৰ অনিচ্ছা জন্মা, to satiate.

আমৈ, স· শ· ( অং· মাহী, আইৰ ভনীয়েক ) বন্ধুৰ বা নিজ নামেৰে যোৱা মানুহৰ মাক ; আইৰ বন্ধু তিৰোতা ; বোপাইৰ বন্ধুৰ ঘৈণীয়েক, the mother of a friend or name-sake, a female friend, of one's mother, father's friend's wife. "তাৰৈ" চোৱা।

আমৈলতা, স· শ· ( সং· অমৃত-লতা ) গছৰ ওপৰৰ পৰা মাটিলৈ আগ ওলমি অহা এবিধ লতা, সগুণীলতা, গুড়ুচী, a kind of creeper (Menispermum glabrum).

আমোদ, স· শ· ( সং· আ, উপস· + মুদ্, ৰং কৰ ) ৰং, আনন্দ, ধেমালি, pleasure, play.

আমোদিত, কৃদ· বি· আনন্দিত, ৰং পোৱা ; সুগন্ধি, delighted, fragrant.

আমোদী, বি· ধেমেলীয়া, ৰঙ্গুৱাল, playful, gay.

আমোদপ্রিয়, বি· ধেমেলীয়া, ধেমালিত-ৰত, sportive.

আমোল, স· শ· ( যাং· ) কোনো অধিপতিয়ে শাসন কৰা কাল, ৰাজত্বৰ কাল ; যেনে, অসম ৰজাৰ আমোলত, the time during which a ruler administers the affairs of a district, a reign.

আমোলন-টেঙ্গা, স· শ· ( সং· অম্লান, মলিন নোহোৱা, বা অম্ল, টেঙ্গা ) এবিধ টেঙ্গা ফল, a species of acid fruit.

আমোলন-ফুল, স· শ· ( সং· অম্লান, মলিন নোহোৱা ) এবিধ ৰঙ্গা ফুল, a species of flower.

আমোলা, স· শ· ( যাং· ) কোনো কাৰ্য্যৰ বা বিচাৰৰ ঠাইত লেখা-পঢ়াৰ কাম কৰা মানুহ, a clerk, a ministerial officer.

আমোলা, স· ধা· ( সং· আম্লান, অলপ মলিয়ন ) বেজাৰ বা নিৰাশাত মলিন কৰ্ ; ( মুখত খাটে ) যেনে, এই কথা শুনি তেওঁ মুখ আমোলাই পেলালে ;

to make sorrowful or cheerless (said of the face).

আম্‌কাহুন্দী, "কাহুন্দী" চোৱাঁ।

আম্-টিলা, স. শ. সৰু আম, আমৰ কলি, a small mango.

আম্ পোতনি, স. শ. (অং. আম্ আৰু পাত) আম্ পাতৰ নিচিনা বৰণেৰে এবিধ পোক, a species of caterpillar.

আম্র, স. শ. (সং. অম্, নৰিয়া পৰ্) আম্, এবিধ ফল, a mango.

আম্‌ৰলি, স. শ. আম-গছৰ পাত গোটাই বাহ সজা এবিধ ৰঙ্গচীয়া পৰুৱা, a kind of ant.

আম্‌ৰলীয়া, বি. (অং. আমৰলি পৰুৱাৰ নিচিনা ৰঙ্গচিয়া) ৰঙ্গচীয়া, কলা আৰু বগা বৰণৰে মিহলি পখৰা (মতা পাতি হাঁহত মাথোন খাটে), variegated, of red, white, and black colors (said of a drake).

আম্‌লখী, স. শ. (সং. আমলকী; হিং. বং. আম্‌লা, এবিধ ফল) এবিধ সকলোৱে চিনা গুটি; তাৰ গছ, a kind of fruit, its tree, emblic myrobalan, (Phyllanthus emblica).

আমশূল, স. শ. (সং. আম, অজীর্ণ + শূল্, খোচ মাৰি ধৰা বেদনা) অজীর্ণৰ পৰা হোৱা খোঁচনি, বিন্ধনি, ঠিহ ঠিহনি, pain arising from indigestion.

আয়, স. শ. (সং. আ, উপস.+ঈ, পা) উৎপন্ন, লাভ, income, gain.

আয়ত্ত, বি. (সং. আয়ত্ত, অধীন) বশ, অধীন, তলতীয়া, dependent.

আয়তন্, স. শ. (সং. আয়ত্ত, বহলা) পুতল, বিস্তাৰ, দীঘল্-পুতলৰ পৰিমাণ, extent, dimensions.

আয়তী, বি. (সং. আর্য্যৱতী, বং. এয়ো, স্বামী বা গৰাকী থকা) স্বামী থকা, having a living husband, স. শ. স্বামী-থকা তিৰোতা, a woman with a living husband.

আয়ম্, স. শ. (অং. ভেম্, কিতাহি,) থোৱা থকাত বৰ লোকৰ দৰে আচৰণ, pomp, a show of greatness, high style of living.

আয়স্, } ভাৰ. অ. পুতৌ কৰা বা সম-বেদন
আয়ুস্, } বুজোৱা মাত, an exclamation of pity or sympathy.

আয়া, স. শ. (হিং.) চাকৰণী; লৰা-ছোৱালীৰ আলধৰা তিৰোতা, ধাই, a nurse, a maid servant.

আয়াযাত্, কৃদ. স. (অং. আহ, আগমন কৰ্+যা, গমন কৰ্) অহা-যোৱা কার্য্য; বন্ধুৰ দৰে কৰা গতায়াত, the act of coming and going or frequenting; friendly intercourse.

আয়াস্, স. শ. (সং. আ, উপস. + য়স্, কাববাৰ কৰ্) পৰিশ্ৰম, কাব্‌বাৰ, প্রয়াস, যত্ন, effort, exertion, labour.

আয়ুধ্, স. শ. (সং. আ, উপস.+যুধ্, যুঁজ্) যুঁজৰ অস্ত্র, আহিলা, a weapon.

আয়ুবড়্, স. শ. (অং. আয়ু, জীয়াই থকা কাল +বড়্, বট গছ) অসম ৰজাই পাটত বহাৰ দিনা আয়ুস বাঢ়িবৰ নিমিত্তে ৰোৱা বট্ গছ, a tree planted by the old Assam Rajahs on the day of their coronation.

আয়ুর্ব্বেদ্ (-বেদ), স. শ. (সং. আয়ুস, জীয়াই থকা কাল+বেদ, শাস্ত্র) বেজ-পুথি, বৈদ্য-শাস্ত্র, pathology, a work treating of disease and remedy.

আয়ুস্, } স. শ. (সং. অয়, যা) জীয়াই
আয়ু, } থকা কাল, বয়স, duration of life.

আয়ুস, ভা. অ. "আয়স্" চোৱাঁ।

আয়ুস্মান, } বি. (সং. আয়ুস + ৱান আৰু
আয়ুষ্মান, } মান, থকা) আয়ুস থকা, অনেক কাল জীয়া, long lived.

আয়ৈ, "আইঐ" চোৱাঁ।

আয়োজন, কৃদ. স. (সং. আয়োজন,—আ, উপস.+যুজ, গোট খুৱা) যোজা, কোনো কার্য্যৰ নিমিত্তে বস্তু সংগ্রহ বা উদ্যোগ, preparations made for some undertaking.

আয়োজিত্ত, কৃদ. বি. কোনো কার্য্যৰ নিমিত্তে গোটোৱা, যুগুত কৰা, collected or procured for some particular purpose.

আয়ৌ, "আইঔ" চোৱাঁ।

আৰ্, স. ধা. ওলমাই থ ; হাৰিলে দিবলৈ নিয়মকৰ্, আৰি-বান্ধ, suspend, hang, to lay as a wager, to bet.

আৰক চন্দ, } স. শ. ( সং. অৰ্ক কান্তা (?)
আৰক চান্দ, } এবিধ গছ ) দৰবত লগা এবিধ গছ, a kind of plant.

আৰজী, স. শ. ( যাং ) নিবেদন-পত্ৰ, ডাঙ্গৰ লোকক কোনো কথা জনাবলৈ লেখা চিঠি, a petition.

আৰণি, স. শ. ( বং. আঁড়িয়া, পিয়াহ খাবলৈ নেপাই খীণোৱা ) কেঁচুৱা লৰাৰ মাকৰ গা নৰিয়া হলে পিয়াহ খাবলৈ নেপাই খীণোৱা ৰোগ, disease, peculiar to sucking children brought on by want of mother's milk.

আৰণি-পুৰণি, বি. ( অং. আৰণি, অনুক্ত. +পুৰণি, প্ৰাচীন ) বৰ পুৰণি, অনেক দিনীয়া (মৌখিক) ; ancient, very old.

আৰণ্য, বি. ( সং. অৰণ্য, হাবি ) হাবিত থকা, বনৰীয়া, wild.

আৰতি, স. শ. ( সং. আ, উপস. + ৰম্, ধেমালি কৰ্ ) সন্ধ্যা-সেৱা, গধূলি-বেলা মূৰ্ত্তি গোসাইৰ আগত চাকি দি দবা-ঘন্টা বজোৱা কাৰ্য্য, the offering of a light to an idol in the evening.

আৰবী, স. শ. ( যাং. ) আৰব দেশৰ ভাষা, the Arabic language, বি. আৰব দেশৰ, Arabian.

আৰব্ধ, বি. ( সং. আ, উপস.+ৰভ্, কৰিবলৈ ধৰ ) আৰম্ভ কৰা, উপক্ৰম কৰা, begun, commenced, commencing.

আৰম্ভ, স. ধা. ( সং. আ, উপস. + ৰভ্, কৰিবলৈ ধৰ্ ) কৰিবলৈ ধৰ্, প্ৰথমে উদ্যোগ-কৰ্, to commence, to begin.

আৰম্ভ, স. শ. কৰিবলৈ ধৰা কাৰ্য্য, প্ৰথম উদ্যোগ, উপক্ৰম, commencement, beginning.

আৰম্ভণ, কৃদ. স. আৰম্ভৰ কাৰ্য্য, the act of beginning.

আৰাও, স. শ. ( সং. আৰাৱ, শব্দ ) এটাহ, চিঞৰ, a scream, a noise.

আৰাধ্, স. ধা. ( সং. আৰাধন, ভজন্ ) ভজ, উপাস্, চিন্ত, আশ্ৰয় কৰ্, to worship, to adore.

আৰাধনা, স. শ. ( সং. আ, উপস.+ৰাধ্, অন্ত কৰ্ ) ভজনা, উপসনা, পূজা, worship, adoration.

আৰাধনীয়, বি. উপাসনাৰ যোগ্য, পূজনীয়, adorable.

আৰাৱ, স. শ. ( সং. আ, উপস.+ৰু, শব্দ কৰ্ ) চিঞৰ, আটাহ, a high sound, a scream.

আৰি, স. শ. (বং. আড়ি, এবিধ মাছ) এবিধ বাকলি নথকা মাছ, a kind of fish.

আৰি, স. শ. ( অং. আৰ্, হাৰিলে কোনো বস্তু দিবলৈ নিয়ম কৰ ) হাৰিলে কোনো বস্তু দিবলৈ কৰা প্ৰতিজ্ঞা ; ঘাটিলে দিবলৈ প্ৰতিজ্ঞা কৰা বস্তু, the act of betting, a wager.

আৰি বান্ধ বা আৰি মাৰ্, ঘাটিলে কোনো বস্তু দিবলৈ নিয়ম কৰ্, to wager.

আৰিয়া, স. শ. (সং. আলোক, পোহৰ ; বং. আলেয়া, ধন গুলৈৰ দীপ্তি ) জুই লগাই পোহৰ কৰিবৰ কাৰণে বন্ধা ফটা কানিৰ মুঠা ; ফটা কানিৰ মুঠাত লগোৱা জুই, a torch or link.

আৰি-কুঁজা, বি. ( অং. আৰি, এবিধ মাছ+ কুঁজা, বেঁকা ) আৰি মাছৰ নিচিনা পিঠিত ভাজ থকা, অলপ কুঁজা, having a slightly crooked back.

আৰিমুৰি, স. শ. ( অং. আটিমুটি, হাত-গা লৰোৱা কাৰ্য্য ) একালৰ পৰা আন কাললৈ গা লৰোৱা কাৰ্য্য, ইকাতি সিকাতি হোৱা কাৰ্য্য ; যেনে, "আৰিমুৰি কৰে কন্যা নেথাকি থমকি।" the act of moving from one side to the other.

আৰু, যৌ. অ. ( বং. আৰও, এবং ) এবং, অপৰ ; যেনে, তেওঁ আৰু মই, and, বি.

ইয়াতকৈ অধিক ; যেনে, আৰু ধন লাগে ; আৰু এবাৰ আহিম, more, further, ক্রি. বি. পুনৰ, আকৌ ; যেনে, মই আৰু নাহোঁ, again.

আৰু তেওজ্-বেলি, কা. সৰ্ব্ব. ( অং. আৰু অধিক + তেওজ, যোৱা বছৰৰ আগ বছৰ ) যোৱা বছৰৰ আগ-বছৰৰ আগৰ বছৰ, the year previous to the one before last.

আৰু বাৰ্, ক্রি. বি. ( অং. আৰু+বাৰ, পাল, সময় ) আকৌ, পুনৰায়, আৰু এবাৰ, again, once more.

আৰুবেলি, কা. সৰ্ব্ব. ( অং. আৰু, অপৰ+ বেলি, বছৰ ) যোৱা বছৰ ; যেনে আৰু বেলি আহিলোঁ ; সম্প্ৰদান কাৰক হলে সি অহা বছৰ বুজায় ; যেনে, আৰু বেলি-লৈ আকৌ আহিম, last year, when in the dative case signifies next year.

"আৰু বেলি" যেতিয়া একেটা শব্দ হয়, তেতিয়াহে এই দুই অৰ্থ হয় ; যেতিয়া "আৰু" এবং "বেলি" বেলেগে থাকি বিশেষণ বিশেষ্য হয়, তেতিয়া ইয়াতকৈ অধিক বেলা, এনে অৰ্থ বুজায় ; যেনে, আৰু বেলি হলে তেওঁ ঘৰত নেথাকে।

আৰূঢ়্, বি. ( সং. আ, উপস. + ৰুহ্, ওথ হ ) উঠা, আৰোহণ কৰা, mounted.

আৰৈ, } স. শ. নিসিজোৱাকৈ বদত
আৰৈ-চাউল্. } শুকোৱা ধানৰ চাউল, rice made without boiling, but simply drying the paddy in the sun before husking.

আৰৈমুৰীয়া, বি. ( অং. আৰৈ+মুৰ্মুৰ, ভগাৰ শব্দ ; আৰৈৰ দৰে মুৰ্মুৰীয়া ) ভালকৈ নিসিজা ধানৰ পৰা কৰা, made, as rice, without thoroughly boiling the paddy before husking.

আৰৈয়া, বিং. আৰৈ চাউলৰ নিচিনা, শুকান, dry.

আৰোগ্য, স. শ. ( সং. অ, ন + ৰোগ, ব্যাধি ) নীৰোগ অৱস্থা, সুচা অৱস্থা, health.

আৰোপ্, স. ধা. (সং. আ, উপস.+ৰুহ্, উঠ্) লগাই দি ; স্থাপন কৰ্ ; যেনে, দোষ আৰোপিছে ; নিচেই ঢিলাকৈ বান্ধ ; যেনে, চুৰিয়া খান আৰোপি থৈছে, to assign, to attribute, to tie loosely.

আৰোপণ্, } কৃদ. স. ( সং. আ, উপস.+ৰুহ,
আৰোপ্, } উঠ্) লগাই দিয়া কাৰ্য্য ; আৰোপা কাৰ্য্য ; সমৰ্পণ, the act of placing, attributing or delivering.

আৰোপিত্, কৃদ. বি. লগাই দিয়া, আৰোপা, placed, assigned, attributed.

আৰোৱান্, স. শ. ( অং. আঁৰ, আবৰণ ) ৰজা-মন্ত্ৰী-আদিক আঁৰ দিয়া ছত্ৰ ; সেই ছত্ৰ এটা চেপেটা নাল লগোৱা বাঁহৰ গোলাকাৰ বস্তু ; সি ৰজাৰ হলে বগা, আনবিলাকৰ হলে ৰঙ্গা কাপোৰেৰে ঢকা হয়। ৰাজ-পৰিয়ালৰ আন লোকে কেৱল কাঠীৰ আৰোৱান মাথোন লৈছিল, a flat round bamboo frame covered with cloth. That used by the Raja was covered with white cloth others with red, while the inferior numbers of the Raja used one of wicker work only.

আৰোৱান্-ধৰা, স. শ. সেই ছত্ৰ ধৰোঁতা, the bearer of the above.

আৰোহণ্, কৃদ. স. ( সং. আ, উপস.+ৰুহ্, উঠ্ ) কোনো বস্তুৰ ওপৰলৈ উঠা কাৰ্য্য, the act of ascending or mounting.

আৰোহী, বি. ( সং. ঐ. ) উঠোঁতা, আৰোহণ কৰোঁতা, one who rides, or mounts.

আৰ্জ্, স. ধা. ( সং. অৰ্জ, উপাৰ্য্যন্ কৰ্ ) উপাৰ্জন কৰ, ঘট্, খেতি কৰ্, to acquire, to gain, to grow (said of crops).

আৰ্জন্, কৃদ. স. ( সং. অৰ্জন, ঘটা ) ঘটন, উপাৰ্জন ; অৰ্জা ধন বা বস্তু, the act of earning or acquiring, the things earned.

আৰ্জা, স. শ. আকাৰ, গঢ়, গঠ ; আৰ্হি, a form, a shape, a pattern.

আৰ্জ্জিত্, কৃদ. বি. ( সং. অৰ্জ্জিত, উপাৰ্জন

কৰা ) ঘটা, অৰ্জ্জা, খেতি কৰা, acquired, gained, grown as crops.

আৰ্ত্ত, বি. ( সং. আ, উপস. + ঋৎ, পা ) পীড়িত, দুখ পোৱা, ব্যস্ত, বিবুদ্ধি, pained, afflicted, confounded.

আৰ্ত্তনাদ্, স. শ. ( সং. আৰ্ত্ত, ঐ+নাদ, শব্দ ) দুখৰ মাত, শোকৰ চিঞৰ, ভয়ৰ মাত, a cry of pain, distress or fear.

আৰ্ তাৰ্, ব্য. সৰ্ব্ব. ( অং. ইয়াৰ+তাৰ ) এই জনৰ সেই জনৰ, অনিশ্চিত মানুহৰ, of this person and that person.

আৰ্দ্ৰ, বি. ( সং. অদ্, গতি কৰ্ ) পানীৰে তিতা, wet.

আৰ্দ্ৰক্, স. শ. ( সং. আৰ্দ্ৰ, তিতা ) আদা, (সি শুকান মুখলৈ পানী আনে), ginger.

আৰ্দ্ৰা, স. শ. ( সং. অদ্, গতি কৰ্ ) ষষ্ঠ নক্ষত্ৰ, the sixth lunar mansion.

আৰ্য্য, স. শ. ( সং আৰ্য্য—ঋ, যা ) মান্য লোক ; এতেকে হিন্দুবিলাকৰ আদি পুৰুষ, গৰাকী, a respectable or venerable person, a Hindu of the olden time, a master.

আৰ্য্যাবৰ্ত্ত, স. শ. ( সং. আৰ্য্য+আবৰ্ত্ত, থকা ঠাই ) হিমালয় আক বিন্ধ্য পৰ্ব্বতৰ মাজৰ ঠাই, আৰ্য্যবিলাকৰ প্ৰথম থকা ঠাই, the country bounded on the north and south by the Himalaya and Vindhya Mountains.

আৰ্চী, স. শ. ( হিং. বং. আৰ্শী, দাপণ ) মুখ চোৱা দাপণ, a mirror, a looking glass.

আৰ্ষ, স. শ. ( সং. ঋষি ) মনুত লেখা আঠ প্ৰকাৰ বিয়াৰ এক প্ৰকাৰ, কন্যাৰ পিতাকক দৰাই গৰু দান কৰি কৰা বিয়া, one of the eight forms of Hindu marriage.

আহি, স. শ. আৰ্জ্জা, গঢ়, যাক চাই আন বস্তু প্ৰস্তুত কৰা যায়, চানেকি, ছাপিবৰ নিমিত্তে যুগুত কৰা বস্তুৰ শুদ্ধাশুদ্ধ চাবৰ নিমিত্তে প্ৰথমে ছপা কাকত, a likeness, a shape, a model, a pattern, a proof sheet.

আৰ্হি তোল, এখান কাকত বা এটা বস্তুৰ আৰ্হিৰে আন এখান কাকত বা আন এটা বস্তু কৰ্, to copy.

আল্, স. শ. ( সং. শলল্, কেঁটেলাৰ কাঁইট ) চৰাইৰ ঠেঙ্গৰ কাঁইট ; খুটাৰ ওপৰৰ জোঙ্গাকৈ কটা ভাগ, কোনো ভোতা বা ডাঙ্গৰ বস্তুৰ পৰা জোঙ্গা হৈ ওলোৱা ভাগ, a spur, the tenon of a post, a sharp point.

আলগ্, বি. ( অং. আ, ন+লগ, সঙ্গী ) লগ নলগা, বেলেগ, পৃথক ; separate, distinct, স. শ. নিলগ, আঁতৰ ; বিশেষ কৈ মাটিৰ পৰা আঁতৰ অৰ্থাৎ ওপৰ, আকাশ ; যেনে, আলগতে ধৰিলোঁ, distance, the air.

আলগ কৰ্, পৃথক কৰ্, বেলেগ কৰ্ ; আন মানুহেৰে সৈতে খাবলৈ নিষেধ কৰ্ ; যেনে, অমুকক গোসাঁইয়ে আলগ কৰিছে, to separate, to excommunicate.

আলগতীয়া, বি. ( অং. আলগ + তীয়া, প্ৰত্যয় ) বেলেগ হোৱা, নিলগ বা পৃথক কৰা ; বেলেগতীয়া, separated.

সমা.—"আলগ" শব্দে বেলেগ অৰ্থাত লগত নথকাক বুজায় "আলগতীয়" শব্দে লগৰ পৰা পৃথক হোৱাক জনায়।

আলগা, বি. (অং. আ, ন+লাগ, আৱশ্যক হ) নলগা, আৱশ্যক নথকা, সম্পৰ্ক নথকা ; যেনে, আলগা কথা, unnecessary, unconnected, having no concern.

আলগা, স. ধা. ( অং. আ, ন+লগ, সঙ্গ ) বেলেগ কৰ্, পৃথক কৰ্, to separate.

আলগে, ক্ৰি. বি. ( অং. আলগ ) বেলেগে, পৃথকে ; একে লগে থকা আনবিলাক বস্তুক নোছোৱাকৈ ; যেনে, থোকৰ পৰা এটা কলা আলগে আনা, separately ;

আলচ্, স. ধা. ( সং. আলোচন, পৰামৰ্শ ) পৰামৰ্শ কৰ্, মন্ত্ৰণা কৰ্, লোকৰ মত সোধ্, to consult about, to plot, to plan. স. শ. পৰামৰ্শ, উপদেশ, মন্ত্ৰণা, লোকৰ মত সোধা, advice, consultation, অ. ধা. পৰামৰ্শ কৰ্ ; দুই বা অধিকলোক গোট

খাই কোনো কাৰ্য্যৰ বিষয়ৰ মন্ত্ৰণা কৰ্; বিবেচনা কৰ্, কল্পনা কৰ্; যেনে, মনে মনে আলচিছোঁ, to consult together, to deliberate.

আলতা, স. শ. (সং. অলক্ত, বং. আল্‌তা, লাৰ বৰণ) লাৰ-পৰা কৰা ৰঙ্গা বৰণ, লাৰ ৰস, lac dye.

আলতীয়া, বি. (অং. আলতা, লাৰ ৰস) আলতাৰ দৰে, অৰ্থাৎ অলপ আঠা-যুক্ত, নৈয়ে পেলোৱা অলপ বালি আৰু বোকা যুক্ত; যেনে, আলতীয়া মাটি, clayey, consisting of mud deposited by a river.

আলনি, বি. (অং. আ, ন + লনি, সম্ জোখৰ) আজোখ, সকলো অঙ্গৰ সমতা নথকা; এতেকে অশুৱনি, not symmetrical, ugly looking, (স্ত্ৰী) আলনী।

আলম্, স. শ. (সং. অৱলম্ব, আশ্ৰয়) আশ্ৰয়; যেনে, ডাঙ্গৰ মানুহৰ আলমত থাকিলে উপকাৰ হয়, refuge, protection.

আলম্-বিলম্, স. শ. (সং. আলম্, আশ্ৰয় + বিলম্ব, গহৰি) বিলম্বক আশ্ৰয় কৰা, গহৰি, পলম (মৌখিক), delay.

আলয়্, স. শ. (সং. আ, উপস. + লী, বেৰ্) ঘৰ, গৃহ, a house, a dwelling.

আলৰ্, বি. (অং. অ, ন + লৰ্, চল) বুঢ়া বয়সৰ নিমিত্তে লৰি-চৰি ফুৰিব নোৱৰা; এতেকে বৰ বুঢ়া, (স্ত্ৰী) আলৰী, unable to move, owing to great age, decrepit.

আলষণী, স. শ. (সং. অলক্ষণী, অমঙ্গলীয়া) মানুহৰ পেট কামোৰণি-তোলা এবিধ পিশাচী; এতেকে পেট কামোৰণি-ৰোগ, a she-devil, supposed to cause a griping pain in the stomach.

আলস্থুৱা, বি. (সং. আলস্য, এলেহুৱা) একো দুখ-নোপোৱাকৈ বৰ সুখত উঠা, আতোল্-তোল; অতি সুখীয়া; যেনে, আলস্থুৱা লৰাই দুখ সহিব নোৱাৰে, tenderly brought up, petted.

আলস্থুৱাকৈ, ক্ৰি. বি. আতোল-তোলকৈ, দুখ নিদিয়াকৈ, tenderly.

আলস্য, স. শ. (সং. আলস্য—অলস, এলেহুৱা) এলাহ, বনলৈ অনিচ্ছা, সৰপালি, laziness.

আলহী, স. শ. (সং. আলস, এলাহে ধৰা) বিশ্ৰাম কৰি এলাহ গুচাবলৈ লোকৰ ঘৰত ৰাতি ৰোৱা বাটকুৱা, অতিথি, আনৰ ঘৰত ভোজনাদি কৰিবলৈ যোৱা লোক, a sojourner, a visitor, a guest.

আলাই-আথানী, বি. (অং. আলগ্, লগ নথকা+আথানী, ঠাই নথকা) সামৰি নথৈ নষ্ট কৰা; ৰাখোঁতাৰ অভাৱত নষ্ট হোৱা; যেনে, গৰাকী নথকা বস্তু আলাই-আথানী হয়; আশ্ৰয়হীন, থাকিবৰ ঠাই নথকা; যেনে, মাক-বাপেক-মৰা লৰা আলাই-আথানী হয়, wasted through carelessness or want of protection. having no place of refuge, homeless.

আলাইজাবৰী, বি. অকাজভাগী, ধুনপেঁচ নমৰা, unskilful, untidy.

আলাগতীয়া, বি. (অং. আ, নহয়+লাগতীয়া, আৱশ্যকীয়) অনাৱশ্যকীয়, অকামিলা, unnecessary, useless.

আলান্, স. শ. (অং. আৰ, ওলমা) কাণত বা ডিঙ্গিত ওলমাই দিয়া দৰব, a pendent, medicine, (কামৰূ.)।

আলান্ধু, } স. শ. (অং. আলান, ওলমোৱা আলান্ধ্ৰু, } + ধোঁৱা বা সং. অলন্ধ্ৰুম, বৰ ধোঁৱা) বাৰ চালত লাগি ওলমি থকা ধোঁৱাৰ মল, soot.

আলান্ধুৱা, } বি. আলান্ধু লগা, ধোঁৱা লগা, আলান্ধ্ৰুৱা, } মলিন, sooty.

আলাপ্, স. শ. (সং. আ, উপস.+লপ্, কথা ক) কথোপকথন; এজনে আনজনেৰে সৈতে কোৱা কথা; যেনে, কথোপকথনৰ দ্বাৰা হোৱা চিনাকী তেওঁৰে সৈতে মোৰ আলাপ আছে, conversation, acquaintance.

আলাপী, বি. কথাবাৰ্ত্তা কৰজনা, কথাৰ দ্বাৰা লোকৰ লগত মিলিব পৰা, হৰিলগৰিল কৰি কথা কোৱা, affable, social, chatty, (স্ত্ৰী) আলাপিনী।

আলাবাহু, বি· ( অং· আ, ন+লাগ, আৱ-শুক হ+বাহু, গুটিৰ বাকলি ) একো কামৰ যোগ্য নোহোৱা, অপাত্ৰ, অশুৱনি, humdrum, ugly.

আলাহ্‌, স· শ· ( সং· আলস্য, কামলৈ অনিচ্ছা) এলাহ, সৰপালি, sloth, laziness.

আলি, স· শ· ( সং· অল, বাধা কৰ্‌, পানী যোৱাত বাধা জন্মায়, এতেকে ) পথাৰত পানী ৰাখিবৰ নিমিত্তে বন্ধা ঢাপ ; তাৰ দৰে ওখকৈ বন্ধা, মানুহ চলা বাট, an embankment across a rice field; a road, a high way.

আলিঙ্গন্‌, কৃদ· স· ( সং· আ, উপস· + লিগ্‌, ওচৰ চাপ ) চেনেহেৰে আঁকোৱালি ধৰা কাৰ্য্য, an embrace; the act of embracing.

আলু, স· শ· ( সং· আলু, ওল কচু ) মানুহে খোৱা মূল ; মাটিৰ তলত থকা কোমল শিপা ; দাঁতৰ গুৰি, গছৰ ঘাই শিপা, a yam, the gums of the teeth, the main root of trees.

আলু উঠ্‌, শিৰি উঠ্‌, সমূলি নষ্ট হ, নিসঁচ হ, to be rooted up, to be extinct.

আলু তোল, সমূলি নষ্ট কৰ্‌, নিসঁচ কৰ্‌, to root up, to destroy completely.

আলেখ-লেখ্‌, স· শ· ( অং· আ, ন+লেখ, গণনা কৰ ) কোনো মানুহ সাৱধানে আছে নে নাই মনে মনে চোৱা, গোপনে ছল চোৱা ; যেনে, চোৰে আলেখ-লেখ চাই চুৰ কৰে, the act of stealthily watching to see whether a person is on his guard or not, secretly looking for opportunity.

আলেখ্য, স· শ· ( সং· আ, উপস·+লিখ্‌, কাপেৰে আঁক ) লেখা প্ৰতিমূৰ্ত্তি, চিত্ৰপট, a picture, a drawing.

আলেঙ্গে-আলেঙ্গে, ক্ৰি· বি· আঁতৰৰ পৰা ওচৰ নচপাকৈ ; এতেকে গোপনে, ভি-তৰি ; যেনে, এই কথাৰ আলেঙ্গে-আলেঙ্গে বুজ লবা, from a distance, without approaching, secretly.

আলে-জালে, ক্ৰি· বি· ( অং· আল, আলস্য +জালে, অনুক· ) মন দি কাম নকৰাকৈ, এলাহত ; যেনে, দিনটো আলে-জালে গল, in idleness, inactively.

আলৈ-আহুকাল্‌, স· শ· ( বং· আলাই, আপদ+অং· আহুকাল, দুখ ) আপদ, বিপদ, misfortune.

আলৈ-বিলৈ, স· শ· ( বং· আলাই বালাই, আপদ ) দুখ, কষ্ট, distress, misery.

আলোক্‌, স· শ· ( সং· আ, উপস·+লোক, দেখ ) দীপ্তি, light.

আলোচনা, স· শ· ( সং· আ, উপস·+লোচ্‌, চা ) বিবেচনা, বিচাৰ ; আলচ, অভ্যাস, consultation, consideration, practice.

আলোচিত্‌, কৃদ· বি· আলচা, বিবেচনা কৰা, অভ্যাস কৰা, considered, studied.

আলোড়ন্‌, কৃদ· স· ( সং· আ, উপস·+লুড়্‌, লৰা ) সঞ্চালন, লৰোৱা ; আওডলা, লৰাই মিহলোৱা, stirring, agitating.

আলোড়িত্‌, কৃদ· বি· লৰোৱা, সঞ্চালিত, আওডলা, stirred, agitated.

আলৌ-আপচু, ভা· অ· শাও বা ঘিণ বুজোৱা মাত ( মৌখিক ), a term of curse or abuse.

আলৌলৌৱা, বি· (অং· লেউ-লেউৱা, কোমল, জুলীয়া ) আলসুৱা, দুখ নিদিয়াকৈ ডাঙ্গৰ কৰা, চেনেহেৰে তোলা, tenderly brought up, indulged.

আলৌ-লৌৱাকৈ, ক্ৰি· বি· আলসুৱাকৈ, tenderly.

আল্‌জিভা, স· শ· ( সং· আলজিহ্বা, বং· আলুজিৰ, জিভাৰ ওপৰৰ জোঙ্গা ছাল ) তালুৰ নাম-ভাগৰ পৰা ওলমি থকা জোঙ্গা ছাল, the uvula.

আল্‌ধৰা, স· শ· ( অং· আল্‌, পৰিচৰ্য্যা+ ধৰ্‌, নিযুক্ত হ ) গোসাঁই বা ভকতৰ পৰি-চাৰক বা পৰিকৰ, an attendant or servant of a religious instructor.

আল্‌পিন্‌, } স· শ· ( ইং· পিন ) গাঁথি শলা,
আল্পিন্‌, } বেজিৰ নিচিনা সৰু শলা, a pin.

আল-পৈচান্‌, স· শ· ( অং· আল, পৰিচৰ্য্যা

+পৈচান, পৰিচৰ্য্যা) লগুৱালি, পৰিচৰ্য্যা, বন কৰি দিয়া, menial service, the act of attending upon anyone.

আল্‌ফুল্‌, } বি. বৰ কোমল, মৃদু, টানকৈ আল্‌ফুলীয়া, } ধৰিলেই ভগা ; যেনে, আলফুলীয়া বস্তু, tender, delicate, requiring nice handling.

আল্‌ফুল্‌কৈ, ক্রি. বি. ঢিলাকৈ ; জুখ নিদিয়াকৈ ; ওপৰে-ওপৰে, হেঁচা বা টেপা নমৰাকৈ ; যেনে, আলফুলকৈ ধৰিবা, softly, tenderly, without pressing.

আল্‌মাইৰা, } স. শ. ( পর্টুগিজ. অল্‌মেৰিয়া) আল্‌মাৰি, } এবিধ পেড়া ; ঢাকনী দিয়া কাঠৰ চাং, an almirah.

আৱখোৰা, স. শ. ( যাং. আব, পানী+খোৰ, খোৱা ) সৰু ঘটীৰ নিচিনা পানী খোৱা পাত্র, a small drinking vessel.

আৱলখ্‌, স. শ. ( যাং. আবলুছ ) এবিধ কলা কাঠ, ebony.

আৱলি, } স. শ. ( সং. আ, উপস.+ আৱলী. } ৱল্‌, লৰ-চৰ ) শ্রেণী, শাৰী, a row, a series.

আৱশ্যক্‌, স. শ. ( সং. আৱশ্যক, প্রয়োজন, অৱশ্য, প্রয়োজন ) প্রয়োজন, সকাম, necessity, বি. প্রয়োজনীয়, লগা, necessary.

আৱশ্যক শব্দ বিশেষণ-স্বৰূপে কেৱল কৃদন্ত ভাৱবাচক শব্দৰ পাচত মাথোন ব্যৱহৃত হয় ; যেনে, কৰা আৱশ্যক, যোৱা আবশ্যক ইত্যাদি।

আৱশ্যকীয়, বি. প্রয়োজনীয়, লগা ; যেনে, আৱশ্যকীয় বস্তু, necessary, needful.

আবাহন্‌, কৃদ. স. ( সং. আৱাহন—আ, উপস.+ৱহ্‌, বহন কৰ্‌ ) আমন্ত্রণ, নিমন্ত্রণ, মতা কাৰ্য্য, invitation.

আবির্ভাৱ, স. শ. ( সং. আৱির্ভাৱ—আৱিস্‌, ব্যক্ত+ভূ, হ ) প্রকাশ, অৱতাৰ, আগত ওলোৱা, the act of becoming visible.

আবির্ভূত, কৃদ. বি. ব্যক্ত, প্রকাশিত, অৱতাৰ ধৰা, becoming visible, manifest.

আবিষ্কাৰ্‌, স. শ. ( সং. আৱিষ্কাৰ—আৱিস্‌, ব্যক্ত+কৃ, কৰ্‌ ) প্রকাশিত কৰণ, ব্যক্ত কৰা কাৰ্য্য, উলিওৱা, manifestation, discovery.

আবিষ্কৃত, কৃদ. বি. ব্যক্ত কৰা, প্রকাশিত, উলিওৱা, manifested, made visible, discovered.

আবৃত্‌, কৃদ. বি. ( সং. আবৃত—উপস.+বৃ, ঢাক ) আচ্ছাদিত ; ঢকা ; বেৰি ধৰা, covered, surrounded.

আবেদন্‌, কৃদ. স. (সং. আৱেদন—আ, উপস. +ৱিদ্‌, জান্‌ ) জনোৱা কাৰ্য্য, নিবেদন ; ডাঙৰ লোকক কোনো কথা জনোৱা পত্র, a humble representation, an address ; a petition.

আশ্‌, স. শ. ( সং. আশা, ভোগৰ বাঞ্ছা ) আশা, সিদ্ধ হবৰ আগন্তুক থকা বাঞ্ছা ; যেনে, পৰত আশ, বনত বাস ; দুৰ্ব্বল যেন দেখি হিংসিবলৈ কৰা সাহ ; যেনে, "তোমাৰ হয় ধন-নাশ, শত্রুৰেও পায় আশ", hope, expectation ; boldness.

আশংসা, স. শ. ( সং. আ, উপস.+শংস, বাঞ্ছা কৰ্‌) লোকৰ ভালৰ বাঞ্ছা, আশীর্ব্বাদ, benediction.

আশকত্‌, } বি. ( সং. অশক্ত, শক্তিহীন ) আশকতীয়া, } শক্তি-গুচা, দুৰ্ব্বল, খীণ ; যেনে, নৰিয়া পৰিলে বৰ বলীও আশকত বা অশকতীয়া হয়, weak, feeble, emaciated, "আশকত" চোৱা।

আশঙ্কা, স. শ. ( সং. আ, উপস. + শক্‌, সংশয় কৰ্‌ ) সংশয়, সন্দেহ, অঠাৰৰ ; ভয়, doubt, fear.

আশয়্‌, স. শ. ( সং. আ, উপস. + শী, বিশ্রাম কৰ্‌ ) মন, চিত ; অভিপ্রায়, মনৰ ভাব, mind, intention.

আশয় পা, মনৰ ভাব বুজি নির্ভয় হ ; যেনে, আশয় পোৱা কুকুৰে ডিঙিলৈ জঁপিয়ায়, to be familiar.

আশা, স. শ. ( সং. আশা, ভাৰসা—আ, উপস.+অশ্‌, বহলা ) সিদ্ধিৰ আগন্তুক থকা বাঞ্ছা ; যেনে, নৰিয়া ভাল হবৰ আশা আছে ; বাঞ্ছা ; যেনে, জীবৰ আশা

এৰিব নেপায় ; ( বাঞ্ছাৰ পৰা আশা উৎপন্ন হয়, অৰ্থাৎ প্ৰথমতে বাঞ্ছা হয়, সেই বাঞ্ছা সিদ্ধ হবৰ আগন্তুক হলে সি আশা হয় ), hope, expectation, desire.

আশা পাল্, পাম পাম বুলি আশা কৰি থাক্, to wait in hopes.

আশাধাৰী, বি. ( সং. আশা, ঐ+ধৃ, ধৰ্ ) আশাত বন্ধ, আশা এৰিব নোৱৰা, লুভীয়া, longing after, expectant.

আশা পাশ, স. শ. ( সং. আশা + পাশ, জৰী ) আশাৰ জৰী, এৰিব নোৱৰা আশা, a longing desire, craving ( lit., chain of desire ).

আশা-বন্ধ, বি. ( সং. আশা+বধ্, বান্ধ ) আশাৰ দ্বাৰায় বন্ধা, আশা এৰিব নোৱৰা, bound by desire, longing often.

আশাশুধীয়া, বি. ( সং. আশয়, মন+শুদ্ধ, নিভাঁজ) উদাৰ চিত্তৰ ; অকপটীয়া, sincere.

আশী, সংখ্যা. ( সং. অশীতি, আঠ-দহ ) চাৰি কুৰি, eighty.

আশীৰ্ব্বদীয়া, বি. আশীৰ্ব্বাদ-সম্বন্ধীয়, শুভ-কামনা কৰি দিয়া ; যেনে, গুৰু-ঘৰৰ আশীৰ্ব্বদীয়া মালা, given with wishes for good.

আশীৰ্ব্বাদ, স. শ. ( সং. আশীস্, মঙ্গল বাঞ্ছা+বাদ, কথন ) মঙ্গল বাঞ্ছা কৰা, আশংসা কৰা, কুশল-ধ্বনি-কৰা, a blessing, a benediction.

আশু, ক্ৰি. বি. ( সং. অশ্, ব্যক্ত হ ) শীঘ্ৰে, সোনকালে, soon, quickly.

আশ্চৰ্য্য, বি. ( সং. আ, উপস. + চৰ্, গতিকৰ ) আচৰিত, চমতকাৰ আগেয়ে নেদেখা বা নোহোৱা ; অদ্ভুত, wonderful, astonishing.

আশ্ৰম্, স. শ. ( সং. আ, উপস. + শ্ৰম, ধৰ্ম্ম কৃত্য কৰ্ ) ধৰমী মানুহৰ থকা ঠাই ; উদাসীনৰ সত্ৰ, ধৰমী মানুহৰ শ্ৰেণী, তাৰ সংখ্যা, চাৰি ;—যেনে, ব্ৰহ্মচাৰী, গৃহস্থ, বানপ্ৰস্থ, ভিক্ষুক ; the abode of a religious person, a hermitage, one of the four religious orders.

আশ্ৰমী, বি. আশ্ৰম থকা ; চাৰি বিধ ধৰ্ম্ম পথৰ-এবিধত আশ্ৰয় কৰা, belonging to a hermitage, following one of the four religious orders.

আশ্ৰয়, স. শ. ( সং. আ, উপস.+শ্ৰী, সহায় ভজ ) সহায়, ৰক্ষক ; যেনে, ঈশ্বৰ সকলোৰে আশ্ৰয় ; ৰক্ষাৰ ঠাই, ৰক্ষাৰ উপায় ; যেনে, অমুকে আশ্ৰয় দিছে, a protector, protection, a place of refuge.

আশ্ৰিত্, কৃদ. বি. ( সং. ঐ ) শৰণাগত, অধীন, আশ্ৰয় লোৱা, dependant, protected, স. শ. লোকত আশ্ৰয় কৰি থকা মানুহ, অধীন, a dependant.

আশ্বাস্, স. শ. ( সং. আ, উপস.+শ্বস্, উশাহ ল ) দুখ গুচিবৰ ভাৰসা পালে মানুহে ভালকৈ উশাহ লব পাৰে এতেকে, শান্ত্বনা ; ভাৰসা, consolation, encouragement.

সমা.—বাঞ্ছা সিদ্ধিৰ বিশ্বাস "আশা ;" দুখ গুচিবৰ আশা পালে মনত যি শান্ত্বনা হয়, সি আশ্বাস ; যেনে, বেজে অভয় দিলে ৰোগীয়ে আশ্বাস পায়।

আশ্বিন্, স. শ. ( সং. অশ্বিনী, নক্ষত্ৰ এটা ) ষষ্ঠ মাহ ; আহিন মাহ ( এই মাহৰ পূৰ্ণিমাত অশ্বিনী নক্ষত্ৰ হয়, এতেকে সেই নাম ), September-October.

আষল্-শলাই, স. শ. ( সং. অক্ষ শলাকা, ৰথৰ ঘিলাৰ মাজে সোমোৱা শলা ) ঢেঁকি আৰু কঁতৰাৰ মাজে সুমুৱা মাৰি। the pin on which is supported a foot pestle for pounding rice.

আষাঢ়্, স. শ. ( সং. আষাঢ়া, নক্ষত্ৰ এটা ) তৃতীয় মাহ, আহাৰ মাহ, ( এই মাহৰ পূৰ্ণিমা সদায় পূৰ্ব্বাষাঢ়া নক্ষত্ৰত পৰে এতেকে ), June-July.

আষাৰ্, স. শ. ( সং. অক্ষৰ, আখৰ ) এটা আখৰৰ সমান কথা অৰ্থাৎ এটা শব্দ ; যেনে, আষাৰ চাৰেক কথা কওঁ, one word.

আখি, স. শ. ( সং. অক্ষি, চকু, গাঁঠি ) কলাৰ

এষা বা থোপা ; যেনে, কলাৰ আষিত্ব এক অনা, a bunch of plantains.

আষিয়া, স. ধা. (অং. আষি. ঐ) আষি-বিলাক কাটি পৃথক কৰ্ ; যেনে, কলা থোকা আষিয়ালে, to cut off and separate the bunches.

আস্, ভা. অ. দুখ বা খং বুজোৱা মাত, an exclamation of pain or displeasure.

আসক্ত, বি. (সং. আ, উপস. + ষঞ্জ, আঁকোৱাল-মাৰ) বৰকৈ মন লগোৱা, ৰত, devoted, attached, enamoured.

আসক্তি, স. শ. কোনো বিষয়ত বা বস্তুত বৰকৈ মন লগোৱা কাৰ্য্য, ৰতি, প্ৰবল ইচ্ছা, attachment or fondness.

আসঙ্গ, স. শ. (সং. আ, উপস. + ষঞ্জ, আঁকোৱাল-মাৰ্) সঙ্গ, লগ, ই প্ৰায় আন এটা শব্দেৰে লগ লাগি থাকে ; যেনে, আসঙ্গলিপ্সা (লগ লবৰ বাঞ্ছা), association.

আসন্, স. শ. (সং. আস্, বহ) চাৰিপীৰা-আদি বহা বস্তু, a seat.

আসন্নকাল্, } স. শ. (মূং. সং. আসন্ন, ওচৰ
আসন্ন সময়, } + কাল, সময়) মৰিবৰ সময়, মৃত্যুৰ ওচৰ, hour of death.

আসৰিশ্, বি. (সং. অসদৃশ, তুল্য নথকা) অতুল্য, তুলনা-নথকা ; এতেকে, বৰ প্ৰবল ; যেনে, দুখ আসৰিশ, incomparable, very violent.

আসহজ, "অসহজ" চোৱাঁ।

আসাদন্, কৃদ. স. (সং. আসাদন, প্ৰাপ্তি—আ, উপস. + ষদ্, গতি কৰ্) কোনো কাৰ্য্যৰ নিমিত্তে বস্তু-সংগ্ৰহ ; যেনে, শৰাধলৈ বস্তু আসাদন কৰিছে, the act of collecting necessary things for a certain purpose.

আসাদিত্, কৃদ. বি. কোনো কাৰ্য্যৰ নিমিত্তে গোটোৱা, যো-কৰা, collected for a certain purpose.

আসাম্, স. শ. এখন দেশৰ নাম ; "অসম" চোৱাঁ।

আসুৰিক, বি. (সং. অসুৰ, দৈত্য, অপ-দেৱতা) অসুৰৰ দৰে আচৰণ কৰা, দয়া-মৰম-নোহোৱা, দুৰাচাৰ, demoniac, pertaining to a demon, cruel.

আসুৰিমতীয়া, বি. (সং. আসুৰিক, ঐ + মত, বিধি) শাস্ত্ৰৰ নিৰূপিত-নোহোৱা, শাস্ত্ৰ-নজনা মানুহে চলোৱা ; (দৰবত খাটে) শাস্ত্ৰ বা সমাজৰ মতৰ বিৰুদ্ধে চলা, not consonant with medical science, empirical, not conforming to the rules of Shastra or Society.

আসৈকৰ্, } স. ধা. (অং. আ, ন+সৈ, স্বীকাৰ)
আসৈমাত্, } অস্বীকাৰ-কৰ, to deny.

আসোঁৱাহ্, (অং. আ, ন + সোঁৱাহ্, সিদ্ধান্ত) কোনো কাম কৰাৰ বিৰুদ্ধে দেখোৱা আপত্তি ; যেনে, পদকীয়াই আসোঁৱাহ উলিয়াইছে ; কাৰ্য্যৰ বাধা, বিঘিনি, objection raised against something, obstruction, hinderance.

আসোৱাদ্, বি. (অং. আ, ন + সোৱাদ, মিঠা) সোৱাদ নোহোৱা ; বিসোৱাদ, of bad taste, insipid.

আস্তৰ্, স. শ. (যাং. অস্তৰ, কাপোৰৰ ভিতৰত লগোৱা কাপোৰ) কোনো কাপোৰৰ ভিতৰ ফালে লগোৱা কাপোৰ ; আৰ্শীত লগোৱা মহাৰস ; বাৰত দিয়া চূণ বালিৰ লেপ, the lining of a garment ; foil or a thin coat of quick-silver with tin laid on the back of a looking glass ; a sand-plaster.

আস্তব্যস্তকৈ, ক্ৰি. বি. (সং. অভ্যৰ্থনা, সমাদৰ) ঘৰলৈ অহা মানুহক সমাদৰ কৰি (বহিবলৈ কোৱাত খাটে), receiving with respect.

আস্তিক্, বি. (সং. অস্তি, আছে) ঈশ্বৰ-মনা, believing in God, faithful. স. শ. ঈশ্বৰমনা মানুহ ; এজন মুনিৰ নাম, a believer in God ; the name of a Sage.

আস্তিক্, স. শ. (সং. আস্থা, আদৰ) আদৰ ; চেনেহ ; সাধাৰণ মৰম, ৰতি, respect, fondness ; affection.

আস্পদ্, স. শ. ( সং. আ, উপস.+পদ, বিষয় ) বিষয় ; পদ ; a subject, a rank, office.

আস্পৰ্দ্ধা, স. শ, ( সং. আ, উপস.+ স্পৰ্দ্ধ, অৰিয়া-অৰি কৰ্ ) অহঙ্কাৰ, গপ্, pride.

আস্ফাল্, স. শ. ( সং. আ, উপস.+ স্ফাল্, কোব-মাৰ ) কোব, আছাৰ, আঘাত; এতেকে, বীৰত্ব বা মহতালি দেখোৱা কাৰ্য্য, তৰ্জ্জন-গৰ্জ্জন, ডাবি, dashing, a stroke; display of strength or power, a threat.

আস্ফালন্, কৃদ. স. আছাৰ মৰা, আফাল মৰা, গৰ্জ্জন্, থংকৰি ডাঙ্গৰ শব্দেৰে কথা কোৱা কাৰ্য্য, dashing, speaking in a loud and angry tone.

আস্ফোট্, স. শ. ( সং. আ, উপস.+স্ফুট্, বহল কৰ্ ) মালে যুঁঝিবৰ সময়ত বাহুত মৰা চাপৰ, striking on the arm as wrestlers at the time of fighting.

আস্বাদ্, স. শ. ( সং. আ, উপস.+ স্বাদ্, সোৱাদ) সোৱাদ, ৰস, স্বাদ, taste, flavor. "সোৱাদ" চোৱা।

আস্বাদন, কৃদ. স. সোৱাদ বুজা বা চাকি চোৱা কাৰ্য্য, the act of tasting.

আস্বাদন কৰ্, চাকি চাই সোৱাদ বুজ্, to taste.

আহ্, অ. ধা. (সং. আস্, বং. আইস, উপস্থিত হ ) আগমন কৰ্, ওচৰ চাপ্, to come, to approach.

আহ্, ভা. অ. আঃ, দুখ বুজোৱা মাত্, খঙ্গৰ মাত, an exclamation of pain or anger.

আহ্-যাহ্, স. শ. ( অং. আহ্, ঐ+যা, গমন কৰ ) অহা-যোৱা, গতায়াত, intercourse.

আহত্, কৃদ. বি. ( সং. আ, উপস.+হন্, হিংসা কৰ্ ) আঘাতৰ দ্বাৰা দুখ পোৱা, ঘা লগা, struck, wounded.

আহম্, স. শ. ( সং. অসম, সমান নথকা ) অসম দেশৰ ৰজাৰ জাতৰ মানুহ ; "অসম" শব্দ চোৱা।

আহম্-আঠা, স. শ. এবিধ গছৰ আঠা, তাৰে খামতিবিলাকে দাৰ নাল বোলায়, আৰু আহম-ৰজাৰ দিনত মানুহৰ গাত চিন দিয়া গৈছিল ; আহমবিলাকে তাক প্ৰথমে ইয়াত উলিয়ায়, the gum of a tree (Melanorrhœa.)

আহৰণ, কৃদ. স. ( সং. আ, উপস.+হৃ, গ্ৰহণ কৰ্ ) গ্ৰহণ ; গোটাই অনা, a taking.

আহৰি, "আজৰি" শব্দৰ অপভ্ৰংশ।

আহলে-বহলে, ক্ৰি. বি. ( অং. আহল, অমুৰূ. +বহল, পথালি ) দীঘে পুতলে আটুট-ৰূপে ; যেনে, এই কাপোৰে আহলেবহলে জুৰিব, sufficient in length and breadth.

আহা, ভা. অ. আনন্দ প্ৰকাশ কৰা মাত, an exclamation of pleasure.

আহাৰ্, স. শ. ( সং. আ, উপস.+হৃ, গ্ৰহণ কৰ্ ) খোৱা বস্তু, খাদ্য দ্ৰব্য, food.

আহাৰ্, স. শ. ( সং. আষাঢ় ) বছৰৰ তৃতীয় মাহ, June-July.

আহাৰান্তে, ক্ৰি. বি. ( সং. আহাৰান্তে— আহাৰ, ভোজন+অন্তে, পাচত ) ভোজনৰ অন্তত, খোৱাৰ পাচত, after eating.

আহাৰীয়, বি. আহাৰ সম্বন্ধীয়, খোৱা ; যেনে, আহাৰীয় বস্তু, eatable.

আহাৰুৱা, বি. আহাৰ মাহত হোৱা, born or produced in the month of Assar. স. শ. আহাৰ মাহত অৰ্থাৎ বাৰিষা উৎপন্ন হোৱা এবিধ কলা পোক, সোঁৱাহী-পৰুৱা, the blister fly.

আহাৰ্-ব্যৱহাৰ্, স. শ. ( সং. আহাৰ ব্যৱহাৰ, সংসৰ্গ—আহাৰ, ভোজন+ব্যৱহাৰ, আচৰণ) একেলগে ভোজন আদি কৰা কাৰ্য্য, সংসৰ্গ, the act of associating and messing together.

আহিন্, স. শ. ( সং. আশ্বিন, এটা মাহ ) বছৰৰ ষষ্ঠ মাহ, September-October.

আহিনীয়া, বিং. আহিনত হোৱা, produced in Ashwin. মানুহৰ নাম বুজালে ( পুং ) আহিনা, ( স্ত্ৰী ) আহিনী হয়।

আহিলা, স. শ. ( সং. আহন, আঘাত কৰণ )

যুদ্ধৰ সঁজুলি, ৰণৰ অস্ত্ৰ-শস্ত্ৰ আদি; খাৰ-গুলী আদি, military stores, ammunition.

আহু, স. শ. (সং. আশু, শীঘ্ৰ) এবিধ সোনকালে পকা ধান, a species of paddy which is reaped and gathered in June-July, "ধান" চোৱাঁ।

আহুকাল্, স. শ. (সং. অহো, আচৰিত + কাল, সময়) আপদ, কষ্ট, কষ্টজনক বস্তু, distress, a troublesome thing.

আহুতি, স. শ. (সং. আ, উপস. + হু, উৎসৰ্গ) হোমত ঢলা ঘিউ, clarified butter poured on fire as oblation to gods.

আহুদি, স. শ. (সং. ঔষধি, দৰব) মন মোহা বা বশ কৰা দৰব, a philter.

আহুনীয়া, বি. (অং. আহোন্, গছৰ ফেৰ মেলা ডাল) বহিবৰ উপযুক্ত ৰূপে ফেৰ মেলা, আসনৰ নিচিনা; যেনে, আহুনীয়া গছ, spread out in such a manner as to form a convenient seat (said of a tree or branches of it).

আহুত, কৃদ. বি. (সং. আ, উপস. + হ্বে, মাতৃ) মতা, নিমন্ত্ৰণ কৰা, invited, called.

আহোন, স. শ. (সং. আসন, বহা বস্তু) হাতীৰ গলধনত মাউত বহা ঠাই; ফেৰ মেলি বহিবৰ উপযুক্ত হোৱা গছৰ ডাল; নাৱৰ গুৰিয়াল বহা ঠাই, that part of an elephant's neck on which the driver sits, a natural seat formed by the branches of a tree; the steerman's seat in the stern of a boat.

আহোম, স. শ. "আহম" শব্দ চোৱাঁ।

আহ্নিক্, বি. (সং. অহ্ন, দিন) দৈনিক, দিনটীয়া, এদিনত হোৱা, daily, diurnal, স. শ. নিত্য কৰিব লগীয়া ধৰ্ম্মকৃত্য, daily prayer.

আহ্লাদ্, স, শ. (সং. আ, উপস. + হ্লদ্, ৰং পা) ৰং, আনন্দ, joy, delight.

আহ্লাদিত্, কৃদ. বি. ৰং পোৱা, আনন্দিত, delighted.

আহ্বান্, স. শ. (সং. আ, উপস. + হ্বে, মাতৃ) মতা কাৰ্য্য, নিমন্ত্ৰণ, invitation, calling.

আক্ষেপ্, স. শ. (সং. আ, উপস. + ক্ষিপ, পেলা) শোক, বেজাৰ, sorrow, regret.

## ই।

ই, বৰ্ণমালাৰ তৃতীয় আখৰ। ই কোনো কথাৰ পাচত যোগ কৰা হলে তাৰ অৰ্থ বিশেষকৈ বুজায়; যেনে, হাতীয়েই, মানুহেই, অহাই; ইত্যাদি, the third letter of the alphabet.

ই, বা. সৰ্ব্ব. (সং. ইদম্, এই) ওচৰত থকা মানুহ বা বস্তু, this man or thing.

ইঃ, ভা. অ. দুঃখ বেজাৰ বা আশ্চৰ্য্য ভাব বুজোৱা মাত, an exclamation of pain, sorrow or surprise.

ইকট্ৰ সিকট্ৰ, ইকটা-সিকটা, স. শ. (অং. ই, ইফাল + কটা, ছেদ কৰা + সি. সিফাল + কটা, ছেদ কৰা) বেয়া সোৱাদ বা গন্ধ পাই মুখ বেঁকা কৰা কাৰ্য্য, the act of making a wry face.

ইকৰা, স. শ. (সং. ইক্কট, এবিধ তৃণ) ঘৰৰ বাৰ দিয়া খাগৰিৰ নিচিনা এবিধ বন, a kind of reed.

ইকাতি-সিকাতি, ক্ৰি. বি. (অং. ই, এই + কাতি, গাৰ দাঁতি + সি, সেই + কাতি, দাঁতি) এফালে কাতি হৈ থকাৰ পৰা আন ফালে কাতি; এফালৰ পৰা আন ফাল, from one side to another, from one way to another.

ইকাৰ্, স. শ. (সং. ই + কাৰ, আখৰ) ই—আখৰ; বিশেষকৈ ি, the vowel, ই especially the symbol ি।

ইঙ্গিত, স. শ. (সং. ইগ্, গতি কৰ) চিয়াৰ, ঠাৰ, কথা বুজোৱা সঙ্কেত, a hint, a gesture.

ইচ্, ভা. অ. ইতিকিং বা উপলজ্জা কৰা-মাত, an exclamation of contempt.

ইচাট্-বিচাট্, স. শ. (অং, ই, ইফাল + চাট, হঠাত মৰা কোব + বিচাট, উপ শ.) চাটি-ফুটি, গাৰ পোৰণি বা দুখ পোৱাৰ নিমিত্তে

ইলুটি সিলুটি কৰা, ধৰফৰণি, tossing about in pain, restlessness.

; স. ধা. (সং. ইষ্, বাঞ্ছা কৰ্) বাঞ্ছ, কামনা কৰ্; যেনে, ঈশ্বৰে ইচ্ছিলে সকলো হয়, to wish, to desire.

ইচ্ছা, স. শ. (সং. ইষ্, বাঞ্ছা কৰ্) বাঞ্ছা, কামনা, wish, desire.

ইচ্ছুক, বি. ইচ্ছা কৰা, বাঞ্ছা কৰা, যি ইচ্ছা কৰে, desirous.

ইজা, স. শ. (ফাং) এ পাতৰ পৰা আন পাতলৈ নিয়া মুঠ অঙ্ক, the figures brought over to another page.

ইটা, স. শ. (সং. ইষ্টক; বং. ইট, ঘৰ সাজিবৰ নিমিত্তে পোৰা মাটি) পকা ঘৰ সাজিবৰ নিমিত্তে পোৰা মাটিৰ চপৰা; a brick.

ইটা-খলি, স. শ. (অং. ইটা, ঐ+খলি, খাল) ইটা সজা ঠাই, a brick-field. "ইটাশালি" এনেও হয়।

ইটাগুড়ি, স. শ. (অং. ইটা+গুড়ি, খুন্দি মিহি কৰা বস্তু) ধূলি কৰা ইটা; ৰঙ্গাবৰণীয়া এবিধ মাছ খোৱা চৰাই, brick-dust, a bird of reddish color.

ইটাগুড়ীয়া, বি. (অং. ইটা+গুড়ি, খুন্দি মিহিকৈ ভঙ্গা বস্তু) ইটাৰ গুড়িৰ নিচিনা ৰঙ্গচিয়া বৰণৰ, reddish.

ইটি, বি. সৰ্ব্ব. (অং. ই, এই+টি, উপস.) এইটি; (ওচৰত থকা সৰু বা আদৰৰ মানুহ বা বস্তুত খাটে); this, (said of a small or lovely person or thing).

ইটো, বি. সৰ্ব্ব. (অং. ই+টো, উপস.) এইটো, ওচৰত থকা কোনো বস্তু বা মানুহকু বুজায়, this.

ইতৰ, বি. (সং. ই, বাঞ্ছা+তৃ, পাৰ হ) সামান্য, নীহ, low, vile.

ইতৰ্-বিশেষ্, স. শ. (সং. ইতৰ, সামান্য + বিশেষ, প্ৰধান) বেলেগ, প্ৰভেদ, difference.

ইতলা, স. শ. (ফাং) অধিকাৰক জাননি দিয়া পত্ৰ, ৰেপট, a report. "এত্তলা" এনেও হয়।

ইতি, ক্ৰি. বি. (সং. ইতি, এই, শেষ) এই; ইয়াতে অন্ত, this; here is the end.

ইতিকিং, স. শ. (সং. ইতি; এই+কিং, কি, ই কি?) তুচ্ছ কৰণ, উলাই কৰি হঁহা কাৰ্য্য, পৰিহাস, a joke, a jest, ridicule. "বিগত" চোৱা।

ইতিমধ্যে, ক্ৰি. বি. (সং. ইতি, এই+মধ্যে, মাজত) ইয়াৰ মাজত, এই কথা হৈ থাকোঁতেই, সেই সময়তে, in the meantime, meanwhile.

ইতিহাস্, স. শ. (সং. ইতিহ, আগৰ পৰা চলি অহা) পুৰণি কথা; সাধু কথা; বুৰঞ্জী, a history, a story.

ইত্যাদি, ক্ৰি. বি. (সং. ইতি+আদি, আগ) এইবিলাককে আদি কৰি, &c., and so forth. বি. এইবিলাকেই আদিত থকা; যেনে, মহ, গৰু, ঘৰ, ইত্যাদি বস্তু, and other.

ইদানীক্, ক্ৰি. বি. (সং. ইদানীং, এতিয়া) এতিয়া, এই কালত, now, at present.

ইদানীন্তন্, বি. (সং. ইদানীং) এতিয়া, of the present time, modern.

ইন্দিবৰ্, } স. শ. (সং. ইন্দিৰা, লক্ষ্মী+
ইন্দীবৰ্, } বৃ, বৰণ্ কৰ্) কলা বৰণীয়া পদ্ম, নীল পদ্ম, (ইয়াৰ দ্বাৰা লক্ষ্মীয়ে বিষ্ণুক বৰিছিল, এই কাৰণ সেই নাম হৈছে); the blue lotus.

ইন্দু, স. শ. (সং. উন্দ, ভিজা) চন্দ্ৰ, শশী, জোন, the moon.

ইন্দুৰ্, স. শ. (সং. ইন্দুৰ্—উন্দ্, তিয়া) এবিধ গাঁতত থকা শলিয়া, এন্দুৰ, a rat.

ইন্দ্ৰ, স. শ. (সং. ইন্দ্ৰ—ইদ্, শক্তিমন্ত হ) দেৱতাৰ ৰজা, স্বৰ্গৰ অধিপতি, the king of the gods, the Hindu Jove.

এই শব্দ পুংলিঙ্গ শব্দেৰে যুক্ত হৈ ৰজা বা শ্ৰেষ্ঠ বুজায়; যেনে, নৰেন্দ্ৰ, ৰজা; গজেন্দ্ৰ, ডাঙ্গৰ বা শ্ৰেষ্ঠ হাতী বা হাতীৰ ৰজা; মৃগেন্দ্ৰ, জন্তুৰ ৰজা, সিংহ, ইত্যাদি।

ইন্দ্ৰজাল্, স. (সং. ইন্দ্ৰ, বোধ শক্তি+জাল, মেৰাই ধৰা ফান্দ) ভেলেকী, এটা বস্তুক

আন এটা যেন দেখোৱা বিদ্যা, Jugglery, magic.

ইন্দ্ৰজিত, স. শ. (সং. ইন্দ্ৰ, স্বৰ্গৰ ৰজা + জিত, জয় কৰোঁতা) ৰাবণৰ পুতেক মেঘনাদৰ নাম, এবিধ গাত লতাৰ নিচিনা ফুল থকা ডাঙৰ সাপ, the name of a son of Ravana; a species of Boa.

ইন্দ্ৰদ্যুম্ন, স. শ. উড়িয্যা দেশৰ এজনা ৰজাৰ নাম, তেওঁৰেই জগন্নাথৰ মূৰ্ত্তি স্থাপন কৰিছিল, the name of a king of Orissa who set up the idol of Joggornath.

ইন্দ্ৰপুৰি, স. শ. (সং. ইন্দ্ৰ, দেৱতাৰ ৰজা + পুৰি, নগৰ) ইন্দ্ৰৰ নগৰ, স্বৰ্গ; এতেকে অতি উত্তম নগৰ বা ঘৰ-বাৰী, Indra's heaven; a very beautiful city or a palace.

ইন্দ্ৰপ্ৰস্থ, স. শ. পাণ্ডৱবিলাকৰ নগৰ, পুৰণি দিল্লী, the ancient Delhi where the Pandovas reigned.

ইন্দ্ৰবংশী, বি. (সং. ইন্দ্ৰবংশীয়, ইন্দ্ৰৰ বংশৰ) ইন্দ্ৰৰ বংশত জাত, belonging to the race of Indra.

ইন্দ্ৰমালতী, স. শ. (সং. ইন্দ্ৰ + মালতী, এবিধ ফুল) বাবৰি শাকৰ জাতিৰ এবিধ বন আৰু তাৰ ফুল, a species of flower, the chrysanthemum.

ইন্দ্ৰযৱ, স. শ. (সং. ইন্দ্ৰ, কুটজ গছ + যৱ, গুটি) কুটজৰ গুটি, the seed of the Wrightica ante-dysenterica.

ইন্দ্ৰলোক, স. শ. (সং. ইন্দ্ৰ, স্বৰ্গৰ ৰজা + লোক, স্থান) স্বৰ্গ, Indra's heaven.

ইন্দ্ৰাণী, স. শ. ইন্দ্ৰৰ ভাৰ্য্যা, শচী, the wife of Indra.

ইন্দ্ৰালয়, স. শ. (সং. ইন্দ্ৰ + আলয়, ঘৰ) ইন্দ্ৰৰ ঘৰ, the abode of Indra.

ইন্দ্ৰিয়, স. শ. (সং. ইন্দ্ৰিয়—ইন্দ্ৰ, আত্মা; আত্মাই যাক কষ্টেৰে হে দমন কৰে) গাৰ গিবিলাক ভাগৰ দ্বাৰা মানুহে কাম কৰে বা মানুহৰ বোধ জন্মে সেইবিলাক গাইপতি একোটা ইন্দ্ৰিয়। ইন্দ্ৰিয় চৈধ্যটা, আৰু সিহঁতৰ তিনি শ্ৰেণী; যেনে, চকু, কাণ, নাক, জিভা আৰু ছাল, এই পাঁচোটাৰ দ্বাৰা বোধ জন্মে, এতেকে ইহঁতৰ নাম জ্ঞানেন্দ্ৰিয়; নিশ্বাসৰ নলীৰ ওপৰৰ ভাগ (বা বাগ্যন্ত্ৰ), হাত, ভৰি, মলৰ দ্বাৰ আৰু লিঙ্গ বা যোনি, এই পাঁচোটাৰ দ্বাৰা কৰ্ম্ম হয়, এতেকে ইহঁত কৰ্ম্মেন্দ্ৰিয়, আৰু মন, বুদ্ধি, অহঙ্কাৰ, চিত্ত, এই চাৰিটাক অন্তৰেন্দ্ৰিয় বোলা যায়, an organ of sense or action. লিঙ্গ আৰু যোনিয়ে সন্তান উৎপত্তিৰ কাৰ্য্য কৰে, এতেকে সিহঁতক জননেন্দ্ৰিয়বিলাকৰ লগত লেখা যায়। "জননেন্দ্ৰিয়" চোৱা। an organ of sense or action, such as the eye, nose, ear, &c.

ইন্দ্ৰিয়-সুখ, স. শ. (সং. ইন্দ্ৰিয়সুখ, ইন্দ্ৰিয়ৰ সন্তোষ) চকু, জিভা, কাণ, নাক, ইত্যাদিয়ে পোৱা সন্তোষ বা তৃপ্তি, sensual pleasures.

ইন্দ্ৰিয়সুখাভিলাসী, বি. (সং. ইন্দ্ৰিয় সুখাভিলাসিন্, ইন্দ্ৰিয়সুখ-বাঞ্ছা কৰা—ইন্দ্ৰিয়সুখ, ঐ + অভিলাসিন, বাঞ্ছা-কৰা) ইন্দ্ৰিয়ৰ সুখ-বিচৰা, সকলো প্ৰকাৰ শৰীৰৰ সুখত ৰত; যেনে, ইন্দ্ৰিয়সুখাভিলাসী হব নেলাগে, sensual, voluptuous. স. শ. ইন্দ্ৰিয়সুখ-বিচাৰোঁতা; যেনে, ইন্দ্ৰিয়সুখাভিলাসীৰ সঙ্গতি নহয়, a sensual man. (স্ত্ৰী) বি. স. শ. ইন্দ্ৰিয়সুখাভিলাসিনী।

ইন্দ্ৰিয়-দমন, স. শ. (সং. ইন্দ্ৰিয়দমন, ইন্দ্ৰিয়বিলাকক বশ-কৰণ—ইন্দ্ৰিয়, চকু, কাণ, জিভা, ইত্যাদি + দমন, বশ-কৰণ) ইন্দ্ৰিয়বিলাক প্ৰবল হৈ বেয়া কামত প্ৰবৃত্ত নোহোৱাকৈ ৰাখন, control over the organs of the body, self-control, restraint of the organs of sense.

ইন্দ্ৰিয়-দোষ, স. শ. (সং. ইন্দ্ৰিয়দোষ, ইন্দ্ৰিয়ৰ পৰা হোৱা পাপ—ইন্দ্ৰিয়, ঐ + দোষ, কুকৰ্ম্ম,) ইন্দ্ৰিয়ৰ পৰা হোৱা কুকৰ্ম্মৰ ইচ্ছা, evil propensity, evil desire.

ইপৰীয়া, বি. (অং. ই, এই + পাৰ, দাঁতি;

নৈৰ এই অর্থাৎ ওচৰৰ পাৰ বা দাঁতি) নৈৰ এই বা ওচৰৰ পাৰৰ, নৈৰ এই পাৰত থকা; যেনে, ইপৰীয়া মানুহ, pertaining to or living on this side of the river.

ইফলীয়া, বি. (অং. ই, এই, ওচৰৰ + ফাল, প্ৰদেশ বা পক্ষ) এই প্ৰদেশৰ, এই পক্ষৰ, of this side, belonging to this party.

ইফাল্-সিফাল্, বি. (অং. ই, এই + ফাল, দিশ + সি, সেই, আন + ফাল, দিশ) এবাৰ এই পোনলৈ আকৌ আন পোনলৈ ঘুৰোৱা; যেনে, অমুকে লাজ পাই মুখ ইফাল-সিফাল কৰিলে, turned to this side and that.

ইবাই, ক্রি. বি. (অং. ই, এই + বাৰ, সময়) এই বাৰ; যেনে, ইবাই আছে, ৰূপ এটকা নিয়ে, সিবাই আছে, কাপোৰ এখান নিয়ে ("ইবাই"ৰ পাচত "সিবাই" থাকে), on this occasion. "সিবাই" চোৱা।

ইভিতি-সিভিতি, বি. (অং.) ইফাল-সিফাল, turned to this side and that. (পদাত)।

ইমান্, বি. সর্ব্ব. (অং. ই, এই + মান, পৰিমাণ) এই পৰিমাণৰ, এতেক; যেনে, ইমান ধন, ইমান বেলি, so much.

ইমুখ্-সিমুখ, স. শ. ইফালৰ পৰা সিফাললৈ মুখ-ঘুৰোৱা কার্য্য, the act of turning the face to this side and that.

ইম্তাহান, } স. শ. (যাং.) পৰীক্ষা, an
ইম্তিহান, } examination.

ইয়াত্, স্থা. সর্ব্ব. এই ঠাইত, here, at this place.

ইয়াৰ্, স্থা. সর্ব্ব. এই ঠাইৰ, of this place.

ইয়াৰপৰা, স্থা. সর্ব্ব. এই ঠাইৰ পৰা, from this place.

ইয়ালৈ, স্থা. সর্ব্ব. এই ঠাইলৈ, to this place.

ইলীহ্, স. শ. (সং. ইলীশ, এবিধ মাছ) এবিধ বৰ সোৱাদ, কিন্তু অধিক কাইট-যুক্ত মাছ, the *hilsa* fish, (Clupea alosa).

ইলুটি-সিলুটি, স. শ. (অং. ই, এই + লুটি, দাঁতি + সি, সেই + লুটি, দাঁতি) এলুটিৰ পৰা আন লুটিলৈ বাগৰা কার্য্য, বাগৰা বাগৰি; যেনে, নৰিয়াই ভত নেপাই ইলুটিসিলুটি কৰিব লাগিছে, act of turning to this side and that or tossing about with pain.

ইলেক্, স. শ. (বং. ইলেক্) টকাৰ পৰা পাইক বেলেগোৱা বা ভগা অংশ নেথাকিলে টকাৰ অঙ্কৰ পাচত দিয়া চিন; যেনে, ৩৲ ৩; ৫৲, a mark used to separate the figure denoting pies from that of a full amount or placed after the figure of a full amount when there is no fraction.

ইষ্ট, বি. (সং. ইষ্ট, হিত—ইষ্, বাঞ্ছা কৰ্) বাঞ্ছনীয়; যেনে, এই কাম ইষ্ট নহয়; হিত, প্ৰিয়; যেনে, ইষ্ট মানুহ, desirable; friendly, favourable. স. শ. বন্ধু, হিত মানুহ; বাঞ্ছা বা বাঞ্ছিত বিষয়; যেনে, তোমাৰ ইষ্ট সিদ্ধি হল, a friend; a desire or desired object.

ইষ্ট-গুৰু, স. শ. (সং. ইষ্টগুৰু, নিজ গুৰু; ইষ্ট, প্ৰিয় + গুৰু, ধৰ্ম্ম-শিক্ষক) আপোনাক শৰণ লগোৱা গুৰু, আপোনাৰ ধৰ্ম্ম-শিক্ষক, one's own religious instructor.

ইষ্টতা, গু. শ. বন্ধুতা, friendship.

ইষ্ট-দেৱ্, } স. শ. (সং. ইষ্ট দেৱ, ইষ্ট
ইষ্ট-দেৱতা, } দেৱতা, নিজে উপাসনা-কৰা দেৱতা—ইষ্ট, হিত + দেৱ, দেৱতা, স্বৰ্গৰ লোক) আপুনি উপাসনা-কৰা দেৱতা, (শৈৱৰ ইষ্ট-দেৱতা শিৱ, বৈষ্ণৱৰ বিষ্ণু, ইত্যাদি); the god of special choice and worship, one's tutelary divinity or a tutelary divinity.

ইষ্টান্তিক, স. শ. (সং. ইষ্ট, বন্ধু + অন্তিক, গুৰি) ইষ্টতা, বন্ধুতা; যেনে, অমুকেৰে সৈতে ইষ্টান্তিক আছে, friendliness;

বি. হিত, ইষ্ট ; যেনে, ইষ্টান্তিক মানুহ, friendly.

ইষ্টাৰ্চ্চন, স. শ. ( সং. ইষ্ট, ইষ্টদেৱতা + অৰ্চ্চন, পূজা ) ইষ্টদেৱতাৰ পূজা, the act of worshipping one's chosen divinity.

ইস্, ভা. অব্য. আচৰিত বা দুখ-পোৱা ভাব-বুজোৱা মাত, an exclamation of surprise or pain.

ইসাদ্, স. শ. ( যাং. ) সাক্ষী, a witness.

ইস্তফা, স. শ. ( মং. ) মাটি বা কাম এৰা কাকত, a resignation.

ইস্তাহাৰ্, স. শ. ( মং. ) জাননি, ঘোষণা-পত্ৰ, a notification, a proclamation.

ইস্ত্রি, স. শ. ( হিন্দী ) ধোৱাই কাপোৰ ঘঁহা যন্ত্র, an instrument for ironing cloth.

ইহকাল্, স. শ. ( সং. ইহ, এই + কাল, সময় ) এইকাল, এই জন্ম, this life.

ইহলোক, স. শ. ( সং. ইহ, এই + লোক, জগত ) এই জন্ম, ইহকাল, this world, this life.

ইক্ষু, স. শ. ( সং. ইষ্, বাঞ্ছা কৰ্ ) কুঁহিয়াৰ, the sugarcane.

ইক্ষুৰস্, স. শ. ( সং. ইক্ষু + ৰস, জোল ) কুঁহিয়াৰৰ ৰস, the juice of sugarcane, raw sugar.

ইক্ষ্বাকু, স. শ. সূৰ্য্য বংশৰ আদি ৰজা, তেওঁ ৰামচন্দ্ৰৰ আদি পুৰুষ আছিল, the name of the ancestor of Rama.

## ঈ।

ঈ, বৰ্ণমালাৰ চতুৰ্থ আখৰ, the fourth letter of the alphabet.

ঈকাৰ্, স. শ. ( সং. ঈ + কাৰ, আখৰ ) ঈ আখৰ, বিশেষকৈ ী ; the letters ঈ especially the symbol ী।

ঈদৃশ্, বি. ( সং. ইদম্, এনে + দৃশ, দেখ্ ) এনে, এই ৰূপ, such, like this. ( স্ত্রী ) ঈদৃশী।

ঈপ্সিত্, কৃদ. বি. ( সং. আপ্, প্ৰাপ্ত হ ) বাঞ্ছিত, wished, desired.

ঈৰ্ষা, ঈৰ্ষ্যা, স. শ. ( সং. ঈৰ্ষ্য্, খিয়াল কৰ্ ) খিয়াল, পৰৰ ভাল দেখি হোৱা বেজাৰ্, envy, "অসূয়া" চোৱা।

ঈৰ্ষালু, বি. (সং. ঈৰ্ষালু, খিয়লীয়া) খিয়লীয়া, লোকৰ ভাল দেখিব নোৱৰা, envious.

ঈৰ্ষালু, বি. ( সং. ঈৰ্ষা, খিয়াল ), খিয়লীয়া, envious.

ঈশ, স. শ. ( সং. ঈশ্, শক্তিমান হ ) ঈশ্বৰ, সৃষ্টিকৰ্ত্তা ; সদাশিৱ, গৰাকী ; the Supreme Being; Shiva considered as the Supreme Being, a Master.

ঈশান্, স. শ. ( সং. ঈশ ) মহাদেৱ, শিৱ, পূব আৰু উত্তৰ চুকৰ গৰাকী দেৱতা, a name of Shiva, the God regent of the north-east corner.

ঈশান্-কোণ্, স. শ. ( সং. ঈশান + কোণ, চুক ) পূব আৰু উত্তৰৰ মাজৰ দিশ্, the north-east corner.

ঈশানী, স. শ. ( সং. ঈশান (স্ত্রী) ) দুৰ্গা, পাৰ্ব্বতী, a name of Durga.

ঈশ্বৰ, স. শ. ( সং. ঈশ্, ইচ্ছা কৰ্ ) সৃষ্টিকৰ্ত্তা, জগতৰ অধিকাৰ ; শিৱ, মহাদেৱ ; গৰাকী, প্ৰভু ; the Supreme Being Shiva, a Master, an owner.

ঈশ্বৰ-পৰায়ণ্, বি. ( সং. ঈশ্বৰ + পৰায়ণ, ৰত ) ঈশ্বৰক সেৱাত ৰত, ধৰ্ম্ম-কৰ্ম্মত নিযুক্ত, pious, godly.

ঈশ্বৰপৰায়ণতা, গু. শ. ঈশ্বৰৰ ভক্তি, godliness; piety.

ঈশ্বৰী, স. শ. ( সং. ঈশ্বৰ (স্ত্রী) ) আদ্যা প্ৰকৃতি, ঈশ্বৰৰ সৃষ্টি কৰা শক্তি ; পাৰ্ব্বতী, দুৰ্গা ; গৰাকিনী ; গৰাকিয়নী, the creative power of God considered as a female, a name of Durga considered as such ; a mistress.

ঈষত্, বি. ( সং. ঈষ্, গতি কৰ্ ) অলপ, কিঞ্চিত্ ( অলপ বস্তু সোনকালে গত হয় অৰ্থাৎ চুকায় ) ; a little.

ঈস, ঈহ্, ভা. অ. আশ্চৰ্য্য বা তুচ্ছ ভাৱ প্ৰকাশ কৰা অব্যয়, an exclamation of surprise or contempt.

ঈহ্, ঈহ্মাৰি, } স. শ. ( সং. ঈশা, নাঙ্গলৰ পৰা যুৱালিলৈ যোৱা মাৰি ) নাঙ্গল আৰু যুৱলিক লগ-লগোৱা দীঘল মাৰি, the shaft of a plough.

ঈক্ষণ্, কৃদ. বি. ( সং. ঈক্ষ্, দেখ ) দৃষ্টি; sight, the act of seeing.

## উ।

উ, বৰ্ণমালাৰ পঞ্চম আখৰ, the fifth letter of the alphabet.

উঃ, ভা. অ. দুখ বা আশ্চৰ্য্য বুজোৱা মাত, an exclamation of pain or surprise.

উইল, স, শ. ( ইং, ) অন্তিমদানপত্ৰ, a will.

উঁই, উঁই-পৰুৱা, } স. শ. ( সং. উদ্দংশ, এবিধ পোক ) কাঠ-বাঁহ আদি নষ্ট কৰা এবিধ পোক, the white ant.

উঁইকৰ্কৰা, স. শ. (অং. উঁই + কৰ্কৰা, শুকান বস্তু ) উঁই পৰুৱা থকা মাটিৰ বাহ, a nest of white ants.

উঁইচিলা, স. শ. ( অং. উঁই + টিলা, ওখ মাটি ) উঁইয়ে তোলা মাটিৰ ভেঁটি ; উঁই-হাফলু, a heap of earth raised by white ants.

উঁই-হাঁফলু, স. শ. ( অং. উঁই + হাঁফলু, ওখ মাটি ) উঁইয়ে তোলা ওখ মাটি, উঁইচিলা, a heap of earth raised by white ants.

উঁৰৈ, স. শ. দেৱদাৰু গছ, a fir tree.

উকচ্-কচ্, স. শ. লৰালৰি, থৰখেদা, a hurry. বি. তত নোপোৱা, কোনো ঠাইলৈ যাবলৈ ব্যগ্ৰ, পলম সহিব নোৱৰা, in haste, eager to go away.

উকট্-পাকট্, স. শ. ( অং. উকট্, ওপৰলৈ উঠি অহা + পাকট্, অনুৰূ. ) পেট-পকোৱা, বাঁতি আহিবৰ উপক্ৰম, nausea.

উকল্, অ. ধা. ( সং. উৎকলিত, বৃদ্ধি হোৱা ) গণনাত কোনো সংখ্যা পূৰ হৈ বাঢ়ি থাক্; যেনে, এশ হৈ পাঁচ টকা উকলিছে ; বয়সৰ কোনো এক সংখ্যা পাৰ হ ; সেই লৰাৰ চাৰি বছৰ উকলিছে ; সি, চাৰি বছৰ উকলি, পাঁচ বছৰত সোমাইছে, to be in excess of a certain number in counting; to be passed as an age.

উকহ্, স. শ. ( সং. উৎক্ৰোশ, এবিধ চৰাই ) এবিধ ডাঙ্গৰ চৰাই, an eagle.

উকা, অ. ধা. ( "উগ" চোঁৱা ) কিছু দিন গুচি থাকি পুনৰ হ (ৰোগত খাটে) ; যেনে, অমুকৰ আঁৱৰি উকাইছে, to return after an interval as a disease.

উকা, বি. (অং.) ফুল নথকা ; কেইবা বিধৰ বৰণ দ্বাৰা শোভিত নকৰা, বাঁৰী তিৰোতাই উকা কাপোৰ পিন্ধে, plain, unadorned with different colors or flower work.

উকা, অ. ধা. ( সং. উকস্, মলি ) মলি ওলা ; যেনে, গা ঘঁহিলে মলি উকায়, to separate from the body as dirt.

উকি, স. শ. ( অং. উ, উচ্চ শব্দ ) ৰিং, দূৰত থকা মানুহক মতা শব্দ, a loud call to a person at a distance.

উকি মাৰ্, দূৰৈত থকা মানুহক চিঞৰি মাত, to call to a person at a distance.

উকিয়া, অ. ধা. উকি মাৰ্, দূৰৰ মানুহক মাত, to call to a person at a distance.

উকিল্, উকীল্, } স. শ. ( যাং. ) উত্তৰ, প্ৰত্যুত্তৰ কৰিবৰ নিমিত্তে নিযুক্ত কৰা মানুহ, a pleader, a counsel .

উকুলিয়া, স. ধা. ( হিং. উগালনা, মুখৰপৰা উলিওৱা ) মুখৰপৰা উলিয়া, to eject from the mouth.

উকুলিওৱা, কৃদ. স. মুখৰ বাজ কৰা, ejected from the mouth.

উক্ত, কৃদ. বি. ( সং. ৱচ্, কথা ক) কোৱা, said, mentioned.

উক্তি, স. শ. ( সং. ৱচ্, কথা ক ) কথা, বাক্য, saying, a statement, mention.

উক্মুক্, অনুৰূ. ঘামৰ দ্বাৰা নিশ্বাস বন্ধ হোৱাত যেনে শব্দ হোৱা বোধ হয় সেই শব্দ বুজোৱা মাত, an imitative sound used to express the suffocating sensation caused by extreme heat.

উক্মুকনি, স. শ. ( অং. উক্-মুকা, নিশ্বাস বন্ধ হ ) বৰ ঘামে ধৰাত উশাহ লব নোৱৰা

বোধ, ঘাম কালি নতুন বতাহ সোমাব নোৱৰা ঠাইত নিশ্বাসৰ লগত তপত বতাহ সোমাই উশাহ নিৰোধ কৰা বোধ, a suffocating sensation caused by heat and want of fresh air.

উক্‌মুকা, অ. ধা. (অং. উক্‌মুক্, নিশ্বাস বন্ধ) নতুন বতাহৰ অভাৱত তাপৰ দ্বাৰা উশাহ নিৰুদ্ধ যেন হৈ দুখ পা, to have a suffocating sensation owing to heat and want of fresh air.

উক্‌মুকীয়া, স. শ. (অং. উক্‌মুকা, ঐ) সপোনত ভয়, বা বুকত হেঁচি ধৰা যেন, বোধ হৈ ভালৈকে নুফুটা মাতেৰে মৰা চিঞৰ; সি এটা ভূত বুলি খ্যাত, the nightmare, supposed to be an evil spirit.

উখনা-উখনি, স. শ. (অং. বখান্, বৰ্ণনা কৰ) বাদ বিবাদ, কথাৰ বিবাদ, বাচ্যা-বাচি, an altercation, a dispute.

উখৰা, বি. (সং. উষৰ, খৰাং মাটি) নীৰস, শুকান, সাৰ নথকা, খৰাং (মাটিত খাটে); যেনে, উখৰা মাটিত শস্য নহয়; খঙ্গাল, dry, poor (said of land) hot tempered.

উখলী, স. শ. (সং. উদূখল; হিং. উখলী, উৰাল) ধান বনা খুবলি, উৰাল, a block of stone or wood with a depression in the centre for cleaning rice with a foot pestle, a wooden mortar.

উখল্-মাখল্, স. শ. (অং.) খৰ খেদা কৰাত হোৱা হুলস্থুল, bustle, hurried, activity.

উখহ্, অ. ধা. (অং. ওখ, উচ্চ+হ, জন্ম) বিষৰ দ্বাৰা ওফন্দ, বেদনাত মঙ্গহ উঠ্ বা ওখ হ, to swell.

উখা, স. শ. (সং. উখ্য, সিজোৱা) অলপকৈ পানীত সিজা; যেনে, লৰা মঙ্গহৰ উখাই পানী পেলায়, to slightly boil in water only.

উখা-মুখা, বি. (যাং, খা মখা, হঠাত) নেচাই, নিচিন্তি কাম কৰা, উতনুৱা; যেনে, ৰজাৰ শুৱিলে উখা-মুখা মানুহৰ যোৱা অযুগুত, ভালকৈ গমি চাই ঠিক নকৰা; যেনে,ডাঙ্গৰ লোকৰ আগত উখামুখা কথা কব নেলাগে, rash, inconsiderate, not well considered and ascertained.

উখা-মুখাকৈ, ক্রি. বি. হঠাত্, নেচাই নিচিন্তি, বিবেচনা নকৰাকৈ, rashly, inconsiderately.

উখুম্, অ. ধা. (সং. উষ্ণ, তপত) গাপলাগি দুৰ্গন্ধ হ, বতাহ নোপোৱাকৈ থকাত ভেকুৰি দুৰ্গন্ধ হ; to be mouldy, and stinking, to be musty.

উখোৱা, কৃদ. বি. (সং. উখ্য; সিজোৱা) সিজোৱা ধান ৰদত শুকাই তাৰপৰা কৰা, rice, made from paddy, boiled and dried before husking. স. শ. সিজাই শুকোৱা ধানৰ চাউল, rice made from paddy, boiled and dried before husking.

উগাৰ্, স. শ. (সং. উদ্গাৰ, পেটৰ পৰা মুখেদি বাজ কৰা) পেটৰ পৰা মুখেদি ওলোৱা বায়ু, a belch, eructation. অ. ধা. পেটৰ পৰা মুখেদি বায়ু উলিয়া, উগাৰ-মাৰ্; to belch. স. ধা. মনত থকা পুৰণি খঙ্গৰ কথা প্ৰকাশ কৰ; যেনে, সি সেই দন্দৰ কথা উগাৰিছে, to give expression to (cherished ill-feeling).

উগাৰ্-ছাৰ্, পেটত থকা পুৰণি খঙ্গৰ কথা প্ৰকাশকৈ ক; যেনে তাক যি অপকাৰ কৰিছিলা, তাৰ এতিয়া সি উগাৰ-ছাৰিছে, to give expression to cherished ill-feeling.

উগাৰ্-মাৰ, মুখেদি বায়ু তোল, উগাৰ্, to belch, to eructate.

উগুল্-থুগুল্, স. শ. (সং. উদ্‌ঘূৰ্ণ, ওপৰলৈ উঠা+থুগুল্, অনুক.) মনৰ উদ্বেগ, মনৰ অস্থিৰতা, চিন্তা, anxiety, sorrow. বি. উদ্বিগ্ন, চিন্তিত, anxious, sorry.

উগ্, স. শ. (সং. উগ্ৰ, প্ৰবল) শাম্য হৈ থকা ৰোগৰ পুনৰ বৃদ্ধি; গুপ্ত হৈ থকা কোনো কথাৰ পুনৰ প্ৰকাশ, (সদায় "দি" ধাতুৰ ক্রিয়াৰে যোগ হয়); যেনে, আঁৱৰীয়ে উগ দিয়ে, খঙ্গে উগ দিছে, a fit, a paroxysm.

উগ্ৰ, বি. (সং. উচ, গোট খা) চোকা; জলা; তপত; ভয়ানক; নিষ্ঠুৰ; খঙ্গাল; প্ৰবল, বলৱন্ত, sharp, pungent, hot, terrible, fierce, savage, violent, strong.

উগ্ৰকপাল্, স. শ. (সং. উগ্ৰ, বলী + কপাল, ভাগ্য) বৰ সৌভাগ্য, very good fortune.

উগ্ৰকপালী, বি. বৰ ভাগ্যৱন্ত, ডাঙ্গৰ কপলীয়া, very fortunate.

উগ্ৰগন্ধ, স. শ. (সং. উগ্ৰ, চোকা + গন্ধ, ঘ্ৰাণ) নাকত বৰকৈ ধৰা গন্ধ, a strong smell.

উগ্ৰগন্ধী, বি. চোকা গন্ধ যুক্ত, strong smelling.

উগ্ৰতা, গু. শ. উগ্ৰগুণ, প্ৰবলতা, fierceness, violence.

উগ্ৰবুদ্ধি, স. শ. (সং. উগ্ৰ, চোকা + বুদ্ধি, বুজিব পৰা শক্তি) চোকা বুদ্ধি, very sharp intellects.

উগ্ৰমূৰ্ত্তি, স. শ. (সং. উগ্ৰ, ভয়ানক + মূৰ্ত্তি আকাৰ) ভয়ানক আকাৰ, a terrible appearance. বি. ভয়ানক, terrible.

উগ্ৰশাস্তি, স. শ. (সং. উগ্ৰ, নিষ্ঠুৰ + শাস্তি, দণ্ড) নিষ্ঠুৰ দণ্ড, যাতনা, a very cruel punishment, torture.

উগ্ৰসেন্, স. শ. (সং. উগ্ৰ, ভয়ানক + সেনা, কটক) কংস আৰু দৈৱকীৰ বাপেক মথুৰাৰ ৰজা, a king of Mathura and father of Kansa.

উঘা, স. শ. (সং. উদ্ঘৰ্ষণ্, ঘঁহা) এবিধ সূতা মেৰোৱা সঁজুলি, a kind of reel for winding thread on. স. ধা. উঘাত মেৰা, to wind on the above.

উচট্, অ. ধা. (সং. উৎসাহ, কাৰ্য্যলৈ আগবঢ়া) উৎসাহ হ; কোনো কাৰ্য্য কৰিবলৈ বৰ ইচ্ছুক হ; যেনে, দেশ চাবলৈ মন উচটিছে, লোকে কৰা প্ৰশংসাত মন বঢ়া হ, বা ওফন্দি পৰ্; যেনে, লোকৰ কথাত উচটা জ্ঞানীৰ উচিত নহয়, to be incited, to be puffed up by flattery.

উচটনি, স. শ. (অং. উচট, উৎসাহ দি) উদগনি; উচটোৱা কাৰ্য্য; মিছা প্ৰশংসা, incitement, flattery.

উচটা, স. ধা. উৎসাহ দি, কোনো কাৰ্য্য কৰিবলৈ মন বঢ়াই দি; মিছা প্ৰশংসাৰ দ্বাৰা মন বঢ়া বা ওফন্দা, to incite, to persuade, to puff up by flattery.

উচৰ্গ, স. শ. "উৎসৰ্গ" শব্দৰ অপভ্ৰংশ।

উচৰ্গ্, স. ধা. মন্ত্ৰ মাতিদান কৰ্, to make a present of with proper ceremonies.

উচল্, বি. (যাং. ওৱাচিল আদায়) সমূলি আদায়; যেনে, অমুকৰ খাজনা উচল হল; অন্ত, শেষ, সাঙ্গ, wholly realized, paid up, ended, finished.

উচলা, বি. (সং. উচ্চলন, ওপৰলৈ গতি কৰা) ওপৰলৈ উঠা, দাংখোৱা; দঙ্গা; উজলা, up-raised, prominent.

উচল্-পাচল্, স. শ. (সং. উচ্চলন, ওপৰলৈ জাঁপ মৰা + পাচল, অনুক.) আনন্দত অস্থিৰ, উল্লাসত অতিশয় আনন্দিত, highly delighted.

উচল্-পাচল্কৈ, ক্ৰি. বি. বৰ মনেৰে বেগাই আয়োজন কৰি; যেনে, শাহুৱেকে উচল-পাচলকৈ জোঁৱায়েকলৈ ভাত ৰান্ধিলে, making preparation with great delight.

উচাট্, স. শ. (সং. উচ্চণ্ড, খঙ্গাল) হঠাত খং কৰি থিয় হোৱা কাৰ্য্য, the act of getting up in sudden anger.

উচাট্-মাৰ্, হঠাত খং কৰি উঠ্, (ইয়াৰ ই-ভাগান্ত কৃদন্ত ক্ৰিয়া "যা" ধাতুৰ সাধ্য ক্ৰিয়াৰ আগত থাকে; যেনে, তেওঁ উচাট মাৰি গল), to suddenly get up in anger.

উচাপ্, স. শ. অকস্মাত ভয় পাই মৰা গাৰ জোকাৰ, a start from sudden fright.

উচাপ্-খা, ভয় পাই গা জোকাৰ মাৰ্; যেনে, মেঘৰ ঢেৰেকনি শুনিলে লৰাই উচাপ্ খায়, to start, to be frightened.

উচাৰ্, স. ধা. (সং. উচ্চাৰণ, মাতন) উচ্চাৰণ কৰ্, মাত, to utter.

উচাল্, স. ধা. ( সং. উচ্চলন, ওপৰলৈ কৰা গতি ; হিং. উছলনা, ওপৰলৈ জঁাপ মাৰ ) ওপৰলৈ দাং, অলপ ওপৰলৈ তোল্, to raise up, to heave. স. শ. অলপ ওপ-ৰলৈ দঙ্গা কাৰ্য্য, the act of raising or heaving up.

উচাল্ মাৰ্, চিপ মাৰি দাং ; ওপৰলৈ জঁাপ মাৰ, to force up, to jump up.

উচিত্ত, বি. ( সং. ৱচ, ক ) যুগুত্ত, ন্যায়, proper, just.

উচুটীয়া, বি. ( অং. উচটা, মিছা প্ৰশংসা কৰা ) মিছা প্ৰশংসা কৰা, উচটাই দিয়া, flattering.

উচটীয়া মাত্, দুজনৰ্ কোনো বিষয় বাদানুবাদ হওঁতে এজনৰ প্ৰতি আন জনৰ খং তোলা কথা ক, to make remarks calculated to provoke one of two disputants against the other.

উচুপ্, অ. ধা. ( হিং. চুপ্, মনে-মনে ) বৰ্কৈ এটাহ নপৰাকৈ কান্দ্, ফেঁকুৰি কান্দ্, to sob.

উচুপ্, অ. ধা. ( সং. উচ্চ, ওখ ) অতি বেগাই ডাঙৰ দীঘল হ, ( শস্যত খাটে, "আছ্" ধাতুৰ সাধ্য ক্ৰিয়াৰ আগত ই-ভাগান্ত সিদ্ধা ক্ৰিয়া হয় ) ; যেনে, ধান ডৰা উচুপি আছিছে, to thrive luxuriantly,

উচঙ্গা, স. শ. ( সং. উচ্চিঙ্গট ; বং. উচ্চিঙ্গৰা হিং. উচৰংগ, এবিধ পোক ) কুমটিৰ নিচিনা এবিধ পোক, a cricket.

উচ্চ, বি. ( সং. উৎ, ওপৰ + চিত্ত, লগলগা ) ওখ, high, tall. স. শ. ওখ ঠাই ; যেনে, বগৰিবোৰ উচ্চত আছে, height.

উচ্চতা, গু. শ. ওখ গুণ বা অৱস্থা, height.

উচ্চ-মনা, বি. ( সং. উচ্চ, ওখ + মনস্, আশয় ) ডাঙৰ-মনযুক্ত, মহামতি, শ্ৰেষ্ঠ, সম্ভ্ৰান্ত, high-minded, noble.

উচ্চাৰ্, স. ধা. ( সং. উচ্চাৰণ, শব্দ ) মাত্, শব্দ কৰ্, to pronounce.

উচ্চাৰণ্, কৃদ. স. ( সং. উৎ, ওপৰ + চৰ্, গতি কৰ্ ) মাত, শব্দ কৰণ, pronunciation, utterance.

উচ্চাৰিত, কৃদ. বি. (ঐ) মতা, শব্দ কৰা ; যেনে, শব্দ উচ্চাৰিত হয়, pronounced, uttered.

উচ্চৈশ্ৰৱা, স. শ. ( সং. উচ্চ, ওখ, অৰ্থাৎ দীঘল + শ্ৰৱণ, কাণ ) ইন্দ্ৰৰ ঘোঁড়া, the horse of Indra.

উচ্চৈস্বৰে, ক্ৰি. বি. ( সং. উচ্চৈস্বৰ, উচ্চ শব্দ ) বৰকৈ চিঞৰি, আটাহ-পাৰি, in a loud tone of voice, loudly.

উচ্ছন্ন, বি. ( সং. উৎ, ওপৰ + ষদ্, গতি কৰ ) নষ্ট, নিৰ্মূল, totally destroyed, devastated, laid waste. "উচন্" এনেও হয়।

উচ্ছিষ্ট, স. শ. ( সং. উৎ, ওপৰ + শিষ, এৰ্ ) খাই এৰা বস্তু, খোৱাৰ আগলিকা, অৱশেষ, refuse, leavings.

উচ্ছৃঙ্খল্, বি. ( সং. উৎ, ওপৰ + শৃঙ্খল, শিকলি ) কাৰো কথাত বান্ধ নোখোৱা, ডেও পৰা, বাধা নুশুনা, self-willed, uncontrollable.

উচ্ছৃঙ্খলতা, স. শ. উচ্ছৃঙ্খলৰ স্বভাৱ বা গুণ, the state or quality of being unrestrained or self-willed.

উচ্ছেদ্, স. শ. ( সং. উৎ, ওপৰ + ছিদ্, খণ্ড খণ্ড কৰ ) ধ্বংস, বিনাশ, destruction.

উচ্পিচ্, স. শ. ( অং. উচ্চ, ওখ + পিচ্, পাচ অৰ্থাত নমা ) মনৰ উগুল থুগুল, ব্যগ্ৰতা, anxiety.

উচ্পিচ্ কৰ্, উগুল থুগুল কৰ, ব্যগ্ৰ বা চিন্তিত হ, to be anxious, to lose the rest of mind.

উচ্পিচনি, কৃদ. স. উচপিচোৱা কাৰ্য্য ; ব্যগ্ৰ বা অস্থিৰ হোৱা অৱস্থা, the act of being anxious, anxiety, restlessness.

উচ্পিচা, অ. ধা. উগুল থুগুল কৰ্, ব্যগ্ৰ বা অস্থিৰ হ, to be in anxiety, to be restless.

উজটি,
উজুটি, } স. শ. ( বং. উছোঁট, ভৰিত লগা খুন্দা ) খোঁজ কাঢোঁতে ভৰিৰ আগ ফালে লগা খুন্দা, a false-step, a trip.

উজটিখা, ভৰিৰ আগ কালে খুন্দা খা, to trip, to make a false step.

উজনি, স. শ. ( অং. উজা, ওপৰৰ ফাললৈ

যা) নৈৰ ওপৰ ফাল, দেশৰ ওপৰ অৰ্থাত পূব ভাগ, the upper part of a stream, the upper or eastern side of a place or country.

উজনি-মুৱা, বি. (অং. উজনি + মুখ) উজনিলৈ মুখ কৰি থকা, দেশৰ বা নদীৰ ওপৰৰ ফাললৈ মুখ কৰি থকা, facing the upper part of a stream or place.

উজনীয়া, বি. উজনিত থকা বা উজনী দেশৰ; যেনে, উজনীয়া মানুহ, সোঁতৰ বা নৈৰ ওপৰ ফাললৈ যোৱা; যেনে, উজনীয়া নাও; বাঢ়নী-পানীৰ লগত ওলাই অহা (মাছত খাটে); যেনে, উজনীয়া মাছ, living in or belonging to the upper part of a country; going up stream; coming out in a shoal in flood (said of fish).

উজৰ্, অ. ধা. (অং.) উজাৰ-খা, চঁক-খাই ছৰ্ম্মূৰ কৰি উঠ্, ভয় পাই এটা এটা হৈ যা (জাক পাতি থকা জন্তুত খাটে); যেনে, মৌ উজৰিছে, to be frightened and dispersed.

উজলা, বি. (অং. উচলা, ওখ হোৱা) ওপৰলৈ উঠা, উচলা, (দাঁতত মাথোন খাটে), prominent, upraised, (said of teeth).

উজলা-দঁতা, বি. (অং. উজলা + দাঁত, দন্ত) দঁতুৰা, উজলা-দাঁত যুক্ত, having prominent fore-teeth, having fore-teeth exposed out of the lips. স. শ. উজলা দাঁতেৰে মানুহ, a man with prominent fore-teeth. (স্ত্ৰী) উজলা-দাঁতী।

উজা, অ. ধা. (সং. উচ্চ, ওপৰ; হিং. বং. উজান, সোঁতৰ ওপৰ ফাল) সোঁতৰ ওপৰ ফাললৈ যা, দেশৰ ওপৰ ফাললৈ যা, শয্যাৰ শিতানৰ ফাললৈ মূৰ বঢ়া, বাঢ়নী পানীৰ লগত জাক পাতি ওলাই আহ (মাছত খাটে), to go up stream, or to the upper part of a country; to move towards the head of a bed; to come out in a shoal in flood as fishes.

উজাগৰ্, স. শ. (সং. জাগৰণ, সাৰে থকা) সাৰে থকা অৱস্থা; যেনে, কালি ৰাতি সকলোৰে উজাগৰ, wakefulness, vigilance. বি. সাৰে থকা; যেনে, উজাগৰ হৈ থাক, wakeful, vigilant.

উজাগৰে, ক্ৰি. বি. নোশোৱাকৈ, সাৰে, without sleeping.

উজান্, স. শ. (অং. উজা, বাঢ়নী পানীৰ লগত ওলাই আহ) বাঢ়নী পানীৰ লগত ওলাই অহা মাছৰ জাক, a shoal of fishes, coming out in flood.

উজান পৰ্, বাঢ়নী পানীৰ লগত জাক পাতি অহাত ধৰা পৰ্, এই শব্দে বাৰিষা বহুত মাছ একে লগে জাক পাতি যোৱাত যেইয়ে পায় সেইয়ে ধৰা বুজায়, এতেকে লক্ষণা দ্বাৰা অধিক বস্তু বিলাই দিয়াত যেইয়ে পায় সেইয়ে লোৱা অৰ্থ হয়; যেনে, দক্ষিণাৰ উজান পৰিছে, to be caught while coming out in shoals as fishes, to be obtained abundantly.

উজাৰ্, স. শ. (অং. উজৰ্, চঁক খা) জাক পাতি থকা জন্তুৰে খোৱা চঁক, sudden flight or dispersion from fear.

উজাৰ খা, চঁকখা, চঁক খাই এটা এটা হৈ যা; যেনে, বাঘ দেখিলে গৰুৱে উজাৰ খায়, to be frightened and dispersed.

উজাৰ্, বি. (হিং. বং. উজাড়, উচ্ছন্ন) উচ্ছন্ন, ধ্বংসিত, desolated, ruined.

উজাৰ্, স. ধা. (হিং. উজালনা, পৰিষ্কাৰ কৰ্) খুঁচৰি দি, গুপ্তকথা বাহিৰ কৰ্, to loosen with cane pointed instrument, to upturn, (said of earth, &c.), to expose, to make public.

উজু, বি. (অং.) ঢিলা, অনায়াসে কৰিব বা বুজিব পৰা, easy.

উজ্জ্বল্, স. শ. (সং. উৎ, অধিক + জ্বল্, দীপ্তি) দীপ্তি, প্ৰকাশ, পোহৰ, light. বি. দীপ্তিমন্ত, luminous, shining.

উজ্জ্বলিত, বি. প্ৰকাশিত, পোহৰ পোৱা; যেনে, দশো দিশ উজ্জ্বলিত হল; পোহৰ দিয়া; যেনে, সূৰ্য্য উজ্জ্বলিত বস্তু, lighted; luminous, shining.

**উঞ্ছবৃত্তি**, স. শ. ( সং. উঞ্ছ, ছেৰাবুটলা কাৰ্য্য + বৃত্তি, জীবিকা ) সৰি পৰা বা পথাৰত এৰি যোৱা ধান বুটলি আনি কৰা উপজীব্য ; অধম জীবিকা, the act or state of living by gleaning, a mean livelihood.

**উট্**, স. শ. ( সং. উষ্ট্ৰ, এবিধ জন্তু ) দীঘল-ডিঙ্গীয়া, পিঠিত কুঁজ-থকা এবিধ জন্তু, a camel.

**উট্**, অ. ধা. ( অং. উট্, ওপৰলৈ গতি কৰ্ ) পানীৰ ওপৰত গতি কৰ্, ওপঙ্গি যা, to float away, to drift.

**উটনীয়া**, বি. উটি অহা ; যেনে, উটনীয়া নাও, drifting down.

**উটাপুটা**, } **উটাপুটি**, } স. শ. ( বং. উল্‌টা-পাল্‌টা, ওপৰ-তলা) জোটা-পোটা, টনা-টনি ; এতেকে, বগিয়াবগি, আনিয়াঅনি, a struggle ; rivalry, emulation.

**উটাপুটাকৈ**, ক্রি. বি. অনিয়াঅনি কৰি।

**উঠ্**, অ. ধা. ( সং. উৎথান); গা দাং, থিয় হ, ওপৰলৈ গতি কৰ্, আৰোহণ কৰ্, উন্নতি লভ ; যেনে, এই ঘৰ মানুহ উঠিছে, to rise, to get up ; to mount, to prosper.

**উঠঙ্গা**, বি. ( অং. উঠ্, ওখ হ ) অলপ ওখ, slightly prominent. স. শ. অলপ ওখ ঠাই, a slight prominence. স. ধা. কথাৰে ডাঙ্গৰ কৰ্, মিছা প্ৰশংসা কৰ্, to flatter.

**উঠঙ্গা-উঠঙ্গি**, বি. ওখ-চাপৰ, uneven, undulating.

**উঠন্**, বি. দশ ডাঙ্গৰ হোৱা ; যেনে, উঠন ছোৱালী ; আনতকৈ পৰমাৰ্থৰ অধিক ভাগ পোৱা, ধৰ্ম্মৰ কথা বুজি উঠা ; যেনে, উঠন ভকত, grown up ; excelling in spiritual knowledge, devout. কৃদ. স. উঠা কাৰ্য্য, the act of rising, or mounting. ক্রি. বি. উঠা কাৰ্য্য, the act of rising.

**উড়্**, অ. ধা. ( সং. উড্ডয়ন, পাখিত ভৰ দি, ওপৰলৈ উঠা ) পাখিত ভৰ দি আকাশে দি যা, to fly, soar.

**উড়ন**, কৃদ. স. উৰা কাৰ্য্য ; খুঁটাৰ মাটিৰ ওপৰে থকা ভাগ ; যেনে, ৫ হাত উড়ন, the act of flying up, that part of a post which is above ground.

**উড়া** বা **উৰা** মাৰ্, উৰ্, to fly.

**উড়াও** বা **উৰাও** কৰ্, বৰ ওপৰলৈ উড়্, to soar.

**উড়নীয়া**, বি. ( অং. উড়ন ) উড়িব পৰা, পাখি গজা, flying ; able to fly.

**উড়ীদল্**, স. শ. ( সং. ওড়ী, বনৰিয়া ধান ) ধানৰ নিচিনা গুটি হোৱা এবিধ বন, দলঘাঁহ, a special kind of aquatic grass producing grain like rice.

**উড়ীধান**, উড়ী দলৰ গুটি, the wild rice.

**উতঙ্গা**, স. ধা. ( সং. উত্তুঙ্গ, ওখ ) মাৰ কিল আদি কৰিবলৈ মন বঢ়াই দি ; উতলা, উচটা, to excite to an act of violence, to incite.

**উতনুৰা**, বি. ( সং. উত্তুঙ্গ, ওখ ) উদ্ধত, ডেওৰা ও মন বঢ়া, বিবেচনা নকৰি হঠাৎ কাম কৰা ; অস্থিৰ, rash, inconsiderate, excitable ; unsteady. স. শ. এবিধ এন্দুৰ জাতিৰ জন্তু, a mole.

**উতৰ**, স. শ. "উত্তৰ" চোৱাঁ।

**উতৰা-উতৰি**, স. শ. এটাই আনটোক উত্তৰ দিয়া কাৰ্য্য ; বাদানুবাদ, a disputation.

**উতল্**, অ. ধা. ( সং. উত্তপ্ত, তপত) তাপ পাই ওফন্দি উঠ ; (পনীয়া বস্তু ত খাটে), to be boiled. স. শ. তাপ পাই ওফন্দা অৱস্থা ; যেনে, ভাতে উতল ধৰিছে, a boiling.

**উতলা**, স. ধা. তাপ দি ওফন্দা ; উচটা, to boil, to incite, to persuade. বি. ব্যগ্ৰ, পলম সহিব নোৱৰা, eager.

**উতীয়া**, বি. ( অং. ওতু, এলাহ ) এলেহুৱা; সৰপা, lazy. ( কামৰূপ )।

**উৎকট্**, বি. ( সং. উৎ, ওপৰ, ডাঙ্গৰ ) ডাঙ্গৰ ; উগ্ৰ ( বেয়া ভাৱত খাটে ) ; যেনে, উৎকট পাপ, উৎকট ৰোগ ; টান, severe, excessive ; difficult.

**উৎকণ্ঠা**, ( সং. উৎ, উপস. + কণ্ঠ, ত্ৰুখিত হ ) উগুল-থুগুল, ভাৱনা, কোনো কথাৰ কি

কল হব বা হৈছে জানিব নোৱৰাত হোৱা চিন্তা, anxiety.

উৎকণ্ঠিত, কৃদ. বি. চিন্তিত, উগুল-থুগুল, anxious; greatly concerned.

উৎকর্ষ, স. শ. (সং. উৎ, উপস.+কৃষ, চিন দি) উত্তমতা, শ্রেষ্ঠতা, excellence, improvement.

উৎকৃষ্ট, কৃদ. বি. উত্তম, ভাল, শ্রেষ্ঠ, excellent, superior.

উৎকৃষ্টতা, গু. শ. শ্রেষ্ঠতা, excellence.

উৎকোচ, স. শ. (সং. উৎ, উপস.+কুচ, বেঁকা হ) উপকাৰ পাবৰ আশাৰে দিয়া ভেঁটী, a bribe.

সমা.—উৎকোচ, ভেঁটী; উৎকোচ সংস্কৃত শব্দ, সি কোনো বিশেষ উপকাৰৰ আশাৰে দিয়া বস্তুক বুজাৰ; ভেঁটী শব্দ অসমীয়া, সি উৎকোচ আৰু এনেই আদৰ কৰি দিয়া বস্তুত খাটে।

উৎখাত, কৃদ. বি. (সং. উৎ, উপস.+খাত, খনা) খানি কুৰি পেলোৱা; উচ্ছন্ন, উবাৰ, dug up; devastated, ruined.

উত্তপ্ত, বি. (সং. উৎ, উপস. + তপ্ত, তপত) বৰ তপত, very hot.

উত্তম, বি. (সং. উৎ উপস.+তম, প্ৰত্যয়) শ্রেষ্ঠ, ভাল, excellent, best. স. শ. শ্রেষ্ঠ লোক; যেনে, অধমে উত্তমক সন্মান কৰিব লাগে, a superior, a superior personage.

উত্তমতা, গু. স. ভাল গুণ, শ্রেষ্ঠতা, excellence, goodness.

উত্তমর্ণ, স. শ. (সং. উত্তম, শ্রেষ্ঠ+ঋণ, ধাৰ) যি আনক ধাৰ দিয়ে, a creditor.

উত্তমাঙ্গ, স. শ. (সং. উত্তম, শ্রেষ্ঠ+অঙ্গ, গাৰ এভাগ) মূৰ, the head.

উত্তৰ, স. শ. (সং. উৎ, উপস.+তৃ, গত হ) প্ৰতিবচন, এজনে কথা কলে ঘূৰাই তেওঁক কোৱা কথা; দক্ষিণ ফালৰ সমুখৰ দিশ, an answer, a reply; the north side বিং. পাচ, subsequent,

উত্তৰ, অ. ধা. (সং. উত্তৰণ, পাৰ হোৱা) মহলাত উঠ্, পৰীক্ষাত উঠ্, to be successful at an examination, or trial.

উত্তৰ-কাল, স. শ. (সং. উত্তৰ, পাচ+কাল, সময়) ভবিষ্যত কাল, futurity.

উত্তৰ-ফাল্গুনী, স. শ. ত্বটা ফল্গুনী নক্ষত্ৰৰ পাচৰটো, বাৰ সংখ্যাৰ নক্ষত্ৰ, the twelfth lunar mansion.

উত্তৰ-ভাদ্ৰপদ, স. শ. ত্বটা ভাদ্ৰ-পদ নক্ষত্ৰৰ পাচৰটো, সাতাইশ সংখ্যাৰ নক্ষত্ৰ, the twenty-seventh lunar mansion.

উত্তৰাধিকাৰী, স. শ. (সং. উত্তৰ, পাচ+অধিকাৰী, গৰাকী) মৰা মানুহৰ বস্তুৰ গৰাকী, an heir.

উত্তৰায়ণ, স. শ. (সং. উত্তৰায়ণ—উত্তৰ, দক্ষিণৰ সমুখ দিশ+অয়ন, বাট) সূৰ্য্য উত্তৰ ফালে গতি কৰা কাল, the period of the sun's progress to the north of the equator.

উত্তৰাষাঢ়া, স. শ. (সং. উত্তৰাষাঢ়া—উত্তৰ, পাচ+আষাঢ়া, ত্বটা নক্ষত্ৰৰ নাম) পাচৰটো আষাঢ়া নক্ষত্ৰ, একৈশ সংখ্যাৰ নক্ষত্ৰ, the twenty-first of the lunar mansions.

উত্তৰী, স. শ. (সং. উত্তৰীয়, ঘাগৰিগতীয়া) কায়স্থ গোসাঁইবিলাকৰ পাটৰ লগুণ, the sacred thread worn by the Kyeth Gossains.

উত্তৰীয়া, বি. উত্তৰৰ পৰা অহা, (বতাহত খাটে); blowing from the North.

উত্তাপ, স. শ. (সং. উত্তাপ—উৎ, উপস.+তাপ, জুইৰ তাপ) জুই বা সূৰ্য্যৰ তাপ, heat, great heat.

উত্তীর্ণ, বি. (সং. উৎ, উপস.+তৃ, পাৰ হ) পাৰ হোৱা; মহলাত উঠা, arrived at the other side of a river; successful at an examination.

উত্তেজনা, স. শ. (সং. উত্তেজনা—উৎ, উপস. +তিজ্, চোকা কৰ্) কোনো কাৰ্য্যলৈ সঘন উচটনি, উদগনি, the act of rousing or urging on excitement.

উত্তেজিত, কৃদ. বি. কোনো কাৰ্য্যলৈ সঘনে উচটোৱা বা উদগোৱা, কৰাবলৈ হেঁচি ধৰা, excited, roused.

উত্ৰাৱল্, বি· (সং· উত্তৰল, বৰ পাতল) চঞ্চল, অস্থিৰ; যেনে, উত্ৰাৱল মন; ডেও-পৰা, দমিব নোৱৰা; যেনে, উত্ৰাৱল লৰা; এতেকে, কোনো কাৰ্য্য কৰিবলৈ বৰ ব্যগ্ৰ; যেনে, তেওঁ বিদেশ চাবলৈ উত্ৰাৱল হৈছে, unsteady; uncontrollable; eagerly wishing to do some thing.

উৎথাপন্, কৃদ· স· (সং· উৎথাপন—উৎ, উপস·+স্থা, থাক্) কথা তোলা কাৰ্য্য, উক্তি, প্ৰস্তাৱ; যেনে, সেই কথাৰ উৎ-থাপন হৈছিল, proposal; mention.

উৎথাপিত্, কৃদ· বি· তোলা, প্ৰস্তাৱিত, mentioned in the course of conversation; proposed.

উৎথিত্, কৃদ· বি· (সং· উৎথিত—উৎ, ওপৰ+স্থা, থাক) উঠা, risen.

উৎনিয়া, স· শ· তুচ্ছজ্ঞান, অৱহেলা, disregard.

উৎপত্তি, স· শ· (সং· উৎপত্তি—উৎ, উপস· +পত্, যা) জন্ম, উদ্ভৱ হোৱা, birth, production.

উৎপতীয়া, বি· (সং· উৎপাত, অদ্ভুত) অশুভ-বুজোৱা, ominous, fore-telling evil.

উৎপন্, স· শ· (সং· উৎপন্ন) লাভ, আৰ্জন, gain, income.

উৎপন্ন, বি· (সং· উৎপন্ন—উৎ, ওপৰ+ পদ্, গতি কৰ্) ওপজা, হোৱা, born, produced. স· শ· লাভ, আৰ্জন, gain, income, wealth acquired.

উৎপল্, স· শ· (সং· উৎপল—উৎ, উপস· +পল্, গজ্) ভেঁট ফুল, a water lily.

উৎপাটন্, কৃদ· স· (সং· উৎ, উপস·+পাট, গতি কৰা) উভলা, নষ্ট কৰা বা খনা কাৰ্য্য, destruction; the act of pulling up by the root or digging up.

উৎপাটিত্, কৃদ· বি· উভালি পেলোৱা, নাশ কৰা, pulled up by the root, ruined, destroyed.

উৎপাত্, স· শ· (সং· উৎ, উপস·+পাত্, পেলা) সদায় নোহোৱা কথাৰ ঘটনা, অদ্ভুত, আগলৈ অমঙ্গল হবৰ চিন; উজু-ওালি, a portent, an ill omen; outrage.

উৎপাদক্, কৃদ· স· (সং· উৎ, উপস·+পদ্, গতি কৰ্) উৎপন্ন কৰোঁতা, জন্মাওঁতা, one who or that which produces. (স্ত্ৰী) উৎপাদিকা।

উৎপাদন্, কৃদ· স· জনম দিয়া বা উৎপন্ন কৰা কাৰ্য্য, the act of producing or generating.

উৎপাদিত্, কৃদ· বি· জন্ম দিয়া বা উৎপন্ন কৰা, produced, affected.

উৎপাৰ্, স· ধা· (সং· উৎপাটন, নিৰ্ম্মূল, কৰণ) উবাৰ কৰ, উচ্ছন্ন কৰ্; যেনে, মাউৰে গাওঁ উৎপাৰিলে, to lay waste to devastate. অ· ধা· দকৈ খানি তলৰ মাটি ওপৰ কৰ্; যেনে, ভেঁটিখানি উৎপাৰি পেলালে, to dig up, to make deep excavations.

উৎপ্ৰেক্ষা, স· শ· (সং· উৎ, উপস·+প্ৰ, উপস·+ইক্ষ, দেখ) কবিতাত ৰিজোৱা বস্তুৰ গুণ বঢ়াই দেখাবৰ নিমিত্তে কৰা উচ্চ তুলনা; যেনে, পাৰ্ব্বতীৰ ভৰি এনেহে ৰঙ্গা আছিল, যে তেওঁ যত খোজ দিছিল, সেই ঠাইৰ মাটিয়েও স্থলপদ্মৰ বৰণ পাই-ছিল। ইয়াত পাৰ্ব্বতীয়ে খোজ দিয়া মাটিও স্থলপদ্মৰ নিচিনা হৈছিল, এইটো উৎ-প্ৰেক্ষা; তুলনা, (in poetry) heightening the virtue or quality of a person or thing by comparing him or it to something else; comparison in general.

উৎসৰ্গ, স· শ· (সং· উৎ, উপস·+সৃজ্, এৰ) মন্ত্ৰ মাতি দেৱতা বা ব্ৰাহ্মণক কৰা দান; সমৰ্পণ, presenting any thing to a god or Brahman with proper ceremonies. স· ধা· উচৰ্গ, to make a present of with proper ceremonies.

উৎসৱ, স· শ· (সং· উৎসৱ—উৎ, উপস·+ সূ, জনম দি) আনন্দ হোৱা কাম, যি কাৰ্য্যত

অনেকে গোট খাই ভোজন আৰু ৰং কৰে; যেনে, বিহু আদি, merry-making, a festival, jubilee.

উৎসাহ্, স. শ. (সং. উৎ, উপস.+সহ্, সহ্য কৰ) কামত ৰঙ্গেৰে নিযুক্ত হোৱা গুণ, কাৰ্য্যত বিৰক্ত নহৈ তালৈ আগবঢ়া গুণ; কাম কৰিবলৈ সাহ দিয়া কাৰ্য্য, zeal, ardour, encouragement.

উৎসাহান্বিত্, বি. (সং. উৎসাহ, ঐ+অন্বিত, যুক্ত) উৎসাহ-যুক্ত, zealous.

উৎসাহিত্, বি. উৎসাহ পোৱা, উদগোৱা; যেনে, লৰাক পঢ়িবলৈ উৎসাহিত কৰা, encouraged, incited.

উৎসাহী, বি. কামত ৰং পোৱা, উদ্যোগী, এলেহুৱা নোহোৱা, zealous, active.

উৎসুক্, বি. (সং. উৎ, উপস.+সু, উৎপন্ন কৰা) উৎসাহী, কামলৈ ৰঙ্গেৰে আগবঢ়া, zealously active.

উথপ্‌থপ্, স. শ. (সং. উৎথান্, ওপৰলৈ উঠা) লৰালৰি, খৰখেদা, hurry, bustle.

উথান্, স. শ. (সং. উত্তোলন্, ওপৰ উঠা) তাপত ওপৰলৈ ওফন্দি উঠা কাৰ্য্য, a boiling or bubbling up.

উদঁতীয়া, বি. (অং. উ, ন+দঁতীয়া, দাঁত থকা) প্ৰথমবাৰৰ দাঁত সৰি নকৈ দাঁত নগজা, (গৰুত খাটে); not changing the first teeth. (said of cattle.)

উদ, স. শ. (সং. উদ্ৰ, এবিধ জন্তু) এবিধ নেল-জাতিৰ মাছ-খোৱা জন্তু, an otter.

উদক্, স. শ. (সং. উদক—উন্দ্, তিয়া) পানী, water.

উদগনি, স. শ. (অং. উদগা, উৎসাহ দি) উৎসাহ দিয়া বা কোনো কাৰ্য্য কৰিবলৈ •উদগোৱা কাৰ্য্য, উচটনি, the act of inciting or urging on.

উদগা, স. ধা. (সং. উদ্যোগ, উৎসাহ) উৎসাহ্ দি, প্ৰবৃত্তি দি, to incite, to urge on.

উদং, বি. (সং. উদয়, ওলোৱা) মুকলি, ঢাকন নথকা; যেনে, টাটী ভাগি বাৰী উদং হল; আবদ্ধ-নোহোৱা, মুক্ত; যেনে, গৰুবোৰ উদং হল; শূন্য, শুদা; যেনে, মানুহ নথকা ঘৰ উদং; open, not covered,; free; empty.

উদং-মূৰীয়া, বি. (অং. উদং, মুকলি+মূৰ, গাৰ অঙ্গ) শুদা-মূৰীয়া, মূৰত আবৰণ নথকা; ওপৰঞ্চি নথকা, স্বতন্ত্ৰ, স্বাধীন, having no covering on the head, free, independent.

উদং-মূৰে, ক্ৰি. বি. মুকলি-মূৰে, স্বাধীন-ভাৱে, freely; without restraint.

উদঙ্গীয়া, বি. ৰখীয়া নোহোৱাকৈ মেলি দিয়া; যেনে, উদঙ্গীয়া গৰু, ৰখীয়া বা গৰাকী নথকা; যেনে, উদঙ্গীয়া বাৰী, let loose without an attendant; having no owner or keeper.

উদণ্ড, বি. (সং. অদণ্ড, শাস্তি নথকা) শাসন নথকা, বাধা-কৰোঁতা নথকা; যেনে, উদণ্ড হলে লৰা গুচে; অধিকাৰৰ বাধা নমনা, আপোন ইচ্ছাৰ দৰে চলা; যেনে, সি উদণ্ড, কাৰো কথা নুশুনে, having no restraint or control; self-willed, disobedient.

উদয়্, স. শ. (সং. উদয়—উৎ, ওপৰলৈ+ই, গতি কৰ্) গ্ৰহৰ ওপৰলৈ গতি বা ওপৰলৈ উঠি অহা কাৰ্য্য; যেনে, সূৰ্য্যৰ উদয়; কোনো শুভৰ উৎপত্তি; যেনে, ভাগ্যৰ উদয়, the rising of the sun, stars &c; an occurence of any good. বি. উদিত, ওলোৱা; যেনে, সূৰ্য্য উদয় হৈছে, এইটো ভাব মনত উদয় নহল, rising, coming into view.

উদয়্-গিৰি, উদয়াচল্, } স. শ. (সং. উদয়গিৰি, উদয়াচল—উদয়, ঐ+গিৰি, অচল, পৰ্ব্বত) ৰাতি-পুৱা সূৰ্য্যে পাৰ হৈ ওলাই অহা পৰ্ব্বত, the eastern mountain over which the sun is supposed to rise.

উদৰ্, স. শ. (সং. উদৰ—উৎ, ওপৰ+ঋ, গতি কৰ্; আহাৰৰ দ্বাৰা উঠে বা ওফন্দে, এতেকে) পেট, the belly.

উদাঁত্, বি. (অং. উ, ন+দাঁত, দন্ত) দাঁত-

নভঙ্গা, প্ৰথমে গজা দাঁতৰ সলনি ন দাঁত নগজা, ( গৰু মহত্ থাটে ), not changing the first teeth, (said of cattle).

উদাপত্থুমা, বি. উমৈহতীয়াকৈ কৰা, অনেকে একো থাপ মৰা, বহুনায়কীয়া ; যেনে, উদাপত্থুমা কাম ভাল নহয়, done by several persons without method.

উদাৰ্, বি. (সং. উৎ, আ, উপস. + ঋ, যা ) সৰল, মনে মুখে এক, কূৰ্চুট নথকা ; বহল আৰু উচ্চ-মন-যুক্ত, upright, sincere ; liberal-minded.

উদাৰতা, স. শ. ( সং. উদাৰ ) উদাৰগুণ, uprightness.

উদাৰ্মনা, বি. ( সং. উদাৰ, অকপট + মনস্, মতি ) অকপটী মন-যুক্ত, মনত কপট নৰখা, liberal-minded.

উদাস্, স. শ. ( সং. উৎ, আ, উপস. + অস্, থাক্ ) বিষয়ত বিৰাগ, অনুৰাগৰ অভাৱ, বৈৰাগ্য, indifference, asceticism.

উদাসিন্, বা উদাসীন, বি. (সং. উদাস, বৈৰাগ্য ) বৈৰাগী, কেৰলীয়া, indifferent to happiness, disregarding the worldly affairs ; leading a life of celibacy. স. শ. উদাসিন লোক, an ascetic ; a celibate.

উদাসিনতা, } গু. শ. কেৰলীয়া অৱস্থা ; অনু-
উদাসীনতা, } ৰাগ নথকা গুণ বা অৱস্থা, asceticism; indifference.

উদাহৰণ্, কৃদ. স. ( সং. উদাহৰণ—উৎ, আ, উপস. + হৃ, সংগ্ৰহ কৰ্ ) দৃষ্টান্ত, প্ৰমাণৰ স্থল, an example.

উদি, বি. ( সং. উদিত্, মুকলি ) ঢাকনী নথকা, প্ৰকাশিত, মুকলি, uncovered, open, bare.

উদিত, কৃদ. বি. ( সং. উদিত—উৎ, উপস. + ই, যা ) উদয় হোৱা ; প্ৰকাশিত বা ব্যক্ত, rising, coming to view, as the sun, &c.

উদিয়া, স. ধা. ( অং. উদি, মুকলি ) ব্যক্ত কৰ্, ঢাকনী গুচাই উলিয়া, to uncover, to expose to the view.

া-মুহলি, স. শ. বহুত মানুহ গোট খোৱাৰ পৰা হোৱা হুলস্থূল্, confusion occasioned by the gathering of many persons, a tumult.

উদ্গতি, স. শ. (সং. উদ্গতি, ওপৰলৈ গতি—উৎ, ওপৰ + গতি, গমন ) উন্নতি, শ্ৰীবৃদ্ধি, ডাঙ্গৰ হোৱা, prosperity ; improvement.

উদ্গৰণি লগাই, বাঁতি আহিব লগীয়াকৈ, ডিঙ্গিৰ গুৰিলৈকে, পেট ওপচাই, overloading the stomach.

উদ্গীৰণ্, কৃদ. বি. ( সং. উদ্গীৰণ—উৎ, ওপৰলৈ + গৃ, গিল্ ) পেটৰ পৰা ওপৰলৈ উলিওৱা বা বঁতিওৱা কাৰ্য্য, the act of vomiting.

উদ্ঘাটন, } কৃদ. স. ( সং. উদ্দীপক—উৎ,
উদ্দীপক. } উপস. + দীপ্, জ্বলা ) জ্বলাওঁতা, প্ৰবল কৰোঁতা, (কাম ক্ৰোধাদিত থাটে) ; that which excites or inflames the passions.

উদ্দীপন্, কৃদ. স. ( সং. উদ্দীপন—উৎ + দীপ ) জ্বলোৱা কাৰ্য্য, প্ৰবল কৰা, ( কাম আদিত থাটে ) ; exciting, inflaming the passions.

উদ্দেশ্, স. শ. ( সং. উদ্দেশ—উৎ, উপস. + দিশ, দেখা ) উৱা-দিহ ; যেনে, তাৰ উদ্দেশ পোৱা নাই ; অভিপ্ৰায় ; যেনে, এই কথাৰ উদ্দেশ কি ; a clue, some thing serving to guide or direct ; an object, a purpose.

উদ্দেশে, ক্ৰি. বি. লক্ষ কৰি, উপলক্ষে ; যেনে, গ্ৰহৰ উদ্দেশে কৰা পূজা, to or towards.

উদ্ধত্, স. শ. ( সং. উৎ, উপস. + হন্, হিংসা কৰ্) ডেওপৰা ; উচ্ছৃঙ্খল, উতনুৱা, মন-বঢ়া, আগ-পাচ নুগুণি কাম কৰা, rash ; rude, easily excitable, foolhardy.

উদ্ধতালি, গু. শ. উদ্ধত হোৱা অৱস্থা, উদ্ধত মানুহৰ স্বভাব বা গুণ, rashness, foolhardiness.

উদ্ধৱ, স. শ. কৃষ্ণৰ এজন বন্ধুৰ নাম, the name of a person who was a friend of Krisna.

উদ্ধাৰ্, স. শ. (সং. উৎ, উপস. + ধৃ, ধৰ্) তোলন্; কোনো পুথিৰ পৰা তুলি অনা কাৰ্য্য; ৰক্ষা, আপদৰ পৰা সৰোৱা; সংসাৰৰ হাত সৰোৱা, মুক্তি, the act of raising; extracting; deliverance, salvation. স. ধা. তোল; আপদৰ পৰা ৰক্ষা কৰ্, মুক্তি দি, to raise; to save; to deliver; to give salvation to.

উদ্ধাৰক্, স. শ. ত্ৰাণকৰ্ত্তা, সঙ্কটৰ পৰা ৰক্ষা-কৰ্ত্তা, a deliverer, a saviour.

উদ্ধৃত, কৃদ, বি. (সং. উৎ, উপস. + ধৃ, ধৰ) ওপৰলৈ তোলা; যেনে, নাদৰ পৰা উদ্ধৃত পানী; লোকৰ লেখাৰ পৰা তুলি অনা; ৰক্ষা কৰা, drawn out as water from a well, extracted, delivered, saved.

উদ্‌বাউল, বি. (সং. উদ্বাতুল্, বলিয়া) কোনো কথাত বৰকৈ মন লগাত বলিয়াৰ নিচিনা হোৱা, বৰ ব্যস্ত; যেনে, বিয়াৰ নিমিত্তে অমুক উদ্বাউল হৈছে; বৰ খং উঠাত আপোনাক পাহৰা; শোকত কাতৰ হোৱা, distractedly pursuing some thing, distracted with anger or sorrow.

উদ্বাহু, বি. (সং. উৎ, ওপৰ + বাহু, হাতৰ ঠাৰিৰ গুৰি ভাগ) ওপৰলৈ হাত দঙ্গা, উৰ্দ্ধবাহু, having an arm lifted up.

উদ্ভণ্ড, বি. (সং. উৎ, উপস. + ভণ্ড, দুষ্ট) দুষ্ট, wicked, outrageous.

উদ্ভণ্ডালি, গু. শ. দুষ্টালি, অমুৰি, outrage, troublesomeness.

উদ্ভৱ, স. শ. (সং. উৎ, উপস. + ভূ, হ) উৎপত্তি, জন্ম, birth, production.

উদ্ভাৱক, বি. উৎপন্ন কৰা, নতুন কথা উলিয়াব পৰা, producing, generating; inventive. (স্ত্ৰী) উদ্ভাৱিকা।

উদ্ভিদ, বি. (সং. উৎ, উপস. + ভিদ্, ভেদন কৰ্) মাটি ভেদি ওলোৱা, sprouting, germinating স. শ. গজন শ্ৰেণীৰ বস্তু, গছ-বন-আদিৰ কোনো এবিধ বস্তু, a tree or plant, anything which germinates like a plant.

উদ্ভূত, কৃদ. বি. (সং. উৎ, উপস. + ভূ, হ) উৎপন্ন, জন্ম, born, produced.

উদ্যত, কৃদ. বি. (সং. উৎ, উপস. + যম্, ক্ষান্ত হ) সক্ষম, কাৰ্য্য কৰিবলৈ প্ৰস্তুত, ready to do an action.

উদ্যম, স. শ. উদ্যোগ, কাৰ্‌বাৰ্, exertion.

উদ্যান, স. শ. (সং. উৎ, উপস. + যা, গমন কৰ) গছ আদি ৰোৱা বাড়ী, ফুলনি, পহু গড়্, a grove, a garden; a park.

উদ্যানপাল্, স. শ. (সং. উদ্যান, ঐ + পাল, ৰাখ্) বাড়ী-চোৱা, পহু গড়-ৰখীয়া, a gardener, a protector of a garden or park.

উদ্যোগ্, স. শ. (সং. উদ্যোগ—উৎ, উপস. + যুজ্, লগলগা) যত্ন, চেষ্টা, endeavour, exertion.

উদ্যোগী, বি. (সং. উদ্যোগিন্—উদ্যোগ + ইন্) যত্নৱান, চেষ্টা-কৰা, এলেহুৱা নোহোৱা, active, laborious.

উদ্বিগ্ন, বি. (সং. উদ্বিগ্ন—উৎ, উপস. + বিজ্, ভয় বা কষ্ট পা) চিন্তিত, ভাবিত, উৎকণ্ঠিত, উগুলথুগুল, anxious, full of anxiety.

উদ্বৃত্ত, বি. (সং. উদ্বৃত্ত—উৎ, উপস. + বৃত্ত, স্থাপিত—বৃত, থাক) কোনো কাৰ্য্যলৈ আঁটি বাঢ়ি থকা, জোৰাতকৈ অধিক হোৱা, left as a remainder.

উদ্বেগ্, স. শ. ভাবনা, উগুলথুগুল, কোনো কথাৰ কি ফল হল বা হব নজনাৰ নিমিত্তে চিন্তা, anxiety, agitation of the mind.

উধনীয়া, বি. (অং. উধান, চক্ খোৱা মাটি) উধানৰ দৰে ডাঙ্গৰ আৰু ঘূৰণীয়া; যেনে, উধনীয়া খোপা, large and round like an 'udhan' or earthen support for a cooking vessel.

উধাতু, বি. (অং. উ, অ + ধাতু, জীৱ্) ভয়ত বিতত, বিচেষ্টা বা নিকখাস; যেনে, সি

উধাতু হৈ লৰিছে, out of breath from fright or labor.

উধাতু খা, ভয়ত নিকশ্বাস হ, to be out of breath from fright.

উধান্, স. শ. ( সং. উদ্ধান, আখা ) ভাতৰ চৰু থোৱা মাটিৰ ডাঙ্গৰ চপৰা, an earthen support for a cooking vessel.

উধাৰ্, স. ধা. ( সং. উদ্ধাৰ, ৰাখ্ ) দুখৰ হাত সৰুৱা, টানৰ পৰা ৰাখ্, ৰক্ষা কৰ্ (এই ভাৰত প্ৰায়ে "উদ্ধাৰ" ব্যৱহৃত হয়); পাপৰ পৰা ৰক্ষা অৰ্থাৎ প্ৰায়শ্চিত্ত কৰ্; to save, to deliver; to atone for sin.

উধাৰ্পলা, বি. ( অং. উধাৰ্, ৰক্ষা কৰ্ + পলা, পাল-পতা ) এবাৰ এজনে আনবাৰ আন জনে সহায়তা কৰা, ইজনে সি জনৰ সাহায্য কৰা, উপকাৰৰ সলনি উপকাৰ কৰা; যেনে, গাওঁলীয়া মানুহবিলাক উধাৰপলা, mutually assisting, serving each other by turns.

উনী, স. শ. ( হিং. উন্, নোম্, পাট সূতা নোমৰ নিচিনা, এতেকে ) পাট সূতা লোৱা যন্ত্ৰ, a reel for winding silk.

উনীয়া, স. ধা. উনীত পাট সূতা ল ; সঘনে অহা যোৱা কৰ্, to wind silk on the above; to go and come frequently.

উনী-শলা, স. শ. সূতা লোৱা কাঠী, a stick for winding thread on.

উনুকিয়া, স. ধা. ( সং. উল্লেখ, উৎথাপন ) অলপ্‌কৈ উক্তি কৰ্, ইঙ্গিতেৰে ক, to mention, to allude to. অ. ধা. চিয়াৰেৰে বুজা, make an allusion, to give a hint.

উন্তি, স. মুনিহ মানুহে কাণত পিন্ধা কঁৰীয়া, an earring worn by men.

উন্নত্, বি. ( সং. উৎ, ওপৰ + নম্, চাপৰা ) ওখ, শ্ৰীবৃদ্ধি হোৱা, মহত, ডাঙ্গৰ, raised up, high, prosperous, improved.

উন্নতি, স. শ. (সং. ঐ) শ্ৰীবৃদ্ধি, সুখসম্পত্তি, prosperity, improvement.

উন্নতশীল, বি. (সং. উন্নতি, ঐ + শীল, স্বভাব) শ্ৰীবৃদ্ধিহোৱা, ভাগ্যবান, prosperous.

উন্মত্ত, বি, ( সং. উৎ, উপস. + মত্ত, বলিয়া ) বলিয়া, mad. (স্ত্ৰী) উন্মত্তা।

উন্মত্ততা, গু. শ. বলিয়ালি, madness.

উন্মাদ, বি. (সং. উৎ, উপস. + মাদ, বলিয়া) বলিয়া, mad.

উন্মাদন্, স. শ. কামদেৱৰ এপাট শৰ, one of the arrows of Cupid.

উন্মীলন্, কৃদ. স. ( সং. উৎ, উপস. + মীল, চকু জপা ) চকু মেলা কাৰ্য্য; the act of opening ( as the eye ).

উন্মীলিত্, কৃদ. বি. মেলা, ( চকুত খাটে ); যেনে, উন্মীলিত চক্ষু, opened (the eye).

উপ, উপস. (সং.) ওচৰ, তুল্য, ন্যূন, সামান্য, ইত্যাদি, a prefix signifying near, like, less, &c.

উপকথা, স. শ. ( সং. উপ, মূল নথকা + কথা, আখ্যান ) সজা উপাখ্যান, মিছা সাধু কথা, a fable.

উপকৰণ্, স. শ. (সং. উপ, উপস. + কৃ, কৰ্ ) খাদ্য বস্তু সুস্বাদ কৰিবৰ নিমিত্তে মিহলোৱা বস্তু; পূজাৰ নৈবেদ্যত দিয়া ফলমূলাদি, কোনো বস্তু নিৰ্ম্মাণ কৰিবলৈ গাটোৱা সামগ্ৰী, anything added to food to give relish to it, sauces; fruits and roots, &c., offered to a god; raw materials.

উপকাৰ্, স. শ. ( সং. উপ, উপস. + কৃ, কৰ্ ) হিত, ইষ্ট কাৰ্য্য, benefit, favour.

উপকাৰক } বি. হিত, ইষ্ট কাৰ্য্য-কৰা, help-
উপকাৰী } ing, assisting. স. শ. উপকাৰকৰোঁতা, a benefactor.

উপকূল, স. শ. (সং. উপ, সমীপ + কূল, তীৰ) সাগৰৰ তীৰ, a coast.

উপকৃত্, কৃদ. বি. উপকাৰ-পোৱা, benefited, favoured.

উপক্ৰম্, স. শ. (সং. উপ, উপস. + ক্ৰম্, যা) উদ্বেগ, কাৰ্য্য কৰিবলৈ যো কৰা, আৰম্ভ, an attempt, providing means.

উপগত্, কৃদ. বি. ( সং. উপ, উপস. + গম, যা ) উপস্থিত, কোনো ঠাই পোৱা, উপনীত; তিৰোতাৰে সৈতে থোৱা লোৱা

কৰা ; যেনে, অমুক অজাতিৰ তিৰোতাত উপগত হল, gone to, arrived, present, cohabiting with a woman.

উপগুৰু, স. শ. ( সং. উপ, সামান্য + গুৰু, ধৰ্ম্মৰ উপদেশ-দিওঁতা ) তন্ত্ৰৰ মতে গুৰুৱে মন্ত্ৰ দিয়াৰ পাচত পূজাৰ বা উপাসনাৰ ক্ৰম-শিকাওঁতা, an inferior Guru who teaches how to perform the Poojah, &c., after initiation.

উপগ্ৰহ, স. শ. ( সং. উপ, সামান্য + গ্ৰহ, আকাশত থকা স্থিৰ পোহৰ দিয়া ঘূৰণীয়া পদাৰ্থ ) গ্ৰহৰ লগত থকা সামান্য গ্ৰহ ; যেনে, পৃথিবীৰ উপগ্ৰহ চন্দ্ৰ, a satellite, a secondary planet.

উপচক্ৰ, স. শ. ( সং. উপচক্ৰ, সামান্য চক্ৰ অস্ত্ৰ ) আপদ, বিপদ, উপতাপ, misfortune, calamity. মূল অনুসৰি এই অৰ্থ নহয় ।

উপচাৰ্, স. শ. ( সং. উপ, উপস. + চৰ্, গতি কৰ্ ) পূজাত দেৱতালৈ উৎসৰ্গ কৰা বস্তু, আসন, অলঙ্কাৰ, নৈবেদ্য ; এতেকে ভেঁটী, ornaments, &c., offered to a God ; a present.

উপজাতি, স. শ. ( সং. উপ, উপস. + জাতি, শ্ৰেণী ) গছ বা জন্তুৰ কোনো এক জাতিৰ, মাজৰ ক্ষুদ্ৰ শ্ৰেণী, জাতিৰ ডাল, a variety.

উপজীব্য, স. শ. ( সং. উপ, উপস. + জীব্য, জীৱনৰ উপায় ) জীবিকা, livelihood.

উপঢৌকন্, স. শ. ( সং. উপ, উপস. + ঢৌকন, বিচৰা ) উপকাৰৰ প্ৰত্যাশা নকৰাকৈ দিয়া ভেঁটী, a present.

উপতাপ্, স. শ. ( সং. উপ, উপস. + তাপ্, তপ্ত গুণ ) দুৰ্দ্দশা, আপদ্, misfortune.

উপদেৱ, স. শ. (সং. উপদেৱ,—উপ, উপস. + দেৱ, দেৱতা ) সামান্য দেৱতা, an inferior god. ( স্ত্ৰী ) উপদেৱী ।

উপদেৱতা, স. শ. ( সং. উপ, উপস. + দেৱতা, স্বৰ্গৰ লোক ) সামান্য দেৱতা, ভূত, an evil spirit.

উপদেশ্, স. শ. ( সং. উপ, উপস. + দিশ, দেখা ) শিক্ষা, পৰামৰ্শ ; কি কথা কি দৰে কৰিব লাগে শিকোৱা, instruction ; advice.

উপদেশ্‌ক, কৃদ. স. শিকাওঁতা, উপদেশ দিওঁতা, instructor.

উপদ্ৰৱ, স. শ. ( সং. উপ, উপস. + দ্ৰু, গতি কৰ্ ) পৰৰ পৰা হোৱা অনিষ্ট ; যেনে, পানীৰ উপদ্ৰৱ, ৰজাৰ উপদ্ৰৱ, বনৰীয়া মহৰ উপদ্ৰৱ ; ইত্যাদি, oppression, tyranny ; ravage.

উপদ্ৰৱকাৰী, উপদ্ৰৱী. } বি. ( সং. উপদ্ৰৱ, পীড়া বা অনিষ্ট ) উপদ্ৰৱ-কৰা, কষ্ট-দিয়া, tyrannical. স. শ. উপদ্ৰৱ-কৰোতা, an oppressor. ( স্ত্ৰী ) উপদ্ৰৱকাৰিণী ।

উপদ্বীপ্, স. শ. ( সং. উপ, সামান্য + দ্বীপ, পানীয়ে বেৰি থকা মাটি ) সৰু দ্বীপ, মাজুলী, an island.

উপনগৰ্, স. শ. ( সং. উপ, ওচৰ + নগৰ, ৰজা থকা ঠাই ) ডাঙৰ নগৰৰ প্ৰান্তভাগ, নগৰৰ ওচৰৰ ক্ষুদ্ৰ নগৰ, a suburb.

উপনয়ন্, স. শ. ( সং. উপ, সমীপ + নী, লৈ যা ) লগুণ দিয়া কাৰ্য্য, লগুণ-দিয়নি, ( পূৰ্ব্বে সেই কাৰ্য্যৰ পাচতে ব্ৰাহ্মণ বেদ পঢ়িবৰ নিমিত্তে গুৰুৰ ওচৰলৈ গৈছিল, এতেকে), investiture with the sacred thread.

উপনাম্, স. শ. ( সং. উপ, সামান্য + নাম, যি মাতৰ দ্বাৰা কোনোক জনা যায় ) কোনোক সদায় মতা প্ৰকাশ্য নাম, সামান্য নাম, উপলুঙ্গা নাম, a familiar name, a pet-name ; a nick-name.

উপনিষদ, স. শ. ( সং. উপ, আৰু নি, উপস. + ষদ, যা ) বেদৰ ঘাই ভাগ, বেদৰ যিভাগত পৰমেশ্বৰৰ বিষয় বাদানুবাদ আছে সেই ভাগ, the argumentative part of the Vedas.

উপনীত্, কৃদ. বি. ( সং. উপ, উপস. + নী, লৈ যা ) কোনো ঠাই পোৱা, উপস্থিত-হোৱা ; সংস্কৃতত্ ই কোনো ঠাইলৈ নিয়া বুজায় ; কিন্তু অসমীয়াত্ আপুনি গৈ কোনো ঠাই পোৱা অৰ্থ হয় ; যেনে,

তেওঁ নগৰত উপনীত হৈ দেখিলে, arrived, come to, present.

উপন্যাস্, স. শ. (সং. উপ, আৰু নি, উপস. + অস, থাক্) সজা উপাখ্যান, মিছা সাধু-কথা, a fable, a tale.

উপপতি, স. শ. (সং. উপ, সামান্য + পতি, স্বামী) বিয়া নকৰা বা দেশৰ কোনো নিয়ম অনুসাৰে নভজা স্বামী, গোপনে লোৱা পৈ, a paramour.

উপপত্নী, স. শ. (সং. উপ, সামান্য + পত্নী. ঘৈনী) বিয়া নকৰা ঘৈনী, লুকাই ৰখা ভাৰ্য্যা, (উপপতিৰ বিষয়ত লিখা কথা এই শব্দতো খাটে), a woman who cohabits with a man to whom she is not married.

উপপাতক, স. শ. (সং. উপ, সামান্য + পাতক, পাপ) পাঁচ মহা পাতকতকৈ সামান্য পাপ; যেনে, গোবধ, কন্যা বেচা; ইত্যাদি; "মহা-পাতক" চোৱাঁ। a sin inferior in degree to the five Mahapatakas, which see.

উপপাতকী, স. শ. (সং. উপপাতক, ঐ) উপপাতক-কৰোঁতা, a man who commits a sin of the kind. (স্ত্রী) উপপাতকিনী।

উপপাপ, স. শ. (সং. উপ, সামান্য + পাপ, কুকৰ্ম্ম) উপপাতক, see the above.

উপপুৰাণ্, স. শ. (সং. উপ, সামান্য + পুৰাণ, পুৰণি কথা) অঠৰ খান ঘাই পুৰাণত বাজে আন অঠৰ খান পুঁথিৰ সাধাৰণ নাম, সেইবিলাক এই ;—আদি, নৃসিংহ, বায়ু, শিৱধৰ্ম্ম, দুৰ্ব্বাসা, নাৰদ, নন্দিকেশ্বৰ, উসনস্, কপিল, বৰুণ, সাম্ব, কালিকা, মহেশ্বৰ, পদ্ম, দেৱ, পৰাশৰ, মৰীচ আৰু ভাস্কৰ, one of the eighteen Puranas other than the eighteen principal ones. "পুৰাণ" চোৱাঁ।

উপবিহ্, স. শ. (সং. উপবিষ, সামান্য বিহ) সামান্য বিহ; ধুঁতুৰা, কনীবিহ, ভাং, ইত্যাদি, a narcotic poison.

উপভুক্ত, কৃদ. বি. (সং. উপ, উপস. + ভুজ, ভোগ কৰ্) ভোগ কৰা, ব্যৱহাৰ কৰা, possessed, enjoyed.

উপভোগ, স. শ. ভোগ, ব্যৱহাৰ, কোনো বস্তু আপোনাৰ হাতত ৰাখি ইচ্ছা মতে কাৰ্য্যত লগোৱা, possession, enjoyment.

উপভোগ্য, বি. ভোগ কৰিব লগা, ব্যৱহাৰ কৰিবৰ যোগ্য, to be enjoyed, to be used.

উপমা, স. শ. (সং. উপ, উপস. + মা, জোখ্) তুলনা, সমান, comparison, resemblance, equal.

উপমেয়, বি. যাৰে সৈতে তুলনা কৰা যায়, to be compared with.

উপযাচক, স. শ. (সং. উপ, উপস. + যাচ, খোজ্) লোকে নোখোজাকৈ আপুনি কোনো বস্তু দিবলৈ প্ৰস্তাৱ কৰোঁতা; যেনে, তেওঁ উপযাচক হৈ ছোৱালী দিছে, one who offers to grant a favour unasked for.

উপযাচন্, কৃদ. স. (সং. ঐ) নোখোজাকৈ দিবলৈ প্ৰস্তাৱ কৰা, the act of offering something unasked for.

উপযুক্ত, বি. (সং. উপ, উপস. + যুজ্, লগ-লগোৱা) যোগ্য, fit, proper, useful.

উপযোগিতা, গু. শ. (সং. উপ, উপস. + যোগিন, যুক্ত) যোগ্যতা, fitness.

উপযোগী, বি. যোগ্য, উপযুক্ত, proper, suitable, fit. (স্ত্রী) উপযোগিনী।

উপৰি, আনু. অ. (সং. উপ, ওপৰ) ওপৰে; বাহিৰে; যেনে, তাৰ উপৰি কুৰি টকা দিছোঁ, over and above. বি. পূৰ্ব্বৰ, আগৰ; যেনে, উপৰি জন্ম, উপৰি পুৰুষ, former, prior.

উপৰীয়া, } উপৰুৱা, } বি. (সং. উপৰি, ওপৰ) কাৰে সৈতেও সম্পৰ্ক বা নিৰূপিত ঘৰ-বাৰী নথকা; যেনে, উপৰীয়া মানুহ; নিশ্চয় নথকা; যেনে, উপৰুৱা কথা; লেখৰ বাহিৰে থকা, অতিৰিক্ত, having no fixed residence or connection with anyone; uncertain, extra or supernumerary.

**উপৰোধ্**, স. শ. ( সং. উপ, উপস. + ৰুধ্, বাধা কৰ ) অনুৰোধ, কোনো কাৰ্য্য কৰিবৰ নিমিত্তে কৰা ভৰসা, recommendation.

**উপলঙ্ঘা**, স. শ. (সং. উপলঙ্ঘন বা উল্লঙ্ঘন, নমনা ) আজ্ঞা-ভঙ্গা বা তুচ্ছ কৰা কাৰ্য্য; যেনে, ডাঙৰ লোকৰ কথা উপলঙ্ঘা নকৰিবা, disobedience, contempt.

**উপলব্ধ**, বি. ( সং. উপলব্ধ—উপ, উপস. + লভ্, পা ) মনেৰে বুজা, অনুভূত, understood, known.

**উপলব্ধি**, স. শ. অনুমান, এটা কথা দেখি আন এটা কথাৰ বিষয়ে হোৱা জ্ঞান; যেনে, এইবিলাক কথাৰ পৰা এইটো উপলব্ধি হয়, perception, or inference.

**উপলক্ষ**, স. শ. (সং. উপলক্ষ—উপ, উপস. + লক্ষ, চিন্ ) লোকক দেখোৱা কাৰণ, ছল; যেনে, দুষ্ট মানুহে উপলক্ষ পালেই ইচ্ছা পূৰ কৰে, অৱলম্বন, আশ্ৰয়, ostensible reason, a pretence, stay, a prop.

**উপলক্ষে**, আ. অব্য. কাৰণে, নিমিত্তে; যেনে, বিয়াৰ উপলক্ষে আহিছোঁ, for the purpose of.

**উপবন**, স. শ. (সং. উপবন—উপ, উপস. + বন্, হাবি ) ৰোৱা গছৰ হাবি, বাড়ী, a grove, a garden.

**উপবাস্**, স. শ. ( সং. উপবাস—উপ, উপস. + বস্, থাক্ ) লঘোন, অনাহাৰ; ব্ৰত, a fast, abstinence from food, drink, sexual intercourse, &c., as a religious mortification.

**উপবাসী**, বি. ( সং. উপবাসী ) লঘোনীয়া, অনাহাৰী, fasting.

**উপবাসে**, ক্ৰি. বি. লঘোনে।

**উপবিষ্ট**, কৃদ. বি. (সং. উপবিষ্ট—উপ, উপস. + বিশ্, সোমা ) বহা, বহি থকা, seated.

**উপবীত্**, স. শ. ( সং. উপবীত—উপ, উপস. + বী, প্ৰকাশ্ কৰ্ ) লগুণ, the sacred thread worn by the three first classes of the Hindus.

**উপবেদ্**, স. শ. ( সং. উপবেদ—উপ, সামান্য + বেদ, শাস্ত্ৰ ) সামান্য বেদ, অৰ্থাৎ, দৰৱ, ৰণ, গীত, বা শিল্প বিদ্যাৰ বিষয়ৰ শাস্ত্ৰ, a minor Veda; a work on military-art, medicine, music or mechanics.

**উপবেশন্**, কৃদ. স. ( সং. উপবেশন—উপ, উপস. + বিশ্, সোমা ) বহা কাৰ্য্য, আসন লোৱা কাৰ্য্য, the act of sitting.

**উপশব্দ**, স. শ. সংজ্ঞা-শব্দে বুজোৱা বস্তুৰ আকৃতি-পৰিমাণ আদি বুজাবলৈ ব্যৱহৃত শব্দ; যেনে, খান, খানি, ইত্যাদি, a particle put after a noun to denote the size, shape, &c., of the thing expressed by the noun.

**উপশম**, বি. ( সং. উপশম—উপ, উপস. + শম্, স্থিৰ হ ) হ্ৰাস-পোৱা, এৰা-ধৰা; কম-পৰা, ( নৰিয়া বা দুখত খাটে ); যেনে, জৰ উপশম হৈছে, relaxed, pacified, abated.

**উপশান্ত**, বি. ( সং. উপশান্ত—উপ, উপস. + শম্, স্থিৰ হ ) উপশম, হ্ৰাস-হোৱা, diminished, relaxed, abated (as pain or distress).

**উপশান্তি**, স. শ. ( সং. উপশান্তি—উপ, উপস. + শম, স্থিৰ হ ) হ্ৰাসতা, ন্যূনতা, কমা, ( নৰিয়া বা দুখত খাটে ); demi-nution, abatement (said of pain or distress).

**উপসংহাৰ্**, স. শ. ( সং. উপসংহাৰ—উপ, উপস. + সংহাৰ, নাশ ) শেষ, অন্ত, শেহাস্তৰ, conclusion, end.

**উপসৰ্গ**, স. শ. ( সং. উপসৰ্গ—উপ, উপস. + সৃজ্, সৃষ্টি কৰ্, সাজ্ ) ক্ৰিয়া বা সংজ্ঞা শব্দৰ আগত থকা প্ৰ, পৰা, আদি কথা; ৰোগ; কোনো এটা ৰোগ হলে তাৰ পৰা হোৱা আন পীড়া; যেনে, জ্বৰ লগত হোৱা মূৰৰ বিষ, বাঁতি; জহনীৰ লগৰ কন্দিয়া; ইত্যাদি, a prefix, a disease, a disease that naturally accompanies another.

**উপস্থ**, স. শ. ( সং. উপস্থ—উপ, উপস. +

স্থা, থাক্) গুপ্তাঙ্গ ; অসমীয়াত ঘাইকৈ মতাৰ গুপ্তাঙ্গকহে বুজায়, the male or female organ, especially that of male.

উপস্থিত, কৃদ. বি. (সং. উপ, উপস.+স্থা, থাক্) আগত অহা, আগত থকা, present.

উপস্থিতি, স. শ. আগত থকা কাৰ্য্য, presence.

উপহাৰ্, স. শ. (সং. উপ, উপস. + হৃ, আন্) সম্মান কৰি দিয়া ভেঁটী, দেৱতাক দিয়া নৈবেদ্য, a present to a superior, an offering to a god.

উপহাস্, স. শ. (সং. উপ, উপস.+হস্, হাঁহ্) লোকক হঁহা কাৰ্য্য, ইতিকিং, খেনি, নিন্দা, ridicule, derision.

উপাক্-পাক্, স. শ. (অং. পাক, মেৰোৱা) বিমোৰ, টান পাক, a complication, the state of being involved in difficulty. বি. বৰকৈ মেৰোৱা, টান; যেনে উপাক্-পাক্ কথা, উপাক্-পাক্ গাঁঠি, complicated, involved.

উপাখ্যান্, স. শ. (সং. উপ, উপস. + আখ্যান, সাধু কথা) পুৰণি কথা, সঁচা বা মিছা সাধু কথা, a story, a tale.

উপাঙ্গ, স. শ. (সং. উপ, উপস.+অঙ্গ, গাৰ কোনো এভাগ) সৰু অঙ্গ, নখ, চুলি, আদি, a minor limb or member, such as hair, nail, &c.

উপাদেয়, বি. (সং. উপ+আ, উপস.+দা, দি) লবৰ যোগ্য, অতি উত্তম, excellent.

উপাধি, স. শ. (সং. উপাধি,—উপ, আৰু আ, উপস.+ধা, ধাৰণ কৰ্) খিতাপ, সম্মান-বুজোৱা নাম, a title, an appellation of honour.

উপাধ্যায়্, স. শ. (সং. উপাধ্যায়—উপ, আৰু অধি, উপস.+ই, গতি কৰ্) অধ্যাপক, পঢ়াওঁতা, a literary teacher.

উপান্ত, বি. (সং. উপান্ত—উপ, ওচৰ+অন্ত, শেষ, অন্তৰ ওচৰৰ) শেষ আখৰৰ আগত থকা; যেনে, উপান্ত অকাৰ, penultimate.

উপান্ত, বি. (সং. উপান্ত, অন্তৰ ওচৰ, প্ৰায় অন্ত হোৱা) উচ্ছন্ন, নষ্ট, তোলা; যেনে, গাওঁ উপান্ত হল, ruined, laid waste.

উপায়, স. শ. (সং. উপ, আৰু আ, উপস.+ই, গতি কৰ্) যাৰ দ্বাৰা কোনো কাৰ্য্য সিদ্ধ হয়, চেষ্টা; ধন-বস্তু, means, property.

উপায়হীন, বি. (সং. উপায়, ঐ+হীন, নথকা) যাৰ দ্বাৰা কাৰ্য্য হয় সি নথকা, ধনহীন, দুখীয়া, without means, poor.

উপাৰ্জন্, কৃদ. স. (সং. উপ, উপস.+অৰ্জন লাভ্) ঘটন, অৰ্জা কাৰ্য্য; পৰিশ্ৰমৰ পৰা হোৱা লাভ, the act of earning, things earned.

উপাৰ্জিত, কৃদ. বি. ঘটা, পৰিশ্ৰম কৰি লাভ কৰা, earned, acquired.

উপালম্ভ, স. শ. (সং. উপ, আৰু আ, উপস. +লভ্, গালি পাৰ) অমৰ্যাদা; অসম্মান, গালি, disrespect.

উপাস্, স. ধা. (সং. উপাসন, আশ্ৰয় কৰ্) সেৱা কৰ্, ভক্তি কৰ্, আশ্ৰয় কৰ্; যেনে, "উপাসন্ত দেৱগণ," to serve, to adore.

উপাসক, কৃদ. স. (সং. উপ, উপস.+অস্, থাক্) আশ্ৰয়-কৰোঁতা, পূজা-কৰোঁতা, সেৱক, a worshipper, a dependent. (স্ত্ৰী) উপাসিকা।

উপাসনা, স. শ. (সং. উপাসন, সেৱা) দেৱতাক কৰা সেৱা, ভক্তি বা আৰাধনা, worship, adoration.

উপাসা, স. শ. (সং. উপাসন, সেৱা) ডাঙৰ লোকত কৰা খাটনি, সেৱা, ভাৰসা, dependence, service.

উপাসিত্, কৃদ. বি. (সং. সেই) আৰাধনা কৰা, যাক উপাসনা কৰা যায়; যেনে, উপাসিত দেৱতা, worshipped.

উপাস্থি, স. শ. (সং. উপ, উপস.+অস্থি, হাড়) কোমল হাৰ, a cartilage.

উপাস্য, কৃদ. বি. (সং. সেই) উপাসনা কৰিবৰ যোগ্য, to be worshipped, to be served.

উপেন্দ্ৰ, স. শ. (সং, উপ, উপস.+ইন্দ্ৰ, স্বৰ্গৰ ৰজা) বিষ্ণু, Visnu.

উপেক্ষা, স. শ. (সং. উপ, উপস. + ইক্ষ্, দেখ্) এৰা, ত্যাগ, তুচ্ছ জ্ঞান, ঘৃণা; যেনে, যি বিষ্ণুক উপেক্ষা কৰি আন দেৱতাক পূজে, contempt, disregard.

উপযাচি, ক্রি· বি· যাচি, নোখোজাকৈ; যেনে, উপ্‌যাচি দিয়া বস্তু, without being asked, unasked.

উপ্‌লুঙ্গা, বি· (সং. উপলঙ্ঘা, তুচ্ছ কৰা) তুচ্ছ, সামান্য, উপকুৰা; যেনে, উপ্‌লুঙ্গা নাম, বিশ্বাসৰ বা মানিবৰ অযোগ্য; যেনে, উপ্‌লুঙ্গা কথা, mean, contemptible, unworthy of belief.

উফা, অ. ধা. সিজি ডাঙ্গৰ হৈ অধিক হ, বাঢ়্; যেনে, পুৰণি চাউলৰ ভাত উফায়, to be increased, as boiled rice.

উফি, স. শ. (অং. উফা, বাঢ়্; বেগাই বাঢ়ে, এতেকে) মূৰৰ ছাল ছিগা আৰু খজুওৱা এবিধ ৰোগ, dandriff.

উবৰ্, স. ধা. (অং. ওপৰ্, উচ্চ, অৰ্থাত ওপৰক্কি) মান্য মানুহৰ কথা নেৰাখ; আজ্ঞালৈ বাট নেচাই কাম কৰ; যেনে, পিতৃ-মাতৃক উবৰি কাম কৰিব নেপায়, to disregard, to act without the order of.

উবাজুবা, স. শ. হুলস্থুল, অনেক মানুহে কামত ব্যস্ত হৈ লৰালৰি কৰি এফালৰ পৰা আন ফাললৈ অহা-যোৱা কৰা কাৰ্য্য, confusion, bustle, hurried, activity.

উবাৰ্, বি· (অং. উৎপাৰ্, নিৰ্ম্মূল কৰ্, দকৈ-খান) শূন্য, উচ্ছন্ন, সমূলি নষ্ট, শেষ; ছুন-পৰা, desolate, laid waste, unoccupied, lying waste.

উবুৰি, বি· (বং. উবুড়, ওপৰৰ ফাল তল) ওপৰৰ ফাল তল হোৱা; তললৈ মুখ কৰি পৰা, fallen upside down or with the face downwards.

উবুৰি খা, উবুৰি হ; ওপৰৰ ফাল তল হ, তললৈ পেট কৰি দীঘল হৈ পৰ্, to fall upside down, to fall prostrate with the face downwards.

উবুৰিয়া, স. ধা. (উবুৰি, ঐ) ওপৰৰ ফাল তল কৰ্, to lay upside down.

উবৃতী, স. শ. (অং. ওভোতা, ওলোটা) বাঁজী ছাগলী, (স্বভাৱটো ওলোটা হয়, এতেকে) a barren she-goat. (কামৰূপী)।

উভং, বি· অবাচ্য, লাজ লগা, shameful, obscene.

উভ্, স. ধা. (অং. উভ্, থিয়) ঘৰ আৰম্ভ কৰ্, ঘৰ থিয় কৰ্; কোনো কথা কৰিবৰ নিমিত্তে মনত আলচ্, to erect, to commence, to build (a house), to contemplate.

উভ্, বি· (সং. উৎ, ওপৰ) থিয়, যিমান হব লাগে তাতকৈ অধিক থিয়; (কোৰ, কুঠাৰৰ নালত খাটে), তাৰ বিপৰীত সেও, set too steep (said of the handle of a hoe, axe, plough, &c.).

উভয়, বি· (সং. উভ, দুই) দুইও, দুই, both. স. শ. দুটা মানুহ বা বস্তু, two persons or things.

উভল্, অ. ধা. (সং. উৎপাটন, শিপাৰে সৈতে তোলা) শিপা ছিগি কাতি হৈ পৰ্, মাটিৰ তলত থকা ভাগে সৈতে কাতি হৈ পৰ্, to be uprooted.

উভলি, স. শ. (অং. ওভত, ঘুৰি আহ) হাল বোৱা মাটিৰ মূৰ, সীৰলুৰ মূৰ, the place in a field from where the ploughman turns back in ploughing.

উভহঁা, স. শ. (অং. উভ, থিয়) নিমজ পাট-আদিত থকা জোঙ্গা বা অসমান বস্তু; যেনে, বহুৰা চাঁছেৰে চছা পাটত উভঁহা থাকে; এতেকে আসোঁৱাহ, আপত্তি; যেনে, তেওঁ উভঁহা উলিয়াইছে, anything that rises like a small thorn on a smooth surface, an objection.

উভাল্, স. ধা. (সং. উৎপাটন, শিপাৰে সৈতে তোলা) শিপাৰে সৈতে তুলি পেলা, মূলে সমন্বিতে তুলি পেলা, to root up.

উভীয়া, বি· (অং. উভহঁা, মিহি নোহোৱা) ঢৰীয়া, ঠৰঙ্গা, (বিশেষকৈ কপাহৰ সূতাত খাটে); যেনে, উভীয়া সূতা, অসঙ্গত, অযুক্তত; যেনে, উভীয়া কথা, উভীয়া উত্তৰ, ছুঁটা, কেঁচা কথা কোৱা, যুক্তি হুশুনা;

যেনে, উভীয়া মানুহ, coarse (said of thread) unreasonable, rough, rude.

উভৈনদী, বি. (সং. অবায় নদী, শেষ নোহোৱা নৈ) সদায় বৈ থকা নদীৰ নিচিনা, অশেষ; যেনে, তেওঁৰ ঘৰত ধন উভৈ নদী, inexhaustible, abundant.

উম্, স. শ. (সং. উষ্ম, তাপ) তপত গুণ, জাৰৰ অভাৱ, অলপ তাপ, gentle heat, warmth.

উমনি, স. শ. (অং. উমা, কণীত তাপদি) চৰাইয়ে কণীৰ বা পোৱালীৰ ওপৰত পৰি তাপ দিয়া কাৰ্য্য; যেনে, পাৰ উমনিত পৰিছে; the act of sitting upon eggs, or young.

উমা, স. ধা. (অং. উম্, তাপ) কণীৰ বা পোৱালীৰ ওপৰত পৰি তাপ দি, to brood on, to inculcate.

উমনি দি, জগিবৰ কাৰণ চৰাইৰ তলত স্থাপ্, (কণী); to place as eggs under a bird for hatching.

উমনিত পৰ্, কণীত তাপ দি, to brood on.

উমা, স. শ. (সং. উ, হেৰা+মা, নকৰিবা) দুৰ্গা, পাৰ্ব্বতী; পাৰ্ব্বতী তপস্যালৈ যাওঁতে মাকে "হেৰা নেযাবা" এই বুলি বাধা কৰিছিল, এতেকে, a name of Durga.

উমাকান্ত, স. শ. (সং. উমা, দুৰ্গা+কান্ত, পতি) উমাৰ গিৰিয়েক, মহাদেৱ, সদাশিৱ, a name of Shiva.

উমাজাল্, স. শ. (অং. উম, তাপ+জাল, জুইৰ তাপ) অলপ জুইৰ তাপ, gentle heat of fire.

উমা-জালে, ক্রি. বি. বৰকৈ নজলাকৈ, অলপ-অলপ্‌কৈ জলি; যেনে, জুই কুড়াই উমা-জালে পুৰিছে, with a gentle heat or smothered combustion.

উমান, স. শ. (সং. অনুমান, অনুভৱ) গম্, আঁটকাল্, সঁহাৰি, a conjecture formed from sounds of the approach of some one.

উমানন্দ, স. শ. (সং. উমা, পাৰ্ব্বতী + আনন্দ, হং) গুৱাহাটীৰ ওচৰত ব্রহ্মপুত্ৰৰ মাজত থকা এটা পৰ্ব্বত আৰু তাৰ ওপৰত থকা শিৱলিঙ্গ; পাৰ্ব্বতী জিৰাবৰ নিমিত্তে সদাশিৱই ভস্মৰ দ্বাৰা সেই পৰ্ব্বতৰ সৃষ্টি কৰিছিল বুলি তন্ত্ৰত লেখা আছে, এতেকে সেই নাম, a rocky island at Gauhati and the symbol of Shiva on the top of it.

উমি-উমি, বি. (অং. উম, তাপ্) অতি অলপ্ (তাপৰ বিশেষণ); যেনে, উমি-উমি তাপ আছে, slight (said of heat). ক্রি. বি. জুইৰ আগ নোলোৱাকৈ অলপ-অলপকৈ পুৰি; যেনে, জুই কুড়া উমি-উমি জলিছে, in a smouldering manner.

উমেদৱাৰ, } স. শ. (যাং.) কাম পাবৰ
উমেদ্বাৰ্, } নিমিত্তে আশা কৰা মানুহ, a candidate.

উমেশ্, স. শ. (সং. উমা, দুৰ্গা+ঈশ, পতি) সদাশিৱ, মহাদেৱ, a name of Shiva.

উমৈহতু, স. শ. (সং. উভয়-হস্ত, দুজনৰ হাত) দুই বা অধিক জনৰ অধিকাৰ; যেনে, উমৈহতত থকা বস্তু, common possession of two or more persons.

উমৈহতীয়া, বি. দুই বা অধিক জনৰ অধিকাৰ থকা, belonging to two or more persons.

উমঘাম্, স. শ. (অং. উম, তাপ্+ঘাম, তাপত ওলোৱা গাৰ ৰস) বুজবাজ, অনুসন্ধান; যেনে, সেই কথাৰ কিবা উমঘাম পাইছা নে? অলপ উদ্যোগ বা চেষ্টা; (এই ভাবত প্ৰায়ে পাচত এটা না-পদ থাকে); যেনে, দৰাৰ ঘৰত বিয়াৰ উমঘামেই নাই, a slight notice.

উৰ্, 'উড়' চোৱাঁ।

উৰ্, স. ধা. (হিং. ওঢ়না, পিন্ধন) পিন্ধ, পৰিধান কৰ্; যেনে, ডাঙ্গৰীয়াই কাপোৰ উৰিছে, to put on, as clothes.

উৰগ্, স. শ. (সং. উৰস্, বুকু+গম, গতি কৰ্) বুকেৰে চুঁচৰি ফুৰা জেঠী আদি জন্তু, ঘাইকৈ সাপ, a reptile, especially a snake.

উৰণ্, "উড়ন্" চোৱাঁ।

**উৰণীয়া**, বি. "উড়নীয়া" চোৱাঁ।

**উৰঃস্থল্**, স. শ. ( সং. উৰঃ, বুকু + স্থল, ঠাই ) বুকু, the breast.

**উৰহ্**, স. শ. ( সং. উৰস্, বুকু, অৰ্থাৎ বুকত থকা ) শয্যা, ঢাৰি, পীৰা বা কাপোৰত থকা এবিধ দুৰ্গন্ধ পোক্, a bed-bug.

**উৰহ্**, অ. ধা. ( অং. উৰহ্, ঐ ) পাগোঁতে ধুপি দুৰ্গন্ধ হ; যেনে, গাখীৰ উৰহিল, to become bad smelling by being burnt, as milk, &c.

**উৰহা**, স. ধা. ( সং. ৰস, জোল ) পাগি জোল কৰ্, melt by boiling, as Gur.

**উৰহা**, কৃদ. বি. ( অং. উৰহ্, ধুপি দুৰ্গন্ধ হ ) ডেই বেয়া গোন্ধোৱা, ধুপা গোন্ধোৱা, ( জুলীয়া বস্তুত খাটে ), scorched or burnt in boiling (said of liquid).

**উৰহী**, স. শ. (অং. উৰহ্, এবিধ দুৰ্গন্ধ পোক) এবিধ আঙ্গা-খোৱা ছেঁই আৰু তাৰ গছ; কেঁচাত তাৰ গন্ধ বৰ ভাল নহয়; এতেকে সেই নাম, a species of bean.

**উৰাল্**, স. শ. ( সং. উদুখল, ধান চাউল আদি খুন্দা এটা যতন ) বহল মুখেৰে এক প্ৰকাৰ খুন্দা যতন, a mortar.

**উৰাল্-মাৰি**, স. শ. উৰালত বস্তু খুন্দা কাঠৰ টাঙ্গন, a pestle.

**উৰি-আপ্ৰণী**, স. শ. ( অং. উৰি, অনুবন্ধ. + আপ্ৰণী, সামান্য মানুহ ) সামান্য মানুহ, ইতৰ মানুহ, দুখীয়া মানুহ, a low or poor person.

**উৰী-দল্**, স. শ. "উড়ী-দল" চোৱাঁ।

**উৰী-ধান্**, স. শ. "উড়ী-ধান্" চোৱাঁ।

**উৰিয়াম্**, স. শ. এবিধ সুকাঠী গছ, a kind of timber tree (Bescoffia Javanica).

**উৰুকা**, স. শ. বিহুৰ আগৰ দিন; এতেকে কোনো আনন্দৰ দিনৰ আগৰ দিন, the day previous to any festival especially the Bihu.

**উৰুখ্**, অ. ধা. ( অং. বৰষ্, বৰষুণ হ ) চালে দি সৰকি পানী পৰ্, to leak, as the roof of a house.

**উৰুখনি**, স. শ. চালে দি পানী সৰকি পৰা কাৰ্য্য; চালে দি সৰকি পৰা পানী, a leaking through the roof, the water dropped through the roof.

**উৰুঙ্গা**, বি. ( অং. উ, ন + ৰং, আনন্দ ) নিৰানন্দ, মানুহ নথকাৰ বা কমাৰ নিমিত্তে পাতল বা ৰিঙ্গা ( ঘৰত খাটে ); যেনে, গৰাকী নেথাকিলে ঘৰ উৰুঙ্গা হয়, lonely, cheerless (as a house).

**উৰুলি**, স. শ. ( অং. উৰুলু, মুখেৰে কৰা শব্দ বিশেষ ) তিৰোতাই মঙ্গল কাৰ্য্যত জিভা লাৰি কৰা শব্দ, a thrilling sound uttered by women in concert on any joyful occasion.

**উৰুলি-পুঙ্গা**, বি. বৰশীৰ পুঙ্গাৰ দৰে ওপঙ্গি ফুৰা মানুহ, কতো স্থিতাপি হৈ নথকা মানুহ; যেনে, "মৰে উৰুলি-পুঙ্গা," a vagrant.

**উৰুলী-কৃত্**, বি. ( সং. উৰুৰী কৃত, কোনো কাৰ্য্য কৰিবলৈ গাত লোৱা ) কোনো কাৰ্য্যলৈ ৰঙ্গেৰে আগ বঢ়া; যেনে, অমুক এই কাম কৰিবলৈ উৰুলী-কৃত, ready to do with pleasure, eager to do.

**উৰ্ফাল্**, স. শ. ( সং. উৎফাল, জাঁপ্ ) জাঁপ্, বিশেষকৈ বান্ধৰ পৰা এৰাবৰ নিমিত্তে মৰা জাঁপ্; যেনে, চোৰটো উৰ্ফাল মাৰি এৰাই লৰ মাৰিলে, a jump.

**উৰ্ব্বৰা**, বি. ( সং. উৰু, অধিক + ঋ, যা ) সাৰুৱা, শস্য হোৱা, fertile ( said of soil).

**উৰ্ব্বশী**, স. শ. ( সং. উৰু, বৰ + বশ্, তলতীয়া কৰ্ ) এজনা স্বৰ্গৰ অপেস্বৰীৰ নাম, the name of a courtezan of Indra's court.

**উৰ্বান্ধ**, অ. ধা. "উৰ্-বান্ধ" চোৱাঁ।

**উৰ্ম্মাল**, স. শ. ( সং. উৰোবাল, বুকুৰ নোম ) বুকুৰ নোম, the hair of the breast.

**উলঙ্গ**, বি. ( সং. উৎ, উপস. + লজ্, লাজ কৰ্ ) বিবস্ত্ৰ, নাঙ্গঠ, naked.

**উলঙ্গটু**, বি. ( সং. উলঙ্গ, নাঙ্গটু ) বিবস্ত্ৰ, নাঙ্গঠ, naked.

**উলঙ্ঘ**, } স. ধা. ( সং. উল্লঙ্ঘন, বিৰুদ্ধাচৰণ্ ) আজ্ঞা ভাং; সীমা ঠেল্,
**উলংঘ্**, }

to disobey, to encroach on (a boundary).

উলঙ্ঘা, } স. শ. (সং. ঐ) তুচ্ছজ্ঞান,
উলংঘা, } আজ্ঞা-অৱজ্ঞা; যেনে, ৰজাৰ আজ্ঞা উলঙ্ঘা কৰিব নেপায়; সীমা ঠেলা, contempt, disobedience, trespass upon a boundary.

উলহ-মালহ, স. শ. (সং. উল্লাস, আনন্দ, মালহ, অনুৰূ.) আনন্দেৰে ব্যস্ত হোৱা অৱস্থা, ৰঙ্গেৰে কৰা খৰ-খেদা, joyful, haste.

উলহৰ মাদলি, সদায় ৰঙ্গেৰে পূৰ হৈ থকা মানুহ; ৰঙ্গত উত্ৰাৱল হোৱা অৱস্থা, an ever joyful person, rapture, ecstacy.

উলাই, স. শ. (অং. উলঙ্ঘা, তুচ্ছ কৰা) তুচ্ছ বোধ, সামান্য-জ্ঞান, contempt, disregard. (সদায় "কৰ্" ধাতুৰ আগত থাকে); যেনে, জ্ঞানী মানুহৰ কথা উলাই কৰিব নেপায়।

উলামুলা, বি. এলা-পেচা, সামান্য; লঘু; যেনে, উলামুলা মানুহ ভালৈ যাব নোৱাৰে, অসাৱধান, low, common, careless.

উলামুলাকৈ, ক্রি. বি. অসাৱধান ৰূপে; carelessly.

উলাহ্, স. শ. (সং. উল্লাস, আনন্দ) আনন্দ, ৰং; সন্তোষ; delight, pleasure. স. ধা. অলপকৈ দাং, তোল, দাং খুৱা; (আনন্দ হলে মানুহৰ মন ওপৰলৈ উঠে, সেই ভাৱত); যেনে, সেই শিলটো, উলাহি বই নোৱাৰিলোঁ, to lift, to raise.

উলাহ মাৰ্, দাঙ্গিবৰ নিমিত্তে ওপৰলৈ চিপ মাৰ্, to attempt to lift up.

উলিয়া, স. ধা. বাহিৰ কৰ্, বাজলৈ আন্, ব্যক্ত কৰ্; উপাৰ্জন কৰ, to bring out, to expose, to earn.

উলুং-পুলুং, স. শ. পুলুং পালাং, কামত হেলা কৰি ইফাল-সিফাললৈ চাই কাল নিওৱা কাৰ্য্য, staring about and doing nothing.

উলু, স. শ. (সং. উলুপ, ঘৰ ছোৱা বন) শৰণ খেৰ্, ঘৰ ছোৱা বন, the thatching grass. "উলু" এনেও হয়।

উলু ল, খোৱাৰ পাচত দাঁত খৰিকিয়া, (প্ৰায়ে উলুবনৰ গুৰি ভাগেৰে সেই কাৰ্য্য কৰা যায় এতেকে); to pick he teeth aftereating.

উলু-ফিচিকা, স. শ. (অং. উলু, ঐ + ফিচিকা, গজালি) উলুৰ নকৈ ওলোৱা গজালি, a sprout of the thatching grass.

উলুৱনি, স. শ. (অং. উলু, ঐ) উলু-বনৰ হাবি,. a place covered with the above grass.

উলুৱা-গোম, স. শ. (অং. উলু, ঐ + গোম, এবিধ সাপ) প্ৰায়ে উলুৱনিত থকা এবিধ বিষাল সাপ, a species of poisonous snake.

উলুৱা-কেঁচা, স. শ. (সং. উলূক, এবিধ চৰাই + পেচক, এবিধ চৰাই; তুইওটা শব্দৰ একে অৰ্থ) শেন জাতিৰ এবিধ চৰাই, an owl, a barn owl.

উল্কা, স. শ. (সং. উল্, দাহ কৰ্) জোঁৰ; আকাশৰ পৰা তললৈ নামি অহা জোঁৰৰ নিচিনা এটা দীপ্তি, a torch: a meteor or rather a meteoric light.

উল্কাপাত্, স. শ. (সং. উল্কা, জোঁৰ + পাত, পৰা) আকাশৰ পৰা জোঁৰৰ নিচিনা বস্তুৰ পতন, the fall of a meteor.

উল্কাপিণ্ড,স.শ. (সং. উল্কা,জোঁৰ + পিণ্ড, ঘুৰণীয়া বস্তু)আকাশৰ পৰা জোঁৰৰ দৰে পোহৰ হৈ মাটিত পৰা শিলআদি, an aerolite.

উল্মুলা, স. ধা. প্ৰবৃত্তি দি, চুকচুকা, মিঠা কথা কৈ মন ভুলা, to coax, to persuade by sweet words, to inveigle.

উল্মুলনি, স. শ. চহ্, persuasion, inducement.

উল্লঙ্ঘন্, কৃদ. স. (সং. উৎ, উপস. + লঘ, গতি কৰ্) আজ্ঞা ভঙ্গা, সীমা ডেৱা, পাৰ হোৱা, disobedience, trespassing on a boundary, passing over.

উল্লাস্, স. শ. (সং. উৎ, উপস. + লস্, প্ৰকাশ কৰ্) আনন্দ, ৰং, delight.

উল্লাসিত্, } কৃদ. বি. আনন্দিত, ৰং পোৱা,
উল্লসিত্, } delighted.

উল্লিখিত্, কৃদ. বি. ( সং. উৎ, উপস. + লিখ্, আখৰ দি ) কোৱা, ব্যক্ত কৰা, mentioned, alluded to.

উল্লেখ্, স. শ. ( সং. উৎ, উপস. + লিখ্, আখৰ দি ) উনুকিওৱা কাৰ্য্য, প্ৰস্তাৱ, mention, allusion.

উৰল্, অ. ধা. ফাটি খণ্ড খণ্ড হ ; যেনে, কাপোৰ-খান ফাটি উৰলি গল, গেলি এৰাই যা ; যেনে, ঘা-ডোখৰ উৰলি পৰিছে, গেলি বহল হৈ যা, to be torn to pieces, to be shattered, to be rotten, to slough off.

উৱা, স. শ. ( অং. উহ্, গুপ্ত কথাৰ বুজ ) গুপ্ত কথাৰ অলপ সম্বাদ, a slight information of something secret.

উৱাতে ভুক, কোনো গুপ্ত কথাৰ অলপ সম্বাদ পাইয়েই তাৰ বিষয় কৈ ফুৰ, to talk about something of which only a slight information has been obtained.

উৱাদিহ্, স. শ. ( সং. উদ্দেশ, অনুসন্ধান ) অনুসন্ধান, কোনো গুপ্ত বা ঢাক খাই থকা কথা বা বস্তুৰ জ্ঞান, a clue, a knowledge or understanding of something hidden.

উশাহ্, স. শ. (সং. উচ্ছ্বাস, নাকে দি সুমোৱা বায়ু ) নাকে দি ভিতৰলৈ সুমুৱা আৰু বাজলৈ উলিওৱা বায়ু, the breath.

উষা, স. শ. ( সং. উষস্, ৰাতি পুৱা) পোনেই ৰাতি পুৱাই অহা সময়, অৰুণোদয় ; আগৰ তেজপুৰৰ বাণ ৰজাৰ জীয়েক কৃষ্ণৰ নাতিয়েক অনিৰুদ্ধৰ ঘৈণীয়েক, the dawn, the name of a daughter of Bana Raja, who is supposed to have reigned at Tezpur.

উষা, স. ধা. "উথা" চোৱাঁ।

উষা-যাত্ৰা, স. শ. ( সং. উষস্, পুৱা + যাত্ৰা, যোৱা) অৰুণোদয় কালতে যাবলৈ ওলোৱা, the act of entering on a journey in the early morning.

উষুম, অ. ধা. "উখুম্" চোৱাঁ।

উষ্ট্ৰ, স. শ. ( সং. উষ্, পোৰ ) উট্, এবিধ জন্তু ( সি তপত ঠাইত থাকে, এতেকে ) ; a camel.

উষ্ণ, বি. ( সং. উষ্, পোৰ ) তপত, জলা, hot, pungent.

উষ্ণতা, গু. শ. তাপ, তপতগুণ, জলাগুণ, heat, pungency.

উষ্ণীষ, স. শ. ( সং. উষ্ণ, তপত + ঈষ, বাৰণ কৰ ) পাগুৰি ; সি মূৰত তাপ লাগিব নিদিয়ে, এতেকে ; a turban.

উস্, ভা. অ. দুখ বা আশ্চৰ্য্য ভাৱ বুজোৱা মাত, an exclamation of pain or surprise.

উহ্, স. শ. ( অং. উশাহ, নিশ্বাস ) ভুমুক, মাটিৰ তলৰ পৰা পানী ওলোৱা বিন্ধা, পানীৰ নাড়ী ; গুপ্ত কথাৰ সম্বাদ ; উৱা দিহ ; যেনে, চোৰে নিয়া বস্তুৰ উহ ওলাইছে, a spring, a slight information of something hidden, a clue.

উহ্ দি, মাটিৰ তলৰ পৰা জৰি ওলা, ( পানীত খাটে ) ; যেনে, এই পোনে পানীয়ে উহ্ দিছে ; গুপ্ত ভাৱে অল্প সম্বাদ দি, to spring up, as water ; to give a slight information secretly, to give a clue.

উহ্ ল, গুপ্ত ভাবে বুজ ল ; মাটিৰ তলৰ পৰা জৰি ওলা ; পানীৰ ওপৰলৈ ওলাই উশাহ ল, ( মাছ আদিত খাটে ), to make a secret enquiry ; to spring up, to rise to the surface of water, to breathe.

উহনি, স. শ. ( অং. উহ্, ভুমুক ) অধিক ভুমুক থকা ঠাই ; a place containing many springs of water.

উহোৱা-জবৰা, স. শ. ( অং. উষোৱা, শুদা পানীত সিজোৱা + জবৰা, জাবৰৰ নিচিনা ) শুদা পানীত সিজোৱা শাক, vegetables or greens boiled in water without seasoning. ( চহা )।

**উ**, বৰ্ণ-মালাৰ ষষ্ঠ আখৰ, the sixth letter of the alphabet.

**উ**, স. অ. দূৰৈত থকা মানুহক মতা মাত, an exclamation used in calling or replying to a person at a distance.

**উকাৰ**, স. শ. (সং. উ+কাৰ, আখৰ) উ-আখৰ, the letter উ, especially the symbol " ু ".

**উঢ়া**, বি. (সং. ৱহ্, বহন কৰ্) বিয়া দিয়া (স্ত্ৰী), married (fem.)

**উদ্‌ফাঁই**, স. শ. (সং. উৰ্দ্ধশ্বাস্, শ্বাসৰ ৰোগ) মুখুৰ, কফৰ দ্বাৰা নিশ্বাস লোৱাত কষ্ট হোৱা ৰোগ, the asthma.

**উধ্**, অ. ধা. (সং. উৰ্দ্ধ, ওখ) ওপৰলৈ উঠ্, আকাশলৈ গতি কৰ্, to raise up, to soar high.

**উধা**, স. ধা. (অং. উধ্, ঐ) ওপৰলৈ তোল্, আকাশলৈ তোল, to raise high in the air.

**উধামুধা**, বি. (অং. উধ্মুধ্, আগ গুৰি) আগগুৰি নোচোৱাকৈ কৰা, বিবেচনা নকৰা; যেনে, উধামুধা কাম ভাল নহয়, done at random without understanding or investigation.

**উধামুধাকৈ**, ক্ৰি. বি. আগগুৰি বা ওপৰ তল নোচোৱাকৈ সকলো পোনে, বিবেচনা নকৰাকৈ; যেনে, উধামুধাকৈ মৰিয়ালে, without considering or looking at.

**উধ্মুধ্**, স. শ. (সং. উৰ্দ্ধমধঃ, ওপৰ তল) ওপৰ তল, আগগুৰি, সকলো বিষয়ৰ বিবেচনা; যেনে, উধমুধ চাই কাম কৰিব লাগে, all particulars, a full consideration of all points.

**উন্**, বি. (সং, উন, কম হ) কম, হীন, less in size, number or quality.

**উননবৈ**, সংখ্যা. (সং. উননবতি) এক কম নবৈ, eighty-nine.

**উনশ**, সংখ্যা. (সং. উনশত) এক কম এশ, ninety-nine.

**উনাশী**, সংখ্যা. (সং. উনঅশীতি) এক কম চাৰি কুৰি, seventy-nine.

**উনৈশ্**, (উনৈছ), সংখ্যা. (সং. উনবিংশতি) এক কম একুৰি, nineteen.

**উন্চল্লিশ্**, (চল্লিছ), সংখ্যা. (সং. উনচত্বাৰিংশৎ) এক কম দুকুৰি, thirty-nine.

**উন্‌ত্ৰিশ্**, (ত্ৰিছ), সংখ্যা. (সং. উনত্ৰিংশৎ) এক কম ডেৰকুৰি, twenty-nine.

**উন্‌পঞ্চাশ্**, (পঞ্চাছ), সংখ্যা. (সং. উনপঞ্চাশৎ) এক কম আঢ়ৈ কুৰি, forty-nine.

**উন্‌ষাঠি**, সংখ্যা, (সং. উনষষ্টি) এক কম তিনি কুৰি, fifty-nine.

**উন্‌সত্তৰি**, সংখ্যা. (সং. উনসপ্ততি) এক কম সত্তৰি, sixty-nine.

**উৰু**, স. শ. (সং. উৰু, ঢাক্) কৰঙ্গন, the thigh.

**উৰুমি**, স. শ. (সং. উৰ্ম্মি, উচ্চ শব্দ) কোৰ্হাল, দন্দৰ শব্দ, a noise of a quarrel.

**উৰ্ণা**, স. শ. (সং. উৰ্ণ্, ঢাক্) লোম, wool.

**উৰ্দ্ধ**, বি. (সং. উৎ, ওপৰ + হা, ত্যাগ কৰ্) ওখ, ওপৰৰ, প্ৰধান, high, elevated, superior. স. শ. ওপৰ; প্ৰধান, বা ওখ ঠাই, height; a high position. অসমীয়াত "উৰ্দ্ধ" এনেও হয়।

**উৰ্দ্ধগতি**, স. শ. (সং. উৰ্দ্ধ, ঐ + গতি, গমন) ওপৰলৈ গমন, উঠন, ascent, rising up.

**উৰ্দ্ধগামী**, বি. (সং. উৰ্দ্ধ, ঐ + গামী, যাওঁতা) ওপৰলৈ যোৱা, ascending; going up.

**উৰ্দ্ধদৃষ্টি**, স. শ. (সং. উৰ্দ্ধ, ঐ + দৃষ্টি, দৰ্শন) ওপৰলৈ চোৱা কাৰ্য্য, the act of looking upwards.

**উৰ্দ্ধবাহু**, বি. (সং. উৰ্দ্ধ, ওপৰ+বাহু, হাতখ ঠাৰি) ওপৰলৈ হাত দঙ্গা; কোনো কাৰ্য্য কৰিবলৈ প্ৰস্তুত; যেনে, আমি সেই কামলৈ উৰ্দ্ধবাহু, holding up the arm ready to do any work. স. শ. ওপৰলৈ হাত দাঙ্গি থকা এবিধ সন্ন্যাসী, an ascetic who constantly holds up his arm.

**ঊৰ্দ্ধশ্বাস**, স. শ. (সং. ঊৰ্দ্ধ, ওপৰ+শ্বাস, উশাহ) উদ্‌ফাঁই-ৰোগ; ঘুমুৰ, the asthma.

**ঊৰ্দ্ধস্থ**, বি. (সং. ঊৰ্দ্ধ, ওপৰ+স্থা, থাক) ওপৰত থকা, প্ৰধান, placed on high; superior.

**ঊৰ্দ্ধে**, ক্রি. বি. ওপৰে, above.

**ঊৰ্-বান্ধ্**, অ. ধা. (স. ঊৰ্ম্মি, পানীৰ ঢৌ) পেটৰ নাড়ী-ভুঁৰু গোটখাই পানীৰ ঢৌৰ দৰে ওপৰলৈ উঠি আহ্, to rise up as the intestines when one feels nausea.

**ঊৰ্ম্মি**, স. শ. (সং. ঋ, যা) পানীৰ ঢৌ, শোক্, দুঃখ; যেনে, বিধবাৰ স্বামীলৈ মনত পৰিলে ঊৰ্ম্মিয়ে ধৰে, পানীৰ ঢৌৰ নিচিনা উচ্চ শব্দ, কান্দনৰ কোৰ্হাল্; a wave, mental distress, sorrow, a loud noise of lamentation.

**ঊস্**, ভা. অব্য, বেদনা বুজোৱা অব্যয়, an exclamation of pain.

## ঋ

**ঋ**, বৰ্ণমালাৰ সপ্তম আখৰ, the seventh letter of the alphabet.

**ঋকাৰ্**, স. শ. (সং. ঋ+কাৰ্, আখৰ) ঋ আখৰ, বিশেষকৈ ৃ, the letter ঋ, particularly the symbol ৃ.

**ঋগ্বেদ**, } (-বেদ্ৰ-) স. শ. (সং. ঋচ্, **ঋগ্‌ৱেদ**, } মন্ত্ৰ+ৱেদ্, শাস্ত্ৰ) প্ৰথম বেদ, চাৰি বেদৰ ভিতৰত সকলোতকৈ পুৰণি ভাগ, the first and the oldest of the four *vedas*.

**ঋচ**, স. শ. (সং. ঋচ্, স্তুতি কৰ্) বেদৰ মন্ত্ৰ, a hymn or stanza of the *veda*.

**ঋজু**, বি. (সং. ঋজ্, যা) পোন, হোজা, সৰল, straight, honest, upright.

**ঋজুতা**, গু. শ. পোন হোৱা গুণ, সৰলতা, straightness, uprightness.

**ঋণ্**, স. (সং. ঋ, গতি কৰ্) ধাৰ, পাচত ওলটাই দিবৰ নিয়মেৰে লোৱা বস্তু, a debt.

**ঋণগ্ৰস্ত**, বি. (সং. ঋণ, ঐ+গ্ৰস্ত, গ্ৰাস-কৰা) ধাৰত পোত যোৱা, involved in debt.

**ঋণ-লেখ্য**, স. শ. (সং. ঋণ+লেখ্য, কাকত) ধাৰৰ কাকত, খত, a bond on which any thing is borrowed.

**ঋণী**, (সং. ঋণ, ঐ) ধৰুৱা, indebted.

**ঋণ্-চোৰা**, বি. (সং. ঋণচোৰ—ঋণ, ধাৰ+চোৰ, হৰণ কৰোঁতা, ধাৰ লুকোৱা) ধাৰ কৰি মিছা মতা, দৰিদ্ৰ; অধম, denying a debt or obligation, indigent, mean. স. স. ধাৰ শুজিব নোৱৰা ধৰুৱা মানুহ, an insolvent.

**ঋতু**, স. শ. (সং. ঋ, গতি কৰ্) গুণ অনুসৰি কৰা কালৰ ভাগ; বচৰটোক ছ-ভাগ কৰি ছটা ঋতু কৰা হৈছে। চত্ৰ-বহাগ্, বসন্ত; জেঠ-আহাৰ, গ্ৰীষ্ম; শাওণ-ভাদ, বৰ্ষা; আহিন-কাতি, শৰত; আঘোণ-পুহ, হেমন্ত; মাঘ-ফাগুণ, শিশিৰ; তিৰোতাৰ মাহেকীয়া স্ৰাৱ, a season, of which there are six, each consisting of two months; the menstrual discharge of woman.

**ঋতুকাল্**, স. শ. (সং. ঋতু, তিৰোতাৰ মাহেকীয়া স্ৰাৱ+কাল, সময়) মাহেকীয়া স্ৰাৱ হৈ থকা কাল, ৰজস্বলা-সময়, the period of menstruation.

**ঋতুমতী**, বি. (সং. ঋতু, মাহেকীয়া স্ৰাৱ) মাহেকীয়া স্ৰাৱ হোৱা, ৰজস্বলা, menstruous.

**ঋতুৰক্ষা**, স. শ. (সং. ঋতু+ৰক্ষা, ৰখা) ৰজস্বলা হোৱাৰ পাচত সন্তান হবৰ নিমিত্তে তিৰোতাৰে সৈতে খোৱা-লোৱা কৰা কাৰ্য্য, sexual intercourse with a woman for the purpose of producing a child after her monthly flow is over.

**ঋতুস্নান্**, স. শ. (সং. ঋতু+স্নান, গা-ধোৱা) ৰজস্বলা হোৱাৰ পাচত গা ধোৱা কাৰ্য্য; এভেকে মাহেকীয়া স্ৰাৱ, the purificatory bath taken after

the monthly flow is over, that is on the third day of menstruation ; the monthly flow.

ঋষভ্, স. শ. ( সং. ঋষ্, গতি কৰ্ ) ষাঁড় গৰু, ভতৰা, a bull.

ঋষি, স. শ. ( সং. ঋষ্, গতি কৰ্ ) মুনি, তপস্বী, ধাৰ্ম্মিক আৰু জ্ঞানী ব্ৰাহ্মণ, পূৰ্ব্বকালত তপস্যা আৰু জ্ঞানত শ্ৰেষ্ঠ আন জাতিৰো কোনো লোক ঋষি স্বৰূপে গণ্য হৈছিল, a sage, a pious and learned man.

ঋষ্যমুক্, স. শ. ( সং. ঋষ্য, এবিধ পহু + মুক, আঁকৰা ) পূৰ্ব্বে বান্দৰৰ ৰজা স্থগ্ৰিব থকা দক্ষিণ দেশৰ এটা পৰ্ব্বত, a mountain in the Dakhin on which the Monkey chief Sugriva resided.

ঋষ্যশৃঙ্গ, স. শ. ( সং. ঋষ্য, এবিধ পহু + শৃঙ্গ, শিং ) পহুৰ নিচিনা শিং থকা এজনা ঋষি ; এওঁৱেই দশৰথ ৰজাৰ পুত্ৰ হবৰ নিমিত্তে যজ্ঞ কৰিছিল, the name of a sage celebrated in the Ramayana.

ঋক্ষ, স. শ. ( সং. ঋষ্, যা ) ভালুক, তৰা, a bear, a star.

## ৠ, ঌ, ৡ।

ৠ, ঌ, ৡ, এই তিনটা আখৰ থকা শব্দ অসমীয়া ভাষাত নাই, সংস্কৃততো কম, the eighth, ninth and tenth letters respectively of the alphabet. There are no words commencing with any of them in Assamese and such are rare even in Sanscrit.

## এ।

এ, বৰ্ণমালাৰ একাদশ আখৰ, the eleventh letter of the alphabet.

এ, ভা. অ. অকস্মাত পোৱা সন্তোষ বা খং বুজোৱা মাত, an exclamation of sudden joy or anger.

এঁটা, অ. ধা. ( সং. অন্ত, শেষ ) কাম শেষ কৰ, কামৰ পৰা অৱসৰ পা ; ( ই-সদায় আন এটা ধাতুৰ ই-ভাগান্ত সিদ্ধা ক্ৰিয়াৰ পাচত থাকে ) ; যেনে, লেখি এটাই-ছোঁ, খাই এটাই-ছোঁ, to have a business finished.

এঁহ্, ভা. অ. বেদনা বুজোৱা মাত, কেঁকনি, an exclamation of pain.

এই, ব্য. স. ( সং. এসা, এই তিৰোতা ) এই জনী তিৰোতা, this woman.

এই, বি. স. ( সং. এতৎ, আগত থকা ) আগত বা ওচৰত থকা, this.

এইটো, বি. স. ( অং. এই + টো, উপস. ) আগত বা ওচৰত থকাটো, this.

এই পোনে, ক্ৰি. বি. ( অং. এই + পোনে, দিশে ) এই ফালে ; যেনে, এই পোনে যা ; এই ফাললৈ ; যেনে, এই ফাললৈ আহ, by this side ; to this side.

এইয়া, বি. সৰ্ব্ব. ( অং. এই, আগত থকা ) আগত থকা বস্তু বা মানুহ, this (person or thing.)

এওঁ, ব্য. স. ( সং. এতৎ, আগত থকা ) আগত বা ওচৰত থকা মান্য লোক, ( স্ত্ৰী. পু. ) ; he or she (signifying a respectable person present.)

এক্, ( সং. একঃ, এটা ) এটা, দুইৰ আধা ; সংস্কৃত শব্দত বাজে ব্যঞ্জনেৰে আৰম্ভ হোৱা আন শব্দৰ আগত তাৰ "ক" প্ৰায়ে গুচে ; যেনে, এক + টা, এটা ; এক + কঠা, একঠা, ইত্যাদি, one.

একচিত্ত, বি. ( সং. এক, ঐ + চিত্ত, মন ) একে বিষয়লৈ মাথোন মন কৰা, একে কথাত মন লগোৱা, having the mind fixed on one object, intent upon.

একঠীয়া, বি. ( অং. এক, ঐ + কঠা, আদ্দসেৰ ) একঠা-ধৰা, holding half a seer ( said of grain. )

একণীয়া, বি. ( অং. এক, ঐ + কাণ, শুনা অঙ্গ ) এখান কাণ থকা, বিযুৰীয়া, যোৰৰ এটা নথকা, having one ear, odd, not paired with another.

একতা, স. শ. (সং. এক তা, প্ৰত্যয়) অনেকে

গোট থাই এটা যেন হোৱা অৱস্থা, মিল, union.

একতীয়া, বি. ( অং. এক + কতীয়া, এফাললৈ হলা ) এফাললৈ কাতি হোৱা, হলনীয়া ; এঢলীয়া, inclining to one side.

একত্র, বি. ( সং. এক, ঐ, একে ঠাইতে ) একে লগ, একে ঠাইতে থকা, united together, assembled.

একত্রতা, গু. শ. একে লগ হোৱা অৱস্থা, the state of being in one place, united.

একত্রে, ক্রি. বি. একে লগে, together, in one place.

একদন্ত, স. শ. ( সং. এক, ঐ + দন্ত, দাঁত ) গণেশ (তেওঁৰ এটা মাথোন দাঁত আছে); a name of Ganesha.

একমনা, বি. ( সং. এক + মন, চিত্ত ) একে বস্তুতে মন লগোৱা, একচিত্ত, having the mind fixed on one object, intent upon.

একমাত্র, বি. ( সং. এক + মাত্র, কেৱল ) এটা মাথোন, one only, having no second.

একৰঙ্গন, বি. ( অং. এক + কৰঙ্গন, আঁঠুৰ ওপৰ ভাগ ) কৰঙ্গনলৈকে তল যোৱা দ, thigh-deep.

একবচন, স. শ. ( সং. একৱচন — এক, এটা + ৱচ, ক ) ( ব্যাক ) শব্দৰ বা ধাতুৰ এটা বুজোৱা ৰূপ, the singular number.

একা, ক্রি. বি. ( অং. এক ; আন-নথকা ) আন প্রকাৰ নোহোৱাকৈ, নিশ্চয়ে; যেনে, আহিবি একা, certainly, without fail. ( মৌখিক )।

একাংশ, স. শ. ( সং. এক + অংশ, ভাগ) এভাগ, one share.

একাঁচল, স. শ. ( অং. এক, ঐ + আঁচল, কাপোৰৰ মূৰ ) কাপোৰৰ এমূৰ, one end of a cloth.

একাঁঠু, বি. ( অং. এক, ঐ + আঁঠু, জানু ) আঁঠুৰ সমান দ ; যেনে, একাঁঠু পানী, তল যোৱা কৈ জাবৰ পেলোৱা অর্থাৎ জাবৰেৰে ঢকা ; যেনে, ঠাই খান একাঁঠু নকৰিবি, knee-deep, covered with rubbish.

একাকাৰ, বি. ( সং. এক, ঐ + আকাৰ, গঢ় ) সকলো একে হোৱা, বিভিন্নতা নথকা ; বিশেষকৈ জাতি কুলৰ ভেদ নথকা ; যেনে, সকলো একাকাৰ হল, of one caste or religion,

একাকী, বি. ( সং. একাকিন, অকল ) অকল, লগ নথকা, alone, having no companion. (স্ত্রী) একাকিনী।

একাগ্র, বি. ( সং. এক + অগ্র, আগ, মূৰ ) একে কথাতে লগোৱা ; যেনে, একাগ্র মনেৰে ; একমনা ; যেনে, একাগ্র হৈ শুনিছে, closely attentive.

একাগ্রতা, গু. শ. ( সং. একাগ্র ) এক মনা হোৱা অৱস্থা, the state of being closely attentive.

একাঠী, বি. (অং. এক + কাঠী, জোখা মাৰি) দুহাত দীঘল বা বহল, measuring one yard.

একাচেকা, বি. ( অং. একা, অকল + চেকা, অনুকৃ. ) অকলৈ এক প্রকাৰৰ, আনৰ দৰে নোহোৱা, লোকক আশয় নিদিয়া, বেগতে খং উঠা, of a peculiar temper, eccentric ; easily provoked.

একাচবিকাচ, স. শ. ( সং. অকার্য্য, কৰিব নলগা + বিকাচ, অনুকৃ. ) শুচি অশুচিৰ বিচাৰ, ধুতি বিধুতিৰ জ্ঞান ; যেনে, অমুকৰ একাচ বিকাচ নাই ; ঘৃণা, consideration of what is pure and what is impure, regard for ceremonial purity ; hate.

একাজি, স. শ. ( অং. আথা, চৌকা ) বস্তু তুলি থবলৈ আথা পতীয়া অর্থাৎ চুকিয়া চুকি কৰি বন্ধা তিন ডাল মাৰিৰ যতন, a triangular frame used as a shelf.

একাজী, বি. "আকাজী" চোৱা।

একাতি, বি. ( অং. এক + কাতি, দাঁতিলৈ হলা ) এফলীয়া, এফাললৈ হলা, aslant, inclining to one side.

একাদশ, স. শ. ( সং. এক+দশ, দহ ) এক অধিক দহ, এঘাৰ, eleven.

একাদশী, স. শ. ( সং. এক+দশ, দহ ) ন জোন হবৰ বা জোন মৰিবৰ পৰা এঘাৰ সংখ্যাৰ দিন ; হিন্দু ধৰমৰ মতে সেই দিনা লঘোন কৰিলে বৰ পুণ্য হয়, the eleventh day of the lunar half of the month. দশমী শব্দৰ তলৰ চূৰ্ণিকা চোৱা।

একাদিক্রমে, ক্রি. বি. একৰ পাচত দুই, দুইৰ পাচত তিনি, এই ৰূপে, consecutively.

একাদোৱা, বি. লেখাত আগৰ কথা পাচলৈ আৰু পাচৰ কথা আগলৈ নিবৰ কাৰণ "২", "১" এই ৰূপে চিন লগোৱা ; যেনে, ৰাম২কৃষ্ণ১, marked, as words, &c, with figures, to indicate their proper order in the writing, marked with figures for transposition.

একান্ত, বি. ( অং. এক+অন্তৰ্, মন ) একে ঠাইতে মন লগোৱা ; যেনে, একান্ত চিত্তেৰে শুনিছে ; এক মনেৰে ঈশ্বৰত ভক্তি কৰা ; যেনে, একান্ত ভকত, having the mind fixed on one object ; devout.

একান্ত মনে, } একান্ত ভাৱে, } ক্রি. বি. ( অং. একান্ত+মন, চিত্ত ) এক মনেৰে, একাগ্র ভাৱেৰে ; যেনে, একান্ত মনে গীত শুনা, intently.

একান্ন, বি. (সং. একান্ন—এক+অন্ন, আহাৰ) একে লগে খোৱা আৰু থকা ; যেনে, একান্ন ভাই, living in commensality.

একান্নতা, গু. শ. একে লগে খোৱা অৱস্থা, commensality.

একান্নৈ, } একান্নবৈ, } স. শ. ( সং. এক নৱতি, এক অধিক নবৈ ) এক অধিক নবৈ, ninety-one.

একাৰ, স. শ. 'এ' আখৰ, যাইকৈ ' ে ' the letter এ, the symbol ' ে '।

একাৱলী, স. শ. ( সং. এক + আৱলী, পংক্তি ) এবিধ অসমীয়া ছন্দ, a kind of Assamese metre.

একুঁচীয়া, বি. (অং. এ, এক + কোঁচ, ভাঁজ, মেৰ) একোঁচ দিয়া, এমেৰ দিয়া ; যেনে, বঙ্গালী তিৰোতাবিলাকে একুঁচীয়া সাড়ী পিন্ধে, going once round the body (said of a cloth.)

একুতী, স. শ. ( সং. এক+পুত্রৱতী, এটা সন্তান থকা ) এটা লৰা বা এজনী ছোৱালী থকা তিৰোতা, a woman having only one child.

একুষৰীয়া, } একাষৰীয়া, } বি. ( অং. এক + কোষৰ, বা কাষৰ, দাঁতি ) এদঁতীয়া, একলীয়া, এদাঁতিত থকা, living or existing in one side.

একে, বি. অবিলগ ; যেনে, তেঁও তাৰে সৈতে একে ঘৰতে থাকে, তুল্য, সমান ; যেনে, দুইও একে, the same, alike.

একে-আগী, বি. ( সং. একাকী, অকল ) একে বিধৰ, মিহলি নোহোৱা ; যেনে, একে-আগী ধানৰ চাউল, unmixed ( said of grain ).

একে-কঠি, বি. (অং. একে, অবিলগ+ কোঁঠা, ঘৰৰ খোঁটালি ) মাজত বেৰ নথকা ; এতেকে লাগ্ন-লগা, একাকাৰ, having no partition wall ; continuous, having no intervention, of the same caste or religion.

একে-কথীয়া, বি. ( অং. এক, ঐ+কথা, বাক্য ) কোৱা কথা নলৰোৱা, অঙ্গীকাৰ নভঙ্গা, keeping one's promises. এক-কথীয়া, এনেও হয়।

একে-চিত্তে, ক্রি. বি. ( অং. একে, অভিন্ন+ চিত্ত, মন ) একে মনেৰে, একান্ত ভাৱে, intently.

একেটা, বি. ( অং. একে, অভিন্ন+টা, উপশ. ) একমাত্র, এটা মাথোন, one only.

একেতিলে, } একেতিলেই, } ক্রি. বি. ( অং. এক+তিল, এবিধ নিচেই সক গুটি) তিলৰ সমান কালতে, বেগতে, in a trice.

একেবাৰেই, ক্রি. বি. তৎক্ষণাত্, তেতিয়াই, হঠাত ; দুবাৰ নোহোৱাকৈ, at once.

একেমুখে, ক্রি. বি. একে বাক্যেৰে, একে কথাৰে; যেনে, সাক্ষীবোৰে একেমুখে কলে, with one voice.

একেৰাহে, ক্রি. বি. (অং. একে+ৰাহা, বাট, প্রকাৰ) একেদৰে, ছেদভেদ্ নোহোৱাকৈ, লৰচৰ নোহোৱাকৈ, without interruption.

একেলগে, ক্রি. বি. পৃথক নোহোৱাকৈ, সঙ্গী হৈ, in company.

একেশ্বৰ্, বি. (সং. একেশ্বৰ, এজনা ঈশ্বৰ) লগ-নথকা, অকল, সঙ্গী নথকা, alone, having no companion.

একেশ্বৰবাদী (বা), বি. (সং. একেশ্বৰ, এজনা ঈশ্বৰ+বাদিন্, বোলা) এজনা ঈশ্বৰক মনা, unitarian, monotheistical.

একেশ্বৰে, ক্রি. বি. অকলৈ, সঙ্গী নথকাকৈ; যেনে, "একেশ্বৰে গর্ত্ত প্রবেশিলা গৈ," —শঙ্কৰ, alone.

একেষাৰ্, স. শ. (সং. এক+অক্ষৰ, এটা আখৰ) এটা শব্দ, এটা মাত, one word.

একৈয়া, বি. (সং. ঐকাহিক, এদিন থাকি এদিন হোৱা) এদিনৰ অন্তৰে হোৱা (ঘাইকৈ জ্বৰত খাটে), returning every third day, tertian, said of fever.

একৈশ (কৈছ), সংখ্যা. (সং. এক+বিংশতি, একুৰি) এক অধিক একুৰি, twenty-one.

একোঁচ্, স. শ. (অং. এক+কোঁচ, কাপোৰৰ ভাঁজ) এভাঁজ, এমোকোট, one fold of cloth. বি. কাপোৰ কোঁচাই কৰা এটা জোলোঙ্গাত যিমান ধৰে সিমান; যেনে, একোঁচ বগৰি, as much as can be taken at one end of a cloth formed into the shape of a bag.

একো, বি. (অং. এক+ও, অব্যয়) এক মাত্রও, কোনো, কিছু, অলপো; ইয়াৰ পাচত এটা "ন" থাকে; যেনে, একো নাই, even one.

একোছা, বি. (অং. এক + কোছা, মুঠা) এমুঠা, একাটি, one bundle.

একোটা, বি. (অং. একো+টা, উপস.) প্রত্যেকটো, এটা-এটা; যেনে, ইমান একোটা আম, each one.

সমা.—এটা, একোটা; "এটাই" একমাত্রক বুজাই; যেনে, এটা ঘৰ, এটা মানুহ, অনেকৰ ভিতৰত প্রত্যেকক বুজাবলৈ "একোটা" ব্যৱহাৰ কৰা যায়; যেনে, সেই জোপা গছৰ আমবোৰ ইমান একোটা।

একোদ্দিষ্ট, স. শ. (সং. এক+উদ্দিষ্ট, লক্ষ্য কৰা) এজনলৈ উদ্দেশ কৰা, এথনীয়া শৰাধ, "পার্ব্বণ" শব্দ চোৱা, shradh offered to one person only.

একোপধ্যে, ক্রি. বি. একো প্রকাৰে, কোনো উপায়েৰে, কোনো মতে (পাচত এটা না-পদ থাকে); যেনে, একোপধ্যে নাহে, by no means. (চহা।

একজতীয়া, বি. (অং. এক, ঐ+জাতি, শ্রেণী, প্রকাৰ) বিশেষ এক প্রকাৰৰ, আনবিলাক যেনে তেনে নোহোৱা; যেনে, ফুলটো একজতীয়া, peculiar, singular.

একতিয়াৰ্, স. শ. (যাং. ইখ্তিয়াৰ) শক্তি, ক্ষমতা, power, jurisdiction.

একৰমকালি, ক্রি. বি. (সং. এক+কালিন) পূর্ব্বে কোনো এক সময়ত, আগৰ কালত, once upon a time, formerly.

একখন্তেকীয়া, বি. (অং. এক+খন্তেক, অলপ কাল) অলপ কালৰ, অলপ সময় থকা, momentary.

এখুজীয়া, বি. (অং. এক+খোজ, ভৰি চলোৱা) লাহে-লাহে খোজ কঢ়া, going slowly.

এখেত্, স্থা. স. (এই+স্থান, ঠাই) এই ঠাইত, at this place.

এখেৰ্, স্থা. স. এই ঠাইৰ, of this place.

এখেৰে, স্থা. স. এই ঠাইৰে, with this place.

এখেৰ্পৰা, স্থা. স. এই ঠাইৰ পৰা, from this place.

এখেলৈ, স্থা. স. এই ঠাইলৈ, to this place.

এগলধা, বি. (অং. এক+গল্ধন, ডিঙ্গি)

পাত্ৰৰ ডিঙ্গিলৈকে ভৰা ; যেনে, এই টেকেলিৰ এগলধা গাখীৰ, full to the neck of a vessel.

এগুণ, স. শ. (সং. এক + গুণ, পৰিমাণ, জৰী) এভাগ পৰিমাণ ; যেনে, এগুণৰ নিমিত্তে ত্ৰিগুণ দিম্ ; জৰিৰ এমেৰা ; যেনে, এই জৰি ডালৰ এগুণ ছিগিছে, one part, one strand of a rope.

এঘাৰ, স. শ. ( সং. একাদশ, এক অধিক দহ ) এক অধিক দহ, eleven.

এঘৈয়া, বি. (অং. এক + ঘা, কটা, ক্ষত) মূৰৰ এদাঁতি কটা, মূৰৰ এফাল কাটি জোঙ্গলা ; যেনে, এঘৈয়া বাঁহ, pointed by cutting off one side only. স. শ. মূৰৰ এদাঁতি কাটি জোঙ্গলা বাঁহ, something pointed by cutting off one side.

এঙ্গা, স. শ. ( বং. আঙ্গৰাখা, চোলা ) আঁঠুৰ তললৈকে নমা এবিধ চোলা, a kind of tunic. স. ধা. বেয়া বুলি লবলৈ অনিচ্ছা দেখা ; খাবলৈ অনিচ্ছা কৰ্, to shew disinclination to purchase or eat.

এঙ্গামুৰি, স. শ. ( সং. অঙ্গমোচন, হাত ভৰি মুকলি কৰা ) ভালে মান বেলি একে ঠৰে থকাৰ পাচত হাত ভৰি মেলি আছাৰ মৰা কাৰ্য্য, গা মুৰি, the act of stretching for relief.

এঙ্গাৰ, স. শ. ( সং. অঙ্গাৰ, জুইয়ে পোৰা কাঠ আদি ) পোৰা কাঠ বাঁহৰ কলা ভাগ, charcoal.

এঙ্গেকুৱা, বি. ( অং. এঙ্গাৰ, ঐ ) এঙ্গাৰৰ দৰে কলা, coal-like, black. স. শ. এঙ্গাৰ কৰোঁতা, এঙ্গাৰৰ ব্যৱসায় কৰোঁতা, চিলিমত পোৰা ধঁপাতৰ এঙ্গাৰ, চিলিমৰ তলীৰ বাটত দিয়া সৰু এঙ্গাৰ, a dealer in charcoal, a small bit of charcoal placed on the hole at the bottom of a chilum ; tobacco burnt in the chilum.

এচঁহীয়া, বি. (অং. এক + চঁহা, পাতল, খণ্ড) ফালোঁতে এফাল ডাঠ এফাল পাতল হোৱা, সমানে দুফাল নোহোৱা, unevenly split.

এচলীয়া, বি. ( অং. এক + চাল্, ঘৰৰ ওপৰৰ ঢাকন ) এখান চাল-থকা ; যেনে, এচলীয়া ঘৰ, এতেকে একতায়া, having only one side of the roof ; slanting.

এচলীয়া, বি. ( অং. এক + চলা, চেপেটা বস্তু ) এচলা পাটেৰে সজা ; যেনে, এচলীয়া পীৰা, consisting of one piece of board.

এছাৰি, স. শ. ( অং. আছাৰ, নিক্ষেপ ) চেকনী, কোবোৱা মাৰি, a switch. 'আছাৰি' এনেও হয় ।

এছাৰ্, স. ধা. ( অং. আছাৰ, ঐ ) আছাৰ মাৰ্ ; নিক্ষেপ কৰ্, to throw off ; to dash,

এটা, বি. এক গোট ; কুৰিগুছি ; যেনে, পান এটা, one ; twenty bundles of (said of betel leaf).

এটেহিয়া, অ. ধা. (আটাহ, ঐ) আটাহ পাৰ, চিঞৰ, to call out, to scream out.

এটুকেন-মেটুকেন্, স. শ. অনিচ্ছা ভাৱ, কৰো নকৰো কৰা, ঠেনমেঠেন, irresolution, indicision, show of indisposition towards action.

এঠলীয়া, বি. ( অং. এক + ঠাল, ডাল ) এটা ঠাল-থকা, এডলীয়া, having one branch.

এঠা, স. শ. স. ধা. " আঠা " চোৱাঁ ।

এঠা-এঠি, বি. আঠাৰ নিচিনা, জেপেটীয়া, বিজলীয়া ; যেনে, হাত খান এঠা-এঠি হল, gummy, ropy, full of slime.

এড়্, এড়া, "এৰ্", "এৰা" চোৱাঁ । এই দুই শব্দত "ড়" দিয়া ভাল নহয় ।

এঢলীয়া, বি. ( অং. এক + ঢাল, ফাল ) এফলীয়া, এফাললৈ চাপৰ, হলনীয়া, aslant, oblique, lopsided.

এতদৰ্থে, ক্ৰি. বি. ( সং. এতদৰ্থং ;—এতৎ, এই + অৰ্থ, অভিপ্ৰায় ) এই কাৰণে ; এই অভিপ্ৰায়েৰে, for this purpose ; to this effect.

এতলা, ( যাং ) জাননি, লোকলৈ বিশেষকৈ ডাঙ্গৰ লোকলৈ দিয়া সম্বাদ, information submitted, a report.

এতাদৃশ, বি. ( সং. এতৎ, এনে + দৃশ, প্ৰকাৰ ) এনে, এইৰূপ, such.

এতিক্ষণ, } ক্ৰি. বি. ( অং. এই + ক্ষণ, সময় ) এতিক্ষণে, } এতিয়াই ( পদ্যত ব্যৱহাৰ ), just now.

এতিয়া, ক্ৰি. বি. ( অং. এই ) এই সময়ত, এই খন্তকত, now, at present. কা. স. এই সময় ; যেনে, এতিয়ালৈ, this time.

এতিয়াই, ক্ৰি. বি. এই সময়তে, পলম নকৰাকৈ, at this instant.

এতেক, বি. স. ( সং. এতাৱত, ইমান ) ইমান, এই পৰিমাণ, so much, so many.

এতেকতে, } যো. অব্য. ( অং. এতেক ) এই এতেকে, } কাৰণে, এই নিমিত্তে, therefore.

এতেখানি, } বি. স. ( অং. এতেক + খানি, এতেখিনি, } পৰিমাণ ) ইমান, so much.

এথেল্‌গেঁথেল্‌, স. শ. ( সং. আস্ফালন, থেকেচা) মানুহৰ খঙ্গত বস্তুক মৰা থেকেচা, ধুম্‌ধুপাল্‌, throwing any thing down with violence to shew displeasure with any one.

এথুঁতৰি, } বি. ( অং. এক + থুঁতৰি, মুখৰ এথুঁতৰীয়া, } তলৰ কুঁজ ) থুঁতৰিলৈকে তল যোৱা, chin-deep.

এথোন্‌, ক্ৰি. বি. ( অং. এতিক্ষণ, এতিয়া ) এতিয়া ; যেনে, •তই নাহিবি এথোন, just now, yet.

এদঁতীয়া, বি. ( অং. এক + দাঁতি, কোব ) একাষৰীয়া, এফলীয়া, existing in one side.

এদঁতীয়া, বি. ( অং. এক + দাঁত, কামোৰা অঙ্গ ) এটা দাঁত-গজা ; এটা দাঁত থকা, having one tooth or tusk.

এদনীয়া, বি. ( অং. এক + দানি, ব্যৱসায়ত হোৱা লাভ ) এজনৰ বা এক দল মানুহৰ মাথোন লাভ হোৱা, আনে হাত দিব নোৱৰা, এজনে বা এক দলে মাথোন চলোৱা ; ( বেহা বা ব্যৱসায়ত খাটে ) ; যেনে, আফিঙ্গৰ বেপাৰ গবৰ্ণমেণ্টৰ এদনীয়া, monopolized.

এদিনীয়া, বি. ( অং. এক + দিন, ২৪ ঘণ্টা ) এদিন থকা ; এদিনৰ, of one day, of short duration.

এধৰীয়া, বি. ( অং. এক + ধাৰ, দা-কটাৰীৰ চোকা ফাল ) এদাঁতীত ধাৰ থকা ; যেনে, সাধাৰণ দা আদি অস্ত্ৰ, মুখৰ এফালে ধৰোৱা ; যেনে, ইংৰাজি বটালি, not double edged, such as ordinary knives, &c, sharpened on one side of the edge, such as an English chisel, &c.

এনখ্‌, বি. (অং. এক + নখ, অলপ পৰিমাণ ) অতি অলপ, কিঞ্চিৎ, a little, a small portion of.

এনাই, বি. ( অং. এক + নাই, নাভি ) নাই তল যোৱা, coming up to the navel.

এনাই, স. শ. ( আহম ) বুঢ়ী আই, আই বা বোপাইৰ মাক, grandmother.

এনাই ঘৰীয়া বৰুৱা, ৰজাৰ বুঢ়ী মাকৰ মেলৰ প্ৰধান মানুহ ; ৰজাৰ বুঢ়ী মাক নেথাকিলেও এনাই ঘৰীয়া, নামেৰে এখান মেল থকা দস্তুৰ আছিল, an officer employed under the grandmother of the Assam Raja.

এনি, ক্ৰি. বি. ( সং. এতদ্‌, এই ) এই পোনে, in this side.

এনুৱা, বি. স. ( অং. এনেকুৱা, এনে ) এই প্ৰকাৰৰ, এই ৰূপ, such, such like.

এনে, বি. স. ( সং. এতদ, এই ) এই ৰূপ ; যেনে, এনে কথা, such, such like, ক্ৰি. বি. এই দৰে ; যেনে, এনে কৰিব লাগে, in this manner.

এনেই, ক্ৰি. বি. শুদাই ; বেচ নোহোৱাকৈ ; যেনে, একো বস্তু এনেই পোৱা নেযায় ; বিশেষ সকাম নোহোৱাকৈ ; যেনে, এনেই আহিছোঁ, without price, without any particular object.

এনেকুৱা, বি. স. এই প্ৰকাৰৰ, of this description, such, ক্ৰি. বি. এই দৰে, in this manner.

**এনেকৈ**, ক্রি. বি. এই দৰে, in this manner.

এনেতে, ক্রি. বি. এই সময়তে, about this time.

এনে-তেনে, বি. স. (অং. এনে, এই ৰূপ +তেনে, সেই ৰূপ) এই প্রকাৰ সেই প্রকাৰ, such and such.

এন্দুৰ্, স. শ. (সং. ইন্দুৰ, এবিধ জন্তু) মাটিৰ গাঁতত থকা এবিধ শলিয়া, a rate.

এন্দুৰীয়া, স. শ. এন্দুৰৰ গাঁতৰ নিচিনা গাত গাঁত হোৱা এবিধ ঘা, বৰ ৰোগ, an ulcer of a virulent kind.

এন্ধাৰ, "আন্ধাৰ" চোৱাঁ।

এপাৰীয়া, বি. (অং. এক+পাৰ, নৈৰ দাঁতি) নৈৰ এপাৰে থকা, living or existing on one side of a river.

এপালীয়া, বি. (অং. এক+পাল, কামৰ নিৰূপিত সময়) এবাৰ কাম কৰিব লগা, এপাল খাটিব লগা, having one turn to serve.

এপাহ্, স. শ. উপকাৰ; যেনে, তোমাৰ এপাহ লৈছোঁ, benefit, good service.

এপাহ্ মাৰ্, বেয়া বস্তু দি বা বেয়াকৈ কাম কৰি ভাণ্ডনা কৰ্, to deceive by giving a bad or indifferent thing or doing anything indifferently.

এপিঠীয়া, বি. (অং. এক+পিঠি, পার্শ্ব) এফালৰ; এপিঠিত লিখা; যেনে, এপিঠীয়া কাকত; এফালৰ কাম কৰি আজৰি হোৱা আৰু আন ফালৰ কামত নিযুক্ত হব পৰা; যেনে, খাই বৈ এপিঠীয়া হৈছে, pertaining to, or written on, one side; free from some business and ready to be engaged in something else.

এফলীয়া, বি. (অং. এক+ফাল, পার্শ্ব) এফালৰ, এক পক্ষৰ সম্বন্ধীয়া; যেনে, এফলীয়া কথা; একভীয়া, এদঁতীয়া; যেনে, তই এফলীয়া হৈ থাক; এফাল-থকা; যেনে, এফলীয়া তামোল; এফালে গধূৰ হোৱা; যেনে, এফলীয়া ভাৰ, partial; askant, on one side, having only one-half; heavy on one side, as a load carried on the shoulder.

এবৰীয়া, বি. (অং. এক+বাৰ্, নাওৰ দাঁতি) হলনীয়া, একতীয়া, এফাললৈ চাপৰ, (নাও), lopsided.

এবুলীয়া, বি. (অং. এক+বোল, বৰণ) এবাৰ বৰণ দিয়া, placed in dye once only.

এবে, ক্রি. বি. (বং. এবে, এতিয়া) এতিয়া, (পদ্যত), now.

এবেলীয়া, বি. (অং. এক+বেলা, আধা দিন) আধা দিনীয়া, pertaining to one-half of a day.

এবেলীয়াকৈ, ক্রি. বি. (অং. এবেলীয়া) দিনৰ আধা ভাগত; যেনে, এবেলীয়াকৈ যাম, in half a day.

এভো, ক্রি. বি. (বং. এভো, এতিয়াও) এতিয়াও, (পদ্যত) at present.

এমূৰীয়া, বি. (অং. এক+মূৰ, গাৰ ওপৰৰ অঙ্গ, ওপৰৰ ভাগ) কোনো বস্তুৰ বা ঠাইৰ এক প্রান্তৰত থকা; যেনে, এমূৰীয়া ঘৰ; জোখা পাত্র অর্থাৎ দোন আদিৰ কাণৰ সমান; যেনে, এমূৰীয়া চাউল্, living or existing at the furthest end of a place, &c., full to the brim of a measure but not rising above it.

এৰ্, স. ধা. (সং. ঈৰ্, গতি কৰ্; বং. এড়ন্, ত্যাগ কৰণ্) ত্যাগ কৰ্; যেনে, সি ঘৰ এৰিলে; বান্ধ মেলি চলাই দি, (নাৱত খাটে); যেনে, নাও এৰি দিছে, to leave, to abandon, to unfasten, to set free, as a boat. অ. ধা. গুচ্, ক্ষান্ত হ; উপশম হ; যেনে, বৰষুণ এৰিছে, তাৰ জ্বৰ এৰিছে, to be over, to be off, to cease, to abate.

এৰণ, } কৃদ. স. (অং. এৰ, ত্যাগ কৰ্) এৰা
এৰণি, } কার্য্য, act of leaving or abandoning.

এৰণ্ড, স. শ. (সং. এৰণ্ড—ইৰ্, গতি কৰ্)

এৰা গছ, তাৰ তেলে পেট-চলায়; এতেকে সেই নাম, the castor oil plant (palma christi).

এৰা, ক্রি. বি. হয়, স্বীকাৰ কৰা মাত; যেনে, এৰা, সেই কথা সঁচা, yes.

এৰা, স. শ. (সং. এৰণ্ড, এবিধ গছ) এবিধ গছ, the castor oil plant (palma christi).

এৰা, অ. ধা. (অং. এৰ্, ত্যাগ কৰ্; বং. এড়ান, মুক্ত হোৱা) বান্ধ খাই বা লাগি থকাৰ পৰা পৃথক হ, মুকলি হ; যেনে, মাৰলীৰপৰা খুঁটা এৰাল, বৰশীৰ পৰা মাছ এৰাল; মুক্ত হ, সাৰ; যেনে, জগৰৰ পৰা এৰাল, to slip or fall off; to be free. এৰা পৰ্, ত্যাগ কৰা হ; যেনে, মাটি ডোখৰ এৰা পৰিল, to be abandoned, to be disused.

এৰা-চৰাই, স. শ. (সং. আৰাৱ, শব্দ+অ. চৰাই, পক্ষী) "চেঁ-চেঁ" শব্দ কৰা এবিধ সৰু চৰাই, a small bird.

এৰা-পলৰীয়া, বি. (অং. এৰা, ত্যাগ কৰা +পলৰীয়া, পলাই যোৱা, এৰি পলাই যোৱা) বহু দিন এৰা হৈ থকা, মানুহ নথকা (ঘৰত খাটে), deserted স. শ. বহু দিন এৰি থোৱা ঘৰ বাড়ী, deserted premises.

এৰা-পাত্, স. শ.• এৰা গছৰ পাত; খাই এৰা উচ্ছিষ্ট থকা পাত বা পাত্র, a leaf of the castor oil plant, a leaf or plate containing refuse.

এৰাল, স. শ. (অং. এৰ্, ত্যাগ কৰ্; ত্যাগ কৰাৰ নিচিনা হয় এতেকে) মুকলি-মূৰে • চৰিবৰ কাৰণে গৰু-ছাগ বন্ধা দীঘল লেজু; যেনে, এৰাল ছিঙ্গি গৰু গল, a tether.

এৰাল দি, মুকলি মূৰে চৰিবৰ কাৰণ বান্ধি দি; যেনে, ছাগ এৰাল দিছোঁ, to tether.

এৰালী, স. শ. (অং. বোধ হয়, এৰাল, ঐ) পথাৰ বা দ মাটিত হোৱা এবিধ ঘাঁহ, a species of grass growing in water.

এৰী, স. শ. (অং. এৰা, এবিধ গছ) এবিধ এৰাপাত-খোৱা পলু, তাৰ সূতাৰে কাপোৰ কৰা যায়; যেনে, এৰি-সূতা, এৰি-কাপোৰ, a species of silkworm which feeds on the leaves of the castor oil plant.

এৰীয়া, বি. (অং. এৰি, ঐ) এৰী-পলুৰ-পৰা হোৱা, (একে আকৃতি হেতু) খোলা-মুগাৰ পৰা হোৱা, obtained from the above worm or from the shell of Muga Cocoons left by the Moth.

একৰা, স. ধা. (অং. এৰ্, ত্যাগ কৰ্; এৰা, মুক্ত হ) ত্যাগ কৰা; যেনে, হলিক কানি একৰাম, বামৰ জৰ একৰালে; বান্ধ, জোৰা বা লাগি থকাৰ পৰা পৃথক কৰ্; যেনে, খুটাৰ পৰা চতি একৰালে, এৰালৰ পৰা গৰু একৰালে; বাৰৰ লেপ একৰালে, to cause to leave or abandon, to separate, to cause to fall off.

এলাই-জাপৰী, } বি. (অং. এলাগী, অশুৱনী
এলাই-জাবৰী, } +জাপৰী, চুলি নেমে-লোৱা) গা-নতোৱা আৰু অশুৱনী (স্ত্রী), ugly and slovenly (fem.). স. শ. অশুৱনী আৰু গা-নতোৱা তিৰোতা, a trollop, a slattern.

এলাগি, বি. (অং. আন্+লাগ, আৱশ্যক হ) অশুৱনি; যেনে, ঘৰটো এলাগি হল, ugly, unsightly.

এলাগী, বি. গিৰীয়েকে ভাল নোপোৱা, অশুৱনী, not liked by one's husband, superseded, ugly. স. শ. গিৰীয়েকে ভাল নোপোৱা ভাৰ্য্যা, a superseded wife.

এলাচি, স. শ. (সং. এলা, এবিধ সুগন্ধি বস্তু) এবিধ দৰৱত দিয়া সুগন্ধি গুটি, cardamom.

এলান্ধু, "আলান্ধু" চোৱাঁ।

এলান্ধুৱা, "আলান্ধুৱা" চোৱাঁ।

এলা-পেচা, বি. (সং. অল্পসত্ত্ব, অলপ ধাতুৱা) সামান্য, ইতৰ, যেই সেই, common, mean, low.

এলাহ, "আলাহ" চোৱাঁ।

এলেহুৱা, বি. সৰপা, বন কৰিবলৈ ইচ্ছা নকৰা, lazy. স. শ. সৰপা মানুহ ; যেনে, এলেহুৱাই একো কৰিব নোৱাৰে, a lazy person.

এৰাঁ, বি. দৈদ নোহোৱা ; কোমল, নতুন ; এতেকে, পুনৰ বিয়া নোহোৱা ; পাগ নিদিয়া, fresh, not arriving at puberty, not hardened by baking.

এৰাঁ, স. শ. নাকৰ বিন্ধাত তেজ গোটখাই হোৱা এবিধ ৰোগ, a polypus in the nostril.

এসঁজীয়া, বি. ( অং. এক + সাঁজ, এবাৰ আহাৰ ) দিনৰ ভিতৰত এসাঁজ এৰি এসাঁজ খোৱা ; যেনে এসঁজীয়া ভাত, এসাঁজলৈ জুটা ; এইটো ছাগ এসঁজীয়া হৈছে, eaten only once a day, sufficient for one meal.

এষা, স. শ. ( অং. আষি, কলৰ থোপা ) কলৰ থোকত থকা থোপা, a bunch of plantains.

এহতীয়া, বি. ( অং. এক + হাত, ধৰা অঙ্গ ) এটা হাত-থকা ; এটা হাতেৰে কৰা ; এহাতৰ সমান দীঘল, having one hand, done with one hand, measuring one cubit.

এহি, বি. স. ( হিং. য়হি, এই ) এই, (পদ্যত) ; this.

এহে, ভা. অ. ( অং. আহা, আনন্দ বুজোৱা মাত ) আনন্দ-প্ৰকাশ বা স্বৰ পূৰ কৰিবলৈ গীতৰ পালীয়ে গোৱা ফাকিত লগোৱা মাত ; যেনে, কৃষ্ণ, ৰাম, নাৰায়ণ—এহে ! a particle added to a chorus of a song.

এহেতু, স্থা. স. ( সং. এতদ্, এই ) এই, ওচৰৰ ঠাইত, at the place next to this.

এহেৰ্, স্থা. স. এই, ওচৰৰ ঠাইৰ, of the place next to this.

এহেৰ্ পৰা, স্থা. স. এই ওচৰৰ ঠাইৰ পৰা, এই ফালৰ পৰা, from this direction.

এহেলৈ, স্থা. স. এই ফাললৈ, ইয়াৰ ওচৰলৈ, hither.

ঐ, বৰ্ণমালাৰ দ্বাদশ আখৰ, the twelfth letter of the alphabet.

ঐ, স. অব্য. সামান্য মানুহক মতা মাত, a particle used in addressing a common person.

ঐ, বি. স. ( বং. ঐ, ওপৰত কোৱা ) সেই, আগেয়ে কোৱা, ditto, the same.

ঐ-আই, ভা. অ. পুতৌ কৰা মাত, an exclamation used to express pity.

ঐক্য, গু. শ. ( সং. এক + য, প্ৰত্যয় ) একতা, মিল ; যেনে, সিহঁতৰ ঐক্য নাই, union, unity.

ঐন্দ্ৰজালিক্, বি. ( সং. ইন্দ্ৰজাল, ভেলেকী ) ভেলেকী লগোৱা, মায়াযুক্ত, magical, illusory. স. শ. ভেলেকী বিদ্যা জনা মানুহ, a juggler.

ঐয়া-হৈয়া, বি. ( ঐয়া, অনুক. + হৈয়া, কতীয়া ) এটাই এফাললৈ, আনটোৱে আন ফাললৈ টনা, অমিল ; যেনে, ঐয়া-হৈয়া কথা, mutually, discordant. স. শ. বিৰোধা-বিৰোধি, দ্বন্দ্ব, misunderstanding, disagreement.

ঐৰাৱত্, স. শ. ( সং. ঐৰাৱত—ইৰা, পানী + ৱত, যুক্ত, পানীযুক্ত ; সাগৰ ) সাগৰৰ পৰা উৎপন্ন, ইন্দ্ৰৰ বাহন হাতী, the elephant of Indra.

ঐশান্য, স. শ. ( সং. ঐশান্য—ঈশান, শিৱ, অধিকাৰ এতেকে ) উত্তৰ-পূৰ্ব্ব, পূব আৰু উত্তৰৰ চুক, the north-east corner.

ঐশিক, বি. ( সং. ঐশিক—ঈশ, ঈশ্বৰ ) ঈশ্বৰৰ সম্বন্ধীয় ; যেনে, ঐশিক শক্তি, divine.

ঐশ্বৰিক, বি. ( সং. ঐশ্বৰিক—ঈশ্বৰ, ঈশ ) ঈশ্বৰ-সম্বন্ধীয়, ঈশ্বৰৰ, divine.

ঐশ্বৰ্য্য, গু. শ. ( সং. ঐশ্বৰ্য্য—ঈশ্বৰ, সৃষ্টি-কৰ্ত্তা, গৰাকী ) ঈশ্বৰৰ গুণ, শক্তি বা মহিমা ; এতেকে বিভূতি, বিপুল ধন-সম্পত্তি, divinity, the divine power, &c., great wealth 'বিভূতি' চোৱাঁ।

ঈশ্বৰ্য্যৱন্ত, বি. ( সং. ঐশ্বৰ্য্য + ৱন্ত, থকা ) ধন-সম্পত্তি থকা, wealthy.

ঐহিক, বি. ( সং. ইহ, এই সংসাৰ ) এই সংসাৰৰ, ইহ কালৰ, pertaining to this world.

## ও

ও, বৰ্ণমালাৰ ত্ৰয়োদশ আখৰ, the thirteenth letter of the alphabet.

ও, স. শ. ( বং. উখা, লো-ঘঁহা অস্ত্ৰ ) লো-ঘঁহা যতন, a file, a rasp.

ও, যো. অ. ( সং. অপি, আৰু ) এটা বস্তু বা কাৰ্য্যৰ লগত আন এটা লগোৱা শব্দ ; যেনে, মানুহো, অৰ্থাৎ মানুহ আৰু আন কোনো জন্তু বা বস্তু ; শুবাও, অৰ্থাৎ আন কিবা কাৰ্য্য কৰিবা আৰু শুবা, a copulative particle, also.

ও, ভা. অ. শলগা বা হয় বোলা মাত ; পাহৰা কথা সোঁৱৰা বুজোৱা মাত, an expression of recollection, or assent.

ওঁ, } স. শ. ( সং. অ, বিষ্ণু, উ, ৰুদ্ৰ, ম,
ওম্, } ব্ৰহ্মা, বা ত্ৰিমূৰ্ত্তি ) ঈশ্বৰৰ স্ৰজন, পালন, সংহৰণ, এই তিনি শক্তি বুজোৱা শব্দ ; এতেঁকে বেদৰ মূল মন্ত্ৰ। ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য, তিনি জাতিত বাজে আনে তাক উচ্চাৰণ কৰিব নেপায় আৰু আন মন্ত্ৰৰ আগত তাক যোগ কৰা যায়, a word signifying the Hindu triad, Brahma, Visnu and Siva. It is held very sacred by the Hindus.

ওঁঠ, স. শ. ( সং. ওষ্ঠ, হিং. ওঠ, দাঁত ঢাকি থকা ছাল ) দাঁত-ঢকা ছাল, তাৰ ওপৰৰ ডোখৰক "ওপৰ-ওঁঠ", তলৰ ডোখৰক "তল-ওঁঠ" বোলা যায়, a lip.

ওঁঠ-চেলেক্, নিৰাশা হ, to be disappointed.

ওঁঠ চেলেকা, লাজ্ দি, to put to shame.

ওঁঠ-পাতল্, বি. ( অং. ওঁঠ, ঐ + পাতল, লঘু ) সঁচা-মিছা বা ভাল-বেয়াৰ বিচাৰ নকৰি মুখত যি আহে তাকে কোৱা, চেলেপু ; কথা গোপনে ৰাখিব নোৱৰা, speaking regardless of truth or propriety, unable to keep a secret.

ওঁত্, স. শ. ( অং. আঁত, সূতাৰ মূৰ ) মেৰাই থোৱা সূতাৰ মূৰ ; কাৰ্য্যৰ দিহা, the free end of a ball or skein of thread, the manner of doing a thing.

ওঁহ, ভা. অ. অমান্তি বুজোৱা মাত ; বেদনাত কেঁকোৱা মাত, a particle signifying dissent, an exclamation of pain.

ওকট্, স. ধা. বেয়া বস্তু অৰ্থাত গোবৰ জাবৰ আদিক খুঁচৰি তলৰ ভাগ ওপৰ কৰ্, মল দূৰ কৰ্ ; যেনে, সি গোবৰৰ দম্ উকটিছে, গুপ্ত কুচ্ছা বা নিন্দাৰ কথা প্ৰকাশ কৰ ; যেনে, তাৰ সকলো কথা উকটি পেলালোঁ, to upturn, as dirt, &c., to expose one's secret misconduct, &c.

ওকট্-পাকট্, স. শ. "উকট্-পাকট্" চোৱা।

ওকণী, স. শ. ( সং. উৎকুন, চুলিৰ পোক ) চুলিৰ পোক ; তাৰ বুঢ়াক বিঢ়া, ডেকাক পিজলী আৰু কণীবিলাকক লেখি বোলা যায়, a louse.

ওকণী চা, চুলিৰ মাজত ওকণী বিচাৰি মাৰ্, to search for lice in the head.

ওকাল্, স. ধা. (অং. ওক, বাতি অহাৰ শব্দ ) মুখৰ পৰা উলিয়াই পেলা ; বঁতিয়াই উলিয়া ; যেনে, ভাত বোৰ ওকালি লে, to eject from the mouth, to spit out. অ. ধা. ওকালি আহ্, বঁতিয়াব খোজ্, to retch.

ওকালতি, স. শ. ( যাং. ) উকীলৰ ব্যৱসায়, pleadership.

ওকালতনামা, স. শ. উকিল নিযুক্ত কৰা পত্ৰ, a power of attorney.

ওকালি, স. শ. ( অং. ওক, বাঁতি আহিবৰ সময়ত হোৱা শব্দ) বাঁতি আহিবৰ উপক্ৰম, retching.

ওকলা, } স. শ. ( অং. ওকাল্, মুখৰ পৰা
ওকোলা, } উলিয়া ) মুখৰ পৰা উলিওৱা

বস্তু; যেনে, বাঁতি, anything ejected from the mouth, food spat out.

ওকোলা-খোৱা, বি. লোকে মুখৰ পৰা উলিয়াই পেলোৱা বস্তু খোৱা, (গালি), lick-spittle.

ওকোল্-মোকল্, স. শ. (অং. ওকাল্, ওকালি + মোকোল, অনুক.) আহাৰ ভিতৰলৈ নগৈ ওলাই আহিব খোজা; এতেকে খাবৰ অনিচ্ছা, satiety.

ওকোল্-মোকল্ কৰ্, মুখৰ পৰা ওলাই আহিব খোজ্, খাবৰ অনিচ্ছা হ; যেনে, ভাতে ওকোল-মোকোল কৰে, to be satiated.

ওথ, বি. (সং. উচ্চ, ওপৰলৈ বঢ়া) ওপৰলৈ বঢ়া; চাপৰ-নোহোৱা; উন্নত, high, tall. স. শ. উচ্চতা, উচ্চ ঠাই; যেনে, আমবিলাক ওখত আছে, height.

ওখয়্, ক্রি. বি. উচ্চতাত; যেনে, সি ওখয় তুহাত, in heights.

ওখল্, স. শ. (সং. উকস্, মলি) গাৰ বা কাপোৰৰ মলি, dirt of the body or cloth.

ওখোন্, স. শ. (বং. উকুনবাড়ি, শস্য গোটোৱা যতন; শস্য-গোটোৱা বা লুটিওৱা আগ-বেঁকা বাঁহ, a bamboo hook for gathering grains in straw.

ওখোনিয়া, স. ধা. ওখোনেৰে চপা বা উজাৰি দি, to gather or turn up with the above instrument.

ওখোৰা-মোখোৰা, বি. (অং. ওখ, উচ্চ + মোখোৰা, অনুক.) অলপ ওখ-চাপৰ, দোদোৰা, দ-বাম, অসমান, uneven. স. শ. ওখ-চাপৰ হোৱা অৱস্থা, অসমানতা; যেনে, মাটিখানৰ ওখোৰা-মোখোৰা ভাঙ্গা, unevenness.

ওগাইৰহ্, বি. (যাং. ওগৈৰহ্, ইত্যাদি) প্ৰচুৰ, সৰহ, অধিক; যেনে, ধান ওগাইৰহ হৈছে, plentiful, abundant.

ওঙ্কাৰ্, স. শ. (সং. ওঙ্কাৰ—ওঁ, প্ৰণৱ + কৃ, কৰ্) ওঁ শব্দ, the mystic syllable "ওঁ" which see.

ওচ-মোচ্, স. শ. (সং. উচিত + অনুচিত, ভাল বেয়া) কথাৰ ঔচিত্যানৌচিত্য বা আগগুৰি; যেনে, ওচ্মোচ্ চাই কথা কবা, propriety of speech.

ওচৰ্, বি. নিকট, চমু, অদূৰ, near, close to. স. শ. নিকট স্থান, nearness, vicinity.

ওচৰাউচৰি, বি. (অং. ওচৰ, নিকট) ই তাৰ ওচৰ—সি ইয়াৰ ওচৰ; যেনে, ওচৰাউচৰি ঘৰ, mutually near.

ওচৰে, ক্রি. বি. দাঁতিয়ে, কাষে; যেনে, তাৰ ঘৰৰ ওচৰে যাবা, by the side of, by.

ওচৰ্-ঘৰীয়া, বি. (অং. ওচৰ, ঐ + ঘৰ, নিবাসৰ ঠাই) ওচৰত নিবাস কৰা, living in the vicinity. "ওচৰ্-চুবুৰীয়া," এনেও হয়।

ওজ্, স. শ. (ফাং. এৱজ, পৰিবৰ্ত্ত, সলনি) সঁচি ধনত বাজে আন বস্তু; যেনে, কুৰি টকাৰ ওজ দিছোঁ, articles, as opposed to ready-money.

ওজন্, স. শ. (যাং.) গধুৰৰ পৰিমাণ, weight.

ওজ্-বাজ্, স. শ. (অং. ওজ, বস্তু + বাজ, অনুক.) সামগ্ৰী, বয়-বস্তু, articles.

ওজৰ্, স. শ. (যাং. উজৰ) আপত্তি, objection.

ওজা, স. শ. (প্ৰাং. উঅজঝাঅ, অধ্যাপক; হিং. বং. ওঝা, জৰা বেজ) শিক্ষক, পঢ়াওঁতা, বিশেষকৈ ঘাই অধ্যাপকৰ তলতীয়া পণ্ডিত, শিল্পকাম কৰোঁতাবিলাকৰ ভিতৰত প্ৰধান মানুহ; এতেকে কমাৰ, কঁহাৰ, বাঢ়ৈ, খনিকৰ, নাপিত, এইবিলাকৰ প্ৰধান মানুহক "ওজা" বোলা যায়, কিন্তু সোনাৰিৰ প্ৰধান মানুহক হলে দলৈ বোলে। বিয়াহৰ যোৰাত মূল অৰ্থাৎ পদ লগাই দিওঁতা; জৰা বেজ্, a teacher, especially a teacher subordinate to another, a head artisan, the head man of a band of singers, a man who pretends to cure by incantations.

ওজাপালী, স. শ. (অং. ওজা, পদ লগাই দিওঁতা + পালী, দোহাৰত গাওঁতা) বিয়া-

হৰ যোৰা, ওজাই লগাই দিয়া পদ গোৱা মানুহৰ সমূহ, choral singers, a choir.

ওজালি, গু. শ. জৰা বেজৰ ব্যৱসায়; প্ৰধানত্ব, the profession of an Oja, superiority.

ওটা, স. শ. (অং. উটা, পানীত ওপঙ্গি যোৱা) ঘৰৰ ভিতৰৰ পৰা পানী ওলোৱা নলা, a drain for conducting water out of a house.

ওটা-ৰোকা, বি. (অং. ওটা + ৰোকা, খোঁচৰা) ওটা ৰুকি অর্থাৎ খুচৰি পৰিষ্কাৰ কৰা, মলিন ঠাই ভাল কৰা, (গালি পৰা মাত্ৰ; সত্ৰৰ ভকতবিলাকৰ প্ৰতি ঘৰে একোটা ওটা থাকে, এতেকে সিহঁতত এই গালি বিশেষকৈ খাটে; যেনে, ওটা-ৰোকা ভকত), cleansing the above, a term of abuse especially applied to the Bhakats of the Shattras in Assam each of whom has a water-spout in his house and keeps it clean.

ওঠাল্বতিহাল্, স. শ. এবিধ বৰ ডাঙ্গৰ জাল, a kind of fishing net.

ওড়, ওড়ফুল } স. শ. (সং. ওড্ৰ, এবিধ ফুল) ৰঙ্গা, জৰা, the China rose.

ওত্, স. শ. (সং. শোথ্, শোথ ৰোগ) এলাহ, আলস্য, laziness.

ওথাৰ্, স. শ. এবিধ ডাঙ্গৰ জাল, a kind of drag net.

ওদা, বি. (হিং. ওদা, ভালকৈ নুশুকোৱা) ভজাত বা শুকোৱাত ভিতৰে কেঁচাই থকা (ধান চাউল আদিত খাটে); যেনে, ওদা ধানৰ চিৰা ভাল নহয়, সম্পূৰ্ণ-ৰূপে পাগত নুঠা (ধাতুত খাটে); যেনে, ওদা পাগৰ কটাৰী ভাগি যায়, ওদা লো কোবালে ছিগি যায়, half roasted or dried (said of grain); untempered (said of metals).

ওদাইদাৰ্, স. শ. (হিং. হুদ্দাদাৰ, চিপাহীৰ ওপৰঞ্চি) অধিকাৰ, গৰাকী, ওপৰঞ্চি, a master, a superior.

ওদাল্, স. শ. (সং. উদ্দাল; আবৰ, ওজদাল, এবিধ গছ) তাৰ ছালেৰে লেজু বটা এবিধ গছ, a kind of tree (cordia myxa).

ওনা, স. শ. (অং. বনা, ধান খুন্দি চাউল কৰা) এবাৰ খুবলিত দিবলৈ জোৰা ধান বা চাউল; এবাৰ ভজা খোলাত দিবলৈ জোৰা ধান, চাউল, আদি, as much grain as is put into the mortar or fried at one time.

ওনা-ওনে, ক্ৰি. বি. (অং. ওনা, ঐ) প্ৰচুৰৰূপে, সৰহকৈ, তেওঁ ওনা-ওনে ধন আৰ্জ্জিছে, plentifully.

ওন্দোলা, স. ধা. (অং. আন্ধাৰ, অন্ধকাৰ) এন্ধাৰ কৰ্, (মেঘে ঢকাত খাটে); যেনে, মেঘে ওন্দোলাইছে, ওন্দোলাই থৈছে, বেজাৰত মলিন বা কলা কৰ্; যেনে, এই কথা শুনি তেওঁ মুখ ওন্দোলাই পেলালে, to darken, to make gloomy,

ওধৰ পৰা মোধলৈ, এমূৰৰ পৰা আন মূৰলৈ; যেনে, ওধৰ পৰা মোধলৈ ফাটিল, from end to end, from one end to the other.

ওপং, অ. ধা. (অং. ওপৰ, উৰ্দ্ধ) পানী বা দ্ৰৱ বস্তুৰ ওপৰলৈ উঠ্, to float.

ওপচ্, অ. ধা. (সং. উপচয়, পূৰ) ভৰি পৰ্, পাত্ৰৰ মুখলৈকে পূৰ হ; যেনে, "স্বৰ্ণ ৰজতে তাইৰ উপচিল পাছি," কীৰ্ত্তন. to be full to the brim.

ওপচ্, বি. (সং. উপচয়, পূৰ) পূৰ্; যেনে, বাটিটো ওপচ্ হৈছে, full to the brim.

ওপচা, স. ধা. (অং. ওপচ্, পূৰ হ) পূৰ কৰ্, to fill to the brim.

ওপচ্-মূৰীয়া, বি. (অং. ওপচ+মূৰ, ওপৰ ভাগ) পাত্ৰৰ মুখতকৈ ওপৰ উঠা; যেনে, দোনৰ ওপচ-মূৰীয়া চাউল, rising above the brim of a measure.

ওপজ্, অ. ধা. (সং. উপজন, উপ, উপস. + জন, জন্ম হ; হিং. উপজনা) জন্ম ল, উৎপন্ন হ; যেনে, লৰা উপজিছে, মনত কোনো কথাৰ ভাৱ হ; যেনে, তোমাক যে দেখিম

এই কথা মোৰ মনত ওপজা নাই, (ইতৰ, জন্তুৰ পোৱালী হোৱাত নেখাটে), to be born, to occur to the mind.

ওপজন্, কৃদ. স. ওপজা কাৰ্য্য, জন্ম, birth.

ওপৰ্, স. শ. (সং. উপৰি, উৰ্দ্ধ) উৰ্দ্ধ ঠাই, উৰ্দ্ধ, height, a top, বি. উৰ্দ্ধ, ওখ; ওখ ভাগৰ, তলৰ বিপৰীত, upper, যেনে, ওপৰলৈ পানী ছটিয়া, ওপৰ-পুৰুষক ধৰি গালি পাৰ্, কোনো জনৰ বাপেক-ককাকক ঘালি তাক অপমানিত কৰ্, to use abusive language against one's father, mother or other relations.

ওপৰঞ্চি, বি. (অং. ওপৰ, ঐ) ওপৰত থকা; এতেকে প্ৰধান; যেনে, ওপৰঞ্চি মানুহক মান কৰিব লাগে, নিৰূপিত বস্তুৰ বাহিৰে পোৱা; যেনে, ওপৰঞ্চি লাভ, পৰিমাণতকৈ অধিক, superior, gained over and above a fixed amount more than what is due. স. শ. ওপৰৰ বিষয়া; দমন-কৰোঁতা, an official superior, a Controller or Governor. ক্ৰি. বি. নিৰূপিত বস্তুৰ বাহিৰে; যেনে, পাঁচ টকা ওপৰঞ্চি দিলে, besides.

ওপৰণি, স. শ. কোনো বস্তুৰ ওপৰত থকা ভাগ; জুলীয়া বস্তুৰ ওপৰলৈ উঠা ঘন বস্তু, গেদেৰি, that which is on the surface or the top part; scum. বি. ওপৰৰ, ওপৰত থকা; যেনে, ওপৰণি ভাত, belonging to the surface or top.

ওপৰা-উপৰি, স. শ. এটাৰ ওপৰত আনটো উঠা অৱস্থা; হুৰাহুৰি, the state of falling one upon the other, confusion, বি. এটাৰ ওপৰত আনটো হোৱা, one upon the other.

ওপৰা-উপৰিকৈ, ক্ৰি. বি. এটাৰ ওপৰত আনটো হৈ, এটাৰ ওপৰত আনটো দি, one upon the other.

ওপৰে, ক্ৰি. বি. ওপৰত, উৰ্দ্ধে, ওখ হৈ; যেনে, মূৰৰ ওপৰে গল, above, over.

ওপৰে-ওপৰে, ক্ৰি. বি. ভিতৰলৈ নোসোমোৱাকৈ, দকৈ নুগুণাকৈ; যেনে, তুমি কথাটোৰ ওপৰে-ওপৰে গৈছা; হেঁচা নমৰাকৈ; যেনে, ওপৰে-ওপৰে হাত ফুৰা, skimming over the surface, touching lightly.

ওপৰ্-চকুৰা, বি. এবিধ ডাঙৰ টেলটেলীয়া চকুৰে মাছ, a kind of fish.

ওপৰ্-চৰিয়া, বি. (অং. ওপৰ, ঐ + চৰ্, আহাৰ কৰ্) নিৰূপিত বস্তুত বাজে পোৱা, ওপৰঞ্চি; যেনে, ওপৰ-চৰিয়া লাভ, gained over and above the fixed amount. স. শ. প্ৰধান চৰ, a principal spy.

ওপৰ্-তলীয়া, বি. এটা ওপৰত, আনটো তলত হোৱা, ওপৰা-উপৰি, one upon the other.

ওপৰ্-পুৰুষ্, স. শ. (অং. ওপৰ, উৰ্দ্ধৰ + পুৰুষ, লোক) পিতৃ-পিতামহ-আদিৰ কোনো এজন, an ancestor.

ওফন্দ, অ. ধা. (সং. স্ফীত, বতাহৰ দ্বাৰা বিস্তৃত) স্ফীত হ, বতাহ আদিৰ দ্বাৰা বহল হ, অহঙ্কাৰ কৰ্; যেনে, তেওঁ বৰ বিষয় পাই ওফন্দি পৰিছে, to be puffed up, to be proud.

সমা.—উখহ্, ওফন্দ্,—বেদনাৰ দ্বাৰা কোনো বস্তু উখহে, বায়ুৰ দ্বাৰা ওফন্দে।

ওফৰ্, অ. ধা. (সং উৎপত্; ওপৰলৈ জঁপিয়া) ছিটিকি পৰ্, ঠেকা খাই আঁতৰি যা; বেগেৰে এঠাইৰ পৰা আন ঠাইত পৰ, to spring or bound off, to separate and fall off, to be flung off.

ওফৰা-উফৰি, স. শ. (অং. ওফৰ্) এটাত ঠেকা খাই আনটো ওফৰা কাৰ্য্য, the act of flinging at one another.

ওফৰা-পিঙ্গলা, স. শ. (অং. ওফৰা, এঠাইৰ পৰা আন ঠাইত + পিঙ্গলা, ৰঙ্গচিয়া বৰণ) এঠাইত হলেই হঠাত আন ঠাইত হোৱা আৰু ৰঙ্গা পৰা এবিধ ছালৰ ৰোগ, a skin disease.

ওফোন্দা, বি. (অং. ওফন্দ, স্ফীত হ) স্ফীত,

উথহাৰ নিচিনা ; যেনে, ওফোন্দা গাল্, puffed.

ওফোন্দা-গলা, বি. ওফন্দি উঠা গাল যুক্ত, fat-cheeked. ( স্ত্রী ) ওফোন্দা-গালী।

ওবা, স. অব্য. সম্বোধন কৰা মাত ; যেনে, ওবা ! তুলসি সমিধান দিয়াঁ, ( শঙ্কৰ ), a word used in addressing a person.

ওভত্, অ. ধা. ওলট্, পাচলৈ ঘূৰ্, to turn back.

ওভতনি, স. শ. উলটি বোৱা সোঁত, উজনিৰ ফাললৈ বোৱা পানী, a counter-current.

ওভতুগোৰে, ক্রি. বি. ( অং. ওভোতা, ওলটা + হিং. গোড়, ভৰি ) আগেয়ে ভৰি বাজ কৰি, ( লৰা ওপজাত খাটে ) ; যেনে, ওভতুগোৰে জন্মা লৰা, with the feet foremost,

ওভতগোৰে নাচ্, বৰকৈ দুষ্টালি কৰ্, ডেও পাৰ্, to be very wicked.

ওভত-সোভত্, স. শ. ( অং. ওভত, ওলট্ + সোভত্, অনুক্ত. ) ওলটাই দি আকৌ অনা কাৰ্য্য ; যেনে, সি কিনা বস্তু ওভত-সোভত কৰে, the act of returning a thing purchased and then taking it back again.

ওভোতা, বি. ( অং. ওভত্, ওলট্ ) ওলোটা, পাচলৈ বা তললৈ মুখ কৰা, upside down, turned back.

ওমল্, অ. ধা. লৰাৰ দৰে ধেমালি কৰ্, ৰং কৰ্ ; যেনে, লৰাই ওমলে, to play, as a child.

ওমলা, স. ধা. লৰাৰ দৰে ধেমালি কৰা, ৰং লগা ; যেনে, "বিচিত্ৰ মণিগোট ধৰি ধাই। বাটত ফুৰন্ত শিশু ওমলাই।" to amuse, as a child.

ওৰ্, স. শ. ( বং. ওৰ, সীমা ) অন্ত, শেষ ; an end,

ওৰ্ পৰ্, শেষ হ্, to be ended.

ওৰ ল, অনুসন্ধান কৰ্, বুজ ল. to inquire into.

ওৰ্, স. শ. ( অং. যোৰ, হাল, হুটা ) সন্তান হবৰ কাৰণে মতা মাইকী একত্ৰ হোৱা অৱস্থা, ই সামান্য জন্তুত খাটে, আৰু সদায় "যা" বা "খা" ধাতুৰে লগ্ লাগি সেই ক্ৰিয়া কৰা বুজায় ; যেনে, কাউৰী ওৰ গৈছে, সাপে ওৰ খাইছে ইত্যাদি, copulation of a small animal.

ওৰ্, ওৰ্-ফুল, } "ওড়" চোৱাঁ।

ওৰণি, ওৰোণা, } স. শ. ( হিন্দী. ওঢ়না, পিন্ধা ) মুখ ঢকা কাপোৰ, a veil.

ওৰণীয়া, বি. ( অং. ওৰণি ) ওৰণীৰ দৰে মুখ ঢকা ( মাজখাল কোনো বস্তুৰ কাণ মাজৰ ফাললৈ বাঢ়ি মুখ কিছু ঢকা বুজায়, ) যেনে, ওৰণীয়া গাঁত, ওৰণীয়া বাটি, having the brim gradually projecting towards the centre, so as to partly cover the mouth.

ওৰ্ ঘোৰ্, বি. ( অং. ওৰ্, অনুক্ত. + ঘোৰ, অতিশয় ) অতিশয় প্ৰবল ; ( টোপনীত খাটে ) যেনে, ওৰ-ঘোৰ টোপনী, deep, sound (said of sleep).

ওৰ্ বাটে, ক্রি. বি. ( অং. ওৰ, গোটেই + বাটে, পথত ) গোটেই পথত, on the whole way.

ওৰং, স. শ. ( সং. আড়ম্বৰ, আৰম্ভ ) গাবলৈ, কথা কবলৈ বা নাচিবলৈ কৰা উপক্ৰম, an attempt to sing, speak or dance.

ওৰং ধৰ্, গাবলৈ, নাচিবলৈ বা কবলৈ উপক্ৰম কৰ্, to attempt or prepare to sing, speak or dance.

ওৰেও, ক্রি. বি. ( অং. ওৰ, সমুদায় ) সদায়, সৰ্ব্বদা, always.

ওৰে দিন, ওৰে দিনটো, } ক্রি. বি. ( অং. ওৰ, সমুদায় + দিন ) গোটেই দিনত, during the whole day.

ওৰেৰাতি, ক্রি. বি. (অং. ওৰ + ৰাতি) গোটেই ৰাতি throughout the whole night.

ওল্, স. শ. (সং. ৱল্, নাশ কৰ্, অৰ্থাৎ অৰ্শ-ৰোগ নাশ কৰ্) এবিধ কচু, an esculent root (arum campanulatum).

ওলগ্, স. শ. স্নেৱা, নমস্কাৰ, মুৰ দোৱাঁই কৰা সন্মান, obeisance.

সমা.—নমস্কাৰ, সেৱা, প্ৰণাম—ইহঁতে ধৰ্ম্মৰ কামনাৰে মূৰ চাপৰাই সন্মান কৰা বুজায় আৰু নমস্কাৰতকৈ সেৱা আৰু প্ৰণামে অধিক ভক্তি দেখায় ; এক বামুণে আন বামুণক নমস্কাৰ কৰে, পুতেকে বাপেকক সেৱা কৰে, শিষ্যে গুৰুক প্ৰণাম কৰে; "ওলগ" ইয়াৰ ধৰ্ম্মেৰে সৈতে সম্পৰ্ক নাই, মূৰ চাপৰাই সন্মান কৰাকে "ওলগ" বোলে।

ওলগ্ ল, সেৱা কৰ্, মূৰ চাপৰাই সন্মান কৰ্ ; যেনে, প্ৰজাই ৰজাৰ ওলগ্ লয়, to bow down, to pay respects.

ওলগনি, স. শ. ( অং. ওলগ, সন্মান ) আজ্ঞা মনাৰ চিনৰ বাবে টেকেলাক দিয়া ধন, a peon's fee.

ওলট্, অ. ধা. ( সং. ওলড়, ওপৰলৈ দলি মাৰ্ ; হিং. উল্‌টানা, ওভোতোৱা ) ফিৰ, লুটি খা, to return, to turn back. কৃদ. স. ওলটা।

ওলটা, ওলোটা, } স. ধা. লুটিয়া, তলৰ ফাল ওপৰ কৰ্, আগ ফাল পাচ কৰ্, আনি আকৌ দে, to turn upside down, to turn back, to give back.

ওলট্-পালট্, স. শ. ( সং. উৎপত, ওপৰলৈ জাপ মাৰ্ ; হিং. উলট-পুলট ; বং. ওলট-পালট, তল-ওপৰ কৰা ) তল ওপৰ হোৱা কাৰ্য্য, আনি ওলটাই দিয়া কাৰ্য্য, the act of turning upside down, the act of taking and sending back.

ওলম্, অ. ধা. ( সং. অৱলম্ব, আশ্ৰয় কৰ্ ) ওপৰ ফাল কোনো বস্তুত লাগি আধাৰ নোহোৱাকৈ আকাশত থাক্, আৰি থোৱাৰ দৰে থাক্, to be suspended, to be hung.

ওলোম, স. শ. ( অং. ওলম্, ঐ ) বাটৈয়ে কোনো থিয় বস্তুৰ ওপৰৰ ভাগ তলেৰে সমান হৈছে নাই চাবৰ নিমিত্তে এডোখৰ সীহ ওলমোৱা এডাল জৰী ; ঘড়ীৰ ওলমি লৰি থকা ভাগ, a pendulum, &c.

ওলমা, ওলোমা, } স. ধা, (অং. ওলম্, ঐ) আৰি থ, to suspend, to hang.

ওলমা-বাদুলি দি, বাদুলিৰ দৰে তললৈ মূৰ কৰি ওলমি থাক্ ; যেনে, বান্দৰে গছত ওলমা-বাদুলি দিয়ে, to hang by the feet with the head downwards.

ওলা, স. শ. ( হিং. বং. ওলা, এবিধ চেনিৰ লাড়ু) পৰিষ্কাৰ কৰা চেনিৰ লাড়ু, a kind of sugar in balls.

ওলা, অ. ধা. ( সং. ৱল্, গতি কৰ্ ) বাহিৰলৈ আহ্ ; যাবলৈ যুগুত হ ; সম্পূৰ্ণৰূপে প্ৰস্তুত হ ; যেনে, কাপোৰ খান ওলাইছে, to come out, to be ready to go, to be finished as a work of art.

ওলোটা, বি. ( অং. ওলট্, লুটি খা, হিং. বং. উল্‌টা, ওভোতা ) বিপৰীত, মুখৰ ফাল পাচ হোৱা, ওভোতা, inverted, turned upside down, contrary.

ওলোম্-থোলোম্, ক্ৰি. ( অং. ওলম্, আৰি থোৱাৰ দৰে থাক + থোলোম, অনুক. ) ওলমি লৰি থকা, dangling.

ওৱল্, অ. ধা. (অং.) গেলি জহি যা ; যেনে, ঘা ডোখৰ উৱলি গল্, much decomposed.

ওৱাচিল্, বি. ( যাং. ) সাধি লোৱা, আদায় হোৱা ; যেনে, ধাৰৰ ধন ওৱাচিল হল, realized, paid up.

ওৱাচিল্-বাঁকী, স. শ. ( যাং. ) আদায় হোৱা আৰু শেষ থকা ধন আদিৰ লেখ ; যেনে, "নিত্য কৰে ওৱাচিল বাকী," শঙ্কৰ। an account of payments and balance.

ওৱাদানি, বি. ওগায়ৰহ, প্ৰচুৰ, abundant.

ওষধি, ওষধী, } স. শ. ( সং. ওষ, তাপ + ধা, ধাৰণ কৰ্ ) ফল পকিলে মৰি যোৱা গছ, এতেকে সামান্য গছ, তৃণ আদি, an annual plant, a plant which dies after the fruit is ripe.

ওষ্ঠ, স. শ. ( সং. ওষ, পোৰ্ ) ওপৰৰ ওঁঠ, the upper lip.

ওহাৰ্, স. শ. ( সং. উধস্, জন্তুৰ স্তন ) জন্তুৰ স্তনৰ জোলোঙা, জন্তুৰ গাখীৰৰ বাহ, the udder of animals.

ওহাৰ্, অ. ধা. ( অং. ওহাৰ, বাহ ) গাখীৰৰ বাহ ডাঙৰ কৰ্, ওহাৰ নমা ; যেনে, গাই

জনীয়ে ওহাৰিছে, to have the udder enlarged.

ওহালি, স. শ. ( অং. বহল বিস্তাৰ ) টোলোঠাৰ পৰা হাতেৰে চুকি পোৱা পৰিমাণৰ তাঁতত তথা কাপোৰ, এবাৰ টোলোঠাত মেৰাবৰ জোখাৰ তাঁতত থকা কাপোৰ ; যেনে, এই কাপোৰৰ ওহালি পৰিছে, as much cloth as is woven before winding it on the beam of the loom.

## ঔ

ঔ, বৰ্ণমালাৰ চৈধ্য সংখ্যাৰ আখৰ, the fourteenth letter of the Alphabet.

ঔ, স. অ. আঁতৰত থকা সমনীয়া বা সৰু মানুহক মাতোঁতে ব্যৱহাৰ কৰা শব্দ ; যেনে, হলিৰাম ঔ ; তেনে মানুহে মাতিলে উত্তৰ দিয়া শব্দ ; যেনে, হলিৰাম ঔ, ( উত্তৰ ) ঔ, a particle used in addressing a common person.

ঔ, স. শ. ( উড়িয়া, ঔ, এবিধ গছৰ গুটি ) সকলোৰে জনা এবিধ গছৰ গুটি, a kind of acid fruit.

ঔ-আই, অব্য. ( অং. ঔ, সম্বোধন + আই, মাতৃ ) আচৰিত ভাব বা দুখ বুজোৱা মাত, তেনে অৱস্থাত মাকক স্মৰণ কৰা অনেকৰ স্বভাব; an interjection, oh, ah.

ঔচ্, স. অব্য. কুকুৰক মতা মাত, a particle used in calling a dog.

ঔচিত্য, গু. শ. উচিততা, উচিত হোৱা অৱস্থা, fitness or propriety.

ঔ-টেঙ্গা, স. শ. (অং. ঔ + টেঙ্গা, অম্ল ফল ) ঔ গছৰ গুটি, a kind of acid fruit.

ঔৎপাতিক, বি. ( সং. উৎপাত, অদ্ভুত ) অশুভ-সূচক, উৎপতীয়া, portentous, ominous.

ঔদাৰ্য্য, গু. শ. ( সং. উদাৰ, অকপট ) উদাৰতা, উদাৰ গুণ, sincerity, generosity.

ঔদাস্য, গু. শ. (সং. উদাস, বিৰাগ) বৈৰাগ্য, অনুৰাগ নথকা অৱস্থা, তেওঁ এই কথাত ঔদাস্য প্ৰকাশ কৰিছে, indifference, stoicism.

ঔদাস্য-ভাৱ, স. শ. ( সং. ঔদাস্য + ভাৱ, মনৰ গতি ) বৈৰাগ্য, ঔদাস্য, indifference, stoicism.

ঔপচাৰিক-লক্ষণা, স. শ. ( সং. ঔপচাৰিক এটা বস্তুক আন এটা বুলি উক্ত কৰা + লক্ষণা, বাক্যৰ প্ৰণালী বিশেষ ) অচেতন বস্তুক সচেতন বস্তুৰ নিচিনাকৈ উক্ত কৰা লক্ষণা ; যেনে, অনেক দিন বৰষুণ নোহোৱাত পৃথিবী পিপাসাৰ্ত্তা হৈছে, a figure of speech in which inanimate objects are addressed or spoken of as living beings.

ঔৰস, বি. ( সং. উৰস, শ্ৰেষ্ঠ ) বাৰ প্ৰকাৰ পুত্ৰৰ ভিতৰত শ্ৰেষ্ঠ : নিজ ভাৰ্য্যাত আপোনাৰ পৰা উৎপন্ন হোৱা ; যেনে, ঔৰস-পুত্ৰ, begotten by one on one's own wife.

ঔৰ্দ্ধদেহিক, বি. ( সং. উৰ্দ্ধ, ওপৰ + দেহ, শৰীৰ ) মৃত্যুৰ পাচত উৰ্দ্ধ অৰ্থাৎ স্বৰ্গলাভ কৰোৱা, শ্ৰাদ্ধাদিত খাটে ; যেনে, ঔৰ্দ্ধদেহিক ক্ৰিয়া, funeral.

ঔষধ, ঔষধি, স. শ. ( সং. ওষধি, গছ তৃণ আদি) ৰোগ নষ্ট কৰা গুটি, পাত, মূল, আদি, এতেকে সকলো প্ৰকাৰৰ দৰৱ, a medicine.

## ক।

ক, ব্যঞ্জনবিলাকৰ প্ৰথম আখৰ, the first letter of the consonants.

ক, স. ধা. ( সং. কথ্, বাক্য বোল ) মাত্, বোল ; বৰ্ণনা কৰ্, to speak, to say, to tell.

কইদ্, স. শ. ( যাং. কাইদা, নিয়ম ) কোনো যন্ত্ৰাদি ব্যৱহাৰৰ নিয়ম বা সঙ্কেত ; যেনে, ঘড়ী চলাবৰ কইদ নেজানে ; চল, সুচল ; যেনে, ধৰিবৰ কইদ নাই, the mode of using an instrument, &c., convenience.

কইৰ্, স. শ. এবিধ চৰাই, the partridge.

কংস, শ. স. এজনা মথুৰাৰ ৰজা আৰু কৃষ্ণৰ মোমাইয়েকৰ নাম, the name of a king of Muttra slain by Krishna.

কঁইটা, স. শ. ( অং. কাঁইট, ডোঙ্গা বস্তু ) পিব নোৱাৰিবৰ নিমিত্তে মহপোৱালীৰ মুখত বন্ধা শলা, a muzzle to prevent the calves of buffaloes from sucking.

কঁকলিয়া, স. ধা. কঁকাল সমান কৰ্, খাল কৰ্, ( ডাঙ্গৰ পেটত খাটে ) ; যেনে, পেটাল মানুহে চুৰিয়া পিন্ধোতে পেট কঁকালিয়ায়, to draw in the stomach before putting on a dhoti.

কঁকলীয়া, } বি. কঁকালৰ সমান দ, coming
কঁকলুৱা, } up to the waist, waist-deep.

কঁকাল, স. শ. ( বং. কাঁকাল, বোধ হয় সংস্কৃত 'কক্ষ' শব্দ ইয়াৰ মূল ) কটি, গাৰ সোঁ মাজ ভাগ, the loins, the waist.

কঁকালাধি, স. শ. ( অং. কঁকাল, কটি + সং. আধি, পীড়া ) কঁকালৰ বিষ, lumbago.

কঁকালী, বি. ( অং. কঁকাল, কটি ) কঁকাল সম্বন্ধীয় ; যেনে, কঁকালী জৰী, belonging to the waist. স. শ. কটি-সূত্ৰ, কঁকালী জৰী, a belt, a girdle, a string tied round the waist.

কঁকালে-কঁকালে, ক্রি. বি. এটাৰ কঁকাল আন এটাৰ কঁকালেৰে লগ লগাই, waist to waist.

কঁকিলা, স. শ. ( সং. কঙ্কত্রোট, বং. কাকিলা, এবিধ মাছ ) ঘঁৰিয়ালৰ নিচিনা ঠোঁটেৰে এবিধ গোটা দীঘল সজীয়া মাছ, a kind of fish (esox cancila).

কঁকিলা-দাৰ, স. শ. ( অং. কঁকিলা, ঐ + দাৰ, দাঁত ) কঁকিলা মাছৰ ঠোঁট, the snout of the above.

কঁকিলা-সজীয়া, বি. ( অং. কঁকিলা মাছ + সাজ, আকৃতি ) কঁকিলা মাছৰ গঢ়ৰ অৰ্থাৎ দীঘল আৰু গা-সৰু, long and slender like the garfish, slim.

কঁজলা, "কজলা" চোৱা ।

কঁটাল, স. ধা. ( অং. কাঁইট, হুল, জোং ) আখি বা কাঁইট গুচাই নিমজ কৰ্, সল সলীয়া কৰ্ ; যেনে, বাঁহটো কঁটালিলোঁ ; এভেকে মলি গুচাই পৰিষ্কাৰ কৰ্ ( চৰাইত খাটে ) ; যেনে, চৰাইয়ে পাখি কঁটালে ; মুখৰ ভিতৰত লাগি থকা খাদ্য বস্তু জিভাৰে এৰুৱাই পৰিষ্কাৰ কৰ্ ; যেনে, লৰাই ভাত খাই মুখ কঁটালে, to cut off the branches, as a bamboo ; to cleanse and smooth feathers, as a bird, to cleanse the mouth of fragments of food with the tongue.

কঁটালি, স. শ. ( অং. কঁটাল্, কাঁইট গুচা ) ডাল পাত নথকা পোন আৰু পানীৰ তলত হোৱা এবিধ বন, a kind of grass having no leaves, &c., and growing under water.

কঁটিয়া, স. ধা. ( সং. কণ্ঠ, ডিঙ্গি ) বলেৰে টেঁটুৰ ভিতৰলৈ সুমাই দি, বলেৰে মুখত ভৰি দি ( ইয়াত দুটা কৰ্ম্মকাৰক থাকে ) ; যেনে, তাক ভাত কঁটিয়ালোঁ, to thrust into the mouth of.

কঁটিয়া, স. ধা. ( কাঁইট, জোং ) হাল বাওঁতে গৰু-মহক জোঙ্গা এছাৰিৰে খোচ্ to drive with a goad.

কঁটীয়ৰি, স. শ. ( সং. কণ্টকী, মাছ + অৰি, শত্রু ) সৰহকৈ মাছ মাৰি থাউকীয়াকৈ বেচোঁতা, a fish-monger, a whole-sale dealer in fish.

কঁটীয়া, বি. যিমান ওখ হব লাগে সিমান নোহোৱাকৈ বুঢ়া হোৱা ; চুটি-চাপৰ, stunted in growth, a dwarf.

কটীয়া লাগ্, চুটি চাপৰ হৈ থাক্, কঁটীয়া হ, to be stunted in growth.

কঁটীয়া-কপৌ, স. শ. সাধাৰণ কপৌ, the common dove.

কঁঠলুৱা, বি. ( অং. কঁঠাল, এবিধ গছ ) কঁঠাল-কাঠৰ দৰে টান ; আঠা-যুক্ত ( মাটিত ), hard, clayey.

কঁঠলুৱা-চঁপা, স. শ. ( অং. কঁঠলুৱা, ঐ + চঁপা, এবিধ ফুল ) এবিধ ফুল, তাক ইংৰাজ-বিলাকে বিদেশৰ পৰা আনে, তাৰ বৰণ

কেঁচা পাতৰ নিচিনা, গন্ধ প্ৰায় পকা কঁঠালৰ দৰে, এতেকে সেই নাম, a kind of flower.

কঁঠাল, স. শ. ( সং. কন্টকী, এবিধ ফল ) এবিধ সকলোৱে জনা গছ আৰু তাৰ গুটি, the jack fruit and its tree.

কঁতৰা, স. শ. ঢেঁকীৰ খুঁটা, আষলশলাই ধৰা খুঁটা ; পহুৰ শিঙৰ ডাল, the post of a pedal used in cleaning rice, an antler, the branch of a horn.

কঁথা, স. শ. ( সং. কন্থা, ফটা কাপোৰৰ নিহালি, ) ফটা কানি গোটাই সিয়া নিহালি, a quilt made of old cloth.

কঁপ্, অ. ধা. ( সং. কপ্, লৰ-চৰ কৰ্ ) অস্থিৰ হ, লৰ-চৰ কৰ্, থৰক বৰক কৰ্, to quiver, to shake, to tremble. স. শ. কঁপনি, লৰচৰ।

কঁপনি, স. শ. কম্পন, ভয় বা জাৰৰ নিমিত্তে গাৰ সঞ্চালন, a shake, trembling, shivering.

কঁপা, স. ধা. কম্পন কৰা, কঁপনি ধৰা, to cause to shake or tremble.

কঁপ্-জৰ, স. শ. ( সং. কম্প-জ্বৰ, কঁপনি-জৰ ) কঁপনি হোৱা জৰ, an ague.

কঁৰা, স. শ. ভাঁৰৰী-মাৰিত মেৰ খাই থকা মুগা-সূতা, a quantity of muga silk wound on a spindle.

কঁৰাল্, স. ধা. ( অং. কঁটাল্ ) সল্‌সলীয়া বা নিমজ কৰ্, to cut off branches, &c.

কঁৰাশলি, স. ধা. ( অং. কঁৰা, ভাঁৰৰী মাৰিত থকা সূতা + শলি, শলা ) মুগা-সূতা কটা ভাঁৰৰীৰ মাৰি, the spindle on which muga thread is wound.

কঁৰিয়া ⎫ অ. ধা. ( অং. কাঁৰ, ধেনুৰে মৰা
কঁড়িয়া, ⎭ অস্ত্ৰ ) কাঁৰ লগা, শৰ প্ৰহাৰ কৰ্, to shoot with an arrow.

কঁৰীয়া, স. শ. ( সং. কৰ্ণ, কাণ + ঈয়া ; কৰ্ণীয়া, কাণৰ ) এবিধ কাণৰ অলঙ্কাৰ ; মহৰ গাখীৰ খীৰোৱা চুঙ্গা, থুৰীয়া, an earring, a bamboo receptacle used in milking a buffalo.

কঁহাৰ স. শ. ( সং. কাংস্যকাৰ, কাঁহৰ বস্তু সাজোঁতা ) কাঁহৰ কাম কৰোঁতা, a worker in bell metal.

কঁহুৱা, বি. ( অং. কাঁহ ) কাঁহেৰে সজা ; কাঁহ মিহলি থকা, made of bell metal, alloyed with bell metal.

কঁহুৱা, স. শ. ( সং. কাশ, এবিধ বন ) এবিধ দীঘল বন, a kind of grass (saccharum spontaneum).

কঁহুৱানি, স. শ. কঁহুৱাৰ হাবি, a plot of land covered with the above grass.

কঁহুকহীয়া, বি. ( অং. কাঁহ, এবিধ ধাতু ) কাঁহৰ নিচিনা অৰ্থাৎ নতুন, নেগেলা, ( মাছ মঙ্গহত খাটে ), fresh, not stale (said of meat, &c.).

কৰ্কৰ্ত্তনীয়া, বি. ( সং. কদৰ্থ, অকামিলা ) পাতল, দুৰ্ব্বল, লেহুকা ( কাঠী আদিত খাটে ) ; যেনে, কামিবোৰ কৰ্কৰ্ত্তনীয়া হল ; weak, thin as a piece of split bamboo. স. শ. কাঠ-পতান, blasted grain.

ককৰ্থনা, স. শ. ( অং. কদৰ্থনা, গালি ) গালি, নিন্দা, তিৰস্কাৰ ( চহা ), abuse, reproach.

ককা, স. শ. বোপাই বা আইৰ বাপেক, পুথাও, a grandfather.

ককাই, স. শ. ( "দদাই" শব্দ চোৱা ) জ্যেষ্ঠ ভাতৃ, দাদা ; বোপাই আদিৰ আপোনাত কৈ ডাঙৰ পুতেক, আপোনাতকৈ বয়সীয়া মানুহক মতা মাত, an elder brother, a cousin, senior in age, a word used in addressing an elderly man.

ককাৰ, স. শ. ( সং. ক, + কাৰ, আখৰ ) ক আখৰ, the letter ক.

কক্কক্, অনুক্ত. কুকুৰাৰ নিচিনা শব্দ, an imitative sound used to express the clucking of a fowl.

কক্ককা, অ. ধা. কুকুৰাৰ দৰে শব্দ কৰ, to cluck.

কক্কোল, স. শ. ( সং. কক্, অহঙ্কাৰ কৰ্ + কুল, গোট খা ) এবিধ সুগন্ধি গুটি, an aromatic berry (cocculus indicus).

ককৰ্বকনি, স. শ. (অং. ককৰ্বকা, পানীত পৰি হাত মূৰ লৰা) পানীত পৰি বিবুদ্ধি হৈ উঠিবৰ নিমিত্তে হাত মূৰ লৰোৱা কাৰ্য্য, the struggles of a drowning person.

ককৰ্বকা, অ. ধা. (অং. ককৰ্বক, অব্যক্ত শব্দ) পানীত পৰি বিবুদ্ধি হৈ উঠিবৰ কাৰণ হাত-মূৰ লৰা; এতেকে আপদত পৰি বিবুদ্ধি হ, to struggle to get out of water; or misfortune.

কঙ্কণ, স. শ. (সং. কং, আনন্দিত + কণ, শব্দ) হাতৰ ঠাৰিত পিন্ধা অলঙ্কাৰ, খাৰু; a bracelet.

কঙ্কৰ, স. শ. (সং. কৰ্কৰ, বং, কঙ্কৰ, সৰু সৰু শিলগুটি) শিল, ইটা, নাইবা টান মাটিৰ সৰু সৰু ডোখৰ, gravel.

কঙ্কু, স. শ. (অং. কঙ্কৰ, ঐ) আসামৰ পূৰ্ব-ফালৰ পৰ্ব্বতীয়া মানুহে অনা এবিধ টান খড়ী-মাটি, a hard kind of chalk brought by the hill people of Assam.

কচ্, স. শ. (অং. কাঁচ, সৰুকৈ কুটু) এবিধ মাছ, a species of fish.

কচ্, অ. ধা. (সং. কচ্, বান্ধ্) বান্ধোতে জৰীটান্; আঁটি; যেনে, ভাৰ্ খান কচি বান্ধ্, to draw the string tight in binding.

কচৰ্কচৰ্, অনুক. (অং. কচ্, অব্যক্ত শব্দ) অব্যক্ত শব্দ; যেনে, নিগণিয়ে কচৰ্কচৰ্ কৰি কুটিছে, an imitative sound used to express that of biting hard.

কচৰ্-কৰে, ক্রি. বি. কচৰ শব্দ কৰি, অকস্মাত কামুৰি, suddenly (said of biting).

কচৰ্কামোৰ, স. শ. (অং. কচৰ, শব্দ + কামোৰ, দাঁতেৰে পীড়া দি) কোনো কথাত বৰকৈ লগা, খোজা বস্তু নেপালে নেৰা, employing one's self diligently, persistence.

কচাল্, স. ধা. (সং. চাল্, সঞ্চালন কৰ্) জোকাৰি ঢিলা কৰ্, সুমাবৰ বা উলিয়াবৰ নিমিত্তে জোকাৰ্, to shake as a peg.

কচালনি, স. শ. জোকাৰনি, জোকাৰ, the act of shaking as a peg, &c.

কচু, স. শ. (সং. কচ্বী, মূল বিশেষ) সক-লোৱে জনা এবিধ গছ আৰু তাৰ আলু, the arum plant and its root.

কচুৱা, বি. কচুৰ নিচিনা, কচুৰগুণ বিশিষ্ট; like the arum, having the quality of the arum.

কচুৱা-গাম, স. শ. (অং. কচু + গাম, গাৱঁৰ অধিপতি) কচুৰ দৰে খজুওৱা এবিধ ছালৰ ৰোগ, an itching skin-disease.

কচু-গুটি, স. শ. (অং. কচু + গুটি, ফল) কচুৰ টেপু, কচুৰ পেটা, দুষ্ট লৰা; a tuber of the arum, a wicked troublesome child.

কচু-ঘোঁটা, স. শ. (অং. কচু + ঘোঁটা, মথা) কচু শাক সিজাওতে তাক ঘোঁটাৰ দৰে ঘোঁটা কাৰ্য্য, এতেকে, বৰকৈ ঘোঁটা কাৰ্য্য, a violent stirring. কচু ঘোঁটা-দি, কচু ঘোঁটাৰ দৰে ঘোঁট্, অতি-শয়ৰূপে লৰা, to stir violently.

কচোৱা, স. শ. মাছৰ পেটত থকা এবিধ পোক, ঘোঁড়াৰ বা আন জন্তুৰ পেটত থকা পোক, worm found in the intestines of fish, the botts.

কচোৱা-শিঙ্গৰা স. শ. এবিধ ডাঙ্গৰ শিঙ্গৰা মাছ, লালোৱা শিঙ্গৰা, a kind of fish.

কচ্‌কচ্, অনুক. খজুৱাওতে বা কেঁচা বস্তু চোবাওঁতে হোৱাৰ নিচিনা শব্দ, ঘাইকৈ খজুৰতি ধৰিলে যেনে বোধ হয়, তাকে বুজোৱা শব্দ, an imitative sound used to express that of scratching or chewing any raw thing, or the twingeing sensation caused by a wound.

কচ্‌কচনি, স. শ. কেচা বস্তু চোবোৱাৰ বা খজুওৱাৰ শব্দ, খজুৰতি, লৰচৰ কৰি থকা কাৰ্য্য, the sound of chewing a raw thing or of scratching, an itching sensation, the act of being restless or unsteady.

কচ্কচা, অ. ধা. লৰচৰ কৰি বা অস্থিৰ হৈ থাকি আমনি কৰ্; যেনে, লৰাই কচ্কচাইছে, to be unsteady, to fidget.

কচুকচীয়া, বি. লৰচৰ কৰি থকা, অস্থিৰ, আমনি কৰা; লৰবৰীয়া, restless, unsteady, teasing.

কচ্ছপ, স. শ. (সং. কচ্ছ, পিটনি + পা, ৰক্ষা কৰ্) কাছ, a tortoise, a turtle.

কছাৰী, স. শ. (কাছাৰ, একদেশ), এজাতি মানুহ সিহঁতে পূৰ্ব্বে জয়ন্তা আৰু কাছাৰৰ পৰা আহি আসামত বাস লয়, a tribe of men, the Kacharis.

কজ্বলা, বি. (সং. কজ্জল, মেঘৰ বৰণ) অলপ নীলবৰণীয়া বগা; যেনে, কজলা মেঘ; অলপ ৰঙ্গাৰে মিহলি কলা, জামু-কলীয়া, bluish white; dark red, purple.

কজুৰাই, স. শ. (কাজুৰা, কামত নিপুণ) সজাই; তামোল, পান বা আন খোৱা বস্তু এঠাইৰ পৰা নি আন এঠাইত বেচা বেপাৰী; মহলীয়া, a travelling trader dealing in betel nuts and other eatables.

কজ্জলী, স. শ. (সং. কজ্জল, কলা বৰণ) একেলগে মিহলোৱা ৰসগন্ধক, sulphur and mercury mixed together for medical purposes.

কটক্, স. শ. (সং. কটৃ, বেৰি ধৰ্) যুজাৰু সমূহ, সেনা, ফৌজ, an army.

কটুকটু, অনুক. টান বস্তুত কামোৰ বা আঘাত কৰাৰ শব্দ, an imitative sound used to express that of striking or biting a hard thing.

কটুকটু কৰে, ক্রি. বি. কটুকটু শব্দ কৰি, এতেকে বৰ দুখ পোৱাকৈ; যেনে, কটুকটু কৰে কামোৰে; আঘাত কৰিলে কটুকটু শব্দ কৰা; কঠিনৰূপে; যেনে, কটুকটু কৰে টান, giving a smarting pain, obdurately.

কটুকটনি, স. শ. (অং. কটুকটু, কামোৰা শব্দ) কামোৰৰ পৰা হোৱা পীড়া, কামোৰণি, a biting sensation.

কটুকটীয়া, বি. (অং. কটুকটু, আঘাতৰ শব্দ) টান, ঢিলা নোহোৱা; অস্থিৰ, কচ্কচীয়া, tight, restless, unsteady.

কটুকিনা, বি. (অং. কট, ক্লেশ + কিনা, ক্রয় কৰা, কষ্টেৰে কিনা) কৃপণ, চিকটা, পাবলৈ নোহোৱা, লাগতিয়াল বস্তু কষ্টেৰে লোৱা; যেনে, কটকিনা ঠাই, আটকীয়া, niggardly, stingy; scarce.

কটুকিনালি, গু. শ. কৃপণৰ স্বভাব, কৃপণালি, miserliness, niggardliness.

কটকী, স. শ. (সং. কটক্, সেনা) ৰাজদূত; এক ৰজাই নিৰ্ব্বন্ধ আদি কৰিবৰ নিমিত্তে আন ৰজাৰ ওৰিলৈ পঠোৱা দূত; কটকীবিলাকৰ প্ৰধান জনক বৰকটকী বোলে; অসম ৰজাৰ দিনত ই এটা বিষয় আছিল। (আগৰ কালত বিপক্ষৰ ফাললৈ আৱশ্যকীয় বাৰ্ত্তা আদি নিবৰ কাৰণ কটক অৰ্থাৎ সেনাৰ লগত ৰাজদূতৰ যাবৰ নিয়ম আছিল, এতেকে সেই নাম), an ambassador, a royal messenger.

কটকীতিতা, স. শ. (অং. কটকী, ৰাজদূত + তিতা, তিক্ত বস্তু) এবিধ বিদেশৰ পৰা অনা তিতা, তাক দৰবত দিয়া যায়, প্ৰথমে এজন কটকীয়ে বিদেশৰ পৰা তাক আনে, a kind of bitter root used as medicine.

কটগদ্, স. শ. পীড়া বা সম্বোধনলৈ কিঞ্চিত মনোযোগ; যেনে, তাক ইমান কোবালোঁ বা মাতিলোঁ তেওঁ সি তালৈ কটগদকে নকৰিলে, a slight attention to pain, or address.

কটনা, স. শ. (বং. কাটনা, বেচিবৰ নিমিত্তে সূতা কটা কাৰ্য্য) বেচৰ নিমিত্তে সূতা-কটা বা কাপোৰ বোৱা কাৰ্য্য; সূতা কাটি বা কাপোৰ বৈ বেচা কাৰ্য্য, the spinning or weaving for wages.

কটনা কাটু, বেচ লই সূতা কাট বা কাপোৰ ব, to spin or weave for wages.

কটৰ, অনুক. টান বস্তুত কামোৰ বা খুন্দা

মাৰিলে হোৱা শব্দ, an imitative sound used to express that produced when two hard things strike one another.

**কটৰীয়া**, বি. ভালকৈ নোকোমলা বা নিসিজা, ছুঁটা (চাউল আদিত খাটে); not well softened or boiled hard (said of grain).

**কটৰ্-কৰে**, ক্রি. বি. অকস্মাৎ পীড়াজনকৰূপে (কামোৰত খাটে), giving a sudden pain smartly.

**কটল্**, "কাটল" চোৱা।

**কটলুৱা**, বি. (অং. কাটল, অলপ দিনৰ নামত্তে লগোৱা ৰাজহ) কাটল-লগোৱা, ৰাজহ লগা; যেনে, কটলুৱা বিল, tax-paying, having a tax imposed upon.

**কটা**, কৃদ. বি. (অং. কাট্, ছেদন কৰ) ছেদন কৰা, ঘা লগোৱা, cut off, severed, wounded. স. শ. গালি পৰা মাত, a term of abuse.

**কটা-বান্ধ**, স. শ. (অং. কটা, ছেদন কৰা + বান্ধ, গাঁঠি) পাছলৈ হাত কৰি দিয়া বান্ধ; অসম ৰজাৰ দিনত কাটিবলৈ নিয়া মানুহক সেই দৰে বন্ধা হৈছিল, binding the arms behind the back, pinioning.

**কটাৰী**, স. শ. (সং. কৰ্ত্তৰী; প্রাং. কটাৰি; বং. কাটাৰী, কটা অস্ত্র) এবিধ সৰু কটা অস্ত্র, a knife.

**কটাৰী-উবুৰাধান্**, স. শ. তামোল-কটাৰীৰ ভাবৰ আকৃতিৰ এবিধ ধান, a kind of paddy.

**কটাৰী-উবুৰা-মাছ্**, স. শ. তামোল-কটাৰীৰ ভাবৰ আকৃতিৰ ছেই-ধৰা এবিধ মাছ, a kind of beam.

**কটাক্ষ**, স. শ. (সং. কট্, যা + অক্ষি, চকু) চকু কেৰাহিকৈ চোৱা দৃষ্টি, a sidelong look.

**কটি, কটী**, স. শ. (সং. কট্, গতি কৰ্) কঁকাল, the waist.

**কটি-সূত্র**, স. শ. (সং. কটি, কঁকাল + সূত্র, জৰী) ককাঁলী-জৰী, a girdle, a string worn round the waist, a waistband.

**কটীয়া**, স. শ. (অং. কাট, ছেদন কৰ) কাটোঁতা, (সদায় আন এটা শব্দৰ পাচত থাকে; যেনে, খৰিকটীয়া), one who cuts.

**কটু**, বি. (সং. কট্, গতি কৰ্) জলা; বিসোৱাদ; অসন্তোষ লগোৱা, মনত দুখ-দিয়া, pungent, disagreeable to the taste, displeasing.

**কটুতা**, গু. শ. (সং. কটু) জলা গুণ, অসন্তোষ লগোৱা গুণ, pungency, disagreeableness.

**কটুভাষী**, বি. (সং. কটু, কৰ্কশ + ভাষ্, ক) গালি পৰা, অপ্রিয় কথা কোৱা, foul mouthed.

**কটুৰ**, বি. (সং. কটু, জলা) নীৰস, কঠিন আৰু সাৰ নথকা; যেনে, কটুৰ মাটি; নিমৰমিয়াল; যেনে, কটুৰ মন, hard, dry and poor (said of soil), unfeeling.

**কঠ্**, স. শ. (সং. কট, তৃণৰ আসন) মুথা বা কুহিলা আদিৰে কৰা আসন, a mat made of grass.

**কঠনা**, স. শ. এবিধ বগা ফুলধৰা গছ, তাৰ ফুল, a species of flower and its plant.

**কঠনীয়া**, বি. (অং. কঠা; পাঁচ বা ছমুঠিৰ পৰিমাণ) একঠা ধৰা, কঠীয়া, holding one *katha* or half a seer.

**কঠা**, স. শ. পাঁচ বা ছমুঠিৰ জোখ, আদসেৰ (চাউল আদি); সেই পৰিমাণৰ বস্তু জোখা পাত্র; কুৰি লোচা (মাটি), a measure of capacity equal to half a seer, twenty *lasas* (of land).

**কঠিন**, বি. (সং. কঠ্, বিতভ্ হ) টান, কটুৰ, কৃপণ, নিমৰমিয়াল, বুজিবলৈ টান; যেনে, কঠিন অৰ্থ, hard, severe, unfeeling, miserly, difficult to understand.

**কঠিনতা**, গু. শ. কঠিন গুণ, hardness, &c.

**কঠীয়া**, বি. (অং. কঠা, আধসেৰৰ জোখ)

একঠা ধৰা, measuring one *katha* or half a seer. স. শ. সঁচ, বিধান, খেতিৰ নিমিত্তে সাঁচি থোৱা গুটি, (একঠা অৰ্থাৎ অলপ ৰুলেই অধিক হয়, এই কাৰণে সেই নাম) ৰুবৰ কাৰণে গজোৱা ধানৰ পুলি, seed kept for sowing, rice plant grown for transplanting.

কঠীয়া পাৰ্‌, পুলি গজাবলৈ শালি ধান সিচ্‌, to sow broad-cast, as paddy seed.

কঠীয়া মৰ্‌, সঁচে সৈতে নষ্ট হ; ধ্বংসিত হ, to be destroyed, to be spoiled.

কঠীয়া মাৰ্‌, সমূলি নষ্ট কৰ্‌; ধ্বংস কৰ, to destroy, to spoil.

কঠীয়াতলী, স. শ. (অং. কঠীয়া, খেতিৰ নিমিত্তে ৰখা গুটি+তলী, ঠাই) কঠীয়া সিঁচা ঠাই, land on which rice is grown for transplanting.

কঠীয়ানি, স. শ. (অং. কঠীয়া, সঁচ) ৰুবৰ নিমিত্তে গজোৱা ধানৰ পুলি থকা ঠাই, a field where rice is grown for transplanting.

কঠুৰা, বি. (অং. কাঠ্‌, কটা গছ) কাঠৰ নিচিনা, অৰ্থাৎ নীৰস আৰু টান, বিসোৱাদ, কৰ্কশ, টান, (মাতত খাটে); যেনে, কঠুৰা মাত, juiceless and hard, insipid. স. শ. সৰু কাঠৰ পাত্ৰ, a small wooden vessel, rough as the voice.

কঠোৰ, বি. (সং. কঠোৰ, টান — কঠ্‌, তুথ পা) কৰ্কশ, কঠিন, টান; নিমৰমিয়াল; যেনে, কঠোৰ চিত; বুজিবলৈ উজু নোহোৱা; যেনে, কঠোৰ শ্লোক, hard, severe, unkind, difficult to understand.

কঠোৰতা, গু. শ. কঠিন গুণ, hardness, unkindness.

কড়া, স. শ. (সং. কপৰ্দ্দ, বং. কড়া, এটা কড়িৰ মূল্য) এটা কড়িৰ সমান মূল্য; এটা কড়ি; যেনে, একড়া কড়ি, the value of a *cowri*, a cowri shell.

কড়ি, স. শ. (সং. কপৰ্দ্দ; প্ৰাং. কড়ি; হিং. কৌড়ী; বং. কড়ি, এবিধ শামুক) পূৰ্ব্বে ধনৰ দৰে ব্যৱহৃত এবিধ সাগৰৰ শামুক; বুকুৰ মাজৰ হাড়ৰ তলৰ মূল; যেনে, হিয়াৰ কড়ি, a *cowri*, shell (Cypræa morita), the lower extremity of the sternum.

কড়াকড়ি, স. শ. (অং. কাঢ়্‌, বলেৰে আঁজুৰি নি) এজনে আন এজনৰ পৰা কাঢ়িনিব খোজা কাৰ্য্য, আঁজোৱা-আঁজুৰি, the act of contending for a prize, a struggle, a scrambling.

কঢ়িয়া, স. ধা. (অং. কাঢ়্‌, ঐ) এঠাইৰ পৰা আন ঠাইলৈ নি; যেনে, ধান কুঢ়িয়াইছে, চৰায়ে কুটা কঢ়িয়ায়, to carry, to convey.

কণ্‌, স. শ. (সং. কণ—কণ্‌, কোঁচ খাই ক্ষুদ্ৰ হ) অতি ক্ষুদ্ৰ ভাগ, সৰু অংশ; যেনে, একণ লোণ; গুটিৰ যি ভাগৰ পৰা পুলি ওলায়; যেনে, ধানৰ বা তামোলৰ কণ; এতেকে তিৰোতাৰ সন্তান উৎপন্ন কৰা শক্তি; যেনে, বেশ্যাৰ কণ মৰে, a small particle, the germ or eye of a seed, the productive power of a woman.

কণনিয়া, বি. (অং. কাণ, পাত্ৰৰ ওপৰ-দাঁতি +ন, নাই) কাণ-ফুটা; যেনে, কণনিয়া চৰু নেবাজে, cracked.

কণা, স. শ. (সং. কণিকা, একণ—কণ্‌, ক্ষুদ্ৰ হ) একণ, a minute particle.

কণা, বি. (সং. কাণ, অন্ধ) চকু-নথকা; যেনে, কণা মানুহ; দেখা শক্তি গুচা, (চকুত খাটে); যেনে, কণা চকু, blind. স. শ. চকু নথকা বা দেখা শক্তি গুচা মানুহ; যেনে, বোবাই কয়, কণাই দেখে, a blind man. (স্ত্ৰী) বি. স. শ. কাণী।

কণাকণি, স. শ. (অং. কাণ্‌, শুনা ইন্দ্ৰিয়) পৰস্পৰে কাণত কথা কোৱা কাৰ্য্য, গোপনে কথোপকথন কৰণ; যেনে, "সৰ্ব্ব জনে আৰু কৰে কণাকণি," the act of mutually whispering or speaking privately.

কণাদ্‌, স. শ. (সং. কণাদ, অল্পাহাৰী —

কণ, অলপ+অদ, খা) বৈশেষিক দর্শন লিখা মুনিৰ নাম, the name of the sage who established the Vaisesika school of philosophy.

কণামাকৰি, স. শ. (সং. কর্ণমল, কাণ-মলি) কাণৰ ভিতৰৰ মলি, ear-wax.

কণামুৰ্চৰি, স. শ. এবিধ মাছ খোৱা চৰাই (পানীৰ দাঁতিত কণাৰ দৰে জুপুকা মাৰি থাকে, এতেকে সেই নাম), a kind of bird.

কণামুণা, বি. (অং. কণা, অন্ধ+মুণা, অনুক.) বৰ আন্ধাৰ, very dark.

কণাৰি, স. শ. (অং. কাণ, দাঁতি+আৰ্, ওলমা) নাও বান্ধিবলৈ তাৰ আগ-টিঙ্গৰ দাঁতিত ওলমাই থোৱা নগৰা, তাৰ নিচিনা আন নগৰা, a noose for fastening a boat, &c.

কণিকলি, বি. (সং. কণ, ক্ষুদ্র+অং. কলি, ক্ষুদ্র গুটি) ক্ষুদ্র, নিচেই সৰু, very small.

কণিকা, স. শ. (সং. কণিকা, একণ—কণ্, ক্ষুদ্র হ) ক্ষুদ্র অংশ, সৰু ভাগ; পানীৰ সৰু টোপা; যেনে, "বৰিষে কণিকা মেঘে ওপৰত গাজে।" a small particle, a small drop of water.

কণিকিয়া, } অ. ধা. অলপ-অলপকৈ বৰষুণ
কণিয়া, } পৰ্, বৰষুণৰ সৰু-সৰু টোপা পৰ্; যেনে, বৰষুণ কণিয়াইছে, to fall in small drops, as rain.

কণিবিহ্, স. শ. (সং. কণ, ক্ষুদ্র+অং. বিহ, বিষ) এবিধ সামান্য বিহৰ গুটি; তাৰ গছ, croton seed and its plant.

কণী, স. শ. (অং. কণ, সন্তান জন্মোৱা শক্তি, তাত কণ থাকে, এতেকে) অণ্ড, ডিমা; পুৰুষ-শক্তিৰ গুটি, an egg, a testicle.

কণী পাৰ্, ডিম্ব প্ৰসৱ কৰ্, to lay eggs.

কণী-ধান্, স. শ. (অং. কণী+ধান) এবিধ বনৰ সৰু-সৰু কণীৰ নিচিনা গুটি; তাৰ গছ, a kind of small grain and its plant.

কণী-লগা, বি. (অং. কণী, অণ্ড+লাগ, যুক্ত হ) কণীযুক্ত, পেটত কণী থকা, (মাছত থাটে); যেনে, কণী-লগা মাছ, big with spawn as a fish.

কণুৰা, স. শ. (অং. কাণ, শুনা ইন্দ্রিয়, কাণ-যুক্ত, অসম-ৰজাৰ দিনত শেন-চোৰা-বিলাকে মাছ ছটিয়াই দি মাতিলেই দূৰতে সেই মাত শুনি উৰি আহিছিল, এতেকে) এবিধ মাছ খোৱা চৰাই, a kind of bird.

কণ্টক্, স. শ. (সং. কণ্টক, কাঁইট—কট্, ভেদন কৰ্) কাঁইট; হুল; মাছৰ হাড়; শত্ৰু; যেনে, "দৈত্য-কুলে উপজিলি কুলৰ কণ্টক।" শঙ্কৰ, a thorn, a fish bone, an enemy.

কণ্ঠ, স. শ. (সং. কণ্ঠ, ডিঙ্গি—কণ্, শব্দ কৰ্, তাৰ পৰা শব্দ ওলায়, এতেকে) ডিঙ্গিৰ আগৰ ভাগ, টেঁটু, the throat. কণ্ঠ্, এনেও হয়।

কণ্ঠস্থ, বি. (সং. কণ্ঠস্থ—কণ্ঠ, ডিঙ্গি+স্থা, থাক্) ডিঙ্গিত থকা, ডিঙ্গিৰ; যেনে, কণ্ঠস্থ মণি; মুখস্থ, মুখে অহা; যেনে, পাঠ কণ্ঠস্থ কৰিবা, attached to the neck, got by heart.

কণ্ঠাগত্, বি. (সং. কণ্ঠাগত, ডিঙ্গিলৈ অহা —কণ্ঠ, ডিঙ্গি+আগত্, অহা) প্ৰাণ-বায়ু ডিঙ্গিলৈ অহা, মৰিব লগা হোৱা; যেনে, কণ্ঠাগত প্ৰাণ, come to the throat as breath at the time of death.

কণ্ঠি, } স. শ. (সং. কণ্ঠিকা, মণি) জৰীৰে
কণ্ঠী, } গঁথা মুনিহে ডিঙ্গিত পিন্ধা মণি, a necklace worn by man.

কণ্‌মৌ, } স. শ. (অং. কণ্, গুটিৰ চকু+
কন্মৌ, } মৌ, মধু) বন-পিঠা, এবিধ গছৰ গুটি, a kind of fruit.

কঁত্, স্থা. স. কোন ঠাইত, where.

কতপা, স. শ. দৃঢ়কৈ কোৱা কথা, আদেশ বা উপদেশ; যেনে, "নাৰদে দিলন্ত তিনি কতপা, নমানিব আক কোন নো লপা।" শঙ্কৰ, (অপ্ৰচলিত), a command or advice (obs.).

কতবা, বি. স. (অং. কত, কিমান্+বা, অব্য.) অধিক কিন্তু কিমান, তাৰ নিশ্চয়

নথকা ; যেনে, কতবা দিন হল, how much or how many.

কঁতূবা, } ক্রি. বি. ( অং. কতু, কোন্ ঠাইত কঁতূবাতু, } +বা, অব্য. ) কোন্ ঠাইত বা, নিশ্চয় নজনা কোনো এঠাইত, at some unknown place.

কঁতা, ক্রি. বি. ( অং. কঁতু, বং. কোথা, কোন ঠাইত ) কোন ঠাইত, ( প্রশ্ন সোধাত খাটে ), where ?

কঁতিপয়, বি. ( সং. কতি, কিছু ) কিছু, কিছু-মান ; যেনে, কতিপয় দিন, some, a few.

কঁতিয়াকঁতি, বি. ( অং. কাতি, পোন নো-হোৱা ) এটাৰ ফাললৈ আনটো হলা ; চুকিয়াচুকি, slanting or leaning towards one another, diagonal.

কতিয়া-কতিকৈ, ক্রি. বি. এটাৰ ফাললৈ আনটো কাতি কৰি ; চুকিয়া-চুকিকৈ, inclining one towards another, diagonally.

কঁতীয়া, বি. ( অং. কাতি, কাৰ্ত্তিক ) কাতি-মাহত হোৱা, born or produced in *Kartik*.

কঁতীয়া, বি. ( অং. কাতি, হলা ) কাতি হোৱা, হলনীয়া, slanting, oblique.

কঁতীয়াকৈ, ক্রি. বি. (অং. কতীয়া, হলনীয়া) হলনীয়াকৈ, এচুকৰ পৰা আন চুকলৈ, বেকাকৈ, in a slanting manner, diagonally.

কথ্, স. শ. ( সং. ক্বাথ, সিজাই উলিওৱা ৰস ) খৈৰকাঠ সিজাই উলিওৱা আঠা, catechu.

কথক্, স. শ. ( সং. কথ্, ক ) কথাকওঁতা, বক্তৃতা-কৰোঁতা, a speaker.

কথকি, বি. ( সং. কথা, বাক্য ) অধিক কথা কোৱা, বাক্‌পটু, talkative, speaking fluently or eloquently. স. শ. ভালকৈ কথা কব জনা বা অধিক কথা কোৱা মানুহ, one who speaks much, an orator. ( স্ত্রী ) কথকিনী বা কথকী।

কথন্, কৃদ. স. ( সং. কথ, বাক্য উচ্চাৰণ কৰ্ ) কথাকোৱা কাৰ্য্য, কোনো বিষয় বৰ্ণাই কোৱা কথা, the act of speaking a speech.

কথনীয়, বি. ( সং. কথন ) কবৰ যোগ্য, speakable, fit to be spoken.

কথন্-মথন্, স. শ. ( সং. কথন+অং. মথন্, অনুক. ) কথোপকথন, আলাপ ; যেনে, আমি কথন-মথন কৰি থাকোঁতেই তেওঁ পালে হি, conversation.

কথমপি, ক্রি. বি. ( সং. কথং, কেনেকৈ +অপি, অব্য. ) কোনো প্ৰকাৰে, যেনে-তেনেকৈ ; যেনে, কমথপি সাৰি আহিলোঁ, মুৰেমুৰে ; যেনে, ধানে কথমপি আঁটিল, somehow ; barely.

কথা, স. শ. ( সং. কথ, বাক্য ক ) বাক্য, শব্দ ; যেনে, মুখৰ কথা ; বিবৰণ ; যেনে, তুমি যি দেখিছা তাৰ কথা কোৱা ; বিষয় ; যেনে, তুমি যি কথাত তেওঁক বেয়াপোৱা ; কাৰ্য্য ; যেনে, এটা কথা কৰাঁ ; ইতিহাস ; যেনে, শ্ৰীকৃষ্ণৰ কথা ; আলাপ ; যেনে, তেওঁৰে সৈতে কথা হৈছিলোঁ ; যথাৰ্থতা, সত্য, a word, a sentence, a description, a subject, an act, a story, conversation.

কথা কিন্, আপোনাৰ পেট ভাঙ্গি কথা কোৱাৰ ছলেৰে লোকৰ পেটৰ কথা উলিয়া, to ferret out another's secrets, a fact or truth.

কথা দি, বুধি শিকা, পৰামৰ্শ দি ( প্ৰায়ে বেয়া ভাৱত ), to advise, to instigate (in a bad sense).

কথা বান্ধ, আৰি মাৰ্ ; কোনো কাৰ্য্য কৰিবলৈ বা নকৰিবলৈ দুই বা অধিক লোকে প্ৰতিজ্ঞা কৰ্, to bet, to wager, to enter into an agreement, to do or not to do a certain thing.

কথা হ, আলাপ কৰ্ ; যেনে, তেওঁ সখিয়ে-কেৰে সৈতে কথা হৈছে, to converse.

কথাবাহী, বি. ( অং. কথা+বাহ, ঘৰ ) কথাৰ ভঁৰালী, কথাৰে চহকী, বহুত কথা কব পৰা ; ( স্ত্রী, পুং ) যেনে, কথাবাহী মুনিহ, কথাবাহী তিৰোতা, talkative.

কথায়্-কথায়্, ক্রি· বি· প্রতিকথাতে বা শব্দতে, at every word.

কথিত, কৃদ· বি· (সং· কথ্, ক্ত) কোৱা, উক্ত, spoken of, said.

কথোপকথন, স· শ· (সং· কথা + উপ-কথন, কোৱা) আলাপ, কথন-মথন, conversation.

কথ্য, বি· (সং· কথা—কথ্, য) কবৰ যোগ্য, বাচ্য, fit or proper to be said or spoken, speakable.

কদম্, স· শ· ঘোঁৰাৰ গাম, ঘোঁৰাৰ এখুজীয়া খোজ; ভৰি, the trotting pace of a horse, a foot.

কদম্, স· শ· (সং· কদম্ব, এবিধ গছ) ৰঘু-গছ, a tree (Nauclea cadamba).

কদম্ব, স· শ· (সং· কদ, মিশ্ৰ কৰ্) ৰঘু-গছ, কদম, a tree (Nauclea cadamba).

কদৰ্থ, স· ধা· (সং· কদৰ্থ, ঘৃণা কৰ্) গালি পাৰ্, তিৰস্কাৰ কৰ্, to abuse, to reproach.

কদৰ্থনা, স· শ· গালি, তিৰস্কাৰ, abuse, reproach.

কদৰ্য্য, বি· (সং· কত্ত্ব, মন্দ) কুচ্ছিত, বেয়া, কৃপণ, mean, bad, miserly.

কদাকাৰ্, বি· (সং· কদ্, বেয়া + আকাৰ্, গঢ়) আগঢ়ি, অশুৱনি, ugly. স· শ· বেয়া গঢ়, ugly appearance.

কদাচ, ক্রি· বি· (সং· কদা, কেতিয়া + চ, ও) কেতিয়াও, (সদায় তাৰ পাচত ন থাকে); যেনে, কদাচ নহয়; ever (always followed by a negative particle).

কদাচাৰ, স· শ· (সং· কদ্, বেয়া + আচাৰ, ব্যৱহাৰ) বেয়া আচাৰ, কুব্যৱহাৰ, bad conduct, a vice.

কদাচিত, ক্রি· বি· (সং· কদা, কেতিয়া + চিত, প্ৰত্যয়) কেতিয়াবা, কোনো সময়ত, সদায় নোহোৱা বুজায়; যেনে, কদাচিত হয় অৰ্থাৎ সদায় নহয়, sometimes.

কদাপি, ক্রি· বি· (সং· কদা, কেতিয়া + অপি, ও) কেতিয়াও, কোনো সময়তো, সদায় পাচত "ন" থাকে; যেনে, কদাপি নাহে, ever (followed by a negative is equal to never).

কদুক্তি, স· শ· (সং· কদ্, বেয়া + উক্তি, বাক্য) গালি, নিন্দা, abusive language.

কনক্, স· শ· (সং· কন্, দীপ্তি কৰ্) সোণ, gold.

কনক্‌চম্পা, স· শ· (সং· কনক্ চম্পক, এবিধ ফুল) হালধীয়া বৰণৰ এবিধ চঁপা ফুল, a kind of flower.

কনা, স· শ· (অং· কন্ধা) "কন্ধা" চোৱাঁ।

কনাই, স· শ· (হিং· কান্‌হায়া, কৃষ্ণৰ লৰা কালৰ নাম) ডিমৰুগুটি, আটৈ চাউল আৰু দূৰ্ব্বাৰ টোপোলা; তাক তোলনি বিয়াত সন্তান স্বৰূপে ছোৱালীৰ কোলাত দিয়া যায়, আৰু শান্তি বিয়াৰ অন্তত দৰা কন্যা দুইও দুইৰ কোলাত দিয়াদি কৰে, a bundle containing seven wild figs, some rice and Durva grass placed in the lap of a girl at the ceremony of puberty, as a child.

কনাই-মলথু, স· শ· (অং· কনাই, কৃষ্ণ + মলথু, চালনীৰ ওপৰত থোৱা নভগা চাউল) এবিধ ভাল চাউল হোৱা ধান, a kind of paddy.

কনাৰি, স· শ· (হিং· কনেৰ, এবিধ ফুল) এবিধ বনফুল, a kind of flower.

কনাসিমলা, স· শ· এবিধ বন, a kind of grass.

কনিষ্ঠ, বি· (সং· কণ্, ক্ষুদ্ৰ "ণ"ৰ ঠাইত্, "ন") ক্ষুদ্ৰ, বয়সে সৰু (পুং), small, younger (m.) স· শ· সৰু ভাই, a younger brother. (স্ত্ৰী) কনিষ্ঠা।

কনিষ্ঠাঙ্গুলি, স· শ· (সং· কনিষ্ঠ, সৰু + অঙ্গুলি, আঙ্গুলি) কেঞা আঙ্গুলি, the little finger.

কন্‌কন্, অনুক· ধাতুৰ পাত্ৰ বা শুকান আৰু টান কাঠ আদিত আঘাত কৰিলে হোৱাৰ নিচিনা শব্দ, an imitative sound used

to express that produced on striking a metallic vessel or hard dry wood, &c.

**কন্‌কননি**, স. শ. ধাতুৰ পাত্ৰ বা টান আৰু শুকান কাঠ আদিত আঘাত কৰিলে হোৱা শব্দ, a tinkling sound.

**কন্‌কনা**, অ. ধা. কন্‌কন্ শব্দ কৰ্, ধাতুৰ নিচিনা শব্দ কৰ্, to tinkle, to clink.

**কন্‌কনীয়া**, বি. কনকন শব্দ কৰা, এতেকে টান আৰু শুকান, tinkling, hard and dry.

**কন্দনামুৱা**, বি. (অং. কান্দ্, শোকত চকুৰ লো উলিয়া+মুখ, প্ৰধান অঙ্গ) কন্দা যেন মুখ হোৱা, শোকাকুল হোৱা, of sad countenance. (স্ত্ৰী) কন্দনামুৱী।

**কন্দৰ**, স. শ. (সং. কং, পানী+দৃ, বিদাৰণ কৰ্) পৰ্ব্বতৰ গহ্বৰ, a cave.

**কন্দৰ্প**, স. শ. (সং. কং, ব্ৰহ্মা+দৰ্প, জুই-জাল্) কামদেব, মুনিহ-তিৰোতাৰ প্ৰেমৰ অধিকাৰী দেৱতা; (ব্ৰহ্মাৰো কামাগ্নি জলায় এতেকে); the Indian Cupid.

**কন্দল্**, স. শ. (সং. কন্দ, মূল, শিপা) দন্দ, বিৰোধ, quarrel.

**কন্দুৱা**, স. ধা. (অং. পচা অৰ্থত কান্দ্ ধাতু) ক্ৰন্দন কৰা, to cause, to cry or weep.

**কন্ধ**, স. শ. (সং. স্কন্ধ, বাহুৰ মূল) বাহুৰ গুৰি ভাগ, কান; পুথিৰ এভাগ, the shoulder, a canto.

**কন্ধ**, স. শ. (সং. কবন্ধ, মূৰ নথকা গা) এবিধ মূৰ নথকা ভূত, এহেজাৰ মানুহ যত বধ কৰা যায় তাতে এটা কন্ধ হয় বুলি কয়, an evil spirit having no head.

**কন্ধা**, স. শ. (অং. কন্ধ, কান) এবাৰ কান্ধত লৈ আনিব পৰা খাগৰি আদিৰ পোলা, একন্ধাত কেইবাটাও সৰু আটি থাকে, a large bundle of reed, &c., carried on the shoulder.

**কন্যা**, স. শ. (সং. কন্, দীপ্তি কৰ্) কুমাৰী, ছোৱালী, ষষ্ঠ ৰাশি, a girl, a virgin, the sign Virgo.

**কন্যাকাল্**, স. শ. (সং. কন্যা, ছোৱালী+কাল, সময়) ছোৱালীৰ যৌবন কালৰ আৰম্ভ, অৰ্থাৎ প্ৰথম ঋতু; যেনে, সেই ছোৱালীৰ কন্যাকাল হৈছে, the first appearance of catamenia.

**কপট্**, স. শ. (সং. ক, মূৰ+পট, ঢাক) ছল, যথাৰ্থ ভাৱৰ গোপন, মুখত এক পেটত আন ভাৱ; এতেকে মনত লুকাই ৰখা খং বা শত্ৰুতা; যেনে, তেওঁৰ মোলৈ কপট আছে, dissimulation, hypocrisy, cherished ill-will, grudge.

**কপটাচাৰ্**, স. শ. (সং. কপট, যথাৰ্থ ভাৱৰ গোপন+আচাৰ, ব্যৱহাৰ) কপট ব্যৱহাৰ, গোপনে বেয়া দেখাত ভাল আচৰণ, hypocrisy.

**কপটাচাৰী**, বি. কপটাচাৰ-কৰা, hypocritical. স. শ. কপটাচাৰ-কৰোঁতা, কপটাচাৰ কৰা লোক, hypocrite.

**কপটী**, } বি. যথাৰ্থ ভাৱ গোপন কৰা,
**কপটীয়া**, } যাৰ মনত কপট ভাৱ থাকে, মনত খং ৰখা, dissembling, hypocritical, cherishing ill-will.

**কপটবেশ**, স. শ. (কপট্, ছল + বেশ, আকৃতি) আপোনাৰ আকাৰ এৰি নকৈ-লোৱা আকাৰ, disguise.

**কপৰা**, স. শ. (সং. কাৰ্পাস, কপাহ) কপাহৰ চুপহি; তাৰে সৈতে একে আকৃতি হেতু কপাহ-ফুলৰ কলি, an unopened pod of cotton, a flower bud of the poppy.

**কপৰ্দ্দক**, স. শ. (সং. ক, সুখ+পৃ, বৃদ্ধি কৰ্+দা, দি অৰ্থাৎ বঢ়োৱা) একড়া কড়ি বা তাৰ সমান মূল্য, a small shell used as a coin, a cowrie, the value of a cowrie.

**কপৰ্ধূল**, স. শ. (হিং. কপধূল, এবিধ কাপোৰ) এবিধ গাজ কাপোৰ, a kind of gauze.

**কপলীয়া**, বি. (সং. কপাল, ভাগ্য) ভাগ্যৱান, কপালী, fortunate.

**কপহুৱা**, স. শ. কপাহৰ ব্যৱসায়-কৰোঁতা, a dealer in cotton.

কপাট, স. শ. ( সং. ক, মূৰ+পট্ট, যা ) দুৱাৰ, ঘৰৰ বাটৰ আৱৰণ, a door.

কপাল, স. শ. ( সং. ক, মূৰ+পাল, ৰক্ষা কৰ্‌ ) মূৰৰ আগফাল, চেলাউৰিৰ ওপৰৰ পৰা চুলিৰ গুৰিলৈকে মূৰৰ ভাগ; মূৰৰ এই ভাগতে বিধতাই মানুহৰ সুখ-দুখ লিখে বুলি শাস্ত্রে কয়, এতেকে কপাল শব্দে মানুহৰ সুখ-দুখৰ অৱস্থা বা ভাগ্য বুজায়; যেনে, সুকপাল, দুৰ্কপাল, ইত্যাদি; মূৰৰ খোলা, the forehead, fate, luck, the skull.

কপালী, বি. ( কপাল, ভাগ্য ) কপলীয়া, ভাগ্যৱান, fortunate, lucky. স. শ. কপালত পিন্ধা অলঙ্কাৰ, an ornament for the forehead.

কপাল্‌-ফুটা, বি. ( কপাল + ফুট, ফাট ) দুৰ্কপলীয়া, ভাগ্যহীন, unfortunate. স. শ. এবিধ বন, তাৰ গুটিবোৰ লৰাই কপালত খুন্দা মাৰি ফুটাই ৰং কৰে এতেকে সেই নাম, a kind of plant.

কপালহীন্‌, বি. ( সং. কপাল, ভাগ্য+হীন, নথকা ) দুৰ্ভগীয়া, দুৰ্কপলীয়া, unfortunate.

কপাহ্‌, স. শ. ( সং. কাৰ্পাস, পৰিষ্কাৰ নকৰা তুলা ) গুটিৰে সৈতে থকা তুলা, পৰিষ্কাৰ নকৰা তুলা, cotton.

কপাহনি, স. শ. কপাহৰ খেতি, কপাহ ৰোৱা ঠাই, a cotton plantation.

কপাহী, বি. কপাহৰ দ্বাৰা প্ৰস্তুত কৰা, made of cotton.

কপাহগুটীয়া, বি. ( কপাহ+গুটি, ক্ষুদ্ৰ ফল ) কপাহগুটিৰ সমান বা তাৰ নিচিনা, like or equal to a cotton seed. স. শ. কপাহৰ গুটিৰ নিচিনা বগা ফুল ধৰা এবিধ বন; ভৰিৰ তলুৱাত হোৱা এবিধ সৰু খহু, a kind of plant, a small morbid swelling on the sole of the foot.

কঁপি, স. শ. ( সং. কপ, অস্থিৰ হ ) বান্দৰ, a monkey.

কঁপিদা, স. শ. খুৰৰ নিচিনা গঢ়ৰ এবিধ দা, large razor-shaped *dao*

কঁপিল্‌, স. শ. ( সং. কপি, বান্দৰ + ল, গ্ৰহণ কৰ ) মুগা বৰণ; সাংখ্য দৰ্শন লিখক মুনিৰ নাম, brown color, a celebrated sage, the author of the Sánkhya Philosophy.

কঁপিলা, বি. ( সং. কপিল, পিঙ্গলীয়া ) অলপ হালধীয়া বৰণেৰে মিহলি মুগা, tawny, yellowish-brown. স. শ. হালধীয়া-মুগা বলদ, a yellowish-brown bull or bullock. (স্ত্ৰী) কপিলী।

কপোত, স. শ. ( সং. কৱ, পখৰা হ ) কপৌ, পাৰ, a dove, a pigeon.

কঁপৌ, স. শ. ( সং. কপোত, এবিধ চৰাই ) পাৰজাতিৰ এবিধ বনৰীয়া চৰাই, a dove.

কঁপৌফুল্‌, স. শ. ( অং. কপৌ, ঐ+ফুল, পুষ্প ) এবিধ গছৰ ওপৰত গজা লতাৰ নিচিনা গছৰ ফুল, ( তাৰ গঢ় কপৌৰ নিচিনা এতেকে সেই নাম ), the flower of a parasitic plant, an orchid flower.

কঁপৌলতা, স. শ. ( অং. কপৌ, ঐ+লতা, বগোৱা গছ ) এবিধ ঢেঁকিয়াৰ নিচিনা পাতেৰে লতা, তাৰে ঘাই পতা কপৌৰ সজা ঢকা যায়, a kind of creeping plant.

কপ্‌কপনি, স. শ. ( অং. কপ্‌কপা, নিৰৰ্থক কথা ক ) অবাবত অধিককৈ কোৱা কথা, বকনি, idle, senseless talk, babble.

কপ্‌কপা, অ. ধা. ( অং. কপ্‌কপ্‌, বিশৃঙ্খল ৰূপে বেগাই কোৱা কথাৰ শব্দ ) অবাবত অধিক কথা ক, অনৰ্থক কথা ক, বক্‌, to babble, to talk idly and senselessly.

কপ্‌কঁপীয়া, বি. অবাবত অধিক কথা কোৱা, বকি থকা, আলগা কথাত মাতি ফুৰা, টপ্‌টপীয়া, loquacious, impertinent.

কপ্‌জপ্‌, স. শ. ( অং. কঁপ, অস্থিৰ হ+জপ্‌, অনুক. ) পানীত পৰি উঠিবৰ কাৰণে হাত-মূৰ জোকাৰি কৰা উদ্যোগ; এতেকে আপদত পৰি উদ্ধাৰ হবলৈ কৰা যত্ন, the struggles of a drowning person, the struggles of a person in misfortune.

কপ্‌জপনি, স. শ. কপ্‌জপোৱা কাৰ্য্য, the act of struggling to get out of water or misfortune.

কপ্‌জপা, অ. ধা. পানীত পৰি উঠিবৰ কাৰণে হাত-মূৰ জোকাৰ্, আপদত পৰি বিবুদ্ধি হৈ সাৰিবৰ চেষ্টা কৰ্, to struggle to get out of water or misfortune.

কফ্, স. শ. ( সং. ক, পানী ) তিনি ধাতুৰ এক ধাতু, শৰীৰৰ ৰস, সি স্বাভাৱিক অৱস্থাত অলপ বিজলীয়া ; কিন্তু বিকৃত হলে ঘন হৈ বুকু আদিত গোট খায়, আৰু নাকে মুখে বাজ হয়, one of the three principles of the body, phlegm.

কফাল্, বি. কফযুক্ত, phlegmatic, subject to cold.

কফী, বি. কফযুক্ত, কফাল, phlegmatic, subject to cold.

কবন্ধ, স. শ. ( সং. ক, মূৰ + বধ, নষ্ট কৰ্ ) মূৰ নথকা গাঁৰি, এতেকে মূৰ নথকা এটা ভূত, কন্ধ, a headless trunk, an evil spirit without the head, "কন্ধ" চোৱাঁ।

কবাৰি, স. শ. ( অং. বাৰি, মাৰি ) মাটিৰ মূৰ্ত্তি মিহি কৰা চেপেটা মাৰি, a flat piece of bamboo used in smoothing an earthen image.

কবুল, স. শ. ( যাং. ) সৈ, স্বীকাৰ, অঙ্গীকাৰ, confession.

কবুলতী, স. শ. ( যাং. ) কোনো কাৰ্য্য কৰিবলৈ অঙ্গীকাৰ কৰি লেখি দিয়া পত্ৰ, an agreement.

কবুলা, বি. ( যাং. ) সৈ কৰা, অঙ্গীকাৰ কৰা, confessed, acknowledged.

কব্‌কবনি, স. শ. "কপকপনি" চোৱাঁ।

কব্ কবা, অ. ধা. "কপ্‌কপা" চোৱাঁ।

কম্, বি. ( যাং. ) ন্যূন, তাকৰ, less, deficient, incomplete. অ. ধা. কম হ, আগতকৈ অলপ বা সৰু হ, to decrease, to abate.

কমণ্ডলু, স. শ. ( সং. ক, পানী + মণ্ড, অলঙ্কাৰ + লা, পা ) সন্ন্যাসীৰ পানী খোৱা মাটিৰ বা কাঠৰ পাত্ৰ বিশেষ, an earthen or wooden water pot used by an ascetic.

কমনি, স. শ. ( অং. কমা, মাছৰ দৰে পানীৰ ওপৰত সাঁতৰি ফুৰ্) পানীৰ ওপৰত সাঁতৰি ফুৰা কাৰ্য্য ( মাছত খাটে ) the act of swimming on the surface of the water as a fish.

কমনিয়া, অ. ধা. ( অং. কমনি, ঐ ) পানীৰ ওপৰত সাঁতৰি ফুৰ্ ( মাছত খাটে ), দুখত বা আপদত পৰি বিবুদ্ধি হৈ ফুৰ্, to swim on the surface of the water as a fish, to wander about in distress.

কমনীয়, বি. ( সং. কম্, বাঞ্ছা কৰ্ ) বাঞ্ছাৰ যোগ্য, এতেকে সুন্দৰ, desirable, beautiful.

কমনীয়া, বি. ( অং. কমনি, পানীৰ ওপৰত সাঁতৰা ) পানীৰ ওপৰত সাঁতৰি ফুৰা ; যেনে, কমনীয়া মাছ, swimming on the surface of the water.

কমল, স. শ. ( সং. কং, পানী + অল, শোভা কৰ্ ) পদ্ম, পদুম ফুল, a lotus.

কমল-লোচন্, স. শ. ( সং. কমল, ঐ + লোচন, চকু ) পদ্মৰ নিচিনা শুৱনি চকু-থকা লোক ; বিষ্ণু, one having lotus-like or lovely eyes, Visnu.

কমলা, স. শ. ( সং. কমল, পদ্মত বাস কৰে এই কাৰণ ) লক্ষ্মী, বিষ্ণুৰ ভাৰ্য্যা, a name of Lakshmi, the goddess of riches.

কমলা-টেঙ্গা, ( বং. কমলা, সুমথিৰা + টেঙ্গা, অম্ল ) সুমথিৰা টেঙ্গাৰ গঢ়ৰ কিন্তু তাতকৈ সৰু এবিধ টেঙ্গা ফল ( কামৰূ. ), a kind of fruit.

কমলাসন্, স. শ. ( সং. কমল, পদ্ম + আসন, তলত পাৰি বহা বস্তু ) ব্ৰহ্মাৰ নাম, ( তেওঁ বিষ্ণুৰ নাভিপদ্মত উপজি তাতে বহিছিল ), a name of Brahma.

কমলিনী, স. শ. ( সং. কমলিনী—কমলিন্, কমল থকা + স্ত্ৰীলিঙ্গত ঈ ) পদুমনি, বহুত পদ্মফুল থকা ঠাই, সূৰ্য্য ওলালে পদুম

ফুলে আৰু "কমলিনী" এইটো স্ত্রী শব্দ, দেখি তাক সূৰ্য্যৰ ভাৰ্য্যা বুলি কবি সকলে বৰ্ণনা কৰিছে; অতি সুন্দৰী তিৰোতা, a place abounding in lotuses, described by the Indian bards as a female in love with the sun, a beautiful and lovely woman.

কমা, স. ধা. ( যাং. কম, তাকৰ ) তাকৰ কৰ্‌, ন্যূন কৰ্‌, টুটা, to lessen.

কমা, স. ধা. ( সং. কমা, সুন্দৰ ) সুন্দৰ কৰ্‌ অৰ্থাৎ আঙ্গুলিৰে তুলাৰ আঁহ মুকলি কৰ্‌, তুলা কোমল আৰু পৰিষ্কাৰ কৰ্‌, বালি ধুই সোণ উলিয়া, to clean and straighten the fibre with the finger (said of cotton), to wash for gold.

কমা, অ. ধা. ( সং. কং, পানী ) পানীৰ ওপৰত বনাই ফুৰ্‌, পানীৰ ওপৰত সাঁতৰি ফুৰ্‌ ( মাছত খাটে ); দুখত পৰি অনেক ঠাইত ভ্ৰমণ কৰ্‌, এই অৰ্থৎ সদায় ই-ভাগান্ত কৃদন্ত ক্ৰিয়া হয়; যেনে, সি দেশ খানতে কমাই ফুৰিছে, to swim on the surface of the water as a fish, to wander about in distress.

কমাৰ্‌, স. শ. ( সং. কৰ্ম্মকাৰ, কাম-কৰোঁতা ) লোৰ কাম কৰোঁতা, a blacksmith.

কমাৰ্‌-শাল্‌, স. শ. ( অং. কমাৰ, ঐ+শাল, শিল্প কৰ্ম্ম কৰা ঠাই) কমাৰে গড় গঢ়া ঠাই, কমাৰৰ গড় গঢ়া সমুদায় যতন, a smithy.

কমে, ক্ৰি. বি. ( যাং. কম, তাকৰ ) কোনো নিৰূপিত পৰিমাণতকৈ তাকৰ বস্তুৰে; যেনে, পাঁচ শ টকাৰ কমে এই কাম নহয়, for less than.

কমোৱা, কৃদ. স. ( অং. কমা, তাকৰা, তুলা পৰিষ্কাৰ কৰ্‌, বালি ধুই সোণ উলিয়া, পানীত বনাই ফুৰ্‌ ) তাকৰোৱা; আঙ্গুলিৰে কপাহৰ আঁহ মুকলি কৰা; ধুই সোণ উলিওৱা; পানীৰ ওপৰত বনাই ফুৰা; lessening, cleaning, washing for gold, swimming on the surface of the water.

কম্‌তি, গু. শ. ( যাং. কমতি, কম, তাকৰ ) অল্পতা, তাকৰ হোৱা অৱস্থা; যেনে, কমতি পূৰাব লাগে, deficiency. বি. কম, ন্যূন; যেনে, পাঁচ টকা কম্‌তি হল, deficient, less.

কম্‌তি পৰ্‌, কম হ, টুট্‌, ঘাট্‌, to be less, to be deficient.

কম্পন্‌, স. শ. ( সং. কম্‌প, অস্থিৰ হ ) কঁপা, অস্থিৰ হোৱা, জোকাৰ খোৱা, trembling, shaking.

কম্পমান্‌, বি. ( সং. কম্প, কঁপা + মান, প্ৰত্যয় ) কম্পনযুক্ত, কঁপা, অস্থিৰ, trembling, shaking.

কম্পাচ্‌, স. শ. ( ইং. কম্পাচ ) জোখ লোৱা যন্ত্ৰ, কুটনি; a pair of compasses. দিগ্‌দৰ্শক যন্ত্ৰ, যি যন্ত্ৰৰ কাইটৰ এমূৰ সদায় উত্তৰলৈ আনমূৰ দক্ষিণলৈ থাকে, the compass.

কোম্পানি, স. শ. ( ইং. কোম্পানি, সমূহ ) কোনো কাৰ্য্য কৰিবৰ নিমিত্তে লগ বন্ধা মানুহৰ সমূহ, এশ সেনা, a company.

কম্পিত্‌, কৃদ. বি. ( সং. কম্‌প, অস্থিৰ হ ) কঁপা, shaken, trembling.

কম্বল্‌, স. শ. ( সং. কং, আনন্দ + বল, শক্তিমন্ত হ ) নোমৰ পাৰি বহা বা গাত লোৱা এবিধ চৰীয়া কাপোৰ, থঙ্গা (জাৰত সি বঙ্গ্‌ লগাই এতেকে সেই নাম ); a blanket.

কম্বু, স. শ. ( সং. কম্বু, গতি কৰ্‌ ) শঙ্খ, a conch, a shell.

কম্বুকণ্ঠ, স. শ. ( সং. কম্বু, শঙ্খ+কণ্ঠ, ডিঙ্গি ) শঙ্খৰ পাকৰ নিচিনা আঁক থকা ডিঙ্গি ( তেনে ডিঙ্গিক বৰ সুলক্ষণৰ চিন বুলি মানুহে ভাবে ), তেনে আঁক থকা ডিঙ্গিৰে মানুহ, a neck marked with three lines like a shell, supposed to be indicative of good fortune, a man having such marks on his neck.

কম্‌বেচ্‌, বি. ( যাং. কম, তাকৰ+বেচি, অধিক ) তাকৰ বা অধিক, অলপ বা বহুত, more or less.

কয়েদ্, স. শ. (যাং.) বন্দী কৰা অৱস্থা, আটকি ৰখা অৱস্থা, confinement, imprisonment.

কয়েদী, স. শ. বন্দীয়াৰ, আটকি ৰখা মানুহ, a prisoner, one in confinement.

কৰ্, স. ধা. (সং. কৃ, কৰ্ম্ম কৰ্) নোহোৱাক হোৱাবলৈ আন্, সম্পাদ্; যেনে, কাম কৰিলে; নিৰ্ম্ম, ৰচ্; যেনে, ঘৰ কৰিলে, পুথি কৰিছে, to do, to make, to perform.

কৰ্, স. শ. (সং. কৃ, কৰ্ম্ম কৰ্) হাত, হস্ত; ৰাজহ, ৰজাক দিব লগা ধন; গুৰুক দিব লগা ধন, the hand, a tax, &c., payable to a king or priest.

কৰ্, স. শ. (বং. কড়া, ঘঁহনি খাই কাঠবন্ধা) হাত ভৰি আদি ঘঁহনি খাই কাঠবন্ধা চিন; যেনে, লেখোঁতে লেখোঁতে হাতত কৰ বান্ধিছে, a wart, a corn.

কঁৰ্, স্থা. স. কোন ঠাইৰ, of what place.

কৰকচ, স. শ. (সং. কৰক, বৰষুণৰ শিল) এবিধ ডুখৰীয়া লোণ, a kind of salt.

কৰকমল, স. শ. (সং. কৰ, হাত+কমল, পদ্ম) পদুমৰ নিচিনা হাত, আদৰৰ বা চেনেহৰ, the hand spoken of with affection or respect.

কৰকোষ্ঠী, স. শ. (সং. কৰ, হাত+কোষ্ঠী, জন্মকালৰ গ্ৰহৰ নিৰ্ণয় কৰা পত্ৰ) মানুহৰ ভাল বেয়া বুজোৱা হাতৰ আঁক, the lines in the palm of the hands showing good and evil luck of a person.

কৰঙ্গন্, স. শ. আঁঠুৰ ওপৰৰ ভাগ, উৰু, the thigh.

কৰঙ্গনীয়া, বি. (অং. কৰঙ্গন্) কৰঙ্গনৰ সমান ওখ বা দ, coming up to the thigh.

কৰঙ্গা, স. শ. এবিধ বন, এবিধ পানীত হোৱা ঘাঁহ, a species of grass growing in marshes.

কৰচ্, স. ধা. (অং. কৰ্কৰ্, টান বস্তু চোবাওঁতে হোৱাৰ নিচিনা শব্দ) কৰ্কৰ্ শব্দ কৰি চোবা; যেনে, জালত পৰা গাহৰিয়ে জালৰ পাহ কৰচি ছিঙ্গে, to gnaw, to gnash.

কৰচ্, স. শ. (কৰ্কৰ্, অনুক.) এবিধ গছ, a kind of tree.

কৰচনি, স. শ. টান বস্তু চোবাওঁতে হোৱা শব্দ; দাঁত কামোৰা কাৰ্য্য, the sound of gnawing, the act of gnashing.

কৰচলি, স. শ. (সং. কৰ, হাত) হেঁতা, a ladle.

কৰজ্, স. শ. ধাৰ, ঋণ, a debt.

কৰণ্, কৃদ. স. (সং. কৃ, কৰ্) কৰা, কাৰ্য্যসাধন; (ব্যাক.) এটা কাৰক, doing, act, (in gram.) the instrumental case.

কৰণি, স. শ. (সং. কৰণ্ডিকা, জপা) বাঁহেৰে বা কাঠেৰে সজা, মুকলি, পিন্ধা কাপোৰৰ আধাৰ, a kind of open clothes-basket.

কৰত্, স. শ. (সং. কৰপত্ৰ; হিং. কঁৰাত্; বং. কৰাত্, এবিধ কাঠ-ফলা অস্ত্ৰ) দাৰ থকা, বেপি কাঠ আদি কটা বা ফলা অস্ত্ৰ, a saw.

কৰ্তলীয়া, বি. (সং. কৰ, ৰাজহ + তল, অধীন) আন এক ৰজাক কৰ দিয়া, (এক ৰজাৰ তলতীয়া ৰজাত খাটে), tributary.

কৰতাল্, স. শ. (সং. কৰতাল—কৰ, হাত+ তাল, এবিধ বাদ্য—দুহাতে দুখান লৈ বজোৱা এবিধ যন্ত্ৰ) বাম্তাল্, চাৰি চটা বাঁহৰ এবিধ বাদ্য; হাতে পতি দুচটা লৈ তাক বজোৱা যায়, এটা কড়িৰে ঘঁহি বজোৱা এচটা খাঁজ কটা বাঁহ, a rude musical instrument composed of four pieces of split bamboo two of which are held in each hand, another kind of musical instrument consisting of a cowrie and a piece of notched bamboo.

কঁৰতিয়া, "কৰতোৱা" চোৱা।

কঁৰতী, স. শ. এবিধ কৰতৰ দৰে চেপেটা মাছ; কুমন্ত্ৰৰ পৰা হোৱা ৰোগ গুচাবলৈ কৰত্‌লৰাই পানী জৰা এবিধ মন্ত্ৰ, a

kind of flat fish, an incantation supposed to neutralise the effects of charms or spells.

কৰতোয়া, স. শ. (সং. কৰতোয়া—কৰ, হাত+তোয়, পানী; পাৰ্ব্বতীৰ বিয়াত শিৱৰ হাতত চলা পানীৰ পৰা উৎপন্ন, এতেকে) বঙ্গদেশৰ পূব-উত্তৰৰ এখান নৈ, কৰতিয়া-নৈ, a river in the north-east of Bengal.

কৰপ্, স. শ. (বোধ হয় অং. তৰপ শব্দৰ পৰা উৎপন্ন) জন্তুৰ শিঙ্গত হোৱা আঙ্গঠিৰ নিচিনা উঠঙ্গা, a ring or wrinkle on the horns of cattle.

কঁৰ্পৰা, স্থা. স. কোন ঠাইৰ পৰা, from what place.

কৰপল্লৱ, স. শ. (সং. কৰপল্লৱ, হাতৰ আঙ্গুলি) হাতৰ আঙ্গুলিৰ ভঙ্গিৰে কথা বুজোৱা এক প্ৰকাৰ সঙ্কেত বা চিয়াৰ, conversation by the fingers.

কৰপা. স. শ. (অং. তৰপ, জাপ) কেই বা তৰপ, অৰ্থাৎ ডাঠ হৈ বন্ধ যোৱা মলি, thick dirt on the body.

কৰপা মাৰ্, গাত ডাঠ মলি হ; যেনে, গাত মলিয়ে কৰপা মাৰিছে, to be laid thickly, as dirt, on the body.

কৰপাত্ৰ, স. শ. (সং. কৰ, হাত + পাত্ৰ ভাজন), হাতৰ ঠোলা, হাতৰ তলুৱা কোঁচাই কৰা খোল, the hand hollowed so as to hold anything.

কৰপুটে, ক্ৰি. বি. (সং. কৰপুট, কৃতাঞ্জলি) হাত যোৰ কৰি, with joined hands.

কঁৰ্বা, স্থা. স. কোনো এক অজ্ঞানিত ঠাইৰ; যেনে, কৰবা মানুহ, of some place or other.

কৰভ্, স. শ. (সং. কৃ, ত্যাগ কৰ) হাতীৰ বা উটৰ পোৱালী, a young elephant or camel.

কৰম্, স. ধা. (সং. কৰ্ম্ম, কাৰ্য্য) কুমন্ত্ৰৰ দ্বাৰা পীড়াদি, হৰাদি; যেনে, অমুকক কোনোবাই কৰমিলে, to injure by incantation. স. শ. শৰাধ, কাৰ্য্য, an act, an offering to the manes. (চহা)।

কৰমালা, স. শ. (সং. কৰ, হাত+মালা, একে লগে গঁথা মণি) দেৱতাৰ নাম লওঁতে নামৰ লেখ ৰাখিবৰ নিমিত্তে হাতত লোৱা মালা, a rosary.

কৰৱীৰ-(বী), স. শ. (সং. কৰৱীৰ—কৰ, মূল+ৱীৰ, প্ৰকাশিত হ) এবিধ সকলোৰে চিনা ফুল আৰু তাৰ গছ, তাৰ বঙ্গা বগা দুবিধ, the Oleander.

কৰলীয়া, বি. (অং. কৰ্কৰীয়া, শুকান) নীৰস, কিছু শুকান আৰু কিছু ৰসাল-মিহলি, (জুলীয়া বস্তুৰে মিহলোৱা গুড়িত খাটে), not very juicy, nearly dry.

কৰা, স. ধা. (অং. কৰ্, সমাধ্) লোকক নিযুক্ত কৰি সম্পাদন কৰ্, to cause to be done.

কৰাই, স. শ. (সং. কৰ্কৰ, টান; বং. কড়াই, ভজা চাউল) ভজা চাউল, খুন্দি কৰা এবিধ খাদ্য, সান্দহ, coarser flour of parched rice.

কৰাইচ, বি. (অং. কৰাল, আঠা+ইচ্ছা, বাঞ্ছা) বস্তু এৰি দিব নোৱৰা; এতেকে কৃপণ, কটুকিনা, stingy, miserly.

কৰাইমেৰীয়া, স. শ. (অং. কৰাই, ভাজি খুন্দা চাউল+মেৰীয়া, পাক-খোৱা; মেৰ খাই কৰাইৰ লদাৰ নিচিনা হোৱা) পাক খৰ হোৱাৰ নিমিত্তে লেজু বা জৰী বৰকৈ মেৰ খাই লগা গাঁঠি, a kink in a rope or string. কোনোৱে "কৰাইমুৰীয়া" লিখে।

কৰাপাট্, স. শ. সত্ৰৰ বাট চৰা, a gateway shed before a *sattra* or religious establishment.

কৰাল্, বি. (সং. কৰাল—কৰ, হাত+অল, সমৰ্থ হ) বিকট, ভয়ঙ্কৰ, (আকৃতিত খাটে); যেনে, কৰাল মূৰ্ত্তি, awful or terrible in appearance.

কৰাল্, স. শ. (সং. কৰাল, তেলেৰে মিহলি ধুনা) পকি-ঘৰৰ ইটা-গথাঁ, শুকালে আট খাই ধৰা বস্তু; তাৰ নিচিনা আন বস্তু; আঠাৰ দৰে লাগি থকা শুকান বস্তু; যেনে, হাতত তেজৰ কৰাল আছে; আঠাৰ দৰে লাগি ধৰা গুণ বা শক্তি; যেনে,

শুকান চূণত কৰাল নেথাকে, mortar, a cement, any adhesive substance, adhesiveness. স. ধা. কৰাল লগা, কৰালেৰে আবদ্ধ কৰ্, to cement.

কৰাল্ মাৰ্, শুকাই আঠাৰ দৰে লাগি ধৰ্, to stick, to adhere.

কৰী, স. শ. (সং. কৰ, হাত+ঈ, প্ৰত্যয়) হাতী, an elephant. (স্ত্ৰী) কৰিণী।

কৰীন্দ্ৰ, স. শ. (সং. কৰী, হাতী + ইন্দ্ৰ, প্ৰধান) ঐৰাৱত, ইন্দ্ৰৰ হাতী; বৰ ডাঙ্গৰ মতা হাতী, the elephant of Indra, a very big male elephant.

কৰুণা, স. শ. (সং. কৃ, প্ৰেৰণ কৰ্) দয়া, কৃপা; এবিধ টেঙ্গা, compassion, kindness, mercy, a kind of acid fruit.

কৰুণাময়, বি. (সং. কৰুণা, দয়া + ময়, প্ৰত্যয়) দয়ালু, কৃপালু, merciful, compassionate.

কৰুণাসাগৰ, বি. (সং. কৰুণা, দয়া +সাগৰ, সমুদ্ৰ) কৃপাৰ সাগৰ অৰ্থাৎ বৰকৈ কৃপা-কৰোঁতা, a very compassionate personage.

কৰুণীয়া, বি. দীঘৰ এডাল সূতা বা কাঠী এৰি এডাল উঠা; যেনে, কৰুণীয়া মোৰ, woven by passing the weft under every second warp-thread.

কৰুৰা, বি. (সং. কটু, বিসোৱাদ) বিসোৱাদ আৰু দুৰ্গন্ধ (ঘিউত খাটে), bad smelling and of bad taste, rancid (said of ghee).

কৰুৰা, স. শ. (অং. কঠুৰা, কাঠৰ নিচিনা) ভালকৈ মুকলি নোহোৱা কপাহৰ ফুটা, cotton not fully opened from the pod.

কৰৈ স. শ. এবিধ সুকাঠী গছ, a timber tree (albizzia procera).

কৰোঁতা, কৃদ. স. (অং. কৰ, সম্পাদ) কৰ্ত্তা, যি কৰে, a doer. (স্ত্ৰী) কৰঁতী।

কৰ্কট, স. শ. (সং. কৰ্ক, হাঁহ) কেঁকোৰা, চতুৰ্থ ৰাশি, a crab, the Zodiacal sign Cancer.

কৰ্কৰ, অনুক. দাঁতেৰে টান বস্তু চোবোৱাৰ নিচিনা শব্দ, an imitative sound used to express that of biting a hard thing.

কৰ্কৰণি, } কৰ্কৰণি, } স. শ. (অং. কৰকৰা, দাঁতেৰে শব্দ কৰ) দাঁত কৰচনিৰ শব্দ, টান বস্তু চোবোৱাৰ শব্দ, the sound of gnawing or gnashing.

কৰ্কৰা, } কৰ্কৰা, } অ. ধা. (অং. কৰকৰ, অনুক.) দাঁতেৰে শব্দ কৰ, দাঁত চোবাই শব্দ কৰ, to grind or strike together the teeth.

কৰ্কৰা, স. শ. (সং. কৰ্কৰ, টান, কঠিন) পানী নিদিয়াকৈ থোৱা ভাত, cooked rice kept dry for after use.

কৰ্কৰী-জল, } কৰ্কৰীয় জল, } স. শ. (সং. কৰ্কৰী, নাল থকা পানীৰ পাত্ৰ+জল, পানী) মানুহ মৰাৰ পাচত দহ দিনলৈকে আত্মাৰ শৰীৰ চেঁচা হবৰ নিমিত্তে দিয়া এৰা গাখীৰ আৰু পানী, water and milk offered to the manes of a dead person, up to the tenth day after death, to make his body cool.

কৰ্কৰীয়া, বি. (অং. কৰ্কৰ, টান) শুকাই নীৰস হোৱা; যেনে, কৰ্কৰীয়া মাটি, dry and hard.

কৰ্কশ, বি. (সং. কৃ, কৰ+কশ্, পীড়া) টান, কঠিন, খহটা, নিৰ্দ্দয়, hard, harsh, unkind.

কৰ্কশবাদ, স. শ. (সং. কৰ্কশ, কঠিন+ বাদ, তৰ্ক) উথনা-উখনি, নীৰস কথাৰ তৰ্ক, অকামিলা কথাত ব্যগ্ৰ হৈ কৰা তৰ্ক, a noisy discussion or argument.

কৰ্চ্চন্, স. শ. (সং. ক্ৰৌঞ্চ, এবিধ চৰাই) বক জাতিৰ এবিধ চৰাই, a kind of bird, a crane.

কৰ্জা, } কৰ্জাটেঙ্গা, } স. শ. (সং. কৰঞ্জক, হিং. কৰোন্দা, বং. কৰমচা, এবিধ ফল) এবিধ সৰু টেঙ্গা ফল, a kind of acid fruit and its tree.

কৰ্ণ, স. শ. (সং. কৰ্ণ, বিন্ধা দি) শুনা ইন্দ্রিয়, কাণ, the ear.

কৰ্ণগোচৰ, বি. (সং. কৰ্ণগোচৰ—কৰ্ণ, কাণ + গোচৰ, ইন্দ্রিয়ৰ বোধ) কাণেৰে শুনা; কাণত পেলোৱা, জনোৱা, brought to the notice.

কৰ্ণধাৰ, স. শ. (কৰ্ণ, নাৱৰ কাণ + ধৃ, ধৰ) নাওৰ গুৰিয়াল (নাওৰ কাণত বঠা লগাই ধৰে এতেকে), a helmsman, a steersman.

কৰ্ণৰন্ধ্র, স. শ. (সং. কৰ্ণ, কাণ + ৰন্ধ্র, বিন্ধা) কাণৰ বিন্ধা, the hole of the ear.

কৰ্ণবেধ- (বেধ), স. শ. (সং. কৰ্ণ, কাণ + বেধ্, ফুটোৱা) কাণ ফুটোৱা সংস্কাৰ, কাণ বিন্ধনি, the ear-boring ceremony of the Hindus.

কৰ্ণাট, স. শ. এখান দেশৰ নাম, the modern Carnatic.

কৰ্ত্তব্য, কৃদ. বি. (সং. কৰ্ত্তব্য, কৰিব লগীয়া—কৃ, কৰ + তব্য, প্ৰত্যয়) কৰিব লগীয়া, কৰিবৰ যোগ্য, fit or proper to be done. কৃদ. স. কৰিবৰ যোগ্য কাম, কাৰ্য্য, a duty.

কৰ্ত্তা, স. শ. (সং. কৃ, কৰ্) কৰোঁতা, কৰ্ম্মকাৰক, গৰাকী; ব্যাকৰণত ক্ৰিয়া কৰোঁতাক বুজোৱা কাৰক, a doer, a master, the nominative case.

কৰ্ত্ৰী, স. শ. (সং. কৰ্ত্তা শব্দৰ স্ত্ৰীলিঙ্গ) কৰন্তী, কাৰ্য্য কৰা তিৰোতা, গৰাকিয়নী, অধিকাৰিণী, a doer (fem.), a mistress.

কৰ্দ্দম, স. শ. (সং. কৰ্দ্দ্, কুশব্দ কৰ) বোকা, পঙ্ক, mud.

কৰ্দ্দৈ, স. শ. (অং. কৰ, নিৰ্গ্ম + দৈ, দধি, এৰাঁ গাখীৰক দৈ কৰে, এতেকে সেই নাম) পাঁচোটা শিৰ থকা এবিধ টেঙ্গা ফল, a kind of acid fruit and its tree (averrhoa carimbola).

কৰ্দ্দৈ-শিৰীয়া, বি. (অং. কৰ্দ্দৈ, ঐ + শিৰ, দীঘল ওখ সেৰা) কৰ্দ্দৈ টেঙ্গাৰ নিচিনা শিৰ থকা, having ridges like the above fruit, fluted.

কৰ্দ্ধনি, স. শ. সোণৰ বা ৰূপৰ কঁকালী জৰী, a gold or silver chain used as a girdle.

কৰ্পূৰ, স. শ. (সং. কৃপ্, পাৰক হ, পোক মাৰিবলৈ পাৰগ) কাফূৰ, এবিধ সুগন্ধি বস্তু; camphor.

কৰ্পূৰাণি, স. শ. (সং. কৰ্পূৰমণি, এবিধ শিল) এবিধ শিল বা আকৰত পোৱা মণি, জীৰস্কৰি মণি, a kind of mineral bead.

কফাল, স. শ. (অং. আফাল, আছাৰ খোৱা) আফাল, এঠাইত পিছল খাই আন এঠাইত পৰা কাৰ্য্য, a slip and fall.

কৰ্ফূৰ, স. শ. (সং. কৰ্পূৰ, কাফূৰ) এবিধ তামোলৰ লগত খোৱা সুগন্ধি তৰাজাতিৰ গছ, a kind of fragrant plant chewed with betel nuts.

কৰ্ম্ম, স. শ. (সং. কৃ, কৰ্) কাৰ্য্য, ব্যৱসায়, কাম, বল; পাপ, পুণ্য, ব্যাকৰণত দ্বিতীয়া বিভক্তিৰ পদ; যেনে, চন্দ্ৰক, act, action, virtue, vice, the objective case.

কৰ্ম্মঠ, বি. (সং. কৰ্ম্ম, কাম) কামত নিপুণ, সদায় কামত নিযুক্ত থকা, skilful, active, diligent.

কৰ্ম্মণ্য, বি. (সং. কৰ্ম্ম, কাম) কামৰ যোগ্য, কামত লগা, useful, fit for action.

কৰ্ম্মফল, স. শ. (সং. কৰ্ম্ম, কাম, পাপ, পুণ্য + ফল, কোনো কাৰ্য্য কৰিলে তাৰ পৰা যি ঘটনা হয়) নিজে কৰা কামৰ পৰা ঘাইকৈ পূৰ্ব্বজন্মত কৰা পাপ বা পুণ্যৰ বাবে মানুহৰ যি বেয়া বা ভাল হয়; যেনে, মানুহে কৰ্ম্মফল ভোগ কৰে, a consequence or fruit of one's own action as happiness or misery, especially that of acts done in a previous birth.

কৰ্ম্মবন্ধ, স. শ. (সং. কৰ্ম্মবন্ধন, কৰ্ম্মৰ বান্ধ) এক জন্মত কৰা কামৰ ফল আন জন্মত ভোগ কৰিবলৈ আবদ্ধ হোৱা অৱস্থা; যেনে, মানুহে কৰ্ম্মবন্ধ খণ্ডাব নোৱাৰে অৰ্থাৎ এক জন্মত কৰা কামৰ ফল আন

জন্মত অৱশ্যে ভোগ কৰে; the obligation to enjoy or suffer the consequences of one's own acts done in a previous birth.

কৰ্ম্মভোগ, স. শ. (সং. কৰ্ম্ম, কাম+ভোগ, ভুঞ্জা) কৰা কামৰ পৰা হোৱা ভাল মন্দ; ঘাইকৈ পূৰ্ব্ব জন্মত কৰা কৰ্ম্মৰ ফল; কৰ্ম্ম-ফল (সদায় বেয়া ভাৰত ব্যৱহৃত), happiness or misery as the result of one's own actions, especially that of acts done in a previous birth (used in a bad sense).

কৰ্ম্মসাধন, স. শ. (সং. কৰ্ম্ম, কাম+সাধন, সম্পূৰ্ণ কৰা) কাম সম্পূৰ্ণ কৰা, কামৰ সিদ্ধি, accomplishment of an undertaking.

কৰ্ম্মক্ষম, বি. (সং. কৰ্ম্ম, কাম + ক্ষম, পাৰ্গত) কামত পাৰ্গত, কাম কৰিব পৰা, skilful, able to act.

কৰ্ম্মেন্দ্ৰিয়, "ইন্দ্ৰিয়" চোৱা।

কৰযোৰ, স. শ. (সং. কৰ্, হাত+যুগ্ম, জুটা) বিনয় কৰোঁতে একেলগ কৰা দুই হাত, the joining of the hands as in soliciting favor or showing respects.

কৰ্শাল, স. শ. (অং. কাঠ্, কাষ্ঠ+শাল, জোঙ্গলা কাঠ বা বাঁহ) নাৱৰ তলি বা বাৰত থকা ফুটাত ভৰোৱা কাঠ্, a plug driven in the bottom or side of a boat.

কৰ্ষক, স. শ. (সং. কৃষ, চাহ্ কৰ) মাটি চহাওঁতা, হালোৱা, খেতিয়ক, a cultivator, a tiller of the soil.

কৰ্ষণ, কৃদ. স. (সং. কৃষ, চাহ্ কৰ) চহোৱা, হালবোৱা, খেতিৰ কাৰণ মাটি যুগুত কৰা, cultivating the ground.

কৰ্ষিত, কৃদ. বি. চহোৱা, উৎকৰ্ষ কৰা, ভাল কৰা; যেনে, কৰ্ষিত ভাষা, tilled, cultivated, improved.

কৰ্ষা, স. ধা. (সং. কৰ্ষণ, চাহ্ কৰা) এবাৰ হাল বাই চাহ কৰ, এচাহ্ বা, to plough once.

কল্, স. শ. (সং. কদল; বং. কলা, এবিধ ফল) কলা, এবিধ বৌখাৰে গা ঢকা গছ; তাৰ ফল, plantain, (musa sapientum).

কল্, স. শ. (সং. কল্, শব্দ কৰ্) মাছ আদি কোনো কোনো পানীৰ জন্তুৰ গালৰ তলত থকা ছিৱলী পাতৰ নিচিনা নিশ্বাসৰ যন্ত্ৰ, তাৰে সিহঁতে শব্দ কৰে; কোনো কামৰ প্ৰতিকাৰ নোপোৱাত বঢ়া মন বা সাহ, the gills of a fish, boldness caused by impunity.

কলক্-বান্, স. শ. এবিধ সাঁফৰ-দিয়া বান-বাটি, a covered cup with a foot.

কলগ্ৰহ, স. শ. (সং. গলগ্ৰহ, ডিঙ্গিত লগা বস্তু) এবিধ নোৱৰা, কষ্টদায়ক বস্তু, যি বস্তুৰ পৰা সুখ নহয় অথচ তাক এৰিব নোৱাৰি; যেনে, দুখীয়া মানুহৰ লৰা-ছোৱালী কলগ্ৰহ হয়, something very troublesome and unavoidable, an incumbrance.

কলঙ্ক, স. শ. (সং. ক, শৰীৰ+লক, কুশ্ৰী কৰ্) চেকা; এতেকে দুৰ্যশ, অখ্যাতি; a stain, a blot, infamy, disgrace.

কলঙ্কী, বি. (সং. কলঙ্কিন্—কলঙ্ক+ইন) কলঙ্কযুক্ত, অখ্যাতিমন্ত, stained, ill-fame. (স্ত্ৰী) কলঙ্কিনী।

কলচী, স. শ. (সং. কলশী, সৰু কলহ) সৰু আৰু ধুনীয়া কলহ; যেনে, সোণৰ কলচী, এতেকে বিয়াত পানী-তোলা ঘট; দল আদিৰ ওপৰত দিয়া কলহৰ নিচিনা বস্তু বিশেষ, a small water jar, an oblong pinnacle on the top of a temple, &c.

কলঞ্জ, স. শ. (সং. কল, শব্দ+অঞ্জ, গতি কৰ) বিহ-কাঁড়েৰে মৰা জন্তু, an animal struck with a poisonous arrow.

কলনি, স. শ. (অং. কল্, কলা গছ) কলা-বাৰী, a garden of plantain trees.

কলপ্, স. শ. গাৰ ছাল, সাপৰ মোট; ঢাকনী, সাঁফৰ, skin, a slough of snake, a cover.

কলপ্-কলপ্, স. শ. (অং. কলপ্, বামত তোলা মাছে৹ দুখেৰে মুখ মেলি লোৱা

নিশ্বাসৰ শব্দ ) বামত তোলা মাছে উশাহ লওঁতে গাল লৰোৱা কাৰ্য্য ; এতেকে বৰ কষ্টত বা মৰিবৰ সময়ত উশাহ লবৰ নিমিত্তে মুখ মেলা কাৰ্য্য ; এতেকে বৰ দুখেৰে কাল নিওৱা কাৰ্য্য ; যেনে, আকলুৱা মানুহে খাবলে নেপাই কলপ্-কলপ্ কৰে, the act of gasping or living in great misery or want.

কলপ্ কলপ্ কৰ, দুখেৰে মুখ মেলি উশাহ ল ; দুখেৰে কাল নিয়া, to gasp, to live in great misery.

কলম্, স. শ. ( যাং. ) ৰুবৰ নিমিত্তে কাটি অনা ডাল ; a branch of a tree cut for planting or grafting.

কলম্, স. শ. ( সং. কলম, কাপ—কল্, গণনা কৰ ) গণোতে কাপেৰে অঙ্ক দিয়া যায়, এতেকে, লেখনী, কাপ, a pen.

কলমুৱা, বি. ( অং. কল্মৌ, এবিধ পানীত গজা শাক ) কলমৌৰ দৰে পানীৰ ওপৰত বগোৱা, growing and floating about on the surface of water as a plant.

কলস, স. শ. ( সং. ক, পানী+লস্, আলিঙ্গন বা খেলা কৰ্ ; পানীয়ে ইয়াক আলিঙ্গন বা ইয়াৰে সৈতে খেলা কৰে, এতেকে ) এবিধ জল-পাত্ৰ, কলহ, a water jar. "কলশ" এনেও হয় ।

কলহ্, স. শ. ( সং. কল্, মধুৰ শব্দ+হন, নাশ কৰ্ ) দন্দ, বিবাদ, অমিল, a quarrel, a dispute.

কলহ্, স. শ. ( সং. কলস, পানীৰ পাত্ৰ ) পানী থোৱা পাত্ৰ, পানী অনা পাত্ৰ, a water-pot, a pitcher.

কলহীয়া, বি. ( অং. কলহ, পানীৰ পাত্ৰ ) কলহ ভৰা, কলহৰ সমান, কলহৰ নিচিনা, a jugful ; like a water jar.

ক্লা, বি. (সং.কাল, এন্ধাৰৰ বৰণ) কৃষ্ণ, এন্ধাৰ বৰণীয়া, মেঘ বৰণীয়া, black, (স্ত্ৰী) কলী ।

কলা, স. শ. ( সং. কলা—কল্, গণনা কৰ্ ) চন্দ্ৰমণ্ডলৰ ষোল ভাগৰ এভাগ ; শিল্প-বিদ্যা, one-sixteenth part of the moon's disk ; any practical art.

কলা, বি. ( সং. কল্ল ; বং. কালা, কাণে নুশুনা ) কাণে নুশুনা, deaf. স. শ. কাণে নুশুনা মানুহ, a deaf man. ( স্ত্ৰী ) বি. স. শ. কালৰী ।

কলা, স. শ. (সং. কদল, বং. কলা, এবিধ ফল) কল, এবিধ গছ আৰু তাৰ ফল ; শিমলুৰ তুলা আৰু গুটিৰ ভঁৰাল, the plantain tree and its fruit, (*musa sapientum*) ; the pod of the silk cotton tree.

কলাই, বি. ( সং. ক্লান্ত, ভাগৰ লগা ) কান্দি ভাগৰ লগা বা দুৰ্ব্বল হোৱা ; যেনে, লৰাটো কান্দি কলাই হল, faint or exhausted with crying.

কলাই, স. শ. (সং. কলায়, এবিধ মাহ) কলা-মাহ, কলা-মাহৰ নিচিনা গুটি, a kind of pulse.

কলাই-খাৰ, স. শ. ( অং. কলাই, সৰু গুটি+খাৰ, ক্ষাৰ গুণ যুক্ত বস্তু ) হিলৈৰ খাৰ, ( সি সৰু-সৰু গুটিৰ নিচিনা এতেকে সেই নাম ), gunpowder.

কলা-গছীয়া, বি. কলাৰ গছৰ নিচিনা স্থূল, thick and cylindrical. স. শ. এবিধ ভৰি উথহা ৰোগ,

কলগুটীয়া, বি. ( অং. কলা, কল ফল্+গুটি, ক্ষুদ্ৰ বীজ ) কলাগুটিৰ সমান, like a plantain seed, equal to ditto.

কলাঘুমটি, স. শ. ( অং. কলা, কাণে-নুশুনা +ঘুমটি, টোপনি ) কাণে ভালকৈ কথা নুশুনা টোপনি, এতেকে অলপ টোপনি, a light sleep.

কলাঘুমটীয়া, বি. ( অং. কলা-ঘুমটি, অলপ টোপনি ) অলপ টোপনি অহা ; যেনে, গৃহস্থ কলাঘুমটীয়া হওঁতেই চোৰ সোমাল, অলপ, বৰ গভীৰ নোহোৱা, ( টোপনিত খাটে ) ; যেনে, কলাঘুমটীয়া টোপনি, half awake half asleep, ( as a person), not sound (as sleep).

কলাঠহুবা, } কলাঠৌৰা, } স. শ. ( অং. কলা, কল গছ +ঠাৰি, পাতৰ মূল ) কলা-পাতৰ ঠাৰিৰ সৈতে মাজৰ মাৰলী, the central rib of a plantain leaf.

কলাডিল, স. শ. ( সং. কলা, ফল বিশেষ+ডিল, ডিলা ) কলা গছৰ ফুলৰ ভঁৰাল; বুকৰ আমঠু, the heart of a plantain tree; the heart.

কলাডিলীয়া, বি. কলাডিলৰ নিচিনা বা সমান, resembling the above.

কলাপ্, স. শ. ( সং. কলাপ—কলা, ষোল ভাগৰ এভাগ,+আপ, পা ) সমূহ, বহুত বুজোৱা মাত; ( সংজ্ঞা-শব্দৰ পাচত থাকে ); যেনে, ক্রিয়া কলাপ, a word placed after a noun as a sign of the plural.

কলা-পতীয়া, বি. ( অং. কলা, এবিধ গছ+পতীয়া, পাতৰ নিচিনা ) কলাপাতৰ দৰে সেউজীয়া, grass-green.

কলাফুল, স. শ. (অং. কলা, এবিধ ফল+ফুল, পুষ্প ) আঁঠুৰ তলৰ ভাগ ( ইয়াৰ গঢ় প্রায় কলাডিলৰ নিচিনা, এতেকে সেই নাম ), the calf of the leg.

কলাফুলীয়া, বি. ( অং. কলা-ফুল, আঁঠুৰ তল ভাগ ) কলাফুলৰ সমান ওখ বা দ, rising up to the calf of the leg.

কলামলা, বি. ( অং. কলা, কাণে নুশুনা+মলা, অনুৰূ. ) কাণে ভালকৈ নুশুনা আৰু চকু মুদ যোৱা, এতেকে অলপীয়া, ( টোপনিত খাটে ); যেনে, কলামলা টোপনী, slight, not deep (said of sleep).

কঁলামলা, বি. ( অং. কলা, কৃষ্ণ বৰণীয়া+মল, মলি ) মলিৰ দ্বাৰা কলা হোৱা, মলিয়ন্; soiled, dirty.

কলা-মাৰলী, স. শ. ( অং. কলা, কল+মাৰলী, ঘৰৰ চাল-ধৰা কাঠ ) কলা-ঠছৰা, the rib of a plantain leaf.

কলামাহ, স. শ. (সং. কলায়, শস্য এবিধ+মাহ, ঐ ) চেঁইত হোৱা এবিধ মানুহে খোৱা গুটি, a kind of pulse.

কলাহালধীয়া, স. শ. এবিধ হালধীয়া বৰণৰ বিষাল সাপ, তাৰ কাণ কলা বুলি মানুহে ভাবে এতেকে সেই নাম, a kind of poisonous snake of a yellow color.

কঁলি, স. শ. ( সং. কলিকা, নুফুলা ফুল ) নুফুলা ফুল, কুমলীয়া গুটি, ( তেনে আকৃতি হেতু ) কোনো বস্তুৰ মূৰত দিয়া বেটু, a flower bud; an immature fruit; a knob fixed at the head of any thing.

কলি পেলা, কলি ধৰ, to bear fruit.

কঁলি, স. শ. ( সং. কল্, গণনা কৰ্ ) চতুর্থ যুগ, বর্ত্তমান যুগ, হিন্দু শাস্ত্র মতে ইয়াৰ বছৰৰ সংখ্যা ৪৩২০০০; এই কালৰ অন্তত কল্কি অৱতাৰ হৈ পাপীবিলাকক নাশ কৰিব; The fourth age of the world according to the Hindus; the iron age or that of vice; its commencement is placed about three thousand years anterior to the Christian era, the number of its years are four hundred and thirty two thousand, at the expiration of which the world is to be destroyed. (Haughton.)

কঁলিজা, স. শ. ( যাং. কলেজা, আগ-মঙ্গহ ) বুকৰ আমঠু, জন্তুৰ বুকত থকা কলাডিলৰ নিচিনা এডোখৰ মঙ্গহ, the heart.

কঁলিতা, স. শ. (সং. কুললুপ্তা, জাতি হেৰোৱা) অসম দেশৰ এক জাতি শূদ্রিৰ নাম। ইহঁত বোধ হয় আদিতে কায়স্থ আছিল, পাচত কায়স্থৰ নিচিনা ব্যৱহাৰ নকৰাত জাতিত হীন হোৱা জ্ঞান কৰি "কুললুপ্ত" নাম দিয়া গল, তাৰ পৰা "কলিতা" শব্দ হৈছে। কলিতাৰ দুই শ্রেণী—বৰ কলিতা আৰু সৰু কলিতা। কায়স্থ শ্রেণীৰ পৰা নমাবিলাকেই বৰ কলিতা আৰু সেই কলিতাই হীন কার্য্য কৰাত বা তলৰ জাতিৰে সৈতে বিয়াৰ সম্বন্ধ কৰাত কলিতা শ্রেণীৰ পৰা নামি সৰু কলিতা হৈছে, one of the subclasses of the Assamese Sudras.

কঁলিয়া, অ. ধা. (অং. কলি, কুমলিয়া গুটি বা ফুল) গুটি বা ফুল ধৰ; যেনে, কঁঠালে কলিয়াইছে, to blossom; to bear fruit.

কলি-যুগ্, স. শ. ( সং. কলিযুগ—কলি, চতুর্থ যুগৰ নাম + যুগ, কালৰ এক ভাগ ) বৰ্ত্ত-মান-যুগ, কলি, the iron age, the present age.

কলীয়া, বি. ( অং. কলা ) কলা-বৰণীয়া, black.

কলীয়াজাৰ স. শ. এবিধ কলা বৰণীয়া মাছ, a kind of fish of a blackish color.

কলীয়া-পানী, স. শ. ( হিং. কালাপানী ; অং, কলীয়া, কলা + পানী, জল, সাগৰৰ পানী নীল বৰণীয়া দেখা যায়, এতেকে ) কোনো এটা সাগৰৰ মাজুলি যলৈ বন্দী-য়াৰবিলাকক পঠোৱা যায়, one of the islands to which criminals sentenced to transportation are sent.

কলুষ্, স. শ. ( সং. কলুষ—কল্, গমন কৰ্, ই নৰকলৈ গমন কৰায়, এতেকে ) পাপ, দুষ্কৰ্ম্ম, পৰজন্মত কষ্ট জন্মোৱা কাম, sin or vice.

কলেৱৰ, স. শ. ( সং. কলেৱৰ—কল্, ৰেতস + ৱৰ, শ্ৰেষ্ঠ ; ৰেতসৰ পৰা হোৱা ) শৰীৰ, গা, the body.

কলৈ, স্থা. স. কোন্ ঠাইলৈ, to what place.

কলৈবা, স্থা. স. কোনো এক অনিশ্চিত ঠাইলৈ, to some place or other.

কলৌ, স. শ. ( সং. কলহ, দন্দ ) দন্দ, বিবাদ, আপদ, quarrel, dispute, misfortune.

কলৌজপৌ, স. শ. ( অং. কলৈ, কোন ঠাইলৈ + জপৌ, অনুক. ) স্থান-স্থিতি নথকা অৱস্থা, যাবৰ বা থাকিবৰ ঠাই নোহোৱা অবস্থা ; যেনে, ঘৰ পুৰিলে মানুহৰ কলৌ-জপৌ লাগে, want of a place to reside in, an unsettled state.

কল্কল্, অনুক. লৰাৰ মাতৰ বা পানীৰ নিচিনা অব্যক্ত শব্দ, an onomatopœic sound like the murmuring of water or lisping of a child.

কল্কল্নি, স. শ. ( অং. কল্-কলা, কথা কবলৈ অভ্যাস কৰ্ ) লৰা বা চৰাইয়ে প্ৰথমে কথা কবলৈ শিকোঁতে কোৱা অস্পষ্ট কথা ; যেনে, ভাঁটৌৰ কল-কলনি, the lisping of a child, the first attempt of a bird to speak as a human being.

কল্কলা, অ. ধা. ( কল্কল, অনুকাৰ শব্দ ) প্ৰথমতে কথা কবলৈ অভ্যাস কৰ্, (চৰাইত খাটে ) ; মাত ফুটিবলৈ ধৰোঁতে অস্পষ্ট ৰূপে কথা ক; যেনে, ভাঁটৌৱে কল্কলাইছে, লৰাই কল্কলায়, to attempt, to imitate the human speech as a bird, to lisp.

কল্কি, } স. শ. ( সং. কল্, গণনা কৰ্ )
কল্কী, } বিষ্ণুৰ দশম অথচ শেষ অৱতাৰ ; এই কলি যুগৰ অন্তত পাপী আৰু নাস্তিক-বিলাকক নাশ কৰিবৰ নিমিত্তে যি অৱতাৰ হব তাৰ নাম, the tenth and last incarnation of Vishnu which is yet to come.

কল্গছীয়া, স. শ. ( অং. কল গছ, কলাৰ গছ ) "কলাগছীয়া" চোৱা।

কল্চপ্-কলচপ্, স. শ. "কলপ্কলপ্" চোৱা।

কল্প, স. শ. ( সং. কল্প—কৢপ্, পাৰক হ ) ব্ৰহ্মাৰ এদিন আৰু এৰাতি অৰ্থাৎ ৪৩২,০০০,০০০ বছৰ। দুটা সমান কাৰ্য্য, যি দুটাৰ এটা কৰিলে আনটো এৰা পৰে ; যেনে, আজ-বীয়া সময়ত বিদেশলৈ যোৱা এক কল্প, আৰু ঘৰতে থাকি বিশ্ৰাম কৰাও এক কল্প, বাঞ্ছা ; a day and night of Brahma, a period of 432,000,000 years, an alternative, a wish.

কল্পতৰু, স. শ. ( সং. কল্পতৰু, বাঞ্ছিত ফল-দিয়া গছ—কল্প, বাঞ্ছা + তৰু, গছ) এজোপা স্বৰ্গৰ গছ ; সি যেইয়ে যিহকে বাঞ্ছা কৰে তাকে দিয়ে ; এতেকে দানী মানুহ, a fabulous tree in heaven which yields whatever is asked for, a very liberal person.

কল্পতীয়া, বি. ( অং. কল্, কলা গছ + পাত, পত্ৰ ) কলাপাতৰ বৰণীয়া, সেউজীয়া, green.

কল্পদ্ৰুম্, স. শ. ( সং. কল্পদ্ৰুম—কল্প, কামনা + দ্ৰুম, গছ ) কল্পতৰু, which see.

কল্পনা, স. শ. (সং. কল্পন্, অনুমান) কৰিবৰ নিমিত্তে মনেৰে স্থিৰ কৰা কথা, বাঞ্ছা; যেনে, এইটো কল্পনা কৰিছোঁ, কবিতা আদিৰ ৰচনাৰ প্ৰণালী, a scheme, a plan, a speculation, invention of a tale, composition.

কল্পনাথ, এবিধ দৰবত দিয়া তিতা গছ, a bitter medicinal plant.

কল্পান্ত, স. শ. (সং. কল্প, ব্ৰহ্মাৰ এদিন এৰাতি + অন্ত, শেষ) এক কল্প কালৰ শেষ, এতেকে বহুকাল; যেনে, এই খ্যাতি কল্পান্তলৈকে থাকিব, the end of a *kalpa*, hence a very long time.

কল্পান্তৰ, স. শ. (সং. কল্প, বাঞ্ছা + অন্তৰ, অন্য) এক কথাৰ বা কাৰ্য্যৰ তুল্য আন এক কথা বা কাৰ্য্য, যিবিলাকৰ এটা কৰিলে আনটো কৰিবৰ আবশ্যক নাই, আন এক কল্প, an alternative, another *kalpa*.

কল্পিত, কৃদ. বি. (সং. কৢপ্, পাৰক হ) মনেৰে সজা, মিছা, fabricated, invented.

কল্মটিয়া, } অ. ধা. (অং. কলাঘুমটি,
কল্‌মটিয়া, } অলপ টোপনী) টোপনিয়া, টোপনিয়ে ধৰাত চকু মুদি মূৰ জুপিয়া, to doze.

কল্মলা, } অ. ধা. (হিং. কল্মলানা, ধৰ্‌ফৰ্
কল্‌মলা, } কৰ্) ভোক, পিয়াহ, বা টোপনীৰ দ্বাৰা বৰ দুখ পা; আহাৰ, পানী বা টোপনী নোহোৱাত দুৰ্ব্বল হ; যেনে, লৰাই ভোকত কল্‌মলাইছে, to be oppressed with hunger, thirst, or sleep.

কল্মষ্, স. শ. (সং. কৰ্ম্ম, পুণ্য + ষো, নাশ কৰ) পাপ, sin.

কল্মৌ, } স. শ. (সং. কলম্বী, এবিধ
কল্‌মৌ, } শাক) এবিধ পানীৰ ওপৰত হোৱা শাক, a kind of pot herb (convolvulus repens).

কল্যাণ, স. শ. (সং. কল্য, নীৰোগ + অন, প্ৰত্যয়) কুশল, মঙ্গল, ভালে থকা অবস্থা, good luck, prosperity, freedom from evil.

কল্যাণী, বি. (সং. কল্যাণ, ঈ, স্ত্ৰী) ভাগ্যৱতী, সুখিনী, prosperous, free from misfortune (Fem.).

কল্যাণীয়, বি. ভাগ্যৱন্ত, সুখী, prosperous, free from bad luck.

কল্লোল, স. শ. (সং. কল্ল, শব্দ কৰ) সাগৰৰ ঢৌ, পানীৰ খলকনি, পানী খলক লগাৰ শব্দ, a billow, the loud noise of a billow.

কৱচ্, স. শ. (সং. কু, শব্দ কৰ্) ৰণুৱাৰ গাত পিন্ধা লোৰ জাখৰ; ভুতপ্ৰেত বা কুমন্ত্ৰৰ পৰা গা ৰক্ষা কৰা মন্ত্ৰ, তাক মুখেৰে পাঠ কৰা যায় বা ভুৰ্জ পত্ৰত লিখি বিৰিত ভৰাই গাত পিন্ধা যায়, armour, an amulet, a charm.

কৱৰী, স. শ. (সং. ক, মূৰ + বৃ, ঢাক্) চুলি, কেশ, hair.

কৱি (-বি), স. শ. (সং. কু, প্ৰখ্যাত কৰ্) পণ্ডিত; বিশেষকৈ পদ্য ৰচনা কাৰক, a learned man, a bard, a poet.

কৱিতা (-বিতা), স. শ. (সং. কৱি + তা, প্ৰত্যয়) কবিৰ ৰচনা, শ্লোক, a verse, a stanza.

কষটি, স. শ. (সং. কষ্টি, পৰীক্ষা) সোণ পৰীক্ষা কৰা শিল, a stone for testing gold, a touchstone.

কষ্ট, স. শ. (সং. কষ্, দুখ দি) দুখ, ক্লেশ; অভাৱ, pain, distress, trouble, want.

কষ্টকৰ, বি. (সং. কষ্ট + কৰ) দুঃখদায়ক, painful, troublesome.

কষ্টসাধ্য, বি. (সং. কষ্ট, দুখ + সাধ্য, সাধন কৰিব পৰা) কৰিবলৈ টান, দুখেৰে কৰিব পৰা, difficult to accomplish, not easy.

কষ্টা, স. শ. (সং. কটি, কঁকাল) কঁকালত পিন্ধা সৰু কাপোৰ, কাছুটি, a small waist cloth.

কস্তুৰী, } স. শ. (সং. কস্, গতি কৰ্) গন্ধ-
কস্তূৰী, } কলাই, এবিধ পশুৰ পৰা উৎপন্ন হোৱা সুগন্ধ বস্তু (তাৰ গন্ধে বহু ঠাই ব্যাপে, এতেকে), a musk.

কঁহু, স. শ. (সং. কষায়, ৰঙ্গচীয়া বৰণ) কাপোৰ বা সূতাত ভালকৈ বৰণ লাগিবৰ নিমিত্তে আগেয়ে দিয়া অলপ ৰঙ্গচীয়া বৰণ, a mordant, a padding substance.

কঁহু, স. শ. (সং. কংস, কাঁহ) কাঁহত টেঙ্গা লাগিলে উৎপন্ন হোৱা মল, এতেকে আন ধাতুত চোকা বস্তুৰ পৰা লোৱা সেউজীয়া মল, verdigris.

কহুপাত, স. শ. (অং. কহু, ৰঙ্গচীয়া বৰণ+পাত, পত্ৰ) কাপোৰ বা সূতাৰে সিজাই তাত কহু-লগোৱা এবিধ গছৰ পাত, the leaf of a kind of plant with which cloth is padded.

কহা, স. ধা. (অং. কহু, কাপোৰ আদিত বৰণ দিবৰ নিমিত্তে লগোৱা বস্তু) কহু দি, কহু লগা, to mordant.

কহুৱা, } বি. (অং. কাহ, এবিধ ৰোগ)
কহুৱা, } কাহি থকা, কাহে ধৰা, suffering from a cough.

কহ্লোল, স. শ. (সং. কল্লোল, পানীৰ উৰ্ম্মি) পানীৰ খলকনি; "তোমাৰ ক্ৰোধত আছে জলক কল্লোল কৰে।"—শঙ্কৰ, a billow, wave, agitation of water.

কক্ষ, স. শ. (সং. কষ্, পীড়া দি) গাৰ দাঁতি, কাষলতি, the armpit, the side of the body.

কক্ষ, স. শ. (সং. কষ্, পীড়া দি) গ্ৰহ নক্ষত্ৰৰ পথ, the orbit of a planet.

কক্ষ, স. শ. (সং. কুক্ষি, পেট) পেটত ৰখা খং, হিংসা কৰিবৰ ইচ্ছা, a grudge, resentment.

কা, অনুক. কাউৰীৰ মাতৰ নিচিনা শব্দ, an imitative sound used to express that uttered by a crow.

কাউচা, স. শ. (কাউচ্, কাউচা চৰাইৰ মাত) প্ৰায় কাউৰীৰ গঢ়ৰ নীল-বৰণীয়া এবিধ চৰাই, the blue jay, (garrulus cristatus).

কাউণীয়া, বি. (অং. কাওণ, ষোল পোণ কড়ি) একাওণ কড়ি মূল্যৰ, of one *kaon* or one Rupee value.

কাউথেকেৰা, স. শ. অলপ কুঁজা এবিধ টেঙ্গা ফল; কুঁজী থেকেৰা; তাৰ গছ, a kind of acid fruit and its tree.

কাউবাউ, স. শ. (সং. কাকুবাদ, মিনতি) বিনয়, মিনতি, কাকুতি; earnest supplications.

কাউৰী, স. শ. (সং. কাৰব, এবিধ চৰাই) এবিধ সকলোৰে চিনা চৰাই। "কাউৰী" শব্দ স্ত্ৰীলিঙ্গ, কিন্তু মাইকী মতা বিশেষকৈ নকৈ কেৱল সেই জাতিৰ চৰাইক বুজালে এই শব্দ ব্যৱহাৰ কৰা যায়; যেনে, কাউৰী বৰ টেঙৰ, the crow.

কাওণ, সংখ্যা. (সং. কাৰ্ষাপণ; প্ৰাং. কাহাৱণ; বং. কাহণ, ১৬ পোণ) ষোল পোণ কড়ি, (এতিয়া) এটকা ৰূপ; ষোল পোণ ফল, sixteen Pons or 1,280 Cowris equal to one Rupee in value, 1,280 fruits.

কাঁই, "কাঁজিলা" চোৱা।

কাঁইট, স. শ. (সং. কণ্টক, হুল) মূৰ-জোঙ্গা শলা, হুল, কণ্টক, a thorn, a prick.

কাঁইটনি, স. শ. (অং. কাঁইট, হুল) বহু কাঁইট থকা ঠাই, a place full of thorns.

কাঁইটীয়া, বি. কাঁইটযুক্ত, thorny, full of thorns.

কাঁই-বাই, স. শ. (অং. কাঁইট, শলা+বা, সুমা) ধূলি বা বালিৰ ঢাপৰ ভিতৰত কাঁইট এটা সুমাই থৈ বিচাৰি উলিওৱা এবিধ লৰাৰ খেল; এবিধ বামী মাছৰ নিচিনা সৰু মাছ; (কাঁইবাই খেলৰ বালিৰ ঢাপৰ নিচিনা তাৰ গঢ়, এতেকে সেই নাম), a childish play, a kind of small fish resembling the eel.

কাঁও-কাঁও, অনুক. নলাৰ পৰা পানী বা জুলীয়া বস্তু বেগে ওলোৱাত হোৱাৰ নিচিনা শব্দ, an onomatopœic sound used to express the sound of liquid flowing out rapidly from a tube.

কাঁও কাঁও কৰে, ক্ৰি. বি. বেগাই বৈ, in a rapid stream.

কাঁক্, স. শ. সৰু ডোম, a small loosely platted basket.

কাঁক-বাঁহ্, স. শ. ( বং. কোঁকোয়া বাঁশ, এবিধ বাঁহ ) এবিধ পৰ্ব্বতত হোৱা ডাঙৰ বাঁহ, a species of wild bamboo.

কাঁকৈ, স. শ. ( সং. কঙ্কতিকা, মূৰ আঁচোৰা বস্তু বিশেষ ) চুলিৰ জঁট্ ভঙ্গা দীঘলীয়া ফনি বিশেষ, a kind of comb.

কাঁকৈছিৰা, বি. ( অং. কাঁকৈ, ফনি বিশেষ + ছিৰা, ফলা ) কাঁকৈৰ দাবৰ নিচিনাকৈ দীঘলে দীঘলে ফলা, cracked lengthwise, like the prongs of a comb. স. শ. দীঘল ফাট, দীঘে মেলা ফাট, a long crack, a crack extending lengthways.

কাঁচ্, স. শ. ( সং. কাচ, এবিধ চক্‌চকীয়া বস্তু ) চীন দেশৰ পাত্ৰ সজা এবিধ উত্তম মাটি, a kind of clay from which chinaware is made.

কাঁচ্, স. ধা. ( অং. কাট্, ছেদন কৰ ) মাছ বা মঙ্গহ নিছিঙ্গাকৈ ঘনাই আঁক দি কাট্, to cut, as meat or fish.

কাঁচি, বি. ( অং. কেঁচা, নপকা ) গোট মাৰিবলৈ ধৰা, দৈ হবলৈ ধৰা, কুকুচা (গাখীৰ); পূৰঠ নোহোৱা, নতুন ( জোনত খাটে ); যেনে, কাঁচি জোন, curdled, thickened (said of milk), new, not mature (said of the moon).

কাঁচিয়লি, বি. ৰাতি-পুৱা ওলাই অহা, নপকা ( ৰদত খাটে ); যেনে, কাঁচিয়লি ৰদ, not mature (said of morning sunshine.)

কাঁচুলি, স. শ. ( সং. কঞ্চুলিকা, চোলা ) তিৰোতাৰ চোলা বিশেষ, a bodice worn by women.

কাঁচ্মাটি, স. শ. ( অং. কাঁচ, উজ্জ্বলিত বস্তু + মাটি, মৃত্তিকা ) চীন দেশৰ পাত্ৰ সজা বগামাটি, a kind of clay with which chinaware is made.

কাঁজলী, "কজলা" চোৱাঁ।

কাঁজি, স. শ. (সং. কাঞ্জিকা, টেঙ্গা পোতনি) চাউল বা আধা খুন্দা ধান পানীত সিজাই সেই পানীতে বহু দিন থৈ কৰা টেঙ্গা পানী, sour rice gruel.

কাঁজিবিৰলী, } কাঁজিবিড়লী, } স. শ. ( অং. কাঁজি, ঐ + বিৰলী,মাইকী মেকুৰী) এবিধ সৰু বিষহীন সাপ, ( মেকুৰীৰ দৰে কাঁজি চুৰ কৰি খায় এই ভাবৰ পৰা ), a kind of small harmless snake.

কাঁজিয়া, স. শ. (যাং.) দন্দ,বিবাদ, a quarrel, a dispute.

কাঁজিলা, স. শ. ( সং. কজ্জল, কলা বৰণ ) পুৰণি শুকান বাঁহ-খৰিত জুই লগাই লোৰ ওপৰত দি কৰা কলা বৰণৰ এবিধ বস্তু, তাক ঘা আদিত দিয়া যায়, a black substance produced by putting a lighted old bamboo slip on an iron plate and applied to wounds, &c. ( কামৰু. ) কাঁই।

কাঁটল্, স. শ. ( অং. কাঁইট, হুল ) তুৰ্জুৰ কাঁইট ; চৰাইৰ আল্, সেই আল্ ডেকা হলেহে গজে, এতেকে ব্যঙ্গত "কাঁটল্ ফুটিছে" বুলিলে ডেকা বয়স হোৱা বুজা যায়, the index of a pair of scales, a spur.

কাঁটল্‌ফুটা, বি. ( ওপৰৰ শব্দ চোৱাঁ ) যৌৱন অৱস্থা হোৱা, full grown, mature.

কাঁটি, স. শ. ( অং. কাঁইট্, হুল ) হালোৱা এছাবিৰ মূৰৰ জোং, the point of an ox-goad.

কাঁড়্, স. শ. ( সং. কাণ্ড, শৰ ) ধেনুৰে মৰা অস্ত্ৰ বিশেষ, an arrow.

কাঁড়ী, স. শ. ( অং. কাঁড়, ধেনুৰে মৰা অস্ত্ৰ বিশেষ ) কাঁড় মাৰোঁতা, কাঁড়েৰে যুদ্ধ কৰোঁতা, অসম ৰজাৰ দিনত কাঁড়ী নামেৰে এখেল মানুহ আছিল, সিহঁতে ৰণ লাগিলে ধেনু-কাঁড়েৰে যুদ্ধ, আৰু আন সময়ত ৰজা ঘৰত হজুৰাৰ বন কৰে, an archer, a class of men who in the days of the Ahom Kings fought with bows and arrows in time of war and worked as coolies in time of peace.

কাঁতৰি, স. শ. কুঁহিয়াৰ শালৰ ভীমৰ গাছ

খুৰা মূৰত খাঁজ-কটা কাঠ, পালী ভীম, the minor roller of an Assamese sugar-mill.

কাঁথি, স. শ. ( সং. কান্তি, শোভা ) বেৰৰ বাহিৰে বঢ়োৱা চালৰ তলৰ ঠাই, আগ-চালি, আওলা, a veranda, a pent house, the eaves of a house.

কাঁৰ, } স. ধা. ( সং. কড্, শস্যৰ চোকোৰা
কাঁড়, } গুচা ) চাউল মাহ আদিৰ মলি গুচা, শস্য পৰিষ্কাৰ কৰ্, to clean, as grain.

কাঁৰ্, স. শ. (সং. কাণ্ড) ধেনুৰে মৰা অস্ত্ৰ বিশেষ, কাঁড়, an arrow.

কাঁৰি, স. শ. ( অং. কাঁৰ, শৰ ) মাছৰ দৰে পিঠি উলিয়াই পানীৰ তলে কৰা গতি; যেনে, মাছে কাঁৰি দিছে; সেই দৰে গতি কৰোঁতে পানীত হোৱা চিন, the movement on the surface of water which appears when a fish is swimming underneath.

কাঁৰী, বি. ( অং. কাঁৰ্, ঢেকী বা উৰালত পৰিষ্কাৰ কৰ্ ) পৰিষ্কাৰ কৰা, চোকোৰা গুচোৱা ( শস্যত খাটে ); যেনে, কাঁৰী চাউল, cleaned, said of grain.

কাঁৰী, স. শ. ( সং. কাৰীষ, শুকান গোবৰ-সমূহ ) গোবৰৰ দাম, a dunghill.

কাঁৰী, "কাঁড়ী" চোৱা।

কাঁৰ্চুপ, স. শ. ( যাং. ) এবিধ উত্তম গুণাৰ কাম, a superior kind of embroidery.

কাঁৰ্ফাই, স. শ. ( অং. কাঁৰ, শৰ + ফাঁক, কাৰ্ফাই ধেনু লগোৱা কাঠ ) এচটা কাঠৰ মাজে পথালিকৈ স্নমোৱা এবিধ ধেনু, a cross-bow.

কাঁৰ্শলা, স. শ. ( অং. কাঁৰ্, শৰ + শলা, বাঁহৰ গোটা কাঠী ) এবিধ সৰু সাপ, a kind of small snake.

কাঁহ্, স. শ. ( সং. কাংস, এবিধ ধাতু ) ৰাং আৰু তাম মিলাই কৰা এবিধ বগা ধাতু; সেই ধাতুৰে কৰা এবিধ বাদ্য, bell metal; a gong.

কাঁহ পৰি জিন যা, কাঁহৰ পাত্ৰ মাটিত পৰিলে যেনেকৈ বৰ শব্দ উঠি পুনুৰ মাৰ যায়, সেই দৰে বৰ হাইৰ পাচত কোনো শব্দ বা মাত নাইকিয়া হ; যেনে, দৰা ওলাই গলত বিয়া-ঘৰত কাঁহ পৰি জিন গল, to prevail as a dead silence after a great noise.

কাঁহী, স. শ. ( অং. কাঁহ, এবিধ ধাতু ) কাঁহৰ থাল্, ভাত খোৱা পাত্ৰ, a metallic dish or plate.

কাক্, স. শ. (সং. কাক—কা, অনুক. + কৈ, শব্দ কৰ্, কা শব্দ কৰে, এতেকে ) কোৱা, কাউৰী, a crow. (স্ত্ৰী) কাকী।

কাকত্, স. শ. ( যাং. কাঘজ্; বং. কাগজ্, তুলাপাত ) তুলাপাত; চিঠি; কোনো এক লেখা, paper; a letter; a document.

কাকতী, স. শ. (অং. কাকত্, লেখা ) লেখক, লেখাক, লেখাই যাৰ ব্যৱসায়; অসম ৰজাৰ দিনত এই নামেৰে এক শ্ৰেণী মানুহ আছিল সিবিলাকে মানুহ, মাটি আৰু উপ্তন, ভগনৰ লেখ ৰাখিছিল। দেশৰ সৰু এভাগৰ লেখ-বুজ কৰা যাৰ বাব, তেওঁ টাঙ্গনি-কাকতী আৰু কেইবা জন টাঙ্গনি কাকতীৰ ওপৰত এজন-বৰ কাকতী আছিল, বৰ কাকতীৰ সংখ্যা আঠ জন, a writer; a class of men in the court of the Assam Raja, whose duty was to keep accounts of all land and paiks (serfs) the accountant of a sub-division was called Tangani Kakati and over several of them there was a Bar Kakati or Head-accountant.

কাকতী ফৰিং, স. শ. ( অং. কাকতী, লেখক + ফৰিং, এবিধ পাখি থকা পোক ) পাখিত আখৰৰ দৰে চিন-থকা এবিধ ফৰিং। ই কোনো কোনো সময়ত জাক পাতি আহি মানুহৰ শস্য নষ্ট কৰে, a species of locust.

কাকতীয়া, বি. ( অং. কাকত্, লেখা ) লেখা অঙ্গীকাৰৰ দ্বাৰা আৱদ্ধ, খত লিখি দিয়া; যেনে, কাকতীয়া বন্দী; কাকতত্ লেখা;

লিখা কাকতৰ দ্বাৰা বেচা বা কিনা; যেনে, কাকতীয়া মাটি, bound by a bond, or written agreement, bought or sold on a written document; স. শ. তুলাপাত্ কৰোঁতা বা বেচোঁতা, a dealer in paper.

কাকবন্ধ্যা, স. শ. (সং. কাক্, কাউৰী + বন্ধ্যা, বাঁজী) এবাৰ সন্তান হৈ আৰু নোহোৱা তিৰোতা, বিয়ৈ-বাঁজী, a woman who becomes barren after the first child.

কাকা, অনুক. কাউৰীৰ নিচিনা শব্দ, an imitative sound repeated and used to express the cawing of a crow.

কাকিনি, বি. বৰ দীঘল, লেঙ্গা, যিমান ওখ হোৱা সম্ভৱ সিমান হোৱা (তামোল গছত খাটে), very high and slender (said of a betel nut tree).

কাকুবাদ, স. শ. (সং. কাকু, ভয় বা বেজাৰৰ মাত + বাদ্, কোৱা) কাউবাউ, ভয় বা বেজাৰেৰে কৰা মিনতি, humble supplication.

কাকুতি, স. শ. (সং. কাকুক্তি, কাকুবাদ) কাউবাউ, কাকুবাদ, মিনতি, humble supplication.

কাকোন্, স. শ. (সং. কাক, কাউৰী—কাউৰীৰ ঠোঁটৰ নিচিনা) সোণাৰিৰ চেপেনা, goldsmith's pincers.

কাক্‌চৰিত্র, স. শ. (সং. কাকচৰিত্র, কাউৰীৰ স্বভাৱ) কাউৰীৰ মাতৰ দ্বাৰা মানুহৰ শুভাশুভ জানিব পৰা বিদ্যা, সেই বিদ্যা শিকোৱা পুথি, divination by the cawing of a crow, a work treating on the subject.

কাক্কুমাটি, স. শ. "কক্কু" চোৱাঁ।

কাচ্, স. শ. (সং. কচ্, দীপ্তি কৰ্) বালি আৰু খালোনৰ যোগত হোৱা এবিধ ফটফটীয়া আৰু ঠুনুকা বস্তু; আস্তৰ নলগোৱা আৰ্চী, glass.

কাচ্, স. ধা. (সং. কাচ্, বান্ধ) বান্ধ, এই ধাতুৰ ক্রিয়াই, "পাৰ" ধাতুৰ ক্রিয়াৰে লগ লাগিলে, কাপোৰ পিন্ধা আৰু ধুনমৰা বা সষ্টম হোৱা বুজায়; যেনে, কাচিছে, পাৰিছে, কাচি-পাৰি, to dress (always followed by পাৰ)।

কাচন্মতী, স. শ. (কাঞ্চনৱতী, আগৰ কালৰ এজনা সুন্দৰী তিৰোতাৰ নাম) সুন্দৰী তিৰোতা, (পৰিহাসত); a beautiful woman (in jest).

কাচৰ্, স. শ. (সং. কাসৰ, মহ) আসাম দেশৰ ভাল জাতিৰ মহ, a buffalo of the best breed.

কাচি, স. শ. (বং. কাস্তিয়া; হিং. কাচিয়া, ধান দোৱা কটাৰী) মুখত দাৰ থকা কটাৰী বিশেষ, a sickle.

কাচিদৰীয়া, বি. কাচিৰ দাৰৰ নিচিনা, notched like the edge of the above.

কাছ, স. শ. (সং. কচ্ছপ; হিং. কচ্ছুৱা; বং. কাছিম, এবিধ দ্বিচৰ জন্তু) এবিধ সকলোৱে চিনা পানীৰ জন্তু; তাৰ অনেক বিধ আছে, a tortoise, a turtle.

কাছাৰি, } স. শ. (হিং. কচহৰী, ৰাজহুৱা কাছাৰী, } কাৰ্য্য কৰা ঘৰ) ৰাজহুৱা কাৰ্য্য কৰা ঘৰ, বিচাৰৰ ঠাই, a public office, a court house.

কাছুটি, স. শ. (সং. কচ্ছোটিকা, চুৰিয়াৰ পোষ্ক; হিং. কছোটি, লেংটি) সামান্য মানুহৰ সৰু চুৰিয়া, ব্যঙ্গাৰ্থত ডাঙৰ লোকৰ চুৰিয়াকো বুজাই; যেনে, "ডাঙৰীয়াই কাছুটি এৰিলে," এতেকে সৰু মেখেলা; a small waist cloth worn by the lower order of people.

কাজ্, স. শ. (সং. কাৰ্য্য; প্রাং. কজ্জ; হিং. বং. কাজ, কৰ্ম্ম) কাম, বন; আদ্য শ্রাদ্ধ, work, business; funeral ceremonies performed on the eleventh day after the death of a Brahmin and at the end of a month after death in the case of Sudras.

কাজল, স. শ. (সং. কজ্জল, চাকিৰ ছাই) চকুৰ পিৰঠিত ঘঁহা চাকিৰ ছাই, অঞ্জন; অলপ নীল বৰণীয়া এবিধ ফোঁট-লোৱা

মাটি, lamp black used as a collyrium; a kind of bluish earth used in marking the forehead by females.

কাজলী, "কজলা," চোৱাঁ।

কাজি, স. শ. (যাং.) মছলমানৰ বিচাৰক, a Mahammedan Judge.

কাজী, স. শ. (অং. কাজ, কৰ্ম্ম) বব-কাটিব জনা তিৰোতা, a woman well versed in weaving and spinning. বি. বব-কাটিব জনা, versed in weaving and spinning.

কাজুৱা, বি. (অং. কাজ, কৰ্ম্ম) কামত নিপুণ, কাম কৰিব জনা (পুং. স্ত্ৰী), skilful.

কাজ্ভাগী, বি. (অং. কাজ, কাম+ভাগী, অংশ পোৱা) কামত নিপুণ, কাম কৰিব পৰা (পুং. স্ত্ৰী), skilful, well acquainted with one's work.

কাঞ্চন্, স. শ. (সং. কঞ্চ, দীপ্তি কৰ্) সোণ, স্বুবৰ্ণ; এবিধ ফুল, gold, a kind of flower.

কাট্, স. ধা. (সং. কৃত, হিং. কাটনা; বং. কাটন, ছেদন কৰ্) ছেদন কৰ্; মাজেদি আঁচ মাৰি লোপ কৰ্ (আখৰত খাটে); স্বুতা কৰ্, to cut, to sever, to spin.

কাটন্, কৃদ. স. (অং. কাট্, ছেদন কৰ্) চোক, ধাৰ; ছেদন, sharpness, edge, the act of cutting. স. শ. সোণ-ৰূপত ফুলতোলা, নৰনিৰ নিচিনা সোণাৰিৰ অস্ত্ৰ; মাজখোল চাৰি দাঁতিত ধাৰ থকা চাকলি কটা যতন বিশেষ, an instrument used by goldsmiths, a punch. বি. চোকা, sharp.

কাটনি, স. শ. (অং. কাট্, স্বুতা কৰ্) পাট স্বুতাৰ ব্যৱসায় কৰা এজাতি মানুহ, যুগী, a class of men in Assam who deal in silk.

কাটল্, } কটল্, } স. শ. (অং. কাট্, ছেদন কৰ্) অলপ দিনৰ নিমিত্তে লগোৱা ৰাজহ, মাটিত ৰাজে আন বস্তুত লগোৱা ৰাজকৰ, a tax or cess.

কাট্কুট্, স. শ. (অং. কাট, অশুদ্ধ আখৰ গুচা+কুট্, চিন দি) অশুদ্ধ শব্দ কাটি শুদ্ধ কথা ওপৰত তুলি দিয়া, কাকতৰ অশুদ্ধ শোধন, corrections made in a paper.

কাঠ্, স. শ. (সং. কাষ্ঠ, কটা গছ) কটা গছ, কাষ্ঠ, wood, timber.

কাঠ্ বান্ধ বা কাঠ মাৰ্, কাঠৰ দৰে টান হ, to be hardened.

কাঠনি, স. শ. (অং. কাঠ, ভাল কাঠ হোৱা গছ, ডাঙ্গৰ গছ) ডাঙ্গৰ গছৰ হাবি, গছনি, a forest.

কাঠৰা, স. শ. (হিং. কট্ঘৰা, কাঠৰ গঁড়াল) কাঠৰ গঁড়াল, কাঠৰ জন্তু থোৱা ডাঙ্গৰ সজা, বিচাৰকৰ আগত পদকীয়া থিয় হোৱা ঠাই, a wooden cage for animals; a bar in court where prisoners stand.

কাঠৰীয়া, স. শ. (অং. কাঠ, কাষ্ঠ, বং. কাঠুৰীয়া, কাঠ কাটোঁতা) কাঠ-কটীয়া, a woodman, a woodcutter.

কাঠিয়ক, বি. (অং. কাঠ্, কাষ্ঠ+য়ক, প্ৰত্যয়) কাঠকো ভেদন কৰিব পৰা, এতেকে কামত বৰ নিপুণ, পাৰ্গত (প্ৰায়ে পৰিহাসত), very skilful (in jest).

কাঠী, স. শ. (অং. কাষ্ঠ, ঐ+ঈ, প্ৰত্যয়) কাঠ বা বাঁহৰ পাতল চেপেটা শলা, তুহাত জোখৰ এডাল মাৰি, a thin piece of bamboo or wood used in making wicker work, a measuring rod two cubits long.

কাঠীজাল, স. শ. (অং. কাঠী, ঐ+জাল, মাছ ধৰা যতন) এবিধ মাছ ধৰা জাল, a kind of fishing net.

কাঠ্-আজিনাই, } কাঠ্-আচিনাই, } স. শ. (অং. কাঠ, কাঠৰ নিচিনা টান+আজিনাই, চকুৰ পিৰঠিত হোৱা ফোঁহা) গাত হোৱা এবিধ টান সৰু ফোঁহা; সি নপকে, নুফুটেও, আৰু এটা হলে অনেকটা হয়, a wart.

কাঠ্-আলু, স. শ. (সং. কাষ্ঠালু, হিং. কাঠাৰু কাঠ, ঐ+আলু, এবিধ মানুহে খোৱা মূল) এবিধ টান আলু, a kind of hard yam.

কাঠ্-কটীয়া, স. শ. (অং. কাঠ, কটা গছ +কাট্, ছেদন কৰ্) হাবিৰ পৰা কাঠ কাটি আনি বেচা মানুহ, a woodcutter, a woodman.

কাঠ্-কলি, স. শ. (অং. কাঠ, নীৰস্+কলি, কুমলীয়া গুটি) নিচেই কুমলিয়া গুটি, (সি নীৰস্ আৰু সোৱাদ-নথকা, এতেকে সেই নাম), a hard unripe fruit.

কাঠ্-চলি, স. শ. (অং. কাঠ্+চলি, চেপেটা সৰু কাঠ্) চাঁচ্ আদিৰে কটা সৰু পাতল কাঠ্, a chip of wood.

কাঠ্-চিত্ত্, স. শ. (অং. কাঠ্, কাঠৰ দৰে টান+চিত, মন) কঠিন মন, a hard heart, a cruel heart. বি. নিমৰমিয়াল, hard-hearted.

কাঠ্ফুলা, স. শ. (অং. কাঠ্, কটা গছ+ফুলা, ফুলহোৱা) পচা কাঠ্ আদিৰ পৰা হোৱা এবিধ সোপস্থূপীয়া বস্তু (তাক ফুলৰ নিচিনা দেখা যায়, এতেকে সেই নাম আৰু তাক মানুহে খায়, কিন্তু কোনো এজাতিয়ে মানুহৰ অপকাৰ কৰে), a mushroom, a fungus.

কাঠ্-বাঁজী, স. শ. (অং. কাঠ্, কাঠৰ দৰে টান+বাঁজী, সন্তান নোহোৱা) মুঠেই সন্তান নোহোৱা তিৰোতা, a barren woman. বি. সমূলি সন্তান বা পোৱালী নোহোৱা; যেনে, কাঠ্-বাঁজী তিৰোতা, কাঠ্-বাঁজী গাই, barren, having no offspring.

কাঠ্-বুকু, স. শ. (অং. কাঠ্, কঠিন+বুকু, মন) কাঠ-চিত্ত্, a hard heart. বি. নিমৰমিয়াল, hard-hearted.

কাঠ্-মাছ, স. শ. (অং. কাঠ্, টান+মাছ, মৎস্য) মাগুৰ, গৰৈ আদি টান মাছ, several species of hard fish.

কাঠ্শৰ্, স. শ. (অং. কাঠ+শৰ, এবিধ পহু) বহুত কঁতৰা মেলা শিঙ্গেৰে এবিধ ডাঙ্গৰ পহু; (প্ৰায়ে কাঠনি হাবিত থাকে এতেকে), the Sambar deer.

কাঠ্-সংস্কাৰ, স. শ. (সং. কাষ্ঠ-সংস্কাৰ, কাঠৰ দ্বাৰা শুচি কৰা কাৰ্য্য) শৱ-দাহ, মৰাক খৰি দিয়া কাৰ্য্য, cremation.

কাঠ্-হাঁহি, স. শ. (অং. কাঠ্+হাঁহি, আনন্দেৰে দাঁত উলিওৱা কাৰ্য্য) মনত ৰং নথকাত বা খঙ্গেৰে অলপকৈ হাঁহাৰ দৰে দাঁত উলিওৱা কাৰ্য্য, a sardonic smile or grin.

কাঢ়্, স. ধা. (হিং. কাঢ়্না, আঁজুৰি একৰা, বং. কাড়ন্, বলেৰে নিয়া) বলেৰে নি (এই অৰ্থত সদায় ই-ভাগান্ত ক্ৰিয়া হৈ "নি" বা "ল" ধাতুৰ সাধা ক্ৰিয়াৰ আগত থাকে); যেনে, কাঢ়ি নিলে। আঁজুৰি একৰা; যেনে, চকু কাঢ়্, হুল কাঢ়্। চৰুৰ পৰা হেঁতাৰে নমা; যেনে, ভাত কাঢ়াঁ, to snatch, to take by force, to pluck, to take out from a cooking pot with a ladle.

কাঢ়নী, স. শ. (অং. কাঢ়্, চৰুৰ পৰা নমা, আঁজুৰি নি) সিজোৱা ধান চৰুৰ পৰা নমোৱা হেঁতা; তাঁত বাটি কৰোঁতে সূতা টানি নিয়া যতন্, a ladle with which boiled paddy is taken out; an instrument used by weavers in extending the warp-thread.

কাঢ়লী, স. শ. চেঁউৰী গৰু, a heifer.

কাণ্, স. শ. (সং. কৰ্ণ, শুনা ইন্দ্ৰিয়) শ্ৰবণ, কৰ্ণ, পাত্ৰৰ মুখৰ মোকোটোৱা ভাগ; যেনে, চৰুৰ কাণ, দাঁতি; যেনে, নৈৰ কাণ, the ear, the rim of a vessel, the edge of a river, &c.

কাণ কৰ্, কাণ দি; ইচ্ছা কৰি শুন, মন দি; যেনে, তোমাৰ কথালৈ কাণ দিছোঁ, ভক্তৰ প্ৰাৰ্থনালৈ ঈশ্বৰে কাণ কৰে, to listen, to pay attention to.

কাণি-দুৱৰী } কাণি-দুৱৰীয়া } বি. (অং. কণা, অন্ধ+দুৱাৰ, ঘৰত সোমোৱা বাট বন্ধ কৰা যতন) ভিতৰৰ পৰা বাহিৰলৈ আৰু

বাহিৰৰ পৰা ভিতৰলৈ ভালকৈ নেদেখাকৈ জপোৱা, অলপকৈ মেলা (তুৱাৰত খাটে), তুৱাৰ খান কাণিতুৰৰী হৈ আছিল, standing ajar.

কাণি-তুৰৰীকৈ, ক্রি. বি. অলপকৈ মেলি (তুৱাৰ), ajar.

কাণিমুনি, বি. (অং. কণামুনা, বৰ এন্ধাৰ) বৰ এন্ধাৰ; একো নেদেখা, dark, obscure. স. শ. ধেমালিত লগৰীয়া লৰাই যেন ধৰিব নোৱাৰে এই কাৰণ চকু মুদি মাৰি জোকৰা কাৰ্য্য, the act of brandishing a stick with closed eyes in play so as to prevent play-fellows from approaching.

কাণী, "কণা" চোৱা।

কাণে, ক্রি. বি. কাণৰ বাটে; যেনে, কাণে নু শুনে, by or through the ear.

কাণে-কাণে, ক্রি. বি. (অং. কাণে, দাঁতিতে) নিয়মিত সময়ৰ মূৰতে; যেনে, সি কাণে কাণে পালেহি, কথমপি; যেনে, কাণে কাণে সাৰিলোঁ। মূৰে মূৰে; যেনে, বস্তুৰে ভোজলৈ কাণে কাণে আঁটিলে, just in time, barely.

কাণে-কাণে, ক্রি. বি. (অং. কাণ, শুনা ইন্দ্রিয়) কাণত মুখদি (কথা কোৱাত খাটে); তেওঁ কাণে কাণে কলে, putting one's mouth to the ear of another (said of whispering).

কাণে-কাণ্মাৰি, ক্রি. বি. (অং. কাণে, দাঁতিতে + কাণমাৰি, দাঁতি দি) কাণে-কাণে, কোনো প্ৰকাৰে, barely, narrowly.

কাণ্কটা, বি. (অং. কাণ, শ্ৰৱণ + কটা, ছেদন কৰা) যাৰ কাণ নষ্ট কৰা হৈছে; কাণ নষ্ট কৰা বৰ অপমানৰ কথা, এতেকে তেনে অপমান যাৰ হয়, সি অন্য অপমানলৈ ভয় নকৰে, এই ভাৱৰ পৰা "কাণ্কটা" শব্দ নিলাজ বা অপমানলৈ ভয় নকৰা বুজায়, having a slit ear, It was the custom in the days of the Rajas to slit the ears of persons found out in intrigues with married women, hence shameless. স. শ. নিলাজ মানুহ, a shameless man, (স্ত্রী) কাণ্কাটী।

কাণ্-কুৰিকা, স. শ. এবিধ পিঠি-কলা বুকু বগা শালিকাৰ নিচিনা চৰাই, a species of bird.

কাণ্খৰিকা, স. শ. (অং. কাণ, ঐ + খৰিকা, কাঠী) কাণ খজুওৱা মুখ বেঁকা কাঠী, an instrument used for cleaning the ear.

কাণ্-গাঁৰু, } স. শ. (অং. কাণ্, শ্ৰৱণ + গাঁৰ,
কাণ্-গাঁড়, } খহু) কাণৰ বিন্ধাৰ ভিতৰত হোৱা খহু, a boil in the ear, a disease of the ear.

কাণ্-ঘোঁকটা, স. শ. (অং. কাণ্, ঐ + ঘোঁকটা, খোঁচৰা), see কাণ্-খৰিকা।

কাণ্টাহা, স. শ. (অং. কাণ্, ঐ + টাহা, টাহ মৰা বেদনা) কাণ্-তাল লাগি যোৱাকৈ কাণসঁতাত মৰা চাপৰ, a slap struck on the temple.

কাণ্ড, স. শ. (সং. কণ্, শব্দ কৰ্) কাঁড়, পুথিৰ ভাগ, অসাধাৰণ কাৰ্য্য বা ঘটনা, an arrow, a division of a book, an accident, an unusual occurrence.

কাণ্-তাল্, স. শ. (অং. কাণ, শ্ৰৱণ + তাল, স্তব্ধ) ডাঙৰ শব্দৰ দ্বাৰা কাণত লগা সোপা, the state of being stunned.

কাণ্-পাখি, স. শ. (অং. কাণ, ঐ + পাখি, চৰাইৰ গা-ঢাকনী) পাখিৰে সজা কাণ-ঘোঁকটা, মাছৰ গালৰ ওচৰৰ পাখি, an ear cleaner made of or tipped-with a feather, the pectoral fin of a fish.

কাণ্-ফুল, স. শ. (অং. কাণ + ফুল, পুষ্প) এবিধ কাণৰ অলঙ্কাৰ, a kind of ear ornament.

কাণ্-বাগৰা, বি. (অং. কাণ + বাগৰা, এঠাইৰ পৰা আনঠাইলৈ যোৱা) এজনৰ কাণৰ পৰা আন এজনৰ কাণলৈ যোৱা, লোকৰ মুখে শুনা, hearsay, heard from another.

কাণ্-বালা, স. শ. (সং. কৰ্ণ বালিকা, কাণৰ অলঙ্কাৰ) এবিধ কাণৰ অলঙ্কাৰ, a kind of Ear-ring.

কাণ্-বিন্ধনি, স. শ. (অং. কাণ্+বিন্ধনি, ফুটোৱা) কৰ্ণবেধ, কাণ ফুটোৱা কাৰ্য্য, the ceremony of boring the ears.

কাণ্মাদল, স. শ. (অং. কাণ+মাদল, ঢোল বিশেষ) কাণৰ ভিতৰত থকা পাতল ঢোলৰ তলাৰ নিচিনা ছাল, যত বাহিৰৰ ধ্বনিৰ খুন্দা লাগি শব্দৰ বোধ জন্মে, the ear-drum.

কাণ্মূৰালি, স. শ. (সং. কৰ্ণমূল, এবিধ কাণৰ ৰোগ) এবিধ কাণৰ ভিতৰত হোৱা খহু, কাণ্গাঁড়, a disease of the ear.

কাণ্-লতি, } স. শ, (সং. কৰ্ণলতিকা, কাণৰ
কাণৰ-লতি, } তল ভাগ) কাণৰ তলভাগ, কাণৰ অলঙ্কাৰ পিন্ধা ভাগ, the lobe of the ear.

কাণ্সঁতা, স. শ. (অং. কাণ্, ঐ+সটা, জঁট) গালৰ পাচৰ, আৰু কুমৰ তলৰ ঠাই, (তাত কাণৰ গুৰিৰ চুলিবিলাক থুপ খাই থাকে, এতেকে সেই নাম, "সটা" ৰ "টত" "ত" হয়), the temple.

কাণ্-সৰালি, স. শ. (অং. কাণ্সাৰ, কাণ্-পতা, মন দিয়া) আওকাণ কৰাৰ দৰে মনে মনে থাকি কাণ পাতি শুনা কাৰ্যা, লোকৰ কথা শুনিবলৈ মনে মনে কাণপাতি থকা কৰ্ম্ম; যেনে, কাণসৰালি মাৰি শুনি আছিল, listening in silence while pretending not to hear, hearing silently what is going on among others.

কাণ-সৰালি মাৰ, নুশুনাৰ ভাৱে মনে মনে শুনি থাক্, to listen while pretending not to hear.

কাণ্সাৰ্, স. শ. (অং. কাণ, ঐ+সাৰ, জাগ্ৰত অৱস্থা) কথাত মনোযোগ কৰা বা কাণ পতা কাৰ্য্য; যেনে, দুখীয়াৰ কথালৈ ডাঙ্গৰে কাণসাৰ নকৰে, the act of listening or paying attention to what is stated.

কাতৰ্, বি. (সং. কা, বেয়া+তৰ্, পাৰ হোৱা) পীড়িত, দুখিত, ব্যাকুল, distressed, perplexed. স. শ. বিনয়, দুখেৰে ব্যগ্ৰ হৈ কৰা প্ৰাৰ্থনা, earnest supplication.

কাতৰোক্তি, স. শ. (সং. কাতৰ, ব্যাকুল+উক্তি, বাক্য) ব্যাকুল হৈ কোৱা কথা, দুখেৰে কৰা বিনয়,earnest supplication.

কাতি, স. শ. (সং. কাৰ্ত্তিক, এটা মাহ) সপ্তম মাহ, the seventh month of the Hindu calendar October-November Kartik.

কাতি, বি. (বং. কাইত, হলনীয়া) এঢলীয়া, এৰৰীয়া, এদাঁতি চাপৰ, a slant. স. শ. গাৰ দাঁতি, a side of the body.

কাতিকৈ, ক্ৰি. বি. এঢলীয়াকৈ, এফলীয়াকৈ, aslant; aside.

কাতি-কুতা, স. শ. (অং. কাতি, গাৰ দাঁতি +কুতা, অনুক.) ইদাঁতি-সিদাঁতি, ইফাল-সিফাল, লৰচৰ, the act of turning from one side to another.

কাতিনেউলী, স. শ. (অং. কাতি, কাতি-মাহ+নি, লৈ যা; কাতি মাহত দাই নিয়ায়, এতেকে) কাতি মাহত পকা এবিধ লাহী ধান, a kind of paddy which ripens in Kartik (কামৰু.) কাতিশালি।

কাতি-শঁতা, স. শ. (অং. কাতি, এটা মাহ+শঁতা, লাদী বৰষুণ) কাতি মাহত হোৱা লাদী বৰষুণ, continual rain for several days in the month of Kartik.

কাতী, স. শ. (সং. কৰ্ত্তৰী, কাপোৰ আদি কটা কটাৰী বিশেষ) কাপোৰ আদি পাতল বস্তু কটা এবিধ যুৰীয়া কটাৰী, a pair of scissors.

কাতীয়া, স. শ. কাতিত জন্মা মানুহৰ নাম; যেনে, কাতীয়া কলিতা, the name of a man born in Kartik.

কাতে, ক্ৰি. বি. (বং. কাত্, বাবে) মূল্যৰ বাবে (হিচাবত ব্যৱহাৰ); যেনে, দুখান কাপোৰৰ কাতে ৫৲ টকা, on account of.

কাথ, স. শ. (সং. কায়স্থ, মানুহৰ এটা জাতি) প্ৰধান শ্ৰেণীৰ শূদ্ৰিৰ, a higher class of Sudras. "কায়স্থ" চোৱাঁ।

কাদম্বৰী, স. শ. ( সং. কদম্ব, কদম ফুল ) ফুলৰ মৌৰ পৰা হোৱা এবিধ মদ, a kind of intoxicating drink made from honey.

কাদম্বিনী, স. শ. ( সং. কদম্ব, কদম ফুল ) কলা মেঘৰ শ্ৰেণী, বৰষুণ আনিবৰ সময়ৰ ডাঠ মেঘৰ ডাঙ্গৰ বথলা, a large mass of black clouds.

কান্, স. শ. ( সং. স্কন্ধ, বাহুৰ মূল ) বা বিচনিৰ ওপৰৰ ভাগ, বাহুমূল, খুঁটাৰ মূৰৰ খোপ বা খাঁজ, the shoulder, a notch cut at the top of a post, &c.

কান্ মাৰ্, কান্ সলাই, ভাৰ ল, to shift a burden from one shoulder to the other.

কান্মাৰি, স. শ. ( অং. কান, কান্ধ + মাৰি, টাঙ্গন ) কানত ভাৰ নিয়া বাঁহ বা কাঠ, ভাৰ্-মাৰি ; টোলোঠাৰ মূৰ ধৰা মাৰি, a pole for carrying a burden on the shoulder, a stick attached to either end of a beam of the native loom.

কানন, স. শ. ( সং. কন্, দীপ্তি কৰ্ ) হাবি, অৰণ্য ; উপবন, মানুহে ৰোৱা গছনি, wilderness, a jungle, a grove, garden.

কাননগো, স. শ. (যাং.) দেশৰ কোনো ভাগৰ মাটি আৰু তাৰ ৰাজহৰ লেখ ৰাখোঁতা আমোলা, an officer who keeps accounts connected with lands.

কানি, স. শ. ( বং. কানি, ফটা কাপোৰ ) ফটা কাপোৰ, ফটা কানিত লগাই খোৱা আফুৰ আঠা ; এতেকে আফিং, a rag, opium formerly collected on strips of cloth, opium.

কানি-কাপোৰ, "কাপোৰ-কানি" চোৱাঁ।

কানীয়া, বি. ( অং. কানি, আফুৰ আঠা ) কানি-খোৱা, opium eating. স. শ. কানি খোৱা মানুহ, an opium eater. (স্ত্ৰী) কানীয়ানী।

কানুন, স. শ. ( যাং. ) নিয়ম, আইন, ৰাজ্যৰ বিধি, a law.

কান্ত, স. শ. ( সং. কম্, বাঞ্চা কৰ্ ) স্বামী, পতি, a husband. ( স্ত্ৰী ) কান্তা, a wife. বি. প্ৰিয়, সুন্দৰ, beautiful.

কান্তাৰ, স. শ. ( সং. কান, কোনো এজন + তৃ, গমন কৰ্ ) দুৰ্গম বাট, বেয়া বাট ( কোনো কোনো লোকেহে যাব পাৰে, সকলোৱে নোৱাৰে এতেকে ), a bad or impracticable road.

কান্তি, স. শ. ( সং. কম্, বাঞ্চা কৰ্ ), দীপ্তি, প্ৰকাশ ; শোভা, splendour, light, beauty.

কান্তিমন্ত, বি. ( সং. কান্তি, শোভা, প্ৰকাশ + মন্ত, যুক্ত ) শোভাযুক্ত, দীপ্তিমন্ত, beautiful, splendid, shining.

কান্তিময়, বি. ( সং. কান্তি, শোভা, প্ৰকাশ + ময়, স্বৰূপ ) শোভাযুক্ত, প্ৰকাশৱান, vide supra.

কান্দন, } স. শ. (সং. ক্ৰন্দন, কন্দা) শোকত
কান্দনি, } বা দুখত চকুৰ লো উলিওৱা কাৰ্য্য, বিলাপ, the act of crying or weeping.

কান্দনিকলাই, স. শ. ( অং. কান্দনি, কন্দা + কলাই, ক্লান্ত হোৱা ) কেঁচুৱা লৰাৰ কান্দি থকা ৰোগ ; পেটত কিবা বেদনা হোৱাত লৰাই সহিব নোৱাৰি বৰকৈ কান্দি থাকিলে মানুহে তাক এটা অপদেৱতাৰ পীড়া বুলি ভাবে ; এতেকে সেই দেৱতাৰ নাম "কান্দনি কলাই" হৈছে, an infantile disease in which the child cries much. It is supposed to be caused by an evil spirit.

কান্দুৱা, বি. কান্দি থকা, incessantly crying. ( স্ত্ৰী ) কান্দুৱাঁ।

কান্ধ, স. শ. ( সং. স্কন্ধ, বাহুমূল ) কান, the shoulder.

কান্ধুলি, স. শ. এবিধ সৰু চেপেটা মাছ, a species of flat fish. (Mystus Kaperat).

কাপ্, স. শ. ( বং. কাপ্, লেখনীৰ আগ ডোখৰ ) লেখনী, লিখা কাঠী, a pen.

কাপ্, বেঁতৰ আটি, ( ভাত প্ৰায়ে পাঁচ চিৰা

থাকে ), a bundle of split cane or rattan containing generally five pieces.

কাপ্, স. শ. ( সং. কবু্‌ৰ, চিত্ৰ ) কোনো এক ৰৰণৰ বহল আঁচ ; যেনে, একাপ কলা অৰ্থাৎ এটা আঁচ কলা, a stripe, a line or variation of color.

কাপট্য, গু. শ. (সং. কপটু, বঞ্চনা) কপটতা, মুখত এক মনত আন ভাব, fraud, dishonesty, insincerity.

কাপোৰ্, } স. শ. ( সং. কৰ্পটু, ফটা কানি )
কাপৰ্, } বস্ত্ৰ, শৰীৰ ঢকা বস্তু, a cloth, garment.

কাপোৰ্-ওকণী, } স. শ. (অং. কাপোৰ, ঐ
কাপৰ্-ওকণী, } + ওকণী, চুলিৰ পোক ) মলিন কাপোৰত হোৱা এবিধ ওকণীৰ নিচিনা পোক, a kind of insect found on dirty clothes.

কাপুৰুষ্, স. শ. ( সং. কাপুৰুষ—কা, কু + পুৰুষ, মুনিহ ) নীচ, অধম মানুহ ; ভয়াতুৰ মানুহ, a mean contemptible man, a coward.

কাপোৰ্-কানি, } স. শ. ( অং. কাপোৰ, বস্ত্ৰ
কাপৰ্-কানি, } + কানি, ফটা কাপোৰ ) গাত পিন্ধা সকলো কাপোৰ, চেলেং, চুৰিয়া আদি, clothing, clothes.

কাপ্‌কাপ্, বি. ( অং. কাপ্, আঁচ ) কেইবা ৰৰণৰ আঁচ থকা, striped.

কাপ্‌কাপ্, "কলপ্-কলপ্ " চোৱাঁ।

কাপ্-ঘৰা, স. শ. ( অং. কাপ, লেখনী + ঘৰ, থকা ঠাই ) কাপ থোৱা চুঙ্গা, a case for pens.

কাপ্-ঢেঁকীয়া, স. শ. ( অং. কাপ্, লেখনী + ঢেকীয়া, এবিধ তৃণ ) ঢেঁকীয়া জাতিৰ এবিধ তৃণ, ঢেঁকীয়া-শলি ; তাৰ ঠাৰিৰে কাপ্ কৰা যায়, a kind of plant the stem of which was used as pens.

কাফিং, স. শ. ( যাং. আফিউন, আফুৰ আঠা ) কাপোৰত মলগোৱাকৈ ৰখা আফুৰ আঠা, opium.

কাফি, স. শ. ( ইং. কাফি, এবিধ গছৰ গুটি ) এবিধ গছৰ গুটি, তাক ভাজি গুড়ি কৰি চাহৰ দৰে সিজাই ৰস খোৱা যায়, coffee.

কাফুৰ, স. শ. ( সং. কৰ্পূৰ, যাং. কাফূৰ, এবিধ সুগন্ধি বস্তু ) গছৰ শাহৰ পৰা কৰা এবিধ বগা সুগন্ধি বস্তু, camphor.

কাফ্ৰি, স. শ. আফ্ৰিকাৰ লোক, an African.

কাবু, ক্ষমতাৰ অধীন অৱস্থা চল্, কাৰ্য্য কৰিৱৰ সুযোগ।

কাবৌ, স. শ. ( সং. কাকুবাদ, বিনয় ) কাকুতি, অতিশয় নম্ৰ হৈ কৰা বিনয় ; যেনে, কাবৌ কৰোঁ, humble supplication.

কাম্, স. শ. ( সং. কম্, বাঞ্ছা কৰ্ ) ; তিৰোতা-মতাৰ পৰস্পৰৰ সহবাসৰ ইচ্ছা ; স্ত্ৰী-পুৰুষৰ প্ৰেমৰ অধিকাৰী দেৱতা, carnal desire, lust, the Indian Cupid. Eros. According to the Taittiraya Brahmana he is the son of Dharma, by Sraddha but according to the Hari Vansa he is the son of Lakshmi. Other accounts also are given of his parentage (Dowson).

কাম্, স. শ. ( সং. কৰ্ম্ম, কাৰ্য্য ) বন, কৰ্ম্ম, কাৰ্য্য, work ; business.

কাম্‌চৰাই, স. শ. ( সং. কাম, সুন্দৰ ) নীল বৰণীয়া এবিধ সুন্দৰ চৰাই, a bird of a light blue color.

কাম-কেলি, স. শ. ( সং. কাম, স্ত্ৰী-পুৰুষৰ সহবাস + কেলি, ধেমালি ) শৃঙ্গাৰ, মতা তিৰোতাই পৰস্পৰক কৰা চুম্বন আলিঙ্গন আদি, sexual intercourse, dalliance.

কাম্‌দেৱ, স. শ. ( সং. কাম, স্ত্ৰী-পুৰুষৰ প্ৰেম + দেৱ, দেৱতা ) তিৰোতা-মতাৰ প্ৰেমৰ অধিকাৰী দেৱতা, কন্দৰ্প, হিন্দু শাস্ত্ৰত লেখাৰ দৰে এওঁ এজন অতি সুন্দৰ পুৰুষ আৰু হাতত এখন ধেনু আৰু পাঁচোটা ফুলৰ শৰ লৈ ফুৰে ; সেই বিলাকৰ এটা কোনো তিৰোতা বা মতালৈ প্ৰহাৰ কৰিলেই তেওঁ বিহ্বল হৈ তিৰোতাই

মতাৰ, মতাই তিৰোতাৰ সঙ্গ বিচাৰে, the Indian Cupid, the God of love. Vide কাম infra.

কাম্‌ধেনু, স. শ. ( সং. কাম, বাঞ্ছা + ধেনু, গাই ) যিহকে খোজা যায়, তাকে দিয়া এজনী গাই, সুৰভী ; পোৱালি নোহোৱাকৈ গাখীৰ দিয়া গাই, a fabulous cow which is said to give anything asked for, a cow giving milk without calving, said to have belonged to the sage Basistha (Dowson).

কামনা, স. শ. ( সং. কামনা—কাম্, বাঞ্ছা কৰ্ ) বাঞ্ছা, ইচ্ছা, a desire, wish.

কামপত্নী, স. শ. ( সং. কাম, কামদেৱ + পত্নী, স্ত্রী ) কামদেৱৰ ঘৈণীয়েক, ৰতি, the wife of the Indian Cupid.

কাম-পীড়া, স. শ. ( সং. কাম, সহবাসৰ ইচ্ছা + পীড়া, দুখ ) স্ত্রী-পুৰুষৰ পৰস্পৰ সহবাসৰ ইচ্ছা বা প্রেমৰ পৰা হোৱা দুখ, the pangs of lust.

কামবাণ, স. শ. ( সং. কামদেৱ + বাণ, শৰ কামদেৱৰ শৰ ; স্ত্রী-পুৰুষৰ পৰস্পৰ সহবাসৰ ইচ্ছাৰ পৰা হোৱা পীড়া, Cupid's arrows, passion, lust.

কামভাৱ, } সং. কাম, স্ত্রী পুৰুষৰ পৰস্পৰ
কাম্‌ভাৱ, } সহবাসৰ ইচ্ছা + ভাৱ, বোধ ) তিৰোতাৰ মতাৰে বা মতাৰ তিৰোতাৰে সৈতে বাস কৰিবৰ ইচ্ছা, the desire of sexual intercourse, lust.

কাম্বলি, স. শ. ( সং. কম্বল, হিং. কম্লি, নোমৰ কাপৰ বিশেষ ) থঙ্গা, এবিধ নোমৰ কাপৰ, a blanket.

কামশক্তি, স. শ. ( সং. তিৰোতা-মতাৰ পৰস্পৰ সহবাসৰ বাঞ্ছা + শক্তি, বল ) মতাৰ তিৰোতাৰে সৈতে, তিৰোতাৰ মতাৰে সৈতে সহবাস কৰিব পৰা শক্তি, the power or strength that excites carnal desire, lust.

কামশৰ্, স. শ. ( সং. কাম, কামদেৱ + শৰ, কাঁড় ) কামবাণ্, Cupid's arrows, passion, lust.

কামাখ্যা, স. শ. ( সং. কাম, সুন্দৰ + আখ্যা, নাম ) কামৰূপৰ নীলাচল পৰ্ব্বতত থকা গোসানী, the goddess Kamakhya. See Kalika Purana. The name of a Tirtha in Kamrup.

কামাগ্নি, স. শ. ( সং. কাম, তিৰোতা-মতাৰ পৰস্পৰ সহবাসৰ বাঞ্ছা + অগ্নি, জুই ) তিৰোতাৰ মতাৰে সৈতে বা মতাৰ তিৰোতাৰে সৈতে সহবাস কৰিবৰ নিমিত্তে হোৱা প্রবল ইচ্ছা, কামৰ পৰা হোৱা পীড়া, fire of love, passion, lust.

কামাতুৰ্, বি. ( সং. তিৰোতা-মতাৰ পৰস্পৰ সহবাসৰ বাঞ্ছা + আতুৰ, পীড়িত, দুখিত ) কামৰ দ্বাৰা পীড়িত ( পুং ) ; lustful. (স্ত্রী) কামাতুৰা ; "কামাতুৰা স্ত্রীৰ যেনে সন্তাপ মাৰ্জ্জন্তে ;" শঙ্কৰ।

কামানল্, স. শ. (সং. কাম, সহবাসৰ বাঞ্ছা + অনল, জুই ) কামাগ্নি, কামৰ পৰা হোৱা পীড়া,(সি,জুইৰ দৰে মনক পোৰে, এতেকে) the fire of love, passion, lust.

কামাৰ্ত্ত, বি. ( সং. সহবাসৰ বাঞ্ছা + আৰ্ত্ত, পীড়িত ) কামৰ দ্বাৰা পীড়িত, suffering from the pangs of lust, love-sick.

কামিনী, স. শ. ( সং. কাম, সুন্দৰ বা সহবাসৰ বাঞ্ছা ) সুন্দৰী তিৰোতা ; যেই সেই তিৰোতা, a loveable beautiful woman, a woman in general.

কামিলা, বি. ( অং. কাম, কাৰ্য্য ) কামত লগা, useful.

কামী, স. শ. ( সং. কৰ্ম্মী, কামত লগা ) কামত লগাবলৈ, সৰুকৈ ফালি চঁছা বাঁহ আদি, a long narrow piece of split bamboo, a bamboo lath.

কামী-হাড়, স. শ. ( অং. কামী, ফলা বাঁহ + হাৰ, মঙ্গহৰ ভিতৰৰ কঠিন বস্তু ) বুকুৰ দুফালে থকা চেপেটা কামীৰ নিচিনা হাৰ, a rib of the body.

কামুক, বি. ( সং. কাম, মতা-তিৰোতাৰ সহবাসৰ বাঞ্ছা ) কামাতুৰ ( পুং ), lustful. (স্ত্রী) কামুকী।

কামেশ্বৰ, স. শ. ( সং. কাম, ঐ + ঈশ্বৰ,

অধিকাৰ) এবিধ শক্তিকাৰক দৰব, a kind of aphrodysiac.

কামোৰ্, স. ধা. (বং. কামড়া, দাঁতেৰে পীড়া কৰ্) দাঁতেৰে আঘাত কৰ্, দংশ; যেনে, কুকুৰে কামোৰে; হিংসা কৰি মিছা দুর্নাম ক; শত্রুৰে কামোৰে, to bite, to asperse maliciously. অ. ধা. কামোৰৰ নিচিনা বেদনা বোধ কৰ্; যেনে, মূৰ কামুৰিছে, to feel a biting pain, to ache.

কামোৰ্, স. শ. (অং. কামোৰ, দংশ) দাঁতৰ আঘাত, দংশন; যেনে, মহৰ কামোৰত শুব নোৱাৰি, দাঁতৰ চেপা; যেনে, কুকুৰে কামোৰে; হিংসাৰ নিমিত্তে কৰা দুর্নাম; যেনে, শত্রুৰ কামোৰ সহিব নোৱাৰি; বেদনা; যেনে, মূৰৰ কামোৰ, a bite, seizing with the teeth, false and malicious aspersions; a sharp pain.

কামোৰ খাই ধৰ্, আটু খা, to adhere, to be tight.

কামোৰ মাৰ্, দংশন কৰ্, to bite.

কামোৰ মাৰি ধৰ্, দাঁতেৰে চেপি ধৰ, আটি ধৰ, hold between the teeth, to adhere.

কামোৰণি, স. শ. (অং. কামোৰ্, দংশন কৰ্) পেটৰ বা মূৰৰ বেদনা; যেনে, পেটৰ কামোৰণি, মূৰ-কামোৰণি; দুর্ব্বাক্যৰ পৰা হোৱা পীড়া, the pain caused by malicious and false aspersions, an ache, a griping pain.

কামোৰা-কামুৰি, স. শ. (অং. কামোৰ, দংশন কৰ্) ইটোৱে সিটোক কামোৰা কার্য্য, the act of biting each other.

কাম্তাল্, স. শ. (অং. কাম, কামদেৱ + তাল, এবিধ বাদ্য) এবিধ ডাঙ্গৰ উৰহী, a kind of bean.

কাম্-দেৱ, "কামদেৱ" চোৱাঁ।

কাম্-ধেনু, "কামধেনু" চোৱাঁ।

কাম্-বৰণীয়া, বি. (অং. কাম, এবিধ চৰাই + বৰণীয়া, বৰণ যুক্ত) কামচৰাইৰ নিচিনা নীল বৰণ যুক্ত, light blue.

কাম্-ভাবে, ক্রি. বি. শৃঙ্গাৰৰ ইচ্ছাৰে, সহবাসৰ মনেৰে, with a carnal desire.

কাম্য, বি. (সং. কাম্, বাঞ্ছা কৰ্) কোনো ফল পাবৰ বাঞ্ছাৰে কৰা; (কর্ম্ম কার্যাত থাটে); যেনে, কাম্য কর্ম্ম, performed with the desire of some advantage.

কাম্ৰূপ, স. শ. (সং. কামৰূপ, সুন্দৰ আকৃতি) অসম দেশৰ নামনি ভাগ, lower Assam.

কাম্ৰূপী, বি. (অং. কামৰূপ, ঐ) কামৰূপত থকা বা হোৱা, living or produced in Kamrup. The name of the dialect spoken in Kamrup.

কাম্সেন্দুৰ, স. শ. (অং. কামনা, বাঞ্ছা + সেন্দুৰ, এবিধ ফোঁট লোৱা বস্তু) এবিধ বস্তু, তাৰে ফোঁট ললে যিহকে লাগে, তাকে পোৱা যায় বুলি মানুহে ভাবে, a fabulous substance which, when put on one's forehead is said to give anything desired.

কায্, (-জ্), স. শ. (সং. কার্য্য, কর্ম্ম) কাম, বন; আদ্য-শ্রাদ্ধ, work, business.

কায়, স. শ. (সং. ক, ব্রহ্মা, ব্রহ্মাৰ পৰা হোৱা) দেহ, শৰীৰ, গা, the body.

কায়কৃত, বি. (সং. কায়, শৰীৰ + কৃত, কৰা) শৰীৰৰ দ্বাৰা কৰা; আপুনি কৰা, done by one's self.

কায়মনোবাক্যে, ক্রি. বি. (সং কায়, ঐ + মন, মতি + বাক্য, মাত) শৰীৰ, মন বা কথাৰে, কোনো প্রকাৰে; যেনে, কায়মনোবাক্যে আপোনাৰ শৰীৰ মন আৰু কথাৰে, সর্ব্বপ্রকাৰে, সকলো শক্তিৰে; যেনে, কায়মনোবাক্যে ঈশ্বৰৰ সেৱা কৰা, either with body, mind or speech, in any way, to do one's utmost.

কায়স্থ, স. শ. (সং. কায়, শৰীৰ + স্থ, থকা) শূদিৰৰ ভিতৰত উত্তম জাতি, এই জাতি প্রথমতে ক্ষত্রিয়ৰ মতা, শূদিৰৰ তিৰোতাৰ পৰা উৎপন্ন হৈ কাকতীৰ ব্যৱসায় ললে আৰু ব্রাহ্মণাদি চাৰি জাতি ঈশ্বৰৰ

গাৰ চাৰি ভাগৰ পৰা হোৱাৰ কথা থকাত ইবিলাকে আপোনাক ঈশ্বৰৰ "কায়" অৰ্থাৎ গাৰ পৰা উৎপন্ন হোৱা বুলি কৈ কায়স্থ নাম পালে, the highest class of Sudras whose occupation is penmanship. বি. গাত থকা, existing on the body.

কায়িক, বি. (সং. কায়, শৰীৰ) শাৰীৰিক, দৈহিক, গাত হোৱা, গাৰ, relating to the body, bodily.

কাৰক, স. শ. (সং. কৃ, কৰ্) কৰোঁতা; প্ৰায়ে আন সংজ্ঞা শব্দৰ পাচত লগ লাগে; যেনে, কাৰ্য্যকাৰক, ব্যাকৰণত শব্দৰ কৰ্ত্তা আদি সাতোটা অৱস্থা, a doer, an agent, (in grammar) a case.

কাৰণ্, স. শ. (সং কৃ, কৰ্) যাৰ পৰা কোনো কাৰ্য্য বা বস্তু উৎপন্ন হয়, নিমিত্ত, হেতু, তন্ত্ৰত ফটিকা, (সেই শাস্ত্ৰৰ মতে সি মুক্তিৰ হেতু এতেকে); cause, origin, reason. In the Tantras, liquor.

কাৰণি, স. শ. ৰোগ উৎপত্তিৰ কাৰণ, বনি; যেনে, বৰষুণত তিতাই তেওঁৰ জৰৰ্ কাৰণি হল, an exciting cause of disease.

কাৰণ্, } অব্য. (সং. কাৰণ, নিমিত্ত)
কাৰণে, } নিমিত্তে, হেতু, হেতুকে, by reason of, because.

কাৰাগাৰ্, স. শ. (সং. কাৰা, বন্দী কৰা + আগাৰ, ঘৰ) বন্দীশাল, a jail, a prison.

কাৰিকৰ্, স. শ. (যাং. কাৰিগৰ্) শিল্পকৰ, ধাতু-কাঠ আদিৰ কাম কৰোঁতা, an artist.

কাৰিকা, স. শ. (সং. কৃ, কৰ্; কাৰক শব্দৰ স্ত্ৰীলিঙ্গ) কোনো কাম কৰা তিৰোতা, ব্যাখ্যা, অলপ কথাৰ শ্লোক আদিক বুজাবৰ নিমিত্তে লিখা অধিক কথা, a paraphrase, an actress, a woman who does anything.

কাৰিণী, স. শ. (সং. কাৰিণ, কৰোঁতা, স্ত্ৰী) কোনো কাৰ্য্য কৰা তিৰোতা, an actress, a woman who does anything.

কাৰু, স. শ. (সং. কৃ, কৰ্) শিল্পকৰ্, কাৰিকৰ্, an artist.

কাৰুণিক্, বি. (সং. কৰুণা, দয়া) দয়ালু, কৃপাৱন্ত, kind, compassionate.

কাৰেং, স. শ. (অং. কাৰেং, ওখ পকি ঘৰ) দুই, তিনি তলাৰ সুন্দৰ পকি ঘৰ, এতেকে ৰজাৰ ঘৰ, a gorgeous edifice, a palace.

কাৰ্ত্তবীৰ্য্য, স. শ. (সং. কৃতবীৰ্য্যৰ পুতেক) পৰশুৰামে বধ কৰা এজনা ডাঙ্গৰ ক্ষত্ৰিয় ৰজা, তেওঁৰ এহেজাৰ হাত আছিল বুলি কথিত আছে, the name of a king killed by Parasurama. এওঁকে "কাৰ্ত্তবীৰ্য্যাৰ্জুন" এনেকৈও বোলে।

কাৰ্ত্তিক্, স. শ. (সং. কৃত্তিকা, এক নক্ষত্ৰ) কাতি মাহ; (এই মাহৰ পূৰ্ণিমাত কৃত্তিকা নক্ষত্ৰ হয় এতেকে সেই নাম); মহাদেৱ-পাৰ্ব্বতীৰ পুতেক আৰু দেৱতাবিলাকৰ সেনাপতি (এওঁক কৃত্তিকা নক্ষত্ৰে তুলিছিল), the seventh month of the Hindoo calendar, a name of the general of Indra's army, and the son of Shiva. The Indian Mars.

কাৰ্পণ্য, গু. শ. (সং. কৃপণ, কট্‌কিনা) কৃপণৰ স্বভাব, কট্‌কিনালি, niggardliness.

কাৰ্‌বাৰ্, } স. শ. (অং. কৰ্, সম্পাদ্) চেষ্টা,
কাবাৰ, } উদ্যোগ, কৰিবৰ নিমিত্তে যতন, an endeavour, exertion, an effort.

কাৰ্‌বাৰী, } বি. চেষ্টা কৰা, উদ্যোগ কৰা,
কাবাৰী, } যুগুত কৰা, working, making exertions. স. শ. যত্ন কৰোঁতা, চেষ্টা কৰা মানুহ, one who makes exertions, or preparations.

কাৰ্য্য, স. শ. (সং. কৃ, কৰ্) কৰ্ম্ম, কৰিব লগা বন, কাম, work, business, duty.

কাৰ্য্যকাৰক্, স. শ. (সং. কাৰ্য্য, কাম + কাৰক, কৰোঁতা) কাম কৰোঁতা, বিষয়া, a worker, an officer.

কার্য্য-সিদ্ধি, স. শ. ( সং. কার্য্য+সিদ্ধি, সম্পূর্ণতা ) অভিলষিত কার্য্যৰ সম্পন্নতা, কামৰ ভাল ফল, successfulness, success.

কার্ষণা, স. শ. ( যাং. কার্খানা, কাম কৰা ঠাই ) কৰ্ম্ম, ব্যাপাৰ, শিল্পকৰ্ম্ম কৰা ঠাই, business, a manufactory.

কার্ষাপণ্, স. শ. ( সং. কর্ষ, যোল পোণ + আপণ, বেচা কিনা কার্য্য ) যোল পোণ কড়ি, বা তাৰ মূল্য এটকা ৰূপ, একাওণ, the value of one Rupee.

কাল্, স. শ. ( সং. কল্, গণনা কৰ্ ) সময়, ঋতু ; যম, মৃত্যু, মৰমৰ মানুহ মৰিলে তাকো কাল বোলা যায়, কাৰণ সি জীয়াই থকাবিলাকৰ মৃত্যুস্বৰূপ হয়, time, season, death, a beloved person who is dead.

কালকূট্, স. শ. ( সং. কাল, যম+কূট্, নাশ কৰ্ ; যমকো নাশ কৰিব পাৰে ) বৰ বিহ, যাক খোৱা মাত্ৰেই প্ৰাণ যায়, এবিধ গছৰ শিপাৰ পৰা হোৱা বিহ, জাঁপৰী বিহ, any deadly poison, a vegetable poison, the aconite, aconitum ferox (Dict. Econom. Products).

কালক্ৰমে. ক্ৰি. বি. ( সং. কালক্ৰম, সময়ৰ গতি ) সময়ৰ গতিত, লাহে লাহে, ক্ৰমশঃ ; যেনে. কালক্ৰমে লৰা ডাঙ্গৰ হয়, in course of time.

কালচক্ৰ, স. শ. ( সং. কাল, সময়+চক্ৰ, ৰথৰ ঘিলা ) সময়স্বৰূপ ৰথৰ ঘিলা অৰ্থাৎ সময়ৰ পাক, কালৰ পৰিবৰ্ত্তন, a revolution of time.

কালনেমি, স. শ. এটা ৰাক্ষসৰ নাম, the name of a demon.

কালমূৰ্ত্তি, কাল্মূৰ্ত্তি, } স. শ. ( সং. কাল, যম+মূৰ্ত্তি, আকাৰ ) যমৰ নিচিনা মূৰ্ত্তি, ভয়ঙ্কৰ আকৃতি, an awful appearance. বি. ভয়ানক আকৃতিযুক্ত, বিকটাকাৰ, awful to look at.

কালৰী, স. শ. ( কলা শব্দৰ স্ত্ৰীলিঙ্গ ) কাণে নুশুনা তিৰোতা, a deaf woman.

কালক্ষণ্, স. শ. ( সং. কাল, যম+ক্ষণ, অলপ সময় ) অশুভ সময়, প্ৰতি দিনৰ অশুভ ভাগ, unpropitious time.

কালাগ্নি, স. শ. ( সং. কাল, নাশ কৰোঁতা+ অগ্নি, জুই ) প্ৰলয়ৰ জুই, যাৰদ্বাৰা সৃষ্টি নষ্ট হব, the universal conflagration which is to destroy the world.

কালান্তক্, স. শ. ( সং. কাল, সময়+অন্তক, শেষ কৰোঁতা) জীৱনৰ কাল শেষ কৰোঁতা, যম, মৃত্যু, death, the regent of death.

কালি, স. শ. ( সং. কাহল, এবিধ পেঁপা ) মুখেৰে ফুঁকি বজোৱা এবিধ যন্ত্ৰ, a fife.

কালি, স. শ. ( অং. কলা ; বং. কাল, কৃষ্ণ বৰ্ণ ) মহী, আখৰ লেখা জোল, ink.

কালি, স. শ. ( সং. কল্, গণনা কৰ্, বং. কালি, দীঘ-পুতলৰ গণনা ) দীঘলক পুতলেৰে পূৰণ কৰিলে হোৱা ফল, the result obtained by multiplying the length of any thing by its breadth.

কালি, স. শ. ( সং. কল্য, আজিৰ আগৰ বা পাচৰ দিন ) আজিৰ আগৰ দিন ; যেনে, কালি আহিলোঁ ; ( চতুৰ্থী বিভক্তিত ) আজিৰ পাচৰ দিন ; যেনে, কালিলৈ ; ( পঞ্চমী আৰু ষষ্ঠী বিভক্তিত ) আজিৰ আগৰ বা পাচৰ দিন ; যেনে, কালিৰ পৰা হৈছে, কালিৰ পৰা হব ; কালিৰ ভাত আছে, কালিৰ দিনটো থাকিম, yesterday, tomorrow.

কালিকা, স. শ. ( সং. কালক, শিৱ ) শিৱৰ ভাৰ্য্যা, দুৰ্গাৰ এক মূৰ্ত্তি, এই মূৰ্ত্তি কলা, চতুৰ্ভুজ উলঙ্গ, আৰু সদাশিৱৰ বুকুত থিয় হৈ থাকে। ৰক্তবীজ নামেৰে অসুৰক মাৰিবৰ কাৰণে দুৰ্গাই সেই ৰূপ ধৰাত তেওঁৰ খোজত পৃথিবী বহি যায় দেখি মহাদেৱে তেওঁক বুকু পাতি ধৰিলে বুলি পুৰাণত লিখা আছে, the goddess Kali.

কালিঘুঁকি, স. শ. ( অং. কালি, মহী+ঘোঁক্, ৰোক্ ) কণামুচৰিৰ নিচিনা অলপ কলা এবিধ মাছ-খোৱা চৰাই, a species of fish-eating bird.

কালিদাস, স. শ. (সং. কালী, দুর্গা+দাস, ভৃত্য) ভাৰতবৰ্ষৰ এজনা ডাঙ্গৰ কবিৰ নাম, তেওঁ ৰাজা বিক্ৰমাদিত্যৰ এজনা সভা-পণ্ডিত আছিল; one of the greatest Indian bards who flourished during the reign of Raja Vikramaditya.

কালিন্দী-ভোমোৰা, } কালিন্দ্ৰী-ভোমোৰা, } স. শ. (সং. কালি, কলা+ভোমোৰা, এবিধ পতঙ্গ) এবিধ উত্তম নীল-বৰণীয়া উৰিফুৰা পোক, a kind of beautiful blue insect of the beetle class.

কালিয়ন্, স. শ. (অং. কালি, আজিৰ পাচৰ দিন) পাচে বেচ দিবৰ নিয়মে বস্তু কিনা কাৰ্য্য, the act of buying on credit.

কালিয়নে, ক্ৰি. বি. পাচে বেচ দিবৰ নিয়মেৰে; যেনে, এই বস্তু কালিয়নে আনিছোঁ, on credit.

কালিহি-কালিহি, বি. (অং. কালি, মহী) অলপ আন্ধাৰযুক্ত; যেনে, কালিহি-কালিহি জোনাক, imperfectly illuminated twilight.

কালী, স. শ. (সং. কাল, সদাশিৱ) শিৱৰ ভাৰ্য্যা, কালিকা, the goddess Kali. "কালিকা" চোৱাঁ।

কালীন্, ক্ৰি. বি. (সং. কাল, সময়) কালত, সময়ত; যেনে, সেই কালীন, at the time.

কালীয়া, স. শ. কালি বজাওঁতা, a fifer, a player on a fife.

কালজীৰা, স. শ. (সং. কালজীৰক, এবিধ সৰু গুটি) এবিধ জীৰাৰ নিচিনা দৰৱত দিয়া কলা গুটি, a kind of small black seed used for medical purposes. The "Black Cummin" of Scripture, the "μελανθιον" of Hippocrates and Dioscorides and the "Gith" of Pliny. (Nigella Sativa. See Dictionary of Econom. Products.)

কাল্পনিক, বি. (সং. কল্পন, মনেৰে সজা) মনেৰে সজা, মিছা, invented, fictitious, false.

কাল্‌ফূৰা, স. শ. (সং. কাল, সময়+পূৰা, পূৰ্ণ কৰ, এওঁ ধৰিলে কাল পূৰ হয় এতেকে) যম-ৰজাৰ দুজন বৰ চোকা টেকেলাৰ এজন, সঁফূৰাৰ লগৰীয়া, one of the two most active and fierce messengers of death.

কাল্‌শত্ৰু, স. শ. (অং. কাল, যম+শত্ৰু, অহিতকাৰী) বৰ শত্ৰু; মৰা চেনেহৰ মানুহ, (মৰমৰ মানুহৰ মৃত্যুত জীয়াই থকা বিলাকৰ কষ্ট হয়, এতেকে সেই নাম); a deadly enemy, a beloved person who is dead.

কাল্‌সাপ্, স. শ. (সং. কালসৰ্প, বৰ বিষাল সাপ) বৰ বিষাল সাপ, a very venomous snake.

কাৱাজ্, স. শ. (যাং.) সৈন্যৰ শিক্ষা, military manœuvre.

কাব্য, স. শ. (সং. কাব্য—কৱি, পণ্ডিত) ৰসযুক্ত শ্লোকেৰে ৰচনা কৰা বিষয়, ৰসাল পদ্যৰ দ্বাৰা বৰ্ণনা কৰা উপাখ্যান, a poetical work.

সমা.—কাব্য, কবিতা, বহুত শ্লোকেৰে বৰ্ণনা-কৰা কোনো উপাখ্যানৰ নাম কাব্য, তাৰ প্ৰত্যেক শ্লোক এটা কবিতা।

কাব্য-ৰস্, স. শ. (সং. কাব্যৰস—কাব্য+ৰস, সোৱাদ) কবিতাৰ উত্তম ভাব বা আস্বাদ, a poetical thought or sentiment, taste for poetry.

কাৱৈ, স. শ. (সং. কৱযী; প্ৰাং. কঈ; বং. কই, এবিধ মাছ) লান-লগা আৰু কাঁইটীয়া পিঠি-পাখিৰে এবিধ কাঠ মাছ, the anabas, (a kind of fish.)

কাশি, } কাশী, } স. শ. (সং. কাশ্, দীপ্তি কৰ্) সদাশিৱৰ তীৰ্থ স্থান, বাৰাণসী, বানাৰস, Benares which is sacred to Shiva.

কাশিনাথ্, } কাশীনাথ্, } স. শ. (সং. কাশি, বাৰাণসী+নাথ, গৰাকী) সদাশিৱ, (শিৱই কাশী নিৰ্ম্মাণ কৰিছিল বুলি খ্যাত), a name of Shiva, the reputed founder of Kashi.

কাশ্মীৰ্, স. শ. ( সং. কাশ, দীপ্তি কৰ, খ্যাত হ ) এখান দেশৰ নাম, Kashmir.

কাশ্মীৰী, বি. কাশ্মীৰত উৎপন্ন বা ওপজা, produced or born in Kashmir.

কাশ্যপ্, স. শ. ( সং. কশ্যপৰ পুতেক ) এজনা ঋষিৰ নাম, এওঁ এজনা ডাঙ্গৰ ঋষি আছিল ; অনেক হিন্দুৱে তেওঁক আপোনাৰ আদি পুৰুষ বুলি কয়, the name of a Muni or deified sage, the son of Marīchi and father of the immortals, Gods, and demons ; (2) a kind of deer ; (3) a sort of fish (Wilson).

কাষ্, স. শ. ( সং. কক্ষ, পাৰ্শ্ব ) গাৰ দাঁতি ; যেনে, কাষত কলহ লৈ নৈলৈ গল ; কোনো বস্তুৰ দাঁতি ; যেনে, নৈৰ কাষ ; এতেকে ওচৰ, side of the body, edge, border, proximity.

কাষৰ্, স. শ. কোনো বস্তুৰ দাঁতি, পাৰ্শ্ব ; এতেকে সমীপ, side, edge, border, vicinity.

কাষৰি, স. শ. পথাৰৰ আলিৰ দাঁতি, the side or edge of an embankment across a rice field.

কাষৰীয়া, বি. দাঁতিৰ, দাঁতিত থকা, appertaining to a side or edge.

কাষে, ক্রি. বি. ওচৰে, দাঁতিয়ে ; যেনে, নৈ দাঁতিয়ে গল, by the side of, by.

কাষ্ঠ, স. শ. ( সং. কাশ্, দীপ্তি কৰ্ ) কাঠ, কটা গছ, wood, timber.

কাষৃবিৰলা, } স. শ. ( হিং. কথৌৰী, বং. কাষ্বিৰলী, } কাঁকবিৰালী, কাষ লতিৰ খহু ) কাষ লতিৰ তলত হোৱা খহু, a painful suppurating tumour in the armpit.

কাষ্লতি, স. শ. ( সং. কক্ষ-লতি, বাহুমূলৰ দ বা নিম্ন ঠাই ) বা-বিচনিৰ তলৰ খাল, the armpit.

কাহ্, স. শ. ( সং কাশ, ডিঙ্গি স্নুৰস্নুৰাই মুখে ওলোৱা শব্দ ) কফে ডিঙ্গি স্নুৰস্নুৰোৱাত ডাঙ্গৰ শব্দ কৰি মুখে দি ওলোৱা বায়ু, a cough.

কাহ্ মাৰ্, ডাঙ্গৰ শব্দ কৰি মুখে দি বায়ু উলিয়া, to cough.

কাহ্, অ. ধা. ( অং কাহ্, ঐ ) কাহ মাৰ্, ডিঙ্গি স্নুৰস্নুৰোৱাত বৰ শব্দ কৰি বেগাই মুখে দি বায়ু উলিয়া, to cough.

কাহানি, ক্রি. বি. ( সং. কস্মিন্নহনি, কোন দিনা) কোন দিনা, কেতিয়া, on what day, when. কা. স. কোন দিন ; যেনে, কাহানিলৈ, what day.

কাহানিকৈ, ক্রি. বি. কেতিয়ালৈ, কেতিয়াকৈ, on what day after this.

কাহুন্দী, স. শ. ( সং. কাশমৰ্দ্দ, বং. কাশুন্দী, আমেৰে কৰা এবিধ খাদ্য ) সৰিয়হ-বটাৰে মিহলাই শুকাই থোৱা চকলিওৱা আম, sliced mango mixed with mustard and dried.

কি, বি. স. ( সং. কিম্, কোন বস্তু ) কোনো বস্তুৰ কথা সোধাত ব্যৱহৃত শব্দ ; যেনে, কি? যি বস্তুৰ কথা সোধা যায়, তাৰ সংখ্যা অধিক হলে সেই শব্দ দুটা হয় ; যেনে, কি কি ? what ? ক্রি. বি. অৰ্থাৎ ; যেনে, মনুষ্যে কি মানুহে সজ কাম কৰিব লাগে, that is, i. e. অব্য. ( অনিশ্চিত অৰ্থত ) বা, নাইবা ; যেনে, মানুহ কি গৰু কিবা এটা আছে, or.

কিংকৰ্ত্তব্যবিমূঢ়, বি. (সং. কিংকৰ্ত্তব্যবিমূঢ়—কিংকৰ্ত্তব্য, কি কৰিব লাগে + বিমূঢ়, নজনা ) কি কৰিব লাগে নজনা, বিবুদ্ধি, at a loss to understand what to do, perplexed.

কিংশুক, স. শ. (সং. কিং, কি + শুক, ভাটৌ, কি ভাটৌ ) পলাশ ফুল, সি ভাটৌ-চৰাইৰ ঠোঁটৰ দৰে ৰঙ্গা আৰু বেঁকা, a tree bearing beautiful red blossoms. Butea frondosa, (Haughton.)

কিঙ্কৰ, স. শ. ( সং. কিং, কিছু কাম + কৃ, কৰ্ ) দাস, বন্দী ভৃত্য, চাকৰ, a slave, a servant. (স্ত্রী) কিঙ্কৰী ।

কিঙ্কিণী, স. শ. ( সং. কিণ্-কিণ্, অনুক. ) ঘুগুৰা, ঘাগৰ, a small bell, a string of bells. "ঘাগৰ" চোৱাঁ ।

কিচ্‌কিচনি, স. শ. ( অং. কিচ্‌কিচা, চিট-চিটা ) চিট্টিচিটনি, ঘামত ধূলি-বালি পৰাৰ নিমিত্তে গাৰ ছালত হোৱা অসুখ, an itching sensation caused by heat and dust.

কিচ্‌কিচা, অ. ধা. ( অং. কিচ্‌কিচ্‌, গাৰ ছালত হোৱা অসুখ বুজোৱা অনুকাৰ শব্দ ) ঘামত ধূলি আদি পৰাত অসুখ বোধ কৰ্‌, চিট্টিচিটা ; যেনে, ঘাম কালি গা নুধুলে গা কিচ্‌কিচায় ; এতেকে কোনো অপ্রিয় বস্তু দেখাত বা মনত পৰাত অসুখ বোধ কৰ্‌ ; যেনে, দুষ্টক দেখিলে সন্তৰ গা কিচ্‌কিচায় ; ধাৰ শুজিব নোৱাৰিলে সজ লোকৰ গা কিচ্‌কিচায়, to feel an itching sensation from heat and dust, to feel uneasy at the sight or rememberance of something disagreeable.

কিচকিচ্‌ কৰে, ক্রি. বি. ( সং. কিট্ট, মল ) অতিশয় মলিন ৰূপে, ( কলাত খাটে ) ; যেনে, কিচ্‌কিচ্‌ কৰে কলা, dirtily (said of black).

কিছু, } বি. স. ( সং. কিঞ্চিত্‌ ; বং. কিছু মান্‌, } কিছু, হিং. কুছ, অলপ) অলপ, কিঞ্চিৎ, a little, a few. ক্রি. বি. অলপ পৰিমাণে ; যেনে, কিছু ভাল হৈছে, slightly, somewhat.

কিজানি, } ক্রি. বি. ( অং. কি, কোন কিবাজানি, } বস্তু+জান্‌, বুজ পা ; বং. কি জানি, অর্থাৎ নেজানো ) হব পাৰে কিন্তু আশঙ্কা আছে, perhaps.

কিঞ্চিৎ, বি. স. ( সং. কিং, কি+চিৎ, অব্য. ) কিছু, অলপ, a little. ক্রি. বি. অলপ পৰিমাণে ; যেনে, কিঞ্চিৎ ভাল হৈছে, slightly, somewhat.

কিঞ্চিত্মান, বি. স. অলপমান, কিছুমান, a little. ক্রি. বি. অলপ পৰিমাণে ; যেনে, কিঞ্চিত্মান ভাল পাইছোঁ, slightly, in a small degree.

কিটা, অ. ধা. ( সং. কিট্ট, অকস্মাত ভয় খুৱা ) শত্রুৰ পৰা ভয় পাই আত্ম-ৰক্ষাৰ নিমিত্তে সষ্টম হ বা অস্ত্র ল ; যেনে, "দেখি দৈত্য-কটক কিটাইলা। অস্ত্র শস্ত্র ধৰি ক্রোধে ধাইলা।"—শঙ্কৰদেৱ, to be alarmed, to take arms for defence against an enemy. ( পদ্যত )।

কিটিপ্‌, স. শ. ( সং. কিত্‌, জান্‌, বুজ্‌ ) কোনো যন্ত্র-আদি ব্যৱহাৰ কৰাৰ কৌশল বা সঙ্কেত ; যেনে, ঘড়ী চলোৱাৰ কিটিপ আছে, the secret of using an instrument or machine.

কিটিৰ্‌, অনুক. এটা সৰু বস্তুৰে অলপকৈ ঠেকা খোৱাত বা লাহেকৈ কামোৰ মৰাত হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that of a gentle stroke.

কিটিৰাই, } ক্রি. বি. কিটিৰ শব্দ কৰি, (ঠেকা কিটিৰ্‌ কৰে, } খোৱাত খাটে) ; যেনে, ভাতৰ লগত থকা সৰু শিল গুটি দাঁতত কিটিৰাই লাগে, অলপ দুখ জন্মাই, ( কামোৰাত খাটে ) ; যেনে, মহটোৱে কিটিৰ কৰে বা কিটিৰাই কামুৰিলে, with a slight noise, giving a slight pain.

কিটকিট্‌ কৰে, ক্রি. বি. ( সং. কিট্ট, মলি ) মলিন ৰূপে ; যেনে, কাপোৰ খান কিট্‌কিট্‌ কৰে কলা হৈছে, dirtily.

কিতাপ্‌, স. শ. ( যাং. কিতাব ) পুথি, পুস্তক, গ্রন্থ, a book.

কিন্‌, স. ধা. ( সং ক্রী, বেচ দি বস্তু ল ) বেচ দি ল, to buy.

কিন্‌কিন্‌, অনুক. বাদ্যৰ গুণাৰ বা অলপ বৰষুণ পৰাৰ নিচিনা শব্দ, an imitative sound used to express the sharp, quick sound of a musical instrument or the sound of slight rain.

কিন্‌কিননি, স. শ. অলপ বৰষুণৰ বা বাদ্যৰ গুণাৰ শব্দ, the sound of a drizzling shower or of a stringed instrument.

কিন্‌কিনা, অ. ধা. কিন্‌কিন শব্দ কৰি সৰু সৰু টোপা হৈ পৰ্‌ ; যেনে, বৰষুণে কিন্‌কিনাইছে ; কিন্‌কিন্‌ শব্দ কৰ্‌ ; যেনে, টোকাৰিৰ গুণাই কিন্‌কিনায়, to drizzle,

to make a short, sharp sound, as a stringed instrument.

কিন্‌কিনীয়া, বি. সৰু সৰু টোপা হৈ পৰা ; যেনে, কিনকিনীয়া বৰষুণ, ৰিঙ্গা, কিন্‌কিন্ কৰা ; যেনে, কিন্‌কিনীয়া মাত, drizzling, making a short, sharp sound.

কিন্তু, অব্য. ( সং. কিম্, কি+তু, অব্যয়) তেনে হয় তথাপি, আগৰ বাক্যৰ অৰ্থ সঙ্কোচিত কৰা শব্দ ; যেনে, ধন উত্তম বস্তু, কিন্তু তাৰ পৰা অনেক অনিষ্টও হয়, but.

কিন্নৰ্, স. শ. ( সং. কিং, কেনে+নৰ, মানুহ, কেনে মানুহ ) কুবেৰৰ পাৰিষদ, ( ইয়াৰ ঘোঁড়াৰ দৰে মুখ মানুহৰ নিচিনা গা বুলি খ্যাত, এতেকে সেই নাম ) স্বৰ্গৰ গায়ন, an attendent of Kuvera, a singer of heaven. The Kin-naras 'what men' are supposed to be mythical beings with the form of a man and the head of a horse. They are said to dwell in Kuberas paradise on mount Kailas. They are singers and musicians.

(Dowson).

কিন্নৰী, স. শ. কিন্নৰৰ স্ত্ৰী, বিদ্যাধৰী, স্বৰ্গৰ নাচনিয়াৰ, ( কিন্নৰীবিলাক বৰ সুন্দৰী বুলি খ্যাত ), a female Kinnara, a nymph.

কিবা, বি. স. ( অং. কিং, কোন, বস্তু+বা, অব্যয় ) কি জানি কি, নিশ্চয় নথকা বা নজনা বস্তু বোধক শব্দ, some thing or other.

কিবাজানি "কিজানি," চোৱাঁ।

কিবাকিবি, বি. স. নজনা বা নিশ্চয় নোহোৱা বস্তুৰ সমূহ, some thing or other (pl.)

কিমান্, বি. স. ( অং. কি + মান, পৰিমাণ ) কি পৰিমাণৰ ; যেনে, কিমান ধন, how much or how many. ক্রি. বি. কি পৰিমাণে ; যেনে, কিমান শোৱাঁ, to what extent, how long.

কিম্বা, অব্য. ( সং. কিং, কি+বা, অব্যয় ) অথবা, নাইবা, or.

কিয়, ক্রি. বি. ( অং. কি ) কি কাৰণে, কেনেই, why.

কিয়ত্, বি. স. ( সং. কিম্, কি ) কিছু, অলপ ; যেনে, কিয়ত কাল, কিয়ত দিন, some, a little.

কিয়ৎপৰিমাণে, ক্রি. বি. কিঞ্চিৎমান, in a little degree.

কিয়নো, অব্য. ( অং. কিয়, কি কাৰণে+নো, আনু. অব্য.) কাৰণ, যি হেতুকে ; যেনে, বিদ্যা শিকা, কিয়নো তাৰ পৰা জ্ঞান হব, because, for. ক্রি. বি. কিয়, কি কাৰণে ( প্ৰশ্নত ব্যৱহৃত ) ; যেনে, কিয়নো নোযোৱাঁ, why.

কিৰণ্, স. শ. ( সং. কৃ, নিক্ষেপ কৰ্ ) ৰশ্মি, দীপ্তি ; বৰ দীপ্তিমান বস্তুৰ চাৰিও ফালৰ পৰা আগ বাঢ়ি ওলোৱা প্ৰকাশৰ জাল, ইয়াক সূৰ্য্যলৈ চালে দেখা যায়, a ray of light.

কিৰাত্, স. শ. ( সং. কৃ, নিক্ষেপ কৰ্ ) পৰ্ব্বতীয়া বা হাবিয়াল অসভ্য জাতিৰ মানুহ, নগা-ডফলা-মিৰি-আদি, a savage who inhabits woods and mountains.

কিৰিঙ্গা, স. শ. ( অং. কিৰ্কিৰীয়া, ক্ষীণ ) এবিধ সৰু দাঁতেৰে দঁতাল হাতী, নল-দঁতা হাতী, a male elephant with slender tusks.

কিৰিচ্, স. শ. ( হিং. কিৰ্‌চ্ ) তৰোৱাল্ বিশেষ, a Malay dagger, a creese.

কিৰীটি, স. শ. ( সং. কিৰীট, মুকুট ) ৰজা বা দেৱতাৰ মূৰৰ ভূষণ, a crown.

কিৰীলি, স. শ. ( অং. ক্রীড়া, ধেমালি ) বৰ উচ্চ হাঁহি, বৰকৈ হাঁহি কৰা ধেমালি, loud laughter, mirth.

কিৰীলি মাৰ্, বৰকৈ হাঁহি মাতি ধেমালি কৰ্, to laugh and play boisterously.

কিৰ্‌কিৰীয়া, } বি. ( সং. কৃশ, ক্ষীণ ) লাহি,
কিৰ্কিৰীয়া, } ক্ষীণ, দুৰ্ব্বল ; যেনে, কিৰ্কিৰীয়া গা ; সাৰ নথকা, শস্য বাঢ়িব নোৱৰা ; যেনে, কিৰ্কিৰীয়া মাটি, slender, thin, dry, not fertile.

কিৰ্ত্তিম্, বি. (সং. কৃত্রিম, অসত্য) মিছা, সজা, নোহোৱাক হোৱা কৰা, fictitious, counterfeited.

কিৰ্পিণ্, বি. (সং. কৃপণ, কট্কিনা) কৃপণ, কট্কিনা, ধন ভাঙ্গিব নোৱৰা, miserly, niggardly. স. শ. কট্কিনা মানুহ, a miser.

কিৰ্পিণালি, গু. শ. কৃপণৰ স্বভাব বা গুণ, কট্কিনালি, niggardliness.

কিল্, স. শ. (হিং. কিলানা, প্রহাৰ কৰ্; বং. কিল্, ভুকু) কিলা কুটিৰে কৰা আঘাত, a blow given with the elbow.

কিলা, স. ধা. কিলা কুটিৰে আঘাত কৰ্; এতেকে আঘাতৰ দ্বাৰা দুখ দি, প্রহাৰ কৰ্, to strike with the elbow, to beat.

কিলাকিলি, স. শ. মৰামৰি, এজনে আন জনক আঘাত কৰা কাৰ্য্য, mutual beating.

কিলাকুটি, স. শ. (অং. কিল, আঘাত+সং. কুট, হাঁতুৰি) হাতৰ ঠাৰিৰ মাজৰ গাঁঠি, (তাক কোঁচাই জোঙ্গা কৰি কিল মৰা যায় এতেকে), the elbow.

কিলাকুটীয়া, বি. জোঙ্গা হৈ আগবঢ়া, কোঁচ খুওৱা কিলাকুটিৰ নিচিনা আকৃতিৰ, elbow shaped, angular. স. শ. পানীৰ ফাললৈ আগবাঢ়ি যোৱা চুকীয়া মাটি, আগীয়া টুঁটি, a high bank projecting into the river, a promontory.

কিল্কিল্, অনুক. অলপীয়া পানী অসমান ঠাইত বেগাই বৈ যাওঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that of a small stream flowing rapidly over an uneven surface.

কিল্কিলনি, স. শ. অসমান ঠাইত অলপীয়া পানী বেগাই বৈ যাওঁতে হোৱা শব্দ, the sound of a small stream rapidly flowing over an uneven surface.

কিলকিলা, অ. ধা. কিলকিল শব্দ কৰ্, অসমান ঠাইত অলপীয়া সোঁত বৈ যোৱাৰ দৰে শব্দ কৰ্, to flow with a rippling noise.

কিল্লা, স. শ. (যাং. কিলা, গড়) দুৰ্গ, পকা কোঁঠ, a fort.

কিষ্কিন্ধ্যা, স. শ. মহীসুৰ দেশৰ বান্দৰ ৰজা বালি আৰু সুগ্রীৱ থকা এটা পৰ্ব্বত, a mountain in Mysore, the residence of Bali.

কিস্তি, স. শ. (যাং. কিস্তি, নাও) নাৱৰ আকৃতিৰ দৰবৰ বৰি-পিহাঁ খল, শিলৰ বৰি-মৰা পাত্র, a stone vessel for grinding medicines in.

কিস্তি, স. শ. (যাং. কিস্ত্,) বেলেগ বেলেগ খঁতিৰাত অনেক ভাগ কৰি দিবৰ নিয়ম কৰা ধনৰ এ ভাগ; ধন দিবৰ নিমিত্তে কৰা বেলেগ বেলেগ খঁতিৰা, an instalment, one of the days fixed for the payment of an instalment of a sum.

কিস্তিবন্দী, স. শ. (যাং. ঐ) অনেক বাৰত ধন দি ধাৰ মাৰিবলৈ কৰা নিয়ম, an agreement to repay a debt by instalments.

কিহবা, বা. স. (কিহ, কোনো এক+বা, অব্যয়) কোনো এক জন্তু বা বস্তু; যেনে, কিহবাই নিলে, কিহবাত আছে, some animal or thing.

কীঁকি, অনুক. চৰাই পোৱালীৰ নিচিনা মাত, an imitative sound used to express the chirping of young birds.

কীঁকিয়নি, স. শ. চৰাই পোৱালীৰ মাত, chirping of young birds.

কীঁকিয়া, অ. ধা. কীঁকি শব্দ কৰ্, চৰাই-পোৱালীৰ দৰে মাত, to chirp as young birds.

কীচক, স. শ. বিৰাট ৰজাৰ খুল্খালিয়েক এটা দৈত্যৰ নাম, the name of the brother-in-law of Virata. He made love to Drowpadi so was killed by Bhima. (Dowson).

কীট্, স. শ. ( সং. কীট, বৰণ লগা ) পোক্, কৃমি, a worm, an insect.

কীদৃশ, বি. ( সং. কিম, কেনে + দৃশ্, দৃষ্টি কৰ্ ) কেনে, কি প্ৰকাৰ, what like.

কীৰাং, স. শ. ( সং. ক্ৰীড়া, ধেমালি ) বৰ হাই কৰি কৰা ধেমালি, a noisy play, mirth.

কীৰ্ত্তন্, স. শ. ( সং. কীৰ্ত্তন—কৃত্, প্ৰশংসা কৰ্ ) গুণ বৰ্ণনা, গুণ-গান ; অনেক মানুহ গোট খাই ভোজন-পান কৰি কৰা ধেমালি, ( পৰিহাসত ) ; the act of singing the praise or proclaiming the good qualities of some one, merry-making, carousal.

কীৰ্ত্তন কৰ্, গুণবৰ্ণা, প্ৰশংসা কৰ্, to praise.

কীৰ্ত্তন ঘৰ্, স. শ. ( সং. কীৰ্ত্তন, গুণগান + অং. ঘৰ, গৃহ ) এই দেশৰ বৈষ্ণৱবিলাকৰ ঈশ্বৰ-উপাসনাৰ ঘৰ, a place of worship of the Vaisnavas of this country.

কীৰ্ত্তি, স. শ. (সং. কীৰ্ত্তি—কৃত্, খ্যাত্ কৰ্) যশস্যা, সুখ্যাতি, সজ নাম ; নাম জলাই ৰখা কাৰ্য্য বা বস্তু ; যেনে, শিৱসাগৰৰ পুখুৰি অসম ৰজাৰ কীৰ্ত্তি, fame, renown ; some thing that preserves the memory of a person.

কীৰ্ত্তিমন্ত, } বি. (সং. কীৰ্ত্তি, যশস্যা + মন্ত,
কীৰ্ত্তিমান, } যুক্ত ) যশস্যাৱন্ত, খ্যাতিমন্ত, famous, renowned.

কীৰ্ত্তি-স্তম্ভ, স. শ. ( সং. কীৰ্ত্তি, যশ + স্তম্ভ, খুঁটা ) কোনো লোকৰ নাম বা কোনো কাৰ্য্যৰ কথা চিৰকাললৈ জলাই ৰাখিবলৈ ইটাৰে বা শিলেৰে গথা খুঁটাৰ আকৃতিৰ পকা, a monument.

কু, বি. ( সং. কু, অব্যয় শব্দ ) মন্দ, অধম, নীচ ; যেনে, কু অভিলাষ, কু আচৰণ, কু আশা, কু অভ্যাস, কুপথ, কুকৰ্ম্ম ইত্যাদি ; bad, vile, contemptible.

কুঁকি, স. শ. ( সং. কুক্ষি, পেট, তাৰ নিচিনা এডেকে ) পৰ্ব্বতীয়া মানুহৰ হোৱা, ফুল তুলি থোৱা মুখ-বহল, তললৈ ঠেক এবিধ কাঠীৰ পাত্ৰ ; (1) a basket used by the hill tribes for carrying burdens on the back, (2) a small conical flower basket.

কুঁচিয়া, স. শ. ( সং. কুঞ্চিকা, এবিধ জন্তু ) বামী মাছৰ নিচিনা বোকাত থকা এবিধ জন্তু, a fish shaped like an eel (Unibran chapertura cunchiya).

কুঁচুনী, "কোঁচ" চোৱা।

কুঁজ্, স, শ. ( সং. কুব্জ, পিঠিত ভাঁজ থকা মানুহ ) পিঠিয়ে ভাঁজ লৈ হোৱা উঠঙ্গা ; তাৰ আকৃতিৰ অন্য উঠঙ্গা, a hump on the back, a protuberance resembling a hump.

কুঁজা, বি. উঠঙ্গা-পিঠীয়া, কুঁজ থকা, গা পোন কৰিব নোৱৰা, বেঁকা, humpbacked, bowed over; crooked. স. শ. পিঠিত কুঁজ থকা মানুহ, গা পোন কৰিব নোৱৰা মানুহ, a man with a hump on the back or bowed over. (স্ত্ৰী) কুঁজী।

কুঁজী-থেকেৰা, স. শ. (অং. কুঁজী, কুজ থকা + থেকেৰা, এবিধ ফল ) কাউ-থেকেৰা, ( সি ষাঁড়ৰ চুঁটৰ দৰে অলপ বেঁকা ) ; a kind of acid fruit. "থেকেৰা" চোৱা।

কুঁটী, বি. স. শ. "কোঁটা" শব্দৰ স্ত্ৰীলিঙ্গ।

কুঢ়্, স. শ. ( সং. কুণ্ড, পানীৰ নাদ ) ডুবি, নৈৰ বা বিলৰ দ ঠাই, the deepest part of a river or lake.

কুঁৱৰী, (সং. কুমাৰী, ৰজাৰ জী ) ৰজাৰ ভাৰ্য্যা মাদৈ, a queen, a king's consort.

কুঁৱলী, ( সং. কুহেলী, মাটিৰ পৰা উঠা বাষ্প ) মাটি বা পানীৰ পৰা ধোঁৱাৰ দৰে পাতল হৈ উঠা পানী, mist, fog.

কুঁৱাকুঁই, বি. ( বং. কুআশা, কুঁৱলী ) কুঁৱলীৰ দ্বাৰা আবৃত, কুঁৱলীৰ দ্বাৰা এন্ধাৰ হোৱা, foggy, misty. স. শ. কুঁৱলীৰ দ্বাৰা হোৱা অন্ধকাৰ ; যেনে, কুঁৱাকুঁইত একো নে-দেখি, haziness.

কুঁৱৈলতা, স. শ. ( অং. কুঁৱৰী, ৰজাৰ ঘৈণী ; কুঁৱৰীৰ দৰে কোমল ) এবিধ লতা, a kind of creeper.

হি, স. শ. ( সং. কোষ, ভালকৈ বাজ নোহোৱা ফুলৰ কলি ) গজালি, অঙ্কুৰ; পোনেই ওলাই অহা পাত, a shoot, a sprout, a young leaf just coming out of the bud.

কুঁহিপাত, স. শ. নকৈ ওলোৱা কোমল পাত, a young and tender leaf.

কুঁহিয়াৰ্, স. শ. (সং. কুষ্, চেপি ৰস উলিয়া) চেপি ৰস উলিয়াই গুড় কৰা এবিধ গছ, ইক্ষু; sugarcane.

কুঁহিয়াৰ-শাল্, স. শ. ( অং. কুঁহিয়াৰ, ঐ + শাল, যতন ) কুঁহিয়াৰ পেৰা যতন, a sugar-mill.

কুঁহিলা, স. শ. পানীৰে তল যোৱা ঠাইত হোৱা এবিধ গছ, তাৰ গা কোমল আৰু সোপোকা, তাৰ দ্বাৰা কঠ কৰা যায়, a kind of plant growing on marshy ground and of which mats are made, *Sola*.

কুঁহুকুঁহীয়া, বি. ( সং. কোষ্ণ, অলপ তপত + ঈয়া, প্ৰত্যয় ) অলপ তাপ উঠা; যেনে, কুঁহুকুঁহীয়া জ্বৰ, slightly warm (said of fever).

কুকি, স. শ. এজাতি পৰ্ব্বতীয়া মানুহ, a hill tribe.

কুকুৰ্, স. শ. ( সং. কুক্কুৰ, এবিধ জন্তু ) এবিধ সকলোৱে চিনা পোহনীয়া জন্তু; ঘৰৰ বেৰটা ধৰা খুঁটি, ( সি ঘৰৰ পিৰালিত কুকুৰৰ দৰে থাকে এতেকে সেই নাম ); অধম নীচ মানুহ ( গালি ), a dog, a piece of wood with a notch on which is placed the bottom of a reed-wall to prevent it from slipping a mean contemptible man, a term of abuse. ( স্ত্ৰী ) কুকুৰণী বা কুকুৰী।

কুকুৰা, স. শ. ( সং. কুক্কুট; বং. কুকুড়া, এবিধ চৰাই ) এবিধ সকলোৱে চিনা চৰাই, a species of gallinaceous bird, a cock or hen. ( স্ত্ৰী ) কুকুৰী।

কুকুৰাচোৱা, স. শ. ( অং. কুকুৰা, ঐ + চোৱা, পোহা ) চাউডাং, ৰজাৰ আজ্ঞাৰে প্ৰাণ-বধ কৰোঁতা; ৰজাৰ আজ্ঞাৰে জগৰীয়া মানুহক ধৰি আনোঁতা, ( অসম ৰজাৰ দিনত এই কামৰ নিমিত্তে এক শ্ৰেণী মানুহ আছিল, ইহঁত অতি নীচ জাতিৰ আৰু ৰজা আভকতীয়া থাকোঁতে ৰজাৰ চাংমাই-শালৰ নিমিত্তে সিহঁতে কুকুৰা যোগাইছিল এতেকে সেই নাম ), a hangman, a constable under the Ahom Rajas.

কুকুৰা-ডাঁহী, "ডাঁহী" চোৱাঁ।

কুকুৰাপখীয়া, স. শ. কুকুৰাৰ জঁৰ নিচিনা ৰঙ্গা ফুল ধৰা মৰিচা জাতিৰ এবিধ গছ আৰু তাৰ ফুল, a species of plant bearing red silky flowers resembling the coxcomb and its flower.

কুকুৰাপুহীয়া, স. শ. (অং. কুকুৰা, ঐ + পোহ, পালন কৰ্ ) কুকুৰা চৰাই পোহা মানুহ, one who rears fowls.

কুকুৰী, স. শ. ( অং. কুকুৰ আৰু কুকুৰা শব্দৰ স্ত্ৰীলিঙ্গ ) মাইকী কুকুৰ, মাইকী কুকুৰা, a bitch, a hen. (বৰ চলিত নাই )।

কুকুৰীকণা, বি. ( অং. কুকুৰী, মাইকী কুকুৰা + কণা, অন্ধ ) চৰাই যেতিয়া নেদেখা হয়, তেতিয়া নেদেখা হোৱা, গধূলি-কণা, night-blind. স. শ. গধূলি নেদেখা হোৱা মানুহ, a man who cannot see in the evening. ( স্ত্ৰী ) কুকুৰীকাণী।

কুকুৰীকাণ্, স. শ. গধূলি চকুৰে নেদেখা হোৱা ৰোগ; ৰাতি দৃষ্টি শক্তি গুচা ৰোগ; যেনে, গধূলি হলে চৰাইৰ কুকুৰী-কাণ লাগে, a disease which dims the eyes in the evening, temporary blindness at night.

কুকুৰীপিটা, বি. ( অং. কুকুৰী, মাইকী কুকুৰ + পিটা, আঘাত কৰা ) গালিৰ দ্বাৰা বৰ অপমান পোৱা; যেনে, অমুকক কুকুৰীপিটা কৰিলে, put to great shame by abuse.

কুকুৰ-দাঁত, "দাঁত" চোৱাঁ।

কুকুৰ্-ধূলি, স. শ. ( অং. কুকুৰ, অধম মানুহ +ধূলি, মিহি জুৰা মাটি ) নীচ মানুহ, অতি সামান্য মানুহ, a low person (contempt).

কুকুৰ্-নেচিয়া, স. শ. কুকুৰৰ নিচিনা এবিধ সৰু বাঘ, a small species of leopard.

কুকুৰবাহী-তৰা, স. শ. ( কুকুৰ পোৱালিৰ জাকৰ নিচিনা এতেকে ) ওচৰা ওচৰি হৈ থকা ক্ষুদ্র তৰাৰ সমূহ, a constellation.

কুকুৰ্সুতা, স. শ. ( অং. কুকুৰ, অধম + সুতা, আঁহ ) চৰীয়া আঁহ-ওলোৱা এবিধ গছ, a species of plant.

কুকুহা, স. শ. ( অং. কুক্কুক্, অনুক. ) এবিধ চৰাই ( সি কুক্কুক শব্দ কৰে এতেকে ), a species of bird.

কুকুহা, স. শ. ( সং. উল্কা, জুইৰ জোঁৰ্ ) খেৰ-বন-আদি পাতল বস্তুত লাগি আকাশলৈ উড়ি যোৱা জুই, a small mass of burning grass or other light substance carried up by wind.

কুক্কুক্, অনুক. অনেক বিধৰ চৰাইৰ মাতৰ নিচিনা মাত, an imitative sound used to express that of many species of birds.

কুঙ্কুম্, স. শ. ( সং. কুক্, গ্রহণ কৰ্ ) কাশ্মীৰ দেশত উৎপন্ন এবিধ হালধীয়া বস্তু, saffron (Crocus sativus).

কুঙ্গী, স. শ. " কোঙ্গা ". চোৱাঁ।

কুচ্, স. শ. ( সং. কুচ্, আবদ্ধ কৰ্ ) স্তন, পিয়াহ, (দুগ্ধক আবদ্ধ কৰি ৰাখে এতেকে), a breast, a pap.

কুচিলা, স. শ. ( হিং. কুচ্লা, এবিধ বিহ গুটি ) এবিধ দৰবত দিয়া বিহ-গুটি, nux vomica.

কুচুৰ্-কুচুৰ্, অনুক. অলপ-অলপকৈ কামোৰাত যেনে বেদনাৰ বোধ হয় তাক প্রকাশ কৰিবৰ নিমিত্তে ব্যৱহাৰ কৰা মাত, an imitative sound used to express that produced by slight and repeated bites.

কুচুৰ্কুচ্ কৰে, ক্রি. বি. অলপ-অলপকৈ কামোৰাৰ নিচিনা শব্দ কৰি ; যেনে, ফৰিংটোৱে কুচুৰ কুচুৰ্কৈ কচু ডোখৰ কুটিছে ; অলপ অলপকৈ দাঁতেৰে চেপাৰ নিচিনা বোধ জন্মাই ; যেনে, পেট্টো কুচুৰ্ কুচুৰকৈ কামুৰিছে, making a slight nibbling sound, with a nibbling sensation.

কুচ্কুচ্, অনুক. অলপ অলপকৈ খজুৱাওঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that of scratching slightly.

কুচ্কুচ্ কৰে, ক্রি. বি. অলপ-অলপ্কৈ নখেৰে ৰোকাৰ দৰে শব্দ কৰি ; যেনে, খৰীয়াই কুচ্কুচ্ কৰে খৰ খজুৱাইছে ; অলপ অলপকৈ আঁচোৰাৰ দৰে বোধ জন্মাই ; যেনে, গাটো কুচ্কুচ্ কৰে খজুৱায়, making a slight scratching sound, with a slight itching sensation.

কুচ্ছা, স. শ. ( সং. কুৎসা, নিন্দা ) নিন্দা, দুর্নাম, অপযশ, গ্লানি, defamation, scandal.

কুচ্ছিত্, বি. (সং. কুৎসিত, নিন্দিত) নিন্দিত, বেয়া, মন্দ, কুৰূপ, contemptible, vile, bad, ugly.

কুঞা, বি. সোঁত বন্ধ হোৱাত দুর্গন্ধ হোৱা ; যেনে, পানী বোৰ কুঞা গোন্ধাইছে ; পানীত গেলা, ( মাছত খাটে ) ; যেনে, কুঞা বৰালি, stinking from stagnation, putrid in water.

কুঞ্জ, স. শ. ( সং. কু, পৃথিবী + জন্, উৎপন্ন হ ) ফুলনিত লতাৰে আবৃত কৰি ঘৰৰ নিচিনা কৰা ঠাই, a bower, an arbour.

কুঞ্জকুটীৰ্, স. শ. (সং.কুঞ্জ, ঐ + কুটীৰ, পঁজা) লতাৰে আবৃত ক্ষুদ্র স্থান, a bower.

কুঞ্জৰ্, স. শ. ( সং. কুঞ্জ, হাতীৰ দাঁত ) হাতী, an elephant.

কুঞ্জলতা, স. শ. ( সং. কুঞ্জ, লতাৰে সজা ঘৰ + লতা, বগোৱা গছ ) কুঞ্জ-সজাত ব্যৱহৃত লতা, এবিধ লতা যাৰ দ্বাৰা ফুলনি বাৰীত বহিবৰ নিমিত্তে ঠাই আবৃত কৰা যায়, a creeper used in making arbours.

কুট্, স. ধা. (সং. কুট্ট্, ছেদন কৰ্) সৰুকৈ কাট্; যেনে, মাছ কুটে, দাঁতেৰে অলপ অলপকৈ ছেদন কৰ্; কাপেৰে চিন লগা, to cut into small pieces, to gnaw, to punctuate.

কুট্, স. শ. (বাক্যৰ মাজত বা অন্তত ৰবৰ চিন; যেনে, (।) শাৰীৰ ওপৰত আখৰ তুলি দিয়াৰ চিন; যেনে, (Λ), (×) ইত্যাদি, a mark of punctuation, or interlineation.

কুটজ্, স. শ. (সং. কুট, পৰ্ব্বত+জন্, উৎপন্ন হ) এবিধ দৰবৰ গছ, গ্ৰহণী ৰোগত সি উপকাৰ কৰে, a medicinal plant (Echites antidysentrica).

কুটনা, স. শ. (অং. কুট্, সৰুকৈ কাট্) ভাং কুটা গড়, a piece of wood on which the *Bhang* is minced.

কুটনা, স. শ. (সং. কুট্টিনী, তিৰোতা যোগোৱা তিৰী) বেশ্যালিৰ কাৰণে তিৰোতা যোগোৱা পুৰুষ, a procurer.

কুটনী, স. শ. (অং. কুট, কাপেৰে চিন দি) কম্পাচৰ দৰে জোখ লৈ চিন দিয়া যতন; গাত আঁক থকা এবিধ সৰু মাছ, an instrument for measuring and marking distances or used like a pair of compasses.

কুটনী, স. শ. (সং. কুট্টিনী, তিৰোতা যোগোৱা তিৰী) বেশ্যালিৰ নিমিত্তে তিৰোতা আনি দিয়া তিৰোতা, a procuress.

কুটস্থ, বি. (সং. কুট্, ফাঁকি কৰ্) টুটকীয়া, লগনীয়া, (মিছা কথা লগাই মানুহৰ মনত বিচ্ছেদ জন্মায় এতেকে); backbiting, speaking ill of others in their absence. স. শ. টুটকীয়া মানুহ, (স্ত্ৰীং. পুং.); a backbiter.

কুটস্থালি, গু. শ. টুটকীয়াৰ স্বভাৱ বা গুণ, নাৰদদালি, the nature or quality of a backbiter.

কুটা, স. শ. (অং. কুট্, সৰুকৈ কাট; বং. কুটা, ছিগা খেৰ) ছিগা খেৰ-বন-আদি, a bit of grass or straw.

কুটা কৰিয়া, বাহ সাজিবলৈ খেৰ বন গোটা; যেনে, চৰায়ে কুটা কৰিয়ায়, to collect materials to build a nest (said of a bird).

কুটা ছিঙ্গি এৰ্, একেবাৰেই সম্পৰ্ক গুচা, সমূলি বন্ধুতা পৰিত্যাগ কৰ্, বিৰোধৰ বাবে কোনো লোকেৰে সৈতে সম্বন্ধ এৰাত্ত পৃথক হোৱাৰ চিন-স্বৰূপে এডাল খেৰ ছিঙ্গাৰ নিয়ম আছে, এতেকে সেই দৰে বোলা যায়, to sever connection with.

কুটি, স. শ. (সং. কুতুক, আমোদ) হাঁহি তুলিবৰ নিমিত্তে বিদ্ৰূপ কৰি প্ৰকাশ কৰা কথা বা বস্তু; কোনো মানুহে যেনেকৈ কথা কয়, খোজ কাঢ়ে বা আন কাৰ্য্য কৰে হাঁহি তুলিবৰ নিমিত্তে তেনে কৰাক কুটি বোলা যায়; কোনো লোকৰ বা বস্তুৰ স্বাভাৱিক যি গঢ় বা আকৃতি হাঁহি তুলিবৰ নিমিত্তে তাক অতিৰিক্ত কৰি দেখোৱাকো কুটি বোলা যায়; ধেমেলীয়া কথা, হাঁহিতোলা কথা, drollery, a caricature, wit.

কুটি কথা, স. শ. হাঁহি তোলা কথা, ধেমেলীয়া কথা, সাধু কথা, a ludicrous expression or story.

কুটিৰ, } স. শ. (সং. কুট, ঘৰ) পঁজা, অতি
কুটীৰ্, } ক্ষুদ্ৰ ঘৰ, a hut, a hovel.

কুটিল্, বি. (সং. কুট্, বেঁকা হ) বেঁকা, কপটীয়া, মনে-মুখে এক নোহোৱা, দুষ্ট, crooked, insincere, wicked. স. শ. দুষ্ট মানুহ, কপটীয়া মানুহ, a wicked or insincere man. (স্ত্ৰী) কুটিলা।

কুটিলতা, } গু. শ. কুটিলৰ স্বভাৱ বা গুণ,
কুটিলালি, } পোন নোহোৱা গুণ, দুষ্টালি, dishonesty, wickedness, crookedness.

কুটুম, স. শ. (সং. কুটুম্ব, বংশ, মিতিৰ) বংশৰ মানুহ, মিতিৰ, চেনেহৰ মাত; যেনে, মোৰ কুটুম বা কুটুমটি, a kinsman, a connection, a term of affection.

কুটুম্ব, স. শ. (সং. কুটুম্ব, প্ৰতিপালন কৰ্) বংশ; মিত্ৰ, a kinsman, a connection.

কুটুম্বিতা, গু. শ. (সং. কুটুম্বিন, কুটুম-থকা + তা, প্রত্যয়) বংশ-সম্বন্ধ, মিত্রতা, relationship.

কুটুলা, বি. ( অং. কুট, সৰুকৈ কাট্) চুটি, কুট্কুৰা, (চুলিত খাটে) ; short, stunted (said of hair).

কুটুহ্, অনুক. অসম্মতি বা খং বুজোৱা চুটি মাত, ওঁহ ; যেনে, ধন খুজিলত তেওঁ কুটুহ কৰি উঠিল, an imitative sound used to express that uttered by a person in showing unwillingness or displeasure.

কুটুহাই, ক্রি. বি. কুটুহ্ কৰি, ওঁহ্ বুলি, মুখৰ ভিতৰতে অমান্তি খং প্রকাশ কৰি, uttering a short, gruff sound to express dissent or displeasure.

কুট্কুট্, অনুক. টান বস্তু অলপ অলপকৈ কামুৰিলে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that of gnawing.

কুট্কুটনি, স. শ. অপল-অলপকৈ টান বস্তু কামোৰাৰ শব্দ, গাৰ জোৰাত হোৱা কামোৰণি বা বেদনা, the sound of gnawing, a painful biting sensation in the joints.

কুট্কুটা, অ. ধা. কুট্কুট্ শব্দ কৰ্, টান বস্তু অলপ অলপকৈ চোবোৱাৰ দৰে শব্দ কৰ্, হাত-ভৰিৰ জোৰাত কামোৰণিৰ নিচিনা বেদনা বোধ কৰ্, to make a gnawing sound, to have a painful biting sensation in the joints.

কুট্কুটীয়া, বি. দন্দুৰা, কুট্কুট কৰি কামোৰাৰ দৰে খং তোলোৱা কথা কৈ দন্দৰ ছল • বিচৰা, quarrelsome.

কুট্কুৰা, বি. ( অং. কুট্, সৰুকৈ কাট্ ) চুটি, বাঢ়িব নোৱৰা, (চুলি বা ঘৰ ছোৱা খেৰত খাটে) ; short, stunted in growth (said of hair or grass).

কুঠ, স. শ. ( সং. কুষ্ঠ, এবিধ ৰোগ ) পখৰা-ৰোগ, ছাল বগা পৰা বা ঘা হোৱা এবিধ ৰোগ, বৰ ৰোগ, the leprosy.

কুঠৰী, স. শ. ( সং. কুটীৰ ; বং. কুঠৰী, সৰু ঘৰ ) চাৰিও ফালে বেৰ দিয়া ঘৰৰ এক খোঁটালী, a room, an apartment.

কুঠাৰ, স. শ. ( সং. কুঠাৰ, কুঠ, ছেদন কৰ্ ) কাঠ-বাঁহ-আদি-কটা এবিধ অস্ত্র ; ( তাৰ নিচিনা এতেকে ) সঁচাৰ-কাঠীৰ মুখৰ তললৈ ওলমা ভাগ, an axe, curved or projecting part of a key.

কুঠী, স. শ. ( সং. কুটীৰ, সৰু ঘৰ, বং. কুঠী, কাম কৰা ঠাই ) কোনো শিল্পকর্ম্ম কৰা ঘৰ, বেপাৰৰ ঘৰ ; যেনে, চাহ-কুঠী, চেনিৰ কুঠী, a factory.

কুঠীয়া, বি. ( সং. কুষ্ঠ, এবিধ ৰোগ ) কুঠ ৰোগে ধৰা, leprous. স. শ. কুঠ-ৰোগে ধৰা মানুহ ; দুষ্ট মানুহ, ( পাচৰ অর্থত গালি হয় ), a leper, a wicked man, in the last sense it is a term of abuse. (স্ত্রী) কুঠুনী।

কুঢ়ি, স. শ. ( সং. কুড়িশ, এবিধ মাছ ) এবিধ মাছ, a kind of fish (Cyprinus curchius).

কুণ্ঠিত, কৃদ. বি. ( সং. কুঠ্, এলেহুৱা হ ) আশঙ্কা যুক্ত ; কোনো কাম কৰিবলৈ সাহ কৰিব নোৱৰা ; ভয়-যুক্ত, hesitating, fearful, diffident.

কুণ্ড, স. শ. ( সং. কুড্, সঞ্চয় কৰ্ ) হোমৰ জুইৰ গাঁত ; পানীৰ নাদ ; যেনে, সীতা কুণ্ড ; পানী থোৱা থালী বা জকা, a pit for sacrificial fire, a well, a deep vessel for water.

কুণ্ডল্, স. শ. ( সং. কুড্, সঞ্চয় কৰ্ ) কাণত ওলমাই পিন্ধা এবিধ অলঙ্কাৰ, লোকাপাৰ, a kind of ear ornament, an earring.

কুণ্ডলিনী, স. শ. (সং. কুণ্ডলিন্, কুণ্ডল পিন্ধোতা ) কুণ্ডল পিন্ধা তিৰোতা, দুর্গাৰ এক আকৃতি, a woman wearing earrings, a form of Durga.

কুণ্ডলী, স. শ. ( সং. কুণ্ডলিন্, কুণ্ডল, ঐ + ইন, প্রত্যয়) কুণ্ডল পিন্ধোতা ; সাপ, (সি মেৰ বান্ধি কুণ্ডলৰ নিচিনা হয় এতেকে) ; a man who wears earrings, a snake.

কুণ্ডিন্, স. শ. নল রজাৰ শহুৰেক বিদৰ্ভ ৰজাৰ নগৰ, এতিয়াৰ কোণ্ডবীৰ, the city of Vidarbha, father-in-law of Nala the modern Condavir.

কুতূহল্, স. শ. (সং, কুতূহল — কুতূ, চৰ্ম্ম দ্বাৰা তৈলাদিৰ পাত্ৰ+হল্, চাহ কৰ্; মস্তকৰ ঘি আলোড়িত হয়) নেদেখা বস্তু দেখিবৰ বা নুশুনা কথা শুনিবৰ বাঞ্ছা; আনন্দ, আহ্লাদ, curiosity, pleasure, joy.

কুতূহলী, বি. কুতুহল-যুক্ত; আনন্দিত; নেদেখা বস্তু দেখিবৰ বা নুশুনা কথা শুনিবৰ অভিলাষী, delighted, curious.

কুতূহলে, ক্রি. বি. আনন্দেৰে, ৰঙ্গেৰে, with joy.

কুৎসা, "কুচ্ছা" চোৱাঁ।

কুৎসিত্, "কুচ্ছিত" চোৱাঁ।

কুনকী, স. শ. (হিং. কুনকী, হাতী ধৰা হাতী) হাতী ধৰা মাখুন্দী হাতী, a female decoy elephant.

কুনকুন, অনুক. মহ আদিৰ নিচিনা সৰু শব্দ, an imitative sound used to express the buzzing of a musquito, &c.

কুনকুননি, স. শ. মহৰ নিচিনা শব্দ, গুণ্গুণ্ শব্দ, a buzzing sound.

কুনকুনা, অ. ধা. মহৰ দৰে শব্দ কৰ্, গুণ্গুণা, to buzz as a musquito.

কুন্তল্, স. শ. (সং. কুন্ত, এবিধ যাঠী) চুলি, কেশ, যাঠীৰ আগৰ দৰে জোঙ্গা এতেকে, hair.

কুন্তী, স. শ. পাণ্ডু ৰজাৰ কুঁৱৰী, যুধিষ্ঠিৰ আদিৰ মাক, the name of the mother of Yudhisthira and other two elder Pandavas.

কুন্দ্, স. শ. (সং. কু, পৃথিবী+উন্দ্, পীড়া কৰ্) এটা যন্ত্ৰ, তাত এজনে কাঠ বা ধাতু আদিত জৰী মেৰাই ঘুৰায়, আন এজনে লোৱাৰি লগাই তাক কাটি গঢ় লগায় আৰু সমান কৰে, a turner's lathe.

কুন্দ্, স. ধা. কুন্দ-যন্ত্ৰেৰে কাটি গঢ় লগা বা সমান কৰ্, to form in a lathe, to turn.

কুন্দ, স. শ. (সং. কু, পৃথিবী+উন্দ, পীড়া কৰ) এবিধ ফুল, a kind of jasmine (Jasminum multiflorum or pubescens).

কুন্দা, স. শ. (সং. স্কন্ধ, গা-গছ, এতেকে ডাঙ্গৰ কাঠ) মানুহৰ হাত-ভৰি সুমাই বন্দী কৰি থবৰ নিমিত্তে খাঁজ কটা বা বিন্ধা দিয়া কাঠ বা বাঁহ; এতেকে নিগনি-শলিয়া ধৰা যন্ত্ৰ, stocks for confining criminals, a rat trap.

কুন্দা, স. ধা, (অং. কুন্দ্, কুন্দ-শালত সমান কৰ্) কোনো বস্তুৰ মূৰ সমানকৈ আৰু ঘুৰণীয়াকৈ কাট্; যেনে, লাখুটি ডালৰ মূৰটো কুন্দাই দিয়া, কুন্দ শালত নিযুক্ত কৰি কৰা, to smooth and round as the end of anything, to cause to be formed in a lathe.

কুন্দাৰ্, স. শ. (অং. কুন্দ, কুন্দ-শালত সাজ্) কুন্দ-শালত বস্তু সাজোতা, কুন্দোতা, a turner, one who works at a lathe.

কুন্দ্ৰাক্ষ, স. শ. বায়ু আৰু পোহৰ সোমাবলৈ বাৰত দিয়া সৰু বিন্ধা, সৰু গৱাক্ষ, a small round window.

কুন্দশাল্, স. শ. কুন্দা যন্ত্ৰ; কুন্দা যন্ত্ৰেৰে কাম কৰা ঠাই, a turner's lathe, the place or room where a turner works.

কুন্দোৱা, কৃদ. বি. (অং. কুন্দা, মূৰ সমান কৰ্, কুন্দত সজা) মূৰ-সমান কৰা, কুন্দত কটা, smoothed and rounded (said of the end of anything) formed at a lathe.

কুৰূচ্, বি. বেয়া, মন্দ, আগচী, bad, vile, ugly.

কুন্ধি, স. শ. (সং. কুটিৰ, পজা) নাৱৰ খোঁটালী, নাৱৰ দুই পীৰিৰ ভিতৰৰ ঠাই, a room in a boat, a portion of a boat between two cross beams.

কুপিত্, কৃদ. বি. (সং. কুপ্, খং কৰ্) খং তোলা হোৱা, ৰাগান্বিত্, angered, offended, angry.

কুবিয়া, স. ধা. (অং. কোব্, আঘাত) কটা

অস্ত্ৰেৰে আঘাত কৰ্, to strike with a cutting instrument.

কুবৃত্ত, বি. (সং. কুবৃত্ত, মন্দৰূপে কৰা) আগঢ়ী, কুৰূপ; যেনে, কুবৃত্ত মূৰ্ত্তি, বেয়া, মন্দ; যেনে, কুবৃত্ত স্বভাব, ugly, bad, vile.

কুবেৰ্, স. শ. (সং. কুবেৰ — কু, বিশ্ৰী+বেৰ, শৰীৰ; তেওঁৰ তিনটা ঠেং আৰু আঠোটা মাথোন দাঁত, এতেকে কুৰূপ) যক্ষবিলাকৰ ৰজা আৰু উত্তৰ দিশৰ আৰু ধনৰ অধিপতি দেৱতা, the god of wealth and regent of the north, the Indian Pluto.

কুবেশ্, স. শ. (সং. কুবেশ — কু, বেয়া+বেশ, সাজ) মন্দ বেশ, বেয়া সাজ; যেনে, "দেখিবে নোৱাৰা যদি আমাৰ কুবেশ"— শঙ্কৰ; untidiness.

কুব্জ, বি. (সং. কু, বেয়া+উব্জ, পোন হ) কুঁজা, কুঁজ থকা, বেঁকা, humpbacked, crooked.

কুম্, স. শ. (সং. কুম্ভ, হাতীৰ মূৰৰ টেমুনা) কপালৰ দুই দাঁতিৰ কাণ-সতাৰ ওপৰৰ ভাগ; ঘৰৰ মাজ-পাচ; যেনে, কুমৰ খুটা, the portion of the head above the portion of a sloping roof midway between the ridgepole and the eaves.

কুমটি, স. শ. (বোধ হয় সং. "যমকীট" শব্দৰ পৰা) এবিধ গালেৰে মাটি খনা পোক, the mole-cricket.

কুমটীয়া, স. শ. কুমটিয়ে উজৰা মাটিৰ দৰে হাতৰ তলুৱাৰ ছাল ছিগি যোৱা এবিধ ৰোগ, a skin disease in the palm of the hand.

কুমৰধনি, } স. শ. অনেকে গোট খাই খাই-
কুমৰ্ধনি, } বৈ উচ্চ শব্দেৰে কৰা ধেমালি, a merrymaking, mirth.

কুমলীয়া, বি. (সং. কোমল, মৃদু) আপঁইতা, পূৰঠ নোহোৱা (গুটি আৰু পাতত খাটে); যেনে, কুমলীয়া ঘাঁহ, কোমল, মৃদু, টান নোহোৱা, young, immature, tender, soft.

কুমাৰ্, স. শ. (সং. কুমাৰ্, ওমল, ধেমালি কৰ্) ৰজাৰ লৰা; সদাশিৱৰ পুতেক কাৰ্ত্তিক; পাঁচ বছৰৰ কম বয়সীয়া লৰা, ("অকুমাৰ" চোৱাঁ), a prince, a name of Kartika or the Indian Mars, a boy under five years of age. (স্ত্ৰী) কুমাৰী।

কুমাৰ্, স. শ. (সং. কুম্ভকাৰ, হিং. কুমহাৰ; বং. কুমাৰ, মাটিৰ পাত্ৰ গঢ়োঁতা) মাটিৰ পাত্ৰ গঢ়োঁতা, হিৰা-জাতি, a potter, a caste of men who prepare earthen pots. (স্ত্ৰী) কুমাৰণী।

কুমাৰণী, স. শ. (সং. কুমাৰিকা, হিং. কুম্হাৰী, এবিধ পাখি লগা পোক) এবিধ ঘৰৰ বাৰত মাটিৰ বাহ সাজি থকা পাখি লগা পকৰা, an insect (Sphinx asiatica), the mason-wasp.

কুমাৰিকা, স. শ. মান্দ্ৰাজৰ ভিতৰৰ এক ঠাই, Cape Comorin.

কুমাৰী, স. শ. (সং. কুমাৰ শব্দৰ স্ত্ৰীলিঙ্গ) ৰজাৰ জী, দহৰ পৰা বাৰ বছৰ পৰ্য্যন্ত বয়স হোৱা ছোৱালী, ঋতুমতী নোহোৱা ছোৱালী, দুৰ্গা, a girl of ten to twelve years of age, a virgin, a name of Durga, a princess. "অকুমাৰী" চোৱাঁ।

কুমুদ্, স. শ. (সং. কু, পৃথিৱী+মুদ্, ৰং লগা) ভেঁট ফুল, the water-lily (Nymphea esculenta).

কুমুদ-বান্ধৱ, স. শ (সং. কুমুদ, ঐ+বান্ধৱ, বন্ধু) চন্দ্ৰ, the moon. "কুমুদিনী" চোৱাঁ।

কুমুদিনী, স. শ. (সং. কুমুদ শব্দৰ স্ত্ৰীলিঙ্গ) ভেঁটনি, বহুত ভেঁট ফুল থকা ঠাই; এতেকে ভেঁট-ফুল, ই গধূলি হিম পৰিলে ফুলে, এই কাৰণে কবি সকলে ভেঁটক তিৰোতা আৰু চন্দ্ৰক পুৰুষ বুলি দুইৰো প্ৰেম বৰ্ণন কৰে; সেই ভাৱতে চন্দ্ৰক "কুমুদ-বান্ধৱ" বোলে, a place abounding in water lilies.

কুমেৰু, স. শ, (সং. কু, পৃথিৱী+মেৰু, দেৱতাবিলাক থকা পৰ্ব্বত) পৃথিৱীৰ দক্ষিণ

ফালৰ মূৰ। এটা ঘূৰণীয়া বস্তুক তাৰ গাতে বেগাই ঘূৰালে সি যি ফালৰ পৰা যি ফালকৈ ঘূৰে সেই দুফালত বাজে আন দুফাল অলপ জোঙ্গা যেন দেখা যায়। পৃথিবী ঘূৰণীয়া আৰু পশ্চিমৰ পৰা পূবলৈ ঘূৰিছে; এতেকে তাৰ উত্তৰ আৰু দক্ষিণ ফালৰ মূৰ দুটা অলপ জোঙ্গা; সেই দক্ষিণ মূৰক "কুমেৰু" আৰু উত্তৰ মূৰক "সুমেৰু" বোলা যায়, the South Pole.

কুম্‌জেলুকা, কুম্‌জেলেকুৰা, } স. শ. (সং. কুম্ভ জলোকা, পানীৰ কলহৰ জোক) এবিধ বগা-বৰণীয়া দীজাল পোক; সি জেকনি লগা ঠাইত থাকে, এতেকে সদায় পানীৰ কলহ থোৱা ঠাইত তাক পোৱা যায়, a snail or slug.

কুম্ভ, স. শ. (সং. কু, পৃথিবী + উম্ভ, পূৰ কৰ) কলহ, একাদশ ৰাশি; হাতীৰ মূৰৰ টেমুনা, a water jar, the sign Aquarius, one of the two prominences on the head of an elephant.

কুম্ভকাৰ্, স. শ. (সং. কুম্ভ, কলহ + কৃ, কৰ্) কুমাৰ, মাটিৰ পাত্ৰ কৰোঁতা, a potter.

কুম্ভস্থল্, স. শ. (সং. কুম্ভ, হাতীৰ মূৰৰ টেমুনা + স্থল, ঠাই) হাতীৰ মূৰৰ টেমুনা, তাৰ সংখ্যা দুই, one of the two protuberances on the head of an elephant.

কুম্ভীপাক্, স. শ. (সং. কুম্ভ, কলহ + পাক, পগোৱা) এক নৰক, যত যম-দূতে বৰ থালীত তপত কৰা তেলত পাপীবিলাকক পাক কৰে, the name of a hell.

কুম্ভীৰ্, স. শ. (সং. কুম্ভী, মাছ + ৰা, গ্ৰহণ কৰে) এজাতি ঘঁৰিয়াল, ঘঁৰিয়াল, an alligator, crocodile.

কুৰঙ্গ, স. শ. (সং. কুৰ্, শব্দ কৰ্) হৰিণা পশু, a deer.

কুৰঙ্গনয়না, কুৰঙ্গনয়নী, } স. শ. (সং. কুৰঙ্গ, হৰিণা + নয়ন, চকু) হৰিণাৰ নিচিনা চকুৰে তিৰোতা এতেকে সুন্দৰী স্ত্ৰী, a gazelle-eyed woman, *i.e.*, a beautiful woman.

কুৰল, স. শ. পাছি আদিৰ মুখত বন্ধা কামী, বাঁও, a piece of split bamboo bound on the edge of a basket, &c.

কুৰা, স. শ. (সং. কুণ্ড, হোমৰ জুইৰ গাঁত) এঠাইত জলা জুই; যেনে, একুৰা জুই, দুকুড়া জুই; এবাৰ জুইত দিবৰ জোখাৰ খৰিৰ মুঠি; যাঠীৰ নাল, a fire, fire lighted in one place, a bundle of firewood which may be put into the fire at once, the handle of a spear.

কুৰাল্, স. শ. (সং. কুদ্দাল, এবিধ গছ) এবিধ বগা ফুল ধৰা, কাঞ্চনৰ নিচিনা গছ, a kind of tree.

কুৰি, সংখ্যা. (হিং. কোড়ী; বং. কুড়ি, দুবাৰ দহ) বিংশতি, দুই দহ, twenty.

কুৰীয়া, বি. (অং. কোৰ, ৰোগ) সঘনে নৰিয়া পৰি থকা, চিৰ ৰোগী, of a sickly constitution, valetudinarian.

কুৰীয়া, বি. (অং. কুৰি, বিংশতি) একুৰি টকা মূল্যৰ, of twenty Rupees value.

কুৰু, স. শ. পাণ্ডু আৰু ধৃতৰাষ্ট্ৰৰ পূৰ্ব্ব পুৰুষ এজনা চন্দ্ৰবংশী ৰজাৰ নাম, the proper name of a prince of the lunar race.

কুৰুলি, স. শ. (অং. কু, বেয়া + ৰোল, শব্দ) এবিধ বাদ্য, উৰুলি দিয়াৰ দৰে কেঁচাই মতা মাত, a kind of musical instrument, a peculiar cry uttered by the owl.

কুৰুলি পিট্, কুৰুলিত আঘাত কৰাৰ দৰে মৰিয়া এতেকে বৰকৈ মৰিয়া; যেনে, আজি ৰ তোৰ পিঠিত কুৰুলি পিটিম্; বৰ উচ্চ শব্দেৰে দন্দ কৰ্; যেনে, দন্দত কুৰুলি পিটিছে, to beat severely, to quarrel noisily.

কুৰুলিয়া, অ. ধা. কুৰুলি দি, কেঁচাৰ দৰে শব্দ কৰ্, to screech as an owl.

কুৰুৰা, স. শ. (সং. কুৰৰ, এবিধ চৰাই) এবিধ উকহ জাতিৰ মাছ-খোৱা চৰাই, the fishing eagle, the osprey (Aquila haliata)?

কুৰুক্ষেত্ৰ, স. শ. (সং. কুৰু, এজনা চন্দ্ৰবংশী

বজা+ক্ষেত্র, মুকলি ঠাই) দিল্লিৰ ওচৰৰ কৌৰব আৰু পাণ্ডৱৰ যুদ্ধৰ ঠাই; এতেকে বৰ হাই উৰুমি লগা ঠাই; যেনে, বিয়াৰ সভা কুৰুক্ষেত্র হৈ পৰিল, a place near Delhi where the great battle between the Kurus and the Pandus was fought.

কুৰুচ, অ. ধা. (সং. কূৰ্চ্চিকা, কঁাচি গাখীৰ) কঁাচি হ, গোট মাৰ্, (গাখীৰত খাটে)। to slightly curdle as milk.

কুৰূপ্, স. শ. (সং. কু, বেয়া+ৰূপ, গঢ়) বেয়া গঢ়, অশুৱনি আকৃতি, ugliness. বি. আগঢ়ী, অশুৱনি, ugly. (স্ত্রী) কুৰূপা, কুৰূপিণী।

কুৰুৱা, স. শ. (সং. পূৰ্ব্ব, পূবফাল) পূবফালৰ পৰা চলা বতাহ, easterly wind.

কুৰ্-কুৰ্, সম্বো. অব্য. (অং. কুৰকুৰ, কুকুৰ পোৱালীৰ নিচিনা শব্দ) কুকুৰ পোৱালীক মতা মাত, a word used in c dog.

কুৰ্কুৰণি, স. শ. কুৰ্কুৰ শব্দ, a low murmuring sound.

কুৰ্কুৰা, } অ. ধা. (অং. কুৰ্কুৰ্, অনুক.)
কুৰ্কুৰা, } কুৰ্কুৰ্ শব্দ কৰ্, to utter a low murmuring sound.

কুৰ্ত্তা, স. শ. (যাং. কুৰ্ত্তা) এবিধ মূৰে দি সুমাই পিন্ধা চোলা, a shirt.

কুৰ্বুধি, স. শ. (সং. কুবুদ্ধি, বেয়া বুদ্ধি) বেয়া পৰামৰ্শ, bad advice.

কুৰ্বুধীয়া, বি. বেয়া পৰামৰ্শ দিয়া, অহিত বুদ্ধি দিয়া, যি কাম কৰিলে বেয়া হয়, তাক কৰিবলৈ আলচ দিয়া; এতেকে লোকৰ অনিষ্ট চিন্তা কৰা, giving bad advice, leading to evils, seeking to injure another.

কুৰ্ম্মা, স. শ. (সং. কুটুম্ব, মিতিৰ) মিতিৰ, a marriage connection. (স্ত্রী) কুৰ্ম্মানী (মৌখিক)।

ৰা, স. শ. (অং. খুৰ্, জোঙ্গা+মূৰ, আগ) তঁাত-বাটি কৰোঁতে ব্যৱহাৰ কৰা মূৰজোঙ্গা ট, a weaver's peg or stake.

কুল্, স. শ. (সং. কুল, একত্র হ) জাতি, মানুহৰ শ্রেণী; বংশ, a caste, a race, family.

কুলকৰ্ম্ম, স. শ. (সং. কুল, জাতি+কৰ্ম্ম, ক্রিয়া) কোনো জাতিৰ ব্যৱহাৰ মতে কৰিব লগা ক্রিয়া, যাক নকৰিলে পাপ হয়; যেনে, লগুণ-দিয়নি বামুণৰ কুল-কৰ্ম্ম, a religious rite or ceremony peculiar to a caste.

কুলটা, স. শ. (সং. কুল, জাতি+অট্, গতি কৰ; পৰৰ কুললৈ যায়) বেশ্যা, a whore, a prostitute.

কুলতিলক্, স. শ. (সং. কুল, বংশ+তিলক, ফোঁট) বংশৰ ভিতৰত শ্রেষ্ঠ লোক যাৰ দ্বাৰা বংশৰ মান বাঢ়ে, a person who does honor to his family.

কুলদেৱতা, স. শ. (সং. কুল, বংশ+দেৱতা, স্বৰ্গৰ লোক) কোনো এক বংশৰ পূৰ্ব্বৰ পৰা আৰাধনা কৰা দেৱতা, the tutelary god of a family.

কুলধৰ্ম্ম, স. শ. (সং. কুল, জাতি+ধৰ্ম্ম, শাস্ত্রৰ নিয়মতে কৰিব লগা কাম) কোনো জাতিৰ শাস্ত্রৰ নিয়ম অনুসাৰে কৰিব লগা কাম, কুল-কৰ্ম্ম, a religious observance peculiar to a tribe or caste.

কুলৱতী, স. শ. (সং. কুল, জাতি+ৱতী, যুক্তা) সত্ কুলৰ তিৰোতা, সতী, a high caste woman, a chaste woman. বি. সত্কুলত জাত, সতী, chaste and respectable (Fem.).

কুলস্ত্রী, স. শ. (সং. কুল, পৰিয়াল+স্ত্রী, তিৰোতা) আপোনাৰ পৰিয়ালৰ ভিতৰত থকা অৰ্থাৎ পৰপুৰুষত আশ্রয় নোলোৱা তিৰোতা, সতী স্ত্রী, a chaste woman, a respectable woman.

ক্ষণ্, স. শ. (সং. কু, মন্দ+লক্ষণ, শুভ বা অশুভৰ চিন) অমঙ্গলৰ চিন, বেয়াৰ চিন, মানুহৰ গাত থকা অশুভ চিন, a bad omen, an unlucky sign, a natural mark on the body foreboding evil.

**কুলক্ষণী**, বি. বেয়া-লক্ষণ-যুক্তা, having an unlucky sign (Fem.). স. শ. বেয়া লক্ষণযুক্তা তিৰোতা, a woman having an unlucky sign.

**কুলক্ষণীয়া**, বি. বেয়া লক্ষণ যুক্ত, বেয়া হবৰ চিন-থকা, (পুং, স্ত্রী, ক্লীব); যেনে, কুলক্ষণীয়া পুৰুষ তিৰোতা বা বস্তু, having an unlucky sign (m.).

**কুলা**, স. শ. (সং. কুলা; বং. কুলা, শস্য জৰা পাত্র) ধান-চাউল আদি জৰা বাঁহৰ কাঠীৰ এবিধ বস্তু, সাপৰ ফেঁট, a winnowing fan, the hood of a snake.

**কুলাঙ্গাৰ্**, স. শ. (সং. কুল, বংশ+অঙ্গাৰ, এঙ্গাৰ) বংশৰ দুর্নাম কৰোঁতা, কুকর্ম্ম কৰি আপোনাৰ বংশক মলিন কৰোঁতা, one who brings disgrace upon one's family.

**কুলাচল্**, স. শ. এটা অসুৰৰ নাম, the name of a demon.

**কুলাচাৰ্**, স. শ. (সং. কুল, জাতি+আচাৰ, ব্যৱহাৰ) জাতি ধর্ম্ম, কুলকর্ম্ম, কোনো জাতিৰ শাস্ত্র অনুসৰি কৰিব লগা কার্য্য; যেনে, বামুণৰ লঙুণ দিয়নি, a religious rite prescribed for a particular caste or tribe.

**কুলাধম**, স. শ. (সং. কুল, বংশ+অধম, নীচ) কুকর্ম্ম কৰি বংশৰ দুর্নাম অনাওঁতা, কুলাঙ্গাৰ, a wicked person who brings disgrace upon his family by doing vicious acts.

**কুলা-বুঢ়ী**, স. শ. (অং. কুলা, শস্য জৰা পাত্র+বুঢ়ী, বয়সীয়া তিৰোতা) বিয়াত শুৱাগুড়ি তুলিবলৈ যোৱা মানুহৰ লগত মূৰত এখান কুলা লৈ নাচি যোৱা তিৰোতা, a woman who with a winnowing fan on her head accompanies the procession to the ghat at a marriage.

**কুলি**, স. শ. (সং. কোকিল, এবিধ চৰাই) বসন্ত-কালত ওলোৱা এবিধ কলা চৰাই, the Indian Cuckoo (Cuculus Indicus).

**কুলী**, স. শ. হজুৱা, সামান্য বন কৰা মানুহ এই শব্দ বঙ্গালীৰ পৰা পোৱা গৈছে, কিন্তু কেৰি চাহাবে বঙ্গালী ভাষাৰ শব্দ-কোষত তাক মান্দ্রাজী শব্দ বুলি লিখিছে আৰু ওৱেবষ্টৰৰ ইংৰাজী অভিধানত টর্কী ভাষাৰ বন্দীক বুজোৱা "কুলী" শব্দ তাৰ মূল বুলি লিখা আছে, a coolie, a labourer.

**কুলীন**, বি. (সং. কুল, জাতি) উত্তম জাতিৰ, শ্রেষ্ঠ বংশত উৎপন্ন, of high or eminent descent, well-born. স. শ. উত্তম জাতিৰ লোক, উত্তম বংশৰ লোক, a person of high or eminent descent, a person of a high caste.

**কুলীশ**, স. শ. (সং. কুলীশ—কুলিন, পর্ব্বত+শো, নাশ কৰ্) ইন্দ্রৰ বজ্র, (পর্ব্বতকো ক্ষয় কৰে এতেকে), Indra's thunderbolt.

**কুলোদ্ভৱ**, বি. (সং. কুলোদ্ভৱ—কুল, বংশ+উদ্ভৱ, উৎপন্ন) কোনো এক বংশত জাত, (এটা সংজ্ঞা-শব্দৰ পাচত থাকে); যেনে, দৈত্য-কুলোদ্ভৱ, born in the family of.

**কুল্কুলিয়া**, অ. ধা. (অং. কুল্কুল্, পানীৰ শব্দ) মুখত পানী লৈ সঞ্চালন কৰ্, to gargle.

**কুৱাং**, স. শ. (তাৰ মাতৰ পৰা) ৰাং কুকুৰ, a wolf. (কামৰু.)।

**কুশ**, স. শ. (সং. কুশ, এবিধ বন—কু, পাপ +শো, ক্ষয় কৰ্) এবিধ পবিত্র বন, a kind of sacred grass (Poa cynosuroides), the name of one of the sons of Rama.

**কুশ**, স. শ. (সং. কুশ, কুশেৰে তেওঁৰ গর্ভ-ক্লেদ মচা হৈছিল, এতেকে) ৰামচন্দ্রৰ এজনা পুতেকৰ নাম, the name of one of the sons of Rama.

**কুশ-দ্বীপ্**, স. শ. (সং. কুশদ্বীপ—কুশ, ঐ+দ্বীপ, মাজুলি) সাত দ্বীপৰ এক দ্বীপ, one of the seven divisions of the world.

**কুশল্**, স. শ. (সং. কু, পৃথিবী+শল্, গতি কৰ্) কল্যাণ, মঙ্গল, happiness, well-being, prosperity. বি. পাৰগ, সক্ষম,

(এই ভাৱত এটা সংজ্ঞা শব্দৰ পাচত থাকে); যেনে, কাৰ্য্যকুশল্, able, skilful.

কুশলী, বি. মঙ্গলৱন্ত, সুখী, happy, prosperous.

কুশলে, ক্রি. বি. আপদত নপৰাকৈ, সঙ্কট নোহোৱাকৈ, safely.

কুশাসন্, স. শ. (সং. কুশ, পবিত্র বন+আসন, কঠ আদি) পূজা কৰোতে বহা কুশৰ কঠ, a mat made of the Cusha grass.

কুষাৰি, স. শ. (সং. কুক্ষি-অৰি, পেটেপেটে হোৱা শত্রু) পেটত ৰখা খং, মনৰ অসন্তুষ্টি; যেনে, মোলৈ কুষাৰি নেৰাখিবা, illwill, cherished in the mind, pique, spite. বি. বিতুষ্ট, ক্রোধযুক্ত (মনত খাটে); যেনে তেওঁৰ মন কুষাৰি, displeased, piqued.

কুষ্ঠ, স. শ. (সং. কু, পাপ+স্থা, থাক) কুঠৰোগ, বৰ ৰোগ, leprosy.

কুষ্ঠী, বি. কুঠীয়া, কুঠৰোগ ধৰা, leprous. স. শ. কুঠীয়া মানুহ, a leper.

কুষ্মাণ্ড, স. শ. (সং. কু, পৃথিবী+উষ্ম, তাপ+অণ্ড, কণী) কোমোৰা, a pumpkin. "কুষ্মাণ্ড" এনেও হয়।

কুসুম্, স. শ. (সং. কুস্, দীপ্তি কৰ্) ফুল, flower, blossom.

কুসুম-মালা, স. শ. (সং. কুসুম, ফুল+মালা, ফুলৰ হাৰ) ফুলৰ মালা, অসমীয়া ভাষাৰ এবিধ ছন্দ; যেনে, "নমো নিৰঞ্জন, পাতক-ভঞ্জন, গোপিকা-ৰঞ্জন, দানৱ-গঞ্জন। দৈত্য-অন্তকাৰী, গোবৰ্দ্ধনধাৰী, ভৱভয়-হাৰী, তুমি সে মুৰাৰি॥ — শঙ্কৰদেৱ, a garland, a kind of Assamese metre.

কুসুমায়ুধ্, স. শ. (সং. কুসুম, ফুল+আয়ুধ, অস্ত্র) কামদেৱ, (তেওঁ ফুলৰ শৰ মাৰি মানুহৰ মন ভুলায় বুলি কোৱা আছে)। the Indian Cupid.

কুহক্, স. শ. (সং. কুহ্, আচৰিত কৰ্) ভেলেকী-বিদ্যা, ইন্দ্র-জাল-বিদ্যা, ছল, প্ৰবঞ্চনা, jugglery, deception, fraud.

কুহুম্, স. শ. (সং. কুসুম্ভ, এবিধ ৰঙ্গা ফুল) এবিধ ৰঙ্গা ফুল তাৰ দ্বাৰা কাপোৰ আদি বোলোৱা যায়; কণীৰ ভিতৰৰ হালধীয়া ভাগ (তাৰ বৰণ প্ৰায় কুহুম ফুলৰ নিচিনা এতেকে); the safflower (Carthamus tinctorius); the yolk of an egg.

কুহুমীয়া, বি. (সং. কোষ্ম, অলপ তপত+ঈয়া, প্ৰত্যয়) অলপ তপত, (দ্ৰৱ-বস্তুত খাটে), tepid, slightly warm.

কুহুম্-বুলীয়া, বি. (অং. কুহুম, এবিধ ফুল+বোল, বৰণ) কুহুম-ফুলেৰে বৰণ দিয়া; colored with safflower.

কুহুম্-সাৰ্, স. শ. (অং. কুহুম, কণীৰ ভিতৰৰ হালধীয়া ভাগ+সাৰ, মজ্জা, কুহুমৰ মাজ-ভাগৰ দৰে হালধীয়া) এবিধ চকু আৰু গা হালধীয়া হোৱা ৰোগ, পাণ্ডু-ৰোগ, jaundice.

কুহুৰ্-কুহুৰ্, অনুক. অলপ-অলপকৈ কহাৰ শব্দ, an imitative sound used to express that of slightly coughing.

কুহুৰ্ কুহুৰ্ কৰে, ক্রি. বি. অলপ্-অলপকৈ ডিঙ্গিৰ পৰা শব্দ কৰি; যেনে, কুহুৰ্কুহুৰ্ কৰে কাহে, making a low repeated noise from the throat as in coughing slightly.

কুহু, অনুক. কুলি চৰাইৰ মাতৰ নিচিনা শব্দ, an imitative sound used to express the cry of the Indian Cuckoo.

কুহুলিয়া, স. ধা. (কুহু, কুলিৰ মাত্) ধীৰে ধীৰে ক, একেষাৰ একেষাৰ কৰি ক, (ব্যঙ্গাৰ্থত), to speak slowly.

কূ, অনুক. কপৌ বা কুলি চৰাইৰ মাতৰ নিচিনা শব্দ, imitative sound used to express the cooing of a dove or the Indian Cuckoo.

কুঁচি, স. শ. (সং. কুৰ্চ্চিকা, হিং. কুঁচি, মাৰ্জনী) খাউ খেৰেং বনেৰে কৰা তাঁতত তাহোন দিয়া যতন; চুলি আদি মাজিবৰ কাৰণে ঠৰঙ্গা নোমেৰে কৰা যতন, মাজনী, a brush.

কূক্, অনুক. ফেচাৰ মাতৰ নিচিনা শব্দ, an imitative sound used to express the cry of an owl.

কূ-কুৰা, অ. ধা. কুলি বা কপৌৰ দৰে মাত, কূ শব্দ কৰ, to coo, to cry as a dove or cuckoo.

কূট্, স. শ. ( সং. কূট্, ঢাক্ ) মিছা, সত্যৰ গোপন, মায়া ঘৰ, পৰ্ব্বতৰ টিং, নাঙ্গলৰ গা-ভাগ, trick, illusion, a house, the peak of a mountain, the body of a plough.

কূটাৰ্থ, স. শ. ( সং. কূট, বঞ্চনা + অৰ্থ, শব্দে বুজোৱা বস্তু ) পোন কিন্তু অসঙ্গত অৰ্থতকৈ বেলেগ অৰ্থ, গুপ্ত অৰ্থ, hidden meaning, meaning different from that which is apparent.

কূটাৰ্থক, বি. কূটাৰ্থ থকা ; যেনে, কূটাৰ্থক শ্লোক, for meaning see above.

কূটি, স. শ. ( সং. কূট, নাঙ্গল ) নাঙ্গলৰ হাতেৰে ধৰা ভাগ, নাঙ্গলৰ মুঠি, that part of a plough which is held in the hand by the ploughman.

কূট্নাট্, স. শ. ( সং. কূট্, মিছা+নাট, অনুক. ) টুটকীয়া কথা, লগনীয়া কথা, backbiting.

কূট্শাল্, স. শ. ( সং. কূট, মিছা+শাল, জোঙ্গা মাৰি ) টুটকীয়া মানুহ, নাবদীয়া মানুহ, এজনৰ মিছা দুৰ্নাম আন জনক কৈ দন্দ লগোৱা মানুহ, লোকেৰে সৈতে মিলি থাকিব নোৱৰা মানুহ, a backbiter, one who stirs up quarrels between persons by speaking ill of one to another, one who cannot live in peace with others.

কূট্শ্লোক্, স. শ. ( সং. কূট্, বঞ্চনা+শ্লোক্, কবিতা ) গুপ্ত অৰ্থ থকা শ্লোক, a verse of hidden meaning. "কূটাৰ্থ" চোৱাঁ।

কূপ্, স. শ. ( সং. কু, বেঙ্গৰ শব্দ+পা, ৰক্ষা কৰ অথবা কু, মন্দ+অপ, পানী ) নাদ, টোকনী পুখুৰি, নিচেই সৰু পুখুৰি, a well, a small pond.

কূপ-মণ্ডুক্, স. শ. ( সং. কূপ, নাদ + মণ্ডুক, বেং ) নাদৰ ভেকোলা ; এতেকে বিদেশ নেদেখা সদায় ঘৰত থকা মানুহ, (নিন্দা) ; one who has never travelled out of his country (a term of ridicule).

কূপা, স. শ. ( সং. কূপক, বং. কুপা, তেলৰ পাত্ৰ ) তেলৰ টাৰি, তেলৰ সৰু পাত্ৰ, a small oil vessel.

কূৰ্চ্চিকা, স. শ. ( সং. কূৰ্চ্চ, প্ৰশংসা কৰ্ ) কঁাচি গাখীৰ ; ছানা, তপতাই ঘন কৰা গাখীৰ, milk slightly curdled, curd, inspissated milk.

কূৰ্চ্চুট্, স. শ. ( সং. কূৰ্চ্চ, বঞ্চনা, ছল ) কপট, গোপনে ৰখা হিংসা বা অহিত কৰিবৰ বাঞ্ছা, সৰল নোহোৱা গুণ, hidden illwill, grudge, insincerity.

কূৰ্চ্চুটীয়া, বি. মুখে ভাল দেখাই গোপনে অহিত চিন্তা, কপটীয়া, মুখত এক পেটত আন, privately cherishing illwill, insincere.

কূৰ্ম্ম, স. শ. (সং. কু, মন্দ+ঊৰ্ম্মী, বেগ ) কাছ, কচ্ছপ, a tortoise, a turtle.

কূল্, স. শ. ( সং. কূল্, ঢাক, আবৰণ কৰ্ ) নৈৰ পাৰ, নৈৰ দাঁতি, a bank, a shore.

কৃচ্ছ্ৰ, স. শ. ( সং. কৃত্, ছেদন কৰ্ ) কষ্ট, দুঃখ, ক্লেশ, pain, trouble, suffering.

কৃচ্ছ্ৰসাধ্য, বি. ( সং. কৃচ্ছ্ৰ, কষ্ট+সাধ্য, সিদ্ধি কৰিব পৰা ) দুখেৰে সিদ্ধি কৰিব পৰা, অনায়াসে নোহোৱা, দুঃসাধ্য ; যেনে, বিদেশী ভাষা শিকা কৃচ্ছ্ৰসাধ্য, requiring great pains or labor, not to be easily accomplished.

কৃৎ, স. শ. ( সং. কৃ, কৰ্ ) কৰোঁতা, এটা সংজ্ঞা শব্দৰ পাচত থাকে ; যেনে, কৃৎকৰ্ম্ম ; ব্যাকৰণত—ধাতুৰ পাচত হোৱা কিছুমান প্ৰত্যয়, তদ্দ্বাৰা ধাতুৰ পৰা শব্দ হয় ; যেনে, কৃ+অন, কৰণ ; কৰ+ওঁতা, কৰোঁতা ইত্যাদি, doer, certain affixes whereby nouns are formed from verbs.

কৃত, কৃদ. বি. ( সং. কৃ, কৰ্ ) কৰা, done.

কৃতকৰ্ম্মা, বি. ( সং. কৃত, কৰা+কৰ্ম্ম, কাৰ্য্য )

কৰ্ম্ম কৰাত পাৰ্গত, কাম-জনা, clever, skilful.

কৃতকাৰ্য্য, বি· ( সং· কৃত, কৰা+কাৰ্য্য, কৰ্ম্ম ) যি কাৰ্য্য-সিদ্ধি কৰিছে, যাৰ কাৰ্য্য সিদ্ধ হৈছে, কৃতাৰ্থ, successful.

কৃতকাৰ্য্যতা, গু· শ· কাৰ্য্য-সিদ্ধি, কাৰ্য্য সিদ্ধি কৰা অৱস্থা, success or successfulness.

কৃতকৃত্য, বি· ( সং· কৃত, সিদ্ধ কৰা+কৃত্য, কাৰ্য্য ) যাৰ কাৰ্য্য সিদ্ধ হৈছে, সিদ্ধ-কাম, কৃতাৰ্থ ; ধন্য, successful, blessed. "কৃতাৰ্থ" চোৱাঁ।

কৃতকৃত্যতা, "কৃতাৰ্থতা" চোৱাঁ।

কৃতঘ্ন, বি· ( সং· কৃত, কৰা উপকাৰ+হন্, নষ্ট কৰ্ ) উপকাৰ নমনা, আশলাগী, উপকাৰৰ সলনি অপকাৰ কৰা, ungrateful, returning injury for benefits conferred.

কৃতঘ্নতা, গু· শ· উপকাৰ নমনাৰ গুণ বা অৱস্থা, ungratefulness.

কৃতজ্ঞ, বি· ( সং· কৃত, কৰা উপকাৰ+জ্ঞা, জান ) উপকাৰ মনা, শলাগ লোৱা, grateful.

কৃতজ্ঞতা, গু· শ· উপকাৰ মানোতাৰ গুণ, শলাগ, gratefulness.

কৃতদাৰ্, বি· ( সং· কৃত, গ্ৰহণ কৰা+দাৰা, ভাৰ্য্যা ) ভাৰ্য্যা গ্ৰহণ কৰা, যাৰ বিয়া হৈছে, বিবাহিত, (পুং·), married.

কৃতনিশ্চয়, বি· ( সং· কৃত, কৰা + নিশ্চয়, ঠিক ) ঠিক, নিশ্চিত ; যেনে, এই কথা কৃতনিশ্চয় ; নিশ্চয় বুলি বিশ্বাস কৰা ; যেনে, এই বিষয়ত মই কৃতনিশ্চয়, sure, certain, confident.

কৃতবিদ্য, বি· ( সং· কৃতবিদ্য, শিক্ষিত—কৃত, উপাৰ্য্যন-কৰা+বিদ্যা, জ্ঞান ) শিক্ষিত, শিকি বুজি জ্ঞানী হোৱা, শিক্ষা-পোৱা, educated, learned.

কৃতসঙ্কল্প, বি· ( সং· কৃত, কৰা+সঙ্কল্প, কৰ্ম্ম কৰিবৰ মানস ) কোনো কাৰ্য্য কৰিবলৈ স্থিৰ কৰা, দৃঢ়ৰূপে কৰিবৰ বাঞ্ছা কৰা, resolved, determined.

কৃতাঞ্জলি, বি· ( সং· কৃত, কৰা + অঞ্জলি, একে লগ কৰা দুখান হাত ) কৰযোৰ কৰা, দুইও হাত লগলগাই বিনয় কৰা ; যেনে, মই কৃতাঞ্জলি হৈ প্ৰাৰ্থিছোঁ, supplicating with joined hands.

কৃতান্ত, স· শ· ( সং· কৃত, কৰা + অন্ত, শেষ ) যম, যমৰজা, মৰণৰ অধিকাৰ, Yama, son of Surya or the Sun, and God of death, death personified.

কৃতাৰ্থ, বি· ( সং· কৃত, সিদ্ধি কৰা + অৰ্থ, অভিপ্ৰায় ) যাৰ বাঞ্ছা সিদ্ধ হৈছে, সিদ্ধ-কাম ; ধন্য, successful, blessed.

সমা· — "কৃতকাৰ্য্য," "কৃতকৃত্য," "কৃতাৰ্থ," মূল অনুসৰি এই তিনিও শব্দৰ একে অৰ্থ ; কিন্তু ব্যৱহাৰত অলপ বেলেগ ; কৃতকাৰ্য্য শব্দ যাৰ কোনো এক উদ্যোগ সফল হৈছে, তাত খাটে ; যেনে, যত্ন নকৰিলে কেও কৃত-কাৰ্য্য হব নোৱাৰে ; কোনো কাৰ্য্য সিদ্ধ কৰি গৌৰৱ পোৱা বা ধন্য হোৱা বুজাবলৈ "কৃতকৃত্য" বা "কৃতাৰ্থ" ব্যৱহাৰ কৰা যায় ; যেনে, আপোনাক দেখি কৃতকৃত্য বা কৃতাৰ্থ হলোঁ, অৰ্থাৎ আপোনাক দেখা কাৰ্য্য সিদ্ধ হোৱাত ধন্য হলোঁ।

কৃতাৰ্থতা, গু· শ· কৃতাৰ্থ হোৱা গুণ বা অৱস্থা, successfulness, blessedness from success in something.

কৃতী, স· শ· ( সং· কৃত, সিদ্ধি কৰা ) পুণ্যৱান, জ্ঞানী, ধনী, পাৰগ, pious, wise, rich, skilful.

কৃত্তিকা, স· শ· ( সং· কৃত্, কাট্ ) তৃতীয় নক্ষত্ৰ, ( তাৰ গঢ় খুৰৰ নিচিনা এতেকে ) ; the third lunar mansion.

কৃত্য, স· শ· ( সং· কৃ, কৰ ) কৰিব লগা কৰ্ম্ম, কৰ্ত্তব্য কৰ্ম্ম, কাৰ্য্য, duty, something which must be done ; work.

কৃত্ৰিম্, বি· ( সং· কৃ, কৰ ) কাল্পনিক, মিছা, সজা, সত্যৰ বিপৰীত, fictitious, false, not genuine.

কৃদন্ত, বি· ( সং· কৃৎ, ধাতুৰ পাচত হোৱা প্ৰত্যয় + অন্ত, পাচ ) পাচত কৃৎ-প্ৰত্যয় হৈ সিদ্ধ হোৱা ; যেনে, কৃদন্ত শব্দ,

terminated by one of the suffixes called কৃৎ used in forming nouns from verbal roots.

কৃপ্, স. শ. দ্রোণাচাৰ্য্যৰ শ্যালা, মহাভাৰতৰ এজনা বীৰ, a hero of the Mahabharat and brother-in-law of Drona.

কৃপণ্, স. শ. (সং. কৃপ্, পাৰগ হ, অৰ্থাৎ ধন নাঁচিব পৰা হ) কৰাইচ মানুহ, কটুকিনা মানুহ, a miser. বি. কটুকিনা, miserly.

কৃপা, স. শ. (সং. কৃপ্, পাৰগ হ) দয়া, লোকৰ দুখ গুচোৱা কাৰ্য্য, kindness.

কৃপাময়, বি. দয়াৱন্ত, দয়ালু, kind, compassionate.

কৃপালু, বি. দয়াৱন্ত, কৃপাময়, kind, compassionate.

কৃপাৱন্ত, } বি. দয়াময়, কৃপালু, kind.
কৃপাৱান্, }

কৃপাসন্, স. শ. (সং. কৃপা, দয়া+আসন, পাৰি বহা বস্তু) মূচাই গিহোৱাৰ নিমিত্তে নিৰ্ম্মাণ কৰা আসন, তাত বহি যিহোৱাই ইস্রায়েল বংশৰ প্ৰতি কৃপা কৰিছিল বুলি বাইবলত লিখা আছে, the mercy-seat.

কৃপাহীন্, বি. (সং. কৃপা, দয়া+হীন, শূন্য) দয়া নথকা, unkind, hardhearted.

কৃমি, স. শ. (সং. ক্রম্, গতি কৰ্) পোক, কীট, পেলু, a worm, an insect, a worm in the human stomach.

কৃমিঘ্ন, বি. (সং. কৃমি, পোক+হন্, নাশ কৰ্) পোক মৰা, কৃমি-নাশ কৰা, anthelmintic, destroying worms.

কৃমিনাশক্, বি. ঐ, see the above.

কৃশ্, বি. (সং. কৃশ্, ক্ষীণ কৰ্) খীণ, দুৰ্ব্বল, সৰু, thin, emaciated, weak, slender.

কৃশতা, গু. শ. খীণোৱা অৱস্থা, দুৰ্ব্বলতা, leanness, weakness.

কৃশাঙ্গী, বি. (সং. কৃশ, সৰু+অঙ্গ, গাৰ কোনো এক ভাগ) খীণ অৰ্থাৎ ঢোৰোহা নোহোৱা হাড়-ভৰি কঁকাল আদি অঙ্গ-যুক্তা; এতেকে শুৱনী, সুন্দৰী, having slender limbs, beautiful (Fem.). স. শ. সুন্দৰী তিৰোতা, a beautiful woman.

কৃশানু, স. শ. (সং. কৃশ্, পাতল কৰ্) জুই, অগ্নি (পুৰি ডাঙ্গৰকো সৰু কৰে এতেকে); fire.

কৃষক্, } স. শ. (সং. কৃষ্, চাহ কৰ্)
কৃষাণ্, } খেতিয়ক, a husbandman.

কৃষি, স. শ. (সং. কৃষ্, ঐ) খেতি, husbandry.

কৃষিকৰ্, স. শ. (সং. কৃষি, খেতি+কৰ্, কৰোঁতা) খেতিয়ক, a cultivator, a husbandman.

কৃষিজীৱী, স. শ. (সং. কৃষি, খেতি+জীৱ, জীৱন ধাৰণ কৰ্) খেতিয়ক, খেতি কৰি খোৱা মানুহ, a cultivator, an agriculturist.

কৃষ্ণ, বি. (সং. কৃষ্, বৰণ লগা) কলা, এন্ধাৰ-বৰণীয়া, black, dark. (স্ত্ৰী) কৃষ্ণা। স. শ. কলা-বৰণ; মথুৰাত বসুদেৱৰ পৰা দৈৱকীৰ গৰ্ভত জাত হোৱা বিষ্ণুৰ এক অৱতাৰ। তেওঁৰ বৰণ কলা আছিল, এতেকে সেই নাম, বিষ্ণু, বিষ্ণুৰ সমুদায় নাম কৃষ্ণত আৰু কৃষ্ণৰ সকলো নাম বিষ্ণুত খাটে। the name of a hero, the son of Vasudeva and Daivaki of Muttra and said to have been one of the incarnations of the god Vishnu, Vishnu.

কৃষ্ণ-চৰাই, স. শ. এবিধ সৰু চৰাই, সি মাতোঁতে "কৃষ্ণ" শব্দ উচ্চাৰণ কৰা যেন শুনা যায়, a species of bird.

কৃষ্ণ-দ্বৈপায়ন্, স. শ. (সং. কৃষ্ণ, কলা+দ্বৈপায়ন, দ্বীপ অৰ্থাৎ মাজুলীত উদ্ভৱ) ব্যাস-মুনি, বেদবিলাক সংগ্ৰহ কৰোঁতা এজনা মুনিৰ নাম, তেৱেঁই অঠৰ পুৰাণৰো গ্ৰন্থকৰ্ত্তা বুলি খ্যাত, তেওঁ পৰাশৰ মুনিৰ পৰা জালোৱা-জাতিৰ এজনী ছোৱালীৰ গৰ্ভত যমুনাৰ এটা মাজুলীত উপজিছিল আৰু কলা-বৰণীয়া আছিল, a name of Vyasa, the compiler of the Vedas and reputed author of the eighteen Puranas.

কৃষ্ণ-পক্ষ, স. শ. (সং. কৃষ্ণ, কলা+পক্ষ,

মাহেকৰ আধা) মাহৰ এন্ধাৰ ভাগ, the dark half of a month.

কৃষ্ণ-সাৰ্, স. শ. (সং. কৃষ্ণ, কলা+সাৰ, মজ্জা) এবিধ কলা বৰণীয়া পহু, তাৰ মুখ আৰু শিং প্ৰায় ছাগৰ আৰু গাটো হৰিণাৰ নিচিনা, the black antelope, (antilope cervicapra, Haughton).

কেইটা, বি. স. (অং. কেই, কিমান+টা, উপশ.) কিমান সংখ্যাৰ, how many.

কেইবা, বি. স. (অং. কেই, কিমান+বা, অব্যয়) কিমান নিশ্চয় নথকা কিন্তু একতকৈ অধিক; যেনে, কেইবা ঘৰ-মানুহ, several.

কেইবাটা, বি. স. অনেক, বহুত, several, many.

কেইও, কেইওটা, } বি. স. সেই সকলো, সেই সমুদায়; যেনে, কেইও জন মানুহ, কেইওটা বস্তু, all of them. "কেয়ো, কেয়োটা" এনেও হয়।

কেউটীয়া, স. শ. (সং. কৈবৰ্ত্ত, ডোম) এবিধ পানীত থকা বিষহীন সাপ, ঢোঁৰা সাপ, "কেউটীয়া-ঢোঁৰা" এনেকৈও বোলা যায়, কৈবৰ্ত্ত অৰ্থাৎ ডোম যেনেকৈ পানীত মাছ মাৰি ফুৰে, ইও সেই দৰে পানীত থাকি মাছ খাই জীয়ে, বোধ হয় এই ভাবৰ পৰা সেই নাম হৈছে, a species of water-snake not poisonous.

কেও, ব্যা. স. (সং. কিম্, কোন) কোনো, ইয়াৰ পাচত সদায় এটা না-পদ থাকে; যেনে, কেও নাই, one even (followed by a negative).

কেওট্, স. শ. (সং. কৈবৰ্ত্ত, কুলবিশেষ) এজাতি অসমীয়া শূদিৰ, কলিতাৰ তলৰ জাতি, a caste of the Assamese Sudras, inferior to the Kalita.

কেও-মেও, অনুক. বৰকৈ কান্দি বিহ্বল হৈ কাকুতি কৰোঁতে ব্যৱহাৰ কৰা অব্যক্ত শব্দবিলাক বুজোৱা মাত; যেনে, কিল খাই ভৰিত ধৰি কেওমেও কৰিছে, an imitative sound used to express the indistinct words of one who earnestly supplicates with tears.

কেং, কেংকেং, } অনুক. টাঙোন খোৱা কুকুৰৰ নিচিনা মাত, an imitative sound used to express the cry uttered by a dog when beaten.

কেংকেঙনি, স. শ. মাৰ খোৱা কুকুৰৰ শব্দ; খঙেৰে কৰ্কশৰূপে কোৱা কথা, the cry uttered by a dog when beaten; harsh, surly speech.

কেংকেঙা, অ. ধা. মাৰ খোৱা কুকুৰৰ দৰে শব্দ কৰ্, খঙেৰে কৰ্কশৰূপে কথা ক, to cry as a beaten dog, to speak harshly and with anger.

কেঁও, স. শ. থোৰৰ ভিতৰত থকা কোমল পাত; পোনেই ওলোৱা গজালি; তামোলৰ বেটুৰ ভিতৰৰ কোমল ভাগ, a leaf in the bud, a young and tender shoot, the tender part of a betel nut about the stem or head.

কেঁকনি, স. শ. (অং. কেঁকা, গেঁথা) গেঁথনি, নৰিয়া মানুহে কষ্টেৰে উশাহ লওঁতে হোৱা শব্দ; দুখৰ শব্দ, a groan.

কেঁকা, অনুক. (অং. কেঁহকেঁহ, নৰিয়া মানুহে কষ্টেৰে উশাহ লোৱাৰ শব্দ) গেঁথা, অতি কষ্টেৰে শব্দ কৰি উশাহ ল, to groan.

কেঁকুৰি, স. শ. (অং. কোঁকেৰা, বেঁকা) ভাঁজ; আফুৰ নুফুলা ফুল, (সি বেঁকা হৈ থাকে), crooked, bent, an unopened flower bud of the poppy.

কেঁকে, অনুক. কাউৰীৰ নিচিনা শব্দ, an imitative sound used to express the cry of a crow.

কেঁকো-জেঁকোকৈ, ক্ৰি. বি. (অং. কেঁকোৱা, বেঁকা+জেঁকো, অনুক.) ভৰত কেঁকোৱা হৈ, দাঙিব নোৱাৰাৰ কাৰণে কুঁজা হৈ; যেনে, সি কেঁকো-জেঁকোকৈ ভাৰখান আনিলে, being bent with weight, at the utmost stretch of one's strength.

কেঁকোৱা, বি. (অং. বেঁকোৱা, ভাঁজলোৱা) বেঁকা, ভাঁজলগা, ধেনুভিৰীয়া, crooked, bent.

কেঁকোৰা, স. ধা. বেঁকা কৰ্, ভাঁজ লগা; যেনে, বাঁহটো কেঁকোৰালো, to bend, to curve. স. শ. ছৈ ধৰিবৰ কাৰণ সৰু নাৱৰ বাৰত লগোৱা বাঁহৰ পাব, a joint of bamboo attached to the side of a canoe to support the cover.

কেঁকোৰা, স. শ. (সং. কৰ্কট; প্ৰাং. কাক্কাড়া; বং. কাঁকড়া, এবিধ জন্তু) এবিধ পানীৰ দাঁতিৰ গাঁতত থকা জন্তু, a crab. (স্ত্ৰী) কেঁকুৰী।

কেঁকোৰা-কেঁকুৰি, বি. বহুত ভাঁজ থকা, অনেক ঠাইত বেঁকা হোৱা, having many bends or curves, zigzag.

কেঁকোৰা-দোলা, স. শ. (অং. কেঁকোৰা, বেঁকা + দোলা, এবিধ যান) বেঁকা শল্-মাৰি লগোৱা দোলা, অসম দেশৰ ৰজা আৰু তেওঁৰ পৰিয়াল উঠা দোলা, a kind of sedan chair used by the royal family of Assam.

কেঁকোৰা-বেঁকোৰা, (অং. কেঁকোৰা, বেঁকা + বেঁকোৰা, বেঁকা) অনেক ভাঁজ যুক্ত, কেঁকোৰা কেঁকুৰি, having many bends, zigzag.

কেঁক্‌কেঁক্, অনুক. ৰাজ হাঁহৰ মাতৰ নিচিনা শব্দ, an imitative sound used to express the cackling of a goose.

কেঁক্‌কেঁকনি, স. শ. ৰাজ হাঁহৰ মাত, the cackle of a goose.

কেঁক্‌কেঁকা, অ. ধা. ৰাজ হাঁহৰ শব্দ কৰ্, কেঁক্‌কেঁক কৰ্, to cackle as a goose.

কেঁচ্, স. শ. কাপোৰৰ আঁচলত কতীয়াকৈ দিয়া ফুল, an oblique stripe in the border of a cloth.

কেঁচ, অ. ধা. (অং. কেঁচা, নপকা) পকা গুচি কেঁচা হ; যেনে, পকা চুলি কেঁচিছে, এতেকে ভালৰ পৰা মন্দ হ; যেনে, অমুকৰ বুদ্ধি কেঁচিছে, to become worse, to deteriorate.

কেঁচা, বি. (সং. কচ্চৰ, হিং. কচ্চা, বং. কাঁচা, অপূৰঠ) নপকা; যেনে, কেঁচা গুটি; নিসিজা, সিদ্ধ নকৰা, নৰন্ধা; যেনে, কেঁচা মাছ; বুদ্ধি-পূৰঠ নোহোৱা; যেনে, কেঁচা লৰা; অযুগুত, অসঙ্গত; যেনে, কেঁচা কথা, unripe, raw, uncooked, unwise, injudicious, indiscrete.

কেঁচাই, ক্রি. বি. নপকাকৈ, কেঁচা অৱস্থাতে, নিসিজোৱাকৈ, নৰন্ধাকৈ, in a raw or unripe state.

কেঁচাই-খাঁতী, স. শ. শদিয়াত থকা তাম্ৰেশ্বৰী নামে গোসানীৰ নাম, (তেওঁৰ দেৱালত আগেয়ে মানুহ-বলি দিয়া গৈছিল আৰু তেওঁক সকলোৱে বৰ উগ্ৰস্বভাৱিনী বুলি ভাবে এতেকে সেই নাম), the name of an idol of Durga at Sadiya in Upper Assam.

কেঁচাই-খোৱা, বি. যাক নপকা অৱস্থাতে বা নিসিজোৱাকৈ খোৱা যায়; যেনে, কেঁচাই-খোৱা কঁঠাল, কেঁচাই-খোৱা আলু, যি নিসিজোৱাকৈ খায়, এতেকে বৰ উগ্ৰ-স্বভাৱী, যি খং উঠিলে আগ গুৰি নেচাই অনিষ্ট কৰে, eaten in an unripe or raw state, eating without cooking, furious, desperate.

কেঁচাশাল্, বি. (অং. কেঁচা, নপকা + শাল, এবিধ টান কাঠ) বুজনি নোলোৱা, আপোনাৰ কথাত বাজে লোকৰ কথা নুশুনা, আমঠ, obstinate, self-willed, not amenable to reason.

কেঁচীয়া, বি. (অং. কেঁচ, কাতিকৈ দিয়া ফুল) কতীয়া; এচুকৰ পৰা আন চুকলৈ যোৱা, oblique, diagonal.

কেঁচীয়াকৈ, ক্রি. বি. কতীয়াকৈ, এচুকৰ পৰা আন চুকলৈ, obliquely, diagonally.

কেঁচু, } স. শ. (সং. কিঞ্চুলুক, হিং. কেঁচুৱা;
কেঁচু, } বং. কেঁচো, এবিধ কীট) এবিধ গাঁতত থকা সৰ্পাকৃতি পোক, an earth-worm.

কেঁচুমটা, স. শ. (অং. কেঁচু, ঐ + মাটি, মৃত্তিকা) কেঁচুৱে তোলা মাটি, the mud thrown up by the earth-worm.

কেঁচুমূৰীয়া, স. শ. (অং. কেঁচু, ঐ + মূৰ, শিৰ) অৰ্শৰোগৰ পৰা বহিৰ্দ্বাৰত হোৱা

কেঁচুৰ মূৰৰ নিচিনা টোপোৰা, অৰ্শৰোগ, the piles.

কেঁচুৰা, বি. (অং. কেঁচা, নপকা) দুগ্ধ-পোষা, নিচেই সৰু, পিয়াহ-খোৰা (লৰা বা ছোৱালী), of tender age, nursed at the breast. স. শ. নিচেই সৰু লৰা বা ছোৱালী, an infant.

কেঁচু-সাপ্, স. শ. (অং. কেঁচু, এবিধ কীট+ সাপ, সৰ্প) কেঁচুৰ নিচিনা কিন্তু গাত বাকলি থকা এবিধ কীট, তাৰ বিষ আছে নে নাই নিশ্চয় নাই, a species of small snake resembling the earth-worm.

কেঁচেলুৱা, বি. (অং. কেঁচা, নপকা) আধা পকা, আধা সিজা, অলপ জাতি হোৱা, half ripe, half boiled, half tamed.

কেঁটেলা, স. শ. (অং. কাঁইট, জোঙ্গা শলা) এবিধ গাত কাঁইট থকা চাৰি ঠেঙ্গীয়া জন্তু, a porcupine.

কেঁত্, অনুক. অকস্মাত ৰৰকৈ আঘাত কৰিলে বা কামোৰ মাৰিলে হোৱা শব্দৰ নিচিনা মাত, an imitative sound used to express that uttered by one suddenly bitten or struck.

কেঁতুৰি, স. শ. (হিং. তীখুৰ, বন-হালধি) এবিধ আপুনি হোৱা হালধিৰ নিচিনা গছ, বন-হালধি, the wild turmeric.

কেঁতুৰীয়া, বি. কেঁতুৰিৰ বৰণীয়া, অলপ হালধীয়া, yellowish.

কেঁত্ কৰে, ক্রি. বি. গিৰিসাই আক্রমণ কৰি, হঠাত কামুৰি ধৰি; যেনে, বাঘে গৰুটো কেঁত্ কৰে ধৰিলে, attacking or siezing suddenly.

কেঁতকুৰি, স. শ. (অং. কেঁত্, অকস্মাত কামোৰ মাৰিলে কৰা শব্দ + কৰ্) চেৰেপা, মানুহ আৰু জন্তুক কামোৰা এবিধ সৰু উৰি ফুৰা পোক, a flea.

কেঁৰা, বি. (সং. টেৰক, এফলীয়া চকুযুক্ত) এফলীয়া চকুযুক্ত, যাৰ এটা চকু সৰু; যেনে, কেঁৰা মানুহ, এফাললৈ চাওঁতে আন ফালে দেখা, চকুত খাটে; যেনে, কেঁৰা চকু; কতীয়া, পোন নোহোৱা, squint-eyed, oblique, aslant. স. শ. কেঁৰা চকুৰে মানুহ, a squint-eyed man. (স্ত্রী) কেঁৰী।

কেঁৰাকেঁৰি, বি. কতিয়াকতি, এটা এফাললৈ আনটো আন ফাললৈ কেঁৰা হোৱা, leaning in opposite directions, crossing each other at an angle. ক্রি. বি. কেঁৰাকেঁৰিকৈ।

কেঁৰাচকুৰা, বি. (অং. কেঁৰা, এফলীয়া+ চকু, চক্ষু) এফলীয়া অৰ্থাৎ এফাললৈ চাওঁতে আন ফাললৈ চোৱা যেন দেখা চকুযুক্ত, squint-eyed.

কেঁহেৰু, স. শ. (সং. কশেৰু, এবিধ বন) এবিধ পথাৰত হোৱা বনৰ মূল, তাক খোৱা যায়, a kind of esculent root, (Scirpus kysoor).

কেকয়, স. শ. এজনা সূৰ্য্য বংশীয় ৰজাৰ নাম, the name of a prince of the Solar race.

কেচু, স. শ. "কেঁচু" চোৱা।

কেচেমাকেচেম, বি. (অং. কেঁচা, নিসিজোৱা) কেঁচা মাছ বা মঙ্গহৰ নিচিনা (গন্ধত খাটে); যেনে, কেচেমাকেচেম গন্ধ, having the smell of raw flesh or fish. ক্রি. বি. কেঁচা মাছ, বা মঙ্গহৰ দৰে; যেনে, কেচেমাকেচেম্ গোন্ধাইছে, like raw flesh or fish.

কেচেৰ্, অনুক. কেঁচা গুটি বা শাক আদিত কামোৰ মৰাত হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by the teeth when chewing unripe or raw fruit or vegetable.

কেচৈৰু, স. শ. এৰি-পলুক পাত খুওৱা এবিধ গছ, a kind of tree on the leaves of which Eri worms are occasionally fed.

কেচেৰ্ কৰে, } ক্রি. বি. সেই ৰূপ শব্দ কৰি,
কেচেৰাই, } making the sound described below.

কেচকেচ্, অনুক. উচ্চকৈ আৰু কৰ্কশৰূপে

কোৰা কথাৰ শব্দ, an imitative sound used to express that of words spoken loudly and roughly.

কেচ্‌কেচনি, স. শ. দন্দৰ শব্দ, হাই, ধাৰ সাধি কৰা আমনি, the sound of a noisy dispute, a quarrel; noisy demand for payment.

কেচ্‌কেচা, অ. ধা. হাই-উৰুমি কৰ্, দন্দ কৰ, বৰ উচ্চ স্বৰেৰে কৰ্কশ কথা ক, to speak in a loud and rough manner, to wrangle, to dispute with a noise. স. ধা. ধাৰ সাধি আমনি কৰ্, to dun.

কেচ্‌কেচি, স. শ. দন্দৰ শব্দ, দন্দ; যেনে, "ঠাই দিবৰ গুণ, কেচ্‌কেচি শুন ॥" ধাৰ সাধি কৰা আমনি, the noise of an angry dispute, wrangling, noisy demand for payment.

কেচ্‌কেচী, বি. সদায় দন্দ-হাই কৰি থকা, (স্ত্ৰী); যেনে, এনে কেচকেচী তিৰোতা দেখা নাই, brawling, noisy, wrangling (Fem.).

কেচ্‌কেচীয়া, বি. সদায় দন্দ হাই কৰি থকা, মনে মনে থাকিব নোৱৰা; যেনে, কেচ্‌কেচীয়া লৰা, কেচকেচীয়া তিৰোতা, noisy, wrangling, brawling.

কেঞা, মাৰৱাৰ দেশৰ-পৰা অহা বেপাৰী মানুহ। "কাঞা" এনেকৈও কোনোৱে লেখে, ইহঁত পশ্চিমৰ পৰা অহা হেতু বোধ হয় আগৰ কালত বৰ প্ৰখ্যাত কান্যকুব্জ দেশৰ মানুহ যেন ভাবি সেই নাম দিয়া হৈছিল, পাচত সেইয়েই সিহঁতৰ নাম হল, a Marwari trader.

কেঞা-আঙ্গুলি, স. শ. (সং. কনিষ্ঠাঙ্গুলি, সৰু আঙ্গুলি) হাতৰ বা ভৰিৰ সকলোতকৈ সৰুটো আঙ্গুলি, the little finger, the smallest of the toes.

কেঞাবন্, স. শ. এবিধ, চোঁতালত হোৱা মুথা-জাতিৰ বন; তাৰ শিপাৰ আকৃতি প্ৰায় গোল, আৰু নাম কেঞা-গুটি; সি দৰবত লাগে, a kind of grass.

কেটাই-জেঙ্গেৰীয়া, বি. (অং. কেটেৰ জেঙ্গেৰ, কটু মাত) অলপতে খং কৰা, কেটেৰীয়া, খিঙ্খিঙীয়া; যেনে, নৰিয়াৰ-পৰা উঠিলে মানুহ কেটাই-জেঙ্গেৰীয়া হয়, peevish, snappish, easily irritated. "কেটাই জেৰীয়া" এনেও হয়।

কেটেৰ্, অনুক. টান বস্তুত কামোৰ মাৰোঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by the teeth in biting a hard substance.

কেটেৰ্ কৰে, ক্ৰি. বি. "কেটেৰাই" চোৱাঁ।

কেটেৰা, বি. (অং. কেটেৰ্, ঐ) কামোৰৰ দৰে দুখ দিয়া, কটু, গালি পৰা, খঙ্গেৰে টানকৈ উচ্চাৰণ কৰা; যেনে, কেটেৰা মাত, sharp and angry, uttered with harshness and anger. স. শ. কটু বাক্য, খঙ্গেৰে টানকৈ মতা একেষাৰ বা দুই এষাৰ কথা, জেঙ্গেৰা, one or two curt words uttered with harshness and anger in order to reprove.

কেটেৰা মাৰ্, খঙ্গেৰে টানকৈ একেষাৰ বা দুই এষাৰ কথা কৈ ডাবি দি, to reprove by uttering one or two curt words with harshness and anger.

কেটেৰাই, ক্ৰি. বি. (অং. কেটেৰ, কামোৰ মৰাৰ নিচিনা শব্দ) অকস্মাত দাঁতেৰে চেপি পীড়া দি; যেনে, মহটোৱে কেটেৰাই কামোৰটো মাৰিলে; কামোৰাৰ দৰে পীড়া দি, কৰ্কশৰূপে; যেনে, কেটেৰাই মাত এষাৰ মাতিলে, giving a smarting pain (applied to biting or speaking harsh words).

কেটেৰীয়া, বি. (অং. কেটেৰ, ঐ) অলপতে খং কৰি উঠা, খিঙ্খিঙীয়া, snappish, snarling.

কেটেৰ্‌জেঙ্গেৰ্ স. শ. (অং. কেটেৰ্, কামোৰৰ শব্দ + জেঙ্গেৰ, অনুৰূ.) কটু মাত, কৰ্কশ বাক্য, বেজাৰ লগোৱা মাত, harsh and angry speech.

কেটেহা, বি. নাকত পীড়া দিয়া, শিয়ালৰ মূত্ৰৰ দৰে দুৰ্গন্ধ, disagreeable to the olfactory nerves.

কেট্‌কেটনি, স. শ. ( অং. কেট্‌কেটা, খং কৰ্ ) খঙ্গেৰে দোষ ধৰা কার্য্য, খিঙ্খিঙ্গিনি, scolding, sharp rebuke.

কেট্‌কেটা, স. ধা. ( অং. কট্‌কট্, টান বস্তুত কামোৰ মৰাৰ শব্দ ) দোষ ধৰি খং কৰ্, গালি পাৰি ডাবি দি থাক্, to scold, to chide sharply or coarsely.

কেট্‌কেটীয়া, বি. খং কৰি গালি পাৰি থকা, দোষ ধৰি কটু কথা কৈ থকা, খঙ্গাল, scolding, apt to find fault, peevish.

কেট্‌কেট্ কৰে, ক্রি. বি. ( সং. কিট্ট, মলি ) মলিনৰূপে ; যেনে, কেট্‌কেট কৰে কলা, dirtily.

কেণা, বি. ( অং. কণা, চকু নথকা ) পোকে বিন্ধা ; যেনে, কেণা আম, bored by insects (said of fruits). স. শ. কাপোৰ বা কাঠীৰ বস্তু বোৱাত হোৱা ভ্রম, বিমোৰ ; এতেকে কথাৰ ভ্রম, অসঙ্গত কথা, a mistake made in weaving or braiding ; an impropriety of speech, an incorrect expression.

কেতকী, স. শ. ( স. কিত্, জান, বহু দূৰতে গন্ধৰ দ্বাৰা জনা যায়, এতেকে ) কেতেকী ফুল, a fragrant flower, (Pandamus odoratissimus).

কেতিয়া, কা. স. ( সং. কদা, কাহানি ) কোন সময়, কাহানি, what time. ক্রি. বি. কোন সময়ত, when.

কেতিয়াও, ক্রি. বি. কোনো কালতো, পাচত এটা না-পদ থাকে ; যেনে, কেতিয়াও নাহোঁ, (is followed by a negative and means) never.

কেতিয়া-কেতিয়াবা, ক্রি. বি. কোনো-কোনো সময়ত, মাজে-মাজে, now and then, sometimes.

কেতিয়াকৈ, ক্রি. বি. কোন সময়ত, when.

কেতিয়াবা, কা. স. কোনো এক সময়, a certain time. ক্রি. বি. কোনো এক সময়ত, occasionally.

কেতু, স. শ. ( সং. চায়্, পূজা কৰ্+তু, প্রত্যয় ) ( জ্যোতিষৰ মতে ) এটা গ্রহ ; (পুৰাণৰ মতে) সিংহিকা ৰাক্ষসীৰ পুতেকক বিষ্ণুৱে চক্রেৰে কাটিলত তাৰ মূৰটো "ৰাহু" আৰু গাঁৰি ডোখৰ "কেতু" হল ; পাচত বিষ্ণুৱে বৰ দি দুইকো গ্রহ কৰিলে ; পতাকা, m from R কেৎ 1 a banner, standard, a flag, 2 a mark, a sign, a symbol. 3 (in mythology) the name of an Asura or demon, 4 Ketu, the dragon's tail. 5 (in astronomy) the ninth of the planets.

কেতেক্, বি. স. ( সং. কতি, কিমান ) কিমান, how much, how many.

কেতেটি, } বি. স. ( অং. কেতেক+টি, উপশ. )
কেতুটি, } কেতুখানি, কিছুমান, some, a few. ( সোধা অর্থত ) কিমান, how many.

কেতেকী, স. শ. ( সং. কেতকী ) এবিধ ফুল, a kind of flower.

কেতেকী-কঁঠাল, স. শ. কেতেকী-ফুলৰ গছৰ নিচিনা এবিধ গছৰ ফল, মাটি-কঁঠাল, a pine-apple.

কেতেকী, } স. শ. ঘাম-কালি "অ কে-
কেতেকী-চৰাই, } তেকী" এনে মাত মতা এবিধ চৰাই, a kind of summer bird.

কেতেৰীয়া, বি. ( অং. কঁতৰা, পছুৰ শিঙ্গৰ ডাল ) জটিল, পোন নোহোৱা, বান্ধ নিছিগা, পাক লগাই কোৱা বা লিখা ; যেনে, কেতেৰীয়া কথা ; একে কথাকে পুনঃ পুনঃ কোৱা, কথা এৰি নিদিয়া ; যেনে, কেতেৰীয়া মানুহ, complicated, involved, repeating the same thing over and over, not disposed to come to a conclusion.

কেতো, বি. স. ( সং. কিম্, কোন ) কোনো, some.

কেত্‌কেতা, স. ধা. ( অং. কেত্‌কেত্, হাতেৰে পানীত আঘাত কৰিলে হোৱা শব্দ ) হাতেৰে বা ভৰিৰে ঘোদাল, এতেকে বহু বেলিলৈকে হাতেৰে বা ভৰিৰে লাৰি-চাৰি থাক, ( পানীত খাটে ), to stir up with the hand or foot, as water or mud, to continue to lave in.

কেতখানি, বি. স. (অং. কেত, কিছু+খানি, উপশ.) কিছু পৰিমাণৰ, কিছুমান, some.

কেতসন্ধানে, ক্রি. বি. (অং. কেত, কি+সং. সন্ধান, বুজ লোৱা) কিবা জানি, হব লা, হব পাৰে; যেনে, কেতসন্ধানে তেওঁ আহিছে, perhaps.

কেদাৰ্, স. শ. (সং. কে, মূৰত+দাৰা, ভাৰ্য্যা) সদাশিৱ, কামৰূপৰ হাজোত থকা শিৱৰ মূৰ্ত্তি, (শিৱৰ মূৰত তেওঁৰ ভাৰ্য্যা গঙ্গা থাকে), a name of Shiva, a shrine sacred to Shiva at Hajo in Kamrup.

কেনি, ক্রি. বি. (সং. কিম্, কি) কোন পোনে; কোন ফাললৈ, which way.

কেনিও, ক্রি. বি. কোনো ফালে, এফালেও, এটা না-পদ থাকে; যেনে, কেনিও যাব নোৱাৰি, (is followed by a negative and means) in no way whatever.

কেনিবা, ক্রি. বি. অনিশ্চিত কোনো এফালে; যেনে, তেওঁ কেনিবা গল, in some way.

কেনুৰা, বি. সৰ্ব্ব. "কেনেকুৰা" শব্দৰ অপভ্ৰংশ।

কেনে, ⎫ বি. সৰ্ব্ব. (সং. কিম, কি)
কেনে-কুৰা, ⎭ কি প্ৰকাৰৰ, কোন বিধৰ, of what kind.

কেনেকৈ, ক্রি. বি. কি প্ৰকাৰে, কি দৰে, how, by what means.

কেনেবা, বি. স. কোনো এক অনিশ্চিত প্ৰকাৰৰ, স্বাভাবিক নোহোৱা, সেই বিধৰ আন বস্তু যেনে তাতকৈ বেলেগ (সদায় বেয়া ভাব বুজায়); যেনে, ফুলটোৰ গন্ধ কেনেবা, unusual, of a peculiar nature (in a bad sense). (প্ৰশ্ন সোধাত) কেনে, কিৰূপ; যেনে, নৰিয়া কেনেবা হৈছে, how.

কেনেবা, ক্রি. বি. কোনো এক বিশেষ ৰূপে, অসাহজিকৰূপে (বেয়া ভাবত); যেনে, ফুলটো কেনেবা গোন্ধাইছে, গাটো কেনেবা লাগিছে; in a peculiar or unusual manner (bad).

কেনেবাকৈ, ক্রি. বি. কোনো এক অনিশ্চিত প্ৰকাৰে, কিবা ৰূপে, somehow.

কেনকেন্, অনুক. অলপ অলপকৈ হৈ থকা বৰষুণৰ নিচিনা শব্দ, an imitative sound used to express that of a slight but continuous rain.

কেনকেননি, স. শ. অলপ অলপকৈ হৈ থকা বৰষুণৰ শব্দ, এতেকে অলপ অলপকৈ কান্দি থকাৰ শব্দ, the sound of slight and continuous rain, or a continuous and low cry.

কেনকেনা, অ. ধা. অলপীয়া বৰষুণৰ দৰে শব্দ কৰ্, অলপ অলপকৈ বৰষি থাক্; অলপ অলপকৈ কান্দি থাক্, to continue to fall slightly as rain, to continue, to whimper.

কেনকেনীয়া, বি. কেনকেন্ শব্দ কৰা, অলপ অলপকৈ পৰি থকা, (বৰষুণত খাটে); যেনে, কেনকেনীয়া বৰষুণ; অলপ অলপকৈ বৰষুণ দি থকা, বতৰত খাটে; যেনে, কেনকেনীয়া বতৰ, অলপ অলপকৈ কান্দি থকা; যেনে, কেনকেনীয়া লৰা, continuous, incessant (said of rain), having continuous rain, speaking in a weak false to voice.

কেন্দু, স. শ. (সং. ক, পৃথিৱী+ইন্দু, তিয়া) এবিধ গছ, তাৰ গুটিৰ এঠাৰে নাও আদি এঠোৱা যায়, a kind of tree (Diospyros tomentosa).

কেন্দ্ৰ, স. শ. (সং. ক, মূৰ+ইন্দ্ৰ, গৰাকী) ঘূৰণীয়া বস্তুৰ ঠিক মাজ-ঠাই; পৃথিৱীৰ উত্তৰ বা দক্ষিণ মূৰ, the centre of a circular body, one of the poles of the earth.

কেন্দ্ৰ, স. শ. ছিদ্ৰ, অহিত চেষ্টাৰ আশঙ্কাৰ পৰা বা অপমান পাই হোৱা খং বা অসন্তোষ; ৰোহ, umbrage, offence taken, displeasure.

কেপ্, স. শ. কতিয়া কতিকৈ বন্ধা ডুডাল বাঁহ বা মাৰিৰ যতন, তাক ডাঙ্গৰ কাঠ আদি দঙ্গাত ব্যৱহাৰ কৰা যায়, পেং; ওপৰত বা আন ঠাইত আখৰ তুলি দিয়া বুজাবলৈ দিয়া চিন্, যোগৰ চিন;— "+"; a two-pronged contrivance

made of two bamboos used in raising timber, &c., a mark of interlineation, a plus.

কেপা-কানি, স. শ. (যাং. কফা, আফুৰ আঠা+অং. কানি, ফটা কাপোৰ) ফটা কানিত লগাই থোৱা আফুৰ আঠা, কানি, a strip of cloth besmeared with opium preserved for use, this was one of the modes of keeping opium in Assam.

কেপেয়া, স. শ. (অং. কেপ, পেং) এডালৰ মূৰ এফাললৈ আন ডালৰ মূৰ আন ফাললৈ দি মূৰৰ পৰা অলপ নামে বন্ধা দুডাল বাঁহৰ যতন, তাক ডাঙ্গৰ কাঠ আদি দঙ্গাত ব্যৱহাৰ কৰা যায়, a contrivance of two bamboos, the upper ends of which cross each other and are tied a little below where they cross, used in raising timbers, &c.

কেপ্‌কৰা, স. শ. (কাপ্-কাপ্, অনেক বৰণীয়া +কৰা, নিৰ্ম্মিত) গুণাৰ বনৰ দ্বাৰা চিত্ৰ-বিচিত্ৰ কৰা এবিধ আসন, পূৰ্ব্বে তাত ৰজা আৰু মন্ত্ৰী সকল বহিছিল, an embroidered cushion or seat used by the Ahom Raja and his ministers.

কেপ্‌কৰা, বি. (অং. কেপ্‌কেপ্, টোপ খাবলৈ নোপোৱা চৰাই পোৱালীৰ মাত) জীবিকা আৰু ঘৰ বাৰী নথকাত লোকৰ ঘৰত চাপি থকা, কেলেহুৱা, (গালি), having no home and means of support and living at the house of another. স. শ. জীবিকা আৰু ঘৰ-বাৰী নথকাত লোকৰ ঘৰত চাপি থকা মানুহ, one who having no house and means of support lives at the house of another (a term of abuse).

কেপকেপ্, অনুক. টোপ খাবলৈ নোপোৱা চৰাই পোৱালীৰ দুখৰ মাত, an imitative sound used to express the cry of young birds when hungry.

কেপ্‌কেপ কৰ্, আহাৰৰ অভাৱত কষ্ট পা; যেনে, অমুকে খাবলৈ নেপাই কেপ্‌কেপ্ কৰিছে, to suffer from want of food.

কেব্‌কেবনি, "কপ্‌কপনি" চোৱা।

কেব্‌কেবা, "কপ্‌কপা" চোৱা।

কেমিতি, স. শ. (ইং. কেমিষ্ট্ৰি) দ্ৰব্য-বিলাকৰ গুণ আৰু কি কি দ্ৰব্যৰ যোগত কি ফল হয়, তাক শিকোৱা বিদ্যা, chemistry.

কেম্‌টাই, স. শ. গাত মাছৰ নিচিনা বাকলি থকা এবিধ চাৰি ঠেঙ্গীয়া জন্তু, বন-ৰৌ, a pangolin.

কেয়ূৰ, স. শ. (সং. ক, মূৰ অৰ্থাৎ বাহুৰ মূল+যু, যোগ কৰ্) বাজু, বাহুৰ অলঙ্কাৰ, an armlet.

কেৰাণী, স. শ. (বং. কেৰাণী, লেখক) ইংৰাজী ভাষাৰে কাম কৰা মহৰি, a clerk who writes English.

কেৰামত, স. শ. (যাং.) বল, শক্তি, পৰাক্ৰম, power, strength.

কেৰামতালি, গু. শ. (যাং. কেৰামত, ঐ+অং. আলি, প্ৰত্যয়) বলীৰ স্বভাব বা কাৰ্য্য; এতেকে পৰাক্ৰম, মহত্তালি, শক্তিমন্তৰ নিচিনা আচৰণ; যেনে, অমুকে বৰ কেৰামতালি দেখালে, বলৰ বা শক্তিৰ অহঙ্কাৰ; যেনে, অমুকৰ কেৰামতালি দেখি আচৰিত, powerfulness, strength, the act of boasting of power or strength.

কেৰাহি, বি. (অং. কেঁৰা, বেকা) বেঁকা, এফলীয়া (দৃষ্টি বা চকুত খাটে); যেনে, চকু কেৰাহি কৰিছে, কেৰাহি দৃষ্টি, oblique (said of a look).

কেৰাহিকৈ, ক্ৰি. বি. চকু কেঁৰা কৰি, এফলীয়াকৈ, askance.

কেৰাহী, স. শ. (হিং. কৰাহী, বং. কড়াই, লোৰ পাত্ৰ) লোৰ বন্ধা পাত্ৰ, লোহোৰা, an iron pan.

কেৰি, স. শ. (অং. কেৰু, কাণৰ অলঙ্কাৰ, কেৰুৰ নিচিনা এতেকে) গুড় থোৱা সৰু টেকেলি, ডিঙ্গি-চিঞা সৰু টেকেলি, a

small earthen jar in which *gur* is kept.

**কেৰিমেৰি**, বি. (অং. কেঁৰা, বেঁকা + মেৰ, পাক) বৰকৈ পাক-লোৱা, অনেক পাক থকা, বেঁকা বেঁকি, turning round and round, zigzag.

**কেৰু**, স. শ. (সং. কৰ্ণ, কাণ) কাণৰ লতিত পথালিকৈ সুমাই পিন্ধা এবিধ অলঙ্কাৰ, a kind of ear ornament.

**কেৰুণীয়া**, বি. (অং. কেৰোণ, গছৰ ৰোগ) কেৰোণে ধৰা, কেৰোণে খোৱা, (গছ বা গুটিত খাটে), bored by insects or rotten as a tree or fruit.

**কেৰেক্**, অনুক. দুটা টান বস্তু ঘঁহনি খোৱাত হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by two hard bodies when rubbed against each other.

**কেৰেচী**, বি. আধা বনৰীয়া, (মাইকী জন্তুত খাটে); যেনে, কেৰেচী পহু, half tamed (said of a female animal).

**কেৰেচীয়া**, বি. আধা বনৰীয়া, আধা জাতি হোৱা (স্ত্ৰীং. পুং.), half tamed.

**কেৰেয়া**, স. শ. (হিং. বং. কেৰায়া, ভেৰণ) ভেৰণ, মাটিত বাজে আন বস্তু ব্যৱহাৰৰ বাবে দিয়া ধন, hire.

**কেৰেলা**, স. শ. (সং. কাৰবেল্ল, বং. করলা, এবিধ ফল) এবিধ লতাৰ তিতা গুটি, তাক পাচলি কৰা যায়, the bitter fruit of a kind of creeper (Momordica charatia).

**কেৰেলুৱা**, স. শ. (সং. কৰ্ণজলোকা; বং. কেল্লু, এবিধ পোক) এবিধ বঙ্গা-বৰণীয়া বহু-ঠেঙ্গীয়া পোক, the name of an insect (Julus cornifex; and perhaps some other species), also a very slender species of centipes or scolopendra, (Carey).

**কেৰোণ্**, স. শ. জীয়া গছত বিন্ধা কৰা এবিধ পোক; তাৰ পৰা হোৱা গছৰ ৰোগবিশেষ, a disease of trees, canker, an insect boring trees and causing the disease.

**কেৰ্কেটুৱা**, স. শ. (তাৰ মাতৰ পৰা সেই নাম) নেলৰ আকৃতিৰ গছত থকা আৰু পনীয়া তামোল খোৱা জন্তু বিশেষ, a squirrel.

**কেৰ্কেৰ্**, অনুক. দুটা টান বস্তু ঘঁহনি খাই থকাত হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by two hard bodies continually in motion and rubbing against each other.

**কেৰ্কেৰণি, কেৰ্কেঁৰণি**, স. শ. দুটা টান বস্তুৰ এটাৰ গাত আনটোৱে ঘঁহনি খাই থকাত উঠা শব্দ; যেনে, কুঁহিয়াৰ-শালৰ কেৰ্কেঁৰণি, a creaking sound.

**কেৰ্কেৰা, কেৰ্কেঁৰা**, অ. ধা. কেৰকেৰ শব্দ কৰ্, to creak.

**কেৰ্কেৰীয়া, কেৰ্কেঁৰীয়া**, বি. কেৰকেৰ শব্দ কৰা; এতেকে মিহি বা কোমল নোহোৱা, টান, ৰস নথকা; যেনে, কেৰ্কেঁৰীয়া কুঁহিয়াৰ, making a creaking sound, rough, hard, dry.

**কেৰ্ঘেঁহনি, কেৰ্ঘেঁহনি**, স. শ. (অং. কেৰ্ঘেঁহা, খেৰোগেৰো কৰ্) দিওঁ নিদিওঁ বা কৰোঁ নকৰোঁ কৰা কাৰ্য্য; খেৰোগেৰো, the act of being undecided, or wavering.

**কেৰ্ঘেঁহা, কেৰ্ঘেঁহা**, অ. ধা. (অং. কৰ্, সম্পাদ্ + ঘেঁহা, অনিশ্চিতৰূপে ক) অনিশ্চিতৰূপে ক, কোনো কাৰ্য্য কৰিবলৈ আশঙ্কা কৰ্, এবাৰ কৰোঁ বুলি আকৌ পাচ হোহঁক, খেৰোগেৰো কৰ্, to hesitate to act, to be undecided, to waver.

**কেৰ্জেৰ্, কেৰ্জেৰ্**, স. শ. (অং. কেৰ্, দুটা বস্তু ঘঁহনি খোৱাত উঠা শব্দ + জেৰ্, অনুক.) বস্তুৰ বেচ কমাবলৈ বা বঢ়াবলৈ কোৱা কথা, মূল্যৰ বিষয়ে বিবাদ, haggling over the price of any thing.

কেৰ্জেৰণি, } স. শ. মূল্য কমাবলৈ বা
কের্জেৰণি, } বঢ়াবলৈ চেষ্টা কৰা কাৰ্য্য, মূল্যৰ বিষয়ে বিবাদ কৰা কাৰ্য্য, the act of haggling.

কেৰ্জেৰা, } অ. ধা. মূল্য কমাবলৈ বা
কের্জেৰা, } বঢ়াবলৈ চেষ্টা কৰ্, বেচৰ কথাত বিবাদ কৰ্, to haggle.

কেৰ্জেৰীয়া, } বি. মূল্য কমাবলৈ বা বঢ়াবলৈ
কের্জেৰীয়া, } চেষ্টা কৰা, দৰ এৰি নিদিয়া. দৰৰ কথাত বিবাদ কৰি থকা, apt to haggle, given to haggling.

কেৰ্মেৰ্, } স. শ. (অং. কেৰিমেৰি, বেঁকা-
কের্মেৰ্, } বেকি) বেঁকা-বেঁকি গতি, বেঁকা-বেঁকিকৈ কৰা লৰচৰ; যেনে, সাপে কেৰ্মেৰ কৰে, tortuous motion as of a snake.

কেৰ্মেৰণি, } স. শ. বেঁকাবেকিকৈ গতি
কের্ম্মেৰণি. } কৰা কাৰ্য্য, লৰফৰ কৰা কাৰ্য্য, the act of moving in a tortuous manner.

কেৰ্মেৰা, } অ. ধা. বেঁকাবেঁকিকৈ গতি কৰ্,
কের্মেৰা, } বেঁকাবেকিকৈ লৰচৰ কৰ্, সাপৰ দৰে গতি কৰ্; যেনে, কেঁচুৰে কের্ম্মেৰায়. to move in a tortuous manner.

কেৰ্মেৰীয়া, } বি. বেঁকা, বেঁকাবেঁকিকৈ
কের্মেৰীয়া, } গতি কৰা, কেৰ্মেৰ কৰা, tortuous, moving or going in a tortuous manner.

কেলি, } স. শ. (সং. কিল্, ধেমালি কৰ্)
কেলী, } ধেমালি, ক্রীড়া, sport, pastime, play.

কেলিকেন্দেলি, স. শ. (সং. কেলি, ধেমালি +কেন্দেলি, অনুক.) কামলৈ হেলা কৰি কৰা ধেমালি, অবাবত কৰা গহৰি, idle play, neglect of duty.

কেলেই, ক্রি. বি. (অং. কিহলৈ শব্দৰ অপভ্ৰংশ) কি নিমিত্তে, কিহৰ কাৰণে, for what purpose, wherefore.

কেলেঙ্কাৰ্, স. শ. (সং. কলঙ্ক, অপযশ) দোষাৰোপ, অতি মন্দ কৰ্ম্মৰ অপবাদ, দুৰ্যাশ, accusation of some immoral act, scandal.

কেলেহুৱা, বি. (সং. ক্লেশ, দুখ) লোকৰ ঘৰত পেট পুহি থকা, চপনীয়া, living at the house of another, as a dependant. স. শ. লোকৰ ঘৰত পেট পুহি থকা মানুহ, চপনীয়া মানুহ; এতেকে স্বত্ব বিনা লোকৰ বস্তু বা ব্যৱসায়ৰ অধিকাৰ হোৱা মানুহ, a person living at the house of another as a dependant, an interloper (a term of contempt).

কেল্কেল্, অনুক. অস্পষ্ট বা বেয়াকৈ কোৱা কথাৰ শব্দ, an imitative sound used to express that of indistinct speech.

কেল্কেলনি, স. শ. বেগাই, অস্পষ্টকৈ কোৱা কথা; যেনে, লৰাবিলাকৰ কেল্কেলনি, indistinct and rapid speaking, jabber.

কেল্কেলা, অ. ধা. অস্পষ্টকৈ আৰু বেগাই কথা ক, to speak indistinctly and rapidly, to jabber. স. শ. বেগাই, অস্পষ্টকৈ পঢ়, বা ক; যেনে, কীৰ্ত্তন কেল্কেলাইছে, কথা কেল্কেলাইছে, to read or speak indistinctly and rapidly.

কেল্কেলীয়া, বি. বেগাই অস্পষ্টকৈ কথা কোৱা, বকি থকা, chattering, babbling.

কেল্পনীয়া, বি. "কেলেহুৱা" শব্দৰে একে অৰ্থ। see কেলেহুৱা।

কেৱল্, বি. (সং. কেৱ, শান্তি কৰ) অকল, এক মাত্ৰ, only.

কৈৱলীয়া, বি. (সং. কেৱল, অকল) অকলশৰীয়া, অৰ্থাৎ বিয়া নকৰা, উদাসীন, সংসাৰৰ সুখলৈ বিমুখ, unmarried, despising worldly happiness. স. শ. উদাসীন ভকত, a celibate.

কেৰাৰ, স. শ. নীচ কৰ্ম্ম, দাসৰ কৰ্ম্ম, drudgery.

কেৰাৰী, বি. (অং. কেৰাৰ, ঐ) অনেক বাৰ খেতি কৰাত সাৰ গুচা; যেনে, কেৰাৰী মাটি; অপ্ৰিয় হোৱা, চেনেহ

হেৰুওৱা, এৰা পৰা ; যেনে, ডাঙ্গৰীয়াৰ বৰ জনা ঘৈণীয়েক কেৰাৰী হৈছে, land exhausted by being frequently cultivated ; fallen into dislike, disliked, disregarded.

কেশ্, স. শ. (সং. ক, মুৰ+ঈশ, গৰাকী) চুলি, the hair of the head.

কেশৰ্, স. শ. (সং. ক, জল + শৃ, দুখ দি) ফুলৰ মাজৰ সৰু সৰু সূতাৰ নিচিনা আঁহ, সিংহৰ ডিঙ্গিৰ নোম, the filaments of a flower, the mane of a lion.

কেশৰ-গ্রন্থি, স. শ. (সং. কেশৰ, ঐ+গ্রন্থি, গাঁঠি) ফুলৰ আঁহৰ মূৰত থকা টোপোৰা, the anther.

কেশৰী, স. শ. (সং. কেশৰ, সিংহৰ ডিঙ্গিৰ নোম) সিংহ, a lion.

কেশৱ, স. শ. (সং. কেশৱ, 'কেশী' অসুৰক মাৰোঁতা) বিষ্ণু, a name of Vishnu, Krishna.

কেহা, } বি. (সং. কষায়, বেয়া আস্বাদ)
কেহেটা, } কেঁচা তামোল বা শিলিখাৰ দৰে লগা, বেয়া আস্বাদযুক্ত, অলপ কেহা, having an astringent taste. স. ধা. কেহা কৰ্, কেহা লগা ; যেনে, শিলিখাই মুখ কেহায়, to give an astringent taste to.

কেহেটালি, স. শ. অলপ পৰিহাস-কৰা কথা, slightly jocular speech.

কেহেটি, বি. অলপ কেহা, of slightly astringent taste.

কেহেৰ্ পৰা, স্থা. স. কৰ পৰা, from what place.

কেহেলৈ, স্থা. স. কোন ঠাইলৈ, কলৈ, to what place.

কেহ্‌ৰাজ্, স. শ. (সং. কেশৰাজ, এবিধ বন) এবিধ মোহাৰিলে কলা হোৱা বন, a species of plant (Verbesina prostrata).

কৈকেয়ী, স. শ. (সং. কৈকেয়ী, কেকয়ৰ জীয়েক) দশৰথ ৰজাৰ এজনা ভাৰ্য্যা, a wife of Dasaratha.

কৈতৱ, স. শ. (সং. কৈতৱ, ছলনা — কিতৱ, ছল) ছলনা, ফাঁকি, মনত ৰখা খং, কপট্, deceit, secret ill-will.

কৈবৰ্ত্ত, স. শ. (সং. কৈবৰ্ত্ত, নদীয়াল—কে, পানীত + বৃত্, বাস কৰ) নদীয়াল, জালোৱা, a fisherman.

কৈমিতিক্, বি. (ইং. কেমিষ্ট্রি, কেমিতি) কেমিতি-সম্বন্ধীয় বা কেমিতি-জনা, appertaining to or versed in chemistry.

কৈলাস্, স. শ. (সং. কৈল, আনন্দ+আস, বাস্ কৰ্) সদাশিৱ থকা পৰ্ব্বত, হিমালয়ৰ এক শৃঙ্গ, one of the peaks of the Himalaya supposed to be the abode of Shiva.

কৈসানি, ক্রি. বি. কেতিয়া, when. (পদ্যত)।

কোঁচ, অ. ধা. (সং. কুঞ্চ, বেঁকা হ) বেঁকা হ, কেকোৰা হ, মোকোটা খা, কেঁকোৰা হৈ চুটি হ ; কোনো কামলৈ আগ নবঢ়া হ, উৎসাহ-হীন হ ; যেনে, মনটো কুঁচিল, to be contracted, to shrink, to recoil as from fear or disgust.

কোঁচ্, স. শ. (অং. কোঁচ, মোকোটা খা) ভাঁজ, মোকোটা ; যেনে, কাপোৰৰ কোঁচ, কোনো বস্তু লবৰ নিমিত্তে কোঁচাই মোনাৰ নিচিনা কৰা গাত লোৱা কাপোৰ, a bend, a fold, part of a wrapper, &c., contracted into the shape of a bag to receive something.

কোঁচ খা, মোকোটা খা, কুঁচি চুটি হ ; যেনে, চুৰিয়াখান কোঁচ খাইছে ; সঙ্কোচিত হ, উৎসাহ গুচ্ ; যেনে, মন কোঁচ খালে, to be contracted, to use ardour, to recoil, as from fear, &c.

কোঁচ্, স. শ. (সং. কোচ, এক নীচ জাতি) কেওট জাতিৰ তলৰ শূদ্রিৰ জাতি, a caste immediately below the Kalitas. (স্ত্রী) কুঁচুনী।

কোঁচা, স. ধা. (অং. কোঁচ, বেঁকা হ) বেঁকা কৰ, কেঁকোৰা কৰ্ ; পাচলৈ টানি চুটি কৰ্ ; যেনে, হাত খান কোঁচালে ; নিৰুৎসাহ কৰ্, কোনো কাৰ্য্যলৈ আগ নবঢ়া কৰ্ ; যেনে, মন কোঁচালে, to cause

to contract or shrink, to shorten by drawing back, to cause to recoil.

কোঁটা, বি. (সং. কোট, বেঁকা) বেঁকা (আঙ্গুলিত খাটে); যেনে, আঙ্গুলিটো কোঁটা; বেঁকা আঙ্গুলিযুক্ত; আঙ্গুলিহীন; যেনে, সি কোঁটা, crooked; a term often applied to the finger, *e.g.*, a man with a crooked finger, or without a finger. (স্ত্রী) কুঁটী।

কোঁটু-কৰা, স. শ. (সং. কণ্টককৰঃ, কাঁইট উৎপন্ন কৰা) এবিধ বৰ জোঙ্গা আৰু অধিক কাঁইটেৰে গছ আৰু তাৰ গুটি, a species of thorny plant and its fruit.

কোঁটুকৰী, } কোঁটুকৰী-মুগা, } স. শ. এবিধ কোঁটু কৰা বা বগৰী-গছৰ পাত খোৱা বনৰীয়া মুগা, a species of wild silk-worm that feeds on the above plant.

কোঁঠ, স. শ. (সং. কোট, গড়) কটকৰ নিমিত্তে বেৰা ঠাই, কাঠ বা বাঁহেৰে কৰা গড়, a stockade or palisade, a small fortification.

কোঠা, } কোঠালী, } স. শ. (বং. কুঁঠৰী, ক্ষুদ্ৰঘৰ) ঘৰৰ মাজত বাৰ দি পৃথক কৰা ভাগ, খোঁটালী, a room, an apartment.

কোঁচা, স. শ. (অং. কোঁৱৰ, কোঁচা চৰাইৰ মাত) এবিধ দলনি বা পিটনিত থকা ডাউক জাতিৰ চৰাই, a kind of water-rail.

কোঁৱৰ, স. শ. (সং. কুমাৰ, ৰাজপুত্ৰ) ৰজাৰ পুতেক, a prince.

কোঁৱৰা, স. শ. (কোঁৱৰৰ দৰে মৃদু এতেকে) নকৈ ওলোৱা গজালি, a young sprout, or shoot.

কোঁৰ্শলা, স. শ. (অং. কাঁৰ, ধেনুৰে মৰা অস্ত্ৰ+শলা, জোঙ্গা কাঁইট) ধানৰ নিচিনা তাতকৈ সৰু আৰু আগ জোঙ্গা গুটি ধৰা এবিধ বন, a kind of grass.

কোঁহ, } কোঁহা, } স. শ. (সং. কোষ, ফুটা) কঁঠালৰ নিচিনা ফলৰ ভিতৰৰ এটা গুটিক আবৰি থকা এভাগ, ফুটা; যেনে, কঁঠালৰ কোঁহ, পোনেই ওলাই অহা কোমল পাত, অঙ্কুৰ, গজালি; মৌৰ ৰহঘৰা, a division of the pulp of a fruit surrounding a seed or stone, a tender shoot, a bud, honeycomb.

কোঁহাকুঁহি, স. শ. সিজি বা পকি পচি যোৱা বস্তুৰ মাজত অলপ টান আৰু নিমিলা হৈ থকা ভাগ; গুৰুলাগুৰুলি; যেনে, লুথৰি পিঠাৰ কোঁহাকুঁহি মৰিব লাগে, that part of anything well boiled or ripe, which remains harder than and unmixed with the rest.

কোকনদ, স. শ. (সং. কোক, চাকৈচকোৱা+নদ্, শব্দ কৰ) ৰঙ্গা পদ্ম, (চাকৈচকোৱাই তাৰ তলত আশ্ৰয় লৈ শব্দ কৰে এতেকে), the red lotus.

কোকানলে, ক্ৰি. বি. (কোক্, শব্দ বিশেষ +নলা, চুঙ্গা) চোঁচোঁ কৰে, চুঙ্গাৰ পৰা বৈ যোৱাৰ দৰে, in a rapid stream as from a tube.

কোকিল, স. শ. (সং. কুক, গ্ৰহণ কৰ্+ইল, প্ৰত্যয়, মনক আকৰ্ষণ কৰে এতেকে) কুলি চৰাই, the Indian cuckoo. (স্ত্ৰী) কোকিলা।

কোকোহা, বি. ক্ষীণ, দুৰ্ব্বল, emaciated, lean.

কোকোহা পৰ্, ক্ষীণ হ, দুৰ্ব্বল হ, খীণা, to be lean, to become emaciated.

কোকলোঙ্গা, স. শ. (অং. কোকলোং, কোকলোঙ্গা চৰাইৰ মাত) এবিধ ৰঙ্গচীয়া বৰণৰ চৰাই, a species of bird.

কোকলোঙ্গা, স. শ. (সং. কোক, এবিধ জেঠী) এবিধ জেঠীৰ নিচিনা জন্তু, তেজপিয়া, a species of chamelion.

কোঙ্গা, বি. (বং. কোঙা, বেঁকা) আঙ্গুলি নথকা বা মোকোটা খোৱা; যেনে, হাত খান কোঙ্গা; হাত বা ভৰিৰ আঙ্গুলি নথকা বা মোকোটা খোৱা; যেনে, কোঙ্গা মানুহ, having no fingers or toes or with crooked fingers or toes. (স্ত্ৰী) কুঙ্গী।

কোছা, স. শ. (সং. গুচ্ছ, হিং. কুচ্ছ, আটি)

আটি, মুঠা, একে-লগে গোটোৱা দীঘল বস্তুৰ সমূহ; যেনে, খৰিকোছা, a bundle of grass, a quantity of materials placed together.

কোজাগৰ্, স. শ. (সং. কঃ, কোন+জাগৰ, সাৰে থকা) বিজয়া দশমীৰ পাচৰ পূৰ্ণিমা। সেই দিনা ৰাতি কোন সাৰে থাকে তাক লক্ষ্মীয়ে চাই ফুৰে বুলি পুৰাণত লেখা আছে; এতেকে মানুহে সেই দিনা গধূলি লক্ষ্মীৰ পূজা কৰে আৰু ৰাতি সাৰে থাকে, the day of the full moon after the Durgapuja.

কোটৰ্, স. শ. (সং. কোট্, গড়+ৰা, গ্ৰহণ কৰ্) গছৰ খোৰোং, ধোন্দ, the hollow of a tree.

কোঁটায়াঙ্গন্, স. শ. (অং. কাঁইট, কন্টক+বাঙ্গন, বেঙ্গেনা) এবিধ বেঙ্গেনা গছৰ নিচিনা কাঁইটীয়া গছৰ ফল, a kind of fruit.

কোটি, } সংখ্যা. (সং. কুট্, বেঁকা হ) এশ
কোটী, } লক্ষ, দহ নিযুত, ten millions.

কোটি-কোটি, সংখ্যা. অনেক কোটি, অসংখ্য, innumerable, myriads of.

কোটোহা, স. শ. (অং. কাঁইট, কন্টক) গাত কাঁইটৰ দৰে আখি থকা এবিধ বনৰীয়া বাঁহ; কুন্দশালৰ কাঁইট লগা খুঁটি, a species of wild bamboo, the upright stake or pegs of a lathe to which the thing to be turned is attached.

কোঠা, স. শ. (সং. কোষ্ঠ, ঘৰৰ মাজৰ বেৰ দিয়া ঠাই) খোঁটালী, ঘৰৰ ভিতৰৰ বাৰ দি পৃথক কৰা এভাগ, a room, an apartment.

কোণ্, স. শ. (সং. কুণ্, শব্দ কৰ্) চুক্, a corner.

কোত্, স. শ. (সং. কোথ, চকুৰ ৰোগ) চকুৰ নোম সৰোৱা ৰোগ, চকুৰ পিৰঠিত হোৱা ৰোগ, an eye disease which causes the eye-lashes to fall off. "চকু-কোত" বোলা যায়।

কোত্-ঘৰ্, স. শ. (ইং. কোৱাৰ্টৰ গাৰ্ড্) পলটনৰ বা পুলিচৰ প্ৰহৰী থকা ঠাই; পুলিচে ধৰি অনা অপৰাধী থোৱা ঘৰ, Quarterguard; a guard house.

কোতমণি, স. শ. (সং. কূট, ক্ষুদ্ৰ গুটিৰ সমূহ+মণি, ডিঙ্গিৰ অলঙ্কাৰ) কাচ, সোণ বা ৰূপেৰে সজা এবিধ আফুগুটিৰ দৰে ক্ষুদ্ৰ মণি, a kind of small bead made of glass, silver, or gold, and worn by women.

কোদাল, স. শ. (সং. কুদ্দাল; বং. কোদাল, কোৰ) কোৰ, a hoe.

কোদো, স. শ. (সং. ক্ৰোধ, খং) এবিধ বৰ বিষাল আৰু খঙ্গাল হুল কুটোৱা পতঙ্গ, a hornet.

কোদোৱা, বি. (সং. ক্ৰোধ, খং) খংযুক্ত, ঘোৰ, ভয় লগা, (দৃষ্টি বা চকুৰ বিশেষণ); যেনে, কোদোৱা চকুৰে চালে, বতাহ-বৰষুণ আহিবলৈ ধৰাৰ নিমিত্তে হোৱা আন্ধাৰ; যেনে, বতৰ কোদোৱা হৈছে, frowning, stern, overcast (as weather), cloudy.

কোদোৱাকৈ, ক্ৰি. বি. খং কৰি, খঙ্গেৰে চকু ঘোপা কৰি; যেনে, কোদোৱাকৈ চালে, frowningly.

কোধাৰি, স. শ. "আধাৰি" শব্দৰ অপভ্ৰংশ, (কামৰূপত)।

কোন্, ব্য. স. (সং. কঃ, হিং. কৌন, বং. কোন, অনিশ্চিত মানুহ) অনিশ্চিত মানুহৰ কথা কোৱাত ব্যৱহৃত শব্দ; যেনে, তাত কোন আছে চা, who. বি. স. অনিশ্চিত মানুহ বা বস্তুৰ কথা কোৱাত সেই মানুহ বা বস্তু বুজোৱা শব্দৰ আগত ব্যৱহৃত সৰ্ব্বনাম, যেনে, সি কোন দেশলৈ গল না জানো, কোন জন মানুহক দেখিছিলা, who, which, what.

কোনো, ব্য. স. (অং. কোন+ও, অব্যয়) কেও, যেই-সেই এজনো, পাচত এটা "না" পদ থাকে; যেনে, কোনো নাই, anyone (followed by a negative). বি. স. যেই-সেই; যেনে, কোনো বস্তু পালে তোমাক দিম, any, some.

কোনো কালে, কেতিয়াও, (পাচত এটা "না"

পদ থাকে ) ; যেনে, এই কাম কেতিয়াও নহয়, followed by a negative ), never. কোনো গতিকে, কোনো প্ৰকাৰে, বা কোনো ৰূপে, একো ৰূপে, (এই ভাৱত পাচত এটা না—পদ থাকে) যেনে, কোনো গতিকে, কোনো প্ৰকাৰে বা কোনো ৰূপে আহিব নোৱাৰোঁ any-how ( followed by a negative ). যেনে, ভেনে ৰূপে ; যেনে, কোনো গতিকে, কোনো প্ৰকাৰে বা কোনো ৰূপে সাৰি আহিছোঁ, somehow or other.

কোনোবা, কোন্‌বা, ( অং. কোনো+বা ; অব্যয় ) কোনো এজন, someone. বি. স. কিবা ; যেনে, কোনোবা বস্তু, some, any.

কোন্ধ, স. শ. ( সং. স্কন্ধ, গা-গছ, এডোখৰ কাঠ ) আধা প্ৰস্তুত বা আকৃতি মাত্ৰ হোৱা কাঠৰ বস্তু ; যেনে, নাৱৰ কোন্ধ মাথোন হৈছে, a half finished wooden thing.

কোন্ধা, স. ধা. আকৃতি মাত্ৰ কৰ্, চিন মাত্ৰ কৰ্, অসম্পূৰ্ণৰূপে প্ৰস্তুত কৰ্ ; যেনে, নাও কোন্ধাইছোঁ, মূৰ্ত্তি কোন্ধাইছোঁ পুথি কোন্ধাইছোঁ, to sketch, to make an outline of.

কোপ্‌, স. শ. ( সং. কুপ, খং কৰ্ ) খং, ক্ৰোধ, anger, rage.

কোপান্বিত্‌, বি. (সং. কোপ, ঐ+অন্বিত, যুক্ত ) খং-উঠা, ক্ৰোধ-যুক্ত, angry.

কোপিত্‌, কৃদ্‌. বি. "কুপিত্‌" চোৱাঁ।

কোব্‌, স. শ. ( বং. কোপ্‌, আঘাত ) আছাৰি বা কটা অস্ত্ৰেৰে কৰা আঘাত ; মাৰ, a blow with a cutting weapon, a stripe with a rod, a stroke with a stick.

কোব্‌ মাৰ্‌, কটা অস্ত্ৰ, আছাৰি বা টাঙ্গোনেৰে আঘাত কৰ্‌, to strike.

কোবনি, স. শ. (অং. কোব, আঘাত) যন্ত্ৰৰ কোনো এভাগ, যি ভাগ হেঁচা খাই থাকিলে কুঁচি থাকে, কিন্তু হেঁচা কমিলেই আন এভাগক ঠেলা মাৰে, a spring.

কোবা, স. ধা. (অং. কোব, ঐ) মৰিয়া, আছাৰিৰে আঘাত কৰ্‌, to whip, to strike with a rod. স. শ. বাৰৰ পথালি কামীবিলাকক হেঁচা মাৰি ধৰিবৰ কাৰণ সেইবিলাকৰ ওপৰত বন্ধা থিয় কামী, a perpendicular support to a fence.

কোবাকুবি, স. শ. ( অং. কোব, ঐ ) মৰিয়া-মৰি, এটাই আনটোক কোৱা কাৰ্য্য, অৰিয়াঅৰি, লৰালৰি ; mutual striking, the act of striking each other with a rod, emulation, rivalry.

কোবাল্‌, বি. ( অং, কোৱ, ঐ ) পাৰক, শীঘ্ৰে কাম কৰিব পৰা, উদ্যোগী, active, expeditious, prompt.

কোমল্‌, বি. ( সং. কম্‌, ইচ্ছা কৰ্‌+অল, প্ৰত্যয় ) মৃদু, ঢিলা ; যেনে, কোমল গা ; কৰ্কশ নোহোৱা ; যেনে, কোমল মাত ; সন্তোষ লগোৱা, শীতল ; কোমল বতাহ, soft, agreeable, not hard or harsh. অ. ধা. ঢিলা হ, মৃদু হ ; যেনে, চাউল কুমলিছে, to become soft.

কোমলতা, গু. শ. কোমল গুণ, softness.

কোমলা, স. ধা. ঢিলা কৰ্, কোমল কৰ, to cause to be soft, soften.

কোমল্‌কৈ, ক্ৰি. বি. ঢিলাকৈ, মৃদুকৈ, softly, lightly.

কোমোৰা, স. শ. ( সং. কুষ্মাণ্ড, হিং. কম্‌ড়া বং. কুমড়া ) এবিধ লতাৰ ফল, a pumpkin.

কোৰ্‌, স. শ. ( সং. কুদ্দাল, মাটি খনা অস্ত্ৰ ) এবিধ মাটি খনা অস্ত্ৰ, a hoe. স. ধা. কোৰেৰে খান্‌, to hoe.

কোৰ্‌, স. শ. ( সং. কোথ পীড়িত, ) ৰোগ, ব্যাধি, sickness, disease.

কোৰ্‌ক, স. শ. ( সং. কুৰ্‌, শব্দ কৰ্‌) ফুলৰ কলি, a flower bud.

কোৰা, স. শ. ( সং. কোৰ, ভুৰ ) সাঙ্গী ভাৰ ; জন্তুৰ দ্বাৰা টনাই নিয়া কাঠ বা বাঁহ আদি, a heavy load carried by a pole on the shoulders of two or more men, a heavy piece of wood, &c., dragged by an animal.

কোৰা বান্ধ্, সাঙ্গী কৰ্, to carry, as a load, on the shoulders of two or more persons.

কোৰা, স. ধা. ( অং. কোৰ্, কোৰেৰে খান ) আন এজনৰ দ্বাৰা কোৰেৰে খান ; যেনে, মাটি কোৰাইছোঁ, to cause to be dug up with a hoe.

কোৰাণ্, স. শ. ( মং. কোৰাণ্ ) মছলমানৰ ধৰ্ম্মশাস্ত্ৰ, the chief religious book of the Mussalmans.

কোৰোক্, স. ধা. কোৰোক, কোনো বস্তু বোকোঁতে হোৱা শব্দ ) জোঙ্গা বস্তুৰে খুঁকি উলিয়া, ৰোক ; যেনে, নাৰিকল কুৰুকিছে, to scoop out.

কোৰক্, } স. শ. ( যাং. কোৰক ) ৰজাৰ
কোৰোক্, } অজ্ঞাৰে বস্তু আটক কৰণ, attachment, distress, seizure.

কোৰোকা, স. শ. ( অং. কোৰোক্, ৰোক্ ; কৰি তাৰ শাহ উলিওৱা যায়, একে ) নাৰিকলৰ খোলা ; নাৰিকলৰ খোলাত এডাল নাল লগাই এটা পাত্ৰৰ পৰা নি আন এটাত পানী ভৰা সঁজুলি, a co-coanut-shell, a scoop or ladle made of a cocoanut-shell for dipping into water.

কোৰোকানি, স. শ. ( অং. কোৰোক্, ঐ ) হাবিয়ে ঢকা অসমান মাটি, a piece of uneven land covered with jungle.

কোৰোটা-কুকটি, বি. ( সং. কোটৰ, গছৰ খোৰোং + কুকটি, অনুক্ৰ. ) ওখ-চাপৰ, খলা-বমা, অসমান ; যেনে, গঁড়ৰ গা কোৰোটাকুকটি, uneven, undulating.

কোৰোণা, স. শ. ( অং. কোৰ, মাটি খনা অস্ত্ৰ ) মৰণা ধানৰ চপোৱাত ব্যৱহৃত কোৰৰ নিচিনা কাঠৰ সঁজুলি, a wooden implement like a hoe used in gathering grain in the threshing floor.

কোৰোলা, বি. অকাঁৰী, পৰলীয়া, ধান তুহেৰে যুক্ত, partially cleaned (said of rice).

কোৰ্ কোৰ্, অনুক. মানুহৰ পেটৰ বা ভেকোলাৰ নিচিনা শব্দ, an imitative sound, used to express a gurgling in the stomach, or the croaking of frogs.

কোৰ্কোৰণি, } স. শ, পেটৰ খল্খলনি,
কোৰ্কোৰণি, } বেঙ্গৰ শব্দ, a gurgling in the stomach, a croaking sound.

কোৰ্কোৰা, } অ. ধা. পেটৰ দৰে শব্দ কৰ্,
কোৰ্কোৰা, } খলখলা, ভেকোলাৰ দৰে মাত, to make a sound like that of gurgling in the stomach, to croak.

কোকুৰীয়া, } বি. কোৰ্কোৰ্ শব্দ কৰা,
কোৰ্কুৰীয়া, } making a gurgling or croaking noise.

কোৰ্হাল্, স. শ. ( সং. কোলাহল, উচ্চ শব্দ ) ডাঙ্গৰ হাই, অনেক লোকৰ উচ্চ শব্দ, a great noise, an uproar.

কোৰ্হাল্ লাগ্, বৰ হাই হ ; অনেক মানুহে বৰকৈ কন্দাৰ শব্দ হ, to be made as a loud noise.

কোল্, স. শ. ( সং. কুল, সংগ্ৰহ কৰ) ওভোতা জোং থকা যাঠী, বৰশীৰ শুঙ্গৰ নিচিনা ওভোতা আগেৰে যাঠী ; এতেকে মাছৰ চেপা বা আন ফান্দত জোঙ্গা কাল ভিতৰলৈ দি লগোৱা কাঁইটবিলাক, a barbed spear, the spikes attached to a fish trap.

কোলঠি, স. শ. ( সং. ক্ৰোড, বুকু ) ডাঙ্গৰ মাছৰ বুকুৰ ফাল, মাছৰ পেটৰ ফাল, the lower part of a large fish.

কোলা, স. শ. ( সং. ক্ৰোড, বুকু, গাৰ দাঁতি ) বহি থকা মানুহৰ দুই উৰু, যত লৰাক বহুওৱা যায় ; কঁকালৰ দাঁতি যত লৰালৈ ফুৰা যায়, the lap, the hip or side of the body on which children are carried.

কোলাহল্, স. শ. ( সং. কুল, সংগ্ৰহ কৰ + হল, চাহ কৰ ) অনেক মানুহে দূৰত কৰা হাই, উচ্চ শব্দ কোৰ্হাল, a loud noise, an uproar.

কোৱা, স. শ. ( সং. কাক, এজাতি চৰাই ) কাউৰী জাতিৰ মতা, a male crow. ( কাউৰী শব্দ চোৱাঁ )।

কোৱাওকণী, স. শ. ( অং. কোৱা, কাউৰী + ওকণী, চুলিৰ পোক ) এবিধ গুবৰুৱা জাতিৰ কলা, নিচেই সৰু পোক, সি চাউল নষ্ট কৰে, the weevil that destroys rice.

কোৱাকুই, স. শ. ( অং. ক, কথন, কৰ ) এটাই আনটোক কথা কোৱা কাৰ্য্য, mutual communication.

কোৱা-ভাতুৰী, স. শ. ( অং. কোৱা, কাউৰী + ভিতৰ, মাজ-কোৱা, অৰ্থাত কলা বৰণ ভিতৰত আছে ইয়াৰ এতেকে ) এবিধ লতাৰ ফল, সি পকিলে তাৰ বাহিৰৰ ভাগ সুন্দৰ ৰঙ্গা হয়, কিন্তু ভিতৰৰ ফাল কাউ-ৰীৰ পাখিৰ দৰে কলা, বিম্ব-ফল ; তাৰ লতা, the fruit of a creeper, the creeper itself (Momordica mono-delpha).

কোৱা-মণি, স. শ. ( অং. কোৱা, কাউৰী + মণি, ডিঙ্গিৰ অলঙ্কাৰ, কাউৰীৰ হে যোগ্য মণি ) এবিধ মণিৰ নিচিনা বগা গুটি ধৰা তৃণ ; তাৰ গুটি, Job's tears.

কোৱাৰি, স. শ. ( সং. কৱলিত, গ্ৰাস-কৰা, খোৱা ) মুখৰ চুক, তল আৰু ওপৰ ওঁঠৰ জোৰা, the corner of the mouth.

কোৱাৰি চেলেক্, নিৰাশা হ, to be dis-appointed.

কোৱামোৱা, বি. ( অং. কোৱা, কাউৰী + মোৱা, অনুক. ) ধূৱঁলিকুঁৱলি, অলপ এন্ধাৰ, ঘাইকৈ মেঘৰ দ্বাৰা হোৱা আন্ধাৰ ; যেনে, বতৰ কোৱামোৱা হৈছে, slightly dark, hazy. স. শ. অলপ অন্ধকাৰ ; মেঘৰ দ্বাৰা হোৱা অন্ধকাৰ, haziness, darkness caused by clouds.

কোশ্, } স. শ. ( সং. কুশ বা কুষ, বাহিৰ
কোষ্, } হ ) ধনৰ ভঁৰাল, শব্দৰ অৰ্থ আৰু লিঙ্গাদি লিখা পুথি, কণী, ভঁৰাল ; a treasury, a dictionary, an egg, a store-house.

কোষ্, } স. শ. ( সং. কক্ষ, গাৰ দাঁতি )
কোষৰ্, } ওচৰ, সমীপ, নিকট, vicinity, proximity.

কোশা, } স. শ. ( সং. কোশঃ, বা কোষঃ,
কোষা, } পূজাৰ পাত্ৰ ) আগ জোঙ্গা গুৰি বহল প্ৰায় অণ্ডাকৃতি, পূজাত দেৱতাক দিবৰ নিমিত্তে পানী লোৱা পাত্ৰ, an oblong copper vessel which holds water intended to be offered to the gods at a pooja.

কোষাধ্যক্ষ, স. শ. ( সং. কোষ, ধনৰ ভঁড়াল + অধ্যক্ষ, গৰাকী ) ধন-ভঁড়ালী, a trea-surer. "কোশাধ্যক্ষ" এনেও হয়।

কোষ্ঠ, স. শ. ( সং. কুষ্, বাহিৰ হ ) পেট, পেটৰ যি ভাগত আহাৰ কৰা বস্তুবিলাক জীৰ্ণ যায়, ভুঁক ; the stomach.

কোষ্ঠী, স. শ. ( বং. কোষ্ঠী, জন্মপত্ৰ ) সোঁৱ-ৰণী, লৰা উপজিবৰ সময়ত কোন গ্ৰহ কত থাকে, তাৰ নিদৰ্শন পত্ৰ, a horoscope.

কোহোৰ্-কোহোৰ্, অনুক. ঘনে ঘনে কহাৰ নিচিনা শব্দ, an imitative sound used to express the sound of repeatedly coughing.

কোহোৰ্-কোহোৰ্ কৰে, ক্ৰি. বি. কোহোৰ কোহোৰ শব্দ কৰে, with a rough guttu-ral sound as of coughing repeatedly.

কৌটাল্, স. শ. ( সং. কৌট, বঞ্চনা ) দন্দ, বিবাদ, quarrel, dispute, broil.

কৌটিল্য, গু. শ. ( সং. কুটিল, বঞ্চক, দুষ্ট ) দুষ্টালি, কুটিলতা, dishonesty, fraud.

কৌতুক্, স. শ. ( সং. কুতুক, আনন্দ ) কৌতূ-হল, আনন্দ, বং, নতুন বা নেদেখা বস্তু দেখিবৰ বা নজনা কথা জানিবৰ অভিলাষ, pleasure, delight, curiosity.

কৌতুকী, বি. কৌতুকযুক্ত, ধেমেলীয়া, ৰঙ্গুৱাল ; নেদেখা বস্তু দেখিবৰ বা নজনা কথা জানিবৰ অভিলাষী, delightful, sportive, playful, delighted, curious.

কৌতুকীয়া, বি. ( সং. কৌতুক, আনন্দ ) ধেমেলীয়া, ৰঙ্গুৱাল, sportive, playful.

কৌতুকে, ক্ৰি. বি. ৰঙ্গেৰে, আনন্দেৰে, with delight.

কৌতূহল্, স. শ. ( সং. কুতূহল, আনন্দ ) see "কৌতুক"।

কৌতূহলে, ক্রি. বি. ৰঙ্গেৰে, with pleasure.

কৌপাত্, স. শ. কেঁতুৰিৰ নিচিনা এবিধ গছৰ পাত, a kind of wild plant and its leaf.

কৌপাতী, } স. শ. কৌপাতৰ নিচিনা
কৌপাতী-ফুল্, } পাতেৰে এবিধ গছৰ ফুল, a kind of flower.

কৌমোদকী, স. শ. (সং. কুমোদক, বিষ্ণু) বিষ্ণুৰ গদা, the club of Vishnu.

কৌৰৱ, স. শ. (সং. কুৰু, এজনা চন্দ্ৰবংশী ৰজা) কুৰু ৰজাৰ বংশ, দুৰ্য্যোধনাদি, a descendant of Kuru, a prince of the Lunar race, son of Samvarana by Tapati, a daughter of the sun—The ancestor of the Kurus (Dowson).

কৌলিক, বি. (সং. কুল, বংশ বা জাতি) কোনো এক বিশেষ বংশ বা জাতিৰ, pertaining to a particular family or tribe.

কৌশল্, স. শ. (সং. কুশল, পাৰ্গত) পটুতা, পাৰ্গতালি, নিপুণতা, কাৰ্য্যৰ সঙ্কেত, টিপ-টাপ, skilfulness, the secret of doing anything.

কৌশল্যা, স. শ. (সং. কোশল, এজনা ৰজাৰ নাম) কোশল ৰজাৰ জীয়েক, দশৰথ ৰজাৰ ভাৰ্য্যা, শ্ৰীৰামৰ মাক, the mother of Rama.

কৌশিক্, স. শ. (সং. কুশিক, এজনা ঋষি) কুশিক ঋষিৰ বংশত জাত, বিশ্বামিত্ৰ ঋষি, a name of the great sage Viswamittra.

কৌস্তভ্, স. শ. (সং. কুস্তভ, সাগৰ, তাত উৎপন্ন এভেকে) বিষ্ণুৰ ডিঙ্গিৰ মালা, the necklace of Vishnu.

কৌস্তভমালী, স. শ. (সং. কৌস্তভমালিন্, কৌস্তভ-মালা পিন্ধোতা—কৌস্তভ, ঐ + মালিন্, মালা-পিন্ধোতা) কৌস্তভ-মণি-পিন্ধোতা, বিষ্ণু, Vishnu or Krishna.

ক্রন্দন্, স. শ. (সং. ক্রন্দন—ক্রন্দ্, কান্দ্) কান্দন, বিলাপ্, the act of weeping or crying, lamentation.

ক্রম্, স. শ. (সং. ক্রম—ক্রম্, গতি কৰ্) নিয়মিত গতি, যাৰ পাচত যি হব লাগে, সেই দৰে হোৱা অৱস্থা, order, method, regular series.

ক্রমশঃ, ক্রি. বি. (সং. ক্রমশঃ—ক্রম্, গতি) ক্রমে-ক্রমে, লাহে-লাহে; gradually, by degrees.

ক্রমাগত্, বি. (সং. ক্রমাগত—ক্রম, নিয়ম + আগত, অহা) এটাৰ পাচত আনটো হৈ চলি অহা, coming down in regular succession, producing in regular order.

ক্রমাগতে, ক্রি. বি. ক্রমে ক্রমে, ক্রমশঃ; যেনে, দেশৰ অৱস্থা ক্রমাগতে বেয়া হৈছে আহিছে, gradually, by degrees.

ক্রমান্বয়ে, ক্রি. বি. ক্রমে, নিয়মিত গতি অনুসৰি, এটাৰ পাচত আনটো হৈ, successively.

ক্রমে, ক্রি. বি. নিয়মিত গতি অনুসৰি, ইটোৰ পাচত সিটো হৈ, in regular order, successively.

ক্রমে ক্রমে, ক্রি. বি. ক্রমশঃ, লাহে-লাহে, gradually.

ক্রয়, স. শ. (সং. ক্রয়—ক্রী, কিন্) কিনা বা বেচ দি বস্তু লোৱা কাৰ্য্য, purchase, the act of buying.

ক্রয়বিক্রয়, স. শ. (সং. ক্রয়বিক্রয়—ক্রয়, কিনা + বিক্রয়, বেচা) কিনা-বেচা, বেহা, বাণিজ্য, the act of buying and selling, trade.

ক্রান্তি, স. শ. (সং. ক্রান্তি—ক্রম্, গতি কৰ্) একড়াৰ তিনি ভাগৰ এভাগ, one-third of a *Kara* or the value of a cowry.

ক্রিমি, স. শ. "কৃমি" চোৱা।

ক্রিয়া, স. শ. (সং. ক্রিয়া—কৃ, কৰ্) কাৰ্য্য, কৰ্ম্ম; ধৰ্ম্ম কৰ্ম্ম; (ব্যাকৰণত) ব্যাপাৰ, অৰ্থাৎ কাৰ্য্য কৰা অৰ্থ বুজোৱা পদ, an act, work, a ceremony, a verb.

ক্রিয়া কাঢ়, শপত খা, to take an oath.

ক্রিয়া-ধৰীয়া, বি. (সং. ক্রিয়া, শ্ৰাদ্ধ + অং. ধৰ্, ধাৰণ কৰ্) মৰাৰ অশৌচ খটা আৰু শ্ৰাদ্ধাদি কৰা, mourning.

ক্রিয়াহীন, বি. (সং. ক্রিয়াহীন—ক্রিয়া, কার্য্য+হীন, নথকা) কার্য্য-নথকা; ক্রিয়া নথকা, ধৰ্ম্ম কৰ্ম্ম নকৰা, অনাচাৰী; যাৰ শ্ৰাদ্ধ কৰা নাই, আশৰাধী, having no work to do, having no verb, not observing the rites of religion, failure to perform the *Shradh* ceremony.

ক্রীড়্, অ. ধা. (সং. ক্রীড়্, ধেমালি কৰ্) ধেমালি কৰ্, খেলা কৰ্; যেনে, "এহিৰূপে ক্রীড়ন্ত বনমালী।" to play. স. ধা. শৃঙ্গাৰ বা সহবাস কৰ্; যেনে, "বনত ভ্ৰমিলা, গোপীক ক্রীড়িলা।" to have sexual intercourse with.

ক্রীড়া, স. শ. (সং. ক্রীড়া, খেলা—ক্রীড়্, ঐ) ধেমালি, a sport, play, pastime.

ক্রীত, কৃদ. বি. (সং. ক্রীত—ক্রী, কিন্) কিনা, বেচ দি লোৱা, purchased, bought.

ক্রুদ্ধ, বি. (সং. ক্রুদ্ধ—ক্রুধ্, খং কৰ্) খং উঠা; ক্রোধযুক্ত, angry, enraged.

ক্রূৰ, বি. (সং. ক্রূৰ—ক্রু, কৰ্) নিষ্ঠুৰ, নিমৰমিয়াল, cruel, inhuman.

ক্রূৰতা, গু. শ. ক্রূৰৰ স্বভাব, নিষ্ঠুৰতা, cruelty.

ক্রেতা, কৃদ. স. (সং. ক্রেতা—ক্রী, কিন্) কিনোতা, purchaser.

ক্রোড়, স. শ. (সং. ক্রোড়—ক্রুড়্, ঘন্ হ) কোলা, বুকু, the lap, the breast.

ক্রোড়পত্র, স. শ. (সং. ক্রোড়পত্র—ক্রোড়, বুকু+পত্র, লেখা) কোনো লেখা অন্ত হোৱাৰ পাচত তাৰ অংশ স্বৰূপে লেখা সৰু পত্র; অন্তিম পত্রৰ (উইলৰ) কোনো কথা লৰচৰ কৰা পত্র, a postscript in a separate slip of paper put inside a letter, a codicil to a will.

ক্রোধ্, স. ধা. (সং. ক্রুধ্, খং কৰ্) খং কৰ্; যেনে, "ক্রোধিলন্ত।" to be angry. (পদ্যত)।

ক্রোধ্, স. শ. (সং. ক্রোধ,—ক্রুধ্ ঐ) খং, কোপ, ৰোষ, anger, rage.

ক্রোধ-দৃষ্টি, স. শ. (সং. ক্রোধদৃষ্টি—ক্রোধ, ঐ+দৃষ্টি, দৰ্শন) ভ্ৰূকুটি, খঙ্গেৰে কৰা দৃষ্টি, frown, an angry look.

ক্রোধী, বি. (সং. ক্রোধিন্, খঙ্গাল) খঙ্গাল, ক্রোধযুক্ত, wrathful, of an angry temper.

ক্রোশ, স. শ. (সং. ক্রোশ—ক্রুশ, মাত্) চাৰি ডাঁৰ বেলিৰ বাট; কোনোৰ মতে ৮০০০ হাতৰ দূৰতা, a distance that may be accomplished in four Dandas or a distance of 8,000 cubits.

ক্রৌঞ্চ, স. শ. (সং. ক্রৌঞ্চ—ক্রুঞ্চ্, বেঁকা গতি কৰ্) কৰ্চ্চন চৰাই; এটা পৰ্ব্বতৰ নাম; সাত দ্বীপৰ এক দ্বীপ, a species of heron, one of the Dwipas or divisions of the world, a mountain.

ক্রৌঞ্চ-দ্বীপ, স. শ. (সং. ক্রৌঞ্চদ্বীপ—ক্রৌঞ্চ, কৰ্চ্চন-চৰাই+দ্বীপ, চাৰিও ফালে পানীৰে আবৃত স্থান) দধি সাগৰৰ মাজৰ দ্বীপ, (তাত কৰ্চ্চন অধিক), one of the Dwipas or divisions of the world.

ক্লান্ত, বি. (সং. ক্লান্ত—ক্লম্, ভাগৰ লাগ্) শ্ৰান্ত, ভাগকৰা; পীড়াৰ দুখত দুৰ্ব্বল হোৱা, wearied, exhausted.

ক্লান্তি, স. শ. (সং. ক্লান্তি—ক্লম, ভাগৰ) শ্ৰম, ভাগৰ, weariness, fatigue.

ক্লান্তিকৰ্, বি. (সং. ক্লান্তিকৰ—ক্লান্তি, ভাগৰ + কৰ্, জন্মা) ভাগৰ-জন্মোৱা, fatiguing, tiresome.

ক্লান্তিযুক্ত, বি. (সং. ক্লান্তিযুক্ত—ক্লান্তি, ঐ+যুক্ত, লগা) ভাগৰ লগা, শ্ৰান্ত, wearied, exhausted, tired.

ক্লান্তি-হীন্, বি. (সং. ক্লান্তিহীন—ক্লান্তি, ঐ+হীন, নথকা) ভাগৰ-নলগা, অনৱৰত শ্ৰম কৰিব পৰা, unwearied, untiring.

ক্লীৱ-লিঙ্গ, স. শ. (সং. ক্লীৱলিঙ্গ—ক্লীৱ, নপুংসক + লিঙ্গ, চিহ্ন) (ব্যাকৰণত) তিৰোতা আৰু মতাত্ বাজে আনক বুজোৱা শব্দ, the neuter gender.

ক্লেদ্, স. শ. (সং. ক্লেদ—ক্লিদ্, তিত্) দুৰ্গন্ধ আৰু মলিন পানী বা ৰস; বৈ থকা

পূঁজ, dirty moisture, the running discharge from a sore.

ক্লেশ, স. শ. (সং. ক্লেশ—ক্লিশ্, দুখ পা) দুখ, নিকাৰ, কষ্ট; misery, distress, trouble, pain.

ক্লেশকৰ্, বি. (সং. ক্লেশকৰ—ক্লেশ, দুখ + কৃ, জন্মা) দুখ-জন্মোৱা, দুখ-দিয়া, causing distress, trouble, or pain.

ক্লেশ-দায়ক, বি. (সং. ক্লেশদায়ক—ক্লেশ + দায়ক, দিয়া) কষ্টদায়ক, ক্লেশ-দিয়া, দুখ-জন্মোৱা, troublesome, painful.

ক্বচিত্, ক্রি. বি. (সং. ক্বচিত, কিম্, কি) কোনো ঠাইত; কেতিয়াবা, occassionally, somewhere.

ক্বাথ্, স. শ. (সং. ক্বাথ, ক্বথ্. সিজাই ৰস উলিয়া) সিজাই উলিওৱা ৰস্, দৰৱ সিজোৱা পানী, a decoction.

## খ।

খ, ব্যঞ্জনবিলাকৰ দ্বিতীয় আখৰ; আকাশ, the second letter of the consonants, the air.

খং, স. শ. যাক অনুচিত বুলি বুজা যায়, সেই কাম কৰোঁতাৰ বিৰোধে হোৱা মনৰ ভাব, ক্রোধ, কোপ, anger, rage.

খং জাৰ্, খং প্রকাশ কৰ্, to express anger.

খঁক্, স. শ. (অং. খা, ভোজন কৰ্) বৰ ভোক, (নিন্দার্থত); যেনে, খাবলৈ ভাত নথকা মানুহৰ খাই উঠিয়েই খঁক লাগে, excessive hunger, gluttonous appetite, voracity.

খঁকুৱা, বি. বৰ ভুকীয়া, ক্ষুধাতুৰ, খাওঁ-খাওঁ কৰা (নিন্দার্থত), excessively hungry, gluttonous. স. শ. বৰ ভুকীয়া মানুহ, ক্ষুধাতুৰ মানুহ, অধিককৈ খাবলৈ বিচৰা মানুহ; a glutton, a *gourmand.*

খঁটাসুৰ, স. শ. (সং. খট্টাসুৰ, এটা দুৰ্জন অসুৰৰ নাম) দুৰ্জন, অতিশয় দুষ্ট মানুহ, (মৌখিক), a very wicked person.

খঁন্তিবা, স. শ. (সং. ক্ষণ্, অলপ কাল) নিৰূপিত সময়, কোনো কাৰ্য্যৰ নিমিত্তে আগেয়ে নিশ্চয় কৰা কাল, an appointed time, the time fixed for anything.

খঁৰ্, স. শ. মূৰৰ ওপৰে ভৰি ঘূৰাই মৰা ডেও, a somersault.

খঁৰ্ খাই পৰ্, মূৰৰ ওপৰে ভৰি ঘূৰাই পৰ্, উবুৰি খাই পৰ্, to fall with the feet uppermost. খঁৰ্ মাৰ্, মূৰৰ ওপৰে ভৰি ঘূৰাই ডেও মাৰ্, to cut a somersault.

খঁৰা, বি. (সং. খণ্ড, ছিঙ্গা এডোখৰ) আগ-কটা বা আগ নথকা; যেনে, খঁৰা গছ; নেজ-কটা বা নেজ নথকা; যেনে, খঁৰা গৰু, cropped, having the tail cut short, bobtailed, tailless. স. শ. ডিঙ্গি নথকা খালৈ; মুখত বাউ নবন্ধা সৰু-মুখীয়া এবিধ খৰাহি, a kind of basket. (স্ত্রী) খাঁৰী।

খঁৰা-নকা, বি. (অং. খঁৰা, আগ নথকা + নকা, নাকযুক্ত) চুটি নাক থকা, নাক চুটি, snub-nosed. (স্ত্রী) খঁৰানাকী।

খঁৰা-মূৰা, খঁৰামুৰা, বি. (অং. খঁৰা, নেজ নথকা + মূৰা, মূৰ কটা) আগগুৰি কটা; নেজ আৰু মূৰ নথকা; ডাল-পাত-নথকা, having both ends cut off.

খঁৰিয়া, অ. ধা. (অং. খঁৰ, মূৰৰ ওপৰে ভৰি ঘূৰাই মৰা জাঁপ) খঁৰ মাৰ্, মূৰৰ ওপৰে ভৰি ঘূৰাই ডেও মাৰ্, to cut a somersault.

খঁৰীয়া, স. শ. (অং. খঁৰ্, লুটি খাই মৰা ডেও) চিতল মাছৰ পোৱালি, (সি পানীৰ ওপৰত বৰকৈ জঁপিয়ায়, এতেকে সেই নাম), a young *chital fish.*

খকজা, স. শ. (অং. আসহজ, অনভ্যাস) অনভ্যাসৰ কাৰণে কথা কওঁতে বা পঢ়োঁতে কৰা আশঙ্কা বা লাগি ৰোৱা; যেনে, বিদেশী ভাষা কওঁতে খকজা লাগে, hesitation in speaking or reading, a pause made in speaking or reading for want of practice.

খকন্দ্, স. শ. (সং. কন্দল্, দন্দ্) দন্দ, ঘাইকৈ পৰিয়ালৰ মাজত হোৱা দন্দ,

এবিধ গছ, (এই গছ বাৰীত থাকিলে পৰিয়ালৰ ভিতৰত দন্দ লাগি থাকে, এনে বিশ্বাস আছে এতেকে), quarrel, especially a dispute among the members of a family, a species of tree.

থকৰ্, অনুক. অকস্মাত কোনো বস্তুৰ খুন্দা লগাত হোৱা শব্দ, an imitative sound used to express that produced by one thing suddenly striking against another.

থকৰাই, ক্রি. বি. হঠাত, গিৰিসাই, (খুন্দা লগাত খাটে); যেনে, থকৰাই চকুত আঙ্গুলিটো লাগিল, suddenly (said of striking against).

থকৰা-মুকুটি, স. শ. (অং. থকৰ, খুন্দা মৰাৰ শব্দ + মুকুটি, গালত মৰা ভুকু) মুঠি মৰা হাতৰ বুঢ়া আঙ্গুলিৰ মূৰৰ ফালেৰে বেগাই হঠাত গালত কৰা প্রহাৰ, a blow suddenly given on the cheek with a clenched fist.

থকৰ্ কৰে, ক্রি. বি. "থকৰাই" চোৱাঁ।

থকাখুন্দা, স. শ. (অং. থকৰ্, খুন্দাৰ শব্দ + খুন্দা, আঘাত) বাচ্যাবাচ্যি, দন্দ, এজনে আন জনক খঙ্গেৰে কোৱা কথা, an altercation, an exchange of angry words.

থকামকা, স. শ. খৰখেদাকৈ লৰ দিবলৈ ধৰাত হোৱা বিশৃঙ্খলা বা ভ্রম; যেনে, ভুইকঁপ আহিলত মানুহ মথাৰ থকামকা লাগিল, confusion caused by hurrying or moving with haste.

থকাৰ্, স. শ. (সং. থকাৰ—থ + কাৰ, আখৰ) থ-আখৰ, the letter থ।

থক্থক্, অনুক. অলপকৈ কাহি ডিঙ্গি পৰিষ্কাৰ কৰাৰ নিচিনা শব্দ, an imitative sound used to express that of hawking.

থক্থকনি, স. শ. অলপকৈ কহাৰ শব্দ, ডিঙ্গি পৰিষ্কাৰ কৰাৰ শব্দ, the sound of coughing or hawking.

থক্থকা, অ. ধা. অলপকৈ কাহ্, অলপকৈ কাহি ডিঙ্গি পৰিষ্কাৰ কৰ্, to cough, to hawk.

থক্মক্, অনুক. খৰখেদা কৰি কাম কৰোঁতে হোৱা বিশৃঙ্খলা বুজোৱা শব্দ, an imitative sound used to express the confusion occasioned by haste.

থক্মকনি, স. শ. লৰালৰিত বিতত হোৱা অৱস্থা, আগগুৰি নেচাই লৰালৰি কৰা কার্য্য, the state of being confused by hurry.

থক্মকা, অ. ধা. আগগুৰি নেচাই লৰালৰি কৰ্, বিতত হৈ খৰখেদা কৰ্; যেনে, এন্ধাৰত থকমকাই ওলাই আহোঁতে দুৱাৰত খুন্দা খালে, to be in a hurry, to be confused by haste.

থক্মক্কৈ, ক্রি. বি. আগগুৰি নেচাই লৰালৰিকৈ, লৰালৰিত বিতত হৈ, being in a hurry, hurriedly.

খগপতি, স. শ. (সং. খগপতি—খগ, চৰাই + পতি, গৰাকী) গৰুড়; see "গৰুড়"।

খগেন্দ্র, স. শ. (সং. খগেন্দ্র—খগ, চৰাই + ইন্দ্র, প্রধান) গৰুড়; see "গৰুড়"।

খ-গোল্, স. শ. (সং. খগোল—খ, আকাশ + গোল, মণ্ডল) আকাশ-মণ্ডল, সমুদায় আকাশ, the vault or circle of the heavens.

খঙ্গাল, বি. (অং. খং, ক্রোধ) স্বভাৱতে ক্রোধী; ক্রোধ হোৱা স্বভাৱযুক্ত, of an angry temper, cross.

খঙ্গীয়া, স. শ. অসম ৰজাৰ এজনা ভার্য্যাৰ মেল, the estate assigned to one of the queens of the Assam Raja.

খঙ্গীয়া ফুকন, খঙ্গীয়া মেলৰ প্রধান বিষয়া, the head officer of the above.

খঙ্গীয়া বৰুৱা, খঙ্গীয়া ফুকনৰ তলতীয়া বিষয়া, a subordinate of the *Khangia Phukan*.

খচ, স. ধা. হাতেৰে বা ভৰিৰে মোহাৰি মিহি বা মিহলি কৰি, মোহাৰি লেতুসেতু কৰ্; যেনে, কুমাৰে চৰু গঢ়িবলৈ মাটি খচে, to mix up or make soft by

treading or squeezing with the hand, to crush.

খচক্, গচক্, স. ধা. ( অং. খচ, মোহাৰ্ ) ভৰিৰে মোহাৰ; যেনে, গৰুৱে কঠীয়া খচকিছে; ওপৰত ভৰি দি ধৰ্, to trample, to tread.

খচকনি, স. শ. খচকা কাৰ্য্য, ভৰিৰে মোহৰা কাৰ্য্য, the act of trampling.

খচকা, গচকা, স. শ. ওপৰত ভৰি দিয়া কাৰ্য্য, ভৰিৰ হেঁচা; যেনে, হাতীৰ খচকা, a tread, pressure with the foot.

খচকা, স. ধা. ( অং. খচক, ভৰিৰে মোহাৰ্ ) আনৰ দ্বাৰা ভৰিৰে মোহৰা, to cause to be trampled.

খচৰ্, অনুক. খোঁচ মাৰোঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced in striking with something pointed.

খচৰাই, খচৰ্ কৰে, ক্রি. বি. খচৰ শব্দ কৰি, অকস্মাত ( খোঁচ মৰাত খাটে ); যেনে, খচৰাই খোঁচ মাৰিলে, suddenly (said of striking with a pointed instrument).

খচৰ্খচৰ্, অনুক. ঘনে ঘনে খোঁচ মাৰোতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced in repeatedly striking with a pointed instrument.

খচা, বি. ( অং. খচ, মোহাৰ্ ) আটুট, খবিচ; যেনে, খচা এদিন, entire, full. কৃদ. বি. মোহৰা, মোহাৰি মিহলোৱা, mixed or made soft by trampling or squeezing with the hand.

খচি, ক্রি. বি. ( ভৰিৰে খচাৰ দৰে ) ববকৈ, অতিশয়ৰূপে; যেনে, মহে খচি খালে; সেনাবোৰ খচি কাটিলে, excessively, greatly.

খচ্খচ্, অনুক. বালি বা খৰচীয়া বস্তু মোহাৰিলে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by sand or dust when pressed.

খচ্খচনি, স. শ. বালি আদি পৰাত চকুত পোৱা দুখ; কোনো কাৰ্য্য কৰিবলৈ ঘনে ঘনে কৈ থকা কাৰ্য্য, an irritating sensation produced in the eye by dust, &c., the act of repeatedly urging to do some thing.

খচ্খচা, অ. ধা. বালি আদি পৰাৰ নিমিত্তে দুখ পা, বালি বা ধূলি পৰাৰ নিচিনা দুখ বোধ কৰ্, ( চকুত খাটে ); যেনে, চকুটোৱে খচখচাইছে, to experience an irritating sensation as from dust, &c., (said of the eye).

খচ্-খচীয়া, বি. ( অং. খচ্ খচ্, অনুক. ) মোহাৰিলে বালিৰ নিচিনা লগা, নিমজ নোহোৱা, sand-like, uneven to the touch, not mealy.

খচ্ খচ্ কৰে, ক্রি. বি. বেগাই, শীঘ্রে; যেনে, খচ্খচ্ কৰে লিখিছে, খচখচ কৰে কাটিলে, বিবেচনা নকৰাকৈ, quickly, without stopping.

খচ্মচ্, অনুক. শুকান পাত আদি লৰিলে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express a rustling noise.

খচ্মচনি, স. শ. শুকান পাত আদি লৰোৱাত হোৱা শব্দ, a rustling sound.

খচ্মচা, অ. ধা. শুকান পাত লৰোৱাৰ নিচিনা শব্দ কৰ্, to rustle.

খচ্মচ্কৈ, ক্রি. বি. বেগাই, শীঘ্রে, quickly, expeditiously.

খজা, বি. পকিলেও টানে থকা, পকি গলিয়ন নোহোৱা, ( কঁঠালৰ ফুটত খাটে ), ripe but hard, ripe without being thoroughly soft as the pulp of a kind of jack fruit.

খজিনা, স. শ. ভৱহ বিচাৰি পতা ঠেঁহ, ভাল বস্তু নেপাই পতা হেঁঠ; যেনে, লৰাই খজিনা ধৰে, fastidiousness, squeamishness (said of a child).

খজুৰতি, স. শ. ( অং. খজুৱা, বিজবিজা ) ছালৰ ওপৰত আঁচুৰিলে সুত লগা এক

প্ৰকাৰ অসুখ বোধ, an itching sensation.

খজুৰা, অ. ধা. ( সং. খৰ্জু, ছালত হোৱা অসুখ বোধ ; হিং. খুজানা, আঁচোৰা), ছালৰ ওপৰত আঁচোৰাৰ দৰে অসুখ বোধ কৰ্ ; যেনে, গাটো খজুৰাইছে, ছালৰ ওপৰত অসুখ বোধ জন্মা, to have an itching sensation, to itch. স. ধা. খজুৰতি গুচাবৰ কাৰণে নখেৰে আঁচোৰ ; যেনে, মূৰ খজুৰাইছোঁ ; আঁচোৰাৰ দৰে অসুখ বোধ জন্মা ; যেনে, কচুৱে গল খজুৰায়, to scratch slightly to be rid of an itching sensation ; to cause an itching sensation.

খঞ্জন, স. শ. ( সং. খঞ্জন—খঞ্জ্, লেকেচিয়াই যা ) এবিধ চৰাই, খঞ্জৰী চৰাই, a small bird, a wag-tail. ( স্ত্ৰী ) খঞ্জনী ।

খঞ্জৰী, স. শ. ( সং. খঞ্জৰীট, খঞ্জন ) এবিধ সৰু চৰাই, খঞ্জন, a wag-tail.

খঞ্জৰী, স. শ. ( বং. হিং. খঞ্জৰী, এবিধ বাদ্য ) এবিধ বাদ্য, a small tambourine.

খট্, অনুক. টান বস্তুত আঘাত লাগিলে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced on striking a hard body.

খটং, অনুক. কোনো টান বস্তুত আন এটা বস্তু লাগিলে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced from the collision of two hard bodies.

খটা, স. ধা. পঁচা অৰ্থত "খাট্" ধাতু। "খাটে" চোৱাঁ, the causal form of খাট্ which see.

খটিয়া, স. ধা. ( অং. খট্, অনুক. ) কোনো কাৰ্য্য কৰিবলৈ পুনঃ পুনঃ ক, ঘনে ঘনে উদগা, to urge repeatedly, to command again and again.

খটীয়া, স. শ. এবিধ সৰু শিঙ্গীয়া পহু, the hog deer.

খট্ খট্, অনুক. টান বস্তুত ঘনে ঘনে আন এটা টান বস্তুৰ ঠেকা লাগিলে হোৱাৰ নিচিনা শব্দ, an onomatopœic sound used to express that produced by two hard bodies repeatedly striking each other.

খট্খটনি, স. শ. দুটা টান বস্তুৰ পৰস্পৰ ঘনে-ঘনে ঠেকা লগাত হোৱা শব্দ, the sound of two hard bodies repeatedly striking against each other.

খট্খটা, অ. ধা. এটা টান বস্তু আন এটাত মাৰি শব্দ কৰ্, to produce a sound by striking one hard body against another.

খট্খটী, স. শ. ইটা বা শিলৰ জখলা, ( মানুহ উঠোঁতে "খট্ খট্" শব্দ কৰে এতেকে ), stairs, steps made of stone or brick.

খট্ বান্ধ, স. শ. ( অং. খট্, অনুক. + বান্ধ, গাঁঠি ) কোনো কাৰ্য্যত অমান্তি মানুহক মান্তি কৰিবৰ কাৰণ চেষ্টা কৰাত হোৱা বাদানুবাদ ; যেনে, কত খট বান্ধ কৰি হে ৰূপ কেই টকা দিলে, contention between two persons about something which one wishes to compel the other to do.

খড়্গ্, স. শ. "খৰগ" চোৱাঁ।

খড়ীমাটি, স. শ. ( সং. খড়ী, এবিধ মাটি ) এবিধ বগা মাটি, chalk.

খড়্গ, স. শ. (সং. খড়্গ—খড়, ফাল বা ছিৰ) দা, তৰোৱাল ; গঁড়ৰ শিং, খড়্গ্, a sword, a large cutting instrument, a rhinoceros' horn.

খড়্গাধৰ, } স. শ. (সং. খড়্গাধৰ্, খড়্গাধাৰী— খড়্গাধাৰী, } খড়্গ, দা + ধৃ, ধৰ্ ) দা লওঁতা, one who carries a sword, a swordsman.

খড়্গী, স. শ. ( সং. খড়্গিন্—খড়্গ, দা, গঁড়্-খৰগ ) দা-ধৰোঁতা ; গঁড়্, a swordsman, a rhinoceros.

খণ্ড্, স. শ. ( সং. খণ্ড—খণ্ড্, ছেদন কৰ্ ) এডোখৰ, এখান, এভাগ, এছেও, a piece, a part, a fragment, a portion.

খণ্ড, অ. ধা. ( সং. খড়্, ছেদন কৰ্ ) গুচ,

দূৰ হ, নষ্ট হ; যেনে, দোষ খণ্ডিল, পাপ খণ্ডিব, (মন্দ কৰ্ম্মৰ ফলত খাটে), to be removed, to be taken away, to be expiated.

খণ্ডন্, কৃদ. স. (সং. খণ্ডন—খণ্ড্, ঐ) ছেদন, নষ্ট কৰা কাৰ্য্য, মিছা-পেলোৱা কাৰ্য্য, the act of cutting, destroying, or refuting.

খণ্ডপুচ্ছ, বি. (সং. খণ্ডপুচ্ছ—খণ্ড, ছিগা+পুচ্ছ, নেজ) নেজ-নথকা,খঁৰা, tailless.

খণ্ড-বাক্য, স. শ. (সং. খণ্ডৱাক্য—খণ্ড, এডোখৰ+ৱাক্য, অৰ্থ বোধক শব্দসমূহ) বাক্যৰ এভাগ, সম্পূৰ্ণ অৰ্থ বুজাব নোৱৰা দুই বা অধিক শব্দ; যেনে, স্বৰূপকৈ কব লাগিলে আজি-কালি এনে কথা কেৱে নপতিয়ায়, ইয়াত "স্বৰূপকৈ কব লাগিলে" এইটো খণ্ড-বাক্য, a phrase, a clause.

খণ্ডমুণ্ড, বি. (সং. খণ্ডমুণ্ড—খণ্ড, ছিগা+মুণ্ড, মূৰ) মূৰছিগা, শিৰহীন; headless.

খণ্ডা, স. ধা. (অং. খণ্ড, শুচ্) খণ্ডন কৰা, গুচা, দূৰ কৰ্; যেনে, পাপ খণ্ডাওঁ; মিছা পেলা; যেনে, উত্তৰ খণ্ডাওঁ, to remove, to expiate, to refute, to prove false.

খণ্ডিত্, কৃদ. বি. (সং. খণ্ডিত—খড়্, ছেদন কৰ্) ছেদিত, ছিন্ন; দূৰ কৰা, নষ্ট কৰা; মিছা-পেলোৱা, cut off, removed, destroyed, refuted.

খণ্ডিতা, কৃদ. বি. খণ্ডিত শব্দৰ স্ত্ৰীলিঙ্গ, the feminine of the above. স. শ. স্বামীয়ে পৰস্ত্ৰী অভিগমন কৰাত খং কৰা তিৰোতা, a woman who has been angry with her husband or lover owing to his infidelity.

খত্, স. শ. (যাং. খত লেখা) ধন ধাৰে লৈ লিখি দিয়া কাকত, কিনা-বেচা কৰাৰ কথা লিখা কাকত, a bond, a deed.

খতৰ্, স. শ. (হিং. খতৰ, সঙ্কট, নিজে সঙ্কটত পৰে এতেকে) আপোন কথাতে খোৱা খাটি, অসাৱধানতাৰ কাৰণ আপোনাৰ মুখে ওলোৱা নিজৰ দোষ, self-condemnation.

খতৰ্ খা, অসাৱধানতাৰ নিমিত্তে আপোনাৰ দোষ সপ্ৰমাণ হোৱা কথা ক, to carelessly speak some thing that goes against one's self.

খতা, স. ধা. (অং. খাতি, সৰুকৈ কটা সোণ বা ৰূপৰ পতা) সোণ বা ৰূপৰ সৰু সৰু পতা লগাই ভূষিত কৰ্; যেনে, সোণ খতাইছে, to inlay with (gold or silver).

খঁতি, বি. (সং. ক্ষতি, হানি) হানি পৰা; যেনে, বন খতি হয়, অৱসৰীয়া, ক্ষান্ত, চলি নথকা, বন্ধ হৈ থকা; যেনে, আজি কাছাৰি খতি, stopped (as work); closed (as an office.) স. শ. আজৰীয়া কাল, কাম বান্ধ হৈ থকা কাল; যেনে, কাছাৰি খতিত ফুৰিবলৈ গৈছিলোঁ, cessation from work, stoppage of business.

খঁতিয়নি, স. শ. (হিং. খতিয়ান, সংগ্ৰহ কৰ্) একে বিধৰ কথা গোটাই একে লগে লিখা কাৰ্য্য; মৌজাৰ প্ৰত্যেক ৰায়তৰ নাম আৰু তাৰ মোট মাটি লিখা এটা বহি, the act of compiling; a book kept up by a fiscal office containing the name of each rayat and the land held by him in the fiscal division.

খঁতিয়া, স. ধা. একে বিধৰ কথা অনেক ঠাইৰ পৰা আনি একে লগে লিখ্, সংগ্ৰহ কৰ্, to compile.

খঁতিক্ষণ্, স. শ. (অং. খতি, অৱসৰীয়া+ক্ষণ, অলপ কাল) অলপ অৱসৰীয়া কাল, কোনো কথা ক্ষান্ত হৈ থকা কাল, ছেদ-ভেদ, temporary cessation, respite. "ক্ষতি ক্ষণ" এনেও হয়।

খঁতীয়া, স. শ. (অং. খতি, কাম বন্ধ হৈ থকা কাল) কামত উপস্থিত নথকা কাল, কাম নকৰা কাল; যেনে, খতীয়া এৰি সেই হুজুৰাৰ কামলৈ অহাৰ তিন দিন হৈছে, the period of absence from

work. বি. কাম নকৰা, কামত উপস্থিত নোহোৱা, (সময়ত খাটে); যেনে, হজুৰাই খতীয়া দিনৰ ধন নেপায়, (মানুহতো খাটে); যেনে, খতীয়া কুলিক ধন নিদিবা, not worked in, absent from work. (This word is very frequently applied to the days of absence from work, of coolies, on a tea garden.)

খদম্ দম, স. শ. (সং. উদ্যম, উদ্যোগ) লৰা-লৰি, খৰ খেদা, bustle, haste, hurry.

খদা, স. শ. (অং. খান? মাটি তোল্) মাটি কঢ়িওৱা বা গোবৰ পেলোৱা পাচি, an open basket used for carrying earth or cow dung.

খদাবান, স. শ. (অং. খদা, পাছি+বান, খুৰা-লগা বাটি) এবিধ মেলাহি খুৰা-লগা বাটি, বহল-মুখীয়া বানবাটি, a kind of cup raised on a pedestal.

খদিৰ্, স. শ. (সং. খদ্, ভক্ষণ কৰ্) খৈৰ গছ, তাৰ আঠা (চুণৰ লগত খোৱা যায় এতেকে), a tree the resin of which is used with betel nut.

খদ্যোত, স. শ. (সং. খদ্যোত—খ, আকাশ + দ্যোত, পোহৰ কৰা) জোনাকী পৰুৱা, জুই আঙ্গনি পৰুৱা; a fire fly.

খন্, উপশ. "খান" চোৱা।

খনা, স. ধা. (অং. মাটি, উৎপাৰ্) লোকৰ দ্বাৰা উৎপাটন কৰা, to cause to be dug.

খনি, স. শ. (সং. খনি—খন, খান্) যি ঠাইত ধাতু আদি স্বয়ং উৎপন্ন হয় আৰু খানিলে পোৱা যায়, আকৰ, a mine.

খনিকৰ্ স. শ. (সং. খন্ (খান) খোল্ + কৰ্, কৰোঁতা) শিল বা কাঠ কাটি আৰু খুলি মূৰ্ত্তি কৰোঁতা; এতেকে মাটিৰ মূৰ্ত্তি সাজোঁতা, চিত্ৰকৰ, a sculptor, an engraver, hence one who makes earthen images, a printer.

খনিয়া, স. ধা. (অং. খান, খণ্ড) খাবৰ নিমিত্তে তামোল কাটি বহু খণ্ড কৰ্; যেনে, তামোলটো খনিয়াওঁ, to cut or slice, as an areca nut for chewing.

খনীয়া, খনীয়া-কাপোৰ, } স. শ. (অং. খান, চেপেটা বহল বস্তু) আগত ফুল থকা তুতৰপীয়া এবিধ কপাহী কাপোৰ। মিহি সূতাৰ তুতৰপীয়া গাত ফুল-দিয়া কাপোৰ এখানৰ তলত চৰীয়া কাপোৰ এখান জাঁপি দিয়া কাপোৰক "যুৰীয়া" অৰ্থাৎ এখানতে দুখান থকা, আৰু তাৰ পৰা বেলেগাবৰ নিমিত্তে ইয়াক "খনীয়া" অৰ্থাৎ এখান মাত্ৰ বোলা যায়, a cotton cloth with a flowered border folded double and wrapped round the body.

খন্তি, স. শ. (সং. খনিত্ৰ, এবিধ মাটি খোঁচৰা অস্ত্ৰ) খেতিৰ বন গুচোৱা বা মাটি খোঁচৰা লোৰ অস্ত্ৰ, a spud.

খন্তিয়া, স. ধা. খন্তিৰে খোঁচৰ্ বা উভাৰ্, to dig or weed with a spud.

খন্তীয়া, স. শ. (সং. ক্ষত, ঘা) বিষ আৰু অলপ ঘা হৈ ঠেং-ভৰি উখহা ৰোগ, a disease of the leg.

খন্তীয়া-খুঁচুৰীয়া, বি. (অং. খন্তেকীয়া, অলপ কাল থকা + খুচুৰীয়া, ক্ষুদ্ৰ) অলপ-কলীয়া আৰু ক্ষুদ্ৰ; যেনে, খন্তীয়া-খুঁচুৰীয়া কাম কৰি প্ৰবৰ্ত্তিছে, of a short duration and small.

খন্তীয়া-সাপ্, স. শ. খন্তিৰ নিচিনা চেপেটা মুখেৰে এবিধ কেঁচু-জাতিৰ কীট, a kind of earthworm.

খন্তেক্, স. শ. (সং. ক্ষণ, অতি অলপ কাল + এক, সংখ্যা) এক ক্ষণ, অতি অলপ কাল, a moment.

খন্তেকীয়া, বি. খন্তেক বা অতি অলপ কাল থকা, momentary.

খন্দ, স. শ. (অং. খান্, মাটি চাহ কৰ্) এবাৰ শস্য আৰ্জ্জিবৰ কাল, এটা বতৰ, শস্যৰ সম্বন্ধে এবছৰ, a whole season of cultivation, hence a year.

খন্দ মাৰি ল, এবছৰ বা দুবছৰলৈ অৰ্থাৎ অলপ কাললৈ নিৰ্ব্বন্ধ কৰি মাটি ল; যেনে, এই মাটি তিনি বছৰলৈ খন্দ মাৰি লৈছোঁ, to take up land and hold it temporarily.

খন্দ মাৰি দি, কিছু বছৰলৈ নিৰ্ব্বন্ধ কৰি মাটি দি; যেনে, তিনি বছৰলৈ খন্দ মাৰি মাটি দিছে, to lease for a certain term.

খন্দা, স. শ. (সং. খণ্ড, ডোখৰ, ভাগ) চাৰিও ফালে আলি দি বা লোৰ খানি পৃথক কৰা এডোখৰ মাটি, সৰু এডৰা; লেখাৰ মাজত আঁচ দি কৰা ভাগ; যেনে, সেই পুথিৰ প্ৰথম খন্দাত এই কথা আছে; চিন দি বা সীমা নিৰূপণ কৰি কৰা ভাগ, a small division of a large plot of land, a column of a book, &c.

খন্দিয়া, স. ধা. চাৰিও ফালে আলি দি বা লোৰ খানি বেলেগ কৰ্; যেনে, পথাৰৰ মাটি খন্দিয়াইছে; লেখাৰ মাজত আঁচ দি পৃথক কৰ্, to divide into small plots or columns.

খন্দিয়া, স. ধা. (অং. খান্দি, গাঁঠি) গাঁঠি দি বান্ধি পৃথক পৃথক ভাগ কৰ্, এনেছা এনেছা কৰি বান্ধ; যেনে, সূতাবিলাক খন্দিয়া, to loop as skeins of thread.

খন্দিয়াই সোধ, গোপন-কৰা কথা উলিয়াবলৈ প্ৰশ্ন কৰ্, to cross-question.

খন্দুৰা, বি. (অং. খন্দ, এবাৰ শস্য অৰ্জ্জাকাল) গৰাকীৰ পৰা কিছু কালৰ নিমিত্তে ভোগ কৰিবলৈ লোৱা; যেনে, খন্দুৰা মাটি; সেই নিয়মেৰে মাটি লোৱা; যেনে, খন্দুৰা ৰায়ত; এবছৰ থাকি এবছৰ গুটি ধৰা; যেনে, খন্দুৰা গছে অধিক গুটি ধৰে, rented for a short term, renting for a term, bearing fruit every second year.

খন্দ-প্ৰবৰ্ত্তা, বি. কেৱল এবছৰ থকা, এবছৰ খেতি কৰাত মাথোন ব্যৱহাৰ কৰিব পৰা; যেনে, খন্দ প্ৰবৰ্ত্তা নাঙল, lasting for one season or one year only.

খপ, স. ধা. (সং. খৰ, বিশুদ্ধ কৰ্) জ্বালত দি নিৰ্ম্মল কৰ্; যেনে, সোণাৰিয়ে সোণ খপে; ডাল কাটি পৰিষ্কাৰ কৰ্; যেনে, গছ জোপা খপিলে, to refine as metal, to smelt, to lop.

খপ্, অ. ধা. (সং. ক্ষপ্, গতি কৰ; হিং. খপনা, থাক্) অলপ কাল থাক্, প্ৰবাস খাট্; যেনে, তিন দিন হাবিত খপিলে, to sojourn, to live temporarily.

খপ্, স. শ. টেমী বা তাৰ নিচিনা সৰু বস্তুৰ সাঁফৰ্, a cover of a lime box or any other small receptacle.

খপিয়া, স. ধা. (সং. ক্ষিপ্, পেলা) এন্ধাৰ বা চকুৰে নেদেখা হেতু হাতেৰে বা ভৰিৰে বিচাৰ্; হেঁতিয়া; যেনে, কণাই বাট খপিয়ায়; পানীৰ তলত মাছ খপিয়ায়; অনুসন্ধান কৰ্; যেনে, উৱাদিহ নোহোৱা কথা খপিয়াই ফুৰিলে কি হব? to grope for, to search after.

খপি সোধ্, গুপ্ত কৰা কথা উলিয়াবলৈ বিশেষকৈ প্ৰশ্ন কৰ্, to cross-question.

খপীয়া, বি. (অং. খপ্, প্ৰবাস খাট্) চপনীয়া, কোনো সম্বন্ধ নথকা মানুহৰ ঘৰত পেট পুহি থকা, living at the house of another as a dependant.

খপুৰা, স. শ. (অং. খপ্, থাক) বাটত যাওঁতে ৰবৰ বা বাহন সলাবৰ নিমিত্তে নিৰূপিত ঠাই; যেনে, এদিনৰ বাট তিনি খপুৰা কৰি গল, a place appointed for rest or change of vehicle by a traveller, a stage.

খপুৰা, স. শ. (অং. খাপ, ধৰিবলৈ লুকাই থকা) শত্ৰুক ধৰিবৰ কাৰণ খাপলৈ থকা মানুহ, a person lying in wait.

খপ্খপাই, } ক্ৰি. বি. (সং. ক্ষিপ্ৰ, শীঘ্ৰ)
খপ্খপ্ কৰে, } শীঘ্ৰে, বেগাই, এখোপৰ পৰা আন খোপত ভৰি দি, quickly (said of ascending).

খবং, অনুক. দ পানীত কোনো বস্তু পৰোঁতে হোৱাৰ নিচিনা শব্দ, ভোৰ তালৰ নিচিনা শব্দ, an imitative sound used to express that produced by the fall or some thing into water or that of a pair of *bhortal*.

খবৰ্, স. শ. (যাং. খবৰ) সম্বাদ, বাৰ্ত্তা, news.

খবিচ, বি. আটুট, খচা, ঠিক, full, entire.

খঁবুৰা, স. শ. ( অং. খোপ, খাঁজ ) বাৰৰ বা তুৱাৰৰ তল বা ওপৰ ভাগ বা এদাঁতি সুমাই দিয়া খোলা বাঁহ, a grooved bamboo on which is placed the lower end of a reed wall or which is attached to its top or one of its sides or to the top or bottom or a side of a door.

খমলা, স. শ. ( অং. খলমা শব্দৰ বিকৃতি ) গোটমৰা দ্রব বস্তু; যেনে, গাখীৰৰ খমলা, congealed fluid.

খমলা মাৰ্, গোট মাৰ্, পনীয়া গুচি টান মাৰ্, to coagulate, to congeal.

খমিৰ্, স. শ. ( যাং. খমিৰ ) আটাৰ পিঠাৰ গাপ উঠি ওফন্দিবৰ নিমিত্তে দিয়া তাল বা খাজুৰৰ ৰস, leaven, yeast.

খম্খম্, অনুক. মুগা বা মেজাঙ্কৰিৰ ন কাপোৰ, মকৰা কাপোৰ বা তুলাপাত লৰালে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express the rustle of cloth or paper.

খম্খমনি, } স. শ. মুগাৰ বা মেজাঙ্কৰিৰ
খম্খমি, } কাপোৰ বা তুলাপাত আদিৰ শব্দ, the rustle of cloth or paper.

খম্খমা, অ. ধা. কাপোৰ বা তুলাপাতৰ দৰে শব্দ কৰ্, to rustle as cloth or paper.

খম্খমীয়া, বি. খমখম শব্দ কৰা; এতেকে নতুন, making a rustling sound, hence new (said of cloth).

খয়্, স. শ. "ক্ষয়" শব্দৰ অপভ্ৰংশ।

খৰ্, বি. ( সং. খৰ, চোকা বা শীঘ্র ) শীঘ্র, দ্রুত, বেগী, quick, nimble.

খৰ্, স. শ. (সং. খৰ—খ,কাণ+ৰা, গ্রহণ কৰ্; দীঘল কাণ আছে এতেকে ) গাধ, an ass.

খৰ্, স. শ. ( সং. খৰ, তাপ্ ) অনাবৃষ্টি, বৰষুণৰ অভাব, want of rain. বি. বৰকৈ তাপ পাই মুৰমুৰীয়া হোৱা; যেনে, এই ওনা চিৰা খৰ হল, খৰ পাগৰ কটাৰী ভাগি যায়, rendered brittle by too much heat, highly tempered.

খৰ্ মাৰ্, } বৃষ্টিৰ অভাব হ, not to rain.
খৰ্ টান্, }

খৰ্, অ. ধা. ( সং. খৰ, তাপ ) শুকাই মুৰমুৰীয়া হ, বৰকৈ শুকা; যেনে, গছৰ পাত ৰদত খৰে, become brittle by much heat, to be very dry.

খৰ্, স. শ. ( সং. ক্ষত, ঈষত ঘা ) এবিধ গাৰ ছাল ছিগি যোৱা ৰোগ, দদ্রু, the ring-worm.

খৰ্, ( অং. খৰ্, শীঘ্র ) এবিধ ঘনে-ঘনে তেজসাওঁ পৰা আৰু তলপেটত বিষ হোৱা ৰোগ, গ্রহণী, dysentery.

খৰ্গ, স. শ. ( সং. খড়্গ, গঁড়ৰ শিং ) গঁড়ৰ শিং, rhinoceros' horn.

খৰচ, স. শ. ( যাং. খৰ্চ্ ) ব্যয়; ভাঙ্গি খাবৰ নিমিত্তে লগা ধন, expense, expenditure.

খঁৰচি, স. শ. মিহি নোহোৱা গুড়ি; মিহি গুড়িৰ লগত থকা আধা খুন্দা গুড়ি, coarse powder, that portion of powder that remains on the sieve after sifting.

খঁৰচী, বি. ( যাং. খৰ্চ্, ব্যয় ) ব্যয়কাৰী, ধন ৰাখিব নোৱৰা, prodigal.

খঁৰচীয়া, বি. ( অং. খৰচি, মিহি নোহোৱা গুড়ি ) খৰচিযুক্ত, ভালকৈ মিহি নোহোৱা ( গুড়িত খাটে ); যেনে, খৰচীয়া পিঠা গুড়ি, coarse, not well pulverised.

খৰম্, স. শ. ( বং. খড়ম, পাদুকা ) কাঠৰ পাদুকা, a sandal.

খৰম্-যুৰীয়া, বি. (খৰম+যোৰ, জুটা ) এযোৰ খৰমৰ নিচিনা, অৰ্থাৎ তলুৱাৰ মাজ-ভাগ ওখ বা মাটিত নপৰা; যেনে, খৰম-যুৰীয়া ভৰি, arched, as a foot.

খৰলা, স. শ. ( বং. খড়ৰা, ঘোঁৰাৰ ফণি ) ঘোঁৰাৰ নোম আঁচোৰা যতন, a curry-comb.

খঁৰলি, স. শ. ( অং. খৰ্, শুকাই মুৰ্মুৰীয়া হ ) খৰখৰীয়াকৈ অৰ্থাৎ নীৰসকৈ ভজা শাক, leaves and stalks of vegetables; crooked, dry.

খৰলি খা, প্রবাসত কষ্ট ভোগ কৰ্; যেনে, সি গুৱাহাটীত এমাহ খৰলি খাই আছে, to suffer the inconveniences of a sojourn at a distance from home.

খৰলি পিট্, অসুখ-অশাঁতি প্রকাশ কৰ্, ধুম-ধুপাল কৰ্, to express uneasiness and anger.

খৰলিপাক, স. শ. ( অং. খৰ্, শীঘ্র + পাক, মেৰ ) বেগাই ঘূৰা পাক; বেগাই আপোনাৰ গাতে লোৱা মেৰ, a quick turn or revolution.

খৰলীয়া, বি. ( অং. খৰলি, শুকানে ভজা শাক ) খৰলিৰ নিচিনা অর্থাৎ শুকান, নীৰস; নিমজ নোহোৱা, ঠৰঙ্গা, dry, not moist, rough, stiff.

খৰাং, বি. ( অং. খৰ্, শুকা ) শুকান, নীৰস ( মাটিত খাটে ), dry, not fertile.

খৰা, স. ধা. ( অং. খাৰ্, পোৰা ছাইৰ লোণ ) খাৰযুক্ত বস্তুৰে বা খাৰণিৰে তিতাই শুকা, to impregnate with alkaline matters.

খৰালি, স. শ. "খৰকালি" শব্দৰ অপভ্রংশ, সেই শব্দ চোৱাঁ।

খৰাহি, স. শ. ( বোধ হয় সংস্কৃত চাউল আদিৰ পৰিমাণ বুজোৱা খাৰি শব্দৰ পৰা ওলাইছে ) বাঁহৰ কাঠীৰ পাত্র বিশেষ, a small bamboo basket used for various purposes.

খৰি, স. শ. ( অং. খৰ্, শুকা ) জুই ধৰিবৰ কাৰণে অনা শুকান বাঁহ-কাঠ, fire wood, fuel.

খৰি দি, মৰাৰ কাঠসংস্কাৰ কৰ্; খৰি যোগা, to burn as a dead body, to supply fuel.

খৰিকটীয়া, স. শ. ( অং. খৰি, ঐ + কটীয়া, যি কাটে ) খৰি-কটা মানুহ, one who collects fuel.

খৰিকা, স. শ. ( অং. খেৰ্, উলু-বন; বং. খড়িকা, উলুবনৰ গুৰি ভাগ ) উলুৰ গুৰি ভাগ; মাছ-মঙ্গহ আদি আঙ্গঠাত সিজোৱা শলা; মুগাৰ কণী লগাবৰ নিমিত্তে বন্ধা খেৰৰ আটী, the strong and stiff part of thatching grass, a roasting spit, a bundle of dry grass to which young silk worms are attached.

খৰিকা ল, খৰিকাৰে দাঁত পৰিষ্কাৰ কৰ্, to pick the teeth.

খৰিকা লগা, মুগাৰ সৰু সৰু পলুযুক্ত খেৰৰ আটি চোম গছত আঁৰ, to attach to trees bundles of grass with silk worms on.

খৰিকা-জাঁই, স. শ. ( অং. খৰিকা, উলু খেৰৰ গুৰি + জাঁই, এবিধ ফুল ) খৰিকাৰ দৰে গোটা পাহিৰে এবিধ বগা উগ্রগন্ধি ফুল, a kind of flower.

খৰিকাদিয়া, বি. ( অং. খৰিকা + দি ) শলাৰে বিন্ধি জুইৰ তাপত দি সিদ্ধ কৰা ( মাছ বা মঙ্গহত খাটে ), roasted on a spit.

খৰিকামৰিচ্, } স. শ. এবিধ সৰু মৰিচ, a
খৰিকামৰীচ্, } kind of chilli.

খৰিকিয়া, স. ধা. ( অং. খৰিকা, খেৰৰ গুৰি ) খৰিকাৰে খুঁকটি পৰিষ্কাৰ কৰ্; যেনে, দাঁত খৰিকিয়ায়, to clear with the stiff part of the thatching grass or a spike.

খৰিচা, স. শ. ( অং. খৰচি, মিহি নোহোৱা গুড়ি ) বাঁহ গাজৰ পৰা কৰা এবিধ খাদ্য দ্রব্য; সি দুই প্রকাৰ; কুটি আধা খুন্দা কৰা বাঁহ-গাজ পানী দি কলহত ভৰি থলে যেতিয়া সি টেঙ্গা হয়, তেতিয়া তাক "পকা-খৰিচা" বোলে, আৰু তাৰ আঞ্জা খোৱা যায়। কুটা বাঁহ গাজ শুকাই গুড়ি কৰিলে তাৰ নাম শুকান খৰিচা বা জিম-খৰিচা হয়, তাকো আঞ্জাত খোৱা যায়, a sauce or condiment made from the tender shoots of the bamboo. It is of two kinds, the first is bamboo shoots cut into small pieces and preserved in water until it becomes acid, when it is fit for use; the other is bamboo shoots dried and reduced to powder. Both are used in curries, &c.

খৰিদ, স. শ. (যাং.) ক্রয়, কিনা কাৰ্য্য, a purchase.

খৰিদা, বি. (যাং) কিনা, ক্রয় কৰা, purchased.

খৰিদাৰ্, স. শ. (যাং.) কিনোতা, a purchaser.

খৰিয়াল্, স. শ. দন্দ, বাচ্যাবাচি, an angry dispute, a broil.

খৰীমাটি, স. শ. এবিধ বগা টান মাটি, chalk.

খৰীয়া, বি. (অং. খৰ, এবিধ ছালৰ ৰোগ) খৰে-খোৱা, খৰৰোগৰ দ্বাৰা পীড়িত, having the ringworm. স. শ. খৰে-খোৱা মানুহ, a man having the ring-worm.

খৰীয়া, স. শ. (অং. খৰি, জুই-ধৰা কাঠ) খৰি-বেচা মানুহ, খৰি-যোগনীয়া মানুহ, a person who deals in fuel, one whose duty is to supply fuel.

খৰুৱা, বি. (সং. ক্ষত, অলপ ঘা) ওপৰ-ওঁঠৰ মাজ-ছিগা, hair-lipped.

খৰুৱা, বি. (অং. খাৰ, ছাই-লোণ) খাৰ যুক্ত, খাৰ দি ৰন্ধা, containing or seasoned with alkali.

খৰুৱা বেঙ্গেনা, স. শ. (অং. খৰুৱা,ঐ+ বেঙ্গেনা, এবিধ ফল) এবিধ বাৰমহীয়া বেঙ্গেনা, তাক প্রায়ে খাৰৰ লগত ব্যৱহাৰ কৰা যায়, এতেকে সেই নাম, a kind of egg fruit.

খৰেখোৱা, বি. (অং. খৰ, ছালৰ ৰোগ+ খা, ধৰ্) খৰীয়া, খৰ-ৰোগে ধৰা, having the ringworm.

খৰ্কালি, স. শ. (অং. খৰ, শুকান+কাল, সময়) জাৰকালি, বাৰিষাত বাজে আন সময়, the dry season.

খৰ্কৈ, ক্রি. বি. (অং. খৰ্, শীঘ্র) শীঘ্রে, বেগতে, quickly.

খৰ্ খৰ্, খৰ্খৰ্, } অনুক. শুকান পাত-আদি লৰাৰ নিচিনা শব্দ, an imitative sound used to express the rustle produced by dry leaves, &c. when shaken.

খৰ্খৰণি, খৰ্খৰণি, } স. শ. শুকান পাত আদি লৰাৰ শব্দ, খৰ্খৰ শব্দ, a rustling sound as of dry leaves, &c.

খৰ্খৰা, খৰ্খৰা, } অ. ধা. শুকান পাত আদি লৰাই শব্দ কৰ্, to make a rustling sound.

খৰ্খৰীয়া, খৰ্খৰীয়া, } বি. লৰালে খৰ্ খৰ্ শব্দ কৰা, বৰ শুকান, rustling, very dry.

খৰ্-খেদা, স. শ. (অং. খৰ্, শীঘ্র+খেদা, পাচত লৰা) লৰা-লৰি, তত্তাতৈয়া, hurry, haste.

খৰ্খেদা কৰ্, লৰালৰি বা বেগাবেগি কৰ্, to make haste.

খৰ্চ্চনা, স. শ. (অং. কৰ্চ্চন, এবিধ চৰাই; কৰ্চ্চনৰ ডিঙ্গিৰ দৰে এতেকে) ঘৰৰ খুঁট আদি সলাবলৈ চাল দাঙ্গি দিয়া ঢোকা, a prop for the roof of a house raised up in order to renew a post, &c.

খৰ্তকীয়া, খৰ্তকীয়া, } বি. (সং. খৰতৰ, শীঘ্রতৰ) শীঘ্রে কাম কৰিব পৰা, কামত এলাহ্ নকৰা, quick, expeditious, speedy, prompt.

খৰ্ধৰ্, স. শ. (অং. খৰ, শীঘ্র+ধৰ্, হাতেৰে গ্রহণ কৰ্) লৰালৰি, খৰখেদা, haste.

খৰ্পোচ্, বি. বেগাই কাম কৰিব পৰা; যেনে, তেওঁ কামত বৰ খৰ্পোচ্, expeditious, quick, prompt, স. শ. খৰ-খেদা, haste.

খৰ্ব্ব, বি. (সং. খৰ্ব্ব—খৰ্ব্ব্, ক্ষুদ্র হ) চুটি, ক্ষুদ্র, short, low.

খৰ্ব্ব, সংখ্যা. (সং. খৰ্ব্ব—খৰ্ব্ব্, গতি কৰ্) এশ অৰ্ব্বুদ্, ten million-millions.

খৰ্ মৰ্, অনুক. কোনো বস্তু শীঘ্রে ইলুটি সিলুটি হোৱাৰ শব্দ, an imitative sound used to express that produced by any thing turning from side to side.

খৰ্মৰণি, খৰ্ম্মৰণি, } স. শ. গাৰ বা মনৰ দুখত কৰা লুটিয়া লুটি, কষ্ট পাই ইকালৰ

পৰা সিফাললৈ যাওন, ধৰ্ফৰণি, restlessness either of mind or body, the act of tossing or writhing in pain.

খৰ্মৰা, খৰ্ম্মৰা, অ. ধা. গাৰ বা মনৰ দুখত লুটিয়া লুটি কৰ্, কষ্ট পাই ঘুৰি ফুৰ; ধৰ্ফৰা, to be restless, to toss about.

খৰ্মুজা, স. শ. (যাং. খৰ্ব্বুজ) এবিধ লতাৰ ফল, a kind of melon.

খল্, স. শ. (সং. খল, দুষ্ট – খল্, সংগ্ৰহ কৰ্) দুৰ্জ্জন, দুষ্ট, টুটকীয়া, সূচক, a wicked person, tale-bearer.

খল দি বা লগা, টুটকীয়া কথা, to backbite.

খল্, স. শ. (সং. খল্ল, খাল) গুটি পচাবৰ বা পুলি কৰৰ কাৰণ খনা লোৰ; দৰব মৰা শিলৰ পাত্ৰ; সদায় মানুহ বা জন্তু গোট খোৱা ঠাই, a drill used in sowing seed, a place where persons or animals usually assemble; a stone vessel for mixing medicines in.

খল্ক, অ. ধা. কহ্লোল লাগ্, পানীৰ দৰে বৰ শব্দেৰে সঞ্চালিত হ, উৰ্ম্মি উঠ; যেনে, পানী খলকিছে, to be agitated or suddenly move to and fro with a loud noise, as water.

খলক লাগ্, সঞ্চালিত পানীৰ শব্দৰ নিচিনা উচ্চ শব্দ উঠ; যেনে, কান্দনত খলক লাগিল, to make a loud or roaring noise.

খলকনি, স. শ. পানীৰ প্ৰবল সঞ্চালন, ঢৌ; পানীৰ আস্ফালনৰ শব্দ, violent agitation of water, a billow, the roaring of agitated water.

খলপ্, খলপা, স. শ. তৰপ্, থাক্, এটা ঘৰৰ ওপৰত সজা আন এটা ঘৰ, a stratum, a shelf, a floor or story of a house.

খলপাখলপ্, বি. (অং. খলপা, তৰপ্) কেইবা তৰপ থকা, কেইবা তৰপীয়া, having many strata, shelves or stories.

খলপীয়া, বি. তৰপীয়া, কেইবা তৰপ থকা; সদায় আন এটা শব্দৰ পাচত থাকে; যেনে, দুখলপীয়া, অনেক খলপীয়া, having strata, shelves or stories.

খলম্, স. শ. (বং. কলপ, মাড়) তাঁতৰ তাহোন, তুলাপাতত দিয়া কৰাল্, কাপোৰ আদি নিমজ কৰিবলৈ দিয়া মাড়, starch applied to cloth, size applied to paper.

খলমা, স. শ. (অং. খলম, মাড়) গোটমাৰি খলমৰ নিচিনা হোৱা দ্ৰৱ বস্তু, খমলা, congealed fluid.

খলমা বান্ধ, শুকাই গোটমাৰ, তেজে খলমা বান্ধে, to be congealed, to coagulate.

খলা, স. শ. (সং. খল, স্থান) কোনো কাৰ্য্য কৰিবৰ কাৰণে চুকুকি পৰিষ্কাৰ কৰা ঠাই; যেনে, ভাত ৰান্ধিবলৈ নাৰৰীয়াই খলা কৰে, a place cleared for the purpose of cooking, &c.

খলাবমা, বি. (অং. খাল, দ ঠাই + বাম, ওখ ঠাই) ওখ-চাপৰ, অসমান, দ-বাম, uneven, undulating.

খলাখপা, বি. (অং. খাল, ঐ + থপা, অনুক.) ওখ-চাপৰ, অসমান, uneven, undulating.

খলি, স. শ. খল, গুটি পচোৱা বা পুলি ৰোৱা লোৰ, a drill for sowing seeds.

খলি ল, সদায় অহা যোৱা কৰ্, (বেয়া ভাৰত); to frequent.

খলিত্, বি. (সং. স্খলিত, পৰা) নিস্ফল; যেনে, তেওঁৰ বাক্য খলিত নহয়; খতীয়া; যেনে, সেই বস্তু খলিত নোহোৱাকৈ সদায় পাই আছোঁ, fruitless, vain, ceased, stopped.

খলিহনা, খলিহা, স. শ. (সং. খলিশ; বং. খল্শে, এবিধ মাছ) এবিধ সৰু মাছ, a kind of small fish (Trichopodus colisa).

খলিহৈ, স. শ. (সং. খলি; বং. খল, তেলৰ গেদ) তেল-পেৰা সৰিয়হৰ শিটা, oil-cake.

খলুৱা, বি. (সং. খল, দুৰ্জ্জন) টেঙৰ, ধুৰ্ত্ত, cunning, shrewd.

খল্‌খল্‌, অনুক. পানীৰ খলকনিৰ বা উচ্চ হাঁহিৰ নিচিনা শব্দ, an imitative sound used to express that of agitated water or loud laughter.

খল্‌খলনি, স. শ. সঞ্চালিত হোৱা পানীৰ শব্দ, উচ্চ হাঁহিৰ শব্দ, the sound of agitated water or loud laughter.

খল্‌খলা, অ. ধা. সঞ্চালিত পানীৰ দৰে শব্দ কৰ্‌; হাঁহোতে উচ্চ শব্দ কৰ্‌; (পাচৰ অৰ্থত সদায় ই-ভাগান্ত কৃদন্ত ক্রিয়া হৈ "হাঁহ" ধাতুৰ সাধ্য ক্রিয়াৰ আগত থাকে); যেনে, খল্‌খলাই হাঁহিছে, to murmur as water, to make a loud noise when laughing.

খল্‌মলনি, স. শ. (অং. খল্‌মল, জোকাৰ খোৱা পানীৰ শব্দ) জোকাৰ খোৱা পানীৰ শব্দ, খল্‌খলনি, the sound of agitated water.

খল্‌মলা, স. ধা. (অং. খল্‌মল, অনুক.) পানীত কোনো বস্তু জুবুৰিয়াই লবা; যেনে, হাতেৰে পানী খলমলাওঁ; পানীত জুবুৰিয়াই লৰাই পৰিষ্কাৰ কৰ্‌ বা ধো; যেনে, কাঁহী-বাটিবিলাক খলমলাই আন, to slightly agitate water, to cleanse or wash in water, to rinse.

খহ্‌, অ. ধা. (সং. খৰ্ব, ভুখ দি,বং. পৰ্‌) এৰাই পৰ্‌; যেনে, গৰা খহিছে, to fall off.

খহটা, বি. (সং. খস্‌, খহ) খুদ খহুৰে আবৃত হোৱাৰ নিচিনা, অৰ্থাৎ নিমজ নোহোৱা, কৰ্কশ্‌, not smooth, rough to the touch.

খহনীয়া, স. শ. (অং. খহন্‌; খহ্‌, এৰাই পৰ্‌) নৈৰ গৰা খহি পৰা কাৰ্য্য; যেনে, এইটো গৰাত খহনীয়া লাগিছে, এবিধ মহ-গৰুৰ মঙহ পেলাই খহাই পেলোৱা ৰোগ, the act of falling off, as a river bank, a disease of cattle in which the flesh sloughs off. বি. খহি পৰা, fallen off.

খহা, স. ধা. (অং. খহ্‌, এৰাই পৰ্‌) এৰুৱাই তললৈ পেলা, to cause to fall off.

খহু, স. শ. (সং. খস, বং. খস্‌, গাত হোৱা টোপোৰা) গাত হোৱা বিষ-যুক্ত আৰু পকি পূঁজ হোৱা এবিধ টোপোৰা; ফোঁহোৰা, ফোঁহা, a boil, a pustule, the itch.

সমা.—খহু, গাঁড়, "খহু" সাধাৰণ নাম, ই ডাঙ্গৰ সৰু সকলো প্রকাৰৰ ফোঁহোৰাক বুজায়, 'গাঁড়' শব্দ কেবল ডাঙ্গৰ বিধত মাথোন খাটে।

খহুৱা, বি. খহুযুক্ত, খহু-থকা, affected with itch or boils.

খহ্‌মহ্‌, অনুক. কোনো অনিমজ্জ বস্তু মোহাৰিলে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by rubbing a rough thing.

খহ্‌মহনি, স. শ. খহটা বস্তু মোহাৰিলে বা লৰালে হোৱা শব্দ; যেনে, মুগাৰ চুৰিয়াৰ খহমহনি, a rustling sound.

খহ্‌মহা, স. শ. খৰখৰা, খহমহ শব্দ কৰ্‌; যেনে, নতুন মুগাৰ চুৰিয়াই খহমহায়, to rustle.

খহ্‌মহীয়া, বি. লৰালে খহমহাই উঠা; অনিমজ, খহটা, rustling, rough to the touch.

খা, স. ধা. (সং. খদ; হিং. খানা, বং. খাওন্‌, ভক্ষণ কৰ্‌) ভোজন কৰ্‌, ভক্ষণ কৰ্‌, গিল্‌; যেনে, ভাত খায়, পানী খায়; ভোগ কৰ্‌; যেনে, মাটি খায়, বিষয় খায়, ভুখ খায়; অধীন হ বা পা; যেনে, কিল খায়, গালি খায়; কামোৰ্‌, দংশন কৰ্‌; যেনে, সাপে খালে, কুকুৰে খালে; হুলেৰে বিন্ধ্‌; যেনে, বৰলে খালে, কোদোৱে খালে; ধ্বংস বা নষ্ট কৰ্‌; যেনে, "কানিয়ে খালে অসম দেশ," গ্রহণ কৰ্‌, ল; যেনে, ভেঁটী খায়, to eat, to swallow, to possess, to enjoy, to suffer, to be subjected to, to bite, to sting, to ruin, to take or receive, as a bribe. অ. ধা. মিল্‌, লাগি ধৰ্‌, (যাৰে সৈতে মিলা অৰ্থ হয়, সি সপ্তমীত থাকে); যেনে, চোলাটো

গাত থাইছে; খুটাটো মাৰলীত নেখালে; শৃঙ্গাৰ কৰ্, অভিগমন কৰ্; জীৱিকা উলিয়া, উপজীব্য কৰ্, (এই দুই ভাবত কৰ্ত্তাৰ এ বিভক্তি নুগুচে); যেনে, অমুকে ডুমুনীত খালে; দুখীয়াই মাগি খায়, to fit or suit, to subsist.

থাই ধৰ্, ঢিলা নোহোৱাকৈ লাগ্; যেনে, চোলাটোৱে গাত থাই ধৰিছে, to fit or suit well.

থাই পাত্ ফাল্, অশলাগী বা উপকাৰ নমনা হ; যেনে, যি থাই পাত্ ফালে, তাত বিশ্বাস কি? to be ungrateful.

থাই পাত্-ফলা, অশলাগী, ungrateful.

থাইমুৰা, বি. (অং. খা, ভক্ষণ কৰ্+মুৰ, মস্তক) মাক বাপেক আৰু আন বন্ধু বান্ধৱৰ মুৰ-খোৱা, যাৰ সকলো মৰি অকল দেহ মাথোন আছে, (নিন্দা); wretched, friendless.

খাউখেৰেং, স. শ. এবিধ বন, তাৰে কুঁচি সজা যায়, a kind of grass.

খাওঁতা, কৃদ. স. ("খা" চোৱা) যি পুৰুষে খায়, a man who eats, &c. (স্ত্রী) খাঁতী।

খাওন্, কৃদ. স. খোৱা কাৰ্য্য, ভক্ষণ, the act of eating.

খাওনি, স. শ. (অং. খা, ভোজন কৰ্) খোৱা বস্তু; সমল, বাটত খাবলৈ গোটোৱা সামগ্রী, food, eatables, provisions collected for use on a journey.

খাওন্দ, স. শ. মৃত ৰজাৰ অস্থি গঙ্গাত লগাবলৈ আৰু বিদেশৰ পৰা কোনো বস্তু আনিবৰ বা বিদেশী ৰজাৰ আচাৰ ব্যৱহাৰ চাবৰ নিমিত্তে পঠোৱা ৰাজ-দূত, the title of an officer of the Assam Raja's Court who used to be sent to foreign countries to make purchases for the king or to observe the manners and customs of foreign courts, or to consign the bones of a deceased Raja to the Ganges.

খাং, স. শ. (অং. কাঁক, সৰু তোম) বাও নবন্ধা সৰু পাচি, সৰু তোম, a kind of small basket.

খাঁকৰু, স. শ. নাকৰ শুকান সেঙুন; ঘাৰ মুখত লাগি থকা শুকান পুঁজ, ঘাৰ চোকোৰা, mucus dried in the nostril, the scab of a sore.

খাঁকি, স. শ. যি ঠাইৰ পৰা দুটা ডাল বেলেগ হয়, দুটা ডালৰ জোৰা; তাৰ নিচিনা আন বস্তু, the root or joint of two forking branches, anything like the same.

খাঁজ্, স. শ. (সং. খন্, গাঁত কৰ্; হিং. খাত, গাঁত; বং. খাঁজ, খোলনি) এটা বস্তুক আন এটাৰে জোৰাবলৈ দিয়া খোলনি, পথালি খোলনি, a notch, a mortise for joining two pieces of timber.

খাঁজ্ খা, খাঁজ্ লাগ্ বা খাঁজ খাই ধৰ্, খোপত সোমাই আট খাই ধৰ্; যেনে, খুঁটাটোৱে খাঁজ খাইছে বা খাঁজ খাই ধৰিছে, to fit tightly as tenon and mortise.

খাঁজ্ লৰ্, টান গুচি ঢিলা হ, to become loose.

খাঁজ্, স. ধা. হিলৈত ভৰি খুন্দ্; খুন্দি ভৰ্; গছৰ শাৰীৰ মাজৰ শুদা ঠাইত নকৈ ৰো; যেনে, হিলৈত খাৰ খাঁজে; চাহবাৰীত পুলি খাঁজে, to load, as a gun, to ram down, to plant at a vacant place in a garden.

খাঁজি খোৱা, স. শ. (বোধ হয় এসাঁজি খোৱা-অর্থাৎ এসন্ধ্যা আহাৰ কৰা শব্দৰ বিকৃতি) ৰজা কোনো ঠাইলৈ যাওঁতে বাটত জিৰাবৰ বা ৰাতি থাকিবৰ নিমিত্তে সজা ঘৰ; এতেকে বাটকৰা মানুহ ৰবৰ নিমিত্তে কৰা ঘৰ, a place of rest and refreshment for the king on a journey, hence a stage-house.

খাঁজে খোপে, ক্রি. বি. (অং. খাঁজ, বস্তু জোৰাবৰ নিমিত্তে দিয়া খোলনি+খোপ, ঐ) এটাৰ মুৰ আনটোৰ খোলনিত সোমাই; যেনে, খুঁটা আৰু চতি খাঁজে

খোপে খাইছে, উচিতৰূপে, যেনেকৈ মিলিব লাগে সেইৰূপে মিলি; যেনে, এই উত্তৰ খাঁজে খোপে খাইছে, in a proper or fit manner, fitting exactly.

খাঁজে খোপে খা, উত্তমৰূপে মিল, ভালৰূপে লাগি ধৰ, to fit as tenon and mortise.

খাঁৰী, বি. "খঁৰা" শব্দ চোৱা।

খাকৰ্, স. শ. (যাং. খাক, মাটি) খোঁকাউৰি, গাতৰ মাটি উলিয়াবৰ কাৰণ মুৰ ফলা বাঁহ, a bamboo instrument for raising earth from a hole.

খাগিৰি, স. শ. (সং. খগোড়, এবিধ তৃণ) হাবিত আপুনি হোৱা কুঁহিয়াৰ জাতিৰ এবিধ তৃণ, reed.

খাজনা, স. শ. (যাং. খজানা, ধন) ৰাজহ, ৰাজ-কৰ, মাটি খোৱা মানুহে মাটিৰ গৰাকীক দিয়া ধন, revenue, rent.

খাজাঞ্চী, স. শ. (যাং. খজাঞ্চী, ধন ভঁৰালী) ৰজাৰ ধন ভঁৰালী, ৰাজহৰ ধনৰ ৰখীয়া, a treasurer.

খাজুৰ্, স. শ. (সং. খর্জ্জুৰ, এবিধ গছ) এবিধ মিঠা ৰস-ওলোৱা গছ, আৰু তাৰ গুটি, the date tree and its fruit.

খাট্, স. শ. (সং. খট্বা, শয্যা) পালেঙ্গ, কাঠৰ খুৰা লগোৱা শয্যাৰ আধাৰ, a bedstead.

খাট্, স. ধা. (সং. খট্, আকাংক্ষা কৰ্) উপকাৰৰ আশাৰে কোনোৰ ওচৰলৈ গৈ ভাৰসা কৰ্, উপাসা কৰ্, নিয়ম অনুসাৰে পালন কৰ্; যেনে, অশৌচ খাটে; দণ্ড স্বৰূপে ভোগ কৰ্; যেনে, চোৰে ফাটক খাটে, to curry favor with, to observe according to rule, to undergo as a penalty. অ. ধা. কোনো বিষয়ত বলৱন্ত হ; যেনে, এই বচন বিয়াত খাটে; ভৃত্যৰ কাম কৰ্, লোকৰ নিমিত্তে পৰিশ্ৰম কৰ্; যেনে, অমুকৰ ঘৰত দুদিন খাটিলোঁ; ভক্তি কৰ্, উপাসনা কৰ্; যেনে, ঈশ্বৰত খাঁটা; to work for a particular object, to serve, to pray.

খাটনি, স. শ. উপকাৰৰ আশাৰে কৰা উপাসা; যেনে, ডাঙ্গৰীয়াই খাটনি লৈছে; লোকৰ নিমিত্তে কৰা পৰিশ্ৰম; যেনে, মোৰ খাটনি অন্ত পৰিল, soliciting favors or service.

খাটনি ধৰ্, কোনো কাৰ্য্য কৰি দিবৰ নিমিত্তে ভাৰসা কৰ্; যেনে, ডাঙ্গৰীয়াত খাটনি ধৰিছে, to solicit a favor.

খাটনিয়াৰ্, স. শ. চেনেহ আৰু বিশ্বাসৰ মানুহ; গোসাঁইবিলাকৰ প্ৰধান লগুৱা, a favorite, the principal attendant on a Gosain.

খাটলা, স. শ. (সং. খট্বা, শয্যাৰ আধাৰ) গোসাঁই সকল উঠি ফুৰা চাৰি-চুকীয়া দোলা, a four-cornered vehicle carried on men's shoulders used by the Gosains of Assam.

খাটাং, বি. (খতম, শেষ) শেষ নিষ্পত্তি কৰা, সম্পূৰ্ণৰূপে নিশ্চিত, পাচত লৰ-চৰ হবৰ সম্ভাৱনা-নথকা; যেনে, এই কথা খাটাং হৈছে, conclusive, finally determined.

খাটাংকৈ, ক্রি. বি. নিশ্চয়ৰূপে, পাচে লৰচৰ হবৰ সম্ভাৱনা নথকাকৈ, conclusively, unalterably.

খাটুৱা, বি. (বং. খাট, চুটি) বৰ ওখ আৰু বৰ চাপৰ নোহোৱা (মানুহত খাটে); dwarfish but well-proportioned.

খাণ্ডা, স. শ. (সং. খড়্গ, দা) দা, কটা অস্ত্ৰ বিশেষ, a "*da*," a large cutting instrument.

খাত্, স. শ. (সং. ক্ষেত্ৰ, পথাৰ) থকা ঠাইৰ পৰা আঁতৰত খেতিৰ বা লোকক লগাবৰ নিমিত্তে লোৱা মাটি, দূৰত কৰা ঘৰ-বাৰী, নগৰীয়া ভদ্ৰ লোকৰ গাঁৱত থকা ঘৰ-বাৰী; যেনে, ভদ্ৰ লোকৰ খাতত খেতি হয়, পৰিকৰ আৰু মহ-গৰু-আদিও থাকে, an estate situated at a distance from the residence of the proprietor and cultivated for him by his servants or let on lease to tenants.

খাতক্, স. শ. (সং. খাদ্, ভক্ষণ কৰ্) ধৰুৱা, a debtor.

খাতা, স. শ. ( বং. হিং. খাতা, হিচাব-বহি ) উৎপন্ন ভগনৰ টোকা-ৰখা বহি, an account book.

খাতি, স্ব. শ. ( অং. কাটু, ছেদন কৰ্ ) সৰুকৈ কটা সোণ বা ৰূপৰ পতা, a small piece of gold or silver leaf.

খাতিৰ্, স. শ. ( যাং. খাতিৰ-জমা, বিশ্বাস ) বিশ্বাস, confidence.

খাতিৰে, ক্রি. বি. কাৰণে, নিমিত্তে ; যেনে, এই খাতিৰে, তোমাৰ খাতিৰে, (মৌখিক) ; for the sake of.

খাতোৱাল্, স. শ. ( অং. খাত, থকা ঠাইৰ পৰা আঁতৰত কৰা ঘৰ-বাৰী ) খাতত কাম কৰিবলৈ নিযুক্ত কৰা মানুহ, বহতীয়া, a tenant occupying *khat* land. "বহতীয়া" চোৱাঁ।

খাদক্, স. শ. ( সং. খাদক—খাদ্, খা ) খাওঁতা, ( অসমীয়াত ই আন এটা সংজ্ঞা শব্দৰ পাচত যুক্ত হয় ) ; যেনে, মাংস-খাদক, eater.

খাদ্য, বি. ( সং. খাদ্য—খাদ্, খা ) খাবৰ যোগ্য, eatable, fit to be eaten. স. শ. খোৱা বস্তু, আহাৰ, food, esculent.

খাদ্যাখাদ্য, স. শ. ( সং. খাদ্য, খাবৰ যোগ্য + অখাদ্য, খাবৰ অযোগ্য বস্তু ) আহাৰৰ যোগ্য আৰু অযোগ্য বস্তু, খাব লগীয়া আৰু নলগীয়া বস্তু, proper and improper food.

খান্, উপশ. ( সং. খণ্ড, ডোখৰ ) চেপেটা বা বহল বস্তু বুজাবৰ নিমিত্তে সংজ্ঞা-শব্দৰ পাচত ব্যৱহৃত শব্দ ; যেনে, কাপোৰ-খান, পানী-খান, an affix used to denote any thing flat or spread out. ভাল বা সৰু তেনে বস্তু বুজাবলৈ "খানি" হয় ; যেনে, গামোছা খানি।

খান্, স. ধা. ( সং. খন্, মাটি উৎপাৰ্ ) কোৰ আদিৰ দ্বাৰা চাহ কৰ্, গাঁত কৰ্, to dig.

খানি, বি. ( সং. খণ্ড, ভাগ ) কোনো এক পৰিমাণৰ ; যেনে, এই খানি ধন, এই খানি মাটি, amounting to. স. শ. কোনো এক পৰিমাণ ( ষষ্ঠী তৎপুৰুষ সমাসৰ দ্বাৰা সংজ্ঞা-শব্দেৰে লগ লাগে ) ; যেনে, ধনৰ খানি (পৰিমাণ) ; ধন-খানি, বেচ-খানি, quantity, amount.

খানিক্, খানিক্মান্, } স. শ. ( সং. ক্ষণৈক, অলপ সময় ) অলপ সময়, খন্তেক ; যেনে, খানিকমান ৰবা, a moment, a short time.

খান্খান্, বি. ( অং. খান, খণ্ড ) এঠাইত এখান আন ঠাইত আন এখান থকা, সিচ্ৰতি ; যেনে, কাপোৰবোৰ খান খান হল, scattered over ( said of flat things).

খান্দৰি, খান্দি, } স. শ. গুনঠি স্নমাবৰ নিমিত্তে মোকোটোৱা জৰীৰ মেৰ ; যেনে, পঘাৰ খান্দিত গুনঠি স্নমাওঁ, a loop.

খান্দি, স. শ. সূতাৰ নেছা, a skein of thread.

খাপ্, স. শ. ( হিং. খপনা, থাক্ ) গুপ্ত ভাৱে বাট চাই থকা কাৰ্য্য, কোনোৰ অনিষ্ট কৰিবৰ মনেৰে বাটত লুকাই থকা কাৰ্য্য, the act of lying in wait, an ambuscade.

খাপ দি, বা খাপ ল, অনিষ্ট কৰিবৰ মনেৰে বাটত লুকাই থাক্, to lie in wait.

খাপ্, স. শ. ( অং. খোপ, ভৰি ৰোৱা ঠাই ) খট্খটীত ভৰি দিয়া ঠাই ; যেনে, দুখাপ নামিল ; খলপা, থাক ; তৰপ ; বিষয়ৰ শ্ৰেণী ; যেনে, ওপৰ খাপৰ বিষয়া, a step of a ladder, a shelf, a story of a house, a stratum, a grade.

খাপৰ্, স. শ. ( হিং. খপুৱা, বহল মুখেৰে কাঁড় ) এবিধ গধুৰ আৰু ডাঙৰ যাঠী, a large and heavy spear.

খাপৰি, স. শ. ( হিং. খপুৰী, বং. খাপ্ৰা, ঘৰ-ছোৱা খোলাবিশেষ ) ঘৰ ছাবৰ নিমিত্তে কৰা চেপেটা পোৰা মাটি ; প্ৰায় তাৰ নিচিনা আৰু বুকুৰ বাওঁ ফালে থকা এডোখৰ মঙহ, জৰ হলে সি ডাঙৰ হয়, এতেকে তাক জৰ্-খাপৰিও বোলে, a tile, the spleen.

খাপি, স. শ. ( অং. খাপ, খলপা ) জৰীৰে গঁথা কোত মণিৰ এভাগ; যেনে, এই ধাৰ মণিৰ এখাপি কলা এখাপি বগা, a division in a string of beads.

খাম্, স. শ. ( বং. খাম, লেফাফা ) চিঠিৰ আবৰণ, লেফাফা, an envelope.

খাম্ মাৰ্, চিঠিৰ মূৰ মোকোটাই জাঁপ খুৰা, to fold as a letter.

খাম্, স. শ. ( অং. খমলা, গোট মৰা বস্তু ) গোট মৰা অৱস্থা, coagulation.

খাম্ বান্ধ্ বা খাম্ খা, গোট মাৰ্; যেনে, গাখীৰে খাম বান্ধিছে, to coagulate.

খামি, স. শ. সাহ, পিত, বুকু, the breast, the heart, the mind, courage.

খামি-ডাঠ্, বি. ( অং. খামি, বুকু ) বুকু-ডাঠ, সাহিয়াল, ভয়-নকৰা, courageous, bold.

খামোচ্, স. শ. ( হিং. খম, মেৰ ) মুঠি মৰা হাত, হাতৰ মুঠি; হাতৰ মুঠিত যিমান ধৰে সিমান বস্তু; যেনে, এখামোচ চাউল, a grasp, as much of any thing as can be grasped in the hand.

খামোচ মাৰি ধৰ্, হাতৰ মুঠিৰ ভিতৰত ধৰ্, to grasp, to clutch.

খামোচা, স. শ. কোনো বস্তু হাতেৰে ধৰিবৰ নিমিত্তে তাত লগাই দিয়া যতন, ধৰিবৰ ঠেক; যেনে, পেড়াৰ ছুই মূৰে লগোৱা কেঁকোৰা লো, ছুৰাৰৰ মুঠি ইত্যাদি; ছুটা বা অধিক বস্তু চপাই ধৰি একে লগে ৰাখিবৰ কাৰণ কৰা ধাতুৰ বা কাঠৰ যতন; হাতৰ মুঠিত যিমান ধৰে, সিমান বস্তু, that by which any thing may be caught, a catch, a clasp, as much of any thing as can be grasped in the hand.

খামোচা-খামোচে, খামোচে-খামোচে, } ক্রি. বি. ঘোঁকা ঘোঁকে, মুঠিয়ে-মুঠিয়ে, handful by handful.

খাম্তি, স. শ. আসাম দেশৰ উজনিত থকা এজাতি মানুহ, a hill tribe inhabiting the north eastern frontier of Assam.

খাম্তি-দা, স. শ. খাম্তি জাতিয়ে কৰা এবিধ দীঘল দা, a kind of long *da* made by the *Khamtis*.

খাৰ্, স. শ. ( সং. ক্ষাৰ, বং. হিং. খাৰ, লোণৰ গুণ-বিশিষ্ট ছাই ) লোণৰ গুণ-বিশিষ্ট ছাই, ছাই-লোণ, অধিক পৰিমাণে লোণৰ গুণ-থকা ছাই; খাৰ দি ৰন্ধা আঞ্জা, alkali potash, a dish seasoned with alkali.

খাৰ কাঢ়্, কোনো বস্তুৰ পৰা খাৰৰ গুণ দূৰ কৰ্, সেই গুণ থাকিলে বস্তু সোনকালে পচি যায়, তাকে খাৰে ধৰা বোলে, to free from alkali.

খাৰ্-ঘৰ্, স. শ. ( অং. খাৰ, কলাই-খাৰ + ঘৰ, গৃহ ) ৰণৰ আহিলাৰ ভঁৰাল, a military store house or magazine.

খাৰ্-ঘৰীয়া ফুকন, আসাম ৰজাৰ খাৰ্-ঘৰৰ অধিকাৰ, an officer in charge of a magazine in Assam.

খাৰ্মাটি, স. শ. এবিধ খাৰৰ গুণ-থকা, কাপোৰ-ধোৱা মাটি, ( সাজিমাটি ), Fuller's earth.

খাৰণী, স. শ. ( খাৰ + পানী ) খাৰৰ পানী, a solution of potash.

খাৰণী-সঁতা, স. শ. ( অং. খাৰণী, ঐ + সোঁত, বেগেৰে বৈ যোৱা পানী ) তলিত ফুটা দিয়া এটা মাটিৰ পাত্ৰত খাৰ দি তাত পানী দিয়া যায়, তাৰ নাম খাৰণী-সঁতা, তাৰ তলে ওলোৱা পানী, খাৰণী, a wooden tub in which ashes are leached.

খাৰধি, স. শ. ( অং. খাৰ, ছাই-লোণ + দিহ, আঞ্জা ) খাৰৰ আঞ্জা বান্ধিবৰ নিমিত্তে যতনোৱা শাক আদি, এতেকে আঞ্জা বান্ধিবৰ নিমিত্তে অনা শাক, পাচলি, uncooked vegetables, fruits, roots and leaves intended for cooking.

খাৰলি, স. শ. বটা সৰিয়হত লোণ মিহলাই ভাতৰ লগত খাবৰ নিমিত্তে যুগুত কৰা এবিধ বস্তু, a kind of sauce made of ground mustard seed mixed with salt.

খাৰ্-হাঁহ্, স. শ. ( সং. কাৰণ্ডৱ (?), বং. খড়হাঁস ) এবিধ সৰু বনৰীয়া পাতি হাঁহ, a kind of wild duck.

খাৰি বান্ধ্ বা খাৰি বন্ধ্ যা, মনত সংস্কাৰ বান্ধ, নেপাহৰাকৈ মনত লাগ্ ; যেনে, যি কথা বৰকৈ অভ্যাস কৰা যায়, সি মনত খাৰি বান্ধে, to be impressed on the mind so as not to be forgotten.

খাৰু, স. শ. ( বং. খাড়ু, হাতৰ অলঙ্কাৰ ) হাতৰ ঠাৰিত পিন্ধা এবিধ অলঙ্কাৰ, কঙ্কণ, a bracelet.

খাৰুৱা, স. শ. ( অং. খাৰু, ঐ ) দুই মূৰ মোকোটাই কোনো বস্তুত লগাই দিয়া গোটা লো, পিপা-আদি ডাঙ্গৰ বস্তুত মেৰাই লগোৱা চেপেটা লো, লোৰ নগৰা, an iron staple, an iron hoop, a large iron ring.

খাৰুৱা, স. শ. ( হিং. খেৰুআ, এবিধ কাপোৰ ) এবিধ ৰঙ্গা কপাহী কাপোৰ, a coarse kind of red cotton-cloth.

খাল্, স. শ. ( সং. খল্ল, গাঁত ) বহল গাঁত, খাৰৈ, লোৰ ; দ ঠাই, a pit, a ditch, a hollow place.

খালি, স. শ. ( অং. খা, ভক্ষণ কৰ্ ) শৰাধত চাউল দিবৰ নিমিত্তে প্ৰস্তুত কৰা কলা পটুৱাৰ পাত্ৰ, a shallow dish made of the sheath of a plaintain tree used for offering rice at a *Sradh*.

খালী, বি. ( যাং. ) শূন্য, উদং, শুদা, empty.

খালৈ, স. শ. ( বং. খালুই, মাছৰ পাত্ৰ ) টেকেলিৰ আকৃতিৰ বাঁহৰ কাঠীৰ মাছ থোৱা পাত্ৰ, a small basket used for keeping fish in.

খালৈ-পেটা, বি. ( অং. খালৈ, ঐ + পেট, উদৰ ) খালৈৰ দৰে মাজ-ডাঙ্গৰ, বৰ-পেটা, পেটাল, pot bellied. (স্ত্ৰী) খালৈ-পেটী।

খালৈ-ভাঙ্গী, স. শ. ( অং. খালৈ, মাছৰ পাত্ৰ + ভাং, নষ্ট কৰ্ ) এবিধ মাছ, a species of fish.

খালোণ্, স. শ. ( অং. খাৰ, ক্ষাৰ + লোণ, লৱণ ) পাগি গোটা কৰা খাৰণী, তাক লোণৰ নিচিনা দেখা যায়, inspissated solution of potash.

খাৱন্, স. শ. ( অং. খা, ভক্ষণ কৰ্ ) খাদ্য, খোৱা বস্তু ; যেনে, ডাঙ্গৰ লোকৰ খাৱন সামান্য মানুহে নেপায়, food.

খাৱৈ, স. শ. ( সং. খেয়, দীঘল খাল ) দ আৰু বহল লোৰ, দীঘলীয়া খাল, a ditch, a trench.

খাৱৈচ্, বি. ( অং. খা, ভক্ষণ কৰ্ ) অধিক খাব পৰা, capable of eating much.

খাস্তাং, বি. ( সং. খস, বধ কৰ্ ) উবাব, গোটেই নষ্ট, উচ্ছন্ন ; যেনে, মাউৰে গাওঁ খান খাস্তাং কৰিলে, laid waste, devastated.

খাহ্, স. শ. নৈৰ পৰা আঁতৰ অথচ নৈৰ ধলেম তল যোৱা ঠাই ; যেনে, নৈত পানী শুকালেও খাহত বাঢ়ে ; এতেকে ৰাজধানীৰ পৰা আঁতৰ ঠাই, গাওঁ, ( বৰ চলিত নহয় ), a place liable to inundation (not much used).

খাহ্-ৰজীয়া, বি. ( অং. খাহ ৰাজ, গাওঁ ) গাৱঁলীয়া, চহা, rustic, ignorant of refined manners.

খাহ্-ৰাজ্, স. শ. ( অং. খাহ, গাওঁ + ৰাজ, দেশ ) নগৰৰ পৰা আঁতৰ ঠাই, সাধাৰণ গাওঁ, a rural place, a common village.

খাহী, স. শ. ( হিং. খস্সী, বং. খাশী, কণী-কঢ়া জন্তু ) কণী-কঢ়া ছাগ, a castrated goat. বি. কণী কাঢ়ি নপুংসক কৰা ; যেনে, খাহী ঘোৰা, খাহী ছাগ, castrated.

খিক্খিক্, অনুক. মুখ চেপি ধৰি ৰাখিব খোজা হাঁহিৰ নিচিনা শব্দ, an imitative sound used to indicate a restrained laugh.

খিক্খিকনি, স. শ. মুখ চেপি ধৰি হঁহাৰ শব্দ, a titter, a restrained laugh.

খিক্খিকা, অ. ধা. মুখ চেপি ধৰি হাঁহ্, to titter.

খিকিন্দালি, স. শ. ( অং. খিক্খিক, হাঁহিৰ

শব্দ ) ৰঙ্গিয়াল কথাকৈ হাঁহি-মাতি কৰা ধেমালি, mirth, merriment.

খিকিৰ্‌কিচীয়া, } বি. গা-সৰু, লাহি, দুৰ্ব্বল, খিকিৰ্কিচীয়া, } অদৃঢ় ; যেনে, খিকিৰ্‌কিচীয়া গছ, thin, slender, not stout.

খিঙ্খিঙনি, স. শ. ( অং. খেং খেং, খঙাল কুকুৰৰ মাত ) কুকুৰৰ দৰে গেঙেৰি দি বা খং কৰি কোৱা কথা, surly or angry speech.

খিঙ্খিঙা, স. ধা. কুকুৰৰ দৰে গেঙেৰি দি, খং কৰি কথা ক, to speak in a surly or snappish manner.

খিঙ্খিঙীয়া, বি. অলপতে খং কৰা স্বভাৱযুক্ত, সদায় খং কৰি বা গালি পাৰি থকা, snappish, peevish.

খিচ্‌, স. শ. ( হিং. খিচড়, বোকা ) জন্তুৰ লাদ আৰু মূতৰ পৰা হোৱা বোকা, dirt, mud or filth from urine and dung of animals.

খিচনি, স. শ. ( অং. খিচ্‌, জন্তুৰ মূতৰ বোকা ) খিচ্‌ থকা ঠাই ; গেৰেকণি, a place where the filth of stables or cow-sheds is deposited, a dirty, foul place.

খিচিৰা, বি. ক্ষীণ, কিৰ্কীয়া, নালীয়া, lean, small and spare, not plump.

খিচিৰী, স. শ. ( সং. খেচৰান্ন, হিং. খিচড়ী, বং. খিচুড়ী, এবিধ খাদ্য ) মাহ, চাউল, ঘিউ, বাখৰ, একে লগে পাক কৰা এবিধ খাদ্য, a dish composed of rice, pulse, ghee and spices cooked together.

খিড়িকী, স. শ. ( বং. খিড়কী ) বতাহ বা পোহৰ সোমাবৰ নিমিত্তে কৰা সৰু দুৱাৰ, a window.

খিতপীয়া, বি. ( যাং. খিতাপ্‌, খ্যাতি ) নাম-জলোৱা, মৰ্য্যাদাৱন্ত; খ্যাতিমান, renowned, famous, ostentatious.

খিতাপ, স. শ. ( যাং. খিতাৱ, উপাধি ) সমাৰোহ, যশস্যা, খ্যাতি ; উপাধি, fame, ostentation, a distinctive appellation.

খিনি, বি. (অং. খানি, পৰিমাণ) পৰিমাণৰ ; যেনে, এই খিনি ধন, amounting to. স. শ. পৰিমাণ, (এই ভাৱত ই ষষ্ঠী সমাসৰ দ্বাৰা এটা সংজ্ঞা শব্দেৰে লগ লাগে ) ; যেনে, ধন-খিনি ; কোনো এক নিৰ্দ্দিষ্ট ঠাই ; এই অৰ্থত ই সদায় এই সেই আদি বিশেষণ সৰ্ব্বনামৰ পাচত থাকে ; যেনে, এই খিনিৰ পৰা, সেই খিনিলৈ, quantity, amount, a particular place.

খিয়লাখিয়লি, স. শ. ( অং. খিয়াল, ঈৰ্ষা ) ইটোৱে সিটোৰ প্ৰতি খিয়াল কৰা কাৰ্য্য ; যেনে, সিহঁত দুইৰ খিয়লাখিয়লি আছে, the act of envying one another, mutual hatred.

খিয়লীয়া, বি. ( অং. খিয়াল, ঈৰ্ষা) ঈৰ্ষান্বিত, লোকৰ ভাল দেখিলে বেজাৰ পোৱা, envious.

খিয়াল, স. শ. ( সং. খল, দুৰ্জন, দুষ্ট ) ঈৰ্ষা, লোকৰ ভাল দেখিলে হোৱা অসন্তোষ, envy.

খিৰিং, } অনুক. দুটা বস্তুৰ এটা আন-খিৰিক্‌, } টোত অলপকৈ লাগিলে হোৱা ক্ষুদ্ৰ শব্দ, an imitative sound used to express that produced by two small bodies clashing against one another.

খিল্‌খিল, অনুক. অলপকৈ হঁহাৰ নিচিনা শব্দ, an imitative sound to express that of a gentle laugh.

খিল্‌খিলনি, স. শ. অলপকৈ হঁহাৰ শব্দ ; পানীৰ কিল্‌কিল্‌ ধ্বনি, the sound of a gentle laugh, a low rippling sound of water.

খিল্‌খিলা, অ. ধা. অলপ শব্দ কৰি হাঁহ ; পানীৰ দৰে কিল্‌কিল্‌ শব্দ কৰ, to laugh with a gentle sound, to make a low rippling sound.

খিলঞ্জি, বি. বহুপুৰুষলৈকে একে ঠাইতে থকা, বহুকাল পৰ্য্যন্ত নিবাস নলৰোৱা ; যেনে, খিলঞ্জি মানুহ ; প্ৰাচীন, পুৰণি ( মানুহত খাটে ) ; যেনে, খিলঞ্জি ভদ্ৰলোক ; বহু পুৰুষে বাস কৰা, অনেক

কাল ভোগ কৰা, ( মাটি-বাৰীত খাটে ) ; যেনে, তোমাৰ খিলঞ্জি ঘৰ ৰংপুৰত, living at a particular place for many generations, ancient ( said of persons ), occupied for many generations.

খিলা, স. শ. ( হিং. খিলী, পাণেৰে মেৰোৱা তামোল ) এবিৰা পান, পান এপাত ; গছৰ এটা পাত ; যেনে, আঁহতৰ পাত খিলা ; শুৰনি বা সৰু বুজাবলৈ "খিলি" হয় ; যেনে, পাণ-খিলি, a whole betel leaf, a leaf of a tree in general (Diminutive). খিলি।

খিলাং, স. শ. (আহম) আগৰ কালৰ আহমবিলাকৰ চাংগাই শালত মাছ-মঙ্গহ কুটা, চাঙ্গৰ নিচিনা আধাৰ বিশেষ, a kitchen dresser of the old Ahams.

খিলি, স. শ. (সং. কীলক, বং. খিল, গজাল) দুচটা পাট একে লগ কৰাত ব্যৱহৃত এবিধ লোৰ চেপেটা গজাল, a flat nail used in joining two pieces of wood together.

খিলি, "খিলা" চোৱা।

খিলিকি, স. শ. ( অং. খিলি, গজাল ; তাৰ নিচিনা, এতেকে ) হিলৈ বা কাঁকাই ধেনুৰ লপলপী, a trigger.

খিলিঙ্কাৰ, স. শ. ( কেলেঙ্কাৰ চোৱা ) দুর্নাম, অপযশ ; যেনে, "দৈত্য কুলৰ অনাইলি খিলিঙ্কাৰ" ; যাৰ পৰা অপযশ হয় সেই লোক ; যেনে, সি কুলৰ খিলিঙ্কাৰ, infamy, disgrace, one who brings a disgrace.

খীখিয়া, অ. ধা. খিক্‌খিকা, মুখ চেপি হাঁহ্‌, to titter.

খীণা, অ. ধা. ( সং. ক্ষীণ, কৃশ ) কৃশ হ, গাৰ মঙ্গহ শুকা, to grow lean, to be emaciated.

খীন-কঁটীয়া, বি. ( সং. ক্ষীণ, কৃশ + কঁটীয়া, বাঢ়িব নোৱৰা, ) ক্ষীণ আৰু চুটিচাপৰ, lean and stinted in growth.

খীৰঁতী, বি. ( অং. খীৰা, জন্তুৰ গাখীৰ উলিয়া) গাখীৰ-দিয়া ; যেনে, খীৰঁতী গাই, milch, milk-giving.

খীৰণ, কৃদ. শ. খীৰোৱা কাৰ্য্য, গাখীৰ উলিওৱা কাৰ্য্য ; যেনে, গাই জনীক এখীৰণ দিলোঁ, the act of milking.

খীৰা, স. ধা. ( সং. ক্ষীৰ, গাখীৰ ) জন্তুৰ ওহাৰ চুঁচি গাখীৰ উলিয়া, to milk.

খুঁচুৰীয়া, বি. ( অং. খোঁচৰ, কৰিবলৈ টান ) নিচেই সৰু বা মিহি হোৱাৰ কাৰণে কৰিবলৈ টান ; যেনে, কোত-মণি গঁথা খুঁচুৰীয়া কাম ; নিচেই ক্ষুদ্ৰ ; যেনে, খুঁচুৰীয়া বস্তু, difficult to perform owing to fineness of the work, very small.

খুঁচুৰীয়া কাম, স. শ. অলপীয়া বা অলপ দিন কৰিবলৈ পোৱা কাম ; যেনে, খুঁচুৰীয়া কাম কৰি প্ৰবৰ্ত্তে, a piece of chance work, a job.

খুঁটখুঁটীয়া, বি. (অং. খোঁটু, ঠোঁটেৰে আঘাত কৰ্‌ ) সঘনে দন্দ কৰি থকা, দন্দুৰা, quarrelsome.

খুঁটা, স. শ. ( সং. কুট, গছ ; বং. খুঁটা ) ঘৰ ধৰিবৰ কাৰণে থিয়কৈ পোতা বাঁহ বা কাঠ ; এতেকে অন্য কোনো কামৰ কাৰণ থিয়কৈ পোতা বাঁহ বা কাঠ, a post.

খুঁটা মাৰ্‌, ৰজাৰ আজ্ঞাৰে বাঁহ বা কাঠ থিয়কৈ পুতি চিন দি মাটি-আদি প্ৰদান কৰ্‌, to give possession by erecting a sign post.

খুঁটি, স. শ. ক্ষুদ্ৰ খুঁটা, গোঁজ ; ৰাতি মহৰ জাক ৰখা ঠাই, ( তাত খুঁটি পুতি মহ-পোৱালি বন্ধা যায়, এতেকে ), a peg, a short stake, a place where buffaloes are herded together at night.

খুঁটিতলীয়া, বি. খুঁটি তাল বজাই গীত গোৱা ; যেনে, খুঁটিতলীয়া গায়ন, singing with the accompaniment of small cymbals.

খুঁটিতাল্‌, এবিধ ডাঠ ক্ষুদ্ৰ তাল, a kind of cymbal.

খুঁটিয়া, স. ধা. ( অং. খোঁটু, ঠোঁটেৰে আঘাত কৰ্‌ ) খোঁট, চৰাইৰ দৰে ঠোঁটেৰে আঘাত

কৰ্, জোকা, to peck at, to provoke, to pick a quarrel with. অ. ধা. পঢ়োতে মাজে মাজে থমকি ৰ, আশঙ্কা কৰি কৰি পঢ়্; যেনে, পঢ়োতে খুঁটিয়াব নেলাগে, to hesitate in reading.

খুঁটিয়াখুঁটি, স. শ. এটাই আনটোক ঠোঁটেৰে আঘাত কৰা কাৰ্য্য; যেনে, হাঁহে খুঁটিয়াখুঁটি কৰে, জোকাজুকি, চুপতাচুপতি; যেনে, লৰাই খুঁটিয়াখুঁটি কৰে, the act of pecking at one another, the act of exchanging provoking words or provoking each other.

খুঁত্, স. শ. ঘুণ, কোনো অঙ্গৰ বিকলতা বা দোষ; যেনে, তাৰ গাত কোনো খুঁত নাই; দোষ, অসম্পূৰ্ণতা, a defect, a flaw, a fault.

খকুৰা, বি. (অং. খোকৰ্, ভাগি ডোখৰ-ডোখৰ হ) ভাগি ডোখৰ-ডোখৰ হোৱা, (ধাতুৰ পাত্ৰত খাটে), broken to pieces (said of a metallic vessel).

খকুৰি, স. শ. সৰু খৰাহি, খাং, a small basket.

খকুৰি, স. শ. অলপ আশঙ্কা বা সন্দেহ; যেনে, মোৰ মনৰ খকুৰি মৰা নাই, a slight doubt.

খুচুৰ্ খুচুৰ্, অনুক. অলপ অলপকৈ মাটি খনাৰ নিচিনা শব্দ, an imitative sound used to express that produced in digging earth slowly and cautiously.

খুচমুচ্, অনুক. অলপকৈ গা বা হাত-ভৰি লৰালে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced in slightly moving the limbs.

খুচ্মুচনি, স. শ. অলপকৈ গা বা হাত-ভৰি লৰালে হোৱা শব্দ, the sound produced in slightly moving the limbs.

খুচ্মুচা, অ. ধা. অলপকৈ গা বা ভৰি হাত লৰাই শব্দ কৰ্, to make a slight sound by moving the limbs.

খুজীয়া, বি. (অং. খোজ্, ভৰিৰ চিন) খোজৰ নিচিনা, খোজ সম্পৰ্কীয়, (সদায় আন শব্দৰ পাচত থাকে); যেনে, হাতী খুজীয়া; দুখুজীয়া খোজ, like a footprint, pertaining to a step or pace.

খুত্, স. শ. ৰাজ-কৰ, কাটল, মাটিত বাজে আন বস্তুৰ ওপৰত লগোৱা ৰাজহ, a tax or cess.

খুতৰা, স. শ. (সং. ক্ষুত্ত্ৰণ, ভোকৰ পৰা ৰক্ষা কৰোঁতা—ক্ষুৎ, ভোক+ত্ৰ, পাৰ) চাঁকলি, এবিধ বন-শাক, (আকালত দুখীয়া মানুহবিলাকে তাক সিজাই খাই ভোকৰ পৰা ৰক্ষা পায়, এতেকে সেই নাম); a kind of plant used by the poor as food especially when rice is scarce.

খুতুৰা, স. শ. (সং. ক্ষুদ্ৰ, সৰু) সৰু ডোখৰ, খণ্ড, (মাছ আৰু মঙ্গহত খাটে), a small piece (said of fish or flesh).

খুতুৰা-খুতুৰ্, বি. ডোখৰ-ডোখৰ, বহু খণ্ড; যেনে, মাছটো খুতুৰা খুতুৰা কৰ্, divided into many pieces.

খুতুৰিয়া, স. ধা. সৰু সৰু কৰি কাট্, খণ্ড খণ্ড কৰ্; যেনে, মাছটো খুতুৰিয়া, to cut into pieces.

খুতুৰীয়া, বি. (অং. খুতুৰা, ডোখৰ) অলপ মুখ-ভগা (চোকা অস্ত্ৰত খাটে); যেনে, খৰথান খুতুৰীয়া হৈছে, nicked or notched as the edge of a cutting instrument. স. শ. দা-কটাৰী আদিৰ ধাৰত থকা মুৰ্মুৰীয়া; যেনে, দা খানৰ মুখত খুতুৰীয়া আছে, an indentation on the edge of a cutting instrument.

খুদ্, স. শ. (সং. ক্ষুদ্ৰ, সৰু) ভগা চাউল, চাউলৰ ভগা অংশ, broken rice. বি. সৰু, ক্ষুদ্ৰ, small, little, minute.

খুদীয়া, বি. খুদৰ সমান, নিচেই সৰু, very small, minute.

খুদ্-কণ্, স. খুদ-চাউল, broken rice.

খুন্, স. শ. (যাং. খুন্) মানুহ মৰাৰ জগৰ, a murder.

খুন্‌বাও, স. শ. ( নগা ) নগাৰ প্ৰধান মানুহ বা গাম, a Naga chief.

খুনী, বি. "খোনা" শব্দ চোৱাঁ।

খুনী, বি. ( যাং. খুন ) খুন-কৰা, খুনৰ অপৰাধী, guilty of murder. স. শ. খুন-কৰোঁতা, খুন-কৰা মানুহ, a murderer.

খুন্দ্‌, স. ধা. ( সং. গুণ্ডক্‌, গুড়ি ) আঘাত কৰি গুড়ি কৰ্‌, গধুৰ টাঙ্গোন-আদিৰ মূৰেৰে আঘাত কৰ্‌, to pound, to pulverize, to thump.

খুন্দ্‌ খা, পৰিপূৰ্ণকৈ ভৰোৱা হ, নিসন্ধিকৈ ভৰোৱা হ, ঠাহ খা ; যেনে, নাও খান বস্তুৰে খুন্দ্‌ খাইছে, to be closely packed without interstices.

খুন্দন্‌, কৃদ. স. গধুৰ বস্তুৰ মুৰেৰে আঘাত কৰা কাৰ্য্য, the act of pounding.

খুন্দনা, স. শ. বুঢ়া মানুহে খাবৰ কাৰণে তামোল গুড়ি কৰা উৰালৰ নিচিনা এবিধ যতন, a small mortar for pounding betelnut, pan leaf, &c., for the use of an old person.

খুন্দা, স. ধা. আনৰ দ্বাৰা গুড়ি কৰা, বা আঘাত কৰা, to cause to be pounded, &c.

খুন্দা, স. শ. বৰকৈ লগা ঠেকা ; ভোতা গধুৰ বস্তুৰ মূৰেৰে কৰা আঘাত, a blow with a heavy blunt thing, a bump.

খুন্দা মাৰ্‌, ভোতা বস্তুৰ মূৰেৰে আঘাত কৰ্‌, to strike with a blunt thing, to thump.

খুন্দা খা, বৈগ থাকোঁতে কোনো বস্তুত বেগেৰে লাগ্‌, to strike against something while moving, to bump.

খুন্দিয়া, স. ধা. খুন্দা মাৰ্‌, to strike with the blunt end of anything, to thump.

খুন্দিয়া খুন্দি, স. শ. এটাই আনটোক খুন্দা মৰা কাৰ্য্য, the act of bumping against each other.

খুপৰি, স. শ. (বং. খুবৰি, সৰু খোঁটালি) সৰু ঘোপ খোঁটালী, a small dark room.

খুপীয়া, বি. ( অং. খোপ, ভৰি দিবৰ চেলু ) খোপযুক্ত, ভৰি দিবৰ চেলু থকা, having a step or notch to place the foot on.

খুব্‌, বি. ( যাং. ) অধিক, প্ৰচুৰ ; উত্তম, good, excellent, much.

খুবলি, স. শ. গাঁৰিশলি, ঢেঁকিৰ দ্বাৰা শস্য পৰিষ্কাৰ কৰা কাঠৰ বা শিলৰ খোৰোং, a block of stone or wood containing a hole in the centre for cleaning grain with a *dhenki*.

খুব্‌কৈ, } ক্ৰি. বি. (যাং. খুব, ঐ) অতিশয়-
খুব্‌দৰে. } ৰূপে, excessively.

খুম্‌, স. শ. কাপোৰ আদিৰ দুই মূৰ মোকোটাই বান্ধি কৰা টোপোলা, a bundle made with a cloth the two ends of it being fastened together.

খুম্‌ মাৰ্‌, মূৰেৰে খুন্দা মাৰ্‌ ( জন্তুত খাটে ) ; যেনে, মহে নৈৰ গৰাত খুম মাৰে, to strike with the head, to butt.

খুৰ্‌, স. শ. ( সং. ক্ষুৰ, চুলি চঁচা অস্ত্ৰ ) ডাঢ়ি-চুলি-চাঁচি পৰিষ্কাৰ কৰা অস্ত্ৰ, a razor.

খুৰা, স. ধা. খুৰেৰে চাঁচি পৰিষ্কাৰ কৰ্‌, to shave.

খুৰা, স. শ. ( সং. খুল্লতাত, পিতৃৰ ভায়েক ) দদাই, a father's younger brother.

খুৰা, স. শ. ( সং. খুৰ, চতুষ্পাদী জন্তুৰ নখ ) গৰু মহ আদিৰ ঠেঙ্গৰ তলৰ টান আৰু জোঙ্গা ভাগ ; খাট, পীৰা আদিৰ ঠেং, the hoof of an animal, the leg of a stool, bedstead, &c.

খুৰী, স. শ. ( "খুৰা" শব্দ চোৱাঁ ) দদাইৰ ভাৰ্য্যা, the wife of a father's younger brother.

খুৰী, স. শ. বি. "খোৰা" শব্দ চোৱাঁ।

খুৰী, } স. শ. ( অং. খুৰা, কোনো বস্তুৰ
খুৰী-বাটি, } ঠেং ) চাপৰ খুৰা-লগোৱা সৰু বাটি, a small cup on a foot.

খুৰুপ্‌, স. শ. জাপি বা ছৈ ছাওঁতে তাৰ টকৌ পাত একে লগে ৰাখিবৰ নিমিত্তে ব্যৱহাৰ কৰা বাঁহৰ চেপেটা শলা, a

thin splint of bamboo used in keeping together the leaves with which *japis* (Assamese hats) are covered.

খুৰ্খুৰীয়া, } বি· (অং· খুৰ্ খুৰ্, মামৰে খুৰ্খুৰীয়া, } খাই পাতল কৰা ধাতুৰ শব্দ) মামৰে খোৱাত ছুলেই ভগা, মামৰে ধৰি পাতল কৰা, ready to crumble at the touch owing to being rusty and worn out.

খুৰ-শিল্, স· শ· (অং· খুৰ, খুৰোৱা অস্ত্ৰ + শিল, প্ৰস্তৰ) জাৰোণ, খুৰ-ধৰোৱা শিল, a hone, a piece of stone on which razors are sharpened.

খুলীয়া, স· শ· (অং· খোল, এবিধ বাদ্য) খোল-বজোৱা মানুহ, a man who plays on a musical instrument named *khol*. (স্ত্ৰী) খুলীয়ানী।

খুল্শালি, স· শ· (সং· খুল্লশ্যাল, ভাৰ্য্যাৰ সৰু ভায়েক) ভাৰ্য্যাৰ সৰু ভায়েক, a younger brother of one's wife.

খুল্শালী, স· শ· (সং· খুল্লশ্যালী, ভাৰ্য্যাৰ সৰু ভনীয়েক) ভাৰ্য্যাৰ সৰু ভনীয়েক, a younger sister of one's wife.

খুৱা, স· ধা· (অং· খা, ভক্ষণ কৰ্) ভোজন কৰা, ভক্ষণ কৰা; লগা; যেনে, ঘৰত খুঁটা খুৱালোঁ, পীৰাত খুৰা খুৱালোঁ, to cause to eat, to feed, to cause to fit, to fix.

খুহটীয়া, বি· ধেমেলীয়া কথা কৈ বা কাৰ্য্য কৰি হাঁহি তোলা; ধেমেলীয়া; যেনে, খুহটীয়া মানুহ; খুহটীয়া কথা, droll, witty, amusing.

খূ-তুৰনি, স· শ· (অং· খূ-তুৰা, উগুল-থুগুল কৰ্) ক্ষোভ, উগুল্থুগুল্, ভাবনা, anxiety.

খূ-তুৰা, অ· ধা· (সং· ক্ষুব্ধ, অস্থিৰ) অস্থিৰ হ, উগুল্থুগুল কৰ্, ভাবিত হ, (মনত খাটে); যেনে, ঘৰৰ বাৰ্ত্তা নেপাই মনে খূ-তুৰাইছে, to feel anxiety, to be troubled in mind.

খেও, স· শ· (সং· ক্ষেপ, পেলোৱা) পানীত জাল পেলোৱা আৰু তোলা কাৰ্য্য; যেনে, জাল খেও চেৰেক বাওঁ গৈ, এবাৰ মাকো মৰাত সোমোৱা সূতা; যেনে, এই সূতা তিনি খেও হব; এমোৰ, মাকোৰে তাঁতত সূতা সুমোৱা কাৰ্য্য; যেনে, তাঁতীয়ে তিনি খেও তাঁত বৈছে, the act of casting and drawing a net, as much thread as is thrown with a shuttle at one time, the act of throwing a shuttle.

খেং, "কেং" শব্দ চোৱা।

খেংখেঙনি, "কেংকেঙনি" চোৱা।

খেংখেঙা, "কেংকেঙা" চোৱা।

খেঁকাৰ্, স· শ· (উড়ীয়া, খঙ্কাৰ; খেক্, ডিঙ্গিৰ পৰা কৰা শব্দ) ডিঙ্গিৰ পৰা উলিওৱা কফ, an expectoration.

খেঁকেৰু, স· শ· গছৰ ওপৰত পাতি সৰু চৰাই ধৰা এবিধ ফান্দ, a kind of springe, or snare for small birds.

খেঁকেৰু-পতীয়া, বি· (অং· খেঁকেৰু, ঐ + পতা, স্থাপন-কৰা) পাতি থোৱা খেঁকেৰুৰ নিচিনা, ধেনু-ভিৰীয়া, bow shaped. স· শ· খেঁকেৰু পতা মানুহ, a man who lays a snare, or খেঁকেৰু for birds. (স্ত্ৰী) খেঁকেৰু-পতিয়ানী।

খেঁজাল, } স· ধা· (হিং· খিজলানা, খেঁজেলিয়া, } আমনি কৰ্, খং তোল) প্ৰশংসা কৰিবৰ ছলেৰে নিন্দা কৰ্, ভাল কথা কবৰ ছলেৰে বেয়া কথা ক; যেনে, এজনে কোনো এটা সামান্য মানুহক কথা কওঁতে এইৰূপে কৈছে; "তুমি ডাঙৰ লোকৰ সন্তান, সুকোমল শৰীৰ কেতিয়াও দুখ কৰা নাই, ইমান দুখ কেনেকৈ সহিবা," to joke ironically, to speak ill of by way of praising.

খেঁজালনি, স· শ· প্ৰশংসাৰ ছলেৰে কৰা নিন্দা, গুণ-কোৱাৰ ছলেৰে কৰা ইতিকিং, an indirect or ironical jest, a sarcasm.

খেক্, } অনুক· বান্দৰৰ নিচিনা মাত; খেক্ খেক্, } অলপকৈ কাহি ডিঙ্গি পৰিষ্কাৰ

কৰাৰ নিচিনা মাত, an imitative sound used to express the chatter of a monkey or hawking of the throat.

খেকখেকনি, স. শ. বান্দৰৰ মাত, ডিঙ্গি পৰিষ্কাৰ কৰাৰ শব্দ; উচ্চ হাঁহিৰ শব্দ, chatter of a monkey, the sound of clearing the throat, or of a laugh.

খেক্‌খেকা, অ. ধা. বান্দৰৰ দৰে শব্দ কৰ্; ডিঙ্গি পৰিষ্কাৰ কৰ্; বৰকৈ হাঁহ, to chatter, as a monkey, to hawk, to laugh loudly.

খেচ্, বি. (অং. খিচ, মল-মূত পৰি হোৱা বোকা) অধম, নীচ; যেনে, খেচ মানুহ, low, vile, mean. স. শ. অধম, নীচ লোক; যেনে, খেচৰো খেচ আওখেচ, a vile contemptible person.

খেচ্, অনুক. দা-আদি চোকা অস্ত্ৰেৰে কোব মৰাৰ নিচিনা শব্দ, an imitative sound used to express that produced in striking with a sword.

খেচ্‌খেচনি, স. ধা. (খেচ খেচ, অনুক.) ধাৰ সাধি বা বস্তু খুজি কৰা আমনি, the annoyance caused by dunning, importunity.

খেচ্‌খেচা, স. শ. ধাৰ সাধি বা বস্তু খুজি আমনি কৰ্, to dun, to importune.

খেচ্‌খেচীয়া, বি. ধাৰ সাধি বা বস্তু খুজি আমনি কৰি থকা, dunning, importunate.

খেচৰ্, স. শ. (সং. খেচৰ—খ, আকাশ + চৰ্, গতি কৰ্) চৰাই; ভূত-প্ৰেত, দেৱতা, a bird, a spirit (good or evil).

খেচাল্, স. ধা. (হিং. খিজালা, আমনি কৰ) ঘনে ঘনে ধাৰ সাধি বা বস্তু খুজি আমনি কৰ্, to vex by importunities.

খেচালত্, } খেচালনি, } স. শ. চোকা মাতেৰে ঘনে ঘনে ধাৰ সাধি বা ঘনে ঘনে একেটা বস্তুকে খুজি কৰা আমনি; যেনে, হাতত ধন থাকোঁতে ধৰুৱাৰ খেচালনি কোনে সহে, annoyance caused by frequently demanding the payment of a debt, the act of dunning, importunity.

খেচেং মাহ্, স. শ. কটাৰী ডবুৱা মাহ, এবিধ পকিলে গুটি ৰঙ্গা হোৱা মাহ, a kind of pulse.

খেচেৰাই, } খেচেৰ্ কৰে, } ক্ৰি. বি. (অং. খেচ বা খেচেৰ, কোব মৰাৰ শব্দ) খেচেৰ শব্দ কৰি একে কোবেই; যেনে, খেচেৰাই কাটিলে, with a single blow. "খেচ-কৰে" এনেও হয়।

খেচেৰা, বি. পোণে পোণে হোৱা ডেকা, নতুন যৌবন পোৱা, youthful.

খেটেং, অনুক. "খটং" চোৱাঁ।

খেটেং মেটেং, স. শ. (অং. খেটেং, অনুক. + মেটেং, অনুক.) অলপীয়া বিবাদ, a slight quarrel, an altercation.

খেট্‌মেট্, স. শ. খেটেংমেটেং, অলপ বিবাদ; কেৰ্জ্জেৰ্, বস্তুৰ দৰৰ কথাত কৰা বিবাদ, a slight quarrel, haggling.

খেট্‌মেটা, অ. ধা. বস্তুৰ দৰৰ কথাত বিবাদ কৰ্, কেৰ্জ্জেৰা, to haggle.

খেতৰ্, স. শ. (সং. ক্ষেত্ৰপাল, এবিধ উপদেৱতা) সৰু লৰাক ধৰা এবিধ ভূত, an evil spirit supposed to destroy little children. (স্ত্ৰী) খেতৰী।

খেতৰ্ সাইজ্, স. শ. (সং. ক্ষেত্ৰসাধ্য, খেতৰৰ দ্বাৰা সিদ্ধ কৰা) ইন্দ্ৰজাল-বিদ্যা, ভেলেকী, এটা বস্তুক আন এটাৰ নিচিনা দেখোৱা বিদ্যা, এই কাৰ্য্য পোহনীয়া ভূতৰ দ্বাৰা কৰা যায় বুলি মানুহে ভাবে, এতেকে সেই নাম, magic, jugglery.

খেতি, স. শ. (সং. ক্ষেত্ৰ; হিং. খেতি; বং. খেত, শস্য-আৰ্জন) কৃষি, শস্য-আৰ্জন; যেনে, খেতি কৰি খোৱা মানুহ; পথাৰত থকা শস্য; যেনে, খেতি চাবলৈ গৈছে, agriculture, cultivation, standing crops.

খেতিয়ক্, স. শ. খেতি-কৰোঁতা, কৃষক, an agriculturist, a cultivator. বি. খেতিক

নিপুণ; যেনে, খেতিয়ক মানুহ, skilful in the art of agriculture.

খেদ্, স. শ. (সং. খেদ—খিদ্, শোক কৰ্) বেজাৰ, শোক, sorrow, affliction.

খেদ্, স. ধা. (বং. খেদন্, দূৰ কৰণ) বলেৰে দূৰ কৰ; যেনে, ৰজাই দুষ্টক দেশৰ পৰা খেদে; আগ ফাললৈ চলা বা গতি কৰা; যেনে, হালোৱাই গৰু খেদে; ওচৰ চাপিবলৈ লৰি যা. পাচত লৰি যা, (এই ভাৱত সদায় ই-ভাগান্ত কৃদন্ত ক্রিয়া হয়); যেনে, দিনৰ পৰ্ব্বত, ৰাতিৰ জুই তাক নেখেদি থাকিবা শুই, to drive off, to expel, to urge on, to pursue, to proceed towards, (Kamrupi)*

খেদি যা, অনিষ্ট কৰিবৰ ইচ্ছাৰে বেগাই আগ বাঢ়ি যা; যেনে, অমুকক মাৰিবলৈ খেদি গৈছে, to rush forward to do an injury to.

খেদ্, স. ধা. (সং. খেল্, খেমালি কৰ্) কোনো এবিধ খেলা কৰ্; যেনে, পঁচি খেদিছে, to have a game with, to play with.

খেদখেদীয়া, বি. (অং. গেদ্; পানীৰ মলি) মল-যুক্ত, গেদেৰে লগ লাগি অলপ ঘন হোৱা (দ্রব বস্তুত খাটে), muddy, turbid.

খেদা, স. ধা. (অং. খেদ্, দূৰ কৰ্) বলেৰে দূৰ কৰ্; আগলৈ গতি কৰা; (কামৰূপ) পঠা, প্রেৰণ কৰ্ (মানুহ), to drive away, to urge forward to send, (Kamrupi)*

খেদা, স. শ. লগ ধৰিবৰ বা আটকিবৰ কাৰণ পাচত বেগাই যোৱা কাৰ্য্য; যেনে, খেদা দি তেওঁক ধৰিব নোৱাৰিলোঁ; লগ ধৰিবৰ বা আটকিবৰ নিমিত্তে পাচত বেগাই যোৱা মানুহ; যেনে, যোৱাৰ পাচতে তালৈ খেদা গৈছে, the act of pursuing with the view of overtaking or seizing, one who pursues another with a view to overtake or seize.

* This meaning is peculiar to the Kamrupi dialect.

খেদা মাৰ্, অনিষ্ট কৰিবৰ মনেৰে কোনোৰ ফাললৈ বেগাই যা; যেনে, গাহৰিটোৱে মোলৈ খেদা মাৰি আহিছিল, to rush towards with intent to injure.

খেদা দি, পাচত লৰি যা, to pursue.

খেদাকোৱা, স. শ. লৰালৰি; যেনে, খেদা কোৱা কৰি কাম কৰা; ধৰিবৰ নিমিত্তে পাচত লৰা কাৰ্য্য; যেনে, পলৰীয়া মানুহৰ পাচত খেদাকোৱা কৰাৰ কাম নাই, haste, the act of pursuing with a view to apprehend.

খেদাখেদি, স. শ. এটা আনটোৰ ওচৰলৈ খঙ্গেৰে লৰি যোৱা কাৰ্য্য; যেনে, মহ দুটাই খেদাখেদি কৰিছে, the act of rushing against one another.

খেদিত্, কৃদ. বি. (সং. খেদিত—খিদ, দুখ পা) দুঃখিত, শোকান্বিত, afflicted, sorrowful.

খেনি, স. শ. ইতিকিং, পৰিহাস, a joke, a jest, a taunt. "বিগতি" চোৱাঁ।

খেপ্, স. শ. (সং. আক্ষেপ, গালি, নিন্দা) মনত থকা খং, কপট, secret ill-will.

খেপ্, স. শ. (সং. ক্ষিপ্, নিক্ষেপ কৰ্) বাণিজ্য, বা লাভৰ নিমিত্তে কৰা যাত্রা; যেনে, কলিকাতালৈ সৰিয়হ লৈ এখেপ গৈছিলোঁ; সেই খেপত এশ টকা পালোঁ, a trading expedition.

খেপাখেপি, স. শ. (অং. খেপ, কপট) পৰস্পৰে মনত খং ৰখা কাৰ্য্য, এজনে আন জনলৈ মনত ৰখা খং, the act of feeling ill-will against one another, mutual ill-will.

খেপেখেপে, ক্রি. বি. (অং. খেপ্, যাত্রা) প্রতি খেপত, খেপে-পতি, on each trading journey.

খেৰ্, স. শ. (সং. খেট, এবিধ তৃণ) উলু-বন, ঘৰ-ছোৱা বন, ধানৰ গুটি নথকা শুকান গছ, thatching grass, paddy straw.

খেৰণি, স. শ. উলুবনি, খেৰ থকা ঠাই, a plot of ground covered with thatch-

খেৰ্শণী, স. শ. ( অং. খেৰ, ধানৰ গোটা নথকা গছ+শেণী, ধানৰ থোকৰ ডাল ) গুটি নথকা এডাল ধান-খেৰ, paddy-straw.

খেৰী-ঘৰ্, স. শ. খেৰেৰে ছোৱা ঘৰ, a thatched house.

খেৰেচ্, বি. ( অং. খেচ, অধম ) অধম, নীচ, জঘন্য, low, vile, contemptible.

খেৰেপা, বি. ( যাং. খৰাৰ, মন্দ ) মূতৰ দৰে দুৰ্গন্ধ; যেনে, সেই কাপোৰৰ খেৰেপা গন্ধ ওলাইছে, offensive smelling like urine.

খেৰেপা খেৰেপ্, ক্রি. বি. মূতৰ দৰে ( গন্ধত খাটে ); যেনে, ঘাম-লগা কাপোৰ খেৰেপা খেৰেপ্ গোন্ধায়, smelling like urine.

খেল্, স. শ. ( সং. খেলন, ধেমালি ) ধেমালিৰ উপায়; যেনে, সতৰঞ্চ-চৌপট আদি, পুৰুষে তিৰোতাৰে সৈতে কৰা গুপ্ত প্ৰীতি; যেনে, ডেকা-ডেকেৰীয়ে খেল কৰে, a play, a pastime, a game of cards, an intrigue or secret love affair.

খেল্, স. শ. ( অং. খলি, সদায় অহা-যোৱা কৰা ঠাই ) এক লগে থোৱা থকা আৰু একে ধৰ্ম্মত প্ৰবৰ্ত্তী মানুহৰ সমাজ; ৰজাই বেলেগ বেলেগ কামৰ নিমিত্তে কৰা মানুহৰ শ্ৰেণী, a fraternity, a guild, a division of people made by the Raja for a specific work.

খেল্নাও, স. শ. ( অং. খেল, ধেমালি+নাও, নৌকা ) ধেমালি কৰা নাও, a pleasure boat, a racing boat.

খেল্মেল্, বি. ( সং. খেল্, সঞ্চালন কৰ্ বা লৰচৰ কৰ্+মেল, অনুক. ) লেটিপেটি, বিশৃঙ্খল, সানমিহলি; যেনে, বস্তবোৰ খেল্মেল হল, confused, disordered.

খেলা, স. শ. ( সং. খেলা—খেল্, সঞ্চালন কৰ্ ) ধেমালি, ক্ৰীড়া, play, pastime, game.

খেলা, স. ধা.. পৰিচালন কৰি ধেমালি কৰ্; যেনে, ৰজাই চৰা-নাও খেলাইছে, পাৰটি খেলাওঁ, to amuse by moving something.

খেলিমেলি, স. শ. (অং. খেলমেল, বিশৃঙ্খল) বিশৃঙ্খলা; হুলস্থুল; confusion, tumult.

খেলুৱা, স. শ. ( অং. খেল, সমাজ, শ্ৰেণী ) কোনো এক খেলৰ বা শ্ৰেণীৰ মানুহ, a person belonging to a certain fraternity or class.

খেলুৱাই, } স. শ. খেলত নিপুণ লোক;
খেলুৱৈ, } আৰিবান্ধি খেল খেলোঁতা, a person skilful in games of play, a gambler.

খেৱা, স. ধা. ( অং. খেও, জাল পেলাই তোলা কাৰ্য্য ) মাছ ধৰিবৰ নিমিত্তে পানীত পেলাই টানি তোল, ( জালত খাটে ); যেনে, ডোমে জাল খেৱায়, to cast into water and drag out as a net.

খেৱালি, স. শ. ( অং. খেৱা, ঐ ) পানীত হাতেৰে দলি মাৰি পেলাই মাছ-ধৰা এবিধ জাল, a kind of fishing net which is cast into the water with the hand.

খেহ্, } স. শ. চীন দেশ, China.
খেহ্ দেশ, }

খেহেটা, বি. মলিন, ফেদেলা; লেতেৰা, dirty, slovenly, of filthy habits.

খেহ্ৰুগীয়া, বি. খেহ্ ৰোগে ধৰা, consumptive.

খেহ্-ৰোগ্, স. শ. ( সং. ক্ষয়ৰোগ, খীণাই যোৱা ৰোগ ) জৰ কাহ হৈ শুকাই খীণাই যোৱা ৰোগ, যক্ষ্মা, pulmonary consumption.

খৈয়া, স. শ. ( সং. খেৰ্, পৰিচৰ্য্যা কৰ্ ) অলপ দিন হাল-কোৰ বোৱা-আদি ইতৰ কাম কৰিবলৈ ৰখা ভাত-কাপৰীয়া চাকৰ; যেনে, খৈয়া ধৰি হাল বোৱাইছোঁ; আনৰ প্ৰতিনিধিৰূপে ইতৰ কাম কৰিবলৈ নিযুক্ত হোৱা মানুহ, a temporary labourer, a person temporarily employed to perform any manual

work for food and clothing, a person employed to do any manual work as a substitute for another.

খৈৰ্, স. শ. ( সং. খদিৰ, এবিধ গছ ) এবিধ সুকাঠী গছ, a timber tree (Acacia Catechu).

খোঁক্, স. শ. ( সং. কুক্ষি, পেট ) সৰু খোঁটালী, চাৰিও ফালে বেৰা সংকীৰ্ণ ঠাই ; ঘৰৰ চুক, a small room, a small place surrounded by walls, a corner of a house.

খোঁকা, স. শ. ( অং. খোঁক, ঘৰৰ চুক ) বাঁহেৰে সজা মুখৰ ফালৰ ক্ৰমে বহল এবিধ মাছ ধৰা যতন, a kind of fish trap.

খোঁকাউৰি, স. শ. ( অং. খোকা, ঐ ) চৰু আদি তুলি থবৰ কাৰণ খোঁকাৰ আকৃতিৰে সজা এবিধ যতন, গাতৰ মাটি তুলিবৰ কাৰণে মূৰ ফলা বাঁহ, a bamboo utensil, resembling the above used for placing earthen pots on; a bamboo implement for digging holes.

খোঁচ্, স. ধা. ( হিং. খোঁচ্না, বং. খোঁচান, জোঙ্গা বস্তুৰে প্ৰহাৰ্ ) বিন্ধ ; জোঙ্গা বস্তুৰে বা শিঙ্গেৰে প্ৰহাৰ কৰ্ ; যেনে, মহে খোঁচে, গুঁজি বা ঠেলি সুমা ; যেনে, কটাৰী খান চালত খুঁচি থ, to prick, to stab, to gore, to thrust. স. শ. জোঙ্গা বস্তুৰে বা শিঙ্গেৰে কৰা প্ৰহাৰ, a stab, the thrust of a sharp pointed thing or horn.

খোঁচ মাৰ্, জোঙ্গা বস্তুৰে বা শিঙ্গেৰে আঘাত কৰ্, to stab, to prick, to gore.

খোঁচ মাৰি ধৰ্, কোনো জোঙ্গা বস্তুৰ আগেৰে হেঁচা মাৰি ধৰ্ ; যেনে, পহুটো মাঠীৰে খোঁচ মাৰি ধৰিলে ; জোঙ্গা বস্তুৰে খোঁচ মাৰি ধৰাৰ দৰে বেদনা কৰ্ ; যেনে, কিবাই পেটত খোঁচ মাৰি ধৰিছে, to press with a pointed instrument.

খোঁচনি বিন্ধনি, স. শ. ( অং. খোঁচ্ আৰু বিন্ধ্, জোঙ্গা অস্ত্ৰেৰে আঘাত কৰ্ ) বুকত বা পেটত হোৱা জোঙ্গা অস্ত্ৰৰ আঘাতৰ নিচিনা বেদনা, a sharp piercing sensation in the stomach or breast.

খোঁচনী মাৰি, স. শ. চিতাত শৱ লৰোৱা মাৰি বা বাঁহ, a long bamboo used in turning dead bodies in burning.

খোঁচৰ্, বি. কৰিবলৈ বা বুজিবলৈ টান, difficult to do or to understand.

খোঁচৰ্, খোঁচাৰ্, স. ধা. (অং. খোঁচ্, জোঙ্গা বস্তুৰে হান ) জোঙ্গা বস্তুৰ আগেৰে খুঁচি উজাৰ্ ; যেনে, মাটি খোঁচৰো ; লুকাই ৰাখিব খোজা কথা বাহিৰ কৰিবলৈ খন্দিয়াই সোধ্, to loosen and turn up, as earth, &c., with something pointed; to question closely.

খোঁচা, স. শ. ( অং. খোঁচ, গুঁজি সুমা ) ঘৰৰ চালৰ বিন্ধাত সুমাই দিয়া খেৰ ; যেনে, ঘৰত খোঁচা মাৰে ; লেখাৰ মাজত পাচে সুমাই দিয়া কথা ; যেনে, কাকতীয়ে খতত খোঁচা দিয়ে, grass inserted in a hole, in the roof of a house, an interlineation or interpolation.

খোঁচা মাৰ্, খোঁচা দি, বিন্ধাত খেৰ সুমাই চাল বাত ; লেখাৰ মাজত ন কথা সুমাই দি, to repair a roof by inserting some grass, to interline, to interpolate.

খোঁচোনা, স. শ. ( অং. খোঁচ্, গুঁজি সুমা ) চুৰিয়া বা মেখেলা খহি নপৰা কৰিবলৈ তাৰ যি ভাগ কঁকালৰ দাঁতিত গুঁজি সুমোৱা যায়, that part of a waist cloth, which is tucked up about the hips to fasten it.

খোঁট, স. শ. ( সং. খুড়্, বিদীৰ্ণ কৰ্ ) ঠোঁটৰ আঘাত ; দংশন, সাপৰ কামোৰ ; যেনে, চৰাইৰ বা সাপৰ খোঁট ; সিয়নিত বেজীৰে এবাৰ সুমোৱা সূতা, a stroke with the bill, a bite of a snake, a stitch. স. ধা. ঠোঁটেৰে আঘাত কৰ্ ; সাপৰ দৰে দংশন কৰ্, to peck, to strike with the bill, to bite as a snake.

খোঁটালী, "কোঁঠালী" চোৱা।

খোকৰ্, অ. ধা. বৰকৈ ভাগ্; যেনে, বাটিটো খুকৰিছে, to be broken. (বৰ চলতি নাই)।

খোকোজা, স. শ. অশুচি বোধ; যেনে, অজাতিক ছুলে মনত খোকোজা লাগে; পঢ়োঁতে বা মাতোঁতে কৰা থকাথৈয়া; যেনে, খোকোজা নলগাকৈ পঢ়িব লাগে, feeling of impurity of one's self; hesitation or an awkward pause made in reading or speaking.

খোকোৰা, বি. (অং. খোকৰ্, বৰকৈ ভাগ্) ভাগি ডোখৰ ডোখৰ হোৱা, বৰকৈ ভগা, broken to pieces.

খোকোৰা-দোদোৰা, বি. ভগা আৰু পোটোকা পৰা; ভগা ফুটা, broken and battered or dinted.

খোখোৱা, অ. ধা. (অং. খো-খো, খোনা মানুহৰ কথা লাগোতে হোৱা শব্দ) খোনাৰ দৰে কথা ক, to stammer.

খোজ্, স. শ. ভৰিৰ হেঁচাৰ দ্বাৰা বহি ৰোৱা চিন; যেনে, বাঘৰ খোজ; ভৰিৰ গতি, মাটিয়ে যাওঁতে ভৰিৰ চালনা; যেনে, "খোৱাৰ খোজে পতি অপৰাধ", a footprint, a step, a pace.

খোজ কাঢ়্, ভৰি চলা; যেনে, লৰাই খোজ কাঢ়িছে, to walk.

খোজ্, স. ধা. যাজ্ঞা কৰ্, মাগ্, পাবলৈ প্ৰাৰ্থনা কৰ্; যেনে, মগনিয়াৰে ভিক্ষা খোজে, to beg, to ask for.

খোজ্ বাঢ়্, বিয়া কৰিবলৈ ছোৱালী খোজ্, to ask for a girl in marriage.

খোজ লৰা, জাক ফুৰ, মতাৰ সঙ্গ ল, পথাৰ ফুৰ; যেনে, গাই জনীয়ে খোজ লৰাইছে, to copulate as a female animal.

খোজন্, কৃদ. স. খোজা কাৰ্য্য, মাগন, প্ৰাৰ্থনা, the act of begging or asking for.

খোজনীয়া, বি. খুজি লোৱা, ভিক্ষা কৰি পোৱা; যেনে, খোজনীয়া বস্তু, acquired by begging.

খোজে-পতি, ক্ৰি. বি. প্ৰতি খোজতে, পদে পদে, at every step.

খোদাৱন্দ্, স. শ. (যাং. খুদাৱন্দ্, প্ৰভু) প্ৰভু, স্বামী, গৰাকী, lord, master.

খোনা, বি. (অং. খোখো, কথা নোলোৱাত হোৱা শব্দ) থকজা লগাই কথা কোৱা, মাত নোলোৱাত থকাথমকা কৰা, stammering. স. শ. খোকোজা-লগাই কথা কোৱা মানুহ, a stammerer. (স্ত্ৰী) খুনী।

খোপ্, স. শ. ভৰি দিবৰ চেলু, ভৰি দিলে নিপিছলা দ ঠাই; যেনে, মইনা-পৰীয়াই খোপ্ কাটি গছত উঠে, step, foot-hold. অ. ধা. চেলু চাই ভৰি দি, সাৱধান হৈ খোজ দি, মাটিত ভৰিৰ আঙ্গুলি পুতি ধৰ্; যেনে, পিছলা বাটত খুপি-খুপি যাব লাগে, to walk cautiously, to press in the toes to prevent slipping.

খোপনি, স. শ. পিছল ঠাইত খোজ কাঢ়োঁতে ভৰিৰ আঙ্গুলিৰে দিয়া হেঁচা; যেনে, পিছল ঠাইত খোপনি নবহিলে মানুহ পৰে, pressure put on the ground with the toes in walking in order to prevent slipping.

খোপা, স. শ. (সং. ক্ষুপ, সৰু জোপা; হিং. বং. খোপা, চুলিৰ গাঁঠি) চুলি গোটাই মূৰৰ মাজত বা গলধনত দিয়া গাঁঠি, a knot of hair tied on the top of, or behind the head.

খোবাখুবী, স. শ. এহাল ভূত-ভূতুনী; "খোবা," মতা; "খুবী," মাইকী। সিহঁতে সদাশিৱৰ বৰত নকৈ বিয়া-হোৱা দৰা-কন্যাৰ গাত প্ৰবেশ কৰে বুলি বিশ্বাস আছে; এতেকে বিয়াৰ তিন দিনৰ দিনা গধুলি সিহঁতৰ নামে নৈবেদ্য আগ বঢ়াই সবাহ কৰা যায়, a couple of demons (male and female) who are supposed to take possession of the persons of a newly-married bride and bridegroom and to propitiate, whom offerings are made on the

third evening after marriage in the names of bride and bridegroom.

খোৰ, স. শ. ( সং. কোটৰ, গছৰ খোৰোং ) সৰু গাঁত ; লুকাই থকা ঠাই, a cavity or hole, a retreat.

খোৰ ওলা, উৱাদিহ ওলা ; যেনে, সেই চোৰৰ খোৰ ওলাইছে, to find a clue of.

খোৰ্ ল, অনুসন্ধান কৰ্ ; যেনে, চুৰ কৰা বস্তুৰ খোৰ লবা, to inquire.

খোৰা, অ. ধা. ( সং. খোৰ্, পেঙ্গুৰা হ ) পেঙ্গুৰিয়াই যা, ঠেং ভগাৰ দৰে গতি কৰ্ ; যেনে, গৰুটোৱে খোৰাইছে, to limp, to walk lame. বি. পেঙ্গুৰা, লেকেচিয়াই গতি কৰা, lame, crippled. স. শ. পেঙ্গুৰা মানুহ, a lame man. (স্ত্রী) বি. স. শ. খুৰী।

খোৰাক্, } স. শ. ( যাং. খুৰাক ) আহাৰীয়
খোৰাকি, } বস্তু বা তাক কিনিবলৈ দিয়া ধন, food or money allowed to purchase it.

খোৰাবাচনি, স. শ. মুগাৰ দীঘ, কপাহীৰ বানি, গোট গাই ফুল বচা এবিধ কাপোৰ ; খোৰা-বাচনি ফুল বচা কিছু খোঁচৰ আৰু তাক বাচিলে সিপিনী খুৰী হয় বুলি কয়, a kind of cloth, consisting of Muga silk and cotton thread.

খোৰোং, স. শ. ( সং. কোটৰং, গছৰ ধোন্দ ) ধোন্দ ; যেনে, ফেঁচাই গছৰ খোৰোঙ্গত বাহ লয়, a hollow in a tree.

খোৰোচা, স. শ. চোঁচনি গাঁঠি, টান মাৰিলে চাপ খাই যোৱা গাঁঠি, a noose, a slip knot.

খোল্, স. ধা. ( সং. খুড়্, কাটু, গছৰ খোৰোং ) কাঠ বা বাঁহত বিন্ধা কৰ্, ফুটা ; যেনে, চ-তি খুলিছে, to hollow out, to make a hole in. স. শ. গাঁত, দ-ঠাই ; এতেকে কলা পটুৱাৰ এবিধ দ-পাত্র, a hollow, a cavity, a deep plate made from the sheath of a plantain tree. বি. মাজ-দ, গোতোং, hollow.

খোল্, স. শ. ( হিং. বং. খোল্, এবিধ বাদ্য) ভিতৰ ফোঁপোলা, দুই মূৰ চালেৰে ছোৱা এবিধ বাদ্য, a kind of drum.

খোলনি, স. শ. ( অং. খোল্, বিন্ধা কৰ্ ) কাঠ-বাঁহ আদিত দিয়া বিন্ধা, a hollow made in timber, &c., a mortise.

খোলা, স. শ. ( সং. খোলক্ ; পাক-পাত্র আৰু তামোলৰ বাকলি ; বং. খোলা, পাক পাত্র ) চিৰা সান্দহ ভজা মাটিৰ পাত্র ; ভগা মাটিৰ পাত্রৰ এক খণ্ড ; গুটিৰ শাহ ঢাকি থকা টান আৰু ডাঠ আবৰণ ; যেনে, নাৰিকলৰ খোলা ; কণীৰ ওপৰৰ ঢাকনী, মূৰৰ হাড়, an earthen frying-pan, a piece of a broken earthen pot, the shell of a nut, an egg, &c., the skull.

খোলাকটি, স. শ. মাটিৰ ভগা পাত্রৰ সৰু খণ্ড, a small potsherd.

খোলাচপৰীয়া, } স. শ. ( অং. খোলা,
খোলাচপৰীয়া-পিঠা, } ভগা মাটিৰ পাত্র + চপৰা, ডোখৰ ; এডোখৰ খোলাৰ নিচিনা দেখায় এতেকে ) গুড়েৰে মিহলি তিল-বটা মাজত সুম্যাই দি ভজা এবিধ চেপেটা পিঠা, a kind of pastry.

খোলা-মুগা, স. শ. ( অং. খোলা, টান আৰু ডাঠ আবৰণ + মুগা, এবিধ পলু ) পখিলা জগি এৰি যোৱা মুগাৰ খোলা বা বাহ, the case or covering of the chrysalis of the *Muga* silk worm left by the insect on reaching the winged state.

খোৱা, স. শ. ( অং. খা, লাগি থৰ্ ) বাৰৰ বা দুৱাৰৰ তলৰ বা ওপৰৰ ভাগত বা এদাঁতিও খুৱাই দিয়া খোলা বাঁহ, a grooved bamboo on which is placed the lower end of a reed wall or which is attached to the top or to one of the sides of the latter or to the top or bottom or to a side of a door.

খোৱা, স. শ. ( বং. খেয়া, নৈ পাৰ হোৱা ) নৈৰ এপাৰৰ পৰা আন পাৰলৈ কৰা গতি, the act of rowing towards the opposite bank.

খোৱা দি, পাৰি দি, নৈৰ ই পাৰৰ পৰা সি পাৰলৈ নাৱেৰে গতি কৰ্, to row towards the opposite bank of a river.

খোৱা-কামোৰা, স. শ. ( অং. খোৱা, ভক্ষণ + কামোৰা, দংশন ) দন্দ, বিবাদ, a quarrel.

খোৱাখুই, স. শ. ( অং. খা, ভোজন কৰ্ ) এজনে আন এজনেৰে সৈতে ভোজন কৰা কাৰ্য্য, the act of joining one another at meals.

খোৱাবোৱা, স. শ. ভোজন পান, ভাত-পানী খোৱা কাৰ্য্য, the act of eating and drinking.

খোৱালোৱা, স. শ. ( অং. খোৱা, ভোজন কৰণ + লোৱা, গ্ৰহণ কৰণ) আহাৰ ব্যৱহাৰ, সংসৰ্গ ; যেনে, তাৰে সৈতে কেও খোৱা-লোৱা নকৰে ; ঘাইকৈ মতা তিৰোতাৰ সংসৰ্গ ; যেনে, হীন-কুলীয়া তিৰোতাৰে খোৱালোৱা কৰিব নেপায়, the act of eating with each other or joining at meals ; sexual intercourse.

খোহা, স. শ. ( অং. খোঁচা, চালৰ ফুটা-বন্তা খেৰ ) চালৰ ফুটা মাৰিবলৈ সুমাই দিয়া খেৰ ; কোনো বস্তু দীঘল কৰিবলৈ জোৰা লগোৱা খণ্ড ; যেনে, খোহা দি খুঁটা দীঘল কৰে, grass inserted in the roof of a house to repair it, a piece joined to another to lengthen it.

খৌ, স. শ. ধান চাউল থোৱা সৰু পাচি বিশেষ, a small basket for grain.

খৌখৌ, অনুক. নলা বা চুঙ্গাৰ পৰা পানী পৰাৰ নিচিনা শব্দ, an imitative sound used to express that produced by water flowing from a tube.

খৌখৌ কৰে, ক্ৰি. বি. খৌখৌ শব্দ কৰি, বেগাই বৈ ( পানী পৰাত থাটে ), in a rapid stream, as from a tube.

খৌখৌৱনি, স. শ. নলা বা চুঙ্গাৰ পৰা পানী পৰাৰ শব্দ, the sound of water pouring out of a tube.

খৌখৌৱা, অ. ধা. নলা বা চুঙ্গাৰ পৰা পানী পৰাৰ দৰে শব্দ কৰ ; যেনে, নাওৰাৰ পানীয়ে খৌখৌৱাইছে, to make a sound, as water pouring from a tube.

খ্যাত, কৃদ. বি. ( সং. খ্যাত—খ্যা, বৰ্ণন কৰ্ ) সকলোৰে জনা শুনা ; যেনে, এই-বিলাক লোক ভাল মানুহ বুলি খ্যাত, noted, known.

খ্যাতাপন্ন, বি. ( সং. খ্যাতাপন্ন — খ্যাত, জনাশুনা + আপন্ন, পোৱা) প্ৰসিদ্ধ, দেশ-বিদেশে জনা, বৰকৈ খ্যাত, celebrated.

খ্যাতি, স. শ. ( সং. খ্যাতি—খ্যা, বৰ্ণন কৰ্ ) যশস্যা, সুনাম, fame, renown.

খ্যাতিমন্ত, বি. ( সং. খ্যাতিমৎ—খ্যাতি, ঐ—মৎ, যুক্ত ) যশস্যাযুক্ত, খ্যাতাপন্ন, famous, renowned, celebrated.

## গ ।

গ, ব্যঞ্জনবিলাকৰ তৃতীয় আখৰ, the third letter of the consonants.

গইনা, স. শ. ৰক্ষণ কৰোঁতা ; যেনে, ৰজাৰ গইনা পাই কাকো নমনা হৈছে ; আশ্ৰয় ; যেনে, কটকে কোঁঠত গইনা লৈ খুঁজে, a protector, a refuge.

গঁঠিয়া, স. ধা. ( অং. গাঁঠি, বান্ধ ) বান্ধ দি, গাঁঠিদি ; যেনে, বাৰ খান গঁঠিয়া, to tie, to fasten.

গঁঠীয়া, বি. ( অং. গাঁঠি, জোৰা ) বহুত গাঁঠি যুক্ত ; যেনে, খৰাং মাটিত কুঁহিয়াৰ গঁঠীয়া হয় ; হাত ভৰিৰ গাঁঠি বা জোৰাত উৎপন্ন হোৱা ; যেনে, গঁঠীয়া বাত ; হাড়পাহ শকত অথচ চুটি ; যেনে, গঁঠীয়া মানুহ বলী হয়, knotty, appertaining to joints of the limbs, stout but stunted in growth.

গঁঠীয়া-জুমুৰি, স. শ. জুই দি মৰা এবিধ অসমীয়া চুটি হিলৈ, a kind of Assamese matchlock.

গঁড়, } স. শ. ( সং. গণ্ডক, বং. গাণ্ডাৰ )
গঁৰ্, } এবিধ শুঁড় নথকা হাতীৰ নিচিনা জন্তু, a rhinoceros.

গঁতা, স. শ. ( সং. গম্, গতি কৰ্, গমন কৰাই এতেকে ) গল্ধনত ধৰি হাতেৰে মৰা ঠেলা, a push by the hand applied to the back of the neck.

গঁতিয়া, স. ধা. গল্ধনত ধৰি ঠেলা মাৰ্; যেনে, তাক গঁতিয়াই নে, to push with the hand applied to the neck.

গঁৰ্, স. শ. "গঁড়" চোৱাঁ।

গঁৰল্, স. শ. ( সং. গলগণ্ড, এবিধ ডিঙ্গি ডাঙ্গৰ হোৱা ৰোগ ) ডিঙ্গি-উখহা ৰোগ, মাদলীয়া, goitre.

গঁৰলীয়া, বি. গঁৰল-ৰোগে-ধৰা, affected with goitre.

গঁৰাল্, স. শ, ( সং. গড়, কোঁঠ ) জন্তু থবলৈ বেৰা ঠাই; যেনে, হাঁহৰ গঁৰাল, an enclosure for animals.

গঁৰিলা, স. শ. ( সং. গড়, কোনো বস্তুৰ তলত পাৰি দিয়া গোটা কাঠ বা বাঁহ ) বাৰৰ খবুৱাৰ তলৰ গোটা কাঠ বা বাঁহ, a piece of bamboo placed under a reed wall to prevent it from rotting.

গঁৰিয়লী, বি. গাঁৰি দিয়া, গাঁৰি যুক্ত; যেনে, গঁৰিয়লী চেলেং, adorned with lines or rows of coarse thread, (said of cloth).

গকাৰ, স. শ. ( সং. গ + কাৰ, আখৰ ) গ আখৰ, the letter গ।

গগণ্, স. শ. ( সং. গগণ—গম্, গতি কৰ্ ) আকাশ, the sky.

গগণ্-মণ্ডল্, স. শ. ( সং. গগণ-মণ্ডল—গগণ, আকাশ + মণ্ডল, চক্ৰ ) চকুৰে দেখিবলৈ পোৱা সমুদায় আকাশ বা শূন্য স্থান ( তাক ঘূৰণীয়া দেখা যায় ), the circle of the heavens. "গগন্," "গগন-মণ্ডল্," এনেও হয়।

গগনা, স. শ. মুখেৰে বজোৱা বাঁহৰ বাদ্য বিশেষ, a small wind-instrument made of bamboo.

গগলা, স. শ. হাতৰ আঙ্গুলিত হোৱা এবিধ ৰোগ, পৰা, swelling of the finger, a whitlow.

গঁগৈ, স. শ. বজা, বুঢ়া গোহাঁই, বৰগোহাঁই, বৰপাত্ৰ-গোহাঁইৰ বংশত বাজে আন, অৰ্থাৎ সন্দিকৈ আদি ভদ্ৰ শ্ৰেণীৰ আহমৰ উপাধি, an *Ahom* title.

গঙ্গা, স. শ. ( সং. গঙ্গা—গম্, গতি কৰ্, হিমালয়ৰ পৰা নামি আহিছে এতেকে ) এখান নৈ, ভাগিৰথী, জাহ্নবী, the Ganges.

গঙ্গা-চিলনী, স. শ. ( সং. গাঙ্গ-চিল ) এবিধ মাছ খোৱা চৰাই, the tern.

গঙ্গাজলীয়া, বি. গঙ্গাজলৰ দৰে নিৰ্ম্মল, ফটফটীয়া, বগা, clear, white.

গঙ্গাটোপ্, স. শ. বায়ু সুমাই পেট ওফন্দাব পৰা এবিধ মাছ, a globe-fish.

গঙ্গাধৰ্, স. শ. ( সং. গঙ্গাধৰ—গঙ্গা, এখান নদী + ধৰ্, ধৰোঁতা, মূৰত গঙ্গা আছিল এতেকে ) শিৱ, মহাদেৱ, a name of Shiva.

গঙ্গা-মূলা, স. শ. প্ৰায়ে নৈৰ দাঁতিত হোৱা আৰু মূলাৰ নিচিনা পাতেৰে এবিধ বন-শাক, a kind of herb.

গচক্, স. ধা. "খচক্" চোৱাঁ।

গচকা, স. শ. "খচকা" চোৱাঁ।

গচাল্, বি. ( বং. গচাল, ডাঠ ) গা-ডাঙ্গৰ, শক্তিমন্ত, গধুৰ, stout, heavy.

গচ্ছিত্, কৃদ. বি. ( সং. গচ্ছিত, গতোৱা ) সমৰ্পিত, গতাই দিয়া, পাচে ওলটাই নিবৰ নিয়মেৰে কোনোৰ হাতত থোৱা; যেনে, গচ্ছিত ধন, given in trust, deposited.

গছ্, স. শ. ( সং. গচ্ছ, বৃক্ষ ) তৰু, মাটিত গজা ডাল-পাতযুক্ত এবিধ বস্তু, a tree, a plant. উপশ. দীঘল আৰু গা-সৰু বস্তু বুজাবলৈ সংজ্ঞা শব্দৰ পাচত ব্যৱহৃত শব্দ; যেনে, লেছু গছ, a particle used after a noun to denote a long and slender thing.

গছ্, স. ধা. ( সং. গম্, গতি কৰ্ ) অভিগমন কৰ্, শৃঙ্গাৰ কৰ্, to have sexual intercourse.

গছনি, স. শ. বহুত গছ থকা ঠাই, a forest.

গছনীয়া, স. শ. ( অং. গছা, অৰ্পণ কৰ্ ) পাচে ওলটাই দিবৰ নিয়মেৰে লোকৰ বস্তু ৰখা মানুহ ; যেনে, উচিত সময়ত গছনীয়াই গছাওঁতাক বস্তু ওলটাই দিব লাগে, a bailee, one who receives something from another in trust. বি. গছাই থোৱা, বিশ্বাস কৰি লোকৰ হাতত থোৱা ; যেনে, গছনীয়া বস্তু, given on trust, deposited.

গছা, স. শ. ( অং. গছ, বৃক্ষ, তাৰ সদৃশ এতেকে ) দীপাধাৰ, চাকি থবৰ যতন, a stand or support for a native lamp.

গছা, স. ধা. ( সং. গচ্ছিত, বং. গছান, অৰ্পণ-কৰা ) বিশ্বাস কৰি অৰ্পণ কৰ্, পাচে ওলটাই নিবৰ নিয়মেৰে কোনোৰ হাতত থ ; যেনে, গছাই থোৱা ধন ; সেই নিয়মেৰে নিয়া বস্তুৰ হেৰণ বা ভগনৰ মূল্য স্থিৰ কৰ্ ; যেনে, গৰাকীয়ে নাও খানৰ বাবে এশ টকা গছাইছে, to make over in trust on the understanding that the thing made over will be returned after a certain time, to deposit, to set a value upon something so given in case of loss or breakage or any other injury to the thing.

গছাওঁতা, কৃদ. স. পাচে ওলটাই নিবৰ নিয়মেৰে আনৰ হাতত ধন বা বস্তু থওঁতা, one who gives something to another in trust, a bailor.

গছি, উপশ. সৰু আৰু সুন্দৰ দীঘল, গোটা বস্তু বুজোৱা শব্দ ; যেনে, জৰী গছি, a particle used after a noun to denote a small and beautiful long and slender thing.

গছী, বি. গছ-যুক্ত, গছেৰে সৈতে থোৱা (ধানত খাটে) ; যেনে, গছী ধান ; গছী ভঁৰাল, kept as paddy in straw, stored without threshing.

গছোৱাই, বি. গছত উঠাত পাৰ্গত, skilled in climbing trees. স. শ. গছত উঠাত পাৰ্গত লোক, one skilled in climbing trees.

গজ্, স. শ. ( সং. গজ—গজ্, উচ্চ শব্দ কৰ্ ) হাতী, an elephant.

গজ্, স. শ. ( বং. হিং. গজ, দু হাতৰ জোখ ) দুহাত দীঘল এডাল মাৰি ; ( তাৰ সদৃশ এতেকে ) ধোঁৱাখোৱাৰ নলিচাৰ মলি গুচোৱা মাৰি ; হিলৈ খঁজা মাৰি, the yard measurement of length, a thin rod for cleaning the *hooka;* a ramrod.

গজ্, অ. ধা. ( অং. গছ, বৃক্ষ, গুটি গজি গছ হয়, এতেকে ) পুলি হ, অঙ্কুৰিত হ ; যেনে, ধান গজিছে, to germinate, to sprout.

গজ-গতি, স. শ. ( সং. গজগতি—গজ, হাতী +গতি, গমন ) হাতীৰ নিচিনা গহীন গতি, ধীৰ গমন, slow and measured gait.

গজন্, কৃদ. বি. ( অং. গজ্, অঙ্কুৰিত হ ) গজা কাৰ্য্য, the act of germinating. স. শ. মাটিৰ পৰা গজি ওলোৱা সকলো বস্তু, vegetables in general.

গজলা, স. শ. ( অং. গজাল, লোৰ কাঁইট, ডাঙ্গৰ গজালৰ নিচিনা ; এতেকে ) আৰি মাছৰ পোৱালি, a young আৰি fish.

গজলীয়া, বি. ( অং. গজালি, কোঁৱৰা ) পোনে-পোনে যৌবন অৱস্থা-পোৱা ; ১৫ বা ১৬ বছৰ বয়সীয়া ; যেনে, গজলীয়া ডেকা, youthful.

গজাকোঁহ্, স. শ. ( সং. গজাঙ্কুশ, হাতী খোঁচা মাৰি ) হাতী খোঁচা লোৰ আঁকোৰ-মাৰি, a kind of elephant goad.

গজানন্, স. শ. ( সং. গজানন—গজ, হাতী +আনন, মুখ ) গণেশ, গণপতি ( এওঁ শিৱৰ পুতেক আৰু তেওঁৰ মুখ হাতীৰ), a name of Ganesh.

গজাল্, স. শ. ( বং. লোৰ শাল ) কাঠ-বাঁহ আদিত মৰা, বাঁহ-কাঠ বা লোৰ জোঙ্গা শাল, বা কাঁইট, a nail, a thin peg.

স. ধা. গজালৰ দ্বাৰা আবদ্ধ কৰ্, গজাল লগা; যেনে, কাঠৰ পাট গজালে, to nail.

গজালি, স. শ. (অং. গজ্, অঙ্কুৰ হ) অঙ্কুৰ, গাজ, পোখা, a sprout, a shoot.

গজেন্দ্ৰ, স. শ. (সং. গজেন্দ্ৰ—গজ, হাতী + ইন্দ্ৰ, অধিপতি) জাকৰ ভিতৰৰ প্ৰধান মতা হাতী, ডাঙ্গৰ দঁতাল হাতী, a large male elephant.

গজেন্দ্ৰ পুৰুষ, বৰ বলী আৰু ডাঙ্গৰ মানুহ, a tall, strong and stout man.

গজ্‌গজ্, অনুক. শাল মাৰিলে যেনে বোধ হয়, তেনে দুখ বুজাবৰ নিমিত্তে ব্যৱহাৰ কৰা শব্দ; যেনে, মোৰ পিঠি খানে গজ্‌গজ্ কৰিছে, an imitative sound used to express a painful sensation like that produced by a peg driven into the body.

গজ্‌গজনি, স. শ. শাল মাৰি ধৰা পীড়া, a painful sensation like that produced by a peg driven into the body.

গজ্‌গজা, অ. ধা. শাল মৰাৰ দৰে পীড়া বোধ কৰ্; যেনে, গলধনটোৰে গজ্‌-গজাইছে, to experience a painful sensation, as if a peg has been driven into a certain part of the body.

গজ্‌গজীয়া, বি. (অং. গজ্, অঙ্কুৰিত হ; গজি ওলোৱা) নিশ্চিত, সন্দেহ-নথকা; স্পষ্ট; যেনে, তেওঁ এই ঘৰৰ গজ্‌গজীয়া গৰাকী; কথাটো গজ্‌গজীয়া হল, (মৌখিক); real, undoubted, decided.

গজ্‌গজীয়া, বি. (সং. গজ্, হাতী) হাতীৰ দৰে দৃঢ়, বলৱন্ত, ডাঙ্গৰ, বা হাড়-শকত; যেনে, গজ্‌গজীয়া মুনিহ, strong and stout.

গজমুকুতা, স. শ. (সং. গজমুক্তা, এবিধ মণি) এবিধ ভাল ডাঙ্গৰ মুকুতা মণি (সি হাতীৰ দাঁতত হয় বুলি বিশ্বাস আছিল); a large and superior pearl supposed to be found in the tusk of an elephant.

গজ্‌মূৰা, গজ্‌মূৰীয়া, } বি. খাইমূৰা, দুৰ্কপলীয়া, unfortunate.

গঞা, বি. (অং. গাওঁ, মানুহে বাস কৰা ঠাই) গাঁৱত থকা, গাঁৱলীয়া, living in a village, rural. স. শ, গাঁৱৰ মানুহ, a villager.

গঞ্জ, বি. (হিং. গঞ্জ, বজাৰ) বজাৰৰ ঘৰৰ বা মানুহৰ নিচিনা নিসন্ধি, ঘন; যেনে, ঘাটত মানুহ গঞ্জ হৈছে, thick, closely packed.

গঞ্জ খা, গঞ্জ মাৰ্, ঠাহ খা, নিসন্ধি হৈ গোট খা, to throng, to crowd together.

গড়্, স. শ. (সং. গড়—গড়্, বাগৰি যা) কিল্লা, কোঁঠ, ইটা, মাটি বা কাঠৰ শকত আৰু ওখ বেষ্টন, a fort, a stockade, a fortification.

গড়্, স. শ. (সং. গড়্, বাগৰি যা; সি বাগৰ খায়, এতেকে) কোনো বস্তুৰ তলত পাৰি দিয়া গোটা কাঠ বা বাঁহ, a piece of timber or bamboo laid under some thing.

গড়্, স. শ. (সং. গড়্, বৈ যা) বৈ যা, নিগৰ্; যেনে, পানী গড়ি যায়, to roll as water.

গড়ৈ, স. শ. (সং. গড়ক, এবিধ মাছ) এবিধ কাঠ-মাছ, a kind of fish.

গড়ৈচিৰিকা, স. শ. গড়ৈ-মাছৰ পোৱালী, the young of the above.

গড়্-খাৰৈ, স. শ. গড়ৰ চাৰি ফালে থকা, পানী বোৱা দীঘল খাল, a trench, a moat.

গড়্মুচি, স. শ. নাৱৰ চঁছালিৰ তলত পৰা পথালি গড়্, a moveable support of the floor, the bottom of a boat.

গঢ়, স. ধা. (সং. গঠন্, হিং. গঢ়্না, বং. গড়ন) ধাতু বা মাটিৰে নিৰ্ম্মাণ কৰ্, সাজ্, to forge, to make. স. শ. ৰূপ, আকৃতি, form, shape.

গঢ়নি, স. শ. বস্তু গঢ়াৰ বেচ্, wages paid for making or repairing a metallic vessel.

গঢ়িত, বি. (অং. গঢ়, আকৃতি) শুৱনি, স্বৰূপ, দেখিবলৈ ভাল, ( পুং. স্ত্রী ), beautiful.

গণ্, স. শ. ( সং. গণ—গণ্, সংখ্যা কৰ্ ) সমূহ এই অৰ্থত বহুবচন বুজাবলৈ এটা সংস্কৃত শব্দৰ পাচত লগ লাগে ; যেনে, দেৱগণ, ভূত-প্ৰেত-আদি শিৱৰ পাৰিষদ-বিলাক, a multitude.

গণ্, স. শ. ( সং. গণ—গণ্, সংখ্যা কৰ্ ) সমূহ ( এই অৰ্থত বহুবচন বুজাবৰ নিমিত্তে সংস্কৃত শব্দৰ পাচত থাকে ) ; যেনে, দেৱগণ ; সদাশিৱৰ পাৰিষদ, ভূত-প্ৰেত-আদি, a multitude, a flock, Shiva's attendants, collectively a flock ; Shiva's attendants collectively. স. ধা. সংখ্যা কৰ্, লেখ্ ; যেনে, টকা গণিছে ; দৈৱৰ ভাল-মন্দ নিশ্চয় কৰ্ ; যেনে, দশা গণিছে ; সন্মান কৰ্ ; ( এই অৰ্থত এটা না-পদৰ পাচত থাকে ) ; যেনে, সি কাকো নগণে, to count, to divine, to foretell ; to respect.

গণক, স. শ. (সং. গণক—গণ্, ঐ) জ্যোতিষ-শাস্ত্ৰ-জনা মানুহ, সেই শাস্ত্ৰৰ ব্যৱসায় কৰা এক জাতি, an astrologer, a fortune-teller, the astrologer's caste.

গণ্তি, স. শ. নেওতা, a multiplication table.

গণন্, } স. শ. সংখ্যা-কৰা কাৰ্য্য ; গ্ৰহ
গণনা, } অনুসৰি দৈৱৰ ভাল-বেয়া নিৰ্ণয় কৰা কাৰ্য্য, মান, সন্মান, calculation, computation, prognostication ; respect.

গণনাথ, স. শ. ( সং. গণনাথ, গণেশ—গণ, শিৱৰ পাৰিষদবোৰ + নাথ, গৰাকী ) শিৱৰ পুতেক আৰু তেওঁৰ পাৰিষদবিলাকৰ অধিকাৰ-দেৱতা, গণেশ, a name of Ganesha, son of Shiva.

গণনায়ক্, ( সং. গণ, শিৱৰ পাৰিষদ-বিলাক + নায়ক, চলাওঁতা—নী, লৈ যা ) গণেশ, a name of Ganesha.

গণনীয়, বি. ( সং. গণনীয়—গণ্, সংখ্যা কৰ্, -মান্ ) মান্য, মানিবৰ যোগ্য, respectable.

গণপতি, স. শ. ( সং. গণপতি—গণ, শিৱৰ পাৰিষদবোৰ + পতি, গৰাকী ) গণেশ, a name of Ganesha, son of Shiva.

গণাগণ্, স. শ. ( অং. গণ, সন্মান কৰ্ ) মান, সম্ভ্ৰম, respect, esteem.

গণিকা, স. শ. ( সং. গণিকা—গণ, সংখ্যা কৰ্ ) বেশ্যা, নটিনী, a harlot, a prostitute.

গণিয়ৰী, স. শ. ( সং. গণিকাৰী, বং. গণিয়াৰী, এবিধ গছ ) এবিধ গছ, a kind of tree (Premna spinosa).

গণেশ্, স. শ. ( সং. গণেশ—গণ, শিৱৰ পাৰিষদবিলাক + ঈশ, অধিকাৰ ) গণপতি, শিৱৰ পুতেক আৰু তেওঁৰ পাৰিষদবিলাকৰ অধিকাৰ-দেৱতা, তেওঁৰ মূৰটো হাতীৰ নিচিনা, Ganesh or Ganapati, son of Shiva and Parbati, or of Parbati only, Lord of the Ganas or troops of inferior deities, especially those attendant on Shiva. (Dowson).

গণেশ্পেটা, বি. ( গণেশ, গণপতি + পেট, উদৰ ) গণেশৰ নিচিনা ওফন্দা পেটযুক্ত, ( উপহাসত ), (lit.) with a belly like Ganesh, hence pot-bellied.

গণ্ডকী, } স. শ. শালগ্ৰাম উৎপন্ন হোৱা
গণ্ডুকী, } এখন নদী, the name of a river in the north of India.

গণ্ডকূপ্, স. শ. ( সং. গণ্ডকূপ—গণ্ড, গাল + কূপ, পুখুৰি ) কোনো কোনো মানুহে হাঁহোতে গালত হোৱা খাল, a dimple in the cheek.

গণ্ডপ্, স. শ. ( অং. ) বৰ কথা, অহঙ্কাৰ কৰি কোৱা কথা, ডাংকোপ্, a boast, brag.

গণ্ডপী, বি. ( অং. ) বৰ কথীয়া ; অহঙ্কাৰী, boastful. স. শ. বৰ কথীয়া মানুহ, a boastful person.

গণ্ডলিকা, স. শ. ( অং. ) অহঙ্কাৰ, ডাংকোপ, বৰ কথা ( উপহাসত ) ; যেনে, এই বাৰ তাৰ গণ্ডলিকা ভাগিল, boast.

গণ্ডস্থল, স. শ. ( সং. গণ্ডস্থল—গণ্ড, গাল

+স্থল, ঠাই) গাল; ঘাইকৈ, হাতীৰ কাণ-সতাৰ ওচৰৰ ঠাই, the cheek, the temple of an elephant.

গণ্ডা, সংখ্যা. (বং. গণ্ডা, চাৰিটাৰ সংখ্যা) এক অঁড়া, চাৰিটাৰ লেখ, four, counting by fours.

গণ্ডূষ, স. শ. (সং. গণ্ডূষ—গড়, টোপাটোপে পৰ্) হাতৰ তলুৱাৰ ঠোলাত ধৰা পানী, as much water as can be taken in the palm of the hand.

গণ্য, বি. (সং. গণ্য—গণ্, সংখ্যা কৰ্, লেখত লবৰ যোগ্য) ডাঙৰ বা শ্ৰেষ্ঠ বুলি গণিবৰ যোগ্য, মান্য; যেনে, গণ্য, মান্য লোক; ধৰ্ত্তব্য, ধৰিব লগা; যেনে, এই দোষ গণ্য নহয়, deserving of respect fit to be credited.

গত্, স. শ. (সং. গতি, অৱস্থা) অৱস্থা, প্ৰকাৰ, স্বভাৱ; যেনে, সি কি গতৰ মানুহ কব নোৱাৰি; ভাল মানুহৰ গতেৰে চলিবা; কাম কৰিবৰ ভাও; যেনে, এই কামৰ গত নেপাওঁ, natural disposition; the manner of doing anything.

গত, কৃদ. বি. (সং. গত—গম, গতি কৰ্) যোৱা, ভূত; যেনে, গত কাল, past, gone.

গতা, স. ধা. (বং. গতান, সমৰ্পণ) সমৰ্পণ কৰ্, হাতে হাতে দি, শোধাই দি, to make over, to deliver.

গতাওঁতা, কৃদ. স. সমৰ্পণ-কৰোঁতা, শোধাই দিওঁতা, one who delivers something.

গতানুগতিক, বি. (সং. গতানুগতিক—গত, যোৱা+অনুগতি, আনৰ পাচত গমন) লোকে যেনে কাৰ্য্য কৰে তেনেকৈ চলা; যেনে, সংসাৰ গতানুগতিক, following the custom or the conduct of others, imitating others.

গতায়াত, স. শ. (সং. গতায়াত—গত, যোৱা+আয়াত, অহা) অহা-যোৱা, গমনাগমন; যেনে, তালৈ মানুহৰ গতায়াত নাই, intercourse.

গতায়ুস্, বি. (সং. গতায়ুস—গত, যোৱা+আয়ুস, জীৱন) মৃত, মৰা, dead.

গতি, স. শ. (সং. গতি—গম্, যা) গমন, যোৱা কাৰ্য্য; যেনে, বৈকুণ্ঠলৈ গতি কৰিলে; খোজ কঢ়াৰ প্ৰকাৰ; যেনে, ৰাজ-হংসৰ গতি; দশা, অৱস্থা; যেনে, তাৰ এনে গতি হব বুলি নেজানিছিলোঁ; মানুহৰ মৃত্যুৰ পাচত হোৱা অৱস্থা, ঘাইকৈ মুক্তি; যেনে, সন্ত লোকে গতি পায়; স্বভাৱ, আচৰণ; যেনে, লৰাটোৰ গতি বেয়া; আশ্ৰয় সহায়; যেনে, ঈশ্বৰ অগতিৰ গতি, the act of going, motion, gait, state, condition; final condition; deliverance, conduct, refuge.

গতিকে, ক্রি. বি. দৈৱাত্, কোনো বিশেষ কাৰণত থাকি; যেনে, সেই দিনা গতিকে আহিব নোৱাৰিলোঁ, for some reason or other.

গতি মতি, স. শ. (সং. গতি, আচৰণ+মতি, মন) স্বভাৱ, আচৰণ; যেনে, মানুহৰ গতি-মতি বুজিহে তাৰ লগ লব লাগে, disposition, character.

গতিহীন, বি. (সং. গতিহীন—গতি, গমন +হীন, নথকা) লৰিবচৰিব নোৱৰা; যেনে, কুম্ভকাৰ ভুগাহ গতিহীন হৈ পৰি আছে; সহায় নথকা, উপায় নথকা; যেনে, গতিহীন মানুহৰ কোনে মুখলৈ চায়, পৰকালত মুক্তিৰ আশা নথকা; যেনে, হে প্ৰভু! গতিহীনক গতি দিয়াঁ, motionless, having no hope of salvation, helpless.

গতে গতে, ক্রি. বি. (অং. গত্, প্ৰকাৰ্) উচিতৰূপে, যত যি বস্তু যেনেকৈ থব লাগে সেই দৰে; যেনে, বস্তুবোৰ গতে গতে থলেহে সময়ত পোৱা যায়, in proper order.

গদলা, স. শ. (সং. গজ্, হাতী) হাতী বা ঘোঁৰাৰ গাদীৰ তলত পৰা এবিধ তুলী, a quilted cloth spread under a saddle or elephant's pad, a housing.

গদহা, বি. (সং. গদা, এবিধ গধুৰ টাঙ্গন) গধুৰ আৰু ডাঠ; যেনে, পীৰা খান গদহা

হল ; খহটা, মৃদু বা লাৱণ্য-নোহোৱা ; যেনে, গদহা হাত, thick and heavy, rough, not elegant and light.

গদা, স. শ. ( সং. গদা—গদ্, বজ্রপাত হ ; বজ্রৰ দৰে পৰে, এতেকে ) মুষল—মুদ্গৰতকৈ ডাঙৰ আৰু দীঘল এবিধ লোৰ টাঙ্গন, an iron mace, a club.

গদা, স. শ. ডাঙৰ মাছৰ পিঠিৰ ভাগ ; যেনে, গদাভুকৈ কোলঠি সোৱাদ, the back of a large fish.

গদাধৰ, স. শ. ( সং. গদাধৰ—গদা, টাঙ্গোন +ধৰ, ধৰোঁতা ) বিষ্ণু ( তেওঁৰ হাতত গদা আছে ), a name of Vishnu or Krishna.

গঁদিয়া, স. ধা. ( অং. গাদি, দা-কটাৰীৰ পিঠি ভাগ ) দাৰ বা কটাৰীৰ ওপৰৰ দাঁতিৰে মাৰ্ ; হাতৰ তলুৱাৰ তলৰ ফালৰ দাঁতিৰে আঘাত কৰ্, to strike with the back of a cutting instrument or the lower part of the hand.

গদ্গদ্, বি. ( সং. গদ্গদ—গদ্, কথা ক ) আনন্দ বা শোকৰ দ্বাৰা ডিঙ্গি নিৰোধ হোৱাত স্পষ্ট নোহোৱা ( বাক্যত খাটে ) ; যেনে, গদ্গদ্ বচন, গদ্গদ্ স্বৰ, hoarse or husky.

গদ্য, স. শ. ( সং. গদ্য—গদ, কথা ক ) ছন্দ নথকা ৰচনা ; শিল, ধাতু বা কাঠৰ বস্তুৰ ওপৰত আখৰ কাটি লেখা, সেই বস্তুৰ নিৰ্ম্মাণ কৰ্ত্তা আৰু তাৰ প্ৰয়োজন আদিৰ কথা ; ( এনে কথা পূৰ্ব্বে ছন্দ-নলগোৱাকৈ লিখা গৈছিল, এতেকে পাচত ছন্দেৰে লিখিলেও তাক গদ্য বোলা ৰীতি হল ) ; যেনে, অশ্বক্ৰান্তৰ মঠৰ গদ্য, prose writing ; an inscription.

গধুৰ, বি. ( সং. গম্ভীৰ, গহীন ) অলঘু ; গম্ভীৰ, গহীন ; heavy, momentous, grave, important.

গধুৰতা, গু. শ. গম্ভীৰতা, গধুৰৰ গুণ, heaviness, graveness.

গধুৰালি, গু. শ. গহীন স্বভাৱ, graveness, seriousness.

গঁধুলি, স. শ. ( সং. গোধূলি, সন্ধ্যা সময় ) গৰু ঘৰলৈ উলটি অহা সময়, সন্ধ্যা-সময়, বেলি মাৰ যোৱা কাল, evening, sunset. "গঁধুলা" এনেও হয়।

গঁধূলি-গোপাল, স. শ. এবিধ গধূলি ফুলা ফুল, a kind of flower.

গঁধূলি-বেলা, ) স. শ. সন্ধ্যা, গধূলি,
গঁধূলি-বেলিকা, ) evening, sunset.

গন্তি, স. শ. ( সং. গণ্, সংখ্যা কৰ্ ) লেখ্, সংখ্যা কৰা কাৰ্য্য ; যেনে, গন্তি কৰি ধন লব লাগে ; মান, সম্ভ্ৰম ; যেনে, তুইই সাধুক গন্তি নকৰে, the act of counting, regard, respect.

গন্ধ, স. শ. ( সং. গন্ধ—গন্ধ্, সঞ্চালন কৰ্ ) ঘ্ৰাণ, নাকৰ দ্বাৰা হোৱা বোধ, smell, scent.

গন্ধক, স. শ. ( সং. গন্ধক—গন্ধ, ঘ্ৰাণ ) আকৰত হোৱা, বৰকৈ গোন্ধোৱা আৰু জুই লগা এবিধ বস্তু, sulphur.

গন্ধকলাই, স. শ. ( অং. গন্ধ, ঘ্ৰাণ+কলাই, সৰু গুটি, তাৰ ভিতৰত সৰু-সৰু গুটি থাকে, এতেকে ) কস্তূৰী, গান্ধ-পহুৰ নাইত হোৱা এবিধ সুগন্ধ বস্তু, musk.

গন্ধ-চন্দন্, স. শ. ( সং. গন্ধচন্দন—গন্ধ, ঘ্ৰাণ+চন্দন, এবিধ সুগন্ধি কাঠ ) পানী দি শিলত ঘঁহা জাতি-কাঠৰ শিলত লাগি থকা ভাগ, a paste consisting of ground sandal-wood.

গন্ধতেল, স. শ. ( অং. গন্ধ, ঐ+তেল, তৈল ) সুগন্ধ তেল, sweet scented oil.

গন্ধ-পহু, স. শ. গন্ধ কলাই উৎপন্ন কৰা পহু, the musk-deer.

গন্ধপুষ্প, স. শ. ( সং. গন্ধপুষ্প—গন্ধ, ঐ +পুষ্প, ফুল ) জাতি চন্দনেৰে মিহলি ফুল, flower mixed with *chandan.*

গন্ধবিৰিণা, স. শ. ( অং. গন্ধ, ঘ্ৰাণ+বিৰিণা, এবিধ বন ) এবিধ ভাল গোন্ধোৱা বন, the lemon grass.

গন্ধৰ্ব্ব, স. শ. ( সং. ) স্বৰ্গৰ গায়ন, a demi-god, a singer of heaven. ( ? গন্ধৰ্ব্বী।

গন্ধসৰৈ, স. শ. ( সং. গন্ধসৰ্য্যা, সুগন্ধী সাল গছ ) এবিধ ভাল গোন্ধোৱা সুকাঠী গছ, তাৰ দ্বাৰা নাও আদি হয়, a timber tree (Cinnamonium glanduliferum).

গপ্, স. শ. ( সং. গৰ্ব্ব, অহঙ্কাৰ ) অহঙ্কাৰ, আপুনি আপোনাক কৰা ডাঙ্গৰ বোধ; যেনে, ধনী হলে মানুহৰ গপ হয়; ( অহঙ্কাৰী মানুহে অধিক কথা নকয়, এতেকে) মৌনিতা, অধিক কথা নোকোৱা স্বভাব, pride, silence.

গপ্ মাৰ্, অহঙ্কাৰ প্ৰকাশ কৰ্, to boast, to brag.

গপ্ মাৰি থাক্, মনে মনে থাক্, কথা নকৈ থাক্; যেনে, গপ মাৰি থকা মানুহক কেৰে ভাল নেপায়, to remain silent.

গপ্, স. ধা. মনে মনে ভাবি চা, চিন্ত্; যেনে, মই কথাটো গপিছোঁ, to think, to revolve in the mind.

গপা, স. ধা. কবব আগেয়ে মাটিত পুতি থৈ গজা; যেনে, চাহ-গুটি গপাইছে, to cause to germinate by burying under earth previous to sowing.

গপা, স. ধা. (অং. গপ্, মৌনে থকা স্বভাৱ) প্ৰকাশ নকৰি আবুৰত ৰাখ; যেনে, কথাটো গপালে, to keep secret, not to disclose.

গপাগপি, স. শ. (অং. গপ, অহঙ্কাৰ) এটাই আনটোৰ ওপৰত অহঙ্কাৰ কৰি লগ এৰা এৰি কৰা কাৰ্য্য, mutual estrangement.

গপাল্, বি. (অং. গপ, ঐ) অহঙ্কাৰী, আপোনাকে ডাঙ্গৰ বুলি মনা; মনে মনে থকা কথা নোকোৱা, proud, reserved, not affable.

গপ্‌গপ্ কৰে, ক্ৰি. বি. ( পাচৰ শব্দ চোৱাঁ ) ভিতৰে-ভিতৰে পুৰি, to burn internally.

গপ্‌গপনি, স. শ. ( অং. গপ্‌গপা, ভিতৰে ভিতৰে জল্ ) তাপবোধ; যেনে, গাৰ গপ্‌গপনিত ৰক্ষা নাই, a burning sensation.

গপগপা, অ. ধা. ( অং. গাপ্, তাপ্ ) তাপ বোধ কৰ্; যেনে, গাটোৱে গপ্‌গপাইছে; ভিতৰে ভিতৰে জলি থাক্; যেনে, জুই কুৰাই গপ্‌গপাই আছে, to feel hot, to burn internally.

গপ্‌গপীয়া, বি. জলি বা পুৰি থকা, তাপযুক্ত; যেনে, জুইকুৰা গপ্‌গপীয়া হৈছে, গাটো গপ্‌গপীয়া, burning, hot.

গবা, স. শ. দুই বাহুৰে যিমান চপাই ধৰিব পাৰি সিমান বস্তু; যেনে, এগবা খৰি, as much as can be clasped by both arms.

গবা মাৰি ধৰ্, দুয়ো বাহুৰে আটি ধৰ্, to clasp tightly with both arms.

গব্য, বি. ( সং. গব্য, গৰুৰ—গো, গৰু ) গৰুৰ, গৰুৰ পৰা উৎপন্ন; যেনে, গব্য ঘৃত, relating to or obtained from a cow.

গভাইত, স. শ. ( সং. গৰ্ত্ত, ভিতৰ; এতেকে মন্ ) চোৰৰ গুপ্ত সহায়; এতেকে কোনো অপৰাধীক মনে মনে সহায়তা-কৰোঁতা; যেনে, গভাইতে দেখা-দেখিকৈ জগৰ নকৰে; কিন্তু মনে-মনে লোকক ফেঁটাই কৰায়, a confederate, an abettor.

গঁভিয়া, স. শ. ঘৰ-জোৱাই, a man who lives in the family into which he marries. ( উপহাসত )।

গঁভীৰ্, বি. ( সং. গভীৰ, দ—গম্, গতি কৰ্ ) দ, নিম্ন, deep.

গঁভীৰতা, গু. শ. দ-গুণ, নিম্নতা, depth.

গঁভুৰা, স. শ. মুনিহ বা মতা লৰা; যেনে, গণকৰ গভুৰা, গভুৰা-লৰা, a male child.

গম্, স. ধা. ( অং. গপ্, ভাবি চা ) মনে মনে ভাবি চা, চিন্ত; যেনে, কথাটো গমিছে, to think, to reflect, to resolve.

গম্, স. শ. ( সং. গম্য, বোধ হবৰ যোগ্য ) উমান, আঁটকাল, সঁহাৰি; যেনে, ৰাতি চোৰ অহাৰ গম পাইছিলোঁ; মনত হোৱা বোধ; যেনে, চোকা খুৰে কাটিলে গম নেপাই, a slight notice, conjecture formed from sound, &c.

গম্ ধৰ্, গম বা আঁটকাল পা ; যেনে, চোৰৰ গম ধৰিবলৈ সাৰে আছিল, to have an inkling or a slight notice of.

গমন, কৃদ. স. ( সং. গমন—গম্, গতি কৰ্ ) গতি ; সহবাস, the act of going ; cohabitation.

গমনাগমন, কৃদ. স. ( সং. গমনাগমন—গমন, যোৱা + আগমন, অহা ) যাতায়াত, অহা-যোৱা, the act of going and coming or frequenting.

গমহ্, অনুক. গধুৰ মানুহ বা জন্তুৰ খোজৰ নিচিনা শব্দ, an imitative sound used to express that of a heavy foot-step.

গমহ্-গমহ্ কৰে, ক্রি. বি. গধুৰ খোজৰ দৰে শব্দ কৰি ; যেনে, গমহ্-গমহ্ কৰে গল, with heavy footsteps.

গমাৰী, স. শ. ( সং. গম্ভাৰী, বং. গামাৰী, এবিধ গছ ) এবিধ সুকাঠী গছ, a timber tree (Gmelina arborea).

গমিৰি, স. শ. এবিধ ধান, a kind of paddy.

গম্ভীৰ, বি. ( সং. গম্ভীৰ—গম্, গতি কৰ্ ) গহীন ; গধুৰ, স্থিৰ, deep, profound, grave.

গম্ভীৰতা, গু. শ. ( সং. ) গহীনৰ স্বভাৱ ; স্থিৰতা, deepness, profundity, graveness.

গয়া, স. শ. ( সং. গয়া—গয়, এটা অসুৰৰ নাম ) বেহাৰ দেশত থকা এক তীৰ্থ, সেই তীৰ্থত বিষ্ণুৰ খোজৰ চিন আছে, তাত পিণ্ড দিলে পিতৃ সকলে উদ্ধাৰ পায়, আৰু পূৰ্ব্বে "গয়" নামেৰে এটা দুষ্ট অসুৰক বিষ্ণুৱে ভৰিৰে হেঁচা মাৰি বধ কৰিলে ; তাতে তাৰ মূৰত তেওঁৰ ভৰিৰ চিন বহাত সেই চিনক তেওঁ বৰ দি পবিত্ৰ তীৰ্থ কৰিলে বুলি পুৰাণত লিখা আছে, a city in Behar, a shrine there.

গয়ালী, স. শ. ( হিং. গয়ালী, গয়াবাসী ) গয়া-তীৰ্থৰ পুৰোহিত, a priest of the above shrine.

গৰ্, স. শ. অ. ধা. "গড়" চোৱা।

গৰক্, স. ধা. গচক্, ভৰিৰে মোহাৰ্, to tread, to trample.

গৰং, স. শ. ( সং. গৰ্গৰী ; গৰ্গৰ, পানী ডাঙ্গৰ চুঙ্গাত ভৰোঁতে হোৱা শব্দ ) পানী-খোৱা বাঁহৰ দীঘল চুঙ্গা, a piece of bamboo of several joints for carrying water.

গৰকা, স. শ. তাঁত বোৱাত মাকো সুমাবৰ নিমিত্তে দীঘৰ সূতাবিলাক বেলেগ কৰা যতন। তুডাল সৰু বাঁহ, তাঁতৰ তলত দি তলধৰা জৰীৰ দ্বাৰা বওবে সিহঁতৰ সংযোগ কৰা যায়, তাঁত-বওঁতাই ভৰিৰে এবাৰ ইডালত, এবাৰ সি ডালত হেঁচা দিয়ে ; সেই হেঁচাতে দীঘৰ সূতাবোৰ তলা ওপৰা হৈ বেলেগ হয়, তাতে সি মাকোৰে বানিৰ সূতা সুমায় দিয়ে, কেৰ্কেটুৱা-ধৰা ফান্দ, the treadles of a loom, a trap for catching squirrels.

গৰখীয়া, স. শ. ( সং. গো, গৰু + অং. ৰখীয়া, ৰাখোঁতা ) গৰু-ৰাখোঁতা, গৰু-চৰাওঁতা, a cowherd. (স্ত্রী) গৰখীয়ানী।

গৰজ্, স. শ. ( যাং. ) অতি আৱশ্যক ; যেনে, গৰজত পৰিছোঁ; necessity, importance.

গৰল্, স. শ. ( সং. গৰল—গৰ, বিহ + ল, যুক্ত ) বিহ, সাপৰ বিষ, poison.

গৰা, স. শ. ( অং. গৰ্, বৈ যা ) নৈৰ ওখ পাৰ, এতেকে শিয় চাপৰ ( তাত পানী পৰিলে তললৈ বৈ যায়, এই কাৰণ ), a river bank, a precipice.

গৰা, স. ধা. ( অং. গৰ্, বৈ যা ) সাৰি নি দমা, বাগৰাই নি গোটা ; যেনে, জাবৰ-বোৰ গৰাই থ, to gather together by sweeping.

গৰা-কাণ্, স. শ. ( অং. গৰা, নৈৰ ওখ পাৰ + কাণ, দাঁতি ) গৰাৰ দাঁতি, the side of a river bank or steep place.

গৰাকী, স. শ. অধিকাৰ, স্বামী ; যেনে, এই ঘৰৰ গৰাকী ; কোনো এজন লোক ; যেনে, মানুহ এগৰাকীয়ে বুধি দিলে, an owner, a master, a certain person.

**গৰাকীনী**, স. শ. অধিকাৰিণী, কোনো বস্তুৰ অধিকাৰী তিৰোতা, a female owner.

**গৰাকীয়নী**, স. শ. গৰাকীৰ ঘৈণী, the wife of a master, or owner.

**গৰাহ্**, স. শ. (সং. গ্ৰাস, এবাৰ মুখত সুমোৱা আহাৰ) এবাৰ মুখত ভৰা খাদ্য (ভাতত খাটে); যেনে, এগৰাহ ভাত, a mouthful of cooked rice.

**গৰাহ্ মাৰ্**, এগৰাহ মুখত দি; যেনে, ভাতৰ গৰাহ মাৰোঁতেই টোপনি আহিল, to take a mouthful.

**গৰাহে-গৰাহে**, ক্ৰি. বি. প্ৰতি গৰাহত; যেনে, গৰাহে গৰাহে এপোৰা চাউলৰ ভাত খাইছে; গৰাহ মাৰি-মাৰি; যেনে, ভাতবোৰ গৰাহে-গৰাহে খালে, at every mouthful, mouthful by mouthful.

**গৰাহে-পতি**, ক্ৰি. বি. প্ৰতি-গৰাহত, at every mouthful.

**গৰিব্**, স. শ. (যাং.) দুখীয়া মানুহ, a poor person. বি. দুখীয়া, poor.

**গৰিমা**, স. শ. (সং. গৰিমা—গুৰু, গধুৰ) অহঙ্কাৰ, pride, vanity.

**গৰিষ্ঠ**, বি. (সং. গৰিষ্ঠ—গুৰু, মান্য) বৰ মান্য; অতি শ্ৰেষ্ঠ, most respectable, excellent.

**গৰিষ্ঠতা**, গু. শ. (সং.) শ্ৰেষ্ঠতা, excellence.

**গৰিহণা**, } স. শ. (সং. গৰ্হণ, নিন্দা কৰণ)
**গৰিহা**, } নিন্দা; দোষ-দিয়া; শাও, censure, reproach, curse.

**গৰিহা কৰ্**, বেয়া বোল্, দোষ দি, to censure.

**গৰিহা খা**, শাও পা, to be cursed.

**গৰিহিত্**, বি. (সং. গৰ্হিত, নিন্দিত) নিন্দিত, নিন্দাৰ যোগ্য, বেয়া; যেনে, গৰ্হিত কাম, censured or censurable, bad. "গৰ্হিত" এনেও হয়।

**গৰীয়স্**, বি. (সং. গুৰু, শ্ৰেষ্ঠ) অতি শ্ৰেষ্ঠ, excellent, superior. (স্ত্ৰী) গৰীয়সী।

**গৰীয়া**, স. শ. যৱন, মছলমান, a Mussalman. (স্ত্ৰী) গৰীয়ানী।

এইটো শব্দৰ মূলৰ কথাত মতৰ মিল নাই। কোনোৱে কয় মহম্মদ গোৰীৰ লগৰীয়া হেতু, সেই নাম হৈছে; কোনোৰ মতে আসাম ৰজাই গৌড় (বঙ্গ) দেশৰ পৰা কিছুমান মছলমান জাতিৰ জোলা অনাইছিল, গৌড়ৰ পৰা অহা বাবে সিহঁতৰ নাম গৌড়ীয়া হৈ তাৰ পৰা ক্ৰমে গৰীয়া শব্দ ওলাইছে, এয়ে সম্ভৱ; কাৰণ ৰজাই বঙ্গ-দেশৰ পৰা মছলমান-জোলা অনোৱা সঁচা।

**গৰু**, স. শ. (সং. গো; হিং. গৌ; বং. গৰু, এবিধ জন্তু) এবিধ সকলোৱে চিনা বৰ লাগতিয়াল পোহনীয়া জন্তু; মূৰ্খ মানুহ (নিন্দাত), an animal of the bovine genus, a stupid person, a simpleton.

**গৰুড়্**, স. শ. (সং. গৰুড়—গৰুৎ, পাখি; পাখি আছে, এতেকে) বিষ্ণুৰ বাহন; তাৰ আকৃতি মানুহ আৰু চৰাইৰ নিচিনা, অৰ্থাৎ মানুহৰ দৰে হাত ভৰি আৰু চৰাইৰ দৰে ঠোঁট আৰু ডেউকা আছে; সি চৰাইবিলাকৰ ৰজা আৰু সাপ খায় বুলি প্ৰখ্যাত, a mythical bird, half man half bird, on which Vishnu rides. He is the king of birds and descended from Kasyapa and Vinata, one of the daughters of Daksha (Dowson).

**গৰুড়-ধ্বজ্**, স. শ. (সং. গৰুড়+ধ্বজ, চিন, গৰুড় বিষ্ণুৰ চিন) বিষ্ণু, নাৰায়ণ, Vishnu.

**গৰুণ্-পঁখী**, স. শ. (সং. গৰুড় পক্ষী, গৰুড় চৰাই) গৰুড়ৰ চহা নাম; এবিধ শুকান গছৰ মুঢ়াত হোৱা চৰাইৰ ডেউকাৰ আকৃতিৰ টান আৰু ডাঠ কাঠ-ফুলা; দুয়ো দাঁতিত চৰাইৰ ডেউকাৰ আকৃতি থকা এবিধ ধান, another name for the *garura*, (vide supra) a hard and thick fungus generally growing in old stumps of trees, a kind of paddy.

**গৰু-বিহু**, স. শ. (অং. গৰু, গো+বিহু, সংক্ৰান্তি; সেই দিনা গৰুবিলাকৰ গাধু-

ওৱা যায়, এতেকে ) চত-মাহৰ শেষ দিন, বহাগৰ বিহু, the Chait Sankranti. "বিহু" চোৱাঁ।

গঁৰুৱা, } স. শ. ( অং. গৰু, ঐ ; তাৰ গঁৰুৱা-মাছ, } মুখ অলপ গৰুৰ দৰে, এতেকে) এবিধ বাকলি নথকা ডাঙ্গৰ মাছ, a kind of fish.

গঁৰুৱাগলা, বি· গৰুৱা মাছৰ দৰে ওফন্দা গালযুক্ত, অৰ্থাৎ মন ভাঙ্গি কথা নোকোৱা, ( নিন্দাত ), surly, reserved. ( স্ত্ৰী ) গঁৰুৱাগালী।

গঁৰৈ, গঁৰৈচিৰিকা, "গঁড়ৈ," "গঁড়ৈচিৰিকা" চোৱাঁ।

গৰ্গ, স. শ. এজনা মুনিৰ নাম, তেওঁ ব্ৰহ্মাৰ পুতেক বুলি খ্যাত, the name of a Hindoo sage.

গৰ্‌গৰ্‌, অনুক. উচ্চ শব্দ ; হাতী আদিয়ে চিঞৰাৰ শব্দ, an imitative sound used to express that of the roaring of an elephant, &c.

গৰ্গৰণি, } স. শ. উচ্চ শব্দ, চিঞৰণি, গৰ্‌গৰণি, } গৰ্জন্‌, a roaring noise, a loud noise.

গৰ্গৰা, } অ. ধা. উচ্চ শব্দ কৰ্‌,চিঞৰ্‌ ; যেনে, গৰ্‌গৰা,} হাতীয়ে গৰ্গৰায়, পানীয়ে গৰ্গৰায়, to roar, to make a loud noise.

গৰ্জ্জ্‌, অ. ধা. ( সং. গৰ্জ্জ্‌, উচ্চ শব্দ কৰ্‌ ) উচ্চ শব্দ কৰ্‌, মেঘৰ নিচিনা শব্দ কৰ্‌ ; ডাবি দি, হুমিয়া, to roar, to thunder, to scold.

গৰ্জন্‌, কৃদ. স. উচ্চ শব্দ, মেঘৰ শব্দ, গৰ্গৰণি, খং কৰি কোৱা কথা, ডাবি, roaring, thunder, scolding.

গৰ্ত্ত, স. শ. ( সং. গৰ্ত্ত—গৃ, গিল ; গিলি, অৰ্থাৎ ঢাকি থয়, এতেকে ) গাঁত, খাল, an excavation, a pit.

গৰ্দ্দভ, স. শ. ( সং. গৰ্দ্দভ—গৰ্দ্দ্‌, শব্দ কৰ্‌ ) গাধ ; মূৰ্খ মানুহ ( গালিত ), an ass, a stupid man. (স্ত্ৰী) গৰ্দ্দভী।

গৰ্ব্ব, স. শ. ( সং. গৰ্ব্ব—গৰ্ব্ব, অহঙ্কাৰ কৰ্‌ ) অহঙ্কাৰ, গপ্‌, pride, arrogance.

গৰ্ব্বী, বি. ( সং. গৰ্ব্বিন্‌—গৰ্ব্ব+ইন্‌ ) অহঙ্কাৰী, গপাল, proud. (স্ত্ৰী) গৰ্ব্বিণী।

গৰ্ভ, } স. শ. ( সং. গৰ্ভ্ভ, গৰ্ভ—গৃ, গিল্‌ ; গৰ্ভ্ভ, } গিলাৰ নিচিনা, এতেকে ) পেটত থকা সন্তান ; গৰ্ভৰ স্থান, পেটৰ যি ভাগত সন্তান থাকে, সি ; কোনো বস্তুৰ ভিতৰৰ ভাগ ; পেট, a fœtus, the womb, the inside or inner part of anything, the belly.

গৰ্ভ-কোষ, স. শ. ( সং. গৰ্ভকোষ—গৰ্ভ, পেটৰ সন্তান+কোষ, ভঁৰাল ) সন্তানৰ ভঁৰাল, গৰ্ভৰ স্থান, পেটত সন্তান থকা ভাগ, the womb, the uterus.

গৰ্ভ-চ্যুত, বি. ( সং. গৰ্ভচ্যুত—গৰ্ভ, পেট +চ্যুত, খহা ) সময় নৌ হওঁতেই ওপজা, এতেকে নষ্ট হোৱা, ( সন্তানত খাটে ) ; যেনে, গৰ্ভচ্যুত সন্তান, miscarried.

গৰ্ভ-ধাৰণ্‌, স. শ. ( সং. গৰ্ভধাৰণ—গৰ্ভ, পেট+ধাৰণ, ধৰা ) পেটত লৰাক ধাৰণ কৰা কাৰ্য্য ; যেনে, মাকে গৰ্ভ-ধাৰণ কৰি সন্তান প্ৰসৱ কৰে, impregnation.

গৰ্ভ-ধাৰিণী, স. শ. ( সং. গৰ্ভধাৰিণী—গৰ্ভ, পেট+ধাৰণ, ধৰা) আই, মাতৃ, a mother.

গৰ্ভ-নাৰেঙ্গা, স. শ. ( সং. গৰ্ভ, গাৰ ভিতৰ ভাগ+নাৰেঙ্গা, এবিধ শকত গাঁৰ ) আগ মঙ্গহত হোৱা এবিধ গাঁৰৰ পৰা উৎপন্ন জৰ-কাহ আৰু বেদনা, an abscess in the liver accompanied with fever, cough and pain.

গৰ্ভপাত, স. শ. ( সং. গৰ্ভপাত—গৰ্ভ, পেটত থকা সন্তান+পাত, পৰা, নষ্ট হোৱা ) গৰ্ভস্ৰাৱ, উচিত সময় নৌ হওঁতেই গৰ্ভৰ পতন, পেটত থকা সন্তানৰ নাশ, miscarriage, abortion.

গৰ্ভস্ৰাৱ, স. শ. ( সং. গৰ্ভস্ৰাৱ—গৰ্ভ, ঐ+ স্ৰাৱ, খহা ) গৰ্ভপাত, গৰ্ভত থকা সন্তানৰ নাশ, miscarriage.

গৰ্ভৱতী, বি. ( সং. গৰ্ভৱতী—গৰ্ভ, পেটত থকা সন্তান+ৱতী, যুক্তা ) সগৰ্ভা, গৰ্ভহোৱা ; অসমীয়াত "গৰ্ভাৱতী"ও লিখা যায়, pregnant.

গৰ্ভাণ্ডজ্, বি. ( সং. গৰ্ভ, পেটত সন্তান থকা ঠাই + অণ্ড, কণী + জন্, জন্ম্ ) গৰ্ভতে কণী ফুটি পোৱালি জগি বাজ হোৱা, oviparous.

গৰ্ভাধান্, স. শ. ( সং. গৰ্ভাধান — গৰ্ভ, পেটৰ সন্তান + আধান, গ্ৰহণ ) প্ৰথম গৰ্ভ হোৱাৰ আগেয়ে কৰা এটা ক্ৰিয়া, a ceremony performed prior to the first conception.

গৰ্ভাশয়্, স. শ. ( সং, গৰ্ভ, ভিতৰ + আশয়, অভিপ্ৰায় ) মনত থকা ভাব, অভিপ্ৰায় ; আন্তৰিক ইচ্ছা, the secrets of the mind, internal thought, intention.

গৰ্ভিণী, বি. গৰ্ভযুক্তা, গৰ্ভ-হোৱা, গৰ্ভৱতী, গাভিনী, pregnant, going with young.

গৰ্হ্, স. ধা. ( সং. গৰ্হ, দোষ দি ) দোষ দি, দাই ধৰ্ ; বেয়া পা ; নিন্দা কৰ্, গৰিহণা কৰ্ ; যেনে, দুষ্টক সকলোৱে গৰ্হে, to censure, to despise.

গৰ্মুচি, "গড়্মুচি" চোৱা।

গৰ্হণীয়, বি. ( সং. গৰ্হণীয় — গৰ্হ, দোষ ধৰ্ ) নিন্দনীয়, দোষ দিবৰ যোগ্য, censurable, vile, contemptible.

গৰ্হিত, কৃদ. বি. ( সং. গৰ্হিত — গৰ্হ, নিন্দ, দোষ দি ) নিন্দিত, দোষ দিয়া, গৰিহা খোৱা, নীচ, মন্দ, censured, despised, vile.

গল্, অ. ধা. ( সং. গল্, দ্ৰৱ হ ) দ্ৰৱ হ, পমি যা, to melt.

গল্, স. শ. ( সং. গল — গল্, গিল্ ; তাৰে গিলা যায়, এতেকে ) কণ্ঠ, টেঁটু, the throat.

গলগণ্ড, স. শ. ( সং. গলগণ্ড — গল, ঐ + গণ্ড, গাঁৰ ) গঁৰল, ডিঙ্গি ডাঙ্গৰ হোৱা ৰোগ, the goitre.

গলগ্ৰহ্, স. শ, ( সং. গলগ্ৰহ — গল, ডিঙ্গি + গ্ৰহ্, ধৰ্ ; ডিঙ্গিত লগা ) কলগ্ৰহ, something troublesome and burdensome, an incumbrance.

গলয়া, স. শ. ( অং. গল্, ডিঙ্গি, অৰ্থাৎ নাৱৰ আগটিঙ্গৰ পাচ ভাগ ) ডাঙ্গৰ নাৱৰ আগটিঙ্গৰ ওচৰত বঠা-ধৰা মানুহ, one who manages the prow of a boat.

গলা, স. ধা. ( অং. গল্, পমি যা ) দ্ৰৱ কৰ্, to cause to be melted.

গলাগোপা, স. শ. ( অং. গল্, ডিঙ্গি + গোপা, গোপন ) ডিঙ্গিৰ ভিৰতে, অৰ্থাৎ সৰু-সৰুকৈ কথা কৈ কৰা আলচ ; গোপনে কৰা আলচ ; গোপনে কোৱা কথাবাৰ্ত্তা, secret consultation, secret conversation.

গলিত, কৃদ. বি. ( সং. গলিত -- গল্, টোপাটোপে পৰ্ ) গেলা, rotten. ( সং. বং. গল্, পমি যা ) ভালকৈ পকি বা সিজি সমুদায় ভাগ সমানে কোমল হোৱা, thoroughly ripened or boiled.

গলিয়া, স. ধা. ( অং. গাল, ক্ষুদ্ৰ বস্তুৰ সমূহ ) গাল মাৰ্, মুঠিয়ে-মুঠিয়ে মুখত ভৰ্ ; যেনে, চাউল গলিয়ায়, to put into the mouth handful by handful, as grain, &c.

গলিয়া গলি, স. শ. ( অং. গালি, তিৰস্কাৰ ) এটাই আনটোক গালি-পৰা কাৰ্য্য, the act of abusing each other.

গল্গলীয়া, বি. ( অং. গল্, ডিঙ্গি ) ডিঙ্গিৰ পৰা ওলোৱা, গহীন ( মাতত খাটে ), coming from the throat, guttural, not shrill.

গল্গলীয়া, বি. ( সং. গল্, টোপাটোপে পৰ্ ) বৰকৈ পকা, পকি ৰহ-দিয়া, over-ripe.

গল্-চেপ্, বি. ডিঙ্গি-চেপ, চিঞা ডিঙ্গিযুক্ত, narrow-necked.

গল্ঢাপৰি, } স. শ. (অং. গল্, ঐ + ঢাপলি,
গল্ঢাপলি, } খেৰৰ পৰলি, তাৰ নিচিনা, এতেকে ) গলবিচনী, the dewlap of cattle.

গল্ধন্, স. শ. ( অং. গল্, ডিঙ্গি ) ডিঙ্গিৰ পাচ ভাগ, the back of the neck.

গল্ধা, স. শ. ( অং. গল্, ডিঙ্গি + ধৰা, যি

ধৰে ) কুহিয়াৰ-শালৰ ভীম আৰু কাঁতৰিৰ ডিঙ্গিত খুৰাই দুইকো একে লগে ৰখা পথালি কাঠ, the cross beam on which the screw of a sugar-mill turns.

গল্‌পতা, স. শ. ( অং. গল্‌, ডিঙ্গি + পতা, চেপেটা বস্তু ) ভিৰোতাই ডিঙ্গিত পিন্ধা এবিধ অলঙ্কাৰ, a kind of necklace.

গল্‌-বিচনী, স. শ. ( অং. গল্‌, ঐ + বিচনী, গাত বতাহ-লগোৱা বস্তু বিশেষ, বিচনীৰ নিচিনা, এতেকে ) গৰুৰ ডিঙ্গিৰ তলত ওলমি থকা ছাল, the dewlap of cattle.

গল্‌বেৰা, স. শ. ( অং. গল্‌, ঐ + বেৰা, বেষ্টন কৰা ) এবিধ ডিঙ্গিৰ ৰোগ, a disease of the throat (diphtheria).

গল্‌মণিকা, বি. ( অং. গল্‌, ঐ + মণি, ডিঙ্গিৰ অলঙ্কাৰ ) ডিঙ্গিত মণিৰ নিচিনা ৰেখা থকা ( ভাঁটৌত থাটে ), having a ring round the neck ( as a parrot ).

গল্‌হেঁকাৰি, স. শ. ( সং. গলহুঙ্কাৰ, ডিঙ্গিৰ শব্দ ) ডিঙ্গিৰ পৰা কৰা শব্দ, the sound of hawking or clearing the throat.

গল্‌হেঙ্গেৰা, স. শ. (অং. গল্‌, ডিঙ্গি + হেঙ্গাৰ, জেওৰা ) এবিধ ডিঙ্গিৰ ৰোগ, a disease of the throat.

গৱাক্ষ, স. শ. ( সং. গৱাক্ষ—গো, দীপ্তি + অক্ষ্‌, বিস্তাৰ কৰ্‌ ) পোহৰ আৰু বতাহ সোমাবৰ নিমিত্তে বাৰত দিয়া বিন্ধা, ঘুৰণীয়া খিড়কী, a loop hole in a wall, a round window.

গহ্‌, স. শ. ( অং. গপ্‌, অহঙ্কাৰ ) অহঙ্কাৰ, আপোনাক ডাঙ্গৰ আনক তুচ্ছ যেন দেখা ভাব ; যেনে, "নিদিলে সত্ৰাজিতে গহ কৰি।"—শঙ্কৰ, pride.

গহৰা, বি. আপুনি গজা, গুটি নপচোৱাকৈ হোৱা ; যেনে, গহৰা গছ, of a spontaneous growth.

গহৰা গজ্‌, আপুনি গজ্‌, গুটি নপচোৱাকৈ হ ; যেনে, বগৰীজোপা গহৰা গজিছে, to grow spontaneously.

গহৰি, স. শ. ( অং. গহ, গপ ; গপ কৰা যেন বুজা যায়, এতেকে ) বিলম্ব, পলম, delay.

গহীন্‌, বি. ( সং. গহীয়, গভীৰ ) গম্ভীৰ, ধীৰ, গধুৰ, স্থিৰ, grave, steady.

গহীনালি, গু. শ. গহীন স্বভাৱ, গধুৰালি, graveness, steadiness.

গহ্বৰ্‌, স. শ. ( সং. গহ্বৰ, গুহা—গহ্‌, ঘন বা ডাঠ হ ) গুহা, পৰ্ব্বতৰ ঘোপা ; দ গাঁত, a cave in a hill or mountain, a cavern in the earth.

গা, স. শ. ( সং. গাত্ৰ, শৰীৰ ) দেহ, শৰীৰ, ডিঙ্গিৰ তলৰ ভাগ, the body or trunk excluding the head or limbs.

গা উঠ্‌, কোনো কাৰ্য্যলৈ উদ্যোগী বা বৰ ইচ্ছুক হ ; যেনে, বেহা কৰিবলৈ গা উঠিছে, to be eager to do something.

গা এৰা, প্ৰসৱ হ ; যেনে, অমুকীৰ গা এৰাইছে, to be delivered of a child.

গা এৰা দি, সম্পৰ্ক এৰ্‌ বা একো সম্পৰ্ক নথকা প্ৰকাশ কৰ্‌ ; যেনে, টান দেখিলে গা এৰা নিদিবা, to sever connection, or shew one's self unconnected with something.

গা কৰ্‌, পুষ্ট বা বলৱন্ত হ ; যেনে, লৰাটোৱে গা কৰিছে, to become plump or stout.

গা খৰা, সঘনে প্ৰস্ৰাৱ হ ; যেনে, অমুকৰ গা খৰাইছে, to urinate frequently.

গা ঘেলা, বন নকৰি ধুন মাৰি ফুৰ্‌, গা নচুৰাই ফুৰ্‌ ; যেনে, অমুকে কামৰ পৰা আজৰি পাই গা ঘেলাইছে, to saunter or loiter about.

গা চাই ফুৰ্‌, বিপদৰ পৰা ৰক্ষা পাবলৈ সাৱধান হৈ থাক্‌ ; যেনে, যাৰ শত্ৰু অধিক, সি গা চাই ফুৰিব লাগে, to remain careful, to be vigilant.

গা জুৰা, সুখ বা সন্তোষ দি ; যেনে, শুদা কথাই গা নুজুৰায়, to please, to

গা টেঙ্গা, মনত দুখ বা বেজাৰ পা, গা দুখা ; যেনে, ধন ভাঙ্গোতে গা টেঙ্গায়, to be pained in mind.

গা তঙ্গা, নৰিয়াৰ পৰা উঠি আকৌ পুষ্ট আৰু বলৱন্ত হ; যেনে, অমুক জ্বৰৰ পৰা উঠিছে, কিন্তু গা তঙ্গাব পৰা নাই, to recover strength after illness.

গাত ল, সৈ কৰ্; যেনে, পদকীয়াই দোষ গাত লৈছে; অঙ্গীকাৰ কৰ্, যেনে, হেৰণ-ভগন দিবলৈ গাত লৈছে, to admit or confess, to promise or agree to do something.

গা থা, থাউনি পা; যেনে, পানী বৰ দ, গা নেথায়, to be within one's own depth.

গা দাং, পৰলোকলৈ যা, মৰ্; যেনে, আতৈয়ে গা দাঙ্গিলে, (ভকতীয়া মাত); নৰিয়াৰ পৰা উঠ্ বা ভাল হ; যেনে, লৰাটোৱে জ্বৰৰ পৰা গা দাঙ্গিছে, to be cured.

গা দাঙ্গি ক, নিশ্চয়কৈ ক, সাহ কৰি ক; যেনে, এই কথা গা দাঙ্গি কব পাৰোঁ, to assert positively or without the fear of contradiction.

গা দি, ডাঙ্গৰ হৈ আৰ্জনৰ যোগ্য হ; যেনে, পুতেকে গা দিয়াৰ পৰা অমুকৰ দুখ গুচিছে; চহকী হ, দুখ গুচি সুখীয়া হয়; যেনে, মানুহ-ঘৰে গা দিছে, to grow up and be able to earn, to be well-to-do.

গা দুখা, "গা টেঙ্গা" চোৱাঁ।

গা ধৰ্, পুষ্ট হ; যেনে, বয়স হলে মানুহৰ গা ধৰে,to become fat.

গা মাৰি যা, গা কোঁচাই কাৰো গাত ন-লগাকৈ গতি কৰ্; যেনে, সমাজৰ মাজত গা মাৰি যাবা, to contract the body in passing so as not to come in contact with anyone.

গা-মূৰ ধো, ঋতুস্নান কৰ্, ৰজস্বলা হোৱাৰ পাচত গা ধুই শুচি হ; যেনে, অমুকীয়ে আজি গা-মূৰ ধুইছে, to perform ablutions after menses.

গা ৰ, হানি বা কষ্টৰ পৰা ৰক্ষা পা; যেনে, এইটো কাম নকৰিলে তোমাৰ গা নৰয়; তিৰোতাৰ অধিককৈ হোৱা ৰক্ত-স্ৰাৱ নিবাৰিত হ; যেনে, অমুকীৰ গা ৰৈছে, to be saved from loss or injury, to stop as catamenia.

গা ৰাখ্, হানি বা কষ্টৰ পৰা আপোনাক ৰক্ষা কৰ্; যেনে, এই বাৰ বেপাৰত গা ৰখাই টান হৈছে, to save one's self from loss or injury.

গা লগা, মনোযোগ বা পৰিশ্ৰম কৰ্; যেনে, গা লগাই কাম কৰিব লাগে, to act attentively.

গা লৰ্, গা এৰা, প্ৰসৱ হ; যেনে, অমুকীৰ গা লৰিছে, to be delivered of a child.

গা সাৰ্, কষ্ট বা বিপদৰ পৰা ৰক্ষা পা; যেনে, সি ভালে-ভালে গা সাৰিল, to be saved from distress or misfortune.

গা স্ৰুৱ বা গা স্ৰুৱি যা, তিৰোতাৰ ঋতু হওঁতে বা আন সময়তে অধিক পৰিমাণে ৰক্ত-স্ৰাৱ হ; যেনে, অমুকীৰ গা স্ৰুৱে বা গা স্ৰুৱি যায়, to be affected with menorrhagia.

গা হ, লগা হ, আন এজনে কোনো কাম ন-কৰিলে বা বেয়াকৈ কৰিলে তাৰ জগৰ নিজ গাত লবকৈ অঙ্গীকাৰ কৰ্, to stand security for, to guarantee.

গা, স. ধা. (সং. গৈ, গান কৰ্) গান কৰ্, জাত লগাই পুথি পঢ়্, to sing, to chant.

গাই, স. শ. (সং. গৌ, মাইকী গৰু) গৰু-জাতিৰ মাইকী, a cow.

গাই, ক্রি. বি. (অং. গা, শৰীৰ) আপুনি, স্বয়ং; যেনে, মই গাই যাম, in person.

গাইগোটা, বি. (অং. গা, শৰীৰ + গোটা, সমুদায়) আপুনি সকলো, লগ নথকা, অকল; যেনে, তেওঁ গাইগোটা, alone.

গাই-পতি, ক্রি. বি. (অং. গা, শৰীৰ + পতি, প্ৰতি) প্ৰতিজনে; যেনে, তোমালোকে গাই-পতি পাঁচ টকা দিয়াঁ; প্ৰতিজনক; যেনে, তোমালোকক গাই-পতি পাঁচ টকা দিয়া যাব, by each, to each.

গাই-মুৰা, বি. (অং. গাই, মাইকী গৰু,

এতেকে তিৰোতা + মুখ, বদন) তিৰোতাৰ নিচিনা মুখযুক্ত, ডাড়ি-গোঁফ নথকা, beardless.

গা-উঠা, বি. (অং. গা, শৰীৰ + উঠা, দাং খোৱা) মন-বঢ়া, অধিকাৰ বা আইনলৈ ভয়-নকৰা, frenzied, rash.

গাওনি, স. শ. (বং. গাউনি, গানৰ বেচ) গীত-গোৱাৰ বেচ, wages for singing.

গাওঁ, স. শ. (সং. গ্ৰাম; হিং. গাঁৱ, মানুহৰ বসতি) গ্ৰাম, চহৰ, নগৰত বাজে মানুহৰ আন বসতি, a village.

গাওঁতা, স. শ. (অং. গা, গান কৰ্) গীত-গোৱা মানুহ, জাত লগাই পুথি-পঢ়োঁতা, a singer.

গাওঁ-পৰীয়া, বি. গাৱঁলীয়া, গাৱঁত থকা, living in a village, rural.

গাওঁ-বুঢ়া, স. শ. (অং. গাওঁ + বুঢ়া, বৃদ্ধ) গাৱঁৰ প্ৰধান মানুহ, এজন গাৱঁৰ বিষয়া, a village elder, a village officer.

গাংশালিকা, স. শ. (বং. গাং, নৈ + শালিকা, এবিধ চৰাই) নৈৰ গৰাত গাঁত কৰি বাহ-লোৱা এবিধ চৰাই, a kind of bird.

গাঁজা, স. শ. (হিং. গাঞ্জা, বং. গাঁজা, ভাং-গছ) ভাং, Ganja, the Indian hemp.

গাঁঠলু, স. শ. (অং. গাঁঠি, গছৰ ডাল ওলোৱা টান ঠাই) গাঁঠিৰ দৰে টান চুটি আৰু বলৱন্ত, short, thick-set and stout.

গাঁঠি, স. শ. (সং. গ্ৰন্থি, বান্ধ, জোৰা) জৰীৰে দিয়া বান্ধ; কাপোৰৰ আগত বন্ধা টোপোলা, কথাৰ বান্ধ অৰ্থাৎ বেগতে নিষ্পত্তি কৰিব নোৱৰা কথা; অঙ্গৰ জোৰা; যেনে, আঁঠু কিলাকুটি আদি; বাঁহ আদিৰ পাবৰ জোৰা, গছৰ গাত ডাল ওলোৱাৰ নিমিত্তে হোৱা টান উঠঙ্গা, a tie or fastening, a knotty question, a joint in the stem of a plant or a limb of the body, a protuberance occasioned by the outgrowth of a branch.

গাঁঠি-কটা, স. শ. (অং, গাঁঠি, কাপোৰত বন্ধা টোপোলা + কটা, ছেদন কৰা) গাৰ কাপোৰৰ গাঁঠি মেলি চুৰ কৰোঁতা; এতেকে চোলাৰ মোনাৰ পৰা ধন-নিয়া চোৰ, a cut-purse, a pick-pocket.

গাঁঠিয়ন্, স. শ. বহুত গাঁঠিযুক্ত এবিধ সুগন্ধি শিপা, a fragrant root brought by the Mishmis.

গাঁড়, } স. শ. (সং. গণ্ড, খহু) ডাঙৰ খহু,
গাঁৰ, } a boil.

গাঁড়ু, } স. শ. (সং. গণ্ডু, উপাধান) শোঁওতে
গাঁৰু, } মূৰ থোৱা বস্তু, a pillow, a bolster.

গাঁড়ু-চক্, } স. শ. (অং. গাঁড়ু, ঐ + চক্ৰ,
গাঁৰু-চক্, } ঘূৰণীয়া বস্তু) গাঁড়ুৰ মূৰত লগোৱা গুণাৰ বন-কৰা কাপোৰ, the embroidered end of a bolster.

গাঁত্, স. শ. (সং. গৰ্ত্ত, খাল) মাটিৰ খোৰ, দ খাল, মাটি গুচাই দ-কৰা ঠাই, a hole in the earth, a pit.

গাঁতি, স. শ. (সং. গাত্ৰ, শৰীৰ) গাত মেৰাই লোৱা কাপোৰৰ বান্ধ; যেনে, গাঁতি মাৰি কাপোৰ লোৱাঁ; গাত মেৰাই বান্ধি লোৱা কাপোৰ, the knot made by tying the two ends of a cloth wrapped round the body, a cloth wrapped and fastened round the body.

গাঁতিয়াল্, } স. শ. নিৰ্জন ঠাইৰ
গাঁতিয়াল্-ডাঙৰীয়া, } ডাঙৰ গছত থকা এটা ভূত, the name of an evil spirit.

গাঁতি-শলা, স. শ. (অং. গাঁতি, গাত মেৰোৱা কাপোৰ + শলা, জোঙ্গা কাঠী) ইংৰাজী তিৰোতাবিলাকে পিন্ধা কাপোৰত মৰা বেজীৰ নিচিনা পিতলৰ শলা, a pin.

গাঁথ, স. ধা. (সং. গ্ৰন্থ, বান্ধি একে লগ কৰ্) ফুল আদিক শ্ৰেণী লগাই জৰীৰে একে লগে বান্ধ বা সি; যেনে, মলীয়াই মালা গাঁথে; কঁৰালেৰে ইটা আদি জোৰা; যেনে, পকা বাৰ্ গাঁথিছে, to arrange and string together, as flowers, &c., to cement together.

গাঁথন্, কৃদ· স· জৰীৰ দ্বাৰা মণি বা ফুল, আৰু কঁৰালৰ দ্বাৰা ইটা বা শিল একে লগ কৰা কাৰ্য্য, the act of strengthening or cementing together.

গাঁথনি, স· শ· মণি বা ফুলক শ্ৰেণী লগাই দিয়া বান্ধ বা সিয়নি; কঁৰালৰ দ্বাৰা লগোৱা জোৰা; যেনে, গাঁথনি খহিল বা এৰাল; বাক্যৰ ৰচনা, an arrangement of beads or flowers in a string, the adherence of brick, &c., by means of cement.

গাঁৰ্, "গাঁড়্" চোৱাঁ।

গাঁৰি, স· শ· (সং· গাত্ৰ, শৰীৰ) মূৰ-নথকা গা, a headless trunk.

গাঁৰি, স· শ· কাপোৰৰ মূৰত বা মাজত ডাঙ্গৰ সূতা বৈ কৰা ৰেখ, a line or row of thread coarser than that of the ground of a cloth.

গাৰিশলি, স· শ· খুৰলি, a block of stone or timber containing a hole in the centre used for cleaning grain with a foot-pestle or *dhenki*.

গাঁৰু, "গাঁড়ু" চোৱাঁ।

গাঁৰু-চক্, "গাঁড়ু চক" চোৱাঁ।

গাঁৱলীয়া, বি· (অং· গাওঁ, গ্ৰাম) গাৱঁত থকা, গঞা, গাৱঁৰ; যেনে, গাঁৱলীয়া মানুহ; গাৱঁৰ মানুহৰ নিচিনা, নগৰীয়াৰ দৰে পৰিষ্কৃত বা মাৰ্জ্জিত নোহোৱা; যেনে, গাঁৱলীয়া আচাৰ, rural, rustic. স· শ· গাৱঁৰ মানুহ, a villager.

গাখীৰ, স· শ· (অং· গাই, মাইকী গৰু + সং· ক্ষীৰ, দুগ্ধ) গো-ৰস; এতেকে জন্তুৰ স্তনৰ ৰস; দৈ, fresh milk, curdled milk.

গাখীৰতী, বি· খীৰতী; ঘাইকৈ অধিক গাখীৰ দিয়া; যেনে, গাখীৰতী গাই, milch, giving plenty of milk.

গা-গধুৰ, বি· (অং· গা, শৰীৰ + গধুৰ, অলঘু) গধুৰ গা-যুক্ত; এলেহুৱা, heavy-bodied, slothful.

গাগৰি, স· শ· আশ্ৰয়, সহায়, refuge, a protector.

গাগৰি দি বা গাগৰি মাৰ্, সহায় বা আশ্ৰয় পাই সাহ দেখা বা ডাবি দি; যেনে, ফুকনৰ লগত থাকিবলৈ পাই গাগৰি দিছে বা গাগৰি মাৰিছে, to shew courage, having a place of security or a protector.

গাগৰী, স· শ· (সং· গৰ্গৰী, জলপাত্ৰ) এবিধ ডাঙ্গৰ পানীৰ কলহ, a kind of water jar.

গাগল্, স· শ· (সং· গৰ্গৰ, এবিধ মাছ) আৰি মাছৰ নিচিনা, তাতকৈ সৰু এবিধ মাছ, a kind of fish.

গাগিনী, স· শ· মূৰৰ ফাললৈ চিঞা, গা ডাঙ্গৰ, আৰু দীঘল পেট আৰু ঠেঙ্গেৰে এবিধ পতঙ্গ, the mantis.

গাগিনী-পেটা, বি· গাগিনীৰ দৰে দীঘল পেট-থকা, having a long belly, long-bellied.

গাঙ্ঠি, স· শ· (সং· গ্ৰন্থি, গাঁঠি) গাৰ কোনো ঠাইত বেদনা হলে তাৰ ওচৰৰ গাঁঠিত বা জোৰাত হোৱা টেমুনা, a sympathetic glandular swelling.

গাজ্, স· শ· (অং· গজ্, অঙ্কুৰিত হ) গজালি, অঙ্কুৰ; মনৰ ভাব, গোপনে ৰাখিবৰ ইচ্ছা কৰা কথা, (সদায় বেয়া ভাৰত ব্যৱহৃত); যেনে, গাজ উকটিলে বা গাজৰ কথা কলে সকলোৱে বেয়া পায়, a sprout, a shoot, an unexpressed thought, what one wishes to keep secret.

গাজ্, স· শ· (ইং· গজ্, এবিধ পাতল কাপোৰ) এবিধ পাতল পাটৰ কাপোৰ, তাৰ দ্বাৰা ৰিহা কৰা যায়, a kind of fine silk.

গাজ্, অ· ধা· (সং· গৰ্জ্জ্, উচ্চ শব্দ কৰ্) মেঘৰ নিচিনা শব্দ কৰ্; যেনে, মেঘে গাজিছে, to thunder.

গাজনি, স· শ· (অং· গাজ্, ঐ) মেঘৰ শব্দ; উচ্চ শব্দ, thunder.

গাজৰ্, স· শ· (সং· গৰ্জ্জৰ; হিং· গাজৰ,

এবিধ খাদ্য মূল ) এবিধ মূলা, ৰঙ্গা মূলা, a carrot (Daucus carota).

গাজিগুজা, স. শ. ( সং. গৰ্জ্জি, দূৰৰ গাজনি + গুজা, অনুক. ) মানুহৰ অব্যক্ত শব্দ ; যেনে, বাহিৰত গাজিগুজা শুনিছিলোঁ, low and indistinct mutterings.

গাজী, বি. (অং. গাজ্, অঙ্কুৰ) গাজ-ওলোৱা ; যেনে, গাজী মাহ, having a sprout, sprouting. স. শ. গাজ ওলোৱা মাহ ; যেনে, মাহৰ গাজী, sprouted pulse.

গা-জোৰা, বি. ( অং. গা, শৰীৰ + জোৰ, আঁটু ) আঁটা, যথেষ্ট, sufficient.

গা-ডাঙ্গৰ্, বি. ডাঙ্গৰ গা-যুক্ত, fat.

গাড়ী, স. শ. ( সং. গন্ত্ৰী, শকট ; হিং. বং. গাড়ী, চকৰি লগোৱা বাহন ) সকলো বিধৰ চকৰি লগোৱা বাহন, a wheeled carriage of any kind.

গাণপত্য, স. শ. ( সং. গাণপত্য—গণপতি, গণেশ ) গণেশক উপাসনা-কৰা, worshipping Ganesha. স. শ. গণেশৰ উপাসক, a votary of Ganesha.

গাণ্ডিৱ, গাণ্ডীৱ, } স. শ. ( সং. গাণ্ডীৱ বা গাণ্ডিৱ —গণ্ড, গাল ) অৰ্জ্জুনৰ ধেনুৰ নাম, the bow of Arjuna.

গাদি, স. শ. দা বা কটাৰীৰ পিঠি অৰ্থাৎ ধাৰৰ ওপৰ-ফাল : হাতৰ তলুৱাৰ তল কাল, এতেকে চেপেটা বস্তুৰ দাঁতি ; যেনে, বঠাৰ গাদি ; গাদিৰে কৰা আঘাত, the back of a knife, &c., the lower edge of the hand, the edge of any flat thing, a blow with the hand.

গাদী, স. শ. ( হিং. গাদী, আসন ) মান্য মানুহৰ আসন ; যেনে, ৰাজ-গাদী ; হাতীৰ পিঠিত পৰা আসন, a seat of honor, a wadded pad placed on the back of an elephant.

গাধ, স. শ. ( সং. গৰ্দ্দভ, এবিধ জন্তু ) ঘোঁড়াৰ নিচিনা এবিধ জন্তু, খৰ, an ass. ( স্ত্ৰী ) গাধী ।

গা-ধন্, স. শ. ( অং. গা, শৰীৰ + ধন, টকা ) মানুহৰ গা-যুৰি লগোৱা ৰাজহ (কামৰূ.) ; ছোৱালীৰ নিমিত্তে তেওঁৰ বাপেক-মাক বা গৰাকীক দিয়া ধন্, a poll tax, money paid to the guardian of a girl sought in marriage.

গাধি, স. শ. এজনা চন্দ্ৰবংশী ৰজা, তেওঁ কুশিক ৰজাৰ পুতেক আৰু বিশ্বামিত্ৰ মুনিৰ বাপেক আছিল, the name of a king.

গাধৈ, স. শ. ( সং. গাধ, স্থান ) থেঁতেলাই বহল কৰা বাঁহ, তাৰ দ্বাৰা চাং বা বাৰ কৰা যায়, bamboos crushed for making into walls of houses.

গান্, স. শ. ( সং. গান—গৈ, গীত গা ) গীত, জাত লগাই গোৱা এবিধ পদ্য, a song.

গা-নৰিয়া, বি. ( অং. গা, শৰীৰ + নৰিয়া, ৰোগী ) গৰ্ভ্ৱতী, সগৰ্ভা, pregnant. স. শ. গৰ্ভ হোৱা অৱস্থা ; যেনে, অমুকীৰ গা-নৰিয়া হৈছে, state of being pregnant, pregnancy.

গান্ধৰ্ব্ব, বি. ( সং. গান্ধৰ্ব্ব—গন্ধৰ্ব্ব, স্বৰ্গৰ গায়ন ) গন্ধৰ্ব্ব সম্বন্ধীয়, relating to the Gandharvas.

গান্ধৰ্ব্ব-বিবাহ্, স. শ. মতা তিৰোতাৰ ভিতৰত প্ৰীতি হোৱাত পৰস্পৰে ভাৰ্য্যা স্বামী বুলি বৰণ কৰা বিয়া, a marriage which requires only mutual amorous agreement.

গান্ধৰ্ব্ব-বিদ্যা, স. শ. গান-কৰা বিদ্যা, the science of music.

গান্ধাৰ, স. শ. ( সং. গান্ধাৰ—গান্ধ, গন্ধৰ সমূহ + ঋ, গতি কৰ্ ) ছয় ৰাগৰ এক ৰাগ ; কান্দাহাৰ দেশ, one of the six primary modes of music.

গান্ধাৰী, স. শ. (সং. গান্ধাৰী—গান্ধাৰ, কান্দাহাৰ দেশ ) ধৃতৰাষ্ট্ৰৰ ভাৰ্য্যা, দুৰ্য্যোধনৰ মাক, তেওঁ গান্ধাৰ দেশৰ ৰজাৰ জীয়েক আছিল, Princess of Gandhara. The daughter of Subala, king of Gandhara, wife of Dhritarastra, and

mother of his hundred sons. (Dowson).

গান্ধী, স. শ. ( সং. গন্ধ, ঘ্রাণ ) এবিধ দুৰ্গন্ধি উৰি ফুৰা পোক, the flying bug.

গাপ্, স. শ. ( অং. তাপ্, তপত গুণ ) তিতা বস্তু হেঁচি থলে উঠা ভাপ্ ; নতুন বতাহ নথকাত হোৱা তাপ, heat generated from the fermentation of damp substances, heat produced by want of fresh air.

গাপ্ উঠ্, তিতা বস্তু বতাহ নোহোৱাকৈ হেঁচি থোৱাত ভাপ ওলা, to be produced as heat by fermentation.

গাপ্ দি, তিতা বস্তু বতাহ নোপোৱাকৈ হেঁচি থৈ ভাপ তোল্, to heat by means of fermentation.

গাপ লাগ্, তিতা বস্তু বতাহ নোপোৱাকৈ হেঁচা খাই থকাত তাপ উৎপন্ন হ ; যেনে, তিতা ধান ভঁৰালত জাপি থলে তাত গাপ লাগে, to be heated as damp substances by means of fermentation.

গা-পাতল্, বি. ( অং. গা, শৰীৰ + পাতল, লাহী ) লাহী গা-যুক্ত, ক্ষীণ, গা-সৰু, light-bodied, lean.

গাফিলী, স. শ. ( যাং. গফ্লৎ, হেলা ) আওহেলা, অমনোযোগ, carelessness, neglect of duty.

গাভৰু, বি. স্ত্ৰীং. পুং. ( হিং. গভ্ৰু, যুবা, ডেকা ) ডেকা, যুবা ; যেনে, গাভৰু লৰা ; ডেকেৰী, যুবতী ; যেনে, গাভৰু ছোৱালী, grown up, a grown up girl.

গাভৰু, গাভৰু-দেও, } স. শ. ( অং. গাভৰু, যুবতী + দেও, মান্যলোক ) ৰজা, বুঢ়াগোঁহাই, বৰগোঁহাই আৰু বৰপাত্ৰ গোঁহাই, ইত্যাদি মান্য আহমবিলাকৰ বংশৰ কোনো লোকৰ ভাৰ্য্যাৰ পদবি ; এতেকে ডাঙৰ লোকৰ ভাৰ্য্যা, the title of the wife of a descendant of a high family of the Ahams, hence a married lady.

গা-ভৰুণ, বি. ( অং. গা, শৰীৰ + ভৰুণ, পূৰ ) গৰ্ভাৱতী, সগৰ্ভা, pregnant.

গা-ভাৰী, বি. ( অং. গা, শৰীৰ + ভাৰী, ভাৰ যুক্ত ) গৰ্ভৱতী, pregnant.

গাভিণী, বি. ( সং. গৰ্ভিণী, সগৰ্ভা ) গৰ্ভৱতী পেটত পোৱালি থকা ( জন্তুত মাথোন খাটে ) ; যেনে, গাভিণী গাই, pregnant (applied to animals).

গাভী, বি. ( সং. গভীৰ, দ বা গহীন, চহকী মানুহ পাতল নহয়, এতেকে ) চহকী, ধনী, well-to-do, rich.

গাম্, স. শ. ( সং. গ্ৰাম, গাওঁ, গাৱেঁ-পতি একোটা, মূৰ থাকে, এতেকে ) কোনো কোনো পৰ্ব্বতীয়া জাতিৰ গাওঁৰ প্ৰধান মানুহ ; যেনে, মিৰিৰ গাম, the chief or head of a village amongst certain hill tribes.

গাম্, স. শ. ( সং. গম্, গতি কৰ্ ) ঘোঁৰাৰ দু-খুজীয়া খোজ, the trotting pace of a horse.

গাম-খাৰু, স. শ. আগেয়ে তাক মিৰিৰ গামে পিন্ধিছিল, এতেকে পুৰুষে পিন্ধা এবিধ খাৰু, a kind of bracelet worn by men.

গা-মাটি, স. শ. ( অং. গা, শৰীৰ + মাটি, ভূমি ) আহম ৰজাৰ দিনত পাইকবিলাকৰ খাটনিৰ বেচ-স্বৰূপে দিয়া বোৱাতী মাটি ; পাইকে তাক বেচা-কিনা কৰিব নোৱাৰিছিল, land allotted to serfs by the Aham Rajahs in return for services.

গা-মুৰি, স. শ. ( সং. গাত্ৰমোটন, গা মোহৰা ) এঙ্গামুৰি, the act of stretching the limbs.

গা-মুৰি, ক্রি. বি. গাই-পতি, প্ৰতি-জনক, by each, to each. "গাই-পতি" চোৱাঁ।

গামোচা, গামচা, } স. শ. ( সং. গাত্ৰ-মাৰ্জনী ; বং. গাম্ছা ) গা ধুই গাৰ পানী-টোকা সৰু কাপোৰ ; এতেকে তামোল বন্ধা বা মূৰত বন্ধা সৰু কাপোৰ, a towel, a napkin.

গায়ক্, গায়ন্, } স. শ. (সং. গায়ক বা গায়ন— গৈ, গীত গা ) গান-কৰোঁতা, a

গায়ত্ৰী, স. শ. ( সং. গায়ত্ৰী—গৈ, গান কৰ্ + ত্ৰৃ, উদ্ধাৰ কৰ্ ) ঋগ্বেদৰ এটা বৰ পবিত্ৰ মন্ত্ৰ, তাক পাঠ কৰিলে সকলো পাপৰ পৰা উদ্ধাৰ হোৱা যায়, আৰু ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য তিনি জাতিত বাজে আনে বা আনৰ আগত তাক পাঠ কৰিব নেপায়, a sacred verse from the Rigveda.

গাৰী, "গাড়ী" চোৱাঁ।

গাৰো, স. শ. এজাতি পৰ্ব্বতীয়া মানুহ, a hill tribe of Assam.

গাৰোখোৰা, স. শ. গাৰো-জাতিৰ এবিধ কাঁহৰ পাত্ৰ, a kind of metal vessel made by the Garos.

গাল্, স. শ. ( সং. গল্ল, মুখৰ দাঁতি ) চকুৰ তলৰ পৰা থোঁতোৰাৰ দাঁতিলৈকে সকলো ভাগ, the cheek. উপশ. সৰু গুটিৰ সমূহ বুজাবৰ নিমিত্তে সংজ্ঞা শব্দৰ পাচত ব্যৱহৃত শব্দ ; যেনে, ধান-গাল, a word used after a noun to denote a quantity of (applied to *dhan*, &c.).

গাল্ মাৰ্, এগাল মুখত ভৰ্ ; যেনে, বাপুৰে ভাত গাল মাৰিবলৈ নেপালে, to put into the mouth a handful of seeds, &c.

গালি, স. শ. ( সং. গালি—গল্, দ্ৰব হ ) কটু কথা, অবচনীয়া বচন, দুৰ্ব্বাক্য, abusive language. উপশ. ক্ষুদ্ৰ আৰু মৰম লগা বা ভাল বস্তুৰ সমূহ বুজাবলৈ ব্যৱহৃত শব্দ ; যেনে, প্ৰসাদগালি, a word used to denote a quantity of small and good things.

গালি-শপনি, স. শ. ( গালি + শপ্, শাও দি ) গালি আৰু শাও, abuse and cursing.

গাল্-ফলা, স. শ. বাঁহৰ মাছ-ধৰা যন্ত্ৰ বিশেষ, a kind of fish trap.

গাৱ, স. শ. গা, শৰীৰ, (পদ্যত) ; the body.

গাৱঁলীয়া, বি. "গাঁৱলীয়া" চোৱাঁ।

গাৱাল, বি. গা-ডাঙৰ, fat.

গা-সৰু, বি. সৰু গাৰে যুক্ত, লাহী, ক্ষীণ, slender-bodied, thin, lean.

গাহৰি, স. শ. ( অং. গা, শৰীৰ + সং. হৰি, বিষ্ণু, বিষ্ণু বৰাহ হৈছিল এতেকে ) শূকৰ, বৰা, a boar or sow.

গিজ্‌গিজ্, বি. প্ৰচুৰ,। ভৰপূৰ, অলপ ঠাইত গোটি খোৱা অধিক ; যেনে, তাত মানুহ গিজ্‌গিজ্ হৈছে, numerous.

গিজ্‌গিজনি, স. শ. অধিক আহাৰ বা অজীৰ্ণৰ পৰা হোৱা পেটৰ বেদনা, ঠিহ-ঠিহনি, a pain in the stomach from eating too much or indigestion.

গিজগিজা, অ. ধা. ঠিহঠিহা, অধিক আহাৰ বা অজীৰ্ণৰ পৰা খোঁচা-বিন্ধাৰ নিচিনা বেদনা বোধ কৰ্ ; যেনে, পেটটোৱে গিজ্‌গিজাইছে, to feel a pain in the stomach from eating too much or indigestion.

গিজ্‌গিজাই উঠ্, অনেকে একে লগে খং বা অসন্তোষ প্ৰকাশ কৰ্ ; যেনে, এই কথা শুনি সিহঁতে গিজ্‌গিজাই উঠিল, to express anger or displeasure in a body.

গিদ্, }
গিদা, } স. শ. ( সং. গুদ, মলৰ দ্বাৰ ) গুহ্য দ্বাৰ, বহিৰ্দ্বাৰ, পোকৰ ; গাৰ তল ভাগ ; এতেকে পাত্ৰৰ তলি, the anus, the posterior, the bottom of a vessel.

গিদ্-কুমলি, স. শ. ( গিদ্ + কোমল, মৃদু ) মল-দ্বাৰৰ মুখভাগ, the lower extremity of the alimentary canal.

গিৰি, স. শ. ( সং. গিৰি—গৄ, গিল্ ) পৰ্ব্বত, a hill, a mountain.

গিৰিং, অনুক. কোনো বস্তু পৰিলে হোৱা উচ্চ শব্দ ; হিলৈৰ শব্দ, an imitative sound used to express a loud report, as of anything falling heavily, or that of a gun.

গিৰিজা, স. শ. ( সং. গিৰিজা—গিৰি, পৰ্ব্বত + জা, জন্মা) হিমালয়ৰ জীয়েক ; পাৰ্ব্বতী, দুৰ্গা, a name of Durga.

গিৰিপ্, অনুক. অনেক মানুহে একে লগে ভৰি পেলোৱাৰ শব্দ, an imitative

sound used to express that emitted by many persons striking the ground with their feet together.

গিৰিশ্, স. শ. ( সং. গিৰিশ—গিৰি, পৰ্ব্বত (কৈলাস) + শী, শয়ন কৰ্; তেওঁ কৈলাসত শয়ন কৰে, কি থাকে, এতেকে ) মহাদেৱ, শিৱ, a name of Shiva.

গিৰিশৃঙ্গ, স. শ. ( সং. গিৰিশৃঙ্গ—গিৰি, পৰ্ব্বত + শৃঙ্গ, টিং ) পৰ্ব্বতৰ টিং, পৰ্ব্বতৰ নিচেই ওখ ভাগ, a mountain peak.

গিৰিস্, অনুক. কোনো বস্তু পৰিলে হোৱা শব্দ, গিৰিং, an imitative sound used to express that of something falling.

গিৰিসাই, } ক্রি. বি. বেগাই, শীঘ্রে,
গিৰিস্ কৰে, } immediately, quickly.

গিৰিহত্, স. শ. ( সং. গৃহস্থ, গৰাকী ) অধিকাৰ, গৰাকী; স্বামী, পতি, a master, an owner, a husband. ( স্ত্রী ) গিৰিহতনী।

গিৰী, স. শ. ( সং. গৃহী, গৃহস্থ ) গৃহস্থ মানুহ, গৰাকী; যেনে, গিৰী-নথকা গৰু; পতি, স্বামী, a householder, an owner, a husband.

গিৰীশ, স. শ. ( সং. গিৰীশ, পৰ্ব্বতৰ ( কৈলাসৰ ) অধিকাৰ—গিৰি, পৰ্ব্বত + ঈশ, গৰাকী ) শিৱ, মহাদেৱ, a name of Shiva.

গিৰ্গিৰ্, অনুক. মেঘৰ নিচিনা উচ্চ শব্দ, an imitative sound used to express that of thunder.

গিৰ্গিৰণি, কৃদ. স. মেঘৰ নিচিনা শব্দ, গাজনি, a rumbling sound of thunder.

গিৰ্গিৰা, অ. ধা. ( অং. গিৰ্গিৰ, অনুক. ) মেঘৰ দৰে শব্দ কৰ্, গাজ; যেনে, মেঘে গিৰ্গিৰায়, to make a loud noise as thunder, to thunder.

গিৰ্জনি, স. শ. ( সং. গৰ্জন, উচ্চ শব্দ ) অনেক মানুহে একে লগে হহাঁৰ শব্দ, অনেক মানুহৰ হাই, the sound of many people laughing together; the noise made by a crowd.

গিৰ্জনি মাৰ্, অনেকে একে লগে হাঁহ্ বা হাই কৰ্, to laugh out or make a noise in a body.

গিৰ্জা, স. শ. (পর্টু. এগ্রেজা; হিং. বং. গিৰ্জা, ভজনালয় ) খ্রীষ্টীয়ানবিলাকৰ ঈশ্বৰ আৰাধনাৰ ঘৰ; খ্রীষ্ট-ধৰ্ম্মৰ মতে ঈশ্বৰৰ উপাসনা, a Christian Church or Chapel.

গিল্, স. ধা. ( সং. গৃ, ভক্ষণ কৰ্ ) মুখে দি পেটলৈ ভৰ, ভক্ষণ কৰ্, to swallow.

গিলিত, কৃদ. বি. ( সং. গিলিত, গিলা—গৃ, ঐ ) ভক্ষিত, গিলা, swallowed.

গিলিপ্, স. শ. ( যাং. গিলাফ ) আচ্ছাদন, ঢাকনী, কাপোৰ বা ছালৰ মোট; যেনে, গাঁকৰ গিলিপ্, a case or cover of skin or cloth.

গিলিপ্ মাৰ্, গোটেই ঢাক্, to cover up.

গীত্, স. শ. ( সং. গীত—গৈ, গান কৰ্ ) গান, সুৰ লগাই গোৱা পদ্য, a song, a hymn.

গুঁই, স. শ. ( সং. গোধিকা, এবিধ জন্তু ) জেঠী জাতিৰ এবিধ জন্তু, an iguana.

গুঁফলি, স. শ. ( অং. গোঁফ, ওপৰ ওঁঠৰ নোম; তাৰ নিচিনা, এতেকে ) ঘোঁৰাৰ গলধনৰ নোম, a horse's mane.

গুফীয়া, বি. ( অং. গোঁফ, ওপৰ ওঁঠৰ নোম ) গোঁফ-থকা, গোঁফাল, mustachioed.

গুগ্গুল্, স. শ. ( সং. গুগ্গুল— গুজ, ৰোগ + গুড়্, সুগন্ধি কৰ্, ৰোগৰ দৰবত লাগে, এতেকে ) এবিধ সুগন্ধি আঠা, a kind of fragrant gum.

গুচ্, অ. ধা. ( বং. ঘুচান, দূৰ কৰণ ) দূৰ হ; যেনে, তই ইয়াৰ পৰা গুচ; নষ্ট হ, বেয়া হ; যেনে, লৰাটো গুচিল; লোপ পা, নথকা হ; যেনে, ইয়াৰ পৰা জহনী গুচিছে, তাৰ জৰ গুচিছে, to be off, to be spoiled, to disappear or cease.

গুচন্, কৃদ. স. দূৰ বা নষ্ট হোৱা কাৰ্য্য, the act of being off, or spoiled, or of disappearing.

গুচৰীয়া, বি. ( অং. গোচৰ, বিচাৰৰ প্রার্থনা ) গোচৰ-কৰা, বিচাৰৰ প্রার্থনা কৰা, bring-

ing a claim or charge before a Court. স. শ. গোচৰ কৰা মতা, a complainant, a plaintiff. (স্ত্ৰী) গুচৰীয়ানী।

গুচা, স. ধা. ( অং. গুচ, দূৰ হ, ইত্যাদি ) দূৰ কৰ্; যেনে, জাবৰ গুচাইছে; নষ্ট বা বেয়া কৰ্; যেনে, দুষ্ট মানুহে লৰা গুচায়; লোপ বা নথকা কৰ্; যেনে, বেজে নৰিয়া গুচায়, to remove, to, spoil, to cause to disappear or cease. কৃদ. স. গুচাওঁতা, (স্ত্ৰী) গুচাঁতী।

গুছি, স. শ. ( সং. গুচ্ছ, আটি ) কুৰি পাত পাণৰ আটি, a bundle of twenty *Pan* leaves.

গুজুৰ্, অনুক. সৰুকৈ বা মুখৰ ভিতৰতে কোৱা কথাৰ নিচিনা শব্দ, an imitative sound used to express that of a low tone of voice.

গুজুৰীয়া, বি. (অং. গুজুৰ্, অনুক.) সৰুকৈ মুখৰ ভিতৰতে কোৱা, spoken in a low tone of voice.

গুজুৰ্ কৰে, } ক্ৰি. বি. মুখৰ ভিতৰতে
গুজুৰ্কৈ, } সৰুকৈ, in a low tone of voice.

গুজ্‌ৰাটী, বি. গুজৰাট দেশৰ, গুজৰাটত উৎপন্ন বা থকা, relating to, or born or produced in Guzrat.

গুজ্‌ৰাণ্, স. শ. (যাং.) জীবিকা, livelihood.

ৰ্, অ. ধা. ( সং. গুঞ্জ্, গুণ গুণ কৰ্ ) গুণ গুণ শব্দ কৰ্, ভোমোৰাৰ দৰে মাত্, to buzz, to hum.

ণ্, কৃদ. স. গুণ গুণ কৰণ, the act of humming.

গুটি, উপশ. ( অং. গোট, এটা ) ক্ষুদ্ৰ বা মৰম-লগা বস্তু বুজাবলৈ সংখ্যা শব্দৰ পাচত ব্যৱহৃত শব্দ; যেনে, "ৰাম নাম এই দুগুটি অক্ষৰ"—শঙ্কৰ, a particle used to denote a small and lovely thing. ( প্ৰায়ে পদ্যত )।

গুটি, স. শ. ( সং. গুটিকা, সৰু ঘূৰণীয়া বস্তু ) সৰু ঘূৰণীয়া বস্তু; যেনে, ধেনু-গুটি; বীজ, গছৰ ফল; যেনে, গছে গুটি ধৰিছে; ফলৰ ভিতৰৰ গোটা টান ভাগ; যেনে, কঠাল গুটি; কোনো কাৰ্য্যৰ ফল; যেনে, তাৰ পৰিশ্ৰমে গুটি নধৰিলে, a small ball, a seed or fruit, a stone of a fruit, the fruit of one's labour.

গুটি, স. শ. ( সং. গুটিকা, ফোঁহা ) বসন্ত ৰোগ; যেনে, গুটি ওলাইছে, the small-pox.

গুটি-ধান্, স. শ. ( অং. গুটি, বীজ + ধান, ধান্য ) মৰা ধান, খেৰ-গুচোৱা ধান, thrashed paddy.

গুটি-ভঁৰাল্, স. শ. ( অং. গুটি, মৰাধান + ভঁৰাল, ভণ্ডাৰ ) মৰা ধানৰ ভঁৰাল, a granary.

গুটিমালী, স. শ. ( অং. গুটি, সৰু ঘূৰণীয়া বস্তু + মালা, জৰীৰে গঁথা ফুল ) এবিধ বগা সুগন্ধি ফুল, তাৰ কলিবিলাক ঘূৰণীয়া, আৰু জৰীৰে গাঁথিলে গুটিৰ মালাৰ নিচিনা হয়; তাৰ গছ, a kind of fragrant flower and its shrub.

গুটিয়া, স. ধা. ( অং. গুটি, ঘূৰণীয়া বস্তু ) বাটলু-গুটিৰে আঘাত কৰ্; যেনে, ধেনুৰে চৰাই গুটিয়াইছে, to strike with a clay ball shot from a bow.

গুটি-শস্য, স. শ. ( অং. গুটি, বীজ + শস্য, খেতিৰ উৎপন্ন ) খেতিৰ পৰা উৎপন্ন সৰু সৰু গুটি; যেনে, ধান, মাহ, সৰিয়হ, ইত্যাদি, grain.

গুটি-সাঁচ্, স. শ. ( অং. গুটি, বসন্ত-ৰোগ + সাঁচ, চিন ) বসন্তৰ ঘাৰ চিন, a small pox mark.

গুটীয়া, বি. ( অং. গুটি, ফলৰ বীজ ) বহুত গুটি থকা; যেনে, গুটীয়া কল; গুটিৰ নিচিনা, ( এই ভাবত এটা সংজ্ঞা-শব্দৰ পাচত থাকে ); যেনে, কপাহ-গুটীয়া, full of stones, as a fruit, like a seed.

গুটীয়া, বি. (অং. গোট, এটা) অকলশৰীয়া, এটীয়া, লগ নথকা; যেনে, গুটীয়া বামুণ, single, alone, solitary.

গুড়, স. শ. (সং. গুড়, এবিধ মিঠা বস্তু—গুড়, শব্দ কৰ্; কুঁহিয়াৰ শালে শব্দ কৰে, এতেকে) পাগি ঘন কৰা কুঁহিয়াৰৰ ৰস, raw or unrefined sugar.

গুড়া, গুড়ি, স. শ. (সং. গুণ্ডক, গুণ্ডিকা; বং. গুড়া, চূৰ্ণ) চূৰ্ণ, খুন্দি মিহি কৰা বস্তু, powder.

গুড়ি-কৰাই, স. শ. (অং. গুড়ি, চূৰ্ণ + কৰাই, সান্দহ) ভজা চাউল খুন্দি কৰা মিহি গুড়ি, a kind of flour of parched rice.

গুড়ি-চালনী, স. শ. (অং. গুড়ি, চূৰ্ণ + সং. চালনী, গুড়ি-বস্তু-চলা সঁজুলি) চূৰ্ণ কৰা বস্তুৰ মিহি ভাগৰ পৰা মোটা ভাগ পৃথক কৰা সঁজুলি, a fine sieve.

গুড়ি-পকৰা, স. শ. (অং. গুড়ি, চূৰ্ণ + পকৰা, পিপৰা) এবিধ গুড়িৰ নিচিনা সৰু পিপৰা, a kind of very small ant.

গুড়ুচী. স. শ. (সং. গুড়ুচী, এবিধ লতা—গুড়, ৰক্ষা কৰ্; দৰবত লাগে, এতেকে) সগুণী-লতা, আমৈলতা, a kind of creeper.

গুড়গুড়ী, স. শ. (বং. গুড়গুড়ী, এবিধ ধোঁৱা খোৱা) এবিধ ধোঁৱা খোৱা যতন, a kind of *hooka*.

গুণ্, স. শ. (সং. গুণ্, পৰামৰ্শ দি) স্বভাৱ বা ধৰ্ম্ম; যেনে, জুইৰ তপত গুণ; যশস্যা; যেনে, সজ লোকৰ সকলোৱে গুণ গায়; উপকাৰ্; যেনে, গুণ-কৰোঁতাৰ শলাগ লবা; বিদ্যা, জ্ঞান, শ্ৰেষ্ঠতা; যেনে, গাত গুণ থাকিলে আদৰ পোৱা যায়; মানুহৰ ভাল বা বেয়া কৰা মন্ত্ৰ; যেনে, অমুকক কোনোৱাই গুণ কৰি বলিয়া কৰিছে; সত্ব, ৰজঃ, তম; যেনে, ঈশ্বৰ তিনিও গুণৰ বাহিৰ; আৰোগ্য কৰা শক্তি; যেনে, আস্থৰিমতীয়া দৰবৰ একো গুণ নাই; দৰবৰ ভাল ফল; যেনে, অপথ্য খালে দৰবে গুণ নধৰে; লেজু বা জৰী; যেনে, গুণেৰে টানি নাও চলায়; দুই বা অধিক ডাল জৰী একে লগে পকাই বটা ফইৰ প্ৰতি ডাল; যেনে, এই ডাল পঘাত তিনি গুণ আছে; ভাগ, (এই অৰ্থত সদায় এটা সংখ্যা শব্দ আগত বা পাচত থাকে); যেনে, এগুণ গাখীৰত তিনি গুণ পানী, পানী আগতকৈ তিনি গুণ বাঢ়িছে; মনৰ শক্তি; যেনে, এবাৰ শুনিয়েই কথা মনত ৰখা গুণ বিৰল; ধেনুৰ জোঁৰ, quality, property, fame, benefit conferred, knowledge, accomplishment, virtue, charm, incantation, one of the three properties of matter, *viz.*, the Satwa (principle of truth), the Raja (that of passion), the Tama (that of darkness and ignorance), effect or efficacy, a rope, a strand of a rope or string, part, fold, mental power, a bow-string.

গুণ, স. ধা. চিন্তা কৰ্, বিবেচনা কৰ্; যেনে, কথাটো গুণিছে, to think, to ponder.

গুণকৰ্, বি. (সং. গুণকৰ, উপকাৰী—গুণ, উপকাৰ + কৰ, কৰা) উপকাৰ-কৰা; যেনে, গুণকৰ লোক; শুভফল-দিয়া; যেনে, গুণকৰ ঔষধ, beneficial, efficacious, effectual.

গুণগ্ৰাহক্, বি. (সং. গুণগ্ৰাহক—গুণ, জ্ঞান বিদ্যা + গ্ৰাহক, লোৱা) সজ গুণ বা জ্ঞান-বিদ্যাক সন্মান বা পুৰস্কাৰ-কৰা, approving or encouraging virtue, knowledge or good qualities in another. স. শ. সজ গুণ বা জ্ঞান-বিদ্যাক সন্মান বা পুৰস্কাৰ-কৰোঁতা, one who approves or encourages the above.

গুণগ্ৰাহিতা, গু. শ. (সং. গুণগ্ৰাহিতা—গুণ-গ্ৰাহিন্) সজ গুণ বা জ্ঞান-বিদ্যাক সন্মান বা পুৰস্কাৰ কৰা স্বভাৱ, the habit or quality of encouraging or approving virtue, knowledge or good qualities in another.

গুণগ্ৰাহী, বি. (সং. গুণগ্ৰাহিন্, গুণগ্ৰহণ কৰা) সজ গুণ বা জ্ঞান-বিদ্যাক সন্মান বা পুৰস্কাৰ-কৰা, approving or encouraging virtue, knowledge or good qualities

in others. স. শ. সজ গুণ বা জ্ঞান-বিদ্যাক সন্মান বা পুৰস্কাৰ-কৰোঁতা, one who approves or encourages virtue, knowledge or good qualities in others.

**গুণজ্ঞ**, বি. (সং. গুণ্, বিদ্যা, জ্ঞান + জ্ঞা, জান্) সজ গুণ বা জ্ঞান-বিদ্যাৰ মোল-জনা, appreciating knowledge, virtue, or good qualities in another.

সমা.—"গুণগ্ৰাহী" আৰু "গুণজ্ঞ" একে ভাবতে ব্যৱহাৰ কৰা হয়।

**গুণজ্ঞাতা**, স. শ. সজ গুণ বা জ্ঞান-বিদ্যাৰ মোল-বুজা লোক, one who appreciates virtue, &c.

**গুণজ্ঞান**, স. শ. সজ গুণ বা জ্ঞান-বিদ্যাৰ মূল্যৰ বোধ, appreciation of virtue, &c.

**গুণদায়ক**, বি. (সং. গুণদায়ক, গুণ-দিয়া—গুণ, শুভ ফল + দায়ক, দিয়া) গুণ বা শুভফল দিয়া; যেনে, গুণদায়ক ঔষধ, efficacious, effectual.

**গুণন্**, কৃদ. স. (অং. গুণ্, চিন্তা কৰ্) চিন্তন, চিন্তা কৰণ, the act of thinking or reflecting.

**গুণনি**, স. শ. চিন্তা, ভাবনা, concern, anxiety, solicitude.

**গুণমণি**, স. শ. (সং. গুণমণি—গুণ, জ্ঞান-বিদ্যা + মণি, ৰত্ন, গুণৰ ৰত্ন) পৰম গুণৱন্ত লোক, one possessed of knowledge and good qualities.

**গুণৱন্ত**, } **গুণৱান্**, } বি. (সং. গুণৱত্, গুণী—গুণ, জ্ঞান-বিদ্যা + ৱৎ, যুক্ত) জ্ঞান-বিদ্যাযুক্ত, virtuous, learned, accomplished. স. শ. জ্ঞান-বিদ্যাযুক্ত পুৰুষ, one who is virtuous, learned or accomplished. (স্ত্ৰী) গুণৱতী।

**গুণ-সিন্ধু**, স. শ. (সং. গুণসিন্ধু, গুণৰ সাগৰ—গুণ, জ্ঞান-বিদ্যা + সিন্ধু, সাগৰ) বিদ্যা আৰু জ্ঞানৰ সাগৰ, বিস্তৰ জ্ঞান-বিদ্যাযুক্ত লোক, a highly virtuous and accomplished person.

**গুণহীন**, বি. (সং. গুণহীন, গুণ, জ্ঞান-বিদ্যা + হীন, নথকা) জ্ঞান-বিদ্যা নথকা, devoid of learning and good qualities.

**গুণা**, স. শ. (সং. গুণ, জৰী; বং. গুণা, ধাতুৰ সূতা) ধাতুৰ মিহি বা মোটা জৰী; যেনে, বিজুলী-ডাকৰ গুণা, ধাতুৰ সূতা; যেনে, গুণাৰ ফুল; বাদ্য-যন্ত্ৰৰ তাৰ বা জৰী; যেনে, টোকাৰীৰ গুণা, a wire, a silver or gold thread, a string of a musical instrument.

**গুণা টান্**, গুণা প্ৰস্তুত কৰ্, to make a wire.

**গুণাকটা**, বি. (অং. গুণা, ধাতুৰ সূতা + কটা, ছেদন-কৰা) আঁচলত গুণাৰ ফুল থকা; যেনে, গুণাকটা খনীয়া কাপোৰ, gold or silver-bordered.

**গুণাকটীয়া**, স. শ. (অং. গুণা, ঐ + কটীয়া, কাটোঁতা) সোণৰ বা ৰূপৰ গুণা-কৰোঁতা, a maker of gold or silver thread.

**গুণাকৰ্**, স. শ. (সং. গুণাকৰ, গুণৰ উৎপত্তি স্থান—গুণ, জ্ঞান-বিদ্যা + আকৰ, উৎপত্তিৰ ঠাই) জ্ঞান-বিদ্যাৰ আধাৰ, বৰ গুণী লোক, a highly virtuous or accomplished person.

**গুণাগঁথা**, স. শ. (অং. গুণা, চিন্তা কৰা + গঁথা, শ্ৰেণী লগোৱা, চিন্তাৰ শ্ৰেণী কৰা), মনৰ ভাববিলাকৰ শ্ৰেণী কৰণ, চিন্তা কৰা কাৰ্য্য, the act of arranging the thoughts or revolving in the mind.

**গুণাগুণ্**, স. শ. (সং. গুণাগুণ, গুণ আৰু দোষ—গুণ, জ্ঞান-বিদ্যা + অগুণ, দোষ, মূৰ্খতা) জ্ঞান-বিদ্যা আৰু মূৰ্খতা, শ্ৰেষ্ঠতা আৰু দোষ, learning and ignorance, virtue and vice, goodness and badness.

**গুণানুবাদ্**, স. শ. (সং. গুণানুবাদ, প্ৰশংসা—গুণ, জ্ঞান-বিদ্যা + অনুবাদ, কথন) কোনো লোকৰ সজ গুণৰ কথন বা প্ৰশংসা কৰণ, recital of one's good qualities, praise.

**গুণাপৰা**, বি. (অং. গুণা, ধাতুৰ সূতা + পৰা,

বিস্তৃত কৰা) আঁচলত গুণাৰ ফুল দিয়া; যেনে, গুণাপৰা চেলেং, silver or gold-bordered.

গুণী, বি. (সং. গুণিন্, গুণযুক্ত—গুণ, জ্ঞান-বিদ্যা+ইন্, প্ৰত্যয়) গুণৱন্ত, জ্ঞান-বিদ্যা-যুক্ত, possessed of virtue, knowledge, or good qualities. স. শ. গুণৱন্ত লোক; যেনে, গুণীয়েহে গুণ বুজে, one possessed of virtue, knowledge or good qualities.

গুণে, আ. অব্য. কাৰণে, নিমিত্তে; যেনে, এই গুণে, by reason of, owing to.

গুণ্কাৰী, বি. (সং. গুণকাৰী, উপকাৰী—গুণকাৰিন্, গুণ-কৰা) উপকাৰী; যেনে, গুণ্কাৰীব গুণ লবা; শুভফল-দিয়া; যেনে, গুণ্কাৰী ঔষধ, beneficial; efficacious. (স্ত্ৰী) গুণ্কাৰিণী।

গুণ্গুণ্, অনুক. ভোমোৰাৰ নিচিনা শব্দ, an imitative sound used to express the humming of a bee.

গুণ্গুণনি, স. শ. ভুন্ভুন্ শব্দ, ভোমোৰাৰ শব্দ, the humming of a bee.

গুণ্গুণা, অ. ধা. ভুন্ভুনা, ভোমোৰাৰ দৰে শব্দ কৰ্; যেনে, ভোমোৰাই গুণ্গুণাইছে; মুখৰ ভিতৰতে সৰু স্বৰেৰে গীত গা; যেনে, গায়নৰ লৰাই গুণ্গুণায়, to hum, to buzz, to sing in a low tone of voice.

গুণ্ৰাজ্, স. শ. (অং. গুণ, আৰোগ্য কৰা শক্তি + ৰাজা, অধিকাৰ; গুণৰ ৰজা) এবিধ পতালী কোমোৰা, সি কোনো কোনো দৰৱত লাগে, the round root of a certain creeper used in medicine.

গুণ্হীন্, "গুণহীন্" চোৱাঁ।

গুদা, বি. (অং. গুড়া, গুড়ি) চূৰ্ণায়মান, খণ্ডখণ্ড; যেনে, কলহটো ভাগি গুদা হল, smashed, broken to pieces.

গুদা উঠ্, ভাগি ডোখৰ ডোখৰ হ, to be smashed.

গুদাম্, স. শ. (বং. গুদাম, ভঁৰাল) বস্তু গোটাই থোৱা ঘৰ, বস্তুৰ ভঁৰাল; যেনে, মৰাপাটৰ গুদাম্, a godown, a store-house for goods.

গুদাম্, স. শ. (ইং. বাটন, চোলাৰ গুনঠি) চোলা আদি গাত লগাই ৰখা গুটিৰ নিচিনা ঘুৰনীয়া বা চকলীয়া বস্তু বিশেষ, a button.

গুদ্গুদা, অ. ধা. অনুধাৱন-কৰা হ, মনত উদয় হ; যেনে, এই কথাটোৱে মনত গুদ্গুদাই আছে, to be conceived in the mind.

গুধীয়া, বি. (অং. গোধ, ঠেং-ভৰি ডাঙৰ হোৱা ৰোগ; গুপ্ত দোষ) গোধা, গোধ-যুক্ত; গুপ্ত দোষ থকা; যেনে, "যাৰ পো মেলত নাই সি গুধীয়া", affected with elephantiasis; stained with a secret sin or vice.

গুনঠি, স. শ. (সং. গ্ৰন্থি, গাঁঠি) খান্দিত সুমোৱা জৰীৰ বা লেজুৰ মূৰৰ গোটা গাঁঠি; যেনে, পঘাত গুনঠি দিছে; চোলা আদিৰ খান্দিত সুমোৱাবলৈ কৰা কাপোৰৰ গুটিৰ নিচিনা বস্তু; যেনে, চোলাৰ গুনঠি ছিগিল, a round knot or button at the end of a rope or string for passing through a loop, a round button or knob attached to a native tunic for fastening it.

গুপ্গুপ্, অনুক. কোনো বস্তু ঘনে ঘনে ওপৰৰ পৰা পতনৰ নিচিনা শব্দ; বৰকৈ জ্বলা জুইৰ নিচিনা ধ্বনি; লৰি যোৱা মানুহৰ ভৰিৰ শব্দৰ নিচিনা শব্দ, an imitative sound used to express that of something falling in quick succession, of a blazing fire or of someone running quickly.

গুপ্গুপনি, স. শ. ঘনে ঘনে পৰাৰ, বৰকৈ জ্বলা জুইৰ বা বৰকৈ লৰি যোৱাৰ শব্দ, the sound of things falling in quick succession of a flaming fire or of someone running quickly.

গুপ্গুপা, অ. ধা. কোনো বস্তু ঘনে ঘনে

পৰাৰ দৰে শব্দ কৰ্; যেনে, বৰষুণ-জাকে গুপ্‌গুপাই আছে; বৰকৈ জ্বলা জুইৰ দৰে ধ্বনি কৰ্; যেনে, জুইকুৰা গুপ্‌গুপাই উঠিছে, to make a noise as things falling in quick succession do, or like that of a blazing fire.

গুপ্‌গুপীয়া, বি· গুপ্‌গুপ্ শব্দ কৰা, ঘনে ঘনে পৰাৰ শব্দ কৰা, এতেকে প্ৰবল (বৰষুণত খাটে); যেনে, গুপ্‌গুপীয়া বৰষুণ, pattering, very heavy, (said of rain).

গুপ্‌গুপ্ কৰে, ক্রি· বি· গুপ্‌গুপ্ শব্দ কৰি, (জুইত খাটে); যেনে, জুইকুৰা গুপ্‌গুপ্ কৰে জ্বলিছে, making a short quick sound, like that of a flaming fire.

গুপ্ত, কৃদ· বি· (সং· গুপ্ত—গুপ্, লুকা) লুকোৱা, ঢাকি থোৱা, concealed, private.

গুপ্তবেশ, স· শ· (সং· গুপ্তবেশ—গুপ্ত+বেশ, আকাৰ) নিজ আকৃতি ঢাকি নকৈ ধৰা আকাৰ, ছদ্মবেশ, a disguise.

গুপ্তবেশী, বি· (সং· গুপ্তবেশিন্—গুপ্ত, লুকোৱা + বেশ, আকৃতি+ইন্, প্ৰত্যয়) ছদ্মবেশ-ধৰা, আপোনাৰ আকৃতি লুকোৱা, disguised.

গুপ্তবেশে, ক্রি· বি· আপোনাৰ আকৃতি লুকাই, ছদ্ম কৰি, disguisedly, in disguise.

গুবৰুৱা, বি· (অং· গোবৰ, গৰুৰ বিষ্ঠা) গোবৰত উৎপন্ন, গোবৰৰ নিচিনা, produced in cowdung, like cowdung. স· শ· গোবৰ আৰু বিষ্ঠাত মাটি তোলা এবিধ পোক, a kind of beetle found in dung and human ordure.

গুমাই, ক্রি· বি· (অং· গুম্ গুম্, লৰি যাওঁতে হোৱা শব্দ) ইফাল সিফাললৈ নোচোৱাকৈ বেগাই; যেনে, সি গুমাই গৈছে, in a quick pace.

গুমুনী, স· শ· গোম-সাপৰ মাইকী; সাপৰ বিষ গুচোৱা এবিধ লতা, a female *gom* snake, a creeper said to be a specific for snake-bite.

গুম্-গুম্, অনুক· লৰি যাওঁতে ভৰিৰ পৰা হোৱা শব্দৰ বা জ্বলা জুইৰ নিচিনা মাত, the noise made by the feet when running or the noise of fire.

গুম্‌গুমনি, স· শ· লৰি যোৱাৰ বা জ্বলা জুইৰ মাত, the sound of someone running, or of a flame of fire.

গুম্‌গুমা, অ· ধা· গুম গুম শব্দ কৰ্, লৰি যোৱাৰ বা জ্বলা জুইৰ নিচিনা শব্দ কৰ্, to make a sound as of the feet in running or of a flame of fire.

গুম্ গুম্ কৰে, ক্রি· বি· গুম্ গুম শব্দ কৰি, making the above sound.

গুৰ্, স· শ· "গুড়" চোৱাঁ।

গুৰা, স· শ· (সং· গুৰু, গধুৰ) গধুৰ হৈ পানীৰ তললৈ যাবৰ নিমিত্তে জালত বা বৰশীৰ জৰীত বান্ধি দিয়া সীহৰ বা মাটিৰ গুটি, a sinker attached to a fishing net or line.

গুৰি, (সং· গণ্ডি· গছৰ শিপাৰ ওপৰ ভাগ; বং· গুড়ি, গছৰ মূল) গছৰ মূলৰ বা শিপাৰ অলপ ওপৰৰ ভাগ; যেনে, গুৰি কটা গছ; আদি, আৰম্ভ, কোনো কথাৰ মূল; যেনে,-কথাটো গুৰিৰ পৰা কোৱাঁ; নিকট, ওচৰ; যেনে, ঘৰৰ গুৰিত; নাৱৰ পাচ-টিং; যেনে, গুৰি পোনালে নাও পোনে চলে; পশ্চিম দিশ; যেনে, গুৰিত গাজিলে বৰষুণ হয়, the trunk of a tree immediately above the root, the beginning or origin, the root, vicinity, the stern of a boat, the west.

মূললৈ চাই ইয়াক "গুড়ি" এনেকৈও লিখিব পাৰি; কিন্তু খুন্দি মিহি কৰা বস্তু বুজোৱা "গুড়ি" শব্দৰ পৰা বেলেগ কৰিবৰ নিমিত্তে উচ্চাৰণ অনুসৰি ইয়াক "গুৰি" লিখা হে ভাল।

গুৰি-কথা, স· শ· (অং· গুৰি, আদি+কথা, বিষয় বা বিবৰণ) কোনো বিষয়ৰ আদি বা মূল, the root or origin of anything.

গুৰি-গছ্, স. শ. (অং. গুৰি, মূল+গছ, বৃক্ষ) গছৰ গুৰি ডোখৰ; এতেকে মূল, আদি; যেনে, কথাৰ গুৰি-গছ বিচাৰিব লাগে; উৎপত্তিৰ স্থান বা বংশ; যেনে, বিদেশী মানুহৰ গুৰি-গছ জনা টান, the trunk of a tree immediately above the root, the root or origin.

গুৰি ধৰ্, নাৱৰ গুৰি পোনা, to steer a boat.

গুৰি-বঠা, স. শ. নাৱৰ গুৰি পোনোৱা ডাঙৰ বঠা, an oar used as a rudder.

গুৰিয়া, স. ধা. (হিং. গোড়, ভৰি) ভৰিৰে প্ৰহাৰ কৰ্; যেনে, তাক বুকত গুৰিয়ালে, to kick. অ. ধা. নেজানি বা অকস্মাৎ ভৰি লগা; যেনে, সি ডাঙৰীয়াৰ থৰম গুৰিয়ালে, to touch something with the foot without knowing.

গুৰিয়াল্, স. শ. নাৱৰ গুৰি পোনাওঁতা, a steersman.

গুৰু, স. শ. (সং. গৃ, কথা ক) শিক্ষক, শিকাওঁতা; ধৰ্ম্ম-শিক্ষক, ধৰ্ম্মোপদেশক; মান্য লোক; যেনে, পিতৃ, মাতৃ, ককাই ইত্যাদি, an instructor, a spiritual guide, a venerable person, such as a father, a mother, &c. বি. গধুৰ; যেনে, গুৰু ভাৰ, শ্ৰেষ্ঠ, মান্য, পূজ্য; যেনে, গুৰু লোক, heavy, important, venerable.

গুৰুঘাঁত্, স. শ. (সং. গুৰু, শিক্ষক+অং. ঘাঁত, বাদ্যৰ এক ছেদ) গান-বাদ্যৰ আৰম্ভতে শিক্ষকৰ সন্মানৰ নিমিত্তে মৰা ঘেঁতা, a preliminary strain of music, a musical prelude.

গুৰুতৰ্, বি. (সং. গুৰুতৰ—গুৰু, গধুৰ, শ্ৰেষ্ঠ) একতকৈ গধুৰ বা প্ৰধান, heavier, more important.

গুৰুত্ব, গু. শ. গধুৰ গুণ, শ্ৰেষ্ঠতা, heaviness, importance.

গুৰুপাকী, বি. (সং. গুৰুপাকিন্—গুৰু, গধুৰ+পাকিন্, জীৰ্ণ-যোৱা) শীঘ্ৰে জীৰ্ণ নোযোৱা, not easily digested.

গুৰুবধী, বি. (সং. গুৰুবধিন্—গুৰু, শিক্ষক, মান্যলোক+বধিন্, বধোঁতা) আপোনাৰ গুৰুক বধ-কৰা, killing one's own *Guru*. স. শ. গুৰুক মাৰোঁতা, one who kills his *Guru*.

গুৰুলা, গুৰুলা গুৰুল্, } বি. (অং. গুৰি, গুড়া) চূৰ্ণ, ভাগি খণ্ড খণ্ড হোৱা; যেনে, হাড় গুৰুলা বা গুৰুলাগুৰুল; পকি গলিয়ন হোৱা, broken to pieces, reduced to a pulp, as from over-ripeness.

গুৰুলাগুৰুলি, স. শ. ভালকৈ সিজি বা পকি কোমল হোৱা বস্তুৰ মাজত অলপ টান হৈ নিমিলি থকা ভাগবিলাক, those parts of anything boiled or ripe which remain hard and unmixed with the rest.

গুৰুবাক্য, স. শ. (সং. গুৰু, ধৰ্ম্মোপদেশক+বাক্য, বচন) গুৰুৱে শিকোৱা ঈশ্বৰ-উপাসনাৰ বাক্য বা মন্ত্ৰ, the form of prayer taught by a spiritual instructor.

গুৰ্ব্বিণী, বি. (সং. গুৰ্ব্বিণী—গৰ্ব্ব, অহঙ্কাৰ কৰ্; সন্তানৰ আশা হোৱা তিৰোতাৰ মনত গপ হয়) সগৰ্ভা, গৰ্ভৱতী; গাভিনী, pregnant, with young.

গুলঞ্চ, স. শ. (সং. গুলুঞ্চ, ফুলৰ থোপা, ফুলথোপাৰ নিচিনা দেখা যায়, এতেকে) এবিধ ফুল, তাৰ গছ, a kind of flower.

গুলপীয়া, বি. গোলাপ ফুলৰ নিচিনা বৰণ-যুক্ত, rosy, rose-coloured.

গুলাল্, স. শ. এবিধ ফুল, a kind of flower.

গুলী, স. শ. (সং. গুলী, সৰু, ঘূৰণীয়া বস্তু; হিং. গোলী, বং. গুলী, হিলৈ-গুটি) হিলৈত ভৰি মৰা সীহৰ বা লোৰ গুটি, a bullet.

গুলী মাৰ্, হিলৈৰে গুলী চলা; যেনে, পহুলৈ গুলী মাৰিছে, to shoot a ball, &c., with a gun.

গুলীয়া, স. ধা. গুলীৰ দ্বাৰা আঘাত কৰ্; যেনে, চৰাই গুলীয়াইছে, to shoot.

**গুলুম্,** স. শ. (অং. গুলুগুলা, তাপ বোধ কৰ্) নতুন বতাহৰ অভাৱত হোৱা তাপ বোধ বা গপ্‌গপনি, a burning sensation caused by want of fresh air.

**গুলুম বান্ধ, গুলুম মাৰ্ বা গুলুম মাৰি ধৰ্,** গপগপনি লগা, (ওলাব নোৱাৰি গোট খোৱা ধোঁৱাত খাটে); যেনে, ৰান্ধনি-ঘৰত ধোঁৱাই গুলুম বান্ধিছে বা মাৰিছে বা গুলুম মাৰি ধৰিছে, to produce a burning sensation like that caused by pent up smoke.

**গুলৈ,** স. শ. পচা বস্তু থকা, জেকা ঠাইৰ পৰা ওলোৱা আৰু আন্ধাৰত জিলিকা এবিধ বাষ্প; এই দেশৰ মানুহে ভাবে যে পুতি থোৱা ধনৰ গৰাকী ভূতৰ গাৰ পৰা সেই পোহৰ ওলায়, এতেকে তাক ধন-গুলৈ বোলে, *ignis fatuus*, will-o-the-wisp, Jack o'lantern.

**গুলৈয়া-নাও,** স. শ. বৰ ডাঙৰ হোলোং-নাও, a large dug-out.

**গুলগুলনি,** স. শ. (অং. গুলুগুলা, তাপ বোধ কৰ্) তাপ-বোধ, গা-পোৰণি, গপ্‌গপণি, a burning sensation.

**গুলুগুলা,** অ. ধা. তাপ-বোধ কৰ্, গপ্‌গপা; যেনে, গাই গুলুগুলাইছে, to have a burning sensation.

**গুলুগুলীয়া,** বি. (সং. গল্, দ্ৰৱ হ) বৰকৈ পকা, পকি ভিতৰে দ্ৰৱ হোৱা; যেনে, অমৃতাটো পকি গুলুগুলীয়া হৈছে, over-ripe.

**গুৱা,** স. শ. (সং. গুৱাক, তামোল) তামোল-গছৰ ফল, খাবৰ নিমিত্তে পাণ-চুণ-আদিৰে যুগুত কৰা তামোল, an areca-nut or betel-nut, betel-nut prepared for use.

**গুৱা-কটা,** স. শ. (অং. গুৱা, তামোল + কটা, কাটোঁতা) কোনো সত্ৰৰ মহন্তৰ নিমিত্তে তামোল-যুগুত-কৰোঁতা, মহন্তৰ তাম্বূলী, one who prepares betel-nuts for the use of a *gossain*.

**গুৱা-মৰি,** স. শ. (অং. গুৱা, তামোল + সং. মধুৰিকা; বং. মৌৰী, এবিধ গুটি) তামোলৰ লগত খোৱা এবিধ, অলপ সোৱাদ, সুগন্ধি গুটি; তাৰ গছ, a kind of plant, the anise, anise seed.

**গুৱাল্,** স. শ. (সং. গোপাল, গৰখীয়া) গাখীৰৰ ব্যৱসায়-কৰোঁতা, গাখীৰ-বেচোঁতা; মহ-ৰখীয়া, a milkman, a buff-keeper. (স্ত্ৰী) গুৱালনী, গুৱালিনী বা গুৱালী। সং. গোপাল, শব্দৰ পৰা গুৱাল শব্দ ওলাইছে; কিন্তু অসমীয়াত মহ-ৰখীয়া আৰু গাখীৰ-বেচোঁতাক মাথোন গুৱাল বোলা যায়, গৰু-ৰখীয়া গুৱাল নহয়।

**গুৱাল্-গালি,** স. শ. কাৰো নাম নধৰাকৈ অপকাৰীক পৰা গালি, (মহ-গুৱালবিলাকে খং উঠিলে মহক গালি পৰাৰ ছলেৰে তাৰ গৰাকীক গালি পাৰে, তাৰে পৰা এই শব্দ ওলাইছে); abusive language used against a person, who has given offence, without mentioning his name.

**গুহা,** স. শ. (সং. গুহ্, লুকা, ঢাক খাই থাকে এতেকে) পৰ্ব্বতৰ গহ্বৰ, a cave, a cavern.

**গুহ্য,** বি. (সং. গুহ্য, গোপনীয়—গুহ্, ঢাকি থ) গোপনীয়, গুপ্ত, লুকাই থোৱা, concealable, concealed, private.

**গুহ্য-দ্বাৰ্,** স. শ. (সং. গুহ্যদ্বাৰ, মলৰ দ্বাৰ—গুহ্য, গুপ্ত + দ্বাৰ, বাট) শৰীৰৰ মলৰ বাট, বহিৰ্দ্বাৰ, the anus.

**গূ,** স. শ. (সং. গূথ, বং. গূ, বিষ্ঠা) বিষ্ঠা, বহিৰ্দ্বাৰে দি শৰীৰৰ পৰা ওলোৱা মল, ordure, dung.

**গূঢ়,** (সং. গূঢ়, গুপ্ত—গুহ্, লুকা) গুপ্ত, লুকাই থোৱা, concealed, hidden.

**গূঢ়াৰ্থ,** স. শ. (সং. গূঢ়াৰ্থ, গুপ্ত অৰ্থ—গূঢ়, গুপ্ত + অৰ্থ, শব্দে যাক বুজায়) গুপ্ত অৰ্থ, সকলোৱে বুজিব নোৱৰা অৰ্থ, secret meaning.

**গূঢ়াৰ্থক,** বি. (সং. গূঢ়াৰ্থক, গুপ্ত অৰ্থ যুক্ত—গূঢ়, গুপ্ত + অৰ্থ, শব্দে যাক বুজায়) সকলোৱে বুজিব নোৱৰা, গুপ্ত অৰ্থযুক্ত; যেনে, গূঢ়াৰ্থক শব্দ, of a secret meaning.

গৃধ্র, স. শ. (সং. গৃধ্র, শগুন—গৃধ্, লোভ কৰ্, সি বৰ লুভীয়া, এতেকে) শগুন, এবিধ শ-খোৱা চৰাই, a vulture.

গৃহ, স. শ. (সং. গৃহ, ঘৰ—গৃহ্, গ্ৰহণ কৰ্) ঘৰ, মানুহ থকা ওপৰে আৰু চাৰিও ফালে আবৃত ঠাই, a house, a dwelling.

গৃহকাৰ্য্য, স. শ. (সং. গৃহকাৰ্য্য, ঘৰোৱাহী কাম—গৃহ, ঘৰ+কাৰ্য্য, কাম) গৃহস্থালি-কাম, ঘৰৰ কাম, household duties.

গৃহপতি, স. শ. (সং. গৃহপতি, ঘৰৰ গৰাকী—গৃহ, ঘৰ+পতি, গৰাকী) গৃহস্থ, গৃহস্বামী, ঘৰৰ গৰাকী, the master of a house and family.

গৃহবাস্, স. শ. (সং. গৃহৱাস, ঘৰত নিবাস—গৃহ, ঘৰ+ৱাস, নিবাস—ৱস্, থাক্) ঘৰ-বাস, domesticity, house-hold life.

গৃহস্ত-জন্, স. শ. (সং. গৃহস্থ, স্বামী+জন, লোক) স্বামী বা অধিকাৰ জনা, মহাপুৰুষীয়া ধৰ্ম্ম-প্ৰবৰ্ত্তক শঙ্কৰ, গুৰুজনা, (মহাপুৰুষীয়া মাত), Sankar, the founder of the Mahapurusia sect.

গৃহস্ত-বস্তু, স. শ. (সং. গৃহস্থ, স্বামী+বস্তু, দ্ৰব্য) স্বামী যেন বস্তু, অৰ্থাৎ ঘাই বস্তু, পৰম পদাৰ্থ, শঙ্কৰ, ওপৰৰ শব্দটো চোৱাঁ; Sankar.

গৃহস্থ, স. শ. (সং. গৃহস্থ, গৃহস্বামী—গৃহ, ঘৰ+স্থা, থাক্) ঘৰৰ গৰাকী, গৃহাশ্ৰমী লোক, the master of a house and family, a householder. (স্ত্ৰী) গৃহস্থনী।

গৃহস্থালি, গু. শ. ঘৰ আৰু পৰিয়াল লৈ থকা অৱস্থা, গৃহাশ্ৰম; যেনে, গৃহস্থালিত সুখ, দুখ, দুয়ো আছে, the family state in a dwelling, family life.

গৃহস্থী, স. শ. গৃহাশ্ৰম, গৃহস্থালি, গৃহাশ্ৰমত থকা লোক; যেনে, গৃহস্থীৰ চিন্তা অধিক, the state of living in a house and family, a householder. বি. ঘৰ আৰু পৰিয়াল লৈ থকা; যেনে, গৃহস্থী মানুহ, living in a house and family.

গৃহস্বামী, স. শ. (সং. গৃহস্বামিন্, গৃহপতি—গৃহ, ঘৰ+স্বামিন্, অধিকাৰ) ঘৰৰ গৰাকী, the master of a house and family.

গৃহাশ্ৰম্, স. শ. (সং. গৃহাশ্ৰম, গৃহস্থালি—গৃহ, ঘৰ+আশ্ৰম, থকা ঠাই) গৃহবাস, গৃহস্থালি, the family state in a dwelling, family life.

গৃহাশ্ৰমী, স. শ. (সং. গৃহাশ্ৰমিন্, গৃহাশ্ৰমত থকা লোক—গৃহ, ঘৰ+আশ্ৰমিন্, আশ্ৰমত থকা) গৃহস্থালিত থকা মানুহ, ঘৰ আৰু পৰিয়াল লৈ থকা লোক, a householder, not an ascetic. বি. ঘৰ আৰু পৰিয়াল লৈ থকা; যেনে, গৃহাশ্ৰমী মানুহে সংসাৰৰ সুখ-দুখ ভুঞ্জে, living in a house and family.

গৃহিণী, স. শ. (সং. গৃহিণী, ঘৰৰ ঘৈণী—গৃহিন্, গৃহস্থ) গৃহস্থৰ ভাৰ্য্যা, ঘৰৰ গৰাকীনী; ঘৈণী, the mistress of a house and family, a wife.

গৃহী, স. শ. (সং. গৃহিন্, গৃহস্থ—গৃহ, ঘৰ+ইন, যুক্ত) গৃহাশ্ৰমী, সন্ন্যাসী নোহোৱা পুৰুষ, a householder. বি. ঘৰ আৰু পৰিয়াল লৈ থকা, living in a house and family.

গৃহীত, কৃদ. বি. (সং. গৃহীত, লোৱা—গ্ৰহ্, ল) গ্ৰহণ-কৰা, লোৱা, taken. (স্ত্ৰী) গৃহীতা।

গৃহীতা, স. শ. (সং. গৃহীতৃ, লওঁতা—গ্ৰহ্, ল) গ্ৰহণ-কৰোঁতা, লওঁতা, a receiver.

গেঁজা, স. শ. (অং. "গোঁজা" চোৱাঁ) হেঁচা, ঠেলা; কোনো কথালৈ মন দিয়াবৰ নিমিত্তে অলপকৈ মৰা ঠেলা, a push, a lunge, a nudge, a jog.

গেঁজা মাৰ্, কোনো কথালৈ মন দিয়াবৰ নিমিত্তে কিলাকুটি বা আঙ্গুলিৰে ঠেলা দি, to jog or nudge.

গেঁঠেলা, বি. (অং. গাঁঠি, টান বস্তু) পকিবলৈ ধৰি নপকি টান হৈ থকা, (থছু বা গছৰ গুটিত খাটে); যেনে, কলাবোৰ বা থছটো গেঁঠেলা হৈছে, hardened instead of being ripe and soft.

গেঁঠেলা লাগ বা গেঁঠেলা মাৰ্, নপকি টান

হৈ থাক্, to be hardened instead of being ripe and soft.

গেঁথনি, স. শ. "কেঁকণি" চোৱাঁ।

গেঁথা, অ. ধা. "কেঁকা" চোৱাঁ।

গেথু, স. শ. এবিধ মাছ, a kind of fish.

গেঁৰ্, স. শ. (সং. গৰ্ভ, পেটত থকা সন্তান) ধান বা তৃণৰ গৰ্ভত থকা ফুলৰ থোক; পোনেই জগা চৰাইপোৱালিৰ ডাঙ্কৰ হৈ থকা পেট, the spadix of paddy or grass, the crop of an unfledged bird.

গেঁৰ্ ধৰ্, ধান বা তৃণৰ গৰ্ভত ফুলৰ থোক হ; যেনে, ধানে গেঁৰ ধৰিছে, to have a spadix as paddy, &c.

গেঁৰ্ সৰ্, পোনেই জগা চৰাই পোৱালিৰ পেট সৰু হ; যেনে, গেঁৰ নসৰা শালিকাৰ পোৱালি, to contract as the crop of a young bird.

গেঁৰা, স. শ. দুবছৰৰ পৰা পাঁচ বছৰলৈকে বয়সপোৱা মতা মহ-পোৱালি, a young buffalo.

গেঁঙেৰি, স. শ. (অং. গেঁ, কুকুৰৰ গোঁজৰণি) কুকুৰে ভয়-দেখাবৰ নিমিত্তে দাঁত উলিয়াই মৰা গোঁজৰণি; যেনে, ভতুৰা কুকুৰৰ গেঙেৰিয়েই সাৰ; এতেকে, ভয় দেখাবলৈ নীচ মানুহে দিয়া ডাবি; যেনে, এতিয়া হজুৰাইও গেঙেৰি দিয়ে, snarling.

গেঁঙেৰিয়া, অ. ধা. দাঁত উলিয়াই গুঁজৰি ভয় দেখা, (কুকুৰত খাটে), to snarl, to growl as an angry dog.

গেজি, স. শ. (অং. গোঁজ, হেঁচি সুমা) দা-কটাৰি আদি অস্ত্ৰৰ নালত সুমুওৱা জোঙ্গা নেজ, the pointed end of an instrument which is inserted in the handle.

গেজেপনি, ডাঠ হাবি, ঘাইকৈ ইকৰা-খাগৰি আদি হলি ওপৰাওপৰি হৈ পৰি ডাঠ হোৱা হাবি, a thicket, shrubs closely set.

গেজেৰা, স. শ. খাৰুৰ গাৰ অণ্ডাকৃতি উঠঙ্গা, a boss or stud on a bracelet.

গেজেৰা, স. শ. (সং. গৰ্জ্জ্, গোজৰ্) জোকোৰা, কোনো লোকৰ প্ৰতি অসন্তোষ বা খং প্ৰকাশ কৰিবলৈ কৰ্কশকৈ বেগাই কোৱা একেষাৰ বা দুই এষাৰ কথা; যেনে, গেজেৰা সহিব নোৱাৰি, one or two curt words uttered quickly and harshly in order to reprove. "ছকি" চোৱাঁ।

গেজেৰা মাৰ্, কেটেৰা মাৰ্, to reprove by uttering one or two curt words with harshness and anger.

গেজ্গেজনি, স. শ. (অং. গোজ, হেঁচি সুমা) গাত, গোঁজ সোমোৱাৰ নিচিনা পীড়া, a painful sensation as if a peg is being driven into the body.

গেজ্গেজা, অ. ধা. গাত গোঁজ সোমোৱাৰ নিচিনা পীড়া পা; যেনে, পিঠিখানে গেজ্গেজাইছে, to feel a pain as if a peg is being driven into the body.

গেদ্, স. শ. (বং. গাদ, মল) মেদ, জুলীয়া বস্তুৰ তলত পৰা মল, lies, dregs, sediment.

গেদেবি, স. শ. (অং. গেদ্, মেদ) জুলীয়া বস্তু তপতাওঁতে বা ঘোঁটোঁতে ওপৰলৈ উঠা মল, scum.

গেধেমা, বি. গদহা, ডাঠ, খহটা আৰু গধুৰ; যেনে, গেধেমা পীৰা, thick, rough and heavy.

গেনা, বি. (অং. গেন্গেন্, নাকে মতা কথাৰ শব্দ) নাকে দি কোৱা; যেনে, গেনা মাত; নাকে দি কথা কোৱা; যেনে, গেনা মানুহ, nasal, speaking through the nose. (স্ত্ৰী) গেনী।

গেন্গেন্, অনুক. নাকে দি কোৱা কথাৰ শব্দ, an imitative sound used to express that of words spoken through the nose.

গেন্গেনা, অ. ধা. নাকে দি কথা ক, to speak through the nose.

গেনুগেনীয়া, বি. নাকে দি কোৱা; পানী-লগাৰ বা বৰকৈ চিঞৰাৰ কাৰণে ভগা, (মাতত খাটে); যেনে, গেনুগেনীয়া মাত, nasal, hoarse.

গেন্ধালি, স. শ. (সং. গন্ধ, ঘ্ৰাণ) এবিধ বেয়া গোন্ধোৱা বন, a kind of herb.

গেন্ধেলা, বি. বেয়া, ঘিণলগা, bad, hateful. (স্ত্ৰী) গেন্ধেলী।

গেবাৰ্, স. শ. দাস, বন্দী, a slave, a menial, of a very low class. (অলপ চলিত)।

গেবাৰী, স. শ. (অং. গেবাৰ্, বন্দী) দাসৰ কাম, অতি হীন বিধৰ বন্, drudgery, menial service.

গেৰা, স. ধা. (অং. গৰা, মাৰি আনি দমা) বহুত একে ঠাইতে গোটা, দমা; যেনে, অমুকে মাছ মাৰি গেৰাইছে, to collect in a mass, to gather together.

গেৰুধাৰা, স. শ. (সং. গিৰিধাৰা, পৰ্ব্বতৰ পৰা বৈ অহা সোঁত) পৰ্ব্বতৰ পৰা বোৱা সোঁত, a stream flowing from a hill or mountain.

গেৰেউ-মাটি, স. শ. (সং. গৈৰেয়, পৰ্ব্বতীয়া ৰঙ্গা মাটি) এবিধ পৰ্ব্বতীয়া ৰঙ্গা মাটি, red ochre or red chalk.

গেৰেউ-গেঁথেউ, গেৰেও গেঁথেও } স. শ. লঘোনৰ পাচত বা অধিক খোৱাৰ কাৰণে হোৱা অসুখ, the uneasiness and sense of loathing produced by eating too much or after a long fast.

গেৰেকণি, স. শ. মলিন বস্তু বা জাবৰ-আদি পেলোৱা ঠাই, a place for refuse and filth.

গেৰেঙুৱা, গেৰেঙুৱা-তামোল্, } স. শ. (সং. গিৰি-গুৱাক, পৰ্ব্বতৰ তামোল—গিৰি, পৰ্ব্বত + গুৱাক, তামোল) এবিধ বন-তামোল, সি ঘাইকৈ পৰ্ব্বতত হয়, আৰু তাৰ গছেৰে নগাই যাঠীৰ কুৰা কৰে, a kind of wild nut and its tree.

গেৰেলা, বি. (অং. গেঁৰ, সৰু চৰাই-পোৱালিৰ ডাঙ্গৰ পেট) পেটাল, ডাঙ্গৰ-পেটা; ওফোন্দা, ডাঙ্গৰ, (পেটত খাটে); যেনে, গেৰেলা পেট (নিন্দাৰ্থত); pot-bellied.

গেৰেল, বি. (অং. গেৰেলাৰ স্ত্ৰীলিঙ্গ) পেটুলী, ডাঙ্গৰ পেটযুক্তা, (নিন্দাৰ্থত); big-bellied (in ridicule). (ক্লীৱ) গৰ্ভত থোক-থকা, থোক ওলাব লগীয়া হোৱা, (ধানত খাটে); যেনে, ধান-ডৰা গেৰেলী হৈছে, having a spike or ear in a sheath, as paddy.

গেৰেহা, বি. পানীত তিতা হেতু জুই নলগা, (খৰি বা কাঠ), wet, filled with water, sodden, said of wood.

গেৰোঁগেঁথো, স. শ. (অং. গেৰেউগেঁথেউ, অধিক খাই খাবৰ অনিচ্ছা) অনিচ্ছা, কোনো এক কাৰ্য্যলৈ ইচ্ছা-নথকা ভাব; যেনে, কৃপণে দান কৰাত গেৰোগোঁথো কৰে, reluctance, want of heart.

গেৰ্গেৰীয়া, বি. বৰ চেঁচা; যেনে, জাৰত হাত-খান গেৰ্গেৰীয়া হৈছে, cold, frigid.

গেল্, অ. ধা. (সং. গল্, দ্ৰব হ) স্বাভাৱিক কঠিনতা গুচি কোমল হ; যেনে, মাছ গেলিছে, to rot, to be putrid. "পচ্" চোৱাঁ।

গেলা, স. ধা. গলিত কৰ্, স্বাভাৱিক কঠিনতা গুচাই কোমল কৰ্; to cause to be putrid, to putrify. কৃদ. বি. গলিত, স্বাভাৱিক কঠিনতা গুচি কোমল হোৱা, rotten, putrid.

গেলেপা, বি. (অং. গেল্, বিকৃত হ) গাপ-লগা, তিতা অৱস্থাত হেঁচা খাই থকাৰ নিমিত্তে গেলাৰ নিচিনা বা বিকৃত হোৱা, changed by means of fermentation.

গেলেপা লাগ্, তিতা অৱস্থাত হেঁচা খাই থকাৰ কাৰণ গেলাৰ নিচিনা হ; যেনে, তিতা ধানবোৰ গেলেপা লাগিছে, to be changed by means of fermentation.

গেল্গেলীয়া, বি. (অং. গেল্, গলিত হ) বৰকৈ পকি ভিতৰে গেলাৰ নিচিনা হোৱা, (গাঁৰ); যেনে, গেল্গেলীয়া গাঁৰ; suppurated, almost putrid.

গো, স. শ. (সং. গো, গৰু—গম্, গতি কৰ্, নিতৌ চৰিবলৈ যায়, এতেকে) গৰু, an animal of the bovine kind.

গোঁগোঁ, অনুক. মুখত সোপা দি কথা-কোৱাৰ

বা চিঞৰাৰ, নাইবা ঘিলা বা লাটুম ঘূৰোৱাৰ নিচিনা শব্দ, an imitative sound used to express that of a half-stifled cry or speech.

গোঁগোঁৱনি, স. শ. মুখত সোপা দিয়া জন্তুৰ বা মানুহৰ কথাৰ বা চিঞৰাৰ শব্দ ; ঘিলা বা লাটুম-ঘূৰোৱাৰ মাত, the sound of a half-stifled cry, or speech.

গোঁগোঁৱা, অ. ধা. মুখত সোপা দিয়া মানুহৰ বা জন্তুৰ নাইবা ঘিলা বা লাটুম ঘূৰোৱাৰ দৰে শব্দ কৰ ; খঙেৰে গোঁজৰ্ ; যেনে, এই কথা শুনি সি গোঁগোঁৱাইছে, to utter a half-stifled cry, to make a whizzing or humming sound, to growl with anger.

গোঁগোঁৱাই উঠ্, খঙেৰে গোঁজৰিবলৈ ধৰ্ ; যেনে, এই কথা শুনি সি গোঁগোঁৱাই উঠিল, to growl with anger.

গোঁগোঁ কৰে, ক্রি. বি. খঙেৰে বেগাই, (গুচি যোৱাত খাটে) ; যেনে, গোঁগোঁ কৰে গল, speaking angrily and quickly.

গোঁজ, স. শ. (বং. গোঁজ, খুঁটি) দীঘলীয়া খুঁটি, মাটিত পোতা দীঘলীয়া মাৰি ; যেনে, জেওৰাৰ গোঁজ, stake or peg. স. ধা. খুঁচি সুমা ; যেনে, খোপাত ফুল গোঁজে ; ঠেলি পোত ; যেনে, জেওৰা গুঁজিছে, to thrust or drive in.

গোঁজ মাৰ্, গোঁজ পোত্, to thrust as a stake or peg into the ground.

গোঁজৰ, অ. ধা. (সং. গৰ্জ্, উচ্চ শব্দ কৰ্) সিংহ বা বাঘৰ দৰে উচ্চ শব্দ কৰ্ ; ডাবি দি, হুমিয়া ; যেনে, ডাঙ্গৰীয়াই গুঁজৰিছে, to growl or roar, to grumble or murmur with anger.

গোঁজৰণি, স. শ. সিংহ বা বাঘৰ শব্দ, a roar, a growl.

গোঁজা, স. শ. (অং. গোঁজ্, হাতেৰে ঠেলি সুমা) হাতেৰে অলপকৈ মৰা ঠেলা, ঠেলা, a push with the hand, a lunge.

গোঁজা খা, দোঁ খা ; যেনে, বাঁহৰ আগে গোঁজা খায়, মূৰ চাপৰা ; যেনে, গোঁজা খাই বহিছে, to bend down, as the head or top.

গোঁজা মাৰ, হাতেৰে ঠেলি সুমা ; যেনে, কটাৰীখান বাৰত গোঁজা মাৰি থ, অলপকৈ পোত্ ; যেনে, মৰীচৰ পুলিটো গোঁজা মাৰি ৰুলে ; কোনো অস্ত্রেৰে ঠেলা দি ; যেনে, টাঙ্গনৰ মূৰেৰে গোঁজা মাৰিলে, to push or thrust lightly, to partly bury in the ground, as in setting out a plant, give a lunge.

গোঁঠ্, স. ধা. (সং. গ্রন্থ, গাঁথ্) জুডাল বা অধিক জৰী একে লগে পকাই বা একে ডালকে অনেক বাৰ মেৰাই বান্ধ ; যেনে, বাৰ গুঁঠিছে, to string, to braid, to plait.

সমা.—গোঁঠ্, গাঁথ্, গোঁঠ বুলিলে কেৱল জৰীৰে একে লগ কৰা অৰ্থ হয়, গাঁথ, জৰীৰে বা আন প্রকাৰে লগ লগাই শ্রেণীবদ্ধ কৰাত খাটে ; যেনে, বেঁত-সুতেৰে বাৰ গোঁঠে ; বটিয়াৰে ফুলৰ চাকি, কঁৰালেৰে পকিৰ ইটা গঁথা যায়।

গোঁঠনি, স. শ. জৰীৰে পকাই দিয়া বান্ধ, গাথনি, braiding, plaiting or stringing.

গোঁফ্, স. শ. (সং. গুম্ফ, ওপৰ ওঁঠত গজা নোম) ওপৰ ওঁঠত গজা নোম, a moustache.

গোঁফাল্, বি. গোঁফযুক্ত, গুঁফীয়া, having a moustache.

গোঁৰা, বি. (সং. গৌৰ, বগা) বগা, বগাবৰণেৰে মিহলি ৰঙ্গা, white, pale red. স. শ. বিলাতী সিপাহি, a European soldier.

গোঁৰা, স. ধা. পানীৰ তলত থৈ কোমল বা ঘুণে নধৰা কৰ, to steep, to season by placing under water.

গোকাট্, বি. (সং. গোকৃত, গোবৰ) গোবৰৰ দৰে মলিন, এতেকে বেয়া, কুচ্ছিত, filthy, bad.

গোকাটনি, স. শ. গেৰেকনি, গোবৰ-জাবৰেৰে মলিন ঠাই, a filthy place.

**গোকুল**, স. শ. ( সং. গোকুল—গো, গৰু + কুল, সমূহ ) গৰু-ৰখা ঠাই, এতেকে, যমুনা নৈৰ ওচৰৰ এক গাওঁ, যত লৰা-কালত কৃষ্ণ আছিল, আৰু গৰু চৰাইছিল, a place where cows are kept, a village on the Jamuna where Krishna resided during his youth and tended cows.

**গো-খাদক্**, স. শ. ( সং. গোখাদক—গো, গৰু + খাদক, খাওঁতা ) গৰুৰ মঙ্গহ খাওঁতা, a beef-eater.

**গোগোল্**, স. শ. ( বং. হোগলা, এবিধ বন ) এবিধ মুথাৰ নিচিনা দীঘল কঠ সজা বন, a kind of grass of which mats are made.

**গোঙ্গা**, বি. ( অং. গোঁগোঁ, মুখত সোপা দিয়া মানুহৰ নিচিনা শব্দ ) ভালকৈ মাত ফুটাই কথা কব নোৱৰা, বেঙ্গা, unable to articulate distinctly.

**গোঙ্গোৰা**, বি. ( অং. ঐ ) খঙ্গাল আৰু মন ভাঙ্গি কথা নোকোৱা, মানুহেৰে সৈতে হৰিলগৰিল নকৰা; যেনে, গোঙ্গোৰা মানুহৰ আশয় গোৱা টান, cross and reserved, not affable.

**গোচৰ্**, স. শ. ( সং. গোচৰ—গো, ইন্দ্ৰিয় + চৰ্, গতি কৰ্; ইন্দ্ৰিয়লৈ গতি কৰা ) ইন্দ্ৰিয়ৰ বোধ-গম্য বস্তু বা বিষয়; যেনে, কৰ্ণৰ গোচৰ, অৰ্থাৎ কাণলৈ যোৱা কথা, perceptible, perceived by.

**গোচৰ্**, স. শ. ( সং. গোচৰ, ঐ ) দোষৰ দণ্ড বিহিবৰ বা পাব লগীয়া কোনো বস্তু পাবৰ নিমিত্তে লোকৰ অহিতে বিচাৰকক কৰা নিবেদন; প্ৰাৰ্থনা, a case, a suit, a petition.

**গোচৰা-গুচৰি**, স. শ. এজনে আন জনৰ ওপৰত গোচৰ কৰা কাৰ্য্য, the act of sueing or prosecuting each other.

**গো-চৰ্ম্ম**, স. শ. ( সং. গোচৰ্ম্ম—গো, গৰু + চৰ্ম্ম, ছাল ) গৰু-ছাল, a cowhide.

**গো-চাৰক্**, স. শ. ( সং. গোচাৰক—গো, গৰু + চাৰক, চৰাওঁতা ) গৰু-চৰাওঁতা, গৰখীয়া, a cowherd.

**গোছ**, স. শ. ( সং. গুচ্ছ, থোপা; বং. গোছা, আটি ) খেতিৰ আৰম্ভ কৰোঁতে প্ৰথমতে ৰোৱা কঠীয়া-পুলিৰ কোছা বা মুঠি; তদ্ৰূপ, এতেকে জন্তুৰ পাচ ঠেঙ্গৰ আঁঠুৰ ওপৰে ওখ হৈ থকা সিৰ; মানুহৰ সৰু গাঁঠিৰ পাচ ফালৰ সিৰ, the first tuft of seedlings transplanted at the beginning of paddy cultivation, the large tendon on the back of the hind leg above the knee joint, in man the back part of the ankle joint.

**গোছ কাট্**, ঠেঙ্গৰ সিৰ কাট্, to hamstring.

**গোছ ল**, খেতিৰ আৰম্ভ কৰ্, প্ৰথমে এগোছা ৰো, to commence the transplanting of paddy.

**গোছা**, স. শ. পথাৰত ৰোৱা ধানৰ পুলিৰ মুঠি; যেনে, কেই গোছা ৰুলি, a bunch of paddy seedlings transplanted.

**গোজন্মা**, বি. ( সং. গোজন্মন্—গো, গৰু + জন্, ওপজ ) গৰুৰ দৰে জন্মা, ঞভত-গোৰে ওপজা, born with the feet foremost.

**গোজ্গোজা**, অ. ধা. (অং. গোঁজৰ্, খং কৰ্) গোঁজৰ, মুখৰ ভিতৰতে খং প্ৰকাশ কৰ বা অসন্তুষ্টতা দেখা, ( প্ৰায়ে "উঠ্" ধাতুৰ সাধ্যা-ক্ৰিয়াৰ পাচত ই-ভাগান্ত সিদ্ধা ক্ৰিয়া হয় ); যেনে, মোৰ কথা শুনি তেওঁ গোজ্গোজাই উঠিল, to grumble.

**গোট্**, স. শ. ( সং. গুটিকা, সৰু ঘুৰণীয়া বস্তু ) গুটি; যেনে, গোট নধৰা গছ; কোনো কাৰ্য্যৰ ফল; যেনে, তাৰ পৰিশ্ৰমে কি গোট ধৰে কব নোৱাৰোঁ; এক বুলি লোৱা পৰিমাণ; যেনে, গোট-পাইক, a fruit, a result, the fruit of one's labour, unit.

**গোট কৰ্**, একে লগ কৰ্, গোটা; মুঠ কৰ্, to gather together, to total up.

**গোট খা**, লগ লাগ্, একত্ৰ হ, to assemble, to be united.

**গোট্ খুৱা**, একত্ৰ কৰ্, লগ লগা, to unite, to gather together.

গোট ধৰ্, ফল ধৰ্, গুটি ধৰ্, to bear fruit, to produce a result.

গোট্ মাৰ্, টান মাৰ্, জুলীয়া গুচি কঠিন হ, to congeal, to be hardened.

গোট্, বি. সমুদায়, নভগা-নিছিগা, কোনো অংশ পৃথক নকৰা; যেনে, গোট পহু এটা, whole, entire, undivided.

গোট্, উপশ. টো, নভগা-নিছিগা বা সমুদায় এটা বস্তু বুজাবলৈ সংখ্যা বা সংজ্ঞা-শব্দৰ পাচত ব্যৱহৃত শব্দ; যেনে, ঘৰগোট, দোগোট, a particle put after a noun to denote a whole or undivided thing.

গোটা, বি. (অং. গোট, গুটি) গোল, ঘুৰণীয়া; যেনে, গোটা বস্তু বাগৰি যায়; চেপেটা নোহোৱা; যেনে, বাঁহবোৰ গোটা, গোটা কাঠ ফালিলে পাট হয়; ফোঁপ নথকা, ভিতৰ শুদা নোহোৱা; যেনে, গোটা বস্তুৰ ভিতৰলৈ একো নোসোমায়, round, not flat, solid.

গোটা, স. ধা. (অং. গোট্, সমুদায়) একে লগ কৰ্, একত্ৰ কৰ্, সংগ্ৰহ কৰ্, মুঠ কৰ্, to collect, to gather together, to total.

গোটা-চাৰেক্, গোটাচেৰেক্, বি. (অং. গোট্, সমুদায় + চাৰি + এক) কিছুমান, একতকৈ অধিক কিন্তু কিমান নিশ্চয় নথকা, some, a few.

গোটা-দিয়েক্, বি. (অং. গোটা, সমুদায় + দুই + এক) দুটামান্, গোটাচাৰেক, কিছুমান, some, a few.

গোটাসজীয়া, বি. (অং. গোটা, দীঘল আৰু গোল + সাজ, গঢ়) গোটা আকৃতিৰ, দীঘলীয়া আৰু গোল আকৃতিযুক্ত, cylindrical.

গোটেই, ক্ৰি. বি. (অং. গোট, সমুদায়) সমুদায়ে, শেষ নথকাকৈ; যেনে, ধান গোটেই ঢুকাল; নভগা-নিছিগাকৈ; যেনে, ঘঁৰিয়ালে মাছ গোটেই গিলে, entirely, wholly, without breaking or dividing. বি. সমুদায়, সকলো; যেনে, গোটেই গাত খহু; গোটেই থান ঠাই, গোটেইটো ঘৰ, whole, entire.

গোটেগোটে, ক্ৰি. বি. নভগা-নিছিগাকৈ (এটাতকৈ অধিকত খাটে); যেনে, সাপে বেংবোৰ গোটে-গোটে গিলে, without breaking or dividing, said of more than one thing.

গোট্ কৰাই, স. শ. (গোট্, নভগা + কৰাই, ভজা চাউল) গুড়ি নকৰা ভজা চাউল, parched rice not reduced to powder.

গোট্-কাঠ, স. শ. কাঠৰ নিচিনা জ্ঞানহীন মানুহ, গোটেই মূৰ্খ মানুহ, a stupid person. বি. গোটেই মূৰ্খ বা অজ্ঞান; যেনে, গোট-কাঠ মানুহে একো নুবুজে, stupid, silly.

গোট্-গিক, স. শ. একো নজনা মূৰ্খ মানুহ, a fool, a stupid person.

গোট্-গোট্, বি. এটা-এটা, বেলেগ বেলেগ, সিচৰতি; যেনে, চাউলবোৰ গোট্ গোট্ হল, (সংখ্যা থকা বস্তুত খাটে এতেকে) স্পষ্ট; যেনে, অমুকৰ হাতৰ আখৰবোৰ গোট্ গোট্, scattered, dispersed, plain, distinct.

গোট্-পাইক্, স. শ. (অং. গোট, সমুদায় এটা + পাইক, ৰায়ত) মৰাণৰ ভগনৰ পূৰ্ব্বে চাৰি জন, পাচত তিনি জন সামান্য বনকৰা ৰায়তৰ মুঠ, formerly the aggregate of four, latterly of three *paiks* in Assam.

গোতোং, বি. (সং. গৰ্ত্তং, গাঁত) দ আৰু মুখ-চেপ, (পাত্ৰ বা গাঁতত খাটে); deep, and narrow-mouthed, said of a vessel or hole.

গোত্-জ্ঞাতি, স. শ. (সং. গোত্ৰ, বংশ + জ্ঞাতি, কুটুম) বংশ-পৰিয়াল, একে গোত্ৰৰ আৰু একে বংশৰ মানুহৰ সমূহ, বন্ধুবান্ধৱ, persons of kith and kin, friends and relatives.

গোত্ৰ, স. শ. (সং. গো, পৃথিবী + ত্ৰৈ, ৰক্ষা কৰ্) বংশ, পৰিয়াল। পূৰ্ব্বে যি আদি পুৰুষৰ পৰা মানুহ উৎপন্ন হৈছিল, তেওঁৰ

নামেই সেই মানুহৰ বংশৰ নাম হৈছিল। এই কাৰণ একে জনা আদি পুৰুষৰ পৰা বঢ়া মানুহবিলাকৰ একে গোত্ৰ, অৰ্থাৎ একে বংশ; এতেকে "কাশ্যপ গোত্ৰ" বুলিলে কাশ্যপৰ বংশ বুজা যায়। a race, or family. Hindoo families were named after their founders, therefore the Hindoos descending from the same progenitor are of the same *gotra* (or family). In law the term is nearly equivalent to the *Gentile* of the Roman law, and is applied to kindred of the same general family, who are connected by offerings of food and water, and stands opposed to the *Bandhu* or cognate kin, who do not partake in the offerings to the common ancestors.

গোথোৰা, স. ধা. (সং. গুচ্ছ, থোপা) বেজাৰ বা খঙ্গেৰে থোপা বা সঙ্কোচ কৰ্, (মুখত খাটে); যেনে, এই কথা শুনি সি মুখ গোথোৰালে, to look displeased.

গোথোৰা-মুৰা, বি. (অং. গোথোৰা, বিমৰ্ষ + মুখ, শৰীৰৰ প্ৰধান অঙ্গ) খংমুৰা, বেজাৰ-মুৰা, sad-looking, displeased-looking.

গোদ্‌গোদ্, অনুক. মুখৰ ভিতৰতে কোৱা কথাৰ অস্পষ্ট শব্দ,, an imitative sound used to express that of something spoken under the breath.

গোদ্‌গোদনি, স. শ. অসন্তোষ বা খঙ্গেৰে মুখৰ ভিতৰতে কোৱা কথাৰ অস্পষ্ট শব্দ, a grumbling or murmuring.

গোদ্‌গোদা, অ. ধা. মুখৰ ভিতৰতে কথা কৈ অসন্তোষ প্ৰকাশ কৰ, অসন্তোষেৰে বা খঙ্গেৰে মুখৰ ভিতৰতে কথা ক, to murmur, to grumble. স. ধা. মুখৰ ভিতৰতে বা মুফুটাকৈ ক; যেনে, অমুকে কিবা গোদ্‌গোদাইছে, to mutter, to mumble.

গোধ্, স. শ. (সং. গুধ্, বেৰি ধৰ, বং. গোদ্, এবিধ ভৰিৰ ৰোগ) ভৰি উখহা ৰোগ; গুপ্ত দোষ বা পাপ, elephantiasis, a secret sin or vice.

গোধা, বি. গোধ-ৰোগে-ধৰা, affected with the elephantiasis.

গোধিকা, স. শ. (সং. গোধিকা—গোধা, গুঁই) গুঁই, an iguana.

গোধূম্, স. শ. (সং. গোধূম—গুধ্, বেৰি ধৰ) ঘেঁহু-ধান, আটা গুড়ি কৰা শস্য, wheat.

গোনা, স. শ. (সং. গোনাথ, ডাঙ্গৰ ষাঁড়) অকলশৰে থকা ডাঙ্গৰ মতা মহ, a solitary male buffalo.

গোনা, স. ধা. খোজ্, যাজ্ঞা কৰ, (চহা), to ask for, to beg.

গোন্ধা, অ. ধা. (সং. গন্ধ, ঘ্ৰাণ) গন্ধ বিস্তাৰ কৰ্, গন্ধ দি; যেনে, ফুল গোন্ধাইছে, to smell, to diffuse fragrance.

গোপ্, স. শ. (সং. গোপ, গৰু-গুৱাল—গো, গৰু + পা, ৰাখ্) গৰখীয়া, গুৱাল, ঘাইকৈ পূৰ্ব্বকালৰ বৃন্দাবনৰ গুৱাল; গাখীৰ-বেচোঁতা, a cowherd, a milkman. (স্ত্ৰী) গোপিনী, গোপিকা, গোপী।

গোপ-কন্যা, স. শ. (সং. গোপকন্যা, গোপী—গোপ, গৰখীয়া + কন্যা, ছোৱালী) গৰুৰখা মানুহৰ ছোৱালী, গুৱাল-জাতিৰ ছোৱালী, the daughter of a cowherd, a young woman of the gowal-caste.

গোপন্, কৃদ. স. (সং. গোপন—গুপ্, লুকা) লুকোৱা বা ঢকা কাৰ্য্য, গুপ্ত কৰণ, concealment, the act of hiding.

গোপনে, ক্ৰি. বি. আনে নজনাকৈ, অপ্ৰকাশিতৰূপে, মনে মনে, secretly.

গোপনীয়, বি. লুকাবৰ যোগ্য, লুকাই ৰাখিব লগা, প্ৰকাশৰ অযোগ্য, concealable, to be hidden, not fit to be revealed.

গোপ-বধূ, স. শ. (সং. গোপবধূ, গোপী—গোপ, গৰু-ৰখীয়া + বধূ, ভাৰ্য্যা) গৰুৰখীয়াৰ ঘৈণীয়েক, the wife of a cowherd.

গোপাল, স. শ. (সং. গোপাল, গৰখীয়া—

গো, গৰু + পাল, ৰক্ষক) গৰখীয়া ; (সকত বৃন্দাবনত গৰু-ৰখা হেতু ) কৃষ্ণ, a cow-herd, a name of Krishna. "গুৱাল" চোৱা।

গোপিকা, গোপিনী, গোপী, } "গোপ" চোৱা।

গোপিনী-সবাহ্, স. শ. ( অং. গোপিনী, গোপী ( ইয়াত ) তিৰোতা + সবাহ, হৰি-কীৰ্ত্তন ) অনেক তিৰোতা গোটখাই কৰা বিষ্ণুৰ, শিৱৰ বা দুৰ্গাৰ নাম-কীৰ্ত্তন, public prayer offered to a god or goddess by females.

গোপীনাথ্, স. শ. ( সং. গোপীনাথ, গোপিকাৰ স্বামী – গোপী, গৰখীয়াৰ ভাৰ্য্যা + নাথ, স্বামী ; বৃন্দাবনত গোপীবিলাকে ক্ৰীড়া কৰিছিল, এতেকে ) কৃষ্ণ, a name of Krishna.

গো-বগ্, স. শ. ( সং. গোবক, গো, গৰু + বক, বগ-চৰাই ) গৰুৰ পাচত ফুৰা এবিধ বগ-চৰাই, a kind of bird.

গো-বধ্, স. শ. ( সং. গোবধ, গৰু-মাৰণ—গো, গৰু + বধ, হত্যা ) গৰু-মৰা কাৰ্য্য, গৰু-মাৰণ, the killing of a cow.

গোবৰ্, স. শ. ( সং. গোবিট্‌ ; হিং. বং. গোবৰ, গৰুৰ বিষ্ঠা ) গৰুৰ বিষ্ঠা, গোময়, cowdung.

গোবৰণি, স. শ. বহুত গোবৰ থকা ঠাই, a place full of cowdung.

গোবৰ্-খুঁটি, স. শ. ( অং. গোবৰ, গৰুৰ বিষ্ঠা + সং. ঘুণ্টিকা, শুকান গোবৰ ) শুকান গোবৰ, dry cowdung.

গোবৰ্-খোঁচৰা, স. শ. ( অং. গোবৰ, গোময় + খোঁচৰা, উজৰা ) গোবৰ খুঁচৰি পোক ধৰি খোৱা এবিধ চৰাই, the Hoopoo.

গোবৰ্দ্ধন্, স. শ. ( সং. গোবৰ্দ্ধন, এটা পৰ্ব্বত —গো, গৰু + বৰ্দ্ধন, বঢ়োৱা ; তাৰ ঘাঁহৰ দ্বাৰা ব্ৰজবাসীৰ গৰুবোৰ পুষ্ট হয়, এতেকে) বৃন্দাবনৰ এটা পৰ্ব্বত, a celebrated hill in Vrindavana.

গোবৰ্দ্ধন্‌ধাৰী, স. শ. ( সং. গোবৰ্দ্ধনধাৰিন্, গোবৰ্দ্ধন-পৰ্ব্বত-ধৰোতা—গোবৰ্দ্ধন, ঐ + ধাৰিন্, ধৰোঁতা, তেওঁ সেই পৰ্ব্বত কেঞা-আঙ্গুলিৰে দাঙ্গি ধৰিছিল, এতেকে ) কৃষ্ণ, a name of Krishna.

গোবান্ধ, বি. মন্দ, বেয়া, অকৰ্ম্মণ্য, কুচ্ছিত, bad, worthless, ugly.

গোবিন্দ্, গোবিন্দ, } স. শ. (সং. গোবিন্দ, কৃষ্ণ—গো, শব্দ-সমূহ + বিদ্, জান্, তেওঁ জগতৰ সকলো ভাষা জানে, এতেকে) বিষ্ণু, কৃষ্ণ, a name of Vishnu or Krishna.

গোম, গোম্-সাপ্, } স. শ. (সং. গম্, গতি কৰ্ ; বৰ বেগাই যায়, এতেকে ) অনেক বিধ বৰ বিষাল সাপৰ সাধাৰণ নাম ; যেনে, মচোৱা-গোম, হোলোঙ্গা-গোম, ফেঁটী গোম, a generic name of several species of poisonous snakes.

গোময়্, স. শ. ( সং. গোময়, গোবৰ—গো, গৰু + ময়, প্ৰত্যয় ) গোবৰ, cowdung.

গোমা, বি. ( সং. গোময়, ঐ ) গোবৰৰ দৰে মলিন, বিবৰ্ণ, গোমোঠা, ( বৰণত খাটে ) ; যেনে, মুখখান গোমা হৈছে, dingy, dark, faded. অ. ধা. মেঘৰ দ্বাৰা ঢকা হ ; যেনে, বতৰ গোমাইছে, to be over-cast with clouds.

গোমূত্ৰ, স. শ. ( সং. গোমূত্ৰ—গো, গৰু + মূত্ৰ, মূত ) গৰু-মূত, cow's urine.

গোমূৰ্খ, স. শ. ( সং. গোমূৰ্খ, অজ্ঞান—গো, গৰু + মূৰ্খ, অজ্ঞান ) গৰুৰ নিচিনা অজ্ঞান মানুহ, one stupid as an ox.

গোমেধ্, স. শ. ( সং. গোমেধ, এক প্ৰকাৰ যজ্ঞ—গো, গৰু + মেধ, যজ্ঞ ) গাইৰ মঙ্গহেৰে হোম-কৰা যজ্ঞ, the sacrifice of a cow.

গোমোঠা, বি. ( অং. গোমা, বিবৰ্ণ ) বিবৰ্ণ, বৰণ উড়ি যোৱা ; মলিন, ফট্‌ফটীয়া নোহোৱা, faded, soiled, not bright.

গোমোলা, বি. ( অং. গোমা, ভাৱবীয় হ ) মেঘৰ দ্বাৰা ঢকা, cloudy, murky.

গোম্‌চেং, স. শ. ( অং. গোম, সাপ + সং. চিক্কণ, মৃদু ) সাপৰ গাৰ দৰে ফুল থকা,

বৰ মিহি এবিধ চীন-দেশৰ পাট-কাপোৰ, a kind of fine Chinese silk.

গোমধান, স. শ. ( সং. গোধূম, ঘেঁহু + ধান, চাউল হোৱা শস্য ) এটা ডিলাত গুটি-ধৰা এবিধ শস্য, ( যদিও ই "গোধূম" শব্দৰ পৰা ওলাইছে, তথাপি আন এবিধ শস্যকহে বুজায় ), maize, Indian corn.

গোৰ্, স. শ. ( হিং. গোড়, ভৰি ) ভৰিৰ আঘাত ; মূল, গুৰি, আদি ; নাওৰ পাচ টিং, a kick, the root, the trunk of a tree immediately above the root, the beginning, the stern of a ship or boat. "লাথি" চোৱা।

গোৰস্, স. শ. ( সং. গোৰস—গো, গৰু + ৰস, জুলীয়া বস্তু ) গৰুৰ স্তনৰ ৰস, গৰুৰ এৰাগাখীৰ, cow's milk.

গোৰালি, বি. ( অং. গোৰ, গুৰি ) গুৰি ফালৰ, থোকৰ গুৰি ফালত লগা ; যেনে, গোৰালি তামোল বা কলা ডাঙ্গৰ হয়, a bunch of betul nuts high up in the betul nut tree. স. শ. গুৰি ছোৱা, গুৰি ভাগ, শেষ ভাগ, the part near the root, the last part.

গোৰোং, বি. ( অং. গোতোং, দ ) দ জান, a deep ravine.

গোৰোচনা, স. শ. ( সং. গোৰোচনা, এবিধ দ্ৰব্য—গো, গৰু + ৰুচ, চকমক্ কৰ্ ) এবিধ হালধীয়া দ্ৰব্য ; তাক গৰুৰ মূত্ৰৰ পৰা কৰা যায়, আৰু গৰুৰ মূৰত পোৱা যায় বুলিও কোনোৱে কয়। সি ফোঁট লোৱাত আৰু দৰবতো ব্যৱহৃত হয়, a bright yellow pigment used in medicine or in marking the forehead by the Hindus.

গোৰোৱা, স. শ. ( হিং. গোড়্, ভৰি ) ভৰিৰ পাচ ফালৰ ভাগ, the heel, the hinder part of the foot.

গোৰোহনি, স. শ. ( অং. গোৰোৱা, ঐ ) গোৰোৱাৰে মাটিত কৰা আঘাত, a stamp of the foot.

গোৰ্হাল্, স. শ. ( সং. গৰ্হণ, দোষ দিয়ন ) নিন্দা, শাউ, censure, curse.

গোৰ্হাল্-খোৱা, বি. শাউ-পোৱা ; নিন্দিত, cursed, censured.

গোল্, স. ধা. ( সং. গল্, দ্ৰৱ হ ) জুলীয়া বস্তুৱে মিহলাই দ্ৰৱ কৰ্ ; যেনে, তেলেৰে সেন্দুৰ গোলে, to dissolve in a fluid.

গোল্, গোলক্, } স. শ. ( সং. গোল, গোলক, ঘূৰণীয়া বস্তু ) ঘূৰণীয়া বস্তু, a round body, a globe.

গোলা, স. শ. ( বং. গোলা, ভঁৰাল ) বস্তু গোটাই থৈ বেচা ঘৰ ; যেনে, কেঞাৰ গোলা, a shop. গোলা শব্দ কেৱল কেঞাৰ বস্তু থোৱা আৰু বেচা ঘৰতে হে খাটে, আন বেপাৰীৰ তেনে ঘৰক দোকান বোলা যায়।

গোলাকাৰ্, গোলাকৃতি, } বি. ( সং. গোলাকাৰ, গোলাকৃতি, ঘূৰণীয়া গঢ়ৰ—গোল, ঘূৰণীয়া + আকাৰ, আকৃতি, গঢ় ) ঘূৰণীয়া গঢ়ৰ, spherical. স. শ. ঘূৰণীয়া বস্তু, মণ্ডল, a sphere, orb.

গোলাপ্, স. শ. ( যাং. গুলাব়, এবিধ ফুল ) এবিধ ঈষত বগাৰে মিহলি ৰঙ্গাবৰণীয়া সুগন্ধি ফুল ; তাৰ গছ, a rose and its tree.

গোলাপী-জামু, স. শ. ( হিং. গুলাব় জামন, বং. গোলাব়জাম, এবিধ ফল ) এবিধ ফল, তাৰ গছ, the rose apple and its tree.

গোলাম্, স. শ. ( যাং. ) দাস, বন্দী, a slave.

গোলামি, স. শ. দাসৰ অৱস্থা বা কাম, slavery.

গোলোক্, স. শ. ( সং. গোলোক, কৃষ্ণৰ স্থান—গো, গৰু + লোক, জগত ) বৈকুণ্ঠৰ ওপৰে গৰু, গোপ-গোপী আৰু ৰাধাৰে সৈতে কৃষ্ণ থকা ঠাই, the heaven of Krishna above Vaikuntha.

গো-শালা, স. শ. ( সং. গোশালা, গোহালি —গো, গৰু + শালা, ঘৰ ), গৰুৰ ঘৰ, গোহালি, a cow house.

গোষ্ঠ, স. শ. ( সং. গোষ্ঠ, গৰুৰ ঠাই—গো,

গৰু+স্থা, থাক্) গৰু বন্ধা ঠাই; গৰু-গুৱালৰ গাওঁ, a place where cows are kept, a station of cowherds.

গোষ্ঠী, স. শ. (সং.) বংশ, পৰিয়াল; সন্তান, a race or family, a descendant.

গোষ্ঠীপতি, স. শ. (সং. গোষ্ঠীপতি, কোনো বংশৰ প্ৰধান লোক—গোষ্ঠী, বংশ+পতি, স্বামী) কোনো এক বংশৰ মাজত প্ৰধান লোক, the head man of a family.

গোষ্পদ, স. শ. (সং. গোষ্পদ, গৰুৰ খোজ—গো, গৰু+পদ, ভৰি) গৰুৰ খোজ, the footprint of a cow.

গোসাঁই, স. শ. (সং. গোস্বামী, ধৰ্ম্মৰ উপদেশ দিওঁতা) ধৰ্ম্মৰ উপদেশ দিওঁতা; গুৰু; দেৱতা, দেৱতাৰ মূৰ্ত্তি, a religious instructor, a spiritual guide, a god, an idol. (স্ত্ৰী) গোসাঁনী।

গোস্বামী, স. শ. (সং. গোস্বামিন্—গো, বেদ+স্বামিন্, গৰাকী) বেদৰ অধিকাৰ; এতেকে ধৰ্ম্ম-শিক্ষক, গুৰু; a religious instructor.

গোহাঁই, স. শ. (অং. গোসাঁই, গুৰু) আসাম দেশৰ ৰজা, বুঢ়া গোহাঁই, বৰ গোহাঁই বা বৰপাত্ৰ গোহাঁইৰ পুতেকৰ বা তেওঁলোকৰ বংশৰ কোনো লোকৰ উপাধি, the title of a son or descendant of the Raja, Buragohain, Bargohain or Barpatragohain of Assam.

গোহাঁয়নী, স. শ. (অং. গোহাঁই শব্দৰ স্ত্ৰীলিঙ্গ) গোহাঁইৰ ঘৈণীয়েক (অমান্য অৰ্থত), the wife of a Gohain.

গোহাৰি, স. শ. নিবেদন, বিনয় কৰি জনোৱা কথা; যেনে, "ৰামক গোসাঁই কৰোঁহোঁ গোহাৰি," a petition, a respectful and submissive representation.

গোহালি, স. শ. (সং. গোশালা, গৰুৰ ঘৰ) গৰু-ঘৰ, গৰু-বন্ধা ঘৰ, a cow house.

গোঠালি, স. শ. অহঙ্কাৰ, গপ, pride.

গৌণ্, বি. (সং. গৌণ্, অপ্ৰধান—গুণ্, গণনা কৰ্) অপ্ৰধান, কোনো শব্দৰ যাই অৰ্থত বাজে আন; যেনে, অনেক শব্দৰ মূখ্য, গৌণ, দুই অৰ্থ থাকে, secondary, as the meaning of a word.

গৌতম্, স. শ. (সং. গৌতম, গোতমৰ পুত্ৰ) ন্যায়-শাস্ত্ৰ-কাৰক ঋষিৰ নাম, the name of a Sage who was the founder of the Nyaya philosophy.

গৌতম্, স. শ. শাক্য মুনি, বুদ্ধ, এওঁ জাতিত ক্ষত্ৰিয়, সূৰ্য্য-বংশী শুদ্ধোদন ৰজাৰ পুতেক; তেওঁৰ মাকৰ নাম মায়া-দেৱী। এওঁৰেই বৌদ্ধ-ধৰ্ম্ম চলায়, a name of Sakya Muni, the founder of Buddhism. "বুদ্ধ" চোৱা।

গৌন্, স. শ. (অং. গহীন, ধীৰ্) বিলম্ব, গহবি, পলম; যেনে, ৰামে অহাত বৰ গৌন কৰিছে, delay.

গৌৰ, স. শ. (সং. গৌৰ, বগা—গুড়্, শব্দ কৰ্) বগাৰে মিহলি ৰঙ্গা বৰণ; বগা বৰণ, pale red colour, white colour. বি. বগাৰে মিহলি ৰঙ্গা; বগা, pale red, white.

গৌৰব, গু. শ. (সং. গৌৰব—গুৰু, মান্য) সন্মান, মৰ্য্যাদা, respectability.

গৌৰবান্বিত্, বি. (সং. গৌৰবান্বিত, মান্য—গৌৰব, সন্মান+অন্বিত, মিলিত) মান্য, মাননীয়, সম্ভ্ৰান্ত, respectable.

গৌৰাঙ্গ, স. শ. (সং. গৌৰ, বগা+অঙ্গ, শৰীৰ) চৈতন্যৰ নাম। তেওঁ বঙ্গদেশৰ নদীয়াত জন্মিছিল, তেওঁৰ মাকৰ নাম শচী দেৱী, তেওঁ জাতিত ব্ৰাহ্মণ আছিল, তেওঁৰেই সেই দেশত বৈষ্ণৱ ধৰ্ম্ম প্ৰবল কৰে, a name of Chaitanya, the founder of the *Vaisnava* sect in Bengal.

গৌৰী, স. শ. (সং. গৌৰী—গৌৰ, বগা) পাৰ্ব্বতী, দুৰ্গা; কুমাৰী, a name of Durga, a virgin.

গ্ৰথিত্, কৃদ. বি. (সং. গ্ৰথিত, গঁথা—গ্ৰথ্, গাঁথ্) গঁথা, জৰীৰে একে লগে সিয়া; ৰচনা কৰা, strung together, composed.

গ্ৰন্থ, স. শ. ( সং. গ্ৰন্থ, পুথি—গ্ৰথ, ৰচনা কৰ্ ) পুথি, a book.

গ্ৰন্থকৰ্ত্তা, স. শ. ( সং. গ্ৰন্থকৰ্ত্তা, পুথিলেখক —গ্ৰন্থ, পুথি + কৰ্ত্তা, কৰোঁতা) পুথি-ৰচনা কৰোঁতা, ৰচক, an author, a bookmaker.

গ্ৰন্থি, স. শ. ( সং. গ্ৰন্থি, গাঁঠি—গ্ৰথ, গাঁথ ) গাঁঠি, a knot, a joint.

গ্ৰস্, স. শ. ( সং. গ্ৰস্, খা, গিল্, ) খা, ভক্ষণ কৰ, গিল ; যেনে, তাক কালে গ্ৰসিলে, to devour.

গ্ৰস্ত, বি. ( সং. গ্ৰস্ত, গ্ৰাস কৰা—গ্ৰস্, ঐ ) খোৱা, গিলা ; যেনে, ৰাহুগ্ৰস্ত চন্দ্ৰ : এতেকে কষ্ট বা অনিষ্ট ঘটনাত পৰা ; যেনে, আপদ্‌গ্ৰস্ত, ক্ষতিগ্ৰস্ত, ৰোগ গ্ৰস্ত, swallowed, eclipsed, involved in misfortune.

গ্ৰস্তাস্ত, বি. ( সং. গ্ৰস্তাস্ত, গ্ৰহণতে অস্ত হোৱা—গ্ৰস্ত, গিলা + অস্ত, মাৰ যোৱা ) গ্ৰহণ লাগি থাকোঁতেই মাৰ যোৱা বা অস্ত হোৱা ; যেনে, সূৰ্য্য গ্ৰস্তাস্ত হল, gone down the horizon while eclipsed, as the sun.

গ্ৰহ, স. শ. ( সং. গ্ৰহ্, ল ) আকাশত থকা ঘূৰণীয়া দীপ্তিমন্ত বস্তু। হিন্দুৰ জ্যোতিষ অনুসাৰে গ্ৰহ ন-টা ; যেনে, সূৰ্য্য, চন্দ্ৰ, মঙ্গল, বুধ, বৃহস্পতি, শুক্ৰ, শনি, ৰাহু আৰু কেতু, হিন্দু শাস্ত্ৰে এইবিলাকক একো-জনা মানুহৰ ভাল বেয়া কৰিব পৰা দেৱতা বুলি কয়, a planet.

গ্ৰহণ, কৃদ. স. ( সং. গ্ৰহণ, লওন —গ্ৰহ্, ঐ ) লোৱা কাৰ্য্য ; যেনে, ধন গ্ৰহণ কৰিছে, আকাশত থকা দীপ্তিমন্ত বস্তুৰ আন এটা বস্তুৰ দ্বাৰা আচ্ছাদন ; যেনে, চন্দ্ৰৰ দ্বাৰা সূৰ্য্যৰ আৰু পৃথিবীৰ দ্বাৰা চন্দ্ৰৰ আচ্ছাদন, এই দুইৰ প্ৰথমটোৰ নাম সূৰ্য্য গ্ৰহণ, দ্বিতীয়টো চন্দ্ৰ-গ্ৰহণ ; সকলো গ্ৰহৰ গ্ৰহণ হয়, কিন্তু আমাৰ সম্বন্ধে চন্দ্ৰ সূৰ্য্য বৰ ডাঙ্গৰ আৰু প্ৰতাপী বস্তু ; এতেকে সেই দুইৰ গ্ৰহণৰ কথা সকলোৱে জানে, the act of receiving or taking, an eclipse.

গ্ৰহণী, স. শ. ( সং. গ্ৰহণী, এবিধ ৰোগ— গ্ৰহ্, ধৰ্ ) পেটত বেদনা হৈ তেজ-সাওঁ পৰা ৰোগ, dysentery.

গ্ৰহণীয়, বি. ( সং. গ্ৰহণীয়, লবৰ যোগ্য— গ্ৰহণ, লোৱা) লবৰ যোগ্য ; যেনে, অশুদ্ধ মনেৰে দিয়া বস্তু গ্ৰহণীয় নহয় ; বিশ্বাসৰ যোগ্য ; যেনে, এই কথা অৱশ্যে গ্ৰহণীয়, acceptable, reliable.

গ্ৰহপতি, স. শ. ( সং. গ্ৰহপতি, গ্ৰহৰ অধিকাৰ—গ্ৰহ, আকাশৰ ন-টা দীপ্তিমন্ত বস্তু+পতি, অধিকাৰ ; গ্ৰহবিলাকৰ মাজত বৰ দীপ্তিমন্ত আৰু প্ৰবল, এতেকে) সূৰ্য্য, the sun.

গ্ৰহপীড়া, স. শ. (সং. গ্ৰহপীড়া, গ্ৰহে জন্মোৱা ৰোগ, গ্ৰহ, ঐ + পীড়া, কষ্ট) গ্ৰহৰ খঙ্গৰ পৰা হোৱা নৰিয়া বা আন কষ্ট, sickness or other misfortune supposed to be caused by an unpropitious planet.

গ্ৰহপূজা, স. শ. ( সং. গ্ৰহপূজা, গ্ৰহৰ পূজা — গ্ৰহ, ঐ + পূজা, উপাসনা) কোনো গ্ৰহৰ উদ্দেশে কৰা পূজা, গ্ৰহ-শান্তি, worship of or an offering made to a planet.

গ্ৰহযজ্ঞ, } গ্ৰহযাগ, } স. শ. ( সং. গ্ৰহ, ঐ + যজ্ঞ আৰু যাগ, পূজা ) নব গ্ৰহৰ উদ্দেশে কৰা হোম, a burnt offering made to all the planets.

গ্ৰহশান্তি, স. শ. ( সং. গ্ৰহশান্তি, গ্ৰহপূজা— গ্ৰহ, ঐ + শান্তি, উপশম ) কোনো অনিষ্ট গ্ৰহৰ খং উপশম কৰিবলৈ কৰা পূজা, an offering made to propitiate an adverse planet.

গ্ৰহীতা, কৃদ. স. ( সং. গ্ৰহীতৃ, লওঁতা— গ্ৰহ্, ল ) লওঁতা, গ্ৰহণ-কৰোঁতা, one who receives, a receiver. (স্ত্ৰী) গ্ৰহীত্ৰী।

গ্ৰাম, স. শ. ( সং. গ্ৰাম, গাওঁ—গম্, গতি কৰ্ ) গাওঁ, নগৰত বাজে আন বসতি-ঠাই, a village.

গ্ৰামযাজক, স. শ. (সং. গ্ৰামযাজক, গাৱঁৰ পুৰোহিত—গ্ৰাম, গাওঁ+যাজক, দেৱতাৰ বা পিতৃৰ কাৰ্য্য কৰাওঁতা) গাৱঁলীয়া মানুহৰ পুৰোহিত, a village priest.

গ্ৰামস্থ, বি. ( সং. গ্ৰামস্থ, গাওঁত থকা—গ্ৰাম, ঐ+স্থা, থাক্ ) গাৱঁত থকা, residing or existing in a village.

গ্ৰামিক্, বি. ( সং. গ্ৰামিক, গাৱঁৰ—গ্ৰাম, ঐ ) গাৱলীয়া, rural.

গ্ৰামবাসী, বি. ( সং. গ্ৰামবাসিন্, গাওঁত থকা—গ্ৰাম, ঐ+বাসিন্, বাস কৰা) গাৱঁত নিবাস কৰা, গাৱঁত থকা, গাৱঁলীয়া, living in a village, rural.

গ্ৰাম্য, বি. ( সং. গ্ৰাম্য, চহা—গ্ৰাম, ঐ ) চহা, সামান্য, নীচ, rustic, rude, rough.

গ্ৰাম্য-কথা, স. শ. ( সং. গ্ৰাম্যকথা, নীচ কথা—গ্ৰাম্য, নীচ+কথা, আলাপ ) নীচ বিষয়ৰ আলাপ ; সংসাৰৰ কথা, vulgar conversation, conversation on worldly affairs.

গ্ৰাম্যতা, গু. শ. ( সং. ) চহা গুণ, vulgarness, vulgarity.

গ্ৰাম্যধৰ্ম্ম, স. শ. ( সং. গ্ৰাম্যধৰ্ম্ম, শৃঙ্গাৰ ) শৃঙ্গাৰ, স্ত্ৰী-সম্ভোগ, সহবাস, copulation.

গ্ৰাস্, স. শ. ( সং. গ্ৰাস, গৰাহ—গ্ৰস্, ভক্ষণ কৰ্ ) গৰাহ, এবাৰ মুখত ভৰিবলৈ জোৰা আহাৰ, a mouthful, a quantity equal to a mouthful.

গ্ৰাহ্, স. শ. ( সং. গ্ৰাহ, ঘঁৰিয়াল—গ্ৰহ্, ল, ধৰ্ ) ঘঁৰিয়াল, a crocodile.

গ্ৰাহক্, কৃদ. স. ( সং. গ্ৰাহক, লওঁতা—গ্ৰহ্, ঐ ) লওঁতা, গ্ৰহণ-কৰোঁতা, one who receives or takes, a receiver.

গ্ৰাহী, বি. ( সং. গ্ৰাহিন্, লওঁতা—গ্ৰহ্, ল ) গ্ৰহণ কৰা, লোৱা, receiving, taking. স. শ. গ্ৰহণ কৰা লোক, one who receives or takes. দুইও অৱস্থাত এটা সংজ্ঞা শব্দৰ পাচত থাকে ; যেনে, অৰ্থ-গ্ৰাহী ; (স্ত্ৰী) গ্ৰাহিণী।

গ্ৰাহ্য, বি. ( সং. গ্ৰাহ্য, গ্ৰহণযোগ্য—গ্ৰহ্, ল ) লবৰ বা গ্ৰহণৰ যোগ্য ; বিশ্বাসৰ যোগ্য ; যেনে, এই কথা গ্ৰাহ্য নহয়, fit to be accepted or believed.

গ্ৰীৱা, স. শ. ( সং. গ্ৰীৱা, ডিঙ্গি—গৃ, গিল্ ) ডিঙ্গি, গল্, the neck.

গ্ৰীষ্ম, স. শ. ( সং. গ্ৰীষ্ম, তাপ—গ্ৰস, গিল্ ) তাপ্ ; এটা ঋতু, ( "ঋতু" শব্দ চোৱাঁ ), heat, summer.

গ্ৰীষ্মকাল, স. শ. ( সং. গ্ৰীষ্মকাল, ঘাম-কাল—গ্ৰীষ্ম, তপত+কাল, সময় ) ঘাম-কাল, এক ঋতু, ( ঋতু চোৱাঁ ), summer.

গ্লানি, স. শ. ( সং. গ্লানি, ভাগৰ—গ্লা, ভাগৰ লাগ্ ) ক্লান্তি, ভাগৰ ; যেনে, গাব গ্লানি গুচা নাই ; অপযশ, দুৰ্নাম ; যেনে, পৰৰ গ্লানি কৰা অযুগুত, fatigue, defamation.

## ঘ।

ঘ, ব্যঞ্জনবিলাকৰ চতুৰ্থ আখৰ, the fourth letter of the consonants.

ঘঁট, স. শ. ( সং. ঘট, টেকেলি ) ঘঁৰিয়ালৰ ঠোঁটৰ উঠঙ্গা ; মানুহৰ ডিঙ্গিৰ আগ-ফালৰ উঠঙ্গা, ঘঁটিকা, the protuberance on the snout of a crocodile, Adam's apple.

ঘঁটি, স. শ. নাকৰ ভিতৰৰ লোম, the hair in the nostril.

ঘঁটি-কঢ়া, স. শ. (অং. ঘঁটি, ঐ+কঢ়া, আছাৰি একুওৱা ) নাকৰ নোম কঢ়া সৰু লেপ্, a pair of small pincers for plucking out the hair in the nostril.

ঘঁটিকা, স. শ. ( হিং. ঘাঁটী, ডিঙ্গিৰ ঘঁট ) মানুহৰ ( প্ৰায়ে মুনিহৰ ) ডিঙ্গিৰ আগ-ফালে থকা উঠঙ্গা ঘঁট, Adam's apple.

ঘঁটীয়া, বি. ( অং. ঘাট্, নৈৰ পানী তোলা ঠাই) ঘাটৰ মাছৰ দৰে টেঙ্গৰ, ধূৰ্ত্ত, (বেয়া ভাৱত ), artful, cunning.

ঘঁটীয়া-শিঙ্গৰা, স. শ. ( অং. ঘঁটীয়া, টেঙ্গৰ +শিঙ্গৰা, এবিধ মাছ ) এবিধ সৰু শিঙ্গৰা মাছ ; ( সি বড়শীত খোঁটাত বৰ সাৱধান, এতেকে সেই নাম ) ; a kind of fish.

ঘঁৰিয়া, স. শ. ( সং. ঘৰ্ঘট, এবিধ মাছ ) এবিধ মাছ, a kind of fish.

ঘঁৰিয়া, স. শ. ( সং. গিৰিকা, নিগনি ) এবিধ ডাঙ্গৰ শলিয়া, a large species of mouse.

ঘঁৰিয়াল্, স. শ. (অং. ঘঁটু, ঘঁৰিয়ালৰ ঠোঁটত থকা উঠঙ্গা ; হিং. বং. ঘড়িয়াল, এবিধ জন্তু) কুম্ভীৰ, এবিধ শুঁইৰ আকৃতিৰে পানীৰ জন্তু, the fish eating crocodile.

ঘঁহ্, স. ধা. (সং. ঘৰ্ষ্, পিঁহ্) পিহ্, মাজ্, ঘৰ্ষণ কৰ্, to rub, to scrub, grind.

ঘঁহনি, স. শ. (অং. ঘঁহ, পিহ) পিঁহা বা মজা কাৰ্য্য, ঘৰ্ষণ, the act of rubbing, friction.

ঘঁহনি খা, ঘঁহা হ, to be rubbed.

ঘঁহা, স. ধা. আনৰ দ্বাৰা ঘৰ্ষণ কৰা, to cause to be rubbed.

ঘঁহা মাৰ্, ঘৰ্ষণ কৰ্, ঘঁহ, to rub, to scrub.

ঘঁহাঘঁহি, স. শ. এটাই আনটোক ঘঁহা কাৰ্য্য ; যেনে, বাহি বিয়াত দৰা-কন্যাই হালধি ঘঁহাঘঁহি কৰে, mutual rubbing.

ঘহোঁতা, কৃদ. স. যি জনে ঘঁহে, ঘঁহা পুৰুষ, a man who rubs or grinds. (স্ত্ৰী) ঘঁহতী।

ঘকৰাই, } ক্রি. বি. (অং. ঘকৰ্, অকস্মাত
ঘকৰ্ কৰে, } আঘাত লগাৰ শব্দ) ঘকৰ শব্দ কৰি, অকস্মাত, হঠাত ; যেনে, কোৰখান ঘকৰাই ভৰিত লাগিল, ঘকৰাই মাত এষাৰ মাতিলে, making a sudden and quick sound, suddenly.

ঘকাৰ্, স. শ. (সং. ঘকাৰ, ঘ—ঘ+কাৰ, আখৰ) "ঘ" আখৰ, the letter "ঘ"।

ঘগৰা, স. শ. বাঁহৰ কাঠীৰ এবিধ মাছ ধৰা যতন, a kind of bamboo fish trap.

ঘঞ্চাল্, স. শ. (অং. ঘন, ডাঠ+চল্, গতি কৰ্) ঘন যাতায়াত, অধিকৰ সমাগম ; যেনে, বনৰীয়া জন্তু মানুহৰ ঘঞ্চালত নেথাকে, the resort of many persons.

ঘট্, স. শ. (সং. ঘট, টেকেলি—ঘট, শব্দ কৰ্) টেকেলি, মাটিৰ সৰু পানী-থোৱা পাত্ৰ, a small earthen water-jar.

ঘট্, অ. ধা. (সং. ঘট্, কাৰ্য্য হ) হৈ পৰ্, সিদ্ধ হ ; যেনে, এই কথা নঘটে, to occur, to happen.

ঘট্, স. ধা. (সং. ঘট্, একত্ৰ কৰ্) আৰ্জ্, উপাৰ্জন কৰ্ ; যেনে, ধন ঘটিছে, to earn, to acquire.

ঘটং, অনুক. গাঁত আদিৰ ভিতৰত কোনো বস্তু পৰিলে হোৱাৰ নিচিনা শব্দ, an onomatopœic sound used to express that of something falling into a deep pit, &c.

ঘটং মটং, অনুক. একে লগে থোৱাত সৰু সৰু বস্তুৱে পৰস্পৰ ঠেকা খাই হোৱাৰ নিচিনা শব্দ, an onomatopœic sound used to express that of things striking against one another.

ঘটন্, কৃদ. স. (অং. ঘট্, আৰ্জ্) উপাৰ্জন, আৰ্জন ; অৰ্জা ধন বা বস্তু ; যেনে, পোৰ ঘটন খাবলৈ আশা কৰা নাই, the act of earning, earnings.

ঘটনা, স. শ. (সং. ঘট্, সিদ্ধ হ) অকস্মাত হোৱা কাৰ্য্য, অসাহজিক কাৰ্য্য, an accident, an occurrence.

ঘটস্থাপন্, "ঘটস্থাপন" চোৱা।

ঘটা, স. শ. (অং. খাটু, পৰাস্ত হ) পৰাস্ত কৰ্, to defeat, to vanquish.

ঘটা, স. ধা. (অং. ঘট, সিদ্ধ হ) সিদ্ধি কৰ্, to cause to happen, to effect.

ঘটা, স. ধা. (অং. ঘট্, আৰ্জ্) উপাৰ্জন কৰা, অৰ্জা ; যেনে, ধন ঘটাইছে, to cause to be earned.

ঘটী, স. শ. (সং. ঘটী, সৰু জলপাত্ৰ—ঘট, জলপাত্ৰ) ধাতুৰ এবিধ চুটি ডিঙ্গীয়া পানীৰ পাত্ৰ, a small metal water-vessel.

ঘটীযন্ত্ৰ, স. শ. (সং. ঘটীযন্ত্ৰ—ঘটী, জল পাত্ৰ+যন্ত্ৰ, যতন) নাদৰ পানী তুলিবৰ নিমিত্তে ৰখা কলহ আৰু জৰী ; এতেকে পানী তোলা যন্ত্ৰ, the rope and bucket of a well, any machine or contrivance for drawing water.

ঘটোৎকচ্, স. শ. হিড়িম্বা ৰাক্ষসীৰ পৰা হোৱা ভীমৰ পুতেক, the son of Bhima by a rakshasi named Hidimba.

**ঘট্ ঘট্**, অনুক. দুই বা অধিক বস্তু লৰি এটা আন এটাত লাগিলে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by two or more things hitting against one another.

**ঘট্‌ঘটনি**, স. শ. দুই বা অধিক বস্তু লৰি এটা আন এটাত লাগি উঠা শব্দ, the sound of two or more things striking against one another.

**ঘট্‌ঘটা**, অ. ধা. ঘট্ ঘট্ শব্দ কৰ্; যেনে, কিহবাই ভিতৰত ঘটঘটাইছে, to make a sound as of two or more things striking against one another.

**ঘট্ ঘট্ কৰে**, ক্রি. বি. ঘট ঘট শব্দ কৰি, বৰকৈ কঁপি; যেনে, ভুইকঁপত ঘৰটো ঘট্ ঘট কৰে লৰিল, violently.

**ঘট্ পৰীক্ষা**, "পৰীক্ষা" চোৱা।

**ঘট্ মট্**, স. শ. (অং. ঘটং মটং, দুটা বস্তুৰে পৰস্পৰ ঠেকা-খোৱাৰ শব্দ) বিবাদ, দন্দৰ পৰা হোৱা আহুকাল; যেনে, দুই ভায়েকৰ মাজত ঘট মট লাগিছে, trouble caused by a quarrel. (চহা আৰু মৌখিক)।

**ঘট্‌মটনি**, "ঘটঘটনি" চোৱা।

**ঘট্‌মটা**, স. ধা. বৰকৈ লৰা, বৰকৈ লৰাই শব্দ তোল্; যেনে, বতাহে ঘৰটো ঘট্‌মটাইছে, to shake violently, to produce a sound by shaking.

**ঘট্‌স্থাপন্**, স. শ. (সং. ঘটস্থাপন, ঘট, টেকেলি+স্থাপন, থোৱন বা পাতন) পূজাৰ নিমিত্তে পবিত্র গছৰ কোমল পাতেৰে ভূষিত আৰু পানীৰে পূৰ এটা টেকেলিৰ স্থাপন, the act of consecrating and placing a small earthen jar containing water and leaves of sacred trees for the purpose of the worship of a god or goddess.

**ঘড়ী**, স. শ. (সং. ঘটী, বং. ঘড়ী, ডাঁৰ পৰ বুজোৱা যন্ত্র) ডাঁৰ পৰ, অর্থাৎ সময়-নিশ্চয় কৰা যন্ত্র, a clock, watch or timepiece.

**ঘন্টা**, স. শ. (সং. ঘন্টা—হন্, আঘাত কৰ্, আঘাতৰ দ্বাৰা বাজে, এতেকে) পূজাত বজোৱা এবিধ কাঁহৰ বাদ্য; (প্রতি ঘন্টাত অর্থাৎ আঢ়ৈ ডাঁৰ কালৰ অন্তত তাক বজোৱা যায়, এতেকে) আঢ়ৈ ডাঁৰ কাল, a bell, an hour.

**ঘন্টা লাৰ্**, চুলিত ধৰি মূৰটো ঘন্টাৰ দৰে জোকাৰ; যেনে, পুতেকক বাপেকে ঘন্টা লাৰিলে, to catch by the hair and shake violently.

**ঘন্টাকৰণ**, স. শ. (সং. ঘন্টা, এবিধ বাদ্য + কৰণ, কৰা) এবিধ হালধীয়া ফুল আৰু তাৰ গছ, (তাৰ ছেঁইবোৰ শুকালে ভিতৰৰ গুটিবোৰে ঘন্টাৰ দৰে জুন্‌জুন্ শব্দ কৰে, এতেকে সেই নাম), a kind of flower and its tree.

**ঘন্টাকৰবীৰ্, ঘন্টাকৰ্বীৰ**, স. শ. (সং. ঘন্টা, এবিধ বাদ্য + কৰবীৰ, এবিধ ফুল) ঘন্টাৰ আকৃতিৰ আৰু হালধীয়া এবিধ কৰবীৰ জাতিৰ ফুল; তাৰ গছ, a kind of flower and its tree.

**ঘন্**, বি. (সং. ঘন, ডাঠ—হন্, আঘাত কৰ্; ওচৰাউচৰি হৈ থকা বস্তুবিলাকৰ ইটো সিটোত লাগে, এতেকে) ডাঠ, তন্নু নোহোৱা, ওচৰাউচৰি, thick, dense.

**ঘন্‌জুৰী**, স. শ. (অং. ঘন, ডাঠ+জৰী, সূতা) এবিধ ডাঠ এৰীয়া কাপোৰ, (কামৰূ.) a kind of Eri cloth.

**ঘনতা**, গু. শ. ডাঠ গুণ বা অৱস্থা, thickness, density.

**ঘনশ্যাম্**, বি. (সং. ঘনশ্যাম—ঘন, মেঘ + শ্যাম, কলা) মেঘৰ নিচিনা কলা, black as a cloud. স. শ. কৃষ্ণৰ নাম, a name of Krishna.

**ঘনা**, স. ধা. (সং. ঘন্, ডাঠ) ডাঠ কৰ্, ওচৰা-উচৰি কৰ্, to thicken, to sit close together.

**ঘনিষ্ঠ**, বি. (সং. ঘনিষ্ঠ—ঘন, ওচৰাউচৰি ডাঠ) নিচেই ওচৰত থকা, নিকটবর্ত্তী, nearest.

**ঘনিষ্ঠতা**, গু. শ. ঘনিষ্ঠ বা নিচেই ওচৰ হোৱা গুণ বা অৱস্থা, proximity.

**ঘনী**, স. শ. ( বং. ঘণী, মাছ-ধৰা যতন, ঘন্, ডাঠ ) বাঁহৰ কাঠীৰ এবিধ ঘন মাছ ধৰা যতন, a bamboo fish trap.

**ঘনে**, ক্রি. বি. ( সং. ঘন্, ডাঠ ) শীঘ্রে শীঘ্রে ; যেনে, ঘনে খুঁটিলে পুঠীও মাছ, in quick succession.

**ঘনে-ঘনে**, ক্রি. বি. বাৰে বাৰে, বাৰম্বাৰ্, often, repeatedly.

**ঘনে-পতি**, ক্রি. বি. ঘনে ঘনে, বাৰে বাৰে, সঘনে ; যেনে, ঘনে-পতি নাহিবি, again and again, repeatedly.

**ঘপবাই**, ক্রি. বি. বেগতে, তত্তালিকে, ঘপ্ কৰে ; যেনে, টান কাম ঘপবাই নহয়, quickly, immediately, at once.

**ঘপহ্**, অনুক. দাৰে কোব মৰাৰ নিচিনা শব্দ, an imitative sound used to express that of striking with a *da*.

**ঘপিয়া**, স. ধা. ( অং. ঐ ) দাৰে কোব মাৰ্, ঘৈয়া, কুৰিয়া, to strike with a cutting instrument, to wound.

**ঘপ্‌কৰে**, ক্রি. বি. ঘপবাই, বেগতে, অকস্মাত্, quickly, suddenly.

**ঘমঘণ্ট**, স. শ. হুলস্থুল, confusion.

**ঘমা**, স. ধা. ( অং. ঘাম্, তাপৰ নিমিত্তে গাৰ পৰা ওলোৱা ৰস ) ঘাম-উলিয়া, ঘাম জন্মা, to cause to perspire.

**ঘৰ্**, স. শ. ( সং. গৃহ, প্রাং. হিং. বং. ঘৰ, আবাস ) আবাস, মানুহ থাকিবৰ বা বস্তু থবৰ কাৰণে কাঠ বাঁহ বা ইটা শিল আদিৰে প্রস্তুত কৰা ঠাই ; একে লগে থকা পৰিয়াল ; যেনে, এই ঘৰ মানুহ উঠিছে ; খেল-খেদা চালত গুটি-বুলোৱা চাৰি-চুকীয়া শূন্য ঠাই, a house, a dwelling-place, a family, a square of a board used in a game.

**ঘৰ ভাগ্**, মৃত্যু বা দন্দৰ দ্বাৰা ভাৰ্য্যা স্বামী বেলেগ হ ; যেনে, অমুকৰ ঘৰ ভাগিল, to be separate from one's husband or wife by death or family dispute.

**ঘৰচীয়া**, বি. পোহনীয়া, tame.

**ঘৰা**, স. শ. ( অং. ঘৰ্, গৃহ ; কেইও ফালে মাটিৰে বেৰি ঘৰৰ নিচিনা কৰা যায়, এতেকে ) ভাত ৰন্ধা আখা, চৌকা, an earthen cooking place.

**ঘৰাকাতি**, "ঘৰামুটি" চোৱা।

**ঘৰাঘৰি**, ক্রি. বি. ( অং. ঘৰ, গৃহ ) আপোন আপোন ঘৰলৈ ; যেনে, ঘৰাঘৰি যাওঁহঁক, to respective houses.

**ঘৰামুটি**, স. শ. পাক বা লুটি খাই পৰণ, falling down and rolling.

**ঘৰামুটি খা**, লুটি খাই পৰ্, to fall down and roll.

**ঘৰামুটি মাৰ্**, ঠেলা মাৰি লুটি খুৱাই পেলা, to pitch over.

**ঘঁৰিণী**, স. শ. ( অং. ঘৰ, গৃহ ) গৃহিণী, ভাৰ্য্যা, ঘৈণী, a wife, the wife of the master of the house.

**ঘঁৰিষণ্**, } স. শ. ( সং. ঘৰ্ষণ, ঘঁহনি ) ঘঁহনি,
**ঘঁৰিষণা**, } friction.

**ঘঁকৰা**, বি. ( অং. ঘৰ, গৃহ ) আপোনাৰ ঘৰৰ, আপোনাৰ ঘৰত হোৱা, belonging to or produced in one's own house.

**ঘৰুৱালি**, গু. শ. ঘৰুৱাৰ গুণ বা অৱস্থা, belonging to or being produced in one's own house.

**ঘৰে-ঘৰে**, } ক্রি. বি. প্রতি ঘৰত ; যেনে,
**ঘৰেপতি**, } ঘৰে-ঘৰে নৰিয়া ; প্রতি ঘৰলৈ ; যেনে, সবাহৰ মিঠৈ ঘৰে-ঘৰে পঠিয়াইছে, at or to each house or family.

**ঘৰে-পৰে**, ক্রি. বি. ( অং. ঘৰ, আপোন পৰিয়াল + পৰ, আন লোক ) আপোনাৰ ঘৰত আৰু আন ঠাইত ; আপোন দেশত আৰু বিদেশত, in one's own family and out of it, at home and abroad.

**ঘৰে-বাজে**, ক্রি. বি. ( অং. ঘৰ, ঐ + বাজ্, বাহিৰ ) ঘৰৰ ভিতৰত আৰু বাহিৰত ; যেনে, বিয়া ঘৰীয়াৰ ঘৰে-বাজে মানুহৰ হাই ; আপোন পৰিয়ালত আৰু আনৰ ঘৰত ; যেনে, আজি কালি ঘৰে-বাজে জৰ হৈছে, inside and outside of

a house, in one's own family and in the family of others.

ঘৰোৱাহ্, স. শ. ( অং. ঘৰ, + বাস্, থকা ) একে লগে থকা সমুদায় পৰিয়াল, সপুত্ৰ-বান্ধৱ ; যেনে, ঘৰোৱাহেই মৰিল, a whole family.

ঘৰোৱাহী, বি. গৃহাশ্ৰমী, গৃহস্থী ; যেনে, ঘৰোৱাহী মানুহ, গৃহাশ্ৰম-সম্বন্ধীয় ; যেনে, ঘৰোৱাহী কাম, living in a family state, appertaining to a family, household, domestic.

ঘৰ্গিৰী, স. শ. ( অং. ঘৰ, ঐ + গিৰী, গৰাকী ) ডাঙ্গৰ মানুহৰ ঘৰৰ সকলো কাম চলাবৰ ভাৰ পোৱা ঘাই ভৃত্য, the head servant in a high family, who manages all household affairs, a steward.

ঘৰ্-গোনা, বি. সদায় ঘৰত থকা, স্থানান্তৰলৈ নোযোৱা, untravelled.

ঘৰ্ঘৰ্, ঘৰ্ঘৰ্, অনুক. ঘূৰা চক্ৰৰ নিচিনা শব্দ, an imitative sound used to express that of wheels in motion.

ঘৰ্ঘৰণি, ঘৰ্ঘৰণি, স. শ. ঘূৰা চক্ৰৰ শব্দ ; যেনে, গাড়ীৰ ঘৰ্ঘৰণি শুনা যায়, a rumbling or creaking sound, as of wheels in motion.

ঘৰ্ঘৰা, ঘৰ্ঘৰা, অ. ধা. ঘূৰা চক্ৰৰ দৰে শব্দ কৰ্, to rumble or creak as wheels in motion.

ঘৰ্ঘৰি, ঘৰ্ঘৰি, স. শ. "ঘৰ্ঘৰণি" চোৱা।

ঘৰ্-চৰাই, ঘৰ্-চিৰিকা, স. শ. ( অং. ঘৰ্, গৃহ + চৰাই, পক্ষী ) মানুহৰ ঘৰত বাহ-লোৱা এবিধ সৰু চৰাই, the house sparrow.

ঘৰ্জোৱাঁই, স. শ. (অং. ঘৰ, গৃহ বা পৰিয়াল + জোৱাঁই, জীৰ স্বামী ) আপোনাৰ বাপেক-মাকৰ ঘৰ এৰি শহুৰেকৰ ঘৰত বাস কৰা মানুহ, a man who resides in the house of his father-in-law as a member of his family.

ঘৰ্-নিৰন্তৰে, ক্ৰি. বি. ( অং. ঘৰ, গৃহ বা পৰিয়াল + নিৰন্তৰে, অবিচ্ছেদে ) ঘৰে-পতি, ঘৰে ঘৰে, প্ৰতি ঘৰত ; যেনে, ঘৰনিৰন্তৰে নৰিয়া, in every house or family.

ঘৰ্-ফলীয়া, স. শ. অসম ৰজাৰ ঘৰ সজা এখেল মানুহ ; এতেকে ঘৰ সাজি জীবিকা কৰোঁতা ; ইটা বা শিলেৰে ঘৰ আদি সাজোঁতা, one of a class of men who constructed houses for the Assam Rajas, hence a house builder, a mason.

ঘৰ-ভঙ্গা, বি. ( অং. ঘৰ, পৰিয়াল + ভঙ্গা, বিচ্ছেদ কৰা ) ভাৰ্য্যা স্বামীৰ মাজত দন্দ লগাই বিচ্ছেদ কৰা, breaking the peace of a family by causing the husband and his wife to quarrel with each other. স. শ. ভাৰ্য্যা স্বামীৰ মাজত দন্দ লগাই ঘৰৰ শান্তি নাশ কৰোঁতা, one who breaks the peace of a family by causing the husband and his wife to quarrel with each other. (স্ত্ৰী) বি. স. শ. ঘৰ্-ভাঙ্গী।

ঘৰ্-বাস্, স. শ. ( সং. গৃহৱাস, ঘৰত নিবাস ; গৃহ, ঘৰ + ৱস্, থাক্ ) গৃহ-বাস, পুত্ৰ ভাৰ্য্যাৰে সৈতে ঘৰত থকা কাৰ্য্য, পৰিয়ালৰে সৈতে নিবাস, domesticity, home life.

ঘৰ্ম্ম, স. শ. ( সং. ঘৰ্ম্ম, ঘাম—ঘৃ, শান্তি কৰ্ ) ঘাম, তাপৰ নিমিত্তে গাৰ পৰা ওলোৱা ৰস ; তাপ্, sweat, perspiration, heat.

ঘৰ্ম্মাক্ত, বি. ( সং. ঘৰ্ম্মাক্ত, ঘামেৰে ব্যাপ্ত—ঘৰ্ম্ম, ঘাম+অক্ত, ঘঁহা ) ঘামেৰে তিতা, wet with perspiration.

ঘৰ্মুৰি, ক্ৰি. বি. ( অং. ঘৰ্, গৃহ + মুৰ্, শিৰ ) প্ৰতি-ঘৰৰ পৰা ; যেনে, তোমালোকে ঘৰ-মুৰি পাঁচ টকা দিয়া ; প্ৰতি ঘৰলৈ ; যেনে, তোমালোকক ঘৰমুৰি এটা দিম, by each house or family to each house or family.

ঘৰ্-শালিকা, স. শ. ( অং. ঘৰ, গৃহ +

শালিকা, এবিধ চৰাই ) ঘৰৰ ছালত বাহ-লোৱা এবিধ চৰাই, a kind of bird. "শালিকা" চোৱাঁ।

ঘৰ্ষণ্, কৃদ. স. ( সং. ঘৰ্ষণ, ঘঁহন—ঘৃষ, ঘঁহ্ ) ঘঁহন, মাজন, পিঁহন, friction, the act of rubbing.

ঘৰ্ষিত, কৃদ. বি. ( সং. ) ঘঁহা, মাৰ্জিত, rubbed, ground.

ঘলা, স. ধা. ( অং. ঘাল্, গালি পাৰ্ ) গালি পৰা, গালি খুৱা ; যেনে, অমুকে আনেৰে দন্দ কৰি তাৰ বাপেক মাকক ঘলাইছে, to cause to be abused.

ঘা, স. শ. ( সং. ঘাত্, প্ৰহাৰ ) আঘাতৰ চিন ; ক্ষত্, খহ আদিৰ দ্বাৰা ছাল মঙ্গহৰ ক্ষয়, a wound, a sore.

ঘা মাৰ্, কটা অস্ত্ৰেৰে প্ৰহাৰ কৰ্, কোব-মাৰ্, to slash.

ঘা লগা, ক্ষত কৰ্, to wound.

ঘা লাগ্, ক্ষত হ্, to be caused, as a wound.

ঘাই, স. শ. (সং. ঘাতি, চৰাই ধৰণ ) বনৰীয়া চৰাই ফান্দত পেলাবলৈ শিকোৱা চৰাই, a decoy-bird.

ঘাই, স. শ. ( অং. ঘাই, প্ৰধান ) পাচি খৰাহি আদিৰ মাজৰ ডাঙ্গৰ আৰু প্ৰধান কাঠী ; লৰি গৈ আনতকৈ আগেয়ে যি ঠাই পালে বা যি বস্তু ছুলে জিকা যায়, the central and principal twigs of a basket, a winning post, a goal.

ঘাই, বি. প্ৰধান, মুখ্য, মুল ; যেনে, ঘাই মানুহ, ঘাই বস্তু, chief, principal, primary.

ঘাই পাত্, শিকোৱা চৰাইৰ দ্বাৰা বনৰীয়া চৰাই ফান্দত পেলা ; যেনে, অমুকে উঁৰিকঁৰ ঘাই পাতে, to attract wild birds into a snare by means of a decoy-bird.

ঘাইকৈ, ক্রি. বি. ( অং. ) প্ৰধানৰূপে, মুখ্যৰূপে, chiefly, principally, especially.

ঘাই-পতীয়া, স. শ. ঘাই পাতি চৰাই-ধৰোঁতা, a man who decoys and catches birds.

ঘাই-মূৰীয়া, বি. ( অং. ঘাই, প্ৰধান + মূৰ, শিৰ ; যাৰ মূৰ প্ৰধান ) প্ৰধান, আনৰ ওপৰৰ ; যেনে, গাৱঁৰ ঘাই-মূৰীয়া মানুহ, principal, chief. স. শ. প্ৰধান লোক, মুৰ, আনক চলাওঁতা, a leader.

ঘাইল্, বি. ( সং. ঘাতি, অস্ত্ৰৰ প্ৰহাৰ ; হিং. ঘায়ল, ঘা-লগা ) ঘা পোৱা, অস্ত্ৰৰ আঘাতৰ দ্বাৰা ছাল মঙ্গহ ছিগা ; যেনে, এই ৰণত শত্ৰুৰ সেনা ঘাইল হল, wounded.

ঘাঁট্, স. ধা. ( বং. ঘাটন, আলোড়ন ) মাৰি আদিৰে বৰকৈ লৰা, মথ্ ; যেনে, সিজোৱা বস্তু ঘাঁটিলে ভাগি মুহ্ হয়, to stir or agitate, to churn. কৃদ. স. ঘাটোঁতা, ( স্ত্ৰী ) ঘাটোঁতী।

ঘাঁটন, কৃদ. স. ঘঁটা কাৰ্য্য, মাৰি আদিৰে সঞ্চালন, the act of stirring or churning.

ঘাঁত্, স. শ. ( সং. ঘাত, আঘাত ) একে বাৰেই বজোৱা তাল-খোল আদিৰ শব্দ, a simultaneous striking up of musical instruments.

ঘাঁহ্, স. শ. (সং. ঘাস, কোমল তৃণ) কোমল বন, জন্তুৱে খোৱা বন আদি, grass, fodder.

ঘাঁহ ধৰ্, পিবলৈ এৰি ঘাঁহ খাবলৈ আৰম্ভ কৰ্, to be weaned and begin to live upon grass, as a young animal.

ঘাঁহনি, স. শ. বহুত ঘাঁহ-থকা ঠাই, a place full of grass.

ঘাঁহী, স. শ. জন্তুক ঘাঁহ-যোগাওঁতা, a grass cutter.

ঘাঁহুকটীয়া, স. শ. ( অং. ঘাঁহ্, ঐ + কটীয়া, কাটোতা ) ঘাঁহী, ঘাঁহ কাটোঁতা, a grass cutter.

ঘাগৰ্, } ঘাঘৰ্, } স. শ. ( সং. ঘৰ্ঘৰ, সৰু জুনুকাৰ শ্ৰেণী ) জৰীৰে গাঁথি লবাক বা তিৰোতাক পিন্ধোৱা সৰু জুনুকাৰ মালা, a girdle of small bells.

ঘাগৰি-গতীয়া, বি. ( অং. ঘাগৰ, সৰু জুনু-

কাৰ মালা + গতু, প্ৰকাৰ ) ঘাগৰৰ মালাৰ দৰে ওলমা, এফালে কান্ধৰ ওপৰৰ পৰা সিফালে বাহুৰ তলে গাৰ দাঁতিলৈ ওলমি পৰা, extended from the shoulder on the one side to the side of the body on the other.

ঘাগৰিগতীয়াকৈ, ক্ৰি. বি. এফালে কান্ধৰ ওপৰৰ পৰা সিফালে গাৰ দাঁতিলৈ ওলমাই ; যেনে, চেলেংখান ঘাগৰিগতীয়াকৈ লৈছে, extending from the shoulder on the one side to the side of the body on the other.

ঘাগি, স. শ. ( অং. ঘাই, প্ৰধান ) যি বস্তুক আশ্ৰয় কৰি আন বস্তু গোট খায় ; যেনে, লগনী খৰিক ঘাগি পাতি জুই লাগে ; আশ্ৰয় ; যেনে, পানীত পৰা জাবৰৰ ঘাগিত মাছ থাকে, a nucleus, a refuge.

ঘাঘৰ্, " ঘাগৰ " চোৱা।

ঘাট্, স. শ. ( সং. ঘট্ট ; হিং. বং. ঘাট, পানীলৈ নমা আৰু তাৰ পৰা উঠা ঠাই ) নৈ বা পুখুৰীত সদায় গা-ধোৱা ঠাই, সদায় নাৱৰ পৰা বস্তু-তোলা বা মানুহ নমা ঠাই, a bathing place on a river-side, &c., a landing place.

ঘাট্, অ. ধা. ( হিং. ঘটানা, কম্ কৰ্ ) কম হ, টুট্ ; যেনে, জোখত এসেৰ ঘাটিল ; ( গৌৰৱ কমে এতেকে ) পৰাস্ত হ, হাৰ, to be less in measure or quantity, to be deficient, to be defeated.

ঘাটি, বি. (হিং. ঘটানা, কম্ কৰ্) কম, টুটা, ন্যূন ; যেনে, জোখত পাঁচ সেৰ ঘাটি হল্, deficient, less in measure or quantity.

ঘাটি, স. শ. ( অং. ঘাট্, পৰাস্ত হ ) দাই, জগৰ ; যেনে, কামত হেলা কৰা চাকৰৰ গাত ঘাটি, fault, offence.

ঘাটি খা, জগৰত বা আপদত পৰ ; যেনে, আগ-পাচ নেচাই কাম-কৰা মানুহে ঘাটি খায়, to get into trouble.

ঘাটি লগা, শীতলা দেবীৰ অপৰাধ কৰ ; যেনে, ঘাটি লগালে বসন্তৰ পীড়া বাঢ়ে, to offend the goddess of small-pox, &c.

ঘাটি লাগ্, শীতলা দেবীৰ খং হ ; যেনে, আইৰ ঘাটি লাগিল, vide supra.

ঘাটৈ, ঘাটোৱাল্, } স. শ. ( অং. ঘাট্, নাৱত উঠা বা তাৰ পৰা নমা ঠাই ) নাৱেৰে মানুহ পাৰ-কৰোঁতা, a ferryman.

ঘাতক্, কৃদ. স. ( সং. ঘাতক, বধোঁতা—হন্, বধ কৰ্ ) বধ কৰোঁতা ; নষ্ট কৰোঁতা, a killer, a destroyer, a breaker. ( স্ত্ৰী ) ঘাতিকা।

ঘাতকী, স. শ. ( সং. ঘাতক, ঐ ) বধোতা, নষ্ট কৰোঁতা, ভাঙোঁতা ; যেনে, বিশ্বাস ঘাতকী, a killer, a destroyer, a breaker. ( স্ত্ৰী ) ঘাতিনী।

ঘাতন্, কৃদ. স. ( সং. ঘাতন, বধ—হন, বধ কৰ্ ) বধ কৰণ, নষ্ট কৰণ, the act of killing or destroying.

ঘাতী, স. শ. (সং. ঘাতিন, নাশক —হন, নাশ বা বধ কৰ্ ) বধ কৰোঁতা, নাশ কৰোঁতা, ( সদায় আন এটা শব্দৰ পাচত লগ লাগি থাকে ) ; যেনে, আত্ম-ঘাতী, a man who kills, a killer. ( স্ত্ৰী ) ঘাতিনী।

ঘাতুক্, বি. ( সং. ঘাতুক, নিষ্ঠুৰ—হন্, হিংসা কৰ্ ) নিষ্ঠুৰ, নিমৰমিয়াল ; যেনে, "কেনে হেন বোলা ঘাতুক বাণী।" cruel, hurtful. স. শ. গুপ্তৰূপে বধোঁতা ; যেনে, ঘাতুকৰ হাতত প্ৰাণ গল, an assassin.

ঘানাক্-ঘুনুক্, বি. অনিশ্চিতৰূপে শুনা, অলপকৈ ওলোৱা, কণাকণি কৰা, slightly rumoured.

ঘানাক্-ঘুনুককৈ, ক্ৰি. বি. কণাকণিকৈ, অলপকৈ, in an uncertain manner (said of a rumour).

ঘাম্, স. শ. ( সং. ঘৰ্ম্ম, বং. ঘাম, তাপত ওলোৱা গাৰ ৰস ; হিং. ঘাম, তাপ ) তাপৰ নিমিত্তে গাৰ পৰা ওলোৱা ৰস ; তাপ ; যেনে, আজি বৰ ঘাম লাগিছে, perspiration, heat. অ. ধা. তাপৰ

নিমিত্তে নোমৰ গুৰিয়ে দি পানী উলিয়া; যেনে, মোৰ গা ঘামিছে, to perspire, to sweat.

ঘামচি, স. শ. (সং. ঘৰ্ম্মচৰ্চ্চিকা, হিং. ঘমোৰী; বং. ঘামাচি, ঘামৰ ফোঁহা) ঘামৰ পৰা হোৱা সৰু ফোঁহা, the prickly heat.

ঘাম্-কাল্, } স. শ. (অং. ঘাম, তাপ+ ঘাম্-কালি, } কাল, সময়) গ্ৰীষ্ম কাল, জহ কাল, the hot season.

ঘাম্-গাঁৰ, } স. শ. (অং. ঘাম, তাপ+গাঁড় ঘাম্-গাড়, } বা গাঁৰ, খহু) ঘাম-কালি হোৱা এবিধ খহু, a kind of boil.

ঘাৰ্, স. শ. (সং. ঘাট্টি, বং. ঘাড়, ডিঙ্গিৰ পাচ ফাল) গল্-ধন্, ডিঙ্গিৰ পাচ ফাল, the back of the neck.

ঘাৰ্ মোচৰ্, ডিঙ্গি পকাই তুথ দি, to wring the neck.

ঘাৰ্-মোচৰা, স. শ. (অং. ঘাৰ, ঐ+মোচৰ্, মোহাৰ) ডিঙ্গি পকাই তুথ দিয়া কাৰ্য্য; ডিঙ্গি-পকাওঁতা, the act of wringing the neck, one who wrings the neck.

ঘাল্, স. ধা. (অং. গালি, দুৰ্ব্বাক্য) গালি পাৰ্, to abuse.

ঘালি নি, অধিকৰূপে অবচনীয়া বচন বোল্, to continue to abuse.

ঘিউ, স. শ. (সং. ঘৃত, হিং. ঘিৱ্; বং. ঘি, পগোৱা মাখন) পগোৱা মাখন; মূৰৰ খোলাৰ ভিতৰত থকা বগা বস্তু, clarified butter, the brain.

ঘিটিং, অনুক. দূৰৈত মেঘে গজাৰ নিচিনা শব্দ, an onomatopœic sound used to express that of distant thunder.

ঘিটিৰা, বি. বাঢ়িব নোৱৰা, কঁটীয়া, dwarfed, stinted in growth.

ঘিটিৰা লাগ্, কঁটীয়া হৈ থাক্, to be stinted in growth.

ঘিটুঘিটনি, স. শ. (অং. ঘিটিং, দূৰৈত গজা মেঘৰ নিচিনা শব্দ) বহুত বস্তুৱে পৰস্পৰে ঠেকা-খোৱাৰ পৰা হোৱা শব্দ; এতেকে অনেক মানুহৰ হঙ্গম, the sound of many things striking each other, an assemblage of many persons.

ঘিটুঘিটা, অ. ধা. অনেক বস্তুৱে পৰস্পৰে ঠেকা খোৱাৰ দৰে শব্দ কৰ্, to make a sound as of several things striking against one another.

ঘিণ্, স. শ. (সং. ঘৃণা, বেয়া-পোৱা) ঘৃণা, ছুলে বা লগ ললে আপুনি অশুচি হোৱাৰ বোধ, অধমত্ব বোধ, aversion, hate, loathing.

ঘিণ-লগা, বি. (অং. ঘিণ, ঐ+লগা, সংযুক্ত হোৱা) অধম বোধ কৰা, নীচ, যাক ছুলে বা যাৰ লগ লাগিলে আপোনাৰ নীচতা হোৱা বোধ হয়, hateful, loathsome.

ঘিণা, স. ধা. (অং. ঘিণ, ঐ) বেয়া পা, অধম বোধ কৰ্, to hate, to loath.

ঘিমৰু, স. শ. তিঞহ জাতিৰ এবিধ গুটি আক তাৰ লতা, a wild cucurbitaceous plant and its fruit. Of the Cucumber or Melon tribe.

ঘিলা, স. শ. (হিং. ঘীলা, এবিধ লতা) এবিধ লতাৰ প্ৰায় ঘূৰণীয়া গুটি, তাৰে লৰাই ধেমালি কৰে; চক্ৰ; যেনে, ৰথৰ ঘিলা; আঁঠুৰ গাঠিৰ আগ ফালৰ ঘূৰণীয়া হাড়; চৰাইৰ পেটত আহাৰ জীৰ্ণ কৰা যতন, তাৰ আকৃতি ঘূৰণীয়া আক ওপৰৰ ছাল ডাঠ, the seed of a kind of creeping plant used by children as marbles in play, a wheel, the kneecap, a bird's crop.

হিং. ঘীলা শব্দৰ পৰা ঘিলা হৈছে, কিন্তু হিন্দীত তাৰ উচ্চাৰণ দীৰ্ঘ, এই কাৰণ দীৰ্ঘ ঈকাৰ দি তাক লিখা যায়, অসমীয়াত উচ্চাৰণ চুটি।

ঘিলা খেল্, স. শ. (ঘিলা, ঐ + খেল, ধেমালি) ঘিলাৰে কৰা ধেমালি, a game in which *ghilas* are used.

ঘিলাডুঙ্গীয়া, স. শ. (অং. ঘিলা, ঐ+ডোঙ্গা, গোটখাই থকা পানী) নৈৰ সাধাৰণ ঠাইত কৈ কিছু দ ঠাই, a small and a

comparatively deep place in a river.

ঘিলা-সংযোগ, স. শ. ( অং. ঘিলা, ঐ+ সংযোগ, লগোৱা) কোনো বস্তুক স্থানান্তৰ কৰিবৰ কাৰণে ঘিলা লগাই কৰা যতন ; যেনে, ঘিলা সংযোগৰ পেড়া, wheel work, a combination of wheels and their connection with something.

ঘিলা হাঁহ, স. শ. ( অং. ঘিলা, ঐ+হাঁহ, এবিধ চৰাই) এবিধ সৰু বনৰীয়া হাঁহ, ( সি জাক পাতি উড়ি যাওঁতে পাখিবোৰে ঘিলা ঘূৰোৱাৰ দৰে শব্দ কৰে), a species of teal.

ঘুঁকুটিয়া, স. ধা. ( অং. ঘোকটু ) ভিতৰলৈ মাৰি বা আঙ্গুলি সুমাই খোঁচ বা ঘোঁক্ ; কথালৈ মন কৰাবৰ কাৰণ অলপকৈ আঙ্গুলিৰে ঠেলা মাৰ্, to stir or shake with a stick or finger thrust into something, to nudge, to jog.

ঘুকুচা, বি. গা-কোঁচ খোৱা, কুঁজা হোৱা, bowed.

ঘুকুৰ্চুমৈ, স. শ. এবিধ লতাৰ গুটি, তাৰ লতা, the fruit of a creeping plant, and the plant itself.

ঘুগুৰা, স. শ. ( সং. ঘৰ্ঘৰ ; বং. ঘুঙ্গুৰ, সৰু জুনুকা ) কোনো বস্তুত আৰি দিয়া সৰু জুনুকা, a small tinkling bell attached to something.

ঘুগুলা, স. শ. শস্য বা তৃণ আদি পচি হোৱা চূৰ্ণ, corn, straw or any other thing crumbled to dust. বি. ভাগি চূৰ্ণ হোৱা, crumbled.

ঘুগুলী, স. শ. অতি প্ৰাচীনা, জীৰ্ণ হোৱা ; যেনে, বুঢ়ী ঘুগুলী, ( নিন্দাৰ্থত, স্ত্ৰী ) ; decrepit (fem.).

ঘুঙ্গুৰ্, স. শ. (উশাহ লওঁতে ঘুংঘুং বা ঘুঁত ঘুঁত শব্দ হয়, এতেকে ) উৰ্দ্ধশ্বাস, উদফাঁই ঘুঙ্গুৰ্, the asthma. ( মৌখিক ) ।

ঘুঙ্গুৰীয়া, বি. ঘুঙ্গুৰ ৰোগে ধৰা, asthmatic. ( মৌখিক ) ।

ঘুটুমুটীয়া, বি. ( বং. গুড়গুড়িয়া ) চুটি-চাপৰ, of short stature..

ঘুণ্, স. শ. ( সং. ঘুণ, এবিধ কীট—ঘুণ্, ঘূৰ্ ) এবিধ কাঠ বাঁহ বিন্ধি নষ্ট কৰা পোক ; এতেকে গাৰ কোনো অঙ্গৰ অভাৱ বা দোষ, a small destructive insect, that bores timber, &c., a bodily defect or imperfection, lameness, blindness, &c.

ঘুণীয়া, বি. ( সং. ঘুণ, ঐ ) ঘুণে খোৱা, এতেকে, আঘাত আদিৰ দ্বাৰা চিৰকাললৈকে অকৰ্ম্মা হোৱা ; যেনে, গছৰ পৰা পৰি তাৰ গা ঘুণীয়া হল, attacked by the *ghun*, disabled, or crippled by an injury received on the body.

ঘুণ্-গুড়ি, স. শ. ঘুণ-পোকে কাঠ-বাঁহ খাই কৰা ধূলি, timber, &c., reduced to dust by the *ghun*.

ঘুনুক্-ঘানাক্, "ঘানাক ঘুনুক্" চোৱা ।

ঘুনুক্-ঘানাক্কৈ, "ঘানাক ঘুনুকৈ" চোৱা ।

ঘুপীয়া, বি. ( অং. ঘোপ, আবৃত ঠাই ) ভাঁজ লোৱা, বেঁকা, পোন নোহোৱা ; যেনে, ঘুপীয়া নৈ, ( ঘুপীয়া আলি আৰু নৈত মাথোন খাটে ), winding, curved, not straight.

ঘুপুৰ্, "ঘুপুহ্" চোৱা ।

ঘুপুৰাই, ক্ৰি. বি. ঘুপুৰ শব্দ কৰি ; যেনে, কঁঠাল টো ঘুপুৰাই পৰিল ; অকস্মাত, হঠাত ; যেনে, ঘুপুৰাই উঠি গল, with a quick heavy sound, suddenly, quickly.

ঘুপুহ্, অনুক, কোনো গধুৰ বস্তু বেগেৰে পৰাৰ নিচিনা শব্দ, an imitative sound used to express that of a thing falling heavily.

ঘুপুহাই, ঘুপুহ্ কৰে, } ক্ৰি. বি. অকস্মাত গধুৰ শব্দ কৰি ; যেনে, ঘুপুহ কৰে পৰিল, with a quick heavy sound.

ঘুপ্ঘুপীয়া, বি. ( অং. ঘোপ, অন্ধকাৰ ঠাই ) একো দেখিবলৈ নোপোৱা, একো নেদেখা ; যেনে, ঘুপ্ঘুপীয়া এন্ধাৰ, pitchy, said of darkness.

ঘুম্, অনুক. বৰ হিলৈৰ নিচিনা শব্দ, an

imitative sound used to express the report of a cannon.

ঘুম্মাৰ্, মূৰৰ পৰা ভৰিলৈকে কাপোৰেৰে ঢাক ; যেনে, ঘুমমাৰি শুইছে, to cover the body from head to foot with a cloth.

ঘুমমাৰি কাপোৰ ল, মূৰৰ পৰা ভৰিলৈকে ঢাকি কাপোৰ ল ; যেনে, ঘুমমাৰি কাপোৰ ললে উশাহ নেপাই, to spread a cloth upon the body in such a way as to cover it from head to foot.

ঘুমটি, স. শ. ( বং. ঘুম, টোপনি ; হিং. ঘুমানা, শোৱা ) টোপনি ; শুবৰ পৰা পুনৰ সাৰ পোৱালৈকে হোৱা নিদ্ৰা ; যেনে, এঘুমটি শুলে, sleep, a nap.

ঘুমটি মাৰ্, এঘুমটি শো, অলপ কাল শো, to have a nap.

ঘুমটি ঘূৰণ, স. শ. ( অং. ঘুমটি, টোপনি + ঘুৰণ, ঘূৰি ফুৰণ ) এটা ৰোগ ; সি ধৰা মানুহ টোপনিত খোজ কাঢ়ি ফুৰে, আন কামকো কৰে ; কিন্তু কি কৰিছে, নেজানে ; আমাৰ দেশৰ মানুহে তাক ভূতে পাইছে বোলে, somnambulism.

ঘুমনি, স. শ. ( বং. ঘুম, টোপনি ) চিন্তাৰ দ্বাৰা বাহিৰৰ জ্ঞান নথকা হোৱা অৱস্থা, গভীৰ চিন্তা, the state of being lost in thought, abstractedness.

ঘুমা, অ. ধা. ( বং. ঘুম, টোপনি ) শয়ন কৰ্, নিদ্ৰিত হ ; যেনে, লৰাটো ঘুমাইছে, to sleep. ( কামৰূ. )।

ঘুমুৰ্, স. শ. ( ঘুং ঘুং বা ঘুঁত ঘুঁত, সেই ৰোগে ধৰা মানুহে উশাহ লওঁতে হোৱা শব্দ ) উৰ্দ্ধশ্বাস ৰোগ, উদফাই, asthma.

ঘুমুৰীয়া, বি. ঘুমুৰ ৰোগে ধৰা, asthmatic.

ঘুৰ্ ঘুৰ্, ঘুৰ্ঘুৰ্, } অনুক. সৰু চকৰি ঘূৰাৰ নিচিনা শব্দ, an imitative sound used to express that of a small wheel in motion.

ঘুৰ্ঘুৰণি, ঘুৰ্ঘুৰণি, } স. শ. (অং. ঘুৰ্ঘুৰা, ঘূৰা চকাৰ নিচিনা শব্দ কৰ্ ) সৰু চকৰি ঘূৰাৰ শব্দ, the sound of a small wheel in motion.

ঘুৰ্ঘুৰা, ঘুৰ্ঘুৰা, } অ. ধা. ( ঘুৰ্ ঘুৰ্, চকৰি ঘূৰাৰ শব্দ ) সৰু চকৰি ঘূৰাৰ নিচিনা শব্দ কৰ্, to make a sound, like a small wheel in motion.

ঘুৰ্ঘুৰী, ঘুৰ্ঘুৰী, } স. শ. সৰু চকৰি ; দুৱাৰ ঘূৰিবৰ কাৰণে তাৰ তলত দিয়া গাঁঠি থকা এডোখৰ বাঁহ বা খোলুনি দিয়া কাঠ, a small wheel, a joint of bamboo, or a piece of wood with a hole or depression in it, the centre being placed under a door as its support.

ঘুৰ্ঘুৰী যন্ত্ৰ, ঘুৰ্ঘুৰী যন্ত্ৰ, } স. শ. (ঘুৰ্ঘুৰ্ শব্দ কৰে, এতেকে) কোনো গধুৰ বস্তু দাঙিবৰ, নমাবৰ বা লৰাবৰ কাৰণে এটা চকৰিত লেজু লগাই কৰা যতন, a pulley. "ঘুৰ্ঘুৰী যতন" এনেও হয়।

ঘুৰ্ঘুটিয়া, অ. ধা. কোনো বস্তু বা বাট বিচাৰি ঘূৰি ফুৰ্, to walk about to this side and that in search of something, to try and find the way.

ঘুলা, স. শ. ঘুগুলা, শস্য বা তৃণ পচি বা ভাগি হোৱা চূৰ্ণ, anything crumbling to dust.

ঘুলা উঠ্, ঘুগুলা বা চূৰ্ণ হ, to be reduced to dust.

ঘুলি, স. শ. ( বং. ঘোল, নৈৰ দাঁতিত বতাহে নোপোৱা ঠাই ) ডাঙৰ নৈৰ দাঁতিত বতাহে নোপোৱা, নিৰ্ব্বিঘিণিয়ে নাও ৰাখিব পৰা ঠাই, a shelter for boats.

ঘুলি, স. শ. ( অং. ঘোল্, ঘুঁটি বা ঘাঁটি মল যুক্ত কৰ্ ) মহ আদি জন্তুৱে লেটি লোৱা বোকা পানীৰ খাল ; যেনে, মহৰ ঘুলি, a small pool of water or puddle in which buffaloes wallow.

ঘুষিত্, কৃদ. বি. ( সং. ঘুষিত, প্ৰখ্যাত—ঘুষ, উচ্চ শব্দেৰে প্ৰকাশ কৰ্ ) প্ৰখ্যাত, প্ৰচাৰিত ; যেনে, অমুকৰ যশস্যা চাৰিও কালে ঘুষিত হৈছে, proclaimed.

ঘূঘুয়া, বি. ডাৱৰে ঢকা, অথচ তাপযুক্ত,

ডাৱৰৰ মাজে অলপকৈ ওলোৱা; যেনে, ঘুমুয়া বদ, cloudy but hot.

ঘূৰ্, অ. ধা. (সং. ঘূৰ্ণ্, পাক দি বা পকাই ফুৰ্) পাক ল; যেনে, ৰথৰ ঘিলা ঘূৰে, ওলট্, আগৰ মূৰ পাচ হ; যেনে, চাকনৈয়াত পৰি নাওখান ঘূৰিল, to whirl, to revolve, to turn back.

ঘূৰি আহ্, উলটি আহ্; যেনে, মৰা মানুহ ঘূৰি নাহে, to come back, to return.

ঘূৰণ্, কৃদ. স. পাক বা লুটি খাওন, the act of turning or revolving. বি. বেঁকা, পোন নোহোৱা, ঘূৰি যাব লগীয়া; যেনে, ঘূৰণ বাট, circuitous, round about.

ঘৰণীয়া, বি. (অং. ঘূৰণ, বক্র) চক্রৰ আকৃতিৰ, গোলাকাৰ, round.

ঘূৰা, স. ধা. পাক খুৱা, পকা; যেনে, লাটুম ঘূৰাইছে; আগ ফাল পাচ কৰ্; যেনে, নাওখান ঘূৰালে, to cause to whirl or revolve, to turn.

ঘূৰাই আন্, ওলটাই নি; যেনে, এবাৰ দিয়া বস্তু ঘূৰাই আনিব নোৱাৰি, to take back.

ঘূৰি, স. শ. (অং. ঘূৰ্, পাক খা—বতাহ লাগিলে বা খোজ কাঢ়িলে তলৰ ভাগ অলপ ঘূৰে, এতেকে) বৰকৈ ফেৰ মেলা এবিধ মেখেলা, লহঙ্গা, a petticoat.

ঘূৰিপকি, ক্রি. বি. (অং. ঘূৰ্, পাক ল+পকা, ঘূৰা) অনেক বাৰ ঘূৰি, পকাইজকাই, বহুত দূৰৈলৈ ফুৰি; যেনে, নগৰত ঘূৰিপকি আহিলোঁ, taking a long round in walking to a place.

ঘূৰি-ঘূৰি, ক্রি. বি. অনেক বাৰ, পুনঃ পুনঃ; যেনে, ঘূৰি-ঘূৰি একেটা কথাকে কৈ আছে, again and again, repeatedly.

ঘূৰীয়া, স. শ. (অং. ঘূৰা, পাক দি) মহনিবাৰণ কৰিবলৈ শয্যাৰ চাৰিও ফালে ঘূৰাই আঁঠুৰাৰ দৰে আৰি দিয়া কাপোৰ; যেনে, ঘূৰীয়া তৰি শুইছে, a cloth used as a temporary mosquito curtain.

ঘূৰ্ণবায়ু, স. শ. (সং. ঘূৰ্ণবায়ু, বা'মাৰলি—ঘূৰ্ণ, ঘূৰা+বায়ু, বতাহ) ঘূৰি ঘূৰি চলা বতাহ, বা'মাৰলি, whirlwind, cyclone.

ঘূৰ্ণায়মান্, বি. পাক দিয়া, চক্রাকাৰে ঘূৰোৱা; যেনে, ঘোঁৰাৰ গতিত ৰথৰ ঘিলা ঘূৰ্ণায়মান হয়, ঘূৰি থকা, চক্রাকাৰে গতি কৰা; যেনে, ঘূৰ্ণায়মান পৃথিৱী, made to revolve or turn, whirling, revolving.

ঘূৰ্ণিত্, কৃদ. বি. ঘূৰোৱা, পাক দিয়া, turned round.

ঘৃণা, স. শ. (সং. ঘৃণা, ঘিণ—ঘৃণ্, দীপ্তি কৰ) ঘিণ্, তুচ্ছ-বোধ, hate, hatred.

ঘৃণাকৰ, বি. (সং. ঘৃণাকৰ, ঘিণ-জন্মোৱা—ঘৃণা, ঘিণ + কৃ, জন্মা) ঘিণ-জন্মোৱা, বেয়া পোৱা, নিন্দাৰ যোগ্য, hateful, loathsome.

ঘৃণিত, কৃদ. বি. (সং. ঘৃণিত, ঘিণ, লগা—ঘৃণ্, দীপ্তি কৰ্) ঘিণ-লগা, বেয়া, hated, hateful.

ঘৃত, স. শ. (সং. ঘৃত, ঘিউ—ঘৃ, শান্তি কৰ্) ঘিউ, clarified butter, *ghee.*

ঘৃত-কুমাৰী, স. শ. (সং. ঘৃতকুমাৰী, ঘৃত, ঘিউ+কুমাৰী, এঁৱা ছোৱালী) চালকুৱঁৰী (তাৰ লাৱণ্য আৰু কোমল গুণৰ নিমিত্তে সেই নাম), the aloe, *Agave americana.*

ঘৃতাচী, স. শ. এজনা অপেস্বৰাৰ নাম, the name of a nymph.

ঘেউ ঘেউ, অনুক. কুকুৰে ভুকাৰ নিচিনা শব্দ, an imitative sound to express that of the barking of a dog.

ঘেঁও, স. শ. (ঘেঁও ঘেঁও, সূতা টানোতে হোৱা শব্দ) যঁতৰত সূতা কটাত এবাৰ হাত দাঙ্গোতে যিমান সূতা ওলায়, an arm's length of thread in spinning.

ঘেং, অনুক. বাঘে বা কুকুৰে কামুৰিবৰ সময়ত কৰাৰ নিচিনা শব্দ, an imitative sound used to express that uttered by a tiger or dog when attacking a man or an animal.

ঘেং কৰি উঠ্, বৰ খঙেৰে ভেকাহি মাৰি দি; যেনে, কথা কলেই ঘেং কৰি উঠে, to utter loud angry words in order to intimidate.

ঘেং কৰে, ক্রি. বি. ঘেং শব্দ কৰি, (বাঘ

বা কুকুৰত খাটে ); যেনে, বাঘে গৰুটো ঘেং কৰে ধৰিলে, suddenly uttering an angry sound, as a tiger or dog.

ঘেঁকেটাল্, স. ধা. ( অং. ঘোঁকট্, খোঁচৰ ) ঘোঁকট্, কোনো মাৰি বা আঙ্গুলি সুমাই লৰা, to stir up with a stick, &c.

ঘেঁকেটীয়া, বি. কৰিবলৈ টান, খোঁচৰ, difficult to do.

ঘেঁচ্, স. শ. মণিৰ খন্দা ; যেনে, এই ধাৰ মণিত তিনি ঘেঁচ আছে, a division in a string of beads.

ঘেঁচুলি, স. শ. ( সং. ঘেঞ্চুলিকা, এবিধ বনৰ আলু ) এবিধ বনৰ আলু আৰু তাৰ গছ, a kind of root and its plant.

ঘেঁতা, স. শ. ঘাত, a flourish of musical instruments. অ. ধা. বহুত লাভ কৰ্, বাঞ্ছনীয় কথা সিদ্ধি কৰ্ ; যেনে, অমুকে ঘেঁতালে, to make a large profit, to be a gainer to obtain a very desirable thing.

ঘেঁহনি, স. শ. ( অং. ঘেঁহা, ডিঙ্গিৰে শব্দ কৰ্ ) মৰিবৰ সময়ত কফে ধৰাত ডিঙ্গিৰ পৰা হোৱা শব্দ, ঘেৰ্ঘেৰি, the death rattle.

ঘেঁহা, অ. ধা. ( অং. ঘেঁ ঘেঁ, কফে ধৰা ডিঙ্গিৰ শব্দ ) মৰিবৰ সময়ত কফে ধৰাত ডিঙ্গিৰ পৰা "ঘেঁ ঘেঁ" শব্দ কৰ্ ; থেৰো-গেৰো কৰ্, to rattle in the throat as when dying, to be undecided, to waver.

ঘেঁহু, স. শ. ( সং. গোধূম, হিং. গেঁহু, এবিধ শস্য ) আটা গুড়ি কৰা শস্য, wheat. "ঘেঁহু-ধান" এনেও হয়।

ঘেকেচ্, স. শ. ইচ্ছা নকৰাকৈ অকস্মাত কৰা অলপ দাই বা জগৰ ; যেনে, ঘেকেচ লাগিছে, a slight unintentional fault.

ঘেকেটা, বি. ( অং. গোকাট, ঘিণ-লগা ) বেয়া, ঘিণ-লগা, bad, hateful.

ঘেকেটা-খোৱা, বি. অনেক বাৰ অপমান পাই তাতৈ ভয় নথকা হোৱা, নিলাজ হোৱা, deprived of the sense of self-respect by being frequently subjected to insults.

ঘেকেৰ্, অনুক. দাৰে কোব মৰাৰ নিচিনা শব্দ, an imitative sound used to express that of striking with a *da*.

ঘেকেৰ্ কৰে, } ক্রি. বি. অকস্মাত ঘেকেৰ
ঘেকেৰাই, } শব্দ কৰি, ( দাৰে কোব বা কুকুৰে কামোৰ মৰাত খাটে ) ; যেনে, ঘেকেৰ কৰে বা ঘেকেৰাই কাটিলে বা কামুৰিলে, with a short quick sound.

ঘেঙ্গনি, স. শ. ( অং. ঘেঙ্গা, গোঁজৰ ) কুকুৰৰ গোজৰণি, the growl of a dog.

ঘেঙ্গা, অ. ধা. ( অং. ঘেং, কুকুৰৰ নিচিনা শব্দ ) কুকুৰৰ নিচিনাকৈ গোঁজৰ্ ; কুকুৰৰ দৰে জিভা উলিয়াই ফোঁপা, to snarl as a dog.

ঘেৰ, স. শ. ( হিং. ঘিৰ্না ; বং. ঘিৰন, বেষ্টন কৰ্ ) চোলা বা মেখেলাৰ বেৰ, the width or circumference of a garment.

ঘেৰ্ঘেৰ্, অনুক. কফে ধৰা ডিঙ্গিৰ নিচিনা শব্দ, an imitative sound used to express that of breath catching in the throat.

ঘেৰ্ঘেৰণি, স. শ. ( অং. ঘেৰ্ঘেৰা, কফে ধৰা ডিঙ্গিৰ দৰে শব্দ কৰ্ ) মৰিবৰ সময়ৰ কফযুক্ত শব্দ, the death rattle.

ঘেৰ্ঘেৰা, অ. ধা. ( অং. ঘেৰ্ঘেৰ, কফে ধৰা ডিঙ্গিৰ নিচিনা শব্দ ) মৰিবৰ সময়ত কফে ধৰা ডিঙ্গিৰ দৰে শব্দ কৰ্, to make a rattling sound from the throat like a person about to die.

ঘেৰ্ঘেৰি, স. শ. মৰিবৰ সময়ত কফে ধৰাত ডিঙ্গিৰ পৰা হোৱা শব্দ ; যেনে, অমুকে ঘেৰ্ঘেৰি টানিছে, the death rattle.

ঘেৰ্ঘেৰীয়া, বি. কফযুক্ত, পানী লাগি ভগা ; যেনে, ঘেৰ্ঘেৰ hoarse.

ঘেলা, স. ধা. ( অং. খেলা, ৰং কৰ্ ) বৰ লোকৰ দৰে আনন্দেৰে ব্যৱহাৰ কৰ্ ( যান-বাহনত খাটে ) ; যেনে, হাতী ঘোঁৰা ঘেলাইছে, to use pompously.

ঘেলেং ঘেটেং, অনুক. ঘটং ঘটং শব্দ, জুলীয়া বস্তু ভিতৰত থকা পাত্ৰ লৰিলে হোৱা শব্দ, an imitative sound used to express that of fluid shaken in a vessel.

ঘেলেং ঘেটেংকৈ, ক্ৰি. বি. জোকাৰ খাই; যেনে, গাখীৰবোৰ ঘেলেং ঘেটেংকৈ আছিছে, shaking as fluid.

ঘেল্ঘেলীয়া, বি. "গেল্গেলীয়া" চোৱা।

ঘৈণী, স. শ. (অং. ঘৰিণী, ভাৰ্য্যা) গৃহিণী, ভাৰ্য্যা; গৰাকীয়নী; ঘৰ বাৰীৰ অধিকাৰিণী, গৰাকীনী, a wife, the mistress of a house.

ঘৈয়া, স. ধা. (অং. ঘা, ক্ষত) ঘা মাৰ, কটা অস্ত্ৰেৰে প্ৰহাৰ কৰ্, to strike with a cutting instrument.

ঘোঁক্, স. ধা. আঙ্গুলি বা আন জোঙ্গা বস্তুৰে কৃকি বাহিৰলৈ আন; যেনে, চকু ঘুঁকিলে; জোঙ্গা বস্তুৰে ৰোক; যেনে, কাউৰীয়ে ঠোঁটেৰে আম ঘোঁকে, to gouge out, to scoop.

ঘোঁকট্, স. ধা. (অং. ঘোঁক্, ৰোক্) কোনো বস্তুৰ ভিতৰলৈ মাৰি আদি সুমাই তাত থকা বস্তু লৰা, বা খোঁচ, to stir or shake with a stick, &c., thrust into an orifice. স. শ. পোনেই হাত দিয়েই বস্তু নোপোৱা ঠাই, হঠাতে সোমাব নোৱৰা ঠাই; যেনে, পুথিখান ঘোঁকটত আছে, a place not easily accessible. বি. কৰিবলৈ বা বুজিবলৈ টান, difficult to understand, abstruse.

ঘোঁকা, স. শ. (অং. ঘোঁক্, কৃকি বাজলৈ আন্) কোনো দমাই বা গোটাই থোৱা বস্তুৰ পৰা থাপ মাৰি নিয়া এমুঠি, (এই দৰে বস্তু নিলে সেই বস্তুৰ ঠাইত ৰোকাৰ দৰে খাল হয় এতেকে), a handful taken out of a heap or large quantity of things.

ঘোঁকা ঘোঁকে, ক্ৰি. বি. খামোচা-খামোচে, handful by handful.

ঘোঁকাজালি, স. শ. (অং. ঘোঁকা, খামোচা মাৰি নিয়া + জাল্, মাছ ধৰা যতন) চল পাই অধিককৈ নিয়া কাৰ্য্য; যেনে, গৰাকী নথকা বস্তু পাই ঘোঁকাজালি বালে, (পৰিহাসত খাটে), the act of taking in large quantites.

ঘোঁকোটা, ঘোঁকটা, স. শ. (অং. ঘোঁকট্, মাৰি আদি সুমাই খোঁচ্) মাৰি বা আঙ্গুলিৰে মৰা ঠেলা; যেনে, চকুত ঘোঁকোটা মাৰ্, a thrust with a stick or finger.

ঘোঁকোটা মাৰ্, মাৰি বা আঙ্গুলিৰে ঠেলা মাৰ্, to thrust with a stick, &c.

ঘোঁকোটা-জাল্, ঘোঁকটাজাল্, স. শ. (অং. ঘোঁকট্, মাৰি আদি সুমাই খোঁচ + জাল্, মাছ ধৰা যতন) জুডাল টনিত লগোৱা এবিধ জাল, তাৰে আগ-কাল পানীৰ তললৈ সুমাই ঠেলি মাছ ধৰা যায়, a kind of net used by Dums in Assam.

ঘোঁট্, স. ধা. (হিং. ঘোঁট্না, ঘঁহি নিমজ কৰণ; বং. ঘাঁটন, আলোড়ন) মাৰি ঘূৰাই পিঁহ বা মিহলা, মথ্, to mix by stirring or agitating with a stick.

ঘোঁটনা, স. শ. কোনো বস্তু ঘোঁটা পাত্ৰ, a bowl or vessel in which anything is mixed by stirring.

ঘোঁটনী, স. শ. ঘোঁটা মাৰি, ঘোটনাত পিঁহা মাৰি, a stick with which anything is mixed by stirring.

ঘোঁটা, স. শ. ভাঙ্গৰ পাত গাখীৰ চেনিৰে মিহলাই খুঁটি কৰা এবিধ পনীয়া বস্তু, a drink made of hemp, milk and sugar mixed together.

ঘোঁৰা, স. শ. (সং. ঘোটক, এবিধ জন্তু) অশ্ব, মানুহ উঠা আৰু ৰথ আদি টনোৱা এবিধ চাৰি ঠেঙ্গীয়া জন্তু; হিলৈৰ টুপী ফুটোৱা হাঁতুৰী, a horse or pony, the hammer of a gun. (স্ত্ৰী) ঘুঁৰী।

ঘোঁৰা-চোৰা, স. শ. (অং. ঘোঁৰা, ঐ + চোৰা, ৰখীয়া) ঘোঁৰা ৰখীয়া, ঘোঁৰাৰ কাম কৰোঁতা, a groom, a man who has the charge of a horse or horses.

ঘোৰা-শাল্, (অং. ঘোঁৰা, ঐ+শাল, ঘৰ) ঘোঁৰা-বন্ধা ঘৰ, a horse stable.

ঘোকোৰ্, অনুক. কহাৰ নিচিনা শব্দ, a sound like that of somebody coughing.

ঘোকোচ্, স. শ. "ঘেকেচ" চোৱাঁ।

ঘোঙ্, } স. শ. (সং. ঘোঙ্ঘ, এবিধ জন্তু)
ঘোং, } এবিধ বাঘৰ নিচিনা কিন্তু অলপ মুখ-জোঙ্গা কলা বৰণীয়া মঙহ খোৱা জন্তু, the black panther.

ঘোগোলা, বি. ভগা, ফটা, জীৰ্ণ, broken, torn, worn out.

ঘোচাম্, স. শ. চোৱা গছৰ সূত, সি বেগতে নিছিগে; যেনে, "ভাৰ্য্যা হল ঘোচামৰ জৰী," the fibres of a species of palm, which is said to be very strong.

ঘোচাম্-গাঁঠি, স. শ. (অং. ঘোচাম, ঐ+ গাঁঠি, বান্ধ) টান বান্ধ, মেলিব নোৱৰা বান্ধ, an intricate knot.

ঘোটক্, স. শ. (সং. ঘুট্, ৰক্ষা কৰ্) ঘোঁৰা, অশ্ব, (সি ৰণত শত্ৰুৰ পৰা ৰক্ষা কৰে), a horse, a pony.

ঘোট্ ঘোট্, অনুক. লৰালৰিকৈ পানী খাওঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound like that of somebody drinking water hastily.

ঘোদা, বি. মলিন, বোকা-যুক্ত, muddy.

ঘোদাল্, স. ধা. ঘাঁটি বোকা যুক্ত বা মলিন কৰ্, to make muddy by stirring or paddling.

ঘোপ্, স. শ. (হিং. ঘুপ্, এন্ধাৰ) সৰু, আন্ধাৰ ঠাই; চাৰিও ফালে আবৃত সৰু ঠাই, নৈৰ ঘুলি, a small dark place, a small secluded place, a harbour.

ঘোপ্ মাৰ, মেঘৰ দ্বাৰা এন্ধাৰ কৰ্; যেনে, বতৰে ঘোপ্ মাৰিছে, to cloud over, as the sky.

ঘোপা, বি. (অং. ঘোপ্, আন্ধাৰ ঠাই) দকৈ বহা, তললৈ সোমোৱা; যেনে, ঘোপা চকু, sunken, deep set in the head as the eye. স. শ. পৰ্ব্বতৰ গহ্বৰ, a cave in a hill.

ঘোপা কৰ্, খঙেৰে বা দেখা শক্তি বঢ়াবলৈ কোঁচাই সৰু কৰ্; যেনে, চকু ঘোপা কৰি চায়, to contract as the eye with anger or to increase the power of vision.

ঘোপাকৈ, ক্ৰি. বি. দেখা শক্তি বঢ়াবলৈ বা খঙেৰে চকুৰ পতা কোঁচাই; যেনে, ঘোপাকৈ চাইছে, contracting the eyelids with anger or to increase the power of vision.

ঘোপাচকুৱা, বি. (অং. ঘোপা, দকৈ সোমোৱা,+চকু, দেখা ইন্দ্ৰিয়) দ-চকুযুক্ত, দকৈ বহা চকুৰে, sunken eyed.

ঘোপ্মৰা, বি. (অং. ঘোপ মাৰ, এন্ধাৰ কৰ্) বৰ আন্ধাৰ, বাট নথকাকৈ বেৰ-দিয়া, gloomy, closed in all sides.

ঘোৰ্, বি. (সং. ঘুৰ্, ভয় খুৱা) ভয়ানক, ভয়ঙ্কৰ; যেনে, ঘোৰ ৰূপ, অতিশয় প্ৰবল; যেনে, ঘোৰ নিদ্ৰা, frightful, horrible, excessive.

ঘোৰ্, স. শ. (অং. ঘূৰ্, পাক ল) মেচ্, ভাঁজ, a curve.

ঘোৰ্ খা, ঘোৰ্ ল, বেঁকা হ, to bend.

ঘোৰতৰ্, বি. (সং. ঘোৰ, ভয়ানক+তৰ, প্ৰত্যয়) আনতকৈ অধিক ভয়ানক, অধিক প্ৰবল, exceedingly frightful or intense.

ঘোৰা, স. ধা. (অং. ঘোৰ্, ভাঁজ) ভিৰা, ভাঁজ লগা; যেনে, বাঁহৰ আগটো ঘোৰা; আগৰ মত একৰাই আন মতলৈ আন্; যেনে, ইমান কৈও তেওঁক ঘোৰাব নোৱাৰিলোঁ, to bend, to make crooked, to convert to a new opinion.

ঘোৰোচ্, অনুক. গাখীৰ-খীৰাওঁতে হোৱা শব্দৰ নিচিনা শব্দ, an imitative sound used to express that produced by milk falling into the pail during the process of milking.

ঘোৰ্ঘোৰ্, অনুক. শোঁওতে নাকৰ পৰা হোৱাৰ নিচিনা শব্দ, an onomatopœic sound used for the noise of snoring.

ঘোৰ্ঘোৰণি, স. শ. (অং. ঘোৰ্ঘোৰা, শোঁওতে নাক বজা) শোঁওতে নাকৰ পৰা হোৱা শব্দ, মেকুৰীয়ে ডিঙ্গিৰ পৰা কৰা শব্দ, the sound of snoring or of a cat purring.

ঘোৰ্ঘোৰা, অ. ধা. (অং. ঘোৰ্ঘোৰ্, শোঁওতে হোৱা নাকৰ শব্দ) শোঁওতে নাকেৰে শব্দ কৰ্, নাক বজা, মেকুৰীৰ দৰে ডিঙ্গিৰ পৰা শব্দ কৰ্, to snore, to purr as a cat.

ঘোল্, স. ধা. (ঘুৰ্, শব্দ কৰ্) জুলীয়া বস্তু বৰকৈ লৰাই মলিন কৰ্, খচি বোকা-যুক্ত কৰ্; বিচাৰি বিচাৰি মাৰ্; যেনে, মাউৰে গাওঁখান ঘুলিলে, to make muddy by agitating or stirring, to devastate, to desolate. স. শ. পাতল বোকাৰ দৰে লেউলেৱা বস্তু; মাখন তোলা গাখীৰ, something of the consistency of thin mud.

ঘোলনী, স. শ. কুঁহিয়াৰৰ পগোৱা ৰস গোট মাৰিবৰ কাৰণে ঢালি থোৱা নাৱৰ নিচিনা কাঠৰ পাত্ৰ; জন্তুক আহাৰ পানী দিয়া তদ্ৰূপ কাঠৰ পাত্ৰ, a boat-shaped wooden vessel into which hot syrup is poured, a manger.

ঘোলা, বি. ঘোলৰ নিচিনা, বোকাযুক্ত; যেনে, ঘোলা পানী; কুহুম-গেলা; যেনে, ঘোলা কণী, muddy as liquid, rotten or addled as eggs.

ঘোল্ঘুলীয়া, বি. ঘোলৰ নিচিনা হোৱা, বৰকৈ পকি গলিয়ন হোৱা; যেনে, অমৃতাটো ঘোল্ঘুলীয়া হৈছে, over ripe.

ঘোষ্, স. ধা. (সং. ঘুষ, উচ্চ শব্দেৰে ক) উচ্চ শব্দেৰে প্ৰকাশ কৰ্; যেনে, অমুকৰ যশস্যা ঘুষিছে, গান কৰ্; যেনে, "কেশৱ, শিৱ, শিৱ ঘুষিয়ো সদায়," to proclaim, to sing or chant. স. শ. শব্দ, ধ্বনি, sound.

ঘোষক্, স. শ. সকলোৰে আগত প্ৰকাশ কৰোঁতা, a public crier.

ঘোষণা, স. শ. ইস্তাহাৰ, জাননী, a proclamation.

ঘোষা, স. শ. ওজাই লগাই দিয়াৰ পাচত আটাইবিলাক গাওঁতাই একে লগে গোৱা পদ্য বা গীত; মহাপুৰুষীয়া মত চলাওঁতা মাধৱ দেউৰে কৰা এখান ধৰ্ম্মৰ পুথি, তাত এহেজাৰ ঘোষা আছে বুলি শুনা যায়, the part of a song or verse in which the company joins the singer or chanter, a chorus, the name of a religious book by Madhava Deva, one of the founders of the Mahapurusia sect.

ঘোঁঘোঁ কৰে, ক্ৰি. বি. (অং. ঘোঁ ঘোঁ, নলা আদিৰ পৰা পানী পৰাৰ শব্দ) বেগেৰে সোঁতৰ দৰে (তেজ ওলোৱাত খাটে); যেনে, ঘোঁ ঘোঁ কৰে তেজ বৈছে, in a rapid stream (said of a flow of blood).

ঘোঁঘোৱা, অ. ধা. বেগেৰে সোঁতৰ দৰে ব; যেনে, তেজে ঘোঁঘোৱাইছে, to flow rapidly.

ঘ্ৰাণ্, স. শ. (সং. ঘ্ৰা, গন্ধ ল) গন্ধ, smell.

ঘ্ৰাণেন্দ্ৰিয়, স. শ. (সং. ঘ্ৰাণ, গন্ধ+ইন্দ্ৰিয়, অঙ্গ) গন্ধ পোৱা অঙ্গ, নাক, নাসিকা, the organ of smell, the nose.

## চ

চ, ব্যঞ্জনবিলাকৰ ষষ্ঠ আখৰ, the sixth letter of the consonants.

চ, স. শ. এবিধ গছ, a kind of tree, *Albizzia stipulata* (Gamble).

চং, স. শ. খোপা বান্ধিবৰ নিমিত্তে কৰা ছিগা চুলিৰ মুঠা, false hair.

চঁক্, স. শ. (বং. চমক্, অকস্মাত হোৱা ভয়) অকস্মাত পোৱা ভয়, উচাপ, sudden, terror, fright. অ. ধা. অকস্মাত ভয় পা, চঁক খা, to be frightened.

চঁক্ খা, অকস্মাত ভয় পা, উচাপ খা, to be frightened.

চঁছ, (সং. স্বচ্ছ, পৰিষ্কাৰ) নিমজ্, মিহি, ওখোৰা-মোখোৰা নথকা, উকা, smooth, plain.

চঁছালি, স. শ. (অং. চঁছ, নিমজ) একে লগে জৰীৰে গোঁঠা কামী সমূহ, long strips of split bamboo strung together.

চঁড়্, চঁৰ্, বি. (সং. চণ্ড, অলপ বলিয়া) অলপ বুদ্ধি-ভ্ৰম হোৱা; যেনে, চঁড় বলিয়া, slightly crazy.

চঁড়াল্, চঁৰাল্, স. শ. (সং. চণ্ডাল, এবিধ নীচ জাতি) এবিধ নীচ জাতি, an out-caste, the lowest of the mixed castes.

চঁপা, স. শ. (সং. চম্পক, এবিধ ফুল) এবিধ অলপ হালধীয়া বসন্ত কালত ফুলা উগ্ৰ-গন্ধী ফুল, a kind of yellow fragrant flower, *Michelia champaca* (Gamble).

চঁহা, স. শ. কোনো বস্তুৰ পৰা এৰাই পৰা পাতল খণ্ড, a thin piece flaking off.

চঁহা যা, পাতল এক খণ্ড এৰাই পৰ্, to flake off.

চক্, স. শ. (সং. চক্ৰ, ৰথৰ ঘিলা) গোটা গাঁৰুৰ তলা, সাঁফৰ থকা ঘূৰণীয়া পাছি বিশেষ, the embroidered end of a round pillow, a basket with a lid.

চক্, স. শ. (বং. চৌক, চাৰি পোণ) চাৰি অনা বা দহ সেৰ বুজোৱা অঙ্ক, the figure denoting four annas or ten seers.

চক্চকীয়া, বি. (সং. চক্, দীপ্তি কৰ্) উজ্জ্বল, জিলিকা; যেনে, কাঁহৰ পাত্ৰ মাজিলে চক্চকীয়া হয়; এতেকে, জিভাক তৃপ্তি দিয়া, সোৱাদ, ৰসাল; যেনে, আমটো চক্চকীয়া, glittering, pleasing to the palate.

চক্চক্ কৰে, ক্ৰি. বি. অতিশয় তৃপ্তিদায়ক ৰূপে, বৰকৈ ভালকৈ, (সোৱাদত খাটে), deliciously.

চক্-ঢৰা, স. শ. (অং. চক্, চক্ৰ, ঘূৰণীয়া+ঢৰা, আসন) এবিধ ঘূৰণীয়া বহা ঢাৰি, মেৰ-ঢৰা, a round sitting mat.

চকৃমক্, স. শ. (সং. চক্ দীপ্তি+মক্, অনুৰূ.) ভগা দীপ্তি, ওলাইয়েই বেগতে মাৰ যোৱা পোহৰ; যেনে, বিজুলিৰ চকৃমক্, জিলিকনি; যেনে, হীৰাৰ চকৃমক্, a flash of light.

চকৃমকনি, স. শ. (অং. চকৃমকা, ওলায়েই বেগতে মাৰ যা) চকামকা, ওলাইয়েই মাৰ যোৱা দীপ্তি; জিলিকনি, vide supra.

চকৃমকা, অ. ধা. (অং. চকৃমক্, ভগা দীপ্তি) পোহৰ হৈয়েই মাৰ যা, ভাগি ভাগি দীপ্তি কৰ্; যেনে, বিজুলিয়ে চকৃমকাইছে; জিলিক; যেনে, হীৰাই চকৃমকায়, to flash, to glitter.

চকৃমকীয়া, বি. (অং. চকৃমক, ভগা দীপ্তি) ওলাইয়েই মাৰ যোৱা, জ্বলি উঠিয়েই নথকা হোৱা; যেনে, চকৃমকীয়া পোহৰত একো নিশ্চয় কৰিব নোৱাৰি; জিলিকা, তৰ্‌বৰীয়া; যেনে, কাঁহীখান চকৃমকীয়া হৈছে, flashing, glittering.

চকৃমক্ কৰে, ক্ৰি. বি. পোহৰ হৈয়েই বেগতে মাৰ গৈ; যেনে, চকৃমক্ কৰে বিজুলিয়াইছে; অকস্মাত সাৰ পাই; যেনে, চকৃমক্ কৰে উঠিলোঁ, in quick flashes, awaking suddenly.

চকৰ্, স. শ. (সং. চক্ৰ, ঐ) মানুহৰ বা জন্তুৰ গাত থকা ঘূৰণীয়া সাঁচ্ বা চিন; যেনে, ফেঁটী সাপৰ চকৰ্, a round spot on the body.

চকৰা, স. শ. (অং. চকৰ, ঘূৰণীয়া চিন) মুগা পাটু আদিৰ মতা পখিলা, (তাৰ পাখিত ঘূৰণীয়া ফুল থাকে, এতেকে), a male silk moth. (স্ত্ৰী) চকৰী।

চকৰি, স. শ. (সং. চক্ৰ, ৰথৰ ঘিলা) কোনো বস্তু ঘূৰিবৰ নিমিত্তে লগোৱা সৰু চক্ৰ, গাত থকা ঘূৰণীয়া চিন, a small wheel, a round spot on the body.

চকৰি-ফেঁটী, স. শ. (অং. চকৰি, ঘূৰণীয়া চিন+ফেঁট, সাপৰ ফুলা) ফেঁটত চকৰি-থকা এবিধ ডাইল সাপ্, Cobra de capello.

চকল্, } স. শ. (সং. চক্র, ঘূৰণীয়া বস্তু)
চকলা, } পাতল ডোখৰ, পাতলকৈ কটা খণ্ড, a slice, a thin bit. বি. চেপেটা, ঘূৰণীয়া, flat and round.

চকলা বান্ধ, গাৰ ছালত ঘূৰণীয়া ওখ সাঁচ হ; যেনে, মহে খোৱা ঠাইত চকলা বান্ধে, to form a blotch or a round spot on the skin.

চকলা চকল্, বি. অনেক পাতল খণ্ড কৰা; যেনে, আমটো চকলা চকল্ কৰ্, divided into many slices. স. শ. অনেক ঘূৰণীয়া চিন; যেনে, মোৰ গাত চকলা চকল্ হৈছে, many round spots or blotches.

চকলা চকলে, ক্রি. বি. অনেক পাতল খণ্ড কৰি; যেনে, আমটো চকলা চকলে খালে, slice by slice, in many slices.

চকলা-টেঙ্গা, স. শ. (অং. চকলা, ঘূৰণীয়া চেপেটা বস্তু + টেঙ্গা, অম্ল) এবিধ ঘূৰণীয়া আৰু অলপ চেপেটা টেঙ্গা ফল্, a kind of acid fruit.

চকলিয়া, স. ধা. (অং. চকলা, পাতল খণ্ড) পাতলকৈ ডোখৰ ডোখৰ কৰ্, পতহিয়া, to slice.

চকলীয়া, বি. (অং. চাকলি, ঘূৰণীয়া পাতল বস্তু) পাতল আৰু ঘূৰণীয়া আকৃতিৰ, চাকলিৰ নিচিনা, round and thin.

চকা, স. শ. (সং. চক্র, ঘুৰণীয়া বস্তু) পদ্মৰ গুটিৰ ভঁড়াল; আঙ্গঠীৰ বাথৰ পতা ঠাই, the seed vessel of the water lily, the part of a ring which encompasses and fastens the stone, bezel.

চকা, স. ধা. (অং. চাক্, সোৱাদ ল) সোৱাদ লোৱা, জিভাৰ দ্বাৰা সোৱাদ বুজা, to cause to taste.

চকাছন্দা, বি. (সং. চকাস, দীপ্তি+ছন্দা, আচ্ছাদন কৰা) অলপ পোহৰ; যেনে, বেলি চকাছন্দা হৈছে, faintly, light. স. শ. অলপ প্রকাশ, অস্পষ্ট দীপ্তি; যেনে, গধূলিৰ চকাছন্দাত ভালকৈ দেখা নেযায়, dusk, twilight.

চকাছন্দাকৈ, ক্রি. বি. অলপকৈ, অস্পষ্ট ৰূপে, (দেখাত খাটে); যেনে, চকাছন্দাকৈ দেখিলোঁ, not plainly or distinctly (said of seeing).

চকামকা, স. শ. (অং. চক্মক্, সঞ্চালিত দীপ্তি) খন্তেক থাকি মাৰ যোৱা পোহৰ; যেনে, বিজুলিৰ চকামকা; অলপ প্রকাশ, অস্পষ্ট দীপ্তি; যেনে, গধূলিৰ চকামকাত ভালকৈ নেদেখি, a flash of light, dusk, twilight.

চকামকাকৈ, ক্রি. বি. অলপ কালৰ নিমিত্তে, চকুৰ প্রচাৰৰ মান কালৰ নিমিত্তে; যেনে, অমুকক চকামকাকৈ দেখিলোঁ, (দেখাত খাটে), as in a flash of lightning (said of seeing).

চকাৰ্-বকাৰ্, স. শ. ('চ'কাৰ, এটা আখৰ + 'ব'কাৰ, এটা আখৰ) কোনো এটা আখৰ, একেষাৰ কথা, সুংসুত্র; যেনে, মই সেই বিষয়ে চকাৰবকাৰ নেজানো, the smallest particle of information, a jot.

চকাহ্, স. শ. (সং. চকাস, দীপ্তি কৰ্) বৰ বৰষুণৰ অন্তত হোৱা সূৰ্য্যৰ প্রকাশ; এতেকে বৰষুণৰ ক্ষান্তি; যেনে, আজি মেঘে চকাহ দিছে; সেই কাৰণে ৰোগৰ উপসম; যেনে, অমুকে অলপ চকাহ পাইছে, the appearance of the sun after incessant rain, cessation of rain, relief from sickness.

চকী, স. শ. (হিং. চৌকী, বং. চৌকি, পৰ দিয়া ঠাই) ৰজাৰ নগৰ বা গড়ৰ পৰ দিয়া ঠাই; যেনে, জয় দুৱাৰৰ চকী, a place where a guard is placed.

চকী, স. শ. (হিং. চৌকী, বং. চৌকি, এবিধ আসন) এবিধ বহা পীৰা, a chair, a stool.

চকীদাৰ, স. শ. (হিং. চৌকীদাৰ, বং. চৌকিদাৰ, পৰ দিওঁতা) পৰ দিয়া মানুহ, a guard.

চকীয়াল্, স. শ. (অং. চকী, পৰ দিয়া ঠাই) পৰীয়া, চকীদাৰ, a guard, a sentry.

চকু, স. শ. (সং, চক্ষু, দেখা ইন্দ্ৰিয়) নেত্ৰ, নয়ন, শৰীৰৰ যি অঙ্গৰ দ্বাৰা দেখা যায়; বাঁহ আদিৰ আখি; খহুৰ মাজত থকা গুটিৰ নিচিনা বস্তু, গুটিৰ কণ, the eye, a protuberance occasioned by the outgrowth of a branch, the central core of a boil, the germ of a seed.

চকু পোৰ্, লোকৰ ভাল দেখি বেজাৰ পা; যেনে, লোকৰ সুখত তাৰ চকু পোৰে, to be envious.

চকু দি, পাবৰ ইচ্ছাৰে চা, চকু লাগ্, শুৱনি দেখ; যেনে, সেই ঘৰটোত মোৰ চকু লাগিছে, to look at something with pleasure.

চকুৰ পুতলা বা চকুৰ পুত্তলী, চকুৰ মণি, চকুৰ মাজৰ কলা আৰু উজ্জ্বলিত ভাগ, the pupil of the eye.

চকু-কোতু, স. শ. "কোতু" চোৱাঁ।

চকু চৰহা, স. শ. (অং. চকু, নেত্ৰ+চৰহা, মুখেৰে চোহা) এবিধ সৰু পোক, সি উৰি কুৰোঁতে মানুহৰ চকুত সোমাই বৰ দুখ দিয়ে, a species of small insects which gets into the eyes. বি. লোকৰ শ্ৰী দেখিলে বেজাৰ পোৱা, খিয়লীয়া, envious.

চকুপোৰা, বি. (অং. চকু, নেত্ৰ+পোৰা, তাপৰ দ্বাৰা কষ্ট দিয়া) লোকৰ ভাল দেখিলে বেজাৰ পোৱা, চকুচৰহা, envious.

চকুৰোৱা, বি. (অং. চকু, ঐ+ৰোৱা, স্থিৰ হোৱা) শুৱনি, দেখিবলৈ ভাল, pleasing to the eye, beautiful.

চকুলগা, বি. (অং. চকু, ঐ+লগা, খাই ধৰা) দেখিবলৈ ভাল, শুৱনি, vide supra.

চকুৱা, বি. (অং. চকু, আখি) আখি থকা; যেনে, বাঁহ ডাল চকুৱা, knotted.

চকোৰা, স. শ. (সং. চক্ৰ, ঘূৰণীয়া বস্তু) বাৰীৰ চাৰিও ফালে দিয়া টাটি, a fence raised around a compound.

চকোৰা, চকোৰা-চাউল্, } স. শ. (অং. চাক্, জিভাত দি সোৱাদ বুজ্) এবিধ জলপনীয়া চাউল; তাৰ ধান পৃথক, তাৰ নাম চকোৱা ধান, সেই ধান সিজাই চাউল কৰা যায়; পানীত তিয়াই থলে সি কুমলি ভাতৰ নিচিনা হয়, পাচে গুড় গাখীৰ-কল মিহলাই খোৱা যায়, a kind of raw rice which, when soaked in water becomes soft like boiled rice and is eaten with curds, sugar, &c.

চকোৱা, স. শ. "চাকৈ-চকোৱা" চোৱাঁ।

চক্ৰ, স. শ. (সং. ক্ৰ, কৰ্) ৰথৰ ঘিলা; কুমাৰৰ চাক; দাঁতিত ধাৰ থকা এবিধ ঘূৰণীয়া অস্ত্ৰ, তাক আঙ্গুলিৰে ঘূৰাই প্ৰহাৰ কৰা যায়; মণ্ডল; ঘূৰণীয়া, আঙ্গঠীৰ নিচিনা বস্তু; দেশৰ এক খণ্ড; দুষ্টালি, বঞ্চনা, a wheel, a potter's wheel, a circle, anything round like a ring, a division of country, fraudulence, machination.

চক্ৰগতি, স. শ. (সং. চক্ৰ, ঘূৰণীয়া বস্তু+গতি, গমন) ঘূৰি ঘূৰি কৰা গমন, পাক, কোনো বস্তুৰ গাত পাক দি কৰা গতি, revolving motion, going round a centre.

চক্ৰধৰ্, স. শ. (সং. চক্ৰ, ঘূৰণীয়া অস্ত্ৰ+ধৰ্, ধৰোঁতা) বিষ্ণু, one of the names of Vishnu. (চক্ৰ, মণ্ডল+ধৰ্, ঐ) চকৰিফেঁটী সাপ, the cobra de capello.

চক্ৰপাণি, স. শ. (সং. চক্ৰ, ঘূৰণীয়া অস্ত্ৰ+পাণি, হাত) বিষ্ণু, (তেওঁৰ হাতত চক্ৰ আছে এভেকে), holding the *chakra* or discus, a name of Vishnu.

চক্ৰৱৰ্ত্তী(-ব-), স. শ. (সং. চক্ৰ, দেশৰ এক খণ্ড+বৃত্, বাস কৰ্) বহু দেশৰ ওপৰৰ ৰজা, অধিৰাজা, an Emperor.

চক্ৰৱাক(-ব-), স. শ. (সং. চক্ৰ, অস্পষ্ট শব্দ+বাক্, ক) চাকৈ-চকোৱা চৰাইৰ মতা, the ruddy shieldrake (male). (স্ত্ৰী) চক্ৰবাকী।

চক্ৰৱাণ্(-বা-), স. শ. (সং. চক্ৰ, মণ্ডল+বাণ্, শৰ) আগৰ কালৰ বীৰবিলাকে প্ৰহাৰ

কৰা এবিধ শৰ যি ঘূৰিঘূৰি চাৰিও ফালে থকা শত্ৰুক বধ কৰিছিল; এতেকে (অসমীয়াত) য-খাৰ গন্ধক আদি ভৰোৱা এটা চাক, তাক এডাল মাৰিৰ ওপৰত লগাই জুই দিলে, সি ঘূৰি ঘূৰি চাৰিও ফালে জুই বৰষে, a fabulous arrow, said to have been used by the heroes of yore, which when shot killed the enemy all around, hence a firework consisting of a wheel fixed on the upper end of a stick and which when ignited revolves on the stick and scatters fire all around, catherine wheel.

চক্ৰবাত(-বাতু-), স. শ. (সং. চক্ৰ, ঘূৰণীয়া +বাত, বায়ু) ঘূৰ্ণবায়ু, ঘূৰা বতাহ, বা-মাৰলি, কৃষ্ণই মৰা এটা অসুৰ, a whirlwind, a cyclone, the name of a demon.

চক্ৰব্যূহ, স. শ. (সং. চক্ৰ, মণ্ডল + ব্যূহ, বেহু) মণ্ডলাকাৰকৈ থিয় কৰা সৈন্যসমূহ, ঘূৰণীয়াকৈ শাৰি কৰা কটকসমূহ, the circular array of troops.

চক্ৰাকাৰ, } বি. (সং. চক্ৰ, মণ্ডল + আকাৰ,
চক্ৰাকৃতি, } আকৃতি, গঢ়) ঘূৰণীয়া, চক্ৰৰ নিচিনা, মণ্ডলাকাৰ, circular, round.

চক্ৰী, স. শ. (সং. চক্ৰ, ঘূৰণীয়া অস্ত্ৰ, মণ্ডল, ধূৰ্ত্ততা) বিষ্ণু, চকৰি ফেঁটী সাপ, ধূৰ্ত্ত বা দুষ্ট মানুহ, a name of Vishnu, the cobra de capello, a cunning or wicked man. বি. চক্ৰযুক্ত, মণ্ডলযুক্ত, ধূৰ্ত্ত, দুষ্ট, having a discus or circle, cunning, wicked.

চগা, স. শ. (সং. চক্, দীপ্তি কৰ্, জুইৰ পোহৰ ভাল পাই এতেকে) এন্ধাৰ ৰাতি উৰি আহি জুইত পৰা এবিধ দুৰ্গন্ধ পোক, a winged insect of offensive smell, which is attracted by the light of fire at night.

চগা পৰ্, কোনো মানুহে কোনো বাঞ্ছিত বস্তু পোৱাত বা পাবৰ আগন্তুক হোৱাত অকস্মাত আহি তাৰ অংশ বা সমুদায় ল; যেনে, মই কত যত্নেৰে এই বস্তুবিলাক গোটাইছিলোঁ, অমুকে চগা পৰি আধা ললে, to suddenly and unexpectedly come and take part or the whole of a thing.

চঙ্কনীয়া, } বি. (অং. চন্ চন্, গছৰ সৰু ডাল
চন্‌চনীয়া, } আদি ভাগোঁতে হোৱা শব্দ) চনকা, বেগতে ভগা, লেটেকা নোহোৱা; যেনে, কেচেৰু গছৰ ডাল চঙ্কনীয়া, easily broken, brittle.

চঞ্চল্, বি. (সং. চল্, লৰচৰ কৰ্) অস্থিৰ, অশাঁত; লৰচৰ কৰি থকা, fickle, unsteady, shaking. (স্ত্ৰী) চঞ্চলা।

চঞ্চলতা, গু. শ. চঞ্চল স্বভাৱ বা গুণ, unsteadiness, fickleness.

চঞ্চু, } স. শ. (সং. চঞ্, ভক্ষণ কৰ্) চৰাইৰ
চঞ্চূ, } ঠোঁট, a beak.

চঞ্জাপ্, স. শ. (যাং. চঞ্জাফ্) চোলা আদিৰ দাঁতিত সি দিয়া ঠেক কাপোৰ, a strip of cloth tacked to the outer part of a garment.

চট্, স. শ. (বং. চট্, মৰাপাটৰ কাপোৰ) মৰা পাটেৰে কৰা এবিধ বৰ ঢৰীয়া কাপোৰ, তাৰ দ্বাৰা প্ৰায়ে থৈলা কৰা যায়, a kind of coarse cloth made from jute, sackcloth.

চট্, স. শ. (বং. চড়ু, নৈয়ে পতা মাটি) অলপ পানীত তল হৈ থকা বালি; যেনে, নাওখান চটত লাগিল, sand under shallow water.

চটক্, স. শ. (সং. চট্, ভাগ্) ঘৰ-চিৰিকা, a sparrow.

চটা, উপশ. দীঘল সজীয়া চেপেটা বস্তু বুজা-বলৈ সংজ্ঞা শব্দৰ পাচত ব্যৱহৃত শব্দ; যেনে, পাট-চটা, a particle used after a noun to denote a long flat thing. স. শ. দীঘল, চেপেটা বস্তু; যেনে, পাটৰ চটাত এ টকা। সৰু আৰু ভাল বস্তু বুজাবলৈ "চটি" হয়।

চটাই-ঢৰা, স. শ. (বং. চেটাই, বাঁহৰ

আসন + অং. চৰা, কাঠীৰ আসন ) বাঁহৰ কাঠীৰে বোৱা ওপৰত পাটি নলগোৱা আসন, এতেকে সি পাটি-চৰাতকৈ বেলেগ, a sitting mat, a wicker seat.

চটাচটু, বি. (অং. চটা, চেপেটা বস্তু) বেলেগ বেলেগ, ( চেপেটা বস্তুত খাটে ) ; যেনে, পাটবোৰ চটাচটু হল, separate.

চটাচটুকৈ, চটাচটে, } ক্রি. বি. এচটা এচটাকৈ ; যেনে, গছৰ ছালবোৰ চটাচটুকৈ বা চটাচটে এৰুৱালে, slice by slice, in separate pieces.

চটীয়া, বি. ( অং. চটা, চেপেটা দীঘল বস্তু ) চেপেটা দীঘল ; যেনে, চটীয়া বাঁহ, long and flat.

চটচটু, অনুক. চেপেটা পাতল বস্তুৰে আঘাত কৰাৰ নিচিনা শব্দ, an imitative sound like that produced by striking with a thin flat thing.

চটচটনি, চটচটি, } স. শ. চেপেটা পাতল বস্তুৰে কৰা আঘাতৰ বা জুইত থৰি ফুটাৰ শব্দ, a flapping or crackling sound.

চটচটা, অ. ধা. চেপেটা পাতল বস্তুৰে আঘাত কৰাৰ বা জুইত থৰি ফুটাৰ দৰে শব্দ কৰ ; যেনে, তালতলী জোঁতাই চটচটায়, to make a flapping or crackling sound.

চটচটাই ফুৰ্, উদ্যোগেৰে বেগাই ফুৰ্, to bustle about.

চটপোহৰ্, স. শ. পোনেই ৰাতি পুৱাই আহোতে হোৱা পোহৰ ; এতেকে নিচেই ৰাতি পুৱা, the twilight of early dawn.

চটফটু, স. শ. ( অং. চটু, চেপেটা বস্তুৰে আঘাত কৰাৰ শব্দ+ফটু, জুইত দিয়া থৰি ফুটাৰ শব্দ ) ধৰ্ফৰ্, গাৰ বা মনৰ দুখত অস্থিৰ হৈ হাত ভৰি এছৰা ; যেনে, অমুকে জৰত চটফটু কৰিছে, writhing or struggling in agony of mind or body.

চটফটনি, স. শ. মনৰ বা গাৰ দুখত হাত ভৰি এছৰা কাৰ্য্য, ধৰফৰণি, writhing.

চটফটা, অ. ধা. মনৰ বা গাৰ দুখত অস্থিৰ হৈ হাত ভৰি বলেৰে আছাৰ্, লুটিয়া-লুটি কৰ্, ধৰ্ফৰা, writhe, to struggle in agony of mind or body.

চটফটীয়া, বি. স্থিৰ হৈ নথকা, চঞ্চল, এতেকে এলেহুৱা নোহোৱা, unsteady, sprightly, brisk.

চঠা-দিনা, স. শ. ( সং. চতুৰ্থ ; হিং. চৌথা, চাৰি সংখ্যা পূৰোৱা + দিন, দিৱস ) আজিৰ আগৰ বা পাচৰ চতুৰ্থ দিন ; যেনে, তেওঁ চঠা-দিনা আহিল, চঠা-দিনালৈ যাব, the day previous to that before yesterday, the day after that following to-morrow.

চণ্ড, বি. ( সং. চড়্, খং কৰ্ ) বৰ খঙাল, অলপতে খং-উঠা, অলপ বুদ্ধি-ভ্ৰংশ হোৱা বা বলিয়া, passionate, furious, crazy.

চণ্ডা, স. শ. ( "চণ্ড"ৰ স্ত্ৰীলিঙ্গ ) বৰ মুখ চোকা দন্দুৰী তিৰোতা, a shrew.

চণ্ডী, স. শ. ( সং. চণ্ড শব্দৰ স্ত্ৰীলিঙ্গ ) দুৰ্গাৰ এক নাম, যাইকৈ মহিষাসুৰক মাৰিবৰ নিমিত্তে তেওঁ যি ৰূপ ধৰিছিল সেই ৰূপৰ নাম ; মাৰ্কণ্ডেয় পুৰাণৰ যি ভাগত সেই যুদ্ধৰ বৰ্ণনা আছে সেই ভাগৰ নাম ; খঙাল তিৰোতা, the goddess Durga, especially in the form she assumed for the destruction of the Asura called Mahisha (Dowson). দুৰ্গাক "চণ্ডিকা"ও বোলা যায়।

চত্, স. শ. ( সং. চৈত্ৰ, বছৰৰ শেষ মাহ ) বছৰৰ শেষ মাহ, the last month of the Hindu year consisting of part of March and April. ( মৌখিক )।

চত্, স. শ. ( সং. স্বত্ব, অধিকাৰিত্ব ) অধীনতা, তলতীয়া অৱস্থা ; যেনে, মই লোকৰ চতত নেথাকোঁ, subordination. বি. অধীন, তলতীয়া ; যেনে, মই কাৰো চত্ নহওঁ, subordinate, dependant.

ং, স. শ. ( অং. চতুবতা, চঞ্চল হ )

লৰচৰণি, অস্থিৰতা, unsteadiness, fidgetiness.

চতুবতা, অং. ধা. অস্থিৰ হৈ থাক, লৰচৰ কৰি থাক, চঞ্চল হ, to be unsteady, to fidget.

চতুবতীয়া, বি. অস্থিৰ, চঞ্চল, অশাঁত; যেনে, লৰাটো বৰ চতুবতীয়া; ঠিক নকৰাকৈ কোৱা, সঁচা মিছা নিশ্চয় নকৰাকৈ কোৱা; যেনে, চতুবতীয়া কথা ভাল নহয়, unsteady, fidgety, spoken without regard to truth.

চতুৰ্ বতৰ্, স. শ. চঞ্চলতা, লৰচৰ, সঞ্চালন, unsteadiness, the moving to this side and that.

চতি, স. শ. ঘৰৰ খুঁটাৰ কানত পথালিকৈ দিয়া কাঠ বা বাঁহ, a beam, a support of a roof.

চতীয়না, স. শ. ( সং. সপ্তচ্ছদী ; বং. ছাতিম, এবিধ গছ ) এবিধ একে লগে সাতোটা পাত হোৱা গছ, a kind of tree, *Alstonia scholaris* (Gamble).

চতুঃ, সংখ্যা. ( সং. ) চাৰি ; যেনে, চতুঃ সীমা, চতুৰ্য্যুগ, four.

চতুৰ্, বি. ( সং. চত্, খোজ্ ) নিপুণ, পাৰগ ; বুধিয়ক, টেঙ্গৰ, skilful, sharp, clever, cunning.

চতুৰঙ্গ, বি. চাৰি অঙ্গ-থকা, হাতী, ঘোঁৰা, ৰথ আৰু পদাতি যুক্ত ( সেনাত খাটে ) ; যেনে, চতুৰঙ্গ সেনা, complete; said of an army which when complete consists of four divisions, *viz.*, elephants, chariots, cavalry, and infantry, (Haughton).

চতুৰতা, গু. শ. চতুৰৰ গুণ, shrewdness, cunning.

চতুৰস্ৰ, বি. ( সং. চতুঃ, চাৰি ) চাৰি-চুকীয়া, square, having four corners.

চতুৰানন্, স. শ. ( সং. চতুঃ, চাৰি+আনন, মুখ ) ব্ৰহ্মা, a name of Brahma.

চতুৰালি, গু. শ. চতুৰৰ গুণ, বুধিয়কালি, টেঙ্গৰালি, shrewdness, cunning, cleverness.

চতুৰ্গুণ্, স. শ. ( সং. চতুঃ, চাৰি+গুণ, ভাগ ) চাৰি গুণ, চাৰি ভাগ, four times, four-fold.

চতুৰ্থ, সংখ্যা. চাৰি সংখ্যা পূৰ কৰা, চাৰিৰ এক, the fourth. (স্ত্ৰী) চতুৰ্থী।

চতুৰ্থা, স. শ. মৃতকৰ উদ্দেশে মৰাৰ চাৰি দিনৰ দিনা কৰা কাৰ্য্য, the ceremony performed on the fourth day after death.

চতুৰ্থাংশ, স. শ. ( সং. চতুৰ্থ+অংশ, ভাগ ) চাৰি ভাগৰ এভাগ, a quarter.

চতুৰ্থী, স. শ. ( "চতুৰ্থ" চোৱা ) অমাবস্যা বা পূৰ্ণিমাৰ পাচৰ চতুৰ্থ তিথি, the fourth day of the lunar month.

চতুৰ্দ্দশ্, সংখ্যা. ( সং. চতুঃ, চাৰি+দশ, দহ ) চৈধ্য ; চৈধ্য সংখ্যাপূৰক, fourteen, the fourteenth. ( স্ত্ৰী ) চতুৰ্দ্দশী।

চতুৰ্দ্দশী, স. শ. অমাবাস্যা বা পূৰ্ণিমাৰ আগ দিন, the fourteenth day of the lunar month. দশমী শব্দৰ তলৰ চূৰ্ণিকা চোৱা।

চতুৰ্দ্দিশ, স. শ. ( সং. চতুঃ+দিশ, ফাল ) চাৰিও ফাল, পূব, পশ্চিম, উত্তৰ, দক্ষিণ, the four cardinal points of the compass.

চতুৰ্দ্দিশে, ক্ৰি. বি. চাৰিও ফালে, all around.

চতুৰ্ভুজ্, বি. ( সং. চতুঃ+ভুজ্, হাত ) চাৰি-খান হাত থকা ; চাৰি-হতীয়া, having four arms.

চতুৰ্ম্মুখ, বি. ( সং. চতুঃ+মুখ, বদন ) চাৰি-মুখীয়া, having four faces. স. শ. ব্ৰহ্মা, Brahma.

চতুৰ্ম্মুখে, ক্ৰি. বি. চাৰিখান মুখেৰে, with four mouths.

চতুৰ্য্যুগ্, স. শ. ( সং. চতুঃ+যুগ, কালৰ এক ভাগ ) চাৰি যুগ ; যেনে, সত্য, ত্ৰেতা, দ্বাপৰ, কলি, the four ages.

চতুৰ্ব্বৰ্গ(-ৰ্ব্ব-), স. শ. ( সং. চতুঃ+ৱৰ্গ, সমূহ ; চাৰিটাৰ সমূহ ) মনুষ্য জীৱনৰ প্ৰধান চাৰি বস্তু ; যেনে, ধৰ্ম্ম, অৰ্থ, কাম আৰু মোক্ষ, the four main objects of

human pursuits, *viz.*, sensual enjoyment, wealth, virtue, and final beatitude.

চতুৰ্ব্বৰ্ণ(-ৰ্ব-), স. শ. ( সং. চতুঃ+ৱৰ্ণ, জাতি ) প্ৰধান চাৰি জাতি; যেনে, ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ, the four original classes of Hindus, *viz.*, *Brahmans*, *Kshatriyas*, *Vaisyas*, and *Sudras*.

চতুৰ্ব্বিংশতি, (-ৰ্ব্বি-), সংখ্যা. ( সং. চতুঃ+ৱিংশতি, কুৰি ) চৌবিশ, twenty-four.

চতুৰ্ব্বিধ, (-ৰ্ব্বি ), ( সং. চতুঃ+ৱিধ, প্ৰকাৰ ) চাৰি প্ৰকাৰৰ, চাৰি জাতিৰ বা শ্ৰেণীৰ, of four kinds.

চতুৰ্ব্বেদ(-বেদ্-), স. শ. ( সং. চতুঃ, চাৰি+ৱেদ, হিন্দুৰ প্ৰধান শাস্ত্ৰ ) চাৰি বেদ্, ঋক্, সাম্, যজুঃ, অথৰ্ব্ব, the four Vedas of the Hindus.

চতুৰা, বি. চতত জন্মা বা হোৱা, born or produced in the month of Chait.

চতুষ্কোণ্, বি. ( সং. চতুঃ, ঐ+কোণ্, চুক ) চাৰি চুকীয়া, square. স. শ. চাৰি চুকীয়া বস্তু, a square.

চতুষ্পদ্, } বি. ( সং. চতুঃ, ঐ+পদ, ভৰি )
চতুষ্পাদ্, } চাৰি ঠেঙ্গীয়া, having four legs. স. শ. চাৰি ঠেঙ্গ; চাৰি ঠেঙ্গীয়া জন্তু, four legs, a quadruped.

চতুষ্পাদী, বি. চাৰি ঠেং থকা, having four legs. স. শ. চাৰি ফঁকীয়া শ্লোক, a verse consisting of four feet or lines.

চত্বাৰিংশত, সংখ্যা. ( সং. চতুঃ, চাৰি ) চল্লিশ, দুকুৰি, forty.

চন্, স. শ. ( সং. চমস্, এবিধ পান কৰা পাত্ৰ ) খোৱা বা পিয়া বস্তু মুখলৈ তোলা পাত্ৰ বিশেষ, a spoon.

চন্, স. শ. জালৰ জৰী, a rope attached to a fishing net.

চন্মুৰ্, স. শ. খঙ্গেৰে নিজক বা আনক দোষ দি কৰা বেজাৰ; যেনে, মই পাষণ্ড কালি ঘৰত থকা হলে চোৰে কিয় চুৰ কৰিবলৈ পায়, bitter self-reproach, fretting.

চন্-মুৰ্ কৰ্, খঙ্গেৰে দুখ, কষ্ট বা অন্যায়ৰ কথা কৈ অসন্তোষ প্ৰকাশ কৰ্, to murmur, to grumble.

চনকা, বি. ( অং. চন্, কেঁচা বস্তু ভাগোঁতে হোৱা শব্দ ) বেগতে ভগা, চঞ্চনীয়া (গছৰ ডাল আদিত খাটে ), easily broken, brittle (said of the branches of a tree).

চন্তৰি, স. শ. ( ইং. ছেণ্ট্ৰি, পৰীয়া ) পৰীয়া, ৰখীয়া, a watchman, a guard.

চন্দন্, স. শ. ( সং. চদ্, আনন্দিত কৰ্ ) জাতি বা ৰঙ্গা কাঠ পানী দি শিলত ঘঁহি কৰা বোকাৰ নিচিনা এবিধ বস্তু, an unctuous preparation made by rubbing sandal-wood on a stone.

চন্দনা, স. শ. (সং. চন্দন্, ঐ) এবিধ ভাটৌ, মদনা, ( তাৰ বুকুৰ বৰণ ৰঙ্গা চন্দনৰ নিচিনা এতেকে সেই নাম ), a species of parrot.

চন্দন্-কাঠ্, স. শ. শিলত ঘঁহি চন্দন কৰা কাঠ, জাতি বা ৰঙ্গা কাঠ, the sandal-wood.

চন্দলা, বি. ( সং. চন্দ্ৰ, জোন্ ) বাউ ভাগি মুকলি বা ফেট্‌লেঙ্গা হোৱা, (পাচি খৰাহিত খাটে, সি বাউ ভাগিলে জোনৰ দৰে ঘূৰণীয়া হয় ), broken and flattened out (said of baskets).

চন্দলাই, স. শ. ( অং. চন্দলা, বাউ ভগা ) বাউ ভগা খৰাহি বা পাচি, a broken and flattened basket.

চন্দলিয়া, স. ধা. ( অং. ঐ ) ভাঙ্গি ভিতৰৰ কাল বাজ কৰ্, ভাঙ্গি বহলাই পেলা, to break and turn inside out.

চন্দা, স. শ. ( সং. চন্দ্ৰক; বং. চাঁদা, এবিধ মাছ ) এবিধ কিঞ্চিত ঘূৰণীয়া আকৃতিৰ সৰু মাছ, a species of fish.

চন্দিয়া, স. ধা. ( সং. চন্দ্ৰ, জোন্ ) নেউঠিবৰ কাৰণ গুটিৰ পৰা কপাহৰ আঁহ টানি দীঘল কৰ্, ( তেনে কৰিলে কপাহৰ আঁহ-

বিলাক গুটিৰ চাৰিও ফালে চন্দ্ৰৰ দৰে ঘূৰণীয়া হৈ ওলায়), to draw out as the fibres of cotton preparatory to cleaning it from the seed.

চন্দুক্, স. শ. (যাং. চিন্দুক,) পেড়া, a box, a chest.

চন্দুৱা, বি. লাজ্ পোৱা, অপমানিত, অপ্ৰতিভ, put to shame, abashed.

চন্দুৱা পৰ্, লাজ্ পা, কোনো বেয়া কাম কৰাৰ কাৰণ মানুহৰ আগত ওলাবলৈ শঙ্কিত হ; যেনে, অমুকে চুৰ-কৰা প্ৰকাশ হোৱাত চন্দুৱা পৰিছে, to be ashamed to appear before others owing to having committed some evil action.

চন্দুৱালি, গু. শ. লাজ্; যেনে, অমুকৰ চন্দুৱালি ভাগিল, shame.

চন্দোৱাৰ, স. শ. (সং. চন্দ্ৰাতপ্, বং. চাঁদোয়া) চন্দ্ৰতাপ্, বহা বা শোৱা ঠাইৰ ওপৰত তৰা কাপোৰ, a canopy, an awning.

চন্দ্ৰ, স. শ. (সং. চন্দ্ৰ—চদ্, আনন্দিত কৰ্, চন্দ্ৰৰ ৰশ্মিয়ে মনত ৰং লগায়, এতেকে) শশধৰ, নিশাকৰ, জোন, the moon.

চন্দ্ৰকলা, স. শ. (সং. চন্দ্ৰ+কলা, ষোল ভাগৰ এভাগ) চন্দ্ৰৰ ষোল ভাগৰ এভাগ; যেনে, অমাবাস্যাৰ পৰা পূৰ্ণিমালৈকে প্ৰতিদিনে চন্দ্ৰৰ এক কলা বৃদ্ধি হয়, one-sixteenth part of the moon.

চন্দ্ৰকান্ত, স. শ. (সং. চন্দ্ৰ+কান্ত, সুন্দৰ) চন্দ্ৰৰ ৰশ্মিৰ পৰা উৎপন্ন বুলি খ্যাত এবিধ কাল্পনিক ৰত্ন, a fabulous gem supposed to be formed of the congelation of the rays of the moon; crystal, jasper, sandal, the white water lily, (Haughton).

চন্দ্ৰচূড়, স. শ. (সং. চন্দ্ৰ+চূড়া, মূৰ) সদাশিৱ, মহাদেৱ, a name of Shiva.

চন্দ্ৰগ্ৰহণ্, স. শ. (সং. চন্দ্ৰ+গ্ৰহণ, আচ্ছাদন) পৃথিৱীৰ ছাঁৰ দ্বাৰা চন্দ্ৰৰ আচ্ছাদন, the moon eclipse. See "গ্ৰহণ"।

চন্দ্ৰতাপ্, স. শ. (সং. চন্দ্ৰাতপ, ওপৰত তৰা কাপোৰ) ডাঙ্গৰ লোক বহা বা দেৱতাৰ মূৰ্ত্তি থোৱা ঠাইৰ ওপৰত তৰা কাপোৰ, a canopy.

চন্দ্ৰপ্ৰভা, স. শ. (সং. চন্দ্ৰ+প্ৰভা, কান্তি) জোনাক, চন্দ্ৰৰ পোহৰ, the moonlight.

চন্দ্ৰভাগা, স. শ. পঞ্জাব দেশৰ এখান নৈ, সি চন্দ্ৰভাগ পৰ্ব্বতৰ পৰা বৈ আহিছে, এতেকে সেই নাম, the Chinab.

চন্দ্ৰমণ্ডল্, স. শ. (সং. চন্দ্ৰ, জোন+মণ্ডল, গোল আকাৰ) চন্দ্ৰৰ মেৰ, চন্দ্ৰৰ ঘূৰণীয়া আকাৰ, the orb or disc of the moon.

চন্দ্ৰমল্লিকা, স. শ. (সং. চন্দ্ৰ+মল্লিকা, এবিধ ফুল) এবিধ ৰাতি ফুলা বগা সুগন্ধ ফুল, a species of flower.

চন্দ্ৰমা, স. শ. (সং. চন্দ্ৰমস্, জোন) চন্দ্ৰ, জোন, the moon.

চন্দ্ৰমুখ, স. শ. (সং. চন্দ্ৰ, জোন+মুখ, বদন) চন্দ্ৰৰ নিচিনা লাৱণ্য মুখ, বৰ শুৱনি মুখ, a beautiful face.

'চন্দ্ৰ' শব্দৰ পাচত মুখ বুজোৱা আন শব্দ লগলাগি সেই অৰ্থ বুজায়; যেনে, চন্দ্ৰ বদন, বিধুবদন, ইত্যাদি।

চন্দ্ৰমুখী, স. শ. চন্দ্ৰৰ নিচিনা শুৱনি মুখেৰে তিৰোতা; এতেকে সুন্দৰী তিৰোতা, a woman with a beautiful face, a lovely woman.

চন্দ্ৰমৌলী, স. শ. (সং. চন্দ্ৰ, জোন+মৌলী, মূৰ) সদাশিৱ, মহাদেৱ, (তেওঁৰ কপালত অৰ্দ্ধচন্দ্ৰ আছে), a name of Shiva.

চন্দ্ৰ-লোক, স. শ. (সং. চন্দ্ৰ+লোক, ঠাই) চন্দ্ৰৰ ঠাই, the region of the moon.

চন্দ্ৰ-ৱংশ (-ব-), স. শ. (সং. চন্দ্ৰ+ৱংশ, গোষ্ঠী) পূৰ্ব্বকালৰ এক ৰজাৰ গোষ্ঠী, তাৰ আদি পুৰুষ পুৰূৰবা চন্দ্ৰৰ পৰা জন্মিছিল বুলি খ্যাত, a race of kings who traced their origin from the moon.

চন্দ্ৰ-ৱংশী (-ব-), চন্দ্ৰ-বংশত জাত, of the lunar race.

চন্দ্ৰ-শেখৰ্, স. শ. (সং. চন্দ্ৰ+শেখৰ, মূৰ,

কপালত চন্দ্ৰ থকা) শিৱ, মহাদেৱ, a name of Shiva.

চন্দ্ৰহাৰ, স. শ. (সং. চন্দ্ৰ,+হাৰ, এবিধ অলঙ্কাৰ) এবিধ তিৰোতাই ককাঁলত পিন্ধা অলঙ্কাৰ, সি ককাঁলৰ এফালে অৰ্দ্ধচন্দ্ৰৰ নিচিনা হৈ ওলমি থাকে, a kind of ornament worn by women on the waist.

চন্দ্ৰাননী, স. শ. (সং. চন্দ্ৰ+আনন, মুখ) চন্দ্ৰমুখী, a lovely woman.

চন্দ্ৰাৱলী, বি. (সং. চন্দ্ৰৱতী, চন্দ্ৰ-যুক্তা) জোনৰ দ্বাৰা প্ৰকাশিত; যেনে, চন্দ্ৰাৱলী ৰাতি, moonlight.

চন্দ্ৰিকা, স. শ. (সং. চন্দ্ৰ) জোনাক, চন্দ্ৰৰ পোহৰ, moonshine.

চন্দ্ৰোদয়, স. শ. (সং. চন্দ্ৰ, জোন+উদয়, ওপৰলৈ উঠা) জোন ওলোৱা, moonrise.

চন্দ্ৰোপল্, স. শ. (সং. চন্দ্ৰ,+উপল, শিল, চন্দ্ৰৰ দৰে বগা, এতেকে) চন্দ্ৰকান্ত মণি; এবিধ বগা আৰু বৰ মিহি শিল্, a fabulous gem, the white marble or alabaster.

চপনীয়া, বি. (অং. চাপ্, লোকৰ ঘৰত বাস কৰ্) কোনো সম্বন্ধ নথকা মানুহৰ ঘৰত পেট পুহি থকা, ঘৰৰ গৰাকীৰ অনুগ্ৰহত নিৰ্ভৰ কৰি লোকৰ ঘৰত বাস কৰা; যেনে, চপনীয়া মানুহৰ কিহৰ বৰ কথা! living at the house of another as a dependant. স. শ. বিয়া নকৰাকৈ কোনো তিৰোতাক ভাৰ্য্যা স্বৰূপে লৈ সেই তিৰোতাৰ ঘৰতে বাস কৰা মানুহ; লোকৰ ঘৰত পেট পুহি থকা মানুহ, a man living at the house of a woman who keeps him, a man who lives at the house of another as a dependant. (স্ত্ৰী) চাপনী।

সমা.— কেলেহুৱা, চপনীয়া, দুইওটাই লোকৰ ঘৰত পেট পুহি থকা অৰ্থ বুজায়, কিন্তু "কেলেহুৱা" বুলিলে অধিক নিন্দা কৰা হয়।

চপয়, স. শ. (সং. চতুষ্পদী, চাৰি ফাকি থকা) পৰস্পৰে মিল হোৱা চাৰি ফাকিৰ এবিধ ছন্দেৰে ৰচনা কৰা বিষ্ণুৰ স্তৱ, a prayer to Vishnu composed in a metre of four feet.

চপৰা, স. শ. (বং. চাপ, এডোখৰ মাটি) পৃথিৱীৰ পৰা কাটি বেলেগোৱা চেপেটা এডোখৰ মাটি; এতেকে খণ্ড, ডোখৰ; যেনে, মঙহৰ চপৰা, a clod of earth, a flat or round piece.

চপৰা চপৰ্, বি. অনেক চপৰা কৰি বেলেগোৱা, অনেক খণ্ড কৰা; যেনে, মাটিবোৰ চপৰা চপৰ হৈছে, মঙহবোৰ চপৰা চপৰ কৰা, divided or formed into clods or pieces.

চপৰাচপৰে, ক্ৰি. বি. চপৰাচপৰ কৰি, এচপৰা এচপৰা কৰি, clod by clod, piece by piece.

চপৰাণি, স. শ. মাটিৰ বহুত চেপেটা দলি থকা ঠাই, দলিয়নি, a place full of clods.

চপৰিয়া, স. ধা. (অং. চাপৰ, হাতৰ তলুৱাৰে কৰা আঘাত) হাতৰ তলুৱাৰে আঘাত কৰ্, চাপৰ মাৰ্, to strike with the open hand, to slap. হাত চপৰিয়া, মেলা এখান হাতত আন হাতেৰে চাপৰ মাৰ্, to clap the hands.

চপৰিয়াওঁতা, কৃদ. স. চপৰিওৱা মতা, a man who slaps. (স্ত্ৰী) চপৰিয়ঁতী।

চপল্, বি. (সং. চপ্, গতি কৰ্) চঞ্চল, অস্থিৰ, unsteady, shaking.

চপলতা, গু. শ. চঞ্চলতা, অস্থিৰতা, unsteadiness.

চপলা, স. শ. (সং. চপলৰ স্ত্ৰীলিঙ্গ) বিজুলি, a flash of lightning.

চপা, স. ধা. (অং. চাপ্, গোট লাগ্, ওচৰলৈ যা) গোট খুৱা, একে ঠাই কৰ্; যেনে, ধান চপাইছে; সঙ্কোচিত কৰ্; কোঁচা; যেনে, হাত চপালে; ওচৰলৈ আন; যেনে, ওচৰ চপাই ললে, to collect together, to contract, to bring near. নাও চপা, নৈৰ দাঁতিলৈ

আনি বান্ধ্, to moor a boat close to the shore.

চপাই কাট্, গুৰিতে কাট্, to cut close to the root.

চপেটাঘাত্, স. শ. (সং. চপেট, চাপৰ+ আঘাত, প্ৰহাৰ) চাপৰ, মেলা হাতেৰে কৰা প্ৰহাৰ, a slap with the open hand.

চপ্ চপ্, অনুক. দ্ৰৱ বস্তু পিওঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound as that of sucking.

চপ্চপনি, স. শ. দ্ৰৱ দ্ৰব্য পান কৰোঁতে বা খাওঁতে ওঁঠৰ পৰা হোৱা শব্দ, the sound of sucking or eating.

চপ্চপা, অ. ধা. খাওঁতে বা পিওঁতে ওঁঠেৰে শব্দ কৰ্, to make a sound with the lips as when sucking or eating.

চপ্চপীয়া, বি. মুখলৈকে পূৰ্, full to the brim.

চপ্চপীয়াকৈ, ক্ৰি. বি. মুখলৈকে পূৰকৈ, ওপচাই, filling to the brim.

চপ্চপ্ কৰে, ক্ৰি. বি. খাওঁতে বা পিওঁতে ওঁঠেৰে শব্দ কৰি; যেনে, চপ্চপ কৰে পিছে, making a sound with the lips as in eating or sucking.

চকল্, বি. সম্পূৰ্ণ যুবা বয়স পোৱা আৰু শুৱনি, ডেকা কালৰ তেজ শক্তিৰে পূৰ; যেনে, চকল ডেকা, grown up and beautiful, full of health and beauty (said of a young man).

চবকা, স. শ. গৰু মহৰ মুখ আৰু খুৰাত ঘা হোৱা ৰোগ, a disease of cattle.

চবিয়া, স. ধা. (অং. চাব, বঠা আদিৰ আঘাত) বঠা ব্যৱহাৰ কৰ্, নাও বাওঁতে বঠাৰে পানীত আঘাত কৰ্; যেনে, নাৱৰীয়াই বঠা চবিয়ায়; কোৰ ব্যৱহাৰ কৰ্, কোৰেৰে মাটি খান; যেনে, খেতিয়কে কোৰ চবিয়ায়, দকৈ মাটি চবিয়ালে খেতি ভাল হয়; বাঘৰ দৰে হাঁতোৰাৰে আঘাত কৰ্; বাঘে গৰু চবিয়ালে, to wield as, or strike with, an oar or a hoe, to strike with the paw as a tiger.

চবিয়াওঁতা, কৃদ. স. চবিওৱা মতা, a man who wields, or strikes with, a hoe. (স্ত্ৰী) চবিয়ঁতী।

চমক্, স. শ. (সং. চক্, হিং. চমক্না, দীপ্তি কৰ্) চক্মক্, অকস্মাত হোৱা আৰু অতি অলপকাল থকা পোহৰ; যেনে, বিজুলিৰ চমক; জিলিকনি, a flash of light.

চমক্, স. শ. (বং. চমক্, হিং. চমকনা, অকস্মাত ভয় পা) উচাপ, চঁক; অকস্মাত পোৱা ভয়; যেনে, চমক্ খালোঁ, চমক্ লাগিল, sudden terror, fright. অ. ধা, অকস্মাত ভয় পা, উচাপ খা, to be startled, to startle.

চমকা, স. শ. (সং. চপট, সকলো আঙ্গুলি মেলা হাত) হাতৰ পাঁচোটা আঙ্গুলি মেলি কৰা জোখ; পাঁচোটা আঙ্গুলি মেলি হাতৰ ভিতৰত যিমান ধৰিব পাৰি সিমান বস্তু, the measure of the hand with the fingers extended, as much as can be embraced by the hand with the fingers extended.

চমকা মাৰ্, হাতৰ সকলো আঙ্গুলি মেলি ধৰ্, to take a large handful of.

চমকাচমকে, ক্ৰি. বি. ই চমকাৰ পাচত সি চমকা লৈ, handful by handful.

চমটা, স. শ. (সং. চৰ্ম্ম, ছাল+ অং. টা, উপশ.) নাল লগোৱা এচটা ছাল, তাৰ দ্বাৰা পূৰ্ব্বে অসম দেশত মানুহক দণ্ড কৰা গৈছিল, an instrument of punishment made of leather, a scourge.

চমটিয়া, স. ধা. (অং. চমটা, ঐ) চমটাৰে কোবা, to scourge.

চমটিয়াওঁতা, কৃদ. স. চমটিওৱা মতা, a man who scourges.

চমত্কাৰ, স. শ. (সং. চমত্, আচৰিত ভাব বুজোৱা শব্দ+কৃ, কৰ্) বিস্ময়, আশ্চৰ্য্য, surprise, astonishment.

চমত্কৃত, কৃদ. বি. আচৰিত, বিস্মিত, surprised.

চমন্, স. শ. ( ইং. চমনস্, উপস্থিত হবৰ আজ্ঞা ) কোনো ঠাইত কোনো এক নির্দ্ধাৰিত সময়ত উপস্থিত হবলৈ আজ্ঞা কৰা পত্ৰ, a summons.

চমৰী, স. শ. ( সং. চমৰ, চোৰঁৰ্ ) চুৰঁৰী-পছু, তাৰ নেজেৰে চোৰঁৰ কৰা যায়, the Yak, the Bos grunniens.

চমাৰ্, স. শ. ( সং. চূর্ণকাৰ, চূণ কৰা মানুহ ) চূণৰ ব্যৱসায় কৰা মানুহ, চূণ-পোৰা মানুহ, a dealer in lime, one who prepares lime.

চমু, বি. ওচৰ, দূৰ নোহোৱা ; যেনে, ইয়াৰ পৰা আমাৰ ঘৰলৈ চমু ; পোন, ঋজু, not distant, near, straight. স. শ. দূৰৈ নোহোৱা ঠাই, ওচৰ ঠাই ; যেনে, তোমাৰ চমু চাপোঁ, an adjacent place.

চমুৱা, স. ধা. ওচৰ চপা, ওচৰলৈ আন, to bring near.

চমুৱা, বি. কোনো সাধাৰণ শ্রেণীৰ লগ নলগোৱাকৈ মাজতে ৰখা, কোনো বিশেষ কার্য্যত নিযুক্ত নকৰাকৈ ৰখা ; যেনে, চমুৱা মানুহ, not included in the ordinary classes, or engaged in any particular duty.

চমুৱাচমি, বি. ওচৰা-উচৰি, mutually near to each other.

চম্‌চমনি, স. শ. (অং. চমচমা, পিত্ত উঠাৰ দৰে বুকত বেদনা কৰ্)' পিত্ত উঠাৰ পৰা হোৱা বুকৰ পোৰণি, a burning sensation on the chest caused by bile.

চম্‌চমা, অ. ধা. ( অং. চম্‌চম, পোৰণি বোধ ) পিত্তৰ দৰে বুকত পোৰ্‌ণি ধৰ্ ; যেনে, পিত্তে বুকত চম্‌চমাইছে ; পিত্ত উঠাৰ দৰে পোৰণি বোধ কৰ্ ; যেনে, বুকুৱে চম্‌চমায়, to cause a burning sensation in the breast, as bile.

চম্পক্, স. শ. ( সং. চপ্, দীপ্তি কৰ্ ) চঁপা ফুল, a species of yellow fragrant flower (*Michelia champaca*).

চম্পা, স. শ. "চম্পকৰ" অপভ্রংশ ।

চম্পূ, স. শ. ( সং. চম্, ভক্ষণ কৰ্ ) এভাগ গদ্য আৰু এভাগ পদ্যেৰে ৰচিত পুথি, ( পণ্ডিত সকলে এনে পুথিৰ আস্বাদ লৈ তৃপ্ত হয়, এতেকে সেই নাম ), a work in which the subject is treated partly in prose and verse.

চম্বিত্, স. শ. বোধ, জ্ঞান, গম্, sense.

চম্বুক, স. শ. ( সং. চুম্বক, এবিধ শিল ) লোক আকর্ষণ কৰা এবিধ শিল, the loadstone.

চম্ভাল্, স. ধা. ( হিং. সংভাল্‌না, দমন কৰ্ ) দমন কৰ্, অধীনত ৰাখি কার্য্য কৰা, বশ কৰ্, চলা ; যেনে, ন শিকাৰুৱে ডাঙ্গৰ ঘোঁৰা চম্ভালিব নোৱাৰে ; সম্পন্ন কৰ্, সমাধা কৰ্, চলা ; যেনে, অমুকে এই কার্য্য চম্ভালিব পাৰিব, to control, to check, to guide, to perform.

চম্ভালোঁতা, কৃদ. স. চম্ভলা লোক, a man who controls, &c. ( স্ত্রী ) চম্ভালঁতী ।

চয়্, স. শ. ( সং. চয়—চি, একত্র কৰ্ ) সমূহ, গণ ( সদায় বহুত বুজাবৰ কাৰণ সংস্কৃত সংজ্ঞা শব্দৰ পাচত থাকে ) ; যেনে, পশুচয়, বৃক্ষচয় ; ( দিবৰ নিমিত্তে, সংগ্রহ কৰি ৰখা যায়, এতেকে ) এক ৰজাই আন এক ৰজাক দিয়া কৰ্ ; যেনে, "বঙ্গালক চয় দিবৰ কাৰণ সাত লাখ টকা তুলি ভঁৰালত ৰাখিলে," an assemblage, a multitude, a tribute.

চয়্, স. শ. সন্দেহ, আশঙ্কা ; ঘাইকৈ স্বামীয়ে ভার্য্যাৰ বা ভার্য্যাই স্বামীৰ সতৃ স্বভাৱৰ কথাত কৰা আশঙ্কা ; যেনে, মোৰ ভার্য্যাৰ সতীত্বত মোৰ চয় নাই, suspicion, jealousy.

চয় দেখ্, আশঙ্কা কৰ্, to suspect, to be jealous.

চয়্তান্, স. শ. ( যাং. চয়তান, ইং. চেটান ) ইংৰাজ আৰু মছলমানৰ ধর্ম্মৰ মতে মানুহক লোভ দেখাই পাপলৈ নিয়া এটা ভূত ; যেনে, বাইবেলত লেখা আছে যে মানুহৰ আদি পিতা মাতা আদম আৰু ঈভক চয়তানে লোভ দেখাই পাপত প্রবৃত্ত কৰিলে আৰু আজিলৈকে সি পাপ

কাৰ্য্যলৈ মানুহৰ মন নিয়ে। স্বৰূপাৰ্থত পাপ বা কুকৰ্ম্মলৈ হোৱা মতিকে লক্ষণাৰ দ্বাৰা এটা ভূত বুলি কোৱা হৈছে, Satan, or a personification of the evil propensities of mankind.

চয়ন্, কৃদ. স. (সং. চি, সংগ্ৰহ কৰ্) সংগ্ৰহ কৰা, গোটোৱা; ঘাইকৈ ফুল বা ফল গোটোৱা; যেনে, পুষ্প চয়ন কৰা, collecting, gathering.

চৰ্, অ. ধা. (সং. চৰ, ওপৰলৈ উঠ্) বৃদ্ধি পা, বাঢ়্; যেনে, নৰিয়া চৰিছে; কোনো কাৰ্য্যত আনতকৈ আগবাঢ়্ বা উচ্চ হ; যেনে, ককাইয়েকতকৈ ভাইয়েক চৰিছে; বেয়া কামত বৰকৈ বাঢ়্; বৰ দুষ্ট হ; যেনে, ই বৰকৈ চৰিছে, to increase, to surpass others, to be very wicked.

চৰপৰ্, ফল পকাৰ অন্তত মৰ্ (কলা গছত খাটে), to die as a plantain tree after the fruit is ripe.

চৰ্, স. শ. (সং. চৰ্, গতি কৰ্) গুপ্ত দূত, চৰিয়া, a spy.

চৰ্, অ. ধা. (সং. চৰ্, আহাৰ কৰ্) আহাৰ কৰ্, ভক্ষণ কৰ্; যেনে, গৰু চৰিছে (জন্তুত খাটে), to feed as an animal.

চৰ্, স. শ. (সং. চপট, সকলো আঙুলি মেলা হাতৰ তলুৱা) মুকলি হাতেৰে গালত কৰা আঘাত, গালত মৰা চৰ, a slap on the cheek.

চৰক্, স. শ. এজনা ঋষিৰ নাম; তেওঁ কৰা এখান বেজালি পুথিৰ নাম, সেই পুথি হিন্দু চিকিৎসা শাস্ত্ৰবিলাকৰ ভিতৰত অতি পুৰণি আৰু লাগতিয়াল, the name of a sage, a medical work composed by him.

চৰঠ্, স. শ. (সং. চৰ্, কাম্ কৰ্ বা উঠ্) নাৱৰিয়াই বহি বঠা মাৰিবৰ নিমিত্তে নাৱৰ আগ আৰু গুৰিত পাৰি দিয়া পাট বা চছালি, the flooring of either end of a boat outside the roofing.

চৰণ্, স. শ. (সং. চৰ্, গতি কৰ্) ভৰী, পদ্; শ্লোকৰ এভাগ, a foot, a division of a stanza.

চৰণকমল্, স. শ. (সং. চৰণ, ভৰী+কমল, পদ্ম) পদ্মৰ তুল্য ভৰী, এতেকে মান্যৱান লোকৰ বা দেৱতাৰ চৰণ, lotus like foot, *e.g.*, the foot, of a deity, &c.

চৰণামৃত্, স. শ. (সং. চৰণ, ভৰী+অমৃত, দেৱতাবিলাকে খোৱা এক বৰ সোৱাদ বস্তু) গোসাঁইৰ মূৰ্ত্তি, গুৰু বা বামুণৰ ভৰী ধোৱা পানী যাক পুণ্যৰ নিমিত্তে হিন্দুবিলাকে ভক্তিৰে মূৰত লয় আৰু পান কৰে, the water in which the foot of an idol, spiritual guide or Brahman has been washed and which the Hindoos drink with great veneration.

চৰণি, } বি. গৰু আদি চৰোৱা; যেনে,
চৰণীয়া, } চৰণীয়া ঠাই, grazing, pasturing.

চৰম্, বি. (সং. চৰ্, গতি কৰ্) শেষ, অন্ত; যেনে, চৰম কাল, last. স. শ. শেষ কাল, জীৱনৰ শেষ ভাগ, last time, the last part of life.

চৰম্, অ. ধা. (সং. চৰ্ম্ম, ছাল) শুকাই চোকোৰা সৰি নকৈ ছাল হ (বসন্ত ৰোগত খাটে); যেনে, অমুকৰ আই লোক চৰমিছে, to dry up and heal, as the small-pox, &c.

চৰহ্, স. ধা. (সং. চুষ্, চুহি ৰস খা) চুপি খা, চোহ্, to suck.

চৰহোঁতা, কৃদ. স. চৰহি খোৱা মতা, a man who sucks. (স্ত্ৰী) চৰহঁতী।

চৰহা মাৰ্, আট খাই ধৰ্, to adhere.

চৰা, স. ধা. (হিং. চঢ়ানা, বৰণ লগাওন্) গলোৱা ধাতুৰে আবৃত কৰ্, সোণ আদিৰ পানী লগা; যেনে, তামত ৰূপ চৰাইছে, সোণ-পানী চৰাইছে, to cover with melted metal.

চৰা, বি. (অং. চৰ্, বৃদ্ধি পা, বাঢ়্) ওখ; যেনে, ঘৰটো বৰ চৰা হল; বঢ়া; যেনে, ককাইয়েকত কৈও ভাইয়েক চৰা, high, surpassing others.

চৰা, স. ধা. (অং. চৰ, গালত মৰা চৰ)

চৰ মাৰ্, গালত চৰ্কা মাৰ্, to slap on the cheek.

চৰা, চৰ, } স. শ. বাহিৰৰ বহা ঘৰ, an outside sitting-room.

চৰা, স. ধা. (অং. চৰ্, ঘাঁহ খা) ঘাঁহ খুৱা, to cause to graze, to tend as cattle.

চৰাই, স. শ. (সং. চটক, ঘৰচিৰিকা) পক্ষী, খগ, a bird.

চৰাইমৰীয়া, স. শ. (অং. চৰাই+মাৰ, বধ কৰ্) চৰাই মৰা মানুহ, চৰাই ধৰোঁতা, a fowler.

চৰাং-চোৰা, "চোৰাং চোৰা" চোৰা।

চৰাওঁতা, কৃদ. স. চৰোৱা মতা, a man who slaps on the face, or feeds cattle. (স্ত্ৰী) চৰাঁতী।

চৰাচৰ্, স. শ. (সং. চৰ্, গতি কৰোঁতা+ অচৰ, লৰচৰ নকৰা) সমুদায় জগত, the universe.

চৰাচৰ্, বি. (সং. চৰাচৰ, গোটেই জগত) গোটেই কপাল জোৰা; যেনে, চৰাচৰ ফোঁট, covering or extending over the whole forehead, said of the Hindu mark.

চৰা-নাও, স. শ. (অং. চৰা, ওখ, তাৰ আগ-টিংটো বৰ ওখ এতেকে) ৰজা উঠি ধেমালি কৰা নাও, the state barge of the Aham King.

চৰি, স. শ. (সং. চৰ্, গতি কৰ্) নাও চলোৱা দীঘল বাঁহ, a bamboo pole used in propelling a boat.

চৰিতাৰ্থ, বি. (সং. চৰিত, পোৱা+অৰ্থ, ফল) কৃতাৰ্থ, কৃতকৃত্য, যাৰ বাঞ্ছা সিদ্ধ হৈছে, ধন্য, successful, blessed.

চৰিতাৰ্থতা, গু. শ. বাঞ্ছা সিদ্ধ হোৱা অৱস্থা, কৃতাৰ্থতা, successfulness, blessedness.

চৰিত্ৰ, স. শ. (সং. চৰ্, গতি কৰ্) আচৰণ, স্বভাৱ; যেনে, অমুকৰ চৰিত্ৰ ভাল নহয়, কোনো মানুহে কৰা কাৰ্য্যৰ বিৱৰণ; যেনে, সজ লোকৰ চৰিত্ৰ শুনিলে মানুহৰ মতি ভাল হয়; জীৱনৰ বৃত্তান্ত; যেনে, শঙ্কৰৰ চৰিত্ৰ, behaviour, character, a narrative of what one has done, a narrative of the life of a person.

চৰিত্ৰদৰ্শী, স. শ. (সং. চৰিত্ৰ, স্বভাৱ+দৰ্শী, দেখোঁতা) মানুহৰ মুখ আৰু ভঙ্গি আদি দেখি স্বভাৱ বুজিব পৰা লোক, a physiognomist.

চৰিয়া, স. শ. (সং. চৰ, গুপ্ত দূত) চোৰ, চোৰে নিয়া বস্তু বা কোনো গুপ্ত কথা প্ৰকাশ কৰিবলৈ নিযুক্ত কৰা লোক, বিপুৰা, a spy, a secret informer.

চৰিয়া মেল্, চোৰ বা চোৰে নিয়া বস্তু আদি বাহিৰ কৰিবলৈ মানুহ নিযুক্ত কৰ্, to employ a secret informer.

চৰিয়া, স. শ. (অং. চৰু, মাটিৰ পাত্ৰ) মুখ ধোৱা পাত্ৰ, a wash-bowl.

চৰু, স. শ. (সং. চৰু-স্থালী, হিং. চৰুআ, মাটিৰ ৰন্ধা পাত্ৰ) মাটিৰ পাক-পাত্ৰ; সৰু থালী, an earthen cooking pot, an earthen pot.

চৰ্খৰীয়া, চৰ্খৰীয়া, } স. শ. নৈৰ যি ভাগৰ তলৰ মাটি এঠাইত ওখ আন ঠাইত চাপৰ আৰু সোঁতৰ বেগ প্ৰবল, ধাম্ খুমীয়া; যেনে, পানীৰ চৰ্খৰীয়া বুজিব পাৰি মাতৰ চৰ্খৰীয়া বুজিব নোৱাৰি, that part of a river where the current is strong and passes over an uneven surface.

চৰ্চ্চ্, স. ধা. (সং. চৰ্চ্চ্, গালি পাৰ) আগত নথকা মানুহৰ অহিতে ক; যেনে, মৰা মানুহক চৰ্চ্চিব নেপায়, to speak ill of a person who is not present.

চৰ্ চৰ্, চৰ্চৰ, } অনুক. তপত তেলত পানী পৰিলে বা কোনো বস্তু মাটিত চোঁচৰাই নিওঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by hot oil when water is thrown on it or by anything dragged along on the ground.

চৰ্চৰণি, চৰ্চৰণি, } স. শ. তপত তেলত পানী পৰি বা কোনো বস্তু মাটিত চোঁচৰাই নিওঁতে হোৱা শব্দ; বেগাই গিলিব

খোজোঁতে নিশ্বাসৰ নলীয়ে দি কোনো বস্তু সোমাই হোৱা বেদনা, স্থঁই, the sound produced by water thrown on hot oil, the sound of anything dragged along on the ground, the uneasy sensation produced by anything getting into the wind-pipe when a person is swallowing rapidly.

চৰ্‌চৰা, চৰ্চ্চৰা, } অ. ধা. পকা তেলত পানী পৰাৰ দৰে বা চোঁচৰাই নিয়া বস্তুৰ দৰে শব্দ কৰ্‌, to make a sound as water dropped on hot oil.

চৰ্‌চৰীয়া, চৰ্চ্চৰীয়া, } স. শ. ( অং. চৰ্চ্চৰ, অনুক. ) অলপকৈ পানী দি ভজাৰ দৰে ৰন্ধা মাছ শাক আদি, নিৰহকৈ ৰন্ধা আঞ্জা, food cooked almost dry. স. শ. অলপ শুকোৱা, নিৰহ পৰা, পানী মাৰ যোৱা ; যেনে, বৰষুণ এবাত চোঁতালখান চৰ্চ্চৰীয়া পৰিছে, slightly dry.

চৰ্চ্চৰীয়া পৰ্‌, নিৰহ হ, পানী মাৰ যোৱা হ, to be slightly dry.

চৰ্চ্চা, স. শ. ( সং. চৰ্চ্চ্‌, কথন কৰ্‌ ) আলোচনা ; বিবেচনা, অভ্যাস ; যেনে, ভাল কথাৰ চৰ্চ্চা কৰিব লাগে, আগত নথকা মানুহৰ বিষয় কথোপকথন, reflection, consideration, study, conversation about a person who is not present.

চৰ্ব্বণ্‌, কৃদ. স. ( সং. চৰ্ব্ব্‌, চোবা ) চোবোৱা, the act of chewing.

চৰ্ব্বিত্ত, কৃদ. বি. চোবোৱা, দাঁতেৰে পিহাঁ, chewed.

চৰ্ব্বিত-চৰ্ব্বণ, স. শ. ( সং. চৰ্ব্বিত+চৰ্ব্বণ্‌ ) একে কথাৰ বাৰম্বাৰ উক্তি ; লোকে কোৱা বা লেখা কথা ধাৰ কৰি লেখা বা কোৱা কাৰ্য্য, repetition of what has been often said or written, plagiarism.

চৰ্ব্ব্য, বি. ( সং. চৰ্ব্ব্‌, চোবা ) চোবাবৰ যোগ্য, চোবাব লগীয়া, to be chewed. স. শ. দাঁতেৰে চোবাই খাব লগীয়া বস্তু, food which is to be chewed before swallowing.

চৰ্ম্ম, স. শ. ( সং. চৰ্‌, গতি কৰ্‌ ) জন্তুৰ ছাল, বাকল ; ফৰ, বাকলি, skin, hide, a shield, bark.

চৰ্ম্মকাৰ্‌, স. শ. ( সং. চৰ্ম্ম, ছাল+কৃ, কৰ্‌ ) ছালৰ কাম কৰোঁতা, মুচিয়াৰ, one who prepares leather or articles of leather, a shoe-maker.

চৰ্ম্মছেদন, স. শ. ( সং. চৰ্ম্ম, ঐ+ছেদন্‌, কটা ) ছাল কটা ; পুৰুষাঙ্গৰ মূৰৰ ছাল কটা, cutting off skin, circumcision.

চৰ্ম্মছেদী, বি. ছাল কটা, পুৰুষাঙ্গৰ মূৰৰ ছাল কটা, circumcised. স. শ. যাৰ পুৰুষাঙ্গৰ মূৰৰ ছাল্‌ কটা গৈছে, a man who has been circumcised.

চৰ্ম্মপাদুকা, স. শ. ( সং. চৰ্ম্ম, ছাল+পাদুকা, খড়ম ) জোঁতা, পয়জাৰ, a shoe.

চল্‌, অ. ধা. ( সং. চল্‌, গতি কৰ্‌ ) গতি কৰ্‌, যা ; যেনে, এই নৈত বাৰেও কাল নাও চলে ; সম্পন্ন হ, কৰা হ ; যেনে, কাম চলিছে ; ব্যৱহৃত হ ; যেনে, এই দেশত এতিয়া কম্পানীৰ ধন চলে, to go, to be performed, to have currency, to be in use. ( ভকতীয়া মাতত )— মৰ, পৰলোকলৈ গতি কৰ্‌ ; যেনে, আতৈ জনা চলিল, to die. স. শ. কোনো কাৰ্য্য চলাবৰ উপায়, জুতি ; যেনে, ধৰিবৰ চল নাই, কোনো কাৰ্য্যৰ উপযুক্ত সময় বা ঠাই ; যেনে, শত্ৰুৱে চল পালেই হিংসা কৰে, advantage, opportunity, convenience.

চলং, স. শ. ( সং. চালং, ঘৰৰ চাল, তাৰ নিচিনা আকৃতি এতেকে ) কাছৰ পিঠিৰ বা বুকুৰ হাড়, কাছৰ গাৰ দাঁতিৰ কোমল ভাগ, a tortoise shell (upper and lower), the cartilaginous substance at the edge of a turtle's body.

চল্‌কটো, বি. ( অং. চল্‌, গতি কৰ্‌+টো, বতাহ বা সোঁতৰ কোবত উঠা পানী ) অস্থিৰ, চঞ্চল্‌, অশাঁত, unsteady, fickle.

চল্‌কৰ্‌, স. শ. অহা-যোৱা, চলাচল ; খোৱা বোৱা, intercourse.

চলক্ ভলক্, বি. ( অং. চল্, গতি কৰ্+ভলক, অনুৰূ. ) চঞ্চল, অস্থিৰ, অশাঁত ( বেয়া ভাৱত ), fickle, unsteady, (in a bad sense).

চলঙ্গুৰা, বি. (অং. চলং, কাছৰ পিঠিৰ হাড় ) কাছৰ পিঠিৰ চলঙ্গৰ দৰে মাজ ওখ, দাঁতিলৈ ক্রমে চাপৰ, high in the middle and sloping to the sides.

চল্‌চলা, অ. ধা. ( অং. জল্ জল্, ফট্‌ফটীয়া বৰণ ) ৰূপৰ নিচিনা বগা বৰণ প্ৰকাশ কৰি চট্‌চটাই ফুৰ্ ( মাছৰ কথাত খাটে ); যেনে, এইটো পুখুৰীত মাছে চল্‌চল্‌াইছে, to move about in water, as fish.

চল্‌চলীয়া, বি. ( অং. জল্‌জলীয়া, ফট্‌ফটীয়া ) পানীৰে পূৰ, পানীৰে খাল্ বাম সমান হোৱা; যেনে, বৰষুণৰ পানীৰে পথাৰ-খান চল্‌চলীয়া হল্; ৰূপৰ বৰণীয়া, filled with water, silvery white.

চল্‌চল্ কৰে, ক্রি. বি. উজ্জ্বলকান্তি প্ৰকাশ কৰি ( একেবাৰেই অনেক টকা দিয়াত খাটে ); যেনে, অমুকে চল্‌চল কৰে এশ টকা বাকি দিলে, of a shining white colour, said of money.

চল্‌তি, বি. ( অং. চল, ব্যৱহৃত হ ) সাধাৰণ ৰূপে ব্যৱহাৰ থকা, সদায় চলি থকা; যেনে, চল্‌তি কথা সকলোৱে বুজে, in common use, current. স. শ. চলন্, ব্যৱহাৰ; যেনে; আহম-ভাষাৰ চল্‌তি গুচিছে, currency, use.

চলৎশক্তি, স. শ. ( সং. চলৎ, গতি কৰা +শক্তি, বল ) উঠি লৰি ফুৰিবৰ শক্তি, strength for moving about.

চলন, কৃদ. স. ( অং. চল্, গতি কৰ্, ব্যৱহৃত হ ) গমন; যেনে, হাতীৰ চলনেৰে চলিছে; ব্যৱহাৰ; যেনে, সেই বস্তুৰ চলন নাই; আচৰণ; যেনে, অমুকৰ চলন ভাল নহয়, the act of moving or walking, use, conduct.

চলন্তা, স. শ. লৰাব নোৱৰা কোনো মূৰ্ত্তি গোসাঁইৰ প্ৰতিনিধিৰূপে লৰ্‌চৰ কৰি লৈ ফুৰোৱা মূৰ্ত্তি; যেনে, হাজোৰ চলন্তা মাধৱ, a portable idol exhibited as the representative of one which cannot be removed.

চলা, স. ধা. গতি কৰা; যেনে, মাউতে হাতী চলায়, লৰা; ব্যৱহাৰ কৰা; যেনে, শঙ্কৰে মহাপুৰুষীয়া মত চলালে, সম্পন্ন কৰ্, কাৰ্য্য কৰ্; যেনে, অমুকে এই কাম চলাব পাৰে, to cause to go, or move, to give currency to, to bring into use, to perform.

চলা, স. ধা. ( অং. চাল্, চালনী ব্যৱহাৰ কৰ্ ) চালনী ব্যৱহাৰ কৰা, চালনীৰ দ্বাৰা শস্য পৰিষ্কাৰ কৰা, to cause to sift.

চলাওঁতা, কৃদ. স. চলোৱা মতা, a man who causes to move, &c. ( স্ত্ৰী ) চলাঁতী।

চলা, স. শ. দীঘল চেপেটা বস্তু; যেনে, কাঠৰ চলা, anything flat and long.

চলাচল্, স. শ. ( অং. চল্, গতি কৰ্ ) অহা যোৱা, গমনাগমন, খোৱাবোৱা, আহাৰ ব্যৱহাৰ, the act of going and coming, intercourse, association.

চলাচল্, বি. ( অং. চলা, দীঘল চেপেটা বস্তু ) বেলেগ বেলেগ এঠাইত এচলা আন এঠাইত আন এচলা হোৱা, separate.

চলাচল্, বি. ( সং. চল্, গতি কৰ্ ) লৰচৰ কৰি থকা, চঞ্চল, অস্থিৰ, unsteady, unfixed.

চলাচলে, চলাচল্‌কৈ, } ক্রি. বি. এচলা এচলাকৈ বেলেগ বেলেগ চলা কৰি, in separate pieces.

চলি, স. শ. ( অং. চলা, দীঘল চেপেটা বস্তু ) চাঁছৰ দ্বাৰা একুওৰা পাতল কাঠ, কাঠৰ সৰু চেপেটা খণ্ড, a chip of wood, a splinter. স. শ. শুৱনি ভাল দীঘল চেপেটা বস্তু; যেনে, পাট চলি, a small long and flat thing.

চলিত্, কৃদ. বি. ( সং. চল্, গতি কৰ্ ) ব্যৱহৃত; যেনে, এই কথা চলিত আছে, current, in use.

চলিহা, স. শ. ( অং. চল্লিশ, ডুকুৰি ) ডুকুৰি বছৰ বা তাৰ ওপৰ বয়স হোৱাত চকুৰ শক্তিৰ হ্রাস, dimness of eye-sight. বি. পূৰঠ হোৱা ( তামোলত খাটে ), about to ripen (said of an areca nut).

চলিহাই ধৰ্, বয়সৰ দ্বাৰা দেখা শক্তি কম হ; যেনে, অমুকৰ চকুত চলিহাই ধৰিছে, to be dim sighted owing to advanced age.

চলু, স. শ. (সং. চলুক, গণ্ডুষ) হাতৰ তলুৱাৰ ঠোলাত যিমান পানী লব পৰা যায়, a handful of water.

চলোঁতা, কৃদ. স. ( অং. চল্, গতি কৰ্ ) যি পুৰুষ চলে, an active man. ( স্ত্রী ) চলঁতী।

চল্লিশ্ ( চল্লিছ ), সংখ্যা. ( সং. চত্বাৰিংশৎ, বং. চল্লিশ, হিং. চালীস, ডুকুৰি ) ডুকুৰি, forty.

চহ্, স. ধা. ( বং. চষ্, হাল্ বা ) হাল-কোৰৰ দ্বাৰা খেতিৰ কাৰণে মাটি যুগুত কৰ্, খেতি কৰ্, to till, to cultivate.

চহ কৰ্, খেতি কৰ্, হাল-কোৰ বা, to till the ground.

চহ্, স. শ. কোনো কাৰ্য্যত মান্তি কৰিবৰ নিমিত্তে দিয়া মিছা আশা, প্রলোভন, false hopes held out with the view of inducing anyone to do a certain act.

চহ্ দি, মান্তি কৰিবৰ নিমিত্তে মিছা আশা দি, to hold out false hopes in order to induce anyone to do something.

চহকী, বি. ( অং. চহ্, খেতি কৰ্ ) খেতিৰ উৎপন্নেৰে পৰিপূৰ্ণ, ধনী, ধন-ধান থকা, লাগতিয়াল বস্তুৰ আটকত নপৰা ; যেনে, কোনো ধনেৰে চহকী, কোনো ধানেৰে চহকী, কোনো আকও কথাৰেই চহকী, rich, well-to-do. স. শ. ধনী মানুহ, ধন-ধান থকা মানুহ, a rich person.

চহৰ্, স. শ. (অং. চহ্, খেতি কৰ্; ভাত খেতি হয় এতেকে ) গাওঁ, নগৰত বাজে আন বসতিৰ ঠাই, a village.

চহৰীয়া, বি. ( অং. চহৰ্, গাওঁ ) গাৱঁলীয়া, গাওঁত থকা ; চহা, living in the village, rustic.

চহল্, বি. ( অং. চল্, গতি কৰ্ ) যাবলৈ ভাল, সুগম, সমান ; যেনে, এইটো বাট চহল, easily passable, even.

চহলা, স. শ. (সং. চহ্, বঞ্চনা কৰ্) প্রতাৰণা, বঞ্চনা, fraud.

চহলা মাৰ্, বঞ্চনা কৰ্, to practice fraud.

চহলা মহলা, স. শ. ( অং. চহলা, বঞ্চনা + মহলা, অনুৰূ. ) "চহলা" চোৱাঁ।

চহা, বি. ( অং. চহ্, খেতি কৰ্ ) হাল-কোৰ বাই খোৱা ; এতেকে ভাল লোকৰ নীতি বা লিখিব পঢ়িব নজনা, rustic, ignorant of refined manners. স. শ. মূৰ্খ বা হাল-কোৰ বাই খোৱা মতা, a rustic, a clown. (স্ত্রী) চাহিনী।

চহা, স. ধা. ( অং. চহ্, মাটি ভাং ) আনৰ দ্বাৰা চাহ কৰা, খেতিৰ নিমিত্তে মাটি ভঙ্গা, to cause to be tilled.

চহাওঁতা, কৃদ. স. চাহ কৰাওঁতা, a man who causes to be tilled. (স্ত্রী) চহাঁতী।

চহোঁতা, কৃদ. স. চাহ কৰোঁতা, a tiller. ( স্ত্রী ) চহঁতী।

চক্ষু, স. শ. ( সং. চক্ষুস্, চকু ) চকু, নয়ন, নেত্র, দেখা ইন্দ্রিয়, the eye.

চক্ষুস্পন্দ, স. শ. ( সং. চক্ষুস্, চকু+স্পন্দ, লৰচৰ কৰা ) চকু লৰা, চকু কঁপা, ( আমাৰ দেশৰ মানুহে ইয়াক এটা অশুভ লক্ষণ বুলি ভাবে ), shaking of the eye.

চা, স. ধা. ( বং. চা, দৃষ্টি কৰ্ ) ইচ্ছা কৰি চকু পেলা, দৃষ্টি কৰ্ ; যেনে, বিয়া চালোঁ ; বিবেচনা কৰ্, গুণ ; যেনে, কথাটো চাইছোঁ ; চিকিৎসা কৰি ভাল কৰ্ ; যেনে, বেজে নৰিয়া চায়, সাবধানে ৰাখ্ ; যেনে, গৰু চায়, to look at, to reflect upon, to cure, to look after. অ. ধা. দৃষ্টি নিক্ষেপ কৰ্ ; যেনে, এই ফাললৈ চোৱাঁ (এই ভাৱত সদায় পাচত এটা চতুৰ্থী বিভক্তিৰ পদ থাকে ), to look.

চাইটনীয়া, স. শ. ( অং. চাৰি, ডুবাৰ দুই +

টান্, আকর্ষণ) কোনো কাপোৰৰ চাৰি চুক একে লগে বান্ধি কৰা জোলোঙ্গা, a bag made by tying together the four corners of a cloth.

চাইটীয়া, বি. চাৰিটা থকা, চাৰিটাৰ, containing or appertaining to four.

চাউডাং, স. শ. (সং. চণ্ডাল, এক অতি নীচ জাতি) ৰজাৰ আজ্ঞাৰে মানুহৰ প্ৰাণদণ্ড কৰোঁতা, অসম ৰজাৰ দিনত এই কামৰ নিমিত্তে বেলেগ এক শ্ৰেণী মানুহ আছিল, সিহঁতৰ ওপৰৰ্ঞ্চি জনক চাউডাঙ্গৰ বৰুৱা বোলা গৈছিল, a public executioner, a hangman.

চাউল্, স. শ. (হিং. চাৱল; বং. চাউল, অং. চাল, চালনীৰ দ্বাৰা পৰিষ্কাৰ কৰ্) তণ্ডুল, বাকলি গুচোৱা ধান, ধানৰ সাহ, husked rice.

চাউল্ টুট্, আয়ুস টুকা, মৰিবৰ সময় হ; যেনে, অমুকৰ চাউল টুটিছে; মৰ্; যেনে, তেওঁৰ সিমানতে চাউল টুটিল্, to be about to die, to die.

চাউল্ মোকলা, জীবিকা উলিয়া, to earn a livelihood.

চাউল মৰ্, অনুগ্ৰহ হেৰা, to be deprived of the means of living, to lose one's favour.

চাং, স. শ. (সং. মঞ্চ, অং. মাচা) কোনো বস্তু থবৰ বা শুবৰ নিমিত্তে খুঁটাৰ ওপৰত গড় পাৰি কৰা ঠাই, পাভটি, ঘৰ সাজোঁতে বা বাতোঁতে তাৰ ওপৰলৈ হজ তুলিবৰ সুচলৰ নিমিত্তে তাৰ চাৰিও ফালে খুঁটাৰ ওপৰত পৰা গড়, মঞ্চ, a raised bamboo platform, scaffolding.

চাংমাই, স. শ. (আহম) আহম-জাতিৰ ডাঙ্গৰ মানুহবিলাকৰ ভাত ৰান্ধনি, আহম ৰজাৰ দিনত ৰজা আৰু মন্ত্ৰীবিলাকৰ ভাত ৰন্ধা এখেল মানুহৰ নাম; সিহঁতৰ ওপৰৰ্ঞ্চি জনক চাংমাই-বৰুৱা বোলা গৈছিল, a cook of the Ahams of rank, a class of men whose duty it was to cook for the Rajah and the Ministers.

চাংমাই-শাল, স. শ. আহমৰ ৰান্ধনি ঘৰ, a kitchen of the Ahams.

চাঁচৰি, স. শ. (সং. চঞ্চল, অস্থিৰ) সত্য কথা লুকাবৰ নিমিত্তে অনিশ্চিত ৰূপে কোৱা কথা; সঁচা কবৰ অনিচ্ছাৰ কাৰণে বেকাকৈ দিয়া উত্তৰ, prevarication, equivocation.

চাঁচৰি কোবা, সত্য লুকাবৰ ইচ্ছাৰে বেঁকা বা অস্থিৰকৈ ক, to prevaricate, to equivocate.

চাঁচ্, স. ধা. (বং. চাঁচন, নিমজ কৰা) চোকা অস্ত্ৰেৰে নিমজ্ কৰ্, চোকা অস্ত্ৰেৰে আঘাত কৰি ওপৰৰ খোৰামোখোৰা ভাগ গুচাই সমান কৰ্, to scrape, to smooth with an adze, to erase.

চাঁচ্, স. শ. বাঢ়ৈয়ে কাঠ-চঁচা অস্ত্ৰ, a carpenter's adze.

চাচন্, কৃদ. স. চঁচা কাৰ্য্য, the act of scraping or smoothing. স. শ. কাঠ চঁচা অস্ত্ৰ, চাঁচ, an adze.

চাঁচনী, স. শ. অশুদ্ধ আখৰ চাঁচি গুচোৱা কটাৰী, an eraser.

চাঁচোঁতা, কৃদ. স. চাঁচি নিমজ কৰোঁতা, a man who scrapes, &c. (স্ত্ৰী) চাঁচঁতী।

চাঁত্, অনুক. পকা তেলত কোনো ৰসাল বস্তু পেলাই দিলে উঠা শব্দৰ নিচিনা শব্দ, an imitative sound used to express that produced by something moist thrown on hot oil.

চাঁত্ কৰে, ক্ৰি. বি. হঠাত, অকস্মাত্; যেনে, চাঁত কৰে সাৰ পালোঁ, চাঁত কৰে মনত পৰিল, suddenly.

চাঁকলি, স. শ. (সং. চাৰু, উত্তম) এবিধ বন-শাক, খুতৰা (সি দুখীয়াৰ নিমিত্তে বৰ উত্তম), a kind of wild plant used by the poor as a potherb.

চাঁকলীয়া, বি. চাঁকলিৰ শিপাৰ নিচিনা সৰু, অপ্ৰধান (শিপাত খাটে); যেনে, চাঁকলীয়া শিপা দকৈ নৰহে, small, minor (said of roots of plants).

চাক্, স. শ. (সং. চক্ৰ, ঘূৰণীয়া বস্তু) কুমাৰে

চক্ৰ-কলহ গঢ়া ঘূৰণীয়া যন্ত্ৰ; বস্তু, a potter's wheel, a round thing.

চাক্, স. ধা. (হিং. চাখনা, আস্বাদ ল) সোৱাদ ল, জিভাত দি সোৱাদ বুজ্, to taste.

চাক্, স. শ. হিলৈ বা কাঁড় পোনোৱা কাৰ্য্য, লক্ষ্য, an aim, the pointing of a gun or an arrow.

চাক্‌চিকণ্, বি. (অং. চাক্, অনুৰূ.+চিকণ্, সুন্দৰ) পৰিষ্কাৰ, নিকা, neat and clean.

চাক্ ধৰ্, হিলৈ বা কাঁড় পোন কৰ্, to aim a gun or an arrow.

চাক্‌নৈয়া, স. শ. (সং. চক্ৰ, ঘূৰণীয়া বস্তু+নৈ, নদী) নৈৰ সোঁতৰ পাক, a whirlpool.

চাকৰ্, স. শ. (যাং.) বেচ লৈ লোকৰ কাম কৰা মানুহ, ভৃত্য, a man servant. (স্ত্ৰী) চাকৰণী।

চাকৰি, স. শ. বেচ লৈ কৰা কাম; ভৃত্যৰ ব্যৱসায়; চাকৰৰ অৱস্থা, service, servitude.

চাকৰীয়া, বি. চাকৰি কৰা, বেচ লৈ লোকৰ কাম কৰা, holding service under another.

চাকলি, স. শ. (অং. চকলা, পাতলকৈ কটা বস্তু) পাতল চেপেটা ঘূৰণীয়া বস্তু; যেনে, সোণৰ চাকলি কৰি তাতে আখৰ বহালেই মোহৰ-সোণ হয়; ৰূপৰ বা সোণৰ মোহৰ, a flat and circular thing, a coin.

সমা.—চকল, চকলা, চাকলি; আগৰ দুটা শব্দে পাতল আৰু চেপেটাকৈ কটা কোনো খাদ্য বস্তুৰ খণ্ডক বুজায়; যেনে, আম এচকলা, তামোল এচকল, পাচৰটোক ধাতু আদি টান বস্তুৰ চেপেটা আৰু ঘূৰণীয়া খণ্ড বুজাবৰ নিমিত্তে ব্যৱহাৰ কৰা যায়।

চাকলি-কটা, স. শ. (অং. চাকলি, ঐ+কটা, ছেদন কৰা) চাকলি কৰা যতন, চেপেটা বস্তু ঘূৰণীয়াকৈ কটা অস্ত্ৰ, an instrument with which a flat, circular thing is made, a wafer-cutter. বি. চাকলি কাটি ধুনীয়া কৰা, adorned with circular devices.

চাকা, স. শ. (বং. চাকা, সং. চক্ৰ) গাড়ী আদিৰ ঘিলা, a wheel.

চাকি, স. শ. (সং. চক্ৰ, ঘূৰণীয়া বস্তু) প্ৰদীপ, জ্বলোৱা ঘূৰণীয়া পাত্ৰ, এতেকে প্ৰদীপ, বন্তি; ফুল গাঁথি কৰা ঘূৰণীয়া থোপা, a vessel on which a light is made, a lamp, a small round bunch of flowers strung together.

চাকি লগা, প্ৰদীপ জ্বলা, to light a lamp.

চাকি পাত, কাপোৰত ঘূৰণীয়া ফুল দি, to insert round figured flowers into a cloth, &c.

চাকুলী, "চাকোলা" চোৱাঁ।

চাকৈ-চকোৱা, (সং. চাকৈ, চক্ৰবাকী, এবিধ বনৰীয়া চৰাইৰ মাইকী+চকোৱা, চক্ৰবাক, তাৰ মতা) এবিধ ইটাগুড়ীয়া বৰণেৰে হাঁহ জাতিৰ চৰাই, তাৰ মাইকীটোক "চাকৈ" আৰু মতাটোক "চকোৱা" বোলে। এই চৰাইৰ মাইকী মতা এহাল লগ লাগি থাকে, এতেকে দুইওটাৰ বা জাতিৰ কথা কোৱাত "চাকৈচকোৱা" শব্দ ব্যৱহাৰ কৰা যায়; কিন্তু সেই জাতিৰ কোনো এটাক কওঁতে "চকোৱা" শব্দ মাথোন ব্যৱহৃত হয়, a pair of ruddy shieldrakes. Of this species the female is called *chákai* and the male *chakoa* they always go in pairs, a male and a female, therefore in speaking of them both, or of the species in general, the compound word, *chákai-chakoa* is used, and the word *chakoa* is made use of when only one is meant.

চাকোঁতা, কৃদ. স. জিভাত দি সোৱাদ-বুজোঁতা, a man who tastes. (স্ত্ৰী) চাকঁতী।

চাকোলা, বি. ভৰি বা কঁকালৰ দোষত খিয় হব নোৱৰা; গাৰ পৰিমাণলৈ চাই

চাপৰ (এই ভাৰত ঘৰ বা পাত্ৰত খাটে); যেনে, ঘৰটো চাকোলা হল, unable to stand up, a cripple. (স্ত্ৰী) চাকুলী।

চাগৈ, ক্ৰি. বি. (অং. চা, দৃষ্টি কৰ্+গৈ, গমন কৰি) হবলা, সম্ভৱ হয়, (অনুমান কৰি কোৱা অৰ্থত বৰ্ত্তমান বা ভূত কালৰ ক্ৰিয়াৰ পাচত ব্যৱহাৰ কৰা যায়); যেনে, তেওঁ আহিল চাগৈ, অমুক শুইছে চাগৈ, possibly. (মৌখিক)।

চাঙ্গটি, স. শ. (অং. চাং, মঞ্চ) সিংহাসনৰ ওপৰত চন্দ্ৰতাপ বা খাটৰ ওপৰত আঁঠুৰা তৰিবৰ নিমিত্তে খুঁটা লগাই তাৰ ওপৰত দিয়া চেপেটা কাঠ, a wooden frame for hanging a canopy over a throne, or a musquito curtain over a bed.

চাঙ্গটি চন্দোৱাৰ্, স. শ. (অং. চাঙ্গটি, ঐ+ চন্দোৱাৰ, চন্দ্ৰতাপ) চাঙ্গটিত তৰা চন্দ্ৰ-তাপ; ৰজা বহা আসনৰ বা মূৰ্ত্তিৰ ওপৰত তৰা চন্দ্ৰতাপ, a canopy hanging from the above, a royal canopy.

চাঙ্গিন্, স. শ. (যাং.) হিলৈৰ মূৰত লগোৱা জোঙ্গা অস্ত্ৰ, a bayonet.

চাঙ্গিৰী, চাঙ্গিৰ্-টেঙ্গা, } স. শ. "চাঙ্গেৰী" চোৱাঁ।

চাঙ্গী, স. শ. (অং. চাঙ্গৰ নিচিনা এতেকে) এবিধ মাটি কঢ়িওৱা যতন, সি এখান চঁছালি, তাৰ দুই দাঁতিত দোডোখৰ বাঁহ লগাই দুমূৰে দুটা মানুহে হাতেৰে ধৰি নাইবা এদাঁতিত এডোখৰ বাঁহ খুৱাই আন দাঁতি মোকোটাই সেই বাঁহত বান্ধি দুটা মানুহে কানত লৈ মাটি কঢ়িয়ায়, a bamboo frame-work for carrying earth.

চাঙ্গেৰী, স. শ. (সং. চাঙ্গ, দাঁতৰ শোভা +ইৰ্, জন্মা) এবিধ টেঙ্গা বন-শাক, the wood sorrel.

চাচাক্ চুমুক্, "চুচুক চামাক" চোৱাঁ।

চাজনা, স. শ. (সং. শোভাঞ্জন, বং. শজিনা, এবিধ গছ) এবিধ দৰবৰ গছ, a kind of plant.

চাট্, স. শ. (চট্, আঘাতৰ শব্দ) বহাগৰ বিহুৰ দিনা গৰুৰ গাত মাৰিবলৈ মুগুত কৰা বেঙ্গেনা, কেৰেলা আৰু হালধি সিয়া বাঁহৰ শলা; গুড় ঘোলা মাৰি, ওচৰ চপাৰ গম বা বুজ; যেনে, বনৰীয়া জন্তুৱে মানুহৰ চাটকে নসয়, a bamboo fork which is used for throwing pieces of turmeric, etc. on the day of the Baisakh Behu; a stick for stirring raw sugar, a slight notice of the approach of anyone.

চাটনি, স. শ. (হিং. চট্নি, আস্বাদ কৰা বস্তু) ভোজন কৰোঁতে মুখৰ ৰুচি বঢ়াবৰ নিমিত্তে খোৱা এবিধ জলা সোৱাদ আৰু টেঙ্গা গুণযুক্ত বস্তু, a kind of sauce, a *chatni*.

চাটিফুট্, স. শ. (অং. চট্ফট্, ধৰ্ফৰ্) ধৰফৰণি; গাৰ বা মনৰ দুখৰ পৰা হোৱা অস্থিৰতা; যেনে, অমুকে জ্বৰত চাটিফুটি কৰিছে, tossing about in extreme pain; agony of mind or body.

চাটু, স. শ. (সং. চট্, ভঙ্গ কৰ্) লোকৰ মনত সন্তোষ লগাবৰ নিমিত্তে কোৱা কথা, উচটনি, উপাসা, ভাৰসা, flattery, dependence.

চাটু কৰ্, লোকৰ মনত সন্তোষ লগা কথা ক, উপাসা কৰ্; যেনে, মই কাকো চাটু নকৰোঁ, to flatter, to look to some one for help.

চাটুকাৰ, চাটুকাৰী, } স. শ. (সং. চাটু, ঐ+কৃ, কৰ্) লাভৰ আশাৰে লোকৰ মনত সন্তোষ লগা কথা কোৱা মানুহ, উপাসক, one who flatters another with the hope of gain.

চাটূক্তি, স. শ. (সং. চাটু, ঐ+উক্তি, কথন) লোকৰ মনত সন্তোষ লগোৱা কথা, উচ-টোৱা কথা, flattery.

চাণক্য, স. শ. প্ৰাচীন বেহাৰ দেশৰ চন্দ্ৰ গুপ্ত ৰজাৰ মন্ত্ৰী চাণক্য নামেৰে পণ্ডিতে অনেক সংস্কৃত পুথিৰ পৰা সংগ্ৰহ কৰা ৰাজ-নীতি আৰু সমাজ-নীতিৰ বিষয়ৰ এক পুথি, a work consisting of stan-

zas on morals and polity compiled by Chanakya the minister of Raja Chandragupta.

চাণূৰ্, স. শ. কংস ৰজাৰ এটা মালৰ নাম, তাক কৃষ্ণই মাৰে, এতেকে কৃষ্ণক চাণূৰ-মৰ্দ্দন বোলে, the name of a wrestler in the service of Kansa, he was killed by Krishna and hence his name is Chánúra mardan.

চাণ্ডাল্, স. শ. (সং. চড্, খং কৰ্) এবিধ অতি নীচ জাতি, চঁড়াল, a name of a degraded tribe, an outcaste. "চণ্ডাল" এনেও হয়. (স্ত্ৰী) চাণ্ডালী, In Kamrup the chandals are called charal. Mr. Risley suggests that chandal may have been the tribal name of one of the aboriginal tribes which the Aryans found in possession of the soil. (Gait's Census report 1891.)

চাতুক, স. শ. (সং. চত্, মাগ্) পানী পিয়া চৰাই (সি পানি পিওঁ পিওঁ বুলি মেঘক পানী খোজে এতেকে), a species of bird. (স্ত্ৰী) চাতকিনী, চাতকী।

চাতুৰী, স. শ. (সং. চতুৰ, নিপুণ) নিপুণতা; এতেকে, দুষ্টতা, শঠতা; যেনে, দুষ্ট মানুহৰ চাতুৰী বুজা টান, dexterity, craftiness, roguishness.

চাদৰ্, স. শ. (যাং.) গাত মেৰাই লোৱা এবিধ এতৰপীয়া কাপোৰ, চেলেং, a sheet.

চান্, স. শ. ৰাজ-হাড়ৰ দুইও ফালে থকা দীঘল গোটা মঙহ, বাটি, the long strip of flesh on either side of the spine.

চান্ কাঢ়, অলপীয়া এভাগ চুৰ কৰ্; যেনে, মহজনীৰ এসেৰ গাখীৰ ওলায় তাৰে এপোৱামান গুৱালে চান কাঢ়ে, to steal a small portion.

চানেকি, স. শ. (অং. চা, দৃষ্টি কৰ্) কাপোৰত তুলিবৰ নিমিত্তে কৰা ফুলৰ আৰ্হি; যি বস্তুক চাই আন এটা বস্তু কৰা যায়, a pattern, a model.

চানেকীয়া, বি. দেখা (এটা বিশেষণ শব্দৰ পাচত থাকে); যেনে, কলা-চানেকীয়া, looking or appearing (used in compounds).

চান্দ্, স. শ. (সং. চন্দ্ৰ, জোন) জোন, চন্দ্ৰ; এবিধ শাক, the moon; a kind of potherb.

চান্দ্, অ. ধা. চল্ চা, কোনো কাৰ্য্য কৰিবলৈ উপযুক্ত সময় বিচাৰ (প্ৰায়ে বেয়া ভাবত খাটে); যেনে, চোৰে চান্দে, to seek an opportunity.

চান্দ্ৰ, বি. (সং. চন্দ্ৰ, জোন) চন্দ্ৰ-সম্বন্ধীয়, চন্দ্ৰৰ গতি অনুসাৰে গণনা কৰা; যেনে, চান্দ্ৰ বৈশাখ, মাহ বছৰ আদি গণনাৰ দুই নিয়ম; এটাত সূৰ্য্যৰ গতি আনটোত চন্দ্ৰৰ গতি ধৰা যায়, এতেকে প্ৰথমটোক "সৌৰ," দ্বিতীয়টোক "চান্দ্ৰ" বোলে, lunar, regulated by the course of the moon.

চাপ্, স. শ. (সং. নিক্ষেপ কৰ্) ধেনু, কাঁড় মৰা যতন, a bow.

চাপ্, অ. ধা. (সং. চপ্, গতি কৰ্) ওচৰলৈ যা; যেনে, চাপি আহঁা; আপোনাৰ ঘৰ এৰি লোকৰ ঘৰত নিবাস ল; যেনে, অমুক তোমাৰ ঘৰত চাপিছে, কোঁচ খা; যেনে, কাপোৰখান চাপিল; পানীৰ মাজৰ পৰা দাঁতিলৈ আহ; যেনে, নাওখান চাপিছে, to draw nigh, to go and live at the home of another person, to be contracted, to come near the shore (said of a boat). স. ধা. ওচৰলৈ গতি কৰ্; যেনে, মৃত্যুৱে ওচৰ চাপিছে, to approach.

চাপ্ খা, কোঁচ খা, বহল গুচি ঠেক হ, to contract.

চাপনী, স. শ. (অং. চাপ্, লোকৰ ঘৰত নিবাস ল) নিয়ম অনুসাৰে বিয়া নকৰাকৈ অনা বা আপোন ইচ্ছাৰে আহি বিয়া নকৰা মুনিহৰ ঘৰত তাৰ ভাৰ্য্যা হৈ থকা

ভিৰোতা ; যেনে, আহিল চাপনী গল আপুনি, a woman who is kept without being formally married; or one who goes and lives of her own accord with a man as his wife without being married to him. বি. বিয়া নকৰা মানুহৰ ঘৰত তাৰ ভাৰ্য্যা হৈ থকা ; যেনে, চাপনী ভিৰোতা, living with a man unmarried.

চাপৰ্, স. শ. ( সং. চপেট বা চপট ; বং. চাপড়, আঙ্গুলি মেলা হাত ) আঙ্গুলি মেলা হাতৰ তলুৱাৰে কৰা আঘাত, a blow with the open hand, a slap.

চাপৰ মাৰ্, আঙ্গুলি মেলা হাতেৰে আঘাত কৰ্, to slap.

চাপৰ্, বি. চুটি, ওখ নোহোৱা, low, not high. স. শ. ওখ নোহোৱা ঠাই, চাপৰ ঠাই ; যেনে, বগৰীবোৰ চাপৰত আছে, a low place or position.

চাপৰ, অ. ধা. গা কোঁচাই বা মূৰ দোঁৱাই চুটি হ ; যেনে, মই চাপৰোঁ ; বেয়া কাম কৰি লোকৰ আগত অমান্য হ ; যেনে, এই কাম কৰাতে তেওঁ অনেক চাপৰিল, to lower one's self by bending the body, to be lowered in the estimation of others.

চাপৰা, স. ধা. চাপৰ কৰ্, তললৈ নমা, দোঁৱা, to lower, to cause to be low.

চাপৰি, স. শ. ( অং. চাপৰ, মেলা হাতৰ আঘাত ) এখান মেলা হাতেৰে সিখান মেলা হাতত আঘাত কৰি কৰা শব্দ, a clap, a noise made by striking the hands together.

চাপৰি বজা, চাপৰি মাৰ্, এখান মেলা হাতেৰে সিখান মেলা হাতত আঘাত কৰ্, to clap.

চাপৰি, স. শ. (অং. চপৰা মাটিৰ ভাঙ্গৰ দলি) নৈয়ে বোকা আৰু বালি পেলাই কৰা মাটি, নৈৰ ওচৰৰ দ ঠাইত মাটি গোট খাই হোৱা স্থল ; এৰীয়া সূতাৰ চপৰা, an island or bank formed by a river, raw *eri* silk kept in a lump for twisting.

চাপৰিয়াল, স. শ. ( অং. চাপৰি, নৈয়ে ওখ কৰা মাটি ) চাপৰিত থকা মানুহ, one living in a *chapari*. বি. চাপৰিত থকা, living in the above.

চাপৰাওঁতা, কৃদ. স. চাপৰোৱা মতা, a man who lowers. (স্ত্ৰী) চাপৰাঁতী।

চাপৰোঁতা, কৃদ. স. চাপৰা মতা, a man who lowers himself. (স্ত্ৰী) চাপৰঁতী।

চাব্, স. শ. ( সং. চপ্, গতি কৰ্, লৰ্-চৰ্ কৰ্ ) কোৰ আদি কোনো গধুৰ বস্তু ঘনে ঘনে দাঙ্গি কৰা অনেক আঘাতৰ বা খুন্দাৰ প্ৰত্যেকটো ; যেনে, কোৰৰ চাব্, বঠাৰ চাব্, ঢেঁকীৰ চাব্ ; দা, কটাৰী, কুঠাৰ আৰু টাঙ্গোন আদিৰ কোবক "চাব্" নোবোলে ; পানীত পল আদি মাছ ধৰা যতনৰ নিক্ষেপ ; যেনে, জকাইৰ চাব্ ; কোনো বস্তু ধৰিবৰ নিমিত্তে হাতেৰে মৰা থাপ্ ; যেনে, চাবতে পাঁচ টকা নিলে ; বেগাই উঠোঁতে গা দাঙ্গিবৰ নিমিত্তে ওপৰলৈ মৰা চিপ্ ; যেনে, চাব মাৰি উঠিল, a stroke or thump given by quickly raising anything heavy, such as a hoe, the throwing of a *pala* or other similar fishing implement, a sudden seizing with the hand, a jerk of the body when rising suddenly. এবাৰ কোৰ মৰাত যিমান মাটি উঠে ; এই ভাৱত সদায় তাৰ আগত এটা সংখ্যা শব্দ থাকে আৰু সি বিশেষণ হয় ; যেনে, এচাব মাটি, as much earth as is dug at one stroke of a hoe, in this sense it is always preceeded by a numeral.

চাব্ মাৰ্, কোৰ, বঠা আদিৰে প্ৰহাৰ কৰ্ ; যেনে, কোৰেৰে চাব মাৰি খানিলে ; হাতেৰে থাপ্ মাৰ ; যেনে, চাব মাৰি চুলিত ধৰিলে ; উঠোঁতে বেগাই চিপ মাৰ্ ; চাব মাৰি উঠিল ; পল আদি নিক্ষেপ কৰ্ ; পলৰে চাব মাৰি মাছ

ধৰিলে, to strike with a hoe, to suddenly stretch the hand to catch, to give a sudden jerk to the body in rising, to throw a *pala*, &c.

চাব্ দি ধৰ্, চাব মাৰি ধৰ্, to catch by suddenly stretching out a hand.

চাব্, স. শ. ( অং. চপৰা, মাটিৰ দলি ) নাঙ্গলৰ মুখত লগা মাটি আৰু জাবৰ, earth and grass which gets stuck to the plough in tilling land.

চাব কাট্, নাঙ্গলৰ মুখত লগা মাটি আৰু জাবৰ গুচা, to remove earth and grass adhering to a plough.

চাব্‌কটা, স. শ. ( অং. চাব্, গধূৰ বস্তু দাঙ্গি কৰা নিক্ষেপ ) ঘোঁড়াই বেগাই জঁপিয়াই কৰা গতি, a gallop.

চাবতিয়াল্, বি. ( অং. চাব্, ধৰিবৰ নিমিত্তে মৰা থাপ ) হাতেৰে চাব মাৰিয়েই কোনো কাম কৰিব পৰা, এতেকে নিপুণ, সুপটু, বেগাই কাম কৰিব পৰা, dexterous, capable of doing quickly and well.

চাবন্, ⎫ স. শ. ( ফ্রেঞ্চ্. ছেবন ) তেল
চাবোন্, ⎭ আৰু ছাই-খাৰেৰে কৰা গা আৰু কাপোৰ ধোৱাত ব্যৱহৃত এবিধ বস্তু, soap.

চাবুক, স. শ. ( যাং. ) ছালেৰে গোঁঠা এবিধ চেকনি, তাৰ দ্বাৰা ঘোঁড়া খেদোৱা যায় আৰু মানুহক দণ্ডও কৰা যায়, a whip, a scourge.

চাবুক ধৰা, স. শ. চাবুকৰ দ্বাৰা অপৰাধীক দণ্ড কৰোঁতা ; অসম ৰজাৰ দিনত এই কামৰ নিমিত্তে বেলেগ এক শ্ৰেণী মানুহ আছিল, সিহঁতৰ ওপৰঞ্চি জনক চাবুক ধৰা বৰা বোলা গৈছিল, one whose duty is to inflict punishment by whipping.

চাবুৰি, স. শ. একে বাৰেই পৰা বিস্তৰ গালি ; যেনে, গালি এচাবুৰি, a volley of abusive words.

চাম্, স. শ. এবিধ সুকাঠী গছ, সি অনেক কামত লাগে, তাৰ ফল ঘূৰণীয়া সৰু কঁঠালৰ নিচিনা, তাৰ নাম চাম-কঁঠাল, a large timber tree, *Artocarpus chaplasha* (Gamble).

চাম্, স. শ. ( সং. চৰ্ম্ম, ছাল ) একেবাৰেই উৎপন্ন হোৱা খহুৰ সমূহ ; যেনে, এচাম খহু শুকাই আৰু এচাম হৈছে ; এতেকে একেবাৰেই হোৱা সৰু সৰু ফল বা ফুলৰ সমূহ ; যেনে, এচাম বগৰী পকিল, a sudden crop of boils or itch eruption, a crop of fruit or flowers.

চামনি, স. শ. চাম গছৰ হাবি, a forest of Sam trees.

চামনি, স. শ. ( সং. চৰ্ম্ম, ছাল ) ঘাৰ ওপৰত বন্ধ যোৱা ছাল বা চোকোৰা ; জুলীয়া বস্তুৰ ওপৰলৈ বৰ ঘন হৈ উঠা মল বা গেদেৰি, a scale ; thick scum that rises to the surface of liquids.

চামনি মাৰ্, চামনি বান্ধ্, জুলীয়া বস্তুৰ ওপৰত গোট খাই ছালৰ নিচিনা হ ; যেনে, গাখীৰত সৰে চামনি মাৰিছে ; ছালৰ ওপৰত ঘন হৈ ওলা ; যেনে, গাত ঘামচিয়ে চামনি মাৰিছে, to rise to the surface, as scum, &c., to break out on the body as an eruption.

চামৰ্, স. শ. ( সং. চমৰ, চুৰঁৰী-পহু) চোৰঁৰ, দেৱতাৰ বা ৰজাৰ গাৰ মাখি-খেদোৱা, চুৰঁৰী পহুৰ নেজৰ মুঠা, a whisk made of the tail of the yak.

চামুচ্, স. শ. ( সং. চমস, সৰু হাতা—চস্, ভক্ষণ কৰ্ ) আহাৰ তুলি মুখত দিয়া সৰু হাতা, চন, a spoon.

চামুণ্ডা, স. শ. ( সং. চণ্ড, মুণ্ড ) চণ্ড আৰু মুণ্ড দুটা অসুৰক বধিবৰ নিমিত্তে দুৰ্গাৰ কপালৰ পৰা ওলোৱা এজনা দেৱী, a form of Durga.

চামে-চামে, ক্রি. বি. এচামৰ পাচত আন এচাম হৈ, batch after batch.

চামোন্, স. শ. চাম-গছত থকা এটা ভূত, সি যাক পায়, সি কথা নকয় ; এতেকে, নিবোকা মানুহ, ( নিন্দাত ), the name of an evil spirit, a taciturn person (ironically).

চাম্-কঁঠাল্, স. শ. চাম-গছৰ গুটি (তাৰ গাটো কঁঠালৰ নিচিনা এতেকে সেই নাম), the fruit of the চাম tree.

চাম্চৰিয়া, } স. শ. এবিধ, দীঘল আৰু বৰ
চাম্চেকৰা, } ঘন নোমেৰে বিছা, a kind of hairy caterpillar.

চাৰ্, বি. (অং. চৰ্, বৃদ্ধি পা) বৃদ্ধি-পোৱা, বঢ়া, প্ৰবল হোৱা; যেনে, অমুকৰ নৰিয়া চাৰ হৈছে; শ্ৰেষ্ঠ, বেচি, বঢ়া; যেনে, ডাঙ্গৰীয়াতুকৈ ঘৈণীৰ খং হে চাৰ, increased, become severer, surpassing.

চাৰ দি, গুৰি বঠাৰে ঠেলি নাও আগ বঢ়া, to propel a boat by pushing it with the steering oar.

চাৰ্, স. শ. (অং. চৰ্, ঘাঁহ খা) ঘাঁহেৰে পেট ভৰা অৱস্থা; যেনে, গৰুৱে চাৰ পাইছে, the state of being satisfied with food, as an animal. স. ধা. গৰু-মহ আদি ৰাখ্, চৰা, to tend grazing cattle.

চাৰ পা, ঘাঁহৰ দ্বাৰা পেট ভৰ্, to fill the stomach with food, as an animal.

চাৰণ্, কৃদ. স. গৰু-মহ আদি চৰোৱা কাৰ্য্য, the act of tending grazing cattle.

চাৰণ্ দি, মাজে সময়ে আন বস্তুৰে অলপ সাহায্য কৰ্; যেনে, ভায়েকে তাক অলপ চাৰণ দিয়ে, to render an occasional pecuniary aid.,

চাৰণ পা, মাজে মাজে সাহায্যস্বৰূপে অলপ ধন বা বস্তু পা; যেনে, অমুকে ভায়েকৰ পৰা অলপ চাৰণ পায়, নহলে প্ৰবৰ্ত্তাই টান হলহেঁতেন, to receive an occasional pecuniary aid from another.

চাৰি, সংখ্যা. (সং. চতুঃ, দুবাৰ দুই) দুবাৰ দুই, four.

চাৰিও ফালে, ক্রি. বি. (অং. চাৰিও ফাল, চতুৰ্দ্দিশ) চতুৰ্দ্দিশে, all around.

চাৰি-সত্ৰীয়া, বি. আসামৰ আউনী আটী, দক্ষিণ-পাট, গড়মূৰ আৰু কুৰুৱাবাহী এই প্ৰধান চাৰি সত্ৰ-সম্পৰ্কীয়, pertaining to the four principal *sattras* of Assam, *viz.*, Aunyháti, Dakhinpat, Garamur, and Kúrwabáhi.

চাৰু, বি. (সং. চাৰু—চৰ্, গতি কৰ্) সুন্দৰ, ভাল, good, beautiful, elegant.

চাৰেংদাৰ্, } স. শ. (হিং. সাৰঙ্গী, এবিধ
চাৰংদাৰ্, } বাদ্য) এবিধ গুণা-লগোৱা বাদ্য যন্ত্ৰ, a stringed musical instrument like the fiddle.

চাৰেক, } বি. (অং. চাৰি, দুবাৰ দুই +
চাৰিয়েক্, } এক) এক চাৰিমান, এতেকে, অনিশ্চিত সংখ্যাৰ, কিছু; (বিশেষ্যৰ পাচত থাকে); যেনে, ঘৰচাৰেক মানুহ; "চেৰেক" এনেকৈও লিখা যায়, some, a few.

চাৰেঘাৰে, ক্রি. বি. (অং. চাৰ্, অধিক+ ঘাৰ্, অনুক.) লাভ হানি দুইকো লেখত লৈ, হানি বাদ দি; যেনে, চাৰেঘাৰে পাঁচ টকা লাভ হল, making allowance for loss, deducting the loss from the amount of profit.

চাৰ্-খোলৃ, } স. শ. চাৰি-ঠেঙ্গীয়া জন্তুৰ
চাৰ্-পেট্, } কঁকালৰ দাঁতিৰ খোল, (চাৰ পালে সি পূৰ হয়, এতেকে), the cavity in the flank of a quadruped.

চাৰ্ব্বাক, স. শ. (সং. চাৰু, সুন্দৰ+বাক, বাক্য) তৰ্কৰ দ্বাৰা ঈশ্বৰ নাই বুলি স্থিৰ কৰা মানুহ, এজন মুনি, a sophist, a philosopher; a sceptic in any matter of Hindu faith, and considered by the orthodox as an atheist or materialist. (Haughton.)

চাল্, স. শ. (সং. চাল্, গতি কৰ্) ঘৰৰ ওপৰৰ আচ্ছাদন (তাত পানী বাগৰি যায়, এতেকে সেই নাম); এতেকে, ওপৰৰ আচ্ছাদন; যেনে, আঁঠুৱাৰ চাল, the roof of a house, the upper covering of anything. স. ধা. চালনী লৰাই বেয়া বা অসাৰ ভাগ বেলেগ কৰ্, to sift.

চাল্-কুঁৰৰী, স. শ. (চালৰ ওপৰত বজাৰ কুঁৰৰীৰ দৰে বহি থাকে এতেকে) স্বত-

কুমাৰী, চকুত কুই চালত থোৱা এবিধ তৃণ, the aloe.

চালনা, স. শ. সঞ্চালন, লৰচৰ, লৰোৱা কাৰ্য্য, the act of moving or shaking.

চালনী, স. শ. হাতেৰে চলাই বা ঘূৰাই শস্যৰ অসাৰ বা বেয়া ভাগ গুচোৱা এবিধ কাঠীৰ যতন, a riddle, a sieve.

চালনী-সৰকা, বি. (অং. চালনী + সৰকা, এফালে সোমাই আন ফালে ওলোৱা) চালনীৰ দৰে বহুত ফুটা কৰা, থকা সৰকা; যেনে, নগাই কঁড়িয়াই তাৰ গা চালনী-সৰকা কৰিলে, riddled, pierced with many holes.

চাল্পীৰা, স. শ. কুন্দত কটা খুৰা লগাই সজা মানুহ শোৱা বৰ পীৰা, a large bench or form used as a bed-stead.

চালাক, বি. (বং. চালাক, চতুৰ) চতুৰ, টেঙ্গৰ, skilful, cunning.

চালাকি, গু. শ. চতুৰতা, ধূৰ্ত্ততা, skilfulness, cunning.

চালান্, স. শ. (সং. চল্, গতি কৰ্, তাৰে সৈতে চলায় বা পঠায় এতেকে) বেচিবলৈ পঠোৱা বস্তুৰ আৰু তাৰ বেচৰ লেখ থকা কাকত; কোনো ঠাইলৈ পঠোৱা ধনৰ লেখ থকা কাকত, an invoice; a list of things, &c., despatched.

চালি, স. শ. (সং. চাল, ঘৰৰ আচ্ছাদন) অলপ কালৰ নিমিত্তে কৰা এখান চালৰ ঘৰ, বদ বৰষুণ নিবাৰিবলৈ কৰা চালৰ নিচিনা আচ্ছাদন; মৈৰা-চৰায়ে চালিৰ দৰে নেজ তোলা আৰু ধীৰে ধীৰে খোজ কঢ়া কাৰ্য্য, a shed, the spreading out of the tail of a peacock.

চালি ধৰ্, মৈৰাৰ দৰে নেজ তুলি ধীৰে ধীৰে খোজ কাঢ়; এতেকে মূৰ থিয়কৈ ধীৰে ধীৰে গতি কৰ্, to strut with the outspread tail, to strut.

চালি-জাৰি, ক্রি. বি. বৰকৈ বিচাৰি; যেনে, পলোৱা চোৰ ধৰিব নোৱাৰি কনিষ্টবলে গাৱঁত চালি-জাৰি ফুৰিছে, searching diligently.

চালি-মাৰি, স. শ. তাঁত ওলমোৱা মাৰি; দোলাৰ ওপৰৰ মাৰি, the pole on which a loom is hung, the horizontal pole at the top of a *dooli*.

চালু, স. শ. (বং. চালু, এবিধ কাপোৰ) এবিধ ছুটীয়া মোৰে বোৱা ৰঙ্গা কাপোৰ, a kind of red twilled cloth.

চালুকীয়া, বি. (সং. চল্, গতি কৰ্) অলপ অলপকৈ খোজ কাঢ়ি বা আঁঠু পাৰি ফুৰিব পৰা; যেনে, চালুকীয়া লৰা, a child just able to walk a little or go on all fours.

চাৱল্, বি. (সং. চল্, গতি কৰ্, পানী বাগৰি যায়, এতেকে) এঢলীয়া, কতীয়া, sloping.

চাহ্, স. শ. (চীন. চ্যা, হিং. চায়, বং. চা, এবিধ গছ) এবিধ গছ; তাৰ পাত, the tea plant, (*Thea Indica*), its manufactured leaf.

চাহ্ এৰা দি, ক্রমে অনাদৰ কৰি পাচত একেবাৰেই এৰ্; যেনে, বিদ্যা-শিকাত চাহ এৰা নিদিবা, to give up gradually.

চাহ্ মাৰ্, চাহ-পাত শুকাই ভাজি প্রস্তুত কৰ্, to manufacture tea.

চাহ্, বি. (অং. চহ্, হাল কোৰৰ দ্বাৰা অঁতা) হাল-কোৰ বাই খেতিলৈ যুগুত কৰা, চহোৱা; যেনে; মাটি চাহ হৈছে, tilled, broken up, as land. স. শ. চহোৱা মাটি; যেনে, চাহত হে গুটি গজে, land tilled and made ready for seed, &c.

চাহনি, স. শ. (অং. চাহ, এবিধ গছ) চাহ বাৰী, চাহ থকা ঠাই, a tea garden.

চাহনি, স. শ. (অং. চাহ্, চহোৱা মাটি) হাল-কোৰ বাই যুগুত কৰা মাটি, a piece of land made ready by ploughing or hoeing.

চাহাব্, স. শ. (ফাং. মান্য লোক) মান্য লোক, ভদ্রলোক; ইংৰাজ, a gentleman, an European.

চাহিনী, স. শ. "চহা" চোৰা।

চাহী, স. শ. (অং. চহ, মাটি চাহ্ কৰ্; বং. চাষী, চাহকৰোতা) মানুহৰ ছালত চাহ কৰা মাটিৰ দৰে ক্ষত কৰা এবিধ অতি ক্ষুদ্ৰ পোক; অতি ক্ষুদ্ৰ অংশ; যেনে, এচাহী দিয়াঁ, a kind of mite, a very small quantity.

চাহীনী, স. শ. লোকৰ বস্তুৰ পৰা মনে মনে লোৱা ক্ষুদ্ৰ এভাগ, a small portion pilfered.

চাহিনী খা, লোকৰ বস্তুৰ অলপ চুৰ কৰ বা চান কাঢ়ি ল (নিন্দাৰ্থত), to pilfer or abstract a small portion of.

চাক্ষুষ্, বি. (সং. চক্ষু, চকু) চকুৰে দেখা; যেনে, তেওঁৰে সৈতে মোৰ চাক্ষুষ আলাপ নাই, visible, seen with the eyes.

চিঁচা, স. শ. (যাং. চিচা, আৰ্ছী, তাৰ দৰে জিলিকে এতেকে) বতল, সৰু ডিঙ্গিৰে এবিধ কাচৰ পাত্ৰ, a bottle.

চিঁচী, স. শ. সৰু চিঁচা, a phial.

চিঁউ-চিঁউ, চীঁ-চিঁ, } অনুক. কোনো কোনো চৰাইৰ নিচিনা শব্দ, an imitative sound used to express that of certain birds.

চিঁহিঁহিঁ, অনুক. ঘোঁড়াৰ নিচিনা মাত, an imitative sound used to express the neighing of a horse.

চিক্, স. শ. (অং. চুক, কোণ) কৰঙ্গণৰ যোৰাৰ চুক, the groin. অনুক. চিকাৰ মাত, an imitative sound used to express that of a muskrat.

চিক্চিকা, অ. ধা. (অং. চিক, চিকাৰ মাত) চিকাৰ নিচিনা শব্দ কৰ্, to scratch as the muskrat.

চিক্চিকীয়া, বি. (সং. চিক্কণ্, মিহি আৰু জিলিকা) বৰ মিহি হোৱাৰ নিমিত্তে জিলিকনি উঠা, বৰকৈ ঘঁহা মজাৰ নিমিত্তে জিলিকা, glossy.

চিকটা, বি. অনায়াসে নিছিগা, লেটেকা; যেনে, বুঢ়া হাঁহৰ মঙ্গহ চিকটা; এতেকে কৃপণ্, tough, tenacious, niggardly.

চিকটা, স. শ. (অং. চিকৰা, এবিধ সৰু পোক) অতি অলপ অংশ, অতি ক্ষুদ্ৰ বস্তু, a minute particle, a small portion.

চিকণ্, বি. (সং. চিক্কণ, মৃদু) মিহি, সুন্দৰ; উত্তম; পুষ্ট, smooth, beautiful, excellent, plump.

চিকণ্কৈ, ক্ৰি. বি. উত্তমৰূপে, ভালকৈ, nicely.

চিকণা, স. ধা. নিৰ্ম্মল কৰ্; পৰিষ্কাৰ কৰ্, অঁতা; যেনে, গা চিকণা, ঠাই চিকণা, to clean, to clear. কৃদ. স. চিকণা ওঁতা, চিকণাতী।

চিক্মিকা, অ. ধা. জিলিক, তিৰ্বিৰা, to glitter, to sparkle.

চিক্মিকীয়া, বি. জিলিকা, তিৰ্বিৰীয়া, glittering, twinkling.

চিকৰা, স. শ. (সং. চিক্ক, পীড়া কৰ্) গৰু-পহু আদিৰ গাত কামুৰি ধৰি থকা এবিধ সৰু পোক, a tick.

চিকৰা-খোৱা, চিকৰি-শেন্, } স. শ. (অং. চিকটা, ক্ষুদ্ৰ বস্তু + খোৱা, ভক্ষণ কৰা) ক্ষুদ্ৰ চৰাই ধৰা এবিধ সৰু শেন, a smaller species of hawk, a sparrow-hawk.

চিকা, স. শ. (সং. চিক্ক, এবিধ দুৰ্গন্ধ এন্দুৰ) এন্দুৰ জাতিৰ এবিধ দুৰ্গন্ধ জন্তু, a muskrat.

চিকাচন্দা, স. শ. ঘিণ, শুচি অশুচিৰ বিচাৰ; যেনে, ম্লেচ্ছৰ একো চিকাচন্দা নাই, dislike of unclean things.

চিকাফুৰা, বি. (অং. চিকা, দুৰ্গন্ধ এন্দুৰ + ফুৰা, ভ্ৰমণ কৰা) চিকাই চুই যোৱাত দুৰ্গন্ধ হোৱা; এতেকে দুনাম পোৱা, rendered stinking by the touch of a muskrat, having a blot on the character.

চিকামড়লী, স. শ. (অং. চিকটা, ক্ষুদ্ৰ বস্তু + মণ্ডল, ঘূৰণীয়া সাঁচ) গাত সৰু সৰু ফুট থকা এবিধ সৰু সাপ, সি প্ৰায়ে মানুহৰ ঘৰত থাকে, a species of small

snake which frequents human dwellings and feeds on mice, &c. "চিকামৰলী" এনেকৈও লিখা যায়।

চিকাৰ্, স. শ. (ফা॰. চিকাৰ) খেদি জন্তু ধৰা বা মৰা কাৰ্য্য, hunting, the chase.

চিকাৰী, বি. চিকাৰ কৰা, খেদি জন্তু ধৰা বা মৰা, hunting. স. শ. চিকাৰ কৰা মানুহ, a hunter.

চিকি, ক্রি. বি. (অ॰. চিকুট, দুই নখেৰে চেপ্) নখেৰে চিকুটি আনি; যেনে, লৰাই মাছ চিকি খায়, pinch by pinch.

চিকিৎসক, স. শ. (সং. কিৎ, নিৰোগ কৰ্) বৈদ্য, বেজ, a physician.

চিকিৎসা, স. শ. ৰোগৰ প্ৰতীকাৰ, দৰব দিয়া, medical treatment.

চিকোট্, স. ধা. (সং. চিক্ক, পীড়া কৰ্, হিং. চুট্‌কী, দুই নখৰ চেপা) দুই নখেৰে চেপি ধৰি দুঃখ দি, চিকোট্ মাৰ্, to pinch, to squeeze between the ends of two fingers. স. শ. দুই নখৰ চেপা, a pinch. কৃদ. স. চিকোটোঁতা, (স্ত্রী) চিকোটঁতী।

চিকোট মাৰ্, দুই নখেৰে চেপি পীড়া কৰ্, to pinch, to tweak.

চিকোণ্, চিকোণা, } "চিকণ্", "চিকোণা" চোৱা।

চিঞৰ্, স. শ. (সং. চিৎকাৰ, আটাহ) আটাহ; দুঃখ বা ভয় পাই কৰা উচ্চশব্দ, a scream. অ. ধা. আটাহ পাৰ্, দুখ বা ভয় পাই উচ্চ শব্দ কৰ্, to scream.

চিঞৰ মাৰ্, দুখ বা ভয় পাই উচ্চ শব্দ কৰ্, to scream.

চিঞৰণি, স. শ. চিঞৰা কাৰ্য্য, দুঃখ বা ভয়ত কৰা উচ্চ শব্দ, the act of screaming, a scream.

চিঞৰা, স. ধা. আনৰ দ্বাৰা চিঞৰ মৰা, আটাহ পৰা, to cause to scream. কৃদ. স. চিঞৰাওঁতা, (স্ত্রী) চিঞৰাবতী।

চিঞৰোঁতা কৃদ. স. চিঞৰ মাৰোঁতা, a man who screams. (স্ত্রী) চিঞৰঁতী।

চিঞা, বি. অন্য ভাগতকৈ সৰু বা ক্ষীণ; যেনে, বাঁহৰ আগ চিঞা, এ মূৰলৈ ক্রমে সৰু; যেনে, আঙুলিবোৰ আগলৈ চিঞা, thinner or narrower than other parts, becoming gradually thinner towards the end. স. শ. অন্য ভাগতকৈ সৰু ভাগ; যেনে, চিঞাতে কাটাঁ, a part narrower than other parts.

চিঞা পৰ্, চিঞা হ, অন্য ভাগতকৈ সৰু হ; যেনে, কঁকাল চিঞা পৰিছে, to become thinner than another part.

চিটা-কাকত, চিটা-বহী, } স. শ. (হিং. চিট্টা, ৰোকা) মাটিৰ দীঘল-পুতল-গৰাকীৰ নাম আৰু সীমা লিখা কাকত, a book used in land surveying giving various details with regard to land.

চিটচিটনি, স. শ. (চিট্ চিট্, ছালত হোৱা অসুখ বোধ) গাত তাপ লাগি হোৱা খজুঁৰতিৰ নিচিনা অসুখ বোধ, an itching sensation caused by heat.

চিট্‌চিটা, অ. ধা. গাত তাপ লগাৰ নিমিত্তে খজুঁৰতিৰ নিচিনা অসুখ বোধ কৰ্; যেনে, ৰদত থাকিলে গা চিট্‌চিটায়, to have an itching sensation.

চিঠি, স. শ. (বং. চিঠী, হিং. চিঠ্‌ঠী, লেখা) লোকলৈ কোনো বাৰ্ত্তা দিবৰ নিমিত্তে লেখা কাকত, লেখা, a letter, an epistle.

চিঠি-খেল, চিঠি-খেলা, } স. শ. (বং. চিঠী, লেখা কাকত + খেল, ধেমালি) লাভৰ নিমিত্তে কৰা এক প্ৰকাৰ ধেমালি; তাত কেইবা জন মানুহে গোট খাই কোনো বস্তুৰ মূল্যৰ ভাগ দিয়ে, পাচে সৰু সৰু একো ডোখৰ কাকত সিবিলাকৰ প্ৰতিজনৰ নাম লিখি একোটা গুলি কৰে, আৰু শুদা কাকতৰ কিছুমান গুলি কৰি সেই বস্তুৰ নাম লেখা গুলি এটাও সেই বোৰৰ লগতে থয়। পাচে এজনে এহাতেৰে মানুহৰ নামৰ গুলি এটা, আৰু আন হাতেৰে বস্তুৰ নাম থকা আৰু শুদা গুলিবিলাকৰ ভিতৰৰ গুলি এটা আনে; তাতে যাৰ নামেৰে সৈতে বস্তুৰ নাম

আছে, সেই জনেই তাক পায়, raffle, lottery.

চিঠী খেল, সেই ৰূপে খেল কৰি কোনে বস্তু পাব তাক নিশ্চয় কৰ্, to raffle.

চিত্, } স. শ. ( সং. চিত্, স্মৰণ কৰ্, চিন্ত্ )
চিত্ত, } মন, বুদ্ধি, হৃদয়, mind, intellect, the heart.

চিত্, বি. ( সং. চিত্, চিন্তা কৰ্ ) ওপৰলৈ মুখ কৰি পৰি থকা; যেনে, চিত হ ( কোনো কথা ভাবিব লাগিলে ওপৰলৈ মুখ কৰা যায় এতেকে ), lying with the face upwards.

চিত হ, ওপৰলৈ মুখ কৰি পৰ্, to lie with the face upwards.

চিতল্, স. শ. ( বং. চিতল্ মাছ ) এবিধ চেপেটা ডাঙৰ মাছ, a species of flat fish.

চিতা, স. শ. ( সং. চিতা, চিত্, দমা, সংগ্ৰহ কৰ্ ) মৰা মানুহক থৰি দিবৰ নিমিত্তে গোটোৱা কাঠৰ দম, a funeral pile.

চিৎকাৰ্, স. শ. ( সং. চিৎ, চিঞৰৰ শব্দ+ কৃ, কৰ্ ) চিঞৰ, a scream.

চিত্ত, স. শ. "চিত" চোৱা।

চিত্ত-বিভ্ৰম্, স. শ. ( সং. চিত্ত, বুদ্ধি+বিভ্ৰম্, ভ্ৰান্তি ) বলিয়ালি, উন্মত্ততা, madness.

চিত্ৰ, স. শ. ( সং. চিত্, মন + ত্ৰৈ, ৰক্ষা কৰ্ অৰ্থাৎ স্মৰণ ৰখা ) লিখনীৰে লেখা মূৰ্ত্তি, পট, a picture. বি. নানা বৰণীয়া, আশ্চৰ্য্য, variegated, wonderful.

চিত্ৰকৰ্, স. শ. ( সং. চিত্ৰ, পট+কৰ্, চিত্ৰকাৰ, কৰোঁতা) মূৰ্ত্তি লেখোঁতা, খনিকৰ্, a painter.

চিত্ৰকৰ্ম্ম, স. শ. ( সং. চিত্ৰ, আশ্চৰ্য্য+কৰ্ম্ম, কাম ) ভোজ-বাজি, এটা বস্তুক আন এটা যেন দেখোৱা কৰ্ম্ম, magic. (চিত্ৰ, পট+ কৰ্ম্ম, কাম ) খনিকৰৰ কাম, পট, a picture.

চিত্ৰকূট্, স. শ. ( সং. চিত্ৰ, নানা বৰণীয়া+ কূট্, পৰ্ব্বতৰ টিং ) বুন্দেলখণ্ডত থকা এটা পৰ্ব্বতৰ নাম; শ্ৰীৰাম বনলৈ গৈ প্ৰথমতে তাতে আছিল, the name of a mountain in Bundelkhand.

চিত্ৰগুপ্ত, স. শ. ( সং. চিত্ৰ, লেখা+গুপ্ত, লুকোৱা অৰ্থাৎ আনে নজনা ) যম ৰজাৰ কাকতীৰ নাম, তেওঁ মানুহৰ পাপ পুণ্যৰ লেখ ৰাখে, আৰু তাক তেওঁত বাজে আনে নেজানে, the Registrar of Yama (regent of death) and recorder of the virtues and vices of mankind.

চিত্ৰপট্, স. শ. ( সং. চিত্ৰ, মূৰ্ত্তি+পট, কাপোৰ ) কাপোৰ বা তুলাপাতত লেখা জন্তু, বস্তু, নাইবা ঠাইৰ আকৃতি, a drawing, a picture, a map.

চিত্ৰবিচিত্ৰ (-বি-), বি. ( সং. চিত্ৰ, নানা বৰণীয়া+বিচিত্ৰ, নানা বৰণীয়া ) অনেক বৰণৰ, নানা বৰণীয়া; অকল চিত্ৰতকৈ ইয়াৰ অৰ্থ অধিক বলৱান্, marked with very many colours, variegated.

চিত্ৰৰথ্, স. শ. ( সং. চিত্ৰ, নানা বৰণীয়া+ ৰথ, বাহন ) ইন্দ্ৰৰ সভাৰ প্ৰধান গন্ধৰ্ব্ব অৰ্থাৎ গায়নৰ নাম; সূৰ্য্য, the chief of the charioteers of Indra's court, the sun.

চিত্ৰলেখা, স. শ. ( সং. চিত্ৰ, পট+লিখ্, মূৰ্ত্তি আঁক্ ) বাণ ৰজাৰ জীয়েক উষাৰ সখীয়েক; এজনা অপেস্বৰাৰ নাম, name of a nymph who was skilled in painting and in the magic art. She was the friend of Usha (Dowson). She was said to be the daughter of Bana Raja.

চিত্ৰশালা, স. শ. ( সং. চিত্ৰ, আচৰিত বস্তু +শালা, ঘৰ ) নানা দেশৰ আচৰিত বস্তু আদি থোৱা ঘৰ, a museum.

চিত্ৰশালিকা, স. শ. ( সং. চিত্ৰ, লেখা মূৰ্ত্তি +শালিকা, ঘৰ ) নানা প্ৰকাৰৰ লেখা মূৰ্ত্তি থোৱা ঘৰ, a picture gallery.

চিত্ৰা, স. শ. ( সং. চিত্ৰ শব্দৰ স্ত্ৰীলিঙ্গ ) চতুৰ্দ্দশ নক্ষত্ৰৰ নাম, the fourteenth lunar mansion.

চিত্ৰিত্, কৃদ. বি. ( সং. চিত্ৰ, বৰণ লগা ) মূৰ্ত্তি লেখা, অঙ্কিত; যেনে, এই মূৰ্ত্তি বা চিত্ৰপট অমুকৰ দ্বাৰা চিত্ৰিত হৈছে, নানা

বৰণ লগোৱা, চিত্ৰিত বস্ত্ৰ, drawn painted, variegated.

চিদানন্দ, বি. ( সং. চিৎ, মন + আনন্দ, সন্তোষ ) সদায় আনন্দ যুক্ত; যাৰ মনৰ সন্তোষৰ অন্ত নাই, ( ইয়াৰ মূল সংস্কৃত "সচ্চিদানন্দ," সেই শব্দ চোৱাঁ ), ever joyful. স. শ. পৰমেশ্বৰ, God.

চিন্, স. শ. ( সং. চিহ্ন, লক্ষণ ) চিহ্ন, লক্ষণ, কোনো এক বিশেষ বস্তু বা আকাৰ, যাৰ দ্বাৰা মানুহ বা বস্তু আদিক সেইটোৱেই এইটো বুলি নিশ্চয় কৰিব পাৰি; প্ৰমাণ; কূট, a mark, a sign, a token, a mark of punctuation. স. ধা. সেই টোৱেই এইটো বুলি জান্, to know, to recognize.

চিনা, স. ধা. ( অং. চিন্, জান ) এজনক আন এজনৰ পৰিচিত কৰ্, এইটোৱেই সেইটো বুলি জনা, to make acquainted, to cause to be recognized. কৃদ. স. চিনাওঁতা, ( স্ত্ৰী ) চিনাতী।

চিনাকি, স. শ. পৰিচয়, acquaintance. বি. পৰিচিত, আগৰ পৰা জনা, known, seen before.

চিনাচিনি, স. শ. এজনে আন জনক চিনা অৱস্থা, এজন আন জনৰ চিনাকি হোৱা অৱস্থা; যেনে, তেওঁবিলাক দুইৰ চিনাচিনি আছে, mutual acquaintance.

চিনোতা, কৃদ. স. চিনি-পাওঁতা, a man who recognizes another. ( স্ত্ৰী ) চিনতী।

চিন্ত্, অ. ধা. ( সং. চিৎ, ভাব্ ) ভাবনা কৰ্, মনেৰে গুণ ( এই ভাবত সদায় ই-ভাগান্ত সিদ্ধা ক্ৰিয়া হয় ); যেনে, ভাবি চিন্তি, to think. স. ধা. ধ্যান কৰ্, মনেৰে উপাসনা কৰ্; যেনে, ঈশ্বৰক চিন্তিছে; বাঞ্ছা কৰ্; যেনে, শুভ চিন্তে; মনত ৰাখ্; যেনে, তোমাকে চিন্তি আছোঁ, to think of, to wish, to meditate upon.

চিন্তনি, স. শ. ভাবনা, চিন্তা, বিপদৰ আগন্তুক দেখি হোৱা মনৰ উগুল-থুগুল, anxious thought; anxiety from fear of misfortune or trouble.

চিন্তা, স. শ. ( সং. চিন্ত্, ভাব্ ) ভাবনা, মনতে কৰা আলোচনা; ভাবনি, আগন্তুক দুখৰ আশঙ্কাৰ পৰা হোৱা মনৰ উদ্বেগ; বাঞ্ছা, the act of thinking, reflection, anxious thought, wish.

চিন্তাকুল, বি. ( সং. চিন্তা, ভাবনি + আকুল, দুখিত ) চিন্তাৰ দ্বাৰা দুখিত, disturbed with anxious thought.

চিন্তামণি, স. শ. ( সং. চিন্তা, ভাবনা+মণি, হীৰা-মুকুতা আদি ) এটা কাল্পনিক বহুমূল্য মণি, ( সি যাৰ ঘৰত থাকে তেওঁক সকলো বাঞ্ছিত বস্তু দিয়ে এতেকে সেই নাম ) ব্ৰহ্মা, a name of Brahma. বি. বহুমূল্য; যেনে, "চিন্তামণি জন্ম, হেৰা বিকলে হেৰায়," valuable.

চিন্তাৱান্, } বি. ( সং. চিন্তা, মনেৰে কৰা
চিন্তাশীল, } আলোচনা + ৱান্, প্ৰত্যয়; শীল, অভ্যাসযুক্ত ) সকলো বিষয় দ-কৈ গমি চোৱা অভ্যাসযুক্ত, অনুধাৱন কৰা স্বভাৱযুক্ত, thoughtful, thinking.

চিন্তিত, কৃদ. বি. ( সং. চিৎ, ভাব ) চিন্তাযুক্ত, চিন্তাকুল, ভাবনাৰ দ্বাৰা দুখিত, harassed with anxious thoughts.

চিন্তোতা, কৃদ. স. ( অং. চিন্ত্, ভাব ) ভাবোঁতা, চিন্তা-কৰোঁতা; বাঞ্ছা-কৰোঁতা ( এই ভাবত আন এটা শব্দৰ পাচত থাকে ); যেনে, হিত-চিন্তোতা, one who thinks, a wisher.

চিপ্, স. শ. ( সং. চপ্, গতি কৰ্ ) নামত থকা বস্তু ওপৰলৈ দাঙ্গিবৰ নিমিত্তে মৰা আঁজোৰ্; যেনে, ভাৰ খান চিপ মাৰি দাঙ্গিলে; খোৰোচা; ( সি আঁজোৰ থালে গাত লাগে এতেকে সেই নাম ), a sudden pull or jerk upwards, a slip-knot, a noose.

চিপ্ কাঢ়, চিপ ল, মৰিবৰ সময়ত আঁজুৰি উশাহ ল, to labour for breath as at the time of death.

চিপ্ খা, কষ্টেৰে টানি উশাহ লওঁতে দাং খা আৰু তললৈ নাম্, (বুকুত খাটে); যেনে, অমুকৰ বুকুৰে চিপ্ খাইছে, to heave the breast as when laboring for breath.

চিপ্-জৰী, স. শ. (অং. চিপ্, আঁজোৰ + জৰী, ডোল) আঁজোৰ মাৰিলে চাপ খোৱা বা খোৰোচা লগোৱা জৰী, a slip-knot.

চিপ্ পাত, কোনো জন্তু ধৰিবৰ নিমিত্তে খোৰোচা পাত্, to lay a slip-knot as a snare.

চিপ্ মাৰ্, ওপৰলৈ টান মাৰ্, to pull upwards.

চিপ্ৰাং, স. শ. (অং. চিপ্, ওপৰলৈ মৰা আঁজোৰ্) এবিধ মাটি খনা লোৰ অস্ত্র, an iron instrument for digging.

চিপতচিপে, ক্রি. বি. প্রতি আঁজোৰত; যেনে, অমুকে বড়শীৰে চিপতচিপে মাছ তুলিছে, at every jerk or pull.

চিপা, স. ধা. (অং. চিপ্, আঁজোৰ) কষ্টেৰে গিল; যেনে, পানী টোপা চিপাই চিপাই গিলিছে, to labour, to swallow.

চিপাতমণি, স. শ. জৰীৰে গাঁথি ডিঙ্গিত ওলমাই পিন্ধা সোণৰ আৰু পোৱালৰ মণি, ওলমা মণি, a necklace of beads.

চিপাহী, স. শ. (যাং.) সেনা, ৰণুৱা, পদাতি, a soldier, a sepoy.

চিপি, স. শ. (অং. চেপ্, হেঁচ, তাৰ ভিতৰত নিসঙ্কিকৈ ভৰোৱা যায় এতেকে) বৰ বিহ আৰু গাঁঠিয়ন থোৱা কাঠীৰ পাত্র, a small wicker case for aconite roots.

চিন্না, স. শ. (সং. চিৎ, স্মৰণ কৰ্) পোনাতিৰ দিনলৈ থকা খ্যাতি বা যশস্যা; কীর্ত্তি, কোনো লোকৰ নাম জলি থাকিবৰ নিমিত্তে তেওঁৰ নামেৰে কৰা কার্য্য বা বস্তু; যি কার্য্য বা বস্তুৰ দ্বাৰা কোনো লোকৰ নাম জলি থাকে, renown or fame descended to posterity, a memorial, something whereby one's memory is preserved. স. ধা. সঁচা কৰৰ নিমিত্তে ঈশ্বৰৰ বা ধর্ম্মৰ নাম স্মৰণ কৰা; যেনে, ধৰম চিন্নাই শপত কৰাইছোঁ; সঁচা কম বুলি ঈশ্বৰৰ বা ধর্ম্মৰ নাম উচ্চাৰণ কৰ্; যেনে, ঈশ্বৰৰ নাম চিন্নাই কৈছোঁ, to cause a person to swear to the truth of a statement, to swear, to speak the truth.

চিয়াৰ্, স. শ. সঙ্কেত, ঠাৱ, ইঙ্গিত, কোনো কথা বুজাবৰ নিমিত্তে কৰা অঙ্গভঙ্গি বা কোৱা অস্পষ্ট বাক্য, a hint, a distant allusion.

চিন্নাৰ্, স. শ. (অং. চিপ, টেপা মাৰি ধৰ্) সোণাৰি বা কমাৰৰ সঁৰাহৰ নিচিনা চেপি ধৰা সঁজুলি, a blacksmith's tongs.

চিয়াৰ মাৰ্, সঙ্কেতেৰে ক, অস্পষ্ট কথা বা অঙ্গভঙ্গিৰ দ্বাৰা প্রকাশ কৰ্, to hint.

চিৰকলীয়া, বি. (সং. চিৰকাল, অনেক কাল) বহুদিনীয়া, যুগমীয়া, পুৰণি, lasting for a long time, ancient.

চিৰকাল, স. শ. (সং. চিৰ, অনেক দিন + কাল, সময়) বহুত কাল, দীর্ঘ সময়, a long period.

চিৰকালে, ক্রি. বি. বহুদিন পর্য্যন্ত, অনেক দিন ব্যাপি, সদায়, for a long period, in a long time, always.

চিৰ্ চিৰ্, অনুক. অলপীয়া পানী লাহে লাহে বৈ যাওঁতে হোৱাৰ নিচিনা শব্দ বুজোৱা মাত, an imitative sound used to express that of water flowing gently.

চিৰ্চিৰ্ কৰে, } ক্রি. বি. মৃদু শব্দেৰে অলপ
চিৰ্চিৰ্কৈ, } অলপকৈ, ধীৰে ধীৰে; যেনে, পানীবোৰ চিৰ্চিৰ্ কৰে বৈছে, gently, slowly (said of flowing as

চিৰ্চিৰণি, স. শ. লাহে-লাহে বৈ যোৱা, অলপীয়া পানীৰ সৰু শব্দ, a low murmuring sound of water.

চিৰ্চিৰা, অ. ধা. মৃদু শব্দ কৰি লাহে লাহে বৈ যা (অলপ পানীত খাটে); যেনে, সেই জানৰ পানীয়ে বাৰ মাহে চিৰচিৰাই থাকে; ধীৰে ধীৰে বৈ থকা পানীৰ

নিচিনা মৃদু শব্দ কৰ্; যেনে, খালৰ পানীয়ে চিৰ্‌চিৰাইছে, to flow gently with a low murmuring sound, to make a low murmuring sound.

চিৰ্‌চিৰীয়া, বি. অগভীৰ আৰু লাহে লাহে বৈ থকা; যেনে, চিৰচিৰীয়া পানী, shallow and gently flowing (said of water).

চিৰজীবী, বি. (সং. চিৰ, দীৰ্ঘ+জীবিন্, জী থকা) অমৰ, সদায় জী থকা, দীৰ্ঘায়ু, ever living, long-lived.

চিৰঞ্জীৱ, বি. (সং. চিৰঞ্জীবিন্, সদায় জী থকা) সদায় জী থকা, দীৰ্ঘায়ু, *vide supra.*

চিৰতা, স. শ. (সং. চিৰতিক্ত; বং. চিৰতা) এবিধ বিদেশী তিতা গছ, তাক দৰবত দিয়া যায়, the *chiretta* (Gentiana chirayita).

চিৰন্তন, বি. (সং. চিৰ, বহুকাল) বহুকলীয়া, পুৰণি, সদায় থকা, of long standing, old, permanent.

চিৰস্থায়িতা, গু. শ. বহুকাল থকা গুণ বা অৱস্থা, permanence.

চিৰস্থায়ী, বি. (সং. চিৰ, অনেক কাল+স্থায়ী, থকা) সদায় থকা, অবিনষ্ট; যেনে, মানুহৰ জীৱন চিৰস্থায়ী নহয়, স্থিতাপি, বহুকালৰ পৰা একে ঠাইতে থকা; যেনে, চিৰস্থায়ী ঘৰ, everlasting, permanent.

চিৰস্মৰণীয়, বি. (সং. চিৰ, ঐ+স্মৰণীয়, মনত ৰখা) সদায় মনত ৰাখিবৰ যোগ্য; কেতিয়াও নেপাহৰা, ever to be remembered, never forgotten.

চিৰা, স. শ. (সং. চিপিটক, এবিধ খাদ্য) ভজা ধানৰ চেপেটা কৰা চাউল, parched rice pounded and used as food.

চিৰা, স. শ. (সং. শিম্বা, মাহ আদিৰ গুটিৰ ভঁড়াল) গুটিৰ দীঘলীয়া ভঁড়াল; যেনে, মাহ-চিৰা, এচিৰা মাহ এতেকে; ফলা বেত; যেনে, এচিৰা বেঁত, a pod, a piece of split cane.

চিৰিং, স. শ. (আহম, চিৰিং, পুৰোহিত) আহমবিলাকৰ চোমদেও মূৰ্ত্তিৰ পূজাৰ কাৰ্য্য কৰা পুৰোহিতবিলাকৰ এক খেল; সেই খেলৰ প্ৰধান জনক চিৰিং-ফুকন বোলা গৈছিল, a class of priests of the old Ahams.

চিৰিং, অনুক. গাত বেজীৰে খোঁচ মাৰিলে যেনে শব্দ হোৱা যেন বোধ হয়, সেই শব্দ বুজাবৰ নিমিত্তে ব্যৱহাৰ কৰা মাত, a sharp darting pain of the muscles or nerves.

চিৰিং কৰ্, চিৰিং কৰি উঠ্, অকস্মাত বৰ ভয়, বেজাৰ বা আনন্দৰ কথা শুনাত বা মনত পৰাত একে বাৰেই বুকু আৰু গোটেই গা কোনো চোকা জোঙা বস্তুৰ দ্বাৰা বিদাৰিত হোৱাৰ নিচিনা বোধ হ; যেনে, মান আহিবৰ বাৰ্ত্তা পাই বুঢ়া-গোহাঁইৰ মনে চিৰিং কৰি উঠিল, to thrill, to feel a thrilling sensation.

চিৰিং চিৰিং কৰ্, বেজীৰে বেগাই ঘনে ঘনে খোঁচাৰ দৰে বেদনা পা; যেনে, ঘা ডোখৰে চিৰিং চিৰিং কৰিছে, to feel a sharp darting or piercing pain, to tingle.

চিৰিক চিৰিক কৰে, চিৰিক চিৰিককৈ, } ক্রি. বি. (অং. চিৰিক, অলপকৈ পানী পৰাৰ শব্দ) অলপ অলপকৈ ওলাই, অলপ ওলাই আকৌ বৈ; (পানী ওলাই পৰাত খাটে) গৰুৱে চিৰিক চিৰিক কৰে মুতিছে, little by little (said of the dropping of

চিৰিঙ্গনি, চিৰিঙ্গলি, } স. শ. (অং. চিৰিং, বেজীৰে বিন্ধাৰ নিচিনা বোধ) বেগাই ঘনে ঘনে বেজীৰে খোঁচাৰ নিচিনা বেদনা, a sharp darting or piercing pain of the nerves, a tingling pain.

চিৰিঙ্গনি বা চিৰিঙ্গলি পাৰ্, চিৰিং চিৰিং কৰ্; যেনে, শুকনি ধৰা ঘাই চিৰিঙ্গনি পাৰে, to tingle, to feel a sharp darting or piercing pain in the nerves, &c.

চিলনী, স. শ. (অং. চিলা শব্দৰ স্ত্রীলিঙ্গ) মাইকী চিলা, শেন জাতিৰ এবিধ চৰাই; মাইকী মতা বিশেষকৈ নকৈ সেই জাতিৰ চৰাইৰ কথা কোৱাত প্রায়ে "চিলনী" শব্দ ব্যৱহাৰ কৰা যায়; যেনে, চিলনীয়ে মাছ খায়, a female kite.

চিলনী-সাঁতৰ্, চিলনী-সাঁতোৰ্, } স. শ. চিত হৈ দিয়া সাঁতৰ, swimming with the face upwards.

চিলা, স. শ. (সং. চিল্ল, হিং. চীল; বং. চিল, এবিধ চৰাই) শেন-জাতিৰ এবিধ চৰাইৰ মতা; বতাহত উড়াই ধেমালি কৰিবৰ নিমিত্তে তুলা পাতেৰে সজা এবিধ বস্তু, a kite, a paper kite.

চিলিঙ্গি, স. শ. বাঁহৰ পাতল কামীৰে বোৱা ওখ জেওৰা, a high fence of thin split bamboo.

চিলিম্, স. শ. (হিং. বং. চিলম, ধঁপাত খোৱা যতন) ধপাত আৰু জুই ভৰাই ধোঁৱা-খোৱাৰ মূৰত দিয়া মাটিৰ পাত্র, the bowl of a *Hooka*.

চিলিম চিগ্, সকলো উপায় নষ্ট হ; সমূলি আশা দূৰ হ; যেনে, গৰু হাল মৰাতে খেতিৰ চিলিম চিগিল (উপহাস), to lose all means, to lose all hope of.

চিল্চিলীয়া, বি. (সং. চিক্কণ, তেলেতীয়া) নিমজ আৰু পিছল; যেনে, ঘঁহি পিঁহি মেজখান চিলচিলীয়া কৰিছে, smooth and slippery.

চিল্মিলা, অ. ধা. অলপকৈ চকু জাঁপ খুৱা, (টোপনিভ খাটে); যেনে, টোপনীয়ে চিল্মিলাইছে, to come slightly or imperfectly, as sleep.

চিল্মিলীয়া, বি. অলপকৈ চকু জাঁপ্ যোৱা, কলা ঘুমটীয়া; যেনে, চিল্মিলীয়া টোপনী, slight, not sound (said of sleep).

চিল্মিল্ কৰে, ক্রি. বি. অলপকৈ চকু জাপ গৈ, কলা ঘুমটীয়াকৈ; যেনে, চিল্মিল্ কৰে টোপনীয়ে ধৰিছে, drowsily.

চিবুক্ (-বুক্), স. শ. (সং. চীৱ, ধৰ্) খোঁতোৰা, (তাত ধৰি মৰম কৰা যায় এতেকে), the chin.

চিহা, স. শ. (ফাং.) কোনো কাকতৰ সাৰ মৰ্ম্ম, an abstract.

চিহ্ন, স. শ. (সং. চিহ্ন, চিন লগা) চিন, যাৰ দ্বাৰা কোনো বস্তুক সেইটোৱেই এইটো বুলি জানিব পাৰি; চেকা, a mark, a sign, a spot.

চিহ্নিত্, কৃদ. বি. চিন লগোৱা, marked.

চীঁচিয়নি, স. শ. চীঁচি শব্দ, কোনো কোনো সৰু চৰাইৰ বা পোকৰ শব্দ, the shrill sound of certain birds or insects.

চীঁচিয়া, অ. ধা. কোনো কোনো সৰু চৰাই বা পোকৰ দৰে মাত্, to chirp.

চীন্, স. শ. (সং. চীন, এখান দেশ) খেহ দেশ, সেই দেশৰ মানুহ, China, people of China.

চীনা-আলু, স. শ. (অং. চীন, ঐ+আলু, খাদ্য মূল) এবিধ মানুহে খোৱা সোৱাদ মূল, তাক সিজাই বা জুইত পুৰি খোৱা যায় আৰু প্রথমতে চীন দেশৰ পৰা অনা হৈছিল বুলি মানুহে কয়, a kind of sweet yam.

চীনা-চম্পা, চীনী-চম্পা, } স. শ. (অং. চীন, ঐ+চম্পা, এবিধ ফুল) এবিধ সুগন্ধ ফুল, তাক ইংৰাজবিলাকে এই দেশলৈ আনিছে, a species of flower.

চীৰ, স. শ. (সং. চি, সংগ্রহ কৰ্) ফটা কাপোৰ, an old torn cloth.

চুঁচীয়া নাও, স. শ. (অং. চোঁচা মাৰ্, বেগাই খেদি যা) সৰু নাও, চেলেঙ্গী নাও, জালোৱা নাও, a small canoe, a fishing boat.

চুঁট্, স. শ. (বং. ঝুঁট, যাঁড়ৰ গলধনৰ উঠঙ্গা) যাঁড় গৰুৰ গলধনৰ উঠঙ্গা; এতেকে উটৰ পিঠিৰ কুঁজ, the hump of the bullock or of the camel.

চুঁৱৰী, -পহু, } স. শ. (সং. চমৰী, এবিধ জন্তু) ভোট আৰু তিব্বত দেশৰ এবিধ দীঘল ফান্দেৰে জন্তু, the yak.

চুক্, স. শ. কোণ, দুটা বস্তু কতীয়া ভাৱে

ভুকালৰ পৰা আহি যত মিলে, a corner, an angle.

চুক্‌চুকা, স. ধা. ( সং. চক্, সন্তুষ্ট কৰ্ ) মিষ্ট কথা কৈ মন ভুলা, প্ৰবৃত্তি দি, to coax, to persuade by sweet words. কৃদ. স. চুক্‌চুকাওঁতা, ( স্ত্ৰী ) চুক্‌চুকাঁতী।

চুক্-চুকীয়া, বি. ( অং. চোকা, লোণ বা টেঙ্গাৰ আস্বাদ ) অলপ চোকা, অলপ লোণ বা টেঙ্গাৰ আস্বাদ থকা, saltish, or slightly acid.

চুকনিয়াৰ্, স. শ. চুকনীয়া মাটি খোৱা মানুহ, চুকনীয়া ৰায়ত, an under-tenant who rents land for a short term.

চুকনীয়া, বি. ( হিং. চুকানা, মূল্য নিৰূপণ কৰা ) খাজনা দিবৰ নিয়ম কৰি কিছু কালৰ নিমিত্তে লোৱা ; খন্দুৱা (মাটিত খাটে) ; যেনে, চুকনীয়া মাটি ; নিৰূপিত খাজনা দিবৰ নিয়মেৰে আন কোনো লোকৰ মাটি লোৱা ; যেনে, চুকনীয়া ৰায়ত, to sublet for a term, holding a lease for a term.

চুক্‌ভেকোলা, স. শ. প্ৰায়ে ঘৰৰ চুকত থকা এবিধ ভেকোলা বা বেং, a toad. ( স্ত্ৰী )

চুকা, স. শ. ( সং. চুক্ৰিকা, এবিধ শাক ) এবিধ অলপ টেঙ্গা শাক, a kind of sorrel, a kind of pot-herb.

চুকিয়াচুকি, বি. এচুকৰ পৰা আন চুকলৈ যোৱা ; বহুত চুক থকা ; যেনে, চুকিয়াচুকি মাটি, diagonal, having many angles.

চুকিয়াচুকিকৈ, ক্ৰি. বি. এচুকৰ পৰা আন এচুকলৈ, ই-চুকৰ পৰা সি-চুকলৈ, diagonally.

চুকীয়া, বি. চুকযুক্ত, কেইও ফাল সমান নোহোৱা, angular.

চুকে-চুকে, ক্ৰি. বি. বেলেগ বেলেগ চুকত, এক চুকৰ পৰা আন চুকলৈ, in many different corners, diagonally.

চুঙ্গা, স. শ. ( হিং. চোঙ্গা, বং. চুঙ্গী, ফোঁপোলা বস্তু ) ফোঁপোলা, দীঘল বস্তু, বাঁহ আদিৰ এক খণ্ড, a pipe, a tube, a joint of bamboo.

চুঙ্গা-পিঠা, স. শ. গুড় গাখীৰেৰে মিহলোৱা পিঠা গুড়ি চুঙ্গাত ভৰি জুইৰ তাপত সিজোৱা এবিধ খাদ্য, a kind of food made of rice-flower, &c., which is cooked in a joint of bamboo.

চুঙ্গা-বাদুলি, স. শ. প্ৰায়ে বিন্ধাত থকা এবিধ সৰু বাদুলি, a bat.

চুচাং, স. শ. ( চীন ) এবিধ চাহ্, the tea of a particular quality, Souchong. "চুচং" এনেও হয়।

চুচুক্ চামাক, স. শ. কোনো ঠাইলৈ বা কোনো মানুহৰ আগলৈ যাবলৈ লাজ বা ভয় কৰি আগ-পাচ হোৱা বা মুখ লৰোৱা কাৰ্য্য ; যেনে, তিৰোতাই মুনিহৰ আগত ওলোৱাত চুচুক্‌চামাক কৰে, hesitation about going to a certain place or before a certain person.

চুচুক্ চামাক্‌কৈ, ক্ৰি. বি. ভয় বা লাজত আগ পাচ হৈ বা মুখ লুকাই, hesitatingly, with modesty.

চুটা, স. শ. ( সং. চুট্, তাকৰ হ ) অল্পতা, কম, নাটনি, deficiency. বি. অলপ, কম, তাকৰ, to be deficient.

চুটা পৰ্, তাকৰ্ হ, নোজোৰা হ, to be deficient.

চুটি, বি. ( সং. চুট্, হ্ৰস্ব হ ) চাপৰ, ওখ নোহোৱা ; দীঘল নোহোৱা, low, short.

চুটি, স. শ. ( সং. চুদ্, পঠিয়া ) ঘোঁড়াৰ লৰ ; যেনে, "বান্ধিলে মন শিলৰ খুঁটি ; মেলিলে মন ঘোঁড়াৰ চুটি", the running of a horse or pony.

চুটি মেল্, ঘোঁড়াত উঠি লৰি যা, to ride rapidly.

কাপোৰ্, স. শ. ( অং. চুটি, দীঘল নোহোৱা + কাপোৰ, বস্ত্ৰ ) মেখেলা, তিৰোতাৰ কঁকালত পিন্ধা কাপোৰ, a woman's lower garment.

**চুটিচাপৰ্**, বি. ( অং. চুটি, দীঘল নোহোৱা +চাপৰ, সেই ) ওখ নোহোৱা, কঁটীয়া, of small stature.

**চুটি-মুটি**, বি. ( অং. চুটি. ঐ + মুটি, অনুক্ক.) চাপৰ, দীঘল নোহোৱা ( মৌখিক ), short, dwarfed.

**চুটিয়া**, স. শ. পৰ্ব্বতৰ পৰা আহি অনেক দিন পৰ্য্যন্ত ভৈয়ামত বাস কৰা এজাতি মানুহ, এই জাতি মানুহৰ অধিক ভাগ আসামৰ উজনী ছোৱাত পোৱা যায়; যেনে, সিহঁতৰ ভিতৰত যিবিলাকে হিন্দু ধৰম লৈছে, সিহঁত হিন্দু-চুটিয়া, an aboriginal race of Assam.

**চুটিয়া-ধেনু**, স. শ. ফাঁক-নথকা ধেনু, ( বোধ হয় এই দেশত পূৰ্ব্বে তাক চুটিয়া জাতিয়ে ব্যৱহাৰ কৰিছিল এতেকে সেই নাম হৈছে ), a long bow.

**চুটিয়া লফা**, স. শ. এবিধ লফা শাক, ( বোধ হয় এই শাক চুটিয়া জাতিয়ে এই দেশলৈ আনিছিল, এতেকে সেই নাম হৈছে ), a species of pot-herb.

**চুটোঁতা**, কৃদ. স. চুটি বা লৰি যোৱা মতা, a man who runs. ( স্ত্ৰী ) চুটঁতী।

**চুনৰি**, স. শ. নিশ্বাসৰ যন্ত্ৰ, হাওঁফাওঁ।

**চুনী**, স. শ. ( বং. চুনী, হিং. চুনী, এবিধ বাখৰ্ ) এবিধ ৰঙ্গা বাখৰ, সৰু ডালিমা বাখৰ, a kind of precious stone of a red colour.

**চুপ্**, বি. ( হিং. চুপ, বং. চুপ, নিঃশব্দ ) নিঃশব্দ, মাত নমতা, silent.

**চুপতাচুপতি**, স. শ. ( অং. চুপতি, ইতিকিং কৰা ) এজনে আন জনক ইতিকিং কৰা বা খং তোলা কথা কোৱা কাৰ্য্য, the act of exchanging jokes or provoking words, mutual retorts.

**চুপতি**, স. শ. ( সং. চুব, কষ্ট দি ) ইতিকিং কৰা বা খং তোলা কথাৰ আলাপ; যেনে, লৰাই লৰাৰে সৈতে চুপতি কৰে, exchange of jokes or provoking words, exchange of repartee, bandying words.

**চুপহি**, স. শ. ফুলৰ নুফুলা কলি; পাতৰ মুকলি নোহোৱা অঙ্কুৰ; কোনো বস্তুৰ মূৰত লগোৱা বেঁটু; ফুলৰ ঠাৰিৰ গুৰিত থকা সৰু পাতৰ নিচিনা ঢাকনী; চিঁচাৰ মুখৰ মাজ-খোল ঢাকনী, a flower or leaf bud, a knob fixed at the top of anything, the calyx of a flower, a capsule of a bottle.

**চুপি**, স. শ. ( অং. কুপা. তেলৰ পাত্ৰ ) তেলৰ টাৰি, সৰু তেলৰ পাত্ৰ, a small oil vessel or bottle.

**চুবা**, স. শ. গাওঁৰ বা নগৰৰ কোনো এভাগত বাস-কৰা মানুহবিলাকৰ ঘৰসমূহ; গোবৰৰ বা বিষ্ঠাৰ লদা; যেনে, এচুবা গোবৰ, a division of a town or village, a lump of night soil or dung.

**চুবুৰি**, স. শ. ( অং. চুবা, ঐ ) ওচৰা উচৰি হৈ থকা মানুহবিলাকৰ ঘৰসমূহ, গাওঁ বা নগৰৰ এভাগ; যেনে, অমুক আমাৰ চুবুৰিত থাকে, a part of a village or town, a quarter or locality.

**চুবুৰীয়া**, বি. গাওঁ বা নগৰৰ একে ভাগতে বাস-কৰা, ওচৰ ঘৰীয়া, living in the same part of a village or town, neighbouring. স. শ. একে ঠাইতে বাস-কৰোঁতা, ওচৰ-ঘৰীয়া মানুহ, a neighbour.

**চুমা**, স. শ. ( সং. চুম্বন, গাত ওঁঠ লগাই কৰা আদৰ ) আনৰ কোনো অঙ্গত মুখ দি কৰা আদৰ বা চেনেহ, a kiss.

**চুমা খা**, মৰমেৰে কোনো অঙ্গত মুখ দি, কোনো অঙ্গত ওঁঠ লগাই মৰম কৰ্, to kiss.

**চুম্বক্**, স. শ. ( সং. চুব্, চুমা খা ) চম্বুক শিল, লো আকৰ্ষণ কৰা এবিধ শিল, ( সি লোত কামোৰ মাৰি ধৰে এতেকে সেই নাম ), the loadstone.

**চুম্বন্**, স. শ. ( সং. চুব্, চুমা খা ) চুমা খোৱা কাৰ্য্য, চুমা, the act of kissing, a kiss.

চুম্বিত, কৃদ. বি. চুমা খোৱা, যত চুমা খোৱা হৈছে ; যেনে, চুম্বিত মুখ, kissed.

চুৰ্‌ কৰ্‌, গৰাকীয়ে নজনাকৈ বস্তু নি, to steal.

চুৰা, স. শ. গুড়, পাগি ঘন কৰা কুঁহিয়াৰৰ ৰস, (ভকতীয়া মাত), raw sugar.

চুৰি, স. শ. (সং. চৌর্য্য, হিং. চোৰী ; বং. চুৰি, চোৰৰ কার্য্য) অপহৰণ, চুৰ কৰা, গৃহস্থে নেদেখাকৈ নিয়া, theft.

চুৰিয়া, স. শ. (সং. চুৰ্‌, গোপন কৰ্‌ ; গুপ্তাঙ্গ ঢাকি থয়, এতেকে) মুনিহে কঁকালত পিন্ধা কাপোৰ, পুৰুষৰ অধো বস্ত্ৰ, a man's waist cloth.

চুৰুণী, স. শ. চোৰৰ ঘৈণীয়েক ; চুৰ-কৰা তিৰী, the wife of a thief, a female thief.

চুলি, স. শ. (সং. চূড়া, কেশ ; চূলা, মূৰৰ অলঙ্কাৰ ; বং. চুল, কেশ) কেশ, মানুহৰ বা ঘোঁড়াৰ মূৰৰ নোম, the hair on the human head, the hair on the head of a horse or pony.

চুলিয়াচুলি, স. শ. এটাই আনটোৰ চুলিত ধৰি টনা কার্য্য, the act of pulling one another by the hair.

চুলুং, বি. চেলেপু, মন পাতল, গহীন নোহোৱা, নিলাজ, সঁচা-মিছা বা ভাল-বেয়া নিবিচাৰি মুখত যি আহে, তাকে কোৱা (নিন্দাত খাটে), light-minded, shameless, speaking regardless of truth or propriety.

চুলুঙালি, গু. শ. চুলুং গুণ বা স্বভাব, shamelessness, untruthfulness, light-mindedness.

চুৱা, স. শ. উচ্ছিষ্ট, খাই এৰা বস্তু, leavings, the remnant of food eaten.

চুৱা, বি. অশুচি, ৰজস্বলা, ceremonially unclean, menstruous.

চুৱা হ, অশুচি হ ; ৰজস্বলা হ, to be unclean, to be menstruous.

চুৱা-দাদু, স. শ. (অং. চুৱা, অশুচি + দাদু, খৰ) গাত চকলা বান্ধি খৰৰ দৰে ছাল ছিগা এবিধ ৰোগ, (সি চুৱাৰ সংসর্গৰ পৰা হয় বুলি সেই নাম দিয়া হৈছে), a skin disease.

চুৱানি, স. শ. ভাত খোৱা পাত আদি অশুচি বস্তু পেলোৱা ঠাই, a place where filth and refuse are thrown.

চুৱাপাত, স. শ. (অং. চুৱা, উচ্ছিষ্ট + পাত, পত্ৰ) উচ্ছিষ্ট থকা পাত বা পাত্ৰ, যি পাত বা পাত্ৰৰ পৰা আহাৰ কৰি এটোৱা হৈছে, a leaf or plate from which food has been taken.

চুৱাপাতনি, স. শ. আহাৰ কৰা পাত আদি পেলোৱা ঠাই, a place where the leaf, &c., out of which food is taken and thrown.

চুহ্, } ভা. অ. জন্তু খেদোৱা মাত, begone,
চুঃ, } (applied to animals).

চূড়া, স. শ. (সং. চুল্‌, ওখ কৰ্‌) গোটেইটো মূৰ খুৰাই মাজ মূৰত ৰখা এডাল চুলি ; মৰা আদি চৰাইৰ মূৰৰ ঝুঁ ; মূৰ, single lock of hair left on the a crown of the head, a crest, the head.

চূড়াকৰণ্‌, স. শ. (সং. চূড়া, মাজ-মূৰত ৰখা চুলি + কৰণ, কৰা) ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য, এই তিনি জাতিৰ দশ সংস্কাৰৰ ভিতৰৰ এক সংস্কাৰ, তাক লবাৰ প্ৰথম বা তৃতীয় বছৰ বয়সত কৰা উচিত ; কিন্তু দেশাচাৰ অনুসাৰে অনেকে পলমেও কৰা দেখা যায় ; সেই কার্য্যত সকলো চুলি খুৰাই মাজ মূৰত এডাল মাথোন চুলি ৰখা যায়, the ceremony of tonsure observed by the three first classes of the Hindoos.

চূড়ামণি, স. শ. (সং. চূড়া, মূৰ + মণি, বাখৰ, হীৰা-মুকুতা আদি) মূৰত বা কিৰীটিত পিন্ধা বাখৰ বা মণি ; এতেকে সকলোতকৈ শ্ৰেষ্ঠ লোক ; যেনে, বীৰ-চূড়ামণি, a jewel worn on the head or diadem, hence a principal or superior personage.

চূণ্, স. শ. ( সং. চূর্ণ, শিল বা শামুকৰ ছাই ) পোৰা শিল বা শামুকৰ গুড়ি, lime.

চূণ্খাৰ্, বি. ( অং. চূণ, ঐ + খাৰ, লোণৰ গুণ থকা ছাই ) চূণ আৰু খাৰৰ নিচিনা চোকা, বৰ চোকা, having a cutting or piercing taste like lime or alkali.

চূণ-খাৰ্ কৰ্, চোকা বাক্যৰ দ্বাৰা মনত দুখ দি ; যেনে, অমুকৰ মুখ এনে চোকা যে মানুহক ততালিকে চূণখাৰ কৰি পেলায়, to wound the feelings by cutting words.

চূণ্-চাত্, বি. ( সং. চূর্ণস্যাৎ, ভাগি গুড়ি হয় ) ভাগি গুড়ি হোৱা ; যেনে, চকুবোৰ ভাগি চূণচাত হল ; নষ্ট, উবাৰ, তোলা, ধ্বংসিত ; যেনে, মাউৰে গাওঁখান চূণ-চাত কৰিলে, broken to pieces, totally destroyed, laid waste.

চূৰ্, বি. ( সং. চূর্ণ, গুড়ি ) চূর্ণ, নষ্ট, destroyed, smashed. স. শ. বিষ বা খহু বাঢ়িব নোৱৰা কৰা মন্ত্র, টিপনি, an incantation used to stop the progress of any pain or tumor.

চূৰ্চুমৈ, বি. ( সং. চূর্ণময়, গুড়িৰ নিচিনা ) ভাঙ্গি গুড়িৰ নিচিনা কৰা, চূর্ণ, broken to pieces, smashed.

চূৰ্চুৰীয়া, বি. ( সং. চূর্ণ, গুড়ি ) ক্ষুদ্র, অনুকপীয়া, সম্পূর্ণ পৰিমাণৰ নোহোৱা ; যেনে, এটি চূৰ্চুৰীয়া ভোজ ; মিহিকৈ গুড়ি কৰা ; যেনে, চূৰ্চুৰীয়া গুড়ি, small inferior in degree, reduced to fine powder. স. শ. এবিধ পোকে গাঁতৰ পৰা ওপৰলৈ তোলা মাটিৰ মিহি গুড়ি, সেই পোক ; ঘৰৰ পিৰালি বা পুৰণি পকা ঘৰত হোৱা এবিধ শেলাইৰ নিচিনা উদ্ভিদ, fine dust or earth thrown up by a species of insect from the hole in which it lives, the insect itself, a kind of lichen growing on old pucca or earthen walls, &c.

চূৰ্চুৰীয়াকৈ, ক্রি. বি. অলপীয়াকৈ, অনুকপীয়াকৈ ; মিহিকৈ, in a small degree, slightly, finely.

চূর্ণ, স. শ. ( সং. চূর্ণ, গুড়ি কৰ্ ) গুড়ি, খুন্দি মিহিকৈ ভঙ্গা বস্তু, চূণশিল বা শামুকৰ ছাই, powder lime. বি. গুড়ি কৰা, খুন্দি ভঙ্গা, reduced to powder.

চূর্ণক, স. শ. ( সং. চূর্ণক—চূর্ণ, উপদেশ দি ) পুথিৰ দাঁতিত বা তলত লিখা কোনো বাক্য বা শব্দৰ সংক্ষেপ অর্থ, a short explanatory note written on the margin or at the foot of a book, a scholium.

চূর্ণকাৰ্, স. শ. ( সং. চূর্ণ, চূণ + কৃ, কৰ্ ) চমাৰ, চূণ পোৰা বা বেচা মানুহ, one whose profession is to deal in lime.

চূর্ণতা, গু. শ. গুড়ি হোৱা অৱস্থা, the state of dust or powder.

চূর্ণাকৃত, বি. ( সং. চূর্ণীকৃত, গুড়ি কৰা ) চূৰ্চুমৈ কৰা, ভাঙ্গি ডোখৰ-ডোখৰ কৰা, broken to pieces, smashed.

চূর্ণায়মান্, বি. চূর্ণাকৃত, চূৰ্চুমৈ, smashed.

চূর্ণিকা, স. শ. "চূর্ণক" শব্দ চোৱাঁ।

চূর্ণিত, কৃদ. বি. ( সং. চূর্ণ, গুড়ি কৰ্ ) মিহিকৈ গুড়ি কৰা, চূর্ণ কৰা ; ভঙ্গা, ground, pulverized, smashed.

চূর্ণীকৃত, বি. ( সং. চূর্ণ, গুড়ি + কৃত, কৰা ) মিহিকৈ গুড়ি কৰা ; ভাঙ্গি ডোখৰ-ডোখৰ কৰা, reduced to powder, broken to pieces, smashed.

চূলা, স. শ. ( সং. চূলা, মূৰৰ অলঙ্কাৰ ) জাপিৰ টুপৰ ওপৰত লগোৱা ধাতুৰ চুপহি ; খৰমৰ খুঁটি ; the metal ornament attached to the top of a *Japi* or hat-umbrella, the part of a wooden sandal, which passes between the big toe and the toe next to it.

চেউৰা, "চেকুৰা" চোৱাঁ।

চেউলী, স. শ. ( হিং. চেৰলী ; বং. চেলী, এবিধ কাপোৰ ) এবিধ বিদেশী পাট কাপোৰ, a kind of silk.

চেং চেং, অনুক. জুয়ে পোৰা বেদনা প্রকাশ

করিবলৈ ব্যৱহাৰ কৰা মাত, an imitative sound used to express the smarting pain of a burn.

চেংচেঙ্গনি, স. শ. ভক্ভকনি, পোৰা ঘাৰ বেদনা, the smarting pain of a burn.

চেংচেঙ্গা, অ. ধা. ভক্ ভকা, পোৰা ঘাৰ দৰে বেদনা কৰ্, to give a smarting or twingeing pain as a burn.

চেংচেঙ্গীয়া, বি. বৰ তপত, পুৰিব পৰা তপত, very hot, burning.

চেংমৰা, স. শ. এবিধ শাক, a kind of pot-herb.

চেঁউৰী, স. শ. (হিং. চেংড়ী, বং. চেঙ্গড়ী, সৰু ছোৱালী) পোৱালি হবৰ বয়স নোপোৱা মাইকী জন্তু, সৰু মাইকী জন্তু, a young female animal.

চেঁওৰা, স. শ. (সং. চীৱৰ, ফটা কাপোৰ) পুৰণি অকামিলা কাপোৰ, an old torn cloth.

চেঁকুৰ্, স. শ. জন্তুৰ লৰ, জন্তুৰ শীঘ্ৰ গতি, ঢাপলি, the running of an animal. অ. ধা. জন্তুৰ দৰে লৰি যা বা শীঘ্ৰে গতি কৰ্, to run as an animal.

চেঁকুৰ্ মেল, বেগাই লৰি যা (জন্তু); যেনে, ঘোঁড়াই চেঁকুৰ মেলিলে, to run as an animal.

চেঁচনি, স. শ. (অং. চেঁচা, শীতল) শীতলতা, তাপৰ অভাৱ; যেনে, জৰীয়াই চেঁচনি পাইছে, উপশান্তি, দুখ বা পীড়াৰ কমৃতি; যেনে, আপদত পৰা মানুহক পুতৌ কৰিলে সি চেঁচনি পায়, coolness, relief from pain or distress.

চেঁচা, বি. (সং. স্নিগ্ধ, শীতল) তাপ নথকা, জুৰ, শীতল, সুথিল; শান্ত, খং নথকা, cool, cold, tranquil, dispassionate. স. শ. শীতলতা, তাপৰ অভাৱ, শান্তি, দুখ-কষ্টৰ অভাৱ, coldness, coolness, tranquility.

চেঁচু, স. শ. (সং. চোচং, বাকলি, ছাল) বাঁহৰ পাতলকৈ একওৱা ছাল তাৰ দুই দাঁতি বৰ চোকা; এতেকে দুইও দাঁতিত ধাৰ থকা, পাতল বাঁহৰ চটা, the bark or outer part of the bamboo taken off, a thin piece of bamboo with sharp edges.

চেঁচুৱা, বি. চেঁচুৰ দৰে পাতল আৰু চোকা, thin and sharp like চেঁচু।

চেঁচুক্, স. শ. (অং. চেঁচা, শীতল) ৰদ নপৰাত চেঁচা আৰু জেনুকীয়া ঠাই; যেনে, চেঁচুকত শস্য নহয়; a shady and damp place.

চেঁচুকীয়া, বি. চেঁচুকত থকা বা উৎপন্ন হোৱা; সূৰ্য্যৰ তাপ নপৰা, growing or existing in a shady place, shady.

চেঁচেঁ, অনুক. কোনো কোনো চৰাইৰ বা পোৱালি চৰাইৰ নিচিনা শব্দ, an imitative sound used to express the shrill cry of certain birds.

চেঁচেঁয়নি, স. শ. কোনো কোনো চৰাইৰ বা পোৱালি চৰাইৰ নিচিনা শব্দ, the shrill cry of certain birds.

চেঁচেঁয়া, অ. ধা. কোনো কোনো চৰাইৰ দৰে চিৎকাৰ কৰ্, পোৱালি চৰাইৰ নিচিনা শব্দ কৰ্, to utter a shrill cry like that of certain birds.

চেঁচেঁৰা, স. শ. (অং. চৰ্চ্চৰা, কোনো বস্তু চোঁচৰাই নিয়াৰ নিচিনা শব্দ কৰ্) চৰ্চ্চৰ শব্দেৰে অসমান, কোমল চটৰ ওপৰে অতি বেগে যোৱা, তৰাং পানী, rapid, shallow water running over an uneven bottom with a loud noise.

চেঁচোৰ, স. শ. (সং. চিঙ্কাটক, এবিধ বন) দ মাটিত ঘাইকৈ পথাৰত হোৱা এবিধ বনৰ সৰু আলু, সি সোৱাদ আৰু লৰাৰ বৰ প্ৰিয়, the edible root of a kind of grass growing in rice fields.

চেক্চেকনি, স. শ. (সং. চকক্, ঐ) নতুন ঘাত টেঙ্গা, লোণ বা পানী আদি পৰিলে হোৱা শব্দ; কোনো কোনো চৰাইৰ "চেকচেক্" শব্দ, the sharp pain caused by acid, salt, water, &c., thrown into a fresh wound, the harsh cry of certain birds.

চেক্‌চেকা, অ. ধা. নতুন ঘাত টেঙ্গা, লোণ বা পানী আদি পৰাৰ দৰে বেদনা কৰ্; কোনো কোনো চৰাইৰ দৰে "চেক্‌চেক্" শব্দ কৰ্, to feel a sharp pain like that caused by acid, salt, water, &c., falling into a fresh wound, to utter a harsh cry like that of certain birds.

চেক্‌চেকী, স. শ. এবিধ চেকচেক শব্দ কৰা চৰাই, কোক লোঙ্গা, a kind of bird. বি. সদায় হাই উৰুমি কৰি থকা, habitually noisy.

চেকনী, স. শ. (সং. চকক্, পীড়া দি) লৰাক বা গৰু-আদিক কোবাবৰ নিমিত্তে ব্যৱহাৰ কৰা সিৰিপণী এছাৰি বা বাঁহৰ লেকেচি, a switch used for whipping.

চেকা, স. শ. (হিং. চক্‌কান্, মলিন) নির্ম্মল বস্তুৰ কোনো এঠাইত লগা মলি; যেনে, কাপোৰৰ চেকা; কলঙ্ক, দুর্নাম, a stain, a blot, infamy, blemish.

চেকুৰা, স. শ. ছেঁই, গুটিৰ দীঘলীয়া ভঁড়াল; যেনে, মাহৰ চেকুৰা; ছেঁইৰ নিচিনা দীঘলীয়া খণ্ড, (সোণত খাটে); যেনে, সোণৰ চেকুৰা; গোট মৰা তেজৰ খণ্ড, a pod, a long narrow piece (said of gold) a clot of blood.

চেকুৰা বান্ধ বা চেকুৰা মাৰ্, গোট মাৰ্ (তেজত খাটে); যেনে, তেজবোৰে চেকুৰা বান্ধিলে, to clot as blood.

চেকুৰাচেকুৰ, বি. গোট মাৰি ডোখৰ ডোখৰ হোৱা; যেনে,তেজবোৰ চেকুৰাচেকুৰ হল; দীঘল-দীঘলকৈ খণ্ড খণ্ড কৰা; যেনে, সোণবোৰ চেকুৰাচেকুৰ কৰিছে, coagulated into many clots, formed into several long pieces.

চেকুৰাচেকুৰে, ক্রি. বি. এচেকুৰাৰ পাচত আন এচেকুৰা লৈ, pod by pod, clot by clot, piece by piece.

চেকুৰীয়া, বি. ছেঁইৰ দৰে দীঘলীয়া; (সোণত খাটে); যেনে, চেকুৰীয়া সোণ; গোট মৰা; (তেজত খাটে); যেনে, চেকুৰীয়া তেজ, long and narrow like a pod, clotted.

চেকেৰা, স. শ. (সং. চকক্, পীড়া দি, বৰ টেঙ্গা, এতেকে) এবিধ টেঙ্গা, a kind of acid fruit.

চেখ্, স. শ. (যাং.) মছলমানৰ এক শ্রেণীৰ নাম, the name of a class of Mussulman. "ছেখ" এনেও হয়।

চেঙ্গা, বি. চেংচেঙ্গীয়া, বৰ তপত; যেনে, কটা ঘাত চেঙ্গা তেল; তজ্‌বজীয়া, অশাঁত; যেনে, চেঙ্গা লৰা; ওচৰ চাপিব নিদিয়া; ধৰিব খুজিলে লৰ মৰা জন্তুত খাটে; যেনে, চেঙ্গা গৰু, sprightly, lively, brisk, not quiet or tame, said of an animal.

চেঙ্গা,
চেঙ্গা-মাছ, } স. শ. (বং. চেঙ্গমাছ, এবিধ মাছ) এবিধ প্রায়ে গাঁতত থকা মুখত ডাঢ়ি আৰু গাত বগা চকৰযুক্ত কাঠ-মাছ, সি বৰ তজ্‌বজীয়া আৰু পিছল, আৰু পানীৰে তল যোৱা ঠাই শুকালেও বামতে গাঁত লৈ থাকে, a kind of fish.

চেঙ্গা-লুটি পাৰ্, চেঙ্গা মাছৰ দৰে ধৰ্‌ফৰা, পীড়াত কাতৰ হৈ লুটিয়ালুটি কৰ্; যেনে, জৰত চেঙ্গালুটি পাৰিছে, to writhe with agony.

চেঙ্গেলী, স. শ. (অং. চেঙ্গা, ঐ) প্রায় চেঙ্গা মাছৰ আকৃতিৰ কিন্তু তাতকৈ সৰু এবিধ কাঠ মাছ; ইও প্রায়ে গাঁতত থাকে; চেঙ্গা মাছৰ মাইকী এনে অনুমান কৰি "চেঙ্গেলী" নাম দিয়া হৈছিল, কিন্তু সি বেলেগ জাতিৰ মাছ, a kind of fish.

চেঙ্গেলীয়া, বি. চেঙ্গা, তজ্‌বজীয়া, (জন্তু, মানুহ দুইও); যেনে, চেঙ্গেলীয়া লৰা, চেঙ্গেলীয়া দামুৰি, brisk, not quiet or tame (said of both man and animals).

চেতন্,
চেতনা, } স. শ. (সং. চিত্, ভাবনা কৰ্) জ্ঞান, বোধ, সাৰ পোৱা অৱস্থা, জীৱন, sense, sensation, perception, life.

চেতন পা, জ্ঞান পা, তত পা, to come to one's self, to recover the senses, to awake.

চেন্, স. শ. সৰু সৰু খোলা কটি হাতৰ তলুৱাৰে ওপৰলৈ মাৰি হাতৰ পিঠিৰে ধৰা এবিধ লৰাৰ খেল, a child's game in which several pieces of broken earthen vessel are tossed up with the palm and caught again on the back of the hand.

চেনি, স. শ. (বং. চিনি, পৰিষ্কাৰ কৰা গুড়) পাগি নির্ম্মল কৰা গুড়, sugar.

চেনিচম্পা, স. শ. (অং. চেনি, ঐ + চম্পা, এবিধ ফুল) এবিধ বৰ সোৱাদ আৰু সুগন্ধ কলা, a species of sweet smelling plantain.

চেনি-মাছ, স. শ. (চেনি + মাছ; সোৱাদ, এতেকে) এবিধ পুঠীৰ নিচিনা, তাতকৈ ডাঙৰ বাকলীয়া মাছ, a kind of fish.

চেনু, স. শ. গালৰ ছাল কলা কৰা এবিধ ৰোগ, a disease which discolors the skin of the face.

চেনেহ, স. শ. (সং. স্নেহ; প্রাং. সণেহ, মৰম) মৰম, বেথা, প্রেম, affection, love.

চেনেহা চৈনেহি, স. শ. দুটাৰ ভিতৰত এটাৰ আনটোলৈ থকা মৰম, mutual affection or love.

চৈনেহী, স. শ. বৰ চেনেহৰ মানুহ, বৰকৈ মৰম লগা লোক (মুনিহ বা তিৰোতা); বাপেক-মাকে সন্তানক, ককাইয়েক বা বাইয়েকে ভাইয়েক-ভনীয়েকক, স্বামীয়ে ভার্য্যাক মৰমেৰে মতা মাত, a beloved person, a term of endearment. বি. চেনেহৰ, মৰম লগা; যেনে, "মোৰ চেনেহী মানুহ," beloved.

চেনেহুৱা, বি. বেচ নলৈ মৰম কৰি দিয়া বা কৰা; যেনে, চেনেহুৱা বস্তু; চেনেহুৱা কাম; ধন নোলোৱাকৈ খটা বা কাম কৰা; যেনে, চেনেহুৱা চাকৰ, done or given out of good will without taking anything in return, serving without pay.

চেনেহুৱাকৈ, ক্রি. বি. বেচ বা বানচ নোলোৱাকৈ, gratis.

চেপ্, স. ধা. টান বস্তুৰ মাজত সুমাই হেঁচা মাৰ্, টেপা মাৰ্, টেপা মাৰি ৰস বা পানী উলিয়া, ঠেক কৰ্, সঙ্কীর্ণ কৰ্, to squeeze, to press or wring out, to contract. বি. ঠেক, সঙ্কীর্ণ, narrow, confined.

চেপন্ কৃদ. স. চেপা কার্য্য, squeezing.

চেপা, স. শ. টান বস্তুৰ মাজত সুমাই মৰা টেপা, এবিধ দুই মূৰ ঠেক, বাঁহৰ কাঠীৰ এবিধ মাছ ধৰা যতন, squeezing a kind of fish-trap.

চেপা-মৰা, বি. বৰকৈ ঠেক কৰা, comprised, narrowed.

চেপা মাৰ্, টান বস্তুৰ মাজত সুমাই টেপা মাৰ্, to squeeze, to compress.

চেপি আন, ক্রমে একাললৈ চেপি যা, gradually to compress to one end.

চেপেটা, স. শ. (সং. চিপিট, হিং. চপটা; বং. চেপ্টা) গোটা নোহোৱা, ওপৰ ভাগ সমান আৰু বহল, flat.

চেপেটা খা, চেপেটা হৈ পৰ্, to be flat, to be laid flat.

চেপেটু কলাই, স. শ. (অং. চেপেটা, ঐ + কলাই, এবিধ মাহ) এবিধ চেপেটা মাহ, a kind of pulse.

চেপেনা, স. শ. (অং. চেপ, টান বস্তুৰ মাজত সুমাই টেপা মাৰ্) চেপি দুখ দিয়া যন্ত্র, লেপ, সঁৰাহ, কোনো বস্তু চেপি ধৰা যন্ত্র, তামোল খুন্দা যতন, an instrument to squeeze with, pincers or tongs, a smith's vice. an instrument used by old persons for grinding betel-nut.

চেপোঁতা, কৃদ. স. চেপা পুরুষ, a man who squeezes. (স্ত্রী) চেপঁতী।

চেকেৰা, বি. বিজাতবীয়া, ভালৰ পৰা বেয়া হোৱা; (ফল ধৰা গছত খাটে); যেনে,

কলা গছবিলাক চেকেৰা হল, deteriorated or degenerated (as trees).

চেৰা, অ. ধা. ( সং. চপ্, সঙ্কালিত হ ) কোনো অনিষ্ট কথা শুনি গা সঙ্কালিত হবা ভয় পা; যেনে, পুলিচ অহা শুনিলে চোৰৰ গা চেবায়, to start or feel a sudden uneasy sensation on hearing of something injurious to one's interests.

চেমনীয়া, বি. অলপ বয়সীয়া আৰু বৰ ওখ, ডাঙ্গৰ নোহোৱা ; যেনে, চেমনীয়া লৰা, young and not tall.

চেৰ্, বি. আনতকৈ নীহ, নিকৃষ্ট, inferior.

চেৰ্ পৰ্, আনতকৈ নীহ বা নিকৃষ্ট হ ; যেনে, পঢ়াত চেৰ নপৰিবা, to be surpassed.

চেৰ্ পেলা, আনতকৈ শ্ৰেষ্ঠ হ, আনক কোনো কথাত পাচ কৰি আগ বাঢ়্, to surpass, to excel.

চেৰা, অ. ধা. ( সং. চৰ্, গতি কৰ্ ) পেট চলা, পানীৰ নিচিনা শৌচ কৰ্, to suffer from looseness of the bowels. স. ধা. ওপৰে যা, ডেই যা, to step over, to cross. কৃদ. স. চেৰাওঁতা, ( স্ত্ৰী ) চেৰাঁতী ।

চেৰাচুলি, স. শ. ( তলত চোৰা ) লৰা ওপজোঁতে মূৰত থকা চুলি, the hair on the head of a child just born.

চেৰাশলীয়া, বি. ( অং. চেৰাশালি, প্ৰসৱৰ ঠাই ) পোনেই লৰা পোৱা, অশৌচীয়া, brought to child-bed, confined to the lying-in chamber.

চেৰাশালি, স. শ. ( সং. চৰ্, গতি কৰ্ + শালা, ঘৰ ) লৰা প্ৰসৱ কৰা ঘৰ, ( লৰাই গৰ্ভৰ পৰা বাহিৰলৈ গতি কৰে এতেকে ), *vide supra.*

চেৰী, স. শ. ( হিং. চেৰী, দাসী ) দাসী, a maid servant.

চেৰুৱা, স. শ. ( সং. চৰ, গতি কৰ্, তাৰ দ্বাৰা গতি কৰে, এতেকে ) জন্তুৰ ঠেঙ্গৰ বহল আৰু মঙ্গহাল ভাগ, the thigh of an animal.

চেৰেউ ফেৰেউ, স. শ. বৰকৈ কন্দাৰ শব্দ, চিঞৰৰ বাখৰ, a loud cry.

চেৰেং কৰে, ক্ৰি. বি. অকস্মাত, ( পাহৰি থকা কথা মনত পৰাত খাটে ), suddenly (said of recollecting).

চেৰেক্, অনুক. চুঙ্গাৰ মুখে দি বেগাই পানী মাৰি পঠাওঁতে হোৱাৰ নিচিনা শব্দ, ৰেপ মাৰি কাটোঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that of water squirted out, also the sound caused by a sudden cut or blow.

চেৰেক্, বি. ( অং. চাৰি + এক ) চাৰিটামান, কিছু, কিছুমান ; যেনে, জন চেৰেক ভকত, a few.

চেৰেকাপানী, স. শ. ( অং. চেৰেক, অনুকাৰ শব্দ + পানী, জল) চুঙ্গাৰ মুখে দি বেগেৰে মাৰি পঠোৱা পানী, water squirted out of a narrow pipe.

চেৰেকী, স. শ. (সং. চক্ৰ, চাকা; হিং. চৰ্খী ; বং. চৰ্কী, সূতা মেৰোৱা যতন) উঘাতকৈ অলপ ডাঙ্গৰ এবিধ সূতা মেৰোৱা যতন, a contrivance for winding thread.

চেৰেক্ কৰে, ক্ৰি. বি. ( অং. চেৰেক্, অনুক.) চেৰেক শব্দ কৰি ; যেনে, চেৰেক কৰে পানী মাৰিলে ; বেগতে ৰেপ মাৰি ; যেনে, চেৰেক কৰে কাটিলে, making a quick sharp sound as water squirted out, or the sound caused by a sudden cut or blow.

চেৰেঙ্গা, স. শ. ( অং. চেৰেং, অনুক. ) কিছু কালৰ নিমিত্তে ওলোৱা ৰদ ; যেনে, ৰাতি-পুৱা এচেৰেঙ্গা বদ ওলাইছিল, ৰদ চেৰেঙ্গা বৰ টান, an interval of the sun's shining, temporary sunshine.

চেৰেঠ্, বি. মলিন ; যেনে, ঠাইখান চেৰেঠ হল ; কৰিব নজনাৰ নিমিত্তে মন্দ বা নষ্ট হোৱা ; যেনে, মূৰ্খ মানুহে সকলো কাম চেৰেঠ কৰে, dirty, bungled, spoiled.

চেৰেপা, স. শ. কেঁতকুৰি, এবিধ মানুহ আৰু জন্তুক কামোৰা সৰু পোক, a species of flea.

চেৰেপা, বি. বৰ টেঙ্গা, অতিশয় সোৱাদ, very acid or sweet.

চেৰেলা, বি. ক্ষীণ, মঙ্গহাল নোহোৱা, lean, emaciated.

চেৰেলিয়া, অ. ধা. ( অং. চেৰা, পেট চলা ) ভেদ কৰ্, অধিক ৰূপে পাতল শৌচ কৰ্, ( মৌখিক ), to suffer from looseness of the bowels.

চেৰ্চেৰ্, } অনুক. তপত তেলত পানী পৰিলে
চেৰ্চ্চেৰ্, } হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that of water dropped on hot oil.

চেৰ্চেৰণি, } স. শ. তপত তেলত বা ঘিউত
চেৰ্চ্চেৰণি, } পানী পৰাৰ শব্দ, the sound produced by water thrown on hot oil or ghee.

চেৰ্চেৰা, } অ. ধা. তপত তেলত বা ঘিউত
চেৰ্চ্চেৰা, } পানী পৰাৰ দৰে শব্দ কৰ্, to make a sputtering sound as of water dropped on hot oil or ghee.

চেৰ্চেৰীয়া, } বি. "চেৰ্চেৰ" শব্দ কৰা, বৰ
চেৰ্চ্চেৰীয়া, } চোকা; যেনে, চেৰ্চেৰীয়া টেঙ্গা, বৰ তাপ দিয়া; যেনে, চেৰ্চেৰীয়া ৰদ, sharp, biting.

চেলা, স. শ. ( অং. চল্, গতি কৰ্ ) এবিধ বহু ঠেঙ্গীয়া চেপেটা বিষাল কীট, a centipede, a scolopendra.

চেলাউৰি, স. শ. ( অং. চেলা, ঐ + উৰ্, পিন্ধ) ভ্ৰূ, চকুৰ ওপৰৰ ধেনুভিৰীয়া নোম, the eyebrow.

চেলা-জৰী, স. শ. ( অং. চেলা, এবিধ পোক + জৰী, ডাঙ্গৰ বটিয়া ) চেলাৰ আকৃতি কৰি গোঁঠা চেপেটা জৰী, a cord of two or more strands braided in the form of a centipede.

চেলাপেটী, স. শ. ( অং. চেলা, এবিধ কীট + পেট্, উদৰ; তাৰ পেট চেলাৰ দৰে চেপেটা এতেকে ) পানী জোক, পানীত থকা এবিধ তেজ-পিয়া পোক, the water leech.

চেলাম্, স. শ. ( যাং. ) ওলগ, মূৰ দোঁৱাই কপালত হাত দি কৰা সন্মান, a salutation, a bow.

চেলামী, বি. ( সং. চল্, গতি কৰ্; তাত পানী চলি অৰ্থাৎ বাগৰি যায়, এতেকে ) একাললৈ ক্ৰমে চাপৰ্, sloping.

চেলু, স. শ. ( অং. চল্, জুতি ) ধৰিবৰ ঠেক; কাৰ্য্য কৰিবৰ উপায়; চল, a catch, means of doing or accomplishing, a good chance, advantage, a pretext.

চেলেং, স. শ. ( সং. চেলং, কাপোৰ ) ঘামকালি গাত মেৰাই বা কাণত পেলাই লোৱা এতৰপীয়া পাতল কাপোৰ, a thin cloth wrapped round the body or thrown over the shoulders.

চেলেংপেতেং, স. শ. ( অং. চেলেক, জিভাৰে সোৱাদ ল + পেতেং, অনুক. ) অনিচ্ছাৰে অলপকৈ ভোজন কৰা কাৰ্য্য, নাম মাত্ৰ আহাৰ, eating little and with reluctance.

চেলেক্, স. ধা. (সং. লেহন, জিভাৰে আস্বাদ লোৱা ) জিভাৰে সোৱাদ ল, জিভাত লগাই ভক্ষণ কৰ্; যেনে, কুকুৰে হাড় চেলেকে; জিভাৰে ছো; যেনে, কুকুৰে ঘা চেলেকে, to lick.

চেলেকনা, স. শ. এবিধ সৰু মাছ, ( সি টোপ পোনেই নিগিলি ওঁঠেৰে খুটি বা চেলেকি খায়, এনে অনুমানৰ পৰা সেই নাম দিয়া হৈছে ), a kind of small fish.

চেলেকা, স. শ. ( অং. চেলেক, ঐ ) জিভাৰে স্পৰ্শ কৰা কাৰ্য্য; এবাৰ জিভা লগোৱাত যিমান মুখলৈ যায় সিমান বস্তু; যেনে, সেই খিনি লোণ এচেলেকা মাথোন হব, the act of licking as much of any thing as can be taken in with the tongue at once. কৃদ. বি. জিভাৰে ছোৱা, licked.

চেলেকা-চুবুৰা, বি. ( অং. চেলেকা, জিভাৰে ছোৱা + চুবুৰা, অনুক. ) এঠাইত লগা আন ঠাইত নলগা, ( যঁহা বা লিপা বস্তুত খাটে ); যেনে, কাপোৰত বৰণ চেলেকা চুবুৰা হল, laid as paint or plaster, here and there, and not uniformly.

চেলেকোঁতা, কৃদ. স. চেলেকা পুৰুষ, a man who licks. ( স্ত্ৰী ) চেলেকঁতী।

চেলেঙ্গী-নাও, স. শ. ( সং. চল্, গতি কৰ্, শীঘ্ৰে গতি কৰে এতেকে ) অসমীয়া সৰু জালোৱা নাও, a small, fishing dug-out.

চেলেপু, বি. চঞ্চল, গহীন নোহোৱা, নিলাজ, অপমানৰ ভয় নথকা ; সঁচা-মিছা বা ভাল-বেয়া নিবিচাৰি মুখত যি আহে তাকে কোৱা, not grave, light-minded, speaking without regard of truth or propriety.

চেলো, বি. ( সং. চল্, গতি কৰ্ ) সিদ্ধিৰ আশা গত হোৱা, আশা নথকা ; যেনে, সি কথা চেলো, hopeless.

চেলোৱা লাগ্, নিৰাশ হ ; যেনে, কেতিয়াবা পণ্ডিত চোলোৱা লাগি থাকে, মূৰ্খেই ডাঙ্গৰ লোক হয়, to be disappointed or superseded.

চেল্‌চেলা, } অ. ধা. ( সং. চঞ্চল্, অস্থিৰ বা
চেল্‌বেলা, } পাতল ) অসাৰ কথা অধিককৈ ক, ভাল বেয়া নিবিচাৰি যি আহে তাকে ক, to babble, to talk without regard to propriety. ( মৌখিক )।

চেল্‌চেলি খা, ভিতৰলৈ নোসোমাই ওপৰে পিছলি যা, ( অস্ত্ৰ আদিত খাটে ), to glide along without penetrating as a weapon, &c.

চেল্‌চেলীয়া, } বি. চঞ্চল, পাতল, ভাল-বেয়া
চেল্‌বেলীয়া, } নিবিচাৰি যি আহে তাকে কোৱা, চেলেপু, not grave, talking much and without regard to propriety.

চেল্‌মেঠ, স. শ. দাই এৰাবলৈ মিছা ওজৰ দেখাই মিল হবৰ চেষ্টা ; চেলেং পেতেং ; যেনে, ভাত নেখালে চেলমেঠ কৰিলে মাথোন, the act of trying to conciliate by making false excuses, a mere pretence or show of eating, not eating heartily.

চেষ্টা, স. শ. ( সং. চেষ্ট, যত্ন কৰ্ ) যত্ন, কাৰবাৰ, উদ্যোগ, তত, জ্ঞান ; যেনে, জৰত চেষ্টা নাই ; সাহায্য ; যেনে, দুখীয়াক চেষ্টা কৰিবা, endeavor, exertion, sense, rest, relief, aid.

চেষ্টান্বিত্, বি. ( সং. চেষ্টা, যত্ন + অন্বিত, যুক্ত ) যত্নশীল, কাৰবাৰ কৰা, striving, exerting, trying.

চেষ্টিত্, কৃদ. বি. ( সং. চেষ্ট, যত্ন কৰ্ ) যি বিষয়ত যত্ন কৰা যায় ; যেনে, চেষ্টিত বিষয় সিদ্ধ হল, tried for.

চৈ, স. শ. ( সং. চৱিক, এবিধ লতা ) এবিধ পিপলী বা পাণৰ নিচিনা লতা, a creeper.

চৈতন্য, স. শ. ( সং. চেতন, জ্ঞান ) জ্ঞান, বোধ, সাৰ পোৱা অৱস্থা, sense, consciousness.

চৈতান্, বি. ( যাং. চয়তান, এটা ভূত ) বৰ দুষ্ট, very wicked.

চৈত্ৰ, স. শ. ( সং. চৈত্ৰ—চিত্ৰা, এটা নক্ষত্ৰ ; চিত্ৰা নক্ষত্ৰেৰে যুক্ত পূৰ্ণিমা এই মাহত হয়, এতেকে ) বছৰৰ শেষ মাহ, চত-মাহ, March-April.

চোং, স. শ. ( সং. চম্, ভক্ষণ কৰ্ ) মুগাক আহাৰ কৰোৱা অৰ্থাৎ পোহা ঠাই ; বনৰীয়া হিংসক জন্তুৰ বাতি থকা ঠাই, a place where Muga silk worms are fed or reared, a retreat of a wild animal, a den.

চোঁচ্, স. শ. ( সং. চোচ, ওপৰৰ ছাল ) গছ, গুটি বা মূলৰ ওপৰৰ পাতল অঁহীয়া ছাল ; যেনে, বাঁহৰ চোঁচ, নহৰুৰ চোঁচ ইত্যাদি ; চোকা অস্ত্ৰেৰে কোনো বস্তু খঁহি নিমজ কৰোঁতে তাৰ পৰা এৰোৱা পাতল ভাগ ; যেনে, বেঁতৰ চোঁচ, the thin, fibrous outer covering of plants, &c., scrapings. স. ধা. কোনো বস্তুৰে খঁহি ওপৰৰ পাতল ভাগ গুচা, খঁহি পৰিষ্কাৰ কৰ্ ; হাতেৰে বা আঙ্গুলিৰে চেপি ধৰি চোঁচা মাৰ্ ; যেনে, চুলি চুঁচি পানী গুচাইছে, to scrape, to rub, to press or squeeze with the hand or fingers gradually towards the end.

চোঁচ্ পৰ্, শুকাই সমান হ, (পানী বা ঘাত খাটে); যেনে, নৈ খান চোঁচ পৰিছে, ঘা ডোখৰ চোঁচ্ পৰিল, to dry up as water, to heal as a wound.

চোঁচনি, কৃদ. স. (অং. চোঁচ, ঘঁহি পৰিষ্কাৰ কৰ্) চোঁচা কাৰ্য্য, ঘঁহি পৰিষ্কাৰ কৰা কাৰ্য্য; the act of scraping or rubbing.

চোঁচনি খা, খোৰোচা লাগ্, to be tightened, as a noose.

চোঁচনী, স. শ. টান মাৰিলে চাপ খোৱা গাঁঠি, খোৰোচা; কোনো বস্তু চুঁচি পৰিষ্কাৰ কৰা পাতল বাঁহ বা ধাতু, a noose, a scraper.

চোঁচৰ্, অ. ধা. (অং. চোঁচ, ঘঁহ্,) কোনো বস্তুৰ ওপৰত ঘঁহনি খাই যা, পিছলি যা; যেনে, লোৰ থিয় শলাত বজ্ৰ পৰিলে তললৈ চুঁচৰি যায়; গাৰ কোনো এভাগ মাটিত ঘঁহাই বাট বুল, to move along by dragging a part of the body behind, to crawl, to slip along. কৃদ. স. চোঁচৰোতা, (স্ত্ৰী) চোঁচৰতী।

চোঁচৰা, } স. ধা. মাটিত বা আন কোনো
চোঁচোৰা, } বস্তুৰ ওপৰত ঘঁহাই টানি নি; যেনে, মানুহে দাঙ্গিব নোৱৰা বস্তু চোঁচৰাই নিয়ে, to drag along on the ground or some other solid surface. কৃদ. স. চোঁচৰাওঁতা, (স্ত্ৰী) চোঁচৰাতী।

চোঁচা, কৃদ. স. (অং. চোঁচ্, ঘঁহ) ঘঁহা কাৰ্য্য, the act of scraping or rubbing.

চোঁচা মাৰ্, চোঁচা ল, সোনকালে ঘূৰি আহিবৰ ইচ্ছাৰে কোনো ঠাইলৈ শীঘ্ৰে যা; যেনে, ঘৰৰ ফাললৈ এটা চোঁচা মাৰিম বা চোঁচা লম, ঘঁহা মাৰি পৰিষ্কাৰ কৰ্, to go expeditiously with the desire of returning soon, to rub off, to scrape off.

চোঁচোঁতা, কৃদ. স. চোঁচা মুনিহ, a man who scrapes, &c. (স্ত্ৰী) চোঁচঁতী।

চোঁত্ত, অনুক. কোনো বস্তু বেগাই টান মৰাত হোৱা শব্দ, an imitative sound used to express that of quickly pulling any thing.

চোঁত্ কৰে, } ক্ৰি. বি. (অং. চোঁত্, অনুক.)
চোঁত্কৈ, } বেগাই, শীঘ্ৰে, quickly, immediately.

চোঁতাল, স. শ. (সং. চত্বৰ্, ঘৰৰ সমুখৰ সমান ঠাই) দুৱাৰ মুখৰ সমান ঠাই, a courtyard.

চোঁতাল্-বাঘ, স. শ. (অং. চোঁতাল, ঐ + বাঘ, এবিধ জন্তু) চোঁতালত গাঁত কৰি থকা এবিধ পোক, a kind of insect found in holes in courtyards.

চোঁৰাত্ত, স. শ. (সং. কচ্ছুৰা, ছালত বোবোৰা তোলা এবিধ গছ) এবিধ গছ, তাৰ পাতত অতি ক্ষুদ্ৰ ক্ষুদ্ৰ শুং থাকে, সেইবিলাক মানুহৰ গাত লাগিলে ছালৰ ওপৰত বোবোৰা উঠে আৰু বৰ পীড়া হয়, a species of nettle.

চোঁৰৰ, স. শ. (সং. চামৰ, চুঁৰৰী পহুৰ নেজ) চুঁৰৰী পহুৰ নেজৰ নোম গোটাই বন্ধা মুঠি, a whisk made of the tail of the yak.

চোক্, স. শ. (সং. চুক্ক, পীড়া দি, হিং. চোখ, ধাৰ্) কটাৰী আদিৰ ধাৰ্, তীক্ষ্ণতা; তীক্ষ্ণ আস্বাদ, জিভাত কটাৰ নিচিনা বোধ হোৱা আস্বাদ; যেনে, লোণৰ চোক, ধঁপাতৰ চোক, sharpness as the edge of a cutting weapon, a sharp taste.

চোকা, বি. চোক বা ধাৰ থকা; ধাৰাল; যেনে, চোকা কটাৰী; উগ্ৰ, তীক্ষ্ণ আস্বাদযুক্ত, জিভাত ধৰা; যেনে, "লোণৰ চোকা খাব পাৰি, মাতৰ চোকা খাব নোৱাৰি।" শীঘ্ৰে কাম কৰা, বৰ পাৰ্গত; যেনে, চোকা টেকেলা; উগ্ৰ স্বভাৱযুক্ত, খঙ্গাল (কুকুৰত খাটে); যেনে, চোকা কুকুৰ, sharp, having a sharp taste; expert, adroit, fierce, savage,

চোকোটা, স. শ. (সং. চুক্ক, পীড়া দি) প্ৰতিফল, মন্দ কৰ্ম্ম কৰাৰ পৰা হোৱা পীড়া; যেনে, ডেও পৰাৰ চোকোটা পাবা, retaliation, punishment for bad conduct,

the evil consequences of a bad deed.

চোকোৰা, স. শ. গুটি আদিৰ শুকান পাতল ঢাকনি বা ছাল, হাঁহকণীৰ ওপৰৰ ঢাকনী, ঘাৰ ওপৰৰ শুকান ছাল, the dry thin covering of a fruit, &c., the shell of an egg, a scab.

চোঙ্গা, স. ধা. অলপ ওখকৈ তোল্, অলপ মাটি তুলি ওখ কৰ্, আকৃতি মাত্ৰ কৰ্, ( আলি বা ঢাপ বন্ধাত খাটে ) ; যেনে, আলি চোঙ্গাইছে, ঢাপ চোঙ্গা ; অলপ বেঁকা কৰ্ বা দোঁৱা ; ( আঁঠু লোৱাত খাটে) ; যেনে, ৰজালৈ আঁঠু চোঙ্গাব লাগে, "আঁঠু চোঙ্গা" চোঁৱা, to make a mere outline of a road or an embankment ; to bend the knee slightly out of respect. কৃদ. স. চোঙ্গাওঁতা, (স্ত্ৰী) চোঙ্গাতী।

চোট্, স. শ. ( সং. চুট্, ছেদন কৰ্, হিং. বং. চোট, আঘাত ) আঘাত, ঠেলা, a blow.

চোপ্, অ. ধা. ( সং. চুপ্, গোপনে গমন কৰ্ ) থাপ্ দি, ধৰিবৰ নিমিত্তে মনে মনে লুকাই থাক্ ; (যাক ধৰিবৰ ইচ্ছা কৰা অৰ্থ হয়, তাৰ চতুৰ্থী বিভক্তি হয় ) ; যেনে, বাঘে গৰুলৈ চোপে, to lie in wait.

চোপ্, স. ধা. ( সং. চুব্, চুমা খা ) ওঁঠেৰে চেপি ধৰি ৰস টানি খা, চোহ্, to suck.

চোপনি, স. শ. থাপ দিয়া বা চুহি খোৱা কাৰ্য্য, চোহা ; ওঁঠেৰে চেপি ধৰি ৰস উলিয়াওঁতে হোৱা শব্দ, the act of lying in wait, or sucking ; the noise made by the lips in sucking.

চোপা ল বা চোপা দি বা চোপা পাত্, ধৰিবৰ নিমিত্তে লুকাই থাক, থাপ ল, to lie in wait.

চোপোঁতা, কৃদ. স. চোপা-দিওঁতা ইত্যাদি, a man who lies in wait, &c. ( স্ত্ৰী ) চোপঁতী।

চোবা, স. ধা. ( সং. চৰ্ব্ব, হিং. চবানা, বং. চিবান, দাঁতেৰে গুড়ি কৰণ ) দাঁতেৰে পিহি গুড়ি কৰ্, to chew, to masticate. স. শ. দাঁতেৰে পিহি ৰস খাই পেলোৱা শিটা, something chewed and ejected from the mouth. কৃদ. স. চোবাওঁতা, ( স্ত্ৰী ) চোবাঁতী।

চোভা, স. শ. ( যাং. ) কোনো মন্দ কৰাৰ আশঙ্কা, suspicion.

চোম্, স. শ. ( অং. চোং, মুগা পোহা ঠাই ) মুগাই পাত খোৱা এবিধ গছ, a tree on which the Muga Silk worm ( *Antheræa Assama* ) is fed. The botanical name of the tree is *Machilus Odoratissima* (Gamble).

চোম্, স. শ. ( সং. চৰ্ম্ম, ছাল ) এবিধ ছালৰ ৰোগ, মুখত আৰু গাত ফুট্ফুটীয়া হোৱা এবিধ ৰোগ, freckles on the skin.

চোম্ দেও, স. শ. ( আহম ) আহমবিলাকৰ ঘাই দেৱতাৰ মূৰ্ত্তি, তাক ইন্দ্ৰই আহম-ৰজাবিলাকৰ উপৰি পুৰুষ খুনলুং-খুনলাইক দিছিল বুলি শুনা যায়, the name of the image of the principal god worshipped by the Ahams.

চোমনি, স. শ. ( অং. চোম, মুগা পোহা গছ ) চোম-গছৰ সমূহ, অধিক চোম গছ থকা ঠাই, a forest of the *Som* tree.

চোমে-ধৰা, বি. ( অং. চোম, ফুট্ফুটীয়া ওলোৱা ৰোগ ) মুখত বা গাত ফুট্ফুটীয়া ওলোৱা, freckled.

চোৰ্, স. শ. ( সং. চুৰ্, অপহৰণ কৰ্ ) গৰাকীৰ অনুমতি নোহোৱাকৈ গোপনে বস্তু নিওঁতা, চুৰ-কৰা মানুহ, এতেকে গোপনে লোকৰ তিৰোতাৰে সহবাস কৰোঁতা, a thief, a robber, a man having criminal intercourse with a woman. ( স্ত্ৰী ) চুৰুনী।

চোৰ্চাং, স. শ. চোৰ সোমাব নোৱৰা কৰিবৰ নিমিত্তে ডাঠ বেৰেৰে আবৃত কৰা চাং, তেনে চাঙ্গত গাঁৱলীয়া চহকী মানুহে ধন বস্তু ৰাখে, a raised platform in a room secured against thieves by strong bamboo walls.

চোৰ্চোৰ্, চোৰ্চোৰ্, } অনুক. কোনো বস্তু চোঁচৰাই নিওঁতে হোৱা শব্দ, an imita-

tive sound as of something dragged along on the ground.

চোৰাং, বি. ( অং. চোৰ, ঐ ) গুপ্ত, লুকোৱা, secret, concealed.

চোৰাংকৈ, ক্রি. বি. মনে মনে, গোপনে, গুপ্ত ভাবে, secretly, thievishly.

চোৰাং-চোৱা, স. শ. ( অং. চোৰাং, গুপ্ত + চোৱা, দৃষ্টি কৰা ) লুকাই শত্রুৰ ফালৰ সৈন্য আদি চোৱা দূত, a scout, a spy.

চোৰোক্, স. ধা. কোৰেৰে চাঁচি পৰিষ্কাৰ কৰ্; যেনে, বাৰী চোৰোকে, to clear with a hoe. কৃদ. স. চোৰোকোঁতা, ( স্ত্রী ) চোৰোকঁতী।

চোৰোকাণি, স. শ. কোৰেৰে চঁছা ঠাই, বন গুচাই পৰিষ্কাৰ কৰা ঠাই, a place cleared with a hoe.

চোৰোহা, স. শ. ( অং. চৰহ, ওঁঠেৰে চেপি ৰস খা ) এবাৰ ওঁঠেৰে চেপি ধৰি হোঁপা মৰাত যিমান মুখলৈ যায় সিমান ৰস ; যেনে, এচোৰোহা গাখীৰ, পনীয়া বস্তু হুঁপি মুখলৈ নিয়া কার্য্য, the act of drawing liquid into the mouth; a draught of liquid.

চোলা, স. শ. ( সং. চুল্, বুৰমাৰ্, গাটো তাত সোমাই থাকে, এতেকে ) বেজীৰে সি গা আৰু হাত ঢাকিবৰ নিমিত্তে কৰা এবিধ কাপোৰ, a jacket, a tunic, a coat.

চোৱা, স. শ. এবিধ গছ, a kind of sago palm.

চোহ্, স. ধা. ( সং. চূষ, ওঁঠেৰে চেপি ৰস খা ) ওঁঠেৰে চেপি ৰস খা, চোপ, চৰহ, to suck.

চোহা, স. শ. ওঁঠেৰে চেপি এবাৰ হোঁপাত যিমান ৰস যায়, the quantity sucked at once.

চোহোঁতা, স. শ. চোহা মুনিহ, a man who sucks. ( স্ত্রী ) চোহঁতী।

চোহোঙা, স. শ. চুহি ৰস খোৱা শিটা, এতেকে অকামিলা বস্তু, something the juice of which has been sucked away, an useless thing. বি. অকামিলা, useless.

চৌ, সংস্কৃত চতুঃ শব্দৰ অপভ্রংশ, সদায় আন এটা শব্দৰ আগত থাকে, four, used in composition only.

চৌকস্, বি. ( হিং. বং. চৌকস্, সাৱধান ) পার্গত, নিপুণ, পটু, ভালৰূপে কাম কৰিব পৰা, skilful, able.

চৌকা, স. শ. ( সং. চতুষ্কোণ, চাৰিচুকীয়া, বং. চৌকা, আখা ) আখা, মাটি আদিৰ দ্বাৰা উধান বান্ধি কৰা ভাত ৰন্ধা চৰুৰ আধাৰ, supports for cooking pot, made of earth or metal.

চৌকাঠ্, স. শ. ( সং. চতুষ্কাষ্ঠ, বং. চৌকাঠ্ ) দুৱাৰ বা খিড়িকীৰ চাৰি ফালে লগোৱা কাঠ্, a wooden frame of a door or window.

চৌখাম, স. শ. ( নগা ) নগাৰ ৰজাই পঠোৱা কটকী ; আনৰ দ্বাৰা পঠোৱা বাতৰি, a messenger sent by a Naga chief; a verbal message.

চৌখাম কৰ্, নিজে নগৈ লোকৰ দ্বাৰা বার্ত্তা পঠিয়া, to send word by a messenger instead of going and speaking one's self.

চৌচলীয়া, বি. ( অং. চৌ, চাৰি + চাল, ঘৰৰ ওপৰ ভাগ ) চাৰিখান চাল থকা, টুপ লগোৱা ; যেনে, চৌচলীয়া ঘৰ্, four sided as a roof.

চৌচল্লিশ্( -লিচ্ ), সংখ্যা. ( অং. চৌ, চাৰি + চল্লিশ, দুকুৰি ) চাৰি অধিক দুকুৰি, forty-four.

চৌচাল, স. শ. ( অং. চৌ, চাৰি + চল্, গতি কৰ্, চাৰি জনে গুটি বুলায়, এতেকে) চাৰি জনে পাৰটিৰে খেদা এবিধ খেল, a game played by four persons with dice.

চৌচৌ,অনুক. ওখ ঠাইৰ পৰা নলাৰ মুখে দি পানী পৰাৰ নিচিনা শব্দ, an imitative sound used to express that of fluid falling rapidly from a tube.

চৌচৌকৰে, ক্রি· বি· চৌচৌ শব্দ কৰি বেগাই, in a rapid stream as from a tube.

চৌচৌৰা, অ· ধা· বেগাই নলাৰ মুখে পৰাৰ দৰে পৰ্, চৌচৌ শব্দ কৰি পৰ্; যেনে, নাওৰাৰ পানীয়ে চৌচৌৰাইছে, to flow in a rapid stream as from a tube.

চৌঠেঙ্গীয়া, বি· (অং· চৌ, চাৰি + ঠেং, ভৰি) গৰু মহ আদি জন্তু চাৰি ঠেঙ্গ ওপৰলৈ কৰি পৰিলে উঠা টান হয়, এতেকে, আশা দি নিৰাশ কৰা; যেনে, অমুকে কাম দিম বুলি মাতি আনি চৌঠেঙ্গীয়া কৰিলে, পূৰ্ব্বে থকা কোনো বস্তু নথকা হোৱাত টানত পৰা; যেনে, সাঁচি থোৱা ৰূপ কেইটকা ঢুকাই চৌঠেঙ্গীয়া হলোঁ, পৰিকৰ নাইকিয়া হলে ভাল মানুহ চৌঠেঙ্গীয়া হয়; উপায় নাইকিয়া, নিৰাশ হোৱা বা টানত পৰা, disappointed.

চৌডুলি, স· শ· (অং· চৌ, চাৰি + ডুলি, ধান থোৱা পাত্র বিশেষ) ঘূৰণীয়া সজাৰ নিচিনা চৰাই ধৰা এবিধ ফান্দ, a kind of bird trap.

চৌতাং, স· শ· (নগা) নগা ৰজাৰ দূত, চৌথাম, a messenger of a Naga chief.

চৌত্রিশ্ (-ত্রিছ), সংখ্যা· (অং· চৌ, চাৰি + ত্রিশ, ডেৰ-কুৰি, সং· চতুস্ত্রিংশৎ) চাৰি-অধিক ডেৰ-কুৰি, thirty-four.

চৌদিশ্, স· শ· (অং· চৌ, চাৰি + দিশ, ফাল, সং· চতুৰ্দ্দিশ) পূব, পশ্চিম, উত্তৰ, দক্ষিণ, এই চাৰি ফাল, the four cardinal points.

চৌদিশে, ক্রি· বি· চাৰিও ফালে, on four sides, all around.

চৌধাৰী, স· শ· (বং· চৌধুৰী, এটা খিতাপ) কামৰূপৰ ভদ্রলোকৰ এটা উপাধি, a title of honour in Kamrup.

চৌপট্ট, স· শ· (অং· চৌ, চাৰি + পাৰটি, খেলাৰ বস্তু বিশেষ, হিং· চৌপড়) পাৰটি মাৰি ঢালত গুটি বুলাই খেদা খেল বিশেষ, তাক পূৰ্ব্বে চাৰি জনে খেদিছিল, এতিয়া দুজনেও খেদে; চাৰি জনে খেদিলে তাক চৌচাল বোলে, a game played with dice.

চৌপৰ, বি· (অং· চৌ, চাৰি + পৰ, দিন বা ৰাতিৰ চাৰি ভাগৰ এভাগ) চাৰি পৰীয়া, চাৰি পৰযুক্ত; যেনে, চৌপৰ দিন, চৌপৰ ৰাতি, consisting of four *prahars* or watches.

চৌপাশ, স· শ· (অং· চৌ, চাৰি + পাশ, দাঁতি, সং· চতুঃপাৰ্শ্ব) চাৰিও ফাল; চাৰি ফালে চাৰি জন বহি পাৰটিৰে খেদা এবিধ খেল, চৌচাল, four sides, a kind of game played by four persons with dice.

চৌপাশে, ক্রি· বি· চাৰিও ফালে, all around.

চৌফলীয়া, বি· (অং· চৌ, চাৰি + ফাল, দাঁতি, পাৰ্শ্ব) চাৰিও ফাল জোৰা, এফালেও ছাঁ নথকা; যেনে, চৌফলীয়া ৰদ; চাৰি-ফাল থকা; যেনে, চৌফলীয়া চিচা, four-sided.

চৌবিশ্ (-বিছ), সংখ্যা· (হিং· চৌবীস, সং· চতুৰ্ব্বিংশতি) চাৰি অধিক কুৰি, twenty-four.

চৌৰ, স· শ· (সং· চুৰ্, অপহৰণ কৰ্) চোৰ, অপহাৰক, a thief.

চৌৰাঙ্গ, } বি· (সং· চতুৰঙ্গ, চাৰি অঙ্গ
চৌৰাঙ্গী, } অৰ্থাৎ দুই হাত দুই ভৰি) নৰিয়া বা পৰিশ্রমৰ দ্বাৰা হাত ভৰি চলাব নোৱৰা হৈ পৰি থকা, prostrated, unable to move about.

চৌৰান্নবৈ, } সংখ্যা· (সং· চতুৰ্ণৱতি, চাৰি
চৌৰানবৈ, } অধিক নবৈ) চাৰিকুৰি দৈধ্য, ninety-four.

চৌৰাশী, সংখ্যা· (অং· চৌ, চাৰি + আশী, চাৰিকুৰি, সং· চতুৰশীতি) চাৰি অধিক চাৰিকুৰি, eighty-four.

চৌৰ্য্য, স· শ· (সং· চুৰ্, অপহৰণ কৰ্) চুৰ কৰা কাৰ্য্য, theft, the act of stealing.

চৌৱন্, সংখ্যা· (সং· চতুঃপঞ্চাশৎ, দুকুৰি দৈধ্য) দুকুৰি দৈধ্য, fifty-four.

চৌষষ্ঠি, সংখ্যা· (সং· চতুঃষষ্ঠি, তিনি-কুৰি

চাৰি ) চাৰি অধিক তিনি কুৰি, sixty-four.

চৌসত্তৰ্, সংখ্যা. ( অং. চৌ, চাৰি+সত্তৰি, তিনি কুৰি দহ, সং. চতুঃসপ্ততি ) তিনি কুৰি চৈধ্য, seventy-four.

চৌহদ্, স. শ. ( হিং. ) চাৰি সীমা, four boundaries.

চ্যুত্, বি. ( সং. চ্যু, গতি কৰ্ ) পতিত, নষ্ট, fallen, destroyed.

## ছ।

ছ, বৰ্ণমালাৰ কুৰি সংখ্যাৰ আখৰ ; এবিধ গছ, the twentieth letter of the alphabet ; the name of a tree (Albizzia stipulata).

ছঁয়ামৱা, বি. ( সং. ছায়া, ছাঁ+মায়া, ভ্ৰম ) দেখ্-নেদেখ্, দেখা দিয়েই নেদেখা হোৱা, rapidly appearing and disappearing ; visible only for an instant.

ছঁয়ামৱাকৈ, ক্রি. বি. অতি অলপকৈ, বিজুলীৰ চমকৰ দৰে, like a flash.

ছটক্, স. শ. ( সং. ছটা, দীপ্তি ) ওলায়েই মাৰ যোৱা দীপ্তি, a flash of light.

ছটা, স. শ. ( সং. ছো, ছেদন কৰ্ ) দীপ্তি, শোভা, lustre, splendour.

ছটাক্, স. শ. ( বং. ছটাক ) পাঁচ টকাৰ জোখ, five rupees' weight.

ছটিয়া, স. ধা. ( বং. ছিটান, সিঁচা ) সিঁচ, জুলীয়া বা গুটি আদি নিক্ষেপ কৰ্ ; যেনে, পানী ছটিয়া, বালি ছটিয়া, ছাটি মাৰ্, to scatter, to sprinkle. কৃদ. স. ছটিয়াওঁতা, ( স্ত্রী ) ছটিয়াঁতী।

ছতীয়া, স. শ. ( সং. ছত্ৰ, আৰোৱান ) আসামৰ ৰজা আৰু মন্ত্ৰিৰ আৰোৱান আৰু দোলাৰ ছৈ সজা মানুহ, কাঠীৰ বিচনী-কৰোঁতা, a man whose profession was to prepare the *Arōwan*, or Royal umbrella and covering of the *Dōla* of the Assam Raja and his ministers, one who makes wicker fans.

ছত্ৰ, স. শ. ( সং. ছদ্, ঢাক্ ) ৰদ-বৰষুণৰ পৰা গা ঢকা বস্তুবিশেষ, জাপি ; ৰজাৰ ছাতি, an umbrella, a royal umbrella.

ছত্ৰ-ভঙ্গ, স. শ. ( সং. ছত্ৰ, ৰজাৰ ছাতি+ভঙ্গ, ভগা ) ৰজাৰ ৰাজ্য নাশ, ৰজা ভগা, loss of kingdom, the deposition of a king.

ছদকা, স. শ. ( সং. ছৰ্দ্দ, বাঁতি ) গালি, শাও, গৰিহণা, curse, censure.

ছদকা-খোৱা, বি. শাও-পোৱা, নেওচা খোৱা, দুষ্ট, cursed, wicked.

ছদ্ম, স. শ. ( সং. ছদ্, ঢাক্ ) আপোনাক লুকাবৰ নিমিত্তে লোৱা আনৰ আকৃতি, অন্য বেশ, a disguise.

ছদ্মবেশ্, স. শ. ( সং. ছদ্ম, ফাকি+বেশ, আকাৰ ) আপোনাৰ আকাৰ ঢাকিবৰ নিমিত্তে লোৱা অন্য আকাৰ, disguise.

ছদ্মবেশী, বি. আপোনাৰ আকাৰ ঢাকি আনৰ আকাৰ লোৱা, disguised.

ছদ্মবেশে, ক্রি. বি. আনৰ আকৃতি ধৰি, স্বৰূপ আকৃতি গোপন কৰি, in disguise.

ছন্, স. শ. ( সং. ছন্ন, নির্জন ঠাই ) মানুহৰ সমাগম নথকা মুকলি ঠাই, নির্জন ঠাই, an unfrequented open place. বি. খেতি নকৰাকৈ পৰি থকা, lying fallow.

ছন্ পৰ্, খেতি নোহোৱাকৈ পৰি থাক (মাটিত খাটে), to lie fallow, or waste.

ছন্দ, স. শ. ( সং. ছন্দস্, পদ্য ) আখৰ সংখ্যা আৰু উচ্চাৰণৰ দীঘল-চুটিৰ পৰিমাণ ধৰি কৰা ৰচনা, পদ্য, poetical measure, metre.

ছবি, স. শ. ( হিং. ছপ্, এবিধ হিন্দী ছন্দ ) এবিধ অসমীয়া ছন্দ, a metre of Assamese poetry.

ছয়, সংখ্যা. ( সং. ষষ্, দুবাৰ তিনি ) দুই আৰু চাৰি, তিনিৰ দুগুণ, six.

ছয় চল্লিশ্ (-লিছ), সংখ্যা. (অং. ছয়, ঐ+চল্লিশ, দুকুৰি) ছয়-অধিক দুকুৰি, forty-six.

ছয়ত্ৰিশ্ (-ত্ৰিছ), সংখ্যা. ( অং. ছয়, ঐ+ত্ৰিশ্, ডেৰ কুৰি ) ছয়-অধিক ডেৰ কুৰি, thirty-six.

ছয়ষষ্টি, সংখ্যা. ( অং. ছয়, ঐ+ষাঠি, তিনি কুৰি ) ছয়-অধিক তিনি কুৰি, sixty-six.

ছয়-সত্তৰ্, সংখ্যা. ( অং. ছয়, ঐ + সত্তৰ, তিনি কুৰি দহ ) তিনি কুৰি ষোল, seventy-six.

ছয়ান্নবৈ, সংখ্যা. ( অং. ছয়, ঐ + নবৈ, চাৰি কুৰি দহ ) চাৰি কুৰি ষোল, ninety-six.

ছয়াশী, সংখ্যা. ( অং. ছয়, ঐ + আশী, চাৰি কুৰি ) ছয় অধিক চাৰি কুৰি, eighty-six.

ছৰতীয়া, বি. ( অং. ছয়, তুবাৰ তিনি+ ৰাতি, এমহাৰ একুৰি চাৰি ভাগৰ এভাগ ) ছ-ৰাতি জোখৰ, weighing six *ratis.* স. শ. পুৰণি এক অনা মূল্যৰ ৰূপৰ মোহৰ, an old silver coin of one anna value.

ছল্, স. শ. ( সং. ছো, ছেদন কৰ্ ) ফাকি, প্ৰতাৰণা, বঞ্চনা ; যেনে, দুষ্ট মানুহে চল পালেই ছল কৰে, এটা কথাক অন্য এটা বুলি দেখোৱা কাৰ্য্য ; যেনে, জ্ঞানীয়ে সাধু-কথা কোৱাৰ ছলেৰে হিত উপদেশ দিয়ে, deceit, fraud, stratagem, স. ধা. ফাকি দি, মিছাত সঁচা বোধ জন্মা, to deceive, to cheat কৃদ. স. ছলোঁতা, (স্ত্ৰী) ছলঁতী।

ছলন, কৃদ. স. প্ৰতাৰণা কৰা কাৰ্য্য, the act of cheating.

ছলনা, স. শ. প্ৰতাৰণা, ফাঁকি, বঞ্চনা, deception, cheating.

ছলাহী, বি. ( সং. ছল, প্ৰতাৰণা ) বঞ্চক ; ধূৰ্ত্ত, roguish, deceitful.

ছৱাল্, স. শ. ( হিং. ছাৱাল্, লৰা ) লৰা, শিশু, a male child.

ছা, স. ধা. ( সং. ছদ্, ঢাক ) খেৰৰ দ্বাৰা ঘৰৰ চাল ঢাক্, to thatch. কৃদ. স. ছাওঁতা, (স্ত্ৰী) ছাঁতী।

ছাই, স. শ. ( হিং. ছাই, ভস্ম ) জুইয়ে পুৰি গুড়ি কৰা বস্তু, ashes.

ছাউনি, } স. শ. ( অং. ছা, ঘৰৰ চাল ঢাক )
চাওনি, } ঘৰৰ ওপৰত দিয়া খেৰৰ ঢাকনী, ঘৰ ছোৱা কাৰ্য্য ; ঘৰ ছোৱাৰ বেচ, thatch, the act of thatching, the wages for thatching.

ছাউনী, স. শ. ( হিং. ছৌনী ; বং. ছাউনী ) সৈন্য থকা ঠাই, barracks, a cantonment.

ছাঁ, স. শ. ( সং. ছায়া, হিং. ছাঁৱ, বদৰ আচ্ছাদন ) ৰদ বা আন দীপ্তি নপৰাকৈ ৰখা আচ্ছাদন ; আৰ্শী আদিত ওলোৱা প্ৰতিমূৰ্ত্তি, a shadow, a shade, a reflected image.

ছাক্, স. ধা. "ছেক" চোৱাঁ।

ছাকনী, স. শ. "ছেকনী" চোৱাঁ।

ছাগ্, স. শ. ( সং. ছাগ, এবিধ জন্তু—ছো, কাট্ ) এবিধ সকলোৱে চিনা জন্তুৰ মতা, a he-goat. (স্ত্ৰী) ছাগী।

ছাগল্, স. শ. ( সং. ছগল, ছাগ ) ছাগ, a he-goat. (স্ত্ৰী) ছাগলী; নিলাজ বা চুলুং মানুহ, (নিন্দাৰ্থত), a shameless man.

ছাগলালি, গু. শ. ছাগৰ নিচিনা আচৰণ বা স্বভাৱ, the act of behaving like a goat; shamelessness.

ছাগলী-শিঙ্গীয়া, বি. ছাগলীৰ শিঙ্গৰ নিচিনা, resembling a goat's horn.

ছাগ্‌লাজুৰি, স. শ. এবিধ বনৰীয়া গছ, a kind of wild plant.

ছাট্, স. শ. ( অং. ছিটা, উফৰি পৰা পানী আদি ) ছিটিকনি, উফৰি পৰা পানী, বোকা বা আন জুলীয়া বস্তুৰ বিন্দু ; যেনে, পানীৰ ছাট লাগিল, a splash.

ছাট্, স. ধা. ( সং. ছদ্, ঢাক্ ) ঢাকি ধৰ, আচ্ছাদন কৰ্ ; যেনে, পানীয়ে পথাৰ ছাটিছে, বনে শহ ছাটিলে ; বহুত মেৰ দি বান্ধ ; যেনে, তেলৰ টেকেলিটো বেতেৰে ছাটিবি ; বৰকৈ মেৰাই ধৰ্ ; যেনে, লতাই গছ ছাটে, to cover ; to twine round and round.

ছাট্ মাৰ্, ঢাকি ধৰ্, ( পানীত থাটে ) ; যেনে, পানীয়ে কঠীয়াবোৰ ছাট মাৰিছে, to submerge.

ছাটি ধৰ্, ঢাকি বা মেৰাই ধৰ্, to cover or entwine.

ছাটনী, স. শ. অনেক বাব মেৰাই দিয়া বান্ধ, গোঁঠনী, something twined or twisted round.

ছাটি, স. শ. ( সং. ছটা, দীপ্তি ) কান্তি; ভিৰবিৰণি, চকমকনি; যেনে, হীৰাৰ ছাটি, luster, glitter.

ছাটি, স. শ. ( বং. ছিটান, হিং. ছিট্‌কানা, সিঁচা ) যিমান জুলীয়া বা ক্ষুদ্র বস্তু হাতেৰে এবাৰ নিক্ষেপ কৰা যায়; যেনে, পানীৰ ছাটি, as much of liquid or seeds, &c., as can be thrown at one time by the hand.

ছাটি মাৰ্, ছটিয়া; যেনে, মই মাৰিলোঁ পানীৰ ছাটি, সি মাৰিলে বঠাৰ গাদি; গাত মেৰ খাবৰ নিমিত্তে কাপোৰৰ আগ পিঠি ফাললৈ নিক্ষেপ কৰ্; যেনে, চেলেংখান ছাটি মাৰি লোৱাঁ, to scatter, to sprinkle, to throw as a cloth round the body.

ছাড়্, স. ধা. ( হিং. ছোড়না, বং. ছাড়্‌, ত্যাগ কৰ্ ) এৰ্, ত্যাগ কৰ্ ( পদ্যত মাথোন ব্যৱহৃত ); যেনে, "সুখে দুখে মুখে নেছাড়িবাঁ ৰাম নাম," to leave, to give up.

ছাত্ৰ্, স. শ. ( সং. ছাত্ৰ, শিকোঁতা ) আনৰ পৰা বিদ্যা-শিকোঁতা, a learner, a pupil.

ছাত্ৰ্-শালি, স. শ. ( সং. ছাত্ৰশালা, পঢ়াশালি ) বিদ্যা শিকা ঘৰ, পঢ়াশালি, a school, a place of learning.

ছাতি, স. শ. ( বং. ছাতি, হিং. ছাতি, সং. ছত্ৰ ) ৰদ বৰষুণৰ পৰা গা ঢকা এবিধ বস্তু, an umbrella.

ছাত্ৰ, স. শ. ( সং. ছত্ৰ, ৰদ-বৰষুণৰ ঢাকনী ) শিকোঁতা, ছাত্ৰ, a learner, a pupil.

ছাত্ৰশালা, স. শ. ( সং. ছাত্ৰ, ছাত্ৰ + শালা, ঘৰ ) পঢ়াশালি, a school.

ছাদ্, অ. ধা. ( সং. ছৰ্দ্দ, বঁতিয়া ) পিয়াহ বা গাখীৰ বঁতিয়াই উলিয়া; যেনে, লৰাই ছাদিছে, to throw up milk, as an infant. স. শ. লৰাই বঁতিওৱা পিয়াহ বা গাখীৰ, milk thrown up by an infant.

ছান্দনী, স. শ. ( অং. ছাট, মেৰাই বান্ধ ) গছত উঠাৰ সুচলৰ নিমিত্তে ভৰিত লগোৱা কণাৰি, a loop used for the feet in climbling trees.

ছাপ্, স. ধা. ( হিং. ছাপনা, বং. ছাপ্‌, আখৰৰ সাঁচ বহুৱা ) যন্ত্ৰৰ দ্বাৰা হেঁচি আখৰৰ সাঁচ বহুৱাই যুগুত কৰ্; যেনে, পুথি ছাপিছে, to print.

ছাপ্, স. শ. ( অং. ছাপ্, ঐ ) মহী বা লা লগাই হেঁচা মাৰি আখৰৰ সাঁচ বহোৱা এবিধ যতন; সেই যতনেৰে বহোৱা আখৰৰ সাঁচ, a seal, a stamp, an impression made with a seal.

ছাপ্ মাৰ্, ছাপৰ দ্বাৰা আখৰৰ সাঁচ বহা, to seal, to stamp.

ছাপা, স. শ. ( বং. ছাপা, হিং. ছাপা, আখৰৰ সাঁচ ) হেঁচি আখৰৰ সাঁচ বহাই পুথি আদি যুগুত কৰা যন্ত্ৰ; যেনে, ছাপাৰ পুথি, a printing press.

ছাপাখানা, স. শ. ( অং. ছাপা, ঐ + যাং. খানা, ঘৰ ) ছাপা যন্ত্ৰেৰে কাৰ্য্য কৰা ঘৰ, পুথি আদি ছপা ঠাই, a printing office.

ছাপ্-কটা, স. শ. ( অং. ছাপ, আখৰৰ সাঁচ + কটা, ছেদন কৰা ) কাকতত মৰা ছাপ ফুটোৱা যন্ত্ৰবিশেষ, a punch used for perforating stamped papers.

ছাবিশ্(-বিছ), সংখ্যা. ( বং. ছাব্বিশ; হিং. ছব্বীস ) ছয় অধিক কুৰি, twenty-six.

ছায়া, স. শ. ( সং. ছো, কাট্ ) ছাঁ, দীপ্তিৰ আচ্ছাদন, ( সি দীপ্তিক কাটে বা নষ্ট কৰে এতেকে ) প্ৰতিবিম্ব, a shadow, a shade, a reflected image.

ছাৰ্‌খাৰ্, বি. ( অং. ছাই, ভস্ম + খাৰ, ভস্ম; বং. ছাৰখাৰ, নষ্ট ) সমূলি নষ্ট, উচ্ছন্ন, totally destroyed, ruined.

ছাৰি, ক্ৰি. বি. ( বং. ছাড়িয়া, পৰিত্যাগ কৰি ) এৰি, সলনি, ( নিত্য বৰ্ত্তমান কালৰ তৃতীয় পুৰুষৰ ক্ৰিয়াৰ পাচত )

যেনে, দৰব খাবৰ পৰা ৰোগ কমোক ছাৰি বাঢ়িছে হে, far from, instead of.

ছাল্, স. শ. ( সং. ছল্লি, চৰ্ম্ম ) বাকলি, গছ বা জন্তুৰ গাৰ স্বাভাবিক ঢাকনী, চৰ্ম্ম, skin ; bark ; rind ; husk.

ছাল্ওকণী, স. শ. ( অং. ছাল, চৰ্ম্ম + ওকণী, চুলিৰ কীট ) মলিন মানুহৰ গাত উৎপন্ন হোৱা ওকণীৰ নিচিনা এবিধ কীট, a parasite sticking to the skin of dirty persons.

ছাল্ছিগা, বি. ( অং. ছাল, চৰ্ম্ম + ছিগা, খণ্ড খণ্ড হোৱা ) যাৰ ছাল নষ্ট হৈছে ; দৰিদ্ৰ, নিছলা, অতি দুখীয়া, having a bruised or diseased skin, very poor, indigent. ( নিন্দাৰ্থ )।

ছাল্ পোৱাল্, স. শ. ( অং. ছাল্, ঐ + পোৱাল, এবিধ মণি ) পোৱাল-মণিৰ নিচিনা লা আৰু মাটিৰে সজা মণি ( তাক পূৰ্ব্বে মাটিৰে কৰা বুলি ভবা হৈছিল ), a kind of bead like coral.

ছালি, স. শ. তামোলৰ লগত বা তামোলৰ সলনি খোৱা গছৰ ছাল, the bark of certain trees chewed with, or instead of betel-nuts.

ছিং, স. ধা. ( সং. ছিদ, খণ্ড খণ্ড কৰ্ ) দুই বা অধিক খণ্ড কৰি বেলেগ কৰ্ ( প্ৰায়ে দীঘল বস্তুত খাটে ) ; যেনে, জৰী ছিঙ্গিলে, ফুল ফল আদি লাগি থকা ঠাইৰ পৰা একৰা ; যেনে, চুলি ছিঙ্গে, to tear or rend asunder ; to pluck as flowers, &c.

ছিঃ, ছিছি, ভা. অ. ঘৃণা বা নিন্দা বুজোৱা মাত, fie.

ছিঁৰাল্, স. শ. ( সং. ছিদ্, ফাল্ ) পকিলে ফাটি ছিটাছিট আৰু সোৱাদ হোৱা এবিধ তিয়ঁহৰ নিচিনা ফল, a kind of melon.

ছিকৌ, ভা. অ. ( সং. ছিঃ, ঘিণ ) ছিঃ, ঘিণ বা বেয়া পোৱা বুজোৱা মাত ( তিৰোতাৰ ব্যৱহৃত ), fie (used by females).

ছিগ্, অ. ধা. ( সং. ছিদ্, খণ্ড খণ্ড কৰ্ ) ভাগি দুই বা বহু খণ্ড হ, ভাগি বেলেগ হ ( প্ৰায়ে দীঘলীয়া বস্তুত খাটে ) ; যেনে, জৰী ছিগিল, to be rent asunder or torn.

ছিগাভগা, বি. ( অং. ছিগ, ঐ + ভাগ, খণ্ড খণ্ড হ ) খণ্ড খণ্ড হোৱা, ডোখৰ ডোখৰ হোৱা, broken, torn or rent to pieces.

ছিট্, স. শ. ( বং. ছিট্, হিং. ছীঁট্, এবিধ ছাপ মৰা কাপোৰ ) ছাপ মৰা এবিধ কপাহী কাপোৰ, chintz.

ছিটা, স. শ. ( বং. ছিটা, হিং. ছীট্, পানীৰ বিন্দু ) পানীৰ বা আন জুলীয়া বস্তুৰ উফৰি পৰা বিন্দু, ছিটিকনি, চেকা, a splash, a stain.

ছিটা, স. শ. ( সং. ছিদ্, কাট্ ) গাত ঘা কৰি সোঁচৰোৱা বসন্ত ; দীঘল চেপেটা খণ্ড ; যেনে, এছিটা মাটি, inoculation, vaccination ; a strip ; a long slice.

ছিটা-গুলি, স. শ. ( হিং. ছিট্কী, বং. ছিটা, সৰু গুলি ) চৰাই মৰা সৰু গুলি, shot.

ছিটাছিট্, বি. ( অং. ছিটা, দীঘল চেপেটা খণ্ড ) দীঘল দীঘল কৰি বহুত খণ্ড কৰা, দীঘলে দীঘলে অনেক ফাট মেলা ; যেনে, ছিঁৰালটো ছিটাছিট হল, divided or torn into strips.

ছিটা দি, বসন্তৰ বীজ লগা, বসন্ত উলিয়া, to vaccinate or inoculate.

ছিটা মাৰ্, ছটিয়া, শান্তি কৰ্, to sprinkle.

ছিটিক্, অ. ধা. ( হিং. ছিট্কনা, বং. ছিটান, সিঁচ্ ) উফৰি পৰ্, সিঁচৰতি হৈ পৰ ( জুলীয়া বা ক্ষুদ্ৰ বস্তুত খাটে ) ; যেনে, পানী ছিটিকিছে ; চাউল ছিটিকি পৰিল, to be scattered or sprinkled, to be splashed.

ছিটিকনি, স. শ. ( অং. ছিটিক, ঐ ) উফৰি পৰা পানী, আছাৰ খাই পৰা, জুলীয়া বস্তু বা বোকা, splash.

ছিটিকা, স. শ. ( অং. ছিটিক, উফৰি যা ) এবিধ চৰাই ধৰা যতন ; যেনে, ছিটিকাৰ দৰে মোকোটাই বা ঘোৰাই বন্ধা বাঁহ

আদি, a snare for a bird; a piece of split bamboo bent and tied in the form of the above.

ছিগুাল্, স. শ. "ছিঁৰাল" চোৱাঁ।

ছিদাং, বি. (সং. ছিদ্, কাট্) শেষ নিশ্চয় কৰা, অলৰ; যেনে, এই কথা ছিদাং, finally determined, unalterable, conclusive.

ছিদাংকৈ, ক্রি. বি. নিশ্চয়ৰূপে, শেষৰূপে, certainly, conclusively.

ছিদিৰ্, স. শ. (সং. ছিদ্র, দোষ) ভূতৰ পীড়া, ভূতে পোৱা অৱস্থা (এই শব্দ কামৰূপত প্রচলিত), devil (Kamrupi).

ছিদিৰীয়া, বি. ভূতে পোৱা, ভূতে ধৰা, possessed of an evil spirit.

ছিদ্র, স. শ. (সং. ছিদ, ভেদন কৰ্, কাট) বিন্ধা, ৰন্ধ্র, জগৰ, দাই, দোষ; কোনো লোকৰ অহিত কৰিবৰ সুচল; যেনে, শত্রুৱে ছিদ্র বিচাৰে, a hole; a fault; an opportunity of doing mischief; a defect.

ছিদ্রান্বেষক, ছিদ্রান্বেষী, স. শ. (সং. ছিদ্র, দায়+অন্বেষক, বিচাৰোঁতা) লোকৰ দোষ বিচাৰোঁতা, লোকৰ অহিত কৰিবৰ সুচল বিচাৰোঁতা, one who looks for a fault in another; one who seeks an opportunity of injuring another.

ছিনা-জোক্, ছেনি-জোক্, স. শ. (বং. ছানা, পোৱালি বা সৰু + জোক, এবিধ পোক) এবিধ সৰু বামৰ জোক বা তেজ-পিয়া পোক, the land leech.

ছিন্ন, কৃদ. বি. (সং. ছিদ্, ছেদন কৰ্, কাট্) কটা, ছেদন কৰা, cut, severed.

ছিন্ন-ভিন্ন, বি. (সং. ছিন্ন, ঐ+ভিন্ন, পৃথক্) অনেক ঠাইত ব্যাপ্ত, ঠাই ঠাই হোৱা; নষ্ট, উচ্ছন্ন, scattered about, dispersed, ruined, desolated.

ছিন্নমস্তা, স. শ. (সং. ছিন্ন, কটা+মস্তক, মূৰ) দুৰ্গাৰ এক আকৃতি, সেই আকাৰক এই ৰূপে চিত্র কৰা যায় যে, তেওঁ আপোনাৰ মূৰটো আপুনি কাটি ডিঙ্গিৰ ওচৰত এনে ভাবে ধৰিছে যে, তাৰ পৰা ওলোৱা তেজবিলাক মুখত পৰিছে, a form of Kali with her head cut off and drinking her own blood (Haughton).

ছিপা, অ. ধা. (হিং. ছিপানা, গোপন কৰ্) কওঁতে কথা লুকাবলৈ চেষ্টাকৰ্, to prevaricate.

ছিৰ্, স. ধা. (সং. ছিদ্, কাট, বং. চিৰ্, ফাল) ফাল্, to tear, to rend. স. শ. চোকা বস্তুৰ আগেৰে দিয়া আঁক, ফাট্, a rent, an opening made with a sharp instrument.

ছিৰলী, ছিৰলীয়া, বি. ফটা, তেতেলী-পতীয়া, torn, rent, fringe like.

ছিৰী, স. শ. (অং. ছিৰ, ঐ) তাঁতৰ সূতাৰ মাজত সুমোৱা চেপেটা বাঁহ, a flat rod used in a native loom.

ছিহ্, "ছিঃ" চোৱাঁ।

ছুট্, অ. ধা. (হিং. ছুটনা, বং. ছুটন, বেগাই যা বা পলা) লৰ দি, to run.

ছুটিয়া শালিকা, এবিধ কলা শালিকা, a kind of bird of the *maina* species.

ছুটী, স. শ. (হিং. বং. ছুটী, ছুট, বেগাই যা) কামৰ পৰা লোৱা বিদায়, leave of absence.

ছুৰী, স. শ. (সং. ছুৰ্, কাট্) সৰু কটাৰী, a knife.

ছে, স. ধা. (সং. ছেদ্, কাট্) কাট্, দুই বা বহু খণ্ড কৰ্, to cut into pieces, to cut off.

ছেই, ভা. অ. (অং. ছিঃ, ঘৃণা বুজোৱা মাত) কুকুৰ খেদোৱা মাত, a word used in driving away a dog.

ছেও, স. শ. (সং. ছেদ্, খণ্ড) কাঠ-বাঁহ আদি কাটি ভাগ কৰা এডোখৰ, খণ্ড; যেনে, এছেও বাঁহ, নাচনৰ মাজৰ ছেদ; যেনে, নাচনিয়াৰে ছেও থয়, হাতৰ ঠাৰিত পিন্ধা এবিধ অলঙ্কাৰ, ইয়াক "ছেও-মণিও" বোলা যায়, a piece of bamboo, &c., cut off; temporary cessation in a dance.

ছেওঁতা, কৃদ. স. ( অং. ছে, কাট্ ) কাটি দুই বা বহু খণ্ড কৰোঁতা, a man who cuts to pieces. ( স্ত্রী ) ছেঁতী।

ছেও-পাত্, স. শ. ( অং. ছেও+পাত, পত্র ) কোনো বস্তু ঢাকিবৰ নিমিত্তে ঘুৰণীয়াকৈ কটা কলাপাত, a piece of plantain leaf cut round for the purpose of covering something.

ছেও-মণি, স. শ. ( অং. ছেও, খণ্ড+মণি, অলঙ্কাৰ বিশেষ ) কেইবা ভাগ বা খন্দা কৰি জৰীৰে সিয়া, হাতৰ ঠাঁৰিত পিন্ধা মণি, a string of beads worn on the wrist.

ছেঁই, স. শ. (সং. শিম্বী ; হিং. ছিমী, বং. শিম) দীঘলীয়া গুটিৰ ভঁড়াল, কোনো কোনো গছৰ গুটি থকা দীঘলীয়া গোটা বা চেপেটা বস্তু, a pod, a legume.

ছেক্, স. ধা. ( হিং. ছাক্না, পুখুৰীৰ পানী পৰিষ্কাৰ কৰ্ ; বং. ছাঁক্, জুলীয়া বস্তু পৰিষ্কাৰ কৰ্ ) অতি ক্ষুদ্র বিন্ধা থকা কোনো বস্তুৰ মাজে দি সৰকাই নিৰ্ম্মল কৰ্ ; যেনে, গাখীৰ ছেকে, to strain, to filter.

ছেকনী, স. শ. জুলীয়া বস্তু নিৰ্ম্মল কৰা সৰু সৰু বিন্ধাযুক্ত যতন্, a strainer ; a filter.

ছেকোঁতা, কৃদ. স. ছেকি নিৰ্ম্মল কৰোঁতা, a man who strains, &c. ( স্ত্রী ) চেকঁতী।

ছেগ্, স. শ. ( সং. চ্ছেদ্, খণ্ড, অৰ্থাৎ সময়ৰ ভাগ ) কোনো কাৰ্য্যৰ মাজৰ সময় ; যেনে, "এহি বুলি খাওা বাৰু ধৰি সেহি ছেগে। শ্রম কৰি পক্ষী যেন ধাইলা মহা বেগে॥" কোনো কাম কৰিবৰ সুসময়, চল ; যেনে, চোৰে ছেগ চাই চুৰ কৰে ; অধিকাৰক কথা জনাবৰ ছেগ পোৱা নাই, an interval, an opportunity, a fit time.

ছেগ্ চা, সুসময় বিচাৰ, চল চা, to look for an opportunity.

ছেগ্ মাৰি, চল চাই থাকি সুসময় পালেই ; যেনে, চোৰে ছেগ মাৰি চুৰ কৰে, মাজে মাজে, কোনো কোনো সময়ত ; যেনে, তেওঁ ছেগ মাৰি আছে, siezing the best opportunity ; at intervals.

ছেগা-চোৰোকা, বি. ( অং. ছেগ, সুসময়+ চোৰাং, গুপ্ত ) সুসময় বুজি চোৰাংকৈ হোৱাৰ দৰে হোৱা, মাজে মাজে হোৱা ; যেনে, এই বাৰ বৰষুণ ছেগা-চোৰোকা, কোনো কোনো ঠাইত হোৱা, সকলো ঠাইত নোহোৱা ; যেনে, ছেগা-চোৰোকা খেতি, occasional, happening at intervals ; occurring here and there, not uniform.

ছেগা-চোৰোকাকৈ, ক্রি. বি. মাজে মাজে, এৰা ধৰাকৈ ; কোনো কোনো ঠাইত, occasionally, at intervals, here and there.

ছেগে, ক্রি. বি. ছেগত, সুসময়ত ( পদাত "সেই" বা "এই" বিশেষণ সৰ্ব্বনামৰ পাচত থাকে ; "ছেগ" চোৱাঁ ), at a fitting opportunity or interval.

ছেদ্, স. ধা. ( সং. ছেদ্, কাট্ ) ছে, কাট্, দুই বা অধিক খণ্ড কৰ্, to cut asunder, to sever. স. শ. কোনো বস্তুৰ সীমা বা অন্ত ; যেনে, ইয়াতে ছেদ পৰিল, লেখাৰ কোনো এক ভাগ ; যেনে, এই কাকতৰ তিনি ছেদ পঢ়িছোঁ ; কথাৰ মাজৰ বিশ্রাম, পঢ়োঁতে ৰবৰ কাৰণ লেখাৰ মাজত দিয়া এটা চিন ; যেনে, "।", an end or limit of a thing ; a paragraph ; a cessation in a speech ; a full stop.

ছেদক্, স. শ. কাটোঁতো ; যি কাটে, a cutter.

ছেদন্, কৃদ. স. কটা কাৰ্য্য, কাটন, the act of cutting.

ছেদনীয়, বি. (সং. ছেদন, ঐ) কাটিবৰ যোগ্য, কাটিব লগীয়া, to be cut, or divided.

ছেদ্‌ভেদ্, স. শ. ( অং. ছেদ্, অন্ত+ভেদ, অনুৰূ. ) সীমা, অন্ত, বিশ্রাম ( প্রায়ে ইয়াৰ পাচত "ন" থাকে) ; যেনে, বৰষুণৰ ছেদভেদ হোৱা নাই, temporary cessation, stoppage, respite.

ছেদিত্, কৃদ. বি. কটা, ছেদন কৰা, cut, divided.

ছেদিতব্য, ছেদ্য, } বি. কাটিবৰ যোগ্য, কাটিব লগীয়া, to be cut or divided.

ছেনা, স. শ. ( সং. ছেদ্, কাট ) সোণাৰিয়ে সোণ ৰূপ কটা সৰু বটালীৰ নিচিনা এবিধ অস্ত্ৰ, তেজ-কটা এবিধ অস্ত্ৰ, দীঘলে ফালি শুকোৱা মাছ বা মঙহ, ডলীয়া সোণ বা ৰূপ, a chisel for cutting metal, a blood-letting instrument; fish or flesh dried in strips, a long piece of gold or silver.

ছেনা, স. শ. (বং. ছানা, গোট মৰা গাখীৰ) টেঙ্গা দি দৈ কৰা গাখীৰ, curd.

ছেনা, অ. ধা. ( অং. ছেনা, তেজ কটা অস্ত্ৰ ) ছেনাৰে ক্ষত কৰ্, to pierce with a blood-letting instrument or lancet.

ছেমাহী, স. শ. ( যাং. ছে, তিনি + মাহ, ৩০ দিন ) তিনি মহীয়া হিচাব, a quarterly account.

ছেৰা, বি. ( হিং. ছোড়না, বং. ছাড়ন, ত্যাগ কৰা ) এৰি যোৱা, শস্য তুলি নিয়াৰ পাচত পথাৰত থকা, left, left behind in the field after the crop has been gathered.

ছেৰা বোটল্, পথাৰত এৰা শস্য সংগ্ৰহ কৰ্; এতেকে ভাল ভাগ নি বেয়া বুলি এৰি যোৱা ভাগ চপা, to glean.

ছেৰ-বেৰা, ছেৰেলি-বেৰেলি, } বি. (সং. ছিন্ন-ভিন্ন) ঠাই ঠাই হোৱা; scattered.

ছেল্, স. শ. ( অং. ছাল্, চৰ্ম্ম ) লিঙ্গৰ মূৰৰ ছাল্, the prepuce. অ. ধা. ছেল খা, নিষ্ফল হ, to fail, to be frustrated.

ছেল্ খা, নিষ্ফল হ, অসিদ্ধ হ; যেনে, সেই কথা ছেল খালে, to fail, to be frustrated.

ছেলা, স. ধা. ছাল গুচা, বখলিয়া, to skin, to peel. কৃদ. স. ছেলাওঁতা, (স্ত্ৰী) ছেলাঁতী।

ছৈ, স. শ. ( সং. ছদিস্, ঘৰৰ চাল ) নাৱৰ চাল, নাৱৰ ঢাকনী; দোলাৰ ঢাকনী, the covering of a boat or a *Dola*. "ঢাপৰ" চোৱা।

ছৈপিঠীয়া, স. শ. ( অং. ছৈ, ঐ + পিঠীয়া, ভাৰ পাচিৰ ঢাকনী ) নাওৰ ছৈৰ দৰে টকৌ পাতেৰে ছোৱা ভাৰ পাচিৰ ঢাকনী, the covering for a basket in which travellers carry their provisions, &c.

ছো, স. ধা. (হিং. ছোনা, বং. ছু, স্পৰ্শ কৰ্) স্পৰ্শ কৰ্, হাত বা গাৰ কোনো এভাগ অলপকৈ লগা, to touch.

ছো, স. শ. ( সং. ছায়া, আকৃতি ) বাঁহৰ কাঠী আদিৰে সাজি বৰণ দি ভাৱনাত উলিওৱা মানুহ বা জন্তুৰ আকৃতি, a mask in which an actor appears at a dramatical performance.

ছো-ঘৰ্, স. শ. ভাৱনাত ভাও-লওঁতাবিলাকে সাজ কৰা ঘৰ, a room in which actors dress themselves, a greenroom.

ছোৱালী, স. শ. ( হিং. ছাৱাল, লৰা ) বালিকা, কুমাৰী, a young unmarried girl. পূৰ্ব্বে "ছৱালী" লিখা হৈছিল; যেনে, "—নপাইলে ধৰি মাৰন্ত ছৱালী"— শঙ্কৰ।

ছোহাৰা, ছোহোৰা, } স. শ. ( হিং. বং. ছুহাৰা, এবিধ ফল ) শুকান খাজুৰৰ ফল্, a dried date.

## জ, ঝ।

জ, ঝ, ব্যঞ্জনবিলাকৰ আঠ আৰু ন আখৰ; প্ৰথমটোত হ যোগ কৰিলে দ্বিতীয়টোৰ উচ্চাৰণ পোৱা যায়, কিন্তু যদিও অলপ অসমীয়া মানুহে মাথোন তাক সেইৰূপে উচ্চাৰণ কৰে আৰু লেখাতো তাৰ সলনি প্ৰায়ে প্ৰথমটো হে ব্যৱহৃত হয়, তথাপি মূল অনুসৰি অনেক শব্দত তাৰ ব্যৱহাৰ হোৱা উচিত, এতেকে তেনেবিলাক শব্দ তলত দুয়ো প্ৰকাৰে লিখা গল, the eighth and ninth letters of the consonants, the second is the aspirate of the first, and corresponds in power to *Jh*; but few Assamese pronounce it as an aspirate, or use it in writing, the জ being, in almost all cases, substituted for it. There are however certain words

which, in order that their etymology may not be obscured, ought to be written with ঝ, though practice is opposed to this. Such words are spelt below in both ways.

জঁ, স. শ. ( সং. জঁটা, জঁট ) চৰাইৰ মূৰৰ থিয় পাখি ; যেনে, মৈৰাৰ জঁ ; কুকুৰাৰ মূৰৰ ৰঙ্গা ছাল ; কোনো কোনো পোকৰ মূৰত থকা দীঘল নোম বা শিং, the crest of a bird, a coxcomb.

জঁই, বি. লেৰেলা, গছ আদিৰ দৰে অলপ শুকোৱা, লাজত মলিন হোৱা; ইয়াৰ পাচত সদায় "পৰ" ধাতুৰ ক্রিয়া থাকে ; যেনে, গছ জোপা জঁই পৰিছে ; অখ্যাতিৰ কথা শুনিলে ভদ্রলোক জঁই পৰে, withered, abashed.

জঁইন, স. শ. ( সং. জন্, উৎপন্ন হ ) ৰোগৰ কাৰণ বা মূল ; যেনে, জঁইন নমৰিলে ৰোগ আকও হয়, the cause of a disease.

জঁক্, স. শ. ( হিং. ঝঁখনা, বলিয়াৰ দৰে কথা ক ) অকস্মাত উঠা খং, বলিয়ালি, জাঁই, a sudden fit of anger or madness, frenzy. অ. ধা. খঙ্গেৰে জলি উঠ্, বলিয়া উঠ্ ; যেনে, জঁকিছে, to be angry, to be in a fit of madness.

জঁক উঠ্, খঙ্গেৰে জলি উঠ, to be suddenly angry, to be seized with a fit of madness.

জঁকা, স. শ. ( সং. কঙ্কাল, হাড়বিলাকৰ দ্বাৰা কৰা জীৱজন্তুৰ আকৃতি ) ছাল-মঙ্গহ গুচি মানুহ বা জন্তুৰ আকৃতিৰে থকা হাড়-বিলাক, a skeleton.

জঁকা, স. ধা. ( অং. জঁক্, খং হ, বলিয়া উঠ ) খং তোল, বলিয়ালি উগ্ দিয়া, to provoke, to cause to be seized with madness. কৃদ. স. জকাওঁতা, ( স্ত্রী ) জকাঁতী।

জঁকাল্, বি. ( অং. জঁক, খং ) খঙ্গাল, ততালিকে খং উঠা, of an angry temper, frantic.

জঁকিয়া, অ. ধা. ( অং. জঁক্, খং ) শিয়ৰি উঠ, জিকাৰ খা ( গাৰ নোমত খাটে ) ; পানীৰ ওপৰলৈ উঠি জঁপিয়া ( সৰু মাছৰ জাকত খাটে ) ; যেনে, মাছৰ পোনাই জঁকিয়াই, to stand erect as hair on the body ; to leap on the surface of water as a shoal of fish.

জঁট্, স. শ. ( সং. জটা, গাঁঠি লগা চুলি ) নফণীওৱাৰ কাৰণে গাঁঠি লাগি একে লগ হোৱা চুলি, matted hair.

জঁটলা, বি. ( অং. জঁট, ঐ ) জঁট লগা, আউল হৈ গাঁঠি লগা ; যেনে, জঁটলা চুলি ; এডালৰ গাত আন ডাল লগা ; যেনে, জঁটলা বাঁহ, জঁট লগা চুলিযুক্ত ; যেনে, জঁটলা মূৰ বা মানুহ, tangled, intertwined, as hair or cane, having tangled hair. ( স্ত্রী ) জাটলী।

জঁট লাগ্, আউল হৈ গাঁঠি লাগ্ ( চুলিত খাটে ), to be tangled as the hair.

জঁটীয়া, বি. জঁটযুক্ত, having matted hair.

জঁপৰা, বি. ( অং. জাঁপৰ, পৰিষ্কাৰ নকৰা চুলি ) জাপৰ থকা, চুলি নফণীওৱা বা পৰিষ্কাৰ নকৰা, having uncombed or untrimmed hair. ( স্ত্রী ) জাপৰী।

জপা, স. শ. ( অং. জাপ্, কাপোৰ সামৰ্ ) কাপোৰ সামৰি থোৱা বাঁহৰ সঁজুলি, a covered bamboo basket. স. ধা. কোঁচাই বা মোটোকাই ঢাক্ ; যেনে, চকু জপাওঁ, দুৱাৰ জপাওঁ, to close, to shut.

জঁপিয়া, } অ. ধা. ( অং. জাপ্, ডেও ) ডেও
ঝপিয়া, } মাৰ্, to leap, to jump.

জকা, স. শ. ( সং. জক্ষ্, ভোজন কৰ্ ) ভাত ৰন্ধা ডাঙ্গৰ ধাতুৰ পাত্র, a large metallic cooking or water pot.

জকাই, স. শ. "জাকৈ" চোৱাঁ।

জকজকীয়া, বি. ওলাই থকা, স্পষ্ট, plainly visible.

জকমক্, } স. শ. ( বং. ঝকমক, কান্তি )
ঝকমক্, } বৰ্ণৰ শোভা বা উজ্জ্বলতা, কান্তি, brightness or beauty of color.

জকমকনি, } স. শ. চকমকনি, কান্তি, অনেক
ঝকমকনি, } উত্তম বৰ্ণ একত্র হোৱাত

উৎপন্ন শোভা, lustre, beauty of color.

জকমকা, } অ. ধা. চকমকা, কান্তি কৰ্,
ঝকমকা, } উত্তম বৰ্ণৰ দ্বাৰা শোভা কৰ্, to sparkle, to glitter.

জকমকীয়া, } বি. চকমক কৰা, কান্তিযুক্ত,
ঝকমকীয়া, } উত্তম বৰ্ণৰ দ্বাৰা শোভিত, sparkling.

জখলা, স. শ. মানুহ ওপৰলৈ উঠিবৰ কাৰণে বাঁহ কাঠ আদিৰে কৰা খোপসমূহ, a ladder, steps.

জখলা-খুপীয়া, বি. (অং. জখলা, ঐ + খুপীয়া, খোপযুক্ত) জখলাৰ দৰে খোপ থকা, having notches or steps like a ladder.

জগ্, অ. ধা. (সং. জন্, ওপজ) জন্ম ল, ওপজ; যেনে, গৰুৰ পোৱালী জগে, পোৱালী পা; যেনে, ছাগলী জগিছে (ইতৰ জন্তুত মাথোন খাটে); পানীৰ তলৰ পৰা বাহিৰ হ; যেনে, বালি-চট জগিছে, to be brought forth, to be delivered of young (said of animals).

জগত্, স. শ. (সং. গম্, গতি কৰ্) পৃথিবী আৰু তাত থকা অন্যান্য সমুদায় বস্তু, ভুবন, মনুষ্যবৰ্গ (পৃথিবীৰ গতি আছে এতেকে সেই নাম), the world, mankind.

জগত্পতি, স. শ. জগতৰ ঈশ্বৰ, God.

জগদম্বা, স. শ. (সং. জগৎ, মনুষ্যবৰ্গ + অম্বা, মাতা) দুৰ্গা, a name of Durga.

জগদাধাৰ্, স. শ. (সং. জগৎ, পৃথিবী + আধাৰ, ধৰোঁতা) ঈশ্বৰ, পৃথিবীক পালন কৰোঁতা, God, Supporter of the universe.

জগদীশ, } স. শ. (সং. জগৎ, পৃথিবী +
জগদীশ্বৰ্, } ঈশ, ঈশ্বৰ, অধিকাৰ) পৰমেশ্বৰ, God.

জগদ্ধাত্ৰী, স. শ. (সং. জগৎ, মনুষ্য সকল + ধাত্ৰী, ধাই) দুৰ্গাৰ এক ৰূপ, কাতি মাহত তেওঁৰ পূজা হয়, a form of Durga worshipped in the month of Kartic.

জগন্নাথ, স. শ. (সং. জগৎ, পৃথিবী + নাথ, গৰাকী) পৰমেশ্বৰ; বিষ্ণু, উড়িষ্যা দেশৰ প্ৰধান মন্দিৰত থকা মূৰ্ত্তি, the Supreme Being; Vishnu, the celebrated idol in the temple of Orissa.

জগৰ, স. শ. অপৰাধ, দাই, দোষ, a fault, a crime, an offence.

জগৰীয়া, বি. জগৰ কৰা, অপৰাধী; দোষাৰোপ হোৱা, guilty, faulty, accused. স. শ. জগৰ কৰা মতা, দোষাৰোপ হোৱা মুনিহ, a guilty or an accused man. (স্ত্ৰী) জগৰীয়ানী।

জগলু, স. শ. (সং. জগল, ফটিকা কৰিবলৈ কৰা ৰস) মদৰ গেদ বা অসাৰ ভাগ, the dregs of liquor.

জগা, স. ধা. (সং. জাগৃ, সাৰ পা, হিং. জগানা, সাৰ পোৱা) টোপনিৰ পৰা তোল্, সাৰ পোৱা, to awaken.

জগা, স. ধা. (অং. জগ্, জন্ম ল) জন্ম দি, পোৱালি উৎপন্ন কৰ্, to bring forth, to produce (said of animals).

জগাওঁতা, কৃদ. স. সাৰ পোৱাওঁতা বা জন্তুক জন্ম দিওঁতা, a man who awakens people or who assists animals in bringing forth young. (স্ত্ৰী) জগাঁতী।

জগাকাঠ, স. শ. (অং. জগা, পানীৰ তলৰ পৰা বাহিৰ হোৱা + কাঠ, কাষ্ঠ) নৈৰ পানীত বহু দিন পৰি থাকি পচি কলা হোৱা কাঠ, তাক নৈৰ বালিত পোৱা যায়, wood long-submerged and rotten, found on the river side.

জগ্মোহন, স. শ. (সং. জগন্মোহন, জগতক মোহা অৰ্থাৎ বৰ শুৱনি) দেৱালৰ আগ ফালে তাৰ গাত লগাই সজা সৰু মন্দিৰ, a portico of a temple.

জঘন্, স. শ. (সং. হন্, গতি কৰ্) কঁকালৰ দাঁতি ভাগ, the hip and loin.

জঘন্য, বি. (সং. জঘন, কঁকাল, কঁকালৰো তল, অৰ্থাৎ অধম অঙ্গ) অধম, মন্দ, নীচ, বৰ বেয়া, low, vile, worst.

জঙ্গম, বি. (সং. গম্, গতি কৰ্) গতি কৰা,

লৰি চৰি ফুৰা; এতেকে জীৱ থকা, moving, having motion, animated. স. শ. জীৱ, জন্তু, an animated being.

জঙ্গল্, স. শ. (সং. জঙ্গম, জীয়া জন্তু) নির্জন ঠাই, হাবি, অৰণ্য, এতেকে (অসমীয়াত) সেউজ বৰণীয়া এবিধ মাটি, a desert, a wilderness, a substance of light blue colour.

জঙ্ঘা, স. শ. (সং. গম্, গতি কৰ্) ঠেং, সৰু গাঁঠিৰ ওপৰ আৰু আঁঠুৰ নাম ভাগ, the leg.

জজ্, স. শ. (ইং. জজ, সোধাৰু) বিচাৰক, সোধাৰু, ঘাইকৈ মানুহৰ স্বত্বৰ বিষয়ৰ সোধ কৰোঁতা, a Judge.

জঞ্জাল্, স. শ. (অং. জন্, মানুহ + জাল্, সমূহ; বং. জঞ্জাল, হুলস্থুল) বহুত মানুহ গোট খোৱাত হোৱা হুলস্থুল; যেনে, বিয়া-ঘৰত বৰ জঞ্জাল; কামৰ আধিক্য; যেনে, আজি তেওঁৰ গাত জঞ্জাল; আপদ, কষ্ট, confusion caused by the assemblage of a large number of persons; press of business; trouble, difficulty.

জটা, স. শ. (সং. জটু, এডালৰ গাত আন ডাল মেৰ খা) জঁট; এডালৰ গাত আন ডাল মেৰ খোৱা চুলি বা শিপা, the matted hair of Shiva or of an ascetic; entangled roots.

জটাজুট, স. শ. সদাশিৱৰ বা সন্ন্যাসীৰ জঁট, matted hair as worn by Shiva or an ascetic.

জটাধৰ, } স. শ. (সং. জটা, জঁট + ধৃ,
জটাধাৰী, } ধাৰণ কৰ্) শিৱ, মহাদেৱ, জটীয়া সন্ন্যাসী, a name of Shiva; a mendicant wearing matted hair.

জটামাংসী, স. শ. (সং. জটা, জোঁট খোৱা শিপা + মাংসী, এবিধ ক্ষুদ্ৰ গছ) এবিধ গছৰ সুগন্ধি শিপা, the Indian spikenard, *Valeriana Jatamansi* (Haughton).

জটায়ু, স. শ. (সং. জটা, জঁটু + আয়ুস্, জীৱনৰ কাল) এটা চৰাই, সি সূৰ্য্যৰ সাৰথী অৰুণৰ পুতেক আছিল আৰু ৰাৱণে সীতাক হৰি নিওঁতে যুজ কৰাত তাক ৰাৱণে বধ কৰিলে বুলি পুথিত লেখা আছে, According to the Ramayana, a bird who was the son of Vishnu's bird *Garuda*. Others say he was a son of Aruna. (Dowson).

জটিল্, বি. (সং. জটা, পাক লগা চুলি) জটাযুক্ত; জোঁট ভাঙ্গিবলৈ টান, ঢিলা নোহোৱা, having matted hair, difficult to solve, knotty.

জঠৰ্, বি. (সং. জঠৰ্, টান মৰা) কোঁচ নোখোৱা, ঠৰঙ্গা, লন্দন নোহোৱা, stiff, not flexible. স. শ. গাৰ অঙ্গ লৰচৰ্ কৰিব নোৱৰা এবিধ ৰোগ, the palsy.

জঠৰ্, স. শ. (সং. জন্, খা) পেট, উদৰ, the belly.

জঠৰজ্বালা, স. শ. (সং. জঠৰ, পেট + জ্বালা, পীড়া) পেটৰ বেদনা, ভোকৰ পৰা হোৱা দুখ, belly-ache, the pain of hunger.

জঠৰযাতনা, স. শ. (সং. জঠৰ, পেট + যাতনা, দুখ) সন্তানে গৰ্ভত থাকোঁতে পোৱা ক্লেশ, pain endured by the child in the womb.

জড়, বি. (সং. জল্, গোট খা) অচেতন, অজ্ঞান, সাৰ নথকা; যেনে, কলিত দেৱতাবিলাক জড় হৈছে; জীৱহীন, devoid of sensibility; inanimate. স. শ. নিৰ্জীৱ বস্তু, কাঠ-শিল আদি, an inanimate thing.

জড়তা, গু. শ. অচৈতন্য, লৰচৰ কৰিব নোৱৰা অৱস্থা, insensibility, stiffness.

জড় পদাৰ্থ, স. শ. (সং. জড়, জীৱহীন + পদাৰ্থ, বস্তু) জীৱ নথকা বস্তু; যেনে, মাটি, শিল, গছ ইত্যাদি, an inanimate thing.

ভূত, বি. (সং. জড়, অচেতন + ভূত, হোৱা) সাৰ নথকা হোৱা, অচেতন বস্তুৰ নিচিনা হোৱা; যেনে, কলিত দেৱতাবিলাক জড়ীভূত হৈছে; যেনে, ৰাগীলগা

বস্তু খালে বুদ্ধি জড়ীভূত হয়; জাৰৰ দ্বাৰা ঠেৰেঙ্গা হোৱা, become insensible, paralysed, torpid.

জতু, স. শ. ( সং. জন্, ওপজ্ ) লা, লাক্ষা, lac.

জতুৱা, বি. ( অং. জাত্, বিধ, শ্রেণী ) আপোনাৰ জাতৰ দৰে থকা, আপোনাৰ শ্রেণীতকৈ মন্দ নোহোৱা; যেনে, আম জোপা জতুৱা, not degenerated, not inferior to one's kind.

জধবা, বি. লেতেৰা, মলিন, শুচি অশুচিৰ বিচাৰ নকৰা, মলিন, nasty, of filthy habits.

জধা মূৰ্খ, স. শ. ( সং. গৰ্দ্দভ-মূৰ্খ, গাধৰ নিচিনা অজ্ঞান ) বৰ মূৰ্খ, a great dunce, a fool.

জন্, স. শ. ( সং. জন্, ওপজ্ ) মতা মানুহ, ই প্রায়ে এটা সংখ্যা শব্দৰ পাচত আৰু মানুহ বা লোক শব্দৰ আগত থাকে; যেনে, এজন মানুহ, তিনি জন লোক; মনুষ্য বুজোৱা আন শব্দৰ আগতো থাকে; যেনে, এজন বামুণ, দুজন মহাজন, man in general.

জনক্, স. শ. ( সং. জন্, ওপজ ) পিতা, বোপাই; মিথিলা দেশৰ এজনা ৰজাৰ নাম, তেওঁ সীতাৰ বাপেক আছিল, a father; the name of a king of Mithela and the father of Sita. বি. জন্মোৱা, উৎপন্ন কৰা; যেনে, দুখজনক, causing, producing.

জনক্, ঝনক, } অনুক. ৰূপ, সোণ বা অলঙ্কাৰৰ নিচিনা শব্দ, an imitative sound used to express the rattling or tinkling of coin, &c.

জনন্, স. শ. ( সং. জন্, ওপজ্ ) জন্ম, ওপজা কাৰ্য্য, birth.

জননাশৌচ্, স. শ. ( সং. জনন, জন্ম+ অশৌচ, অশুচিতা ) সন্তান জন্মাৰ অশৌচ, লবা হোৱাৰ চুৱা, ceremonial uncleanness caused by childbirth.

জননী, স. শ. ( সং. জননী—জন্, ওপজ্, ওপজায়, এতেকে) মাতৃ, আই, a mother.

জনম্, "জন্ম" শব্দৰ অপভ্রংশ।

জননেন্দ্রিয়, বি. ( সং. জননেন্দ্রিয়—জনন, জন্ম+ইন্দ্রিয়, শৰীৰৰ অঙ্গ ) শৰীৰৰ যি বিলাক ভাগৰ দ্বাৰা সন্তান জন্মাৰ কাৰ্য্য হয়, সেই বোৰৰ প্ৰতিভাগ একোটা জননেন্দ্রিয়; যেনে, লিঙ্গ, অণ্ডকোষ, অণ্ডাধাৰ, যোনি, গৰ্ভ, ইত্যাদি, the genitals or sexual organs.

জনমেজয়্, স. শ. ( সং. জন, মানুহ+এজ্, দীপ্তি কৰ্ ) পাণ্ডৱ-বংশৰ পৰীক্ষিত ৰজাৰ পুতেক, the son of Parikshit, a Pandava prince.

জনৰৱ্, স. শ. (সং. জন, মানুহ+ৰৱ, শব্দ ) লোকৰ মুখে শুনা কথা, a rumour.

জন-লোক, স. শ. (সং. জন+লোক, জগৎ ) সাত স্বৰ্গৰ এক, ব্ৰহ্মাৰ পুত্ৰবিলাক থকা ঠাই, one of the seven regions above.

জন-শূন্য, বি. ( সং. জন+শূন্য, নথকা ) নিৰ্জ্জন, মানুহ নথকা, lonely.

জনশ্রুতি, স. শ. ( সং. জন+শ্রুতি, শুনা ) জনৰৱ, ৰৌটি, a rumour.

জন-সংখ্যা, স. শ. ( সং. জন+সংখ্যা, লেখ ) কোনো দেশৰ মানুহবিলাকৰ লেখ বা পিয়ল, a census.

জন-সমাজ্, স. শ. ( সং. জন+সমাজ, সমূহ ) মনুষ্যসমূহ, সকলো মানুহ, human society, mankind.

জনা, স. ধা. ( অং. জান্, বুজ ) বুজ দি, অৱগত কৰ্, to inform. কৃদ. বি. জ্ঞানী, বুজা; যেনে, জনা মানুহ; যাক জনা গৈছে; যেনে, জনা কথা, knowing, known.

জনা, স. শ. ( সং. জন, মানুহ ) মান্যৱান তিৰোতা বা পুৰুষ; ই সংখ্যা শব্দ বা মানুহ বা দেৱতা বুজোৱা সংজ্ঞা শব্দৰ পাচত থাকে; যেনে, এজনা ৰজা, ৰজা জনা, এজনা দেৱতা, দেৱতা জনা, a respectable person or a god.

জনাজনি, বি. ( অং. জান্ বুজ পা ) অনেকে জনা, অনেকৰ আগত ব্যক্ত, public.

জনাৰ্দ্দন্, স. শ. ( সং. জন, মনুষ্য+অৰ্দ্দ, প্ৰাৰ্থনা ) বিষ্ণু, পৰমেশ্বৰ (মনুষ্যে তেওঁক প্ৰাৰ্থনা কৰে ), a name of Vishnu; the Supreme Being.

জনা-বুজা, } বি. জ্ঞানী, বুজ পোৱা ; যাক
জনাশুনা, } ভালকৈ জনা গৈছে, well-informed, well-known.

জনী, স. শ. ( অং. জন শব্দৰ স্ত্ৰীলিঙ্গ ) মানুহ বা জন্তুৰ মাইকী, ই পুংলিঙ্গ বুজোৱা শব্দৰ পাচত থাকি স্ত্ৰীলিঙ্গ বুজায় ; যেনে, মানুহ জনী, গৰুজনী, সংখ্যা শব্দৰ পাচত থাকিও সংজ্ঞা শব্দৰ স্ত্ৰীলিঙ্গ বুজায় ; যেনে, এজনী মানুহ, গৰু দুজনী, a female.

জনে জনে, ক্ৰি. বি. ( অং. জন্, মানুহ ) গাই-পতি, প্ৰতি জনে, each (man).

জন্‌জন, } অনুক. সবহীয়া ৰূপ, সোণ বা
ঝন্‌ঝন, } অলঙ্কাৰ লৰাত হোৱাৰ নিচিনা শব্দ, an imitative sound used to express the rattling or tinkling of gold or silver coin, &c.

জনজননি, } স. শ. অলঙ্কাৰ বা টকাৰ শব্দ ;
ঝন্‌ঝননি, } জলা বস্তু মুখত দিলে নাকৰ ভিতৰত ধৰা পোৱণি, a tinkling or jingling sound; a burning sensation produced in the nostrils by any pungent thing.

জন্‌জনা, } অ. ধা. টকা বা অলঙ্কাৰৰ দৰে
ঝন্‌ঝনা, } শব্দ কৰ্, নাকত পোৱণি বোধ কৰ্ ; যেনে, মূলা খাওঁতে নাকে জন্‌জনায়, to make a tinkling or rattling sound, to jingle; to have a burning sensation in the nostril.

জন্‌জনীয়া, } বি. টকা বা অলঙ্কাৰৰ দৰে
ঝন্‌ঝনীয়া, } শব্দ কৰা, tinkling, jingling.

জন্তু, স. শ. ( সং. জন্, ওপজ্ ) প্ৰাণী, এই ভাৰত মানুহো জন্তু ; কিন্তু প্ৰায়ে ই মানুহত বাজে অন্য প্ৰাণীত হে খাটে, an animal, a living being. It is more usually applied to lower animals.

জন্ম, স. শ. ( সং. জন্, ওপজ্ ) উৎপত্তি, ওপজা কাৰ্য্য, birth. অ. ধা. ওপজ্, উৎপন্ন হ, to be born.

জন্মতিথি, স. শ. ( সং. জন্ম, ঐ+তিথি, চন্দ্ৰৰ হ্ৰাস বৃদ্ধিৰ ৩০ ভাগৰ এভাগ ) জন্মদিন, ওপজা দিন, হিন্দুবিলাকে ধৰ্ম্ম কাৰ্য্যত চন্দ্ৰৰ গতি অনুসৰি দিন গণে এতেকে জন্মৰ কাল গণাত তাৰিখ নধৰি তিথি ধৰা যায়, a birth day.

জন্ম-পত্ৰ, স. শ. ( সং. জন্ম, ওপজা+পত্ৰ, কাকত ) ওপজা তিথি আদি লিখি থোৱা কাকত, কোষ্ঠী, a note of birth, a horoscope.

জন্মা, স. ধা. ওপজা, জন্ম দি, to give birth to. কৃদ. স. জন্মাওঁতা, ( স্ত্ৰী ) জন্মাতী।

জন্মান্তৰ, স. শ. ( সং. জন্ম, ঐ+অন্তৰ, অন্য ) এই জন্মৰ বাজে আন জন্ম, ইয়াৰ আগৰ বা পাচৰ জন্ম, another state of existence, a birth previous or subsequent to the present.

জন্মান্ধ, স. শ. ( সং. জন্মান্ধ—জন্ম, ওপজা+অন্ধ, কণা ) উপজিবৰ পৰা কণা, one who is blind from birth.

জন্মাৱধি, ক্ৰি. বি. ( সং. জন্মাৱধি—জন্ম, ওপজা+অৱধি, সীমা ) জন্মকে সীমা কৰি, আজন্ম, উপজিবৰ পৰা, ever since birth.

জন্মাষ্টমী, স. শ. ( সং. জন্মাষ্টমী — জন্ম, ওপজা+অষ্টমী, এক তিথি ) কৃষ্ণ ওপজা তিথি, ভাদ মাহৰ কৃষ্ণাষ্টমী, the eighth lunation in the dark half of the month of Bhadra, the birthday of Krishna.

জন্মিজয়, "জনমেজয়" চোৱা।

জন্মোতা, কৃদ. স. ওপজোঁতা, a man who is born. ( স্ত্ৰী ) জন্মতী।

জপ্, স. ধা. ( সং. জপ, ধ্যান কৰ্ ) মনে মনে দেৱতাৰ নাম ল, মনে মনে আৰাধনা কৰ্, to meditate, to pray inwardly. স. শ. মনে মনে কৰা দেৱতাৰ উপাসনা, মনে মনে মালা গুটি বা আঙ্গুলিত লেখি দেৱতাৰ নাম লোৱা কাৰ্য্য, muttering

prayers, uttering inaudibly the names of gods or a prayer on a rosary or on the joints of the fingers.

জপং, অনুক. পানীত বস্তু পৰিলে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that of sudden plunging into water.

জপং কৰে, ক্রি. বি. জপং শব্দ কৰি, অকস্মাত পানীত পৰাত খাটে, suddenly falling on water.

জপটিয়া, স. শ. ( বং. জাপ্টান, সাবটি ধৰ্ ) একে লগে মেৰা, মেৰাই লগ লগা ; যেনে, জপটিয়াই বান্ধিছে ; দোষীৰ সঙ্গী কৰ্, লেটিয়া, দোষাৰোপ কৰ্ ; যেনে, চোৰে সকলোকে জপটিয়ায়, to entwine, to implicate in a crime.

জপনা, স. শ. ( অং. জপা, দুৱাৰ মাৰ্ ) পদূলিৰ দুৱাৰ, the door of a gateway.

জপনীয়, বি. ( সং. জপ, ধ্যান কৰ্ ) জপিব লগা, মনে মনে ধ্যান কৰিবৰ যোগ্য, to be meditated upon.

জপমালা, স. শ. ( সং. জপ, ধ্যান+মালা, জৰীৰে গঁথা মণি আদি ) জৰীৰে গঁথা কাঠৰ বা পোৱালৰ মণিসমূহ, সেই বিলাকৰ দ্বাৰা দেৱতাৰ নাম বা মন্ত্ৰৰ লেখ ৰখা যায়, a rosary, or chaplet.

জপৰ্জল, } বি. ভেবা, বুদ্ধিহীন, একো
জপৰ্জলো, } নজনা ; অপৰিপাটি, dull, stupid, untidy, slovenly.

জপ্‌জপা, অ. ধা. ( অং. জপং, পানীত পৰাৰ শব্দ ) পানীত পৰা মানুহৰ দৰে ব্যাকুল হ, কষ্টত পৰি বিবুদ্ধি হ ( প্রায়ে 'ফুৰ" ধাতুৰ সাধ্যা ক্রিয়াৰ আগত ই-ভাগান্ত সিদ্ধা ক্রিয়া হয় ) ; যেনে, আপদত পৰি জপজপাই ফুৰিছে, to be distracted by misfortune.

জপ্‌জপীয়া, বি. ( অং. জোপা, ডাল পাতেৰে পূৰ চুটি গছ আদি ) জোপোহা, ডাল পাতেৰে পূৰ, full of leaves and branches, bushy.

জবকা, স. শ. ( অং. জাবৰ, খেৰকুটা আদি অকামিলা বস্তু ) জাবৰ গোটোৱা এটা সঁজুলি, a rake.

জবকিয়া, স. ধা. ( অং. জবকা, ঐ ) জবকাৰে গোটা, জবকাৰে পৰিষ্কাৰ কৰ্, to rake.

জবৰা, বি. ( অং. জাবৰ, খেৰকুটা আদি অকামিলা বস্তু ) জাবৰৰ নিচিনা, জাবৰযুক্ত ; আঁহযুক্ত ; যেনে, জবৰা আম, full of rubbish, fibrous.

জমক্, "জঁক" চোৱাঁ।

জমদগ্নি, স. শ. এজনা মুনি, পৰশুৰামৰ বাপেক, the name of a sage.

জমা, স. ধা. ( যাং. ) একত্র কৰ্, সংগ্রহ কৰ্ ; যেনে, ধন জমাইছে, to collect. স. শ. ধনৰ মুঠ ; সাঁচি থোৱা ধন বা বস্তু ; এবিধ ভৰিলৈকে ঢকা চোলা, sum total, accumulation, a robe.

জমাদাৰ্, স. শ. (যাং.) পল্টনৰ এজন বিষয়া, টেকেলা আদি সামান্য বিষয়াৰ প্রধান মানুহ, a non-commissioned military officer, a head man of public menial servants.

জম্‌জম্, অনুক. ৰৰ জাল বা বিষৰ পৰা হোৱা দুখ বুজাবৰ নিমিত্তে ব্যৱহাৰ কৰা শব্দ, a cry caused by a burning or severe pain.

জম্‌জমা, অ. ধা. ( অং. জম্‌জম্, ঐ ) বৰকৈ পোৰণিয়ে ধৰ্, বৰকৈ বেদনা দি ; যেনে, বিষে জম্‌জমাইছে, to cause a burning sensation or great pain.

জম্বিৰ্, } স. শ. (সং. জম্, খা) নেমু টেঙ্গা,
জম্বীৰ্, } যাইকৈ জামীৰ টেঙ্গা, a lime.

জম্বু, স. শ. ( সং. জম্, খা ) এবিধ মানুহে খোৱা ফল, জামু, a tree and its fruit, the *Jamu*. (Eugenia Jambolana).

জম্বুক, স. শ. ( সং. জম্, ঐ ) শিয়াল, a jackal.

, স. শ. ( সং. জম্বু, জামু+দ্বীপ, মাজালী ) পুৰাণৰ মতে পৃথিবীৰ সাত খণ্ডৰ মাজৰ খণ্ড ( এই খণ্ডত জামু গছ অধিক এতেকে সেই নাম ), one of the

seven divisions of the earth including the whole of the known world.

জম্ভাৰি, স. শ. ( সং. জম্ভ, এটা অসুৰৰ নাম + অৰি, শত্ৰু, তাক ইন্দ্ৰই বধ কৰিলে ) ইন্দ্ৰ, a name of Indra.

জম্ভাসুৰ্, স. শ. ( সং. জম্ভ, নাশ কৰোঁতা + অসুৰ, দৈত্য ) এটা অসুৰৰ নাম, তাক ইন্দ্ৰই বধ কৰিলে, এতেকে তেওঁক "জম্ভভেদী" বা "জম্ভাৰি" বোলা যায়, a name of a demon.

জয়, স. শ. (সং. জি, জিক্ ) যুদ্ধ বা বিবাদত বিপক্ষক হৰোৱা কাৰ্য্য, এতেকে মঙ্গল, victory, conquest, triumph, prosperity.

জয়, জয়-জয়, } ভা. অ. এই শব্দ ভক্তিভাৱ বুজাবৰ নিমিত্তে দেৱতাৰ নামৰ আগত দিয়া যায় ; যেনে, জয় জগন্নাথ! ডাঙ্গৰ লোকৰ নামৰ আগত দিলে সি আশীৰ্ব্বাদ বুজায় ; যেনে, জয় মহাৰাজ! an exclamation of praise to a god, an invocation of blessings upon a great man.

জয়ঘণ্টা, স. শ. ( সং. জয়, জিকা কাৰ্য্য + ঘণ্টা, এবিধ বাদ্য ) ৰণত জিকাৰ আনন্দ প্ৰকাশ কৰিবৰ নিমিত্তে বজোৱা ঘণ্টা, a bell rung to declare victory.

জয়ঘণ্টা লাৰ্, কোনো মানুহৰ চুলিত ধৰি জয়-ঘণ্টাৰ দৰে বলকৈ জোকাৰি দুখ দি ; যেনে, অমুকক জয়ঘণ্টা লাৰিলে, to shake violently or handle roughly.

জয়দেউ-কাকুতি, স. শ. বৰ কাকুতি, বৰ ব্যগ্ৰ হৈ নম্ৰভাৱে কৰা বিনয়, very earnest and humble supplication.

জয়দেৱ নামেৰে এটা মহাৰোগীয়ে জগন্নাথক বৰ ব্যগ্ৰ হৈ স্তুতি কৰাত জগন্নাথ প্ৰসন্ন হৈ তাক নিৰোগী কৰে, এই উপাখ্যানৰ পৰা সেই শব্দ হৈছে।

জয়দ্ৰথ্, স. শ. দুৰ্য্যোধনৰ ভনীয়েকৰ স্বামী আৰু তেওঁৰ এজন সেনাপতিৰ নাম, a chief in the army of Duryodhana.

জয়-ধ্বনি, স. শ. ( সং. জয়, জিকা কাৰ্য্য + ধ্বনি, শব্দ ) শত্ৰুক জিকি কৰা আনন্দৰ শব্দ ; এতেকে, আনন্দ প্ৰকাশ কৰিবৰ নিমিত্তে কৰা শব্দ, উচ্চ মাতেৰে কৰা আশীৰ্ব্বাদ, a shout of victory or pleasure, a blessing given in a loud voice.

জয়ন্ত, স. শ. ( সং. জি, জিক্ ) ইন্দ্ৰৰ পুতেকৰ নাম, a name of Indra's son.

জয়ন্তা, স. শ. অসম দেশৰ দক্ষিণ-পূব ফালৰ এটা পৰ্ব্বত, Jaintia. A part of the Sylhet district also a portion of the Khassia Hills district.

জয়ন্তী, স. শ. ( সং. জি, জিক্ ) দুৰ্গা, পাৰ্ব্বতী ; এবিধ ফুল, a name of Durga, a species of flower plant.

জয়ন্তীয়া, বি. ( সং. জয়ন্তা, এটা পৰ্ব্বত ) জয়ন্তা পৰ্ব্বতত থকা বা উৎপন্ন ; যেনে, জয়ন্তীয়া কছাৰী, living or born in Jaintia.

জয়যুক্ত, বি. ( সং. জয়, জিকা কাৰ্য্য + যুক্ত, থকা ) জয়ী হোৱা, জিকা, কৃতকাৰ্য্য, কুশলযুক্ত, victorious, successful, prosperous.

জয়শীল্, বি. ( সং. জয়, ঐ + শীল, স্বভাৱযুক্ত ) সদায় জিকা, পৰাজয় নোহোৱা ; যেনে, অৰ্জ্জুন জয়শীল আছিল, কুশলযুক্ত, ever victorious, never defeated, prosperous.

জয়শ্ৰী, স. শ. ( সং. জয়, ঐ + শ্ৰী, সৌভাগ্য ) শত্ৰুক পৰাজয় কৰাৰ পৰা হোৱা সৌভাগ্য বা মান, the glory of victory.

জয়স্তম্ভ, স. শ. ( সং. জয়, কুশল + স্তম্ভ, খুঁটা ) কোনো কথা চিৰস্মৰণীয় কৰিবৰ নিমিত্তে কৰা বৰ ওখ পকা স্তম্ভ, a pyramid.

জয়া, স. শ. ( সং. জি, জিক্ ) দুৰ্গা ; তেওঁৰ এজনা পৰিচাৰিকা, a name of Durga, one of her female attendants.

জয়াৰ্, বি. ( সং. জয়, জিকা ) ভূতে নিবাস কৰা, ভয়লগা, ( ভূতৰ জয় হয় এতেকে ), haunted.

জয়ী, বি. (সং. জয়িন্, জিকা) জিকা, জয়-যুক্ত, victorious.

জৰ্, স. শ. (সং. জ্বৰ, এবিধ ৰোগ) গাত তাপ হোৱা ৰোগ, a fever.

জৰ পৰ্, জৰৰ দ্বাৰা আক্ৰান্ত হ, to be laid up with fever.

জৰ্, ঝৰ্, অ. ধা. (সং. ঝৰ্, পানীৰ পুং বা ভূমুক) পানীৰ দৰে অলপ অলপকৈ বাহিৰ হ, অতি ক্ষুদ্ৰ বিন্ধাই দি বৈ পৰ্; যেনে, কলহৰ পৰা পানী জৰে; লোতক বাহিৰ কৰ্; যেনে, "জৰে মোৰ আখি" (পদ্য), to ooze out, to percolate, to shed tears.

জৰ্, অ. ধা. (সং. জৃ, বুঢ়া হ) বুঢ়া হ; যেনে, অজৰো জৰিল, to be old. (Rare).

জৰক, অনুক. হাবিৰ মাজত বা গছ-পাতত কোনো বস্তু পৰিলে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express a rustling noise.

জৰ্-খাপৰি, স. শ. (অং. জৰ, তাপ-ৰোগ + খাপৰি, প্লীহা) অধিক দিন জৰ হোৱাত বাওঁ-ফালে বুকুৰ নামে বঢ়া এডোখৰ মঙ্গহ, a diseased or enlarged spleen.

জৰণি, ঝৰণি, স. শ. (অং. জৰ্, সৰু বিন্ধাই দি অলপ অলপকৈ বৈ পৰ্) নৈ বা বিল আদিৰ পৰা মাটিৰ মাজে দি সৰকি ওচৰৰ দ ঠাইত গোট খোৱা পানী, the water which oozes out from a river, &c., through the earth into an adjoining hollow place.

জৰৎকাৰু, স. শ. এজনা ঋষিৰ নাম, an ancient Sage who married a sister of the great serpent Vasuki, and was father of the Sage Astika. (Dowson.)

জৰথ, স. শ. (সং. জৰঠ; হিং. জৰ্দ্দ, হাল-ধীয়া বৰণ) গুটিৰ পৰা হালধীয়া বৰণ কৰা এবিধ গছ, a tree, the seed which is used in coloring yellow.

জৰদ্গৱ, স. শ. (সং. জৰত্, বুঢ়া + গো, গৰু) বুঢ়া গৰু; (উপহাসাৰ্থত) বুঢ়া মানুহ, an old cow or bull (in ridicule), an old person.

জৰ্-বন, স. শ. (অং. জৰ্, তাপ-ৰোগ + বন, ঘাঁহ) জৰীয়া মানুহক কাথ কৰি খুওৱা এবিধ বন, যেতুকপৰা, a medicinal herb.

জৰ্-শুং, স. শ. (অং. জৰ, তাপ-ৰোগ + শুং, হুল) জৰীয়া মানুহৰ নাকত হোৱা ক্ষত, a sore in the nostril of a person suffering from fever.

জৰা, স. শ. (সং. জৃ, বুঢ়া হ) বুঢ়া বয়স; আলৰ অৱস্থা, old age, decrepitude.

জৰা, স. শ. এবিধ ডাঠ বাকুৰে টেঙ্গা ফল, a species of citron.

জৰা, ঝৰা, স. ধা. ("জাৰ্," চোৰা) মন্ত্ৰ কৰা, মন্ত্ৰৰ বশ কৰা, কুলাৰ দ্বাৰা পৰিষ্কাৰ কৰা, to cause to be subjected to an ordeal by magic, to cause to be winnowed.

জৰাতুৰ, বি. (সং. জৰা, বুঢ়া বয়স + আতুৰ, পীড়িত) বুঢ়া বয়সৰ দ্বাৰা কষ্ট পোৱা, অতিশয় বুঢ়া, আলৰ, old and infirm.

জৰা-ধৰা, স. শ. (অং. জৰা, ভোগ-জৰা + ধৰা, ধৰোঁতা) ৰজা বা দেৱতাৰ ভোগ-জৰা ধৰোঁতা, ৰজা বা দেৱতাক খোৱা পানী যোগাওঁতা, one who supplies drinking water to a king or idol.

জৰায়ু, স. শ. (সং. জৰা, দুৰ্ব্বল + ই, প্ৰাপ্ত হ) গৰ্ভ; গৰ্ভত সন্তানক আবৰি থকা ছাল, the uterus, the placenta.

জৰায়ুজ, বি. (সং. জৰায়ু, ঐ + জন, ওপজ) কণী নোহোৱাকৈ উৎপন্ন হোৱা; যেনে, মানুহ গৰু আদি, viviparous.

জৰাৱস্থা, স. শ. (সং. জৰা, বুঢ়া + অৱস্থা, ভাৱ) বুঢ়া দশা, বুঢ়া বয়স, old age, decrepitude.

জৰাসন্ধ, স. শ. (সং. জৰা, এজনী ৰাক্ষসীৰ নাম + সন্ধ, একত্ৰ কৰা) মগধ দেশৰ এজনা ৰজাৰ নাম, তেওঁ কংস ৰজাৰ যোমাইয়েক আছিল আৰু ভীমৰ দ্বাৰা হত হল, তেওঁ দুই খণ্ড হৈ উপজিছিল, পাচত জৰা নামেৰে ৰাক্ষসীয়ে দুই খণ্ড

লগ লগোৱাত জীৱন পালে বুলি পুৰাণত লিখা আছে, a celebrated king of Magadha.

জঁৰি, স. শ. (সং. জটি, এবিধ গছ) আঁহতৰ নিচিনা এবিধ গছ, a species of fig-tree.

জঁৰী, স. শ. (বং. দড়ী, হিং. জেৱৰী, ডোল; সং. জৰী, গুণা) ডোল, গুণ, বটিয়া, a string, a cord.

জঁৰীমানা, স. শ. (যাং. জুৰ্ব্বানা, অৰ্থদণ্ড) জগৰৰ বাবে ডাঁৰি লোৱা ধন, অৰ্থদণ্ড, a fine.

জঁৰীয়া, বি. জৰে ধৰা, জৰৰ দ্বাৰা পীড়িত, suffering from fever. স. শ. জৰে ধৰা মুনিহ বা তিৰোতা, one suffering from fever.

জকৰা, বি. (অং. জাৰ, চেঁচা গুণ) জাৰকালি উৎপন্ন; যেনে, জকৰা মুগা, জাৰত ব্যৱহাৰ কৰা; যেনে, জকৰা কাপোৰ, produced or used in winter.

জৰুৰী, বি. (যাং. জৰুৰ, আৱশ্যক) বৰ আৱশ্যকীয়, বিলম্ব কৰিব নোৱৰা, urgent.

জৰৌৰৰা, বি. (সং. জৰ্জ্জৰ্, ফুটা) অনেক ফুটা থকা; যেনে, চালখান জৰৌৰৰা হৈছে; যেনে, লোটাটো জৰৌৰৰা, full of holes.

জৰ্জৰ্, } অনুক. শুকান সৰু সৰু গুটিৰ
জৰ্জ্জৰ্, } নিচিনা অধিক বস্তু পৰোঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that of a large quantity of small things falling down.

জৰ্জ্জৰিত, কৃ. বি. (সং. জৰ্জ্জ্, পীড়া কৰ্) বেদনাৰ দ্বাৰা কাতৰ, বিষেৰে পূৰ্ণ; যেনে, গাটো জৰ্জ্জৰিত হৈছে, hurt, pained.

জৰ্জৰীয়া, } বি. শুকাই কাৰো গাত কেও
জৰ্জ্জৰীয়া, } নলগা হোৱা, অৰ্থাৎ পৰিলে জৰ্জৰ শব্দ কৰিব পৰা হোৱা (গুড়ি বা সৰু সৰু বস্তুত খাটে), নিৰ্লেঠা, কোনো দাইৰ পৰা মুক্ত হোৱা; যেনে, ধাৰ শুজি জৰ্জ্জৰীয়া হলোঁ, dry and separate, free from responsibility or liability.

জৰ্জৰ্ কৰে, } ক্ৰি. বি. জৰ্জৰ্ শব্দ কৰি,
জৰ্জ্জৰ-কৰে, } লালী নিছিগাকৈ; যেনে, চাউলবোৰ জৰ্জ্জৰ কৰে পৰিল, বগৰীবোৰ জৰ্জ্জৰ কৰে সৰিল; ধাৰাসাৰে, টোপা-টোপে; যেনে, চকুৰ পানী জৰ্জ্জৰ কৰে পৰিল, in rapid succession, in a great quantity, in a stream, in continual drops.

জৰ্জ্জৰ্ মৰ্ম্মৰ্, বি. (সং. জৰ্জ্জৰ, পীড়া পোৱা + মৰ্ম্মৰ্, অনুক.) কোনো দুষ্কৰ্ম্ম প্ৰকাশ হোৱাত মনোবেদনা পোৱা; অপমানৰ দ্বাৰা দুঃখিত; যেনে, এই কথা শুনি মানুহটো জৰ্জ্জৰ-মৰ্ম্মৰ হল, pained by being insulted, abashed.

জৰ্পূৰ্, বি. (অং. জৰী, ডোল + পূৰ, পূৰ্ণ) ডোলেৰে টানকৈ আটি বন্ধা; যেনে, জৰ্পূৰ গাঁঠি, tight, firm.

জৰ্পূৰকৈ, ক্ৰি. বি. জৰীৰে টানকৈ আটি, tightly.

জল্, স. শ. (সং. জল্, আচ্ছাদন কৰ্) পানী, সলিল, সামান্য জন্তুৰ গৰ্ভত পোৱালী আবৰি থকা আৰু পোৱালী হলে বাজ হোৱা ছাল, water, the after-birth of an inferior animal.

জল্, অ. ধা. (সং. জ্বল, পোহৰ হ, জুই লাগ) পোহৰ হ, দীপ্তি কৰ্, জিলিক, পোৰ্, জুই লাগ, খং কৰ্; প্ৰখ্যাত হ, to shine, to glow, to blaze, to be angry, to be renowned.

জলক্, স. শ. (সং. জ্বল্, দীপ্তি কৰ্) চক্‌মকনি, ৰশ্মি, কান্তি, a brilliant light, lustre.

জলক্তবক্, বি. (অং. জলকা, এন্ধাৰ + তবক, অনুক.) ভালকৈ মনিব নোৱৰা, ধোঁৱা কোঁৱা দেখা, (চকুত খাটে), dim, seeing indistinctly. স. শ. ধোঁৱা-কুঁই দৃষ্টি, অস্পষ্ট দৃষ্টি; যেনে, বুঢ়া মানুহে জলক-তবক দেখে, বুঢ়া মানুহৰ চকুৰে জলক-তবক কৰে, dimness, indistinct vision.

জলক লাগ্, বৰ উজ্জ্বল দীপ্তিৰ দ্বাৰা চকুৰ দৃষ্টি ৰুদ্ধ হ; যেনে, সূৰ্য্যলৈ চালে চকুত জলক লাগে, to be dazzled.

জলকা, বি. (সং. জল্, আচ্ছাদন কৰ্) মেঘৰ দ্বাৰা ঢকা, বদ-নথকা; যেনে, জলকা বতৰ বা দিন; বিমৰ্ষ, মন-মৰা, আনন্দ আৰু উৎসাহ নথকা; যেনে, দুখত পৰি জলকা হৈছে, overcast with clouds, sad, melancholy.

জলকা লাগ্, মেঘৰ দ্বাৰা ঢকা হ, ডাৱৰৰ নিমিত্তে সূৰ্য্য নোলোৱাত এন্ধাৰ হ; দুখ বা অসন্তোষৰ দ্বাৰা বিমন হ, to be overcast with clouds, to be cheerless or sad.

জলকীয়া, স. শ. (অং. জাল, পোৰণি) মৰিচ, এবিধ জলাগুটি, a chilli.

জলকেলি, } স. শ. (সং. জল, পানী + কেলি, ক্ৰীড়া, ধেমালি) পানীত নামি কৰা ধেমালি; যেনে, সাঁতোৰা, বুৰ মৰা, পানী ছটিওৱা ইত্যাদি, sporting in water.
জলক্ৰীড়া, }

জলঙনি, স. শ. (অং. জল্, পোহৰ হ) বাৰত থকা সৰু বিন্ধাই দি ভিতৰলৈ সোমোৱা পোহৰ, light coming in through a chink in a wall.

জলঙ্গা, স. শ. (অং. জল্, ঐ) বাৰৰ বিন্ধা, a chink or hole in a wall. বি. ফটিকৰ দৰে নিৰ্ম্মল, জল্‌জলীয়া, transparent, clear. (Rare).

জলচৰ, } বি. (সং. জল, পানী + চৰ্, গতি কৰ্) পানীত থকা; পানীত চলি ফুৰিব পৰা, living in or frequenting water.
জলচাৰী, }

জলজ, বি. (সং. জল, ঐ + জন্, ওপজ) পানীত উৎপন্ন হোৱা, পানীত জন্মা, produced or born in water.

জলজন্তু, } স. শ. (সং. জল, ঐ + জন্তু, জীৱ, প্ৰাণী) পানীত থকা প্ৰাণী; যেনে, মাছ কাছ আদি, an aquatic animal.
জলজীৱ, }

জলদ, স. শ. (সং. জল, ঐ + দা, দি) মেঘ, a cloud. বি. পানী দিয়া, giving water.

জলধৰ, স. শ. (সং. জল, ঐ + ধৃ, ধাৰণ কৰ্) মেঘ; সাগৰ, a cloud, the ocean.

জলধৰমালা, স. শ. (সং. জলধৰ, ঐ + মালা, শ্ৰেণী) মেঘৰ সমূহ, একে ঠাইতে গোট খোৱা মেঘ, a mass of clouds.

জলধা, বি. একো কৰিব নজনা, মূৰ্খ, অপাত্ৰ, quite incompetent.

জলধি, স. শ. (সং. জল, পানী + ধা, ধাৰণ কৰ্) সাগৰ, the ocean.

জলনি, স. শ. (অং. জল্, পোৰ্) পোৰণি, a burning sensation.

জলনিধি, স. শ. (সং. জল, পানী + নিধি, ভঁড়াল) সাগৰ, সমুদ্ৰ, the ocean.

জলন্ধৰ, স. শ. (সং. জলোদৰ, শোথ-ৰোগ) শোথ-ৰোগ, শোথ, dropsy.

জলন্ধৰীয়া, বি. (সং. জলন্ধৰ, ঐ) শোথ-ৰুগীয়া, শুবীয়া, dropsical.

জলপতি, স. শ. (সং. জল, পানী + পতি, গৰাকী) বৰুণ দেৱতা, সাগৰ, the god of water, the Hindu Neptune; the ocean.

জলপাত্ৰ, স. শ. (সং. জল, পানী + পাত্ৰ, সাজ) পানী খোৱা সাজ; লোটা, কলহ ইত্যাদি, a water vessel.

জল-পিণ্ড, "পিণ্ড-জল" চোৱা।

জল-প্ৰপাত, স. শ. (সং. জল, পানী + প্ৰপাত, পৰা) পৰ্ব্বতৰ পৰা বেগেৰে পৰা পানী, a water-fall.

জলপ্ৰায়, বি. (সং. জল, পানী + প্ৰায়, তুল্য) পানীৰ নিচিনা, চেঁচা; খং নথকা, watery, cool, not of an angry disposition.

জলপ্লাবন, স. শ. (সং. জল, পানী + প্লাবন, পানীৰে ঢকা) বানপানী, ধল, an inundation, a deluge.

জলপ্লাবিত, বি. পানীৰে ঢকা, পানীৰে তল নিওৱা, flooded with water.

জল-বিষুব-সংক্ৰান্তি (-বিষুব-), স. শ. (সং. জল, পানী + বিষুব, ৰাতি দিন সমান

হোৱা কাল+সংক্রান্তি, সূৰ্য্য এক ৰাশিৰ পৰা অন্য ৰাশিলৈ যোৱা দিন) সূৰ্য্য তুলা ৰাশিলৈ যোৱা দিন, কাতি-বিহু, (সেই সময়ত পৃথিবীৰ সকলো ঠাইতে ৰাতি দিনৰ পৰিমাণ সমান হয় আৰু প্রায়ে বৰষুণ হয়, এতেকে সেই নাম), the day on which the sun enters *Libra.*

জলভীতি, স. শ. (সং. জল, ঐ+ভীতি, ভয়) পানীৰ ভয়; এতেকে বলিয়া কুকুৰে খোৱাৰ পৰা হোৱা পানীৰ ভয়, dread of water, hydrophobia.

জলম্, স. শ. (অং. জাল, জৰীৰে গুঁঠি মাছ চবাই আদি ধৰিবৰ নিমিত্তে কৰা এবিধ যতন) মৰাপাটৰ জৰীৰে গুঁঠি জমাৰ নিচিনাকৈ কৰা বহুৰাৰ সাজ, a long coarse robe-like garment worn by a buffoon.

জলম্-জটম্, বি. (অং. জলম, ঐ+জটম্, অনুক.) জলমৰ দৰে গাত ভালকৈ নেথাই ওলমি যোৱা (কাপোৰত খাটে); যেনে, কাপোৰখান জলম্-জটম হল, hanging loose, as clothes.

জলয়া, স. শ. (অং. জাল্, মাছ-ধৰা যতন) লোটা ভৰি নিয়া, এবিধ জাল-মোনা, a coarse netted bag used for carrying a *lota* or water vessel.

জলৰ্জপৰ্, বি. "জৰ্পৰ্জল" শব্দৰ বিকৃতি।

জলস্থ, বি. (সং. জল্, পানী+স্থা, থাক্) পানীত থকা, being or abiding in water.

জলহস্তী, স. শ. (সং. জল, পানী+হস্তী, হাতী, হাতীৰ নিচিনা শুঁড় আছে, এতেকে) মগৰ, the sea-elephant.

জলহু, বি. ভালকৈ কাপোৰ নিপিন্ধা, অপৰিষ্কৃত; মূৰ্খ, ভেবা, slovenly, not neat and tidy; stupid.

জলহুৰা, বি. (অং. জলাহ্, বহু পানী থকা ঠাই) পনীয়া, বহুত পানী থকা (আঞ্জা আদিত খাটে), watery, as food.

জলা, বি. (অং. জল্, পোৰ্) জিভাত বা গাৰ ছালত পোৰণি জন্মোৱা, জাল থকা; জলি থকা, pungent, acrid, blazing. স. ধা. জুই লগা, to kindle.

জলা, স. শ. (অং. জল্, পোহৰ হ) সৰু বিন্ধা, ৰন্ধ্র, ফুটা (বিন্ধাই দি পোহৰ সোমায় এতেকে); যেনে, বেজীৰ জলা, a small hole.

জলা-কটা, বি. ফুটা দিয়া, বহু বিন্ধা থকা, অনেক ছিদ্রযুক্ত, having many holes.

জলাঞ্জলি, স. শ. (সং. জল, পানী+অঞ্জলি, আঁজলি) তৰ্পণ কৰাত দুই হাতেৰে আঁজলি কৰি দিয়া পানী, তৰ্পণ, water offered to the *manes* with the joined palms of the hands, an oblation of water.

জলাঞ্জলি দি, একেবাৰেই ত্যাগ কৰ্, to give up.

জলাতন্, বি. (সং. জল, পানী+আতন, বিস্তাৰিত হোৱা) বাৰিষা পানীৰে তল যোৱা, inundated during the rains. অসমীয়াত "জলাতক" এনেও হয়।

জলাধাৰ্, স. শ. (সং. জল, পানী+আধাৰ্, ধৰোঁতা) জলপাত্র; পুখুৰি, সাগৰ, বিল ইত্যাদি, a water vessel, a pond, a lake, the ocean, any piece of water.

জলাশয়্, স. শ. (সং. জল, পানী+আশয়, থকা ঠাই) ডাঙৰ পুখুৰি, বিল, a tank, a lake.

জলাহ্, স. শ. (সং. জলাশয়, বিল আদি) বহু ঠাই জোৰা এদৰা পানী, পানীৰে তল যোৱা বহুত ঠাই, a large piece of water.

জলাহী, বি. পনীয়া গাখীৰ দিয়া (জন্তুত খাটে), giving watery milk.

জলীয়া, বি. জালৰ নিচিনা, জালৰ দৰে গঁথা, reticular, reticulated.

জলেশ্বৰ, স. শ. (সং. জল, পানী+ঈশ্বৰ, গৰাকী) বৰুণ দেৱতা, সাগৰ, the god of water, the Hindu Neptune, the ocean.

জলোদৰি, স. শ. (সং. জলোদৰ, শোথ) শোব-ৰোগ, dropsy.

জলোপলো, বি. থাকিবৰ ঠাই নথকা হোৱা, বৰ দুখত পৰা, deprived of a place of abode; involved in misery.

জলোযথো, বি. (সং. জলযথা, পানীৰ নিচিনা) পনীয়া, জুলীয়া, পানীৰ নিচিনা, watery. "জলোলথো" এনেও হয়।

জল্কৰ্, স. শ. (সং. জল, পানী + কৰ, ৰাজহ) পানীত মাছ মৰাৰ বাবে ৰজাক দিব লগা ধন, rent of a fishery.

জল্কুঁৱৰী, স. শ. (অং. জল্কোঁৱৰ শব্দৰ স্ত্ৰীলিঙ্গ) জলকোঁৱৰৰ ভাৰ্য্যা, পানীত থকা এবিধ দেৱতাৰ কন্যা, a water nymph, a mermaid.

জল্কোঁৱৰ্, স. শ. (সং. জলকুমাৰ, পানীৰ ৰজাৰ পুত্ৰ) পানীত থকা এবিধ অপ-দেৱতা, a river god.

জল্গিৰী, স. শ. (অং. জল, পানী + গিৰী, গৰাকী) এবিধ পানীত থকা ভূত, an evil spirit residing in water.

জল্গুঁই, স. শ. (সং. জলগোধিকা, এবিধ পানীৰ জন্তু) পানীত থকা এবিধ গুঁই জাতিৰ জন্তু, তাক মানুহে ঘঁৰিয়ালৰ মাইকী বুলি ভাবে, the monitor.

জল্জলা, অ. ধা. (অং. জল্, খং কৰ্) খঙৰে জ্বলি উঠ্, to be furious with anger.

জল্জলীয়া, বি. (অং. জল, পোহৰ হ) ফটফটীয়া, নিৰ্ম্মল, এফালে চালে আন ফাললৈ দেখা, clear, pellucid.

জল্থল্, জল্থলীয়া, বি. (সং. জলস্থল, পানী আৰু মাটি) বোকাৰ নিচিনা, of the consistency of mud.

জল্পনীয়া, বি. (অং. জল্পান, অলপ আহাৰ) জলপানৰ নিমিত্তে উপযুক্ত; যেনে, জল্পনীয়া বস্তু; জলপান কৰা, অলপ আহাৰ কৰা; যেনে, জলপনীয়া আলহী, fit for luncheon; taking a light repast.

জল্-পান্, স. শ. (সং. জল-পান, পানী খোৱা) পানী খোৱা; এতেকে অলপ আহাৰ, ভাত-আঞ্জাত বাজে আন আহাৰ, the drinking of water; a light meal, a luncheon.

জল্-পান্ কৰ্, পানী খা, ভাত আঞ্জাত বাজে আন বস্তু খা, to drink water; to take lunch.

জল্-পিণ্ড, "পিণ্ড-জল" চোৱাঁ।

জল্ফাই, স. শ. (হিং. জল্পাই, এবিধ ফল) বেলফৈ টেঙ্গা, এবিধ ফল, an olive.

জল্ময়, বি. (সং. জল, পানী + ময়, সদৃশ) পানীৰ নিচিনা, চেঁচা; শীঘ্ৰে খং-নুঠা; পানীৰে পূৰ, water-like, cool, not easily provoked; full of water.

জল্মল্, জল্মলনি, স. শ. (অং. জল্, কান্তি কৰ্ + মল্, অনুক.) জিলিকনি, চকমকনি, ফটিক বা হীৰা আদিৰ নিচিনা কান্তি, brilliance, lustre.

জল্মলা, অ. ধা. জিলিক্, তিৰ্বিৰা, to glitter, to sparkle.

জল্মলীয়া, বি. (অং. জল্মল, ঐ) জিলিকা, চক্মকীয়া, glittering, sparkling.

জল্শাই, স. শ. (সং. জলশায়ী, পানীত শোওতা অৰ্থাৎ থাকোঁতা) ডাঙ্গৰ পুখুৰি বা বিলত থকা এজন অপদেৱতা, an evil spirit supposed to dwell in large tanks or lakes. "জলশাই ডাঙ্গৰীয়াও" বোলে।

জল্শুবীয়া, বি. (অং. জল্শোব, শোথ-ৰোগ) শোবে ধৰা, শোথ-ৰুগীয়া; শোবে ধৰা মানুহৰ নিচিনা শেতা আৰু তেজ-হীন, dropsical, weak and pale.

জল্শোব্, স. শ. (অং. জল্, পানী + শোব, শোথ-ৰোগ) শোথ-ৰোগ, তেজবিলাক পানী হৈ গা উখহা ৰোগ, dropsy.

জল্সাৰ্, স. শ. (জল্, পানী + সাৰ্, এবিধ ৰোগ) ঘনে-ঘনে অধিককৈ সৰু পানী চোৱা ৰোগ, diabetes.

জৰা, স. শ. (সং. জব, দীপ্তি কৰ্) এজাতি ফুল, তাৰ বঙ্গা, বগা আৰু পাটল তিনি বিধ; বঙ্গা বিধক ওড় বা বঙ্গা

বোলা যায়, a species of flower, the China rose.

জহ্‌, অ. ধা. ( সং. জস্‌, মুকলি কৰ্‌ ) দ্ৰৱ হ, গেলি পমি যা ; যেনে, কঠালটো জহি গল, to be decomposed, to rot away, to be dissolved.

জহ্‌, স. শ. ( অং. জহ্‌, দ্ৰৱ হ ; ঘামৰ দ্বাৰা গা জহে এতেকে ) গ্ৰীষ্ম, গা-পোৰণি, heat, warmth.

জহ্‌, স. শ. ( সং. জস্‌, পীড়া কৰ্‌ ) দাই, জগৰ, a fault, an offence.

জহনী, স. শ. ( অং. জহ্‌, দ্ৰৱ হ ; গাৰ তেজ পানী হৈ যায় এতেকে ) এবিধ ভেদ্‌-বাঁতি হোৱা সোঁচৰা ৰোগ, cholera.

জহৰা, বি. ( সং. জাৰজ্‌, উপপতিৰ পৰা হোৱা ) বিয়া কৰা স্বামীত বাজে আনৰ পৰা হোৱা, not born in wedlock.

জহৰ্‌মহৰ্‌, স. শ. ( যাং. ) সাপৰ বিষ নষ্ট কৰা বুলি খ্যাত এবিধ সৰু শিল, bezoar, a calculous concretion found in the intestines of certain ruminant animals, formerly regarded as an unfailing antidote for poison. Hence any antidote or panacea.

জহা, স. শ. ( অং. জহ্‌, দ্ৰৱ হ ) এবিধ সুগন্ধি সৰু ধান ; ( তাৰ চাউল শীঘ্ৰে সিজে এতেকে সেই ধানক "জহা-ধান," চাউলক "জহা-চাউল" বোলা যায় ), a kind of fragrant and fine rice.

জহা-কোমোৰা, স. শ. ( অং. জহ্‌, ঐ+ কোমোৰা, এবিধ লতাৰ ফল ) এবিধ সোনকালে সিজা কোমোৰা, a kind of pumpkin.

জহামাল্‌, স. শ. ( সং. জাহক, এবিধ মেকুৰিৰ নিচিনা জন্তু, মল্ল, যুজাক, যুজে এতেকে ) এবিধ মেকুৰিৰ নিচিনা জন্তু, বনৰীয়া জন্তু, a kind of polecat.

জহালি, স. শ. ( সং. জহত্‌, ত্যাগ কৰা ) জুন পৰি থকা বাম মাটি, বাম মুকলি পতিত মাটি, a dry open field lying fallow.

[illegible]ল, বি. ( বোধ হয় সংস্কৃত "বহুল"— বিস্তাৰিত শব্দৰ অপভ্ৰংশ ) বিশৃঙ্খল, যি বস্তু যিৰূপে বা যত থাকিব লাগে তত নেথাকি অন্য ৰূপে বা আন ঠাইত থকা ; যেনে, বস্তুবিলাক জহল হৈ পৰি আছে ; সকলোৰে আগত প্ৰকাশিত ; যেনে, কথাটো জহল হল, placed or lying in a confused or disorderly manner ; public.

জহ্‌কাল্‌, জহ্‌কালি, স. শ. ( অং. জহ্‌, ঘাম+সং. কাল, সময় ) ঘামৰ দিন, গ্ৰীষ্ম কাল, the hot season, summer.

জহ্‌কালি, ক্ৰি. বি. ঘামৰ দিনত, গ্ৰীষ্ম কালত ; যেনে, জহকালি হোৱা শস্য জাৰকালি নহয়, in the hot season.

জহ্নু, স. শ. এজনা ঋষিৰ নাম ; তেওঁ গঙ্গা নদীক হাতৰ তলুৱাত লৈ পান কৰি পাছে কৰঙ্গন ফালি বাহিৰ কৰি দিলে বুলি পুৰাণত লেখা আছে, the name of a sage.

জাঁই, স. শ. ( সং. জাতি, এবিধ ফল ) এবিধ সুগন্ধি জলা ফল, তাক দৰব বা তামোলৰ লগত ব্যৱহাৰ কৰা যায়, nutmeg. "জাই-ফল" এনেকৈও বোলা যায়।

জাঁই-পত্ৰী, স. শ. ( সং. জাতিপত্ৰী, হিং. জাৱিত্ৰী ; বং. জয়ত্ৰী, জাই-ফলৰ ঢাকনী) জাঁইফলৰ বাকলি, a spice, mace.

জাউৰি, স. শ. মানুহৰ সমূহ ; একে বেলিয়ে কৰা বস্তুৰ বা একে লগে উৎপন্ন হোৱা ফল আদিৰ সমূহ, চাম, a multitude of persons, a batch, a crop of fruit, &c.

জাং, স. শ. ( সং. জঙ্ঘা, ঠেং ) সৰু-গাঁঠিৰ ওপৰৰ, আঁঠুৰ তলৰ ভাগ, the leg. ( পদ্যত জাঙ্গ )।

জাংথনীয়া, জাংখোৱা, বি. ( অং. জাং, আঁঠুৰ তল ভাগ+থা, পানীৰ তলী পা ) আঁঠুৰ তল ভাগেৰেই তলী পোৱা, আঁঠুৰ নাম, আঁঠু-তল-নোযোৱা ; যেনে, জাংথনীয়া পানী, not quite up to the knee (said of water).

জাংকাই, স. শ. ( মিচিমি শব্দ ) এবিধ

জলুজলীয়া, মৌবৰণীয়া গোট মৰা গছৰ আঠা, তাক আসাম দেশৰ উত্তৰ পূব ফালৰ মিচিমি পৰ্ব্বতত পোৱা যায়, তাৰ দ্বাৰা কেৰু-মণি হয়, amber.

ই, স. শ. জঁক, অকস্মাত উঠা খং; ৰাগীৰ শেষ; হিলৈৰ ফেৰ্, a sudden fit of anger, the effects of an intoxicating thing; the discharge of a gun.

জাঁই, স. শ. মাইকী মেকুৰী, a female cat.

জাঁও, } ঝাঁও, } স. শ. (সং. ঝাবু, এবিধ গছ) এবিধ ছিৰলী পাতেৰে নৈৰ দাঁতিত হোৱা গছ, a kind of tree. The *tamarix Indica* (Gamble).

জাঁও, } ঝাঁও, } স. শ. (সং. ঝামক, পোৰাত কলা হোৱা ইটা) কাঠ আদি ঘঁহি নিমজ কৰা কলা ইটা, a piece of vitrified brick used in smoothing wood, &c.

জাঁজ, স. শ. (সং. জঞ্জাল, জাবৰ) উটি অহা কাঠ বা ইকৰা খাগৰি আদিৰ সমূহ; এতেকে গাত গা লগাই বিশৃঙ্খলৰূপে থকা অধিক বস্তু, wood, reed, &c. floating together; a number of things lying together in a confused manner.

জাঁজৰি, স. শ. উটি অহা কাঠ বা খাগৰি ইকৰা আদি, wood, reed, &c., floating together.

জাঁটলী, বি. "জঁটলা" চোৱাঁ।

জাপ্টে, } ঝাপ্টে, } ক্রি. বি. (সং. ঝটিত, শীঘ্রে) তৎক্ষণাৎ, বেগতে, quickly.

জাঁত্, স. শ. (বং. হিং. জাঁতা, শস্য পিহা শিল) শস্য পিহা শিল, a hand mill for grinding corn.

জাঁত্, অনুক. বহুত লোকে একে লগে হাত চাপৰি বা ভৰিৰে গোৰোহনি মৰাৰ নিচিনা শব্দ, an imitative sound used to express that of many persons clapping their hands or stamping their feet together.

জাঁত্ কৰে, ক্রি. বি. একে লগে অনেকে হাত বা ভৰিৰে আঘাত কৰাৰ নিচিনা শব্দ কৰি, making a sound like the above.

জাঁতি, স. শ. জুইৰ ওপৰত চৰু আদি বহাবৰ নিমিত্তে লোৰে গঢ়া তিন ঠেঙ্গীয়া সঁজুলি, an iron tripod for supporting a vessel over the fire.

জাপ্, স. ধা. কাপোৰৰ নিচিনা পাতল বস্তু মোকোটাই সামৰ্; যেনে, চুৰিয়া জাপি-ছোঁ; এতৰপৰ ওপৰত আন এতৰপ থ; যেনে, খৰি জাপে, to fold, to pile, to heap. স. শ. তৰপ; যেনে, তিনি জাপ কাপোৰ; ৰাতি শোঁওতে গাত লোৱা কেইবা তৰপীয়া কাপোৰ, a pile, a layer; cloths of several folds used to cover one's self in bed.

জাপ্ খা, } জাপ্ যা, } জপা হ, বন্ধ হ, to be folded, to be closed.

জাঁপ্, } ঝাঁপ্, } স. শ. (সং. ঝম্প, ডেও) ডেও, লাফ, ওপৰলৈ উধি বা মাটিত খোজ নিদিয়াকৈ এঠাইৰ পৰা আন ঠাইত পৰা গতি, a jump, a leap.

জাঁপ্ মাৰ্, ডেও মাৰ্, to jump, to leap.

জাঁপত্ জাপে, ক্রি. বি. জঁপিয়াই জঁপিয়াই, moving forward by leaps.

জাঁপৰ্, স. শ. (অং. জাবৰ, আলাগতীয়া খেৰ কুটা আদি) খুৰাবৰ সময় অতিৰিক্ত হোৱা চুলি, নুখুৰাই বা নেকাটি ৰখা চুলি, uncombed or untrimmed hair.

জাঁপৰী, বি. "জঁপৰা" চোৱাঁ।

জাঁপৰী-বিহ, স.শ. (অং. জাঁপৰ, নতোৱা চুলি + বিহ, বিষ; সৰু সৰু শিপাৰে জঁপৰা হৈ থাকে এতেকে) বৰ বিহ, এবিধ শিপা-বিহ, a vegetable poison, the aconite.

জাঁপ্‌তগৰ্, স. শ. (অং. জাঁপ, তৰপ+সং. তগৰ, এবিধ ফুল) এবিধ উগ্ৰগন্ধি বগা ফুল, তাৰ পাহবিলাক কেইবা তৰপ হৈ থাকে, এতেকে সেই নাম; তাৰ গছ, a kind of flower and its tree.

জাক্, স. শ. (হিং. বং. ঝাঁক, সমূহ) মানুহ

বা জন্তুৰ সমূহ ; যেনে, গৰুৰ জাক ; একে লগে পৰা বৰষুণৰ টোপাৰ সমূহ ; যেনে, বৰষুণ জাক, একে লগে লালী হৈ অহা বতাহ ; যেনে, বতাহ-জাক, a herd, a flock, a multitude; a shower, a stream of air. "ঝাক" এনেকৈও কোনোৱে লিখে।

জাক্ ফুৰ্, মাইকীৰ বা মতাৰ সঙ্গ ল (জন্তুত খাটে) ; যেনে, গাইয়ে জাক ফুৰিছে, to copulate as a[illegible]nal.

জাকৈ, স. শ. (অং. জাক, সমূহ) মাছ ধৰা এবিধ বাঁহৰ কাঠীৰ যতন (তাক পানীত পেলাই ওপৰলৈ দাঙ্গিলে একে লগে ভালেমান সৰু মাছ উঠে), a kind of bamboo scoop used in catching fish.

জাকৈয়া, বি. জকাই বোৱা, জকাইয়েৰে মাছ ধৰা ; যেনে, জাকৈয়া মানুহ, fishing with the above. স. শ. জকাই বোৱা মানুহ, one who fishes with the above.

জাখৰ্, স. শ. (সং. জাগৰ্, লোৰ চোলা) যুজাৰু মানুহে পিন্ধা লোৰ চোলা, কৱচ, a coat of mail, armour.

জাগ্, অ. ধা. (সং. জাগৃ, সাৰ্ পা) সাৰ পা, টোপনীৰ পৰা উঠ্, to awake. কৃদ. স. জাগোঁতা, (স্ত্রী) জাগঁতী।

জাগৰণ্, কৃদ. স. (সং. জাগৃ, সাৰ পা) সাৰ পোৱা কাৰ্য্য ; জাগি থকা অৱস্থা, the act of awaking, wakefulness.

জাগৰিত্, কৃদ. বি. জগোৱা, টোপনি-ভঙ্গা, awakened, roused from sleep.

জাগোন্, স. শ. (অং. জগ্, পানীৰ পৰা ওপৰ ওলা) পানীয়ে বস্তুবিলাক বুৰাব নোৱৰা কৰিবৰ কাৰণে নাৱৰ তলিত পৰা চঁছালি, the bamboo flooring at the bottom of a boat. "জাগন" এনেও হয়।

জাগ্ৰত্, কৃদ. বি. (সং. জাগৃ, সাৰ পা) সাৰে-থকা, টোপনী নোযোৱা, awake, not asleep.

জাঙ্গী, স. শ. (অং. জাং, আঁঠুৰ তলভাগ) বটিয়াৰে কৰা এবিধ ফাঁদ, তাক কৰ্চ্চন আদি ডাঙ্গৰ চৰাইৰ কাৰণ সমান ঠাইত পতা যায়, আৰু চৰাইয়ে খোজ কাঢ়ি যাওঁতে সি ভৰিত লাগে, a kind of snare for birds.

জাঙ্গুল্, স. শ. সমূহ, বহুত মানুহ, জন্তু বা বস্তু, a crowd, a large number of persons, animals or things.

জাঙ্গুল খা, বহুত একত্ৰ হ, অনেকে একে ঠাইতে গোট খা, to assemble in a large body, to throng.

জাঙ্গুল খাই উঠ্, বহুতে একে লগে খং কৰ্, to be excited or angry in a body.

জাঙ্গুল খাই ধৰ্, অনেকে বেৰি ধৰ্, to surround in a body.

জাজ্বল্যমান্, বি. (সং. জাজ্বল্যমান—জ্বল্, পোহৰ কৰ্) প্ৰকাশ কৰা, দীপ্তিমান ; জ্বলি থকা, স্পষ্ট হৈ থকা ; যেনে, সেই কথা জাজ্বল্যমান হৈ আছে, shining, blazing, patent, conspicuous.

জাড্য, গু. শ. (সং. জাড্য—জড়, ঠেৰেঙ্গা) মূৰ্খতা ; ঠেৰেঙ্গা গুণ, stupidity, frigidness.

জাত্, কৃদ. বি. (সং. জন্, ওপজ্) ওপজা, জন্মা, উৎপন্ন, born, produced. স. শ. বিধ, প্ৰকাৰ, শ্ৰেণী ; এতেকে কুল, জাতি, kind, sort, caste.

জাত্, বি. (সং. জাত, বিধ, প্ৰকাৰ) ঘাই বিধৰ, যথাৰ্থ প্ৰকাৰৰ ; যেনে, জাত পোৱাল, of the real kind, genuine. স. শ. স্বৰ, যি পদ বা গীত যেনেৰূপে গাব লাগে সেই স্বৰ ; যেনে, জাত লগাই গীত গাইছে, an air, a tune.

জাতকৰ্ম্ম, স. শ. (সং. জাত, ওপজা + কৰ্ম্ম, কাৰ্য্য) সন্তান ওপজোঁতে কৰিব লগা এক কাৰ্য্য, লৰাৰ নাই কাটিয়েই মন্ত্ৰ মাতি তিনিবাৰ জিভাত ঘিউ লগোৱা কাৰ্য্য, a ceremony performed after the navel string is divided, touching the infant's tongue thrice with *ghee*.

জাতি, স. শ. (সং. জন্, ওপজ) শ্রেণী, বিধ, প্রকাৰ; কুল, এবিধ ফুল, sort, kind, species, caste, a kind of flower.

জাতি, বি. নম্র, শান্ত; যেনে, জাতি লৰা; পোহনীয়া হোৱা; যেনে, বনৰীয়া মহক জাতি কৰা টান; ঘাই বিধৰ, যথার্থ প্রকাৰৰ, mild, not violent, tame, of the real kind.

জাতি কাঠ্, স. শ. (অং. জাতি, ঘাই বিধৰ + কাঠ, কটা গছ, অর্থাৎ মান বঢ়াবৰ নিমিত্তে তাক যথার্থ বিধৰ বোলা যায়) চন্দন-কাঠ, এবিধ সুগন্ধি বগা কাঠ, the sandal wood.

জাতি-ধৰ্ম্ম, স. শ. (সং. জাতি, কুল, শ্রেণী + ধৰ্ম্ম, নীতি) প্রত্যেক জাতিৰ মানুহৰ পূর্ব্বৰ নিয়ম অনুসাৰে কর্ত্তব্য কৰ্ম্ম, the particular duty or occupation of each class or tribe.

জাতি-পাণ্, স. শ. (অং. জাতি, ঐ + পাণ, এবিধ লতা) ঘাই বিধৰ পাণ, মানুহে সদায় ব্যৱহাৰ কৰা পাণ (আউনী পাণৰ পৰা পৃথক কৰিবৰ কাৰণ সেই নাম), the betel vine and its leaf.

জাতিবাঁহ্, স. শ. এবিধ কাঠী-কামী আদি ভাল কামত লগোৱা বাঁহ, a species of bamboo which is chiefly used in wicker work.

জাতিভ্রষ্ট, বি. (সং. জাতি, কুল + ভ্রংশ্, নষ্ট হ) জাতি-যোৱা, জাতিহীন হোৱা, degraded in caste, outcast. স. শ. জাতিৰ লোপ, জাতিনাশ, loss of caste.

জাতি-ৱিদ্বেষ (-বি-), জাতি-ৱিৰোধ (-বি-), স. শ. (সং. জাতি, মানুহৰ শ্রেণী + ৱিৰোধ বা বিদ্বেষ, বিবাদ) বেলেগ জাতিৰ মানুহৰ মাজত থকা বিদ্বেষ, race-antagonism.

জাতিষ্কাৰ্, বি. (সং. জ্যোতিষ্কৰ, দীপ্তি কৰা) সুন্দৰ, সুদৃশ্য, শোভিত, উত্তমৰূপে সজোৱা, splendid, showy, well-decorated.

জাতিস্মৰ্, বি. (সং. জাতি, জন্ম + স্মৃ, মনত ৰাখ) পূর্ব্ব জন্মৰ কথা মনত ৰখা, আগৰ জন্মৰ কথা কব পৰা, remembering one's own condition in a previous life.

জাতিহীন্, বি. (সং. জাতি, কুল + হীন, নথকা) জাতি নথকা; জাতি নষ্ট হোৱা, having no caste, degraded in caste.

জাতীয়, বি. কোনো এক জাতিৰ বা দেশৰ মানুহবিলাকৰ নিজৰ; যেনে, জাতীয় কবি, national.

জাতে, জাতেই, ক্রি. বি. (অং. জাত, শ্রেণী) সমূলি, গোটেই, নিচেই; যেনে, খৰিবোৰ জাতে কেঁচা, wholly, altogether.

জাত্যন্তৰ্, বি. (সং. জাতি, কুল + অন্তৰ, পৃথক্) আন এক জাতিৰ, আগেয়ে থকা জাতিতকৈ বেলেগ; যেনে, অমুক জাত্যন্তৰ হল, of a different caste, an outcast.

জান্, স. ধা. (সং. জ্ঞা, বুজ পা) বুজ পা, বুজ, to know, to understand.

জান দি, সম্বাদ দি, জনা, to inform.

জান্, স. শ. পানী বৈ যোৱা, দ, স্বাভাৱিক খাৱৈ, জুৰি, a ravine, a creek.

জান্ দি, সম্বাদ দি, বার্ত্তা দি, to give notice to.

জানকী, স. শ. (সং. জনক, এজন ৰজাৰ নাম) জনক ৰজাৰ জীয়েক, ৰামৰ ভার্য্যা, সীতা, a name of Sita.

জাননী, স. শ. (জান, বুজ্) লোকক জান দিবৰ নিমিত্তে লিখা কাকত বা মুখেৰে পঠোৱা বার্ত্তা, a written or verbal notice or information, an advertisement.

জানন্তা, বি. (অং. জান, বুজ পা) জনা, জ্ঞানী, বোধ থকা, knowing, wise. স. শ. জানোতা, জনা লোক, one who knows, a wise person.

জানিবা, ক্রি. বি. ('জান' ধাতুৰ লোটৰ অর্থাৎ ভবিষ্যতৰ তৃতীয় পুং.) অনুমান কৰি লোৱা, মনত ভবা; যেনে, তুমি

জানিবা বুজিলা, আনে কেনেকৈ বুজিব ? প্ৰায়, দৰে ; যেনে, ৰং কৰা নহল, জানিবা শান্তি খোৱা হল, take it for granted, suppose, almost as, like.

জানু, স. শ. ( সং. জ্ঞা, জান্ ) আঁঠু ( লৰাই এইখনতে কেনেকৈ গতি কৰিব লাগে তাৰ দ্বাৰা সেই বিষয়ৰ জ্ঞান পায় এতেকে), the knee.

জানো, ক্ৰি. বি. ( অং. বুজ পাওঁ—জান্, বুজ পা ; ইয়াৰ অৰ্থ বিপৰীত ) বুজ নেপাওঁ ; যেনে, (প্ৰং.) অমুক আহিল নে ? ( উং. ) জানো, কব নোৱাৰোঁ, I do not know. প্ৰ. অব্য. প্ৰশ্ন সোধাত ব্যৱহৃত অব্যয় শব্দ, নে ; যেনে, তেওঁ জানো আহিল ? তেওঁ আহিল নে ? a particle used in asking a question.

জানোচা, } ক্ৰি. বি. কিবাজানি, হলে হব
জানোবা, } পাৰে ; যেনে, জানোচা মই যোৱাৰ পাচত তেওঁ আহে, perhaps.

জানোতা, কৃদ. স. জনা পুৰুষ, a man who knows. ( স্ত্ৰী ) জানতী।

জান্-নেজান্, বি. ( অং. জান, বুজ পা + নেজান্, বুজ নেপা ) অতি অলপকৈ গম পোৱা, অতি অলপ ; যেনে, জান-নেজান বিষ আছে, slightly perceptible.

জাপি, স. শ. বাঁহৰ কাঠীৰে সাজি টকৌ পাতেৰে ছোৱা এবিধ ছত্ৰ, a wicker hat serving as an umbrella.

জাবৰ্, স. শ. (সং. আবৰ্জনা, অকামিলা খেৰ কুটা ) অকামিলা খেৰ-কুটা আদি, সাৰি পেলোৱা বস্তু, rubbish, sweepings.

জাবৰণি, স. শ. জাবৰ পেলোৱা ঠাই, খেৰ কুটাৰে পূৰ হোৱা ঠাই, a place full of rubbish, a place where sweepings are thrown.

জাবালি, স. শ. এজন ঋষিৰ নাম, the name of a sage.

জাব্ৰাং, স. শ. এবিধ সুগন্ধি জলা গুটি, তাক প্ৰায়ে ভোটৰ পৰা পোৱা যায়, a kind of fragrant and pungent seed brought by the Bhutias.

জামুৰ, অ. ধা. উখহা শুচ্, to heal as a swelling.

জামাতা, স. শ. ( সং. জামাতৃ, জোঁৱাই ) জোঁৱাই, জীৰ স্বামী, a son-in-law.

জামাতৃ, স. শ. ( সং. জায়া, ভাৰ্য্যা + মা, গ্ৰহণ কৰ্ ) জোঁৱাই, a son-in-law.

জামিন্, স. শ. ( যাং. ) লগা, লোকে কোনো কাৰ্য্য নকৰিলে তাৰ নিমিত্তে দায়ী হবলৈ গাত লোৱা মানুহ, a surety.

জামীৰ্, স. শ. ( সং. জম্বীৰ, এবিধ ফল ) এবিধ টেঙা ফল, a kind of lime.

জামু, স. শ. ( সং. জম্বু, এবিধ ফল ) এবিধ ফল, a kind of fruit and its tree (Eugenia Jambolana).

জামুকলীয়া, বি. ( অং. জামু, ঐ + কলীয়া, কলা বৰণীয়া ) অলপ ৰঙাৰে মিহলি কলা বৰণীয়া, purple.

জামুকী, স. শ. ( সং. জম্বুক, শিয়াল ; শিয়ালৰ নেজৰ নিচিনা এতেকে ) বৰ হিলৈত জুই লগোৱা আৰিয়া, a port-fire or match for firing guns.

জামু-দাঁত, স. শ. ( সং. জম্, খা + দাঁত, দন্ত ; তাৰে চোবাই খোৱা যায় এতেকে ) গুৰি দাঁত, a molar tooth.

জাম্বৱন্ত, স. শ. ( সং. জাম্বৱৎ, এটা ভালুকৰ নাম ) ৰামৰ সৈন্যৰ এজনা সেনাপতি, তেওঁ ভালুক আছিল আৰু তেওঁৰ জীয়েক সত্যভামাক কৃষ্ণই বিয়া কৰিছিল বুলি পুথিত লিখা আছে, one of the leaders of Rama's army said to be a bear.

জায়া, স. শ. ( সং. জন্, ওপজ্ ) ভাৰ্য্যা, ঘৈণী, গৃহিণী ( স্বামীয়ে ভাৰ্য্যাৰ গৰ্ভত সন্তান স্বৰূপে পুনৰায় জন্ম লয় এতেকে ), a wife.

জাৰ্, স. শ. ( সং. জৄ, দুৰ্ব্বল হ ) উপপতি ( ভাৰ্য্যা-স্বামীৰ মাজৰ চেনেহ দুৰ্ব্বল কৰে, এতেকে ), a paramour.

জাৰ্, } স. শ. ( সং. জড়, চেঁচা, হিং. জাড়া,
জাড়্, } শীত ) চেঁচাৰ পৰা হোৱা কষ্ট, তাপৰ অভাৱ, cold.

জাৰ্, } স. ধা. ( হিং. ঝাড়না ; বং. ঝাড়ন,
ঝাৰ্, } পৰিষ্কাৰ বা মন্ত্ৰ কৰ্ ) কুলাৰে জোকাৰি পৰিষ্কাৰ কৰ্, মন্ত্ৰ কৰ্, মন্ত্ৰ মাতি অলপ্ অলপকৈ কোবা বা মোহাৰ্, to repeat incantations over, to exorcise, to winnow.

জাৰ্-কঁইটা, } স. শ. ( অং. জাৰ, চেঁচা+
জাৰ্-কাঁইট্, } কাঁইট, হুল ) জাৰৰ গুণে নোমৰ গুৰিত হোৱা সৰু সৰু টোপোৰা, goose-skin, roughness of the skin caused by cold.

জাৰকাল্, } স. শ. ( অং. জাৰ্, ঐ+কাল,
জাৰ্কালি, } সময় ) জাৰৰ দিন, শীত ঋতু, the cold season.

জাৰজ্, স. শ. ( সং. জাৰ, উপপতি+জন, ওপজ ) বিয়া নকৰা স্বামীৰ পৰা হোৱা লৰা, জহৰা লৰা, a bastard child. বি. বিয়া নকৰা স্বামীৰ পৰা হোৱা, জহৰা, bastard.

জাৰণ্, স. শ. ( সং. জ, জীৰ্ণ হ ) ধাতু পুৰি কৰা ভস্ম, a metallic calx.

জাৰণ্, স. শ. ( সং. জৃ, ক্ষয় কৰ্ ; কটাৰীক ক্ষয় কৰে ) এবিধ কটাৰী-ধৰোৱা টান শিল, a kind of hard stone used for sharpening knives, &c.

জাৰোঁতা, } কৃদ. স. জৰা কাৰ্য্য কৰা মতা,
ঝাৰোঁতা, } a man who winnows, &c. ( স্ত্ৰী ) জাৰঁতী।

জাৰণি, } স. শ. ( হিং. ঝাড়, জোপা, ঝাৰী
ঝাৰণি, } হাবি ) ডাঠ হাবি, কাঠনি, a thick jungle, a forest.

জাৰী, } স. শ. ( হিং. বং. ঝাৰী, জলপাত্ৰ )
ঝাৰী, } এবিধ নলা লগোৱা লোটা, a water pot with a spout.

জাল্, স. শ. ( সং. জল্, বেৰি ধৰ্, ঢাক্ ) মাছ, চৰাই বা পহু ধৰিবৰ নিমিত্তে জৰীৰে গুঁঠি কৰা এবিধ যতন ; ফাকি, প্ৰতাৰণা ; যেনে, কপটীয়াৰ মায়া-জাল, জালৰ নিচিনা আন বস্তু ; যেনে, মকৰাৰ জাল, চকুৰ মণিত পৰা এক প্ৰকাৰ পাতল মল ; যেনে, চকুৰ জাল কটা দৰব, a net, illusion, deception, a thin film on the eye that obstructs the sight, anything like a net.

জাল্ মাৰ্, দীপ্তিৰ দ্বাৰা দৃষ্টি ৰুদ্ধ হ, to be dazzled.

জাল্ পৰ্, চকুত মলি বন্ধ হৈ নেদেখা হ, to obscure the vision as by a film on the eye.

জাল্, স. শ. ( সং. জ্বালা, তাপ ) মুখত বা গাৰ ছালত লাগিলে পোৰণি উঠা গুণ ; যেনে, মৰিচৰ জাল ; কোনো বস্তু সিজাবৰ নিমিত্তে দিয়া জুইৰ তাপ ; যেনে, চকৰ তলৰ জাল ঘুমাল, ৰাগী ; যেনে, ভাঙ্গৰ জাল, টোপনীৰ জাল, pungency, acridness, heat of fire, intoxication.

জাল্, স. ধা. ( অং. জাল, জুইৰ তাপ ) জুই লগা ; জুইৰ তাপৰ দ্বাৰা পান গলাই ধাতুৰ পাত্ৰৰ ফুটা বাত্, to kindle, to solder.

জালী, বি. ( সং. জালী, কোমোৰা আদিৰ কলি ) কোমল, পূৰঠ নোহোৱা ( তিঞ্চহ, কোমোৰা আদি লতাৰ মানুহে খোৱা ফলত খাটে ) ; যেনে, জালী কোমোৰা, tender, not mature, as the fruit of a cucurbitaceous plant. স. শ. কোমোৰা আদি লতাৰ পূৰঠ নোহোৱা ফল ; যেনে, জালী তিঞ্চহ, the tender fruit of a cucurbitaceous plant.

জালী, স. শ. ( সং. জাল, চৰাই আদি ধৰা যতন ) চৰাই ধৰিবৰ কাৰণে জাল পতা মানুহ লুকাই থাকিবৰ নিমিত্তে গছ-পাত আদিৰে আবৃত কৰা ঠাই ; এতেকে এবি পলুৰে বাহ বান্ধিবৰ নিমিত্তে কৰা পাতৰ মুঠা, জালৰ নিচিনা ফুটা থকা বস্তু, a place enclosed with branches of trees for the concealment of persons who lay nets for birds, a nest of silk worms, a net work.

জালী-কাট্, জালৰ দৰে ফুটা উলিয়া, to make holes to resemble net work.

জালী-কটা, বি. ( অং. জালী, জালৰ নিচিনা

বস্তু+কটা, ছেদ কৰা ) জালৰ নিচিনা ফুটা থকা, having holes like net work.

জালীগাঁত্, স. শ. ( অং. জাল, জুইৰ তাপ+গাঁত, গর্ত্ত ) কোনো বস্তুৰ তলত জাল দিবৰ নিমিত্তে কৰা গাঁত, পাত্র থবৰ কাৰণে এটা গাত খানি পাত্রৰ তললৈ জুই সুমাই দিবৰ কাৰণে তাৰ দাঁতিয়ে দি আৰু এটা গাঁতৰ সংযোগ কৰিলে তাকে জালী-গাঁত বোলে, a kind of hole dug in the ground and answering the purpose of a furnace.

জালুক্, স. শ. ( অং. জাল, পোৰণি ) এবিধ সৰু জলা গুটি, তাক আঞ্জা আৰু দৰবত দিয়া যায়, black pepper.

জালুকীয়া, বি. ( অং. জালুক, ঐ ) জালুক দিয়া, জালুক দি বন্ধা, seasoned with black pepper.

জালোঁতা, কৃদ. স. যি পুৰুষে জালে, a man who kindles &c. ( স্ত্রী ) জালঁতী।

জালোৱা, } বি. ( অং. জাল, মাছ ধৰা
জালোৱাই, } যতন ) জাল বোৱা, জালেৰে মাছ ধৰা ; যেনে, জালোৱা মানুহ, fishing with nets. স. শ. জালেৰে মাছ ধৰোঁতা, ডোম, a fisherman. ( স্ত্রী ) জালোৱানী।

জালমোনা, স. শ. ( অং. জাল, মাছ ধৰা যতন+মোনা, জোলোঙ্গা ) জালৰ দৰে গুঁঠি কৰা এবিধ দীঘল, ধন থোৱা জোলোঙ্গা, a netted money bag.

জাহ্, বি. ( অং. জহ্, দ্রৱ হ ) জীৰ্ণ যোৱা ; গেলি পচি ক্ষয় পোৱা, ( সদায় "যা" ধাতুৰ ক্রিয়াৰ আগত থাকে ) ; যেনে, ভাত জাহ গল, জাবৰবোৰ জাহ গল, digested, decomposed, rotten.

জাহ্ দি, খাৰত পানী দি সৰা ; যেনে, খাৰ জাহ দিওঁ, to teach.

জাহ্ নিয়া, জীৰ্ণ নিয়া, to digest.

জাহ্ দি, ( জহ, জগৰ ) অপবাদ দি ; যেনে, ভাল মানুহক চোৰৰ জাহ দিলে অপমানৰ কি বাকী থাকে, to accuse of.

জাহাজ্, স. শ. ( যাং. ) সাগৰত ফুৰা বৰ নাও, a ship, a large vessel.

জাহাজী, বি. ( ঐ ) জাহাজত থকা, জাহাজৰ সম্পৰ্কীয়, appertaining to a ship.

জাহিঙ্গা, স. শ. এবিধ লাহীধান, a kind of paddy.

জাহ্নবী, স. শ. ( সং. জহ্নু, এজনা ঋষি ) গঙ্গা নদী ; ভগিৰথে গঙ্গাক নমাই আনোতে গঙ্গাৰ বেগত জহ্নু মুনিৰ তপস্যা ভঙ্গ হয়, তাতে ঋষিয়ে গঙ্গাক পি খাই-ছিল ; পাচে ভগিৰথৰ স্তুতিত সন্তুষ্ট হৈ কৰঙ্গনে দি গঙ্গাক বাহিৰ কৰি দিলে, এতেকে গঙ্গা তেওঁৰ কন্যাৰ নিচিনা হোৱাত এই নাম হয়, the river Ganges.

জিংজিঙ্গা, স. ধা. কেটুকেটা, to scold.

জিংজিঙ্গীয়া, বি. কেটুকেটীয়া, খিংখিঙ্গীয়া, snarling, peevish.

জিঁজিৰি, স. শ. ( যাং. জিঞ্জিৰ ) শিকলি, লোৰা, a fitter, irons.

জিঁজিৰি মূৰা খা, মূৰত আঘাত লাগি মূৰ ঘূৰাৰ বা কাণত সোপা লগাৰ নিচিনা বোধ হ ; যেনে, একে চৰতে জিঁজিৰি মূৰা খালে, to be stunned by a blow, &c.

জিক্, স. ধা. ( সং. জি, জয় কৰ্ ) জিন, জয় কৰ্, পৰাভৱ কৰ্ ; যেনে, পাণ্ডৱে কৌৰবক জিকিলে, to conquer, to vanquish. অ. ধা. জয়লাভ কৰ্, জয়ী হ ; যেনে, ৰণত কোন জিকিল, to be victorious.

জিক্জিকা, অ. ধা. খং কৰি উঠ্, কোনো কথা শুনি বা কোনোক দেখি খং কৰ্ ; ( সদায় "উঠ্" ধাতুৰ ক্রিয়াৰ আগত ই-ভাগান্ত কৃদন্ত ক্রিয়া হয় ) ; যেনে, এই কথা শুনি জিক্জিকাই উঠিল, to be angry at the hearing or sight of anything.

জিক্মিকা, অ. ধা. "চিক্মিকা" চোৱাঁ।

জিক্মিকীয়া, বি. "চিক্মিকীয়া" চোৱাঁ।

জিকৰ্, স. শ. এবিধ পিটনিত থকা চৰাই, a kind of water-bird.

জিকা, ⎫ স. শ. (সং. ঝিঙ্গাক, বং. ঝিঙ্গা,
ঝিকা, ⎭ এবিধ পাচলি) এবিধ আঙ্গা খোৱা লতাৰ ফল আৰু তাৰ গছ, a kind of creeper and its fruit.

জিকাৰ্, স. শ. (অং. জোকাৰ, লৰোৱা) অকস্মাত দুখ পোৱাত, জাৰ লগাত বা ভয় খোৱাত হোৱা কঁপনিৰ জোকাৰ্, a start, a sudden, involuntary motion of the body caused by pain, cold, fear or surprise. অ. ধা. জাৰৰ দ্বাৰা কঁপি উঠ্, to shiver with cold.

জিকাৰ খা, অকস্মাত ভয় খাই, দুখ পাই বা জাৰ লাগি গা লৰি উঠ্, to start.

জিকাৰ মাৰ্, অকস্মাত ভয় আদি পাই গা লৰা, to shake as from sudden fear, &c.

জিকাৰু, স. শ. (অং. জিক্, জয় কৰ্) লোকক পৰাস্ত কৰা মতা বা তিৰোতা, জয়ী লোক, a conqueror, a victor. বি. জিকা, জয়ী হোৱা, victorious.

জিঘাংসা, স. শ. (সং. হন, বধ কৰ্) বধ কৰিবৰ ইচ্ছা, a wish or intention to kill.

জিজ্ঞাস্, স. ধা. (সং. জিজ্ঞাসা, সোধা) সোধ্, (পদ্যত); যেনে, জিজ্ঞাসিলে নকয় কথা, to ask.

জিজ্ঞাসা, স. শ. (সং. জ্ঞা, জান্) জানিবৰ বাঞ্ছা কৰণ, সোধা কথা, প্ৰশ্ন, the act of asking or inquiring.

জিজ্ঞাসিত, কৃদ. বি. সোধা, প্ৰশ্ন কৰা; যেনে, জিজ্ঞাসিত কথা, asked.

জিজ্ঞাসু, বি. সোধা, জানিব খোজা, inquiring, inquisitive.

জিজ্ঞাস্য, বি. সুধিব লগীয়া, প্ৰশ্নৰ যোগ্য, to be asked or questioned.

জিঞা, ⎫ স. শ. (সং. ঝিঞ্জি, বং. ঝিঁঝিঁ
ঝিঞা, ⎭ পোকা) এবিধ উবি ফুৰা পোক, a dragon fly.

জিতাক্ষৰ্, কি (সং. জিত, জয় কৰা+অক্ষৰ, আখৰ) জিনিছে আখৰক যি, থকজা নলগাকৈ যেই সেই কাকত মাতিব পৰা, capable of reading any paper without hesitation.

জিতেন্দ্ৰিয়, বি. (সং. জিত, জয় কৰা+ইন্দ্ৰিয়, শৰীৰৰ অঙ্গ) জিনিছে ইন্দ্ৰিয়ক যি, কাম, ক্ৰোধ লোভ আদিৰ বশ নোহোৱা, unmoved by the passions, calm.

জিন্, স. ধা. (সং. জি, জয় কৰ্) জিক্, পৰাস্ত কৰ্, to conquer, to vanquish. স. শ. "জৈন" নামেৰে এজাতি মানুহৰ দেৱতা, one of the personages worshipped by the Jainas. কৃদ. স. জিনোতা, (স্ত্ৰী) জিনতী।

জিন্-জিন্, অনুক. হাত-ভৰি একে ঠৰে থকাত তেজ বন্ধ হৈ যেনে বোধ হয়, তেনে বোধ বুজোৱা শব্দ, an imitative sound used to express the tingling sensation of a limb asleep.

জিন্জিননি, স. শ. ভৰি হাতৰ সিৰ্সিৰণি, the tingling sensation of a limb asleep.

জিন্জিনা, অ. ধা. তেজ বন্ধ হৈ থকাত সিৰ্সিৰণি বোধ কৰ্, to have a tingling sensation like that caused by a limb asleep.

জিন্টী, ⎫ স. শ. (সং. ঝিণ্টী) এবিধ কাঁইট
ঝিন্টী, ⎭ থকা হালধীয়া ফুল ধৰা গছ, বাগি ফুলৰ গছ, a kind of shrub (Barliria cristata).

জিভা, স. শ. (সং. জিহ্বা, ৰস গ্ৰহণ কৰা অঙ্গ) জিহ্বা, ৰসনা, মুখৰ ভিতৰত লৰচৰ কৰি থকা এডোখৰ ছাল, তাক বস্তুৰ সোৱাদ লোৱাত আৰু কথা কোৱাত ব্যৱহাৰ কৰা যায়, the tongue.

জিভাবেথ্, ⎫ স. শ. (অং. জিভা, ঐ+সং.
জিভাবেত্, ⎭ ব্যথা, পীড়া) এবিধ জিভাৰ বেদনা, a disease of the tongue.

জিম্, স. শ. (সং. জিম্, খা) টেঙ্গা জাতিৰ ফলৰ ৰস থকা ক্ষুদ্ৰ জোলোঙ্গা; কাপোৰৰ গাত থকা জিমৰ নিচিনা আঁহ; তেনে আঁহ থকা মিৰিয়ে বোৱা কপাহী দলিচা, the pulp of an orange, &c., pile of

cloth, a kind of cotton carpet made in Assam.

জিম-খৰিচা, "খৰিচা" চোৱাঁ।

জিৰণি, স. শ. ( অং. জিৰা, বিশ্রাম কৰ্ ) বিশ্রাম; কামৰ পৰা অৱসৰ, rest, repose, cessation from work.

জিৰণীয়া, বি. বিশ্রাম কৰা, জিৰোৱা, resting, reposing.

জিৰা, অ. ধা. ( বং. জিৰাণ, বিশ্রাম ) বিশ্রাম কৰ্, ভাগৰ পলুৱা, শঁতা, to rest, to repose. কৃদ. স. জিৰাওঁতা, ( স্ত্রী ) জিৰাতী।

জিল্মিল্, ঝিল্মিল্, স. শ. ৰদ পৰিলে পাতৰ পৰা জিলিকনি উঠা এবিধ শাক, ভতুৱা শাক, a kind of herb.

জিল্মিলা, ঝিল্মিলা, অ. ধা. তিৰবিৰা, জিলিক্, to sparkle, to glitter.

জিল্মিলীয়া, ঝিল্মিলীয়া, বি. জিলিকা, তিৰ্বিৰীয়া, কান্তিমন্ত, sparkling, glittering.

জিলা, স. শ. ( যাং. ) এজন মাজিষ্ট্রেট আৰু কলেক্টৰ আৰু জজৰ অধীনৰ এক খণ্ড দেশ, a district.

জিলিক্, ঝিলিক্, অ. ধা. ( সং. ঝিল্লিকা, কান্তি; হিং. চিলক্না, তিৰবিৰা ) তিৰ্বিৰা, চক্মকা, দীপ্তিমান হ, to glitter, to sparkle, to shine.

জিলিকনি, ঝিলিকনি, স. শ. তিৰবিৰণি, চকমকনি, a sparkle, the act of scintillating.

জিলিঙনি, স. শ. ( অং. জিলিক্, দীপ্তি কৰ্ ) বাৰৰ বিন্ধাই দি ভিতৰলৈ অহা পোহৰ, light coming in through a crevice in the wall.

জিলী, ঝিলী, স. শ. ( সং. ঝিল্লী, এবিধ পতঙ্গ ) এবিধ ঝিঁঝি শব্দ কৰা, পাখি লগা পোক, a kind of insect, the cicada.

জিহ্বা, স. শ. ( সং. লিহ্, চেলেক্ ) জিভা, the tongue.

জী, অ. ধা. ( সং. জীৱ; হিং. জীনা, সজীৱ হৈ থাক্ ) সজীৱ হৈ থাক্, নমৰি থাক্; যেনে, লৰাটি নৰিয়া হৈছে হয়, তেও জীব, নমৰে, to live, to survive.

জী, স. শ. ( প্রাং. বং. ঝী, দুহিতা ) দুহিতা, কন্যা, a daughter.

জীউ, স. শ. ( সং. জীৱ, প্রাণ ) প্রাণ, আত্মা, বৰ প্রিয় মানুহক মতা মাত; যেনে, অ মোৰ জীউ বা জীউটি, the soul, the life, a term of endearment.

জীণ্, বি. ( সং. জীর্ণ, জাহ যোৱা ) দ্রৱ হৈ শৰীৰত লয় পোৱা ( আহাৰত খাটে ), digested.

জীণ যা, জাহ্ যা, দ্রৱ হৈ শৰীৰত মিল্; যেনে, ভাত জীণ গল, আনেৰে সৈতে মিলি থাক্; যেনে, দুষ্ট মানুহ কতো জীণ যাব নোৱাৰে, to be digested, to live in harmony.

জীন্, স. শ. ( যাং. ) ঘোৰাৰ গাদী, a saddle.

জীপ্, স. শ. ( সং. জীৱন, পানী ) মাটিত থকা ৰস, moisture of land.

জীপনী, স. শ. ( সং. জীৱনী, জীওৱা শক্তি ) ভগা বস্তু জোৰা লগাবলৈ বন্ধা কাঠী, a splint, a thin piece of wood or bamboo used to hold or protect anything broken.

জীপ্জীপীয়া, বি. জীপ থকা, জেকা, moist, damp.

জীয়ন্, স. শ. ( সং. জীৱন, প্রাণ বা পানী ) জঁই পৰা বা নকৈ ৰোৱা পুলিত দিয়া পানী, water applied to a withered plant to revive it.

জীয়ন্তা, বি. ( সং. জীৱন্ত, জীয়াই থকা ) জীয়া, প্রাণ থকা, নমৰা, living, alive.

জীয়া, বি. ( অং. জী, সজীৱ হৈ থাক ) প্রাণ থকা, নমৰা, নলৰা বা নেগেলা; যেনে, জীয়া মাছ খাবা, গেলা মাছে ৰোগ জন্মায়, living, having life, fresh (said of meat or fish). স. ধা. প্রাণ দি, নমৰাকৈ ৰাখ্, to restore to life. কৃদ. স. জীয়াওঁতা, (স্ত্রী) জীয়ঁতী।

জীয়াই, ক্রি. বি. জীয়া অৱস্থাত, নমৰি;

যেনে, জীয়াই আছে ; বধ নকৰাকৈ ; যেনে, জীয়াই ধৰিলে, in the living state, without killing.

জীয়াতু, স. শ. ( সং. জীৱনান্ত, মৃত্যু ) মৰণৰ সমান দুখ, বৰ কষ্ট, নিকাৰ, an excruciating pain, great distress, trouble.

জীয়া-বাঁৰী, স. শ. ( অং. জীয়া, জীয়াই থকা + বাঁৰী, বিধৱা ) যি তিৰোতাৰ গিৰীয়েক মৰা নাই কিন্তু অনুদ্দেশ হৈছে, ভাৰ্য্যাক পৰিত্যাগ কৰিছে, a wife who is separated from her husband the latter being still alive.

জীয়াৰী, স. শ. ( অং. জী, দুহিতৃ ) কন্যা, ছোৱালী, a daughter, a girl.

জীৰা, স. শ. ( সং. জীৰক ; হিং. বং. জীৰা, এবিধ গুটি ) আঞ্জাত দিয়া এবিধ সৰু সুগন্ধি গুটি, the cumin seed.

জীৰিলি, বি. ( সং. জীৰ্ণ, পুৰণি ) অনেক ঠাইত ফটা, পুৰণি হৈ ফাটি ছিটাছিট হোৱা ( কাপোৰত খাটে ), tattered.

জীৰ্ণ, বি. ( সং. জৄ, পুৰণি হৈ ক্ষয় পা ) বুঢ়া হৈ দুৰ্ব্বল হোৱা, পুৰণি হৈ ভাগি ছিগি যোৱা, জাহ যোৱা, জীণ, decrepit, worn out, digested.

জীৰ্ণ-কৰ্, জীৰ্ণ-কাৰক, জীৰ্ণ-কাৰী, } বি. জীণ-নিয়া, আহাৰ ক্ষয় কৰা, promoting, digestion, digestive.

জীৰ্ণতা, গু. শ. জীৰ্ণ হোৱা বা প্ৰাচীন হৈ ক্ষয় পোৱা অৱস্থা, জীণ যোৱা অৱস্থা, the state of being worn out, digestion.

জীৱ, স. শ. ( সং. জীৱ, জী ) ধাতু, প্ৰাণ, জীয়াই থকা শক্তি ; প্ৰাণী, জীয়া জন্তু, the soul, a living being.

জীৱ-জন্তু, স. শ. মানুহ গৰু আদি প্ৰাণ থকা পদাৰ্থ, living beings.

জীৱন্, স. শ. ( সং. জীৱ্, ঐ ) জীয়াই থকা অৱস্থা ; প্ৰাণ, পানী, the living state, life, vitality, water.

জীৱন-চেষ্টা, স. শ. ( সং. জীৱন, জীয়াই থকা অৱস্থা + চেষ্টা, যত্ন ) জীয়াই থাকিবৰ যত্ন, প্ৰাণ ৰখাৰ উদ্যোগ, struggle for existence.

জীৱনান্ত, স. শ. ( সং. জীৱন, জীয়া অৱস্থা + অন্ত, শেষ ) মৃত্যু, মৰণ, death.

জীৱনোপায়, স. শ. (সং. জীৱন, ঐ + উপায়, গতি ) জীৱিকা, বৃত্তি, livelihood.

জীৱন্ত, বি. ( সং. জীৱ, জী ) জীয়া প্ৰাণ থকা, living, alive. স. শ. জীয়াই থকা অৱস্থা, জীৱন, life, existence.

জীৱন্ধৰী, স. শ. এবিধ মণি, a kind of gem.

জীৱন্মুক্ত, বি. ( সং. জীৱত, জীয়া + মুক্ত, মুক্তি পোৱা ) অতিশয় পুণ্যাত্মা, জীয়াই থাকোতেই সকলো পাপ খণ্ডাই কৰ্ম্ম-বন্ধৰ হাত সৰা, exonerated while living from future birth.

জীৱন্মৃত, বি. ( সং. জীৱৎ, জীয়া + মৃত, মৰা ) জীয়াই থাকোতেই মৰা ; যেনে, বামুণৰ বিধৱা জীৱন্মৃতা, living dead.

জীৱহত্যা, স. শ. ( সং. জীৱহত্যা—জীৱ, জন্তু + হত্যা, বধ ) প্ৰাণিবধ, জন্তুৰ প্ৰাণ মৰা, the killing of an animal.

জীৱহিংসা, স. শ. ( সং. জীৱ + হিংসা, অপকাৰ ) প্ৰাণীৰ প্ৰতি অপকাৰ, injury done to an animal.

জীৱাত্মা, স. শ. ( সং. জীৱ, প্ৰাণ + আত্মা, ঈশ্বৰ ) প্ৰাণ, জীৱন, যি শক্তিৰ দ্বাৰা প্ৰাণী জীয়াই থাকে। হিন্দু শাস্ত্ৰত লেখামতে আত্মা দুজনা ; এজনা জীৱাত্মা, তেওঁ জীয়া জন্তুৰ প্ৰাণ ; তেওঁৰ দ্বাৰা প্ৰাণীবিলাক জীয়াই থাকি সকলো কাৰ্য্য কৰে, এতেকে তেওঁ পৰকালত আপোন কৰ্ম্ম অনুসৰি সুখ-দুখ ভুঞ্জে ; আন জনা পৰমাত্মা, তেওঁ প্ৰাণী, অপ্ৰাণী সকলোতে সমানে থাকে আৰু প্ৰাণীৰ পাপ পুণ্যৰ ভাগী নহয়, the sentient soul, the vital principle in the body.

জীৱিকা, স. শ. ( সং. জীৱ, জীয়াই থাক ) বৃত্তি, উপজীব্য, জীৱনৰ উপায়, ব্যৱসায়, livelihood, profession.

জীৱিত্, কৃদ. বি. জীয়া, প্ৰাণ থকা, living, alive.

**জুই**, স. শ. ( সং. জ্যোতিঃ, পোহৰ ) অগ্নি, এটা তপত আৰু দীপ্তিমন্ত বস্তু যাৰ দ্বাৰা মানুহৰ অনেক কাৰ্য্য হয়, fire.

**জুই ধৰ্**, **জুই জাল্**, **জুই জলা**, to kindle a fire.

**জুই-আঙ্গনি**, স. শ. ( সং. জ্যোতিৰিঙ্গন, জোনাকী পোক ) জোনাকী পৰুৱা ; তাৰ সদৃশ হেতু জুইৰ ফিৰিঙ্গটি, the fire-fly, a spark of fire.

**জুইছাই**, স. শ. ( অং. জুই, ঐ + ছাই, ভস্ম ) জুই, চাকি ইত্যাদি ; জুই আৰু তদ্ৰূপ আন বস্তু ; যেনে, ঘৰত জুইছাই নাই ; অতি ; যেনে, জুইছাই মৰগ, জুইছাই টেঙ্গা, fire, lamp, &c., fire and so forth ; very much.

**জুই লগা**, বি. (অং. জুই, অগ্নি + লাগ্, ধৰ্ ) জুইয়ে পোৰাৰ দৰে হানি কৰা, ধন উৰুৱা ; দুৰ্ভগীয়া, wasting, squandering, unfortunate.

**জুইবাহ্**, স. শ. (অং. জুই, ঐ + বাহ্, বস্তু সুমাই থোৱা পাত্ৰ ) দীপ-কাঠী থোৱা টেমা, a match box.

**জুইশাল্**, স. শ. ( অং. জুই, ঐ + শাল, ঠাই ) সদায় জুই ধৰা ঠাই, a fire-place.

**জুটি**, স. শ. ( অং. উজটি, ভৰিত লগা খুন্দা ) খোজ কাঢ়োঁতে ভৰিত লগা খুন্দা ; সৰু চৰাই ধৰা এবিধ ফান্দ, সি চৰাইয়ে খোজ কাঢ়ি যাওঁতে ভৰিত লাগে, a trip, a mis-step, a snare for small birds.

**জুটি খা**, খোজ কাঢ়োঁতে ভৰিত খুন্দা খা, to make a false step.

**জুটিয়াৰ্**, স. শ. ( অং. জোঁট্, লগ লগা ) কোনো কাৰ্য্য কৰিবৰ নিমিত্তে লগ লগা মানুহবিলাকৰ এজন, a member of a corporation or company.

**জুটুলা**, বি. ( সং. জুট্, জঁট ) চুটি আৰু কেঁকোৰা ( চুলিত খাটে ), এতেকে চুটি, ক্ষুদ্ৰ, বাঢ়িব নোৱৰা ( গছত খাটে ) ; যেনে, জুটুলা বাঁহ, short and curly, ( as hair ), stunted.

**জুতি**, স. শ. ( বং. জুত্, শোভা ) সুচল ; যেনে, ইয়াত বহি জুতি পাইছোঁ ; কোনো কাৰ্য্য কৰোঁতে পোৱা সন্তোষ ; এতেকে সোৱাদ ; যেনে, কানীয়া মানুহে খোৱাৰ জুতি বিচাৰে, convenience, the pleasure derived from doing something, taste, relish.

**জুতি চা**, **জুতি বুজ্**, সোৱাদ ল, ভাল-বেয়াৰ প্ৰমাণ বুজ্, to try the taste of, to test the quality of.

**জুতি লাগ্**, কোনো কাৰ্য্য কৰাত বা খোৱাত সুখ হ, ভাল লাগ্, to seem pleasant.

**জুতিৰীয়া**, "জ্যোতিষিয়া" চোৱা।

**জুথৰি**, স. শ. ( অং. জোঁথা, ঢ়ৰীয়া সূতা ) মুগা বা এৰিৰ জোঁথা, coarse Muga or Eri silk.

**জুনা**, স. শ. হুঁচৰি গোৱাই নাচিবৰ আগেয়ে গোৱা চুটি পদ, বিহুৰ গীতত লাজ কথা থাকে, জুনা তেনে নহয়, a short verse sung by persons who dance at the Bihu festival.

**জুনীয়া**, বি. ( হিং. চুননা, বাছি ল ; বাছি খায় এতেকে ) সোৱাদ বিচৰা, মুখত ভাল লগা বস্তু বিচাৰি খোৱা, বেয়া বস্তু খাব নোৱৰা ; এতেকে অলপতে অসন্তোষ পোৱা, dainty, squeamish.

**জুনুক্**, **জুনুক্-জুনুক্**, } অনুক. জুনুকাৰ বা নেপুৰৰ নিচিনা শব্দ, a tinkling or rattling sound.

**জুনুকা**, স. শ. ভিতৰত কিছুমান টান গুটি ভৰোৱা মাটিৰ বা কাঠৰ এবিধ বাদ্য, তাক লৰালে ভিতৰৰ গুটিবোৰে "জুনুক জুনুক" শব্দ কৰে, a rattle.

**জুনজুন্**, অনুক. নেপুৰ, সৰু জুনুকা বা শুকান চেঁইৰ ভিতৰত থকা গুটিৰ নিচিনা শব্দ, a tinkling or rattling sound.

**জুনজুনা**, অ. ধা. নেপুৰ, সৰু জুনুকা, বা চেঁইৰ ভিতৰৰ শুকান গুটিৰ নিচিনা শব্দ কৰ্, "জুন-জুন" শব্দ কৰ্, to rattle, to tinkle.

**জুনজুনীয়া**, বি. জুনজুন শব্দ কৰা, বৰ শুকান, rattling or tinkling, very dry.

জুপি, "জোপা" চোৱাঁ।

জুপুকা, স. শ. ( অং. জোপ্, মূৰ চাপৰাই ভালকৈ দৃষ্টি কৰ্ ) মনে মনে মূৰ চাপৰাই বহি থকা; ( সদায় "মাৰ" বা "লাগ" ধাতুৰ ক্রিয়াৰ আগত থাকে ); যেনে, কণামুচৰিয়ে পানীৰ দাঁতিত জুপুকা মাৰি থাকে, sitting still with the head bent down.

জুপুৰা, } বি. ( অং. জোপা, গাত গা লগা
জুপুৰীয়া, } হৈ থকা ক্ষুদ্র গছ ) চাপৰ কিন্তু ডাল-পাত থকা, জোপাৰ নিচিনা, low and bushy (as shrubs.)

জুবুৰিয়া, স. ধা. ( বং. জুবড়ন্, পানীত বুৰা ) জুলীয়া বস্তুৰ তললৈ সুমা, বুৰা, পানীৰ তল-নিয়া, to dip in a liquid. কৃদ. স. জুবুৰিয়াওঁতা, ( স্ত্রী ) জুবুৰিয়াঁতী।

জুম, স. শ. ( যাং. মজুম্, সমূহ ) সমূহ, জাক, একে ঠাইতে গোট খাই থকা বহুত লোক বা জন্তু, a multitude, a flock or herd.

জুম্ বান্ধ্, একে ঠাইতে, গোট খা, একত্র হ, to throng, to be united.

জুম্, অ. ধা. সৰু বিন্ধাই দি দৃষ্টি কৰ্, জোপ, to peep.

জুমা-জুম্, স. শ. ( অং. জুম্, জাক ) অনেক জাক, একে লগে গোট খোৱা মানুহ-বিলাকৰ অনেক সমূহ, several or many crowds.

জুমা-জুমি, স. শ. ঘনে-ঘনে জুমা কার্য্য, ভুমুকা ভুমুকি, the act of peeping repeatedly.

জুমাজুমে, ক্রি. বি. অনেক জুম বা জাক হৈ, in many crowds.

জুমুধি, স. শ. ( অং. জুই, অগ্নি + মুঠি, খামোচ মাৰি ধৰিব পৰা তৃণ আদি ) জুই লগাবৰ নিমিত্তে পকাই বন্ধা ধান খেৰৰ আটি, a braided wisp of straw for burning.

জুমুধি পোৰ্, মৃতকৰ শ দাহ কৰিবলৈ নোপোৱা হেতুকে খেৰৰ আটি এটা সেই শ-স্বৰূপে দগ্ধ কৰ্, to burn an effigy of a deceased person whose body cannot be obtained.

জুমুৰি, স. শ. ( অং. জুম, সমূহ ) কামৰ আধিক্য, কামৰ হেঁচা; যেনে, বনৰ জুমুৰি পৰিছে; বনৰ জুমুৰিত গাত ভত নাই, এবিধ ছন্দ, multiplicity of work, press of business, a kind of verse.

জুমোতা, কৃদ. স. জুপি চাওঁতা, (স্ত্রী) জুমতী।

জুৰ্, বি. ( বং. জুড়, শীতল ) চেঁচা, শীতল্, খং নথকা, শান্ত; লেহেম, শীঘ্র নোহোৱা, cool, dispassionate, slow. স. শ. শীতলতা, গ্রীষ্মৰ অভাব, coolness.

জুৰ্, স. শ. ( সং. জুটক, জঁট ) সিজাবৰ নিমিত্তে বন্ধা মৰা-শাকৰ আগ, the leaves of the jute plant tied together for cooking.

জুৰ্‌জুৰ্, অনুক. শুকান গুড়ি বস্তু পৰাৰ নিচিনা শব্দ, an imitative sound used to express that of the falling of any dry pulverized thing.

জুৰ্‌জুৰ্ কৰে, ক্রি. বি. শুকান গুড়ি বস্তু পৰাৰ দৰে লানী হৈ; যেনে, চাউল গাল জুৰজুৰ কৰে পৰিল, grains of dry powder, such as described above, falling in a continued succession.

জুৰ্‌জুৰীয়া, বি. শুকাই কাৰো গাত কেও নলগা হোৱা; ( গুড়ি বস্তুত খাটে ); যেনে, জুৰজুৰীয়া বালি, dry powder the grains of which do not adhere to one another.

জুৰণি, স. শ. ( অং. জুৰ্, ঐ ) গাৰ তাপ শীতল কৰা দৰব, দাহ গুচিবৰ নিমিত্তে পি খোৱা দৰব; নৰিয়াক খুওৱা কাথ, a cooling draught, a sedative.

জুৰা, স. ধা. ( অং. জুৰ্, ঐ ) চেঁচা কৰ্, শীতল কৰ্, to cool.

জুৰা, বি. "জুৰজুৰীয়া" চোৱাঁ।

জুৰি, } স. শ. ( সং. ঝৃ, অং. জৰ্, বৈ পৰ )
ঝুৰি, } পৰ্ব্বতৰ পৰা বৈ অহা অলপীয়া পানী বা ক্ষুদ্র জান, a small stream flowing from a hill.

জুৰি, স. শ. ( সং. জুটিকা, জঁট ) চিন ৰাখিবলৈ ওখ তৃণৰ আগ গোটাই দিয়া গাঁঠি ; যেনে, হাবিত থাগৰিৰ আগত জুৰি বান্ধি ঠাইৰ চিন ৰখা যায় ; মুগা পলু নামি অহা নিবাৰণ কৰিবলৈ মুগা মেলা গছত খেৰ মেৰাই দিয়া বান্ধ, a knot formed with the tops of grass to mark something, a wisp of grass tied round a tree to prevent the *muga* worm from descending.

জুৰুলা, বি. ( সং. জৃ, দুৰ্ব্বল হ ) দুৰ্ব্বল, বলহীন, ক্ষীণ, weak, enfeebled, wasted.

জুৰুলা পৰ্, দুৰ্ব্বল হ, ক্ষীণ হ, দুখীয়া বা ধনহীন হ, to be weak, to be emaciated, to become poor.

জুৰুলি, বি. বৰকৈ তিতা, পানী বৈ থকা ; যেনে, বৰষুণে জুৰুলি কৰিলে, drenched, saturated. স. শ. গাৰ পৰা বৈ যোৱা ঘাম বা পানিৰ ধাৰা ; যেনে, গা ঘামি জুৰুলি বৈ গৈছে, a flow of sweat or water from the body.

জুৰুলি-জুপুৰি, বি. ( অং. জুৰুলি, ঐ + জুপুৰি, অনুৰূ. ) বৰকৈ তিতা, পানী বৈ থকা, very wet, saturated.

জুৰে, ক্রি. বি. ( অং. জুৰ্, লেহেম ) ধীৰে, লাহে লাহে, slowly.

জুলাপ্, ( যাং. ) ভেদ হোৱা দৰব, a purgative.

জুলীয়া, বি. ( অং. জোল, পনীয়া বস্তু ) পানীৰ নিচিনা, দ্রৱ, liquid.

জুলুকা, বি. বেজাৰত মুৰ ঘুমাই থকা, নিৰানন্দ, cheerless, dejected.

জুলুকা লাগ্, বিমৰ্ষ হ, দুখেৰে মুৰ ঘুমাই থাক্ ; যেনে, দুখত পৰিলে মানুহ জুলুকা লাগে, to be cheerless or dejected.

জুলুকি, স. শ. বাঁহৰ কাঠীৰে সজা এবিধ মাছ ধৰা যতন, পানীৰ যুৰলিলৈ অহা সৰু মাছ তাৰে চাব মাৰি ধৰা যায়, an implement used for catching small fishes that come to the edge of water.

ক্রি. বি. ঘনে ঘনে, অনেক বাৰ, দুখ দিয়াত খাটে ; এই বাৰ জৰে জুলুকি-জুলুকিকৈ শিকালে, repeatedly again and again (said of giving trouble).

জুলৈ, স. শ. মেলি বহলোৱা বুঢ়া আঙ্গুলি আৰু তৰ্জনী আঙ্গুলিৰ জোখ, the distance measured with the thumb and the fore-finger extended.

জুহাল্, স. শ. ( অং. জুইশাল ) জুই ধৰা ঠাই, a fire-place.

জেউতি, স. শ. ( সং. জ্যোতি, কান্তি ) দীপ্তি, প্রকাশ, কান্তি, light, splendor.

জেউৰ্, স. শ. লৰাই কৰা আওখটি, খোজা বস্তু নোপোৱাত লৰাৰ কান্দন, whims of children.

জেউৰ্ ধৰ্, কোনো বস্তু খুজি নোপোৱাত কান্দ্, ( লৰাত খাটে ), to be whimsical as a child.

জেওৰা, স. শ. খেতিৰ চাৰিও ফালে পাতলকৈ গোঁজ পুতি দিয়া চাপৰ বেৰা, a bamboo railing, a thin low fence.

জেং, স. শ. পাত নথকা, ঠাল ঠেঙ্গুলি, leafless branches and twigs.

জেংজেঙ্গীয়া, বি. জেঙ্গৰ নিচিনা, কাঁইটীয়া, resembling the above, thorny.

জেক্, অ. ধা. অলপকৈ তিত্, সেমেক্, to be damp or moist.

জেকনি, স. শ. ( অং. জেক্, তিত্ ) আৰ্দ্ৰতা, অলপ তিতি থকা অৱস্থা ( মাটিত খাটে ) ; যেনে, চাপৰ ভেঁটিত জেকনি লাগে, dampness (applied to ground).

জেকা, স. ধা. অলপকৈ তিয়া, সেমেকা, to cause to be damp, to moisten. কৃদ. বি. অলপ তিতা, আৰ্দ্ৰ, সেমেকা, damp, moist.

জেকেটুমেকেটু, বি. ( অং. জেক, সেমেক ) এঠা এঠি, হাতত লাগি ধৰা ; অলপকৈ ঘামেৰে তিতা, gummy, viscid, moist with perspiration.

জেগেলা, বি. ( অং. গেলা, পচা ) গেলা

পচা বস্তৰে পূৰ্, মলিন ; যেনে, জেগেলা ঠাই বা মানুহ, dirty, squalid, filthy.

জেঙ্গা, স. ধা. ( অং. জেং, পাত নোহোৱা ডাল ) জেং দি, জেঙ্গৰ দ্বাৰা ৰোধ কৰ্ ; যেনে, বাটটো জেঙ্গাইছে, to place thorny branches in, to obstruct with the above স. শ. লেঠা, জগৰ ( জেঙ্গৰ দৰে লাগি ধৰে এতেকে ), an offence, a fault, that which deprives one of one's freedom, a liability.

জেঙ্গেৰা মাৰ্, "কেটেৰা মাৰ" চোৱাঁ।

জেঙ্গেৰীয়া, বি. ( অং. জেঙ্গা, ঐ ) জগৰীয়া, দোষী ; দোষ জন্মোৱা, guilty, faulty, offensive.

জেটুকা, স. শ. (সং. জতুক, লা ; লাৰ নিচিনা বৰণ এতেকে ) পাত বাটি দি হাতৰ তলুৱা আৰু নখ ৰঙ্গা কৰা এবিধ গছ, the Indian henna, *Lawsonia inermis*, (Gamble).

জেটুলিপকা, স. শ. ( অং. জুটুলা, চুটি, জোপোহা + পকা, পূৰঠ ) এবিধ সৰু কাঁইটীয়া গছত হোৱা ফল, সি পকিলে ৰঙ্গা হয় আৰু অলপ টেঙ্গেচি সোৱাদ, a kind of gooseberry.

জেঠ্, স. শ. ( সং. জ্যৈষ্ঠ, এটা মাহ ) বছৰৰ দ্বিতীয় মাহ, a month corresponding to a part of May and June.

জেঠপা, স. শ. ( সং. জ্যেষ্ঠ, বয়সে ডাঙ্গৰ + পেহা, পেহীৰ স্বামী) জেঠাইৰ গিৰিয়েক, the husband of a father's or mother's elder sister.

জেঠা, স. শ. ( সং. জ্যেষ্ঠ, ককাই ) বোপাইৰ ককায়েক, বৰ পিতা, a father's elder brother.

জেঠাই, স. শ. ( সং. জ্যেষ্ঠা, বাই + আই, মাতৃ ) আই বা বোপাইৰ বায়েক, a father's or mother's elder sister.

জেঠাল্, স. শ. ( সং. জ্যেষ্ঠ, ককাই ) স্বামীৰ ককায়েক, জেঠোত, a husband's elder brother.

জেঠিয়ে, স. শ. ( সং. জ্যেষ্ঠা, বাই ) স্বামীৰ বাইয়েক, a husband's elder sister.

জেঠী, স. শ. ( সং. জ্যৈষ্ঠী, এবিধ ক্ষুদ্ৰ জন্তু ) শুঁইৰ নিচিনা ঘৰত থকা এবিধ ক্ষুদ্ৰ জন্তু ; বাৰৰ ইকৰা, বা চালৰ কৰা বন্ধাত ব্যৱহাৰ কৰা গোটা কামী, ( সি জেঠীৰ দৰে বাৰ বা চালত পৰি থাকে এতেকে ), the house lizard, a piece of split bamboo to which the reeds of a wall are tied.

জেঠী-নেগুৰীয়া, বি. জেঠীৰ নেগুৰৰ দৰে ক্ৰমে এফাললৈ সৰু হোৱা ; ক্ৰমে হীন হোৱা, tapering, gradually growing worse.

জেঠুৱা, বি. জেঠত হোৱা বা ওপজা, produced or born in Jeth.

জেঠেৰি, স. শ. ( সং. জ্যেষ্ঠ, ককাই ) ভাৰ্য্যাৰ ককাইয়েক, a wife's elder brother.

জেঠোত্, স. শ. ( সং. জ্যেষ্ঠ, ককাই ) স্বামীৰ ককাইয়েক, বৰ জনা, a husband's elder brother.

জেঁতা, স. শ. ( সং. জি, জয় কৰ্ ) জয় কৰোঁতা, a victor, a conqueror.

জেনেক, স. শ. এবিধ পকিলে মিঠা হোৱা টেঙ্গা ফল, a kind of fruit.

জেপেটি ধৰ্, আঠাৰ দৰে লাগি ধৰ্, কামোৰ খাই ধৰ্, to stick or adhere as gum.

জেপেটীয়া, বি. ( বং. জাপ্টান, আঁকোৱালি ধৰ্ ) আঠাৰ নিচিনা, লাগি ধৰা, লাগিলে নেৰা, gummy, sticky.

জেব্, স. শ. ( যাং.) চোলা বা ঠেঙ্গাৰ মোনা, a pocket.

জেবা, স. শ. বুঢ়া আঙ্গুলি, তৰ্জনী আৰু মাজৰ আঙ্গুলিৰে ধৰাৰ সমান গুড়ি বস্তু, যাইকৈ লোণ ; যেনে, লোণৰ জেবা, as much of a powder, especially of salt, as can be held between the thumb and the next two fingers.

জেৰীয়া, বি. ( বং. জড়ান, মেৰোৱা ) সূতাৰ দৰে মেৰ খাই ধৰা, পাক লগা ; এৰুৱাব নোৱৰা ; যেনে, জেৰীয়া মঙ্গহ ; এতেকে

পোন পটিৰ নোহোৱা, বেঁকা ভাৱৰ; (কথাত খাটে); যেনে, দুষ্টৰ জেৰীয়া কথা, intertwining, complicated, difficult to separate, not straightforward. স. শ. সূতাত লগা পাক, এডাল সূতা আন এডালৰ গাত মেৰ খাই লগা গাঁঠি; যেনে, সূতাৰ জেৰীয়া ভঙ্গা টান, এতেকে বোঁহ, ঠেঁহ, an entanglement of threads, hence offence taken, umbrage.

জেৰেপা, বি. আঁহবিলাকে পৰস্পৰে মেৰ খোৱাৰ কাৰণ বেগতে নফটা, ফালিবলৈ টান, (কাঠত খাটে), cross-grained and difficult to split (said of wood).

জেৰোৱা, স. শ. "জেওৰা" চোৱাঁ।

জেলাইলাই, বি. (অং. জাল) জালৰ দৰে নিচেই পাতল; যেনে, চেলেংখান জেলাইলাই, very thin, flimsy.

জেলাম, } জেলেম, } স. শ. (সং. জল, পানী) পলুৱে পকিবৰ সময়ত পৰিত্যাগ কৰা পনীয়া লাল, the watery matter evacuated by silkworms preparatory to their forming cocoons.

জেলুক্, স. শ. (সং. জল, পানী; পানীত পোৱা যায়, বোধ হয় এই কাৰণ সেই নাম) এবিধ, কুমজেলুকাৰ নিচিনা, কিন্তু এটা বাহ থকা, শামুক-জাতিৰ কীট, তাক পানী, বাম দুইতো পোৱা যায়, a snail.

জেলুকীয়া, বি. জেকনি লাগি জেলুকৰ গাৰ দৰে পিছল হোৱা, damp and slippery.

জেলুকীয়া লাগ্, পানী পৰি থকাৰ কাৰণে শেলাই বন্ধ হৈ পিছল হ, আৰ্দ্ৰ হ, to be slippery from dampness, to be damp.

জেলেপ্, স. শ. (অং. জেলেপি, এবিধ পিঠা তাৰ নিচিনা, এতেকে) বিচনীৰ মুখত বেঁত সূতেৰে গুঁঠি দিয়া চেলা জৰী, a narrow braid or plait attached to the edge of a fan.

জেলেপি, স. শ. (বং. জিলিবি, এবিধ পিঠা) এবিধ মেৰ খুৱাই কৰা পিঠা, কেৰিমেৰি পিঠা, a kind of sweetmeat.

জেলজেলীয়া, বি. (অং. জাল্, মাছ ধৰা যতন) জালৰ দৰে সেৰেঙ্গা, পাতল (কাপোৰত খাটে), flimsy, thin.

জেসাহু, স. শ. (সং. জ্যেষ্ঠস্বসৃ; জ্যেষ্ঠা, ডাঙ্গৰ+স্বসৃ, ভগিনী) ভাৰ্য্যাৰ ডাঙ্গৰ ভনীয়েক বা বায়েক, a wife's elder sister.

জৈন, বি. (সং. জিন, এবিধ বৌধৰ গুৰু) জিন নামেৰে এজন ধৰ্ম্মশিক্ষকৰ মতত প্ৰবৰ্ত্তী, following the doctrines of the *Jaina* sect. স. শ. জিন নামেৰে এজন ধৰ্ম্মোপদেশকৰ মতত প্ৰবৰ্ত্তী মানুহ, জিনৰ সংখ্যা ২৪; তেওঁবিলাকৰ শিষ্যবোৰে তেওঁ লোকক হিন্দুৰ দেৱতাবিলাকতকৈ শ্ৰেষ্ঠ বোলে, বেদ আৰু জাতি ভেদ নেমানে, a follower of a Jaina or teacher of the above sect.

জৈমিনি, স. শ. মীমাংসা-দৰ্শন লেখক এজন মুনিৰ নাম, a celebrated sage, a disciple of Vyasa who was the founder of the *Purva-mimansa* philosophy.

জোং, স. শ. (সং. জুৰ্, ঘা লগা) কাঁইটৰ দৰে আগ চিঞা কিন্তু তাতকৈ ডাঙ্গৰ কোনো বস্তু, আগ জোঙ্গলা বাঁহ আদি; জোঙ্গা আগ, something pointed, having a pointed end.

জোঁট্, স. ধা. (সং. জুড়, লগ লগা) লগ লগাই বান্ধ; সাঙ্গোৰ, to join, to be together, to yoke. স. শ. অনেক বস্তু একে লগে গোটাই দিয়া বান্ধ, tying together. কৃদ. স. জোটোঁতা, (স্ত্ৰী) জোঁটতী।

জোঁট্ খা বা জোঁট্ লাগ্, পাক খা, মেৰাই ধৰ্; যেনে, জৰী ডাল গছত জোঁট্ খাযে বা জোঁট্ লাগিল, to be entangled, to be entwined.

জোঁট্ ভাগ্, পাক এৰাই মুকলি হ, to be disentangled.

জোঁটনি, কৃদ. স. জোটা কাৰ্য্য, the act of joining together.

জোঁটনী স. শ. দুটা বস্তু গোটাই বন্ধা জৰী, a string with which two things are tied together.

জোঁটা, স. ধা. ছাপিবৰ কাৰণ আখৰ লগ লগা ; এটা আখৰ আন এটাৰে সৈতে লগ লগাই মাত্, to join as type for printing, to spell. স. শ. একেডাল জৰীতে থোপাকৈ বন্ধা বস্তুসমূহ, যোকা ; যেনে, মাছৰ জোঁটা, things tied together in a cluster. কৃদ. স. জোটাওঁতা, (স্ত্রী) জোঁটাঁতী।

জোঁটা পুটি, জোঁটা-পোটা, স. শ. (অং. জোঁটা, লগ লগা+পুটি, পোটা, অনুক.) দুটা বা অধিকে পৰস্পৰে কৰা টনাটনি, a struggle, a conflict.

জোঁটা-মৰি, স. শ. (অং. জোঁটা, লগ লগোৱা +মৰি, এবিধ টেঙ্গা) পকিলে মিঠা হোৱা এবিধ টেঙ্গা ফল, a kind of acid fruit which becomes sweet when ripe.

জোঁটাশলীয়া, বি. (অং. জোঁটাশালী, কোনো কাৰ্য্যৰ নিমিত্তে বন্ধা লগ) কোনো কাৰ্য্য কৰিবৰ নিমিত্তে লগ বন্ধা, forming a partnership.

জোঁটাশলীয়াকৈ, ক্রি. বি. অনেকে লগ বান্ধি, in partnership.

জোঁটাশালী, স. শ. (অং. জোঁটা, লগ লগাই বন্ধা থোপা+সং. শালী, যাৰ আছে) কোনো কাৰ্য্যৰ নিমিত্তে অনেকে বন্ধা লগ, জুঁটিয়াৰ হোৱা অৱস্থা, a partnership.

জোঁট্-পোট্, স. শ. বিশৃঙ্খল হৈ লগা পাক, আউলীয়া পাক, a tangle.

জোঁথা, স. শ. (সং. জটা, নেমেলোৱা চুলি) এৰী বা মুগা সূতাৰ চৰীয়া ভাগ, the coarse fibrous part of a silk cocoon.

জোঁৰ, স. শ. (সং. জ্যোতিঃ, দীপ্তি) জুই লগাবৰ নিমিত্তে বন্ধা খৰিৰ আটি, জুই লগোৱা খৰিৰ আটি, a torch.

জোৰ্, স. শ. (সং. জ্যা, ধেনুৰ জৰী) ধেনুৰ গুণ ; তুলা ধুনা ধেনু, তুলাৰ আঁহ মোকলাবৰ নিমিত্তে এমূৰ মোকটাই বন্ধা চটীয়া বাঁহ, a bow string, a bow used in scutching cotton.

জোঁৱাই, স. শ. (সং. জামাতৃ ; হিং. জৱাই ; বং. জামাই) জীৰ গিৰিয়েক, a son-in-law.

জোঁৱাহি, স. শ. (যাং. জওহৰাত, মণিমুক্তাদি) বহুমূলীয়া অলঙ্কাৰসমূহ, jewellery.

জোক্, স. শ. (সং. জলৌকস, এবিধ পানীত থকা তেজ-পিয়া পোক) এবিধ তেজপিয়া পোক ; তাৰ দুজাতি, এজাতি পানীত থাকে, তাক চেলাপেটী আৰু বামত থকা বিধক চিনা-জোক বোলে, a leech.

জোকা, স. ধা. আমনি কৰি খং তোল্, to excite, to anger, to vex. কৃদ. স. জোকাওঁতা, (স্ত্রী) জোকাঁতী।

জোকাজুকি, স. শ. এজনে আন জনৰ খং তোলা কাৰ্য্য, the act of provoking or vexing each other.

জোকাৰ্, ঝোকাৰ্, স. ধা. (হিং. ঝকোৰ্না, সঞ্চালন কৰ্) বৰকৈ লৰা, to shake. স. শ. সঞ্চালন, লৰোৱা, a shake.

জোকাৰ খা, বৰকৈ লৰ্, to be shaken.

জোকাৰ্ মাৰ্, বৰকৈ লৰা, to shake.

জোকাৰণি, স. শ. জোকৰা কাৰ্য্য, লৰোৱা কাৰ্য্য, the act of shaking.

জোকাৰোঁতা, কৃদ. স. লৰাওঁতা, a man who shakes. (স্ত্রী) জোকাৰঁতী।

জোকোৰা, স. শ. (অং. জোকাৰ্, লৰা) গেজেৰা, ভেকাহি, one or two curt words uttered with harshness and anger in order to reprove. "হুকি" চোৱাঁ।

জোকোৰা মাৰ্, কেটেৰা মাৰ্, গেজেৰা মাৰ্, to reprove by uttering short and sharp words.

জোখ্, স. ধা. (হিং. জোখনা, পৰিমাণ কৰ্) দীঘল পুতলৰ বা গধূৰৰ পৰিমাণ কৰ্,

to measure, to weigh. স. শ. দীঘল পুতলৰ বা গধূৰৰ পৰিমাণ ; কোনো বস্তু জোখা মাৰি, measure, weight, a stick with which anything is measured.

জোখা, স. শ. ( অং. জোখ, পৰিমাণ কৰ্ ) ভাগ, গুণ, পৰিমাণ ; যেনে, এজোখা গাখীৰ দোজোখা পানী, part, fold.

জোখাই, আ. অব্য. জোখ অনুসাৰে, মূল্যৰ দৰে ; যেনে, "দেৱৰ জোখায় বলি," in proportion.

জোঙ্গা, বি. ( অং. জোং, কাঁইটৰ দৰে আগ চিক্ৰা বস্তু ) কাঁইটৰ নিচিনা, জোঙ্গৰ নিচিনা চোকা আগ-যুক্ত ; যেনে, জোঙ্গা বাঁহ, pointed, having a sharp point.

জোঙ্গাল্, স. ধা. জোঙ্গা কৰ্, কাটি বা ঘঁহি আগ চোকা কৰ্, to cut to a point, to give a point to. কৃদ. স. জোঙ্গালোঁতা, ( স্ত্রী ) জোঙ্গালঁতী।

জোটন্-শুদ্ধি, স. শ. ( সং. জোটন, লগ লগোৱা + শুদ্ধি, ভাল ) দৰা আৰু কন্যাৰ ৰাশিৰ মিল, জোৰা অহা, the agreement between the stars of a man and woman intended to be married.

জোড়্, "জোৰ্" চোৱাঁ।

জোড়ন, "জোৰণ" চোৱাঁ।

জোড়া, "জোৰা" চোৱাঁ।

জোতা, স. শ. ( হিং. জুতি, বং. জুতা, পইজাৰ ) ছালৰ পাদুকা, ছালেৰে নিৰ্ম্মিত ভৰিৰ আবৰণ ; পইজাৰ, a shoe, a slipper.

জোন্, স. শ. ( সং. জ্যোৎস্না, চন্দ্ৰৰ প্ৰকাশ) চন্দ্ৰ, ৰাতি পোহৰ দিয়া এটা দীপ্তিমান্ বস্তু, the moon.

জোন দি, বা লগা, বুটি কোৰৰ মুখত বেঁকাকৈ লো লগাই বাত্, to renew an old hoe by welding on a semi-circular piece of iron.

জোন্-বিৰি, স. শ. ( অং. জোন, চন্দ্ৰ + বিৰি, মাদলী ) অৰ্দ্ধচন্দ্ৰৰ নিচিনা, এবিধ মাদলী, a crescent-shaped ornament worn on the neck.

জোন মৰ্, অমাবাস্যা হ, to wane, as the moon.

জোনাক্, স. শ. জোনৰ পোহৰ, moon-shine. বি. চন্দ্ৰৰ পোহৰৰ দ্বাৰা প্ৰকাশিত ; যেনে, জোনাক ৰাতি, moonlit.

জোনাকী, } স. শ. ৰাতি জ্বলা এবিধ
জোনাকী পৰুৱা, } পোক, জুই আঙ্গনি, a firefly, a glow-worm.

জোনালী, বি. (অং. জোন, চন্দ্ৰ + সং. আলী, শাৰী ) চন্দ্ৰৰ কান্তিৰ দ্বাৰা প্ৰকাশিত ; তাৰ নিচিনা অন্য দীপ্তিৰ দ্বাৰা প্ৰকাশিত ; যেনে, নগৰখান চাকিৰ পোহৰেৰে জোনালী হৈছে, illuminated by the moon or other light.

জোনো, ক্ৰি. বি. কিবাজানি, test.(পদাত)।

জোপ্, অ. ধা. ( অং. জোপা, জোপোহা গছ আদি ) জোপা আদিৰ আঁৰত বহি থাপ ল ; যেনে, বাঘে গৰুলৈ জোপে ; মূৰ দোঁৱাই ভালকৈ দৃষ্টি কৰ্ ; যেনে, বুঢ়াই জুপি চাইছে, to lie in wait, to look closely.

জোপা, স. শ. ( সং. ছুপ, চুটি গছ ) ডাল পাতেৰে জোপোহা, চুটি গছ বা তৃণবিলাক, a bush, a shrub. উপশ. এডাল গছ বুজাবলৈ ব্যৱহৃত শব্দ ; যেনে, আমজোপা, a word used to denote a single tree. ভাল বা সৰু গছ বুজাবলৈ "জুপি" হয় ; যেনে, ফুল-জুপি।

জোপা মাৰ্, লুকাই মনে মনে বহি থাক্, to sit still behind something so as not to be discovered.

জোপা ল, থাপ ল, to lie in wait.

জোপোঁতা, কৃদ. স. ( "জোপ" চোৱাঁ ) থাপ লওঁতা ইত্যাদি, a man who lies in wait, &c. ( স্ত্রী ) জোপঁতী।

জোপোহা, বি. ( অং. জোপা, ডাল পাতেৰে চুটি গছ আদি ) ডাল পাতেৰে পৰিপূৰ্ণ, full of leaves and branches, bushy.

জোবোৰা, স. শ. ( অং. জুবুৰিয়া, পানীত বুৰা ) বুৰুৱা কাৰ্য্য, বুৰ, immersion in water, dipping.

জোৰ্, স. ধা. আঁট, যাক যিমান লাগে সিমান হ ; যেনে, বটাক নিয়ৰৰ পানীয়েই জোৰে ; ব্যাপ্ ; যেনে, পীড়াখানে এখোঁটালী জুৰিছে, to suffice for, to extend over, to cover.

জোৰ্, } জোড়্ } স. ধা. (সং. জুড়্, লগ লগা) ধেনুত কাঁড় স্থাপিত কৰ্ ; যেনে, অৰ্জ্জুনে পাশুপত বাণ জুৰিলে ; কাঠীৰ কাম আৰম্ভ কৰ্ ; যেনে, খৰাহি জুৰিছে ; হাবি কাট্ ; যেনে, হাবি জুৰিছে, to fix to the bow, as an arrow ; to commence, to clear, (as jungle). স. শ. দুই বা অধিকৰ ভিতৰত সকলো বিষয়ত সমতা, মিল ; যেনে, দৰাকন্যাৰ জোৰ হৈছে, তেওঁৰ জোৰৰ লোক নাই, equality in every respect between two or more persons or things.

জোৰণ্, স. শ. বিয়াৰ আগেয়ে দৰাৰ ঘৰৰ পৰা ছোৱালীলৈ পঠোৱা অলঙ্কাৰ, কাপোৰ, তেল আৰু সেন্দূৰ ; এইবিলাক কন্যাক পিন্ধোৱা দিনাই বিয়াৰ আৰম্ভ হয়। ( স্ত্ৰী পুৰুষক লগ লগোৱা কাৰ্য্যৰ এইয়ে আদি এতেকে সেই নাম ), the ornaments and clothing sent from the bridegroom's house to the bride at the commencement of marriage ceremonies.

জোৰ্-তামোল্, স. শ. ( অং. গোঁৰোৱা, বোকাত পোতা + তামোল, তাম্বুল ) গোঁৰোৱা বা মাটিত পুতি থোৱা পকা তামোল, ripe betelnut preserved for use by being buried in the earth.

জোৰা, স. ধা. দুটা বস্তুৰ মূৰ মিলাই একেটা কৰ্ ; যেনে, বাঢ়ৈয়ে কাঠ জোৰায়, to join. স. শ. সন্ধি, দুটা বস্তুৰ মূৰ লগ লগা ঠাই ; বিয়া দিব খোজা লৰা আৰু ছোৱালীৰ ৰাশিৰ মিল, a joint, a splice, agreement between the nativities of a man and woman intended to be married. কৃদ. স. জোৰাওঁতা, ( স্ত্ৰী ) জোৰাঁতী।

জোৰা এৰা, জোৰা গুচ, দুটা বস্তু জোৰাত পৃথক হ, to become disjointed.

জোৰা এৰুৱা, জোৰা ভাং, জোৰা গুচা, to disjoint.

জোৰা খা, জোৰা লাগ্, দুটা বস্তুৰ মূৰ মিল হ ; সঙ্গত হ, মিল হ, to be joined, to agree, to be consistent.

জোৰা খুৱা, জোৰা লগা, দুটা বস্তুৰ মূৰ মিলা ; সঙ্গত বা মিল কৰ্, to join, to cause to be consistent.

জোৰা চা, বিয়া দিব খোজা লৰা আৰু ছোৱালীৰ ৰাশিৰ মিল চা, to compare the nativities of a man and woman intended to be married.

জোৰা দি, জোৰা লগা, দুটা বস্তুৰ মূৰ মিলাই এটা কৰ্, to join.

জোৰা মৰ্, জোৰাৰ মিল হ, ভালকৈ জোৰা খাই দুটা বস্তু এটা যেন হ ; সঙ্গত হ, মিল হ, to be joined, so as two things appear as one, to be consistent, to agree.

জোৰা মাৰ্, জোৰা মিলা, জোৰা খুৱাই দুটাক এটা যেন কৰ্ ; সঙ্গত কৰ্, মিল কৰ্, to join so as to make two things appear as one ; to make consistent, to cause to agree.

জোৰা লগা, জোৰা খুৱা, দুটা বস্তুৰ মূৰ মিলা, to join.

জোৰা লৰ্, দুডাল হাড়ৰ মূৰ জোৰাত পৃথক হ, to be dislocated, as a bone.

জোৰা লৰা, দুডাল হাড়ৰ জোৰা গুচা, দুডাল হাড় জোৰাত পৃথক কৰ্, to dislocate, as a bone.

জোৰা লাগ্, জোৰা খা, জোৰোৱা হ ; সঙ্গত বা মিল হ, to be joined, to be consistent, to agree.

জোৰা সোলক, জোৰা ভাগ্, জোৰাত পৃথক হ, to be disjoined.

জোৰা সোলকা, জোৰা ভাং, জোৰাত পৃথক কৰ্, to disjoin.

জোৰাই-জোখাই, ক্ৰি. বি. ( অং. জোৰা+

জোখা, পৰিমাণ ) যিমান লাগে, সেই পৰিমাণে ; যেনে লাগে তেনে, উপযুক্ত-ৰূপে ; যেনে, তাক জোৰাই-জোখাই দিম; সমানে সমানে ; যেনে, সি জোৰাই-জোখাই পৰিছে, ( বেয়া ভাবত ), sufficiently, according to a man's deserts (in a bad sense).

জোৰে-জোৰে, ক্রি· বি· সমানে সমানে, নিজৰ সমান লোকে সৈতে ; যেনে, সিহঁত জোৰে-জোৰে পৰিছে, fittingly.

জোল্, } স· শ· ( সং· জল, পানী ; বং· ঝোল্, } ঝোল, আঞ্জাৰ ৰস ) দ্রব-দ্রব্য, পানীৰ নিচিনা বস্তু ; আঞ্জাৰ ৰস, a liquid ; broth, soup or gravy.

জোলা, স· শ· ( যাং· জুলাহ, তাঁতী ) তাঁত বৈ উপজীব্য-কৰোঁতা, তাঁতী ; কপাহৰ কুটা, a weaver, a section of a cotton pod.

জোলোকা, স· শ· ( সং· জল, পানী ) ভেদ হোৱাত একে বাৰতে বাহিৰ হোৱা পনীয়া মল ; যেনে, এজোলোকা গৈছে ; এতেকে, অনেক মানুহে একে লগে উচ্চ শব্দেৰে উচ্চাৰণ কৰা আশীৰ্ব্বাদ বা হৰিধ্বনি, a motion of the bowels, a loud exclamation of blessings simultaneously uttered by many persons.

জোলোঙা, স· শ· ( হিং· ঝোলী ; বং· ঝুলী, ডাঙৰ মোনা ) কোনো ঠাইলৈ যাওঁতে বস্তু ভৰি গাত ওলমাই নিয়া মোনা ; মগনিয়াৰে ভিক্ষাৰ বস্তু ভৰি থোৱা মোনা, a bag, a wallet.

জোৰা, স· ধা· পুলি হলে তুলি নি আন ঠাইত ৰুবৰ নিমিত্তে গুটি পচা ; যেনে, শাকৰ গুটি জোৰাইছে, to sow in a nursery. কৃদ· স· জোৰাওঁতা, ( স্ত্রী ) জোৰাঁতী।

জোৱাৰ্, স· শ· ( বং· জোয়াৰ ) চন্দ্ৰ আৰু সূৰ্য্যৰ আকৰ্ষণৰ দ্বাৰা ওফন্দি দাঁতিলৈ আগ বাঢ়ি অহা পানী ( সাগৰ আৰু তাৰ ওচৰৰ নৈত বাজে আনত জোৱাৰ নাই ), এতেকে অধিক কামৰ হেঁচা, a tide, press of business.

জোৱাৰ উঠ্, চন্দ্ৰ সূৰ্য্যৰ আকৰ্ষণত পানী ওফন্দি উঠ্ ; অধিক কামৰ হেঁচা পৰ্ ; যেনে, কামৰ জোৱাৰ উঠিছে, to flow in as a tide, to press as business.

জো জো, অনুক· সৰু সৰু গুটি বা গুড়ি একে লগে পৰোঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by the fall of dry grains or coarse powder.

জোজোৰা, বি· শুকাই গোট গোট হোৱা ( সৰু সৰু গুটি বা গুড়িত খাটে ), dry and loose ( said of grains and powder).

জ্ঞাত, কৃদ· বি· ( সং· জ্ঞাত—জ্ঞা, জান্ ) জনা ; যেনে, এই কথা মোৰ জ্ঞাত আছে, known.

জ্ঞাতি, স· শ· ( সং· জ্ঞা, জান্ ; আপোন বুলি জনা যায় যাক ) নিলগ সম্বন্ধীয়া বংশৰ মানুহ, কুটুম্ব, a distant kinsman.

জ্ঞান, স· শ· ( সং· জ্ঞান ) বোধ, জনাগুণ, বিদ্যা, চেতন, knowledge, wisdom, sensibility, consciousness.

জ্ঞানৱন্ত, } স· শ· ( সং· জ্ঞানৱত্—জ্ঞান, জ্ঞানৱান, } বোধ+ৱত্, প্ৰত্যয় ) জ্ঞানী, জনা মানুহ, a wise man. বি· জনা, বুজা, knowing. (স্ত্রী) জ্ঞানৱতী।

জ্ঞানহীন, বি· অচেতন ; জ্ঞানশূন্য, মূৰ্খ, বলিয়া, insensible, ignorant, insane.

জ্ঞানী, স· শ· ( সং· জ্ঞানিন্—জ্ঞান, বোধ+ইন্, প্ৰত্যয় ) জ্ঞান থকা বা বিজ্ঞ পুৰুষ, a wise man. বি· জ্ঞান থকা, বিজ্ঞ, wise, knowing. ( স্ত্রী ) জ্ঞানিনী।

জ্ঞানেন্দ্ৰিয়, "ইন্দ্ৰিয়" চোৱাঁ।

জ্ঞাপন্, কৃদ· স· ( সং· ) জনোৱা কাৰ্য্য, the act of informing, information.

জ্যেষ্ঠ, বি· ( সং· জ্যেষ্ঠ—জ্যা, অধিক বয়সীয়া হ ) বয়সে ডাঙৰ ; যেনে, জ্যেষ্ঠ ভ্ৰাতৃ, elder-born. স· শ· ককাই, elder brother. (স্ত্রী) জ্যেষ্ঠা।

জ্যেষ্ঠা, স· শ· অঠৰ সংখ্যাৰ নক্ষত্ৰ, the eighteenth lunar mansion.

জ্যেষ্ঠানুক্রম্, স. শ. ( সং. জ্যেষ্ঠানুক্রম—জ্যেষ্ঠ, বয়সে ডাঙ্গৰ+অনুক্রম, প্রণালী ; নিয়ম) প্রথম পুত্র উত্তৰাধিকাৰী হবৰ নিয়ম বা ৰীতি, the rule or practice according to which the right of inheritance is vested in the eldest son, primogeniture.

জ্যেষ্ঠানুক্রমে, ক্রি. বি. জ্যেষ্ঠ উত্তৰাধিকাৰী হবৰ নিয়ম অনুসাৰে, according to the rule or practice by which the right of inheritance is vested in the eldest son.

জ্যৈষ্ঠ, স. শ. ( সং. জ্যৈষ্ঠ, জ্যেষ্ঠা, এটা নক্ষত্র ) জেঠ মাহ, বছৰৰ দ্বিতীয় মাহ, ( এই মাহৰ পূর্ণিমা তিথি জ্যেষ্ঠা নক্ষত্রত পৰে এতেকে ), the second Hindu month (May-June).

জ্যোতি, স. শ. ( সং. জ্যোতিস্, দীপ্তি ) দীপ্তি, প্রকাশ, light, splendor.

জ্যোতির্ম্ময়, বি. (সং. জ্যোতির্ম্ময়—জ্যোতিস্, কান্তি+ময়, স্বৰূপ) দীপ্তিমান, brilliant, luminous.

জ্যোতির্ব্বিদ্যা, স. শ. ( সং. জ্যোতির্ব্বিদ্যা—জ্যোতিস্, গ্রহ-নক্ষত্র + বিদ্যা, জ্ঞান ) গ্রহ-নক্ষত্রৰ গতি আৰু প্রকৃতিৰ জ্ঞান ; গ্রহ-নক্ষত্রৰ গতি গণনা কৰি মানুহৰ শুভাশুভ বুজা বিদ্যা, the science of astronomy or astrology.

জ্যোতির্ব্বেত্তা, স. শ. ( সং. জ্যোতিস্, গ্রহ নক্ষত্র+ৱিদ্, জান্ ) জ্যোতিষীয়া, গ্রহ নক্ষত্রৰ গতি প্রকৃতি বুজা লোক, জ্যোতিষ শাস্ত্র জানোতা, an astronomer, an astrologer.

জ্যোতিষ্, স. শ. ( সং. জ্যোতিস্, ঐ ) গ্রহ নক্ষত্রৰ গতি প্রকৃতি বুজোৱা পুথি ; গ্রহ-নক্ষত্রৰ গতি অনুসৰি মানুহৰ শুভাশুভ গণিবলৈ শিকোৱা পুথি, astronomy, astrology.

জ্যোতিষীয়া, স. শ. ( সং. জ্যোতিষ, ঐ ) জ্যোতিষ-শাস্ত্র জানোতা, জ্যোতির্ব্বেত্তা, an astronomer, an astrologer.

জ্বৰ্, স. শ. ( সং. জ্বৰ্, তাপ উঠ্ ) তাপ হোৱা ৰোগ, জ্বৰ্, a fever.

জ্বৰাতিসাৰ্, স. শ. (সং. জ্বৰ, জ্বৰ+অতিসাৰ, ভেদ হোৱা ৰোগ ) জ্বৰৰ লগত হোৱা ভেদ, diarrhœa accompanied by fever.

জ্বৰান্তক্, বি. ( সং. জ্বৰ, ঐ+অন্তক, নাশ কৰা ) জ্বৰ গুচোৱা, জ্বৰ উপশম কৰা, ante-febrile.

জ্বলন, স. শ. ( সং. জ্বল্, পোৰ্ ) অগ্নি, জুই, fire. কৃদ. স. পোৰণি, burning.

জ্বলন্ত, বি. (সং. জ্বলত্, বং. জ্বলন্ত, জলি থকা) জলি থকা, পুৰি থকা, মুমুমুৰা, burning, blazing.

জ্বলিত্, কৃদ. বি. ( সং. জ্বল্, পোৰ্ ) জ্বলা, জ্বলন্ত, blazing, burning.

জ্বালা, স. শ. ( সং. জ্বল, ঐ ) তাপ, পোৰণি, দাহ, heat, a burning sensation.

জ্বালা-মুখ্, স. শ. জ্বালামুখী পর্ব্বতৰ জুই ওলোৱা বিন্ধা, a crater.

জ্বালামুখী, স. শ. ( সং. জ্বালা, জুইৰ শিখা +মুখ, আগ ভাগ ) পঞ্জাবত থকা এক তীর্থ, তাত এটা গহ্বৰৰ মুখৰ পৰা জুই ওলায় ; সেই ঠাইত সদাশিৱৰ ভার্য্যা সতীৰ জিভা পৰিছিল বুলি পুৰাণত লেখা আছে, জুই উগৰা পর্ব্বত, literally 'mouth of fire,' a celebrated place of pilgrimage in the Kangra district of the Panjab, where fire issues from the ground. (Dowson). বি. জুই উগৰা, fire spitting.

## ট।

ট, ব্যঞ্জনবিলাকৰ এঘাৰ আখৰ, the eleventh letter of the consonants.

টং, অনুক. দুটা কঠিন বস্তুৰ এটাত আনটোৰ আঘাত লাগিলে হোৱা শব্দ, an imitative sound used to express that produced on two hard things striking each other.

টঁক্, অ. ধা. (সং. তন্, বিস্তৃত কৰ্, বহলা) প্ৰায় তল যা, ওপচি পৰ্; যেনে, পানীৰে গৰা টঁকিছে, গাখীৰৰ দ্বাৰা বাটিৰ কাণ টঁকি গৈছে, to be nearly overflowed; to be filled to the brim.

টঁক্, বি. (সং. স্তব্ধ, হিং. টক্, মনে মনে চকু নপচৰাকৈ চাই থকা) স্তব্ধ, অবাক. ৰ লাগি চাই থকা, staring in silent amazement.

টঁক লাগ্, স্তব্ধ লাগ, অবাক হৈ চাই থাক্, to stare in silent amazement, to stare in silence.

টকচা, স. ধা. আজি দিম কালিলৈ দিম বুলি ভাঁৱ, to put off with mere promises. কৃদ. স. টকচাওঁতা, (স্ত্ৰী) টকচঁাতী।

টকচালি, স. শ. ধুনমাৰি গা জোকাৰি ফুৰা কাৰ্য্য, strutting about.

টকচালি পাৰ্, বন নকৰাকৈ গা জোকাৰি ফুৰ্, to strut about.

টক্‌টক্, অনুক. কোনো বস্তুত ঘনে ঘনে আঘাত কৰোঁতে বা বেগাই খোজ কাঢ়োঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by repeated strokes or quick footsteps.

টক্‌টকীয়া, বি. (অং. টক্‌টক্, অনুক.) নৰিয়া ভাল হৈ উঠি লৰি ফুৰিব পৰা হোৱা, বুঢ়া অথচ ডেকাৰ দৰে ফুৰিব মেলিব পৰা, convalescent, old but strong.

টকস্বৰি, বি. টকলা, হাবি বা বন আদি নথকা; এতেকে ধন সম্পত্তি টুকাই দুখীয়া হোৱা, bare, reduced from affluence to poverty. স. শ. ধন সম্পত্তি হেৰুৱাই দুখত পৰা মানুহ, a bankrupt.

টকয়া, স. শ. (সং. টক, বান্ধ) কান ঢকা টুপী, ৰণত পিন্ধা মূৰৰ সাজ, a kind of skull cap covering the ears, a helmet.

টকৰ্, অনুক. কোনো এটা টান বস্তু আন এটা টান বস্তুত পৰোঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by the fall of one hard thing upon another.

টকৰাই, ক্ৰি. বি. টকৰ শব্দ কৰি; শীঘ্ৰে, making a small sharp sound, quickly.

টকলা, বি. (বং. টাক্, চুলি সৰি শুদা হোৱা ঠাই) নোম, চুলি, বন, গছ বা পাত নথকা; উদং, destitute of hair, bald, trees denuded of foliage.

টকলা-মূৰা, টকলা-মুড়া, টকলা-মুৰা, বি. (অং. টকলা, ঐ + মূৰ, শিৰ) মূৰত চুলি নথকা, bald-headed. (স্ত্ৰী) টকলা-মূৰী, টকলা-মুৰী।

টকলিয়া, অ. ধা. (অং. টকালি, তালুত জিভা লগাই কৰা শব্দ) টকালি মাৰ্, তালুত জিভা লগাই তাৰ পৰা আঁজুৰি একৰাই শব্দ কৰ্; খোৱা বস্তুৰ সোৱাদ পাই ওঁঠেৰে বা জিভাৰে শব্দ কৰ্, তপাল্, to smack the mouth after tasting anything.

টকলিয়া, স. ধা. (অং. টকলা, শূন্য) শূন্য কৰ্, হাবি বন আদি গুচাই শুদা কৰ্, to make bare.

টকলিয়াওঁতা, কৃদ. স. টকালি মাৰোঁতা, শূন্য কৰোঁতা ইত্যাদি, a man who smacks, makes bare, &c. (স্ত্ৰী) টকলিয়ঁাতী।

টকা, স. শ. (সং. টঙ্ক) চাৰি মহা; সেই পৰিমাণৰ ৰূপৰ মোহৰ, ধন, the weight of one rupee, a rupee, cash.

টকা, স. শ. ("টক টক" শব্দ কৰে এতেকে) এডোখৰ গোটা বাঁহৰ এমূৰ ফালি সজা এবিধ বাদ্য; খেতিৰ পৰা বনৰীয়া জন্তু খেদোৱা মূৰ ফলা বাঁহ, a bamboo clapper.

টকা, বি. ঠেক, যিমানলৈ ঢাকিব লাগে সিমানলৈ নঢকা, (চুৰিয়া আদিত খাটে), narrow, as a waist cloth.

টকালি, স. শ. (অং. টক্, দুটা বস্তু পৰস্পৰে

লাগিলে হোৱা শব্দ ) তালুত জিভা লগাই তাৰ পৰা আঁজুৰি একৱাই কৰা শব্দ, a sound produced by applying the tip of the tongue to the roof of the mouth and separating it with force.

টকালি মাৰ্‌, সেই শব্দ কৰ্‌, টকলিয়া, to make the above sound.

টকালি পাৰ্‌, খোৱা বস্তুৰ সোৱাদ পাই ওঁঠ বা জিভাৰে শব্দ বা প্ৰশংসা কৰ্‌, to smack by way of relishing food or drink or to express satisfaction with it.

টকীয়া, বি. ( অং. টকা, চাৰি মহা ) এটকা মূল্যৰ, চাৰি মহা জোখৰ্‌, of one rupee value, weighing one rupee. স. শ. এটকালৈকে জুখিব পৰা সৰু তুল, a pair of small scales for weighing up to a tolah.

টকৌ, স. শ. তাল জাতিৰ এবিধ গছ, তাৰ পাতেৰে জাপি ছোৱা যায়, a kind of palm.

টকৌ, স. শ. ( অং. টকলা, শূন্য ) মকৰা জাতিৰ এবিধ কীট সি মানুহৰ চুলি কুটি মূৰ টকলা কৰে বুলি সেই নাম, a species of spider which is supposed to destroy human hair.

টগৰ্‌ বগৰ্‌, বি. ( হিং. টগৰ্‌না, ঘূৰা, বাগৰা ) অনিশ্চিত, লৰচৰ কৰা, অস্থিৰ ( কথাত খাটে ) ; যেনে, ডাঙ্গৰ লোকৰ আগত টগৰ বগৰ কথা কোৱা ভাল নহয়, uncertain, changed (said of a statement). স. শ. অস্থিৰকৈ কথা কোৱা কাৰ্য্য, এবাৰ এক প্ৰকাৰে কৈ আনবাৰ আন ৰূপে কোৱা কাৰ্য্য ; সত্য কথা লুকাবৰ ইচ্ছাৰে বেঁকাকৈ কোৱা কাৰ্য্য, চাঁচৰি ; যেনে, টগৰ বগৰ এৰি পোন কথা কোৱাঁ, the act of speaking in an uncertain manner, prevarication.

টগ্‌বগনি, স. শ. ( অং. টগবগা, কঁপ্‌ ) কঁপনি, থৰক বৰক কৰা কাৰ্য্য, ঘাইকৈ অস্থিৰ ৰূপে খোজ কঢ়া কাৰ্য্য, the act of trembling, tottering, staggering or reeling.

টগ্‌বগা, অ. ধা. ( হিং. টগৰ্‌না, বাগৰ্‌ ) অস্থিৰ ৰূপে খোজ কাঢ়, থৰকবৰক কৰি গতি কৰ্‌ ; যেনে, ফটিকা খোৱা মানুহে টগবগায়, to totter, to stagger, to reel.

টঙ্কাৰ্‌, স. শ. ( সং. টং, অনুক. + কৃ, কৰ্‌ ) ধেনুৰ জোঁৰৰ শব্দ, the twang of a bowstring. স. ধা. শব্দ হোৱাকৈ ধেনুৰ জোঁৰ টান ; যেনে, "টঙ্কাৰিলা ধেনু মহাবীৰ," to twang. কৃদ. স. টঙ্কাৰোঁতা, ( স্ত্ৰী ) টঙ্কাৰঁতী ।

টঙ্গনা, স. শ. ( অং. টাঙ্গন, কাঠ বা বাঁহৰ ডাঙ্গৰ মাৰি ) কাঠৰ দীঘলীয়া ডোখৰ ; মাটিৰ দীঘলীয়া খণ্ড, বা ছিটা, a log of wood, a strip of land. বি. টাঙ্গনৰ দৰে শকত ( হাড় ) ; যেনে, টঙ্গনা হাড়, like a log of wood (bone).

টঙ্গনিয়া, স. ধা. ( অং. টাঙ্গন, ঐ ) মৰিয়া, টাঙ্গনেৰে আঘাত কৰ্‌, to cudgel.

টঙ্গা, স. শ. এবিধ তৃণ, a kind of high coarse grass.

টঙ্গালি, স. শ. ( সং. টক্‌, বান্ধ ) কঁকালত বন্ধা এবিধ দীঘল কাপোৰ, কঁকালী, a cloth girdle, a sash, a zone.

টঙ্গি, স. শ. ( সং. বিটঙ্ক, পাৰৰ নিমিত্তে কৰা চাং-ঘৰ ; বং. টোং, খেতি ৰখা চাং-ঘৰ ) ৰাতি খেতি ৰখা মানুহ থকা ওখ চাং-ঘৰ ; পাৰই বাহ লবৰ নিমিত্তে সাজি দিয়া চাং-ঘৰ, a dove-cote, a high platform used for watching crops.

টঙ্গিয়াল্‌, স. শ. টঙ্গিত থাকি খেতি ৰখা মানুহ, one who watches over cultivation from the above.

টটঙ্গা, বি. পানী শুকাই তলি ওলোৱা ( নৈ বা পুখুৰিত খাটে ) ; যেনে, পুখুৰিটো শুকাই টটঙ্গা হল, having very little water, dried up as a tank.

টটঙ্গা লাগ্‌, পানী হীন হ, শুকাই যা, to be dried up.

টটৰীয়া, বি· ৰস বা জোল নথকা ( আঞ্জাত থাটে ), dried, as food, in cooking.

টটাটিঙ্গা, বি· ( অং· ঠটা, শুকান আৰু শুদা মাটি+টিঙ্গা, আগ কটা; ঠটা মাটিতে শস্য দোৱা ) টেঙ্গৰ, ধূৰ্ত্ত ; দুষ্ট, cunning, crafty, wicked.

টটাৰি, বি· কৃপণ, কটকিনা ; যেনে, টটাৰি মানুহ ; বস্তু পাবলৈ নোহোৱা ( ঠাই বুজায় ) ; যেনে, আসাম বৰ টটাৰি ঠাই, miserly, marked by scarcity as a place.

টটি, স· শ· বিৰোধ, অমিল ; যেনে, দুষ্ট মানুহে টটিৰে কাৰ্য্য সিদ্ধি নহলে ভক্তি কৰে, contention, hostility.

টনকিয়াল্, বি· ( অং· টান, কঠিন ) দুখ সহিব পৰা ; মন-ডাঠ, able to endure pain, strong-minded, courageous.

টনক্, } অ· ধা· হাড়ৰ জোৰা লৰ, জোৰাত
টনহ্, } দুখ পা ; যেনে, কঁকালটো টনহিল ; আঁঠুটো টনহিছে, to be sprained as a joint.

টনাটনি, স· শ· ( অং· টান, আকৰ্ষণ কৰ্ ) এটাই আনটোক আকৰ্ষণ কৰা কাৰ্য্য, the act of pulling one another.

টনি, স· শ· ( হিং· তন্না, বিস্তৃত কৰ্ ) জালত লগোৱা বাঁহ, যাৰ দ্বাৰা জাল মেলিব আৰু চপাব পাৰি, the bamboo, or one of the bamboos, attached to a fish net.

টনিজৰী, স· শ· ( অং· টান, আকৰ্ষণ কৰ্ ) তাঁত বৱলৈ আৰম্ভ কৰোঁতেই বওঁতাৰ গাৰ ফালৰ টোলোঠাৰে তাঁত বন্ধা জৰী, a cord of a native loom.

টন্‌টননি, স· শ· ( অং· টন্‌টনা, বেদনা কৰ্ ) শৰীৰৰ কোনো ভাগত আটি বান্ধ দিলে হোৱা বেদনা ; এতেকে পকা গাঁড়ৰ পূঁজ বন্ধ হৈ থাকিলে হোৱা বেদনা, the pain caused by a bandage fastened very tight on any part of the body, the painful and bursting sensation occasioned by the matter of a suppurated boil not yet opened.

টন্‌টনা, অ· ধা· ( অং· টান, আটু ) আটি বান্ধ দিয়াৰ দৰে বেদনা বোধ কৰ্ ; যেনে, চুৰিয়া বৰকৈ আটি পিন্ধিলে কঁকালে টনটনায়, পূঁজ বন্ধ হৈ থকা পকা গাঁড়ৰ দৰে বেদনা কৰ্ ; যেনে, ফুটাই নিদিলে পকা গাঁড়ে টনটনায়, to have a pain like that caused by a bandage fastened very tight, to cause a painful and bursting sensation like a suppurated boil not yet opened.

টন্‌টনীয়া, বি· ( অং· টান্, বল্ দি আঁটু ) বৰকৈ বল দি টনাত পোন আৰু টান হোৱা, কোঁচ খাই নথকা ; যেনে, টোকাৰীৰ গুণা টনটনীয়া, টনকিয়াল ; যেনে, টনটনীয়া লৰা, drawn tight, able to bear pain, strong-minded.

টপৰ্, অনুক· পানীৰ ডাঙ্গৰ টোপা বা আন বস্তু বেগাই ওপৰৰ পৰা পৰোঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by the fall of a large drop of water.

টপৰাই, } ক্রি· বি· টপৰ শব্দ কৰি ;
টপৰ্-কৰে, } যেনে, বৰষুণ টোপা টপৰাই মূৰত পৰিল ; ততালিকে ; যেনে, ইমান ডাঙ্গৰ কামটো টপৰাই কৰিব নোৱাৰি, making a short quick sound, quickly, suddenly.

টপ্‌টপনি, স· শ· ( অং· টপ্‌টপা, কব্‌কবা ) কবকবনি, বেগাই কোৱা অনাৱশ্যকীয় কথা ; বেগাই আৰু অস্পষ্টকৈ কথা কোৱা কাৰ্য্য, jabber, the act of jabbering or prating.

টপ্‌টপা, অ· ধা· (অং· টপ্‌টপ্, বেগাই কোৱা কথাৰ নিচিনা শব্দ ) কব্‌কবা, অধিককৈ অকামিলা কথা ক; বেগাই অস্পষ্টকৈ কথা ক, to prattle, to babble. কৃদ· স· টপ্‌টপাওঁতা, ( স্ত্রী ) টপ্‌টপাঁতী।

টপ্‌টপীয়া, বি· অকামিলা কথা কোৱা ;

সম্পৰ্ক নথকা বিষয়ত মাতি উঠা ; যেনে, টপটপীয়া মানুহে লাজ পায়, prattling.

টপ্‌টলৌ, বি. কথা কবলৈ লাজ নকৰা, সকলোৰে আগত ভালকৈ কথা কব পৰা (লৰাত খাটে) ; যেনে, টপটলৌ লৰাই সোন কালে শিকিব পাৰে, speaking freely, not shy (said of a child).

টভং, অনুক. কোনো গোটা বস্তু পানীত পৰিলে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by the fall of a solid thing into water.

টল্, টলক্, স. ধা. মনে মনে গমি চা ; যেনে, কথাটো টলিছোঁ ; বুজ, কথাৰ ভাবৰ ভিতৰলৈ প্ৰবেশ কৰ্ ; যেনে, তেতিয়া এই কথা টলিব নোৱাৰিলোঁ, to consider in silence, to reflect upon, to perceive, to understand.

টল্, অ. ধা. (সং. টল্, মন অস্থিৰ হ ; বং. টল, লৰ) লৰ্, লৰ্‌চৰ্ কৰ্ ; এতেকে কোনো বিষয়লৈ আগ বাঢ় (মনত খাটে); যেনে, অমুকৰ বিদেশলৈ যাবলৈ মন টলিছে, to be shaken, to be moved.

টলকতে, ক্রি. বি. (অং. তিলেক) অতি অলপ কালতে ; যেনে, টলকতে আহিম, in a moment.

টলংভলং, টলংভটং, স. শ. (বং. টল্, লৰ + ভলং, অনুক.) নাৱৰ জোকাৰ্, নাও লৰচৰ হোৱা কাৰ্য্য ; সৰু নাৱে টলংভলং কৰে, reeling of a boat.

টলকা, স. শ. (অং. টল্, মনে মনে গমি চা) নিজম দিয়া কাৰ্য্য, কথা নোকোৱাকৈ বা কোনো শব্দ নকৰাকৈ থকা কাৰ্য্য, (সদায় "মাৰ্" ধাতুৰ আগত থাকে); যেনে, লৰাই হাই কৰিছিল, ডাবি দিলত টলকা মাৰিলে, the act of being or remaining silent or quiet.

টলা, স. ধা. (অং. টল্, লৰ্) লৰা, অস্থিৰ কৰ্, সঞ্চালিত কৰ্, to shake, to move. কৃদ. স. টলাওঁতা, (স্ত্ৰী) টলাঁতী।

টলৌ টলৌ কৰে, ক্রি. বি. (বং. টল্, লৰচৰ কৰ্) এঠাইৰ পৰা আন ঠাইলৈ গৈ, একে ঠাইতে স্থিৰে নেথাকি (খোজ কাঢ়ি ফুৰাত খাটে) ; যেনে, দিনটো টলৌ টলৌ কৰে ফুৰি থাকে, walking from place to place.

টল্‌টল্, অনুক. গুটিৰ নিচিনা গোটা বস্তু পৰোঁতে হোৱা শব্দৰ নিচিনা ধ্বনি, an imitative sound used to express that produced by the successive fall of small round things.

টল্‌টল্ কৰে, ক্রি. বি. টলটল শব্দ কৰি, এটাৰ পাচত আনটো হৈ ; যেনে, বগৰীবোৰ টলটল কৰে সৰিল, making a short quick sound.

টল্‌টলনি, স. শ. (অং. টল্‌টলা, গুটি আদি পৰাৰ নিচিনা শব্দ কৰ্) কিছু মান গুটিৰ নিচিনা গোটা বস্তু বা বৰষুণৰ ডাঙৰ টোপা ক্ৰমে পৰোঁতে হোৱা শব্দ ; যেনে, বৰষুণৰ টলটলনি শুনা, the sound produced by the successive fall of small round things or drops of rain.

টল্‌টলা, অ. ধা. (অং. টল্‌টল্, অনুকাৰ শব্দ) গুটিৰ নিচিনা বস্তু বা বৰষুণৰ টোপা পৰাৰ দৰে শব্দ কৰ্ ; যেনে, বগৰীয়ে টল্‌টলাইছে, to make short quick sounds.

টল্‌বল্, স. শ. (বং. টল্, লৰচৰ কৰ্ + বল্, অনুক.) লৰচৰ, কঁপ, অস্থিৰতা ; অস্থিৰ দীপ্তি, জলমল, unsteadiness, trembling ; sparkle.

টল্‌বলনি, স. শ. (অং. টল্‌বলা, লৰচৰ কৰ্) লৰচৰ হোৱা কাৰ্য্য ; অস্থিৰতা, অস্থিৰ বা ভগা কান্তি, the act of shaking, unsteadiness, glitter.

টল্‌বলা, অ. ধা. লৰ্, সঞ্চালিত হ, জোকাৰ খা ; যেনে, ভুইকঁপত পৃথিবীয়ে টল্‌বলায় ; অস্থিৰৰূপে দীপ্তি কৰ্, জল্‌মলা ; যেনে, হীৰাই টল্‌বলায়, to be shaken, to quiver, to glitter.

টল্‌বলীয়া, বি. জিলিকা, জলমলীয়া, glittering, sparkling.

টহ্‌টহনি, স. শ. (অং. "টহটহা" চোৱাঁ) টাঙ্গোনৰ মূৰেৰে খুন্দিয়ালে হোৱাৰ নিচিনা বেদনা (ঘাইকৈ কঁকালৰ জোৱাৰ বেদনাত খাটে), a painful sensation, especially in the loins like that produced by blows with the end of a club, &c.

টহ্‌টহা, অ. ধা. (অং. টাহ্, হেঁচি বা খুন্দি সুমা) কোনো ভোতা বস্তুৰ মূৰেৰে খুন্দা মৰাৰ নিচিনা বেদনা বোধ কৰ্ (ঘাইকৈ কঁকালৰ জোৱাত খাটে); যেনে, কঁকালটো টহ্‌টহাইছে; অপ্ৰিয় কথাৰ দ্বাৰা দুখ পা (কাণত খাটে); যেনে, ধৰ্ম্মৰ কথা শুনিলে পাপীৰ কাণ টহ্‌টহায়, to feel a pain especially in the loins like that produced by blows with the end of a club, &c., to be hurt by a disagreeable speech.

টাই, স. শ. আপোনাক ডাঙ্গৰ কৰি কোৱা কথা, বৰ কথা, a brag, a boast.

টাং-গুটি, স. শ. (অং. টং, আঘাত কৰোঁতে হোৱা শব্দ + গুটি, ঘূৰণীয়া বস্তু) টাঙ্গোনেৰে মাৰ মাৰি এফালৰ পৰা আন ফাললৈ চলাই খেমালি কৰা কাঠৰ গুটি; সেই গুটিৰে কৰা খেলা, a wooden ball driven to and fro by striking it with a stick, a game played with it.

টাংটালী, বি. (হিং. টাল্‌মটাল, দিম দিম বুলি নিদিয়া) প্ৰতিজ্ঞা নৰখা, কৰিম কৰিম বুলি নকৰা; এতেকে মিছলীয়া বঞ্চক; যেনে, টাংটালী মানুহ; মিছা; যেনে, টাংটালী কথা, procrastinating, lying false.

টাংটিং, অনুক. হাতুৰীৰে ধাতু কোবাওঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express the ring of an anvil.

টাংবাং, স. শ. (হিং. টাল্‌মটাল, দিম দিম বুলি নিদিয়া) মিছা কথাকৈ কোনো কৰ্ম্মত বিলম্ব কৰা কাৰ্য্য, the act of putting off by means of false pretences.

টাংবাং কৰ্, মিছা কথা কৈ বিলম্ব কৰ্, to put off by means of false pretences.

টাঁইটুঁই, স. শ. (অং. টোঁৱাটুঁই, মাৰিবৰ নিমিত্তে এটাই আনটোলৈ অস্ত্ৰ পোনোৱা কাৰ্য্য) মাৰিবৰ ভয় দেখাই অস্ত্ৰ জোকৰা কাৰ্য্য; যেনে, কাটিম বুলি দা টাঁইটুঁই কৰিছিল; আছাৰি টাঁইটুঁই কৰি লৰাক ভয় দেখায়; এতেকে নমতাকৈ কোনো কথা বুজাবৰ নিমিত্তে কৰা হাতৰ আঙ্গিভঙ্গি; যেনে, মুখেৰে মাতিব নোৱাৰিলে হাতখান টাঁইটুঁই কৰিলে মাথোন, the act of brandishing a weapon in a threatening manner.

টাঁৱ্, স. শ. (সং. দণ্ড, অং. ডাঁৱ, দীঘল মাৰি) মাটি জোখা মাৰি, a measuring rod.

টাঁৱী, স. শ. টাঁৱেৰে মাটি জোখোঁতা, one who measures land with the above.

টাক, স. ধা. (অং. ঢাক, আচ্ছাদন কৰ্) গৰা ঢাক্, গৰা তল নিয়া; যেনে, পানীয়ে গৰা টাকিছে বা টাকি গৈছে, to overflow, as the bank. "টঁক্," চোৱাঁ।

প্ৰাণ টাকি, প্ৰাণক মৰম নকৰাকৈ পৰিশ্ৰম কৰি, অতিশয়ৰূপে পৰিশ্ৰম কৰি; যেনে, আফলাত নাও পৰিলত নাৱৰীয়াই প্ৰাণ টাকি বঠা মাৰিলে; বাঘ দেখি প্ৰাণ টাকি লৰ মাৰিলে, labouring to one's utmost.

টাক্, স. ধা. (সং. টক্, বান্ধ; হিং. টাঁকনা, অলপকৈ সি) ঢিলাকৈ গাঁঠি দি বান্ধ; আঁতৰা আঁতৰিকৈ বেজী মাৰি ঢিলাকৈ সি, to tie loosely.

টাকনী, স. শ. (অং. টাক্, ঐ) নাৱৰ ছৈক বন্ধা বান্ধ; সেই বান্ধ দিয়া জৰী; এবিধ গুণাৰ কাম, the binding of a boat-cover, the string with which it is fastened, a kind of embroidery.

টাকলী, বি. (অং. টকলা শব্দৰ স্ত্ৰীলিঙ্গ) মূৰত চুলি নথকা, bald-headed (Fem.).

টাকুৰী, স. শ. (সং. তকুটী, হিং. টকুৱা, বং. টাকুৰ্, সূতা পকোৱা যতন) পাট-সূতা আৰু ৰিহা-শণ আদিৰ আঁহ পকাবৰ নিমিত্তে এডাল মাৰিৰ মূৰত এডোখৰ ঘূৰণীয়া কাঠ লগাই কৰা যতন, গুণা মেৰাই থোৱা কাঠ ডোখৰ, a kind of reel, a spool or a hollow cylinder of wood with a ridge at each end to wind gold or silver thread, &c., upon.

টাগৰটাল্, বি. (হিং. টাল্মটাল্, মিছা কথাকৈ বিলম্ব কৰা) টাংটালী, মিছা কথা কৈ বিলম্ব কৰা; মিছলীয়া, procrastinating. স. শ. মিছা কথা কৈ বিলম্ব কৰা কাৰ্য্য, টাংবাং; যেনে, মিছাকৈ আজি দিম কালি দিম বুলি কাল নিয়াকে টাগৰটাল কৰা বোলে, the act of putting off by means of false pretences.

টাঙ্গন, } স. শ. (বং. ঠেঙ্গান, মৰিয়া)
টাঙ্গোন, } টোকোন, ডাঙ্গৰ মাৰি, a thick stick, a cudgel.

টাঙ্গনি, স. শ. (অং. টাঙ্গন, ডাঙ্গৰ মাৰি) কুঁহিয়াৰৰ এক খণ্ড; মানুহ, মাটিৰ লেখ বুজৰ সুচল কৰিবৰ কাৰণে ৰজাই কৰা দেশৰ এক ভাগ; যেনে, মিছামৰা টাঙ্গনি, a piece, as of sugarcane, a division of a district.

টাঙ্গনি-জাল্, স. শ. এবিধ মাছ মৰা জাল্, a fishing net.

টাঙ্গী, স. শ. (সং. টঙ্ক, শিল কটা বটালি) শিলা-কুটীৰ বটালি, a stone chisel.

টাটক, স. শ. (হিং. টাটক, ভেলেকী-বিদ্যা) ভেলেকী, নোহোৱাক হোৱা দেখোৱা বিদ্যা, jugglery, deceit. এতেকে মিছাকৈ লোকৰ আগত লগোৱা কথা, backbiting.

টাটকীয়া, বি. ভেলেকী বিদ্যা জনা, মায়া কৰা, প্ৰতাৰণা কৰা; টুটকীয়া, versed in the art of jugglery, deceitful, speaking ill of one absent with intent to injure. স. শ. ভেলেকী বিদ্যা জনা মানুহ, বাজীকৰ; যেনে, টাটকীয়া মানুহ, a juggler, a backbiter. (স্ত্ৰী) টাটকিনী বা টাটকী।

টাটক্-নাটক্, স. শ. (অং. টাটক্, ঐ + নাটক, অনুক.) ভেলেকী বিদ্যা; লগনীয়া কথা, ছলনা, jugglery, backbiting, deception.

টাটৰি, স. শ. গাত কৰপা মৰা মলি, গাত ডাঠ হৈ বন্ধ যোৱা মলি, dirt accumulated on the skin.

টাটী, স. শ. (হিং. টাটী, বেৰ) বাৰী বা খেতিৰ চাৰিও ফালে দিয়া বাঁহবা খাগৰিৰ ডাঠ বেৰা, a thick fence of reeds or split bamboo.

টান্, স. ধা. (সং. তন্, বহলা, হিং. টাননা, বং. টানন, আকৰ্ষণ কৰ্) বল দি দীঘল বা বহল কৰ্; আঁজোৰ্, আকৰ্ষণ কৰ্, to pull, to draw, to attract. অ. ধা. বৰ্ত্তমান থাক্, নষ্ট নোহোৱাকৈ থাক্; যেনে, এই কাপোৰে এমাহ টানিব; জীয়াই থাক্; যেনে, সি সদায় নৰিয়া, সবহ কাল নেটানে, to last, to endure, to remain alive.

টান্ মাৰ্, আঁজোৰ মাৰ্, to give a short quick pull.

টান্, বি. কঠিন; যেনে, টান কাঠ; উজু নোহোৱা; যেনে, টান শ্লোক, টান কাম; প্ৰবল; যেনে, টান নৰিয়া, টান পানী; লোলা নোহোৱা; যেনে, টান বান্ধ; নিমৰমিয়াল; যেনে, টান মন, hard, difficult, strong, severe, tight, cruel. স. শ. কষ্ট; অভাৱ; যেনে, টানত পৰিলে বুদ্ধি হেৰায়, distress, trouble, want.

টান মাৰ্, গোট্ বান্ধ্, টান হ, to harden, to congeal.

টান ধৰ্, আট খাই লাগ, to stick tightly.

টান পা, আঘাত বা টান বস্তু লাগি দুখ পা, to have a pain from a blow or by coming in contact with a hard body.

টানিটুনি, ক্রি. বি. ( অং. টানি, আঁজুৰি + টুনি, অনুক. ) আঁজুৰি পিঁজুৰি ; যেনে, টানিটুনি অনা ; কষ্টেৰে, কোনো প্ৰকাৰে ; যেনে, টানিটুনি পাঁচ টকা দিব পাৰোঁ, pulling and dragging with difficulty.

টানিমানি, ক্রি. বি. ( অং. টানি, বল দি + মানি, অনুক. ) মূৰে মূৰে, কোনো প্ৰকাৰে ; যেনে, এই ধনে টানি মানি পোন্ধৰ দিনলৈ জুৰিব, with difficulty, somehow.

টানে, ক্রি. বি. টান হৈ, টান অৱস্থাত ; যেনে, খজা কঁঠাল পকিলেও টানে থাকে, in a hard state.

টানোতা, কৃদ. স. ( টান, আজোঁৰ ) আজোঁ-ৰোতা, a man who pulls. (স্ত্রী) টানতী।

টাপিটুপা, স. শ. অনুকপীয়াকৈ কৰা কাম ; অলপ ব্যয় কৰি নাম মাত্ৰ কৰা কাম ; যেনে, কৃপণ মানুহে সকলো কামকে টাপি টুপা কৰে, doing a thing on a small scale.

টাব, স. শ. ( হিং. টাপ্, ঘোঁৰাৰ আগ-ভৰিৰ আঘাত ) নফটা খুড়া ; যেনে, ঘোৰাৰ টাব, গাধৰ টাব ; ঘোঁৰাৰ খুৰাৰ সাঁচ, an undivided hoof, the foot-print of a horse.

টাব্, স. শ. ( সং. স্তম্ভ, খুঁটা ) মাটিৰ সীমাৰ চিন ৰাখিবৰ নিমিত্তে ৰজাৰ আজ্ঞাৰে পোতা খুঁটা, a post or pillar erected as a boundary mark, by orders of Government.

টাবুৰি-ভাবুৰি, স. শ. ফাকটি, প্ৰতাৰণা, deceit, falsehood. (মৌখিক)।

টাবচিলিঙ্গি, স. শ. গুৰুৰ আজ্ঞাৰে আলগ কৰা মানুহৰ ঘৰৰ আগত পোতা খুঁটা, a post erected as a sign of excommunication.

টামনি-টুমনি, বি. বৰ ডাঙ্গৰ-দীঘল নোহোৱা অথচ সমজোখৰ, small and well proportioned.

টাম্‌টিঙ্গালী, বি. চতুৰ, বুধিয়ক, smart, intelligent.

টায়া, বি. (অং. টাই, বৰ কথা ) বৰকথীয়া ; যেনে, টায়া মানুহ ; আপোনাক ডাঙ্গৰ বুজোৱা ; যেনে, টায়া কথা, boastful.

টাৰ্, স. শ. বলয়া, হাতৰ ঠাৰিত পিন্ধা অলঙ্কাৰবিশেষ, a kind of ornament.

টাৰি, স. শ. তেলৰ পাত্ৰ, কুপা, তেলৰ চুঙ্গা বা মাটিৰ পাত্ৰ ; ঘঁৰিয়ালৰ ঘঁটু, an oil vessel, the prominence on the snout of a crocodile.

টাৰীয়া, স. শ. ঘঁট থকা, ঘঁৰিয়াল, a crocodile with a large prominence on the snout.

টাৰু, পাগ্‌ মাৰি, a stick used in stirring anything while cooking.

টাৰ্‌বাৰ্, টাৰ্বাৰ্, } স. শ. কোনো কথা বুজাবৰ নিমিত্তে কৰা হাতৰ সঞ্চালন, হাত লৰাই কৰা নিষেধ, significant motions of the hand, forbidding by a motion of the hand.

টাল্, স. ধা. (হিং. টাল্‌না, লৰচৰ কৰ্ ; আ-ঘাত নিবাৰণ কৰ্) জোকাৰি লৰা ; আঘাত কৰি বল বুজ বা পৰীক্ষা কৰ্ ; যেনে, "দৈত্যে বোলে বলক টালিলোঁ আৰ। কৈক যাইবি নৰসিংহ কৰিবোঁ বুন্দামাৰ॥" আঘাত নিবাৰণ কৰ্, to shake, to examine the strength or firmness of a thing by striking it, to ward off a blow.

টালিটোপোলা, স. শ. ( অং. টালি, অনুক. + টোপোলা, একে লগে বন্ধা বস্তু ) বন্ধা আৰু মুকলি বস্তু, টোপোলাটাপলি, বস্তু-বাহি ; যেনে, আলহী টালিটোপোলা লৈ ওলাই গল, bag and baggage.

টালিবাজি, টালৈবাজি, } স. শ. ( হিং. টাল্‌না, লৰ্‌চৰ্ কৰ্ + সং. ব্যাজ, প্ৰবঞ্চনা ) প্ৰতাৰণা, ফাঁকি ; টাগবটাল, টাংবাং, মিছাকৈ আজি দিম কালি দিম বুলি বিলম্ব কৰা ; যেনে, কাম কৰিবলৈ গাত লৈ টালিবাজি কৰা অনুচিত, deceit, ob-

taining delay by means of false pretences.

টালিভুলি, স. শ. (অং. টালি, লবচৰ কৰা + ভুলি, অনুক.) চালুকীয়া লৰাই হাত ভৰি জোকাৰি কৰা ধেমালি; এতেকে সৰু লৰাৰ ধেমালি, childish frolic.

টাহ্, স. ধা. (হিং. ঠাসনা, বং. ঠাসন, খুন্দি ভৰ্) হেঁচি বা খুন্দি ভৰ্, ঠাহ্, আটি দি টান কৰ্ (গজাল আদিত খাটে), to press or ram down, to tighten a screw. স. শ. শাল বা খোঁচ মাৰি ধৰা বেদনা, a pain like that caused by a peg driven into the body. কৃদ. স. টাহোঁতা, (স্ত্রী) টাহঁতী।

টি, "টো" চোৱাঁ।

টিং, স. শ. (সং. শৃঙ্গ, পর্ব্বতৰ অতি ওখ ভাগ) পর্ব্বতৰ অতি ওখ ভাগ; এতেকে নাৱৰ মূৰ, তাৰ সমুখৰ ফালৰ মূৰক আগ টিং আৰু পাচ ফালৰ মূৰক গুৰি-টিং বোলা যায়; কোনো ওখ বস্তুৰ নিচেই ওপৰৰ ভাগ, the peak of a mountain, the top of a high thing, one of the ends of a boat. স. ধা. আগ কাট্; যেনে, চুলিৰ আগ টিঙ্গিলে সি সোনকালে বাঢ়ে, to lop off, to cut off the extreme part.

টিংখপ্, } অনুক. খুঁটি তালৰ নিচিনা শব্দ,
টিঙ্খপ্, } an imitative sound used to express that of cymbals being clashed together.

টিংটিং, অনুক. কোনো ধাতু বা টান বস্তুত সৰু মাৰিৰে আঘাত কৰিলে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express the tinkling of metal, &c.

টিংটিঙ্গনি, স. শ. সৰু মাৰিৰে ধাতুত আঘাত কৰিলে হোৱা শব্দ, a tinkling sound.

টিংটিঙ্গা, অ. ধা. টিংটিং শব্দ কৰ্; খং কৰ্, to tinkle, to be angry.

টিংটিঙ্গীয়া, বি. (অং. টিংটিং, অনুকাৰ শব্দ) টিংটিং শব্দ কৰা; অলপতে খং উঠা, tinkling, easily provoked, of a quick temper.

টিয়া, স. শ. (বং. টিয়া পাখী, ভাঁটৌ) আসামৰ সাধাৰণ ভাঁটৌ, the common parrot of Assam. বি. টিঁয়া ভাঁটৌৰ মাতৰ নিচিনা পাতল, গলগলীয়া নোহোৱা; যেনে, টিঁয়া মাত, not full and sonorous.

টিক্, স. ধা. মনত ভাবি চা, গমি চা; যেনে, মই কথাটো টিকি চাইছোঁ; অনুমানেৰে পৰিমাণ বা মূল্য নিৰূপণ কৰ্, to reflect, to consider, to estimate

টিক্, অ. ধা. (বং. টেঁক্, বৰ্ত্ত্) বৰ্ত্ত্, নষ্ট নোহোৱাকৈ থাক্; যেনে, বাঁহৰ খুঁটাই সৰহ দিন নিটিকে, to endure, to last.

টিকোঁতা, কৃদ. স. (ওপৰত চোৱাঁ) ভাবোঁতা, গমোতা, a man who reflects. (স্ত্রী) টিকঁতী।

টিকনি, স. শ. (বং. টিকী, মূৰৰ মাজৰ চুলি) মাজ-মূৰত ৰখা দীঘল চুলি, a tuft of hair on the crown of the head.

টিকা, স. শ. (অং. টিক্, মূল্য বা পৰিমাণ কৰ্) পৰিমাণ, দীঘল-পুতল বা গধূৰৰ জোখ বা মূল্যৰ মনেৰে কৰা নিশ্চয়; যেনে, আঙ্গাত টিকা কৰি লোণ দিব লাগে; যেনে, কিমান ধন লাগিব তাৰ টিকা কৰিব পৰা নাই, an estimate of quantity, weight, measure, value, &c.

টিকা কৰ্, মনেৰে পৰিমাণ বা মূল্য নিশ্চয় কৰ্; যেনে, কিমান লাগে তাৰ টিকা কৰিব নোৱাৰোঁ, to estimate the value, quantity, &c.

টিকা পা, পৰিমাণ বা মূল্য জান্, to know the quantity or value of, to be able to estimate.

টিকা, স. শ. (অং. টিং, ওপৰ ভাগ) অলপ ওখ মাটি; এতেকে পিঠিৰ তলৰ ওখ ভাগ,

a piece of elevated land, the rump or buttock.

টিকা-সঁকা, স. শ. (অং. টিকা, নিশ্চয় কৰা পৰিমাণ + সঁকা, অনুক.) নিশ্চয় কৰা পৰিমাণ বা মূল্য; যেনে, মই টিকা-সঁকা নেপাওঁ, estimate of quantity, value, &c.

টিকিৰা, স. শ. (হিং. টিকিয়া, এঙ্গাৰৰ চাকলি) চিলিমত জুই লগাবৰ কাৰণ এঙ্গাৰ বটাৰে কৰা চাকলি; এঙ্গেকৰা; কানিৰ বা কানি পাণৰ সৰু বৰি, a small cake of charcoal for the *huka*, a small piece of charcoal placed at the bottom of a pipe, an opium pill. "টিকীৰা" এনেও হয়।

টিক্‌চালি, স. শ. দুষ্টালি, wickedness, mischievousness.

টিকচি উঠ্, খং কৰি উঠ্, to be wrathful.

টিক্‌টিক্, অনুক. জেঠীৰ মাতৰ বা সৰু মাৰিৰে ঘনে ঘনে আঘাত কৰাৰ নিচিনা শব্দ, an imitative sound used to express that produced by a blow with a small stick or the ticking of the house lizard.

টিকটিকনি, স. শ. জেঠীৰ শব্দ, সৰু মাৰিৰে আঘাত কৰিলে হোৱা শব্দ, টিকটিক শব্দ, a ticking sound.

টিক্‌টিকা, অ. ধা. জেঠীৰ নিচিনা শব্দ কৰ্, সৰু মাৰিৰে আঘাত কৰাৰ দৰে শব্দ কৰ্, টিক্‌টিক্ শব্দ কৰ্, সৰু মাৰিৰে আঘাত কৰ্, to make a ticking sound, to tick.

টিক্‌টিকী, স. শ. (টিক্‌টিকা, আঘাত কৰ্) বেঁতেৰে কোবাবলৈ দোষীক বন্ধা যতন্, a wooden frame to which criminals are tied to be flogged.

টিকটিকীত তোল্, টিকটিকীত বান্ধি কোবা, to tie to the above and flog.

টিক্‌টিকীয়া, বি. দৰ খঙ্গাল, অলপতে খং উঠা; উজ্জ্বল (ৰঙ্গাৰ বিশেষণ); যেনে, টিক্‌টিকীয়া ৰঙ্গা, peevish, also deep crimson.

টিঙ্গত কোবোৱা, ডেও পৰা; দুঃসাহসী, rash, precipitate.

টিঙ্গনা, স. শ. (অং. টিং, ওখ বস্তুৰ ওপৰৰ ভাগ) ওখ মাটি, টিকা, elevated land.

টিঙ্গনাশালি, স. শ. (অং. টিঙ্গনা, ঐ + শালি, ঠাই) শৌচ কৰা মুকলি ঠাই, an open place used as a privy.

টিঙ্গালি, বি. (অং. টিং, ওখ বস্তুৰ ওপৰ ভাগ) টিঙ্গৰ নিচিনা ওখ, high.

টিঙ্গিৰি, স. শ. (অং. টিং, অনুক.) জুই তোলা তীখা আৰু শিল, বেঁতৰ শিকিয়া, a flint and steel for striking fire, a cane bag used for carrying a water jar, &c., suspended from either end of a pole placed on the shoulder.

টিঙ্গিৰিতুলা, স. শ. (অং. টিঙ্গিৰি, ঐ + তুলা, গুটি গুচোৱা কপাহ) টিঙ্গিৰি মাৰি জুই লগাবৰ নিমিত্তে যুগুত কৰা তুলা বা আন বস্তু; এতেকে বৰ খঙ্গাল মানুহ, tinder, a passionate person.

টিঞা, "টিঁয়া" চোৱা।

টিন্‌টিন্, } অনুক. মূৰত বিষে ধৰিলে যেনে
টিণ্টিন্, } শব্দ হোৱা যেন বোধ হয় সেই বোধ বুজোৱা শব্দ, an imitative sound used to express the sensation produced by a headache.

টিন্‌টিননি, } স. শ. মূৰৰ বিষ, a headache.
টিণ্টিননি, }

টিন্‌টিনা, } অ. ধা. কুমৰ সিৰৰ আঘাতৰ
টিণ্টিনা, } দ্বাৰা বেদনা পা; যেনে, মূৰ টিণ্টিনাইছে, to feel an aching pain in the head.

টিপ, স. ধা. (হিং. টিপনা, বং. টিপ্, আঙ্গুলিৰে হেঁচ্) আঙ্গুলিৰে চেপ্, to press with the fingers or toes, to squeeze. স. শ. চকুৰ ওপৰ পতাৰে তলৰ পতাত দিয়া হেচা, কথা বুজাবৰ নিমিত্তে কৰা চকুৰ সঞ্চালন; যেনে, টেঙ্গৰ মানুহে টিপতে বুজে, চকুৰ টিপেৰে কয়, a hint by the eye, a wink.

**টিপ মাৰ্**, অলপকৈ চকুৰ পতা জপাই কথা বুজা; অলপকৈ চকু জপাই শো, to give a hint by winking the eye; to close the eye as in sleep.

**টিপচী**, স. শ. ("টিপ্‌টিপ্‌" শব্দ কৰে, এতেকে) এবিধ নিচেই সৰু চৰাই, নেঘেৰি চৰাই, a kind of small bird.

**টিপনি**, স. শ. ( অং. টিপ্, আঙ্গুলিৰে চেপ ) হাতৰ বা ভৰিৰ আঙ্গুলিৰ চেপা; ভৰিৰ আঙ্গুলিৰে হেঁচি লোৱা খোপনি; যেনে, পিছল ঠাইত টিপনি এৰিব নেলাগে; চুৰ, বেদনা বাঢ়িব নোৱৰা কৰা মন্ত্ৰ, a squeeze; the act of pressing down the toes to prevent one's self from slipping; an incantation used to stop the progress of a tumor.

**টিপনী**, স. শ. ( সং. টিপ্পনী, টীকা ) কোনো পুথিৰ অৰ্থ বুজোৱা পুথি, a commentary.

**টিপা**, স. শ. ( অং. টিপ্, আঙ্গুলিৰে হেঁচ্ ) আঙ্গুলি বা হাতেৰে মৰা চেপা; এবিধ নিচেই সৰু মাটিৰ টেকেলি ( তাক হাতেৰে টিপি সাজিব পাৰি এতেকে ), a squeeze, a small earthen jar.

**টিপা**, স. ধা. কোনো কথা কব খুজি আকও গোপন কৰ্; যেনে, সেই কথা টিপাব নেলাগে, আমি তাক জানো, to conceal after attempting or promising to tell. অ. ধা. দিম দিম বুলি বিলম্ব কৰ্. to put off with promises.

কৃদ. স. টিপাওঁতা, ( স্ত্ৰী ) টিপাঁতী।

**টিপোঁতা**, কৃদ. স. (টিপ্) আঙ্গুলিৰে হেচোঁতা, a man who squeezes. ( স্ত্ৰী ) টিপঁতী।

**টিপ্‌টাপ্**, স. শ. (টিপ্, আঙ্গুলিৰে চেপ্ + টাপ্, অনুক. ) হাত বা আঙ্গুলিৰে চেপি, হেঁচি কোনো যন্ত্ৰ আদি চলাবৰ বা লগাবৰ ভাও, the manner of using or fitting a machine, &c.

**টিপটিপলী**, স. শ. ( টিপ্‌টিপ্, সৰু চৰাইৰ মাত ) টিপচী, নেঘেৰি-চৰাই, এবিধ সৰু চৰাই, a kind of small bird.

**টিমক্**, বি. ( অং. টিপ্, চকুৰ ইঙ্গিত ) চকুৰ ইঙ্গিততে বুজা, টেঙ্গৰ, quick of understanding, sharp.

**টিৰিক্**, অ. ধা. ( টেৰেক, অনুকাৰ শব্দ ) নিচেই অলপ পাতলীয়া শৌচ কৰ্, to void a small quantity of watery excrement.

**টিলা**, স. শ. ( অং. ঠেল্, হেঁচ, হেঁচি পোতা যায় এতেকে ) মহ-পোৱালি বন্ধা খুঁটি, a short post to which a buffalo calf is tied.

**টিলিং**, অনুক. ঘণ্টাৰ শব্দৰ নিচিনা মাত, an imitative sound used to express that of a bell.

**টিলিকা**, বি. ( সং. তিল, এবিধ সৰু গুটি ) সৰু, চুটি-চাপৰ, বাঢ়িব নোৱৰা, small, dwarfed. ( স্ত্ৰী ) টিলিকী।

**টিলিকি**, স. শ. ( অং. টিল্, আঙ্গুলি বজাৰ শব্দ ) বুঢ়া আৰু মাজৰ আঙ্গুলিক লগ লগাই কৰা শব্দ, the snapping of the fingers.

**টিলিকি মাৰ্**, দুটা আঙ্গুলিৰে শব্দ কৰ্, to snap the fingers.

**টিলিকিয়া**, অ. ধা. টিলিকি মাৰ, to snap the fingers. কৃদ. স. টিলিকিয়াওঁতা, (স্ত্ৰী) টিলিকিয়াঁতী।

**টিলৌটিপৌ**, বি. ( অং. টিলৌ, টিলিকা, সৰু + টিপৌ, অনুক. ) সৰু-সৰু, আমাডিমা, (একতকৈ অধিক লৰা ছোৱালীত খাটে); যেনে, টিলৌটিপৌ লৰা কেইটা, small, little (applied to several children).

**টিলঘিলা**, অ. ধা. ওপৰঞ্চি নথকাত মুকলি-মূৰে ধেমালিত কাল খেদা; যেনে, অধ্যাপক নেথাকিলে ছাত্ৰে টিলঘিলায়, to play or walk about free from restraint. কৃদ. স. টিলঘিলাওঁতা, ( স্ত্ৰী ) টিলঘিলাঁতী।

**টিল্‌টিল্**, অনুক. এটোপা এটোপাকৈ বৰষুণ পৰাৰ নিচিনা শব্দ, an imitative sound used to express that of rain falling in scattered drops.

**টিল্‌টিলনি**, স. শ. টোপাটোপে পৰা বৰষুণৰ শব্দ, the sound of rain falling in scattered drops.

**টিল্‌টিলা**, অ. ধা. টোপাটোপে পৰা বৰষুণৰ দৰে শব্দ কৰ্‌, এতেকে অলপ বৰষুণ দি; যেনে, ভাল বৰষুণ নহল, টিলটিলালে মাথোন, to make quick short sounds like drops of rain, to rain slightly.

**টিল্‌টিলীয়া**, বি. এটোপা-এটোপা হৈ পৰা; যেনে, টিলটিলীয়া বৰষুণ, falling in scattered drops.

**টীকা**, স. শ. ( সং. টীক্‌, গতি কৰ্‌ ) টিপনী, অৰ্থ ভঙ্গা পুথি, অৰ্থৰ সংক্ষেপ ব্যাখ্যা, a note, or commentary.

**টুঁটলি**, স. শ. ( অং. টোঁটোলা, চৰাইৰ ডিঙ্গিৰ জোলোঙ্গা ) চৰাইৰ টোঁটোলা; মানুহৰ থোঁতোৰাৰ তলে ওলমা ছাল, the crop of a bird, a fleshy protuberance under the chin.

**টুকৰিয়া**, স. ধা. ( অং. টোকৰ, আঙ্গুলিৰ আঘাত ) আঙ্গুলিৰে আঘাত কৰ্‌; অলপকৈ কোনো কথা উল্লেখ কৰি মন বুজ্‌; যেনে, মই তেওঁক টুকৰিয়াই চাইছিলোঁ, to tap with the finger, to sound the mind of. কৃদ. স. টুকৰিয়াওঁতা, ( স্ত্ৰী ) টুকৰিয়াঁতী।

**টুকৰীয়া**, স. শ. ( অং. টোকাৰী, এবিধ বাদ্য ) টোকাৰী বজাওঁতা; এবিধ লতা, a performer on a *tokārī*, a kind of guitar, a species of creeper. ( স্ত্ৰী ) টুকৰীয়ানী।

**টুকুৰ্‌ টুকুৰ্‌ কৰে**, ক্ৰি. বি. ( অং. টুকুৰ্‌ টুকুৰ্‌, অলপ অলপকৈ আঘাত কৰাৰ শব্দ ) লাহে লাহে (খোজ কঢ়া বা কটাত খাটে); যেনে, টুকুৰ টুকুৰ কৰে গৈছে বা কাটিছে, slowly, gently (said of walking or cutting).

**টুট্‌**, অ. ধা. ( সং. ত্ৰুট্‌, কাট্‌; বং. টুট্‌, হিং. টুটনা, কম্‌ হ ) কম হ, ন্যূন হ, কম, to decrease, to abate, to be less.

**টুটকীয়া**, বি. ( অং. টোটক, লগনীয়া কথা ) আগত নথকা মানুহৰ অহিতে কথা কোৱা, লগনীয়া; যেনে, টুটকীয়া মানুহ; আগত নথকা মানুহৰ অহিতে লগোৱা; যেনে, টুটকীয়া কথা, backbiting, anything spoken against one who is absent. স. শ. লগনীয়া মানুহ, a backbiter. ( স্ত্ৰী ) টুটকিনী, টুটকী।

**টুটকীয়ানি**, গু. শ. টুটকীয়াৰ স্বভাব বা গুণ, the quality or conduct of a backbiter.

**টুটনি**, স. শ. কমতি, ন্যূনতা; কমি যোৱা অংশ; যেনে, মই টুটনি পূৰাই দিম, deficiency, decrease. বি. ন্যূন কৰা, কম কৰা; যেনে, টুটনি চুৰ, lessening.

**টুটা**, স. ধা. কম কৰ্‌, তাকৰা, to lessen, to cause to decrease. কৃদ. স. টুটাওঁতা, ( স্ত্ৰী ) টুটাঁতী।

**টুনী**, ⎫ স. শ. ( সং. তুণ্ডক; বং. টুন্‌টুনী,
**টুনী**, ⎭ এবিধ সৰু চৰাই ) এবিধ ঘৰ চিৰিকাৰ নিচিনা সৰু চৰাই, a species of small bird.

**টুন্‌টুনীয়া**, বি. ( সং. তুঙ্গ, ওখ ) ভিতৰে পূৰ হৈ ওখ হৈ উঠা ( পেট বা খহু আদিত খাটে ), puffed or swollen out, distended.

**টুপ্‌**, স. শ. ( সং. স্তূপ, দম্‌ ) ঘৰৰ হলনীয়া মূৰ; জাপিৰ মাজৰ ওখ হৈ থকা ভাগ; নৈৰ মোচৰৰ ওখ বালি, the gable end of a house, a gabled roof, the prominent part of a *jāpi*, a high sandbank at the bund of a river.

**টুপ্‌টুপীয়া**, বি. ( অং. টোপা, জুলীয়া বস্তুৰ বিন্দু ) ৰসাল, তেজাল ( মুখত খাটে ), having blood, not dry and emaciated (said of the face).

**টুপলি**, স. শ. ( অং. টোপোলা, কাপোৰ আদিৰে মেৰাই বন্ধা বস্তু ) সৰু টোপোলা, a small bundle.

**টুপা**, স. ধা. (অং. টুপ, ঘৰৰ মূৰ, জাপিৰ

মাজৰ ওখ ভাগ) টুপ লগা, টুপ সাজ্, টুপ খুৱা, to cover the gable end of a roof.

টুপাই বুৰ মাৰ্, সমূলি মিছা মাত; গোটেই আসৈ মাত; যেনে, সি এতিয়া টুপাই বুৰ মাৰিছে, to deny entirely.

টুপাল্, বি. টুপযুক্ত, টুপ থকা, having a gable end.

টুপি, "টোপা" চোৱা।

টুপিয়া, অ. ধা. (অং. টোপা, পানীৰ বিন্দু) টোপাটোপে পৰ্, এটোপা এটোপা হৈ পৰ্; যেনে, বৰষুণ টুপিয়াইছে, to drip.

টুপিয়া, অ. ধা. (অং. টোপ, বড়শীত দিয়া আহাৰ) বড়শীত দিয়া টোপত অলপ অলপকৈ খোট্, to nibble at the bait like a fish.

টুপী, স. শ. (হিং. টোপী, বং. টুপী, মূৰৰ আবৰণ) কাপোৰ আদিৰে কৰা মূৰৰ সাজ বিশেষ, a hat, a cap.

টুপীয়া, বি. (অং. টুপ, ঘৰৰ মূৰ) টুপ থকা, টুপাল, having a gable end.

টুবুকা, বি. সৰু আৰু ঘূৰণীয়া, small and round. (স্ত্রী) টুবুকী।

টুবুকী-লতা, স. শ. (অং. টুবুকী, সৰু আৰু ঘূৰণীয়া+লতা, অন্য গছত বগোৱা গছ) আকনবিন্ধী লতা, সৰু আৰু ঘূৰণীয়া পাতেৰে এবিধ লতা, a kind of creeper, *Cissampelos hexandra.*

টুমনি, স. শ. (সং. স্তূপ, দম) নৈৰ ওখ কিন্তু সৰু বালি বা চাপৰি, a high but small sandbank.

টুলুংভুলুং, স. শ. "টলংভলং" চোৱা।

টুলুটুলীয়া, বি. (অং. টুনটুনীয়া চোৱা) বৰকৈ পকা; ভিতৰ ফাল পূৰ হোৱাৰ নিমিত্তে ওফন্দি পোটোকা নপৰা হোৱা, টুনটুনীয়া, fully ripe, puffed or swollen out, distended.

টেইটুকি, ক্রি. বি. মূৰে মূৰে, হাতত থকা সকলো বস্তু গোটাই কথমপি; যেনে, টেইটুকি পাঁচ টকা দিব পাৰোঁ; অলপো নেৰাকৈ সমুদায়ে; যেনে, ধাৰৰ ধন টেইটুকি ললে, barely, without leaving a jot.

টেঁটনি, স. শ. মহৰ মাত, the bellowing of buffaloes.

টেঁটা, অ. ধা. মহৰ দৰে শব্দ কৰ্; গাত লোৱা কাৰ্য্য টান দেখি ঘেঁহোৱা মাতেৰে কৰিবলৈ অসন্মতি প্রকাশ কৰ্; যেনে, কৰিম বোলা কাম টান পাই টেঁটোৱা অবিবেচনাৰ কাৰ্য্য, to bellow like a buffalo, to express inability to accomplish an undertaking on the ground of difficulty or want of means.

টেঁটু, স. শ. (হিং. টেঁটুআ, ডিঙ্গি) ডিঙ্গিৰ আগ ফাল, কণ্ঠ, the throat.

টেঁটুৱা, বি. ডিঙ্গিত আটি ধৰা, ডিঙ্গিত চাপ খাই ধৰা; যেনে, পঘা টেঁটুৱা হলে গৰুৱে দুখ পায়, tight about the neck. স. শ. ডিঙ্গিত বৰকৈ চেপা খোৱা গাঠি; যেনে, টেঁটুৱা লাগিলে উশাহ নোলায়, a tight fastening about the neck.

টেঁটেঁ, } অনুক. মাইকী পাতি হাঁহৰ নিচিনা শব্দ, an imitative
টেঁট্ টেঁট্, } sound used to express the quacking of a duck.

টেঁটুটেঁটনি, স. শ. মাইকী পাতি হাঁহৰ শব্দ, the quacking of a duck.

টেঁটুটেঁটা, অ. ধা. মাইকী পাতি হাঁহৰ দৰে শব্দ কৰ্, to quack as a duck.

টেঁৱা, অনুক. পোনেই ওপজা লৰাই কন্দাৰ নিচিনা শব্দ, an imitative sound used to express the cry of a newly born child.

টেক্, স. শ. নৈৰ মোচৰৰ মাজ ভাগ, the middle of a bund in a river.

টেকেলা, স. শ. ৰজাৰ বা ৰাজ্যৰ কাৰ্য্যকাৰকৰ দূত; দূত, a peon, a messenger.

টেকেলা-বৰা, স. শ. (অং. টেকেলা, ঐ+বৰা, ২০ জনৰ ওপৰৰ বিষয়া) কুৰি জন

টেকেলাৰ ওপৰৰ এজন বিষয়া, a head peon.

টেকেলি, স. শ. ঘট, ডিঙ্গি থকা সৰু মাটিৰ পাত্ৰ, a small earthen jar.

টেক্‌টেক্, অনুক. বেগাই টানকৈ মতা মাতৰ নিচিনা শব্দ, an imitative sound used to express that of words spoken quickly and aloud.

টেক্‌টেকনি, স. শ. বেগাই টানকৈ কথা কোৱা কাৰ্য্য; বেগাই টানকৈ কোৱা কথা, হাই; যেনে, লৰাৰ টেক্‌টেকনিত একো নুশুনি; দন্দৰ শব্দ; পাতি হাঁহিনীৰ মাত, the act of speaking quickly and aloud, noisy speech, the quacking of a duck.

টেক্‌টেকা, অ. ধা. বেগাই টানকৈ কথা ক, হাই কৰ্, পাতি-হাঁহিনীৰ দৰে মাত, to speak noisily, to make a noise, to quack as a duck.

টেঙৰ্, বি. চতুৰ, ধূৰ্ত্ত, বুধিয়ক, sharp, sagacious, cunning. স. শ. ধূৰ্ত্ত মানুহ, a cunning or artful man. (স্ত্ৰী) টেঙৰী।

টেঙৰালি, গু. শ. ধূৰ্ত্ততা, টেঙৰৰ গুণ বা স্বভাৱ, artfulness, cunning, sagacity.

টেঙা, বি. (বং. টক, অম্ল) অম্ল, জিভাত চোকা লগা; যেনে, টেঙা আম; মনত কষ্ট দিয়া; যেনে, টেঙা কথা; acid, sour, tart, sharp. স. শ. অম্ল গুণ থকা বস্তু; সেই গুণ থকা অনেক বিধৰ ফল, an acid, acid fruits in general. স. ধা. তুথ দি, বিৰক্তি জন্মা, বেজাৰ লগা; যেনে, তেওঁৰ কথাই গা টেঙালে; টেঙাৰ দৰে দাঁতত কষ্ট জন্মা; যেনে, থেকেৰাই দাঁত টেঙায়, to offend, to displease, to set the teeth on edge.

টেঙাগানী, স. শ. (অং. টেঙা, ঐ + পানী, জল) পিত্তৰ পৰা পেটত হোৱা এবিধ অম্ল ৰস; হাতীয়ে পেটৰ পৰা উলিয়াই এছৰা পানী, acidity of the stomach, the water ejected from the stomach and squirted by an elephant.

টেঙামূৰি, স. শ. লঘোনৰ পৰা কথাবাৰ্ত্তা কব নোৱৰা অৱস্থা, fainting caused by fasting.

টেঙামূৰীয়া, বি. লঘোনৰ দ্বাৰা দুৰ্ব্বল হৈ মাতিব নোৱৰা হোৱা, fainting from fasting, famished.

টেঙুচিয়া, অ. ধা. (বং. নেংচান, পেঙুৰিয়া) খোৰা, পেঙুৰিয়া, ডুপিয়াই খোজ কাঢ়্, to limp, to walk lamely.

টেঙুচ্‌ টেঙুচকৈ, ক্ৰি. বি. খোৰাই, ডুপিয়াই খোজ কাঢ়ি, limping.

টেঙেচি, } বি. (অং. টেঙা, অল্প বস্তু)
টেঙেচীয়া, } অলপ টেঙা, slightly acid.

টেঙেচি-শাক, স. শ. এবিধ অলপ টেঙা বন-শাক, চাঙেৰী, the wood sorrel.

টেটন্, } স. শ. (টেটনটামন, এটা আগৰ
টেটোন্, } ধূৰ্ত্ত) বঞ্চক, প্ৰতাৰক, a knave, a villain.

টেটেৰা, বি. খীনোৱা, lean, emaciated.

টেটেৰা লাগ্, খীনা, to be emaciated.

টেট্ৰকুটি, স. শ. ধেমেলীয়া কথা, হাঁহি তোলা কথা বা কাৰ্য্য, witticism, drollery.

টেট্ৰকুটীয়া, বি. ধেমেলীয়া কথা কোৱা, হাঁহি উঠা কথা কোৱা বা কাৰ্য্য কৰা; হাঁহি তোলা, witty, droll, humorous. স. শ. ধেমেলীয়া কথা কওঁতা বা কাৰ্য্য কৰোঁতা, a humorist.

টেন্‌টেন্, } অনুক. মাটিৰ ফুটা পাত্ৰৰ
টেণ্টেন্, } নিচিনা শব্দ, an imitative sound used to express that given out by a cracked earthen pot when struck.

টেণ্টেননি, স. শ. মাটিৰ ফুটা পাত্ৰৰ শব্দ, the sound of a cracked earthen vessel.

টেণ্টেনীয়া, বি. মাটিৰ ফুটা পাত্ৰৰ দৰে বজা, "টেন্‌টেন্" শব্দ কৰা; এতেকে, ভাল হবৰ আশা গুচা, নিষ্ফল হবৰ আগন্তুক হোৱা; যেনে, তেওঁৰ কথা টেণ্টেনীয়া, sounding like a cracked pot, hopeless.

টেঁপচী, "টিঁপচী" চোৱা।

টেপৰ্, বা টেপুৰ্, স. শ. এবিধ হাবিত হোৱা গছ আৰু তাৰ গুটি, a tree found in the Khasi Hills and the Assam Valley which yields "a large quantity of indifferent gamboge" (Duncan's Dyes and Dying in Assam), [*Garcinia xanthochymus.*]

টেপা, স. শ. ( অং. টিপ্, হাতেৰে হেঁচ্ ) হাতেৰে মৰা চেপা, টিপা ; যেনে, টেপা দিলে সৰু হয় ; ৰসাল, খোৱা বস্তুৰ একে বাৰে মুখত ভৰাব পৰা লদা, গৰাহ ; যেনে, ভাত এটেপা, a squeeze, a mouthful.

টেপা কৰ্, এবাৰ মুখত ভৰাব পৰা লদা কৰ্ ; যেনে, ভাতৰ টেপা কৰি মুখত দিয়ে, to make a mouthful.

টেপা খা, ভয়ত কোঁচ্ খা ; ভয়ত সঙ্কোচিত হৈ মনে মনে থাক ; যেনে, ডাবি দিলত লৰা টেপা খালে, to crouch or shrink from fear.

টেপা মাৰ্, হাতেৰে চেপ্, মুখত খাদ্য ভৰা ; যেনে, ভাতৰ টেপা মাৰিয়েই উঠিল, to squeeze or press, to take a mouthful.

টেপা হ, ভয়ত কোঁচ খা, to crouch or shrink from fear.

টেপাই মাৰ্, আভুৰা ভঁৰা কাম কৰ্, বেয়াকৈ কাম কৰি ভাওনা কৰ্ ; যেনে, কাম কৰিবলৈ গাত লৈ টেপাই মাৰিব নেলাগে, to cheat by imperfectly performing a work.

টেপা, বি. ( সং. তেপ্, পানী ছটিয়া ) বৰকৈ তিতা, আৰ্দ্ৰ কৰা ; যেনে, বৰষুণত টেপা হল, saturated.

টেপা কৰ্, বৰকৈ আৰ্দ্ৰ কৰ্ ; যেনে, বৰষুণে টেপা কৰিলে, to saturate.

টেপা হ, বৰকৈ আৰ্দ্ৰ হ বা তিত্, to be saturated.

টেপাটেপ্, বি. ( অং. টেপা, বৰকৈ তিতা ; গৰাহ ) বৰকৈ তিতা, জোল-বোৱা ; যেনে, বৰষুণে টেপাটেপ কৰিলে ; তিতি টেপাটেপ হল ; অনেক গৰাহ বা লদা কৰি বিভাগ কৰা ; যেনে, ভাতবিলাক আগেয়ে টেপাটেপ কৰি পাচত খায়, saturated, dripping, divided into small quantities each equal to a mouthful.

টেপাটেপে, ক্ৰি. বি. গৰাহে গৰাহে, সোপা সোপে, mouthful by mouthful.

টেপু, স. শ. কচু বা আলুৰ সৰু মূল ; যেনে, আও কচুৰ টেপুৰেও খজুৱায় ; কঁঠালৰ মুচি বা সৰু কঁঠাল, a tuber, a small jack fruit.

টেপ্‌টেপীয়া, বি. ( অং. টেপা, বৰকৈ তিতা ) তিতা, আৰ্দ্ৰ, wet, saturated.

টেমা, স. শ. সাঁফৰ থকা সৰু পাত্ৰ ; সাঁফৰ দিয়া তামোলৰ পাত্ৰ, a small box, a betel-nut box.

টেমি, } স. শ. ( অং. টেমা, ঐ ) চূণ-খোৱা
টেমী, } সৰু টেমা, a small box for lime to be taken with betel-nut.

টেমুনা, } স. শ. ( অং. টেপু, আলু-গুটি )
টেমুৰা, } সৰু মেৰুণ, গাৰ উঠঙ্গা, উখহা, a small protuberance on the body, a tumor.

টেৰা-বেঁকা, বি. ( হিং. টেঢ়া, বং. টেড়া, ভাঁজ লগা + অং. বেঁকা, বক্ৰ ) অনেক ঠাইত ভাঁজ থকা, পোন নোহোৱা ; ঘূৰণ, crooked, having many curves, winding.

টেৰুৱা, বি. ( সং. টেৰ, কেঁৰা চকুৱা ) কেঁৰা ( চকুত খাটে ) ; যেনে, টেৰুৱা চকু, squint eyed.

টেৰুৱাকৈ, ক্ৰি. বি. চকুপকাই, চকু বেঁকাকৈ, rolling the eyes.

টেলেকা, বি. ডাঙ্গৰ আৰু উঠঙ্গা ( চকুত খাটে ), ডাঙ্গৰ আৰু উঠঙ্গা চকু থকা, large and prominent (said of the eye), having large and prominent eyes. ( স্ত্ৰী ) টেলেকী ।

টেলেঙ্গনি, স. শ. ( হিং. টলনা ; বং. টলন, লৰচৰ হোৱা ) আছাৰ বা পিছল খাই

বাগৰি পৰা কাৰ্য্য, কোনো বস্তুৰ আঘাত লাগি উফৰি পৰা কাৰ্য্য, খুন্দা খাই পাক লৈ পৰা কাৰ্য্য, the act of falling down violently.

টেলেঙ্গনি খা, আছাৰ বা খুন্দা খাই বাগৰি পৰ্, to fall down violently.

টেলেৰা, বি. তেজ পি পূৰ হৈ উঠা ( জোক, মাখি ইত্যাদিত খাটে ), distended with blood sucked, as a leech, &c.

টেলুটেলীয়া, বি. ওফন্দি ডাঙ্গৰ হোৱা ; যেনে, টেলুটেলীয়া পেট ; এতেকে টেলেৰা ; যেনে, তেজ খাই মহটো টেলুটেলীয়া হৈছে, puffed, bulged out, distended with food like a leech, &c.

টো, উপ. শ. গোটা বা নভগা নিছিগা বস্তু বুজাবৰ নিমিত্তে সংজ্ঞা শব্দৰ পাচত থকা শব্দ ; যেনে, ঘৰটো ; সংখ্যা শব্দৰ পাচত "টা" হয় ; যেনে, এটা ; বিশেষণ শব্দৰ পাচতো থাকে ; যেনে, সৰুটো, a particle affixed to a noun or adjective to signify a whole thing. সৰু বা সুন্দৰ বস্তু বুজাবলৈ "টি" হয় ; যেনে, লৰাটি, ছোৱালীটী ।

টোঁটোলা, স. শ. ( হিং. টোঁটী, চুঙ্গা বা নলা ) চৰাইয়ে আহাৰ ভৰি থোৱা ডিঙ্গিৰ তলৰ জোলোঙ্গা, the crop of a bird.

টোঁৱা, স. ধা. মাৰিবলৈ দাং, পোন কৰ্, লক্ষ কৰ্ ; যেনে, ৰণুৱাই হিলৈ টোঁৱাইছে, to aim, to direct or point.

টোঁৱাটুঁই, স. শ. এজনে আন জনলৈ অস্ত্ৰ পোনোৱা কাৰ্য্য ; অনেক বাৰ অস্ত্ৰ দঙ্গা কাৰ্য্য ; যেনে, হিলৈ টোঁৱাটুঁই কৰোঁতেই চৰাই উৰিল, the act of aiming weapons at each other, the act of repeatedly taking aim.

টোক্, স. ধা. মছি শুকা, পানী সোহা বস্তুৰ দ্বাৰা নীৰস কৰ্, এটা এটাকৈ সমুদায় ছিং ( পাতত খাটে ), to wipe off dry, to cause to dry with some absorbent substance to pluck off entirely (said of leaves of tree).

টোক্, স. ধা. মনত থাকিবৰ নিমিত্তে সংক্ষেপকৈ লিখ ; যেনে, এই কথাটো টুকি থোৱাঁ, to note down.

টোক্ টোক, অনুক. অলপঅলপকৈ আঘাত কৰাত হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by gentle and repeated blows with the end of the finger, &c.

টোক্‌টোকনি, স. শ. আঙ্গুলিৰ বা আন সৰু বস্তুৰ মূৰেৰে অলপ অলপকৈ কৰা আঘাতৰ শব্দ, the sound of gentle and repeated blows with the end of the finger, &c.

টোক্‌টোকা, অ. ধা. আঙ্গুলিৰ বা আন সৰু বস্তুৰ মূৰেৰে আঘাত কৰি সেই শব্দ কৰ্, to produce the above sound.

টোকন্, কৃদ. স. মছি শুকোৱা কাৰ্য্য, সোহা কাৰ্য্য, the act of causing to dry by wiping off, &c. স. শ. "টোকোনা" চোৱাঁ ।

টোকনী, "টোকোনা" চোৱাঁ ।

টোকনী-পুখুৰি, স. শ. ( অং. টোক্, মছি শুকা ; টুকি শুকাব পৰা যায় এতেকে ) অলপ পানী থকা সৰু পুখুৰি, a small pond.

টোকনী-কাকতু, স. শ. ( অং. টোক্ + কাকত, তুলা-পাত ) লেখা আখৰৰ মহী শুকোৱা তুলা-পাত, blotting paper.

টোকৰ্, স. শ. ( হিং. ঠোকৰ, ভৰিৰ আঘাত, বং. ঠোকৰ, আঘাত ) আঙ্গুলিৰ মূৰেৰে কৰা আঘাত, আঙ্গুলিৰ মূৰেৰে আঘাত কৰি চলাই তেজ কটা অস্ত্ৰ, a tap with a finger, a blood-letting instrument.

টোকা, স. শ. (অং. টোক, সংক্ষেপকৈ লিখ) কোনো কথাৰ সংক্ষেপ বিবৰণ, সংক্ষেপ কাকত, a note, a memorandum.

টোকা-পৰুৱা, স. শ. ( অং. টোক, মছি শুকা, মৌ আদি খাই শুকাই পেলায়, এতেকে ) এবিধ ডাঙ্গৰ চাবি ঠেঙ্গীয়া পৰুৱা, a species of ant.

টোকাৰী, স. শ. ( অং. টং, অনুকাৰ শব্দ

অথবা টোকৰ, আঙুলিৰ মূৰেৰে কৰা আঘাত ) এবিধ গুণা লগোৱা বাদ্য যন্ত্ৰ ; তাক আঙুলিৰে বজোৱা যায়, a stringed musical instrument played with the finger, like a guitar.

টোকোঁতা, কৃদ. স. ( "টোক" চোৱা ) যি মানুহে টোকে, a man who wipes, &c. ( স্ত্ৰী ) টোকঁতী।

টোকোন্, } স. শ. ( হিং. বং. ঠেঙ্গা,
টোকন্, } টাঙ্গোন ) টাঙ্গোন, আঘাত কৰা শকত মাৰি, a heavy stick.

টোকোনা, স. শ. ( অং. টোক, মছি শুকা, ঘৰ চোঁতালৰ পানী মছি শুকায়, এতেকে) লোকৰ ঘৰত বন্দীৰ নিচিনা কাম কৰি খোৱা মানুহ ; অতি দৰিদ্ৰ মানুহ (গালি), one who lives by drudgery, a very poor man (a term of abuse). ( স্ত্ৰী ) টোকনী।

টোকোৰা, স. শ. তামোল বা নাৰিকলৰ গছত ওলমাই বাহ সজা এবিধ সৰু চৰাই, a kind of small bird.

টোকোৰাপঁজা, স. শ. নিচেই সৰু ঘৰ ( টোকোৰা চৰাইয়ে সজা বাহেৰে তুলনা কৰি সেই নাম দিয়া হৈছে ), a small hut.

টোটক্, স. শ. ( সং. তুট্, হিংসা কৰ্ ) লগনীয়া কথা, আগত নথকা মানুহৰ অহিতে কোৱা কথা ; যেনে, দুষ্ট মানুহে লোকৰ টোটক লগাই ফুৰে, backbiting.

টোটা, স. শ. ( হিং. টোটা, তুলাপাতেৰে মেৰাই বন্ধা খাৰ আৰু গুলী ) হিলৈত ভৰাবৰ কাৰণ তুলাপাতেৰে মেৰাই বন্ধা কলাই খাৰ আৰু গুলী, a cartridge.

টোটোৰা, বি. ( অং. টুট্, কম হ ) শুকাই কোঁচ খোৱা, শুকাই সৰু হোৱা, শোটোৰা, ভিতৰৰ ভাগ শুদা হোৱাত কুঁচি যোৱা, shrivelled up, contracted.

টোটোৰা পৰ্, শুকাই সঙ্কোচিত হ, to shrivel up.

টোণ্, স. শ. ( সং. তূণ, কাঁড়ৰ বাহ ) কাঁৰৰ বাহ, কাঁৰৰ চুঙ্গা, a quiver.

টোণা, স. শ. মাছ থোৱা কাঠীৰ পাত্ৰ বিশেষ ( তাৰ আকৃতি টোণৰ নিচিনা এতেকে ), a long wicker receptacle for fish.

টোপ্, স. শ. ( হিং. বং. টোপ, মাছৰ আহাৰ ) মাছৰ নিমিত্তে বৰশীত সি দিয়া আহাৰ ; চৰাই পোৱালিৰ আহাৰ, চাৰি ঠেঙ্গীয়াত বাজে সকলো জন্তুৰ আহাৰক টোপ বোলা যায়, a bait for fish, food given to young birds, the word is applied to the food of all animals except quadrupeds.

টোপ্ ল, আহাৰ ল, আশা পালি থাক্, to take food as a bird, &c., to wait in hopes.

টোপনি, স. শ. ( অং. টোপা, বড়শী পেলোৱা কাৰ্য্য ) মাছৰ নিমিত্তে বড়শী পেলোৱা কাৰ্য্য ; ( বহি থাকোঁতে নিদ্ৰা আহিলে মাছৰ খোঁটত বড়শীৰ পুঙ্গাৰ দৰে মূৰ লৰে এতেকে ) নিদ্ৰা, যুমটি, the act of letting down a baited hook, sleep.

টোপনি আৰ্, ওপৰত বান্ধি ওলমাই থ, বড়শীত সিয়া টোপৰ দৰে ওলমাই থ, to suspend, to hang up.

টোপনি পাৰ্, টোপনি বা, পাম পাম বুলি আশা কৰি থাক্, to wait in hope.

টোপনি বঞ্, সাৰে থাক্, উজাগৰে থাক্, to remain awake, not to sleep.

টোপনি-গদূৰা, } বি. ( অং. টোপনি +
টোপনি-গধূৰা, } গধূৰ, অলঘু ) টোপনি গধূৰ যাৰ, সদায় টোপনিয়াই থকা, বৰকৈ শোৱা, sleepy, drowsy.

টোপনিয়া, অ. ধা. কলমটিয়া, টোপনিৰ দ্বাৰা আক্ৰান্ত হ, to be sleepy, to be drowsy.

টোপনি-ৰহীয়া, বি. ( অং. টোপনি + ৰস, আস্বাদ ) টোপনিৰ সোৱাদ পোৱা, টোপনি-গদূৰা, sleepy, drowsy.

টোপা, স. শ. ( বং. টোপন্, পনীয়া বস্তুৰ অলপ অলপ পতন ) অলপীয়া, জুলীয়া

বস্তু ; যেনে, পানী টোপা, পানীৰ বিন্দু, a small quantity of liquid, a drop. সৰু বা ভাল টোপা বুজাবলৈ টুপি হয় ; যেনে, পানী টুপি।

টোপা, স. ধা. ( অং. টোপ, মাছৰ আহাৰ ) টোপ সি পানীত পেলা (বড়শীত থাটে) ; যেনে, বড়শী টোপাইছে, to let down into water as a baited hook. অ. ধা. পানীত বড়শী পেলাই মাছক লোভ দেখোৱাৰ দৰে আশা দি, আশা দি কাল নিয়া ; যেনে, এ বছৰ টোপাই শেষত একো নিদিলে, to wait in expectation.

টোপা-গাঁঠি, স. শ. আঁতৰা আঁতৰিকৈ দিয়া গাঁঠি, a knot tied at a distance from another.

টোপাটোপে, ক্রি. বি. (অং. টোপা, জুলীয়া বস্তুৰ বিন্দু ) এটোপা এটোপাকৈ, ধাৰে নপৰাকৈ, in continuous drops, drop by drop.

টোপাল্, স. শ. ( অং. টোপা, ঐ ) গছৰ পাতৰ পৰা সৰি পৰা হিমৰ বা বৰষুণৰ পানী, a drop of rain or dew fallen from the leaf of a tree.

টোপাল্, অ. ধা. ( অং. টোপা, আশা কৰি থাক ) আশা কৰি কাল নিয়া, to wait in expectation.

টোপালি পাৰ্, আশা কৰি কাল নিয়া, to wait in expectation.

টোপোৰা, } স. শ. ( অং. টোপা, পানীৰ টোবোৰা, } বিন্দু ) থহুৰ দৰে হোৱা উঠঙ্গা, সূতাত লগা গাঁঠি, a small swelling or protuberance, a knot in a thread.

টোপোলা, স. শ. ( সং. পোটলিকা ; হিং. বং. পোট্লা, কাপোৰ বা পাতত বন্ধা বস্তু ) কাপোৰ বা পাতেৰে বন্ধা বস্তু, a bundle, a package, a parcel.

টোপোলাটাপলি, "টালিটোপোলা" চোৱাঁ।

টোপোলা-কটা, বি. কেউও কালে মুকলি মাজত থকা, লেথেৰি নোহোৱা, আলগ হৈ থকা ; যেনে, টোপোলা-কটা হাবি, isolated, standing unconnected with others around.

টোৰ্টোৰ্, অনুক. বেং বা ধোঁৱা খোৱাৰ নিচিনা শব্দ, an imitative sound used to express the croaking of a frog or gurgling noise of a *huka*.

টোৰ্টোৰণি, } স. শ. ধোঁৱা খোৱাৰ বা টোৰ্টোৰণি, } বেঙৰ শব্দ, the croaking of a frog, the gurgling sound of a *huka*.

টোৰ্টোৰা, } অ. ধা. ধোঁৱা খোৱাৰ বা টোৰ্টোৰা, } বেঙৰ দৰে শব্দ কৰ্, to croak, to make a gurgling sound like that produced by a *huka*.

টোল, স. শ. ( হিং. টোলা, নগৰৰ কোনো এক ভাগ ) ঘৰ-বাৰী, ঘৰৰ চাৰিও ফালৰ মাটি আৰু ঘৰ, a compound, premises.

টোল্, বি. পোন্, straight.

টোলোঠা, স. শ. ( হিং. লপেটন্, তাঁতৰ কাপোৰ মেৰোৱা গোটা কাঠ ) তাঁতৰ দীঘৰ সূতা বা কাপোৰ মেৰোৱা গোটা কাঠ, one of the beams of a native loom.

টোলোঠাপকা, স. শ. এবিধ হাবিত হোৱা গছৰ গুটি, a kind of wild berry.

টোহ্টোহ্, অনুক. খঙেৰে মুখৰ ভিতৰতে কোৱা কথাৰ নিচিনা শব্দ, an imitative sound used to express that of muttering with anger.

টোহ্টোহনি, স. শ. খং কৰি মুখৰ ভিতৰতে কোৱা কথা, murmurs, a complaint in a low muttering voice.

টোহ্টোহা, অ. ধা. খঙেৰে মুখৰ ভিতৰতে কথা ক, to grumble, to murmur.

টৌ, স. শ. ( অং. তাও, তাপ্ ; তাত তাপ দিয়া যায় এতেকে ) পিতলৰ পাক কৰা পাত্র, a brass cooking utensil.

## ঠ।

ঠ, ব্যঞ্জনবিলাকৰ দ্বাদশ আখৰ, the twelfth letter of the consonants.

ঠকাৰ্, স. শ. ( সং. ঠ+কাৰ, আখৰ ) ঠ আখৰ, the letter ঠ।

ঠকুৰা, স. শ. ( সং. ঠক্কুৰ, কাঠৰ মূৰ্ত্তি ) পাগুৰি বন্ধাত ব্যৱহৃত ওপৰৰ ভাগ ডাঙৰ তললৈ চিঞা এডোখৰ কাঠ; এতেকে তদ্রূপ বা প্ৰায় তেনে গঢ়ৰ কাঠ, a block of wood with a rounded head on which the *pāgri* is shaped, any block of wood of a similar form.

ঠক্‌ঠক্, অনুক. কোনো টান বস্তুত আঘাত লাগিলে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express the sound produced on striking a hard body.

ঠক্‌ঠক্ কৰে, ক্রি. বি. গোটেইটো গা লৰাই, দাঁতে দাঁতে লাগি শব্দ উঠি ( কঁপাত খাটে ); যেনে, ভয়ত ঠক্‌ঠক্ কৰে কঁপিছে, in a violent manner (said of trembling or shaking).

ঠগ্, স. শ. ( সং. ঠক্কুৰ, মূৰ্ত্তি ) গঢ়, আকৃতি, shape, form.

ঠগ্, স. শ. ( সং. স্থগ; হিং. ঠগ্, ছল কৰোঁতা ) ছল কৰোঁতা, বঞ্চক, প্ৰতাৰক, মিছা কথা কওঁতা, a cheat, a liar. স. ধা. বঞ্চনা কৰ্, ছল কৰ্, to cheat.

ঠগা, স. শ. ( সং. স্থা, থাক; পুথি ইয়াতে থাকে এতেকে ) এটা ঠেং লগোৱা পুথি থোৱা কাঠৰ আধাৰ, a wooden stand on which religious manuscripts are placed.

ঠগি, স. শ. ( অং. ঠগা, ঐ, প্ৰায়ে ঠগাৰ নিচিনা এতেকে ) কাঠৰ শৰাই, a round wooden tray on a leg.

ঠগিত্, বি. ( অং. ঠগ, গঢ় ) গঢ়িত, handsome, well-shaped.

ঠগোঁতা, কৃদ. স. (ঠগ, ছল) ছলনা কৰোঁতা, a man who cheats. ( স্ত্রী ) ঠগঁতী।

ঠটা, বি. ( অং. ঠট্ট, টান বস্তুত আঘাত লাগিলে হোৱা শব্দ ) উদং আৰু টান ( মাটিত খাটে ); যেনে, ঠটা মাটিত পৰিলে দুখ পোৱা যায়, hard and bare (said of ground).

ঠন্, স. শ. ( হিং. বং. ঠাম্, শুৱনি গঢ় ) জীপ পোৱা অৱস্থা; জঁই পৰা গুচি ৰস ধৰা অৱস্থা ( গছত খাটে ), the state of being revived (said of plants).

ঠন্ ধৰ্, জঁই পৰা গুচি ৰসাল হ, জীপ পা; যেনে, পুলিটোৱে ঠন ধৰিছে, to be revived like a plant.

ঠনৰাই, ⎫ ক্রি. বি. ঠনৰ শব্দ কৰি
ঠনৰ্ কৰে,⎭ ( ছিগা বা ভগাত খাটে ); যেনে, জৰী ডাল ঠনৰাই ছিগিল, with a snapping or breaking sound.

ঠন্‌ঠন্, অনুক. কোনো বস্তু ভাগোঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by a brittle thing whilst breaking.

ঠন্‌ঠননি, স. শ. কোনো বস্তু ভাগোতে হোৱা শব্দ, a cracking sound.

ঠন্‌ঠনা, অ. ধা. ঠন্‌ঠন্ শব্দ কৰ্, to make a cracking sound.

ঠন্‌ঠনীয়া, বি. "ঠন্‌ঠন্" কৰি ভগা, বেগতে ভগা; চনকা, brittle, easily broken.

ঠন্ ঠন্ কৰে, ক্রি. বি. ঠন্ ঠন্ শব্দ কৰি, অনায়াসে ( ভগাত খাটে ); যেনে, চিঁচাবোৰ ঠন ঠন কৰে ভাগি গল, with a cracking sound.

ঠৰ্, বি. ( সং. স্থাবৰ্, লৰ্‌চৰ নকৰা ) লৰচৰ নকৰাকৈ থকাত ঠৰঙ্গা হোৱা, বা লৰাব চৰাব নোৱৰা হোৱা; যেনে, ভৰিটো ঠৰ হল, লাজ বা অপমান পাই মাতিব নোৱৰা হোৱা; যেনে, গালি খাই মানুহটো ঠৰ হল; পীড়া বা শোকৰ দ্বাৰা অভিভূত হৈ অমাত হোৱা; যেনে, পুতেক মৰাৰ বাৰ্ত্তা পাই তেওঁ ঠৰ হল, rendered stiff by want of motion (said of a limb), rendered speechless by shame, sorrow or pain.

ঠৰ্ লাগ্, লৰচৰ নকৰাকৈ থাক্; যেনে, ঠৰ লাগি চাই আছিল; লৰচৰ নকৰাকৈ থকাত ঠৰঙ্গা হ; যেনে, হাতখান ঠৰ লাগিল,

বেজাৰ বা লাজৰ দ্বাৰা অমাত হ; যেনে, গালি খাই মানুহটো ঠৰ লাগিল, to remain motionless, to be stiff from want of motion, to be speechless from shame or sorrow.

ঠৰঙ্গা, বি. (অং. ঠৰ্, ঐ) ভিৰ নোলোৱা, কোঁচ নোখোৱা, দোঁ নোখোৱা; যেনে, গাহৰিৰ নোম ঠৰঙ্গা, stiff, not pliable.

ঠৰীয়া, বি. (অং. ঠাৰি, পাত বা গুটিৰ গছত লাগি থকা ভাগ) ঠাৰি থকা, having a stem.

ঠৰুৱা, স. শ. (অং. ঠাৰি, পাতৰ যি ভাগ গছত লাগি থাকে) কলাপাত বা তামোল আদিৰ পাতৰ মাজৰ ঠাৰি, the middle rib of a plaintain leaf or other similar leaf.

ঠৰ্মৰ্, বি. (অং. ঠৰ্, লৰচৰ কৰিব নোৱৰা + মৰ্, প্ৰাণ হেৰুৱা) অজ্ঞান হোৱা, মূৰ্চ্ছিত, stunned, swooned, fainted.

ঠৰ্মৰ্ খা, মূৰ্চ্ছিত হ, অজ্ঞান হ, to be stunned, to faint.

ঠলব্, অনুক. এটা গুটি বা তাৰ নিচিনা এটা বস্তু পৰোঁতে হোৱাৰ নিচিনা শব্দ, a thud.

ঠলবাই, ঠলব্ কৰে, ক্ৰি. বি. "ঠলব" শব্দ কৰি, অকস্মাতে, making a short quick sound.

ঠলা মূৰি, ঠলা মুড়ি, স. শ. (অং. ঠেলা, হেঁচা + মূৰ বা মুড়, শিৰ) হাতেৰে মূৰত কৰা আঘাত, a blow on the head with the hand.

ঠলামূৰিয়া, ঠলামুড়িয়া, স. ধা. হাতেৰে মূৰত আঘাত কৰ্, এতেকে চপৰাৰ ওপৰত কোৰেৰে আঘাত কৰ্; যেনে, চপৰাবোৰ ঠলামূৰিয়াই দিয়াঁ, to give a blow on the head, to strike with a hoe, as lumps of earth.

ঠল্-ঠল্, অনুক. গুটি বা তাৰ নিচিনা আন বস্তুৰ সমূহ অগাপিচাকৈ পৰাৰ নিচিনা শব্দ, a succession of thuds.

ঠল্ ঠল্ কৰে, "টল্ টল্ কৰে" চোৱাঁ।

ঠল্ঠলনি, "টল্টলনি" চোৱাঁ।

ঠল্ঠলা, "টল্টলা" চোৱাঁ।

ঠল্ঠলীয়া, বি. পৰিলে ঠল্ঠল শব্দ কৰা, এতেকে গুটিৰ নিচিনা কাৰো গাত কেও নলগা; গোট্ গোট্; যেনে, ঠল্ঠলীয়া ভাত, ঠল্ঠলীয়া আখৰ, distinct.

ঠহ্, স. শ. (সং. স্থা, গতি ৰোধ কৰ্) পঁচাত যাবলৈ অসন্মতি; এতেকে বিন্ধাত সৰকোঁতে ধৰা টান, reluctance to go when ordered, sticking to an aperture in passing through it.

ঠহ্ ধৰ্, যাবলৈ অসন্মত হ; কোনো কাৰ্য্য কৰিবলৈ অসন্মত হ; বিন্ধাত সৰকোতে টান ধৰ্, to refuse to go or act when desired to do so, to stick to an aperture in passing through it.

ঠহব্, হাঁচি মাৰোতে বা অকস্মাত ফুটোতে হোৱাৰ নিচিনা শব্দ, the sound of sneezing.

ঠহবাই, ঠহব্ কৰে, ক্ৰি. বি. ঠহব শব্দ কৰি, অকস্মাতে; যেনে, ঠহবাই হাঁচিটো মাৰিলে; কাণখান ঠহবাই ফুটালে, suddenly, at once.

ঠহুৱা, "ঠকুৱা" চোৱাঁ।

ঠহ্ঠহ্ কৰে, ক্ৰি. বি. খোঁচাৰ দৰে বেদনা দি (ফুটাত থাটে); যেনে, উলুকিচিকাই ভৰিত ঠহ্ঠহ কৰে বিন্ধে, giving a sharp pricking pain.

ঠাই, স. শ. (সং. স্থান, হিং. ঠাঁৱ, বং. ঠাঁই) স্থান, মাটি, কোনো বস্তু যাৰ ওপৰত থাকে, পদ, a place, a situation.

ঠাই ঠাই, বি. বেলেগ বেলেগ, পৃথক পৃথক, অনেক ঠাইত বাস কৰা; যেনে, মানুহবোৰ ঠাই ঠাই হল, scattered, dispersed.

ঠাইতে, ক্ৰি. বি. ওচৰতে, চমুতে, not far off.

ঠাঁচ্ কৰে, ক্ৰি. বি. (অং. ঠাঁচ্, প্ৰহাৰৰ শব্দ) ঠাঁচ শব্দ কৰি, বৰ টানকৈ, বৰ বলেৰে; যেনে, ঠাঁচ কৰে চৰ মাৰিলে; ঠাঁচ কৰে চকুটো ফুটিল, with much force, making a bursting noise.

ঠাকুৰ, স. শ. ( সং. ঠক্কুৰ, দেৱতাৰ প্ৰতিমা; বং. হিং. দেৱতা, ব্ৰাহ্মণ ) দেৱালয়ৰ পূজাৰি ব্ৰাহ্মণ, বামুণ, a Brahmin who worships the idol in a temple, Brahmins in general. (স্ত্ৰী) ঠাকুৰণী।

ঠাকুৰাণী, স. শ. গোসাঁনী, দেৱী, a goddess.

ঠাকুৰীয়া, স. শ. এই দেশৰ বৈষ্ণৱ ধৰ্ম্মত প্ৰবৰ্ত্তা কিছু সত্ৰ আৰু সেইবিলাকৰ শিষ্য, সেই শ্ৰেণীৰ লোকে যদিও শঙ্কৰ দেৱে চলোৱা বৈষ্ণৱ ধৰ্ম্মকে মানে, তথাপি তেওঁৰ স্থাপিত আনবিলাক সত্ৰতকৈ তেওঁবিলাকৰ মত অলপ বেলেগ। সেই মত প্ৰবৰ্ত্তোৱাবিলাকৰ উপাধি "ঠাকুৰ" আছিল তাৰ পৰাই এই শব্দ হৈছে, a sect of *Vaisnavas* in Assam slightly differing in their tenets from the *Mahāpūrūsiās*. বি. সেই ঠাকুৰৰ মতত প্ৰবৰ্ত্তা; যেনে, ঠাকুৰীয়া মহন্ত বা সত্ৰ, following the above sect.

ঠাকুৰীয়া, স. শ. কামৰূপৰ চৌধাৰীৰ তলৰ এজন বিষয়া; দেৱালয়ৰ ধন তোলা বিষয়া, a fiscal officer, subordinate to the *Chowdhūri* in Kamrup, an officer who collects the dues of a temple.

ঠাচ্, স. শ. ( বং. ঠাট, মূৰ্ত্তি কৰা যন্ত্ৰ ) গঢ়, আকৃতি, a form, a shape.

ঠাচা, স. শ. ( অং. ঠাচ, আকৃতি ) ঢালি কোনো বস্তু কৰিবৰ নিমিত্তে যুগুত কৰা সেই বস্তুৰ আকৃতি, a mould.

ঠাট্, স. শ. ( হিং. ঠাঠ্, ঐশ্বৰ্য্য ) প্ৰভাৱ, ঐশ্বৰ্য্য; মানুহৰ সমূহ, একে ঠাইতে গোট খোৱা অনেক লোক, state dignity, pomp, a crowd.

ঠাটকটক, স. শ. ( অং. ঠাট, অনেক লোক + সং. কটক, সেনা ) সেনাৰ আৰু সেনাৰ লগৰ মানুহৰ সমূহ; এতেকে ডাঙ্গৰ লোকৰ লগত যোৱা অনেক লোকৰ সমূহ; যেনে, ৰজাৰ লগৰ ঠাটকটকৰ শব্দ, an army and its camp-followers, a large crowd of people following a great man.

ঠাট মাৰ্, ঠাট খা. অনেক লোক একত্ৰ হ; যেনে, বাটত মানুহে ঠাট মাৰিছে, to throng together.

ঠান, স. শ. ( হিং. বং. ঠাম, গঢ় ) গঢ়, shape, form.

ঠানুৱা, বি. গঢ়িত, শুৱনি, well-formed, beautiful.

ঠানে, ক্ৰি. বি. গঢ়েৰে, প্ৰকাৰে, দৰে ( গতিত খাটে ); যেনে, "চম্বুকৰ কামে লোহা ভ্ৰমৈ যেন ঠানে"—শঙ্কৰ দেৱ, in the manner (said of moving).

ঠাৰ্, স. শ. ( বং. ঠাৰ, ইঙ্গিত ) ইঙ্গিত, চিয়াৰ, পোনকৈ নকৈ প্ৰকাৰান্তৰেৰে বুজোৱা কথা; যেনে, হাতৰ ঠাৰ, চকুৰ ঠাৰ, a hint, a significant motion of a limb.

ঠাৰি, স. শ. ( সং. স্থা, থাক্; লাগি থাকে এতেকে ) পাতৰ, গুটিৰ বা ফুলৰ যি ভাগ গছত লাগি থাকে; এতেকে কোনো বস্তুৰ যি ভাগে তাক ঘাই ভাগে সৈতে লগাই ৰাখে; যেনে, হাতৰ ঠাৰি, a stem.

ঠাল্, স. শ. ( হিং. ঠাল, গছৰ ডাল ) গছৰ শাখা বা ডাল, a branch.

ঠালি, ⎫ স. শ. ( হিং. ঠালী, গছৰ ডাল )
ঠালী, ⎭ গছৰ সৰু ডাল, ইয়াক কামৰূপত "ঠানী" বোলে, a small branch or twig.

ঠাৱৰ্, বি. ( সং. স্থাৱৰ, লৰচৰ নোহোৱা ) নিশ্চয়, স্থিৰ, লৰচৰ নোহোৱা; যেনে, এই কথা ঠাৱৰ, certain, settled, fixed. স. শ. নিশ্চয়তা, স্থিৰতা; যেনে, এই কথাৰ ঠাৱৰ পোৱা নাই, certainty. অ. ধা. স্থিৰ হৈ থাক্; পৰাস্ত নোহোৱাকৈ বা পাচ নোহোঁহকাকৈ থাক্; যেনে, সৰ্গদেৱে ৰণত ঠাৱৰিব নোৱাৰি গুৱাহাটিলৈ ভটিয়াই গল, to remain fixed in a position, to maintain one's ground in a battle. কৃদ. স. ঠাৱৰোঁতা, ( স্ত্ৰী ) ঠাৱৰঁতী।

ঠাৱৰা, স. ধা. নিশ্চয় কৰ্, to ascertain. কৃদ. স. ঠাৱৰাওঁতা, (স্ত্ৰী) ঠাৱৰাঁতী।

ঠাৱৰকৈ, ঠাৱেঠিকে, } ক্রি. বি. নিশ্চয়কৈ, স্থিৰ-ৰূপে, with certainty.

ঠাহ্, স. ধা. ( হিং. ঠাসনা, বং. ঠাসন, হেঁচি সুমোৱা ) হেঁচি সুমা, খুন্দি ভৰ্, to ram down, to stuff. স. শ. গজ্‌গজনি, শাল মাৰি ধৰা বেদনা, a painful sensation like that caused by a peg driven into the body. কৃদ. স. ঠাহোঁতা, (স্ত্রী) ঠাহঁতী।

ঠাহ্ খা, অলপ ঠাইত অধিক বস্তু বা মানুহ গোট খা বা সোমা. ঠাট্ মাৰ্, to be over-crowded, to be pressed together.

ঠিক্, বি. ( হিং. ঠীক্, বং. ঠিক, নিশ্চয় ) নিশ্চয় ; সঁচা, স্বৰূপ, উপযুক্ত, certain, true, exact, fit. স. শ. নিশ্চয়তা, ঠিকনা ; যেনে, তাৰ ঠিক নাই, উচিত সময় বা ঠাই ; যেনে, কপাটটো ঠিকত পৰিছে, নিশ্চয়তা, a proper time or place, certainty.

ঠিকনা, স. শ. নিশ্চয়তা, certainty.

ঠিকা, স. শ. নিৰূপিত বেচৰ নিমিত্তে নিৰূপিত সময়ত কৰি দিবলৈ লোৱা কাম, work undertaken for a definite remuneration.

ঠিকাকাম, স. শ. "ঠিকা" চোৱাঁ, see the above.

ঠিক্‌কৈ, ক্রি. বি. নিশ্চয়কৈ, সঁচাকৈ, with certainty, truly.

ঠিক্‌ঠাক্, স. শ. নিশ্চয়তা, certainty.

ঠিলা, স. শ. ( অং. ঠেল্, হেঁচ, হেঁচি সুমোৱা যায়, এতেকে ) টেকেলি আদিৰ মুখ মাৰিবলৈ টান বস্তুৰে কৰা সোপা, a hard stopper.

ঠিলামেলা, স. শ. ( অং. ঠিলা, ঐ + মেল, মুকলি কৰ্ ) চিঁচা আদিৰ ঠিলা উলিওৱা যতন, a corkscrew.

ঠিহনি, স. শ. ( ভলত চোৱাঁ ) নিসন্ধি কৰি ভৰা অৱস্থা, অলপ ঠাইত অধিক বস্তু জাপি থোৱা অৱস্থা, the state of many things being pressed into a small space.

ঠিহা, স. ধা. ( অং. ঠাহ্, হেঁচি সুমা ) অলপ ঠাইত অধিক বস্তু ভৰ্, হেঁচি হেঁচি ভৰ্, নিসন্ধি কৰি ভৰ্, অতিৰিক্তৰূপে খা, বৰকৈ পেট পূৰাই ভোজন কৰ্ ; যেনে, ভাত ঠিহাইছে, to stuff, to cram, to eat to excess. স. শ. ঠিলা, a stopper.

ঠিহিৰা, বি. ( অং. ঠিহা, হেঁচি ভৰা ; তললৈ হেঁচা মৰা যেন হয় এতেকে ) কঁটীয়া, বাঢ়িব নোৱৰা, dwarfed. (স্ত্রী) ঠিহিৰী।

ঠিহ্‌ঠিহনি, স. শ. ( তলত চোৱাঁ ) অধিক ভোজন কৰাৰ বা শৌচ বন্ধ হোৱাৰ নিমিত্তে পেট ওফন্দি হোৱা বেদনা, a pain in the stomach from eating too much, constipation.

ঠিহ্‌ঠিহা, অ. ধা. ( অং. ঠিহা, অধিক ভোজন কৰ্) অধিক ভোজনৰ বা শৌচ বন্ধ হোৱাৰ নিমিত্তে বেদনা বোধ কৰ্ (পেটত খাটে) ; যেনে, পেটটো ঠিহ-ঠিহাইছে, to feel a pain in the stomach from eating too much, to be constipated.

ঠুঁটি, স. শ. ( অং. ঠোঁট, জোঙা বস্তুৰ আগ ) নিচেই গুৰি, নিচেই শেষ ভাগ ; যেনে, চাহ-পাতবিলাক ঠুঁটিতে ছিঙ্গিব নেলাগে, the root of anything.

ঠুঁটিয়া, অ. ধা. ( অং. ঠোঁট, ঐ ) অলপ গজালি ওলা, অলপ আগ ওলা ; যেনে, গছৰ পাত ঠুঁটিয়াইছে ; গোঁফ ঠুঁটিয়াইছে, to shoot, to sprout.

ঠুকি, ঠুকি ঠুকি, } ক্রি. বি. নিচেই সৰুকৈ, সৰু সৰু খণ্ড কৰি, cutting into small pieces.

ঠুক্ ঠুক্ কৰে, ক্রি. বি. "ঠক্ ঠক্ কৰে" চোৱাঁ।

ঠুঙুৰি, স. শ. ( নেপ. ঠুঁঙুৰি, এবিধ দা ) এবিধ নেপালী অস্ত্র, a kind of *Nepālī* knife.

ঠুনুকা, বি. ( অং. ঠুনুক, ভগাৰ শব্দ ) সহজে ভগা ; যেনে, কাঁচ ঠুনুকা, brittle.

ঠুম্, স. শ. (বং. ঢুঁ মাৰণ, মূৰেৰে খুন্দা মৰা ) জন্তুৰ মূৰৰ খুন্দা, striking with the head or butting by an animal.

ঠুহা, স. শ. বাঁহৰ কাঠীৰ এবিধ ঠেক মাছ ধৰা যন্ত্ৰ, a kind of fish trap. বি. ঠেক, যিমান বহল হব লাগে, তাতকৈ কম বহল; যেনে, চোলাটো ঠুহা হল, narrow (said of a thing in which another thing is inserted).

ঠেও, স. শ. মাতৰ ভঙ্গি, লাহে লাহে দীঘল দীঘলকৈ মতা মাত; যেনে, ঠেও ধৰি মাতিছে, a drawl.

ঠেং, স. শ. (সং. টঙ্গ, বং. ঠেঙ্গ, ভৰি) ভৰিৰ ওপৰৰ ভাগ, আঁঠুৰ নাম ভাগ, the leg.

ঠেং-নামনি, স. শ. (অং. ঠেং, ঐ+নামনি, তলৰ ফাল) ভৰি পথান, the foot of a bed.

ঠেঁটু, স. শ. হাতৰ বা ভৰিৰ জোৰা বা গাঁঠি, the joint of the hand or foot.

ঠেঁটু-ভগা, বি. জোৰাত সকলো ফাললৈ বেঁকা কৰিব পৰা; যেনে, ঠেঁটুভগা হাত, তেনে হাত বা ভৰি থকা, capable of being bent at the joint in all directions (said of a limb), having such limbs.

ঠেঁটুৰা, } ঠেঁটুৰৈ, } স. শ. (হিং. বং. ঠাণ্ডী, চেঁচা) জাৰত হাত ভৰি অৱশ বা ঠেৰেঙ্গা হোৱা অৱস্থা, জাৰৰ দ্বাৰা হাত ভৰিত সেৰেলা পৰা অৱস্থা, numbness of hand or foot from cold.

ঠেক্, বি. সঙ্কীৰ্ণ, চেপ, বহলে কম, narrow, contracted. স. শ. কষ্ট, অভাৱ, distress, strait. স. ধা. চেপ্, ঠেক কৰ্, to contract, to press.

ঠেকত পৰ্, আটকত পৰি কষ্ট পা; যেনে, সি ঠেকত পৰিছে; টানত বা সঙ্কটত পৰ্, to be straitened in circumstances, to be in difficulty or distress.

ঠেক্ পা, কোনো বস্তু কম হোৱাৰ বাবে কষ্ট পা; যেনে, তেওঁ ধনৰ ঠেক পাইছে, to suffer from the insufficiency of a particular thing.

ঠেকা, স. শ. (হিং. ঠেক, ঢোকা) ঢোকা, কোনো বস্তু কাতি হৈ নপৰিবৰ নিমিত্তে লগোৱা বাঁহ আদি, a prop.

ঠেকা, স. শ. (বং. ঠেকন, স্পৰ্শ কৰণ) দুই বস্তুৰ পৰস্পৰৰ আঘাত, এটাই আনটোত মৰা খুন্দা, the striking of two things together. স. ধা. ওচৰ চপা, প্ৰাপ্ত কৰা, পোৱা; যেনে, হৰিয়ে নেঠেকালে আমি কত পাম, to bring near, to cause to be obtained. কৃদ. স. ঠেকাওঁতা, (স্ত্ৰী) ঠেকাঁতী।

ঠেকা খা, ইটোৰ সিটোত আঘাত লাগ, to strike together, to clash.

ঠেঙ্গা, স. শ. (অং. ঠেং, ভৰি) কঁকালৰ পৰা ঠেঙ্গৰ তললৈকে আবৃত কৰা এবিধ কাপোৰ, পতলুন, pantaloons.

ঠেঙ্গাল্, বি. ঠেঙ্গ থকা, ভৰি থকা, having legs, footed. স. শ. এজাতি কছাৰী, a tribe of *Kachāris*.

ঠেঙ্গুলি, স. শ. (ঠেং, ঐ) আদা, হালধি আদিৰ মূলৰ পৰা ওলোৱা ফেণা, এতেকে সৰু ডাল, ঠালি, a small tuber shooting forth from the main root of ginger, turmeric, &c., a small twig.

ঠেন্মেঠেন্, এটুকেন্ মেটুকেন, অনিচ্ছা ভাব, কৰোঁ নকৰোঁ কৰা, irresolution, indecision, show of indisposition towards action or exertion.

ঠেৰু, স. শ. (অং. ঠাৰি, গুটি আদিৰ গছত লাগি থকা ভাগ) ধৰিবৰ চল, আশ্ৰয়, a stem or that by which anything may be caught or held, refuge, support.

ঠেৰেঙ্গা, বি. (অং. ঠৰঙ্গ, ভিৰ নোলোৱা) জাৰৰ দ্বাৰা ঠৰঙ্গা হোৱা বা টান মৰা, জাৰত সাৰ নথকা হোৱা; যেনে, জাৰত ৰাতিপুৱা হাত ভৰি ঠেৰেঙ্গা হয়; প্ৰাণ যোৱাৰ কাৰণে কঠিন হোৱা, rendered stiff by cold or death.

ঠেল্, স. ধা. (হিং. ঠেলনা, বং. ঠেল্, হেঁচ্) হেঁচি দি, হেঁচোক, to push, to shove.

ঠেলা, স. শ. হেঁচা, ঠাই লৰাবৰ কাৰণে হাত বা অন্য বস্তু লগাই বল কৰা কাৰ্য্য, a push.

ঠেলা মাৰ্, হেঁচ্, স্থানান্তৰ কৰিবলৈ বল কৰ্, to push.

ঠেলাঠেলি, স. শ. এটাই আনটোক ঠেলা মৰা কাৰ্য্য, the act of pushing each other.

ঠেলোঁতা, কৃদ. স. ( ঠেল, হেঁচ ) হেচোঁতা, a man who pushes. (স্ত্রী) ঠেলঁতী।

ঠেল্‌ঠেলীয়া, বি. ( অং. ঠেল্‌ঠেল্, গুটি আদি পৰাৰ শব্দ ) ডাঙ্গৰ আৰু বহুত ( গুটিত খাটে) ; যেনে, আঠীয়া কলৰ ঠেল্‌ঠেলীয়া গুটি, large and numerous (said of seeds or stones of fruit).

ঠেহ্, স. শ. ৰোঁহ, অসন্তোষ পাই মনে মনে কৰা খং, sullenness, pouting, pettishness.

ঠেহ্ ধৰ্, ঠেহ পাত্, অসন্তোষ পাই মনে মনে খং কৰি থাক্, খং কৰি মুখ ওফন্দাই থাক্; যেনে, লৰাই ঠেহ পাতে বা ধৰে, to be sulky.

ঠেহ্ লাগ্, অসন্তোষ পাই মনত খং হ ; যেনে, লৰাৰ ঠেহ লাগিছে, to be morose, to pout.

ঠেহালু, বি. অলপ কথাতে ৰোঁহ পতা স্বভাবযুক্ত ; ঠেহ ধৰা, sullen, morose, petulant.

ঠেহেৰ্, অনুক. কোনো বস্তু ফুটোঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that of bursting.

ঠেহেৰাই, ঠেহেৰ্ কৰে, } ক্রি. বি. অকস্মাত শব্দ কৰি ; যেনে, চকুটো ঠেহেৰ্ কৰে ফুটিল ; এতেকে অসন্তোষ জন্মোৱা মাত মাতি ; যেনে, ঠেহেৰাই কথা এষাৰ কলে, with a sudden disagreeable noise.

ঠেহেৰা মাৰ্, কটু কথা ক, গেঞেৰা মাৰ্, to speak short, sharp and cutting words.

ঠোঁট্, স. শ. ( সং. ত্রোটি, হিং. ঠোঁঠ ; বং. ঠোঁট্, চৰাইৰ মুখ ) চৰাইৰ মুখ, চঞ্চু, the bill or beak of a bird.

ঠোঁটা, স. শ. (অং. ঠোঁট্, ঐ) চৰাইৰ ঠোঁটে যিমান ধৰে সিমান বস্তু ; নৈৰ কিলাকুটীয়া গৰা, as much of anything as can be held in a bird's bill, a projecting point in the bank of a river.

ঠোঁটাঠোঁটে, ক্রি. বি. এঠোঁটাৰ পাচত আন ঠোঁটা লৈ ; যেনে, কাউৰীয়ে ধানবোৰ ঠোঁটাঠোঁটে নিছে, beakful by beakful.

ঠোঁটামোজা, স. শ. ( অং. ঠোঁট্, চৰাইৰ মুখ + মজা, ঘঁহা ) অলপ মুখৰ দন্দ, বাচ্যাবাচি, a slight oral dispute or exchange of hot words.

ঠোক্, অ. ধা. ( হিং. ঢুক্‌না ; বং. ঢোকন, প্রবেশ কৰ্ ) ওচৰ চাপ্, অলপ দেখা দি ; যেনে, বনৰীয়া জন্তুৱে মানুহক ঠুকিবই নিদিয়ে, to approach.

ঠোক্ মাৰ্, ঠোকা মাৰ্, অলপকৈ দেখা দি গুচি যা, to pay a short visit and go away.

ঠোঙ্গোনা, স. শ. ( হিং. ঠোংগনা, খোঁট মাৰ্ ) মুকুটি, গাত মৰা ভুকু, a blow struck on the cheek with the fist.

ঠোলা, স. শ. ( হিং. ঠোলা, চৰাইক আহাৰ পানী দিয়া পিয়লা ) গছৰ পাত বা হাত আদি কোঁচাই মাজৰ ভাগ খাল কৰি কৰা পাত্র ; যেনে, পাতৰ ঠোলাত পানী নিয়ে, এটা পাত্রৰ পৰা নি আন এটাত পানী ভৰা কোৰোকা, a hollow made by contracting a leaf or hand, a ladle for dipping into water.

ঠোলা পৰ্, সঙ্কোচিত হৈ খাল হ ; যেনে, অমুকৰ গাল ঠোলা পৰ্, to become hollow, to shrivel up.

ঠোহ্‌ঠোহনি, "টোহ্‌টোহনি" চোৱাঁ।

ঠোহ্‌ঠোহা, "টোহ্‌টোহা" চোৱাঁ।

ঠৌঠৌৰা, বি. ( অং. ঠৌঠৌ, গুটিৰ নিচিনা কোনো বস্তু এটা এটা হৈ পৰোতে হোৱা শব্দ ) গোট গোট, কাৰো গাত কেও নলগা, লেপ্‌লেপীয়া নোহোৱা, জৰ্জ্জৰীয়া ; যেনে, ঠৌঠৌৰা ভাত, distinct, separate, not sticky (said of boiled rice, &c.).

ঠৌৰা, স. শ. "ঠকুৰা" শব্দ চোৱাঁ।

## ড।

ড, ব্যঞ্জনবিলাকৰ তেৰ সংখ্যাৰ আখৰ, the thirteenth letter of the consonants.

ডঁৰ্, স. শ. ( সং. দণ্ড, শাস্তি ) দণ্ড স্বৰূপে লোৱা বা দিয়া ধন, অৰ্থ-দণ্ড ; যেনে, গুৰুৱে শিষ্যৰ ডঁৰ লয় ; দণ্ড, শাস্তি ; যেনে, ৰজাই ডঁৰ কৰে, a fine, any punishment. স. ধা. দণ্ড কৰ্, কোনো দোষৰ নিমিত্তে বিধি মতে শাস্তি দি ; যেনে, বিচাৰকে দোষীক ডঁৰে, to punish, to award a legal punishment.

ডঁৰকাল্, বি. ( সং. দণ্ডাকাৰ, ডাঁৰৰ নিচিনা ) পোন, বেঁকা নোহোৱা, straight.

ডঁৰিক্, স. শ. এবিধ বনৰীয়া চৰাই, a kind of pheasant. ( স্ত্ৰী ) ডঁৰিকী।

ডঁৰিকনা, স. শ. ( সং. দণ্ডিক, বং. ডানিকোনা, এবিধ মাছ ) এবিধ সৰু মাছ, a kind of small fish.

ডঁৰিকা-উৰহী, স. শ. ( সং. দণ্ডক, ডাঁৰ+অং. উৰহী, এবিধ পাচলি ; ডাঁৰৰ দৰে, অৰ্থাৎ দীঘল ) এবিধ দীঘলীয়া উৰহী, তাৰ লতা, a kind of long bean, the creeper producing it.

ডঁৰিকা-লাউ, স. শ. ( সং. দণ্ডক, ঐ + অং. লাউ, এবিধ পাচলি ) এবিধ দীঘলীয়া লাউ, তাৰ লতা, a kind of long bottle gourd, the creeper producing the same.

ডঁৰিয়লি, স. শ. ( সং. দণ্ড, ডাঁৰ, ডাঁৰৰ দৰে পোন ) নৈৰ এক ভাঁজৰ পৰা আন এক ভাঁজলৈ পোন ভাগ, a reach or straight portion of a river.

ডঁৰিয়লি, স. শ. ( সং. দণ্ড, শাস্তি ) দণ্ড বা শাসন কৰোঁতা, দমাই ৰাখোঁতা ; যেনে, ডঁৰিয়লি নহলে লৰা গুচে, a controller, one who has authority to control or restrain.

ডঁৰোঁতা, কৃদ. স. দণ্ড কৰোঁতা, a man who punishes. ( স্ত্ৰী ) ডঁৰঁতী।

ডঁহা, বি. ( অং. ডাঁহ, এবিধ ডাঙৰ মাখি ) ডাঁহৰ চকুৰ নিচিনা বৰণযুক্ত, ঈষত পিঙ্গলীয়া ( চকুত খাটে ) ; যেনে, ডঁহা চকু ; ডঁহা চকুযুক্ত ; যেনে, ডঁহা লৰা, brown. ( স্ত্ৰী ) ডাঁহী ; যেনে, ডাঁহী ছোৱালী।

ডঁহা-চকুৱা, বি. পিঙ্গলীয়া চকুযুক্ত ( স্ত্ৰীং, পুং ) ; যেনে, ডঁহা-চকুৱা লৰা, ডঁহা-চকুৱা ছোৱালী, brown-eyed.

ডকৰ্, অ. ধা. অলপকৈ পক্, পকিবলৈ ধৰ্ ; যেনে, কলাবোৰ ডকৰিছে ; অলপকৈ শুকা ; যেনে, খৰিবোৰ ডকৰিছে, to begin to ripen, to be slightly dry.

ডকৰা, কৃদ. বি. আধা পকা বা পকিবলৈ ধৰা ; যেনে, ডকৰা কলা ; আধা শুকোৱা, ভালকৈ নুশুকোৱা ; যেনে, ডকৰা খৰি, half ripe, half dry.

ডকৰা পৰ্, অলপ পক্, অলপ শুকা, to be half ripe or dry.

ডকা, স. শ. ( বং. ডাক্, মাত্, শব্দ কৰ্ ) নৈৰ তলৰ বালি-চটত খুন্দা খাই খল খল শব্দেৰে ওপৰলৈ উঠা পানী, water rising up in a circle with a murmuring noise.

ডকা, স. ধা. আগলৈ খেদা, চলা ( ৰথত লগোৱা ঘোঁৰাত বা ৰথত খাটে ) ; যেনে, "অক্ৰূৰে লৈ যান্ত ৰথ ডকাই" ( পদ্যত মাথোন চলিত ), to drive horses in a vehicle.

ডকাইত্, স. শ. (হিং. ডকৈত ; বং. ডাকাইত, বলেৰে লোকৰ বস্তু নিওঁতা ) বলেৰে লোকৰ বস্তু অপহৰণ কৰোঁতা, a robber, a freebooter.

ডকাইতি, স. শ. ( হিং. ডকৈতী ; বং. ডাকাতি ) ডকাইতৰ কাৰ্য্য বা ব্যৱসায়, robbery.

ডগ্ডগ্, অনুক. সৰু ডিঙ্গীয়া পাত্ৰৰ পৰা পানী পৰোঁতে হোৱাৰ নিচিনা শব্দ, an onomatopœic sound used to express that made by water when poured out of a vessel with a narrow neck.

ডগ্ডগী, স. শ. ( অং. ডগডগ, ঐ ) এবিধ

দীঘলীয়া আৰু সৰু ডিঙ্গিৰে লোটা, ঢগ্‌ঢগী লোটা, a vessel for water with a long narrow neck.

ডগ্‌মগ্‌, স. শ. ( হিং. ডগ্‌মগ্‌, সঞ্চলিত, কঁপি থকা ) লৰি থকা দীপ্তি, জকমক, জলমল, a sparkle.

ডগমগা, অ. ধা. জলমলা, কম্পিত দীপ্তি কৰ্‌, to sparkle, to glitter, to glisten.

ডগ্‌মগীয়া, বি. জলমলীয়া, কম্পিত কান্তিযুক্ত, sparkling, glittering.

উঙ্গুৰা, বি. ( বং. ডেঙ্গুয়া, অকলশৰীয়া ) অকলৈ থকা, লগ নথকা, লৰা-তিৰোতা নথকা ; যেনে,ডঙ্গুৰা মানুহ,living alone, having neither wife nor children.

ডঠ্‌, ডঠা, } স. শ. ( সং. দণ্ড, মাৰি ) মুখত জোঙ্গা লো-লগোৱা পোন হাতী-খোঁচা মাৰি, an elephant goad.

ডঢ়া, স. ধা. ( সং. দৃঢ়, ডাঠ ) দৃঢ় কৰ্‌, সবল কৰ্‌, বল বান্ধ ; যেনে, "ডঢ়াই আপোনাক মাস তিনি।" ডাঠৰূপে কৈ সাৱধান কৰ্‌, কোনো কাৰ্য্যৰ কি ফল হব পাৰে, তাক বুজাই সতৰ্ক কৰ্‌, to strengthen, to warn. কৃদ. স. ডঢ়াওঁতা, (স্ত্ৰী) ডঢ়াঁতী।

ডফলা, স. শ. অসম দেশৰ এজাতি পৰ্ব্বতীয়া মানুহ, a hill tribe of Assam.

ডবিয়া, স. ধা. ( অং. ডাবি, খং প্ৰকাশ ) ডাবি দি, বৰকৈ খং বা তিৰস্কাৰ কৰ্‌ ; খং কৰি ভয় দেখা, to reprove, rebuke, to threaten. কৃদ. স. ডবিয়াওঁতা, ( স্ত্ৰী ) ডবিয়াঁতী।

ডবিয়া, অ. ধা. ( অং. ডাবি, তাল-জাতিৰ গছৰ ফুলৰ বাহ ) তামোল বা সেই জাতিৰ আন গছৰ দৰে ফুল ধৰ্‌ ; যেনে, তামোল ডবিয়াইছে, নাৰিকল ডবিয়াইছে, to put forth flowers, as a palm tree.

ডবুৰা, বি. ( অং. ডাব, কটাৰী সুমাই থোৱা নাল ) ডাব লগোৱা, having a folding handle, or a handle that serves as a case of a knife.

ডম্বৰু, স. শ. ( সং. ডম্বৰু—ডম, অনুকাৰ শব্দ ) মাজ চিকণ আৰু দুই মূৰ মূৰণীয়া আৰু ছালেৰে ছোৱা এবিধ বাদ্য, তাক এহাতেৰে লৈ জোকাৰিলে মাজতে জৰীৰে ওলমাই দিয়া এটা গুটিয়ে দুই মূৰে আঘাত কৰি বাদ্য কৰে, a kind of musical instrument shaped like an hour-glass and held in one hand.

ডম্বৰুধৰ্‌, স. শ. ( সং. ডম্বৰুধৰ্—ডম্বৰু, ঐ+ধৰ, ধৰোঁতা ) সদাশিৱ ( তেওঁ ডম্বৰু বজায় ), a name of Shiva.

ডৰ্‌, স. শ. ( সং. দৰ ; হিং. বং. ডৰ্‌, ভয় ) ত্ৰাস, ভয়, fear.

ডৰ্‌, ডৰা, } অ. ধা. ভয় কৰ্‌, ত্ৰাস পা ; যেনে, মৃত্যুলৈ সকলো ডৰে বা ডৰায়, to be afraid. কৃদ. স. ডৰোঁতা, ডৰাওঁতা, ( স্ত্ৰী ) ডৰঁতী, ডৰাঁতী।

ডৰা, স. শ. মাটিৰ খণ্ড, মাটিৰ খন্দা, a patch of land, a plot of ground.

ডৰাডৰ্‌, বি. অনেক খণ্ড হোৱা ; যেনে, কাপোৰখান ফাটি ডৰাডৰ হল ; কোবোৱাত সাঁচ বহি খন্দাখন্দ হোৱা, সেৱা বন্ধা ; যেনে, কোবাই পিঠিখান ডৰাডৰ কৰিলে, divided into patches, torn into strips, lacerated, as the back by flogging.

ডৰাডৰে, ক্ৰি. বি. অনেক ডৰা কৰি, ই-ডৰাৰ পাচত সি ডৰা কৰি ; যেনে, ডৰাডৰে ৰুলে, in many patches, patch by patch.

ডৰুৱা, স. ধা. ( অং. ডৰ্‌, ভয় কৰ্‌ ) ভয় খুৱা, ভয় দেখা ; যেনে, লৰাক ডৰুৱাইছে, to put in fear, to intimidate. কৃদ. স. ডৰুৱাওঁতা, ( স্ত্ৰী ) ডৰুৱাঁতী।

ডল্‌, স. ধা. ( সং. দল্‌, মৰ্দ্দন কৰ্‌ ) জাঁতেৰে ঘঁহি ফাল্‌ ; যেনে, মাহ ডলে, to split by grinding in a mill, as pulse.

ডল্‌, স. ধা. ( অং. ডাল, ঠাল ) ডাল কাট্‌ ; যেনে, আম জোপা ডলিছে, to top off the branches of, to prune, to trim.

ডলা, স. ধা. আনৰ দ্বাৰা জাঁতেৰে ফলা বা ডাল কটা, to cause to be ground in a mill or to be pruned. কৃদ. স. ডলাওঁতা, ( স্ত্ৰী ) ডলাঁতী।

ডলা, স. শ. (সং. ডলক; বং. ডালা, এবিধ কাঠীৰ পাত্ৰ) বাঁহৰ কাঠীৰ এবিধ চেপেটা বহল পাত্ৰ, a bamboo tray or platter.

ডলাৰ বগৰী, ডলাত থোৱা বগৰীৰ দৰে বাগৰি ফুৰা, স্থান-স্থিতি নথকা, moving about, having no fixed habitation.

ডলীয়া, বি. (অং. ডাল, ঠাল) ডালযুক্ত (এটা সংখ্যা শব্দৰ পাচত থাকে); যেনে, পাঁচডলীয়া গছ; ডালৰ দৰে গোটা; যেনে, ডলীয়া সোণ, having branches, (used in composition), of the form of a stick.

ডলুৱা, বি. গছৰ ডালত বা গছত থকা; যেনে, ডলুৱা বীৰা; ডালৰ, ডালসম্বন্ধীয়, relating to a branch.

ডলোঁতা, কৃদ. স. (ডল্, জাঁতেৰে ফাল্; ডাল কাট্) যি পুৰুষে ডলে, a man who prunes, &c. (স্ত্ৰী) ডলঁতী।

ডহডহীয়া, বি. (হিং. ডহডহা, প্ৰফুল্লিত, সন্তোষদায়ক) স্থিৰ, অলৰ, নিশ্চিত; যেনে, কথাটো ডহডহীয়া হল, firm, decided, established.

ডাইনী, স. শ. (সং. ডাকিনী, ভূতুনী) কালী গোসাঁনীৰ সঙ্গিনী; এবিধ ভূতুনী; এতেকে ভূত পোহা তিৰোতা, a witch.

ডাইল্, বি. (সং. দল্, মৰ্দ্দন বা নাশ কৰ্) বিষাল, বিষযুক্ত (সাপত খাটে); বৰ জলা বা চোকা, a kind of chilli, very pungent, very acrid.

ডাউক, স. শ. (সং. ডাহুক, এবিধ চৰাই) এবিধ চৰাই, the moor hen or water hen. (স্ত্ৰী) ডাউকী।

ডাং, স. শ. (হিং. ডাং; বং. ডাঙ্গ, টাঙ্গন) টাঙ্গন; কোনো বস্তু ওলমাই থবৰ কাৰণ পথালিকৈ বন্ধা মাৰি, দুৱাৰ মৰা মাৰি, a thick stick or staff, a horizontal pole for hanging things on, a bar for fastening a door. পদ্যত "ডাঙ্গ" এনেও হয়; যেনে, "হাতত লোহাৰ ডাঙ্গ"— শঙ্কৰ।

ডাংকোপ, স. শ. "ডাঙ্কোপ" চোৱা।

ডাঁৰ্, স. শ. (সং. দণ্ড, মাৰি) গছৰ ফল আদি পৰাত ব্যৱহাৰ কৰা দীঘল মাৰি; যেনে, পাত কটা ডাঁৰ, কাপোৰ থবলৈ পথালিকৈ বন্ধা মাৰি; এবিধ নাল লগোৱা বঠা, a long pole for bringing down fruit, &c., from a tree, a long piece of wood or bamboo horizontally placed for hanging clothes on, an oar with a spliced handle.

ডাঁৰ্, স. শ. (সং. দণ্ড, যাঠি পল) যাঠি পল পৰিমাণৰ কাল, দিন ৰাতিৰ যাঠি ভাগৰ এভাগ, one-sixtieth part of a day and night or 24 minutes.

ডাঁৰ্, স. ধা. (সং. দণ্ড, শাস্তি) কোনো দোষৰ শাস্তি-স্বৰূপে ধন দিবলৈ আজ্ঞা কৰ্, ডঁৰ ল, to fine. কৃদ. স. ডাঁৰোঁতা, (স্ত্ৰী) ডাঁৰতী।

ডাঁৰণ্, কৃদ. স. ডঁৰা কাৰ্য্য, the act of fining.

সমা.—ডঁৰ্, ডাঁৰ্, প্ৰথমটোৱে সকলো প্ৰকাৰ দণ্ড কৰা বুজায়; যেনে, ৰজাই দোষীক ডঁৰে; পাচৰটোৱে দণ্ডস্বৰূপে ধন লোৱাত মাথোন খাটে; যেনে, তাক পাঁচ টকা ডাঁৰিলে।

ডাঁৰি, স. শ. (সং. দণ্ড, মাৰি) বড়শী-বোৱা দীঘল মাৰি, a rod, a support for a fishing line.

ডাঁৰপৰ্, স. শ. (অং. ডাঁৰ, যাঠি পল+পৰ, আঠ ডাঁৰ কাল) ডাঁৰ আৰু পৰ অৰ্থাৎ সময় নিশ্চয় কৰা যন্ত্ৰ, an instrument to measure the time, a time-piece, a clock.

ডাঁহ্, স. শ. (সং. দংশ, এবিধ ডাঙ্গৰ মাখি) জন্তুক কামুৰি তেজ খোৱা এবিধ ডাঙ্গৰ মাখি, a gad fly.

ডাঁহী, "ডঁহা" শব্দৰ স্ত্ৰীলিঙ্গ।

[illegible]ী, স. শ. (সং. দংষ্ট্ৰী, কামোৰোঁতা; দংশ, কামোৰ, খেদি কামোৰে এতেকে) এবিধ বৰ ডাঙ্গৰ ফেঁটী সাপ; সি এনেহে খঙ্কাল যে মানুহৰ মাত শুনিলেই খেদি যায়; কিন্তু বৰ বিৰল; তাৰ তিনি বিধ;

যেনে, কুকুৰা-ডাঁহী, তৰাডাঁহী, বৰ ডাঁহী, এতিয়া কেইও বিধ আসামত নির্ম্মূল, the Hamadryad, a species of large hooded snake which is very aggressive (*ophiophagus elaps.*)

ডাঁহেকিয়া, ডাঁহেচিয়া, বি. (বং. ডাঁশা, পকিবলৈ ধৰা) পূৰঠ হোৱা, পকিব লগা হোৱা, (সক ফলত খাটে), beginning to ripen, nearly ripe.

ডাক্, স. শ. (হিং. বং. চিঠি আদি নিওঁতা) চিঠি আদি পঠিয়াবৰ উপায়, ভ্রমণ কৰাত বেলেগ বেলেগ ঠাইত ৰখা বাহন, a letter carrier, post, relay of horses, &c.

ডাক্, স. ধা. (সং. দংশ্, কামোৰ; হিং. ডাঙ্ক, বিষাল জন্তুৰ হুল) কামুৰি বা শুঙ্গেৰে ফুটাই বিষ লগা; যেনে, সাপে ডাকিলে; বৰলে ডাকিলে; এতেকে, চোকা বস্তুৰ দৰে ছালত বোবোৱা আৰু বেদনা উৎপন্ন কৰ্; যেনে, চূণে ডাকিলে, চোঁৰাতে ডাকিলে, to bite or sting, to corrode.

ডাক, স. শ. (বং. ডাক, শব্দ) মতা কুকুৰাৰ মাত; যেনে, কুকুৰাৰ ডাকতে উঠিল; উচ্চ শব্দ; যেনে, আফলাৰ ডাক, the crowing of a cock, a loud sound.

ডাক দি, মতা কুকুৰাৰ দৰে মাত্; যেনে, কুকুৰাই ডাক দিছে; উচ্চ শব্দ কৰ্; যেনে, ডাক দিয়া বোলা হৰি হৰি, to crow, to bawl or cry out.

ডাক্, অ. ধা. উচ্চ শব্দ কৰ্, বৰকৈ মাত্; যেনে, ডাকি বোলা হৰি হৰি; মতা কুকুৰাৰ দৰে মাত্; যেনে, কুকুৰাই ডাকিছে, to cry out, to crow.

ডাকিনী, স. শ. (সং.) কালী গোসাঁনীৰ সঙ্গিনী, এবিধ ভূতুনি, a female evil spirit.

ডাকু, বি. (হিং. ডাকু, ডকাইত) জেওৰা ভাঙ্গি শস্য খোৱা আৰু ধৰিবলৈ গলে লৰ-মৰা (মাইকী ছাগ বা গৰুত খাটে); যেনে, ডাকু গাই বা ছাগলী; মুখ-চোকা, বশ নোহোৱা, কর্কশ স্বভাৱযুক্ত (স্ত্রী); যেনে, ডাকু তিৰোতা, (fem.) unruly, as a domestic animal, shrewish, rough-tempered.

ডাকুৰ্, স. শ. (অং. ডাকু, দুষ্ট) জেওৰা ভঙ্গা, দুষ্ট ছাগৰ ডিঙ্গিত আৰি দিয়া পথালি মাৰি; কলগ্রহ, a piece of wood tied round the neck of a goat to prevent its straying into the jungle.

ডাগি, স. শ. (বং. দাগ্, চিন) মানুহৰ শ্রেণী বা খেল, a class of man.

ডাঙ্কোপ্, স. শ. (অং. ডাং, টাঙ্গোন + কোব, প্রহাৰ) আপোনাক ডাঙ্গৰ জ্ঞানী বা বলবান্ দেখাবলৈ মিছাকৈ গপ মাৰি কোৱা কথা, বৰ কথা, a boast, ostentatious praise of one's own deeds or advantages.

ডাঙ্গৰ্(-ঙ-), বি. (বং. ডাগৰ, বৃহৎ) বৃহৎ, দীঘল বহল; মোটা; বৰ, শ্রেষ্ঠ; প্রবল; বয়সীয়া, big, large, noble, violent, great, grown-up. স. শ. বৰ লোক, শ্রেষ্ঠ মানুহ; যেনে, ডাঙ্গৰৰ ডাঙ্গৰ কথা; বয়সীয়া মানুহ; যেনে, ডাঙ্গৰে কথা কলে লৰাই শুনিব লাগে, a nobleman, an elderly person.

ডাঙ্গৰ-দীঘল্, বি. ডাঙ্গৰ আৰু দীঘল, বৃহৎ, বৰ; বয়স পোৱা, ডাঙ্গৰ হোৱা, large, big, grown-up.

ডাঙ্গৰি(-ঙ-), স. শ. (অং. ডাঙ্গৰ, বৃহৎ) ধানৰ বহুত মুঠি গোটাই বন্ধা ডাঙ্গৰ মুঠা, a large sheaf of paddy.

ডাঙ্গৰি-কাপোৰ্(-ঙ-), স. শ. (অং. ডাঙ্গৰ, বৃহৎ + কাপোৰ, বস্ত্র) বৰ কাপোৰ, a coarse thick cloth used as a wrapper.

ডাঙ্গৰীয়া (-ঙ-), স. শ. (অং. ডাঙ্গৰ, শ্রেষ্ঠ) বৰ লোক, শ্রেষ্ঠ বা মান্য মানুহ, a nobleman, a grandee. (স্ত্রী) ডাঙ্গৰীয়ানী(-ঙ-)।

ডাটি, ক্রি. বি. (অং. ডাঠ, দৃঢ়, বলবন্ত) ডাঠকৈ, দৃঢ়ৰূপে, গধুৰ ভাৱে (কথা কোৱাত খাটে); যেনে, তাক ডাটি কবা; বলেৰে; যেনে, "শৰ প্রহাৰিলা ডাটি," gravely, seriously, with force.

ডাঠ্, বি. (সং. দৃঢ়, টান, কঠিন) ঘন, পাতল নোহোৱা, শকত, thick, dense, strong.

ডাঠুৱা, বি. সাহিয়াল, বুকু ডাঠ, fearless, courageous.

ডাঠৈকৈ, ক্রি. বি. ঘনৰূপে; দৃঢ়কৈ; গধূৰ ভাৱে, thickly, seriously, gravely.

ডাড়ি, স. শ. (সং. দাড়িকা; হিং. ডাড়ি; বং. দাড়ি, থোঁতোৰাৰ নোম) থোঁতোৰাত গজা নোম, মুখৰ তল ফালৰ আৰু গালৰ নোম, a beard, whiskers.

ডাফলী, স. শ. ডফলা জাতিৰ তিৰোতা, a woman of the Daffla tribe. বি. ডফলাৰ তিৰোতাৰ দৰে চুটিচাপৰ, পুষ্ট অথচ আটিল (তিৰোতাৰ বিশেষণ); যেনে, ডাফলী তিৰোতা, short but strong and stout.

ডাব্, স. শ. (হিং. বং. ডাব, নপকা নাৰিকল) কুমলীয়া নাৰিকল, an unripe cocoanut. "ডাব-নাৰিকল" এনেও হয়।

ডাব্, স. শ. মোকোটাই কটাৰী সুমাই থোৱা নাল; যেনে, তামোল-কটাৰীৰ ডাব, a folding handle, a handle that serves as a case of a knife.

ডাব্-কটাৰী, স. শ. (অং. ডাব, কটাৰী জঁপোৱা নাল + কটাৰী, এবিধ সৰু অস্ত্র) নালত মোকোটাই সুমাই থোৱা কটাৰী, ডাব লগোৱা কটাৰী, a knife which folds up.

ডাবৰ্, স. শ. (হিং. বং. ডাবৰ, মুখ ধোৱা পাত্র) গভীৰ আৰু ওৰণীয়া মুখেৰে এবিধ মুখ-ধোৱা আৰু পিক পেলোৱা পাত্র, a kind of spittoon.

ডাবৰি, স. শ. (অং. জাবৰ, অকামিলা খেৰ-কুটা আদি) পেৰি ৰস-লোৱা কুঁহিয়াৰৰ জাবৰ, the refuse of pressed sugar-cane.

ডাবি, স. শ. খঙ্গেৰে দেখোৱা ভয়; খং প্ৰকাশ, menace, threat, chiding.

ডাবি দি, খঙ্গেৰে ভয় দেখা; খং কৰ্, to threaten, to reprove, to chide with

ডাবি মাৰ্, ভেকাহি মাৰ্, to utter angry words loudly and quickly, to intimidate.

ডাবি, স. শ. তাল-জাতিৰ গছৰ ফুলৰ বাহ, the calyx or spathe of betel nut and other palm trees.

ডাল্, স. শ. (হিং. বং. ডাল, ঠাল) গছৰ ঠাল, a branch, a bough. উপশ. গোটা আৰু দীঘল বস্তু বুজাবলৈ সংজ্ঞা বা বিশেষণ শব্দৰ পাচত দিয়া মাত; যেনে, লেজু-ডাল। অন্য আকৃতিৰ বস্তু বুজোৱা শব্দৰ লগ লাগিলে তাক নিন্দা বা তুচ্ছ কৰা বুজায়; যেনে, মানুহ ডাল, কথা ডাল, তিনি ডাল টকা, a particle affixed to a noun or adjective to denote a long or slender thing; when added to a noun signifying a thing of any other kind or shape it conveys a sense of ridicule.

ডাল্‌চেনি, ডাল্‌চেনী, স. শ. (হিং. বং. দাৰুচিনী, এবিধ গছৰ ছাল) এবিধ গছৰ ছাল, সি অলপ সোৱাদ আৰু জলা, তাক তামোলৰ লগত আৰু দৰবত ব্যৱহাৰ কৰা যায়, cinnamon.

ডাল্‌উঙ্গুৰা, বি. (অং. ডাল্, অনুক্ত. + ডঙ্গুৰা, অকলশৰীয়া) নিচেই অকলশৰীয়া, পুত্ৰ ভাৰ্য্যা কেও নথকা, গোটেই সঙ্গহীন, quite alone, having neither friends nor wife nor children.

ডালডলীয়া, বি. এঠাইত এডাল আন ঠাইত আন এডাল সূতা থকা, তনু, পাতল (কাপোৰ আদিত খাটে), a thin texture, not thick.

ডালি, স. শ. (অং. ডাল, শাখা) সৰু ডাল, ক্ষুদ্র শাখা, ঠালি, a small branch. উপশ. সৰু বা মৰম লগা দীঘল আৰু গোটা বস্তু বোধক শব্দ; যেনে, জৰী ডালি, a diminutive of "ডাল"।

ডালি, স. শ. (হিং. ডালী; বং. ডালি, ফল মূলৰ ভেঁটী) পাচি বা খৰাহিত ভৰি কোনো লোকক ভেঁটা ফল, মূল, শাক

ইত্যাদি, এ পাচি বা এখৰাহি শাক আদি, a present of vegetables &c., a basket of vegetables, &c.

ডালি-খৰাহি, স. শ. এবিধ খুৰা-লগোৱা খৰাহি বা বাঁহৰ কাঠীৰ পাত্ৰ (তাক প্ৰায়ে ফল মূল আদি ভেঁটাত ব্যৱহাৰ কৰা যায় এতেকে সেই নাম), a kind of open bamboo basket.

ডালিম্, স. শ. (সং. ডালিমঃ, দল্, বিদীৰ্ণ হ, পকিলে ফাটে এতেকে) এবিধ সকলোৱে চিনা ফল; তাৰ গছ, the pomegranate tree and its fruit.

ডালিমা, স. শ. পকা ডালিমৰ গুটিৰ নিচিনা ৰঙ্গা আৰু প্ৰায় ঘূৰণীয়া আকৃতিৰ এবিধ বাখৰ, a kind of precious stone, a ruby.

ডাৱৰ্, স. শ. আকাশত ঘন হৈ বহল হোৱা বাষ্প বা ভাপ, মেঘ, a cloud. অ. ধা. মেঘ উৎপন্ন হ, মেঘৰ দ্বাৰা আকাশ আচ্ছাদিত হ; যেনে, বতৰ ডাৱৰিছে. to be cloudy.

ডাৱৰীয়া, বি. (অং. ডাৱৰ, মেঘ) মেঘেৰে আচ্ছাদিত, বৰষুণ হোৱা (কালত খাটে); যেনে, ডাৱৰীয়া ৰাতি, ডাৱৰীয়া বতৰ, cloudy, rainy. স. শ. মেঘেৰে আচ্ছাদিত বা বৰষুণ হোৱা সময়, cloudy or rainy weather.

ডিক্, স. ধা. পোন আঁক দি, পোন আঁকেৰে শাৰী পাত্; যেনে, পুথি লিখিবলৈ পাত ডিকিছে, to mark with lines, to rule.

ডিকনী, স. শ. আঁক টনাত ব্যৱহৃত কাপ বিশেষ, an instrument used in drawing lines.

ডিঙ্গৰা, মাজ বহল দুই মূৰ চেপ এবিধ কাঠীৰ মাছ ধৰা যতন, হুকুমা, a kind of drum-shaped bamboo fish trap.

ডিঙ্গৰি, স. শ. চালনীত ৰোৱা খৰচি, the coarse part of any powdered substance, which remains on the sieve.

ডিঙ্গৰীয়া, বি. (অং. ডিঙ্গৰা, মাছ ধৰা যতন) উখহি ডিঙ্গৰাৰ নিচিনা হোৱা, বৰকৈ উখহা (পেটত খাটে), puffed up or inflated as the belly.

ডিঙ্গি, স. শ. গল, মূৰ আৰু গাৰ মাজৰ চিঞা ভাগ, the neck.

ডিঙ্গীয়া, বি. ডিঙ্গিলৈকে তল যোৱা, neck-deep.

ডিঙ্গি-চেপ্, বি. (অং. ডিঙ্গি, গল + চেপ্, ঠেক) ডিঙ্গি-চিঞা, চিঞা ডিঙ্গিযুক্ত, narrow-necked.

ডিঠক্, স. শ. (সং. দৃষ্ট, চকুৰে দেখা) চকুৰে দেখি থকা বা জাগি থকা অৱস্থা, সপোন নোহোৱা অৱস্থা; যেনে, আগৰ কালৰ ঋষি সকলে ডিঠকতে ঈশ্বৰক দেখিছিল, the waking state as opposed to that of sleep.

ডিমৰু, স. শ. (সং. উডুম্বৰ; বং. ডুমুৰ, এবিধ গছ) এবিধ গছ আৰু তাৰ ফল, the fig-tree and its fruit, *ficus glomerata* (Gamble).

ডিমা, স. শ. (সং. ডিম্ব, কণী) কণী, an egg.

ডিম্ব, স. শ. (সং. ডিব, পঠিয়া) কণী, অণ্ড; কোনো ঘূৰণীয়া বস্তু, an egg, a ball.

ডিম্ব-কোষ, স. শ. (সং. ডিম্বকোষ—ডিম্ব, ঐ + কোষ, ভঁড়াল) কণীৰ ভঁড়াল, মাইকী জন্তুৰ সন্তান উৎপাদক ডিম্বৰ জোলোঙ্গা, the ovary.

ডিম্বাকৃতি, বি. (সং. ডিম্বাকৃতি—ডিম্ব, ঐ + আকৃতি, গঢ়) দুই মূৰ চেপ মাজ ডাঙ্গৰ, কণীৰ নিচিনা, oval.

ডিৰা, বি. (সং. দ্বিৰহিত, দ্বিতীয় এটা নথকা) সঙ্গী-নথকা, অকলশৰীয়া (মুগা-চকৰী); পোৱালি নথকা (মাইকী জন্তু); যেনে, ডিৰা গাই, having no mate, having no offspring.

ডিৰাইকৈ, ক্রি. বি. (অং. ডেঢ়ী, যিমান হব লাগে তাতকৈ বঢ়া) পৰিমাণতকৈ অধিক-ৰূপে, বঢ়াই (কোনো বিষয় বৰ্ণনা কৰাত খাটে); যেনে, ডিৰাইকৈ কৈছে, in an exaggerated manner.

ডিল্, স. শ. (যাং. দিল, বুকুৰ আমঠু) বুকুৰ আমঠু; কলা-গছৰ ফুলৰ ভঁড়াল

(তাৰ গচ় আমঠুৰ দৰে), the heart, the spadix of a plantain tree.

**ডিলা**, স. শ. (অং. ডিল, বুকুৰ আমঠু, তাৰ দৰে বুকুত থাকে এতেকে) কঁঠালৰ ফুট বা গোম ধানৰ গুটি লাগি থকা দণ্ডাকাৰ বস্তু; গাড়ী আদিৰ ঘিলা লগোৱা মাৰি; নাঙ্গলৰ ঈহ; আমৰ ভিতৰৰ টান গুটি, a pin or spike to which the seeds of a jack fruit or the grains of maize, &c., are attached, an axle, the shaft of a plough, the stone of a mango.

**ডিলামাৰি**, স. শ. গাড়ীৰ ঘিলা-লগোৱা মাৰি; ঈহ, an axle, a plough shaft.

**ডুখৰি**, "ডোখৰ" চোৱাঁ।

**ডুখৰীয়া**, বি. (অং. ডোখৰ, খণ্ড) গুড়ি নকৰা, মিহি নোহোৱা; যেনে, ডুখৰীয়া লোণ, not reduced to powder, lumpy.

**ডুগি**, স. শ. (অং. ডোক্, শস্য জোকাৰ্) ধান চাউল আদি থোৱা সৰু পাচি, a small basket for grain.

**ডুব্**, অ. ধা. (হিং. ডুবনা; বং. ডুবন, বুৰণ) পানীৰ তললৈ যা, বুৰ্, to sink, to be drowned.

**ডুব্‌ডুবীয়া**, বি. (অং. ডুব্, তল যা; পাত্ৰৰ মুখলৈকে তল যোৱা) মুখলৈকে পূৰ, চপচপীয়া, full to the brim.

**ডুবন্**, কৃদ. স. ডুবা বা বুৰা কাৰ্য্য, বুৰণ, the act of sinking or of being drowned.

**ডুবৰি**, স. শ. (সং. দূৰ্ব্বা, এবিধ বন) এবিধ সকলোৱে চিনা পবিত্ৰ বন, Bent grass (Panicum dactylon).

**ডুবা**, স. ধা. (অং. ডুব্, বুৰ্) বুৰা, পানীৰ তল কৰ্, to cause to sink, submerge or to be drowned. কৃদ. স. ডুবাওঁতা, (স্ত্ৰী) ডুবাঁতী।

**ডুবি**, স. শ. (অং. ডুব্, তল যা) নৈৰ বৰ দ আৰু বহল ভাগ, কুঁচ়, the deepest and broadest part of a river.

**ডুমুনী**, "ডোম্" চোৱাঁ।

**ডুৰি**, স. শ. (সং. ডোৰ; বং. ডুৰি, জৰী) ঠেক কাপোৰেৰে মেৰাই কোনো কাপোৰৰ দাঁতিত বা সিয়নিত লগোৱা জৰী, a slender cord covered with cloth and sewed on a border or seam of a garment, a welt.

**ডুলি**, স. শ. (সং. কণ্ডোল; বং. ডোল, শস্যৰ আধাৰ) ধান, সৰিয়হ আদি থোৱা বৰ ডাঙৰ পাচি, a large basket in which grain is stored.

**ডে**, অ. ধা. (সং. দহ্, পোৰ্) আধা পোৰা হ; বাঙ্গোতে পোৰাৰ নিচিনা হ; যেনে, ভজা মাছ ডেলে, to be scorched or half-burnt.

**ডে**, স. ধা. (বং. ডিঙ্গন্, পাৰ হৈ যোৱা) ওপৰে দি যা, চেৰা; যেনে, সি মৰা সাপকো নেডেয়, to step over, to cross.

**ডেউকা**, স. শ. (হিং. ডৈন, বং. ডেনা, চৰাইৰ বাহু) চৰাইৰ বা বিচনীৰ হাড়ে সমন্বিতে পাখি, ডোকা, the wing of a bird.

**ডেও**, স. শ. (অং. ডে, ওপৰে যা) ওপৰলৈ উধি এঠাইৰ পৰা আন ঠাইলৈ কৰা গতি; যেনে, হনুমন্তে একে ডেৱেই সাগৰৰ পাৰ হল, a leap, a jump, a bound.

ডেও মাৰ্ বা ডেও দি, জাঁপ মাৰ্, জঁপিয়া, to leap, to jump.

ডেও পাৰ্, আগ পাচ নুগুণাকৈ কাম কৰ্, উদ্ধত হ, ভুষ্টালি কৰ্; যেনে, ডেও পৰা মানুহৰ ভাল নহয়, to act with rashness.

**ডেওঁতা**, কৃদ. স. (অং. ডে, ওপৰে যা) চেৰাই যাওঁতা, যি ডেই বা ওপৰে যায়, a man who steps over. (স্ত্ৰী) ডেৱঁতী।

**ডেওনা**, স. শ. (অং. ডে, ঐ) জেওৰা বা টাটীৰ, মানুহ পাৰ হৈ যাব পৰা, কিন্তু গৰু বা ছাগে ডেই যাব নোৱৰা, চাপৰ ভাগ; যেনে, পদূলিৰ ডেওনা, the lower

part of a fence which a man can pass over, but which cattle cannot.

ডেও-পৰা, বি. ( অং. ডেও পাৰ্, উদ্ধত হ ) উদ্ধত, আগ পাচ নেচাই কাম কৰা, মন বঢ়া, rash, headstrong, unruly. কৃদ. স. উদ্ধতালি কৰণ বা আগ পাচ নুগুণি কাম কৰণ, the act of being rash, the acting in disregard or defiance of consequences.

ডেওপাৰণি, স. শ. ডেও-পৰা কাৰ্য্য, উদ্ধতালি, rashness, headstrongness.

ডেকা, বি. ( সং. ডিঙ্কৰ, যুবা ) যুবা, লৰা কালৰ ওপৰ আৰু বুঢ়া কালৰ নাম বয়সীয়া, youthful, young. স. শ. যুবা পুৰুষ ; কোনো এক বিশেষ বংশৰ সন্তান ; যেনে, বেজ বৰুৱাৰ ডেকা, a young man, a descendant of a respectable family.

ডেকাকটে-যোৱা, স. শ. ডেকা-কালতে মৰিবৰ যোগ্য মানুহ ( শাও দিয়া মাত ), a man fit to be dead and gone in youth (a term of curse and abuse). ( স্ত্ৰী ) ডেকাকটে-যাঁতী।

ডেকা-কাল্, স. শ. ডেকা মানুহৰ অৱস্থা বা বয়স, the early part of life, youth.

ডেকা-চাং, স. শ. নগাৰ বিয়া নকৰা ডেকা-বিলাক থকা চাং-ঘৰ, the residence of unmarried young Nagas.

ডেকা-দেও, স. শ. ( ডেকা, ঐ + দেও, ভদ্ৰ লোক ) হিন্দু ডাঙ্গৰ লোকৰ ডেকাক মতা মাত, the title of a young man of a respectable Hindu family, a young gentleman.

ডেকেৰী, বি. ( সং. ডিঙ্কৰী, যুবতী ) যুৱতী, যৌবন কাল পোৱা, young. স. শ. যুৱতী তিৰোতা, দশ ডাঙ্গৰ হোৱা তিৰোতা, a young woman.

ডেকেৰুৱা, বি. ( অং. ডেকা, যুবা ) ডেকা বয়স পোৱা, অৰ্থাৎ পাখি গজা, উড়িব পৰা (চৰাই) ; কিছু ডাঙ্গৰ হোৱা (মাছৰ পোৱালি ), fully fledged, full-grown, as a fish. স. শ. ডেকা ওকণী, a full-grown louse.

ডেগ্, স. শ. ( হিং. ডেগ্, এবিধ ভাত ৰন্ধা পাত্ৰ ) এবিধ পেট-বহল ডিঙ্গি চুটি মাটিৰ পাত্ৰ, মঠীয়া, a kind of earthen vessel or jar.

ডেঙ্গুৰ, স. শ. ( অং. ডিঙ্গি, গল ) ডাকুৰ ; কলগ্ৰহ, see ডাকুৰ।

ডেডনি, স. শ. (অং. ডেডা, চিঞৰ) বৰকৈ মৰা চিঞৰৰ শব্দ ; দুখৰ চিৎকাৰ, a scream.

ডেডা, অ. ধা. দুখ বা পীড়া পাই চিঞৰ্, উচ্চ শব্দেৰে কেঁকা ; যেনে, জৰীয়াই ডেডাব লাগিছে, to scream with pain, to groan loudly.

ডেডাউৰি, স. শ. ( অং. ডেডা, ঐ ) বাঘৰ উচ্চ গৰ্জন, হাতীৰ চিঞৰ ; জুইৰ উচ্চ শব্দ, a loud growl of a tiger, a roaring sound, as of an elephant.

ডেডাউৰিয়া, অ. ধা. বাঘৰ দৰে উচ্চ শব্দেৰে গৰ্জন কৰ্ ; হাতীৰ দৰে চিঞৰ, জুইৰ দৰে উচ্চ শব্দ কৰ্, to growl as a tiger, to roar as an elephant.

ডেঢ়ি, স. শ. ( হিং. ডেঢ়, এক আৰু আধা ) কোনো সংখ্যা বা পৰিমাণ পূৰ হৈ বাঢ়ি থকা ভাগ ; যেনে, মোক ইমান দি ডেঢ়ি থাকিলে তুমি লবা, excess, surplus.

ডেঢ়ীয়া, বি. কোনো সংখ্যা বা পৰিমাণ পূৰ হৈ বেচি হোৱা, যিমান লাগে সিমান হৈ বাঢ়ি থকা ; যেনে, তোমাৰ ধনেৰে ধাৰ মৰি পাঁচ টকা ডেঢ়ীয়া হৈছে, মাৰলীটোৰ ডেঢ়ীয়া ডোখৰ কাটি পেলা, superfluous, more than sufficient, excessive.

ডেফা, বি. ( অং. ডেকা, যুবা ) যুবা, ফল ধৰিবৰ বয়স পোৱা বা এবাৰ ফল ধৰা ; যেনে, কঁঠাল জোপা ডেফা হৈছে, young, fructifying for the first time or about to fructify.

ডেমেহ্, অ. ধা. পৈণত হবলৈ ধৰ্ ; যেনে, কঁঠালটো ডেমেহিছে, to be about to mature (said of fruit).

বি. পৈণত হবলৈ ধৰা ; যেনে, ডেমেহীয়া আম ; ডেকা বয়সৰ ওচৰ চপা, ডেকেৰুৱা (চৰাইত খাটে) ; যেনে, ডেমেহীয়া কুকুৰা, young, advancing towards maturity.

ডেম্-ডেউকা, ডেম্-ডোকা, } স. শ. এবিধ চেঁচুকত হোৱা ক্ষুদ্র গছ, বীজলৰ গছ, a kind of herb.

ডেম্-ডেমীয়া, বি. ৰসাল, ৰস থকা, শুকান নোহোৱা, কেঁচা (ফল বা পাতত খাটে), sappy, not dry.

ডেৰ্, বি. (সং. সাৰ্দ্ধ ; হিং. ডেঢ় ; বং. দেড়, এক আৰু আধা) এক আৰু আধা, one and a half.

ডেৱা, স. শ. (অং. ডে, পাৰ হৈ যা) মাছ ধৰিবৰ কাৰণ সোঁতপানীত পথালিকৈ এখান চাং পাতি তাৰ তলত এখান বাণ দিয়া যায়, মাছে বাণত খুন্দা খাই তাৰ ওপৰে জাঁপ মাৰি চাঙত পৰে, a platform across a stream with a fence beneath, the fish in their passage being obstructed by the fence, jump upon the platform.

ডেৱা, স. শ. (বং. ডেউয়া, এবিধ গছ) এবিধ গছ, তাৰ ছাল তামোলৰ দৰে ব্যৱহাৰ কৰা যায়, বঁহতৰ গছ, a kind of tree.

ডোং, স. শ. (হিং. বং. ডোঙ্গা, সৰু নাও) মাটিৰ সৰু খাল ; যেনে, বৰষুণৰ পানীৰে খাল-ডোং পূৰ হল, a small hole or depression in the ground.

ডোঁৱাৰ্, স. শ. (হিং. ডুব্না, তল যা) নৈয়ে এৰা, পানী থকা সুঁতি, an old channel of a river containing stagnant water.

ডোঁৱাৰ্-জৰী, স. শ. তাঁত বওঁতে দীঘৰ সূতা বওঁতাৰ গাৰ ফাললৈ চপাই আনিবলৈ দীঘল কৰিবৰ কাৰণ তাৰ আগ ফালৰ মূৰত লগোৱা জৰী, সেই জৰী যিমান দীঘল কৰা যায়, দীঘৰ সূতা সিমান বওঁতাৰ ফাললৈ আগ বাঢ়ে, one of the strings with which the opposite end of the warp is tied to lengthen it out in weaving.

ডোঁৱাৰ বান্ধ, দীঘৰ সূতাৰ আগ ফালৰ মূৰত জৰী বান্ধি তাঁত দীঘল কৰ্, to lengthen the warp by attaching strings to the opposite end of the same.

ডোক্, স. ধা. ডলা আদিৰে জোকাৰি মিহি ভাগৰ পৰা মোটা ভাগ বেলেগ কৰ্, to separate the coarse part, as of grain, &c., by shaking on a bamboo platter.

ডোখৰ, স. শ. খণ্ড, ভাগ ; যেনে, মাটি ডোখৰ, সৰু বা মৰম লগা অৰ্থত 'ডুখৰি' হয় ; যেনে, সোণ-ডুখৰি, a piece, a bit.

ডোখৰ্-ডোখৰ্, বি. খণ্ড খণ্ড কৰি ভাগ কৰা, অনেক খণ্ড কৰা, divided or broken into pieces.

ডোখৰ্ ডোখৰ্কৈ, ক্রি. বি. অনেক খণ্ড কৰি, dividing or breaking into pieces.

ডোঙ্গা, স. শ. (অং. ডোং, সৰু খাল) সৰু খালত ৰোৱা অলপীয়া পানী ; যেনে, পানী ডোঙ্গা শুকাল ; কলাপটুৱাৰ খোল, a small, shallow pool of water, a plash ; a vessel extemporized from the sheath of a plantain tree.

ডোঙ্গাডুঙ্গি, স. শ. অনেক ডোঙ্গা, ডোঙ্গাৰ সমূহ, many small pools.

ডোঙ্গাডোঙ্গে, ক্রি. বি. অনেক ডোঙ্গা হৈ বা অনেক ডোঙ্গা কৰি ; যেনে, পথাৰত ডোঙ্গাডোঙ্গে পানী হৈছে, in many pools, pool by pool.

ডোবা, স. শ. (হিং. বং. ডোবা, এডোখৰ বন্ধ পানী) বৰ দ বন্ধ পানী, ডোঁৱাৰ ; নৈৰ ডুবি, a sheet of deep standing water, the deepest and broadest part of a river.

ডোবোলা, স. শ. এক খণ্ড মাটি, এডবা, a patch of land.

ডোবোলা-ডোবোল, বি. অনেক ডবা কৰা, ডবাডৱ, divided into many patches or plots.

ডোবোলা-ডোবোলে, ক্রি. বি. অনেক ডো-বোলা কৰি, এডোবোলাৰ পাচত আন ডোবোলালৈ, in many patches or plots, plot after plot.

ডোম, স. শ. (সং. ডম; হিং. বং. ডোম, এটা অন্ত্য জাতি) অসমৰ মাছ মাৰি উপজীব্য কৰা এক জাতি, নদীয়াল। বঙ্গ দেশৰ ডোমে গাহৰি খায় আৰু বাঁহৰ কাঠীৰ কাম কৰে; অসমৰ "ডোম" নামেৰে খ্যাত জাতি তাতকৈ পৃথক, ইহঁতৰ আচাৰ কলিতা আদি শূদ্দিৰ জাতিৰ নিচিনা; স্বল্পপাৰ্শ্বত ইহঁত কৈবৰ্ত্ত, a fisherman. (স্ত্ৰী) ডুমুনী।

ডোম্-জৰ্, স. শ. (সং. দ্বি, দো, দুই; জৰ্, তাপৰ পীড়া) দুদিনৰ মূৰত এদিন উঠা জৰ, a quartan fever, *i.e.*, a fever which returns every fourth day. ইয়াক 'দোম্-জৰ' বোলা আৰু লিখা উচিত; কিন্তু উচ্চাৰণ অনুসৰি ডোম-জৰ লিখা আৰু বোলা যায়।

ডোমালী, বি. ডোম-সম্বন্ধীয়, ডোমৰ; যেনে, ডোমালী নাও, pertaining to Doms.

ডোৰা, স. শ. (সং. ডোৰ, জৰী) কাপোৰ ফাটি জৰীৰ নিচিনা হোৱা ভাগ; যেনে, কাপোৰখানৰ ডোৰা ওলাইছে, a shred of torn cloth, a strip of rag.

ডোৰা-কানি, স. শ. (অং. ডোৰা, ঐ + কানি, ফটা কাপোৰ) ফাটি ছিটাছিটি হৈ জৰীৰ নিচিনা হোৱা কাপোৰ, a cloth torn to shreds.

ডোল্, স. শ. (সং. ডোৰ, জৰী) জৰী, বটিয়া, গুণ, a string, a cord, a rope.

ডোলা, স. ধা. জৰী লগা, জৰীৰে বান্ধ; খোৰোচা লগা, to tie with a cord or string; to cord, to noose.

ডোকা, স. শ. "ডেউকা" চোৱা।

ঢ, ব্যঞ্জনবিলাকৰ চতুৰ্দ্দশ আখৰ, the fourteenth letter of the consonants.

ঢ, স. শ. (অং. ধৰ, সীমা) মাটিৰ ডৱা, দাগ, পৃথক সীমাৰ, বেলেগে জোখা এক খণ্ড মাটি; যেনে, এই ঢ-মাটিত এহালচা, a plot of ground bounded and measured separately.

ঢক্, স. শ. ভোক বা পিয়াহৰ দ্বাৰা অভিভূত হৈ হোৱা মূৰ্চ্ছা; যেনে, পানী খাবলৈ নোপোৱাত ঢকে ধৰিছে; তাপৰ পৰা হোৱা মূৰ্চ্ছা, a swoon brought on by hunger or thirst, heat, fainting.

ঢক্, স. শ. (সং. ঢক্কা, এবিধ ডাঙৰ ঢোল) ঢাকৰ শব্দৰ দৰে বৰকৈ ওলোৱা সম্বাদ, ৰৌটি, a rumour.

ঢক্ উঠ্ বা ঢক্ ফুট্, বৰকৈ সম্বাদ ওলা, to be noised abroad.

ঢকা, স. শ. (হিং. ধাক্কা, আঘাত). চাপৰ, মেলা হাতেৰে কৰা আঘাত, a slap.

ঢকাচমকা, বি. (অং. ঢকা, আচ্ছাদিত + চমক, অলপ পোহৰ) মেঘৰ পৰা অলপ ওলায়েই মাৰ যোৱা; যেনে, ঢকাচমকা ৰদ, breaking out through the cloud and disappearing again, as sunshine.

ঢকাডিঙ্গৰা, } স. শ. (অং. ঢাক, এবিধ বাদ্য + ডিঙ্গৰা, মাছ ধৰা যতন, ঢাক বা ডিঙ্গৰাৰ নিচিনা হোৱা) জন্তুৰ পেট উখহা ৰোগ, a disease of cattle in which the belly is swollen.
ঢকাডিঙ্গৰীয়া, }

ঢকাৰ্, স. শ. (সং. ঢকাৰ—ঢ + কাৰ, আখৰ) ঢ-আখৰ, the letter ঢ।

ঢকিয়া, স. ধা. (অং. ঢকা, চাপৰ) ঢকা বা চাপৰ মাৰ্, to strike with the open hand.

ঢকুৱা, স. শ. (অং. ঢাক্, আচ্ছাদন কৰ্, গছৰ গা ঢাকে, এতেকে) তামোল-জাতিৰ গছৰ বৌখা, the sheath of the *tamul* tree.

ঢক্‌ঢক্, অনুক. সৰু ডিঙ্গিৰে পাত্ৰৰ পৰা পানী ওলোৱাৰ নিচিনা শব্দ, an imitative sound used to express that of water pouring out of a narrow-necked vessel.

ঢক্‌ঢকী-লোটা, ) স. শ. (ঢক্‌ঢক্‌, ঐ) এবিধ
ঢগ্‌ঢগী-লোটা, ) সরু ডিঙ্গীয়া লোটা, a kind of narrow-necked water vessel.

ঢঙ্গা, বি. বৰ ৰসাল হোৱাৰ নিমিত্তে সোৱাদ নথকা, সেৰসেৰীয়া, (ফল আদি নিসি-জোৱাকৈ খোৱা বস্তুত খাটে); যেনে, ঢঙ্গা কুঁহিয়াৰ, tasteless owing to being too juicy.

ঢঢেয়া, বি. গোটেই মুকলি, কোনো আঁৰ বেৰ নথকা; যেনে, বাৰীখান ঢঢেয়া মুকলি বা ঢঢেয়া হৈছে; শূন্য, এতেকে মন্দ (কপালত খাটে); যেনে, ঢঢেয়া কপাল, quite unenclosed, wide open, ill or unpropitious, as fortune.

ঢপলা, স. শ. (হিং. ঢপ্‌ঢপানা, আঘাত কৰণ—ঢপ্‌ঢপ্‌, আঘাতৰ শব্দ) তিৰোতাই দন্দ কৰোঁতে দুয়ো হাত মেলি আপোনাৰ কৰঙ্গনত মৰা চাপৰ, a blow with the open hands struck by a woman on her own thighs while wrangling with another.

ঢপলা পিটু বা ঢপলা মাৰ্‌, দন্দত আপোনাৰ কৰঙ্গনত চাপৰ মাৰ্‌, to strike the thighs with open hands at a quarrel.

ঢপলিয়া, অ. ধা. ঢপলা পিটু, দন্দত আপো-নাৰ কৰঙ্গনত চপৰিয়া, vide *supra*.

ঢপলিয়া, অ. ধা. (হিং. টপ্‌না, জাঁপ মাৰ্‌) জঁপিয়াই লৰি ফুৰ্‌, ঢাপলি মেল্‌, to run or canter, as an animal.

ঢৰা, স. শ. ঢাৰি, বাঁহৰ কাঠীৰে কৰা আসন, a mat.

ঢৰাইমৰাই পৰ্‌, বৰ দুখ বা ভাগৰ পাই বিশ্ৰামৰ নিমিত্তে কাতি হৈ পৰ্‌; যেনে, কোৰ মাৰি আহি ঢৰাইমৰাই পৰিছে, to lie down with fatigue or exhaus-tion.

ঢৰাখাৰ্‌, স. শ. তেল, লোণ, একো নিদিয়াকৈ শুদা খাৰ দি ৰন্ধা আঞ্জা, food seasoned with alkali only.

ঢৰা-লঘোন্‌, স. শ. একোকে নোখোৱাকৈ কৰা উপবাস, পানী এটোপাকো নোখোৱা লঘোন, a rigid fast, abstinence from both food and drink.

ঢৰীয়া, স. শ. (অং. ঢৰা, কাঠীৰ আসন) ঢাৰিৰ নিচিনা অৰ্থাৎ মিহি নোহোৱা, (কাপোৰ বা সূতাত খাটে); যেনে, ঢৰীয়া কাপোৰ, as a thread or cloth.

ঢল, স. শ. (বং. দল্‌, সমূহ) জাক, সমূহ; যেনে, এঢল মহ, a flock, a multitude.

ঢল্‌, অ. ধা. (হিং. ঢলনা, বাগৰ খা) কাতি হ, বাগৰ্‌, হলি যা; যেনে, গছ জোপা ঢলিছে, ঘৰটো ঢলি পৰিল, to lean, to incline.

ঢলংপলং, স. শ. (হিং. ঢল্‌মলানা, সঞ্চালন) টলংভটং, এদাঁতি ওথ হৈ এদাঁতি চাপৰ হোৱা অৱস্থা; যেনে, নাওখানে ঢলং-পলং কৰিছে; দুৰ্ব্বলতাৰ কাৰণে পোন হৈ থাকিব নোৱৰা যেন বোধ; যেনে, গাটোৱে ঢলংপলং কৰিছে, rolling or rocking, (as of a boat); a sense of inability to stand erect owing to weakness.

ঢলা, স. ধা. (অং. ঢল্‌, কাতি হ) কাতি কৰি পেলা; গুৰি কাটি মাটিত পেলা; যেনে, গছ জোপা ঢলালে, to cause to fall down; to fell. কৃদ. স. ঢলাওঁতা, (স্ত্ৰী) ঢলাঁতী।

ঢলা, স. ধা. (অং. ঢাল্‌, সাঁচত ঢালি গঢ়্‌) গলোৱা ধাতু সাঁচত ঢলাই নিৰ্ম্মাণ কৰা, to cause to be cast or founded.

ঢলিয়া, অ. ধা. (অং. ঢাল্‌, দিশ) হনা ল, বৈ থকা ফালৰ পৰা আন এফাললৈ বৰলৈ বা চলিবলৈ ধৰ্‌; যেনে, দিখৌৱে পূবলৈ ঢলিয়াইছে, to tend or incline to a particular direction, as a river.

ঢলুৱা, বি. (অং. ঢাল্‌, সাঁচত বাকি পাত্ৰ কৰ্‌) সাঁচত ঢালি গঢ়া, (পাত্ৰ); যেনে, ঢলুৱা বাটি; ঢালি পাত্ৰ গঢ়োতা; যেনে, ঢলুৱা কঁহাৰ, founded, cast; founding, casting.

ঢল্‌কুচিয়া, অ. ধা. (হিং. ঢলকনা, বাগৰি

পৰ্‌) মৰিবলৈ ধৰা প্ৰাণীৰ দৰে কাতি হৈ পৰি মুখেৰে উশাহ ল, খৰ উশাহ ল, কাপকাপ কৰ্‌, to gasp for breath, as an animal about to die.

ঢল্‌ঢলীয়া, বি. (বং. ঢলঢলিয়া, দীপ্তিমন্ত) জলিথকা, প্ৰকাশ কৰা, মুমুমুৰা; যেনে, ঢলঢলীয়া আঙ্গঠা, burning, glowing.

ঢাঁচ্‌, অনুক. অকস্মাত কোনো বস্তু পৰাৰ নিচিনা শব্দ, an imitative sound used to express that of sudden falling.

ঢাঁচ্‌ কৰে, ক্ৰি. বি. অকস্মাত শব্দ কৰি (পৰাত খাটে); যেনে, মূৰ্চ্ছিত হৈ ঢাঁচ্‌ কৰে পৰিল, suddenly, with a loud sound (said of falling).

ঢাঁহি-ঢুঁহি, ক্ৰি. বি. (অং. ঢোঁহ, সূতাৰ দৰে টানি দীঘল কৰ্‌) টানি, আজুৰি; যেনে, কাঠডাল ঢাঁহি-ঢুঁহি আন, by drawing and pulling.

ঢাঁহি-মুহি, ক্ৰি.বি. বলেৰে আৰু ছলেৰে; যেনে, বলৱন্তে দুখীয়াৰ ধন ঢাঁহি-মুহি লয়, by force and fraud, by unfair means.

ঢাক, স. শ. (সং. ঢক্কা; বং. ঢাক, এবিধ ঢোল) এবিধ ডাঙ্গৰ ঢোল, a kind of large drum.

ঢাক্‌, স. ধা. (হিং. ঢাক্‌না; বং. ঢাকন, আচ্ছাদন কৰ্‌) আচ্ছাদন কৰ্‌; লুকা, গুপ্ত কৰ্‌, আঁৰ কৰ্‌, to cover, to hide, to screen.

ঢাক্‌ খা, আচ্ছাদিত হ, আঁৰ হ; যেনে, জোনটো মেঘেৰে ঢাক খাইছে, to be covered.

ঢাকন্‌, কৃদ. স. ঢকা কাৰ্য্য, আচ্ছাদন, the act of covering.

ঢাকন্‌, ঢাকনী, } স. শ. সাঁফৰ, আচ্ছাদন, যি বস্তুৰ দ্বাৰা ঢকা যায় সি, a cover; a lid.

ঢাক্‌ছাল্‌, স. শ. (অং. ঢাক্‌+ছাল, চৰ্ম্ম; সি মঙ্গহ ঢাকি থাকে এতেকে) মাখিছালৰ তলৰ ছাল; গাৰ কোনো ভাগ ঢাকি থকা নিচেই পাতল ছাল, the cuticle or skin, a membrane.

ঢাটুকপলীয়া, বি. (অং. ঢাটকপাল, দুৰ্ভাগ্য) দুৰ্কপলীয়া, দুৰ্ভগীয়া, unfortunate. স. শ. দুৰ্ভগীয়া মানুহ, an unfortunate man. বি. স. শ. (স্ত্ৰী) ঢাঠুকপালী।

ঢাটুকপাল্‌, স. শ. (হিং. ঢাঠী, যাতনা+সং. কপাল, ভাগ্য) যাতনা দিয়া কপাল, দুৰ্ভাগ্য, মন্দ দশা, ill luck.

ঢাপ্‌, স. শ. (বং. ঢিপী, মাটিৰ দম) বাৰীৰ চাৰিও ফালে মাটিৰে কৰা গড়; আটীয়া, an embankment of earth around premises, a bank or ridge of earth.

ঢাপৰ্‌, স. শ. (হিং. ঢাঁপ্‌না, ঢাক) নাৱৰ ঢাকনী, নাৱৰ ডাঠ আৰু শকত চাল, the roof of a boat.

সমা.—ছৈ, ঢাপৰ, ছৈ পাতল, ঢাপৰ ডাঠ, তাৰ ওপৰত মানুহ উঠে।

ঢাপলি, স. শ. (অং. ঢপলিয়া, লৰ মাৰ্‌) চেঁকুৰ, জন্তুৰ লৰ, the running of an animal.

ঢাপলি মেল্‌, বৰ বেগেৰে লৰ মাৰ্‌ (জন্তুত খাটে), to run speedily, as an animal.

ঢাপলি, ঢাপলিকা, } স. শ. (হিং. ঢপ্‌না, ঢাক্‌) আঁৰ দিবৰ নিমিত্তে কৰা পৰলি, খেৰৰ ঢাকনী, a covering or screen of coarse grass.

ঢাপলিকা, স. শ. (অং. ঢাপ, মাটিৰ গড়) চাপৰ পৰ্ব্বত, a low hill, a hillock.

ঢাৰি, স. শ. (অং. ঢৰা, কাঠীৰ আসন) চটাই ঢৰা, বাঁহৰ কাঠীৰ আসন, a bamboo mat.

ঢাৰি-পাটী, স. শ. শয্যা, যাৰ ওপৰত শোৱা যায়, (সামান্য মানুহে এখান ঢাৰিৰ ওপৰত এটা পাটী পাৰি তাতে শোৱে, এতেকে সেই নাম), a bed.

ঢাল্‌, স. শ. (সং. ঢাল, ৰূঢ় শব্দ; হিং. বং. ঢাল, বাৰ্ধ) বাৰ্ধ, ৰণুৱাই গা-ঢকা যতন, a shield.

ঢাল্‌, স. ধা. (হিং. ঢলনা; বং. ঢাল্‌, বাক্‌) বাক্‌, লালীকৈ তললৈ নিক্ষেপ কৰ্‌; যেনে, পানী ঢালিছে, to pour out.

ঢাল্, স. ধা. ( ঢাল, ঐ ; কড়ি আদি তাত ঢালি দিয়া যায়, এতেকে ) খেলৰ গুটি বুলোৱা ঘৰ-সমূহ ; যেনে, পঁচিৰ ঢাল, শতৰঞ্চৰ ঢাল ইত্যাদি, এবাৰৰ সম্পূৰ্ণ খেল ; যেনে, এঢাল পঁচি, a board for a game, as a dice board, &c.

ঢাল্, স. শ. ফাল, দিশ ; যেনে, বৰষুণ সেই ঢাললৈ গল, direction, line, tendency.

ঢাল্ খা, কাতি হ ; যেনে, নাওখান বাওঁ ফাললৈ ঢাল্ খালে, to lean, to be aslant.

ঢাল্ ল, কোনো একাললৈ গতি কৰ্ ; যেনে, নৈয়ে দক্ষিণলৈ ঢাল লৈছে, to lean or incline to a particular direction.

ঢালী, স. শ. ( সং. ঢালিন্—ঢাল, বাৰু + ইন ) ঢাল লৈ যুজোঁতা ; যুদ্ধত বৰ নিপুণ ব্যক্তি, যুজাৰু, a shield-bearer, a warrior.

ঢালে, আ. অব্য. ( অং. ঢাল, দিশ ) দিশে, ফালে ; যেনে, এই ঢালে বৰষুণ আহিছে, towards.

ঢিপিং ঢিপিং, অনুক. উশাহ লওঁতে বুকু লৰাত যেনে শব্দ হোৱা যেন বোধ হয়, তেনে শব্দ বুজোৱা মাত ; যেনে, বুকুৱে ঢিপিং ঢিপিং কৰে, an imitative sound used to express the palpitation of the heart.

ঢিমা, অ. ধা. ( বং. ঢিমা, মৃদু ) কম পৰ্, উগ্ৰ গুচি শান্ত হ ; যেনে, জৰ বা ৰদ ঢিমাইছে, to abate, to become mild.

ঢিমিক-ঢামাক্, স. শ. দুৰ্ব্বলৰূপে দীপ্তি দিয়া কাৰ্য্য ; অলপকৈ জলিয়েই আকৌ নুমাব খোজা কাৰ্য্য ; যেনে, জুই-কুৰাই ঢিমিক ঢামাক কৰিছে, the act of flickering or glimmering. বি. অলপকৈ জলি আকৌ নুমাব খোজা ; যেনে, ঢিমিক ঢামাক জুই বা পোহৰ, glimmering or flickering.

ঢিমিকি-ঢিমিকি, ক্ৰি. বি. ( হিং. ঢিম্‌ঢিমানা, অলপ অলপকৈ জল্ ) অলপ অলপকৈ দীপ্তি দি ; যেনে, জুই-কুৰা ঢিমিকি-ঢিমিকি জলিছে ; নুমাই নুমাই জলা জুইৰ দৰে, অলপ অলপকৈ উশাহ লৈ ; যেনে, "ঢিমিকি-ঢিমিকি মাত্ৰ প্ৰাণখানি আছে গাত," in a flickering manner, breathing faintly.

ঢিল্, ঢিলা, } বি. (হিং. ঢীলা, বং. ঢিলা, শিথিল) লোলা, শিথিল, টানকৈ খাই নধৰা ; যেনে, চিঁচাৰ ঠিলাটো ঢিলা হৈছে ; কোমল ; যেনে, বৰষুণ পৰিলে মাটি ঢিলা হয় ; উজু, সুকৰ ; যেনে, পুৰাণৰ শ্লোক বুজিবলৈ ঢিলা, loose, slack, soft, easy.

ঢিলা-সোলকা, ঢিলা-সোলোকা, } বি. ( অং. ঢিলা, লোলা + সোলকা, এৰাই পৰা ) নিচেই ঢিলা বা লোলা, এৰাই পৰা, very loose or slack.

ঢুকা, অ. ধা. ( সং. ঢৌক, গতি কৰ্ ) গত হ, অন্ত হ, শেষ হ ; যেনে, ধন ঢুকাল ; মৰ্ ; যেনে, ডাঙ্গৰীয়া ঢুকাল, to be exhausted, to come to an end, to die. স. ধা. অন্ত কৰ্, শেষ কৰ্, ক্ষয় কৰ্ ; যেনে, গৰুৱে ধান খাই ঢুকালে, to exhaust, to finish, to make an end of.

ঢুকি পা, হাতেৰে লগ পা ; যেনে, ওখ মানুহে ঘৰৰ চাল ঢুকি পায়, to reach by the hand.

ঢুল, অ. ধা. ( সং. ঢুল্ ; হিং. ঢুলনা ; বং. ঢুলন, সঞ্চালিত হওন ) আগ ফালৰ পৰা পাচ ফাললৈ আৰু পাচ ফালৰ পৰা আগ ফাললৈ গা সঞ্চালিত কৰ্ বা লৰা, to rock the body to and fro.

ঢুলীয়া, স. শ. ( অং. ঢোল, এবিধ বাদ্য ) ঢোল-বজাওঁতা, a drummer. ( স্ত্ৰী ) ঢুলীয়ানী।

ঢুলঢুলীয়া, বি. ( অং. ঢলঢলীয়া, দীপ্তিমন্ত ) বেদনাৰ বা কান্দনৰ দ্বাৰা ৰঙ্গা পৰা ; কান্দন ওলাব খোজাত লোতকযুক্ত হোৱা ( চকু ), red with pain or weeping, ready to shed tears.

ঢেংঢেঙ্গীয়া, বি· পনীয়া, বহুত পানীযুক্ত, (জুলীয়া বস্তুত খাটে); যেনে, ঢেং-ঢেঙ্গীয়া গাখীৰ, watery.

ঢেঁকৰ্, স· শ· দোলাৰ দুই মূৰত লগোৱা ধাতুৰ বেঁকা মাৰি। তাতে দোলাৰ কান-মাৰি লগোৱা যায়; এবিধ দলনিত চৰা চৰাই, one of the two crooked metallic supports of a *dola* which are attached to either end of it and to which the handles are fastened, a kind of water bird.

ঢেঁকিয়া, "ঢেঁকীয়া" চোৱাঁ।

ঢেঁকিয়া-পিতিয়া, "ঢেঁকীয়া-পিতীয়া" চোৱাঁ।

ঢেঁকী, স· শ· (বং· ঢেঁকী, ধান বনা যতন) শস্য পৰিষ্কাৰ কৰা আৰু খুন্দা যতন, a pedal for cleaning or pounding rice, &c.

ঢেঁকী দি, ঢেঁকী ব্যৱহাৰ কৰ্, ঢেঁকীৰে শস্য পৰিষ্কাৰ কৰ্ বা খুন্দ্, to clean or pound rice, &c., with a pedal.

ঢেঁকীয়া, স· শ· ছিৰলী পাতেৰে এবিধ বন শাক, a species of fern used as a potherb.

ঢেঁকীয়া-পিতীয়া, } স· শ· প্ৰায় ঢেঁকীয়াৰ
ঢেঁঙ্গীয়া-পিতীয়া বাঘ্, } পাতৰ নিচিনা কলা আঁচ থকা গাৰে এবিধ বাঘ, বৰ বাঘ, a tiger.

ঢেঁকীয়াল্, স· শ· আহুম ৰজাৰ দিনৰ এখেল মানুহ, a class of people in the days of the Assam Rajas.

ঢেঁকীয়াল্-ফুকন্, স· শ· সেই খেলৰ ঘাই বিষয়া, the chief officer of the above.

ঢেঁকী-শাল্, স· শ· (অং· ঢেঁকী, ঐ+সং· শালা, ঘৰ) ঢেঁকী-ঘৰ, ধান-বনা ঘৰ, a shed where rice is cleaned.

ঢেঁকী-সাপ্, স· শ· এবিধ ঢেঁকীৰ নিচিনা দীঘল আৰু ডাঙ্গৰ সাপ, অজগৰ সাপ, the boa-constrictor or python.

ঢেঁকেৰ্, অনুক· উগাৰ মাৰোঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by belching.

ঢেঁকেৰি, স· শ· কামৰূপৰ পৰগণীয়া মানুহ, an inhabitant of Kamrup.

বোধ হয় ফাৰ্চী ডহক্ৰি শব্দ ইয়াৰ মূল। সেই শব্দে গাৱঁলীয়া চহা মানুহ বুজায়। মুচলমান ৰাজত্বৰ সময়ত কামৰূপক "চৰকাৰ কামৰূপ" আৰু "চৰকাৰ ঢেঁকুৰী" বুলি ভাগ কৰা হৈছিল। আহম ৰজাই কামৰূপ অধিকাৰ কৰাত উজনীৰ মানুহে কামৰূপ মানুহক "ঢেঁকেৰী" বুলি ইতিকিং কৰিছিল; সেই গুণে এতিয়াও সি নিন্দার্থত ব্যৱহৃত হয়। The name of one of the divisions of Kamrup at the time of the Mahomedan reign.

ঢেঁকেৰীয়া, } স· শ· ফুট নথকা কঁঠাল,
ঢেঁকেৰুৱা, } পৰাধীন হৈ কামৰূপৰ মানুহ-বিলাক সাহ-পিত নথকা ভীৰু হৈছিল; এতেকে সিহঁতেৰে সৈতে তুলনা কৰি ফুট অৰ্থাৎ সাহ নথকা কঁঠালক সেই নাম দিয়া গৈছিল যেন বোধ হয়, a jack fruit having no pulp.

ঢেঁৰা, স· শ· (হিং· ঢেঁঢা, ডাঙ্গৰ পেট) ডাঙ্গৰ পেটযুক্ত, কাম কৰিব নোৱৰা, এলেহুৱা মানুহ; এবিধ, ডাঙ্গৰ হাঁহৰ নিচিনা মাছ খোৱা চৰাই, a pot-bellied lazy man, a pelican. (স্ত্ৰী) ঢেঁৰী।

ঢেক্‌ঢেক্, অনুক· উচ্চ হাঁহিৰ নিচিনা শব্দ, an imitative sound used to express that of loud laughter.

ঢেক্‌ঢেকনি, স· শ· উচ্চ হাঁহিৰ শব্দ, ঘোঁৰা বা গঁড়ৰ মাত, the sound of violent laughter, a neighing sound.

ঢেক্‌ঢেকা, অ· ধা· বৰকৈ বা উচ্চ শব্দেৰে হাঁহ্; ঘোঁৰা বা গঁড়ৰ দৰে শব্দ কৰ্, to laugh boisterously, to neigh, as a horse.

ঢেঙ্গা, বি· পনীয়া, ঢেংঢেঙ্গীয়া, watery.

ঢেপা, বি· (ঢেপ্, আধা-পোৱা পাত্ৰৰ শব্দ, ঢেপ্‌ঢেপ কৰি বাজে এতেকে) ভালকৈ নোপোৱা বা পাগত মুঠা; কন্‌কনীয়া

নোহোৱা, ( মাটিৰ পাত্ৰ ); গা-আটিল নোহোৱা, ঢিলা, নিৰ্ব্বলী, half-baked as an earthen pot, fatty, flaccid.

ঢেপেলা, বি. ( অং. চপলা, দুয়ো হাত মেলি মৰা চাপৰ, এতেকে বহল ) বৰ বহল, ( পাত আদি ). wide or broad, as a leaf, &c.

ঢেপ্‌ঢেপ্, অনুক. ভালকৈ পাগ নোলোৱা মাটিৰ পাত্ৰৰ শব্দ, an imitative sound used to express that of a half-baked earthen pot when struck.

ঢেপ্‌ঢেপীয়া, বি. ঢেপা, পাগত টান নো-হোৱা; যেনে, ঢেপঢেপীয়া চৰু; ঢেপঢেপ কৰা, ভালকৈ নবজা; যেনে, ঢোলটো ঢেপঢেপীয়া হৈছে, imperfectly baked, as an earthen pot, having a dull sound like half-baked earthenware.

ঢেৰ্, বি. ( হিং. ঢেৰ, বহুত ) বহুত, বিস্তৰ, অনেক, much, many.

ঢেৰা, স. ধা. বহুত গোটা, বহুত আৰ্জ্জ, বহুত সাঁচ্; যেনে, অমুকে ধন ঢেৰাইছে, to accumulate, to heap together.

ঢেকুৰা, স. শ. মূলাৰ নিচিনা পাত আৰু ফুল ধৰা এবিধ শাক, বিজতুৰা মূলা জাতিৰ শাক, a kind of potherb.

ঢেৰেক্, অনুক. কোনো পানীযুক্ত বস্তু চুঙ্গা আদিৰ পৰা বেগেৰে ওলাই যাওঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that of any watery thing discharged with force from a tube, &c.

ঢেৰেকনি, স. শ. বজ্ৰ পাতৰ শব্দ, a clap of thunder.

ঢেল্, স. শ. ( সং. ধৱল, বগা ) চকুৰ বগা ভাগ; যেনে, চকুৰ ঢেল ওলাল, the white part of the eye.

ঢেলা, বি. (সং. ধৱল, বগা) শেঁতা, নিস্তেজ; বৰষুণৰ পাচত ৰদ নোলোৱাকৈ থকা, ( বতৰত থাটে ); যেনে, ঢেলা ডাৱৰীয়া, pale, cloudy.

ঢেলা-চকুৱা, বি. বগা ভাগ বৰকৈ ওলোৱা চকুযুক্ত, having the white of the eye large.

ঢেলুকাঢেলুক, স. শ. মৰিবৰ সময়ত চকুৰ লুটিয়ালুটি, rolling of the eyes.

ঢেল্‌ওপঙ্গা, স. শ. ( অং. ঢেল, চকুৰ বগা ভাগ + ওপং, পানীৰ ওপৰলৈ উঠ্ ) আধা মৰা হৈ চকুৰ ঢেল উলিয়াই পানীত উটা কাৰ্য্য, the act of floating on the water almost dead.

ঢেল্‌ওপঙ্গা দি, মৰাৰ নিচিনা হৈ পানীত উট্, to float on the water almost dead.

ঢেল্‌ঢেলীয়া, বি. (অং. ঢেলা, শেঁতা ) নিস্তেজ, শেঁতা, pale wan.

ঢোঁৰাকোৱা, স. শ. ( সং. দণ্ডকাক; হিং. চড়্‌কোৱা; বং. দাঁড়কাক, এবিধ কাউৰী জাতিৰ চৰাই) এবিধ ডাঙ্গৰ কাউৰী চৰাইৰ মতা, the raven. ( স্ত্ৰী ) ঢোঁৰাকাউৰী।

ঢোঁৰা-সাপ্, স. শ. ( সং. হিং. ধোড়, বং. ঢোঁড়া, এবিধ পানীৰ সাপ + অং. সাপ, সৰ্প ) এবিধ প্ৰায়ে পানীত থকা বিষহীন সাপ, a kind of water snake.

ঢোঁহ্, স. ধা. আঁত নিবিচৰাকৈ এঠাইত ধৰি টানি উলিয়াই আউল লগা; যেনে, লৰাই সূতলাহিটো ঢুঁহিলে, to draw out in a disorderly manner, as thread and the like.

ঢোঁহা, } বি. আঁত নিবিচৰাকৈ টনাত
ঢোঁহোৰা, } আউল লগা; যেনে, ঢোঁহা বা ঢোঁহোৰা সূতলাহি, entangled.

ঢোঁহোৰ মোহোৰ্, বি. বিশৃঙ্খল, আউলিয়া, tangled, disordered, not tidy.

ঢোঁহোৰ্ মোহোৰকৈ, ক্ৰি. বি. বিশৃঙ্খলৰূপে, আউলীয়াকৈ, in a disorderly manner, untidily.

ঢোক্, স. ধা. ( হিং. ঢোক্‌না, বং. ঢোক্, পান কৰ্ ) দ্ৰৱ বস্তু গিল্; যেনে, ডিঙ্গিৰ বিষত পানী ঢুকিব নোৱাৰি, to swallow liquor, to drink.

ঢোক্, } স. শ. একে বাৰতে যিমান দ্ৰৱ
ঢোকা, } বস্তু গিলা যায়; যেনে, পানী এঢোকা, a draught of liquid.

ঢোকা, স. শ. ( হিং. ঠেক, কোনো বস্তুত দিয়া ঠেকা ) ঠেকা, কোনো বস্তুক নপৰাকৈ ৰাখিবৰ নিমিত্তে লগোৱা বাঁহ আদি ; ( কামৰূপত ) চপনীয়া পৈ, ঘাইকৈ বাঁৰী তিৰোতাত চাপি থকা মানুহ, a prop ; a man who lives at the house of a woman, especially a widow, as her paramour.

ঢোকাঢোকে, ক্রি. বি. অনেক ঢোকা কৰি, এঢোকাৰ পাচত আন এঢোকা লৈ ; যেনে, পানী ঢোকাঢোকে পিলে, draught by draught, one draught after another.

ঢোকাপৰ্ব্বত, স. শ. ( অং. ঢোকা, ঠেকা + পৰ্ব্বত, শিলাময় ওখ ঠাই ; ওখ পৰ্ব্বতৰ ঢোকাৰ নিচিনা, এতেকে ) ওখ পৰ্ব্বতৰ ওচৰৰ চাপৰ, সৰু পৰ্ব্বত, a small low hill near a high one.

ঢোকোৰ্, অনুক. দ্রব বস্তু গিলোঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced in swallowing liquid.

ঢোকোৰাই, } ক্রি. বি. ঢোকোৰ শব্দ
ঢোকোৰ্ কৰে, } কৰি ; যেনে, ঢোকোৰাই পানীটোপা গিলিলে, making the above sound.

ঢোপ্, স. শ. লৰাই উমলিবলৈ কাপোৰ মেৰাই সজা এটা গোল বস্তু ( তাত আঘাত কৰিলে ঢপ শব্দ উঠে এতেকে সেই নাম ) ; তদ্রূপ হেতু গুটিৰ ঘূৰণীয়া ভঁৰাল, a ball made of cloth for children to play with.

ঢোপ্, স. শ. গোসাঁই সকলে আশীর্ব্বাদ কৰি দিয়া তুলসীৰ বা দমনাৰ মালা, a wreath of sacred leaves given by the Gosains as a blessing.

ঢোপ্‌ঢুপীয়া, বি. ( পাচৰ শব্দ চোৱাঁ ) কোঁপোলা বস্তুৰ দৰে শব্দ কৰা, বায়ুৰ দ্বাৰা ওফোন্দা ( পেট ) ; যেনে, ঢোপঢুপীয়া পেট, inflated or puffed out (as the belly).

ঢোপ্‌ঢোপ্, অনুক. কোঁপোলা বস্তুত ঘনে ঘনে আঘাত কৰাৰ নিচিনা শব্দ, an imitative sound used to express that made by a hollow body struck repeatedly.

ঢোপা, বি. ঢোপ বা কাপোৰৰ টোপোলাৰ নিচিনা, অর্থাৎ ফুলিব লগীয়া হোৱাত ভিতৰে কোঁপোলা হোৱা, ফুলিবলৈ ধৰা ; যেনে, ঢোপা কলি, about to open, as a flower bud.

ঢোপা পৰ্, ফুলিবলৈ ধৰ্, to be ready to open, as above.

ঢোপাচালি, স. শ. ( অং. ঘোপ, আন্ধাৰ + চালি, চালৰ নিচিনা আচ্ছাদন ) মেঘৰ পৰা হোৱা আন্ধাৰ, cloudiness.

ঢোপাবড়্, } স. শ. বট গছ, এবিধ আঠা
ঢোপাবৰ্, } ওলোৱা গছ, the caoutchouc tree. *Ficus elastica* (Gamble).

ঢোবোহা, বি. বৰকৈ ওফন্দা, ওলমি পৰা ( পেট ) ; যেনে, ঢোবোহা পেট, puffed out, big (said of the belly).

ঢোবোহা-পেটা, বি. পেটাল, ডাঙৰ পেটযুক্ত, big-bellied.

ঢোল্, স. শ. ( সং. ঢোল, এবিধ বাদ্য—ঢুল্, ওলমি থাক্ ) ডিঙ্গিত ওলমাই বজোৱা এবিধ বাদ্য, a drum.

ঢোল্, স. শ. ( সং. কণ্ডোল ; বং. ডোল্, শস্য থোৱা পাচি ) তিনি পূৰা ধান ধৰা পাচি, a basket holding three *puras* of paddy.

ঢোল্ মাৰ্, ঢোলেৰে জোখ্, to measure with the above.

ঢোলোকনি, স. শ. ( হিং. ঢলক্‌না, জুলীয়া বস্তু ওলাই পৰ্ ) বৰকৈ সঞ্চালিত পাত্রৰ মুখে দি জুলীয়া বস্তুৰ পতন ; বতাহৰ বা ঢৌৰ কোবত নাৱৰ ভিতৰলৈ পানীৰ প্রবেশ, the spilling of liquid out of a vessel shaken violently, the dashing of waves into a boat.

ঢোলোকনি খা, ঢৌ বা বতাহ হোৱাত নাৱে পানী খা, to ship water (as a boat).

ঢোলোকা, স. শ. বতাহৰ বা ঢৌৰ কোবত

একে বাৰত যিমান পানী নাৱলৈ সোমায়; পানীত পৰা মানুহে এবাৰত যিমান পানী গিলে; যেনে, তিনি ঢোলোকা পানী খালে, as much water as is shipped at a time by a boat, or is swallowed by a drowning person.

ঢোলোকা-ঢোলোকে, ক্রি. বি. এঢোলোকাৰ পাচত আন এঢোলোকা, quantity after quantity, as of water shipped by a boat, or swallowed by a drowning person.

ঢৌ, স. শ. (বং. ঢেউ, তৰঙ্গ) উৰ্ম্মি, বতাহৰ বা সোঁতৰ বেগত ওখ হৈ উঠা পানী; এভেকে শোভাৰ নিমিত্তে কোনো পাত্ৰৰ গাত তোলা ভিতৰ-ফালে খোল উঠঙ্গা; যেনে, ঢৌ-কটা টেমা; পানী-জোলা, a wave, a billow; an embossment, a blister.

ঢৌ উঠ্, তৰঙ্গ উঠ্; ৰবকৈ প্ৰকাশিত হ, (প্ৰায়ে বেয়া কথাত খাটে); যেনে, তেওঁৰ ঘৰত চুৰি হোৱাৰ ঢৌ উঠিছে, to rise and roll as a wave, to be noised abroad.

ঢৌছিৰা, বি. এমূৰৰ পৰা আন মূৰলৈ ফটা, গোটেই ফটা, (প্ৰায়ে কাপোৰত খাটে), rent from end to end.

ঢৌ-জোৱাৰ্, স. শ. তুৱাৰ গঁৰিলা, বৰ ওখ ঢৌ, a billow, a great wave.

ঢৌঢৌৱা, বি. বৰ পনীয়া, বহুত পানীযুক্ত, excessively watery.

ঢৌ ফুট্, ৰবকৈ প্ৰকাশিত হ, ঢৌ উঠ্, to be noised abroad.

ঢৌ বান্ধ্, পানী জোলা হ, to blister, to rise in blisters.

ঢৌতে থঁৰ মাৰ্, বহুত বাধাৰ মাজত সুচল পায়েই কোনো কাম সিদ্ধ কৰ্; যেনে, ঢৌতে থঁৰ মাৰি ঘৰৰ পৰা আহোঁ গৈ, to take the first opportunity to accomplish an object.

ঢৌৱা বান্ধ্, পানী-জোলা উঠ্, to blister, to rise in blisters.

ঢৌৱা, অ. ধা. ঢৌ তোল্ (নৈত খাটে); যেনে, নৈয়ে ঢৌৱাইছে, to rise in waves or to be agitated as a river. স. ধা. ৰবকৈ প্ৰকাশ কৰ্, ৰৌটি ফুটা; যেনে, অমুকে কথাটো ঢৌৱালে, to noise abroad, to spread by rumour. স. শ. পানী-জোলা; বায়ুৰ দ্বাৰা ওফন্দি পানীৰ ওপৰত উঠা টোপোৰা, a blister, a bubble.

## ত।

ত, ব্যঞ্জনবিলাকৰ ষোড়শ আখৰ, the sixteenth letter of the consonants.

তই, ব্য. স. (সং. ত্বং, হিং. তু, বং. তুই) আপোনাতকৈ সামান্য মানুহক মতাত ব্যৱহৃত সৰ্ব্বনাম, thou, (applied to an inferior).

তং, স. শ. (হিং. তগানা, কোমল বস্ত্ৰ ভিতৰত ভৰি সি) তামোলৰ গামোছাৰ তামোল বন্ধা মূৰ মলিয়ন নহবৰ কাৰণ কেইবা ভৰপ একে লগে সি তাৰ ভিতৰত ভৰি দিয়া এডোখৰ কাপোৰ, the lining or inner covering of the cloth in which betelnut is folded to be carried about the person.

তং কৰ্, মনোযোগ কৰ্; যেনে, কথাটোলৈ তং কৰিবা, to attend to.

তংলতি, স. শ. এবিধ সৰু তৃণৰ শ্ৰেণীৰ সুগন্ধী গছ, a kind of plant.

তঁক্, স. শ. অকস্মাত উঠা খং, জঁক; কাম ভাৱ, a fit of anger, or of carnal desire.

তকৃতকীয়া, বি. খৰতকীয়া, বেগাই কাম কৰা বা কথা কোৱা, quick in working or talking.

তগৰ্, স. শ. (সং. তগৰ—তৎ, সেই, অৰ্থাৎ সেই দুৰ্গন্ধক+গৃ, গিল্ বা নষ্ট কৰ্) দুবিধ ফুলৰ সাধাৰণ নাম, the common name of two kinds of flower. "জাঁপ্ তগৰ" আৰু "নৰা তগৰ্" চোৱাঁ।

তজু, ব্য. স. (বং. তজু, তোমাৰ) তোমাৰ,

আপোনাৰ, (দেৱতা আৰু মান্যৱান লোকক সম্বোধন কৰাত পদ্যত ব্যৱহৃত); যেনে, "তজু নাভী কমলত ব্ৰহ্মা ভৈলা জাত"—শঙ্কৰ thine, yours.

তজ্‌বজা, অ. ধা. লৰচৰ কৰি থাক্, স্থিৰে নেথাক্, উৎসাহী হ; যেনে, ঘোঁৰাটোৱে তজ্‌বজাই আছে, to be brisk or full of life.

তজ্‌বজীয়া, বি. স্থিৰে নথকা, লৰচৰ কৰি থকা; এলেহুৱা নোহোৱা; অশাঁত, restless, brisk, full of life, lively, unsteady.

তণ্ডুল্, স. শ. (সং. তণ্ডুল—তড্, খুন্দ্, ধান খুন্দি কৰা যায়, এতেকে) চাউল, চোকোৰা গুচোৱা ধান, raw rice.

তত্, স. শ. (সং. তত্ত্ব, ভাব, চিত) জ্ঞান, বোধ, চেতনা; যেনে, জৰৰ তাপত গাত তত নাই; স্থিৰতা, ধৈৰ্য্য; যেনে, অলপ তত পা; সাৱধানতা; যেনে, ততেৰে কাম কৰিবি, consciousness, sense; patience, care, caution.

তত্ কৰ্, মনিব পাৰ্, দেখ্; যেনে, সি কেতিয়া আহিল, তত কৰিব নোৱাৰিলোঁ, to perceive, to discern.

তত্ ধৰ্, ভাব বুজ্; যেনে, এই কথাৰ তত ধৰিব নোৱাৰোঁ, to understand.

তত্ পা, পীড়া বা কষ্টৰ পৰা অলপ সকাহ পা; যেনে, নৰিয়াই অলপ তত পাইছে, to have a little relief from pain or distress.

তত পা বা তত ল, অলপ অপেক্ষা কৰ্ বা ৰ; যেনে, অলপ তত পা মই যাম, to wait a little.

ততু, স্থা. সৰ্ব্ব. সেই কিছু দূৰ ঠাইত, at that place.

ততৰ্, স. শ. জগৰ, লেঠা, টানত পৰা অৱস্থা, a difficulty, a scrape.

ততাতৈয়া, স. শ. (সং. ত্বৰা আৰু ত্বৰিত, শীঘ্ৰতা) শীঘ্ৰতা, খৰখেদা, লৰালৰি; যেনে, ততাতৈয়াত কাম ভাল নহয়, haste, hurry.

ততাতৈয়া কৰ্, খৰ কৰ্, লৰালৰি কৰ্; যেনে, ততাতৈয়া নকৰিবি, to make haste.

ততাতৈয়াকৈ, ক্রি. বি. খৰকৈ, বেগাই, শীঘ্ৰে, hastily, in a hurry.

ততালিকতে, ততালিকে, ততালিক্, } ক্রি. বি. (সং. তাৎকালিক, সেই সময়ৰ) তৎক্ষণাৎ, নিমিষতে, quickly, immediately.

ততোধিক, বি. (সং. ততোধিক—ততঃ, তাতকৈ + অধিক, সৰহ) তাতকৈ বা সেই-বোৰতকৈ সৰহ, বেচি বা ডাঙৰ, more or greater than that or those.

ততোৱাল্, বি. (অং. তত্, সাৱধানতা) সাৱধান, ততেৰে থকা, বিভ্ৰত নোহোৱা, careful, cautious; having presence of mind.

তৎকালে, ক্রি. বি. (সং. তৎকাল, সেই সময়) তেতিয়াই, ততালিকে, quickly, immediately.

তত্ত্ব, স. শ. (সং. তত্ত্ব—তৎ, সেই সত্য বা ঈশ্বৰ+ত্ব, প্ৰত্যয়) সত্যতা, স্বৰূপ, যথাৰ্থতা, মৰ্ম্ম, ঈশ্বৰ, truth, reality; substance; the Supreme Being.

তত্ত্বজ্ঞান্, স. শ. (সং. তত্ত্বজ্ঞান—তত্ত্ব, ঈশ্বৰ + জ্ঞান, বোধ) সত্য জ্ঞান, পৰমেশ্বৰৰ বিষয়ৰ বোধ, knowledge of divine truth.

তত্ত্বজ্ঞানী, স. শ. (সং. তত্ত্বজ্ঞানিন্—তত্ত্ব-জ্ঞান + ইন্) পৰমাৰ্থ জনা বা সত্য জ্ঞান থকা লোক, one having knowledge of divine truth.

তত্-নথকা, বি. (অং. তৎ, জ্ঞান + নথকা, হীন) বিচেষ্টা, বিহ্বল; অসাৱধান, not self-possessed; careless.

তৎপৰ্, বি. (সং. তৎপৰ – তৎ, সেই + পৰ, অনুৰক্ত) কোনো বিশেষ বস্তুত বা কাৰ্য্যত বৰকৈ মন লগোৱা বা নিযুক্ত; যেনে, কাৰ্য্যতৎপৰ, তৎপৰ মনেৰে ধৰ্ম্মৰ কথা শুনা, intent, devoted, closely attending.

তৎপুৰুষ্, স. শ. (সং. তৎপুৰুষ – তৎ, সেই

+পুৰুষ, ব্যক্তি) দুটা শব্দক একে লগ কৰা ব্যাকৰণৰ নিয়মবিশেষ, a form of composition in grammar.

তৎক্ষণাৎ, ক্রি. বি. (সং. তৎক্ষণাৎ—তৎ, সেই+ক্ষণ্, অলপ কাল) ততালিকে, তৎকালে; অতি শীঘ্রে, quickly, immediately.

তথা, যো. অব্য. (সং. তথা—তৎ, সেই) তেনে, সেইৰূপ, like, thus.

তথাচ, অব্য. (সং. তথাচ—তথা, তেনে+চ, ও) তেও, তেনে হওঁতেও, ইয়াৰ পূৰ্ব্বত "যদিচ" বা "যদিও" শব্দ থাকে, yet, still.

তথাপি, অব্য. (সং. তথাপি—তথা, ঐ+অপি, ও) তেও, তেনে হওঁতেও (ওপৰৰ শব্দ চোৱাঁ), yet, still.

তথ্য, স. শ. (সং. তথ্য—তথা, সেইৰূপ অৰ্থাৎ সত্যৰ স্বৰূপ) সত্যতা, যথাৰ্থতা; যেনে, এই কথাৰ তথ্য পোৱা নাই, truth, reality, fact.

তদকাৰ্, বি. (সং. তদাকাৰ, সেই আকৃতি) সেই আকৃতিৰ, অৰ্থাৎ ভাল গঢ়ৰ, পৰিপাটি; যেনে, তেওঁ পিন্ধি উৰি তদকাৰ হৈছে, elegant, neat, tidy.

তদনন্তৰ্, ক্রি. বি. (সং. তদনন্তৰ—তৎ, তাৰ+অনন্তৰ, পাচত) তাৰ পাচত, পাচে, thereafter, afterwards.

তদনুযায় (-য়া-), ক্রি. বি. (সং. তদনুযায়ী—তৎ, সেই+অনুযায়ী, পাচত যোৱা) তদ্ৰূপে, সেই দৰে, according to it.

তদনুৰূপ্, বি. (সং. তদনুৰূপ—তৎ, তাৰ+অনুৰূপ, আকৃতি) তাৰ নিচিনা, সেই প্ৰকাৰ, like it, resembling that.

তদনুৰূপে, ক্রি. বি. সেই দৰে, সেই প্ৰকাৰে, agreeably or according to it.

তদনুসাৰে, ক্রি. বি. (সং. তদনুসৰণং, তাৰ পাচত গমন) সেই দৰে, সেই ৰূপে, agreeably or according to it.

তদপি, অব্য. (সং. তদপি—তৎ, সেই+অপি, ও) তেও, তথাপি, yet, still.

তদভাৱে, ক্রি. বি. (সং. তদভাৱে—তৎ, সি+অভাৱে, নথকাত) সি বা তাই নথকাত, in the absence of him, her or it.

তদৱধি, ক্রি. বি. (সং. তদৱধি—তৎ, সেই কাল+অৱধি, সীমা) সেই কালকে সীমা কৰি, তেতিয়াৰে পৰা, ever since.

তদুত্তৰে, ক্রি. বি. (সং. তৎ, তাৰ+উত্তৰ, প্ৰতিবচন) তাৰ উত্তৰত, সেই কথাৰ উত্তৰ দিয়াত, in reply to it.

তদুপৰি, ক্রি. বি. (সং. তদুপৰি—তৎ, তাৰ+উপৰি, ওপৰত) তাৰ ওপৰেও, তাত বাজে, besides.

তদ্গতচিত্ত, } বি. (সং. তৎ, সেই কথালৈ
তদ্গতমনা, } +গত, যোৱা+চিত্ত আৰু মনস্, মন) সেই কথাত বৰকৈ মন লগোৱা, একাগ্ৰ, একান্ত; যেনে, ভকতে তদ্গতচিত্ত হৈ কীৰ্ত্তন শুনিছে, closely attentive.

তদ্গত চিত্তে, } ক্রি. বি. বৰকৈ মন লগাই,
তদ্গত-মনে, } একাগ্ৰ ভাৱে, intently, attentively.

তদ্দ্বাৰা, আ. অ. (সং. তদ্দ্বাৰা—তৎ, সেই+দ্বাৰা, হতুৱাই) তাৰ বা সেইবোৰৰ দ্বাৰা, thereby, by these.

তদ্ৰূপ্, বি. (সং. তদ্ৰূপ—তৎ, সেই+ৰূপ, প্ৰকাৰ) সেই প্ৰকাৰৰ, তেনে, so, such, of the same nature or form.

তদ্ৰূপে, ক্রি. বি. সেই দৰে, in that manner, so.

তদ্ধিত্, স. শ. (সং. তদ্ধিত—তৎ, সেই কাৰ্য্যলৈ+হিত, ভাল; শব্দক ৰূপান্তৰ কৰিবলৈ ভাল) ব্যাকৰণৰ এক প্ৰকৰণ, a part of grammar.

তধা, বি. (সং. স্তব্ধ, লৰচৰ কৰিব নোৱৰা,) আচৰিত, বিস্মিত, বিচুৰ্ত্তি হৈ একে ঠৰে চাই থকা, lost in amazement, gazing in wonder.

তধা লাগ্, অবাক হৈ একে ঠৰে চাই থাক্, বিচুৰ্ত্তি হ, to be astonished, to be lost in amazement.

তনয়, স. শ. (সং. তনয়—তন্, বৃদ্ধি কৰ্)

পুত্র, লৰা, ( বংশ বৃদ্ধি কৰে, এতেকে ), a son. ( স্ত্রী ) তনয়া, a daughter.

তনু, } স. শ. ( সং. তনু বা তনূ—তন্, বৃদ্ধি
তনূ, } পা. ক্রমে ডাঙ্গৰ হয়, এতেকে ) শৰীৰ, গা, the body. বি. পাতল, অঘন, সেৰেঙ্গা, thin, not close, having interstices.

তন্তু, স. শ. ( সং. তন্তু—তন্, বহল কৰ্ ) সূতা, a thread.

তন্তুবায়্, স. শ. (সং. তন্তুবায়—তন্তু, ঐ + বে, ব ) তাঁতী, a weaver.

তন্ত্র, স. শ. ( সং. তন্ত্র ; তন্, বহল কৰ্ ) তাঁত্ ; সদাশিৱই পার্ব্বতীৰ আগত কোৱা বুলি খ্যাত নানা দেৱতাৰ পূজাৰ বিধান থকা পুথিবিশেষ, এই পুথিৰ সংখ্যা বহুত, আৰু সেইবিলাক বৰ পুৰণি নহয়, a loom, a religious treatise, a treatise written in the form of a dialogue between Shiva and Parvati, inculcating the worship of the gods and goddesses. বি. অধীন, dependent.

তন্দ্রা, স. শ. ( সং. তন্দ্রা—তন্দ্র্, শ্রান্ত বা ক্লান্ত হ ) বৰকৈ ভাগৰ লগাৰ কাৰণে বা নৰিয়াৰ পৰা দুর্ব্বল হোৱাৰ নিমিত্তে কলা-ঘুমটীয়া হৈ পৰি থকা অৱস্থা ; চিলমিলীয়া টোপনি, weariness, lassitude; a slight sleep.

তন্মাত্র, স. শ. ( সং. তন্মাত্র---তৎ, সেই + মাত্র, মাথোন, সেইয়ে মাথোন ) মূল পদার্থ, যি বস্তুৰ পৰা আন কোনো বস্তুৰ সৃষ্টি হয়, the subtle rudiment of elementary matter.

তপ্, স. শ. ( সং. তপস্, তপস্যা চোৱা ) তপস্যা, শৰীৰক কষ্ট দি কৰা দেৱতাৰ উপাসনা, religious austerity, penance.

তপত্, বি. ( সং. তপ্ত, তাপযুক্ত ) উষ্ণ, তাপযুক্ত, hot, warm.

তপতা, স. ধা. তপত কৰ্, to heat; to warm. কৃদ. স. তপতাওঁতা, ( স্ত্রী ) তপতাঁতী।

তপতে, ক্রি. বি. তপত অৱস্থাত, চেঁচা নোহোৱাকৈ ; যেনে, পানী তপতে আছে, in a warm state.

তপতে-তপতে, ক্রি. বি. তপতে থাকোঁতেই, চেঁচা নৌ হওঁতেই ; পোনে পোনে, পলম নকৰাকৈ, while yet hot, immediately, without delay.

তপন, স. শ. ( সং. তপন—তপ্, তাপ দি ) সূর্য্য, বেলি, the sun.

তপন-তনয়্, স. শ. ( সং. তপনতনয়—তপন, ঐ + তনয়, পুত্র ) যম ; কর্ণ, the regent of death ; Karna.

তপ-লোক্, স. শ. ( সং. তপোলোক, সাত লোকৰ এক ) ওপৰে সাত স্বর্গৰ এক স্বর্গ, তপস্বীবিলাকৰ আত্মাই বাস কৰা এক জগৎ, one of the seven regions above.

তপসী, "তপস্বী" শব্দৰ অপভ্রংশ, ( স্ত্রী ) তপসিনী।

তপস্যা, স. শ. ( সং. তপ্, তাপ দি ; ওপৰে সূর্য্যৰ তলে জুইৰ তাপ লোৱা যায়, এতেকে ) শৰীৰক দুখ দি কৰা দেৱতাৰ আৰাধনা, তপ, devotion, austerity.

তপস্বী, স. শ. (সং. তপস্বিন্— তপস্, তপস্যা) তপ-কৰোঁতা, ঋষি, তপসী, a man engaged in the practice of rigorous and devout penance. (স্ত্রী) তপস্বিনী।

তপা, বি. ( সং. তাপ, উষ্ণতা ; বায়ুৰ তাপত চুলি সৰে, এতেকে) মাজ মূৰত বা গোটেই মূৰত চুলি নথকা ; যেনে, তপা মানুহ ; মাজ ভাগত বা গোটেইটোত চুলি নথকা ; যেনে, তপা মূৰ, baldheaded ; স. শ. মাজ মূৰত বা গোটেই মূৰত চুলি নথকা, a bald headed man. (স্ত্রী) তপী।

তপা-মূৰা, } বি. ( অং. তপা, ঐ + মূৰ বা
তপা-মুড়া, } মুড়, শিৰ ) মাজ মূৰত বা গোটেই মূৰত চুলি নথকা, bald-headed. ( স্ত্রী ) তপামূৰী, তপামুড়ী।

তপাল্, স. ধা. ( তপ্, অনুক. ) খোৱা বস্তুৰ আস্বাদ লওঁতে ওঁঠ বা মুখৰ দৰে শব্দ কৰ্ ; যেনে, সোৱাদ পাই মুখ তপালিছে, to smack, the lips after tasting.

তপিনা, স. শ. কৰঙ্গনৰ বাজ ফাল, the outside of the thigh.

তপোধন্, স. শ. (সং. তপোধন—তপস্, তপ+ধন, সম্পত্তি, তপস্যাই ধন যাৰ) ঋষি, তপস্বী, a sage, a devotee.

তপোনিধি, স. শ. (সং. তপোনিধি—তপস্, তপ+নিধি, ভঁড়াল) ঋষি, তপস্বী, মুনি, a sage, a devotee.

তপোনিষ্ঠ, বি. (সং. তপোনিষ্ঠ—তপস্, তপ+নিষ্ঠা, শ্ৰদ্ধা) তপস্যাত ৰত, steadily engaged in religious austerities.

তপোবন্, স. শ. (সং. তপোবন—তপস্, তপ+বন, হাবি) ঋষি সকলে তপস্যা কৰা হাবি, the forest in which religious austerities were practised by the Rishis.

তপ্ত, কৃদ. বি. (সং. তপ্ত—তপ্, তাপ দি) তপত, তাপযুক্ত, চেঁচা বা জুৰ নোহোৱা, hot or warm.

তবধ্, বি. (সং. স্তব্ধ, লৰচৰ কৰিব নোৱৰা) তধা, আচৰিত হৈ অমাত, lost in amazement, gazing in silent astonishment.

তবধ্ লাগ্, আচৰিত হৈ, ৰ লাগি চাই থাক্, to gaze in silent amazement.

তবলা, স. শ. (হিং. তবলু; বং. তব্লা, এবিধ বাদ্য) এবিধ হাতেৰে চপৰিয়াই বজোৱা বাজনা, a drum, a tabor.

তবাজ্, বি. (যাং. তবা, দুষ্ট) দুষ্ট, টটাটিঙ্গা, আধাকটা, (প্ৰায়ে লৰাত খাটে), wicked, naughty.

তম্, } স. শ. (সং. তমস্—তম্, কষ্ট ভোগ
তম, } কৰ্) তিনি গুণৰ শেষটো, যাৰ দ্বাৰা ইহকালত পাপলৈ ইচ্ছা আৰু পৰকালত নৰক হয়, the quality of darkness incident to humanity, whence proceed evil desires, folly, &c., in this life, leading to hell in the next.

তমলুৱা, বি. (অং. তমাল, কুমলীয়া বাঁহ) তমাল তুলাবৰ যোগ্য, আপঁইতা, কুমলীয়া, (বাঁহত খাটে), not ripe, immature, said of bamboo.

তমাল্, স. শ. (সং. তমাল, বাঁহৰ ছাল) জৰীৰ দৰে ব্যৱহৃত আপঁইতা বাঁহৰ কাঠী, a strip of green bamboo used as a string.

তমোগুণ্, স. শ. "তম" শব্দ চোৱাঁ।

তমোগুণীয়া, বি. (সং. তমোগুণ, তিনি গুণৰ শেষ গুণ) খঙ্গাল, অহঙ্কাৰী; মূৰ্খ, wrathful; proud; ignorant.

তমোময়্, বি. (সং. তমোময়, অন্ধকাৰেৰে ব্যাপ্ত—তমস্, অন্ধকাৰ) অন্ধকাৰযুক্ত; উগ্ৰ; প্ৰবল; যেনে, তমোময় খং, তমোময় পানী, তমোময় ধুমুহা, তমোময় ৰদ, consisting of darkness; furious, violent, fierce.

তম্বু, স. শ. (হিং. তম্বু,) কাপোৰৰ ঘৰ, a tent.

তম্ভ্, অ. ধা. (সং. স্তম্ভ, ৰৈ থাক্) জিৰা, শঁতা, কামৰ পৰা বিশ্ৰাম ল; যেনে, অলপ তম্ভিছে, to rest, to stop a while.

তয়, ক্ৰি. বি. (সং. তদ্, সেই) সেই ঠাইত, তাত; যেনে, "একো উপচক্ৰ নোপজে তয়," (পদ্যত), at that place.

তয়াঁতোকা, } স. শ. (অং. তই+তোক)
তয়াঁহঁয়া, } তই আৰু তোক বুলি, অৰ্থাৎ অমান্য কৰি কথা কোৱা কাৰ্য্য, the act of addressing disrespectfully or with incivility.

তয়াময়া, বি. (অং. তই নে মই, কোন জিকিব পাৰে) জয়ী হবৰ কাৰণে বৰকৈ চেষ্টা কৰা, প্ৰাণপণে উদ্যোগ কৰা; যেনে, তয়াময়া যুজ; এতেকে, প্ৰবল, বৰ ডাঙ্গৰ; যেনে, তয়াময়া খং, hardly contested; severe, great. স. শ. প্ৰবল বিবাদ, ডাঙ্গৰ দ্বন্দ; যেনে, দুই ভাইয়েকৰ তয়াময়া লাগিছে, a hard fight or quarrel.

তৰ্, অ. ধা. (সং. তৃ, পাৰ হ, উদ্ধাৰ হ) উদ্ধাৰ হ, সঙ্কটৰ পৰা ৰক্ষা পা; যেনে, দুখৰ পৰা তৰিলোঁ; মুক্তিলাভ কৰ্; যেনে, জীৱ তৰিব, to be saved; to

have salvation. স. ধা. পাৰ হ ; যেনে, সাগৰ তৰিলে, to pass over. স. শ. বাম, স্থল, পানী নথকা মাটি ; যেনে, তৰলৈ যাওঁ, land as opposed to water.

তৰ্ পৰ্, পানী শুকাই কম হ ; যেনে, ইয়াত তৰ পৰিছে ; অন্ত হ, শেষ হ ; যেনে, তাৰ কথাৰ তৰ পৰিল, to dry up or become shallow ; to come to an end.

তৰ পা, বাম পা ; অন্ত পা, to come to the shore or an end.

তৰ্, স. ধা. (সং. তন্, বিস্তৃত কৰ্) আঁৰ দিবৰ বা ঢাকিবৰ কাৰণ বিস্তৃত কৰ্ বা বহলা ; যেনে, আঁৰ কাপোৰ, আঁঠুৰা বা পাল তৰিছে, to spread as an awning or a curtain, &c.

তৰ্, } বি. (অং. তৰ্, পাৰ হ, অনায়াসে
তৰং, } পাৰ হৈ যাব পাৰি, এতেকে) অগভীৰ ; যেনে, তৰং পানী ; দ নোহোৱা, বহুত তললৈ নবহা ; যেনে, তৰং গাঁত, shallow, not deep ; having no depth.

তৰ্, স্থা. সৰ্ব্ব. সেই ঠাইৰ, of that place.

তৰঙ্গ, স. শ. (সং. তৰঙ্গ ; তৃ, পাৰ হ) ঢৌ, উৰ্ম্মি, a wave.

তৰঙ্গনি, বি. (অং. তৰ্ক, শীঘ্ৰে গমিব পাৰ্) চোকা, খঙ্গাল (প্ৰায়ে বাঘত খাটে) ; যেনে, তৰঙ্গনি বাঘ, fierce, ferocious, said of tigers.

তৰঙ্গিনী, স. শ. (সং. তৰঙ্গ, ঢৌ, ঢৌযুক্ত) নদী, নৈ, a river.

তৰঙ্গুৰা, বি. (অং. তৰং, অগভীৰ) দ নোহোৱা, তৰাং, shallow, not deep.

তৰণ্, কৃদ. স. (সং. তৰণ—তৃ, উদ্ধাৰ হ, পাৰ হ) উদ্ধাৰ হোৱা বা পাৰ হোৱা কাৰ্য্য, the act of being saved or passing over.

তৰণি, স. শ. (অং. তৰ্, ৰক্ষা পা, উদ্ধাৰ হ) ৰক্ষাৰ উপায় ; যেনে, আপদৰ তৰণি ; উদ্ধাৰ, ৰক্ষা ; যেনে, কামৰ পৰা তৰণি পোৱা নাই, means of deliverance ; delivery.

তৰণি, } স. শ. (সং. তৰণি বা তৰণী ; তৃ,
তৰণী, } পাৰ হ, তাৰ দ্বাৰা নৈত পাৰ হোৱা যায়, এতেকে) নৌকা, নাও, a boat.

তৰপ্, স. শ. (সং. স্তৰ, জাঁপ) জাঁপ, এখানৰ ওপৰত থোৱা আন এখান বহল বস্তু ; এতেকে একেবাৰেই কৰা বা উৎপন্ন হোৱা বস্তুৰ সমূহ, চাম, a stratum ; a batch.

তৰপা তৰপে, } ক্ৰি. বি. এতৰপৰ পাচত
তৰপে তৰপে, } আন তৰপ, layer by layer ; batch by batch.

তৰপীয়া, বি. অনেক তৰপ থকা, having several layers or folds ; laminated.

তৰপাতৰপি, স. শ. তৰপীয়া হৈ থকা অৱস্থা, lamination.

তৰফ্, স. শ. (যাং. তৰফ, পক্ষ) পক্ষ, ফাল, side, party.

তৰফে, আ. অব. পক্ষে, ফালে, on behalf of.

তৰল্, বি. (সং. তৰল—তৃ, গতি কৰ্ বা তপং, বৈ যায়, এতেকে) দ্ৰৱ, পাতল, জুলীয়া ; যেনে, তৰল বস্তু দ ফালৈ বৈ যায় ; এতেকে চঞ্চল, অস্থিৰ, গহীন নোহোৱা ; যেনে, তৰল লৰা, liquid ; unsteady, fickle.

তৰলতা, গু. শ. তৰল গুণ, চঞ্চলতা, liquidity ; fickleness.

তৰস্ত, বি. (সং. ত্ৰস্ত, ভীত) ভয়-পোৱা, ভীত, fearful, afraid. (প্ৰায়ে পদ্যত)।

তৰহ্, স. শ. (হিং. তৰহ, প্ৰকাৰ) প্ৰকাৰ, বিধ, a kind, a sort.

তৰহে তৰহে, ক্ৰি. বি. বিধে-বিধে, এবিধৰ পাচত আন এবিধ হৈ, each kind separately, kind after kind.

তৰা, স. শ. (সং. তাৰা, নক্ষত্ৰ) আকাশৰ সৰু দীপ্তিমন্ত বস্তু, নক্ষত্ৰ, a star.

তৰা, স. শ. এবিধ গছ, the wild cardamom.

তৰা, স. ধা. (অং. তৰ্, উদ্ধাৰ হ) সঙ্কটৰ পৰা ৰাখ্, উদ্ধাৰ কৰ্ ; নিস্তাৰ কৰ্, মুক্তি দি, to save, to deliver ; to give salvation to. কৃদ. স. তৰাওঁতা, ( ) তৰাঁতী।

তৰাং, বি. "তৰং" শব্দ চোৱাঁ।
তৰা-ডাঁহী, "ডাঁহী" চোৱাঁ।
তৰা-নৰা ছিঙ্গি, বৰকৈ বেগাই, পাচলৈ নেচাই; যেনে, তৰা-নৰা ছিঙ্গি লৰিছে, breathlessly, with full speed.
তৰাণি, স. শ. (অং. তৰা, এবিধ তৃণ) তৰা বনৰ হাবি, a place abounding in the "*tara*" plant.
তৰাস্, স. শ. "ত্রাস" শব্দৰ বিকৃতি, পদ্যত মাথোন চলিত।
তৰাহি, স. শ. পিতলৰ থাল; সৰু কাঁহী, a small brass dish.
তৰি, ⎱ স. শ. (সং. তৰি বা তৰী; তৃ, পাৰ
তৰী, ⎰ হ) নাও, নৌকা, a boat.
তৰু, স. শ. (সং. তৰু—তৃ, গতি কৰ্, মাটিৰ পৰা ক্রমে ওপৰলৈ গতি কৰে, এতেকে) গছ, বৃক্ষ, a tree.
তৰুণ্, বি. (সং. তৰুণ—তৃ, গতি কৰ্; ডেকাৰ পৰা বুঢ়া বয়সলৈ গতি কৰে) ডেকা, যুবা; যেনে, তৰুণ লৰা; তৰুণ বয়স, young. (স্ত্রী) তৰুণী।
তৰুৱা, বি. ক্ষুদ্র, সামান্য, অনুস্ফুটীয়া; যেনে, তৰুৱা জলপান, small, little, inferior.
তৰুৱা-কদম, স. শ. (অং. তৰুৱা, ক্ষুদ্র + কদম, ৰঘু গছ) কদম ফুলৰ আকৃতিৰ কিন্তু তাতকৈ সৰু হালধীয়া ফুল ধৰা এবিধ কাঁইটীয়া গছ, a kind of tree.
তৰুৱাহি, স. শ. বিন্ধাৰ অর্থাৎ আহুধান পাতল কৰা যতনৰ নাল, the handle of the instrument used in thinning out the seedlings of "*ahudhan.*"
তৰে, ক্রি. বি. (অং. তৰ, বাম) বামে দি, বাম বাটে, by land.
তৰোঁতা, কৃদ. স. ("তৰ" চোৱাঁ) যি মানুহ তৰে, a man who is saved, &c. (স্ত্রী) তৰঁতী।
তৰোৱাল্, স. শ. (সং. তৰৱাৰি; হিং. তৰৱাৰ বা তলৱাৰ, বং. তলোয়াৰ, এবিধ কটা অস্ত্র) এবিধ ঠেক আৰু দীঘল কটা অস্ত্র, a sword, a cutlass, a scimitar.
তর্ক, স. ধা. (সং. তর্ক, অনুমান কৰ্; বাদ কৰ্) চকুৰে মন্, দেখ্; যেনে, তাক তর্কিবই নোৱাৰি; বুজ্, মনেৰে ধৰ্; যেনে, এই কথাৰ অর্থ কঠিন, তাক তর্কিব নোৱাৰি; গম্, বিবেচনা কৰি চা; যেনে, প্রস্তাৱটো তর্কিছো, to discern, to perceive, to comprehend, to consider, to judge.
তর্ক, স. শ. (সং. তর্ক, বাদ কৰ্) কথাৰ বাদ, বিচাৰ মীমাংসা; কাৰণৰ পৰা কার্য্যৰ বা কার্য্যৰ পৰা কাৰণৰ অনুসন্ধান, reasoning, discussion, logic.
তর্কবিতর্ক, স. শ. (সং. তর্ক, সত্যৰ বিচাৰ + বিতর্ক, ঐ) বাদানুবাদ, প্রশ্ন উত্তৰৰ দ্বাৰা কৰা সত্যৰ বিচাৰ, reasoning, argumentation, discussion.
তর্কবিদ্যা, স. শ. (সং. তর্ক, ঐ + বিদ্যা, জ্ঞান) যি বিদ্যাৰ দ্বাৰা কোনো কথাৰ সত্যাসত্যৰ বিচাৰ কৰিব পাৰি, কার্য্যৰ পৰা কাৰণ আৰু কাৰণৰ পৰা কার্য্য নিশ্চয় কৰা বিদ্যা, the science of reasoning, or logic.
তর্কশাস্ত্র, স. শ. (সং. তর্ক, ঐ + শাস্ত্র, পুথি) ন্যায়-শাস্ত্র, তর্ক-বিদ্যা-শিকোৱা পুথি, a book which teaches the science of logic.
তৰ্-চেঙ্গেলী, স. শ. (অং. তৰ্, বাম + চেঙ্গেলী, এবিধ মাছ) চেঙ্গেলী-মাছৰ নিচিনা গাৰে এবিধ জেঠী জাতিৰ জন্তু, a kind of lizard.
তর্জন্, কৃদ. স. (সং. তর্জন—তর্জ্, ডাবি দি) ডাবি, ডাবি দিয়া কার্য্য, গর্জন, a threat, the act of threatening, abuse.
তর্জনী, স. শ. (সং. তর্জনী—তর্জ্, ডাবি দি; তাক জোকাৰি ডাবি দিয়া যায়, এতেকে) বুঢ়া আঙ্গুলিৰ আগত থকাটো আঙ্গুলি, the forefinger.
তর্জু, স. শ. (যাং. তৰাজু, তুল) এডাল ধাতুৰ শলাৰ মূৰে মূৰে দুটা বাটিৰ নিচিনা ধাৰক ওলমাই দি সজা এবিধ সৰু তুল, a pair of scales.

তৰ্ণাস্তি, বি. (সং. তন্নাস্তি, সেইটো নাই অৰ্থাৎ নষ্ট) খান্তাং, লণ্ডভণ্ড, উচ্ছন্ন; যেনে, দেশখান তৰ্ণাস্তি কৰিলে; এতেকে হাৰাশাস্তি, laid waste, harassed.

তৰ্ত্তৰীয়া, বি. (অং. তৰ্, অগভীৰ) গহীন নোহোৱা, মন পাতল, fickle, light-minded.

তৰ্দ্ধনি, স. শ. টানত পৰি বিবুদ্ধি হোৱা অৱস্থা, perplexity.

তৰ্‌পৰা, স্থা. সৰ্ব্ব. সেই দূৰ ঠাইৰ পৰা, from that place.

তৰ্পণ্, কৃদ. স. (সং. তৰ্পণ—তৃপ্, সন্তোষ কৰ্) তৃপ্তি দিয়া বা পোৱা কাৰ্য্য; মৃতকৰ সন্তোষৰ নিমিত্তে তিল-জল দিয়া কাৰ্য্য; দেৱতাৰ উদ্দেশে কৰা জল আদিৰ দান, the act of pleasing or being pleased, a libation offered to the gods or *manes* collectively or individually.

তৰ্পিত্, কৃদ. বি. (সং. তৰ্পিত, ঐ) যাক তৃপ্তি দিয়া হৈছে, যাৰ উদ্দেশে তৰ্পণ কৰা হৈছে; যেনে, পিতৃ সকল তৰ্পিত হৈছে, satisfied.

তৰ্-বটীয়া, বি. (অং. তৰ্, বাম+বাট, পথ) বাম বাটে চলা, বামে যোৱা, travelling or making journeys by land.

তৰ্বৰা, } অ. ধা. (বং. তৰ্বৰ্, দীপ্তি)
তৰ্‌বৰা, } জলমলা, চিক্‌মকা, to glitter, to sparkle.

তৰ্বৰীয়া, } বি. জিলিকা, জলমলীয়া, glit-
তৰ্‌বৰীয়া, } tering, sparkling.

তৰ্ম্মুজা, স. শ. (সং. তৰম্বুজ; যাং. তৰ্ব্বুজ্, এবিধ ফল) এবিধ লতা; তাৰ বৰ মিঠা আৰু ৰসাল ফল, a watermelon and its plant.

তল্, স. শ. (সং. তল্, স্থাপন কৰ্) নাম ভাগ, অধো ভাগ; যেনে, গছৰ তল; চেপেটা বস্তুৰ ওপৰৰ বা তলৰ সমান ভাগ (এই ভাৱত আন এটা সংজ্ঞা শব্দৰ পাচত থাকে); যেনে, ভূতল, হস্ততল, the place underneath, the bottom, a flat surface. বি. অধীন, তলতীয়া; নামৰ, অধো ভাগৰ, subject, subordinate, dependent, lower.

তল্ যা, তলত পৰ্, ঢকা হ; যেনে, পথাৰখান পানীৰ তল হৈগছে, to be submerged.

তল্ নিয়া, তল কৰ্, ঢাক, বুৰা; যেনে, পথাৰখান পানীয়ে তল নিয়ালে, to submerge.

তলচা, স. শ. (সং. তল, অধোভাগ) কোনো বস্তুৰ তলত পাৰি দিয়া কাপোৰ আদি, তুলী আদিৰ তলত পৰা কাপোৰ, a piece of cloth spread under a seat or mattress.

তলতীয়া, বি. তলৰ, অধীন, বশবৰ্ত্তী; বয়সে সৰু, inferior, subordinate, younger.

তলতু-পৰা, স. শ. (সং. তল+পাৰ্, বিস্তৃত কৰ্) শয্যাৰ তুলীৰ ওপৰত পাৰি দিয়া কাপোৰ (সি শোঁতাৰ তলত থাকে এতেকে), a bed sheet.

তলনি, স. শ. জুলীয়া বস্তুৰ তলত থকা বস্তু; গেদ, something which remains at the bottom, dregs. বি. তলৰ, তলত থকা; যেনে, তলনি ভাত, remaining at the bottom or below the surface.

তলব্, স. শ. (যাং. তলব্) কোনো ঠাইত উপস্থিত হবৰ আজ্ঞা, a summons.

তলা, স. শ. (সং. তল, অধো ভাগ) পানীৰ পাত্ৰৰ তলি, গাঁৰুৰ চক; মনৰ গুপ্ত ভাৱ; যেনে, টেঙ্গৰ মানুহৰ তলা ধৰা টান, the bottom of a water vessel, an embroidered end of a round pillow, a secret thought.

তলা ওলা, গুপ্ত কথা বাহিৰ হ, to be revealed (as a secret).

তলা মাৰ্, পানীৰ পাত্ৰত তলি লগা, to fix the bottom piece of a water vessel.

তলা পা, গুপ্ত কথা জান্, গুপ্ত কথাৰ বুজ পা; যেনে, তেওঁৰ তলা পালোঁ, to be acquainted with any secret.

তলাওপৰা, বি. এটা তলত আনটো ওপৰত

পৰা; তলৰ ভাগ ওপৰলৈ যোৱা, one upon another, placed as the lower part above, transposed.

তলাতল্, স. শ. ( সং. তলাতল—তল, অধো ভাগ+তল, অধো ভাগ অৰ্থাৎ খলপা খলপ ) হিন্দুশাস্ত্ৰত লেখা পৃথিবীৰ তলৰ জগতবিলাকৰ তৃতীয় খলপা; এতেকে অনেক খলপা থকা ঘৰ, the third of the seven regions below the earth, a house of several stories.

তলানলা, স. শ. ( অং. তলা, গুপ্ত ভাৱ+নলা, অনুক. ) অনুসন্ধান, উৰা দিহ, গুপ্ত কথাৰ জ্ঞান, a knowledge of a secret thing, a clue.

তলি, স. শ. ( সং. তল, অধো ভাগ ) পাত্ৰৰ বা আন কোনো বস্তুৰ তলৰ ভাগ, অধো ভাগ, the bottom of an utensil, &c.

তলিচা, "তলচা" শব্দ চোৱা।

তলিয়ৰি, বি. ( অং. তলি, তল ) তলত থকা, তলৰ; যেনে, তলিয়ৰি ভাত; পিন্ধা কাপোৰৰ ভিতৰৰ ফালে লগোৱা; যেনে, চোলাৰ তলিয়ৰি কাপোৰ, remaining at the bottom, used for lining a garment. স. শ. পিন্ধা কাপোৰৰ ভিতৰ ফালে লগোৱা কাপোৰ, the lining of a garment.

তলী, স. শ. ( সং. স্থলী, মাটি ) খেতি কৰা মাটি ( যি শস্যৰ খেতি হয়, তাৰ নামৰ পাচত থাকে ) ; যেনে, মাহতলী, কঠীয়া তলী, land on which a particular crop is cultivated always preceded by the name of the crop.

তলীয়া, স. শ. ( সং. তল, চেপেটা বস্তুৰ পৃষ্ঠ ভাগ ) কাঠৰ নাল-লগোৱা ভাত বঢ়া চেপেটা পাত্ৰ, a flat wooden vessel with a handle on which boiled rice is carried for serving out.

তলুৱা, স. শ. ( সং. তল, ভৰিৰ তলৰ ফাল ) ভৰিৰ তলৰ ফাল; হাতৰ ভিতৰৰ ফাল, the palm of the hand, the sole of the foot.

তলে, আ. অব্য. ( সং. তল, নাম ভাগ ) অধো ভাগে, তল ফালে; অধীনে, তলতীয়া হৈ; যেনে, লোকৰ তলে কাম কৰোঁতা, underneath, below, under, in subordination to.

তলে তলে, ক্রি. বি. মনে মনে, গুপ্তৰূপে, আনে নজনাকৈ, ভিতৰি, secretly.

তলৈ, স্থা. সেই ঠাইলৈ, to that place.

তল্-ওপৰ্, বি. ওপৰৰ ফাল তল আৰু তলৰ ফাল ওপৰ হোৱা; হুলস্থূলীয়া, তোলপাৰ, upside down, confused, tumultuous.

তল্-খুঁচুৰীয়া, বি. ( সং. তল, অধো ভাগ+খুঁচুৰীয়া, ক্ষুদ্ৰ ) সৰুকৈ কোৱা; যেনে, তল্ খুঁচুৰীয়া কথা; গুপ্ত ভাৱে কৰা, spoken in a low tone of voice, done secretly.

তল্-খুঁচুৰীয়াকৈ, ক্রি. বি. সৰু মাতেৰে, in low tone of voice.

তল্-গৰীয়া, বি. ( সং. তল্+গৰ্, বাগৰি যা ) তল-যোৱা, নোপঙ্গা, not buoyant, apt to sink.

তল্-চৰীয়া, বি. ( সং. তল্+চৰ্, গতি কৰ্ ) তলত থকা; পুখুৰি আদিৰ নিচেই তলৰ ভাগত থকা; যেনে, তল্চৰীয়া মাছ, remaining at the bottom, especially of a pond, &c. (applied to fish, &c.).

তল্-ধৰা, স. শ. ( সং. তল+ধৰ্, ধাৰণ কৰ্ ) তাঁত-শালৰ গৰকাৰ জৰী, তাঁতৰ তলফালে লাগি থকা জৰী, the cord attached to the treadles of a loom.

তল্পেট, স. শ. ( সং. তল+পেট, উদৰ ) পেটৰ নাইৰ তলৰ ভাগ, the lower part of the belly.

তল্-ফাল্, স. শ. (সং. তল+ফাল, পাৰ্শ্ব) তলৰ ভাগ, তলৰ পিঠি, the lower side or part.

তল্-ফালে, ক্রি. বি. তলে, তলৰ পোনে, underneath.

তল্-সৰা, বি. ( সং. তল্, অধো ভাগ+অং. সৰ্, খহি পৰ্ ) গছৰ পৰা সৰি তলত পৰা, fallen down from a tree (said of fruits and flowers).

তল্-সুঁতীয়া, বি. (সং. তল্, অধো ভাগ+অং. সুঁতি, নদীৰ শাখা) মাটিৰ তলে সোঁত বোৱা, মাটিৰ তলে বৈ থকা; যেনে, তল্-সুঁতীয়া নৈ, subterranean.

তল্সুৰীয়া, বি. (অং. তল্, অধো ভাগ+স্বৰ, ধ্বনি) সৰু সৰুকৈ কোৱা বা গোৱা; যেনে, তল্সুৰীয়া গীত, said or sung in a low tone of voice.

তল্সুৰীয়াকৈ, ক্রি. বি. সৰু মাতেৰে, in a low voice.

তা, স. ধা. (সং. তপ্, তপত কৰ্) ভাতীৰে তাপ দি, ভাতী সঞ্চালিত কৰ্, to blow fire with a bellows.

তাই, ব্য. সর্ব্ব. (সং. তদ্, সেই) সেই জনী তিৰোতা, she.

তাই-লুকীয়া, বি. (অং. তাই, সেই তিৰোতা +লুকা, গোপন কৰ্) গোপনে এজনৰ ছুর্নাম আন এজনক কোৱা, লগনীয়া; অবিশ্বাসী, নীচ, backbiting, untrust worthy, mean.

তাও, স. শ. (সং. তাপ, উষ্ণতা) তাপ, উষ্ণতা; এবাৰত চৰুত বহাই ৰন্ধা ভাত, heat, as much rice as is cooked in a pot at a single time.

তাও-কাপোৰ্, স. শ. (বং. তাও, এজাপ+ কাপোৰ) কপাহী উকা থান কাপোৰ, a piece of plain cotton cloth.

তাওকিন্, স. শ. পেটত নাল লগোৱা লোটা, a water vessel with a spout.

তাঁত্, স. শ. (সং. তন্ত্ৰ, শালত থকা কাপোৰ) কাপোৰ কৰিবৰ নিমিত্তে শালত লগোৱা দীঘৰ সূতাবিলাক; কিছু বোৱা, শালত থকা কাপোৰ, a warp in the loom; a cloth in the course of being woven.

তাঁতী, স. শ. কাপোৰ বৈ উপজীব্য কৰা মানুহ, a weaver. (স্ত্রী) তাঁতিয়নী।

তাঁত্-শাল্, স. শ. (সং, তন্ত্ৰ-শালা, তাঁত বোৱা ঘৰ) তাঁত বোৱা ঘৰ্; কাপোৰ বোৱা যন্ত্ৰসমূহ, a shed or place where cloths are woven, a loom.

তাকৰ্, বি. অলপ, কম; নোজোৰা, a little, insufficient.

তাকৰা, স. ধা. কমা, কম কৰ্, টুটা, to diminish, to lessen. কৃদ. স. তাকৰাওঁতা, (স্ত্রী) তাকৰাঁতী।

তাকৰীয়া, বি. অলপীয়া, তাকৰ বা কম থকা; যেনে, তাকৰীয়া পৰিয়াল; অলপ; অপ্রচুৰ; যেনে, তাকৰীয়া বস্তু, consisting of a small number or quantity, a little, inadequate.

তাকৰ্কৈ, ক্রি. বি. অলপীয়াকৈ, কমাই, in a small quantity.

তাঙৰ্, স. ধা. উৎকর্ষ কৰ্, আগতকৈ ভাল কৰ্, to improve.

সমা.—বাত্, তাঙৰ্, ভগা বস্তুক পুনৰ ভাল কৰিলে বতা হয়, এবাৰ সজা বস্তুৰ কোনো ভাগ লবাই আগতকৈ ভাল কৰাৰ নাম তাঙৰা।

তাতে, যো. অব্য. (অং. তাত, সেই ঠাইত) সেই কাৰণে; যেনে, সি ইয়ালৈ আহিবলৈ মান্তি নহল, তাতে মই তাক কলোঁ, therefore.

তাঙৰণ্, কৃদ. স. তাঙৰা কার্য্য, উৎকর্ষ কৰা কার্য্য; সংশোধন কৰি পুনৰায় ছপা পুথি, the act of improving, an improved edition of a book. (এইটো নতুন শব্দ)।

তাজিয়া, স. শ. (যাং. তাজিয়া) মছুলমানৰ মহৰম পর্ব্বৰ শেষৰ দিনা লৈ ফুৰোৱা হাচেন আৰু হুচেনৰ মৈদামৰ আকৃতি, the *Taziyah* of the Mussalmans.

তাড়্, স. শ. (বং. তাড়, হাতৰ অলঙ্কাৰ) কিলাকুটিৰ ওপৰে বাহুত পিন্ধা বলয়া বিশেষ, an ornament worn on the arm above the elbow.

তাড়কা, স. শ. ৰামচন্দ্রই বধ কৰা এজনী ৰাক্ষসীৰ নাম, a female demon killed by Rama.

তাড়না, স. শ. (সং. তাড়ন, আঘাত কৰা) কোবোৱা; শাসন কৰা, দমন, admonition, chastisement.

তাড়িত্, বি. ( সং. তাড়িত—তড়িত, বিজুলী ) বিজুলী সম্বন্ধীয়, বিজুলীৰ, electric.

তাড়িত্-বাৰ্ত্তাবহ্, স. শ. ( সং. তাড়িতবাৰ্ত্তাৱহ—তাড়িত, ঐ + বাৰ্ত্তা, সমাচাৰ + ৱহ্, লৈ যা ) বিজুলী-ডাক, electric telegraph.

তাত্, স্থা. সৰ্ব্ব. সেই ঠাইত, there.

তাৎপৰ্য্য, স. শ. ( সং. তাৎপৰ্য্য—তৎপৰ্, তাত ৰত ) কোনো কথাৰ ভাৱ, অভিপ্ৰায়, object, purpose, meaning.

তাদৃশ, ক্ৰি. বি. ( সং. তাদৃশ—তৎ, সেই + দৃশ, চা ) তাৰ দৰে, সিমান ; তেনে, so, such.

তাস্ত, ব্য. সৰ্ব্ব. তেওঁত, in him. ( পদ্যত )।

তান্ত্ৰিক্, বি. ( সং. তান্ত্ৰিক তন্ত্ৰ, এবিধ ধৰ্ম্ম শাস্ত্ৰ ) তন্ত্ৰ-শাস্ত্ৰ সম্বন্ধীয় ; তন্ত্ৰ-শাস্ত্ৰৰ দৰে চলা, relating to the *tantras*, following the tenets of the *tantras*. স. শ. তন্ত্ৰৰ মতে চলা লোক, a follower of the *tantras*.

তাপ্, স. শ. ( সং. তাপ—তপ্, তপত কৰ্ ) তপত্ গুণ, উষ্ণতা ; এতেকে মনৰ দুঃখ, শোক ; পীড়া, কষ্ট ; যেনে, কিলৰ তাপত, heat, warmth, sorrow, pain.

তাপন্, স. শ. ( সং. তাপন—তপ্, তাপ দি ; সন্তাপ জন্মায় এতেকে ) কামদেৱৰ এপাট শৰ, one of the arrows of Cupid.

তাপলি, স. শ. কাপোৰৰ ফাটৰ ওপৰত সি দিয়া এডোখৰ কাপোৰ ; এতেকে কোনো বস্তু ঢাকিবৰ কাৰণ লগাই দিয়া সৰু খণ্ড, a patch.

তাপলি মাৰ্, এক সৰু খণ্ড লগাই দি ফাট আদি গুচা, to patch.

তাপস্, স. শ. ( সং. তাপস—তপস্, যোগ ) তপস্বী, যোগী, a devotee, an ascetic. ( স্ত্ৰী ) তাপসী।

তাপহ্, অ. ধা. ( অং. তাপ, বেজাৰ + সহ্, সহন কৰ্ ) বেজাৰ সহ্, কষ্টত ধৈৰ্য্য ধৰি থাক ; যেনে, শোক পালে মনত তাপহিব নোৱাৰি, to bear up, to be firm.

তাপিত্, কৃদ. বি. ( সং. তাপিত—তপ্, তপত কৰ্ ) তপত হোৱা, তাপৰ পৰা কষ্ট পোৱা ; বেজাৰ পোৱা, দুঃখিত, heated, distressed.

তাবিজ্, বি. নিপুণ, পাৰ্গত, skilled, accomplished.

তাম, স. শ. ( সং. তাম্ৰ, এবিধ ধাতু ) এবিধ ধাতু, copper.

তামসিক্, বি. ( সং. তামসিক—তমস্, তিনি গুণৰ এক গুণ ) তমোগুণীয়া, of or belonging to the quality of darkness.

তামী, স. শ. (অং. তাম, এবিধ ধাতু) পূজাত ব্যৱহৃত তামৰ বাটি, a copper cup used at a Puja.

তামূলী, স. শ. ( অং. তামোল, গুৱা ) ডাঙৰ লোকক তামোল কাটি দিয়া মানুহ, a man who prepares and furnishes betelnuts, a betelnut bearer. বি. তামোল প্ৰিয়, বৰকৈ তামোল খোৱা, excessively fond of betelnuts.

তামূলী-ফৰিং, স. শ. তামোল খোৱা মানুহৰ নিচিনা ৰঙা মুখেৰে এবিধ ফৰিং, a species of grasshopper with red mandibles.

তামূলী ফুকন্, স. শ. অসম ৰজাৰ এজনা ডাঙৰ বিষয়া, a high official under the Assam Raja.

তামোল্, স. শ. ( সং. তাম্বূল, গুৱা ) তাল জাতিৰ এবিধ গছ আৰু তাৰ ফল ; পাণ চূণ আদিৰে মিহলাই চোবাবলৈ যুগুত কৰা, সেই ফলৰ সৰু সৰু খণ্ড, the areca nut and its tree ; a preparation consisting of the areca nut, betel leaf, lime and spices, which is chewed by all natives of India.

তামোল্ পাণ কটা, কন্যাৰ গৰাকীক তামোল পাণ দি ছোৱালী খোজ্ ; যেনে, সেই ছোৱালীৰ নিমিত্তে তামোল পাণ কটাইছে, to ask for a girl in marriage by presenting betelnuts to her guardians.

তামোল্-কটাৰী, স. শ. তামোল-কটা কটাৰী, a knife with which betelnut is cut.

তামোল্-গামোছা, স. শ. তামোল-পাণ বান্ধি লৈ ফুৰোৱা গামোছা বা ঠেক, দীঘল কাপোৰ, a small cloth for holding betelnuts to be carried about.

তাম্বুল্, স. শ. (সং. তাম্বুল—তম্, বাঞ্ছা কৰ্) তামোলৰ ফল; গুৱা; খাবৰ নিমিত্তে পাণ চূণ আদিৰে যুগুত কৰা তামোল, an areca nut, a betelnut prepared with betel leaf, lime, &c., for chewing.

তাম্ৰ, স. শ. (সং. তাম্ৰ—তম্, বাঞ্ছা কৰ্) এবিধ ৰঙ্গা বৰণীয়া ধাতু, copper.

তাম্ৰ-কুণ্ড, স. শ. (সং. তাম্ৰ-কুণ্ড—তাম্ৰ, তাম + কুণ্ড, পানীৰ পাত্ৰ) তামৰ ডাঙ্গৰ বাটি, a large water vessel of copper.

তাম্ৰ-পত্ৰ, স. শ. (সং. তাম্ৰপত্ৰ—তাম্ৰ, তাম + পত্ৰ, পাত, অৰ্থাৎ তাৰ নিচিনা চেপেটা বস্তু) ৰজাই মাটি আদি দান কৰাৰ কথা লিখা চেপেটা তাম, তামৰ ফলি, a copper plate on which grants of land, &c., are inscribed.

তাৰ্, উপ. শ. সমূহ বা আটি বুজাবলৈ নোম, কাঠী বা তদ্ৰূপ বস্তু বুজোৱা সংজ্ঞা শব্দৰ বা তাৰ বিশেষণৰ পাচত দিয়া শব্দ; যেনে, চুলিতাৰ; বাঢ়নী তাৰ, a particle placed after a noun or adjective to denote a quantity or bundle of hair, &c. ভাল বা সৰু তেনে বস্তু বুজাবলৈ "তাৰি" হয়; যেনে, চুলি তাৰি। স্থা. সৰ্ব্ব. সেই ঠাইৰ, of that place.

তাৰ্, স. ধা. (সং. তৃ, ৰক্ষা কৰ্) উদ্ধাৰ কৰ্, আপদৰ পৰা ৰাখ্; মুক্তি দি, to deliver, to save, to free from worldly suffering, to give salvation to.

তাৰক্, কৃদ. স. (সং. তাৰক—তৃ, পাৰ কৰ্) তাৰোঁতা, ৰক্ষা কৰোঁতা; মুক্তি দিওঁতা, a saviour, a deliverer. স. শ. মৰা এটা অসুৰৰ নাম, a demon destroyed by Kartica.

তাৰকা, স. শ. (সং. তাৰকা—তৃ, ঐ) তৰা, a star.

তাৰণ্, কৃদ. স. (সং. তাৰণ—তৃ, পাৰ কৰ্, উদ্ধাৰ কৰ্) উদ্ধাৰ বা ৰক্ষা কৰা কাৰ্য্য; উদ্ধাৰ বা ৰক্ষা কৰোঁতা, the act of saving or delivering, a saviour or deliverer.

তাৰতম্য, স. শ. (সং. তাৰতম্য — তৰ্, এটাতকৈ অধিক + তম্, অনেকতকৈ অধিক) ন্যূনাধিক, প্ৰভেদ, the state of being more or less, difference.

তাৰহ্, স. শ. (সং. তাড়না, শাসন) দমন, শাসন; বাধা, admonition, check.

তাৰা, স. শ. (সং. তৃ, পাৰ হ) তৰা, নক্ষত্ৰ; বান্দৰ ৰজা বালিৰ ভাৰ্য্যা, a star; the wife of the monkey chief, Bali.

তাৰামণ্ডল্, স. শ. (সং. তাৰামণ্ডল—তাৰা, তৰা + মণ্ডল, স্থান) তৰাবিলাকৰ ঠাই; তৰাসমূহ, the region of stars, the assemblage of stars.

তাৰি, বি. পৰিমাণতকৈ অধিক (খোৱা পিয়াত খাটে); যেনে, জলপানটো তাৰি হল, excessive.

তাৰিকৈ, ক্ৰি. বি. পৰিমাণতকৈ অধিকৰূপে, excessively.

তাৰিখ্, স. শ. (যাং. তাৰিখ) কোনো কাকত লেখা বা কাৰ্য্য হোৱা দিন, date.

তাৰিণী, স. শ. (সং. তাৰিণী—তাৰিন্, উদ্ধাৰ কৰোঁতা) উদ্ধাৰ-কাৰিণী; মুক্তিদায়িনী, a female deliverer.

তাৰোঁতা, কৃদ. স. (অং. তাৰ্, উদ্ধাৰ কৰ্) উদ্ধাৰ কৰোঁতা, ৰক্ষা কৰোঁতা; মুক্তি দিওঁতা, a deliverer, a saviour.

তাৰ্কিক, স. শ. (সং. তাৰ্কিক—তৰ্ক, মীমাংসা) তৰ্ক-শাস্ত্ৰ জানোঁতা, a philosopher, a logician. বি. ন্যায়-শাস্ত্ৰ জনা; ন্যায়-শাস্ত্ৰ সম্পৰ্কীয়, versed in logic, logical.

তাৰ্ পৰা, স্থা. সৰ্ব্ব. সেই ঠাইৰ পৰা, from that place.

তাল্, স. শ. ( সং. তাল—তন্, বহল কৰ্ ) এবিধ গছ, তাৰ পাতেৰে বিচনী কৰা যায়, the fan-palm, the palmyra tree. *Borassus flabelliformis* (Gamble).

তাল্, স. শ. ( সং. তাল—তড়্, আঘাত কৰ্ ) গীতৰ স্বৰৰ আঘাত বা ঠেলা ; সেই আঘাত অনুসৰি বুজোৱা কাঁহৰ বাদ্যবিশেষ ; গীতৰ ঠেলা বুজাবলৈ মৰা চাপৰি, musical time or measure, a cymbal, a clap of hands to denote musical time.

তাল্ ধৰ্, গীতৰ ছেদ বুজাবলৈ হাতেৰে চাপৰি মাৰ্, to beat time with the hands.

তাল্ বা, তাল বজা, to play upon cymbals.

তাল্, স. শ. ( সং. স্তৰ, থলপা ) থলপা, কাঠৰ পাট, ইটা বা শিল আদিৰে বহলাই সজা স্থল ; যেনে, এইটো ঘৰৰ সাত তাল আছে, স্বভাৱতে হোৱা তেনে স্থল ; যেনে, সাত তাল পৃথিৱী, a story of a house, a stratum.

তাল্, স. শ. ( সং. তাল, স্থুৰাৰৰ শলথা, শলথা মৰাৰ নিচিনা হয়, এতেকে ) উচ্চ শব্দ আদিৰ দ্বাৰা কাণত সোপা লগা যেন বোধ ; যেনে, হাতীৰ চিঞৰত কাণে তাল মাৰে, temporary cessation of the power of hearing caused by a loud noise, &c.

তাল্ মাৰ্, তাল্ লাগ্, উচ্চ শব্দাদিৰ দ্বাৰা কাণত সোপা লগা যেন বোধ হ ; যেনে, মেঘৰ গাজনিত কাণে তাল মাৰে, মানুহৰ কোৰ্হালত কাণত তাল লাগে, to be stunned or overpowered as the sense of hearing is by a loud noise, &c.

তাল্ মাৰি ধৰ্, ভেদ বাঁতি আদি বন্ধ কৰ্ ; যেনে, দৰৱ-ফেৰা ভাল খাই দিয়া মাত্রে তাল মাৰি ধৰিলে ; বন্ধ হ ; যেনে, দৰব খাবৰ পৰা পেটে তাল মাৰি ধৰিছে, to stop as purging or vomiting, to be stopped as ditto.

তাল্ লাগ্, অভাৱ হ ; যেনে, মাছত বা মাছৰ তাল লাগিছে, to be scarce.

তালব্য, বি. ( সং. তালব্য—তালু, জিভাৰ ওপৰৰ ভাগ ) তালুত উৎপন্ন হোৱা, তালু সম্বন্ধীয়, belonging to the palate, palatal.

তালি, স. শ. ( সং. তাল, বং. তালি, চাপৰি ) হাতৰ চাপৰি, a clapping of the hands.

তালি, স. শ. ( বং. তালি, তাপলি ) তাপলি, a patch.

তালি মাৰ্, তাপলি মাৰ, to patch.

তালু, স. শ. ( সং. তালু—তৃ, পাৰ হ ) মুখৰ ভিতৰৰ ওপৰৰ ভাগ ; মাজ মূৰ, palate, the crown of the head.

তালে-তালে, ক্রি. বি. ( সং. তাল, গীতৰ স্বৰৰ ঠেলা বা পৰিমাণ ) প্রতি তালত, তাল অনুসৰি, তাল নভঙ্গাকৈ, according to musical time.

তালৈ, স্থা. সৰ্ব্ব. সেই ঠাইলৈ, to that place.

তাল্-যুৰীয়া(-জু-), বি. এযোৰ তালৰ দৰে সকলো প্রকাৰে সমান, equal in every respect.

তাৱত্, ক্রি. বি. ( সং. তাৱত্—তদ্, সেই ) সেই পৰ্য্যন্ত ; সেই পৰিমিত, until, up to.

তাৱৈ, স. শ. ( বং. তাৱুই, সখিৰ বাপেক ) সখিৰ বাপেক ; বোপাইৰ সখিয়েক ; আপোন নামে যোৱা মানুহৰ বাপেক, a friend of one's father, a friend's father, the father of one's name sake.

তাসম্বাক, তেওঁবিলাকক ; তাসম্বাৰে, তেওঁলোকেৰে ; তাসম্বাহন্তে, তেওঁলোকৰ পৰা ; তাসম্বাৰ, তেওঁলোকৰ ; তাসম্বাত, তেওঁলোকত। এইবোৰ পদ পদ্যত হে চলে।

তাহন্, "তাহোন" চোৱা।

তাহানি, ক্রি. বি. ( সং. তস্মিন্নহনি, সেই দিনা ) আগৰ দিনত, পূৰ্ব্ব কালত, formerly. কা. সৰ্ব্ব. পূৰ্ব্ব কাল ; যেনে, তাহানিৰ পৰা, former time.

তাহানিয়েই, ক্রি. বি. সেই পূর্ব্ব কালতে, আগৰ দিনতে, long ago.

তাহোন্, স. শ. ( বং. তাসন, তাঞ্জন ) আঁহ গুচাই নিমজ্জ কৰিবলৈ তাঁতৰ সূতাত মজা, সিজোৱা ধানৰ আঠা, a kind of size made from paddy boiled in water and applied to the warp in weaving.

তিঁয়হু, "তিঞয়হু" চোৱাঁ।

তিক্ত, বি. ( সং. তিক্ত—তিজ্, চোকা কৰ্ ; ভোক চোকা কৰে, এতেকে ) তিতা, bitter. স. শ. তিতা গুণ ; তিতা গুণযুক্ত বস্তু, bitter.

তিঞয়হু, স. শ. তিহোঁ, এবিধ খাদ্য ফল ; তাৰ লতা, a cucumber, the creeper producing it.

তিত্, অ. ধা. ( সং. তিম্, আৰ্দ্ৰ হ ) আৰ্দ্ৰ হ, ভিজ্, পানীযুক্ত হ, to be wet.

তিতা, বি. ( সং. তিক্ত, এক আস্বাদ ) সোকোতাৰ বা নিমৰ আস্বাদযুক্ত : যেনে, তিতা কেৰেলা ; মনত দুখজন্মোৱা ; যেনে, তিতা মাত, bitter, causing pain to the mind. স. শ. তিতা আস্বাদ বা গুণ : যেনে, কানীয়াই মুখৰ তিতা মাৰে ; তিতা গুণ থকা বস্তু ; যেনে, তিতা জৰীয়াৰ হিত, bitter taste.

তিতা, স. ধা. ( অং. তিত্, আৰ্দ্ৰ হ ) আৰ্দ্ৰ কৰ্, to wet, to soak. বি. আৰ্দ্ৰ, সেমেকা ; পানীয়ে ভেজা, টেঁপটেঁপীয়া, damp, moist, wet. কৃদ. স. তিতাওঁতা, ( স্ত্ৰী ) তিতাঁতী।

তিতাফুল্, স. শ. ( অং. তিতা, তিক্ত + ফুল, পুষ্প ) ৰঙ্গা বাহকৰ ফুল, এবিধ ৰঙ্গা বৰণীয়া তিতা গুণযুক্ত ফুল, সামান্য মানুহে তাৰ আঞ্জা খায়, a kind of red and bitter flower used by the lower order of people as an ingredient of a curry.

তিতা-মৰা, স. শ. "মৰা-শাক" চোৱাঁ।

তিতামুৰীয়া, বি. ( হিং. তিৰ্মিৰী, মূৰ কুৰণি ; মূৰ কুৰণিয়ে ধৰা ) লঘোনত বা বৰ ৰদত মূৰ ফুৰণিয়ে ধৰা বা মূৰ্চ্ছিত হোৱা, faint from heat or fasting. স. শ. লঘোন বা ৰদৰ কাৰণে হোৱা মূৰ্চ্ছা ; যেনে, পেটৰ ভোকত লৰাৰ তিতামুৰীয়া লাগিছে, faintness from heat or fasting.

তিতালাউ, স. শ. ( অং. তিতা, তিক্ত + লাউ, এবিধ লতাৰ ফল ) এবিধ দীঘল ডিঙ্গিৰে তিতা আস্বাদযুক্ত বনৰীয়া লাউ, a bitter-gourd.

তিতিকি, বি. ( অং. তিতা, তিক্ত ) অলপ তিতা, slightly bitter.

তিতিক্ষা, স. শ. ( সং. তিতিক্ষা—তিজ্, সহি থাক ) ক্ষান্তি, সহন, ধৈৰ্য্য, endurance, patience.

তিথি, স. শ. ( সং. তিথি—অত্, গতি কৰ্ ) চন্দ্ৰৰ মাহেকীয়া গতিৰ ত্ৰিশ ভাগৰ এভাগ, শুক্ল পক্ষৰ প্ৰতিপদৰ পৰা অমাবাস্যালৈ ত্ৰিশ দিনৰ এদিন, a lunar day.

তিথিকৰ্, স. শ. (সং. তিথিকৰ—তিথি, ঐ + কৃ, কৰ্ ) পাঁজি চাই তিথিৰ নিশ্চয় কৰোঁতা, তিথি-গণোতা, গণক, an astrologer.

তিনি, সংখ্যা. ( সং. ত্ৰি, দুই আৰু এক ) এক-অধিক দুই, ট, ঠ, ড, ঢ, বা দ-ৰে আৰম্ভ হোৱা শব্দৰ আগত ইয়াৰ ইকাৰ গুচে ; যেনে, তিন টকা, তিনটা, তিন ডাল, তিন ঠাল, তিন ঢাল, তিন দিন, three.

তিনিও প্ৰসঙ্গত, পুৱা, দুপৰীয়া আৰু গধূলি, তিনিও সময়ত, সদায় ; যেনে, তিনিও প্ৰসঙ্গত মদ খায়, at morning, noon and evening, at all times, continually.

তিনি-পৰীয়া, স. শ. ( অং. তিনি, ঐ + পৰ, দিনৰ চাৰি ভাগৰ এভাগ ) দিনৰ বা ৰাতিৰ তৃতীয় ভাগ ; যেনে, দিনৰ তিনি পৰীয়াৰ পৰা, the third quarter of a day or night.

তিনি-মুনি-বাট্, তিনি-মূনি-বাট্, } স. শ. (অং. তিনি, ঐ + মূৰ, আগৰ ভাগ + বাট,

পথ ) তিনটা বাটৰ মূৰ মিলা ঠাই, যি ঠাইত তিনটা বাট লগ লাগে সেই ঠাই, a place where three roads meet.

তিনিৰতীয়া, বি. ( অং. তিনি, ঐ+ৰাতি, এমহ্যাৰ চৌবিশ ভাগৰ এভাগ ) তিনি ৰাতি জোখৰ, weighing three *ratis*. স. শ. এবিধ দুই পয়সা মূল্যৰ অসম ৰজাৰ ৰূপৰ চাকলি, an Assamese silver coin of the value of two pice.

তিনিসীৰ্, স. শ. (অং. তিনি+সীৰলু, আঁওচ) তিনি আঁওচ, নাঙ্গলেৰে তিনি বাৰ ওপৰা উপৰিকৈ কৰা চাহ, ploughing three times over.

তিফাই, স. শ. এবিধ লোৰ জুই ধৰা সাজ, a portable fire-place, a kind of chafing-dish.

তিমান্, বি. সৰ্ব্ব. "সিমান" শব্দৰ অপভ্ৰংশ।

তিমি, স. শ. ( সং. তিমি—তিম্, তিতু ) এবিধ মাছুৰ আকৃতিৰ বৰ ডাঙ্গৰ সাগৰৰ জন্তু, a whale.

তিমিৰ্, স. শ. ( সং. তিমিৰ—তম্, কষ্ট দি ) অন্ধকাৰ, আন্ধাৰ, darkness.

তিয়নী, স. শ. ( অং. তিয়া, পানীত জুবুৰিয়া) গা ধোঁওতে পিন্ধা সৰু চুৰিয়া, a small waist-cloth used in bathing.

তিয়া, স. ধা. ( অং. তিতা, আৰ্দ্ৰ কৰ্ ) আৰ্দ্ৰ কৰ্, তিতা, to wet, to soak in water. কৃদ. স. তিয়াওঁতা, (স্ত্ৰী) তিয়াঁতী।

তিৰস্কাৰ্, স. শ. (সং. তিৰস্কাৰ—তিৰস্, অমৰ্য্যাতা+কৃ, কৰ্) গালি, বিতণ্ডা; নিন্দা, abuse, reproach.

তিৰস্কৃত্, কৃদ. স. ( সং. ) নিন্দিত, গালি খোৱা, reviled, abused.

তিৰী, স. শ. ( সং. স্ত্ৰী, তিৰোতা ) তিৰোতা, a woman.

তিৰীমতী, বি. ( সং. স্ত্ৰীমতি, তিৰোতাৰ বুদ্ধি; তিৰোতাৰ মতিযুক্তা ) দুৰ্ব্বল বুদ্ধিযুক্তা, ভালকৈ বুজিব নোৱৰা; ভয়াতুৰা ( তিৰোতাত খাটে ); যেনে, "দুৰ্ঘোৰ ৰজনী ইতো প্ৰেত পিশাচৰ গতি; ঐত নেথাকিবা তোৰা সব তিৰীমতী।" তিৰীমতী মানুহ, of weak intellect, timid.

তিৰীলগীয়া, বি. ( অং. তিৰী, ঐ+লাগ্, যুক্ত হ ) তিৰোতা বিয়া-কৰা, ভাৰ্য্যা থকা, উদাসীন নোহোৱা, ( ভকতীয়া মাত ), married, having a wife.

তিৰোতা, স. শ. ( সং. স্ত্ৰী, নাৰী ) মাইকী মানুহ, তিৰী; ভাৰ্য্যা, a woman, a wife.

তিৰোতাসেকৰা, বি. ( সং. স্ত্ৰীসেৱক, তিৰীৰ অধীন ) স্ত্ৰৈণ, ভাৰ্য্যাত বৰ অনুৰক্ত; ভাৰ্য্যাৰ বশ, uxorious, henpecked.

তিৰোধান্, কৃদ. স. ( সং. তিৰোধান—তিৰস্, লুকোৱা ) অন্তৰ্দ্ধান, অদৰ্শন, disappearance, withdrawing from sight.

তিৰোহিত্, কৃদ. বি. ( সং. ) নেদেখা, অদৃশ্য, লুকোৱা, hidden from sight, unseen.

তিৰ্বিৰ্, } স. শ. ( হিং. তিৰ্মিৰানা )
তিৰ্বিৰ্, } জিলমিলা ) কঁপি থকা কান্তি, জলমল; যেনে, হীৰাৰ তিৰ্বিৰ, sparkle.

তিৰ্বিৰণি, } স. শ. সঞ্চালিত কান্তি কৰা
তিৰ্বিৰণি, } কাৰ্য্য, জিলিকনি, the act of glittering, sparkle.

তিৰ্বিৰা, } অ. ধা. লৰি থকা পানীত পৰা
তিৰ্বিৰীয়া, } পোহৰৰ দৰে কান্তি কৰ্, জিলিক; যেনে, হিৰাই তিৰ্বিৰায়, to scintillate, to sparkle.

তিৰবিৰীয়া, } বি. জিলিকা, দীপ্তিমন্ত,
তিৰ্বিৰীয়া, } shining, sparkling.

তিল্, স. শ. ( সং. তিল—তিল, তেলযুক্ত হ ) তেল ওলোৱা এবিধ শস্য অতি ক্ষুদ্ৰ গুটি আৰু তাৰ গছ, সেই গুটি শ্ৰাদ্ধ তৰ্পণত দিয়া যায়; অতি ক্ষুদ্ৰ অংশ; মানুহৰ গাত থকা অতি ক্ষুদ্ৰ কলা দাঁচ, the sesamum and its seed, a mole on the skin, a small particle.

তিলক্, স. শ. ( সং. তিলক—তিল, ঐ ) কপালত বা ভ্ৰূৱৰ মাজত লোৱা ঘূৰনীয়া

ফোট; অতি শ্রেষ্ঠ, প্রধান বা মান্ত লোক, (আন এটা শব্দৰ পাচত থাকে); যেনে, ৰঘুবংশ-তিলক, কুলতিলক, a small round mark made on the forehead or between the eye-brows, a pre-eminently virtuous and high principled person.

তিলকাঞ্চন্, স. শ. (সং. তিলকাঞ্চন—তিল, ঐ+কাঞ্চন, সোণ) মানুহ মৰিবৰ সময়ত উৎসর্গ কৰা তিল আৰু সোণ, an offering of some sesamum seeds and a bit of gold made at the time of dying.

তিলনি, স. শ. তিলৰ খেতি; ইতৰ জাতিৰ মানুহে মৰাৰ তিন দিনৰ দিনা মৃতকৰ উদ্দেশে তিল জল আদি দিয়া কাম, a field of the sesamum plants; a ceremony performed by the low-caste Hindoos on the third day after death.

তিল-হোম্, স. শ. (সং. তিলহোম—তিল, ঐ+হোম, জুইত ঘিউ দি কৰা পূজা) তিলত ঘিউ মিহলাই অগ্নিত দি কৰা পূজা, a burnt offering of sesamum seed mixed with *ghee*.

তিলেক্, তিলেক্মান, } স. শ. (সং. তিল, ঐ+এক, দুইৰ আধা) অতি অলপ বস্তু; অতি অলপ সময়, খন্তেক, a small bit, a moment.

তিলোত্তমা, স. শ. এজনা স্বর্গৰ অপেস্বৰা, the name of an Apsaras. She was originally a Brāhman female, but for the offence of bathing at an improper season she was condemned to be born as an Apsaras, for the purpose of bringing about the mutual destruction of the two demons Sunda and Upasanda. (Dowson).

তিলোদক্, স. শ. (সং. তিলোদক—তিল, এবিধ গুটি+উদক, পানী) তিল আৰু পানীৰে কৰা তর্পণ, পিতৃ সকলৰ উদ্দেশে দিয়া তিল আৰু পানী, an offering of sesamum seed and water made to the ghost of a deceased person.

তিচী, স. শ. (সং. অতসী; বং. তিসী, এবিধ গছ) গুটিৰ পৰা তেল আৰু ছালৰ পৰা সূতা হোৱা এবিধ গছ, common flax, *Linum usitatissimum* (Gamble).

তিষ্ঠ, অ. ধা. (সং. তিষ্ঠতি, থাকে) থাক, বাস কৰ্; যেনে, ইয়াত তিষ্ঠিব নোৱাৰি, to stay.

তিহোঁ, 'তিয়ঁহু' চোৱা।

তিহুৰলি, স. শ. এবিধ ফুল, a kind of flower.

তীখা, স. শ. (সং. তীক্ষ্ণ, চোকা—তিজ্, চোকা কৰ্) দা-কটাৰী আদিৰ মুখত লগোৱা লোতকৈও টান আৰু চোকা এবিধ ধাতু, পৰিষ্কৃত লো; খং, তঁক্, জঁক, steel, anger, passion.

তীখামখৰা, তীখামোখৰা, } বি. (অং. তীখা+মুখ, আগ ফাল, মুখত তীখা লগোৱাৰ নিচিনা) চোকা; উগ্র; যেনে, তীখামোখৰা বদ; বৰ খঙাল; যেনে, তীখামোখৰা মানুহ, sharp, severe, fierce, passionate.

তীখাল্, বি. তীখা-লগোৱা, চোকা, keen, sharp.

তীব্র, বি. (সং. তীব্র—তীৱ্, বৃহৎ হ) ডাঙৰ, প্রবল; যেনে, তীব্র বতাহ; উগ্র, চোকা, তপত; যেনে, তীব্র বদ, তীব্র খং, great, violent, sharp, severe, hot.

তীব্রতা, গু. শ. তীব্র গুণ, উগ্রতা, sharpness, violence.

তীয়া, বি. (সং. তৃতীয়, তিনি) তিন দিনৰ দিনা হোৱা, দুদিন থাকি এদিন হোৱা; (ৰোগত খাটে); যেনে, তীয়া জৰ (কামৰূপ), returning every third day (said of sickness).

তীৰ্, স. শ. (সং. তীৰ—তীৰ্, শেষ হ) নৈৰ দাঁতি, পাৰ, a shore, a bank.

তীৰস্থ, বি. ( সং. তীৰস্থ—তীৰ, ঐ + স্থা, থাক ) নৈৰ পাৰত থকা, living or existing on a river bank.

তীৰ্থ, স. শ. ( সং. তীৰ্থ—তৃ, পাৰ কৰ্, তাৰ পৰা মুক্তি হয়, এতেকে ) পবিত্ৰ স্থান, পুণ্যৰ ঠাই, a shrine, a holy place.

তীৰ্থ কৰ্, তীৰ্থলৈ গৈ ধৰ্ম্ম-কৃত্য কৰ্, to go to a holy place.

তীৰ্থ-যাত্ৰা, স. শ. ( সং. তীৰ্থ, ঐ + যা, গতি কৰ্ ) পবিত্ৰ স্থানলৈ গমন, পুণ্যৰ ঠাইলৈ কৰা গতি, a journey to a shrine or holy place.

তীৰ্থ-যাত্ৰী, স. শ. ( সং. তীৰ্থযাত্ৰিন্—তীৰ্থ-যাত্ৰা + ইন্ ) তীৰ্থলৈ যোৱা মানুহ, পবিত্ৰ ঠাইলৈ যাওঁতা, a pilgrim, one who travels to a holy place. ( স্ত্ৰী ) তীৰ্থ-যাত্ৰিণী।

তীৰ্থোদক, স. শ. ( সং. তীৰ্থ, পবিত্ৰ নদী + উদক, পানী ) পবিত্ৰ পুখুৰিৰ বা নৈৰ পানী, the water of a holy tank or river.

তীহুতিহাই উঠ্, বৰকৈ খং কৰ্ ; যেনে, এই কথা শুনি তিহুতিহাই উঠিল, to be greatly enraged.

তীহুতিহীয়া, বি. ( তীখা, চোকা লো ) তীখাৰ দৰে চোকা আগ থকা, বৰ জোঙা, having a very sharp point.

তীক্ষ্ণ, বি. ( সং. তীক্ষ্ণ—তিজ্, চোকা কৰ্ ) চোকা, ধাৰ থকা ; জলা, উগ্ৰ, sharp, keen, pungent, violent, severe.

তীক্ষ্ণতা, গু. শ. চোকা গুণ, তীক্ষ্ণ হোৱা অৱস্থা, sharpness, pungency.

তীক্ষ্ণাগ্নি, স. শ. ( সং. তীক্ষ্ণাগ্নি—তীক্ষ্ণ, চোকা + অগ্নি, জীৰ্ণ কৰা শক্তি ) অতি সোনকালে আহাৰ জীণ নিয়া শক্তি, a strong power of digestion. বি. অতি শীঘ্ৰে আহাৰ জীণ নিয়াৰ পৰা শক্তি-যুক্ত, having a strong power of digestion.

তুংতুঙনি, কৃদ. স. তুংতুঙোৱা কাৰ্য্য; উল্‌মুলনি, the act of coaxing, allurement.

তুংতুঙা, স. ধা. ( অং. তুমি তুমি বুলি অৰ্থাৎ মিঠা কথা কৈ ) মিঠা কথাৰে ভুলা, মিছা আশা দেখাই প্ৰবৃত্ত কৰ্, উল্‌মুলা, to coax, to allure.

তুঁহ্, স. শ. ( সং. তুষ, ধানৰ বাকলি ) ধানৰ চোকোৰা, chaff, the husk of paddy.

তুঁহ্-গজাল্, স. শ. নিচেই সৰু গজাল, a very small nail.

তুকতুকীয়া, বি. বৰ পিছল, very slippery.

তুকতুক কৰে, ক্ৰি. বি. অতিশয় ৰূপে ( পিছলত খাটে ) ; যেনে, তুকতুক কৰে পিছল, excessively.

তুখুৰুং, বি. পৰিপাটি, শৃঙ্খল কৰা, আঁত লগোৱা ; যেনে, সকলো বস্তু তুখুৰুং কৰিলে, made ready, put in order.

তুচ্ছ, বি. ( সং. তুচ্ছ—তুল্, গধুৰতাৰ পৰিমাণ কৰ্ ) অধম, নীচ, অকামিলা, সামান্য, low, common, mean, of no value.

তুচ্ছজ্ঞান, স. শ. ( সং. তুচ্ছজ্ঞান—তুচ্ছ, ঐ + জ্ঞান, বোধ ) অৱহেলা, ক্ষুদ্ৰবোধ, অসন্মান, contempt, disrespect.

তুচ্ছতা, গু. শ. নীচতা, সামান্য গুণ, lowness, meanness.

তুতিয়া, স. শ. ( সং. তুত্থ, বং. তুঁতিয়া, তামৰ কহ্ ) তামৰ কহৰ পৰা কৰা এবিধ সেউজীয়া বস্তু, blue vitriol.

তুমি, ব্য. স. ( সং. ত্বং, দ্বিতীয় পুৰুষ ) যি জনক কোনো কথা কোৱা যায় সেই জনক বুজোৱা শব্দ, ( সমনীয়াত খাটে ), thou, you.

তুমিতুমা, স. শ. তুমি আৰু তোমাৰ বুলি, অৰ্থাৎ সমনীয়াৰ দৰে কৰা সম্বোধন, the act of addressing one as an equal.

তুমুল্, স. শ. ( সং. তুমুল—তু, কাট্ ) যুদ্ধত দুইও ফালৰ সেনা মিহলি হৈ কৰা কটা-কটি ; যেনে, তুমুল-ৰণ লাগিছে, a mingled or tumultuous combat.

তুম্ৰলি, স. শ. ( সং. তুম্প্, পীড়া জন্মা ) তেজৰ ধাৰ, বৈ যোৱা তেজ ; যেনে,

তেজৰ তুমৰলি বৈছে, a stream or flow of blood. বি॰ তেজেৰে লিপ্ত, besmeared with blood.

তুৰঙ্গ, তুৰঙ্গম্, স. শ. (সং. তুৰঙ্গ, তুৰঙ্গম—ত্বৰ, শীঘ্ৰ + গম্, গতি কৰ্) ঘোঁৰা, a horse, a pony. "তুৰগ" এনেও হয়।

তুৰন্তে, ক্ৰি. বি. (সং. ত্বৰিত, শীঘ্ৰ) ততালিকে তৎক্ষণাৎ, শীঘ্ৰে, quickly, immediately.

তুৰিমুৰি, স. শ. ইফাল-সিফাল কৰা অৰ্থাৎ আজ্ঞা বা আচৰণৰ কাৰণে নিৰূপিত নিয়মৰ পৰা কিঞ্চিৎ লৰচৰ হোৱা কাৰ্য্য; যেনে, অমুকে তুৰিমুৰি কৰিব নোৱাৰে, a slight deviation from the rules of conduct.

তুৰ্তুৰীয়া, তুৰ্তুৰীয়া, বি. নিচেই পাতল, ডাঠ নোহোৱা, very thin.

তুল্, স. শ. (সং. তুলা, গধুৰতাৰ পৰিমাণ কৰা যতন) গধুৰ বস্তু জোখা যতন, তুলাচনী, a Roman balance or steel yard.

তুলনা, স. শ. (সং. তুলনা—তুল্, জোখ) বিজোৰা কাৰ্য্য; উপমা; সমানতা, সাদৃশ্য, comparison, similarity, equality.

তুলসী, স. শ. (সং. তুলসী—তুলা, সমান + সো, নাশ কৰ্; যাৰ তুলনা নাই) এবিধ পবিত্ৰ গছ আৰু তাৰ পাত, the holy basil (*Ocimum sanctum*), and its leaf.

তুলা, স. শ. (সং. তুলা—তুল্, জোখ) সপ্তম ৰাশি, তাৰ আকৃতি তুলৰ নিচিনা, the seventh sign of the Zodiac, Libra.

তুলা, স. শ. (সং. তুলক; বং. তুলা, কপাহ) গুটি গুচোৱা কপাহ; শিমলু গছত হোৱা তদ্ৰূপ বস্তু, cleaned cotton the cotton obtained from the silk-cotton tree.

তুলা, স. ধা. (অং. তোল্, দাং) কটাৰীৰ আগেৰে পাতলকৈ তোল্ বা ফাল্; (যেনে, বাঁহৰ কাঠী) কাঠী কৰ্, to split into thin strips, as bamboo, &c. কৃদ. স. তুলাওঁতা, (স্ত্ৰী) তুলাঁতী।

তুলাচনী, তুলাচালনী, স. শ. (অং. তুল, জোখা যতন + চালনী, ডলাৰ নিচিনা এবিধ সাজ) গধুৰতাৰ বেলেগ বেলেগ পৰিমাণ বুজোৱা আঁকযুক্ত এডাল মাৰিৰ এমূৰত চালনী বা ডলাৰ নিচিনা এখান সাজ ওলমাই সজা এবিধ জোখা যতন, a Roman balance or steel yard.

তুলাতুল্, বি. (অং. তুলাৰ তুল্য, তুলাৰ নিচিনা) তুলাৰ দৰে কোমল, বৰকৈ সিজি বা পকি অতিশয়ৰূপে কোমল হোৱা, soft like cotton.

তুলাপাত্, স. শ. (অং. তুলা, গুটি গুচোৱা কপাহ + পাত, পত্ৰ; পূৰ্ব্বে তাক তুলাৰে কৰা গৈছিল, এতেকে) নিলিখা কাকত, paper.

তুলা-প্ৰায়, বি. (অং. তুলা, ঐ + প্ৰায়, তুল্য) তুলাৰ নিচিনা কোমল বা লঘু, soft or light like cotton.

তুলি ধৰ্, দাঙ্গি ধৰ; শুৱনি কৰ্, শুৱা; যেনে, আইটীক মণিধাৰে তুলি ধৰিছে, to raise up, to make beautiful.

তুলী, স. শ. (অং. তুলা, ঐ) শয্যাত পৰা তুলা ভৰা কাপোৰ, a mattress.

তুলুতুলীয়া, বি. (অং. তুলা, ঐ) তুলাৰ দৰে কোমল, পকি কোমল হোৱা আৰু ৰসাল, soft and juicy, as a ripe fruit.

তুল্য, বি. (সং. তুল্য—তুল্, পৰিমাণ কৰ্) সমান, সদৃশ, equal, alike, similar.

তুল্যতা, গু. শ. সমতা, সমান হোৱা অৱস্থা বা গুণ; সাদৃশ্য, equality, resemblance.

তুৱা, ব্য. সৰ্ব্ব. (সং. তব, তোমাৰ) তোমাৰ, (পদ্যত); যেনে, তুৱা গুণ নাম, thy.

তুষ্, স. ধা. (সং. তুষ্, তুষ্ট কৰ্) সন্তুষ্ট কৰ্, তুষ্টি দি; যেনে, অসন্তুষ্টীয়াক তুষিব নোৱাৰি, to satisfy, to please.

তুষ্ট, কৃদ. বি. (সং. তুষ্ট—তুষ্, ঐ) প্ৰসন্ন হোৱা, সন্তোষ বা হৰ্ষ পোৱা, pleased, satisfied.

তুষ্টি, স. শ. হৰ্ষ, সন্তোষ, satisfaction.

তূতুৰা, স. ধা. লোভ দেখাই বঞ্চিত কৰ্, অনেক বাৰ আশা দি নিৰাশা কৰ্, to tantalize, to disappoint.

তূর্ণ, বি. ( সং. তূর্ণ—ত্বৰ, শীঘ্রে গতি কৰ্ ) শীঘ্র, বেগী, quick.

তূর্ণতা, গু. শ. ( সং. ) শীঘ্রতা, quickness.

তূলা, } "তুলা" আৰু "তুলী" চোৱাঁ।
তূলী, }

তৃণ, স. শ. (সং. তৃণ—তৃহ্, পীড়া কৰ্) ঘাঁহ, বন, সাৰহীন গাত গাঁঠি থকা দীঘলীয়া পাতেৰে ক্ষুদ্র গছ, grass, any gramineous plant.

তৃণভোজী, বি. (সং. তৃণভোজিন্—তৃণ, ঘাঁহ+ভোজিন্, খোৱা—ভুজ্, খা) ঘাঁহ খোৱা, grass eating, herbivorous.

তৃতীয়, সংখ্যা. (সং. তৃতীয়—ত্রি, তিনি) তিনিৰ সংখ্যা পূৰ কৰা, তিনটাৰ এটা, the third.

তৃতীয়া, স. বি. তৃতীয় শব্দৰ স্ত্রীলিঙ্গ। স. শ. অমাবাস্যা বা পূর্ণিমাৰ পাচৰ তৃতীয় তিথি, the third lunation.

তৃপ্ত, কৃদ. বি. (সং. তৃপ্ত—তৃপ্; ঘাইকৈ সন্তোষ কৰ্) সন্তুষ্ট; ভোজন বা পানৰ দ্বাৰা হর্ষিত, contented, satisfied with food or drink.

তৃপ্তি, স. শ. (সং.) সন্তোষ; ঘাইকৈ ভোজন পানৰ পৰা হোৱা হর্ষ, contentment, satisfaction.

তৃষা, স. শ. (সং. তৃষা—তৃষ্, পিয়াহ লাগ্) পিয়াহ, পানী পিবৰ বাঞ্ছা, হেঁপাহ, thirst, craving.

তৃষিত, কৃদ. বি. (সং.) পিয়াহযুক্ত, পিয়াহ লগা, বৰকৈ বাঞ্ছা কৰা, thirsty, eagerly desiring.

তৃষ্ণা, স. শ. (সং. তৃষ্ণা—তৃষ, ঐ) পিয়াহ, পানী পিবৰ ইচ্ছা; হেঁপাহ, thirst, craving.

[তৃষ্ণাতু]ৰ্, } বি. (সং. তৃষ্ণাতুৰ, তৃষ্ণার্ত্ত—
তৃষ্ণার্ত্ত, } তৃষ্ণা, ঐ+আতুৰ, আর্ত্ত, পীড়িত) পিয়াহৰ পৰা দুখ পোৱা, thirsty, oppressed by thirst.

তৈঁউৰ্, স. শ. ( হিং. তেৰৰ, মূর্চ্ছা ) মূর্চ্ছাৰোগ, epilepsy, a falling sickness.

তৈঁউৰীয়া, বি. আঁৰৰীয়া, suffering from epilepsy.

তৈঁতেলী, স. শ. ( সং. তিন্তিড়ী, বং. তেঁতুল, এবিধ গছ ) এবিধ গছ আৰু তাৰ গুটি, the tamarind tree and its fruit.

তৈঁতেলী-পতীয়া, বি. তেঁতেলীৰ পাতৰ দৰে ছিৰলী, resembling the leaf of the tamarind tree.

তেইশ্ (-চ), সংখ্যা. ( সং. ত্রয়োবিংশতি, হিং. বং. তেইশ ) তিনি অধিক কুৰি, twenty-three.

তেও, অব্য. ( হিং. তরহিঁ, বং. তবু, তথাপি ) তদপি, এনে হোৱাতো, yet, still.

তেওঁ, ব্য. সর্ব্ব. ( সং. তৎ, সেই ) সেই জনা, সেই মান্য লোক, he (said of a respectable person).

তেওজ্-বেলি, স. শ. ( হিং. তে-ৰৰস্+অং. বেলি ) যোৱা বছৰৰ আগৰ বছৰ, the year before last.

তেক্তেকীয়া, বি. ( অং. তেকতেক, পানীত ভৰি দিলে হোৱাৰ নিচিনা শব্দ ) আর্দ্র, তিতি থকা, পিছল, ( ঠাইত খাটে ); যেনে, চোঁতালখান তেকতেকীয়া, moist, wet (said of a place).

তৈ-চল্লিশ্(-চ্), সংখ্যা. (অং. তিনি+চল্লিশ) তিনি অধিক দুকুৰি, forty-three.

তৈজ্, স. শ. ( সং. তৈজস্, বল, পৰাক্রম ইত্যাদি—তিজ্, চোকা কৰ্ ) তাপ, দীপ্তি; যেনে, সূর্য্যৰ তেজ; শক্তি, পৰাক্রম; যেনে, বুঢ়া মানুহৰ তেজ কমে, মহিমা, heat, lustre, strength, power, dignity.

তেজ্, স. শ. ( সং. তৈজ, বল, সি বলৰ মূল, এতেকে ) শোণিত, গাৰ ৰঙ্গা ৰস, blood.

তেজ্ পৰ্, শৌচৰ লগত তেজ যা, গ্রহণী ৰোগ হ, to have dysentery.

তেজ্, স. ধা. (সং. ত্যজ্, এৰ্) এৰ্, ত্যাগ কৰ্; যেনে, সংসাৰ তেজিলে, to give up, to relinquish.

তেজস্বিতা, গু. শ. তেজস্বীৰ গুণ, প্ৰতাপ, মহিমা, dignity, glory.

তেজস্বী, বি. (সং. তেজস্বিন্—তেজস্, প্ৰভাৱ +ইন্, প্ৰত্যয়) প্ৰভাৱযুক্ত, বলৱান, প্ৰতাপী; মহিমাযুক্ত, খ্যাত, powerful, famous, illustrious, of high dignity. (স্ত্ৰী) তেজস্বিনী। স. শ. মহিমাযুক্ত লোক; যেনে, "তেজস্বীক নোছোৱে ইসব দোষে"—(শঙ্কৰ), an illustrious personage.

তেজাল্, বি. (অং. তেজ, বল) অধিক তেজ থকা; বলী; চোকা, having much blood, strong, sharp.

তেজী-ৰঙ্গা, বি. তেজৰ দৰে ৰঙ্গা, বৰ ৰঙ্গা, blood-red.

তেজোময়, বি. (সং. তেজোময়, তেজস্, প্ৰকাশ) প্ৰকাশৱন্ত, দীপ্তিমন্ত, bright, brilliant.

তেজ্গোঁৰা, বি. (অং. তেজ, ৰক্ত+গোঁৰা, বগা) ৰঙ্গাৰে সৈতে মিহলি বগা (মানুহৰ বৰণত খাটে), of a ruddy complexion.

তেজ্পাত্, স. শ. (সং. তেজপত্ৰ, বং. তেজ-পাতা, হিং. তেজপাত্, এবিধ পাত) এবিধ সুগন্ধি পাত, তাক আঞ্জা আৰু দৰবত দিয়া যায়, the bay-leaf.

তেজ্পিয়া, বি. (অং. তেজ্, শোণিত+পি, পান কৰ্) শোণিত পান কৰা, drinking blood. স. শ. কোকলোঙ্গা, নাইপিয়াৰ নিচিনা এবিধ জন্তু, সি মানুহৰ আগত কিছু বেলি থাকিলে তাৰ মুখৰ ফাল ৰঙ্গা হয়, তাতে মানুহে ভাবে যে সি মানুহৰ তেজ পি ৰঙ্গা হয়, a species of Chameleon.

তেজ্মুই, স. শ. (অং. তেজ, শোণিত+মুই, মোহ) তেজ দেখাৰ পৰা হোৱা মূৰ ফুৰণি বা মূৰ্চ্ছা; এবিধ গছ, giddiness occasioned by the sight of blood, a kind of plant.

তেজ্সাঁও, স. শ. (অং. তেজ্, শোণিত+সাঁও, শৌচত ওলোৱা অপাকী বীজল) শৌচত ওলোৱা তেজেৰে মিহলি অপাকী বীজলীয়া বস্তু, bloody mucous passed from the intestines.

তেজ্-সাঁও পৰ্, শৌচ কৰোঁতে তেজেৰে মিহলি অপাকী বীজলীয়া বস্তু বাহিৰ হ, to be discharged as bloody mucous.

তেতিয়া, ক্রি. বি. (সং. তদা, সেই সময়ত) সেই কালত, at that time. কা. সৰ্ব্ব. সেই সময়; যেনে, তেতিয়াৰ পৰা, that time.

তেতিয়াই, ক্রি. বি. ততালিকে, বেগতে, immediately, at that very moment.

তেতিক্ষণে, ক্রি. বি. (সং. তৎক্ষণে, সেই কালত) সেই সময়তে তেতিয়াই, ততালিকে, immediately at that very instant.

তেতেক, বি. স. (সং. তৎ, সেই+এক, তুইৰ আধা) সিমান, সেই পৰিমাণৰ, so many, so much.

তেত্ৰিশ্ (-চ্), সংখ্যা. (সং. ত্ৰয়স্ত্ৰিংশৎ, বং. তেত্ৰিশ) তিনি অধিক ত্ৰিশ, thirty-three.

তেনি, ক্রি. বি. সেই পোনে, সেই ফালে, in that direction.

তেনে, বি. সৰ্ব্ব. সেই প্ৰকাৰৰ, such of that sort, similar. ক্রি. বি. সেই দৰে, সেই ৰূপে; যেনে, তেনে নকৰিবা, so, in that manner.

তেনেই, ক্রি. বি. সমূলি, গোটেই; যেনে, মেকুৰীয়ে ভাতবোৰ তেনেই খালে, গোটেই অনাহাৰে; যেনে, কালি ৰাতি তেনেই পৰি থাকিলোঁ, wholly, entirely, without taking any food.

তেনেকুৱা, বি. সৰ্ব্ব. সেই প্ৰকাৰৰ, সেই দৰৰ, such of that sort, similar.

তেনেকুৱাকৈ, } ক্রি. বি. সেই দৰে, সেই
তেনেকৈ, } ৰূপে, thus, in the same manner.

তেনে-মুখেই, ক্রি. বি. সদায় মুখ যেনে থাকে তেনে মুখেৰে, গোটেই তামোল নোখোৱাকৈ, without chewing a single betelnut.

তেনেহলে, } ক্রি. বি. তেন্তে, সেই ৰূপ
তেন্তে, } হলে, if so, then, in that case.

তেবাহি, বি. অতিশয়, অত্যন্ত, (বেয়া ভাবত); যেনে, তেবাহি মদপী, excessive, immoderate.

তেবাহিকৈ, ক্রি. বি. অতিশয়ৰূপে, বৰকৈ, (বেয়া ভাবত); যেনে, তাক তেবাহিকৈ কিলালে, excessively.

তেৰ, সংখ্যা. (সং. ত্ৰয়োদশ, বং. তেৰ, হিং. তেৰহ) তিনি অধিক দহ, thirteen.

তৈৰান্নবৈ, } সংখ্যা. (সং. ত্ৰিনৱতি, বং.
তৈৰান্নৈ, } তিৰানই) তিনি অধিক নবৈ, ninety-three.

তৈৰাশী, সংখ্যা. (সং. ত্ৰ্যাশিতি, বং. তিৰাশী) তিনি অধিক আশী, eighty-three.

তেল্, স. শ. (সং. তৈল, বং. হিং. তেল, সৰিয়হ আদিৰ ৰস) তিল, সৰিয়হ বা আন বস্তুৰ পিছল ৰস; জন্তুৰ ছাল আৰু মঙ্গহৰ মাজত থকা এবিধ তেলেভীয়া বস্তু, oil, fat.

তেল মাৰ্, তপত তেলত দি পাক কৰ্; যেনে, তেল মৰা আঞ্জা, to put into hot oil anything for cooking.

তেলনি, স. শ. পাক কৰিবৰ কাৰণে তেল তপত কৰা কাৰ্য্য; তেলত ভজা বস্তু, the act of boiling oil for cooking in, anything fried in oil.

তেলাচ্, স. শ. (কামৰূ.) চোলেং কাপোৰ, a sheet.

তেলাল্, বি. তেলযুক্ত; যেনে, তেলাল মাছ, oily, fatty.

তৈলী-ছাই, স. শ. তেলেৰে মিহলি ছাই, এতেকে চাকিৰ ছাই, ashes mixed with oil, lampblack.

তৈলীয়া, বি. তেলৰ নিচিনা; তেল লগা; যেনে, তেলীয়া কানি, oily, smeared with oil. স. শ. তেল বেচোঁতা, an oilman.

তৈলীয়া ধুনা, স. শ. এবিধ লতা; তাৰ শিপাৰ গাঁঠিবিলাকত এক প্ৰকাৰ তেল থাকে তাৰ দ্বাৰা মানুহৰ পেট চলে, a species of climbing plant, the roots of which is used as a cathartic.

তৈলীয়াসাৰেং, স. শ. (অং. তেলীয়া, তেলযুক্ত + সাৰেং, এবিধ চৰাই) বক জাতিৰ এবিধ চৰাই, a kind of bird allied to the heron.

তৈলীশাল্, স. শ. (অং. তেলীয়া, তেল বেচোঁতা + শাল, যন্ত্ৰ; তেল বেচোঁতাৰ যন্ত্ৰ) তেল পেৰা যতন; তেল পেৰা ঠাই, an oil press or mill, a place where oil is made.

তৈলেভীয়া, বি. (সং. তৈলাক্ত, তেলযুক্ত) তেলৰ আস্বাদ থকা; তেলৰ দৰে পিছল, having the taste or quality of oil.

তেল্কলা, } বি. চিক্‌চিকীয়া কলা, তেল
তেল্কলিয়া, } ঘঁহাৰ দৰে চক্‌চকীয়া কলা, shining black. (মানুহত খাটে)।

তেল্গাজ্, স. শ. (অং. তেল্, তৈল + গা, শৰীৰ) তেল ঘঁহাৰ দৰে চিক্‌চিকীয়া কলা বৰণেৰে এবিধ চৰাই, a kind of bird.

তেল্চিকটি, স. শ. (তেল + হিং. চিক্কট্‌, মলিয়ন) তেল লাগি কাপোৰত হোৱা মলি, dirt produced on clothes by the use of oil.

তেল্-বিয়লী, বি. (অং. তেল, ঐ + বিয়ল্, ব্যাপ্ত হ, তেলে ব্যাপে এতেকে) তেল সানি পৰিষ্কাৰ কৰা (মানুহত খাটে), husked and besmeared with oil (said of pulse).

তেল্টুপি, স. শ. (অং. তেল, ঐ + টুপি, সৰু এটোপা) এবিধ, নৈৰ গৰাৰ গাঁতত থকা সৰু চৰাই (তাৰ গা তেল ঘঁহাৰ দৰে নিমজ, এতেকে), the sand-marten.

তেল্তেলীয়া, বি. তেলেৰে তিতা, saturated with oil.

তেহে, ক্রি. বি. (সং. ততঃ; বং. তবে, সিন্) তেনে হলে হে, সেই কথা হলতহে, then only, in that case only.

**তেহেত্**, স্থা. সৰ্ব্ব. ইয়াৰ পৰা অলপ আঁতৰত, a little further off.

**তেহেৰ পৰা**, স্থা. সৰ্ব্ব. সিফালৰ পৰা, from that side.

**তেহেলৈ**, স্থা. সৰ্ব্ব. সিফাললৈ, অলপ আঁতৰলৈ, thither, to that side.

**তৈয়াৰ্**, বি. প্ৰস্তুত, যুগুত, ready.

**তৈল্**, স. শ. (সং. তৈল—তিল, এবিধ গুটি) তিল-সৰিয়হ আদিৰ ৰস, তেল, oil.

**তৈসানি**, ক্ৰি. বি. (বং. তখন, তেতিয়া) তেতিয়া, সেই কালত (পদ্যত মাথোন), then, at that time.

**তোটয়্**, স. শ. (সং. তোটক, বাৰটা স্বৰযুক্ত আখৰৰ এবিধ ছন্দ) শঙ্কৰ মাধৱ আদি ধৰ্ম্ম চলাওঁতাবিলাকে তোটক ছন্দেৰে কৰা বিষ্ণুৰ স্তৱ; যেনে,

"মধু-দানৱ-দাৰণ দেৱ-বৰং।
বৰ-বাৰিজ-লোচন চক্ৰ ধৰং॥" ইত্যাদি।

a hymn composed by the founders of the Mahapurusia sect.

**তোড়া**, "তোৰা" চোৱা।

**তোপ্**, স. শ. (যাং.) বৰ হিলৈ, a cannon.

**তোম্**, স. শ. (সং. স্তোম, শস্য, শস্যক বান্ধি ৰাখে, এতেকে) শস্য আদিৰ টোপোলা বন্ধা বাঁহৰ কাঠীৰ যতন, a wicker work basket used for holding grain, &c.

**তোমৰ্**, স. শ. (সং. তোমৰ—তু, পীড়া কৰ্) এবিধ লোৰ টাঙ্গন, an iron club.

**তোমা**, স. ধা. তোমত ভৰি বান্ধ; যেনে, ধান তোমাইছে, to bundle up in a *tom*.

**তোয়্**, স. শ. (সং. তোয়—তু, বেৰি ধৰ্) পানী, water.

**তোয়নিধি**, স. শ. (সং. তোয়নিধি—তোয়্, ঐ+নিধি, ভঁড়াল) সাগৰ, ocean. "তোয়ধি"ও হয়।

**তোৰা**, স. শ. (বং. তোড়া, এবিধ মাছ) এবিধ বামী-মাছৰ আকৃতিৰ সৰু মাছ, a species of fish.

**তোল্**, স. ধা. (সং. উত্তোলন, ওপৰলৈ দঙ্গা) দাং, থিয় কৰ্, ওপৰলৈ নি; যেনে, মূৰ তুলিলোঁ; ডাঙ্গৰ দীঘল কৰ্; যেনে, মাকে লৰা তোলে; উভাল্, মাটিৰ তলৰ পৰা ওপৰলৈ আন্; যেনে, খেতিয়কে গছৰ মুঢ়া তোলে; সংগ্ৰহ কৰ্, আদায় কৰ্, (ধনত খাটে); যেনে, সবাহলৈ ধন তোলা, to raise, to erect, to uproot, to bring up as a child, to uproot, to collect as money, &c.

**তোলন্**, কৃদ. স. ওপৰলৈ দঙ্গা কাৰ্য্য, the act of lifting up, &c.

**তোলনি-বিয়া**, স. শ. (অং. তোল্, ডাঙ্গৰ কৰ্) ছোৱালীৰ কন্যা কাল হোৱাত কৰা উৎসৱ, পুষ্পোৎসৱ, the ceremony performed when a girl reaches the age of puberty. "নোৱাই তোলনি" চোৱা।

**তোলনীয়া**, বি. তুলি লোৱা, ডাঙ্গৰ দীঘল কৰি সন্তানস্বৰূপে লোৱা; যেনে, তোলনীয়া পো; আনৰ লৰাক আপোনাৰ সন্তানস্বৰূপে তুলি লোৱা; যেনে, তোলনীয়া বাপেক বা মাক, fostered, adopted, fostering, adoptive.

**তোলা**, স. ধা. (পঁচা অৰ্থৰ তোল ধাতু) আনৰ দ্বাৰা দঙ্গা, থিয় কৰা ইত্যাদি, to cause to be raised, &c.

**তোলা**, স. শ. (সং. তোলক, বং. তোলা, আশী ৰাতি) এটকাৰ পৰিমাণ, আশী ৰাতি, the weight of one rupee.

**তোলাও**, **তোলাং**, বি. (অং. তোল্, উভালি পেলা) নিপাত, সমূলি নষ্ট, উবাৰ; যেনে, মাউৰে গাওঁখান তোলাং কৰিলে, laid waste.

**তোলাওঁতা**, কৃদ. স. যি মানুহে তোলায়, a man who causes to be raised, &c. (স্ত্ৰী) তোলাঁতী।

**তোলোতা**, কৃদ. স. ('তোল্' চোৱা) যি মানুহে তোলে, a man who raises, &c. (স্ত্ৰী) তোলঁতী।

**তোল্পাৰ্**, বি. (অং. তল, তলি+ওপৰ, ঊৰ্দ্ধ ভাগ; তলৰ ভাগ ওপৰ আৰু ওপৰৰ ভাগ তল হোৱা) তল-ওপৰ, হুলস্থূলীয়া,

বহু লোকৰ বা আন উচ্চ শব্দেৰে পূৰ্; যেনে, ঢোলৰ কোবত গাওঁ তোলপাৰ, full of hubbub, tumultuous. স. শ. হুলস্থুল; যেনে, গাৱঁত তোলপাৰ লাগিছে, confusion, tumult, hubbub.

তোষ্, স. ধা. (সং. তুষ, সন্তুষ্ট কৰ্) সন্তোষ দি, সন্তুষ্ট কৰ্; যেনে, দেৱতাক ভক্তিৰে তুষিব লাগে, to please, to satisfy.

ত্যক্ত, কৃদ. বি. (সং. ত্যক্ত—ত্যজ্, এৰ্) এৰা, পৰিত্যাগ কৰা, left, abandoned.

ত্যাগ্, স. শ. (সং. ত্যাগ—ত্যজ্, এৰ্) এৰা কাৰ্য্য, পৰিত্যাগ, the act of leaving or abandoning.

ত্যাগশীল্, বি. (সং. ত্যাগশীল—ত্যাগ, এৰণ +শীল, স্বভাব; এৰা স্বভাবযুক্ত) স্বাৰ্থ পৰিত্যাগ কৰা, দানশীল, generous.

ত্যাগশীলতা, গু. শ. (সং.) দানশীলতা, দানীৰ স্বভাৱ, generosity.

ত্যাগী, বি. (সং. ত্যাগিন্—ত্যাগ+ইন্) ত্যাগশীল, generous.

ত্যাজ্য, কৃদ. বি. ত্যাগৰ যোগ্য, এৰিব লগীয়া, fit or proper to be abandoned.

ত্ৰয়্, সংখ্যা. (সং. ত্ৰয়—ত্ৰি, তিনি) তিনি, (সমাসৰ দ্বাৰা সংজ্ঞা শব্দৰ পাচত যোগ কৰা হয়); যেনে, ভুবনত্ৰয়, three.

ত্ৰয়োদশ্, সংখ্যা. (সং. ত্ৰয়োদশ—ত্ৰয়, তিনি+দশ, দহ) তেৰ, thirteen.

ত্ৰয়োদশী, স. শ. ন জোনৰ বা জোন মৰাৰ পাচৰ তেৰ সংখ্যাৰ তিথি, the thirteenth lunation. দশমী শব্দৰ তলৰ চূৰ্ণিকা চোৱাঁ।

ত্ৰস্ত, কৃদ. বি. (সং. ত্ৰস্ত—ত্ৰস্, ভয় পা) ভীত, ভয় পোৱা, fearful, frightened.

ত্ৰাণ্, স. শ. (সং. ত্ৰাণ—ত্ৰৈ, উদ্ধাৰ কৰ্) উদ্ধাৰ, নিস্তাৰ; পৰকালত মুক্তি, deliverance, salvation.

ত্ৰাতা, কৃদ. স. (সং. ত্ৰাতৃ—ত্ৰৈ, ঐ) উদ্ধাৰ কৰোঁতা, ত্ৰাণ কৰোঁতা, deliverer, saviour. (স্ত্ৰী) ত্ৰাত্ৰী।

ত্ৰাস্, স. শ. (সং. ত্ৰাস—ত্ৰস্, ভয় পা) ভয়, অনিষ্টৰ আগন্তুক দেখি হোৱা মনৰ অস্থিৰতা, fear, dread.

ত্ৰাসিত্, কৃদ. বি. (সং.) ভয় পোৱা, ভীত, frightened.

ত্ৰাহি! ভা. অ. (সং. ত্ৰাহি, ৰক্ষা কৰাঁ—ত্ৰৈ, ৰক্ষা কৰ্) উদ্ধাৰ কৰাঁ, ৰাখাঁ, ভয় বা সঙ্কটৰ পৰা ৰক্ষা পাবৰ কাৰণ প্ৰাৰ্থনা কৰা মাত; যেনে, ত্ৰাহি, হৰি! save, deliver.

কদাচিত এইটো শব্দ সংজ্ঞা শব্দৰ দৰেও ব্যৱহৃত হয়; যেনে, ত্ৰাহি নাই, অৰ্থাৎ ৰক্ষাৰ উপায় নাই।

ত্ৰি, সংখ্যা. (সং. ত্ৰি—তৃ, গতি কৰ্) তিনি, three.

ত্ৰিকাল্, স. শ. (সং. ত্ৰিকাল—ত্ৰি+কাল, সময়) ভূত, ভবিষ্যৎ আৰু বৰ্ত্তমান, এই তিনি কাল, the three divisions of time,—past, present and future.

ত্ৰিকালজ্ঞ, বি. (সং. ত্ৰিকালজ্ঞ—ত্ৰিকাল, ঐ+জ্ঞা, জান্) ভূত, ভবিষ্যৎ আৰু বৰ্ত্তমান কালৰ কথা জনা, সৰ্ব্বজ্ঞানী, knowing the past, present and future.

ত্ৰিকুল্, স. শ. (সং. ত্ৰিকুল—ত্ৰি+কুল, বংশ) পিতৃ, মাতৃ আৰু শহুৰ এই তিনিৰ বংশ, the three families of one's father, mother and wife.

কূট্, স. শ. (সং. ত্ৰিকূট—ত্ৰি+কূট, পৰ্ব্বতৰ টিং) লঙ্কা উপদ্বীপত থকা তিনি টিঙ্গীয়া এটা পৰ্ব্বতৰ নাম; সুবেল পৰ্ব্বত, 'Three peaks.' The name of the mountain on which the city of *Lanka* was built. The hill had three peaks. (Dowson).

ত্ৰিকোণ্, বি. (সং. ত্ৰিকোণ—ত্ৰি+কোণ, চুক) তিনি চুকীয়া, triangular. স. শ. তিনি চুকীয়া বস্তু, anything having three corners.

ত্ৰিগৰ্ত্ত, স. শ. ভাৰতবৰ্ষৰ উত্তৰ পশ্চিম ভাগৰ এক দেশ, এতিয়া তাক "তহোৰা" বুলি অনেকে ভাবে; সেই দেশৰ প্ৰজা,

a country in the north-west of India supposed to be the modern Tahora, the inhabitants of the place.

ত্ৰিগুণ্, স. শ. ( সং. ত্ৰিগুণ—ত্ৰি + গুণ, সত্বাদি, ভাগ ) সত্ব, ৰজঃ, তম, তিনি গুণ, তিনি ভাগ, তিনি মেৰ, the aggregate of the three qualities inherent in human nature, three strands, three parts.

ত্ৰিগুণাতীত্, বি. ( সং. ত্ৰিগুণাতীত—ত্ৰিগুণ, সত্ব, ৰজঃ, তম + অতীত, গত ) সত্ব, ৰজঃ, তম, তিনি গুণৰ বাহিৰ অৰ্থাৎ পাপ পুণ্যে ছুব নোৱৰা, কৰ্ম্মৰ ফলভোগী নোহোৱা ( ঈশ্বৰৰ বিশেষণ ), not subject to the consequences of good and evil, above the three qualities, (an attribute of God).

ত্ৰিজগত্, স. শ. ( সং. ত্ৰিজগৎ—ত্ৰি + জগৎ, ভুবন ) স্বৰ্গ, পৃথিবী আৰু পাতাল, এই তিনি লোক, ত্ৰিভুবন, the three regions, *viz.*, heaven, earth and hell.

জগত বুজোৱা আন শব্দও এই দৰে "ত্ৰি" শব্দেৰে লগ লাগে ; যেনে, ত্ৰিভুবন, ত্ৰিলোক।

ত্ৰিণ্, স. শ. "তৃণ" শব্দ চোৱাঁ।

ত্ৰিদশ্, স. শ. ( সং. ত্ৰিদশ—ত্ৰি, ঐ + দশা, অৱস্থা ) দেৱতা, "পৰমেশ্বৰত বাজে অন্য দেৱতা ( দেৱতা হৈও মানুহৰ দৰে ওপজা, বুঢ়া হোৱা আৰু নাশ পোৱা, এই তিনি অৱস্থাৰ অধীন এতেকে সেই নাম ), an inferior god who is subject to birth, old age and death.

ত্ৰিদোষ, স. শ. ( সং. ত্ৰিদোষ—ত্ৰি + দোষ, জগৰ ) বাত, পিত্ত, কফ, এই তিনি ধাতুৰ বিকাৰ, disorder (according to the *Kabiraj* system) of the three humours of the body, *viz.*, bile, blood and phlegm.

ত্ৰিদোষী, বি. তিনি ধাতুৰ বিকাৰৰ পৰা উৎপন্ন ; যেনে, ত্ৰিদোষী জ্বৰ, proceeding from disorder of the three humours of the body. স. শ. তিনি ধাতুৰ বিকাৰৰ পৰা হোৱা ৰোগ, a disease proceeding from disorder of the three humours.

ত্ৰিধা, বি. ( সং. ত্ৰিধা—ত্ৰি, তিনি ) তিনি বিধৰ, তিনি ভাগে বিভক্ত ; যেনে, এক ঈশ্বৰ ত্ৰিধা হৈছে, of three sorts, divided into three.

ত্ৰিনয়ন্, স. শ. ( সং. ত্ৰিনয়ন—ত্ৰি + নয়ন, চকু ) সদাশিৱ, তেওঁৰ তিনিটা চকু আছে ; এতেকে চকু বুজোৱা আন শব্দৰ পৰাও এই ৰূপেই তেওঁৰ নাম হয় ; যেনে, ত্ৰিনেত্ৰ, ত্ৰিলোচন ইত্যাদি, the three-eyed god, a name of Siva.

ত্ৰিনয়না, } স. শ. দুৰ্গা, Durga, consort
ত্ৰিনয়নী, } of Siva.

ত্ৰিপত্ৰ, স. শ. ( সং. ত্ৰিপত্ৰ—ত্ৰি + পত্ৰ, পাত ) একে ডাল ঠাৰিৰ পৰা ওলোৱা তিনটা পাত ; বেল-পাত, a trefoil leaf of the *bel* tree.

ত্ৰিপদ, বি. ( সং. ত্ৰিপদ—ত্ৰি + পদ, খোজ ) তিনি খোজ পৰিমাণৰ ; যেনে, ত্ৰিপদ ভূমি, measuring three paces.

ত্ৰিপদী, স. শ. ( সং. ত্ৰি + পদ, ভৰি ) তিনটা খুৰা লগোৱা এবিধ সৰু মেজ ; এবিধ তিনি ঠেঙ্গীয়া কোবাৰ আধাৰ, a small table supported on three feet, a tripod, a three-footed utensil used as a support for the water vessel at a Puja.

ত্ৰিপুৰাৰি, স. শ. ( সং. ত্ৰিপুৰাৰি—ত্ৰিপুৰ, এটা অসুৰ + অৰি, শত্ৰু, ত্ৰিপুৰ নামেৰে অসুৰক মাৰোঁতা ) সদাশিৱ, a name of Siva.

ত্ৰিফলা, স. শ. ( সং. ত্ৰিফলা—ত্ৰি, তিনি + ফল, গুটি ) একে লগ কৰি দৰব ৰূপে ব্যৱহাৰ কৰা আমলখী, শিলিখা আৰু ভোমোৰা, এই তিনি বিধ গুটি, the three myrobalans used as a medicine.

ত্ৰিভুবন্, স. শ. "ত্ৰিজগত" চোৱাঁ।

স. শ. (সং. ত্ৰি, তিনি + মূৰ্ত্তি, আকৃতি) একে লগ হোৱা তিনি জনা প্ৰধান দেৱতা, ব্ৰহ্মা, বিষ্ণু, শিৱ, the triad, the united form of Brahma, Visnu and Siva.

ত্ৰিলোক, স. শ. "ত্ৰিজগত" চোৱাঁ।

ত্ৰিলোচন, স. শ. "ত্ৰিনয়ন" চোৱাঁ।

ত্ৰিবৰ্গ, স. শ. (সং. ত্ৰিবৰ্গ—ত্ৰি, তিনি + বৰ্গ, সমূহ) ধৰ্ম্ম, অৰ্থ আৰু কাম এই তিনিৰ মুঠ, the three objects of human pursuits, *viz.*, virtue, wealth and love.

ত্ৰিবেণী, স. শ. (সং. ত্ৰিবেণী—ত্ৰি, তিনি + বেণী, ওলমাই বন্ধা চুলি) প্ৰয়াগত গঙ্গা, যমুনা, স্বৰস্বতী এই তিনি নৈৰ যোগ (এই তিনি ভিন্ তাৰ চুলিৰ নিচিনা হৈছে এতেকে), the confluence of the Ganges and Jumna at Allahabad where the Saraswati is also supposed to join the other two.

ত্ৰিশ্ (-চ্), সংখ্যা. (সং. ত্ৰিংশৎ, তিনি দহ) ডেৰ কুৰি, thirty.

ত্ৰিশঙ্কু, স. শ. সূৰ্য্য বংশৰ এজনা ৰজাৰ নাম, তেওঁ বিশ্বামিত্ৰ ঋষিৰ অনুগ্ৰহত জীয়াই স্বৰ্গলৈ উঠিছিল; কিন্তু দেৱতাৰ কোপত আদ-বাটতে ৰল আৰু এতিয়ালৈকে তাতে আছে, also called Satya-Vrata, a king of the solar race (see Dowson)

ত্ৰিশিৰা, স. শ. (সং. ত্ৰিশিৰস্—ত্ৰি + শিৰস্, মূৰ) জ্বৰ-দেৱতা, fever personified as a three-headed demon.

ত্ৰিশূল, স. শ. (সং. ত্ৰিশূল—ত্ৰি + শূল, যাঠী) তিনটা জোঙ্গেৰে এবিধ যাঠী, a trident.

ত্ৰিশূলী, স. শ. ত্ৰিশূল লওঁতা, অৰ্থাৎ সদাশিৱ, a name of Siva.

ত্ৰিসন্ধ্যা, স. শ. (সং. ত্ৰিসন্ধ্যা—ত্ৰি + সন্ধ্যা, কালৰ জোৰা) ৰাতি পুৱা-দুপৰীয়া-গধূলি, the three divisions of time, *viz.*, morning, noon and evening.

ত্ৰুটী, স. শ. (সং. ত্ৰুটী—ত্ৰুট্, কাট্) কৰিব লগা কাৰ্য্যত হেলা; তাৰ বাবে দোষ, neglect, failure.

ত্ৰেতা, স. শ. (সং. ত্ৰেতা—ত্ৰৈ, ৰক্ষা কৰ্) দ্বিতীয় বা সত্যৰ পাচৰ যুগ, তাৰ পৰিমাণ ১২,৯৬০০০ বছৰ, the second or silver age of the Hindus.

ত্ৰৈমাসিক, বি. (সং. ত্ৰৈমাসিক—ত্ৰি, তিনি + মাস, মাহ) তিনি মহীয়া, তিনি মাহ সম্বন্ধীয়, quarterly.

ত্ৰৈৰাশিক, স. শ. (সং. ত্ৰৈৰাশিক—ত্ৰি, তিনি + ৰাশি, সমূহ) গণনাৰ নিয়মবিশেষ, the rule of three.

ত্ৰৈলোক্য, স. শ. (সং. ত্ৰৈলোক্য—ত্ৰিলোক, তিনি লোক) স্বৰ্গ, পৃথিবী আৰু পাতাল, heaven, earth and hell.

ত্বক্, ত্বচ্, } স. শ. (সং. ত্বচ্—তন্, বিস্তৃত কৰ্) ছাল, চৰ্ম্ম, skin, bark.

ত্বৰা, স. শ. (সং. ত্বৰা—ত্বৰ্, বেগাই যা) শীঘ্ৰতা, দ্ৰুত গতি, বেগ, haste, speed.

ত্বৰিত, কৃদ. বি. (সং. ত্বৰিত—ত্বৰ্, ঐ) বেগাল, বেগী, দ্ৰুতগামী, quick, swift.

## থ।

থ, ব্যঞ্জনবিলাকৰ সতৰ সংখ্যাৰ আখৰ, the seventeenth letter of the consonants.

থ, স. ধা. (সং. স্থা, থাক্) স্থাপন কৰ্, to keep, to place. কৃদ. স. থওঁতা, (স্ত্ৰী) থঁতী।

থওন্, কৃদ. স. স্থাপন, থোৱা কাৰ্য্য, the act of placing.

থকৰ্ বকৰ্, স. শ. (অং. থৰ, স্থিৰতা) কম্পন, লৰচৰ, অস্থিৰতা; যেনে, তেওঁৰ হাতে থকৰ বকৰ কৰে, tremor, tremulousness. বি. কঁপা, অস্থিৰ, থকৰ বকৰ, shaking, unsteady.

থকা-থমকা, থকাথৈয়া, } স. শ. (অং. থকা, স্থিতি কৰা + থমকা, ৰোৱা) আগলৈ যাওঁতে থমকি ৰোৱা বা পাচ হোঁহকা কাৰ্য্য; যেনে, পানীটোৱে থকাথমকা

কৰি বাঢ়িছে, the act of stopping or stepping back.

থকাসৰকা, বি. (অং. থকা, স্থিত হোৱা+সৰকা, এফালে সোমাই আন ফালে বাহিৰ হৈ যোৱা) বহুত বিন্ধাযুক্ত, অনেক ফুটা ওলোৱা; যেনে, কাপোৰখান উঁইয়ে কুটি থকাসৰকা কৰিলে; অনেক ঠাইত ঘা লগোৱা বা কটা, full of holes, hacked, mangled.

থক্‌বক্‌, অনুক. উতলা ভাতৰ মাতৰ নিচিনা শব্দ, an imitative sound used to express that of boiling rice, &c.

থক্‌বকনি, স. শ. উতলা ভাতৰ শব্দ, the sound of boiling rice.

থক্‌বকা, অ. ধা. শব্দ কৰি উতল, ভাতৰ দৰে উতল ধৰ্, to boil with a gurgling sound.

থঙ্গা, স. শ. (সং. তন্, বিস্তাৰিত কৰ্, বহলা) কম্বল, ভোটানৰ পৰা অনা এবিধ নোমৰ কাপোৰ, তাক প্ৰায়ে পাৰি বহা যায়, এতেকে সেই নাম, a native blanket.

থপৰ্, অনুক. কোনো লঘু বস্তু পৰাৰ নিচিনা শব্দ, an imitative sound used to express that produced by the fall of a light body.

থপৰাই, } ক্ৰি. থপৰ শব্দ কৰি; যেনে,
থপৰ্ কৰে, } পাত মুঠা থপৰাই পৰিল, with a low blunt sound.

থপৰিয়া, স. ধা. (অং. থপৰ্, অনুকাৰ শব্দ) হাতৰ তলুৱাৰ আগ ভাগেৰে অলপ অলপকৈ আঘাত কৰ্, to pat gently.

থপিয়া, স. ধা. (অং. থাপ্, অকস্মাত ওপৰৰ পৰা পৰি ধৰা কাৰ্য্য) চিলনীৰ দৰে অকস্মাত ওপৰৰ পৰা পৰি নখেৰে বিন্ধ; যেনে, কাউৰীয়ে ফেঁচাক থপিয়ায়, হাতৰ তলুৱাৰে অলপ অলপকৈ আঘাত কৰ্, to pounce down upon, to strike gently with the palm of the hand.

থপিয়াথপি, স. শ. এটাই আনটোৰ ওপৰত বা এটাৰ পাচত আনটোৱে কোনো বস্তুৰ ওপৰত থাপ মৰা কাৰ্য্য; যেনে, ছুটা চৰাইয়ে থপিয়াথপি কৰিছে, চিলনী-বিলাকে মাছত থপিয়াথপি কৰে, the act of pouncing down upon one another or upon something one after the other.

থপ্‌থপীয়া, বি. (অং. থপ্‌থপ্, বোকাত আঘাত কৰিলে হোৱা শব্দ) ঘন বোকাৰ নিচিনা, জুলীয়া নোহোৱা, of a soft, thick consistency.

থমক্, অ. ধা. (হিং. থম্‌না, বং. থামন, বৈ থকা) স্তম্ভিত হ, ৰ, থমকা মাৰ্, to stop.

থমকা খা, ভয় বা বাধা পাই আগ নবঢ়াকৈ ৰ; যেনে, ঘোৰাটো লৰি গৈছিল নৈৰ ওচৰ পাই থমকা খালে, to stand motionless from fear or obstruction.

থমকা মাৰ্, ৰ, স্তম্ভিত হ, আগ নবঢ়াকৈ থাক্; যেনে, বাঢ়নী পানীয়ে থমকা মাৰিছে, to stop, to cease to advance.

থমাদৈ, স. শ. (অং. স্তম্ভা, লৰচৰ নকৰা+দৈ) নিপানী বৰ ঘন দৈ-গাখীৰ, solid curd or curdled milk.

থম্‌থমীয়া, বি. মঙ্গহাল, ডাঙ্গৰ গাযুক্ত (বুঢ়া মানুহৰ বিশেষণ), corpulent, stout (as an old person).

থৰ্, স. শ. (সং. স্থিৰ্, লৰ্‌চৰ্ নকৰা) ধৈৰ্য্য, স্থিৰতা; যেনে, টানত পৰিলে মানুহে থৰ এৰে, steadiness, patience.

থৰ্-কাছুটি এৰ্, বিতত্ হ, বিবুদ্ধি হ, ততৃ হেৰুৱা; যেনে, নাও ডকাত পৰিলত ভৰিয়ালে থৰ-কাছুটি এৰিলে, to lose presence of mind.

থৰ্, স. শ. ধানৰ পাঁচোটা, ছটা বা আঠোটা মুঠি, *five, six or eight bundles of paddy.*

থৰক্ বৰক্, বি. থকৰ বকৰ, অস্থিৰ, কঁপা; যেনে, বুঢ়া মানুহৰ হাত থৰক বৰক, tremulous, unsteady. স. শ. অস্থিৰতা, কম্পন; যেনে, তাৰ হাতে থৰক বৰক কৰে, unsteadiness, tremulousness.

থৰ্থৰিমান, বি. (হিং. থৰ্ থৰ্, কঁপনি)

ভয়ত কম্পমান, ভয়েৰে ব্যাকুল, trembling with fear.

থৰ্‌ থৰ্‌ কৰে, ক্রি. বি. ঠক্‌ ঠক্‌ কৰে, বৰকৈ গা লৰাই, বৰকৈ অস্থিৰ হৈ; (কঁপাত খাটে); যেনে, থৰ্‌ থৰ্‌ কৰে কঁপিছে, violently (said of trembling).

থল্‌, স. শ. (সং. স্থল, ঠাই) স্থল, বাম-ঠাই; ভৈয়াম; যেনে, থলৰ মানুহে পৰ্ব্বতৰ কথা নেজানে; কোনো বিশেষ ঘটনা হোৱা ঠাই; যেনে, থললৈ নগলে এই কথাৰ ঠিক পোৱা নেযায়, dry land, a plain (as opposed to hills), a particular locality or spot.

থলী, স. শ. (সং. স্থলী, ঠাই) বাম ঠাই; থকা ঠাই; শস্য অৰ্জা মাটি; যেনে, থলীত আৰু শস্য নাই, a dry place, an abode, a field of crops.

থলী দাঙ্গি, সমূলি, শেষ নথকাকৈ; যেনে, থলী দাঙ্গি ধন দিলে, wholly, entirely.

থলুৱা, বি. (থল্‌, ঠাই) বামত থকা; ভৈয়ামত থকা; কোনো এক বিশেষ ঘটনাৰ ঠাইত থকা; যেনে, থলুৱা সাক্ষী, কোনো এক বিশেষ ঘটনাৰ ঠাইত হোৱা বা কৰা; যেনে, থলুৱা বিচাৰত এই কথা ওলাল, living or existing on dry land or plain, local.

থল্‌-আখৰ্‌, স. শ. (অং. থল্‌, ঠাই+আখৰ, অক্ষৰ) যি পাতত লিখা যায় তাৰ বৰণেৰে ভোলা আখৰ, লিখা পাতৰ বৰণীয়া আখৰ, a white letter on a ground of another colour.

থলগিৰী, স. শ. (অং. থল, বাম ঠাই+গিৰী, গৰাকী) পানী নথকা শুদা মাটিৰ অধি-কাৰী দেৱতা, সেই নামেৰে এটা ভূত, an evil spirit supposed to reign over the dry land.

থলপদ্ম, "স্থলপদ্ম" শব্দৰ অপভ্ৰংশ।

থা, অ. ধা. (সং. স্থান, ঠাই; হিং. থাহ্‌, বং. থাই, পানীৰ তলৰ মাটি) থাউনি পা, গোটেই তল নোযোৱাকৈ ভৰিৰে তলিৰ মাটি ছো; যেনে, এই নৈত গা থায়, to be within one's depth.

থাউকাল্‌, বি. বৰ দীঘল বা চুটি নোহোৱা, মানী, of a middle stature.

থাউকতে, ক্রি. বি. (বং. হিং. থোক্‌, মুঠত বেচা কিনা) মুঠতে, একেবাৰে অধিক পৰিমাণে, (বেচা বা কিনাত খাটে); যেনে, বস্তু থাউকতে কিনিলে সস্তা হয়, wholesale.

থাউকীয়া, বি. একে লগেই অধিক কিনা বা বেচা, (বস্তু বা বেপাৰীত খাটে); যেনে, থাউকীয়া বস্তু; থাউকীয়া বেপাৰী, bought or sold wholesale, buying or selling in large quantities.

থাউনি, স. শ. (অং. থা, পানীৰ তলৰ মাটি পা) মূৰ তল নোযোৱাকৈ ভৰিৰে পোৱা, পানীৰ তলৰ মাটি, the bottom of water which is touched with the foot without sinking.

থাউনি পা, ভৰিৰে দ পানীৰ তলৰ মাটি পা, to be within one's depth.

থাংৰাং, স. শ. হাতীৰ গাদী বন্ধা ফই, the rope with which the pad is tied to the back of an elephant.

থাংলাং, বি. (সং. স্থান, ঠাই+লা, অনুক.) বিশৃঙ্খল ৰূপে ঠাই ঠাই কৰা, লৰাংতৰাং, সিঁচৰতি, thrown about in disorder. (অচলিত)।

থাক্‌, অ. ধা. (সং. স্থা, অৱস্থিতি কৰ্‌) বাস কৰ্‌; ৰ, to dwell, to stay, to stop. কৃদ. স. থাকোঁতা, (স্ত্রী) থাকঁতী।

থাক্‌, স. শ. (অং. থাক্‌, অবস্থিতি কৰ্‌) থাপ্‌, থলপা (তাত বস্তু বৈ থাকে, নপৰে এতেকে), a shelf, a story.

থাকন, কৃদ. স. থকা কাৰ্য্য, বাস, the act of dwelling.

থান্‌, স. শ. (সং. স্থান্‌, ঠাই) ঠাই; ঘাইকৈ এই দেশৰ বৈষ্ণৱ ধৰ্ম্মাৱলম্বীবিলাকৰ গুৰুৰ ঘৰ, সত্ৰ; যেনে, কমলাবাৰি থান, a place, a religious establishment of the Vaisnavas of Assam.

থান্, স. শ. ( হিং. বং. থান, এডোখৰ কাপোৰ ) জাঁপি থোৱা সমুদায় এডোখৰ কাপোৰ, a whole piece of cloth.

থানা, স. শ. ( হিং. থানা, পৰ দিয়া ঠাই ) দোষী মানুহক ধৰি আনি সোধৰ নিমিত্তে ৰখা ঠাই, a police station.

থান্ থান্, বি. ( অং. থান, ঠাই ) অনেক ঠাইত সিঁচৰতি, scattered about.

থান্থিত্, স. শ. ( সং. স্থানস্থিতি, ঠাই আৰু নিবাস) সদায় থকা ঠাই, নিশ্চিত নিবাস ; যেনে, অঘৰীৰ থানথিত নাই, a fixed abode.

থানবান্, বি. (অং. থান, ঠাই + বান, অনুক.) সিঁচৰতি, বিশৃঙ্খলৰূপে ঠাই-ঠাই কৰা, scattered about, disordered.

থাপ্, স. শ. ( হিং. থাপা, হাঁতোৰা ) অকস্মাত হাত মেলি ধৰা কাৰ্য্য ; অকস্মাত ওপৰৰ পৰা পৰি নথেৰে ধৰা কাৰ্য্য ; যেনে, চিলনীৰ থাপ্, the act of seizing suddenly by the hand or of pouncing down upon.

থাপ মাৰ্, অকস্মাত ওপৰৰ পৰা পৰি ধৰ্ ; যেনে, চিলনীয়ে থাপ মাৰি মাছ নিলে ; হঠাত হাত মেলি ধৰ্, to pounce down upon, to seize suddenly.

থাপনা, } স. শ. (সং. স্থাপন, থোৱা কাৰ্য্য )
থাপনি, } এই দেশৰ বৈষ্ণৱবিলাকে সেৱা কৰিবৰ কাৰণে পাতি থোৱা ভাগৱত বা শঙ্কৰ, মাধৱ নাইবা তেওঁবিলাকৰ কোনো এজন শিষ্যে কৰা পদ-পুথি, a copy of the Bhagavata, or the sacred book placed in their chapels by the Vaisnavas of Assam as an object of worship.

থাল্, স. শ. ( সং. স্থাল ; হিং. বং. থালা, ভোজনৰ পাত্ৰ ) ধাতুৰ, শিলৰ বা মাটিৰ বহল ঘূৰণীয়া পাত্ৰ, a tray or platter.

থালী, স. শ. (সং. স্থালী, ৰন্ধা পাত্ৰ) বৰ ডাঙৰ চৰু, a large deep earthen vessel.

থাহ্, স. ধা. নিচেই সৰু সৰুকৈ কুট্ ; বেজীৰে ঘনকৈ খোঁচ, to mince, to chop.

থিতাতে, ক্রি. বি. ( সং. স্থিতি, থকা ) থকা ঠাইতে, তেতিয়াই, ততালিকে ; যেনে, থিতাতে মৰিল ; নিচেই ওচৰতে ; যেনে, থিতাতে নৈ, immediately, on the spot, very near.

থিতাদহে, ক্রি. বি. থিতাতে, ততালিকে, immediately, directly.

থিপ্থিপীয়া, বি. ( অং. থিপ্-থিপ্, অলপীয়া পানীত ভৰি দিলে হোৱা শব্দ ) অলপীয়া, ভৰি তল নোযোৱা ; যেনে, চোঁতালত থিপ্থিপীয়া পানী, not sufficiently deep to cover the feet ( said of water ).

থিয়, বি. পোনে পোনে ওপৰলৈ উঠা, এঢলীয়া নোহোৱা ; যেনে, থিয় গৰা ; শুই বা বহি নথকা ; যেনে, থিয় হৈ আছে, perpendicular, precipitous, standing.

থিয়-কিল্, স. শ. কিলা কুটি থিয়কৈ কৰা আঘাত, a downward stroke with the elbow.

থিয়-গোৰ, স. শ. থিয় হৈ ভৰিৰে তললৈ কৰা আঘাত, a kick.

থিয় দঙ্গা দি, থিয় হব পৰা হ ; যেনে, লৰাই থিয় দঙ্গা দিছে, to be able to stand erect.

থিয়চকুৱা, বি. পোন-চকুযুক্ত ( জন্তুত খাটে ), having slanting eyes like those of certain animals. স. শ. মানুহত বাজে আন জন্তু, an animal as contradistinguished from man.

থিয়াথি, স. শ. থিয় হৈ অলপ ইফাল-সিফাল কৰা কাৰ্য্য ; যেনে, চোঁতালতে থিয়াথি কৰোঁ, the act of standing and moving to and fro.

থিয়ৈ, ক্রি. বি. থিয় হৈ, কাতি নোহোৱাকৈ ; যেনে, গছ জোপা থিয়ৈ আছে, in a standing position.

থিৰ্, বি. ( সং. স্থিৰ্, ) লৰচৰ নোহোৱা ; যেনে, পৃথিৱীখান থিৰ হৈ আছে ; নিশ্চিত ; যেনে, বিয়া থিৰ হৈছে,

শান্ত; যেনে, লৰাটো থিৰ; ঘন হোৱা, বা অলপকৈ গোট মৰা; যেনে, গাখীৰ-বোৰ থিৰ হৈছে, steady, fixed, certain, firm, cool and collected.

থিৰাং, বি. (সং. স্থিৰ, নিশ্চিত) নিশ্চিত, নিশ্চয় কৰা, ঠিক, fixed, determined.

থিৰাংকৈ, ক্রি. বি. নিশ্চয়কৈ, with certainty.

থিৰিকনি, স. শ. (অং. থিৰিক, কণিয়া) কণিওৱা বৰষুণ, a drizzling rain.

থিৰিক, থিৰিকিয়া, অ. ধা. (অং. থিৰ্ থিৰ্, অলপ অলপকৈ পৰা বৰষুণ) কণিয়া, অলপ অলপকৈ সৰু সৰু টোপা হৈ পৰ্; যেনে, বৰষুণ থিৰিকিয়াইছে, to drizzle.

থিৰিকীয়া, বি. অলপ অলপকৈ সৰু সৰু টোপাৰে পৰা, সিমসিমীয়া, কণিওৱা, drizzling.

থিৰে, ক্রি. বি. স্থিৰ ভাৱে, লৰচৰ নকৰাকৈ, অলৰ হৈ, firmly, without moving or shaking.

থিৰে-জুৰে, ক্রি. বি. (অং. থিৰ্-জুৰ, শান্ত) স্থিৰ ভাৱে, অলৰ হৈ; যেনে, থিৰে-জুৰে থাক; লাহে-লাহে, ধীৰে, steadily, slowly.

থিৰ্ জুৰ্, বি. (অং. স্থিৰ, অলৰ + জুৰ, শান্ত) শান্ত, সুধীৰ, নিৰ্জু, steady, calm, dispassionate.

থিৰ্থিৰা, অ. ধা. (অং. থিৰ থিৰ, কণিওৱা বৰষুণৰ শব্দ) থিৰ্ থিৰ শব্দ কৰি পৰ্, কণিকিয়া, থিৰিকিয়া, to drizzle.

থিৰ্থিৰীয়া, বি. কণিওৱা, সিম্সিমীয়া, drizzling.

থু, থুই, স. শ. (সং. থুৎকাৰ বা থুথু, মুখৰ সেপ পেলাওঁতে হোৱা শব্দ) সেপ, মুখৰ ৰস, spittle.

থুঃ, ভা. অ. ঘিণ বা তুচ্ছ কৰা মাত, an interjection of contempt or detestation.

থুঁতৰি, স. শ. (সং. ত্রোটি, চৰাইৰ ঠোঁট; বং. থুঁতি, থোঁতোৰা; হিং. থুথড়া, মুখ) থোঁতোৰা, the chin.

থুঁতৰীয়া, বি. থুঁতৰিলৈকে উঠা, থোঁতোৰাৰ সমান দ, chin-deep.

থুকি, "থোকা" চোৱা।

থুকীয়া, বি. (অং. থোক, কল আদিৰ থোপা) থোকযুক্ত, থোকেৰে থকা; যেনে, থুকীয়া কলা, remaining in a cluster.

থুকু, স. শ. গাখীৰ থোৱা সৰু টেকেলি, a small earthen jug for milk.

থুকুচ্, স. ধা. হাতেৰে খচি ধো, হাতেৰে অলপকৈ আঘাত কৰি ধো (কাপোৰত মাথোন খাটে); যেনে, কাপোৰ থুকুচিছে; সৰু সৰুকৈ কুট্; যেনে, থুকুচি থুকুচি কাট্; (এই ভাৰত প্রায়ে ই-ভাগান্ত কৃদন্ত ক্রিয়া হয়), to wash (cloth) by gently striking with the hands, to chip.

থুতুকুৰি, স. শ. (সং. থুত্কাৰ, থুই পেলোৱাৰ শব্দ, বং. থুৎকুড়ি, থুই) থুই, spittle. (বৰ চলিত নহয়)।

থুৎকুৰিয়া, স. ধা. থুই থুই কৰি পেলা, মুখৰ পৰা থুইৰ দৰে উলিয়াই পেলা, (চোবাই সৰু কৰা বস্তুত খাটে); যেনে, দাঁতৰ মাজত সোমাই থকা চোবা থুৎকুৰিয়াইছে বা থুৎকুৰিয়াই পেলাইছে, to eject from the mouth, as small particles of a chewed thing.

থুমুক-থানাক, অমুক. পোনেই মাত ফুটা লৰাৰ অস্পষ্ট মাতৰ নিচিনা শব্দ, an imitative sound used to express that of the imperfect utterance of a child.

থুনথুননি, কৃদ. স. (অং. থুন্ থুন, অলপ অলপকৈ কন্দাত হোৱাৰ নিচিনা শব্দ) অলপ অলপকৈ কন্দাৰ শব্দ, the sound of a low cry.

থুন্থুনা, অ. ধা. সৰু সৰু শব্দেৰে কান্দ্, to whimper.

থুন্থুনীয়া, বি. কুন্কুনাই কান্দি থকা, whimpering.

থুন্পাক, স. শ. চোঁচনী জৰী টানি মেলিব

আৰু মাৰিব পৰা, ধন থোৱা সৰু মোনা, a purse, a money-bag.

থুপৰী, বি. ( বং. থুবড়া, বিয়া নোহোৱাকৈ থকা ) দৰা-নোপোৱাত আবিয়ৈ হৈ থকা; আকাঙ্খী আৰু অশুৱনী, not sought after in marriage, stupid and ugly (Fem.).

থুপি, "থোপা" চোৱাঁ।

থুপুৰ্, অনুক. সৰু আৰু লঘু বস্তু পৰাৰ নিচিনা শব্দ, an imitative sound used to express that produced by the fall of a small and light body.

থুপুৰ্-কৰে, ক্রি. বি. অলপকৈ শব্দ কৰি, থেকেচা নেখোৱাকৈ, gently, lightly (applied to falling).

থুৰি, স. শ. ( অং. থোৰ, মুকলি নোহোৱা পাত ) ভালকৈ মুকলি নোহোৱা পাত, মেৰ খাই থকা কোমল পাত; থোৰৰ নিচিনাকৈ মেৰোৱা পাত; যেনে, কলা পাতৰ থুৰি সাজি তাত ফুল ভৰায়, a bud.

থুৰিপল, স. শ. এবিধ ভৰিৰে বোৱা পল, a kind of instrument for catching fish.

থুৰিয়া, স. ধা. ( অং. থুৰি, মুকলি নোহোৱা পাত ) ভিতৰত তামোল আদি ভৰি পাণৰ থুৰি সাজ্; যেনে, তামোল থুৰিয়াইছে, to roll up, as a betel-leaf for chewing. কৃদ. স. থুৰিয়াওঁতা, (স্ত্রী) থুৰিয়ঁাতী।

থুৰীয়া, স. শ. ( অং. থোৰ্, মুকলি নোহোৱা পাত, প্রায় তাৰ নিচিনা, এতেকে ) এবিধ তিৰোতাৰ কাণৰ অলঙ্কাৰ; মহৰ গাখীৰ খীৰোৱা চুঙ্গা, কঁৰীয়া, a kind of female ear-ornament, a bamboo milk pan used in milking a buffalo.

থুৰীয়া ধৰ্, বা থুৰীয়া ৰাখ্, পোৱালি মৰা মহৰ গাখীৰ ওলোৱাকৈ ৰাখ্; যেনে, মহজনীৰ থুৰীয়া ধৰিছে, থুৰীয়া ৰখা মহ, to cause a buffalo which has lost her young to continue to give milk.

থুকুহি, স. শ. অতি অলপ কাল, নিমেষ; যেনে, অমুক বস্তুটোৱে থুকুহিকে নেটানিলে, a moment.

থুৱা, অ. ধা. ( অং. থুই, মুখৰ সেপ ) থুই পেলা, to spit. কৃদ. স. থুৱাওঁতা, ( স্ত্রী ) থুৱঁাতী।

থুহু-থুহীয়া, বি. কোমল পাতৰ দৰে মৃদু, অলপকৈ মোহাৰিলেই ভগা, tender as young leaves.

থূপ্, স. শ. ( সং. স্তূপ, সমূহ ) একে লগ হোৱা, অনেক বস্তু, সমূহ, মুঠ, a collection, an assemblage, a multitude.

থূপ খা, একে লগ হ, গোট খা, to be collected together, to assemble.

থূপা, স. ধা. একে লগ কৰ্, একে ঠাইতে গোটা; দলা, দমা, to collect together, to heap.

থূপুৰি, বি. একে ঠাইতে গোট খোৱা, একে লগ হোৱা, collected together.

থূল্, স. শ. ( সং. স্থূল, বস্তুৰ সমূহ ) সভা, সমাজ; ঘাইকৈ কোনো ধৰ্ম্ম-কাৰ্য্যৰ নিমিত্তে গোট খোৱা কিছু মানুহৰ সমূহ, an assemblage of persons, especially of those who meet for a religious purpose.

থূলন্তৰ্, বি. (সং. স্থূলতৰ—স্থূল, ডাঙ্গৰ ) ডাঙ্গৰ গা-যুক্ত, হৃষ্টপুষ্ট, মঙ্গহাল, corpulent.

সমা. — থূলন্তৰ বয়সীয়া মানুহত্, খোলোকা লৰাত খাটে; যেনে, খোলোকা লৰা।

থেঁতাল্, স. ধা. (বং. থেতলান, খুন্দি ভাঙ্গন) খুন্দি চেপেটা কৰ্, খুন্দি আধা ভগা কৰ্; যেনে, বাঁহ থেঁতালি গাধৈ কৰে, to crush, to bruise. কৃদ. স. থেঁতালোঁতা, ( স্ত্রী ) থেঁতালঁতী।

থেঁতেল্, অ. ধা. খুন্দা খাই আধা ভগা হ, খুন্দাত চেপেটা হ, to be crushed, to be bruised.

থেঁতেলা, বি. খুন্দা খাই আধা ভগা বা চেপেটা হোৱা, crushed, bruised. স. ধা. আনৰ দ্বাৰা খুন্দাই চেপেটা আধা ভগা কৰা, to cause to be crushed

or bruised. কৃদ. স. থেঁতেলাওঁতা, থেঁতেলাঁতী।

থেঁতেলা খা, খুন্দাত চেপেটা বা আধা ভগা হ, to crush or bruise.

থেঁতেলা খুৱা, খুন্দি চেপেটা বা আধা ভগা কৰ, to be bruised, or crushed.

থেকেচ্‌, স. ধা. বৰ বলেৰে কোনো বস্তুৰ ওপৰত পেলাই দি, আফালু, আছাৰ মাৰ্‌, গালি-শপনি কৰি মনত দুখ দি; যেনে, এলাগী তিৰোতাক গিৰীয়েকে থেকেছে, to dash, to throw down violently, to cause mental distress by sharp rebuke. কৃদ. স. থেকেচোঁতা, (স্ত্রী) থেকেচঁতী।

থেকেচনি, স. শ. থেকেচা মৰা কাৰ্য্য; আফাল; গালি-শপনি, the act of dashing down, sharp rebuke.

থেকেচা, স. শ. আফাল, তললৈ মৰা আছাৰ, a dashing or a violent throwing.

থেকেচা খা, আফাল খা, বেগেৰে আছাৰ খাই পৰ্‌, to be dashed, to be thrown down violently.

থেকেচা মাৰ্‌, বলেৰে কোনো বস্তুৰ ওপৰত পেলাই দি, থেকেচ, to dash, to throw down violently.

থেকেচ্‌নেকেচ্‌, স. শ. (অং. থেকেচা, আঘাত + নেকেচ, অনুক.) থেকেচা; বিকৰ্ষনা, a dashing down, reproach.

থেকেৰা, স. শ. (বং. থৈকৰ বা থৈকোল, এবিধ ফল) দুবিধ টেঙ্গা ফলৰ সাধাৰণ নাম, the name of two kinds of acid fruit much used for seasoning food (*Garcinia Pedunculata* and another species).

এই ফলৰ এবিধক বৰ থেকেৰা বোলা যায়, সি ঘূৰণীয়া আৰু পকিলে অলপ হালধীয়া হয়, আন বিধৰ নাম কাউ-থেকেৰা বা কুঁজী থেকেৰা, তাৰ আকৃতি দীঘলীয়া, আৰু কিঞ্চিৎ কুঁজা, সি পকিলে কিঞ্চিৎ বঙ্গা হয়।

থেন্‌থেন্‌, অনুক. ভগা পাত্ৰ বা অলপ অলপকৈ কন্দাৰ নিচিনা শব্দ, an imitative sound used to express, that of a broken vessel falling, or a low cry.

থেন্‌থেনা, অ. ধা. ভগা পাত্ৰৰ দৰে শব্দ কৰ্‌; খুন্‌খুনা, to make a jarring sound like a broken vessel, to whimper.

থেন্‌থেনীয়া, বি. খুন্‌খুনীয়া, অলপ অলপকৈ কান্দি থকা, ফটা পাত্ৰৰ নিচিনা শব্দ কৰা, whimpering, making a jarring sound like a broken vessel falling.

থেপা, স. শ. (অং. থোপা, গুচ্ছ) বোকাৰ দৰে ৰসাল, ঘন বস্তুৰ সোপা; যেনে, গোবৰৰ থেপা, a small mass of mud and the like, a dale.

থেপা খা, একে লগে বহুত গোট খা; থুপ হ; যেনে, বাটত মানুহে থেপা খাই, গছত আম থেপা খাই লাগিছে, to assemble in large numbers.

থেপাথেপ্‌, বি. সোপাসোপ, অনেক থেপা হোৱা বা কৰা; যেনে, গোবৰবোৰ থেপা-থেপ হৈছে, divided into small masses.

থেপাথেপে, ক্রি. বি. অনেক থেপা কৰি, dale by dale.

থেপেৰ্‌, অনুক. লঘু বস্তু পানীত বা বোকাত পৰিলে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that caused by the fall of a light body upon mud or water.

থেপেৰাই, } ক্রি. বি. থেপেৰ শব্দ কৰি,
থেপেৰ্‌ কৰে, } making a low, dull sound.

থেপ্‌থেপীয়া, বি. নিচেই পনীয়া আৰু বৰ টান নোহোৱা (বোকাত খাটে); বৰ ঘন, গাত গা-লগা (আখৰ); যেনে, আখৰ-বোৰ থেপ্‌থেপীয়া হল, of a soft and thick consistency, thick, close, compact, as writing.

**থেৰেঞ্জু**, স. শ. এবিধ বগৰী জাতিৰ ফল আৰু তাৰ গছ, a kind of edible fruit and its tree.

**থেৰেহ্**, অ. ধা. ভালকৈ নিসিজি টান মাৰি থাক্; যেনে, ভাতত দিয়া আলু থেৰেহিল, ভালকৈ পকা নহ, আধা পকা হৈ থাক; যেনে, জাৰ কালি কলা থেৰেহে, not to be cooked well, not to be soft in cooking, not to ripen well.

**থেৰেহা**, কৃদ. বি. ভালকৈ নিসিজি বা নপকি টান মাৰি থকা, underdone, as food; not thoroughly ripened.

**থেৰেহা মাৰ**, নিসিজি বা নপকি টান হৈ থাক, not to be cooked, not to ripen well.

**থেৰোগেঁৰো**, স. শ. (সং. স্থিৰ, নিশ্চয়+গেঁৰো, অনুক. ) কোনো এক কাৰ্য্য কৰা উচিত নে অনুচিত বা দুটা কথাৰ কোনটো কৰা উচিত স্থিৰ কৰিব নোৱৰা অৱস্থা; যেনে, ঘৰলৈ যাম নে ইয়াতে থাকিম, থেৰোগেৰো লাগিছে, indecision, dilemma.

সমা. — গেৰোগেঁথো, থেৰোগেঁৰো; আগৰটোৱে অনিচ্ছা, পাচৰটোৱে কৰা উচিত নে অনুচিত তাৰ অস্থিৰতা বুজায়; যেনে, তেওঁ আগেয়ে হাতী কিনিব খুজিছিল, ধন সৰহ লাগে দেখি এতিয়া গেৰোগেঁথো কৰিছে; সি থেৰোগেৰোত পৰিছে।

**থেলথেলীয়া**, বি. থেপথেপীয়া, বোকাৰ নিচিনা, of a soft thick consistency, soft like mud.

**থৈয়া নথৈয়া**, বি. (অং. থোৱা নোথোৱা অৰ্থাৎ প্ৰাণ ৰখা নৰখা) বুজ বিচাৰ নথকা, গাত তত নথকা, কি হব কি নহব নিশ্চয় নথকা, ভয়ঙ্কৰ (কন্দলত খাটে); যেনে, থৈয়া নথৈয়া দন্দ বা যুদ্ধ, furious, fierce, desperate (said of a quarrel).

**থৈলা**, স. শ. (বং. থলিয়া; হিং. থৈলা, জোলোঙ্গা) মৰা পাটৰ জোলোঙ্গা; জোলোঙ্গা কৰিবৰ কাৰণ কাপোৰৰ দৰে বোৱা মৰা পাট, a gunny bag, sack cloth.

**থোঁতা**, বি. (বং. তোতলা, খোনা) খোনা, stammering. স. শ. পঢ়োঁতে বা কওঁতে শব্দ উচ্চাৰণ কৰিব নোৱাৰি ৰৈ থকা, বা সৰ্গৰীয়াকৈ কব বা পঢ়িব নোৱৰা অৱস্থা; যেনে, থোঁতা নলগাকৈ পঢ়িবলৈ শিকিবা, a pause made in the midst of a speech or reading owing to inability to pronounce a word, stammering.

**থোঁতা বাজ্**, অস্পষ্টৰূপে কথা উচ্চাৰিত হ, বাক্য স্খলিত হ; যেনে, মদ খোৱা মানুহে কথা কওঁতে থোঁতা বাজে, to stammer, to falter.

**থোঁতোৰা**, স. শ. ("থুঁতৰি" চোৱাঁ) মুখৰ তল-ভাগ, তল ওঁঠৰ নিম্ন ভাগ, the chin.

**থোক্, থোকা**, স. শ. (সং. স্তবক; বং. থোক, থোপা) একে ডাল ঠাৰিতে উৎপন্ন হৈ লাগি থকা ফলৰ সমূহ; ধান বা আন শস্যৰ গুটিবিলাকৰ লান; যেনে, কলাৰ, তামোলৰ বা ধানৰ থোক, a bunch, of plantains, betel-nuts or other similar fruit, or of paddy. ভাল বা সৰু থোক বুজাবলৈ "থুকি" হয়; যেনে, তামোল থুকি।

**থোকাথুকি**, বি. (অং. থোক্থোক, অনুক.) ভালকৈ নুফুটা, অস্পষ্ট (মাতত খাটে); যেনে, কথা থোকাথুকি হৈছে; কোঁচ খাই একে লগ হোৱা, (কাপোৰৰ সূতা); যেনে, পুৰণি কাপোৰৰ সূতা থোকাথুকি হয়; কুঁচি ঠায়ে ঠায়ে একে লগ হোৱা সূতাযুক্ত; যেনে, পাতল কাপোৰ থোকাথুকি হয়, indistinctly articulated, faltering, contracted, as the threads in a cloth, having the threads contracted.

**থোকাথোকে**, ক্রি. বি. অনেক থোকা হৈ; যেনে, তামোলবোৰ থোকাথোকে লাগিছে; এথোকাৰ পাচত আন থোকা

লৈ ; যেনে, চোৰে কলাবোৰ থোকা-থোকে নিলে, in clusters, cluster by cluster.

থোক্‌থোক্‌, অনুক. আঠায়ুক্ত বস্তু উতলোতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that made by a starchy substance when boiling.

থোক্‌থোকনি, স. শ. থকবকনি, আঠায়ুক্ত বস্তু উতলোতে হোৱা শব্দ ; যেনে, ভাতৰ থোক্‌থোকনি শুনিছোঁ, the sound made by a starchy substance when boiling.

থোক্‌থোকা, অ. ধা. থকবকা, আঠায়ুক্ত বস্তু উতলাৰ দৰে শব্দ কৰ্‌ ; যেনে, ভাতে থোক্‌থোকাইছে, to make a bubbling noise, as a starchy substance when boiling.

থোতা. "থোঁতা" চোৱাঁ।

থোপতে, ক্রি. বি. মুঠতে, থাউকতে, in the gross, wholesale.

থোপ্‌, } স. শ. (সং. স্তূপ, সমূহ ; বং. থোপা, } থোবা, গুচ্ছ ) একে ডাল ঘাই ঠাৰিৰ পৰা ওলোৱা ফল বা ফুলসমূহ ; জোঁটা, a bunch, a cluster. সৰু বা ভাল বুজাবলৈ "থুপি" হয় ; যেনে, ফুলথুপি।

থোপ্‌ হ, থোপা খা, একত্র হ, to be gathered together.

থোপা কৰ্‌, কোঁচাই একত্র কৰ্‌ ; যেনে, কপালৰ গাঁঠি থোপা কৰি চাইছে, to contract into a mass.

থোপা খা, একে লগে গোট খা, to be gathered together.

সমা.—থোকা, থোপা, তামোলৰ নাৰিকলৰ আৰু সেই জাতিৰ আন ফলত, আৰু ধান আৰু তাৰ নিচিনাকৈ লগা আন গুটিত "থোকা" শব্দ খাটে ; একে লগে লাগি থকা সৰু ফল বা ফুলক থোপা বোলা যায় ; যেনে, লতাপনীয়ালৰ থোপা, অশোকৰ থোপা।

থোপা থোপ্‌, বি. অনেক থোপা হৈ উৎপন্ন হোৱা বা অনেক থোপা কৰা, hanging in clusters.

থোপাথোপে, ক্রি. বি. বেলেগ বেলেগ থোপাৰে ; যেনে, থোপাথোপে নিলে, অনেক থোপা হৈ ; যেনে, থোপাথোপে লাগিছে, cluster by cluster, in clusters.

থোপেগোপে, ক্রি. বি. মুঠতে, আগ-গুৰি নভঙ্গাকৈ বা বিশেষ নকৰাকৈ, অনিশ্চিত ৰূপে ; যেনে, তেওঁ কথাটো থোপেগোপে কলে, without particularizing, in a vague manner.

থোপোৰা, বি. (অং. থোপা, গুচ্ছ) থোপা এটাৰ দৰে, দীঘল নোহোৱা, অলপ গোলাকৃতি, like a lump of something, roundish.

থোপোৰা লাগি থাক্‌, কোনো কামত নলগা হৈ পৰি থাক্‌, কেৱে নিবিচৰা হৈ থাক্‌, to remain useless or unsought for.

থোৰ্‌, স. শ. (সং. থুড়্‌, আচ্ছাদন কৰ্‌, হিং. বং. থোড়্‌, কলাৰ বাজ নোহোৱা ডিল ) দীঘলীয়া আৰু মেৰ খাই থকা কোমল পাত ; বৰ চুৰিয়াৰ আগ ফালে ওলমি থকা ভাগ ; ধানৰ গৰ্ভ, a young leaf not yet open, that part of a *suria* (waist cloth) that hangs in front, an ear of corn before it shoots out of the culm.

থোৰ ভাং, চুৰিয়া মুঠিয়া, to plait a *suria* or waist cloth, to reveal a secret.

থোৰ ভাঙ্গি ক, আগ গুৰি ভাঙ্গি ক, বিশেষকৈ বা স্পষ্টকৈ ক, to particularize, to speak in detail.

থোৰতে, ক্রি. বি. ইঙ্গিতেৰে, স্পষ্ট নকৰাকৈ, আগ-গুৰি নভঙ্গাকৈ, থোপেগোপে ; যেনে, তেওঁ কথাটো থোৰতে কলে, by mere intimation, without particularizing or detailing.

থোৰা, স. শ. ( থোৰ, ঐ ; তাৰ নিচিনা

এতেকে ) ঢেঁকীৰ খুবলিত সোমোৱা মাৰি, the pestle of a rice cleaning pedal.

থোৰালি, বি. থোৰাৰ নিচিনা, গুৰিলৈ ক্ৰমে ডাঙ্গৰ, আগলৈ ক্ৰমে সৰু, tapering.

থোৰ্থোৰ্ বাটি, ক্ৰি. বি. লাজত বা নিৰাশাত পৰি একো নকৈ ( উলটি যোৱাত খাটে ); যেনে, ধন খুজিবলৈ আহিছিল, একে আষাৰেই নিদিওঁ বোলাত থোৰ্থোৰ বাটি উলটি গল, being ashamed or disappointed (said of going away).

থোল্-গোল্, থোল্-গুলীয়া, বি. ( অং. থোল্, অনুক. + গল, দ্ৰৱ হ ) বোকাৰ নিচিনা; গলিয়ন, ভালৰূপে সিজি বা পকি কোমল হোৱা, of the consistency of mud.

থোলোকা, বি. (সং. স্থুল, পুষ্ট) পুষ্ট, মঙ্গহাল; সম্পূৰ্ণৰূপে পাখি নগজা আৰু পুষ্ট, ( পাৰত খাটে ); যেনে, থোলোকা পাৰ, fat, fleshy, unfledged and fat, squab (said of a young pigeon).

থোৱন্, কৃদ. স. ( অং. থ, স্থাপ্ ) থোৱা কাৰ্য্য, the act of placing or keeping.

থোহ্-মোহ্, বি. লাজত নিৰুত্তৰ, abashed and unable to speak.

থোহ্মোহ্ খা, লাজ পাই নিৰুত্তৰ হ, to be abashed and confounded.

থৌকিবাথৌ, বি. বতাহ বা তাপৰ দ্বাৰা বৰকৈ সঞ্চালিত; যেনে, নৈৰ পানী থৌকিবাথৌ হৈছে; খঙ্গত উথাল ধৰা; যেনে, ডাঙ্গৰীয়া খঙ্গত থৌকিবাথৌ হৈছে, violently agitated by wind or heat, said of water, heated with anger. স. শ. তাপ পাই উতলি উঠন; যেনে, চৰুত ভাতে থৌকিবাথৌ কৰিছে বা লগাইছে, the act of bubbling up.

দ, ব্যঞ্জনবিলাকৰ অঠৰ সংখ্যাৰ আখৰ, the eighteenth letter of the consonants.

দ, বি. ( সং. হ্ৰদ; হিং. দহ, গভীৰ ডুবি ) গভীৰ, তৰং নোহোৱা, নিম্ন; যেনে, দ পানী, দ গাঁত, ওথ বা বাম নোহোৱা; যেনে, দ মাটি, deep, low, as land. স. শ. নিম্ন ঠাই; গভীৰ পানী; যেনে, দত পৰিলে উঠা টান, depth, a deep place, deep water.

দইন্, স. শ. ( সং. দৈন্য, দুখীয়াৰ অৱস্থা ) হানি, ক্ষতি, loss.

দইন্ পৰ্, হানি হ, ক্ষতি হ; যেনে, তুমি নাহিলে মোৰ কি দইন পৰিব? এশ টকাৰ দইন পৰিল, to be sustained as a loss.

দংদঙ্গাই, দংদং কৰে, ক্ৰি. বি. একো ভয়-সংশয় নোহোৱাকৈ বেগেৰে; যেনে, তুটা মানুহ দংদং কৰে ভিতৰত সোমাল হৈগ, fearlessly and with speed.

দংশ্, স. ধা. ( সং. দংশ্, কামোৰ্ ) কামোৰ্, দাঁতেৰে পীড়া কৰ্, খোঁট্; যেনে, সাপে দংশে, to bite.

দংশন্, কৃদ. স. কামোৰা কাৰ্য্য, the act of biting.

দঁত, স. শ. ( সং. দৈত্য, অসুৰ ) এবিধ ভূত, সি মানুহক আন প্ৰকাৰে পীড়া নিদিয়ে, কিন্তু যুঁজ কৰি মাৰে। তাৰ এখান জোলোঙ্গা থাকে, তাকে কাঢ়ি লব পাৰিলে সি মানুহৰ বশ হয়, a kind of evil spirit which is said to fight with man.

দঁতাল্, বি. ( অং. দাঁত, দন্ত ) দীঘল আৰু বাহিৰলৈ ওলোৱা দাঁত থকা; যেনে, দঁতাল হাতী, দঁতাল বৰা, having tusks. স. শ. ডোমে মাছ ধৰিবৰ কাৰণ বালি খনা কাঠৰ যতন, a wooden implement used for digging sands, a shovel.

দঁতীয়া, বি. দাঁত থকা, ( ই সমাসৰ দ্বাৰা আন এটা শব্দৰ পাচত লগ লাগি থাকে); যেনে, তিনি দঁতীয়া, toothed.

দঁতুৰা, বি. উজলা দঁতা, ওথ বা ওঁঠৰ বাৰ্জলৈ ওলোৱা দাঁত-যুক্ত, having prominent or projecting teeth.

দ-কৈ, ক্ৰি. বি. ( অং. দ, গভীৰ ) গভীৰকৈ, নিম্নকৈ; যেনে, দকৈ খনা গাঁত; বৰকৈ মন লগাই; যেনে, দকৈ গুণি, deeply.

দকুদকীয়া, বি. (অং. ধক্ ধক্, জ্বলি থকা বগা) তেজাল, জীয়া, গোটেই নতুন (মাছ আৰু মঙ্গহত খাটে), quite fresh said of fish or flesh.

দখিণ্, "দক্ষিণ্" চোৱাঁ।

দগধা, বি. (অং. গদহা, ডাঠ আৰু গধূৰ) আভঁজা আৰু গধূৰ (কাঠৰ বা ধাতুৰ সঁজুলিত খাটে); যেনে, পীৰাখান দগধা হল; মিহি আৰু নিয়াৰিকৈ কাম কৰিব নজনা (কমাৰ বাঢ়ৈ আদি); যেনে, দগধা কমাৰ, heavy and clumsy, as a piece of furniture, &c., unskilful, as an artizan.

দগৰ্, স. শ. (সং. দ্ৰগড়, হিং. দগড়, এবিধ বাদ্য) দবাৰ নিচিনা এবিধ বাদ্য, a kettle-drum. স. ধা. দগৰৰ দৰে পিট, বৰকৈ কিলা; যেনে, চোৰক দগৰিলে, to beat severely, to thrash.

দগৰি পিট্, দগৰৰ দৰে পিট, বৰকৈ কিলা; যেনে, চোৰক দগৰি পিটিলে, to beat severely.

দগৰ্-পিটা, দগৰি-পিটা, } স. শ. বৰ মাৰ কিল, ৰিঠা-দগৰা, a severe beating.

দগা, বি. সৰপা, আগ-নবঢ়া, ৰৈ থকা (জন্তুত খাটে); অনেক বাৰ কিল খাই কিলনৈ ভয় নকৰা; খঁহনি খাই সাৰ নথকা হোৱা, restive, unwilling to move on, hardened, callous.

দগা, স. শ. (বং. দাগ, চিন) পোহাৰী বা বেপাৰীয়ে বস্তু জোখাত ব্যৱহৃত ৰজাৰ আজ্ঞাৰে চিন লগোৱা শিল বা সীহ, a weight used in weighing.

দগ্ধ, কৃদ. বি. (সং. দগ্ধ—দহ্, পোৰ) পোৰা, এঙ্গাৰ বা ছাই কৰা, burnt.

দঙ্গা, স. ধা. (অং. দাং, তোল) আনৰ দ্বাৰা তোলা, থিয় কৰা, to cause to be raised or lifted. কৃদ. স. দঙ্গাওঁতা, (স্ত্ৰী) দঙ্গাঁতী।

দঙ্গা-মুঠীয়াকৈ, ক্ৰি. বি. (মুঠি বা হাত দাঙ্গি) লগত অধিক বস্তু নোলোৱাকৈ, শুদা গাই, এতেকে বেগাই, (কোনো ঠাইলৈ যোৱাত খাটে); যেনে, দঙ্গা মুঠীয়াকৈ গলে এদিনে পোৱা যায়, without being encumbered with luggage (said of going on a journey).

দঢ়া, স. শ. (সং. দৃঢ়, ডাঠ) ভয় দেখাই ডাঠকৈ উপদেশ কৰ্, to caution, to warn. কৃদ. স. দঢ়াওঁতা, (স্ত্ৰী) দঢ়াঁতী।

দণ্ড্, স. ধা. (সং. দণ্ড্, শাস্তি কৰ্) দণ্ড দি, শাস্তি কৰ্; যেনে, দোষীক ৰজাই দণ্ডে, to punish.

দণ্ড, স. শ. শাস্তি, অপৰাধৰ নিমিত্তে দিয়া পীড়া; যেনে, ৰজাই দণ্ড কৰে; দীঘল মাৰি, ডাঁৰ; লাখুটি (তাৰ দ্বাৰা প্ৰহাৰ কৰা যায়, এতেকে সেই নাম); ষাঠি পল, punishment, a staff, a stick, twenty-four minutes.

দণ্ডকাৰণ্য, স. শ. (সং. দণ্ডকাৰণ্য—দণ্ডক, এখান ঠাইৰ নাম + অৰণ্য, হাবি; দণ্ডক নামেৰে হাবি) ৰাম বনলৈ যোৱাত নিবাস কৰা এখান হাবি, সেই হাবি নৰ্ম্মদা আৰু গোদাবৰী নদীৰ মাজত আছিল, the peninsula of India from between the Narmada, or Nerbudda, and Godavari rivers to the south, the whole of which was a large forest in which Rama dwelt in his exile.

দণ্ডধৰ্, স. শ. (সং. দণ্ডধৰ—দণ্ড, শাস্তি, লাখুটি + ধৃ, ধৰ্) শাস্তি কৰিবৰ ক্ষমতা থকা লোক; এতেকে ৰজা; হাতত পবিত্ৰ লাখুটি লৈ ফুৰা এবিধ সন্ন্যাসী, a person having the authority to punish, a king, a religious mendicant carrying a sacred staff.

দণ্ডনায়ক্, স. শ. (সং. দণ্ডনায়ক—দণ্ড, শাস্তি + নায়ক, গৰাকী) দণ্ড দিবৰ অধিকাৰী, শাসনকৰ্ত্তা, a magistrate.

দণ্ডনীয়, বি. (সং. দণ্ডনীয়—দণ্ড, শাস্তি) দণ্ডৰ যোগ্য, দণ্ডাৰ্হ, punishable.

দণ্ডবিধান্, স. শ. (সং. দণ্ডবিধান—দণ্ড, শাস্তি + বিধান, ব্যৱস্থা) দণ্ডৰ ব্যৱস্থা,

যি অপৰাধৰ নিমিত্তে যি শাস্তি হোৱা উচিত তাৰ বিধান; এতেকে দণ্ডৰ আজ্ঞা; যেনে, বিচাৰকে দোষীৰ দণ্ড-বিধান কৰে, an order of punishment.

দণ্ডবিধি, স. শ. (সং. দণ্ডবিধি—দণ্ড, শাস্তি +বিধি, নিয়ম) দণ্ড দিবৰ নিয়ম, কোন অপৰাধৰ কি দণ্ড তাৰ বিধান থকা পুথি, a penal law.

দণ্ডবৎ, স. শ. (সং. দণ্ডবৎ—দণ্ড, ডাঁৰ+বৎ, নিচিনা; ডাঁৰৰ দৰে মাটিত পৰা যায়, এতেকে) দীঘল হৈ পৰি কৰা প্ৰণাম, prostration, the act of bowing in humility or veneration.

দণ্ডাকাৰ, বি. (সং. দণ্ডাকাৰ—দণ্ড, ডাঁৰ+ আকাৰ, ৰূপ) ডাঁৰ এডালৰ নিচিনা, দীঘল; দণ্ডবত হৈ পৰা, resembling a staff, lying at full length.

দণ্ডাজ্ঞা, স. শ. (সং. দণ্ডাজ্ঞা—দণ্ড, শাস্তি +আজ্ঞা, আদেশ) শাস্তি দিবৰ আদেশ, an order of punishment, a sentence.

দণ্ডাৰ্হ, বি. (সং. দণ্ডাৰ্হ—দণ্ড, শাস্তি+অৰ্হ, যোগ্য) দণ্ডৰ যোগ্য, দণ্ডনীয়, punishable.

দণ্ডী, স. শ. (সং. দণ্ডিন্—দণ্ড, লাখুটি) হাতত পবিত্ৰ লাখুটি লৈ ফুৰা এবিধ সন্ন্যাসী, a religious mendicant carrying a sacred staff.

দণ্ডোতা, কৃদ. স. (দণ্ড, শাস্তি কৰ্) দণ্ড-কৰা পুৰুষ, a man who punishes. (স্ত্ৰী) দণ্ডতী।

দণ্ড্য, বি. (সং. দণ্ড্য—দণ্ড, শাস্তি) দণ্ডৰ যোগ্য, punishable.

দত্ত, কৃদ. বি. (সং. দত্ত—দা, দান কৰ্) দিয়া, দান কৰা, given, bestowed. (স্ত্ৰী) দত্তা।

দত্তাত্ৰেয়, স. শ. (সং. দত্তাত্ৰেয়—দত্ত, দিয়া+আত্ৰেয়, অত্ৰিৰ পুতেক) এজনা ঋষিৰ নাম, তেওঁক ব্ৰহ্মা বিষ্ণু আৰু শিৱই অত্ৰি ঋষিৰ তোলনীয়া পুতেক কৰি দিছিল, the name of a sage.

দত্তাপহাৰী, স. শ. (সং. দত্তাপহাৰিন্—দত্ত, দিয়া+অপহৃ, ছলেৰে বা বলেৰে নি) এবাৰ দি পুনৰায় ছলেৰে বা বলেৰে নিওঁতা, one who takes back something given by himself.

দদাই, স. শ. খুৰা, বোপাইৰ ভাইয়েক, a paternal uncle. হিন্দী আৰু বাঙ্গালী ভাষাত জ্যেষ্ঠ ভাতৃক "দাদা" আৰু খুৰাক "কাকা" বোলা যায়; সেই দুই শব্দ উলটি অসমীয়াত জ্যেষ্ঠ ভাইৰ নাম "ককাই" খুৰাৰ নাম "দদাই" হৈছে।

দদাশহুৰ, স. শ. (অং. দদাই, খুৰা+শহুৰ, ভাৰ্য্যাৰ বাপেক) ভাৰ্য্যাৰ দদাইয়েক, a wife's paternal uncle.

দধি, স. শ. (সং. দধি—ধা, ধাৰণ কৰ্, "ধা" দ্বিৰুক্ত আৰু প্ৰথমৰ "ধা"ত দ হৈছে) দৈ গাখীৰ, coagulated milk.

দধি-সাগৰ, স. শ. (সং. দধি, দৈ+সাগৰ, সমুদ্ৰ) দৈ-গাখীৰৰ সাগৰ; বহুত দৈ, the fifth ocean or the ocean of curd, a very large quantity of curd.

দধীচি, স. শ. এজনা ঋষিৰ নাম, বৃত্ৰাসুৰক মাৰিবৰ নিমিত্তে বজ্ৰ সাজিবলৈ তেওঁৰ হাড়বিলাক ইন্দ্ৰক দিবৰ কাৰণে তেওঁ প্ৰাণ এৰিলে বুলি পুৰাণত লেখা আছে, the name of a saint.

দন্, স. শ. জালত লগোৱা ডাঙৰ লেজু, তাৰ দ্বাৰা জাল টনা যায়, the rope attached to a fishing net.

দনা, স. শ. (অং. দন, ঐ) ঘোৰাৰ লগাম, a bridle.

দনা ওলম্, কাপোৰৰ ডোৰা ওলাই ওলম্; যেনে, তাৰ চুৰিয়াৰ দনা ওলমিছে, to hang in tatters.

দনু, স. শ. দক্ষ ৰজাৰ এজনী জীয়েক, তেওঁক কাশ্যপ ঋষিয়ে বিয়া কৰিছিল আৰু তেওঁৰ পৰা ৰাক্ষসবিলাক উৎপন্ন হয়, a daughter of Dakshya and wife of Kashyapa.

দনুজ, স. শ. (সং. দনুজ—দনু+জন্, ওপজ্, দনুৰ পৰা ওপজা) ৰাক্ষস, দানৱ, a demon, a cannibal.

দনুজাৰি, স. শ. (সং. দনুজাৰি—দনুজ, ঐ+অৰি, শত্রু; ৰাক্ষসৰ শত্রু) দেৱতা; বিষ্ণু, a god, Vishnu.

দন্ত, স. শ. (সং. দন্ত—দম, শাসন কৰ্) দাঁত, a tooth.

দন্তধাৱন্, স. শ. (সং. দন্তধাৱন—দন্ত, ঐ+ধাৱ, পৰিষ্কাৰ কৰ্) দাঁত মজা কাৰ্য্য, the act of cleaning the teeth.

দন্তী, বি. (সং. দন্তিন্—দন্ত, দাঁত) দাঁত-যুক্ত, toothed. স. শ. দঁতাল হাতী, a tusker elephant.

দন্তুৰ্, স. শ. (সং. দন্তুৰ—দন্ত, ঐ) উজলা দঁতা মুনিহ, a man with projecting teeth. (স্ত্রী) দন্তুৰা।

দন্ত্য, বি. (সং. দন্ত্য—দন্ত, ঐ) দাঁতৰ পৰা উচ্চাৰিত; যেনে, দন্ত্য স, dental.

দন্দ্, স. শ. (সং. দ্বন্দ, বিবাদ) বিবাদ; ৰৱ হাই কৰি কৰা কন্দল, a quarrel, a wrangle.

দন্দ বান্দ, } স. শ. (অং. দন্দ, ঐ+বান্দ,
দন্দা বন্দা, } অনুক.) হাই উকমি, a quarrel and so forth.

দন্দুৰা, বি. (অং. দন্দ, ঐ) দন্দ কৰা স্বভাৱ-যুক্ত, মিলি থাকিব নোৱৰা, quarrelsome. (স্ত্রী) দন্দুৰ।

দন্ন, স. শ. ("দইন" চোৱাঁ) হানি, loss.

দপ্, অ. ধা. (অং. দোপ, ভৰিৰ হেঁচা; হেঁচিলে বহে, এতেকে) আধা পকা হ, পকিবলৈ ধৰ্, to begin to ripen.

দপ্দপনি, স. শ. ("দপ্দপা" চোৱাঁ) অহঙ্কাৰ বা মহতালিৰ প্রকাশ, নিজৰ ক্ষমতা প্রদর্শন, the act one's showing one's own greatness or power.

দপ্দপা, অ. ধা. (সং. দর্প, অহঙ্কাৰ) অহঙ্কাৰ প্রকাশ কৰ্, ক্ষমতা প্রকাশ কৰ্, আপোনাৰ মহতালি দেখাই লোকক দমাই ৰাখ্; যেনে, ডাঙ্গৰ লোকে সৰুৰ ওপৰত দপ্দপায়, to exercise powers with severity to show one's own greatness.

দপ্দপা, অ. ধা. (দপ্দপ, টান বৰষুণৰ নিচিনা শব্দ) টান বৰষুণৰ দৰে শব্দ কৰ্; যেনে, ৰাতি বৰষুণে দপদপাই আছিল, to make a pattering sound.

দপ্দপীয়া, বি. দপদপ কৰা, টান (বৰষুণ), pattering, heavy, as rain.

দপনা, স. শ. মঙ্গহৰ ডাঙ্গৰ খণ্ড; কাঠৰ ডাঙ্গৰ ডাঠ চেপেটা খণ্ড, a large piece of flesh, a large flat piece of wood.

দপনাদপন্, বি. খণ্ড খণ্ড, ডোখৰ ডোখৰ, divided in large pieces.

দপনাদপনে, ক্রি. বি. অনেক ডোখৰ কৰি, in large pieces.

দপাল্, স. ধা. (সং. দর্প, অহঙ্কাৰ) মহতালি দেখাই দমি ৰাখ, গালি-শপনি পাৰ্, ডাবি দি, to revile, to rebuke. কৃদ. স. দপালোঁতা, (স্ত্রী) দপালঁতী।

দপালনি, স. শ. গালি-শপনি, ডাবি; ধপ-চালি, rebuke, a threat, the act of trampling upon.

দবক মাৰ্ বা দবকা মাৰ্, নেবাঢ়ি নুটুটি একে দৰে থাক; যেনে, নৰিয়াই দবক বা দবকা মাৰিছে, পানীয়ে দবক বা দবকা মাৰ্, to remain without increase or decrease.

দবনি, কৃদ. স. (অং. দবা, এবিধ বাদ্য) দবাৰ শব্দ; দবা বা ঢোল-খোল আদি একে লগে পিটা কাৰ্য্য, the sound of a large kettlĕ-drum, the act of beating the same or other kinds of drums.

দবনি পিটি, হেঁপাহ পলুৱাই (খোৱাত খাটে); যেনে, দবনি পিটি খালে, to eat to satiety, to eat one's fill.

দবহিকৈ, ক্রি. বি. কান্দি খুন্দি, পেট ভৰাই, হেঁপাহ পলুৱাই, gluttonously.

দবৰাদবৰি, স. শ. আজোঁৰা আজুৰি, টনা-টনি; এটাই আনটোক ধৰি ঠেলাঠেলি কৰা কাৰ্য্য, a struggle, the act of pushing one another.

দবা, স. ধা. (হিং. দবানা, তললৈ ঠেলি, নত কৰ্) নত কৰ্, খাল কৰ্, হেঁচি বহুৱা,

to press down. কৃদ. স. দবাওঁতা, (স্ত্রী) দবাঁতী।

দবা, স. শ. (বং. দামামা, বাদ্যবিশেষ) নাগেৰাৰ গঢ়ৰ বৰ ডাঙ্গৰ এবিধ বাদ্য, a large kettle-drum.

দবা দি ধৰ্, অকস্মাত বলেৰে গবা মাৰি ধৰ্; যেনে, দবা দি ধৰি নিলে, to suddenly seize with force.

দবাপিৰলি, ঘৰৰ চালৰ মুখত বন্ধা খেৰ, the undermost layer of grass on the eaves of a house.

দম্, স. ধা. (সং. দম্, বশ কৰ্) বশ কৰ্, তলতীয়া কৰ্, শান্ত কৰ্; যেনে, বলীয়ে নিৰ্ব্বলীক দমে, খঙ্গক দমিব লাগে, to subdue, to control, to check.

দম, স. শ. ওপৰা উপৰি কৰি গোটাই থোৱা বস্তুৰ সমূহ, একে ঠাইতে ওখকৈ গোটাই থোৱা বস্তু, a heap, a pile, a large quantity gathered together.

দম্ খা, একে ঠাইতে অধিক গোট খা, to be gathered in large number or quantity.

দম বান্ধ, একে ঠাইতে অধিক গোটা, to heap up.

দমন্, কৃদ. স. (সং. দমন—দম্, বশ কৰ্) বশ কৰা, অধীন কৰা বা পৰাস্ত কৰা কাৰ্য্য, বশ বা অধীন কৰোঁতা; যেনে, শমনদমন, the act of subduing or controlling, one who subdues or controls.

দমনা, স. শ. (সং. দমন, এবিধ সৰু গছ) এবিধ সুগন্ধি পাতেৰে সৰু গছ, তাৰ পাতেৰে গোসাঁই সকলে মালা কৰায়, a kind of plant.

দমনীয়, বি. (সং. দমনীয়—দম্, বশ কৰ্) দমিব পৰা, বশ কৰিবৰ যোগ্য, capable of being subdued.

দমৰা, স. শ. (বং. দামড়া, বলদ) উদাঁত বলদ, অধিক বয়স নোপোৱা মতা গৰু; বহি থোৱা, a young bull, a king's post or queen's post.

দমলা, স. শ. ছালৰ ওপৰত বহল হৈ উখহি হোৱা উঠঙ্গা, ভালে খানি ঠাই জুৰি উখহি উঠা ছাল, a blotch or swelling on the skin.

দমলা মাৰ্ বা দমলা বান্ধ, ছাল উখহি বহল আৰু চেপেটা উঠঙ্গা হ, to rise in a blotch. দমলাদমল্, বি. অনেক দমলাযুক্ত; যেনে, পিঠিখান দমলাদমল হল, full of blotches.

দমলাদমলি, স. শ. অনেক দমলা; যেনে, এতিয়াও পিঠিৰ দমলাদমলি গুচা নাই, blotches.

দমা, স. ধা. (সং. দম, বশ কৰ্) আনৰ দ্বাৰা বশ কৰা, to cause to be subdued or controlled. কৃদ. স. দমাওঁতা, (স্ত্রী) দমাতী।

দমা, স. ধা. (অং. দম, বস্তুৰ সমূহ) থুপা, গোটা, ওপৰা উপৰি কৰি থ, to gather together, to pile up. কৃদ. স. দমাওঁতা, (স্ত্রী) দমাতী।

দমাদম্, বি. বহুত, অনেক; যেনে, আসামত হাতী দমাদম, abundant.

দমাদমে, ক্রি. বি. অনেক একে লগে, বহুতকৈ, plentifully.

দমিত্, কৃদ. বি. (সং. দমিত—দম্, বশ কৰ্) বশ কৰা, শাসন কৰা, বশীভূত, subdued, controlled, checked.

দমোতা, কৃদ. স. দমন কৰোঁতা, বশ কৰোঁতা, a controller, a subduer.

দম্প, স. শ. "দম্ভ" শব্দৰ অপভ্ৰংশ, (পদ্যত), pride.

দম্পতী, স. শ. (সং. দম্পতী—জায়া, ভাৰ্য্যা + পতি, স্বামী) ভাৰ্য্যা স্বামী দুইও, দৈপয়েক দৈঘণীয়েক উভয়, a husband and wife collectively.

দম্ভ, স. শ. (সং. দম্ভ—দম্ভু, বঞ্চনা কৰ্) অহঙ্কাৰ, দৰ্প, pride.

দম্ভালি, গু. শ. (সং. দম্ভ, ঐ) অহঙ্কাৰিত্ব, অহঙ্কাৰী স্বভাৱ, দৰ্প, pride.

দম্ভী, বি. (সং. দম্ভিন্—দম্ভ + ইন্) অহঙ্কাৰী, proud.

দয়া, স. শ. ( সং. দয়া—দয়্, ৰক্ষা কৰ্ ) কৃপা, পুতৌ, লোকৰ দুখত হোৱা মনৰ কষ্ট, kindness, tenderness, pity.

দয়াকৰ্, স. শ. ( সং. দয়াকৰ—দয়া, ঐ+কৃ, কৰ্ ) দয়া কৰোঁতা, a kind-hearted man.

দয়ান্বিত, বি. ( সং. দয়ান্বিত—দয়া+অন্বিত, মিলিত ) দয়াযুক্ত, কৃপালু, kind. ( স্ত্রী ) দয়ান্বিতা।

দয়ালু, বি. দয়াযুক্ত, kind.

দয়াৱন্ত, দয়াৱান্, } বি. দয়ান্বিত, kind. ( স্ত্রী ) দয়াৱতী।

দয়াশীল্, বি. দয়াৱন্ত, kind. (স্ত্রী) দয়াশীলা।

দয়িতা, স. শ. ( সং. দয়িতা—দয়্, মৰম কৰ্ ) তিৰোতা ; ভাৰ্য্যা, a woman, a wife.

দৰ্, স. শ. ( হিং. বং. দৰ, মূল্য ) বস্তুৰ মূল্যৰ পৰিমাণ ; মূল্য, rate, price.

দৰ্ মাৰ্, দৰ কৰ্, মূল্য লগা ; যেনে, সেই কাপোৰত বেপাৰীয়ে পাঁচ টকা দৰ মাৰিছে, to set a price on.

দৰ্. স. শ. ( হিং. তৰহ, প্ৰকাৰ ) প্ৰকাৰ, বিধ ; যেনে, কোন দৰৰ বস্তু, sort, kind.

দৰক্, স. শ. ( সং. দৰ্শন ; হিং. দৰখ্, দৃষ্টি, দেখা যায়, এতেকে ) পানীৰ ওপৰলৈ আহি পিঠি উলিয়াই কৰা অৱস্থিতি, ( মাছত খাটে ), the act of resting on the surface of water like a fish.

দৰক্ ল, পানীৰ ওপৰত পিঠি উলিয়াই ৰৈ থাক্, to rest on the surface of water like a fish.

দৰব্, স. শ. ( সং. দ্ৰব্য, ঔষধ ) ঔষধ, ৰোগ গুচোৱা বস্তু, medicine.

দৰব-ধৰা, স. শ. ( সং. দ্ৰব্যধাৰক, কোনো বস্তু ধৰোঁতা ) মাটি জোখাত টাঁৰীৰ লগত মাটিৰ দীঘপুতল আৰু সীমা লেখোঁতা, one who records the length, breadth and boundaries of land in measuring the same.

আগৰ দিনত মাটি জোখাত দুজন মানুহ নিযুক্ত হৈছিল, এজনে টাঁৰ মাৰে, সেই জনক টাঁৰী বোলে ; আন জনে প্ৰতি-ডৰা মাটিৰ দীঘ পুতল লেখে, সেই জন দৰব ধৰা, পাচত কাকতীয়ে সেই দীঘ পুতলৰ লেখ কৰি মাটিৰ পৰিমাণ উলিয়ায় । কেতিয়াবা একে জন মানুহেই টাঁৰী আৰু দৰব ধৰা দুইবো কাম কৰে।

দৰহ্, স. শ. ( সং. দৃহ ; বং. দড়া বা দড়ী, জৰী ) এৰাল, মুকলি মূৰে চৰিব পৰাকৈ জন্তু বন্ধা জৰী, a tether.

দৰা, স. শ. ( সং. দৃ, আদৰ কৰ্ ; অং. আদৰ্, সন্মান কৰি আগ বঢ়াই আন্ ) বৰ, বিয়া কৰিবৰ নিমিত্তে প্ৰস্তুত হোৱা পুৰুষ, a bridegroom.

দৰা, স. ধা. ( অং. দৰ, মূল্য ) দৰ কৰ্, মূল্য স্থিৰ কৰ্, মূল্য সোধ্, মোলা, to settle the price of. কৃদ. স. দৰাওঁতা, ( স্ত্রী ) দৰাতী।

দৰাপুতলী, স. শ. লৰাই উমলিবলৈ কাপোৰেৰে সজা দৰা বা কন্যাৰ মূৰ্ত্তি, a doll dressed like a bridegroom or bride for children to play with.

দৰালি-ঘৰীয়া, বি. ( অং. দৰা, বৰ+ঘৰ, গৃহ ) দৰাৰ ঘৰৰ, appertaining or relating to the bridegroom's party.

দৰিদ্ৰ, বি. (সং. দৰিদ্ৰা, দুঃখীয়া হ) দুঃখীয়া, ধনহীন, poor, needy. স. শ. দুখীয়া মানুহ, a poor person.

দৰিদ্ৰতা, গু. শ. দুখীয়া অৱস্থা, poverty.

দৰিদ্ৰালয়্, স. শ. ( সং. দৰিদ্ৰালয়—দৰিদ্ৰ +আলয়, ঘৰ ) দুখীয়া মানুহৰ ঘৰ ; দুখীয়া মানুহক অলপ বন কৰাই পোহপাল দি ৰখা ঘৰ, a poor-house, a work-house.

দৰিয়া, স. ধা. ( অং. দাধ, মাছৰ দাঁত ) বৰালি-মাছৰ দাৰেৰে আঁহ মুকলি কৰ্, ( তূলাত খাটে ), to straighten out the fibres, as of cotton, with the teeth of the *barali* fish. কৃদ. স. দৰিয়াওঁতা।

দৰে, ক্রি. বি. ( অং. দৰ, প্ৰকাৰ ) প্ৰকাৰে, ৰূপে ; মূল্যত ; যেনে, চাউল কি দৰে

বেচিহ্ন, in the manner of, at the rate of.

দৰ্জ্জী, স. শ. (যাং.) বেজীৰ কামৰ দ্বাৰা উপজীব্য কৰা মানুহ, a tailor.

দৰ্প, স. শ. (সং. দৰ্প—দৃপ্, অহঙ্কাৰ কৰ্) অহঙ্কাৰ, গৰ্ব্ব, pride.

দৰ্পণ্, স. শ. (সং. দৰ্পণ—দৃপ্, আনন্দিত কৰ্) আৰ্চী, দাপোণ, a mirror.

দৰ্পহাৰী, বি. (সং. দৰ্পহাৰিন্—দৰ্প, অহঙ্কাৰ+হৃ, হৰণ কৰ্) অহঙ্কাৰ নাশ কৰা, দৰ্প-গুচোৱা, pride destroying. স. শ. দৰ্প গুচাওঁতা, a man who humbles the pride. (স্ত্ৰী) দৰ্পহাৰিণী।

দৰ্পী, বি. অহঙ্কাৰী, proud.

দৰ্‌বাৰ্, স. শ. (যাং.) ৰজাৰ বা ডাঙ্গৰ লোকৰ সভা, ৰজা বা ডাঙ্গৰ লোকক সাক্ষাত হবলৈ নিমন্ত্ৰিত হোৱা লোকৰ সমূহ, a hall of audience, a *levée* held by a king or nobleman.

দৰ্‌মহা, স. শ. (যাং. দৰমাহা) মাসিক বেতন, monthly pay.

দৰ্শ, অ. ধা. (সং. দৃশ্, দেখ্) দেখা হ; যেনে, তাৰ পৰা একো গুণ নদৰ্শে, to be seen, to appear.

দৰ্শক, স. শ. (সং. দৰ্শক—দৃশ্, দেখ্) দেখাওঁতা, বুজাওঁতা; দেখোঁতা, চোৱা লোক; যেনে, তাত বহুত দৰ্শক আছিল, one who shews or explains, one who sees.

দৰ্শন্, কৃদ. স. দৃষ্টি, দেখা; জ্ঞান, a sight, a view, wisdom, philosophy.

দৰ্শন্-শাস্ত্ৰ, স. শ. (দৰ্শন+শাস্ত্ৰ, পুথি) কাৰ্য্য কাৰণৰ সম্বন্ধ দেখাই এই জগতৰ আৰু তাৰ স্থষ্টিকৰ্ত্তাৰ বিষয়ে জ্ঞান দিয়া পুথি, a treatise on philosophy.

দৰ্শন-শাস্ত্ৰৰ সংখ্যা ছয়; যেনে, সাংখ্য, পাতঞ্জল, মীমাংসা, ন্যায়, বৈশেষিক, বেদান্ত, সেইবিলাক শব্দ চোৱা।

দৰ্শনীয়, বি. (সং. দৰ্শনীয়—দৃশ্, দেখ্) দেখিবৰ বা দেখাবৰ যোগ্য; সুন্দৰ, শুৱনি, fit to be seen or shewn, beautiful.

দৰ্শয়িতা, কৃদ. স. (সং. দৰ্শয়িতৃ—দৃশ্, দেখ্) দেখাওঁতা, one who shows, an exhibiter. (স্ত্ৰী) দৰ্শয়িত্ৰী।

দৰ্শা, স. ধা. (সং. দৃশ্, অং. দৃশ্, দেখ্) দেখা, আনৰ দৃষ্টিগোচৰ কৰ্; প্ৰকাশ কৰ্, বুজা, জনা; যেনে, গুচৰীয়াই কাৰণ দৰ্শাইছে, to show.

দৰ্শিত, কৃদ. বি. (সং. দৃশ্, দেখ্) দেখা, দৃষ্টিগোচৰ হোৱা; দেখোৱা, seen, shown.

দল্, স. ধা. (সং. দল্, বিদাৰণ কৰ্) মৰ্দ্দন কৰ্, মোহাৰি পেলা, সমূলি নষ্ট কৰ্; যেনে, শত্ৰুৰ সেনাবোৰ দলি পেলালে, to crush, to destroy totally. স. শ. গছৰ পাত, সমূহ, a leaf, a crowd, party or company.

দল্, স. শ. (হিং. বং. দল, এবিধ পানীৰ বন) এবিধ ধানৰ নিচিনা গুটি-ধৰা পানীত হোৱা বন, an aquatic grass.

দল্, স. শ. (সং. দেৱালয়; বং. দেউল, দেৱতাৰ মন্দিৰ) মঠ, থিয়কৈ সজা দেৱতাৰ মন্দিৰ; দম, স্তূপ, a Hindu pagoda, a heap.

দলং, স. শ. (সং. দল্, মৰ্দ্দন কৰ্) ফলীয়া বাহেৰে বা কাঠেৰে সজা সাঁকো, a bamboo or wooden bridge.

দলঙ্গা, স. শ. দলঙ্গৰ দৰে বাঁহেৰে বোৱা মাছ-ধৰা যতন, a kind of fish trap.

দলন্, কৃদ. স. (সং. দলন—দল্, বিদীৰ্ণ কৰ্) মৰ্দ্দন কৰা, ধ্বংস কৰণ, খণ্ড খণ্ড কৰণ; ধ্বংস কৰোঁতা, the act of crushing, cutting or destroying; one who destroys.

দলনি, স. শ. (অং. দল্, এবিধ বন) দল ঘাঁহেৰে আবৃত পানী বা মাটি, a piece of land or water covered with the *dal* grass.

দলমা, স. শ. "দমলা" চোৱা।

দলা, স. শ. (সং. দল্, খণ্ড খণ্ড কৰ্; হিং. ডেলা, দলি) মাটিৰ লদা, দলি, a clod.

দলা, স. ধা. (অং. দল, স্তূপ) দমা, ওপৰা উপৰিকৈ থ, একত্ৰ কৰ্, to heap up, to

gather together. কৃদ. স. দলাওঁতা, (স্ত্ৰী) দলাতী।

দলাদোপা, বি. ('দল্দোপ' চোৱাঁ) ভৰি দিলে বহি যোৱা আৰু কঁপা, দলতুপীয়া, boggy, yielding to the feet.

দলি, স. শ. (সং. দল্, খণ্ড খণ্ড কৰ্; হিং. বং. দলি, চপৰা) খানি পৃথিবীৰ পৰা পৃথক কৰা মাটিৰ খণ্ড, চপৰা; এতেকে, হাতেৰে নিক্ষেপ কৰা মাটি, শিল বা ইটাৰ খণ্ড, a clod, a piece of stone, &c. thrown with the hand.

দলি মাৰ্, দলি নিক্ষেপ কৰ্; যেনে, দলি মাৰি চৰাই মাৰিলে; দলিৰ দৰে হাতেৰে নিক্ষেপ কৰ্; যেনে, কাপটো দলি মাৰি দে, to pelt, to throw with the hand.

দলিচা, স. শ. (যাং. দুলিচা বা গালিচা) নোমৰ আসন বিশেষ, a carpet, a rug.

দলিত্, কৃদ. বি. (সং. দলিত—দল্, খণ্ড খণ্ড কৰ্) মৰ্দ্দিত, ধ্বংস কৰা, cut to pieces, destroyed.

দলিমৰিয়া, } দলি-মাৰি, } স. শ. (অং. দলি, চপৰা + মাৰ, আঘাত কৰ্) দলি ভঙ্গা, দীঘল নালেৰে কাঠৰ হাঁতুৰী, a long handled mallet used in breaking clods. "দলিবাৰি" এনেও হয়।

দলিয়নি, স. শ. চপৰাণি, অনেক দলি থকা ঠাই, a place abounding with clods.

দলিয়া, স. ধা. চপৰা আদি মাৰি পীড়া দি; যেনে, সি ভায়েকক দলিয়ালে; হাতেৰে দূৰৈলৈ নিক্ষেপ কৰ্; যেনে, শিল দলিয়াইছে, to pelt with stone, &c., to fling or throw with the hand. কৃদ. স. দলিয়াওঁতা, (স্ত্ৰী) দলিয়াঁতী।

দলিয়াদলি, স. শ. এটাই আনটোলৈ দলি মৰা কাৰ্য্য, the act of pelting each other.

দলৈ, স. শ. (সং. দল, সমূহ) এক দল সোণাৰি বা মৰিয়াৰ মুখ্য লোকৰ উপাধি; মুখ্য গণক, the title of the chief or head of a party of goldsmiths, or *marias*, (braziers) or of an astrologer.

বজাৰ ঘাই জ্যোতিষীয়া জনক বৰ দলৈ বোলা গৈছিল।

দলৈ, স. শ. (অং. দল্, মন্দিৰ) দেৱালয়ৰ প্ৰধান পূজাৰি (কামৰূ.), (in Kamrup) the chief officer of a Hindoo temple.

দলৌ-বাঁহ, স. শ. এবিধ বনৰীয়া বাঁহ, a kind of wild bamboo.

দল্কচু, স. শ. এবিধ বঙ্গা ধান, প্ৰায়ে তাৰ চিৰা কৰা যায়, a kind of paddy.

দল্ডাঁহী, স. শ. ৰজোদৰ্শন বা কন্যা-কাল নোহোৱাকৈ বুঢ়ী হোৱা তিৰোতা, a woman who has become old without the appearance of catamenia.

দল্-দলনি, স. শ. (বং. দল্দলিয়া, ভৰি দিলে বহি যোৱা আৰু কঁপা) ভৰি দিলে বহি যোৱা আৰু সঞ্চালিত হোৱা মাটি, a quagmire.

দল্দলীয়া, } দল্তুপীয়া, } বি. ভৰি দিলে বহি যোৱা আৰু কঁপা, boggy, yielding under the feet.

দল্দল্ কৰে, ক্ৰি. বি. (অং. দলি, চপৰা) দলিটোৰ দৰে লৰচৰ নকৰাকৈ, নকন্দাকৈ (কেঁচুৱা লৰাত খাটে); যেনে, লৰাটো দল্দল্ কৰে শুই আছে, without crying (said of an infant).

দল্দোপ্, স. শ. (অং. দোল্, সঞ্চালিত হ + দোপ্, ভৰিৰ হেঁচা) ভৰি দিলে বহি যোৱা আৰু আকৌ ওপৰলৈ উঠা গতি, তললৈ গৈ আকৌ ওপৰলৈ উঠা কম্পন; যেনে, সৈন্যৰ ভৰত পৃথিৱীখানে দল-দোপ কৰিছে, an undulatory motion.

দল্মৰা, স. শ. এবিধ দলনিত থকা চৰাই, a kind of water-rail.

দশ্, সংখ্যা. (সং. দশন্, দহ) দুই পাঁচ, ten.

দশ্, স. শ. (সংক্ষিপ্ত দশ্-ডাঙৰ শব্দ) ছোৱালীৰ যৌবন কাল বা প্ৰথম ঋতু হোৱা অৱস্থা, arrival at the age of

puberty, the first appearance of catamenia.

দশন্, স. শ. (সং. দশ্, কামোৰ্) দাঁত, ওঁঠৰ ভিতৰত থকা আহাৰ চোবোৱা সৰু জোঙ্গা হাড়, a tooth.

দশভুজা, বি. (সং. দশভুজ—দশ, দহ+ভুজ, হাত) দহ-খান হাত থকা (স্ত্ৰী), ten-armed (Fem.).

দশম্, সংখ্যা. (সং. দশম—দশ, দহ) দহ সংখ্যা পূৰ কৰা, দহোটাৰ শেষটো, tenth. (স্ত্ৰী) দশমী।

দশমী, স. শ. (সং. দশমী—দশম শব্দৰ স্ত্ৰীলিঙ্গ) শুক্ল বা কৃষ্ণ পক্ষৰ দশম তিথি, the tenth lunar day. দ্বিতীয়াকে আদি কৰি তিথিবিলাকৰ নাম যদিও সংস্কৃতত স্ত্ৰীলিঙ্গ, তথাপি অসমীয়াত সিইতক ক্লীৱ-লিঙ্গ বোলা হে উচিত।

দশমুখ, স. শ. (সং. দশমুখ—দশ, দহ+মুখ, বদন) দহ-মুখীয়া ৰাৱণৰ নাম, a name of Ravana. দশ শব্দৰে সৈতে মুখ বুজোৱা আন শব্দৰ যোগ হৈও ৰাৱণক বুজায়; যেনে, দশানন, দশাস্য ইত্যাদি।

দশৰথ্, স. শ. সূৰ্য্য বংশীয় এজনা অযোধ্যাৰ ৰজাৰ নাম, তেওঁ ৰামৰ বাপেক আছিল, the name of Rama's father and king of Oudh.

দশ-সংস্কাৰ, "সংস্কাৰ" চোৱাঁ।

দশা, স. শ. (সং. দশা—দশ্, কামোৰ্; দশাৰ পৰা কেতিয়াবা কষ্ট হয়, এতেকে) অৱস্থা; ভাগ্য, কপাল, state, lot, fate.

দশানন, স. শ. "দশমুখ" চোৱাঁ।

দশাৱতাৰ্, স. শ. (সং. দশাৱতাৰ—দশ, দহ+অৱতাৰ, দেৱতাৰ পৃথিবীলৈ আগ-মন) বিষ্ণুৱে দহ আকৃতিৰে পৃথিবীলৈ কৰা আগমন; পৃথিবীত দুষ্টৰ দমন, শিষ্টৰ পালনৰ নিমিত্তে বিষ্ণুৱে ধৰা দহোটা ৰূপ; যেনে, মৎস্য (মাছ), কূৰ্ম্ম (কাছ), বৰাহ (গাহৰি), নৰসিংহ, (আধা মানুহ আধা সিংহৰ আকৃতি), বামন (বাউনা), ৰাম (পৰশুৰাম), ৰাম (দশৰথৰ পুতেক), ৰাম (বলৰাম), বুদ্ধ (বৌদ্ধ ধৰ্ম্ম-চলাওঁতা গৌতম মুনি) আৰু কল্কি (এই অৱতাৰ কলিৰ শেষত সম্বল নামে গাওঁৰ এজন বামুণৰ ঘৰত হব), বিষ্ণু, the ten incarnations of Vishnu, a name of Vishnu.

দশাহীন্, বি. (সং. দশাহীন—দশা, ভাগ্য+হীন, শূন্য) ভাগ্যহীন, দুৰ্কপলীয়া, unfortunate.

দশেন্দ্ৰিয়, স. শ. "ইন্দ্ৰিয়" চোৱাঁ।

দশোদিশ্, স. শ. (সং. দশদিশ, জগতৰ দহ ফাল) পূব আদি চাৰি দিশ আৰু সেইবিলাকৰ চাৰি চুক, এই আঠ আৰু ওপৰ আৰু তল, এই দহ ফাল, সকলো দিশ, the eight points of the compass, the sky and the point opposite to it, all sides.

দশোদিশে, ক্রি. বি. সকলো ফালে বা সকলো ফাললৈ, in all directions or sides.

দশ্-ডাঙ্গৰ্, বি. দশ সংস্কাৰৰ শেষ সংস্কাৰ, বিয়াৰ সময় পোৱা, ডাঙ্গৰ, যৌবনকাল পোৱা, পুষ্পোৎসৱ হোৱা, arrived at womanhood.

দষ্ট, কৃদ. বি. (সং. দষ্ট—দংশ, কামোৰ্) দংশন কৰা, কামোৰা; যেনে, সৰ্প-দষ্ট, bitten.

দস্তখত্, স. শ. (যাং. দস্ত, হাত+খত, আখৰ) কোনো কথাৰ প্ৰমাণ স্বৰূপে আপোন হাতেৰে লিখা আপোনাৰ নাম, হাত চিন, a signature.

দস্তুৰ্, স. শ. (যাং.) চলি অহা নিয়ম, ৰীতি, custom, practice.

দস্তুৰ্মতে, ক্রি. বি. চলি থকা ৰীতিৰ দৰে, according to practice.

দস্যু, স. শ. (সং. দস্যু—দস্, হেকৰা) চোৰ, ডকাইত, a thief, a robber.

দস্যুতা, ভ. শ. চোৰৰ কাৰ্য্য, দস্যুৰ বৃত্তি, theft, robbery.

দহ্, স. ধা. (সং. দহ, পোৰ্) পোৰ্, ভস্ম কৰ্, ছাই কৰ্; যেনে, জুইয়ে হাবিখান দহিলে; শোক জন্মা, মনত পীড়া কৰ্

দাঁতি-পাৰ্, স. শ. ( অং. দাঁতি, কোষৰ+পাৰ, সীমা ) কোনো দেশৰ সীমাত থকা পৰ্ব্বতৰ দাঁতিৰ ঠাই, a place adjacent to hills or mountains in the border of a country.

দাঁতিয়াল্, বি. দাঁতি পৰীয়া, দাঁতি পাৰত থকা, dwelling near hills in the border of a country. স. শ. দাঁতি গিৰী, an evil spirit.

দাঁতিয়ে, ক্রি. বি. কাষে, ওচৰে, by the edge of.

দাঁত্ কপাটি, স. শ. ( অং. দাঁত, দন্ত+কপাট, দুৱাৰ ) ওপৰৰ দাঁতত তলৰ দাঁত লাগি মুখ বন্ধ হওন, contraction of the muscles of the jaw whereby the mouth is shut up.

দাঁত্-কৰচনি, স. শ. ( অং. দাঁত্, দন্ত+কবচ, চোবা ) দাঁত চোবাওন, এপাৰি দাঁত আন পাৰিৰে ঘঁহি শব্দ কৰণ, a gnashing of the teeth.

দাঁত্-কামুৰি, স. শ. অকস্মাত ওঁঠ দাঁতৰ মাজত সোমোৱাত লগা কামোৰ, the pain caused to the lip on its suddenly coming between the upper and lower teeth.

দাঁত্-মঙহি, স. শ. ( সং. দন্তমাংস, দাঁতৰ আলু ) দাঁতৰ আলু-উখহা ৰোগ, a swelling of the gum.

দাঁত্-মাজনী, স. শ. ( সং. দন্তমাৰ্জনী, দাঁত ঘঁহা বস্তু ) দাঁত ঘঁহা কুঁচি, a tooth brush.

দাঁত্-শিকৰ্, স. শ. ( সং. দন্তশৰ্কৰ, দাঁতৰ ভিতৰৰ ফালৰ টান মল ) দাঁতৰ ভিতৰ ফালৰ টান চূণৰ নিচিনা মলি, the tartar of the teeth.

দাঁত্-শিৰা, স. শ. ( সং. দন্তশিৰা, দাঁতৰ আলু ) দাঁতৰ আলুৰ বেদনা, a painful swelling of the gum.

দাঁত্-শূল্, স. শ. ( সং. দন্তশূল, দাঁতৰ বেদনা ) দাঁতৰ বিষ, toothache.

দাঁত্-সৰাহি, স. শ. ( অং. দাঁত, দন্ত+সঁৰাহ, চেপেনা ) মূৰ্চ্ছিত হৈ এপাৰি দাঁতেৰে আন পাৰিক চেপি ধৰণ, the setting of the teeth, as in fainting.

দাঙন্, কৃদ. স. দঙা কাৰ্য্য, তোলন, the act of raising.

দাঙোতা, কৃদ. স. যি পুৰুষে দাঙে, তোলোঁতা, a man who raises anything. ( স্ত্ৰী ) দাঙতী।

দাতব্য, বি. ( সং. দাতব্য—দা, দান কৰ্ ) দিব লগা, দিবৰ যোগা, fit to be given, what may be given.

দাতা, কৃদ. স. ( সং. দাতৃ, দিওঁতা—দা, দান কৰ্ ) দিওঁতা, দান-কৰোঁতা, a donor, a giver. ( স্ত্ৰী ) দাত্ৰী।

দাদাৰ, স. শ. শাও, নেওচা, a curse, a malediction.

দাদৰি-খোৱা, বি. শাও পোৱা ; সৰপা ; নীচ, ( গালি-পৰা মাত ), accursed, lazy, mean (a term of abuse).

দাদুৰী, স. শ. ( সং. দৰ্দ্দুৰীক, বেং ) বেং, ভেঁকোলা, a frog.

দাদা, স. শ. ( বং. দাদা, ককাই ) ককাই, জ্যেষ্ঠ ভাই, an elder brother. "ককাই" চোৱাঁ।

দাদিগ্দিগা, স. শ. ( সং. দদ্ৰু ; হিং. বং. দাদ্, খৰ+দি, লগা, ব্যৱহাৰ কৰ্, তাক খৰৰ দৰব স্বৰূপে ব্যৱহাৰ কৰা যায় ) মেদেলুৱা, a kind of plant.

দা-ধৰা, স. শ. ( অং. দা, এবিধ অস্ত্ৰ+ধৰা, লৈ ফুৰাওঁতা ) দা লৈ ফুৰোঁতা, দা ব্যৱহাৰ কৰোঁতা ; অসম ৰজা কোনো ঠাইলৈ যাওঁতে হাতত দা লৈ তেওঁৰ ওচৰত যোৱা এখেল মানুহ, one who uses or carries a *da* in his hand, one of a class of men employed as a bodyguard to the Raja who were armed with *das*.

দান্, কৃদ. স. ( সং. দান—দা, দি ) দিয়া কাৰ্য্য ; দিয়া বস্তু, the act of giving, a thing given, a gift.

দান্, স. শ. ( সং. দান, ঐ ) বেচিবলৈ অনা

বস্তুৰ বাবে ৰজাক দিয়া কৰ ; পাৰ হোৱা বেচ ; খেলত কড়ি বা পাষটিৰ ভাল পতন ; এতেকে কোনো ব্যৱসায়ত হোৱা কৃতকাৰ্য্যতা ; যেনে, তোমাৰ এই বাৰ দান পৰিছে, a duty upon goods brought for sale, ferriage, a lucky throw of dice, &c., a good chance.

দান্ কাট্, বেপাৰীৰ পৰা কাটল ল, to levy duty from a trader.

দানৱ, স. শ. কাশ্যপৰ ভাৰ্য্যা দনুৰ পুতেক, দনুজ, অসুৰ, দৈত্য, a demon, a Titan.

দানশীল্, বি. ( সং. দানশীল—দান, দিয়া + শীল, স্বভাৱ ) দানী, দান কৰা স্বভাৱযুক্ত, liberal, munificent.

দানা, স. শ. ( হিং. দানা, গুটি শস্য ; ঘাইকৈ গুটি-শস্য দিয়া যায়, এতেকে ) ঘাঁহত বাজে চাৰি ঠেঙ্গীয়া জন্তুক দিয়া অন্য আহাৰ, ধান-মাহ খলিহৈ আদি জন্তুক দিয়া আহাৰ, grain, &c., given to animals as food, provender.

দানি, স. শ. ( অং. দান, কড়ি বা পাষটিৰ ভাল পতন ) খেলত পাষটি বা কড়িৰ ভাল পতন, ব্যৱসায়ত কৃতকাৰ্য্যতা, a lucky cast of dice, a good chance.

দানি খা, ঘনে ঘনে ভালকৈ কড়ি বা পাষটি পৰ্ ; সঘনে ব্যৱসায়ত লাভ পা ; যেনে, এই বাৰ তোমাৰ দানি খাইছে, to have successively lucky casts of dice, to be successively a gainer in business.

দানী, বি. ( সং. দানিন্—দান, দিয়া ) দান কৰা, দানশীল, munificent. স. শ. দাতা, দান কৰা ব্যক্তি, a liberal person.

দান-পত্ৰ, স. শ. ( সং. দানপত্ৰ—দান, দিয়া + পত্ৰ, কাকত ) কোনো বস্তু দান কৰাত লিখি দিয়া খত, a deed of gift.

দান্-সাগৰ্, স. শ. ( সং. দানসাগৰ—দান, দিয়া + সাগৰ, সমুদ্ৰ ) দান কৰাত সাগৰৰ দৰে অন্ত নথকা লোক, বৰ দানী, a very munificent person.

দাপ্, স. ধা. ( সং. দম্, হিং. দবকানা, শাসন কৰ্ ) ডাবি দি দমি ৰাখ্, শাসন কৰ্, to reprove, to admonish, to check.

দাপণ্, ) স. শ. ( সং. দৰ্পণ, আৰ্শী )
দাপোণ্, ) কাঁহৰ দৰ্পণ, আৰ্শী, পঢ়ি বা কেঁকোৰা দোলাৰ ঠেকৰৰ তলত লগোৱা কোৰৰ আকৃতিৰ পিতলৰ আধাৰ, a mirror, especially one of bell metal, a flat piece of brass attached to the bottom of each of the supports of a *Parhi or kekora* Dola.

দাপনি, স. শ. ( অং. দাপ্, শাসন ) মন্দ কামৰ নিমিত্তে কৰা তিৰস্কাৰ ; মন্দ কাম নকৰিবৰ কাৰণ দিয়া ডাবি, reproof, admonition.

দাব্, অ. ধা. ( হিং. দবনা, বহি যা ) বহি যা, খাল হৈ পৰ্ ; যেনে, মাটিখান দাবি গৈছে ; তললৈ সোমাই যা ; যেনে, খুঁটাটো দাবি গল, to sink, to settle.

দাবি, স. শ. ( যাং. দাবি, প্ৰাৰ্থনা ) কোনো বস্তুৰ নিমিত্তে কৰা গোচৰ, স্বত্ব, প্ৰাৰ্থনা, a claim.

দাম্, স. শ. "দম" চোৱাঁ।

দাম্, স. শ. ( হিং. বং. দাম, মূল্য ) বস্তুৰ বেচ, price.

দামুৰি, স. শ. ( বং. দাম্ড়া, বন্ধোৱা বলদ ) গৰুৰ পোৱালি, বাছৰু, a calf.

দামোদৰ্, স. শ. ( সং. দামোদৰ—দাম, পঘা + উদৰ, পেট ; যশোদাই কৃষ্ণক সৰুত কঁকালত পঘা লগাই বান্ধিছিল, এতেকে ) কৃষ্ণ, বিষ্ণু, a name of Krishna or Vishnu.

দাম্ কলা, স. শ. "ৰাম কলা" চোৱাঁ।

দাম্ ডুম, স. শ. ( অং. ধাম্ ধুম, অনুকৃ. সি কামুৰিলে ভত নেপাই চপৰিয়াওঁতে ধাম-ধুম শব্দ হয়, এতেকে ) চেৰেপা, কেঁতকুৰি, a kind of flea or biting insect.

দাম্ভিক, বি. ( সং. দাম্ভিক—দম্ভ, অহঙ্কাৰী ) অহঙ্কাৰী, গপাল, proud.

দায়ক্, কৃদ. স. ( সং. দায়ক—দা, দান কৰ্ )

দিওঁতা, a donor, a giver. (স্ত্রী) দায়িকা।

দায়ী, বি. (সং. দায়িন্—দায়, হানি+ইন্) হানি পূৰ কৰিব লগা হোৱা, ক্ষতিৰ বাবে ধন ভৰিব লগা হোৱা; জগৰীয়া, দোষী, liable to make good a loss, answerable, guilty, faulty.

দাৰ্, স. শ. (সং. দাৰণ, বিদাৰণ কৰা; হিং. দাড়ক, দাঁত) মাছ আদিৰ সৰু চোকা দাঁতসমূহ; যেনে, কঁকিলা-দাৰ; কৰতৰ দাঁত, the teeth of a fish, reptile, &c., the tooth of a saw.

দাৰণ, কৃদ. স. (সং. দাৰণ—দৃ, ফাল্) ফলা বা বিদাৰণ কৰা কাৰ্য্য; নাশ কৰোঁতা; যেনে, দানৱ-দাৰণ, the act of tearing, a destroyer.

দাৰা, স. শ. (সং. দাৰা—দৃ, বিদাৰণ কৰ্) ভাৰ্য্যা, (ভাই ককাইৰ চেনেহক বিদাৰণ অৰ্থাৎ নষ্ট কৰে এতেকে), a wife.

দাৰিদ্ৰ, গু. শ. (সং. দৰিদ্ৰ, দুখীয়া) দৰিদ্ৰতা, poverty.

দাৰু, স. শ. (সং. দাৰু—দৃ, ফাল্; ফলা যায়, এতেকে) কাঠ, a piece of wood.

দাৰুক্, স. শ. (সং.) কৃষ্ণৰ সাৰথিৰ নাম, Krishna's charioteer.

দাৰুণ, বি. (সং. দাৰুণ—দৃ, খণ্ড খণ্ড কৰ্) প্ৰবল; ভয়ানক, severe, awful.

দাৰ্শনিক, স. শ. (সং. দাৰ্শনিক—দৰ্শন, দৃষ্টি) দৰ্শন শাস্ত্ৰৰ পণ্ডিত, কাৰ্য্য আৰু কাৰণৰ সম্বন্ধ বুজোঁতা, a philosopher.

দাৱাগ্নি, স. শ. (সং. দাৱাগ্নি—দাৱ, হাবি +আগ্ন, জুই) হাবিৰ জুই, বনাগ্নি, a jungle fire.

দাৱানল্, স. শ. (সং. দাৱানল—দাৱ, হাবি+ অনল, জুই) হাবিৰ জুই, vide supra.

দাশৰথি, স. শ. দশৰথ ৰজাৰ পুতেক, যাহঁকৈ ৰাম, a son of Dasharatha, especially Rama.

দাস, স. শ. (সং. দাস—দাস্, দান কৰ্) বন্দী, ভৃত্য, সেৱক; শূদিৰ আৰু ডোম-বিলাকৰ উপাধি, a slave, a servant, the title of the Sudra or servile caste, and of a fisherman. (স্ত্ৰী) দাসী।

দাসত্ব, গু. শ. দাসৰ অৱস্থা বা কাৰ্য্য, slavery, servitude.

দাস্য, স. শ. (সং.) দাসৰ অৱস্থা বা কাম, slavery, servitude. বি. দাস সম্বন্ধীয়, দাসৰ; যেনে, দাস্য বৃত্তি, servile.

দাহ্, স. শ. (সং. দাহ—দহ্, পোৰ্) পোৰা কাৰ্য্য; তাপ; পোৰণি, জ্বালা, the act of burning, heat, a burning sensation.

দাহন্, } স. শ. (সং. দায়, পিতৃৰ সম্পত্তি)
দাহোন্, } পৈতৃক সম্পত্তি বা ধন; যেনে, বোপাইৰ দাহন, ancestral property.

দাহক, স. শ. (সং.) দাহ-কৰোঁতা, পোৰোঁতা, burner. (স্ত্ৰী) দাহিকা।

দাক্ষায়িনী, স. শ. দক্ষৰ জীয়েক, দুৰ্গা, a daughter of Dakhya, a name of Durga. "দাক্ষায়নী"ও হয়।

দি, স. ধা. (সং. দা, দান কৰ্,) দান কৰ্, সমৰ্পণ কৰ্, to give. কৃদ. স. দিওঁতা, (স্ত্ৰী) দিয়ঁতী।

দিক্পতি, } স. শ. দিক্পতি, দিক্পাল—
দিক্পাল্, } দিশ্, পূব পশ্চিম আদি+পতি, গৰাকী; পা, পাল্) জগতৰ এফালৰ গৰাকী দেৱতা; এই জগতৰ আঠ দিশ, এতেকে গৰাকীও আঠ জনা; যেনে, পূব-ফালৰ ইন্দ্ৰ; দক্ষিণ-পূবৰ অগ্নি; দক্ষিণৰ যম, দক্ষিণ-পশ্চিমৰ নিঋত; পশ্চিমৰ বৰুণ; উত্তৰ-পশ্চিমৰ বায়ু; উত্তৰৰ কুবেৰ; দক্ষিণ-পূবৰ ঈশান, the regent of a cardinal or intermediate point of the universe.

দিগ্, স. শ. (যাং.) আমনি, vexation.

দিগন্ত, স. শ. (সং. দিগন্ত—দিশ, ঐ+অন্ত, শেষ) চাৰিও ফালে যি ঠাইত আকাশ-খান পৃথিবীৰে লগ লগা যেন দেখাত যাৰ সিফালে আৰু পৃথিবী নথকা বোধ হয়; এতেকে, বহু দূৰ; যেনে, অমুকৰ যশস্যাই দিগন্তলৈকে ব্যাপিছে, the horizon.

**দিগম্বৰ**, বি. ( সং. দিগম্বৰ—দিশ্, পূব আদি + অম্বৰ, কাপোৰ) পূব আদি দিশেই যাৰ কাপোৰ হৈছে ) দিশস্বৰূপ কাপোৰ পিন্ধা ; এতেকে সমূলি নাঙ্গঠা, কাপোৰ নিপিন্ধা, naked. স. শ. শিৱ, Siva. ( স্ত্রী ) দিগম্বৰী।

দিগগজ, স. শ. ( সং. দিগগজ—দিশ, পূব আদি + গজ, হাতী ) পৃথিবীৰ এক চুক ধৰা এটা হাতী ; পৃথিবীৰ আঠ চুক, এতেকে হাতীও আঠোটা। ( "অষ্টদিশ" শব্দ চোৱাঁ ) সিহঁতৰ নাম (পূব আদি দিশৰ ক্রম অনুসাৰে ) ঐৰাৱত, পুণ্ডৰীক, বামন, কুমুদ, অঞ্জন, পুষ্পদন্ত, সাৰ্ব্বভৌম, সুপ্রতীক, one of the eight elephants on which the globe is said to be supported.

দিগদর্শন্, } দিগদর্শন্-যন্ত্র, } স. শ. ( সং. দিগদর্শন—দিক, পূব পশ্চিম আদি + দর্শন. দেখা + যন্ত্র, যতন ) পূব পশ্চিম আদি চিনোৱা যন্ত্র, কম্পাছ, a compass.

দিগ্বাস্, বি. (সং. দিগ্বাস্—দিশ, পূব আদি + ৱাসস্. কাপোৰ ) "দিগম্বৰ" চোৱাঁ।

দিগ্বিজয়্, স. শ. ( সং. দিগ্বিজয়—দিশ, পূব আদি+ৱিজয়, জিকা ) ৰণত বা শাস্ত্রৰ আলাপত বহু দেশৰ ওপৰত লভা জয় ; যেনে, বীৰে বা পণ্ডিতে দিগ্বিজয় কৰে, subjugation of many places in battle or controversy.

দিগ্বিজয়ী, বি. ( সং. দিগ্বিজয়িন্ ) ৰণত বা শাস্ত্রৰ আলাপত অনেক দেশ জিকা, everywhere victorious in battle or controversy.

দিগ্বিদিগ্, স. শ. ( সং. দিগ্বিদিগ—দিক্, পূব আদি + বিদিক, দুই দিশৰ মাজ ) পূব আদি চাৰি ফাল আৰু সেইবোৰৰ মাজৰ চাৰি চুক, আঠ দিশ ; যেনে, কুঁৱলীৰ নিদানে দিগ্বিদিগ চিনিব নোৱাৰি, the eight points of the compass.

দিঠক, স. শ. ( সং. দৃষ্ট, চকুৰে দেখা ) সাৰে থকা বা সপোন নোহোৱা অৱস্থা ; যেনে, ভকত সকলে দিঠকতে ঈশ্বৰক দেখে, the awaking state, as opposed to a dream.

দিতি, স. শ. (সং.) কাশ্যপৰ এজনা ঘৈণীয়েক, অসুৰবিলাকৰ মাক, a wife of Kashyapa.

দিন, স. শ. ( সং. দিন—দো, ছেদন কৰ্ ; অন্ধকাৰ ছেদন কৰে. এতেকে ) সূৰ্য্যৰ ৰশ্মিৰে পৃথিবী পোহৰ হোৱা কাল, বেলি ওলোৱাৰ পৰা বেলি বহালৈকে কাল ; যেনে, "দিনত কাম, ৰাতি বিশ্রাম" ; এবাৰ বেলি ওলোৱাৰ পৰা আকৌ বেলি ওলোৱালৈকে কাল, চৌবিশ ঘন্টা ; যেনে, মই ঘৰত দুদিন আছিলোঁ ; এতেকে কাল, সময় ; যেনে, কোনো প্রকাৰে দিন যাব লাগে ; a day, time.

দিন নিয়া, কাল হৰণ কৰ্ ; কোনো মতে দিন নিয়াব লাগে, to spend time.

দিনৰ দিনটো, গোটেই দিন, the whole day.

দিনকৰ্, স. শ. ( সং. দিনকৰ—দিন, সূৰ্য্যে পোহৰ কৰা কাল + কৃ, কৰ্ ) সূৰ্য্য, the sun.

দিন-নাথ, স. শ. ( সং. দিননাথ—দিন, দিৱস + নাথ, গৰাকী ) দিনৰ গৰাকী, সূৰ্য্য, the sun.

দিন-মণি, স. শ. ( সং. দিনমণি—দিন, দিৱস + মণি, মুকুতা আদি জলা বস্তু ) দিনক উজ্জ্বল কৰোঁতা, সূৰ্য্য, the sun.

দিনান্ত, স. শ. ( সং. দিনান্ত—দিন, দিৱস + অন্ত, শেষ ) গধূলি, evening.

দিনান্তে, ক্রি. বি. দিনৰ অন্তত. গধূলি, at the end of the day, in the evening.

দিনে, ক্রি. বি. এদিনত, per diem.

দিনেও, ক্রি. বি. নিতৌ, প্রতিদিনে, every day.

দিনে দিনে } দিনে পতি, } ক্রি. বি. প্রতিদিনে ; যেনে, সি দিনে দিনে আহে ; এদিনৰ পৰা আন দিনলৈ, ক্রমে ক্রমে ; যেনে, সি দিনে দিনে ভাল হৈ আহিছে, day by day, every day.

দিনে-ৰাতিয়ে, ক্রি. বি. দিন আৰু ৰাতি দুইতো. সদায়, day and night.

দিব্-চকু, স. শ. (সং. দিব্য-চক্ষু, দেৱতাৰ চকু) দেখা শক্তি বঢ়াবলৈ চকুত লগোৱা কাচৰ যতন, a spectacle, an eye-glass.

দিয়ন্, কৃদ. স. (সং. দা, অং. দি, দান কৰ্) দিয়া কাৰ্য্য, দান কৰণ, the act of giving.

দিয়েক, বি. (অং. দুই + এক) দুই কি এক, কিছু, অনিশ্চিত সংখ্যাৰ বিশেষ্যৰ পাচত থাকে; যেনে, গোটা দিয়েক, a few.

দিলীপ্, স. শ. ৰামচন্দ্ৰৰ পূৰ্ব্ব পুৰুষ এজনাৰ নাম; তেওঁ অযোধ্যাৰ ৰজা আছিল, son of Ansumat and father of Bhagiratha. He was of the solar race and ancestor of Rama.

দিৱস, স. শ. (সং. দিৱস—দিব্, আনন্দিত হ) দিন, সূৰ্য্য ওলোৱাৰ পৰা মাৰ যোৱালৈকে কাল; এদিন এৰাতি, a day.

দিৱাকৰ্, স. শ. (সং. দিৱাকৰ—দিৱস, দিন + কৃ, কৰ) সূৰ্য্য, the sun.

দিবা-ৰাত্রি, ক্রি. বি. (সং. দিবাৰাত্রি—দিবা, দিন + ৰাত্রি, ৰাতি) দিনে-ৰাতিয়ে, day and night.

দিব্য, বি. (সং. দিব্য—দিৱ, স্বৰ্গ) স্বৰ্গীয়, দেৱতাৰ যোগ্য; এতেকে সুন্দৰ; উত্তম, divine, heavenly, beautiful, charming, excellent.

দিব্যজ্ঞান, স. শ. (সং. দিব্যজ্ঞান—দিব্য, স্বৰ্গীয় + জ্ঞান, বোধ) ঈশ্বৰৰ বিষয়ৰ জ্ঞান, পৰমাৰ্থৰ বোধ, divine or spiritual knowledge.

দিশ্, স. শ. (সং. দিশ—দিশ্, দেখা) পূব, পচিম আদি, a point of the compass, direction.

দিশা, স. শ. (সং. উদ্দেশ, অভিপ্রায়) কোনোৰ পীড়া জন্মাবৰ অভিপ্রায়েৰে ব্যৱহাৰ কৰা এবিধ মন্ত্র, কু-মন্ত্র, an incantation supposed to cause bodily injury.

**দিশা মাৰ্, মন্ত্ৰৰ দ্বাৰা পীড়া জন্মা, to injure by incantation.**

দিশে, ক্রি. বি. পোনে, ফালে; যেনে, এই দিশে, in a certain direction.

দিহ্, স. শ. (সং. দিশ্, দেখাই বা বুজাই দি) কোনো কাৰ্য্য কৰিবৰ উপায় বা স্থূল; যেনে, ধৰিবৰ দিহ নাই, যাবৰ দিহ দিয়াঁ, খাবৰ উপায়, আজ্ঞা, means, a curry.

দিহা, স. শ. (সং. দিশ্, বুজাই দি) কোনো কাৰ্য্য কৰিবলৈ দিয়া বুদ্ধি, পৰামৰ্শ, শিকনি; যেনে, ঘৰ সাজিবলৈ দিহা দিছে; কাম কৰিবৰ জ্ঞান বা বুজ; যেনে, সি ৰান্ধিবৰ দিহা নেপায়; কাৰ্য্য সাধনৰ উপায়; প্রতিবিধান; যেনে, তাৰ এক দিহা কৰিম, guidance or direction, skill, arrangements for the accomplishment of an object or remedying an evil, means.

দিহাদিহি, ক্রি. বি. (সং. দিশিদিশি, অনেক দিশত) অনেক দিশলৈ, সকলো ফাললৈ, বেলেগ বেলেগ ঠাইলৈ; যেনে, মানুহবোৰ দিহাদিহি গল, in different directions, to different places.

দিহিঙ্গীয়া, বি. দিহিং নৈৰ ওচৰত বাস কৰা, dwelling on the bank of the Dihing.

দিহ্দাৰ্, স. শ. কাম কৰিবলৈ দিহা দিওঁতা; লোকে কৰা কামৰ ভাল বেয়া চাওঁতা, a director, a superintendent, an overseer.

দীক্ছৌ, বি. (অং. দীঘ, দীঘল + ছোৱা, খণ্ড) দীঘল, বহুদূৰ ব্যপা, অনেক দূৰলৈ যোৱা (বাটত খাটে); যেনে, দীক্ছৌ বাট, very long, extending to a great distance (said of a road).

দীগ্জোৰা, "দীঘ্জোৰা" চোৱাঁ।

দীঘ্, স. শ. (সং. দীৰ্ঘ, দীঘল) কোনো বস্তুৰ অধিক দূৰলৈ ব্যপা ফাল, পথালিৰ বিপৰীত ফাল; যেনে, সেই মাটিৰ দীৰ্ঘ আৰু পুতল কিমান? কাপোৰৰ বানিৰ বিপৰীত ফাল, length, the warp of a cloth.

দীঘল্, বি. দীর্ঘ, অনেক দূৰ ব্যপা, পথালিৰ বিপৰীত ফালে অধিক, long. (স্ত্রী) দীঘলী। স. শ. দীৰ্ঘতা, দীঘ, কোনো বস্তুৰ অধিক দূৰ ব্যপা ফাল; যেনে, কথাৰ দীঘল পুতল, length.

দীঘল দি পৰ্, ডাৰ এড়ালৰ নিচিনা হৈ পৰ্, দণ্ডৱত কৰ্, to fall prostrate.

দীঘলী-বাট্, স. শ. (অং. দীঘলীয়া, দীঘল + বাট, পথ) একোঁঠালীৰ পৰা আন একোঁঠালীলৈ যোৱা দীঘল, ঠেক বাট, a long and narrow passage leading to different appartments, a corridor.

দীঘলীয়া, বি. দীঘল আকৃতিৰ, দীঘল-সজীয়া, পথালিতকৈ অন্য ফালে অধিক থকা, oblong, longer than broad.

দীঘলে, ক্রি. বি. দীঘে, পথালিতকৈ আন ফালে, in length, lengthwise.

দীঘল্-চানেকীয়া, বি. (অং. দীঘল, দীর্ঘ+চা, দৃষ্টি কৰ্) দীঘল দেখা, দীঘলীয়া, দীঘল-সজীয়া, long-looking, elongated.

দীঘল্-সজীয়া, বি. (অং. দীঘল, দীর্ঘ+সাজ, গঢ়) দীঘল আকৃতিৰ, দীঘলীয়া, long-shaped, of a long form.

দীঘা, স. শ. দীৰ্ঘতা, দীঘলৰ পৰিমাণ, length.

দীঘে, ক্রি. বি. দীঘল ফালে, পথালিৰ বিপ-ৰীত ফালে; দীঘলে, lengthwise, in length.

দীঘজোৱা, স. শ. (অং. দীঘলীয়া, দীঘল + জতুৱা, জাতিৰ; দীঘল জাতিৰ) এবিধ দীঘলীয়া সোৱাদ কল, a kind of plantain.

দীঘ্-লতি, স. শ. (অং. দীঘ, দীঘল+লতি, লতা) বহাগৰ বিহুৰ দিনা গৰুক কোবোৱা দীঘলীয়া পাতেৰে এবিধ লতাৰ শ্রেণীৰ গছ, a plant.

দীঘ্-লেচাৰি, বি. দীঘল সজীয়া, বহলতকৈ অধিক দীঘল, longer than broad, oblong.

দীন্, বি. (সং. দীন—দী, ক্ষয় কৰ্) দুখীয়া, দৰিদ্র, poor.

দীননাথ, স. শ. (সং. দীননাথ—দীন, দুখীয়া + নাথ, পালোঁতা) দৰিদ্রক পালোঁতা, a supporter of the poor.

দীপ্, স. শ. (সং. দীপ—দীপ্, পোহৰ কৰ্) চাকি, প্রদীপ, a lamp.

দীপ্-কাঠী, স. শ. (সং. দীপ্, চাকি+কাঠী, পাতল সৰু বাঁহ বা কাঠ) এমূৰত গন্ধক আদি লগোৱা আৰু ঘঁহা মাৰিলে জুই উঠা এবিধ কাঠী, a lucifer, a match.

দীপমালা, স. শ. (সং. দীপমালা—দীপ, চাকি+মালা, শ্রেণী) চাকিৰ শ্রেণী, শাৰী কৰি লগোৱা চাকি-সমূহ, a long row of lamps.

দীপাধাৰ্, স. শ. (সং. দীপাধাৰ—দীপ, ঐ+আধাৰ, ধৰোঁতা) গছা, চাকিৰ আধাৰ, a candle-stick of any kind.

দীপান্বিতা, স. শ. (সং. দীপান্বিতা—দীপ, ঐ+অন্বিতা, মিলিতা) আহিন বা কাতিৰ অমাবাস্যা, সেই দিনা ৰাতি লক্ষ্মীৰ প্রীতিৰ নিমিত্তে ঘৰ আৰু পদূলিত অনেক চাকি লগোৱা যায়, the day of *Amavasya* in Assin or Kartic in the evening of which the houses and gateways of the Hindus are illuminated in honour of the goddess of wealth.

দীপ্ত, কৃদ. বি. (সং.) জ্বলি থকা, পুৰি থকা, blazing, burning.

দীপ্তাগ্নি, বি. (সং. দীপ্তাগ্নি—দীপ্ত, ঐ+অগ্নি, জীৰ্ণ নিয়া শক্তি) অতি শীঘ্রে আহাৰ জীৰ্ণ কৰিব পৰা, of good digestion, স. শ. জ্বলা জুই, a blazing fire.

দীপ্তি, স. শ. (সং. দীপ্তি—দীপ্, পোহৰ কৰ্) প্রকাশ, জ্যোতি, light, lustre.

দীপ্তিকৰ্, বি. (সং.) প্রকাশ কৰা, shining, bright.

**দীপ্তিমন্ত,** } বি. (সং.) প্ৰকাশযুক্ত, পোহৰ
**দীপ্তিমান্,** } থকা, shining, bright.

**দীৰ্ঘ,** বি. (সং. দীৰ্ঘ—দৃ, পৃথক কৰ্) দীঘল, পুতলৰ বিপৰীত ভাগে অধিক, long. স. শ. দীঘ, দীঘলৰ জোখ, length.

**দীৰ্ঘজীৱী,** বি. (সং. দীৰ্ঘজীৱিন্—দীৰ্ঘ, দীঘল + জীৱিন্, জীয়া) অধিক দিন জীয়া, দীৰ্ঘায়ুস্, long-lived. (স্ত্ৰী) দীৰ্ঘজীৱিনী।

**দীৰ্ঘতা,** গু. শ. (সং.) দীঘ, দীঘল গুণ, length.

**দীৰ্ঘ-দৰ্শী,** বি. (সং. দীৰ্ঘদৰ্শিন্—দীৰ্ঘ + দৰ্শিন্, দেখা) দূৰৈলৈ দেখা; ভবিষ্যত বুজিব পৰা, কোনো কথাৰ আগলৈ কি ফল হব জানিব পৰা, far-sighted, having the gift of second sight.

, স. শ. (সং. দীৰ্ঘদৃষ্টি—দীৰ্ঘ, ঐ + দৃষ্টি, দেখা গুণ) দূৰলৈ দেখা শক্তি; কোনো কথাৰ আগলৈ কি ফল হব, তাক জনা শক্তি; long-sight, fore-sight, prudence.

**দীৰ্ঘ-সূত্ৰী,** বি. (সং. দীৰ্ঘসূত্ৰিন্—দীৰ্ঘ, ঐ + সূত্ৰ, সূতা) এলেহুৱা, কাম কৰিম কৰিম বুলি কাল নিওৱা, lazy, idle. (স্ত্ৰী) দীৰ্ঘসূত্ৰিণী।

**দীৰ্ঘাকাৰ্,** } বি. (সং. দীৰ্ঘাকাৰ, দীৰ্ঘাকৃতি
**দীৰ্ঘাকৃতি,** } —দীৰ্ঘ + আকাৰ, আকৃতি, গঢ়) দীঘল-সজীয়া, দীঘলীয়া, long-shaped, oblong. স. শ. দীঘলীয়া গঢ়; যেনে, কাল্ ঢাপৰ কণীৰ দীৰ্ঘাকৃতি, a long shape or form.

**দীৰ্ঘায়ুস্,** বি. (সং. দীৰ্ঘায়ুস্—দীৰ্ঘ, ঐ + আয়ুস্, জীয়াই থকা কাল) দীৰ্ঘজীৱী, বহুকাল জীয়াই থকা, long-lived. (স্ত্ৰী) দীৰ্ঘায়ুসী।

**দীক্ষা,** স. শ. (সং. দীক্ষা—দীক্ষ্, ধৰম শিকা) দেৱতাৰ উপাসনাৰ ক্ৰম শিক্ষা, মন্ত্ৰ গ্ৰহণ, শৰণ, initiation into the mode of worshipping a deity.

**দীক্ষিত্,** কৃদ. স. (সং.) শৰণ লোৱা, গুৰুৰ পৰা ধৰ্ম্মোপদেশ পোৱা, initiated into the mode of worshipping.

**দুই,** সংখ্যা. (সং. দ্বি) একৰ দুনা, two.

**দুই-এক,** সংখ্যা. অলপ, বহুত নোহোৱা, a few, some.

**দুই-পৰীয়া,** বি. (অং. দুই, ঐ + পাৰ, নৈৰ দাঁতি) নৈৰ দুই পাৰত থকা, existing on both sides of a river.

**দুইমনা,** বি. (অং. দুই + মন, চিত্ত) দুটা ইচ্ছা কৰা, দুটা কামৰ কোনটো কৰা উচিত নিশ্চয় কৰিব নোৱৰা, undecided, in a dilemma.

**দুঃখ,** স. শ. (সং. দুঃখ—দুঃখ, কষ্ট দি) কষ্ট, দুখ; পীড়া; বেজাৰ, distress, pain, sorrow.

**দুঃখকৰ্,** বি. (সং. দুঃখকৰ—দুঃখ, ঐ + কৃ, কৰ্) দুখ দিয়া; পীড়া জন্মোৱা, causing pain, trouble or sorrow.

**দুঃখজীৱী,** বি. (সং. দুঃখজীৱিন্—দুঃখ + জীৱিন্, জীয়াই থকা) দুখেৰে জীয়াই থকা, দুখীয়া; পৰিশ্ৰম কৰি জীৱিকা উপাৰ্জ্জন কৰা, living in distress, poor, living by manual labour.

**দুঃখ-দায়ক,** বি. (সং. দুঃখদায়ক—দুঃখ, ঐ + দায়ক, দিয়া) দুখ-জন্মোৱা, কষ্ট দিয়া; বেজাৰ লগোৱা, causing distress, pain or sorrow.

**দুঃখ-সাগৰ্,** স. শ. (সং. দুঃখসাগৰ—দুঃখ, ঐ + সাগৰ, সমুদ্ৰ) কষ্টৰ সমুদ্ৰ, বৰ দুখ, অন্ত নথকা দুখ, deep distress, great misery.

**দুঃখাৰ্ত্ত,** বি. (সং. দুঃখাৰ্ত্ত—দুখ + আৰ্ত্ত, পীড়িত) দুখৰ দ্বাৰা পীড়িত, কষ্ট পোৱা, afflicted. (স্ত্ৰী) দুঃখাৰ্ত্তা।

**দুঃখিত,** কৃদ. বি. (সং.) দুখ পোৱা, কষ্ট পোৱা; বেজাৰ পোৱা, pained, grieved, distress. (স্ত্ৰী) দুঃখিতা।

**দুঃখী,** বি. (সং. দুঃখিন্—দুঃখ + ইন্) দুখ বা কষ্ট পোৱা; বেজাৰ পোৱা, afflicted, distressed, sorrowing. স. শ. দুঃখযুক্ত লোক, an afflicted or sorrowing man. (স্ত্ৰী) বি. স. শ. দুঃখিনী।

দুঃশাসন, স. শ. (সং.) দুৰ্য্যোধনৰ এক ভাইয়েক, a brother of Durjodhan.

দুঃশীল, বি. (সং. দুঃশীল—দুঃ, বেয়া+শীল, স্বভাৱ) বেয়া স্বভাৱৰ, মন্দ আচৰণ কৰা, দুষ্ট, ill-behaved, wicked. (স্ত্রী) দুঃশীলা।

দুঃসময়, স. শ. (সং. দুঃখ—দুঃ+সময়, কাল) বেয়া সময়, দুঃখৰ কাল, দুৰ্ভগীয়া সময়, inauspicious time, an evil hour, time of trouble or distress.

দুঃসহ, বি. (সং. দুঃসহ—দুৰ্, কষ্ট+সহ, সহি থাক) সহিব নোৱৰা, intolerable.

দুঃসাধ্য, বি. (সং. দুঃসাধ্য—দুৰ্, কষ্ট+সাধ্য, সিদ্ধি কৰিব পৰা) কৰিবলৈ টান; আৰোগ্য কৰা টান, difficult to accomplish, difficult to cure.

দুঃসাহস, স. শ. (সং. দুঃসাহস—দুঃ, সঙ্কটযুক্ত+সাহস, সাহ) অনুচিত সাহ, সঙ্কটলৈ আওহেলা, temerity.

দুঃসাহসী, বি. (সং. দুঃসাহসিন্—দুঃসাহস+ইন্) বিবেচনা নকৰি হঠাত সঙ্কটাপন্ন কাৰ্য্যলৈ আগ বঢ়া, rash, precipitate.

দুকুৰি, সংখ্যা. (অং. দুই+কুৰি) কুৰিৰ দুগুণ, চল্লিশ, forty.

দুখ, স. শ. (সং. দুঃখ, কষ্ট) কষ্ট; বেজাৰ; বেদনা; পৰিশ্ৰম; যেনে, দুখ কৰিলে সুখ ভৰে, trouble, distress, sorrow, pain, pains, labour.

দুখ পা, কষ্ট পা; আঘাত বা টান বস্তুত লাগি বেদনা পা; যেনে, খোৰাত দুখ পাইছোঁ; ভৰিত দুখ পালোঁ, to be in distress, to be pained by a blow, &c., to be hurt.

দুখনীয়া, বি. (অং. দুই+খন, চেপেটা বহল বস্তু) দুখান থকা, দুতৰপীয়া, consisting of two sheets or folds.

দুখনীয়া কাছুটি পিন্ধ, নাঙ্গঠা কাল গৈ যুবা কাল পা, সদায় চুৰিয়া বা মেখেলা পিন্ধি থকা বয়স পা, to be grown up.

দুখীয়া, বি. (অং. দুখ, কষ্ট) দুখযুক্ত, দৰিদ্ৰ, ধন বস্তু নথকা, poor, indigent, miserable. স. শ. দৰিদ্ৰ পুৰুষ, a poor man. (স্ত্রী) বি. স. শ. দুখিনী বা দুখুনী।

দুখে, ক্রি. বি. দুখত বা দুখেৰে, in distress.

দুখকাৰী, বি. (সং. দুঃখকাৰিন্, শ্ৰম কৰা) পৰিশ্ৰমী, laboring. (স্ত্রী) দুখকাৰিণী।

দুগুটি, বি. (অং. দুই+গুটি, উপশ.) দুটি; যেনে, "ৰাম নাম ইতো দুগুটি অক্ষৰ," (পদ্যত), two.

দুগ্‌দুগী, স. শ. (হিং. ধুক্‌ধুকী, এবিধ অলঙ্কাৰ) ডিঙ্গিৰ পৰা বুকুলৈ ওলমাই পিন্ধা এবিধ অলঙ্কাৰ, a pendent, an ornament worn on the neck.

দুগ্ধ, স. শ. (সং. দুহ্, খীরা) এৰাঁ গাখীৰ, milk.

দুগ্ধ-পোষা, বি. (সং. দুগ্ধ+পোষা, পোহা) পিয়াহ খোৱা, কেঁচুৱা; পিয়া, পিয়ন নছৰা, sucking, nursed at the breast.

দুজপীয়া, বি. দুই জাপ বা তৰপ থকা, consisting of two folds or strata.

দুটীয়া, বি. দুটা থকা, consisting of two.

দু-টীয়া-মোৰ্, স. শ. (অং. দুটীয়া+মোৰ, বোৱাৰ প্ৰণালী) সিৰ তুলি বোৱা মোৰ, প্ৰত্যেক পথালি কাঠী বা সূতা ক্ৰমে দীঘৰ দুটা কাঠী বা দুডাল সূতাৰ তল কৰি পাচে দুটা কাঠী বা দুডাল সূতাৰ ওপৰ কৰি বোৱাৰ এক প্ৰণালী, a particular mode of weaving or braiding in which diagonal ribs appear on the surface.

দুডলীয়া, বি. (অং. দুই+ডাল, উপশ.) দুই গুণ বা মেৰ থকা; যেনে, দুডলীয়া জৰী; দুটা দীঘল গোটা বস্তু একে লগ কৰা; যেনে, দুডলীয়া শলা, having or consisting of two strands, &c.

দুণৰি, স. শ. (সং. দ্ৰুণি, পাচি বা খৰাহি) বিয়াত পানী তুলিবলৈ যাওঁতে চাউল আৰু তামোল পাণ ভৰি এটা চাকি লগাই লৈ যোৱা এটা দোণ বা খৰাহি, a small basket containing rice, betel nuts and a lighted lamp

carried with the procession going to fetch water at a marriage.

দুণীয়া, বি. (অং. দোণ, শস্য জোখা থৰাহি) এ দোণ ধৰা, পাচ সেৰীয়া, holding one *don* or five seers.

দুতৰ্, স. শ. (সং. দুস্তৰ, তৰিব নোৱৰা) বৰ আপদ বা বিপদ, বৰ কষ্ট; যেনে, দুতৰত পৰিলে বুদ্ধি হেৰায়, misfortune, calamity, disaster.

দুতৰপীয়া, বি. (অং. দুই, একৰ দুনা+তৰপ, জাপ) দু জাপ থকা, দুজপীয়া; যেনে, দুতৰপীয়া কাপোৰ, double, of two-folds or thicknesses.

দুতলীয়া, বি. (অং. দুই+তাল, গীতৰ ছেদ বুজোৱা আঘাত; দুই প্ৰকাৰে তাল দিয়া) এজনক এক কথা আন জনক তাৰ বিপৰীত কথা কোৱা, এক সময়ত এক আন সময়ত আন কথা কোৱা, double-tongued, deceitful.

দুদ্, } স. শ. (সং. দুগ্ধ; বং. দুদ, এৰাঁ
দুদু, } গাখীৰ,তাৰ পৰা গাখীৰ ওলায় এতেক) স্তন, পিয়াহ, the breast of a woman.

দুদৰি, বি. চাউল হবৰ আগেয়ে গাখীৰৰ নিচিনা ৰসযুক্ত হোৱা, চাউল হবলৈ ধৰা, (ধানত খাটে); যেনে, ধান দুদৰি হৈছে, containing a milky fluid, the rudiment of the future grain.

দুদ্মোৰ্, স. শ. (অং. দুদ্, ঐ+মোৰ, পেট বোৱা ৰোগ) পিয়াহৰ দোষত লৰাৰ ভেদ আৰু বাঁতি হোৱা ৰোগ, infantile diarrhœa.

দুধ্, স. শ. (সং. দুগ্ধ) এৰাঁ গাখীৰ, milk.

দুধৰীয়া, বি. (অং. দুই+ধাৰ, চোক) দুইও দাঁতিত ধাৰ থকা, double-edged.

দুনা, স. শ. (অং. দুই, হিং. দূনা, দুগুণ) দুগুণ, double.

দুনাই, ক্ৰি. বি. আকও, পুনৰায়, again.

দুন্দুভি, স. শ. (সং. দুন্দুভি—দুন্দু, অনুক.) এবিধ বাদ্য, ডাঙ্কৰ নাগেৰা; এটা দৈত্যৰ নাম, a kettledrum, the name of a demon.

দুপতীয়া, বি. (অং. দুই+পাত, পত্ৰ) দুটা পাত ধৰা, (অঙ্কুৰত খাটে); যেনে, মূলাৰ পুলি দুপতীয়া হৈছে, দুটা পাত থকা, having two leaves, two-leafed.

দুপৰ্, স. শ. (সং. দ্বিপ্ৰহৰ, দিনৰ বা ৰাতিৰ আধা) দিনৰ বা ৰাতিৰ আধা; মাজ দিন; মাজ নিশা, half of a day or night, midday, midnight.

দুপৰীয়া, স. শ. দুপৰ-বেলা, মাজ দিন; যেনে, মই দুপৰীয়া আহিম, midday.

দুপৰীয়া-টেঙ্গা, স. শ. (অং. দুপৰীয়া, ঐ+টেঙ্গা, অম্ল) এবিধ গছ, তাৰ পাতৰ পৰা পুলি হয়, আৰু সি দুপৰৰ সময়ত টেঙ্গা হয় বুলি মানুহে কয়, a kind of acid plant.

দুপিয়া, অ. ধা. (অং. দুপ্, বেগাই যাওঁতে হোৱা ভৰিৰ শব্দ) দোপ দি, দোপ মাৰ্, ভৰিৰে হেঁচ্, to press down with the feet. স. ধা. সম্মতি বুজাবলৈ সঞ্চালিত কৰ্ (মূৰত খাটে); যেনে, তেওঁ আহিব নে বুলি সোধাত তেওঁ মূৰ দুপিয়ালে, to make a motion of assent with the head, to nod assent.

দুপ্দুপ্, অনুক. লৰি যাওঁতে ভৰিৰ পৰা হোৱা বা গধুৰ বস্তু ঘনে ঘনে পৰাত হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that caused by the feet in running or by a repeated fall of heavy bodies.

দুপ্দুপনি, স. শ. দুপ্দুপ শব্দ, বৰকৈ বেগাই যাওঁতে বা গধুৰ বস্তু ঘনে ঘনে পৰোঁতে হোৱা শব্দ, the sound of running with a heavy tread, &c.

দুপ্-দুপা, অ. ধা. দুপ্-দুপ শব্দ কৰ্; যেনে, বৰষুণে দুপ্দুপাইছে; ডেও পাৰ্, উদ্ধত হ; যেনে, বৰকৈ দুপ্দুপোৱা ভাল নহয়, to make heavy, dull sounds, as with the feet in walking, to act with rashness or without restraint.

দুপ্দুপীয়া, বি. দুপ্দুপ্ শব্দ কৰা, অতি বেগেৰে ঘন হৈ পৰা (বৰষুণত খাটে);

যেনে, ছুপ্‌ছুপীয়া বৰষুণ, heavy, said of rain.

ছুপ্ ছুপ্ কৰে, ক্রি. বি. ছুপ্ ছুপ্ শব্দেৰে বেগাই, (লৰা-ত খাটে); যেনে, ছুপ্ ছুপ্ কৰে লৰ দিলে; বৰ শব্দেৰে ঘন হৈ, (বৰষুণ পৰাত খাটে); যেনে, ছুপ্ ছুপ্ কৰে বৰষুণ আহিল, with heavy foot-steps and quickly, like the sound of heavy rain.

দুফলীয়া, বি. (অং. দুই+ফাল, ভাগ) দুফাল হোৱা, দুই খণ্ড হোৱা; দুই পক্ষত থকা, divided into two parts, belonging or pertaining to parts or parties.

দুম্‌দুম্, অনুক. এই শব্দে আৰু ইয়াৰ পৰা ওলোৱা "দুম্‌দুমনি" "দুম্‌দুমা," "দুম্‌দুমীয়া" আৰু "দুম্‌দুম্ কৰে" এইবিলাক শব্দে "ছুপ্‌ছুপ," "ছুপ্‌ছুপনি," "ছুপ্‌ছুপা," "ছুপছুপীয়া," আৰু "ছুপ্‌ছুপ্ কৰে" এইবিলাক শব্দৰ অৰ্থ বুজায়, this word and its derivatives are synonymous with ছুপ্‌ছুপ্ and its derivatives respectively.

দুমুৰি, স. শ. (অং. দুই + মুৰ, আগ) দোডোখৰ ফটা কাপোৰৰ দুটা মূৰ গোটাই দিয়া ঢৰীয়া সিয়নি, a coarse seam joining two pieces of old cloth.

দুমুৰি মাৰ্, ঢৰীয়া সিয়নি দি দোডোখৰ ফটা কাপোৰ জোৰা, to sew together two pieces of old cloth.

দুয়ো, সংখ্যা. (অং. দুই+ও, অব্যয়) এটা আৰু আনটোও, উভয়, both. "দুইও" এনেও হয়।

দুৰ্, উপস. কঠিন, মন্দ, নীচ, নথকা আদি অৰ্থ বুজোৱা সংস্কৃত উপসৰ্গ, a prefix signifying vile, inferior, difficult, &c.

দুৰদৃষ্ট, স. শ. (সং. দুৰদৃষ্ট—দুৰ, মন্দ+অদৃষ্ট, ভাগ্য) দুৰ্কপাল, মন্দ দশা, misfortune.

দুৰন্ত, বি. (সং. দুৰন্ত—দুৰ্, মন্দ+অন্ত, শেষ; শেষত মন্দ কৰা) প্ৰবল, ভয়ানক, উগ্ৰ, অপকাৰী; যেনে, দুৰন্ত ৰদ, violent, fierce, severe.

দুৰৱস্থা, স. শ. (সং. দুৰৱস্থা—দুৰ্, মন্দ+অৱস্থা, দশা) বেয়া অৱস্থা, মন্দ দশা, দুঃখ, adversity.

দুৰা, } স. শ. (ক্ষুদ্ৰ কাছ) গাৰ
দুৰাকাছ, } দাঁতিত চলং নথকা আৰু দীঘলীয়া কণী পৰা এবিধ সৰু কাছ, a kind of small tortoise.

দুৰাগ্ৰহ্, বি. (সং. দুৰাগ্ৰহ—দুৰ, উপস.+আগ্ৰহ, গ্ৰহণ) বৰ ব্যগ্ৰতা যুক্ত, earnest.

দুৰাগ্ৰহৈকে, ক্রি. বি. ব্যস্তৰূপে, ব্যগ্ৰ হৈ, earnestly.

দুৰাচাৰ্, বি. (সং. দুৰাচাৰ--দুৰ্, মন্দ+আচাৰ, আচৰণ) কুকৰ্ম্মত ৰত, বেয়া স্বভাৱযুক্ত, পাপী, vicious, following evil practices. স. শ. কুকৰ্ম্মত প্ৰবৰ্ত্তা মানুহ, পাপী মানুহ; যেনে, দুৰাচাৰক গতি দিয়াঁ; কুস্বভাৱ, বেয়া ব্যৱহাৰ্, one who follows evil practices, wickedness.

দুৰাত্মা, বি. (সং. দুৰাত্মন্—দুৰ, মন্দ+আত্মন্, প্ৰাণ) দুষ্ট, অপকাৰী, wicked, oppressive. স. শ. দুৰ্জন, দুষ্ট মানুহ, a wicked person, a scoundrel.

দুৰাপিঠীয়া, বি. দুৰাৰ পিঠিৰ দৰে মাজ-ওখ দুয়ো দাঁতিলৈ ক্ৰমে চাপৰ, gradually sloping on either side.

দুৰাশয়, বি. (সং. দুৰাশয়—দুৰ, মন্দ+আশয়, মন) মন্দ আশয়যুক্ত; এতেকে মনে মনে লোকৰ মন্দ চিন্তা, দুষ্টমতিযুক্ত, wicked-hearted, wishing evil to others. স. শ. মন্দ ইচ্ছা; যেনে, দুষ্টৰ দুৰাশয় সিদ্ধ নহয়, a bad design.

দুৰুণী, স. শ. (সং. দ্ৰুণী, কাঠৰ পানীৰ পাত্ৰ) এবিধ নাৱৰ গঢ়ৰ কাঠৰ পানী থোৱা পাত্ৰ; সোণোৱালে সোণ-ধোৱা কঠুৱা, a boat-shaped, wooden water vessel, a gold-washer's trough.

দুৰুলিয়া, স. শ. (অং. দোৰোল, কাপোৰৰ

জাপ ) দুভাঁজ বা দোমোকোট কৰি জাপ্, to fold as a cloth.

দুৰূহ, বি. ( সং. দুৰূহ — দুৰ্, কষ্ট + উহ্, উক্তি কৰ্ ) ব্যাখ্যা কৰিবলৈ টান, কঠিন অৰ্থযুক্ত ; কঠিন, দুঃসাধ্য, of obscure meaning, difficult to accomplish.

দুৰ্কপলীয়া, বি. ( সং. দুষ্কপাল, দুৰ্ভাগ্য ) ভাগ্যহীন, দুৰ্ভগীয়া, অভাগিনী, unfortunate. (m. f.).

দুৰ্কপাল্, স. শ. মন্দ কপাল, দুৰ্ভাগ্য, misfortune.

দুৰ্কপালিনী, } বি. দুৰ্ভাগ্যা, অভাগিনী,
দুৰ্কপালী, } unfortunate (f.). স. শ. দুৰ্ভাগ্যা স্ত্ৰী, an unfortunate woman.

দুৰ্গ, স. শ. ( সং. দুৰ্গ - দুৰ্, কঠিন + গম্, গতি কৰ্, প্ৰবেশ কৰা টান ) গড়, কিল্লা, চাৰিও ফালে খাৱৈ খানি তাৰ ভিতৰে ইটা মাটি আদিৰে বেৰা ঠাই, a fort.

দুৰ্গতি, স. শ. ( সং. দুৰ্গতি—দুৰ্, মন্দ + গতি, অৱস্থা ) দুৰৱস্থা, দুঃখ, কষ্ট, poverty, adversity, distress.

দুৰ্গন্ধ, স. শ, ( সং. দুৰ্গন্ধ—দুৰ্, বেয়া + গন্ধ, ঘ্ৰাণ ) বেয়া গন্ধ ; যেনে, দুৰ্গন্ধ ওলাইছে, a stench, a bad smell. বি. বেয়া গন্ধযুক্ত ; যেনে, দুৰ্গন্ধ বস্তু, stinking.

দুৰ্গন্ধি, বি. ( সং. ) বেয়া গোন্ধোৱা, stinking.

দুৰ্গম্, বি. ( সং. দুৰ্গম—দুৰ্ + গম, গতি কৰ্ ) যাবলৈ বা সোমাবলৈ টান ; যেনে, দুৰ্গম বাট, not easily passable, difficult of access.

দুৰ্গা, স. শ. ( সং. ) পাৰ্ব্বতী, শিৱৰ ভাৰ্য্যা, ( "দুৰ্গ" নামেৰে এটা অসুৰক মাৰিছিল, এতেকে সেই নাম ), the goddess Durga, wife of Shiva.

দুৰ্গুণ্, স. শ. ( সং. দুৰ্গুণ—দুৰ্, বেয়া + গুণ, স্বভাৱ ) মন্দ গুণ বা স্বভাৱ ; যেনে, এইটো বস্তুৰ দুৰ্গুণ্ নে সুগুণ বুজিব পৰা নাই ; শৰীৰৰ অপকাৰ ; যেনে, জৰত টেঙ্গাই দুৰ্গুণ কৰে, bad quality, injury to health.

া, বি. বেয়া গুণযুক্ত, অপকাৰী, গাৰৈ অহিত, injurious to health.

দুৰ্ঘটনা, স. শ. ( সং. দুৰ্ঘটনা—দুৰ্ + ঘটনা, অকস্মাৎ হোৱা কাৰ্য্য ) মন্দ ঘটনা, অকস্মাৎ হোৱা অনিষ্ট কথা, a mishap, an injurious accident.

দুৰ্ঘোৰ্, স. শ. ( সং. দুৰ্, দুখ + ঘোৰ, ভয়ানক ) বৰ ভয়ঙ্কৰ, প্ৰবল ; যেনে, "দুৰ্ঘোৰ নৰকে পেলাই ভুঞ্জাইবে যাতনা," dreadful, violent.

দুৰ্জন, স. শ. (সং. দুৰ্জন—দুৰ্ + জন, মানুহ) দুষ্ট মানুহ, a wicked person.

দুৰ্জনালি, গু. শ. দুষ্টৰ স্বভাৱ, দুষ্কৰ্ম্ম, wickedness.

দুৰ্জয়্, বি. ( সং. দুৰ্জয়—দুৰ্ + জয়, জিকা—জি, জিন্ ) জিকিবলৈ টান, পৰাক্ৰমী, বলৱন্ত ; যেনে, দুৰ্জয় শত্ৰু ; বৃহত, বৰ ডাঙ্গৰ ; যেনে, দুৰ্জয় হাতী, invincible, very powerful, gigantic.

দুৰ্ণী, স. শ. "দুৰুণী" চোৱা।

দুৰ্ণীতি, স. শ. ( সং. দুৰ্ণীতি—দুৰ্, মন্দ + নীতি, ৰীতি ) মন্দ ৰীতি, কুব্যৱহাৰ, bad practice, ill behaviour.

দুৰ্দ্দশা, স. শ. ( সং. দুৰ্দ্দশা—দুৰ্, মন্দ + দশা, ভাগ্য ) দুৰ্ভাগ্য, দুৰ্কপাল, দুখৰ অৱস্থা, misfortune, adversity.

দুৰ্দ্দান্ত, বি. ( সং. দুৰ্দ্দান্ত—দুৰ্, উপস. + দম, শাসন কৰ্ ) দমি ৰাখিব নোৱৰা, উদ্ধত, intractable, indomitable.

দুৰ্দ্দিন্, স. শ. ( সং. দুৰ্দ্দিন—দুৰ্, মন্দ + দিন, কাল ) দুৰৱস্থাৰ সময়, দুখৰ দিন ; ডাৱৰীয়া বতৰ, মেঘে সূৰ্য্যক ঢাকি থকা দিন, adversity, a cloudy day, a raw rainy day.

দুৰ্দ্দৈৱ, স. শ. ( সং. দুৰ্দ্দৈৱ—দুৰ্, মন্দ + দৈৱ, ভাগ্য ) দুৰ্ভাগ্য, দুৰ্দ্দশা, unpropitious destiny, misfortune.

দুৰ্ণাম, স. শ. ( সং. দুৰ্ণাম—দুৰ্, মন্দ + নাম, খ্যাতি ) দুৰ্য্যশ, অখ্যাতি, infamy.

দুৰ্ব্বচন্, স. শ. ( সং. দুৰ্ব্বচন—দুৰ্, মন্দ + বচন, বাক্য ) দুৰ্ব্বাক্য, গালি, abusive language.

**দুৰ্ব্বল্**, বি. ( সং. দুৰ্ব্বল—দুৰ্, ক্ষীণ+বল, শক্তি ) বলহীন, নিৰ্ব্বলী, বল গুচা, weak. ( স্ত্ৰী ) দুৰ্ব্বলা।

**দুৰ্ব্বলতা**, গু. শ. ( সং. ) বলহীনতা, weakness.

ক্য, স. শ. ( সং. দুৰ্ব্বাক্য—দুৰ্, মন্দ+ৱাক্য, মাত ) গালি, তিৰস্কাৰ, abusive language.

**দুৰ্ব্বাদল্**, বি. ( সং. দুৰ্, ডাঙ্গৰ + বাদল, ডাৱৰ ) ডাঙ্গৰ, প্ৰবল, ধাৰাসাৰে পৰা ( বৰষুণত খাটে ) ; যেনে, দুৰ্ব্বাদল বৰষুণ; প্ৰবল, তয়াময়া, বৰ হাই হোৱা ( দন্দত খাটে ) ; যেনে, দুৰ্ব্বাদল দন্দ, heavy, as rain, great or noisy, ( as a quarrel).

**দুৰ্ব্বাৰ**, বি. (সং. দুৰ্ব্বাৰ—দুৰ্, উপস.+ৱাৰ্, বাধা কৰ্ ) নিষেধ নমনা, বাধা কৰি ৰাখিব নোৱৰা, irresistible.

**দুৰ্ব্বাসনা**, স. শ. ( সং. দুৰ্, বেয়া+অং. বাসনা, ভাগ্য ) দুৰ্ভাগ্য, misfortune.

**দুৰ্ব্বাসা**, স. শ. ( সং. দুৰ্ব্বাসস্—দুৰ্, বেয়া +বাসস্, কাপোৰ ; বেয়া কাপোৰ পিন্ধা) এজনা ঋষিৰ নাম ; তেওঁ অত্ৰি মুনিৰ পুতেক আৰু বৰ খঙ্গাল বুলি খ্যাত, the name of a saint.

**দুৰ্ব্বিনীত্**, বি. ( সং. দুৰ্ব্বিনীত্—দুৰ্, উপস. +ৱিনীত, নম্ৰ ) অশিষ্ট, হুঁটা, গোঁৱাৰ, ill-mannered, rude.

স. শ. ( সং. দুৰ্ব্বুদ্ধি—দুৰ্, মন্দ+ বুদ্ধি, বোধ-শক্তি ) মন্দ বুদ্ধি, বেয়া বুদ্ধি ; বেয়া স্বভাৱ বা মতি ; যেনে, তাৰ দুৰ্ব্বুদ্ধি হৈছে ; বেয়া আলচ, কুপৰামৰ্শ ; যেনে, লোকক দুৰ্ব্বুদ্ধি নিদিবা, ignorance, silliness, bad advice.

**দুৰ্ব্বুধীয়া**, বি. বেয়া বুদ্ধিযুক্ত, ভাল কামলৈ মতি নকৰা, দুৰ্ব্বুদ্ধি, silly, not inclined to do what is good.

**দুৰ্ব্বৃত্ত**, বি. ( সং. দুৰ্ব্বৃত্ত—দুৰ, মন্দ+বৃত্ত, আচৰণ কৰ্ ) দুষ্ট, leading a bad or ignominious life; unruly, unmanageable.

**দুৰ্ভগা**, বি. ( সং. দুৰ্ভগা—দুৰ্, অভাৱ+ ভগ, চেনেহ ) স্বামীৰ চেনেহ নোপোৱা, এলাগী, not beloved of one's husband.

**দুৰ্ভগীয়া**, বি. ( সং. দুৰ্ভাগ্য, দুৰ্কপলীয়া ) দুৰ্কপলীয়া, unfortunate.

**দুৰ্ভাগিনী**, **দুৰ্ভাগী**, } বি. ( সং. দুৰ্ভাগ্য, দুৰ্কপালী ) দুৰ্কপালিনী, দুৰ্ভাগ্যৱতী, unfortunate (f.). স. শ. দুৰ্কপালী তিৰোতা, an unfortunate woman.

**দুৰ্ভাগ্য**, স. শ. ( সং. দুৰ্ভাগ্য—দুৰ্দ্দশা ) দুৰ্দ্দশা, দুৰ্কপাল ; যেনে, দুৰ্ভাগ্যৰ নিগুণে, misfortune, ill-luck. বি. দুৰ্কপলীয়া, দুৰ্ভগীয়া, unfortunate. ( স্ত্ৰী ) দুৰ্ভাগ্যা।

**দুৰ্ভাগ্যৱন্ত**, বি. দুৰ্কপলীয়া, unfortunate. ( স্ত্ৰী ) দুৰ্ভাগ্যৱতী।

**দুৰ্ভিক্ষ**, স. শ. ( সং. দুৰ্ভিক্ষ—দুৰ্, কঠিন +ভিক্ষা, মাগনৰ বস্তু ) মাগিলে ভিক্ষা নোপোৱা সময়, আকাল, famine.

**দুৰ্ভেদ্য**, বি. ( সং. দুৰ্ভেদ্য—দুৰ্, উপস.+ ভিদ্, ভেদন কৰ্ ) ছিঙ্গিব বা ভেদন কৰিব নোৱৰা, দৃঢ়, impenetrable, firm.

**দুৰ্ভেদ্যতা**, গু. শ. ( সং. ভেদিব নোৱৰা গুণ, impenetrability.

**দুৰ্ম্মতি**, বি. ( সং. দুৰ্ম্মতি—দুৰ্, মন্দ+মতি, মন ) মন্দ মতিযুক্ত, কুস্বভাৱশীল, দুৰ্ব্বুদ্ধি, evil-intentioned. স. শ. কুস্বভাৱ, বেয়া ইচ্ছা ; যেনে, অমুকে তাৰ দুৰ্ম্মতিৰ নিমিত্তে কষ্ট পাইছে, an evil desire or propensity.

**দুৰ্ম্মুখ্**, বি. ( সং. দুৰ্ম্মুখ—দুৰ্, মন্দ+মুখ, বদন ) কটুভাষী, গালি পৰা, foul-mouthed, harsh-tongued. ( স্ত্ৰী ) দুৰ্ম্মুখী।

**দুৰ্ম্মূল্য**, বি. ( সং, দুৰ্ম্মূল্য—দুৰ্, বহুত+মূল্য, বেচ ) অধিক বেচ লগা, মৰগ, dear, not cheap.

**দুৰ্ম্মূল্যতা**, গু. শ. ( সং. ) দুৰ্ম্মূল্য হোৱা অৱস্থা, dearness.

**দুৰ্য্যোধন্**, স. শ. ( সং. দুৰ্য্যোধন—দুৰ্, দুখেৰে+যুধ্, ৰণ কৰ্ ) ধৃতৰাষ্ট্ৰৰ জ্যেষ্ঠ পুত্ৰ, the eldest son of Dhritarastra.

and leader of the Kaurava princes in the great war of the Mahābhārata. (Dowson).

দুৰ্লভ, বি· ( সং· দুৰ্লভ—দুৰ্, দুখেৰে + লভ্, পা ) পাবলৈ টান ; উত্তম, শ্ৰেষ্ঠ, difficult of attainment, rare, excellent.

দুৰ্লক্ষণ, স· শ· ( সং· দুৰ্লক্ষণ—দুৰ্, বেয়া + লক্ষণ, চিন ) বেয়া হবৰ চিন, a bad sign or symptom.

দুলৰী, স· শ· ( হিং· দুলড়ী, দুমেৰা মণি ) দুফাঁকি কথাৰ এটা অসমীয়া ছন্দ ; যেনে,

"ৰুক্মিণী-ৰমণী, কুঞ্জৰ-গমনী,
লীলা গতি চলি যান্ত।
অতি হৰ্ষ-মনে, গৈয়া তেতিক্ষণে,
ৰাজ-সভা দেখিলন্ত।"

an Assamese metre. "দুলড়ী" এনেকৈও লিখা যায়।

দুলীয়া, স· শ· ( সং· দোলা, এবিধ যান ) দোলা ভাৰী, দোলা নিওঁতা, a *palki*-bearer.

দুৰৰা, স· শ· আহমবিলাকৰ এক ফৈদ, a clan of the old Ahams. " সন্দিকৈ " চোৱাঁ।

দুৱৰী, স· শ· ( অং· দুৱাৰ, দ্বাৰ ) ঘৰৰ দুৱাৰ ৰখীয়া, a door-keeper, a porter.

দুৱৰীয়া, স· শ· পৰ্ব্বতীয়া মানুহ ভৈয়ামলৈ অহা বা এক দেশৰ মানুহ আন এক দেশত সোমোৱা বাটত নিযুক্ত বিষয়া, an officer appointed to guard a mountain pass, &c.

দুৱলীয়া, বি· ( অং· দোৱাল, ঘাই কামত বাজে আন কাম ) ঘাই গৰাকীৰ তলতীয়া, second in rank or station, assistant.

দুৱাৰ, স· শ· ( সং· দ্বাৰ, সোমোৱা বাট ) ঘৰ আদিৰ বাটৰ মুখ, ঘৰলৈ সোমোৱা আৰু তাৰ পৰা ওলোৱা বাট ; সেই বাটৰ ঢাকনী ; এক দেশৰ পৰা আহি আন দেশত সোমোৱা বা পৰ্ব্বতীয়া মানুহ ভৈয়ামলৈ অহা বাটৰ মুখ, an entrance into a house, &c., a door, an entrance into a country, a mountain pass.

দুৱাৰ্-গঁৰিলা, } দুৱাৰ্-গঁড়িলা, } স· শ· ওখ হৈ উঠা বা ডাঙৰ ঢৌ, a billow, a great wave.

দুৱাৰ-ডলি, স· শ· দুৱাৰৰ তলৰ পথালি কাঠ বা গড়, a threshold.

দুৱাৰ-ডাং, স· শ· দুৱাৰ মৰা ডাং বা মাৰি, a bar for fastening a door.

দুৱাৰ-মুখ, স· শ· দুৱাৰৰ সমুখৰ ঠাই ; পদূলি, an entrance, a gateway.

দুশ্চৰিত্ৰ, স· শ· ( সং· দুশ্চৰিত্ৰ—দুৰ্, বেয়া + চৰিত্ৰ, আচৰণ ) বেয়া আচৰণ, bad conduct. বি· বেয়া-আচৰণ কৰা, মন্দাচৰণ-যুক্ত, misbehaving, of bad conduct.

দুষ্কৰ্, বি· ( সং· দুষ্কৰ—দুৰ্ + কৃ, কৰ্ ) কৰিবলৈ টান, উজু নোহোৱা, দুঃসাধ্য, difficult to do, inpracticable.

দুষ্কৰ্ম্ম, স· শ· ( সং· দুষ্কৰ্ম্ম—দুৰ্ + কৰ্ম্ম, কাম ) কুকৰ্ম্ম, পাপ, a vicious act, misconduct.

দুষ্কৰ্মী, বি· বেয়া কাম কৰা, কুকৰ্ম্মত ৰত, পাপী, vicious, sinful, wicked.

দুষ্কৃত, স· শ· ( সং· দুষ্কৃত—দুৰ্ + কৃত, কাম ) কুকৰ্ম্ম, পাপ, a vicious act, misconduct.

দুষ্ট, কৃদ· বি· ( সং· দুষ্ট—দুষ্, মন্দ হ ) দোষ-যুক্ত, পাপী, অসত, wicked, depraved. স· শ· দুৰ্জ্জন, অসত মানুহ ; যেনে, দুষ্টৰ পৰা দূৰ হবা, a wicked man. ( স্ত্ৰী ) বি· স· শ· দুষ্টা।

দুষ্টালি, গু· শ· দুষ্টৰ স্বভাৱ বা কাৰ্য্য, wickedness.

দুষ্প্ৰাপ্য, বি· ( সং· দুষ্প্ৰাপ্য—দুৰ্, দুখেৰে + প্ৰাপ্, পা ) দুৰ্লভ, পাবলৈ টান, difficult of attainment, rare.

দুষ্মন্ত, স· শ· এজনা চন্দ্ৰবংশী ৰজা, শকুন্তলাৰ স্বামী, আৰু ভৰতৰ বাপেক, a prince of the lunar race.

দুসুঁতীয়া, বি· (অং· দুই, একৰ দুগুণ + সুঁতি, সোঁতা ) দুফাললৈ সোঁত বৈ যোৱা, দুটা সোঁতা থকা ; যেনে, দুসুঁতীয়া নৈ, having two channels.

দুসূতীয়া, বি. ( অং. দুই + সূতা, কপাহ আদিৰ পকোৱা আঁহ ) দুডলীয়া সূতাৰে বোৱা, double threaded.

দুহতীয়া, বি. ( অং. দুই+হাত, হস্ত ) দুটা হাত থকা ; যেনে, দুহতীয়া মানুহ ; দুহাত জোখৰ; যেনে, দুহতীয়া টাঙ্গোন ; দুজনে অগাপিচাকৈ কৰা ; যেনে, দুহতীয়া কাম ভাল নহয় ; দুই হাতেৰে প্ৰহাৰ কৰা ; যেনে, দুহতীয়া ভুকু, having two hands or arms, measuring two cubits, done by two persons one after the other, struck with both the hands.

দুহিতা, } স. শ. ( সং. দুহিতৃ—দুহ্‌, খীৰা )
দুহিতৃ, } জী, জীয়াৰী, পুত্ৰী ( পূৰ্ব্বকালত ছোৱালীবিলাকক গৰু খীৰোৱাত নিযুক্ত কৰা হৈছিল, এতেকে ), a daughter.

দূত্‌, স. শ. ( সং. দূত—দু, গমন কৰ্‌ ) পাঁচনি, বাৰ্ত্তা নিওঁতা ; কটকী ; টেকেলা, a messenger, an envoy, a peon.

দুব্‌, } স. শ. ( সং. দূৰ্ব্বা ; হিং. দুব,
দুবৰি, } এবিধ বন ) ডুবৰি, পূজাত লগা এবিধ বন, a kind of grass, the Bent-grass.

দূৰ্‌, বি. ( সং. দূৰ—দু, গমন কৰ্‌ ) আঁতৰ, নিলগ, distant. স. শ. আঁতৰ ঠাই, নিলগ ঠাই, দূৰৈ, দূৰতা, distance, a distant place.

দূৰগামী, বি. ( সং: দূৰগামিন্‌—দূৰ, দূৰৈ + গামিন্‌, যোৱা ) দূৰৈলৈ যোৱা, going far. ( স্ত্ৰী ) দূৰগামিনী।

দূৰণি, স. শ. ( সং. দূৰ ) আঁতৰ ঠাই, দূৰৈ ; দূৰতা, a distant place, remoteness. বি. দূৰ, আঁতৰ ; যেনে, দূৰণি বাট, distant.

দূৰণি-বটীয়া, বি. ( অং. দূৰণি, দূৰ+বাট, পথ ) দূৰৈলৈ যাব লগীয়া, দূৰৈত থকা, having to go a long way, living at a distance.

দূৰতা, গু. শ. ( সং. দূৰতা—দূৰ, আঁতৰ ) দূৰ হোৱা অৱস্থা, দূৰণি, remoteness, distance.

দূৰদৰ্শন্‌, স. শ. ( সং. দূৰদৰ্শন—দূৰ, ঐ+ দৰ্শন, দেখন ) দূৰৈলৈ দেখা শক্তি ; কোনো কাৰ্য্যৰ আগলৈ কি ফল হব তাৰ জ্ঞান, far-sight, fore-sight, prudence.

দূৰদৰ্শন-যন্ত্ৰ, স. শ. ( সং. দূৰ, ঐ+দৃশ্‌, দেখ্‌ + যন্ত্ৰ, যতন ) দূৰৈলৈ দেখা যতন, আঁতৰত থকা বস্তু ভালকৈ দেখোৱা যন্ত্ৰ, দূৰ্ব্বীণ, a telescope.

দূৰদৰ্শী, বি. (সং. দূৰদৰ্শিন্‌—দূৰ + দৃশ + ইন্‌) আঁতৰৰ বস্তু ভালকৈ দেখা ; কোনো কাৰ্য্যৰ আগলৈ কি ফল হব তাক জনা. far-seeing, fore-sighted, prudent. ( স্ত্ৰী ) দূৰদৰ্শিনী।

দূৰদৃষ্টি, স. শ. "দূৰদৰ্শন" চোৱাঁ।

দূৰস্থ, বি. ( সং. দূৰস্থ—দূৰ, আঁতৰ + স্থা, থাক্‌ ) দূৰৈত থকা, remote.

দূৰীকৃত্‌, বি. ( সং. দূৰীকৃত—দূৰ + কৃ, কৰ্‌ ) দূৰ কৰা, আঁতৰোৱা, removed.

দূৰীভূত, বি. দূৰ হোৱা, আঁতৰলৈ যোৱা, removed.

দূৰৈ, স. শ. ( সং. দূৰ ) আঁতৰ ঠাই, নিলগ ঠাই, distance, a distant place.

দূৰ্ব্বা, স. শ. ( সং. দূৰ্ব্বা—দূৰ্ব্ব্‌, হিংসা কৰ্‌, গৰু আদিয়ে তাক হিংসে বা খায়, এতেকে ) ডুবৰি বন, the Bent-grass.

দূৰ্ব্বাদল-শ্যাম্‌, বি. ( সং. দূৰ্ব্বাদলশ্যাম— দূৰ্ব্বা, ঐ + দল, পাত + শ্যাম, শেউজীয়া ) ডুবৰিৰ পাতৰ দৰে সেউজীয়া বৰণযুক্ত, grass green.

দূৰ্ব্বীণ, স. শ. ( সং. দূৰবীক্ষণ ; যাং. দূৰ্ব্বিণ, দূৰৈলৈ দেখা যন্ত্ৰ ) দূৰৈত থকা বস্তু ওচৰ যেন দেখোৱা যন্ত্ৰ, a telescope.

দূষণ, কৃদ. স. দোষ ধৰণ, দোষ দিয়ন, the act of blaming.

দূষিত্‌, কৃদ. বি. ( সং. দূষ, বেয়া কৰ্‌ ) দোষ-যুক্ত, বিকৃত, বেয়া হোৱা ; যেনে, দূষিত বায়ু, corrupted, spoiled, bad.

দূষ্য, কৃদ. বি. ( সং. ) দোষ দিব লগা, নিন্দাৰ যোগ্য, মন্দ ; যেনে, মিছলীয়া দূষ্য, reprehensible, blameworthy.

দৃক্‌পাত্‌, স. শ. ( সং. দৃক্‌পাত—দৃশ্‌,

+পাত, পেলোৱা ) দৰ্শন, দৃষ্টি, দেখা কাৰ্য্য, the act of seeing or looking.

দৃঢ়্, বি. ( সং. দৃঢ়—দৃহ্, বৃদ্ধি পা ) টান, কঠিন, লৰচৰ নকৰা, hard, firm, steady.

দৃঢ়তা, গু. শ. ( সং. ) কঠিনতা, টান গুণ, firmness, &c.

দৃঢ়মনা, বি. ( সং. দৃঢ়মনস্—দৃঢ়, ডাঠ+ মনস্, মন ) মন ডাঠ, ডাঠ মনযুক্ত, resolute.

দৃঢ়কৈ, ক্রি. বি. টানকৈ, লৰচৰ্ নকৰাকৈ, firmly, steadily, &c.

দৃশদ্বতী, স. শ. দিল্লীৰ উত্তৰ পূব কালে থকা এখান নৈ, a river running on the north-east of Delhi.

দৃশ্য, কৃদ. বি. ( সং. দৃশ্য—দৃশ্, দেখ্ ) দেখিব পৰা, visible.

দৃশ্যকাব্য, স. শ. ( সং. দৃশ্যকাব্য—দৃশ্য, দেখা + কাব্য, ৰসযুক্ত ৰচনা ) নাটক, নাট, a drama.

দৃষ্ট, কৃদ. বি. ( সং. দৃষ্ট—দৃশ্, দেখ ) দেখা, seen.

দৃষ্টান্ত, স. শ. ( সং. দৃষ্টান্ত—দৃষ্ট, ঐ+অন্ত, শেষ ) উদাহৰণ ; উপমাৰে বুজোৱা কথা, পটন্তৰ ; যেনে, ঢোকাত কলা ৰয়, কলাতে ঢোকাও ৰয় ; ইয়াৰ দ্বাৰা ইজনে সিজনক সাহায্য কৰিলে যে দুইৰো উপকাৰ হয়, তাক বুজোৱা হৈছে ; কোনো উপদেশৰ ভাব ভালকৈ মনত বহুৱাবৰ কাৰণে কোৱা সত্য ইতিহাস বা উপকথা ; যেনে, দুষ্ট মানুহেৰে বন্ধুতা কৰা যে ভাল নহয়, বান্দৰে শিয়ালেৰে সখি কৰাৰ কথা তাৰ দৃষ্টান্ত, an example, an illustration, an instance, a proverb, a parable, a moral tale or fable. "পটন্তৰ" চোৱাঁ।

দৃষ্টি, স. শ. ( সং. দৃষ্টি—দৃশ্, দেখ্ ) দৰ্শন, দেখা কাৰ্য্য ; চকু, sight, the eye.

দৃষ্টি-কটু, বি. ( সং. দৃষ্টিকটু—দৃষ্টি, চকু+ কটু, জ্বলা ) চকুক অসন্তোষ দিয়া, দেখোঁতেই অনুচিত, দেখিবলৈ বেয়া, offensive to the eye, improper-looking.

দৃষ্টিগোচৰ্, বি. ( সং. দৃষ্টিগোচৰ—দৃষ্টি, ঐ+গোচৰ, ইন্দ্ৰিয়ৰ দ্বাৰা বুজা বস্তু ) পৰা, চকুৰে দেখা, seen with the eye, come to the view.

দৃষ্টিপাত্, স. শ. ( সং. দৃষ্টিপাত—দৃষ্টি, চকু +পাত্, পেলোৱা, চকু-পেলোৱা ) দৰ্শন, দেখা কাৰ্য্য ; যেনে, মোৰ ওপৰত তেওঁৰ দৃষ্টিপাত নহল, the act of seeing or looking.

দৃষ্টিশূল্, স. শ. ( সং. দৃষ্টিশূল—দৃষ্টি, ঐ+ শূল, যাঠী ) চকুৰ শূল, চকুৰ প্ৰতি কষ্ট-দায়ক, an eye sore, something offensive to the sight.

দেই, } ক্রি. বি. অৱশ্যে, কোনো প্ৰাৰ্থনা
দেইবা, } বা ইচ্ছা প্ৰকাশ কৰোঁতে সেই প্ৰাৰ্থনা বা ইচ্ছা অৱশ্যে সিদ্ধ কৰিব লাগিব এনে ভাব বুজাবলৈ ব্যৱহৃত মাত, "দেই" মান্য, সমনীয়া আৰু সামান্য মানুহ, তিনিওতো খাটে, "দেইবা" কেৱল সমনীয়া মানুহত মাথোন ব্যৱহৃত ; যেনে, আপুনি আহিব দেই ; তুমি আহি-বা দেই বা দেইবা ; তই যাবি দেই, a word used in making a familiar request to imply a wish that the request must be complied with.

দেউ, স. শ. ( সং. দেৱ, দেৱতা ) বাপু, মান্যৱন্ত ব্ৰাহ্মণৰ কথা কোৱাত বা তেওঁক মতাত ব্যৱহৃত মাত, a word used in speaking of or addressing a Brahman priest.

দেউকি, স. শ. ( অং. দেও, উপদেৱতা, ভূত ; ভূতৰ আকৃতি দেখিলে ভয় হয়, এতেকে ) অকস্মাত ভয় পাই মৰা গাৰ জোকাৰ, উচাপ, চমক, a start from fright. ( কামৰূ. )।

দেউকি খা বা লাগ্, উচাপ খা, to be frightened, to start.

দেউতা, স. শ. ( সং. দেৱতা, স্বৰ্গৰ লোক ) বৰ লোক, ডাঙ্গৰীয়া, অসম দেশৰ ডাঙ্গৰ লোকক মতা মাত, my Lord, lord-ship, sir.

দেউ-নাগেৰী, স. শ. (সং. দেৱনাগৰ, সংস্কৃত আখৰ) সংস্কৃত ভাষা লেখা আখৰ, the Devanagari characters.

দেউৰী, স. শ. (সং. দেৱ, দেৱতা) দেৱালয়ৰ বিষয়া বিশেষ; (কামৰূ.) দেৱতাৰ প্ৰসাদ বিলাই দিওঁতা, an officer of a temple, one who distributes to the people what was offered to an idol.

দেও, স. শ. (সং. দেৱ, দেৱতা) ভূত, পিশাচ, উপদেৱতা; ভদ্ৰ লোকক মতা মাত; মহাশয়, (দেউতাভূকৈ নীহ), an evil spirit, a word used in addressing a respectable man, sir.

দেও-ঘৰ্, স. শ. "দেওশাল" চোৱাঁ।

দেও-উঁৰিক্, স. শ. (অং. দেও, উপদেৱতা, দেওৰ নিচিনা বা সামান্য নোহোৱা, এনে ভাবত) চিত্ৰিত পাখিৰে উঁৰিক জাতিৰ এবিধ চৰাই, a species of pheasant.

দেওধনি, স. শ. (অং. দেও, অপদেৱতা+ ধ্বনি, শব্দ) দেওৱে ধৰা মানুহৰ বকনি আৰু কঁপনি; যেনে, অমুকৰ দেওধনি উঠিছে, the trembling and raving of one pretending to be possessed with a devil.

দেওধনী, স. শ. দেৱে লম্ভা তিৰোতা, a woman who pretends to be possessed with an evil spirit. (কামৰূ.)।

দেওঁধাই, } স. শ. (আহম.) আহমবিলাকে,
দেওধাই, } হিন্দু হোৱাৰ আগেয়ে, অনেক অপদেৱতা পূজিছিল, সেইবিলাকৰ পূজাৰিবিলাকৰ তিনি খেল আছিল; যেনে, দেওঁধাই, বাইলুং আৰু মহন, দেওঁধায়ে দেও-পূজা কৰে, আৰু দেওক আপোনাৰ গাত লগাব পাৰে বুলি কয়। সেইৰূপে দেও-লগা মানুহে মূৰ আৰু গা জোকাৰে, বকে আৰু মানুহৰ শুভাশুভৰ কথা কয়; বাইলুঙ্গে মঙ্গল চায়, মহনে দেও-পূজাৰ আয়োজন কৰি দিয়ে, an Aham priest.

দেওপূজক্, স. শ. দেওক বা ভূতক পূজা কৰোঁতা, a demon-worshipper.

দেও-পূজা, স. শ. দেও বা ভূতৰ পূজা, demon-worship.

দেওবৰ্, স. শ. দেওবাৰে ওপজা মুনিহ, a man born on a Sunday. (স্ত্ৰী) দেওবৰী।

দেওবৰীয়া, বি. দেওবাৰে হোৱা বা ওপজা; দেওবাৰৰ, born or produced on, or relating to, a Sunday.

দেওবাৰ্, স. শ. (অং. দেও, দেৱতা+বাৰ, সপ্তাহৰ এদিন; সূৰ্য্যৰ বাৰ, সেইটো বাৰৰ সূৰ্য্য অধিপতি এতেকে) ৰবিবাৰ, সপ্তাহৰ প্ৰথম দিন, Sunday.

দেওৰ্, স. শ. (সং. দেৱৰ, স্বামীৰ ভায়েক) স্বামীৰ সৰু ভায়েক্, a husband's younger brother.

দেওশাল্, স. শ. (অং. দেও, অপদেৱতা+ শাল্, ঘৰ) দেওঘৰ; আহমবিলাকৰ চোমদেওক পূজা কৰা ঘৰ, a place where a demon is worshipped.

দেখ, স. ধা. (সং. দৃশ, চকু পেলা) চকুৰ দ্বাৰা বোধ কৰ্ বা বুজ্; যেনে, সেই পৰ্ব্বতটো দেখিছোঁ; মনেৰে বুজ্; যেনে, মই তাৰ কাৰণ নেদেখোঁ, to see, to observe, to perceive.

সমা.—চা, দেখ, প্ৰথমটোৱে ইচ্ছা কৰি, পাচৰটোৱে এনেই দৃষ্টি কৰা বুজায়; যেনে, অমুক পূজা চাবলৈ গৈছে; অমুকে হাবিত এটা বাঘ দেখিলে।

দেখন্, কৃদ. স. দৰ্শন, দৃষ্টি, the act of seeing.

দেখনিয়াৰ্, বি. দেখিবলৈ ভাল, শুৱনি, good-looking, handsome.

দেখা, স. ধা. (অং. দেখ, দৃষ্টিকৰ্) দৃষ্টি কৰা, চকুত পেলা, আগত উলিয়া; যেনে, বাটৰুৱাক বাট দেখাইছে, প্ৰকাশ কৰ্, ব্যক্ত কৰ্, বুজাই ক; যেনে, সি তাৰ কাৰ্য্যৰ কাৰণ দেখালে, to show, to cause to see or to be seen. কৃদ. স. দেখাওঁতা, (স্ত্ৰী) দেখাঁতী।

দেখাদেখি, স. শ. এটাই আনটোক দেখা কাৰ্য্য, the act of seeing each other.

দেখাদেখিকৈ, ক্রি. বি. এটাই আনটোক দেখি; যেনে, আমি দুয়ো দেখাদেখিকৈ খাওঁ; প্রকাশিতৰূপে, নুলুকোৱাকৈ; যেনে, চোৰে দেখাদেখিকৈ চুৰ কৰিব নোৱাৰে, seeing each other, openly, publicly.

দেখাশুনা, বি. দেখি শুনি শিকা, জনা-বুজা; যেনে, ডাঙৰ কার্যত দেখাশুনা মানুহ লগাব লাগে; স্পষ্ট, ওলাই থকা, গুপ্ত নোহোৱা; যেনে, দেখাশুনা কথা, having practical knowledge, plain, manifest.

দেখাশুনাকৈ, ক্রি. বি. দেখাই, নুলুকোৱাকৈ, openly, publicly.

দেখুৱা, স. ধা. "দেখা" চোৱাঁ।

দেখৈয়া, স. শ. (হিং. দেখ্‌ৱৈয়া, দেখোঁতা) দেখোঁতা, চাওঁতা, a spectator.

দেখোঁতা, কৃদ. স. যি পুৰুষে দেখে, a man who sees. (স্ত্রী) দেখঁতী।

দেখ্‌নেদেখ্‌, বি. দেখোঁতেই নেদেখা হোৱা, সৰহ বেলি নৈ নথকা, ওলায়েই যাব যোৱা; যেনে, বিজুলিৰ চমক দেখনেদেখ, visible for a moment only.

দেদীপ্যমান, বি. (সং. দেদীপ্যমান—দীপ্‌, পোহৰ কৰ্‌) প্রকাশিত, জলি থকা, প্রজ্বলিত, shining intensely.

দেদেৰা, স. শ. (সং. দদ্রু, খৰ্‌) ঘঁহনি লাগি খৰে ধৰাৰ দৰে ছাল ছিগা ক্ষত, abrasion of the skin.

দেদেৰা পৰ্‌, দেদেৰা পৰ্‌, ঘঁহনি লাগি ছাল ছিগি যা; যেনে, লেজুৰ ঘঁহনি লাগি হাতৰ ঠাৰিত দেদেৰা খালে, to be rubbed off as the skin.

দেয়, বি. (সং. দেয়—দা, দি) দিবৰ যোগ্য, fit or proper to be given.

দেৰ্‌দেৰা, অ. ধা. (সং. দদ্রু, ছাল ছিগি যোৱা ৰোগ) ছাল ছিগি যোৱা বা ঠেৰেঙ্গা হোৱা যেন বোধ কৰ্‌; যেনে, জিভাখানে দেৰ্‌দেৰাইছে, to have a chilling or chafing sensation.

দেৰ্‌দেৰীয়া, বি. ঠেৰেঙ্গা কৰা; যেনে, দেৰ্‌দেৰীয়া চেঁচা, chilling.

দেৱ-গুৰু, স. শ. (সং. দেৱগুৰু—দেৱ, স্বর্গৰ লোক+গুৰু, শিক্ষক) দেৱতাবিলাকৰ শিক্ষক বৃহস্পতিৰ নাম, a name of Vrihaspati, the instructor of the gods.

দেৱতা, স. শ. (সং. দেৱতা, সুৰ—দিৱ, প্রকাশ বা দীপ্তি কৰ্‌; দীপ্তিমন্ত, এতেকে) সুৰ, স্বর্গৰ লোক, মানুহতকৈ শ্রেষ্ঠ আৰু শক্তিমন্ত লোক, a god, a deity.

দেৱত্ব, গু. শ. দেৱৰ স্বভাব বা গুণ, divinity.

দেৱ-দাৰু, স. শ. (সং. দেৱদাৰু—দেৱ, দেৱতা +দাৰু, কাঠ) ডঁৰৈ-গছ; সৰল গছ, a fir tree, (*Pinus deodara*).

দেৱনাগৰ্‌, স. শ. (সং. দেৱনাগৰ—দেৱ, দেৱতা+নাগৰ, নগৰীয়া) দেউনাগেৰী, the Devanagari characters.

দেৱবাক্য, } স. শ. (সং. দেৱবাক্য, দেৱ-
দেৱবাণী, } বাণী—দেৱ, দেৱতা + বাক্য, বাণী, বচন) আকাশী বাণী, ওপৰৰ পৰা দেৱতাই কোৱা কথা, a voice from above, an oracle or oracles.

দেৱমাতৃক্‌, বি. (সং. দেৱমাতৃক—দেৱ, দেৱতা +মাতৃক, মাতৃ) দেৱতাৰ অর্থাৎ বৰষুণৰ দ্বাৰা বসাল হোৱা, বৰষুণৰ পানীৰে শস্য জন্মোৱা, watered by rain.

দেৱৰ্‌, স. শ. (সং. দেৱৰ—দিৱ্‌, ধেমালি কৰ্‌) স্বামীৰ ভাইয়েক, দেওৰ, a husband's brother.

দেৱ-ৰাজ্‌, স. শ. (সং. দেৱৰাজন্‌—দেৱ, দেৱতা+ৰাজন, ৰজা) দেৱতাৰ ৰজা, ইন্দ্র, a title of Indra.

দেৱৰ্ষি, স. শ. (সং. দেৱৰ্ষি—দেৱ, দেৱতা +ঋষি, মুনি) দেৱতাস্বৰূপ ঋষি, তপস্যাদিৰ দ্বাৰা ঋষিৰ আৰু সকলো ঠাইলৈকে যাতায়াত কৰিব পৰাৰ দ্বাৰা দেৱতাৰ গুণ পোৱা লোক; তেওঁবিলাকৰ ভিতৰত নাৰদ, অত্রি, মৰীচি, ভৰদ্বাজ, পুলস্ত্য, পুলহ, ক্রতু, ভৃগু, বশিষ্ঠ, প্রচেতা, ভৰত, তম্বুৰু আৰু কণাদ, এই কেইজন প্রধান বুলি খ্যাত, a heavenly sage, a saint of the celestial class.

**দেৱল্**, স. শ. (সং. দেৱল—দেৱ, দেৱতা) দেৱলীয়া ঠাকুৰ, লোকৰ নিমিত্তে মূৰ্ত্তি পূজা কৰি জীৱিকা কৰা বামুণ (এনে বামুণ নীহ); • এজন ঋষিৰ নাম, a Brahman who worships an idol in a temple and subsists upon the offerings made to the image; the name of a sage.

দেৱলীয়া, বি. (অং. দেৱাল্, মঠ) দেৱালত কাম কৰা, দেৱালৰ, belonging to a temple. স. শ. দেৱালত কাম কৰা মানুহ, a person belonging to a temple.

দেৱ-লোক্, স. শ. (সং. দেৱলোক—দেৱ, দেৱতা+লোক, স্থান) দেৱতাৰ ঠাই, স্বৰ্গ, heaven.

দেৱস্ব, স. শ. (সং. দেৱস্ব—দেৱ, দেৱতা+স্ব, বস্তু) দেৱতাৰ বস্তু, দেৱতাক দিয়া সম্পত্তি, property given for the support of a temple, anything consecrated to a god.

দেৱস্বাপহাৰক, স. শ. (সং. দেৱস্বাপহাৰক—দেৱস্ব, ঐ+অপহাৰক, চোৰ) দেৱতাৰ বস্তু চুৰ কৰোঁতা বা নিওঁতা, one who steals or takes away a thing given to a god or temple.

দেৱাং, বি. (সং. দেৱাংশ, দেৱতাৰ অংশ) দেওলগা; ভৌতিক, পৈশাচিক; যেনে, দেৱাং বস্তু, spirit-like, possessed by a spirit.

দেৱাঙ্গ-বসন, স. শ. (সং. দেৱ, দেৱতা+অঙ্গ, শৰীৰ+ৱসন, কাপোৰ) দেৱতাই পিন্ধা কাপোৰ, দেৱযোগ্য বস্ত্ৰ; এতেকে অতি উত্তম কাপোৰ, the clothes of a God.

দেৱাঙ্গ-ভূষণ্, স. শ. (সং. দেৱ, দেৱতা+অঙ্গ, শৰীৰ+ভূষণ, অলঙ্কাৰ) দেৱতাৰ অলঙ্কাৰ, উত্তম অলঙ্কাৰ, a divine ornament.

**দেৱানী**, স. শ. (যাং.) স্বত্ব ৰক্ষাৰ নিমিত্তে গোচৰৰ ঠাই, a civil court. "দেৱানী আদালত" এনেও হয়।

**দেৱাল্**, স. শ. (সং. দেৱালয়; হিং. দিৱাল, দেৱমন্দিৰ) মঠ, দেৱতাৰ ঘৰ, a temple.

দেৱালয়্, স. শ. (সং. দেৱালয়—দেৱ, দেৱতা+আলয়, ঘৰ) দেৱমন্দিৰ, a temple.

দেৱী, স. শ. (সং. দেৱী—"দেৱ" শব্দৰ স্ত্ৰীলিঙ্গ) দেৱতাৰ ভাৰ্য্যা, গোসাঁনী; দুৰ্গা; ব্ৰাহ্মণৰ তিৰোতাৰ উপাধি; যেনে, অম্বিকা দেৱী; ৰজাৰ পাটমাদৈৰ উপাধি, a goddess, especially Durga; an epithet applied to a Brahman woman or to a queen.

দেৱোত্তৰ্, স. শ. (সং. দেৱত্ৰ, দেৱতাক দিয়া সম্পত্তি) দেৱতাৰ পূজা চলাবৰ কাৰণে দিয়া নিষ্কৰ মাটি, land granted free of rent for the support of a temple.

দেৱোত্তৰীয়া, বি. দেৱোত্তৰ-সম্বন্ধীয়া, relating to the endowment of a temple.

দেশ, স. শ. (সং. দেশ—দিশ, দেখা) পৃথিবীৰ এক খণ্ড, কোনো এক ৰজাৰ শাসনৰ অধীন, পৃথিবীৰ এক ভাগ, a country, a province, a region.

দেশাচাৰ্, স. শ. (সং. দেশাচাৰ—দেশ, ঐ+আচাৰ, চলন) কোনো এক দেশত আগৰ পৰা চলি অহা নীতি, দেশৰ ব্যৱহাৰ, custom of the country, local practice.

দেশাধিকাৰ্, স. শ. (সং. দেশাধিকাৰিন্—দেশ, ঐ+অধিকাৰিন্, গৰাকী) ৰজা; এক দেশৰ কোনো এক ভাগ শাসন কৰোঁতা, a king, the governor of a province.

দেশান্তৰ, স. শ. (সং. দেশান্তৰ—দেশ, ঐ+অন্তৰ, পৃথক্) আন এক দেশ, বিদেশ; যেনে, দেশান্তৰৰ পৰা অনা বস্তু, another country, a foreign country.

দেশান্তৰিত্, বি. (সং. দেশ, ঐ+অন্তৰিত, আঁতৰোৱা) আন এক দেশলৈ খেদোৱা, দণ্ডস্বৰূপে স্বদেশৰ বাজ কৰা; যেনে, ৰজাই দোষীক দেশান্তৰিত কৰে, banished, exiled.

দেশান্তৰী, বি. (সং. দেশান্তৰ, বিদেশ)

অন্য দেশলৈ যোৱা, নিজ দেশ এৰি অন্য দেশত বাস কৰা, migrating to, and settling in, a foreign country.

দেশী, বি. ( সং. দেশীয়, দেশৰ ) নিজ দেশত উৎপন্ন, নিজ দেশৰ; যেনে, দেশী কাপোৰ, belonging to or produced in one's own country.

দেশে দেশে, ক্রি. বি. বেলেগ বেলেগ দেশত, সকলো দেশত, in every country.

দেহ্, স. শ. ( সং. দেহ—দিহ্, সংগ্ৰহ কৰ্ ) শৰীৰ, গা, the body.

দেহতত্ত্ব, স. শ. (সং. দেহতত্ত্ব—দেহ, শৰীৰ + তত্ত্ব, স্বৰূপ ) জন্তু আৰু গছৰ শৰীৰ আৰু ইন্দ্রিয় বা অঙ্গবিলাকৰ প্ৰকৃতি আৰু কাৰ্য্য জনোৱা বিদ্যা, physiology.

দেহযাত্রা, স. শ. ( সং. দেহযাত্রা—দেহ, শৰীৰ + যাত্রা, গমন ) দেহ ৰক্ষাৰ উপায়, ভাতকাপোৰ, জীৱিকা, food and raiment, living.

দেহি, ভা. অ. ( সং. দেহ, শৰীৰ ) লোকৰ দুখ দেখি আপোনাৰ গাতে দুখ পোৱা যেন ভাব বুজাই পুতৌ কৰা মাত; যেনে, আই ঐ দেহি লৰাটি দেখো শুকাই হাড় ছাল হে আছে, an interjection expressing extreme tenderness or pity towards one in distress.

দেহি ঐ, ভা. অ. কোনো মৰমৰ মানুহক অকস্মাত সঙ্কটত বা আপদত পৰা দেখি দুখ প্ৰকাশ কৰা মাত; যেনে, দেহি ঐ মোৰ ভৈয়াৰ কি হল, an interjection expressing sympathy at a sudden misfortune of a beloved person.

দেহিখানি, দেহিডুখৰি, } স. শ. ( অং. দেহ্খানি, দেহ্ডুখৰি, শৰীৰটি, শৰীৰটি যেনে, তেনে প্ৰিয় ) বৰ প্ৰিয় লোকক মতা মাত; যেনে, দেহিডুখৰি, কি কৰিছা? a word used in addressing a beloved person, my love.

দেহী, বি. ( সং. দেহিন্—দেহ, শৰীৰ ) শৰীৰযুক্ত; এতেকে প্ৰাণী, having a body. স. শ. জীৱজন্তু, a living being.

দেহ্-প্ৰাণ্, স. শ. (সং. দেহপ্ৰাণ দেহ, শৰীৰ + প্ৰাণ, আত্মা ) শৰীৰ আৰু প্ৰাণৰ তুল্য মৰমৰ লোক বা কোনো বস্তু; যেনে, সেই ঘোঁৰাটো তেওঁৰ দেহপ্ৰাণ, a very beloved person or thing.

দৈ, স. শ. ( সং. দধি, বং. দই; হিং. দহী, গোট মৰা গাখীৰ) গোট মৰা গাখীৰ, curdled milk. "দৈ গাখীৰ" এনেও হয়।

দৈ, স. শ. ( সং. দো, কাটি বেলেগ কৰ্ ) পাতলকৈ তুলোৱা কাঠী, মিহি কাঠী, a fine splint of bamboo, &c., for basket work.

দৈকলা, স. শ. এবিধ পানীত চৰা কলা-বৰণীয়া চৰাই, a kind of aquatic bird of a black color.

দৈত্য, স. শ. ( সং. দৈত্য—দিতি, কাশ্যপৰ এজনা ভাৰ্য্যা ) কাশ্যপৰ পৰা দিতিৰ গৰ্ভত হোৱা এক শ্ৰেণীৰ লোক, অসুৰ, দানৱ, a demon, a Titan.

দৈত্য-গুৰু, স. শ. ( সং. দৈত্যগুৰু—দৈত্য, ঐ + গুৰু, শিক্ষক) শুক্ৰ মুনি, a name of Sukra, the teacher of the demons.

দৈত্য-মতা, স. শ. কাশ্যপৰ ভাৰ্য্যা, দিতি, a title of Diti, wife of Kashyapa.

দৈত্যাৰি, স. শ. ( সং. দৈত্যাৰি—দৈত্য, অসুৰ+অৰি, শত্ৰু ) বিষ্ণু, কৃষ্ণ, a name of Vishnu or Krishna.

দৈনিক্, বি. ( সং. দৈনিক—দিন, দিৱস ) নিতৌ হোৱা বা কৰা; এদিনীয়া; দিনৰ, দিনৰ ভাগত হোৱা; যেনে, দৈনিক দীপ্তি, daily, diurnal. স. শ. প্ৰতিদিনৰ ঘটনাৰ বা কাৰ্য্যৰ বিবৰণ, a diary.

দৈন্য, স. শ. ( সং. দৈন্য—দীন, দুখীয়া ) দীনতা, দুখীয়া অৱস্থা, poverty.

দৈয়ন্, স. শ. ( অং. দৈ, গোট মৰা গাখীৰ ) বিয়াৰ দিনা প্ৰত্যূষতে দৰা আৰু কন্যাক নিজ নিজ শোৱা খোঁটালীৰ দুৱাৰ মুখত বহুৱাই এপাত পাণেৰে সিবিলাকৰ গাল, বাহু আৰু ভৰিত দৈ গাখীৰ সনা কাৰ্য্য, the ceremony of anointing the

bridegroom and bride with curdled milk on the morning of the wedding day.

দৈয়ন্ দি, ওপৰত লিখা কাৰ্য্য কৰ্, to perform the above ceremony.

দৈৱ, বি. ( সং. দৈৱ—দেৱ, দেৱতা ) দেৱতা সম্পৰ্কীয়, দেৱতাৰ ; যেনে, দৈৱ কৃত্য, relating to a deity, divine. স. শ. কপাল, দশা, destiny, fate.

দৈৱকী, স. শ. দেৱকৰ জীয়েক, বসুদেৱৰ ভাৰ্য্যা আৰু কৃষ্ণৰ মাক, the wife of Vasudeva, mother of Krishna and cousin of Kansa.

দৈৱকী-নন্দন, স. শ. দৈৱকীৰ পুতেক, কৃষ্ণ, Krishna.

দৈৱ-ঘটনা, স. শ. ( সং. দৈৱঘটনা—দৈৱ, কপাল + ঘটনা) কপালৰ দ্বাৰা বা দেৱতাৰ ইচ্ছাত অকস্মাত হোৱা কাৰ্য্য, an unforeseen event, an accident.

দৈৱজ্ঞ, স. শ. ( সং. দৈৱজ্ঞ—দৈৱ, কপাল + জ্ঞা, জান্ ) দশা গণিব পাৰোঁতা, গণক ; এক জাতি, a fortune-teller, an astrologer, a man of the astrologer caste.

দৈৱদুৰ্ব্বিপাক্, স. শ. ( সং. দৈৱদুৰ্ব্বিপাক —দৈৱ, কপাল + দুৰ্ব্বিপাক, অহিত) দুৰ্দ্দশা, মন্দ কপালৰ ফেৰ, দুৰ্কপালৰ শক্তি, unpropitiousness of fate, misfortune.

দৈৱবাণী, স. শ. ( সং. দৈৱবাণী—দৈৱ, দেৱতাৰ + বাণী, বাক্য ) দেৱতাৰ বাক্য, আকাশী বাণী, divine message, oracle.

দৈৱযোগ্, স. শ. ( সং. দৈৱযোগ—দৈৱ, কপাল + যোগ, লগ লাগন ) আকস্মিক ঘটনা, কপালৰ ফেৰ ; যেনে, দৈৱযোগত সেই দিনা অমুক পালে হি, an unforeseen occurrence.

দৈৱযোগে, } ক্রি. বি. দৈৱযোগত, অকস্মাত,
দৈৱাৎ, } accidentally, by chance.

দৈৱাধীন, বি. ( সং. দৈৱাধীন—দৈৱ, কপাল + অধীন, বশ ) কপালৰ বশ, কপাল অনুসৰি হোৱা, dependent upon destiny.

দৈৱিক্, বি. ( সং. দৈৱিক—দেৱ, দেৱতা ) দেৱতাৰ সম্বন্ধীয় ; দেৱতাৰ তুল্য ; যেনে, দৈৱিক পুৰুষ, of or relating to the gods, equal to a god, god-like.

দৈয়া, স. ধা. ( অং. দৈ, কাঠী ) দৈতোল্, বাঁহ আদিৰ কাঠী কৰ্, to splinter, as bamboo, &c.

দৈহিক্, বি. ( সং. দৈহিক—দেহ, শৰীৰ ) শৰীৰ সম্বন্ধীয়, দেহত হোৱা, গাৰ, relating to the body, corporal.

দোঁ খা, মূৰ চাপৰা, বেঁকা হৈ ওপৰৰ ভাগ তললৈ আহ্, নত হ্, to be bent.

দোঁৱা, স. ধা. ( সং. দম্, শাসন কৰ্ ) নত কৰ্, চাপৰা, ওপৰৰ ভাগ তললৈ আন, বেঁকা কৰ্ ; যেনে, মূৰ দোঁৱাইছে, to bend, to weigh down. কৃদ. স. দোঁৱাওঁতা, ( স্ত্রী ) দোঁৱাঁতী।

দোকান্, স. শ. (হিং. বং. দোকান) পোহাৰ, বেপাৰীয়ে বস্তু বেচা ঘৰ, a shop.

দোকানী, স. শ. বেপাৰী, a shop-keeper.

দোকানোকা, স. শ. নিচেই ৰাতি-পুৱাৰ অলপ অলপ পোহৰ, the twilight of morning.

দোকোল্-টঁকা, স. শ. ( অং. দুই + কূল, পাৰ + টঁক, উপচি যা ) দুয়ো পাৰ উপচি যোৱা, দুয়ো ফাল তল যোৱা ; যেনে, দোকোলটঁকা পানী, overflowing, submerging both the banks.

দোজিভা, স. শ. ( অং. দুই + জিভা, জিহ্বা ) দ্বিতীয় জিভা, জিভাৰ ওপৰত হোৱা জিভা, আল্‌জিভা, the uvula.

দোণ্, স. শ. ( সং. দ্রোণ, প্রায় চাৰি সেৰ শস্যৰ জোখ) প্রায়ে দহ কঠা বা পাঁচ সেৰ শস্য ধৰা এবিধ কাঠীৰ পাত্র ; ( কামৰূ. ) এ হালচা মাটি, a basket holding five seers of grain. One-fourth of a *pura* of land, ( in Kamrup ).

দোতোৰা, স. শ. ( হিং. দোতাৰা, দুডাল গুণা লগোৱা বাদ্য ) দুডাল গুণা লগোৱা এবিধ বাজনা, a musical instrument with two strings.

দোধোৰ্‌মোৰ্‌, স. শ. ( সং. দ্বৈধ, অনিশ্চিত + মুৰ, জোঁট লগা ) দুটা কাৰ্য্যৰ কোনটো কৰা উচিত নিশ্চয় কৰিব নোৱৰা অৱস্থা, খেৰোগেৰো, a dilemma, indecision.

দোধোৰ্‌মোৰত পৰ্‌, দোধোৰ্‌মোৰ্‌ লাগ্‌, কোনো এক কাৰ্য্য কৰা উচিত নে অনুচিত বা দুটাৰ কোনটো কৰা উচিত নিশ্চয় কৰিব নোৱৰাত বিবুদ্ধি হ ; যেনে, সি দোধোৰমোৰত পৰিছে বা তাৰ দোধোৰ-মোৰ লাগিছে, to be in a dilemma, to be puzzled.

দোপ্‌, স. শ. ( অং. দুপ্‌, ভৰিৰ আঘাতৰ শব্দ ) কোনো বস্তুৰ ওপৰত উঠি ভৰিৰে মৰা হেঁচা, উঠিবৰ বা থিয় হবৰ নিমিত্তে ওপৰলৈ মৰা উচাল, a pressure of the foot upon something on which the person stands, an effort to rise or get up.

দোপত দোপে, ক্রমে এখাপৰ পৰা ওপৰৰ খাপলৈ (উন্নতিৰ বাটত আগ বঢ়াত খাটে) ; যেনে, অমুক দোপত দোপে উঠিছে বা আগ বাঢ়িছে, step by step, by steps.

দোপ্‌ দি, ওপৰত থিয় হৈ ভৰিৰে হেঁচ্‌, to press down with the foot.

দোপ্‌ মাৰি, থিয় হবলৈ বা ওপৰলৈ উঠিবলৈ উচাল মাৰি ; যেনে, সি দোপ মাৰি গছত উঠিল, with a sudden spring.

দোপ্‌ ল, ভৰি দি হেঁচিলে অলপ বহ্‌, to slightly yield to the pressure of the foot.

দোপনি, স. শ. মানুহৰ ভৰ সহা, কিন্তু ভৰিৰে হেঁচিলে অলপ বহা আৰু লৰা পিটনি ; দলদলীয়া মাটি, a bog, a quagmire.

দোপ্‌দৰ্‌, স. শ. গুৱাহটীয়া বৰ ফুকনৰ বৰ চৰা, the Council Chamber of the Viceroy of the Assam Raja at Gauhati.

দোপাক-তেঁপাক্‌, দোপাকী-তেঁপাকী, স. শ. ( হিং. দো, দুই + অং. পাক, ঘূৰণ + হিং. তে, তিনি + পাক, ঐ ) এডাল থিয়কৈ পোতা বাঁহৰ মূৰত উবুৰি খাই পৰি এটা কাঠৰ ঘিলাৰে ঢকা নাইটো সেই বাঁহৰ মূৰত লগাই দিয়া পাক ; যেনে, "নটৰ দোপাক-তেঁপাক নেজানি মৰণ-জীৱন", the act of placing one's self with the face downwards on the top of a bamboo perpendicularly set on the ground and turning on it for the delectation of the spectators.

দোপাকী-তেপাকী, বি. পাক লগাই কোৱা, ঠিককৈ নোকোৱা ; যেনে, দোপাকী-তেপাকী কথা বুজা টান, stated variously or in a quibbling manner, not straightforward.

দোপাটী, স. শ. ( বং. দোপাটী ) ডেম ডেউকাৰ নিচিনা এবিধ গছ আৰু তাৰ ফুল, a kind of plant and its flower.

দোপাটুপিটা, বি. ( অং. ধোবাৰ পাট + পিটা, আঘাত কৰা ) ধোবাই পাটত কাপোৰ আছৰাৰ দৰে আছৰা বা আঘাত কৰা, কলহৰ মুখেৰে ঢলাৰ নিচিনা, প্ৰবল (বৰষুণ), falling in torrents (said of rain).

দোভাচলীয়া, বি. ( অং. দো, দুই + সং. ভাষণ, কথন + ঈয়া, প্রত্যয়) একে কথাকে দুবাৰ দুই প্ৰকাৰে কোৱা, কথা লৰোৱা, মিছলীয়া, দুতলীয়া, double-tongued.

দোম্‌-জৰ্‌, স. শ. ( হিং. দো ; অং. দুই, দুবাৰ এক ) দুদিনৰ পাচত এদিন উঠা জৰ, "ডোম-জৰ" এনেকৈও বোলা যায়, the quartan fever, an ague coming on every fourth day.

দোমাহী, স. শ. ( অং. দুই + মাহ, বছৰৰ বাৰ ভাগৰ এভাগ ) সংক্রান্তি, দুমাহৰ জোৰা, the day on which the sun passes from one sign of the zodiac to another.

দোমোজা, স. শ. ( অং. দুই + মাজ, মধ্য ) দুটাৰ মাজ, দুটা বস্তু একে লগ বা ওচৰা উচৰি হোৱা ঠাই ; যেনে, বৰ-ঘৰ আৰু মাৰল ঘৰৰ দোমোজাত, a junction, the place where two things meet.

দোৰোণ্-ফুল্, স. শ. ( সং. দ্ৰোণপুষ্প, এবিধ ফুল ) এবিধ আপুনি হোৱা ক্ষুদ্ৰ গছ আৰু তাৰ ফুল, a kind of wild plant, its flower.

দোৰোল্, স. শ. ( হিং. দো, দুই ) কাপোৰৰ দুভাঁজ, কাপোৰৰ দো মোকোট, এখান কাপোৰক মোকটাই কৰা দুভৰপ, the fold of a cloth, doubled to make it thicker.

দোৰোল্ খা, ভাঁজ ল ; লেউ সেউ হ ; যেনে, মদৰ ৰাগিয়ে ধৰিলে জিভাই দোৰোল নেখায়, to be folded, to be pliable.

দোৰোলা, স. ধা. দুভৰপ কৰি জাপ্, মোকোটাই দুভৰপ কৰ্, to fold or double as a cloth.

দোৰ্ঘোৰ্, বি. (“ দুৰ্ঘোৰ” চোৱা ) ডাঙৰ, বৃহৎ, প্ৰবল ; যেনে, দোৰ্ঘোৰ বৰষুণ, দোৰ্ঘোৰ টোপনী, very great, violent.

দোৰ্দ্দণ্ড-প্ৰতাপ্, স. শ. ( সং. দোৰ্দ্দণ্ডপ্ৰতাপ —দোৰ্দ্দণ্ড, বাহু + প্ৰতাপ, পৰাক্ৰম ) বাহুবল, পৰাক্ৰম, ক্ষমতা, শক্তি, (lit.) strength of the arms, heroism, power.

দোৰ্পতি, স. শ. তাঁতৰ বাঁচ সুমোৱা কাঠ, ৰাচৰ কাক, the batten of a loom.

দোল্, অ. ধা. ( সং. দুল্, ওলম্ ) ওলমি লৰি থাক ; যেনে, কৰ্ণত কুণ্ডল দোলে ; দোলনত উঠি ধেমালি কৰ্ ; যেনে, লৰাই দুলিছে, to swing, to oscillate, to practise swinging for pleasure.

দোলন্, কৃদ. স. জৰীৰে অৰা এচটা পাটত উঠি ইফাল সিফাললৈ লৰা কাৰ্য্য, the act of swinging. স. শ. সেই ৰূপে লৰি ধেমালি কৰিবলৈ ওলমোৱা পাট আদি, an apparatus for swinging, a swing.

দোলা, স. শ. ( সং. দোলা—দুল্, ওলম্ ) মানুহে কানত নিয়া এবিধ যান, a kind of litter. স. ধা. দোলাত তুলি এফালৰ পৰা আন ফাললৈ লৰা ; যেনে, লৰাক দোলাইছে, to cause to swing. কৃদ. স. দোলাওঁতা, ( স্ত্ৰী ) দোলাঁতী।

দোলা পৰ্, দোলাৰ দৰে মাজ খাল হ ; যেনে, টানি নেবান্ধিলে আঠুৱাৰ চাল দোলা পৰে, a hollow in the middle of anything like that of a *dola*.

দোলা-ভাৰী, স. শ. দুলীয়া, a palki-bearer.

দোলাষৰীয়া, স. শ. ( অং. দোলা, এবিধ যান + কাষৰ, দাঁতি ; দোলাকাষৰীয়া ) অসম ৰজা কোনো ঠাইলৈ যাওঁতে তেওঁৰ শৰীৰ ৰক্ষাৰ কাৰণ দোলাৰ দুয়ো কাষৰত যোৱা এখেল মানুহৰ এজন ; এতেকে ৰজাৰ শৰীৰ-ৰক্ষক সেনা, one of a class of men whose duty it was to walk on either side of the state Sedan chair.

দোলাষৰীয়া-বৰুৱা, স. শ. দোলাষৰীয়া-বিলাকৰ ওপৰপ্ৰি বিষয়া, the head of the above.

দোৱচ্, অ. ধা. ( হিং. দোবৰ, দুবাৰ ) পুনৰায় হ, উপশম হৈ পুনৰ চাৰ হ ; যেনে, নৰিয়া দুৱচিলে বৰ টান হয়, to relapse, to return as a disease.

দোৱনীয়া, স. শ. ( অং. দোৱান, বিদেশী ভাষা ) বিদেশী ভাষা বুজাওঁতা, an interpreter.

দোৱাই, ক্ৰি. বি. আকৌ, পুনৰ, again.

দোৱাডাঁৰ্, স. শ. ( অং. দো, দুই + ডঁৰ, দণ্ড, পুনৰ দণ্ড ) পুনৰ পৰিশ্ৰমৰ অৰ্থাৎ এবাৰ কৰা কাম আকৌ কৰিবৰ প্ৰয়োজন, the state or necessity of doing again what has already been done.

দোৱান্, স. শ. ( যাং. জুবান, ভাষা ) আন এক জাতিৰ বা বিদেশী ভাষা, a foreign language.

দোৱাবাৰ্, ক্ৰি. বি. পুনৰ বাৰ, আৰু এবাৰ, a second time, once more.

দোৱাভজা, বি. দুবাৰ ভজা ( চিৰাত খাটে ), twice parched.

দোৱাল্, স. শ. (হিং. দো, অং. দুই, দ্বিতীয়) মূল বা ঘাই কামত বাজে আন কাম, মোতুফৰ্কা কাম, work other than that assigned to a particular officer.

দোৱালি, স. শ. ( হিং. দোবৰ, দোমোকোট, দুই তিনি বাৰ মোকোটাই বন্ধা যায় এতেকে ) আসন আদিৰ বেঁতেৰে বা জৰীৰে বৈ দিয়া তলি ; যেনে, চকীৰ দোৱালি, a cane or string bottom of chairs, &c.

দোষ, স. শ. ( সং. দোষ—দুষ, বেয়া কাম কৰ্ ) মন্দ কাম, জগৰ, অপৰাধ, দাই ; দুৰ্গুণ ; অঙ্গহীনতা, offence, guilt, fault, any bad quality, defect, blemish. স. ধা. দোষ দি, দাই ধৰ্, to blame.

দোষগ্রস্ত, বি. ( সং. দোষগ্রস্ত—দোষ, ঐ + গ্রস্ত, ধৰা ) জগৰত পৰা, জগৰীয়া, charged with an offence, implicated in a crime.

দোষণ, কৃদ. স. দোষ দিয়ন, the act of blaming.

দোষাদোষ, স. শ. ( সং. দোষাদোষ—দোষ, জগৰ + অদোষ, দোষৰ অভাৱ ) দোষ নে নির্দ্দোষ, জগৰ নে নিজগৰ, offence or no offence, fault or no fault.

দোষাদোষজ্ঞান, স. শ. ( সং. দোষাদোষ-জ্ঞান—দোষাদোষ, ঐ + জ্ঞান, বোধ ) ভাল বেয়াৰ বোধ, কোনো কাৰ্য্য উচিত নে অনুচিত বুজিব পৰা শক্তি, the faculty that decides on lawfulness or otherwise of actions, conscience.

দোষাৰোপ্, স. শ. (সং. দোষাৰোপ—দোষ, বেয়া কাম + আৰোপ, স্থাপন ) দোষ দিয়া বা জগৰ ধৰা কাৰ্য্য ; অভিযোগ ; যেনে, তাৰ ওপৰত দোষাৰোপ নকৰিবা, the act of charging or accusing, a charge, an accusation.

দোষাৰোপিত, বি. ( সং. ) দোষগ্রস্ত, জগৰত পৰা, বদীয়া, accused.

দোষী, বি. ( সং. দোষিন্—দোষ, জগৰ + ইন্ ) দোষযুক্ত, জগৰীয়া ; যেনে, দোষী মানুহ, guilty, faulty. স. শ. জগৰীয়া মানুহ ; যেনে, দোষীক দণ্ড কৰিব লাগে, a criminal, one who has committed a fault.

দোষোঁতা, কৃদ. স. দোষ দিওঁতা, দাই ধৰোঁতা, one who blames. ( স্ত্রী ) দোষঁতী।

দোহন্, কৃদ. স. ( সং. দোহন—দুহ্, খীৰা ) গাখীৰ খীৰোৱা কাৰ্য্য, the act of milking.

দোহমতি, স. শ. ভাৰ্য্যাৰ বায়েকৰ গিৰীয়েক, the husband of a wife's elder sister.

দোহাই, স. শ. ( হিং. বং. দোহাই, শৰণ ) ৰজা বা আন অধিকাৰৰ নাম কৈ কৰা ৰক্ষাৰ প্রার্থনা, শৰণ, crying out for justice or protection in the name of the authorities.

দোহাৰ্, স. শ. ( হিং. দোহ্ৰা, দুগুণ ) ওজাই গোৱাৰ পাচত গীতৰ যি ভাগ সকলোৱে গায় ; যেনে, সি দোহাৰত গাব পাৰে ( সেই ভাগ ঘূৰাই ঘূৰাই যোৱা যায়, এতেকে সেই নাম ), the chorus of a song. স. শ. কাটি কৰা দুই খণ্ড বা দোডোখৰ ; যেনে, "কৈক যাইবি নৰসিংহ কৰিবোঁ দোহাৰ," something cut into two pieces. অ. ধা. পুনৰায় কৰ্ বা ক ; যেনে, ফান্দীয়ে হাতীত ফাঁহ লগালে আন এটাই দোহাৰে ; ওজাই গীত লগাই দিলে পালীয়ে দোহাৰে, to repeat or do over again.

দোহোৰা, বি. ( হিং. দোহ্ৰা ; বং. দোহাৰা, দুগুণ ) দুজাপ, দুগুণ, দুডলীয়া, double. স. শ. ছৈ লগোৱা নাওৰ আগৰ আৰু পাচৰ ছৈৰ মাজৰ মুকলি ভাগ, the middle and open part of a boat having a roof.

দোহোৰাই, ক্রি. বি. পুনৰায়, ঘূৰাই, again, once more.

দৌৰাত্ম্য, স. শ. ( সং. দৌৰাত্ম্য - দুৰাত্মা, দুষ্ট ) দুষ্টতা ; হিংসা, উপদ্রৱ ; যেনে, বাঘৰ দৌৰাত্ম্যত গাওঁ ভাগিল, wickedness, oppression, ravage.

দৌল্, স. শ. ( বং. দেউল, দেৱালয় ) দল, দেৱালয়, দেৱমন্দিৰ, a temple.

দৌলত্, স. শ. ( যাং. ) সম্পত্তি, wealth.

দোলায়মান্, বি. দোলৰ সমান, ৰাশীকৃত, একে ঠাইতে গোটাই ওখকৈ থোৱা, heaped up.

দৌহিত্ৰ, স. শ. ( সং. দৌহিত্ৰ—দুহিতৃ, জী ) জীৰ পুতেক, a daughter's son. ( স্ত্ৰী ) দৌহিত্ৰী।

দ্যূত্, স. শ. ( সং. দ্যূত—দিৱ্, খেলা কৰ্ ) পাষটি বা কড়ি আদিৰ খেল, a game played with dice, &c.

দ্যূতক্ৰীড়া, স. শ. ( সং. দ্যূত+ক্ৰীড়া, খেল ) দ্যূতৰ ধেমালি, see the above.

দ্ৰৱ্, বি. ( সং. দ্ৰৱ—দ্ৰু, গতি কৰ্, টোপা-টোপে পৰ্ ) পানীৰ নিচিনা বা জোল হোৱা; যেনে, কলাটো পকি দ্ৰৱ হল, liquid. অ. ধা. পম্, পানী হ; যেনে, জুইত পৰিলে ধাতুও দ্ৰৱে, to melt.

দ্ৰৱত্ব, গু. শ. ( সং. ) দ্ৰৱি যোৱা গুণ; যেনে, ধাতু ভস্ম হলে তাৰ দ্ৰৱত্ব গুচে; ৰসৰ অৱস্থা, পাতল গুণ; যেনে, পানীত দ্ৰৱত্ব আছে, the quality of being fluid, fluidity.

দ্ৰৱীভূত্, বি. ( সং. দ্ৰৱীভূত—দ্ৰৱ, জুলীয়া বস্তু ) দ্ৰৱ হোৱা, জুলীয়া হোৱা, liquified, fused.

দ্ৰব্য, স. শ. ( সং. দ্ৰৱ্য, দ্ৰু, গত হ, নষ্ট হয়, এতেকে ) বস্তু, পদাৰ্থ; সম্পত্তি, a thing, a substance, property.

দ্ৰব্যজাত্, স. শ. ( সং. দ্ৰব্যজাত—দ্ৰব্য, বস্তু+জাত, সমূহ ) দ্ৰব্য বস্তু, সকলো বস্তু, ধন-সম্পত্তি, all things, property.

দ্ৰব্যান্তৰ্, স. শ. ( সং. দ্ৰৱ্যান্তৰ—দ্ৰব্য, ঐ +অন্তৰ, আন ) আন এক দ্ৰব্য, another thing, another drug.

দ্ৰাৱক্, স. শ. ( সং. দ্ৰাৱক—দ্ৰু, গতি কৰ্ ) অজীৰ্ণ নষ্ট কৰা এবিধ দৰব; গন্ধক বা য-খাৰৰ সাৰ ভাগৰ পৰা কৰা এবিধ টেঙ্গা ৰস, সি ধাতু কাঠ আদিক দ্ৰৱ কৰে, a kind of peptic medicine, sulphuric acid, nitric acid.

দ্ৰাবিড়্, স. শ. মান্দ্ৰাজৰ পৰা কুমাৰিকা পৰ্য্যন্ত ব্যাপিত এখান দেশ, a country extending from Madras to Cape Comorin.

দ্ৰাক্ষা, স. শ. ( সং. দ্ৰাক্ষা—দ্ৰাক্ষ্, বাঞ্ছা কৰ্; সকলোৱে তাক ভাল পায়, এতেকে ) এবিধ লতাৰ গুটি, শুকান বা কেঁচা লতাপনীয়াল, a grape, a raisin.

দ্ৰুত্, বি. ( সং. দ্ৰুত—দ্ৰু, গতি কৰ্ ) শীঘ্ৰ, বেগী, quick.

দ্ৰুত-গামী, বি. ( সং. দ্ৰুতগামিন্—দ্ৰুত, শীঘ্ৰ+গামিন্, যোৱা ) বেগাই যোৱা, going quickly, swift.

দ্ৰুম্, স. শ. ( সং. দ্ৰুম—দ্ৰু, গতি কৰ্, ওপৰলৈ উঠে, এতেকে ) গছ, a tree.

দ্ৰোণ্, স. শ. ক্ষত্ৰিয়ৰ ব্যৱসায় কৰা এজনা ব্ৰাহ্মণ, তেওঁ কুৰু-পাণ্ডৱৰ শিক্ষক আছিল, পাচত দুৰ্য্যোধনৰ ফলীয়া হৈ পাণ্ডৱবিলাকৰ অহিতে যুঁজি ৰণত পৰে, the name of a Brahmin warrior who fought against the Pandavas.

দ্ৰোণ্-পুষ্প, } স. শ. ( সং. দ্ৰোণপুষ্প—দ্ৰু, দ্ৰোণ্-ফুল্, } গতি কৰ্ ) এবিধ বগা ফুল ( সি সকলো দেৱতালৈ গতি কৰে, অৰ্থাৎ সকলো দেৱতাৰ পূজাত সি লাগে ), a kind of white flower.

দ্ৰোণাচাৰ্য্য, স. শ. ( সং. দ্ৰোণাচাৰ্য্য—দ্ৰোণ, এজন বীৰ+আচাৰ্য্য, শিক্ষক ) কুৰু-পাণ্ডৱবিলাকক অস্ত্ৰবিদ্যা শিকোৱা এজনা ব্ৰাহ্মণ যোদ্ধাৰ নাম, দ্ৰোণ, a name of Drona. (See Dowson).

দ্ৰোহ্, স. শ. ( সং. দ্ৰোহ—দ্ৰুহ্, হিংসা কৰ্ ) হিংসা, অপকাৰ, হানি; যেনে, কাৰো দ্ৰোহ আচৰিব নেলাগে, injury.

দ্ৰোহ-চিন্তা, স. শ. ( সং. দ্ৰোহচিন্তা—দ্ৰোহ, ঐ+চিন্তা, ভাব ) দ্ৰোহ কৰিবৰ ইচ্ছা, হিংসা কৰিবৰ চেষ্টা, malice prepense.

দ্ৰোহী, বি. ( সং. দ্ৰোহিন্—দ্ৰোহ+ইন্ ) হিংসক, দ্ৰোহ কৰা, অপকাৰী, mischievous, trying to injure. স. শ. অপকাৰী লোক; হিংসা কৰিবলৈ চেষ্টা কৰোঁতা, one who injures, an injurer, an offender.

দ্ৰৌপদী, স. শ. দ্ৰুপদ ৰজাৰ জীয়েক আৰু পাঁচ পাণ্ডৱৰ উমৈহতীয়া ভাৰ্য্যা, the

daughter of *Draupad* and the common wife of the *Pandaras*.

**দ্বন্দ**, বি. ( সং. দ্বন্দ—দ্বি, দুটা ) দুটা, দুখান, দুজন, two. স. শ. বিবাদ, দন্দ, ( দুজন নহলে বিবাদ নহয়, এতেকে ), a quarrel.

**দ্বন্দজ্**, বি. দুটা ধাতুৰ বিকাৰৰ পৰা হোৱা, ( ৰোগত খাটে ); যেনে, দ্বন্দজ জ্বৰ, proceeding from morbid affection of two humours of the body.

**দ্বন্দসমাস্**, স. শ. ( সং. দ্বন্দসমাস—দ্বন্দ, দুই +সমাস, অনেক পদক এক কৰণ ) আপোন আপোন অৰ্থৰ প্ৰাধান্য ৰাখি বহুপদ একত্ৰ কৰা এবিধ সমাস; যেনে, আম-কঁঠাল-লেটেকু-পণিয়াল, a form of grammatical combination uniting two or more words in the same case.

**দ্বয়্**, বি. ( সং. দ্বয়—দ্বি, দুই ) দুটা ( আন এটা সংজ্ঞা শব্দৰ পাচত থাকে ); যেনে, নৰদ্বয়, two, a couple.

**দ্বাদশ্**, সংখ্যা. ( সং. দ্বাদশ—দ্বি, দুই+দশ, দহ ) বাৰ, twelve.

**দ্বাদশী**, স. শ. ( সং. দ্বাদশী—দ্বাদশ শব্দৰ স্ত্ৰীলিঙ্গ ) দুয়ো পক্ষৰ বাৰ সংখ্যাৰ তিথি, the twelfth lunar day.

**দ্বাপৰ্**, স. শ. ( সং. দ্বাপৰ—দ্বি, দুই+পৰ, পাচ ) দুই যুগৰ পাচৰ যুগ, তৃতীয় যুগ, সত্য ত্ৰেতাৰ পাচৰ যুগ, তাৰ বছৰৰ সংখ্যা ৮,৬৪,০০০, the third of the four Yugas ( ages ) comprising 8,64,000 years.

**দ্বাৰ্**, স. শ. ( সং. দ্বাৰ—দ্ব, ঢাক্ ) ঘৰৰ ওলোৱা সোমোৱা বাট; সেই বাট মৰা বস্তু, কপাট, an entrance, a door.

**দ্বাৰকা**, } **দ্বাৰিকা**, } স. শ. মালাবাৰ উপকূলৰ ওৰিত থকা কৃষ্ণৰ নগৰ, তেওঁৰ ঘাই নগৰ সাগৰে নষ্ট কৰিলে বুলি কথিত আছে, the city of Krishna supposed to have existed near the Malabar coast.

**দ্বাৰপাল্**, স. শ. ( সং. দ্বাৰপাল—দ্বাৰ, দুৱাৰ +পাল্, ৰক্ষা কৰ্ ) দুৱৰী, a door-keeper.

**দ্বাৰা**, } **দ্বাৰায়**, } আ. অব্য. ( সং. দ্বাৰ, উপায় ) নিযুক্ত কৰি, হতুৱাই, দ্বাৰ যেনে কোনো ঠাইত সোমাবৰ উপায়, তেনে উপায় হৈ; যেনে, অমুকৰ দ্বাৰা এই পুথি লেখা হল, ইয়াত পুথি লেখা কাৰ্য্যটো অমুকস্বৰূপ উপায়েৰে ঘটিল, by means of, through, by.

**দ্বাৰাৱতী**, } **দ্বাৰৱতী**, } স. শ. "দ্বাৰকা" চোৱাঁ।

**দ্বাৰী**, স. শ. ( সং. দ্বাৰিন্—দ্বাৰ, দুৱাৰ ) দুৱৰী, a door-keeper.

**দ্বি**, সংখ্যা. ( সং. ) দুই, two.

**দ্বিকৰ্ম্মক্**, বি. ( সং. দ্বিকৰ্ম্মক—দ্বি, ঐ+কৰ্ম্ম, কৰ্ম্মকাৰক ) দুটা কৰ্ম্ম পদ থকা; যেনে, দ্বিকৰ্ম্মক ধাতু, governing two Objective cases.

**দ্বিচৰ্**, বি. ( সং. দ্বি, ঐ+চৰ্, গতি কৰ্ ) পানী আৰু বাম দুযোতে চলিব পৰা, amphibious.

**দ্বিগু**, স. শ. ব্যাকৰণৰ এবিধ সমাস, তাৰ প্ৰথম পদ সংখ্যা শব্দ, a form of a grammatical combination of words the first of which is a numeral.

**দ্বিজ্**, স. শ. ( সং. দ্বিজ—দ্বি, ঐ+জন্, ওপজ্; দশ সংস্কাৰ কৰিলে নকৈ ওপজাৰ দৰে হয়, এতেকে ) ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য; কণীৰ পৰা জগা জন্তু, অণ্ডজ; ( তাৰো দুবাৰ জন্ম ), a person of either of the three first classes of the Hindus, an oviparous animal.

**দ্বিজৰাজ্**, স. শ. ( সং. দ্বিজৰাজ—দ্বিজ, ব্ৰাহ্মণ+ৰাজন্, ৰজা ) শ্ৰেষ্ঠ ব্ৰাহ্মণ; চন্দ্ৰ, a learned and high caste Brahman, the moon.

**দ্বিতীয়**, সংখ্যা. ( সং. দ্বিতীয়—দ্বি, দুই ) দুই সংখ্যা পূৰক, দুটাৰ শেষৰটো, second.

**দ্বিতীয়া**, স. শ. ( সং. দ্বিতীয়া—"দ্বিতীয়" শব্দৰ স্ত্ৰীলিঙ্গ ) প্ৰতিপদৰ পাচৰ তিথি, the feminine gender of the above, the second lunar day.

দ্বিধা, বি. (সং. দ্বিধা—দ্বি, দুই) দুই প্ৰকাৰৰ; দুভাগ কৰা, of two kinds, divided into two parts.

*দ্বিৰদ্, স. শ. (সং. দ্বিৰদ—দ্বি, দুই + ৰদ, দাঁত) হাতী, an elephant.

দ্বিৰুক্ত, বি. (সং. দ্বিৰুক্ত—দ্বি, দুবাৰ + উক্ত, কোৱা) পুনৰুক্ত, দুবাৰ কোৱা, এবাৰ কৈ আকৌ কোৱা বা লিখা, repeated.

দ্বিৰুক্তি, স. শ. একে শব্দৰ বা ভাবৰ দুবাৰ উক্তি, দুই কি অধিক বাৰ কোৱা বা লিখা একে কথা, পুনৰুক্তি, repetition of the same word or thought.

দ্বিলিঙ্গ, বি. (সং. দ্বিলিঙ্গ—দ্বি, দুই + লিঙ্গ, স্ত্ৰী পুৰুষৰ চিন) স্ত্ৰীং, পুং, দুয়ো লিঙ্গত একে প্ৰকাৰেই ব্যৱহৃত; যেনে, দ্বিলিঙ্গ শব্দ, পহু, চৰাই, ইত্যাদি, of both genders, masculine and feminine.

দ্বীপ্, স. শ. (সং. দ্বীপ—দ্বি, দুই + অপ্, পানী) পানীয়ে বেৰি থকা ঠাই, মাজুলী; হিন্দুশাস্ত্ৰৰ মতে দ্বীপ সাতখান; যেনে, জম্বু, কুশ, প্লক্ষ, শাল্মলী, ক্ৰৌঞ্চ, শাক, পুষ্কৰ, an island, one of the seven divisions of the world.

দ্বীপান্তৰ্, স. শ. (সং. দ্বীপান্তৰ — দ্বীপ, ঐ + অন্তৰ, অন্য) আন এক মাজুলী, পৃথক্ দ্বীপ, another island or division of the world.

দ্বীপান্তৰিত্, বি. (সং. দ্বীপান্তৰিত—দ্বীপ, ঐ + অন্তৰিত, আঁতৰোৱা) আন এক দ্বীপলৈ বা মাজুলীলৈ পঠোৱা, sent to or placed in another island or division of the world, transported.

দ্বেষ, স. শ. (সং. দ্বেষ—দ্বিষ্, বেয়া পা) শত্ৰুতা, হিংসা, enmity, malice.

দ্বেষী, স. শ. (সং. দ্বেষিন্—দ্বেষ + ইন্) হিংসা কৰা লোক, শত্ৰু, an enemy.

দ্বৈতবাদ্, স. শ. (সং. দ্বৈতবাদ, একতকৈ অধিকৰ কথন—দ্বৈত, বহু + বাদ, কথন) একতকৈ অধিক ঈশ্বৰৰ কথন, বহু ঈশ্বৰ মানন, polytheism.

দ্বৈতবাদী, স. শ. (সং. দ্বৈতবাদিন্—দ্বি, দুই + বাদিন্, কওঁতা) একতকৈ অধিক ঈশ্বৰ মনা লোক, one who believes in more gods than one. বি. বহু দেৱতাক মনা, polytheist.

দ্বৈধ, স. শ. (সং. দ্বৈধ—দ্বিধা, দুই প্ৰকাৰ) আশঙ্কা, দুই কথাৰ কোনটো কৰা উচিত অনিশ্চিত অৱস্থা, দোধোৰমোৰ, a dilemma, doubt. বি. শঙ্কাযুক্ত, দুই কথাৰ কোনটো কৰা উচিত নিশ্চয় কৰিব নোৱৰা, doubtful as to which of two things ought to be done.

দ্বৈপায়ন্, স. শ. (সং. দ্বৈপায়ন—দ্বীপ, মাজুলি) ব্যাস, এজনা ঋষি, (তেওঁ গঙ্গাৰ এটা মাজুলিত উপজিছিল, এতেকে), a name of Vyasa, the reputed author of the Puranas.

দ্ব্যৰ্থক্, বি. (সং. দ্ব্যৰ্থক—দ্বি, দুই + অৰ্থ, শব্দে বুজোৱা বস্তু) দুই অৰ্থ থকা, having two senses.

## ধ ।

ধ, ব্যঞ্জনবিলাকৰ উনৈশ সংখ্যাৰ আখৰ, the nineteenth letter of the consonants.

ধঁপতুৱা, বি. ধপাতত ৰত, ধপাত খোৱা, addicted to tobacco.

ধঁপাত্, স. শ. (উড়ং. ধোঁৱাপতৰ—ধোঁৱা, ধূম্ৰ + পতৰ, পাত) এবিধ ক্ষুদ্ৰ গছ আৰু তাৰ পাত, সেই পাত শুকালে তাত জুই লগাই ধোঁৱা হোঁপা যায়, tobacco.

ধক্ ধক্, অনুক. বগা বৰণৰ উজ্জ্বল গুণ দেখিলে মনত যেনে ভাব হয়, তাক বুজোৱা মাত, a word generally used to describe the white color.

ধক্‌ধকীয়া, বি. নিৰ্ম্মল, কান্তিযুক্ত, (বগা বৰণত খাটে); যেনে, ধক্‌ধকীয়া বগা, shining, clear, pure (said of the white color).

ধক্ ধক্ কৰে, ক্ৰি. বি. নিৰ্ম্মলৰূপে; যেনে, ধক্ ধক্ কৰে বগা কাপোৰ, purely, clearly (said of white).

ধতুৱা, বি. ( অং. ধোদ, এলেহুৱা ) লোকৰ ঘৰত পেট পুহি থকা, চপনীয়া ; যেনে, ধতুৱা মানুহৰ কিমান আছে ? বিয়া নকৰা তিৰোতাৰে সহবাস কৰা ; যেনে, ধতুৱা পৈ, living at the house of another as a dependent, cohabiting with a woman not legally married. স. শ. চপনীয়া মানুহ ; বাটলু তিৰোতাৰ ঘৰত বাস কৰা মানুহ, ( নিন্দাত ), a man living at the house of another as a dependent, a man who lives at the house of his concubine (a term of abuse).

ধন্, স. শ. ( সং. ধন—ধন্, উপাৰ্জ্জন কৰ্ ) ৰূপ সোণ, বস্তু, সকলো প্ৰকাৰৰ সম্পত্তি, money, property, wealth.

ধন-গৰ্ব্ব, স. শ. ( সং. ধনগৰ্ব্ব—ধন + গৰ্ব্ব, অহঙ্কাৰ) ধনৰ অহঙ্কাৰ, pride of wealth.

ধন-গৰ্ব্বী, বি. (সং. ধনগৰ্ব্বিন্—ধন + গৰ্ব্বিন্, অহঙ্কাৰী ) ধনী হোৱাৰ বাবে অহঙ্কাৰী, purse proud.

ধনঞ্জয়, স. শ. ( সং. ধনঞ্জয় —ধনং, ধনক + জি, জয় কৰ্ ; ৰাজসূয় যজ্ঞত বহুত ৰজাক জিকি ধন আনিছিল, এতেকে ) অৰ্জুন, a name of Arjuna, the third of the Pandavas, also the name of a large drum which was beaten by the *Ahams* on occasions of victory.

ধনপতি, স. শ. ( সং. ধনপতি—ধন, + পতি, গৰাকী ) ধনৰ অধিকাৰী দেৱতা, কুবেৰ, a name of *Kuvera*, the Indian God of wealth.

ধনৰক্ষক্, স. শ. ( সং. ধনৰক্ষক—ধন + ৰক্ষক, ৰাখোঁতা ) ধনভঁৰালী, লোকৰ ধন ৰাখোঁতা, a treasurer.

ধনলুব্ধ, বি. ( সং. ধনলুব্ধ — ধন + লুব্ধ, লুভীয়া ) ধনলৈ লোভ কৰা, ধন-লোভী, avaricious.

ধনলোভী, বি. ( সং. ধনলোভিন্—ধন + লোভিন্, লুভীয়া ) ধনলৈ লোভ কৰা, অতিশয়ৰূপে ধনত স্পৃহা থকা, avaricious.

ধনবন্ত, ধনৱান্, বি. ধনী, অধিক ধন থকা, rich, wealthy. স. শ. ধনী লোক, a rich man. ( স্ত্ৰী ) ধনৱতী।

ধনহীন্, বি. ( সং. ধনহীন—ধন + হীন, নথকা ) ধন নথকা, দৰিদ্ৰ, দুখীয়া, poor, needy.

ধনাগাৰ্, স. শ. ( সং. ধনাগাৰ—ধন + আগাৰ, ঘৰ ) ধনৰ ভঁৰাল, a treasury.

ধনাধিকাৰী, স. শ. (সং. ধনাধিকাৰিন্—ধন + অধিকাৰিন্, গৰাকী ) ধনৰ গৰাকী ; মৰাৰ সম্পত্তি পাবৰ অধিকাৰ, an owner of property, an heir. (স্ত্ৰী) ধনাধিকাৰিণী।

ধনাধ্যক্ষ, স. শ. ( সং. ধনাধ্যক্ষ - ধন + অধ্যক্ষ, গৰাকী ) ধনৰক্ষক, লোকৰ ধনৰ ভঁৰালী ; কুবেৰ, a treasurer, a name of *Kuvera*.

ধনাৰ্জ্জন্, স. শ. ( সং. ধনাৰ্জ্জন —ধন + অৰ্জ্জন, ঘটা ) ধন ঘটা কাৰ্য্য, acquisition of property.

ধনাৰ্থী, বি. ( সং. ধনাৰ্থিন্—ধন + অৰ্থিন্, বিচৰা ) ধন বিচৰা, ধন ঘটিবলৈ চেষ্টা কৰা, seeking for wealth.

ধনিয়া, স. শ. ( সং. ধন্যাক, বং. হিং. ধনিয়া, এবিধ গুটি ) তামোলৰ আৰু আঞ্জাৰ লগত খোৱা এবিধ সৰু সুগন্ধি গুটি আৰু তাৰ গছ, the coriander plant and its seed.

ধনিষ্টা, ধনিষ্টামান, বি. অতি অলপ, এক কণামান ; যেনে, এক ধনিষ্টা লোণ, very little. স. শ. এক কণা, অতি ক্ষুদ্ৰ অংশ ; যেনে, পিতৃয়ে অৰ্জ্জা ধনৰ এক ধনিষ্টাও মোৰ ঘৰত নাই, a small particle.

ধনিষ্ঠা, স. শ. ( সং. ধনিষ্ঠা—ধন্, উৎপন্ন কৰ্, শস্য উৎপন্ন কৰে, এতেকে ) চৌবিশ সংখ্যাৰ নক্ষত্ৰ, the twenty-fourth lunar mansion.

ধনী, বি. ( সং. ধনিন্—ধন + ইন্ ) ধনৱান, ধন থকা, rich, wealth. ( অসমীয়াত স্ত্ৰীং পুং দুয়ো লিঙ্গত খাটে ; যেনে, ধনী পুৰুষ, ধনী স্ত্ৰী। ) স. শ. ধন থকা লোক, a rich person.

ধনু, স. শ. (সং. ধনু—ধন্, কাঁড় মাৰ্) কাঁড়-মৰা যতন, ধেনু; নৰম ৰাশি, a bow, the sign Sagittarius.

ধনুধৰ্, "ধনুৰ্ধৰ" চোৱাঁ।

ধনুৰ্গুণ্, স. শ. (সং. ধনুৰ্গুণ—ধনুস্, ধেনু + গুণ, জৰী) ধেনুৰ জোঁৰ, a bow-string.

ধনুৰ্ধৰ্, ধনুধাৰী, স. শ. (সং. ধনুৰ্ধৰ—ধনুস, ঐ + ধৃ, ধৰ্) ধেনুৰে যুজোঁতা, বীৰ, an archer, a warrior.

ধনুৰ্ব্বিদ্যা, স. শ. (সং. ধনুৰ্ব্বিদ্যা—ধনুস্, ধেনু + বিদ্যা, জ্ঞান) ধেনু-কাঁড় উত্তম-ৰূপে ব্যৱহাৰ কৰাৰ জ্ঞান, archery.

ধনুৱা, বি. (সং. ধন, টকা) ধন ভঙ্গা, ধন দি কিনা; ধনলৈ কাম কৰা; যেনে, ধনুৱা চাকৰ, costing money, obtained for money, serving for money.

ধনেশ্, ধনেশ্বৰ্, স. শ. (সং. ধনেশ, ধনেশ্বৰ—ধন, সম্পত্তি + ঈশ, ঈশ্বৰ, অধিকাৰ) শিৱৰ ভঁৰালী, কূবেৰ, a name of *Kuvera.*

ধন্-গুলৈ, "গুলৈ" চোৱাঁ।

ধন্দ্, স. শ. (সং. সন্দেহ; বং. ধাঁধাঁ, আশঙ্কা) সন্দেহ; বিমোৰ, doubt, perplexity.

ধন-ভঁড়ালী, ধন্-ভঁৰালী, স. শ. (অং. ধন, ৰূপ-সোণ + ভঁড়ালী, ৰাখোঁতা) লোকৰ ধন ৰাখোঁতা, ধন-ৰক্ষক, a treasurer.

ধন্য, বি. (সং. ধন্য—ধন্, উপাৰ্জন কৰ্) কৃতাৰ্থ, ভাগ্যৱন্ত, প্ৰশংসাৰ যোগ্য, successful, lucky, praiseworthy, blessed.

ধন্যধন্য, বি. দুগুণে কৃতাৰ্থ, দুগুণে ভাগ্যৱন্ত, doubly blessed, doubly praiseworthy.

ধন্যবাদ্, স. শ. (সং. ধন্যবাদ—ধন্য, প্ৰশংসাৰ যোগ্য + বদ, উক্তি কৰ্) প্ৰশংসা, praise.

ধন্ৰক্ষক্, "ধনৰক্ষক" চোৱাঁ।

ধন্লোভী, "ধনলোভী" চোৱাঁ।

ধন্সম্পত্তি, স. শ. (সং ধনসম্পত্তি, সোণ ৰূপ আদি বস্তু) সোণ ৰূপ আৰু অন্য বস্তু, gold, silver and other property.

ধন্হীন্, "ধনহীন" চোৱাঁ।

ধন্বন্তৰি, স. শ. এজনা কাশীৰ ৰজা; তেওঁ জাতি অম্বষ্ঠ বা বৈদ্য আছিল। হিন্দু মতৰ চিকিৎসা তেওঁৰেই প্ৰথমে উলিয়ায়। তেওঁৰ শিষ্য চৰক আৰু সুশ্ৰুত আদিৰ দ্বাৰা সি প্ৰচাৰিত হয়। তেওঁক আগৰ কালৰ হিন্দুবিলাকে বৰকৈ মান্য কৰিছিল; এতেকে দেৱতা আৰু অসুৰবিলাকে সাগৰ মথোঁতে তেওঁ অমৃতৰ ঘট লৈ সাগৰৰ পৰা ওলাইছিল বুলি লেখা আছে, a king of Benares who was the founder of the Hindoo system of medicine. He was deified by the Hindoos and is stated to have been produced from the ocean when it was churned by the gods and demons.

ধপচালি, স. শ. (অং. ধপ্, আঘাতৰ শব্দ) ওপৰত উঠি ভৰিৰে মোহৰা বা থচা কাৰ্য্য; গালি-শপনি পাৰি দমি ৰখা কাৰ্য্য, ডাবি, দপালনি, the act of trampling upon, rebuking or threatening.

ধপচালি পাৰ্, ওপৰত উঠি থচ্; গালি শপনি পাৰি দুঃখ দি, to tread or trample upon, to rebuke, to threaten.

ধপধপ্, অনুক. চৰাইয়ে ডেউকাৰে আঘাত কৰাত হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by birds when flapping the wings.

ধপ্ধপনি, স. শ. চৰাইৰ পাখিৰ শব্দ, the sound produced by flapping the wings.

ধপ্ধপা, অ. ধা. পাখি কোবা, পাখি কোবাই শব্দ কৰ্; বুকু কঁপ্ বা লৰ্; যেনে, বাঘৰ গোঁজৰণি শুনি বুকুৰে ধপধপাবলৈ ধৰিলে, to flap the wings, to produce a sound by flapping the wings, to palpitate.

ধমক্, স. শ. (হিং. ধমক, ডাবি) ভয় প্ৰদৰ্শন, ডাবি, a threat.

**ধমনা**, স্ত্র. শ. ( অং. ধাম, চাঙ্গৰ ভাঙ্গৰ গড় ) গড়ৰ নিচিনা, অর্থাৎ কাটি সৰু নকৰা খৰি, গোটা কাঠ-খৰি ; এতেকে কোনো কোমল বস্তুৰ মাজত টান হৈ থকা ভাগ, a large piece of firewood, a solid part in some soft substance.

**ধমনী**, স. শ. ( সং. ধমনী—ধ্মা, জুই ফুৰা ) তেজ চলা সিৰ, নাড়ী, an artery or vein.

**ধম্‌কী**, স. শ. ( হিং. বং. ধম্‌কী, ডাবি) ডাবি, a threat.

**ধম্‌ধম্**, অনুক. বৰকৈ জলা জুইৰ নিচিনা শব্দ, an imitative sound used to express that of a blazing fire.

**ধমধমনি**, স. শ. জলা জুইৰ শব্দ, the sound of a blazing fire.

**ধমধমা**, অ. ধা. বৰকৈ জলা জুইৰ দৰে শব্দ কৰ্, to roar, as a fire.

**ধমধমীয়া**, বি. "ধম্‌ধম" শব্দ কৰা, বৰকৈ জলা, বৰ তাপযুক্ত ; যেনে, ধমধমীয়া জুই, roaring or blazing as fire. স. শ. বৰকৈ পানীৰ ঠেলা পৰা ঠাই ; যেনে, ধম্‌ধমীয়াত নাও তোলা টান, that part of a stream where the water being opposed by something rushes on violently.

**ধম্‌ধম্ কৰে**, ক্রি. বি. ধম্‌ধম্ শব্দ কৰি, প্রবল ৰূপে ( জুই জলাত খাটে ) ; যেনে, ধম্‌ধম্ কৰে জুই জলিছে, making a roaring noise, as fire.

**ধৰ্**, অ. ধা. ( তললৈ চোৱা ) পোৰণি বা বেদনা জন্মা ; যেনে, কটা ঘাত লোণে ধৰে ; ৰাগী বা মূৰ ঘূৰণি লগা ; যেনে, ভাঙ্গে গাত ধৰে ; ধঁপাতে মূৰত ধৰে ; ভিতৰত সোমাই ৰবৰ কাৰণে অঁটাকৈ ঠাই পা ; যেনে, ইমান বস্তু মুঠিত নধৰে ; আৰম্ভ কৰ্ ; যেনে, শুবলৈ ধৰিছে, to cause an inflammatory pain, intoxication or giddiness, to have room enough, to be contained, to begin.

**ধৰ্**, স. ধা. ( সং. ধৃ, ধাৰণ কৰ ) আধাৰ হৈ ধাৰণ কৰ্ ; যেনে, অনন্তে পৃথিৱী ধৰিছে ; হাতেৰে গ্রহণ কৰ্ ; যেনে, তামোলখান ধৰা ; আটকি ৰাখ ; যেনে, লেজুৱে নাও-খান ধৰি আছে ; কুকর্ম্ম বা লুকাই কাম কৰোঁতে দেখ্ বা আটক কৰ্ ; যেনে, চোৰ ধৰিলে ; বিশ্বাস কৰ্ বা মান্ ; যেনে, এই কথা মনে নধৰে ; ৰাগীৰ দ্বাৰা উন্মত্ত কৰ্, ৰাগী লাগ্ ; যেনে, ৰামক ভাঙ্গে ধৰিছে ; পীড়া কৰ্ ; যেনে, তাক বিষে ধৰিছে ; জ্বাল্, জলা ( জুইত খাটে ) ; যেনে, জুই ধৰিছে ; উৎপন্ন কৰ্ ( ফল বা ফুলত খাটে) ; যেনে, গছে ফুল ধৰিছে ; to hold, to contain, to catch, to seize, to detect or seize in doing an evil deed, to credit, to intoxicate, to give pain to, to kindle, to bear as fruit or flowers.

**ধৰ্**, স. শ. ( অং. ধৰ্, আটকি ৰাখ ) দো-ভোখৰ মাটিৰ মাজৰ সীমা, সীমাৰ চিন ৰখা আলি ; আচৰণৰ নিয়ম ; যেনে, ধৰ ভাঙ্গি চলা অযুগুত, a boundary line or mark, a rule of conduct.

**ধৰণ্**, কৃদ. স. (সং. ধৰণ—ধৃ, ধৰ্ ) ধৰা কার্য্য, the act of catching, holding, &c.

**ধৰণী**, স. শ. ( সং. ধৰণী—ধৃ, ধৰ্ ; মানুহ আদিক ধৰি আছে, এতেকে ) পৃথিৱী ; চাং ধৰি থকা পথালি গৰ বা ধাম ; সাপৰ বিষ উজোৱা বা কটা ঘাৰ তেজ নিবাৰণ কৰিবলৈ দিয়া বান্ধ ; সাপৰ বিষ উজুৱা নিবাৰণ কৰা মন্ত্র, the earth, a cross beam under a platform, a ligature tied to prevent the flow of blood from a cut or the spread of snake poison, an incantation supposed to prevent the spread of snake poison.

**ধৰণী ধৰ্**, বিষ উজুৱা নিবাৰণ কৰিবলৈ সাপে কামোৰা ঠাইৰ ওপৰে মন্ত্র কৰি বান্ধ দি ; যেনে, মূৰত সাপে খালে ধৰণী ধৰিবৰ ঠাই নাই, to tie a charmed ligature above a snake bite to prevent the spread of the poison.

ধৰণীধৰ্, স. শ. ( সং. ধৰণীধৰ—ধৰণী, পৃথিৱী + ধৃ, ধাৰণ কৰ্ ) পৃথিৱী ধৰোঁতা, অনন্ত; পৰ্ব্বত, Ananta Naga, a mountain.

ধৰণীপাল্, স. শ. ( সং. ধৰণীপাল—ধৰণী, ঐ + পাল্, ৰক্ষা কৰ্ ) ৰজা, the name of a king.

ধৰণীশ্বৰ্, স. শ. ( সং. ধৰণীশ্বৰ—ধৰণী, পৃথিৱী + ঈশ্বৰ, গৰাকী ) পৃথিৱীপতি, ৰজা, the name of a king.

ধৰপাই, ধৰপ্ কৰে, } ক্রি. বি. ( অং. ধৰপ্, অকস্মাত বেগাই উঠোঁতে হোৱা শব্দ ) অকস্মাত বেগাই ( বহি বা শুই থকাৰ পৰা উঠাত খাটে ); যেনে, ধৰপাই উঠি গুচি গল, quickly, suddenly (said of rising).

ধৰম্, "ধৰ্ম্ম" শব্দৰ অপভ্রংশ।

ধৰম চিৰা, দেৱতা আৰু ধৰ্ম্মৰ নাম সোঁৱৰাই সত্য কবলৈ ক; যেনে, সাখীক ধৰম চিৰাই সোধে, to enjoin in the names of the gods to speak the truth.

ধৰমী, বি. ( সং. ধৰ্ম্মী, সৎ কাম কৰা ) সন্ত, সাধু, ঈশ্বৰক ভজা; পৰোপকাৰী; ন্যায়ত থকা, virtuous, God-fearing, honest, righteous.

ধৰা, স. ধা. ( অং. ধাৰ, চোক্ ) চোকা কৰ্, ঘঁহি ধাৰ তোল্, to sharpen.

ধৰা, স. শ. ( সংঃ ধৰা—ধৃ, ধাৰণ কৰ্ ) পৃথিৱী, the earth.

ধৰা, স. ধা. ধৰা কাৰ্য্যটো আনৰ দ্বাৰা কৰা; যেনে, লগুৱাৰ হতুৱাই জাপি ধৰাইছে, to cause to be caught or held.

ধৰা পৰ্, কুকৰ্ম্ম বা লুকাই কাম কৰোঁতে দেখা পোৱা বা ধৰা হ; যেনে, চোৰ ধৰা পৰিছে, to be detected, to be seized in doing some evil deed.

ধৰাওঁতা, কৃদ. স. ( অং. ধৰা, চোকা কৰ্; আনৰ দ্বাৰা ধৰা কাৰ্য্য কৰা ) চোকা কৰোঁতা; আনৰ দ্বাৰা ধৰা কাৰ্য্য কৰাওঁতা, a man who sharpens or causes to be held or caught.

ধৰাধৰ্, স. শ. ( সং. ধৰাধৰ—ধৰা, পৃথিৱী + ধৃ, ধৰ্ ) "ধৰণীধৰ" চোৱাঁ।

ধৰাধৰি, স. শ. এটাই আনটোক ধৰা কাৰ্য্য; একেটা বস্তুকে অনেকে ধৰা কাৰ্য্য; যেনে, গধুৰ বস্তু অনেকে ধৰাধৰি কৰি আনে, the act of catching or seizing one another, several persons catching hold of the same thing.

ধৰাবন্ধা, বি. ( অং. ধৰা, আটকি ৰখা + বন্ধা, গাঁঠি দিয়া ) ধৰি বান্ধি দিয়াৰ দৰে লৰচৰ হব নোৱৰা, নিশ্চয় কৰা, অলৰ, fixed, settled, certain.

ধৰা বন্ধাকৈ, ক্রি. বি. নিশ্চয়ৰূপে, অলৰকৈ; বৰকৈ মন দি; যেনে, কামত ধৰা বন্ধাকৈ লাগিব লাগে, with certainty, with close application.

ধৰিত্ৰী, স. শ. (সং. ধৰিত্ৰী—ধৃ, ধৰ্) পৃথিৱী, the earth.

ধৰুৱা, বি. ( অং. ধাৰ, ঋণ ) ঋণী, পাচে সেচ দিবৰ নিয়মেৰে লোকৰ পৰা বস্তু বা ধাৰে ধন লোৱা; যেনে, ধৰুৱা মানুহৰ মান নেথাকে, involved in debt. স. শ. ধাৰ কৰা মানুহ; যেনে, ধৰুৱাৰ কি মান আছে? ধন বা বস্তু ধাৰে দিয়া মানুহ; যেনে, ধৰুৱাই ধাৰ সাধে, a debtor, a creditor.

ধৰোঁতা, কৃদ. স. যি ধৰে, ধৰা মানুহ, one who catches, &c. ( স্ত্রী ) ধৰতী।

ধৰ্ত্তব্য, কৃদ. বি. ( সং. ধৰ্ত্তব্য—ধৃ, মান্ ) মানিবৰ যোগ্য, বিশ্বাসৰ যোগ্য; যেনে, শুনা কথা ধৰ্ত্তব্য নহয়, credible.

ধৰ্ফৰ্, ধৰ্ফৰ্, } স. শ. পীড়া পাই কৰা লুটিয়া লুটি, চটফট্; যেনে, ডিঙ্গি কটা ছাগে ধৰ্ফৰ্ কৰে, a flouncing in agony.

ধৰ্ফৰণি, ধৰ্ফৰণি, } স. শ. কষ্ট পাই লুটিয়া লুটি কৰা কাৰ্য্য, পীড়াৰ নিমিত্তে হাত ভৰি এছৰা কাৰ্য্য, থৰমৰণি, the act of floundering, writhing or tossing about in pain.

ধৰ্ফৰা, ধৰ্ফৰা, } অ. ধা. পীড়া পাই লুটিয়া লুটি কৰ্, কষ্ট পাই হাত ভৰি, to

writhe, to flounder, to toss about in pain.

ধৰ্‌ফৰি, ধৰ্ফৰি, } "ধৰ্‌ফৰণি" চোৱাঁ।

ধৰ্ম্ম, স. শ. (সং. ধৰ্ম্ম—ধৃ, আটকি ৰাখ্) স্বাভাবিক গুণ, কেতিয়াও লৰ্‌চৰ হব নোৱৰাকৈ লাগি থকা গুণ; যেনে, জুইৰ ধৰ্ম্ম পোৰণ, জীৱ-জন্তুৰ ধৰ্ম্ম মৰণ; অভ্যাসৰ পৰা হোৱা স্বভাৱ; যেনে, চোৰৰ ধৰ্ম্ম চুৰ কৰা; পূৰ্ব্বৰ পৰা চলি অহা ৰীতি; যেনে, লোকক নিন্দা কৰা যাৰ কুল-ধৰ্ম্ম, ন্যায়; যেনে, ধৰ্ম্মত থাকিলে ভয় নাই; ঈশ্বৰ আৰু পৰকালত বিশ্বাস, ঈশ্বৰৰ উপাসনা; পৰকালত সুখ পাবৰ আশাৰে কৰা কাৰ্য্য; সৎ কাৰ্য্য, পুণ্য; যেনে, দুখীয়াক দয়া কৰিলে ধৰ্ম্ম হয়; কোনো এক জাতিৰ ঈশ্বৰ-উপাসনাৰ নিয়ম; যেনে, হিন্দুৰ ধৰ্ম্ম, খ্ৰীষ্টীয়ানৰ ধৰ্ম্ম; যম, an inherent quality, a characteristic, natural disposition, usage or practice, righteousness, justice, faith in God and in a future state; a ceremony performed with the hope of attaining felicity after death; piety, religious merit, a religion, a persuasion, a name of Yama, the judge of the dead.

ধৰ্ম্ম-কৰ্ম্ম, স. শ. (সং. ধৰ্ম্মকৰ্ম্ম—ধৰ্ম্ম, পুণ্য + কৰ্ম্ম, কাম) ঈশ্বৰক তুষ্ট কৰিবৰ বা পৰকালত সুখ পাবৰ আশাৰে কৰা কাম; লোকৰ উপকাৰ হোৱা কাম, a religious ceremony, charity.

ধৰ্ম্ম-কাৰ্য্য, ধৰ্ম্ম-কৃত্য, "ধৰ্ম্ম-কৰ্ম্ম" চোৱাঁ।

ধৰ্ম্মগুৰু, স. শ. (সং. ধৰ্ম্মগুৰু—ধৰ্ম্ম, ঈশ্বৰৰ উপাসনা + গুৰু, মান্য লোক) ধৰ্ম্মশিকাওঁতা, a religious instructor.

ধৰ্ম্মচৰ্চ্চা, স. শ. (সং. ধৰ্ম্মচৰ্চ্চা—ধৰ্ম্ম, সৎ কাম + চৰ্চ্চা, অভ্যাস) সৎ কাৰ্য্য বা পুণ্য কৰ্ম্মৰ আলোচনা বা অভ্যাস, the exercise of religion or virtue.

ধৰ্ম্মচিন্তা, স. শ. (সং. ধৰ্ম্মচিন্তা—ধৰ্ম্ম, ঐ + চিন্তা, চৰ্চ্চা) ঈশ্বৰত মন লগোৱা কাৰ্য্য, ধৰ্ম্মচৰ্চ্চা, সৎ কৰ্ম্মৰ আলোচনা, meditation upon God, virtuous reflection, exercise of religion.

ধৰ্ম্মচ্যুত, "ধৰ্ম্ম-ভ্ৰষ্ট" চোৱাঁ।

ধৰ্ম্মজ্ঞ, বি. (সং. ধৰ্ম্মজ্ঞ—ধৰ্ম্ম, সৎ কাৰ্য্য + জ্ঞা, জান্) ঈশ্বৰ, পৰকাল, ন্যায় বা সৎ কাম নো কি তাক জনা, conversant with religious duties, knowing what is virtue, morality or justice.

ধৰ্ম্মজ্ঞান, স. শ. (সং. ধৰ্ম্মজ্ঞান—ধৰ্ম্ম, সৎকৰ্ম্ম + জ্ঞান, বোধ) সৎ কাৰ্য্যৰ, ন্যায়ৰ বা ঈশ্বৰ উপাসনাৰ বোধ, knowledge of virtue, justice, or religious duties.

ধৰ্ম্মপৰায়ণ, বি. (সং. ধৰ্ম্মপৰায়ণ—ধৰ্ম্ম, সৎ কৰ্ম্ম + পৰায়ণ, ৰত) সৎ কৰ্ম্মত ৰত; ঈশ্বৰৰ সেৱাত নিযুক্ত, righteous, pious.

ধৰ্ম্মপৰায়ণতা, গু. শ. (সং.) ধৰ্ম্মত ৰতি, ধাৰ্ম্মিকৰ গুণ, piety, righteousness.

ধৰ্ম্মপাল্, ধৰ্ম্মপালক, } স. শ. (সং. ধৰ্ম্মপাল, ধৰ্ম্মপালক—ধৰ্ম্ম + পাল্, ৰক্ষা কৰ্) সৎ কামৰ আৰু ঈশ্বৰৰ সেৱাৰ বিঘিনি নাশ কৰোঁতা; ন্যায় বিচাৰ কৰোঁতা; ৰজা; ধৰ্ম্ম-শিক্ষক, a defender of religion and morality, door of justice; a king, a spiritual instructor.

ধৰ্ম্মপালন্, স. শ. (সং.) ধৰ্ম্ম-ৰক্ষা কৰা কাৰ্য্য, ঈশ্বৰৰ সেৱা আৰু ন্যায় আচৰণ কৰা কাৰ্য্য, observance of the duties of religion and righteousness.

ধৰ্ম্মপ্ৰবৰ্ত্তক্, স. শ. (সং. ধৰ্ম্মপ্ৰবৰ্ত্তক—ধৰ্ম্ম, ঈশ্বৰৰ বা সৎ কৰ্ম্ম + প্ৰবৰ্ত্তক, চলাওঁতা) ঈশ্বৰৰ সেৱাৰ বা সৎকৰ্ম্মৰ নিয়ম চলাওঁতা, নীতিশিক্ষক, propagator of a religion, a teacher of morality.

ধৰ্ম্ম প্ৰবৃত্তি, স. শ. (সং. ধৰ্ম্মপ্ৰবৃত্তি—ধৰ্ম্ম, ঈশ্বৰ-সেৱা + প্ৰবৃত্তি, ইচ্ছা) ধৰ্ম্ম কৰিবৰ ইচ্ছা, ধৰমৰ মতি, religious propensity.

ধৰ্ম্ম-ভ্ৰষ্ট, বি. (সং. ধৰ্ম্মভ্ৰষ্ট—ধৰ্ম্ম, ভ্ৰষ্ট, পতিত) ধৰ্ম্ম-এৰা, ধৰ্ম্মচ্যুত, পাপী;

আপোনাৰ ধৰ্ম্ম এৰি আন ধৰ্ম্ম লোৱা, fallen from virtue or piety, deserting one's own faith.

ধৰ্ম্ম-মণ্ডলী, স. শ. ( সং. ধৰ্ম্মমণ্ডলী—ধৰ্ম্ম, ঈশ্বৰ উপাসনা + মণ্ডলী, চক্ৰ ) ঈশ্বৰৰ উপাসকবিলাকৰ চক্ৰ, এক ধৰ্ম্মত প্ৰবৰ্ত্তা মানুহৰ সমাজ, ধৰ্ম্ম সভা ; যেনে, হিন্দু-ধৰ্ম্ম-মণ্ডলী, a church, an assembly of persons professing the same religion.

ধৰ্ম্মময়, বি. ( সং. ) ঈশ্বৰৰ সেৱাত, ন্যায়ত বা সৎ কৰ্ম্মত ৰত, religious, righteous, moral.

ধৰ্ম্মমূৰ্ত্তি, স. শ. ( সং. ধৰ্ম্মমূৰ্ত্তি—ধৰ্ম্ম, ন্যায় + মূৰ্ত্তি, আকৃতি, মানুহৰ আকৃতি লোৱা ধৰ্ম্ম ) ধৰ্ম্মপৰায়ণ বা ন্যায়ৱন্ত লোক, ধাৰ্ম্মিক মানুহ, a virtuous person.

ধৰ্ম্ম-ৰক্ষক, "ধৰ্ম্মপালক" চোৱাঁ।

ধৰ্ম্মৰাজ, স. শ. ( সং. ধৰ্ম্ম ৰাজন্—ধৰ্ম্ম, পুণ্য + ৰাজন্, প্ৰজাপালক ) মৃতকৰ পাপ পুণ্যৰ বিচাৰ কৰোঁতা, যম ৰাজা ; যুধিষ্ঠিৰ, Yama, king of the dead. A title of Yadhisthira, who was mythically a son of Yama.

ধৰ্ম্মৱন্ত, } স. শ. ( সং. ) ধৰ্ম্মযুক্ত, ঈশ্বৰ-
ধৰ্ম্মবান্, } পৰায়ণ ; সৎ কৰ্ম্মত ৰত, ন্যায়ৱান, pious, righteous. ( স্ত্ৰী ) ধৰ্ম্মৱতী।

ধৰ্ম্মশালা, স. শ. ( সং. ধৰ্ম্মশালা—ধৰ্ম্ম, ন্যায় + শালা, ঘৰ ) ৰজাৰ বিচাৰৰ ঘৰ, a court of justice.

ধৰ্ম্মশাস্ত্ৰ, স. শ. ( সং. ধৰ্ম্মশাস্ত্ৰ—ধৰ্ম্ম, ঈশ্বৰৰ সেৱা বা ন্যায় + শাস্ত্ৰ, পুথি ) ঈশ্বৰৰ সেৱাৰ নিয়মৰ, ন্যায় বিচাৰৰ বা সৎ কৰ্ম্মৰ উপদেশ দিয়া পুথি, a religious scripture, a code of Hindu law which is supposed to be of divine origin.

ধৰ্ম্মশীল, বি. পুণ্যাত্মা, ঈশ্বৰপৰায়ণ, ন্যায়ৱান, সৎ কৰ্ম্মত ৰত, pious, righteous, just. ( স্ত্ৰী ) ধৰ্ম্মশীলা।

ধৰ্ম্মসংহিতা, স. শ. ( সং. ধৰ্ম্মসংহিতা—ধৰ্ম্ম, ন্যায় + সংহিতা, সংগৃহীত পুথি ) কোনো এজনা ঋষিয়ে সংগ্ৰহ কৰা ন্যায় বিচাৰৰ বিধি থকা পুথি, ধৰ্ম্মশাস্ত্ৰ ; যেনে, মনুসংহিতা, a code of Hindu law supposed to be of divine origin.

ধৰ্ম্মাত্মা, বি. ( সং. ধৰ্ম্মাত্মন্—ধৰ্ম্ম, পুণ্য + আত্মন্, প্ৰাণ ) পুণ্যৱন্ত ; ন্যায়ৱন্ত, pious, righteous. স. শ. পুণ্যৱন্ত বা ন্যায়ৱন্ত লোক, a pious or righteous person.

ধৰ্ম্মানুষ্ঠান, স. শ. ( সং. ধৰ্ম্মানুষ্ঠান—ধৰ্ম্ম, পুণ্য + অনুষ্ঠান, কাৰ্য্য ) ধৰ্ম্ম-চৰ্চ্চা, সদাচৰণ, ন্যায় আচৰণ, exercise of religion or morality.

ধৰ্ম্মান্ধ, বি. ( সং. ধৰ্ম্মান্ধ—ধৰ্ম্ম, ঈশ্বৰ উপাসনাৰ ৰীতি + অন্ধ, কণা ) যুক্তিলৈ নেচাই আপোনাৰ ধৰ্ম্মত বিশ্বাস, আৰু লোকৰ ধৰ্ম্মক ঘিণ কৰা, bigoted. স. শ. সেই ৰূপে আচৰণ কৰা লোক, a bigot.

ধৰ্ম্মান্ধতা, গু. শ. ( সং. ) ধৰ্ম্মান্ধৰ গুণ বা স্বভাব, bigotry.

ধৰ্ম্মাৱতাৰ, স. শ. ( সং. ধৰ্ম্মাৱতাৰ—ধৰ্ম্ম, পুণ্য বা ন্যায় + অৱতাৰ, আবিৰ্ভাৱ ) মানুহৰ আকৃতি ধৰা পুণ্য বা ন্যায়বিচাৰ, an incarnation of piety or justice.

ধৰ্ম্মাৱলম্বী, বি. ( সং. ধৰ্ম্মাৱলম্বিন্—ধৰ্ম্ম, ঈশ্বৰৰ উপাসনা + অৱলম্বিন্, আশ্ৰিত ) কোনো এক ধৰ্ম্মত আশ্ৰয় কৰা ; যেনে, হিন্দুধৰ্ম্মাৱলম্বী, following a particular religion.

ধৰ্ম্মিষ্ঠ, বি. ( সং. ) ধৰ্ম্মশীল, পুণ্যৱন্ত ; ন্যায়ৱান, pious, righteous.

ধৰ্ম্মী, বি. ( সং. ধৰ্ম্মিন্, ধৰ্ম্ম, সৎকৰ্ম্ম, স্বাভাৱিক গুণ + ইন্ ) ধৰ্ম্মপৰায়ণ, ধৰ্ম্মশীল ; কোনো এক স্বাভাৱিক গুণযুক্ত ; যেনে, শীতধৰ্ম্মী ( শীতল গুণযুক্ত ), pious, religious, characterized by a particular quality.

ধৰ্ম্মোত্তৰ, স. শ. ( সং. ধৰ্ম্মত্ৰ, ধৰ্ম্মৰক্ষক, ধৰ্ম্ম + ত্ৰৈ, ৰক্ষা কৰ্ ) ধৰ্ম্মৰ প্ৰতিপালনৰ নিমিত্তে শূদ্ৰ মহন্তক দান কৰা মাটি, a landed estate granted to a Sudra priest.

**ধৰ্ম্মোন্মত্ত**, স. শ. (সং. ধৰ্ম্মোন্মত্ত—ধৰ্ম্ম, ঈশ্বৰৰ উপাসনা + উন্মত্ত, বলিয়া) আপোনাৰ ধৰ্ম্মত বিশ্বাস কৰি অন্য ধৰ্ম্মৰ মানুহক হিংসা কৰোতা, a religious fanatic.

**ধৰ্ম্মোপদেশ**, স. শ. (সং. ধৰ্ম্মোপদেশ—ধৰ্ম্ম, সদাচৰণ + উপদেশ, শিক্ষা) ঈশ্বৰৰ সেৱাৰ বা সদাচৰণৰ শিক্ষা, religious or moral instruction.

**ধৰ্ম্মোপদেশক**, স. শ. (সং.) ঈশ্বৰৰ সেৱাৰ বা সদাচৰণৰ শিকনি দিওঁতা, গুৰু, a religious or moral instructor.

**ধৰ্ষ্**, স. ধা. (সং. ধৃষ্, পৰাস্ত কৰ্) মোহিত বা অভিভূত কৰ্ (আনন্দত খাটে); যেনে, অমুকক আনন্দে ধৰ্ষিছে; দেও লাগ্; যেনে, দেৱে ধৰ্ষিলে মানুহ বলিয়াৰ দৰে হয়, to enrapture, to possess, to enter into and influence, (said of an evil spirit).

**ধল্**, বি. (সং. ধৱল, বগা) বগা, শ্বেত, white. স. শ. বাঢ়নী পানী (বাঢ়ি অহা পানী বগা দেখা যায়), a flood.

**ধলা**, বি. বগা, white.

**ধৱল্**, বি. (সং. ধৱল—ধাৱ, পৰিষ্কাৰ হ) বগা, white. (স্ত্ৰী) ধৱলা।

**ধৱলীকৃত**, বি. (সং. ধৱলীকৃত—ধৱল, বগা + কৃত, কৰা) বগা কৰা, whitened.

**ধা**, অ. ধা. (সং. ধাৱ, হিং. ধাৱনা, খেদি যা) খেদি যা, যুঁজিবলৈ আগ বাঢ়ি যা; যেনে, "হেন শুনি জাম্বুৱন্ত, ধাইলা মহা বলৱন্ত," to rush to battle.

**ধাই**, স. শ. (সং. ধাত্ৰী, লোকৰ লৰা তোলা তিৰোতা) লোকৰ লৰাৰ আলপৈচান ধৰা তিৰোতা; লৰা জন্মাত সাহায্য কৰা তিৰোতা, a wet nurse, a midwife.

**ধাইয়ে ধৰ্ বা ধায়ে ধৰ্**, কেঁচুৱা লৰাৰ দৰে টোপনীত হাঁহ্ বা কান্দ্; যেনে, ছোৱালীটীক ধাইয়ে ধৰিছে; ববকৈ হাঁহি তোল্ (পৰিহাসত); to smile or cry in sleep, as an infant; to laugh violently.

**ধাউতি**, স. শ. (সং. ধৈ্য, ধ্যান বা চিন্তা কৰ্) সদায় হুওচা স্মৰণ, অনুৰাগ; যেনে, গোপীবিলাকৰ কৃষ্ণত বৰ ধাউতি আছিল; দেখিবৰ বা পাবৰ বৰ বাঞ্ছা; যেনে, ধনলৈ সকলো মানুহৰে ধাউতি, fondness, attachment, an earnest desire.

**ধাকুৰ্**, স. ধা. আঘাত কৰ্, ভুকুৱা (বুকত খাটে); যেনে, হিয়া ধাকুৰে, to beat or strike, as the breast.

**ধাতা**, স. শ. (সং. ধাতৃ, পালন কৰোঁতা) বিধাতা, ব্ৰহ্মা, বিষ্ণু, a name of Brahma, or Visnu.

**ধাতু**, স. শ. (সং. ধাতু—ধা, ধাৰণ কৰ্) শৰীৰক ধাৰণ কৰা অৰ্থাৎ ৰাখি থোৱা তিনিটা বস্তুৰ এটা; যেনে, বায়ু, পিত্ত, কফ; এতেকে প্ৰাণ-বায়ু; যেনে, "কৃষ্ণবৰ্ণ কায়, দেখোঁতে ধাতু উড়ায়"; কোনো মানুহৰ শৰীৰৰ আনেৰে নিমিলা, বিশেষ স্বভাৱ বা অৱস্থা; যেনে, ধাতু অনুসাৰে খোৱা বস্তুৱে মানুহক শুজে বা নুশুজে; মনৰ বিশেষ স্বভাৱ বা গতি; যেনে, এবাৰ দেখিয়েই মানুহৰ ধাতু বুজা টান; আকৰত হোৱা বস্তু; যেনে, সোণ-ৰূপ আদি; ক্ৰিয়াৰ মূল, ব্যাপাৰ বুজোৱা মাত; যেনে, কৰ্, খা, ইত্যাদি, one of the three principles or humours of the body, as wind, bile, phlegm, the vital breath; idiocrasy or idiosyncracy, constitution, temper, disposition of mind, a metal, a verbal root or crude verb.

**ধাতুময়**, বি. (সং.) ধাতুৰে, অৰ্থাৎ সোণ ৰূপ আদিৰে সজা; যেনে, ধাতুময় পাত্ৰ, metallic.

**ধাতুস্থ**, বি. (সং. ধাতুস্থ—ধাতু, শৰীৰ ৰখা বস্তু + স্থা, থাক্) শৰীৰৰ ধাতুত বহা, ধাতুৰ ভিতৰত সোমোৱা, ওপজোঁতে লাগি অহা; যেনে, ধাতুস্থ ব্যাধি নুগুচে, constitutional, inherent in the body.

**ধাত্ৰী**, স. শ. (সং. ধাত্ৰী—ধা, পালন কৰ্) লোকৰ লৰা তোলা তিৰোতা, a nurse.

ধাত্ৰীফল্, স. শ. (সং. ধাত্ৰীফল—ধাত্ৰী, আমলখীৰ গছ্+ফল, গুটি) আমলখী, a kind of shrub.

ধাদহী, বি. ভিৰোতাই জানিব লগীয়া কাম নজনা, আকাজী, unskilful, worthless.

ধাতুমী, বি. ধামনী, লুধুমী (স্ত্ৰী), corpulent (f.).

ধান্, স. শ. (সং. ধান্য, চাউল হোৱা গুটি) এবিধ তৃণৰ গুটি, তাৰ পৰা চাউল হয়। ইয়াৰ ঘাই জাতি দুটা; যেনে, আহু আৰু শালি। যি ধানৰ কঠীয়া জেঠ আহাৰত বাম মাটিত সিচি শাওণ ভাদত তাৰ পুলি নি দ মাটিত ৰোৱা যায় আৰু আঘোণ-পুহত তাৰ ধান পকে, তাৰ নাম শালি। এই শালি ধানক দুই শ্ৰেণী কৰি ভাগ কৰা যায়; বৰ আৰু লাহী। এই দুইৰ আকৌ অনেক উপজাতি আছে। আহু ধানৰ কঠীয়া চত বহাগত বাম মাটিত সিচা যায়; জেঠ আহাৰত তাৰ ধান পকে। ইয়াৰো অনেক বিধ আছে। ধানৰ গছ, paddy of which there are many species and varieties, the rice plant.

ধাননি, স. শ. ধানৰ খেতি, ধান থকা পথাৰ, a paddy field.

ধান্-খেৰ্, স. শ. গুটি গুচোৱা ধানৰ গছ, paddy straw.

ধান্য, স. শ. (সং. ধান্য--ধা, পুষ্ট কৰ্; জন্তুক পুষ্ট কৰে) ধান, paddy.

ধাম্, স. শ. (সং. ধাম—ধা, ধাৰণ কৰ্) ঠাই, দেশ, (অসমীয়াত মান্য বা পবিত্ৰ ঠাইৰ পাচত হে এই শব্দৰ ব্যৱহাৰ কৰা যায়); যেনে, গয়াধাম, গোলোকধাম, a place, a country, especially a holy one.

ধাম্, স. শ. (সং. ধা, ধৰ্; চাং ধৰি থাকে, এতেকে) চাঙ্গৰ তলৰ ডাঙ্গৰ গৰ্, ধৰণী, a cross-beam under a platform.

ধামনী, বি. (অং. ধাম, চাঙ্গৰ ডাঙ্গৰ গড়; তাৰ দৰে শকত) লুধুমী, ডাঙ্গৰ গাযুক্তা, (স্ত্ৰী), corpulent (f.).

ধামখুম্, স. শ. হাতীৰ কপালৰ টেমুনা, the protuberance on the forehead of an elephant.

ধামখুমীয়া, স. শ. (অং. ধামখুম, অৰ্থাৎ হাতীৰ কপালৰ উঠঙ্গাৰ নিচিনা) নৈৰ যি ভাগৰ তলৰ মাটি এঠাইত ওখ আন ঠাইত চাপৰ হোৱাত সোঁতৰ ঠেলা প্ৰবল হয়, তাৰ নাম ধামখুমীয়া, চৰখৰীয়া; যেনে, নাওখান ধামখুমীয়াত পৰিছে, that part of a river where the current passes over an uneven surface and is very strong.

ধাৰ্, স. শ. (সং. ধাৰ—ধৃ, ধাৰণ কৰ্) ঋণ; অস্ত্ৰৰ চোক্, a debt, the sharp edge of an instrument.

ধাৰ্ উঠ্, চোকা হ, to be sharp, as a cutting instrument.

ধাৰ্ পৰ্, অস্ত্ৰৰ চোক কম্ হ, to be lessened, as the sharpness of a cutting instrument.

ধাৰ্ মৰ্, অস্ত্ৰৰ চোক গুচ্, to be blunt as a cutting instrument.

ধাৰ্, স. শ. (সং. ধাৰা, সোঁত) নৈৰ যি ভাগে দি বেগে সোঁত বয়; যেনে, নাও ধাৰেহে চলে; এনেৰা, জৰীত গথা মণি বা ফুল; যেনে, এধাৰ মণি, a current, a string of beads, a flower garland.

ধাৰক্, কৃদ. স. (সং. ধৃ, ধাৰণ কৰ্) আধাৰ স্বৰূপে ধৰোঁতা, that which holds anything. বি. ভেদ বন্ধ কৰা; যেনে, ধাৰক ঔষধ, astringent.

ধাৰকতা, গু. শ. (সং.) ধাৰণ কৰা গুণ, the quality of holding or stopping.

ধাৰণ্, কৃদ. স. (সং. ধাৰণ--ধৃ, ঐ) আধাৰ স্বৰূপ হৈ ধৰা, বা উপভোগ কৰা কাৰ্য্য; যেনে, অনন্তে পৃথিৱী ধাৰণ কৰে; ভীমে এক অযুত হাতীৰ বল ধাৰণ কৰিছিল, the act of holding, bearing or having.

ধাৰা, স. শ. (সং. ধাৰা—ধৃ, ঐ) নৈৰ সোঁতা; একাললৈ বৈ যোৱা পানী;

জৰীৰ নিচিনা হৈ পৰা, বৰষুণৰ টোপা, a channel, a stream.

**ধাৰাল্**, বি· ধাৰ থকা, চোকা, তীক্ষ্ণ, sharp, keen.

**ধাৰাসাৰ্**, বি· ( সং· ধাৰা, বৈ যোৱা পানী + আসাৰ, বৃষ্টিৰ টোপাবোৰৰ শ্ৰেণী ) সোঁতৰ দৰে বৈ থকা, ছেদ ভেদ নোহোৱা ( বৰষুণত খাটে ), ceaseless (said of rain).

**ধাৰাসাৰে**, ক্ৰি· বি· ছেদ ভেদ নোহোৱাকৈ ; ধাৰে, ceaselessly, in a stream

**ধাৰী**, স· শ· ( সং· ধাৰিন্—ধৃ, ধৰ্ ) আধাৰ-ৰূপে ধৰোঁতা ; পিন্ধোঁতা ; উপভোগ কৰোঁতা, এটা সংজ্ঞা শব্দৰ পাচত থাকে ; যেনে, পৃথিৱীধাৰী, মালাধাৰী ; শক্তি-ধাৰী, holding, bearing, possessing, ( used in composition ). ( স্ত্ৰী ) ধাৰিণী।

**ধাৰে**, ক্ৰি· বি· ( সং· ধাৰ, ঋণ ) ধাৰ কৰি, on credit.

**ধাৰে**, ক্ৰি· বি· ( সং· ধাৰা, বৈ যোৱা পানী ) সোঁত বোৱাৰ দৰে, নোৰোৱাকৈ ; যেনে, তেজ ধাৰে বৈছে, in a stream.

**ধাৰ্ম্মিক্**, বি· ( সং· ধাৰ্ম্মিক—ধৰ্ম্ম, ঈশ্বৰৰ সেৱা, ন্যায় ) ঈশ্বৰপৰায়ণ ; ন্যায়ৱান, pious, righteous.

**ধাৰ্য্য**, কৃদ· বি· (সং· ধাৰ্য্য—ধৃ, ধাৰণ কৰ্) ধাৰণ কৰিবৰ যোগ্য (এটা সংজ্ঞা শব্দৰ পাচত থাকে) ; যেনে, আপোনাৰ কথা শিৰোধাৰ্য্য ; নিশ্চয় বা স্থিৰ কৰা ; যেনে, এই দুই দেশৰ মাজৰ সীমা ধাৰ্য্য হোৱা নাই, fit to be borne, ( used in composition) ; determined, settled.

**ধিক্**, ভা· অ· ( সং· ধিক্—ধক্ক্ নাশ কৰ্ ) ছিঃ, ঘিণ বা তুচ্ছতা প্ৰকাশ কৰা মাত, fie, shame. বি· নীচ, অধম ; যেনে, তাৰ জীৱন ধিক্, low, mean, base.

**ধিকাৰ্**, স· শ· ( সং· ধিক্কাৰ, নিন্দা ) নিন্দা, তিৰস্কাৰ, গালি, অপমান, reproach, censure, contempt, abuse. "ধিক্কাৰ" ইও ব্যৱহৃত হয়।

**ধিতিঙ্গা**, বি· কাম নকৰি হোৱা এলেহুৱা, নকৰি থকাৰ নিমিত্তে বন কৰিব নোৱৰা ; যেনে, বন নকৰাকৈ উঠা মানুহ ধিতিঙ্গা ; এতেকে কাম নকৰি গা ঘেলাই ফুৰা, uninured to work, unable to engage in work for want of practice, idle.

**ধিতিঙ্গালি**, গু· শ· নকৰি থকাৰ কাৰণে কাম কৰিব নোৱৰা হোৱা অৱস্থা বা গুণ, কামলৈ আলাহ, the state or quality of being idle, laziness.

**ধিতুপিলিঙ্গা**, বি· ধিতিঙ্গা, ( ঘাইকৈ ডেকা মানুহত খাটে ), uninured to work (especially applied to a young man).

**ধিতুৰাজ্**, স· শ· ( সং· ধাৰ্ত্তৰাষ্ট্ৰ, মটীয়া ৰাজ-হাঁহ ) এবিধ মটীয়া বৰণেৰে বনৰীয়া ৰাজ-হাঁহ, the wild goose.

**ধিপ্‌ধিপনি**, স· শ· ( অং· ঢিপিং ঢিপিং, উশাহত বুকু লৰা বুজোৱা মাত ) উশাহ লওঁতে বা ভয় আদি পোৱাত হোৱা বুকুৰ কম্পন ; যেনে, বাঘৰ কথা শুনিবৰ পৰা বুকুৰ ধিপ্‌ধিপনি মৰা নাই, the beating of the heart, palpitation of the heart caused by fear, &c.

**ধিপ্‌ধিপা**, অ· ধা· উশাহ লোৱাত বা ভয় আদি পাই বুকু কঁপ্, to beat as the heart, to palpitate.

**ধিয়া**, স· ধা· ( সং· ধ্যৈ, ধান কৰ্ ) ধ্যান কৰ্, সদায় মনত ভাবি থাক্ ; যেনে, তোমাকে ধিয়াই থাকোঁ, to meditate upon, to contemplate, to reflect upon.

**ধী-ধিয়নি**, স· শ· ( সং· ধ্যৈ, চিন্তা কৰ্ ) চিন্তনি, ভাবনা, খু-দুৱনি, anxiety, solicitude.

**ধী-ধিয়া**, অ· ধা· চিন্তিত বা ভাবিত হ, খু-দুৱা, উগুলথুগুল কৰ্ ; যেনে, লৰাটোৰ নবিয়াৰ বাত্ৰা শুনি মনটোৱে ধী-ধিয়াই আছে, to be anxious, to be troubled, as the mind.

**ধীৰ্**, বি· ( সং· ধীৰ—ধী, বুদ্ধি ) জ্ঞানী ;

শান্ত, গম্ভীৰ, স্থিৰ; লেহেম, wise, steady, cool and collected, slow.

ধীৰতা, গু. শ. (সং.) শান্ত গুণ, স্থিৰতা, steadiness.

ধীৰে, ক্রি. বি. লাহে লাহে, slowly. "ধীৰে ধীৰে" এনেও হয়।

ধী-শক্তি, স. শ. (সং. ধীশক্তি—ধী, বুদ্ধি + শক্তি, ক্ষমতা) মনৰ ক্ষমতা, বুদ্ধি, mental power, the intellectual faculty.

ধী-শক্তিসম্পন্ন, বি. (সং. ধীশক্তিসম্পন্ন—ধী-শক্তি + সম্পন্ন, পূৰ্ণ) বুদ্ধিমন্ত, বুদ্ধি থকা, intellectual, intelligent, having the power of understanding.

ধুতি, বি. (সং. ধৌত, ধোৱা) গা ধুই হোৱা শুচি, গা ধুই পিন্ধা; যেনে, ধুতি কাপোৰ, washed, bathed, ceremonially clean.

ধুতী, স. শ. (হিং. ধোতী, চুৰিয়া—দোহাতী, দুহাত বহল কাপোৰ; বং. ধুতি, চুৰিয়া) বৰ চুৰিয়া, a long and broad cloth worn round the waist by men.

ধুঁতুৰা, স. শ. (সং. ধুস্তুৰ, বং. ধুতুৰা, এবিধ ফুল) এবিধ গছ; তাৰ ফল আৰু ফুল। ইয়াৰ ঢোপ বৰ কাঁইটীয়া, আৰু গুটি, ছাল আৰু পাতে মানুহক বলিয়া কৰে, the thornapple.

ধুঁতুৰাপহীয়া, } বি. ধুঁতুৰা ফুলৰ আকৃতিৰে
ধুঁতুৰাফুলীয়া, } গঢ়া, shaped like the flower of the thornapple.

ধুতুকপলীয়া, বি. (সং. ধুতু, পৰিত্যাগ কৰা + অং. কপলীয়া, কপাল থকা) ভাগ্যে এৰা, দুৰ্কপলীয়া, unfortunate. (স্ত্রী) ধুতুকপালী।

ধুন্, স. শ. (সং. ধা, পিন্ধ্) কাপোৰ-অলঙ্কাৰ-আদি পিন্ধি কৰা শৰীৰৰ শোভা, dress, decoration.

ধুন-পেঁচ, স. শ. (অং. ধুন্, কাপোৰ আদিৰে কৰা শোভা + পেঁচ, পাক) কাপোৰ অলঙ্কাৰাদি পিন্ধি ভালকৈ চুলি বান্ধি বৰকৈ কৰা শৰীৰৰ শোভা, decoration of the body, &c.

ধুন মাৰ্, কাপোৰ অলঙ্কাৰ পিন্ধ্, to dress.

ধুন্, স. ধা. (সং. ধুন্, সঞ্চালিত কৰ্; হিং. ধুনকুনা, বং. ধুনন, তূলা পৰিষ্কাৰ কৰা) জোৰেৰে কোবাই আঁহ মুকলি কৰ্ বা পৰিষ্কাৰ কৰ্ (তূলাত খাটে); যেনে, তূলা ধুনিছে, to scutch, as cotton.

ধুনাধুন, বি. মোহাৰি বা টঙ্গনিয়াই ধুনা তূলাৰ দৰে কোমল কৰা, তুলাতুল; ফাটি খণ্ড খণ্ড হোৱা, softened by beating or crushing, torn to pieces.

ধুনাস্থয়, বি. "ধুনাধুন" চোৱা।

ধুনীয়া, বি. (অং. ধুন, শোভা) ধুন মৰা, শোভিত; শুৱনি, beautiful, decorated.

ধুনোতা, কৃদ. স. তূলাৰ আঁহ মুকলি কৰোঁতা, a man who scutches cotton. (স্ত্রী) ধুনতী।

ধুন্দা, } স. শ. (বং. ধাঁদা, সন্দেহ) আশঙ্কা,
ধুন্দ, } সন্দেহ, doubt, uncertainty, puzzle.

ধুন্দুলি, স. শ. (সং. গন্ধোলি, এবিধ তিঁয়হৰ নিচিনা ফল) এবিধ লতা; তাৰ খাদ্য ফল, the snake gourd.

ধুপ্, অনুক. কোনো গধূৰ বস্তু পৰোঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that caused by the fall of a heavy body.

ধুপাল্, স. ধা. (সং. ধাৱ্, ধো) ধুই নিৰ্ম্মল কৰ্, মাজ্ (দাঁতত খাটে); যেনে, নিতৌ ৰাতিপুৱা দাত ধুপালিবা, to brush, or clean the teeth. কৃদ. স. ধুপালোঁতা, (স্ত্রী) ধুপালতী।

ধুপাল্, স. ধা. (অং. দোপ্, ওপৰত উঠি ভৰিৰে মৰা হেঁচা) ওপৰত উঠি খচ্; যেনে, লৰাই পাটি ধুপালিছে; ডাবি দি দমি ৰাখ্, to crush with the feet, to trample upon, to rebuke, to check. কৃদ. স. ধুপালোঁতা, (স্ত্রী) ধুপালতী।

ধুপালি পাৰ্, ওপৰত উঠি দেও দি, খচ্, to trample upon, &c.

ধুপালনি, স. শ. ওপৰত উঠি ডেও দিয়া বা খচা কাৰ্য্য, the act of trampling upon,

ধুপুৰাই, ধুপ্ কৰে, ক্রি. বি. "ধুপ" শব্দ কৰি, গধুৰ বস্তু পৰাৰ দৰে শব্দ কৰি ; যেনে, কঁঠালটো ধুপুৰাই পৰিল, with a heavy sound, heavily.

ধুপুৰি, ৰি, স. শ. (ধুবুৰি, অসমৰ গুৱাল-পাড়াৰ নামনি ভাগ, আগৰ কালত সি বৰ দূৰ বুলি খ্যাত আছিল) বহু দূৰ, কিন্তু ঠিককৈ নজনা ঠাই ; যেনে, তেওঁ কোনোবা ধুবুৰি পালে গৈ, a very distant place.

ধুপুহ্, অনুক. "ধুপ" চোৱাঁ।

ধুপ্ কৰে, "ধুপুৰাই" চোৱাঁ।

ধুপ্‌ধুপা, অ. ধা. ধুপ ধুপ শব্দ কৰ্, আঘাত কৰি শব্দ তোল ; যেনে, কিহবাই বাৰত ধুপ্‌ধুপাইছে, to make a sound, like that caused by striking against anything or by anything falling.

ধুবুনী, স. শ. ধোবাৰ ঘৈণীয়েক ; কাপোৰ ধোৱা তিৰী, a washer-woman.

ধুম, অনুক. হিলৈৰ বা ঢোলৰ নিচিনা শব্দ, an imitative sound used to express the report of a gun or beat of a drum.

ধুম্, স. শ. ডাঙৰ কাঠৰ খণ্ড ; অসম ৰজাৰ দিনত দোষী মানুহক আঘাত কৰা আগলৈ সক গুৰিলৈ ডাঙৰ এডোখৰ কাঠ, (এনে কাঠ ওপৰৰ পৰা পৰিলে "ধুম" শব্দ হয়, এতেকে সেই নাম), a large piece of timber ; a whipping post used in the days of the Aham Rajahs.

ধুমকলা, বি. 'ধুম' অৰ্থাৎ হিলৈৰ মাত হে শুনে, এনে কলা, বৰ কলা, very deaf.

ধুমধুপাল্, ধুমধুপালনি, স. শ. হাই উকমি, উচ্চ শব্দেৰে কৰা খং ; যেনে, পুৰা গধূলি ধুমধুপাল কৰি থকা ভাল নহয়, loud and angry speech, expression of anger.

ধুমধুমনি, ঘনে ঘনে মৰা হিলৈ আদিৰ শব্দ, the repeated reports of guns.

ধুম্‌ধুমা, অ. ধা. "ধুমধুম" শব্দ কৰ্ ; যেনে, দবাই ধুমধুমাইছে, to make the above sound.

ধুমাধুম, ধুমাধুমি, বি. বিশ্ৰাম নথকা জিৰাবৰ সময় নথকা, অতিশয় বেগেৰে কৰিব লগা ; যেনে, ধুমাধুমি কাম, requiring to be done expeditiously, pressing, urgent.

ধুমাধুমিকৈ, ক্রি. বি. বেগাই, শীঘ্ৰে, নিজিৰোৱাকৈ, expeditiously, without stopping.

ধুমাখুন্দা, ধুমাপিটা, ধুমাৰ্জয়, বি. (ধুমেৰে খুন্দা বা পিটাৰ নিচিনাকৈ পিটা বা শব্দ হোৱা) বৰ শব্দ হোৱা, প্ৰবল (দন্দ বা বৰষুণত খাটে) ; যেনে, ধুমাৰ্জয় দন্দ বা বৰষুণ, noisy, boisterous (said of rain or a quarrel).

ধুমুহা, স. শ. (অং. ধুম, উচ্চ শব্দ, বৰ শব্দ হয় এতেকে) বৰ বতাহ, a tempest, a storm.

ধুৰা, স. শ. (সং. ধ্ৰুৱা ; বং. ধুয়া, গীতৰ যি ভাগ পালীবিলাকে গায়) গীতৰ দোহাৰ, the chorus of a song.

ধুৰুপ্, বি. (সং. ধ্ৰুব, সত্য) সত্য, সঁচা, true. ক্রি. বি. নিশ্চয়কৈ, সঁচাকৈ ; যেনে, ধুৰুপ কৈছোঁ, truly, certainly.

ধুঁৱলিকুঁৱলী, বি. (অং. ধুঁৱা, ধোঁৱা + কুঁৱলী, মাটিৰ পৰা উঠা বাষ্প) ধুঁৱাকুঁই, ধোঁৱা, কুঁৱলী বা ধূলিৰ দ্বাৰা আবৃত ; যেনে, ধূলিৰে চাৰিও ফাল ধুঁৱলিকুঁৱলী হৈছে, hazy, misty. স. শ. ধোঁৱা আদিৰ দ্বাৰা হোৱা অন্ধকাৰ ; যেনে, ধুঁৱলিকুঁৱলীত একো নেদেখি, haziness, mistiness.

ধুঁৱা, স. শ. (সং. ধূম্ৰ ; বং. ধুঁয়া, ধোঁৱা) ধোঁৱা, smoke.

ধুঁৱা-কুঁৱা, বি. স. শ. "ধুঁৱলিকুঁৱলী" চোৱাঁ।

ধুঁৱা-খোলীয়া, বি. (অং. ধুঁৱা, ধোঁৱা + খোল, কোঁপ ধোঁৱাৰ দৰে ধন উৰাই দি ভিতৰে ফোঁপোলা বা শুদা হোৱা, ধন সাঁচিব নোৱৰা, অপব্যয়ী, wasteful, prodigal.

ধুনা, স. শ. (সং. ধূনক, এবিধ গছৰ আঠা) এবিধ গছৰ আঠা, তাত জুই লগালে

সুগন্ধ ওলায়, এতেকে ধূপত দিয়া যায় আৰু সি আন কামতো লাগে, a kind of resin which when burnt sends forth a pleasant smell.

ধূপ্, স. শ. (সং. ধূপ—ধূপ্, তাপ দি) জুই লগালে সুগন্ধি ধোঁৱা ওলোৱা অনেক দ্ৰব্যৰ গুড়ি লগ লগাই কৰা এবিধ বস্তু; তাক দেৱতাৰ আগত বা দুৰ্গন্ধ গুচাবলৈ পোৰা যায়, incense. অ. ধা. অধিক তাপৰ দ্বাৰা ডেই দুৰ্গন্ধ হ; যেনে, ভাতবোৰ ধূপিল; বৰকৈ ৰদৰ তাপ পাই মুখ মেলি ঘনকৈ উশাহ ল; যেনে, কুকুৰটো ধূপিছে, to be scorched, to pant with heat.

ধূপা, স. ধা. অধিক তাপ দি ডেৱা; যেনে, বান্ধনিয়ে ভাত ধূপালে, to cause to be scorched.

ধূপাধাৰ্, স. শ. (সং. ধূপাধাৰ—ধূপ+আধাৰ, ধাৰক) ধূপ জলোৱা পাত্ৰ, a vessel for burning incense, a censer.

ধূপীয়া, স. শ. ধূপ সাজোঁতা, ধূপ প্ৰস্তুত কৰোঁতা, one who prepares incense.

ধূম, স. শ. (সং. ধূম—ধূম্, সঞ্চালিত কৰ্) ধোঁৱা, smoke.

ধূমাকাৰ্, বি. (সং. ধূমাকাৰ—ধূম, ধোঁৱা+আকাৰ, গঢ়) ধোঁৱাৰ আকৃতিৰ, ধোঁৱাৰ নিচিনা, of the form and consistency of smoke.

ধূমকলা, বি. (সং. ধূম, ধোঁৱা+কাল, কলা) ধোঁৱাৰ দৰে কলা, বৰ কলা, very black, sooty.

ধূমকেতু, স. শ. (সং. ধূমকেতু; ধূম, ধোঁৱা+কেতু, পতাকা; তাক ধোঁৱাৰ পতাকাৰ নিচিনা দেখা যায়) নেজাল তৰা, a comet.

ধূম্ৰবৰ্ণ, বি. (সং. ধূম্ৰবৰ্ণ—ধূম্ৰ, ধোঁৱা+বৰ্ণ, বৰণ) জামুৰ বৰণীয়া, কলাৰে মিহলি ৰঙা বৰণীয়া; ধোঁৱা বৰণীয়া, of smoky or purple colour.

ধূৰ্ত্ত, বি. (সং. ধূৰ্ত্ত—ধুৰ্ব্ব, হিংসা কৰ্) টেঙৰ; দুষ্ট, crafty, wily, dishonest. স. শ. টেঙৰ মানুহ; দুষ্ট মানুহ, a crafty man, a dishonest man, a knave. (স্ত্ৰী) বি. স. শ. ধূৰ্ত্তা।

ধূৰ্ত্ততা, } গু. শ. (সং.) টেঙৰালি,
ধূৰ্ত্তালি, } দুষ্টালি, craftiness, knavishness.

ধূলা, স. শ. (সং. ধূলি, মিহি গুড়ি) মিহি বালি বা মাটিৰ গুড়ি, dust.

ধূলি, } স. শ. (সং. ধূলি, ধূলী—ধূ, কম্পিত
ধূলী, } হ) ধূলা, মিহি বালি বা মাটিৰ গুড়ি (অলপ বতাহতে সি কম্পিত হয়, লৰে). dust.

ধূলি উঠ্, ধূলি হৈ যা; যেনে, মোহাৰ মাৰিলেই ধূলি উঠে বা উঠি যায়, to be reduced or to crumble to dust.

ধূলিময়, } বি. ধূলিস্বৰূপ, ধূলিৰ নিচিনা,
ধূলিয়াৰ, } ধূলিযুক্ত, dust like, dusty, full of dust.

ধূলীয়া, স. শ. ঘা শুকাবৰ নিমিত্তে দিয়া ধূলি দৰব, any medicinal powder applied to a sore. বি. ধূলিৰ নিচিনা, ধূলিযুক্ত, dust-like, full of dust.

ধূলীয়া-উফি, স. শ. মূৰৰ ছাল ধূলিৰ নিচিনা হৈ উঠি যোৱা এবিধ ৰোগ, dandriff. "উফি" চোৱা।

ধূলীয়া-ষাঠ্, স. শ. ষাঠ লাগিবৰ আগেয়ে তিন দিন হোৱা ধূলি মাৰ নিয়া বৰষুণ, a slight rain that often falls just before the three days of *Ambubáchi* (অম্বুবাচী) in the month of Ashar when the earth is thought by Hindus, to be in a state of feminine impurity.

ধূসৰ্, বি. (সং. ধূসৰ—ধূ, সঞ্চালিত হ, মূল অনিশ্চিত) মটীয়া বগা, grey. স. শ. মটীয়া বগা বৰণ, a grey color.

ধৃত, কৃদ. বি. (সং. ধৃত—ধৃ, ধৰ্) ধৰা, আটকি ৰখা, caught, held, seized.

ধৃতৰাষ্ট্ৰ, স. শ. দুৰ্য্যোধনৰ বাপেকৰ আৰু পাণ্ডৱবিলাকৰ বৰ বাপেকৰ নাম, the

name of the father of Durjyodhana and uncle of the Pandavas.

ধৃষ্ট, বি. (সং. ধৃষ্ট—ধৃষ্, শঙ্কাহীন হ) আপোনাৰ শক্তিৰ বিবেচনা নকৰাকৈ কোনো কামলৈ আগবঢ়া, লাজ পাবৰ ভয় নথকা, impudent, presumptuous.

ধৃষ্টতা, গু. শ. (সং.) আপোনাৰ শক্তিৰ বিবেচনা নকৰাকৈ কামলৈ আগ বাঢ়ি কৰা গুণ, লাজলৈ ভয় নথকা গুণ, নির্লজ্জতা, impudence, presumptuousness.

ধেঁতোৰ্, স. শ. ইকৰাৰ ফুলৰ থোৰ, তাৰ ভিতৰত কিছু কলা ধূলি থাকে আৰু তাৰ কেওঁটো গৰখীয়া লৰাই খায়, the spadix of the *ekra* reed.

ধেনা, বি. ভিতৰত শাহ নথকা, সম্পূর্ণ নোহোৱাকৈ পৈণত হোৱা (ফলত খাটে); যেনে, ধেনা তামোল, imperfect, not well developed. স. শ. গৰু মহৰ জিভাৰ ৰোগ এবিধ, a disease of cattle.

ধেনু, স. শ. (সং. ধেনু—ধে, পি; পোৱালিয়ে পিয়ে, এতেকে) পোৱালি হোৱা গাই, এটা সিকি মূল্যৰ পৰাচিত, a cow that has calved, a purificatory rite in which a quarter of a rupee is paid to the officiating Brahman.

ধেনু, স. শ. (সং. ধনু, কাঁড় মৰা যতন) কাঁড় মাৰিবৰ নিমিত্তে জোৰ লগাই ভিৰোৱা বাঁহ আদি, a bow.

ধেনুপতীয়া, স. শ. (অং. ধেনু, ঐ+পাত্, স্থাপন কৰ্) বাঘ মাৰিবৰ নিমিত্তে ধেনু পতা মানুহ, one who sets bows for tigers, &c.

ধেনুভিৰীয়া, বি. (অং. ধেনু, ঐ+ভিৰা, বেঁকা কৰ্) ধেনুৰ দৰে বেঁকা, bent like, a bow. স. শ. ধেনুৰ দৰে মানুহৰ গা বেঁকা কৰা আৰু দাঁত-কপাটি লগোৱা এবিধ ৰোগ, tetanus.

ধেনু-সজা, স. শ. এবিধ হাবিত হোৱা টেকীয়া জাতিৰ বন; (তাৰে ধেনুৰ জোৰ সজা যায়, এতেকে সেই নাম), a kind of wild plant.

ধেন্দ্, স. শ. ফল আদিৰ ওপৰৰ ঢাকনী ফাটি ভিতৰৰ পৰা ওলোৱা কোমল ভাগ; যেনে, বগৰীটোৰ ধেন্দ ওলাল, চকুৰ ধেন্দ ওলাইছে, the soft part of a fruit and the like exposed to view the outer covering being broken.

ধেন্দাল্, স. ধা. বাহিৰৰ আবৰণ ফালি ভিতৰৰ কোমল ভাগ বাজ কৰ্, to to expose the inner part, as of fruit, &c.

ধেন্দেল্, অ. ধা. বাহিৰৰ আবৰণ ফাটি ভিতৰৰ কোমল ভাগ বাজ ওলোৱা হ; যেনে, কলাটো পকি ধেন্দেলিছে, to have the inner part exposed as a fruit, &c.

ধেন্দেলা, বি. চকুৰ মণি বাজ ওলোৱা, গোটেই কণা (গালি), totally blind, (a term of abuse).

ধেমালি, স. শ. ক্রীড়া, ৰং, খেলা, play, sport.

ধেমেলীয়া, বি. ৰঙ্গিয়াল, খেলা কৰা; ৰং লগোৱা; যেনে, ধেমেলীয়া কথা, sportive, jocose, jocular.

ধৈয়াল্, বি. নিলাজ, নিষক, নিগত, নীচ, shameless, low, mean.

ধৈর্য্য, স. শ. (সং. ধৈর্য্য—ধীৰ, স্থিৰ) স্থিৰতা, আপদত পৰিলে ডাঠ ধৰি থকা গুণ, steadiness, patience, endurance.

ধো, স. ধা. (সং. ধাব্, পৰিষ্কাৰ কৰ্) পখাল্, পানীৰে পৰিষ্কাৰ কৰ্, to wash, to rinse. কৃদ. স. ধোওঁতা, (স্ত্রী) ধোৱঁতী।

ধোঁৱা, স. শ. (সং. ধূম্র, ধুঁৱা) জুইৰ তাপৰ লগত উড়ি যোৱা পোৰা বস্তুৰ অতি সূক্ষ্ম ভাগ, smoke.

ধোঁৱা-খোৱা স. শ. ধঁপাতৰ ধোঁৱা টনা যতন, a *hooká*, an apparatus for smoking.

ধোঁৱাধুঁই, বি. "ধুঁৱলিকুঁৱলী" চোৱা।

ধোঁৱা-নলা, স. শ. ঘৰ আদিৰ ওপৰে ধোঁৱা ওলোৱা বাট, a chimney.

ধোদ, স. শ. বৰ এলেহুৱা অকামিলা মানুহ, a sluggard.

ধোদোঙ্গা, বি. শকত, তাঙ্গৰ; যেনে, ধোদোঙ্গা গা, stout, fat.

ধোন্দ, স. শ. ( হিং. ধুঁধৰ, অন্ধকাৰ; তাৰ ভিতৰ আন্ধাৰ এতেকে ) কাঠ আদিৰ ভিতৰৰ বিন্ধা, খোৰোং, a hollow of a tree.

ধোন্দাল, } বি. ফোঁপোলা, ভিতৰ শুদা,
ধোন্দোলা, } ধোন্দ থকা, hollow.

সমা.—ফোঁপাল্, ফোঁপোলা; ধোন্দাল, ধোন্দোলা—প্ৰথমৰ দুটা সাধাৰণ শব্দ; সিহঁতে ভিতৰত ফোঁপ থকা সকলো বস্তুকে বুজায়; যেনে, বাঁহ ফোঁপোলা বা ফোঁপাল; উঁইয়ে খাই গছ জোপা ফোঁপোলা কৰিলে। পাচৰ দুটা শব্দ স্বভাৱত গোটা কিন্তু কোনো কাৰণত ভিতৰ শুদা হোৱা বস্তুত মাথোন খাটে; যেনে, ভিতৰৰ ভাগ পচি কাঠডাল ধোন্দোলা হল।

ধোব, স. শ. ( অং. ধো, পখাল্; হিং. ধোব্; বং. ধোপ্, ধোৱা ) কাপোৰ ধোৱন, ধুই নিকা কৰণ, a washing.

ধোবা, স. শ. ( অং. ধো, ঐ, বং. ধোপা; হিং. ধোবী ) কাপোৰ ধোওঁতা, কাপোৰ ধুই জীৱিকা কৰা মানুহ, a washerman. ( স্ত্ৰী ) ধোবানী, ধুবুনী।

ধোবাং, বি. হাত ভৰি মেলি দীঘল হৈ পৰা, দণ্ডাকাৰ, lying at full length.

ধোবাং জোৰ্, ধোবাং দি, অস্বস্থ হৈ হাত ভৰি মেলি দীঘল হৈ পৰ্; যেনে, ভাৰীয়ে ভাৰ পেলাই ধোবাং জুৰিলে, to lie at full length owing to fatigue or indisposition.

ধোৱন্, কৃদ. স. ধোৱা কাৰ্য্য, the act of washing.

ধোৱামূলা, বি. ধুই নিয়াৰ দৰে সমূলি শেষ কৰা, ভোলাং, উৎখাত; যেনে, ছাগে বাৰীখান ধোৱামূলা কৰিলে, laid waste.

ধৌত্, কৃদ. বি. ( সং. ধৌত—ধাৱ্, ধো ) ধোৱা, পৰিষ্কাৰ কৰা, নিকা, washed, clean.

ধৌধৌ কৰে, ক্ৰি. বি. ( সং. ধৌত, ধোৱা ) ধুই পৰিষ্কাৰ কৰাৰ দৰে, নিৰ্ম্মলৰূপে (বগাত খাটে); যেনে, কাপোৰখান ধৌধৌ কৰে বগা, purely, cleanly.

ধ্যান, কৃদ. স. ( সং. ধ্যান—ধৈ, চিন্ত্ ) বৰকৈ মন লগোৱা কাৰ্য্য, চিন্তন; উপাসিত দেৱতাৰ ৰূপ গুণ মনৰ আগত ওলাই থকাৰ দৰে ভবা কাৰ্য্য; যেনে, উপাসকে দেৱতাৰ ধ্যান কৰে, meditation, reflection, mental representation of the form and attributes of the deity to whom worship is addressed.

ধ্যায়মান্, বি. যাৰ চিন্তা কৰা যায়; যাৰ ধ্যান কৰা যায়; যেনে, ধ্যায়মান দেৱতা, meditated or reflected upon.

ধ্ৰুব, বি. ( সং. ধ্ৰুৱ্, স্থিৰে থাক্ ) নিশ্চয়, অলৰ; যেনে, এই কথা ধ্ৰুব, certain, sure, unalterable. স. শ. প্ৰথম জনা মনুৰ নাতিয়েক, উত্তানপাদ ৰজাৰ পুতেক, তেওঁ আপোনাৰ পুণ্যৰ বলেৰে উত্তৰ কেন্দ্ৰত স্ব-নামেৰে তৰা হৈ আছে বুলি কথিত, the polar star, or the north pole itself, (Haughton).

ধ্বংস্, স. ধা. ( সং. ধ্বংস্, চূৰ্ণ হ ) সংহাৰ্, নাশ্, কাটি বা মাৰি ক্ষয় কৰ্; যেনে, মাউৰে দেশ ধ্বংসিলে, to destroy, to lay waste. স. শ. নাশ, destruction.

ধ্বংসক, স. শ. ( সং. ) নাশ কৰোঁতা, a destroyer.

ধ্বংসন্, কৃদ. স. ( সং. ) নাশ কৰা কাৰ্য্য, the act of destroying.

ধ্বংসিত্, কৃদ. বি. ( সং. ) নষ্ট, উচ্ছন্ন, destroyed, laid waste.

ধ্বংসী, বি. ( সং. ধ্বংসিন্—ধ্বংস + ইন্ ) নাশ কৰোঁতা ( ই সদায় সমাসৰ দ্বাৰা যাৰ নাশ হয় তাৰ নামৰ পাচত যুক্ত হয় ); যেনে, বাৰণধ্বংসী ৰাম, destroying.

ধ্বংসোঁতা, কৃদ. স. নাশ কৰোঁতা, a man who destroys. ( স্ত্ৰী ) ধ্বংসঁতী।

ধ্বজ্, স. শ. ( সং. ধ্বজ—ধ্বজ্, গতি কৰ্ ) পতাকা, কোনো বস্তুৰ চিনস্বৰূপ মুৰত এডোখৰ কাপোৰ লগোৱা এডাল মাৰি;

পুৰুষৰ লিঙ্গ, a flag, a banner, the penis.

ধ্বজভঙ্গ, বি. (সং. ধ্বজভঙ্গ—ধ্বজ, লিঙ্গ, + ভঙ্গ, ভগা) লিঙ্গৰ দুৰ্ব্বলতাৰ কাৰণে তিৰোতাৰে সহবাস কৰিব নোৱৰা, লিতা, impotent.

ধ্বনি, স. শ. (সং. ধ্বনি—ধ্বন্, শব্দ কৰ্) অৰ্থহীন শব্দ, কোনো বস্তুৱে আন বস্তুত ঠেকা খাই ওলোৱা মাত, a sound.

ধ্বনিত, কৃদ. বি. (সং.) শব্দায়মান, ধ্বনিৰে পূৰ, resounded.

ধ্বন্যাঘাত, স. শ. (সং. ধ্বনি, মাত + আঘাত, খুন্দা) মাতৰ ঠেলা, শব্দ উচ্চাৰণ কৰোঁতে তাৰ কোনো ভাগত আন ভাগতকৈ অধিককৈ লগা খুন্দা ; যেনে, ময়ূৰ্, ম-তা, an accent.

## ন ।

ন, ব্যঞ্জনবিলাকৰ কুৰি সংখ্যাৰ আখৰ, the twentieth letter of the consonants.

ন, বি. (সং. নৱ, নতুন) নতুন, পুৰণি নোহোৱা ; যেনে, ন কাপোৰ, new.

ন, সংখ্যা. (সং. নৱ, এক কম দহ) এক কম দহ, ten.

ন, ক্রি. বি. অভাৱ বা নিষেধ বুজোৱা ক্রিয়া বিশেষণ ; যেনে, নহয়, নকৰিবি, a negative particle.

নকল্, স. শ. (যাং.) আৰ্হি চাই লেখা কাকত আদি, প্ৰতিৰূপ, প্ৰতিলিপি, a copy.

নকুল্, স. শ. (সং. নকুল—ন, নাই + কুল, বংশ) নেউল, নেল ; চতুৰ্থ পাণ্ডৱ, an ichneumon or mungoose, (*Herpestes ichneumon*), the fourth son of Pandu.

ন-কৈ, ক্রি. বি. নতুন কৈ ; পুনাই, পুনৰায়, newly, again, anew.

নক্ৰ, স. শ. (সং. নক্ৰ—নক্ৰ, নাক, দীঘল নাকযুক্ত, এতেকে) ঘঁৰিয়াল, a crocodile.

নক্সা, নক্সা, } স. শ. (যাং.) আৰ্হা, চিত্ৰ-পট, লিখনীৰে তোলা, দেশ, ঘৰ বা জন্তু আদিৰ আকৃতি, a picture, a map.

নখ্, স. শ. (সং. নখ—ন, নাই + খ, সাৰ বা বোধ যাৰ, সি কাটিলেও দুখ নেপায় এতেকে) হাতৰ বা ভৰিৰ আঙ্গুলিৰ আগৰ হাড়ৰ দৰে টান ভাগ ; পৰ্ব্বতৰ নিচেই ওচৰৰ বা তলভাগ ; যেনে, পৰ্ব্বতৰ নখ, a toe or finger nail, the foot of a hill or mountain.

নখ-চন্দ্ৰ, স. শ. (সং. নখচন্দ্ৰ—নখ, আঙ্গুলিৰ আগৰ টান ভাগ + চন্দ্ৰ, জোন) মানুহৰ নখৰ গুৰি কালত থকা অৰ্দ্ধ চন্দ্ৰৰ নিচিনা বগা দাঁচ, the crescent-shaped spot at the root of the human nail.

নখ্চুকা, স. শ. (সং. নখ, আঙ্গুলিৰ আগৰ চোকা ভাগ + চুক, কোণ) হাতৰ বা ভৰিৰ নখৰ চুকত ঘা হোৱা, এবিধ ৰোগ, a painful inflammation in the fingers or toes under the nails, a kind of whitlow.

নখ্-বিষ, স. শ. (সং. নখ, ঐ + বিষ, বেদনা) নখেৰে আঁচোৰাৰ পৰা হোৱা বেদনা, pain caused by scratches with the finger nails.

নখী, বি. চোকা নখযুক্ত, হাঁতোৰা থকা ; যেনে, বাঘ আদি, having sharp nails or claws. স. শ. এবিধ নখৰ আকৃতিৰ গন্ধ দ্ৰব্য, a kind of aromatic substance.

নগৰ্, স. শ. (সং. নগৰ—নগ, পৰ্ব্বত ; পৰ্ব্বতৰ নিচিনা ওখ ঘৰ থাকে যত) ৰাজধানী, পুৰি ; বজা থকা ঠাই, a city, a town.

নগৰস্থ, বি. (সং. নগৰস্থ—নগৰ, ঐ + স্থা, থাক্) নগৰত থকা, নগৰীয়া, living in a town or city.

নগৰা, স. শ. কোনো বস্তু ধৰিবৰ কাৰণে তাৰ কাণত লগোৱা বেঁতৰ আঙ্গঠি, কণাৰি, a cane ring or loop attached to any thing.

নগৰী, স. শ. "নগৰ" চোৱাঁ ।

নগৰীয়া, বি. নগৰৰ, নগৰত থকা, relating

to or living in a city. স. শ. নগৰৰ লোক, a citizen.

নগা, স. শ. (সং. নগ্ন, নাঙ্গঠ) উজনীৰ শিবসাগৰ জিল্লাৰ পূব ফালৰ পৰ্ব্বতবিলাকত থকা এবিধ মানুহ; সিহঁত প্ৰায় নাঙ্গঠ, the generic name of certain large and powerful tribes, inhabiting the hills beyond the Sibsagar and Lakhimpur frontiers. (স্ত্ৰী) নাগিনী।

নগা-টেঙ্গা, স. শ. পূৰ্ব্বে নগা পৰ্ব্বতৰ পৰা অনা এবিধ গছ, তাৰ টেঙ্গা ফল, a kind of acid fruit and its tree originally brought from the Naga hills.

নগাঢাৰি, স. শ. এবিধ বহল কাঠীৰে সজা দীঘল বাঁহৰ ঢাৰি, a kind of large bamboo-mat.

নগা-মাকো, স. শ. নগাই কৰা এবিধ ডাঠ কাপোৰ, তাৰ কোনো থানত দীঘল আঁচ থাকে, a kind of coarse Naga cloth.

নগা-মতা দি, মিছা মাত, আসৈ মাত, to deny.

নগুৰ-শাস্তি, স. শ. (সং. উগ্ৰশাস্তি, ডাঙ্গৰ দণ্ড) বৰ শাস্তি, উগ্ৰ দণ্ড, a severe punishment.

নগ্ন, বি. (সং. নগ্ন—নজ্, লাজ পা) নাঙ্গঠা, বিবস্ত্ৰ, naked.

ন-ঘৰীয়া, বি. (অং. ন, নতুন+ঘৰ, গৃহ) আন ঠাইৰ পৰা আহি নকৈ ঘৰ-লোৱা, ন-ভগনীয়া, newly settling at a place.

নঙ্গলা, স. শ. পদূলি-ভেঁটা মাৰি, পদূলিৰ দুৱাৰ মৰা ডাং; পদূলি; যেনে, মই নঙ্গলাত থিয় হৈ আছিলোঁ, the bar of a gateway, a gateway.

নচুৱা, স. ধা. নচাত নিযুক্ত কৰ্, to cause to dance. কৃদ. স. নচুৱাওঁতা, (স্ত্ৰী) নচুৱঁতী।

নচেৎ, ক্ৰি. বি. (সং. নচেত্—ন, না+চেত, হয়) যদি এনে নহয়, নতুবা; যেনে, তুমি আহিবা নচেৎ মই ঘৰলৈ যাম, if not, otherwise.

নঞ্‌সমাস্, স. শ. (সং. নঞ্‌সমাস—নঞ, ন+সমাস, অনেক পদৰ যোগ) অভাৱ বা নিষেধ বুজোৱা নকাৰে সৈতে অন্য শব্দৰ যোগ; যেনে, ন+ব্ৰাহ্মণ, অব্ৰাহ্মণ, a form of compound of which a negative particle is the first member.

নটু, স. শ. (সং. নট—নটু, নাচ) নাচোঁতা, এজাতি মানুহ, a dancer, a caste or class of people of Assam.

নটনী, স. শ. নট-জাতিৰ তিৰোতা, a *natch* woman.

নটিনী, স. শ. (সং. নটী শব্দৰ অপভ্ৰংশ) নাচনী, নাচনিয়াৰ তিৰী; (এই ব্যৱসায় কৰা তিৰোতা প্ৰায়ে বেশ্যা হয় এতেকে) বেশ্যা, a dancing woman, a prostitute.

নটী, স. শ. (সং. নটী—নট শব্দৰ স্ত্ৰীলিঙ্গ) নাচনিয়াৰ তিৰোতা; নাচোঁতাৰ ভাৰ্য্যা, বেশ্যা, a dancing girl, a professional dancer's wife, a prostitute.

নটুৱা, স. শ. (সং. নাট্, নাচন) তিৰোতা বা মতাৰ বেশ লোৱা নাচনিয়াৰ লৰা; ভাৱনাত ভাও লওঁতা, a dancing boy dressed as a male or female, an actor.

নত্, কৃদ. বি. (সং. নত—নম্, মূৰ দোঁৱা) বেকা হোৱা, দোঁখোৱা; মূৰ চাপৰোৱা; নমস্কাৰ কৰা, bent, bowing.

নতি, স. শ. (সং. নত—নম্, মূৰ চাপৰা) নমস্কাৰ, সেৱা, প্ৰণাম, obeisance, a bow.

নতুন, বি. (সং. নূতন, ন) ন, পুৰণি নোহোৱা, নবীন, new, fresh.

নতুনকৈ, ক্ৰি. বি. নকৈ, আকৌ, afresh, newly, again.

নতু, ⎫ পৃ. অবা. (সং. নতু, নাই)
নতুবা, ⎭ নাইবা, অথবা, কিম্বা, or, or else, if not.

ন-ভোৱা, বি. (অং. ন, না + ভোৱা, পৰিষ্কাৰ কৰ্) পৰিষ্কাৰ নকৰা; যেনে,

ন-তোৰা ঠাই বা গা, not cleaned or made tidy.

নথৈ ভকতি কৰ্, বৰকৈ তিৰস্কাৰ বা বিভণ্ডা কৰ্; যেনে, তাক নথৈ ভকতি কৰিলে, to abuse, to insult.

নদ্. স. শ. (সং. নদ—নদ্, উচ্চ শব্দ কৰ্; পানীৰ খলকনি লাগে এতেকে) ভাৰতবৰ্ষৰ সাতখান ডাঙৰ নৈৰ এখান; সিহঁতৰ নাম;—শোণ, সিন্ধু, হিৰণ্যাক্ষ, লোহিত (লুইত), কোক, ঘৰ্ঘৰা, আৰু শতদ্রু, one of the seven big rivers of India. A river whose personification is male, *e. g.*, the Brahmaputra, (Haughton).

নদন্-বদন্, বি. (সং. নন্দনবন, ইন্দ্রৰ বাৰী, তাত সকলো বস্তু পোৱা যায়, এতেকে) অপাৰ, অপৰিমিত, যিমান লাগে সিমান (ধনবস্তুত খাটে); যেনে, তেওঁৰ ধন-সম্পত্তি নদনবদন, abundant, unlimited (said of wealth).

নদী, স. শ. (সং. নদী, নদ শব্দৰ স্ত্রীলিঙ্গ) সাতখান নদত বাজে আন নৈ, a river not being one of the *nadas*.

নদীতীৰ্, স. শ. (সং. নদীতীৰ—নদী, নৈ+তীৰ, দাঁতি) নৈৰ দাঁতি, a river bank.

নদীমাতৃক্, বি. (সং. নদীমাতৃক—নদী, নৈ+মাতৃ, আই, পালন কৰোঁতা) নদীৰ পানীৰে ৰসাল হোৱা, নদীৰ পানীৰ দ্বাৰা ফলৱান হোৱা (দেশত খাটে); যেনে, নদীমাতৃক দেশত বৰষুণ নহলেও বৰ হানি নহয়, watered by rivers.

নদীয়া, স. শ. (সং. নদী, নৈ) মাটিৰ, পানী থোৱা চৰিয়া, a kind of large earthen vessel for water.

নদীয়াল্, স. শ. (সং. নদী, নৈ) মাছ-মৰা ডোম, জালোৱা, a fisherman (an euphemism).

ননন্দ, } স. শ. (সং. ননন্দৃ) স্বামীৰ
ননন্দী, } ভনীয়েক, a husband's younger sister.

নন্দ, স. শ. বৃন্দাবনৰ গুৱালৰ অধিপতি আৰু কৃষ্ণৰ তোলনীয়া বাপেকৰ নাম, the name of the head cowherd of Vrindabana and foster father of Krishna.

নন্দন্, স. শ. (সং. নন্দন—নদ্, আনন্দিত কৰ্, পুত্রৰ পৰা আনন্দ হয়) পুত্র, a son. (স্ত্রী) নন্দনী।

নন্দন্-বন, স. শ. (সং. নন্দনবন—নন্দন, ৰং লগোৱা+বন, হাবি) ইন্দ্রৰ ফুলনি বাৰী, Indra's garden.

নন্দি, } স. শ. শিৱৰ এজনা পাৰিষদৰ নাম,
নন্দী, } the name of one of Siva's attendants.

নন্দিনী, স. শ. (সং. নন্দিনী, স্ত্রী—নদ্, আনন্দিত কৰ্) পুত্রী, নন্দনী, জী, a daughter.

নপৰিয়া, বি. (অং. ন+পাৰ্, পাৰগ হ; কাৰ্য্য কৰিব নোৱৰা) পীড়িত, নৰিয়া; যেনে, গোসাঁই ঈশ্বৰ নপৰিয়া হৈছে, sick, ill. স. শ. পীড়া, ৰোগ, illness. (ভকতীয়া মাত)।

নপুংসক্, স. শ. (সং. নপুংসক—ন, নোহোৱা +পুংস, পুৰুষ) তিৰোতা আৰু মতাৰ সম্পূৰ্ণ অঙ্গ নথকা মানুহ, পুৰুষ-শক্তি ন থকা মতা; খাহী কৰা মুনিহ, a person having neither the male nor the female organ fully developed, an impotent man, a eunuch. বি. মতা আৰু তিৰোতাৰ সম্পূৰ্ণ অঙ্গ নথকা; লিতা, পুৰুষ-শক্তিহীন, impotent, having neither the male nor the female organ fully developed.

নবীন্, বি. (সং. নবীন—নব, নতুন) নতুন, ন, new.

নবৈ, "নবৈ" চোৱা।

নভোমণ্ডল্, স. শ. (সং. নভোমণ্ডল—নভঃ, আকাশ+মণ্ডল, গোল) আকাশ, the sky.

নম্, স. ধা. (সং. নম্, মূৰ দোঁৱা) সেৱা কৰ, প্ৰণাম কৰ্; যেনে, "হেনয় কৃষ্ণক নমো", to bow down to, to salute.

নমস্কাৰ্, স. শ. (সং. নমস্কাৰ—নমঃ, সেৱা

+কৃ, কৰ্) সেৱা, মূৰ দোঁৱাই কৰা সম্ভ্ৰম, a bow, a salutation.

সমা.—নমস্কাৰ, প্ৰণাম, পাচৰটোৰে আগৰটোতকৈ অধিক সন্মান বুজায়। এজনে তেওঁৰ সমনীয়া এজনক সন্মান কৰাত নমস্কাৰ আৰু অধমে উত্তমক প্ৰণাম কৰে।

নমস্য, বি. (সং. নমস্য—নম্, সেৱা কৰ্) সেৱাৰ যোগ্য, মান্য, পূজ্য, venerable, entitled to salutation.

নমা, স. ধা. (সং. নম, মূৰ দোঁৱা) তললৈ আন্, চাপৰা, দোঁৱা, to lower, to bring down. কৃদ. স. নমাওঁতা, (স্ত্ৰী) নমাতী।

নম্ৰ, বি. (সং. নম্ৰ—নম্, মূৰ দোঁৱা) নত; এতেকে, অহঙ্কাৰহীন, সেও, bowing, lowly, humble.

নম্ৰতা, গু. শ. (সং.) সেও হোৱা গুণ, অহঙ্কাৰ নথকা গুণ, meekness, humility.

নম্ৰভাৱে, ক্ৰি. বি. নম্ৰতাৰে সৈতে, বিনয়েৰে, humbly, with humility.

নয়ন, স. শ. (সং. নয়ন—নী, লৈ যা, বাট দেখায়, এতেকে) চকু, দেখা ইন্দ্ৰিয়, the eye.

নয়ন্-চুক্, স. শ. (হিং. বং. নয়ানসুখ, এবিধ কাপোৰ) এবিধ বিলাতী থান কাপোৰ, jaconet.

নৰ, স. শ. (সং. নৰ—নৃ, লৈ যা) মনুষ্য, মানুহ, a man, a male human being. (স্ত্ৰী) নাৰী।

নৰক্, স. শ. (সং. নৰক—নৃ, লৈ যা; যম দূতে তালৈ লৈ যায়, এতেকে) মৃত্যুৰ পাচত পাপীৰ দণ্ডৰ ঠাই; তাৰ সংখ্যা ৬৪, hell.

নৰক্, স. শ. (সং. নৰক, পাপীৰ দণ্ডৰ ঠাই অশুচি বস্তুৰে পূৰ এতেকে) তিৰোতাৰ মাহেকীয়া স্ৰাৱ; যেনে, অমুক তাইৰ নৰকত পৰি থাকিব, the menstrual discharges of women, menses.

নৰক্-কুণ্ড, স. শ. (সং. নৰককুণ্ড—নৰক, পাপীৰ দণ্ডৰ ঠাই+কুণ্ড, গাঁত) পাপীৰ আত্মাক পেলোৱা বিষ্ঠা, মূত্ৰ, জুইৰে পূৰ গাঁত, তাৰ সংখ্যা ৬৪; বিষ্ঠা, মূত্ৰ বা আন অশুচি বস্তুৰ গাঁত, a pit in hell full of ordure, urine and fire into which the souls of the wicked are consigned after death, a filthy hole, a pit of filth.

নৰক্-গামী, বি. (সং. নৰকগামিন্—নৰক, ঐ+গামিন্, যোৱা) নৰকলৈ যোৱা, নৰকত পৰা, condemned to hell. (স্ত্ৰী) নৰকগামিনী।

নৰকনি, স. শ. (সং. নৰক, ঐ) বিষ্ঠা মূত্ৰেৰে পূৰ্ণ ঠাই, অশুচি ঠাই, গেৰেকনি, a filthy place.

নৰকাসুৰ, স. শ. (সং. নৰকাসুৰ—নৰক, নাম+অসুৰ, দৈত্য) কামৰূপৰ এজন অহিন্দু ৰজা, তেওঁক কৃষ্ণই বধিলে, the name of a demon king of Kamrup.

নৰকী, বি. (সং. নাৰকী, নৰকৰ যোগ্য) নৰকত পৰিবৰ যোগ্য, পাপী; নৰকগামী, hellish, condemned to hell.

নৰণী, স. শ. (সং. নখৰঞ্জনী, বং. নৰুণ, নখ-কটোৱা অস্ত্ৰ) নখ-কটা অস্ত্ৰ; খনিকৰে মূৰ্ত্তি ৰোকা সৰু বটালী, বেজে খছু আদি ফলা সৰু অস্ত্ৰ, an instrument for cutting the finger and toe nails, an engraver's tool, a lancet.

নৰ-দ্বেষী, স. শ. (সং. নৰদ্বেষিন্—নৰ, মানুহ+দ্বেষিন্, হিংসক) মানুহক দ্বেষ কৰোঁতা বা মানুহৰ বিৰোধ কৰোঁতা, a misanthropist.

নৰ-নাৰায়ণ, স. শ. (সং. নৰ, মানুহ+নাৰায়ণ, বিষ্ণু) অৰ্জুন আৰু কৃষ্ণ, Arjun and Krishna.

নৰ-পতি, স. শ. (সং. নৰপতি—নৰ, মানুহ+পতি, গৰাকী) ৰজা, a king.

নৰপাল্, স. শ. (সং. নৰপাল—নৰ, মানুহ+পাল্, ৰক্ষা কৰ্) ৰজা, a king.

নৰ-বলি, স. শ. (সং. নৰবলি—নৰ, মানুহ+বলি, দেৱতালৈ উচৰ্গা বস্তু) দেৱতাৰ আগত কটা মানুহ, a human sacrifice.

নৰমেধ্, স. শ. (সং. নৰমেধ—নৰ, মানুহ+

মেধ, যজ্ঞ) আগৰ কালত মানুহ বলি দিয়া যজ্ঞ বিশেষ, a human sacrifice.

নৰৰূপী, বি. (সং. নৰৰূপিন্—নৰ, মনুষ্য + ৰূপ, আকৃতি + ইন্) মানুহৰ আকৃতি ধৰা, having the human form.

নৰলোক্, স. শ. (সং. নৰলোক—নৰ, মানুহ + লোক, স্থান) মানুহৰ বসতিৰ ঠাই অর্থাৎ পৃথিৱী, the earth, this world.

নৰসিংহ, স. শ. (সং. নৰসিংহ—নৰ, মানুহ + সিংহ, এবিধ জন্তু) ওপৰৰ ভাগ সিংহৰ আৰু তলৰ ভাগ মানুহৰ আকৃতি ধৰি হিৰণ্যাক্ষ নামেৰে দৈত্যক বধ কৰিবৰ নিমিত্তে হোৱা বিষ্ণুৰ চতুর্থ অৱতাৰ; শ্রেষ্ঠ ব্যক্তি, এবিধ গছ, the fourth incarnation of Vishnu in the shape of a lion-headed man, a man of eminence, a kind of tree.

নৰ-হৰি, স. শ. (সং. নৰহৰি—নৰ, মানুহ + হৰি, সিংহ) "নৰসিংহ" চোৱা।

নৰা, স. শ. (বং. নাড়া, ধানৰ মুঢ়া) দাই নিয়া ধানৰ মুঢ়া, stubble of paddy.

নৰা, স. শ. অসম-দেশৰ পূব ফালে থকা এজাতি মানুহ, a race of people inhabiting the east of Assam. (স্ত্রী) নৰাণী।

নৰাণি, স. শ. (অং. নৰা, ধানৰ মুঢ়া) ধানৰ নৰা থকা ঠাই, a field of stubble.

নৰা-তগৰ, স. শ. আহমবিলাকে নৰা-দেশৰ পৰা অনা তগৰ জাতিৰ এবিধ গছ আৰু তাৰ ফুল, a kind of flower and its plant.

নৰাধম, স. শ. (সং. নৰাধম—নৰ, মনুষ্য + অধম, নীচ) অধম মানুহ, নীচ মানুহ, দুষ্ট মানুহ, a mean despicable fellow, a wicked man.

নৰাধিপ্, স. শ. (সং. নৰাধিপ—নৰ, মানুহ + অধিপ, গৰাকী) ৰজা, a king.

নৰাবগৰী, স. শ. (অং. নৰা, এজাতি মানুহ + বগৰী, এবিধ ফল) আহমবিলাকে নৰা দেশৰ পৰা অনা এবিধ গছ আৰু তাৰ ফল, the peach tree and its fruit.

নৰিয়া, বি. (অং. নপৰিয়া—ন + পৰা, পাৰগ হোৱা) পীড়িত, ৰোগী, (ৰোগ হলে একো কৰিব নোৱাৰি এতেকে) sick. স. শ. পীড়িত মানুহ; ৰোগ, a sick person, sickness.

নৰিয়া পৰ্, পীড়িত হ, নৰিয়া হ, to be ill.

নৰেন্দ্ৰ, স. শ. (সং. নৰেন্দ্ৰ—নৰ, মানুহ + ইন্দ্ৰ, প্ৰধান) ৰজা, a king, a sovereign.

নৰেশ, } স. শ. (সং. নৰেশ, নৰেশ্বৰ—
নৰেশ্বৰ্, } নৰ, মানুহ + ঈশ, ঈশ্বৰ, গৰাকী) ৰজা, a king.

নর্ত্তক্, কৃদ. স. (সং. নর্ত্তক—নৃত্, নাচ্) নাচোঁতা, a dancer. (স্ত্রী) নর্ত্তকী।

নর্ত্তন্, কৃদ. স. (সং. নর্ত্তন—নৃত্, নাচ্) নচা কার্য্য, নাচন, the act of dancing, a dance.

নর্ভৰ্, বি. লেটিপেটি, মিহলি; এতেকে পতিত (জাতিত থাটে); যেনে, কলিৰ কালত সকলো নর্ভৰ হল, mixed up, fallen, degraded, depreciated (said of a caste).

নর্ম্মদা, স. শ. "ৰেৱা" চোৱা।

নল্, স. শ. (সং. নল্—নড়্, ঘন হ, ঘন হৈ গজে এতেকে) এবিধ ফোঁপোলা খাগৰি জাতিৰ তৃণ, নিষধ দেশৰ এজনা ৰজা, দময়ন্তীৰ স্বামী, a kind of reed, the name of a king of Nisadha.

নল্-কচু, স. শ. এবিধ কচুৰ মূল, তাৰ গছ, the edible root of a plant of the Arum family, the plant itself.

নল্-টেঙ্গা, স. শ. মর্ম্মন্তি টেঙ্গাৰ লতা, a kind of acid climbing plant.

নল্-বৰা, স. শ. এবিধ পাঁচ নখীয়া গাহৰিৰ নিচিনা মুখেৰে সৰু বগা জন্তু, a *cabiai* or water hog.

নল্বাঁহ্, স. শ. বজাল বাঁহ, a kind of bamboo.

নলনি, স. শ. নলৰ হাবি, a patch of land covered with *nal* reed.

নলা, স. শ. নলৰ নিচিনা, দীঘল, ফোঁপোলা

বস্তু ; পদুমৰ ঠাৰি, a tube, a pipe, the stalk of the lotus, a spout.

নলিচা, স. শ. ( বং. নলিচা ) ধোঁৱা খোৱাৰ চিলিম লগোৱা মাৰি, the upright tube of the *hooká.*

নলিনী, স. শ. ( সং. নলিন্ শব্দৰ স্ত্রীলিঙ্গ ) পদ্মিনী, কমলিনী, পদুমনি ( "কমলিনী" শব্দ চোৱা ), a place abounding in lotus.

নলী, স. শ. ( অং. নল, ভিতৰ ফোঁপোলা তৃণ) ধোঁৱা টানিবৰ কাৰণে ধোঁৱা খোৱাত লগোৱা নলৰ চুঙ্গা ; এতেকে ধোঁৱা খোৱাত লগাই ধোঁৱা টনা, আন দীঘল ফোঁপোলা বস্তু ; নেলী, a tube attached to the *hooká* for drawing in smoke ; the windpipe, the throat.

নলীয়া, বি. (অং. নাল, কোনো বস্তু হাতেৰে ধৰা ভাগ ) নাল থকা, যাইকৈ গোটা নাল-লগোৱা ; যেনে, নলীয়া কটাৰী, having a handle.

নৱ, সংখ্যা. ( সং. নৱ—নৱন্, ন ) এক কম দহ, nine.

নৱ-গ্রহ, স. শ. ( সং. নৱগ্রহ—নৱ, ঐ + গ্রহ, সূর্য্যাদি) সূর্য্য, চন্দ্র, মঙ্গল, বুধ, বৃহস্পতি, শুক্র, শনি, ৰাহু আৰু কেতু, the nine planets of Hindoo astronomy.

নৱতি, } সংখ্যা. ( সং. নৱতি, নৱতী—নৱ,
নৱতী, } ন ) নৱৈ, ninety.

নৱনী, } স. শ. (সং. নৱনীত—নৱ, নতুন
নৱনীত, } + নীত, অনা ) মাখন, নৱনু, butter.

নৱম, সংখ্যা. ( সং. নৱম—নৱ, ন ) ন-ৰ সংখ্যা পূৰক, নটাৰ পাচৰটো, nine.

নৱমী, স. শ. নৱম সংখ্যাৰ তিথি, the ninth day of a lunar half month.

নৱ-ৰত্ন, স. শ. ( সং. নৱৰত্ন—নৱ, ন+ৰত্ন, হীৰা আদি মণি ) হীৰা, মুকুতা, পোৱাল, পানা, ডালিমা, কর্পূৰাণি, মৰকত, ফটিক, সোণ, একে লগে গঁথা এই ন বিধ মণি ; বিক্রমাদিত্যৰ সভাৰ ন জনা পণ্ডিত, অর্থাৎ ধন্বন্তৰি, ক্ষপণক, অমৰসিংহ, শঙ্কু, বেতাল-ভট্ট, ৱৰৰুচি, ঘটকর্পৰ, ৱৰাহ-মিহিৰ, আৰু কালিদাস, a collection of nine particular gems, the nine learned men of the Court of Bikramaditya.

নৱান্ন, স. শ. ( সং. নৱান্ন—নৱ, নতুন + অন্ন, আহাৰ ) নতুন চাউল ; ন চাউল খাবৰ সময়ত কৰা শ্রাদ্ধ, new rice, a ceremony observed at the time of eating new rice.

নৱাব্, স. শ. ( যাং. ) ৰজাৰ প্রতিনিধি, a viceroy, a *Nawab.*

নৱৈ, সংখ্যা. ( সং. নৱতী ) দহ কম এশ, ninety.

নৱ্য, বি. ( সং. নব্য—নৱ, নতুন ) নতুন, new.

নশ্বৰ্, বি. ( সং. নশ্বৰ—নশ্, নাশ পা ) নাশ পোৱা, নষ্ট হোৱা, অচিৰস্থায়ী, ক্ষণভঙ্গুৰ, perishable.

নষ্ট, কৃদ. বি. ( সং. নষ্ট—নশ্, ধ্বংস কৰ্ ) ধ্বংস হোৱা, নাশ-পোৱা ; বেয়া হোৱা, হানি পোৱা, destroyed, ruined, spoiled, lost.

নষ্ট-চন্দ্র, স. শ. ( সং. নষ্টচন্দ্র—নষ্ট, বেয়া হোৱা + চন্দ্র, জোন ) ভাদমাহৰ দুয়ো পক্ষৰ চতুর্থীৰ চন্দ্র। সেই চন্দ্র চাব নেপায়, অকস্মাত দেখিলেও দেখোঁতাই কোনো এক দুর্নাম পায় বুলি পুথিত লেখা আছে. the fourth lunar day of either half of the month of Bhadra.

নষ্টতা, গু. শ. ( সং. ) নষ্ট হোৱাৰ অৱস্থা, the state of being destroyed or spoiled.

নষ্টোদ্ধাৰ্, স. শ. ( সং. নষ্টোদ্ধাৰ—নষ্ট, হানি পোৱা + উদ্ধাৰ, ৰক্ষা ) হানি পোৱা বস্তুৰ পুনৰ প্রাপ্তি, recovery of a thing lost.

নস্য, স. শ. ( সং. নস্য—নস, নাক ) নাকত উজোৱা ধঁপাতৰ গুড়ি ; নাকত উজোৱা দৰৱ, snuff.

নহক, স. শ. ( সং. লশুন, এবিধ মূল )

এবিধ আঞ্জা আৰু দৰৰত দিয়া উগ্ৰ-গন্ধি মূল, garlic.

নহুষ্, স. শ. চন্দ্ৰবংশী ৰজা পুৰুৰবাৰ নাতিয়েকৰ নাম, son of Ayus the eldest son of Purūravas, the father of Yayati. This King is mentioned by Manu as having come into conflict with the Brāhmans, and his story is repeated several times with variations in the Mahabhārat. (Dowson).

নক্ষত্ৰ, স. শ. ( সং. নক্ষত্ৰ—নক্ষ, গতি কৰ্ ) তৰা; চন্দ্ৰে আপোনাৰ পক্ষ গতি কৰোঁতে প্ৰতিদিন বাস কৰা অশ্বিনী আদি সাতাইশটা ঘৰৰ এটা। প্ৰতি ঘৰত এটা বা অধিক তৰা থাকে, a lunar mansion of which twenty-seven are enumerated, each consisting of one star or more.

নাই, স. শ. ( সং. নাভি, তল-পেটৰ খোল ) তল-পেটৰ ওপৰ ভাগত থকা গাঁত বা খোল; পোনেই ওপজা লৰাৰ তল-পেটৰ খোলৰ পৰা ওলোৱা এডাল নাড়ীৰ নিচিনা সূত্ৰ, the navel, the umbilical cord.

নাইকিয়া, বি. ( সং. নাস্তি, নাই ) হীন, শূন্য; (এটা সংজ্ঞা শব্দৰ পাচত থাকে); যেনে, লাজ্ নাইকিয়া মানুহ; নথকা; যেনে, ধন নাইকিয়া হল, destitute of, not existing.

নাই ঢোৰোকা, বি. নাই উলিয়াই পিন্ধা, নাইৰ তলে পিন্ধা; যেনে, নাই ঢোৰোকা চুৰিয়া, worn below the navel (said of the waist cloth).

নাই-ঢোৰোকাকৈ, ক্ৰি. বি. নাই উলিয়াই, নাইৰ তলে, ( পিন্ধাত থাটে ), below the navel ( applied to the waist cloth ).

নাইপিয়া, স. শ. জেঠী জাতিৰ এবিধ মাটিত বগাই ফুৰা জন্তু, a species of lizard.

নাইবা, পৃ. অব্য. কিম্বা, অথবা, বা, or, or else, otherwise.

নাও, স. শ. ( সং. নৌ, পানীৰ যান ) নৌকা, পানীত ফুৰা যান, a boat.

নাও, স. শ. ( সং. নাম, হিং. নাম ) নাম, যি শব্দৰ দ্বাৰা কোনো মানুহ বা বস্তুক জানিব পাৰি সেই শব্দ, a name.

নাও নুমা, স. ধা. নিৰ্ম্মূল কৰ্, বংশ লুপ্ত কৰ্; যেনে, ৰামে শত্ৰুৰ নাও নুমালে, to root out, to exterminate. অ. ধা. লোপ পা, নিৰ্ম্মূল বা নিৰ্ব্বংশ হ, to be extinct.

নাও নিমিত্ত, বি. ( অং. নাও, নাম + নিমিত্ত, কাৰণ; কেৱল নামৰ কাৰণ ) নামমাত্ৰ, অতি অলপ, এফেৰিমান, very little.

নাওবৈচা, স. শ. ( অং. নাও, নৌকা + বা, নাও চলা ) নাও বাওঁতা, নাৱৰীয়া; অসম ৰজাৰ চৰা নাও চলাওঁতা এখেল মানুহৰ এজন, a boatman, an oarsman, one of a class of men, during the time of the Assam Rajas, employed as oarsmen in the king's pleasure boat.

নাওমান্, বি. ( অং. নাও, নাম, নামমাত্ৰ ) নিচেই সৰু, ক্ষুদ্ৰ; অতি অলপ, very small, very little.

নাওৰা, স. শ. ( অং. নাও, নৌকা ) ৰৰষুণত পানী বোৱাই নিবলৈ দুটা ঘৰৰ জোৰাত লগোৱা নাৱৰ নিচিনা এবিধ বস্তু, a trough fixed at the junction of two houses to carry off rain water.

নাক্, স. শ. ( সং. নক্ৰ; হিং. বং. নাক ) নাসিকা, গন্ধ পোৱা আৰু উশাহ লোৱা ইন্দ্ৰিয়, the nose.

নাক্-চুটি, বি. চুটি নাকযুক্ত, থঁৰা নকা, snub-nosed.

নাকটি, স. শ. নাকৰ দুই বিন্ধাৰ মাজৰ উপাস্থিৰ আগৰ ভাগ, নাকৰ আগৰ তলৰ ভাগ, the lower part of the tip of the nose.

নাক্ডেওনা, স. শ. ( অং. নাক, নাসিকা + ডেওনা, পদূলিৰ চাপৰ জেওৰা ) নাকৰ চাপৰ ভাগৰ তলৰ ওথ আৰু হাড়ুৰা ভাগ, the bridge of the nose.

নাকনি-কাণনি, বি. (অং. নাক + নি, নাই + কাণ + নি, নাই; নাক নথকা কাণ নথকা) গালি পাৰি বা কুকৰ্ম্মৰ কথা কৈ ৰৱকৈ লাজ দিয়া, গালি খাই অবাক হোৱা; অপমানিত: যেনে, অমুকক নাকনি-কাণনি কৰিলোঁ, abashed, put to shame, humiliated.

নাকী, স. শ. (অং. নাক, নাসিকা) জন্তুৰ নাকত লগোৱা জৰী; যেনে, মহৰ নাকী, a cord passed through the cartilage of the nose.

নাকীশলি, স. শ. তাঁতৰ ৰ শলি. a part of a loom.

নাকে, ক্রি. বি. নাকৰ পৰা, নাকৰ বাটে, নাকৰ দ্বাৰা, from or through the nose.

নাগ, স. শ. (সং. নাগ- -নগ, পৰ্ব্বত) সাপ, হাতী: কশ্যপৰ ভাৰ্য্যা কদ্রুৰ পৰা উৎপন্ন পাতালত থকা সাপৰ নিচিনা গা আৰু মানুহৰ নিচিনা মুখেৰে এবিধ উপদেৱতা, a serpent, especially the *cobra de capello*, an elephant, one of a race of demi-gods having a human face with the body of a serpent.

নাগ-কন্যা, স. শ. (সং. নাগকন্যা—নাগ, কদ্রুৰ পুত্র + কন্যা, ছোৱালী) পাতালত থকা নাগ-দেৱতাৰ কন্যা, তেওঁ বৰ সুন্দৰী বুলি খ্যাত, a female of the snake-gods, a being like a mermaid.

না-গতি, বি. (অং. না, নাই + গতি, অৱস্থা) বৰ দুখ পোৱা, মন্দ অৱস্থাত পৰা; যেনে, অমুক ধন ভৰি না-গতি হৈছে; বৰ শাস্তি পোৱা, ক্লেশ পোৱা; যেনে, অমুকক মাৰি কিলাই না-গতি কৰিছে, placed in adversity, put to trouble or distress.

নাগ-পাশ, স. শ. (সং. নাগপাশ—নাগ, সাপ + পাশ, জৰী; সাপৰ নিচিনা জৰী) ৰণত শত্রুক বন্ধা খোৰোচা জৰী, a noose used to entangle an enemy in battle.

নাগফণা, } স. শ. (সং. নাগফণা, সাপৰ
নাগফেণা, } ফেঁট; হিং. নাগফণী, এবিধ কাঁইটীয়া গছ) এবিধ কাঁইটীয়া সাপৰ ফেঁটৰ নিচিনা চাপত হোৱা গছ, a kind of Cactus. *Cactus Indicus.* (Gamble).

নাগ-মাটি, স. শ. (সং. নাগ, সৰ্প-দেৱতা + অং. মাটি, মৃত্তিকা) এবিধ আকৰত থকা কলা বৰণীয়া জুই লগা মাটি; (পাতালত থকা নাগ-দেৱতাবিলাকৰ বিষ্ঠাৰ পৰা হোৱা অনুমান কৰি এই নাম দিয়া হৈছিল), fossil coal.

নাগৰ, স. শ. (সং. নাগৰ—নগৰ, ৰজাৰ ঠাই) নগৰত থকা, চতুৰ লোক; ৰৱকৈ ধুন মাৰি ফুৰা লোক; এতেকে লম্পট, a citizen, a clever and sharp man, a fop, a dandy. (স্ত্রী) নাগৰী।

নাগ-ৰাজ, স. শ. (সং. নাগৰাজন্—নাগ, সৰ্প-দেৱতা + ৰাজন, ৰজা) সাপৰ ৰজা, অনন্ত নাগ, Ananta, the chief of the Nagas or snake gods.

নাগলি, বি. (অং. নগা, এবিধ পৰ্ব্বতীয়া নাঙ্গটা মানুহ) নগাৰ নিচিনা, শুচি অশুচিৰ বিচাৰ নথকা, ম্লেচ্ছাচাৰী; যেনে, নাগলি জাতি, having no regard for cleanliness.

নাগ-লোক, স. শ. (সং. নাগলোক—নাগ, সৰ্প-দেৱতা + লোক, স্থান) পাতাল, সৰ্প-দেৱতাবিলাকৰ ঠাই, a region below the earth where the serpent-gods are supposed to reside.

নাগিনী, স. শ. নাগ-কন্যা, নাগ দেৱতাৰ স্ত্রী; নগাৰ ভাৰ্য্যা, নগা জাতিৰ তিৰী, a female snake-god, a Naga woman.

নাগিনী-মূৰবন্ধা, স. শ. এবিধ দীঘল পাতেৰে বন; তাৰে নগাৰ তিৰোতাই চুলি বান্ধে, তাতে চুলি দীঘল হয় বুলি শুনা যায়, a kind of grass.

নাগেৰা, স. শ. (হিং. নাগৰা, এবিধ বাদ্য) এবিধ ক্ষুদ্র দবাৰ নিচিনা বাদ্য, a small kettle-drum.

নাগেৰী, স. শ. ( সং. নাগৰ ; হিং. নাগ্‌ৰী, এবিধ আখৰ ) হিন্দী ভাষা লিখা আখৰ, the most common Hindi character of writing.

নাগেশ্বৰ্, স. শ. ( সং. নাগেশ্বৰ নাগ, সৰ্প-দেৱতা + ঈশ্বৰ, অধিকাৰ ) অনন্ত নাগ, Ananta, the chief of the snake-gods.

নাগেশ্বৰ্, স. শ. ( সং. নাগকেশৰ, বং. নাগেশ্বৰ ; হিং. নাগেশৰ, নাহৰ ) নাহৰ গছ বা তাৰ ফুল, a timber tree and its flower, *Mesua ferrea*, (Gamble).

নাঙ্গঠ, } বি. ( সং. নগ্ন, বিবস্ত্ৰ ) বিবস্ত্ৰ,
নাঙ্গঠা, } কাপোৰ নিপিন্ধা, naked.

নাঙ্গল্, স. শ. ( সং. লাঙ্গল ; বং. নাঙ্গল্, হিং. নাগল্ ) মাটি চহা সঁজুলি, a plough.

নাচ্, অ. ধা. ( সং. নৃত্, বং. হিং. নাচ, নৃত্য কৰ্ ) বাদ্যৰ স্বৰ অনুসৰি অঙ্গভঙ্গি কৰ্ বা হাত ভৰি লৰা, to dance.

নাচ্, }
নাচন্, } স. শ. নচা কাৰ্য্য, নৃত্য, a dance.

নাচনিয়াৰ্, স. শ. নাচোঁতা, যাইকৈ নচা বৃত্তি অৱলম্বন কৰা তিৰোতা, a dancer, especially a dancing girl.

নাচনী, স. শ. নচা তিৰোতা ; বাণিৰ সূতা সুমাবৰ কাৰণ দীঘৰ সূতাবিলাক বেলেগ কৰিবলৈ তাঁতৰ ওপৰত লগোৱা হাকোঁটা বিশেষ, a dancing girl ; a part of a loom.

নাজল্-নাথল্, বি. ( অং. না, নহয় + জল, পানী + না, নহয় + থল, মাটি ; মাটি বা পানীত নথকা অৱস্থা ) আলাই আথানী, থাকিবৰ ঠাই নথকা, নিৰাশ্ৰয়, homeless, helpless, destitute.

নাজীৰ্, স. শ. ( যাং. ) টেকেলাৰ অধিপতি, a native bailiff.

নাট্, স. শ. ( সং. নাট—নট্, নাচ্ ) নাচন ; ভাৱনা ; ভাৱনাৰ পুথি, a dance, a drama.

নাটক্, স. শ. ৰঙ্গশালাত ভাও দেখাবৰ কাৰণে লখা পুথি, a drama.

নাট্-ঘৰ্, স. শ. ( অং. নাট্, ভাৱনা + ঘৰ, গৃহ ) ভাৱনাৰ ঘৰ, নাট্যশালা, a theatre.

নাটনি, স. শ. ( অং. ন, নাই + আট্, প্ৰচুৰ হ ) কম হোৱা ধন বা বস্তু, যি পৰিমাণৰ ধন বা বস্তু কোনো কাৰ্য্যৰ নিমিত্তে নোজোৰা হয় সি ; যেনে, পাঁচ টকাৰ নাটনি হৈছে অৰ্থাৎ কোনো কাৰ্য্যৰ নিমিত্তে আৰু পাঁচ টকা লাগে, insufficiency, a deficit.

নাটনি পৰ্, কম হ ; নোজোৰা হ, to be deficient.

নাট্-পাৰ, স. শ. ( অং. নাট্, নাচন + পাৰ, এবিধ চৰাই ) উৰাই দিলে আকাশত থৰ-মৰা এবিধ পাৰ চৰাই, a tumbler pigeon.

নাট্‌মন্দিৰ, স. শ ( সং. নাট্যমন্দিৰ. নাচ গান কৰা ঘৰ ) দেৱালয়ৰ আগ ফালে থকা নাচ গান কৰা ঘৰ, a choir or dancing hall attached to a temple.

নাটেশ্বৰী, স. শ. ( সং. নটেশ্বৰী নাচোঁতাৰ প্ৰধান তিৰী ) বেশ্যা, অসতী তিৰোতা ( নিন্দাত খাটে ), an unchaste woman.

নাট্য, স. শ. ( সং. নাট্য—নট্, নাচ্ ) নাচন আৰু ভাও দেখোৱা বিদ্যা, the science or art of dancing or acting on the stage.

নাট্যশালা, স. শ. ( সং. নাট্যশালা—নাট্য, ঐ + শালা, ঘৰ ) ভাৱনা কৰা ঘৰ, নাট্‌ ঘৰ, a theatre.

নাঠ্, স. শ. ( সং. নষ্ট, ধ্বংস ) হানি ; যেনে, লাভ নাই, মূলৰো নাঠ, a loss.

নাড়ি, } স. শ. (সং. নাড়ী—নড়্, সৰি পৰ্)
নাড়ী, } গাৰ তেজ চলা শিৰ ; পেটৰ ভুঁকুৰে সৈতে সংযোগ থকা নলা, আঁতি, an artery, a vein, the intestinal canal of an animal.

নাতি, স. শ. ( সং. নপ্তৃ, হিং. নাতী ; বং. নাতি, পো বা জীৰ পুতেক ) পো বা জীৰ পুতেক, a grandson. (স্ত্ৰী) নাতিনী ।

নাতিপুতি, স. শ. (অং. নাতি, পৌত্ৰ + পুতি, অনুৰু. ) নাতি আৰু অন্যান্য সন্তান, বংশৰ পাচলৈ বাঢ়ি যোৱা লোকবিলাক ;

যেনে, এই বস্তু তোমাৰ নাতিপুতিৰ দিনলৈ থাকিব, posterity, descendants.

নাথ্, স. শ. ( সং. নাথ—নাথ্, কৃতাৰ্থ কৰ্ ) প্ৰভু, অধিকাৰ, গৰাকী ; ৰক্ষক ; স্বামী, a lord, a master, a protector, a husband.

নাথ্, স. ধা. ( হিং. নাথ্না, একে লগে জোট্ ) খুঁটাৰে সৈতে গোটাই বান্ধ, ( খুঁটাৰে সৈতে চতি বা মাৰলী বন্ধাত খাটে ), to tie together as a beam, and the post on which the former rests.

নাথনী, স. শ. খুঁটাৰ কানেৰে সৈতে গোটাই চতি বা মাৰলীত দিয়া বান্ধ, the fastening of a beam to the post on which it rests.

নাদ্, স. শ. ( সং. নাদ—নদ্, শব্দ কৰ্ ) শব্দ, মাত, a sound. অ. ধা. বৰকৈ শব্দ কৰ্, গৰ্জন কৰ্ ; যেনে, সিংহে নাদে, to roar.

নাদ্, স. শ. ( সং. নদ্, শব্দ কৰ্ ; তাত কোনো বস্তু পৰিলে "ঘটং" শব্দ উঠে, এতেকে ) কূপ, বৰ দ, ঠেক ঘুৰণীয়া পুখুৰি বিশেষ, a well.

নাদনী, স. শ. ( সং. নন্দিনী, আনন্দ দিয়ঁতী ) এবিধ সৰু মাছ ( সি দেখিবলৈ ভাল, বোধ হয় সেই দেখি তাৰ সেই নাম হৈছে), a kind of small fish.

নাদোৰ্, অ. ধা. ( সং. নদ্, আনন্দ পা, তাৰ পৰা ৰং পোৱা যায়, এতেকে ) পানীত সাঁতুৰি ধেমালি কৰ্, to swim for pleasure.

সমা.—নাদোৰ, সাঁতৰ্ বা সাঁতোৰ, কেৱল ধেমালিৰ নিমিত্তে মানুহে নাদোৰে, নৈত পাৰ হবলৈ বা বেমালি কৰিবলৈ সাঁতোৰা যায়।

নানকপন্থী, স. শ. (হিং. নানকপন্থী—নানক, এজন ধৰ্ম্মপ্ৰচাৰকৰ নাম + পন্থী, পথত চলোঁতা ) নানকৰ মতত চলোঁতা, নানকৰ শিষ্য, a follower of Guru Nanak, *e.g.*, a Sikh.

নান্কাৰ্, স. শ. ( যাং. ) কোনো ভাল কামৰ বঁটাস্বৰূপে দিয়া নিষ্কৰ মাটি, land given free of rent for service rendered.

নানা, বি. ( সং. নানা—না, নহয় অৰ্থাৎ এবিধ নহয় ) অনেক, পৃথক, বিবিধ, বেলেগ বেলেগ ; যেনে, নানা ঋষিৰ নানা মত, various.

নান্নং-নবস্ত্ৰং. বি. ( সং. নান্নংনবস্ত্ৰং—না, নাই + অন্ন, আহাৰ + না, নাই + বস্ত্ৰ, কাপোৰ ) খাব-পিন্ধিবলৈ নথকা, অতি দুখীয়া, বৰ দৰিদ্ৰ, destitute of both food and raiment, poverty-stricken.

নান্দী, স. শ. ( সং. নান্দী—নন্দ্, আহ্লাদ জন্মা ) নাটকৰ আৰম্ভতে কোনো ৰজাক প্ৰশংসা বা আশীৰ্ব্বাদ নাইবা দেৱতাক স্তুতি কৰা শ্লোক, praise of a king or deity recited in verse at the opening of a drama.

নান্দীমুখ্, স. শ. ( সং. নান্দীমুখ—নান্দী, শুভ + মুখ, প্ৰধান, শুভ কাৰ্য্যেই প্ৰধান কি মূল উদ্দেশ হৈছে যাৰ ) বিয়া, লগুণ দিয়নি আদি শুভ কাৰ্য্যৰ দিনা ৰাতি পুৱা যি সেই কাৰ্য্য কৰে, তেওঁৰ পিতাক, পিতামহেক, আৰু প্ৰপিতামহেক ; মাক, পিতামহীয়েক, আৰু প্ৰপিতামহীয়েক ; মাতামহেক, প্ৰমাতামহেক, আৰু বৃদ্ধ প্ৰমাতামহেক এই ন জনৰ উদ্দেশে কৰা শৰাধ, ন-পুৰুষৰ শৰাধ, an offering made to the manes of ancestors on joyous occasions such as investiture with the sacred thread, marriage, &c.

নাপদ্, স. শ. ( সং. না, ন + পদ, শব্দ ) না-শব্দ, নিষেধ বা অভাৱ বুজোৱা শব্দ, a negative.

নাপিত্, স. শ. ( সং. নাপিত—ন, নাই + আপ্, প্ৰাপ্ত হ ; সম্ভ্ৰম নেপায়) লোকৰ ডাঢ়ি মুখ খুৰাই জীৱিকা কৰা মানুহ, a barber.

নাভি, } স. শ. ( সং. নাভি, নাভী—নহ্, নাভী, } বান্ধ ) চকাৰ মাজৰ বিন্ধা, তদ্রূপ হেতু মানুহৰ তলপেটত থকা খোল, নাই ; অসমীয়া পুথিৰ মাজৰ বিন্ধা ( তাত এডাল শলা সুমাই পাতবিলাক একে লগে ৰখা যায় ), the nave of a wheel, the navel, the central hole of an Assamese manuscript.

নাভিছেদন, স. শ. ( সং. নাভিচ্ছেদন—নাভি, নাই + ছেদন, কটা ) লৰাৰ নাই কটা কাৰ্য্য, the act of cutting off the umbilical cord.

নাভিকমল, } স. শ. ( সং. নাভিপদ্ম—নাভিপদ্ম, } নাভি, নাই + পদ্ম, পদুম ) সুন্দৰ নাই, উত্তম নাভি, a beautiful navel.

নাম, স. শ. ( সং. নম্, মূৰ চাপৰা ) তলৰ ভাগ, অধঃ, a lower part, bottom. বি. তলৰ, অধোভাগৰ, ওপৰৰ বিপৰীত ; যেনে, দিখৌৰ নাম ছোৱা, lower. অ. ধা. তললৈ যা, ওখৰ পৰা চাপৰলৈ গতি কৰ্, to come down, to descend.

নাম, স. শ. ( সং. নামন—ম্না, স্মৰণ কৰ্ ) এটা বা অধিক শব্দ যাৰ দ্বাৰা আমি পূৰ্ব্বে দেখা বা শুনা বস্তু বা মানুহ আমাৰ মনত পৰে, আৰু সেই বস্তু বা মানুহক আমি আনকো বুজাব পাৰো, সেয়ে তাৰ নাম ; যেনে, ঘৰ, ৰামচন্দ্র ; গুণৰ খ্যাতি, যশস্যা ; যেনে, সৎকাৰ্য্যৰ দ্বাৰা মানুহৰ নাম হয় ; দেৱতাৰ গুণ গীত ; যেনে, ভকতে নাম লয় ; বিয়াৰ গীত, a name, fame, verses in praise and prayer of a deity, a hymn, a marriage song.

নাম-কথা, স. শ. ( সং. নাম, বিষ্ণুৰ নাম বা উপাসনা + কথা, গুৰুৰ বাক্য ) গুৰুৱে দিয়া বিষ্ণুৰ উপাসনাৰ উপদেশ, a form of prayer taught by the *guru*.

নাম-কৰণ, স. শ. ( সং. নামকৰণ—নাম, নাও – কৃ, কৰ্ ) লৰাক নাম দিয়া কাৰ্য্য, ই বামুণৰ দশ সংস্কাৰৰ এটা, the ceremony of giving a name to a child.

নাম কাট্, কোনো এক শ্রেণীৰ মানুহৰ লগৰ পৰা দূৰ কৰ্ বা খেদা ; যেনে, সেই মহুৰিৰ নাম কাটিলে, to discharge, to dismiss.

নাম-কীৰ্ত্তন, স. শ. ( সং. নাম, গুণৰ গীত + কীৰ্ত্তন, প্রকাশ কৰণ ) গুণৰ গান ; যাইকৈ বিষ্ণুৰ প্রশংসা আৰু স্তুতি, praise, especially praise and prayer offered to Vishnu.

নাম-ঘৰ, স. শ. ( সং. নাম, বিষ্ণুৰ গুণৰ গীত + ঘৰ, গৃহ ) কীৰ্ত্তন ঘৰ, এই দেশৰ বৈষ্ণৱবিলাকৰ উপাসনাৰ ঘৰ, a place of worship of the Vaisnavas of Assam.

নাম লগা, কোনো এক শ্রেণীৰ মানুহৰ লগত নাম লিখ্ ; যেনে, ইস্কুলত হলীৰ নাম লগাইছে ; নাম কীৰ্ত্তন কৰোতে আনতকৈ আগেয়ে গীত আৰম্ভ কৰ্ ; যেনে, এজনে নাম লগাই দিলে আনবিলাকে গায়, to enter the name of a person in a register ; to commence to sing a hymn before others at a prayer meeting.

নামতী, স. শ. ( সং. নাম, গীত ) বিয়া সবাহৰ গীত গোৱাত পাৰ্গত তিৰোতা, a woman skilled in singing marriage songs, or chanting prayers at a prayer meeting.

নামনি, স. শ. ( সং. নাম, তলৰ ভাগ ) কোনো নৈ বা দেশৰ ভাটী ভাগ ; তলৰ ভাগ, গোৱালি, the lower part of a river or country, a lower part. বি. তলৰ, ভাটীৰ ; যেনে, নামনি আসাম, lower.

নামদানি, স. শ. ( নামনি, তলৰ ভাগ ) পৰ্ব্বতৰ চাপৰ ভাগ ; পৰ্ব্বতৰ ওচৰৰ সমান মাটি, the lower part of a range of hills, a plain adjoining the hills.

নামনাচ, বি. ( নাম, তলৰ ভাগ + নাচ,

অনুৰূ.) আনতকৈ অলপ সৰু বা অলপ তাকৰ, হীন, smaller, lesser, inferior.

নাম্-লগোৱা, স. শ. (অং. নাম, দেৱতাৰ গুণ-গীত+লগা, আৰম্ভ কৰ্) কোনো সত্ৰৰ নাম কীৰ্ত্তনত আগেয়ে গীত আৰম্ভ কৰোঁতা; যেনে, 'নাম-লগোৱা আতৈ', one whose duty it is to begin the chorus of a hymn to be sung by the company at a prayer meeting, the principal singer of hymns at a prayer meeting.

নায়ক্, স. শ. (সং. নায়ক—নী, চলা) আনক চলাওঁতা, অধ্যক্ষ; কোনো উপন্যাসৰ মাই পুৰুষ, a guide, a leader, the hero of a story. (স্ত্ৰী) নায়িকা।

নাৰ্, বি. (সং. নাশ, ধ্বংস) নষ্ট; চুৱা, অশুচি, spoiled, defiled.

নাৰ, স. শ. এবিধ সৰু মাছ, a kind of small fish.

নাৰকী, বি. (সং. নাৰকিন্—নাৰক, নৰক +ইন্) নৰকী, নৰকৰ যোগ্য, পাপী, sinful, infernal.

নাৰদ্, স. শ. ব্ৰহ্মাৰ পুতেক, দহ জনা দেবৰ্ষিৰ ভিতৰৰ এজনা, তেওঁ বৰ টুটকীয়া আছিল আৰু বীণা-যন্ত্ৰৰ সৃষ্টি কৰিছিল বুলি খ্যাত, one of the ten divine sages (sons of Brahma) and the inventor of the *bina*, or lute. He is said to have been a tale-bearer.

নাৰদালি, গু. শ. (সং. নাৰদ) টুটকীয়াৰ গুণ বা স্বভাৱ, টোটকালি, the quality of being a tale-bearer.

নাৰদী, স. শ. নাৰদৰ নিচিনা টুটকীয়া তিৰোতা, টুটকী, a backbiting woman. বি. টুটকীয়া (স্ত্ৰী), talebearing (Fem.).

নাৰদীয়া, স. শ. নাৰদৰ নিচিনা টুটকীয়া মুনিহ, a tale-bearer, a backbiter. বি. এজনৰ কথা আন জনক কৈ দন্দ-লগোৱা (স্ত্ৰী. পু.); যেনে, নাৰদীয়া মতা, নাৰদীয়া তিৰোতা, talebearing, backbiting.

নাৰাচ্, স. শ. (সং. নাৰাচ্—নাৰ, মনুষ্য-সমূহ+আ, উপস. + চম্, ভক্ষ্; একেবাৰেই অনেক মানুহক বধে, এতেকে) এবিধ বৰ চোকা শৰ, a kind of very sharp arrow.

নাৰায়ণ্, স. শ. (সং. নাৰায়ণ—নাৰা, ঈশ্বৰে প্ৰথমে স্ৰজা জল+অয়ন, বাট) বিষ্ণু, পৰমব্ৰহ্ম, আদি পুৰুষ (ঈশ্বৰে প্ৰথমতে জল স্ৰজি তাৰ ওপৰতে প্ৰকাশিত হৈ আছিল, পাচত জীৱজন্তুৰ সৃষ্টি হয় এতেকে সেই নাম), Vishnu considered as the Supreme Being who existed before all worlds.

নাৰায়ণী, স. শ. লক্ষ্মী; দুৰ্গা, a name of Lakhsmi, the goddess of prosperity and wife of Vishnu, a name of Durga, wife of Siva (considered as the supreme goddess).

নাৰায়ণী, স. শ. কোঁচ-বেহাৰৰ ৰজাৰ মোহৰ, (সেই ৰজাৰ নামৰ শেষ ভাগ "নাৰায়ণ"; যেনে, নৰনাৰায়ণ; এতেকে), a Koch Behar coin.

নাৰিকল্, স. শ. (সং. নাৰিকেল; নাৰিক, পনীয়া + ইল্, গতি কৰ্) এবিধ তাল জাতিৰ গছ আৰু তাৰ ফল, the cocoanut palm and its fruit.

নাৰী, "নৰ্" চোৱা; "নাড়ী" চোৱা।

নাৰেঙ্গা, স. শ. (সং. নাৰঙ্গ, সুমথিৰা-টেঙ্গা, তাৰ নিচিনা ৰঙ্গা বৰণীয়া এতেকে) এবিধ বৰ বিষাল চক্ নথকা ডাঙ্গৰ গাঁড়, a large and malignant boil having no central core, an abscess.

নাৰ্জী, } স. শ. (অং. ন, নকৰা+
নাৰ্জী-ফুল, } আৰ্জ্জ, উপাৰ্জন কৰ্) আৰ্জিবৰ কাৰণে যত্ন নকৰাকৈ ফুল পেলাই থলেই আপুনি হোৱা এবিধ গছ আৰু তাৰ ফুল, the marigold.

নাল্, স. শ. (সং. নাল, পদুম-ফুলৰ ঠাৰি; তাৰ নিচিনা, এতেকে) কোনো বস্তুৰ হাতেৰে ধৰা ভাগ; যেনে, দাৰ নাল; কথাৰ বং, কথা কওঁতে ভাবিবলৈ সময়

পাবৰ বা ধুন লগাবৰ কাৰণে ব্যৱহৃত আলাগতীয়া কথা; যেনে, মই তাক একো কৰা নাই তেও, হৰিক চিন্তি, সি কিয় মোক হিংসে কৰ নোৱাৰোঁ, ইয়াত "হৰিক চিন্তি" এই দুটা শব্দ নাল, a handle, a word or phrase not necessary to the sense, but introduced to fill a vacancy or for ornament.

নাল্ লগা, নাল খুৱা; বং দি, to furnish with a handle, to introduce unnecessary words or phrases.

নাৱৰা, "নাওৰা" চোৱা।

নাৱৰীয়া, স. শ. (অং. নাও, নৌকা) নাও বাওঁতা, নাও-চলোৱা মানুহ, a boatman.

নাৱাই, স. শ. নাও চলাই কৰা গতি; যেনে, ওলোটা বতাহত নাৱাই নহয়, the act of navigating or proceeding by boat, navigation.

নাবিক, স. শ. (সং. নাৱিক—নৌ, নাও) নাও-চলাওঁতা, an oarsman, a steersman, a sailor. বি. নাও সম্বন্ধীয়, নাৱৰ, naval.

নাশ্, স. শ. (সং. নাশ—নশ্, শেষ হ) ধ্বংস; হানি, destruction, loss. স. ধা. সংহাৰ্, ধ্বংস কৰ্; যেনে, সবংশে নাশিলে তাক, to destroy.

নাশক, স. শ. (সং.) ধ্বংস কৰোঁতা, হানি কৰোঁতা, a destroyer. বি. ধ্বংস কৰা, হানি কৰা; যেনে, কৃমিনাশক ঔষধ, destructive, ruinous. (স্ত্ৰী) স. শ. বি. নাশিকা।

নাশন্, কৃদ. স. (সং.) নাশ-কৰণ, ধ্বংস কৰা কাৰ্য্য, the act of destroying.

নাশন্-কাল্. স. শ. নাশ পাবৰ সময়, দৈৱৰ নিৰ্ব্বন্ধ অনুসৰি ধ্বংস পাবৰ কাল; যেনে, "নাশন কালত বুদ্ধি হয় হত," time preappointed for death or destruction.

নাশী, স. শ. (সং. নাশিন্, নাশক্) নাশক, নাশ কৰোঁতা, a destroyer. (স্ত্ৰী) নাশিনী।

নাশোঁতা, কৃদ. স. নাশ কৰোঁতা, a man who destroys.

নাশ্ৰুতনাভূত, বি. (সং. নশ্ৰুত, নুশুনা+নভূত, নোহোৱা) নোহোৱা নোপজা. কেতিয়াও নেদেখা নুশুনা, unknown and unheard of, extraordinary.

নাসা, স. শ. (সং. নাসা—নস্, শব্দ কৰ্) নাক, the nose.

নাসাৰন্ধ্ৰ, স. শ. (সং. নাসাৰন্ধ্ৰ—নাসা, ঐ+ৰন্ধ্ৰ, বিন্ধা) নাকৰ বিন্ধা, the nostril.

নাসিকা, স. শ. (সং. নাসিকা—নাসা, নাক) নাক, গন্ধ পোৱা অঙ্গ, the nose.

নাস্তিক্. বি. (সং. নাস্তিক—নাস্তি, নাই; ঈশ্বৰ নাই বোলে এতেকে) ঈশ্বৰ আৰু পৰকাল নমনা; বেদ নমনা; sceptical, atheistical, denying the divine character of the Vedas. স. শ. ঈশ্বৰ আৰু পৰকাল নমনা বেদ নমনা লোক; an atheist, one who does not believe in the divine character of the Vedas.

নাস্তিকতা, গু. শ. (সং.) ঈশ্বৰ আৰু পৰকালত অবিশ্বাস, বেদৰ অমান্যতা, atheism, denial of the divine character of the Vedas.

নাস্তিত্ব, গু. শ. (সং.) অস্থিতি, অভাব; যেনে, ঈশ্বৰৰ অস্তিত্ব বা নাস্তিত্ব সপ্ৰমাণ কৰা টান, non-existence.

নাস্তিত্ব-বাদী, স. শ. (সং. নাস্তিত্ববাদিন্—নাস্তিত্ব, ঐ+বাদিন, কওঁতা) ঈশ্বৰ আৰু পৰকাল নাই বুলি কোৱা লোক, one who denies the existence of God and of a future state.

নাহক্, বি. (যাং.) অন্যায়, অকাৰণ, অবাব, unjust, improper, underserved.

নাহৰ্, স. শ. (সং. নাগেশ্বৰ; হিং. নাগেশৰ, এবিধ গছ) এবিধ সুগন্ধি ফুলধৰা সুকাঠী গছ, a kind of timber tree, *Mesua ferrea*. (Gamble).

নাহৰ্-ফুটুকী, স. শ. (অং. নাহৰ, নাহৰৰ ফুল+ফুটুকী, ফুটুকাযুক্ত; তাৰ গাত

নাহৰ-ফুলৰ নিচিনা ফুট থাকে, এতেকে) গাত ফুটুকা থকা এবিধ বাঘ, a leopard.

নাহৰ্‌ফুটুকীয়া, বি. নাহৰফুটুকী, বাঘৰ দৰে ফুটযুক্ত, spotted like a leopard.

নাহা, "নেহা" চোৱাঁ।

নাহি, ক্রি. বি. (হিং. নহি, নহয়) নাই, (পদ্যত); যেনে, "কৃষ্ণ বিনে গতি নাহি আৰ," no, not.

নি, স. ধা. (সং. নী, লৈ যা) লৈ যা, এঠাইৰ পৰা আন এঠাই পোৱা; যেনে, অমুকক বাঘে নিলে, to take away, to convey from one place to another.

নি, ক্রি. বি. অভাৱ বা নিষেধ বুজোৱা ন ইকাৰ বা ঈকাৰেৰে আৰব্ধ ক্রিয়াৰ আগত "নি" হয়; যেনে, নিদিবি, নিজীয়ে, a negative particle.

নি, উপস. (সং. নি) নিষেধ বা অভাৱ বুজোৱা উপসর্গ, a negative prefix.

নিওঁতা, কৃদ. স. (অং. নি, লৈ যা) লৈ যাওঁতা, স্থানান্তৰ কৰোঁতা, a carrier. (স্ত্রী) নিয়ঁতী।

নিঃকিন্‌, বি. (সং. অকিঞ্চন, দুখীয়া) দৰিদ্র, দুখীয়া, poor.

নিঃসাৰিত্‌, কৃদ. বি. (সং. নিঃসাৰিত—নিৰ্‌, উপস. + স্থ, গতি কৰ্‌) খেদাই দিয়া; বাহিৰ কৰা, চেপি উলিওৱা, expelled, turned out, pressed out by squeezing.

নিকট্‌, স. শ. (সং. নিকট—নি, উপস. + কট্‌, গতি কৰ্‌) ওচৰ, সমীপ, proximity.

নিকট্‌, অ. ধা. (অং. নিকৰ, ছাল) ছাল গুচ্‌; যেনে, খোজ কাঢ়োঁতে ভৰিৰ ছাল নিকটিছে, to be peeled off, as the skin.

নিকট্‌কটীয়া, বি. (অং. নি, নাই + কট্‌কট, ঠেকা খাওঁতে হোৱা শব্দ) লৰচৰ নোহোৱাকৈ বন্ধা, টানকৈ খাই ধৰা, fastened, tight, closely fitting.

নিকট্‌বর্ত্তী, বি. (সং. নিকটৱর্ত্তিন্‌—নিকট, ওচৰ + বৃত্‌, বাস কৰ্‌) ওচৰত থকা, neighbouring.

নিকটৰীয়া, বি. (অং. নি. নাই + কটাৰী, কটা অস্ত্র) কটাৰী নথকা, having no knife.

নিকর্টলুৱা, বি. (অং. নি, নাই + কাটল, খাজনা) ৰাজহ-নলগোৱা, not taxed, free from tax.

নিকটা, স. ধা. (অং. নিকট্‌, ছাল গুচ্‌) ছাল গুচা; ওঁঠৰ বাহিৰ কৰ্‌; যেনে, দাঁত নিকটাইছে, to peel, to shew the teeth.

নিকপ্‌কঁপীয়া, বি. (অং. নি, নাই + কঁপা, লৰা) লৰচৰ নকৰা, ভালকৈ খাই ধৰা; এতেকে বদ্ধমুষ্টি, কৃপণ, closely fitting, tightly fastened, close-fisted.

নিকপটীয়া, বি. (অং. নি, নাই + কপট, ছল) সৰল, উদাৰ, অকপটী, মনে মুখে এক, sincere, frank.

নিকৰ্‌, স. শ. (সং.) বাকলি, চোকোৰা, rind, husk, bark. (বৰ চলিত নহয়)।

নিকৰী, স. শ. (অং. নিকৰ, চোকোৰা) চোকোৰাত কাঁইটৰ নিচিনা শৃং থকা, এবিধ পানীত হোৱা গুটি, পানীসৰলৰ গুটি, the fruit of a kind of aquatic plant.

নিকৰুণ্‌, বি. (সং. নিষ্করুণ, নির্দ্দয়) দয়াহীন, নিমৰমিয়াল, unkind.

নিকৰুৱা, স. শ. (অং. নিকাৰ, কষ্ট, খাওঁতে কষ্ট হয়, এতেকে) মুখত ভাল বা সোৱাদ নলগা আহাৰ, বিসোৱাদ খাদ্য; যেনে, সদায় নিকৰুৱা খাব নোৱাৰি, insipid or tasteless food.

নিকষা, স. শ. ৰাক্ষস জাতিৰ প্রথম মাক, a female demon, the mother of Rāvana. The mother of the Carnivarous imps called Pisitāsanas. (Dowson).

নিকা, বি. পৰিষ্কাৰ, নির্ম্মল, clean, free from dirt.

নিকাই, ক্রি. বি. মলিন নোহোৱাকৈ, নিকা হৈ, cleanly, without being soiled.

নিকাৰ্‌, স. শ. (সং. নিকাৰ, হিংসা বা

পীড়া—নি, উপস.+কৃ, নিক্ষেপ কৰ্) দুখ, কষ্ট, জীয়াতু, suffering, distress.

**নিকাহি,** স. শ. খুঁটাৰ বাহিৰ ফালে বাঢ়ি থকা চতি বা মাৰলীৰ মূৰ, the projecting part of a beam.

**নিকৃষ্ট,** বি. (সং. নিকৃষ্ট—নি, উপস.+কৃষ্, হেয় কৰ্) অধম, নীচ; অপকৃষ্ট, low, vile, mean, inferior.

**নিকেতন্,** স. শ. (সং. নিকেতন—নি, উপস. +কিত্, বাস কৰ্) গৃহ, ঘৰ, a dwelling-house.

**নিখৰচী,** বি. অবাবত খৰচ নকৰা, অপব্যয় নকৰা; যেনে, নিখৰচী মানুহৰ ধন বাঢ়ে, frugal.

**নিখৰচীয়া,** বি. (অং. নি, নহয়+খৰচীয়া, ভালকৈ মিহি নোহোৱা) খৰচি নথকা, গোটেই মিহি; যেনে, নিখৰচীয়া পিঠা fine, not coarse (said of a powder).

**নিখৰ্ব্ব,** সংখ্যা. (সং. নিখৰ্ব্ব—নি, উপস. +খৰ্ব্ব, চুটি) দহ কোটি, a billion.

**নিখিল্,** বি. (সং. নিখিল—নি, নাই+খিল, অভাৱ; কোনো অংশৰ অভাৱ নথকা) সমুদায়, সম্পূৰ্ণ, গোটেই; যেনে, নিখিল জগত, whole, entire.

**নিখুঁত্,** বি. খুঁত নথকা, নিখুণ, without a defect, flaw or blemish.

**নিখুন্দ,** বি. (অং. নি, নাই+খুন্দা, আঘাত) খুন্দিও ভৰিবলৈ ঠাই নথকা, গোটেই পূৰ, crammed, filled to superfluity.

**নিখুন্দকৈ,** ক্রি. বি. খুন্দিও আৰু অধিক ভৰিব নোৱৰাকৈ, গোটেই পূৰকৈ; যেনে, চুঙ্গাটোত ধঁপাত নিখুন্দকৈ ভৰিছে, filling to superfluity.

**নিগনি,** স. শ. এবিধ সৰু শলিয়া, a kind of mouse.

**নিগনি-কুন্দা,** স. শ. (অং. নিগনি, ঐ+কুন্দা, মানুহ বন্দী কৰি ৰখা যতন) নিগনি শলিয়া ধৰা কান্দ, a mouse-trap.

**নিগম,** স. শ. (সং. নিগম—নি, উপস.+ গম্, কৰ্ গতি) বেদ; বেদবোধক শাস্ত্ৰ যাৰ গতিৰ লৰচৰ নাই আৰু যাৰ দ্বাৰায় মনুষ্যে পৰকালত ঈশ্বৰক পাব পাৰে। "নিগম কল্পতৰোৰ্গলিতং ফলং"। আগমৰ বিপৰীত। নিবৃত্তি শাস্ত্ৰ, The Vedas, a Shaster by which the Vedas are understood, the tenets of which are immutable and by which one can, in the next world attain beatitude by approaching God.

A Shaster which teaches how to discard temporal desires for the sake of attaining consummate bliss in the next world. It is not in consonance with the doctrines of "আগম" which is a Shaster dealing with the pleasures obtainable in this as well as in the next world.

The tenets of "নিগম" are the utterances of God while those of "আগম" of Siva and are embodied in the *tantras*.

**নিগৰ্,** অ. ধা. (অং. নি, উপস.+গৰ্, বৈ যা; বং. নিংড়ন্, বৈ যাওন) লাহে লাহে ওলাই বৈ পৰ্; যেনে, তিতা কাপোৰৰ পানী নিগৰে, to drip.

**নিগৰকীয়া,** বি. গৰাকী নথকা, অস্বামিক, having no owner.

**নিগৰা,** স. ধা. বোৱা, চাপৰ্ ফাললৈ গতি কৰা, পাত (জুলীয়া বস্তুত খাটে); যেনে, পানী নিগৰাইছে, to cause to flow or drip.

**নিগাজী,** বি. (অং. নি, নহয়+গাজ, অঙ্কুৰ; ন-কৈ গজি নোলোৱা) নতুন নোহোৱা, প্ৰাচীন, বহুকলীয়া; যেনে, নিগাজী বৰলোক; স্থিতাপি, চিৰন্তন; যেনে, নিগাজী ঘৰ, long-standing, old, not recent, permanent.

**নিগাজীকৈ,** ক্রি. বি. স্থায়ীৰূপে, স্থিতাপিকৈ, permanently.

**নিগুণে,** অা. অব্য. (অং. নি, উপস.+গুণে, কাৰণে) নিদানে, কাৰণে; যেনে, মহৰ

নিগুণে শুব নোৱাৰি, on account of, owing to, in consequence of.

নিগূঢ়, বি. ( সং. নিগূঢ় - নি, উপস. + গূঢ়, গুপ্ত ) অস্পষ্ট, গভীৰ, পোনেই বুজিব নোৱৰা, abstruse, obscure, profound.

নিগ্ৰহ, স. শ. ( সং. নিগ্ৰহ — নি, উপস. + গ্ৰহ, ল ) কষ্ট-দান, অনুগ্ৰহৰ অভাৱ, বেয়া পোৱা ; যেনে, ৰজাৰ নিগ্ৰহ হলে দেশত থাকিব নোৱাৰি ; শাসন, দমন ; যেনে, ইন্দ্ৰিয়ক নিগ্ৰহ কৰিব লাগে ; disfavour, severe treatment, restraint. স. ধা. দমন কৰ্, শাসন কৰ্, দণ্ড কৰ্ ; যেনে, ৰজাই দুষ্টক নিগ্ৰহিব লাগে, to punish, to control.

নিঘুণ, নিঘুণীয়া, } বি. ( অং. নি, নাই + ঘুণ, গাৰ কোনো ভাগত থকা দোষ ) কোনো অঙ্গ বিকল নোহোৱা, সম্পূৰ্ণ অঙ্গযুক্ত, without a defect, sound, perfect, whole.

নিচয়, স. শ. ( সং. নিচয় — নি, উপস. + চি, একত্ৰ কৰ্ ) সমূহ, ( পদাত ) ; যেনে, নৰনিচয় ; নিশ্চয়তা, ঠিক, স্থিৰতা ; যেনে, সেই কথাৰ নিচয় নাই, a multitude, certainty. বি. ঠিক, স্বৰূপ ; যেনে, এই কথা নিচয়, true, exact.

নিচয়ে, ক্ৰি. বি. স্বৰূপে, স্থিৰৰূপে, অলপ-ৰূপে ; যেনে, নিচয়ে আহিম, certainly.

নিচয়কৈ, ক্ৰি. বি. ঠিককৈ, থিৰাংকৈ, with certainty.

নিচটি, বি. একে সমান সূতাৰে বোৱা, গাঁৰি নথকা ; একে বৰণীয়া ( কাপোৰ ), of a uniform texture or color (said of cloth).

নিচাও, স. শ. ( অং. ) বৰ পিতা, পিতাৰ ককাইয়েক, a father's elder brother.

নিচাটু, বি. ( অং. নি, নাই + চাটু, ভাৰসা ) কাকো ভাৰসা বা উপাসা নকৰা, কাৰো সন্তোষ লগাই উপকাৰ পাবৰ ইচ্ছা নকৰা, independent, not currying favor.

নিচিনা, বি. ( বোধ হয় পুৰণি ব্ৰজ ভাষাৰ সদৃশ বুজোৱা "নিছন" শব্দ ইয়াৰ মূল ) সদৃশ, তুল্য, similar to, like.

নিচিনাকৈ, ক্ৰি. বি. দৰে, প্ৰকাৰে, ৰূপে, similarly, in the same manner as.

নিচুক্, অ. ধা. ( বং. নিচ্ছুপ, মৌন ) কান্দন এৰ্ ; যেনে, লৰা নিচুকিছে, to cease from crying, to be comforted.

নিচুকা, স. ধা. কান্দন এৰুৱা, সান্ত্বনা দি, to sooth, to comfort, to cause to cease from crying. কৃদ. স. নিচুকাওঁতা, ( স্ত্ৰী ) নিচুকাঁতী।

নিচুকীয়া, বি. ( অং. নি, নাই + চুক, কোণ, চুক নথকা ) এবিধ ঘূৰণীয়া খৰাহি, a small round basket.

নিচেই, ক্ৰি. বি. ( সং. নিচয়, ঠিক ) সমূলি, গোটেই ; যেনে, নিচেই নাই ; অতি, অতিশয় ; যেনে, নিচেই সৰু, entirely, totally, very.

নিছলা, বি. ( অং. নি, নাই + ছাল, মঙ্গহৰ আবৰণ ) ছাল বাকলি নথকা, অৰ্থাৎ বৰ দৰিদ্ৰ ; খীণোৱা, দুৰ্ব্বল, very poor, emaciated, enfeebled.

নিছলা-পিছলা, বি. ( অং. নিছলা, কাপোৰ নথকা + পিছলা, অনুৰূ. ) সমূলি উদং, গোটেই কাপোৰ নথকা, quite naked or uncovered.

নিছা, স. ধা. ( অং. নি, নাই + ছা, খেৰেৰে ঢাক্ ) ছোৱা খেৰ গুচাই উদং কৰ্ ( ঘৰৰ চালত খাটে ) ; যেনে, চালখান নিছা, to remove the thatch from.

নিছিদ্ৰ, বি. ( সং. নিশ্ছিদ্ৰ—অং. নি, নাই + ছিদ্ৰ, জগৰ, দোষ ) নিজগৰীয়া, জগৰ গুচা, নিৰ্দ্দোষ, দোষ গুচা, নিলেঠা, free from fault or liability.

নিছিদ্ৰকৈ, ক্ৰি. বি. দাই জগৰ গুচাই ; লেঠা মাৰি, rendering free from fault or liability.

নিছুৰীয়া, বি. (অং. নি, নাই + বং. ছোকৃৰা, বালক ) সন্তান নথকা, having no offspring.

নিজ, বি. ( সং. নিজ—নি, উপস. + জন্,

ওপজ্) নিজা, আপোনাৰ ; যেনে, নিজ ঘৰ, own. স. শ. আপোন ; যেনে, নিজৰ ঘৰ, সকলোৱে নিজলৈ টানৈ ; স্বয়ং ; যেনে, মই নিজে যাম, one's self.

নিজগৰ্, স. শ. জগৰৰ অভাৱ, অদোষ, guiltlessness.

নিজগৰী, বি. (অং. নি, নাই + জগৰ, দাই) আন কাৰো দাবি বা স্বত্ব নথকা, আপোনাৰ স্বকীয়া ; যেনে, মাটি ডৰা নিজগৰী কৰি লোৱা ; লেঠাৰ পৰা মুক্ত ; যেনে, ধাৰ শুজি নিজগৰী হলোঁ, freed from the claim of another, absolutely one's own, free from liability or responsibility.

নিজগৰীয়া, বি. দাই-জগৰ নথকা ; যেনে, নিজগৰীয়া মানুহৰ ভয় নাই ; জগৰৰ পৰা মুক্ত ; যেনে, অমুক নিজগৰীয়া হৈছে ; লোকৰ দাবি নথকা, guiltless, faultless, freed from guilt or fault, freed from the claim of another.

সমা.—নিজগৰীয়া শব্দে নিৰপৰাধী আৰু লোকৰ লেঠা নথকা দুইকো বুজায়, কিন্তু "নিজগৰী" শব্দে লোকৰ লেঠা বা দাবি নথকা মাথোন বুজায়।

নিজঞ্জাল্, বি. (অং. নি, নাই + জঞ্জাল, বহুত মানুহৰ সমাগম) নিৰোল, বহুত মানুহ নথকা, হাই নথকা ; যেনে, ঘৰ নিজঞ্জাল হল, free from confusion or disorder, quiet. স. শ. মানুহৰ সমাগম বা হুলস্থুল নথকা ঠাই, হুলস্থুলৰ অভাৱ ; যেনে, নিজঞ্জালত পঢ়িবা, a quiet place, quietness.

নিজনি, বি. নির্ম্মল, কটকটীয়া, মলি নথকা, (জুলীয়া বস্তুত খাটে), clear, limpid, transparent.

নিজনি পৰ্, নির্ম্মল হ, গেদ তললৈ গৈ কটকটীয়া হ, to be clear, to be free from dirt.

নিজম্, স. শ. (অং. নি, নাই + সং. জল্পন, কথা কওন) হাইৰ অভাৱ, নিস্তব্ধতা, নিটাল্, silence, quietness.

নিজম্ দি, হাই কৰিবলৈ এৰ্, চিঞৰিবলৈ এৰ্ ; যেনে, লৰাই নিজম দিলে, to be quiet.

নিজম্ পৰ্, হাই নথকা হ ; নিৰৱ হ ; যেনে, ঘৰটো নিজম পৰিছে, to be quiet, to be still.

নিজৰ্, অ. ধা. (সং. নির্ঝৰ, পর্ব্বতৰ পৰা বৈ অহা পানী) অলপ অলপকৈ বৈ পৰ্ ; যেনে, পর্ব্বতৰ পৰা পানী নিজৰিছে ; নিগৰ, জৰ্ ; যেনে, তিতা কাপোৰৰ পৰা পানী নিজৰে, to flow gently, to ooze out, to drip.

নিজৰণি, স. শ. কোনো বস্তুৰ পৰা নিজৰি ওলোৱা পানী, water oozing out of something.

নিজৰা, নিঝৰা, স. শ. (সং. নির্ঝৰ, পর্ব্বতৰ পৰা বৈ অহা পানী) পর্ব্বতৰ পৰা বৈ অহা পানী, water flowing from a hill or mountain in a small stream.

নিজা, বি. (সং. নিজ, আপোনাৰ) আপোনাৰ, one's own.

নিজাৰ্ পৰ্, ফুল সৰি উদং হ ; যেনে, আজাৰ গছ নিজাৰ পৰিল ; সৰি পৰ্, (ফুলৰ পাহিত খাটে) ; যেনে, আকুৰ ফুল নিজাৰ পৰিছে, to be denuded of flowers, to fall off, as the petals of flowers.

নিটল্, নিটাল্, স. শ. (অং. নি, নাই + টল, লৰ্) একোৱে লৰচৰ নকৰাৰ নিচিনা নিস্তব্ধতা, হাইৰ অভাৱ, stillness, calmness.

নিটল্ মাৰ্, নিটাল মাৰ্, লৰচৰ নকৰাকৈ মনে মনে থাক্, to remain motionless and silent, to be hushed.

নিঠ্, বি. (সং. নিশ্চয়) নিচয়, ঠিক, certain.

নিঠক, বি. (অং. নি, নথকা + ঠাৰি, ফল আদিৰ আধাৰ) ঠাৰি ছিগা ; (ঠাৰি ছিগা ফল আদি সৰি পৰে, এতেকে) উপায়হীন, অতি দৰিদ্ৰ ; যেনে, "বাহিৰে ভিতৰে মোৰ একেটি গৰু। তাক দিলে হৈবো সমূলি নিঠক," destitute of peduncle, hence comes to mean quite destitute.

নিডল্, স. ধা. ( সং. দল্, খণ্ড খণ্ড কৰ্ ) নাশ্, ধ্বংস্, সংহাৰ্, কাটি মাৰি ক্ষয় কৰ্; যেনে, শত্ৰুৰ সেনাক সবে লৈ যান্ত নিডলি, to destroy. ( পদাত )।

নিঢলীয়া, বি. ( অং. নি, নোহোৱা + ঢলীয়া, ফলীয়া ) এঢলীয়া বা একলীয়া নোহোৱা, পোনেই মূৰৰ ওপৰত পৰা, এতেকে বৰ টান ; ( ৰদত খাটে ), falling directly on the head, very hot (said of the sunshine).

নিঢালে, ক্ৰি. বি. হাত ভৰি মেলি দীঘল হৈ ( পৰাত খাটে ) ; যেনে, নিঢালে পৰিল, at full length (said of falling).

নিতম্ব, স. শ. ( সং. নিতম্ব—নি, উপস. + তম্ব্, গতি কৰ্, বহল হৈ যায় এতেকে ) পিঠি ফালে কংকালৰ তলৰ ভাগ ( ঘাইকৈ তিৰোতাৰ ), the buttocks.

নিতম্বিনী, স. শ. ( সং. ) বহল আৰু শুৱনি পাচ ভাগেৰে যুক্ত তিৰোতা ; সুন্দৰী তিৰোতা, a woman with big hips, a beautiful woman.

নিতান্তে, ক্ৰি. বি. ( সং. নিতান্ত, সদায় ) সদায়, always.

নিতৌ, ক্ৰি. বি. ( সং. নিত্য, সদায় ) প্ৰতি-দিনে, দিনৌ, daily.

নিত্য, বি. ( সং. নিত্য—নি, সদায় ) সদায় থকা, চিৰস্থায়ী, অলৰ ; যেনে, ঈশ্বৰ নিত্য ; প্ৰতি দিনে বা সদায় আচৰিব বা কৰিব লগা ; যেনে, সন্ধ্যা বামুণৰ নিত্য কৰ্ম্ম, eternal, perpetual, to be observed daily or always.

নিত্যতা, গু. শ. (সং.) চিৰস্থায়িতা, কেতিয়াও লৰচৰ নোহোৱা গুণ, perpetuity, eternity.

নিত্য-যৌবনা, বি. ( সং. নিত্য-যৌবনা—নিত্য, স্থিৰ + যৌবন, ডেকা কাল ) স্থিৰ যৌবনা, সদায় ডেকেৰী হৈ থকা ( স্ত্ৰী ), ever-young (F.).

নিত্যানন্দ, বি. ( সং. নিত্যানন্দ—নিত্য, সদায় + আনন্দ, বং ) সদানন্দ, সদায় আনন্দত থকা, কেতিয়াও দুঃখ ক্লেশ নোপোৱা ; যত সদায় আনন্দ হৈ থাকে আৰু দুখ-ক্লেশ নাই ; যেনে, নিত্যানন্দ ধামলৈ গমন কৰিলে, ever-joyful, always happy. স. শ. পৰমেশ্বৰ, the Supreme Being.

নিত্যো, ক্ৰি. বি. নিতৌ, প্ৰত্যহ, daily.

নিদৰ্শন, স. শ. ( সং. নিদৰ্শন—নি, নিশ্চয়-ৰূপে + দৰ্শন, দেখা ) উদাহৰণ, দৃষ্টান্ত ; যেনে, এই কথাৰ নিদৰ্শন দিয়া ; প্ৰমাণ, চিন ; যেনে, তুমি যে সেই মানুহ, তাৰ নিদৰ্শন কি ; বিধি, আদেশ ; যেনে, শাস্ত্ৰত বহুবিবাহৰ নিদৰ্শন আছে, illustration, example, proof, a mark whereby something may be recognized, injunction, precept.

নিদাঘ্, নিদাঘ-কাল্, } স. শ. ( সং. নিদাঘ, নিদাঘ-কাল — নি, সদায় + দহ্, পোৰ্ ) গ্ৰীষ্মকাল, ঘামকাল।

নিদান্, স. শ. ( সং. নিদান—নি, উপস. + দা, দি ) আদি কাৰণ, প্ৰথম কাৰণ ; সকলো ৰোগৰ কাৰণ আৰু লক্ষণ লিখা পুথি, a primary cause, a work on the causes and symptoms of diseases.

নিদানে, অা. অব্য. ( সং. নিদান, কাৰণ ) কাৰণে, নিগুণে ; যেনে, মহৰ নিদানে শুব নোৱাৰি, on account of, owing to, in consequence of.

নিদাৰুণ্, বি. ( সং. নি, উপস. + দাৰুণ, প্ৰবল ; বং. নিদাৰুণ, নিষ্ঠুৰ ) নিমৰ-গিয়াল, নিষ্ঠুৰ, cruel.

নিদেশ্, স. শ. ( সং. নিদেশ—নি, নিশ্চয়-ৰূপে + দিশ্, দেখা ) আদেশ, আজ্ঞা, order, command.

নিদ্ৰা, স. শ. ( সং. নিদ্ৰা—নি, উপস. + দ্ৰৈ, শো ) টোপনী, sleep.

নিদ্ৰালু, বি. ( সং. ) টোপনী-গধূৰা, বহুকৈ শুই থকা, এলেহুৱা, sleepy, drowsy, slothful.

নিদ্ৰালুতা, গু. শ. ( সং. ) টোপনী-গধূৰা গুণ ; টোপনীয়াই থকা গুণ, sleepiness, drowsiness.

নিদ্ৰিত্, কৃদ. বি. ( সং. নিদ্ৰিত—নি, উপস.

+ দ্রৈ, শো ) শুই থকা, টোপনীত থকা ; শান্ত হৈ থকা, asleep, dormant.

নিধক্, বি. নিলাজ, নির্গত, অপমানৰ ভয় নথকা, shameless, impudent. স. শ. নির্গত মানুহ, a shameless person. ( স্ত্রী ) বি. স. শ. নিধকী।

নিধকালি, গু. শ. নির্গতালি, নিধকৰ গুণ বা স্বভাৱ, shamelessness, impudence.

নিধন্, স. শ. ( সং. নিধন—নি, উপস. + ধন্, মৰ্ ) মৰণ, মৃত্যু, death.

নিধনী, স. শ. ( সং. নির্দ্ধনী, ধন নথকা ) ধনহীন, দুখীয়া, দৰিদ্ৰ, poor, indigent.

নিধনুৱা, বি. ( অং. নি, নহয় + ধনুৱা, ধন-ভঙ্গা ) ধন নিদিয়াকৈ পোৱা, unpaid, obtained gratis.

নিধৰুৱা, বি. ( অং. নি, নহয় + ধৰুৱা, ধাৰ থকা ) ধাৰ নথকা, unindebted.

নিধাতু, বি. ( অং. নি, নথকা + ধাতু, প্ৰাণ বায়ু ) নিকুশ্বাস, উশাহ বন্ধ হোৱা ; যেনে, লৰাটো কান্দি নিধাতু হল, নিধাতু হৈ লৰিছে, out of breath.

নিধান্, } স. শ. ( সং. নিধান, নিধি—নি,
নিধি, } উপস. + ধা, ধাৰণ কৰ্ ) কুবেৰৰ ভঁৰাল ; এতেকে বহু সম্পত্তিৰ ভঁৰাল বা ঠাই ( আন এটা সংজ্ঞা শব্দৰ পাচত থাকে ) ; যেনে, গুণনিধান, গুণনিধি, ( গুণৰ ভঁৰাল ), a treasury.

নিনাও, বি. ( অং. নি, থকা + নাও, নাম, নৌকা ) নাম নথকা ; নৌকাহীন, nameless, having no boat.

নিন্দ্, স. ধা. ( সং. নিদ্, দুৰ্নাম ক ) দুৰ্নাম ক, নিন্দা কৰ্, to speak ill of, to revile, to ridicule.

নিন্দক্, স. শ. ( সং. নিন্দক—নিন্দ্, ঐ ) নিন্দোতা, নিন্দা কৰোতা, one who reproaches, a reviler. বি. নিন্দা কৰা, দুৰ্নাম কোৱা ; যেনে, নিন্দক মানুহ, reviling. ( স্ত্রী ) স. শ. বি. নিন্দকী।

নিন্দন্, কৃদ. স. ( সং. ) নিন্দা কৰা কাৰ্য্য, the act of ridiculing, blaming or reproaching.

নিন্দনীয়, বি. ( সং. ) নিন্দাৰ যোগ্য, মন্দ, নীচ, blameworthy, contemptible.

নিন্দা, স. শ. ( সং. ) গৰিহনা, দুৰ্নাম, তিৰস্কাৰ, slander, reproach, ridicule.

নিন্দিত্, কৃদ. বি. ( সং. ) নিন্দা পোৱা, গৰিহিত ; অধম, বেয়া, reviled, reproved, low, despisable.

নিন্দোতা, কৃদ. স. নিন্দা কৰোতা, a reviler. ( স্ত্রী ) নিন্দতী।

নিপাত্, স. শ. ( সং. নিপাত—নি, উপস. + পত্, গতি কৰ্ ) নাশ, মৃত্যু, ধ্বংস ; যেনে, শত্ৰুৰ নিপাত হল, destruction, death.

নিপাত্, বি. ( অং. নি, নাই + পাত, পাত্ৰ ) পাত নথকা, leafless.

নিপানী, বি. ( অং. নি, নাই + পানী, জল ) পানী নথকা, পানী নিমিহলোৱা ; যেনে, নিপানী গাখীৰ, not watery.

নিপুণ্, বি. ( সং. নিপুণ—নি, উপস. + পুণ্, পবিত্ৰ হ ) পাৰ্গত, পটু, skilful, clever.

নিপুণতা, গু. শ. ( সং. ) পাৰ্গতালি, পটুতা, cleverness.

নিপোটল্, বি. ( অং. নি, নাই + পোটোকা, হেঁচা খাই বহা ) কতো পোটোকা নপৰা, সমানে পুষ্ট, কোনো ভাগ ক্ষীণ নোহোৱা, plump, fat.

নিস্ফুট, বি. ( অং. নি, নহয় + সং. স্ফুট, ব্যক্ত ) অব্যক্ত, লুকোৱা, অস্ফুট, concealed, unheard of.

নিবদ্ধ, বি. ( সং. নিবদ্ধ—নি, উপস. + বধ্, বান্ধ্ ) বন্ধা ; আবদ্ধ ; লৰচৰ হব নোৱৰাকৈ স্থিৰ কৰা, bound, confined, fixed.

নিবন্ধ, স. শ. ( সং. নিবন্ধ—নি, উপস. + বধ্, বান্ধ্ ) লৰচৰ হব নোৱৰাকৈ কৰা নিয়ম ; স্থিৰকৈ বন্ধা কথা ; প্ৰতিজ্ঞা, an agreement, a vow.

নিবন্ধন্-পত্ৰ, স. শ. ( সং. নিবন্ধন, বন্ধা + পত্ৰ, কাকত ) কথা বন্ধা কাকত, কোনো কাম কৰিম বা কোনো কথাৰ পৰা ক্ষান্ত হম বুলি প্ৰতিজ্ঞা কৰা কাকত, a written agreement.

নিবৰ্ত্তমান্, বি. ( সং. নিবৰ্ত্তমান— নি, শুচ্

+ বৃত্, থাক্) ক্ষান্ত, নিবৃত্ত, কৰিবলৈ এৰা, বিৰত, desisting or refraining from.

নিবাৰ্, স. ধা. (সং. নিবাৰণ, বাধা) বাধা কৰ্, কোনো কাৰ্য্য কৰাৰ পৰা ক্ষান্ত কৰ্, to prevent, to hinder, কৃদ. স. নিবাৰোঁতা, (স্ত্ৰী) নিবাৰঁতী।

নিবাৰক্, স. শ. (সং. নিৱাৰক—নি, উপস. + ৱৃ, ঢাকি ৰাখ্) বাধা কৰোঁতা, one who or that which hinders, opposes or prevents.

নিবাৰণ, কৃদ. স. (সং.) বাধা কৰণ, মানা কৰণ, the act of hindering, prevention.

নিবাৰিত্, কৃদ. বি. (সং.) বাধা পোৱা, ক্ষান্ত কৰা, prevented.

নিবাস, স. শ. (সং. নিৱাস—নি. উপস. + ৱস্, থাক্) থকা ঠাই, ঘৰ; থাকন, residence, home, the act of dwelling.

নিবাসী, বি. (সং. নিৱাসিন্—নিৱাস + ইন্) বাস কৰা, থকা, dwelling, inhabiting. স. শ. কোনো ঠাইত থকা মানুহ, an inhabitant. (স্ত্ৰী) বি. স. শ. নিবাসিনী।

নিবিড়্, বি. (সং. নিৱিড়—নি, নথকা + ৱিল, বিন্ধা) নিসন্ধি. বৰ ঘন, মাজত শুদা ঠাই নথকা; যেনে, নিবিড় অৰণ্য, thick, impervious.

নিবিষ্ট, কৃদ. বি. (সং. নিৱিষ্ট—নি, উপস. + ৱিশ, সোমা) ভিতৰলৈ সোমোৱা; যেনে, ছাত্ৰৰ মন পাঠত নিবিষ্ট হৈছে; একান্ত, একাগ্ৰ, আন চিন্তা নকৰা; যেনে, নিবিষ্ট মনেৰে পঢ়িবা, entered or gone into, deeply engaged, intent.

নিবৃত্ত, কৃদ. বি. (সং. নিৱৃত্ত—নি, উপস. + বৃত্, বৰ্ত্তমান হ) ক্ষান্ত, নিবৰ্ত্তমান, desisting, ceasing, stopped.

নিবৃত্তি, স. শ. (সং.) ক্ষান্তি, বিৰতি, কোনো কাৰ্য্য এৰণ; সংসাৰৰ কাৰ্য্যৰ ত্যাগ, বিষয়ৰ সুখ এৰণ, cessation, forbearance, discontinuation of worldly pursuits.

নিবেদন্, কৃদ. স. (সং. নিৱেদন—নি, উপস. + ৱিদ্, জান্) সম্ভ্ৰমেৰে কৰা জ্ঞাপন, সম্বোধন বা সমৰ্পণ, the act of informing, addressing or giving with respect.

নিবেদন্-পত্ৰ, স. শ. (সং. নিৱেদনপত্ৰ —নিৱেদন, জ্ঞাপন + পত্ৰ, কাকত) ডাঙৰ লোকক সন্মান জনোৱা কাকত, a written address.

নিবেদিত্, কৃদ. বি. (সং. "নিবেদন" চোৱা) সম্ভ্ৰমেৰে সমৰ্পণ কৰা বা দিয়া; যেনে, দেৱতাত নিবেদিত বস্তু; সম্ভ্ৰমেৰে জনোৱা; যেনে, ৰজাত নিবেদিত কথা, given, delivered or informed with respect.

নিবেশ, স. শ. (সং. নিৱেশ—নি, উপস. + ৱিশ, সোমা) প্ৰবেশ, সোমোৱা; নিয়োগ; যেনে, শিক্ষাত মন নিবেশ কৰা, entrance, the act of engaging.

নিবোকা, বি. (অং. নি, নহয় + বকা, অধিক কথা কোৱা) অধিক কথা নোকোৱা, নেহাঁহি নেমাতি থকা অভ্যাসযুক্ত, taciturn, reserved.

নিভঁজুৱা, } বি. (অং. নি, নাই + ভাঁজ,
নিভাঁজ্, } ভাল বস্তুৰ লগত মিহলোৱা বেয়া বস্তু) শুধ, ভাঁজ নথকা, সামান্য ধাতুৰে মিহলি নোহোৱা; যেনে, নিভাঁজ সোণ; বেয়া বস্তুৰে নিমিহলোৱা; যেনে, নিভঁজুৱা গাখীৰ; বেঁকা নোহোৱা, পোন, unalloyed, unadulterated, straight.

নিভাৰসা, বি. (অং. নি, নাই + ভাৰসা, আশা) ভাৰসাহীন, আশা নথকা, hopeless.

নিভৃত, বি. (সং. নিভৃত—নি, উপস. + ভৃ, পোহ্) নিৰ্জ্জন, মানুহ নথকা, solitary.

নিম্, স. শ. (সং. নিম্ব, এবিধ গছ) এবিধ তিতা গছ, তাৰ দুবিধ; এবিধক "মহা-নিম" আন বিধক "ঘোঁৰানিম" বোলা যায়, the *nim* tree. *Melia indica*, (Gamble).

নিমগ্ন, বি. (সং. নিমগ্ন—নি, উপস. + মজ্জ্, পানীত বুৰ্) পানীত তল যোৱা; আপদত পৰা; যেনে, দুখত নিমগ্ন, plunged, immersed, involved in difficulty.

নিমজ্, বি. ( অং. নি, উপস. + মাজ্, ঘঁহ ) মিহি, খহটা নোহোৱা, শীতল, smooth, not rough.

নিমন্ত্রণ্, স. শ. ( সং. নিমন্ত্রণ—নি, উপস. + মন্ত্র্, আলচ্ ) আবাহন, আহ্বান, কোনো কাৰ্য্যৰ নিমিত্তে মাতন, invitation.

নিমন্ত্রিত্, কৃদ. বি. ( সং. ) মতা, আহূত, নিমন্ত্রণ পোৱা, invited.

নিমৰমিয়াল, বি. (অং. নি, নহয় + মৰমিয়াল, মৰম থকা ) মৰম নোহোৱা, স্নেহশূন্য, নিষ্ঠুৰ, unkind, hard-hearted.

নিমাওমাও, বি. ( অং. নিমাত, শব্দ নথকা ) কথা কবলৈ লগ নথকা, অকল ; মানুহৰ মাত নথকা ( ঠাইত খাটে ) ; যেনে, চাপৰি হাবি নিমাওমাও, silent and solitary, lonely, lonesome.

নিমাখিত, বি. ( নিৰ্ম্মাংসী, মঙ্গহ নথকা, ধন-বস্তু মানুহৰ মঙ্গহ, সি নথকা ) বৰ দৰিদ্ৰ, দুখীয়া, poor, indigent.

নিমাত্, বি. ( অং. নি, নাই + মাত, কথা, শব্দ ) অবাক, মাত নথকা ; মৌন, কথা নোকোৱা, নবজা,শব্দ নকৰা, speechless, habitually silent, soundless. ( স্ত্ৰী ) নিমাতী।

নিমাতী, স. শ. ( অং. নিমাত, ঐ ) এবিধ চৰাই, a species of bird.

নিমিত্ত, স. শ. ( সং. নিমিত্ত—নি, উপস. + মি, জোখ্ ) কাৰণ, হেতু, a cause.

নিমিত্তে, অব্য. কাৰণে, by reason of, for the sake of.

নিমিষ, স. শ. ( সং. নিমিষ—নি, উপস. + মিষ, চকু প্ৰচাৰ ) চকুৰ প্ৰচাৰ ; চকুৰ প্ৰচাৰৰ সমান কাল, twinkling of the eye, a trice, a moment.

নিমীলিত, কৃদ. বি. ( সং. নিমীলিত—নি, উপস. + মীল, চকু জপা ) মুদ যোৱা, জপোৱা ( চকুত খাটে ) ; যেনে, চক্ষু নিমীলিত হল, closed as the eye.

নিমুৱা, বি. ( অং. নি, নাই + মুখ, বদন ; মুখ নথকা ) পেটৰ কথা ভাঙ্গি নোকোৱা, মানুহক আশয় নিদিয়া, নিবোকা, reserved, not open-hearted.

নিমুৱাকৈ, ক্রি. বি. কাৰো আগত নোকোৱাকৈ, মনে মনে, গোপনে, without disclosing to anyone, secretly.

নিমূৰমূৰা, বি. ( অং. নি, নাই + মূৰ, শিৰ ; মূৰ নথকা ) ঠাল-ঠেঙ্গুলি নথকা ; এতেকে বন্ধু বা সহায় নথকা, having no branches, friendless, forlorn.

নিমেষ, স. শ. "নিমিষ" চোৱাঁ।

নিম্ন, বি. ( সং. নিম্ন—নি, উপস. + ম্না, মনোযোগ কৰ্ ) দ, চাপৰ, deep, low.

নিম্নতা, গু. শ. ( সং. ) দ-গুণ, গভীৰতা ; চাপৰ, lowness, depth.

নিয়ত্, ক্রি. বি. ( সং. নিয়ত—নি, উপস. + য়ম্, ক্ষান্ত কৰ্ ) সদায়, সৰ্ব্বদা ; যেনে, নিয়ত কুশল বাঞ্ছা কৰোঁ, always.

নিয়তি, স. শ. ( সং. নিয়তি—নি, উপস. + য়ম্, ক্ষান্ত হ ) দশা, কপাল, অদৃষ্ট, মানুহৰ পূৰ্ব্বে নিৰূপিত অৱস্থা ; যেনে, নিয়তিক কোনে বাধিব ? destiny, luck.

নিয়ঁতী, কৃদ. স. "নিওঁতা" চোৱাঁ।

নিয়ঁতী, } স. শ. ( অং. নিওঁতাৰ
নিয়ঁতী-চৰাই, } স্ত্ৰীলিঙ্গ ) নিওঁ, নিওঁ, এনে শব্দ কৰা ফেঁচা, ( ফেঁচাই যাৰ বাৰীত ৰাতি তেনে মাত মাতে, তাৰ ঘৰত কোনো মানুহ বা জন্তু মৰে, এই বিশ্বাসৰ পৰা সেই শব্দ হৈছে ), an owl when it cries in a particular manner, which is supposed to be ominous.

নিয়ন্, কৃদ. স. ( সং. নি, লৈ যা ) নিয়া কাৰ্য্য, লৈ যাওন, the act of carrying.

নিয়ন্তা, স. শ. ( সং. নিয়ন্তা—নি, উপস. + য়ম্, ক্ষান্ত কৰ্ ) শাসন কৰোঁতা, চলাওঁতা, অধিকাৰ, নায়ক ; যেনে, "প্ৰকৃতি, পুৰুষ, দুইৰো নিয়ন্তা মাধৱ" — মাধৱ দেউ, a governor, a leader, a chief, a master.

নিয়ম্, স. শ. (সং. নিয়ম—নি, উপস. + য়ম, ক্ষান্ত কৰ্ ) কাৰ্য্যৰ ৰীতি, বিধি ; যেনে, শাস্ত্ৰৰ নিয়ম, নিৰ্ব্বন্ধ ; দস্তুৰ, নীতি, কোনো কাম কৰিবলৈ বা নকৰিবলৈ

দুই বা বহু মানুহৰ মাজত বন্ধা হোৱা কথা বা প্ৰতিজ্ঞা, a rule, a contract, an agreement, practice, usage.

নিয়ম্-পত্ৰ, স. শ. (সং. নিয়মপত্ৰ—নিয়ম, নিৰ্দ্ধাৰিত কথা+পত্ৰ, কাকত) নিয়ম কৰা বা কথা বন্ধা কাকত, a written agreement or engagement.

নিয়মিত, কৃদ. স. বিধিৰত, বিধি অনুযায়ী; নিশ্চয় কৰা, স্থিৰ কৰা, regulated, consonant with law, fixed, settled.

নিয়মিতৰূপে, } ক্ৰি. বি. নিয়ম অনুসাৰে, নিয়মিত্তকৈ, } বঢ়া বা টুটা নোহোৱাকৈ, according to rule, neither more nor less.

নিয়মীয়া, বি. (সং. নিয়ম, বিধি) যি পৰিমাণৰ হব লাগে সিমান, বৰ ডাঙৰ বা সৰু নোহোৱা; যেনে, ঘৰটো নিয়মীয়া হৈছে, neither very large nor very small.

নিয়মে, আ. অব্য. নিয়ম কৰি, কথা বান্ধি; যেনে, এই নিয়মে ধন দিলে, on a certain condition.

নিয়ৰ্, স. শ. (সং. নিহাৰ, হিম) ৰাতি, ৰাতিপুৱা আৰু গধূলি আকাশৰ বাষ্প গোট খাই পৰা পানী, হিম, dew.

নিয়ৰ্-ভঙ্গা, স. শ. (অং. নিয়ৰ, হিম+ভঙ্গা, নাশ কৰা; হাবিত যাওঁতে সেই ভাগত লাগি বনৰ পৰা নিয়ৰ সৰে, এতেকে) জন্তুৰ আগ-চেউৰাৰ সমুখৰ ডিঙিৰ তলৰ ভাগ, the lower part of the neck just near the forelegs.

নিয়া, স. ধা. (অং. নি, লৈ যা) আন এজনৰ দ্বাৰা স্থানান্তৰ কৰা, to cause to be carried. কৃদ. স. নিয়াওঁতা, (স্ত্ৰী) নিয়াঁতী।

নিয়ামক্, স. শ. (সং. নিয়ামক—নিয়ম, বিধি) নিয়ম-কৰ্ত্তা, চলাওঁতা, one who makes rules, one who guides.

নিয়াৰি, স. শ. মূৰত তীখা লগোৱা, ঠকুৰাৰ আকৃতিৰ এডোখৰ লো, যাৰ ওপৰত থৈ ধাতুক পিটি গঢ় লগোৱা যায়, an anvil বি. পোন, ভাঁজ নথকা; মিহি, উত্তম, straight, well-finished.

নিযুক্ত(-জু-), কৃদ. বি. (সং. নিযুক্ত নি, উপস.+যুক্ত, যোগ কৰা; যুজ্, লগ লগা) নিয়োগ কৰা, কামত লগোৱা; যেনে, ৰণত নিযুক্ত সেনা, appointed, employed, engaged.

নিযুত্(-জু-), সংখ্যা. (সং. নিযুত—নি, উপস. +যুজ্, যোগ কৰ্) দহ লাখ, ten Lakhs.

নিযোগ্(-জো-), স. শ. (সং. নিয়োগ—নি, উপস.+যুজ্, লগ লগা) নিয়োজন, কোনো কামত নিযুক্ত কৰণ, appointment.

নিযোজন্(-জো-), কৃদ. স. (সং.) কোনো কাৰ্য্যত নিযুক্ত কৰণ, কোনো কাম কৰিবলৈ আদেশ কৰা কাৰ্য্য, the act of appointing or ordering to do something.

নিযোজিত(-জো-), কৃদ. বি. (সং.) নিযুক্ত, কোনো কামত লগোৱা, কোনো কাৰ্য্য কৰিবলৈ আজ্ঞা পোৱা, appointed to, engaged in.

নিযোজনীয়(-জো-), } বি. (সং.) নিযুক্ত নিযোজ্য(-জো-), } কৰিবৰ যোগ্য, কোনো কামত লগাবৰ উপযুক্ত, fit to be appointed to or employed.

নিৰ্, উপসৰ্গ. শব্দৰ আগত থাকি অভাৱ, বাহিৰ বা হীনতা বুজায়; যেনে, নিৰ্দ্দোষ, a negative prefix.

নিৰঙ্কুশ, বি. (সং. নিৰঙ্কুশ—নিৰ্, নাই+অঙ্কুশ, লাংচিং বা হাতী চলোৱা অস্ত্ৰ) বাধা কৰোঁতা নথকা, মুকলি মূৰীয়া, আপোন ইচ্ছাৰে চলা, unchecked, free, independent.

নিৰঞ্জন্, বি. (সং. নিৰঞ্জন—নিৰ্, নাই+অঞ্জন, কাজল, অৰ্থাৎ মল বা অন্ধকাৰ) নিৰ্ম্মল, তেজোময়, দীপ্তিমন্ত (ঈশ্বৰত খাটে), unstained, pure, an attribute of God. স. শ. পৰমেশ্বৰ, God.

নিৰৰ্থুক, বি. তিৰী পৰিয়াল নথকা, অকলশৰীয়া, having no family or relations.

নিৰন্তৰ্, ক্ৰি. বি. (সং. নিৰন্তৰ—নিৰ্, নাই +অন্তৰ, ছেদ) বিচ্ছেদ নোহোৱাকৈ, সৰ্ব্বদায়; যেনে, আজি সাত দিন নিৰন্তৰ

বৃষ্টি হৈছে, always, incessantly. বি. অৱকাস বা ছেদ ভেদ নথকা; যেনে, নিৰন্তৰ চেষ্টা বা পৰিশ্ৰম,আটাই, সকলো, সমস্ত; যেনে, "নিৰন্তৰ নৰে ডাকি বোলা ৰাম ৰাম."—শঙ্কৰ, all, without exception.

নিৰপৰাধ্, স. শ. (সং. নিৰপৰাধ—নিৰ্, নাই+অপৰাধ, দোষ) দোষৰ অভাৱ, জগৰ নথকা অৱস্থা; যেনে, নিৰপৰাধত দণ্ড নাই, absence of fault or guilt, innocence. বি. নির্দ্দোষী, নিজগৰীয়া; যেনে, নিৰপৰাধ মানুহ, innocent, guiltless.

নিৰপৰাধিতা, গু. শ. (অং.) নির্দ্দোষী অৱস্থা, জগৰ নথকা অৱস্থা, innocence.

নিৰপৰাধী, বি. (সং. নিৰপৰাধ) নির্দ্দোষী, নিজগৰীয়া, দাই নলগোৱা, innocent. স. শ. জগৰ নকৰা মানুহ, দায় নকৰা লোক, an innocent man. (স্ত্রী) বি. স. শ. নিৰপৰাধিনী।

নিৰপেক্ষ, বি. (সং. নিৰপেক্ষ—নিৰ্, নাই +অপেক্ষা, সম্ভ্ৰম) কাৰো মুখ নৰখা, স্বাধীন ভাৱে কার্য্য কৰা, কাৰো ৰুলীয়া নোহোৱা, acting independently, impartial, neutral.

নিৰৰ্থক, বি. (সং. নিৰৰ্থক—নিৰ্, নাই+অৰ্থ, উদ্দেশ্য) উদ্দেশ সিদ্ধ নোহোৱা, নিস্ফল; অকামিলা; অৰ্থ নথকা, vain, fruitless, useless, unmeaning. ক্রি. বি. অকাৰণতে, অবাবতে; যেনে, নিৰৰ্থক আহিলোঁ, in vain.

নিৰৱ, বি. (সং. নীৰৱ—নি, নাই+ৰৱ, শব্দ) মাত নমতা, কথা নোকোৱা; যেনে, পক্ষীবিলাক নিৰৱ হল; হাই নথকা, নিস্তব্ধ; যেনে, মাজ নিশা জগত নিৰৱ, speechless, still, quiet.

নিৰৱচ্ছিন্নে, ক্রি. বি. (সং. নিৰৱচ্ছিন্ন, ছেদ নথকা) অবিৰতৰূপে ছেদ ভেদ নোহোৱাকৈ, লালীকৈ, ceaselessly.

নিৰস্, বি. (সং. নীৰস—নি, নাই+ৰস, আৰ্দ্ৰতা, আস্বাদ) ৰস নথকা, নীৰস, জোল নথকা, শুকান; সোৱাদ নথকা, dry, juiceless, tasteless, insipid.

নিৰস্ত্ৰ, বি. (সং. নিৰস্ত্ৰ—নিৰ্, নাই+অস্ত্ৰ, দা হিলৈ আদি) অস্ত্ৰ নথকা; যেনে, যুদ্ধত নিৰস্ত্ৰ লোকক হানিব নেপায়, অস্ত্ৰ গুচোৱা; যেনে, শত্ৰুক নিৰস্ত্ৰ কৰিব লাগে, having no weapon, unarmed, disarmed. স. শ. অস্ত্ৰহীন লোক, an unarmed person.

নিৰহ্, বি. (সং. নিৰস, শুকান) অলপ শুকোৱা, আৰ্দ্ৰ নোহোৱা; যেনে, ঠাইখান নিৰহ হৈছে, slightly dry, not damp or moist.

নিৰহ পৰ্, অলপকৈ শুকা, পানী মাৰ যোৱা হ; যেনে, চোঁতাল নিৰহ পৰিল, to get slightly dry.

নিৰহঙ্কাৰ্, বি. (সং. নিৰহঙ্কাৰ—নিৰ্, নাই + অহঙ্কাৰ, গৰ্ব্ব) গৰ্ব্ব নথকা, নম্ৰ, humble. "নিৰহঙ্কাৰী"ও হয়।

নিৰহ্-নিপানী, বি. (অং. নিৰহ, ৰস নথকা +নিপানী, পানী নথকা) পানী নথকা, জুলীয়া নোহোৱা, ঘন, শুকান যেন; যেনে, নিৰহ-নিপানী দৈ; এতেকে, অপব্যয় নকৰা, পৰিমিত ব্যয় কৰা, not watery, economical.

নিৰহা, স. ধা. নিৰহ কৰ্, অলপ শুকা; যেনে, কাপোৰখান জুইত সেকি নিৰহাই আন্, to deprive of water or moisture, to cause to be slightly dry.

নিৰক্ষৰ্, বি. (সং. নিৰক্ষৰ—নিৰ্, নাই+অক্ষৰ, আখৰ) আখৰ নিচিনা, মূর্খ, unlettered, ignorant, illiterate.

নিৰা, স. ধা. (বং. নিড়ন, খেতিৰ বন গুচোৱা) বন গুচাই পৰিষ্কাৰ কৰ্, to weed. কৃদ. স. নিৰাওঁতা, (স্ত্রী) নিৰাতী।

নিৰাকৰণ্, কৃদ. স. (সং. নিৰাকৰণ—নিৰ্ +আ, উপস.+কৃ, কৰ্) খণ্ডন, মিছা প্ৰমাণ কৰণ; যেনে, সেই আপত্তিৰ নিৰাকৰণ হল, refutation.

নিৰাকাৰ্, বি. (সং. নিৰাকাৰ—নিৰ্, নাই +আকাৰ, গঢ়) গঢ় বা আকৃতি নথকা,

শৰীৰ নথকা, having no form or figure. স. শ. আকৃতি বা শৰীৰ নথকা দেৱতা, পৰমেশ্বৰ, the Supreme Being.

নিৰাকৃত্, কৃদ. বি. (সং. নিৰাকৃত—নিৰ্+আ, উপস. + কৃ, কৰ্) খণ্ডিত, মিছা কৰা: যেনে, অপবাদ নিৰাকৃত হল, refuted, rejected.

নিৰানন্দ, বি. (সং. নিৰানন্দ—নিৰ্, নাই + আনন্দ, আহ্লাদ) আনন্দিত নোহোৱা, বিমৰ্ষ, sorrowful, dejected, cheerless. স. শ. আনন্দৰ অভাৱ, want of pleasure, sorrow.

নিৰানবৈ, } সংখ্যা. (অং. ন+নবৈ) এক
নিৰান্নৈ, } কম এশ, ninety-nine.

নিৰাপদ, বি. (সং. নিৰাপদ—নিৰ্, নাই + আপদ, বিপদ) নিৰ্ব্বিঘ্ন, আপদ নথকা, সঙ্কটত নপৰা; আপদৰ হাত সৰা; যেনে, নিৰাপদ হলোঁ, safe, free from misfortune or danger.

নিৰাপদে, ক্রি. বি. আপদত নপৰাকৈ, কুশলে, safely.

নিৰাময়, বি. (সং. নিৰাময়—নিৰ্, নাই + আময়, ৰোগ) নিৰোগী, free from disease.

নিৰামিষ্, স. শ. (সং. নিৰামিষ—নিৰ্, নাই+আমিষ, মাছ মঙহ) মাছ মঙহত বাজে আন আহাৰ, food other than meat and fish.

নিৰামিষাহাৰী, বি. (সং. নিৰামিষাহাৰিন্,—নিৰামিষ + আহাৰ, ভোজন + ইন) মাছ মঙহ নোখোৱা, নিৰামুহি খোৱা, living upon other food than fish and meat. স. শ. নিৰামুহি খোৱা লোক, a vegetarian.

নিৰামিষা, বি. (সং.) মাছ মঙহত বাজে আন, নিৰামুহীয়া; যেনে, নিৰামিষা ভোজন, devoid of fish and meat, other than fish and meat (said of food). স. শ. নিৰামুহি, food other than fish and meat.

নিৰামহি, } স. শ. মাছ মঙহতকৈ আন
নিৰামুহি, } আহাৰ, শাক, ভাত ইত্যাদি, food other than fish and meat.

নিৰামহীয়া, } বি. মাছ মঙহৰ সম্পৰ্ক নথকা,
নিৰামুহীয়া, } মাছ-মঙহত বাজে আন, (আহাৰত খাটে), devoid of flesh and fish, other than flesh and fish (said of food).

নিৰালম্ব, বি. (সং. নিৰাৱলম্ব—নিৰ্, নাই + অৱলম্ব, আশ্ৰয়) নিৰাশ্ৰয়, আশ্ৰয় নথকা: কাৰো ওপৰত ভাৱসা নৰখা, having no protector, helpless, relying on no one.

নিৰাশ, বি. (সং. নিৰাশ—নিৰ্, নাই + আশা, বাঞ্ছা) আশাহীন; আশা গুচা, আশাত বঞ্চিত হোৱা, having no hope, disappointed.

নিৰাশা, স. শ. আশাৰ অভাৱ; যেনে, "আশা পৰম সুখ, নিৰাশা পৰম দুখ।" want of hope.

নিৰাশ্ৰয়, বি. (সং. নিৰাশ্ৰয়—নিৰ্, নাই + আশ্ৰয়, ৰক্ষক) সহায় বা ৰক্ষক নথকা, ৰক্ষাৰ উপায় নথকা, having no protector, or refuge, helpless, destitute.

নিৰাহাৰ্, বি. (সং. নিৰাহাৰ—নিৰ্, নাই + আহাৰ, ভোজন) আহাৰ নকৰা, একো নোখোৱা, লঘোনে থকা, fasting, taking no food. স. শ. আহাৰ নকৰাকৈ থকা অৱস্থা, উপবাস; যেনে, নিৰাহাৰত পিত্ত বাঢ়ে, a fast.

নিৰাহাৰে, ক্রি. বি. নোখোৱাকৈ, আহাৰ নকৰাকৈ, without taking food.

নিৰিখ, স. শ. (যাং. নিৰ্খ্) দৰ, rate.

নিৰীক্ষণ্, কৃদ. স. (সং. নিৰীক্ষণ—নিৰ্, উপস. + ঈক্ষণ, দৃষ্টি) দৃষ্টি; ঘাইকৈ দূৰৈৰ পৰা দৃষ্টি, the act of looking at, especially from a distance.

নিৰুচ্ছাস, বি. (সং. নিৰুচ্ছ্বাস—নিৰ্, নথকা + উচ্ছ্বাস, উশাহ) উশাহ বন্ধ হোৱা; বিবুদ্ধি; যেনে, ৰণৰ কথা শুনি নিৰুচ্ছাস, breathless, out of breath, perplexed.

নিৰুজ্, বি. ( সং. নিৰুজ—নি, নাই+ৰুজ, ৰোগ ) নিৰোগী, স্বস্থ, healthy.

নিৰুত্তৰ্, বি. ( সং. নিৰুত্তৰ—নিৰ্, নাই+ উত্তৰ, প্ৰতিবচন ) উত্তৰ কৰিব নোৱৰা, নিমাত, non-plussed, unable to answer.

নিৰুৎপাত্, বি. ( সং. নিৰুৎপাত—নিৰ্, নাই+উৎপাত, উপদ্ৰৱ ) উপদ্ৰৱশূন্য, কষ্ট নথকা, সুখিল, free from distress or tyranny.

নিৰুৎসাহ্, বি. ( সং. নিৰুৎসাহ--নিৰ্, নাই+উৎসাহ, উদ্যোগ ) উদ্যোগশূন্য, উৎসাহ নথকা, having no energy, indolent. স. শ. উৎসাহৰ অভাৱ; যেনে, নিৰুৎসাহত কাৰ্য্য নষ্ট হয়, want of energy, indolence.

নিৰুৎসাহী, বি. ( সং. নিৰুৎসাহ, ঐ ) উৎসাহ নথকা, এলেহুৱা, inactive, indolent.

নিৰুৎসুক্, বি. ( সং. নিৰুৎসুক—নিৰ্, ন-হয় + উৎসুক, উৎসাহী ) নিৰুৎসাহ, উদ্যোগশূন্য, inactive.

নিৰুদ্দেশ, বি. ( সং. নিৰুদ্দেশ—নিৰ্, নাই +উদ্দেশ, উৱাদিহ ) স্থানান্তৰলৈ যোৱা আৰু উৱাদিহ নথকা; যেনে, অমুক নিৰুদ্দেশ হল, absent and unheard of.

নিৰুদ্ধ, বি. ( সং. নিৰুদ্ধ—নি, উপস.+ৰুধ্, আটকি ৰাখ্ ) আটকি ৰখা, আবদ্ধ, বদ্ধ, confined, restrained, shut, stopped, closed.

নিৰুদ্বিগ্ন, কৃদ. বি. ( সং. নিৰুদ্বিগ্ন—নিৰ্, নোহোৱা + উদ্বিগ্ন, চিন্তিত ) নিশ্চিন্ত, উগুলথুগুল নলগা, স্থিৰ, free from perturbation or anxiety.

নিৰুদ্বেগ, বি. ( সং. নিৰুদ্বেগ—নিৰ্, নথকা +উদ্বেগ, চিন্তা ) চিন্তা নথকা, উৎকণ্ঠিত নোহোৱা, free from anxiety or perturbation.

নিৰুদ্বেগে, ক্ৰি. বি. উদ্বেগ নোহোৱাকৈ, চিন্তাহীন হৈ; যেনে, অমুক এতিয়া নিৰুদ্বেগে আছে, without anxiety or care.

নিৰুপদ্ৰৱ, বি. ( সং. নিৰুপদ্ৰৱ—নিৰ্, নথকা+উপদ্ৰৱ, কষ্ট ) উপদ্ৰৱ নথকা, পৰ-পীড়া নথকা, সঙ্কটশূন্য, free from oppression, ravage or danger.

নিৰুপদ্ৰৱে, ক্ৰি. বি. উপদ্ৰৱ নোহোৱাকৈ, without distress or danger, safely.

নিৰুপম, বি. ( সং. নিৰুপম—নিৰ্, নাই +উপমা, তুলনা ) তুলনা নথকা, অতুলা, incomparable, unequalled.

নিৰুপায়, বি. ( সং. নিৰুপায়—নিৰ্, নাই +উপায়, সাধন ) উপায় নথকা, কিৰূপে কোনো এক কাৰ্য্য সিদ্ধ কৰিব লাগে তাৰ বুদ্ধি বা দিহা নথকা, having no means, helpless.

নিৰুশ্বাস, বি. ( সং. নিৰুচ্ছ্বাস, উশাহ বন্ধ ) উশাহ বন্ধ হোৱা; বিবুদ্ধি, out of breath, perplexed.

নিৰূপণ, কৃদ. স. ( সং. নিৰূপণ—নি, উপস. +ৰূপ্, গঢ় লগা ) স্থিৰ কৰণ, নিশ্চয় কৰণ, the act of ascertaining, determining or settling.

নিৰূপিত্, কৃদ. বি. ( সং. ) স্থিৰ কৰা, নিশ্চয় কৰা, ascertained, determined, settled.

নিৰোগ্, বি. ( সং. নিৰোগ—নি, নাই+ ৰোগ, ব্যাধি ) ৰোগ নথকা, স্বস্থ, healthful, healthy.

নিৰোগিতা, গু. শ. ( সং. ) ৰোগ নথকা অৱস্থা, healthiness, health.

নিৰোগী, বি. ( সং. নিৰোগ শব্দৰ অপভ্ৰংশ ) ৰোগ নথকা, স্বস্থ, healthy.

নিৰোধ্, স. শ. ( সং. নিৰোধ—নি, উপস. +ৰুধ্, আটকি ৰাখ্ ) ভেঁটা, আটকি ৰাখন, বাধা, check, restraint.

নিৰোল্, বি. ( সং. নীৰৱ, শব্দ নথকা ) উচ্চ শব্দ বা হাই নথকা, নিৰৱ, hushed, quiet.

নিৰ্গত্, বি. ( সং. নিৰ্গত—নিৰ্, উপস.+গম, গতি কৰ্ ) বাহিৰ হোৱা, ওলোৱা; যেনে, ঘাৰ পৰা পূঁজ নিৰ্গত হৈছে, gone out.

নিৰ্গজ্, বি. ( সং. নিৰ্গত, বাজ হোৱা ) লাজৰ বাজ হোৱা, নিলাজ, অপমানলৈ ভয়

নথকা, shameless. স. শ. লাজ নথকা মানুহ, a shameless person.

নিৰ্গতালি, গু. শ. নিলাজৰ গুণ বা স্বভাৱ, shamelessness.

নিৰ্গন্ধ, বি. ( সং. নিৰ্গন্ধ—নিৰ্, নাই + গন্ধ, ঘ্ৰাণ ) গন্ধ নথকা, void of smell, inodorous.

নিৰ্গুণ্, বি. ( সং. নিৰ্গুণ —নিৰ্, নাই + গুণ, জ্ঞান, বিদ্যা আদি ) ভাল গুণ নথকা, অকামিলা ; সত্বাদি গুণৰ বাহিৰ ; যেনে, ঈশ্বৰ নিৰ্গুণ, devoid of good qualities, worthless ; above or free from the three properties of matter (said of God).

নিৰ্ঘণ্ট, স. শ. ( সং. নিৰ্ঘণ্ট—নিৰ্, উপস. + ঘট্, চেষ্টা কৰ্ ) কোনো পুথিত যি-বিলাক কথা থাকে, সেইবিলাক অনায়াসে উলিয়াবৰ কাৰণে যি পাতত গি বিষয় লেখা থাকে, সেই পাতৰ অঙ্ক দি লেখা সংক্ষেপ বিবৰণ, an index.

নিৰ্ঘাত্-বচন, } স. শ. ( সং. নিৰ্ঘাত, বজ্ৰৰ
নিৰ্ঘাত্-বাক্য, } শব্দ + বচন, বাক্য, কথা ; যেনে, "কেনে হেন বোলা নিৰ্ঘাত বচন," harsh or unkind speech.

নিৰ্ঘুণ্, বি. ( অং. নিৰ্, নহয় + ঘুণ, অঙ্গত দোষ ) ঘুণ নথকা, কোনো অঙ্গ বিকল নোহোৱা, সুস্থ, নিখুঁত, sound, healthy.

নিৰ্জন, বি. ( সং. নিৰ্জন—নিৰ্, নাই + জন, মানুহ ) মানুহ নথকা, জনশূন্য, lonely, solitary.

নিৰ্জৰ্, বি. ( সং. নিৰ্জৰ—নিৰ্, নহয় + জৰা, বুঢ়া অৱস্থা ) বুঢ়া নোহোৱা, সদায় ডেকাই থকা, not subject to the infirmities of old age.

নিৰ্জল্, বি. ( সং. নিৰ্জল—নিৰ্, নাই + জল, পানী ) জলশূন্য, পানী নথকা, void of water, dry. ( স্ত্ৰী ) নিৰ্জলা।

নিৰ্জান্, বি. ( সং. নিৰ্জন, মানুহ নথকা ) জনশূন্য, মানুহ নথকা ; ধ্বংসিত, নাশ কৰা, solitary, lonely, destroyed.

নিৰ্জান পৰ্, মানুহ নথকা, হাই নথকা হ, to be lonely or free from noise.

নিৰ্জীৱ্, বি. ( সং. নিৰ্জীৱ—নিৰ্, নাই + জীৱ, প্ৰাণ ) জীৱ নথকা, প্ৰাণশূন্য ; মৰা, inanimate, dead.

নিৰ্জু, বি. ( সং. নিৰ্জীৱ, ঐ ) শান্ত, জাতি, খঙ্গাল বা দুষ্ট নোহোৱা, mild, spiritless, quiet.

নিৰ্জুলীয়া, বি. ( অং. নিৰ্, নাই + জোল, ৰস ) জোল নথকা, জুলীয়া নোহোৱা, not liquid, solid.

নিৰ্ঝৰ্, স. শ. ( সং. নিৰ্ঝৰ--নিৰ্, উপস. + ঝৄ, জীৰ্ণ হ ) নিজৰা, পৰ্ব্বতৰ পৰা বৈ অহা সৰু নৈ, water flowing from a hill.

নিৰ্ণয়, স. শ. (সং. নিৰ্ণয়—নিৰ্, উপস. + নী, লৈ যা ) নিশ্চয়, স্থিৰতা, certainty.

নিৰ্ণীত্, কৃদ. বি. (সং.) নিশ্চিত, নিচয় কৰা, স্থিৰ কৰা, ascertained, determined.

নিৰ্দ্দয়, বি. ( সং. নিৰ্দ্দয়—নিৰ্, নাই + দয়া, মৰম ) দয়া নথকা, নিমৰমিয়াল, নিষ্ঠুৰ, unkind.

নিৰ্দ্দিষ্ট, কৃদ. বি. ( সং. নিৰ্দ্দিষ্ট—নিৰ্, উপস. + দিশ্, দেখা ) দেখাই দিয়া, নিৰূপিত, নিৰ্ণীত, প্ৰকাশিত ; যেনে, নিৰ্দ্দিষ্ট বস্তু ; বৰ্ণিত, কথিত ; যেনে, এই কথা শাস্ত্ৰত নিৰ্দ্দিষ্ট হৈছে, pointed out, asserted, declared.

নিৰ্দ্দেশ, স. শ. বিধান, আজ্ঞা, আদেশ ; যেনে, শাস্ত্ৰে নিৰ্দ্দেশ কৰিছে ; নিশ্চয় ; যেনে, সেই কথাৰ একো নিৰ্দ্দেশ নাই, command, precept, certainty.

নিৰ্দ্দোষ, বি. ( সং. নিৰ্দ্দোষ— নিৰ্, নাই + দোষ, অপৰাধ, দুৰ্গুণ ) দোষ নথকা, নিৰপৰাধী, নিঅপৰাধীয়া ; মন্দগুণ নথকা, guiltless, faultless. স. শ. দোষৰ অভাৱ ; যেনে, দোষত দণ্ড, নিৰ্দ্দোষত দণ্ড নাই, innocence.

নিৰ্দ্দোষিতা, গু. শ. ( সং. ) দোষৰ অভাৱ, দোষ নকৰা অৱস্থা, absence of guilt or fault, innocence.

নিৰ্দ্দোষী, বি. ( সং. নিৰ্দ্দোষ শব্দৰ অপভ্ৰংশ ) দোষ নকৰা, নিজগৰীয়া, innocent, faultless. স. শ. দোষ নকৰা মানুহ ; যেনে, নিৰ্দ্দোষীৰ ভয় নাই, an innocent person.

নিৰ্ধন্, বি. ( সং. নিধন--নিৰ্, নাই + ধন, সম্পত্তি ) দৰিদ্ৰ, দুখীয়া, ধন নথকা, poor, indigent. স. শ. দুখীয়া মানুহ, a poor person.

নিৰ্ধনী, বি. ধন নথকা, দুখীয়া, দৰিদ্ৰ, poor, indigent. স. শ. ধন নথকা মানুহ, দৰিদ্ৰ মানুহ ; যেনে, ধনী আৰু নিৰ্ধনীৰ কিহৰ বিবদাবিবদি, a poor man.

নিৰ্ধাৰণ, কৃদ. স. ( সং. নিৰ্দ্ধাৰণ—নিৰ্, উপস. + ধৃ, ধৰ্ ) নিশ্চয় বা স্থিৰ কৰণ ; মেলত স্থিৰ কৰা কথা, determination, a resolution passed at a meeting.

নিৰ্ধাৰিত, কৃদ. বি. ( সং. ) নিশ্চিত, স্থিৰ কৰা, নিৰ্বন্ধ কৰা ; যেনে, নিৰ্ধাৰিত সীমা, ascertained, determined, resolved.

নিৰ্ধাৰ্য্য, বি. ( সং. ) নিশ্চয় কৰিব লগা, স্থিৰ কৰিব লগীয়া ; যেনে, এই গোচৰত নিৰ্ধাৰ্য্য বিষয় এই, to be ascertained or determined.

নিৰ্ব্বংশ, বি. ( সং. নিৰ্ব্বংশ—নিৰ্, নথকা + ৱংশ, বঙ্গহ ) বংশহীন, জ্ঞাতি বা ভাগী নথকা ; যেনে, অমুক নিৰ্ব্বংশ হৈছে, একেবাৰেই উচ্ছন্ন, বংশ লোপ হোৱা ; যেনে, সূৰ্য্য বংশ নিৰ্ব্বংশ হল, having no kindred, extinct as a family or race.

নিৰ্ব্বন্ধ, স. শ. (সং. নিৰ্ব্বন্ধ, যত্ন – নি, উপস. + বধ্, বান্ধ ) স্থিৰকৈ বন্ধা কথা ; দুই ৰজাই মিলেৰে থাকিবৰ নিমিত্তে কৰা নিয়ম, সন্ধি ; যেনে, দুই ৰজাই নিৰ্ব্বন্ধ কৰিছে ; পূৰ্ব্বৰ পৰা চলি অহা দস্তৰ ; যেনে, এই দেশৰ নিৰ্ব্বন্ধ, an agreement, a treaty of peace, custom, usage.

নিৰ্ব্বল্, বি. ( সং. নিৰ্ব্বল—নিৰ্, নাই + বল, শক্তি ) আশকতীয়া, দুৰ্ব্বল, শক্তি নথকা, weak, feeble. স. শ. বল নথকা মানুহ, a weak person.

নিৰ্ব্বলী, বি. ( নিৰ্ব্বল শব্দৰ অপভ্ৰংশ ) দুৰ্ব্বল, শক্তিহীন ; ক্ষমতা নথকা, weak, feeble, powerless. স. শ. বলহীন মানুহ ; যেনে, বলী নিৰ্ব্বলীৰ কি বিবাদ ? a weak or powerless person.

নিৰ্ব্বাণ, স. শ. ( সং. নিৰ্ব্বাণ—নিৰ্, উপস. ৱন্, গতি কৰ্ বা বাণ্, ফুঁই মাৰ্ ) ঈশ্বৰত লয়, মুক্তি ; নুমুৱা, ( জুই বা চাকি ), blown out, extinguished (as a lamp). The total emancipation of the individual soul from matter and from the necessity of reiterated birth. (Haughton).

নিৰ্ব্বাত্, বি. ( সং. নিৰ্ব্বাত—নিৰ্, নথকা + ৱাত, বতাহ ) বতাহ নথকা, বায়ু নচলা, not windy, still.

নিৰ্ব্বাসন, কৃদ. স. ( সং. নিৰ্ব্বাসন—নিৰ্, উপস. + ৱস, বাস কৰ্ ) বাসৰ ঠাইৰ বা দেশৰ পৰা খেদোৱা কাৰ্য্য, দেশান্তৰ কৰণ, banishment.

নিৰ্ব্বাসিত্, কৃদ. বি. ( সং. ) দেশৰ পৰা দূৰ কৰা বা খেদোৱা, banished.

নিৰ্ব্বাহ্, স. শ. ( সং. নিৰ্ব্বাহ—নিৰ্, উপস. + ৱহ্, বহন কৰ্ ) সম্পন্ন, সম্পাদন, কৰণ ; যেনে, কৰ্ম্ম নিৰ্ব্বাহ কৰিবা, performance.

নিৰ্ব্বাহক্, স. শ. ( সং. নিৰ্ব্বাহক, ঐ ) সম্পাদন কৰোঁতা, সম্পাদক, a performer, a manager.

নিৰ্ব্বিকাৰ্, বি. ( সং. নিৰ্ব্বিকাৰ—নিৰ্, নথকা + ৱিকাৰ, ৰূপান্তৰ, ৰোগ ) ৰূপান্তৰ নোহোৱা, সদায় একে দৰে থকা, লৰচৰ নোহোৱা ; যেনে, ঈশ্বৰ নিৰ্ব্বিকাৰ ; ৰোগশূন্য, নীৰোগ ; যেনে, তেওঁ নিৰ্ব্বিকাৰ হোৱা নাই, unchanged, immutable, free from sickness, cured.

নিৰ্ব্বিঘিনি, বি. ( সং. নিৰ্ব্বিঘ্ন, বাধা নথকা ) বিঘিনি নথকা, নিৰাপদ, safe, secure from accident or misfortune.

নির্ব্বিঘিনিয়ে, ক্রি. বি. কুশলে, আপদত বা সঙ্কটত নপৰাকৈ; যেনে, নির্ব্বিঘিনিয়ে ঘৰ পালে গৈ, safely, without accident or misfortune.

নির্ব্বিঘ্ন, বি. (সং. নির্ব্বিঘ্ন—নিৰ্, নথকা + ৱিঘ্ন, বাধা) বাধা নথকা; নিৰাপদ, আপদত নপৰা, unobstructed, safe.

নির্ব্বিবাদ, বি. (সং. নির্ব্বিৱাদ—নিৰ্, নাই + ৱিৱাদ, বিৰোধ, দন্দ) বিবাদশূন্য, নির্ব্বিৰোধ, বিবাদ নথকা, undisputed.

নির্ব্বিবাদে, ক্রি. বি. বিবাদ বা বাধা নোহোৱাকৈ, undisputedly.

নির্ব্বিৰোধ্, বি. (সং. নির্ব্বিৰোধ্—নিৰ্, নাই + ৱিৰোধ, বিবাদ) বিবাদশূন্য, নির্ব্বিবাদ, undisputed.

নির্ব্বিৰোধে, ক্রি. বি. (সং. নির্ব্বিৰোধ, বিবাদ নথকা) বিবাদ নোহোৱাকৈ, মিলেৰে, without dispute, in peace.

নির্ব্বিহ্, স. শ. (সং. নির্বিষ, বিহ নোহোৱা) এবিধ দৰৱত দিয়া গুটি, a kind of fruit used in medicine.

নির্ব্বুদ্ধি, বি. (সং. নির্ব্বুদ্ধি—নিৰ্, নাই + বুদ্ধি, বুজিব পৰা শক্তি) বুদ্ধি নথকা, আজলা, বুজিব পৰা শক্তিহীন, silly, foolish, dull.

নির্বৈৰী, বি. (সং. নির্বৈৰী—নিৰ্, নাই + বৈৰী, শত্রু) শত্রু নথকা, having no enemy.

নির্ব্বোধ্, বি. (সং. নির্ব্বোধ—নিৰ্, নাই + বোধ, জ্ঞান) অজ্ঞান, জ্ঞান নথকা, আজলা, মুর্খ, ignorant, unwise.

নির্ব্বোধতা, গু. শ. (সং.) বোধশূন্য অৱস্থা, বোধ বা জ্ঞানৰ অভাৱ, silliness.

নির্ভয়, বি. (সং. নির্ভয়—নিৰ্, নাই + ভয়, বিপদৰ আশঙ্কা) ভয় নথকা, সাহিয়াল, fearless, undaunted. স. শ. ভয়ৰ অভাৱ, সাহস, আশ্রয় দিবৰ প্রতিজ্ঞা; যেনে, মানৰ ৰজাই বৰ ফুকনক নির্ভয় দিলে, absence or removal of fear, protection promised.

নির্ভয়তা, গু. শ. (সং.) ভয়হীনতা, সাহস, courage.

নিভৰ, স. শ. (সং. নির্ভৰ—নিৰ্, উপস. + ভৃ, পোহ্) আশ্রয়; যেনে, আমাৰ জীৱনে আহাৰত বা আহাৰৰ ওপৰত নির্ভৰ কৰে; ভাৰসা; যেনে, মোৰ আপোনাতে নির্ভৰ; বিশ্বাস; যেনে, মিছলীয়া মানুহৰ কথাত নির্ভৰ কৰিব নোৱাৰি, dependence, reliance, belief.

নির্ভুল, বি. (বং. নিৰ্, নাই + ভুল, ভ্রম) ভ্রম নথকা, অশুদ্ধ নথকা, free from error or mistake, correct.

নির্ভুলৰূপে, ক্রি. বি. ভ্রম নোহোৱাকৈ, শুদ্ধৰূপে, correctly.

নির্ম্ম, স. ধা. (সং. নির্ম্মাণ, সজা) সাজ্, গঢ়্, স্রজ্; যেনে, বিধাতাই সৃষ্টি নির্ম্মিলে, to construct, to form, to create.

নির্মনুষ্য, বি. (সং. নির্মনুষ্য—নিৰ্, নথকা + মনুষ্য, মানুহ) মানুহ নথকা, জনশূন্য, lonely, solitary.

নির্ম্মমতা, গু. শ. (সং. নির্ম্মমতা—নিৰ্, নাই + মমতা, চেনেহ) মমতাশূন্যতা, চেনেহ নথকা গুণ বা অৱস্থা; যেনে, লৰাই বাপেক মাকলৈ নির্ম্মমতা দেখাব নেপায়, want of affection or attachment, disregard.

নির্ম্মৰমিয়াল্, "নিমৰমিয়াল্" চোৱাঁ।

নির্ম্মল্, বি. (সং. নির্ম্মল—নিৰ্, নাই + মল, মলি) মলি নথকা, নিকা, pure, clean.

নির্ম্মলতা, গু. শ. (সং.) নির্ম্মল গুণ, মলি নথকা অৱস্থা, cleanliness.

নির্ম্মাণ, কৃদ. স. (সং. নির্ম্মাণ—নিৰ্, উপস. + মা, জোখ ল) গঢ়া বা সজা কার্য্য, প্রস্তুত কৰণ, manufacture, production, construction.

নির্ম্মায়া, বি. (সং. নির্ম্মায়া—নিৰ্, নথকা + মায়া, ভ্রান্তি, মিছাত সঁচা জ্ঞান) মায়া নথকা, সংসাৰৰ ভ্রমৰ পৰা মুক্ত, free from worldly illusions.

নির্ম্মালি, স. শ. (সং. নির্ম্মাল্য, দেৱতাৰ উচ্ছিষ্ট) দেৱতাক দিয়া ফুল বা মালা, তাক কুশলৰ অর্থে মুৰত লোৱা যায়, আৰু গুৰু আৰু বামুণেও আশীর্ব্বাদ

কৰি আনক দিয়ে, a flower or garland, offered to a deity, or worn on the head as a sacred thing, or a garland given by priests and Brahmans with a blessing.

নিৰ্ম্মিত্, কৃদ. বি. ( সং. নিৰ্ম্মিত—নিৰ্, উপস. + মা, জোখ লʼ ) সজা, গঢ়া, made, fabricated.

নিৰ্মূল্, বি. ( সং. নিৰ্ম্মূল—নিৰ্, নাই + মূল, শিপা ) মূল নথকা, গুৰি নথকা ; সমূলি নষ্ট ; যেনে, শস্যবিলাক নিৰ্মূল হল, baseless, having no foundation, destroyed, eradicated.

নিৰ্য্যাতন্, কৃদ. স. ( সং. নিৰ্য্যাতন—নিৰ্, উপস. + যত্, যত্ন কৰ্ ) প্ৰতিহিংসা, গুটোৱা কাৰ্য্য, revenge.

নিৰ্লজ্জ, বি. (সং. নিৰ্লজ্জ—নিৰ্, নাই + লজ্জা, লাজ ) নিলাজ, লাজ নথকা, shameless.

নিৰ্লজ্জতা, গু. শ. ( সং. ) নিলাজ গুণ, লাজ পাবলৈ ভয় নথকা স্বভাৱ, shamelessness, impudence.

নিৰ্লেঠা, বি. ( বং. নিৰ্, নাই + লেঠা, দায়িতা ) লেঠা নথকা ; যেনে, ধাৰ শুজি নিৰ্লেঠা হল ; আবদ্ধ নোহোৱা, মুক্ত, free from responsibility or liability, free.

নিৰ্লেপ্, বি. ( সং. নিৰ্লেপ—নিৰ্, নহয় + লেপ, লিপ্ত ) একোতো লিপ্ত নোহোৱা, শুদ্ধ, পবিত্ৰ, ( ঈশ্বৰত খাটে ), undefiled by passion, pure.

নিলগ্, বি. ( অং. নি, নোহোৱা + লগ, সঙ্গী ) একে লগৰ নোহোৱা, আঁতৰ, দূৰ, distant. স. শ. দূৰণি, আঁতৰ ঠাই ; যেনে, নিলগত থাক, distance.

নিলগা, স. ধা. আঁতৰ কৰ্, বেলেগ কৰ্, to remove to a distance, to separate.

নিলগানিলগি, বি. এটাৰ পৰা আনটো নিলগ, আঁতৰা-আঁতৰি, distant from each other, separate.

নিলগীয়া, বি. নিলগৰ, নিলগত থকা, ওচৰ নোহোৱা ; আপোন নোহোৱা ; যেনে, নিলগীয়া মানুহ, distant, living at a distance, not one's own.

নিলগে, ক্ৰি. বি. আঁতৰৰ পৰা, ওচৰ নচপাকৈ ; বাঁকী ভাগ নোছোৱাকৈ ; যেনে, থোকৰ পৰা কল এটা নিলগে আনা, from a distance, without touching the rest.

নিলয়্, স. শ. ( সং. নিলয়—নি, উপস. + লী, আলিঙ্গন কৰ্ ) আলয়, ঘৰ, a house.

নিলাজ্, বি. ( সং. নিৰ্লজ্জ, লাজহীন ) লজ্জাহীন ; অপমানলৈ ভয় নকৰা, shameless, impudent. স. শ. লাজ নথকা মানুহ, a shameless or impudent man. (স্ত্ৰী) বি. স. শ. নিলাজী।

নিশকতীয়া, বি. ( অং. নি, নথকা + শক্তি, বল ) দুৰ্ব্বল, নিৰ্ব্বল ; ক্ষীণ ; যেনে, নিশকতীয়া মানুহ, নিশকতীয়া খুঁটাই ঘৰ বান্ধিব নোৱাৰে, weak, feeble, not strong and stout.

নিশঙ্ক, বি. ( সং. নিশঙ্ক—নি, নথকা + শঙ্কা, সন্দেহ, ভয় ) নিসন্দেহ, নিসংশয় ; নিৰ্ভয়, doubtless, fearless.

নিশব্দ, বি. ( সং. নিশব্দ—নি, নথকা + শব্দ, মাত ) শব্দ বা মাত নথকা, হাই নথকা, নিস্তব্ধ ; অমাত, কথা নোকোৱা, silent, speechless, still, quiet.

নিশা, স. শ. ( সং. নিশা—নিশ্, চিন্তা কৰ্ ; মনত ভাবনা ওলায়, এতেকে ) ৰাত্ৰি, ৰাতি, night.

নিশাকৰ্, স. শ. ( সং. নিশাকৰ—নিশা + কৰ্, কৰোঁতা, বা কৰ, দীপ্তি ; ৰাতি পোহৰ দিয়ে, এতেকে ) চন্দ্ৰ, জোন, the moon.

নিশাচৰ্, স. শ. ( সং. নিশাচৰ—নিশা + চৰ্, গতি কৰ্, ৰাতি ফুৰোঁতা ) ৰাক্ষস ; ভূত ; দৈত্য ; চোৰ, a demon, an evil spirit, a thief. ( স্ত্ৰী ) নিশাচৰী।

নিশেষ্, বি. ( সং. নিশেষ—নি, নাই + শেষ, অন্ত ) শেষ বা বাঁকী নথকা, সম্পূৰ্ণ ; যেনে, পুথি নিশেষ হল নে? ended, finished, completed.

নিশেষে, ক্রি. বি. সম্পূর্ণৰূপে, সমুদায়ে, completely, entirely.

নিশ্চয়্, বি. ( সং. নিশ্চয়—নিৰ্, উপস. + চি, একত্র কৰ্ ) ঠিক, নিচয়, স্বৰূপ ; যেনে, এই কথা নিশ্চয়, certain, sure, positive. স. শ. স্থিৰতা, যথার্থতা, certainty.

নিশ্চয়তা, গু. শ. স্থিৰতা, ঠিক, certainty.

নিশ্চয়ে, ক্রি. বি. স্বৰূপে, নিসন্দেহে ; যেনে, তেওঁ নিশ্চয়ে আহিব, certainly, without fail.

নিশ্চয়কৈ, } নিশ্চয়ৰূপে, } ক্রি. বি. ঠিককৈ, অলৰৰূপে, সন্দেহ নথকাকৈ ; যেনে, সেই কথা মই নিশ্চয়কৈ কব নোৱাৰোঁ, with certainty.

নিশ্চল্, বি. ( সং. নিশ্চল—নিৰ্, উপস. + চল্, গতি কৰ্ ) অচল, লৰিব নোৱৰা, নলৰা, immoveable, firm.

নিশ্চলতা, গু. শ. ( সং. ) লৰচৰ নকৰা গুণ, immoveableness, firmness.

নিশ্চিত্ত্, কৃদ. বি. ( সং. ) ঠিক কৰা, নিশ্চয় কৰা, ascertained, determined.

নিশ্চিন্ত, বি. ( সং. নিশ্চিন্ত—নিৰ্, নাই + চিন্তা, ভাবনা ) চিন্তা নথকা, ভাৱনা নথকা, স্থিৰ মনযুক্ত, free from anxiety.

নিশ্চেষ্ট, বি. ( সং. নিশ্চেষ্ট—নিৰ্, নাই + চেষ্টা, উদ্যোগ ) উদ্যোগ নথকা, কাৰবাৰ নকৰা, এলেহুৱা, inactive, sluggish.

নিশ্বাস, স. শ. ( সং. নিশ্বাস—নি, উপস. + শ্বাস, উশাহ ) নাকে দি ভিতৰলৈ নিয়া আৰু বাজলৈ উলিওৱা বায়ু, উশাহ, breath.

নিশ্বাস্-প্রশ্বাস্, স. শ. নাকে দি ভিতৰলৈ নিয়া আৰু বাহিৰ কৰা বতাহ, উশাহ, inspiration and respiration.

নিষধ্, স. শ. ভাৰতবর্ষৰ দক্ষিণ-পূব ফালে থকা এক দেশ, a country in the south-east division of India.

নিষাদ্, স. শ. ( সং. নিষাদ—নি, উপস. + ষদ্, গতি কৰ্ ; হাবিত পহু বিচাৰি ফুৰে, এতেকে ) ব্যাধ, চৰাই পহু মাৰি উপজীব্য কৰা মানুহ, a hunter, a sportsman.

নিষিদ্ধ, বি. ( সং. নি, ন + সিধ্, পূর্ণ কৰ্ ; কার্য্য সিদ্ধ কৰিব নিদিয়ে এতেকে ) বাধা কৰা, নিষেধ কৰা, মানা কৰা ; যেনে, নিষিদ্ধ কাম, prohibited, forbidden.

নিষেধ্, স. শ. ( সং. ) বাধা, হাক, মানা, prohibition.

নিষ্কণ্টক্, বি. ( সং. নিষ্কণ্টক—নিৰ্, নাই + কণ্টক, কাঁইট ; শত্রু ) কাঁইট নথকা ; শত্রু নথকা ; যেনে, ৰাজা নিষ্কণ্টক হল ; দুখ বা কষ্ট নথকা, having no thorn, free from trouble.

নিষ্কৰ্, বি. ( সং. নিষ্কৰ—নিৰ্, নাই + কৰ্, ৰাজহ ) ৰাজহ নলগোৱা, নিকটলুৱা, rent-free.

নিষ্কর্ম্মা, বি. ( সং. নিষ্কর্ম্মা—নিৰ্, নাই + কর্ম্মন্, কাম ) একো কাম নথকা, একো কাম কৰিব নোৱৰা, অকর্ম্মা, having no work to perform, incapable of doing any work, worthless.

নিষ্কাম্, বি.(সং. নিষ্কাম—নিৰ্, নাই + কাম, বাঞ্ছা ) ফললৈ ইচ্ছা নকৰা, আকাঙ্ক্ষা নথকা ; যেনে, নিষ্কাম ভক্তি, having no desire of reward, disinterested.

নিষ্কাৰণ্, বি. ( সং. নিষ্কাৰণ—নিৰ্, নাই + কাৰণ, হেতু ) কাৰণ নথকা, হেতু নথকা, causeless, groundless.

নিষ্কৃতি, স. শ. ( সং. নিষ্কৃতি—নিৰ্, উপস. + কৃ, কৰ্ ) আপদৰ পৰা উদ্ধাৰ, লেঠাৰ পৰা মুক্তি, the state of being free from danger, liability or responsibility.

নিস্খল্, বি. ( সং. নি, উপস. + খল্, দুষ্ট ) দুষ্ট, wicked.

নিষ্ঠা, স. শ. ( সং. নিষ্ঠা—নি, উপস. + স্থা, থাক্, ধর্ম্মত থাকে, এতেকে ) শ্রদ্ধা ; দৃঢ় ভক্তি, ব্রতধর্ম্ম, faith, belief, devotion.

নিষ্ঠাৱন্ত, } নিষ্ঠাৱান, } বি. ঈশ্বৰ-পৰায়ণ, ভক্তিমন্ত, ধার্ম্মিক, religious, pious, devout.

নিষ্ঠুৰ্, বি. ( সং. নিষ্ঠুৰ—নিৰ্, উপস. + স্থা,

থাক্) নিমৰমিয়াল, দয়াহীন, cruel. স. শ. দয়াহীন মানুহ, a cruel man.

নিষ্ঠুৰতা, গু. শ. (সং.) নিষ্ঠুৰ গুণ, cruelty.

নিষ্পত্তি, স. শ. (সং. নিষ্পত্তি—নিৰ্, উপস. + পদ্, গতি কৰ্) কোনো কাৰ্য্যৰ শেষ; যেনে, সেই কথাৰ নিষ্পত্তি পৰিল; গোচৰৰ শেষ; যেনে, গোচৰৰ নিষ্পত্তি হল; সিদ্ধান্ত; যেনে, তলতীয়া বিচাৰকৰ নিষ্পত্তি অন্যথা হল, the final settlement of a matter, the termination of a case, judgment, decision.

নিষ্পত্তি-পত্ৰ, স. শ. (সং.) লেখা সিদ্ধান্ত, সিদ্ধান্ত-পত্ৰ, a written judgment.

নিষ্পন্ন, কৃদ. বি. কৃত, শেষ কৰা, সম্পূৰ্ণ কৰা; যেনে, সেই কাৰ্য্য নিষ্পন্ন হল, done, finished, settled.

নিষ্পাদন্, কৃদ. স. (সং.) শেষ কৰণ, সমাপ্ত কৰণ; সিদ্ধান্ত কৰণ, the act of concluding or deciding.

নিষ্পাদিত্, কৃদ. বি. (সং.) শেষ কৰা, সমাপ্ত কৰা; সিদ্ধান্ত কৰা, done, finished, decided.

নিষ্পাপ্, বি. (সং. নিষ্পাপ—নিৰ্, নাই + পাপ, অধৰ্ম্ম) পাপ নথকা, পবিত্ৰ, শুচি, বেয়া কাম নকৰা, sinless, innocent. স. শ. পাপশূন্যতা, পাপৰ অভাৱ, sinlessness.

নিষ্পাপী, বি. (সং. "নিষ্পাপ" শব্দৰ অপভ্ৰংশ) পাপশূন্য, পবিত্ৰ, বেয়া কাম নকৰা, sinless. স. শ. পাপ নকৰা মানুহ।

নিষ্প্ৰয়োজন, স. শ. (সং. নিষ্প্ৰয়োজন—নিৰ্, নাই + প্ৰয়োজন, আৱশ্যক) আৱশ্যকৰ অভাৱ; যেনে, নিষ্প্ৰয়োজনত কোনো কাৰ্য্য নকৰিবা. absence of necessity. বি. অকাৰণ, নিৰৰ্থক, আৱশ্যক নথকা, needless.

নিস্পৃহ, বি. (সং. নিস্পৃহ—নিৰ্, নাই + স্পৃহা, বাঞ্ছা) স্পৃহা নথকা, আকাঙ্ক্ষা নথকা, কোনো বস্তুলৈ বাঞ্ছা নকৰা; যেনে, "মুক্তিতো নিস্পৃহ যিতো সেহি ভকতক নমো," not desiring anything, not coveting, content.

নিষ্ফল্, বি. (সং. নিষ্ফল—নিৰ্, নাই + ফল, গুটি) গুটি নধৰা, ফল শূন্য; নিৰৰ্থক, অসাৰ্থক, fruitless, vain.

নিষ্ফলতা, গু. শ. (সং.) নিষ্ফল হোৱা অৱস্থা, ব্যৰ্থতা, fruitlessness.

নিসংশয়, বি. (সং. নিসংশয়, সংশয় নথকা —নি, নাই + সংশয়, ভয়, আশঙ্কা) ভয় নথকা; আশঙ্কা নথকা, সন্দেহ নথকা, fearless, doubtless, indubitable.

নিসংশয়-ৰূপে, ক্ৰি. বি. নিৰ্ভয়ৰূপে, ভয় নথকাকৈ; আশঙ্কা নথকাকৈ; নিসন্দেহৰূপে, নিশ্চয়কৈ, fearlessly, undoubtedly, certainly.

নিসঁচ্, বি. (অং. নি, নথকা + সঁচ, কঠীয়া, বংশ) বংশলুপ্ত হোৱা; নিৰ্ম্মূল হোৱা; আগলৈ উৎপন্ন হবৰ উপায় লুপ্ত হোৱা; সঁচ মৰা, eradicated, extinct.

নিসঙ্গ, বি. (সং. নিসঙ্গ—নি, নাই + সঙ্গ, লগ) অকলশৰীয়া, alone, having no companion. সঙ্গীৰ অভাৱ, অকলশৰীয়া অৱস্থা; যেনে, নিসঙ্গত থকা ভাল নহয়, want of society, the state of being alone.

নিসত্, বি. (অং. নি, নাই + সত, ৰস) ৰস নথকা, নিৰস; থৰাং, dry, having no moisture or juice, dry as land.

নিসনি, স. শ. (সং. নিস্ৰাৱ, ভাতৰ ফেন—নি, উপস. + স্ৰৱ, বৈ পৰ্) ভাত সিজোৱা পানী, ভাতৰ পানী, congee, water in which rice has been boiled.

নিসন্তান্, বি. (সং. নিসন্তান—নি, নাই + সন্তান, লৰা ছোৱালী) লৰা-ছোৱালী নথকা, নিছুৱীয়া, childless.

নিসন্দেহ, বি. (সং. নি, নাই + সন্দেহ, আশঙ্কা) সন্দেহ নথকা, নিশ্চয়, doubtless, certain, indubitable.

নিসন্দেহৰূপে, ক্ৰি. বি. সন্দেহ নথকাকৈ, নিশ্চয়ৰূপে, undoubtedly, certainly.

নিসন্ধি, বি. (সং. নি, নাই + সন্ধি, জোৰা)

মাজত অলপো শুদা ঠাই নথকা, ঠাহ মৰা, গঞ্জ, closely packed, compact.

নিসান্, স. শ. ( সং. নিস্বন, শব্দ, শব্দ কৰে, এতেকে ) ৰণ-বাদ্য, যুদ্ধত বজোৱা ঢোল ; যেনে,

"হেন উষা সময়ত পাচে যত্ন ৰাই ;
পশিলা সেনাৰ মাজে নিসান কোবাই,"

a military drum.

নিসাৰ্, বি. ( অং. নি, নথকা + সাৰ, চেতন, বোধ ) সাৰ নথকা, অচেতন টোপনিত থকা ; যেনে, সি নিসাৰ ; টিপিলে বা ঘঁহিলে সাৰ বা গম নোপোৱা ; যেনে, তাৰ হাতটো নিসাৰ হৈছে, locked in sleep, callous.

নিস্থত্, কৃদ. বি. ( সং. নিস্থত—নি, উপস. + স্থ, গতি কৰ্ ) বাজ ওলোৱা, বাহিৰ হোৱা ; যেনে, কৃষ্ণৰ মুখৰ পৰা নিস্থত বাক্য, gone forth or out.

নিস্তব্ধ, কৃদ. বি. ( সং. নিস্তব্ধ—নিৰ্, উপস. + স্তব্ধ, লৰচৰ নকৰা ) মৌন, অমাত, নেমাতি বৈ থকা ; নিশব্দ, silent, still, quiet.

নিস্তব্ধতা, গু. শ. ( সং. ) শব্দৰ বা মাতৰ অভাৱ, হাই-উৰুমি নথকা অৱস্থা, stillness, quietness, silence.

নিস্তাৰ্, স. শ. ( সং. নিৰ্, উপস. + ত, পাৰ কৰ্ ) উদ্ধাৰ, মুক্তি ; আপদৰ পৰা ৰক্ষা, deliverance, salvation. স. ধা. উদ্ধাৰ কৰ্, মুক্তি দি ; ৰক্ষা কৰ্, to deliver, to save, to rescue.

নিস্তাৰক্, কৃদ. স. ( সং. নিস্তাৰক ) উদ্ধাৰ কৰোঁতা, মুক্তি দিওঁতা ; ৰক্ষা কৰোঁতা, a deliverer, a Saviour.

নিস্তাৰিণী, স. শ. ( সং. "নিস্তাৰণ" শব্দৰ স্ত্রীলিঙ্গ ) উদ্ধাৰকাৰিণী, মুক্তিদায়িনী, a Saviour (fem.).

নিস্তেজ্, বি. ( সং. নিস্তেজ—নিৰ্, নাই + তেজ, দীপ্তি, শক্তি ) দীপ্তি নথকা ; যেনে, গধূলিৰ সূৰ্য্য নিস্তেজ ; শক্তিহীন, pale, weak, powerless.

নিস্তেজ্, বি. ( অং. নিৰ্, নাই + তেজ্, ৰক্ত ) তেজ নথকা, শেঁতা ; যেনে, নৰিয়া মানুহ নিস্তেজ, bloodless, pale.

নিসমৰ্, বি. ( সং. নিস্বৰ, নিশব্দ ) মাত বোল নথকা, কথা নোকোৱা ; যেনে, মাজ নিশা গাওঁ নিস্‌মৰ্, quiet, still.

নিস্‌মৰ্ মাৰ্, মনে মনে থাক্, নিস্তব্ধ হ, to be quiet or still.

নিস্বার্থ, বি. ( সং. নিস্বার্থ—নি, নাই + স্বার্থ, আপোনাৰ হিত চিন্তা ) আপোনাৰ হিত নিবিচৰা, উপকাৰৰ আশা নকৰা ; যেনে, নিস্বার্থ বন্ধুতা, disinterested.

নিহত্, কৃদ. বি. ( সং. নিহত—নি, উপস. + হত, মৰা ) মৰা, বধ কৰা ; যেনে, শত্রু নিহত হল, killed.

নিহন্তা, স. শ. মাৰোঁতা, বধোঁতা, a killer.

নিহল্, স. শ. লোৱা, শিকলি, fetters.

নিহাল্, স. ধা. ( হিং. নিহাৰ্না, দৃষ্টি কৰণ ) দৃষ্টি কৰ্, চা ; যেনে, "প্রবন্ধে ঘোঁৰাৰ সিতো খোজক নিহালি," to look at.

নিহালী, স. শ. ( সং. নিহাৰ, হিম, এতেকে, জাৰ ) জাৰকালি গাত লোৱা তূলা ভৰা কাপোৰ, a quilt used as a covering in bed.

নিহুকতীয়া, নিশকতীয়া শব্দৰ অপভ্রংশ ।

নিহুকিন্, বি. ( সং. নিকৃষ্ট, অধম ) অপকৃষ্ট, নীচ, অধম, সামান্য, ইতৰ, inferior, low, vile.

নিহ্‌পালী, বি. ( অং. নি, নাই + পালী, পহৰীয়া, পৰ দিওঁতা, পৰীয়াও সাৰে নথকা ) সকলো ঘোৰ নিদ্রাত পৰা, কেও সাৰে নথকা ; যেনে, গাওঁ নিহপালী, locked in sleep, fast asleep.

নিহপালী দি, গধূৰ টোপনিত পৰ্, to be locked in sleep.

নিক্ষিপ্ত, কৃদ. বি. ( সং. নিক্ষিপ্ত—নি, উপস. + ক্ষিপ্ত, পেলোৱা ) দলি মাৰি পেলাই দিয়া, thrown away.

নিক্ষেপ্, স. শ. ( সং. নিক্ষেপ, পেলোৱা কাৰ্য্য ) দলি মাৰি পেলাই দিয়া কাৰ্য্য, প্রক্ষেপ, the act of throwing away.

নীচ, বি. ( সং. নীচ—ন + ঈ, সৌভাগ্য + চ,

প্ৰাপ্ত হ ) অধম ; দুষ্ট, চাপৰ, vile, mean, wicked ; low. স. শ. দুষ্ট মানুহ ; অধম মানুহ ; চাপৰ ঠাই, a wicked person, a vile person, a low place.

নীত, কৃদ. বি. ( সং. নীত—নী, লৈ যা ) লৈ যোৱা, নিয়া, led, taken, conveyed.

নীতি, স. শ. ( সং. নীতি—নী, লৈ যা ) আচাৰ, ব্যৱহাৰ, আচৰণৰ নিয়ম ; যেনে, দেশৰ নীতি, সজ আচৰণ, নিজৰ বা সমাজৰ উপকাৰ হোৱা বা মন্দ নোহোৱা কাৰ্য্য, practice, behaviour, rule of practice, ethics, morality.

নীতিকথা, স. শ. সজ আচৰণ-শিকোৱা সাধু কথা ; সজ শিক্ষা, a moral tale, a discourse on ethics.

নীতিজ্ঞ, বি. ( সং. নীতি, দস্তুৰ বা সজ আচৰণ + জ্ঞা, জান ) দস্তুৰ জনা ; সজ আচৰণ বুজা, ভাল বেয়া জনা, উচিত অনুচিত জনা, knowing the practice, custom or the rule, knowing what is right.

নীতি-শাস্ত্ৰ, স. শ. ( সং. নীতি, সজ আচৰণ + শাস্ত্ৰ, পুথি ) সজ আচৰণ শিকোৱা পুথি, a work on morality.

নীতি-শিক্ষা, স. শ. ( সং. নীতি, সজ আচৰণ বা দস্তুৰ ; শিক্ষা, উপদেশ ) সজ আচৰণৰ শিক্ষা ; দস্তুৰৰ শিক্ষা, instruction on morality, practice or custom.

নীয়ৰ্, "নিয়ৰ" চোৱাঁ।

নীৰ্, স. শ. (সং. নীৰ্—নী, প্ৰাপ্ত হ) পানী, ৰস, water, juice.

নীৰজ্, স. শ. ( সং. নীৰজ—নীৰ, পানী + জন্, উৎপন্ন হ ) পদ্ম, a lotus. বি. পানীত হোৱা, produced in water.

নীৰদ, স. শ. ( সং. নীৰদ—নীৰ, পানী + দা, দান কৰ্ ) মেঘ, a cloud.

নীৰৱ, "নিৰৱ" চোৱাঁ।

নীৰস্, "নিৰস্" চোৱাঁ।

নীৰুজ্, "নিৰুজ্" চোৱাঁ।

নীৰোগ্, "নিৰোগ্" চোৱাঁ।

"নি" উপসৰ্গৰ যোগতএই বিলাক শব্দৰ "ই" হ্ৰস্ব আৰু "নিৰ্" উপসৰ্গৰ যোগত দীৰ্ঘ হয় ; দুয়ো শুদ্ধ।

নীল্, স. শ. ( সং. নীল—নীল্, বৰণ লগা ) উজ্জ্বল কলা বৰণ উৎপন্ন কৰা এবিধ গছ ; ৰম, উজ্জ্বল কলা বৰণ ; ৰামৰ এজন সেনাপতি, indigo, the blue colour, a monkey chief. বি. নীল বৰণীয়া, blue.

নীলকণ্ঠ, স. শ. ( সং. নীলকণ্ঠ—নীল, নীল বৰণীয়া + কণ্ঠ, ডিঙ্গি ; ভেওঁৰ ডিঙ্গিত কলা সাঁচ আছে, এতেকে ) শিৱ ; এবিধ দৰবত লগা তিতা গছ, an epithet of Siva, a kind of medicinal plant.

নীলাম্বৰ্, স. শ. ( সং. নীলাম্বৰ—নীল, কলা + অম্বৰ, কাপোৰ ; ভেওঁ কলা কাপোৰ পিন্ধে, এতেকে ) বলভদ্ৰ, Balaram.

নীলোৎপল্, স. শ. (সং. নীলোৎপল—নীল, কলা + উৎপল, ভেঁটফুল ) নীল বৰণীয়া ভেঁটফুল, the blue water lily. ইয়াক নীল কমল আৰু নীল পদ্মও বোলা যায়।

নীহ, বি. ( সং. নীচ, অধম ) নীচ, নিকৃষ্ট, low, vile, inferior.

নু, ক্ৰি. বি. অভাৱ বা নিষেধ বুজোৱা ক্ৰিয়া বিশেষণ, এই ক্ৰিয়া বিশেষণ উ বা উৰে আৰব্ধ, বা আগৰ আখৰত সেইবিলাকৰ কোনো স্বৰ থকা, ক্ৰিয়া বা কৃদন্ত পদৰ আগত ব্যৱহৃত হয় ; যেনে, নুছুবি ইত্যাদি, a negative particle.

নুই, স. শ. ( সং. নহি, নহয় ) অস্বীকাৰ, আসৈ মতা মাত, denial.

নুই কৰ্, অস্বীকাৰ কৰ্, আসৈ মাত্ ; যেনে, সি সেই কথা নুই কৰিছে, to deny.

নুই-নাই, স.শ. সমূলি অস্বীকাৰ, total denial.

নুতি, স. শ. ( সং. নুতি, প্ৰণাম ) এবিধ সৰু আই, লৰাৰ গাত হোৱা এবিধ সৰু খহু। সি হোৱাৰ আগেয়ে জ্বৰ হয়, আৰু তাৰ আন লক্ষণ পানী চামৰিৰ নিচিনা ; কিন্তু তাতকৈ সৰু, ( এই ৰোগ হলে শীতলা দেবীৰ পূজা কৰা যায় এতেকে সেই নাম ), the chicken pox.

মুনি, স. শ. পাট পলুৱে পাত খোৱা এবিধ গছ, the silk mulberry tree.

মুমলীয়া, বি. (অং. নোমল, শেহতীয়া) শেহতীয়া, পাচতীয়া, সকলোৰে পাচত বা সময়ৰ বা বতৰৰ শেহত হোৱা, ওপজা বা খেতি কৰা; যেনে, মুমলীয়া পানী, লৰা বা ধান, late, born, cultivated or produced last of all.

মুমলীয়াকৈ, ক্রি. বি. শেষ বতৰত; আটাইৰে পাচত, late in the season, last of all.

নুমা, স. ধা. (সং. নির্ব্বাণ, লুপ্ত) জলি থকা অৱস্থা গুচা; যেনে, চাকি নুমাল, to extinguish, to put out. অ. ধা. জলি থকা অৱস্থা গুচ্; যেনে, জুই নুমাল, to be extinguished, to go out.

মুৰা, স. শ. (বং. নুড়, আটি) কোমল বস্তুৰ আটি, আটি বন্ধা কোমল বস্তু; যেনে, পাঁজিৰ মুৰা, পিঠাৰ মুৰা, a bundle of a soft substance, a scroll.

নুৰানুৰ্, বি. অনেক নুৰা কৰা; যেনে, পাঁজিবোৰ মুৰানুৰ কৰি বান্ধ, kept in many bundles.

মুৰিয়া, স. ধা. নুৰা কৰ্, আটি বান্ধ; যেনে, পাঁজিবোৰ মুৰিয়ালে, to roll up, to tie up in a bundle.

মুৰিয়ানুৰি, স. শ. পেটত পেলুৱে, মুৰাৰ নিচিনা হৈ কৰা পকোৱাপকি; যেনে, পেটত পেলুৱে মুৰিয়ামুৰি কৰিছে, worms in the stomach or intestines.

নূতন্, বি. (সং. নূতন—নৱ, নতুন) নতুন, ন, new.

নূতনতা, গু. শ. (সং.) নতুন হোৱা অৱস্থা, newness.

নূপুৰ, স. শ. (সং. নূপুৰ—নূ, অলঙ্কাৰ + পুৰ্, আগ বাঢ়্) জুনুকা লগোৱা ভৰিৰ অলঙ্কাৰ, সি খোজ কাঢ়ি যাওঁতে জন জনাই যায়, a tinkling ornament for the feet.

নৃত্য, স. শ. (সং. নৃত্য—নৃত্, নাচ) নাচ, a dance.

নৃপ্, স. শ. (সং. নৃপ—নৃ, মানুহ + পা, ৰক্ষা কৰ্) ৰাজা, a king.

নৃপতি, স. শ. (সং. নৃপতি—নৃ, মানুহ + পতি, অধিকাৰ) ৰাজা, a king.

নৃ-সিংহ, স. শ. (সং. নৃসিংহ—নৃ, মানুহ + সিংহ, জন্তুবিশেষ) নৰসিংহ, বিষ্ণুৰ চতুর্থ অৱতাৰ, "the man-lion" or the fourth incarnation of Vishnu. "নৰসিংহ" চোৱা।

নে, ক্রি. বি. (অং. ন) নিষেধ বা অভাৱ বুজোৱা ক্রিয়া বিশেষণ, একাৰেৰে আৰম্ভ বা প্রথম আখৰত এক্বাৰ থকা ক্রিয়া বা কৃদন্ত শব্দৰ আগত ব্যৱহৃত; যেনে, নেৰোঁ (ন এৰোঁ), নেদেখিবা, a negative particle used before verbs and participles beginning with "এ"। অব্য. প্রশ্নৰ অন্তত দিয়া মাত; যেনে, আহিবা নে, a particle used in asking a question.

নৈউৰি, স. শ. মিত্রিৰৰ ঘৰলৈ গৈ কৰা ভোজন পান; যেনে, সি নেউৰি খাবলৈ গৈছিল, hospitality enjoyed at a friend's or relation's house.

নৈউল্, স. শ. (সং. নকুল, বং. নেউল, এবিধ জন্তু) নেল, কেৰ্কেটুৱাৰ নিচিনা এবিধ জন্তু, an ichneumon or mongoose.

নেওগ্, স. শ. (সং. নিযোগ, নিযোজন) অসম ৰজাৰ দিনৰ টেকেলাবিলাকৰ ওপৰধি বিষয়া, a head peon of the Aham Raja.

নেওগ-ফুকন্, স. শ. আহম ৰজাৰ দিনৰ এজনা বিষয়া, an officer of the court of the Aham Raja.

নেওচ্, স. ধা. শাও দি গৰিহণা কৰ্; যেনে, দুষ্টক সকলোৱে নেওচে; তুচ্ছ কৰ্, বেয়া বুলি ত্যাগ কৰ্, to curse, to shun.

নেওচন্, } কৃদ. স. নেওচা কার্য্য, গৰিহণা;
নেওচনি, } শাও, the act of cursing, curse, censure.

নেওচন্ খা, নেওচনি খা, নেওচা খা, শাও

পা, গৰিহা খা, ছদকা খা, to be cursed, to be censured.

নেওচা, স. শ. শাপ, শাউ ; গৰিহণা, curse, censure.

নেওচা-খোৱা, } বি. শাও-পোৱা, গৰিহা খোৱা, ছদকা খোৱা, cursed, censured, reproached.
নেওচন্-খোৱা, }

নেওঠ্, স. ধা. নেওঠনীৰ দ্বাৰা গুটি নথকা কৰ্, গুটি শূন্য কৰ্ (কপাহত খাটে) ; যেনে, কপাহ নেউঠিছে, to separate from seed, as cotton.

নেওঠনী, স. শ. (অং. নেওঠ্, ঐ) কপাহৰ গুটি গুচোৱা যতন, a cotton-gin.

নেওঠনীয়া, স. শ. মাটি গাহৰি (কামৰূ.), a kind of potherb.

নেওতা, স. শ. (বং. নামতা, পূৰণৰ গণনা) এটা অঙ্কক দুই কি অধিক গুণ কৰিলে যিমান হয়, তাক মুখস্থ কৰিবৰ উপায় ; যেনে, দুই দহ কুৰি, পাঁচ দহ পঞ্চাশ, the multiplication table.

নেকেৰা, বি. কেঁচুৱা নোহোৱা, নিচেই সৰু নোহোৱা, ডাঙৰ হোৱা ; যেনে, নেকেৰা লৰা, grown up, not an infant. (স্ত্ৰী) নেকেৰী (মৌখিক)।

নেকেহ্, অনুক. গধূৰ বস্তু পেলাই দিলে হোৱাৰ নিচিনা মাত, an imitative sound used to express that produced by the fall of some heavy thing.

নেকেহা, বি. পেলাই দিলে নেকেহ্ শব্দ কৰা, গধূৰ, (ভাৰত খাটে), heavy (said of a load).

নেকেহাই, } ক্রি. বি. নেকেহ্ শব্দ কৰি, ধুপুৰাই ; যেনে, নেকেহাই পৰিল, with a heavy sound, heavily (said of falling).
নেকেহ্-কৰে, }

নেক্‌নেক্, অনুক. ডাঙৰ বৰষুণৰ নিচিনা শব্দ, an imitative sound used to express that of a heavy shower.

নেক্‌নেকনি, স. শ. ডাঙৰ বৰষুণৰ শব্দ, a pattering sound, a patter.

নেক্‌নেকা, অ. ধা. হুৰ হুৰ শব্দ কৰি ধাৰাবাহিকৰূপে পৰ্ (বৰষুণত খাটে) ; যেনে, বৰষুণে নেকনেকাই আছে, to fall with quick succession of sound, to patter, as rain.

নেক্‌নেকীয়া, বি. হুৰ হুৰ শব্দেৰে ধাৰাবাহিকৰূপে পৰা, (বৰষুণত খাটে) ; যেনে, নেক্‌নেকীয়া বৰষুণ, pattering.

নেগুৰ্, স. শ. (সং. লাঙ্গুল, বং. লেঙ্গুৰ, নেজ) গোটা নেজ, a tail.

নৈগুৰীয়া, বি. নেগুৰযুক্ত, having a tail.

নৈঘেৰি, স. শ. টিপ্‌টিপলী, টিপচী চৰাই।

নৈঘেৰী-খোপা, স. শ. (অং. লিগিৰী, ৰজাৰ পৰিচাৰিকা+খোপা, চুলিৰ বান্ধ) লিগিৰীৰ দৰে মাজ মূৰত ওখকৈ বন্ধা খোপা, hair gathered in a knot at the top of the head.

সমা.—নৈঘেৰী খোপা, লিগিৰী খোপা, দুয়ো একে লিগিৰী শব্দৰ পৰা ওলাইছে, কিন্তু অৰ্থ বেলেগ। "লিগিৰী খোপা" চোৱা।

নেচেল্, বি. (অং. নে, না+চল্, গতি কৰ্, নচলে, অৰ্থাৎ সিদ্ধ নহয়) সিদ্ধিৰ আশা নথকা ; যেনে, সি কথা নেচেল, hopeless. (মৌখিক)।

নেছা, স. শ. (হিং. লৰ্চ্ছা, মেৰাই থোৱা সূতা) চেৰেকীৰে মেৰাই গাঁঠি দি থোৱা সূতা, a skein of thread.

নেছানেছ্, বি. অনেক নেছা কৰা ; যেনে, সূতাবোৰ নেছানেছ কৰিছে, divided into skeins.

নৈছিয়া, স. ধা. চেৰেকীত পকাই নেছা কৰ্ ; যেনে, শিপিনীয়ে সূতা নেছিয়ায়, to wind into skeins.

নৈছীয়া, বি. নেছা হৈ থকা, নেছা নভঙ্গা ; যেনে, নেছীয়া সূতা, remaining in skeins.

নেজ্, স. শ. (সং. লঞ্জ, নেগুৰ) জন্তুৰ পাচ ফালে ওলমি থকা, বাজ হাড়ৰ শেষ ভাগ, নেগুৰ ; চৰাইৰ গাৰ শেষ ভাগত গজা পাখি ; নেজৰ নিচিনা আন বস্তু, a tail, anything like a tail.

নেজাল্, বি. নেজযুক্ত, having a tail.

নেজাল্-তৰা, স. শ. এবিধ তৰা, তাৰ পাচত অতি ক্ষুদ্ৰ তৰাৰ এটা দীঘল শাৰী থাকে তাকে পৃথিবীৰ পৰা নেজ যেন দেখা যায়, তাৰ গতি অনিশ্চিত; সি কেতিয়া-বাহে সূৰ্য্যৰ ওচৰ চাপে, এতেকে তাক প্ৰায়ে দেখা নেযায়, আৰু এই কাৰণে সি ওলালে মানুহৰ আপদ হয় বুলি অনেকে বিশ্বাস কৰে, a comet.

নেতা, স. শ. (সং. নেতৃ—নী, লৈ যা) পথ দেখাওঁতা, চলাওঁতা, নায়ক, a leader, a guide.

নেত্ৰ, স. শ. (সং. নেত্ৰ—নী, লৈ যা) চকু, the eye.

নেত্ৰ-পাত, স. শ. (সং. নেত্ৰপাত—নেত্ৰ+পাত, পেলোৱা) দৰ্শন, চকু পেলোৱা বা চোৱা কাৰ্য্য, the act of looking.

নেথনি, স. শ. (অং. নেথা, কেঁকা) কেঁকনি, a groan.

নেথা, অ. ধা. (অং. নেহুনেহু, কেঁকোৱা মাত্ৰৰ অনুক.) বেদনাত 'নেহুনেহু' শব্দ কৰ্, কেঁকা, to groan.

নেথ্ পাৰ্, কেঁকা, এঁহ্ এঁহ্ শব্দ কৰ্, to groan.

নেপথ্য, স. শ. (সং. নেপথ্য—নে, চকু+পথ্য, হিত, সাজঘৰ চকুৰ তৃপ্তিদায়ক, এতেকে) ভাৱনাৰ বা নাটকৰ সাজ ঘৰ, the retiring room attached to a stage.

নেপুৰ্, স. শ. (সং. নূপুৰ; হিং. নেপুৰ, ভৰিৰ অলঙ্কাৰ) জুনুকা লগোৱা ভৰিৰ অলঙ্কাৰ, a tinkling ornament for the feet.

নেফা, স. শ. (যাং. নাফ্, নাই; সেই ভাগ নাইত পৰে, এতেকে) পিন্ধোতে কোঁচ খাই বেয়া নহবৰ নিমিত্তে সিংখাপ বা আন বন কৰা কাপোৰৰ মেখেলাৰ মূৰত লগাই দিয়া আন কাপোৰ, a piece of inferior cloth attached to the top of an embroidered female waist cloth.

নেফানেফ্, বি. আঁজুৰি আউল বাউল কৰা, (চুলি আদিত খাটে); যেনে, চুলিবোৰ নেফানেফ কৰিলে, disordered, as the hair, &c.

নেফানেফে, ক্ৰি. বি. খামোচে খামোচে, handful by handful.

নেফিয়া, স. ধা. আঁজুৰি আউল লগা (চুলি আদিত খাটে); যেনে, তোৰ চুলি নেফিয়াম, to disordered the hair and the like.

নেমু, } স. শ. (সং. নিম্বু—বং. নেবু, নেমু-টেঙ্গা, } এবিধ টেঙ্গা ফল) এবিধ সকলোৱে জনা টেঙ্গা ফল; তাৰ গছ, the common lime, *Citrus medica*. (Gamble).

নেৰ্, } স. শ. (বং. ন্যাড়; টান বিষ্ঠা) নেৰা, } টান আৰু গোটা হৈ ওলোৱা বিষ্ঠা, গুৰাৰ নিচিনা বিষ্ঠা, solid excrement ejected in a cylindrical form.

নেৰানেপেৰা, বি. (অং. নেৰা, ত্যাগ নকৰা + নেপেৰা, অনুক.) কেতিয়াও নেৰা, ছেদ-ভেদ নথকা; যেনে, নেৰানেপেৰা বৰষুণ, continuous, ceaseless.

নেৰানেপেৰাকৈ, ক্ৰি. বি. কেতিয়াও নেৰি, ত্যাগ নকৰি, ছেদ-ভেদ নোহোৱাকৈ, ceaselessly, incessantly.

নৈৰিয়া, স. শ. এবিধ মাছ, a kind of fish.

নৈৰিয়ানৈৰি, স. শ. কুকুৰৰ দৰে এটাৰ গাত আনটোৱে গা ঘঁহাই মৰম দেখোৱা কাৰ্য্য, এতেকে পৰস্পৰে ৰবকৈ মিল বা প্ৰীতি দেখোৱা কাৰ্য্য, (পৰিহাসত), the act of showing excessive fondness to each other.

নেৰোঁপানি, বি. খোজা বস্তু নেপালে নেৰা, ৰবকৈ যত্ন কৰা, persisting, persevering.

নৈলু, স. শ. "নেউল" চোৱাঁ।

নেলী, } স. শ. (অং. নলী, সৰু গোটা নেলু, } ফোঁপোলা বস্তু) মুখৰ পৰা পেটলৈ আহাৰ যোৱা বাট; উশাহ চলা বাট; কণ্ঠ, টেঁটু। ডিঙ্গিৰ পৰা ভিতৰলৈ যোৱা বাট দুটা; এটাৰ নাকে সৈতে

যোগ; সেই বাটে উশাহ, আৰু মুখৰ পৰা পোনেই তললৈ যোৱা টোৱে দি আহাৰ চলে, the windpipe, the alimentary canal, the throat.

নৈলী ল, জন্তু ধৰিবলৈ জোপা ল, (বাঘত খাটে), to lie in wait, as a tiger.

নৈলুকা, স. শ. অলপ ভাল-চেনিৰ নিচিনা গোন্ধোৱা, অথচ বীজলীয়া ছালেৰে এবিধ গছ, তাৰ ছাল ধূপত দিয়া যায়, a kind of Cassia.

নেহা, স. শ. (সং. স্নেহ; হিং. নেহ, প্ৰীতি) মৰম; প্ৰীতি, বন্ধুতা, চেনেহ; এতেকে বন্ধু, love, affection, friendship, a friend.

নেহ্নেহ্-থেহ্থেহ্, স. শ. (নেহ্নেহ্, কেঁকোৱাৰ শব্দ + থেহ্থেহ্, অনুক.) অলপ নৰিয়া, a slight indisposition.

নৈ, স. শ. (সং. নদী, সোঁত পানী) নদী, বৈ গৈ সাগৰত বা আন এখান নদীত পৰা সোঁত পানী, a river.

নৈতিক্, বি. (সং. নৈতিক—নীতি, নিয়ম, ৰীতি) নীতি-সম্বন্ধীয়, নীতি বিষয়ৰ, relating to morality, moral.

নৈ-দাঁতি, স. শ. (অং. নৈ, নদী + দাঁতি, কোষ) নৈৰ পাৰ, a river-bank, a river-side.

নৈপুণ্য, স. শ. (সং. নৈপুণ্য—নিপুণ, পাৰ্গত) পাৰ্গতালি, পাৰগতা, নিপুণতা, skilfulness, cleverness.

নৈবেদ্য, স. শ. (সং. নৈবেদ্য—নিবেদ, সমৰ্পণ কৰ্) দেৱতাত নিবেদন বা সমৰ্পণ কৰা কেঁচা খাদ্য, raw eatables offered to a deity, an oblation.

নৈমিত্তিক্, বি. (সং. নৈমিত্তিক—নিমিত্ত, কাৰণ) কোনো এক বিশেষ কাৰণৰ নিমিত্তে কৰা; যেনে, জৰ গুচিবৰ কাৰণে কৰা শান্তি কৰ্ম্ম নৈমিত্তিক কৰ্ম্ম; বিশেষ কাৰণৰ পৰা হোৱা, বিশেষ কাৰণ সম্পৰ্কীয়, আকস্মিক, casual, occasional.

নৈমিষাৰণ্য, স. শ. (সং. নৈমিষাৰণ্য—নৈমিষ, এক নিমিষতে হোৱা + অৰণ্য, হাবি) আগৰ কালৰ ঋষি সকলে বাস কৰা এক হাবি, তাতে সূতে মুনিবিলাকৰ আগত মহাভাৰতৰ ব্যাখ্যা কৰিছিল, a forest near the *Gomati* (*Gumti*) river, in which the *Mahábhárat* was rehearsed by Santi to the assembled *Rishis*. (Dowson).

নৈয়ায়িক, বি. (সং. নৈয়ায়িক—ন্যায়, তৰ্কশাস্ত্ৰ) তাৰ্কিক, তৰ্কশাস্ত্ৰ জনা; ন্যায়-শাস্ত্ৰ সম্পৰ্কীয়, versed in logic, logical. স. শ. ন্যায়শাস্ত্ৰৰ পণ্ডিত, a logician.

নৈৰাশ, বি. (সং. নিৰাশ, আশা নথকা) হতাশ, আশা গুচা, disappointed.

নৈঋত, স. শ. (সং. নৈঋত—নিঋতি, ৰাক্ষসৰ মাক) দক্ষিণ আৰু পশ্চিমৰ মাজৰ চুক, the south-west.

নৈশিক, বি. (সং. নৈশিক—নিশা, ৰাতি) ৰাতি হোৱা, ৰাত্ৰি সম্পৰ্কীয়, nocturnal.

নৈষ্ঠিক্, বি. (সং. নৈষ্ঠিক—নিষ্ঠা, ভক্তি) দেৱতাত ভক্তি থকা, ধৰ্ম্মত ৰত, ধাৰ্ম্মিক, faithful to the deity, religious.

নৈসৰ্গিক, বি. (সং. নৈসৰ্গিক — নিসৰ্গ, স্বভাৱ) স্বাভাৱিক, আপুনি হোৱা, দৃশ্য জগতৰ; যেনে, নৈসৰ্গিক শোভা, natural.

নো, প্ৰ. অব্য. (সং. নু, প্ৰশ্নাৰ্থক অব্যয়) প্ৰশ্ন সোধাত ব্যৱহৃত অব্যয় শব্দ; যেনে, তেওঁ নো কেতিয়া আহিব? a particle used in asking questions.

নো, ক্ৰি. বি. নিষেধ বা অভাৱ বুজোৱা ক্ৰিয়া-বিশেষণ, (ওকাৰেৰে আৰম্ভ বা ওকাৰযুক্ত ব্যঞ্জন আগত থকা ক্ৰিয়া বা কৃদন্ত পদৰ আগত থাকে); যেনে, নোলায়, নোহোৱা, a negative particle.

নোকোহা, বি. পুষ্ট, ক্ষীণ নোহোৱা, নোদোকা, stout, plump.

নোকলুকীয়া, স. শ. (অং. নোক নোক, গাহৰিৰ মাত) গাহৰি, a hog (slang).

নোদোকা, বি. (সং. হৃদ, সুখী হ) পুষ্ট, ক্ষীণ নোহোৱা, plump, stout, fleshy.

নোম, স. শ. (সং. লোম, গাত হোৱা চুলি)

গাত গজা, চুটি, চুলিৰ নিচিনা বস্তু; কাপোৰৰ আঁহ, hair of the body, nap of cloth.

নোমল্, বি. নুমলীয়া, পাচতীয়া, শেহতীয়া, cultivated or produced last of all or late in the season, born last of all.

নোমলকৈ, ক্রি. বি. বতৰৰ শেষত; সকলোৰে পাচত, late in the season, last of all.

নোমাল্, বি. নোমযুক্ত, অধিক নোম থকা, hairy, shaggy.

নোৰন্, } স. শ. (অং. নোৱা, মাহ হাল-
নোৰনি, } ধিৰে মিহলি তেল ঘঁহ্) দৰাৰ বা কন্যাৰ গা ধুওৱাৰ আগেয়ে গাত বটা মাহ হালধিৰে মিহলি তেল ঘঁহা কাৰ্য্য, the ceremony of anointing the bridegroom or bride with unguents preparatory to bathing him or her before marriage.

নোৰনি-ঘৰ্, স. শ. দৰা বা কন্যাক নোওৱা ঘৰ, the room in which the above ceremony is performed.

নোৱা, স. ধা. (হিং. নেহানা, গা ধোৱা) বিয়াৰ নিমিত্তে গা ধুওৱাৰ আগেয়ে দৰা বা কন্যাৰ গাত বটা হালধি আৰু মাহেৰে মিহলি তেল ঘঁহ্, to anoint, as the bridegroom or bride, with unguents preparatory to bathing him or her before marriage.

নোৱাই-তোলনি, স. শ. প্রথমে ঋতুমতী হোৱাৰ পৰা সাত দিনৰ মূৰত কন্যাক নোৱাই গা ধুওৱা কাৰ্য্য, the ceremony of anointing a girl with unguents and bathing her on the seventh day after the first appearance of catamenia.

নোৱাৰ্, অ. ধা. (অং. ন, না-পদ + পাৰ্, সমৰ্থ হ) অপাৰগ হ, অসমৰ্থ হ; যেনে, সি যাব নোৱাৰে, to be unable.

নোহুনুহীয়া, বি. (নোহ্নোহ, অনুক.) নোহ্নোহ কৰি কন্দা (লৰা), whimpering.

নোহ্নোহ্, অনুক. অলপ অলপকৈ কন্দাৰ নিচিনা শব্দ, an imitative sound used to express that of whimpering.

নোহ্নোহনি, স. শ. লৰাই অলপ অলপকৈ কন্দাৰ শব্দ, থুন্থুননি, a whimpering sound.

নোহ্নোহা, অ. ধা. লৰাৰ দৰে অলপ অলপকৈ কান্দ্, থুন্থুনা, to whimper.

নোহোৱা-নোপজা, বি. আগে কেতিয়াও নেদেখা, নুশুনা, আচৰিত, অসম্ভাৱিত, unusual, extraordinary, strange.

নৌ, ক্রি. বি. এতিয়ালৈকে নাই; যেনে, ভাত নৌ হয়, not yet.

নৌকা, স. শ. (সং. নৌকা—নৌ, নাও) নাও, a boat.

ন্যস্ত, বি. (সং. ন্যস্ত—নি, উপস. + অস্, ক্ষেপণ কৰ্) গছোৱা, গতাই থোৱা, বিশ্বাস কৰি কোনো লোকৰ হাতত থোৱা, deposited, entrusted.

ন্যায়, বি. (সং. ন্যায়—নি, উপস. + ইন্, গতি কৰ্) উচিত, যুগুত, যুক্তিযুক্ত; যেনে, ন্যায় কথা; তুল্য, সদৃশ; যেনে, চন্দ্রৰ ন্যায়, proper, reasonable, resembling. স. শ. উচিত কথা, যুক্তি, সুবিচাৰ; যেনে, ন্যায়ত থাকিলে ভয় নাই; যুক্তি ধৰি বিচাৰ কৰা বিদ্যা, কাৰ্য্যৰ পৰা কাৰণ আৰু কাৰণৰ পৰা কাৰ্য্য নিশ্চয় কৰা বিদ্যা, propriety, fitness, justice, logic.

ন্যায়-পৰ্, বি. (সং. ন্যায়পৰ—ন্যায়, যুক্তি + পৰ্, ৰত) যুক্তিত ৰত, যুগুত কাম কৰা, ন্যায়ৱান, righteous, just.

ন্যায়-পৰতা, গু. শ. (সং.) যুক্তি অনুসাৰে কাম কৰা গুণ, সত্যপ্রিয়তা, সুবিচাৰত ৰত, righteousness.

ন্যায়ৱন্ত, } বি. (সং.) ন্যায়পৰ, উচিত
ন্যায়ৱান্, } কাৰ্য্য কৰা, righteous, just.

ন্যায়-শাস্ত্র, স. শ. (সং. ন্যায়শাস্ত্র—ন্যায়, যুক্তি বিচাৰ কৰা বিদ্যা + শাস্ত্র, পুথি) কাৰ্য্যৰ পৰা কাৰণ আৰু কাৰণৰ পৰা কাৰ্য্য নিশ্চয় কৰিবলৈ শিকোৱা পুথি,

যুক্তি ধৰি বিচাৰ কৰিবলৈ শিকোৱা পুথি, a treatise on logic.

ন্যূন্, বি. (সং. ন্যূন—নি, উপস.+উন, কম) কম, তাকৰ, যিমান লাগে সিমান নোহোৱা, less, deficient.

ন্যূনতা, গু. শ. (সং.) কম বা তাকৰ হোৱা অৱস্থা, নোজোৰা অৱস্থা বা গুণ, deficiency.

ন্যূনাধিক্, বি. (সং. ন্যূনাধিক—ন্যূন, তাকৰ+অধিক, সৰহ) কিছু তাকৰীয়া বা সৰহীয়া; যেনে, ন্যূনাধিক পাঁচ শ টকা, a little more or less, about.

ন্যূনাধিক্য, গু. শ. তাকৰ বা সৰহ হোৱা অৱস্থা বা গুণ; যেনে, বিলনীয়াৰ ন্যূনাধিক্যৰ দোষ ক্ষমিব লাগে, the state of being more or less, inequality.

প, ব্যঞ্জনবিলাকৰ একৈশ আখৰ, the twenty-first letter of the consonants.

পইচা, স. শ. (হিং. পৈসা, বং. পয়সা) এক অনাৰ চাৰি ভাগৰ এভাগ পৰিমাণৰ এটা তামৰ মোহৰ, a pice.

পইজাৰ্, স. শ. (হিং. পৈজাৰ, জোঁতা) গোৰোৱা নোসোমোৱা জোঁতা, যাইকৈ গুণাৰ বন কৰা তেনে জোঁতা, a slipper, especially an embroidered one.

পইৰা, স. শ. (সং. পদ, ভৰি) পৰ্ব্বতৰ নাম বা মাটিত লাগি থকা ভাগ, পাত্ৰৰ খুবাৰ তলৰ বহল বা ডাঙৰ ভাগ, আলিৰ দাঁতিৰ চাপৰ ভাগ, the foot of a hill, the outer edge of a vessel, the edge of a road.

পইৰা দিয়া, বি. তলফালে বহল খুৰা লগোৱা, having a foot broader at the bottom.

পংক্তি, পংতি, স. শ. (সং. পংক্তি, শাৰী) শাৰী, শ্ৰেণী, পাঁতি, a line, row, a range.

পইতা, স. শ. (অং. পানী, জল+তিতা, আৰ্দ্ৰ; বং. পান্তা, তিয়াই থোৱা ভাত) পাচে খাবৰ কাৰণ পানী দি থোৱা ভাত, পানীত তিতাই থোৱা ভাত, boiled rice soaked in water and kept for a future meal.

পঁইতা-চোৰা, স. শ. (অং. পঁইতা, ঐ+চোৰ, চুৰ কৰোঁতা) এবিধ পাখি লগা পোক, তাৰ বৰণ অলপ মটীয়া ৰঙ্গা, সি চকুত থোৱা পঁইতা ভাত খাবলৈ গৈ প্ৰায়ে পানীত পৰি মৰি থাকে, a cockroach.

পঁইত্ৰিশ্ (-ত্ৰিচ্), সংখ্যা. (সং. পঞ্চত্ৰিংশৎ; বং. পঁইত্ৰিশ) পাঁচ অধিক ডেৰ কুৰি, thirty-five.

পঁচা, স. শ. (অং. পাঁচ, এক অধিক চাৰি, এতেকে অধিক লোক) অনেকে গোট খাই কোনো কাৰ্য্যৰ নিমিত্তে আপোন ইচ্ছাৰে দিয়া ধন, ৰাজহুৱা কামৰ নিমিত্তে প্ৰতি জনে দিয়া ধন বা বস্তু, a voluntary contribution, a subscription.

পঁচা, স. শ. পাঁচ বা তাতকৈ অধিক জোং লগোৱা মাছ আদি খোঁচা এবিধ অস্ত্ৰ, a pronged instrument used for spearing fish.

পঁচান্নৈ, পঁচানৈ, সংখ্যা. (সং. পঞ্চনৱতি, বং. পচানব্বৈ) পাঁচ অধিক নবৈ, ninety-five.

পঁচাশী, সংখ্যা. (সং. পঞ্চাশীতি, বং. পঁচাশী) পাঁচ অধিক আশী, eighty-five.

পঁচি, স. শ. ছ-কড়া কড়িৰে এখান চালত খেদা এবিধ খেল, তাত পাঁচ কড়া কড়ি চিত হৈ পৰিলে তাৰ গুটি পঁচিশ ঘৰ যায়, সেয়ে তাৰ ডাঙৰ দানি, আৰু তাৰ পৰাই সেই খেলৰ নাম হৈছে, a game played with six *cowri* shells on a checkered board.

পঁচিশ্(-ছ), সংখ্যা. (সং. পঞ্চবিংশতি; বং. হিং. পঁচিশ) পাঁচ অধিক কুৰি, twenty-five.

পঁচ্পন্, পঁচপন্ন, সংখ্যা. (সং. পঞ্চপঞ্চাশৎ; বং. পঁচান্ন) পাঁচ অধিক পঞ্চাশ, fifty-five.

পচ্‌ষষ্ঠি, সংখ্যা. (সং. পঞ্চষষ্টি, বং. পঁয়ষট্টি) পাচ অধিক ষাঠি, sixty-five.

পঁচ্‌সত্তৰ্, সংখ্যা. (সং. পঞ্চসপ্ততি; বং. পঁচাত্তৰ) পাঁচ অধিক সত্তৰি, seventy-five.

পঁজা, স. শ. (সং. পঞ্জৰ, চৰাইৰ সজা) চৰাইৰ সজাৰ নিচিনা অৰ্থাৎ নিচেই ক্ষুদ্ৰ ঘৰ, a hut, a hovel.

পজাল্, স. ধা. ("পিজাল" চোৱা) জোঙ্গাল, জোঙ্গা কৰ্, to give a point to, to cut or grind to a sharp end.

পজাল্, স. শ. (সং. পদচালন, খোজ কঢ়া) ভৰিৰ শব্দ আদি শুনি কোনো মানুহ বা জন্তু আদি ওচৰ চাপিছে বুলি কৰা অনুমান, উমান, গম, সঁহাৰি, আঁটকাল; যেনে, কালি ৰাতি চোৰ অহাৰ পঁজাল পাইছিলোঁ, a guess or conjecture formed from the sounds of foot-steps, &c., of the approach of some person or animal, a slight notice of the occurrence of something.

পঁড়িত্, স. শ. (সং. পণ্ডিত, জ্ঞানী) জ্ঞানী লোক, বিদ্যাৱন্ত লোক, a learned man. বি. বিদ্যাৱন্ত, জ্ঞানী, learned. (বৰ চলিত নহয়)।

পঁড়িতালি, গু. শ. পণ্ডিতৰ গুণ, বিদ্যা, learning, wisdom.

পক্, অ. ধা. (সং. পক্ক, পকা) পূৰঠ হ, পূৰ্ণ অৱস্থা পা, পূৰঠ হৈ কোমল বা টান হ (পকিলে কোনো বস্তু কোমল, কোনো বস্তু টান হয়, কোনো বস্তু ৰসাল, কোনো বস্তু নীৰস হয়); যেনে, কলা পকিছে, ধান পকিছে; ৰোগ বা বুঢ়া অৱস্থাৰ নিমিত্তে বগা হ (চুলিত খাটে); যেনে, চুলি পকিছে; পূঁজ ধৰ্; যেনে, খহু পকিছে; তাপ পাই উতল (তেল বা ঘিউত খাটে); যেনে, তেল পকিছে, to ripen, to become gray (as the hair), to suppurate, to be boiling hot, as oil, &c.

পক ধৰ্, পকিবলৈ আৰম্ভ কৰ্; যেনে, কলে পক ধৰিছে, চুলিয়ে পক ধৰিছে, খহুৱে পক ধৰিছে, to begin to ripen, to become gray (as the hair), or to suppurate.

পক্ উঠ্, পকি কোমল হ; যেনে, কলাৰ পক উঠিছে, বসন্তৰ পক উঠিছে, to ripen, to suppurate.

পকটিয়া, অ. ধা. (অং. পাক দিয়া, ঘূৰোৱা) ঘূৰাই পকাই চোবা, পাগুল; যেনে, গৰুৱে ঘাঁহ পকটিয়াই চোবায়, ঘূৰি ফুৰ্, ইফালে সিফালে ফুৰ্; যেনে, সি গাওঁত পকটিয়াইছে বা পকটিয়াই ফুৰিছে, to turn round and round in the mouth, to chew the cud, to take a round, to go hither and thither.

পকনি, কৃদ. স. খহু বা ঘাৰ পকা অৱস্থা, suppuration.

পকনী, স. শ. খহু বা ঘা পকোৱা দৰৱ, a suppurative.

পকৰা, "কপৰা" চোৱা।

পকা, বি. (অং. পক্, পূৰঠ হ) পূৰঠ হৈ কোমল বা টান হোৱা, পূৰ্ণ অৱস্থা পোৱা (ফল আদি), পূঁজ ধৰা; বুঢ়া হৈ বগা হোৱা, (ডাঢ়ি চুলি); নিপুণ; যেনে, পকা মানুহ; ইটা বা শিলেৰে সজা; যেনে, পকা বাৰ; শুকাই টান আৰু নীৰস হোৱা; যেনে, পকা বালি বা মাটি; তাপ পাই উতলা ঘিউ বা তেল; যেনে, পকা তেল, ripe, suppurated, turned gray (as the hair), skilful, made of brick, &c., dry and hard. স. ধা. পূৰ্ণ অৱস্থা প্ৰাপ্ত কৰ্; যেনে, কলা পকাইছে; পূঁজ ধৰা; যেনে, টেঙ্গাই খহু পকায়; চুলিৰ দৰে বগা কৰ্; যেনে, বায়ুৱে চুলি পকায়, to cause to ripen or suppurate, to make gray (as the hair)

পকা, স. ধা. (অং. পাক, মেৰ) মেৰা, মেৰ খুৱা, পাক লগা, to twist, to wind. অ. ধা. ঘূৰি ফুৰ, ইফাল সিফাললৈ গতি কৰ্; যেনে, আলি বাটত পকাই আছিলোঁ, to take a round.

পকাই ফুৰ্, ইফালে সিফালে ঘূৰি ফুৰ্, to go round, to walk.

পকাওঁতা, কৃদ. স. (ওপৰলৈ চোৱাঁ) পূৰ্ণ অৱস্থা পোৱাওঁতা, মেৰাওঁতা ইত্যাদি, a man who causes to ripen, &c., (স্ত্ৰী) পকাঁওতী।

পকা খঁৰিচা, "খঁৰিচা" চোৱাঁ।

পকা-চুলীয়া, বি. পকাচুলিযুক্ত, gray-haired.

পঁকী, বি. (বং. পাকা) ইটা আদিৰে সজা; যেনে, পকী ঘৰ, পকী সাঁকো, built of brick or stone. স. শ. পকী ঘৰ; যেনে, পকীটো ভাগিল, a house built of brick or stone.

পঁকীয়া, বি. (অং. পাক, মেৰ) পাক থকা, মেৰ খোৱা, পোন নোহোৱা; বেঁকা, twisted, curled, crooked.

পঁকীয়াপঁকি, } বি. অনেক পাক বা ভাঁজ
পঁকোৱাপঁকি, } থকা, বেঁকাবেঁকি; পোন নোহোৱা; যেনে, পকীয়াপকি বাট, not straight, zigzag.

পক্ক, বি. (সং. পক্ক; সিজোৱা—পচ্, সিজা) সিজোৱা বা ৰন্ধা; যেনে, অন্ন পক্ক হৈছে; পকা, পূৰ্ণ অৱস্থা পোৱা; যেনে, পক্ক কদলী, পক্ক কেশ, cooked, ripe, mature, gray (as the hair).

পক্কান্ন, স. শ. (সং. পক্কান্ন, সিদ্ধান্ন—পক্ক, সিজোৱা+অন্ন, খাদ্য) সিজোৱা খাদ্য, ৰান্ধি যুগুত কৰা আহাৰ, cooked food.

পখৰা, বি. অঁকাবঁকা, নানা বৰণীয়া; কুঠীয়া, কুঠ ৰোগে ধৰা, spotted, variegated, leprous.

পখৰা ওলা, বগা কুঠৰোগ হ; যেনে, তাৰ পখৰা ওলাইছে, to have white leprosy or leucoderma.

পখৰাচিত্ৰৱা, বি. (অং. পখৰা, ঐ+সং. চিত্ৰ, নানা বৰণীয়া) নানা বৰণীয়া, variegated.

পখৰাশিল্, স. শ. আগৰ কালত দোষীক খুন্দা এবিধ শিল, সি প্ৰায়ে কেইবা বৰণীয়া আছিল, এতেকে সেই নাম; যেনে, "লম দহ টকা পখৰা শিলেৰে খুন্দি," a kind of stone formerly used for beating a criminal with. It was generally of more than one colour. Hence the name.

পঁখিৰু, স. শ. (অং. পখৰা, নানা বৰণীয়া) তামোল গামোচাৰ তং। তাক নানা বৰণীয়া কাপোৰ এক লগে সি কৰা যায়, আৰু পাচে চূণৰ আৰু তামোলৰ বৰণ লাগিও চিত্ৰিত হয়, এতেকে সেই নাম, the lining of the cloth in which betel-nuts are carried about the person.

পখাল্, স. ধা. (সং. প্ৰক্ষালন, ধোৱন—প্ৰ, ভালৰূপে+ক্ষল্, ধো) ধো, পানীৰ দ্বাৰা নিকা কৰ্, to wash, to rinse. কৃদ. স. পখালোঁতা, (স্ত্ৰী) পখালঁতী।

পখালন, কৃদ. স. ধোৱন, the act of washing.

পঁখিয়া, স. ধা. (অং. পাখি, চৰাইৰ গাৰ ঢাকনী) পাখি গুচা; যেনে, পাৰটো পখিয়াইছে; আঁজুৰি আউল কৰ্, নেফিয়া, (চুলিত খাটে); যেনে, তাইৰ চুলি পখিয়াইছে, to strip of feathers, to disarrange by pulling, as the hair.

পঁখিয়াপঁখি, স. শ. চুলিয়াচুলি, চুলি আজোঁৰা আঁজুৰি, the act of pulling each other by the hair.

পঁখিলা, স. শ. (অং. পাখি, চৰাইৰ গাৰ ঢাকনী+লা, গ্ৰহণ কৰ্) এবিধ পাখি লগা কীট বা পতঙ্গ। তাৰ অনেক বিধ। সকলোৰেই কণী পাৰে. তাৰ পৰা পলু বা বিছা হয়, সি বাহ বান্ধি কিছু দিন থকাৰ পাচত তাৰ পৰা আকৌ পখিলা জন্মে, a butterfly.

পগৰু, স. শ. (হিং. পগ্ড়ী; বং. পাগ্ড়ি, মূৰত বন্ধা কাপোৰ) কোনো পাত্ৰ আদিৰ মুখৰ বা মূৰৰ পাগুৰি বা আঙ্গঠিৰ নিচিনা উঠঙ্গা, the ring or brim of a vessel, &c.

পগলা, বি. (হিং. পাগ্লা; বং. পাগল, বলিয়া) উন্মত্ত, বলিয়া, ৰাগীৰ দ্বাৰা জ্ঞান গুচা, mad, intoxicated. স. শ. বলিয়া মানুহ, a mad man. (স্ত্রী) বি. স. শ. পাগলী।

পগা, স. ধা. (হিং. পগানা; সং. পচ্, সিজা) জুলীয়া বস্তু তপতাই ঘন কৰ্; যেনে, গাখীৰ পগাইছে, to boil, to thicken by boiling, as a fluid. কৃদ. স. পগাওঁতা, (স্ত্রী) পগাঁতী।

পগোৱা, স. ধা. আনৰ দ্বাৰা তপতাই ঘন কৰা, to cause to be boiled.

পঘা, স. শ. (হিং. পগা, গৰু বন্ধা জৰী) গৰু বন্ধা ডোল, a rope for binding cattle.

পঘা-খোৱা, স. শ. (পঘা কামুৰি ছিঙ্গি পলাই যোৱা, এতেকে) বৰ দুষ্ট মানুহ (নিন্দাত), a very wicked person. (স্ত্রী) পঘা-খাঁতী।

পঘাগুনঠীয়া, বি. পঘাৰ মূৰত থকা গাঁঠিৰ নিচিনা, resembling the round knot at the end of a rope used in tying cattle.

পঙ্ক, স. শ. (সং. পঙ্ক—পচ, বিস্তৃত হ) বোকা, পল, mud, clay.

পঙ্কজ্, স. শ. (সং. পঙ্কজ—পঙ্ক, ঐ + জন্, উৎপন্ন হ) পদ্ম, পদুম ফুল, a lotus.

পঙ্কময়্, বি. (সং.) বোকাযুক্ত, muddy, like mud.

পঙ্কিল্, বি. (সং. পঙ্কিল—পঙ্ক, ঐ) বোকা-যুক্ত, বোকাময়, muddy.

পঙ্গু, স. শ. (সং. পঙ্গু—ধাতু অনিশ্চিত) খোৰা, a cripple.

পচ, অ. ধা. (সং. পচ্, সিজাই কোমল কৰ্) পুৰণি হৈ বা ৰদ বৰষুণ পৰি কোমল হ, জীর্ণ হ, জহি যা; যেনে, কাঠডাল পচিছে; গেল্, to rot, to decay, to be putrid.

সমা.—গেল্, পচ্; আগৰটো ধাতুৱে বিকৃতি পাই দুর্গন্ধ হোৱা বুজায়; যেনে, মাছ গেলিছে; পাচৰটো স্বভাৱতে টান বস্তু জীর্ণ হৈ কোমল হোৱাত খাটে, কদাচিত হে গেলা অর্থ বুজায়; যেনে, কাঠডাল পচিছে। ৰসাল বস্তু গেলে, নীৰস টান বস্তু পচে।

পঁচতীয়া, স. শ. (অং. পাঁচ-পতীয়া) প্রতি ঠাৰিত পাঁচোটা পাত থকা এবিধ দৰবৰ গছ, (সং. সিন্ধুৱাৰ), a deciduous shrub with thin gray bark, *Vitex negunde.* (Gamble).

পচলা, স. শ. (সং. পচন, পাক কৰণ) সিজাই খাবলৈ অনা বা যুগুত কৰা সৰু কলা পুলি, a sprout of the plantain tree dressed for food.

পচা, স. ধা. (অং. পচ্, জীর্ণ হ) জীর্ণ কৰ্, ৰদ বৰষুণত পেলাই কোমলা; যেনে, পীৰাখান বাহিৰত থৈ পচালে, গলিত কৰ্, গেলা; গাজ ওলাবৰ কাৰণে পুতি থ, জোৰা; যেনে, গুটি পচাইছোঁ, (মাটিত পুতি থলে গুটি কুমলি শীঘ্রে গাজ ওলায়, এতেকে), to cause to rot, to putrify, to sow (as seed). বি. পুৰণি হৈ বা ৰদ-বৰষুণত পৰি কোমল হোৱা, জীর্ণ হোৱা; যেনে, পচা কাঠ; গেলা, rotten, putrid. "গেলা" চোৱাঁ।

পচাৰ্, স. শ. (সং. প্রচাৰ, প্রকাশ) নিমেষ, অলপকৈ চকু মেলি আকৌ জঁপোৱা কার্য্য, nictation, winking of the eye. স. ধা. অলপকৈ মেলি আকৌ মুদ্, to open and shut rapidly as the eye.

পঁচিম্, স. শ. (সং. পশ্চিম, পুবৰ সমুখৰ দিশ) পুবলৈ পিঠি দিলে যি ফাললৈ মুখ হয় সেই দিশ, বেলি মাৰ যোৱা দিশ, the west.

পঁচিমীয়া, বি. পচিম দিশৰ, পশ্চিম দেশত থকা বা উৎপন্ন; পচিমৰ পৰা অহা; যেনে, পচিমীয়া মানুহ, পচিমীয়া বতাহ, born or produced in a western country, coming from the west.

পচোৱা, বি. পশ্চিম ফালৰ পৰা পুবলৈ চলা (বতাহত খাটে); যেনে, পচোৱা বতাহ,

westerly. স. শ. পশ্চিমৰ পৰা পূবলৈ চলা বতাহ, westerly wind.

পচ্ৰঙ্গী, স. শ. ( সং. পঞ্চৰঙ্গী, পাঁচ বৰণীয়া ) কেইবা বৰণীয়া আঁচ থকা এবিধ কামৰূপৰ এৰীয়া কাপোৰ, তেনে কাপোৰেৰে কৰা এবিধ জোলোঙ্গা, a kind of striped *Eria* cloth made in Kamrup, a bag made of the above or similar cloth.

পজালি, স. শ. "গজালি" শব্দৰ অপভ্ৰংশ।

পজালি গেল্, কণ নষ্ট হ, ( মাহত খাটে ); যেনে, তিতা মাহ শুকাই থলে পজালি গেলে, to be destroyed as seed.

পজালি-গেলা, বি. কণ-গেলা, গজিবৰ শক্তি নষ্ট হোৱা ( প্ৰায়ে মাহত খাটে ); যেনে, পজালি-গেলা মাহ নিসিজে, seed which has become decayed.

পঞ্চ, সংখ্যা. ( সং. পঞ্চ, পাঁচ ) পাচ, five.

পঞ্চকোণ্, বি. ( সং. পঞ্চকোণ—পঞ্চ, পাঁচ + কোণ, চুক) পাচ চুকীয়া, pentagonal.

পঞ্চগব্য, স. শ. ( সং. পঞ্চগব্য—পঞ্চ, ঐ+ গব্য, গৰুৰ পৰা উৎপন্ন ) গৰুৰ এৰাঁ গাখীৰ, দৈ গাখীৰ, ঘিউ, গৰুমূত, গোবৰ, একেলগে গোটোৱা এই পাঁচ বস্তু ; ই বৰ শুচিকাৰক, a collection of five articles derived from the cow, *viz.*, milk, curd, ghee, cow's urine and cow dung, which is used as a purifier.

পঞ্চত্ব, ভ. শ. ( সং. পঞ্চ, পাঁচ ; যি পঞ্চ ভূতৰ পৰা শৰীৰৰ উৎপত্তি, শৰীৰে পুনৰায় সেইবিলাকত লয় পায়, এতেকে ) মৃত্যু, death.

পঞ্চদশ্, সংখ্যা. ( সং. পঞ্চদশ—পঞ্চ, পাঁচ, + দশ, দহ ) পাঁচ আৰু দহ, পোন্ধৰ, fifteen.

পঞ্চবাণ, স. শ. ( সং. পঞ্চবাণ—পঞ্চ, পাঁচ + বাণ, শৰ ; তেওঁৰ পাঁচ পাট শৰ আছে, সেইবিলাকৰ দ্বাৰা সকলো প্ৰাণীৰ শৃঙ্গাৰৰ ইচ্ছা জন্মে ; এতেকে ) কামদেৱ মতা-তিৰোতাৰ প্ৰীতি জন্মোৱা দেৱতা, the Indian Cupid. কামদেৱৰ পাচ পাট শৰৰ নাম—উন্মাদন, তাপন, শোষণ, সম্মোহন, স্তম্ভন।

পঞ্চভূত, স. শ. ( সং. পঞ্চভূত—পঞ্চ, পাঁচ + ভূত, মূল পদাৰ্থ ) পৃথিৱী, আকাশ, পানী, বায়ু, জুই, এই পাঁচ পদাৰ্থ। আমাৰ প্ৰাচীন পণ্ডিতবিলাকৰ মতে এই পাঁচ বস্তুৰ পৰাই জগতৰ সৃষ্টি হৈছে, the five elements, *viz.*, earth, air, water, ether and fire.

পঞ্চ-ভূতাত্মক, বি. ( সং. পঞ্চভূতাত্মক—পঞ্চ-ভূত, ঐ + আত্মক, স্বৰূপ ) পঞ্চ-ভূতেৰে নিৰ্ম্মিত, পঞ্চভূতযুক্ত ; যেনে, পঞ্চ-ভূতাত্মক দেহ, formed or consisting of the five elements.

পঞ্চম, সংখ্যা. ( সং. পঞ্চম—পঞ্চন, পাচ ) পাঁচৰ সংখ্যা পূৰ কৰা, fifth.

পঞ্চ-মকাৰ্, স. শ. ( সং. পঞ্চমকাৰ—পঞ্চ, পাঁচ + মকাৰ, ম ) বামাচাৰী শাক্তবিলাকৰ উপাসনাৰ পাঁচোটা প্ৰধান বস্তু, সেই আটাইবিলাক "ম" আখৰেৰে আৰম্ভ, এতেকে সেই নাম ; যেনে, মদ, মঙ্গহ, মাছ, মুদ্ৰা, ( ভজা বস্তু ) মৈথুন, ( ৰতি-ক্ৰিয়া ), the five essentials of worship according to the doctrine held by the heterodox followers of the Tantras, *viz.*, spirituous liquor, flesh, fish, fried gram and copulation.

পঞ্চমী, স. শ. ( সং. পঞ্চম শব্দৰ স্ত্ৰীলিঙ্গ ) শুক্ল বা কৃষ্ণ পক্ষৰ পঞ্চম দিন, the fifth lunar day.

পঞ্চমদিনা, স. শ. আজিৰ আগৰ পাঁচ দিনৰ দিন, the fifth day before this.

পঞ্চ-ৰত্ন, স. শ. ( সং. পঞ্চৰত্ন—পঞ্চ, পাঁচ + ৰত্ন, বাখৰ ) একেলগে গোটোৱা পাঁচ বিধ বহুমূলীয়া বস্তু ; যেনে, সোণ, ৰূপ, মুকুতা, স্ফটিক আৰু তাম, a collection of five precious things, *viz.*, gold, silver, a pearl, crystal and copper. Also the five most admired episodes of the *Mahābhārat*. (Haughton).

**পঞ্চশৰ্**, "পঞ্চবাণ" চোৱাঁ।

**পঞ্চানন্**, স. শ. ( সং. পঞ্চানন—পঞ্চ, পাঁচ +আনন, মুখ ) শিৱ, Siva.

**পঞ্চামৃত**, স. শ. ( সং. পঞ্চামৃত—পঞ্চ, পাঁচ +অমৃত, অতি সোৱাদ বস্তু ) একে লগে গোটোৱা এৱাঁ গাখীৰ, দৈ-গাখীৰ, চেনি ঘিউ আৰু মৌ, a mixture of five sweets, *viz.*, milk, curd, sugar, ghee and honey.

**পঞ্চায়ত্**, স. শ. ( হিং. পঞ্চায়ত, বং. পঞ্চায়িত, মেলুৱৈ ) গোচৰ শুধিবৰ নিমিত্তে গুচৰীয়া পদকীয়াই বাচি লোৱা বা দেশৰ গৰাকীয়ে পতা মেলুৱৈৰ সমাজ, a body of persons appointed to decide a case either by the parties themselves or by the orders of the authorities.

**পঞ্চাল্লিশ(-চ্)**, সংখ্যা. ( সং. পঞ্চচত্বাৰিংশৎ ; বং. পঁয়তাল্লিশ ) পাঁচ অধিক ত্ৰকুৰি, forty-five.

**পঞ্চাশ(-চ্)**, সংখ্যা. ( সং. পঞ্চাশৎ, বং. পঞ্চাশ ) ডুকুৰি দহ, fifty.

**পঞ্জিকা**, স. শ. ( সং. পঞ্জিকা—পঞ্জ্, ছো ) পাঁজি, তিথি বাৰ লিখা পুথি, an almanac.

**পট্**, স. শ. ( সং. পট, চিত্ৰিত কাপোৰ, বং. পট, চিত্ৰ ) লিখা মূৰ্ত্তি, লিখনীৰে লিখা মানুহ, জন্তু, গছ বা ঠাই ইত্যাদিৰ আকৃতি ; এতেকে গঢ়, আকাৰ, a picture, a map, form, shape.

**পটন্তৰ্**, স. শ. ( অং. পট, প্ৰতিমূৰ্ত্তি, সাদৃশ্য ) কোনো এক হিত উপদেশ দিয়া এফাঁকি বা দুফাঁকি কথা, ( তাত প্ৰায়ে উপদেশটো বুজাবৰ কাৰণে এটা তুলনা থাকে, এতেকে সেই নাম ) ; যেনে, "অবুজনক বুজোৱা, ঢেকুৰাঠাৰি সিজোৱা." ইয়াত ঢেকুৰা শাকৰ ঠাৰি সিজোৱা যেনে টান, অবুজন মানুহক বুজোৱাও তেনে টান, এই শিকনি আছে ; সেই দৰেই "শুই থকা শিয়ালে হাঁহ ধৰিব নোৱাৰে," অৰ্থাৎ এলেহুৱা মানুহে কোনো ভাল কাম কৰিব নোৱাৰে ; দৃষ্টান্ত ; উপমা, a proverb, a simile. "দৃষ্টান্ত" চোৱাঁ।

**পটল্**, স. শ. ( সং. পটল, পুথি ) তান্ত্ৰিক পূজাৰ বিধি, a manual of the formulas of *Tantrik* worship.

**পটা**, স. শ. ( সং. পট্ট, বটন বটা শিল ) বটন বটা শিল, a slab on which spices, &c., are ground.

**পটা**, স. শ. ( সং. পট্ট, ৰজাই মাটি দিয়া কাকত, বং. পাট্টা ) খাজনাৰ কাৰণে মাটি লগোৱাৰ প্ৰমাণ-পত্ৰ, a lease of land.

**পটা-গুটি**, স. শ. ( অং. পটা, বটন বটা শিল+গুটি, গোটা বস্তু ) পটাত বস্তু দি পিঁহা গোটা শিল, a muller or stone for grinding spices with, &c.

**পটা-গুটীয়া**, বি. পটা-গুটিৰ দৰে গোটা আৰু দীঘল, something resembling the above,

**পটাম্বৰ্**, স. শ. (সং. পট্টাম্বৰ, পাট কাপোৰ) পাটৰ কাপোৰ, a silk cloth.

**পটি**, স. শ. ( সং. পটি, কাপোৰ ) কাপোৰৰ দাঁতিত লগাবৰ নিমিত্তে সোণৰ বা ৰূপৰ গুণাৰে বোৱা ঠেক কাপোৰৰ নিচিনা বস্তু বিশেষ, gold or silver lace.

**পটি**, স. শ. ( সং. পংক্তি ; হিং. পট্টি, শাৰী ) দোকান-ঘৰৰ শাৰী ; যেনে, কেঞাপটি ; হাবিৰ মাজে জন্তুৱে অহা যোৱা কৰা বাট ; যেনে, মহৰ পটি ; হাবি কাটি উলিওৱা ঠেক বাট ; যেনে, হাবি মাটি জুখিবলৈ পটি কাটে ; কোনো বস্তু চোঁচৰাই নিওঁতে মাটিত ৰোৱা চিন, a row of shops, a track, a trace, a narrow foot-path opened out in jungle.

**পটী**, স. শ. ( হিং. পট্টী, ঘা বন্ধা কাপোৰ ) ঘা আদিত দৰব দি বন্ধা ঠেক কাপোৰ, a bandage.

**পটীয়া**, স. শ. ( অং. পাটী, এবিধ শীতল ঢাৰি ) পাটী সজা মানুহ, a man who plaits reeds in order to make mats, পাটী। ( স্ত্ৰী ) পটীয়ানী।

পটু, বি. (সং. পটু—পাটু, কথা ক) নিপুণ, দক্ষ, পাৰ্গত, clever, skilful.

পটুতা, গু. শ. (সং.) পাৰ্গতালি, পটুগুণ, cleverness.

পটুৱা, স. শ. (অং. পাত, পত্ৰ; পতুৱা, পাত সম্বন্ধীয়) কলা গছৰ আবৰণ, কলা-পাতৰ ঠকুৱাৰ তলৰ বহল ভাগ, যি গছৰ গা ঢাকি থাকে, the sheath of a plantain tree.

পটেশ্বৰী, স. শ. (অং. পাট, ৰজাৰ সিংহাসন + ঈশ্বৰী, গৰাকিনী) ৰজাৰ প্ৰধান মিহিৰী, মাদৈ, a queen-consort, the principal wife of a reigning king.

পটোল্, স. শ. (সং. পটোল—পটু, গমন কৰ্) এবিধ তিঞহ জাতিৰ লতা; তাৰ ফল, a kind of cucumber.

পট্ট-বস্ত্ৰ, স. শ. (সং. পট্টবস্ত্ৰ—পট্ট, পাট + বস্ত্ৰ, কাপোৰ) পাট সূতাৰ কাপোৰ, a silk cloth.

পট্টিশ, স. শ. (সং. পট্টিশ—পটু, গতি কৰ্) এবিধ কুঠাৰৰ নিচিনা যুদ্ধৰ অস্ত্ৰ, a kind of battle-axe.

পঠনীয়, বি. (সং. পঠনীয়—পঠ্, পঢ়্) পঢ়িব লগা; পঢ়িবৰ যোগ্য, fit or proper to be read, readable.

পঠা, স. ধা. (সং. পটু, গতি কৰ্; বং. পাঠা, প্ৰেৰণ কৰ্) গতি কৰা, পাঁচ্; প্ৰেৰণ কৰ্, to cause to go, to send. কৃদ. স. পঠাওঁতা, (স্ত্ৰী) পঠাঁতী।

পঠিত, কৃদ. বি. (সং. পঠিত—পঠ্, পঢ়্) পঢ়া; যেনে, পঠিত বিষয়, read.

পঠিতব্য, বি. (সং.) পঢ়িবৰ যোগ্য, পঢ়িব লগা, fit or proper to be read.

পঠিয়া, স. ধা. (অং. পঠা, পাঁচ্) পাঁচ্; প্ৰেৰণ কৰ্, to send.

পঢ়্, স. ধা. (সং. পঠ্; প্ৰাঃ. পঢ়্; হিং. পঢ়্না, পাঠ কৰ্) আখৰ মাত্, পুথি মাত্; যেনে, লৰাই পুথি পঢ়ে, to read. অ. ধা. আখৰ বা পুথি মাতিবলৈ শিক্, শাস্ত্ৰৰ বিদ্যা শিক্; যেনে, লৰাই পঢ়াশালিত পঢ়ে, to learn to read, to study books.

পঢ়ন, কৃদ. স. পঠন, পঢ়া কাৰ্য্য, the act of reading, study.

পঢ়া, স. ধা. আখৰ বা পুথি মতা; যেনে, কীৰ্ত্তন পঢ়াওঁ; পঢ়িবলৈ শিকা, শাস্ত্ৰৰ বিদ্যা শিকা; যেনে, অধ্যাপকে ছাত্ৰক পঢ়ায়, to cause to read.

পঢ়াশলীয়া, বি. পঢ়াশালিৰ, pertaining to a school.

পঢ়াশালি, স. শ. (সং. পাঠশালা, পঢ়া ঠাই) বিদ্যা শিকা ঠাই, বিদ্যালয়, ছাত্ৰ-শালি, a school.

পঢ়ি-দোলা, স. শ. (অং. পঢ়ি, দোৱালি + দোলা, এবিধ যান) কাপোৰৰ দোৱালি, আৰু টেঁকৰ লগাই কৰা এবিধ দোলা, a kind of Assamese *duli*.

পণ্, স. শ. (সং. পণ—পণ্, বেহা কৰ্) আৰি, হাৰিলে দিবলৈ প্ৰতিজ্ঞা কৰা ধন; যেনে, এশ টকাৰ পণ; দৃঢ় প্ৰতিজ্ঞা, অঙ্গীকাৰ; যেনে, এই কথা কৰিবলৈ পণ কৰিছে, a bet, a wager, a vow, a solemn promise.

পণুৱা, স. শ. কাণি পাণত বত মানুহ, one given to smoking opium mixed with betel leaf. বি. কাণিৰ পাণত ৰত, addicted to the above.

পণ্ড, বি. (সং. পণ্ড—পড়্, নষ্ট কৰ্) ব্যৰ্থ, নিৰৰ্থক; যেনে, পণ্ড শ্ৰম, vain, fruitless. স. শ. নপুংসক, a eunuch.

পণ্ডিত্, স. শ. (সং. পণ্ডিত—পণ্ডা, বিদ্যা) বিদ্যাৱন্ত লোক, জ্ঞানী লোক; অধ্যাপক, শিক্ষক, a learned man, a scholar, a teacher.

পণ্ডিতাভিমানী, বি. (সং. পণ্ডিতাভিমানিন্ —পণ্ডিত, ঐ + অভিমানিন্, অহঙ্কাৰী) আপোনাক পণ্ডিত বুলি অহঙ্কাৰ কৰা, পণ্ডিত নহৈও পণ্ডিতালি দেখোৱা, ডাঙ্গৰ পণ্ডিতৰ দৰে কথা কোৱা, pedantic, vainly making a show of learning.

পণ্ডিতালি, গু. শ. পণ্ডিতৰ নিচিনা আচৰণ বা গুণ, বিদ্যা, scholarship, learning.

পতঙ্গ, } স. শ. (সং. পতঙ্গ, পতঙ্গম—
পতঙ্গম্, } পত্, পৰ্, উড়ি গৈ পৰে এতেকে) পাখি লগা পোক, ফৰিং আদি, any winged insect, such as a grasshopper, a butterfly, &c.

পতং পৰ্, শেষ পৰ্, অন্ত হ; যেনে, সেই কথাৰ পতং পৰিল, to be ended, to be finished.

পতঞ্জলি, স. শ. (সং. পতঞ্জলি—পত্, পৰ্ + অঞ্জলি, আঁজলি) ষড়্-দৰ্শনৰ পাতঞ্জল নামেৰে শাস্ত্ৰ কৰোঁতা মুনি জনাৰ নাম। (পাণিনি মুনিয়ে কৃতাঞ্জলি হৈ ঈশ্বৰক স্তুতি কৰি থাকোতে তেওঁ সক এটি সাপৰ আকৃতিৰে পাণিনিৰ হাতৰ আঁজলিত ওপৰৰ পৰা পৰে, এতেকে সেই নাম), the founder of the *Yoga* philosophy (Dowson).

পতন, কৃদ. স. (সং. পতন—পত্, পৰ্) পৰণ, পৰা কাৰ্য্য, তললৈ নমা কাৰ্য্য; সম্পদহীন হোৱা অৱস্থা, the act of falling, degradation.

পতন্নুৱা, বি. (অং. পতান, শাহ নথকা ধান) ভিতৰত শাহ নথকা ধানযুক্ত, পতানেৰে মিহলি; যেনে, পতন্নুৱা ধান; ভিতৰত শাহ নথকা, পতানৰ নিচিনা, full of or mixed with blighted corn, blighted, like a blighted grain.

পতলা, স. শ. (সং. পাত্ৰ, আধাৰ) খোৱা বস্তুৰে পূৰ হোৱা পাত্ৰ; যেনে, এপতলা ভাত, as much food as a plate will hold, a large quantity of food.

পতহা, স. শ. (সং. পত্ৰ, গছৰ পাত) পাতৰ নিচিনা পাতল চকলা; যেনে, এপতহা তামোল, a thin piece, a slice.

পতহিয়া, স. ধা. নিচেই পাতলকৈ চকলিয়া; যেনে, বুঢ়া মানুহে তামোল পতহিয়াই খায়, to slice.

পতা, স. শ. (অং. পাত, পত্ৰ, তাৰ নিচিনা এতেকে) পিটি গছৰ পাতৰ দৰে পাতল কৰা ধাতু; চকু ঢকা ছাল; মানুহৰ বা হাঁহ জাতিৰ চৰাইৰ ঠেঙৰ তলৰ চেপেটা ভাগ, a thin plate of metal, the eye-lid, a human foot, a web-foot.

পতা, স. ধা. আনক নিয়োগ কৰা অৰ্থৰ "পাত্" ধাতু; যেনে, এজনে জাল পাতে আন এজনে তাক পতায়, to cause to be laid, &c. স. ধা. "পাত্" চোৱাঁ।

পতাকা, স. শ. (সং. পতাকা—পত্, গতি কৰ্) এডাল দীঘল মাৰিৰ মূৰত লগোৱা এডোখৰ কাপোৰ, a flag, a banner.

পতান্, স. শ. (সং. পতন, পৰা) ভিতৰত শাহ নথকা ধান, (ধানবিলাক পূৰঠ নৌ হওঁতেই গছবোৰ পৰিলে ধানৰ ভিতৰত শাহ নহয়, এতেকে সেই নাম), blighted corn, immature corn.

পতালী-কোমোৰা, স. শ. (সং. পাতালী, মাটিৰ তলৰ + অং. কোমোৰা, এবিধ লতাৰ ফল) এবিধ লতাৰ এটা কোমোৰাৰ নিচিনা মূল, (সি মাটিৰ তলত হয়, এতেকে পতালী অৰ্থাৎ মাটিৰ তলৰ কোমোৰা বোলা যায়), the root of a creeper used in medicines.

পতি, স. শ. (সং. পতি—পা, ৰক্ষা কৰ্) স্বামী; গৰাকী, অধিকাৰ, a husband, a master, an owner.

পতি-ঘাতিনী, স. শ. (সং. পতিঘাতিনী—পতি, স্বামী + ঘাতিনী, নাশ কৰঁতী) স্বামীক বধ কৰা তিৰোতা, a murderess of her own husband. বি. স্বামীক বধা; যেনে, পতিঘাতিনী তিৰোতা, killing one's own husband.

পতিত্, কৃদ. বি. (সং. পতিত—পত্, পৰ্) পৰা; যেনে, গছৰ পাত পতিত হয়; পাপৰ দ্বাৰা ওপৰৰ শ্ৰেণীৰ পৰা তললৈ নমা, জাতি যোৱা; যেনে, পতিত ব্ৰাহ্মণ; খেতি নোহোৱাকৈ পৰি থকা, ছন পাৰ থকা; যেনে, পতিত মাটি, fallen, degraded, lying fallow.

পতিতপাৱন, স. শ. (সং. পতিতপাৱন—পতিত, পাপী + পাৱন, পবিত্ৰ কৰোঁতা) পাপীক উদ্ধাৰোঁতা, পাপীৰ গতি, ঈশ্বৰ,

a Saviour of sinners, God. (স্ত্ৰী) পতিতপাৱনী।

পতিব্ৰতা, বি. (সং. পতিব্ৰতা—পতি, স্বামী + ব্ৰত, নিষ্ঠা) আপোনাৰ স্বামীত বাজে আনক নিচিন্তা, সতী, সাধ্বী: যেনে, পতিব্ৰতা স্ত্ৰী, faithful to one's own husband. স. শ. সতী স্ত্ৰী; যেনে, পতিব্ৰতাৰ শাপ, a faithful and loving wife.

পতিপ্ৰাণা, বি. (সং. পতিপ্ৰাণা — পতি, স্বামী + প্ৰাণ, জীৱ) আপোনাৰ স্বামীক প্ৰাণৰ দৰে মৰম কৰা. আপোনাৰ পতিত বাজে আনক নিচিন্তা; যেনে, পতিপ্ৰাণা ভাৰ্য্যা, loving one's husband as one's own life, faithful to one's own husband.

পতিয়ন্, কৃদ. স. (অং. পতিয়া, বিশ্বাস কৰ্) বিশ্বাস, প্ৰত্যয়, faith, belief.

পতিয়া, স. ধা. (সং. প্ৰত্যয়, বিশ্বাস) বিশ্বাস কৰ্, প্ৰত্যয় কৰ্, to believe, to trust.

পতিত্ব, গু. শ. (সং. পতিত্ব—পতি, স্বামী) স্বামিত্ব, পতিৰ অৱস্থা বা স্বত্ব, the state or right of a husband.

পতিত্বে, ক্ৰি. বি. স্বামীস্বৰূপে; যেনে, ৰামক সীতাই পতিত্বে বৰিলে, as a husband.

পতিসেৱা, স. শ. (সং. পতিসেৱা—পতি + স্বামী + সেৱা, শুশ্ৰূষা) স্বামীৰ সুখ আৰু সন্তোষৰ নিমিত্তে কৰা কাৰ্য্য, স্বামীত কৰা ভক্তি; যেনে, পতি-সেৱাই তিৰোতাৰ ঘাই কাম, devotion to one's husband.

পতিহা, স. শ. (সং. প্ৰত্যাশা, ভাৰসা) আশা, সাহায্য পাবৰ ভাৰসা; যেনে, আমি তেওঁত একো পতিহা নকৰোঁ, dependence, hope of getting aid or support.

পতিহীনা, বি. (সং. পতিহীনা—পতি, স্বামী + হীন, নথকা) স্বামী নথকা, having no husband, widowed.

পতীয়া, বি. (অং. পাত, গছৰ অঙ্গ) পাত-যুক্ত, পাত থকা; (এটা সংখ্যা বাচক বা বিশেষণ শব্দৰ পাচত থাকে); যেনে, দুপতীয়া, দীঘল পতীয়া, having leaves (used in composition).

পতুৰা, বি. পাতযুক্ত, বহুত পাত থকা; যেনে, ধানবোৰ পতুৰা হল, abounding in leaves.

পতোৱাৰ্, স. শ. (অং. পাত্, স্থাপন কৰ্, বিস্তৃত কৰ্) পানীৰ বেগ কমাবৰ নিমিত্তে দিয়া বেৰ; নৈয়ে খহাই নিব নোৱাৰিবৰ কাৰণে গৰাৰ দাঁতিত দিয়া বেৰ; এতেকে এটলীয়া ঠাই সমান কৰিবলৈ তোলা মাটি নখহাকৈ ৰাখিবলৈ দিয়া বেৰ, a break-water, a bamboo wall or fence raised to prevent a river bank from falling, a revetment.

পত্নী, স. শ. (সং. পত্নী—পতি, স্বামী, স্বামী আছে, এতেকে) ভাৰ্য্যা, a wife.

পত্ৰ, স. শ. (সং. পত্ৰ—পত্, গতি কৰ্) গছৰ পাত; চিঠি; কাকত, a leaf, a letter, a document.

পত্ৰবাহক্, স. শ. (সং. পত্ৰবাহক—পত্ৰ, চিঠি + বাহক, লৈ যাওঁতা) চিঠি লৈ যাওঁতা, a letter carrier.

পত্ৰাঙ্ক, স. শ. (সং. পত্ৰ, পাত + অঙ্ক, এক দুইৰ চিন) পুথি আদিৰ পাতত দিয়া এক দুই আদি চিন, paging.

পত্ৰিকা, স. শ. (সং. পত্ৰিকা—পত্ৰ, পাত) চিঠি, কাকত, লেখা; a letter, a written paper, a document.

পথ, স. শ. (সং. পথ—পথ, গতি কৰ্) বাট, আলি; এতেকে আচাৰ, ব্যৱহাৰ; যেনে, জ্ঞানী লোকৰ পথত চলিব লাগে; বেলেগ বেলেগ ধৰ্ম্মৰ মত; যেনে, মহা-পুৰুষীয়া পথ, a path, a road, a course of conduct or of action, tenets or doctrines held by a particular sect.

পথদৰ্শক, } পথ্‌দৰ্শক, } স. শ. (সং. পথদৰ্শক—পথ, বাট + দৰ্শক, দেখাওঁতা) বাট দেখাওঁতা; শিক্ষক, শিকাওঁতা, a guide, a leader, a teacher.

পথৰুৱা, বি. (অং. পথাৰ, খেতিৰ ঠাই)

পথাৰত উৎপন্ন ; যেনে, পথৰুৱা বন ; পথাৰত কাম কৰা ; যেনে, পথৰুৱা মানুহ, produced in a corn field, laboring in a field. স. শ. পথাৰত বন কৰা মানুহ, a laborer in the field.

পথলীয়া, বি. ( অং. পথালি, প্রস্থ ) পথালি ভাৱে থকা, দীঘৰ বিপৰীত ; থিয় বা পোন নোহোৱা, lying or falling athwart, cross, horizontal.

পথলীয়াকৈ, ক্রি. বি. পথালি ভাৱে, crosswise, horizontally.

পথান্, স. শ. ( সং. পদস্থান, ভৰি দিয়া ঠাই ) শয্যাৰ ভৰি পৰা ঠাই, the foot of a bed.

পথাৰ্, স. শ. ( সং. পাথ, পানী ) অলপ দ আৰু বাৰিষা পানী বন্ধ যোৱা, ডাঙ্গৰ গছ নথকা ঠাই ; এতেকে শালিধান রুবৰ যোগ্য মাটি ; এতেকে খেতি কৰা ঠাই, land free from trees, slightly submerged during the rains and fit for cultivation of *Sali* crops, a rice field.

পথালি, স. শ. ( সং. প্রস্থ, বহল ) দীঘৰ বা থিয়ৰ বিপৰীত ফাল, বহল ফাল, breadth, width. বি. এদাঁতিৰ পৰা আন দাঁতিলৈ জোৰা, থিয়ৰ বা দীঘৰ বিপৰীত ; যেনে, পাটীত পথালি হৈ শুইছে, extending crosswise, horizontal.

পথালি-কোলা, স. শ. লৰা আদিক পথালিকৈ লওঁতে আগলৈ মেলা দুখান হাত ; যেনে, লৰাটি পথালি-কোলাত লোৱাঁ, a particular manner of carrying a child on the arms on which it is placed horizontally.

পথালিচকুৱা, বি. ( অং. পথালি, ইদাঁতিৰ পৰা সিদাঁতিলৈ যোৱা + চকু, দেখা ইন্দ্রিয়) থিয় নোহোৱা বা এদাঁতিৰ পৰা আন দাঁতিলৈ বিস্তৃত হোৱা চকুযুক্ত ( মানুহত খাটে ), having horizontal eyes (said of human beings). স. শ. মানুহ, মনুষ্য জাতি, a human being as contradistinguished from other animals.

পথালি ভাৱে, ক্রি. বি. পথালি হৈ ; যেনে, পথালিভাৱে পৰিছে, crosswise.

পথালিয়ে, ক্রি. বি. ইদাঁতিৰ পৰা সিদাঁতিলৈ, দীঘৰ বিপৰীত ফালে, পথালি হৈ, in breadth, crosswise.

পথিক, বি. ( সং. পথিক—পথ, বাট ) বাটৰুৱা, যাত্রী, ভ্রমণকাৰী ; যেনে, পথিক মানুহ, wayfaring, travelling. স. শ. যাত্রিক, যাত্রী, a traveller, a wayfarer.

পথুক, " পথিক " শব্দৰ অপভ্রংশ ।

পথ্য, স. শ. ( সং. পথ্য—পথ্, গতি কৰ্ ) ৰোগীৰ উপকাৰী আহাৰ, regimen, sick persons' diet.

পথ্যাশী, বি. ( সং. পথ্যাশিন্—পথ্য, ঐ + আশিন্, খাওঁতা ) শৰীৰলৈ হিত বস্তু বিচাৰি খোৱা, আহাৰৰ কথাত সাৱধান ; যেনে, নৰিয়া মানুহ পথ্যাশী হব লাগে, eating wholesome food. স. শ. শৰীৰলৈ হিত বস্তু বিচাৰি খোৱা মানুহ ; যেনে, পথ্যাশীৰ নৰিয়া নহয়, one who eats wholesome food.

পদ্, স. শ. ( সং. পদ—পদ্, গতি কৰ্ ) ভৰি, চৰণ ; বিষয় বা ব্যৱসায় ; যেনে, ৰাজমন্ত্রীৰ পদ ; কোনো এটা বস্তু ; যেনে, পিতৃৰ বস্তুৰ এপদো নাই, ( "এপদ বস্তু" এনেও হয় ) ; ( ব্যাকৰণত ) বিভক্তি বা প্রত্যয়েৰে যুক্ত শব্দ বা ধাতু ; যেনে, 'ৰামে' এই পদ কৰ্ত্তাকাৰক, a foot, a post or appointment, a thing, an inflected word.

পদ্, স. শ. ( সং. পদ্য, শ্লোক ) ছন্দ লগাই লিখা কথা, শ্লোক, দুফাঁকি কথাৰ প্রতি ফাঁকিত চৈধ্যটা আখৰ থকা আৰু ওপৰৰ ফাঁকিৰ শেষৰ শব্দ তলৰ ফাঁকিৰে মিলা, এবিধ অসমীয়া ছন্দ, a verse, a kind of Assamese metre of two lines rhyming at the end.

পদকীয়া, স. শ. ( সং. আপদ ; অং. পদক, বিপদ ; বিপদত পৰা ) জগৰীয়া, যাৰ

গুপৰত কোনো গোচৰ হয়, সেই মানুহ, প্ৰতিবাদী, a defendant, an accused person. (স্ত্ৰী) পদকীয়ানী।

পদচ্যুত্, বি. (সং. পদচ্যুত—পদ, বিষয়+চ্যুত, সৰি পৰা) বিষয় গুচা, dismissed from an appointment.

পদবি, স. শ. (সং. পদৱি—পদ্, গতি কৰ্) উপাধি, খিতাপ; বিষয়ৰ নাম, a title, an official designation.

পদব্ৰজে, ক্ৰি. বি. (সং. পদব্ৰজ, ভৰিৰে গমন—পদ, ভৰি+ব্ৰজ্, গতি কৰ্) খোজ কাঢ়ি, on foot.

পদৰজ, স. শ. (সং. পদৰজস্—পদ, ভৰি +ৰজস্, ধূলি) ভৰিৰ ধূলি, dust of the feet.

পদস্থ, বি. (সং. পদস্থ—পদ, বিষয়+স্থা, থাক) বিষয়ত থকা, holding an office.

পদাকাংক্ষী, স. শ. (সং. পদাকাংক্ষিন্—পদ বিষয়+আকাংক্ষা, বাঞ্ছা) বিষয় বিচৰা মানুহ, কাম বিচাৰোঁতা, a candidate for an appointment.

পদাঘাত্, স. শ. (সং. পদাঘাত—পদ, ভৰি + আঘাত, প্ৰহাৰ) লাথি, গোৰ, a kick.

পদাঙ্ক, স. শ. (সং. পদাঙ্ক—পদ, ভৰি +অঙ্ক, চিন) ভৰিৰ চিন, খোজ, a foot mark.

পদাতি, } স. শ. (সং. পদাতি, পদাতিক
পদাতিক, } —পদ, ভৰি+অত্, গতি কৰ্) ভৰিৰে খোজ কাঢ়ি ৰণ কৰা সেনা; টেকেলা, a foot soldier, a peon.

পদানত্, বি. (সং. পদানত—পদ, ভৰি+আ, উপস.+নম্, নত হ) মূৰ দোঁৱাই ভৰিত পৰা, নম্ৰ বা বশ হোৱা; যেনে, শত্ৰু তোমাৰ পদানত হওক, falling prostrate at the feet, to be subjected or obedient.

পদাপিকৰা, স. শ. (অং. পদা, বায়ু কৰা +পকৰা, পোক; বং. পেদোপোকা, এবিধ পোক) এবিধ গুবৰুৱাৰ নিচিনা পোক, তাক হাতেৰে ধৰিলে সি এটা দুৰ্গন্ধি বায়ু এৰি দিয়ে, a kind of small beetle which when touched gives forth an unpleasant smell.

পদাপাল্ দেখ্, বিচুৰ্ত্তি হ, তত এৰ্, টানত পৰি কি কৰা উচিত বা অনুচিত নিশ্চয় কৰিব নোৱৰা হ; যেনে, নাও ডকাত পৰিলত নাৰৱিয়াই পদাপাল দেখিলে, to lose presence of mind, to be dismayed.

পদাপাল্ দেখা, তত হেৰুৱা, বিচুৰ্ত্তি কৰ্, বিতত কৰ্, to confound, to dismay.

পদাৰবিন্দ, স শ. (সং. পদাৰৱিন্দ—পদ, ভৰি+অৰবিন্দ, পদ্ম, পদ্ম যেনে শুৱনি বা মৰম লগা, তেনে ভৰি) প্ৰিয়াৰ বা মান্য লোকৰ ভৰি, a lovely or venerable foot, the foot of a mistress or of a venerable person.

এই ৰূপেই পদ্ম বুজোৱা আন শব্দও "পদ" শব্দৰ পাচত লগ লাগি সেই অৰ্থ বুজায়; যেনে, পদকমল, পদাম্ভোজ, পাদপদ্ম, পদপঙ্কজ ইত্যাদি।

পদাৰ্থ, স. শ. (সং. পদাৰ্থ—পদ, বস্তু+অৰ্থ, শব্দে যাক বুজায়) পৰমাণু গোট খাই হোৱা বস্তু, দ্ৰব্য, a thing, a substance.

পদাৰ্থবিদ্যা, স. শ. (সং. পদাৰ্থৱিদ্যা—পদাৰ্থ, বস্তু+বিদ্যা, জ্ঞান) সৃষ্টিৰ বস্তুবিলাকৰ গুণাগুণ আৰু স্বৰূপৰ জ্ঞান, the science of natural philosophy, natural science.

পদাৰ্পণ্, স. শ. (সং. পদাৰ্পণ—পদ, ভৰি +অৰ্পণ, প্ৰেৰণ, চৰণ পঠোৱা) চৰণ স্থাপন, ভৰি দিয়া কাৰ্য্য; যেনে, নাৰদ পদাৰ্পণ কৰোঁতেই ধুমুহা আহিল; আগমন, অনুগ্ৰহ কৰি অহা (ডাঙৰ লোকত খাটে); যেনে, আপুনি আমাৰ ঘৰত পদাৰ্পণ কৰিলে ধন্য হওঁ, the act of placing the foot, by a respectable person.

পদিনা, স. শ. (হিং. পূদীনা, বং. পদিনা, এবিধ শাক) এবিধ বিদেশৰ পৰা অনা সুগন্ধি শাক, mint.

পতুম্, স. শ. ( সং. পদ্ম, এবিধ ফুল ) পদ্ম, এবিধ পানীত হোৱা ফুল, তাৰ ৰঙ্গা, বগা দুজাতি, the lotus, both red and white.

পঁতুমনি, স. শ. অধিক পতুম থকা ঠাই, a place abounding in the lotus.

পঁদূলি, স. শ. ( সং. পদধূলি, ভৰিৰ ধূলি, ঘৰলৈ সোমাওঁতে তাত প্ৰথমে ভৰিৰ ধূলি পৰে, এতেকে ) মানুহৰ টৌলৈ সোমোৱা বাটৰ মুখ, a gateway.

পঁদূলি-সুঙ্গা, স. শ. ( অং. পদূলি + সুঙ্গা, গন্ধ লোৱা ) সদায় লোকৰ ঘৰলৈ গৈ থকা, ঘৰে ঘৰে ফুৰা ; যেনে, "মৰে উকলি-পুঙ্গা, সৰে পদূলি-সুঙ্গা" ( উপহাসত ), frequenting other people's houses (in ridicule).

পদে পদে, ক্রি. বি. ( সং. পদ, ভৰি ) খোজে পতি, প্রতি খোজত, প্রতি কথাত, at every step or instance.

পদে প্ৰমাণে, ক্রি. বি. মৌখিক আৰু লিখিত প্ৰমাণৰ দ্বাৰা, সাখী আদিৰে ; যেনে, গোচৰ পদে প্ৰমাণে বুজাব লাগে, by oral and written evidence.

পদ্ধতি, স. শ. ( সং. পদ্ধতি—পদ্, গতি কৰ্ ) ধৰ্ম্ম কাৰ্য্যৰ বিধি, কোনো ধৰ্ম্মকৃত্য কেনেকৈ কৰিব লাগে তাৰ বিধান আৰু মন্ত্র থকা পুথি ; যেনে, দুৰ্গা পূজাৰ পদ্ধতি, a book detailing the mode of performing any ceremony and giving the texts connected with it.

পদ্ম, স. শ. ( সং. পদ্ম—পদ্, গতি কৰ্ ) পদুম ফুল, কমল, a lotus.

পদ্ম-কাঠ, স. শ. ( সং. পদ্মকাষ্ঠ, ) এবিধ সুগন্ধি কাঠ, তাক ধূপ আৰু দৰবত দিয়া যায়, a fragrant wood used in medicine and incense.

পদ্মনাভ্, স. শ. ( সং. পদ্মনাভ—পদ্ম, পতুম + নাভি. নাই, পতুমৰ দৰে সুন্দৰ নাই আছে যাৰ ) বিষ্ণু, a name of Vishnu.

পদ্মমুখী, স. শ. ( সং. পদ্মমুখী, পদ্মৰ নিচিনা শুৱনি মুখ আছে যাৰ ) সুন্দৰী তিৰোতা, a beautiful and lovely woman.

পদ্ম-যোনি, স. শ. ( সং. পদ্মযোনি—পদ্ম, পতুম + যোনি, জন্মা ঠাই, বিষ্ণুৰ নাভি পদ্মৰ পৰা জাত, এতেকে ) ব্ৰহ্মা, a name of Brahma.

পদ্মৰাগ্, স. শ. ( সং. পদ্মৰাগ—পদ্ম, ৰঙ্গা পতুম + ৰাগ, বৰণ ) ডালিমা বাখৰ, a ruby.

পদ্মলোচন্, স. শ. ( সং. পদ্মলোচন—পদ্ম, পতুম + লোচন, চকু ) পতুমৰ নিচিনা শুৱনি চকু থকা লোক ; বিষ্ণু, one having lotus-like or lovely eyes, Vishnu.

পদ্মা, } পদ্মালয়া, } স. শ. ( সং. পদ্মা, পদ্মালয়া—পদ্ম, পতুম + আলয়, থকা ঠাই, পদ্মত তেওঁৰ বাস ) লক্ষ্মী, a name of Lakshmi, goddess of riches.

পদ্মাসন্, স. শ. ( সং. পদ্মাসন—পদ্ম, পতুম + আসন, তলত পাৰি বহা বস্তু ) দুই কৰঙ্গনৰ তলত দুই ভৰি সুমাই পূজা আদি কৰিবলৈ বহাৰ দৰে উপবেশন ; যেনে, পদ্মাসন কৰি বহিছে ( ব্ৰহ্মা জন্মি পদ্মৰ ওপৰত সেই দৰে বহিছিল ), the posture of sitting with the thighs crossed, as in religious meditation.

পদ্মিনী, স. শ. ( সং. পদ্মিনী — পদ্মিন্, পতুম থকা + স্ত্রীলিঙ্গত ঈ ) বহুত পদ্মফুল থকা ঠাই, পতুমনি। তাক এজনী সুন্দৰী তিৰোতা আৰু সূৰ্য্যৰ প্ৰিয়া বুলি কবি-বিলাকে বৰ্ণনা কৰিছে ; সুন্দৰী তিৰোতা, a place abounding in the lotus, which is described by the Hindu bards as a beautiful woman who is in love with the sun, a beautiful and lovely woman. "কমলিনী" চোৱাঁ।

পদ্য, স. শ. ( সং. পদ্য—পদ্, গতি কৰ্ ) শ্লোক, ছন্দেৰে লেখা কথা, metre, verse.

পদ্শিলা, স. শ. ( সং. পদ, ভৰি + শিলা, শিল ) দেৱতাৰ বা অৱতাৰী পুৰুষৰ ভৰিৰ চিন থকা শিল, a stone containing a foot-print of a god or sage.

পঁধুলি, "পঁদূলি" চোৱাঁ।

পঁনৰু, স. শ. ( সং. পলাণ্ডু, এবিধ মূল ) এবিধ অলপ ৰঙ্গা বৰণীয়া উগ্র-গন্ধি আঞ্জাত খোৱা মূল, পিঁয়াজ, an onion.

পনীয়া, বি. ( অং. পানী, জল ) পানীযুক্ত, পানীৰ নিচিনা, সেৰেকা, watery, diluted.

পনীয়াল্, স. শ. ( সং. পানীয়ামলক ; বং. পানী আমলা ; হিং. পানী আলা, এবিধ ফল ) এবিধ পকিলে জামু-বুলীয়া হোৱা ফল ; তাক হাতেৰে পিটিকিলে কোমল হয়, এতেকে তাক সংস্কৃতত "কৰমৰ্দ্দ" বোলা যায়, a kind of fruit, *Flacourtia cataphracta* (Gamble). তাৰ গছ।

পন্থ, স. শ. "পথ" শব্দৰ অপভ্রংশ, সেই শব্দ চোৱাঁ।

পঁপীয়া, বি. ( সং. পাপ, অধৰ্ম্ম ) পাপযুক্ত, পাপী, sinful.

পঁপীয়া-তৰা, স. শ. ( অং. পপীয়া, ঐ + তৰা, তাৰকা ) আকাশত বৰ বেগেৰে এঠাইৰ পৰা আন ঠাইলৈ যোৱা যেন বোধ হোৱা এবিধ দীপ্তি। আমাৰ মানুহে ভাবে যে, সি পুণ্যৱান মানুহৰ জীৱাত্মা ; স্বৰ্গত পুণ্যৰ ফল ভোগ কৰি তাৰ অন্তে পাপৰ নিমিত্তে পৃথিবীলৈ খহি পৰে। ইংৰাজী পণ্ডিতবিলাকে কয় যে, সি এবিধ দীপ্তি-মান্ ক্ষুদ্ৰ ঘূৰণীয়া বস্তু, তাৰ নিজৰ গতি আছে, আৰু পৃথিৱীৰে সৈতে বাটত ভেঁটা-ভেটি হলে সি অতি বেগেৰে গতি কৰাত তাৰ কান্তি অধিক হৈ ওলায়, আৰু মানুহৰ চকুত পৰে। এই কথাতো আশঙ্কা আছে। ১০ আগষ্ট আৰু ১৩ নৱেম্বৰৰ ৰাতি অনেক পপীয়া-তৰা দেখা যায়, a shooting-star.

পবা, স. শ. ( অং. পাব, আঙ্গুলিৰ দুই গাঁঠিৰ মাজৰ ভাগ ) আঙ্গুলিৰ পাবৰ জোৰা উখহি হোৱা বেদনা, গগলা, a disease of the finger, a whitlow.

পবাল্, } পবালি, } বি. ( অং. পাব, দুই গাঁঠিৰ মাজৰ ভাগ ) পাব থকা, এক গাঁঠিৰ পৰা আন গাঁঠিলৈ বাঢ়ি যোৱা ; যেনে, বাঁহ পবালি, growing from joint to joint, having joints, (as cane &c.).

পঁবিত্ৰ, বি. ( সং. পৱিত্ৰ—পূ, শুচি হ ) শুচি, শুদ্ধ, ceremonially pure, holy.

পঁবীয়া, বি. পাবৰ, পাব-সম্বন্ধীয়, পাব থকা ; যেনে, এপবীয়া চুঙ্গা, consisting of a joint or joints (as bamboo, &c.).

পম্, স. শ. শিহৰি, এটা সৰু আলুৰ পৰা বাঢ়ি গৈ আকও আন এঠাইত সৰু আলু ধৰা সূতাৰ নিচিনা শিপা ; যেনে, চোঁ-চোৰৰ পম, সেই পম পালেই তাৰ মূৰত এটা আলু পোৱা যায়, এতেকে, গুপ্ত কথাৰ উৱাদিহ, অনুসন্ধান ; যেনে, চোৰৰ পম ওলাইছে, a fibrous root of a bulbous plant, a clue, a guide.

পম খেদি, অলপকৈ পোৱা উৱাদিহ অনুসৰি বিচাৰি ; যেনে, পম খেদি চোৰ ধৰে, following a clue.

পম্, অ. ধা. দ্ৰৱ হ, জোল হ ; যেনে, বৰষুণৰ শিল পমে, to melt, to dissolve.

পমা, স. ধা. দ্ৰৱ কৰ্, জোল কৰ্, to cause to melt.

পমা, স. শ. ( অং. পম্, দ্ৰৱ হ, সি বৰ টান নহয়, শীঘ্ৰে ঘাইকৈ পানীত পচি যায়, এতেকে) এবিধ ৰঙ্গচীয়া মিহি আঁহেৰে কাঠ, toon wood, *Cedrela Toona* (Gamble).

পঁমুৱা, বি. ( অং. পাম, ঘৰৰ পৰা আঁতৰত খেতি কৰিবলৈ লোৱা মাটি ) পামত থকা, পামত কাম কৰা, working or living on land taken up for temporary cultivation. স. শ. পামত থকা বা কাম কৰা মানুহ, a temporary cultivator or settler.

পয়া, স. শ. ( সং. পয়ঃ, এৰাঁ গাখীৰ ) মাকৰ পিয়াহৰ দোষত বা পিয়াহ কম হোৱাত লৰা খীণাই যোৱা ৰোগ, a disease of children brought on by unwholesome or scanty milk of the mother.

পয়াণ্, স. শ. ( সং. প্ৰয়াণ, গমন ) গমন, গতি, যোৱা কাৰ্য্য, the act of going, departure.

পয়া-লগা, বি. (সং. পয়স্, গাখীৰ+অং. লগা, যুক্ত হোৱা; পিয়াহৰ দোষযুক্ত) মাকৰ পিয়াহৰ দোষত বা কম পিয়াহৰ নিমিত্তে খীণাই যোৱা, emaciated owing to unwholesomeness or want of the mother's milk.

পয়োধৰ্, স. শ. (সং. পয়োধৰ্—পয়স্, গাখীৰ, পানী+ধৃ, ধৰ্) স্তন; মেঘ, a women's breast, a cloud.

পয়োনিধি, স. শ. (সং. পয়োনিধি—পয়স্, পানী+নিধি, ভঁৰাল) সাগৰ, the ocean.

পয়োভৰ্, স. শ. প্ৰতাপ, শক্তি, ক্ষমতা; ঐশ্বৰ্য্য, power, strength, wealth.

পৰ্, স. শ. (সং. পৰ্—পৃ, পূৰ্ণ কৰ্) আপোন নোহোৱা বা নিলগীয়া মানুহ; যেনে, পৰে পৰৰ মৰম নেজানে, নিজত বাজে আন; যেনে, পৰৰ আৰ্জন নে-খাবা; আপোনাত বাজে আনৰ ঘৰ; যেনে, ঘৰত নহলেও পৰত হওক; শক্ৰ; যেনে, পৰে চল মাখোন চায়; এতেকে ভূত, প্ৰেত; যেনে, জৰে পায় যাক, পৰে পায় তাক, a person not belonging to one's own family, a stranger, another person than one's self, a house or family other than one's own, an enemy, an evil spirit.

পৰ্, স. শ. (সং. প্ৰহৰ) দিন আৰু ৰাতিৰ আঠ ভাগৰ এভাগ, দিনৰ বা ৰাতিৰ চাৰি ভাগৰ এভাগ; যেনে, এপৰ বেলি; কোনো এক বিশেষ সময়; যেনে, খাবৰ পৰ হৈছে; ৰাখি থকা বা ৰক্ষা কৰিবলৈ চাই থকা কাৰ্য্য; যেনে, সি নৰিয়াৰ পৰত আছে, one-fourth of a day or night, a particular time, an occasion, the act of watching.

পৰ্ দি, ৰাখি থাক, চাই থাক, to watch over.

পৰ্, অ. ধা. (সং. পত্; হিং. পড়্না; বং. পড়ন, পতিত হ) পৃথিবীৰ আকৰ্ষণৰ দ্বাৰা তললৈ নাম্; যেনে, ৰৰষুণ পৰিছে; কাতি হৈ বিশ্ৰাম কৰ্; যেনে, পাটীত পৰিছে; বৰণ ধৰ্; যেনে, মুখ ৰঙ্গা পৰিছে; এখান নৈ আন এখানেৰে মিল্; যেনে, দিখৌ লুইতত পৰিছে; হ্ৰাস পা, উত্তাপ বা বেগ গুচা হ; যেনে, ৰদ পৰিল, বতাহ পৰিছে; জালত বা ফান্দত আবদ্ধ হ; যেনে, জালত বা ফান্দত পছু পৰে; কষ্টৰ অধীন হ; যেনে, আপদত পৰিছে, প্ৰতিবন্ধকতাৰ দ্বাৰা ধৰ্ম্মকৃত্য বন্ধ হ; যেনে, অশৌচ হোৱাত শৰাধ পৰিল; অস্ত হ, মাৰ যা; যেনে, জোন বা বেলি পৰিছে; ওপৰৰ পৰা তললৈ নামি ঢাকি ধৰ্, (ৰদ বা ছাঁত খাটে); যেনে, এই ঠাইত ৰদ বা ছাঁ পৰিছে, উৰি গৈ কোনো এঠাইত অৱস্থিতি কৰ্; যেনে, গছত শগুন পৰিছে, কোনো পুৰুষৰ বিয়া কৰা ভাৰ্য্যা হ; যেনে, আইদেও গোহাঁই দেওত পৰিছে; চোক বা ধাৰ কম হ; যেনে, খুৰৰ ধাৰ পৰিল, ৰণত প্ৰাণ এৰ্; যেনে, অমুক ৰণত পৰিল, to fall or drop, to lie down, to assume a color, to join with another river, to abate or become mild, (as the sunshine or wind), to be entangled in a net or snare, to be involved in difficulty or distress, to be obstructed or stopped, to go down or disappear, (as the sun or moon,) to settle or perch, (as a bird), to be married to as a wife, to become less, (as the sharpness of an instrument), to fall or be slain in battle.

পৰকাল্, স. শ. (সং. পৰকাল, মৃত্যুৰ পাচৰ কাল—পৰ, পাচৰ+কাল, সময়) মৰণৰ পাচৰ কাল বা অৱস্থা; যেনে, পৰকালত কি হব কোনে জানে, the future state, the next world.

পৰগনা, স. শ. (যাং. পৰ্গানা) দেশৰ এক ক্ষুদ্ৰ ভাগ, টাঙ্গনি, an inferior division of a country.

পৰঙ্গী-জাল্, স. শ. (অং. পৰ্, তললৈ নাম্)

বামৰ পৰা পানীত পেলাই মাছ ধৰা এবিধ জাল, a kind of fish-net.

পৰচ্, স. শ. (সং. পৰস্থ, পাচত থকা, পাচলৈ থাকে এতেকে) সতি সন্ততি, (জন্তুত খাটে), offspring, progeny (said of animals).

পৰজন্ম, স. শ. (সং. পৰজন্ম—পৰ, পাচ+জন্ম, ওপজা) এই জন্মৰ পাচৰ জন্ম, মৰাৰ পাচৰ জন্ম, a future birth,

পৰঠুৰা, বি. (অং. পৰাঠ, আপদ) আপদত পৰা, কষ্টত পৰা, involved in distress, difficulty or trouble.

পৰণ্, কৃদ. স. (অং. পৰ্, পতিত হ) পৰা কাৰ্য্য, পতন, the act of falling.

পৰতন্ত্ৰ, বি. (সং. পৰতন্ত্ৰ—পৰ, আন+তন্ত্ৰ, ইচ্ছা) লোকৰ ইচ্ছা মতে চলিব লগা, পৰাধীন, subordinate, subject, dependent.

পৰত্ৰে, ক্ৰি. বি. পাচে, আন সময়ত, afterwards, at another time.

পৰদাৰা, স. শ. (সং. পৰদাৰা—পৰ, আন+দাৰা, ভাৰ্য্যা) লোকৰ তিৰোতা, আপোনাৰ ভাৰ্য্যাত বাজে আন তিৰোতা, a woman other than one's own wife.

পৰদাৰাগমন, স. শ. (সং. পৰদাৰাগমন—পৰদাৰা, ঐ+গম্, গতি কৰ্) লোকৰ তিৰোতাৰে কৰা সহবাস, ভাৰ্য্যাত বাজে আন তিৰোতাৰ সহবাস, sexual intercourse with a woman other than one's own wife.

পৰ-দুঃখকাতৰ, বি. (সং. পৰদুঃখকাতৰ—পৰদুঃখ, লোকৰ দুখ+কাতৰ, ব্যাকুল) লোকৰ দুখত দুখী, sympathizing in the distress of others.

পৰদেশ, } স. শ. (সং. পৰদেশ—পৰ, আন
পৰ্দেশ, } + দেশ, পৃথিবীৰ এক ভাগ) বিদেশ, আপোন দেশতকৈ বেলেগ দেশ, a foreign country.

পৰদেশী, } বি. বিদেশী, আন দেশৰ,
পৰ্দেশী, } foreign. স. শ. বিদেশী মানুহ, a foreigner.

পৰদ্ৰব্য, স. শ. (সং. পৰদ্ৰব্য—পৰ, আন+দ্ৰব্য, বস্তু) লোকৰ বস্তু, another's property.

পৰদ্ৰোহ্, স. শ. (সং. পৰদ্ৰোহ—পৰ, আন+দ্ৰোহ, অপকাৰ) লোকক কৰা অপকাৰ, injury done to another.

পৰদ্ৰোহী, বি. (সং. পৰদ্ৰোহিন্—পৰদ্ৰোহ+ইন্) হিংসক, লোকৰ অপকাৰ কৰা, injurious to others. স.শ. লোকৰ অপকাৰী মানুহ, one who injures others.

পৰদ্বেষী, বি. (সং. পৰদ্বেষিন্—পৰ, আন+দ্বেষ, হিংসা) লোকক হিংসা কৰা, হিংসক, malicious.

পৰধৰ্ম্ম, স. শ. (সং. পৰধৰ্ম্ম—পৰ, আন+ধৰ্ম্ম, ঈশ্বৰৰ সেৱা, আচৰণ) আপোনাৰ ধৰ্ম্মতকৈ বেলেগ ধৰ্ম্ম; আন জাতিৰ ব্যৱহাৰ, a religion different from one's own, the duties of another caste.

পৰন্তু, অব্য. (সং. পৰন্তু—পৰ, পাচ) অপৰ, ইয়াৰ পাচত, আৰু, moreover.

পৰপীড়া, স. শ. (সং. পৰপীড়া—পৰ, শত্ৰু+পীড়া, কষ্ট) উপদ্ৰৱ, লোকে দিয়া কষ্ট, tyranny.

পৰপিণ্ডাশী, বি. (সং. পৰপিণ্ডাশিন্—পৰপিণ্ড, আনে দিয়া আহাৰ+অশন, ভোজন) লোকে দিয়া আহাৰলৈ আশা কৰা, জীৱিকাৰ কাৰণ লোকত নিৰ্ভৰ কৰা, depending upon another for maintenance.

পৰপুৰুষ্, } স. শ. (সং. পৰপুৰুষ—পৰ,
পৰ্পুৰুষ্, } আন+পুৰুষ, মুনিহ) আপোনাৰ স্বামীত বাজে আন মুনিহ, উপপতি, a man other than one's own husband.

পৰপূৰ্ব্বা, বি. (সং. পৰপূৰ্ব্বা—পৰ, আন+পূৰ্ব্ব, আগ) আগেয়ে আনে বিয়া কৰা, (স্ত্ৰী), formerly married to another. (F.).

পৰম, বি. (সং. পৰম—পৰ, শ্ৰেষ্ঠ) অতি উত্তম, শ্ৰেষ্ঠ, most excellent, best.

পৰমজ্ঞান, } স. শ. (সং. পৰমজ্ঞান—পৰম,
পৰম্জ্ঞান, } শ্ৰেষ্ঠ+জ্ঞান, বোধ) ঈশ্বৰৰ বিষয়ৰ জ্ঞান, divine knowledge.

পৰমহংস, স. শ. ( সং. পৰমহংস—পৰম, শ্ৰেষ্ঠ + হংস, যোগী ) শ্ৰেষ্ঠ যোগী, ইন্দ্ৰিয়-বিলাকক দমি সংসাৰৰ কাৰ্য্য পৰিত্যাগ কৰা যোগী, a devotee who having subdued his passions has renounced worldly pursuits.

পৰমাণু, স. শ. ( সং. পৰমাণু—পৰম, শ্ৰেষ্ঠ + অণু, অতি সূক্ষ্ম কণা ) জড় বস্তুৰ চকুৰে মনিব নোৱৰা অতি সূক্ষ্ম কণা, সেই কণা-বিলাক গোট খাই এই জগৎ হৈছে, সিহঁতৰ নাশ নাই, ৰূপান্তৰ মাথোন, an atom.

পৰমাত্মা, স. শ. ( সং. পৰমাত্মন্—পৰম, শ্ৰেষ্ঠ + আত্মন্, প্ৰাণ ) প্ৰাণ-স্বৰূপে জীয়া জন্তুৰ অন্তৰত থকা ঈশ্বৰ, পৰমেশ্বৰ, the Supreme Being. "জীৱাত্মা" চোৱা।

পৰমান্ন, স. শ. ( সং. পৰমান্ন—পৰম, শ্ৰেষ্ঠ + অন্ন, আহাৰ ) পায়স, পাহ, rice boiled in milk and seasoned with sugar, &c., a rice frumenty.

পৰমায়ুস্, স. শ. ( সং. পৰমায়ুস্ — পৰম, শ্ৰেষ্ঠ+আয়ুস্, জীয়াই থকা কাল ) জীৱন, জীয়াই থকা কাল, life.

পৰমাৰ্থ, স. শ. ( সং. পৰমাৰ্থ—পৰম, শ্ৰেষ্ঠ + অৰ্থ, উদ্দেশ ) শ্ৰেষ্ঠ জ্ঞান, পৰমেশ্বৰৰ বিষয়ৰ জ্ঞান, spiritual knowledge.

পৰমাৰ্থ-বিদ্যা, স. শ. ( সং. পৰমাৰ্থবিদ্যা ) ঈশ্বৰৰ বিষয়ৰ জ্ঞান দিয়া বিদ্যা, যাৰ দ্বাৰা পৰমেশ্বৰৰ বিষয়ৰ জ্ঞান জন্মে সেই বিদ্যা, spiritual science.

পৰমাৰ্থিক, বি. ( সং. পাৰমাৰ্থিক, পৰমাৰ্থত ৰত ) পৰমাৰ্থ সম্পৰ্কীয় ; পৰমাৰ্থত ৰত, spiritual, holy.

পৰমেশ্বৰ্, স. শ. ( সং. পৰমেশ্বৰ—পৰম, শ্ৰেষ্ঠ + ঈশ্বৰ, প্ৰভু ) পৰম দেৱতা, পৰমব্ৰহ্ম, ঘাই ঈশ্বৰ, the Supreme Being, God.

পৰমগতি, স. শ. ( সং. পৰমগতি—পৰম, শ্ৰেষ্ঠ+গতি, গমন ) মুক্তি, নিৰ্ব্বাণ মুক্তি, beatitude.

পৰমপদ, স. শ. ( সং. পৰমপদ — পৰং, শ্ৰেষ্ঠ + পদ, স্থান ) পৰমেশ্বৰৰ স্থান, বৈকুণ্ঠ ; এতেকে মুক্তি, the heaven of Vishnu, final felicity, beatitude.

পৰমপুৰুষ, স. শ. ( সং. পৰমপুৰুষ—পৰম, শ্ৰেষ্ঠ + পুৰুষ, ব্যক্তি ) পৰমেশ্বৰ, the Supreme Being.

পৰমব্ৰহ্ম, স. শ. ( সং. পৰমব্ৰহ্ম—পৰম, শ্ৰেষ্ঠ + ব্ৰহ্ম, ঈশ্বৰ ) পৰমেশ্বৰ, the Supreme Being.

পৰম্-বস্তু, স. শ. ( সং. পৰমবস্তু—পৰম, শ্ৰেষ্ঠ + বস্তু, পদাৰ্থ, সকলো বস্তুতকৈ শ্ৰেষ্ঠ, এতেকে ) পৰমেশ্বৰ, the Supreme Being.

পৰলা, বি. ( সং. পাটল, বঙ্গচীয়া বগা ) কলা মুগা, মটীয়া ৰঙ্গা, ( জন্তুত খাটে ), dusky brown, brownish. (স্ত্ৰী) পাৰলী।

পৰলি, স. শ. ঢাপলি, ঢাকিবৰ বা আঁৰ দিবৰ কাৰণে কামী দি বন্ধা খেৰ, a covering or screen made of grass.

পৰলীয়া, বি. ( অং. পৰাল, এবাৰ ঢেঁকীত খুন্দা ) এপৰাল মাথোন পৰা, এবাৰ কঁড়া, ভালকৈ নিকা নোহোৱা ; যেনে, পৰলীয়া চাউল, not well-cleaned, as rice.

পৰলোক, স. শ. ( সং. পৰলোক—পৰ, আন + লোক, জগৎ ) মৃত্যুৰ পাচত জীৱ যোৱা ঠাই, পৰকাল, the next world.

পৰবৰ্ত্তী, বি. ( সং. পৰবৰ্ত্তিন্—পৰ, পাচ + বৃত্, থাক্ ) পাচত থকা বা হোৱা, পাচৰ, subsequent, following another.

পৰবশ, বি. ( সং. পৰবশ—পৰ, আন + বশ, অধীন ) পৰাধীন, লোকৰ তলতীয়া, subject, dependent.

পৰশু, স. শ. ( সং. পৰশু—পৰ, অন্য + শু, হিংসা কৰ্ ) কুঠাৰ, an axe.

পৰশুকুণ্ড, } স. শ. ( সং. ) ব্ৰহ্মকুণ্ড ; পৰশু-
পৰ্শুকুণ্ড, } ৰামে সেই কুণ্ডৰ পাৰ কাটি ব্ৰহ্মপুত্ৰ নৈকে বোৱাই আনিলে, এই প্ৰবাদৰ পৰা সেই নাম, see "ব্ৰহ্মকুণ্ড"।

পৰশুৰাম, } স. শ. ( সং. ) পৰশুৰাম—
পৰ্শুৰাম, } পৰশু, কুঠাৰ + ৰম্, ক্ৰীড়া কৰ্ ; এখান কুঠাৰ তেওঁৰ ঘাই অস্ত্ৰ

আছিল, এতেকে সেই নাম) জমদগ্নি ঋষিৰ পুতেক আৰু ক্ষত্ৰিয়বিলাকক দমন কৰোঁতা। পুৰাণত তেওঁক বিষ্ণুৰ ষষ্ঠ অৱতাৰ বুলি লিখা আছে, *Rama* with the axe. The first *Rama* and the sixth *avatara* of *Vishnu*. (Dowson).

**পৰশ্ৰী**, স. শ. (সং. পৰশ্ৰী—পৰ, আন + শ্ৰী, ধনসম্পত্তি) লোকৰ ধনসম্পত্তি, লোকৰ উন্নতি, prosperity of another.

**পৰশ্ৰীকাতৰ্**, বি. (সং. পৰশ্ৰী, ঐ + কাতৰ, দুঃখিত) লোকৰ ভাল দেখি বেজাৰ পোৱা, খিয়লীয়া, envious.

**পৰন্তে**, ক্রি. বি. (সং. পৰতঃ, পাচে), পাচে, পৰে, afterwards.

**পৰস্ত্ৰী**, স. শ. (সং. পৰস্ত্ৰী—পৰ, আন + স্ত্ৰী, তিৰোতা) লোকৰ তিৰোতা, আপোনাৰ ভাৰ্য্যাত বাজে আন তিৰোতা, another man's wife, a woman other than one's own wife.

**পৰস্পৰ্**, বি. (সং. পৰস্পৰ—পৰ, আন+পৰ, আন) ইটো সিটোৰ, উভয়ৰ; যেনে, সিহঁতৰ পৰস্পৰ দ্বন্দ্ব হৈছে, mutual. ক্রি. বি. অন্যোন্যে, ইটো সিটোৰে, এটাই আনটোৰে সৈতে; যেনে, দুজনে পৰস্পৰ দ্বন্দ্ব কৰিছে, one another, mutually.

**পৰস্পৰে**, ক্রি. বি. এটাই আনটোৰে সৈতে; যেনে, সিহঁতে পৰস্পৰে চুলিত ধৰাধৰি কৰিছে, each other, mutually.

**পৰস্ব**, স. শ. (সং. পৰস্ব,—পৰ, আন+স্ব, ধন) পৰৰ ধন, আনৰ বস্তু, another's property.

**পৰহি**, স. শ. "পৰ্শুই" শব্দৰ অপভ্ৰংশ।

**পৰা**, (সং.) উপসৰ্গ, a prefix.

**পৰাক্ৰম**, স. শ. (সং. পৰাক্ৰম—পৰা, প্ৰধানতা+ক্ৰম, গতি) শক্তি, ক্ষমতা, বীৰ্য্য, power, strength, valour, heroism.

**পৰাক্ৰমী**, বি. (সং. পৰাক্ৰমিন্—পৰাক্ৰম + ইন্) পৰাক্ৰমযুক্ত, প্ৰতাপী, powerful, valorous.

**পৰাগ্**, স. শ. (সং. পৰাগ—পৰা, প্ৰধান + গম্, গতি কৰ্, সি গৈ মাইকী ফুলত পৰিলে, তাৰ গুটি হয়, এতেকে সি প্ৰধান) ফুলৰ কেশৰৰ ধূলি, pollen, flower dust.

**পৰাঙ্মুখ**, **পৰাংমুখ**, বি. (সং. পৰাঙ্মুখ—পৰ, পাচ + মুখ, বদন) মুখ ঘূৰাই পাচলৈ যোৱা, পাচলৈ লৰ মৰা; যেনে, ক্ষত্ৰিয় ৰণত পৰাঙ্মুখ নহয়; নিৰাশ কৰি খেদাই দিয়া; যেনে, তোমাক পৰাঙ্মুখ নকৰোঁ, turning back, going away with the face averted, disappointed as an applicant.

**পৰাচিত্**, স. শ. (সং. প্ৰায়শ্চিত্ত, পাপৰ প্ৰতিকাৰ) পাপ গুচোৱা কাৰ্য্য, পাপৰ প্ৰতিকাৰ, পাপ গুচাবৰ কাৰণ ব্ৰাহ্মণক ধন দান, an atonement.

**পৰাজয়্**, স. শ. (সং. পৰাজয়—পৰা, উপস. + জয়, জিকা) পৰাভৱ, ৰণ বা বিবাদত ঘটা বা হৰা অৱস্থা, defeat.

**পৰাজিত্**, কৃদ. স. ঘটা, হৰা, defeated.

**পৰাঠি**, স. শ. (অং. পৰ্, দুখৰ অধীন হ) আপদ; কষ্ট, ক্লেশ, misfortune, trouble.

**পৰাৎপৰ্**, স. শ. (সং. পৰাৎপৰ—পৰাৎ, শ্ৰেষ্ঠতকৈ + পৰ, শ্ৰেষ্ঠ). শ্ৰেষ্ঠতকৈ শ্ৰেষ্ঠ দেৱতা, পৰমেশ্বৰ, the Supreme Being.

**পৰাধীন**, বি. (সং. পৰাধীন—পৰ, আন + অধীন, তলতীয়া) লোকৰ তলতীয়া, লোকৰ বশ, পৰৰ অধীন, dependent, subject to, subordinate.

**পৰাধীনতা**, গু. শ. (সং.) পৰাধীনৰ অৱস্থা, লোকৰ তলতীয়া অৱস্থা, dependence, subjection.

**পৰান্ন**, স. শ. (সং. পৰান্ন—পৰ, আন+ অন্ন, আহাৰ) লোকে দিয়া আহাৰ, পৰৰ ভাত, food or maintenance afforded by another.

**পৰান্নভোগী**, **পৰান্নভোজী**, বি. (সং. পৰান্নভোজিন্—পৰান্ন, ঐ + ভোজিন, খাওঁতা) লোকৰ অন্নেৰে প্ৰতিপালিত, লোকৰ আৰ্জন খোৱা, supported by another, living at another's cost.

**পৰা পঙ্কত**, পৰা যায় মানে, পৰাখিনিত,

সম্ভৱ হলে ; যেনে, পৰা পক্কত যাম, if possible.

পৰাভৱ, স. শ. ( সং. পৰাভৱ—পৰা, উপস. + ভূ, হ ) পৰাজয়, defeat.

পৰাভূত, কৃদ. বি. ( সং. ) পৰাজিত, defeated.

পৰামৰ্শ, স. শ. ( সং. পৰামৰ্শ—উপস. + মৃষ্, বিবেচনা কৰ্ ) আলচ, মন্ত্ৰণা ; ভাল বুলি দিয়া বুদ্ধি, consultation, advice.

পৰামলখী, স. শ. এবিধ আমলখীৰ গঢ়ৰ টেঙ্গা ফল, তাৰ গছ, a kind of acid fruit, its tree.

পৰায়ণ, বি. ( সং. পৰায়ণ—পৰ, একমাত্ৰ + অয়ন, গতি ) ৰত, নিযুক্ত ; যেনে, ধৰ্ম্ম-পৰায়ণ, devoted, attached.

পৰাল্, স. শ. ( অং. পৰ্, পতিত হ ) এবাৰ ঢেঁকীত পেলালে ধানৰ বা চাউলৰ যেনে অৱস্থা হয় সেই অৱস্থা ; যেনে, চাউল-বোৰৰ এপৰাল পৰিছে, the state of being once husked by means of the *dhenki* or paddy husker.

পৰালি, স. শ. ( অং. পৰ্, পতিত হ ) হানি, ক্ষতি ; যেনে, পাঁচ টকাৰ বস্তু চাৰি টকাত বেচিলে এটকা পৰালি পৰে, waste, loss.

পৰালি পৰ্, হানি হ, to be sustained as a loss.

পৰাশৰ্, স. শ. ব্যাসৰ বাপেকৰ নাম, a Vedic *Rishi* to whom some hymns of the *Rig-veda* are attributed. He was the father of Krishna Dwaipáyana, the *Vyasa* or arranger of the Vedas ( Dowson. ).

পৰাশ্ৰিত্, বি. ( সং. পৰাশ্ৰিত—পৰ্, আন + আশ্ৰিত, অধীন ) লোকৰ অধীন, আনত আশ্ৰয় কৰি থকা, subject, dependant.

পৰাস্ত, বি. ( সং. পৰাস্ত—পৰা, উপস. + অস্, নিক্ষেপ কৰ্ ) পৰাজিত, defeated.

পৰি, ( সং. ) উপসৰ্গ, a prefix.

পৰিকৰ্, স. শ. ( সং. পৰি, উপস. + কৃ, কাম কৰ্ ) কাম কৰি দিওঁতা, ভৃত্য, লগুৱা, an attendant, a servant.

পৰিগণিত্, কৃদ. বি. ( সং. পৰি, উপস. + গণ্, লেখ ) লেখা, গণনা কৰা ; মান কৰা, মনা, মানি লোৱা, calculated, regarded.

পৰিগৃহীত্, কৃদ. বি. ( সং. পৰিগৃহীত ; পৰি, উপস. + গ্ৰহ্, ল ) গ্ৰহণ কৰা, লোৱা, accepted.

পৰিগ্ৰহ, স. শ. ( সং. পৰিগ্ৰহ ; ওপৰলৈ চোৱাঁ ) গ্ৰহণ, লোৱা কাৰ্য্য, acceptance.

পৰিচয়্, স. শ. ( সং. পৰিচয় ; পৰি, উপস. + চি, সংগ্ৰহ কৰ্ ) চিনাকি, আগেয়ে দেখা হেতু চিনিব পৰা গুণ ; নিজক আনক চিনাবৰ নিমিত্তে কোৱা নাম আদি ; যেনে, তেওঁ নিজৰ পৰিচয় দিছে, acquaintance.

পৰিচৰ্য্যা, স. শ. ( সং. পৰিচৰ্য্যা ; পৰি, উপস. + চৰ্, গতি কৰ্ ) আলপৈচান, শুশ্ৰূষা, লগুৱাৰ কাম, menial service.

পৰিচাৰক, স. শ. ( সং. পৰিচাৰক—পৰি, উপস. + চৰ্, গতি কৰ্ ) লগুৱা, আলপৈচান ধৰোঁতা ; ঘাইকৈ পূজাৰ বন কৰা বামুণ, a menial servant. ( স্ত্ৰী ) পৰিচাৰিকা, পৰিচাৰিণী।

পৰিচিত্, কৃদ. বি. ( সং. পৰিচিত—পৰি, উপস. + চি, সংগ্ৰহ কৰ্ ) চিনাকি, আগৰ পৰা জনা, known, acquainted with.

পৰিচালিত্, কৃদ. বি. ( সং. পৰিচালিত—পৰি, উপস. + চাল্, চলা ) চলোৱা, লৈ যোৱা, led, conducted, guided.

পৰিচ্ছেদ, স. শ. ( সং. পৰিচ্ছেদ—পৰি, উপস. + ছিদ্, কাট্ ) এক ছেদ, লেখাৰ এক ভাগ ; অধ্যায়, আধ্যা, a paragraph, a chapter.

পৰিজন্, স. শ. ( সং. পৰিজন—পৰি, উপস. + জন, মানুহ) ভৃত্য, চাকৰ, কাম কৰোঁতা, a servant, an attendant.

পৰিজ্ঞান, স. শ. ( সং. পৰিজ্ঞান—পৰি, উপস. + জ্ঞা, জান ) সম্পূৰ্ণ বা ভাল জ্ঞান, ভালৰূপে জানন, thorough knowledge.

পৰিণত্, কৃদ. বি. ( সং. পৰিণত—পৰি, উপস. + নম্, বেঁকা হ ) এক অৱস্থাৰ পৰা

আন অৱস্থা পোৱা, সলনি হোৱা ; পকা, turned to, changed, ripe.

পৰিণতি, স. শ. ( সং. ) শেষ অৱস্থা ; কাৰ্য্যৰ ফল ; যেনে, সেই কাৰ্যাৰ পৰিণতি কি হল, the last stage, a result or consequence.

পৰিণয়, স. শ. ( সং. পৰিণয়—পৰি, উপস. + নী, গ্ৰহণ কৰ্ ) বিয়া, marriage.

পৰিণাম, স. শ. (সং. পৰিণাম—পৰি, উপস. + নম্, বেঁকা হ) সম্পূৰ্ণ অৱস্থা, পকা অৱস্থা ; সম্পূৰ্ণ অৱস্থা পাই হোৱা হ্ৰাস ; যেনে, জৰে পৰিণাম পাইছে ; শেষ, অন্ত, পাচ ভাগ, ripeness, maturity, end.

পৰিণামদৰ্শিতা, গু. শ. ( তললৈ চোৱাঁ ) পাচত কি হব তাক জনা গুণ, কাৰণ দেখি ফল বুজিব পৰা শক্তি, prudence.

পৰিণামদৰ্শী, বি. ( সং. পৰিণামদৰ্শিন্— পৰিণাম, শেষ + দৰ্শিন্, দেখা ) পাচত কি হব আগেয়ে জনা, কাৰণ দেখি তাৰ ফল বুজিব পৰা, prudent, farseeing.

পৰিতাপ্, স. শ. ( সং. পৰিতাপ—পৰি, উপস. + তাপ, পোৱণি ) বেজাৰ, খেদ, sorrow, anguish.

পৰিতুষ্ট, কৃদ. বি. ( সং. পৰিতুষ্ট—পৰি, উপস. + তুষ্, ৰং পা ) সন্তুষ্ট, আনন্দিত, pleased, delighted.

পৰিতৃপ্ত, কৃদ. বি. ( সং. পৰিতৃপ্ত—পৰি, উপস. + তৃপ্, সন্তোষ পা ) তৃপ্ত হোৱা, খাই পি সন্তোষ পোৱা, satisfied with food or drink, contented.

পৰিতোষ, স. শ. ( সং. ) সন্তোষ, আনন্দ, pleasure, satisfaction.

পৰিত্যক্ত, কৃদ. বি. ( সং. পৰিত্যক্ত—পৰি, উপস.+ত্যজ্, এৰ্ ) এৰা, ত্যাগ কৰা, abandoned, left.

পৰিত্যাগ্, স. শ. ( সং. পৰিত্যাগ—পৰি, উপস. + ত্যজ্, এৰ্ ) এৰণ, ত্যাগ, abandonment, desertion.

পৰিত্যাগী, বি. ( সং. পৰিত্যাগিন্—পৰি, উপস. + ত্যাগিন, এৰোঁতা ) ত্যাগ কৰা, এৰা, abandoning, quitting.

পৰিত্ৰাণ, স. শ. ( সং. পৰিত্ৰাণ—পৰি, উপস. + ত্ৰৈ, উদ্ধাৰ কৰ্ ) উদ্ধাৰ ৰক্ষা ; মুক্তি, মোক্ষ, protection, deliverance, salvation.

পৰিত্ৰাতা, স. শ. ( সং. ) ৰক্ষা কৰোঁতা, উদ্ধাৰ কৰোঁতা, a Saviour, a deliverer, a liberator.

পৰিধান, কৃদ. স. ( সং. পৰিধান—পৰি, উপস.+ধা, ধাৰণ কৰ্ ) পিন্ধা কাৰ্য্য, কাপোৰ বা অলঙ্কাৰ ধাৰণ কৰণ, the act of putting on clothes or ornaments.

পৰিধি, স. শ. ( সং. পৰিধি—পৰি, উপস. + ধা, ধৰ্ ) ঘূৰণীয়া বস্তুৰ বেৰ, circumference.

পৰিনাতি, স. শ. ( অং. পৰ, পাচ + নাতি, জীৰ বা পোৰ পুতেক ) নাতিৰ বা নাতিনীৰ পুতেক, a great-grand-son. ( স্ত্ৰী ) পৰিনাতিনী।

পৰিপক্ক, বি. ( সং. পৰিপক্ক—পৰি, উপস. + পচ্, পক্ ) ভালকৈ পকা, ভালকৈ সিজা, thoroughly ripe or cooked.

পৰিপাক, স. শ. ( সং. পৰিপাক—পৰি, উপস. + পচ্, সিজ্ ) পূৰঠ হোৱা অৱস্থা, পূৰ্ণ অৱস্থা, সম্পূৰ্ণৰূপে পকা অৱস্থা ; যেনে, পৰিপাক পোৱা বুদ্ধি ; ভালকৈ জীৰ্ণ যোৱা অৱস্থা ; যেনে, পৰিপাক পোৱা আহাৰ, thorough ripeness, maturity, complete digestion.

পৰিপাটি, বি. ( সং. পৰিপাটি—পৰি, উপস. + পট্, গতি কৰ্ ) পৰিস্কাৰ, নিয়াৰি, অঁত লগোৱা, সুশৃঙ্খল, neat, tidy, well-arranged.

পৰিপাটিকৈ, ক্ৰি. বি. পৰিপাটিৰূপে, নিয়াৰিকৈ, অঁত লগাই, neatly, tidily, methodically.

পৰিপুষ্ট, কৃদ. বি. ( সং. পৰিপুষ্ট—পৰি, উপস. + পুষ্, প্ৰতিপাল কৰ্ ) বৰ পুষ্ট, very fat, corpulent.

পৰিপূৰ্ণ, বি. ( সং. পৰিপূৰ্ণ—পৰি, উপস. + পূৰ্ণ, পূৰ ) গোটেই পূৰ, ভৰা, quite full, filled to the brim.

পৰিপূৰ্ণকৈ, } ক্রি. বি. সম্পূৰ্ণৰূপে, গোটেই
পৰিপূৰ্ণৰূপে, } পূৰ্বকৈ, fully, completely.

পৰিপূৰ্ণতা, গু. শ. ( সং. ) সম্পূৰ্ণতা, fullness, completeness.

পৰিবৰ্ত্তন, কৃদ. স. ( সং. পৰিবৰ্ত্তন—পৰি, উপস. + বৃত্, অ ) সলাওন, সলনি কৰণ, এটাৰ সলনি আন এটা দিয়া বা এটা গুচাই আন এটা কৰা কাৰ্য্য, the act of changing, altering or bartering.

পৰিবৰ্ত্তনশীল, বি. ( সং. ) পৰিবৰ্ত্তন বা লৰচৰ হৈ থকা, changeful.

পৰিবৰ্ত্তিত, কৃদ. বি. ( সং. পৰিবৰ্ত্তিত—পৰি + বৃত ) সলোৱা, সলনি কৰা, changed, altered, bartered.

পৰিবৰ্ত্তে, আনু. অব্য. (সং. পৰিবৰ্ত্ত, সলনি ) আন এটাৰ সলনি বা বাবে ; যেনে, মোৰ পৰিবৰ্ত্তে গুড়, instead, in the place of.

পৰিবৰ্দ্ধন, কৃদ. স. ( সং. পৰিবৰ্দ্ধন—পৰি, উপস. + বৃদ্ধ, বাঢ় ) বাঢ়ন, বৃদ্ধি পাওন, ডাঙৰ হওন, the act of increasing or growing.

পৰিবৰ্দ্ধিত, কৃদ. বি. ( সং. ) বৃদ্ধি পোৱা, ডাঙৰ হোৱা ; বঢ়োৱা, ডাঙৰ কৰা, increased, grown.

পৰিবাৰ, স. শ. ( সং. পৰিবাৰ—পৰি, উপস. + বৃ, বেৰি থাক্ ) পৰিয়াল, লৰা তিৰোতা আৰু চাকৰ আদি ঘৰৰ মানুহ, a family including servants, &c.

পৰিবাহিত, কৃদ. বি. (সং. পৰিবাহিত—পৰি, উপস. + বহ্, বৈ যা ) বোৱাই দিয়া, খাৱৈ আদিয়ে দি চলোৱা ; বৈ যোৱা, drained, flowing.

পৰিবৃত, কৃদ. বি. ( সং. পৰিবৃত—পৰি, উপস. + বৃ, আবৰি থাক্ ) চাৰিও ফালে বেৰা হৈ থকা, আবৃত ; যেনে, পুত্ৰ কন্যাৰে পৰিবৃত, surrounded.

পৰিবেষ্টন, কৃদ. স. ( সং. পৰিবেষ্টন—পৰি, উপস. + বেষ্ট, বেৰি ধৰ্ ) বেৰি ধৰণ ; বেৰ, the act of surrounding.

পৰিবেষ্টিত, কৃদ. বি. ( সং. ) পৰিবৃত, বেৰা হৈ থকা, surrounded.

পৰিভাষা, স. শ. ( সং. পৰিভাষা—পৰি, উপস. + ভাষ্, অ ) কোনো এক বিশেষ বিদ্যাৰ বা ব্যৱসায়ৰ বিষয়ত ব্যৱহৃত মাত ; যেনে, ব্যাকৰণৰ সংজ্ঞা আদি, a technical term.

পৰিভ্ৰমণ, কৃদ. স. ( সং. পৰিভ্ৰমণ—পৰি, উপস. + ভ্ৰম্, ফুৰ্ ) সকলো ফালে ভ্ৰমণ কৰণ, এক দিশৰ পৰা অন্য দিশলৈ গতি, the act of roaming about.

পৰিমল, স. শ. ( সং. পৰিমল—পৰি, উপস. + মল্, বাঢ় ) সুগন্ধ, অতি উত্তম ঘ্ৰাণ, an exquisite scent, fragrance.

পৰিমাণ, স. শ. ( সং. পৰিমাণ—পৰি, উপস. + মা, জোখ্ ) দীঘল ডাঙৰৰ বা গধুৰতাৰ জোখ ; যেনে, দুহাত পৰিমাণ, দুসেৰ পৰিমাণ, ইয়াৰ পৰিমাণ কি ? measure, weight, extent.

পৰিমাণী, বি. ( সং. প্ৰমাণী, প্ৰমাণ থকা ) পৰীক্ষাৰ দ্বাৰা গুণ বুজা, বাৰহাৰ কৰি গুণৰ প্ৰমাণ পোৱা, ( দৰৱ ) ; যেনে, পৰিমাণী দৰৱ, of proved efficacy, efficacious (said of a medicine).

পৰিমিত, কৃদ. বি. ( সং. পৰিমিত—পৰি, উপস. + মা, জোখ্ ) জোখা, পৰিমাণ কৰা, জোখৰ, জোখতকৈ অধিক নোহোৱা, সীমা বা পৰিমাণ থকা ; যেনে, পৰিমিত ভোজন, measured, weighed, moderate, limited.

পৰিমিত, } ক্রি. বি. পৰ্য্যন্ত, কোনো এক
পৰিমিতে, } সংখ্যা বা সময়লৈকে ; যেনে, এই পৰিমিত, পাঁচ টকা পৰিমিত, up to, up to the time of.

পৰিয়াল, স. শ. ( সং. পৰিবাৰ ) একে ঘৰত, একে জন গৃহস্থৰ অধীন হৈ থকা লৰা তিৰোতা আদি লোকবিলাক ; বংশ, family, race.

পৰিশিষ্ট, স. শ. ( সং. পৰিশিষ্ট—পৰি, উপস. + শিষ্, অন্ত হ ) কোনো পুথি অন্ত হোৱাৰ পাচত লিখি লগ লগোৱা

ভাগ, যাই ভাগৰ অন্তত তাৰ অঙ্গস্বৰূপে লগ লগোৱা অংশ, a supplement or appendix.

পৰিশুদ্ধ, বি. (সং. পৰিশুদ্ধ—পৰি, উপস. + শুধ্, পবিত্ৰ হ) শুচি, নিৰ্ম্মল, cleaned, purified.

পৰিশেষ্, স. শ. (সং. পৰিশেষ—পৰি, উপস. + শিষ্, অন্ত হ) অন্ত, শেষ ভাগ; বাঁকী, an end, conclusion, remainder.

পৰিশোধ্, স. শ. (সং. পৰি, উপস. + শুধ্, পবিত্ৰ কৰ্) ধাৰ শুজা; যেনে, ধাৰৰ পৰিশোধ হল; এভেকে শুটোৱা, প্ৰতিহিংসা, প্ৰতিকাৰ; যেনে, এই গালিৰ পৰিশোধ দিম, the discharge of a debt, revenge.

পৰিশোধিত, কৃদ. বি. (সং.) সংশোধিত, ভালৰূপে শুদ্ধ কৰা, সকলো অশুদ্ধ গুচোৱা; যেনে, এই পুথি পৰিশোধিত হৈছে; পবিত্ৰ কৰা, নিৰ্ম্মল কৰা, thoroughly corrected or revised, purified, cleansed.

পৰিশ্ৰম, স. শ. (সং. পৰিশ্ৰম—পৰি, উপস. + শ্ৰম, ভাগৰ লাগ) ভাগৰ লগোৱা কাম, আয়াস, প্ৰয়াস, কোনো কাৰ্য্য সিদ্ধিৰ নিমিত্তে মনেৰে বা গাৰে কৰা যত্ন; ভাগৰ, labour, pains, exertion, fatigue.

পৰিশ্ৰমী, বি. (সং. পৰিশ্ৰমিন্—পৰিশ্ৰম + ইন্) পৰিশ্ৰম কৰা, দুখেৰে কাম কৰা, দুখকাৰী, যাইকৈ গাত দুখ হোৱা কাম কৰা; যেনে, পৰিশ্ৰমী মানুহ নিৰোগী, laborious, industrious, painstaking. স. শ. পৰিশ্ৰম কৰা লোক, an industrious person, a labourer.

পৰিশ্ৰান্ত, কৃদ. বি. (সং. পৰিশ্ৰান্ত—পৰি, উপস. + শ্ৰম্, ভাগৰ লাগ্) ভাগৰ লগা, শ্ৰান্ত হোৱা, wearied, fatigued.

পৰিশ্ৰান্তি, স. শ. ভাগৰ, fatigue.

পৰিষ্কাৰ্, বি. (সং. পৰিষ্কাৰ—পৰি, উপস. + কৃ, কৰ্) নিৰ্ম্মল, নিকা, স্পষ্ট, গোটে গোটে, কাৰো গাত কেও নলগা; যেনে, পৰিষ্কাৰ লেখা, neat, clean, clear, plain.

পৰিষ্কৃত, কৃদ. বি. (সং.) নিকা কৰা, নিৰ্ম্মল কৰা; শুৱনি বস্তুৰে শোভিত কৰা, cleansed, purified, decorated.

পৰিসমাপ্ত, বি. (সং. পৰিসমাপ্ত—পৰি, উপস. + সম্, উপস. + আপ্, প্ৰাপ্ত হ) অন্ত পৰা, শেষ হোৱা, finished, completed.

পৰিসমাপ্তি, স. শ. (সং.) অন্ত, শেষ, সম্পূৰ্ণতা, end, completion, conclusion.

পৰিসৰ্, স. শ. (সং. পৰিসৰ—পৰি, উপস. + সৃ, গতি কৰ্) বহলৰ জোখ, পুতল, বহল গুণ; ব্যাপ্তি, breadth, expanse, extension.

পৰিসীমা, স. শ. (সং. পৰিসীমা—পৰি, উপস. + সীমন্, অন্ত) শেষ সীমা, অন্ত, limit, end.

পৰিহৰ্, স. ধা. (সং. পৰিহৰণ—পৰি, উপস. + হৃ, ত্যাগ) ত্যাগ কৰ্, এৰ্; যেনে, "গ্ৰাম্য-কথা পৰিহৰি, ডাকি বোলা হৰি হৰি," to give up, to relinquish.

পৰিহৰণ্, কৃদ. স. (সং. পৰিহৰণ—পৰি, উপস. + হৃ, এৰ্) ত্যাগ, এৰা কাৰ্য্য, the act of abandoning or leaving.

পৰিহাৰ্, স. শ. (সং.) ত্যাগ, এৰণ, abandonment, relinquishment.

পৰিহাৰ্য্য, বি. (সং.) এৰিব লগা, ত্যাগৰ যোগ্য, fit or proper to be abandoned or left.

পৰিহাস, স. শ. (সং. পৰিহাস—পৰি, উপস. + হস্, হাঁহ) ধেমালিত কোৱা ৰঙ্গিয়াল কথা, a joke, a jest.

সমা.—উপহাস, পৰিহাস। উপহাস কিছু অধিক শকত শব্দ; সি নিন্দা কৰা বুজায়, পৰিহাস ধেমালিত ইতিকিং কৰা অৰ্থত খাটে; যেনে, ৰণত পৰাংমুখ হোৱা সেনাপতি উপহাসৰ পাত্ৰ হয়, মান্য লোকে সৈতে পৰিহাস কৰিব নেপায়।

প'ৰীয়া, স. শ. (অং. পহৰীয়া, পৰ দিওঁতা; সং. প্ৰহৰ, এপৰ বেলা) পৰ দিওঁতা, ৰখীয়া,

চাই থাকোঁতা, one who watches, a guard.

পৰীক্ষক, স. শ. ( সং. পৰীক্ষক—পৰি, উপস. + ঈক্ষ্, দেখ্ ) মহলা লওঁতা, পৰীক্ষা কৰোঁতা ; কি বস্তুৰ কি গুণ তাক নিশ্চয় কৰিবলৈ যত্ন কৰোঁতা, an examiner, an experimenter.

পৰীক্ষা, স. শ. ( সং. ) গুণৰ প্ৰমাণ বিচৰা কাৰ্য্য ; যেনে, অধ্যাপকে ছাত্ৰৰ পৰীক্ষা লয় ; কোনো গুণৰ চিন, মহলা ; যেনে, ভাগৱতত পণ্ডিতৰ পৰীক্ষা হয় ; ছাত্ৰে পৰীক্ষা দিয়ে ; আগৰ কালত বন্দীয়া মানুহক তাৰ নিৰ্দ্দোষিতা বুজাবৰ কাৰণে ধৰ্ম্মক সাক্ষী কৰি অতি সঙ্কটাপন্ন বা মানুহে কৰিব নোৱৰা কোনো কাম কৰিবলৈ দিয়া কাৰ্য্য । এই পৰীক্ষাৰ অনেক প্ৰকাৰ আছিল, সেইবিলাকৰ ভিতৰত ঘটপৰীক্ষা আৰু অগ্নিপৰীক্ষা প্ৰধান । বঙ্গা হোৱা তপত লো হাতত দি বন্দীয়াৰ দোষৰ বিচাৰ কৰাৰ নাম অগ্নিপৰীক্ষা ; আৰু এটা ঘটত কলা বগা দুটা গুটি ভৰি বন্দীয়াক এটা উলিয়াই আনিবলৈ দিয়াক ঘটপৰীক্ষা বোলা যায়, তাতে সি বগা গুটি আনিলে নিৰ্দ্দোষী হয়, an examination, an experiment, a test, an ordeal.

পৰীক্ষিত্, কৃদ. বি. ( সং. ) গুণৰ চিন দেখোৱা, মহলা দিয়া, examined, experimented upon. স. শ. পাণ্ডৱ বংশৰ এজনা ৰজা ; ঋষিৰ শাপত তেওঁক তক্ষক নাগে দংশি মাৰে ; তেওঁ অৰ্জ্জুনৰ নাতিয়েক আছিল, আৰু শুকে তেওঁৰ আগত মহাভাগৱত কৈছিল বুলি লেখা আছে, one of the Pandava princes, the grandson of Arjuna.

পৰীক্ষোত্তীৰ্ণ, বি. ( সং. পৰীক্ষোত্তীৰ্ণ—পৰীক্ষা, মহলা + উত্তীৰ্ণ, পাৰ হোৱা ) পৰীক্ষাত পাৰ হোৱা, মহলাত উঠা, passed in an examination.

পঁকৰা, বি. ( অং. পৰ, অন্ত ) পৰৰ, আপোনাৰ নোহোৱা, লোকৰ ঘৰৰ ; যেনে, সি ঘৰুৱা নে পৰুৱা, belonging to another, not one's own. স. শ. বাটৰুৱা মানুহক অপথে নিয়া এবিধ ভূত, an evil spirit who is supposed to mislead wayfarers.

পঁৰুৱা, স. শ. পিপৰা, এবিধ চাৰিটা বা অধিক ঠেং থকা মাটিত বগাই ফুৰা কীট, তাৰ অনেক জাতি আছে, কোনো কোনো জাতিৰ বয়স পূৰ হলে পাখি গজে । পৰুৱাৰ সকলোৱে জনা জাতিবিলাক এই ; যেনে, আমৰলি, উঁই, গুড়ি পৰুৱা, টোকা পৰুৱা, মজাৰলি, an ant.

পৰে, ক্ৰি. বি. ( সং. পৰ, পাচ ) পাচে, afterwards.

পৰেক, স. শ. ( সং. প্ৰহৰৈক, এপৰ ) এপৰ বেলি বা কাল, one *prahar*, one-eighth of a day and night.

পৰেকীয়া, বি. এপৰ থকা ; যেনে, পৰেকীয়া বস্তু ; এপৰ কাল হোৱা ; যেনে, বেলি পৰেকীয়া হল, existing, or consisting of one *prahar*.

পৰোপকাৰ্, স. শ. ( সং. পৰোপকাৰ—পৰ, আন + উপকাৰ, হিত কাৰ্য্য ) পৰৰ হিত হোৱা কাৰ্য্য, good done to others, a good office, benevolence.

পৰোপকাৰিতা, গু. শ. ( সং. ) লোকৰ হিত কাৰ্য্য কৰা স্বভাৱ বা গুণ, the disposition to do good to others.

পৰোপকাৰী, বি. ( সং. পৰোপকাৰিন্—পৰোপকাৰ + ইন্ ) লোকৰ হিত কৰা, benevolent, doing good to others. স. শ. লোকৰ হিত কৰা মুনিহ, a benevolent man. ( স্ত্ৰী ) বি. স. শ. পৰোপকাৰিণী ।

পৰোক্ষ, স. শ. ( সং. পৰোক্ষ—পৰ, পাচ + অক্ষি, চকু ) চকুৰ পাচ, আগত নথকা কাল বা ঠাই ; যেনে, পৰোক্ষত কাকো নিন্দিব নেপায়, absence.

পৰোক্ষে, ক্ৰি. বি. আলেঙ্গে, বুজ নিদিয়াকৈ, গোপনে, ভতৰি, secretly.

পৰুচেষ্টা, স. শ. ( অং. পৰ, ভূত + চেষ্টা,

কাৰবাৰ) ভূতৰ দোষ, ভূতৰ পৰা হোৱা পীড়া, demoniacal possession.

পৰ্ঘুমা, স. শ. (পৰ্ঘুম, সেই চৰাইৰ মাত) এবিধ বনৰীয়া পাৰজাতিৰ চৰাই, a kind of wood pigeon.

পৰ্ছায়া, স. শ. (অং. পৰ, ভূত+ছাঁয়া, ছাঁ) অকস্মাত দেখা ভূতৰ আকৃতি, an apparition, a spectre.

পৰ্ণ, স. শ. (সং. পৰ্ণ—পৰ্ণ, সেউজীয়া বৰণ ধৰ্) গছৰ পাত, এতেকে পাণ, তামোলে সৈতে খোৱা এবিধ পাত, a leaf of a tree, a betel leaf.

পৰ্ণকুটীৰ্, স. শ. (সং. পৰ্ণকুটীৰ—পৰ্ণ, গছৰ পাত+কুটীৰ, পঁজা) গছৰ পাতেৰে চাল ঢাকি সজা পঁজা, a hut or hovel covered with leaves and grass.

পৰ্ণ-নৰ্, স. শ. (সং. পৰ্ণনৰ—পৰ্ণ, পাত +নৰ, মানুহ) দাহ কৰিবলৈ নোপোৱা শৱৰ প্ৰতিনিধিস্বৰূপে পুৰিবৰ নিমিত্তে গছ পাতেৰে সজা এটা মানুহৰ আকৃতি, an effigy stuffed with leaves which is burnt as a substitute for a deceased person whose body cannot be found.

পৰ্ণশালা, স. শ. (সং. পৰ্ণশালা—পৰ্ণ, পাত +শালা, ঘৰ) পৰ্ণকুটীৰ, গছ পাতেৰে ছোৱা পঁজা, a hut covered with leaves and grass.

পৰ্দ্দা, স. শ. (যাং.) কাপোৰৰ ঢাকনী, আঁৰ কাপোৰ, a screen of cloth.

পৰ্ব্ব, স. শ. (সং. পৰ্ব্ব—পৰ্ব্ব, গতি কৰ্; সূৰ্য্যৰ গতি অনুসৰি নিৰূপিত হয়, এতেকে) কোনো উৎসৱৰ তিথি; প্ৰতি বছৰত কোনো ধৰ্ম্মকৃত্যৰ নিমিত্তে নিৰূপিত দিন; পুথিৰ এভাগ, a religious festival, a holiday, a part of a book.

পৰ্ব্বত্, স. শ. (সং. পৰ্ব্বত—পৰ্ব্ব, পূৰ হ) গিৰি, ওখ শিলৰ সমূহ, a hill, a mountain.

পৰ্ব্বতীয়া, বি. (সং. পৰ্ব্বত, গিৰি) পৰ্ব্বতত থকা বা হোৱা, living or produced on a hill, or mountain.

পৰ্য্যন্ত, অা. অব্য. (সং. পৰ্য্যন্ত—পৰি, উপস.+অন্ত, শেষ) সিমানলৈকে, কোনো এক বিশেষ ঠাই, কাল বা সংখ্যালৈকে, পৰিমিত; যেনে, এই ঠাই পৰ্য্যন্ত, আজি পৰ্য্যন্ত, এশ টকা পৰ্য্যন্ত, as far as, up to.

পৰ্য্যাপ্ত, বি. (সং. পৰ্য্যাপ্ত—পৰি, উপস. +আপ্, প্ৰাপ্ত হ) প্ৰচুৰ, যথেষ্ট, যিমান লাগে সিমান, sufficient.

পৰ্য্যাপ্তি, স. শ. (সং.) প্ৰচুৰতা, যিমান লাগে সিমান হোৱা অৱস্থা বা গুণ, sufficiency.

পৰ্য্যায়্, স. শ. (সং. পৰ্য্যায়—পৰি, উপস. +অয়্, গতি কৰ্) একে লগ কৰা সমাৰ্থক শব্দৰ সমূহ, a collection of synonymous terms.

পৰ্য্যালোচন্, স. শ. (সং. পৰ্য্যালোচনা—পৰি, উপস.+আ, উপস.+লোচ্, চা) ভালৰূপে বিবেচনা কৰি চোৱা কাৰ্য্য, ভালকৈ গমি চোৱা কাৰ্য্য, the act of deliberating or considering thoroughly.

পৰ্য্যুষিত্, কৃদ. বি. (সং. পৰ্য্যুষিত—পৰি, উপস.+ৱস্, বাস কৰ্) আগৰ ৰাতিৰ পৰা পাচ দিনালৈ থকা, বাহী, stale, kept overnight, not fresh.

পৰ্শুই, } পৰ্শুইদিনা, } স. শ. (সং. পৰশ্বঃ, যোৱা কালিৰ আগৰ দিন) যোৱা কালিৰ আগৰ দিন, অহা কালিৰ পাচৰ দিন; যেনে, পৰ্শুইলৈ আহিবি, the day before yesterday, the day after to-morrow. ক্রি. বি. যোৱা কালিৰ আগৰ দিন, the day before yesterday.

পৰ্শুৰাম, স. শ. "পৰশুৰাম" চোৱা।

পল্, স. শ. (সং. পল—পল্, গতি কৰ্) এডাঁৰৰ ষাঠি ভাগৰ এভাগ, sixtieth part of a দণ্ড।

পল, স. শ. (সং. পলল, বোকা) বৰ দ বোকা; যেনে, পলত পৰা গৰু লৰিব

নোৱাৰে, deep mud, mire. "পল বোকা" ও হয়।

পল, স. শ. (সং. পলৱ, এবিধ মাছ ধৰা যতন) বাঁহৰ কাঠীৰে সজা এবিধ মাছ ধৰা যতন, তাৰ তলি উদং আৰু বহল, মুখ চেপ, তাৰে পানীত চাব মাৰিলে ভিতৰত যি মাছ সোমাই ৰয়, তাক মুখেদি হাত ভৰি অনা যায়, a kind of basket for catching fish.

পলক্, স. শ. (সং. পল, অতি অলপ কাল) চকুৰ পচাৰৰ সমান কাল, অতি অলপ কাল, a twinkling, a moment.

পলম্, স. শ. (সং. বিলম্ব, গহৰি) বিলম্ব, গহৰি, delay.

পলমে, ক্রি. বি. বিলম্ব কৰি, পাচে, leisurely, not quickly.

পলৰীয়া, বি. (অং. পলা, লুকাই থাক্) পলোৱা, লুকাই থকা; গোপনে স্থানান্তৰ হোৱা (স্ত্রীং. পুং.), fugitive, eloping. (m. g.).

পলস্, স. শ. (সং. পলল, পঙ্ক) নৈয়ে পেলোৱা বোকা; এতেকে সাৰৰ বাহিৰৰ কোমল কাঠ, soft mud deposited by a river, sap-wood.

পলসুৱা, বি. সাৰ নথকা, পলসযুক্ত (কাঠত খাটে); যেনে, পলসুৱা কাঠ; নৈয়ে পেলোৱা বোকাযুক্ত; যেনে, পলসুৱা মাটি, consisting of mud deposited by a river, soft, sappy (said of wood).

পলা, অ. ধা. (সং. পলায়ন, লুকোৱা) লুকাই থাক্, গোপনে গুচি যা; ৰণত হাৰি-লৰ মাৰ্; যেনে, পলায় বাসৰ পাচক নেচাই, to abscond, to elope, to flee.

পলা, স. শ. বেতেৰি, এবিধ সৰু বেতৰ সঁজুলি, তাৰ ভিতৰত সৰিয়হৰ গুড়ি ভৰি ওপৰত হেঁচনী দি তেল উলিওৱা যায়, a small rattan basket used in pressing oil.

পলাউৰী, বি. পলোৱা, লুকাই থকা (স্ত্রী), absconding, eloping.

পলায়ন, কৃদ. স. (সং. পলায়ন—পৰা, উপস.+অয়ন, গতি) পলোৱা কাৰ্য্য, লুকাই থকা বা মনে মনে স্থানান্তৰ হোৱা কাৰ্য্য, the act of running away or absconding, elopement.

পলায়মান, পলায়ন-পৰায়ণ্, } বি. (সং.) পলাই যোৱা, হাৰি লৰ মৰা, running away, fleeing.

পলায়িত্ব, কৃদ. বি. (সং.) পলোৱা, পলাই যোৱা, গোপনে স্থানান্তৰ হোৱা, running away, eloping.

পলাশ্, স. শ. (সং. পলাশ—পল, মাংস +অশ্, বিস্তাৰিত কৰ্; মঙহৰ নিচিনা বৰণ, এতেকে) এবিধ উজ্জ্বল হালধীয়া ফুল; তাৰ গছ, a tree bearing reddish flowers. *Butea frondosa* (Gamble).

পলিত, বি. (সং. পলিত—পল্, গতি কৰ্, মৃত্যুৰ ফাললৈ গতি কৰে) বুঢ়া অৱস্থাৰ কাৰণ বগা হোৱা, পকা (চুলিত খাটে); যেনে, পলিত কেশ, turned gray owing to old age.

পলীতা, স. শ. (হিং. পলীতা, বৰ হিলৈত জুই দিয়া শিহা; বং. পল্তে, শলাকানি) কলাই খাৰ ভৰা বস্তুত জুই লগোৱা শিহা; যেনে, ফটুকাৰ পলীতা, a fuse.

চাকিৰ শলাকানি পলীতা নহয়, সি শলিতা।

পলীয়া, বি. (অং. পাল) পাল অনুসৰি কাম কৰা, working by rotation. স. শ. পাল পাতি কাম কৰা লোক, one of several persons who work by turns.

পলু, স. শ. (বং. পলু, পাট সূতাৰ পোক) মুগা পাট আদিৰ পোক, a silk worm.

পলুৱা, স. শ. (অং. পলা, লুকা) লুকাই থ, লুকাই আন ঠাইলৈ লৈ যা, গোপনে নি, (মানুহত খাটে); যেনে, ছোৱালী জনী পলুৱাইছে, to cause to run away or elope. কৃদ. স. পলুৱাওঁতা, (স্ত্রী) পলুৱাঁতী।

পলোৱাই, স. শ. পল-বাওঁতা, পলৰে মাছ

ধৰোঁতা, one who catches fish with a *pala.*

পল্টন্, স. শ. ( হিং. পল্টন, সৈন্যৰ সমূহ ) প্ৰায় এক হাজাৰ সৈন্যৰ সমূহ; সৈন্য থকা ঠাই, a regiment.

পল্টনীয়া, বি. পল্টন সম্পৰ্কীয়, সৈন্যৰ; যেনে, পল্টনীয়া চাহাৰ, military.

পল্লৱ্, স. শ. ( সং. পল্লৱ—পদ্, ভৰি+লূ, কাটু ) কোমল পাতেৰে যুক্ত ক্ষুদ্ৰ ডাল; গজালি, a small branch with new leaves, a shoot.

পল্লৱিত্, বি. ( সং. ) পল্লৱযুক্ত, কুঁহিপাত ধৰা; যেনে, বৃক্ষ পল্লৱিত হৈছে, having new leaves.

পৱন্, স. শ. ( সং. পৱন—পূ, শুদ্ধ কৰ্; দুৰ্গন্ধাদি উড়াই নি শুদ্ধ কৰে ) বতাহ, বায়ু, air, wind.

পৱন-পুত্ৰ, স. শ. ( সং. পৱনপুত্ৰ—পৱন, ঐ+পুত্ৰ, পুতেক ) হনুমন্ত, ( তেওঁ বায়ু দেৱতাৰ পৰা অঞ্জনা নামেৰে এজনী বান্দৰীত জাত হৈছিল বুলি খ্যাত ), a name of Hanuman. এইৰূপেই পৱন শব্দৰ পাচত "পুত্ৰ" বুজোৱা আন শব্দ লগ লাগি হনুমন্তক বুজায়; যেনে, পৱন-নন্দন, পৱন-তনয়, পৱনাত্মজ, পৱন-সুত ইত্যাদি।

পশ, অ. ধা. ( সং. প্ৰৱেশ, সোমোৱা ) সোমা, ভিতৰলৈ যা ( প্ৰায়ে পদ্যত মাথোন ব্যৱহৃত ); যেনে, "পশিলা নগৰে," to enter.

পঁশু, স. শ. ( সং. পশু—পশ, গতি কৰ্, বা দৃশ, দেখ, দৃশৰ ঠাইত "পশ" হয়, আৰু "উ" প্ৰত্যয় ) চাৰি ঠেঙীয়া বস্তু; যেনে, গৰু, মহ ইত্যাদি, a beast.

পশুত্ব, গু. শ. ( সং. ) জন্তুৰ স্বভাৱ, জন্তুৰ অৱস্থা, the nature or state of an animal.

পঁশুপতি, স. শ. ( সং. পশুপতি—পশু, জীয়া জন্তু+পতি, অধিকাৰ ) সদাশিৱ, ( জন্তু মাত্ৰৰেই গৰাকী এতেকে ), a name of Siva.

পঁশু-প্ৰবৃত্তি, স. শ. ( সং. পশুপ্ৰবৃত্তি—পশু, জন্তু + প্ৰবৃত্তি, বাঞ্ছা ) সামান্য জন্তুৰ নিচিনা ইন্দ্ৰিয় সুখৰ বাঞ্ছা; খোৱা, পিয়া, শোৱা আৰু মৈথুনৰ ইচ্ছা; যেনে, পশু-প্ৰবৃত্তিবোৰ বলৱতী হলে মানুহ গুচে, sensuality, desire of eating, drinking, sleeping or copulation, a low propensity.

পঁশুৰাজ্, স. শ. ( সং. পশুৰাজ—পশু, জন্তু+ৰাজন, গৰাকী ) সিংহ, a lion.

পশ্চিম, স. শ. ( সং. পশ্চিম—পশ্চাত, পাচ ) পচিম দিশ, পূব ফালৰ বিপৰীত ফাল। ( হিন্দুৰ সকলো ধৰ্ম্ম-কাৰ্য্য পূবলৈ মুখ কৰি কৰা যায়, এতেকে পচিম ফাল পাচ হয় ), the west.

পষ্, স. শ. ( সং. পক্ষ, এমাহৰ আধা ) এমাহৰ আধা, পোন্ধৰ দিন, a fortnight.

পষ্ পৰ্, এমাহৰ আধা যা; যেনে, এই মাহৰ আজি পষ্ পৰিছে, to elapse, to be passed.

পষেকীয়া, বি. এপষত হোৱা; এপষ থকা, fortnightly.

পসাৰী, স. শ. ( হিং. বং. পসাৰী, মচলা আদি বেচোঁতা ) তামোল পাণ বা ফল মূলাদি সামান্য বস্তু বেচা তিৰী ( পদ্যত মাথোন ব্যৱহৃত ); যেনে, "কোনে ফল লৈবে বুলি পসাৰী দিলে ডাক", a woman who sells betel nut, fruit, flowers, &c., "পোহাৰী" চোৱাঁ।

পহলঙ্গী, স. শ. পুৰণি অসমৰ এবিধ জুই দি মৰা হিলৈ, a kind of Assamese matchlock.

পহাৰ, পহাৰী, } "পোহাৰ," "পোহাৰী" চোৱাঁ।

পঁহু, স. শ. ( সং. পশু, চাৰিঠেঙীয়া জন্তু ) হৰিণা জাতিৰ জন্তু; যেনে, হৰিণা পহু, শৰ পহু, মৃগৰী পহু; চাৰিঠেঙীয়া জন্তু, an animal of the deer kind.

পঁহু-গড়, স. শ. ( অং. পহু, জন্তু+গড়, আবৃত ঠাই ) ডাঙৰ লোকৰ ধেমালিৰ

নিমিত্তে হৰিণা আদি জন্তু ৰখা চাৰিও ফালে বেৰা হাবি ঠাই; মানুহে চাবৰ নিমিত্তে নানা বিধৰ জন্তু থোৱা ঠাই, a piece of waste land surrounded by walls for the preservation of game, a preserve, a zoological garden.

পহুমৰীয়া, স. শ. (অং. পহু, জন্তু + মাৰ্, বধ্) জন্তু বধ কৰোঁতা, ব্যাধ, a hunter, a sportsman. বি. পহু মৰা, hunting.

পক্ষ, স. শ. (সং. পক্ষ—পক্ষ্, গ্ৰহণ কৰ্) আধা মাহ, পোন্ধৰ দিন; চৰাইৰ ডেউকা বা পাখি; পৰস্পৰ বিবাদ কৰা দুজন বা দুজুম মানুহৰ এজন বা এজুম; গুচৰীয়া বা পদৰ্কীয়া, half a month, a fortnight, a wing or feather, a party, a plaintiff or defendant.

পক্ষপাত, স. শ. (সং. পক্ষপাত—পক্ষ, দুজন বিবাদীৰ এজন + পত্, গমন কৰ্) পৰস্পৰ বিবাদ কৰা দুজন বা দুজুম লোকৰ একালক কৰা সাহায্য বা হিত, partisanship, partiality.

পক্ষপাতিতা, গু. শ. (সং.) পক্ষপাত, partiality.

পক্ষপাতী, বি. (সং. পক্ষপাতিন্—পক্ষপাত + ইন্) পৰস্পৰ বিবাদ কৰা দুজন বা অধিক লোকৰ একালক সাহায্য কৰা; কোনো এজনক বা এটা বস্তুক বিশেষকৈ ভাল পোৱা; যেনে, বিধৱা বিবাহৰ পক্ষপাতী, partial, having a preference.

পক্ষান্তৰে, ক্ৰি. বি. (সং. পক্ষান্তৰ, আন ফাল) আন ফালে, সিফালে, on the other hand.

পক্ষিজাতি, স. শ. (সং. পক্ষিজাতি—পক্ষিন্, পাখি থকা + জাতি, বিধ) চৰাইৰ শ্ৰেণীৰ জন্তু, feathered race, birds in general.

পক্ষিৰাজ, স. শ. (সং. পক্ষিৰাজ—পক্ষিন্, চৰাই + ৰাজা, অধিকাৰ) গৰুড়, a name of Garuda, "গৰুড়" চোৱাঁ।

পক্ষিশাৱক, স. শ. (সং. পক্ষিশাৱক—পক্ষিন্, চৰাই + শাৱক, পোৱালী) চৰাই-পোৱালী, a young bird.

পক্ষী, স. শ. (সং. পক্ষিন্—পক্ষ, পাখি; পাখি আছে, এতেকে) চৰাই, a bird.

পক্ষে, আ. অব্য. (সং. পক্ষ, ফাল) ফালে, অনুকূলে, সমন্ধি, on the side of, in favor of.

পা, স. ধা. (সং. প্ৰাপ্—প্ৰ, উপস. + আপ্, লভ্; হিং. পানা; বং. পাওন) লভ্, লাভ কৰ্, উপাৰ্জন কৰ্; যেনে, সি ধন পালে; কোনো ঠাইত উপস্থিত হ গৈ; যেনে, ধুবুৰি পালে গৈ; বোধ কৰ্; যেনে, ভাল পায়, বেয়া পায়; লম্ভ্, ধৰ্, (ভূতত খাটে); যেনে, ভূতক ভূতে পায়, to get, to obtain, to get to, to arrive at, to feel, to possess (said of evil spirits). অ. ধা. উচিত হ, ন্যায় হ, যুগুত হ; যেনে, লৰাই ডাঙ্গৰৰ কথা শুনিব পায়, to be fit or proper.

পাই, স. শ. (হিং. বং. পাই) ধনৰ দৰে চলোৱা তামৰ সৰু চাকলি, এক পইচাৰ তিনি ভাগৰ এভাগ, a pie, one-third of a piece.

পাইক, স. শ. (হিং. পায়েক, ৰায়ত + বং. পাইক, ভৰিৰে ৰণ কৰা সৈন্য) অসম দেশৰ সামান্য ৰায়ত। সিহঁতে খোৱা মাটিৰ বাবে ৰজাৰ নিজৰ বা ৰাজ্যৰ নিমিত্তে কাম কৰা সিহঁতৰ বাব আছিল, আৰু ৰজাই সিহঁতক সিহঁতৰ মাটিৰে সৈতে কোনো এজনক দান কৰিব পাৰিছিল; আনৰ মাটি খোৱা মানুহ, a common rayat of Assam in the days of the Assam Rajahs, a tenant.

পাইকান্, বি. পাইকে ভোগ কৰা, পাইকৰ (মাটি), held by a *paik* (said of land).

পাইজমা, স. শ. (যাং. পা-জামা) এবিধ ঢিলা ঠেঙ্গা, a kind of loose trousers. The Hindustani *paijama*.

পাউনি, বি. (হিং. পাৱনা; বং. পাওনা,

প্ৰাপ্য ) পাব লগা, প্ৰাপ্য ; যেনে, পাউনি ধন, obtainable by, payable to. স. শ. প্ৰাপ্য বা পাব লগীয়া ধন বা বস্তু ; যেনে, মোৰ পাউনি খিনি দিয়াঁ, something obtainable by or payable to.

পাওন্, কৃদ. স. প্ৰাপ্তি, পোৱা কাৰ্য্য, the act of getting.

পাওনা, বি. "পাউনি" চোৱাঁ

পাং, স. ধা. মনতে সাজ্, কল্পনা কৰ্ ; যেনে, এই কথা মনেৰে পাঙিছোঁ, to plan.

পাং পাত্, মিছা কথা সাজ্ ; মিছা ওজৰ উলিয়া, to invent an excuse.

পাঁউৰি, স. শ. এবিধ বাঁহৰ কাঠীৰ মাছ ধৰা যতন। ভিতৰত কিছু জেং-জাবৰ দি তাক পানীত পেলাই থলে তাত মাছ সোমাই থাকে, a kind of bamboo fish trap.

পাঁওকৰা, স. শ. এবিধ হেঁপাৰ নিচিনা বনৰীয়া জন্তু, সি "পাঁও পাওঁ" এনে শব্দ কৰে, a kind of wild cat.

পাচ্, সংখ্যা. (সং. পঞ্চ) চাৰি আৰু এক, five.

পাঁচ্, স. ধা. ( সং. প্ৰেষণ, পঠোৱা ) প্ৰেৰণ কৰ্, পঠিয়া ( মানুহত খাটে ), to send, to depute.

পাঁচন্, কৃদ. স. পচা কাৰ্য্য, the act of sending.

পাঁচনি, স. শ. ( অং. পাঁচ্, পঠিয়া ) অসমীয়া গোসাঁইবিলাকৰ দূত বা টেকেলা ; যিচুৰ মত প্ৰচাৰ কৰোঁতা, a messenger, an apostle.

পাঁচি, স. শ. ( সং. পংক্তি, শাৰী ) দীঘলীয়া এক খণ্ড, এছিটা ( মাটি ), a long strip, (applied to land).

পাচকুণীয়া, } বি. পাঁচোটা কোণ বা চুক
পাচচুকীয়া, } থকা, pentagonal.

পাঁজৰ্, } স. শ. ( সং. পঞ্জৰ, কাষীহাড় ;
পাঁজৰি, } বং. পাঁজ্ৰা, গাৰ দাঁতি ) গাৰ দাঁতি, পাৰ্শ্ব, the flank, the side of the body.

পাঁজি, } স. শ. ( সং. পঞ্জি, পঞ্জী ) তিথি
পাঁজী, } নক্ষত্ৰ লেখা পুথি, পঞ্জিকা ; সূতা কাটিবৰ কাৰণ দীঘলকৈ মেৰোৱা তুলা ; ( তাৰ আকৃতি হেতু ) শত্ৰুৰ নিমিত্তে বাটত পতা বাঁহৰ কাঁইট, an almanac, a wisp or roll of cotton from which thread is spun, a bamboo spike stuck in the ground with the pointed end uppermost to prevent the approach of an enemy.

পাঁজি কাট্, পাঁজিৰ পৰা সূতা কৰ্, to spin cotton.

পাঁজুৰি, স. শ. ( অং. পাঁচ, এক অধিক চাৰি ) চৌপট খেলৰ পাঁচৰ লেখ, a throw of dice, which counts five.

পাঠা, স. শ. ( বং. পাঠা, ছাগ ) খাহী নকৰা ছাগ, an uncastrated goat.

পাঁতি, স. শ. ( সং. পংক্তি, শাৰী ) শাৰী ; গছ ৰোৱা বা গুটি পচোৱা খাল, এক প্ৰকাৰ গুটি চলাই খেদা খেল, a line, a row, a drill for planting, a kind of game.

পাঁথ্, স. শ. ( সং. পাৰ্শ্ব, দাঁতি ) কোনো লেখাৰ বা পুথিৰ শূন্যকৈ ৰখা দাঁতি ; চেপেটা মাছৰ পেটৰ ফাল বা কোলঠি ; যেনে, চিতল মাছৰ পাঁথ, the margin of a book, &c., the lower part of a flat fish.

পাক্, স. শ. ( অং. পকা, মেৰা ) মেৰ্, মোচোৰা ; নৈৰ মোচৰ ; লেঠা, জগৰ ; যেনে, তাৰ গাত পাক লাগিছে ; চাকনৈয়া ; যেনে, নাও পাকত পৰিছে, a bend, a turn, a twist, a bend of a river, a fault, an eddy.

পাক্ খা, মেৰ্ লাগ্ ; যেনে, জৰী ডালে পাক খাইছে, ঘূৰ্, to be twisted, to turn.

পাক্ দি, ঘূৰা, মেৰা ; যেনে, লেজুত পাক দিছোঁ, to turn, to twist.

পাক্ পৰ্, নৈৰ পানী ঘূৰ্ ; যেনে, নৈত পাক পৰিছে, to move, as an eddy, to turn as water.

পাক্ মাৰ্, ঘূৰা, মোচৰ, পকা ; বেগতে ঘূৰি আহ্, to turn, to twist, to return quickly.

পাক্, স. শ. ( সং. পাক—পচ্, সিদ্ধ হ ) ৰন্ধন, খোৱা বস্তু সিজোৱা কাৰ্য্য ; যেনে, পাক কৰিছে ; পকা বা পূৰঠ হোৱা অৱস্থা ; যেনে, বুদ্ধিয়ে পাক পাইছে, জীণ যোৱা অৱস্থা ; যেনে, পেটত ভাতে পাক পায়, the act of cooking, maturity, digestion.

পাক্কৰ্ত্তা, স. শ. ( সং. ) পাক কৰোঁতা, ৰান্ধনি, a cook.

পাক্-ঘৰ্, স. শ. ( সং. পাকগৃহ, ৰান্ধনি ঘৰ ) ভাত ৰন্ধা ঘৰ, a cookroom.

পাক্-ঘূৰণি, স. শ. বৰকৈ বেগাই ঘূৰি ফুৰাৰ নিমিত্তে হোৱা মূৰ ফুৰণি, giddiness caused by turning round and round very quickly.

পাক্ চক্ৰ, স. শ. ( অং. পাক, মেৰ + সং. চক্ৰ, ঘূৰণীয়া বস্তু ) প্ৰতাৰণা, চাতুৰী, তুষ্টালি, deceit, fraud.

পাক্-পাত্ৰ, স. শ. ( সং. পাকপাত্ৰ—পাক, ৰান্ধন + পাত্ৰ, সাজ ) ভাত আদি ৰন্ধা সাজ, a cooking pot.

পাক্-ভোঁহৰ্, স. শ. ( অং. পাক, ঘূৰোৱা + ভোঁহৰ, বিন্ধনা ) পকাই ফুটা কৰা এবিধ বিন্ধনা, an auger, a gimlet.

পাকৰি, স. শ. ( অং. পকা, মেৰা ) যঁতৰৰ শলাত মেৰোৱা সূতা, সূতলাহী, a ball of thread wound in a spindle. ( অপ্ৰচলিত ) ।

পাকৰী, স. শ. ( সং. পৰ্কটী, জৰি গছ ) এবিধ গছ, জৰি গছ, a kind of fig tree. *Ficus infectoria.* (Gamble).

পাক্লাগি, ক্ৰি. বি. (অং. পাক, মেৰ + লাগ্, যুক্ত হ ) ঘূৰণ ভাৱে, প্ৰকাৰান্তৰে, indirectly.

পাকী, বি. ( সং. পাক, সিদ্ধ কৰা কাৰ্য্য ) শীঘ্ৰে পাক পোৱা বা জীণ যোৱা ; জীণ নিওৱা, জীৰ্ণকাৰী, easily digested, digestible.

পাকেপতি, ক্ৰি. বি. প্ৰতি পাকতে, ঘনে ঘনে, at every turn, repeatedly.

পাকৈ টোঁৰা, স. শ. এবিধ ডাঙ্গৰ ঠোঁটেৰে চৰাই, the horn-bill.

পাকৈত্, বি. ( অং. পাৰ্গত, নিপুণ ) শীঘ্ৰে কাম কৰিব পৰা, কামত নিপুণ, dexterous.

পাখি, স. শ. ( সং. পক্ষ, চৰাইৰ গাৰ ঢাকনী ) চৰাইৰ গাৰ ঢাকনী ; মাছৰ ডিঙ্গি আদিত থকা পাতল ছালেৰে আবৃত কাঁইটসমূহ, feather, the fins of fish. "মাছ" চোৱাঁ।

পাখি সৰাল দি, ন পাখি গজাবলৈ পুৰণি পাখি সৰা বা এৰ্, to change or cast the feathers, to mew, to moult.

পাগ্, স. শ. ( হিং. বং. পাগ, মূৰত বন্ধা কাপোৰ ) ধনৰ নিমিত্তে মূৰত মেৰোৱা কাপোৰ ; মূৰত পিন্ধিবৰ নিমিত্তে ঠকুৰাত মেৰাই ঘূৰণীয়াকৈ বন্ধা কাপোৰ, a turban.

পাগ্, স. ধা. ( সং. পাক, সিদ্ধ কৰা কাৰ্য্য ) পগা, জুলীয়া বস্তু তপতাই ঘন কৰ্, to heat as a liquid.

পাগ্, স. শ. ( সং. পাক, ৰন্ধন ) পাক, ৰন্ধন, ৰন্ধা কাৰ্য্য ; যেনে, একে পাগতে খোৱা মানুহ ; মাটিৰ পাত্ৰ টান কৰিবলৈ দিয়া জুইৰ তাপ ; যেনে, কুমাৰে চৰু কলহ পাগত দিয়ে ; ধাতুৰ বা মাটিৰ বস্তুৰ তাপৰ দ্বাৰা হোৱা টান বা ঢিলা অৱস্থা ; যেনে, পাগ টান হলে কটাৰী ভাগে, the act of cooking, the heat of fire applied to earthen vessels to harden them, the tempering of metals.

পাগ্-টান, বি. টানকৈ পাগ ধৰা, বৰকৈ তাপ দিয়া ; যেনে, পাগ-টান কটাৰীৰ মুখ ভাগি যায়, highly tempered.

পাগ্টুন্, স. শ. কেঁচুৱা লৰাৰ জিভাত ক্ষত হৈ বগা হোৱা ৰোগ, canker in the mouth of infants.

পাগত্ উঠ্, পাগ ল, জুইৰ তাপৰ দ্বাৰা যিমান হব লাগে সিমান টান হ ; যেনে,

কঠাৰীখান পাগত উঠিছে, to be well-tempered.

পাগ্ ধৰ্, জুইৰ তাপৰ দ্বাৰা আৱশ্যক যিমান সিমান টান কৰ্ (অস্ত্রত খাটে); যেনে, কমাৰে কটাৰীৰ পাগ ধৰিছে, to temper, as a weapon.

পাগ্মাৰি, স. শ. (অং. পাগ, ৰন্ধন + মাৰি, যষ্টি) চৰুত ভাত আঞ্জা লবোৱা মাৰি, টাৰু, a stick used for stirring anything while boiling or cooking.

পাগ্ ল, ভালৰূপে ৰন্ধা হ; যেনে, আঞ্জাই পাগ লৈছে। তাপৰ দ্বাৰা যিমান হব লাগে সিমান টান হ; যেনে, এই কটাৰীয়ে পাগ নললে, to be well cooked or tempered.

পাগ্ লাগ্, ভালৰূপে ৰন্ধা হ; যেনে, আঞ্জাখানত পাগ লাগিছে; তাপৰ দ্বাৰা যিমান হব লাগে, সিমান টান হ; যেনে, দাখানত পাগ নেলাগিল, to be well cooked or tempered.

পাগ্শালি, স. শ. (অং. পাগ, মাটিৰ পাত্রত দিয়া তাপ + শালি, কোনো কাযাব ঠাই) কুমাৰে চৰুকলহ পাগত দিয়া ঠাই, a potter's kiln or furnace.

পাগল্, স. শ. (বং. পাগল, বলিয়া) বলিয়া, বাতুল, a mad man. (স্ত্রী) পাগলী।

পাগুৰি, স. শ. (অং. পাগ, মূৰত বন্ধা কাপোৰ + উৰ্, পিন্ধ) শোভাৰ নিমিত্তে মূৰত মেৰোৱা কাপোৰ, পাগ, a turban.

পাগুল্, স. ধা. (হিং. পাগুৰানা, ঘাঁহ চোবা) পেটৰ পৰা মুখলৈ উলিয়াই চোবা; যেনে, গৰুৱে ঘাঁহ পাগুলে, to chew the cud, to ruminate.

পাগুলন্, কৃদ. স. পাগুলা কাৰ্য্য, the act of ruminating.

পাচ্, স. শ. (সং. পশ্চাৎ; আগৰ বিপৰীত ভাগ) আগ ফালৰ বিপৰীত ভাগ, পিঠি ফাল; যেনে, মই তেওঁৰ পাচত গলোঁ; কোনো কাৰ্য্যৰ শেষ; যেনে, ইয়াৰ পাচত, the back side, the rear, the last part of time or place. বি. পাচৰ ফালৰ, পিঠি ফালৰ, সমুখৰ বিপৰীত ফালে থকা; যেনে, পাচ ঠেং, hinder, following.

পাচ্ ধৰ্, পাচত যা, লোকে যেনে কৰে তেনে কৰ্; যেনে, সৰু মানুহে ডাঙ্গৰৰ পাচ ধৰে, to follow, to imitate.

পাচ্ পৰ্, পাচত থাক্, to fall behind.

পাচ্ ল, পাচত যা, to follow.

পাচ্ হোঁহক, পাচলৈ গতি কৰ্, পাচলৈ পিচলি যা, to recoil, to fall back.

পাচক, বি. (সং. পাচক—পচ্, সিদ্ধ কৰ্) ৰন্ধা, ৰন্ধন কৰা, জীণ নিওৱা, পাকী; যেনে, পাচক ঔষধ, employed in cooking, digestive.

পাচক-পিণ্ড, স. শ. (সং. পাচকপিণ্ড—পাচক, জীর্ণ কৰা + পিণ্ড, এবিধ গাৰ ৰস) আহাৰ জীণ-নিওৱা এবিধ পেটত থকা ৰস, gastric juice.

পাচতীয়া, বি. (অং. পাচ, শেষ) বৰ পলমে বা পাচত জন্মা, হোৱা বা কৰা, নুমলীয়া, শেহতীয়া, late, born, produced or cultivated last of all.

পাচতীয়াকৈ, ক্রি. বি. শেষ বতৰত; আটাইৰে পাচত, late in the season or last of all.

পাচন্, স. শ. (সং. পাচন—পচ্, পাক কৰ্) গছৰ শিপা আদি সিজাই কৰা ৰস, ক্বাথ, a decoction of various medicinal plants.

পাচলি, স. শ. (সং. পচ্, পাক কৰ্) খাৰধি, মানুহে সিজাই খোৱা শাক, পাত, ফল, মূল বা ফুল, esculent vegetables, greens, roots, stalks, fruits, &c., used as food.

পাচি, স. শ. শস্য আদি থবৰ কাৰণে বাঁহৰ কাঠীৰে কৰা এবিধ সঁজুলি, a basket for keeping corn, &c.

পাচুৰা, অ. ধা. (অং. পাচ, পিঠি ফাল) পাচলৈ যা, পাচ ফাললৈ গতি কৰ্, to go behind, to recede. স. ধা. পাচ পেলাই আগ বাঢ়্; যেনে, লগৰীয়া

ছাতৰক পাচুৱাই আগ হব লাগে, to leave in the rear, to surpass.

পাচে, ক্রি. বি. ( অং. পাচ, শেষ ) কোনো এক কার্য্যৰ বা সময়ৰ অন্তত, পাচত, afterwards.

পাচেকৈ, ক্রি. বি. ইয়াৰ পাচত, বৰ্ত্তমান সময়ৰ পাচত, hereafter, in future.

পাচে পাচে, আ. অব্য. কোনো এজনৰ পাচত নিচেই ওচৰতে ( গতি কৰাত খাটে ); যেনে, কুকুৰ গৰাকীৰ পাচে পাচে ফুৰে, closely behind.

পাচ্ ফালে, আ. অব্য. পিঠিৰ ফালে, মুখৰ বিপৰীত দিশে, behind.

পাচ্-ভৰি, স. শ. কামত পাচ হোঁহকা বা হেলা কৰা কার্য্য; যেনে, দেশৰ হিত চিন্তাত পাচ-ভৰি নকৰিবা, the act of neglecting what is to be done. বি. কামত পাচ হোঁহকা বা হেলা কৰা; যেনে, এই কামত পাচ-ভৰি নহবা, neglectful.

পাট্, স. শ. ( সং. পট্ট, এবিধ পলুৰ পৰা হোৱা সূতা ) ঠুনি পাত খোৱা পলুৰ পৰা হোৱা সূতা, the silk of the mulberry fed silk worm.

পাট্, স. শ. ( সং. পাট্ট, বহল কৰ্; হিং. পটিয়া, চেপেটা শিল ) পাতল আৰু চেপেটা কাঠ; এতেকে ৰজাৰ সিংহাসন; যেনে, " ৰজা নাই পাটত, লোকে কিলায় বাটত; " নাদৰ ভিতৰত দিয়া মাটিৰ চাক, a plank, a board, a royal seat or throne, a cylindrical earthen fabric used for walling up wells.

পাটন্ পাৰ্, লোকৰ উপমা দি, to draw a comparison or simile.

পাট্, উপ. শ. চেপেটা দীঘল বস্তু বুজাবলৈ বিশেষণ বা সংজ্ঞা শব্দৰ পাচত যোগ কৰা মাত; যেনে, বঠা পাট, a particle joined to a noun or adjective to denote a long flat thing.

আন আকৃতিৰ বস্তু বুজোৱা শব্দেৰে লগ লাগিলে তুচ্ছ বা নিন্দা কৰা অৰ্থ বুজায়; যেনে, মানুহ পাট, তিনি পাট ঘৰ। ভাল বা সৰু বস্তু বুজাবলৈ "পাটি" হয়; যেনে, তাঁৰ বঠা পাটি।

পাটল্, বি. ( সং. পাটল—পাট্, বহল হ ) অলপ ৰঙ্গাৰে মিহলি বগা বৰণীয়া; যেনে, পাটল জৰা, of a pale red color.

পাটি, উপ. শ. "পাট্" চোৱাঁ।

পাটিসোন্দা, স. শ. বঠাৰ নিচিনা পাতেৰে এবিধ গছ, an evergreen tree. *Cinnamomum obtusifolium* (Gamble).

পাটী, স. শ. ( হিং. বং. পাটী ) এবিধ বনৰ কাঠীৰে বোৱা মিহি ঢাৰি, তাক শয্যাৰ ওপৰত পৰা যায়, এতেকে শয্যা; যেনে, পাটীৰ পৰা উঠাঁ, a kind of fine mat, a bed.

পাটীচৰা, স. শ. ( অং. পাটী, ঐ+চৰা, ঢাৰি ) ঢাৰিৰ ওপৰত পাটী দি বাও-বন্ধা এবিধ আসন, a kind of seat covered with a fine mat.

পাটী-দৈ, স. শ. ( অং. পাটী, ঐ+দৈ, মিহি কাঠী ) পাটীৰ নিমিত্তে কাঠী কৰা বন, the mat rush.

পাটীমূতুৰা, বি. ( অং. পাটী, শয্যা+মূতুৰা, মূতা) শুই থাকোঁতে শয্যাত মূতা, passing urine whilst asleep. স. শ. টোপনিত মূতোঁতা; এবিধ মাছ, পাটীত মূতাৰ ঔষধ স্বৰূপে তাক খুওৱা যায়, a man who urinates while asleep, a kind of fish. ( স্ত্রী ) বি. স. শ. পাটীমূতুৰী।

পাট্-ঘৰ্, স. শ. পাটৰ চাঙ্গৰ ওপৰত সজা ঘৰ, a house with a wooden floor.

পাট্-নাদ্, স. শ. ( অং. পাট, কূপৰ ভিতৰত দিয়া চাক+নাদ, কূপ ) ভিতৰে মাটিৰ পাট লগোৱা বা পকী কৰা নাদ, a walled up well.

পাট্পলু, স. শ. ( অং. পাট, এবিধ পোকৰ পৰা হোৱা সূতা+পলু, সূতা কৰা পোক ) পাট-সূতাৰ পোক, a silk worm.

পাট্মাদৈ, স. শ. ( সং. পট্টমহাদেবী, ৰজাৰ ঘাই ভাৰ্য্যা) ৰজাৰ ঘাই ভাৰ্য্যা, বৰ কুঁৱৰী; এবিধ হালধীয়া বৰণেৰে বৰ শুৱনি সৰু

চৰাই, সখিয়তী চৰাই, the principal wife of a king, a species of yellow bird.

পাট্-মাদৈ চৰাই, স. শ. ওপৰলৈ চোৱাঁ।

পাঠ, স. শ. ( সং. পাঠ—পঠ্, পঢ় ) পঢ়ন, পুথি মতা কাৰ্য্য; যেনে, গীতা পাঠ কৰিছে; পঢ়িবলৈ দিয়া শিকনি; যেনে, লৰাক পাঠ দিবা; একে বাৰতে পঢ়িবৰ কাৰণ নিৰূপিত এভাগ পুথি; যেনে, প্ৰথম পাঠ; কাক কিৰূপে সম্বোধন কৰিব লাগে, তাৰ নিয়ম; যেনে, ৰজালৈ লিখা পাঠ; কোনো পুথিত কোনো এক বা অধিক শব্দ যিৰূপে লেখা থাকে; যেনে, সেইটো পাঠ অশুদ্ধ, the act of reading, instruction in reading, a reading lesson, the manner of addressing a particular person, the manner in which a passage reads, reading.

পাঠক, স. শ. ( সং. ) পঢ়োঁতা, সভাত ধৰ্ম্মৰ পুথি পঢ়ি শুনাওঁতা, one who reads, a public reader of religious books.

পাঠান্তৰ্, স. শ. ( সং. পাঠান্তৰ—পাঠ, কোনো পুথিত কোনো শব্দ যেনেকৈ লিখা থাকে + অন্তৰ,পৃথক) অন্য একপ্ৰকাৰে লিখা পাঠ বা শব্দ, a different reading.

পাঠ্য, বি. ( সং. ) পঢ়িব লগা, পঢ়িবৰ যোগ্য; পঢ়িব পৰা, মাতিবলৈ উজু, fit or proper to be read, legible.

পাঠশালা, স শ. ( সং. পাঠশালা—পাঠ, পঢ়া + শালা, ঘৰ ) ছাত্ৰে পঢ়িবলৈ শিকা ঘৰ, পঢ়াশালি, a school.

পাণ্, স. শ. ( সং. পৰ্ণ, এবিধ লতাৰ পাত ) তামোলৰ লগত চোবোৱা এবিধ পাত; সেই পাতৰ লতা; ধোঁৱা খাবৰ নিমিত্তে কুটি আফিং মিহলাই ভজা পাণ, the betel leaf, the betal vine, a preparation of betel leaf and opium for smoking.

পাণি, স. শ. ( সং. পাণি—পণ্, বেপাৰ কৰ্ ) হাত, the hand.

পাণি-গ্ৰহণ্, স. শ. ( সং. পাণিগ্ৰহণ—পাণি, হাত + গ্ৰহণ, লওন; দৰাই হাতত ধৰি লয়, এতেকে ) বিয়া, marriage.

পাণিনি, স. শ. সংস্কৃত ভাষাৰ প্ৰথম ব্যাকৰণ কৰা মুনিৰ নাম, the sage who composed the first grammar of Sanskrit.

পাণিনীয়, বি. পাণিনি মুনিয়ে কৰা, পাণিনিৰ, made or done by Panini.

পাণোৱাই, স. শ. ( অং. পাণ, আফিঙ্গেৰে মিহলাই ভজা পাণৰ পাত ) পাণৰ টিকিৰা খোৱাত ৰত মানুহ, one given to the smoking of *pan*.

পাণ্ডৱ, স. শ. পাণ্ডু ৰজাৰ পাঁচ পুত্ৰৰ নাম, যুধিষ্ঠিৰ, ভীম, অৰ্জুন, নকুল আৰু সহদেৱ, a son of Pandu.

পাণ্ডিত্য, গু. শ. ( সং. পাণ্ডিত্য—পণ্ডিত, জ্ঞানী) পণ্ডিতালি, পণ্ডিতৰ গুণ, scholarship, learning.

পাণ্ডু, স. শ. ( সং. পাণ্ডু—পড়্, গতি কৰ্ ) ঈষত হালধীয়া বৰণ; মূত, গাৰ ছাল আৰু চকু হালধীয়া পৰা এবিধ ৰোগ; ইন্দ্ৰপ্ৰস্থ বা পুৰণি দিল্লীৰ এজনা ৰজাৰ নাম, তেওঁ যুধিষ্ঠিৰাদিৰ বাপেক বুলি খ্যাত, literally 'the pale one.' The brother of Dhritarashtra, king of Hastinapura and father of the Pandavus or Pandu princes.

পাত্, স. শ. ( সং. পত্ৰ, গছৰ অঙ্গ ) গছৰ ডালৰ পৰা ওলোৱা পাতল আৰু চেপেটা ভাগ, বেলেগ বেলেগ গছত তাৰ গঢ় বেলেগ হয়, আৰু তাৰ বৰণ প্ৰায়ে সেউজীয়া; তাৰ নিচিনা পাতল আৰু চেপেটা আন বস্তু; যেনে, পুথিৰ পাত; ভোজনৰ পাত্ৰ; যেনে, পাতত বহিল, ভাত আন, a leaf in general, a vessel in which food is served.

পাতত্ দি, পাতেৰে মেৰাই জুইত সুমাই সিদ্ধ কৰ্; ( মাছত খাটে ); যেনে, পাতত দিয়া মাছ, to roast in fire by rolling in a green leaf.

পাত্, স. ধা. ( সং. পাত, পতন, পৰা )

কোনো কাৰ্য্যৰ নিমিত্তে জুতি হোৱাকৈ বা কোনো বস্তু গ্ৰহণ কৰিবৰ কাৰণ আগ বঢ়াই দি; যেনে, কোবাবলৈ পিঠি পাতিছে, ধন লবলৈ হাত পাতে; নিযুক্ত কৰ্; যেনে, ৰজাই বিষয়া পাতে; কোনো উৎসৱৰ কাৰ্য্য কৰিবলৈ স্থিৰ বা আয়োজন কৰ্; যেনে, বিয়া বা সবাহ পাতিছে; কোনো কথাৰ আলচ বা বিবেচনা কৰিবৰ কাৰণ গোট খাবলৈ মাত্; যেনে, মেল পাতিছে; স্থাপন কৰ্; যেনে, ৰজাই নগৰ, গোসাঁয়ে সত্ৰ পাতে: জাল আদি স্থাপিত কৰ্; নিবাস কৰোৱা, বহুওৱা; যেনে, গদাধৰ সিংহে মহন্তবিলাকক চেউনীত পাতিছিল, to hold out or place, to appoint, to determine or prepare to perform, to convince, to establish, to lay, to cause to settle at a certain place.

পাতক্, স. শ. (সং. পাতক—পত্, পতিত হ) পাপ, ঈশ্বৰৰ নিয়মৰ বা ধৰ্ম্মশাস্ত্ৰৰ বিৰুদ্ধ কাম (সি মানুহক পতিত কৰে এতেকে), a sin, a vice.

পাতকী, বি. (সং. পাতকিন্—পাতক + ইন্) পাপী, পাপ কৰা, sinful. স. শ. পাপী মানুহ, a sinful man. (স্ত্ৰী) পাতকিনী।

পাতঞ্জল্, স. শ. পতঞ্জলি মুনিয়ে কৰা যোগশাস্ত্ৰ। সেই শাস্ত্ৰ হিন্দুৰ ছখান দৰ্শনশাস্ত্ৰৰ এখান। তাত বাহিৰৰ পদাৰ্থ বিলাকৰ পৰা মনক আঁতৰাই পৰমেশ্বৰত নিযুক্ত কৰাই যে মুক্তিৰ উপায়, ইয়াক বিস্তাৰিত ৰূপে লেখা হৈছে, the Yoga system of philosophy taught by Patanjali.

পাতন, কৃদ. স. (অং. পাত্, স্থাপন কৰ্) স্থাপন, নিয়োজন, the act of placing, establishing or appointing.

পাতনি, স. শ. (অং. পাত্, স্থাপন কৰ্; পুথিত লিখা কথা তাত পতা যায়, এতেকে) কোনো পুথিত যি কথা লিখা যাব, তাৰ সূচনা; ভূমিকা, an introduction to a book, a preface.

পাতল্, বি. (অং. পাত, পত্ৰ, পাতৰ নিচিনা; বং. পাতলা; হিং. পতলা, ডাঠ নোহোৱা) ডাঠ নোহোৱা; যেনে, তুলাপাত পাতল; ঘন নোহোৱা, পানীৰ নিচিনা; যেনে, পাতল মহী; সেৰেঙ্গা, তনু; যেনে, পাতল বাৰ; লঘু, গধূৰ নোহোৱা; যেনে, আখৈৰ ভাৰ পাতল; শাম কটা, কম হোৱা; যেনে, জ্বৰ পাতল পৰিছে; স্থিৰ নোহোৱা, গহীন নোহোৱা, চঞ্চল; যেনে, লৰাৰ মন পাতল; বিৰল, সদায় বা অধিককৈ পাবলৈ নোহোৱা; যেনে, যথাৰ্থ জ্ঞানী পাতল; উকুঙ্গা; যেনে, মানুহ কমিলে ঘৰ পাতল হয়, thin, widely apart, light, not heavy, abated, not grave, gay, scarce, lonely and cheerless, as a house. অ. ধা. কম হ, শাম কাট্; যেনে, নৰিয়া পাতলিছে, to abate.

পাতল্ পৰ্, কম হ, শাম কাট্, to abate.

পাতলালি, গু. শ. পাতল স্বভাৱ, চঞ্চলতা, fickleness, lightness, levity.

পাতলি, স. শ. (সং. পদতল, ভৰি, ভৰিৰ ওচৰত থাকে, এতেকে) মেখেলাৰ তলৰ ফালে মোকটাই সিয়া ভাগ, the hem of a female waist cloth.

পাতলীয়া, বি. (অং. পাতল, ডাঠ নোহোৱা) ডাঠ নোহোৱা; ঘন নোহোৱা, thin, sparse.

পাতল্‌কৈ, ক্ৰি. বি. ডাঠ নোহোৱাকৈ, ঘন নোহোৱাকৈ, সেৰেঙ্গাকৈ, thinly, sparsely.

পাতাল্, স. শ. (সং. পাতাল—পত্, তললৈ যা) পৃথিৱীৰ তলৰ সাত খলপাৰ সাধাৰণ নাম, any one of the seven regions under the earth.

পাতাল্-গাজনি, স. শ. (সং. পাতাল, পৃথিৱীৰ তল + অং. গাজনি, গৰ্জ্জন) ভুঁই কঁপৰ শব্দ, মাটিৰ তলৰ পৰা অহা শব্দ; বহুত দূৰৰ পৰা শুনা মেঘৰ শব্দ, (তাক মাটিৰ তলৰ পৰা অহা যেন শুনা যায়, এতেকে), a deep rumbling sound

preceding an earthquake, the rumble of distant thunder.

পাতাল-ফুটা, বি. পাতাললৈকে সুৰুঙ্গা হোৱা, অৰ্থাৎ বৰ দ (পুখুৰিত থাটে); এতেকে, বৰ ধনী; যেনে, পাতাল-ফুটা চহকী, unfathomable, very rich.

পাতি, বি. (অং. পাতল, লঘু) সামান্য, ইতৰ, ঘাই বিধৰ নোহোৱা, সৰু; যেনে, ডাঙ্গৰ লোকে পাতি কথালৈ কাণ নিদিয়ে, common, inferior, small. স. শ. চেপেটা শাল, a wedge.

পাতি-কাউৰী, স. শ. (অং. পাতি, ঐ+কাউৰী, এবিধ চৰাই) সাধাৰণ কাউৰী, ঢোঁৰা-কাউৰীতকৈ সৰু বিধৰ কাউৰী, the common crow. "কাউৰী" চোৱাঁ।

পাতি-হাঁহ, স. শ. ৰাজ হাঁহতকৈ সৰু বিধৰ পোহনীয়া হাঁহ, the domestic duck.

পাতু-পিন্ধা, বি. গছৰ পাতেৰে গা ঢকা, বৰ দুখীয়া, very poor.

পাতুবেং, স. শ. গছত থকা এবিধ ভেকোলা, a tree-frog.

পাতু-মুচি, স. শ. এবিধ সৰু চৰাই, a species of small bird.

পাত্ৰ, স. শ. (সং. পাত্ৰ—পা, ৰক্ষা কৰ্) ভাজন, সাজ; কোনো বস্তু থোৱা সঁজুলি; যেনে, পাচি, খৰাহি ইত্যাদি; উপযুক্ত লোক; ৰজাৰ মন্ত্ৰী; দৰা, a vessel, a receptacle, a fit or competent man, king's minister, a bridegroom. (স্ত্ৰী) পাত্ৰী।

পাতুসিয়া, স. শ. গছৰ পাত সি বাহ সাজি লোৱা এবিধ সৰু চৰাই, a kind of tailor bird.

পাথৰ, স. শ. (সং. প্ৰস্তৰ, হিং. পৎথৰ, বং. পাথৰ, শিল) জুই ওলোৱা শিল, a flint.

পাথৰ্-কলাই, স. শ. (হিং. পৎথৰ-কলা, পাথৰ লগোৱা হিলৈ) পুৰণি পাথৰ লগোৱা হিলৈ, a flintlock.

পাথেয়, স. শ. (সং. পাথেয়—পথ, বাট) বাটৰ সমল, provisions for the use on a journey.

পাদ্, স. শ. (হিং. বং. পাদ্, বায়ু) বহিৰ্দ্বাৰে দি যোৱা বায়ু, breaking wind অ. ধা. বহিৰ্দ্বাৰে দি বায়ু কৰ্, to break wind.

পাদ্, স. শ. (সং. পাদ—পদ্, গতি কৰ্) ভৰি; চাৰি ভাগৰ এভাগ, a foot, a quarter.

পাদপ্, স. শ. (সং. পাদপ—পাদ, ভৰি+পা, পান, শিপাৰে মাটিৰ ৰস টানে) গছ, a tree.

পাদ-শোথ্, স. শ. (সং. পাদশোথ—পাদ, ভৰি+শোথ, গা উখহা ব্যাধি) ভৰি উখহা ব্যাধি, ভৰিত হোৱা শোথ, a swelling of the feet.

পাদসেৱা, স. শ. (সং. পাদসেৱা—পাদ, ভৰি+সেৱা, শুশ্ৰূষা) ভৰি পিটিকা কাৰ্য্য, the act of pressing the legs and feet.

পাদুকা, স. শ. (সং. পাদুকা—পাদ, ভৰি) খৰম, জোতা, a sandal, a shoe.

পাদ-পদ্ম, "পদাৰবিন্দ" চোৱাঁ।

পাদ-পূৰক, স. শ. (সং. পাদপূৰক—পাদ, চৰণ+পূৰক, পূৰাওঁতা; শব্দৰ অঙ্গ পূৰ কৰা) কোনো এটা শব্দক দীঘল কৰিবৰ নিমিত্তে যোগ কৰা আখৰ; যেনে, "মুক্তিতো নিস্পৃহ যিতো সেহি ভকতক নমো," ইয়াত যিতোৰ "তো" পাদপূৰক, an expletive.

পাদোদক, স. শ. (সং. পাদোদক—পাদ, ভৰি+উদক, পানী) ভৰিৰ পানী, মান্য লোকে ভৰি জুবুৰিওৱা পানী, water in which the foot of a *guru* has been washed.

পাদ্য, স. শ. (সং. পাদ্য—পাদ, ভৰি) ভৰি ধুবলৈ দিয়া পানী, water for washing the feet.

পান, কৃদ. স. (সং. পান—পা, পি খা) পি খোৱা কাৰ্য্য, পিয়ন, the act of drinking.

পান কৰ্, পি খা, to drink.

পান, স. শ. (অং. পানী, জল) ধাতুৰ বস্তু

জোৰাবৰ কাৰণে সুৰগাৰে মিহলাই জোল কৰা ধাতু, solder.

পান-পাত্ৰ, } স. শ. ( সং. পানপাত্ৰ—পান,
পান্-পাত্ৰ, } পি খোৱা + পাত্ৰ, সাজ ) পি খোৱা বস্তুৰ আধাৰ, a cup, a glass.

পানৰত্, বি. ( সং. পানৰত—পান, পি খোৱা + ৰত, অনুৰক্ত ) মদপী, drunken.

পান্না, স. শ. ( হিং. পন্না, বং. পান্না, এবিধ বাখৰ ) এবিধ সেউজীয়া বাখৰ, an emerald.

পানাসক্ত, বি. ( সং. পানাসক্ত—পান, পি খোৱা + আসক্ত, ৰত ) মদত ৰত, মদপী, drunken.

পানী, স. শ. ( সং. পানীয়, হিং. পানী, জল ) জল, মেঘৰ পৰা পৰি নৈ আদি বওৱা জুলীয়া বস্তু ; গলোৱা বা জোল কৰা ধাতু ; যেনে, সোণ পানী, ৰূপৰ পানী ; হীৰাৰ চকমকনি বা বৰণ ; যেনে, এইখান হীৰাৰ পানী ভাল নহয়, water, melted metal, luster or colour of a diamond.

পানী লাগ. গাত পানী সোমোৱাত বস অধিক হ, কফ হ, to have a cold.

পানীৰ মিঠৈ, মিছা গপ, সজা কথা, a false-statement or story.

পানী-আঠা, স. শ. চৰাই ধৰাত ব্যৱহৃত এবিধ পনীয়া আঠা, bird lime.

পানী-কাউৰী, স. শ. ( অং. পানী, জল+ কাউৰী, এবিধ চৰাই ; বং. পানীকৌড়ী ) পানীত বুৰিয়াই মাছ ধৰা এবিধ কাউৰীৰ দৰে কলা চৰাই ; এতেকে জুই লগাই পানীত পেলালে বুৰিয়াই ফুৰা এবিধ খাৰৰ বাজী, a kind of waterfowl, a kind of fire work.

পানীকুঞা, } বি. ( অং. পানী, জল + কুঞা,
পানীকুঁয়া, } পানীত মৰি গেলা) পানীত মৰি গেলা (মাছ), turned putrid in water.

পানীগছা, স. শ. ( অং. পানী, জল + গছ, বৃক্ষ ) ডাঙৰ নৈ বা সাগৰৰ পৰা এজোপা গছৰ নিচিনা হৈ আকাশলৈ উঠা বাষ্প, a water spout.

পানী-চাং, স. শ. ( অং. পানী, জল + চাং, পাভটি ) পানীৰ জকা বা থালী থোৱা পাভটি, a bamboo stand for a large water vessel.

পানীচামৰি, স. শ. ( অং. পানী, জল + সং. চৰ্ম্ম, ছাল ) সৰু আই, এবিধ ছালৰ ওপৰত হোৱা ভিতৰত পানী থকা ক্ষুদ্ৰ ফোঁহা। সি প্ৰায়ে লৰাৰ গাত হয়, আৰু হোৱাৰ আগেয়ে জৰ হয়, the waterpox.

পানীজোলা, স. শ. ( অং. পানী, জল + জোলোঙ্গা, মোনা ) ঘঁহনি খোৱাত বা বৰ তপত বস্তু লগাত ছালৰ ওপৰত হোৱা পানীৰে পূৰ টোপোৰা, টৌ, a blister.

পানীজোলা বান্ধ, পানীজোলা হ, to blister.

পানী-দুৱাৰ, স. শ. ( অং. পানী, জল + দুৱাৰ, বাট ) কোনো ঠাইলৈ পানী-সুমুওৱা বাট, a flood-gate, a sluice.

পানী-পৰঠুৰা. বি. ( অং. পানী, জল + পৰ-ঠুৰা, দুখত পৰা ) পানীয়ে থকা ঠাই তল নিয়াত কষ্টত পৰা, suffering from flood.

পানী-পকৰা, স. শ. পানীৰ ওপৰত বেগাই ঘূৰি থকা এবিধ কলা বৰণীয়া কীট, a kind of water insect.

পানীপাচ্, স. শ. ( অং. পানী, জল + পাচ, মুখৰ বিপৰীত ফাল, মুখৰ পাচ বা তল, আৰু তালৈ পানী বৈ আহে, এতেকে ) ঘৰৰ চালৰ নিচেই দাঁতিৰ ওপৰৰ আৰু মাজ পাচৰ তলৰ ভাগ, the lower part of a roof just above the eaves.

পানীপিয়া, স. শ. ঘামকালি পানী পিওঁ পিওঁ, এনে শব্দ কৰা এবিধ চৰাই, চাতক, a kind of bird. বি. পানীত মৰি থকাৰ কাৰণে অলপ লৰা ( মাছ ), turned slightly putrid in water.

পানীপেতা, বি. ( অং. পানী, জল + পেতা, টেপু ) নিচেই কেঁচুৱা, পোনেই ওপজা ; যেনে, পানীপেতা লৰা, newly born.

পানীপোতা, স. শ. ( অং. পানী, জল + সং. পত্, পৰ্ ) চালৰ পৰা পানী পৰা ঠাই, the ground just below the eaves.

পানী-বটীয়া, বি. ( অং. পানী, জল + বাট, পথ ) পানীয়ে চলা, নাৱেৰে যোৱা, travelling by boat.

পানী-মঙ্গলী, স. শ. ( অং. পানী, জল + সং. মঙ্গলী, কল্যাণৱন্ত ) পানীত থকা আৰু মানুহৰ হাত-ভৰি কেঁকোৱা কৰা এবিধ ভূতুনী ( বাত-ৰোগ ), a water spirit supposed to cause rheumatism.

পানী মঁড়লী, স. শ. ( অং. পানী, জল + মড়লী, এবিধ সাপ ) পানীত থকা এবিধ মড়লী সাপ, a kind of water snake.

পানীময়, বি. পানীৰ নিচিনা, পানীৰে পূৰ, like water, full of water.

পানীমৰলী, "পানীমড়লী" চোৱাঁ।

পানী-মৰি, স. শ. ( অং. পানী, জল + মৰি, এবিধ টেঙ্গা ) এবিধ ৰসাল আৰু পকিলেও বৰ সোৱাদ নোহোৱা সেৰ্সেৰীয়া টেঙ্গা, a kind of fruit.

পানী-যুৰলি, স. শ. ( অং. পানী, জল + যুৰলি, পানীৰ দাঁতি ) নৈৰ বা বিলৰ পানী বামেৰে লগ লগা ঠাই, পানীৰ নিচেই দাঁতি, edge of water.

পানী-লগা, স. শ. ( অং. পানী, জল + লাগ্, ধৰ্ ) শৰীৰত পানী সোমাই ৰস অধিক হোৱা ৰোগ, কফৰ পীড়া, a cold, catarrh.

পানী-শৰাধ, স. শ. ( অং. পানী, জল + শৰাধ, শ্ৰাদ্ধ ) মৃতকৰ উদ্দেশে বছৰি দিয়া জল-পিণ্ড, an annual offering made to the *manes* of a deceased person.

পানী-সৰল, স. শ. ( অং. পানী, জল + সৰল, এবিধ গছ ) এবিধ পানীত হোৱা গছ, নিকৰীৰ গছ, a kind of aquatic plant.

পানী-সেউতী, স. শ. এবিধ পানীৰ দাঁতিত হোৱা বগা সেউতীৰ নিচিনা ফুল, a kind of flower.

পানী-হাঁহ্, স. শ. এবিধ বনৰীয়া পাতিহাঁহ, a kind of wild duck.

পান্-ধোৱা, } স. শ. এবিধ মাজ থাল দাঁতি
পান্ধোৱা, } উঠা কাঁহৰ পাত্ৰ, a kind of **bell-metal dish.**

পাপ্, স. শ. ( সং. পাপ—পা, ৰক্ষা কৰ্, তাৰ পৰা ৰক্ষা কৰিবলৈ প্ৰাৰ্থনা কৰা যায়, এতেকে ) ঈশ্বৰৰ নিয়মৰ বা ধৰ্ম্ম শাস্ত্ৰৰ বিৰুদ্ধ কাম, কুকৰ্ম্ম, নিষিদ্ধ আচৰণ, বিহিত অকৰণ, a sin, a vice.

পাপগ্ৰস্ত, বি. ( সং. পাপগ্ৰস্ত—পাপ, পাতক + গ্ৰস্ত, গ্ৰাস কৰা ) পাপে গ্ৰাস কৰা, পাপত পৰা, পতিত, involved in sin.

পাপ-গ্ৰহ্, স. শ. দুষ্ট-গ্ৰহ, ক্ৰূৰ গ্ৰহ, কুগ্ৰহ ; যেনে, শনি, মঙ্গল, ৰাহু বা কেতু, an unfavorable or injurious plant.

পাপনাশক, } স. শ. ( সং. পাপনাশক—
পাপ্নাশক্, } পাপ, পাতক + নাশক, গুচাওঁতা ) পাপ-গুচাওঁতা, পাপ নষ্ট কৰোঁতা, a destroyer of sin, a purifier from sin.

পাপনাশী, স. শ. (সং. পাপনাশিন্—পাপনাশ + ইন্ ) পাপ নষ্ট কৰোঁতা, পাপ-গুচাওঁতা, a destroyer of sin, a purifier from sin. ( স্ত্ৰী ) পাপনাশিনী।

পাপমতি, } বি. ( সং. পাপমতি—পাপ,
পাপ্মতি, } পাতক + মতি, মন ) পাপ কৰিবৰ ইচ্ছুক, পাপত ৰত, of a corrupt mind, depraved. স. শ. পাপৰ ইচ্ছা, মন্দ কামৰ ইচ্ছা ; যেনে, তাৰ পাপমতি নাই, an evil or sinful intention.

পাপাত্মা, স. শ. ( সং. পাপাত্মন্—পাপ, পাতক + আত্মন্, আপোন ) পাপ কৰোঁতা, দুষ্কৰ্ম্মত ৰত লোক, a sinner, a wicked wretch.

পাপিষ্ঠ, বি. ( সং. ) পাপী, পাপ কৰ্ম্মত ৰত, sinful, wicked. স. শ. পাপ কৰ্ম্মত ৰত মানুহ, a sinful man. (স্ত্ৰী) পাপিষ্ঠা।

পাপী, বি. ( সং. পাপিন্—পাপ + ইন্ ) পাপ কৰা, পাতকী, অধৰ্ম্মী, sinful, vicious. স. শ. অধৰ্ম্মী মানুহ, পাতকী মানুহ, a sinful man. (স্ত্ৰী) পাপিনী।

পাপীয়সী, স. শ. ( সং. পাপীয়স্ শব্দৰ স্ত্ৰীলিঙ্গ ) পাপিনী তিৰোতা, দুষ্টা তিৰোতা, a vicious, wicked woman, an unchaste woman.

পাব্, স. শ. ( সং. পর্ব্ব, দুই গাঁঠিৰ মাজ ) কোনো বস্তুৰ দুটা গাঁঠিৰ বা জোৰাৰ মাজ ভাগ ; যেনে, বাঁহৰ পাব, আঙ্গুলিৰ পাব, the part between two joints.

পাভ্, স. শ. ( সং. পর্ব্বত, হিং. বং. পাব্দা, এবিধ মাছ ) এবিধ কোমল বাকলি নথকা মাছ, a kind of fish.

পাভটি, স. শ. কোনো বস্তু থোৱা সৰু চাপৰ চাং, a small, low bamboo platform used as a shelf.

পাম্, স. শ. ঘৰৰ পৰা আঁতৰ ঠাইত খেতি কৰিবলৈ নকৈ লোৱা মাটি, land newly occupied at a distance from home.

পামৰ্, বি. ( সং. পামৰ—পাম, খহুৰ চোকোৱা+ৰা. গ্ৰহণ কৰ্ ) নীচ, অধম, অজ্ঞানী, vile, low, stupid. স. শ. মূৰ্খ, অজ্ঞান মানুহ, a fool, an ignorant man. ( স্ত্ৰী ) পামৰী।

পায়স্, স. শ. ( সং. পয়স্, এৱাঁ গাখীৰ ) পৰমান্ন, এৱাঁ গাখীৰেৰে সিজোৱা চাউল, frumenty, rice boiled in milk and seasoned with sugar.

পাৰ, অ. ধা. ( বং. পাৰণ, সমর্থ হ ) পাৰগ বা সমর্থ হ ; যেনে, মই লিখিব পাৰোঁ, to be able, may, can. কৃদ. স. পাৰোঁতা, ( স্ত্ৰী ) পাৰঁতী। ( সং. পাত্, পেলা ) বহলাই স্থাপন কৰ্ ; যেনে, খঙ্গা পাৰিছে, to spread down. কৃদ. স. পাৰোঁতা, ( স্ত্ৰী ) পাৰঁতী। ( সং. পাত, পেলা, হিং. পাড়না, বং. পাড়ন, ওখৰ পৰা নমা ) ওখ গছৰ পৰা ছিঙ্গি তললৈ আন্ ; যেনে, আম পাৰিছে, to pick, to pluck. কৃদ. স. পাৰোঁতা, ( স্ত্ৰী ) পাৰঁতী। ( সং. পাৰ, নৈৰ সি দাঁতি ; পাৰ্, সি দাঁতিলৈ যা ) নৈৰ দাঁতি ; যেনে, সি পাৰলৈ যাওঁ ; সীমা, শেষ ; যেনে, দুখৰ পাৰ নাই, a river bank, a shore, limit, end.

**পাৰ্ কৰ্, নৈৰ এপাৰৰ পৰা আন পাৰলৈ লৈ যা ; উদ্ধাৰ কৰ্, মুক্তি দি, to ferry, to deliver from worldly pain.**

পাৰ্ ধৰ্, শুকাবৰ সময়ত ঘাৰ দাঁতি উঠ্, to begin to heal up, as a wound.

পাৰ্ পা, অন্ত পা ; যেনে, দুখৰ পাৰ পালে, to see the end of, to be at the end of.

পাৰ্ হ, নৈৰ এদাঁতিৰ পৰা আন দাঁতিলৈ যা ; যেনে, সি নৈৰ পাৰ হৈছে, to cross, as a river.

পাৰ, স. শ. ( সং. পাৰাৱত, বং. পায়ৰা, এবিধ চৰাই ) এবিধ কপৌজাতিৰ পোহনীয়া চৰাই, a domestic pigeon, a dove.

পাৰক, বি. ( সং. পাৰক, পাৰোঁতা—পাৰ্, সক্ষম হ ) সক্ষম, পাৰোঁতা, নিপুণ, capable, skilful.

পাৰগ্, বি. ( সং. পাৰগ, পাৰ পোৱা ; বং. সমর্থ ) পাৰদৰ্শী ; সমর্থ, কোনো বিষয় ভালকৈ জনা, নিপুণ, able, skilful.

পাৰকতা, } গু. শ. পাৰ্গতালি, নিপুণতা,
পাৰগতা, } ability, skilfulness.

পাৰকীয়া, বি. ( অং. পাৰগ্, সমর্থ, বন কৰিব পাৰে, এতেকে ) নীৰোগ, স্বস্থ, a healthy. স. শ. স্বস্থ মানুহ, a healthy person.

পাৰচকুৰা, স. শ. শোভাৰ নিমিত্তে কোনো বস্তুত বহাই দিয়া পাৰৰ চকুৰ নিচিনা সৰু ঘূৰণীয়া অলঙ্কাৰ, a small ornamental circle engraved upon anything.

পাৰণ্, কৃদ. স. ( অং. পাৰ্, সমর্থ হ, গছৰ পৰা ছিঙ্গি তললৈ আন্ ; বহলাই পাত্ ) সমর্থ হওন ; গছৰ পৰা নমাই আনন, বহলাই পাতন, the act of being able, of gathering from a tree or of spreading, as a cloth, &c.

পাৰণা, স. শ. ( সং. পাৰণা, ব্ৰত-ভঙ্গা কাৰ্য্য—পৃ, তৃপ্ত হ ) উপবাসৰ অন্তত কৰা আহাৰ, the act of eating and drinking after a fast.

পাৰণি, স. শ. ( বং. পাৰাণি, পাৰ হোৱাৰ বেচ ) নৈৰ পাৰ কৰাৰ বেচ, the fare for crossing a river.

**পাৰত্ৰিক**, বি. ( সং. পাৰত্ৰিক, পৰত্ৰ, পাচ ) মৃত্যুৰ পাচৰ, পৰকাল সম্বন্ধীয়, relating to the next world.

**পাৰদৰ্শিতা**, গু. শ. ( সং. পাৰদৰ্শিতা, পাৰ, অন্ত+দৰ্শিন্, দেখা ) কোনো বিদ্যাৰ বা বিষয়ৰ অন্ত পোৱা গুণ, বিজ্ঞতা, the state of being intimately acquainted with any branch of knowledge.

**পাৰদৰ্শী**, বি. ( সং. পাৰদৰ্শিন্—পাৰ, অন্ত +দৰ্শিন্, দেখা ) কোনো বিদ্যাৰ বা বিষয়ৰ পাৰ বা অন্ত পোৱা, উত্তমৰূপে জনা, intimately acquainted with, well versed in.

**পাৰমাৰ্থিক**, বি. ( সং. পাৰমাৰ্থিক—পৰমাৰ্থ, ঈশ্বৰৰ বিষয়ৰ জ্ঞান ) পৰমাৰ্থৰ বা ঈশ্বৰৰ বিষয়ৰ জ্ঞান সম্বন্ধীয়, pertaining to spiritual knowledge.

**পাৰলি**, স. শ. ( সং. পাটলি ; বং. পাকল, এবিধ গছ ) এবিধ গছ, a kind of tree.

**পাৰলৌকিক**, বি. ( সং. পাৰলৌকিক—পৰলোক, মৃত্যুৰ পাচত জীৱ যোৱা ঠাই ) পাৰত্ৰিক, relating to the next world.

**পাৰাপাৰ্**, স. শ. ( অং. পাৰ্, সীমা ) অন্ত, সীমা, ওৰ ( পাচত নদায় এটা নাপদ থাকে ) ; যেনে, দুখৰ পাৰাপাৰ নাই, limit, end.

**পাৰাবাৰ্**, স. শ. ( সং. পাৰাবাৰ, সাগৰ—পাৰ, দাঁতি+বৃ, আবৰি থাক্ ; সি পৃথিৱীক বেৰি আছে, এতেকে ) সাগৰ, the ocean.

**পাৰি**, স. শ. ( সং. পালি, শাৰী ) দাঁতৰ শাৰী, দাঁতৰ আলুৰ হাড় ; কাপোৰৰ দাঁতিত দিয়া ফুল বা শেল, a line or row of the teeth, a jaw, an embroidered border of a cloth.

**পাৰি দি**, নৈত খোৱা দি, নাও মেলি ই পাৰৰ পৰা সি পাৰলৈ যা, to row towards the opposite bank, to propel a boat to the other side of a river.

**পাৰিত-পক্ষে**, ক্ৰি. বি. ( বং. পাৰত পক্ষে, সাধ্য মানে ) যদি পৰা যায়, পৰা যায় মানে, if possible.

**পাৰী-খুঁটা**, স. শ. ( অং. পালী, অপ্ৰধান+ খুঁটা, ঘৰৰ আধাৰ ) চতিৰ খুঁটাৰ তলতীয়া খুঁটা, পানীপাচৰ খুঁটা, a side post of a house.

**পাৰিজাত্**, স. শ. ( সং. পাৰিজাত—পাৰি, ওপৰত+জাত, উৎপন্ন, ওপৰত, অৰ্থাৎ স্বৰ্গত উৎপন্ন, এতেকে ) ইন্দ্ৰৰ বাৰীৰ এজোপা গছ ; তাৰ ফুল, the tree produced at the churning of the ocean "and the delight of the nymphs of heaven." It was kept in Indra's heaven (Dowson.)

**পাৰিতোষিক্**, স. শ. ( সং. পাৰিতোষিক ; পৰিতোষ, সন্তোষ ) কাম কৰোতাৰ সন্তোষৰ নিমিত্তে দিয়া ধন, বানচ, পুৰস্কাৰ, বঁটা, a remuneration, wages, a reward.

**পাৰিষদ্**, স. শ. ( সং. পাৰিষদ, সমজুৱা—পৰিষদ, সমাজ ) দেৱতাৰ অনুচৰ, স্বৰ্গৰ দূত ; এতেকে উপাসক হৈ ডাঙ্গৰ লোকৰ লগত থকা মানুহ, an attendant of a god, a hanger on, a dependant, a retainer, an adherent.

**পাৰে**, আ. অব্য. ( অং. পাৰ, নৈৰ দাঁতি ) নৈৰ দাঁতিত, বিল আদিৰ পাৰত, on the bank of a river, &c.

**পাৰ্গত**, বি. ( সং. পাৰগ, সমৰ্থ ) নিপুণ, সমৰ্থ, জনা, skilful, able.

**পাৰ্গতালি**, গু. শ. পাৰগতা, ability, skilfulness.

**পাৰ্-ঘাট্**, স. শ. ( অং. পাৰ, নৈৰ আন দাঁতি+ঘাট, নৈলৈ নমা আৰু তাৰ পৰা উঠা ঠাই ) নৈৰ পাৰ হবলৈ নাৱত উঠা ঠাই, ঘাটটিয়ে পাৰ কৰা ঠাই, a ferry.

**পাৰ্থ**, স. শ. ( সং. পাৰ্থ, কুন্তিৰ পুতেক—পৃথা, কুন্তি ) কুন্তিৰ পুতেক ; ঘাইকৈ [, a name of Arjuna.

পাৰ্থক্য, গু. শ. ( সং. পাৰ্থক্য, প্ৰভেদ—পৃথক, বেলেগ ) বিভিন্নতা, প্ৰভেদ, difference.

পাৰ্থিৱ, বি. ( সং. পাৰ্থিৱ, পৃথিৱীৰ—পৃথিৱী, ভূমি ) পৃথিৱীৰ, পৃথিৱীত হোৱা, এই সংসাৰৰ ; যেনে, পাৰ্থিৱ সুখ ; মাটিৰে সজা, মাটিৰ ; যেনে, পাৰ্থিৱ লিঙ্গ, mundane, earthly, earthen.

পাৰ্ব্বণ, স. শ. ( সং. পাৰ্ব্বণ—পৰ্ব্বণ, অমাবাস্যা ) অমাবাস্যাৰ শৰাধ, অমাবাস্যাত মৰা মানুহৰ শৰাধ, ইয়াত পিতৃ আৰু মাতৃ দুয়ো ফালৰ পূৰ্ব্ব পুৰুষবিলাকক পিণ্ড দিয়া যায়, a ceremony performed at the conjunction of the sun and moon, at which cakes are offered both to the paternal and maternal ancestors.

পাৰ্ব্বতী, স. শ. ( সং. পাৰ্ব্বতী—পৰ্ব্বত, হিমালয় ) হিমালয় পৰ্ব্বতৰ জীয়েক দুৰ্গা, শিৱৰ ভাৰ্য্যা, a name of Durga.

পাৰ্য্যমানে, ক্ৰি. বি. ( অং. পাৰ্, সমৰ্থ হ ) পাৰিত পক্ষে, if possible.

পাৰ্শ্ব, স. শ. ( সং. পাৰ্শ্ব—পৰ্শু, কামী হাড় ) গাৰ দাঁতি ; ওচৰ, সমীপ, the ribs collectively, side of the body, near.

পাৰ্শ্বস্থ, বি. ( সং. পাৰ্শ্বস্থ—পাৰ্শ্ব, ঐ + স্থা, থাক্ ) গাৰ দাঁতিত বা কোনোৰ ওচৰত থকা, being or staying near or at the side of the body.

পাল্, স. ধা. ( সং. পাল্, ৰক্ষা কৰ্ ) পোহ্, আহাৰাদি দি ৰক্ষা কৰ্ ; আচৰণ কৰ্, মান ; যেনে, আজ্ঞা পালোঁ, to nourish, to obey, to observe as a fast, &c.

পাল্, স. শ. ( হিং. বং. পাল, নাও-চলোৱা উপায় বিশেষ ) বতাহ লাগি নাও চলিবৰ কাৰণে মস্তুলৰ ওপৰত তৰা কাপোৰ, a sail.

পাল্, স. শ. ( সং. পাল, ৰক্ষা কৰ্ ; বং. পালা, বাৰ ) কেইবা জন লোকৰ প্ৰতি জনে কাম কৰিবলৈ নিৰূপিত সময় ; যেনে, আজি কাৰ পাল ? a turn in rotation.

পাল্ পাত বা পাল্ বাঁট্, কাম কৰিবৰ সময়ৰ ভাগ কৰ্, to fix time to act by rotation.

পাল শুটা বা পাল মাৰ্, আপোনাৰ পালৰ কাম শেষ কৰ্, to perform the duty allotted to one by rotation.

পাল্ শুট্, পালৰ কাম শেষ হ ; আয়ুস অন্ত হ, to be finished, as one's duty or worldly career.

পাল্, স. শ. ( বং. পাল, জাক ) জাক, জন্তুৰ সমূহ, a flock, a herd.

পালং, স. শ. ( সং. পালঙ্ক ; বং. পালঙ্গ, এবিধ শাক ) এবিধ শাক, a kind of potherb. "পালং শাক" এনেও হয়।

পালক, স. শ. ( সং. পালক—পাল্, ৰক্ষা কৰ্ ) পালন কৰোঁতা, ৰক্ষক, a protector, a preserver.

পালট্, অ. ধা. ( বং. পালট, ওলটা ) ওলট্, ওভত, ঘূৰ, to turn back, to return.

পাল্টন্, কৃদ. স. ওলটা কাৰ্য্য, the act of returning.

পালটা, স. ধা. ঘূৰা, ওলটা, ওভতা, to cause to turn back.

পালন্, কৃদ. স. ( সং. পালন—পাল্, ৰক্ষা কৰ্ ) ৰক্ষা কৰণ ; পোহা কাৰ্য্য, মনা বা আচৰণ কৰা কাৰ্য্য, the act of protecting, nourishing, obeying or observing as a fast, &c.

পালনীয়, বি. ( সং. পালন কৰিব লগা, পালনৰ যোগ্য, fit or proper to be protected or obeyed.

পালি-কঠীয়া, স. শ. ( সং. পালিত, পালন কৰা + অং. কঠীয়া, ৰুবৰ নিমিত্তে তিন দিনৰ আগেয়ে তুলি থোৱা ধানৰ পুলি, rice plant plucked and kept for three days before transplanting.

পালিত, কৃদ. বি. ( সং. পালিত—পাল্, ৰক্ষা কৰ্ ) ৰক্ষিত, পালন কৰা, পোহা, protected, cherished.

পালী, স. শ. ( অং. পাল, কামৰ নিমিত্তে কৰা সময়ৰ ভাগ ) পাল পাতি কাম

কৰোঁতা, পলীয়া ; এতেকে, ওজাৰ তলে কাম কৰোঁতা ; যেনে, কমাৰৰ পালী ; দোহাৰত গাওঁতা ; যেনে, বিয়াহৰ পালী ; এবাৰ খাবলৈ জোৰা দৰব, one of several persons who work by rotation, an assistant or subordinate artizan, one of a chorus, a dose of medicine. বি. সামান্য, ক্ষুদ্ৰ, inferior.

পালী-পহৰী, } স. শ. ( অং. পালী, পলীয়া
পালী-পহৰীয়া,} + পহৰী, পহৰীয়া, পৰীয়া ) পাল পাতি পৰ দিওঁতা ; এতেকে পৰীয়া, চৌকীদাৰ ; যেনে, "পালী পহৰীয়া সবে নিদ্ৰা গল, উপজিলা জগন্নাথ," a watchman, a guard, a sentinel.

পালে-পালে, ক্ৰি. বি. ( অং. পাল্, কামৰ সময়ৰ ভাগ ) পাল অনুসৰি, আপোন আপোন পালত, জাকে জাকে, in succession, flock after flock.

পালোঙ্ক, স. শ. ( সং. পলাঙ্ক ; বং. পালঙ্ক, খাট ) খাট, এবিধ শয্যাৰ আধাৰ, a bedstead.

পাল্কী, স. শ. ( হিং. বং. পালকী, এবিধ দোলা ) চাৰিও ফালে আবৃত এবিধ দোলা, a *palankeen*, a kind of sedan.

পাল্জৰ্, স. শ. ( অং. পাল, কাৰ্য্য কৰিবৰ নিৰূপিত সময় + জৰ, এবিধ ৰোগ ) এদিন বা দুদিন এৰি উঠা জৰ, an intermittent fever.

পাল্-নাম্, স. শ. ( অং. পাল, কাৰ্য্যৰ নিৰূপিত সময় + নাম, দেৱতাৰ গুণগীত ) এই দেশৰ বৈষ্ণৱবিলাকে কোনো বিশেষ কাৰ্য্য সিদ্ধিৰ কাৰণ পাল পাতি দুই বা তিনি দিনলৈকে কৰা নামকীৰ্ত্তন, prayer offered up to Vishnu at regular intervals for two or more days with some particular object.

পাল্-পাঁচনি, স. শ. ( অং. পাল, কাৰ্য্য কৰিবৰ নিৰূপিত সময় + পাঁচনি, পঠোৱা ) পালপাতি কৰা কাম আৰু দূতৰ কাম ; যেনে, পাল-পাচনি কৰে, ( অৰ্থাৎ পাল অনুসৰি কাম কৰে আৰু কোনো ঠাইলৈ পঠালে যায় ) এতেকে পৰিচৰ্য্যা, menial service.

পাৰক, স. শ. ( সং. পাৱক—পূ, পবিত্ৰ কৰ্ ) জুই, অগ্নি, fire.

পাশ্, স. শ. ( সং. পাৰ্শ্ব, ওচৰ ) ওচৰ, নিকট, সমীপ, vicinity, proximity. ( পদ্যত ব্যৱহৃত )।

পাশ্, স. শ. ( সং. পাশ—পশ্, বান্ধ্ ) লেজু, ফই ; যুদ্ধত শত্ৰুৰ ডিঙ্গিত লগোৱা এবিধ খোৰোচা জৰী, a rope, a noose used as a weapon of combat.

পাশা, স. শ. ( সং. পাশক ; বং. পাশা, পাষটি ) পাৱটি, a kind of die used in playing.

পাশুপত, স. শ. ( সং. পাশুপত—পশুপতি, শিৱ ) শিৱৰ ত্ৰিশূল, a worshipper of Siva. (Haughton).

পাশুপত্ৰ, স. শ. "পাশুপত" শব্দৰ অপভ্ৰংশ।

পাশে, আ. অব্য. ( অং. পাশ, ওচৰ ) ফালে, দিশে ; যেনে, চৌপাশে ; ওচৰত, সমীপত ; যেনে, মোৰ পাশে, on the side of, near.

পাষটি, স. শ. ( সং. পাষ্টি, পাশা ) চৌপট খেল খেদা, তিনিৰ পৰা অঠৰলৈকে লেখৰ ফুট থকা তিন ডাল মাৰিৰ এডাল, dice for playing. (Haughton).

পাষণ্ড, স. শ. ( সং. পাষণ্ড—পাপ, পাতক + ষণ্, প্ৰদান কৰ্ ) অধৰ্মী আৰু অনাচাৰী মানুহ, নাস্তিক, অহিন্দু, a reprobate, an abandoned wretch, an atheist, one who does not believe in Hinduism.

পাষণ্ড-মৰ্দ্দন, স. শ. ( সং. পাষণ্ডমৰ্দ্দন—পাষণ্ড, অধৰ্মী + মৰ্দ্দন, নাশ কৰোঁতা ) অধৰ্মী বা ঈশ্বৰ নমনাবিলাকক নাশ কৰোঁতা, বিষ্ণু, a name of Vishnu.

পাষাণ্, স. শ. ( সং. পাষাণ- পিষ্, পিঁহ ) শিল, a stone.

পাহ্, স. শ. ( সং. পায়স, গাখীৰত সিজোৱা ভাত ) এৰাঁ গাখীৰত সিজোৱা চাউল, পায়স, a rice frumenty.

পাহ্, স. শ. ( সং. পাৰ্শ্ব, দাঁতি ) পথৰুৱা

আলিৰ দাতি ; দীঘল চুলিৰ দাঁতিত বথা লি ; চন্দ্ৰতাপৰ বা আঁঠুৰাৰ দাঁতিত ওলমাই দিয়া ফুলৰ পাহিৰ নিচিনা সৰু সৰু কাপোৰ ; এতেকে ফুলৰ পাহি, the side or edge of an embankment thrown across a field, a fringe of short hair, the notched border of an awning, &c., a petal of a flower. উপশ. ফুল বুজোৱা শব্দৰ পাচত বাৱহৃত মাত ; যেনে, ফুল-পাহ, a particle added to a noun signifying a flower. সৰু বা গুৰনি ফুল বুজাবলৈ "পাহি" হয় ; যেনে, গোলাপ পাহি।

পাহ মেল্, ভালকৈ ফুল্, to be full blown, as a flower.

পাহ্, স. শ. ( সং. পাশ, জৰী ) জালৰ দুই বিন্ধাৰ মাজৰ গাঁঠি ; যেনে, পাহ ছিগা জালত মাছ নবয়, the knot between two openings or meshes of a net.

পাহৰ্, স. ধা. ( বং. পাসৰণ, ভ্ৰম ) মনৰ পৰা হেৰুৱা, স্মৰণ নকৰ্, to forget.

পাহৰণ্, কৃদ. স. বিস্মৰণ, পাহৰা কাৰ্য্য, the act of forgetting.

পাহৰা, স. ধা. ভুলা, মনৰ পৰা আঁতৰা, বিস্মৃত কৰ্ ; যেনে, কথা পাহৰালে, to cause to be forgotten.

পাহি, স. শ. ( "পাহ" চোৱাঁ ) ফুলৰ এভাগ ; জালৰ দুই ফুটাৰ মাজৰ গাঁঠি, a petal of a flower, a knot between two openings of a net. উপশ. "পাহ্" চোৱাঁ।

পাহি লৰ্, লগুণৰ এস্মৃত ছিগ্, to be torn, as a strand of the sacred thread of the Brahman.

পাহুৱাল্, বি. ( সং. পাৰ্শ্ব, দাঁতি ) গাৰ দাঁতি ওলমা, পুষ্ট, শকত, plump, fat.

পাহ্-জাল্, স. শ. এবিধ ডাঙ্গৰ মাছ ধৰা জাল, a kind of large fishing net.

পাক্ষিক, বি. ( সং. পাক্ষিক—পক্ষ, এপষ ) পোন্ধৰ দিনত হোৱা, পখেকীয়া, fortnightly.

পি, স. ধা. ( সং. পা, বং. পিয়ন, হিং. পীনা, পান কৰণ ) পান কৰ্, জুলীয়া বস্তু গিল্ ; মাতৃৰ গাখীৰ খা ( জন্তুত খাটে ) ; যেনে, দামুৰিয়ে পিয়ে, to drink, to suck, as a young animal.

পিং, স. শ. জোঙ্গা কাঠ বা বাঁহ ; অপৰাধীৰ প্ৰাণ দণ্ড কৰিবৰ নিমিত্তে থিয়কৈ পোতা শাল, a pointed bamboo, &c., a piece of pointed wood used for impaling criminals on.

পিঁয়াজ্, স. শ. ( যাং. পেঁয়াজ ) পনৰু, an onion.

পিঁয়াপি, বি. ভয়ত পলাই গোট গোট হোৱা, এটা এটা হৈ সকলো ফালে যোৱা, dispersed by fear, running in different directions.

পিঁয়াপি দি, ভয়ত গোট গোট হৈ সকলো পোনে গতি কৰ্ ; যেনে, বাঘ দেখি গৰুবোৰে পিঁয়াপি দিলে, to be dispersed by fear.

পিঁহ্, স. ধা. ( সং. পিষ্, ঘঁহ ) ঘঁহ্, ঘঁহি গুড়ি কৰ্ ; যেনে, আটা পিঁহে, to rub, to grind. কৃদ. স. পিঁহোতা, ( স্ত্ৰী ) পিঁহতী।

পিঁহন্, কৃদ. স. পিঁহা কাৰ্য্য, মৰ্দ্দন, the act of grinding.

পিঁহনা, স. শ. কোনো বস্তু ঘঁহি গুড়ি কৰা যন্ত্ৰ, an instrument for grinding anything, a grater.

পিক্, স. শ. ( হিং. পীক, বং. পিক, তামোলৰ ৰস ) চোবোৱা তামোলৰ ৰঙ্গা ৰস, the red juice of a chewed betel nut.

পিক্, স. শ. ( সং. পিক—পি, কুলিৰ মাত + কৈ, শব্দ কৰ্ ) কোকিল, কুলি চৰাই, the Indian cuckoo.

পিকা, অ. ধা. ( অং. পিক, তামোলৰ ৰস ) পিক পেলা, তামোল চোবাই ৰস পেলা, to spit out the red juice of a chewed betel nut.

পিক্‌ছাই, স. শ. ( অং. পিক, তামোলৰ ৰস + ছাই, ভস্ম ) তামোল খাই পেলোৱা থুই মাৰ যাবৰ কাৰণে কলা পাতত থোৱা

ছাই বা বালি আদি; এতেকে, পিক বা থুই পেলোৱা পাত্ৰ, a spittoon.

পিক্দান্, স. শ. (যাং. পিক, তামোলৰ ৰস + দান, আধাৰ) পিক-পেলোৱা পাত্ৰ, থুই পেলোৱা পাত্ৰ, a spittoon.

পিক্বান্, স. শ. (অং. পিক, তামোলৰ ৰস + বান, এবিধ খুৰা লগোৱা পাত্ৰ) পিক পেলোৱা পাত্ৰ, পিকদান, a spittoon.

পিঙ্গট্, বি. (সং. পিঙ্গল, মুগা বৰণ) পিঙ্গ-লীয়া; যেনে, পিঙ্গট জটা, reddish-brown.

পিঙ্গল্, স. শ. (সং. পিঙ্গল—পিঞ্জ্, বৰণ লগা) অলপ ৰঙ্গাৰে মিহলি মুগা বৰণ, reddish-brown color.

পিঙ্গটীয়া, } বি. পিঙ্গল-বৰণীয়া, ৰঙ্গাৰে
পিঙ্গলীয়া, } মিহলি মুগা, reddish-brown.

পিচ, স. শ. (সং. পৃষ্ঠ, পিঠি) পাচ ফাল, পিঠি ফাল; কোনো কাৰ্য্য বা সময়ৰ অন্ত; যেনে, তাৰ পিচত, the back side, the rear, the end. বি. পাচৰ, পাচত থকা; যেনে, পিচ ফাল, hind, hinder.

পিচে, ক্ৰি. বি. পাচত, কোনো এক কাৰ্য্যৰ বা সময়ৰ অন্তত, afterwards.

পিছল্, বি. (সং. পিচ্ছিল, বং. পিছল, তেলৰ নিচিনা) বটা মাটি মাহ, তেল বা ঔবীজৰ নিচিনা, লেতকেতীয়া, খোপনি নোৱোৱা, বীজলীয়া, slippery, shiny.

পিছল্ খা বা পিছলা খা, ভৰি পিছল্, খোপনি এৰা, to slip, as the foot.

পিছল্, অ. ধা. খোপনি এৰা; যেনে, "হাতীবো পিছলে ভৰি," খাঁজ খাই নৰৈ ওপৰে ওপৰে চলি যা; যেনে, তেল লগা বস্তুত হাত পিছলে, to slip, to slide, to glide.

পিছলা, স. ধা. পিছল খুৱা; খাঁজ খাই নোৱোৱা কৰ্, to cause to slip or slide.

পিজলা, } স. শ. ওকণীৰ পোৱালি, a
পিজলি, } young louse.

পিজাল্, স. ধা. (সং. পিঞ্জ্, পীড়া দি) পজাল্, জোঙ্গাল্, জোঙ্গা কৰ্, to give a point to, to cut or grind to a sharp point.

পিট্, স. ধা. (সং. পিঠ্, পীড়া কৰ্; হিং. পিটনা; বং. পিটন, প্ৰহাৰ কৰণ) প্ৰহাৰ কৰ্, মাৰ্; খুন্দি আট খুৱা; যেনে, ঘৰৰ ভেঁটি পিটিছে; হাতুৰীৰে খুন্দ্; যেনে, কমাৰে লো পিটে, to beat, to thrash, to make compact and hard by beating, to hammer.

পিট্ খা, খুন্দাত আট মাৰি টান হ; যেনে, ঘৰৰ ভেঁটিয়ে পিট খাইছে, to become compact and hard by beating. পিট্ খুৱা, পিটি আট খুৱা, to make compact and hard by beating. এপিটা দি, বৰকৈ কিলা বা মাৰ্; যেনে, চোৰটোক ভালকৈ এপিটা দিলে, to give a sound thrashing.

পিট্, স. শ. (পিটাৰ দৰে ডাঠ হয়, এতেকে) পানীৰ ওপৰত ডাঠ হৈ গজা বন, aquatic grass covering the water on the surface of which it grows.

পিটন্, কৃদ. স. খুন্দা বা পিটা কাৰ্য্য, the act of striking, beating or hammering.

পিটনি, স. শ. পিটেৰে ঢকা হোৱা পানী; ডাঠ দলনি, a sheet of water covered with vegetation, thickly growing aquatic grass.

পিটিক্, স. ধা. (সং. পিঠ্, পীড়া কৰ্) হাতেৰে টিপ্, টেপা মাৰ্ (গাৰ অঙ্গত খাটে); যেনে, ভৰি পিটিকিছে; আঙ্গু-লিৰে টিপ্; যেনে, সিজা ভাত পিটিকিলে ভাগে, to shampoo, to press with the hands as the body, to squeeze with the fingers.

পিটিকি চা, টোপোলা আদিৰ ভিতৰত থকা বস্তু হাতেৰে টিপি পৰীক্ষা কৰ্; উত্তম আৰু সম্পূৰ্ণৰূপে বিবেচনা কৰ্; যেনে, কথাটো পিটিকি চাইছোঁ, to examine

by squeezing with the hand, to investigate or consider thoroughly.

**পিটিকা**, স. শ. আঙ্গুলিৰে মৰা টিপা, a squeeze.

**পিটিকা মাৰ্**, আঙ্গুলিৰে টিপ্, টিপা মাৰ্, to squeeze with the fingers.

**পিটিয়া**, স. ধা. (অং. পিটিক্, ঐ) আঙ্গুলিৰে চেপি তৰাৰ বৌখা মুকলি আৰু চেপেটা কৰ্, পঘা বাটিবলৈ তৰা যুগুত কৰ্, to prepare, as the sheath of the *tara* plant for making into cordage.

**পিঠা**, স. শ. (সং. পিষ্টক; বং. পিঠা, এবিধ খাদ্য) চাউলৰ বা ঘেঁহুৰ গুড়িৰে কৰা অনেক বিধৰ খাদ্য, a cake, bread.

**পিঠা-গুড়ি**, স. শ. (অং. পিঠা + গুড়ি, গুড়া; তাৰে পিঠা কৰা যায়, এতেকে) চাউলৰ গুড়া, powdered rice, rice flour.

**পিঠাগুড়ীয়া**, বি. পিঠা গুড়িৰ দৰে মিহি, like flour, mealy.

**পিঠা-পনা**, স. শ. (অং. পিঠা + পনা, অনুৰূ.) পিঠা আৰু তাৰ নিচিনা আন মিঠা খাদ্য, cakes and sweet-meats.

**পিঠি**, স. শ. (সং. পৃষ্ঠ; বং. পিঠ; হিং. পীঠ, পাচ ফাল) কোনো বস্তুৰ পাচ ভাগ; চেপেটা বস্তুৰ বা পুথিৰ পাতৰ এফাল, the back, one side of a flat thing, a page.

**পিঠি দি**, পিঠিৰ ফাল কোনোৰ সমুখ কৰ্; আওকাণ কৰ্, মনোযোগ নকৰ্, to turn the back to, to disregard, not to attend to.

**পিঠিয়াপিঠি**, স. শ. এজনে আন জনলৈ পিঠি দিয়া কাৰ্য্য, এতেকে মিলৰ অভাৱ, বিৰোধাবিৰুধি, ভাল নোপোৱা অৱস্থা; যেনে, ধৰ্ম্মেৰে সৈতে তাৰ পিঠিয়াপিঠি, the act of turning the back to one another, antagonism.

**পিঠিয়াপিঠিকৈ**, ক্রি. বি. পিঠিলৈ পিঠি দি, back to back.

**পিঠিয়া**, স. শ. (সং. পিট, পাচি) ভাৰ-পাচিৰ ঢাকনী, a kind of basket-cover.

**পিঠীয়া**, স. শ. (অং. পিঠি, পৃষ্ঠ, সি পানীৰ ওপৰে পিঠি উলিয়াই যায়, এতেকে) এবিধ ডাঙ্গৰ মাছ, the mahseer fish.

**পিণ্ড**, স. শ. (সং. পিণ্ড, পিড়্, একে লগ কৰ্) মৃতকৰ উদ্দেশে দিয়া গুড়, গাখীৰ আৰু কলাৰে সনা অন্নৰ লাৰু; গোলাকাৰ বস্তু, a lump or ball of rice mixed with milk, sugar, &c., offered to the manes of a deceased person, a lump, a ball.

**পিণ্ড-জল**, স. শ. (সং. পিণ্ড, লাড়ু + জল, পানী) মৃতকৰ উদ্দেশে দিয়া পিণ্ড আৰু পানী, শৰাধ, an oblation of cake and water offered to the manes of a deceased person.

**পিণ্ড-দাতা**, স. শ. (সং. পিণ্ডদাতৃ—পিণ্ড + দাতৃ, দিওঁতা) পিণ্ড দিওঁতা, one who offers an oblation to the manes of a deceased person.

**পিণ্ড-দান্**, স. শ. (সং.) মৃতকৰ উদ্দেশে পিণ্ড দিয়া কাৰ্য্য, presentation of the funeral cake to the manes.

**পিত্ত**, স. শ. (সং. পিত্ত, জন্তুৰ ধাতুবিশেষ) জন্তুৰ বুকুত থকা হালধীয়া আৰু তিতা এবিধ ৰস, সি বিকৃত হলে টেঙ্গা হয়; সেই ৰসৰ মোনা, সাহস, gall, bile, the gall blader, courage.

**পিতল্**, স. শ. (সং. পিত্তল, এবিধ ধাতু) হালধীয়া বৰণৰ এবিধ ধাতু, brass.

**পিতলী**, বি. পিতলেৰে গঢ়া, brazen.

**পিতলুৱা**, বি. পিতলৰ নিচিনা, পিতলেৰে মিহলি; যেনে, পিতলুৱা সোণ, brass-like, mixed with brass.

**পিতা**, স. শ. (সং. পিতৃ, বোপাই) বোপাই, জনক, জন্ম দিওঁতা, a father.

**পিত্তা-দেও**, স. শ. (পিতা + দেও, মান্য মানুহক মতা শব্দ) সম্মান কৰি পিতৃক মতাত বা তেওঁৰ কথা কোৱাত ব্যৱহৃত মাত, a term used in respectfully speaking of, or addressing, a father.

পিতামহ, স. শ. ( সং. পিতামহ—পিতৃ, বোপাই ) বোপাইৰ বাপেক, ককা ; ব্ৰহ্মা, a paternal grandfather, a name of Brahma. ( স্ত্ৰী ) পিতামহী।

পিতাল্, বি. ( অং. পিত, সাহ ) সাহিয়াল, courageous.

পিতিঙ্গাপিতিঙ্গি, "ফিচিঙ্গাফিচিঙ্গি" চোৱাঁ।

পিতৃ, স. শ. ( সং. পিতৃ—পা, পালন কৰ্ ) পিতা, বোপাই ; পূৰ্ব্বপুৰুষ ; মৃত পূৰ্ব্বপুৰুষৰ আত্মা, a father, an ancestor, the soul of a deceased ancestor.

পিতৃ-কৰ্ম্ম, পিতৃ-কাৰ্য্য, পিতৃ-ক্ৰিয়া, স. শ. ( সং. পিতৃ, পিতা, কৰ্ম্ম, কাৰ্য্য, ক্ৰিয়া, কাম ) শ্ৰাদ্ধ, শৰাধ, মৃতকৰ উদ্দেশে কৰা কাম, rites, obsequies.

পিতৃগণ, স. শ. ( সং. পিতৃগণ—পিতৃ + গণ, সমূহ ) প্ৰজাপতিবিলাকৰ পুত্ৰ আৰু আদিতে সৃষ্টিৰ বৃদ্ধি কৰা কিছুমান দেৱতা, a class of demi-gods, manes.

পিতৃ-ঘাতক, } পিতৃঘাতী, } স. শ. ( সং. পিতৃ, পিতা + হন, নাশ কৰ্ ) আপোনাৰ পিতাকক বধোঁতা, a parricide. ( স্ত্ৰী ) পিতৃঘাতিকা, পিতৃঘাতিনী।

পিতৃ-তৰ্পণ, স. শ. ( সং. পিতৃতৰ্পণ—পিতৃ, আত্মা + তৰ্পণ, তৃপ্তি দিয়া কাৰ্য্য ) মৃত পিতৃ সকলৰ আত্মাৰ উদ্দেশে দিয়া তিল জল, libation offered to the manes.

পিতৃত্ব, গু. শ. পিতৃৰ অৱস্থা, বোপাইৰ গুণ, paternity.

পিতৃ-দ্ৰোহী, স. শ. ( সং. পিতৃদ্ৰোহিন—পিতৃ, পিতা + দ্ৰোহ, হিংসা + ইন্ ) আপোন পিতৃক হিংসা কৰোঁতা; কোনোৰ পিতাকৰ শত্ৰু, one who injures his own father, one's father's enemy.

পিতৃ-ধন, স. শ. ( সং. পিতৃধন—পিতৃ, পিতা + ধন, সম্পত্তি ) বোপাইৰ বা বোপাইৰ পূৰ্ব্বপুৰুষৰ সম্পত্তি, paternal or ancestral property.

পিতৃ-ধৰ্ম্ম, স. শ. ( সং. পিতৃধৰ্ম্ম—পিতৃ, পিতা+ধৰ্ম্ম, আচৰণ ) পিতাৰ বা পূৰ্ব্বপুৰুষৰ আচৰণ, পিতা বা পূৰ্ব্ব পুৰুষৰ ঈশ্বৰ উপাসনাৰ নিয়ম, ancestral religion or practice.

পিতৃপিতামহ, স. শ. ( সং. পিতৃ, পিতা+ পিতামহ, ককা ) বুঢ়া ককা, পূৰ্ব্বপুৰুষবিলাক ; যেনে, পিতৃপিতামহৰ ধৰ্ম্ম, ancestors, forefathers.

পিতৃবধী, স. শ. ( সং. পিতৃবধিন্—পিতৃ, পিতা + বধিন্, বধ কৰা ) পিতৃ-হন্তা, আপোনাৰ পিতাকক বধ কৰোঁতা ; কোনোৰ পিতাকক বধ কৰোঁতা লোক, a parricide, a murderer of one's father.

পিতৃবন্ধু, স. শ. ( সং. পিতৃবন্ধু—পিতৃ, পিতা + বন্ধু, মিত্ৰ ) পিতাৰ ফালৰ নিলগীয়া মিত্ৰ ; যেনে, পিতামহৰ বা পিতামহীৰ ভনীয়েকৰ পুতেক, বোপাইৰ মোমাইয়েকৰ পুতেক, a distant kinsman on the father's side.

পিতৃভক্তি, স. শ. ( সং. পিতৃভক্তি—পিতৃ, পিতা + ভক্তি, সন্মান ) পিতৃক চেনেহেৰে কৰা সন্মান, affectionate regard for one's father.

পিতৃ-লোক, স. শ. ( সং. পিতৃলোক—পিতৃ, পূৰ্ব্বপুৰুষৰ আত্মা + লোক, জগত ) পিতৃগণ নামেৰে দেৱতাবিলাকৰ ঠাই, the abode of the manes.

পিতৃবৈৰী, স. শ. ( সং. পিতৃবৈৰী—পিতৃ, পিতা + বৈৰী, শত্ৰু ) কোনোৰ পিতাকৰ শত্ৰু ; আপোনাৰ বাপেকক হিংসোঁতা, an enemy of one's father, one who injures his own father.

পিতৃব্য, স. শ. ( সং. পিতৃব্য—পিতৃ, পিতা ) দদাই, খুৰা, a paternal uncle.

পিতৃহন্তা, স. শ. ( সং. পিতৃহন্তৃ—পিতৃ, বোপাই + হন্, নাশ কৰ্ ) আপোনাৰ বাপেকক বধোঁতা ; কোনো এজনৰ বাপেকক বধ কৰোঁতা, a parricide, a murderer of one's father. ( স্ত্ৰী ) পিতৃহন্ত্ৰী।

পিতৃহা, } পিতৃহা-যোগ্, } স. শ. ( সং. পিতৃ, পিতা + হন্, বধ্ ) লৰা বা ছো

উপজিবৰ সময়ত কোনো কোনো গ্ৰহ-নক্ষত্ৰৰ মিলন, যাৰ দ্বাৰা বাপেকৰ মৃত্যুৰ সম্ভাৱনা হয়, a combination of certain stars at the birth of a child believed to be fatal to its father.

পিতৃহীন্, বি. ( সং. পিতৃহীন—পিতৃ, পিতা + হীন, নথকা ) পিতৃ নথকা, fatherless. স. শ. বাপেক নথকা লৰা, a fatherless child. ( স্ত্ৰী ) পিতৃহীনা।

পিত্তকোষ, স. শ. ( সং. পিত্তকোষ, পিত্তৰ ভড়াঁল ) জন্তুৰ বুকুত থকা হালধীয়া ৰসৰ মোনা, the gall bladder.

পিত্ত, স. শ. ( সং. পিত্ত—অপি, উপস. + তপ্, জ্বলা কৰ্ ) জন্তুৰ বুকুৰ ভিতৰত থকা এবিধ হালধীয়া বৰণেৰে তিতা ৰস ; সেই ৰসৰ জোলোঙ্গা, bile, the gall bladder.

পিত্তান্তক, বি. ( সং. পিত্তান্তক, পিত্তনাশক —পিত্ত, ঐ + অন্তক, নাশক ) পিত্তৰ বিকাৰ গুচোৱা, antibilious.

পিতৃপিতাই ফুৰ্, চুক, কোণ আদি সকলো ঠাইলৈ যা ; যেনে, অমুকে গাৱঁত পিত-পিতাই ফুৰিছে, to go into every nook and corner.

পিতৃপিতাই বিচাৰি ফুৰ্, চুক, কোণ আদি সকলো ঠাইত চাই ফুৰ্ ; যেনে, হেৰোৱা গৰুটো পিতপিতাই বিচাৰি ফুৰিছে, to search for in every nook and corner.

পিনাক্, স. শ. ( সং. পিনাক—পা, ৰক্ষা কৰ্ ) সদাশিৱৰ ধেনু, the bow of Siva.

পিনাকী, স. শ. ( সং. পিনাকিন্—পিনাক আছে, এতেকে ) সদাশিৱ, a name of Siva.

পিনে, অব্য. ( অং. পোনে শব্দৰ অপভ্ৰংশ ) ফালে ; দিশে, in the direction of.

পিন্ধ্, স. ধা. ( সং. পিধান, আচ্ছাদন ; বং. পিন্ধন, পৰিধান ) গা বা কোনো অঙ্গত লগাই ল বা ধাৰণ কৰ্, পৰিধান কৰ্ ; যেনে, কাপোৰ বা অলঙ্কাৰ পিন্ধে, to wear, to put on.

পিন্ধন্, কৃদ. স. পিন্ধা কাৰ্য্য, পৰিধান, the act of dressing.

পিন্ধি-উৰি, ক্ৰি. বি. সাজি কাচি কাপোৰ অলঙ্কাৰ পিন্ধি, being attired or dressed, being ready.

পিপৰা, স. শ. ( সং. পিপীলিকা ; বং. পিঁপীড়া, পকৰা ) পকৰা, an ant.

পিপলি, } স. শ. ( সং. পিপ্পলি, এবিধ
পিপলী, } লতাৰ গুটি ) পাণ জাতিৰ এবিধ লতা আৰু তাৰ জন্মা গুটি, long pepper.

পিপলি-লতা, স. শ. পিপলিৰ গছ, the creeper that bears long pepper.

পিপলীয়া, বি. পিপলিৰ নিচিনা দীঘল আৰু গা-সৰু, long and slender. স. শ. ধৰ চোকা অস্ত্ৰৰ মুখ ভাগি পিপলিৰ গাৰ দৰে হোৱা সৰু ধ্বখোৰামোখোৰা ; যেনে, খুৰৰ মুখত পিপলীয়া আছে, a small notch on the edge of a sharp instrument.

পিপা, স. শ. ( যাং. ) জুলীয়া বস্তু থোৱা কাঠৰ ঢোলৰ নিচিনা পাত্ৰ, a cask, a barrel.

পিপাসা, স. শ. ( সং. পিপাসা—পা, পি খা ) পানী খাবৰ ইচ্ছা, পিয়াহ ; এতেকে কোনো বস্তুৰ নিমিত্তে হোৱা বৰ বাঞ্ছা ; যেনে, ধনপিপাসা, thirst, an eager desire.

পিপাসাৰ্ত্ত, বি. ( সং. পিপাসাৰ্ত্ত—পিপাসা, পিয়াহ + আৰ্ত্ত, কাতৰ ) পিয়াহত কাতৰ, excessively thirsty, overcome by thirst.

পিপাসিত, বি. ( সং. ) পিয়াহযুক্ত, পিয়াহ লগা, thirsty.

পিপাসী, বি. ( সং. পিপাসিন্—পিপাসা + ইন্ ) পিপাসাযুক্ত, thirsty.

পিপীলিকা, স. শ. ( সং. পিপীলিকা—পীল্, মূৰ্থ হ ) পকৰা, পিপৰা, an ant.

পিয়ন, কৃদ. স. ( অং. পি, পান কৰ্ ) পান, পিয়া কাৰ্য্য ; পোৱালিয়ে মাকৰ গাখীৰ খোৱা কাৰ্য্য, the act of drinking or sucking by a young animal.

পিয়ন ছাৰ্, মাইকীৰ গাখীৰ খাবলৈ এৰ্, to be weaned, as an animal.

পিয়নী, বি. পোৱালিক পিওৱা, খীৰতী; যেনে, পিয়নী গাই, পিয়নী মহ, milch, giving milk.

পিয়নীয়া, বি. পিয়া, মাকৰ গাখীৰ খোৱা, sucking (said of a young animal).

পিয়ন্ছৰা, বি. মাইকীৰ গাখীৰ খাবলৈ এৰা, ঘাঁহ ধৰা, weaned (said of a young animal).

পিয়ল্, স. শ. (যাং. পিয়াল) খাজনা লগাবৰ নিমিত্তে কৰা মাটিৰ জোখ, measurement of land.

পিয়া, স. ধা. পান কৰা; এক বস্তুৰ মূৰ আন এটা বস্তুৰ মূৰৰ ভালেমান দূৰলৈ সুমাই জোৰা লগা, to cause to drink, to suckle, as an animal.

পিয়াঁজ্, স. শ. (যাং. পেঁয়াজ, এবিধ মূল) পনৰু, an onion.

পিয়াহ্, স. শ. (সং. পিপাসা; হিং. পিয়াস, পানী খাবৰ ইচ্ছা) পিপাসা; (লৰাৰ পিয়াহ গুচায়, এতেকে) তিৰোতাৰ স্তনৰ গাখীৰ; (তাৰ আধাৰ এতেকে) স্তন, thirst, human milk, the breast of a woman.

পিয়াহ লাগ্, পানী পিবৰ ইচ্ছুক হ, to be thirsty.

পিয়াহ্-দঁতা, বি. পিয়াহ-খোৱা কালৰ দাঁতেৰে থকা, প্ৰথমে গজা দাঁত নসৰা; নিচেই সৰু; যেনে, পিয়াহ-দঁতা লৰা; এতেকে, নতুনকৈ কৰা, উলিওৱা বা চলোৱা; যেনে, পিয়াহ-দঁতা মত, young, as a child, new-made, new-fangled. (স্ত্ৰী) পিয়াহ-দাঁতী।

পিৰঠি, স. শ. (সং. পৃষ্ঠ, পিঠি) চকুৰ পতা, চকুৰ ঢাকনী ছাল, the eyelid.

পিৰা, স. শ. (সং. পিণ্ড, মাংস) চাৰি-ঠেঙীয়া জন্তুৰ কাটি বেলেগোৱা ঠেঙৰ মঙহাল ভাগ, the thigh of a beast cut and separated from the body.

পিৰালি, স. শ. (বং. পিঁড়া, ঘৰৰ ভেঁটিৰ বাজ ভাগ) ঘৰৰ ভেঁটিৰ বাৰৰ বাহিৰে থকা ভাগ, the outer edge of the mud floor of a house.

পিৰালি-কঁইটা, স. শ. (অং. পিৰালি, ঐ + সং. কণ্ঠ, ডিঙ্গি) পিৰালিৰ ওচৰৰ ঠাই, পানীপোতা, the place near the outer edge of the mud floor of a house.

পিৰিক্পাৰাক্, স. শ. (অং. পিৰিকিয়া, চকু প্ৰচাৰ্) অলপকৈ মেলি আকৌ মুদা বা চকু পচৰা কাৰ্য্য; যেনে, লৰাই চকু পিৰিকপাৰাক কৰিছে; অলপকৈ জলি আকৌ নুমোৱা কাৰ্য্য, ঢিমিকঢামাক, the act of twinkling or glimmering.

পিৰিকা-ফুল্, স. শ. এবিধ সৰু সুগন্ধি হালধীয়া ফুল; তাৰ গছ, a kind of flower, its plant.

পিৰিকিয়া, স. ধা. অলপকৈ মেলি আকৌ মুদ্, পচাৰ্; যেনে, চকু পিৰিকিয়াইছে, to twinkle, to wink.

পিৰ্কটি, স. শ. (অং. পিৰিকিয়া, অলপকৈ মেলি আকৌ মুদ, তাৰ দ্বাৰা চকু মুকলি হয় আৰু জাপ খায়, এতেকে) চকুৰ পিৰঠিৰ দাঁতি; যেনে, পিৰ্কটিত আঞ্জিনাই হয়, the edge of the eyelid.

পিৰ্পিৰ্, অনুক. ক্ষুদ্ৰ পৰুৱা আদি গাত বগাই গলে যেনে বোধ হয় তেনে বোধ বুজোৱা মাত, an imitative sound used to express the sensation produced by the crawling of a small ant on the body.

পিৰ্পিৰণি, } স. শ. গাৰ কোনো ভাগত
পিৰ্পিৰণি, } পৰুৱা আদি বগোৱাত হোৱা সুৰসুৰণি, a slight tickling sensation produced by a small ant, &c., crawling on the body.

পিৰ্পিৰা, অ. ধা. সৰু পৰুৱা আদি লাহে লাহে বগাই যোৱাৰ নিচিনা বোধ জন্মা; যেনে, মুৰত ওকনীয়ে পিৰ্পিৰাইছে, to produce a slight tickling sensation.

পিৰ্পিৰীয়া, বি. বৰ পাতল, very thin.

পিলিক্, স. ধা. ধীৰে-ধীৰে কৰ্, একেটা

কামতে লাগি থাক্ : যেনে, দৰ্জীয়ে চোলা-টো পিলিকি আছে, to work very slowly.

পিল্পিলীয়া, বি. ( সং. পেলব, ক্ষীণ ) গা সৰু আৰু দীঘল, কঁকিলা-সৰ্জীয়া, long and slender.

পিশাচ, স. শ. (সং. পিশাচ—পিশ, মঙ্গহ + অশ্, খা ) ভূত, প্ৰেত, এবিধ উপদেৱতা, a ghost, a fiend, an evil spirit.

পিশাচনী, } স. শ. মাইকী পিশাচ; কুৰূপা
পিশাচী, } তিৰোতা, a female spirit, a very ugly woman.

পীঠ্, স. শ. ( সং. পীঠ—পিঠ্, পীড়া পা ) দক্ষৰ যজ্ঞত শিৱৰ প্ৰথম ভাৰ্যা সতীয়ে প্ৰাণত্যাগ কৰাত মহাদেৱে তেওঁৰ শৱ লৈ ফুৰাওঁতে বিষ্ণুৱে চক্ৰেৰে সেই শৱ একান্নখণ্ড কৰি কাটে, তাতে মহাদেৱে মনত পীড়া বা কষ্ট পাই সতীৰ অঙ্গ পৰা প্ৰতি ঠাইক পীঠ নাম দি পবিত্ৰ কৰে, seat (lit). Fifty one places where according to the Tantras the limbs of *Sati* fell when scattered by her husband *Siva*, as he bore her dead body about and tore it to pieces after she had put an end to her existence at *Daksha's* sacrifice. (Dowson).

পীড়্, স. ধা. ( সং. পীড়্, কষ্ট দি ) অতিশয় ৰূপে দুৰ্ব্বল কৰ্, বৰকৈ কাতৰ কৰ্; যেনে, ৰোগে পীড়িলে; দুখ বা কষ্ট দি, উপদ্ৰৱ কৰ্, to enfeeble, to exhaust, as sickness, to give pain or trouble, to oppress.

পীড়ন্, কৃদ. স. পীড়া কৰণ, দুখ বা কষ্ট দিয়া কাৰ্য্য, the act of giving pain or trouble.

পীড়া, স. শ. ( সং. ) কষ্ট, ক্লেশ; বেদনা; ৰোগ, suffering, pain, disease.

পীড়িত্, কৃদ. বি. ( সং. ) দুঃখ পোৱা, কষ্ট পোৱা; ৰোগে ধৰা, ৰুগীয়া, distressed, pained, sick.

পীত্, বি. ( সং. পীত—পা, পান কৰ্ ) হালধীয়া, of yellow colour.

পীতাম্বৰ্, স. শ. ( সং. পীতাম্বৰ—পীত, হালধীয়া + অম্বৰ, কাপোৰ ) কৃষ্ণ, ( হালধীয়া কাপোৰ তেওঁৰ প্ৰিয় আছিল ); কৃষ্ণ বিষ্ণুৰ অৱতাৰ এতেকে, বিষ্ণুৰো সেই নাম, a name of Krishna and also of Vishnu.

পীয়ূস্, স. শ. ( সং. পীয়ূস—পীয়, ভাল পা ) অমৃত, nectar. "অমৃত" চোৱা।

পীৰা, স. শ. ( সং. পীঠ; বং. পীড়ি, কাঠৰ আসন ) কাঠৰ আসন, a stool.

পীৰি, স. শ. ( অং. পীৰা, কাঠৰ আসন ) নাৱৰ বাৰত পথালিকৈ লগোৱা কাঠ; ( মানুহে তাক পীৰাৰ দৰে ব্যৱহাৰ কৰে এতেকে ) কৰবলৈ নিয়া গছৰ শিপাৰে সৈতে খানি তোলা মাটি ( সি গছৰ পীৰাৰ তুল্য এতেকে ), a beam of a boat, earth taken up with the roots of a plant in transplanting.

পীৰি উঠ্, মূলে সৈতে নষ্ট হ, নিৰ্ব্বংশ হ, to be extinct.

পুং, স. শ. ভুমুক, মাটিৰ তলৰ পৰা পানী ওলোৱা বাট, a water spring.

পুং উলিয়া, গুপ্ত কথাৰ উহ্ উলিয়া, to find a clue.

পুং বঢ়া, সৰু কথাক ডাঙ্গৰ কৰ্, কথা বহলা, to exaggerate.

পুংমৈথুন্, স. শ. ( সং. পুংমৈথুন—পুং, পুৰুষ + মৈথুন, শৃঙ্গাৰ ) মতাই মতাৰে কৰা সঙ্গম, sodomy.

পুংসৱন্, স. শ. ( সং. পুংসৱন—পুম্, পুৰুষ + সু, প্ৰসৱ কৰ্ ) তিৰোতা প্ৰথমে গৰ্ভৱতী হোৱাৰ পৰা আঠ মাহত কৰা কাৰ্য্য, a ceremony performed in the eighth month of a woman's first conception.

পুঁৰ্, স. শ. ( সং. পুট, হেঁচা মাৰ্ ) হাঁতীৰ দাঁতৰ বা মূৰৰ হেঁচা, a pressure with the tusks or head of an elephant.

পুঁৰ দি, দাঁত বা মূৰেৰে হেঁচা দি ( হাতীত্ত

খাটে ), to press with the tusks or head, as an elephant.

পুঁৰতি, } বি. ( অং. পুৱা, প্ৰভাত ) পুৱাৰ পুঁৰতীয়া, } ওচৰ হোৱা; যেনে, পুঁৰতীয়া নিশা, approaching dawn. স. শ. পুৱাৰ ওচৰ চপা ৰাতি, day break.

পুঁৰা, স. ধা. ( বং. পোহান, জুইৰ তাপ লওন ) জুইৰ তাপ ল; যেনে, জুই পুঁৱাইছে, to warm one's self by means of fire.

পুকীয়া, বি. ( অং. পোক, কীট ) পোকযুক্ত, পোকে ধৰা; যেনে, পুকীয়া আম, bored by insects, worm-eaten.

পুখুৰি, } স. শ. ( সং. পুষ্কৰিণী, জলাশয় ) পুখুৰী, } পানী থকা চাৰিচুকীয়া বা দীঘলীয়া খাল, a tank, a pond, a reservoir of water.

পুঙ্গা, স. শ. ( অং. ওপঙ্গা, পানীৰ ওপৰত উঠা ) বৰশীৰ জৰীত বান্ধি দিয়া আৰু পানীত ওপঙ্গি থকা কুহিলা আদি; এবিধ মাছ, the float attached to a fishing line, a kind of fish.

পুচ্ছ, স. শ. ( সং. পুচ্ছ, ভ্ৰম হ; সাপ বুলি ভ্ৰম হয়, এতেকে ) নেজ, a tail.

পুঞ্জ, স. শ. ( সং. পুঞ্জ—পুম্, পুৰুষ+জন্, ওপজ্ ) মানুহৰ বা বস্তুৰ সমূহ, a quantity, a multitude.

পুট, স. শ. ( সং. পুট, লগ লগাই বান্ধ ) এটাৰ ওপৰত আন এটা উবুৰিয়াই লগ লগোৱা দুটা মাটিৰ পাত্ৰৰ ভিতৰত কোনো দৰৱ সুমাই জুয়েৰে দিয়া তাপ, heating in two earthen vessels joined together the upper one being inverted.

পুটুং কৰে, ক্ৰি. বি. অকস্মাৎ, আগে নজনোৱাকৈ, suddenly, without notice.

পুটুং পুটুং কৰে, ক্ৰি. বি. ঘনে ঘনে; যেনে, পুটুং পুটুং কৰে ঘৰলৈ যায়, frequently.

পুঠী, স. শ. ( সং. প্ৰোষ্ঠী; বং. পুঁটী, এবিধ মাছ ) এবিধ সৰু মাছ, a kind of fish.

পুঠী-লাঙ্গী, স. শ. ( পুঠী, ঐ + লাঙ্গী, এবিধ জাল ) এবিধ সৰু মাছ ধৰা জাল, a kind of fishing net.

পুণী, স. শ. ( সং. ৱাৰিপৰ্ণী, এবিধ পানীৰ উদ্ভিদ ) সোঁত নথকা পানীত হোৱা এবিধ উদ্ভিদ। তাৰ দুজাতি; এজাতিৰ পাত ডাঙ্গৰ আৰু শিপা হয়, তাক বৰ পুণী আৰু শিপা নথকা অতি ক্ষুদ্ৰ জাতিক সৰু-পুণী বোলা যায়; সি পাতি হাঁহৰ আহাৰ, the duck weed of which there are two species.

পুণ্ডৰীকাক্ষ, স. শ. ( সং. পুণ্ডৰীকাক্ষ—পুণ্ডৰীক, পদ্ম+অক্ষি, চকু; পদ্মৰ দৰে চকু যাৰ ) বিষ্ণু, Vishnu.

পুণ্য, স. শ. ( সং. পুণ্য—পূ, শুদ্ধ কৰ্ ) সৎ কৰ্ম্ম, ধৰ্ম্ম, পৰলোকত সদ্গতি হোৱা কাম, virtue, moral or religious merit.

পুণ্যৱন্ত, } বি. ( সং. ) সৎ কৰ্ম্ম কৰা, ধৰ্ম্ম- পুণ্যৱান্, } ৱন্ত, পবিত্ৰ, pious, virtuous.

পুণ্যশীল, বি. ( সং. পুণ্য, ধৰ্ম্মকৃত্য+শীল, স্বভাৱ ) পুণ্যৱান, pious, virtuous.

পুণ্যস্থান, স. শ. ( সং. পুণ্যস্থান—পুণ্য, পবিত্ৰ+স্থান, ঠাই ) পবিত্ৰ স্থান, তীৰ্থ, a holy place.

পুণ্যাত্মা, বি. ( সং. পুণ্যাত্মন্—পুণ্য, পবিত্ৰ +আত্মন্, আপোন ) পুণ্যৱন্ত, ধৰ্ম্মিষ্ঠ, pious, virtuous.

পুণ্যাৰ্থে, অা. অব্য. ( সং. পুণ্য, ধৰ্ম্ম + অৰ্থে, কাৰণে ) পুণ্যৰ কাৰণে, ধৰ্ম্মৰ নিমিত্তে, for the sake of religious merits.

পুত্ৰ, স. শ. ( সং. পুত্ৰ, পো ) পো, পুত্ৰ, a son.

পুতন্, স. শ. ( সং. প্ৰস্থ, পথালি ) এ দাঁতিৰ পৰা আন দাঁতিলৈ ব্যাপি থকা স্থান, পৰিসৰ; তাঁত বওঁতে কাপোৰখন বহলাই ৰাখিবৰ কাৰণে তাত পথালিকৈ লগোৱা শলি, breadth, a part of a loom.

পুতলা, } স. শ. ( সং. পুত্তলিকা, বং. পুত্তলিকা, } পুতুল, লৰাই ওমলা মূৰ্ত্তি ) পুতলী, } লৰাই উমলিবৰ কাৰণে সৰুকৈ

সজা মানুহৰ আকৃতি; দেৱতাৰ মূৰ্ত্তি, a doll, a puppet, an idol.

পুতলী, স. শ. চকুৰ কলা ভাগৰ মাজত জিলিকি থকা ভাগ (চকুৰে দেখা বস্তুৰ আকৃতিটো তাত উঠে, এতেকে), the pupil of the eye.

পুতলে, ক্রি. বি. পথালিয়ে, বহলে, in breadth.

পুতাই, স. শ. (সং. পুত্র, পো) মৰমৰ পুত্র, বাপেক মাকে পুতেকক মৰমেৰে মতা মাত, a term used in tenderly speaking of, or addressing a son.

পুতু-খোৱা, স. শ. (অং. পুত্র, পো + খোৱা, ভক্ষণ কৰা) পুতেকক খোৱা, শাও বা গালি, eater of one's son, a term of curse or abuse. (স্ত্রী) পুতুখাঁতী।

পুতুমূৰ-খোৱা, স. শ. (অং. পুত্রৰ মূৰ + খোৱা) পুতেকৰ মূৰ খোৱা, শাও দিয়া বা গালি পৰা মাত, eater of one's son's head, see the above. (স্ত্রী) পুতুমূৰ-খাঁতী।

পুতৌ, স. শ. (অং. পুত্র, পুত্র) লোকৰ দুখ দেখি জন্মা মৰম; যেনে, দুখীয়াক পুতৌ কৰিবা, pity, compassion. ভা. অব্য. আই ঐ! দেহি! লোকৰ দুখত মৰম দেখুওৱা মাত, an exclamation of pity.

পুত্র, } স. শ. (সং. পুত্র, পুন—পুৎ,
পুত্র, } এখান নৰক + ত্রা, উদ্ধাৰ কৰ্; সন্তান হলে মানুহ পুৎ নামেৰে নৰকলৈ নেযায়, এতেকে) পো, মতা সন্তান, a son. (স্ত্রী) পুত্রী।

আন শব্দেৰে লগ লাগিলে পুত্র শব্দে প্রায়ে লৰা ছোৱালী দুইকো বুজায়; যেনে, পুত্রস্নেহ, পুত্রশোক, পুত্রবৎসল, পুত্রনাশ, এনেবোৰ শব্দে লৰা বা ছোৱালীৰ মৰম, লৰা বা ছোৱালীৰ শোক, এনে অর্থ বুজায়।

পুত্রপৌত্রাদিক্রমে, ক্রি. বি. (সং. পুত্র, পো + পৌত্রাদি, নাতি আদি + ক্রম, গতি) পোৰ পৰা নাতি আদিলৈ, এক পুৰুষৰ পৰা ক্রমে তাৰ তলৰ পুৰুষলৈ; যেনে, পুত্রপৌত্রাদিক্রমে ভোগ কৰিবা, from the son to the grandson, &c., from generation to generation.

পুত্রবৎসল্, বি. (সং. পুত্রবৎসল—পুত্র, সন্তান + বৎসল, মৰমিয়াল) সন্তানলৈ মৰম থকা, লৰা ছোৱালীক চেনেহ কৰা, affectionate to, or fond of, one's own children.

পুত্রবন্ত, } বি. (সং.) পুত্র থকা, লৰা থকা,
পুত্রবান্, } লৰা বা ছোৱালী থকা, having a son or a child.

পুথাও, স. শ. (আহম) ককা, পিতামহ বা মাতামহ, a grand-father.

পুথি, } স. শ. (সং. পুস্তিকা বা পুস্তী,
পুথী, } গ্রন্থ) গ্রন্থ, কোনো বিষয়ৰ বিবৰণ থকা এদাঁতিয়ে বন্ধা বা নবন্ধা হাতেৰে লিখা বা ছপা কিছুমান পাত, a book, a manuscript.

পুনঃ পুনঃ, ক্রি. বি. (সং. পুনঃ পুনঃ—পুনৰ্, আকৌ) বাৰম্বাৰ, ঘনে ঘনে, repeatedly.

পুনঃসংস্কাৰ্, স. শ. (সং. পুনঃসংস্কাৰ—পুনৰ্, আকৌ + সংস্কাৰ, পবিত্র কৰা কার্য্য) ব্রাহ্মণ পতিত হলে পুনৰায় লগুণ দি শুচি কৰা কার্য্য, reinvestiture with the sacred thread of a Brahman who has been degraded.

পুনচ্-বিয়া, স. শ. (সং. পুনৰ্, আকৌ + বিয়া, বিবাহ; ছোৱালীক বিয়া দিয়াৰ পাচে কন্যা কাল হলে এই কার্য্য কৰা যায়, এতেকে) নোৱাইতোলনি, পুষ্পোৎসৱ; ছোৱালীৰ প্রথম ঋতু, the first appearance of catamenia, the ceremony performed on the occasion.

পুনৰ্, ক্রি. বি. (সং. পুনঃ—পন্, প্রশংসা কৰ্) আকৌ, দুনাই, again.

পুনৰপি, ক্রি. বি. (সং. পুনৰ্, ঐ + অপি, ও) আকৌ, দুনাই, once more, again.

পুনৰাগমন্, স. শ. (সং. পুনৰাগমন—পুনৰ্, ঐ + আগমন, অহা) উলটি অহা, ঘূৰি বা আকৌ অহা, the act of coming back.

**পুনৰায়**, ক্রি. বি. আকৌ, দুনাই, again.

**পুনৰুক্ত**, বি. ( পাচৰ শব্দ চোৱা ) দ্বিৰুক্ত, repeated.

**পুনৰুক্তি**, স. শ. ( সং. পুনৰুক্তি—পুনৰ্, আকৌ + উক্তি, কথন ) এবাৰ কোৱা বা লেখা কথাৰ পুনৰায় কথন বা লেখন, reiteration.

**পুনৰুৎথান্**, স. শ. (সং. পুনৰুত্থান—পুনঃ, আকৌ + উত্থান, ) পুনৰায় উঠা কাৰ্য্য ; মৰা মানুহ আকৌ সজীৱ হোৱা কাৰ্য্য, the act of rising again, resurrection, revival of a dead person.

**পুনৰ্জ্জন্ম**, স. শ. ( সং. পুনৰ্জ্জন্ম—পুনৰ্, আকৌ + জন্ম, ওপজন ) মৰণৰ পিচত আকৌ ওপজা কাৰ্য্য, a second birth, regeneration.

**পুনৰ্নৱা**, স. শ. ( সং. পুনৰ্নৱা—পুনৰ্, আকৌ + নৱ, নতুন ) এবিধ শাক, the hog-weed.

**পুনৰ্ব্বসু**, স. শ. ( সং. পুনৰ্ব্বসু—পুনৰ্, আকৌ + ৱস্, বাস কৰ্ ) সপ্তম নক্ষত্ৰ, the seventh lunar mansion.

**পুনৰ্ব্বাৰ্**, ক্রি. বি. আকৌ, দুনাই, again.

**পুনৰ্ব্বিচাৰ্**, স. শ. ( সং. পুনৰ্ব্বিচাৰ—পুনৰ্, আকৌ + বিচাৰ, বিবেচনা ) নতুনকৈ কৰা বিচাৰ, এবাৰ সোধা গোচৰৰ নতুন সোধ, reinvestigation, retrial.

**পুনশ্চ**, ক্রি. বি. ( সং. পুনশ্চ—পুনৰ্, আকৌ + চ, ও ) পুনৰপি, পুনৰায়, again. স. শ. লেখাৰ অন্তত দুনাই লিখা কথা ; যেনে, এই চিঠীত এটা পুনশ্চ আছে, a postscript.

**পুৰ্**, স. শ. ( সং. পুৰ—পুৰ্, আগ বাঢ় ) নগৰ, ৰাজধানী, a city, a town.

**পুৰণি**, বি. ( সং. পুৰাণ, হিং. আৰু বং. পুৰাণা, অনেক দিনীয়া ) অনেক দিনীয়া, চিৰকলীয়া, নতুন নোহোৱা, old, not new.

**পুৰন্দৰ্**, স. শ. ( সং. পুৰন্দৰ—পুৰ, নগৰ + দৃ, খণ্ড খণ্ড কৰ্ ; অসুৰৰ নগৰ ভাঙ্গে, এতেকে ) স্বৰ্গৰ ৰজা, দেৱৰাজ, ইন্দ্ৰ, Indra.

**পুৰস্কাৰ্**, স. শ. ( সং. পুৰস্কাৰ—পুৰঃ, প্ৰথম + কৃ, কৰ্) বঁটা, কোনো ভাল কাম কৰাৰ নিমিত্তে দিয়া ধন বা বস্তু, a reward.

**পুৰশ্চৰণ**, স. শ. ( সং. পুৰশ্চৰণ—পুৰঃ, আগ + চৰ্, গতি কৰ্, দেৱতাৰ আগলৈ গতি কৰে ) তন্ত্ৰৰ মতে ইষ্টদেৱতাৰ জপ বিশেষ, meditation upon one's tutelary deity according to the Tantras.

**পুৰা কল্**, } স. শ. এবিধ কেঁচাতে ভাজি বা
**পুৰা কলা**, } আন প্ৰকাৰে ৰান্ধি খোৱা কল ; তাৰ গছ, a kind of plantain, its tree.

**পুৰা-কুঁহিয়াৰ্**, স. শ. ( সং. পুণ্ড্ৰক, এবিধ কুঁহিয়াৰ ) এবিধ ডাঙ্গৰ আৰু ৰসাল কুঁহিয়াৰ, a kind of sugar-cane.

**পুৰাণ্**, স. শ. ( সং. পুৰাণ—পুৰা, পুৰণি ) ব্যাসে কৰা বুলি খ্যাত নীতি আৰু ধৰ্ম্মৰ বিষয়ৰ পুৰণি উপাখ্যান থকা পুথি। পুৰাণবিলাকৰ ব্ৰাহ্ম, পাদ্ম, বিষ্ণু, গাৰুড়, ব্ৰহ্মবৈৱৰ্ত্ত, ব্ৰহ্মাণ্ড, অগ্নি, শিৱ, লিঙ্গ, নাৰদীয়, স্কন্দ, মাৰ্কণ্ডেয়, ভৱিষ্যৎ, মৎস্য, বাৰাহ, কূৰ্ম্ম, বামন, আৰু ভাগৱত। এই অঠৰখানৰ নাম মহাপুৰাণ। এইবিলাকত বাজে অঠৰখান উপপুৰাণ আছে, a sacred and poetical work treating of religion, morality and historical episodes of ancient India. Eighteen works named *Maha Puranas* and supposed to have been composed by the sage Vyasa are held in great veneration. There are eighteen others called *Upa Puranas*, which are of inferior sanctity. "উপপুৰাণ" চোৱা।

**পুৰাতন্**, বি. ( সং. পুৰাতন—পুৰা, পুৰণি ) আগৰ কলীয়া, প্ৰাচীন, পুৰণি, old, not new.

**পুৰাতনীয়া**, বি. আগৰ কালৰ, প্ৰাচীন, ancient.

**পুৰাবৃত্ত**, স. শ. ( সং. পুৰাবৃত্ত—পুৰা, পুৰণি + আবৃত্ত, ঘটনা ) পুৰণি কথা, প্ৰাচীন কালৰ কথা, বুৰঞ্জী, history.

পুৰি, } স. শ. ( সং. পুৰি, পুৰী—পৄ, পূৰ্ণ পুৰী, } কৰ্ ) নগৰ, a city, a town.

পুৰিয়া, স. শ. ( সং. পুটক ; হিং. পুড়িয়া, পাত মোকোটাই কৰা ঠোলা ) সেন্দুৰ বা দৰবৰ গুড়ি মেৰোৱা তুলাপাতৰ টোপোলা, a packet of red-lead or medicinal powder.

পুৰীষ, স. শ. ( সং. পুৰীষ—পৄ, পূৰ্ণ কৰ্, পেট পূৰাই ৰাখে ) বিষ্ঠা, ordure.

পুৰুষ, স. শ. ( সং. পুৰুষ—পুৰ, শৰীৰ + ষস, বাস কৰ্ ; শৰীৰত বাস কৰে, এতেকে ) আত্মা ; ঈশ্বৰ ; মতা ; মুনিহ মানুহ ; বংশৰ এক খাপ, কোনো বংশৰ একে পিতৃৰ পৰা উপজি ক্ৰমে নামি অহা একো জন লোক এক পুৰুষ হয় ; যেনে, বোপাই, ককা, আজো ককা, এই তিনি পুৰুষ, the soul, God, a man, a generation.

পুৰুষত্ব, গু. শ. ( সং. ) পুৰুষৰ গুণ, পুৰুষৰ সাহ, বল, পৰাক্ৰম আৰু ধৈৰ্য্য, পুৰুষালি ; স্ত্ৰীসম্ভোগৰ শক্তি, manliness, manly power, virility.

পুৰুষ-সিংহ, স. শ. ( সং. পুৰুষসিংহ—পুৰুষ, মতা মানুহ + সিংহ, এবিধ বৰ শ্ৰেষ্ঠ জন্তু ) সিংহৰ তুল্য লোক, শ্ৰেষ্ঠ মানুহ, an eminent or powerful man.

পুৰুষাঙ্গ, স. শ. ( সং. পুৰুষাঙ্গ—পুৰুষ, ঐ + অঙ্গ, শৰীৰ এভাগ ) পুৰুষৰ লিঙ্গ, the penis.

পুৰুষাধম, স. শ. ( সং. পুৰুষাধম—পুৰুষ, মানুহ + অধম, নীচ ) অধম মানুহ, নীচ লোক, a mean despicable man.

পুৰুষানুক্ৰমে, ক্ৰি. বি. ( সং. পুৰুষ, বংশৰ খাপ + অনুক্ৰমে, ক্ৰম অনুসৰি ) এক পুৰুষৰ পৰা তাৰ পাচৰ পুৰুষলৈ, বাপেকৰ পৰা পুতেকলৈ ; যেনে, পুৰুষানুক্ৰমে ভোগ কৰিবা, from generation to generation.

পুৰুষাৰ্থ, স. শ. ( সং. পুৰুষাৰ্থ, পুৰুষৰ ঘাই উদ্দেশ, অৰ্থাৎ ধৰ্ম্ম, অৰ্থ, কাম, আৰু মোক্ষ, কিন্তু অসমীয়াত ) চেষ্টা, যত্ন, কাৰবাৰ, exertion, endeavour, labour.

পুৰুষালি, গু. শ. পুৰুষৰ গুণ, পুৰুষৰ সাহ, বল, পৰাক্ৰম আৰু ধৈৰ্য্য, পুৰুষত্ব, manliness, strength, courage.

পুৰুষে পুৰুষে, ক্ৰি. বি. প্ৰতি পুৰুষত, বংশৰ প্ৰতি থাকত, in each generation.

পুৰুষোত্তম্, স. শ. ( সং. পুৰুষোত্তম—পুৰুষ, মানুহ + উত্তম, শ্ৰেষ্ঠ ) শ্ৰেষ্ঠ লোক ; বিষ্ণু, an eminent man, Vishnu.

পুৰুষ-শক্তি, স. শ. ( সং. পুৰুষশক্তি, পুৰুষৰ শক্তি ) সন্তান উৎপন্ন কৰা বা তিৰোতাক সন্তোষ দিয়া ক্ষমতা, virility.

পুৰোহিত্, স. শ. ( সং. পুৰোহিত—পুৰঃ, অগ্ৰ + হিত, উপকাৰী, শ্ৰেষ্ঠ উপকাৰী ) লোকৰ ধৰ্ম্মকৃত্য কৰোৱা বামুণ, a family priest conducting all the religious ceremonies of a family.

পুলক, স. শ. ( সং. পুলক—পুল্, ডাঙ্গৰ হ ) বৰ আহ্লাদ, অত্যন্ত হৰ্ষ, ecstasy, rapture.

পুলকিত্, কৃদ. বি. বৰ আহ্লাদিত, বৰকৈ ৰং পোৱা, highly delighted.

পুলস্তি, পুলহ্, "দেৱৰ্ষি" চোৱা।

পুলি, স. শ. ( সং. পুল্, ডাঙ্গৰ হ ; ক্ৰমে ডাঙ্গৰ হয়, এতেকে ) পোনেই গজা গছ, ডেকা গছ, a plant, a seedling, a young tree.

পুলি, স. শ. কোঁঠালী, an apartment. ( কামৰূ. )।

পুলিন্, স. শ. ( সং. পুলিন—পুল্, ডাঙ্গৰ হ ) নৈৰ পানী শুকাই নকৈ ওলোৱা দাঁতি বা নৈৰ মাজত ওলোৱা সৰু মাজুলী, a river bank from which water has recently been withdrawn, a small island in the middle of a river.

পুলুংপালাং, স. শ. কাম নকৰি ইফাল সিফাললৈ চাই সময় খেদোৱা কাৰ্য্য ; যেনে, হজুৰাই পুলুংপালাং কৰি দিন খেদায়, the act of idling away time.

পুলুকা মাৰ্, কোনো কামৰ বা ঠাইৰ পৰা গোপনে গুচি যা, to go away quietly.

**পুল্লিঙ্গ,** স. শ. ( সং. পুংলিঙ্গ ) মতাক বুজোৱা শব্দ, the masculine gender.

**পুৱা,** স. শ. ( সং. প্ৰভাত ; হিং. পোহ, প্ৰাতঃকাল ) বেলি ওলোৱাৰ আৰু দুপৰৰ মাজৰ সময়, morning. অ. ধা. প্ৰভাত হ, ৰাতি গুচি দিন হ, to dawn.

**পুৱাই,** } **পুৱায়,** } ক্ৰি. বি. নিচেই পুৱাতে, early in the morning.

**পুষ্কৰ্,** স. শ. ( সং. পুষ্কৰ—পুষ্, পুষ্ট কৰ্ ) অশুভ তিথি নক্ষত্ৰ বা বাৰ যাত কোনোৰ মৃত্যু হলে তাৰ পৰিয়ালৰ আন লোক মৰে বুলি শাস্ত্ৰে কয়, an inauspicious day a death on which is said to be followed by others in the family.

**পুষ্কৰণী,** স. শ. "পুষ্কৰিণী" শব্দৰ অপভ্ৰংশ।

**পুষ্কৰ-দ্বীপ্,** স. শ. ( সং. পুষ্কৰদ্বীপ—পুষ্কৰ, পদ্ম + দ্বীপ, মাজুলী ) সাত দ্বীপৰ এক দ্বীপ, তাত পদ্ম অধিক, এতেকে সেই নাম, one of the seven divisions of the world.

**পুষ্কৰিণী,** স. শ. ( সং. পুষ্কৰিণী,—পুষ্কৰ, পদ্ম, পদ্ম হয়, এতেকে ) পুখুৰি, a tank, a pond.

**পুষ্ট,** বি. ( সং. পুষ্ট—পুস, প্ৰতিপালন কৰ্ ) পোহ ধৰা, মঙ্গহাল, নোদোকা, fat, fleshy.

**পুষ্টতা,** গু. শ. ( সং. ) পোহ ধৰা অৱস্থা, fleshiness, stoutness.

**পুষ্প,** স. শ. ( সং. পুষ্প—পুষ্প্, প্ৰফুল্ল হ ) ফুল, a flower.

**পুষ্পক,** স. শ. কুবেৰৰ ৰথৰ নাম, the chariot of *Kuvera* the Indian Pluto.

**পুষ্পৰেণু,** স. শ. ( সং. পুষ্পৰেণু—পুষ্প, ফুল + ৰেণু, ধূলি ) ফুলৰ কেশৰৰ ধূলি, the pollen of flowers.

**পুষ্পৱতী,** বি. ( সং. ) পুষ্পযুক্তা, ফুল থকা ; ঋতুমতী, flowery, menstruous. (স্ত্ৰী)।

**পুষ্পৱন্ত,** বি. ফুলযুক্ত, ফুল থকা, flowery. ( পুং. )।

**পুষ্পবাণ্,** স. শ. ( সং. পুষ্পবাণ—পুষ্প, ফুল + বাণ, কাঁড় ; ফুলবিলাক যাৰ শৰ ) কামদেৱ, পুষ্পশৰ, the Indian Cupid.

**পুষ্পবৃষ্টি,** স. শ. ( সং. পুষ্পবৃষ্টি—পুষ্প, ফুল + বৃষ্টি, বৰষুণ ) ফুলৰ বৰষুণ, কোনো মহৎ কাৰ্য্যত আনন্দিত হৈ ছটিওৱা ফুলৰ সমূহ, rain of flowers, flowers cast on any joyful occasion.

**পুষ্পশৰ্,** "পুষ্পবাণ" চোৱাঁ।

**পুষ্পিত্,** কৃদ. বি. ( সং. পুষ্পিত—পুষ্প্, প্ৰস্ফুটিত হ ) ফুল ধৰা, ফুলযুক্ত, flowered, in flowers.

**পুষ্পোৎসৱ,** স. শ. ( সং. পুষ্প, তিৰোতাৰ মাসিক স্ৰাৱ + উৎসৱ, আমোদৰ কাৰ্য্য ) ছোৱালী প্ৰথমে ঋতুমতী হোৱাৰ সাত দিনৰ দিনা কৰা কাৰ্য্য, নোৱাই তোলনি, the ceremony of puberty. "নোৱাই তোলনি" চোৱাঁ।

**পুষ্পোদ্যান্,** স. শ. ( সং. পুষ্পোদ্যান—পুষ্প, ফুল + উদ্যান, বাৰী ) ফুলনি-বাৰী, a flower garden.

**পুষ্যা,** স. শ. ( সং. পুষ্যা—পুষ, পুষ্ট কৰ্ ) অষ্টম নক্ষত্ৰ, the eighth lunar asterism.

**পুস্তক,** স. শ. ( সং. পুস্তক—পুস্ত্, বান্ধি থ ) পুথি, কিতাপ, a book, a manuscript.

**পুহ্,** স. শ. ( সং. পৌষ ; হিং. পূস, এটা মাহ ) নৱম মাহ, the ninth month comprising part of December and January.

**পুহন্-বিয়া,** স. শ. ( সং. পুংসৱন + অং. বিয়া ) "পুংসৱন" চোৱাঁ।

**পুহীয়া,** বি. পুহ মাহত জন্মা বা উৎপন্ন, born or produced in the month of Poush. স. শ. পুহত ওপজা মানুহৰ নাম, the name of a man born in Poush. (স্ত্ৰী) পুহী

**পুহ্কৰ্,** স. শ. (সং. পুষ্কৰ্) "পুষ্কৰ্" চোৱাঁ।

**পূঁজ্,** স. স. ( সং. পূয়, ঘাৰ ৰস ) পকা ঘাৰ পৰা ওলোৱা বগা ৰস, pus, matter.

**পূজ্,** স. ধা. ( সং. পূজ্, সন্মান কৰ্ ) অৰ্চ্চনা কৰ্ ; সন্মান কৰ্ ; প্ৰশংসা কৰ্, to worship, to praise.

**পূজক**, স. শ. ( সং. ) পূজা কৰোঁতা, অৰ্চ্চনা কৰোঁতা, a worshipper.

**পূজন্**, কৃদ. স. ( সং. ) পূজা কৰণ, the act of worshipping.

**পূজনীয়**, বি. ( সং. পূজনীয়—পূজ্, সন্মান কৰ্ ) মান্য, পূজ্য, পূজা কৰিবৰ যোগ্য, venerable, adorable.

**পূজা**, স. শ. ( সং. ) সন্মান, অৰ্চ্চনা, worship, homage.

**পূজাৰি**, স. শ. পূজা কৰোঁতা ; লোকৰ ঘৰত পূজা কৰি জীৱিকা কৰা বামুণ, a worshipper, one who lives by worshipping an idol for another.

**পূজিত**, কৃদ. বি. ( সং. ) পূজা পোৱা, সম্ভ্ৰম পোৱা, worshipped.

**পূজোঁতা**, কৃদ. স. পূজা কৰোঁতা, a worshipper. ( স্ত্ৰী ) পূজঁতী।

**পূজ্য**, বি. ( সং. ) মান্য, পূজাৰ যোগ্য, adorable, venerable.

**পূজ্যপাদ্**, বি. ( সং. পূজ্যপাদ—পূজ্য, পূজনীয়+পাদ, চৰণ ) বৰ মান্যৱন্ত, পৰমপূজনীয়, venerable, revered.

**পূতনা**, স. শ. কৃষ্ণে বধ কৰা এজনী কংসৰ দূতী, ৰাক্ষসীৰ নাম, the name of a she-demon killed by Krishna.

**পূতিগন্ধ**, স. শ. (সং. পূতিগন্ধ—পূতি, বেয়া+গন্ধ, ঘ্ৰাণ ) দুৰ্গন্ধ, বেয়া গন্ধ, bad smell.

**পূতি-গন্ধি**, বি. ( সং. ) দুৰ্গন্ধি, বেয়া গোন্ধোৱা, stinking.

**পূব্**, স. শ. পূৰ্ব্ব দিশ, বেলি ওলোৱা ফাল, the east.

**পূৰ্**, স. ধা. ( সং. পূৰ্, পূৰ্ণ কৰ্ ) অঙ্ক বৃদ্ধি কৰ্, এক অঙ্কক বহু গুণ কৰ্ ; যেনে, দুইক দুয়েৰে পূৰিলে চাৰি হয়, to multiply. বি. পূৰ্ণ, ভৰা ; সিদ্ধ ; যেনে, বাঞ্ছা পূৰ হল, full, fulfilled.

**পূৰক**, স. শ. ( সং. ) পূৰ কৰোঁতা ; অঙ্ক বৃদ্ধি কৰা অঙ্ক, a filler or that which completes, the multiplier.

**পূৰঠ**, } বি. ( সং. পূৰ্, পূৰ্ণ কৰ্ ) পৈণত,
**পূৰঠি**, } mature.

**পূৰণ্**, কৃদ. স. ( সং. ) পূৰ্ণ কৰা কাৰ্য্য ; অঙ্ক বৃদ্ধি কৰা কাৰ্য্য, the act of filling or multiplying.

**পূৰা**, স. ধা. ( সং. পূৰ্, পূৰ্ণ কৰ্ ) পূৰ্ণ কৰ্, পূৰ কৰ্ ; সিদ্ধি কৰ্ ; যেনে, বাঞ্ছা পূৰালে, to fill, to complete, to accomplish, to fulfil. বি. সম্পূৰ্ণ, কম নোহোৱা, আটুট ; যেনে, পূৰা এদিন, full, complete. স. শ. উজনিত তিনি, কামৰূপত চাৰি, দোণ শস্যৰ জোখ ; যেনে, এপূৰা ধান ; চাৰি হালচা ( বা দোন ) মাটি, in Upper Assam three, in Kamrup four *dons* of grain, four *bighas* of land. কৃদ. স. পূৰাওঁতা, (স্ত্ৰী) পূৰাওঁতী।

**পূৰি**, স. শ. ( সং. পূৰিকা, হিং. বং. পূৰী, এবিধ পিঠা ) এবিধ ঘিউত ভজা আটাৰ পিঠা, a kind of unleaven bread fried in ghee.

**পূৰীয়া**, বি. এপূৰা শস্য ধৰা, holding a *pura* of grain.

**পূৰৈ**, স. শ. ( সং. পূতীকা, বং. পুঁইশাক, এবিধ লতা ) ৰঙা ৰসযুক্ত গুটি ধৰা এবিধ লতা শাক, a kind of potherb.

**পূৰৈয়া**, বি. পকা পূৰৈ গুটিৰ দৰে ৰঙচীয়া, ( কাঠ আলুত খাটে ), reddish like the ripe seed of the above.

**পূৰ্ণ**, বি. ( সং. পূৰ্ণ—পূৰ্, পূৰা কৰ্ ) পূৰ ; সিদ্ধ ; যেনে, বাঞ্ছা পূৰ্ণ হল, full, complete, accomplished, fulfilled.

**পূৰ্ণ-কাম্**, বি. ( সং. পূৰ্ণকাম—পূৰ্ণ, সিদ্ধ +কাম, বাঞ্ছা ) যাৰ বাঞ্ছা সিদ্ধ হৈছে, কামনা সিদ্ধ হোৱা ; সন্তোষ পোৱা, having attained or accomplished an object, successful, gratified.

**পূৰ্ণ-পাত্ৰ**, স. শ. ( সং. পূৰ্ণপাত্ৰ—পূৰ্ণ+পূৰা+পাত্ৰ, ভাজন ) ভৰা পাত্ৰ ; কোনো ধৰ্ম্ম কাৰ্য্যত পুৰোহিতক দিয়া চাউল আৰু আন খাদ্য বস্তুৰে পূৰ কৰা পাত্ৰ, a full vessel, a vessel full of rice and other eatables presented at a religious ceremony to the priest.

পূৰ্ণহতীয়া, বি. ( সং. পূৰ্ণ, পূৰা + অং. হাত, হস্ত ) দুয়ো হাতেৰে ধৰি গাৰ সমুদায় বলেৰে আঘাত কৰা ; যেনে, পূৰ্ণ-হতীয়া টাঙ্গন লগালে, struck with the full force of both the arms.

পূৰ্ণাহুতি, স. শ. ( সং. পূৰ্ণাহুতি—পূৰ্ণ, পূৰ কৰা + আহুতি, হোমত ঢলা ঘিউ ) যজ্ঞ পূৰ্ণ কৰা আহুতি, শেষ হোম, হোমৰ শেষত ঢলা ঘিউ, clarified butter poured on the sacred fire as the last oblation.

পূৰ্ণিমা, স. শ. ( সং. পূৰ্ণিমা—পূৰ্, পূৰা হ ) জোন পূৰ হোৱা তিথি, the day of the full moon.

পূৰ্ত্তি, স. শ. ( সং. পৃ, পূৰ কৰ্ ) পূৰণ, পূৰ কৰণ, পূৰা কৰা কাৰ্য্য, the act of filling, fulness.

পূৰ্ব্ব, স. শ. ( সং. পূৰ্ব্ব—পূৰ্ব্ব্, পূৰ কৰ্ ) আদি, আগ, প্ৰথম ; সূৰ্য্য ওলোৱা দিশ, পূব, the beginning, the east. বি. আদিৰ, আগৰ, প্ৰথমৰ, prior, former.

পূৰ্ব্বকলীয়া, বি. ( সং. পূৰ্ব্বকাল, আগৰ কাল ) আগৰ দিনৰ, ancient.

পূৰ্ব্বদিশ্, স. শ. ( সং. ) পূব ফাল, the east.

পূৰ্ব্বপুৰুষ, স. শ. ( সং. পূৰ্ব্বপুৰুষ—পূৰ্ব্ব, আগৰ + পুৰুষ, বংশৰ খাপ ) উপৰি পুৰুষ, কোনো বংশৰ পূৰ্ব্বে থকা লোক, an ancestor.

পূৰ্ব্বফল্গুনী, স. শ. ( সং. পূৰ্ব্বফল্গুনী—পূৰ্ব্ব, প্ৰথম + ফল্গুনী, দুটা নক্ষত্ৰৰ নাম ) প্ৰথমটো ফল্গুনী নক্ষত্ৰ, সপ্তম নক্ষত্ৰ, the seventh lunar asterism.

পূৰ্ব্ববৰ্ত্তী, বি. ( সং. পূৰ্ব্ববৰ্ত্তিন্—পূৰ্ব্ব, আগ + বৰ্ত্তিন্, থকা ) আগত থকা, সমুখত থকা ; পূৰ্ব্বে থকা, আগৰ, preceding, pre-existing. স. শ. কোনো কামত আন এজনৰ আগেয়ে থকা মানুহ, আগৰ বিষয়া, a predecessor.

পূৰ্ব্বভাদ্ৰ-পদ্, স. শ. ( সং. পূৰ্ব্বভাদ্ৰপদ—পূৰ্ব্ব, প্ৰথম + ভাদ্ৰপদ, দুটা নক্ষত্ৰৰ নাম ) প্ৰথমটো ভাদ্ৰপদ নক্ষত্ৰ, ছাব্বিশ সংখ্যাৰ নক্ষত্ৰ, the twenty-sixth lunar asterism.

পূৰ্ব্ব-লক্ষণ্, স. শ. ( সং. পূৰ্ব্বলক্ষণ—পূৰ্ব্ব, আগ + লক্ষণ, চিন ) আগলৈ যি কথা হব তাৰ পূৰ্ব্বেই ওলোৱা চিন ; যেনে, বৰষুণৰ পূৰ্ব্বলক্ষণ মেঘ, a weather sign.

পূৰ্ব্ববত, ক্ৰি. বি. ( সং. ) আগৰ দৰে, as before, as above. বি. আগৰটোৰ বা আগৰবিলাকৰ নিচিনা, like that or those mentioned above.

পূৰ্ব্বাপৰ্, স. শ. ( সং. পূৰ্ব্বাপৰ—পূৰ্ব্ব, আগ + অপৰ, পাচ ) অতি পূৰ্ব্ব কাল আৰু তাৰ পাচৰ কাল ; পুৰণি আৰু বৰ্ত্তমান কাল ; যেনে, পূৰ্ব্বাপৰৰ দস্তুৰ, the ancient and succeeding times, the past and present times. ক্ৰি. বি. পুৰণি আৰু বৰ্ত্তমান কালত ; যেনে, পূৰ্ব্বাপৰ এনে কথা হোৱা নাই, at the past and present times.

পূৰ্ব্বাষাঢ়া, স. শ. ( সং. পূৰ্ব্বাষাঢ়া—পূৰ্ব্ব, প্ৰথম + আষাঢ়া, দুই নক্ষত্ৰ ) প্ৰথমৰটো আষাঢ়া নক্ষত্ৰ, কুৰি সংখ্যাৰ নক্ষত্ৰ, the twentieth lunar mansion.

পূৰ্ব্বাহ্ন, স. শ. ( সং. পূৰ্ব্বাহ্ন—পূৰ্ব্ব, আগ + অহন্, দিন ) আগ বেলা, দুপৰৰ আগৰ ভাগ, the morning.

পূৰ্ব্বে, ক্ৰি. বি. ( সং. পূৰ্ব্ব, আগ ) আগে, আগেয়ে, formerly, before.

পূৰ্ব্বোক্ত, বি. ( সং. পূৰ্ব্বোক্ত—পূৰ্ব্ব, আগ + উক্ত, কোৱা ) আগেয়ে কোৱা, ওপৰত উল্লেখ কৰা, mentioned above, aforesaid.

পূৰ্য্য, বি. ( সং. পূৰ্য্য—পূৰ্, পূৰ কৰ্ ) পূৰাব লগীয়া ; পূৰণৰ দ্বাৰা অধিক কৰিব লগীয়া, to be filled, to be multiplied. স. শ. আন এক অঙ্কেৰে পূৰণ কৰা অঙ্ক, a number to be multiplied.

পৃথক্, বি. ( সং. পৃথ্, পেলাই দি ) বেলেগ, separate.

পৃথকা, স. ধা. পৃথক কৰ্, বেলেগা, to separate.

পৃথকান্ন, বি. ( সং. পৃথকান্ন—পৃথক, বেলেগ +অন্ন, আহাৰ ) বেলেগে খোৱা আৰু থকা, বেলেগ হোৱা; যেনে, পৃথকান্ন ভ্ৰাতা, not living in commensality, living separately.

পৃথকে, ক্ৰি. বি. বেলেগে, separately.

পৃথক্‌কৈ, ক্ৰি. বি. পৃথকৰূপে, বিভিন্ন প্ৰকাৰে, বেলেগকৈ ; যেনে, এই কথা পৃথককৈ কৰা ; বেলেগে, differently, separately.

পৃথিৱী, স. শ. ( সং. পৃথিৱী—প্ৰথ্, খ্যাতিমন্ত হ ) ভূলোক, গোটেই মাটিখান, the earth.

পৃষ্ঠ, স. শ. ( সং. পৃষ্ঠ—পৃষ, ছটিয়া ) পিঠি : পাচ ভাগ, the back.

পৃষ্ঠা, স. শ. পুথিৰ পাতৰ এপিঠি বা একাল, a page.

পেং, স. শ. ( অং. পিং. শাল ) কেপ, কেপেয়া, a two-pronged contrivance used for raising or supporting a heavy thing.

পেংলাই, স. শ. একবিধ ছিৰলী পতীয়া লাই শাক ; ইতিকিং, পৰিহাস, a kind of potherb, a joke or jest.

পেঁউৰী, স. শ. ( হি. পৈৰড়ী, একবিধ হালধীয়া বস্তু ) একবিধ তিৰোতাই ফোঁট লোৱা হালধীয়া বস্তু, a yellow substance with which women paint their foreheads.

পেঁচ্, স. শ. ( বং. পেঁচ, পাক ) পাক, মেৰ ; একবিধ গাত পাক থকা গজাল, a twist, a pet, pettishness, a screw.

পেঁচ্ পাত্, ঠেঁচ্ পাত্, বোঁহ পাত্, to be sulky or petulant.

পেঁচ্ লাগ্, পাক লাগ্ ; ঠেঁচ্ লাগ্, to be twisted, to be petulant.

পেঁপা, স. শ. ( অং. পেঁপেঁ, অনুক. ) একবিধ মুখেৰে বজোৱা বাদ্য, a wind-instrument, a pipe.

পেঙ্গা, } পেঙ্গুৱা, } বি. ( সং. পঙ্গু, খোৰা ) অলপ খোৰাই খোজ কঢ়া, limping, halt. স. শ. খোৰা মুনিহ, a lame man. ( স্ত্ৰী ) বি. স. শ. পেঙ্গী, পেঙ্গুৰী।

পেঙ্গুৰিয়া, অ. ধা. অলপকৈ খোৰাই খোজ কাঢ়্, to limp.

পেঙ্গেলিয়া, স. ধা. ( পেংলাই, পৰিহাস ) পৰিহাস কৰ্, ইতিকিং কৰ্, খেনি কৰ্, to joke, to ridicule.

পেচক, স. শ. ( সং. পেচক—পচ্, বিস্তৃত কৰ্ ) ফেঁচা, an owl.

পেচন্দাৰ্, স. শ. একবিধ অলঙ্কাৰ, a kind of ornament.

পেট্, স. শ. ( সং. পেট, হিং. আৰু বং. পেট, উদৰ ) উদৰ, বুকুৰ তলৰ নাইৰ ওপৰৰ ভাগ ; যেনে, পেটৰ ভাত ; তিৰোতাৰ গৰ্ত্ত ; যেনে, পেটৰ সন্তান ; মন, আশয় ; যেনে, পেটৰ কথা, the belly or abdomen, the womb, the mind.

পেট্ চল্ বা পেট্ ব, ভেদ হ, পনীয়া মল বাহিৰ হ, to have purging.

পেট্ পোহ্, মূৰে মূৰে খাই বৈ থাকে, কোনো মতে উপজীৱা কৰ্, to live from hand to mouth.

পেট্ হ, গৰ্ত্ত হ, to be pregnant.

পেটা, বি. ( অং. চেপেটা, গোটা নোহোৱা ) হেঁচাত চেপেটা হোৱা ; যেনে, গচকাত শাকবোৰ পেটা হল, crushed, flattened by pressure.

পেটা উঠ্, হেঁচাত চেপেটা হ, to be crushed.

পেটা তোল্, হেঁচি বা গচকি চেপেটা কৰ্, to crush.

পেটা-জৰী, স. শ. ( অং. পেট, উদৰ+জৰী, গুণ ) ঘোঁৰাৰ জীন-বন্ধা জৰী, a girth or strap for a saddle

পেটাৰি, স. শ. ( সং. পেটাক ; হিং. পেটাৰা ; বং. পেট্ৰা, পেটেৰা ) একবিধ বেঁতৰ জঁপা, a kind of covered cane-basket.

পেটাল্, বি. ( বং. পেটাল, ডাঙ্গৰ পেট থকা ) বৰ পেট থকা, pot-bellied.

পেট্ৰু, স. শ. ( অং. পেট্ৰ, উদৰ ) মাছ বা আন ক্ষুদ্ৰ জীৱৰ নাড়ী ভুঁৰু, the entrails of fish, &c.

পেটুলা, বি. ডাঙৰ পেট থকা, pot-bellied.

পেটুলী, বি. ( পেটুলা শব্দৰ স্ত্ৰীলিঙ্গ ) ডাঙৰ পেট থকা ; গৰ্ব্ভৱতী, potbellied, big with child.

পেটুৱা, বি. পেটাল, pot-bellied.

পেটে, পেটে-পেটে, } ক্রি. বি. মনেৰে, অন্তৰে ; যেনে, তেওঁ পেটে বা পেটে-পেটে জানিছিল, internally, mentally.

পেটেকা, স. শ. ( অং. পেট্ৰ, নাড়ী-ভুঁৰু ) হেঁচাত পেট্ৰ ওলোৱা ; হেঁচা খাই ভাগি চেপেটা হোৱা, crushed, flattened by pressure.

পেটেকা উঠ্, হেঁচাত ভাগি চেপেটা বা পেট্ৰ ওলোৱা হ, to be crushed.

পেটেৰা, স. শ. "পেটাৰি" চোৱা।

পেট্‌-কপটীয়া, বি. ( অং. পেট, মন + কপট, গোপনে ৰখা খং ) মনত খং ৰখা, মুখ মিঠা ভিতৰ তিতা, secretly cherishing ill-will.

পেট্‌-কামোৰণি, স. শ. পেটৰ বিষ, পেটৰ বেদনা, a griping pain in the bowels.

পেট্‌-কুলী, বি. পেটৰ কথা ভাঙ্গি নোকোৱা, মনত কথা ৰখা ; পেট-কপটীয়া, not open-hearted, crooked-minded, secretly cherishing ill-will.

পেট্‌-কেৰুণীয়া, বি. ( অং. পেট, মন + কেৰোণ, গছ বিন্ধা পোক ) পেটত খং ৰখা, পেট-কপটীয়া, secretly cherishing ill will.

পেট্‌-গাজনি, স. শ. ( অং. পেট, উদৰ + গাজনি, গজা শব্দ ) পেটৰ গোৰ্গোৰণি, a rumbling sound of the bowels.

পেট্‌-ৰুগীয়া, বি. ( অং. পেট+ৰুগীয়া, ব্যাধি-যুক্ত ) শূলাহঙৰা, affected with chronic dysentry, dyspeptic.

পেড়া, স. শ. ( সং. পৈড়া, পেটেৰা বা জপা —পিড়, সংগ্ৰহ কৰ, বস্তু গোটাই তাত ভৰি থোৱা যায়, এতেকে ) ধন বস্তু সুমাই থোৱা সঁচাৰ লগোৱা বা নলগোৱা কাঠৰ সঁজুলি, চন্দুক, a box, a trunk, a chest.

পেড়া কাকত, স. শ. ( সং. পেড়া, চন্দুক+ অং. কাকত, লেখা ) অসম ৰজাৰ দিনৰ মানুহ আৰু মাটিৰ লেখৰ কাকত ( তাক পেড়াত ভৰি বৰ যতনেৰে ৰখা হৈছিল এতেকে সেই নাম ), the record of the survey of land and of the census of people prepared under the orders of the Assam Rajahs.

পেড়া-খাট, স. শ. ( সং. পেড়া, ঐ+খাট, শয্যাৰ আধাৰ ) মানুহ শোৱা ঘিলা লগোৱা বৰ পেড়া, a chest on wheels used as a bedstead.

পেড়োৱাই মাৰ্, কাপোৰেৰে দোলাৰ চাৰিও ফাল ঢাকি পেড়াৰ নিচিনা কৰ্, to cover with a curtain as a *dola*.

পেতা, স. শ. ( অং. পুতাই, সন্তান ) কচু বা আলুৰ টেপু, a small tuber.

পেনা, অ. ধা. লাহে লাহে কাম কৰ্, পিলিক্, to work slowly.

পেনেৰা, বি. (তলৰ চোৱা) অলপ অলপকৈ কান্দি থকা, whimpering. (স্ত্ৰী) পেনেৰী ( লৰা ছোৱালীত খাটে ) ।

পেন্‌পেন্, অনুক. অলপ অলপকৈ লৰাই কান্দি থকাৰ নিচিনা শব্দ, an imitative sound used to express that of whimpering.

পেন্‌পেননি, স. শ. লৰাই অলপ অলপকৈ কন্দাৰ শব্দ, a whimpering sound.

পেন্‌পেনা, অ. ধা. জেউৰ ধৰা লৰাৰ দৰে অলপ অলপকৈ কান্দি থাক, খেন্‌খেনা, to whimper, as a child.

পেন্‌পেনীয়া, বি. অলপ অলপকৈ কান্দি থকা ; যেনে, পেনপেনীয়া লৰা ; কেন-কেনীয়া, অলপ অলপকৈ পৰি থকা ; যেনে, পেনপেনীয়া বৰষুণ ; লেপা, গোট গোট নোহোৱা ; যেনে, পেনপেনীয়া ভাত ; বোকাযুক্ত, পঙ্কময় ; যেনে, পেন-

পেনীয়া বাট, whimpering, falling incessantly, (as rain), muddy.

পৈপুৰা, "বেবুৰা" শব্দৰ অপভ্ৰংশ; "বেবুৰা" চোৱা।

পেয়, বি. (সং. পেয়, পানীয়—পা, পান কৰ্) পানৰ যোগ্য, পান কৰিব লগীয়া; যেনে, পেয় দ্ৰব্য, drinkable. স. শ. পান কৰা বা পি খোৱা বস্তু, a drink.

পেৰা, "পেড়া" চোৱা।

পেৰোৱাৰি, স. শ. (অং. পেৰা, চন্দুক) ভিৰোতা মানুহ উঠা দোলাৰ চাৰিও ফালে দিয়া ঢাকনী কাপোৰ। (তাৰ দ্বাৰা দোলাখান পেৰাটোৰ নিচিনা হয়; এতেকে), a *Sedan* curtain, a covering for the *dola* used by an Assamese female. পেৰোৱাই—এনেকৈও কোনোৱে বোলে।

পেৰ্, স. ধা. (বং. পেড়ান, চেপন) শালত চেপি ৰস উলিয়া; যেনে, তেল বা কুঁহিয়াৰ পেৰে, to squeeze out juice by pressing.

পৈক-চৰাই, স. শ. (পটু. পেক, এবিধ চৰাই) এবিধ বিলাতী পোহনীয়া চৰাই, a turkey.

পেৰেক, অনুক. বোকাত ভৰি দিলে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by mud when trodden upon.

পেৰেকাপেৰেক্, বি. পঙ্কময়, বোকাযুক্ত; যেনে, বাটটো পেৰেকাপেৰেক হৈছে, muddy.

পেৰেঙ্গনি, স. শ. এডাল থিয় কাঠ বা বাঁহত আন এডাল পথালিকৈ বান্ধি কৰা যতন, a cross.

পেৰ্পেৰা, অ. ধা. লৰাৰ দৰে কান্দি থাক্; অধিককৈ অকামিলা কথা ক, to whimper.

পেৰ্পেৰীয়া, বি. অলপ অলপকৈ কান্দি থকা; সৰহকৈ অকামিলা কথা কোৱা, বকি থকা, whimpering, prattling.

পেলনি যা, অকামিলা হ, কামত নলগা হ; যেনে, খাওঁতা নহ'লে ভাত পেলনি যায়; চুৱা হ, অশুচি হ; যেনে, ঘৰত মানুহ মৰিলে চৰু পেলনি যায়, fit only to be thrown away as useless or defiled.

পেলনীয়া, বি. (অং. পেলা, অকামিলা বুলি নিক্ষেপ কৰ্) পেলাই দিবৰ যোগ্য, অকামিলা, fit to be thrown away as worthless.

পেলা, স. ধা. (হিং. ফেঁক্‌না; বং. ফেলান, নিক্ষেপ কৰণ) অকামিলা বা চুৱা বুলি ত্যাগ বা ঘৰৰ বাহিৰে নিক্ষেপ কৰ্; যেনে, পতানবোৰ পেলাইছে; কুকুৰে চোৱা চৰু পেলায়; পতন কৰ্, তললৈ নিক্ষেপ কৰ্; যেনে, ঠেলা মাৰি মাটিত পেলালে; কঁঠালটো তললৈ পেলালে; নেমান, অৱজ্ঞা কৰ্ (আজ্ঞাত খাটে); যেনে, পিতৃৰ বাক্য নেপেলাবা; গুটি ধৰ্, কলি উৎপন্ন কৰ্; যেনে, বগৰীয়ে কলি পেলাইছে, "কঁঠালে পেলালে মুচি, মই আহিলোঁ ঘৰলৈ গুচি" to throw away as useless or defiled, to cast down, to drop, to disregard or disobey, to bear young.

পৈলু, স. শ. (অং. পলু, মুগা আদিৰ পোক) এবিধ মানুহৰ পেটত থকা বগা দীঘলীয়া কীট, a thread-worm or a tape-worm.

পৈলুৰা, বি. পেলুৰ নিচিনা চৰীয়া (সূতাত খাটে), coarse, (as thread.)

পৈষণ, কৃদ. স. (সং. পেষণ—পিশ্, ঘঁহ) মোহৰা বা মৰ্দ্দন কৰা কাৰ্য্য, the act of grinding or rubbing.

পেহা, স. শ. (অং. পেহী, বোপাইৰ ভনীয়েক: বং. পিসা, পেহীৰ স্বামী) বোপাইৰ ভনীয়েকৰ গিৰীয়েক, the husband of a father's sister.

পৈহী, স. শ. (সং. পিতৃস্বসৃ; বং. পিসী) বোপাইৰ ভনীয়েক, a paternal aunt.

পৈ, স. শ. (সং. পতি, স্বামী) স্বামী, পতি, a husband.

পৈণত্, বি. (সং. পৰিণত, পকা) পূৰঠ, প্ৰায় পকা; পাৰ্গত, mature, able.

পৈতৃক, বি. ( সং. পৈতৃক—পিতৃ, পিতা পিতৃৰ বা পূৰ্ব্বপুৰুষৰ, পিতৃয়ে বা পূৰ্ব্বপুৰুষে অৰ্জ্জা, paternal, ancestral.

পৈত্তিক, বি. ( সং. পৈত্তিক—পিত্ত, জন্তুৰ বুকৰ ভিতৰত থকা হালধীয়া তিতা পানী ) পিত্তৰ পৰা হোৱা; যেনে, পৈত্তিক জ্বৰ, bilious.

পৈমাৰী, বি. ( অং. পৈ, পতি+মাৰ্, বধ্ ) পতিঘাতিনী, আপোনাৰ স্বামীক বধ কৰা, murdering one's own husband.

পৈশাচিক, বি. ( সং. পৈশাচিক—পিশাচ, ভূত ) ভূতৰ সম্পৰ্কীয়, ভূতৰ নিচিনা, demoniacal, diabolical, devilish.

পো, স. শ. ( সং. পুত্ৰ; বং. পো, সন্তান ) পুৰুষ-সন্তান, পুত্ৰ, a son.

পোক, স. শ. ( হিং. পোকা; বং. পোকা, কীট ) ঠেং নথকা কীট, কৃমি, a worm.

পোকৰ্, স. শ. ( অং. পো, তল ফালে বায়ু যাওঁতে হোৱা শব্দ+কৰ্ ) মলৰ দ্বাৰ, বহিৰ্দ্বাৰ, গিদা; পাচ ফাল, পিঠি ফাল, the posterior. ( চহা মাত )।

পোকৰুটনা, স. শ. লেংটি, a narrow strip of cloth worn between the thighs. ( চহা )।

পোকা, বি. ( অং. পোক, কীট ) পোকে ধৰা, পুকীয়া ( ফলত খাটে ), worm-eaten (said of fruit).

পোখা, স. শ. গাজ, গজালি, a shoot, a sprout.

পোখ্-ৰাজ্, স. শ. ( হিং. পুখ্ৰাজ, এবিধ বাখৰ ) এবিধ বগা বাখৰ, এবিধ অধম হীৰা, a kind of topaz.

পোছ, স. ধা. ( হিং. পুছনা; বং. পুছন, সোধা ) সোধ্, জিজ্ঞাসা কৰ্, to ask.

পোজাৰ, স. শ. ভজা গছ, এবিধ স্থকাঠী গছ, the name of a tree.

পোটক, স. শ. প্ৰতিফল, হিংসাৰ সলনি কৰা হিংসা, retaliation, revenge.

পোটক তোল্, প্ৰতিফল দি, হিংসাৰ সলনি হিংসা কৰ্, to retaliate.

পোটক্, অ. ধা. ( সং. পুট, খাল ) খুন্দা খাই খালযুক্ত হ; যেনে, কলহটো পুটকিল, to be dinted.

পোটোকা, স. শ. ( অং. পোটক্, খুন্দা খাই খাল হ ) খুন্দা খাই হোৱা খাল; যেনে, পিতলৰ কলহত পোটোকা পৰে, a dint, a depression.

পোটোকা পৰ্, খুন্দা খাই খালযুক্ত হ, to be dinted.

পোট্‌পোট্, স. শ. অপাকী পেটে কৰাৰ নিচিনা শব্দ, an imitative sound used to express that produced by disordered bowels.

পোট্‌পোটনি, স. শ. অপাকী পেটৰ শব্দ, the sound of disordered bowels.

পোট্-পোটা, অ. ধা. অপাকী পেটৰ দৰে শব্দ কৰ্, to make sounds like those produced by disordered bowels.

পোণ্, সংখ্যা. ( সং. পণ; বং. পোণ, কুৰি গণ্ডা ) কুৰি গণ্ডা, এক অনাৰ অঙ্ক; যেনে, ৵৹, eighty, a figure denoting one anna.

পোত্, স. ধা. ( সং. প্ৰোথ, গাঁত; বং. পোতন, মাটিৰ তলত স্থাপন ) মাটিৰ তলত স্থাপন কৰ্, মাটিৰে ঢাক্; যেনে, মৰা শ পোতে; মাটি আদিৰে পূৰা; যেনে, গাঁত পোতে, to bury, to deposit and cover in the earth, to fill up with earth, &c. স. শ. খুঁটা আদিৰ মাটিৰ তলত সোমোৱা ভাগ, the part of a post, &c., that is underground.

পোত্ খা, পোত যা, পোত্তা হ, মাটিৰে ঢকা বা পূৰ হ; যেনে, ভৰিটো বোকাত পোত খালে, পুখুৰিটো পোত যাব, to be buried, to be filled up.

পোতন্, কৃদ. স. ( অং. পোত্, মাটিৰ তলত স্থাপন কৰ্ ) মাটিৰ তলত স্থাপন, the act of burying or placing under the earth.

পোতনি, স. শ. পইতা ভাতৰ পানী, the

water in which boiled rice is kept for a future meal.

পোতাশাল্, স. শ. ( অং. পোতা, মাটিৰ তলত থোৱা + শাল, ঘৰ ) বৰ ডাঙ্গৰ জগৰ কৰা মানুহ থোৱা আন্ধাৰ আৰু ক্ষুদ্ৰ কোঁঠা, a place of close confinement, a dungeon, a solitary cell.

পোন, বি. বেঁকা নোহোৱা, সৰল; থিয়, কাতি নোহোৱা; যেনে, পোন হোৱা, straight, erect. স. শ. আদি, প্ৰথম; যেনে, পোনৰ বাৰ, beginning, first time.

পোনা, স. ধা. পোন কৰ্; কাতি হৈ থকাৰ পৰা থিয় কৰ্; যেনে, খুঁটাটো পোনা; লক্ষ কৰ, টোঁৱা; যেনে, হিলৈ পোনাইছে, to straighten, to set upright, to aim, to level.

পোনা, স. শ. ( সং. পোতাধান, মাছৰ পোৱালিৰ জাক: বং. পোনা, মাছৰ পোৱালি ) মাছৰ পোৱালি; লৰা বা ছোৱালীক মৰমেৰে মতা মাত, a young fish, a term of endearment used in addressing a child.

পোনে, আ. অব. কোনো বস্তুৰ দিশলৈ বা কাললৈ; যেনে, এই পোনে আহ্, in the direction of. ক্ৰি. বি. সৰলভাৱে, বেঁকা বা কাতি নোহোৱাকৈ; যেনে, খুঁটাটো পোনে আছে, straightly, uprightly.

পোনেই, ক্ৰি. বি. আদিতে, প্ৰথমতে; ন-কৈ; যেনে, সি পোনেই আহিছে, at first, recently.

পোনে পোনে, ক্ৰি. বি. বেঁকা নোহোৱাকৈ, সৰলভাৱে, ন-কৈ, প্ৰথমতে, straightly, directly, at first, recently.

পোনছাটে, পোন্ছাটেই, } ক্ৰি. বি. ( অং. পোন, সৰল + ছাটি, নিক্ষেপ; পোনকৈ নিক্ষেপ কৰাৰ দৰে ) একেবাৰেই, তেতিয়াই, অকস্মাত বেগাই; যেনে, ধৰপ কৰে উঠি পোনছাটেই লৰ দিলে, suddenly, immediately, straightway.

পোন্দা, স. ধা. কোদোৱা কৰ্, খঙ্গেৰে ঘোপা কৰ্ ( চকুত খাটে ); যেনে, চকু পোন্দাইছে, to contract, as the brow in displeasure.

পোন্দোৱাকৈ, ক্ৰি. বি. খঙ্গেৰে চকু ঘোপা কৰি, frowningly.

পোন্দোৱাপুন্দিকৈ, ক্ৰি. বি. অনেক বাৰ চকু পোন্দাই, খঙ্গেৰে চকু পকাই, rolling the eyes with anger.

পোন্ধ, স. শ. ( বং. পোঁদ, পোকৰ ) চুৰিয়াৰ দুই উকৰ মাজে সৰকাই পাচ ফালে খোঁচা ভাগ, that end of a waist cloth, which is tucked in behind.

পোন্ধৰ, সংখ্যা. ( সং. পঞ্চদশ; হিং. পন্দ্ৰহ, পনেৰ ) পাঁচ অধিক দহ, fifteen.

পোন্-পটি, স. শ. ( অং. পোন, সৰল + পটি, বাট ) সৰলতা, ঋজু আচৰণ; যেনে, পোন-পটিত চলিবা, uprightness, straightforwardness.

পো-ভাই, স. শ. ( অং. পো, পুত্ৰ + ভাই, ভ্ৰাতৃ ) বংশ, গোষ্ঠী, জ্ঞাতি, blood relations.

পোৰ্, স. ধা. ( সং. পুট্, দীপ্তি কৰ্, পোহৰ হয়, এতেকে; বং. পোড়ন, দাহ কৰণ ) দাহ কৰ্, ভস্ম কৰ্; জ্বালা কৰ্; যেনে, মৰিচে মুখ পোৰে, to burn, to cause a burning sensation to. অ. ধা. জ্বালা বোধ কৰ্, তাপ পা; যেনে, গা পুৰিছে, to feel a burning sensation.

পোৰণ্, কৃদ. স. পোৰা বা দাহ কৰা কাৰ্য্য, the act of burning.

পোৰণি, পোৰণি-ভেৰণি, } স. শ. জ্বালা, দাহ, তাপ, a burning sensation.

পোৰাণি, স. শ. জুইয়ে পোৰা হাবি, a burnt jungle.

পোৰা-পৰ্ব্বত, স. শ. ( অং. পোৰা, দাহ কৰা + পৰ্ব্বত, ওখ শিলসমূহ) জুই উগৰা পৰ্ব্বত, a volcano.

পোৰাপিঙ্গলা, স. শ. ( অং. পোৰা, দাহ কৰা + পিঙ্গলীয়া, ৰঙ্গামুগা বৰণীয়া )

প্ৰথমতে ৰঙচীয়া হৈ পাচে জুইয়ে পোৰা যেন কলা হোৱা এবিধ ছালৰ ৰোগ, a kind of cutaneous disease.

পোৰোলা-লতি, স. শ. (সং. পটোললতিকা) পটোলৰ লতা, a plant of the gourd family.

পোলক, অ. ধা. পিছলি সোলক্; যেনে, গাঁঠিটো পুলকিল; পিছলি মুকলি হ; যেনে বান্ধ ঢিলা হলে বস্তু পুলকি যায়, to slip off, as a fastening, to slip from a noose or tie.

পোলা, স. শ. (সং. পোল; বং. পুলা, আটি) কেইবা মুঠা খাগৰি বা ইকৰা গোটাই বন্ধা ডাঙৰ আটি; দুৱাৰ মুখৰ বাৰৰ দাঁতিত বা বাৰৰ চুকত বন্ধা ইকৰাৰ আটি, a large bundle of reeds.

পোলা-কটা, স. শ. বাৰৰ চুক কাটি চুৰ কৰা চোৰ, a thief.

পোলোকা, স. ধা. পিছলাই সোলোকা; গাঁঠি পিছলাই মুকলি কৰ্, to unfasten by slipping off a tie or noose.

পোলোঙা, বি. (অং. পোন, থিয়) ডাল নধৰাকৈ পোন হৈ বাঢ়ি যোৱা (গছত খাটে), straight and without branches (said of a tree).

পোৱা, স. শ. (সং. পাদ; হিং. পৌৱা; বং. পোয়া, চাৰি ভাগৰ এভাগ) চাৰি ভাগৰ এভাগ, ঘাইকৈ এসেৰৰ চাৰি ভাগৰ এভাগ, কুৰি টকাৰ ভৰ, one-fourth, especially one-fourth of a seer.

পোৱা, স. ধা. (অং. পা, লভ্, উপস্থিত হ গৈ) প্ৰাপ্ত কৰ্, কোনো ঠাইত উপস্থিত কৰ্, to cause to get or obtain or to arrive at.

পোৱা জয়্, স. শ. শিৱ সিংহ ৰজাৰ আজ্ঞাৰে কৰা খাটনি খাটিবৰ উপযুক্ত বয়স পোৱা পাইকবিলাৰ মুঠ সংখ্যাৰ কাকত। (চাৰি-টা পাইকে একগোট, তাৰ এটাক এপোৱা বোলা হৈছিল; সেই প্ৰতিপাইকৰ লেখ কৰা হৈছিল দেখি সেই নাম), the record of a census of the adult male *paiks* or of the people, taken under the orders of Raja Siva Singha.

পোৱাঁতী, বি. (পো, সন্তান, বং. পোয়াতী, সন্তান প্ৰসৱ কৰা তিৰোতা) নকৈ পোৱালি বা সন্তান হোৱা; যেনে, পোৱাঁতী কুকুৰ, পোৱাঁতী তিৰোতা, recently delivered of a child.

পোৱাপুই, বি. (অং. পা, উপস্থিত হ গৈ) কোনো ঠাই পাব লগীয়া, ওচৰ চপা; যেনে, সি ঘৰ পোৱাপুই হৈছে, just about to reach.

পোৱাল্, স. শ. (সং. প্ৰবাল, এবিধ মণি) সাগৰৰ তলত পোকৰ পৰা হোৱা এবিধ ৰঙা বস্তু; তাৰ পৰা কৰা মণি, coral, a coral bead.

পোৱালি, } স. শ. (সং. পোত; শ্ৰীহট্ট. পোৱালী, } পোলা, জন্তুৰ সন্তান) অধিক বয়স নোপোৱা জন্তু, a young animal or bird.

পোৱাল্-বেঙেনা, স. শ. এবিধ বগা থকুৱা বেঙেনা; তাৰ গছ, a kind of egg-plant and its fruit.

পোৱালমণি, স. শ. পোৱাল কাটি কৰা মণি, a coral bead.

পোষণ্, কৃদ. স. (সং. পোষণ—পুষ্, পালন কৰ্) প্ৰতিপালন কৰা কাৰ্য্য, পালন, the act of supporting or cherishing.

পোষ্টা, স. শ. (সং.) প্ৰতিপাল কৰোঁতা, supporter, cherisher.

পোষ্টাপিতৃ, স. শ. (সং.) তোলনীয়া বোপাই, an adopted father, a foster-father.

পোষ্য, বি. (সং.) প্ৰতিপাল কৰিবৰ যোগ্য, পালন কৰিব লগা, fit or proper to be supported. স. শ. জীৱিকাৰ নিমিত্তে আনৰ ওপৰত নিৰ্ভৰ কৰা লোক, পুহিব পালিব লগীয়া মানুহ, a dependant.

পোষ্য-পুত্ৰ, স. শ. (সং.) তোলনীয়া পো, an adopted son, a foster-son.

পোহ্, স. ধা. (সং. পুষ্, প্ৰতিপাল কৰ্)

পাল্, প্ৰতিপাল কৰ্; আহাৰাদি দি ৰক্ষা কৰ্ (জন্তুত খাটে), to support, to nourish, to rear, as an animal, &c.

পোহ্ উঠ্, পুষ্ট হ্, to be plump or fat.

পোহ্ তোল্, অধিকৰূপে খুৱাই পুষ্ট কৰ্, to fatten.

পোহ্ দি, দৈ গাখীৰ মিষ্ট কৰিবৰ কাৰণে তাৰ লগত এৰাঁ গাখীৰ মিহলা, to add new milk to old curds.

পোহ্ ধৰ্, পুষ্ট হ্, to be fat.

পোহ্ ধৰা, পুষ্ট কৰ্, পোহ তোল্, to fatten.

পোহ্ ল, জাতি হ, ঘৰচীয়া হ, to be tame.

পোহন্, কৃদ. স. পোহা কাৰ্য্য; দৈ গাখীৰ মিঠা কৰিবৰ কাৰণে তাৰ লগত মিলোৱা এৰাঁ গাখীৰ, the act of supporting or cherishing, milk added to curd.

পোহনীয়া, বি. মানুহে পোহা, ঘৰচীয়া, tame, domesticated.

পোহন্-পালন্, স. শ. পোহা কাৰ্য্য, খাব পিন্ধিবলৈ দিয়া কাৰ্য্য, প্ৰতিপাল কৰণ, the act of supporting.

পোহ্-ধৰা, বি. পুষ্ট, মঙ্গহাল্, plump, fleshy.

পোহ্পাল্, স. শ. প্ৰতিপাল, লোকৰ পৰা পোৱা জীবিকা বা খাব পিন্ধিবৰ উপায়; যেনে, পুতেকে বাপেকক পোহপাল দিয়ে, maintenance or means of sustenance obtained from another.

পোহৰ্, স. শ. দীপ্তি, প্ৰকাশ, light.

পোহৰা, স. ধা. পোহৰ কৰ্, প্ৰকাশিত কৰ্, to illuminate, to light.

পোহাৰ্, স. শ. (সং. পশৰা, বেচিবলৈ নিয়া বস্তুৰ বোজা) বেচিবৰ নিমিত্তে সামান্য বস্তু সজাই থোৱা ঠাই, a petty shop.

পোহাৰী, স. শ. অলপীয়া মূল্যৰ বস্তু-বেচা তিৰোতা; পোহাৰ দিয়া তিৰোতা; মাছ-বেচঁতী, a woman who keeps a petty shop, a fish-woman.

পোহোঁতা, কৃদ. স. যি জন্তু পোহে, প্ৰতিপাল কৰোঁতা, a supporter, one who rears any animal, &c. (স্ত্ৰী) পোহঁতী।

পৌত্ৰ, পৌত্ৰ, স. শ. (সং. পৌত্ৰ, পৌত্ৰ—পুত্ৰ, পুত্ৰ, পো) পোৰ পুতেক, a son's son. (স্ত্ৰী) পৌত্ৰী, পৌত্ৰী।

পৌৰাণিক, বি. (সং.) পুৰাণ সম্বন্ধীয়, পুৰাণৰ, আগৰ কালৰ, পুৰণি, of or pertaining to the Purans, ancient.

পৌষ্, স. শ. (সং. পৌষ—পুষ্যা, এটা নক্ষত্ৰ, এই মাহৰ পূৰ্ণিমা পুষ্যা নক্ষত্ৰত পাৰে, এতেকে) পুহ-মাহ, a part of December and January.

প্ৰ, উপস. (সং.) ডাঙ্গৰ, শ্ৰেষ্ঠ আদি বুজোৱা উপসৰ্গ, a prefix implying excellence, &c.

প্ৰকট্, বি. কষ্ট-সাধ্য, কৰিবলৈ টান, difficult of accomplishment.

প্ৰকট্, স. ধা. (সং. প্ৰকট, বাহিৰ কৰণ) বাহিৰ কৰ্, উলিয়া; যেনে, আছে দশন প্ৰকটি, to expose. (পদাত)।

প্ৰকটিত্, কৃদ. বি. (সং. প্ৰকটিত—প্ৰ, উপস. + কট্, গতি কৰ্) প্ৰকাশিত, বাহিৰ কৰা, displayed, published.

প্ৰকৰণ, স. শ. (সং. প্ৰকৰণ—প্ৰ, উপস. + কৃ, কৰ্; কোনো বিশেষ বিষয়ৰ বিবেচনা কৰা যায়, এতেকে) কোনো পুথিত বা কাকতত সৰু সৰু ছেদ কৰি কোনো এটা বিষয়ৰ কথা লিখা এক ভাগ, আধ্যা, a division of a book treating of a particular subject, a chapter, an article

প্ৰকাৰ্, স. শ. (সং. প্ৰকাৰ—প্ৰ, উপস. + কৃ, কৰ্) বিধ, দৰ, sort, kind, manner.

প্ৰকাৰান্তৰ্, স. শ. (সং.) আন এক প্ৰকাৰ, ভাব বা প্ৰণালী, a different sort, another way or manner.

প্ৰকাৰান্তৰে, ক্ৰি. বি. আন এক প্ৰকাৰে, আন দৰে; বেঁকা ভাৱে, পোন ভাৱে নোহোৱাকৈ; যেনে, প্ৰকাৰান্তৰে সুধিলোঁ, in a different manner, indirectly.

প্ৰকাৰে, ক্ৰি. বি. দৰে, ৰূপে, in the manner.

প্ৰকাশ্, স. শ. (সং. প্ৰকাশ—প্ৰ, উপস. +

কাশ্, দীপ্তি কৰ্) দীপ্তি, পোহৰ, light. বি. বিদিত, ব্যক্ত; যেনে, এই কথা প্ৰকাশ হৈছে, manifested, disclosed. স. ধা. পোহৰ কৰ্; ব্যক্ত বা বাহিৰ কৰ্, প্ৰচাৰ কৰ্; যেনে, সূৰ্য্যে জগতক প্ৰকাশিছে; শঙ্কৰে বৈষ্ণৱ ধৰ্ম্ম প্ৰকাশিলে, to disclose. অ. ধা. দীপ্তি দি; যেনে, সূৰ্য্যে প্ৰকাশিছে, to shine.

**প্ৰকাশক**, স. শ. (সং.) প্ৰকাশ কৰোঁতা, দীপ্তি দিওঁতা; ব্যক্ত কৰোঁতা, প্ৰচাৰক, an illuminator, a publisher.

**প্ৰকাশিত্**, কৃদ. বি. (সং.) দীপ্তি পোৱা, উজ্জ্বলিত; ব্যক্ত, প্ৰচাৰিত, illuminated, published.

**প্ৰকাশ্য**, বি. (সং.) প্ৰকাশ কৰিবৰ যোগ্য, বাহিৰ কৰিবৰ যোগ্য, fit to be displayed or published.

**প্ৰকাশ্যৰূপে**, ক্ৰি. বি. ব্যক্ত কৰি, সকলোৰে আগত, publicly.

**প্ৰকুপিত্**, "প্ৰকোপিত" চোৱা।

**প্ৰকৃত্**, বি. (সং. প্ৰকৃত—প্ৰ, উপস. + কৃ, কৰ্) সঁচা, যথাৰ্থ, real, true.

**প্ৰকৃত-পক্ষে**, ক্ৰি. বি. স্বৰূপাৰ্থত, যথাৰ্থকৈ কোৱাত, in reality.

**প্ৰকৃতি**, স. শ. (সং. প্ৰকৃতি—প্ৰ, উপস. + কৃ, কৰ্) ঈশ্বৰৰ সৃষ্টি কৰা শক্তি বা ইচ্ছা। সংস্কৃতত ই স্ত্ৰীলিঙ্গ শব্দ, এতেকে সৃষ্টিকৰ্ত্তা ঈশ্বৰক পুৰুষ আৰু প্ৰকৃতিক তেওঁৰ ভাৰ্য্যা বুলি প্ৰাচীন পণ্ডিতবিলাকে লিখিছে; এতেকে, প্ৰকৃতিৰ পৰা হোৱা বস্তুসমূহ বা সৃষ্টি; যেনে, প্ৰকৃতিৰ শোভা; স্বভাৱ বা স্বাভাৱিক গুণ বা অৱস্থা; যেনে, তাৰ প্ৰকৃতি ভাল নহয়, the creative power of God personified, nature, the universe, natural state or disposition.

**প্ৰকৃষ্ট**, স. শ. (সং. প্ৰকৃষ্ট—প্ৰ, উপস. + কৃশ্, টানি আন্) উত্তম, শ্ৰেষ্ঠ; প্ৰধান, excellent, best, chief.

**প্ৰকৃষ্টতা**, গু. শ. (সং.) উৎকৃষ্টতা, excellence.

**প্ৰকোপ্**, স. শ. (সং. প্ৰকোপ—প্ৰ, উপস. + কুপ্, খং কৰ্) প্ৰবলতা, উগ্ৰতা; যেনে, বতাহৰ প্ৰকোপ গুচিছে, violence, excitement.

**প্ৰকোপিত্**, কৃদ. বি. (সং.) বৰকৈ খং উঠা; প্ৰবল, উগ্ৰ; যেনে, বায়ু প্ৰকোপিত হৈছে, provoked, violent, excited.

**প্ৰক্ৰম্**, স. শ. (সং. প্ৰক্ৰম—প্ৰ, উপস. + ক্ৰম্, গতি কৰ্) কোনো কাৰ্য্য কৰিবৰ প্ৰণালী, কোনো বস্তু যুগুত কৰোঁতে যিৰূপে যি কাৰ্য্য কৰিব লাগে, তাৰ প্ৰকাৰ; যেনে, ৰস-সিন্দূৰ কৰাৰ প্ৰক্ৰম শিকিছে, the process of doing anything, *modus operandi*.

**প্ৰক্ৰিয়া**, স. শ. (সং. প্ৰক্ৰিয়া—প্ৰ, উপস. + কৃ, কৰ্) প্ৰক্ৰম, see the above.

**প্ৰখৰ্**, বি. (সং. প্ৰখৰ—প্ৰ, উপস. + খৰ, তাপ) বৰ তপত; যেনে, প্ৰখৰ ৰদ; বৰ চোকা; যেনে, প্ৰখৰ বুদ্ধি, very hot, very sharp.

**প্ৰখ্যাত্**, বি. (সং. প্ৰখ্যাত—প্ৰ, উপস. + খ্যাত, প্ৰসিদ্ধ) সকলোৱে ভালৰূপে জনা, celebrated, notorious.

**প্ৰগল্ভ**, বি. (সং. প্ৰগল্ভ—প্ৰ, উপস. + গল্ভ্, গপ মাৰ্) নিলাজ, অপমানলৈ ভয় নকৰি আগ. বঢ়া; কৰিব নোৱাৰিলে বা বেয়াকৈ কৰিলে লাজ পাবৰ ভয় নকৰি কোনো কামলৈ আগ বঢ়া, audacious, impudent.

**প্ৰগল্ভতা**, গু. শ. (সং.) অপমানলৈ ভয় নকৰি আগ বঢ়া গুণ, বেয়া সাহস, impudence.

**প্ৰচণ্ড**, বি. (সং. প্ৰচণ্ড—প্ৰ, উপস. + চড়্, খং কৰ্) ভয়ামিয়া, বৰ খঙাল, উগ্ৰ, ভয়ানক; প্ৰবল; যেনে, প্ৰচণ্ড বতাহ, furious, passionate, violent. (স্ত্ৰী) প্ৰচণ্ডা।

**প্ৰচলিত্**, বি. (সং. প্ৰচলিত—প্ৰ, উপস. + চলিত, চলি থকা) ভালৰূপে চলি থকা, prevalent, current.

প্ৰচাৰ্, স. শ. ( সং. প্ৰচাৰ—প্ৰ, উপস.+ চৰ্, গতি কৰ্ ) চলন, ব্যৱহাৰ, প্ৰকাশ; যেনে, খ্ৰীষ্টীয়ান ধৰ্ম্মৰ প্ৰচাৰ হৈছে; নিমেষ, currency, publication, winking of the eye, nictation.

প্ৰচাৰক, স. শ. ( সং. ) প্ৰকাশ কৰোঁতা, প্ৰচাৰ কৰোঁতা ব্যক্ত কৰোঁতা; চলাওঁতা, a publisher, a proclaimer, an inaugurator.

প্ৰচাৰিত্, কৃদ. বি. ( সং. প্ৰকাশ কৰা, ব্যক্ত কৰা, চলোৱা, published, made current.

প্ৰচুৰ্, বি. ( সং. প্ৰচুৰ—প্ৰ, উপস.+চুৰ্, অপহৰণ কৰ্ ) অনেক, অধিক, বহুত, much, many.

প্ৰচুৰতা, গু. শ. (সং) আধিক্য, প্ৰচুৰ পৰিমাণ, abundance.

প্ৰজা, স. শ. ( সং. প্ৰজা—প্ৰ, উপস.+ জন্, ওপজ্ ) সন্তান; ৰজাৰ অধীন লোক, ৰায়ত; লোকৰ মাটিত থকা মানুহ, offspring, a subject of a king, a tenant.

প্ৰজাপতি, স. শ. ( সং. প্ৰজাপতি—প্ৰজা, মনুষ্যবৰ্গ + পতি, গৰাকী ) সৃষ্টিকৰ্ত্তা, ব্ৰহ্মা; আদিতে মানুহৰ বংশ বৃদ্ধি কৰা ব্ৰহ্মাৰ তিনি জনা পুতেকৰ এজনা; যেনে, দক্ষ, নাৰদ, ভৃগু ( এই কথাত মত বেলেগ), *Brahma*, one of his three sons, by whom the human race is said to have been multiplied.

প্ৰজা-পালক, স. শ. ( সং. প্ৰজাপালক— প্ৰজা, ৰায়ত + পালক, ৰক্ষক ) ৰজা, a king.

প্ৰজ্বলিত, কৃদ. স. ( সং. প্ৰজ্বলিত—প্ৰ, উপস.+জ্বল্, জুই লাগ ) বৰকৈ জ্বলা; যেনে, প্ৰজ্বলিত অগ্নি; প্ৰখ্যাত হোৱা, সকলোৱে জনা হোৱা; যেনে, অমুকৰ নাম প্ৰজ্বলিত হৈছে, blazing, noted, published.

প্ৰণত্, বি. ( সং. প্ৰণত—প্ৰ, উপস.+নত, মূৰ চাপৰোৱা ) মূৰ চাপৰোৱা, সেৱা কৰা, saluting with respect.

প্ৰণতি, স. শ. ( সং. প্ৰণতি—প্ৰ, উপস.+ নতি, সেৱা ) সেৱা, নমস্কাৰ, প্ৰণাম, reverential salutation.

প্ৰণম্, স. ধা. ( সং. প্ৰ, উপস.+নম্, মূৰ দোঁৱা ) প্ৰণাম কৰ্, সেৱা কৰ্, to salute reverentially.

প্ৰণয়্, স. শ. ( সং. প্ৰণয়—প্ৰ, উপস.+নী, লৈ যা ) বন্ধুতা, প্ৰীতি, friendship, intimacy.

প্ৰণয়ী, বি. ( সং. প্ৰণয়িন্—প্ৰণয়, প্ৰেম+ ইন্ ) মৰমৰ, প্ৰীতিৰ, beloved. স. শ. মৰমৰ বা প্ৰীতিৰ লোক, বন্ধু, a friend. ( স্ত্ৰী ) বি. স. শ. প্ৰণয়িনী।

প্ৰণৱ, স. শ. ( সং. প্ৰণৱ—প্ৰ, উপস.+নু, প্ৰশংসা কৰ্ ) ওঙ্কাৰ, ওঁ, the mystic monosyllable *Om*.

প্ৰণাম্, স. শ. ( সং. প্ৰণাম—প্ৰ, উপস.+ নম্, মূৰ চাপৰা) ভক্তিভাৱে মূৰ চাপৰোৱা কাৰ্য্য; সেৱা, a reverential salutation. স. ধা. সেৱা কৰ্, ভক্তিভাৱে মূৰ চাপৰা; যেনে, "প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন," (শঙ্কৰদেৱ), to salute reverentially. "নমস্কাৰ" চোৱা।

প্ৰণালী, স. শ. ( সং. প্ৰণালী—প্ৰ, উপস. +নল্, বান্ধ ) পানীৰ লোৰ; কোনো কাৰ্য্যৰ প্ৰকাৰ বা বিধ; যেনে, এই প্ৰণালীৰ গোচৰ, a watercourse, kind, sort.

প্ৰণিপাত্, স. শ. ( সং. প্ৰণিপাত—প্ৰ, উপস.+নি, উপস.+পত্, পৰ্ ) দীঘল হৈ পৰি কৰা প্ৰণাম, দণ্ডৱত; সেৱা, reverential prostration, respectful salutation.

প্ৰণীত্, কৃদ. বি. ( সং. প্ৰণীত—প্ৰ, উপস. +নী, লৈ যা ) ৰচিত, ভণিত, যুগুত কৰা, লেখা, written, composed.

প্ৰণেতা, স. শ. ( সং. প্ৰণেতৃ—প্ৰ, উপস.+ নী, লৈ যা) ৰচোঁতা, ভণোঁতা, an author.

প্ৰতাপ্, স. শ. ( সং. প্ৰতাপ—প্ৰ, উপস.+ তপ্, দাহ কৰ্ ) প্ৰভাৱ, শক্তি, পৰাক্ৰম; যেনে, ৰজাৰ প্ৰতাপ, বৰ ডাঙ্গৰ তাপ;

যেনে, জেঠ মহীয়া সূৰ্য্যৰ প্ৰতাপ; গৌৰৱ, মহিমা, power, valor, dignity, extreme heat.

প্ৰতাপী, বি. (সং. প্ৰতাপিন্—প্ৰতাপ + ইন্) পৰাক্ৰমী, বলৱান, মহিমাযুক্ত; তাপযুক্ত, powerful, dignified, burning.

প্ৰতাপহীন, বি. (সং.) বলহীন, পৰাক্ৰম নথকা, weak, not powerful.

প্ৰতাৰ্, স. ধা. (সং. প্ৰতাৰণ, ফাকি—প্ৰ, + তৃ, পাৰ হ) বঞ্চ্, ছল্, ফাকিত পেলা, to deceive, to cheat.

প্ৰতাৰক, স. শ. (সং.) বঞ্চক, ছল কৰোঁতা, a cheat.

প্ৰতাৰণা, স. শ. (সং.) বঞ্চনা, ফাকি, ছলনা, fraud, deceit.

প্ৰতাৰিত, কৃদ. বি. (সং.) ফাকিত পৰা, ছলা, cheated, deceived.

প্ৰতি, উপস. (সং.) সলনি, নিমিত্তে ইত্যাদি বুজোৱা উপসৰ্গ, a prefix implying substitution, &c.

প্ৰতি, আ. অব্য. (সং. প্ৰতি, ঐ) নিমিত্তে, কাৰণে; যেনে, তোমাৰ প্ৰতি, for, to.

প্ৰতিকাৰ্, স. শ. (সং. প্ৰতিকাৰ—প্ৰতি, উপস. + কৃ, কৰ্) প্ৰতিহিংসা, পোটক; আপদৰ শান্তি হোৱা কাৰ্য্য; যেনে, এই বিপদৰ প্ৰতিকাৰ নাই, revenge, remedy.

প্ৰতিকূল্, বি. (সং. প্ৰতিকূল—প্ৰতি, উপস. কূল, নৈৰ দাঁতি) বিৰুদ্ধ, অহিত; যেনে, প্ৰতিকূল দৈৱ, adverse, inimical, antagonistic.

প্ৰতিকূলতা, গু. শ. (সং.) বিপক্ষতা, বিৰোধ, শত্ৰুতা, hostility, opposition.

প্ৰতিকূলে, আ. অব্য. অহিতে, বিৰোধে, against.

প্ৰতিগমন্, কৃদ. স. (সং. প্ৰতিগমন—প্ৰতি, উপস. + গম্, গতি কৰ্) উলটি যোৱা কাৰ্য্য, the act of going back.

প্ৰতিগ্ৰহ্, স. শ. (সং. প্ৰতিগ্ৰহ—প্ৰতি, উপস. + গ্ৰহ্, ল) দান-লোৱা কাৰ্য্য, লোকে দিয়া বস্তুৰ গ্ৰহণ, acceptance.

প্ৰতি ঘৰে, ক্ৰি. বি. ঘৰে পতি, ঘৰে ঘৰে প্ৰতি ঘৰত, in each house or family.

প্ৰতিজ্ঞা, স. শ. (সং. প্ৰতিজ্ঞা—প্ৰতি, উপস. + জ্ঞা, জান্) অঙ্গীকাৰ, কোনো কাৰ্য্য কৰিবলৈ গাত লওন, a promise, an agreement.

প্ৰতিজ্ঞাপত্ৰ, স. শ. (সং. প্ৰতিজ্ঞাপত্ৰ—প্ৰতিজ্ঞা, ঐ + পত্ৰ, কাকত) অঙ্গীকাৰ-পত্ৰ, কোনো কাৰ্য্য কৰিবলৈ কথা বান্ধি লিখি দিয়া কাকত, a written contract or agreement.

প্ৰতিদান, স. শ. (সং. প্ৰতিদান—প্ৰতি, উপস. + দান, দিয়া কাৰ্য্য) কোনো এজনে দিয়া এটা বস্তুৰ সলনি তেওঁক কোনো বস্তু দিয়া কাৰ্য্য, দানৰ সলনি দান; ওলোটাই দিয়া কাৰ্য্য, the act of making a present in return for one received, the act of giving back.

প্ৰতিদিন, প্ৰতিদিনে, } ক্ৰি. বি. নিতৌ, every day.

প্ৰতিদ্বন্দী, স. শ. (সং. প্ৰতিদ্বন্দিন্—প্ৰতি, বিৰুদ্ধ + দ্বন্দ, বিবাদ + ইন্; বিবাদ কৰোঁতা) আন কোনো এজনৰ সমান বা শ্ৰেষ্ঠ হবলৈ চেষ্টা কৰোঁতা, আনক পৰাস্ত কৰি আপুনি উন্নত হবলৈ চেষ্টা কৰোঁতা, a rival, a competitor.

প্ৰতিধ্বনি, স. শ. (সং. প্ৰতিধ্বনি—প্ৰতি, উপস. + ধ্বনি, শব্দ) এটা উচ্চ শব্দ, কোনো ঠাইত ঠেকা খাই উঠা শব্দ, an echo.

প্ৰতিনিধি, স. শ. (সং. প্ৰতিনিধি—প্ৰতি, উপস. + নি, উপস. + ধা, ধাৰণ কৰ্) বদলি, আন এজনৰ সলনি কাম কৰোঁতা, a representative, a substitute.

প্ৰতিপত্তি, স. শ. (সং. প্ৰতিপত্তি—প্ৰতি, উপস. + পদ্, গতি কৰ্) যশস্যা, খ্যাতি, fame.

প্ৰতিপদ্, স. শ. (সং. প্ৰতিপদ—প্ৰতি, উপস. + পদ্, গতি কৰ্) প্ৰথম তিথি; অমাবাস্যা বা পূৰ্ণিমাৰ পাচৰ তিথি;

প্ৰত্যেক খোজ্, the first lunar day, each step.

প্ৰতিপন্ন, বি. (সং. প্ৰতিপন্ন—প্ৰতি, উপস.+ পদ্, গতি কৰ্) অৱগত, বুজোৱা, নিশ্চিত; যেনে, এই কথা প্ৰতিপন্ন হৈছে, understood, made known, ascertained.

প্ৰতিপাল্, স. শ. (সং. প্ৰতিপালন, পোহন) ৰক্ষণ, পোহন পালন, the act of protecting or supporting.

প্ৰতিপালক, স. শ. (সং. প্ৰতিপালক—প্ৰতি, উপস.+পাল, ৰক্ষা কৰ্) ৰক্ষক; জীৱিকা দিওঁতা, খাব পিন্ধিবলৈ দিয়া লোক, a protector, a supporter.

প্ৰতিপালন, কৃদ. স. (সং.) ৰক্ষণ; পোহ পাল দিয়া কাৰ্য্য, পোহন পালন, the act of protecting or supporting.

প্ৰতিপালনীয়, বি. (সং.) প্ৰতিপাল কৰিবৰ যোগ্য, পোহন পালন কৰিব লগা, fit or proper to be protected or supported.

প্ৰতিপালিত্, কৃদ. বি. (সং.) পালিত, পোহা, protected or supported.

প্ৰতিপাল্য, বি. (সং.) "প্ৰতিপালনীয়" চোৱা।

প্ৰতিপ্ৰসৱ, স. শ. (সং. প্ৰতিপ্ৰসৱ—প্ৰ, উপস.+সূ, ওপজ্) নিষিদ্ধ কাৰ্য্য কৰিবৰ বিশেষ বিধান, precept for an act which, under other circumstances, is forbidden.

প্ৰতিফল্, স. শ. (সং. প্ৰতিফল—প্ৰতি, উপস. + ফল, পৰিণতি) প্ৰতিহিংসা, পোটক, revenge, retaliation.

প্ৰতিবচন্, স. শ. (সং. প্ৰতিৱচন—প্ৰতি, উপস. + ৱচন, বাক্য) মৌখিক উত্তৰ, সমিধান, a verbal reply.

প্ৰতিবন্ধ, স. শ. (সং. প্ৰতিবন্ধ—প্ৰতি, উপস.+বধ্,আবদ্ধ কৰ্) বাধা,বিঘ্ন,কোনো কাৰ্য্যসিদ্ধিৰ নিবাৰণ, an obstacle.

প্ৰতিবন্ধক, স. শ. (সং.) বাধা জন্মাওঁতা, বিৰোধ কৰোঁতা; যেনে, এই কাৰ্য্যত প্ৰতিবন্ধক নহবা, অশৌচ বিয়াব প্ৰতিবন্ধক, an obstructor, he who or that which obstructs.

প্ৰতিবন্ধকতা, গু. শ. (সং.) প্ৰতিবন্ধ, an obstacle.

প্ৰতিবাদ, স. শ. (সং. প্ৰতিৱাদ—প্ৰতি, বিৰোধে + ৱদ, ক) আপত্তি, কোনো কথাৰ বিৰোধে কৰা উক্তি, contradiction, remonstration.

প্ৰতিবাদী, স. শ. (সং. প্ৰতিৱাদিন্—প্ৰতি, বিৰোধে + ৱাদিন্, কওঁতা; গুচৰীয়াৰ কথাৰ বিৰোধে কয়; এতেকে) পদকীয়া, a defendant. (স্ত্ৰী) প্ৰতিবাদিনী।

প্ৰতিবাসী, স. শ. (সং. প্ৰতিৱাসিন্—প্ৰতি, উপস. + ৱাসিন, নিবাস কৰোঁতা—ৱস্, নিবাস কৰ্) চুবুৰীয়া, ওচৰ ঘৰীয়া মানুহ, a neighbour. (স্ত্ৰী) প্ৰতিবাসিনী।

প্ৰতিবিধান্, স. শ. (সং. প্ৰতিৱিধান—প্ৰতি, উপস. + ৱিধান, দিহা) বেয়া হোৱা কাৰ্য্যক ভাল কৰিবৰ দিহা, আপদ বা কষ্ট গুচাবৰ উপায়, arrangements for remedying an evil.

প্ৰতিবিম্ব, স. শ. (সং. প্ৰতিবিম্ব—প্ৰতি, উপস.+ৱিম্ব, আকৃতি) ছাঁ, আৰ্চী বা পানীত ওলোৱা মানুহৰ বা বস্তুৰ আকৃতি, a shadow, a reflected likeness. অসমীয়াত "প্ৰতিবিম্ব" এনেও হয়।

প্ৰতিভূ, স. শ. (সং. প্ৰতিভূ—প্ৰতি, উপস. + ভূ, হ; আনৰ সলনি জগৰীয়া হয়, এতেকে) লগা, জামিন, a security, a surety.

প্ৰতিভা, স. শ. (সং. প্ৰতিভা—প্ৰতি, উপস.+ভা, দীপ্তি কৰ্) প্ৰখৰ বুদ্ধি, বাঢ়ি যোৱা বুদ্ধি, genius, superior intellectual power, talent.

প্ৰতিমা, স. শ. (সং. প্ৰতিমা—প্ৰতি, উপস. +মা, জোখ) দেৱতাৰ মূৰ্ত্তি; আকৃতি, মূৰ্ত্তি, an idol, an image.

প্ৰতিমূৰ্ত্তি, স. শ. (সং. প্ৰতিমূৰ্ত্তি—প্ৰতি, উপস.+মূৰ্ত্তি, আকৃতি) লিখনীৰে লেখা বা সজা আকৃতি; আৰ্চীত বা পানীত ওলোৱা কোনো বস্তুৰ আকৃতি, an image, a picture, a reflected likeness.

প্ৰতিযোগিতা, গু. শ. (সং. প্ৰতিযোগিতা—তললৈ চোৱাঁ) বিৰোধ; অৰিয়া অৰি, আনক ঠেলি কোনো বস্তু পাবলৈ কৰা চেষ্টা, opposition, competition.

প্ৰতিযোগী, স. শ. (সং. প্ৰতিযোগিন্—প্ৰতিযোগ, বিৰোধ + ইন্) বিপক্ষ, বিৰোধ কৰোঁতা; আনক ঠেলি কোনো বস্তু লাভ কৰিবলৈ চেষ্টা কৰোঁতা, an opponent, a competitor, a rival.

প্ৰতিৰূপ, স. শ. (সং. প্ৰতিৰূপ—প্ৰতি, উপস. + ৰূপ, আকৃতি) প্ৰতিমূৰ্ত্তি, an image, a reflected likeness.

প্ৰতিৰোধ্, স. শ. (সং. প্ৰতিৰোধ—প্ৰতি, উপস. + ৰুধ্, বাধা জন্মা) বাধা, মানা, hinderance, opposition.

প্ৰতিৰোধক, স. শ. (সং.) বাধা-কাৰক, বাধা জন্মাওঁতা, মানা কৰোঁতা, one who opposes or hinders.

প্ৰতিৰোধী, বি. (সং. প্ৰতিৰোধিন্—প্ৰতিৰোধ, বাধা + ইন্) বাধা জন্মোৱা, নিষেধ কৰা, hindering, opposing.

প্ৰতিলিপি, স. শ. (সং. প্ৰতিলিপি, নকল—প্ৰতি, উপস. + লিপি, লেখা) আন এখান চাই তাৰ দৰে লিখা কাকত, a copy.

প্ৰতিশব্দ, স. শ. (সং. প্ৰতিশব্দ—প্ৰতি, উপস. + শব্দ, অৰ্থযুক্ত ধ্বনি) সমাৰ্থক শব্দ, কোনো এটা শব্দৰ অৰ্থ বুজাবলৈ ব্যৱহৃত মাত, a synonym.

প্ৰতিশোধ্, স. শ. (সং. প্ৰতিশোধ—প্ৰতি, উপস. + শুধ্, নিৰ্ম্মল কৰ্) ধাৰ শুজা কাৰ্য্য; প্ৰতিহিংসা, প্ৰতিকাৰ, liquidation, retaliation.

প্ৰতিষেধ্, স. শ. (সং. প্ৰতিষেধ—প্ৰতি, বিৰোধ + সিধ্, পূৰ্ণ কৰ্; কাৰ্য্য সিদ্ধিত বিৰোধ কৰে; এতেকে) বাধা, মানা, হাক, নিষেধ, prohibition.

প্ৰতিষ্ঠা, স. শ. (সং. প্ৰতিষ্ঠা—প্ৰতি, উপস. + স্থা, থাক্) যশস্যা, প্ৰশংসা; পৱিত্ৰ বা শুচি কৰা কাৰ্য্য; যেনে, মূৰ্ত্তি-প্ৰতিষ্ঠা; স্থাপন, fame, praise, consecration of an idol or of a temple, establishment.

প্ৰতিষ্ঠিত্, কৃদ. বি. (সং.) শুচি কৰা, পৱিত্ৰ কৰা; যশস্যা বা প্ৰশংসা পোৱা; পৱিত্ৰ কৰা, consecrated, celebrated, established, consecrated.

প্ৰতিহিংসা, স. শ. (সং. প্ৰতিহিংসা—প্ৰতি, উপস. + হিংসা, অপকাৰ) অপকাৰৰ সলনি অপকাৰ, revenge.

প্ৰতিক্ষণে, ক্ৰি. বি. (সং. প্ৰতিক্ষণ, ক্ষণে ক্ষণে) ক্ষণে ক্ষণে, খন্তেকে পতি, at every moment.

প্ৰতীকাৰ্, "প্ৰতিকাৰ" চোৱাঁ।

প্ৰতীতি, স. শ. (সং. প্ৰতীতি—প্ৰতি, উপস. + ই, গতি কৰ্) জ্ঞান, বোধ; বিশ্বাস; যেনে, এই কথা সঁচা বুলি মোৰ প্ৰতীতি আছে, knowledge, belief.

প্ৰতীয়মান্, বি. (সং.) বিশ্বসিত, বিশ্বাস কৰা, believed.

প্ৰতুল্, বি. (সং. প্ৰতুল, যথেষ্ট) যথেষ্ট, পৰ্য্যাপ্ত, জোৰা, যিমান লাগে সিমান; যেনে, এই ধন প্ৰতুল নহয়, sufficient.

প্ৰত্যঙ্গ, স. শ. (সং. প্ৰত্যঙ্গ—প্ৰতি, উপস. + অঙ্গ, শৰীৰৰ এভাগ) সামান্য অঙ্গ, আঙ্গুলি, ওঁঠ ইত্যাদি, a minor limb of the body.

প্ৰত্যবায়, স. শ. (সং. প্ৰত্যবায়—প্ৰতি, + অৱ, উপস. + ই, গতি কৰ্) পাপ, a sin.

প্ৰত্যয়, স. শ. (সং. প্ৰত্যয়—প্ৰতি, উপস. + ই, গতি কৰ্) পতিয়ন, বিশ্বাস; (ব্যাকৰণত) শব্দ বা ধাতুৰ পাচত যোগ কৰা আখৰ, trust, belief, an affix.

প্ৰত্যৰ্পণ্, কৃদ. স. (সং. প্ৰত্যৰ্পণ—প্ৰতি, উপস. + অৰ্পণ, দান) ওলোটাই দিয়া কাৰ্য্য, the act of returning.

প্ৰত্যৰ্পিত্, কৃদ. বি. (সং.) ওলোটাই দিয়া, returned.

প্ৰত্যহ্, ক্ৰি. বি. (সং. প্ৰত্যহন্—প্ৰতি + অহঃ, দিন) নিতৌ, every day.

প্ৰত্যক্ষ, বি. (সং. প্ৰত্যক্ষ—প্ৰতি, উপস.

+অক্ষি, চকু) চকুৰে দেখা, আগত ওলাই থকা, visible.

প্ৰত্যাগত্, কৃদ. বি. (সং. প্ৰত্যাগত—প্ৰতি, উপস. + আ, উপস. + গম্, গতি কৰ্) উলটি অহা, ঘূৰি অহা, come back.

প্ৰত্যাগমন্, কৃদ. স. (সং.) উলটি অহা কাৰ্য্য, the act of coming back.

প্ৰত্যাশা, স. শ. (সং. প্ৰত্যাশা—প্ৰতি, উপস. + আশা, ভাৰসা) ভাৰসা, কোনো বস্তু পোৱাত বা কাৰ্য্য সিদ্ধ হোৱাত নিশ্চিত বিশ্বাস, hope, expectation.

প্ৰত্যাশী, বি. (সং. প্ৰত্যাশিন্—প্ৰত্যাশা + ইন্) আশা কৰা, ভাৰসা কৰা, টোপালি পৰা. hoping, expecting.

প্ৰত্যুক্তি, স. শ. (সং. প্ৰত্যুক্তি—প্ৰতি, উপস. + উক্তি, কথা) উত্তৰ, a reply.

প্ৰত্যুত্তৰ্, স. শ. (সং. প্ৰত্যুত্তৰ—প্ৰতি, উপস. + উত্তৰ, কথাৰ সলনি কথা) এজনে যি উত্তৰ দিয়ে, তাৰ উত্তৰ, উত্তৰৰ উত্তৰ, a rejoinder.

প্ৰত্যুৎপন্নমতি, স. শ. (সং. প্ৰত্যুৎপন্নমতি —প্ৰত্যুৎপন্ন, তৎক্ষণাত উৎপন্ন হোৱা + মতি, বুদ্ধি) কোনো কথা শুনিলেই তাৰ উচিত উত্তৰ সাজিব পৰা বা অকস্মাত আপদত পৰিলে বিভত নোহোৱা স্থিৰ বুদ্ধি; যেনে, প্ৰত্যুৎপন্নমতিৰে মানুহ অতি অলপ, presence of mind. বি. তেনে বুদ্ধিথকা, having presence of mind.

প্ৰত্যুপকাৰ্, স. শ. (সং. প্ৰত্যুপকাৰ—প্ৰতি, উপস. + উপকাৰ, হিত) উপকাৰৰ সলনি কৰা উপকাৰ, a return of kindness.

প্ৰত্যুষ্, } প্ৰত্যুস্, } স. শ. (সং. প্ৰত্যূষ, প্ৰত্যূস—প্ৰতি, উপস. + উষ্, জুই জ্বলা; ৰাতি-পুৱা জুই ধৰা যায়, এতেকে) প্ৰভাত, প্ৰাতঃকাল, নিচেই ৰাতি পুৱা, dawn.

প্ৰত্যেক, বি. (সং. প্ৰত্যেক—প্ৰতি, উপস. + এক, জুইৰ আধা) অনেকৰ ভিতৰৰ বেলেগাই কোৱা এটা, এটা; যেনে, প্ৰত্যেকে মানুহে আপোন কামৰ ফল পায়, each, every.

প্ৰথম, বি. (সং. প্ৰথম—প্ৰথ্, খ্যাতি মন্ত হ) সকলোতকৈ আগ, প্ৰধান, first, chief.

প্ৰথমে, ক্ৰি. বি. প্ৰথমতে, আদিতে, at first.

প্ৰথা, স. শ. (সং. প্ৰথা—প্ৰথ্, খ্যাতিমন্ত হ) ৰীতি, custom.

প্ৰদত্ত, কৃদ. বি. (সং. প্ৰদত্ত—প্ৰ, উপস. + দা, দি) দিয়া, দান কৰা, given.

প্ৰদৰ্শক, স. শ. (সং. প্ৰদৰ্শক—প্ৰ, উপস. + দৃশ্, দেখ্) দেখাওঁতা, one who shows, an exhibitor.

প্ৰদৰ্শন্, কৃদ. স. (সং.) দেখোৱা কাৰ্য্য; সকলোৱে চাবৰ কাৰণ নানা বিধৰ বস্তু সজাই থোৱা কাৰ্য্য, the act of showing, an exhibition or public show.

প্ৰদৰ্শিত, কৃদ. বি. (সং.) দেখোৱা, চকুত পেলোৱা, চকুৰ আগত উলিওৱা, shown, exhibited.

প্ৰদক্ষিণ্, স. শ. (সং. প্ৰদক্ষিণ, চাৰিও ফালে ঘূৰি দেখোৱা সন্মান—প্ৰ, উত্তম-ৰূপে + দক্ষিণ, সোঁ ফাল, যাৰ চাৰিও ফালে ঘূৰা যায়, তেওঁলৈ ঘূৰোঁতাৰ সোঁ-ফাল ৰখা যায়, এতেকে) কোনো দেৱতা বা মান্য লোকৰ চাৰিও ফালে ঘূৰি কৰা সন্মান; যেনে, বিষ্ণুৰ মূৰ্ত্তিক প্ৰদক্ষিণ কৰিছে, a reverential circumambulation of an idol or a venerable person.

প্ৰদাতা, স. শ. (সং. প্ৰদাতা—প্ৰ, উপস. + দা, দি) দিওঁতা, a giver.

প্ৰদান্, কৃদ. বি. (সং.) দিয়া কাৰ্য্য, দান, the act of giving.

প্ৰদীপ্, স. শ. (সং. প্ৰদীপ—প্ৰ, উপস. + দীপ্, পোহৰ কৰ্) চাকি, বন্তি, a lamp.

প্ৰদীপ্ত, কৃদ. বি. (সং.) জ্বলি থকা, প্ৰজ্বলিত, kindled.

প্ৰদেশ্, স. শ. (সং. প্ৰদেশ—প্ৰ, উপস.

+দেশ, স্থান ) এক দেশৰ কোনো এ-ভাগ, স্থান, a province, a place.

প্ৰদোষ, স. শ. (সং. প্ৰদোষ—প্ৰ, উপস.+ দুষ্, জগৰ কৰ্ ) গধূলি, সন্ধ্যা, evening.

প্ৰধান্, বি. ( সং. প্ৰধান—প্ৰ, উপস.+ধা, ধাৰণ কৰ্ ) ঘাই, শ্ৰেষ্ঠ, chief, principal.

প্ৰধানতা, গু. শ. ( সং. ) শ্ৰেষ্ঠতা, superiority.

প্ৰপঞ্চি, ক্ৰি. বি. ( সং. প্ৰপঞ্চিত, ভাঙ্গি কোৱা ) ভাঙ্গি, বুজাই, স্পষ্টৰূপে ; যেনে, কথাটো প্ৰপঞ্চি কোৱা, in a detailed manner.

প্ৰপন্ন, বি. ( সং. প্ৰপন্ন—প্ৰ, উপস.+পদ্, গতি কৰ্ ) শৰণাগত, ভক্তিমন্ত ; যেনে, প্ৰপন্ন শিষ্য, taking refuge with, dependent.

প্ৰপিতামহ্, স. শ. ( সং. প্ৰপিতামহ—প্ৰ, উপস. + পিতামহ, ককা ) আজোককা, পিতামহৰ বাপেক, a paternal great-grandfather. (স্ত্ৰী) প্ৰপিতামহী।

প্ৰপৌত্ৰ, } স. শ. ( সং. প্ৰপৌত্ৰ বা
প্ৰপৌত্ৰ, } প্ৰপৌত্ৰ—প্ৰ, উপস.+পৌত্ৰ, নাতি ) পৰিনাতি, নাতিৰ পুতেক, a great-grand-son. ( স্ত্ৰী ) প্ৰপৌত্ৰী, প্ৰপৌত্ৰী।

প্ৰফুল্ল, বি. ( সং. প্ৰফুল্ল—প্ৰ, উপস.+ফুল্ল, ফুলা) বৰকৈ ফুলা, প্ৰস্ফুটিত ; হঁহা, হৰ্ষিত ; যেনে, প্ৰফুল্ল মুখ, fully blown, smiling.

প্ৰফুল্লতা, গু. শ. ( সং. ) প্ৰফুল্ল হোৱা অৱস্থা, the state of being fully blown or of smiling.

প্ৰফুল্লিত্, বি. (সং. প্ৰফুল্ল) প্ৰস্ফুটিত, বৰকৈ ফুলা ; হৰ্ষিত, fully blown or smiling.

প্ৰবঞ্চ্, স. ধা. ( সং. প্ৰ, উপস.+ৱঞ্চ্, ছল কৰ্ ) বঞ্চ্, ছল্, প্ৰতাৰণা কৰ্, ফাঁকি দি, to deceive, to cheat.

প্ৰবঞ্চক, স. শ. ( সং. প্ৰৱঞ্চক—প্ৰ+ৱঞ্চ্, ঐ ) প্ৰতাৰক, বঞ্চনা কৰোঁতা, a deceiver, a cheat.

প্ৰবঞ্চনা, স. শ. ( সং. ) ছলনা, প্ৰতাৰণা, ভাণ্ডনা, deceit, fraud.

প্ৰবন্ধ, স. শ. ( সং. প্ৰবন্ধ—প্ৰ, উপস.+ বধ্, বান্ধ্ ) ৰচনা, লিখিত বৰ্ণনা ; যত্ন, চেষ্টা, a literary composition, exertion, endeavour.

প্ৰবন্ধে, ক্ৰি. বি. যত্নেৰে, শ্ৰম কৰি (পদ্যত) ; যেনে, "প্ৰবন্ধে সিতো ঘোঁৰাৰ খোজক নিহালি," carefully, diligently.

প্ৰবৰ্, স. শ. ( সং. প্ৰৱৰ—প্ৰ, উপস.+বৃ, বৰণ কৰ্ ) গোত্ৰ চলোৱা ঋষিৰ পুত্ৰ বা সন্তান, a son or descendant of a sage, the founder of a family. বি. শ্ৰেষ্ঠ ( সংজ্ঞা শব্দৰ পাচত থাকে ) ; যেনে, পণ্ডিতপ্ৰবৰ, excellent.

প্ৰবৰ্ত্ত্, অ. ধা. ( সং. প্ৰৱৰ্ত্তন্, নিযোগ ) আচৰ্, ব্যৱহাৰ কৰ্, কোনো এক ধৰ্ম্মত বা মতত চল্ ; যেনে, তন্ত্ৰৰ মতে প্ৰৱৰ্ত্তা লোক ; চল্, প্ৰচলিত হ ; যেনে, "কলিৰ শেষত সত্য প্ৰবৰ্ত্তিব পাচে," জীৱিকা উলিয়া, উপজীব্য কৰ্ ; যেনে, বৰ কষ্টেৰে প্ৰবৰ্ত্তিছে, to behave, to follow a particular religion, to be current, to prevail, to subsist.

প্ৰবৰ্ত্তক, স. শ. ( সং. প্ৰৱৰ্ত্তক—প্ৰ, উপস. +বৃত্, বৰ্ত্তমান হ ) নিযোজন কৰোঁতা বা চলাওঁতা ; যেনে, ধৰ্ম্ম-প্ৰবৰ্ত্তক, one who gives currency to anything, one who sets in action or engages.

প্ৰবৰ্ত্তন্, কৃদ. স. ( সং. ) কাৰ্য্য ; আচৰণ, ব্যৱহাৰ, action, behaviour.

প্ৰবৰ্ত্তনি, স. শ. ( অং. প্ৰবৰ্ত্ত্, উপজীব্য কৰ্ ) প্ৰবৰ্ত্তিবৰ উপায়, জীৱিকা, livelihood.

প্ৰবৰ্ত্তমান্, বি. ( সং. ) প্ৰবৃত্ত, নিযুক্ত, engaged.

প্ৰবৰ্ত্তা, স. ধা. ( অং. প্ৰবৰ্ত্ত, জীৱিকা কৰ্ ; প্ৰচলিত হ ) জীৱিকা দি, প্ৰতিপাল কৰ্ ; যেনে, ধনীয়ে দুখীয়াক প্ৰবৰ্ত্তায়, প্ৰচলিত কৰ্, চলা ; যেনে, ৰামে ৰাজ্যত সত্য প্ৰবৰ্ত্তাইছিল, to support, to enforce, to cause to prevail.

প্ৰবৰ্ত্তিত্, কৃদ. বি. ( সং. প্ৰৱৰ্ত্তিত—প্ৰ,

উপস. + বৃত্, বৰ্ত্তমান হ) প্ৰচলিত, চলোৱা, made prevalent or current.

প্ৰবল্, বি. (সং. প্ৰবল—প্ৰ, উপস. + বল, শক্তি) শক্তিমন্ত, পৰাক্ৰমী, বলী; যেনে, প্ৰবল শত্ৰু, powerful, strong.

প্ৰবলতা, গু. শ. (সং.) শক্তিযুক্ততা, শক্তি, violence, force.

প্ৰবস্তুৱা, বি. (সং. প্ৰবাস, নিজ ঘৰৰ আঁতৰত বাস) প্ৰবাসী, নিজ ঘৰৰ পৰা আঁতৰত থকা; যেনে, প্ৰবস্তুৱা মানুহ; প্ৰবাসী মানুহৰ; যেনে, প্ৰবস্তুৱা ঘৰ, living away from home, sojourning, pertaining to a sojourner.

প্ৰবস্তুৱাকৈ, ক্ৰি. বি. প্ৰবাসৰ নিমিত্তে; প্ৰবাসী মানুহৰ দৰে; যেনে, প্ৰবস্তুৱাকৈ সজা ঘৰ; প্ৰসস্তুৱাকৈ আছিল, for a temporary residence.

প্ৰবাদ্, স. শ. (সং. প্ৰৱাদ—প্ৰ, উপস. + ৱদ্, ক) লোকৰ পৰা শুনা কথা, মানুহৰ মুখে চলি অহা পুৰণি কথা, a rumour, a tradition.

প্ৰবাল্, স. শ. (সং. প্ৰবাল—প্ৰ, উপস. + বল্, শক্তি) পোৱাল, coral.

প্ৰবাস্, স. শ. (সং. প্ৰৱাস—প্ৰ, উপস. + ৱস্, নিবাস কৰ্) নিজ ঘৰত বাজে আন ঠাইত বাস, a sojourn, a temporary residence away from home.

প্ৰবাসী, বি. (সং. প্ৰৱাসিন্—প্ৰবাস + ইন্) নিজ ঘৰত বাজে আন ঠাইত থকা, living away from home. স. শ. নিজ ঘৰত বাজে আন ঠাইত থাকোঁতা, a sojourner. (স্ত্ৰী) বি. স. শ. প্ৰবাসিনী।

প্ৰবাহ্, স. শ. (সং. প্ৰৱাহ—প্ৰ, উপস. + ৱহ্, বৈ যা) সোঁত পানী, a stream.

প্ৰবিষ্ট, কৃদ. স. (সং. প্ৰৱিষ্ট—প্ৰ, উপস. + ৱিশ্, সোমা) সোমোৱা, ভিতৰলৈ যোৱা; নিযুক্ত হোৱা; যেনে, কামত প্ৰবিষ্ট হৈছে, gone into, entered upon.

প্ৰবীণ্, বি. (সং. প্ৰৱীণ—প্ৰ. উপস. + ৱীণ্, বীণ বজা; বীণ বজোৱাত নিপুণ) নিপুণ, পাৰ্গত্ত, skilful.

প্ৰবীণতা, গু. শ. (সং.) পাৰগতা, পাৰ্গতালি, skilfulness.

প্ৰবৃত্ত, বি. (সং.) প্ৰবৃত্ত—প্ৰ, উপস. + বৃত্, বৰ্ত্তমান হ) নিযুক্ত; যেনে, কামত প্ৰবৃত্ত, engaged.

প্ৰবৃত্তি, স. শ. (সং.) ইচ্ছা; সংসাৰৰ সুখৰ বাঞ্চা, নিবৃত্তিৰ বিপৰীত অৱস্থা, wish, pursuit of worldly pleasures.

প্ৰবৃত্তি দি, উদগা, মন তুলি দি, to incite.

প্ৰবেশ, স. শ. (সং. প্ৰৱেশ—প্ৰ, উপস. + বিশ, সোমা) ভিতৰলৈ যাওন, সোমাওন, the act of entering, entrance.

প্ৰবোধ্, স. শ. (সং. প্ৰবোধ—প্ৰ, উপস. + বুধ্, জান্) সান্ত্বনা, শোক বা ভয় গুচাবলৈ কোৱা কথা, বুজনি, solace, consolation.

প্ৰভা, স. শ. (সং. প্ৰভা—প্ৰ, উপস. + ভা, কান্তি কৰ্) দীপ্তি, কান্তি, light.

প্ৰভাকৰ্, স. শ. (সং.) সূৰ্য্য, the sun.

প্ৰভাত্, স. শ. (সং. প্ৰভাত—প্ৰ, উপস. + ভা, কান্তি কৰ্) ৰাতি-পুৱা, morning.

প্ৰভাৱ্, স. শ. (সং. প্ৰভাৱ—প্ৰ, উপস. + ভূ, হ) শক্তি, প্ৰতাপ, strength, power, force.

প্ৰভু, স. শ. (সং. প্ৰভু—প্ৰ, উপস. + ভূ, হ) অধিকাৰ, গৰাকী; এই দেশী গোসাঁইবিলাকৰ সম্বোধন, a lord, a master, a word used in addressing a *gosain*.

প্ৰভুত্ব, গু. শ. (সং.) অধিকাৰিত্ব, গৰাকীৰ অৱস্থা বা ক্ষমতা, supremacy, lordship.

প্ৰভুভক্ত, বি. (সং. প্ৰভুভক্ত—প্ৰভু, গৰাকী + ভক্ত, উপাসক) অধিকাৰক ভক্তি কৰা, গৰাকীৰ আজ্ঞা মনা, loyal.

প্ৰভুভক্তি, স. শ. গৰাকীক কৰা উপাসা, অধিকাৰক কৰা সন্মান, loyalty.

প্ৰভৃতি, স. শ. (সং. প্ৰভৃতি - প্ৰ, উপস. + ভৃ, পালন কৰ্) আদি, আৰু আনবিলাক; যেনে, ইন্দ্ৰ প্ৰভৃতি দেৱতা সকল, and others.

প্ৰভেদ, স. শ. (সং. প্ৰভেদ—প্ৰ, উপস. + ভেদ, পাৰ্থক্য) বিভিন্নতা, difference.

প্ৰমত্ত, বি. (সং. প্ৰমত্ত—প্ৰ, উপস. + মত্ত, বলিয়া) উন্মত্ত, বলিয়া; মতলীয়া, mad, intoxicated.

প্ৰমাণ্, স. শ. (সং. প্ৰমাণ—প্ৰ, উপস. + মা, জোখ্; যাৰ দ্বাৰা সকলো বিষয় জোখা যায়) কথা সঁচা বুজাবৰ উপায়, evidence, proof.

প্ৰমাণী, বি. (সং. প্ৰমাণিন্—প্ৰমাণ + ইন্) প্ৰমাণ থকা, সঁচা বুলি নিশ্চিত হোৱা; যেনে, ই প্ৰমাণী কথা; ব্যৱহাৰ কৰি গুণ থকাৰ প্ৰমাণ পোৱা, পৰিমাণী; যেনে, প্ৰমাণী দৰব, found to be true, established, proved to be efficacious.

প্ৰমাণ্-পত্ৰ, স. শ. (সং. প্ৰমাণপত্ৰ) কোনো কথা সঁচা বুজোৱা কাকত, documentary evidence, a deed.

প্ৰমাতামহ্, স. শ. (সং. প্ৰমাতামহ—প্ৰ, উপস. + মাতামহ, ককা) মাতামহৰ বাপেক, a maternal great-grand-father. (স্ত্ৰী) প্ৰমাতামহী।

প্ৰমাদ্, স. শ. (সং. প্ৰমাদ, অসাৱধানতা) বিপদ, আপদ, দুখ, misfortune, trouble.

প্ৰমুখাত্, আ. অব্য. (সং. মুখাৎ, মুখৰ পৰা) মুখৰ পৰা, মুখে; যেনে, লোকৰ প্ৰমুখাত শুনা কথা, from the mouth of (followed by the name of some person).

প্ৰমুখো, আ. অব্য. (সং. প্ৰমুখ, প্ৰধান) প্ৰধান, অৰ্থাৎ আদি কৰি, মুখ্য কৰি; যেনে, ঘৰৰ গৃহস্থ-প্ৰমুখো, and others.

প্ৰমেহ্, স. শ. (সং. প্ৰমেহ—প্ৰ, উপস. + মিহ্, মূত) মূত্ৰৰ ৰোগ, বহুত মূত হোৱা ৰোগ; মূতাত পোৱণিয়ে ধৰা আৰু মূত্ৰদ্বাৰে দি পূঁজ ওলোৱা ৰোগ, diabetes, gonorrhœa.

প্ৰমোদ, স. শ. (সং. প্ৰমোদ—প্ৰ, উপস. + মুদ্, হৰ্ষ কৰ্) আমোদ, হৰ্ষ, ৰং, joy, delight.

প্ৰমোদিত, কৃদ. বি. (সং.) আনন্দিত, ৰং পোৱা, delighted.

প্ৰযত্ন, স. শ. (সং. প্ৰযত্ন—প্ৰ. উপস. + যত্ন, চেষ্টা) বৰ যত্ন, কাৰবাৰ, অধিক চেষ্টা, effort, endeavour.

প্ৰয়াগ্, স. শ. (সং. প্ৰয়াগ—প্ৰ, উপস. + যজ্, পূজা কৰ্) এলাহাবাদ, the modern Allāhābād the place where the Ganges, Jumna, and the fabled subterranean Saraswati unite, called also *Tri-veni* 'the triple braid.' It has always been a celebrated place of pilgrimage. (Dowson).

প্ৰয়াস্, স. শ. (সং. প্ৰয়াস—প্ৰ, উপস. + যস্, চেষ্টা কৰ্) চেষ্টা, যত্ন, পৰিশ্ৰম, diligence, exertion.

প্ৰয়াসী, বি. (সং. প্ৰয়াসিন্—প্ৰয়াস + ইন্) যত্ন কৰা, পৰিশ্ৰমী, diligent.

প্ৰয়োগ্, স. শ. (সং. প্ৰয়োগ—প্ৰ, উপস. + যুজ্, লগা) নিযোজন, ব্যৱহাৰ; যেনে, এই শব্দ সজীৱ নিৰ্জীৱ দুয়োতে প্ৰয়োগ কৰিব পাৰি, দৰব দিয়া বা লগোৱা কাৰ্য্য; যেনে, ৰোগত ঔষধ প্ৰয়োগ কৰিব লাগে, application, use, employment.

প্ৰয়োজক (জো-), স. শ. (সং.) নিযোজন কৰোঁতা, কামত লগাওঁতা, who or what induces to a person act.

প্ৰয়োজন, স. শ. (সং.) আৱশ্যক, সকাম, necessity, object.

প্ৰয়োজনীয়, বি. (সং.) আৱশ্যকীয়, লাগতিয়াল, needful, necessary.

প্ৰলয়্, স. শ. (সং. প্ৰলয়—প্ৰ, উপস. + লী, নাশ পা) সৃষ্টিৰ সম্পূৰ্ণ নাশ; ধ্বংস; মহা আপদ, the total destruction of the world, destruction, calamity.

প্ৰলাপ্, স. শ. (সং. প্ৰলাপ—প্ৰ, উপস. + লপ্, কথা ক) বলিয়াৰ কথা, আবৰিবিবৰি, incoherent speech, ravings.

প্ৰলেপ্, প্ৰলেপ্, } স. শ. (সং. প্ৰলেপ—প্ৰ, উপস. + লিপ্, মাজ্) লিপি বা

খঁহি দিয়া দৰব, an ointment or poultice.

প্ৰলোভ্, স. শ. (সং. প্ৰলোভ—প্ৰ, উপস. + লুভ্, আশা কৰ্) লোভ, আকাংক্ষা, পাবৰ বাঞ্ছা, cupidity, eager desire.

প্ৰলোভন্, কৃদ. স. (সং.) লোভ দেখাওন, চহ, মান্তি কৰিবলৈ দিয়া আশা; যেনে, দুষ্টৰ প্ৰলোভনত নুভুলিবা, allurement.

প্ৰশংস্, স. ধা. (সং. প্ৰ, উপস. + শংস্, গুণ ক) প্ৰশংসা কৰ্, গুণ বৰ্ণনা কৰ্, to praise.

প্ৰশংসনীয়, বি. (সং. প্ৰশংসনীয়—প্ৰ, উপস. + শংস্, গুণ ক) প্ৰশংসাৰ যোগ্য, শলাগিব লগীয়া, praiseworthy.

প্ৰশংসা, স. শ. (সং) সজ গুণৰ বৰ্ণনা, praise.

প্ৰশংসিত্, কৃদ. বি. (সং.) প্ৰশংসা পোৱা, praised.

প্ৰশস্ত, কৃদ. বি. (সং. প্ৰশস্ত—প্ৰ, উপস. + শংস্, গুণ ক; প্ৰশংসা পোৱা) উত্তম, শ্ৰেষ্ঠ, excellent, very good.

প্ৰশ্ন, স. শ. (সং. প্ৰশ্ন—প্ৰচ্ছ, সোধ্) জিজ্ঞাসা, সোধন, a question.

প্ৰশ্ৰয়, স. শ. (সং. প্ৰশ্ৰয়—প্ৰ, উপস. + শ্ৰয়, ঢিলা হ) চেনেহ, তাড়নাৰ অভাৱ, চেনেহ কৰি ইচ্ছাৰ দৰে চলিব দিয়া কাৰ্য্য, লাই, indulgence.

প্ৰশ্বাস্, স. শ. (সং. প্ৰশ্বাস—প্ৰ, উপস. + শ্বাস, উশাহ) নাকে দি বাহিৰলৈ উলিওৱা বায়ু, respiration.

প্ৰসঙ্গ, স. শ. (সং. প্ৰসঙ্গ—প্ৰ, উপস. + সঞ্জ, লগ লগা) প্ৰস্তাৱ, বিবেচনাৰ নিমিত্তে উপস্থিত কৰা কথা; কথোপকথনত ওলোৱা বিষয়; গোসাঁই সকলে নিতৌ কৰা নামকীৰ্ত্তন; (তাত বিষ্ণুৰ গুণৰ প্ৰস্তাৱ হয়, এতেকে) পাতনি, a proposal, a topic, a subject, praise and prayer daily offered to Vishnu by the Gosains, an introduction to a book.

প্ৰসন্ন, কৃদ. বি. (সং. প্ৰসন্ন—প্ৰ, উপস. + সদ্, গতি কৰ্) সন্তুষ্ট, সদয়; আনন্দৰ দ্বাৰা উজ্জ্বল; যেনে, প্ৰসন্ন বদন, pleased, favorable.

প্ৰসন্নতা, গু. শ. (সং.) অনুগ্ৰহ, কৃপা, favour, kindness.

প্ৰসৱ, স. শ. (সং. প্ৰসৱ—প্ৰ, উপস. + সূ, জন্মা) সন্তানৰ জন্ম; উৎপত্তি, childbirth, production. স. ধা. জন্মা, উৎপন্ন কৰ্; যেনে, পুত্ৰ প্ৰসৱিলে, to bring forth, to give birth to.

প্ৰসৱিনী, বি. (সং.) প্ৰসৱ-কাৰিণী, উৎপন্ন কৰা (স্ত্ৰী), bearing young, producing (Fem.).

প্ৰসাদ্, স. শ. (সং. প্ৰসাদ—প্ৰ, উপস. + সদ্, গতি কৰ্) অনুগ্ৰহ, কৃপা; দেৱতালৈ উচৰ্গা খাদ্য, ধৰ্ম্ম-গুৰু বা আন মান্য লোকৰ উচ্ছিষ্ট, favour, food offered to a deity, the remnant of food partaken of by a spiritual guide or by a *Brahman*, &c.

প্ৰসিদ্ধ, বি. (সং. প্ৰসিদ্ধ—প্ৰ, উপস. + সিধ্, গতি কৰ্) প্ৰখ্যাত, সকলোৱে ভালৰূপে জনা, celebrated.

প্ৰসূত, বি. (সং. প্ৰসূত—প্ৰ, উপস. + সূ, জন্মা) ওপজা, উৎপন্ন, born, produced.

প্ৰসূতা, স. শ. (সং. প্ৰসূতা, সন্তান হোৱা তিৰোতা) সন্তান হোৱাৰ পৰা উৎপন্ন ব্যাধি, তাৰ অনেক বিধ আছে, puerperal disease.

প্ৰস্তৰ, স. শ. (সং. প্ৰস্তৰ—প্ৰ, উপস. + স্তৃ, বহলা) শিল, a stone.

প্ৰস্তাৱ, স. শ. (সং. প্ৰস্তাৱ—প্ৰ, উপস. + স্তু, প্ৰশংসা কৰ্) বিবেচনাৰ নিমিত্তে উপস্থিত কৰা কথা, প্ৰসঙ্গ; আলোচিত বিষয়; যেনে, প্ৰস্তাৱ সাঙ্গ হল, কোনো বিশেষ সময়; যেনে, মৰিবৰ প্ৰস্তাৱ, a proposal, a topic, a subject, an occasion, a particular time.

প্ৰস্তাৱনা, স. শ. (সং.) নাটকৰ অভিনয়ৰ আৰম্ভতে পদ্যেৰে পঢ়া সেই নাটকৰ সূচনা বা পাতনি, a dramatical prologue.

প্ৰস্তাৱিত্, বি. (সং.) উৎথাপিত, বিবেচনাৰ নিমিত্তে উপস্থিত কৰা; কথোপকথনত ওলোৱা, proposed, mentioned in the course of conversation.

প্ৰস্তুত্, বি. (সং. প্ৰস্তুত—প্ৰ, উপস. + স্তু, প্ৰশংসা কৰ্) যুগুত; সাজু, সষ্টম, prepared, ready.

প্ৰস্থ, স. শ. (সং. প্ৰস্থ—প্ৰ, উপস. + স্থা, থাক্) পথালিৰ পৰিমাণ, এদাঁতিৰ পৰা আন দাঁতিলৈ স্থান, breadth.

প্ৰস্থে, ক্রি. বি. পথালিয়ে, এদাঁতিৰ পৰা আন দাঁতিলৈ, in breadth.

প্ৰস্থান্, স. শ. (সং. প্ৰস্থান—প্ৰ, উপস. + স্থা, থাক্) গমন, যোৱা কাৰ্য্য, departure.

প্ৰস্ফুটিত্, কৃদ. স. (সং. প্ৰস্ফুটিত—প্ৰ, উপস. + স্ফুট্, ফুল্) ভালকৈ ফুলা; যেনে প্ৰস্ফুটিত পদ্ম; ব্যক্ত হোৱা, প্ৰকাশিত, সকলোৱে জনা; যেনে, তাৰ দুৰ্নাম প্ৰস্ফুটিত হৈছে, fully blown, noised abroad.

প্ৰস্ৰৱণ্, স. শ. (সং. প্ৰস্ৰৱণ—প্ৰ, উপস. + স্ৰু, বৈ যা) পানীৰ পুং বা ভুমুক, a water spring.

প্ৰস্ৰাৱ, স. শ. (সং.) মূত্ৰ, মুত, urine.

প্ৰহৰ্, স. শ. (সং. প্ৰহৰ—প্ৰ, উপস. + হৃ, হৰণ কৰ্) দিন বা ৰাতিৰ চাৰি ভাগৰ এভাগ, এপৰ, one-fourth of a day or night.

প্ৰহৰী, স. শ. পৰীয়া, চকীদাৰ, a watchman.

প্ৰহসন্, স. শ. (সং. প্ৰহসন—প্ৰ, উপস. + হস্, হাঁহ্) বৰকৈ হাঁহি তোলা ভাৱনা বা নাটক, a farce.

প্ৰহাৰ্, স. শ. (সং. প্ৰহাৰ—প্ৰ, উপস. + হৃ, হৰণ কৰ্) আঘাত, মাৰ কিল, a blow. স. ধা. আঘাত কৰ্; মাৰি পঠা, to strike, to throw as a missile.

প্ৰহেলিকা, স. শ. (সং. প্ৰহেলিকা—প্ৰ, উপস. + হিল্, ধেমালি কৰ্) সাঁথৰ, অনুমানৰ দ্বাৰা বুজিবলৈ কোৱা গুপ্তাৰ্থক কথা, a riddle.

প্ৰহ্লাদ্, প্ৰহ্লাদ্, স. শ. (সং. প্ৰহ্লাদ, প্ৰহ্লাদ—প্ৰ, উপস. + হ্লাদ, সুখী হ) হিৰণ্যাক্ষ দৈত্যৰ বিষ্ণু-ভক্ত পুতেক, a Daitya, son of Hiranyakasipa and father of Bali. (Dowson).

প্ৰক্ষিপ্ত, কৃদ. বি. (সং. প্ৰক্ষিপ্ত—প্ৰ, উপস. + ক্ষিপ্, পেলাই দি) লেখাৰ মাজত পাচে সুমাই দিয়া, interpolated.

প্ৰক্ষেপ্, "নিক্ষেপ্" চোৱা।

প্ৰাকৃত্, বি. (সং. প্ৰাকৃত—প্ৰকৃতি, স্বভাৱ) স্বাভাবিক, স্বভাৱ সম্বন্ধীয়; সামান্য, নীচ, natural, common, vulgar. স. শ. সংস্কৃত ভাষাৰ সামান্য মানুহে কোৱা এটা অপভাষা, a peculiar dialect of the Sanscrit language spoken by common people.

প্ৰাংস্, স. শ. কোৱা বা লেখা কথাৰ বান্ধনি, বাক্যত ব্যৱহৃত শব্দবিলাকৰ গাঁথনি, mode of expression in language, whether oral or written, arrangement of words in discourse, style.

প্ৰাক্তন্, স. শ. (সং. প্ৰাক্তন—প্ৰাক্, পূৰ্ব্ব-কাল) পূৰ্ব্ব জন্মৰ কৰ্ম্মৰ ফল; এতেকে বাসনা, কপাল, destiny, fate.

প্ৰাচীন্, বি. (সং. প্ৰাচীন—প্ৰাচ্, পূব ফাল) পুৰণি, আগৰ কালৰ, বহুকলীয়া, old, ancient.

প্ৰাচীনতা, গু. শ. (সং.) পুৰণি গুণ, বৃদ্ধতা, ancientness.

প্ৰাচীৰ্, স. শ. (সং. প্ৰাচীৰ—প্ৰ, উপস. + চি, সংগ্ৰহ কৰ্) বাৰীৰ চাৰি ফালৰ ঢাপ, a wall around a dwelling.

প্ৰাজ্ঞ, বি. (সং. প্ৰাজ্ঞ—প্ৰ, উত্তমৰূপে + জ্ঞা, জান্) বিজ্ঞ, জ্ঞানী, জনা বুজা, wise, clever.

প্ৰাঞ্জল্, বি. (সং. প্ৰাঞ্জল—প্ৰ, আগত + অঞ্জ, গতি কৰ্, অৰ্থটো আগে আগে যোৱাৰ দৰে হয়, এতেকে) পোন, পাক নথকা, সহজ, বুজিবলৈ ঢিলা; যেনে, প্ৰাঞ্জল কবিতা, plain, perspicuous.

**প্ৰাঞ্জলতা,** গু. শ. ( সং. ) প্ৰাঞ্জল গুণ, perspicuity.

**প্ৰাণ্,** স. শ. ( সং. প্ৰাণ—প্ৰ, উপস. + অন্, উশাহ ল ) জীৱন, জীয়াই থকা শক্তি, life, vitality.

**প্ৰাণ টাঁকি,** প্ৰাণপণে, দেহলৈ নেচাই শ্ৰম কৰি : যেনে, প্ৰাণ টাঁকি লৰিছে, with might and main.

**প্ৰাণাধিক্,** বি. ( সং. প্ৰাণাধিক—প্ৰাণ, জীৱন + অধিক, বেচি ) আপোন প্ৰাণতকৈও অধিক মৰমৰ, বৰ চেনেহৰ, dearly beloved. ( স্ত্ৰী ) প্ৰাণাধিকা।

**প্ৰাণান্ত,** স. শ. ( সং. প্ৰাণান্ত—প্ৰাণ, ঐ + অন্ত, শেষ ) জীৱনৰ শেষ, মৃত্যু, death.

**প্ৰাণান্তিক,** বি. ( সং. প্ৰাণান্তিক—প্ৰাণ + ঐ + অন্তিক, শেষ ) প্ৰাণ নষ্ট কৰিবৰ সমৰ্থ, মৃত্যু ঘটাব পৰা ; যেনে, প্ৰাণান্তিক ক্লেশ, প্ৰাণান্তিক নৰিয়া, nearly fatal.

**প্ৰাণায়াম,** স. শ. ( সং. প্ৰাণায়াম—প্ৰাণ, জীৱন + আ, উপস. + যম, আটক কৰ্ ) প্ৰাণ-বায়ুৰ ৰোধ, প্ৰথমে সোঁ হাতৰ বুঢ়া আঙ্গুলিৰে সোঁ নাক বন্ধ কৰি বাওঁ নাকে ভিতৰলৈ বায়ু টনা, তাৰ পাচত মাজৰ আৰু অনামিকা আঙ্গুলিৰে বাওঁ নাক বন্ধ কৰি সোঁ নাকে বায়ু এৰি দিয়া এক প্ৰকাৰ জপ। এই কাৰ্য্য কৰোঁতে মনেৰে কোনো দেৱতাৰ নাম লৈ বাওঁ হাতৰ আঙ্গুলিবিলাকেৰে তাৰ লেখ কৰা যায়, a particular way of breathing through the nostrils and stopping the breath while mentally reciting the name or attributes of some deity.

**প্ৰাণি-বধ্,** স. শ. ( সং. প্ৰাণিবধ—প্ৰাণিন্, জন্তু + বধ্, হত্যা কৰ্ ) জীৱহত্যা, জন্তুৰ প্ৰাণ নষ্ট কৰা, the killing of a living creature.

**প্ৰাণিহিংসা,** স. শ. ( সং. প্ৰাণিহিংসা—প্ৰাণিন্, জীয়া—প্ৰাণ, জীৱ + ইন্ + হিংসা, অপকাৰ ) জীয়া জন্তুৰ অপকাৰ, **প্ৰাণীৰ বধ,** harm done to any living creature.

প্ৰাণিবধ, প্ৰাণিহিংসা, এই দুটা সংস্কৃত শব্দ। সিহঁতক সংস্কৃত ব্যাকৰণৰ নিয়ম অনুসৰি ওপৰত লিখাৰ দৰে হ্ৰস্ব ইকাৰ দি লিখা উচিত ; কিন্তু অসমীয়াত প্ৰাণীৰ বধ, প্ৰাণীবধ, প্ৰাণীৰ হিংসা, প্ৰাণীহিংসা, এই দৰে সমাস কৰি দীৰ্ঘ ঈকাৰেৰে লিখিব পৰা যায়। আৰু সেইৰূপেই "ইন্" অন্তত থকা আন কোনো শব্দৰ অন্য শব্দেৰে সমাস হলে "ইন"ৰ ই দীৰ্ঘ কৰি লিখিব পাৰি, এতেকে হস্তিদন্ত, পক্ষিজাতি, এনেবিলাক শব্দক হস্তীদন্ত, পক্ষীজাতি লিখিলেও অশুদ্ধ নহয় যেন বোধ হয়।

**প্ৰাণী,** স. শ. ( সং. প্ৰাণিন্—প্ৰাণ, জীৱ + ইন্ ) জীয়া জন্তু বা মানুহ, a living being.

**প্ৰাণেশ্বৰ্,** স. শ. ( সং. প্ৰাণেশ্বৰ—প্ৰাণ, জীৱন + ঈশ্বৰ, অধিকাৰ ) প্ৰাণনাথ, জীৱনৰ গৰাকী, ভাৰ্য্যাই স্বামীক মৰমে ৰ মতা মাত, lord of my life, a word used by a wife in affectionately addressing her husband. ( স্ত্ৰী ) প্ৰাণেশ্বৰী।

**প্ৰাণ্ঘাতক্,** বি. ( সং. প্ৰাণঘাতক—প্ৰাণ, জীৱন + হন্, নাশ কৰ্ ) প্ৰাণ মৰা, বধ কৰা, fatal, destructive. স. শ. প্ৰাণ মাৰোঁতা, বধোঁতা, one who kills. (স্ত্ৰী) প্ৰাণঘাতিকা।

**প্ৰাণ্ঘাতকী,** স. শ. ( সং. ) প্ৰাণ মাৰোঁতা, বধোঁতা, a murder.

**প্ৰাণ্ত্যাগ্,** স. শ. ( সং. প্ৰাণত্যাগ—প্ৰাণ + ত্যজ্, এৰ্ ) আপোন ইচ্ছাৰে জীৱন এৰা কাৰ্য্য, ইচ্ছা কৰি মৰণ, a voluntary death.

**প্ৰাণ্-দণ্ড,** স. শ. ( সং. প্ৰাণদণ্ড—প্ৰাণ + দণ্ড, শাস্তি ) প্ৰাণ মৰা শাস্তি, capital punishment, execution.

**প্ৰাণ্-নাথ্,** স. শ. ( সং. প্ৰাণনাথ—প্ৰাণ + নাথ, অধিকাৰ ) জীৱনৰ গৰাকী, ভাৰ্য্যাই স্বামীক মৰমেৰে মতা মাত, lord of

my life, a word used by a wife in affectionately addressing her husband.

প্ৰাণপণে, ক্ৰি. বি. ( সং. প্ৰাণপণ—প্ৰাণ + পণ, আৰি ; জীৱনৰ আৰি ) প্ৰাণ টাঁকি, দেহলৈ নেচাই শ্ৰম কৰি, with might, and main.

প্ৰাণ্-প্ৰতিষ্ঠা, স. শ. ( সং. প্ৰাণপ্ৰতিষ্ঠা—প্ৰাণ + প্ৰতিষ্ঠা, শুচি-কৰণ ) দেৱতাৰ মূৰ্ত্তি শুচি কৰা কাৰ্য্য, যাৰ দ্বাৰা তাত দেৱতা প্ৰবিষ্ট হোৱা অনুমান কৰা যায়, the ceremony of consecrating an idol whereby it is supposed to be endowed with life.

প্ৰাণপ্ৰিয়, প্ৰাণ্প্ৰিয়, } বি. ( সং. প্ৰাণপ্ৰিয়—প্ৰাণ + প্ৰিয়, চেনেহৰ ) প্ৰাণৰ সমান মৰমৰ, dear as life, dearest. স. শ. প্ৰাণৰ সমান চেনেহৰ লোক, ভাৰ্য্যাই স্বামীক মতা মাত, a man dear as life, a term of endearment used by a wife in addressing her husband. ( স্ত্ৰী ) প্ৰাণ্প্ৰিয়া।

প্ৰাণ্-বায়ু, স. শ. ( সং. প্ৰাণবায়ু—প্ৰাণ + বায়ু, বতাহ ) প্ৰাণীৰ জীৱন ৰক্ষা কৰা বতাহ, নিশ্বাস ; এতেকে জীৱন, the vital air, breath, life.

প্ৰাণ্-বিয়োগ্(-জো-), স. শ. ( সং. প্ৰাণ-বিয়োগ—প্ৰাণ + বিয়োগ, পৃথক, শৰীৰৰ পৰা প্ৰাণ বেলেগ হোৱা ) মৰণ, মৃত্যু, death.

প্ৰাণ্-হত্যা, স. শ. ( সং. প্ৰাণহত্যা—প্ৰাণ + হত্যা, বধ ) বধ, the taking of life or killing.

প্ৰাতস্, প্ৰাতস্-কাল, } স. শ. (সং. প্ৰাতৰ্, প্ৰাতঃ-কাল—প্ৰাতৰ্, পুৱা + কাল, সময় ) ৰাতি-পুৱা, পুৱা বেলা, the early morning.

প্ৰাতঃকৃত্য, স. শ. (সং. প্ৰাতঃকৃত্য—প্ৰাতঃ, পুৱা + কৃত্য, কাম ) ৰাতিপুৱা শয্যাৰ পৰা উঠি শৌচাচাৰ কৰা, হাত-মুখ ধোৱা আৰু দেৱতাৰ নাম লোৱা আদি কৰিব লগীয়া কাম, the purificatory and religious duties performed in the morning.

প্ৰাতঃ-সন্ধ্যা, স. শ. ( সং. প্ৰাতঃসন্ধ্যা।—প্ৰাতৰ্, ঐ + সন্ধ্যা, কালৰ জোৰাত কৰা আৰাধনা ) সূৰ্য্য উদয় হবৰ সময়ত কৰা আৰাধনা, the morning worship.

প্ৰাতঃ-স্নান্, স. শ. ( সং. প্ৰাতঃস্নান—প্ৰাতৰ্, ঐ + স্নান, গা-ধোৱা ) ধৰ্ম্মৰ নিমিত্তে মন্ত্ৰ মাতি নিচেই ৰাতি-পুৱাতে কৰা স্নান, a bath taken at sunrise for the sake of religious merits.

প্ৰাধান্য, স. শ. ( সং. প্ৰাধান্য—প্ৰধান, শ্ৰেষ্ঠ) শ্ৰেষ্ঠতা, supremacy, superiority.

প্ৰান্ত, স. শ. ( সং. প্ৰান্ত—প্ৰ, উপস. + অন্ত, শেষ ) কোনো দেশৰ বা ঠাইৰ এক মূৰ বা সীমা ; যেনে, আসামৰ পূৰ্ব্ব প্ৰান্তত, the border or limit of a country or place, a frontier.

প্ৰাপ্ত, কৃদ. বি. ( সং. প্ৰাপ্ত—প্ৰ, উপস. + আপ্, পা ) পোৱা, লভা, লাভ কৰা, found, gained, obtained.

প্ৰাপ্তি, স. শ. ( সং. ) পাওন, লাভ, receipt, gain.

প্ৰাপ্য, বি. ( সং. ) পাব লগীয়া, obtainable, due to. স. শ. পাব লগীয়া ধন বা বস্তু ; যেনে, তোমাৰ প্ৰাপ্য পাবা, what is obtainable.

প্ৰায়, বি. ( সং. প্ৰায়—প্ৰ, উপস. + ই, গতি কৰ্ ) অধিকাংশ, সৰহ ভাগ, কিছু কম সকলো ; যেনে, প্ৰায় সকলো মানুহে ধঁপাত খায় ; তুল্য, সমান ( আন এটা শব্দৰ পাচত লগ লাগে ) ; যেনে, মৃতপ্ৰায়, almost all ( as the last member of a compound word ), like, resembling.

প্ৰায়শ্চিত্ত, স. শ. ( সং. প্ৰায়শ্চিত্ত—প্ৰায়, পাপ + চিত্ত, চিন্তা ) পাপলৈ চিন্তা কৰাত হোৱা শোক, পাপ গুচাবৰ কাৰণে কৰা কাৰ্য্য, পৰাচিত, expiation, penance.

**প্ৰায়ে**, ক্ৰি. বি. অধিক সময়ত ; যেনে, তেওঁ প্ৰায়ে আহে, অধিকাংশে, almost always, generally, mostly.

**প্ৰাৰব্ধ**, কৃদ. বি. ( সং. প্ৰাৰব্ধ—প্ৰ, উপস. + আৰব্ধ, আৰম্ভ কৰা ) পূৰ্ব্ব জন্মত কৰা ; যেনে, প্ৰাৰব্ধ কৰ্ম্মৰ ফল, done in a previous birth. স. শ. পূৰ্ব্বে নিৰূপিত অৱস্থা, কপাল, অদৃষ্ট ; যেনে, প্ৰাৰব্ধৰ গতি কোনে বুজিব, destiny, lot.

**প্ৰাৰম্ভ**, স. শ. ( সং. প্ৰাৰম্ভ—প্ৰ, উপস. + আৰম্ভ, উপক্ৰম ) আড়ম্বৰ, ডাঙ্গৰ আৰম্ভ ; যেনে, বিয়াৰ প্ৰাৰম্ভ, an ostentatious beginning, an ado.

**প্ৰাৰ্থ্**, স. ধা. ( সং. প্ৰাৰ্থনা, যাচ্ঞা ) প্ৰাৰ্থনা কৰ্, যাচ্ঞা কৰ্, মাগ্ ; যেনে, বন্দীয়ে প্ৰভুৰ অনুগ্ৰহ প্ৰাৰ্থিছে, to petition, to solicit. অ. ধা. মিনতি কৰ্, to supplicate, to implore.

**প্ৰাৰ্থক্**, স. শ. ( সং. প্ৰাৰ্থক—প্ৰ, উপস. + অৰ্থ, যাচ্ঞা কৰ্) যাচ্ঞা কৰোঁতা, খোজোঁতা, মগনীয়া, a petitioner, a solicitor.

**প্ৰাৰ্থনা**, স. শ. ( সং. ) যাচ্ঞা, ভিক্ষা, খোজা কাৰ্য্য ; মিনতি, a prayer, a petition, supplication.

**প্ৰাৰ্থনা-পত্ৰ**, স. শ. ( সং. ) কোনো বস্তু খোজা কাকত, আৰ্জী, a written application.

**প্ৰাৰ্থনীয়**, বি. ( সং. ) প্ৰাৰ্থনা কৰিবৰ বা খুজিবৰ যোগ্য ; বাঞ্ছনীয়, fit or proper to be asked for, worth seeking.

**প্ৰাৰ্থিত্**, কৃদ. বি. ( সং. ) প্ৰাৰ্থনা কৰা, খোজা, asked for.

**প্ৰিয়**, বি. ( সং. প্ৰিয়—প্ৰী, সন্তুষ্ট কৰ্ ) মৰমৰ, চেনেহৰ, dear, beloved. স. শ. স্বামী, a husband. ( স্ত্ৰী ) প্ৰিয়া।

**প্ৰিয়তম**, বি. ( সং. ) সকলোতকৈ প্ৰিয়, বৰ মৰমৰ, অতিশয়ৰূপে চেনেহ লগা, dearest, very dear. ( স্ত্ৰী ) প্ৰিয়তমা।

**প্ৰিয়তৰ্**, বি. ( সং. ) এজন বা এটাতকৈ অধিক প্ৰিয়, সাধাৰণতকৈ অধিক মৰমৰ, dearer. ( স্ত্ৰী ) প্ৰিয়তৰা।

**প্ৰিয়পাত্ৰ**, স. শ. ( সং. প্ৰিয়পাত্ৰ—প্ৰিয়, মৰমৰ + পাত্ৰ, লোক ) মৰমৰ লোক, বিশ্বাসী লোক, a beloved person, a confidant.

**প্ৰিয়ভাষী**, বি. ( সং. প্ৰিয়ভাষিন্—প্ৰিয় + ভাষ্, কথা ক + ইন্ ) প্ৰিয় বা মিঠা কথা কোৱা, kindly or pleasantly speaking. ( স্ত্ৰী ) প্ৰিয়ভাষিণী।

**প্ৰিয়বাদী**, বি. ( সং. প্ৰিয়ৱাদিন্—প্ৰিয় + ৱদ্, কথা ক + ইন্ ) প্ৰিয়ভাষী, মিষ্ট কথা কোৱা, speaking kindly or pleasantly. ( স্ত্ৰী ) প্ৰিয়বাদিনী।

**প্ৰীত্**, কৃদ. বি. ( সং. প্ৰীত—প্ৰী, তুষ্ট হ ) আহ্লাদিত, আনন্দিত ; সন্তুষ্ট, pleased, satisfied.

**প্ৰীতি**, স. শ. ( সং. ) আনন্দ ; চেনেহ, প্ৰেম, pleasure, love, affection.

**প্ৰীতিকৰ্**, বি. ( সং. ) আনন্দদায়ক, ৰং লগোৱা, pleasing, agreeable.

**প্ৰীতিমন্ত**, বি. ( সং. ) আনন্দযুক্ত ; প্ৰেমপূৰ্ণ, মৰমিয়াল, joyful, affectionate, loving.

**প্ৰীতিদায়ক**, বি. ( সং. ) আনন্দ দিয়া, ৰং লগোৱা, pleasing.

**প্ৰেত্**, স. শ. ( সং. প্ৰেত—প্ৰ, উপস. + ই, গতি কৰ্ ) মৰা মানুহৰ আত্মা ; পিশাচ, ভূত, a ghost, an evil spirit.

**প্ৰেত-কৰ্ম্ম**, } স. শ. (সং. প্ৰেতকৰ্ম্ম, প্ৰেত-
**প্ৰেত-কাৰ্য্য**, } কাৰ্য্য—প্ৰেত, ঐ + কৃ, কৰ্ ) মৰা মানুহৰ উদ্দেশে কৰা কাৰ্য্য, obsequial ceremonies.

**প্ৰেতত্ব**, গু. শ. ( সং. ) প্ৰেতৰ অৱস্থা, the state of a departed spirit.

**প্ৰেতপক্ষ**, স. শ. ( সং. প্ৰেতপক্ষ—প্ৰেত, ঐ + পক্ষ, মাহৰ আধা ) আহিন মাহৰ কৃষ্ণপক্ষ, সেই সময়ত মৰা মানুহবিলাকৰ আত্মাবিলাক পৃথিৱীলৈ আহে বুলি শাস্ত্ৰত লিখা আছে, the dark half of the month of Asswin when the ghosts of deceased persons are supposed to visit the earth.

**প্ৰেতপতি**, স. শ. ( সং. প্ৰেতপতি—প্ৰেত,

ঐ + পতি, গৰাকী ) যম-ৰজা, Yama, the regent of death.

প্ৰেতাকাৰ্, বি. ( সং. প্ৰেতাকাৰ—প্ৰেত, ভূত + আকাৰ, গঢ় ) ভূতৰ নিচিনা, কুৰূপ, ghastly, very ugly.

প্ৰেম্, স. শ. ( সং. প্ৰেম—প্ৰ, প্ৰিয় + ইমন্, প্ৰত্যয় ) স্নেহ, মৰম, প্ৰীতি, love, affection.

প্ৰেম-পূৰ্ণ, ) বি. ( সং. প্ৰেমপূৰ্ণ—প্ৰেম,
প্ৰেম্-পূৰ্ণ, } ঐ + পূৰ্ণ, পূৰ ) প্ৰেমেৰে পূৰ, ৰবকৈ প্ৰেম কৰা বা মৰম লগোৱা, full of love, affectionate.

প্ৰেমৱন্ত, বি. প্ৰেমযুক্ত, মৰমিয়াল, affectionate, loving.

প্ৰেম-সূত্ৰ, ) স. শ. ( সং. প্ৰেমসূত্ৰ—
প্ৰেম্-সূত্ৰ, } প্ৰেম, ঐ + সূত্ৰ, জৰী ) প্ৰীতিৰ জৰী, মৰমৰ বান্ধ, the bond of love.

প্ৰেমাগ্নি, স. শ. ( স. প্ৰেমাগ্নি—প্ৰেম, ঐ + অগ্নি, জুই ) মৰমৰ জুই, জ্বলন্ত প্ৰেম, ডাঙ্গৰ প্ৰীতি ( মতা-তিৰোতাৰ প্ৰেমত খাটে ), the flame of love.

প্ৰেমালাপ্, স. শ. ( সং. প্ৰেমালাপ—প্ৰেম, ঐ + আলাপ, কথোপকথন) মতা তিৰোতা বা সুজন বন্ধুৱে প্ৰীতিৰে কৰা কথোপকথন, প্ৰেম বঢ়োৱা আলাপ, friendly talk, loving conversation between friends or a husband and wife or a lover and sweetheart.

প্ৰেমাসক্ত, বি. ( সং. প্ৰেমাসক্ত—প্ৰেম, ঐ + আসক্ত, ৰত ) প্ৰেমত ৰত, প্ৰীতিত অনুৰক্ত, যাক মৰম কৰা যায় তেওঁৰ মৰম পাবলৈ ব্যগ্ৰ, affectionately loving and seeking to be loved in return, affectionately attached to a beloved person.

প্ৰেমাস্পদ, বি. ( সং. প্ৰেমাস্পদ—প্ৰেম, ঐ + আস্পদ, বিষয় ) প্ৰিয়, মৰমৰ, beloved, dear. স. শ. প্ৰিয় পাত্ৰ, a beloved person.

প্ৰেৰণ্, কৃদ. স. ( সং. প্ৰেৰণ—প্ৰ, উপস. + ঈৰ্, গতি কৰ্ ) পঠোৱা কাৰ্য্য, the act of sending.

প্ৰেৰিত্, কৃদ. বি. ( সং. ) পঠোৱা, sent.

প্ৰৌঢ়া, বি. ( সং. প্ৰৌঢ়া—প্ৰ, উপস. + ঊঢ়া, বয়সীয়া ) দশ-ডাঙ্গৰ হোৱা, সম্পূৰ্ণ বয়স পোৱা (স্ত্ৰী), full-grown. (Fem.).

প্ৰৌঢ়ী, বি. প্ৰকাশিত, ব্যক্ত, সকলোৱে জনা; যেনে, গুপ্ত কথা প্ৰৌঢ়ী হল, published, noised abroad.

প্লক্ষদ্বীপ্, স. শ. ( সং. প্লক্ষদ্বীপ—প্লক্ষ, জৰি গছ + দ্বীপ, মাজুলি ) সাত দ্বীপৰ এক দ্বীপ ( তাত জৰি গছ অধিক ), one of the seven divisions of the world.

প্লাৱিত্, কৃদ. বি. ( সং. প্লাৱিত—প্লু, গতি কৰ্ ) পানীৰে তল যোৱা, পানীৰে পূৰ হোৱা, inundated, submerged.

প্লীহা, স. শ. ( সং. প্লীহা—প্লিহ্, ডাঙ্গৰ হ ) মানুহৰ বুকত থকা খাপৰি; খাপৰি বঢ়া ৰোগ, the spleen, enlargement of the spleen.

## ফ।

ফ, ব্যঞ্জনবিলাকৰ বাইশ সংখ্যাৰ আখৰ, the twenty-second letter of the consonants.

ফই, স. শ. লেজু, ডাঙ্গৰ ডোল, a thick rope, a cable.

ফইদা, স. শ. আয়ম, ভেম, ফষ্টি, vanity, pomp, show of greatness.

ফইদা, স. শ. ( যাং. ফাইদা ) লাভ, gain, profit.

ফঁহিয়া, স. ধা. ( হিং. ফকিয়া, এচকলা ) এচকলা যেন কৰ্, অৰ্থাৎ পাতলকৈ ফাল্, to split into strips.

ফকৰা, স. শ. ( যাং. ফিকৰা, এফাঁকি কথা ) নীতি শিকোৱা বা কোনো কথাৰ উদাহৰণ বা দৃষ্টান্ত দেখোৱা দুই বা অধিক ফাঁকি কথা; যেনে, "ঠাই দিবৰ গুণ, টপটপি শুন," an adage, a maxim, &c.

ফকৰা, স. শ. ( সং. ফক্কিকা, ফাঁকি ) বঞ্চনা কৰিবৰ মন্ত্ৰণা, কুমন্ত্ৰণা, an intrigue.

ফকাম্, স. শ. পানী পাচৰ খুঁটাৰ পৰা মাজ-পাচৰ খুটাত লগাই দিয়া সৰু চতি, a brace extending from an outer to an inner post.

ফকীৰ্, স. শ. (যাং.) মছলমানৰ বৰাগী; সন্ন্যাসী, a Mahamedan mendicant, an ascetic.

ফচৰাই, } ক্রি. বি. ফচ বা ফচৰ শব্দ
ফচৰ্ কৰে, } কৰি; যেনে, কাপোৰখান ফচৰাই ফাটিল, with a short, quick sound.

ফচ্ছু, বি. অকামিলা; মিছা কথাৰ চাং পতা, worthless, telling lies.

ফচ্ফচীয়া, বি. (হিং. ফস্ফসা, ঢিলা) হাতেৰে মোহাৰিলে এৰাই যোৱা বা গুড়ি হোৱা, আটিল নোহোৱা, crumbling at the touch.

ফট্, } অনুক. কোনো বস্তু ফুটোঁতে
ফটৰ্, } হোৱাৰ নিচিনা শব্দ, an imitative sound used to express the noise caused by something bursting.

ফটৰাই, } ক্রি. বি. ফটৰ শব্দ কৰি, with
ফটৰ্ কৰে, } a short quick sound.

ফটা-কানি, স. শ. (অং. ফটা, দোডোখৰ হোৱা+কানি, ফটা কাপোৰ) কাপোৰৰ ছিগা খণ্ড, a piece of rag.

ফটা-ছিটা, বি. (অং. ফটা, ফাটি বেলেগ হোৱা+ছিটা, খণ্ড) ফাটি দুই বা অধিক খণ্ড হোৱা, tattered.

ফটিক্, স. শ. (সং. স্ফটিক; হিং. বং. ফটিক, এবিধ বগা শিল) এবিধ বৰ বগা নির্ম্মল আৰু চকমকীয়া শিল, rock crystal.

ফটিকা, স. শ. (অং. ফটিক, এবিধ বগা শিল) মদৰ গুণ থকা বস্তু পানীৰে মিহলাই জুইৰ ওপৰত থৈ নলাই দি টানি উলিওৱা মদ। আসাম দেশত এই ৰূপে কৰা মদ নির্ম্মল, বগা হয় এতেকে সেই নাম হৈছিল, এতিয়া সেই বিধৰ বিদেশী মদকো ফটিকা বোলা যায়, spirituous liquor, spirits.

ফটুৰে, } স. শ. (অং. ফাট্, বিদীর্ণ হ)
ফটুৰাই, } এবিধ ভৰি ফটা ৰোগ, ভৰিৰ ফাট, a disease of the foot.

ফট্‌কা, স. শ. (অং. ফট্, ফুটাৰ শব্দ; বং. পটকা) জুই লগালে ফটকৰে ফুটা এবিধ লৰাই গুমলা বস্তু, a squib, a cracker.

ফট্‌ফটীয়া, বি. (অং. ফটিক, এবিধ বগা শিল) ফটিকৰ দৰে নির্ম্মল, জলজলীয়া; স্পষ্ট, transparent, clear.

ফণা, স. শ. (সং. ফণা—ফণ্, দীপ্তি কৰ্, সাপৰ মূৰত উজ্জ্বল মণি থাকে বুলি কথিত আছে, এতেকে) সাপৰ ফেঁট, the hood of a serpent.

ফণি, স. শ. (সং. ফণা, ফেঁট; পূর্ব্ব কালত তাক ধুনৰ নিমিত্তে খোপাত গোঁজাত সাপৰ ফেঁটৰ নিচিনা দেখা গৈছিল, এতেকে) চুলি মেলোৱা সঁজুলি, a comb.

ফণিয়া, স. ধা. ফণিৰ দ্বাৰা আঁচুৰি পৰিষ্কাৰ কৰ্; ফণিৰ নিচিনা যতনেৰে অঁহীয়া বস্তুৰ আঁহ মুকলি কৰ্, to comb.

ফণী, স. শ. (সং. ফণিন্—ফণা, ফেঁট+ইন্) সাপ, a snake.

ফন্তা, স. শ. ভৰিৰ তলুৱাত কাঁইটে নুফুটিবৰ কাৰণে বান্ধি লোৱা ছাল বা পাতল কাঠ, ফানটি, a rude kind of sandal.

ফন্দ্, স. শ. (হিং. ফৰ্ফন্দ, বঞ্চনা) ছল, কোনো লোকক টানত পেলাবলৈ বা কোনো কুকার্য্য সিদ্ধ কৰিবলৈ গোপনে কৰা বুধি, a stratagem, an artifice.

ফন্দ্, অ. ধা. (সং. স্পন্দন, সঞ্চালিত হোৱা) সঞ্চালিত হ, লৰ্ (চকু বা মঙহত খাটে); যেনে, চকু বা মঙহ ফন্দিছে (সি অশুভ সূচাই বুলি মানুহে ভাবে), to quiver, or throb, as the eye or muscles.

ফন্দিয়ক্, } বি. (অং. ফন্দ, ছল) ফন্দ
ফন্দিয়াৰ্, } জনা, লোকক ছল কৰা; গোপনে বুধি কৰি কুইচ্ছা সিদ্ধ কৰা, crafty, wily designing. স. শ. আনক ছল কৰোতা; গোপনে বুধি কৰি কুইচ্ছা সিদ্ধ কৰোতা, a crafty or designing person.

**ফন্দিয়া**, স. শ. ( অং. ফন্দ্, সঞ্চালিত হ ) বৰকৈ হাত ভৰিৰ সিৰ কোঁচোৰা বেদনা, a spasm. "সিৰামুৰি" চোৱা।

**ফন্দী**, বি. ফন্দ জনা, ছল কৰিব পৰা, ধূৰ্ত্ত, টেঙ্গৰ, wily, crafty.

**ফপৰা**, } **ফঁপৰীয়া**, } বি. ফাপৰে ধৰা, ছালত চোকোৰা বন্ধ হৈ নোম সৰা ( জন্তু ); যেনে, ফপৰা কুকুৰ; খহটা বা নিমজ নোহোৱা ছালযুক্ত; যেনে, ফপৰা গা বা মানুহ, scurfy, scabby or mangy; having a rough skin.

**ফঁপুৰা**, ৰাগী নথকা, গুণ নথকা, পুৰণি হোৱাত ৰাগী বা গুণ গুচা; যেনে, ফপুৰা দৰব, ফপুৰা কানি, old and inefficacious, as drugs.

**ফৰ্**, স. শ. ( সং. ফৰ—ফল্, উৎপন্ন হ ) দীঘল ঢাল, a long shield.

**ফৰকাল্**, বি. ( হিং. ফৰচা; বং. ফৰসা, নিৰ্ম্মল ) পৰিষ্কাৰ, নিৰ্ম্মল ( গাত খাটে ); যেনে, ধূলে গা ফৰকাল হয়; ডাৱৰ বা বৰষুণ নথকা; যেনে, ফৰকাল বতৰ; পানী বোকা নথকা, শুকান; যেনে, বাট ফৰকাল হৈছে, clean, as the body, not rainy, as weather, not muddy, dry (said of the ground).

**ফৰমা**, স. শ. এবিধ আহু ধান, a kind of paddy.

**ফৰিং**, স. শ. ( সং. পতঙ্গ, পাখি লগা কীট; হিং. ফঙ্গা; বং. ফড়িং, এবিধ পতঙ্গ ) এবিধ পাখী লগা কীট, তাৰ অনেক উপজাতি আছে, a grasshopper.

**ফৰিং ফুটা**, বি. ফৰিঙ্গকো স্পষ্টৰূপে দেখা, এনেকে বৰ উজ্জ্বল (চন্দ্ৰৰ দীপ্তিত খাটে); যেনে, ফৰিং ফুটা জোনাক, very bright, very clear ( said of moonlight).

**ফৰিঙ্গতি**, } **ফৰিংতলী**, } স. শ. ( ফৰিঙ্গৰ নিবাস, বোধ হয় এই কাৰণ সেই নাম ) বাম মাটি, মাহ সৰিয়হ আদি বোৱা মাটি, dry land on which cold weather crops are cultivated.

**ফৰিয়াদী**, স. শ. ( যাং. ) গুচৰীয়া, a plaintiff, a complainant.

**ফৰ্দ্দ**, স. শ. ( যাং. ) মানুহ বা বস্তুৰ নাম লিখা কাকত, a list.

**ফৰ্‌ফৰণি**, } **ফৰ্ফৰণি**, } স. শ. ঘঁহনি খোৱাত বা মোহ-ৰাত ছালত হোৱা পোৰণি, a slight burning sensation produced on the skin by friction.

**ফৰ্‌ফৰা**, } **ফৰ্ফৰা**, } অ. ধা. মোহৰাত বা ঘঁহনি খোৱাত গাৰ ছালত পোৰণি বোধ কৰ্; যেনে, কোৰ মাৰোতে হাতে ফৰ্ফৰাইছে, to feel a slight burning sensation on the skin, as from friction.

**ফৰ্ফৰাই ফুৰ্**, খৰ্খেদাকৈ ফুৰ্, to be active and nimble.

**ফৰ্ফৰীয়া**, } **ফৰ্‌ফৰীয়া**, } বি. ফৰকাল, শুকান, পানী বোকা নথকা; যেনে, ফৰ্ফৰীয়া চোঁতাল, dry, not watery or muddy.

**ফৰ্মুটি**, স. শ. কোনো বস্তুলৈ নিক্ষেপ কৰা এডোখৰ কাঠ বা বাঁহ, a stick thrown from the hand.

**ফৰ্মুটি মাৰ্**, এডোখৰ কাঠ বা বাঁহ নিক্ষেপ কৰ্, to throw a stick with the hand at something.

**ফৰ্মুটিয়া**, স. ধা. কোনো বস্তুলৈ হাতেৰে নিক্ষেপ কৰ্ ( কাঠৰ বা বাঁহৰ খণ্ডত খাটে ), to throw with the hand, as a piece of bamboo or wood.

**ফল্**, অ. ধা. ( সং. ফল্, উৎপন্ন হ ) গুটি ধৰ্; যেনে, আম জোপা ফলিছে; সিদ্ধ হ, সফল হ; যেনে, কথাটো ফলিল, to bear fruit to be fulfilled. স. শ. গছৰ গুটি; সিদ্ধি, লাভ; কোনো কাৰ্য্যৰ পৰিণতি; প্ৰতিকাৰ; এক অঙ্কক অন্য এক অঙ্কেৰে হৰণ বা পূৰণ কৰিলে যি অঙ্ক ওলায়, fruit, produce, consequence, result, retribution, the quotient of a sum.

**ফলং**, বি. মুকলি, আঁৰ নথকা, open.

ফলকামনা, স. শ. ( সং. ফলকামনা—ফল, সিদ্ধি + কামনা, বাঞ্ছা ) কোনো কার্য্য সিদ্ধিৰ বা লাভৰ বাঞ্ছা, the desire of gaining an object.

ফলদায়ক, বি. ( সং. ফলদায়ক—ফল, লাভ + দায়ক, দিওঁতা ) লাভজনক, profitable

ফলন্ত, বি. ( সং. ফলবন্ত ) গুটি ধৰা, fruit-bearing, fruitful.

ফলভোগী, বি. ( সং. ফলভোগিন্—ফল, লাভ আদি + ভোগিন্, ভোগ কৰা ) শস্য লাভ বা হানি ভোগ কৰা, enjoying the produce, consequence, &c. ( স্ত্ৰী ) ফলভোগিনী।

ফলৱন্ত, ফল-ৱান্, } বি. গুটি লগা ; ফল উৎপাদন কৰা ; লাভজনক, bearing fruit, producing a consequence. ( স্ত্ৰী ) ফলৱতী।

ফলশালী, বি. ( সং. ) গুটি লগা, লাগনি, ফলযুক্ত ; যেনে, ফলশালী গছ, bearing fruit.

ফলা, স. শ. ( অং. ফলি, আখৰ লেখা পাট ; ফলিত লিখা যায়, এতেকে ) বৰ্ণমালাৰ ব্যঞ্জন আখৰবিলাক ; যেনে, ব-ফলা ; একে বিধৰ সংযোগী আখৰসমূহ ; যেনে, আঙ্ক-ফলা, আঙ্ক-ফলা, the consonants of the alphabet, a set of compound consonants.

ফলাকাংক্ষা, স. শ. ( সং. ফলাকাংক্ষা—ফল, লাভ + আকাংক্ষা, বাঞ্ছা ) কোনো কাৰ্য্য সিদ্ধিৰ ইচ্ছা, লাভৰ বাঞ্ছা, desire of gain or of acquiring some benefit.

ফলাফল্, স. শ. ( সং. ফলাফল—ফল, লাভ বা সিদ্ধি + অফল, অলাভ, বা অসিদ্ধি ) লাভ বা অলাভ, সিদ্ধি বা অসিদ্ধি, advantage or disadvantage, good or bad consequence, success or failure.

ফলি, স. শ. ( সং. ফলক, কাঠৰ পাট ) লৰাই আখৰ লেখা কাঠৰ পাট বা চেপেটা শিল ; সোণাৰিয়ে গুণা টনা বহুত বিন্ধা-যুক্ত সৰু ধাতুৰ পাট ; ৰজাই মাটি মানুহক দান কৰাৰ কথা লিখা তামৰ পত্ৰ, a blackboard, a slate, a small metallic plate pierced with many holes used by goldsmiths for drawing wires, a copper plate on which grants of land, &c., are inscribed.

ফলিক্, বি. নিৰ্ম্মল, বগা, তেজাল ( মানুহৰ গাত খাটে ) ; যেনে, তাৰ মুখখান ফলিক হৈছে, clean, white, said of the human body.

ফলি-গুটি, স. শ. ( অং. ফলি, লৰাই লেখা পাট + গুটি, ঘূৰণীয়া বস্তু ) কাঠৰ বা শিলৰ ফলিত লিখা মাটি আদিৰ খণ্ড, a slate pencil, a piece of chalk, &c., for marking on a blackboard.

ফলিতা, স. শ. ( সং. ফল, পৰিণতি ) সমাজিকৰ অৰ্থ, সপোনৰ ফলৰ ব্যাখ্যা ; এতেকে কোনো অস্বাভাৱিক ঘটনাৰ ফলৰ ব্যাখ্যা ; যেনে, পণ্ডিতে ভুঁইকঁপৰ ফলিতা দিছে, the interpretation of a dream or of an unusual natural phenomenon.

ফলিয়া, অ. ধা. ( সং. ফল, কাৰ্য্যৰ পৰিণতি ) সফল হ, ফলৱন্ত হ, সিদ্ধ হ, ফল ধৰ্ ; যেনে, সপোন কদাচিত ফলিয়ায়, to be realised or fulfilled.

ফলী, "ফলি" চোৱা।

ফলীয়া, বি. ( অং ফাল, এদাঁতি বা এভাগ ) ফালি বেলেগোৱা এফাল, ফলা ; যেনে, ফলীয়া বাঁহ ; এফালৰ বা এক পক্ষৰ ; যেনে, তেওঁ মোৰ ফলীয়া, split, flat, belonging to a party.

ফলোদয়, স. শ. ( সং. ফলোদয়—ফল, লাভ + উদয়, উৎপত্তি ) কাৰ্য্যৰ ফলৰ উৎপত্তি ; যেনে, মহলাৰ ফলোদয়লৈ বাট চাইছোঁ ; পৰিশ্ৰমৰ ফললাভ, সিদ্ধি ; যেনে, ৰজাক খটাৰ একো ফলোদয় নহল, result, attainment of an object.

ফল্গু, স. শ. গয়াত থকা এখান তলসুঁতীয়া নৈৰ নাম, a subterranean stream at Gya.

ফল্গুৎসৱ, স. শ. (সং. ফল্গু, ফাঁকু + উৎসৱ, আহ্লাদৰ কাৰ্য্য) ফাগুন-মাহত কৰা ৰাধা কৃষ্ণৰ পূজা আৰু তাৰ উপলক্ষে এজনে আন জনৰ গাত ফাঁকু ছটিয়াই কৰা খেমালি, ফাঁকুৱা, the *holi* festival.

ফষ্টি, স. শ. আয়ম, ভেম ; গপ, pomp, show of greatness, vanity, pride.

ফাইক্, বি. (কাম.) অধিক, সৰহ, plentiful.

ফাও, স. শ. (সং. স্ফায়, অধিক হ ; হিং. ফাৱ্ ; বং. ফাও, জোখতকৈ অধিককৈ দিয়া বস্তু) কিনা বেচাত জোখৰ বা লেখৰ ওপৰঞ্চি কৈ দিয়া বস্তু, ভচি ; আধাৰে সৈতে জোখা বস্তুৰ আধাৰৰ পৰিমাণে কম হোৱা ভাগৰ বাবে ভৰি দিয়া বস্তু, a small quantity given over the quantity purchased.

ফাও মাৰ্, আধাৰে সৈতে জোখা বস্তুৰ আধাৰৰ পৰিমাণ ঠিক কৰ্, to ascertain the weight of the vessel containing a commodity which is weighed with the vessel.

ফাং, স. শ. (অং. ফাঁকি, ছলনা) সঁচা বুলি দেখোৱা মিছা, বঞ্চিবৰ নিমিত্তে কোৱা মিছা কথা, a false show, pretence.

ফাং পাত্, লোকক বঞ্চিবলৈ মিছা কথা উলিয়া বা ফাঁকি কৰ্, to give currency to a falsehood in order to deceive.

ফাঁওচ্ ফাঁওচ্, অনুক. সাপৰ ফোঁচ ফোঁচ শব্দ, an imitative sound used to express the hissing of a snake.

ফাঁক্, স. শ. অস্ত্ৰৰ মোট ; যেনে, থামতি দাৰ ফাঁক ; কাঁফাই ধেনুৰ বা হিলৈৰ কাঠ, a scabbard, the stock of a gun or cross-bow.

ফাঁকি, স. শ. সম্পূৰ্ণ অৰ্থ বুজোৱা কিছুমান পদ ; যেনে, কৃষ্ণৰামে হলিৰামক ধন দিলে ; পদ্যৰ এক চৰণ ; যেনে, "কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে," a sentence, a division or line of poetry, a verse.

ফাঁকি, স. শ. (সং. ফক্কিকা, বঞ্চনা) ছলনা, বঞ্চনা, ছলিবৰ কাৰণ কোৱা মিছা কথা, deception, a trick.

ফাঁকি দি. বঞ্চনা কৰ্, মিছা কথা কৈ ছল কৰ্, to deceive, to cheat.

ফাঁকি-ফুকা, স. শ. ছলনা, বঞ্চনা, tricks and falsehoods.

ফাঁকু, স. শ. (সং. ফল্গু ; হিং. বং. ফাগ, এবিধ ৰঙ্গা গুড়ি) ফাঁকুৱাত ছটিওৱা ৰঙ্গা গুড়ি, a kind of red powder sprinkled in the *holi* festival.

ফাঁকুৱা, স. শ. (হিং. ফগুৱা, কৃষ্ণৰ দোল যাত্ৰা) ফল্গুৎসৱ, the *holi* festival.

ফাঁক্ডেমা, স. শ. এবিধ বনৰীয়া গছ, a kind of wild tree.

ফাঁচ্, স. শ. (সং. পাশ ; হিং. বং. ফাঁশ, খোৰোচা জৰী) হাতী ধৰা খোৰোচা জৰী ; অপৰাধীৰ ডিঙ্গিত লগাই প্ৰাণদণ্ড কৰা জৰী, a noose used for catching elephants, a halter or hangman's rope.

ফাঁচী, স. শ. ডিঙ্গিত জৰী লগাই ওলমাই কৰা প্ৰাণদণ্ড, execution by hanging.

ফাঁচি দি. ডিঙ্গিত জৰী লগাই ওলমাই প্ৰাণদণ্ড কৰ্, to execute by hanging.

ফাঁট্, স. শ. নাৱেৰে বা বামে বেহা কৰা বেপাৰী একত্ৰ হোৱা আৰু ৰাজহ দিয়া ঠাই ; বিপক্ষে কোনো কাৰ্য্য কৰিলে নিজে কৰিব নোৱাৰিলে সেই জনে ইমান ধন দিব লাগিব বা দোষী হব এই নিয়মেৰে সেই ধনৰ তুল্যৰূপে সমাজৰ আগত পেলাই দিয়া কোনো বস্তু ; যেনে, বদীয়াই আসৈ মাতি এশ টকাৰ ফাঁট পেলাইছে ; বদিয়াৰে বাদ বুজাব পাৰিলে বদীয়াই নোৱাৰিলে বদিয়াৰে সেই ধন দিব লাগিব, a place where traders assemble for trade and payment of duty, a wager.

**ফাঁট্ মাৰ্, পলাই অস্ফুট হ, নিফুট মাৰ, to abscond and be unheard of.**

**ফাঁটোৱাল্, স. স. ফাঁট ৰখীয়া ; ফাঁটৰ ধন**

তোলোঁতা, a collector of duties upon trade.

ফাকুটি, স. শ. (অং. ফাঁকি, ছলনা) প্ৰতাৰণা, ছলনা, মিছা কথাৰ দ্বাৰা কৰা বঞ্চনা; ভাও জোৰা কাৰ্য্য, pretence, feigning.

ফাগুন, স. শ. (সং. ফাল্গুন, এটা মাহ) একাদশ মাহ, the eleventh month, February-March.

ফাগুনা, স. শ. ফাগুনত ওপজা মানুহৰ নাম, the name of a man born in Phalgun. (স্ত্ৰী) ফাগুনী।

ফাগুনীয়া, বি. ফাগুনত হোৱা, born or produced in *Phalgun*.

ফাচাং কুচুং, } বি. মিছা, ফাঁকি দিয়া, false, ফাচ্ কুচ্, } deceptive.

ফাট্, অ. ধা. (সং. স্ফুট্; হিং. ফাটনা; বং. ফাটন, বিদীৰ্ণ হ) বিদীৰ্ণ হ, দুফাল হ, দুছিটা হ, to be torn, to crack, to split. স. শ. দুফাল হোৱাৰ চিন, ফাটি দুভাগ হোৱাত হোৱা আঁক, a crack, a fissure.

ফাটক্, স. শ. (হিং. বং. ফাটক, আটক) বন্দীশাল, কাৰাগাৰ, a prison.

ফাটকিয়াল্, স. শ. বন্দীয়াৰ, কয়েদী, a prisoner.

ফাটন্, কৃদ. স. (অং. ফাট্, দুফাল হ) দুফাল হোৱা কাৰ্য্য, to become fissured.

ফাতিহা, স. শ. গগুপ, গগুলিকা, ডাংকোপ, অহঙ্কাৰ, boast, brag, pride or vanity.

ফানটি, স. শ. ফস্তা, a rude sort of sandal.

ফানুচ্, স. শ. (যাং.) এবিধ কাচৰ চাকি লগোৱা সঁজুলি, the shade of a lamp.

ফান্দ্, স. শ. (হিং. আৰু বং. ফাঁদ্, খোৰোচা) হাতী ধৰা খোৰোচা, ফাঁচ; চৰাই বা পছু ধৰা যতন; এতেকে লোকৰ অনিষ্ট কৰিবৰ কাৰণে গোপনে কৰা উপায়; যেনে, শত্ৰুৰ ফান্দত নপৰিবা, (তাৰ নোমৰ দ্বাৰা সৰু চৰাই ধৰা ফান্দ কৰা যায়, এতেকে) নোমাল নেজ; যেনে, ঘোঁৰাৰ ফান্দ; জন্তুৰ নেজৰ আগৰ নোম, মাছৰ ফিচা, a noose, a trap, a snare, a hairy tail, the tuft of hair at the end of the tail of an animal, the caudal fins of a fish.

ফান্দ্, অ. ধা. আনক কষ্টত পেলাবলৈ গোপনে উপায় কৰ্; যেনে, শত্ৰুৱে শত্ৰুলৈ ফান্দে, to contrive to involve another in trouble. স. ধা. বনবীয়া হাতীৰ ডিঙিত ফাঁচ লগা; যেনে, এজনে হাতী ফান্দে আন এজনে দোহাৰে, to noose, as a wild elephant.

ফান্দনি, স. শ. (অং. ফান্দ্, নেজৰ আগৰ নোম; জন্তুৰ নেজৰ আগ ভাগ ঠেঙৰ সেই ঠাইত পৰে, এতেকে) কলাফুলৰ তল ভাগ, the lower part of the calf.

ফান্দী, } স. শ. (অং. ফান্দ, ফাঁচ) ফান্দেৰে ফান্দৈ, } বনবীয়া হাতী ধৰোঁতা, one who nooses wild elephants.

ফাপ্, অ. ধা. (হিং. ফাৱনা, উপযুক্ত হ) গুণ ধৰ্ (মন্ত্ৰ আৰু দৰবত খাটে); যেনে, মন্ত্ৰ নেফাপে, to take effect, as a medicine or an incantation.

ফাপৰ্, স. শ. জন্তুৰ মাথিছাল ছিগি নোম সৰি যোৱা ৰোগ; যেনে, ফাপৰে ধৰা কুকুৰ; মানুহৰ ছালৰ কৰ্কশতা বা খহটা গুণ; যেনে, তেল নঘঁহিলে গাত ফাপৰ হয়, scurf or mange, roughness of the human skin.

ফাৰ্চী, স. শ. পাৰস্য দেশৰ ভাষা, যৱনৰ ভাষা, the Persian language.

ফাল্, স. শ. (সং. ফাল—ফল্, বিদীৰ্ণ কৰ্, মাটি ফালে এতেকে) নাঙ্গলৰ মুখত লগোৱা চেপেটা আৰু জোঙা বাঁহ বা লো, a plough share.

ফাল্, স. ধা. (সং. ফল্, ছিৰ্) দুই বা বহু ফাল কৰ্, দুই বা অধিক ছিটা কৰ, to tear, to rend, to split. স. শ. চেপেটা এক খণ্ড, এছিটা, ফলা এভাগ; যেনে, এফাল বাঁহ; এক পাৰ্শ্ব; যেনে, বাওঁ ফাল; এক দিশ; যেনে, উত্তৰ

ফাল ; দুজন বিবাদীৰ এজন, এক পক্ষ ; যেনে, মোৰ ফালৰ লোক, a part split asunder, a side, a direction, a party.

ফালৰি মাৰ্ বা ফালৰি কাট্, একলীয়া হৈ গুচি যা, আঁতৰৰে পৰা আন একালে যা, to keep at a distance or take another direction at a distance.

ফালন্, কৃদ. স. দুই বা অধিক ফাল কৰণ, the act of tearing, &c.

ফালি, স. শ. মূৰত মেৰোৱা ঠেক কাপোৰ, a strip or cloth for wrapping round the head, a fillet.

ফালে, আ. অব্য. দিশে ; পক্ষে ; যেনে, এইফালে, বাওঁফালে, in the direction of, on the part of.

ফালেঙ্গি, স. শ. এজনৰ বস্তু আন এজনত বেচি লাভ লওঁতা ; জন্তু বা কাপোৰ আদি সামান্য বস্তু এঠাইৰ পৰা নি আন ঠাইত বেচোঁতা, a broker, one who travels about with animals, cloth, &c., for sale.

ফালোঁতা, কৃদ. স. যি ফালে, দুফাল কৰোঁতা, one who tears. (স্ত্রী) ফালঁতী।

ফালুফালু, বি. অনেক ফাল কৰি বেলেগোৱা, যেনে, তামোলটো ফাল ফাল কৰ্, divided into several strips.

ফাল্গুন্, স. শ. (সং. ফাল্গুন—ফল্গুনী, এটা নক্ষত্র ; সেই মাহৰ পূৰ্ণিমাত ফল্গুনী নক্ষত্র পৰে, এতেকে) ফাগুন মাহ, the eleventh month, February-March.

ফিংফিঙ্গীয়া, বি. (সং. ফি, খং) বেগতে খং উঠা, অলপ কথাতে খং কৰা, quick-tempered, easily provoked.

ফিং ফিং কৰে, ফীঁ ফীঁ কৰে, } ক্রি. বি. ধাৰে বৈ, বেগেৰে ওলাই (তেজত খাটে) ; যেনে, ফিং ফিং কৰে তেজ বৈগেছে, in a rapid stream (said of blood).

ফিঁচা, স. শ. মাছৰ ফান্দ, the caudal fins of a fish.

ফিক্, অ. ধা. (সং. স্ফীত, উখহা) উখহ্, ওফন্দ্, to swell, to become bulky.

ফিকি উঠ্, উখহ্, উখহি পৰ্ ; যেনে, গহটো ফিকি উঠিছে ; খঙ্গেৰে জলি উঠ্ ; যেনে, গালি পৰা শুনি ফিকি উঠিল, to swell up, to rouse up in anger.

ফিকা, স. শ. গৰাত খুন্দা খাই হোৱা পানীৰ টান কোব, গৰাৰ দাঁতিত পৰা পানীৰ খুন্দা, a place in a river-bank against which the current dashes violently.

ফিকিৰ্ স. শ. (যাং. ফিকৰ্, আলচ) চেষ্টা, উদ্যোগ, contrivance.

ফিচাহিনী, স. শ. (অং. ফেঁচা, এবিধ চৰাই + হেন, তুল্য) ফেঁচাৰ নিচিনা অশুৱনী তিৰোতা, অতি কদাকাৰ তিৰী, a very ugly-looking woman.

ফিচিক্, অ. ধা. (অং. ফিচ্, পচা কাপোৰ ফাটোঁতে হোৱা শব্দ) অলপকৈ টানিলেই ফাট্, পুৰণি কাপোৰৰ দৰে অলপ অলপ ফাটি মেল্ ; যেনে, কাপোৰখান ফিচিকিছে, to be easily torn, as a worn out cloth.

ফিচিকা, বি. অনেক ঠাইত অলপ অলপ ফটা, slightly torn here and there.

ফিচিকা ফিচিকি, ফিচিঙ্গা ফিচিঙ্গি, } স. শ. ফিচ্ ফিচ্, অলপ অলপকৈ হঁহাৰ শব্দ) চকুৰ ভঙ্গিৰে কোনো কথালৈ উন্নুকিয়াই এজনৰ মুখলৈ আন জনে চাই মিটিকিওৱা কাৰ্য্য, the act of exchanging significant glances and smiles.

ফিচ্‌ফিচীয়া, বি. (অং. ফিচ্, পচা কাপোৰ ফাটোঁতে হোৱা শব্দ) অলপকৈ ধৰিলেই ফিচিকা, ছুলেই ফটা (কাপোৰত খাটে), easily torn (said of cloth).

ফিট্‌কিৰী, স. শ. (সং. স্ফটিকাৰি ; হিং. বং. ফিট্‌কিৰী, এবিধ মাটি) এবিধ খাৰ মাটি, এবিধ পানী নিৰ্ম্মল কৰা খাৰযুক্ত মাটি, alum.

ফিতা, স. শ. (পর্টু. ফিতীন্‌হা, হিং. বং. ফিতা) কাপোৰৰ দৰে বোৱা চেপেটা জৰী, a tape, ribbon.

ফিতাহি, স. শ. (সং. স্ফীত, বৃদ্ধি পোৱা) আপোনাক ডাঙ্গৰ যেন দেখাবলৈ কৰা

কাৰ্য্য, অহঙ্কাৰ দেখোৱা কাৰ্য্য ; ফাতিহা, pomp, pageantry, vanity, boast.

ফিতাহি মাৰ্, গপ্প মাৰ্, বৰ কথা ক, to boast.

ফিন্দা, স. ধা. ( সং. স্ফীত, উখহা ) ওফন্দা, উঠঙ্গা, টানি টন্‌টনীয়া কৰ্ ; যেনে, বুকু ফিন্দাই কথা কয়, to inflate, to swell.

ফিন্দু খা, ওফন্দি টন্‌টনীয়া হ, to be inflated.

ফিৰিঙ্গটি, স. শ. ( সং. স্ফুলিঙ্গ ; বং. ফিন্‌কি, জুইৰ কণিকা ) জুইৰ কণিকা, জুই আঙ্গনি, a spark of fire.

ফিৰ্ফিৰীয়া, বি. ( অং. ফিৰ্ ফিৰ্, অলপীয়া বতাহৰ শব্দ ) ৰিবৰিবীয়া, অলপকৈ চলা, very light (said of wind).

ফুঁ, } স. শ. ( সং. ফুৎকাৰ ; হিং. ফুঁকনা ;
ফুঁই, } বং. ফুঁকন, মুখেৰে বতাহ দিয়া ) ওঁঠ চেপি ধৰি উলিওৱা বায়ু, a current of air produced with the mouth.

ফুঁই মাৰ্, ফুঁৱা, to blow with the mouth.

ফুঁক্, স. ধা. ( হিং. ফুঁকনা ; বং. ফুঁকন, ফুঁই মাৰণ ) মুখৰ বায়ুৰে বজা, ফুঁইৰ দ্বাৰা বাদ্য কৰ্ ; যেনে, শঙ্খ ফুঁকিছে, to blow, as a wind instrument.

ফুঁৱা, অ. ধা. ওঁঠ চেপি ধৰি বায়ু উলিয়া মুখেৰে বায়ু বাজ কৰ্, to blow, to produce a current of air with the mouth. স. ধা. মুখেৰে বতাহ দি, জলাবৰ বা চেঁচা কৰিবৰ নিমিত্তে মুখৰ বায়ু ওপৰত পেলা ; যেনে, জুই ফুঁৱাইছে, তপত ভাত ফুঁৱায়, to drive a current of air upon with the mouth.

ফুঁহুৰি-উগাৰ্, স. শ. অজীৰ্ণৰ পৰা হোৱা দুৰ্গন্ধ টেঙ্গা উগাৰ, an acid and fetid eructation caused by indigestion.

ফুঁহুৰি তৰঙ্গা, মিছা ওজৰ উলিয়া, to make a false excuse.

ফুকন্, স. শ. ( আহমৰ বা মানৰ শব্দ ) অসম ৰজাৰ দিনৰ এজন বিষয়াৰ উপাধি, ফুকনৰ অনেক শ্ৰেণী আছিল, the designation of an officer under the Assam Rajas. ( see Robinson's Assam ).

ফুকলীয়া, বি. ( অং. ফুকা, প্ৰসৱ কৰ্ ) পোনেই ওপজা, কেঁচুৱা, পিয়াহ খোৱা, newly born, very young.

ফুকা, স. ধা. প্ৰসৱ কৰ্, জন্মা, ওপজা ; জগা ; যেনে, মানুহে সন্তান, জন্তুৱে পোৱালি ফুকায়, to give birth to, to bring forth.

ফুচুং, } বি. ( অং. ফুচ্, তুচ্ছ কৰা মাত )
ফুচুৰি, } গহীন নোহোৱা, পাতল ; অকামিলা ; যেনে, ফুচুৰি মানুহ বা কথা ; মিছলীয়া, not grave or serious, light, worthless, untruthful.

ফুচ্‌ফুচ্, অনুক. সৰু সৰুকৈ কোৱা কথাৰ নিচিনা শব্দ, an imitative sound used to express that of whispering.

ফুচ্‌ফুচনি, স. শ. সৰু সৰুকৈ কোৱা কথাৰ শব্দ, the sound of a low whispering voice.

ফুচ্‌ফুচা, অ. ধা. সৰু সৰুকৈ কথা ক, to whisper.

ফুচ্‌ফুচীয়া, বি. সৰু সৰুকৈ কোৱা, whispered, spoken in a low tone of voice.

ফুট্, অ. ধা. ( সং. স্ফুট ; হিং. ফুটনা ; বং. ফুটন, ভগ্ন হওন ) বিন্ধাযুক্ত হ ; যেনে, লোটাটো ফুটিল্ ; শব্দ কৰি ভাগ্ বা ফুটাযুক্ত হ ; যেনে, চকু ফুটি জোল গল ; নষ্ট বা দেখা-শক্তিহীন হ ( চকু ) ; যেনে, চকু ফুটিল ; বিৰুদ্ধ বা বিপৰীত হ ( ভাগ্য ) ; যেনে, কপাল ফুটিল ; লেখ বা জোখত কম্ ; যেনে, পাচ্ সেৰ ফুটিল ; গাৰ কোনো ভাগত বিন্ধা কৰি সোমা ( কাঁইট ) ; যেনে, ভৰিত হুলে ফুটিলে, to have a hole, to burst, to be spoiled, (as the eye), to be adverse as fortune, to be deficient in

weight, number or measure, to get into any part of the body, as a thorn. স. ধা. বিন্ধ ; যেনে, ৰামক কাঁইটে ফুটিলে, to pierce, as a thorn.

ফুট্, অ. ধা. ( সং. স্ফুট্, ব্যক্ত হ ) ব্যক্ত হ, প্ৰকাশিত হ ; যেনে, দুৰ্নাম ফুটিছে ; অলপ অলপকৈ ওলা ( মাতত খাটে ) ; যেনে, লৰাৰ মাত ফুটিছে, to be public, to be lisped or uttered imperfectly, as words by a child. স. শ. উৰা, গুপ্ত বস্তুৰ বা কথাৰ অলপকৈ ওলোৱা সম্বাদ ; যেনে, চোৰৰ ফুট ওলাইছে, a slight notice or information, a clue.

ফুট্ ল, গোপনে বুজ বা সম্বাদ ল, to enquire secretly.

ফুট্, স. শ. ( অং. ফোঁট্, তিলক, তাৰ নিচিনা, এতেকে ) সৰু ফোঁটৰ নিচিনা চিন, বিন্দু ; সৰু ঘূৰণীয়া চেকা, a dot, a small spot, a speck.

ফুট্, স. শ. ফলৰ ভিতৰৰ কোঁহ বা ভাগ ; যেনে, কঁঠালৰ ফুট, টেঙ্গাৰ ফুট, a carpel, a part of a compound pistil.

এটা বিশেষণ বা সংখ্যা শব্দ আগত থাকিলে "ফুটা" হ ; যেনে, ভাল ফুটা খাই বেয়া ফুটা পেলা, দু ফুটা টেঙ্গা।

ফুটংগিৰী, বি. ( ফুটা বস্তুৰ গিৰী, গৰাকী ; ভিতৰ শুদা ) মিছা গওপ মৰা, ফোঁপগহী, vainglorious.

ফুটনি, স. শ. ( অং. ফুট্, কম হ ) লেখত বা জোখত কম হোৱা ভাগ, deficiency.

ফুটনি, স. শ. ( অং. ফুট্, ভাগ্ ; নখেৰে হেঁচিলে ফুটে, এতেকে ) ওকণীৰ নজগা কণী, লেখী ওকণী, a nit or egg of a louse. বি. নখেৰে হেঁচিলে ফুট শব্দ কৰি ভগা, নজগা ( লেখী ওকণীত খাটে ) ; যেনে, ফুটনি লেখি, not hatched (said of a nit).

ফুটনি, ফুটনি-বিন্ধনি, } স. শ. ( অং. ফুট্, বিন্ধা হ + বিন্ধ, খোঁচ্ ) জোঙা বস্তুৰে খোঁচাৰ নিচিনা বেদনা, খোঁচনি বিন্ধনি, a sharp piercing pain.

ফুটা, স. ধা. ( অং. ফুট্, বিন্ধা হ ) বিন্ধা দি, বিন্ধ, to pierce, to bore, to perforate.

ফুটাই, ক্ৰি. বি. স্পষ্টকৈ, সকলোৱে শুনাকৈ, audibly.

ফুটাফুট্, বি. ( অং. ফুটা, কোঁহ ) এফুটা এফুটা কৰা, ফুটবোৰ বেলেগোৱা, separated, as the carpels of a fruit.

ফুটাফুটে, ক্ৰি. বি. এফুটা এফুটা কৰি, এফুটাৰ পাচত আন এফুটা লৈ, one carpel after another, carpel by carpel.

ফুটিয়া, স. ধা. ফুটবিলাক বেলেগ কৰ্ ; যেনে, কঁঠাল বা টেঙ্গা ফুটিয়ালে, to separate the carpels of.

ফুটুকা, বি. ( অং. ফুট, বিন্দু ) অনেক ফুট বা সৰু সৰু ফোঁটৰ নিচিনা চিন থকা, dotted, spotted. ( স্ত্ৰী ) ফুটুকী। স. শ. ফুট, সৰু ফোঁটৰ নিচিনা চিন বা সাঁচ ; যেনে, হাতীৰ গাত ফুটুকা ওলাইছে, a small spot.

ফুটুকা, স. শ. এবিধ ক্ষুদ্ৰ গছ, a kind of plant.

ফুটুকাফুটুকী, বি. অনেক ফুটুকা থকা, ফুটুফুটীয়া, spotted.

ফুটুকীয়া, বি. ফুটুফুটীয়া, ফুটুকা, spotted, speckled.

ফুটুকলা, স. শ. ফুটুকা গছৰ গুটি, the seed of the *phutuka* plant.

ফুটু-গধূলি, স. শ. নিচেই গধূলি, সন্ধ্যা সময়, the early evening.

ফুটুছাই, স. শ. বৰ মিহি ছাই, তুঁহ পতান আদি কোমল বা পাতল বস্তুৰ ছাই, fine ashes, the ashes of chaff and other light things.

ফুটুফাটু, স. শ. ( সং. স্ফুট্, প্ৰকাশিত + ফাট, অনুক. ) কোনো গুপ্ত বস্তু আদিৰ সম্বাদ বা বাৰ্ত্তা ; যেনে, চোৰৰ কিবা ফুটফাট পাইছা নে ? an inkling, a trace, an intimation, a clue.

ফুটফুটীয়া, বি. ( অং. ফুট্, সরু চিন ) ফুটুকা ফুটুকি, অনেক ফুটযুক্ত, spotted, speckled, dotted. স. শ. ফুটসমূহ, অনেক ফুট; যেনে, হাতীৰ গাত ফুটফুটীয়া ওলাইছে, a number of specks, spots or dots.

ফুটমনিয়াৰ্, বি. ( অং. ফুট, ক্ষুদ্র চিন + মন, দেখ্ ) বৰ সতর্ক, অলপ আভাস পালেই গুপ্ত কথা বুজিব পৰা, চোকা দৃষ্টিযুক্ত; এতেকে টেঙৰ, discerning, keen-sighted, quick, sharp, cunning.

ফুতি, স. শ. এবিধ বগা পাখি লগা পতঙ্গ, সি ৰাতিপুৱা জগি গধূলি মৰে বুলি খ্যাত, a kind of fly.

ফুতি, স. শ. ( সং. স্ফুট্, ফুটা কৰ্ ) কটাৰীৰ ডাব আদিত লগোৱা তুঁহ গজাল, a very small nail with a round, flat head.

ফুৰ্, অ. ধা. ( সং. স্ফুৰ্, হিং. ফিৰনা, গতি কৰ্ ) গতি কৰ্, এঠাইৰ পৰা আন ঠাইলৈ যা, ভ্রমণ কৰ্, to walk, to travel, to roam about.

ফুৰণ, কৃদ. স. ভ্রমণ, এঠাইৰ পৰা আন ঠাইলৈ যাওন, the act of walking, strolling, &c.

ফুৰা, স. ধা. গতি কৰা, ভ্রমণ কৰা; ঘূৰা, to cause to walk or travel, to turn about. কৃদ. বি. বিধুতি, অশুচি; যেনে, শৌচলৈ গলে মানুহ ফুৰা হয়, ceremonially unclean. ( ভকতীয়া মাত )।

ফুকলি, স. শ. অনেকে গোট খাই একেবাৰেই মৰা আটাহ বা চিঞৰ, a simultaneous yell or whoop.

ফুকলি মাৰ্, অনেকে গোট খাই একেবাৰেই আটাহ মাৰ্, to shout, to whoop.

ফুকহা, স. শ. অলঙ্কাৰাদি ওলমাবলৈ দুই মূৰ মোকটাই লগোৱা সৰু, প্রায় আঙঠিৰ নিচিনা যতন; যেনে, বিৰিৰ ফুকহা; এবিধ তৃণ; কোমোৰা আদি ফলৰ গাত থকা বগা মিহি ধূলি, a loop or hasp by which an ornament, &c., is suspended, a kind of plant, the fine dust-like substance on the surface of a pumpkin, &c.

ফুৰ্ফুৰ্ কৰে, } ক্রি. বি. মৃদু বা মিষ্টৰূপে
ফুৰ্ফুৰ্ কৰে, } নাকত সন্তোষ লগাই; যেনে, ফুৰ্ফুৰ কৰে গোন্ধায়, sweetly, fragrantly.

ফুল্, স. শ. ( সং. ফুল্ল, পাহি মেল্; হিং. বং. ফুল, পুষ্প ) পুষ্প, কুসুম, গুটিৰ প্রথম অৱস্থাত তাক আবৰি থকা পাহিবিলাক; ফুলৰ গছ; যেনে, ফুল এজোপা ৰুলে; কাপোৰ আদিত দিয়া ফুলৰ আকৃতি; মাছৰ কল, a flower, a flower plant, a figure of a flower and such like worked on a cloth, &c., the gills of a fish. অ. ধা. প্রস্ফুটিত হ, পাহি মেল্; যেনে, গোলাপটো ফুলিছে; ফুল ধৰ্; যেনে, গোলাপ জোপা ফুলিছে, স্ফীত হ, ওফন্দ; যেনে, আথৈবোৰ ফুলিছে, to be blown as a flower, to flower, to be inflated, to expand.

ফুল্ কাট্, কোনো বস্তুৰ ওপৰত ফুলৰ আকৃতি কাট্, to engrave figures.

ফুল্-বাছ্, কাপোৰত ফুল তোল, ফুল দি, to form figures on cloth.

ফুল্-পৰ্, চকুৰ মণি বগা হ, কণা হ; যেনে, চকুত ফুল পৰিল, to have a film on the eye.

ফুলতে বাঁৰী হ, স্বামীৰে সহবাস নৌ হওঁতেই বিধৱা হ, to be widowed before the consummation of marriage.

ফুলতী, স. শ. কাপোৰত ভালৰূপে ফুল দিব পৰা তিৰোতা, a woman skilled in forming figures on cloth.

ফুলনি, স. শ. ফুলৰ বাৰী, a flower garden.

ফুলৰি, বি. ফুল-ধৰা ( ধানত খাটে ); যেনে, ফুলৰি ধান, flowering (said of paddy).

ফুলা, স. ধা. প্রফুল্ল কৰ্; ফুল ধৰা, ওফন্দা, বহলা, to cause to be blown, as a flower or to flower, to expand.

ফুলাম্, বি. ফুলৰ আকৃতিৰে শোভিত;

যেনে, ফুলাম কাপোৰ, adorned with figures of flowers.

ফুল্-কটা, বি. ফুলৰ আকৃতিযুক্ত, ফুল কাটি শোভিত কৰা, adorned with engraved figures of flowers.

ফুল্-চতি, স. শ. ঘাই চতিৰ ওপৰৰ সৰু চতি, an upper beam in a roof.

ফুল্-ঝাড়ী, } স. শ. (হিং. ফুলঝড়ী, এবিধ
ফুল্‌জাৰী, } খাৰৰ বাজী) এজোপা গছৰ দৰে ওপৰলৈ উঠা, এবিধ খাৰৰ বাজী, a kind of firework rising like a fountain.

ফুল্-পৰা, বি. পাতল বগা ছালেৰে আবৃত হৈ নেদেখা হোৱা (চকুত খাটে), filmed (said of the eye).

ফুল্-বছা, বি. সূতাৰে ফুলৰ আকৃতি তুলি শোভিত কৰা (কাপোৰ), adorned with figures of flowers, as a cloth.

ফেউ, অনুক. ফেকুৱাৰ নিচিনা শব্দ, an imitative sound used to express the cry of a Jackal.

ফেঁকুৰ্, অ. ধা. উচুপ, উচুপি কান্দ্, কান্দোতে খৰকৈ চুটি উশাহ ল, to sob, to cry convulsively.

ফেঁচা, স. শ. (সং পেচক ; হিং. পেচা ; বং. পেঁচা, এবিধ চৰাই) এবিধ সকলোৱে জনা হুতু জাতিৰ চৰাই, a barn owl. (স্ত্রী) ফেঁচী।

ফেঁচা মুৱা, বি. (অং. ফেঁচা, ঐ + মুখ, বদন) ফেঁচাৰ নিচিনা মুখেৰে, কুৰূপ, অশুৱনি, ugly-looking. (স্ত্রী) ফেঁচামুহী।

ফেঁচু, স. শ. (অং. ফেঁহু, এবিধ চৰাই) এবিধ চৰাই, ফেঁহু চৰাই, the fork-tailed shrike.

ফেঁচুলুকা, } স. শ. এবিধ সৰু চৰাই, a
ফেঁচুলিকা, } kind of bird.

ফেঁচকুৰি, স. শ. (সং. পিঞ্জট ; হিং. পিঞ্জেট ; বং. পিচুটি, চকুৰ মলি) চকুৰ মলি, discharge from the eye.

ফেঁচকুৰিয়া, অ. ধা. ফেঁচ-কুৰিযুক্ত হ, ফেঁচকুৰি উলিয়া, to discharge, as the eye.

ফেঁট্, স. শ. (সং. ফট্, সাপৰ ফেণা) সাপৰ ফেণা বা ফুলা, the hood of a snake.

ফেঁটা, স. ধা. (সং. স্ফিট্, হিংসা কৰ্) অনিষ্ট কৰিবলৈ উচটা বা লগাই দি ; যেনে, চোৰ ফেঁটাই চুৰ কৰায়, কুকুৰ ফেঁটাই কামোৰায়, to urge to injure, to instigate, to set on.

ফেঁটা, বি. (সং. স্ফুট্, বেলেগা বা ভগ্ন কৰ্) পথালিভাৱে মোকোটা খাই আনবিলাক আঙুলিৰ পৰা বেলেগ হোৱা (ভৰিৰ বুঢ়া আঙুলিত খাটে) ; তেনে বুঢ়া আঙুলিযুক্ত মানুহ, bent crosswise and widely separated from the other toes, a person having such toes.

ফেঁটি, স. শ. (সং. স্ফীতি, সুখসম্পত্তি) ধন-সম্পত্তি, ঐশ্বর্য্য, বিভূতি, অলপ বস্তুক তুচ্ছ কৰিবৰ মনেৰে ব্যৱহৃত মাত ; যেনে, তেওঁৰ ফেঁটি সোপা আমাক নেলাগে, wealth, riches (used ironically).

ফেঁটী, বি. (অং. ফেঁট, সাপৰ ফণা) ফেঁট থকা, ফণাযুক্ত ; যেনে, ফেঁটী সাপ, hooded, as a snake. স. শ. যুগীৰ সাপ থোৱা জঁপা, a snake-catcher's basket.

ফেঁটী-গোম্, } স. শ. (ফেঁটী, ফেঁট থকা
ফেঁটী-সাপ্, } + গোম, বিষাল সাপ) ফেঁট থকা বৰ বিষাল সাপ, the cobra.

ফেঁপেৰি, স. শ. সাহ প্ৰকাশ কৰিবলৈ বা আনক ভয় দেখাবলৈ দিয়া ডাবি, গেঙেৰি, defiance. (চহা মাত)।

ফেঁপেৰি পাত্, সাহ দেখা, ডাবি দি, to defy. (চহা)।

ফেঁহু, স. শ. (সং. ফিঙ্গক ; বং. ফিঙ্গা, এবিধ চৰাই) ফেঁচু চৰাই, এবিধ দুই ঠাঁতিলৈ ঘোৰ খোৱা নেজেৰে কলা বৰণীয়া চৰাই, the fork-tailed shrike.

ফেঁহু, স. শ. (হিং. ফেন্নুস্, নকৈ জগা গৰু আদিৰ গাখীৰ) মহ বা গৰুৰ পোৱালি জগা মাত্রেই খীৰোৱা অলপ হালধীয়া

ঘন গাখীৰ, bee stings, the first milk from a cow, after calving.

ফেঁহু-জালি, স. শ. ৰাতি পুৱা ফেঁহু চৰায়ে মতা সময়, নিচেই প্ৰভাত, early dawn.

ফেকুন্দা, "ভেঁকুৰা" চোৱা।

ফেচেকা, বি. (অং. ফেচেক, কোমল বস্তুত টিপা বা কামোৰ মাৰিলে হোৱা শব্দ) পানী মাৰ যোৱা কিন্তু সম্পূৰ্ণৰূপে পূৰঠ নোহোৱা (তামোলত খাটে), mature.

ফেচেৰাই, ফেচেৰ্ কৰে, ক্ৰি. বি. ফেচেৰ শব্দ কৰি, সহজে (পুৰণি কাপোৰ ফটাত খাটে); যেনে, কাপোৰখান ফেচেৰাই ফাটিল, easily, without resistance.

ফেটেঙ্গা, ফেট্‌লেঙ্গা, বি. (অং. ফেঁট্, সাপৰ ফেণা) সাপৰ ফেঁটৰ দৰে চেপেটা আৰু বহল, flattened out.

ফেণা, স. শ. (সং. ফণা, ফেঁট) সাপৰ ফেঁট; আলু আদা আদিৰ চেপেটা ঠেঙ্গুলি, the hood of a snake, a flat branch of a tuberous root.

ফেদা, স. শ. মলি, মল, dirt, filth.

ফেদুৱা, বি. মলিন; মলযুক্ত, dirty.

ফেদেলা, বি. মলিন, অপৰিষ্কাৰ, গা নতোৱা (মানুহত মাথোন খাটে), dirty, filthy (said of a man). (স্ত্ৰী) ফেঁদেলী।

ফেদ্‌ফেদা, অ. ধা. অকাৰণত বহু কথা ক, to prate, to talk idly.

ফেদ্‌ফেদীয়া, বি. মলিন, মলিৰে পূৰ; অকাৰণত বহুত কথা কোৱা, dirty, filthy, loquacious.

ফেন্, স. শ. (সং. ফেন—স্ফায়ী, ওকন্দ্) বৰকৈ লৰাত বা উতল ধৰাত জুলীয়া বস্তুৰ ওপৰলৈ উঠা ফুটফুটীয়া মল; যেনে, নৈৰ ফেন; তাৰ নিচিনা আন মল; যেনে, মুখৰ ফেন, froth, foam.

ফেনা, অ. ধা. ফেন উৎপন্ন কৰ্, ফেন ধৰ্; যেনে, নৈয়ে ফেনাইছে, to froth, to foam.

ফেঁনী, স. শ. ফেনৰ দৰে পাতল আৰু বগা এবিধ পিঠা, a kind of cake.

ফেনেক্, স. ধা. ফেনৰ নিচিনা কৰ্, মোহাৰি ফেন তোল্, মোহাৰ্, মৰ্দ্দন কৰ্, খচ্ (টিলা বস্তুত মাথোন খাটে); যেনে, লৰাই বোকা ফেনেকে, to mix up by squeezing, to crush or smash, as a soft substance.

ফেন্‌কুটি, স. শ. টানকৈ বা অধিককৈ কথা কোৱাত মুখৰ পৰা ওলোৱা ফেন, the foam or froth coming out of the mouth in talking.

ফেন্‌ফেনীয়া, বি. ফেনৰ নিচিনা; ফেনযুক্ত, froth-like, frothy.

ফেন্‌ফোত্‌কাৰ, স. শ. ফেনসমূহ, ফেন আৰু তাৰ নিচিনা বস্তুবিলাক, foam and so forth.

ফেনে-ফোত্‌কাৰে, ক্ৰি. বি. ফেন আদিৰে সৈতে; যেনে, পানীবোৰ ফেনে-ফোত্‌কাৰে আহিছে, with foam and so forth.

ফেপা, বি. কোমল, সাৰ নুফুটী; যেনে, ফেপা গছ; ওখ, ডাঙ্গৰ হোৱা, কিন্তু হাড় পাহ টান নোহোৱা; যেনে, ফেপা লৰা, immature.

ফেৰ্, স. শ. (বং. ফিৰ্, ওলট্) কপালৰ গতি, দশাৰ লৰচৰ; যেনে, কপালৰ ফেৰ কোনে বুজিব; তৰ্জ্জু আদিৰ এফালতকৈ আন ফালৰ গধূৰতাৰ কমবেচ; মেখেলা চোলা আদিৰ বেৰ বা ঘেৰ; প্ৰতিযোগিতা, লোকৰ সমান হবৰ চেষ্টা, variation or vicissitude of fortune, a difference of weight between the two sides of a pair of scales, the width or circumference of a garment, rivalry.

ফেৰ ধৰ্, ডাল পাত ধৰি ডাঙ্গৰ হ, বৃদ্ধি পা, to put forth shoots and leaves, to thrive, as a plant.

ফেৰ্ পাত্, যুজিবলৈ সষ্টম হ; বিবাদ কৰিবলৈ উদ্যত হ; যেনে, গোনা মহৰ দৰে ফেৰ পাতিছে; এতেকে আপোনাক

কোনো এজন বৰ লোকৰ সমান দেখাবৰ কাৰণ তেওঁৰ দৰে কাৰ্য্য কৰ্, to attempt or to be ready to fight, to vie with a superior person.

ফেৰ মাৰ্, তৰ্জু আদিৰ দুইও ফাল সমান কৰ্, প্ৰতিযোগী হ, to balance a pair of scales, to compete.

ফেৰ মেল্, বহল হৈ যা, to spread out.

ফেৰা, উপশ. সংখ্যা বাচক বা সংজ্ঞা শব্দৰ পাচত থাকি অলপ বা ক্ষুদ্ৰ বুজোৱা শব্দ; যেনে, এফেৰা ধন, মাছ-ফেৰা, a particle placed after a numeral or noun to signify small quantity. ভাল বা অতি ক্ষুদ্ৰ বস্তু বুজাবলৈ "ফেৰি" হয়; যেনে, মাছ-ফেৰি।

ফৈৰিয়া-ফৈৰি, স. শ. (অং. ফেৰ, প্ৰতিযোগিতা) এজনে আন জনৰ সমান বা শ্ৰেষ্ঠ হবলৈ কৰা চেষ্টা; এজনে আন জনেৰে সৈতে যুজিবলৈ বা বিবাদ কৰিবলৈ কৰা উদ্যোগ, rivalry, emulation, a mutual contest.

ফেকুৰা, স. শ. (সং. ফেৰৱা; বং. ফেউ, শিয়াল) "ফেউ ফেউ" শব্দ কৰা শিয়াল; শিয়ালে বাঘ দেখিলে বা লাদিব নোৱাৰিলে সেই শব্দ কৰে বুলি শুনা যায়, a jackal when it utters the peculiar cry "*feo.*"

ফেৰেকা, বি. (যাং. ফৰক্, আঁতৰ) ইটোৰ পৰা সিটো যিমান দূৰ হব লাগে, তাতকৈ অধিক আঁতৰ (ঠেঙ্গত খাটে); যেনে, ফেৰেকা ঠেং; ঠেং বহলাই খোজ কঢ়া, পাতি হাঁহৰ দৰে চলা, farther apart than usual (said of the legs), straddling, waddling.

ফেৰেকা-কোলা, স. শ. (অং. ফেৰেকা, পৰস্পৰ আঁতৰ ঠেং + কোলা, লৰা লোৱা ঠাই) লওঁতাৰ কঁকালৰ দুফালে দু ঠেং থৈ লৰা লোৱা কোলা, a manner of carrying a child in which it is seated astride on the hip.

ফেৰেকাফেৰেক্, স. শ. পাতি হাঁহৰ নিচিনা গতি, হেঁকেৰা গতি, straddling or waddling gait.

ফেৰেঙ্গনি, স. শ. (যাং. ফৰক, পৃথক) একে ঠাইৰ পৰা পৃথক হৈ যোৱা দুটা ডালৰ এটা; যেনে, দুই ফেৰেঙ্গনিৰ মাজত; গছৰ দুই ডালৰ জোৰা, গছৰ দুটা ডাল পৃথক হৈ যোৱা ঠাই, one of two branches forking out, a fork of a tree.

ফেৰেঙ্গনি মেল্, একে ঠাইতে দুটা ডাল ওলাই পৃথক হৈ যা, to fork out as two branches of a tree.

ফেৰেঁকটা, বি. (যাং. ফৰক, আঁতৰ) একে ঠাইতে ওলাই পৃথক হৈ যোৱা (গছৰ ডালত খাটে); যেনে, ফেৰেঁকটা ডাল, forking out as the branches of a tree.

ফেৰেঁফেৰীয়া, বি. (অং. ফেৰ্ ফেৰ্, বতাহৰ শব্দ) অবিচ্ছেদে চলি থকা, নেৰাকৈ বৈ থকা (বতাহত খাটে), ceaseless, continuous, as wind.

ফেৰেঁফেৰ্ কৰে, ক্ৰি. বি. ফেৰ্ ফেৰ্ বা সো সো কৰি, অবিচ্ছেদে (বতাহ চলাত খাটে), ceaselessly, continuously (applied to wind).

ফেলাই, স. শ. ভাত খোৱা বান, খুৰা লগোৱা ভাতৰ পাত্ৰ; এবিধ বহল তৰং চৰু, a shallow dish with a leg, a shallow earthen pot.

ফৈদ্, স. শ. একে আদি পুৰুষৰ পৰা বঢ়া লোক সকল, বংশ, গোত্ৰ; যেনে, বৰ বৰুৱাৰ ফৈদ, a family, a clan.

ফৈদীয়া, বি. কোনো এক ফৈদৰ, কোনো এক বংশৰ, belonging to a particular clan or family.

ফোঁচ্, ফোঁচ্ ফোঁচ্, } অনুক. টান উশাহৰ বা সাপৰ নিচিনা শব্দ, an imitative sound used to express that of hard breathing or of the hissing of a snake.

ফোঁচ ফোঁচনি, স. শ. টানকৈ উশাহ লোৱাৰ

বা সাপৰ শব্দ, the sound of hard breathing or of the hissing of a snake.

ফোঁচ্ ফোঁচা, অ. ধা. ফোঁচ্ ফোঁচ্ শব্দ কৰ্, to breathe short and hard, to hiss.

ফোঁট্, স. শ. ( বং. ফোঁটা, তিলক ) হিন্দুৱে ধৰ্ম্ম বা শোভাৰ নিমিত্তে কপালত বা ভ্ৰূৰ মাজত লোৱা চন্দন আদিৰ বিন্দু ; জন্তুৰ কপালত থকা চিন, a mark made with paint by the Hindus on the forehead or between the eyebrows, a spot on the forehead of an animal, a blaze.

ফোঁটা, ফোঁটাল্, বি. ফোঁটযুক্ত, ফোঁট থকা ( জন্তুত খাটে ), having the above mark on the forehead.

ফোঁপ্, স. শ. ( হিং. ফোঁফী, চুঙ্গা ) চুঙ্গাৰ বিন্ধা, ভিতৰ শূন্য বস্তুৰ ভিতৰৰ শুদা ভাগ ; যেনে, বাঁহৰ ফোঁপ, a hollow, a cavity.

ফোঁপনি, স. শ. ( ফোঁপা, খৰকৈ চুটি উশাহ ল ) ফোঁপোৱা কাৰ্য্য ; ফোঁপোৱাৰ শব্দ ; পৰিশ্ৰমৰ কাৰণে খৰকৈ লোৱা চুটি উশাহ, the act or sound of panting, quick breathing.

ফোঁপা, অ. ধা. ( বং. ফোঁপন, খৰকৈ উশাহ লোৱা ) পৰিশ্ৰম হোৱাৰ কাৰণ খৰকৈ চুটি উশাহ ল, to pant.

ফোঁপাউৰি, স. শ. ( হিং. ফুফ্‌ফাৰ্, সাপৰ ফোঁচ ফোঁচনি) সাপে বৰ খঙ্গেৰে ডাঙ্গৰকৈ নাকেৰে কৰা শব্দ ; যেনে, বিষ নথকা সাপৰ ফোঁপাউৰি সাৰ, a loud hissing sound of a serpent.

ফোঁপাত্, স. শ. এবিধ অতি মিহি শুংযুক্ত পাতেৰে গছ, সেই শুং গাত লাগিলে চোঁৱাতে ডকাৰ নিচিনা বেদনা হয়, a kind of nettle.

ফোঁপাল্, ফোঁপোলা, বি. ( অং. ফোঁপ, মাজৰ বিন্ধা) ফোঁপ থকা, ভিতৰে বিন্ধা থকা নলীৰ নিচিনা, hollow, tubular.

ফোঁপালি, বি. অতি ক্ষুদ্ৰ ক্ষুদ্ৰ অনেক বিন্ধা-যুক্ত ; যেনে, সাগৰৰ ফেন ফোঁপালি, porous.

ফোঁপ্-চুঙ্গা, স. শ. ( অং. ফোঁপ, শুদা ভিতৰ + চুঙ্গা, নলা, চুঙ্গাৰ দৰে ভিতৰ শুদা ) জ্ঞান বুদ্ধি নথকা মানুহ, মূৰ্খ মানুহ ; যেনে, বুধিৰ ফোঁপ চুঙ্গা ( পৰিহাসত ব্যৱহৃত), a blockhead.

ফোঁপ্‌ডাং, স. শ. ডাঙ্কোপ, গগুপ।

ফোঁপ্-যহ, স. শ. ( অং. ফোঁপ, শুদা ভিতৰ + যশ, যশস্যা ) নিজৰ মিছা যশস্যা, আপোনাক ডাঙ্গৰ বোলাবৰ মনেৰে কৰা নিজৰ বল, বুদ্ধি বা সাহৰ প্ৰশংসা, vainglory.

ফোঁপ্-যহী, বি. আপোনাৰ মিছা যশস্যা প্ৰকাশ কৰা, নিজকে নিজে প্ৰশংসা কৰা, vainglorious.

ফোঁহা, স. শ. ( সং. স্ফোটক ; হিং. বং. ফোড়া, খহু ) ছালৰ ওপৰত হোৱা নিচেই ক্ষুদ্ৰ খহু। সি নপকে, ভাগিলে অলপ পানী বা তেজ ওলাই শুকাই যায়, আৰু সি খুদ খহুতকৈ পৃথক, কাৰণ খুদ খহু অনেক হয়, বৰকৈ খজুৱায় আৰু সোঁচৰে, a pimple. অ. ধা. ফোঁহা মেল্, এটা খহুৰ পৰা ফোঁহাৰ নিচিনা টোপোৰা ওলাই খহু বেচি হ ; যেনে, গাঁৰটোৱে ফোঁহাইছে, to break out in pimples.

ফোঁহা মেল্, এটা খহুৰ পৰা সৰু সৰু ফোঁহাৰ নিচিনা টোপোৰা ওলাই খহু বাঢ়্, to break out in pimples.

ফোঁহোৰা, স. শ. ( ওপৰলৈ চোৱাঁ ) খহু, গাত হোৱা বিষযুক্ত আৰু পক ধৰা টোপোৰা, a boil.

ফোৰ্, স. শ. ( হিং. ফোড়না ; বং. ফোঁড়ন, বিন্ধা কৰণ ) বেজীৰ এখোঁট, বেজীৰে এবাৰ সুমোৱা বটিয়া ; পাচে ভালকৈ সিবলৈ দোডোখৰ কাপোৰ লগ লগোৱা সিয়নি, a stitch, a basting.

ফোৰ মাৰ্, এবাৰ বেজীৰে সূতা সুমাই উলিয়া ; যেনে, আজি ফোৰ মাৰিব পৰাই নাই, ঢিলাকৈ আৰু আঁতৰা আঁতৰিকৈ

সিয়নি দি, to pass a needle once, to baste.

ফোৰণ্, স. শ. আঞ্জাত ঘিউ বা তেল তপতাই দিয়া কাৰ্য্য ; আঞ্জাত দিবলৈ তপতোৱা ঘিউ বা তেল, the act of putting hot oil or *ghee* into a curry, heated oil or *ghee* with which a curry is seasoned.

ফোৰোহনি, স. শ. (ফোৰোহ্, জন্তুৱে নাকেৰে কৰা শব্দ) কোনো জন্তুৱে, ঘাইকৈ হাতীয়ে খঙেৰে নাকে দি মৰা গোঁজৰণি ; যেনে, হাতীটোৱে ফোৰোহনি মাৰি খেদি আহিল, a snorting sound made by an angry animal.

ফোচ্‌ক, অ. ধা. ফোচ্‌চ্ শব্দ কৰি উতল ধৰা যেন হ, to effervesce.

ফোচ্‌কা-পানী, স. শ. ফোচ্‌চ্ কৰি উতলা যেন হোৱা পানী, aerated water, effervescent water.

ফৌজ্, স. শ. ( যাং. ) সৈন্য, কটক, an army.

ফৌত্, বি. ( যাং. ফৌত, মৃত ) মৃত, মৰা, dead.

ফৌতী, বি. ( যাং. ) মৃত ব্যক্তিৰ, মৰা মানুহৰ সম্পৰ্কীয় ; যেনে, ফৌতী মাটি, belong or relating to a deceased person.

ফোফোৰা, বি. নিৰস বা আঠা নথকা, শুকান পিঠা গুড়িৰ নিচিনা, dry and mealy, not sticky.

## ব, ৱ ।

ব, ৱ, বৰ্ণমালাৰ তেইশ আৰু ঊনত্ৰিশ সংখ্যাৰ আখৰ । শব্দৰ আগত ৱ বৰ দৰে উচ্চাৰিত হয় ; এতেকে তেনে ঠাইত তাৰ সলনি ব দিয়া যায় । the twenty-third and twenty-ninth consonants of the Assamese Alphabet. ব corresponds in power to English *b*, and the semi-vowel ৱ to *v* or *w*, but the latter, when it begins a word, is pronounced in Assamese as the labial ব (*b*), which is therefore substituted for it at the beginning of the words of which it is the initial letter.

ব, স. ধা. ( সং. ৱপ্, হিং. বো আনা, গুটি সিচ্ ) সিচ্, ৰোপন কৰ্ ; গজাবৰ কাৰণ মাটিত ছটিয়াই দি ( গুটিত খাটে ) ; যেনে, সৰিয়হ বৈছে, to sow broadcast.

ব, স. ধা. ( সং. ৱপ্, কাপোৰ নিৰ্ম্মাণ কৰ্ ) সূতাৰে বা কাঠীৰে নিৰ্ম্মাণ কৰ্ ; যেনে, কাপোৰ বয়, চাৰি বয়, to weave or plait. স. শ. তাঁতৰ বাণিৰ সূতা সুমাবলৈ দীঘৰ সূতাবোৰ বেলেগোৱা জৰী, the harness for guiding the warp threads in a loom, healds, heddles.

ব তোল্, মাকো সুমাবৰ কাৰণ দীঘৰ সূতাবোৰৰ এভাগ তল এভাগ ওপৰ কৰিবলৈ জৰী লগা, to furnish with healds or heddles.

ব, স. ধা. ( সং. ৱহ্, বহন কৰ্ ) কান্ধত, মূৰত বা হাতত তুলি নি, to bear, to carry. অ. ধা. খাট্, ভৃত্যৰ কাম কৰ্, চাকৰি কৰ্ ; যেনে, তিনি বছৰ বলে, to do domestic service.

ব, অ. ধা. ( সং. ৱহ্, বৈ যা ) পানীৰ দৰে বাগৰি যা ; সোঁতৰ বা বায়ুৰ দৰে চল্, to flow, as water, to blow, as wind.

ব, স. শ. ( সং. ৱহ, বলদৰ ডিঙ্গি ) বলদৰ গলধন, the shoulder of an ox.

বইনা, স. শ. ( যাং. বাইনা, আগে দিয়া ধন ) কিনিব খোজা বস্তু নেবেচাকৈ ৰাখিবলৈ দিয়া অলপীয়া ধন ; উকীল ৰাখিবলৈ দিয়া ধন, earnest money, retaining, fee paid to a pleader.

বও, স. শ. তাঁতৰ "ব" চোৱা ।

বওঁতা, কৃদ. স. ( ব, ওপৰত চোৱা ) গুটি সিচোঁতা ; সূতাৰে বা কাঠীৰে নিৰ্ম্মোতা ; ভৃত্যৰ কাম কৰোঁতা ; বহন কৰোঁতা, one who sows seeds, weaves or plaits, or serves as a domestic, or carries burdens. ( স্ত্ৰী ) বঁ-তী ।

বং, স. শ. ( সং. বন্ট, বং. বাঁট, নাল ) ৰটালী বা যাঠীৰ নাল ; কথাৰ নাল, the handle of a chisel or spear, a word or phrase not necessary to the sense, but introduced to fill a vacancy or for ornament. "নাল" চোৱাঁ।

বং লগা, বং দি, অৰ্থ বুজাবলৈ নলগা কথা ব্যৱহাৰ কৰ্, to introduce unnecessary words or phrases.

বংশ, স. শ. ( সং. ৱংশ, দীপ্তি কৰ্ ) একে জন আদি পুৰুষৰ পৰা বঢ়া লোকবিলাক, ফৈদ, বঙ্গহ, race, family.

বংশধৰ্, স. শ. ( সং. ৱংশধৰ—ৱংশ, বঙ্গহ+ধৰ, ধৰোঁতা) বংশৰ ঘাই মানুহ, the principal man of a race or family.

বংশ-লোচন্, স. শ. ( সং. ৱংশলোচন—ৱংশ, বাঁহ+ৰুচ, দীপ্তি কৰ্ ) বাঁহৰ ভিতৰত থকা লেতুকেতীয়া বস্তু বা শুকান বগা গুড়ি, bamboo manna.

বংশ-ক্ষয়্, স. শ. ( সং. ৱংশক্ষয়—ৱংশ, বঙ্গহ+ক্ষয়, নাশ ) বংশৰ নাশ, decay or extinction of a family.

বংশাঙ্কুৰ্, স. শ. ( সং. ৱংশাঙ্কুৰ—ৱংশ, বাঁহ + অঙ্কুৰ, গজালি ) বাঁহ গাজ, a shoot or sprout of the bamboo.

বংশাৱলী, স. শ. ( সং. ৱংশাৱলী—ৱংশ, বঙ্গহ + আৱলী, শ্ৰেণী ) কোনো এক বংশৰ লোকবিলাকৰ পৰস্পৰৰ সম্বন্ধ দেখাই লিখা নামসমূহ ; কোনো লোকৰ বঙ্গহৰ বিবৰণ, a genealogical tree, a pedigree.

বংশী, স. শ. ( সং. ৱংশী—ৱংশ, বাঁহ, বাঁহেৰে সজা যায়, এতেকে ) বাঁহী, মুৰুলী, a flute.

বংশীধৰ্, স. শ. ( সং. ৱংশীধৰ—বংশী+ধৰ, ধৰোঁতা ; বৃন্দাবনত বাঁহী বজাইছিল, এতেকে ) কৃষ্ণ, বিষ্ণু, Krishna, Vishnu.

বংশীয়, বি. ( সং. ৱংশীয়—ৱংশ, বঙ্গহ ) বংশৰ, belonging to a family or race.

বঁকিয়া, "বঙ্কিয়া" চোৱাঁ।

বঁজা, বি. ( সং. বন্ধ্যা ; বং. বাঁঝা, গুটি নধৰা ) গুটি নধৰা ; সন্তান বা পোৱালি জন্মাবৰ শক্তি নথকা, barren, not fruitful. ( স্ত্ৰী ) বাঁজী।

বঁটা, স. শ. ( সং. ৱন্ট, বাঁটি দি ) পুৰস্কাৰ, কোনো ভাল কাম কৰাৰ নিমিত্তে দিয়া ধন বা বস্তু, a reward.

বঁটা, স. ধা. ( অং. বাঁটু, ভাগ কৰ্ ) লোকৰ দ্বাৰা ভাগ কৰা, to cause to be divided.

বঁতিয়া, অ. ধা. ( অং. বাঁতি, বান্ত ) বান্ত কৰ্, পেটৰ বস্তু মুখে দি উলিয়া ; যেনে, লৰাই বঁতিয়ালে, to vomit. স. ধা. পেটৰ পৰা মুখে উলিয়া ; যেনে, তেজ বঁতিয়ালে, to vomit, to flow in a cascade.

বঁতী, "বওঁতা" চোৱাঁ।

বঁ-তী, বি. ( অং. ব, বৈ যা ) সোঁত, বৈ থকা, বন্ধ নোহোৱা ; যেনে, বঁতী নৈ, flowing, not stagnant.

বঁৰলা, বি. বিয়া নকৰা, ভাৰ্য্যাহীন, unmarried, having no wife. স. শ. বিয়া নকৰা মতা ; ভাৰ্য্যা মৰা পুৰুষ, an unmarried man, a widower.

বঁহীয়া, বি. ( অং. বাহী, আগ দিনাৰ ) বাহী হোৱা, আগৰ দিনা বা ৰাতি ধুই বা তিয়াই থোৱা ( মাহত খাটে ), state, soaked in water in the previous night (said of pulse).

বক্, স. শ. ( সং. ৱক্, কথা ক ; ৰূঢ় ) বগ, এবিধ দীঘল ঠুঁটীয়া মাছ খোৱা চৰাই ; এবিধ ফুল আৰু তাৰ গছ, a paddy bird, a kind of flower and its tree.

বক্, অ. ধা. ( সং. ৱক্ক্, কথা ক ; হিং. বকনা ; বং. বকন, নিৰৰ্থক ভাষণ ) নিৰৰ্থক কথা ক ; অকামিলা কথা ক ; যেনে, বলিয়াই বকে, to rave, to babble, to prattle. স. ধা. অবাবত বহুত কথা ক ; যেনে, সি মুখত যি আহে, তাকে বকে, to talk much to little purpose, to prate.

বকটু, স. শ. ( অং. বুক, হৃদয়+টো, উপশ. ) বেঁত বা বাঁহৰ বুকু বা ভিতৰৰ ভাগ,

the inner part of the rattan or bamboo.

বকনি, স. শ. বলিয়াৰ নিচিনা কথা ; অবাবত কোৰা অধিক কথা ; তেনে কথা কোৰা কাৰ্য্য, raving, foolish talk, babble, the act of raving or babbling.

বকৰাণি, স. শ. চুৰা পাত বা জাবৰ পেলোৱা ঠাই, a place where rubbish of any kind is thrown.

বকলা, স. শ. সাঁচি গছৰ পৰিষ্কাৰ নকৰা ছাল ; হাতেৰে লিখা পুথি ঢকা সেই ছালৰ ঢাকনী, the bark of the "*sachi*" tree before it is prepared for writing, the covering of a manuscript.

বকহা-বকহ্, বি. ( সং. ৱল্কল, বাকলি ) বাকলিৰ নিচিনা অৰ্থাৎ সোৱাদ নথকা, ৰসহীন, tasteless.

বকুল্, স. শ. ( সং. ৱকুল—ৱক্, বেঁকা হ ) এবিধ গছ ; তাৰ ফুল, a kind of tree and its flower.

বক্তব্য, বি. ( সং. ৱক্তব্য—ৱচ্, কথা ক ) কব লগীয়া, fit or proper to be said. স. শ. কব লগীয়া কথা ; যেনে, তোমাৰ বক্তব্য কোৱা, say, a speech, a statement.

বক্‌পঞ্চক্, স. শ. ( সং. ৱকপঞ্চক—ৱক, বগ+পঞ্চ, পাঁচ ; পাঁচ দিন বগেও মাছ নেখায়, এতেকে ) কাতিৰ শুক্লা একাদশীৰ পৰা পাঁচ দিন, সেই কালত মাছ খোৱা নিষিদ্ধ, five days from the eleventh lunar day of the bright half of Kartic.

বক-ফুল্, "বক্" চোৱাঁ।

বক্‌বকা, অ. ধা. ( সং. ৱল্ক্‌; হিং. বকনা, বং. বকন ; অং. বক্, নিৰৰ্থক কথা ক ) বক্, নিৰৰ্থক কথা ক, বলক্, to prate, to chatter.

বক্ৰ, বি. ( সং. ৱক্ৰ—ৱক্, বেকা হ ) বেঁকা, কেঁকোৰা, crooked.

বক্ৰগামী, বি. ( সং. ৱক্ৰগামিন্—ৱক্ৰ, বেঁকা +গামিন্, যোৱা ) বেঁকা হৈ যোৱা ; পোন পটিয়ে নচলা, দুৰ্জন, going crookedly, not straightforward, dishonest.

বখনিয়া, বি. ( বং. বক্‌না, চেঁউৰী গৰু ) পিয়ন-ছুৰা, পিবলৈ এৰা ( গৰু মহৰ পোৱালি), weaned (said of a calf).

বখলা, স. শ. ( সং. ৱল্কল, বাকলি ) ঘূৰণীয়া চেপেটা খণ্ড, চেপেটা, পাতল বস্তু ; যেনে, ও-বখলা, a round and flat body, a scale.

বখলা-বখল্, বি. অনেক বখলাযুক্ত, বখলাৰে পূৰ ; যেনে, মহে খাই পিঠিখান বখলা বখল কৰিলে, অনেক বখলা কৰা, divided into many round, flat pieces, full of scales.

বখলিয়া, স. ধা. (সং. ৱল্কল, বাকলি) বাকলিহীন কৰ্, বাকলি গুচা ( ফলত খাটে ) ; যেনে, কলা বখলিয়ায়, to peel.

বখান্, স. ধা. ( সং. ব্যাখ্যান, ভাঙ্গি কোৱা ; হিং. বখন্‌না, প্ৰশংসা কৰণ ) অৰ্থ ভাঙ্গি বুজা ; প্ৰশংসা কৰ্, to expound, to praise.

বখিয়া, স. শ. ( হিং. বখিয়া, সিয়নি ) এবিধ ঘন মিহি সিয়নি, a kind of fine stitching.

বগ্, স. শ. ( সং. ৱক, এবিধ চৰাই ) এবিধ দীঘল ঠুঁটীয়া মাছ খোৱা বগা চৰাই ; বগ জাতিৰ মতা, a male paddy bird, "বক্" শব্দ চোৱাঁ।

বগৰা, বি. (অং. বাগৰ্, স্থিতাপি ঘৰ নথকাত অনেক ঠাইত বাস কৰি ফুৰ্ ) আপোনাৰ ঘৰ বাৰী নথকাত অনেক লোকৰ ঘৰত বা বিদেশত বাস কৰি ফুৰা ( নিন্দাত খাটে ), vagrant, vagabond (in contempt).

বগৰি, } স. শ. ( সং. বদৰী, এবিধ ফল )
বগৰী, } এবিধ গছ আৰু তাৰ ফল, the plum, the jujube. *Zizyphus jujuba* (Gamble).

বগল্, স. শ. ( যাং. ) কাষলতি ; এবিধ

কাপোৰ থোৱা মোনা, the armpit, a kind of bag.

বগলী, স. শ. বগ জাতিৰ মাইকী ; মতা নে মাইকী পৃথককৈ নকৈ সেই জাতিৰ চৰাইক বুজাব লাগিলে প্ৰায়ে এই শব্দ ব্যৱহৃত হয় ; যেনে, বগলীয়ে মাছ খায়, a female paddy bird.

বগা, বি. (অং. বগ, এবিধ চৰাই) বগৰ নিচিনা বৰ্ণযুক্ত, শ্বেত, শুক্ল, white. (স্ত্ৰী) বগী ; স. শ. বগৰ নিচিনা বৰণ, শুক্ল বৰণ, the white color.

বগা, অ. ধা. (সং. ৱক্, বেঁকা হ) বুকু চোঁচৰাই গতি কৰ্, পেট পেলাই যা ; যেনে, পৰুৱা বগায় ; লতাৰ দৰে আন বস্তুৰ গাত মেৰ লৈ বাঢ়ি যা ; যেনে, গছত লতা বগায়, to crawl, to creep, to climb, (as a vine.) স. ধা. আৰোহণ কৰ্, উঠ্ ; যেনে, হাতী ঘোঁৰা বগায়, to mount.

বগিতাম্, স. শ. (অং. বগা, শুক্ল + তাম, এবিধ ধাতু) ইংৰাজে এই দেশলৈ অনা ৰাং-চৰোৱা লোৰ পতা, tin.

বগিয়া-বগি, স. শ. (অং. বাগি) এজনে আন জনৰ বাগি ধৰা কাৰ্য্য, rivalry, emulation.

বগুৱা, স. শ. (অং. বগা, বুকুৰে গতি কৰ্) দুই হাত আৰু দুই আঁঠু মাটিত পেলাই কৰা গতি, moving on all fours.

বগুৱা বা, দুই হাত আৰু দুই আঁঠু মাটিত দি গতি কৰ্, to move on all fours.

বগ্-ঠুঁটীয়া, বি. বগলীৰ ঠোঁটৰ দৰে দীঘল আগ জোঙ্গা আৰু অলপ বেঁকা, resembling the bill of a paddy bird.

বগ্-ডিঙ্গীয়া, বি. বগলীৰ দৰে দীঘল ডিঙ্গি-যুক্ত, long-necked.

বঙ্গলা, স. শ. (বং. বাঙ্গ্লা, এবিধ ঘৰ) এবিধ দুটুপীয়া ঘৰ, a bungalow.

বঙ্গহ্, স. শ. (সং. ৱংশ, গোত্ৰ) বংশ, একে জনা আদি পুৰুষৰ পৰা বঢ়া লোক-বিলাকৰ এজন, a race or family, a descendant of the same family.

বঙ্গহৰ দেও, ওপৰৰ আহমৰ শ্ৰেণীৰ ভাৰ্য্যাই স্বামীক মতা মাত, a term used by females of the higher classes of the *Ahams* in addressing their husbands.

বঙ্গাল্, স. শ. (সং. ৱঙ্গ, এখান দেশ) বঙ্গ দেশৰ ইতৰ মানুহ, a lower class Bengali. (স্ত্ৰী) বঙ্গালনী।

বঙ্গালী, বি. বঙ্গদেশৰ, বঙ্গদেশত উৎপন্ন, belonging to, or produced in, Bengal. স. শ. বঙ্গালী ভদ্ৰলোক, a Bengali gentleman. (স্ত্ৰী) বঙ্গালিনী, বা বঙ্গালীনী।

বঙ্গালী-এৰা, স. শ. (অং. বঙ্গালী, বঙ্গাল দেশৰ + এৰা, এবিধ গছ) এবিধ ঢাপত ৰোৱা গছ, a kind of hedge plant.

বঙ্গিয়া, স. শ. (সং. ৱগ্, গতি কৰ্) পথাৰৰ মাজে দি মানুহ যোৱা আলি, পথাৰত পানী ৰখা আলি, an embankment across a rice field over which people pass.

বচ্, স. শ. কুমলীয়া তামোল নষ্ট কৰা এবিধ পোক, a kind of insect injurious to young areca nuts.

বচ্, স. শ. (সং. ৱচা—ৱচ্, কথা ক, ৰুঢ়) এবিধ দৰবত দিয়া মূল ; তাৰ গছ, the orris root.

বচন্, স. শ. (সং. ৱচন—ৱচ্, কথা ক) বাক্য, কথা ; কোনো বিষয়ৰ বিধান কৰা শ্লোক ; যেনে, মনুৰ বচন, speech, a text, an aphorism.

ব-চুঙ্গা, স. শ. (অং. ব, দীঘ সূতাৰ মাজে সুমোৱা জৰী + চুঙ্গা, ফোঁপোলা বস্তু) ব-তোলা যতন, a weaver's implement.

বচোৱাল্, স. শ. (সং. ৱস্ত্ৰ, কাপোৰ) অসম ৰজাৰ দিনত ৰজাৰ বৰ চৰালৈ যোৱা বিষয়াবিলাকে চুৰিয়াৰ ওপৰত মেৰাই কঁকালত টঙ্গালিৰে বান্ধি পিন্ধা আৰু আঁঠুলৈকে ওলমা এবিধ কপাহী কাপোৰ, a cloth worn over the waist cloth by officers of the Assam Raja,

extending from the waist to the knee and tied to the waist with a cloth girdle.

**বছৰ্**, স. শ. (সং. ৱৎসৰ; বং. বছৰ, বাৰ মাহ) বাৰ মাহ কাল, a year.

**বছৰি**, ক্রি. বি. কোনো এক বছৰত; যেনে, সি বছৰি তেওঁ আহিছিল, প্রতি বছৰত, বছেৰেকত; যেনে, বছৰি এশ টকা, in a certain year, yearly, every year.

**বছৰ্ উদানি, বছৰবন্ধীয়া,** বি. এক বা অধিক বছৰ থকা, বার্ষিক: এবছৰৰ নিমিত্তে দিয়া বা লোৱা, annual, given or taken for a year.

**বছৰ্ উদানিকৈ, বছৰ্বন্ধীয়াকৈ,** ক্রি. বি. এবছৰৰ নিমিত্তে নিয়ম কৰি, এবছৰ স্থিৰে থকাকৈ, for the term of a year.

**বছৰ্বিয়নী**, বি. (অং. বছৰ, বাৰ মাহ+ বিয়ন, প্ৰসৱ) প্রতি বছৰত পোৱালি পোৱা, producing young every year.

**বছা**, স. শ. (অং. বাছ, মনোনীত কৰ্) এবিধ মাছ, a kind of fish.

**বছা**, স. ধা. বছা কার্য্য আনৰ দ্বাৰা কৰা, to cause to be selected, &c. "বাছ" চোৱাঁ।

**বছেৰেক্**, স. শ. (অং. বছৰ, বাৰ মাহ) এবছৰ, one year.

**বছেৰেকীয়া**, বি. এবছৰ হোৱা, এবছৰ বয়সৰ; যেনে, বছেৰেকীয়া লৰা; এবছৰ থকা; যেনে, বছেৰেকীয়া আকাল; বছৰত এবাৰ হোৱা; যেনে, বছেৰেকীয়া খেতি, one year old, lasting one year, yearly, annual. স. শ. মৰাৰ প্ৰথম বছৰৰ অন্তত মৃতকৰ উদ্দেশে কৰা শৰাধ, an offering made to the *manes* of deceased persons at the end of the first year after death.

**ব-ছিগা**, বি. (অং. ব, গৰুৰ গলধন + ছিগা, ক্ষত হোৱা) গলধনত ঘা লগা (বলদত খাটে), with a galled-neck (as a bullock).

**ব-ছেৰা**, বি. (সং. ৱংশ, বংশ + ছৰা, ত্যাগ কৰা) আপোনাৰ সম্বন্ধীয়া মানুহৰ মৰম নজনা, ভাই ককাই আদিৰ মৰম এৰা, estranged from one's own relations.

**বজৰীয়া**, স. শ. (যাং. বাজাৰ, হাট, ঘৰৰ ব্যৱহাৰলৈ নেৰাখি হাটত বেচিবৰ হে যোগ্য) এবিধ সৰু গুটীয়া আঠীয়া কলা, a very inferior kind of plantain.

**বজৰুৱা**, বি. বজাৰৰ, বজাৰ সম্বন্ধীয়; যেনে, বজৰুৱা বস্তু, বজৰুৱা মানুহ, relating to a bazar.

**বজা**, স. ধা. (সং. ৱদ্; হিং. বাজানা; বং. বাজান, যন্ত্ৰৰ ধ্বনি কৰণ) বাদ্য-যন্ত্ৰৰ শব্দ তোল্; যেনে, বাঁহী বজায়, to play upon, (as a musical instrument).

**বজাৰ্**, স. শ. (যাং. বাজাৰ, হাট) হাট, বেচা কিনা ঠাই, a market, a mart.

**বজাৰী**, বি. বজৰুৱা, বজাৰৰ, relating to a bazar. স. শ. বজাৰত বস্তু বেচোঁতা, দোকানী, a shop-keeper.

**বজালু**, স. শ. এবিধ গা সৰু বনৰীয়া বাঁহ, a kind of wild bamboo.

**বজুৱা**, বি. (অং. বাজ, বাহিৰ) বাহিৰৰ, বাজ ফালৰ; আন ঠাইৰ, নিজ ঘৰৰ নোহোৱা; যেনে, বজুৱা মানুহ, of outside, relating to outside, not relating to one's own family.

**বজোৱা**, স. ধা. (অং. বজা, বাদ্য কৰ্) আনৰ দ্বাৰা বাদ্য কৰণ, to cause to be played upon, as a musical instrument.

**বজোৱাৰ্**, স. শ. (অং. বাজ্, শব্দ কৰ্) জাকৰাই উঠা ঢৌ; বৰ ঢৌৰ শব্দ, a wave, surge, the roaring of waves.

**বজ্ৰ**, স. শ. (সং. ৱজ্ৰ—ৱজ্, গতি কৰ্, বেগাই চলে, এতেকে) ইন্দ্ৰৰ ঘাই অস্ত্ৰ, ভয়ঙ্কৰ গাজনি মাৰি, বৰ বেগেৰে পৃথিবীলৈ অহা বিজুলী, the thunderbolt of *Indra*, a thunderbolt, a shaft of lightning.

**বজ্ৰধৰ্**, স. শ. (সং. ৱজ্ৰধৰ—ৱজ্ৰ+ধৰ, ধৰোঁতা) ইন্দ্ৰ, *Indra.*

বজ্ৰপাণি, স. শ. (সং. ৱজ্ৰপাণি—ৱজ্ৰ+পাণি, হাত) ইন্দ্ৰ, *Indra.*

বজ্ৰপাত্, স. শ. (সং. ৱজ্ৰপাত—ৱজ্ৰ+পাত, পতন) ভয়ঙ্কৰ গাজনিযুক্ত বিজুলীৰ আঘাত; অকস্মাত হোৱা ডাঙ্গৰ বিপদ, a stroke of lightning, a sudden misfortune.

বজ্ৰময়, বি. (সং. ৱজ্ৰময়—ৱজ্ৰ+ময়, স্বৰূপ) বজ্ৰৰ দৰে টান, বৰ টান, very hard, adamantine.

বজ্ৰলেপ্, বি. (সং. ৱজ্ৰ + লেপ, লেও; বজ্ৰেৰে লেও দিয়াৰ নিচিনা) বৰ টানকৈ লাগি ধৰা, এৰুৱাব নোৱৰা; যেনে, বজ্ৰলেপ গাঁঠি; বৰ টান, নিছিগা নভগা, very tight, inseparably adhering, very hard.

বজ্ৰাঘাত্, স. শ. (সং. ৱজ্ৰাঘাত—ৱজ্ৰ, বিজুলীৰ লগত হোৱা ঢেৰেকনি+আঘাত, প্ৰহাৰ) বজ্ৰপাত, বিজুলীৰ খুন্দা; এতেকে অকস্মাৎ হোৱা বৰ আপদ, a stroke of lightning, a sudden misfortune.

বঞ্চ্, স. ধা. (সং. ৱস্, নিবাস কৰ্) বাস কৰ্, থপ্, থাক্, গত কৰ্ (কালত খাটে); যেনে, এৰাতি বঞ্চিলে; পৰিত্যাগ কৰ্ (টোপনিত খাটে); যেনে, টোপনি বঞ্চিলে ৰোগ হয়, to spend, (as time), to forego, (as sleep).

বঞ্চ্, স. ধা. (সং. ৱঞ্চ্, ছল কৰ্) প্ৰতাৰণা কৰ্, ছল্, to cheat, to deceive. কৃদ. স. বঞ্চোতা, (স্ত্ৰী) বঞ্চতী।

বঞ্চক, স. শ. প্ৰতাৰক, ছলোঁতা, বঞ্চোতা, a cheat, a rogue.

বঞ্চন্, কৃদ. স. বঞ্চা কাৰ্য্য, ছলন, the act of deceiving.

বঞ্চনা, স. শ. প্ৰতাৰণা, ছল, ফাঁকি, deceit, fraud.

বঞ্চিৎ, বি. প্ৰতাৰিত, বঞ্চা, ফাঁকিত পৰা; নিৰাশ, হীন কৰা; যেনে, সুখেৰে বঞ্চিত, cheated, defrauded, deprived of.

বট্, স. শ. (সং. ৱট—ৱট্, বেষ্টন কৰ্) বড় গছ, এবিধ আঠা ওলোৱা গছ, the Indian fig tree. *Ficus Indica.* (Roxb.).

বটলা, স. শ. বাটলু তিৰোতাৰ স্বামী, বিয়া নকৰাকৈ তিৰোতা ৰখা মতা, a man who keeps a concubine.

বটা, স. শ. (বং. বাটা, তামোলৰ পাত্ৰ) সৰাইতকৈ চাপৰ এবিধ খুৰা লগোৱা পাত্ৰ, তাত তামোল থোৱা যায়, আৰু মান্য লোকক কোনো বস্তু বা দেৱতাক নৈবেদ্য দিয়া যায়, a tray with a foot, lower than a *sarai* on which betel-nuts are kept for use, or offerings are made to the gods or anything is presented to a respectable person.

বটা, স. শ. (সং. ৱৰ্ত্তক; হিং. বটেৰ্, এবিধ চৰাই) এবিধ সৰু চৰাই, বটা চৰাই, a quail. (*Perdix olivacea*).

বটালী, স. শ. (বং. বাটালী, এবিধ বাঢ়ৈৰ সঁজুলি) এবিধ কাঠ খোলা অস্ত্ৰ, a chisel.

বটিয়া, স. ধা. বিন্ধাত হেঁচি সুমা; যেনে, মুখত আঙ্গুলি বটিয়াইছে, to thrust into, to ram.

বটীয়া, স. শ. (সং. ৱটী; বং. বাটিয়া, জৰী) সূতা পকাই কৰা মিহি জৰী; কাপোৰ সিয়া জৰী; এবিধ সৰু মাছ, twine, string, a kind of small fish.

বটুৱা, স. শ. (হিং. বটুৱা, সৰু জোলোঙ্গা) তামোল থোৱা সৰু জোলোঙ্গা, a small bag for betel-nuts.

বট্-গছ্, "বাট্" চোৱাঁ।

বঠা, স. শ. (হিং. বৈঠা; বং. বটিয়া, নাও চলোৱা মাৰি) এবিধ চেপেটা আৰু বহল আগযুক্ত নাও চলোৱা সঁজুলি, an oar.

বঠা-পতীয়া, বি. বঠাৰ আগৰ দৰে চেপেটা আৰু ক্ৰমে আগলৈ ঠেক, lanceolate.

বঠি, স. শ. (হিং. বৈঠনা, বহা, তাত ধূপ বহুৱাই থোৱা যায়, এতেকে) ধূপাধাৰ, ধূপৰ কাঠী লগোৱা ওখ সঁজুলি; মৈদা বা ৰেন্দাৰ কাঠ; (নিন্দাৰ্থত) গঢ়, আকৃতি, ভঙ্গ, a stand for incense.

বড়্, বি. (সং. ব্রড্র, বৃহত ; হিং. বড়া ; বং. বড়, ডাঙ্গৰ ) বৃহৎ, ডাঙ্গৰ ; প্ৰধান, large, great, principal. "বৰ্" লিখা হে উচিত।

বড়্, স. শ. ( সং. ৱড়া ; হিং. বং. বড়ী, বটা মাহৰ লাক ) বটা কলা মাহৰ লাৰু, তাক ভাজি বা আন প্ৰকাৰে ৰান্ধি খোৱা যায়, a ball of ground pulse fried or otherwise cooked.

বড়্, বড়-গছ, } স. শ. ( সং. ৱট ; হিং. বড়, এবিধ গছ ) বট, এবিধ আঠা ওলোৱা গছ, the Indian fig tree. *Ficus Indica* (Roxb.). তাৰ দুবিধ, এবিধক স্বৰ্ণবট, আন বিধক ঢোপা বড় বা কঁঠলুৱা বড় বোলা যায়।

বঁড়শী, স. শ. ( সং. বড়িশী, বৰশী ) এবিধ মাছ ধৰা যতন, a fish-hook.

বড়া, "বৰা" চোৱাঁ।

বঁড়ুৱা, "বঁকুৱা" চোৱাঁ।

বড়নী, স. শ. (অং. বড়া, আগলৈ ঠেল্ ) ধান বানোতে ঢেঁকী দিয়া মানুহে খুবলিবলৈ ধান ঠেলা মাৰি, a rod used in pushing paddy under the pestle of a rice cleaning pedal.

বঢ়া, স. ধা. ( সং. ৱৃধ্ ; হিং. বঢ়ানা, ডাঙ্গৰ কৰ্ ) ডাঙ্গৰ কৰ্ ; দীঘল কৰ্ ; বহলা ; অধিক কৰ্ ; আগলৈ ঠেল্ ; যেনে, খৰি বঢ়াইছে, to increase, to enlarge, to widen, to lengthen, to push forward. বি. শ্ৰেষ্ঠ, উত্তম, আনতকৈ অধিক, superior, surpassing, exceeding.

বঢ়াবঢ়ি, স. শ. সাহ দেখাই এজনে আন জনলৈ আগ বঢ়া কাৰ্য্য, পৰস্পৰে বিবাদ কৰিবলৈ আগ বাঢ়ন, the act of defying one another.

বঢ়িয়া, বি. (হিং. বঢ়িয়া ; বং. বাড়িয়া, উত্তম) উত্তম, বৰ ভাল, excellent, very good.

বণিক্, স. শ. ( সং. বণিক—পণ্, বেহা কৰ্ ) বেপাৰী, a trader.

বণিয়া, স. শ. ( সং. বণিক ; হিং. বণিয়া ; বং. বাণিয়া, বেপাৰী ) বেপাৰী, বেহেৰুৱা, a trader.

বতৰ্, স. শ. ৰদ বা বৰষুণ হোৱা কাল, কালৰ অৱস্থা ; যেনে, ৰদ বতৰ, ডাৱৰীয়া বতৰ ; কোনো এবিধ শস্য আৰ্জিবৰ বা চপাবৰ সময় ; যেনে, কৃবৰ বতৰ, দাবৰ বতৰ, weather, the season for cultivating or gathering a particular crop.

বতৰ দাং, বৰষুণ গুচি ৰদ হ, ডাৱৰীয়া গুচ্, ( ইয়াৰ কৰ্ত্তা মেঘ লুকাই থাকে ) ; যেনে, আজি বতৰ দাঙ্গিছে, to be cleared, as weather.

বতৰ্ কালি, স. শ. কোনো এক শস্য আৰ্জিবৰ বা চপাবৰ সময়, the season for cultivating or gathering a crop.

বতা, স. শ. এবিধ ইকৰাৰ নিচিনা সৰু তৃণ ; তৃণেৰে আবৃত বা হাবি মাটি. a kind of coarse grass, waste land. বি. তৃণেৰে আবৃত ; যেনে, বতা মাটি, lying waste.

বতানি, স. শ. বতা মাটি, a patch of land covered with coarse grass.

বতাহ্, স. শ. ( সং. ৱাত ; হিং. বতাস ; বং. বাতাস, বায়ু ) চলি থকা বায়ু, wind.

বঁতাহী, বি. বতাহৰ নিচিনা বেগেৰে ফুৰা, অস্থিৰ ( স্ত্ৰী ), unsteady, light like wind (Fem.).

বঁতুৱা, বি. (সং. ৱাত, এবিধ বিষোৱা ৰোগ) বাতে ধৰা, বাত ৰোগেৰে পীড়িত, এতেকে অধম, বেয়া, affected with rheumatism, bad, useless.

বত্ৰিশ(-চ্), সংখ্যা. একুৰি বাৰ, thirty-two.

বৎস(-চ্), স. শ. ( সং. ৱৎস—ৱদ্, কথা ক ) গৰুৰ পোৱালি ; মুনিহ লৰাক মৰমেৰে মতা মাত, বাপা, a calf, a term of endearment used to a boy.

বৎসৰ্, স. শ. ( সং. ৱৎসৰ—ৱদ, বাস কৰ্ ) বছৰ, বাৰ মাহ, a year.

বৎসল্, বি. ( সং. ৱৎসল—ৱৎস, মৰমৰ মাত ) মৰমিয়াল, চেনেহ কৰা, দয়ালু ( সংজ্ঞা শব্দৰ পাচত থাকে ) ; যেনে, ভক্ত-বৎসল, kind, affectionate.

বদন, স. শ. ( সং. ৱদন—ৱদ্, কথা ক ) মুখৰ বস্তু ; মুখ, the mouth, the face.

বদন-কমল্, } বদন্-কমল্, } স. শ. (সং. ৱদনকমল—ৱদন, মুখ + কমল, পদ্ম ; পদ্মৰ নিচিনা মুখ ) বৰ শুৱনি মুখ ; বৰ প্ৰিয় লোকৰ মুখ, a beautiful face, the face of a beloved person.

বদন শব্দৰ পাচত পদ্মক বুজোৱা আন শব্দ দিও সেই অৰ্থ বুজোৱা যায় ; যেনে, ( বদন + অৰবিন্দ ) বদনাৰবিন্দ ইত্যাদি।

বদন্-চন্দ্ৰ, স. শ. ( সং. ৱদনচন্দ্ৰ—ৱদন + চন্দ্ৰ, জোন ) জোনৰ দৰে শুৱনি মুখ, মুখ-চন্দ্ৰ, a lovely face.

বদন শব্দৰ পাচত জোনক বুজোৱা আন শব্দ দিলেও সেই অৰ্থ হয় ; যেনে, ( বদন + ইন্দু ) বদনেন্দু ইত্যাদি।

বদান্য, বি. ( সং. ৱদান্য—ৱদ্, কথা ক ) বলী-দানী, বৰ দানী, liberal, munificent.

বঁদিয়াৰ্, স. শ. ( অং. বাদ, দোষাৰোপ ) বাদ দিওঁতা, দোষাৰোপ কৰোঁতা, an accuser.

বঁদিয়াৰ্, স. শ. ( অং. বান্ধ, গৰুৰ কণী খুন্দ ) কণী খুন্দি গৰুক নপুংসক কৰোঁতা, one who emasculates a young bull. ( কামৰূ. )।

বঁদীয়া, বি. দোষগ্ৰস্ত, জগৰত পৰা, accused. স. শ. দোষগ্ৰস্ত হোৱা বা জগৰত পৰা মানুহ, an accused. ( স্ত্ৰী ) বি. স. শ. বঁদীয়ানী।

বঁতুৱা, বি. ( অং. বাতু, ফলৰ ভিতৰৰ শাহৰ ঢাকনী ) বাতুযুক্ত ; ঘঁহি চোকা নকৰা, সোৰা, ধাৰ নথকা, blunt, as a knife, &c.

বদ্ধ, কৃদ. বি. ( সং. বদ্ধ—বধ্, বান্ধ ) বান্ধ খোৱা, বান্ধ লগা, এৰাব নোৱৰা হোৱা, bound, tied, fixed.

বদ্ধমূল্, বি. ( সং. বদ্ধমূল—বদ্ধ+মূল, শিপা ) দকৈ শিপা বহা ; এৰাব নোৱৰাকৈ লগা ; যেনে, সেই কথা মোৰ মনত বদ্ধমূল হৈছে, firmly rooted.

বদ্ধমুষ্টি, বি. ( সং. বদ্ধমুষ্টি—বদ্ধ + মুষ্টি, মুঠি ) কৃপণ, ধন ভাঙিব নোৱৰা, close-fisted, miserly.

বধ্, স. ধা. ( সং. বধ্, প্ৰাণ মাৰ্ ) প্ৰাণ মাৰ্, হত কৰ্, to kill. স. শ. হত্যা, প্ৰাণ নাশ, the act of killing, murder.

বধাৰ্হ, বি. ( সং. বধাৰ্হ—বধ + অৰ্হ, যোগ্য ) বধিবৰ যোগ্য, deserving death.

বঁধিৰ্, বি. ( সং. বধিৰ—বধ্, বন্ধন কৰ্ ) কলা, কাণে নুশুনা, deaf.

বঁধী, স. শ. বধ কৰোঁতা, ( দ্বিতীয়া তৎপুৰুষ সমাসৰ দ্বাৰা আন এটা সংজ্ঞা শব্দৰ পাচত লগ লাগে ) ; যেনে, ব্ৰহ্ম-বধী, a murderer.

বঁধূ, স. শ. ( সং. বধূ— বধ্, বন্ধ ) ভাৰ্য্যা ; বোৱাৰী, a wife, a daughter-in-law, a sister-in-law.

বধোদ্যত্, বি. ( সং. বধোদ্যত—বধ্, প্ৰাণ নাশ + উদ্যত, উদ্যোগী ) বধিবলৈ উদ্যত হোৱা, প্ৰাণ মাৰিব খোজা, attempting to kill.

বধোপায়, স. শ. ( সং. বধোপায়—বধ + উপায়, কৌশল ) বধিবৰ উপায় ; প্ৰাণ মৰা যন্ত্ৰ, an instrument or means of causing death.

বধ্য, বি. ( সং. বধ্য—বধ্, প্ৰাণ মাৰ্ ) বধিবৰ যোগ্য, প্ৰাণ মাৰিব লগীয়া, deserving death, fit to be killed. ( স্ত্ৰী ) বধ্যা।

বন্, স. শ. ( সং. ৱন—ৱন্, হিংসা কৰ্ ; মানুহে তাক হিংসে, এতেকে ) অৰণ্য, হাবি ; ঘাঁহ, তৃণ, jungle, a forest, grass.

বন্, স. শ. ( সং. ৱন্, কাম কৰ্ ) হাতৰ কাম, সামান্য কাম ; গুণাৰ কাম বা ফুল, work, business, embroidery.

বন্ কৰ্, বেজীৰে গুণাৰ ফুল তোল্, to embroider.

বন্ লগা, প্ৰথমতে হালত লগা, কাম কৰিবলৈ শিকা ; যেনে, মহটোক বন লগাইছে, to break in, as an animal.

বন্ সাধ্, অন্ত কৰ্, শেষ কৰ্, নষ্ট কৰ্; যেনে, মেকুৰীয়ে ভাতৰ বন সাধিলে; পীড়া দি, কষ্ট দি, দণ্ড দি; যেনে, আজি মই তাৰ বন সাধিম, to make an end of, to spoil, to injure, to hurt, to punish.

বনক্, স. ধা. (অং. বন, কাম) লাৰে আবৃত কৰ্, ওপৰত লা লগা (হেঙ্গুল-হাইতালেৰ কাম কৰা বস্তুত খাটে); যেনে, চাল পীৰাৰ খুৰা বনকে, to cover with a coating of lac.

বনচৰ্, বি. (সং. ৱনচৰ—ৱন, হাবি+চৰ্, গতি কৰ্; হাবিত ফুৰে এতেকে) হাবিত থকা, বনৰীয়া (জন্তুত খাটে); যেনে, বনচৰ জন্তু, wild (said of animals). স. শ. বনৰীয়া জন্তু, a wild animal.

বনজ্, বি. (সং. ৱনজ—ৱন, হাবি+জন্, উপন্ন হ) বনত উৎপন্ন, হাবিত হোৱা, wild.

বন-দেৱতা, স. শ. (সং. ৱন-দেৱতা—ৱন, হাবি+দেৱতা, দেৱ) হাবিৰ উপদেৱতা বিশেষ, a sylvan god or goddess.

বননি, স. শ. (অং. বন, ঘাঁহ) বনেৰে আবৃত ঠাই, ঘাঁহনি, a grassplot.

বনবাস্, বন্‌বাস্, স. শ. (সং. ৱনৱাস—ৱন, হাবি+ৱাস, থাকন) হাবিত বাস, হাবিত থাকন, a residence in a forest.

বনবাসী, বন্‌বাসী, বি. (সং. ৱনৱাসিন্—ৱনবাস+ইন্) হাবিত বাস কৰা বা থকা, living in a forest. স. শ. হাবিত থাকোঁতা, a man living in a forest. (স্ত্রী) বি. স. শ. বনবাসিনী।

বনমালা, স. শ. (সং. ৱনমালা—ৱন, হাবি+মালা, গঁথা ফুল; বন-ফুলৰ মালা) কৃষ্ণৰ মালা, the garland worn by *Krishna*.

বনমালী, স. শ. (সং. ৱনমালিন্—ৱনমালা+ইন্) বনমালা পিন্ধোতা, কৃষ্ণ, *Krishna*.

বন-ৰজা, স. শ. (সং. ৱনৰাজন্, হাবিৰ অধিপতি) বাঘ, a tiger.

বন-ৰক্ষক্, বন্-ৰক্ষক্, স. শ. (সং. ৱনৰক্ষক—বন, হাবি+ৰক্ষক, ৰখীয়া) হাবিৰ গছ আদি নষ্ট নোহোৱাকৈ ৰখা বিষয়া, one who looks after forests.

বনৰী, স. শ. (সং. ৱন, হাবি) হাবি বননিত পৈ-লোৱা তিৰী, অসতী তিৰোতা (গালি), a woman who goes to a place of assignation to meet her paramour, an unchaste woman. বি. অসতী, unchaste (Fem. a term of abuse).

বনৰীয়া, বি. (সং. ৱন, হাবি) হাবিত উৎপন্ন, হাবিয়লীয়া, হাবিৰ, wild, jungly.

বনস্থ, বি. (সং. ৱনস্থ—ৱন, হাবি+স্থা, থাক্) হাবিত থকা; বনত বাস কৰা, wild, residing in a jungle.

বনা, অ. ধা. আকাশত উৰি ঘুৰি ফুৰ্; যেনে, শগুন বনাইছে; এতেকে স্থিতাপি নোহোৱাকৈ ভ্ৰমি ফুৰ্, to soar about in the air, to wander or roam about.

বনা, স. ধা. (অং. বান্, ধান খুন্দি চাউল কৰ্) আনৰ দ্বাৰা খুন্দাই চাউল কৰ্; যেনে, ধান বনাইছে, to cause to be husked, as paddy.

বনাগ্নি, স. শ. (সং. ৱনাগ্নি—ৱন, হাবি+অগ্নি, জুই) হাবিৰ জুই, a jungle fire.

বনি, স. শ. কাৰণি, ৰোগৰ কাৰণ বা লেচু; যেনে, বৰষুণত তিতাই জৰৰ বনি হল, an exciting cause of sickness.

বনি ল, কোনো এটা কাৰণৰ আশ্রয় কৰি উৎপন্ন হ (ৰোগত খাটে); যেনে, তাৰ গাত নিয়ৰ পৰিছিলি, তাকে বনি লৈ জৰ হল, to be brought on as a disease.

বনিতা, স. শ. (সং. বনিতা—ৱন্, আলপৈ-চান ধৰ্; স্বামীৰ পৰিচৰ্যা কৰে) তিৰোতা; ভাৰ্যা, a woman, a wife.

বনিয়া, স. ধা. (অং. বান্, বৰ ঘন বা পাতল নোহোৱা অৱস্থা) বান লগা, বৰ ঘন ব

পাতল নোহোৱাকৈ শস্য ৰাখি আনবোৰ তুলি পেলা, যিমান হব লাগে সিমান পাতল কৰ্; যেনে, শাকৰ পুলি বনিয়াইছে, to thin out, as plants. অ. ধা. মাজে মাজে পক্; যেনে, বগৰীবোৰ বনিয়াইছে, চুলিবোৰ বনিয়াইছে, to become ripe or gray here and there.

বনুৱা, বি. (অং. বন, কাম) বন কৰা, কামত নিযুক্ত; পৰিচৰ্য্যা কৰা; যেনে, বনুৱা মানুহ, working, labouring, serving. স. শ. কাম কৰোঁতা, হজুৱা; পৰিচৰ্য্যা কৰোঁতা (স্ত্ৰীং, পুং), a working man or woman, a labourer, a servant.

বনৌষধি, স. শ. (সং. বনৌষধি—বন, হাবি+ওষধি, দৰব) দৰবত দিয়া গছ, শিপা ইত্যাদি, বন-দৰব, a medicinal plant.

বন-কৰা, বি. (অং. বন, গুণাৰ ফুল+কৰা, নিৰ্ম্মিত) বেজীৰে গুণাৰ ফুল দি শোভিত কৰা; যেনে, বন কৰা জোঁতা, embroidered.

বন-কুকুৰা, স. শ. (সং. বন্যকুক্কুট, এবিধ চৰাই) বনৰীয়া কুকুৰা চৰাই, jungle fowl.

বন-কুহুম, স. শ. (সং. বন, হাবি+অং. কুহুম, এবিধ ৰঙ্গা ফুল) এবিধ হালধীয়া ফুল ধৰা আপুনি গজা কাঁইটীয়া গছ, a kind of plant or herb.

বন-গৰু, স. শ. (সং. বন্যগো, বনৰীয়া গৰু) মেঠোন, the bison or *mithan*. (*Gavæus Gaurus*).

বন-জালুক, স. শ. (অং. বন, ঘাঁহ + জালুক, এবিধ জলা গুটি) পাতৰ পিঠিত ক্ষুদ্ৰ জালুকৰ নিচিনা গুটি ধৰা এবিধ বন, a kind of herb.

বত্তি, স. শ. (সং. বৰ্ত্তি, চাকি; হিং. বং. বাতী, শলাকানি) প্ৰদীপ, জলোৱা চাকি, a lighted lamp.

বন্দন, } কৃদ. স. (সং. বন্দন—বন্দ্, প্ৰশংসা
বন্দনা, } কৰ্) প্ৰণাম, সেৱা, নমস্কাৰ, salute, servitude, worship.

বন্দনীয়, বি. পূজনীয়, সেৱা পাবৰ যোগ্য, venerable, worshipful.

বন্-দৰব, স. শ. (সং. বন, হাবি+অং. দৰব, ঔষধ) দৰবত দিয়া গছ, পাত, শিপা ইত্যাদি, বনৌষধি, a vegetable medicine.

বন্দী, স. শ. (সং. বন্দী, কয়েদী) ভৃত্য, দাস, a man slave. বি. আবদ্ধ, কামত নিযুক্ত, আজৰি হৈ নথকা; যেনে, মোৰ হাত বন্দী, engaged, not free.

বন্দী কৰ্, আটকি ৰাখ্, to confine.

বন্দী বা দাসৰ কৰ্ম্ম কৰা, ভৃত্যৰূপে খটা, to enslave, to cause to work as a slave.

বন্দীয়াৰ্, স. শ. জগৰৰ কাৰণে ৰজাৰ আজ্ঞাৰে আটকি ৰখা মানুহ; ৰণত ধৰি অনা মানুহ, a prisoner, a captive.

বন্দীশাল্, স. শ. (সং. বন্দীশালা, ফাটক) বন্দীয়াৰ ৰখা ঘৰ, ফাটক, a prison.

বঁন্দুলি, স. শ. (সং. বন্ধুলি, এবিধ ফুল) এবিধ ৰঙ্গা ফুল ধৰা ক্ষুদ্ৰ গছ; তাৰ ফুল; বগা ফুল ধৰা তাৰ আন এবিধ; তাৰ ফুল, a kind of shrub bearing a red flower, another kind bearing a white flower.

বন্ধ, বি. (সং. বধ, আটক কৰ্) আবদ্ধ, মুক্ত নোহোৱা, ৰুদ্ধ; যেনে, মুখ বন্ধ কৰ্; চলি বা বৈ নথকা; যেনে, বন্ধ পানী; দুৱাৰ মাৰি থোৱা, কাম খতি হৈ থকা; যেনে, কাছাৰী বন্ধ, shut up, confined, not free, stagnant, closed (as an office, &c.) স. শ. কাছাৰী আদিৰ কাম স্থগিত থকা কাল; যেনে, দুৰ্গা পূজাৰ বন্ধ, a vacation.

বন্ধ্ খা বা বন্ধ্ যা, আবদ্ধ হৈ থাক্; যেনে, পথাৰত পানী বন্ধ যায়, to be confined.

বন্ধন্, স. শ. বন্ধা বা আটক কৰা কাৰ্য্য; বান্ধ, গাঁঠি, the act of binding, a tie, a knot.

বন্ধ-মুষ্টি, "বদ্ধ-মুষ্টি" চোৱা।

বন্ধা, স. শ. (অং. বান্ধ্, আটক কৰ্)

কোনো এক নিৰূপিত কালৰ নিমিত্তে বা ধাৰ শুজিব নোৱাৰে মানে খাটিবৰ নিয়মেৰে চাকৰ হোৱা মানুহ, বন্ধুৱা, one who borrows money binding himself to serve his creditor as a servant for a certain length of time or until the debt is paid off. স. ধা. আনক নিযোজন কৰি বা পাঁচি কৰোৱা অৰ্থৰ বান্ধ ধাতু; যেনে, কুলীৰ হতুৱাই বাট বন্ধাইছে, ৰজাই আলি বন্ধায় ইত্যাদি, "বান্ধ" চোৱাঁ, the causal form of verb বান্ধ, which see.

বন্ধু, স. শ. ( সং. বধ্, বান্ধ, মৰমৰ ডোলেৰে বন্ধা যায়, এতেকে ) সখি, সুহৃদ, লগৰীয়া, হিতকাৰী লোক, a friend, a companion.

বন্ধুতা, গু. শ. বন্ধুৰ সম্বন্ধ, বন্ধু হৈ থকা অৱস্থা, friendship.

বন্ধুৱা, স. শ. ( "বন্ধা" চোৱাঁ ) বন্ধা, one who binds one's self to serve in payment of a debt. বি. বন্ধা হোৱা; যেনে, বন্ধুৱা মানুহ; ধাৰত আবদ্ধ (মাটিত খাটে); যেনে, বন্ধুৱা মাটি, engaged as above, mortgaged, as land.

বন্ধ্যা, বি. ( সং. বধ্, ৰোধ কৰ্ ) বাঁজী, সন্তান প্ৰসৱ নকৰা, barren. স. শ. বাঁজী তিৰোতা, a barren woman.

বন্-পতি, স. শ. ( সং. ৱনপতি, হাবিৰ গৰাকী ) বন-ৰজা, বাঘ, a tiger.

বন্-পিঠা, স. শ. ( সং. ৱনপিষ্টক—হাবিৰ পিঠা; সি পকিলে পিঠাৰ নিচিনা হয়, এতেকে ) কণ্মৌ, a kind of fruit and its tree.

বন্-ফুল্, স. শ. ( সং. ৱন্যপুষ্প, হাবিৰ ফুল ) হাবিত আপুনি হোৱা ফুল, wild flower.

বন্বাৰি, স. শ. ( অং. বন, কাম+বাৰি, অনুৰূ. ) কাম কাজ, work, business. ( মৌখিক )।

বন্বিৰ্‌লী, স. শ. ( সং. ৱনবিৰাল, হাবিৰ মেকুৰী ) বনৰীয়া মাইকী মেকুৰী, a wild she-cat.

বন্-বোন্দা, স. শ. ( সং. ৱন, হাবি+অং. বোন্দা, মতা মেকুৰী ) বনৰীয়া মতা মেকুৰী। মতা বা মাইকীক বিশেষকৈ নকৈ কেৱল বনৰীয়া মেকুৰীক বুজাব লাগিলে এই শব্দ ব্যৱহৃত হয়, a wild he-cat, a wild cat in general.

বন্-ভোজ্, স. শ. ( সং. ৱনভোজন, বনত কৰা আহাৰ ) অনেকে গোট খাই কোনো মানুহৰ ঘৰত বাজে আন ঠাইত খাই বৈ কৰা আমোদ, a picnic.

বন্মলা, স. শ. এবিধ বনৰীয়া গছ, তাৰ পাতেৰে গোসাঁই সকলে শিচক দিয়া মালা গঁথা যায়, a kind of wild plant.

বন্-মানুহ্, স. শ. ( সং. ৱন্যমনুষ্য, বনৰীয়া মানুহ) এবিধ লেজ নথকা বান্দৰ, an ape.

বন্য, বি. ( সং. ৱন্য, ৱন, হাবি ) হাবিয়লীয়া, wild.

বন্ৰৌ, স. শ. ( সং. ৱনৰোহিত, এবিধ জন্তু ) কেমটাই, ৰৌমাছৰ নিচিনা বাকলি-যুক্ত এবিধ চাৰিঠেঙ্গীয়া জন্তু, a pangolin, or ant-eater.

বন্সট্, স. শ. ( সং. ৱন, হাবি+সট, চৰাইৰ জঁ ) চৰাইৰ জঁৰ নিচিনা ৰঙ্গা ফুল-ধৰা এবিধ বনৰীয়া গছ, a kind of wild plant.

বন্-হালধি, স. শ. ( সং. ৱন্য-হৰিদ্ৰা, হাবিৰ হালধি ) কেঁতুৰি, the wild turmeric.

বপুৰা, স. শ. ( অং. বাপা, লৰাক মৰমেৰে মতা মাত ) পুতৌ কৰা মাত; যেনে, আলহী বপুৰাই বৰ ভাগৰ পাই আহিছে, a term used to express pity.

বপুৰা-পুতাই, স. শ. ( অং. বপুৰা+পুতাই, পুত্ৰ) পুতৌ আৰু মৰম কৰা মাত, a term used to express pity and affection.

বম্, স. শ. সদাশিৱৰ সন্তোষৰ নিমিত্তে উচ্চাৰণ কৰা অৰ্থহীন মাত; যেনে, বম! মহাদেৱ! an unmeaning sound supposed to please *Siva.*

বমন্, কৃদ. স. ( সং. ৱমন—ৱম্, বঁতিয়া ) বঁতিওৱা কাৰ্য্য, the act of vomiting.

বমি, স. শ. বাঁতি, vomit.

বম্-গোলা, স. শ. (ইং. ভম্ব্, তোপৰ গুলী + হিং. গোলা, ডাঙ্গৰ গুলী) এবিধ তোপেৰে মৰা গুলী, সি ফোঁপোলা তাৰ ভিতৰত জুই লগা বস্তু থাকে, আৰু সি ফুটি শক্ৰৰ বহুত হানি কৰে, a bomb-shell.

বয়ঃপ্ৰাপ্ত, বি. (সং. ৱয়ঃপ্ৰাপ্ত—বয়স, জীৱনৰ এভাগ + প্ৰাপ্ত, পোৱা) ডাঙ্গৰ হোৱা, সংসাৰৰ কাম চলাব পৰা হোৱা, arrived at maturity, come of age.

বয়স, স. শ. (সং. ৱয়স্—ৱয়্, গতি কৰ্) জন্মৰ পৰা জীৱনৰ গত হোৱা ভাগ, age, time of life.

বয়সীয়া, বি. কোনো এক বয়স পোৱা; যেনে, পাঁচ বছৰ বয়সীয়া; অধিক বয়স পোৱা; যেনে, বয়সীয়া মানুহ, of age, advanced in age.

বয়সে, ক্ৰি. বি. বয়সৰ দ্বাৰা; যেনে, তাতকৈ ই বয়সে ডাঙ্গৰ, in age.

বয়স্য, স. শ. সমান বয়সীয়া; এতেকে বন্ধু, সঙ্গী, a friend.

বৰ, বি. (সং. ৱৃ, বাছি ল) উত্তম, শ্ৰেষ্ঠ, ভদ্ৰ, প্ৰধান; যেনে, বৰ লোক; ডাঙ্গৰ, বৃহৎ; যেনে, বৰ হাতী; বয়সে ডাঙ্গৰ; যেনে, বৰ ভাই, best, excellent, big, elder. স. শ. দৰা; দেৱতা আদিয়ে বাঞ্ছা সিদ্ধিৰ নিমিত্তে দিয়া আৰু তেতিয়াই সফল হোৱা আশীৰ্ব্বাদ; যেনে, ব্ৰহ্মাৰ বৰ, a bridegroom, a boon granted by a deity, (Haughton).

বৰ্, অ. ধা. (সং. ৱৃ, আশ্ৰয় কৰ্) বশ হ, অধীনতা স্বীকাৰ কৰ্ বা মিল হ (পৰস্পৰ ৰণ কৰা বা বিৰোধী দুই পক্ষৰ এক পক্ষত খাটে, আৰু যাৰে সৈতে মিল হোৱা অৰ্থ হয়, তাৰ অধিকৰণ কাৰক হয়); যেনে, নগাই অসম ৰজাত বৰিলে, to acknowledge allegiance.

বৰ্, স. ধা. (সং. ৱৃ, বাছি ল) স্বামী বাছি ল; যেনে, সীতাই ৰামক বৰিলে; কোনো কাৰ্য্যৰ, ঘাইকৈ ধৰ্ম্মকৃত্যৰ, নিমিত্তে প্ৰতিনিধি মনোনীত কৰ্; যেনে, হোম কৰিবলৈ পুৰোহিত বৰিছে, to choose for a husband; to appoint to perform a religious cermony.

বৰং, ক্ৰি. বি. (সং. ৱৰং—ৱৃ, বাছি ল) দুটা কাৰ্য্যৰ বা কথাৰ আগৰটোতকৈ পাচৰটোক শ্ৰেষ্ঠ বা ডাঙ্গৰ বুজোৱা মাত; যেনে, বেয়া মানুহৰ সঙ্গ লোৱাতকৈ বৰং অকলৈ থাকিবা, rather.

বৰগনি, বৰঙ্গনি, স. শ. (সং. বৰ, ডাঙ্গৰ) ডাঙ্গৰ বা ক্ষমতাৱন্ত লোকে কোনো এটা বিশেষ কামৰ নিমিত্তে ইতৰ মানুহক বাধ্য কৰি তোলা ধন; ৰজাই অলপ দিনৰ কাৰণ লগোৱা ৰাজহ, a compulsory contribution, black mail, a temporary cess or tax. "পঁচা" চোৱাঁ।

বৰঙ্গা, স. শ. বৰতা, উলুতকৈ বহল পাতেৰে এবিধ ঘৰছোৱা বন, a kind of coarse thatching grass.

বৰঙ্গানি, স. শ. বৰতাৰ হাবি, a tract of land covered with coarse grass.

বৰছা, স. শ. (হিং. বৰ্ছা, যাঠী) নালত নোম লগোৱা এবিধ যাঠী, a kind of spear.

বৰটি, স. শ. (সং. ৱৰত্ৰা, ছালৰ জৰী) ছালৰ জৰী; ঠেক, পাতল আৰু দীঘল কৰি কটা ছাল, a thong, a strap.

বৰণ্, স. শ. (সং. ৱৰ্ণ) বৰ্ণ, বগা কলা আদি, a color.

বৰণ্, কৃদ. স. (সং. ৱৰণ—ৱৃ, মনোনীত কৰ্) কোনো কাৰ্য্য, ঘাইকে ধৰ্ম্মকৃত্য কৰিবলৈ নিযুক্ত কৰণ; যেনে, হোম কৰিবলৈ পুৰোহিত বৰণ কৰিছে, the act of appointing to do something, especially a religious ceremony.

বৰণীয়, বি. বৰণ কৰিবৰ যোগ্য, সম্মানৰ যোগ্য, মান্য, fit to be chosen or appointed, respectable, venerable.

বৰণীয়া, বি. বৰণযুক্ত, বৰণ থকা (কৰ্ম্মধাৰয় সমাসৰ দ্বাৰা কোনো বৰণ বুজোৱা এটা শব্দৰ লগ লাগে); যেনে, বগা বৰণীয়া,

colored, used as the last member of a compound word.

বৰতা, স. শ. বৰঙ্গা, এবিধ উলুৰ নিচিনা, কিন্তু তাতকৈ ডাঙ্গৰ বন, a kind of coarse grass.

বৰতানি, স. শ. বৰতাৰ হাবি, a plot of land covered with the above.

বৰতীয়া, বি. (সং. ব্ৰত, উপবাস) উপবাসী, ব্ৰত কৰা, fasting. স. শ. উপবাসী মানুহ, one who fasts.

বৰতমানি, স. শ. (বং. মৰ্ত্তমান, এবিধ কলা) এবিধ সুগন্ধি সোৱাদ কলা, a kind of plantain.

বৰৰুচি, স. শ. বিক্ৰমাদিত্যৰ সভাৰ এজন পণ্ডিত; এটা আখৰৰ সলনি আন এটা আখৰ দি কবৰ বা লিখিবৰ এক উপায় তেওঁ প্ৰচলিত কৰা বুলি খ্যাত, a secret way of speaking or writing by substituting one letter for another, the invention of which is attributed to *Vararuchi,* one of the *Pandits* of the Court of Vikramaditya.

বৰল্, স. শ. (সং. ৱৰল—বৃ, বৰণ কৰ্) এবিধ বিষাল শুংযুক্ত পতঙ্গ, a wasp.

বৰলীয়া, স. শ. (সং. বৰল, ঐ; সি বৰলৰ নিচিনা পাখি লগা পোক, এতেকে) কাঠত বিন্ধা কৰা এবিধ পতঙ্গ, a kind of insect which bores timber.

বৰশী, স. শ. (সং. ৱৰিশী, মাছ ধৰা যতন) এবিধ আগ বেঁকা শুংযুক্ত মাছ ধৰা যতন, a fish-hook.

বৰশী বা, বৰশীৰে মাছ ধৰ্, to angle, to fish with a rod and hook.

বৰশী টোপা, মাছ ধৰিবলৈ পানীত বৰশী পেলা, to cast a hook into water to catch fish.

বৰশী-ডাঁৰি, "ডাঁৰি" চোৱাঁ।

বৰষ্, অ. ধা. (সং. ৱৰ্ষ্, আৰ্দ্ৰ কৰ্) বৰষুণ পেলা, বৃষ্টি কৰ্; যেনে, মেঘে বৰষে, to rain. স. ধা. বৰষুণ পৰাৰ দৰে ধাৰে নিক্ষেপ কৰ্; যেনে, শৰ বৰষিলে, to pour or shower down like rain.

বৰষুণ্, স. শ. (সং. ৱৰ্ষণ, বৃষ্টি কৰণ) বৃষ্টি, মেঘৰ পৰা তললৈ পৰা পানী, rain.

বৰষিবিয়নী, } বি. (সং. ৱৰ্ষ, বছৰ+অং.
বৰষ্‌বিয়নী, } বিয়ন, প্ৰসৱ) বছৰি পোৱালি পোৱা, producing young every year.

বৰ্-আই, স. শ. (সং. ৱৰ, শ্ৰেষ্ঠ+অং. আই, মাতৃ) বৰ-মা; বসন্ত ৰোগ, the wife of a father's elder brother, smallpox.

বৰা, স. শ. (সং. ৱৰাহ, গাহৰি) গাহৰি, a boar or sow, a pig.

বৰা, স. শ. বানিবলৈ নিয়া বা খুবলিত দিয়া ধান; পানীৰে তিতালেই কোমলা চাউল হোৱা এবিধ ধান, paddy ready to be husked, a kind of paddy, the rice of which becomes soft and fit for eating when soaked in water.

বৰা, স. শ. (সং. ৱৰ, প্ৰধান) অসম ৰজাৰ কুৰি জন কাঁৰীৰ ওপৰঞ্চি বিষয়া, an officer over twenty men of the Assam Raja.

বৰা, স. ধা. (অং. বৰ্, মিল হ) মিল বা বশ কৰ্; যেনে, নগা বৰাবলৈ কটকী গৈছে, to cause to consent or acknowledge allegiance, to bring to terms.

বৰাই বুজাই, বুজনিৰ দ্বাৰা সম্মত কৰি; যেনে, সি গুচি গৈছিল বৰাই বুজাই ওলটাই আনিছোঁ, by coaxing and wheedling.

বৰাই, গু. শ. (সং. ৱৰ, শ্ৰেষ্ঠ) ডাঙ্গৰ লোকৰ স্বভাৱ বা আচৰণ; যেনে, সামান্য মানুহে বৰাই কৰিব নেপায়; অহঙ্কাৰ; যেনে, যমৰ আগত কাৰ বৰাই ৰজে? the state or conduct of a great man, pride.

বৰাগী, স. শ. (সং. বৈৰাগী, সন্ন্যাসী) সংসাৰৰ কাৰ্য্য এৰি ঈশ্বৰত মন লগোৱা লোক; সন্ন্যাসীৰ বেশেৰে বিদেশী ৰজাৰ আচাৰ ব্যৱহাৰ চাই ফুৰা অসম ৰজাৰ এজন দূত, an ascetic, a messenger sent

by the Assam Raja to observe the manners and customs of foreign courts disguised as an ascetic.

বৰালি, স. শ. (সং. ৰোদাল ; বং. বোয়াল বা বোৱালি, এবিধ মাছ) এবিধ বাকলি নথকা মাছ, a kind of fish.

বৰালিবিকুৰা, স. শ. এবিধ বন-দৰব, a kind of herb.

বৰাহ্, স. শ. (সং. ৱৰাহ—ৱৰ, টান্‌কৈ+হন্, হিংসা কৰ্) বৰা, গাহৰি, a hog, a boar.

বৰাহী, স. শ. (সং. ৱৰাহাশী, গাহৰি খোৱা) অসমৰ এজাতি আদিবাসী মানুহ, an aboriginal tribe of Assam.

ৱৰি, স. শ. (সং. ৱটিকা ; বং. বড়ী, দৰবৰ গুলী) গুলীৰ নিচিনা কৰি খোৱা দৰব, a pill.

ৱৰি, বি. ছন পৰি থকা, বাকৰি, lying fallow, high land.

ৱৰিগনি, স. শ. ছন পৰি থকা বাম মাটি, fallow land, high land.

ৱৰিষ্, স. শ. (সং. ৱৰিষ—বৃষ্, শান্তি কৰ্) বৰ্ষ, বছৰ, a year. (পদ্যত)।

ৱৰিষ্ঠ, বি. (সং. ৱৰিষ্ঠ—ৱৰ, শ্ৰেষ্ঠ) শ্ৰেষ্ঠ, উত্তম, best, excellent.

ৱৰী, বি. (অং. বৰ্, মিল হ) অসম ৰজাৰে মিল বা বশ হৈ থকা (পৰ্ব্বতীয়া জাতিত খাটে) ; যেনে, ৱৰী নগা, living in peace with the Assam Government (said of a hill tribe).

বৰীয়া, স. শ. (অং. বাঁৰী, বিধৱা) বাঁৰী বামুনীৰ জহৰা সন্তান ; বামুণীত আন জাতিৰ পুৰুষৰ পৰা হোৱা লৰা ; জাতি যোৱা বামুণ ; পূৰ্ব্বে ওপৰত কোৱা কোনো এক প্ৰকাৰে উৎপন্ন মানুহৰ পৰা হোৱা এক জাতি, an illegitimate son of a Brahman widow, a son begotten by a Shudra on a Brahman woman, a degraded Brahman, a mixed caste in Assam. (স্ত্ৰী) বৰীয়ানী।

ৱৰুণ্, স. শ. (সং. ৱৰুণ—ৱৃ, বৰণ কৰ্ ; দেৱতা সকলে তেওঁক জলৰ গৰাকী বৰণ কৰিছিল) জলৰ অধিপতি দেৱতা, the god of water, the Hindu Neptune.

ৱৰুণ্, স. শ. এবিধ গছ, a kind of plant.

ৱৰুৱা, স. শ. (সং. ৱৰ, প্ৰধান) অসমৰ কোনো এক খেলৰ ঘাই বিষয়া ; ফুকন থকা খেলত বৰুৱা তেওঁৰ তলতীয়া, the title next in dignity to *Phukan*. There were various *Baruas* in the time of the Assam Rajas, (see Robinson).

ৱৰৈ, স. শ. (অং. বৰি, দৰবৰ গুলী ; তাৰ নিচিনা, এতেকে) শোভাৰ কাৰণ কোনো বস্তুত ওলমাই দিয়া সোণ-ৰূপ আদিৰ ক্ষুদ্ৰ মণি, a small ornamental globule suspended from something.

বৰ্-কথা, স. শ. (সং. ৱৰ, ডাঙৰ+কথা, বাক্য) ডাক্কোপ, আপোনাৰ শ্ৰেষ্ঠতা দেখাবলৈ কোৱা মিছা কথা, a boast.

বৰ্-কথীয়া, বি. ডাক্কোপ মৰা, boastful.

বৰ্-কাপোৰ্, স. শ. (সং. ৱৰ, ডাঙৰ+কাপোৰ, বস্ত্ৰ) ডাঙৰ সূতাৰ ছুতৰপীয়া জাৰত লোৱা কপাহী কাপোৰ, a coarse thick cloth used as a wrapper.

বৰ্-কাঁহ্, স. শ. (সং. ৱৰ, ডাঙৰ+অং. কাঁহ, এবিধ বাদ্য) এবিধ কাঁহৰ বাদ্য, a gong.

বৰ্‌কৈ, ক্ৰি. বি. শকতৰূপে, টানকৈ, বলেৰে ; যেনে, বৰকৈ টঙ্গনিয়ালে ; উচ্চৰূপে ; যেনে, বৰকৈ মাত ; অধিকৰূপে ; যেনে, বৰকৈ বৰষিছে, greatly, with force, loudly, excessively.

বৰ্‌খাস্ত, বি. (যাং.) পদচ্যুত, dismissed from office.

বৰ্গ, স. শ. (সং. ৱৰ্গ—বৃজ্, ত্যাগ কৰ্) সমূহ, গণ, জাক (ষষ্ঠি সমাসৰ দ্বাৰা সংজ্ঞা শব্দৰ পাচত যোগ কৰা যায়) ; যেনে, বন্ধুবৰ্গ, a multitude (used as the last member of a compound term).

বৰ্-গলা, স. শ. (সং. ৱৰ, বৃহৎ+গাল, মুখৰ দাঁতি ; তাৰ গাল শকত, এতেকে) বাহু মাছ, এবিধ বৌ মাছৰ নিচিনা ডাঙৰ মাছ, a kind of fish.

বৰ্-গিৰী, স. শ. ( অং. বৰ, বয়সে ডাঙ্গৰ + গিৰী, মানুহ ) গাওঁৰ বয়সীয়া মানুহক দিয়া উপাধি ; ( কামৰূ. ) জেঠেৰি, a little something given to a village elder ; a wife's elder brother (Kamrupi).

বৰ-গোহাঁই, স. শ. অসম ৰজাৰ তিনি জনা মন্ত্ৰীৰ দ্বিতীয় জনা, the second of the three ministers of the Assam Raja (Robinson).

বৰ্-ঘৰ্, স. শ. ( সং. ৱৰ, প্ৰধান + ঘৰ, গৃহ ) গৃহস্থ শোৱা আৰু মূল্যবান বস্তু থোৱা যাই ঘৰ, the house in which the owner sleeps and valuable things are kept.

বৰ্জ্, স. ধা. ( সং. বৃজ্, ত্যাগ কৰ্ ) ত্যাগ কৰ্, এৰ্ ; যেনে, এটাক বৰ্জি সকলোবিলাক আনা ; পাপী বা অশুচি বুলি লগৰ বাজ কৰ্, বাছ ; যেনে, পাপীক সমাজে বৰ্জে, to exclude, to except, to excommunicate.

বৰ্জন্, কৃদ. স. ( সং. ৱৰ্জন ) ত্যাগ কৰণ, বৰ্জা বা এৰা কাৰ্য্য ; কোনো এক সমাজৰ বাজ কৰণ, exception, exclusion, excommunication.

বৰ্-জনা, স. শ. ( সং. ৱৰ, শ্ৰেষ্ঠ + জন, মানুহ ) জেঠোত, স্বামীৰ ককায়েক, a husband's elder brother.

বৰ্জনীয়, বি. ( সং. ৱৰ্জনীয়—বৃজ্, ত্যাগ কৰ্ ) ত্যাগৰ যোগ্য ; অশুচি বা পাপী বুলি এৰিব লগীয়া, fit to be excluded, excepted, excommunicated.

বৰ্জ্জিত্, কৃদ. বি. ( সং. ৱৰ্জ্জিত—বৃজ্, ত্যাগ কৰ্ ) ত্যাগ কৰা, এৰা ; পাপী বা অশুচি বুলি সঙ্গৰ বাজ কৰা, বছা, excepted, excluded, excommunicated.

বৰ্জ্য, "বৰ্জনীয়" চোৱা।

বৰ্-টোকোলা, স. শ. ( সং. ৱৰ, ডাঙ্গৰ + অং. টকলা, উদং ; তাৰ মূৰৰ মাজ ভাগ টকলা, এতেকে ) এবিধ দীঘল ঠুঁটীয়া মাছ আদি খোৱা ডাঙ্গৰ চৰাই, the adjutant.

বৰ্ণ, স. শ. ( সং. ৱৰ্ণ—ৱৰ্ণ্, চিত্ৰ কৰ্ ) ৰবণ, ৰঙ্গা কলা আদি ; আখৰ ; জাতি ; যেনে, বামুণ, শূদ্ৰিৰ ইত্যাদি, a color, a letter of the alphabet, a caste.

বৰ্ণক্ৰম, স. শ. ( সং. ৱৰ্ণক্ৰম—ৱৰ্ণ, আখৰ + ক্ৰম, শ্ৰেণী ) বৰ্ণমালাৰ আখৰবিলাকৰ যাৰ পাচত যিটো হব লাগে সেইৰূপে কৰা শ্ৰেণী, the order of the alphabet, alphabetical arrangement.

বৰ্ণন্, কৃদ. স. ( সং. ৱৰ্ণন—ৱৰ্ণ্, বিস্তাৰিত ৰূপে ক ) বৰ্ণোৱা কাৰ্য্য, বিস্তাৰিতৰূপে কথন, the act of describing.

বৰ্ণনা, স. শ. বিবৰণ, বিস্তাৰিতৰূপে কোৱা কথা, a description, a narration.

বৰ্ণনীয়, বি. বৰ্ণাবৰ যোগ্য, বিস্তাৰিতৰূপে কব লগীয়া, fit to be described.

বৰ্ণবিন্যাস্, স. শ. ( সং. ৱৰ্ণৱিন্যাস—ৱৰ্ণ, আখৰ + ৱিন্যাস, শ্ৰেণীবদ্ধ কৰণ ) শব্দবিলাক শুদ্ধ আখৰেৰে লিখিবৰ নিয়ম ; ব্যাকৰণৰ যি ভাগত সেই নিয়ম থাকে, সেই ভাগ, spelling, the part of grammar which treats of the art of writing words correctly.

বৰ্ণমালা, স. শ. ( সং. ৱৰ্ণমালা—ৱৰ্ণ, আখৰ + মালা, শ্ৰেণী ) কোনো এক ভাষাৰ এটা শ্ৰেণী লগাই লিখা সমুদায় আখৰ, the alphabet.

বৰ্ণসঙ্কৰ্, স. শ. ( সং. ৱৰ্ণসঙ্কৰ—ৱৰ্ণ, জাতি + সঙ্কৰ, মিহলি ) মিশ্ৰ জাতি, এজাতিৰ মতাৰ আৰু আন এজাতিৰ তিৰোতাৰ পৰা হোৱা মানুহ, বৰ্ণীয়া, a person or caste of mixed origin.

বৰ্ণা, স. ধা. (সং. ৱৰ্ণ্, বিবৰণ ক) বিস্তাৰিতৰূপে ক ; যেনে, গুণ বৰ্ণাইছে, to describe.

বৰ্ণিত্, কৃদ. বি. বৰ্ণনা কৰা, বিস্তাৰিতৰূপে কোৱা, described.

বৰ্ত্ত্, অ. ধা. ( সং. বৃত, বৰ্ত্তমান থাক্ ) টিক, নমৰাকৈ বা নষ্ট নোহোৱাকৈ থাক্ ; যেনে, সালৰ খুঁটা বহুদিন বৰ্ত্তে ; ৰক্ষা পা, সঙ্কটৰ পৰা সাৰ্ ; যেনে, জহনীত

পৰা মানুহ প্ৰায়ে নবৰ্ত্তে, to last, to escape from a danger.

বৰ্ত্তমান্, বি. (সং. ৱৰ্ত্তমান—ৱৃত্, সত্তা হ) জীয়াই থকা, জীৱিত; যেনে, অমুক বৰ্ত্তমান আছে; হৈ থকা; আগত থকা, living, existing, present. স. শ. (ব্যাক.) এতিয়া হৈ থকা কাল, the present tense.

বৰ্ত্তুল্, বি. (সং. ৱৰ্ত্তুল—ৱৃত্, বৰ্ত্তমান হ) ঘূৰণীয়া, গোল, round.

বৰ্-থেকেৰা, "থেকেৰা" চোৱা।

বৰ্দৈচিলা, বৰ্দৈচিলা, স. শ. বহাগৰ বিহুৰ অলপ আগে বা পাচে, আৰু কেতিয়াবা দুয়ো সময়ত হোৱা ডাঙৰ ধুমুহা। সাধাৰণ মানুহৰ মতে বৰ্দৈচিলা নামেৰে এজনা দেৱী বিহু খাবলৈ মাকৰ ঘৰলৈ আৰু তাৰ পৰা উলটি যাওঁতে তেওঁৰ পাখিৰ কোবত এই ধুমুহা জন্মে, a great storm immediately preceding or following the *Chait Sankranti* supposed to be caused by a goddess named *Bardaichila*.

বৰ্দোৱা, স. শ. এবিধ সৰু মাছ, a kind of small fish.

বৰ্দ্ধক্, বি. (সং. ৱৰ্দ্ধক—ৱৃধ্, বাঢ়্) বঢ়োৱা, ডাঙৰ বা অধিক কৰা, causing to increase.

বৰ্দ্ধন্, কৃদ. স. আপুনি বঢ়া বা লোকক বঢ়োৱা কাৰ্য্য, the act of growing or thriving or causing to grow or thrive.

বৰ্দ্ধনশীল্, বি. বাঢ়ি যোৱা, ক্ৰমে ডাঙৰ হোৱা, gradually increasing.

বৰ্দ্ধিত্, কৃদ. বি. বঢ়া, ডাঙৰ হোৱা; বঢ়োৱা, ডাঙৰ কৰা, increased, caused to increase.

বৰ্-পাত্ৰ, বৰ্-পাত্ৰ গোহাই, স. শ. (সং. ৱৰ, শ্ৰেষ্ঠ + পাত্ৰ, মন্ত্ৰী) অসম ৰজাৰ তিনি জনা মন্ত্ৰীৰ শেষ জনা, the last of the three royal ministers of the Assam Rajas (Robinson).

বৰ্ফুটীয়া, বি. মিহি নোহোৱা (বালিত খাটে), coarse, as sand.

বৰ্-বগ্, স. শ. ডাঙৰ জাতিৰ বক চৰাই, the largest kind of paddy bird.

বৰ্-বৰুৱা, স. শ. পুৰণি অসমৰ এজনা ডাঙৰ বিষয়া, গোচৰ সোধা তেওঁৰ কাম আছিল, an officer under the Assam king exercising the powers of Civil and Sessions Judge.

বৰ্-বাঘ, স. শ. টেঁকীয়া পতীয়া (সকলো বাঘৰ ভিতৰত সি ডাঙৰ, এতেকে), a tiger.

বৰ্-মা, স. শ. (সং. ৱৰ, শ্ৰেষ্ঠ + মা, আই) বৰ আই, পিতৃৰ ককায়েকৰ ভাৰ্য্যা, the wife of a father's elder brother.

বৰ্-মূৰীয়া, বি. ডাঙৰ মূৰযুক্ত; যেনে, বৰ-মূৰীয়া পকৰা, প্ৰধান; যেনে, গাৱঁৰ বৰ-মূৰীয়া মানুহ, having a large head, principal. স. শ. প্ৰধান বা ঘাই মানুহ; যেনে, "বৰমূৰীয়া যি পোনে যায়, আন-বোৰ সেই পোনে ধায়," a principal or leading man.

বৰ্মোহ্, বৰ্মোহ্, অ. ধা. বদ-বৰষুণত থকাৰ কাৰণে পচি মুৰ্মুৰীয়া হ; পচি ভেঁকুৰ্, to rot, to be mildewed.

বৰ্-লোক্, স. শ. (সং. ৱৰ, শ্ৰেষ্ঠ + লোক, মানুহ) ডাঙৰ মানুহ, ধনী আৰু মান্য লোক, a great man, a rich and respectable man.

বৰ্লোকালি, গু. শ. বৰ-লোকৰ স্বভাৱ বা আচৰণ, বৰাই, the state or conduct of a great man.

বৰ্ষ, স. শ. (সং. ৱৰ্ষ—ৱৃষ্, পুষ্ট কৰ্) বছৰ, বাৰ মাহ; (হিন্দু শা.) পৃথিবীৰ নভাগৰ এভাগ, সেইবিলাকৰ নাম,—কুৰু, হিৰন্ময়, ৰমণক্, ইলাবৃত্ত, হৰি, কেতুমালা, ভদ্ৰাশ্ব, কিন্নৰ, ভাৰত, a year, one of the nine divisions of the earth.

বৰ্ষণ্, কৃদ. স. (সং. ৱৰ্ষণ—ৱৃষ্, পানী ছটিয়া) বৰষুণৰ পতন, বৰষুণ হোৱা কাৰ্য্য, the act of raining.

**বৰ্ষা**, স. শ. ( সং. ৱৰ্ষা—ৱৃষ্, ঐ ) বাৰিষা, বৰষুণ হোৱা কাল, এক ঋতু, শাওণ, ভাদ, the rainy season.

**বৰ্হমথুৰি**, স. শ. ( সং. ৱৰ্হণ, পাত+অং. থুৰি, পাতৰ চুপহি ) এবিধ গছৰ থুৰি পাত বা চুপহি, তাক তামোলৰ লগত বা শুদাই চোবালে ওঁঠ আৰু জিভা কলা পৰে ; তাৰ গছ, a kind of tree and its leaf bud.

**বল্**, অ. ধা. ( সং. বল্, গতি কৰ্ ) বতাহৰ দৰে চল ; যেনে, বতাহ বলিছে, to blow, as wind. স. ধা. পিটি বা টানি দীঘল কৰ্ ; যেনে, কমাৰে লো বলে, শিপিনীয়ে সূতা বলে, to lengthen, by beating as metal or by drawing as thread.

**বল্**, স. শ. ( সং. বল—বল্, জী থাক্ ) গাৰ শক্তি ; পৰাক্ৰম ; ক্ষমতা, strength, power.

**বল্ কৰ্**, বলেৰে কাম কৰা ; যেনে, সি নাহিলে মই তাক বল কৰিব নোৱাৰোঁ, to force, to compel.

**বল্ দি**, কোনো বস্তু টনাত বল ব্যৱহাৰ কৰ্, বলেৰে টান ; যেনে, বল দে বা বল দি টান্, to draw or drag with force.

**বলক্**, অ. ধা. ( সং. ৱল্ক, কথা ক ) বক্, অৰ্থহীন কথা ক, বহুত অকামিলা কথা ক ; যেনে, বলিয়াই বলকে ; সি কি বলকিছে বুজিব নোৱাৰি, to rave, to prate, to babble.

**বলকনি**, স. শ. বকনি, অৰ্থহীন কথা, ravings, babble.

**বলদ্**, স. শ. ( সং. বলীৱৰ্দ্দ ; হিং. বং. বলদ, বাঁড় ) কনী থুন্দি বা কাঢ়ি নপুংসক কৰা গৰু, an ox, a bullock.

**বলদায়ক্**, বি. ( সং. বলদায়ক—বল, শক্তি +দায়ক, দিওঁতা ) শক্তিকাৰক, strengthening.

**বলধা**, স. শ. ( হিং. বং. বলদ, ষাঁড় ) বলদ গৰু ( অপ্ৰচলিত ) ; ( অণ্ডকোষ ষাঁড়ৰ নিচিনা হয় এতেকে ) অণ্ডকোষ ডাঙ্গৰ হোৱা ৰোগ, a bullock, hydrocele. বি. ডাঙ্গৰ অণ্ডকোষযুক্ত, অণ্ডকোষ উথহা ৰোগযুক্ত, affected with the above.

**বলধি**, স. শ. এবিধ বিদেশী ডাঙ্গৰ বলদ, an up-country bullock.

**বলভদ্ৰ**, **বলৰাম**, } স. শ. কৃষ্ণৰ ককায়েকৰ নাম, the elder brother of Krishna (Dowson).

**বলয়া**, স. শ. ( সং. ৱলয়—ৱল্, বেষ্টন কৰ্, হাতৰ ঠাৰিত মেৰাই থাকে, এতেকে ) এডলীয়া খাৰু, a bangle or ornamental ring worn upon the wrist.

**বলৱৎ**, বি. ( সং. বলৱৎ—বল, শক্তি ) দৃঢ়, ডাঠ, অলৰ, firm, unshaken.

**বলৱন্ত**, **বলৱান্**, } বি. বলী, বলযুক্ত, শক্তিমন্ত ; দৃঢ়, powerful, strong, firm.

সমা.—বলৱৎ, বলৱন্ত, বলৱান, প্ৰথমটো শব্দৰ পৰা পাচৰ দুটা ওলাইছে, কিন্তু সি কাৰ্য্যেৰে বলী, আৰু ই দুটা গা আৰু কাৰ্য্য উভয়েৰে বলী বুজায় ; যেনে, তোমাৰ কথা বলৱৎ ; তেওঁ বলৱন্ত বা বলৱান মানুহ, তেওঁৰ কথাও বলৱান। বলৱৎ মানুহ এনে নহয়।

**বলা**, স. ধা. ( অং. বল্, দীঘল কৰ্ ) আনৰ দ্বাৰা পিটাই বা টনাই দীঘল কৰা, to cause to be lengthened by being beaten or drawn by another. স. ধা. "বল্" চোৱাঁ।

**বলাই-ঘটাই**, কাৰ্য্য কৰিবলৈ উদগাই ; যেনে, তাক বলাই-ঘটাই পঠিয়াই দিছোঁ, coaxing and wheedling.

**বলাৎকাৰ্**, স. শ. ( সং. বলাৎকাৰ—বল, শক্তি + অৎ, গতি কৰ্+কাৰ, কৰণ ; বলৰ ব্যৱহাৰ কৰণ ) বলেৰে কাম কৰোৱা কাৰ্য্য ; যেনে, সি নগলে বলাৎকাৰ কৰিব নোৱাৰোঁ ; বলেৰে স্ত্ৰী সম্ভোগ কৰণ, compulsion, rape.

**বলি**, স. শ. ( সং. বলি—বল্, বধ কৰ্ ) দেৱতালৈ উৎসৰ্গ কৰা জন্তু ; এতেকে দেৱতালৈ উচৰ্গা আন বস্তু ; গাৰ শোটোৰা পৰা ছাল ; এজনা দৈত্যৰ ৰজা, the sacrifice of an animal, an

oblation, a wrinkle or skin shrivelled by old age, a king of the *Daityas* (Robinson).

বলিকটীয়া, স. শ. দেৱতালৈ উৎসৰ্গ কৰা জন্তু আদি কাটোঁতা, one who immolates a victim offered to a deity.

বলিদান, স. শ. (সং. বলিদান—বলি, উচৰ্গা জন্তু আদি+দান, দিয়ন) দেৱতালৈ জন্তু আদি উচৰ্গা কাৰ্য্য, the act of offering a sacrifice.

বলিয়ৰা, স. শ. এবিধ মাছ, a kind of fish.

বলিয়া, বি. (সং. বাতুল ; বং. বাউল, উন্মত্ত) উন্মত্ত, পাগল, mad, crazy. স. শ. উন্মত্ত পুৰুষ, a mad man. (স্ত্ৰী) বি. স. শ. বাউলী।

বলিয়া তিয়া, কাণসঁতাৰ পৰা ৰস বৈ উন্মত্ত হ, মদবাৰি স্ৰাৱ কৰ্ (হাতীত খাটে) ; যেনে, ৰজাৰ হাতীয়ে বলিয়া তিয়াইছে, to rut, (as an animal).

বলিয়ালি, গু. শ. বলিয়াৰ কাৰ্য্য বা স্বভাৱ, উন্মত্ততা, madness.

বলিষ্ঠ, বি. (সং. বলিষ্ঠ—বল, শক্তি) বৰ বলী, অধিক বলৱন্ত, very strong, vigorous. (স্ত্ৰী) বলিষ্ঠা।

বলী, বি. (সং. বলিন্—বল, শক্তি+ইন্) শক্তিমন্ত, বল থকা (স্ত্ৰী. পুং) ; যেনে, বলী পুৰুষ, বলী তিৰোতা, strong, vigorous. স. শ. বলৱান বা ক্ষমতাৱন্ত পুৰুষ বা তিৰোতা ; যেনে, বলীয়ে বল কৰে, a strong or powerful person.

বলী, বি. (সং. বলী, ঐ) বৰকৈ বৃদ্ধি পোৱা ; যেনে, ধানডৰা বলী হৈছে ; সাৰুৱা (মাটি) ; যেনে, বলী মাটি, thriving, (as a crop), fertile.

বলীকৈ, ক্ৰি. বি. অধিকৰূপে, সৰহকৈ, abundantly, plentifully.

বলী-দানী, বি. বদান্য, অধিকৰূপে দান কৰা, bountiful, munificent.

বলুকা, স. শ. (সং. বালুকা, বালি) বালি চাপৰি, নৈৰ দাঁতিত বা মাজত ওখ হৈ ওলোৱা বালি ; সাগৰৰ দাঁতি, a sandbank, the seashore.

বল্কল, স. শ. (সং. ৱল্কল—ৱল্, বেষ্টন কৰ্) গছৰ ছাল, ফলৰ বাকলি, the bark of a tree, peel, rind.

বল্মিক, } স. শ. (সং. ৱল্মীক বা ৱল্মিক—
বল্মীক, } ৱল্, ঢাকি ধৰ্) উঁই হাঁফলু, an ant-hill.

বল্লভ, বি. (সং. ৱল্লভ—ৱল্ল, ঢাক্) প্ৰিয়, চেনেহৰ, মৰমৰ, beloved, dear. স. শ. প্ৰিয় লোক, বন্ধু ; যেনে, ৰাধাৰ বল্লভ, a beloved man. (স্ত্ৰী) বি. স. শ. বল্লভা।

বশ, বি. (সং. ৱশ—ৱশ, বাঞ্ছা কৰ্ ; আনৰ ইচ্ছাৰ অধীন, এতেকে) অধীন, তলতীয়া, পৰাজিত, মোহিত, subdued, subjugated, obedient, charmed.

বশতা, গু. শ. (সং.) অধীনতা, তলতীয়া হোৱা অৱস্থা, submission.

বশম্বদ, বি. (সং. ৱশংৱদ—ৱশ, অধীন+ৱদ্, ক ; বশ বুলি স্বীকাৰ কৰা) অধীনতা স্বীকাৰ কৰা, আজ্ঞা অনুসৰি চলা, submissive, obedient.

বশবৰ্ত্তিতা, স. শ. (সং. ৱশৱৰ্ত্তিতা) বশবৰ্ত্তী হোৱা অৱস্থা, submissiveness.

বশবৰ্ত্তী, বি. (সং. ৱশৱৰ্ত্তিন্—ৱশ, অধীন+ৱৰ্ত্তিন্, থকা) অধীন হৈ থকা, তলতীয়া, আজ্ঞাৰ অধীন, submissive, obedient.

বশিষ্ঠ, "দেৱৰ্ষি" চোৱা।

বশীকৰণ, স. শ. (সং.) বশ বা মন্ত্ৰাদিৰ দ্বাৰা মোহিত কৰণ, the act of subduing or enchanting.

বশীকৃত, বি. (সং.) বশ হোৱা, অধীন হোৱা ; ঔষধ বা মন্ত্ৰৰ দ্বাৰা মোহিত, subjected, bewitched, enchanted.

বশে, ক্ৰি. বি. অধীনে, তলতীয়া হৈ বা কৰি ; যেনে, লোকৰ বশে থকা মানুহ, under or in subordination.

বশ্য, বি. বশ কৰিব পৰা ; বশ, অধীন, নম্ৰ, docile, submissive.

বসতি, স. শ. (সং. ৱসতি—ৱস্, নিবাস

কৰ্ )মানুহে নিবাস কৰা ঠাই, মানুহ থকা ঠাই, an inhabited place, a settlement, a residence.

বসতীয়া, বি. ( সং. ৱস, বাস কৰ্ ) আনৰ পটাৰ মাটিত থকা বা আনৰ পটাৰ মাটি থোৱা ; যেনে, বসতীয়া মানুহ, occupying another person's lease hold. স. শ. আনৰ পটাৰ মাটি উপভোগ কৰোঁতা, a sub-tenant.

বসন্, স. শ. ( সং. ৱসন—ৱস, কাপোৰ পিন্ধ ) কাপোৰ, গাৰ আবৰণ, a cloth, clothing.

বসন্ত, স. শ. ( সং. ৱসন্ত—ৱস্, প্ৰেম কৰ্ ; এই কালত মতা তিৰোতাৰ প্ৰেম বাঢ়ে, এতেকে ) এক ঋতু. চত বহাগ, the season of spring.

বসন্ত, স. শ. ( সং. ৱসন্ত—ৱস্, বধ কৰ্ ) গুটি ওলোৱা ৰোগ, আই সকল, small-pox.

বসু, স. শ. ( সং. ৱসু—ৱস্, বাস কৰ্ ) "অষ্টবসু" see.

বসুদেৱ, স. শ. কৃষ্ণৰ বাপেক, the father of Krishna (Dowson).

বসুধা, } স. শ. ( সং. ৱসুধা, ৱসুন্ধৰা—
বসুন্ধৰা, } ৱসু, ধন+ধৃ. ধাৰণ কৰ্ ; সকলো ধন সম্পত্তিৰ ঠাই, এতেকে ) পৃথিৱী, the earth.

বসুন্ধৰী, "বসুন্ধৰা" শব্দৰ অপভ্ৰংশ।

বসুমতী, স. শ. ( সং. ৱসুমতী—ৱসু, ধন ) পৃথিৱী, the earth.

বস্তু, স. শ. ( সং. ৱস্তু—ৱস, বাস কৰ্ ) দ্ৰব্য, পদাৰ্থ, জীয়া জন্তুত বাজে জগতৰ আন সকলো অংশ, সম্পত্তি, thing, matter, substance, property.

বস্তু-বিচাৰ্, স. শ. ( সং. বস্তু, ঐ+বিচাৰ, বিবেচনা ) জগতৰ বস্তুবিলাকৰ কাৰণ, গুণ আৰু এটাৰ সৈতে আনটোৰ সম্বন্ধৰ আলোচনা, পদাৰ্থ বিদ্যাৰ অভ্যাস, physical science.

বস্ত্ৰ, স. শ. ( সং. ৱস্ত্ৰ—ৱস্, কাপোৰ পিন্ধ ) কাপোৰ, গাৰ আবৰণ, a cloth, clothing.

বহ্, অ. ধা. ( সং. ৱস্, উপবেশন বা নিবাস কৰ্ ) উপবেশন কৰ্, আসন ল ; যেনে, পীৰাত বহিছে ; নিবাস কৰ্, ঘৰবাৰী লৈ থাক্ ; যেনে, কিছু মানুহ বহিলে হাবিও গাওঁ হয় ; বিয়া নকৰাকৈ কোনো পুৰুষক স্বামী ভজি তাৰে সৈতে নিবাস কৰ্ ; যেনে, অমুকী অমুকত বহিছে ; দাব, তললৈ যা, নত হ ; যেনে, হেঁচিলে ঠিলা বহে, ভৰি দিলে ঢিলা মাটি বহে, to sit down, to be seated, to live with a man as his wife without marrying him, to sink or settle.

বহঁত্, স. শ. ডেৰা গছৰ গুটি, a kind of fruit.

বহঁগুৱা, বি. ( অং. বহাগ, বৈশাখ ) বহাগৰ, বহাগত হোৱা, born or produced in *Baisakh.*

বহতা, } স. শ. ( সং. ৱসত—নিবাস
বহঁতীয়া, } কৰণ ) আগৰ কালত অসম দেশৰ ডাঙ্গৰ লোকৰ খাতৰ মাটি খাই তাতে থাকি কাম কৰা মানুহ, খাতোৱাল ; খাত বেচিলে খাতোৱালো বেচা গৈছিল, a serf, a land tenant bound to work for the proprietor of the estate, and sold along with the estate.

বহন্, কৃদ. স. ( অং. বহ্, উপবেশন কৰ্ ) বহা বা আসন লোৱা কাৰ্য্য, the act of sitting.

বহন্, কৃদ. স. ( সং. ৱহন—ৱহ্, দাঙ্গি লৈ যা) দাঙ্গি লৈ যোৱা বা গাত লৈ ধৰি থকা কাৰ্য্য, ধাৰণ ; যেনে, ভাৰীয়ে ভাৰ বহন কৰে, অনন্তে পৃথিৱী বহন কৰিছে, the act of carrying, supporting or holding.

বহনা, স. শ. ( সং. ৱস্, প্ৰেম কৰ্ ) মৰম, চেনেহ, প্ৰীতি ; যেনে, তালৈ বহনা লাগে ; এতেকে, মৰমৰ মানুহ, প্ৰিয় লোক ( স্ত্ৰীং. পুং. ) ; যেনে, বুকৰ বহনা, love, affection, a beloved person.

বহনি, স. শ. (বং. বউনি, ৰাতি-পুৱা প্ৰথম বিক্ৰী) ৰাতি-পুৱা প্ৰথমতে হাততে ধন লৈ কৰা বিক্ৰী, ৰাতি-পুৱা প্ৰথমে বস্তু বেচি পোৱা ধন, handsel, earnest money.

বহনি কৰ্, ৰাতি-পুৱা প্ৰথমতে হাততে ধন লৈ বস্তু বেচ্, to sell goods for ready money for the first time in the morning.

বহৰী, স. শ. (হিং. বহৰী, শেন) বৰ ডাঙ্গৰ জাতিৰ শেন, the largest species of hawk.

বহল্, বি. (সং. বহুল, বিস্তৰ) বিস্তীৰ্ণ, পথালিয়ে অধিক, broad, wide. স. শ. প্ৰস্থ, পথালিৰ জোখ, width, breadth.

বহলা, স. ধা. বহল কৰ্, বিস্তৃত কৰ্, পথালিয়ে বঢ়া, to widen, to extend in breadth.

বহলে, ক্ৰি. বি. পথালিয়ে, দীঘৰ বিপৰীত ফালে, in width.

বহা, স. শ. (অং. বহ্, বাস কৰ্) অলপ দিন থকা বা প্ৰবসুৱা ঘৰ; যেনে, আপুনি ইয়ালৈ আহি বহা কৰিছে কত? পঁজা; যেনে, কুলীৰ বহা; সত্ৰৰ ভকতৰ ঘৰ, a temporary residence, a hut, a *bhakat's* house in a *sattra*.

বহা কৰ্, অলপ দিনৰ কাৰণ নিবাস কৰ্, অলপ দিন থাকিবলৈ ঘৰ ল, to take up temporary residence, to live temporarily.

বহা, স. ধা. (অং. বহ্, তললৈ দবা) দবা, নত কৰ্, হেঁচি তললৈ সুমা; যেনে, খুঁটাটো বহাইছে, কোনো বস্তুৰ ওপৰত স্থাপিত কৰ্; যেনে, আখাত চৰু বহাইছে; সিজিবৰ কাৰণ চৰুত পেলাই তাপ দি; যেনে, আঞ্জা বহাইছে, to lower, to press down, to place upon something, to put into a cooking pot. অ. ধা. বৃহৎ কাৰ্য্য কৰ্, ডাঙ্গৰ কামত কৃতকাৰ্য্য হ; যেনে, সি এই বাৰ বহালে, to accomplish an arduous undertaking, to attain a great success.

বঁহাগ্, স. শ. (সং. বৈশাখ, প্ৰথম মাহ) বছৰৰ প্ৰথম মাহ, the first month of the Hindu year, April-May.

বঁহাগ্-মহীয়া, বি. বহাগ-মাহৰ, pertaining to the month of *Baisakh*. ক্ৰি. বি. বহাগ-মাহত, in *Baisakh*.

বঁহাগু, স. শ. বহাগত ওপজা মুনিহৰ নাম, the name of a man born in *Baisakh*. (স্ত্ৰী) বঁহাগী।

বঁহাগি, স. শ. (অং. বহা, স্থাপিত কৰ্) পচি বা কেঁকোৰা দোলা থোৱা মূৰত কেপ দিয়া মাৰি, one of the two pronged sticks on which a *dola* is placed.

বঁহিখোৱা, স. শ. (চতিৰ ওপৰত বহি মাৰলীত খাই বা লাগি থাকে, এতেকে) চতিৰ ওপৰত দি মাৰলীত লগোৱা খুঁটি, an upright support in a roof, (Bronson). বি. কাম নকৰি লোকৰ পৰিশ্ৰমৰ ফল ভোগ কৰা, eating the bread of idleness.

বহিৰিন্দ্ৰিয়, স. শ. (সং. বহিৰিন্দ্ৰিয়—বহিঃ, বাহিৰৰ+ইন্দ্ৰিয়, অঙ্গ) বাহিৰৰ ইন্দ্ৰিয়, কৰ্ম্মেন্দ্ৰিয় আৰু জ্ঞানেন্দ্ৰিয়, an organ of sense or action. "ইন্দ্ৰিয়" চোৱা।

বঁহিৰ্গত্, বি. (সং. বহিৰ্গত—বহিঃ, বাজ+গত, যোৱা) বাজ ওলোৱা, বাহিৰ হোৱা, come out, exposed to view.

বঁহিৰ্গমন্, স. শ. (সং. বহিৰ্গমন—বহিঃ, বাহিৰ + গমন, গতি) বাহিৰলৈ কৰা গতি, বাজ ওলাওন, the act of going out.

বহিৰ্গামী, বি. (সং. বহিৰ্গামিন্—বহিঃ, বাহিৰ+গামিন্, যোৱা) বাজ হোৱা, gone or come out.

বঁহিদ্বাৰ্, স. শ. (সং. বহিৰ্দ্বাৰ—বহিঃ, বাজ+দ্বাৰ, দুৱাৰ) বাহিৰৰ দুৱাৰ, পদুলি,

এতেকে (অসমীয়াত) মলৰ দ্বাৰ, পোকৰ, a gateway, the anus.

বহিৰ্ভূত্, বি. (সং. বহিৰ্ভূত—বহিঃ, বাজ+ ভূত, হোৱা—ভূ, হ) বাহিৰ হোৱা, বাহিৰ ওলোৱা; বাজ কৰা, দূৰ কৰা; যেনে, সি সমাজৰ বহিৰ্ভূত হৈছে, come out, expelled.

বহিষ্কৃত্, বি. (সং. বহিষ্কৃত—বহিঃ, বাজ+ কৃত, কৰা—কৃ, কৰ্) বাহিৰ কৰা, বাজ উলিয়া, আলগ কৰা, expelled, excluded, excepted.

বহী, স. শ. (হিং. বং. বহী, কিতাপ) কোনো কথা লিখিবৰ কাৰণ ওপৰে, তলে ঢাকনী আৰু দাঁতিত বা মূৰত সিয়নি দি একে লগ কৰা কিছুমান কাকত; হিচাব লিখা কিতাপ, a book for writing in, an account book, a register.

বহু, বি. (সং. বহু—বহ্, বৃদ্ধি পা) অনেক, অধিক, সৰহ, many, much.

বহুত্, বি. (সং. বহু; হিং. বহুত, ঐ) অনেক, বিস্তৰ, many, much. স. শ. অনেক লোক বা বস্তু; যেনে, বহুতে কয়, তাত বহুত আছে, many persons or things.

বহুত্ব, গু. শ. (সং.) প্ৰচুৰতা, আধিক্য, abundance.

বহুদৰ্শিতা, গু. শ. (তললৈ চোৱা) অনেক দেখি, শুনি আৰু ভুগি লভা জ্ঞান, experience.

বহুদৰ্শী, বি. (সং. বহুদৰ্শিন্—বহু, বিস্তৰ +দৰ্শিন্, দেখা—দৃশ্, দেখ্) বিস্তৰ দেখি, শুনি আৰু ভুগি জ্ঞান লভা, জ্ঞানী, experienced, practically wise.

বহুনা, স. শ. (অং. বহ্, উপবেশন কৰ্) হাতীৰ ডিঙ্গিত মাউত বহা ঠাই; অসমীয়া নাৱৰ গুৰিয়াল বা বঠা বাওঁতা বহা ভাগ, that part of the neck of an elephant on which the driver sits, that part of an Assamese boat on which the steersman or the rowers sit.

বহুনায়কীয়া, বি. (সং. বহু, অনেক+নায়ক, অধ্যক্ষ) অনেক অধ্যক্ষ থকা, অনেকে আপোন আপোন ইচ্ছা মতে চলোৱা; যেনে, বহুনায়কীয়া কাম ভাল নহয়, superintended or directed independently by many persons.

বহুবচন্, স. শ. (সং. বহুবচন—বহু, অধিক +বচন, বাক্য) (ব্যাকৰণত) এটাতকৈ অধিক অৰ্থ বুজোৱা শব্দৰ বা ধাতুৰ ৰূপ, the plural number.

বহুবক্তী, } বি. (সং. বহু, অধিক+বক্ত্, ভাষ্,
বহুভাষী, } কথা ক) বহু কথা কোৱা, বৰ কথকি, talkative, garrulous.

বহুমূলীয়া, বি. বহুমূল্য, valuable.

বহুমূল্য, বি. (সং. বহুমূল্য—বহু, অধিক+ মূল্য, বেচ) বহুত বেচ লগা, অধিক ধন ভগা, precious, valuable.

বহুৰূপী, বি. (সং. বহুৰূপিন্—বহু, অনেক +ৰূপিন, আকৃতি ধৰা) নানা আকাৰ ধৰা বা বেশ লোৱা, assuming various forms at pleasure. স. শ. লোকৰ মনত সন্তোষ জন্মাবলৈ অনেক আকৃতি ধৰি নানা ভাষাৰে কথা কওঁতা, a mimic, a buffoon. (স্ত্ৰী) বহুৰূপিণী।

বহুল্, বি. (সং. বহুল, বহু, বিস্তৰ) বিস্তৰ, অনেক; বিবিধ; বিস্তৃত, ব্যাপ্ত; যেনে, কথাটো বহুল হৈ পৰিছে, much, abundant, widespread.

বহুল্-পৰিমাণে, ক্ৰি. বি. অধিকৰূপে, সৰহকৈ, abundantly.

বহুৱা, স. শ. (সং. বহু, বিবিধ) মানুহৰ মনত ৰং লগাবলৈ বিবিধ প্ৰকাৰৰ ভাও লোৱা আৰু অনেক প্ৰকাৰে কথা কোৱা মানুহ, বহুৰূপী, a mimic, a buffoon.

বহুৱা, স. ধা. (অং. বহ্, উপবেশন কৰ্, নিবাস কৰ্) উপবেশন কৰা, আসনত স্থিত কৰ্; যেনে, ভকত বহুৱাইছে; স্থাপন কৰ্, ভালকৈ খুৱাই থ; যেনে, আথাত চৰু বহুবায়; বসতি কৰা বা পাত্; যেনে, মৌজাদাৰে ৰায়ত বহুৱায়; হেঁচি ভালকৈ সুমা বা দবা; যেনে,

খুঁটাটো আৰু বহুৱাব লাগে, to cause to sit down, to seat, to place, to cause to take up habitation, to cause to sink, to press down.

বহুৱালি, গু. শ. বহুৱাৰ নিচিনা আচৰণ, বহুৱাৰ কথা, buffoonery, mimicry.

বহু-গাওঁ, স. শ. অনেক মানুহে নিবাস কৰা গাওঁ, বহু মানুহৰ বসতি, a populous village, a thickly inhabited place.

বহ্নি, স. শ. ( সং. ৱহ্, বহন কৰ্ ; দেৱতা সকললৈ দিয়া আহুতি বহন কৰে, এতেকে ) অগ্নি, জুই, the god of fire, fire.

বক্ষ, স. শ. ( সং. ৱক্ষস্, বুকু—ৱক্ষ, সঞ্চয় কৰ্ ; ভাত কথা সাঁচি থোৱা যায়, এতেকে ) হৃদয়, বুকু, the breast, the bosom.

বক্ষস্থল্, স. শ. ( সং. ৱক্ষস্থল—ৱক্ষস্, বুকু + স্থল, ঠাই ) হৃদয়, বুকু, the breast, the bosom.

বা, স. ধা. ( সং. ৱহ্, লৈ যা ) বঠাৰে চলা ; যেনে, নাও বায় ; নাঙ্গল ব্যৱহাৰ কৰ্, নাঙ্গলেৰে চাহ কৰ্ ; যেনে, হাল বায় ; বজা, বাদ্য কৰ্ ; যেনে, ঢোল বায়, to row, to plough, to play on a musical instrument.

বা, স. শ. ( সং. বায়ু, বতাহ ) বতাহ, চলি থকা বায়ু, wind.

বা, স. ধা. ( অং. ব, খাট্ ) খটা, কাম কৰা, খাটনিত নিযুক্ত কৰ্ ; যেনে, বন্দী বাইছে, to cause to serve or work.

বা, অব্য. ( সং. ৱা, দুইৰ এক ) নাইবা, নতুবা, দুইৰ এক ; যেনে, সি বা তুমি যাবা, either, or.

বাই, স. শ. ( হিং. বহিন, ভগিনী ) জ্যেষ্ঠা ভগিনী, একে পিতৃৰ বা দদাই আদিৰ পৰা জন্মা বয়সে ডাঙ্গৰ তিৰোতা, an elder sister or cousin.

বাই-দেও, স. শ. জ্যেষ্ঠা ভগিনীক সম্ভ্ৰমেৰে মতা মাত, a respectful address of an elder sister or cousin.

বাইলুং, "দেওধাই" চোৱাঁ।

বাইশ (-চ্), সংখ্যা. ( সং. দ্বাৱিংশতি ; হিং. বং. বাইশ, একুৰি দুই ) দুই অধিক কুৰি, twenty-two.

বাউ, স. শ. খৰাহি পাচি আদিৰ মুখত বন্ধা কামী, a bamboo lath attached to the brim or upper edge of a basket, &c.

বাউ, } "বাও-ধান্" চোৱাঁ।
বাউ-ধান্, }

বাউনা, স. শ. ( সং. ৱামন ; হিং. বৌনা ; বং. বাউনিয়া, কঁটীয়া ) কঁটীয়া মানুহ, নিচেই চুটি-চাপৰ মানুহ, a dwarf, a pigmy. ( স্ত্ৰী ) বাউনী।

বাউল্, } বি. ( সং. ৱাতুল ; বং. বাউল,
বাউলা, } বলিয়া ) উন্মত্ত, বলিয়া, পগলা, mad, crazy. ( স্ত্ৰী ) বাউলী।

বাউলি, স. শ. ( সং. বাহু, হাতৰ ঠাৰি + ল, ধৰ্ ; দুই বাহুৰ দৰে আঁকোৱালি ধৰে, এতেকে ) ভাতৰ টৌ-নমোৱা, লোৰ চেপেনা, a kind of tongs for taking down a cooking pot from the fire.

বাউসি, স. শ. ( সং. বাহু, হাতৰ ঠাৰি ) কান্ধৰ নাম আৰু হাতৰ ঠাৰিৰ গুৰি ভাগ ; দবা পৰলি, চালৰ নিচেই দাঁতিত বন্ধা খেৰ, the upper part of the arm just below the shoulder, the undermost layer of grass on the edge of a roof.

বাও, } স. শ. ( সং. ৱায়ু, বতাহ ; তাক
বাও-ধান্, } দ মাটিত বোৱা যায়, আৰু পানী বাঢ়িলে সি বায়ুৰ নিচিনা বেগেৰে বাঢ়ি ওখ হয়, পানীৰ তল নহয়, এতেকে ) এবিধ ধান, a kind of paddy.

বাও-কণী, স. শ. ( বং. বাওয়া, জীৱন শক্তি নথকা + অং. কণী, ডিমা ) পোৱালি উৎপন্ন কৰা গুণ নথকা ডিমা ; ( সি মতাৰ লগ নোপোৱা মাইকীৰ পৰা হয় বুলি খ্যাত, এতেকে ) বাপেকৰ নিশ্চয় নথকা সন্তান, জহৰা ; যেনে, অমুকীয়ে বাও-কণী এটা পাৰিছে, ( পৰিহাসত ),

an egg having no vital principle, a bastard child.

বাও-তলী, স. শ. (অং. বাও, এবিধ ধান+তলী, মাটি) বাও-ধানৰ খেতি কৰা মাটি, land in which *baodhan* is cultivated.

বাংপিটা, স. শ. বৰকৈ কৰা কিল মাৰ, a severe beating.

বাংপিটা দি, বৰকৈ কোবা বা কিলা, to strike severely, to give a thrashing.

বাংশ, স. শ. (সং. বাংশ—বংশ, বাঁহ) বাঁহ, a bamboo. (পদাত)।

বাংশী, স. শ. (সং. বাংশ, বাঁহ, বাহেৰে সজা যায়, এতেকে) বাঁহী, মুৰুলী, a flute. (পদাত)।

বাওঁ, বি. (সং. বাম, সোঁওৰ বিপৰীত) সোঁওফালৰ বিপৰীত, সোঁও ফালতকৈ আন; যেনে, বাওঁ হাত, left, opposite to the right.

বাওঁকা, স. শ. (সং. বঙ্ক, বেঁকা) ধানৰ ডাঙ্গৰি কঢ়িওৱা, দুই মূৰ জোঙ্গা, অলপ বেঁকা এচটা বাঁহ; শিকিয়াত ভৰি বস্তু নিয়া, ফলীয়া বাঁহৰ কাণমাৰি, a piece of split bamboo with pointed ends used in carrying sheaves of paddy on the shoulder, a pole for carrying burdens on the shoulder in a cane or rope bag suspended from either end.

বাওঁতা, কৃদ. স. (অং. বা, নাও আদি চলা) হাল বা নাও চলাওঁতা; বাদ্য কৰোঁতা, a plougher, a rower, a player on a musical instrument.

বাওঁ-পকীয়া, বি. বাওঁ-ফালে ঘূৰা, revolving to the left.

বাওঁ-পাকে, ক্রি. বি. বাওঁ ফাললৈ পকাই; যেনে, বাওঁ-পাকে ঘূৰা, to the left (said of turning).

বাওঁ-ফলীয়া, বি. বাওঁ ফালৰ, pertaining to the left side.

বাওঁ-হতীয়া, বি. বাওঁ হাতেৰে কাম কৰা, লেবেৰা-হতীয়া; বাওঁ হাতৰ ফালে থকা, left-handed, placed on the left side.

বাঁক্, স. শ. এবিধ পানীত থাকি মাছ খোৱা ভূত, an evil spirit supposed to abide in water and to eat fish.

বাঁকী, 'বাকী' চোৱা।

বাঁকোহ্, স. ধা. আচুৰি ক্ষত কৰ্, to scratch.

বাঁক্ৰাজ্, স. শ. গাত আঁকবাঁক থকা এবিধ সাপ, a kind of snake.

বাঁজী, "বঁজা" চোৱা।

বাঁট্, স. ধা. (সং. বন্ট্; বং. বাঁটন; হিং. বান্ট্না, ভাগ কৰ্) ভাগ কৰ্; ভগাই দি, to divide, to distribute, কৃদ. স. বাঁ-টোঁতা; (স্ত্রী) বাঁ-টঁতী।

বাঁট্, স. শ. (বং. বাঁট, জন্তুৰ স্তন) জন্তুৰ স্তন; যেনে, গৰুৰ বাঁট, a teat.

বাঁটন্, কৃদ. স. বাঁটি বা ভগাই দিয়া কাৰ্য্য, the act of dividing or distributing.

বাঁন্তি, স. শ. (সং. বান্তি, মুখে দি উলিওৱা বস্তু) পেটৰ পৰা মুখে দি উলিওৱা বস্তু, বান্ত, vomit.

বাঁৰী, স. শ. (সং. ৰণ্ডা; বং. ৰাঁড়ী, বিধৱা) বিধৱা, স্বামী মৰা তিৰোতা, a widow.

বাঁহ্, স. শ. (সং. বাংশ; বং. বাঁশ) এবিধ ফোপোলা গাঁঠিযুক্ত গছ, a bamboo.

বাঁহনি, স. শ. বাঁহ-বাৰী, বাঁহৰ হাবি, a bamboo grove.

বাঁহী, স. শ. (সং. বাংশী; বং. বাঁশী, মুৰুলী) এবিধ, বিন্ধাযুক্ত মুখেৰে বজোৱা গোটা বাঁহৰ বাদ্য, মুৰুলী।

বাঁহ্-গাজ্, স. শ. (অং. বাঁহ+গাজ, অঙ্কুৰ) বাঁহৰ গুৰিৰ পৰা ওলোৱা অঙ্কুৰ বা গজালি, a bamboo sprout.

বাঁহ্পতীয়া, বি. বাঁহ পাতৰ গঢ়ৰ, resembling a bamboo leaf.

বাঁহ্পাতী, স. শ. এবিধ বাঁহ-পাতৰ দৰে চেপেটা সৰু মাছ, a kind of small fish.

বাক্, স. শ. (সং. বাক্য, বচন) বাক্য, বচন,

কথা (পদ্যত); যেনে, "হেন শুনি হৰি পাচে বুলিলন্ত বাক," speech.

বাক্, স. ধা. ঢাল্, পাত্ৰ কাতি কৰি লালী নিছিগাকৈ পেলা; যেনে, লোটাৰে পানী বাকিছে, to pour.

বাকৰি, বি. ছন পৰি থকা, নচহা (মাটি), lying fallow.

বাকৰিয়নি, স.শ. ছন পৰি থকা মাটি, বৰিমাটি।

বাকলি, } স. শ. (সং. ৱল্কল, ছাল) ফলৰ
বাকল্, } ছাল; গুটিৰ চোকোৰা; মাছৰ গা ঢাকি থকা চাকলি, a rind or peel, husk, a scale of a fish.

বাকলি-বসন্, স. শ. (সং. ৱল্কলৱসন, ছালৰ কাপোৰ) ঋষিবিলাকে পিন্ধা, গছৰ ছালৰ মোটা কাপোৰ, মৰাপাটৰ চট, a kind of coarse cloth made from the bark of trees worn by ascetics.

বাকলীয়া, বি. বাকলিযুক্ত, বাকলি লগা (মাছত খাটে); যেনে, বাকলীয়া মাছ; চোকোৰাৰে সৈতে থকা, চোকোৰা নুগুচোৱা; যেনে, বাকলীয়া মাহ, scaly, having husks, not husked.

বাকী, বি. (যাং.) বায়ৰ পাচত বাঢ়ি থকা; যেনে, এশ টকা আছিল, এতিয়া এটকাও বাকী নাই; অনা, নিয়া বা লোৱাৰ পাচত শেষ থকা; যেনে, বাকী খাজনা, remaining. স. শ. অৱশেষ, শেষত থকা ধন বা বস্তু, a balance, a remainder.

বাক্কলহ্, স. শ. (সং. ৱাক্কলহ—বাচ্, বাক্য + কলহ, দন্দ) কথাৰ দন্দ, বাচাবাচি, oral dispute, an altercation, exchange of angry words.

বাক্-চতুৰ্, বি. (সং. ৱাক্চতুৰ—ৱাচ্, বাক্য + চতুৰ, নিপুণ) মুখ চতুৰ, কথা কোৱাত নিপুণ, ভালকৈ কথা কব পৰা, having a ready tongue, eloquent.

বাক্চতুৰতা, গু. শ. (সং.) উত্তমৰূপে লান লগাই কথা কোৱা শক্তি বা গুণ, eloquence.

বাক্পটু, বি. (সং. ৱাক্পটু—ৱাচ্, বাক্য + পটু, পাৰ্গত) বাকচতুৰ, which see.

বাক্পটুতা, (সং.) "বাকচতুৰতা" চোৱা।

বাক্য, স. শ. (সং. ৱাক্য—ৱচ্, কথা ক) কথা, বচন; সম্পূৰ্ণৰূপে কোনো এটা অৰ্থ বুজোৱা শব্দসমূহ, একাঁকি কথা; যেনে, ৰামে কৃষ্ণক ধন দিলে, speech, a sentence.

বাক্যবিন্যাস্, স. শ. (সং. ৱাক্য, কথা + বিন্যাস, শ্ৰেণী লগাওন) বাক্যৰ ৰচনা, কোনো এটা ভাব বুজাবৰ নিমিত্তে যি ঠাইত যি শব্দ দিলে সেই ভাব ভালকৈ ওলায় আৰু শুনিবলৈও ভাল হয়, সেই ৰূপে কৰা শব্দবিলাকৰ গাথনি, syntax.

বাক্যশক্তি, স. শ. (সং. ৱাক্যশক্তি, কথা কোৱাৰ ক্ষমতা—ৱাক্য, কথা + শক্তি ক্ষমতা) কথা কোৱাৰ ক্ষমতা, বাক্য উচ্চাৰণৰ শক্তি, the faculty of speech.

বাখৰ্, স. শ. (সং. ভাস্কৰ, দীপ্তিমন্ত—ভা, দীপ্তি + কৰ, কৰোঁতা) হীৰা, পানা, ডালিমা আদি চকমকীয়া শিল, a precious stone.

বাখৰ পাত্, হীৰা পানা আদিৰে শোভিত কৰ্, to set with precious stones.

বাখৰ্, স. শ. (হিং. বঘাৰ, আঙ্গাত দিয়া মচলা) আঙ্গাত দিয়া জলা সুগন্ধি গুটি, ছাল, পাত আদি; এতেকে তামোলৰ লগত খোৱা বা দৰবত দিয়া তদ্ৰূপ বস্তু; যেনে, লং, জাই, এলাচি ইত্যাদি, a spice, any medicinal drug.

বাখৰি, স. শ. (হিং. বখাৰী, গুটি ভঁৰাল) গুটি ধান থোৱা মেৰ, a corn-bin.

বাখৰুৱা, বি. বাখৰ লগোৱা, বাখৰ পতা; বাখৰৰ, set with or relating to precious stones.

বাখৰ্-পতা, } বি. বাখৰেৰে শোভিত কৰা,
বাখৰাম্, } হীৰা পানা আদি লগোৱা, set with precious stones.

বাগতি, স. শ. (সং. ৱাগ্গতি, কথাৰ গতি) সঁচা কথা লুকাবলৈ, বা সঁচা কবৰ অনিচ্ছাৰ নিমিত্তে বেঁকাবেঁকিকৈ কোৱা কথা, চাঁচৰি, prevarication or equivocation.

বাগতি খেলা, চাঁচৰি কোৱা, to prevaricate or equivocate.

বাগৰ্, অ. ধা. (হিং. বগাৰনা, দলিয়াই পেলোৱা) ঘনে ঘনে তলৰ দাঁতি ওপৰ আৰু ওপৰৰ দাঁতি তল কৰি গতি কৰ্; যেনে, পৰ্ব্বতৰ পৰা শিল বাগৰে; বৈ যা, জুলীয়া বস্তুৰ দৰে গতি কৰ্; যেনে, দলৈ পানী বাগৰে; কষ্ট পাই লুটিয়ালুটি কৰ্; যেনে, পেটকামুৰীয়াই মাটিতো বাগৰে, পাটীতো বাগৰে; নিজৰ ঘৰ বা স্থিতাপি ঠাই নথকাত অনেক ঠাইত লোকৰ ঘৰত নিবাস কৰি ফুৰ্; যেনে, বাৰ ঘৰত বাগ ৰোতে তাৰ জনম গৈছে, to roll, to writhe or toss about in pain, to wander about, as a vagabond. স. শ. ওপৰৰ ফাল তল আৰু তলৰ ফাল ওপৰ কৰা বা লুটিওৱা কাৰ্য্য, a rolling, a turning from side to side.

বাগৰ্ খা, লুটি খাই পৰ্, to tumble.

বাগৰ্ দি, বাগৰ্ মাৰ্ বা বাগৰ্ ল, তলৰ দাঁতি ওপৰ, ওপৰৰ দাঁতি তল কৰ্, লুটি খা, to turn upside down.

বাগৰি ফুৰ্, বেদনাত তত নেপাই সঘনে ওপৰৰ দাঁতি তল, তলৰ দাঁতি ওপৰ কৰি এঠাইৰ পৰা আন ঠাই পা গৈ; যেনে, সি পেটৰ কামোৰত বাগৰি ফুৰিছে; নিজ ঘৰবাৰী নোহোৱাত অনেক ঠাইত অনেকৰ ঘৰত বাস কৰি ফুৰ্; যেনে, মাটি বাৰী বেচি খাই অমুক বাগৰি ফুৰিছে, to toss or writhe in pain, to wander about, as a vagrant.

বাগৰা, স. ধা. বাগৰ খুৱা, লুটিয়াই পেলা, লুটি খুৱা; যেনে, শিলটো বাগৰা, to turn over, to cause to roll over.

বাগৰা-বাগৰি, স. শ. লুটিয়ালুটি, বাৰম্বাৰ তলৰ দাঁতি ওপৰ, ওপৰৰ দাঁতি তল কৰা কাৰ্য্য, চটফটনি; যেনে, নৰিয়াই বাগৰা বাগৰি কৰিছে, the act of tossing or writhing in pain.

বাগাড়ম্বৰ, স. শ. (সং. বাক্, বাক্য + আড়ম্বৰ, আৰম্ভ) অৰ্থ নৈ নেচাই কৰা শুদা উচ্চ শব্দৰ ব্যৱহাৰ, a beginning to talk, especially to talk much or foolishly (Haughton).

বাগি, স. শ. এবিধ কাঁইটীয়া সৰু গছ; তাৰ দুজাতি, এ জাতিৰ ফুল হালধীয়া, আন জাতিৰ নীল বৰণীয়া, ঝিন্টী, a species of flowering shrub, another species.

বাগি, স. শ. চাতুৰী, টেঙৰালি, ছলনা; যেনে, সাত শিয়ালৰ বাগি জানে, subterfuge.

বাগি দি, বাগি মাৰ্, গা সাৰিবৰ কাৰণ মিছা ক, to tell a lie in order to escape punishment or detection.

বাগি ধৰ্, এজনে কোনো কাম নকৰিলে কৰিবলৈ অস্বীকাৰ কৰ্; যেনে, এলেহুৱাই আনৰ বাগি ধৰে, to refuse to do a thing unless another does it.

বাগি ল, সাৰিবৰ কাৰণ কোনো বস্তুৰ দাঁতিয়ে ঘুৰি যা; যেনে, বাঘে খেদি আহিলত সি গছৰ বাগি ললে, to pass round or double something to escape from an enemy.

বাগি কুঠাৰ মাৰ, কোনো বস্তুৰ চাৰিও বাগে বা ফালে কুঠাৰেৰে আঘাত কৰ্; যেনে, হলা গছত বাগি কুঠাৰ মাৰে, to strike with an axe all round.

বাগি-বুগা, স. শ. (অং. বাগি, ছল + বুগা, অনুৰূ.) ফাঁকি ফুকা, ছল-চাতুৰী, deception and trickery.

বাগিয়াৰ, বি. বাগি দিয়া, ধূৰ্ত্ত; যেনে, সি বৰ বাগিয়াৰ, artful. স. শ. বাগি দিব জনা মানুহ; যেনে, বাগিয়াৰৰ বাগি, an artful person.

বাগীশ, স. শ. (সং. ৱাগীশ—ৱাক্, বাক্য + ঈশ, গৰাকী; ৱাক্যৰ অধিকাৰ) উত্তমৰূপে কথা কব জনা; পণ্ডিতৰ এটা উপাধি, an orator, a title given to a learned man.

বাগীশ্বৰী, স. শ. (সং. ৱাগীশ্বৰী—ৱাক্, বাক্য + ঈশ্বৰী, অধিকাৰিণী) সৰস্বতী, the goddess of speech.

বাগে, আ. অব্য. ফালে; যেনে, এই বাগে, in the direction of.

বাগদত্ত, বি. (সং. ৱাগদত্ত—বাক্, বাক্য + দত্ত, দিয়া—দা, দি) বাক্যেৰে দিয়া, দিবলৈ অঙ্গীকাৰ কৰা, দিম বোলা, promised. (স্ত্ৰী) বাগদত্তা।

বাগ্দান্, স. শ. (সং. ৱাগ্দান—ৱাক্, বাক্য + দান, দিয়ন) বাক্যেৰে কৰা দান, দিবলৈ কৰা অঙ্গীকাৰ; ঘাইকৈ ছোৱালী দিবৰ প্ৰতিজ্ঞা, বিয়াৰ নিৰ্ব্বন্ধ, a promise of a gift, betrothal.

বাগ্দেৱী, স. শ. (সং. ৱাগ্দেৱী—ৱাক্, বাক্য + দেৱী, দেৱতা) বাগীশ্বৰী, সৰস্বতী, the goddess of speech.

বাগযন্ত্ৰ, স. শ. (সং. ৱাগযন্ত্ৰ—ৱাক, বাক্য + যন্ত্ৰ, যতন) মানুহৰ বাক্য উচ্চাৰণৰ ঘাই যতন; যেনে, জিভা, ওঁঠ, দাঁত ইত্যাদি; নিশ্বাসৰ নলীৰ ওপৰৰ ভাগ যত ঠেকা খাই মাত ওলায়, an organ of speech, such as, the tongue, the lips, the teeth, &c., the larynx.

বাঘ্, স. শ. (সং. ৱ্যাঘ্ৰ, এবিধ জন্তু) এবিধ হিংসক জন্তু, তাৰ অনেক উপজাতি আছে, a tiger, a leopard, &c.

বাঘ-আচোঁৰা, স. শ. এবিধ কাঁইটীয়া লতা, a kind of thorny creeper.

বাঘ্-জৰী, স. শ. (হিং. বাগ্ডোৰ, দীঘল লাগাম) ৰথৰ বা গাড়ীৰ ঘোঁৰাৰ লাগাম, a rein of a horse attached to a car, &c. (বৰ চলিত নহয়)।

বাঘ-জালী, স. শ. (অং. বাঘ, ব্যাঘ্ৰ + জালী, জালপতা মানুহ লুকোৱা ঠাই; বাঘে গৰু ধৰিবলৈ লুকোৱা জোপাৰ নিচিনা, এতেকে) চৰাইলৈ জাল পতা মানুহ লুকাই থাকিবলৈ গছৰ ডাল আৰু লতা আদিৰে বেৰা ঠাই; যেনে, "যম-কাল-মায়া-মৃত্যুৱে বেঢ়িয়া আছে বাঘ-জালী কৰি।" (শঙ্কৰ), a hiding-place for persons laying snares for birds.

বাঘ্-ঢকা, স. শ. বাঘে গৰু আদিক হাঁতোৰাৰে কৰা আঘাতৰ নিচিনা ঢকা, দুয়ো হাত লগ লগাই মৰা ডাঙ্গৰ চাপৰ, a severe stroke with the palms of both the hands joined together.

বাঘ-নেজী-থঙ্গা, স. শ. বাঘৰ নেজৰ আঁচৰ নিচিনা কলা আঁচযুক্ত এবিধ নোমৰ কাপোৰ, a kind of striped rug or blanket.

বাঘ্-মকৰা, স. শ. এবিধ ডাঙ্গৰ মকৰা, a kind of spider, the tarantula.

বাঘমৰীয়া, স. শ. বাঘ মাৰোঁতা, বাঘমৰা মানুহ, a tiger killer.

বাঙ্কৰা, বি. অকামিলা (বস্তুত খাটে); যেনে, বাঙ্কৰা বস্তু; অপাত্ৰ, একো নজনা; যেনে, বাঙ্কৰা মানুহৰ বাঙ্কৰা কথা, worthless (applied both to persons and things).

বাঙ্গৰ্, স. শ. বঙ্গ-দেশৰ পৰা অনা মহ, বিদেশী মহ, তাৰ পৰচ, an imported buffalo, its offspring.

বাচক্, বি. (সং. ৱাচক—ৱচ্, ক) কোৱা, বুজোৱা; (দ্বিতীয়া তৎপুৰুষ সমাসৰ দ্বাৰা সংজ্ঞা শব্দৰ পাচত যোগ কৰা যায়); যেনে, সংখ্যা-বাচক, signifying, meaning (used as the last member of a compound word).

বাচনিক, বি. (সং. ৱাচনিক—ৱচন, বাক্য) বাক্যেৰে বুজোৱা, মুখেৰে কোৱা, নিলিখা; যেনে, বাচনিক সমাচাৰ, verbal, oral.

বাচল্লিশ্ (-চ্), সংখ্যা. (সং. দ্বাচত্বাৰিংশৎ; বং. বেয়াল্লিশ, কুৰি দুই) দুই অধিক দুকুৰি, forty-two.

বাচস্পতি, স. শ. (সং. ৱাচস্পতি—ৱাচ্, বাক্য + পতি, অধিকাৰ; বাক্যৰ পতি) পণ্ডিতৰ এটা উপাধি; বৃহস্পতি, a title given to a learned man, *Vrihaspati* the preceptor of the gods.

বাচালু, বি. (সং. ৱাচাল—ৱাচ, বাক্য) অধিক কথা কোৱা, talkative.

বাচ্য, বি. (সং. ৱাচ্য—ৱচ, কথা ক) কবৰ যোগ্য, কথ্য; যিহৰ বা যাৰ বিষয়ে কোনো কথা কোৱা যায়; যেনে, জ্ঞান-হীন মানুহ পশু শব্দৰ বাচ্য, fit or

proper to be spoken. স. শ. ক্রিয়াৰ অৱস্থা বিশেষ; যেনে, কর্ত্তৃ-বাচ্য, কর্ম্ম-বাচ্য, ভাৱ-বাচ্য, the voice of a verb.

বাচ্যাবাচি, স. শ. (সং. ৱাচ্য, কথনীয়) উথনা উথনি, মৌখিক বিবাদ, an oral dispute, an altercation.

বাছ, স. ধা. (সং. নির্ব্বাচন; হিং. বাছনা; বং. বাছন, মনোনীত কৰণ) এবিধৰ পৰা আন বিধক বেলেগ কৰ্; বেয়া ভাগ এৰি ভাল ভাগ ল; যেনে, বছা সূতাৰ কাপোৰ; বেয়া বুলি এৰ্; যেনে, অমুকক গঞাবিলাকে বাছিছে; কাটি বা ছিঙ্গি বান্ধিবলৈ যুগুত কৰ্; যেনে, মাছ, মঙ্গহ বা শাক বাছিছে; কাপোৰত ফুল দি; যেনে, শিপিনীয়ে ফুল বাছে, to select or elect, to reject, to prepare for cooking, to form (as figures of flowers, &c., in cloths). স. শ. ভাল আৰু বেয়াৰ বিচাৰ; যেনে, আজি কালি ধর্ম্ম অধর্ম্মৰ বাছ নাই, distinction between good and bad. কৃদ. স. বাছোঁতা, (স্ত্রী) বাছঁতী।

বাছকৃবনীয়া, বি. বাছি লোৱাৰ নিচিনা, ভালতকৈও ভাল, অতি উত্তম, select, best.

বাছি ল, মনোনীত কৰ্, অনেকৰ মাজৰ পৰা ভাল বুলি গ্রহণ কৰ্, to select, to choose.

বাছন্, কৃদ. স. বছা কার্য্য, মনোনীত কৰণ, selection, election.

বাছনি, স. শ. মনোনীত কৰা বা বাছি লোৱা কার্য্য; কাপোৰত ফুল দিয়ন, selection, election, the act of forming figures of flowers, &c., (in cloths).

বাছুৰু, স. শ. (সং. ৱৎস; হিং. বছড়ু; বং. বাছুৰ, গৰুপোৱালি) দামুৰি, গৰু-পোৱালি, a calf.

বাছ-সূতা, স. শ. সূতাৰ ভাল ভাগ লৈ এৰা বেয়া ভাগ; যেনে, বাছ সূতাৰ কাপোৰ, thread or yarn rejected after taking the better portion.

বাজ্, স. শ. (সং. ৱাহ্য; বং. বাঝ, বাহিৰ) বাহিৰ, বাহিৰৰ ভাগ বা ফাল, the outside. বি. বাহিৰৰ, ভিতৰৰ নোহোৱা; যেনে, বাজ ফাল; সম্পর্ক নথকা, নিজ ঘৰৰ নোহোৱা; যেনে, বাজ মানুহ; প্রকাশিত, ব্যক্ত, সকলোৱে জনা; যেনে, গুপ্ত কথা বাজ হল; বাহিৰলৈ অহা; যেনে, জীৱ বাজ হল; পৃথক, বেলেগ; যেনে, এই বস্তু সেই ভাগৰ বাজ, external, outward, made public, exposed, come forth, separate, unconnected.

বাজ্, অ. ধা. (সং. ৱদ্, শব্দ কৰ্; হিং. বাজ্না; বং. বাজন, বাদ্য হোৱা) বাদ্যৰ দৰে শব্দ বা ধ্বনি কৰ্; যেনে, ঢোল বাজে; কোনো এক পক্ষৰ ফলীয়া হৈ কথা ক; যেনে, লোকৰ কথাত তুমি বাজা কিয়? to sound or make a noise, as a musical instrument, to side with, or speak on behalf of a party.

বাজি উঠ্, দুই বিবাদীৰ এজনৰ ফালে কথা ক, to side with, or speak on behalf of one of two parties.

বাজন্, কৃদ. স. বাদ্যৰ দৰে শব্দ কৰা কার্য্য, the act of making a noise, as a musical instrument. স. শ. বলদ গৰু, a bullock.

বাজনা, স. শ. (সং. ৱাদ্য; হিং. বাজন; বং. বাজ্না, বজোৱা) বজোৱা যন্ত্র, খোল, মৃদং আদি, a musical instrument.

বাজী, স. শ. (বং. বাজী, ভেলেকী) ইন্দ্র-জাল বিদ্যা, টাটক; কলাই খাৰেৰে কৰা নানা বিধৰ দীপ্তি, jugglery, fireworks.

বাজী, স. শ. (সং. ৱাজিন্—ৱাজ, বেগ + ইন্) ঘোটক, ঘোঁৰা, a pony, a horse.

বাজীকৰ্, স. শ. ঐন্দ্রজালিক, টাটকীয়া, a juggler.

বাজু, স. শ. (হিং. বং. বাজু, বাহুৰ অলঙ্কাৰ) কেয়ূৰ, বাহুৰ অলঙ্কাৰ, an ornament for the arm, an armlet.

বাজে, বি. ( অং. বাজ, বাহিৰ ) আপোনাৰ ঘৰৰ নোহোৱা ; যেনে, বাজে মানুহ ; বৰ আৱশ্যকীয় নোহোৱা, আলাগতীয়া ; যেনে, বাজে বস্তু ; যি বিষয়ৰ আলোচনা বা প্ৰস্তাৱ হয়, তাৰে সম্পৰ্ক নথকা ; যেনে, বাজে কথা নকৰি, not belonging to one's own house or family, unimportant, irrelevant. আ. অব্য. বিনে, বাহিৰে ; যেনে, ইয়াত বাজে আন নাই ; উপৰি ; যেনে, সেই ধনত বাজে আৰু আছে, except, save, over and above, besides.

বাজে-বাজে, ক্রি. বি. ওচৰলৈ বা ঘৰলৈ নহাকৈ বা ননাকৈ ; যেনে, তেওঁ বাজে বাজে গুচি গল, সেই ধন বাজে বাজে ধৰুৱাক দিলে, without coming or being brought to a particular place or person.

বাজ্-ফালে, আ. অব্য. বাহিৰত, বাহিৰৰ ভাগত, on the outside.

বাঞ্ছ্, স. ধা. ( সং. ৱাঞ্ছ, ইচ্ছা কৰ্ ) ইচ্ছা কৰ্, কামনা কৰ্ ; যেনে, সদায় তোমাৰ শুভ বাঞ্ছোঁ, to desire. কৃদ. স. বাঞ্ছোঁতা ; ( স্ত্ৰী ) বাঞ্ছতী।

বাঞ্ছন্, কৃদ. স. ( সং. ৱাঞ্ছন—ৱাঞ্ছ, ইচ্ছা কৰ্ ) ইচ্ছা কৰণ, the act of desiring.

বাঞ্ছনীয়, বি. ( সং. ) ইচ্ছা কৰিবৰ যোগ্য ; যেনে, অপমানতকৈ বৰং মৰণ বাঞ্ছনীয়, desirable.

বাঞ্ছা, স. শ. (সং.) ইচ্ছা, অভিলাষ, কামনা, desire, wish.

বাঞ্ছা-কল্পতৰু, স. শ. ( সং. ৱাঞ্ছাকল্পতৰু—ৱাঞ্ছা, ইচ্ছা + কল্পতৰু, স্বৰ্গৰ এজোপা ইচ্ছা পূৰ্ণ কৰা গছ ) কল্পতৰুৰ দৰে সকলোৰে কামনা সিদ্ধ কৰোঁতা, one who grants anything asked for.

বাঞ্ছিত, কৃদ. বি. ( সং. ) অভিলষিত, যাৰৈ বা যিহলৈ ইচ্ছা কৰা যায়, desired, wished for.

বাট্, স. ধা. ( সং. ৱট্ ; হিং. বটনা, মেৰা ) পকা, মেৰা ; এতেকে পটাত পিঁহ, to twist, to grind. কৃদ. স. বাটোঁতা ; ( স্ত্ৰী ) বাটঁতী।

বাট্, স. শ. ( সং. ৱাট, পথ—ৱট্, বেষ্টন কৰ্ ) পথ, আলি ; এতেকে বিন্ধা ; যেনে, বেজীৰ বাট, a path, a road, a hole, an aperture.

বাট্ চা, অপেক্ষা কৰ্ ; যেনে, তোমালৈ বাট চাই আছোঁ, to wait.

বাট্ বুল্, খোজ কাঢ়্, ভৰিৰে গতি কৰ্, to walk, to go on foot.

বাট্ কুৰি বা, ভৰিৰে দূৰৈলৈ ভ্ৰমণ কৰ্, to make a pedestrian journey.

বাটন্, কৃদ. স. মেৰোৱা বা পিঁহা কাৰ্য্য, the act of twisting or grinding.

বাটকৰা, বি. বাটত যোৱা, ভ্ৰমণ কৰা ; যেনে, বাটকৰা, মানুহ, way-faring. স. শ. পথুক্, ভ্ৰমণ কৰোঁতা, a way-farer.

বাটলু, স. শ. ( সং. ৱাট, পথ + অং. ল, গ্ৰহণ কৰ্ ; বাটত লোৱা বা পোৱা ) বিয়া নকৰাকৈ নিজ ঘৰলৈ আনি ৰখা তিৰোতা, চাপনী তিৰী, a concubine.

বাটলু-গুটি, স. শ. ( সং. ৱৰ্ত্তুল, ঘূৰণীয়া ; বং. বাঁটুল, গুলী + অং. গুটি, গোল বস্তু ) ধেনু-গুটি, ধেনুৰে মৰা মাটিৰ গুলী, a clay pellet shot from a bow.

বাটলু-গুটীয়া, বি. বাটলু-গুটি মৰা ; যেনে, বাটলু-গুটীয়া ধেনু, used for shooting a clay pellet (said of a bow).

বাটি, স. শ. ( বং. বাটি—বাঁটন্, ভগাই দিয়ন ; তাত খাদ্য ভগাই দিয়া যায়, এতেকে ) এবিধ ধাতুৰ পাত্ৰ, a cup.

বাটি, স. শ. ( অং. বাট্, মেৰা ) ৰাজ হাড়ৰ দুই দাঁতিত থকা ফইৰ নিচিনা দীঘলীয়া মঙ্গহ ; তাঁতৰ বৰ এনেছা বা এভাগ, a long round strip of flesh attached to either side of the spine, a heddle or one of the sets of parallel doubled threads which, with their mountings, compose the harness of a loom.

বাটি কৰ্, তাঁত আৰম্ভ কৰ্, তাঁত ববলৈ দীঘৰ সূতা মেল্, to extend and arrange the warp previous to weaving.

বাটে, ক্রি. বি. (সং. ৱাট, পথ) বাটত, আলিয়ে দি; যেনে, এই বাটে যোৱাঁ; এতেকে যুক্তি বা নিয়ম মতে; যেনে, বাটে চলিব লাগে, by a road, according to rule, reasonably.

বাটোৱালী, স. শ. তিনি মুনি বাটত থকা এবিধ ভূতুনী, a she-devil supposed to dwell at the junction of three roads.

বাড়ৱাগ্নি, স. শ. (সং. বাড়ৱাগ্নি—বড়ৱা, ঘূঁৰী + অগ্নি, জুই; তাৰ মুখ ঘূঁৰীৰ নিচিনা, এতেকে) সাগৰৰ তলৰ জুই, submarine fire.

বাঢ়, অ. ধা. (সং. বৃধ্; হিং. বঢ়না; বং. বাড়ন, বৃদ্ধি পা) বৃদ্ধি পা, অধিক বা ডাঙ্গৰ হ; যেনে, পানী বাঢ়িছে, to grow, to increase. স. ধা. ভোজনপাত্রত ঢাল্; যেনে, ভাত বাঢ়ে, to serve, as food. কৃদ. স. বাঢ়োঁতা, (স্ত্রী) বাঢ়ঁতী।

বাঢ়ন, কৃদ. স. ডাঙ্গৰ বা অধিক হওন, বৰ্দ্ধন; ভাত আঞ্জা বাঁটি দিয়া কাৰ্য্য, the act of growing or increasing or of serving up food.

বাঢ়নী, স. শ. (হিং. বঢ়নী; বং. বাড়ুন, ঠাই সৰা সঁজুলি) বাঁহৰ কাঠী আদি ঠৰঙ্গা বস্তুৰে সজা, ঠাই সৰা সঁজুলি, a broom.

বাঢ়নী-পানী, স. শ. বাঢ়ি অহা পানী, ধল, a flood.

বাঢ়ি, স. শ. (সং. বৃদ্ধি, সুত) ধাৰে নিয়া ধনৰ পৰা বঢ়া ধন, সুত, বিয়াজ, interest on money lent.

বাঢ়ৈ, স. শ. (সং. ৱৰ্দ্ধকি; হিং. বঢ়ৈ, কাঠৰ কাম কৰোঁতা) কাঠৰ কাম কৰা মানুহ, a carpenter.

বাঢ়ৈটোকা, স. শ. (অং. বাঢ়ৈ, ঐ + টক, টান বস্তুত আঘাতৰ শব্দ) কাঠ খুলি পোক উলিয়াই খোৱা এবিধ চৰাই; (নিন্দাৰ্থত) কৃপণ মানুহ, a woodpecker, a miser.

বাঢ়ুতি, স. শ. (অং. বাঢ়, বৃদ্ধি পা) বৃদ্ধি, বাঢ়ন; আৱশ্যকতকৈ অধিক বা ব্যয় হৈ বাঢ়ি থকা ভাগ; যেনে, এশ টকা বাঢ়ুতি হৈছে, an increase, a surplus, an excess.

বাণ, স. শ. (সং. ৱাণ—ৱন্, শব্দ কৰ্; চোঁ চোঁ কৰি যায়, এতেকে) শৰ, কাঁড়; এতেকে, কুমন্ত্ৰ; বলিৰ পুতেক, an arrow, an injurious incantation, the son of *Bali* (see Dowson).

বাণ, স. শ. (সং. ৱাণি, বোৱা কাৰ্য্য) বোৱা সূতাৰ বা কাঠীৰ ঘন বা পাতল অৱস্থা; যেনে, কাপোৰৰ বাণ, খৰাহিৰ বাণ; মাছ ৰাখিবলৈ সোঁত পানীত পথালিকৈ বৈ দিয়া বেৰ, a texture, a fence raised across a stream to catch fish.

বাণি, স. শ. (সং. ৱাণি, কাপোৰ বোৱা কাৰ্য্য) কাপোৰৰ পথালি ফাল; এতেকে নাৱৰ দাঁতি, the breadth of a cloth, the side of a boat.

বাণিজ্য, স. শ. (সং. বাণিজ্য—বণিজ, বেপাৰী) বেহা, বেপাৰ, trade, commerce.

বাণি-ফটা, বি. (অং. বাণি, নাৱৰ দাতি + ফটা, ছিৰা) দাঁতিত ফাট থকা (নাও), having a crack on the side, as a boat.

বাণি-সূতা, স. শ. বাণিৰ বা কাপোৰৰ পথালি ফালৰ সূতা, the woof of cloth.

বাণী, স. শ. (সং. ৱাণী—ৱন্, কথা ক) বাক্য, বচন, মাত, কথা; সৰস্বতী, speech, the goddess of speech.

বাণ্ডা, স. শ. (সং. বন্ধন, বান্ধ) হাতীৰ ঠেং জোঁটা যতন বা ফই, a fetter for the legs of an elephant.

বাণ্ডা মাৰ্, হাতীৰ ঠেং জুঁটি বান্ধ, to hobble.

বাত্, স. ধা. ভগা বস্তু ভাল কৰ্; যেনে, ভগা লোটা বাতে,* to repair, to mend.

বাত্, স. শ. ( সং. ৱাত—ৱাত্, বায়ুৰ দৰে চল্ ) বায়ু, বতাহ; অঙ্গৰ জোৰা উথহা আৰু বিষোৱা ৰোগ, air, wind, rheumatism, gout.

বাতগ্ৰস্ত, বি. ( সং. ৱাতগ্ৰস্ত—ৱাত, এবিধ ৰোগ + গ্ৰস্ত, গ্ৰাস কৰা ) বাতে ধৰা, বতুৱা, বাতৰোগী, affected with rheumatism.

বাতন্, কৃদ. স. ( অং. বাত্, ভগা বস্তু ভাল কৰ্ ) ভগা বা ফুটা বস্তু ভাল কৰণ, the act of repairing.

বাত-পিত্ত, } বাত্-পিত্ত, } স. শ. ( সং. ৱাতপিত্ত—ৱাত, বায়ু + পিত্ত, শৰীৰৰ এবিধ ধাতু ) প্ৰকোপিত বায়ু আৰু পিত্ত, বায়ু আৰু পিত্তৰ বিকাৰ, the morbid state of bile.

বাতৰি, স. শ. ( সং. ৱাৰ্ত্তা, সম্বাদ ) বাত্ৰা, সমাচাৰ, news.

বাতৰি-কাকত্, স. শ. সম্বাদ-পত্ৰ, a newspaper.

বাতৰি-ঘোঁৰা, স. শ. শীঘ্ৰে বাতৰি নিয়া দূতে ব্যৱহাৰ কৰা ঘোঁৰা, a horse or pony used by an express messenger.

বাতাচা, স. শ. ( বং. বাতাসা, এবিধ খাদ্য ) শুদা চেনি পগাই কৰা এবিধ খাদ্য, a kind of sweetmeat.

বাতি, স. শ. ( সং. ৱৰ্ত্তি, চাকি; হিং. বং. বাত্তী, সলাকাণি ) প্ৰদীপ, চাকি, বন্তি, a lamp.

বাতুল, স. শ. ( সং. ৱাতুল—ৱাত, বায়ু; বায়ু-বঢ়া ) উন্মত্ত মানুহ, বলিয়া, a mad person.

বাতোঁতা, কৃদ. স. ( অং. বাত্, ভগা বস্তু ভাল কৰ্ ) ভগা বস্তু ভাল কৰোঁতা, a repairer. ( স্ত্ৰী ) বাতঁতী।

বাত্ৰা, স. শ. ( সং. ৱাৰ্ত্তা, বাতৰি ) সম্বাদ, বাতৰি, news.

বাদ্, স. শ. ( সং. অপবাদ, দোষাৰোপ—ৱদ, কথা ক ) কোনোৱে কোনো এটা কুকৰ্ম্ম কৰিছে বুলি কৰা উক্তি, দোষাৰোপ, ঘাইকৈ লোকৰ তিৰোতাৰে সহবাসৰ দোষাৰোপ; যেনে, অমুকৰ বাদ উঠিছে, an accusation.

বাদ্, স. শ. ( সং. ৱাদ—ৱদ্, কথা ক ) বিভিন্ন মতৰ দুজন লোকে আপোনাৰ মত বলৱৎ কৰিবলৈ কৰা উতৰা উতৰি, তৰ্ক, debate, discussion, reasoning.

বাদল্, স. শ. ( সং. ৱাৰ্দ্দল, ডাৱৰীয়া বতৰ; হিং. বাদল, মেঘ; বং. বাদলা, ডাৱৰীয়া ) ডাৱৰীয়া বতৰ, ডাৱৰ, মেঘ; rainy weather, a cloud. বি. সৰপা, এলেহুৱা; যেনে, সি এনে বাদল যে হাতখানকে লৰাব নোখোজে, lazy. ই প্ৰায়ে "বৰ-যুণ বাদল," এই বাক্যতে হে ব্যৱহৃত।

বাদানুবাদ্, স. শ. ( সং. ৱাদানুৱাদ—ৱাদ, তৰ্ক + অনুৱাদ, আন এজনৰ পাচত কৰা উক্তি; এজনে কলে সি জনে কয়, এতেকে ) বাদ, তৰ্কবিতৰ্ক, reasoning, argumentation, debate.

বাদাম্, স. শ. ( সং. ৱদাম, হিং. বং. বাদাম, এবিধ ফল ) এবিধ ফল, an almond.

বাদী, স. শ. ( বং. বাজী, টাটক ) ফাঁকি, মিছা ভাও, পীড়া নোহোৱাতো পীড়া হোৱা যেন দেখোৱা কাৰ্য্য; যেনে, সি বাদী কৰিছে, the act of feigning or malingering.

বাদী, স. শ. ( সং. ৱাদিন্, কওঁতা, গুচৰীয়া—ৱদ, কথা ক ) কওঁতা, প্ৰকাশ কৰোঁতা, ( সমাসৰ দ্বাৰা আন এটা সংজ্ঞা-শব্দৰ পাচত যোগ কৰা যায় ); যেনে, সত্য-বাদী; গুচৰীয়া, a speaker (used as the last member of a compound word), a plaintiff. ( স্ত্ৰী ) বাদিনী।

বাহু, স. শ. কোনো কোনো ফলৰ বাকলিৰ ভিতৰৰ কোমল, ৰসাল আৰু ডাঠ ভাগ; যেনে, জৰা-টেঙ্গাৰ বাহু; কঁঠালৰ কোঁহ ঢাকি থকা কোমল ভাগ, the thick, succulent inner pericarp of certain kinds of fruit.

বাদুলি, স. শ. (সং. বাতলি, বং. বাদুড়, এবিধ জন্তু) এবিধ ছালৰ নিচিনা পাখীৰে উৰি ফুৰা জন্তু, a bat, a flying fox, a vampire.

ইয়াৰ দুবিধ—ডাঙ্গৰ বিধক বৰ বাদুলি, সৰু বিধক চুঙ্গা বাদুলি বোলা যায়।

বাদুলি-সঁচাৰ্, স. শ. বৰ বাদুলিৰ দৰে ওলমি থকা এবিধ সঁচাৰ, a padlock.

বাদ্ বিচাৰ্, "বাদানুবাদ্" চোৱাঁ।

বাদ্-বিবাদ্, স. শ. (সং. ৱাদৱিৱাদ—ৱাদ, তৰ্ক + ৱিৱাদ, দন্দ) তৰ্কবিতৰ্ক, লোকৰ মত খণ্ডাই নিজ মত বলৱৎ কৰিবলৈ কৰা উত্তৰা উত্তৰি; এতেকে বাচাবাচি, মৌখিক বিবাদ, debate, controversy, altercation, oral dispute.

বাদ্য, স. শ. (সং. ৱাদ্য—ৱদ্, শব্দ কৰ্) বজোৱা যন্ত্ৰ, ঢোল খোল আদি, a musical instrument.

বাদ্য-ভাণ্ড, স. শ. (সং. ৱাদ্য, ঐ + ভাণ্ড, ঐ; একে অৰ্থ বুজোৱা দুটা শব্দে বহুত বুজায়) অনেক বিধৰ বাদ্যৰ সমূহ; যেনে, বিয়াৰ বাদ্য-ভাণ্ড বাজিছে, a number of musical instruments.

বাধ্, স. ধা. (সং. বাধ্, নিষেধ কৰ্) নিষেধ কৰ্, মানা কৰ্, হাক দি; যেনে, জীৱ হত্যা শাস্ত্ৰে বাধিছে, to forbid, to prohibit. স. শ. নিষেধ, মানা (সদায় পাচত এটা না পদ থাকে); যেনে, সেই কামত বাধ নাই, prohibition, (followed by a negative).

বাধক, স. শ. বাধা কৰোঁতা বা জন্মাওঁতা, নিষেধ কৰোঁতা, he who prevents, hinders or opposes.

বাধা, স. শ. (সং.) মানা, নিষেধ, হাক, prohibition, hinderance, obstruction.

বাধিত্, কৃদ. বি. আবদ্ধ, লৰচৰ বা অন্য প্ৰকাৰ কৰিব নোৱৰা, নকৰি থাকিব নোৱৰা; যেনে, সি যাবলৈ বাধিত হল; উপকাৰেৰে বন্ধা, অনুগৃহীত; যেনে, আপুনি মোৰ ঘৰলৈ আহি বাধিত কৰিব, compelled, obliged, bound by some favour rendered.

বাধ্য, বি. উপকাৰৰ দ্বাৰা আবদ্ধ হৈ বশ হোৱা, মানা বা আজ্ঞা অনুসৰি চলা; যেনে, সি আপোনাৰ বাধ্য, bound by moral obligation, obedient.

বান্, স. শ. এবিধ খুৰা লগোৱা ভোজনৰ পাত্ৰ, ফেলাই, a dish with a foot.

বান্, স. শ. (সং. ৱান, ধল—ৱন্, শব্দ কৰ্) হু হু শব্দ কৰি বৰ বেগেৰে অহা ধল; যেনে, ভোগদৈ বা চৰাইপানী নৈৰ বান, a very high and rapid flow of water in a river, a high flood.

বান্, স. শ. চাম, একেবাৰেই উৎপন্ন হোৱা ফল আদিৰ সমূহ; যেনে, এবান পকিছে, এবান সৰিছে, a crop of small fruits or flowers, a batch.

বান, স. ধা. (হিং. ভান্না, ভাঙ্গন; বং. ভানন, ধান পৰিষ্কাৰ কৰণ) ঢেঁকী বা উৰালত খুন্দি পৰিষ্কাৰ কৰ্ বা চোকোৱা গুচা (ধানত খাটে); যেনে, ধান বানিলে চাউল হয়, to husk, as paddy. কৃদ. স. বানোতা, (স্ত্ৰী) বানতী।

বানচ্, স. শ. মূল্য, বেচ; যেনে, গাখীৰৰ বানচ; বেতন, কাম কৰাৰ বাবে দিয়া ধন; যেনে, বানচ খোৱা হজুৱা, price, wages.

বানত্, স. শ. (হিং. বং. বনাত, এবিধ কাপোৰ) এবিধ নোমৰ কাপোৰ, broad-cloth.

বানন্, কৃদ. স. (অং. "বান্," চোৱাঁ) ধানৰ চোকোৱা গুচাওন, the act of husking as paddy.

বানপ্ৰস্থ, স. শ. (সং. ৱানপ্ৰস্থ—ৱন, হাবি + প্ৰস্থ, যোৱা—প্ৰ, উপস. + স্থা, থাক্) গৃহস্থী সুখ ভোগৰ পাচত ঈশ্বৰৰ উপাসনাৰ কাৰণ বনলৈ যোৱা ব্ৰাহ্মণ, a Brahman who having enjoyed worldly happiness as a house-holder, leaves his house and family for lonely meditation in the woods.

বানৰ্, স. শ. ( সং. ৱানৰ—ৱা, সদৃশ+নৰ, মানুহ ) মানুহৰ আকৃতিৰ এবিধ জন্তু, ৱান্দৰ, a monkey, an ape. ( স্ত্রী ) বানৰী।

বানে-বানে, ক্রি. বি. চামে চামে, batch after batch.

বাণ্ড, স. শ. ( সং. ৱাণ্ড—ৱম্, বঁতিয়া ) বমন; বাঁতি, the act of vomiting, vomit.

বান্তি, স. শ. বান্ত, বাঁতি ( পদান্ত ), vomit.

বান্দৰ্, স. শ. ( সং. ৱানৰ; হিং. বন্দৰ; বং. বাঁদৰ, এবিধ জন্তু ) এবিধ মানুহৰ নিচিনা হাত, ভৰি আৰু মুখ থকা জন্তু, a monkey.

বান্দৰালি, গু. শ. বান্দৰৰ নিচিনা আচৰণ, চুলুঙালি, নির্লজ্জতা, behaviour like that of a monkey, shamelessness.

বান্দৰী, স. শ. মাইকী বান্দৰ, শালত তাঁত ওলমোৱা যতন, a female monkey, a part of a loom.

বান্দৰ্-কেকোঁৱা, স. শ. ( সি গাত লাগিলে বান্দৰে কেঁকায়, এই ভাবৰ পৰা ) এবিধ গছত গজা লতাৰ গুটি, তাৰ শুঙে গাত চোঁৱাতৰ দৰে ডাকে; তাৰ লতা, a kind of nettle. "বান্দৰ-চেলা" এনেও হয়।

বান্দৰ্-বিটলীয়া, বি. ( অং. বান্দৰ, বানৰ+বিটলীয়া, দুষ্ট ) মিছলীয়া আৰু অবিশ্বাসী, চুলুং ( গালি ), untruthful and untrustworthy ( a term of abuse).

বান্দী, স. শ. ( বন্দী শব্দৰ স্ত্রীলিঙ্গ ) বন্দীৰ স্ত্রী, দাসী, a female slave.

বান্ধ্, স. শ. ( সং. বন্ধ্, বান্ধ্ ) বন্ধন, গাঁঠি, বান্ধন, a tie, a knot, a fastening.

বান্ধ্, স. ধা. ( সং. বন্ধ্; হিং. বান্ধনা; বং. বাঁধন, বন্ধন কৰ্ ) জৰীৰে আবদ্ধ কৰ্, গাঁঠি লগা; যেনে, কামী বান্ধে; আবদ্ধ কৰ্, আটকি ৰাখ্; যেনে, পানী বান্ধিছে; মাটি তুলি নির্ম্মাণ কৰ্; যেনে, আলি বান্ধে; নির্দ্ধাৰিত কৰ্, অলৰ কৰ্; যেনে, কথা বান্ধিছে; কণী খুন্দি নপুংসক কৰ্; যেনে, গৰু বান্ধে; ৰচনা কৰ্; যেনে, পদ বান্ধিছে; ধাতুৰ পতাৰে আবৃত কৰ্; যেনে, ৰূপেৰে খোৱা খোৰা বান্ধে, to tie, to fasten, to bind, to construct as a road, and the like, to settle, to determine, to emasculate, to compose, to form into writing.

বান্ধ, স. শ. ( সং. বান্ধৱ, বন্ধু ) ইষ্ট, বন্ধু, a friend.

বান্ধন্, কৃদ. স. বন্ধন, বন্ধা কার্য্য, the act of fastening.

বান্ধনি, স. শ. গাঁঠি, বান্ধ, গাঁথনি; ঢাকনীৰে সমন্বিতে কিতাপৰ বান্ধ বা গাঁথনি; যেনে, সেইটো কিতাপৰ বান্ধনি ভাল নহয়, a knot, tie or fastening, the binding of a book.

বান্ধনী, স. শ. ( সং. বন্ধনী, জৰী ) বন্ধা জৰী; যেনে, বান্ধনী ডাল ছিগি কামীটো থহি পৰিল, a string, or rope, with which anything is tied.

বান্ধৱ, স. শ. ( সং. বন্ধু, ইষ্ট—বন্ধু, বান্ধু ) ইষ্ট, বন্ধু, বান্ধ, a friend.

বান্ধৈ, স. শ. মতাই তিৰোতাক মৰমেৰে মতা মাত; যেনে, "এভু হেন কৰ বান্ধৈ বচন নবাধ," a term of endearment used in addressing a beloved woman.

বান্ধুকানি, বি. বৰকৈ বান্ধি ধৰা, কির্পিণ, কৰাইচ (নিন্দাত), miserly, niggardly.

বান্-পানী, স. শ. ( অং. বান, নৈৰ ধল+পানী, জল ) বাঢ়নী পানী, বৰকৈ বাঢি নৈৰ পাৰ বুৰোৱা পানী, a flood.

বান্-বাটি, স. শ. খুৰী বাটিতকৈ ডাঙৰ এবিধ খুৰা লগোৱা বাটি, a cup with a foot.

বান্-বাৰিষা, স. শ. বান-পানী হোৱা বাৰিষা, ঘোৰ বাৰিষা, the season when the banks of rivers and lakes are overflowed.

বাপ্ স. শ. ( সং. ৱপ্র; হিং. বাপ্; বং.

বাবা, পিতা ) পিতা, বোপাই ; এক শ্রেণীৰ শূদ্র মহন্তৰ সম্বোধন, a father, a term used in addressing a certain class of Sudra priests.

বাপতিসাহন্, } বাপতিসাহোন্, } স. শ. পৈতৃক বা বুপা ককাৰ দিনৰ সম্পত্তি, ancestral property.

বাপতীয়া, বি. বোপায়ে অৰ্জ্জা, পৈতৃক, paternal, ancestral.

বাপা, স. শ. ( অং. বাপ, পিতা ) কম বয়সীয়া মানুহক বা লৰাক ডাঙ্গৰে মৰমেৰে মতা মাত, a term of endearment used in addressing a boy or young man. বৰ চেনেহেৰে মতাত বা সৰু লৰাক বুজাবলৈ "বাপি" হয়।

বাপা-দেও, স. শ. ( অং. বাপা + দেও, মহাশয় ) ডাঙ্গৰ লোকৰ সন্তানক মতা মাত, a term used in addressing a son of a respectable man.

বাপু, স. শ. ( বং. বাপু, মৰমৰ মাত ) পণ্ডিত ব্ৰাহ্মণ বা পুৰোহিতক মতা মাত, a term used in addressing a learned Brahman or priest.

বাপুচাং, স. শ. খাম্‌তিবিলাকৰ পুৰোহিত থকা চাং-ঘৰ, a house built on a platform in which the priest of the *Khamtis* lives.

বাপুটি, স. শ. বামুণৰ লৰাক মৰমেৰে মতা মাত ; বাপাটি, a term used in affectionately addressing a boy, especially a Brahman's son.

বাপু-দেউ, স. শ. ( অং. বাপু, ব্ৰাহ্মণ + দেউ, ঐ ) বামুণক সন্মানেৰে মতা মাত, a term used in respectfully addressing a Brahman.

বাপু-ভাই, স. শ. ( অং. বাপ, বোপাই + ভাই, ভ্ৰাতৃ ) বংশ, ইষ্ট, মিত্ৰ আৰু একে সমাজৰ আন লোকবিলাক, relations, friends and associates collectively.

বাব্, স. শ. ( যাং. বাবত, কাৰণ ) আৱশ্যক, প্ৰয়োজন ; যেনে, তালৈ যাবৰ বাব নাই ; পদ, বিষয় ; যেনে, তেওঁ শইকীয়াৰ বাব পাইছে ; মূল্য ; যেনে, দহ টকাৰ বাব দিছে ; কৰ বা কাটল ; যেনে, গুৰু ঘৰৰ বাব শোধাবই লাগে, need, necessity, a post or office, value, worth, a tax, cess, &c.

বাব্ কাট্, কোনো বস্তুত আঁক কাটি চিন লগা বা লেখ ৰাখ্, to mark by making a notch or notches, to keep account by cutting notches, to score.

বাবতি, স. শ. ( সং. ৱাৱদূকতা, অধিক কথন ) বাদানুবাদ ; বাচ্যাবাচি, oral controversy, contest.

বাবৰি, স. শ. ( সং. ৱৰ্ব্বৰী, এবিধ শাক ) এবিধ সুগন্ধি শাক, বাবৰি শাক, a kind of potherb, a sort of basil.

বা-বিচনী, স. শ. ( অং. বা, বাহু + বিচনী, বা লোৱা সজুলি ; তাৰ নিচিনা বহল আৰু চেপেটা, এতেকে ) কান্ধৰ পাচ ফালৰ বহল ভাগ ; বাহুৰ মূল, কান্ধৰ নাম ভাগ, the shoulderblade or scapula, the lower part of the shoulder.

বা-বিৰিং, স. শ. ( বং. বাবিড়ঙ্গ ) "বিৰিং" চোৱাঁ।

বাবে, আ. অব্য. ( যাং. বাবত্ ; অং. বাব, কাৰণ ) কাৰণে, নিমিত্তে ; যেনে, কিলাকিলিৰ বাবে দণ্ড হল ; পৰিবৰ্ত্তে, সলনি ; যেনে, তাৰ বাবে তুমি যোৱাঁ, on account of, instead of.

বাম্, স. শ. শুকান মাটি, পানীৰ তল নোযোৱা মাটি ; [illegible] পানী ; যেনে, নাওখান বামত উঠিল হি, dry land, land, not overflowed with water, shallow water. বি. পানীৰ তল নোযোৱা, ওখ, পানীয়ে নুবুৰোৱা ; যেনে, বাম মাটি, high, not inundated (said of land).

বাম্, বি. ( সং. ৱাম—ৱা, গতি কৰ্ ) বাওঁ, সোঁও ফালৰ বিপৰীত ; যেনে, বাম পাৰ্শ্ব ;

বিৰুদ্ধ, অহিত; যেনে, বিধাতা বাম হৈছে, left, not right, adverse. স. শ. বাওঁ ফাল, left side.

বামন্, স. শ. (সং. ৱামন—ৱম্, বঁতিয়া, রূঢ় শব্দ) বাউনা, কঁটীয়া মানুহ; বাউনা, বামুণৰ ৰূপ ধৰা বিষ্ণুৰ পঞ্চম অৱতাৰ, a dwarf, the fifth incarnation of Vishnu.

বামাচাৰ্, স. শ. (সং. ৱামাচাৰ—ৱাম, সোঁওফালৰ বিপৰীত+আচাৰ, ব্যৱহাৰ, উচিত আচাৰৰ বিপৰীত আচাৰ) তন্ত্ৰৰ মতে ফটিকা আদি নিষিদ্ধ বস্তুৰ ব্যৱহাৰ, the heterodox doctrine of the *tantras,* which permits the use of flesh, spirits, &c.

বামাচাৰী, বি. (সং. ৱামাচাৰিন্—ৱামাচাৰ +ইন্) তন্ত্ৰৰ বামাচাৰৰ মত প্ৰবৰ্ত্তা, following the heterodox doctrine of the *tantras.* স. শ. বামাচাৰত প্ৰবৰ্ত্তোতা, a man who follows the *vamachara.* (স্ত্ৰী) বি. স. শ. বামাচাৰিণী।

বামানয়্, বি. (সং. ৱাম, বাওঁফাল+নী, লৈ যা, বাওঁ-পাকে নিয়া) বেদৰ আৰু চলিত মতৰ বিৰুদ্ধ; যেনে, "বামানয় শাস্ত্ৰে মুহি আছে সৰ্ব্বজন," (শঙ্কৰ), opposed to the *vedas,* heretical.

বা'মাৰলী, } স. শ. (অং. বায়ু, বতাহ+সং. বা'মাড়লী, } মণ্ডলী, গোলাকাৰ) ঘূৰ্ণ বায়ু, ঘূৰা বতাহ, পাক মাৰি ধূলি আৰু খেৰ কুটা আদি উৰাই নিয়া বতাহ, a whirlwind.

বামী, স. শ. (অং. বাম, শুকান মাটি; সি বামত বগাই যায়, এই ভাবত; বং. বাইন, এবিধ মাছ) এবিধ দীঘল সাপৰ নিচিনা মাছ, an eel.

বামুণ্, স. শ. (সং. ব্ৰাহ্মণ, এক জাতি) হিন্দুবিলাকৰ প্ৰথম আৰু শ্ৰেষ্ঠ জাতি, বিপ্ৰ, a Brahman. (স্ত্ৰী) বামুণী।

বামুণীয়া, বি. বামুণ সম্বন্ধীয়; যেনে, বামুণীয়া পুথি; শঙ্কৰ মাধৱৰ মতত নচলি প্ৰাচীন মতে চলা; যেনে, বামুণীয়া সত্ৰ, relating to the Brahman, following the tenets of the Brahmanical *shastras,* as contra-distinguished from a follower of Sankara and Madhava.

বামুণ্-ভেকোলা, স. শ. বৰ ডাঙৰ জাতিৰ পানী বেং (তাৰ কপালত ফোঁট আৰু গাত লগুণৰ নিচিনা হালধীয়া আঁক থাকে, এতেকে সেই নাম), a kind of large frog, the bull-frog.

বাম্-গতীয়া, বি. বাম ঠাইত থকা বা উৎপন্ন; পানীয়ে নুবুৰোৱা; যেনে, বামগতীয়া মানুহ; বামগতীয়া ঠাই, living or produced on high land, not inundated.

বাম্-বটীয়া, বি. (অং. বাম, শুকান ঠাই+ বাট, পথ) বামে যোৱা, travelling by land.

বায়ং, বি. (অং. বাজ, পৃথক) বেলেগ, পৃথক, কোনো বিশেষ বস্তুৰ বাজ; যেনে, এই ধন বায়ং, সিবোৰৰ লগৰ নহয়, separate, distinct.

বায়ঙ্গে, ক্ৰি. বি. বেলেগে, আন কোনো বস্তুৰ লগ নলগোৱাকৈ; যেনে, এই ধন বায়ঙ্গে থকা, separately.

বায়ন্, স. শ. (অং. বা, বজা) বাদ্য বজাওঁতা, বাদ্যকৰ, a player on musical instruments.

বায়ু, স. শ. (সং. ৱায়ু—ৱা, গতি কৰ্) স্থিৰ বতাহ; চলি থকা, সাধাৰণ বতাহ; বতাহৰ অধিকাৰী দেৱতা; শৰীৰৰ এক ধাতু, সি বিকৃত হৈ হোৱা দুৰ্ব্বলতা বা মূৰ ফুৰণি; পাদ, বহিৰ্দ্বাৰে দি শব্দ কৰি ওলোৱা বতাহ, air, wind, the god of wind.

বায়ু-কোণ্, স. শ. (সং. ৱায়ুকোণ—ৱায়ু, দেৱতা+কোণ, চুক; বায়ু সেই চুকৰ অধিকাৰ, এতেকে) উত্তৰ আৰু পশ্চিমৰ চুক, the north-west.

বায়ু-গ্ৰস্ত, বি. (সং. ৱায়ুগ্ৰস্ত—ৱায়ু, এক ধাতু+গ্ৰস্ত, গ্ৰাস কৰা বা ধৰা) বিকৃত বায়ুৰ পৰা কষ্ট পোৱা, বায়ুৱা, hypo-

chondriac, affected with general debility.

বায়ু-বেগে, ক্রি. বি. (সং. বায়ুবেগেন) বায়ুৰ নিচিনা বেগেৰে, অতি শীঘ্রে, very swiftly.

বায়ুৱা, বি. বায়ুৰুগীয়া, বিকৃত বায়ুৰ পৰা কষ্ট পোৱা, hypochondriac, affected with general debility.

বাৰ্, স. শ. (অং. বেৰ্, আবৰণ কৰ্) ঘৰৰ চাৰিও ফালৰ বা মাজৰ কোঁঠালীৰ আবৰণ, নাৱৰ দাঁতি, the wall of a house, the side of a boat.

বাৰ্, স. শ. (সং. বাৰ—বৃ, পূজা কৰ্; বাৰবিলাক গ্রহ, মানুহৰ পৰা পূজা পায়, এতেকে) সপ্তাহৰ এদিন; যেনে, দেও বাৰ; বেলি, কোনো এক কাৰ্য্য কৰা কাল; যেনে, সি এবাৰ আহিল, a day of the week, a time or occasion.

বাৰ, সংখ্যা. (সং. দ্বাদশ; হিং. বাৰহ; বং. বাৰ, দুই আৰু দহ) দুই অধিক দহ, twelve.

বাৰটা, স. শ. (অং. বাৰ, বেৰ) বাৰৰ তলত দিয়া চেপেটা কাঠ, a piece of flat timber on which a reed wall rests.

বাৰণ্, স. শ. (সং. বাৰণ—বৃ, ঢাকি ধৰ্) বাধা, নিষেধ, হাক; হাতী, prohibition, opposition, an elephant.

বাৰভঁজীয়া, বি. (অং. বাৰ, দ্বাদশ + ভাঁজ, বেকা গুণ) অনেক ভাঁজ থকা, crooked.

বাৰমতৰা, স. শ. (অং. বাৰ, দ্বাদশ + মাত, উচ্চাৰণ কৰ্; অনেক প্রকাৰে মতা যায়, এতেকে) স্বৰবিলাকেৰে সৈতে ব্যঞ্জনবিলাক লগ লগাই মাতিবৰ প্রকাৰ, the mode of joining the vowels with the consonants.

বাৰমহীয়া, বি. (অং. বাৰ, দ্বাদশ + মাহ, দুই পখ) বাৰ মাহ বা গোটেই বছৰ থকা; সদায় গুটি ধৰা; যেনে, বাৰমহীয়া বেঙেনা, lasting or producing fruit throughout the year.

বাৰম্বাৰ্, ক্রি. বি. (সং. বাৰংবাৰ) অনেক বাৰ, ঘনে ঘনে, repeatedly.

বাৰাঙ্গনা, স. শ. (সং. বাৰাঙ্গনা—বাৰ, বহু + অঙ্গনা, স্ত্রী; অনেক পুৰুষৰ স্ত্রী) বেশ্যা, a whore.

বাৰ শব্দৰ পাচত তিৰোতা বুজোৱা আন শব্দৰ যোগতো সেই অৰ্থ হয়; যেনে, বাৰনাৰী, বাৰবনিতা, বাৰস্ত্রী ইত্যাদি।

বাৰাণসী, স. শ. (সং. বাৰাণসী, বাৰণা আৰু অসী দুখান নৈৰ মাজত আছে, এতেকে) কাশী, the city of Benares.

বাৰি, স. শ. (সং. বৃ, ঢাকি ধৰ্) জল, পানী, water.

বাৰিক, স. শ. গাওঁৰ টেকেলা, ৰাজহুৱা সবাহ আদিৰ নিমিত্তে পঁচা তোলা আদি কাম কৰিবলৈ গঞাবিলাকে পতা বিষয়া (অপ্রচলিত), a village officer.

বাৰিষা, স. শ. (সং. বৰিষা; হিং. বৰ্ষা, বৰষুণ হোৱা কাল) বৰ্ষা কাল, বৰকৈ বৰষুণ হোৱা ঋতু, the rainy season.

বাৰী, স. শ. (সং. বাটী, উপবন) ফুল বা ফলৰ গছ ৰোৱা ঠাই; যেনে, আম-বাৰী, ঘৰৰ চাৰিও ফালে গছ আদি থকা মাটি, a garden, land containing trees, &c., around a dwelling-house.

বাৰী-চোৱা, স. শ. (অং. বাৰী + চোৱা, ৰখীয়া) বাৰীত বন কৰোঁতা, বাৰীক আপডাল কৰি ৰাখোঁতা, a gardener.

বাৰু, বি. কিছু ভাল; যেনে, দৰবটো বাৰু; কিছু উপশান্তি পোৱা, নৰিয়া কমা; যেনে, সি বাৰু হৈছে, pretty good, somewhat recovered, a little better.

বা-ৰু, ক্রি. বি. (সং. বাঢ়ং, শলগা মাত) সম্মত হোৱা মাত; যেনে, তুমি আহিবা, (উং) বা-ৰু, very well.

মাঠ মানুহে কোৱা কথাত সম্মতি হওঁতে "ভাল" বোলা যায়; সমনীয়া বা তলৰ মানুহৰ কথা হে "বা-ৰু" বুলি শলাগিব পাৰি।

বাৰুণী, স. শ. (সং. বাৰুণী—বৰুণ, জলৰ

দেৱতা ) পূৰ্ব্বে বলৰামৰ নিমিত্তে বৰুণে পঠোৱা এবিধ ফটিকা ; বৰুণ দেৱতাৰ অধীন শতভিষা-নক্ষত্ৰত হোৱা চৈত্ৰৰ কৃষ্ণা ত্ৰয়োদশী, a kind of spirituous liquor, the 13th lunar day occurring on the 25th asterism in the dark half of the month of Chait.

বাৰু, স. শ. ( সং. বৃ, ঢাকি ধৰ্ ) ৰণত তৰোৱালৰ কোবৰ পৰা ৰণুৱাৰ গা ঢকা সঁজুলি, ঢাল, a shield.

বাৰু, ঢাল. ফৰ ; ঢাল আৰু বাৰু ঘূৰণীয়া, ফৰ দীঘল, সি ৰণুৱাৰ গোটেই গা ঢাকে।

বাৰুৱতি, স. শ. বাৰু লৈ ৰণ কৰোঁতা, a warrior who uses a shield in fighting.

বাৰে, সংখ্যা. বাৰ, দুই অধিক দহ ( চহা ), twelve.

বাৰেওকাল্, } ক্রি. বি. বাৰেও মাহ, সদায়,
বাৰেওকালি, } always.

বাৰেওমাহ্, ক্রি. বি. গোটেই বছৰ, সদায়, always throughout the year.

বাৰেপতি, ক্রি. বি. প্ৰতি বাৰত, অনেক বাৰ, ঘনে ঘনে, repeatedly, again and again, frequently.

বাৰেপৈয়াঁতী, স. শ. ( অং. বাৰ, দ্বাদশ বা অনেক + পৈ, স্বামী ) অনেক স্বামী লোৱা তিৰী, বেশ্যা ( গালি ), a harlot, a term of abuse. বি. অনেক স্বামী ভজা ; যেনে, বাৰেপৈয়াঁতী তিৰী, lewd, devoted to lewdness, (a term applied to unchaste women).

বাৰে-বাৰে, ক্রি. বি. বাৰম্বাৰ, অনেক বাৰ, often, again and again.

বাৰ্ত্তা, স. শ. ( সং. ৱাৰ্ত্তা—বৃত, অৱস্থিতি কৰ্ ) সমাচাৰ, বাতৰি, news.

বাৰ্ত্তাকু, স. শ. ( সং. ৱাৰ্ত্তাকু—বৃত, বাছিল ) বেঙ্গেনা, the egg plant, its fruit.

বাৰ্দ্ধক, } স. শ. ( সং. ৱাৰ্দ্ধক, বাৰ্দ্ধক্য
বাৰ্দ্ধক্য, } —বৃদ্ধ, বুঢ়া ) বুঢ়া বয়স, old age.

বাৰ্-বাঁহ, স. শ. দেশী নাৱৰ দুই দাঁতিৰ মুখত বন্ধা বাঁহ, one of the bamboos attached to the sides of an Assamese boat.

বাৰ্-বাৰ্, "বাৰম্বাৰ" চোৱাঁ।

বাৰ্ষিক, বি. ( সং. বাৰ্ষিক—ৱৰ্ষ, বছৰ ) বছেৰেকীয়া, বছৰত এবাৰ হোৱা, annual, yearly.

বাল্, স. শ. ( সং. চুলি বা লোম ) গুপ্তাঙ্গৰ লোম, the hair of the private parts.

বালক, স. শ. ( সং. বালক—বাল, লৰা ) মুনিহ লৰা, a boy. ( স্ত্ৰী ) বালিকা।

বালকত্ব, গু. শ. ( সং. ) লৰাৰ অৱস্থা বা বয়স, boyhood.

বালখিল্য, স. শ. ( সং. বালখিল্য—বাল, নোম ) ব্ৰহ্মাৰ নোমৰ পৰা হোৱা বুঢ়া আঙ্গুলিৰ সমান ৬৪ হাজাৰ ঋষিৰ এজন, one of a race of pigmies.

বাল-গোপাল্, } স. শ. ( সং. বালগোপাল
বাল্-গোপাল্, } —বাল, লৰা + গোপাল, কৃষ্ণ ) কৃষ্ণৰ লৰা কালৰ নাম, the infant Krishna.

বালি, স. শ. ( সং. বালিকা, বালুকা ) নৈয়ে উটাই অনা মিহি শিলৰ গুড়ি ; বালিৰে আবৃত ঠাই ; যেনে, বালিত ঘৰ সাজিছে, sand, a beach.

বালি-অঁহীয়া, বি. ( অং. বালি, বালুকা + অংশ, ভাগ ) বালিৰ অংশ থকা, অলপ বালিৰে মিহলি ( মাটিত খাটে ), sandy, gritty.

বালি-ঘোঁৰা, স. শ. নৈৰ বালিত ঘোঁৰাৰ দৰে লৰি ফুৰা এবিধ চৰাই, a kind of bird frequenting river banks.

বালি-চট্, "চট্" চোৱাঁ।

বালিচন্দা, স. শ. ( অং. বালি, বালুকা + চন্দ্ৰ, জোন ; বালিৰ লগত চন্দ্ৰৰ দৰে জিলিকে, এতেকে ) বালিৰ লগত থকা এবিধ ক্ষুদ্ৰ জিলিকা বস্তু ; অভ্ৰ, small glittering particles found with sand, mica.

বালিচৰী, স. শ. বালেশ্বৰ নগৰত্ত কৰা এবিধ ফুলাম পাট-কাপোৰ, a kind of silk.

বালি-চাহী, স. শ. এবিধ বালিৰ কণাৰ দৰে

ক্ষুদ্র পোক, a kind of mite. "চাহী" চোৰাঁ।

বালিময়, বি· বালিৰে কৰা বা সজা ; বালিৰে পূৰ, consisting of sand, full of sand.

বালিমাহী, স. শ. খঞ্জৰী চৰাই, the wag-tail.

বালী, স. শ. ( সং· বালিন্—বাল, নোম + ইন্, নোমাল ) ৰামে বধ কৰা এজনা বান্দৰৰ ৰজা, তেওঁ ইন্দ্ৰৰ পুতেক বুলি খ্যাত, a good and virtuous Daitya king, (see Dowson).

বালীয়া, বি· বালিযুক্ত, বালিময়, sandy, full of sand.

বালুকা, স. শ. ( সং· বালুকা—বল্, জী থাক ) বালি, নৈয়ে উটাই অনা মিহি শিলৰ গুড়ি, sand, grit.

বাল্মিকি, } স. শ. ( সং· ৱাল্মিকি, ৱাল্মীকি,
বাল্মীকি, } এজনা ঋষি ) ৰামায়ণ ৰচনা কৰা ঋষিৰ নাম, a sage, the author of the Ramayana.

বাল্য, বি· ( সং· বাল্য—বাল, লৰা ) লৰা সম্বন্ধীয়, লৰাৰ যোগ্য ; যেনে, বাল্যকাল, বাল্যক্ৰীড়া, pertaining to, or proper for, a child.

বাল্যাৱস্থা, স. শ. ( সং· বাল্যাৱস্থা—বাল্য, লৰাৰ + অৱস্থা, অৱস্থিতিৰ প্ৰকাৰ ) শিশুৰ অৱস্থা, বাল্যকাল, childhood.

বাৱন্, সংখ্যা· ( বং· বায়ান্ন, ৫২ ) দুকুৰি বাৰ, fifty-two.

বাষট্টি, সংখ্যা· ( বং· বাষট্টি, ৬২ ) তিনি কুৰি দুই, sixty-two.

বাষ্প. স. শ. ( সং· বাষ্প—বাধ্, বাধা কৰ্ ) ভাপ, তাপৰ দ্বাৰা পাতল আৰু ধোঁৱাৰ নিচিনা হৈ উঠা পানী, vapour, steam.

বাস্, স. শ. ( সং· ৱাস—ৱস্, নিবাস কৰ্ ) নিবাস, থাকন ; ঘৰ, থকা ঠাই, the act of residing, abode.

বাস্, স. শ. ( সং· ৱাস—ৱস্, পিন্ধ্ ) কাপোৰ, গাৰ আবৰণ, clothing, a cloth.

বাসনা, স. শ. ( সং· ৱাসন, বাঞ্ছা ) কপাল, দশা, fate, lot, luck.

বাসনাবন্ধীয়া, বি· কপালত থকা, দৈৱৰ নিৰূপিত ; যেনে, বাসনাবন্ধীয়া কথা লৰচৰ নহয়, ordained by fate.

বাসী, বি· (সং· ৱাসিন্ - ৱস্, থাক ) নিৱাসী, বাস কৰা, থকা ( এটা সংজ্ঞা শব্দৰ পাচত যোগ কৰা যায় ) ; যেনে, আসাম-বাসী, dwelling or residing in (used as the last member of a compound word).

বাসুকি, স. শ. (সং· ৱাসুকি, ৱসুক, কাশ্যপ ; তেওঁৰ পুতেক, এতেকে ) সৰ্পৰ ৰজা, the king of the *Nāgas* or serpents who lived in *Pātāla*, (Dowson).

বাসুদেৱ, স. শ. ( সং· ৱাসুদেৱ—বসুদেৱ, চন্দ্ৰবংশৰ এজনা লোক ) বসুদেৱৰ পুতেক, কৃষ্ণ, a name of Krishna derived from that of his father Vasudeva, (Dowson).

বাহ্, স. শ. ( সং· নিৱহ, সমূহ ) সমূহ, জাক, মথা ; যেনে, লৰাবাহ, a crowd, a multitude. বি· অনেক, বিস্তৰ ; যেনে, বাহ গৰখীয়াই হাই মাৰিলে, many, a large number of.

বাহ্, স. শ. ( স. ৱাস, ঘৰ ) চৰায়ে পোৱালি জগাবলৈ খেৰ-কুটা আদিৰে আবৃত কৰা ঠাই ; এতেকে আন জন্তুৱে পোৱালি পাৰিবলৈ বা থাকিবলৈ যতনাই লোৱা ঠাই ; যেনে, মৌৰ বাহ ; কোনো বস্তু পোৱা ঢাকনীযুক্ত সঁজুলি ; যেনে, জুইৰ বাহ ; কোনো ফলৰ শাহ ঢাকি থকা টান আবৰণ ; যেনে, আমৰ বাহ ; পোকে মুখৰ পৰা আঁহ উলিয়াই সজা আবৰণ ; যেনে, মুগাই বাহ বান্ধে, a nest, a small case or box, the shell of a nut, &c., a cocoon.

বাহ্ বান্ধ্, ঠাই ল ; যেনে, তাৰ গাত ৰোগে বাহ বান্ধিছে ; ফলৰ বা পোকৰ দৰে ডাঠ ঢাকনীৰে আবৃত হ ; যেনে, আমে বাহ বান্ধিছে, to take up as an abode, to be inclosed in a shell.

বাহ্ ল, বাহ সাজি তাতে থাক্ ; যেনে, চৰায়ে বাহ লৈছে, to build a nest.

বাহক, স. শ. (সং. ৱাসক, এবিধ গছ) এবিধ দৰবত দিয়া তিতা পাতেৰে ক্ষুদ্ৰ গছ, a medicinal plant.

বাহক, স. শ. (সং. ৱাহক—ৱহ্, বহন কৰ্) বহন কৰোঁতা, কোনো বস্তু লৈ যাওঁতা, a carrier.

বাহটুৱা, বি. (অং. বাহ, সমূহ) অনেক লোকে ব্যৱহাৰ কৰা; সণ্চালনি, অনেকৰ আগত ব্যক্ত; যেনে, কথাটো বাহটুৱা হল, used by many, public.

বাহন, স. শ. (সং. ৱাহন—ৱহ্, লৈ যা) উঠি ফুৰাত ব্যৱহৃত বস্তু বা জন্তু, যান, a vehicle.

বাহৰ্, স. শ. (সং. ৱাস, থকা ঠাই+ৰ, থাক্; বাস কৰি থকা) ৰজা, গোঁসাই আদিৰ প্ৰৱস্থুৱা ঘৰবিলাক; ৰণলৈ যোৱা কটক থকা ঠাই, houses for the temporary residence of a king, Gossain, &c., a camp, a place where troops reside.

বাহিনী, স. শ. (সং. ৱাহিনী—ৱাহ, ৱাহন, তাত ৰথ ঘোঁৰা আদি থাকে, এতেকে) সৈন্যসমূহ, কটক, an army.

বাহিৰ্, স. শ. (ৱহিঃ; হিং. বং. বাহিৰ, বাজ) বাজ ফাল বা ভাগ, বাজ, the outside. বি. "বাজ" চোৱা।

বাহিৰা, বি. বাহিৰৰ, ভিতৰৰ নোহোৱা; যেনে, বাহিৰা ঘৰ, বজুৱা, নিজৰ নোহোৱা, যেনে, বাহিৰা মানুহ, external, not one's own.

বাহিৰে, আ. অব্য. বাজত, বাজ ফালে; যেনে, ঘৰৰ বাহিৰে; নিৰূপিত লেখৰ বাজে, উপৰি; যেনে, কামৰ বানচৰ বাহিৰে একো নেপা; বিনে, বাজে, নহলে; যেনে, তোমাৰ বাহিৰে বন্ধু নাই, the outside, over and above, besides, except, save.

বাহী, বি. (সং. ৱাসী, বাস কৰা; ৰাতি থাকে, এতেকে; বং. বাসি) আগ দিনা যুগুত কৰি পাচ দিনালৈ থোৱা; আগ দিনা ফুলা, পৰ্য্যুষিত, kept overnight, of the previous day, stale.

বাহি-গা, স. শ. নোধোৱা গা, ৰাতি-পুৱা স্নান কৰাৰ পূৰ্ব্বৰ অৱস্থা, a body which has not been washed.

বাহী-গাই, ক্ৰি. বি. বাহী গাৰে, ৰাতিপুৱা গা নোধোৱাকৈ, without bathing in the morning.

বাহী-বিয়া, স. শ. বিয়াৰ পাচ দিনা ৰাতি-পুৱা কৰা কাৰ্য্য, the ceremony performed on the morning after marriage.

বাহী-মুখ, স. শ. ৰাতি-পুৱা নোধোৱা মুখ, the mouth not washed in the morning.

বাহী-মুখে, ক্ৰি. বি. ৰাতি-পুৱা মুখ নোধোৱাকৈ; যেনে, বাহী মুখে নেখাকিবা, without washing the mouth in the morning.

বাহু, স. শ. (সং. বাহু—বাধ্, বাধা কৰ্; শত্ৰুক নিবাৰণ কৰে) কিলাকুটিৰ ওপৰৰ ভাগ; কোনো সময়ত হাতৰ গাঁঠিৰ পৰা বাউসিলৈকে হাতৰ ঠাৰি; এবিধ ডাঙৰ মাছ, বৰ-গলা মাছ, the arm, a kind of large fish.

বাহু ডাঙ্কি মাৰ্, সাহ বা অহঙ্কাৰ প্ৰকাশ কৰ্; যেনে, সি বাহু ডাঙ্কি মাৰিছে, to shew courage or pride.

বাহু দাঙ্গি ক, বৰ সাহেৰে নিশ্চয়কৈ ক, to state boldly as true.

বাহুঢেকেৰা, স. শ. (অং. বাহু, মাছ+ঢেকেৰা, ডেকা) বাহু-মাছৰ পোৱালি, ভকুৱা, a young *bahu* fish.

বাহু-বল্, স. শ. (সং. বাহুবল—বাহু, হাতৰ ঠাৰি+বল, শক্তি) শক্তি, পৰাক্ৰম, might, power.

বাহু-বলী, বি. (সং. বাহুবলিন্—বাহু, হাতৰ ঠাৰি+বলিন্, বলযুক্ত) বলৱন্ত, পৰাক্ৰমী, mighty, powerful.

বাহু-মূল্, স. শ. (সং. বাহুমূল—বাহু, হাতৰ ঠাৰি+মূল, গুৰি) হাতৰ ঠাৰিৰ গুৰি ভাগ, বাউসি, the shoulder joint or the lower part of the shoulder.

বাহু-যুদ্ধ, স. শ. ( সং. বাহুযুদ্ধ—বাহু, হাতৰ ঠাৰি + যুদ্ধ, যুঁজ ) বাহুত বাহুৰে আঘাত কৰা যুঁজ, wrestling.

বাহুল্য, গু. শ. ( সং. বাহুল্য—বহুল, অধিক ) আধিক্য, প্ৰচুৰতা, অধিক পৰিমাণ, plenty, abundance. বি. দীৰ্ঘ, দীঘল ( কোৰাত বা লেখাত খাটে ); যেনে, বাহুল্য পুথি, বাহুল্য কথা, long, prolix.

বাহুল্যকৈ, বাহুল্যৰূপে, } ক্ৰি. বি. অধিকৰূপে, দীঘলকৈ, prolixly, at great length.

বাহ্য, বি. ( সং. ৱাহ্য—ৱহিঃ, বাজ ) বাহিৰৰ, বাজৰ, external.

বি, উপস. ( সং. ৱি ) উত্তম; যেনে, বিশিষ্ট; হীন, নথকা; যেনে, বিধৱা, a prefix equal to English ex, dis, in, un, &c. ( অং. ) বেয়া; যেনে, বিগড়ী, বিচল; বৰকৈ; যেনে, বিভোল ইত্যাদি।

বিংবিঙ্গণি, স. শ. ( অং. বিংবিঙ্গা, অস্পষ্ট কথা ক ) বুজিব নোৱৰা অস্পষ্ট কথা, unintelligible speech.

বিংবিঙ্গা, অ. ধা. নুবুজা মাতেৰে কথা ক, অস্পষ্টৰূপে ক; যেনে, নৱিয়াই বিংবিঙ্গাইছে, to talk unintelligibly.

বিংশতি, সংখ্যা. ( সং. ৱিংশতি ) একুৰি, twenty.

বিক্, স. ধা. (সং. ৱিক্ৰয়, বেচন ) বেচ্, মূল্য লৈ দি, to sell.

বিকট্, বি. ( সং. ৱিকট—ৱি, উপস. + কট্, ঢাকি ধৰ্ ) ভয়ানক, দেখিলে ভয় লগা, terrible, hideous.

বিকটা, স. ধা. বেঁকা কৰ্, ভেঙুৰা কৰ্, বেয়া আস্বাদ বা সম্বাদ পাই সঙ্কোচিত কৰ্ ( মুখত খাটে ); যেনে, তিতা পাই মুখ বিকটালে, to distort, as the face.

বিকটাকাৰ্, বি. ( সং. ৱিকটাকাৰ—ৱিকট, ভয়ানক + আকাৰ, গঢ় ) বিকট মূৰ্ত্তি, ভয় লগোৱা আকৃতিযুক্ত; যেনে, বিকটাকাৰ পুৰুষ, grim, horrible. স. শ. ভয় লগোৱা আকৃতি, বিকট মূৰ্ত্তি; যেনে, ভূতৰ বিকটাকাৰ দেখি ভয় লাগে, a horrible appearance.

বিকটামুৱা, বি. ( অং. বিকটা, ভেঙুৰা + মুখ, বদন ) বেঁকা বা ভেঙুৰা মুখযুক্ত; বিকটমূৰ্ত্তি, having a distorted countenance, grim, hideous. (স্ত্ৰী) বিকটামুঙী।

বিকট্-মূৰ্ত্তি, বি. ( সং. ৱিকটমূৰ্ত্তি—বিকট, ভয়ানক + মূৰ্ত্তি, আকৃতি ) ভয়ঙ্কৰ আকৃতিযুক্ত, বিকটাকাৰ; যেনে, বিকটমূৰ্ত্তি যম, horrible, hideous.

বিকৰুৱা, বি. ( অং. বিক, বেচ্ ) বেচিবলৈ কৰা বা অনা; যেনে, বিকৰুৱা বস্তু, intended for sale.

বিকৰ্থ, স. ধা. ( সং. ৱিকত্থন, নিন্দন ) নিন্দা কৰ্, দোষ উদ্ঘাটন কৰ্; গালি পাৰ্; যেনে, তাক বিকৰ্থিলে, to reproach, to revile, to abuse.

বিকৰ্থনা, স. শ. নিন্দা; গালি, তিৰস্কাৰ, reproach, reviling, abuse.

বিকল্, বি. ( সং. ৱিকল—ৱি, নথকা + কলা, অঙ্গ ) দোষযুক্ত, অসম্পূৰ্ণ, ভগা ( অঙ্গত খাটে ); যেনে, তাৰ অঙ্গ বিকল হৈছে; আপদ্গ্ৰস্ত, টানত পৰা; যেনে, বিকল হৈ আছিছে, defective, imperfect, broken, as a limb, involved in trouble or difficulty.

বিকলতা, গু. শ. ( সং. ) বিকল হোৱা অৱস্থা, অসম্পূৰ্ণতা, অঙ্গৰ দোষ; যেনে, চকুৰ বিকলতা গুচা নাই, defectiveness, imperfection.

বিকলাঙ্গ, বি. ( সং. ৱিকলাঙ্গ—ৱিকল + অঙ্গ, গাৰ অংশ ) অঙ্গহীন; অসম্পূৰ্ণ বা অকামিলা অঙ্গযুক্ত; যেনে, কলা, কণা, খোৰা ইত্যাদি, deformed, having an injured or defective limb or organ.

বিকল্প, স. শ. ( সং. ৱিকল্প—ৱি, উপস. + কল্প, দুইৰ-এক ) দুটা সমান কাৰ্য্য, যি দুইৰ এটা কৰিলে আনটো এৰা পৰে; যেনে, ইয়াত বিকল্প নাই, অৰ্থাৎ একেটা কাৰ্য্য বা কথা মাথোন, তাৰ সমান আন নাই, an alternative.

বিকল্পিত, কৃদ. বি. ( সং. ) বিকল্প কৰা, এটা নহলে বা নকৰিলে হব লগীয়া বা কৰিব লগীয়া আনটো ; যেনে, দহ টকা জৰিমনা নিদিলে বিকল্পিত দণ্ড এমাহ কাটক, made optional, alternative.

বিকল্পে, ক্রি. বি. কওঁতা বা লিখোঁতাৰ ইচ্ছা অনুসৰি ; যেনে, বিকল্পে ইকাৰ দীৰ্ঘ হয়, optionally.

বিকস, বি. ( সং. ৱিকসিত শব্দৰ অপভ্ৰংশ ) ফুলা ; যেনে, বিকস কমল ( পদ্যত ), expanded, as a flower.

বিকসিত, কৃদ. বি. ( সং. ৱিকসিত—ৱি, উপস. + কস্, গতি কৰ্ ) প্ৰফুল্লিত, ফুলা, blown, expanded, as a flower.

বিকা, স. ধা. ( অং. বিক্, বেচ্ ) লোকৰ দ্বাৰা বিক্ৰয় কৰা, to cause to be sold.

বিকাৰ, স. শ. ( সং. ৱিকাৰ—ৱি, অন্য প্ৰকাৰ + কৃ, কৰ্ ) ৰূপান্তৰ, এবিধ গুচি হোৱা আন এবিধ ; যেনে, গুড় কুঁহিয়াৰৰ বিকাৰ ; ৰোগ ; যেনে, তেওঁৰ পেটৰ বিকাৰ গুচা নাই ; ৰোগৰ দ্বাৰা হোৱা জ্ঞানৰ পৰিবৰ্ত্তন ; সন্নিপাত, change of form or nature, sickness, delirium.

বিকীৰ্ণ, বি. ( সং. ৱিকীৰ্ণ—ৱি, উপস. + কৃ, ছটিয়া ) ছটিওৱা, সিচ্ৰতি, আউল, scattered, diffused.

বিকৃত, কৃদ. বি. ( সং. ৱিকৃত—ৱি, অন্য প্ৰকাৰ + কৃ, কৰ্ ) ৰূপ বা গুণ সলনি হোৱা, আন এক প্ৰকাৰৰ হোৱা ; যেনে, দুগ্ধ বিকৃত হৈ দৈ হয় ; বেয়া বা দুৰ্গুণীয়া ; কুৰূপ, অশুৱনি বা বিগঢ়ী হোৱা, changed in form or nature, become ugly, distorted, corrupted.

বিকৃতি, স. শ. ( সং. ) ৰূপান্তৰ, বিকাৰ, এবিধ গুচি হোৱা আন এবিধ, change of form or nature.

বিক্‌চিনা, স. শ. ঘৃণা, ঘিণ, অশুচি বোধ, repugnance to what is offensive to smell or sight or unclean, disgust.

বিক্ৰম, স. শ. ( সং. ৱিক্ৰম—ৱি, ভালৰূপে + ক্ৰম্, গতি কৰ্ ) প্ৰতাপ, পৰাক্ৰম, বীৰত্ব, শক্তি, heroism, power, might.

বিক্ৰমাদিত্য, স. শ. ( সং. ৱিক্ৰমাদিত্য—ৱিক্ৰম, শক্তি + আদিত্য, সূৰ্য্য ; সূৰ্য্যৰ সমান বিক্ৰমী ) উজ্জয়িনী দেশৰ এজনা ডাঙৰ ৰজা, the name of a celebrated king who gave his name to the *sambat* era, which commenced 57 B.C.

বিক্ৰমী, বি. ( সং. ৱিক্ৰমিন্—ৱিক্ৰম + ইন্ ) প্ৰতাপী, পৰাক্ৰমী, powerful, mighty.

বিক্ৰয়, স. শ. ( সং. ৱিক্ৰয়—ৱি, উপস. + ক্ৰী, কিন্ ) বেচন, a sale.

বিক্ৰীত, কৃদ. বি. ( সং. ) বিক্ৰয় কৰা, বেচা, sold.

বিখ্যাত, বি. ( সং. ৱিখ্যাত—ৱি, উপস. + খ্যাত, সকলোৱে জনা ) প্ৰখ্যাত, সকলোৱে ভালৰূপে জনা, noted, celebrated.

বিগঢ়ী, বি. ( অং. বি, মন্দ + গঢ়, আকৃতি ) আগঢ়ী, কুৰূপ ; ৰূপ সলনি হোৱা, গঢ় লৰা ; যেনে, ডাঙৰ হলে লৰা বিগঢ়ী হয়, ugly, changed in form.

বিগত, কৃদ. বি. ( সং. ৱিগত—ৱি, উপস. + গত, যোৱা ) গত হোৱা, যোৱা, নথকা হোৱা, gone, past, last.

বিগতি, স. শ. ( অং. বি, বেয়া + গতি, অৱস্থা ) পৰিহাস, খেনি, ইতিকিং, a joke, a jest, banter.

বিগৰ্হিত, কৃদ. বি. ( সং. ৱিগৰ্হিত—ৱি, বৰকৈ + গৰ্হিত, নিন্দিত ) অতিশয়ৰূপে নিন্দিত ; বৰ নিন্দা পোৱা, বৰ বেয়া, censured, bad, vile.

বিগুণ, স. শ. ( সং. ৱিগুণ—ৱি, বেয়া + গুণ, স্বভাৱ বা ধৰ্ম্ম ) দুৰ্গুণ, বেয়া গুণ, দোষ, badness, worthlessness.

বিগ্ৰহ, স. শ. ( সং. ৱিগ্ৰহ—ৱি, উপস. + গ্ৰহ্, গ্ৰহণ কৰ্ ) যুদ্ধ, ৰণ, war, battle.

বিঘা, স. শ. ( বং. বিঘা, মাটিৰ জোখ বিশেষ ) পাঁচ কঠা মাটি, এহালচা, one-fourth of a *pura* of land.

বিঘিনি, স. শ. (সং. বিঘ্ন, বাধা) বাধা; আপদ, সঙ্কট; যেনে, একো বিঘিনি নোহোৱাকৈ ঘৰ পালে গৈ, impediment, obstacle, misfortune, any injurious accident.

বিঘ্ন, স. শ. (সং. বিঘ্ন—বি, বৰকৈ + হন্, হানি কৰ্) বাধা, বিঘিনি, ব্যাঘাত; আপদ, বিপদ, obstacle, impediment, misfortune, any injurious accident.

বিঘ্ন-নাশক্, স. শ. (সং. বিঘ্ননাশক—বিঘ্ন + নাশক, নাশ কৰোঁতা) বিঘিনি, নষ্ট বা দূৰ কৰোঁতা; গণেশ, he who or that which removes obstacles, a name of *Ganesha.*

বিচ্, স. ধা. (সং. বীজ্, বিচনীৰে বা দি) কোনো বহল, চেপেটা বস্তু লৰাই বা লগা, বিচনীৰে বতাহ দি; যেনে, বিচনী-ধৰাই ৰজাক বিচে, to fan. কৃদ. স. বিচন্।

বিচনী-ধৰা, স. শ. বিচনীৰে বিচোঁতা, one who fans, a punkha puller.

মূল অনুসৰি ওপৰৰ তিনটা শব্দৰ প্ৰথম আখৰত ঈ দি লিখা উচিত; কিন্তু ব্যৱহাৰ তাৰ বিৰুদ্ধ; তথাপি ঈ দিয়াত দোষ দেখা নেযায়।

বিচৰণ্, কৃদ. স. (সং. বিচৰণ—বি, উত্তমৰূপে + চৰ্, গতি কৰ্) পৰিভ্ৰমণ, আনন্দিত মনেৰে ইফালে সিফালে ফুৰণ, the act of roaming about.

বিচৰা, স. ধা. (অং. বিচাৰ্, অন্বেষণ কৰ্) আনৰ দ্বাৰা অন্বেষণ কৰা, to cause to be looked for.

বিচল্, স. শ. (অং. বি, বেয়া + চল, জুতি) আচল, বিজুতি, কৰিবৰ বা ধৰিবৰ উপায়ৰ অভাৱ; পোনেই হাত মেলি নোপোৱা ঠাই; যেনে, সেইটো বস্তু বিচলত আছে, inconvenience, a place not easily accessible.

বিচলিত্, কৃদ. বি. (সং. বিচলিত—বি, বেয়া-ৰূপে + চল্, গতি কৰ্) লৰচৰ হোৱা; এফলীয়া হোৱা; যেনে, ধৰ্ম্মৰ পৰা বিচলিত নহবা, gone, shaken, deviated from.

বিচক্ষণ্, বি. (সং. বিচক্ষণ—বি, উত্তমৰূপে + চক্ষ্, কথা ক) নিপুণ, পাৰ্গত; উত্তম; সুন্দৰ, clever, good, beautiful.

বিচাট্, স. শ. শোক পোৱাৰ কাৰণ নিজৰ জীৱন আৰু সংসাৰলৈ মৰমৰ অভাৱ, বিৰক্তি, বিৰাগ, violent mental affliction which makes a person indifferent to his life and worldly affairs.

বিচাট লাগ্, বিৰক্তি জন্ম্, মনৰ দুখত সকলোলৈকে মৰমহীন হ, to be indifferent to everything owing to mental affliction.

বিচাৰ্, স. শ. (সং. বিচাৰ—বি, ভালৰূপে + চৰ্, গতি কৰ্) দোষী নে নিৰ্দ্দোষী, ভাল নে বেয়া বা সঁচা নে মিছা, তাৰ বিবেচনা, সোধ; যেনে, গোচৰৰ বিচাৰ হৈছে; অনুসন্ধান, অন্বেষণ; যেনে, হেৰোৱা বস্তুৰ বিচাৰ কৰিবা, trial, investigation, search. স. ধা. অনুসন্ধান কৰ্, বুজ ল; যেনে, গৰুৱে ঘাঁহ বিচাৰে, to search for.

বিচাৰক্, স. শ. (সং.) সোধ কৰোঁতা, গোচৰ সোধোঁতা, দোষাদোষৰ বিবেচনা কৰোঁতা, a judge, an investigator.

বিচাৰণীয়, } বি. (সং.) বিচাৰ বা বিবেচনা
বিচাৰ্য্য, } কৰিবৰ যোগ্য, fit or proper to be investigated or inquired into.

বিচাৰ্-খোঁচাৰ্, } স. শ. (সং. বিচাৰ, অনু-
বিচাৰ-পৰ্, } সন্ধান + খোঁচাৰ্, পৰ্, অনুক.) অনুসন্ধান, বুজবাজ, an inquiry, a search.

বিচিত্ৰ, বি. (সং. বিচিত্ৰ—বি, উত্তম + চিত্ৰ, অনেক বৰণীয়া) অনেক বৰণীয়া; উত্তম, শুৱনি, variegated, beautiful.

বিচুৰ্ত্তি, বি. (সং. বিস্মৃতি, পাহৰণ) আচৰিত হৈ আপোনাক পাহৰা, বিস্মিত, বিস্ময়াপন্ন, ভয়ঙ্কৰ বা নতুন বস্তু দেখি হোৱা বিবুদ্ধি; বিবশ, lost in amazement, wonderstruck, perplexed.

বিচেষ্টা, বি. (অং. বি, নাই + চেষ্টা, জ্ঞান)

পীড়াৰ দুখত অস্থিৰ বা বিজ্ঞান ; যেনে, জৰৰ তাপত বিচেষ্টা ; সঙ্কটত পৰি বিবুদ্ধি ; যেনে, ঘৰত জুই লাগিলে মানুহ বিচেষ্টা হয় ; বিভত, উত্ৰাৱল, অসাৱধান, আহ্লাদত মগ্ন, restless or senseless with pain, at one's wit's end, careless, heedless.

বিচোঁতা, কৃদ. স. যি বিচে বা বিচনীৰে বা দিয়ে, a fanner. ( স্ত্ৰী ) বিচঁতী।

বিচ্ছেদ, স. শ. ( সং. ৱিচ্ছেদ—ৱি, উপস. + ছিদ্, ছেদন কৰ্) পৃথক হৈ বা সঙ্গ এৰি আঁতৰত থকা অৱস্থা ; যেনে, বন্ধুৰ বিচ্ছেদ ; বিশ্ৰাম বা ছেদ-ভেদ ; যেনে, বিচ্ছেদ নোহোৱা বৰষুণ ; দুটা বস্তুৰ মাজৰ শূন্য ঠাই ; যেনে, দুটা শব্দৰ মাজত বিচ্ছেদ থাকিব লাগে, separation, cessation, space, interval.

বিচবিচ্, বি. ( সং. ৱিংশতিবিংশতি, অনেক কুৰি ) অনেক, বহুত, অসংখ্যাত ; যেনে, তাত বাঘ বিচ-বিচ, very many, countless. ( মৌখিক )।

বিছা, স. শ. ( সং. বৃশ্চিক, এবিধ শুং লগা পোক ) গাত শুং থকা এবিধ পোক ; অষ্টম ৰাশি, a hairy caterpillar, the sign Scorpio.

বিজঁতুৱা, বি. ( অং. ৱি, হীন + জাত্, শ্ৰেণী ) নিজ জাতি বা বংশতকৈ নিকৃষ্ট হোৱা, জন্ম-দাতাৰ গুণতকৈ অধম গুণযুক্ত হোৱা ( জন্তু আৰু গছত খাটে ) ; যেনে, বিজতুৱা গৰু, বিজতুৱা আম, degenerate, deteriorated.

বিজয়, স. শ. ( সং. ৱিজয়—ৱি, উপস. + জি, জিক্ ) জিকন, জয়, পৰাস্ত কৰণ ; বিষ্ণুৰ এজনা পাৰিষদ, victory, one of Vishnu's attendants.

বিজয়া, স. শ. ( সং. ৱিজয় শব্দৰ স্ত্ৰীলিঙ্গ ) দুৰ্গা ; তেওঁৰ এজনা দাসী ; আহিন মাহৰ শুক্লা দশমী, যি দিনা দুৰ্গাৰ মূৰ্ত্তি উটোৱা যায় ; পাচৰ অৰ্থত "বিজয়া-দশমী" এনেও হয়, Durga, one of her female attendants, the tenth lunar day of the bright half of Aswin when the image of Durga is thrown into the water.

বিজয়ী, বি. ( সং. ৱিজয়িন্—ৱিজয় + ইন্ ) জয়-লাভ কৰা, জিকা, victorious. ( স্ত্ৰী ) বিজয়িনী।

বিজঁলিতুলা, } স. শ. ( সং. ৱিজ্, পৃথক হ )
বিজঁলিতূলা, } ধুনোতে জোঁৰৰ পৰা বেলেগ হৈ উফাৰি পৰা তূলা, cotton which is thown off in scutching.

বিজাতৰীয়া, বি. ( অং. বি, নাই + জাত, কুল ) জাতিভ্ৰষ্ট, জাতিহীন হোৱা ; নিজ জাতিৰ গুণ এৰি নিকৃষ্ট হোৱা ( নিন্দাৰ্থত ) ; যেনে, বিজাতৰীয়া বামুণ, degraded in caste, degenerate.

বিজুতি, স. শ. ( অং. বি, নাই + জুতি, চল ) জুতি বা চলৰ অভাৱ ; যেনে, বিজুতিত একো কাম ভাল নহয়, want of convenience. বি. বিসোৱাদ, জিভাক সন্তোষ-নিদিয়া ; যেনে, আঞ্জাখান বিজুতি হল ; কাৰ্য্য কৰাত সুখদায়ক নোহোৱা ; যেনে, কাপটো বিজুতি হৈছে ; কষ্টদায়ক, আচল, not to taste, not toothsome, inconvenient, uncomfortable.

বিজাতীয়, বি. ( সং. ৱিজাতীয়—ৱি, আন + জাতি, কুল বা বিধ ) অন্য কুলৰ, আন-কুলীয়া ; আন প্ৰকাৰৰ বা বিধৰ ; বিদেশী ; যেনে, বিজাতীয় ভাষা, of a different caste kind or class, foreign.

বিজিত্, কৃদ. বি. ( সং. ৱিজিত—ৱি, উপস, + জিত, জিকা) পৰাস্ত, হৰা, conquered, defeated.

বিজুলী, "বিদুলী" চোৱা।

বিজুলী-বাঁহ, স. শ. এবিধ গা সৰু বনৰীয়া বাঁহ, a kind of thin wild bamboo.

বিজোখ্, } বি. ( অং. বি, নহয় + জোখ,
বিজোখা, } পৰিমাণ ) যি পৰিমাণৰ হব লাগে, তাতকৈ ডাঙ্গৰ বা সৰু, disproportionate.

বিজোগ্, স. শ. চিঠিৰ খামৰ ওপৰত লিখা নাম আদি ; ভিতৰত থকা বস্তুৰ বিষয়ে

বাজ-কালে লিখা কথা, the address of a letter, a superscription.

বিজ্ঞ, বি. (সং. ৱিজ্ঞ—ৱি, ভালকৈ + জ্ঞা, জান্) জ্ঞানী, জনা, নিপুণ, wise, clever.

বিজ্ঞতম্, বি. অতিশয় বিজ্ঞ, বৰ জ্ঞানী, wisest, most learned.

বিজ্ঞতা, গু. শ. (সং.) জ্ঞান ; নিপুণতা, wisdom, cleverness.

বিজ্ঞান্, স. শ. (সং. ৱিজ্ঞান—ৱি, উত্তম + জ্ঞান, বোধ) জগতৰ বস্তুবিলাকৰ গুণ বা স্বৰূপৰ বোধ, গ্ৰহ-নক্ষত্ৰৰ গতি, দ্ৰব্যৰ গুণ ইত্যাদিৰ বিদ্যা, science.

বিজ্ঞান্, বি. (সং. বি, নথকা + জ্ঞান, বোধ) জ্ঞান নথকা, অচেতন, চেতনা নথকা, মূৰ্চ্ছিত, senseless, insensible, unconscious.

বিজ্ঞান্‌বেত্তা, স. শ. (সং. ৱিজ্ঞানৱেত্তা—ৱিজ্ঞান, বিদ্যা + ৱেত্তা, জনা) বিজ্ঞান জনা মানুহ, one versed in sciences, a scientist.

বিজ্ঞাপন্, কৃদ. স. (সং. ৱিজ্ঞাপন—ৱি, উত্তমৰূপে + জ্ঞাপন, জনোৱা) জনোৱা কাৰ্য্য ; জাননী, information, an advertisement.

বিজ্‌বিজনি, স. শ. (অং. বিজ্‌বিজা, ছালত অসুখ বোধ জন্মা) গাৰ ছালত খজুৰতিৰ নিচিনা অসুখ বোধ, an itching sensation.

বিজ্‌বিজা, অ. ধা. খজুৰতিৰ নিচিনা অসুখ বোধ কৰ্ ; যেনে, গাটো বিজবিজায়, to have an itching sensation.

বিটলিয়া, বি. (সং. ৱিটল, ধূৰ্ত্ত ; বং. বিটলিয়া, দুষ্ট) দুষ্ট, অসৎ, অধম (বামুণক গালি-পৰা মাত), wicked, mean (a term used in abusing a Brahman). স. শ. দুষ্ট বা অধম বামুণ, a wicked Brahman.

বিটলোণ্, স. শ. (সং. ৱিটলৱণ, এবিধ লোণ) কলা লোণ, এবিধ লুনীয়া মাটি আমলখীৰ ৰসেৰে সিজাই কৰা আৰু দৰৱত দিয়া দুৰ্গন্ধ লোণ, a kind of medicinal salt commonly called black salt.

বিঠিক্, বি. (হিং. বেঠিক, অনিশ্চয়) নিশ্চয় নথকা, uncertain.

বিড়ম্ব্, স. ধা. (সং. ৱিড়ম্বন, বঞ্চনা) বঞ্চ্, বঞ্চনা কৰ্ ; নিৰাশ কৰ্ ; যেনে, বিধতাই বিড়ম্বিলে, to deceive or disappoint.

বিড়ম্বনা, স. শ. (সং. ৱিড়ম্বনা—ৱি, উপস. + ডম্ব্, একত্ৰ কৰ্) প্ৰতাৰণা, বঞ্চনা, ছলনা ; নিৰাশ কৰণ, deceit, trick, disappointment.

বিড়ম্বিত্, কৃদ. বি. (সং.) প্ৰতাৰিত, বঞ্চিত ; নৈৰাশ, deceived, disappointed.

বিড়াল্, স. শ. (সং. ৱিড়াল—ৱিড়্, খণ্ড খণ্ড কৰ্ ; এন্দুৰ খায়, এতেকে) মতা মেকুৰী, বোন্দা ; মেকুৰী জাতিৰ জন্তু, a cat. (স্ত্ৰী) বিড়ালী, বিড়লী।

বিড়িং, "বিৰিং" চোৱাঁ।

বিড়িঙ্গ, "বিৰিঙ্গ" চোৱাঁ।

বিঢ়া, স. শ. (সং. বৃদ্ধা, বুঢ়ী) বুঢ়া ওকণী, a full-grown louse.

বিত্, স. শ. (সং. ৱিত্ত, ধন) ধন, টকা ; যেনে, "হাতত নাই বিত, মনে কৰে পিত পিত," money.

বিতণ্ডা, স. শ. (সং. ৱিতণ্ডা, বাদানুবাদ) গালি, তিৰস্কাৰ, abuse, reproach.

বিতত্, বি. (অং. বি, নথকা + তত, জ্ঞান) পীড়াৰ দুখত অস্থিৰ বা অজ্ঞান, বিচেষ্টা ; বিবুদ্ধি ; চঞ্চল, অসাৱধান ; শোকত বা আহ্লাদত মগ্ন, restless or senseless with pain, at one's wit's end, heedless, distracted with pleasure or sorrow.

বিতৰণ্, কৃদ. স. (সং. ৱিতৰণ—ৱি, উপস. + তৃ, পাৰ হ) দান, দিয়া কাৰ্য্য, donation, gift.

বিতল্, স. শ. (সং. ৱিতল—ৱি, উপস. + তল, গভীৰ) পাতালৰ সাত থলপাৰ এক, one of the seven regions below.

বিতুষ্ট, কৃদ. বি. (সং.) ৱিতুষ্ট—ৱি, ন +

তুষ্ট, সন্তোষ-পোৱা, অসন্তুষ্ট, সন্তোষ-নোপোৱা, বেয়া-পোৱা, displeased.

বিতুষ্টি, স. শ. ( সং. ) অসন্তোষ, সন্তোষৰ অভাৱ ; যেনে, বন্ধুৰ বিতুষ্টি জন্মোৱা ভাল নহয়, displeasure.

বিত্তোপন্, বি. অতি সুন্দৰ, উত্তম, শ্ৰেষ্ঠ, বৰ ভাল, very good, excellent.

বিত্ত, স. শ. ( সং. ৱিত্ত—ৱিদ্, আৰ্জ্ ; উপাৰ্জন কৰা যায়, এতেকে ) ধন, টকা ; সম্পত্তি, money, property.

বিতৃশগুণ্, স. শ. ( সং. দিৱা, সুন্দৰ + অং. শগুণ, শ-খোৱা চৰাই ) মূৰ আৰু ডিঙ্গিত ৰঙ্গা ছাল থকা এবিধ ডাঙ্গৰ শগুণ, the king-vulture.

বিদগ্ধ, বি. ( সং. ৱিদগ্ধ—ৱি, উপস. + দহ্, পোৰ্ ) বৰ নিপুণ, জ্ঞানী ( পণ্ডিতত খাটে ) ; যেনে, বিদগ্ধ পণ্ডিত, very learned.

বিদৰ্, অ. ধা. ( সং. ৱিদাৰণ, ফালন ) ডুফাল হ, ফাটি এভাগৰ পৰা আন ভাগ আঁতৰি যা, to be rent asunder.

বিদৰণ্, কৃদ. স. ( সং. ) ফাটন, ডুফাল হোৱা কাৰ্য্য, fission.

বিদৰা, স. ধা. আনৰ দ্বাৰা ফলা ; উৎনিয়া কৰি অলপকৈ বহল কৰ্ বা মেল্ ( ওঁঠ বা মুখত খাটে ) ; যেনে, হৰি-নাম শুনি নাস্তিকে মুখ বিদৰায়, to cause to be cleft, to protrude (as the lower lip by way of shewing contempt).

বিদৰ্ভ, স. শ. ( সং. ৱিদৰ্ভ ) এখান দেশ, বৰ-নাগপুৰ বা বিৰাৰ দেশ, Berar proper.

বিদায়্, স. শ. ( সং. ৱিদায়—ৱি, উপস. + দা, দি ; অনুমতি দিয়া যায়, এতেকে ) যাবৰ অনুমতি, মেলানি, permission to go, leave of absence.

বিদাৰ্, স. ধা. ( সং. ৱিদাৰণ, ফলান ) ফাল্, দুই বা বহু ফাল কৰ্, to tear, to rend asunder.

বিদাৰক্, স. শ. ( সং. ৱিদাৰক—ৱি, উপস. + দৃ, ফাল্ ) ফালোঁতা, খণ্ড খণ্ড কৰোঁতা ( এটা সংজ্ঞা শব্দৰ পাচত থাকে ) ; যেনে, পৰ্ব্বত-বিদাৰক, he who or that which tears or rends asunder.

বিদাৰণ্, কৃদ. স. ( সং. ) ফালন, খণ্ড খণ্ড কৰা, the act of rending or splitting.

বিদাৰিত্, কৃদ. বি. ( সং. ) ফলা, খণ্ড খণ্ড কৰা, torn, rent.

বিদিত্, কৃদ. বি. ( সং. ৱিদিত—ৱিদ্, বুজ পা ) বুজ পোৱা বা জনা হোৱা, জ্ঞাত, প্ৰকাশিত ; যেনে, সেই কথা বিদিত হৈছে, known.

বিদিশ, স. শ. ( সং. ৱিদিশ—ৱি, উপস. + দিশ, পূব আদি ) দুই দিশৰ মাজৰ চুক ; যেনে, উত্তৰ পূব ইত্যাদি, an intermediate point of the compass.

বিদীৰ্ণ, কৃদ. বি. ( সং. ৱিদীৰ্ণ—ৱি, উপস. + দৃ, ফাল্ ) বিদাৰিত, ফলা, torn, rent, split.

বিদুলী, স. শ. (সং. ৱিদ্যুত ; প্ৰাং. বিজ্জুলী ; হিং. বং. বিজ্‌লী ) আকাশৰ পৰা ওলোৱা চকমকীয়া পোহৰ, lightning.

বিদুলী মাৰ্, বিদুলীৰে পোহৰ কৰ্, to lighten, to flash, as lightning.

বিদুলী-চমক্, স. শ. ( অং. বিদুলী + চমক, ক্ষণিক দীপ্তি ) বিদুলীৰ দীপ্তি, a flash of lightning.

বিদুলী-চালক্, স. শ. ( অং. বিদুলী + সং. চালক, চলাওঁতা) বিদুলী চলোৱা বা আকৰ্ষণ কৰা বস্তু, ধাতু আদি, anything that conducts electricity, a conductor.

বিদুলী-ডাক্, স. শ. ( অং. বিদুলী + হিং. ডাক, বাৰ্ত্তা নিওঁতা ) বিদুলীৰে বাৰ্ত্তা চলোৱা যন্ত্ৰ, electric telegraph.

বিদুলী-বাতৰি, স. শ. ( অং. বিদুলী + বাতৰি, বাৰ্ত্তা ) বিদুলী ডাকত অহা সমাচাৰ, a telegram, a telegraphic message.

বিদুলীয়া, অ. ধা. বিদুলী মাৰ্, বিদুলীৰ দ্বাৰা পোহৰ দি ; যেনে, মেঘে বিদুলীয়ায়, to lighten, to flash, as lightning.

বিদেশ্, স. শ. ( সং. ৱিদেশ—ৱি, উপস. +

দেশ, পৃথিৱীৰ ভাগ ) নিজ দেশৰ বাজৰ দেশ, ভিন্ন দেশ, a foreign country.

বিদেশস্থ, বি. ( সং. ৱিদেশস্থ—ৱিদেশ + স্থা, থাক্ ) বিদেশত থকা, staying or existing abroad.

বিদেশী, বি. ( সং. বিদেশিন্—ৱিদেশ + ইন্ ) বিদেশৰ, ভিন্ন দেশৰ, নিজ দেশৰ নোহোৱা ; যেনে, বিদেশী মানুহ বা বস্তু, foreign, exotic. স. শ. আন দেশৰ লোক ; যেনে, বিদেশীয়ে আমাৰ কথা কি বুজে, a foreigner. ( স্ত্রী ) বি. স. শ. বিদেশিনী।

বিদ্যমান্, বি. ( সং. ৱিদ্যমান—ৱিদ্, বৰ্ত্ত্ ) বৰ্ত্তমান, আগত থকা ; জীয়াই থকা, present, existing.

বিদ্যমানতা, গু. শ. ( সং. ) বিদ্যমান থকা গুণ বা অৱস্থা, the state or quality of existing, existence.

বিদ্যমানে, আ. অব্য. আগত থাকোঁতে ; জীয়াই থাকোঁতে ( তাৰ পূৰ্ব্বৰ শব্দৰ ষষ্ঠী হয় ) ; যেনে, পিতৃৰ বিদ্যমানে, তোমাৰ বিদ্যমানে, while living.

বিদ্যা, স. শ. ( সং. ৱিদ্যা—ৱিদ্, জান্ ) শিকি অৰ্জ্জা জ্ঞান, অভ্যাসৰ পৰা হোৱা বোধ, learning, knowledge.

বিদ্যাধৰ্, স. শ. ( সং. ৱিদ্যাধৰ—বিদ্যা + ধৃ ধৰ্ ; গীত-বাদ্যৰ জ্ঞান আছে, এতেকে ) গন্ধৰ্ব্ব, ইন্দ্ৰৰ সভাত গীত-বাদ্য কৰা এবিধ উপদেৱতা, a demi-god whose duty is to dance and sing before *Indra.* ( স্ত্রী ) বিদ্যাধৰী।

বিদ্যাভ্যাস্, স. শ. ( সং. ৱিদ্যাভ্যাস—ৱিদ্যা + অভ্যাস, শিক্ষা ) বিদ্যা শিকিবলৈ কৰা যত্ন, বিদ্যাৰ শিক্ষা, study.

বিদ্যাৰ্জ্জন, স. শ. ( সং. ৱিদ্যাৰ্জ্জন—ৱিদ্যা + অৰ্জ্জন, লাভ ) বিদ্যাৰ প্ৰাপ্তি, জ্ঞানৰ আৰ্জ্জন, acquirement of knowledge.

বিদ্যাৰ্থী, স. শ. ( সং. ৱিদ্যাৰ্থিন্—ৱিদ্যা + অৰ্থিন্, বিচাৰোঁতা ) বিদ্যা শিকোঁতা, ছাত্ৰ, a student.

বিদ্যালয়, স. শ. ( সং. ৱিদ্যালয়—ৱিদ্যা + আলয়, ঘৰ ) বিদ্যা শিকা ঘৰ, পঢ়াশালি, a school, a college.

বিদ্যাৱন্ত, } বি. ( সং. ৱিদ্যাৱৎ ) বিদ্যাত
বিদ্যাৱান্, } নিপুণ, বিদ্বান্, বিদ্যা জনা, learned. ( স্ত্রী ) বিদ্যাৱতী।

বিদ্ৰোহ্, স. শ. ( সং. ৱিদ্ৰোহ—ৱি, উপস. + দ্ৰুহ্, হিংসা কৰ্ ) নিজ দেশৰ ৰজাৰ অপকাৰ চিন্তা, ৰজা ভাঙ্গিবলৈ কৰা উদ্যোগ, rebellion.

বিদ্ৰোহী, বি. ( সং. বিদ্ৰোহিন্—বিদ্ৰোহ + ইন্ ) ৰজাৰ দ্ৰোহ আচৰা, ৰজা ভাঙ্গিবলৈ যত্ন কৰা, rebellious. স. শ. ৰজাৰ দ্ৰোহ চিন্তা বা ৰজাৰ বিৰোধে উঠা মানুহ, a rebel. ( স্ত্রী ) বি. স. শ. বিদ্ৰোহিণী।

বিদ্বান্, বি. (সং. বিদ্বস্, বিদ্যাযুক্ত) বিদ্যাৱন্ত, learned.

বিদ্বেষ্, স. শ. ( সং. ৱিদ্বেষ—ৱি, উপস. + দ্বিষ্, হিংসা কৰ্ ) শত্ৰুতা, হিংসা, enmity.

বিদ্বেষী, বি. ( সং. ৱিদ্বেষিন্—ৱিদ্বেষ+ইন্ ) হিংসা কৰা, অপকাৰী, hostile, inimical. স. শ. শত্ৰু, an enemy.

বিধ্, স. শ. ( সং. ৱিধ—ৱি, উপস. + ধা, ধাৰণ কৰ্ ) প্ৰকাৰ, জাতি, sort, kind.

বিধতা, "বিধাতা" শব্দৰ অপভ্ৰংশ।

বিধৰম্, স. শ. ( সং. ৱিধৰ্ম্ম, অধৰ্ম্ম ) অধৰ্ম্ম, পাপ, sin, vice.

বিধৰী, বি. ( সং. ৱিধটী, লেংটি নথকা—ৱি, নথকা + ধটী, লেংটি ) লেংটিও নথকা, বিবস্ত্ৰ, গোটেই নাঙ্গঠ, stark naked.

বিধৱা, স. শ. ( সং. বিধৱা—ৱি, হীন হোৱা + ধৱ, স্বামী ) স্বামীহীন হোৱা তিৰী, বাঁৰী, a widow.

বিধাতা, স. শ. ( সং. ৱিধাতৃ—ৱি, উপস. + ধা, ধাৰণ কৰ্ ; প্ৰাণীৰ বিধান কৰোঁতা) ব্ৰহ্মা, সৃষ্টিকৰ্ত্তা ; জগতৰ ৰক্ষাৰ আৰু কাৰ্য্যৰ বিধান কৰা ঐশ্বৰিক শক্তি, Brahma, the god who is said to have created the world, providence.

বিধান্, স. শ. ( সং. ৱিধান—ৱি, উপস. + ধা, ধাৰণ কৰ্ ) ব্যৱস্থা, কোনো কাৰ্য্য কৰিবলৈ দিয়া উপায় বা দিহা ; বিধি,

নিয়ম ; যেনে, শাস্ত্ৰৰ বিধান মতে চলিবা, direction, rule.

বিধান্, স· শ· ( সং· ৱিধান, উপায় ; সি খেতিৰ উপায়, এতেকে ) কঠীয়া, খেতিৰ কাৰণ ৰখা গুটি আদি, seed kept for sowing. ( কামৰূ· )।

বিধি, স· শ· ( সং· ৱিধি—ৱি, উপস· + ধা, ধাৰণ কৰ্ ) নিয়ম, ব্যৱস্থা, বিধান ; কাৰ্য্যৰ প্ৰণালী ; ব্ৰহ্মা, rule, precept, procedure, Brahma or the personification of the creative power of God.

বিধি পথালি কৰ্, বাধা জন্মা, আনৌৱাহ উলিয়া ; যেনে, অমুকে বিয়াখান পাতিছে, তাত তুমি বিধি পথালি নকৰিবা, to raise objection, to obstruct.

বিধিজ্ঞ, বি· ( সং· ৱিধিজ্ঞ—ৱিধি, নিয়ম + জ্ঞা, জান্ ) নিয়ম জনা, ব্যৱস্থাশাস্ত্ৰ জনা, versed in legal lore, acquainted with rules.

বিধিবেত্তা, স· শ· ( সং· ৱিধিৱেত্তৃ—ৱিধি, নিয়ম + ৱিদ্, জান্ ) নিয়ম জানোতা, আইন জনা লোক, one versed in rules and precepts, a lawyer.

বিধিৱত্, ক্ৰি· বি· ( সং· ৱিধিৱৎ, বিধি অনুসৰি ) বিধিৰ দৰে, নিয়ম অনুসৰি : যেনে, বিধিৱত কাৰ্য্য কৰিবা, according to law or precept.

বিধি-সিদ্ধ, বি· ( সং· ৱিধিসিদ্ধ—ৱিধি, নিয়ম + সিদ্ধ, সম্পূৰ্ণ হোৱা ) নিয়মৰ, মতৰ, বিধিৰ দৰে হোৱা, নিয়মৰ বিপৰীত নোহোৱা, lawful.

বিধিহীন্, বি· ( সং· ৱিধিহীন—ৱিধি, নিয়ম + হীন, শূন্য ) বিধিৰ দৰে নোহোৱা, নিয়মৰ বিৰুদ্ধ ; যেনে, বিধিহীন কাৰ্য্য কৰা অনুচিত, not consonant with, or oppposed to, law or precept.

বিধু, স· শ· ( সং· ৱিধু—ব্যধ্, পীড়া কৰ্ ; মূল আশঙ্কাযুক্ত ) চন্দ্ৰ, জোন, the moon.

বিধুতি, বি· ( অং· বি, নহয় + ধুতি, শুচি ) অপবিত্ৰ, অশুচি, গা-নোধোৱা বা ধোৱাৰ পাচত অশুচি বস্তু ছুই হোৱা অপবিত্ৰ, ceremonially unclean.

বিধুমুখী, বি· ( সং· ৱিধুমুখী—ৱিধু, চন্দ্ৰ + মুখ, বদন ) চন্দ্ৰৰ দৰে শুৱনি মুখ থকা তিৰোতা, সুন্দৰী স্ত্ৰী, a beautiful woman.

বিধেয়, বি· ( সং· বিধেয়—ৱিধি, নিয়ম ) বিধিসিদ্ধ, বিধিৰ বিৰুদ্ধ নোহোৱা ; উচিত, lawful, proper.

বিধ্বংসনা, স· শ· ( সং· ৱিধ্বংস, নাশ ) সম্পূৰ্ণ নাশ, total destruction.

ৱিনচ্, স· শ· ( সং· ৱিনষ্ট, ধ্বংসিত ) জন্তুৰ গৰ্ভপাত বা অকালত হোৱা প্ৰসৱ, abortion or premature birth (applied to an animal).

বিনচ্ কৰ্, মৰা পোৱালি জগা ; যেনে, গায়ে বিনচ কৰিলে, to give birth to dead offspring (applied to cattle).

বিনতি, স· শ· ( সং· ৱিনতি—ৱি, উপস· + নম্,নূৰ দোঁৱা ) নম্ৰভাৱে কৰা প্ৰাৰ্থনা, বিনয়, কাকুতি, supplication.

বিননি, স· শ· ( অং· বিনা, শোক প্ৰকাশ কৰ্ ) উচ্চ শব্দেৰে গুণ বৰ্ণাই কৰা শোক, বিলাপ, lamentation.

বিনন্দ, বি· ( সং· ৱিনন্দ—ৱি, উপস· + নদ, হৰ্ষ পা ) আনন্দযুক্ত, আনন্দিত ; চকুক আনন্দ দিয়া, শুৱনি, সুন্দৰ, joyful, blissful, happy, beautiful, pleasing to the eye.

বিনন্দীয়া, বি· আনন্দময়, হৰ্ষযুক্ত ; অতিশয় শুৱনি ( দিহিঙৰ শিষ্যে গৌৰৱেৰে গোসাঁইৰ কথা কোৱা মাত ) ; যেনে, প্ৰভু বিনন্দীয়া, blissful, very beautiful (a term of veneration applied by the disciples of the Dihing *sattra* to their Gossain).

বিনন্দবিলাস্, বি· (সং· ৱিনন্দ, আনন্দময় + বিলাস, খেলা ) আনন্দেৰে পূৰ্ব আৰু অতি সুন্দৰ ; যেনে, ঈশ্বৰৰ বিনন্দবিলাস সৃষ্টি, blissful and pleasing to the eye.

**বিনয়্**, স. শ. ( সং. ৱিনয়—ৱি, উপস.+নী, লৈ যা ) নম্রতা ; নম্রভাৱে কৰা প্ৰাৰ্থনা, মিনতি, humility, supplication.

**বিনশ্বৰ্**, বি. ( সং. ৱিনশ্বৰ—ৱি, উপস.+নশ্, নাশ পা ) নশ্বৰ, ক্ষণভঙ্গুৰ, সদায় নথকা, perishable, frail.

**বিনষ্ট**, কৃদ. বি. ( সং. ৱিনষ্ট—ৱি, উপস.+নশ্, নষ্ট হ ) নষ্ট, হত, lost, dead.

**বিনা**, অ. ধা. ( সং. ৱৰ্ণন, বিস্তাৰিতৰূপে কথন ) গুণ বৰ্ণাই শোক কৰ্ : যেনে, বিনাই কান্দিছে, to lament, to wail.

**বিনা**, আ. অব্য. ( সং. ৱিনা, নহলে ) বাজে, বাহিৰে, অভাৱে ( যি শব্দৰ পাচত থাকে তাৰ সপ্তমী বিভক্তি হয় ) ; যেনে, কৃষ্ণত বিনা, তোমাত বিনা : (শব্দৰ আগত স্থাপিত হৈ অভাৱ বুজায়) ; যেনে, বিনা দোষ ( দোষৰ অভাৱ ), সেই দৰেই বিনা কাৰণ, save, except, placed before a noun it signifies without.

**বিনামূল্যে, বিনামোলে**, ক্রি. বি. ( সং. বিনা, নোহোৱাকৈ + মূল্য, বেচ ) বেচ নিদিয়াকৈ বা নোলোৱাকৈ, শুদায় ; যেনে, বিনামূল্যে দিলে বা ললে, without price.

**বিনাশ্**, স. শ. ( সং. ৱিনাশ—ৱি, উপস.+নশ্, নষ্ট হ ) ধ্বংস, নাশ, মৃত্যু, destruction, death.

**বিনাশক**, স. শ. ( সং. ৱিনাশক—ৱি, উপস.+নশ্, নষ্ট হ) নাশ কৰোঁতা, ধ্বংসোঁতা ; মাৰোঁতা, a destroyer, a killer. ( স্ত্ৰী ) বিনাশিকা।

**বিনাশন্**, কৃদ. স. ( সং. ৱিনাশন—ৱি, উপস.+নশ, নষ্ট হ ) নাশ কৰণ, মাৰণ : বিনাশক, মাৰোঁতা ( পাচৰটো ভাৱত এটা সংজ্ঞা শব্দৰ পাচত যোগ কৰা যায় ) ; যেনে, দৈত্য-বিনাশন, destruction, a destroyer (used in composition).

**বিনাশী**, স. শ. ( সং. ৱিনাশিন্—ৱিনাশ+ইন ) নাশ কৰোঁতা, বধোঁতা ( এটা সংজ্ঞা শব্দৰ পাচত যোগ কৰা যায় ) ; যেনে, পাপ-বিনাশী, a destroyer. ( স্ত্ৰী ) বিনাশিনী। বি. নাশ পোৱা, নশ্বৰ; যেনে, বিনাশী দেহ বা বস্তু, perishable, frail.

**বিনীত্**, বি. ( সং. ৱিনীত—ৱি, উপস.+নী, লৈ যা ) বিনয়যুক্ত, নম্র, অহঙ্কাৰ নথকা, mild, humble.

**বিনুৰৈ**, "বিনৈ" চোৱা।

**বিনে**, আ. অব্য. ( সং. ৱিনা, অভাৱ ) বাজে, বাহিৰে ( এটা শব্দৰ পাচত থাকে আৰু তাৰ সপ্তমী বিভক্তি হয় ) ; যেনে, ৰামত বিনে, তোমাত বিনে, except, save.

**বিনৈ**, স. শ. আহু ধানৰ মাজত গজা এবিধ বন ( সি বিনয় কৰি ধানৰ পুলিৰ পৰা অলপ ঠাই খুজি লৈ পাচে গোটেই থান পথাৰ জোৰে : এই ভাবৰ পৰা সেইটো নাম হৈছে ), a kind of tare that grows amongst *ahudhan*.

**বিন্দু**, স. শ. (সং. ৱিন্দু, জুলীয়া বস্তুৰ টোপা) বীৰ্য্য, ৰেতস ; যেনে, "যৈত, যৈত শঙ্কৰৰ বিন্দু পৰি গৈল," ( কীৰ্ত্তন )। semen, human seed.

**বিন্দু**, স. শ. ( সং. ৱিন্দু—ৱিদ, বুজ পা ) এটা ফুট : যেনে, (০) ; জুলীয়া বস্তুৰ ক্ষুদ্ৰ টোপা : যেনে, এক বিন্দু জল ; অতি অলপীয়া অংশ : যেনে, এক বিন্দুও নাই, a dot, a drop, a small particle.

**বিন্দুসাৰ্**, স. শ. ( সং. বিন্দু, বীৰ্য্য+সাৰ, ৰেতস হৈ পৰা ৰোগ ) পুৰুষৰ গুপ্তাঙ্গৰ পৰা ৰেতসৰ আৰু তিৰোতাৰ যোনিৰ পৰা ফেনৰ স্ৰাৱ হোৱা ৰোগ, spermatorrhœa, leucorrhœa or whites.

**বিন্ধ**, স. ধা. ( সং. ৱিধ্ ; হিং. বিন্ধনা ; বং. বিন্ধন, ফুটা কৰ্ ) ফুটা কৰ্ ; যেনে, কাণ বিন্ধে ; সৰু জোঙা বস্তুৰ আগেৰে খোঁচ্ ; যেনে, তাক কাঁইটে বিন্ধিলে, to pierce, to bore, to prick.

**বিন্ধন্**, কৃদ. স. বিন্ধা কৰা বা জোঙা বস্তুৰ আগেৰে খোঁচা কাৰ্য্য, the act of boring or pricking.

**বিন্ধনা**, স. শ. ফুটা কৰা শলা, ভোঁহৰ, a borer, an awl.

**বিন্ধা**, স. শ. ফুটা, ৰন্ধ্ৰ, জলঙ্গা, a hole, a bore.

**বিন্ধা**, স. শ. (সং. বিন্ধক, খেতিৰ বন গুচোৱা যতন) আহু ধান পাতলোৱা জবকাৰ নিচিনা সঁজুলি, an instrument for thinning out *ahudhan*. স. ধা. বিন্ধাৰে পাতল কৰ্: যেনে, আহু ধান বিন্ধাইছে, to thin out with the above.

**বিন্ধা**, স. ধা. (সং. বিন্ধ, ফুটা কৰ্) আনৰ দ্বাৰা ফুটা কৰা বা জোঙ্গা বস্তুৰে খোঁচা, to cause to be bored or pricked.

**বিন্ধা**, স. শ. (সং. বিন্ধ্য, এশাৰী পৰ্ব্বত) ভাৰতৰ বেহাৰৰ পৰা গুজৰাটলৈ বিস্তৃত আৰু হিন্দুস্থানৰ পৰা দক্ষিণ দেশক বেলেগোৱা এশাৰী পৰ্ব্বত, the *Vindhya* range of mountains.

**বিন্ধ্যাচল্**, স. শ. (সং. বিন্ধ্য + অচল, পৰ্ব্বত) বিন্ধা পৰ্ব্বত, see the above.

**বিন্যাস**, স. শ. (সং. বিন্যাস—বি, উপস. + অস্, স্থাপন কৰ্) শৃঙ্খলৰূপে কৰা স্থাপন, যাক যত দিব লাগে, তাক তত স্থাপন কৰা কাৰ্য্য; যেনে, বাক্য-বিন্যাস, orderly arrangement.

**বিপত্তি**, স. শ. (সং. বিপত্তি—বি, বিৰোধে + পত্, পৰ্) মানুহৰ অহিতে উপস্থিত হয়, এতেকে) আপদ, বিপদ, কষ্ট, adversity, misfortune, distress.

**বিপত্-সাগৰ্**, স. শ. (সং. বিপৎ, বিপত্তি + সাগৰ, সমুদ্ৰ) আপদৰ সাগৰ, বৰ ডাঙৰ আপদ, heavy misfortune or calamity.

**বিপথ্**, স. শ. (সং. বিপথ—বি, নোহোৱা + পথ, বাট) অনুচিত পথ, অবাট, বেয়া বাট, a wrong or bad way, evil course.

**বিপথে**, ক্ৰি. বি. অবাটে, যি বাটে যলৈ যোৱা যায় তাতকৈ অন্য বাটে, by a wrong way.

**বিপথগামী**, বি. (সং. বিপথগামিন্—বিপথ + গামিন্, যোৱা) অবাটে যোৱা, আওবাটে চলা, বাট হেৰুওৱা; বেয়া মতত চলা বা অন্যায় আচৰণ কৰা, going by a wrong way, bewildered.

**বিপদ্**, স. শ. (সং. বিপৎ, বিপদ্—বি, মন্দৰূপে + পদ্, গতি কৰ্) আপদ, বিপত্তি, adversity, misfortune, distress.

**বিপদ্গ্ৰস্ত**, বি. (সং. বিপদ্গ্ৰস্ত—বিপদ, আপদ + গ্ৰস্ত, গ্ৰাস কৰা; আপদে গ্ৰাস কৰা) আপদত পৰা, involved in misfortune.

**বিপন্ন**, কৃদ. বি. (সং. বিপন্ন—বি, বিৰোধে + পদ্, গতি কৰ্) আপদত পৰা, বিপদ্গ্ৰস্ত, fallen into adversity, involved in misfortune.

**বিপৰীত্**, বি. (সং. বিপৰীত—বি + পৰি, বিৰোধে + ই, গতি কৰ্) বিৰুদ্ধ, ওলোটা, অমিল, অসঙ্গত, opposite, contrary, contradictory, or inconsistent.

**বিপৰ্য্যয়**, বি. (সং. বিপৰ্য্যয়—বি + পৰি, বিৰোধে + ই, গতি কৰ্) বিৰুদ্ধ, বিপৰীত, ওলোটা, অসঙ্গত, contrary, inconsistent.

**বিপক্ষ**, স. শ. (সং. বিপক্ষ—বি, বিৰুদ্ধ + পক্ষ, ফাল) বিৰোধী লোক, শত্ৰু; শত্ৰুৰ ফলীয়া লোক, an adversary, an antagonist, an opposite party. বি. অহিত চিন্তা কৰা, শত্ৰুতা কৰা, শত্ৰুৰ ফলীয়া, inimical.

**বিপক্ষতা**, গু. শ. (সং.) শত্ৰুতা, অহিত চিন্তা, hostility.

**বিপক্ষে**, অা. অব্য. বিৰোধে, অহিতে, against.

**বিপাক্**, স. শ. (সং. বি, বিষম + পাক, লেঠা) এৰাব বা শীঘ্ৰে নিষ্পত্তি কৰিব নোৱৰা লেঠা: উপায়ৰ অভাৱ; কষ্টদায়ক বা সঙ্কটযুক্ত ঘটনা, difficulty, embarrassment, a scrape.

**বিপাকে**, } ক্ৰি. বি. নিৰুপায় অৱস্থাত,
**বিপাঙ্গে**, } টানত বা সঙ্কটত পৰি; যেনে, "বিপাঙ্গে মৰিল," in a helpless state. (পদ্যত ব্যৱহৃত)।

**বিপুল্**, বি. ( সং. ৱিপুল—ৱি, উপস.+পুল্, ডাঙ্গৰ হ ) বৃহৎ, ডাঙ্গৰ ; যেনে, বিপুল শক্তি ; বহুত, বিস্তৰ ; যেনে, বিপুল সম্পত্তি, great, large, much.

**বিপ্ৰ**, স. শ. ( সং. ৱিপ্ৰ—ৱপ্, খুৰা, ডাড়ি গোঁফ খুৰাইছিল, এতেকে ) ব্ৰাহ্মণ, বামুণ, a Brahman.

**বিপ্লৱ্**, স. শ. ( সং. ৱিপ্লৱ—ৱি, উপস. + প্লু, গতি কৰ্) বিভ্ৰাট, ৰণৰ বা শত্ৰুৰ আক্ৰমণৰ দ্বাৰা দেশত হোৱা হুলস্থুল ; যেনে, মানৰ বিপ্লৱ, বৰ আপদ ; যেনে, বিপ্লৱত পৰি বিবুদ্ধি, a great commotion caused by the attack on a country by an enemy, a great calamity.

**বিফল্**, বি. ( সং. ৱিফল—ৱি, নোহোৱা+ফল, সিদ্ধি ) সিদ্ধ নোহোৱা, নিস্ফল, সফল নোহোৱা, অসাৰ্থক, ব্যৰ্থ, fruitless, vain.

**বিফলতা**, গু. শ. ( সং. ৱিফলতা ) নিস্ফলতা, ব্যৰ্থতা, fruitlessness.

**বিফলে**, ক্ৰি. বি. ফল নোহোৱাকৈ, অসাৰ্থক হৈ, শুদায়, in vain, fruitlessly.

**বিবৰ্**, স. শ. ( সং. ৱিৱৰ—ৱি, উপস. + বৃঞ্, ঢাক ) গৰ্ত্ত, গাঁত, a hole, a chasm.

**বিবৰণ্**, বি. ( সং. ৱিৱৰ্ণ, বৰণ গুচা ) বৰণ গুচা, মলিন হোৱা, pale, wan.

**বিবৰণ্**, স. শ. ( সং. ৱিৱৰণ—ৱি, ভালৰূপে +বৃ, বাছি ল ) বৃত্তান্ত, বিস্তাৰিতৰূপে কথন, ভাঙ্গি পাতি কোৱা কথা, description, detail.

**বিবৰ্ণ**, বি. ( সং. ৱিৱৰ্ণ—ৱি, গুচা+ৱৰ্ণ, বৰণ ) বৰণ গুচা, মলিন হোৱা, বিবৰণ, pale, wan.

**বিবশ্**, বি. ( সং. ৱিৱশ, বশ নোহোৱা ; বশ হৈ থকা বুদ্ধি অবশ হয়, এতেকে) আপদত পৰি বুদ্ধি হেৰোৱা, বিবুদ্ধি ; যেনে, ধকৰাৰ খেচখেচনিত বিবশ, perplexed, confounded, at one's wits' ends.

**বিবস্ত্ৰ**, বি. ( সং. ৱিৱস্ত্ৰ—ৱি, নথকা+ৱস্ত্ৰ, কাপোৰ ) গাত কাপোৰ নথকা, নাঙ্গট, naked.

**বিবাদ্**, স. শ. ( সং. ৱিৱাদ—ৱি, বেয়া+ৱদ্, কথা ক ) কন্দল, দন্দ ; গোচৰ, a quarrel, a contest, a law suit.

**বিবাদী**, বি. ( সং. ৱিৱাদিন্—ৱিৱাদ+ইন্ ) বিবাদ কৰা, দন্দুৰা ; গোচৰ কৰা, contending, disputing. স. শ. বিবাদ কৰোঁতা, দন্দ কৰোঁতা, a man who quarrels or contends. ( স্ত্ৰী ) বি. স. শ. বিবাদিনী।

**বিবাহ্**, স. শ. ( সং. ৱিৱাহ—ৱি, বিশেষৰূপে +ৱহ্, গ্ৰহণ কৰ্ ) বিয়া, ভাৰ্য্যা স্বামীৰ সম্বন্ধ কৰা কাৰ্য্য, marriage.

**বিবাহিত্**, কৃদ. বি. ( সং. ) বিয়া কৰা, ভাৰ্য্যা গ্ৰহণ কৰা ; যেনে, বিবাহিত পুৰুষ, married. ( স্ত্ৰী ) বিবাহিতা।

**বিবিধ্**, বি. ( সং. ৱিৱিধ—ৱি, অনেক+বিধ, প্ৰকাৰ ) অনেক বিধৰ, নানা প্ৰকাৰৰ, various.

**বিবুদ্ধি**, বি. ( অং. বি, নাই+বুদ্ধি, বোধশক্তি ) টানত পৰি বুদ্ধি হেৰোৱা, বিবশ, নিৰুপায়, perplexed, confounded, at one's wits' end.

**বিবেক**, স. শ. ( সং. ৱিৱেক—ৱি, ভালৰূপে +ৱিচ্, বিচাৰ কৰ্ ) ভাল বেয়াৰ বিচাৰ কৰা বা স্থায় অন্যায় বুজা শক্তি, the faculty of discriminating between right and wrong, conscience. "বিবেক শক্তি" এনেও হয়।

**বিবেকী**, বি. ( সং. ৱিৱেকিন্—ৱিৱেক+ইন্) ন্যায় অন্যায় বুজা, কোনটো কাৰ্য্য উচিত কোনটো অনুচিত তাক জনা, conscientious. ( স্ত্ৰী ) ৱিৱেকিনী।

**বিবেচক**, বি. ( সং. ৱিৱেচক—ৱি, ভালৰূপে +ৱিচ্, বিচাৰ কৰ্ ) বিচাৰ কৰা, ভাল নে বেয়া বা ন্যায় নে অন্যায় নিশ্চয় কৰিবলৈ যত্ন কৰা, considerate.

**বিবেচনা**, স. শ. ( সং. ) বিচাৰ, ন্যায় নে অন্যায় বা সঁচা নে মিছা নিশ্চয় কৰিবলৈ কৰা যত্ন ; ভাল বেয়াৰ বোধ, consideration, deliberation, discrimination, discernment.

বিভক্ত, বি. (সং. ৱিভক্ত—ৱি, উপস.+ ভজ্, ভাগ কৰ্) ভাগ কৰা, ভগোৱা, অংশ কৰা; যেনে, সম্পত্তি বিভক্ত কৰিছে; পৃথক হোৱা, বেলেগ হৈ যোৱা; যেনে, ছুই ভায়েক বিভক্ত হল, divided, partitioned, separated, parted.

বিভক্তি, স. শ. (সং. ৱিভক্তি—ৱি, উপস.+ ভজ্, পৃথক কৰ্) সংজ্ঞা শব্দ আৰু সৰ্ব্বনামৰ কাৰকবিলাক আৰু ক্ৰিয়াৰ কাল-পুৰুষাদিক পৃথককৈ দেখাবৰ কাৰণ লগ লগোৱা এক বা অধিক আখৰ, a termination of a noun, pronoun or verb, an affix.

বিভগ্, বি. (সং. ৱিভাগ, অংশ) পৃথক, বেলেগ; যেনে, সেই ধন বিভগ, separate, distinct.

বিভগা, স. ধা. ভাগ কৰ্, বেলেগা, to divide, to separate.

বিভগে, ক্ৰি. বি. বেলেগে, separately.

বিভঙ্গে, ক্ৰি. বি. (সং. ৱিভঙ্গ, ভগা) ৰণত ভঙ্গ দি, পৰাস্ত হৈ, ছিন্ন ভিন্ন হৈ; যেনে, "পলায় বিভঙ্গে সবে পাচক নেচাই," being defeated or routed.

বিভৱ, স. শ. (সং. ৱিভৱ—ৱি. উপস.+ভূ, উৎপন্ন হ) ধন, সম্পত্তি, ঐশ্বৰ্য্য, property, wealth. "বিভূতি" চোৱাঁ।

বিভাগ্, স. শ. (সং. ৱিভাগ—ৱি, উপস.+ ভজ্, ভাগ কৰ্) ভাগ কৰণ; (ঘাইকৈ) পৈতৃক বস্তু ভগোৱা কাৰ্য্য; যেনে, সিহঁতে বাপতি-সাহন বিভাগ কৰিছে, partition of inheritance, partition.

বিভিন্ন, বি. (সং. ৱিভিন্ন—ৱি, উপস.+ ভিদ্, ভেদন কৰ্) পৃথক, বেলেগ, ভিন্ন, separate, distinct.

বিভিন্নতা, গু. শ. (সং.) পাৰ্থক্য, প্ৰভেদ, separateness, difference.

বিভীষণ্, স. শ. ৰাৱণৰ ভায়েক, the brother of *Ravana.*

বিভু, স. শ. (সং. ৱিভু—ৱি, উত্তমৰূপে+ভূ, উৎপন্ন হ; আপুনি উৎপন্ন, এতেকে) পৰমেশ্বৰ; শিৱ, the Supreme Being, Siva.

বিভূতি, স. শ. (সং. ৱিভূতি, শিৱৰ আঠো শক্তি—ৱি, বিশিষ্টৰূপে+ভূ, উৎপন্ন হ) শিৱৰ আঠো শক্তি; যেনে, অণিমা (অতি সূক্ষ্ম হোৱা), লঘিমা (বায়ুতকৈও লঘু হোৱা), প্ৰাপ্তি (হাত মেলি সকলোকে চুকি পোৱা), প্ৰাকাম্য (ইচ্ছা বিফল নোহোৱা), মহিমা (বৰ বৃহৎ হব পৰা), ঈশিতা (সজীৱ নিৰ্জীৱ সকলোকে সৃষ্টি কৰা), বশিতা (সকলোকে বশে ৰখা), কামাবশায়িতা (ইচ্ছাক দমন কৰা); ঐশ্বৰ্য্য, বিভৱ, বিপুল সম্পত্তি; যেনে, বিভূতি হলেই মানুহ অহঙ্কাৰী হব নেলাগে; শিৱ আৰু সন্ন্যাসীয়ে গাত ঘঁহা ভস্ম, the eight super-human powers of *Siva*, great wealth, the ashes with which *Siva* and ascetics smear their bodies.

সমা.—ঐশ্বৰ্য্য, বিভৱ, বৈভৱ, বিভূতি, ধন, সম্পত্তি; আগৰ চাৰিটাই দেৱতাৰ নিচিনা মহিমা বা ডাঙ্গৰ সম্পত্তিক, আৰু পাচৰ ছুটাই সাধাৰণ ধন বস্তুক বুজায়।

বিভূষণ, কৃদ. স. (সং. বিভূষণ—ৱি, উপস. +ভূষ, শোভিত কৰ্) কাপোৰ, অলঙ্কাৰ আদিৰে সজোৱা কাৰ্য্য; ধুন; অলঙ্কাৰ, decoration, adornment, an ornament.

বিভূষিত্, কৃদ. বি. (সং.) শোভিত, অলঙ্কৃত, সজোৱা; ধুন মৰা, adorned, decorated, ornamented.

বিভেদ্, স. শ. (সং. ৱিভেদ—ৱি, উপস.+ ভেদ, বেলেগ) পাৰ্থক্য, প্ৰভেদ, difference.

বিভোল্, বি. (অং. বি, বৰকৈ+ভোল, ভ্ৰান্ত) বৰকৈ আচৰিত হৈ আপোনাক পাহৰা, মোহিত; যেনে, ৰজাৰ নগৰ ঠাট কটক দেখি বিভোল হল, lost in amazement, wonderstruck.

বিভ্ৰম, স. শ. (সং. ৱিভ্ৰম—ৱি, উপস.+ ভ্ৰম, মিছাত সঁচা বোধ) ভ্ৰম, ভ্ৰান্তি, illusion, error.

বিভ্ৰাট্, স. শ. (সং. ৱিভ্ৰষ্ট, হানি হোৱা)

বিপ্লৱ, ভগন, শত্ৰুৱে দেশ আক্ৰমণ কৰাত হোৱা হুলস্থূল; যেনে, মানৰ বিভ্ৰাট; দেশ জোৰা আপদ, a great commotion caused by the attack on a country by an enemy, a great calamity.

বিমত্, বি. (অং. বি, নথকা + মত, বাঞ্ছা) অসন্মত, অমান্তি; যেনে, সি এই কথাত বিমত, unwilling, disagreeing. স. শ. অমত, অসন্মতি; যেনে, তাৰ মত বিমত নোসোধোঁ, reluctance, unwillingness.

বিমন্, বি. (সং. ৱিমনস্—ৱি, উপস. + মনস্, চিত) বিমৰ্ষ, আনন্দহীন, মন মৰা, sad, cheerless.

বিমৰ্দ্দন্, কৃদ. স. (সং. ৱিমৰ্দ্দন—ৱি, উপস. + মৃদ্, পিঁহ্) পিঁহি গুড়ি কৰা কাৰ্য্য; বিনাশ; নাশ কৰোঁতা (পাচৰ ভাবত এটা সংজ্ঞা শব্দৰ পাচত থাকে); যেনে, দৈত্য-বিমৰ্দ্দন, the act of grinding, destruction, a destroyer.

বিমৰ্ষ, বি. (সং. ৱিমৰ্ষ—ৱি, উপস. + মৃষ্, সহন কৰ্) বিমন, মন মৰা, আনন্দহীন, sad, cheerless.

বিমল্, বি. (সং. ৱিমল—ৱি, নথকা + মল, মলি) নিৰ্ম্মল, মলি নকা, নিকা, clean, clear, pure.

বিমাতা, } স. শ. (সং. ৱিমাতৃ—ৱি, আন
বিমাতৃ, } + মাতৃ, আই) সতিয়ৈ আই, মাহী-আই, a step-mother.

বিমান্, স. শ. (সং. বিমান—ৱি, উত্তমৰূপে + মা, পৰিমাণ কৰ্) আকাশত উড়ি যাব আৰু বৈ থাকিব পৰা এবিধ দেৱতা-বিলাকৰ বাহন, a car, a vehicle; especially the self-moving car or chariot of a god. (Haughton).

বিমুখ্, বি. (সং. ৱিমুখ—ৱি, বিপৰীত + মুখ, বদন) পাচলৈ বা আন এফাললৈ মুখ কৰা; এতেকে, কাৰ্য্যলৈ আগ নবঢ়া, কাৰ্য্যত পাচ হোঁহকা; যেনে, দেশৰ হিত কৰাত বিমুখ নহবা; নিৰাশ কৰি ওলটাই পঠোৱা; যেনে, মগনিয়াৰক বিমুখ ন-কৰিবা, having the face turned behind or away, not forward, sent away disappointed.

বিমুখে, ক্রি. বি. (সং. ৱিমুখ, পাচলৈ মুখ কৰা) পাচলৈ মুখ কৰি; আগত নথকাঁত, অসাক্ষাতত (লগনীয়া কথা কোৱাত খাটে); যেনে, বিমুখে কথা লগায়, with the face turned backward, behind the back, in the absence of (said of speaking ill of someone).

বিমূৰ্চ্ছিত্, বি. "মূৰ্চ্ছিত" চোৱাঁ।

বিমৃশা, স. শ. (সং. ৱি, উপস. + মৃশ্, ভাবি চা) বিবেচনা, আলোচনা, চিন্তা, reflection, deliberation.

বিমোচন্, কৃদ. স. (সং. ৱিমোচন—ৱি, উপস. + মোচন, মুক্তি) মুকলি কৰা কাৰ্য্য, মুক্তি; মুকলি কৰোঁতা, মুক্তি দিওঁতা (পাচৰ ভাবত এটা সংজ্ঞা শব্দৰ পাচত থাকে); যেনে, পাপ-বিমোচন, dismissal, liberation, redemption, release, emancipation, pardon. (Haughton).

বিমোৰ্, বি. (অং. বি, নথকা + মোৰ্, কোনো কথাৰ আগ গুৰি) কি কৰা উচিত বুজিব নোৱৰা, বিবুদ্ধি, উপায় নেদেখা, perplexed, involved in doubt or difficulty. স. শ. বিমোৰ হোৱা অৱস্থা; যেনে, তেওঁ বিমোৰত পৰিছে; কেণা, কাপোৰ বা কাঠীৰ বস্তু বোৱাত হোৱা ভ্ৰম, perplexity, a mistake made in weaving or braiding.

বিম্ব, স. শ. (সং. ৱিম্ব—ৱি, দীপ্তি কৰ্) পানীত বা আৰ্চিত ওলোৱা কোনো বস্তুৰ আকৃতি; কোৱা ভাতুৰী, a reflected image, the fruit of the *momordica monadelpha.*

বিম্ব-ফল্, স. শ. কোৱা ভাতুৰী, the fruit of the *momordica monadelpha.*

বিম্বাশবদে, ক্রি. বি. তুপ তুপ কৰে, বৰ বেগেৰে (লৰি যোৱাত খাটে), very swiftly.

বিয়ন্, স. শ. (বং. বিয়ন, প্ৰসৱ) সন্তান

প্ৰসৱ; যেনে, "পুৰুষৰ ৰণ, তিৰীৰ বিয়ন," childbirth, parturition.

বিয়নী, "বিয়ৈ" চোৱাঁ।

বিয়নী-সাবটা, স. শ. এবিধ বনৰীয়া ক্ষুদ্ৰ গছ। (তাৰ গুটিবোৰে মানুহৰ গাত বা কাপোৰত তিৰোতাই বিয়নীয়েকক সাবটি ধৰাৰ দৰে ধৰে, এতেকে সেই নাম), a kind of wild plant.

বিয়প্, অ. ধা. (সং. ব্যাপন, বিস্তৃত হোৱা) বিস্তৃত হ, অনেক ঠাই জোৰ, বহল হৈ যা; যেনে, ঘা-ডোখৰ ইয়ালৈকে বিয়পিছে, পুৰণি কাকতত মহী বিয়পে; এতেকে বৰকৈ প্ৰকাশিত হ, বৌটি ফুৰ্; যেনে, তাৰ দুৰ্য্যশ বিয়পিছে, to spread, to be noised abroad.

বিয়ল্, অ. ধা. (অং. বহল, বিস্তাৰিত) বিস্তৃত হ, বহল হৈ পৰ্, বিয়প্; বৌটি ফুৰ্; ফাটি বহল হৈ যা (কাপোৰত খাটে); যেনে,চুৰিয়াখান বিয়লি গৈছে,to spread, to extend, to be noised abroad, to have a long rent, as a cloth.

বিয়লি, বিয়লি-বেলা, } স. শ. (অং. আবেলি, পাচ বেলা) ভাটি বেলা, তিনি পৰীয়াৰ পাচৰ পৰা দিনৰ ভাগ, the afternoon, the time from about 3 o'clock till a little before sunset.

বিয়লী, স. শ. (অং. বিয়ল্, ব্যাপ্ত হ; তেল বা ঘিয়ে ব্যাপে, এতেকে) তেল বা ঘিউ সনা ডলা মাহ, pulse husked and smeared with oil or *ghee*.

বিয়া, স. শ. (সং. বিবাহ; বং. বিয়ে, উদ্বাহ) মতা আৰু তিৰোতাত স্বামী ভাৰ্য্যাৰ সম্বন্ধ লগোৱা কাৰ্য্য, marriage.

বিয়া কৰ্, ভাৰ্য্যা বা স্বামী স্বৰূপে গ্ৰহণ কৰ্, to marry.

বিয়া দি, ভাৰ্য্যা বা স্বামী কৰি দি, to give in marriage.

বিয়াজ্, স. শ. (ব্যাজ্, সুত; বিলম্ব) যিমান দিনলৈ ধাৰ কৰা যায়, তাৰ ভিতৰত ধাৰ নুশুজাৰ কাৰণ দিব লগা অতিৰিক্ত বাঢ়ি; ভেৰণে নিয়া নাও বা আন বস্তু থঁতিবাত নোশোধোৱা বাবে দিব লগা ভেৰণ, the additional interest payable on money borrowed for withholding repayment beyond the time for which the loan was taken, demurrage.

বিয়াহ, স. শ. (বং. ব্যাস – পুৰাণকৰ্ত্তা) ওজা পালীয়ে গোৱা ব্যাসৰ ৰচিত কোনো পুৰাণৰ অসমীয়া পদ, the Assamese poetical verson of a *puran* sung by a band of singers.

বিয়াহৰ ওজা, সেই পদ গাওঁতাবিলাকৰ মুখ্য মানুহ, the head of a band of singers, who sing the above.

বিয়াহ্ গা, হাতৰ মুদ্ৰা আৰু মুখৰ ভঙ্গি দেখাই পুৰাণৰ পদ গা, to sing an Assamese poetical piece accompanying it with significant motions of the hands, &c.

বিযুৰীয়া(-জু-), (অং. বি, নথকা+যোৰ, সঙ্গী) যোৰ ভগা, যোৰৰ এটা নথকা, একণীয়া; যেনে, বিযুৰীয়া কেৰু, odd, having no fellow.

বিয়ৈ, স. শ. (বং. বেহাই, পো বা জীৰ শহুৰেক) পো বা জীৰ শহুৰেক, a son's or daughter's father-in-law. (স্ত্ৰী) বিয়নী।

বিয়ৈবাঁজী, স. শ. (অং. বিয়ন, প্ৰসৱ+ বাঁজী, বন্ধ্যা) এবাৰ প্ৰসৱ কৰি বাঁজী হোৱা তিৰোতা, a woman who has become barren after the first child.

বিযোগ(-জো-), স. শ. (সং. বিয়োগ—বি, নথকা+যোগ, মিলন) বিচ্ছেদ, বিৰহ, প্ৰিয় লোকৰ পৰা আঁতৰ হৈ থকা অৱস্থা; যেনে, বন্ধুৰ বিযোগ, separation from or absence of a beloved person.

বিযোগী(-জো-), বি. (সং. বিয়োগিন্— বিয়োগ+ইন্) প্ৰিয় লোকৰ পৰা আঁতৰত থকা, separated from a beloved person. স. শ. প্ৰিয় লোকৰ বিচ্ছেদ হোৱা পুৰুষ, বিৰহী, a man separated

from a beloved person. (স্ত্রী) বি. স. শ. বিযোগিনী।

বিযোৰ্(-জো-), বি. (অং. বি, বেয়া + যোৰ, যুগ্ম) যোৰৰ এটা আনটোৰ তুল্য নোহোৱা; যেনে, বিযোৰ মতা তিৰোতাৰ সুখ নহয়, ill-matched, ill-mated.

বিৰক্ত, বি. (সং. ৱিৰক্ত—ৱি, নোহোৱা + ৰঞ্জ, ৰত হ) অনুৰক্ত নোহোৱা, আসক্তি নথকা, ভাল নোপোৱা; যেনে, যোগীবিলাক বিষয়ত বিৰক্ত; অসন্তুষ্ট, বেজাৰ পোৱা; যেনে, কাকো বিৰক্ত নকৰিবা, indifferent, void of attachment, stoical, displeased.

বিৰক্তি, স. শ. (সং.) আসক্তিৰ অভাৱ, ভাল নোপোৱা অৱস্থা; যেনে, যোগীৰ মনত বিষয়লৈ বিৰক্তি জন্মে; অসন্তোষ, মনত হোৱা খং বা বেজাৰ; যেনে, কটু কথাই বিৰক্তি জন্মায়, aversion or absence of affection, displeasure.

বিৰচন্, কৃদ. স. (সং. ৱিৰচন—ৱি, উপস. + ৰচ্, নিৰ্ম্মাণ কৰ্) নিৰ্ম্মাণ, ৰচন, সাজন, গদ্য বা পদ্য লিখন, the act of making, composition, the writing of prose or poetry.

বিৰচিত্, কৃদ. বি. (সং.) নিৰ্ম্মিত, সজা; ভণিত, লিখিত, সংগৃহীত, made, composed, compiled.

বিৰত্, বি. (সং. ৱিৰত—ৱি, উপস. + ৰম্, ক্ষান্ত হ) নিবৃত্ত, ক্ষান্ত; যেনে, ৰণত বিৰত হল; চেনেহ বা আসক্তি এৰা; যেনে, সংসাৰৰ সুখত বিৰত, ceased, abstaining, abandoning attachment or desire.

বিৰতি, স. শ. (সং.) ৰতি বা আসক্তি গুচা অৱস্থা; ক্ষান্তি, নিবৃত্তি, the act of abandoning affection, cessation, refrainment.

বিৰল্, বি. (সং. ৱিৰল—ৱি, উপস. + ৰা, গতি কৰ্) পাতল, ঘন নোহোৱা, তনু; এতেকে পাবলৈ টান, অধিক নোহোৱা, thin, not dense, rare, scarce.

বিৰলী, "বিড়াল" চোৱা।

বিৰস্, বি. (সং. ৱিৰস—ৱি, নথকা + ৰস, জোল; আস্বাদ; আনন্দ) ৰস নথকা, শুকান, নিৰস; বিসোৱাদ, সোৱাদ নথকা; বিমৰ্ষ, আনন্দহীন; যেনে, বিৰস মুখ, dry, insipid, sad, cheerless.

বিৰহ্, স. শ. (সং. ৱিৰহ—ৱি, উপস. + ৰহ্, ত্যাগ কৰ্) প্ৰিয় লোকৰ পৰা আঁতৰত থকা অৱস্থা, বিচ্ছেদ, বিযোগ; যেনে, স্বামীৰ বিৰহ; অভাৱ; যেনে, অন্ন-বস্ত্ৰৰ বিৰহত কষ্ট হয়, separation from a beloved person, want.

বিৰহাগ্নি, বিৰহানল্, } স. শ. (সং. ৱিৰহাগ্নি, ৱিৰহানল—ৱিৰহ, বিচ্ছেদ + অগ্নি, অনল, জুই; বিৰহৰ জুই) প্ৰিয় বা প্ৰিয়াৰ বিচ্ছেদৰ পৰা হোৱা সন্তাপ বা কষ্ট, the pangs of separation from a wife or husband or from a mistress or lover.

বিৰহী, বি. (সং. ৱিৰহিন্—ৱিৰহ + ইন্) ভাৰ্য্যা বা প্ৰিয় তিৰোতাৰ পৰা আঁতৰত থকা, separated from a wife or mistress. স. শ. ভাৰ্য্যা বা প্ৰিয় স্ত্ৰীৰ পৰা আঁতৰত থকা পুৰুষ, a man separated from a wife or mistress. (স্ত্রী) বি. স. শ. বিৰহিণী।

বিৰা, স. শ. (হিং. বিৰা, খাবলৈ তামোলমেৰোৱা পাণ) এখিলা বা এপাত পাণ; এখান তামোল খাবৰ জোখাৰ পাণ, a betel-leaf or half of it.

বিৰাগ্, স. শ. (সং. ৱিৰাগ—ৱি, গুচা + ৰাগ, অনুৰাগ) অনুৰাগ বা আসক্তি গুচা অৱস্থা, মমতা এৰণ, বিৰতি; যেনে, বুঢ়াৰ অনেক কাৰ্য্যত বিৰাগ হয়, indifference, cessation of affection or desire.

বিৰাগী, বি. (সং. ৱিৰাগিন্—ৱিৰাগ + ইন্) বিষয়ৰ সুখত আসক্তিহীন, সংসাৰৰ মমতা এৰা, void of worldly affection or desire.

বিৰাজমান্, বি. (সং. ৱিৰাজমান—ৱি, ভালকৈ + ৰাজ্, দীপ্তি কৰ্) জাজ্বল্যমান,

প্রকাশযুক্ত, কান্তিমন্ত, shining, brilliant.

বিৰা-জৰা, স. শ. (সং. বৃহৎ, ডাঙ্গৰ + অং. জৰা, এবিধ টেঙ্গা) এবিধ বৰ ডাঙ্গৰ জৰা টেঙ্গা, a kind of acid fruit.

বিৰাজিত, কৃদ. বি. (সং.) উজ্জ্বলিত, প্রকাশিত, শোভিত; যেনে, হীৰা মুকুতাৰে বিৰাজিত, illuminated, splendid, decorated, adorned.

বিৰাট্, স. শ. (সং.) ভাৰতবৰ্ষৰ এক দেশ, a country in India.

বিৰাম্, স. শ. (সং. ৱিৰাম—ৱি, উপস. + ৰম্, থাম্) বিশ্রাম, কামৰ পৰা বিৰতি বা ক্ষান্তি; যেনে, "বোলা ৰাম-ৰাম, নকৰা বিৰাম," rest, cessation, stop.

বিৰাম্-চিহ্ন, স. শ. (সং. ৱিৰাম, বিশ্রাম + চিহ্ন, চিন) পঢ়াৰ মাজত ৰবলৈ দিয়া চিন, a mark of punctuation, a stop.

বিৰাল্, ৱিৰালী, "বিড়াল" চোৱা।

বিৰি, স. শ. মাদলী, এবিধ ডিঙ্গিত পিন্ধা ঢোলৰ আকৃতিৰ অলঙ্কাৰ, a kind of ornament worn on, or suspended from, the neck.

বিৰিং, অ. ধা. ঘামি ওলা, অলপকৈ জৰি ওলা; যেনে, ঘাৰ পৰা তেজ বিৰিঙ্গিছে, to ooze out.

বিৰিং, স. শ. (সং. ৱিড়ঙ্গ, এবিধ গছ) এবিধ দৰবৰ গছ, a kind of medicinal plant.
ইয়াৰ দুবিধ, এবিধক বৰ বিৰিং, আন বিধক বাবিৰিং বোলা যায়।

বিৰিঙ্গ, বি. (সং. ৱিড়ঙ্গ, চতুৰ) পাৰ্গত, নিপুণ; ঘাইকৈ ৰণত পাৰ্গত; যেনে, "পাচে জাম্বৱন্ত বীৰ বিৰিঙ্গ। নৈলন্ত মণিক মাৰিয়া সিংহ," skilful, especially in battle, versed in tactics. (অপ্রচলিত)।

বিৰিঞ্চি, স. শ. (সং. ৱিৰিঞ্চি—ৱি, উত্তমৰূপে + ৰচ্, নির্ম্মাণ কৰ্) সৃষ্টি কৰোঁতা, ব্রহ্মা, *Brahma.*

বিৰিণা, স. শ. (সং. ৱিৰণ, এবিধ তৃণ) এবিধ বন, a kind of grass.

বিৰিয়া, স. শ. (অং. বেৰ্, বেষ্টন কৰ্) বেঁতৰ আধাৰি, (চৰু আদিৰ তলি বেষ্টন কৰে, এতেকে সেই নাম) ধান কঢ়িওৱা বাওঁকা, a coil of cane used as a support for earthen pots, a piece of split bamboo used in carrying bundles of paddy on the shoulder.

বিৰুদ্ধ, কৃদ. বি. (সং. ৱিৰুদ্ধ—ৱি, উপস. + ৰুধ্, আটক কৰ্) বিপৰীত, ওলোটা; যেনে, শাস্ত্ৰৰ বিৰুদ্ধ কাৰ্য্য, opposed, contrary.

বিৰুদ্ধতা, গু. শ. (সং.) বিৰুদ্ধ হোৱা অৱস্থা, oppositeness, contrariety.

বিৰূপ, বি. (সং. বিৰূপ —ৱি, বেয়া + ৰূপ, গঢ়) কুৰূপ, আগঢ়ী, ugly.

বিৰোধ্, স. শ. (সং. ৱিৰোধ —ৱি, উপস. + ৰুধ্, আটক কৰ্) বিপক্ষতা, শত্রুতা; অমিল, দন্দ; যেনে, বন্ধুৰে সৈতে বিৰোধ দুখৰ বিষয়, enmity, antagonism, discord, contest.

বিৰোধাবিৰোধি, স. শ. এজনে আন জনেৰে কৰা বিৰোধ, পৰস্পৰ শত্রুতা, mutual ill-will or antagonism.

বিৰোধী, বি. (সং. ৱিৰোধিন্—ৱিৰোধ + ইন্) বিপৰীত; অমিল, অসঙ্গত; যেনে, বিধৱাৰ বিয়া শাস্ত্ৰৰ বিৰোধী নহয়; শত্রুতা থকা, অহিত; যেনে, বিৰোধী মানুহত বিশ্বাস নকৰিবা, contrary or inconsistent, inimical, hostile.

বিৰোধে, আ. অব্য. বিপক্ষে, অহিতে, against.

বিল্, স. শ. (সং. ৱিল, খাল; হিং. ঝীল; বং. বিল, বন্ধ পানী) নৈয়ে সোঁতা এৰি আন এফালে যোৱাত ৰোৱা এখান বহল আৰু দীঘল বন্ধ পানী, a lake.

বিলগ্, বি. (অং. ৱি, নোহোৱা + লগ, সঙ্গী) লগ এৰা; যেনে, সি আমাৰ পৰা বিলগ হল; পৃথক, বেলেগ, আঁতৰত থকা; যেনে, এবিধৰ পৰা আন বিধ বিলগ কৰ, parted, separate.

বিলনিয়াৰ্, } স. শ. (অং. বিলা, বাঁটি দি)
বিলনীয়া, } ভোজ সবাহ আদিত খাদ্য বস্তু বাঁটি দিওঁতা, one who distributes food at a feast, &c.

বিলনীয়া, বি. বিলাই দিয়া, ধন নোলোৱাকৈ শুদাই বাঁটি দিয়া ; যেনে, বিলনীয়া বস্তুৰ কি ভাল বেয়া বিচাৰা, distributed gratis.

বিলতীয়া, স. শ. (অং. বিলাত, ৰাজ-মন্ত্ৰী-বিলাকৰ খাত) বুঢ়া গোহাঁই, বৰ গোহাঁই আৰু বৰপাত্ৰ গোহাঁইৰ খাতৰ মানুহ বা বহতীয়া, a tenant of the private landed estate of one of the royal ministers of Assam.

বিলম্ব, স. শ. (সং. ৱিলম্ব—ৱি, উপস. + লব্, গতি কৰ্) পলম, গহৰি, delay, tardiness.

বিলম্বে, ক্রি. বি. পলমে, গহৰিকৈ, থৰ খেদা নকৰাকৈ, dilatorily, tardily.

বিলয়্, স. শ. (সং. ৱিলয়—ৱি, উপস. + লী, দ্রব হ) ধ্বংস, নাশ, destruction.

বিলা, স. ধা. (হিং. বিলানা ; বং. বিলন, বাঁটন) বাঁটি দি, ভাগ কৰি গাই-পতি এভাগ দি, to distribute.

বিলাই, স. শ. (সং. ৱিলয়, নাশ ; বং. বালাই, বিপদ) দুখ, কষ্ট, দুৰৱস্থা, দুৰ্দ্দশা ; যেনে, মাউৰাৰ বিলাই দেখিলে বেজাৰ লাগে, misery, distress.

বিলাত্, স. শ. (যাং. ৱিলায়ত, বিদেশ) ইংলেণ্ড, ইওৰোপৰ আন কোনো দেশ ; আমেৰিকা, Europe, America.

বিলাত্, স. শ (আহম.) তিনি জনা ৰাজমন্ত্ৰীৰ এজনাৰ খাত, a private landed estate of one of the royal ministers of Assam.

বিলাতী, বি. (অং. বিলাত, ইওৰোপ বা আমেৰিকা) বিলাতত উৎপন্ন বা জন্মা, born or produced in Europe or America.

বিলাতী-আলু, স. শ. বিলাতৰ পৰা ইংৰাজ-বিলাকে এই দেশলৈ অনা এবিধ ঘূৰণীয়া আলু, the potato, (*solanum tuberosum*).

বিলাপ্, স. শ. (সং. ৱিলাপ—ৱি, উপস. + লপ্, কথা ক) বিননি, গুণ বৰ্ণাই কৰা শোক, lament, lamentation.

বিলাস্, স. শ. (সং. ৱিলাস—ৱি, উপস. + লস্, ক্রীড়া কৰ্) ক্রীড়া, খেলা, ধেমালি ; ঘাইকৈ মতা তিৰোতাই কাম ভাৱে কৰা খেলা, চুম্বন আলিঙ্গন আদি, sport, dalliance, wantonness.

বিলাস-প্ৰিয়, বি. (সং. ৱিলাসপ্ৰিয়—ৱিলাস, ধেমালি + প্ৰিয়, ভাল পোৱা) আমোদত ৰত, আমোদী, ধেমেলীয়া, sportive.

বিলাসিনী, স. শ. (সং. ৱিলাসিন্ শব্দৰ স্ত্ৰীলিঙ্গ) ধেমেলীয়া তিৰী, ৰসিকা, আমোদত ৰত তিৰোতা ; বেশ্যা, a sportive or wanton woman, a whore, a harlot.

বিলাসী, বি. (সং. ৱিলাসিন্—ৱিলাস, আমোদ + ইন্) আমোদী, ইন্দ্ৰিয় সুখত ৰত, luxurious, indulging excessively in pleasure, sensual. স. শ. আমোদী বা ৰসিক লোক, ইন্দ্ৰিয়ৰ সুখত ৰত মানুহ, a sportive or wanton man, a sensualist.

বিলাহী, } স. শ. (সং. ৱিলাসী,
বিলাহী-বেঙ্গেনা, } আমোদী) এবিধ বেঙ্গেনা জাতিৰ গছ আৰু তাৰ গুটি, (এই ফল পকিলে ৰঙা আৰু দেখিবলৈ সুন্দৰ হোৱাত বৰ আনন্দিত যেন দেখা যায়, এতেকে সেই নাম), the tomato, (*lycopersicum esculentum*).

বিলীন্, বি. (সং. ৱিলীন—ৱি, উপস. + লী, দ্রব হ) লয় পোৱা, দ্রৱ হৈ মিশ্ৰিত হোৱা, একে লগ হোৱা, absorbed, blended with.

বিলুপ্ত, "লুপ্ত" চোৱাঁ।

বিলেপন্, কৃদ. স. (সং. ৱিলেপন—ৱি, উপস. + লিপ্, মাজ্) লিপন, লিপা বা ঘঁহা কাৰ্য্য, the act of smearing or plastering. স. শ. অনুলেপন, গাত

ঘঁহা স্থগন্ধি দ্ৰব্য, perfume for the body, a cosmetic.

বিলৈ, বিলাই শব্দৰ অপভ্ৰংশ।

বিল্ল, স. শ. (সং. বিল্ব—বিল্, ভুফাল কৰ্; তাক ফলা যায়, এতেকে ) বেল, তাৰ গছ, the *bel* tree and its fruit. *Ægle marmelos.* (Gamble).

বিশদ, বি. (সং. বিশদ—বি, উপস.+শদ্, নষ্ট হ) স্পষ্ট; ব্যক্ত, clear, not obscure, evident.

বিশাৰদ্, বি. ( সং. বিশাৰদ—বিশাল, বহল +দা, দি ) জনা, বোধ থকা, পাৰগ; যেনে, বেদ-বিশাৰদ, learned in, well-conversant with.

বিশাল, বি. ( সং. বিশাল—বিশ্, বহল হ ) বহল; বৃহৎ, ডাঙ্গৰ, broad, large, great.

বিশিষ্ট, বি. (সং. বিশিষ্ট—বি, উপস.+ শিষ্, শ্ৰেষ্ঠ হ) শ্ৰেষ্ঠ, উত্তম; যেনে, বিশিষ্ট লোক: যুক্ত, থকা; যেনে, মুখবিশিষ্ট, excellent, having, possessing, endowed or indued with.

বিশুদ্ধ, বি. (সং. বিশুদ্ধ—বি, উপস.+শুদ্ধ, নিৰ্ম্মল ) নিৰ্ম্মল, মিহলি বা ভাঁজ নথকা; যেনে, বিশুদ্ধ সোণ, বিশুদ্ধ জল; পবিত্ৰ, শুচি; যেনে, বিশুদ্ধ স্থান; নিষ্পাপ; যেনে, বিশুদ্ধ আত্মা; pure, free from mixture or alloy, holy, sinless, pious.

বিশৃঙ্খল্, বি. (সং. বি, গুচা বা ভগা+ শৃঙ্খল, শিকলি, ইয়াত শ্ৰেণী ) শ্ৰেণী ভগা, লৰ্ব্বাংতৰ্ব্বাং, আউলবাউল, লেটি-পেটি, disordered, scattered about.

বিশৃঙ্খলা, স. শ. শ্ৰেণী ভগা বা আউলবাউল হোৱা অৱস্থা, সানমিহলি হোৱা অৱস্থা, disorder, confusion.

বিশেষ্, বি. ( সং. বিশেষ—বি, উপস.+শিষ্, শ্ৰেষ্ঠ হ ) অসামান্য, সাধাৰণ নোহোৱা, সদায় দেখা বস্তু বা শুনা কথাতকৈ বেলেগ; যেনে, বিশেষ সম্বাদ আছে নে? special, uncommon. স. শ. বিধ, প্ৰকাৰ ( আন এটা সংজ্ঞা শব্দৰ পাচত থাকে ); যেনে, জন্তুবিশেষ, sort, kind (used in composition).

বিশেষণ্, স. শ. ( সং. ) কোনো এক বস্তুক তাৰ শ্ৰেণীৰ আন বস্তুৰ পৰা বিশেষকৈ বা পৃথকৰূপে দেখোৱা শব্দ, সংজ্ঞা শব্দৰ গুণ দেখোৱা শব্দ; যেনে, বগা কাপোৰ, ইয়াত "বগা" বিশেষণ, an adjective.

বিশেষণীয় বিশেষণ, এটা বিশেণৰ গুণ দেখোৱা বিশেষণ; যেনে, বৰ এলেহুৱা: ইয়াত "বৰ" বিশেষণীয় বিশেষণ, an adjective qualifying another adjective.

বিশেষত্, ক্ৰি. বি. ( সং. বিশেষতঃ, ঘাইকৈ ) ঘাইকৈ, আন বস্তু, মানুহ বা কথাত বাজেও: যেনে, সকলোকে, বিশেষত, দুখীয়াক দয়া কৰিবা, particularly, especially.

বিশেষ্‌কৈ, বিশেষ্‌ৰূপে, ক্ৰি. বি. বিস্তাৰিতৰূপে, ভেদ ভাঙ্গি; যেনে, এই কথা পাচে বিশেষকৈ কম; পৃথকৰূপে, বেলেগাই; যেনে, বিশেষণে একে বিধৰ এটাক আনবিলাকৰ পৰা বিশেষকৈ দেখায়, particularly, specifically.

বিশেষ্য, স. শ. বিশেষণে গুণ দেখোৱা সংজ্ঞা শব্দ, a noun qualified by an adjective.

বিশ্ৰাম্, স. শ. ( সং. বিশ্ৰাম—বি, গুচা+ শ্ৰম্, ভাগৰ লাগ্ ) ভাগৰ গুচোৱা কাৰ্য্য, জিৰণি: বিৰাম, ক্ষান্তি, rest, repose, cessation.

বিশ্ৰাম্-বাৰ্, স. শ. ( সং. বিশ্ৰাম, জিৰণি+ বাৰ, সপ্তাহৰ এদিন ) খ্ৰীষ্টিয়ানবিলাকে কামৰ পৰা জিৰণি লোৱা দিন, দেওবাৰ, sabbath, Sunday.

বিশ্লেষ্, স. শ. (সং. বিশ্লেষ, পৃথক কৰণ—বি, গুচোৱা+শ্লিষ্, একত্ৰ কৰ্ ) পৃথক কৰণ, বেলেগাওন; কোনো লোকে কোৱা কথাৰ অন্য প্ৰকাৰে অৰ্থ কৰি কৰা পৰিহাস, disunion, separation, banter, jest.

বিশ্ব, স. শ. ( সং. বিশ্ব—বিশ্, বহল হ )

জগত, পৃথিৱী, the universe, the world.

বিশ্বকৰ্ম্মা, স. শ. (সং. ৱিশ্বকৰ্ম্মন্,—ৱিশ্ব, জগত+কৃ, কৰ্) সৃষ্টিকৰ্ত্তা, ঈশ্বৰ; ব্ৰহ্মাৰ পুতেক আৰু দেৱতাবিলাকৰ শিল্পকাৰ, omnificent. This name seems to have been originally an epithet of any powerful god, as of *Indra* or *Surya*, but in course of time it came to designate a personification of the creative power; it is also applied to the architect or artificer of the gods. (Dowson).

বিশ্বনাথ্, স. শ. (সং. ৱিশ্বনাথ—ৱিশ্ব+নাথ, অধিকাৰ) জগতৰ প্ৰভু, পৰমেশ্বৰ; শিৱ, the lord of the universe, God, *Siva.*

বিশ্বম্ভৰ্, স. শ. (সং. ৱিশ্বম্ভৰ—ৱিশ্ব+ভৃ, পালন কৰ্) জগতক পালোঁতা, পৰমেশ্বৰ, বিষ্ণু; শিৱ, the Supreme Being, *Vishnu, Siva.*

বিশ্বৰূপ্, স. শ. (সং. ৱিশ্বৰূপ—ৱিশ্ব, জগত+ৰূপ, আকাৰ) মহাভাৰতৰ যুদ্ধৰ আৰম্ভতে কৃষ্ণই, তেওঁৰে পৰা যে এই জগতৰ উৎপত্তি আৰু শেষত সি তেওঁতে লীন হব, এই কথা অৰ্জুনক দেখাবৰ কাৰণ ধৰা এটা বৃহৎ আকৃতি, the huge form said to have been assumed by *Krishna* to shew *Arjuna*, at the commencement of the *Mahabharata.*

বিশ্বব্যাপী, বি. (সং. ৱিশ্বব্যাপিন্—ৱিশ্ব, +ব্যাপিন্, জুৰি থকা) জগতত ব্যাপি থকা, জগত জোৰা, সকলো ঠাইতে থকা, all-pervading, omnipresent.

বিশ্বস্ত, কৃদ. বি. (সং. ৱিশ্বস্ত—ৱি, উপস.+শ্বস, উশাহ ল) বিশ্বাস কৰা, যাত বিশ্বাস কৰা যায়, বিশ্বাসী, trusted, confided in.

বিশ্বাস্, স. শ. (সং. বিশ্বাস—ৱি, উপস.+শ্বস্, উশাহ ল) প্ৰত্যয়, পতিয়ন, সঁজাত; প্ৰকাশ নকৰিবৰ নিমিত্তে আনক কোৱা গুপ্ত কথা; যেনে, বিশ্বাস ভাঙ্গিব নেপায়, confidence, trust, credence, belief, a secret or secrets confided to another.

বিশ্বাস্ কৰ্, পতিয়া, সঁচা বুলি মান্; যেনে, মিছলীয়াৰ কথাত বিশ্বাস নকৰিবা; গুপ্ত বা মনৰ কথা ক; যেনে, সকলোতে বিশ্বাস নকৰিবা, to believe, to confide in, to place faith in.

বিশ্বাসী, বি. (সং. ৱিশ্বাসিন্—ৱিশ্বাস+ইন্) বিশ্বস্ত, যাত বিশ্বাস কৰা যায়, সৎ; যেনে, বিশ্বাসী মানুহ; গোপনে ৰাখিব লগা, প্ৰকাশৰ অযোগ্য; যেনে, বিশ্বাসী কথা, trusty, trustworthy, private, confidential.

বিশ্বাসে, ক্ৰি. বি. আনে নেজানিব এনে বিশ্বাস কৰি, গোপনে; যেনে, তেওঁ বিশ্বাসে কলে, privately, confidentially.

বিশ্বাস্ঘাতক্, (সং. ৱিশ্বাসঘাতক—ৱিশ্বাস, সঁজাত+ঘাতক, নাশ কৰোঁতা) বিশ্বাস কৰি কোৱা কথা প্ৰকাশ কৰোঁতা; বিশ্বাস কৰোঁতাৰ বিশ্বাস ভাঙ্গি অপকাৰ কৰোঁতা, a traitor, a man who betrays confidence. (স্ত্ৰী) বিশ্বাসঘাতিকা।

বিশ্বাস্-ঘাতকতা, গু. শ. (সং.) বিশ্বাসঘাতকৰ গুণ বা স্বভাৱ, বিশ্বাস ভঙ্গ, treacherousness, treachery.

বিশ্বাস্ঘাতকী, } বি. (সং. ৱিশ্বাসঘাতকিন্, বিশ্বাস্ঘাতী, } ৱিশ্বাসঘাতিন্—ৱিশ্বাস, সঁজাত+হন্, নাশ কৰ্) বিশ্বাস ভঙ্গ কৰা, অসঙ্গাতী; বিশ্বাস কৰি কোৱা কথা প্ৰকাশ কৰা, treacherous, perfidious. স. শ. বিশ্বাসঘাতক, অসঙ্গাতী মানুহ, (স্ত্ৰী) বি. স. শ. বিশ্বাসঘাতকিনী, বিশ্বাসঘাতিনী।

বিশ্বাস্-পাত্ৰ, স. শ. (সং. ৱিশ্বাসপাত্ৰ—ৱিশ্বাস, সঁজাত+পাত্ৰ, উপযুক্ত লোক) বিশ্বাসৰ উপযুক্ত লোক, বিশ্বাসী মানুহ, one who is trusted or is trustworthy, a confidant.

বিশ্বাস্-ভঙ্গ, স. শ. (সং. বিশ্বাসভঙ্গ—বিশ্বাস + ভঙ্গ, ভাঙ্গন) বিশ্বাস ভাঙ্গন, বিশ্বাস কৰি কোৱা কথা প্ৰকাশ কৰণ, treachery.

বিশ্বাস্য, বি. (সং.) বিশ্বাসৰ যোগ্য, সঁজাত কৰিব পৰা, trustworthy.

বিশ্বেশ্বৰ্, স. শ. (সং. বিশ্বেশ্বৰ—বিশ্ব, জগত + ঈশ্বৰ, অধিকাৰ) বিশ্বনাথ, পৰমেশ্বৰ; শিৱ, the lord of the universe; an epithet of *Siva*.

বিষ্, স. শ. (সং. বিষ—বিষ্, ব্যাপ্, তৎক্ষণাৎ গোটেই গাত ব্যাপ্ত হয়, এতেকে) বিহ, খালে বা তেজেৰে মিহলি হলে প্ৰাণ মৰা বস্তু; এতেকে বেদনা, পীড়া, poison, pain.

বিষ-ক্ৰিয়া, স. শ. (সং. বিষক্ৰিয়া—বিষ, বিহ + ক্ৰিয়া, কৰ্ম্ম বা চিকিৎসা) ৰোগ শান্তিৰ কাৰণ বিহ খুৱাই কৰা চিকিৎসা, administration of poison as a medicine.

বিষণ্ণ, কৃদ. বি. (সং. বিষণ্ণ — বি, উপস. + সদ্, গতি কৰ্) বিমৰ্ষ, বিষাদিত, আনন্দিত নোহোৱা, বেজাৰমুৱা, sad, cheerless.

বিষণ্ণতা, গু. শ. (সং.) বিষণ্ণ হোৱা অৱস্থা, আনন্দহীনতা, sadness, cheerlessness.

বিষধৰ্, স. শ. (সং. বিষধৰ—বিষ, বিহ + ধৃ, ধৰ্,) সৰ্প, সাপ, a snake.

বিষম্, বি. (সং. বিষম—বি, নোহোৱা + সম, সমান, উত্তম) সমান নোহোৱা, বিযুৰীয়া, বেয়া, মন্দ, অধম, অসৎ, দুষ্ট; টান, বেয়া প্ৰকাৰৰ (নৰিয়াত খাটে); যেনে, বিষম ৰোগ, unequal, odd, evil, bad, wicked, of a bad type (said of a disease).

বিষয়্, স. শ. (সং. বিষয়—বি, উপস. + ষি, আবদ্ধ কৰ্) সংসাৰ, সংসাৰৰ কাৰ্য্য বা সুখ; যেনে, বিষয়ত আসক্ত মানুহৰ সদ্গতি নহয়; কোনো কথা বা কাৰ্য্য; যেনে, সেই বিষয়ৰ একো নেজানো; পদ, বাব; যেনে, ফুকন, বৰুৱা ইত্যাদি, worldly object or pursuit, sensual pleasure, a subject, a topic, a theme, an office, situation or employment.

বিষয়া, স. শ. কোনো বিষয়ত বা পদত নিযুক্ত লোক, an officer, an *employée*.

বিষয়াসক্ত, বি. (সং. বিষয়াসক্ত—বিষয়, সংসাৰৰ কাৰ্য্য + আসক্ত, ৰত) সংসাৰৰ কাৰ্য্যত বা সুখত মগ্ন, devoted to worldly affairs or pleasure.

বিষয়ে, আ. অব্য. কোনো কথাৰ, বস্তুৰ বা কাৰ্য্যৰ সম্পৰ্কে; যেনে, বিয়াৰ বিষয়ে তোমালৈ লিখিম, on the subject of, concerning.

বিষহৰী, স. শ. (সং. বিষহৰী—বিষ, বিহ + হৰী, নাশিনী) কাশ্যপৰ জীয়েক, বাসুকিৰ ভনীয়েক, জৰৎকাৰু মুনিৰ ভাৰ্য্যা, সাপবিলাকৰ অধিকাৰিণী, সাপৰ বিষ-নাশিনী দেৱী, the goddess of the serpent race.

বিষা, অ. ধা. (অং. বিষ, বেদনা) বেদনা বোধ কৰ্, বিষৰ দ্বাৰা পীড়া পা; যেনে, গা বিষাইছে; বেদনা জন্মা; যেনে, খহুটো বিষাইছে, to feel pain, to ache, to cause pain.

বিষাক্ত, বি. (সং. বিষাক্ত—বিষ, বিহ + আক্ত, লিপ্ত) বিহ-লগোৱা, বিহ-দিয়া, বিহযুক্ত, poisoned.

বিষাদ, স. শ. (সং. বিষাদ—বি, উপস. + সদ্, গতি কৰ্) মনৰ দুখ, বেজাৰ, অসন্তোষ, sorrow, mental affliction.

বিষাদিত্, কৃদ. বি. বেজাৰ পোৱা, শোকান্বিত, sorrowful.

বিষাল্, বি. (সং. বিষ, বিহ) বিষযুক্ত, বিষ থকা; যেনে, বিষাল সাপ, poisonous, venomous.

বিষুব-ৰেখা, স. শ. (সং. বিষুবৰেখা—বিষুব, দিন-ৰাতি সমান হোৱা কাল + ৰেখা, আঁক) পৃথিৱীৰ মাজে দি মনেৰে দিয়া এটা আঁক (সূৰ্য্যে সেই পোন পালে দিন আৰু ৰাতি সমান হয়, এতেকে সেই নাম), the equinoctial line.

বিষ্-পানী, স. শ. (সং. ৰিষ, বেদনা + অং. পানী, জল) পকা ঘাৰ পৰা বৈ পৰা পাতল বগা ৰস, thin colourless humour from an ulcer.

বিষ্ঠা, স. শ. (সং. ৰিষ্ঠা—ৰি, উপস. + স্থা, থাক্) গু, বহির্দ্বাৰে দি পেটৰ পৰা ওলোৱা মল, faeces, ordure.

বিষ্ণু, স. শ. (সং. ৰিষ্ণু—ৰিশ্, ব্যাপ্; জগতক ব্যাপি আছে, এতেকে) হিন্দুৰ ত্রিমূর্ত্তি,অর্থাৎ ব্রহ্মা, বিষ্ণু, শিৱ এই তিনি জনা ঘাই দেৱতাৰ দ্বিতীয় জনা। তেওঁ জগতক পালন কৰে, চতুর্ভুজ আৰু বৈকুণ্ঠত থাকে, হৰি, *Vishnu*, the second person of the Hindu trinity and the preserver of the universe.

বিষ্ণুপদ্, স. শ. (সং. ৰিষ্ণুপদ—বিষ্ণু, হৰি + পদ, চৰণ) গয়া তীর্থত থকা বিষ্ণুৰ খোজৰ চিন, যত হিন্দুবিলাকে পিণ্ড দিয়ে। গয় নামে এটা অসুৰক বিষ্ণুৱে মূৰত গচকি বধ কৰাত তাৰ মূৰত তেওঁৰ ভৰিৰ চিন ৰল বুলি পুৰাণত লেখা আছে, the footprint of *Vishnu* at the shrine of *Gaya*.

বিষ্ণু-পদী, স. শ. (সং. ৰিষ্ণুপদিন্—ৰিষ্ণুপদ+ইন্) জেঠ, ভাদ, আঘোণ আৰু ফাল্গুণৰ সংক্রান্তি, the entrance of the sun into one of the following signs, *viz:—Taurus, Leo, Scorpio* and *Aquarius*.

বিষ্ণু-লোক্, স. শ. (সং. ৰিষ্ণুলোক—ৰিষ্ণু, হৰি + লোক, জগত) বিষ্ণুৰ পুৰি, বৈকুণ্ঠ, the paradise of *Vishnu*.

বিসঁচ, স. শ. (অং. বি, বেয়া + সঁচ, কঠীয়া) বেয়া সঁচ, বেয়া জাতৰ কঠীয়া, bad seed, seed of a bad quality.

বিসঁচীয়া, বি. বেয়া সঁচৰ পৰা উৎপন্ন, এতেকে আপোনাৰ বংশ বা জাতিতকৈ নিকৃষ্ট, বিজতুৰা; যেনে, বিসঁচীয়া মানুহ, গছ বা জন্তু,of a bad origin, degenerate.

বিসঙ্গত্, বি. (অং. বি, নোহোৱা + সঙ্গত, যুগুত) অযুগুত, অন্যায়; যেনে, বিসঙ্গত কথা কব নেপায়, আচল, বিজুতি; যেনে, তোমাৰ বহা বিসঙ্গত হৈছে, unreasonable, inconvenient.

বিসঙ্গতি, স. শ. জুতিৰ অভাৱ, আচল, inconvenience, a difficulty.

বিসর্গ, স. শ. (সং. ৰিসর্গ—ৰি, উপস. + সৃজ্, বিদায় দি) স্বৰবিলাকৰ শেষটো; যেনে, ঃ, the soft aspirate marked by two dots placed one above the other.

বিসর্জন্, কৃদ. স. (সং. ৰিসর্জন—ৰি, উপস. + সৃজ্, বিদায় দি) পূজাৰ অন্তত দেৱতাক বিদায় দিয়া কার্য্য, the ceremony of sending away a god at the end of a *puja* or worship.

বিসূচিকা, স. শ. (সং. ৰিসূচিকা—ৰি, বিশিষ্ট + সূচিকা, বেজী. ব্রহ্মাৰ বৰেৰে এক ৰাক্ষসীয়ে বেজীৰ নিচিনা, অর্থাৎ অতি ক্ষুদ্র পোক হৈ মানুহৰ তেজ শোহে, তাৰে পৰা এই ৰোগ হয়, এতেকে) জহনী ৰোগ, cholera.

বিসোৱাদ, বি. (সং. ৰিস্বাদ, সোৱাদ নথকা) আসোৱাদ বা বেয়া সোৱাদযুক্ত, insipid, distasteful.

বিস্তৰ্, বি. (সং. ৰিস্তৰ—ৰি, উপস. + স্তৃ, বহলা) বহুত, অনেক, অধিক, much, many, abundant.

বিস্তাৰ্, স. শ. (সং.) বহল গুণ, বহুত ঠাই জোৰা অৱস্থা, পৰিসৰ, ব্যাপ্তি: যেনে, পৃথিবীৰ বিস্তাৰ, expanse, extension.

বিস্তাৰিত্, বি. (সং. ৰিস্তৃত, বহলোৱা) বিস্তৃত, বহলোৱা, spread.

বিস্তীর্ণ, বি. (সং.) বহল, ডাঙ্গৰ, বহুত ঠাই জোৰা, large, vast.

বিস্তৃত্, কৃদ. বি. (সং.) বহলোৱা, বহল কৰা, spread.

বিস্ময়্, স. শ. (সং. ৰিস্ময়—ৰি, নথকা + স্মি, মিটিকিয়াই হাঁহ্; তেনে অৱস্থাত হাঁহি নেথাকে; এতেকে) আশ্চর্য্য বোধ, নেদেখা নুশুনা বা অসম্ভৱ কার্য্য বা বস্তু দেখি তবা লগা অৱস্থা, wonder, surprise, astonishment.

**বিস্ময়ান্বিত**, বি. (সং. বিস্ময়ান্বিত—বিস্ময়+অন্বিত, যুক্ত) আচৰিত, বিস্মিত, তবধ, surprised astonished, amazed.

**বিস্ময়াপন্ন**, বি. (সং. বিস্ময়াপন্ন—বিস্ময়+আপন্ন, পতিত; বিস্ময়ত পৰা) বিস্ময়ান্বিত, বিস্মিত, surprised, astonished.

**বিস্মৰণ্**, কৃদ. স. (সং. বিস্মৰণ—বি, গুচা+স্ম, মনত ৰাখ্; মনৰ পৰা গুচা) পাহৰণ, the act of forgetting, oblivion.

**বিস্মিত্**, কৃদ. বি. (সং. বিস্মিত—বি, উপস.+স্মি, অলপকৈ হাঁহ; "বিস্ময়" চোৱা) বিস্ময়ান্বিত, আচৰিত, surprised, astonished, amazed.

**বিস্মৃত্**, কৃদ. বি. (সং. বিস্মৃত—বি, গুচা+স্মৃ, মনত ৰাখ্) মনৰ পৰা গুচা, পাহৰা; যেনে, সেই কথা বিস্মৃত হল; যি পাহৰে, মনত নৰখা; যেনে, তুমি বিস্মৃত নহবা যে এদিন মৃত্যু আহিব, forgotten, forgetting, forgetful.

**বিস্মৃতি**, স. শ. (সং.) পাহৰণ, বিস্মৰণ, forgetfulness, oblivion.

**বিস্বাদ**, বি. (সং. বিস্বাদ—বি, নথকা+স্বাদ, সোৱাদ) স্বাদহীন, সোৱাদ নথকা, বিসোৱাদ, insipid, tasteless.

**বিহ্**, স. শ. (সং. বিষ প্ৰাণনাশক বস্তু) খালে বা তেজত লাগিলে প্ৰাণনাশ কৰা বস্তু, poison, venom.

**বিহ্**, স. ধা. (সং. বিধ্, শাসন কৰ্) বিধান কৰ্, উপদেশ কৰ্; যেনে, শাস্ত্ৰে পৰাচিত বিহিছে; দণ্ডৰ আজ্ঞা কৰ্; যেনে, ৰজাই দণ্ড বিহে, to lay down, as a rule for, to award, as a punishment.

**বিহনে**, আ. অব্য. (সং. বিহীন, নথকা) অভাৱত, নথকাত, in the absence of.

**বিহৰ্**, অ. ধা. (সং. বিহৰণ, বিচৰণ—বি, উপস.+হৃ, গ্ৰহণ কৰ্) আনন্দেৰে ভ্ৰমণ কৰ্, মনত ৰঙ্গেৰে ফুৰ্, to roam about for pleasure.

**বিহৰণ্**, কৃদ. স. (সং. বিহৰণ, ওপৰত চোৱা) আনন্দেৰে ভ্ৰমণ, the act of going about for pleasure.

**বিহা**, সংখ্যা. (সং. বিংশতি, কুৰি) কুৰিৰ লেখ; যেনে, কুৰি গুচি পাণে একবিহা হয়, twenty, a score. স. ধা. বাহুল্যৰূপে ক, অধিককৈ ক; যেনে, সি তীৰ্থলৈ গৈছিল, তাকে বিহাইছে, enlarge upon, to expatiate.

**বিহা**, স. ধা. (অং. বিহ, বিষ) বিহ দি, বিষযুক্ত কৰ্ (বিল বা পুখুৰিত খাটে); যেনে, মাছ মাৰিবলৈ বিলখান বিহাইছে, to poison, as water for catching fish.

**বিহানে**, ক্ৰি. বি. (হিং. বিহান, ৰাতিপুৱা) ৰাতিপুৱাতে; যেনে, বিহানে আহিবি, in the early morning.

**বিহাৰ্**, স. শ. (সং. বিহাৰ—বি, উপস.+হৃ, গ্ৰহণ কৰ্) আনন্দ মনেৰে কৰা ভ্ৰমণ; ক্ৰিড়া, ধেমালি, the act of roaming about for pleasure, pastime.

**বিহাৰী**, বি. (সং. বিহাৰিন্—বিহাৰ+ইন্) আনন্দেৰে ভ্ৰমণ-কাৰী; ক্ৰীড়া বা ধেমালি কৰা (এটা সংজ্ঞা শব্দৰ পাচত থাকে); যেনে, গগন-বিহাৰী পক্ষী, roaming about for pleasure, playing. (স্ত্ৰী) বিহাৰিণী।

**বিহিত্**, কৃদ. বি. (সং. বিহিত—বি, উপস.+হিত, উচিত) উচিত; সমুচিত, যুগুত; যেনে, তাক বিহিত দণ্ড দিবা; বিধি-সিদ্ধ; বিধান কৰা; যেনে, বেদৰ বিহিত কাৰ্য্য, proper, condign, suitable, lawful, prescribed by law.

**বিহীন**, বি. (সং. বিহীন—বি, উপস.+হীন, নথকা) নথকা, হীন, শূন্য (এটা সংজ্ঞা শব্দৰ পাচত থাকে); যেনে, জ্ঞান-বিহীন, destitute or void of.

**বিহু**, স. শ. (সং. বিষুব, সূৰ্য্য, মেষ, তুলা আৰু মকৰ ৰাশিত সোমোৱা দিন) চত, আহিন আৰু পুহৰ শেষ দিন, অৰ্থাৎ বহাগ, কাতি আৰু মাঘৰ সংক্ৰান্তি। এইবিলাকৰ ভিতৰৰ বহাগ আৰু মাঘৰ সংক্ৰান্তি অসমীয়া মানুহৰ বৰ আনন্দৰ দিন। প্ৰথমৰ টোক চতৰ বা বহাগৰ বিহু,

দ্বিতীয়টোক কাতি-বিহু, শেহৰ টোক মাঘৰ বিহু বোলা যায়, the day on which the sun enters the sign, *Libra* or *Capricornus*. The Assamese keep festival on these days.

**বিহুৱা**, বি. বিহুসম্পৰ্কীয়, বিহুৰ বাবৰ; যেনে, বিহুৱা ভেঁটী, relating to a *bihu*.

**বিহুৱান্**, স. শ. বিহুৰ ভেঁটী, বিহুত দিয়া নতুন কাপোৰ, cloth presented at a *bihu* festival.

**বিহুকটি**, স. শ. (অং. বিহ, প্ৰাণ মৰা বস্তু + কোটি, এশ লাখ; এক কোটি বিহৰ সমান তিতা বা দ্বিভাত পীড়া দিয়া বস্তু) বৰ তিতা বস্তু, যাতকৈ তিতা নাই এনে বস্তু; যেনে, কুইনাইন বিহকটি যেন তিতা, something exceedingly bitter, a very bitter substance.

**বিহুফোঁহোৰা**, স. শ. (সং. বিস্ফোটক, খহু) এবিধ বৰ বিষাল খহু, a very painful boil.

**বিহ্বল্**, বি. (সং. বিহ্বল—বি, উপস. + হ্বল্, জোকাৰ্) আতুৰ, ব্যাকুল, শোক, বেদনা বা ভয়ৰ দ্বাৰা বিভত; যেনে, পুতেকৰ শোকত বিহ্বল, overcome or distracted with sorrow, pain or fear.

**বিহ্বলতা**, গু. শ. (সং.) বিহ্বল হোৱা অৱস্থা, ব্যাকুলতা, the state of being overcome or distracted with sorrow, pain or fear.

**বিহু-বাঁহ্**, স. শ. (অং. বিহ, বিষ + বাঁহ, এবিধ ডাঙৰ তৃণ) এবিধ পৰ্ব্বতীয়া বিষাল বাঁহ; তাৰে পৰ্ব্বতীয়া মানুহে কাঁড় কৰে বুলি শুনা যায়, a kind of hill bamboo.

**বিহুমনা**, স. শ. (অং. বিহ + মইন, কোঁটকৰা) এবিধ কোঁটকৰাৰ নিচিনা কাঁইটীয়া গছ আৰু তাৰ গুটি, a kind of thorny plant and its fruit.

**বিহু-মোনা**, স. শ. (অং. বিহ + মোনা, জোলোঙ্গা) সাপৰ মুখৰ ভিতৰত থকা বিহৰ জোলোঙ্গা; বৰল আদিৰ বিহৰ ভঁৰাল, the poison gland of a snake, the venom-bag of the wasp, &c.

**বিহুলঙ্গনী**, স. শ. (সং. বিষলঙ্ঘিনী, বেদনা কম কৰা—বিষ, বেদনা + লঘ্, ন্যূন কৰ্) এবিধ বেদনা জৰা ক্ষুদ্ৰ তৃণ, a kind of fern.

**বীজ্**, স. শ. (সং. বীজ—বি, উপস. + জন্, ওপজ্) গুটি, সঁচলৈ ৰখা গুটি, কণীয়া; ৰেতস; তাৰ নিচিনা, এতেকে পিছল লেতুকেতীয়া বস্তু; যেনে, ঔৰ বীজ; কণীৰ ভিতৰৰ বগা ভাগ; বসন্তৰ আঠা, seed, *semen virile*, any viscid matter, the white of an egg, vaccine lymph.

**বীজ্ মৰ্**, ক্ৰি মৰ্, সন্তান উৎপত্তিৰ শক্তি গুচ্, to lose the power of procreation.

**বীজ-কোষ্**, স. শ. (সং. বীজকোষ—বীজ, ভঁৰাল, ঢোপ, a seed vessel.

**বীজল্**, স. শ. বীজ, লেতুকেতীয়া বস্তু; চেঁচুকত হোৱা এবিধ ক্ষুদ্ৰ গছ, ডেমডেউকা; any viscid matter, a kind of slimy plant.

**বীজলীয়া**, বি. বীজলযুক্ত, বীজলৰ নিচিনা, পিছল, slimy, viscid.

**বীজা**, অ. ধা. বীজ উলিয়া, বীজলীয়া হ, to exude a slimy matter, to be viscid.

**বীজাল্**, বি. বীজযুক্ত, বীজলীয়া, viscid, slimy.

**বীজ্-মন্ত্ৰ**, স. শ. (সং. বীজমন্ত্ৰ, মূলমন্ত্ৰ—বীজ, মূল + মন্ত্ৰ, দেৱতা-উপাসনাৰ বাক্য) মূলমন্ত্ৰ, কোনো উপাসনাৰ বাক্যৰ বা মন্ত্ৰৰ আৰম্ভতে উচ্চাৰিত সাঙ্কেতিক অৰ্থযুক্ত এক বা অধিক আখৰ; যেনে, ওঁ, হ্ৰীং, ৰাং ৰিং ইত্যাদি, one or more mystic syllables placed at the beginning of a prayer or incantation.

**বীণ্**, স. শ. এবিধ বীণা-যন্ত্ৰ, a kind of stringed musical instrument.

**বীণা**, স. শ. (সং. বীণা—বী, গতি কৰ্; কৃত্ শব্দ) পাঁচ বা সাত ডাল গুণাযুক্ত এবিধ বাদ্য, the Indian lute or guitar.

**বীতৰাগ্**, বি. (সং. বীতৰাগ—বীত, নথকা + ৰাগ, আসক্তি) অনুৰাগ-শূন্য, আসক্তি

নথকা, free from affection or attachment.

বী-বিয়নি, স. শ. (তলৈ চোৱাঁ) টোপনিত বা অজ্ঞান অৱস্থাত কোৱা অস্পষ্ট কথা, indistinct or incoherent speech or muttering of a person asleep or delirious.

বী-বিয়া, অ. ধা. (বিংবিং, অস্পষ্ট মাত, উচ্চাৰণ অনুসৰি প্ৰথম ঈ দীৰ্ঘ) টোপনিত বা অজ্ঞান অৱস্থাত অস্পষ্ট কথা ক, to speak indistinctly or incoherently during sleep, or whilst in a delirious state.

বীভচ্, বি. (সং. বীভৎস, ঘিণ লগা) কুৰূপ, অশুৱনি, ugly.

বীৰ, স. শ. (সং. বীৰ—বীৰ্, বলৱন্ত হ) বলৱন্ত আৰু সাহিয়াল ৰণুৱা, ৰণত নিপুণ লোক; বামাচাৰী, a hero, a great warrior, one following the heterodox tenets of the *Tantras.*

বীৰত্ব, গু. শ. (সং.) বীৰৰ গুণ, শক্তি বা স্বভাৱ, বল আৰু সাহ, heroism, bravery, valour.

বীৰা, স. শ. (সং. বীৰভদ্ৰ. এটা ভূত বা ভৈৰৱ) মানুহৰ তিৰোতাৰে সহবাস কৰা বুলি খ্যাত এটা ভূত, an evil spirit supposed to cohabit with women.

বীৰাই পোৱা তিৰোতা ৰাতি টোপনিত ঘৰৰ পৰা ওলাই যায়; স্বৰূপাৰ্থত ই ঘুমটি-ঘূৰণ ৰোগ। ৰাতি গোপনে পৰপুৰুষৰ ওৰিলৈ যোৱা তিৰোতাই ধৰা পৰিলে বীৰাক বাদ দিয়ে।

বীৰ্য্য, স. শ. (সং. বীৰ্য্য—বীৰ, ৰণত নিপুণ লোক) বীৰত্ব, বীৰৰ গুণ, বল আৰু সাহ; ৰেতস্, heroism, valour, semen virile.

বীৰ্য্যহীন্, বি. (সং. বীৰ্য্যহীন—বীৰ্য্য, বীৰৰ গুণ+হীন, নথকা) বীৰৰ গুণ বা সাহ পিত নথকা, ভয়াতুৰ, দুৰ্ব্বল, cowardly, weak.

বুক্, } স. শ. (সং. বুক্ক, আমঠু; হিং. বং. বুকু, } বুক, হৃদয়) হৃদয়, পেটৰ ওপৰৰ ডিঙ্গিৰ নামৰ ভাগ, the breast, the bosom.

বুকুচোলা, স. শ. কঁকাললৈকে নমা আৰু কিলাকুটিলৈকে ঢকা হাতেৰে এবিধ চোলা, a kind of Assamese jacket.

বুক্-ডাঠ, বি. ডাঠ বুকুযুক্ত, মন-ডাঠ, সাহিয়াল, courageous.

বুকু-পাতল্, বি. পাতল বুকুযুক্ত, ভয়াতুৰ, timid.

বুকুবৰি, স. শ. (অং. বুকু, বুক+আবৰ্, ঢাক্) চোলাৰ বুকুৰ ওপৰত পৰা ভাগৰ ভিতৰে লগোৱা কাপোৰ; ৰণুৱাৰ বুকু-ঢকা সাজ, the lining of that part of a coat which covers the breast, a breast-plate.

বুকুৱা, বি. বুকুলৈকে উঠা, বুকুৰ সমান দ; যেনে, বুকুৱা পানী, rising up to the breast, breast-deep.

বুজ্, স. ধা. (সং. বুধ্; হিং. বুঝ্না; বং. বুঝন, জানন্) কোনো কথাৰ অৰ্থ বা ভাবৰ ভিতৰলৈ মনেৰে প্ৰবেশ কৰ্, মনেৰে ধৰ্; যেনে, সি ইংৰাজী বুজে, to understand, to apprehend, to comprehend.

সমা.—জান্, বুজ্, জান ধাতুৰে কোনো বিষয়ৰ আগৰে পৰা সম্পূৰ্ণ জ্ঞান থকা বুজায়, বুজ্ বুলিলে উপস্থিত কোনো কথাৰ ভিতৰলৈ মনেৰে সোমোৱা অৰ্থ হয়; যেনে, সেই কথা সি জানে; সি তাক এতিয়া হে বুজিলে।

বুজ্, স. শ. বোধ, জ্ঞান, বুজা শক্তি; যেনে, মূৰ্খৰ হিত অহিতৰ বুজ নাই, understanding, knowledge.

বুজ্ পা, সম্বাদ পা; যেনে, সি তুমি অহাৰ বুজ পোৱা নাই, to have information of.

বুজ ল, সম্বাদ ল, অনুসন্ধান কৰ্; যেনে, হলী ঘৰত আছে নে নাই বুজ লবা, to inquire.

বুজঁতী, "বুজোঁতা" চোৱাঁ।

বুজন্, কৃদ. স. বুজা কাৰ্য্য, the act of understanding. বি. বুজিব পৰা, বোধ

থকা ; যেনে, বুজন লৰা ; এতেকে ডাঙ্গৰ হোৱা ; যেনে, লৰা বুজন হৈছে ; এতেকে, আন এটা বস্তুতকৈ কিছু ডাঙ্গৰ ; যেনে, এইটো বাটি সিটোতকৈ অলপ বুজন, understanding, sensible, grown up, come to years of understanding, a little bigger.

বুজনি, স. শ. নীতি বা সজ আচৰণৰ বিষয়ে দিয়া মৌখিক উপদেশ ; যেনে, দৰা-কন্যাক বুজনি দিবা ; কোনো বিষয় বুজি-বলৈ ভাঙ্গি কোৱা কথা, অৰ্থৰ ব্যাখ্যা, a lecture on morality or good conduct, explanation, exposition.

বুজন্-নিৰ্গত্, বি. (অং. বুজন, বোধ থকা + নিৰ্গত, নিলাজ বা দুষ্ট) জানি বুজি দুষ্টালি বা অন্যায় কৰা, জানি বুজিও বেয়া কাম কৰা, doing wrong with a full knowledge of the impropriety of the act.

বুজা, স. ধা. বোধ জন্মা, মনেৰে প্ৰবেশ কৰা, শিকনি দি ; যেনে, অধ্যাপকে ছাত্ৰক পাঠ বুজায় ; সপ্ৰমাণ কৰ্ ; যেনে, পদে প্ৰমাণে গোচৰ বুজাব লাগে, to explain, to prove. বি. বোধ থকা, জনা, জ্ঞানী ; যেনে, বুজা মানুহ ; যাক বুজা যায় ; যেনে, বুজা কথা, knowing, sensible, understood, known.

বুজাবুজি, স. শ. এজনে আন জনৰ কথাৰ বুজ লোৱা বা পৰস্পৰে কথা ৰিজোৱা কাৰ্য্য, the act of comparing notes.

বুজোঁতা, কৃদ. স. বুজা মানুহ, a man who understands, a sensible man. (স্ত্ৰী) বুজঁতী।

বুজ্বাজ্, স. শ. (অং. বুজ+বাজ, অনুৰূ.) সম্বাদ, উৰাদিহ ; যেনে, সেই বিষয়ৰ একো বুজবাজ পোৱা নাই, information, intelligence.

বুজ্বিচাৰ্, স. শ. (অং. বুজ + বিচাৰ, অন্বেষণ) অনুসন্ধান, বিবেচনা, inquiry, consideration.

বুট্, স. শ. (সং. বৰ্ত্তুল ; হিং. বং. বুট, এবিধ মাহ) এবিধ বঙ্গালী মাহ, a kind of pulse, gram.

বুটল্, স. ধা. মাটিৰ পৰা তুলি ল ; যেনে, লৰাই বগৰী বুটলে, to pick up.

এইটো ধাতু বোটল্, এনেও হয়, আৰু নিত্য বৰ্ত্তমান কালত তাৰ বোটলো, বোটলা, বোটলে, এনে ৰূপ হয়।

বুটা, স. শ. (হিং. বূটা ; বং. বুটা, কাপোৰৰ ফুল) কাপোৰৰ ফুল, বেজীৰে বা লিখনী আদিৰে দিয়া ফুল, a figure of a flower, &c., worked or painted on cloth, paper, &c.

বুটা তোল্, বুটা দি, বেজীৰে বা লিখনীৰে ফুল কৰ্, to work or paint figures of flowers, &c.

বুটি, বি. খয় গৈ ভোতা বা চুটি হোৱা, বহু দিন ব্যৱহাৰ কৰাত ধাৰ বা জোং গুচা ; যেনে, বুটি কুঠাৰ, বুটি কোৰ, বুটি কাপ, বুটি বাঢ়নী ইত্যাদি, blunt, devoid of sharpness or pointedness, worn short.

বুঢ়া, বি. (সং. বৃদ্ধ ; প্ৰাং. বুড্‌ঢ ; হিং. বুঢ়া ; বং. বুড়া, বয়সীয়া) অধিক বয়সীয়া, প্ৰাচীন ; যেনে, বুঢ়া মানুহ ; বহুকলীয়া, অনেকদিনীয়া ; যেনে, বুঢ়া পুথি ; কোমল গুচি টান হোৱা, পৈণত (পাত বা ফলত খাটে) ; যেনে, বুঢ়া লাউ ; বুঢ়া পাত, aged, old, not tender. স. শ. অধিক বয়সীয়া মুনিহ ; যেনে, বুঢ়াৰ কথা শুনিবা, an old man. (স্ত্ৰী) বি. স. শ. বুঢ়ী।

বুঢ়া-কাল্, স. শ. বুঢ়াৰ অৱস্থা বা বয়স, old age.

বুঢ়া-আঙ্গুলি, স. শ. (সং. বৃদ্ধাঙ্গুলি—বৃদ্ধ, বুঢ়া + আঙ্গুলি, হাত ভৰিৰ ঠেঙ্গুলি) ভৰিৰ আৰু হাতৰ চুটি, শকত আৰু ঘাই আঙ্গুলি, the thumb, the big toe.

বুঢ়া-গোহাঁই, স. শ. অসম ৰজাৰ ঘাই মন্ত্ৰী, the prime minister of the Assam Rajas.

বুঢ়া তামোল্, স. শ. গোঁৰাই পোৱা পকা তামোল, জোৰ তামোল, ripe areca nut

preserved for use by burying in the earth.

বুঢ়া-বয়স্, "বুঢ়া-কাল" চোৱা।

বুঢ়া-মুৰা, বি. ( অং. বুঢ়া, বৃদ্ধ + মুখ, বদন ) বুঢ়াৰ নিচিনা মুখযুক্ত, বুঢ়াৰ নিচিনা দেখা, old-looking. ( স্ত্রী ) বুঢ়ামুঙ্গ।

বুঢ়ী-আই, স. শ. ( অং. বুঢ়ী, বৃদ্ধা + আই, মাতৃ) পিতামহী বা মাতামহী, বোপাইৰ বা আইৰ মাক, a paternal or maternal grandmother.

বুদু, স. শ. বুধবাৰে ওপজা মানুহৰ নাম, the name of a man born on Wednesday. ( স্ত্রী ) বুধবৰী।

বুদ্ধ, স. শ. ( সং. বুদ্ধ—বুধ্, বুজ্, জ্ঞানী, এতেকে ) এজনা ঋষি, সূর্য্য-বংশী শুদ্ধোদন ৰজা তেওঁৰ বাপেক, মায়াদেৱী তেওঁৰ মাক আছিল, তেওঁ বিষ্ণুৰ নৱম অৱতাৰ বুলি খ্যাত, আৰু ৰাজ্য, ধন, সকলোকে এৰি উদাসীন হৈ বৌদ্ধ-ধৰ্ম্ম চলালে, শাক্য সিংহ, গৌতম, wise, intelligent. Gotama Buddha the founder of Buddhism. Vishnu's ninth incarnation. (Dowson).

বুদ্ধি, স. শ. ( সং. বুদ্ধি—বুধ্, বুজ্ ) বোধ, বুজা শক্তি, কোনো কথা মনেৰে ধৰা আৰু মনত ৰখা শক্তি, understanding, intellect.

বুদ্ধি-নাশ, স. শ. ( সং. বুদ্ধিনাশ—বুদ্ধি + নাশ, ধ্বংস ) বুদ্ধিৰ লোপ, বুজা শক্তিৰ ধ্বংস, loss of understanding or intellectual faculty.

বুদ্ধি-ভ্রংশ, স. শ. ( সং. বুদ্ধিভ্রংশ—বুদ্ধি + ভ্রংশ, পতন, নাশ ) বুদ্ধি-নাশ, বুদ্ধিৰ লোপ, see the above.

বুদ্ধিভ্রষ্ট, বি. ( সং. বুদ্ধিভ্রষ্ট—বুদ্ধি + ভ্রষ্ট, গুচা ) বুদ্ধিহীন হোৱা, বুদ্ধি গুচা, কুবুদ্ধিয়ে ধৰা ; যেনে, বুদ্ধিভ্রষ্ট হলে মানুহ আপদত পৰে, deprived of intellectual faculties.

বুদ্ধিমন্ত, বুদ্ধিমান্, } বি. ( সং. ) বুদ্ধিযুক্ত, বুধিয়ক, intelligent, ingenious.

বুদ্ধিহীন্, বি. ( সং. বুদ্ধি + হীন, নথকা ) বুদ্ধি নথকা, silly, dull.

বুদ্ধিহীনতা, গু. শ. ( সং. ) বুদ্ধি নথকা অৱস্থা, নির্ব্বোধতা, silliness, dulness.

বুধ্, স. শ. ( সং. বুধ—বুধ্, বুজ্ ) চন্দ্রৰ পুতেক, চতুর্থ গ্রহ ; সপ্তাহৰ চতুর্থ বাৰ, the planet Mercury. Wednesday.

বুধি, স. শ. ( বুদ্ধি শব্দৰ অপভ্রংশ ) বোধ, বুজা শক্তি, বুদ্ধি ; উপায়, কুপৰামর্শ, understanding, intellect, means, instigation.

বুধি কৰ্, উপায় উলিয়া, কোনো কাৰ্য্য সুচল কৰ্ ; যেনে, খুঁটাটো তুলিবলৈ এটা বুধি কৰোঁ, to contrive a means.

বুধি দি, কুপৰামর্শ দি, বেয়া কামলৈ উদগা ; যেনে, দুষ্টই বুধি দি লৰা বেয়া কৰে, to instigate.

বুধবৰী, "বুদু" চোৱা।

বুধিয়ক্, বি. বুদ্ধিমন্ত, চোকা বুদ্ধিযুক্ত, intelligent, ingenious, sharp.

বুধবৰীয়া, বি. বুধবাৰে জন্মা বা উৎপন্ন, born or produced on Wednesday.

বুধ্-বাৰ্, স. শ. ( সং. বুধবাৰ—বুধ + বাৰ, সপ্তাহৰ এটা দিন ) সপ্তাহৰ চতুর্থ দিন, Wednesday.

বুন্দামাৰ্, বি. (সং. বুন্ধন, হত্যা, নাশ) সমূলি নষ্ট, ধ্বংসিত; যেনে, "কাটি, ছিঙ্গি ম্লেচ্ছক কৰিবা বুন্দামাৰ," totally destroyed.

বুন্দুৰী, "বোন্দোৰা" চোৱা।

বুপা-ককা, স. শ. (অং. বোপাই, পিতা + ককা, পিতামহ) পূর্ব্বপুৰুষবিলাক ; যেনে, বুপা-ককাৰ বৃত্তি, ancestors, fore-fathers.

বুবু-বাবা, গোপনে কোনো অনিশ্চিত আৰু গুপ্ত কথাৰ বিষয়ে মানুহে কোৱাকুই কৰা বুজোৱা শব্দ, the babbling of children ; hence it comes to mean people talking about something unintelligibly.

বুবুৰা, অ. ধা. সৰুকৈ, অস্পষ্টৰূপে কথা ক, to speak indistinctly or in a low tone of voice. ( মৌখিক )।

বুৰ্, স. শ. ( হিং. বুৰানা, পানীৰ তললৈ নি ) মূৰলৈকে আপোনাৰ গা পানীত প্ৰবিষ্ট কৰণ, জোবোৰা, the act of diving, immersion. অ. ধা. পানী বা বোকাৰ তললৈ যা ; যেনে, নাও বুৰিল, to sink, to founder.

বুৰ্ দি বা বুৰ্ মাৰ্, পানীত জোবোৰা মাৰ্, মূৰলৈকে পানীৰ তল কৰ্, to dive.

বুৰঞ্জী, স. শ. (আহম. বু, পুৰণি কথা + ৰঞ্জ বা লঞ্জ, বৰ্ণনা) পুৰণি কথাৰ বৰ্ণনা বা বিবৰণ, পুৰাবৃত্ত ; যেনে, অসম-বুৰঞ্জী, history. "বুলঞ্জী", এনেও হয়।

বুৰণ্, কৃদ. স. ( অং. বুৰ্, ডুব্ ) বুৰা বা ডুবা কাৰ্য্য, the act of sinking.

বুৰা, স. ধা. ( অং. বুৰ্, পানীৰ তললৈ যা ) পানীৰ তললৈ স্নমা, ডুবা, পানীৰ তল কৰ্, to submerge, to cause to founder or sink.

বুৰিয়া, অ. ধা. ( অং. বুৰ, জোবোৰা ) জোবোৰা মাৰ্, বুৰ দি, to dive, to have a plunge.

বুকলি-খেৰ্, স. শ. ঘৰৰ ছালৰ পুৰণি খেৰ, old thatch of a roof.

বুৰবুৰণি, বুৰ্বুৰণি, স. শ. ( অং. বুৰবুৰ্, অলপ অলপকৈ পানী ওলাওঁতে হোৱা শব্দ ) পানীৰ তলৰ পৰা ওলোৱা অতি ক্ষুদ্ৰ ফুটৰ বা ফেনৰ সমূহ ; মূৰ্চ্ছিত মানুহৰ মুখে ওলোৱা ফেন, small bubbles or froth rising to the surface of water, foam proceeding from the mouth of a person in a swoon.

বুৰবুৰি কাঢ়্, মূৰ্চ্ছিত হৈ মুখে ফেন উলিয়া, to foam at the mouth as a person in a swoon.

বুৰবুৰীয়া, বুৰ্বুৰীয়া, স. শ. পানীৰ ওপৰলৈ উঠা, বগা ফেনৰ নিচিনা ফুটসমূহ ; যেনে, পানীৰ ওপৰত বুৰবুৰীয়া উঠিছে ; ছালৰ ওপৰত ওলোৱা ক্ষুদ্ৰ কোঁহাৰ সমূহ, very small bubbles or froth rising to the surface of water, an eruption on the skin.

বুল্, স. ধা. ( বং. বুলন, ভ্ৰমণ ) খোজ কাঢ়্ ; যেনে, লৰাই বাট বুলিছে, to walk.

বুলন্, বুলনি, কৃদ. স. ( অং. বুল্, খোজ কাঢ়্ ) খোজ কাঢ়ন্ ; খোজ কঢ়াৰ প্ৰকাৰ বা গঢ়, গতি ; যেনে, কন্যাৰ বুলন, the act of walking, gait.

বুলনী কাপোৰ্, স. শ. মাটিত ভৰি নপৰাকৈ খোজ কাঢ়ি যাবৰ কাৰণ পাৰি দিয়া কাপোৰ, a cloth or carpet spread on a path for a king, &c., to walk upon.

বুলনী, বুলনী-ঘৰ্, স. শ. গাত ৰদ বৰষুণ ন-পৰাকৈ এটাৰ পৰা আন এটা ঘৰলৈ যোৱা দীঘলীয়া ঘৰ, a covered walk leading from one house to another.

বুলা, স. ধা. ( অং. বুল্, খোজ কাঢ়্ ) আনক খোজ কঢ়া ; যেনে, লৰাক বাট বুলাইছে ; খেলৰ গুটি আদি চলা ; যেনে, সেইটো গুটি বুলোৱা ; হাত ফুৰা, মোহাৰ্ ; যেনে, গাত হাত বুলাইছে, to cause to walk, to rub gently with the hand, to stroke, to move, as one of the pieces in a game.

বৃত্তান্ত, স. শ. (সং. বৃত্তান্ত—বৃত্, বৰ্ত্তমান হ, থাক্ ) বিবৰণ, পাতি, ভাঙ্গি কোৱা কথা ; সম্বাদ, সমাচাৰ ; যেনে, ঘৰৰ বৃত্তান্ত কোৱা, a narrative, a description, news, intelligence.

বৃত্তি, স. শ. ( সং. বৃত্তি, ঐ ) জীৱিকা, জীৱনৰ উপায়, জীৱিকা উলিওৱা কাৰ্য্য, ব্যৱসায়, livelihood, calling, profession.

বৃত্তিয়াল্, স. শ. ( সং. বৃত্তি, ব্যৱসায় ) সোণাৰিৰ বৃত্তি লোৱা হাৰি, সোণ-ৰূপৰ কাম কৰা হাৰি, a goldsmith of the *hari* caste, (an euphemism).

বৃথা, বি. ( সং. বৃথা—বৃ, ঢাক্ ) নিৰৰ্থক, নিস্ফল, সফল নোহোৱা, fruitless, vain, futile.

বৃদ্ধ, বি. ( সং. বৃদ্ধ—বৃধ্, বাঢ়্ ) বুঢ়া, অধিক বয়সীয়া ; বহুকলীয়া, পুৰণি, old.

বৃদ্ধ-কাল্, স. শ. বুঢ়া কাল বা বয়স, old age.

বৃদ্ধত্ব, গু. শ. বুঢ়া অৱস্থা, বুঢ়া বয়স, old age.

বৃদ্ধাঙ্গুলি, স. শ. (সং. বৃদ্ধাঙ্গুলি—বৃদ্ধ, ডাঙ্গৰ +আঙ্গুলি, হাত ভৰিৰ ঠেঙ্গুলি) বুঢ়া আঙ্গুলি, the thumb, the big toe.

বৃদ্ধি, স. শ. (সং. বৃদ্ধি—বৃধ্, বাঢ়্) বাঢ়ন, অধিক বা ডাঙ্গৰ হওন, increase, enlargement, augmentation, growth.

বৃন্দ, স. শ. (সং. বৃন্দ—বৃন্দ্, আনন্দিত কৰ্) সকল, সমূহ, গণ (এটা সংস্কৃত সংজ্ঞা শব্দৰ পাচত থাকে); যেনে, দেৱবৃন্দ, a multitude, a large number (used as the last member of a compound word). সংখ্যা. দহ অৰ্ব্বুদ, a thousand millions.

বৃন্দ-বৃন্দ, বি. অসংখ্য, অলেখ, innumerable.

বৃন্দাবন্, স. শ. (সং. বৃন্দাবন—বৃন্দা, ৰাধা +বন, হাবি) হিন্দুস্থানৰ যমুনা-নৈৰ তীৰত কৃষ্ণই ৰাধাৰে সৈতে বিহাৰ কৰা এখান পবিত্ৰ ঠাই, the holy *Brindaban* where *Krishna* sported with the milkmaids.

বৃষ্, স. শ. (সং. বৃষ—বৃষ্, পীড়া কৰ্) ষাঁড়, ভতৰা; দ্বিতীয় ৰাশি, a bull, the sign *Taurus*.

বৃষকেতু, স. শ. (সং. বৃষকেতু—বৃষ, ষাঁড়+ কেতু, চিন; বৃষ তেওঁৰ বাহন, সেয়ে তেওঁৰ চিন, এতেকে) শিৱ, মহাদেৱ, *Siva*.

বৃষভ্, স. শ. (সং. বৃষভ—"বৃষ্" চোৱা) ষাঁড়, ভতৰা গৰু, a bull.

বৃষ্টি, স. শ. (সং. বৃষ্টি—বৃষ, শান্তি কৰ্) মেঘৰ পৰা তললৈ অহা পানী, বৰষুণ, rain.

বৃহৎ, বি. (সং. বৃহৎ—বৃহ্, বাঢ়্) বৰ, ডাঙ্গৰ, দীঘল আৰু বহল, large, great.

বৃহস্পতি, স. শ. (সং. বৃহস্পতি—বৃহৎ, শ্ৰেষ্ঠ, অৰ্থাৎ দেৱতাবিলাক + পতি, অধিকাৰ বা গুৰু) পুৰাণৰ মতে অঙ্গীৰা মুনিৰ পুতেক আৰু দেৱতাবিলাকৰ গুৰু; (জ্যোতিষত) এজনা গ্ৰহ; পাঁচ সংখ্যাৰ বাৰ, the preceptor of the gods, the planet Jupiter. Thursday.

বৃক্ষ, স. শ. (সং. বৃক্ষ—বৃক্ষ্, ঢাক্; ছাঁৰে ঢাকে, এতেকে) তৰু, গছ, a tree.

বেই, স. শ. (সং. বিয়া, বিবাহ) বিয়াত দৰা বা কন্যাৰ গা-ধুওৱা ঠাইৰ ওপৰত দিয়া কাঠৰ চাৰি চুকীয়া আচ্ছাদন বিশেষ; সেই কাৰ্য্যত ব্যৱহৃত আন আচ্ছাদন, a wooden square frame put over the bathing place of a bridegroom or bride at a marriage.

বেই-ঘৰ্, স. শ. দৰা বা কন্যাৰ গা ধুৱাবৰ কাৰণে ওপৰত বেই দি যুগুত কৰা ঠাই; কাঠৰ বেই নহলে কলা পটুৱাৰ বেই সাজি কাপোৰেৰে ঢাকি বেই ঘৰ কৰা যায়, the bathing place of a bride or bridegroom covered with a *bei* (for which see above).

বেইতা, বি. (অং. বিয়া, বিবাহ; সং. বিবাহিত বা বিবাহিতা, বিয়া কৰা) বিয়া কৰা (স্ত্ৰীং, পুং); যেনে, বেইতা তিৰোতা, বেইতা স্বামী, married, wedded.

বেওঁ, স. শ. (সং. ব্যাম, মেলা দুই বাহুৰ জোখ) আঠ হাত বা এটাঁৰ মাটি; যেনে, দীঘে কুৰি বেওঁ, a land measure equal to four yards.

বেওঁ, স. শ. (সং. বেমা, বাচ) কঠ বোৱা বাচ, a flat piece of wood pierced with holes used for plaiting grass mats.

বেওঁচনীয়া, বি. (অং. বাওঁ, সোঁ ফালৰ বিপৰীত ফাল) পোনে নোযোৱা, এক-তীয়া হৈ যোৱা; যেনে, কাঁড়টো বেওঁচ-নীয়া হৈ গল, পোন পটীৰ নোহোৱা, আওপকীয়া (কথা); যেনে, বেওঁচনীয়া কথা বুজা টান, deviating from the right direction, not straight forward. স. শ. মোচোকা, জোৰাত থোৱা পাক, a sprain.

বেওঁচনীয়া খা, মোচোকা খা, জোৰাত পাক

থা, অলপকৈ জোৰা লৰ্; যেনে, ৰামে ভৰিত বেওঁচনীয়া খালে বা তাৰ ভৰিটোৱে বেওঁচনীয়া খালে, to have a sprain, or to be sprained.

বেং, স. শ. (সং. ভেক; বং. বেঙ্গ, ভেকোলা) এবিধ ক্ষুদ্ৰ চাৰি-ঠেঙ্গীয়া দ্বিচৰ জন্তু, a frog.

বেঁকা, বেঁকোৰা, বি. (সং. ৱক্ৰ; বং. বাঁকা, পোন নোহোৱা) ভঙ্গীয়া, ভাঁজযুক্ত, পোন নোহোৱা, crooked. স. শ. বক্ৰতা, ভাঁজ; যেনে, এইটো বাঁহত বেঁকা নাই, a bend, a curve.

বেঁকা-বেঁকি, বেকোঁৱা-বেঁকুৰি, বি. অনেক ভাঁজ থকা, বাৰ ভঙ্গীয়া, having many bends, zigzag.

বেঁকামুৱা, বি. (অং. বেঁকা, বক্ৰ+মুখ, বদন) ভেঙ্গুৰা-মুখযুক্ত, having a distorted face, wry-faced. (স্ত্ৰী) বেঁকামুঙ্গী।

বেঁত্, স. শ. (সং. ৱেত্ৰ; হিং. বং. বেঁত, এবিধ লতা) এবিধ লতাৰ দৰে বগোৱা তৃণ, তাৰ পিঠি ভাগেৰে জৰী কৰা যায়, a kind of cane, rattan.

বেঁত্, স. শ. (সং. ৱক্ত্ৰ, মুখ) মুখ, মুখৰ বিঙ্কা (উপহাসত থাটে); যেনে, লৰাই অলপতে বেঁত মেলে, the mouth.

বেঁতনি, স. শ. বেঁতৰ হাবি, অধিক বেঁত গজা ঠাই, a cane-brake, a thicket of cane or rattan.

বেঁতী-বাঁহ্, স. শ. এবিধ বেত বা বাইডাঙ্গৰ নিচিনা গা-সৰু বনৰীয়া বাঁহ, a kind of wild bamboo.

বেঁৱা, স. শ. (বং. বাগু, চিকত হোৱা গাঁৰ) চিকত হোৱা দীঘলীয়া গাঁড়, a bubo.

বেঁৱা, স. শ. (সং. ৱেমা, বাচ্) বেওঁ, কঠ-বোৱা বাচ, a flat piece of wood pierced with holes used for plaiting grass mats.

বেকত্, বি. (সং. ৱ্যক্ত, বিদিত) বিদিত, প্ৰকাশিত; দৃশ্য, চকুৰে দেখা (পদ্যত); যেনে, ভৈলন্ত বেকত প্ৰভু চক্ৰপাণি, visible.

বেকেটা, বি. (অং. বিকটা, বেকা কৰ্) বেঁকা, ভাঁজযুক্ত, ভেঙ্গুৰা (মুখত মাথোন খাটে); যেনে, দৰব তিতা পাই লৰাই মুখ বেকেটা কৰিলে, wry, distorted (said of the face).

বেকেটা-মুৱা, বি. বেঁকা-মুৱা, wry-faced. (স্ত্ৰী) বেকেটা-মুঙ্গী।

বেগ্, স. শ. (সং. ৱেগ—ৱীজ্, গতি কৰ্) শীঘ্ৰ গতি; শীঘ্ৰতা, speed, velocity, swiftness, quickness.

বেগত্, বেগেত্, স. শ. (হিং. বিলস্ত, আঙ্গুলিৰ জোখ) মেলি বহলোৱা বুঢ়া আঙ্গুলি আৰু মাজৰ আঙ্গুলিৰে কৰা জোখ, a span, nine inches.

বেগতীয়া, বেগ্তীয়া, বি. এবেগত পৰিমাণৰ, measuring nine inches.

বেগতিলেই, বেগতে, ক্ৰি. বি. (সং. ৱেগ, শীঘ্ৰতা) শীঘ্ৰে, খৰকৈ, পলম নকৰাকৈ, quickly.

বেগৱন্ত, বৈগৱান্, বি. (সং. ৱেগৱৎ, বেগী) বেগী, বেগ থকা, বেগাই যোৱা, speedy, swift, nimble.

বেগাই, ক্ৰি. বি. শীঘ্ৰে, খৰকৈ, quickly, speedily.

বেগাবেগি, স. শ. ততাতৈয়া, লৰালৰি, খৰ-খেদা; যেনে, বেগাবেগিৰ কাম ভাল নহয়, haste, hurry.

বেগাবেগি কৰ্, ততাতৈয়া বা খৰখেদা কৰ্, to make haste.

বেগাল্, বি. বেগৱান, বেগাই গতি কৰা, swift, nimble.

বেগেত্, "বেগত" চোৱা।

বেগেতীয়া, "বেগতীয়া" চোৱা।

বেগী, বি. (সং. ৱেগ+ইন্) বেগৱন্ত, বেগাল, swift, nimble.

ৱেগ্ৰোধ্, স. শ. (সং. ৱেগৰোধ—ৱেগ, শীঘ্ৰতা+ৰুধ্, আটক কৰ্) বেগৰ নিবাৰণ, বেগাই যোৱা বস্তুক হঠাৎ আটক কৰণ; স্বভাৱৰ গতিত বাহিৰ হব খোজা বিষ্ঠা মূত্ৰক আটকি ৰাখন, the act of suddenly checking the speed of any-

thing, obstruction of the natural excretions.

বেঙ্গা, বি. ( অং. বেং. ভেকোলা, বেঙ্গৰ দৰে কোঁ-কাঁ কৰে, এতেকে ) ফুটাই কথা কব নোৱৰা, আঁকৰা ; এতেকে, একো নজনা, মুৰ্খ, স্বাভাৱিক জ্ঞান নথকা, tongue-tied, idiotic, foolish. স. শ. আঁকৰা, ফুটাই কথা কব নোৱৰা মুনিহ ; মূৰ্খ, স্বাভাৱিক জ্ঞানহীন পুৰুষ, a man unable to articulate distinctly, an idiot. ( স্ত্ৰী ) বি. স. শ. বেঙ্গী।

বেঙ্গা, স. শ. (বেঙ্গৰ দৰে এটাৰ পৰা আনটো ঠেং আঁতৰ হয়, এতেকে ) এটা ভৰিৰ পৰা আনটো বহুত আঁতৰাই দিয়া খোজ ; যেনে, ভ্ৰবেঙ্গাতে ঘৰ পালে গৈ ; ওখত থকা বস্তু ধৰিবলৈ ভৰিৰ আঙ্গুলিত ভৰ দি থিয় হওন ; যেনে, বেঙ্গা দিও চুকি নেপালে ; এবিধ মাছ ; a long stride, standing on tip-toe.

বেঙ্গা মেল বা বেঙ্গা দি, এটাৰ পৰা আনটো ভৰি বহুত আঁতৰাই খোজ কাঢ় ; যেনে, বেঙ্গা মেলি বা বেঙ্গা দি গৈছে ; ভৰিৰ আঙ্গুলিত ভৰ দি থিয় হ ; যেনে, বেঙ্গা মেলি চালৰ পৰা লাউটো আনিলে, to stride, to walk with long steps, to stand upon tip-toe.

বেঙ্গা মেলি যা, এটাৰ পৰা আনটো ভৰি বহুত আঁতৰাই খোজ দি যা, to walk with long steps.

বেঁঙ্গেটি, স. শ. জন্তুৰ খুৰাৰ পাচ ফালৰ যুৰীয়া নখ ; খুৰাৰ পাচ ফালৰ খাল ভাগ, the horny claws behind the hoof joint of an animal, the cavity behind the hoof.

বেঁঙ্গেতি চোবা, সঁচা কথা লুকাবৰ নিমিত্তে দুই প্ৰকাৰ ভাব থকা কথা ক, কোৱা কথা মিছা নহয় অথচ সঁচা কথা নোলায়, এনে ভাবৰ কথা ক, to equivocate.

বেঙ্গেনা, স. শ. ( সং. ৰঙ্গন ; হিং. বৈগন ; বং. বেগুন, এবিধ ফল ) এবিধ কাঁইটীয়া গছ ; তাৰ ফল, তাৰ অনেক উপজাতি আছে, the egg-plant and its fruit. *Solanum melongena.* (Haughton).

বেঙ্গেনা-বুলীয়া, বি. ( অং. বেঙ্গেনা + বোল, বৰণ ) কলাৰে মিহলি ৰঙ্গা বৰণীয়া, purple.

বেচ্, স. ধা. ( হিং. বেচ্না ; বং. বেচন, বিক্ৰয় ) বিক্ৰয় কৰ্, মূল্য লৈ দি, to sell. স. শ. কিনা বস্তুৰ মূল্য ; যেনে, বেচ দি লোৱা বস্তু ; কোনো কাম কৰাৰ বাবে দিয়া ধন, বানচ ; যেনে, দুখৰ বেচ, price, wages, remuneration.

বেচ্ খা, কাম কৰাৰ বাবে বা কৰিবলৈ ধন ল, to receive wages.

বেচন্, কৃদ. স. বিক্ৰয়-কৰণ, বেচা কাৰ্য্য, the act of selling.

বেচা, স. ধা. আনৰ দ্বাৰা বিক্ৰয় কৰা, to cause to be sold.

বেচা, স. শ. ( সং. বিস্তাৰ, বহল কৰণ ) চালৰ ওপৰত মেলা এতৰপ খেৰ, a layer of thatch upon a roof.

বৈচি, বি. (যাং.) অধিক, অতিৰিক্ত ; যেনে, এটকাতকৈ বেচি নিদিবা, more, excessive.

বৈচু, স. শ. ( হিং. পিচু, এবিধ ঘা ) কঁকালৰ চুৰিয়াৰ বান্ধ পৰা ঠাইত হোৱা ঘা, a kind of skin disease attacking the waist.

বেচোৱাই, বি. ( অং. বেচ, কামৰ বানচ ) বেতনভোগী, বেচ লৈ কাম কৰা, working for wages, mercenary. স. শ. বেচ লৈ কাম কৰোঁতা, one who serves for wages, a hireling, a mercenary.

বেজ্, স. শ. (সং. বৈদ্য, হিং. বেইজ্, চিকিৎসক ) ৰোগৰ প্ৰতিকাৰ কৰোঁতা, দৰৱ দিওঁতা ; ( কামৰু. ) নাপিত, a physician, a barber.

বেজাৰ্, স. শ. ( যাং. বেজাৰ, অসন্তুষ্ট ) মনৰ দুখ, শোক ; অসন্তোষ, sorrow, mental affliction, displeasure.

বেজাৰ কৰ্, অসন্তোষ প্ৰকাশ কৰ্ ; যেনে, বিয়ালৈ নমতাত তেওঁ বেজাৰ কৰিছে,

to express displeasure, to be offended.

বেজাৰ লাগ্, শোক পা ; যেনে, মৰাৰ কথা শুনিলে বেজাৰ লাগে, to be sorry.

বেজাৰ্-মুৱা, বি. (অং. বেজাৰ, অসন্তোষ + মুখ, বদন) মুখত আনন্দৰ চিন নথকা, বিষণ্ণ, বিমৰ্ষ, আমনজিমন, sad, cheerless.

বেজালি, গু. শ. বেজৰ ব্যৱসায়, বৈদ্য-বৃত্তি ; যেনে, সি বেজালি কৰে ; বেজৰ গুণ ; যেনে, তাৰ গাত বেজালি নাই, the profession or quality of a physician.

বেজালি-পুথি, স. শ. বৈদ্য-শাস্ত্ৰ, বেজ-বিদ্যাৰ পুথি, a treatise on medical science.

বৈজিনী, স. শ. বেজৰ ভাৰ্য্যা ; চিকিৎসা কৰা তিৰোতা ; প্ৰসৱত সাহায্য কৰা তিৰী, the wife of a physician, a female physician, a midwife.

বৈজী, স. শ. (সং. বেধী, ফুটা কৰোঁতা) কাপোৰ সিয়া লো আদিৰ সৰু শলা, a needle for sewing.

বৈজীয়া-খোঁক্, স. শ. (অং. বেজী, ঐ + খোঁক্, খোঁচ্) বেজীৰ দৰে জোঙা ঠোঁটেৰে মাছ ধৰি খোৱা এবিধ চৰাই, a kind of wading-bird.

বৈজীয়া-নাৰ, স. শ. বেজীৰ দৰে গোটা গাবে এবিধ সৰু মাছ, a kind of small fish.

বেজেৰা, বি. (অং. বেজাৰ, অসন্তোষ) অসন্তোষ জন্মোৱা, মনত বেয়া লগোৱা ; যেনে, বেজেৰা মাত ; মুখত বেয়া লগোৱা, চোকা, লোণ বা টেঙা অধিক হোৱা ; যেনে, আঞ্জাখান বেজেৰা হল, acrimonious, irritating, sharp, (applied to speech), tart, sharp to the taste.

বেজেৰাবেজেৰি, স. শ. কটু বাক্য, বেজেৰা মাত, কেটেৰ-জেঙেৰ ; যেনে, বেজেৰা-বেজেৰি সহিব নোৱাৰি, the act of using harsh language or acrimonious speech.

বেজ্ কচু, স. শ. (অং. বেজেৰা, চোকা + কচু, এবিধ ক্ষুদ্ৰ গছ ; বৰকৈ মুখত ধৰাৰ কাৰণে তাক খাব নোৱাৰি, এতেকে সেই নাম) এবিধ ডাঙৰ পাতেৰে বনৰীয়া কচু, a kind of *arum* plant.

বেজ্-ঘৰ, } স. শ. ৰোগীক চিকিৎসা
বেজ্-শাল্, } কৰা বা দৰব দিয়া ঘৰ, an hospital.

বেজবৰুৱা, স. শ. (অং. বেজ, বৈদ্য + বৰুৱা, ঘাই বিষয়া) বেজবিলাকৰ মূৰ বা ঘাই বিষয়া, ৰাজ-বৈদ্য, one of the royal physicians or chief medical officers of Assam.

বেজ্‌বেজা, অ. ধা. গা বা মনত দুখ পা ; যেনে, ধন ভাঙোতে গা বেজবেজায় ; দুৰ্নাম শুনিলে মন বেজবেজায়, to be pained or distressed.

বেজ্‌বেজীয়া, বি. চোকা, বেজেৰা, লোণ বা টেঙা অধিক হোৱা ; যেনে, আঞ্জাখান বেজ্‌বেজীয়া হৈছে বা আঞ্জাত লোণ বা টেঙা বেজ্‌বেজীয়া হৈছে, excessively salt or acid, sharp to the taste.

বেজ্‌বেজ্ কৰে, ক্রি. বি. বেজেৰা গুণেৰে, বৰ চোকা লোণ বা টেঙাৰ দৰে, with a sharp, biting taste.

বৈটী, স. শ. (সং. চেটী, দাসী) দাসী, বান্দী, a female slave.

বৈটু, স. শ. (সং. বৃন্ত ; হিং. ভেটু ; বং. বোঁটা, ফল বা ফুলৰ ঠাৰি) সৰু ফলৰ ঠাৰি থকা ফালৰ মূৰ, চুপহি থকা ফাল ; যেনে, তামোলৰ বেটু ; কোনো বস্তুৰ মূৰত লগোৱা চুপহি, the end of a small fruit to which the foot stalk is attached, a knob at the head of anything.

বৈটুৱা, বি. বেটুযুক্ত, having a knob or knobs, knobbed.

বেঢ়্, স. ধা. (সং. বেষ্টন ; হিং. বেঢ়না ; বং. বেড়ন, আবৰণ কৰণ) বেষ্টন কৰ্, চাৰিও ফাল আবৃত কৰ্ ; যেনে, "যম-কাল-মায়া-মৃত্যুৱে বেঢ়িয়া আছে বাঘ-জালী কৰি", to surround, to enclose,

এতিয়া বেঢ় ধাতুৰ সলনি প্ৰায়ে "বেৰ" ব্যৱহৃত হয়; যেনে, বাৰী বেৰিছে. পদ্যত মাথোন "বেঢ়" ব্যৱহৃত।

বেঢ়া, স. শ. (অং. বেঢ়, ঐ; কাঁহী আবৰি থাকে, এতেকে) এবিধ তিনটা খুৰা লগোৱা ঘূৰণীয়া ভাতৰ কাঁহীৰ আধাৰ, a three-legged support for a plate out of which food is taken.

বেণি, } স. শ. (সং. ৱেণি বা ৱেণী—ৱী, বেণী, } গতি কৰ্; ওলমি তললৈ যায়, এতেকে) চেলা বাটি পিঠি ফালে ওলমাই থোৱা চুলি, braided hair.

বৈণি বা বেণী বান্ধ. চুলিৰ চেলা বাট্, to braid, as hair.

বেণু, স. শ. (সং. ৱেণু—ৱন্, শব্দ কৰ্) বাঁহী. মুৰুলী, a flute.

বেতন, স. শ. (সং. ৱেতন—ৱী, গতি কৰ্; এজনৰ পৰা আন এজনলৈ যায়. এতেকে) কামৰ বেচ বা বানচ, wages, pay.

বেতাল, স. শ. (সং. ৱেতাল—ৱে, আকাশত +তাল, নিবাস) প্ৰেত, ভূত, ঘাইকৈ মৰিশালিৰ ভূত, an evil spirit, a spirit, a ghost.

বেঁতেৰি, স. শ. (অং. বেঁত, এবিধ লতা; বেঁতেৰে ওঁঠি সজা যায়, এতেকে সেই নাম) তেল পেৰা পলা, a small rattan basket used for expressing oil.

বেঁতেৰি চোবা, স. ধা. পুনঃ পুনঃ একেটা কথাকে কৈ থাক্, কথাৰ বান্ধ এৰি নিদি, to repeat the same thing again and again, not to yield.

বেঁতেৰি-বন্ধীয়া, বি. (অং. বেতেৰি, ঐ + বান্ধ, গাঁঠি; বেতেৰিৰ দৰে গোঁঠা) আওপকীয়া, পোন নোহোৱা, গাঁঠি নিছিগা (কথাত খাটে); যেনে, বেতেৰি-বন্ধীয়া কথা; কথাৰ বান্ধ এৰি নিদিয়া, নিজ মতত লাগি থকা (মানুহত খাটে); যেনে, বেতেৰি বন্ধীয়া মানুহক মান্তি কৰিব নোৱাৰি, tangled, not straightforward, as speech, unyielding, as a person.

বেথা, স. শ. (সং. ৱ্যথা, দুঃখ; মৰমৰ মানুহে দুখ পালে দুখী হোৱা যায়, এতেকে) মৰম, চেনেহ, love, affection.

বেথা কৰ্, মৰম বা চেনেহ কৰ্, to love, to treat with tenderness.

বেথা লাগ্, চেনেহ লাগ্ বা উৎপন্ন হ; যেনে, লৰাটিলৈ বেথা লাগে, to have affection.

বেদ্, স. শ. (সং. ৱেদ—ৱিদ্, জান্; তাৰ পৰা জ্ঞান হয় বা ঈশ্বৰ আৰু ধৰ্ম্মক জনা যায়, এতেকে) হিন্দুবিলাকৰ ঘাই আৰু মূল ধৰ্ম্ম শাস্ত্ৰ। সি অপৌৰুষেয়, অৰ্থাৎ কেৱে তাৰ সৃষ্টি কৰা নাই, ঈশ্বৰেও তাক স্ৰজা নাই। বেদ প্ৰথমতে ব্ৰহ্মাৰ পৰা দেৱতা আৰু ঋষি সকলে পায়। পূৰ্ব্বে বেদ ঋষিবিলাকৰ মুখত আছিল, শিষ্যবোৰে তেওঁলোকৰ মুখৰ পৰা শুনি শিকিছিল, এই দেখি বেদৰ আন নাম শ্ৰুতি (শুনা)। পাচে কৃষ্ণদ্বৈপায়ন ব্যাসে তাক ঋক্, যজুঃ, সাম, এই তিনি ভাগ কৰি লিখিলে, অথৰ্ব্ব ভাগ তাৰ পাচত লগ লগোৱা হৈছে, the *Veda*, the scripture of the Hindus, revealed by *Brahma* and afterwards reduced to writing by *Vyasa*. The *Veda* was divided by him into three parts, *viz.*, *Rig*, *Yajur*, *Sama* and *Atharva*.

বেদজ্ঞ, বি. (সং. ৱেদজ্ঞ—ৱেদ + জ্ঞা, জান্) বেদ জনা, বেদত পাৰ্গত, versed in the *Vedas*.

বেদনা, স. শ. (সং. ৱেদনা—ৱিদ্, জান্, বোধ কৰা যায়, এতেকে) বিষ, পীড়া, pain, ache.

বেদপাৰগ, বি. (সং. ৱেদপাৰগ—ৱেদ + পাৰগ, পাৰ হোৱা, অৰ্থাৎ ভালকৈ জনা) উত্তমৰূপে বেদ জনা, বেদত নিপুণ, well-versed in the *Vedas*.

বেদ-বিশাৰদ্, বি. (সং. ৱেদৱিশাৰদ—ৱেদ + ৱিশাৰদ, ভালৰূপে জনা) "বেদ-পাৰগ" চোৱা।

বেদ-ব্যাস্, স. শ. (সং. ৱেদৱ্যাস—ৱেদ+ৱ্যাস, বাহুল্য) পৰাশৰ ঋষিৰ পুতেক কৃষ্ণদ্বৈপায়ন মুনিৰ উপাধি. তেওঁ নানা ঋষিৰ মুখৰ পৰা বিস্তীৰ্ণ বেদ-শাস্ত্ৰ সংগ্ৰহ কৰি তিনি ভাগে ভগাই লিখিলে, এতেকে সেই নাম, the title of *Krishna-dwaipayan*, or *Vyasa*, the compiler of the *Vedas*.

বৈদাঙ্গ, স. শ. (সং. ৱেদাঙ্গ—ৱেদ+অঙ্গ, গাৰ এভাগ) বেদৰ অঙ্গ-স্বৰূপ শাস্ত্ৰ, তাৰ সংখ্যা ছয়: যেনে, (১) শিক্ষা (বেদৰ উচ্চাৰণৰ নিয়ম), (২) কল্প (ধৰ্ম্ম-কৃত্যৰ বিবৰণ), (৩) নিৰুক্তি (বেদৰ কঠিন শব্দবোৰৰ অৰ্থ), (৪) ছন্দ (বেদৰ স্বৰ), (৫) জ্যোতিষ (গ্ৰহনক্ষত্ৰৰ গতি আদিৰ বিবৰণ), (৬) ব্যাকৰণ (বেদৰ ভাষা শুদ্ধৰূপে কবৰ বা লিখিবৰ নিয়ম), the generic appellation of the six auxiliary branches of sacred science, *viz.*, *Siksha*, *Kalpa*, *Byakarana*, *Chandas*, *Jyotish*, and *Nirukti*. (Haughton).

বৈদী, স. শ. (সং. ৱেদী—ৱিদ্, জান্; তাত দেৱতা থাকে বুলি জনা যায়, এতেকে) যজ্ঞৰ ভেঁটি, হোমৰ নিমিত্তে ওখকৈ বন্ধা ঠাই, an altar.

বৈদাচাৰ্, স. শ. (সং. ৱেদাচাৰ—ৱেদ, শাস্ত্ৰ+আচাৰ, ব্যৱহাৰ) বেদে বা শাস্ত্ৰে বিধান কৰা আচৰণ বা ব্যৱহাৰ, the practice enjoined by the *Vedas*.

বৈদাধ্যয়ন্, স. শ. (সং. ৱেদাধ্যয়ন—ৱেদ, শাস্ত্ৰ+অধ্যয়ন, ঢ়ন) বেদৰ পাঠ বা শিক্ষা, বেদ পঢ়া কাৰ্য্য, study of the *Vedas*.

বৈদান্ত, স. শ. (সং. ৱেদান্ত—ৱেদ, শাস্ত্ৰ+অন্ত, সাৰ ভাগ) বেদৰ মত অনুসৰি এজনা পৰমেশ্বৰৰ উপাসনাৰ বিধান কৰা এখান পুথি, কৃষ্ণদ্বৈপায়ন ব্যাস সেই পুথিৰ প্ৰণেতা, a philosophical treatise by *Vyasa*, in which is expounded the monotheistical tenets of the *Vedas*.

বেদান্তিক্, স. শ. (সং. ৱৈদান্তিক শব্দৰ অপভ্ৰংশ) বেদান্ত জনা পণ্ডিত; যেনে, বেদান্তিকৰ মতে ঈশ্বৰ এজনা মাথোন, one versed in *Vedanta* philosophy.

বেদান্তী, বি. (সং. ৱেদান্তিন্—ৱেদান্ত+ইন্) বেদান্তত নিপুণ, versed in *Vedanta* philosophy.

বেপাৰ্, স. শ. (বং. বেপাৰ, বাণিজ্য—ব্যাপাৰ, কাম) বাণিজ্য, বেহা, trade.

বেপাৰী, স. শ. বেহেৰুৱা, a trader. বি. বেহা কৰা, trading.

বেবনি, স. শ. (ভললৈ চোৱা) গৰুৰ, ছাগৰ বা মেৰৰ মাত, the bellowing or bleating of an animal.

বেবা, অ. ধা. (অং. বে, গৰুৰ মাতৰ শব্দ) গৰুৰ ছাগৰ বা মেৰৰ দৰে শব্দ কৰ্; বৰকৈ কেঁকা বা চিঞৰ্; যেনে, জৰত বেবা লাগিছে, to bellow or bleat, to groan or cry with pain.

বৈবুজ্, বি. (হিং. বে, নথকা+বুজ, বোধ) নিৰ্ব্বোধ, বুজ নথকা, নুবুজা; যেনে, বেবুজ মানুহ, stupid, silly.

বৈবুৰা, বি. (অং. ভেবুৰা, ভয়ত বিহ্বল) অকস্মাত ভয় পাই বিবুদ্ধি বা বিতত, losing self-possession, deprived of presence of mind by sudden fear.

বৈবুৰা লাগ্, ভয়ত বিতত হৈ কি কৰিব লাগে নজনা হ; যেনে, বাঘ দেখি বেবুৰা হল, to lose presence of mind by sudden fear.

বেঁবেৰিবাং, বি. আউলীয়া, বিশৃঙ্খল (কথাত খাটে); যেনে, বেবেৰিবাং কথা বুজিব নোৱাৰি, rigmarole, nonsensical.

বেমেজালি, স. শ. কামৰ বাহুল্য বা ভৰ; যেনে, কামৰ বেমেজালিত কথা পাহৰা যায়, press of work.

বৈমেলি, বি. (হিং. বে, নোহোৱা+অং.

মিল, লগ লগা ) সিচৰতি, গোট গোট হোৱা, এঠাইত এটা আন ঠাইত আন এটা থকা ; যেনে, বাঘ দেখি গৰুবোৰ বেমেলি হল, dispersed, scattered about.

বেয়া, বি. ( যাং. বদ, মন্দ ) মন্দ, অধম, অভদ্র, বিষম ; যেনে, বেয়া মানুহ, বেয়া কাম, bad, vicious, evil, inferior. স. শ. মন্দ কাম, কুকর্ম্ম ; যেনে, বেয়া মানুহৰ বেয়ালৈ মতি হয় ; অনিষ্ট, কষ্ট ; যেনে, এনে কামৰ পৰা মানুহৰ বেয়া হয় ; মন্দ লোক ; যেনে, বেয়াৰ সঙ্গত বেয়া হয় ; অসন্তোষ, বেজাৰ ; যেনে, মনত বেয়া লাগিছে, a bad act or bad conduct, vice, misfortune, trouble, a bad or vicious person, sorrow.

বেয়া কৰ্, মন্দ বা নষ্ট কৰ্ ; যেনে, কামটো বেয়া কৰিলে ; শৌচ কৰ্, ভৰ্চ্ছ ; যেনে, লৰাই বেয়া কৰিছে, to spoil, to void *fæces*.

বেয়া পা, অসন্তোষ পা, বেজাৰ পা, to be displeased.

বেৰ্, স. ধা. "বেট্" চোৱা। স. শ. বাৰ, ঘৰৰ আবৰণ ; পৰিধি, কোনো বস্তুৰ মেৰ ; যেনে, সেইটো খুটাৰ বেৰ দুহাত, the wall of a house, circumference. কৃদ. স. বেৰোতা।

বৈৰি ধৰ্, চাৰিও ফালে আবৰি আটক কৰ্ ; যেনে, পহুটো কুকুৰবোৰে বেৰি ধৰিছে, to surround.

বেৰণ্, কৃদ. স. ( অং. বেৰ্, আবৃত কৰ্ ) বেষ্টন কৰ্, to surround.

বেৰা, স. ধা. আনৰ দ্বাৰা বেষ্টন কৰা ; যেনে, বাৰী বেৰাইছে, to be surrounded or enclosed. স. শ. টাটী, বাৰীৰ আবৰণ, a fence around a compound.

বেৰান্নবৈ, } সংখ্যা. ( সং. দ্বিনৱতি ; বং.
বেৰান্নৈ, } বিৰানব্বই, চাৰি কুৰি বাৰ) দুই অধিক নবৈ, ninety-two.

বেৰাশী, সংখ্যা. ( বং. বিৰাশী, চাৰি কুৰি দুই ) দুই অধিক আশী, eighty-two.

বৈৰি, স. শ. ( অং. বেৰ্, বেষ্টন কৰ্ ; কটাৰী আদিৰ গেজি আৰু নালৰ মূৰ বেৰি থাকে, এতেকে ) অস্ত্ৰৰ নালৰ যি ভাগত গেজি সোমায়, তাক ডাঠ আৰু নফটা কৰিবলৈ লগোৱা লোৰ চেপেটা আঙ্গঠি, a flat iron ring put round the end of a tool-handle to strengthen and prevent it from splitting, a ferrule.

বেৰীয়া, বি. ( অং. বেৰ্, ঐ ) এফলীয়া হৈ বা শাৰীৰ বাহিৰে গজা ( দাঁতত খাটে ), irregular, as teeth.

বেৰে, ক্রি. বি. মেৰৰ বা চাৰিও ফালৰ জোখত ; যেনে, গছ জোপা বেৰে দুহাত, in girth.

বেৰ্বেৰীয়া, } বি. ( অং. বেৰ্বেৰ্, বোকাত
বেৰ্ব্বেৰীয়া, } ভৰি দিলে হোৱাৰ নিচিনা শব্দ ) পকি বা গেলি বোকাৰ নিচিনা হোৱা, পূঁজ পানীৰে পূৰ ; যেনে, বেৰ-বেৰীয়া ঘা, mud-like, full of pus.

বেৰ্বেৰ্ কৰে, } ক্রি. বি. ধাৰে বৈ ( ঘাৰ
বেৰ্ব্বেৰ্ কৰে, } পূঁজ ওলোৱাত খাটে ) ; যেনে, চেপা মাৰিলত ঘাৰটোৰ পৰা বেৰবেৰ কৰে পূঁজ ওলাল, in a stream (said of the matter of a sore, &c.).

বেল্, স. শ. ( সং. বিল্ব ; হিং. বং. বেল, এবিধ ফল ) এবিধ গছ ; তাৰ খাদ্য ফল, a kind of tree, and its fruit. *Aegle marmelos*. (Gamble).

বেলা, স. শ. ( সং. বেলা, সময়—বেল্, গতি কৰ্ ; সময় বৈ গৈ থাকে, এতেকে ) কোনো এক বিশেষ সময় বা কাল ; যেনে, মৰিবৰ বেলা কেও কাৰো আপোন নহয় ; আধা দিন ; যেনে, এবেলা খাটিলে, পুৰা বেলা, a time or occasion, one-half of a day.

বেলি, স. শ. ( সং. বেলা, সময় ) সময়, কাল ; যেনে, বহুত বেলি হল ( তাৰ দ্বাৰা সময়ৰ নিৰূপণ হয়, এতেকে) সূৰ্য্য ; যেনে, বেলি ওলাল ; বাৰ, কাৰ্য্য কৰাৰ এটা সময় ; যেনে, এবেলি আহিল,

ন্ধুবেলি গল ; পলম ; যেনে, তই তাত বেলি নকৰিবি, time, the sun, a turn, delay.

বেলি-ফুল্, স. শ. সূৰ্য্যৰ ফাললৈ মুখ কৰি থকা এবিধ হালধীয়া ফুল ; তাৰ গছ, the sun-flower, its shrub.

বেলিয়ে-পতি, ক্রি. বি. প্রতি বাৰত, every time.

বেলেগ্, বি. ( হিং. বে, নোহোৱা + অং. লগ, সঙ্গ ) একে লগে নথকা বা একে লগৰ নোহোৱা, পৃথক, separate.

বেলেগতীয়া, বি. বেলেগ হোৱা, একে লগে নথকা, পৃথকান্ন ; আঁতৰ সম্বন্ধীয়া ; যেনে, বেলেগতীয়া ভাই, separated, living separately, not living in commensality.

বেলেগা, স. ধা. পৃথক কৰ্, আঁতৰ কৰ্, to separate, to keep apart.

বেলেগে, ক্রি. বি. পৃথকে, একে লগ নহৈ ; যেনে, সি বেলেগে থাকে ; একে লগ নকৰি, মিহলি নকৰাকৈ ; যেনে, জহা-ধানবোৰ বেলেগে থবি, separately, apart.

বেলোৰ্, } স. শ. ( যাং. বিলৌৰ, কাচ )
বেলোল্, } কাচ, এবিধ ফটফটীয়া বস্তু, তাৰে পানী খোৱা পাত্ৰ আদি অনেক সঁজুলি কৰা যায়, glass.

বেলোৱাৰী, বি. ( যাং. বিলৌৰী ) বেলোৰৰ, বেলোৰেৰে সজা, made of glass.

বেলুফৈ, স. শ. জলফাই টেঙ্গা, an olive.

বেশ্, স. শ. ( সং. বেশ—বিশ্, সোমা ) কাপোৰ অলঙ্কাৰ আদি পিন্ধাৰ পৰা হোৱা আকৃতি বা গঢ় ; যেনে, কুবেশ, সুবেশ, তাৰ বেশটো চোৱাঁ ; ধুন, সাজ ; যেনে, ৰামে সন্ন্যাসীৰ বেশ লৈছে, guise, dress.

বেশে, অা. অব্য. কোনো এক বেশ লৈ বা ধৰি, কোনো এক শ্ৰেণীৰ মানুহৰ দৰে কাপোৰ আদি পিন্ধি ; যেনে, সন্ন্যাসীৰ বেশে, ভিক্ষুকৰ বেশে, in a particular guise or dress.

বেশ-বিন্যাস্, স. শ. ( সং. বেশবিন্যাস—বেশ, সাজ + বিন্যাস, উচিত ঠাইত স্থাপন, যত যি বস্তু যেনেকৈ পিন্ধিব লাগে, তাত সেইৰূপে পিন্ধন) কাপোৰ অলঙ্কাৰ আদিৰ পৰিধান, ধুন-পেঁচ, decoration of the body.

বেশ্যা, স. শ. ( সং. বেশ্যা—বেশ, ধুন ; ধুন মাৰে, এতেকে ) নটী, ৰাজহী তিৰী, a prostitute.

বেশ্যা-গমন, স. শ. ( সং. বেশ্যাগমন—বেশ্যা + গমন, গতি, বেশ্যাৰ ওচৰলৈ যাওন ) বেশ্যাৰে সৈতে সহবাস, নটীৰে সৈতে খোৱা লোৱা, whoredom or sexual intercourse with a prostitute.

বেশ্যালয়্, স. শ. ( সং. বেশ্যালয়—বেশ্যা + আলয়, ঘৰ ) বেশ্যাৰ ঘৰ, a whore house.

বেশ্যালি, গু. শ. ( সং. বেশ্যা, ঐ ) বেশ্যাৰ ব্যৱসায় বা আচৰণ ; যেনে, বেশ্যালি কৰা তিৰী, prostitution.

বেষ্টন্, কৃদ. স. ( সং. বেষ্টন—বেষ্ট, বেৰ্ বা আবৰণ কৰ্ ) বেৰা বা আবৰণ কৰা কাৰ্য্য ; যেনে, শত্ৰুৱে নগৰ বেষ্টন কৰিছে, the act of surrounding. স. শ. চাৰিও ফালে দিয়া বেৰ বা আবৰণ ; যেনে, টাটী বাৰীৰ বেষ্টন, an enclosure, a fence, a wrapper, covering.

বেষ্টন্-ৰেখা, স. শ. (সং. বেষ্টন, বেৰণ + ৰেখা, আঁক ) লেখাৰ মাজত কোনো কথাৰ অৰ্থ আদি বুজাবৰ কাৰণ লিখা কথাৰ আগত আৰু পাচত দিয়া বেঁকা আঁক ; যেনে, [()], brackets or marks of parenthesis.

বেষ্টিত, কৃদ. বি. ( সং. ) আবৃত, চাৰিও ফালে বেৰা, surrounded, enclosed.

বেহা, স. শ. ( সং. ব্যৱসায়, কাৰ্য্য ) বাণিজ্য, বেপাৰ, trade, commerce. অ. ধা. বেহা বা বেপাৰ কৰ্ ; যেনে, বিদেশী মানুহে আসামত বেহাইছে, to trade.

বেহানি, স. শ. ( অং. বেহা, বেপাৰ + নি, লৈ যা ; বেপাৰৰ দ্বাৰা ভাক পোৱা যায়, এতেকে ) বেপাৰৰ বস্তু ; যেনে, বিদেশী

বেহানিবে বেপাৰ কৰি ধন আৰ্জিছে; দ্ৰব্য, বস্তু, সামগ্ৰী, an article of trade, goods, a thing in general.

বেহি, স. শ. (সং. ৱিশ্, প্ৰবেশ কৰ্; টেকেলি কলহৰ ভিতৰলৈ সোমায়, এতেকে) কলহ বা টেকেলিৰ পৰা তেল উলিওৱা বাঁহ আদিৰ সৰু ঠোলা, a small scoop or ladle for dipping into oil.

বেহু, স. শ. (সং. ব্যূহ, সৈন্যৰ চক্ৰ) ৰণৰ নিমিত্তে শ্ৰেণী লগাই থিয় কৰা সৈন্য-সমূহ, a phalanx of troops.

বেহুৱাৰ্, স. শ. (সং. ৱেসৱাৰ, আঞ্জাত বাটি দিয়া বাগৰ) আঞ্জাত দিবলৈ বটা সৰিয়হ, ground mustard seed used as a condiment. "বেহুৱাৰ বটা" এনেও হয়।

বেহেৰুৱা, বি. (অং. বেহা, বেপাৰ) বেহা কৰা, বেহাত নিযুক্ত, বেপাৰী; যেনে, বেহেৰুৱা মানুহ, trading, engaged in trade. স. শ. বেহা কৰোঁতা, বেপাৰী; যেনে, বেহেৰুৱাই হে বেহাৰ মোল জানে, a trader.

বৈকুণ্ঠ, স. শ. (সং. ৱৈকুণ্ঠ—ৱি, নথকা+কুণ্ঠ, মায়া, মায়াশূন্য ঠাই) বিষ্ণু-লোক, বিষ্ণুৰ পুৰি, the paradise of *Vishnu.*

বৈগুণ্, স. শ. (সং. ৱৈগুণ্য, দোষ) দুৰ্গুণ, অহিত, অপকাৰ; যেনে, আভোকত ভাতে বৈগুণ কৰে, harm, injury.

বৈচ্, স. শ. (অং. ব, বন কৰ্) বন লগোৱা বা হাল বোৱাত নিযুক্ত হোৱা অৱস্থা; যেনে, বৈচৰ গৰু, the state of being broken in for the plough or other work.

বৈচা, ক্ৰি. বি. বেলি, বাৰ, কাম কৰাৰ এটা সময়; যেনে, সি দুবৈচা আহিছে, সি বৈচা ৰাম আহোঁতে তুমি নাছিলা, a turn.

বৈঠ্, ভা. অব্য. (হিং. বৈঠনা, বহন) হাতীক আঁঠু কঢ়াবলৈ মতা মাত, a word used to make an elephant kneel down.

বৈঠ পৰ্, আঁঠু পেলাই পৰ্, হাতীত খাটে, to kneel, as an elephant.

বৈঠ্ পেলা, আঁঠু কঢ়া (হাতীক); যেনে, মাউতে হাতী বৈঠ পেলায়, to cause to kneel, as an elephant.

বৈতৰণী, স. শ. (সং. ৱৈতৰণী—ৱিতৰণ, দান; মৰিবৰ সময়ত গৰু দান কৰিলে সুখেৰে তাত পাৰ হোৱা যায়, এতেকে) যমৰ নগৰৰ বাটত থকা নৈ, the Hindu *Styx.*

বৈদিক্, বি. (সং. ৱৈদিক—ৱেদ, ঘাই শাস্ত্ৰ) বেদৰ মতে চলা; যেনে, বৈদিক ব্ৰাহ্মণ; বেদে বিধান কৰা; যেনে, বৈদিক ধৰ্ম্ম বা কৰ্ম্ম, following the *Vedas,* prescribed by the *Vedas.*

বৈদূৰ্য্য, স. শ. (সং. ৱৈদূৰ্য্য—ৱিদূৰ, এটা পৰ্ব্বত, যত তাক পোৱা যায়) এবিধ কলা বৰণীয়া বাখৰ, gem of a black colour.

বৈদ্য, স. শ. (সং. ৱৈদ্য—ৱিদ্, জান্; ৰোগৰ লক্ষণাদি জানে, এতেকে) চিকিৎসক, বেজ, দৰব্ দিওঁতা, a physician.

বৈদ্যনাথ্, স. শ. (সং. ৱৈদ্যনাথ—ৱৈদ্য, বেজ + নাথ, অধিকাৰ; বৈদ্য-বিদ্যা প্ৰথমে শিৱই উলিয়ায়, এতেকে) শিৱ, মহাদেৱ, *Siva.*

বৈদ্য-বৃত্তি, স. শ. (সং. ৱৈদ্যবৃত্তি—ৱৈদ্য + ৱৃত্তি, ব্যৱসায়) বৈদ্যৰ ব্যৱসায় বা কাৰ্য্য, বেজালি, the profession of a physician.

বৈদ্যুতিক্, বি. (সং. ৱৈদ্যুতিক—ৱিদ্যুত, বিজুলী) বিজুলীৰ, বিজুলীৰ সম্বন্ধীয়, electrical.

বৈধ, বি. (সং. ৱৈধ—বিধি, নিয়ম) বিধি-সিদ্ধ; নিয়মৰ মতৰ, lawful.

বৈধব্য, স. শ. (সং. ৱৈধৱ্য—ৱিধৱা, বাঁৰী) বিধৱাৰ অৱস্থা, widowhood.

বৈনাই, স. শ. (হিং. বহিনী, ভনী; বং. বুনাই, ভগিনীপতি) ভনীৰ গিৰীয়েক, a younger sister's husband.

বৈপৰীত্য, স. শ. (সং. ৱৈপৰীত্য—ৱিপৰীত,

বিৰুদ্ধ ) বিৰুদ্ধতা, বিপৰীত হোৱা অৱস্থা, contrariety, reverse.

বৈভৱ, স. শ. (সং. বৈভৱ—বিভৱ, সম্পত্তি ) ঐশ্বৰ্য্য, সম্পত্তি, wealth, grandeur. "বিভূতি" চোৱা।

বৈমাত্ৰেয়, বি. ( সং. বৈমাত্ৰেয়—বিমাতৃ, সতিয়ৈ আই ) বিমাতৃৰ বা মাহীৰ পৰা জন্মা, সতিয়ৈ, born of a step-mother.

বৈয়াকৰণ্, স. শ. (সং. বৈয়াকৰণ—ব্যাকৰণ, ভাষা শুদ্ধকৈ লিখিবৰ আৰু কবৰ নিয়ম ) ব্যাকৰণ জানোতা, a grammarian.

বৈয়াল্, বি. ( অং. ব, বহন কৰ্ ) সহনশীল, সিজা, শান্ত, ধীৰ, উগ্ৰ প্ৰকৃতিৰ নোহোৱা, placid, calm, forbearing.

বৈৰ, স. শ. ( সং. বৈৰ—বীৰ, ৰণপণ্ডিত ) শত্ৰুতা, বৈৰী ভাব, enmity.

বৈৰ-নিৰ্য্যাতন্, স. শ. ( সং. বৈৰনিৰ্য্যাতন —বৈৰ, শত্ৰুতা + নিৰ্য্যাতন, প্ৰতিকাৰ ) শত্ৰুতাৰ প্ৰতিকাৰ, প্ৰতিহিংসা, revenge, retaliation.

বৈৰ-ভাব, স. শ. ( সং. বৈৰভাব—বৈৰ, শত্ৰুতা + ভাব, বোধ ) শত্ৰুতা, শত্ৰুভাব, enmity.

বৈৰ-ভাৱে, ক্ৰি. বি. শত্ৰুৰূপে, শত্ৰু যেন ভাবি; যেনে, "বৈৰ-ভাৱে চিন্তিবাহা মোক," as an enemy.

বৈৰাগী, স. শ. ( সং. বৈৰাগিন্—বিৰাগ, অনুৰাগৰ অভাৱ ) সংসাৰৰ সুখ এৰি ঈশ্বৰত মন লগোৱা লোক, বৰাগী, an ascetic.

বৈৰাগ্য, স. শ. ( সং. ) সংসাৰৰ সুখলৈ মমতাহীন হোৱা অৱস্থা, সুখৰ বাঞ্ছা এৰি ঈশ্বৰত মন লগোৱা কাৰ্য্য, asceticism.

বৈৰিতা, গু. শ. ( সং. বৈৰিন্, শত্ৰু ) শত্ৰুতা, enmity.

বৈৰী, স. শ. ( সং. বৈৰিন্—বৈৰ, শত্ৰু + ইন্; শত্ৰুতাযুক্ত ) শত্ৰু, অহিত, an enemy.

বৈশাখ্, স. শ. (সং. বৈশাখ—বিশাখা, এটা নক্ষত্ৰ; ইয়াত এই নক্ষত্ৰেৰে যুক্ত পূৰ্ণিমা হয়, এতেকে ) বছৰৰ প্ৰথম মাহ, the first month of the Hindu year, April-May.

বৈশ্য, স. শ. (সং. বৈশ্য—বিশ্, প্ৰবেশ কৰ্; খেতি আৰু বেহাত নিযুক্ত হয়, এতেকে ) হিন্দুবিলাকৰ ঘাই চাৰি জাতিৰ তৃতীয় জাতি, পূৰ্ব্বকালত খেতি আৰু বেহাত নিযুক্ত জাতি, the third or agricultural and mercantile class of the Hindus. ( স্ত্ৰী ) বৈশ্যা।

বৈষয়িক্, বি. (সং. বৈষয়িক—বিষয়, সংসাৰৰ কাৰ্য্য ) সংসাৰৰ কাৰ্য্য সম্বন্ধীয়, worldly.

বৈষ্ণৱ, বি. ( সং. বৈষ্ণৱ—বিষ্ণু, হৰি ) বিষ্ণুৰ, বিষ্ণুৰ উপাসনা সম্বন্ধীয়; যেনে, বৈষ্ণৱ ধৰ্ম্ম, relating to Vishnu. স. শ. বিষ্ণুৰ ভক্ত, a votary of Vishnu. (স্ত্ৰী) বি. স. শ. বৈষ্ণৱী।

বোকা, স. শ. ( সং. পঙ্ক, পানীযুক্ত মাটি ) পানীৰে মিহলি হৈ কোমলা মাটি, mud, mire. বি. পঙ্কময়, বোকাযুক্ত; যেনে, চোঁতালখান বোকা হল, muddy.

বোকা দি, ধান খেতিৰ কাৰণে মাটি বোকা কৰ্, to prepare wet land for paddy cultivation.

বোকাঘঁৰিয়া, স. শ. এবিধ মাছ, a kind of fish.

বোকোচা, স. শ. বস্তু বা মানুহ তুলি নিয়াত ব্যৱহৃত মানুহৰ পিঠি; যেনে, লৰা বোকোচাত লৈছে; পিঠিত নিয়া বোজা; যেনে, এবোকোচা খৰি, the human back used as a vehicle, a load carried on the back.

বোক্বোকনি, স. শ. ( তলতৈ চোৱা ) মুখৰ ভিতৰত কৰা অব্যক্ত শব্দ, a mumbling sound.

বোক্বোকা, অ. ধা. ( অং. বোক্বোক্, মুখৰ ভিতৰত কোনো বস্তু লৈ মতাৰ অনুৰূপ শব্দ ) মুখৰ ভিতৰতে অব্যক্ত শব্দ কৰ্, to mumble.

বোজা, স. শ. ( হিং. বোঝ; বং. বোজা বা বোঝা, গধূৰ বস্তু ) পিঠিত বা মূৰত নিয়া গধূৰ বস্তু, a load, a burden.

বোজাই, স. শ. নাৱৰ ভৰা, নাৱত ভৰা বস্তু, the burden of a boat or ship.

বোটল্, "বুটল্" চোৱা।

বোদ্‌বুদীয়া, বি. (অং. বোধ, বুদ্ধ মুনি; তেওঁ ধ্যানত মগ্ন হৈ মনে মনে থাকে, এতেকে) মৌন, অমাত, নেমাতি থকা, taciturn, habitually silent, reserved, glum.

বোদ্‌ৰূপ্, স. শ. বুদ্ধ মুনিৰ ৰূপ, অৰ্থাৎ মৌনতা, অমাত হৈ থকা অৱস্থা; যেনে, সি বোদৰূপ ধৰিছে, silence, the state of remaining speechless.

বোধ্, স. শ. (সং. বোধ—বুধ্, বুজ্) জ্ঞান, বুজ, বুজা শক্তি; মনৰ ভাব, sense, knowledge, intellect, idea.

বোধ্, "বুদ্ধ" শব্দৰ অপভ্ৰংশ।

বোধক্, বি. (সং. বুধ্, বুজ্) বুজোৱা, জনোৱা (এটা সংজ্ঞা শব্দেৰে যুক্ত হয়); যেনে, ভাব-বোধক, indicating (used in composition only).

বোধগম্য, বি. (সং. বোধগম্য—বোধ, জ্ঞান +গম্য, যাব পৰা) বোধে ধৰিব পৰা, বুদ্ধিয়ে ঢুকি পোৱা, বুজিব পৰা; যেনে, ঈশ্বৰৰ মহিমা বোধগম্য নহয়, intelligible, comprehensible.

বোধন্, কৃদ. স. (সং. বোধন—বুধ্, বুজ্) জনোৱা বা জগোৱা কাৰ্য্য, the act of informing or awakening.

বোধ্য, বি. (সং. ঐ) বুজিব পৰা, জানিব পৰা, intelligible, knowable.

বোন্দা, স. শ. মতা মেকুৰী, a male cat.

বোন্দাকাঁহ্, স. শ. বেয়া, বিবৰ্ণ কাঁহ, an inferior kind of bell-metal.

বোন্দাকেঁচু, স. শ. বৰ ডাঙৰ কেঁচু, a large earthworm.

বোন্দোৰা, বি. বাঢ়িব নোৱৰা, কঁটীয়া, stunted in growth, dwarfed.

বোপাই, স. শ. (হিং. বাবা, পিতা) পিতৃ, পিতা, a father.

বোবা, বি. (বং. বোবা, মূক—বো বো, অব্যক্ত শব্দ) অমাত, মাতিব নোৱৰা; যেনে, বোবা জন্তু; আঁকৰা, স্পষ্টকৈ কথা কব নোৱৰা; যেনে, বোবা লৰা, dumb, unable to utter articulate sounds, tongue-tied. স. শ. কথা কব নোৱৰা মানুহ, আঁকৰা; যেনে, "বোবাই কয়, কলাই শুনে। সকলো হয় ভাগ্যৰ গুণে," a dumb person.

বোবোৰা, বি. (বোৰোলা চোৱা) সৰু সৰু ফোঁহাযুক্ত; মহ আদিয়ে কামোৰা সাঁচযুক্ত; যেনে, মহে খাই পিঠিখান বোবোৰা কৰিলে, pimpled, blotched.

বোবোৰাবোবোৰ্, বি. অনেক সৰু সৰু ফোঁহা বা মহ আদিয়ে কামোৰাৰ সাঁচেৰে পূৰ, অধিকৰূপে বোবোৰা হোৱা, full of blotches or pimples.

বোৰোকা, বি. সৰু সৰু উঠঙাযুক্ত, উঠঙাউঠঙি, অসমান (মুখত খাটে); যেনে, বোৰোকা মুখ, pitted, uneven (said of the face).

বোৰোকামুৰা, বি. সৰু সৰু টেমুনা থকা বা উখহাৰ নিচিনা মুখযুক্ত, having a pitted face. (স্ত্ৰী) বোৰোকামুঙী।

বোৰোলা, স. শ. (সং. বৰোল, বৰল) বৰলে খোৱাৰ সাঁচৰ নিচিনা চকলা, a blotch, an inflamed spot on the skin. বি. বোৰোলাযুক্ত, বোবোৰা, blotched.

বোৰোলা-বোৰোল্, বি. বোবোৰাবোবোৰ, full of blotches.

বোল্, স. শ. (সং. বৰ্ণ, বৰণ) বৰ্ণ, বৰণ, ৰঙা কলা আদি, a colour.

বোল্ খুৱা, বৰণ লগা, বোলা, to colour.

বোল খা, বৰণযুক্ত হ; যেনে, তেজেৰে হাতখান বোল খালে, to be coloured.

বোল্, স. ধা. (সং. ব্ৰূ; হিং. বোল্‌না; বং. বলন, কথা ক) কথা ক, মাত্, উক্তি কৰ্; যেনে, সি বুলিছে, to speak, to say, to utter. স. শ. বাক্য, বচন (প্ৰায়ে মাত শব্দৰ পাচত থাকে); যেনে, মুখত মাত বোল নাই, speech.

বোলা, স. শ. কথা কোৱা, মাত; যেনে, তুমি তাক ৰাম বোলোৱাঁ, to cause to speak or utter.

বোলা, স. শ. এবিধ গছ, তাৰ কাঠ, a kind of timber tree. *Morus cuspidata.* (Gamble).

বোলা, স. ধা. (অং. বোল, বৰণ) বৰণ লগা, বোল দি, to colour.

বোলাবুলি, স. শ. এজনে আন জনক কটু কথা কোৱা কাৰ্য্য, মুখৰ বিবাদ, বাচ্যা-বাচ্যি; যেনে, সিহঁতৰ বোলাবুলি লাগিল, an altercation, exchange of harsh words.

বোল্-মাত্, স. শ. গালি: যেনে, সি বোল-মাত কৰিলে, abuse.

সমা.— বোল্-মাত্, মাত্ বোল্, প্ৰথমৰ-টোৱে গালি, পাচৰটোৱে সাধাৰণ কথা বা বাক্য বুজায়।

বোল্-মাত্ কৰ্, গালি পাৰ্, to abuse.

বোল্-মাত্ খা, গালি খা, to be abused.

বোৱঁতী, বি. (অং. ব, সোঁত চল্) বৈ থকা, সোঁত চলা; যেনে, বোৱঁতী নৈ, flowing, as a stream.

বোৱনী, স. শ. (অং. ব, কাপোৰ প্ৰস্তুত কৰ্) ধন লৈ কাপোৰ বোৱা তিৰোতা; কাপোৰ বোৱাৰ বেচ, a woman who weaves for wages, wages for weaving.

বোৱা, স. ধা. (অং. পঁচা অৰ্থত ব আৰু বা ধাতু) সোঁত চলা: যেনে, লোৰ থানি পানী বোৱাইছে; হাল ব্যৱহাৰ কৰা; যেনে, হাল বোৱাইছে; আনৰ দ্বাৰা নাঙ্গলেৰে চহা: যেনে, মাটিখান বোৱা-ইছে; কাপোৰ কৰা; যেনে, ৰিহা বোৱা-ইছে; নাও চলোৱা; যেনে, নাৱৰীয়াৰ হতুৱাই নাও বোৱায়, to cause to flow, to be ploughed, to be woven or to be rowed.

বোৱাৰী, স. শ. (সং. বধূটী; বং. বৌড়ী, পোৰ ভাৰ্য্যা) পোৰ বা ভাইৰ ঘৈণীয়েক, a son's or younger brother's wife.

বোৱালু, স. শ. এবিধ গছ, a kind of tree.

বৌ, স. শ. (সং. বধূ: বং. বউ, পোৰ ভাৰ্য্যা) ককাইৰ ঘৈণীয়েক; এতেকে ভদ্ৰলোকৰ তিৰোতাক সন্মানেৰে মতা মাত; অনেকে মাককো বৌ বোলে, an elder brother's wife, a term used in respectfully addressing, or speaking of, a gentleman's wife.

বৌখা, স. শ. (অং. বখলা, চেপেটা খণ্ড) কলাপটুৱাৰ, কচুৰ বা তাল গছৰ পাতৰ ঠাৰিৰ তলৰ বহল ভাগ, a sheath of the plantain or palm tree or *arum* plant.

বৌদ্ধ, স. শ. (সং. বুদ্ধ, শাক্য সিংহ) বুদ্ধৰ মতে প্ৰবৰ্ত্তা আৰু ঈশ্বৰ আৰু পৰকাল নমনা মানুহ, a Buddhist.

বৌধ, স. শ. (বৌদ্ধ শব্দৰ অপভ্ৰংশ) বুদ্ধৰ মতত প্ৰবৰ্ত্তোতা; যেনে, "দেখা কথা বৌধেও মানে।" a Buddhist.

বৌলা, স. শ. কচুৰ পাতৰ তলৰ বহল ভাগ, a sheath of the *arum* plant.

ব্যক্ত, কৃদ. বি. (সং. ব্যক্ত—বি, ভালৰূপে +অঞ্জ্, স্পষ্ট হ) প্ৰকাশিত, বিদিত, দেখা, manifest, apparent, revealed.

ব্যক্তি, স. শ. (সং. ঐ) লোক, জন, a human being.

ব্যগ্ৰ, বি. (সং. ব্যগ্ৰ—বি, ৰৰকৈ+অগ্ৰ, আগ) বাঞ্ছিত বস্তু পোৱাত বা কোনো কাৰ্য্য কৰাত বিলম্ব সহিব নোৱৰা, উতলা; যেনে, তীৰ্থ কৰিবলৈ ব্যগ্ৰ হৈছে, eager, impatient.

ব্যগ্ৰতা, গু. শ. (সং.) ব্যগ্ৰ হোৱা অৱস্থা, eagerness, impatience.

ব্যঞ্জন্, স. শ. (সং. ব্যঞ্জন—বি, উপস.+ অঞ্জ, তেলেতীয়া বস্তু সান্; তেল বা ঘিউ দিয়া যায়, এতেকে) আঞ্জা, দিহ, a curry.

ব্যঞ্জন্, স. শ. (সং. ব্যঞ্জন—বি, নথকা+ অঞ্জ, স্পষ্ট হ; নিজে স্পষ্টৰূপে উচ্চাৰিত নহয়, এতেকে) স্বৰৰ সাহায্য নোহোৱাকৈ ফুটাই মতিব নোৱৰা আখৰ; যেনে, ক, খ ইত্যাদি, a consonant.

ব্যঞ্জনান্ত, বি. (সং. ব্যঞ্জনান্ত—ব্যঞ্জন, ঐ+ অন্ত, শেষ) ব্যঞ্জন আখৰ অন্তত থকা, ending in a consonant.

ব্যতিক্রম, স. শ. ( সং. ব্যতিক্রম—বি, উপস. + ক্রম, গতি কৰ্ ) অন্যথা, ওলোটা বা লৰচৰ হোৱা অৱস্থা, বৈপৰীত্য ; যেনে, এই নিয়মৰ ব্যতিক্রম নহয়, contrariety, reverse.

ব্যতিৰেকে, অ. অব্য. ( সং. ব্যতিৰেক, অভাৱ ) অভাৱে ; বিনা, বাজে ; যেনে, তোমাত ব্যতিৰেকে বন্ধু নাই, save, except, without.

ব্যথা, স. শ. ( সং. ব্যথা—ব্যথ্, বেদনা পা ) বেদনা, পীড়া, বিষ ; দুখ ; যেনে, মনৰ ব্যথা, pain, distress.

ব্যথিত্, কৃদ. বি. ( সং. ঐ ) পীড়িত, বেদনা পোৱা ; দুঃখিত, pained, afflicted.

ব্যভিচাৰ্, স. শ. ( সং. ব্যভিচাৰ—বি, অভি, উপস. + চৰ্, গতি কৰ্ ) কোনেও বিয়া নকৰা বা লোকে বিয়া কৰা তিৰোতা বা মতাৰে সহবাস, incontinence, lewdness, adultery, fornication.

ব্যভিচাৰী, বি. ( সং. ব্যভিচাৰিন্—ব্যভিচাৰ + ইন্ ) ব্যভিচাৰত ৰত, কোনোৰে বিয়া নকৰা বা আনে বিয়া কৰা তিৰোতাৰে সহবাস কৰা, incontinent, lewd. ( স্ত্ৰী ) ব্যভিচাৰিণী ।

ব্যয়্, স. শ. ( সং. ব্যয়—ব্যয়্, খৰচ কৰ্ ) খৰচ, ব্যৱহাৰ কৰি ঢ়ুকোৱা কাৰ্য্য, expense, expenditure. বি. খৰচ কৰি ঢ়ুকোৱা, নথকা হোৱা ; যেনে, সেই ধন ব্যয় হল, expended.

ব্যয়শীল্, বি. ( সং. ব্যয়শীল—ব্যয়, খৰচ + শীল, স্বভাৱযুক্ত ) খৰচী, বৰকৈ ধন ভঙ্গা, ধুঁৱা খুলীয়া, prodigal, wasteful.

ব্যৰ্থ, বি. ( সং. ব্যৰ্থ—বি, গুচা + অৰ্থ, উদ্দেশ ) উদ্দেশ সিদ্ধ নোহোৱা, নিষ্ফল, বৃথা, vain, fruitless.

ব্যৰ্থতা, গু. শ. ( সং. ) ব্যৰ্থ হোৱা অৱস্থা, নিষ্ফলতা, fruitlessness, uselessness.

ব্যৱধান্, স. শ. ( সং. ব্যৱধান—বি, অৱ, উপস. + ধা, ধাৰণ কৰ্ ) দুটা বস্তুৰ মাজৰ শূন্য ঠাই, বিচ্ছেদ ; দুটাৰ মাজত থকা কোনো বস্তু ; যেনে, সেই দুটা ঘৰৰ মাজত ব্যৱধান নাই, intervention, space, that which intervenes.

ব্যৱসায়্, স. শ. ( সং. ব্যৱসায়—বি, অৱ, উপস. + ষো, নাশ কৰ্ ) জীৱিকাৰ কাৰণ নিয়ম মতে কৰা কাৰ্য্য, বৃত্তি ; যেনে, সোণাৰিৰ ব্যৱসায় ; কাৰ্য্য, কৰ্ম্ম, কাম ; যেনে, ঘৰত ব্যৱসায় আছে, calling, profession, business.

ব্যৱসায়ী, বি. ( সং. ব্যৱসায়িন্—ব্যৱসায় + ইন্ ) ব্যৱসায় কৰা, জীৱিকা অৰ্জ্জা কামত নিযুক্ত, engaged in business, professional.

ব্যৱস্থা, স. শ. ( সং. ব্যৱস্থা—বি, অৱ, উপস. + স্থা, থাক্ ) বিধান, পণ্ডিতে দিয়া শাস্ত্ৰৰ মত, a principle of law, expounded by a *pundit* or lawyer.

ব্যৱস্থা-শাস্ত্ৰ, স. শ. ( সং. ব্যৱস্থাশাস্ত্ৰ—ব্যৱস্থা + শাস্ত্ৰ, পুথি ) স্মৃতি, সামাজিক আচৰণ বা ধৰ্ম্মকৃত্যৰ বিধান থকা পুথি, a code of law.

ব্যৱহাৰ্, স. শ. ( সং. ব্যৱহাৰ—বি, অৱ, উপস. + হৃ, হৰণ কৰ্ ) আচাৰ, ৰীতি ; যেনে, যাৰ যেনে ব্যৱহাৰ ; কাৰ্য্যত নিয়োগ ; যেনে, ব্যৱহাৰ কৰা পাত্ৰ, usage, practice, use.

ব্যৱহাৰ্য্য, বি. ( সং. ঐ ) ব্যৱহাৰৰ যোগ্য, কামত নিয়োগৰ উপযুক্ত ; খোৱা লোৱাত সঙ্গ পাবৰ যোগ্য ; যেনে, হীনকুলীয়া মানুহ ব্যৱহাৰ্য্য নহয়, fit for use, fit to be associated with.

ব্যৱহৃত, কৃদ. বি. ( সং. ঐ ) ব্যৱহাৰ কৰা, নিযুক্ত, used.

ব্যসন্, স. শ. ( সং. ব্যসন—বি, উপস. + অস্, নিক্ষেপ কৰ্ ) অকৰ্ত্তব্য কৰ্ম্ম, নকৰিব লগীয়া বা বেয়া কাম, তাৰ সংখ্যা দহ ; যেনে, (১) মৃগয়া, (২) আবিমাবি খেল-খেদা, (৩) দিনত শোৱা, (৪) লোকক নিন্দা কৰা, (৫) বেশ্যা-গমন, (৬) নাচন, (৭) গীত গোৱা, (৮) বাদ্য বজোৱা, (৯) নিৰৰ্থক ভ্ৰমণ, (১০) সুৰাপান, a fault or vice, frailty.

ব্যস্ত, কৃদ. বি. ( সং. ব্যস্ত—বি, উপস. + অস্, বিদ্যমান হ ) টানত পৰি বিবুদ্ধি, আকুল; যেনে, পুতেকৰ নৰিয়া দেখি ব্যস্ত হৈছে; অতিশয়ৰূপে কামত নিযুক্ত; যেনে, অমুক কামত ব্যস্ত আছে, perplexed, bewildered, distracted, deeply engaged in work.

ব্যস্ততা, গু. শ. ( সং. ) ব্যস্ত হোৱা অৱস্থা, perplexity, bewilderment.

ব্যাকৰণ্, স. শ. ( সং. ব্যাকৰণ—বি, আ, উপস. + কৃ, কৰ্ ) ভাষা শুদ্ধৰূপে কবৰ আৰু লিখিবৰ নিয়ম; সেই নিয়ম থকা পুথি, grammar, a treatise on grammar.

ব্যাকৰণজ্ঞ, বি. ( সং. ব্যাকৰণজ্ঞ—ব্যাকৰণ + জ্ঞা, জান্ ) ব্যাকৰণ জনা, versed in grammar.

ব্যাকৰণ্-বিৰুদ্ধ, বি. ( সং. ব্যাকৰণ + বিৰুদ্ধ, বিপৰীত ) ব্যাকৰণৰ নিয়মৰ বিপৰীত, ungrammatical.

ব্যাকৰণ্-সঙ্গত্, বি. ( সং. ব্যাকৰণসঙ্গত—ব্যাকৰণ + সঙ্গত, উচিত ) ব্যাকৰণৰ মতে সঙ্গত বা শুদ্ধ, grammatical.

ব্যাকৰণ্-সিদ্ধ, বি. ( সং. ব্যাকৰণসিদ্ধ—ব্যাকৰণ + সিদ্ধ, সঙ্গত ) ব্যাকৰণৰ মতে শুদ্ধ, grammatical.

ব্যাকুল্, বি. ( সং. ব্যাকুল—বি, উপস. + আকুল, বিবুদ্ধি) কষ্টত পৰি বুদ্ধি হেৰুওৱা, বৰ আকুল, confounded, distracted.

ব্যাকুলতা, গু. শ. ( সং. ঐ ) ব্যাকুল হোৱা অৱস্থা, perplexity, distractedness.

ব্যাকুলিত্, কৃদ. বি. "ব্যাকুল" চোৱা।

ব্যাখ্যা, স. শ. ( সং. ব্যাখ্যা—বি, আ, উপস. + খ্যা, কথা ক ) অৰ্থ ভাঙ্গন, ভাঙ্গি বুজোৱা অৰ্থ; যেনে, শ্লোকৰ ব্যাখ্যা, explanation, exposition.

ব্যাঘাত্, স. শ. ( সং. ব্যাঘাত—বি, আ, উপস. + হন্, হিংস্ ) বিঘ্ন, প্ৰতিবন্ধক, কাৰ্য্য-সিদ্ধিত বিঘিনি, obstacle, impediment.

ব্যাঘ্ৰ, স. শ. ( সং. ব্যাঘ্ৰ—বি, উত্তমৰূপে + আ, সমুদায়ে + ঘ্ৰা, গন্ধ ল; কোনো জন্তু নৌ দেখোঁতেই তাৰ গন্ধ পাই ওচৰ চাপে, এতেকে ) বাঘ, a tiger. ( স্ত্ৰী ) ব্যাঘ্ৰী।

ব্যাধ্, স. শ. ( সং. ব্যাধ—ব্যধ্, খণ্ড খণ্ড কৰ্, জন্তুক ) বনৰীয়া জন্তু বধি মঙ্গহ বেচি জীৱিকা কৰোঁতা, a hunter, a huntsman.

ব্যাধি, স. শ. ( সং. ব্যাধি—বি, আ, উপস. + ধা, ধাৰণ কৰ্ ) ৰোগ, নৰিয়া, sickness, disease.

ব্যাধিগ্ৰস্ত, বি. ( সং. ব্যাধিগ্ৰস্ত—ব্যাধি + গ্ৰস্ত, ধৰা ) ৰোগে ধৰা, নৰিয়া পৰা, sick, ill.

ব্যাপ্, অ. ধা. (সং. ব্যাপন, বহু দূৰ জোৰণ ) অনেক ঠাই জোৰ্, বহু দূৰলৈ বিস্তৃত হ; যেনে, পানীয়ে ইয়ালৈকে ব্যাপিছে, to be extended or spread. স. ধা. জুৰি পৰ্, ঢাক্; যেনে, মেঘে গোটেই খান আকাশ ব্যাপিছে, to be extended or spread over.

ব্যাপক্, বি. ( সং. ব্যাপক—বি, উপস. + আপ্, অনেক ঠাই জোৰ্ ) অনেক ঠাই জোৰা, বিস্তৃত, বহু দূৰলৈ বহল হোৱা, extending widely, diffusive. স. শ. যি ব্যাপি থাকে, জুৰি থাকোঁতা; যেনে, "ব্যাপকৰ কিবা বিসৰ্জন," he who or that which pervades or diffuses.

ব্যাপাৰ্, স. শ. ( সং. ব্যাপাৰ—বি, আ, উপস. + পৃ, নিযুক্ত হ ) কাৰ্য্য, কৰ্ম্ম, যাক কৰা যায়; যেনে, গমন, শয়ন, খাওন, থাকন ইত্যাদি, act, business.

ব্যাপী, বি. ( সং. ব্যাপিন্—বি, উপস. + আপ্, অনেক ঠাই জোৰ্ + ইন্ ) ব্যাপি থকা, বহু ঠাই জোৰা, ব্যাপক ( এটা সংজ্ঞা শব্দৰ পাচত থাকে ); যেনে, বিশ্ব-ব্যাপী, diffussive, spreading widely. ( স্ত্ৰী ) ব্যাপিনী।

ব্যাপৃত্, কৃদ. বি. ( সং. ব্যাপৃত—ঐ ) নিযুক্ত, লাগি থকা; যেনে, কামত ব্যাপৃত, engaged.

ব্যাপ্ত, কৃদ. বি. ( সং. ঐ ) বহু ঠাই জোৰা, বহু ঠাইলৈ বহল হোৱা ; যেনে, বাঢ়নী পানী ঘৰৰ চৌতাললৈকে ব্যাপ্ত হৈছে, outspread, expanded.

ব্যাপ্তি, স. শ. ( সং. ঐ ) পৰিসৰ, বিস্তাৰ ; যেনে, বুদ্ধিৰ ব্যাপ্তি, expanse, extent.

ব্যায়াম্, স. শ. ( সং. ব্যায়াম—বি, উপস. + যম্, ক্ষান্ত হ ) গা সবল কৰিবলৈ নিৰূপিত নিয়মেৰে কৰা অঙ্গবিলাকৰ পৰিচালনা, gymnastics.

ব্যাস্, স. শ. ( সং. ব্যাস—বি, আ, উপস. + অস্, বিদ্যমান হ ) গোল বা গোটা বস্তুৰ পথালি জোখ ; বেদ আৰু পুৰাণবিলাক সংগ্ৰহ কৰা এজনা ঋষি, কৃষ্ণদ্বৈপায়ন, the diameter of a circle, &c., a celebrated saint, the compiler of the *Vedas*.

ব্যুৎপত্তি, স. শ. (সং. ব্যুৎপত্তি—বি, উপস. + পত্, গতি কৰ্ ) জ্ঞান, বোধ ; যেনে, ব্যাকৰণত ব্যুৎপত্তি হৈছে ; শব্দৰ মূল, knowledge, proficiency, etymology.

ব্যুৎপত্তিমন্ত, ব্যুৎপত্তিমান্, } বি. (সং. ব্যুৎপত্তিমৎ ) জ্ঞান বা বোধ থকা, জনা, ব্যুৎপন্ন, learned, proficient.

ব্যুৎপত্তিহীন্, বি. ( সং. ) বিদ্যাহীন, নজনা, ignorant.

ব্যুৎপন্ন, কৃদ. বি. (সং. ব্যুৎপন্ন—বি, উপস. + পত্, গতি কৰ্ ) ব্যুৎপত্তিমন্ত, বোধ থকা, জনা, learned, proficient.

ব্যূহ, স. শ. ( সং. ব্যূহ—বি, উপস. + ঊহ্, উক্তি কৰ্ ) বেহু, ৰণৰ নিমিত্তে শ্ৰেণী লগাই থিয় কৰা কটক, a phalanx of troops.

ব্ৰজ, স. শ. ( সং. ব্ৰজ—ব্ৰজ্, গতি কৰ্ ) গুৱাল গাওঁ ; মথুৰাৰ ওচৰৰ এখান গুৱাল থকা ঠাই, যত কৃষ্ণই শিশু-ক্ৰীড়া কৰিছিল, a district near Mathura.

ব্ৰজনাথ্, ব্ৰজপতি, } স. শ. ( সং. ব্ৰজনাথ, ব্ৰজপতি —ব্ৰজ + নাথ, পতি, গৰাকী ) কৃষ্ণ, Krishna.

ব্ৰণ্, স. শ. ( সং. ব্ৰণ্,—ব্ৰণ্, ঘা লাগ্ ) খহু, গাঁড়, a boil.

ব্ৰত্, স. শ. ( সং. ব্ৰত—বৃ, বাছি ল ) পুণ্যৰ কাৰণে কৰা উপবাস, ভোজন, পান, স্ত্ৰীসঙ্গ আৰু তামোল আদি এৰি কৰা উপাসনা ; কোনো কাৰ্য্য কৰিবলৈ বা কোনো অৱস্থাত থাকিবলৈ দৃঢ়ৰূপে কৰা সঙ্কল্প, a religious fast, a vow.

ব্ৰতী, বি. ( সং. ব্ৰতিন্—ব্ৰত + ইন্ ) ব্ৰত কৰা, ব্ৰতত নিযুক্ত, engaged in the observance of a religious fast or the performance of a vow.

ব্ৰহ্ম, স. শ. ( সং. ব্ৰহ্মন্—বৃহ্, বৃদ্ধি পা ; জগতক বঢ়াইছে, এতেকে ) সৃষ্টিকৰ্ত্তা, আদি পুৰুষ, পৰমেশ্বৰ, God, the supreme being.

ব্ৰহ্মকণ্, স. শ. চাউলৰ কণ, খুদ, broken rice.

ব্ৰহ্ম-কুণ্ড, স. শ. ( সং. ব্ৰহ্মকুণ্ড—ব্ৰহ্মন্, ব্ৰহ্মা + কুণ্ড, কূপ ; ব্ৰহ্মাৰ পুতেক, এতেকে) আসামৰ পূব ফালৰ মিচিমি পৰ্ব্বতত থকা এটা পবিত্ৰ কূপ, a sacred spring in the Mishmi hills.

ব্ৰহ্মচৰ্য্য, স. শ. ( সং. ব্ৰহ্মচৰ্য্য—ব্ৰহ্ম, বেদ + চৰ্, অৱলম্বন কৰ্ ) ব্ৰাহ্মণৰ লগুণ দিয়নিৰ পাচত বেদ পাঠ আৰু ধৰ্ম্মকৃত্য কৰি থকা অৱস্থা, the order of the religious student, the state or condition of a Brahman who devotes himself to the study of the *Vedas* and religious duties.

ব্ৰহ্মচাৰী, স. শ. ( সং. ব্ৰহ্মচাৰিন্, ঐ ) লগুণ দিয়নিৰ পাচত বেদ পাঠ আৰু ধৰ্ম্মকৃত্যত নিযুক্ত হোৱা ব্ৰাহ্মণ ; সেই নাম লোৱা এবিধ সন্ন্যাসী, a Brahman devoted to the study of the *Vedas* and to religious duties, one of a class of religious mendicants assuming that name.

ব্ৰহ্মজ্ঞ, বি. ( সং. ব্ৰহ্মজ্ঞ—ব্ৰহ্ম, ঈশ্বৰ + জ্ঞা, জান্ ) ঈশ্বৰক জনা, পৰমাৰ্থ বুজা, having spiritual knowledge.

ব্ৰহ্মজ্ঞান্, স. শ. ( সং. ব্ৰহ্মজ্ঞান—ব্ৰহ্ম,

ঈশ্বৰ+জ্ঞান, বোধ) পৰমেশ্বৰৰ বিষয়ৰ জ্ঞান, পৰমাৰ্থ-বিদ্যা, spiritual knowledge.

ব্ৰহ্মজ্ঞানী, স. শ. (সং. ব্ৰহ্মজ্ঞানিন্—ব্ৰহ্মজ্ঞান+ইন্) পৰমেশ্বৰৰ তত্ত্ব-জানোঁতা, পৰমাৰ্থ বুজা লোক, one who has spiritual wisdom, a worshipper of the one true and all-pervading God.

ব্ৰহ্মডিম্ব, স. শ. (সং. ব্ৰহ্মডিম্ব—ব্ৰহ্ম, ব্ৰহ্মা+ডিম্ব, কণী; ব্ৰহ্মাৰ কণী, গোলাকাৰ এতেকে) ব্ৰহ্মাণ্ড, জগত. the globe, the world.

ব্ৰহ্মদত্ত, বি. (সং. ব্ৰহ্মদত্ত—ব্ৰহ্ম, ব্ৰহ্মা+দত্ত, দিয়া) ব্ৰহ্মাই দিয়া, ব্ৰহ্মাৰ নিৰুপিত; যেনে, ব্ৰহ্মদত্ত আয়ুস, given or ordained by the Creator.

ব্ৰহ্মদৈত্য, স. শ. (সং. ব্ৰহ্মদৈত্য—ব্ৰহ্ম, ব্ৰাহ্মণ+দৈত্য, অপদেৱতা) দেৱতাৰ বস্তু চুৰ কৰা বামুণ মৰি হোৱা ভূত, a demon supposed to be the ghost of a Brahman who committed sacrilege while living.

ব্ৰহ্মপদ, স. শ. (সং. ব্ৰহ্মপদ—ব্ৰহ্ম, ব্ৰহ্মা বা ব্ৰাহ্মণ + পদ, বিষয় বা ব্যবসায়) ব্ৰহ্মাৰ পদ বা স্থান, ব্ৰহ্মাৰ বিষয়; ব্ৰাহ্মণত্ব, ব্ৰাহ্মণৰ জাতি, the station or rank of Brahma, the rank or caste of a Brahman, Brahmanhood.

ব্ৰহ্মপুত্ৰ, স. শ. (সং. ব্ৰহ্মপুত্ৰ—ব্ৰহ্ম, ব্ৰহ্মা+পুত্ৰ, পুতেক; ব্ৰহ্মাৰ পৰা উৎপন্ন, এতেকে) লুইত, অসমৰ ঘাই নৈ, the river Brahmaputra.

ব্ৰহ্মবধ্, স. শ. (সং. ব্ৰহ্মবধ—ব্ৰহ্ম, বামুণ+বধ, হত্যা) ব্ৰহ্মহত্যা, বামুণক মৰা পাপ, the murder of a Brahman.

ব্ৰহ্মবধী, স. শ. (সং.) বামুণক বধোঁতা, a murderer of a Brahman.

ব্ৰহ্ম-ভোজন্, স. শ. (সং. ব্ৰহ্মভোজন—ব্ৰহ্ম, ব্ৰাহ্মণ+ভোজন, আহাৰ) বামুণক ভোজন কৰোৱা কাৰ্য্য; যেনে, ব্ৰহ্মভোজন কৰালে; বামুণক দিয়া ভোজ, the act of feeding Brahmans, a feast given to Brahmans.

ব্ৰহ্মময়, বি. (সং. ব্ৰহ্মময়—ব্ৰহ্ম, পৰমেশ্বৰ) পৰমেশ্বৰস্বৰূপ, ঈশ্বৰৰ দ্বাৰা ব্যাপ্ত; যেনে, জগত ব্ৰহ্মময়, consisting of, or identical with, the Supreme Being.

ব্ৰহ্মমুহূৰ্ত্ত, স. শ. (সং.) প্ৰত্যূষ, গোটেই পুৱা, সূৰ্য্য ওলাই অহা কাল, dawn, daybreak.

ব্ৰহ্মৰন্ধ্ৰ, স. শ. (সং.) মূৰৰ ওপৰৰ খোল ভাগ, তালু, the depression on the top of the head, the crown of the head.

ব্ৰহ্মৰাক্ষস্, স. শ. (সং. ব্ৰহ্মৰাক্ষস—ব্ৰহ্ম, বামুণ+ৰাক্ষস, এবিধ মানুহ খোৱা মানুহৰ আকৃতিৰ জীৱ) এবিধ ব্ৰাহ্মণৰ পৰা উৎপন্ন ৰাক্ষস; যেনে, ৰাৱণ, a demon or fiend of the Brahmanical class.

ব্ৰহ্মৰ্ষি, স. শ. (সং. ব্ৰহ্মৰ্ষি—ব্ৰহ্ম, ব্ৰাহ্মণ+ঋষি, মুনি) জিতেন্দ্ৰিয় আৰু তপস্যাত ৰত ব্ৰাহ্মণ, বশিষ্ঠ আদি, a saint of a particular order, such as Basista and others.

ব্ৰহ্মলোক্, স. শ. (সং. ব্ৰহ্মলোক—ব্ৰহ্ম, ব্ৰহ্মা+লোক, জগত) ব্ৰহ্মাৰ পুৰি, ব্ৰহ্মা থকা ঠাই, the region or place of Brahma.

ব্ৰহ্মস্ব, স. শ. (সং. ব্ৰহ্মস্ব—ব্ৰহ্ম, বামুণ+স্ব, ধন) বামুণৰ ধন বা সম্পত্তি, property belonging to a Brahman.

ব্ৰহ্মহত্যা, স. শ. (সং. ব্ৰহ্মহত্যা—ব্ৰহ্ম, বামুণ+হত্যা, বধ) ব্ৰহ্মবধ, বামুণক মৰা পাপ, the murder of a Brahman, the sin of killing a Brahman.

ব্ৰহ্মা, স. শ. (সং. ব্ৰহ্মন্—বৃহ্, বৰ্দ্ধন কৰ্, জগতক বঢ়াইছে, এতেকে) ত্ৰিমূৰ্ত্তিৰ প্ৰথম জনা; তেওঁ বিষ্ণুৰ নাইৰ পৰা উৎপন্ন, চতুৰ্মুখ, আৰু জগতৰ সৃষ্টি কৰোঁতা, Brahma, a four-headed deity (said to have sprung from the navel of Vishnu). Brahma is

supposed to have been the active creator of the world. He is the first of the Hindu trinity.

ব্ৰহ্মাণ্ড, স. শ. ( সং. ব্ৰহ্মাণ্ড—ব্ৰহ্ম, ব্ৰহ্মা + অণ্ড, কণী ; ব্ৰহ্মাৰ অণ্ড বা কণী, গোলাকাৰ, এতেকে ) ব্ৰহ্মডিম্ব, জগত, the globe, the world.

ব্ৰহ্মাস্ত্ৰ, স. শ. ( সং. ব্ৰহ্মাস্ত্ৰ—ব্ৰহ্ম, ব্ৰহ্মা + অস্ত্ৰ, আঘাত কৰা যতন ) পূৰ্ব্বে ব্ৰহ্মাই সৃষ্টি কৰা এবিধ অমোঘ অস্ত্ৰ বা শৰ, a kind of weapon said to have been created by Brahma.

ব্ৰহ্মোত্তৰ, স. শ. ( সং. ব্ৰহ্মত্ৰ, ব্ৰাহ্মণৰ ৰক্ষাৰ উপায় বা বৃত্তি ) বামুণক দিয়া নিষ্কৰ মাটি, land granted to a Brahman free of rent.

ব্ৰহ্মোত্তৰীয়া, বি. ব্ৰহ্মোত্তৰ সম্বন্ধীয় ; যেনে, ব্ৰহ্মোত্তৰীয়া পাইক, relating to land granted to a Brahman.

ব্ৰাহ্ম, বি. ( সং. ব্ৰাহ্ম—ব্ৰহ্ম, পৰমেশ্বৰ ) পৰমেশ্বৰ সম্পৰ্কীয় ; যেনে, ব্ৰাহ্ম ধৰ্ম্ম, relating to the Supreme Being. স. শ. পৰমেশ্বৰৰ উপাসক, আন দেৱতাক এৰি নিৰাকাৰ ঈশ্বৰক ভজোঁতা, a worshipper of the Supreme Being.

ব্ৰাহ্মণ, স. শ. ( সং. ব্ৰাহ্মণ—ব্ৰহ্মন, বেদ ; বেদ জানে, এতেকে ) হিন্দুবিলাকৰ প্ৰথম আৰু প্ৰধান জাতিৰ মানুহ, বামুণ, a man of the first and highest caste among the Hindus. ( স্ত্ৰী ) ব্ৰাহ্মণী।

## ভ।

ভ, ব্যঞ্জনবিলাকৰ চাৰি অধিক কুৰি আখৰ, the twenty-fourth letter of the consonants.

ভংভঙ্গীয়া, বি. অকপটীয়া, পেটত কথা নৰখা, frank, open-hearted.

ভঁইৰা, স. শ. ( হিং. বহেড়া ; বং. বয়ড়া, ভোমোৰা-গুটি ) ভোমোৰা-গুটি, ত্ৰিফলাৰ এবিধ ফল, the name of a tree, *Terminalia belerica.* (Gamble).

ভঁজ্, স. শ. ( অং. ভাঁজ, বেঁকা ) ক্ষীণ বা বিকৃতি ৰূপ, বিগঢ়ী হোৱা আকৃতি, বঠি, an altered or emaciated form.

ভঁজীয়া, বি. ( অং. ভাঁজ, বেঁকা ) ভাঁজ থকা, বেঁকা, crooked.

ভঁজুৱা, বি. ( অং. ভাঁজ, মিহলি ) মিহলি থকা, শুধ নোহোৱা ; যেনে, ভঁজুৱা সোণ, alloyed.

ভঁৰালুৱা, বি. ( অং. ভঁৰাল, ভণ্ডাৰ ) ভঁৰালৰ, ভঁৰালত থোৱা, relating to or kept in a store-room or corn-house.

ভঁৰাল্, স. শ. ( সং. ভাণ্ডাগাৰ, হিং. বং. ভাণ্ডাৰ, সামৰণ বস্তু থোৱা ঘৰ ) ধান, ধন বা আন বস্তু সামৰি থোৱা ঘৰ ; যেনে, ধনৰ ভঁৰাল, বুদ্ধিৰ ভঁৰাল, a corn-house, a store-room, a repository of anything.

ভঁৰালী, স. শ. ভঁৰালত বস্তু সামৰি থওঁতা, a store-keeper.

ভঁৰালীনী, স. শ. ভঁৰালত বস্তু সামৰি থোৱা তিৰোতা, a female store-keeper, a store-keeping woman.

ভঁৰালীয়নী, স. শ. ভঁৰালীৰ ভাৰ্য্যা, the wife of a store-keeper.

ভকত্, স. শ. ( সং. ভক্ত, দেৱতাৰ উপাসক ) সেৱক, দেৱতাৰ উপাসক, ( ঘাইকৈ ) কোনো সত্ৰত থাকি বিষ্ণুৰ নাম প্ৰসঙ্গ কৰা লোক ; যেনে, কমলাবৰীয়া ভকত ; ( উপহাসত ) কোনো বস্তুত বৰকৈ ৰত হোৱা মানুহ ; যেনে, কাণিৰ ভকত হলে হৰি-ভকতি নেথাকে, a votary of a deity, *especially* a votary of Vishnu residing in a religious institution in Assam, (fig.) a man much attached to a particular thing. (স্ত্ৰী) ভকতনী।

ভকতালি, গু. শ. ভকতৰ গুণ, স্বভাব বা আচৰণ ; ভকতৰ নিচিনা আচৰণ, religious conduct or show of it.

ভকতি, স. শ. ( সং. ভক্তি, উপাসনা ) দেৱতাৰ উপাসনা, দেৱতাত শ্ৰদ্ধা ; ঘাইকৈ

বিষ্ণুৰ নাম কীৰ্ত্তন বা উপাসনা, devotion, worship, especially worship of Vishnu.

ভকতী, স. শ. বিষ্ণুৰ নাম কীৰ্ত্তন আৰু তেওঁত ভক্তি কৰা তিৰোতা, a woman devoted to the worship of Vishnu.

ভকতীয়া, বি. ঈশ্বৰক মনা, যাইকৈ হিন্দু ধৰ্ম্মত প্ৰবৰ্ত্তা; যেনে, এতিয়া কছাৰীও ভকতীয়া হৈছে; ভকত সম্বন্ধীয়, believing in God, especially in the Hindu religion, pertaining to a *bhakat*.

ভকতীয়া বান্ধ, মিঠা মুখেৰে টানকৈ ধৰা বা কোমল কথাৰে হেঁচি ধৰা কাৰ্য্য, the act of pressing hard, but with mild or soft words.

এই দেশী গোসাঁই ভকতবিলাকে মিঠা কথাৰে ধনৰ নিমিত্তে শিষ্যক চেপি ধৰে, তাৰে পৰা এই খণ্ড বাক্য ওলাইছে।

ভকৰা-মাত্, স. শ. ( অং. ভক্‌ভক্, অনুক.—ভক্ কৰা অৰ্থাৎ পোৰা ঘাৰ দৰে পীড়া দিয়া + মাত্, কথা ) বেজেৰা মাত, গালি; যেনে, ভকৰা মাত পাবি, harsh, tart or angry language.

ভকাৰ্, স. শ. ( সং. ভকাৰ—ভ + কাৰ, আখৰ ) ভ আখৰ, the letter ভ।

ভকুৰা, ভকুৰা টেপা, } স. শ. বাহু মাছৰ পোৱালি, a young *bahu* fish.

ভক্ত, স. শ. ( সং. ভক্ত—ভজ্, উপাসনা কৰ্ ) দেৱতাৰ আৰাধনাত ৰত লোক, ভকত; উপাসক, সেৱক, a votary, a worshipper of a deity.

ভক্তবৎসল্, বি. ( সং. ভক্তবৎসল—ভক্ত, উপাসক + বৎসল, কৃপালু ) ভক্তৰ প্ৰতি দয়ালু, ভক্তি কৰোঁতালৈ সদয়, kind to votaries.

ভক্তি, স. শ. ( সং. ভক্তি—ভজ্, উপাসনা কৰ্ ) উপাসনা, আৰাধনা, সেৱা, খাটনি, adoration, devotion, service, humble solicitation.

ভক্তিভাৱে, ক্ৰি. বি. বৰ সম্মানেৰে, বৰকৈ সৎকাৰ কৰি; যেনে, ভক্তিভাৱে সেৱা কৰিলে, reverently, humbly.

ভক্তিমন্ত, ভক্তিমান্, } বি. ভক্তিযুক্ত, দেৱতাত শ্ৰদ্ধা থকা, devout, pious.

ভক্তিহীন, বি. ভক্তি নথকা, দেৱতাত শ্ৰদ্ধাবিহীন, devoid of faith in God.

ভক্তিহীনতা, গু. শ. ভক্তি নথকা অৱস্থা, want of faith in God, neglect of divine worship.

ভক্‌ভক্, অনুক. জুইয়ে পোৰা ঘাৰ পৰা যি বেদনা হয়, তাক বুজাবৰ কাৰণে ব্যৱহাৰ কৰা মাত, an imitative sound used to express the smarting sensation caused by a burn.

ভক্‌ভকনি, স. শ. চেংচেঙনি, পোৰা ঘাৰ বেদনা, a smarting or tingling sensation caused by a burn.

ভক্‌ভকা, অ. ধা. চেংচেঙা, পোৰাৰ দৰে বেদনা কৰ্, to cause a smarting or tingling sensation like that of a burn.

ভগন্, স. শ. ( সং. ভগ্ন, ভগা ) ধন ভঙ্গা কাৰ্য্য, খৰচ, ব্যয়; যেনে, উৎপন ভগনৰ লেখ; বিভ্ৰাট, বিপ্লৱ, শত্ৰুৰ দ্বাৰা দেশ আক্ৰান্ত হোৱাত প্ৰজাৰ পলায়ন; যেনে, মানৰ ভগন; ভগ্ন হওন, ভাগন, expenditure, desertion of homes by the people owing to their country being attacked by an enemy and its government overthrown.

ভগনিয়াৰ্, স. শ. ( অং. স্থানান্তৰ হ ) আপোনাৰ ঠাই এৰি আন ঠাইত বহা মানুহ, an emigrant.

ভগনীয়া, বি. ভাগি যোৱা, আপদৰ নিমিত্তে স্থানান্তৰ হোৱা; যেনে, ভগনীয়া মানুহ, ভয়ত পলোৱা; যেনে, ভগনীয়া সৈন্য, emigrant, fugitive.

ভগন্দৰ্, স. শ. ( সং. ভগন্দৰ—ভগ, যোনি + দৃ, বিদাৰণ কৰ ) গুপ্তাঙ্গ আৰু বহিৰ্দ্বাৰ, এই দুইৰ মাজত ঘা হোৱা এবিধ ৰোগ, an anal fistula.

ভগবতী, স. শ. (সং. ভগৱতী—ভগৱন্ত শব্দৰ স্ত্ৰীলিঙ্গ) দেৱী ; দুৰ্গা, a goddess especially Durga.

ভগৱন্ত, ভগৱান্, স. শ. (সং. ভগৱৎ—ভগ, মহিমা) ঈশ্বৰ; যেনে, ভগৱন্তৰ ইচ্ছা, ভগৱানে যি কৰে সেয়ে হব, God, the Supreme Being.

ভগৱান্, বি. মহিমাযুক্ত ; পূজনীয় ; যেনে, ভগৱান কৃষ্ণ, ভগৱান ব্যাস, adorable.

ভগা, স. ধা. (সং. ভাগ, অংশ) ভাগ কৰ্, অংশ কৰ্, to divide.

ভগিনী, স. শ. (সং. ভগিনী – ভগ, মঙ্গল) বাই বা ভনী, a sister.

ভগিয়াৰ্, স. শ. (অং. ভাগ, ঐ) ভাগ পাওঁতা, অংশী, ভাগী, a co-sharer, a partner.

ভগীয়া, বি. ভাগ পোৱা, ভাগ সম্বন্ধীয়, owning, or relating to, a share.

ভগীৰথ্, স. শ. এজনা সূৰ্য্যবংশী ৰজা, তেওঁ স্বৰ্গৰ পৰা গঙ্গাক নমাই আনিছিল বুলি পুৰাণত লিখা আছে, a king of the solar race who is said to have brought down the Ganges from heaven.

ভগ্ন, কৃদ. বি. (সং. ভগ্ন—ভজ্, ভাগ্) ভগা, দুই বা অধিক খণ্ড হোৱা ; ফটা ; পৰাস্ত হৈ লৰ মৰা ; যেনে, ভগ্ন দূত, broken, cracked, routed.

ভগ্নাৱশেষ্, স. শ. (সং. ভগ্নাৱশেষ—ভগ্ন, ভগা + অৱশেষ, বাঁকী) কোনো বস্তু ভাগি নষ্ট হোৱাৰ পাচত নষ্ট নহৈ থকা ভাগ, that part of anything which remains after other parts have been destroyed.

ভঙ্গ, স. শ. (সং. ভঙ্গ—ভঞ্জ্, ভাগ্) ভগা অৱস্থা ; পৰাজয় ; যেনে, শত্ৰুৱে ৰণত ভঙ্গ দিলে, the state of being broken, defeat. বি. পৰাস্ত, পৰাজিত ; যেনে, বিবাদ কৰি ভঙ্গ হোৱা লাজৰ কথা ; ভগা, ছেদ পৰা ; যেনে, নিদ্ৰা ভঙ্গ হল ; সিদ্ধ নোহোৱা, বিফল হোৱা ; যেনে, আশা ভঙ্গ হল, defeated, broken, interrupted, frustrated, become fruitless.

ভঙ্গনীয়া, বি. (অং. ভাঙ্গন, ধন সলাওন) গোটা ৰূপ দি সলোৱা, সৰু বা অলপ মূলীয়া (ধনত খাটে) ; যেনে, ভঙ্গনীয়া ধন, small, of small value (said of coins).

ভঙ্গা, স. ধা. (অং. ভাং, দ্বিধা কৰ্) লোকৰ দ্বাৰা ভগ্ন কৰা ; যেনে, হজুৰাৰ হতুৰাই ঘৰ ভঙ্গাইছে ; বুধি দি অমান্তি কৰ্ ; অমান্তি হবলৈ বুধি দি ; যেনে, ভাল কাম কৰিব খোজোঁতাকো দুষ্টই ভঙ্গায় ; খৰচ কৰা ; যেনে, অমুকে মোৰ পাঁচ টকা ভঙ্গালে ; গোটা ৰূপ সলাই সৰু বা অলপ মূলীয়া ধন ল বা দি ; যেনে, টকা ভঙ্গাই পইচা আন্ ; ধনুৱা কাকত বা নোট দি ধন ল, to cause to be broken, to dissuade, to cause to refuse, to change or give another kind of money for, to cash.

ভঙ্গি, ভঙ্গী, স. শ. (সং. ভঙ্গি বা ভঙ্গী—ভঞ্জ, ভাং) কোনো কথা বুজাবৰ নিমিত্তে অঙ্গ লৰোৱাৰ ভাও ; হাতৰ, মুখৰ বা চকুৰ ঠাৰ ; যেনে, হাতৰ ভঙ্গিৰে কলে ; কথা কোৱাৰ বা লেখাৰ বেঁকা প্ৰণালী ; যেনে, ভঙ্গি লগাই লেখা কথা ; বহি, শুই বা থিয় হৈ থকাতে অঙ্গৰ ভাঁজ ; যেনে, বহাৰ ভঙ্গি, a gesture, a gesticulation, a figurative or round about mode of expression, an attitude.

ভঙ্গুৱা, বি. (অং. ভাং, এবিধ ৰাগি লগা গছ) ভাং খোৱা, ভাঙ্গত ৰত, addicted to the use of Indian hemp. স. শ. ভাং খোৱা লোক, a man addicted to the use of hemp. (স্ত্ৰী) বি. স. শ. ভাঙ্গুৰী।

ভচি, স. শ. (সং. ভজ্, পৰিমাণ কৰ্) বেচা কিনাত পৰিমাণৰ অৰ্থাৎ জোখৰ বা লেখৰ ওপৰঞ্চি দিয়া বস্তু, ফাও, a small quantity given over and above the quantity purchased.

**ভজ্**, স. ধা. (সং. ভজ্, উপাসনা কৰ্) উপাসনা কৰ্, পূজা কৰ্, আশ্ৰয় ল; যেনে, ঈশ্বৰক ভজা; স্বামীৰূপে বা সহায়ৰূপে গ্ৰহণ কৰ্; যেনে, তিৰোতাই পতি ভজে, to adore, to worship, to serve, to take as a husband or helper, &c.

**ভজন্**, কৃদ. স. উপাসনা কৰণ, পূজন, the act of adoring.

**ভজনা**, স. শ. উপাসনা, পূজা, adoration, worship.

**ভজা**, স. ধা. দেৱতাৰ উপাসনাৰ ক্ৰম শিকা; শৰণ লগা, হৰি সমুখ কৰ্; যেনে, গোসাঁয়ে শিচ ভজায়, to disciple, to initiate into the mode of worshipping Vishnu or other deities.

**ভজা**, স. ধা. (অং. ভাজ্, শুকানে পাক কৰ্) আনৰ দ্বাৰা শুকানে নাইবা ঘিউ বা তেলত পাক কৰা; যেনে, চিৰা ভজায়, মাছ ভজায়, to cause to be fried. স. শ. এবিধ গছ, পোজাৰ (তাক বিশ্বকৰ্ম্মাই ভাজিছিল, এতেকে), a kind of tree.

**ভঞ্জন্**, কৃদ. স. (সং. ভঞ্জন—ভঞ্জ্, ভাং) ভাঙ্গন, নাশ কৰণ; ভাঙ্গোতা, নাশ কৰোঁতা, the act of breaking or destroying, a breaker or destroyer.

**ভটং**, অনুক. কোনো গোটা বস্তু পানীত পৰাৰ নিচিনা শব্দ, an imitative sound used to express that produced by the fall of some solid body into water.

**ভটৰ্**, অনুক. জৰী ছিগোঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by a string or rope breaking.

**ভটৰাই**, ক্ৰি. বি. ভটৰ শব্দ কৰি; যেনে, জৰীডাল ভটৰাই ছিগিল, with a short snapping sound.

**ভটা**, স. শ. (হিং. ভট্টা, পুৰিবলৈ কৰা ইটাৰ দম) পুৰিবৰ কাৰণে দমোৱা ইটা বা চূণ শিলৰ দম, a kiln.

**ভটা**, স. শ. (সং. ভট্, ধৰ্) টাং-গুটি খেলৰ মাৰি; তাৰ নিচিনা আন খেলৰ মাৰি, a bat used in a game similar to cricket, a cue.

**ভটা-গুটি**, স. শ. (সং. ভটাকী, লেঙ্গেনা; তাৰ নিচিনা ঘূৰণীয়া, এতেকে) সেই খেলৰ গুটি, টাং-গুটি; এটাৰ পাচত আনটো ওপৰলৈ দলিয়াই ধেমালি কৰা ভূটা কাঠৰ গুটিৰ এটা, a wooden ball for the above game.

**ভটিমা**, স. শ. (হিং. ভটই, গুণ বৰ্ণনা) মাধৱ দেউৱে ৰচনা কৰা শঙ্কৰ দেৱৰ গুণ-বৰ্ণনা বা স্তুতি, a series of prayers to Sankar Dev, the founder of the Mahapurusia sect, by his disciple Madhav.

**ভটীয়নি**, স. শ. (অং. ভটীয়া, নৈৰ তলৰ ফাললৈ যা) নৈৰ নামনি ফাল, সোঁত বৈ যোৱা ফাল, down stream, the lower part of a stream.

**ভটীয়া**, অ. ধা. (অং. ভাটী, নৈৰ নামনি) নৈৰ নামনি ফাললৈ যা; এতেকে দেশৰ পশ্চিম ফাললৈ যা; শযাৰ ভৰিৰ ফাললৈ হোঁহক, to go down stream, to go towards the lower part of a country, to move towards the foot of a bed. বি. ভাটী ফাললৈ বৈ যোৱা; যেনে, ভটীয়া পানী; ভটীয়াই বা ভাটী ফাললৈ গতি কৰা; যেনে, ভটীয়া নাও, flowing downwards, proceeding down stream.

**ভট্টাচাৰ্য্য**, স. শ. (সং. ভট্টাচাৰ্য্য—ভট্ট, পণ্ডিত + আচাৰ্য্য, শিক্ষক) বৰ পণ্ডিত, জ্ঞানী লোক; বামুণৰ এটা উপাধি, a scholar, a Brahmanical title.

**ভণ্**, স. ধা. (সং. ভণ্, কথা ক) লিখ, ৰচনা কৰ্, to write, as a book, to compose.

**ভণন**, কৃদ. স. ৰচনা কৰণ, the act of writing or composing.

**ভণিত্**, কৃদ. বি. লেখা, ৰচিত, written or composed.

ভণিতা, স. শ. (বং. ভণিতা, গ্রন্থ কর্ত্তাৰ নাম প্ৰকাশ) পদ পুথি কৰোঁতাই আধ্যাৰ অন্তত দিয়া আপোনাৰ নাম আদি; যেনে, "কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে। বোলা হৰি হৰি সমস্ত জনে॥" the name, title, &c., of the author written by him at the end of a chapter of a poem, the *colophon*.

ভণ্ড, স. শ. (সং. ভণ্ড, বঞ্চনা কৰ্) বঞ্চক; মিছলীয়া, ছলাহী মানুহ, a deceiver, a cheat, a rogue.

ভণ্ডাৰ্, স. শ. (সং. ভাণ্ডাগাৰ: হিং. ভণ্ডাৰ; বং. ভাণ্ডাৰ, ভঁৰাল) ভঁৰাল; ধান, ধন বা আন সামৰণ বস্তু থোৱা ঘৰ, a store-room, a granary or barn.

ভণ্ডাৰী, স. শ. ভঁৰালী, ভঁৰালত বস্তু সামৰি থওঁতা, a store-keeper.

ভতৰা, স. শ. (সং. ভৰ্ত্তা, স্বামী; সি গাইৰ স্বামী হয়, এতেকে) নবঙ্কোৱাকৈ ৰখা মতা গৰু, a bull.

ভতা, স. ধা. (অং. ভাত, সিজোৱা চাউল) সিজাই ভাতৰ নিচিনা কৰা বানেৰে মাড় লগা, তাহোন দি, to size the warp for weaving.

ভতিজা, স. শ. (সং. ভ্ৰাতৃজ, ভাইৰ পুতেক) ককাইৰ বা ভাইৰ লৰা, a brother's son. (স্ত্ৰী) ভতিজী। বি. ককাইৰ বা ভাইৰ পৰা জন্ম পোৱা (স্ত্ৰীং, পুং); যেনে, ভতিজা পো বা ভতিজা জী, begotten by a brother.

ভতুৱা, স. শ. (সং. বাস্তুভ; বং. বেতো, এবিধ শাক) জিলমিল শাক, a kind of potherb.

ভতুৱা, বি. (অং. ভাত, সিজোৱা চাউল) ভাত-ভাৰী, অকামিলা, চতুৰ বা চোকা নোহোৱা; যেনে, ভতুৱা মানুহ, ভতুৱা কুকুৰ; ভাত সম্বন্ধীয়, ভাত কৰিবৰ যোগ্য; যেনে, ভতুৱা চাউল, worthless, unskilful, fit to be turned into *bhat* or cooked rice.

ভদৰ্কলী, স. শ. (সং. ভদ্ৰ, খঞ্জৰী) প্ৰায় খঞ্জৰীৰ নিচিনা আৰু তাৰ দৰে বগা আৰু কলা বৰণযুক্ত এবিধ সৰু চৰাই, a small bird.

ভদীয়া, বি. ভাদত উৎপন্ন বা ওপজা, born or produced in the month of *Bhadra*. স. শ. ভাদত ওপজা মানুহৰ নাম, the name of a man born in *Bhadra*. (স্ত্ৰী) ভাদৈ।

ভদ্ৰ, বি. (সং. ভদ্ৰ—ভদ্, সুখী হ) উত্তম, শ্ৰেষ্ঠ, ভাল, best, excellent. স. শ. মঙ্গল, কুশল, সুখ সন্তোষ; যেনে, আপোনাৰ ভদ্ৰ চিন্তা, happiness, prosperity.

ভদ্ৰ-কালী, স. শ. (সং. ভদ্ৰকালী—ভদ্ৰ, শ্ৰেষ্ঠ + কালী, ভগৱতী) দুৰ্গাৰ এক ৰূপ, one of the forms of Durga.

ভদ্ৰলোক্, স. শ. উচ্চ বংশৰ লোক, ভাল লোক, a gentleman.

ভদ্ৰাকাংক্ষী, বি. (সং. ভদ্ৰাকাংক্ষিন্—ভদ্ৰ, মঙ্গল + আকাংক্ষা, বাঞ্ছা + ইন্) মঙ্গল কামনা কৰা, কুশল বাঞ্ছা কৰা, wishing well, friendly. স. শ. কুশল বাঞ্ছা কৰা লোক, a well-wisher.

ভদ্ৰাসন্, স. শ. (সং. ভদ্ৰাসন—ভদ্ৰ, উত্তম + আসন, বহা বস্তু) সিংহাসন, a throne.

ভদ্ৰাক্ষ, স. শ. (সং. ভদ্ৰাক্ষ—ভদ্ৰ, শিৱ + অক্ষি, চকু) ৰুদ্ৰাক্ষৰ নিচিনা কিন্তু তাতকৈ সৰু এবিধ গুটি তাৰে জপৰ মালা আৰু তাক সোণেৰে বন্ধাই ডিঙ্গিৰ মণি কৰা যায়, a kind of tree and its seed which is used as rosaries or necklaces.

ভনী, স. শ. (সং. ভগিনী, কনিষ্ঠা ছোৱালী) কনিষ্ঠা ছোৱালী, a younger sister.

ভনী-জোঁৱাই, স. শ. (অং. ভনী,ঐ + জোঁৱাই, জামাতা) ভনীৰ গিৰীয়েক (প্ৰায়ে তিৰোতাই বোলে), the husband of a younger sister (mostly used by females).

ভন্-ভন্, অনুক. মাখিৰ শব্দৰ নিচিনা মাত,

an imitative sound used to express the buzzing of insects.

ভন্‌ভননি, স. শ. ভন্‌-ভন শব্দ, মাখিৰ নিচিনা শব্দ, a buzzing sound.

ভন্‌ভনা, অ. ধা. ভন্‌ ভন শব্দ কৰ্‌, মাখিৰ দৰে শব্দ কৰ্‌, to buzz, to hum.

ভবা, বি. ( সং. ভৱ্য, উত্তম ) বৃহৎ, ডাঙ্গৰ-দীঘল, বৰ শকত ; যেনে, ভবা মুনিহ, ভবা হাতী, large, big, great.

ভমক্‌, স. শ. ( অং. ভম্‌, অনুক. ) অকস্মাত বৰকৈ জুই জলি উঠোতে হোৱা শব্দ ; যেনে, জুইকুৰা ভমক কৰি জলিল ; অকস্মাত বৰকৈ উঠা খং ; খঙ্গৰ বা তাপৰ প্ৰবলতা ; যেনে, খঙ্গৰ ভমক, ৰদৰ ভমক, the sound emitted by fire in suddenly blazing forth, sudden outburst of anger, intensity of anger or heat.

ভমকাই, } ক্রি. বি. ভমক শব্দ কৰি,
ভমক্‌ কৰে, } গিৰিসাই ( জুই জলাত খাটে ), suddenly said of blazing out, as fire.

ভমকাল্‌, বি. অলপ কথাতে খং কৰি উঠা, খঙ্গাল, irritable.

ভমকা-ফুলীয়া, বি. সূতা বা লিখনীৰে তোলা ডাঙ্গৰ ফুলেৰে শোভিত, বৰ ডাঙ্গৰ ফুল থকা, adorned with large figures of flowers.

ভম্‌ভম, অনুক. গাত পোৰণিয়ে ধৰা ভাব বুজোৱা মাত, an imitative sound used to express a burning sensation.

ভম্‌ভমনি, স. শ. গাৰ পোৰণি, a burning sensation.

ভম্‌ভমা, অ. ধা. পোৰণিয়ে ধৰা বোধ কৰ্‌, পোৰণিৰ পৰা দুখ পা ; যেনে, গাটোৱে ভম্‌ভমাইছে, to feel a burning sensation.

ভম্‌ভমীয়া, বি. বৰ তপত ; যেনে, ভমভমীয়া জুই, very hot.

ভয়্‌, স. শ. ( সং. ভয়—ভী, ত্রাস পা ) ত্রাস, বিপত্তিৰ আশঙ্কা, fear, dread.

ভয়ঙ্কৰ্‌, বি. ( সং. ভয়ঙ্কৰ—ভয়, ঐ + কৃ, কৰ্‌ ) ভয়ানক, ভয় লগোৱা, dreadful, terrible.

ভয়হাৰক্‌, } স. শ. ( সং. ভয়হাৰক, 'ভয়-
ভয়হাৰী, } হাৰিন্‌—ভয়, ঐ + হৃ, হৰণ কৰ্‌ ) ভয় গুচাওঁতা, নিৰ্ভয় কৰোঁতা, অভয় দিওঁতা, one who removes fear, a reassurer. (স্ত্ৰী) ভয়হাৰিকা, ভয়হাৰিণী।

ভয়াতুৰ্‌, } বি. ( সং. ভয়াতুৰ, ভয়াৰ্ত্ত—
ভয়াৰ্ত্ত, } ভয়, ঐ + আতুৰ, আৰ্ত্ত, কাতৰ ) ভয়যুক্ত, ভীত, ভয় পোৱা, fearful, timid.

ভয়ানক্‌, বি. ভয়ঙ্কৰ, ভয় জন্মোৱা, dreadful, terrible.

ভয়াল্‌, বি. ভয়াতুৰ, ভীত ; ভয়যুক্ত, timid, fearful.

ভৰ্‌, স. শ. ( সং. ভাৰ, গধুৰতা ) গধুৰ গুণ, ভাৰ, গধুৰতাই তললৈ দিয়া হেঁচা ; যেনে, ফল-ভৰে ভাঙ্গে ডাল, weight, pressure.

ভৰ্‌, স. ধা. ( হিং. ভৰনা ; বং. ভৰণ, পূৰ্ণ কৰণ ) পাত্রত প্ৰবেশ কৰা, কোনো বস্তুৰ ভিতৰলৈ সুমা ; যেনে, কলহত পানী ভৰে ; পূৰ কৰ্‌, পূৰা ; যেনে, ভাতেৰে পেট ভৰিলে ; বাধিত হৈ ব্যয় কৰ্‌ বা ধন ভাং ; যেনে, লগা হলে ধন ভৰিব লাগে, to put in, to fill, to pay under compulsion. অ. ধা. পূৰ হ, ভিতৰত ঠাই নথকা হ ; যেনে, পেট ভৰিল, to be full.

ভৰক্‌, স. শ. বৰ কথা, আপোনাক উঠঙ্গাই কোৱা মিছা কথা, আপোনাৰ বল শক্তি বা শ্ৰেষ্ঠতা দেখাবৰ কাৰণে কোনো কাৰ্য্য কৰিব পাৰো বা কৰিম বুলি মিছাকৈ কোৱা কথা ; মিছা ডাবি, a vain boast, idle bravado, a false threat.

ভৰক্‌ মাৰ্‌, আপোনাক উঠঙ্গাই মিছা কথা ক ; আপোনাৰ ক্ষমতা দেখাবৰ কাৰণ মিছাকৈ কোনো কাৰ্য্য কৰিববৈলে গাত ল, to boast, to brag.

ভৰকাল্‌, বি. ভৰক মৰা, আপোনাক উঠঙ্গাই মিছা কথা কোৱা, boastful.

ভৰকালি, গু শ. ভৰকাল মানুহৰ গুণ বা স্বভাৱ, ভৰক, a vain boast.

ভৰণ, কৃদ. স. ( অং. ভৰ্, ভিতৰলৈ সুমা ) ভৰা কাৰ্য্য ; বায়ু শান্ত কৰিবৰ কাৰণে মূৰত দিয়া দৰব, the act of putting in, a cold application to the head.

ভৰণি, স. শ. ( অং. ভৰ্, অপবায় কৰ্ ) অকাৰণত ধন দিয়া কাৰ্য্য : নিৰৰ্থক ব্যয়, বাধিত হৈ দিয়া ধন, ক্ষতি ; যেনে, গুচৰীয়াৰ ভৰণি পদকীয়াই দিব, a compulsory payment, loss, damage. বি. হানি পূৰাবলৈ দিয়া, নিৰৰ্থক খৰচ হোৱা : যেনে, এশ টকা ভৰণি হল, paid to make up a deficiency or in satisfaction of an unjust demand.

ণী, স. শ. ( সং. ভৰণী—ভৃ, প্ৰতিপাল কৰ্ ) দ্বিতীয় নক্ষত্ৰ, the second lunar mansion.

ভৰণপোষণ, স. শ. ( সং. ভৰণপোষণ - ভৰণ, প্ৰতিপাল + পোষণ, ঐ ) প্ৰতিপাল কৰা কাৰ্য্য ; যেনে, পুত্ৰই পিতাকক ভৰণপোষণ কৰে ; পোহপাল ; খাব পিন্ধিবৰ উপায়, জীবিকা ; যেনে, গৃহস্থে পৰিয়ালক ভৰণপোষণ দিব লাগে, the act of supporting, maintenance.

ভৰত, স. শ. ৰামৰ ভায়েক ; শকুন্তলাৰ পৰা হোৱা দুষ্মন্ত ৰজাৰ এজনা পুতেক, যাৰ পৰা ভাৰতবৰ্ষ নাম, the name of a brother of Rama, also that of a prince of the lunar race.

ভৰা, স. ধা. ( অং. ভৰ্, ভিতৰলৈ সুমা ) পূৰ্ণ কৰ্, পূৰা ; যেনে, তেলেৰে কলহ ভৰাইছে ; আনৰ দ্বাৰা ভিতৰলৈ সুমোৱা, প্ৰবেশ কৰা ; যেনে, লগুৱাৰ হতুৱাই পানী ভৰালোঁ ; নিৰৰ্থক আনক খৰচত পেলা, লোকৰ ধন ভঙ্গা ; যেনে, তাক ধন ভৰাম, to fill, to cause to be put in, to put to unnecessary expense.

ভৰা, স. শ. ( অং. ভৰ, গধুৰতা ) নাৱত ভৰা বস্তু, বোজাই ; যেনে, নাৱৰ ভৰা কমিছে ; ভাৰ বা বোজা কৰি অনা বস্তু ; যেনে, তিনি ভৰা খৰি, a burden, a load.

ভৰি, স. শ. এবাৰ বৈ অনা বস্তু, এবাৰত নিব পৰা বস্তু, ভৰা ; যেনে, ধান তিনি ভৰি আনিছোঁ, a load, as much of anything as can be carried at one time.

সমা.—ভৰা আৰু ভৰিৰ একে অৰ্থ, কিন্তু "ভৰি" শব্দে বোজাই নুবুজায় ; এতেকে এই নাৱৰ ভৰি কমিছে এনেকৈ বুলিব নোৱাৰি।

ভৰি, স. শ. ( অং. ভৰ, ভাৰ, গাৰ ভাৰ তাৰ ওপৰত থাকে, এতেকে ; বং. ভইড় ) পদ, চৰণ, সৰু গাঠিৰ তলৰ চেপেটা ভাগ, a foot.

ভৰি পৰ্, গোটেই পূৰ হ, ভিতৰত ঠাই নথকা হ ; যেনে, মানুহেৰে ঘৰ ভৰি পৰিছে, to be filled to overflowing.

ভৰুণ, বি. ( অং. ভৰ্, পূৰ হ ) লৰা ছোৱালী আদিৰে সম্পূৰ্ণ ; যেনে, ভৰুণ ঘৰ ; পাত ফল বা ফুলেৰে পূৰ্ণ ; যেনে, ভৰুণ গছ ; পূৰ্ণ অৱস্থা পোৱা ; যেনে, ভৰুণ বয়স, full, loaded with fruits, flowers or leaves, matured.

ভৰ্চ্ছ, অ. ধা. ( সং. ভৎস্, গালি পাৰ্ ) মলত্যাগ কৰ্, শৌচ কৰ্ ; যেনে, "গৃহত ভৰ্চ্ছিয়া পলাই যান্ত বনমালী," to void excrement.

ভৰ্ত্তা, স. শ. ( সং. ভৰ্ত্তৃ, ভৃ, পালন কৰ্ ) স্বামী ; গৰাকী, a husband, a master.

ভৰুপূৰ্, বি. গোটেই পূৰ, কোনো বিষয়ত কমতি নথকা, পৰিপূৰ্ণ, quite full, having no deficiency.

ভৰ্ৎসনা, স. শ. ( সং. ভৰ্ৎসনা—ভৰ্ৎস্, গালি পাৰ্ ) তিৰস্কাৰ, গালি, reproach, abuse.

ভল্, অ. ধা. তাপ পাই যেচ ল, সঙ্কোচিত হ, মাজ খাল হ ; যেনে, পাট চটা ৰদত ভলিল, to warp, as a board.

ভলা, স. শ. ( সং. ভল্লাতক, এবিধ গছ ) এবিধ গছ, the marking nut. *Semecarpus Anacardium.* (Gamble).

ভলুকা, } স. শ. (বং. ভালুক-বাঁশ,
ভলুকা-বাঁহ, } এবিধ বাঁহ) খুঁটা আদি কৰা এবিধ ডাঙ্গৰ বাঁহ, a kind of bamboo. *Bambusa Balcooa.* (Haughton).

ভলুভলীয়া, বি. (অং. ভলুভল, বৰকৈ কথা কোৱাৰ শব্দ) হুৰহুৰীয়া, আলাপী, পেটৰ কথা ভাঙ্গি কোৱা, ভংভঙ্গীয়া ; যেনে, ভলুভলীয়া মানুহে সকলো কথা আগতে কয়, outspoken, unreserved, bluff.

ভল্লুক্, স. শ. (সং. ভল্লুক—ভল্ল, পীড়া বা বধ কৰ্) এবিধ হিংসক জন্তু, ভালুক, a bear.

ভৱ, স. শ. (সং. ভৱ—ভূ, উৎপন্ন হ) জগত, পৃথিৱী ; সদাশিৱ, the world, Siva.

ভৱ-সাগৰ্, স. শ. (সং. ভৱসাগৰ—ভৱ, সংসাৰ + সাগৰ, সমুদ্ৰ ; বৰ ডাঙ্গৰ আৰু সাগৰৰ চৌৰ দৰে ইয়াত অনেক আপদ বা কষ্ট হয়, এতেকে) এই সংসাৰস্বৰূপ সাগৰ, the ocean of worldly affairs.

ভৱানী, স. শ. (সং. ভৱানী—ভৱ, শিৱ) শিৱৰ ভাৰ্য্যা দুৰ্গা, পাৰ্ব্বতী, a name of Durga.

ভৱাৰ্ণৱ, (সং. ভৱাৰ্ণৱ—ভৱ, সংসাৰ + অৰ্ণৱ, সাগৰ) 'ভৱসাগৰ' চোৱাঁ।

ভৱিতব্য, বি. (সং. ভৱিতব্য—ভূ, হ) আগলৈ হব লগা ; যেনে, ভৱিতব্য কথা অৱশ্যে হয়, what is to take place in the future. স. শ. আগলৈ হব লগীয়া ঘটনা ; যেনে, ভৱিতব্যৰ কথা কোনে জানে ? that which is to happen in the future.

ভৱিষ্যত্, বি. (সং. ভৱিষ্যৎ—ভূ, হ) আগলৈ হব লগা ; যেনে, ভৱিষ্যত কথা কেৱে নেজানে, what is to be in the future. স. শ. আগলৈ যি কাল আহিব, বৰ্ত্তমানৰ পাচৰ কাল, the future.

ভস্ম, স. শ. (সং. ভস্মন্—ভস্, দীপ্তি কৰ্) ছাই, ashes.

ভস্মীকৃত, বি. (সং. ভস্মীকৃত—ভস্ম, ছাই + কৃত, কৰা) ছাই কৰা, সমূলি পোৰা, reduced to ashes.

ভস্মীভূত, বি. (সং. ভস্মীভূত—ভস্ম, ছাই + ভূত, হোৱা) ছাই হোৱা ; সমূলি নষ্ট, ছাৰখাৰ, reduced to ashes, totally destroyed.

ভক্ষ্, স. ধা. (সং. ভক্ষ্, খা) খা, ভোজন কৰ্ ; যেনে, "গৰুড়ে ভক্ষিলে যত সৰ্প অজগৰ।" to eat.

ভক্ষক্, স. শ. (সং. ভক্ষক—ভক্ষ্, খা) খাওঁতা, one who eats.

ভক্ষণ্, কৃদ. বি. ভোজন কৰা কাৰ্য্য, the act of eating.

ভক্ষণীয়, কৃদ. বি. খাব পোৱা, খাবৰ যোগ্য, eatable.

ভক্ষিত্, কৃদ. বি. খোৱা, ভোজন কৰা, eaten.

ভক্ষ্য, বি. (সং.) ভক্ষণীয়, খাব পোৱা, eatable. স. শ. ভক্ষণীয় বস্তু, an eatable thing.

ভক্ষ্যাভক্ষ্য, স. শ. (সং.) খাব পোৱা আৰু নোপোৱা বস্তু, eatables and the reverse.

ভাই, স. শ. (সং. ভ্ৰাতৃ, অনুজ) একে পিতৃৰ বা মাতৃৰ পৰা আপোনাতকৈ পাচে ওপজা লৰা, কনিষ্ঠ ; দদাই মোমাই আদিৰ আপোনাতকৈ সৰু পুতেক, a younger brother or cousin.

ভাই-পো, স. শ. "পোভাই" চোৱা।

ভাই-বোৱাৰী, স. শ. ভাইৰ ঘৈণীয়েক, the wife of a younger brother.

ভাও, স. শ. (সং. ভাৱ, অৱস্থা) কোনো কাৰ্য্য কৰিবৰ প্ৰকাৰ ; যেনে, "নেজানো পূজাৰ ভাও।" আনৰ কথাৰ বা কাৰ্য্যৰ অনুকৰণ ; যেনে, নাটকত নানা লোকৰ ভাও ওলায়, অঙ্গৰ ভঙ্গি, the mode of doing anything, imitation of the manners of another, a gesture.

ভাও জোৰ্, বাদী কৰ্, মিছাকৈয়ে পীড়া হোৱা যেন দেখা, to feign a bodily pain.

ভাও দেখা, আমোদৰ কাৰণ আনৰ অনুকৰণ কৰ্, to mimic.

ভাও ধৰ্, বাদী কৰ্, পীড়াৰ ছল কৰ্, to feign sickness, &c.

ভাও ল, নাটকত কোনো এক লোকৰ কাৰ্য্য দেখা; যেনে, ভাৱনাত ৰামৰ ভাও লোৱা মানুহ, to act a particular part on the stage.

ভাং, স. ধা. ( সং. ভঞ্জ্, ভগ্ন কৰ্ ) খণ্ড খণ্ড কৰ্, ভগ্ন কৰ্ ; যেনে, গছৰ ডাল ভাঙ্গিছে; পদচ্যুত কৰ্, বিষয়ৰ পৰা গুচা; যেনে, ৰজা ভাঙ্গিলে, ব্যয় কৰ্ ; যেনে, ধন ভাঙ্গে, উচ্ছন্ন কৰ্, ধ্বংস কৰ্, যেনে, মাউৰে গাওঁ ভাঙ্গিলে, ভাষান্তৰ কৰ্ ; যেনে, ভাগৱত ভাঙ্গিলে, মাটি চহ্ ; যেনে, মাটি ভাঙ্গিছে, to break, to dismiss, to spend as money, to lay waste, to translate, to cultivate as land, to lay waste, to translate, to cultivate.

ভাং, স. শ. (সং. ভঙ্গ, হিং. বং, ভাঙ্গ, এবিধ গছ ) এবিধ ৰাগিয়াল গছ, hemp.

ভাঁউৰী, স. শ. "ভাঁৰৰী" চোৱাঁ।

ভাঁ-কৰা, বি. ( অং. ভাঁ, মুখ মেলোঁতে হোৱা শব্দ ) মুখ মেলি চাই থকা ; এতেকে অকৰ্ম্মা, কামৰ অযোগ্য, অপাত্ৰ, একো নজনা, dull, stupid, unskilful. ( স্ত্ৰী ) ভাঁকৰী।

ভাঁজ, স. শ. ( সং. ভঞ্জন, ভাঙ্গন ; হিং. ভাঁজ, পাক) মেচ, বেঁকা ; এতেকে কোনো ভাল বস্তুৰ পৰিমাণ বঢ়াবৰ কাৰণ মিহলোৱা বেয়া বস্তু, মিহলি, a bend, something mixed with another to increase its weight or quantity, an alloy.

ভাঁজ ল, বেঁকা হ, to be bent.

ভাঁজ লগা, বেঁকা কৰ্, to bend.

ভাঁজ দি, মিহলি দি, to alloy, to adulterate.

ভাঁটা, } স. শ. (সং. ভট্ট, কথা ক) শিকালে
ভাঁটৌ, } মানুহৰ মাত লোৱা এবিধ চৰাই, শুক পক্ষী, a parrot.

ভাঁৰ্, স. ধা. ( সং. ভট্ট, বঞ্চনা কৰ্ ) ছলনা কৰ্, বঞ্চ ; যেনে, হোজাক সকলোৱে ভাঁৰে ; আসৈ মাতৃ, অস্বীকাৰ কৰ্ ; যেনে, সঁচা কথা ভাঁৰিব নেপায়, তোমাত কথা নেভাঁৰোঁ, to deceive, to cheat, to deny, to disown.

ভাঁৰৰী, স. শ. ( হিং. ভাঁৱৰী, পাক ) কঁৰাশলি ঘূৰোৱা ঘিলা, the wheel attached to the spindle on which the *muga*-silk is wound.

ভাঁৰৰী-পকীয়া, বি. বৰ পাক লগাই কথা কোৱা, পোন কথা নোকোৱা, বেগতে কথা লৰোৱা; যেনে, ভাৰৰী-পকীয়া মানুহ ; পাকচক্ৰ থকা, পোন পটিৰ নোহোৱা ; যেনে, ভাঁৰৰী-পকীয়া কথা, not straightforward, or upright.

ভাঁৰৰী-পাক্, স. শ. ভাঁৰৰী ঘূৰাৰ দৰে লোৱা পাক, বৰ বেগী পাক, quick revolutions.

ভাকি-ভুকা, স. শ. (অং. ফাঁকি ফুকা, বঞ্চনা) ফাকটি, বঞ্চনা, ছলনা ; এতেকে মিছা মন্ত্ৰ আদি মাতি কৰা হাত মুখৰ ভঙ্গি, a false pretence, gestures made while chanting false incantations, &c., with an intention to deceive.

ভাকুটুকুটনি, স. শ. ( তললৈ চোৱাঁ ) কাষলতিৰ তল বা গাৰ আন কোনো এভাগত হাত ফুৰালে উঠা সুৰসুৰণি, the sensation felt when tickled.

ভাকুটুকুটা, স. ধা. ( হি. গুদগুদানা, সুৰসুৰণি তোল্ ) গাৰ কোনো ভাগতে হাতেৰে ফুৰফুৰাই সুৰসুৰণি লগা, to tickle.

ভাকৰী, } স. শ. ( হিং. বখাৰী ; বং. বখাৰ,
ভাখৰী, } ধানৰ ভঁড়াল ) গুঠি ধানৰ ভঁড়াল, a granary. ( কামৰূ. )।

ভাগ্, স. শ. ( সং. ভাগ—ভজ্, অংশ কৰ্ ) অংশ ; খণ্ড ; বৰশীৰ জৰী পুঙ্গাৰ তলৰ খণ্ড, a share, a part, the portion of a fishing line below the float.

ভাগ্, অ. ধা. ( সং. ভঞ্জ্, ভগ্ন কৰ্ ) খণ্ড খণ্ড হ ; যেনে, হাত ভাগিল ; উচ্ছন্ন হ ; দেশ এৰি বিদেশলৈ যা ; যেনে, দেশ ভাগিল, প্ৰজা ভাগি গল ; ব্যয় কৰা হ ; যেনে, ধন ভাগে, বিষয়া গুচ্, অপদস্থ

হ; যেনে, ৰজা ভাগিল, to be broken, to flee from one's hearth and home, to be desolate, to be spent as money, to be dismissed from an office.

ভাগতী, স. শ. ( সং. ভাগৱত, এখান পুৰাণ ) ভাগৱত পুথি ভাঙ্গি কওঁতা; এই দেশৰ প্রতি সত্রত এই নামেৰে একো জন ভকত থাকে, one who expounds the *Bhagavat*.

ভাগন্, কৃদ. স. ( অং. ভাগ্, দুই বা অধিক খণ্ড হ ) দুই বা অধিক খণ্ড হওন, ফাটন, a breaking, the state of being broken, breakage.

ভাগৰ্, অ. ধা. শ্রান্ত হ, কোনো কাম কৰি দুর্ব্বল হ, to be tired, to be wearied. স. শ. শ্রান্তি, কোনো কাম অনেক বাৰ বা বহুত সময়লৈকে কৰি থাকোঁতে হোৱা দুখ, fatigue, weariness.

ভাগৰণ্, কৃদ. স. শ্রান্ত হওন, the act of being fatigued.

ভাগৰা, স. ধা. ভাগৰ লগা, শ্রান্ত কৰ্, to tire, to weary.

ভাগৰুৱা, বি. শ্রান্ত, ভাগৰ লগা, tired, fatigued.

ভাগৱত্, স. শ. ( সং. ভাগৱত—ভগবৎ, ঈশ্বৰ ) ঈশ্বৰপৰায়ণ লোক, ভগৱন্তৰ ভক্ত; অঠৰখান মহাপুৰাণৰ এখান। এই নামেৰে দুখান পুৰাণ আছে, এখানৰ নাম শ্রীমদ্ভাগৱত, আনখানক দেৱী ভাগৱত বোলা যায়, কিন্তু কোনখান মহাপুৰাণ, কোনখান উপপুৰাণ, এই কথাত মতৰ মিল নাই, a devout person, one of the *Purans*.

ভাগিন্, স. শ. ( সং. ভাগিনেয়, ভগিনীৰ পুত্র ) বাই বা ভনীৰ পুতেক, a sister's son.

ভাগিনী, স. শ. বাই বা ভনীৰ জীয়েক, a sister's daughter.

ভাগী, স. শ. ( সং. ভাগিন্—ভাগ, অংশ ) অংশী, ভাগ পাওঁতা; এতেকে একে বংশৰ মানুহ; ভাগ লওঁতা, a partner, a shareholder, a sharer, a kinsman.

ভাগীৰথী, স. শ. ( সং. ভাগীৰথী—ভগীৰথ, গঙ্গাক স্বৰ্গৰ পৰা নমাই আনোতা ) গঙ্গা, the Ganges.

ভাগে, আ. অব্য. ( সং. ভাগ, অংশ ) সময়ৰ কোনো এক ভাগত ( সময়ৰ অংশ বুজোৱা আন এটা শব্দৰ পাচত থাকে ); যেনে, পুৱা-ভাগে; ভাগ কৰি বা কৰা হৈ ( এটা সংখ্যা শব্দৰ পাচত থাকে ); যেনে, পাঁচ ভাগে ভগালে, at about, in parts.

ভাগ্য, স. শ. ( সং. ভাগ্য—ভজ্, অংশ কৰ্ ) কপাল, দশা; সুবাসনা, destiny, fortune, good luck.

ভাগ্যৱন্ত, } বি. ( সং. ভাগ্যৱৎ—ভাগ্য,
ভাগ্যৱান্, } সুবাসনা ) সুকপলীয়া, সুখী, fortunate, prosperous.

ভাঙ্গতি, বি. ( ভাং, চাহ কৰ্ ) ভঙ্গা, চাহ কৰা; যেনে, ভাঙ্গতি মাটি, cultivated.

ভাঙ্গতী, "ভাঙ্গোতা" চোৱা।

ভাঙ্গন্, কৃদ. স. ভঙ্গা কাৰ্য্য, the act of breaking, &c.

ভাঙ্গন্, স. শ. ( সং. ভঙ্গান, বং. ভাঙ্গন, এবিধ মাছ ) এবিধ মাছ, a kind of fish.

ভাঙ্গনি, স. শ. ( অং. ভাং, গাঞ্জা ) অধিক ভাং গছ থকা ঠাই, a patch of land on which hemp grows.

ভাঙ্গনিয়াৰ্, স. শ. ( অং. ভাং, ব্যয় কৰ্ ) বৰকৈ ধন ভঙ্গা লোক, a wasteful man.

ভাঙ্গনী, স. শ. ( অং. ভাং, ভগ্ন কৰ্ আদি ) নৈয়ে ভঙ্গা গৰা; ধন ভঙ্গা তিৰোতা; অনুবাদ, ভাষান্তৰ কৰি লেখা কাকত বা পুথি, a bank broken by the river, a wasteful woman, a translation.

ভাঙ্গি, স. শ. হোলোং নাও খোলা বেঁকা হাঁতোৰাহ, a curved adze used in excavating Assamese boats.

ভাঙ্গুৰী, স. শ. ( অং. ভঙ্গুৰা শব্দৰ স্ত্রীলিঙ্গ )

ভাং খোৱা তিৰোতা, a woman addicted to *ganja* smoking.

ভাজ্, স. ধা. ( সং. ভ্রস্জ্, শুকানে সিজা ) তেল আদিত বা শুদাই জুইৰ তাপৰ দ্বাৰা সিদ্ধ কৰ্ ; বৰকৈ দুঃখ বা কষ্ট দি, to fry, to parch or roast, to put to great trouble or distress.

ভাজন্, স. শ. ( সং. ভাজন—ভ্রস্জ্, শুকানে পাক কৰ্ ) তেল আদিত বা শুদাই জুইৰ তাপৰ দ্বাৰা সিদ্ধ কৰ্ ; বৰকৈ দুখ দি ; যেনে, লাগী তিৰোতাই সতিনীয়েকক ভাজে, to fry, to roast, to parch, to put to great trouble or distress.

ভাজন, কৃদ. স. ( অং. ভাজ্, শুকানে পাক কৰ্ ) ভজা কাৰ্য্য, the act of frying, &c.

ভাজতী, } স. শ. ভাজিব জনা বা ভজা
ভাজনী, } কাৰ্য্য কৰা তিৰোতা, a woman who fries, &c.

ভাজী, স. শ. ( হিং. বং. ভাজী, ভজা বস্তু ) ভজা শাক আদি, fried vegetables.

ভাটী, স. শ. ( হিং. ভাটী, নৈৰ নাম ভাগ ) নৈৰ নাম ভাগ, দেশৰ পশ্চিম দিশ, the lower part of a river, down stream, the western part of a country.

ভাটীবেলা, স. শ. আবেলি, অপৰাহ্ণ, the afternoon.

ভাণ্ড, স. শ. ( সং. ভাণ্ড—ভণ্, শব্দ কৰ্ ) মাটিৰ বা ধাতুৰ পাত্র, a vessel, a pot, &c.

ভাণ্ড্, স. ধা. ( সং. ভট্, বঞ্চনা কৰ্ ) ফাঁকি দি, ছল্, বঞ্চনা কৰ্ ( প্রায়ে পদাত ), to deceive, to cheat.

ভাণ্ডক, স. শ. ( সং. ভট্, বঞ্চ্, অং. ভণ্ড, বঞ্চক ) ছলোঁতা, ভাণ্ডনা কৰোঁতা, ভুৱা দিওঁতা, a deceitful man, a swindler.

ভাণ্ডনা, স. শ. ছলনা, প্রতাৰণা, বঞ্চনা, ফাঁকি, deception, cheating.

ভাত্, স. শ. (সং. ভক্ত, সিদ্ধ চাউল) সিজোৱা চাউল, boiled rice.

ভাতী, স. শ. ( সং. ভস্ত্রী, ধাতু-গঢ়া শালৰ জুই জলোৱা যতন ) ধাতুৰ কাম কৰা শালৰ জুইত বতাহ লগোৱা ছালৰ যতন, a smith's bellows.

ভাতৃ, স. শ. ( সং. ভ্রাতৃ, ভাই ) ককাই বা ভাই, an elder or younger brother.

ভাত-কাপৰীয়া, বি. ধনৰ সলনি ভাত আৰু কাপৰলৈ চাকৰ খটা, serving for food and raiment.

ভাত্কেৰেলা, স. শ. তিতা গুণ নথকা কেৰেলা জাতিৰ এবিধ ফল ; তাৰ লতা, the fruit of a kind of cucurbitaceous plant, the plant itself.

ভাত-ঘিলা, স. শ. ঘিলাৰ দৰে ডাঙৰ ছেঁই ধৰা এবিধ গছ, a kind of tree.

ভাত-তিতা, স. শ. এবিধ মানুহে খোৱা তিতা গুটি ; তাৰ গছ, a kind of edible bitter seed, the plant producing it.

ভাত-ভাৰী, বি. ভাতৰ ভাৰ বোৱা, খাব মাথোন পৰা, কাম কৰিব নজনা, অপাত্র, unskilful, worthless (as a person).

ভাদ, স. শ. ( সং. ভাদ্র, হিং. ভাদোঁ, এটা মাহ ) পঞ্চম মাহ, the fifth month, August-September.

ভাদমহীয়া, বি. ভাদ মাহ সম্বন্ধীয় বা ভাদত উৎপন্ন, relating to or produced in *Bhadra*.

ভানু, স. শ. ( সং. ভানু—ভা, প্রকাশ কৰ্ ) সূৰ্য্য, the Sun.

ভানুমতী, স. শ. বিক্রমাদিত্য ৰজাৰ ভাৰ্য্যাৰ নাম, the name of the wife of *Vikramaditya*.

ভাপ্, স. শ. ( সং. বাষ্প, তাপৰ দ্বাৰা ধোঁৱাৰ দৰে লঘু হোৱা পানী ) তাপৰ দ্বাৰা পাতল হৈ ধোঁৱাৰ দৰে উড়ি যোৱা জুলীয়া বস্তু ; যেনে, তপত পানীৰ ভাপ উঠিছে ; অলপ তাপ, আঁতৰত থকা তপত বস্তুৰ পৰা অহা অলপীয়া তাপ ; যেনে, জুইৰ ভাপ লাগিছে, steam, vapor.

ভাপত্ দি, ভাপৰ দ্বাৰা সিজা, to cook vegetables, &c., by steam or by placing them near a fire.

ভাপ্-জাহাজ্, স. শ. (অং. ভাপ, বাষ্প + যাং. জাহাজ, ডাঙ্গৰ নাও) তপত পানীৰ ভাপেৰে চলোৱা এবিধ ডাঙ্গৰ নাও, a steamer, a steam vessel.

ভাব্, স. ধা. (সং. ভাৱন, অনুমান্) চিন্তু- গুণি চা, চিন্তা কৰ্; যেনে, কথাটো ভাবিছোঁ; ধ্যান কৰ্; যেনে, "ভাৱক ভাই ভাবা ভগৱন্ত", to think, to reflect, to meditate upon. স. শ. অভিপ্রায়; গূঢ় অর্থ, purpose, intention, meaning.

ভাবঁতী, "ভাবোঁতা" চোৱা।

ভাবন্, কৃদ. স. ভবা কার্য্য, চিন্তন, the act of thinking, &c.

ভাবনা, } স. শ. চিন্তা, গুণনি, মনৰ উদ্বেগ,
ভাবনি, } উগুলথুগুল, care, anxiety.

ভাবৰ্, } স. শ. খেৰ, কুটা আদি অকামিলা
ভাবৰি, } বস্তু, ঘাইকৈ মাটি চহাওঁতে ওলোৱা জাবৰ, sweepings, especially decayed grass and leaves thrown up by the plough.

ভাবলি-জহা, স. শ. এবিধ মিহি চাউলৰ ধান, a kind of paddy.

ভাবিত্, কৃদ. বি. (সং. ভাৱিত—ভূ, চিন্তা কৰ্) চিন্তিত, উদ্বিগ্ন, harassed with anxiety.

ভাবী, বি. (সং. ভাৱিন্—ভূ, উৎপন্ন হ + ইন্) ভবিষ্যৎ, আগলৈ হব লগা, future.

ভাবুক্, বি. (সং. ভাৱ, গূঢ় অর্থ) ভাবার্থ বুজোৱা, ভাবেৰে বুজোৱা; যেনে, ভাবুক বাক্য, idiomatical.

ভাবুকি, স. শ. মিছা ভাবি, মিছা ভয় প্রদর্শন; এতেকে বনৰীয়া হাতী খেদাবৰ কাৰণ দীঘল ডাঁৰৰ আগত বন্ধা জোঁৰ, an idle threat, a torch attached to a long pole used to drive away wild elephants.

ভাবুৰী, বি. আকাজী, কাম কৰিব নজনা, ভাকৰী (স্ত্রী, নিন্দার্থত), unskilful, worthless (Fem.).

ভাবোঁতা, কৃদ. স. চিন্তা কৰোঁতা, চিন্তোতা, a thinker, one who thinks, &c. (স্ত্রী) ভাবঁতী।

ভাব্-শূন্য, } বি. (সং. ভাৱ, অর্থ + শূন্য,
ভাব্হীন্, } হীন, নথকা) উত্তম অর্থ বা অভিপ্রায় নথকা, ৰসহীন (প্রায়ে কবিতাত খাটে); যেনে, ভাবশূন্য কবিতা জ্ঞানহীন মানুহৰ তুল্য, devoid of sentiment or thought, dull, prosaic.

ভামাক্-ভুমুক, "ভুমুকা-ভুমুকি" চোৱা।

ভায়া, স. শ. (হিং. ভৈয়া, ভাই) সমনীয়া মানুহক আদৰেৰে মতা মাত; যেনে, "বোলা ভায়া ৰাম-নাৰায়ণ", brother, a term used in familiarly addressing a man of equal age and rank.

ভাৰ্, স. শ. (সং. ভাৰ, গধুৰতা—ভৃ, পালন কৰ্) ভৰ, গধুৰতা; কান মাৰিৰ দুই মূৰে ওলমাই নিয়া বোজা; কোনো কার্য্য কৰিববলৈ দিয়া ক্ষমতা, weight, a load carried on the shoulders suspended from either end of a pole, charge of duty, commission.

ৰত, } স. শ. চন্দ্রবংশী ভৰত ৰজাই
ভাৰতবর্ষ, } পৃথিবীৰ যি ভাগ শাসন কৰিছিল, সেই ভাগ, India.

ভাৰসা, স. শ. (বং. ভৰসা, আশা) উপকাৰ বা বাঞ্ছা সিদ্ধ হব বুলি কৰা বিশ্বাস, আশা; যেনে, আপদৰ পৰা তৰিবৰ ভাৰসা; উপকাৰৰ বাঞ্ছাৰে কৰা থাটনি; যেনে, আপোনাত ভাৰসা কৰিছোঁ; নির্ভৰ, hope, reliance, dependence

সমা.—আশা, ভাৰসা, আশা শব্দে যি বাঞ্ছা সিদ্ধ হবৰ সম্পূর্ণ আগন্তুক হৈছে, তাক বুজায়; যেনে, পশ্চিম-ফালে কলা মেঘ উঠিছে, গাজিছে আৰু বিজুলিয়াইছে, এতেকে খেতিয়কে বৰষুণৰ আশা কৰিছে; কেৱল বাঞ্ছা মাথোন, সিদ্ধ হব নে নহয়, নিশ্চয় নাই, তাত ভাৰসা খাটে; যেনে, যেনে হে খৰ হৈছে, তালৈ চাই বৰষুণৰ

ভাৰসা নহয় ; আশা, expectation. ভাৰসা, hope. "আশা" চোৱাঁ।

ভাৰী, স. শ. ( সং. ভাৰিন্, ভাৰ বওঁতা— ভাৰ্+ইন্ ) ভাৰ বওঁতা, ভাৰ নিয়া মানুহ, a porter, one who carries a load.

ভাৰোদ্ধাৰ্, স. শ. ( সং. ভাৰোদ্ধৰণ, বোজা দঙ্গা ) গধুৰ বস্তু দূৰ কৰি দুখ গুচোৱা কাৰ্য্য ; যেনে, পৃথিবীৰ ভাৰোদ্ধাৰ কৰিবৰ কাৰণে বিষ্ণুৰ অৱতাৰ, the act of giving relief by removing a heavy weight.

ভাৰ্গৱ, স. শ. ভৃগু মুনিৰ পুতেক, পৰশুৰামৰ নাম, a name of *Parasurama*.

ভাৰ্-মাৰি, স. শ. ( অং. ভাৰ, বোজা+ মাৰি, টাঙ্গন ) ভাৰ কঢ়িওৱা মাৰি, কান্-মাৰি, a pole for carrying a burden on the shoulder.

ভাৰ্য্যা, স. শ. ( সং. ভাৰ্য্যা—ভৃ, প্ৰতিপাল কৰ্ ) পত্নী, কোনো লোকৰ বেইতা তিৰোতা, a wife.

ভাল্, বি. ( হিং. ভলা ; বং. ভাল, ভদ্ৰ ) বেয়া নোহোৱা, সজ, মনত বা গাৰ অঙ্গত সন্তোষ জন্মোৱা ; যেনে, ভাল বস্তু, ভাল মাত ; ভদ্ৰ, শ্ৰেষ্ঠ, উত্তম ; যেনে, ভাল লোক ; স্বস্থ, নিৰোগী ; যেনে, সি নৰিয়া নে ভাল কৰ নোৱাৰোঁ ; উচিত ; যেনে, এনে কৰা ভাল নহয়, good, nice, respectable, healthy, proper. স. শ. মঙ্গল, উপকাৰ ; যেনে, নিজৰ ভালৰ নিমিত্তে যত্ন কৰিবা ; উত্তম লোক বা বস্তু ; যেনে, ভালৰ ভাল সৰ্ব্বতিকাল, ভাল এৰি বেয়া কোনে লয় ; সুখ, আনন্দ, সন্তোষ ; যেনে, তোমাৰ ভাল হলে ভাল পাওঁ, welfare, happiness, a good person or thing, pleasure, satisfaction. ক্ৰি. বি. শলগা বা সন্মতি বুজোৱা মাত ; যেনে, তুমি যোৱাঁ, ( উঃ ) ভাল, very well. "বাৰু" চোৱাঁ।

ভাল্ পা, চেনেহ কৰ্, ভাল বুলি গ্ৰহণ কৰ্ ; যেনে, সেই লৰাক বা বস্তুক সকলোৱে ভাল পায়, to love, to like.

ভালৰি, বি. বন্ধুস্বৰূপ, সজৰথী, মিলি থকা ; যেনে, দুষ্টই ভালৰি হৈ ছল কৰে, friendly, showing friendship. স. শ. বন্ধুতা, মিল ; যেনে, দুষ্টেৰে সৈতে ভালৰি নেথাকে, friendship, harmony.

ভালৰি বোলা, বন্ধুস্বৰূপে গৃহীত হ ; যেনে, ইমান যত্ন কৰিও অমুকত ভালৰি বোলাব নোৱাৰিলোঁ, to be considered as a friend.

ভালুক্, স. শ. (সং. ভাল্লুক, হিং. বং. ভালুক, এবিধ জন্তু ) এবিধ বৰ নোমাল হিংসক জন্তু, a bear.

ভালে, ক্ৰি. বি. ( অং. ভাল, মঙ্গল ) কুশলে, আপদ নোহোৱাকৈ ; যেনে, ভালে আছোঁ, safely, without misfortune.

ভালে-খানি, বি. বহুত, ভালেমান, অধিক, much, many.

ভালেটি, বি. অনেক, বহুত ( সংখ্যা হোৱা বস্তুত মাত্ৰ খাটে ) ; যেনে, ভালেটি বগৰি, many, a large number of.

ভালেতো, ক্ৰি. বি. এই কাৰণেহে, তাতেহে ; যেনে, ভালেতো তেওঁ নাহিল, that is why.

ভালে-দিন্, স. শ. অনেক দিন, বহুকাল, many days, a long time.

ভালে-বেলি, স. শ. অনেক বেলা, বহুত বেলি, দিনৰ বা ৰাতিৰ অনেক সময়, many hours.

ভালে-ভালে, ক্ৰি. বি. আপদ নৌ হওঁতেই, মঙ্গলে থাকোঁতেই ; যেনে, ভালে ভালে ইয়াৰ পৰা যা, while yet in good condition or safety.

ভালে-মান্, বি. অধিক, বহুত, প্ৰচুৰ ; যেনে, ভালেমান মানুহ, ভালেমান পানী, much, many.

ভালেহে, ক্ৰি. বি. "ভালেতো" চোৱাঁ।

ভাৱক্, স. শ. (সং. ভূ, চিন্তা কৰ্ ) ভাবোঁতা, চিন্তোতা ; ধ্যান কৰোঁতা, উপাসক ; যেনে, ভাৱক ভাই ভাবাঁ ভগৱন্ত, a thinker, one who devotes his mind to the worship of God.

ভাৱনা, স. শ. ( সং. ভাৱনা—ভূ, মিহলা ) পুনঃ পুনঃ ৰাতি দৰবত কোনো বস্তুৰ ৰস মিহলাই দিনত শুকোৱা কাৰ্য্য ; যেনে, বেজে দৰবত ভাৱনা দিয়ে, the act of repeatedly steeping a medicine in some juice or fluid at night and drying it by day.

ভাৱনা, স. শ. ( অং. ভাও, আনৰ কাৰ্য্যৰ অনুকৰণ ) ভাও দেখোৱা কাৰ্য্য, অৰ্দ্ধ-পৈশাচী নাটকৰ অভিনয়, a dramatic performance.

ভাৱবোধক, বি. মনৰ ভাৱ বুজোৱা, indicating a sentiment or passion.

ভাৱৰীয়া, স. শ. ভাও দেখাওঁতা, নাটকৰ কোনো অংশৰ অভিনয় কৰোঁতা ; বহুৱা, an actor on the stage, a buffoon.

ভাৱাৰ্থ, স. শ. ( সং. ভাৱ, অভিপ্ৰায় + অৰ্থ, শব্দে যাক বুজায় ) কওঁতা বা লিখোঁতাৰ মনৰ ভাৱ প্ৰকাশ কৰা অৰ্থ, তাৎপৰ্য্য, মৰ্ম্ম ; যেনে, অনেক লেখাৰ শব্দাৰ্থ বুজিলেও ভাৱাৰ্থ বুজা টান, idiomatical meaning, purport.

ভাৱে, ক্ৰি. বি. প্ৰকাৰে, ৰূপে ; যেনে, এই ভাৱে, এনে ভাৱে ; এটা বিশেষণ বা সংজ্ঞা শব্দৰ পাচত লগ লাগি তাৰে এক পদ হয় ; যেনে, গুপ্তভাৱে, শত্ৰুভাৱে, "বৈৰভাৱে চিন্তিবাহা মোক," in a certain manner, as, like, in the same manner as, (used in composition as the last member of a word).

ভাৱে পৰ্, নম্ৰ হ. নম্ৰতা দেখা, বিনয় কৰ্ ; যেনে, ভাৱে পৰিলে শত্ৰুকো ক্ষমিবা, to humble one's self, to supplicate with humility.

ভাষণ্, কৃদ. স. ( সং. ভাষণ—ভাষ্, কথা ক ) কথা কোৱা কাৰ্য্য, কথন, the act of speaking.

ভাষা, স. শ. ( সং. ভাষা—ভাষ্, ঐ ) কোনো এক দেশৰ বা জাতিৰ মানুহবিলাকে ব্যৱহাৰ কৰা মাত, a language.

ভাষা-তত্ত্ব, স. শ. ( সং. ভাষাতত্ত্ব— ভাষা, ঐ + তত্ত্ব, মৰ্ম্ম ) ভাষাৰ মূল আৰু কিৰূপে সি পৰিবৰ্ত্তিত হয় তাৰ জ্ঞান, philology.

ভাষা-তত্ত্বজ্ঞ, বি. ভাষাৰ তত্ত্ব জনা, ভাষাৰ মূল, পৰিবৰ্ত্তন আৰু অলঙ্কাৰাদি জনা, versed in philology. স. শ. ভাষাতত্ত্ব জনা লোক, a philologist.

ভাষ্য, স. শ. টীকা, টিপনী, a commentary.

ভাস্, স. শ. সদাচাৰ : শুচি অশুচিৰ বিচাৰ বা বোধ : যেনে, আজিকালি কাৰো ভাস নাই, a sense of religious purity, ceremonial cleanliness.

ভাস্কৰ্, স. শ. ( সং. ভাস্কৰ—ভা, দীপ্তি + কৃ, কৰ্ ) সূৰ্য্য, the sun.

ভিকহু, বি. ( সং. ভিক্ষু, মগনীয়া ) দৰিদ্ৰ, দুখীয়া, নিছলা ( উপহাসৰ মাত ), indigent, needy (a term of contempt).

ভিকাচন্ ভাং, মোৱাৰ মাধ, লাভৰ মূল বা উপায় নষ্ট কৰ্ : যেনে, সি কামটো এৰি ভাত খাবৰো ভিকাচন ভাঙ্গিলে, to lose means or resource.

ভিকাচন্ ভাগ্, লাভৰ মূল বা উপায় নষ্ট হ, to be lost, as means or resource.

ভিখাৰী, স. শ. ( সং. ভিক্ষা, মাগি অনা বস্তু ; হিং. বং. ভিখাৰী, মগনিয়াৰ ) মগনিয়াৰ, a beggar.

ভিজ্, অ. ধা. ( হিং. ভিজ্না, বং. ভিজন, আৰ্দ্ৰ হোৱা ) তিত্, আৰ্দ্ৰ হ, to be wet.

ভিজা, স. ধা. তিয়া, আৰ্দ্ৰ কৰ্, to cause to be wet.

ভিণ্ডাকাৰ্, বি. ( হিং. ভণ্ডাকাৰ, বৰ থালীৰ নিচিনা ) উখহি ডাঙ্গৰ হোৱা : ওফন্দি বৃহৎ হোৱা ; যেনে, পেটটো ভিণ্ডাকাৰ হৈছে, swollen, puffed out. "ভীম-দল" চোৱাঁ।

ভিতৰ্, স. শ. ( সং. অভ্যন্তৰ, হিং. ভীতৰ ; বং. ভিতৰ, মধ্য ) মাজ, কোনো বস্তুৰ মাজৰ গুপ্ত ভাগ ; যেনে, ঘৰৰ ভিতৰ, the middle, inside.

ভিতৰি, ক্ৰি. বি. মনে মনে, গুপ্তভাৱে, তলে তলে ; যেনে, এই কথা তেওঁক ভিতৰি কৰা, secretly, privately.

**ভিতৰুৱাল্**, বি. কোনো লোকৰ ঘৰৰ ভিতৰত থকা বা তালৈ যাব পৰা, বাহিৰৰ নোহোৱা, having access, or relating, to the inside of anyone's house.

**ভিতৰে**, অব্য. মাজে দি ; যেনে, ঘৰৰ ভিতৰে আহিবি ; ভিতৰ ফালে ; যেনে, ভিতৰে ফোঁপোলা, inwardly, within.

**ভিতৰে-ভিতৰে**, ক্রি. বি. ভিতৰ ফালে অনেক দূৰৈলৈকে, মাজে দি ; যেনে, খুঁটাটো ভিতৰে ভিতৰে উঁইয়ে খালে ; মনে মনে, গুপ্তভাবে ; যেনে, ভিতৰে ভিতৰে কথা চলাইছে, through the inside, internally, privately.

**ভিতৰ-গুটি**, স. শ. ( ভিতৰ + গুটি.গোল বস্তু ) নাড়ীত হোৱা গছ বা ঘা, an abscess in the bowels.

**ভিতৰ ফালে**, অব্য. ভিতৰত, মাজ ভাগত, inwardly.

**ভিন্**, বি. ( সং. ভিন্ন, পৃথক ) বেলেগ, পৃথক, separate.

**ভিনীহি**, স. শ. ( সং. ভগিনীশ ; হিং. ভীনা, ভগিনীৰ স্বামী ) বাইৰ স্বামী, বৰ ভগিনীৰ গিৰীয়েক, the husband of an elder sister.

**ভিন্ন**, বি. ( সং. ভিন্ন—ভিদ্, ভেদন কৰ্ ) পৃথক, বেলেগ, separate, different.

**ভিন্-ভাৱ**, স. শ. পাৰ্থক্য, প্ৰভেদ ; অমিল ; যেনে, তেওঁবিলাকৰ ভিতৰত ভিন ভাৱ নাই, difference.

**ভিম্‌টোকা**, স. শ. সম্পূৰ্ণৰূপে নবন্ধোৱা বা ভালুকৈ বান্ধ নোলোৱা বলদ, an imperfectly emasculated bullock.

**ভিম্‌ৰাজ্**, স. শ. ( সং. ভৃঙ্গৰাজ, এবিধ চৰাই) অনেক জাতিৰ চৰাইৰ মাত লব পৰা এবিধ ফেঁচু জাতিৰ চৰাই, a variety of the forktailed shrike.

**ভিম্‌ৰাজ**, স. শ. (সং. ভৃঙ্গৰাজ, বং. ভিমৰাজ, এবিধ বন ) এবিধ মোহাৰিলে হাত কলা কৰা বন, কেহৰাজ, a kind of herb.

**ভিৰ্**, স. শ. ( অং. ভৰ্, গধুৰতা ) ভৰ্, হেঁচা ; যেনে, কামৰ বৰ ভিৰ হৈছে, এতেকে মেচ, বক্ৰতা ; যেনে, ধেনুৰ ভিৰ, heaviness, pressure, a curve, a bend.

**ভিৰ খা বা ল**, দোঁ খা, মেচা হ, বেঁকা হ, to be bent.

**ভিৰ্**, অ. ধা. বেঁকা হ, মেচা হ ; যেনে, ধেনুখান নিভিৰে, to be bent.

**ভিৰা**, স. ধা. ( হিং. ভিড়ানা, একে লগে জোঁট্ ) এজনী মহৰ ঠেং এটা আন এজনী মহৰ ঠেঙত বান্ধি একে লগ কৰ্ ; যেনে, মহ দুজনী ভিৰাই থৈছে, to unite two female buffaloes by tying a leg of one to that of the other.

**ভিৰা**, স. ধা. বেঁকা কৰ্, ঘোৰা, মোকোটা, to bend.

**ভিৰাই লৰ্ মাৰ্**, পাচলৈ নোচোৱাকৈ লৰ দি, বৰ বেগেৰে পলা ; যেনে, ওচৰ চাপিলে ভিৰাই লৰ মাৰে, to run away rapidly, to fly away swiftly.

**ভিৰাল্**, বি. ( অং. ভিৰ, গধুৰতা ) গধুৰ ; পুষ্ট, নোদোকা ; যেনে, ভিৰাল পাই, heavy, plump.

**ভিৰি**, বি. মোহৰ নমৰা, টকাৰ দৰে নচলা ; যেনে, ভিৰি ৰূপ ; অকামিলা হোৱা, আগৰ ক্ষমতা বা সন্মান হেৰুওৱা ; যেনে, ভগা বিষয়া ভিৰি হয়, not coined and circulated as money, deprived of power and prestige. স. শ. মোহৰ নমৰা বা টকাৰ দৰে নচলা ৰূপ, uncoined silver, silver bullion.

**ভিক্ষা**, স. শ. ( সং. ভিক্ষা—ভিক্ষ্, খোজ ) কোনো বস্তু খোজা কাৰ্য্য, যাজ্ঞা ; যেনে, সন্ন্যাসীয়ে ভিক্ষা কৰে ; খুজি লোৱা বস্তু, the act of begging, alms.

**ভিক্ষান্ন**, স. শ. ( সং. ভিক্ষান্ন—ভিক্ষা, খোজা + অন্ন, খোৱা বস্তু ) মাগি অনা ধান চাউল বা আন খোৱা বস্তু, rice or other food obtained by begging.

**ভিক্ষাশী**, বি. ( সং. ভিক্ষাশিন্—ভিক্ষা, ঐ + আশিন্, খোৱা ) মাগি খোৱা, living upon alms. স. শ. মাগি খোৱা মানুহ, a beggar. (স্ত্ৰী) বি. স. শ. ভিক্ষাশিনী।

ভিক্ষুক, স. শ. মগনিয়াৰ, a beggar.

ভীত্, কৃদ. বি. ( সং. ভীত—ভী, ভয় কৰ্ ) ভয়যুক্ত, ভয় পোৱা, afraid, terrified.

ভীতি, স. শ. ভয়, আশঙ্কা, fear.

ভীম্, বি. ( সং. ভীম—ভী, ভয় কৰ্ ) ভয়ানক, ভয় জন্মোৱা, ডাঙৰ; যেনে, বীৰৰ ভীম নাদ, terrible. স. শ. পাঁচ পাণ্ডৱৰ দ্বিতীয় জন, the 2nd of the Pandava princes.

ভীম্, স. শ. ( সং. ভীম, ডাঙৰ ) কুঁহিয়াৰ শালৰ কাঁতৰিৰ লগত ঘূৰি কুঁহিয়াৰৰ ৰস উলিওৱা ডাঙৰ কাঠ, the principal roller of a native sugar-mill.

ভীমসেন্, স. শ. দ্বিতীয় পাণ্ডৱ, ভীম. a name of *Bhima.*

ভীম-কল্, } স. শ. ( সং. ভীম, ডাঙৰ + ভীম্-কলা, } কল, এবিধ ফল ) আঠীয়া কলা, এবিধ বৰ ডাঙৰ কলা, a kind of large plantain.

ভীম্কাৰ্, বি. ( সং. ভীমাকাৰ, বৰ ডাঙৰ আকাৰ ) ভিণ্ডাকাৰ, বৰকৈ উখহা, enlarged by being swollen. "ভীম্দল" চোৱা।

ভীম্দল্, বি. উখহি ডাঙৰ হোৱা, বৰকৈ উখহা; যেনে, ভৰিটো উখহি ভীমদল হৈছে, much swollen.

সমা.—ভিণ্ডাকাৰ, ভীম্কাৰ, ভীম্দল্, প্ৰথম ছুটাই মৰি বা অন্য প্ৰকাৰে উখহি ডাঙৰ হোৱা বুজায়; ভীমদল কেৱল বিষৰ দ্বাৰা গাৰ কোনো ভাগ উখহাত খাটে।

ভীৰু, বি. (সং. ভীৰু—ভী, ভয় কৰ্ ) ভয়াতুৰ ভয়যুক্ত, timid.

ভীৰুতা, গু. শ. ভয়, ভয়াতুৰৰ স্বভাৱ বা গুণ, timidity.

ভীষণ্, বি. ভয়ানক, ভয়ঙ্কৰ, ভয় লগোৱা, terrible.

ভীষ্ম, স. শ. কুৰু-পাণ্ডৱৰ ককাকৰ নাম, the grand uncle of the Kauravas and Pandavas.

ভু, স. শ. ( সং. বুধ্, বুজ পা ) সম্বাদ, বাৰ্ত্তা, বুজ, কোনো কথা শুনি হোৱা বোধ; যেনে, এই কথাৰ ভু পোৱা নাই, information, notice, conception, understanding.

ভুঁৰু, স. শ. ( বং. ভুঁড়ি, পেট ) পেটৰ ভিতৰত আহাৰ গোট খোৱা আৰু জীৰ্ণ যোৱা জোলোঙ্গা, the stomach.

ভুঁৰুলা, বি. ডাঙৰ ভুঁৰুযুক্ত, পেটাল, pot-bellied. ( স্ত্ৰী ) ভুঁৰুলী।

ভুক্, অ. ধা. ( হিং. ভোখ্না; বং. ভুকন, কুকুৰৰ দৰে শব্দ কৰণ—ভুক, কুকুৰৰ শব্দ ) কুকুৰৰ দৰে শব্দ কৰ্, to bark.

ভুকনি, স. শ. কুকুৰৰ মাত, the barking of a dog.

ভুকীয়া, বি. ( অং. ভোক্, ক্ষুধা ) ক্ষুধিত, ভোকাল, hungry.

ভুকু, স. শ. হাতৰ মুঠিৰে কৰা আঘাত, a blow with the fist.

ভুকুৱা, স. ধা. হাতৰ মুঠিৰে প্ৰহাৰ কৰ্, ভুকু মাৰ্, to strike with the fist.

ভুকুৱাভুকি, স. শ. ই জনে সি জনক ভুকু মৰা কাৰ্য্য, the act of mutually striking one another with the fists.

ভুক্ত, কৃদ. বি. ( সং. ভুক্ত—ভুজ্, ভক্ষণ কৰ্ ) খোৱা, ভোজন কৰা ( যাক খোৱা যায় ), eaten.

ভুক্তি, স. শ. ভোজন; এতেকে সংসাৰৰ সুখ; যেনে, ঈশ্বৰে ভুক্তি আৰু মুক্তি দিয়ে, eating, worldly happiness.

ভুজ, স. শ. ( সং. ভুজ—ভুজ্, বেঁকা হ ) বাহু, হাতৰ ঠাৰি; হস্ত; হাত, the arm, the hand.

ভুজং, স. শ. কথাৰ নাল, বং। "নাল" চোৱা।

ভুজঙ্গ, } স. শ. ( সং. ভুজঙ্গ, ভুজঙ্গম— ভুজঙ্গম্, } ভুজ্, বেঁকা হ; কেৰমেৰাই যায়, এতেকে ) সৰ্প, সাপ, a snake. ( স্ত্ৰী ) ভুজঙ্গিনী, ভুজঙ্গী।

ভুঞ্জ্, স. ধা. ( সং. ভুজ্, ভোগ কৰ্ ) ভক্ষণ কৰ্, খা; যেনে, ধনীয়ে পঞ্চামৃত ভুঞ্জে; ভোগ কৰ্ ( সুখ বা দুখ ); যেনে, সজ লোকে সুখ, দুষ্টই দুখ ভুঞ্জে, to eat, to enjoy or suffer.

ভুঞ্জন, কৃদ. স. ভোগ কৰণ, the act of enjoying or suffering.

ভুঞ্জা, স. ধা. খুৱা, ভোজন কৰা; সুখত বা দুখত পেলা; যেনে, "ভুঞ্জাইব অনেক যাতনা", to cause to eat or to enjoy or suffer.

ভুটীয়া, বি. ভোটৰ দেশত হোৱা বা থকা, born, produced or living in Bhutan.

ভুটুঙ্গাই, ভুটুং কৰে, } ক্রি. বি. পুটুং কৰে, অকস্মাৎ, আগেয়ে নজনোৱাকৈ (যোৰাত খাটে); যেনে, ভুটুং কৰে গুচি গল, suddenly, unexpectedly.

ভুটকুৰা, বি. সৰু, চুটি, কটীয়া, বাঢ়িব নোৱৰা; যেনে, ভুটকুৰা লৰা, small, short, dwarfed. (স্ত্রী) ভুটকুৰী।

ভুন্‌ভুন্, অনুক. মাখি আদিৰ অতি ক্ষুদ্র শব্দৰ নিচিনা মাত, an imitative sound used to express the noise caused by the buzzing of flies.

ভুন্‌ভুননি, স. শ. মাখিৰ ক্ষুদ্র শব্দ; অতি সৰুকৈ কোৱা কথাৰ শব্দ, a low buzzing sound, the sound of words spoken very low.

ভুন্‌ভুনা, অ. ধা. মাখিৰ দৰে শব্দ কৰ্, ভুন্‌ভুন্ শব্দ কৰ্; অতি সৰুকৈ কথা ক, to buzz, to speak very low.

ভুবুৰিয়া, স. ধা. (অং. ভোবোৰা, নোমাল) শিয়ৰা, থিয় কৰ্ (নোমত খাটে); যেনে, জাৰত ছাগলীয়ে নোম ভুবুৰিয়াইছে, to erect or bristle up, as the hair. অ. ধা. ভয় বা জাৰত থিয় হ বা শিয়ৰ; যেনে, ভূতৰ নাম শুনিলে গাৰ নোম ভুবুৰিয়াই উঠে, to stand on end, as the hair.

ভু-ভটং, ভু-ভা, } স. শ. (অং. ভু, বুজ+ভটং আৰু ভা, অনুক.) বাত্রা-বিত, বুজ-বাজ, উৱা-দিহ, information, and so forth. (মৌখিক)।

ভুবন্, স. শ. (সং. ভুবন—ভু, উৎপন্ন হ) জগৎ, ব্ৰহ্মাণ্ড, a world.

ভুব-লোক্, স. শ. (সং. ভুবর্লোক, এখান স্বৰ্গ) পৃথিবীৰ আৰু সূৰ্য্যৰ মাজত থকা সিদ্ধ সকলে বাস কৰা এখান জগৎ বা স্বৰ্গ, one of the seven regions above.

ভুমুকাভুমুকি, স. প. ভামাকভুমুক, আঁৰৰ পৰা সঘনে মুখ উলিয়াই আকৌ লুকোৱা কাৰ্য্য, the act of alternately showing and hiding the face behind something.

ভুমুকি, স. শ. আঁৰৰ পৰা অলপকৈ মুখ উলিয়াই আকৌ লুকোৱা কাৰ্য্য; কোনো লোকৰ সাক্ষাত হৈ ততালিকে গুচি যোৱা কাৰ্য্য, the act of showing the face from behind something, and quickly withdrawing it, a short visit.

ভুমুকি মাৰ্ বা ভুমুকি দি, আঁৰৰ পৰা অলপকৈ মুখ উলিয়া; যেনে, দুৱাৰে দি ভুমুকি মাৰিছে; এখন্তেকৰ কাৰণ কোনোৰ সাক্ষাত হ; যেনে, আইৰ ঘৰত ভুমুকি মাৰি আহোঁ, to show the face from behind something, to pay a short visit.

ভুমুকিয়া, অ. ধা. আঁৰৰ পৰা অলপকৈ মুখ উলিয়া, ভুমুকি মাৰ্; যেনে, মেঘৰ পৰা বেলিয়ে ভুমুকিয়াইছে, to show the face from behind something.

ভুমৰতি, স. শ. এবিধ গছ, a kind of tree.

ভুৰা, স. শ. গাত সেক দিয়া তপত বস্তুৰ টোপোলা, a bundle of hot things used in fomenting.

ভুৰামাছ্, স. শ. মোৱা, উঁৰিকনা আদি সকলো বিধ সৰু মাছৰ সমূহ, small fishes of all kinds (collectively).

ভুৰুং, অনুক. চৰাই উৰোঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by the flight of a bird.

ভুৰুকা, স. শ. মাটিৰ নিচেই সৰু টেকেলি, টিপা, a small earthen vessel.

ভুৰুকিয়া, স. ধা. এটা বস্তু বুলি আন এটা দি, ছল্, ভাঁৰ্; যেনে, কণা হাঁহক পতান ধান দি ভুৰুকিয়ায়; ফাঁকি দি, to cheat, to deceive.

ভুৰ্‌ভুৰীয়া, } বি. ( হিং. ভুৰ্‌ভুৰা, শুকান
ভুৰ্ভুৰীয়া, } গুৰিৰ নিচিনা) ঢিলা, চহিবলৈ উজু (মাটিত খাটে ), soft, friable (said of land).

ভুল্, স. শ. ( হিং. ভূল ; বং. ভুল, ভ্ৰম ) ভ্ৰম, বিস্মৰণ, পাহৰণ ; লেখাৰ অশুদ্ধ ; যেনে, এইখান কাকতত ভুল আছে, forgetfulness, error in writing. অ. ধা. ভ্ৰমত পৰ্, মোহিত হ বা ভু হেৰুৱা ; যেনে, মিঠা কথাত ভুলিল। স. ধা. পাহৰ্ ; যেনে, সেই কথা ভুলিলোঁ, to forget.

ভুল্, বি. ( ভুলি, অৰ্থাত পাহৰাৰ দৰে থাকে, এতেকে) বৰ সোঁত নথকা, জাননেজাননৈকৈ বোৱা ( নৈৰ পানীত খাটে ), still or standing, as water. স. শ. নৈৰ সোঁত নথকা পানী, মলপ, still water.

ভুলা, স. ধা. পাহৰা ; উলমুলাই বশ কৰ্, মিঠা কথা কৈ মান্তি কৰ্ ; to cause to forget, to persuade with sweet words, to inveigle, to infatuate.

ভুৱা, স. শ. ফাঁকি, প্ৰতাৰণা, ছল, deception, deceit. এজনে আন এজনৰ পৰা ধন ধাৰে লৈছিল। পাচে ধৰুৱাই ধাৰ সধাত সি বলিয়াৰ ভাও ধৰি ভু বুলি তাক বঞ্চনা কৰিলে, তাৰে পৰা এই শব্দ হৈছে।

ভুৱা দি, ছল কৰ্, ফাঁকি দি, to deceive.

ভূঁই, স. শ. ( সং. ভূমি, মাটি ) মাটি ; পৃথিৱী, land, ground, the earth.

ভূঁই ৰো, ধানৰ পুলি ৰোপণ কৰ্, to transplant paddy seedlings.

ভূঁই মাৰি কোবা, বাঘ খেদিবলৈ মাটিত টঙ্গনিয়া, to strike the ground to scare away a tiger.

ভূঁই-কঁপ্, স. শ. (সং. ভূমিকম্প, মাটি লৰণ) পৃথিৱীৰ কম্পন, পৃথিৱীৰ ভিতৰত তাপ উৎপন্ন হোৱাত তাৰ কোনো ভাগৰ চালন, an earthquake.

ভূঁই-কোমোৰা, স. শ. ( অং. ভূঁই, মাটি + কোমোৰা, এবিধ ফল ) পত্তালী কোমোৰা, a kind of medicinal root.

ভূঁই-খোৰা, স. শ. (অং. ভূই, মাটি + খোৰা, ঢেঁকীৰ মুষল ) মাটি ফুটি ওলোৱা খোৰাৰ নিচিনা শকত গাজ ; কেতেকীৰ নিচিনা পাতেৰে এবিধ বিলাতী গছৰ মাজৰ পৰা ওলাই ফুল ধৰা এটা ডাঙ্গৰ আৰু ওখ গাজ ; তাৰ গছ, a large sprout from the ground.

ভূঁই-লতা, স. শ. ( সং. ভূমিলতা, কেঁচু ) কেঁচু, an earthworm.

ভূ-গোল্, স. শ. ( সং. ভূগোল—ভূ, পৃথিৱী + গোল, ঘূৰণীয়া বস্তু ) ভূমণ্ডল, পৃথিৱী ; পৃথিৱীৰ গঢ় আৰু তাত থকা দেশ আদি দেখোৱা এটা যতন, the earth, an artificial globe.

ভূ-চৰ্, স. শ. ( সং. ভূচৰ—ভূ, পৃথিৱী + চৰ্, গতি কৰ্ ) পৃথিৱীত চলি ফুৰা জন্তু, a terrestrial being.

ভূ-চিত্ৰ, স. শ. ( সং. ভূচিত্ৰ —ভূ, পৃথিৱী + চিত্ৰ, আকৃতি ) পৃথিৱীৰ প্ৰতিৰূপ, পৃথিৱীৰ ছবি, জমিৰ নক্চা, a map, a plan.

ভূঞা, স. শ. ( অং. ভূঁই, পৃথিৱী ) আহমবিলাকে এই দেশ লোৱাৰ আগেয়ে উজনিৰ উত্তৰ ভাগৰ এক খণ্ডৰ শাসন কৰোঁতা ; উজনীৰ সেই ভাগ বাৰ খণ্ড কৰি বাৰ জনা অধিপতি হৈছিল, এতেকে তেওঁবিলাকক বাৰ ভূঞা, অৰ্থাৎ বাৰ জনা ভূমিৰ গৰাকী বোলা গৈছিল, one of the twelve chiefs who ruled over as many divisions of the northern part of Upper Assam before the *Aham* kings.

ভূত্, বি. ( সং. ভূত—ভূ, হ ) গত, যোৱা, past, gone. স. শ. পিশাচ, উপদেৱতা ; মূল পদাৰ্থ, যি আদি বস্তুৰ পৰা জগতৰ আনবিলাক বস্তু হৈছে ; আমাৰ ঋষি সকলৰ মতে এনে পদাৰ্থ পাঁচোটা ; যেনে, পৃথিৱী, পানী, জুই, বায়ু আৰু আকাশ ; প্ৰাণী, জীয়া জন্তু, a ghost, a goblin, one of the five elements, a living being.

ভূত-দয়া, স. শ. ( সং. ভূতদয়া—ভূত, প্ৰাণী

+দয়া, কৃপা) সকলো জীয়া জন্তুৰ প্ৰতি স্নেহ, tenderness to all creatures.

ভূত-নাথ, স. শ. (সং. ভূতনাথ—ভূত, পিশাচ+নাথ, স্বামী; ভূতবিলাক তেওঁৰ পাৰিষদ, এতেকে) শিৱ, মহাদেৱ, a name of Siva.

ভূতল, স. শ. (সং. ভূতল—ভূ, পৃথিবী+তল, পৃষ্ঠ ভাগ) পৃথিৱী, the earth.

ভূতীয়া, বি. (অং. ভূত, পিশাচ) ভূতৰ, ভূত সম্বন্ধীয়, relating to an evil spirit. স. শ. ভূত-পোহা মানুহ, ভূতক বশ কৰোঁতা, a wizard. (স্ত্ৰী) ভূতীয়ানী।

ভূতুনী, স. শ. মাইকী ভূত, পিশাচী, a she-goblin.

ভূতুমূলা, স. শ. (সং. ভূত, পিশাচ+মূল, শিপা; তাৰ শিপা ভূতে পোৱাৰ ঔষধ-ৰূপে ব্যৱহৃত হয়, এতেকে) এবিধ দৰবৰ গছ, a kind of medicinal plant.

ভূধৰ, স. শ. (সং. ভূধৰ—ভূ, পৃথিৱী+ধৃ, ধাৰণ কৰ্; পৰ্ব্বতে পৃথিৱীক হেঁচি ধৰি আছে, এতেকে) পৰ্ব্বত, a mountain.

ভূপ, স. শ. (সং. ভূপ—ভূ, পৃথিৱী+পা, ৰক্ষা কৰ্) ৰাজা, a king.

ভূপতি, স. শ. (সং. ভূপতি—ভূ, ঐ+পতি, গৰাকী) ৰাজা, a king.

ভূমণ্ডল, স. শ. (সং. ভূমণ্ডল—ভূ, পৃথিৱী+মণ্ডল, গোলাকাৰ বস্তু) ঘূৰণীয়া পৃথিৱী, পৃথিৱী, the earth.

ভূমি, স. শ. (সং. ভূমি—ভূ, পৃথিৱী) পৃথিৱী; মাটি, স্থান; আধাৰ, the earth, land, a place.

ভূমিকম্প, স. শ. (সং. ভূমিকম্প—ভূমি, ঐ +কম্প, কঁপন,) পৃথিৱীৰ কম্পন, ভুইকঁপ, an earthquake.

ভূমিকা, স. শ. (সং. ভূমিকা—ভূমি, স্থান বা আধাৰ; সি পুথিৰ স্থানৰ আধাৰ নিচিনা) পুথিৰ পাতনি, কোনো পুথিৰ আৰম্ভতে সেই পুথিত লিখা বিষয়ৰ সংক্ষেপ বিবৰণ বা সেই বিষয়ত লেখকৰ মত প্ৰকাশ কৰা প্ৰবন্ধ, an introduction, a preface.

ভূমিষ্ঠ, বি. (সং. ভূমিষ্ঠ—ভূমি, মাটি+স্থা, থাক্) মাটিত থকা বা পৰা; যেনে, ভূমিষ্ঠ হৈ প্ৰণাম কৰিলে, falling on the earth.

ভূমি-চম্পা, স. শ. (সং. ভূমিচম্পক) এবিধ ফুল, a kind of flower.

ভূমুক, স. শ. (সং. ভূমুখ, পৃথিৱীৰ মুখ) মাটিৰ তলৰ পৰা পানী ওলোৱা বিন্ধা, পুং, উহ, জ্বালামুখ, a spring, a crater.

ভূৰ, স. শ. (সং. ভূৰঃ, পৃথিৱী, পানীৰ ওপৰত মাটিখানৰ দৰে হয়, এতেকে) নাৱৰ দৰে চলাবৰ বা পানীত উটাই নিবৰ কাৰণে একে লগে বন্ধা বাঁহ-কাঠ আদিৰ সমূহ, a raft, a float.

ভূৰি, বি. (সং. ভূৰি—ভূ, হ) বহুত, অনেক, অধিক, many, much.

ভূৰ্জ্জ, স. শ. (সং. ভূ, পৃথিৱী+উৰ্জ্জ, শক্ত হ) এবিধ গছ, তাৰ পাতল ছালত কৰচ লিখা যায়; সেই ছালক ভূৰ্জ্জপত্ৰ বোলে, a kind of birch.

ভূৰ্ভং, স. শ. (সং. ভ্ৰূভঙ্গ, ভ্ৰূৰ সঙ্কোচ, কোনো বিষয়লৈ বৰকৈ চাওঁতে ভ্ৰূৰ কোঁচ খায়; এতেকে) অলপ মনোযোগ, উমঘাম; যেনে, তাক ইমান মাতিলো, তেও সি ভূৰ্ভং নকৰিলে, পাচত সদায় এটা না-পদ থাকে, a slight attention or notice.

ভূ-লোক, স. শ. (সং. ভূলোক, পৃথিৱী—ভূঃ +লোক) এই জগৎ, পৃথিৱী, the earth; the world.

ভূষণ, স. শ. (সং. ভূষণ—ভূষ্, ধুনীয়া কৰ্) অলঙ্কাৰ, an ornament.

ভূষিত, কৃদ. বি. (সং.) অলঙ্কৃত, শোভিত, ধুন লগোৱা, সজোৱা, adorned, decorated.

ভূস্বামী, স. শ. (সং. ভূস্বামিন্—ভূ, মাটি+স্বামিন্, গৰাকী) মাটিৰ গৰাকী, জমীদাৰ, a landlord or landholder.

ভৃগুপতি, স. শ. (সং. ভৃগুপতি—ভৃগু, এজনা ঋষি+পতি, গৰাকী; ভৃগুৰ বংশৰ সকলোতকৈ শ্ৰেষ্ঠ; এতেকে) পৰশুৰাম, a name of *Parasurama.*

ভৃঙ্গ, স. শ. ( সং. ভৃঙ্গ—ভৃ, পালন্ কৰ্ ) ভোমোৰা, a large black bee.

ভৃঙ্গৰাজ্, স. শ. ( সং. ভৃঙ্গৰাজ—ভৃঙ্গ, ভোমোৰা+ৰাজ, দীপ্তি কৰ্ ; ভোমোৰাৰ দৰে কলা ; এতেকে ) এবিধ চৰাই, ভিম্ৰাজ, a kind of shrike.

ভৃঙ্গাৰ্, স. শ. ( সং. ভৃঙ্গাৰ—ভৃ, ধাৰণ কৰ্ ) ৰজা বা দেৱতাক পানী দিয়া ৰূপৰ, সোণৰ বা তামৰ নলা লগোৱা লোটা, ভোগজৰা, a water vessel of silver, gold or copper, with a spout.

ভৃঙ্গী, স. শ. শিৱৰ এজনা পাৰিষদ, one of the attendants of Siva.

ভৃত্য, স. শ. ( সং. ভৃত্য—ভৃ, পালন কৰ্ ) লগুৱা, পৰিকৰ, বন্দী, a servant, a slave.

ভৃত্যত্ব, গু. শ. ভৃত্যৰ অৱস্থা, দাসত্ব, servitude.

ভৈউ, স. শ. এবিধ মাছ, a kind of fish.

ভৈউ, অনুক. কুকুৰৰ মাতৰ নিচিনা শব্দ, an imitative sound used to express that of barking.

ভেঁ, অনুক. কান্দিবলৈ মুখ মোলোঁতে হোৱাৰ নিচিনা মাত, an imitative sound used to express that of crying.

ভেঁকুৰ্, অ. ধা. জেকা বা ৰদ-বতাহ নোপোৱা ঠাইত থকাৰ কাৰণে সেমেকি অতি মিহি ধূলিযুক্ত হ ; অকামিলা হৈ পৰি থাক্, to mould, to lie useless.

ভেঁকুৰা, বি. ৰদ-বতাহ নলগা হেতু মিহি ধূলিযুক্ত হোৱা, mouldy. স. ধা. ভেঁকুৰা কৰ্ ; যেনে, চাঙ্গৰ তলত পেলাই থৈ চাউলবোৰ ভেঁকুৰালে, to make mould.

ভেঁকুৰা লগা, বি. ৰদ-বতাহ নোপোৱাত সেমেকি মিহি ধূলিযুক্ত হোৱা, অকামিলা হৈ পৰি থকা, mouldy, lying useless.

ভেঁকুৰা লাগ্, ভেঁকুৰ্, এতেকে অকামিলা হৈ পৰি থাক্, to lie mouldy, to lie useless.

ভেঁকুৰি, "ভেকুৰি" চোৱাঁ।

[illegible]লী, স. শ. ভেঁকোলা শব্দৰ স্ত্ৰীলিঙ্গ ; মতা-মাইকী বেলেগে নকৈ বেং জাতিৰ জন্তুক বুজালে এই শব্দ ব্যৱহাৰ কৰা যায়, a female frog, an animal of the frog kind.

ভেঁকুলীয়া, স. শ. গৰুৰ ডিঙ্গিৰ ভিতৰত হোৱা এবিধ ৰোগ, তাৰ আকৃতি ভেঁকোলাৰ নিচিনা বুলি সেই নাম দিয়া হৈছে, a disease of the throat, peculiar to cows.

ভেঁকো, বি. ( হিং. ভকুআ ; বং. ভেকুয়া, মূৰ্খ ) মূৰ্খ, অপাৰ্গ, একো নজনা, ভেবা, dull, stupid, foolish.

ভেঁকো-ভাৱনা, স. শ. ( অং. ভেঁকোলা+ভাৱনা, ভাও দেখোৱা কাৰ্য্য ; লৰাই বেং ধৰি মিছাকৈয়ে তাৰ বিয়া পাতে, তাৰে পৰা এই শব্দ ) কোনো কাৰ্য্যৰ আভাস মাথোন, নিচেই সংক্ষেপ বা অনুষ্টুপীয়াকৈ কৰা কাম ; যেনে, ই বিয়া নহয় ভেঁকোভাৱনা, a mere semblance of a ceremony, a sham ceremony.

ভেঁকোলা, স. শ. ( সং. ভেক, বেং ) এবিধ দ্বিচৰ জন্তু, বেং ( তাৰ অনেক জাতি আছে ), a frog.

ভেঁট্, স. শ. ( বং. ভেট, কুমুদৰ গুটি ) কুমুদ, এবিধ পানীত হোৱা লতাৰ নিচিনা গছ আৰু তাৰ ফুল, the water lily.

ভেঁট্, স. ধা. ( হিং. ভেঁট্না, বং. ভেটন্, সাক্ষাত হ ) আগচি ধৰ, আগুৰ্ ; যেনে, সেই গৰুটো ভেঁট ; নিৰোধ কৰ্, বন্ধ কৰ্ ; যেনে, বাট ভেঁটিলে ; ভেঁটাৰ দ্বাৰা আবদ্ধ কৰ্ ; যেনে, পানী ভেঁটিছে ; সাক্ষাত হবলৈ যাওঁতে সন্মানেৰে দি, উপঢৌকন দি ; যেনে, ডাঙ্গৰ লোকক বস্তু ভেঁটে, to obstruct the way of, to dam up, to present to, to make a present of. স. শ. দেখা দেখি, সাক্ষাত ; যেনে, তেওঁৰে সৈতে বাটত ভেঁট হল, the act of meeting, an interview.

ভেটা, স. ধা. সাক্ষাত কৰা, ডাঙ্গৰ লোকৰ আগ কৰ্ ; যেনে, কটকীয়ে ৰজাক মানুহ

ভেঁটায় ; ভেঁটা মৰা, ভেঁটাৰে পানী বন্ধ কৰা ; যেনে, পানী ভেঁটাইছে ; আগচি ধৰা, আগুৰা ; যেনে, গৰু ভেঁটালে, নিৰুদ্ধ বা বন্ধ কৰা ; যেনে, বাট ভেঁটালে, to present or introduce, to cause to be dammed or obstructed.

ভেঁটাই দি, ডাঙ্গৰ লোকৰ আগ কৰ্, to present to a man of a high position.

ভেঁটা, স. শ. পানী বন্ধ কৰি ৰাখিবলৈ বন্ধা ঢাপ, জেওৰা, a dam, a fence.

ভেঁটাই, স. শ. এবিধ বগা ফুল হোৱা গছ আৰু তাৰ ফুল, a kind of plant and its flower.

ভেঁটা-ভেঁটি, স. শ. এজনে আন এজনক বস্তু ভেঁটা কাৰ্য্য ; পৰস্পৰ সাক্ষাত হোৱা কাৰ্য্য, সাক্ষাত, the act of exchanging presents, an interview.

ভেঁটি, স. শ. ( সং. ভিত্তি, মাটিৰ বা ইটাৰ বাৰ ; বং. ভিটা, ঘৰৰ স্থান ) কোনো কাৰ্য্যৰ নিমিত্তে মাটি দি ওখ কৰা ঠাই ; যেনে, ঘৰৰ ভেঁটি, a raised bed of earth.

ভেঁটি মৰ্, উচ্ছন্ন হ, সপৰিয়ালে মৰ্, to be extinct, as a family.

ভেঁটিমৰ্, বি. ভেঁটি উচ্ছন্ন হোৱা, কোনো নথকা ; যেনে, সেই ঘৰ মানুহ ভেঁটিমৰ হল ( কামৰূ. ), extinct, as a family.

ভেঁটী, স. শ. ( বং. ভেঁটী, ভেঁট, সাক্ষাত হ ; উপঢৌকন ) উপঢৌকন, সাক্ষাত হওঁতে ডাঙ্গৰ লোকক সন্মান কৰি দিয়া বস্তু ; কোনো উপকাৰ পাবৰ আশাৰে বা উচিত বিচাৰৰ বিপৰীত কৰিবলৈ দিয়া ধন বা বস্তু, a present, a bribe.

ভেঁটী খা, অনুচিত বিচাৰ বা উপকাৰ কৰিবৰ আশা দি ধন বা বস্তু ল, to take a bribe.

ভেঁটি দি, অনুচিত বিচাৰৰ বা উপকাৰৰ আশাতে ধন বা বস্তু দি, to bribe.

সমা.—ভেট্, ভেঁটী দি ; ভেঁট্ ভাল অৰ্থত, ভেঁটী দি বেয়া অৰ্থত খাটে ; যেনে, ৰজাক প্ৰজাই বস্তু ভেঁটে, গোচৰ জিকিবলৈ ভেঁটী দিয়ে।

ভেঁটুৱা, বি. ভেঁটীস্বৰূপে পোৱা, ভেঁটীবলৈ নিয়া, received as a present, intended to be presented

ভেঁট্-গুটি, বি. ভেঁটৰ গুটিৰ দৰে ক্ষুদ্ৰ, সৰু ; যেনে, ভেঁট্-গুটি লৰা, small.

ভেঁটচকুৰা, বি. বেগতে মনিব নোৱৰা, হোজা, টেঙ্গৰ নোহোৱা, dull-sighted, simple.

ভেঁড়া, ভেঁৰা, } স. শ. ( সং. ভেড়, হিং. বং. ভেড়া, এবিধ জন্তু ) এবিধ নৰ নোমাল ছাগৰ নিছিনা কিন্তু দীঘল নেজীয়া জন্তু, তাৰ নোমৰ্ পৰা কাপৰ হয়, a sheep. ( স্ত্ৰী ) ভেঁড়ী বা ভেঁৰী।

ভেক, স. শ. ( সং. ভেক—ভী, ভয় কৰ্ ) বেং, ভেকোলা, a frog. (স্ত্ৰী) ভেকী।

ভেকাহি, স. শ. হুকি, নৰ খঙ্গেৰে ডাঙ্গৰকৈ উচ্চাৰণ কৰি দিয়া ডাবি ; যেনে, কথাৰ আৰম্ভ কৰোঁতেই ভেকাহি মাৰি দিলে, a few angry words uttered quickly and loudly to intimidate. "হুকি" চোৱাঁ।

ভেকাহি মাৰ্, ডাবি মাৰ্, হুকি মাৰ্, to utter short angry words quickly and loudly to intimidate.

ভেকুৰি, স. শ. তিতা গুটি ধৰা এবিধ বেঙ্গেনাৰ নিচিনা গছ, a kind of plant.

ভেক্‌ভেক্ কৰে, ক্ৰি. বি. ( অং. ভেক্‌ভেক্, হাঁহোতে হোৱাৰ নিচিনা শব্দ) উচ্চ শব্দেৰে, ভেক্-ভেক কৰি (হঁহাত খাটে), with a loud noise (said of laughing).

ভেঙ্গুচালি, স. শ. ( বং. ভেংচান, মুখৰ ভঙ্গি কৰি উপহাস কৰা ) মুখৰ ভঙ্গি কৰি কৰা ইতিকিং ; হাতৰ আৰু মুখৰ ভঙ্গি কৰি দেখোৱা লোকৰ ভাও, mocking, making faces, buffoonery, fun.

ভেঙ্গৰ, স. শ. ভাঁজ, বক্ৰতা, a bend.

ভেঙ্গুৰা, বি. ( সং. ভঙ্গুৰ, বেঁকা ) বেঁকা, crooked.

ভেঙ্গুৰা-ভেঙ্গুৰি, বি. অনেক ভাঁজ থকা, বেঁকা বেকি, zigzag.

ভেঙ্গুৰীয়া, বি. "ভেঙ্গুৰা" চোৱাঁ।

ভেঁচেলি, স. শ. এবিধ সৰু মাছ, খলিহা-মাছ, a kind of small fish.

ভেচ্‌ভেচীয়া, বি. নিৰৰ্থক, নিষ্ফল; সিদ্ধিৰ আশাশূন্য; যেনে, সকলো আয়োজন ভেচভেচীয়া হল, fruitless, frustrated hopeless.

ভেজ্, অ. ধা. ( সং. ভিদ্, ভেদন কৰ্; বং. ভিজ্, তিত্) ভিতৰলৈকে তিয়া, সমূলি তিয়া; যেনে, বৰষুণে কাপোৰ তিয়াই গালৈকে ভেজিলে, to wet thoroughly.

ভেজা, স. শ. আওজন; হেঁচা, ভৰ; যেনে, পৰা ঠাইতে ভেজা দি উঠিব লাগে; ঢোকা, a leaning or reclining, pressure, a prop.

ভেজা, স. ধা. তপত পানীত চেঁচা পানী মিহলাই গাত ভাল লগা পৰিমাণে শীতল কৰ্, to temper, as hot water, by mixing it with cold water.

ভেটুভেটীয়া, বি. পানী সোমাই ওফন্দা; যেনে, ভাতবিলাক সিজি ভেটভেটীয়া হৈছে; ভিতৰত পানী সোমোৱাৰ দৰে উখহি নিস্তেজ হোৱা; যেনে, শোথে ধৰা মানুহ ভেটভেটীয়া হয়, swollen.

ভৈদ্, স. শ. ( সং. ভেদ—ভিদ্, খণ্ড খণ্ড কৰ্) পৃথকতা, প্ৰভেদ, বিভিন্নতা; পেট চলা ৰোগ, distinction, difference, diarrhœa.

ভেদ্, অ. ধা. ( সং. ভিদ্, বিদীৰ্ণ কৰ্) ভিতৰলৈকে প্ৰবেশ কৰ্, মাজলৈকে সোমা; যেনে, সেই কোবে হাড়লৈকে ভেদিছে, to make way, to penetrate. স. ধা. ভিতৰলৈ সোমাই পীড়া দি; যেনে, শত্ৰুৰ কথাই বুকু ভেদিছে, to pierce through and through.

ভৈদক্, বি. ( সং. ভিদ্, ছেদন কৰ্, বিদীৰ্ণ কৰ্) বিদীৰ্ণ কৰা; ভেদ বা পৃথক কৰা; ৰেচক, piercing, dividing, purgative.

ভেদন্, কৃদ. স. বিন্ধা কৰি ভিতৰলৈ সোমোৱা কাৰ্য্য, the act of piercing.

ভেদা, স. ধা. বিদীৰ্ণ কৰা, বিন্ধা কৰাই প্ৰবেশ কৰা, to cause to be pierced or divided.

ভৈদাভেদ্, স. শ. ( সং. ভেদ+অভেদ ) প্ৰভেদ বা ঐক্য; যেনে, সেই বিষয়ৰ ভেদাভেদ নেজানো, agreement or difference.

ভেদালী, স. শ. ( সং. ভদ্ৰালী, এবিধ লতা ) এবিধ দৰবত দিয়া দুৰ্গন্ধ লতা, a kind of creeping plant. "ভেদালী লতা", এনেও হয়।

ভেদী, বি. ( সং. ভেদিন্, ভেদ+ইন, ভেদ কৰা ) বিদীৰ্ণ কৰা, বিন্ধা কৰি ভিতৰলৈ সোমোৱা, ভেদ কৰা, ৰেচক, piercing, purgative. ( স্ত্ৰী ) ভেদিনী।

ভেদ্য, বি. ( সং. ) বিদীৰ্ণ কৰিব পৰা, ভেদন কৰিবৰ যোগ্য, to be divided or pierced.

ভেদ্যতা, গু. শ. ( সং. ) বিদীৰ্ণ হ'ব পৰা গুণ, ভেদনৰ যোগ্যতা, the state or quality of being pierced.

ভেবা, বি. ( বং. হাবা, মূৰ্খ ) মূৰ্খ, নিৰ্ব্বোধ, হাবাং, আজলা ( নিন্দাৰ্থত ), stupid, dull.

ভেবা লাগ, ভয়ত বিচুৰ্ত্তি বা বিবুদ্ধি হ; যেনে, বাঘ দেখি ভেবা লাগিল, to be amazed with fear.

ভৈবুৰা, ( সং. ভী, ভয় পা ) ভয়াতুৰ, ভীত, সাহ নথকা; যেনে, ভেবুৰা কুকুৰ, আজলা, একো নজনা; ভেবুৰা লৰা, timid, dull, stupid.

ভেবুৰা লাগ, ভয়ত বিচুৰ্ত্তি হ, ভেবা লাগ, to be amazed with fear.

ভেবেৰ্, } স. শ. গেদেৰি, জুলীয়া বস্তু
ভৈবেৰি, } ঘোঁটোঁতে বা তপতাওঁতে ওপৰলৈ উঠা ঘন বা ডাঠ মল, scum.

ভেম, স. শ. ফিতাহি, আম্ৰম, আপোনাক ডাঙ্গৰ দেখাবলৈ কৰা কাৰ্য্য, বৰ-লোকালি; যেনে, এতিয়া তাৰ বৰ ভেম হৈছে, show of greatness, pomp, ostentation, affectation.

ভেম্ মাৰ্, ফিতাহি কৰ্, বৰ-লোকৰ দৰে

আচৰণ কৰ্, to be ostentatious, to shew pomp.

ভেমেচা, বি. বেঁকা, ভেঙ্গুৰা, crooked.

ভেমেচা-ভেঁমেচি, বি. অনেক ভাঁজ থকা, বেঁকা বেঁকি, having many bends.

ভেৰ্, স. শ. (অং. ভেবেৰ, গেদেৰি) গেদ, জুলীয়া বস্তুৰ তলত পৰা মল; এতেকে দ বোকা বা কোমল গোবৰৰ ৰাশি বা দম; যেনে, গোবৰৰ ভেৰ, ধাতু পাগত দিওঁতে ওলোৱা মল, dirt, deep mud and the like.

ভেৰণ্, স. শ. (সং. ভৰণ, বেতন; হিং. বং. ভাড়া) কেৰেয়া, নাও, ঘৰ, মাটি আদি ব্যৱহাৰ কৰাৰ বানচ, hire, rent.

ভেৰণি, স. শ. (অং. ভেৰ্, দ বোকা) বিস্তৰ ভেৰ থকা ঠাই, বোকা, গোবৰ আদিৰে পূৰ ঠাই, a place covered with deep mud or filth.

ভেৰণীয়া, বি. ভেৰণ দিবলৈ লোৱা, ভেৰণ লগা, hired, rented.

ভেৰাকুটি, স. শ. (সং. ভৃকুটি, কঁপালৰ গাঠি খোপা কৰা) ধেমালিত কৰা অঙ্গভঙ্গি, হাত মুখ বেঁকা কৰি বা জোকাৰি কৰা ধেমালি; যেনে, নৰাৰ ভেৰাকুটি; এতেকে ধেমালিৰ নিমিত্তে ধৰা মিছা ভাও, fun, waggishness, drollery.

ভেৰাকুটীয়া, বি. ভেৰাকুটি কৰা, ধেমেলীয়া, jocose, waggish, droll.

ভেৰি, স. শ. (হিং. ভেৰ্, এবিধ পেঁপা) এবিধ মুখেৰে বজোৱা বাদ্য, a kind of trumpet.

ভেৰেহা, বি. (অং. ভেৰ, বোকা) পুষ্ট, কিন্তু বোকাৰ দৰে কোমল, তেল অধিক হোৱা হেতু আটিল নোহোৱা; যেনে, ভেৰেহা গা, ভেৰেহা মানুহ, fat and flabby.

ভেৰ্‌ভেৰ্, ভেৰ্ভেৰ্, } অনুক. কোমল বোকাত ভৰি দিয়াত বা কোমল শৌচ হোৱাত হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that made by soft mud when trodden upon.

ভেৰ্‌ভেৰীয়া, ভেৰ্ভেৰীয়া, } বি. কোমল, ভৰি দিলে বহি যোৱা, বোকাৰ নিচিনা; যেনে, ভেভেৰীয়া বোকা, slushy, soft, of the consistency of soft mud.

ভেৰ্‌ভেৰ্ কৰে, ভেৰ্ভেৰ্ কৰে, } ক্রি. বি. ভেভেৰ শব্দ কৰি, making the above sound. "ভেৰ্‌ভেৰ" চোৱা।

ভেশ্মেঠ্, স. শ. (অং. মঠ্, গপ) মঠ, গপ, ৰোহ কৰি কোনো কাম কৰিবলৈ অসন্মতি, sulkiness, pettishness.

ভেশ্মেঠ্ পাত্, ৰোহ কৰি কোনো কাম কৰিবলৈ অসন্মত হ, to be sulky, to refuse to do anything with anger.

ভেশ্মেঠ জোৰ্, ঐ।

ভেশ্মেঠালি, গু. শ. ভেশ্মেঠ পতা কাৰ্য্য বা গুণ, ভেশ্মেঠ, sulkiness, pettishness.

ভেশ্মেঠিয়া, অ. ধা. ঘনে ঘনে নিজৰ কোনো দুখৰ কথা কৈ অসন্তোষ প্রকাশ কৰ্; যেনে, ঘৰলৈ যাবলৈ নেপাই ভেশ্মেঠিয়াইছে, to murmur, to complain, to grumble.

ভেশ্মেঠীয়া, বি. ভেশ্মেঠ পতা, ৰোহ কৰা, sulky, pettish.

ভেল্, স. শ. (সং. ভেলক, ভুৰ; জীৱ উঠি ফুৰা ভুৰৰ সদৃশ, এতেকে) জীৱ নথকা মনুষ্য দেহ, জীয়াই থাকোঁতেই প্রাণক এৰি শৰীৰৰ কথা কওঁতে তাক ভেল বোলা যায়; যেনে, "ভেলৰ বা কি গতি হয়, হৰি ৰাম ৰাম", the human body considered as devoid of life.

ভেলেউ, স. শ. এবিধ গছ, a kind of tree.

ভেলেকা, বি. (সং. ভেল, ভেবা) ভেবা, টেঙ্গৰ নোহোৱা, আজলা, dull, stupid. (স্ত্রী) ভেলেকী।

ভেলেকী, স. শ. (বং. ভেল্কী, ইন্দ্রজাল—সং. ভেল, ভেবা, মানুহক ভেবা যেন কৰে, এতেকে) ইন্দ্রজাল, এটা বস্তুক আন এটা যেন দেখোৱা বিদ্যা, টাটিক, magic, jugglery. "ভেলেকী-বাণ" এনেও হয়।

ভেল্‌ভেলা, অ. ধা. দূৰতে নাকত লাগ্, নাকক পীড়া দি ; যেনে, মদৰ গন্ধে ভেল-ভেলাইছে, to offend the olfactory nerves.

ভেল্‌ভেলীয়া, বি. বৰকৈ নাকক পীড়া দিয়া, দূৰতে নাকত ধৰা, offensive to the olfactory nerves.

ভেল্‌ভেল্ কৰে, ক্রি. বি. দূৰতে নাকত ধৰি, নাকক পীড়া দি ; যেনে, ভেলভেল কৰে গোন্ধাইছে, offending the sense of smell.

ভেলেঙ্গা, বি. "ভেলেকা" চোৱা।

ভেলেঙ্গী, স. শ. এবিধ ডাঙ্গৰ শৰ-পহুৰ মাইকী, a female red deer, a hind.

ভৈষজ্, স. শ. ( সং. ভেষজ—ভেষ, ৰোগ + জি, জিক্ ) ঔষধ, দৰব, a medicine.

ভেহ্, স. শ. এবিধ গছ, a kind of tree.

ভৈয়াই, স. শ. ( হিং. ভৈয়া, ভাই ) বৰ মৰম আৰু শোকেৰে মৰা মানুহৰ কথা কোৱাত ব্যৱহৃত শব্দ, বৰ প্রিয় মৃতক ; যেনে, মোৰ ভৈয়াই কলৈ গল ? a term used in affectionately and sorrowfully speaking of a deceased person.

ভৈয়াম, স. শ. ( সং. ভৌম, পৃথিবী সম্বন্ধীয় ) সমান মাটি, পৰ্ব্বত নোহোৱা মাটি, সম-ভূমি, level ground, a plain.

ভৈৰৱ, বি. ( সং. ভৈৰৱ—ভী, ভয় কৰ্ ) ভয়ানক, terrible. স. শ. সদাশিৱৰ পাৰিষদ, an attendant of Siva.

ভৈৰৱী, স. শ. দুর্গা ; বামাচাৰীবিলাকে পূজা কৰা তিৰোতা, Durga, a woman worshipped by the heterodox followers of the Tantras.

ভৈৰৱী-চক্র, স. শ. (সং. ভৈৰৱীচক্র—ভৈৰৱী, বামাচাৰিণী-তিৰোতা + চক্র, মণ্ডল ) বামা-চাৰীবিলাকৰ মদ খোৱা সভা ( তাত ভৈৰৱীৰ পূজা হয়, এতেকে ), an assembly of the heterodox followers of the Tantras, when they eat, drink, and worship a *Bhairabi*.

ভো, বি. ( সং. ভো, হে মহাশয় ) ডাঙ্গৰ, শ্রেষ্ঠ ( পৰিহাসত খাটে ) ; যেনে, তেওঁ ভো বামুণ, eminent (ironically).

ভোঁভোঁৱা, অ. ধা. ভোঁ ভোঁ শব্দ কৰ্, ভোমোৰাৰ দৰে মাত্, to hum, to buz.

ভোঁভোঁৱাই, ক্রি. বি. বেগাই, বৰ বেগেৰে ( যোৱাত খাটে ) ; যেনে, ভোঁভোৱাই গল, swiftly.

ভোঁহৰ্, স. শ. ( সং. ভ্রম্, ঘূৰ্ ; বং. ভমৰা, বিন্ধনা ) কাঠ আদি ফুটোৱা শলা, বিন্ধনা, an awl, a drill.

ভোঁহৰ্, অ. ধা. ( অং. ভোঁহৰ্, ঐ ) ফুটি পূঁজ ওলা ; যেনে, গাঁৰটো ভুঁহৰিল ; ফূটি নাড়ী-ভুঁক ওলা ; যেনে, পেট ভুঁহ-ৰিল, to be pierced or opened as a boil or the belly.

ভোঁহাৰ্, স. ধা. ফুটা, বিন্ধি পূঁজ উলিয়া ; যেনে, খহুটো ভোঁহাৰিলে ; ফালি নাড়ী-ভুঁক উলিয়া ; যেনে, পেট ভোঁহাৰিলে ; এতেকে ব্যক্ত কৰ্, প্রকাশিত কৰ্, বাজ কৰ্ ( গুপ্ত কথাত খাটে ) ; যেনে, পুৰনি কথা ভোঁহাৰিলে, to pierce or break open, as a boil or the belly, to broach, to make public.

ভোক্, স. শ. ( সং. ভুজ্, ভোজন কৰ্ ; হিং. ভূখ, খাবৰ ইচ্ছা ) ক্ষুধা, খাবৰ ইচ্ছা, hunger.

ভোক্ লাগ্, ক্ষুধা হ, খাবৰ ইচ্ছা হ, to be hungry.

ভোক্ চৰ্, বৰকৈ ভোক লাগি দুর্ব্বল কৰ্, to faint with hunger.

ভোকন্দি, স. শ. ( অং. ভোক, ক্ষুধা + দিহ, উপায় ; তাত ভোক গুচাবৰ উপায় থাকে, এতেকে ) মগনিয়াৰে ভিক্ষাৰ চাউল আদি লৈ ফুৰা জোলোঙ্গা, a beggar's wallet.

ভোকাল্, বি. ( অং. ভোক, ক্ষুধা ) ক্ষুধিত, ভোক লগা, hungry.

ভোকোন্দা, বি. ( হিং. ভোঁকড়া, বৰ মোটা ) মঙ্গহাল, চেপেটা অথচ বহল ( মুখত খাটে ) ; যেনে, ভোকোন্দা মুখ, very fat (said of the face).

ভোকোন্দা-মুৰা, বি. মঙ্গহাল আৰু চেপেটা মুখ থকা, fat-faced. (স্ত্রী) ভোকোন্দা-মুঈ।

ভোক্তা, স. শ. (সং. ভোক্তৃ—ভুজ্, ভোগ কৰ্) ভোগ কৰোঁতা; খাওঁতা, an eater, an enjoyer.

ভোগ্, স. শ. (সং. ভোগ—ভুজ্, ভোজন কৰ্) ভুঞ্জন, সুখ বা দুখৰ প্ৰাপ্তি; যেনে, মানুহে আপোনাৰ কৰ্ম্ম অনুসৰি সুখ বা দুখ ভোগ কৰে; উপভোগ, আপোনাৰ হাতত ৰাখি ইচ্ছাৰ দৰে কৰা ব্যৱহাৰ; যেনে, প্ৰজাই ৰজাৰ মাটি ভোগ কৰে; দেৱতাক দিয়া সিদ্ধান্ন, enjoyment or suffering, possession, an offering of cooked food.

ভোগ্, স. ধা. পা, লাভ কৰ্, অধীন হ (সুখ বা দুখত খাটে): যেনে, পাপীয়ে কষ্ট ভোগে, to enjoy or suffer.

ভোগা, স. ধা. সুখেৰে ভোগ কৰ্; যেনে, "ভোগমনে ভাল ভোগ ভোগাইছে," to enjoy.

ভোগালি, বি. সুখেৰে থাকিবৰ নিমিত্তে আৱশ্যকীয় সকলো বস্তু থকা; যেনে, ভোগালি ঠাই, affording all the necessaries of comfort.

ভোগী, বি. (সং. ভোগিন্, ভুজ্ + ইন্) ভোগ কৰা, enjoying, suffering, possessing.

ভোগ্‌জৰা, স. শ. ৰজা বা দেৱতাক পানী দিয়া ৰূপৰ বা সোণৰ তাওকিন, ভৃঙ্গাৰ, a water vessel with a spout in which water is offered either to a god or king.

ভোগ্‌জীৰা, স. শ. (অং. ভোগ্, ব্যৱহাৰ + জীৰা, এবিধ মচলা) আঞ্জাত দিয়া এবিধ জীৰা বা সুগন্ধি গুটি, cummin seed.

ভোগ্‌ধনী, স. শ. (সং. ভোগ, নৈবেদ্য + ধন, টকা বা উৎপন্ন বস্তু; তাৰ ধন বা উৎপন্নেৰে দেৱতাৰ পূজা চলে, এতেকে) দেৱতাৰ ভোগ বা পূজা চলাবৰ কাৰণে নিষ্কৰ কৰি দিয়া মাটি, revenue-free land with the produce of which food is offered to an idol.

ভোগ্‌-মুঠীয়া, বি. মুঠি ভৰা, ডাঙ্গৰ, শকত, লোঠোঙ্গা; যেনে, ভোগমুঠীয়া কলা, stout, bulky, thick-set.

ভোগ্য, বি. (সং. ভুজ্, ভোগ কৰ্) ভোগৰ যোগ্য, ব্যৱহাৰ কৰিব লগীয়া, fit or proper to be enjoyed.

ভোগ্‌ৰোৱাতী, স. শ. (অং. ভোগ, সুখ + ৰোৱাতী, ৰুপিত মাটি) অতি উত্তম ৰুপিত মাটি, very fertile rice land.

ভো-চক্ৰ, স. শ. (অং. ভো, ডাঙ্গৰ + চক্ৰ, মণ্ডল) ডাঙ্গৰ মেল (পৰিহাসত), a monster meeting.

ভোজ্, স. শ. (সং. ভুজ্, ভোজন কৰ্) অনেক লোকক মাতি কৰোৱা, বা অনেকে লগ লাগি কৰা ভোজন, a feast, a banquet.

ভোজ্, স. শ. এখান দেশৰ নাম, এতিয়াৰ পাটনা আৰু ভাগলপুৰ, the name of a country, modern Patna and Bhagalpur.

ভোজন্, কৃদ. স. (সং. ভোজন—ভুজ্, ভক্ষণ কৰ্) আহাৰ কৰা কাৰ্য্য; আহাৰ, the act of eating, a meal.

ভোজনান্তে, ক্রি. বি. (সং. ভোজন, আহাৰ + অন্তে, পাচত) ভোজনৰ অন্তত, খোৱাৰ পাচত; যেনে, ভোজনান্তে মুখ-শুদ্ধি লাগে, after eating.

ভোজনী, স. শ. (সং. ভোজনীয়, খাদ্য) কোনো পাত্ৰত ভৰি বামুণক দিয়া চাউল মাহ আদি খাদ্য বস্তু, eatables presented to a Brahmin in an earthen pot, &c.

ভোজনীয়, বি. (সং. ভোজনীয়—ভুজ্, খা) খাবৰ যোগ্য, eatable.

ভোজন্-পান, স. শ. (সং. ভোজনপান—ভোজন, খোৱা + পান, পিয়া) খোৱা আৰু পান কৰা, eating and drinking.

ভোজ্য, বি. (সং. ভোজ্য—ভুজ্, খা) খাবৰ যোগ্য, খাব লগীয়া, eatable.

ভোট্, স. শ. ( সং. বুদ্ধ ; বুদ্ধৰ উপাসক, এতেকে ) আসাম দেশৰ উত্তৰ ফালে পৰ্ব্বতত থকা এক জাতি, the Bhutias.

ভোটা, স. শ. ৰাতি পছু কটা মানুহে শকত শলাকানি দি লগোৱা বৰকৈ জলা চাকি, a torch or light used in hunting by night.

ভোটাতৰা, স. শ. ( অং. ভোটা, ঐ + তৰা, তাৰকা ) বৰকৈ পোহৰ দিয়া পুৰঁতীয়া আৰু গধূলি ওলোৱা ডাঙৰ তৰা, the morning and evening star, Venus.

ভোটান্ত, স. শ. ( সং. ভোটাঙ্গ, ভোটৰ দেশ ) ভোটৰ পৰ্ব্বত, the Bhutan hills.

ভোট্‌-এৰা, স. শ. ( অং. ভোট, এক পৰ্ব্বতীয়া জাতি + এৰা, এবিধ গছ ) এবিধ ঢাপত ৰোৱা গছ, বঙ্গালী এৰা, a kind of hedge plant. ( কামৰূ.

ভোটোকা, } বি. ( অং. ভোটা, এটা তৰা :
ভোটোঙ্গা, } তাৰ দৰে শকত, এই ভাবত ) শকত, লোঠোঙ্গা, short and stout, bulky.

ভোটোঙ্গা-ভোটোং, ডাঙৰ, শকত. স্পষ্ট : যেনে, ভোটোঙ্গা-ভোটোং আখৰ, large and plain.

ভোট্‌-গুটি, স. শ. হাওঁফাওঁত হোৱা এবিধ ঘা বা খছু, a kind of abscess in the lungs.

ভোট্‌গুটি, স. শ. বুকুৰ ভিতৰ ভাগত এবিধ খছু হৈ হোৱা জ্বৰ আৰু কাহ, a kind of abscess in the thorax accompanied with fever and cough.

ভোট্‌ভোট্, অনুক. অজীৰ্ণযুক্ত পেটৰ বা মুখৰ ভিতৰত কোৱা অস্পষ্ট কথাৰ নিচিনা শব্দ, an imitative sound used to express the low gurgling of the stomach or the sound of words spoken between the teeth.

ভোট্‌-ভোটনি, কৃদ. স. অজীৰ্ণীয়া পেটৰ বা মুখৰ ভিতৰতে অস্পষ্টকৈ কোৱা কথাৰ শব্দ, a low gurgling or muttering sound.

ভোট্‌-ভোটা, অ. ধা. পেটত অজীৰ্ণৰ দৰে শব্দ কৰ্, মুখৰ ভিতৰতে অস্পষ্টৰূপে কথা ক, to make a low gurgling sound, to mutter.

ভোট্‌-মৰিচ, } স. শ. ( অং. ভোট, এক
ভোট-মৰীচ, } দেশ + মৰিচ. জলকীয়া ) এবিধ ডাঙৰ জলকীয়া ( ইয়াক বোধ হয় ভোটৰ দেশৰ পৰা অনা হৈছিল ), pepper from Bhutan.

ভোতা. বি. ( হিং. ভোতা : বং. ভোঁতা, ধাৰ নথকা ) ভোতোহা, জোং নথকা, জোঙ্গা নোহোৱা ; যেনে, যাঠীডাল ভোতা হল ; কথাৰ ভিতৰলৈ সোমাব নোৱৰা, বুজিব নোৱৰা ; যেনে, ভোতা বুদ্ধি, blunt, dull.

ভোতোৰা, বি. ( অং. ভোতা, জোং নথকা ) গা-শকত, লোঠোঙ্গা, ভোটোকা, stout, bulky.

ভোতোহা, বি. ( অং. ভোতা, জোং নথকা ) জোঙ্গা নোহোৱা ; ধাৰ নথকা ; যেনে, খুৰখানৰ মুখ ভোতোহা হৈছে, blunt.

সমা.—ভোতা, ভোতোহা : প্ৰথমটো জোঙ্গা বস্তুত মাথোন খাটে, পাচৰটো জোঙ্গা আৰু চোকা দুইতো সমানে খাটে।

ভোদা, বি. ( অং. ভোতা. চোক নথকা ; হিং. ভোঁদূ, মূৰ্খ ) মূৰ্খ, নিৰ্ব্বোধ, আজলা, ভেবা, foolish, simple, not sharp.

ভোবোৰা, বি. নোমাল, having thick or long, bushy hair, hirsute.

ভোবোলা, স. শ. ( অং. ভোবোৰা, ঐ ) খাহী নকৰা নোমাল ডাঙৰ ছাগ, a large uncastrated goat.

ভোম্, স. শ. ( বং. ভোমা, চকুৰ নোম ) চকুৰ পিৰিকটিৰ নোম, the eye-lashes.

ভোমাল্, স. ধা. ভোঁহাৰ্, বৰ বহলকৈ ফুটা, to pierce through.

ভোমোৰা, স. শ. ( সং. ভ্ৰমৰ ; বং. ভোমৰা, হিং. ভোঁৰা, এবিধ পতঙ্গ ) এবিধ ফুলৰ

মৌ-পিয়া কলা উৰি ফুৰা কীট, humble bee, a black bee.

ভোমোৰা, স. শ. ( হিং. বহেড়া ; বং. বয়ড়া, এবিধ গুটি ) এবিধ গুটি, ভঁইৰা : তাৰ গছ, a kind of tree and its fruit.

ভোমোলা, বি. ( অং. ভোমাল্, ফুটা ) ডাঙ্গৰ বিন্ধাযুক্ত, বৰ ফুটা থকা ; এতেকে পেটত কথা নৰখা, হুবুহুৰীয়া, pierced through, having a large hole or holes, frank, outspoken. স. শ. ডাঙ্গৰ বিন্ধা ; যেনে, চালত ভোমোলা ওলাইছে, a large hole.

ভোৰ্-তাল্, ভোৰ্তাল্, } স. শ. ( অং. ভোট, এজাতি মানুহ + তাল, এবিধ বাদ্য ) প্ৰথমতে ভোটৰ দেশৰ পৰা অনা এবিধ ডাঙ্গৰ তাল, a large kind of cymbal.

ভোৰ্ভোৰণি, ভোৰ্ভৰণি, } কৃদ. স. "ভোট্ভোটনি" চোৱা।

ভোৰ্ভোৰা, ভোৰ্ভৰণি, } অ. ধা. "ভোট্-ভোটা" চোৱা।

ভোল্, বি. ( অং. ভুল, ভ্ৰম ) বিস্মৃত, মোহিত, কোনো এটা কথাত বৰকৈ মন লগাত আন কথা পাহৰা ; যেনে, গীত শুনি ভোল হল, charmed, fascinated. স. শ. এবিধ লতা ; তাৰ খাদ্য ফল, a cucurbitaceous plant, and its fruit used as food.

ভোল্, স. শ. ( বং. ভোলা, এবিধ মাছ ) এবিধ মাছ, a kind of fish.

ভোলা, বি. ( হিং. বং. ভোলা, সৎ ) সাধু, সুশীল, হোজা, simple, artless.

ভোলা-ভাঁটৌ, স. শ. এবিধ ডাঙ্গৰ ভাল ভাটৌ, a kind of parrot.

ভোলা-নাথ, স. শ. ( বং. ভোলা, সুশীল + নাথ, অধিকাৰ ) সদাশিৱ, a name of Siva.

ভোলোঙ্গা, বি. ভোমোলা, বহুত বা ডাঙ্গৰ বিন্ধাযুক্ত ; সেৰেঙ্গা ; হোজা, পেটত কথা নৰখা, having large or many holes, out-spoken, thin, wide apart.

ভৌতিক, বি. ( সং. ভৌতিক — ভূত, পিশাচ ; মূল পদাৰ্থ ) ভূত সম্বন্ধীয় ; মূল পদাৰ্থ সম্বন্ধীয়, relating to evil spirits, elemental.

ভৌভৌৱা, অ. ধা. ( অং. ভৌভৌ, কোনো বস্তুৰ পৰা তাপ বাজ হোৱা যেন বুজোৱা অনুক. ) বৰ তাপ এৰি দি, তাপ বাজ কৰ্, বৰ উত্তপ্ত হ ; যেনে জ্বৰে ভৌভৌৱাইছে, to radiate heat, to be extremely hot.

ভ্ৰম্, অ. ধা. ( সং. ভ্ৰম, ঘূৰ্ ) ভ্ৰমণ কৰ্, অনেক ঠাইত ফুৰ্ ; যেনে, জীৱ সংসাৰত ভ্ৰমে, to travel, to roam.

ভ্ৰম, স. শ. ( সং. ভ্ৰম — ভ্ৰম, ঐ ) ভ্ৰান্তি, ভুল, বিস্মৰণ ; এটাক আন এটা বুলি কৰা বোধ, a mistake, an error.

ভ্ৰমণ্, কৃদ. স. ( সং. ) ফুৰা কাৰ্য্য, এঠাইৰ পৰা আন এঠাইলৈ গমন, the act of travelling.

ভ্ৰমৰ্, স. শ. ( সং. ভ্ৰম, ঘূৰ্ ) ভোমোৰা, এবিধ ফুলৰ মৌ-পিয়া কলা পতঙ্গ, a humble bee, a black bee.

ভ্ৰষ্ট, কৃদ. বি. ( সং. ভ্ৰষ্ট — ভ্ৰংশ, তললৈ পৰ্ ) পতিত, তললৈ পৰা বা নমা ; এতেকে জাতি যোৱা ; ধৰ্ম্ম এৰা ; যেনে, কলিৰ কালত সকলো ভ্ৰষ্ট হল, নষ্ট, নিষ্ফল ; যেনে, পৰিশ্ৰম ভ্ৰষ্ট হল, fallen, degraded, fallen from caste or virtue, infructuous, or spoiled. ( স্ত্ৰী ) ভ্ৰষ্টা।

ভ্ৰষ্ট, বি. ( সং. ভ্ৰষ্ট — ভ্ৰজ্জ্, ভাজ্ ) ভজা, fried.

ভ্ৰষ্টাচাৰী, বি. ( সং. ভ্ৰষ্টাচাৰিন্ — ভ্ৰষ্ট, পতিত + আচাৰিন্ — আচাৰ, ব্যৱহাৰ + ইন্ ) আপোনাৰ কুলৰ ব্যৱহাৰ এৰা, অনাচাৰী, fallen from virtue, transgressing the rules of one's own religion.

ভ্ৰাতা, ভ্ৰাতৃ, } স. শ. ( সং. ভ্ৰাতৃ — ভ্ৰাজ্, দীপ্তি কৰ্ ) ভাই, ভাতৃ, a younger brother.

ভ্ৰাতৃবধী, স. শ. ( সং. ভ্ৰাতৃবধিন্—ভ্ৰাতৃ, ভাই + বধিন্, বধা—বধ্+ইন্ ) ভ্ৰাতৃহন্তা, আপোনাৰ ভায়েকক বধোঁতা ; কোনো এজনৰ ভায়েকক বধ কৰোঁতা লোক, a fratricide, the murderer of one's brother. অসমীয়াত "ভাতৃবধী" এনেও হয়।

ভ্ৰান্ত, বি. ( সং. ভ্ৰান্ত—ভ্ৰম্, ঘূৰ্ ) বিস্মৃত, পাহৰা, ভোল হোৱা, blundering, deluded, forgetful.

ভ্ৰান্তি, স. শ. ( সং. ) ভ্ৰম, বিস্মৰণ, পাহৰণ, mistake, error, blunder, forgetfulness.

ভ্ৰূকুটি, স. শ. ( সং. ভ্ৰূকুটি—ভ্ৰূ, চেলাউৰি +কুট্, বেঁকা কৰ্ ) খঙত হোৱা কপাল গাঁঠিৰ থোপা, ক্ৰোধ-দৃষ্টি, কপাল সঙ্কোচিত কৰা দৃষ্টি, a frown. "ভ্ৰূকুটি" এনেও হয়।

ভ্ৰূকুটি-কুটিল্, বি. (সং. ভ্ৰূকুটিকুটিল—ভ্ৰূকুটি, ঐ + কুটিল, বেঁকা ) খঙেৰে কপালৰ গাঁঠি থোপা কৰাত বিকটা হোৱা, frowning.

ভ্ৰূণ-হত্যা, স. শ. ( সং. ভ্ৰূণহত্যা—ভ্ৰূণ, গৰ্ভত থকা সন্তান+হত্যা, বধ ) গৰ্ভত থকা সন্তানৰ বধ, গৰ্ভ নষ্ট কৰণ, the act of causing an abortion, fœticide.

ভ্ৰূৰ্, স. শ. ( সং. ভ্ৰূৰ—ভ্ৰূ, চেলাউৰি ) চেলাউৰি, an eye-brow.

ভ্ৰূভঙ্গ, স. শ. ( সং. ভ্ৰূভঙ্গ – ভ্ৰূ, চেলাউৰি + ভঙ্গ, সঙ্কোচ ) কটাক্ষ, ঈষৎ-দৃষ্টি, চেলাউৰি বেঁকাকৈ কৰা দৰ্শন, a glance, a slight look.

ভ্ৰূক্ষেপ্, স. শ. ( সং. ভ্ৰূক্ষেপ—ভ্ৰূ, চেলাউৰি+ক্ষিপ্, নিক্ষেপ কৰ্ ) অলপ দৃষ্টি, ভ্ৰূভঙ্গ, a glance, a slight look.

ম, অসমীয়া বৰ্ণমালাৰ ব্যঞ্জনবিলাকৰ পঁচিশ সংখ্যাৰ আখৰ, the twenty-fifth consonant of the Assamese alphabet.

মই, ব্য. সৰ্ব্ব. ( সং. ময়া, মোত ; হিং. মৈ ; বং. মুই ) কোনো লোকৰ আপোনাক বুজোৱা মাত, I, myself.

মইন্, স. শ. কৌঁটকৰা, a kind of tree and its fruit.

মইনা, স. শ. ( হিং. মৈনা ; বং. ময়না, এবিধ চৰাই ) মানুহৰ মাত লোৱা এবিধ শালিকা জাতিৰ চৰাই, a kind of bird, the *maina*.

মইমত্, বি. ( অং. মই, ঐ+মত্, ইচ্ছা ) আপোনাৰ ইচ্ছাৰ দৰে চলা, লোকৰ কথা নুশুনা ; দাম্ভিক, self-willed, obstinate, proud.

মইমত্তালি, গু. শ. আপোনাৰ ইচ্ছাৰ দৰে চলা গুণ, লোকৰ পৰামৰ্শলৈ আওহেলা ; দম্ভ, obstinacy ; self-conceit.

মৰ্কটীয়া, স. শ. এবিধ সৰু বহুত ডাল থকা ভলুকা বাঁহ, a kind of bamboo.

মকৰ্, স. শ. ( সং. মকৰ—মা, ন + কৃ, কৰ্ ; সি মানুহৰ ভাল বা বেয়া নকৰে, এতেকে ) জলহস্তী, মগৰ, হাতীৰ নিচিনা শুঁড় আৰু মাছৰ নিচিনা গাৰে এবিধ সাগৰৰ জন্তু ; প্ৰায় তদ্ৰূপ, এতেকে ঘঁৰিয়াল ; দশম ৰাশি, a sea-elephant, a crocodile, the sign *Capricorn*.

মকৰ-কেতু, } মকৰ-ধ্বজ্, } স. শ. ( সং. মকৰকেতু, মকৰধ্বজ—মকৰ, মগৰ + কেতু, ধ্বজ, পতাকা ; যাৰ ধ্বজত মকৰৰ আকৃতি আছে ) কামদেৱ, মদন, one of the names of *Kama*, the Indian Cupid.

মকৰন্দ, স. শ. ( সং. মকৰন্দ— মকৰ, কামদেৱৰ পতাকাৰ চিন + দা, দান কৰ্ ; কামশক্তি দান কৰে বা বঢ়ায়, এতেকে ) ফুলৰ মৌ, flower honey.

মকৰা, স. শ. ( সং. মৰ্কট ; বং. মাকড় ; হিং. মকড়ী, এবিধ জন্তু ) এবিধ মুখৰ পৰা সূতা উলিয়াই জাল কৰা পোক, a spider.

মকৰা-জাল, স. শ. মকৰাই কৰা জাল, a spider's web, a cobweb.

মকৰ্-কুণ্ডল্, স. শ. ( অং. মকৰা, এবিধ ক্ষুদ্ৰ

জীৰ + সং. কুণ্ডল, কাণৰ অলঙ্কাৰ) এবিধ কাণৰ অলঙ্কাৰ, a kind of ear ornament.

মকৰ্দ্দমা, স. শ. "মোকৰ্দ্দমা" চোৱাঁ।

মকাল্, স. শ. এবিধ বাঁহ, a kind of bamboo.

মঁকুৰা, স. শ. ভেঁটৰ ঢোপ, ভেঁটগুটিৰ ভঁৰাল, a seed-vessel of the water-lily. বি. আধা-খুন্দা, মিহি নোহোৱা, half pounded, coarse (said of rice).

মক্মকনি, স. শ. (অং. মকমকা, অহঙ্কাৰ কৰ্) বৰ কথা, অহঙ্কাৰ কৰি কোৱা কথা, গগুপ, a boast, brag.

মক্মকা, অ. ধা. (অং. মক্মক্, গপ মাৰি কোৱা কথাৰ নিচিনা শব্দ) বৰ কথা মাত্, গগুপ মাৰ্, to boast or brag.

মখনা, স. শ. (সং. মৎকুণ; হিং. মখ্না, দাঁত নথকা হাতী) দাঁত নথকা বা নিচেই চুটি দাঁতেৰে এবিধ মতা হাতী, a kind of male elephant without tusks.

মখা, স. শ. (সং. মক্ষ্, পূৰ্ণ কৰ্) সমূহ, গণ, জাক (প্ৰাণীত মাথোন খাটে); যেনে, মহ মখা, মানুহ মখা, a multitude, a herd.

মখ্মল্, স. শ. (যাং. মখ্মল) এবিধ কাপোৰ, velvet.

মগ্, স. শ. (সং. মঘ, আৰাকান দেশ) আৰাকান দেশৰ মানুহ, a native of Arracan.

মগ্, স. শ. সাধাৰণ জাতিৰ কুঁহিয়াৰ, a kind of sugarcane.

মঁগজু, স. শ. (যাং. মঘ্জ্; হিং. বং. মগজ্, মজ্জা) মজ্জা, হাড়ৰ ভিতৰত থকা ঘিউ, marrow.

মঁগজু, স. শ. (যাং. মঘ্জী, দাঁতি) কাপোৰ বা বহা কঠৰ দাঁতিত লগোৱা কাপোৰ বা ছাল, a piece of cloth or leather sewn on the edge of something, a hem.

মগধ্, স. শ. এখান দেশ, দক্ষিণ বেহাৰ, South Behar.

মগন্, বি. মগ্ন শব্দৰ অপভ্ৰংশ।

মগনিয়াৰ, স. শ. (অং. মাগন, ভিক্ষা কৰা) মাগি খাওঁতা, ভিক্ষুক, a beggar.

মগনীয়া, বি. মাগি খোৱা, ভিক্ষা কৰা; যেনে, মগনীয়া মানুহ; মাগি পোৱা; যেনে, মগনীয়া চাউল, supported by alms, obtained by begging.

মগৰ্, স. শ. (সং. মকৰ্, হিং. মগড়, ঘঁৰিয়াল) পকা ঘৰ আদিৰ ওপৰত দিয়া, ঘঁৰিয়ালৰ নহয়, কিন্তু হাতীৰ নিচিনা শুঁড় আৰু মাছৰ নিচিনা গাৰে এটা কাল্পনিক জন্তুৰ আকৃতি, the figure of an imaginary animal resembling a fish, and having a trunk like that of an elephant.

মগৰ্মূৰী, বি. মগৰৰ মূৰৰ আকৃতিযুক্ত, adorned with the figure-head of the above.

মঁগু, স. শ. (সং. মুদ্গ, হিং. মুঙ্গ্; বং. মুগ, এবিধ মাহ) এবিধ উত্তম মাহ, a kind of bean. (*Phaseolus mungo*). "মগুমাহ" এনেও হয়।

মগ্ন, বি. (সং. মগ্ন — মজ্জ্, পানীত বুৰ্) পানীত বুৰা, তল যোৱা; আপদত পৰা; যেনে, দুখত মগ্ন, বৰকৈ মন লগোৱা; যেনে, গীতত মগ্ন, plunged, sunk, overwhelmed, wholly absorbed in.

মঘা, স. শ. মাটিত লাগি থকা জোং, মাটিত খোঁচ খাই জোঙা ভাগ ওপৰ হৈ থকা থাগৰি বাঁহ আদি, a pointed piece of bamboo, &c., sticking to the ground with the pointed end raised up.

মঘা, স. শ. (সং. মঘা—মহ্, পূজা কৰ্) দহ সংখ্যাৰ নক্ষত্ৰ, the tenth lunar asterism.

মঘুৰা, বি. (সং. মাঘ, এটা মাহ) মাঘত হোৱা, মাঘৰ, relating to or born or produced in Magh. স. শ. মাঘত ওপজা মানুহৰ নাম, the name of a man born in Magh. (স্ত্ৰী) মাঘী।

মঘুৱা, স. শ. কলা ডিলৰ বোৱা বা ঢাকনী,

a spathe or calix of the spadix of the plantain tree.

মঙ্গল্‌, স. শ. ( সং. মঙ্গল—মগ্‌, গতি কৰ্‌ ) শুভ, কুশল, কল্যাণ; তৃতীয় গ্ৰহ; সপ্তাহৰ তৃতীয় দিন; শুভ আৰু অশুভ বুজিবৰ কাৰণ কৰা গণনা, prosperity, good fortune, the planet Mars, Tuesday, divination.

মঙ্গল চা, শুভাশুভৰ গণনা কৰ্‌, to calculate future events, to practice divination.

মঙ্গল্‌ মাৰ্‌, আগ ঠেঙ্গেৰে মাটি আঁচোৰ্‌; যেনে, মহটোৱে মঙ্গল মাৰিছে, to paw, to scrape with the fore-foot.

মঙ্গলীতি, স. শ. মঙ্গল চাওঁতা, শুভাশুভৰ গণনা কৰোঁতা, a diviner, one who practices divination.

মঙ্গলৱন্ত, } বি. ভাগ্যৱান, prosperous.
মঙ্গলৱান্‌, } ( স্ত্ৰী ) মঙ্গলৱতী।

মঙ্গলাচৰণ্‌, স. শ. ( সং. মঙ্গলাচৰণ—মঙ্গল, শুভ+আচৰণ, কৰণ ) শুভ হবৰ নিমিত্তে কৰা কাম, কোনো কাৰ্য্য সিদ্ধ হবৰ কাৰণ তাৰ আৰম্ভতে কৰা দেৱতাৰ স্তুতি, the act of invoking the blessing of the gods for the happy termination of an undertaking about to be commenced.

মঙ্গলবৰীয়া, বি. মঙ্গলবাৰে হোৱা বা জন্মা, born or produced on a Tuesday.

মঙ্গল্‌-পাঠি, স. শ. মগল আৰু পাঠানৰ ৰণৰ আৰ্হিৰে কৰা এটা খেল, বঙ্গালীত তাৰ নাম মগল-পাঠান, a kind of game played by two persons.

মঙ্গলবাৰ্‌, স. শ. মঙ্গল-গ্ৰহে ভোগ কৰা দিন, তৃতীয় বাৰ, Tuesday.

মঙ্গহ্‌, স. শ. ( সং. মাংস, গাৰ কোমল ভাগ ) জন্তুৰ হাড় ঢাকি থকা কোমল বস্তু; ফলৰ কোমল ভাগ, flesh, muscle, the pulp of a fruit

মঙ্গহাল্‌, বি. মঙ্গহযুক্ত, পুষ্ট, নোদোকা, fleshy, stout.

মঙ্গহু-গাঁঠি, স. শ. ( সং. মাংসগ্ৰন্থি, গাঁঠিৰ দৰে গোট খোৱা মঙ্গহ ) শৰীৰৰ কোনো কোনো ভাগত সৰু ঘিলা বা কড়িৰ নিচিনা আকৃতি ধৰা মঙ্গহ থোপা, তাৰ দ্বাৰা তেজৰ লগত মিহলি হৈ থকা অকামিলা ৰস পৃথক হয়, a gland.

মচ্‌, স. ধা. ( সং. মাৰ্জ্জন, বং. মোচন, মাজন ) মাজ্‌, মোহাৰি গুচা ( জলীয়া বস্তুত খাটে ); যেনে, চকুৰ পানী মচে, লিপ্‌; যেনে, ঘৰ মচে, to wipe, to rub, to plaster.

মচতো, ক্ৰি. বি. ( অং. মঁচ্‌, বীজ বা কঠীয়া +ও, যোজক অব্য. ) মঁচতো, গৰ্ভতো, এতেকে এই জগততো; যেনে, সি তেতিয়া মচতো নাছিল, even in the womb or germ, even in existence. "মচত" এনেও হয়।

মচন্‌, কৃদ. স. মচা বা মজা কাৰ্য্য, the act of wiping or rubbing.

মচলমান্‌, "মছলমান্‌" চোৱা। ( স্ত্ৰী ) মচলমাননী।

মচৰ্‌ মচকুটি, নানা বিধৰ দৰব, পাব পৰা সকলো বিধৰ দৰব; যেনে, মচৰ মচকুটি খালে, all available medicines.

মচলা, স. শ. ( যাং. মচালা, বাখৰ ) বাখৰ, দৰবত বা আঞ্জাত দিয়া সুগন্ধি গুটি, ছাল ইত্যাদি, a spice.

মচা, স. ধা. আনৰ দ্বাৰা মাৰ্জ্জন কৰা; লিপা, to cause to be wiped, rubbed or plastered.

মচাকঁচা, বি. ( অং. মচা, মাৰ্জ্জন কৰা+কঁচা, অনুক. ) সাঁৰি মচি পৰিষ্কাৰ কৰা, cleaned and plastered over.

মচিদ্‌, শ. শ. ( যাং. মচ্‌জিদ ) মছলমানৰ নাম-ঘৰ, a mosque.

মচুৰ্‌, স. শ. ( সং. মসূৰ, এবিধ মাহ ) এবিধ সৰু বঙ্গচীয়া মাহ, lentil.

মচোৰা, } স. শ. ( সং. মেচক, কলা
মচোৰা গোম, } +অং. গোম, বিষাল সাপ ) এবিধ কলা কেঁট নথকা বিষাল সাপ, a kind of black snake.

মচমচ্‌, অনুক. কেঁচা পাত আদি মোহাৰিলে

হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by green leaves, &c., when crushed.

মচ্মচনি, স. শ. কেঁচা পাত আদি মোহাৰোতে উঠা শব্দ, the sound produced by something crisp when crushed or broken.

মচ্মচা, অ. ধা. মচ্মচ্ শব্দ কৰ্, চনকা বস্তু ভগাৰ দৰে শব্দ কৰ্, to sound as green leaves when crushed.

মচ্মচীয়া, বি. মচ্মচ্ শব্দ কৰি ভগা, চনকা, brittle.

মচ্মচ্ কৰে, ক্রি. বি. মচ্মচ্ শব্দ কৰি, with short quick sounds.

মছন্দৰী, স. শ. ( সং. মৎস্যোদৰী, মাছৰ নিচিনা পেট বা গা-যুক্তা, মাছৰ জাকত থকা ডাঙৰ মাছৰ আকৃতিৰ এবিধ পিশাচী, a she-devil supposed to be like a large fish.

মছন্দৰী, স. শ. ( বং. মছন্দৰী, এবিধ গছ ) দুৰ্গন্ধ মাৰিবৰ কাৰণে গেলা মাছৰ আঞ্জাত দিয়া এবিধ শাকৰ নিচিনা গছ, a kind of shrub.

মছলমান্, স. শ. ( যাং. ) গবীয়া, কোৰাণৰ মতত প্ৰবৰ্ত্তা মানুহ, a Mussulman. ( স্ত্রী ) মছলমাননী।

মছলমানী, বি. মছলমান সম্বন্ধীয়, relating to Mussulmans.

মছুৱা, বি. ( অং. মাছ, মৎস্য ) মাছযুক্ত, মাছৰ সম্পৰ্কীয়, মাছৰ, relating to fish.

মজ্, স. শ. এবিধ গছ, a kind of tree.

মজ্, অ. ধা. ( সং. মজ্জ্, বুৰ্ ) মন মগ্ন বা মোহিত হ, বৰকৈ মন লগা ; যেনে, গীতত মজিছে, to be charmed, to be mentally absorbed, to be intent.

মজ্, অ. ধা. ( সং. মজ্জা, নিচেই ভিতৰৰ ভাগ ) ভিতৰলৈকে সিজ্, ভালকৈ সিদ্ধ হ, ৰসাল বস্তু ভিতৰলৈ সোমাই ভালৰূপে কোমল হ ; যেনে, ভাতবিলাক মজা নাই, আচাৰ মজিলেহে খাবলৈ ভাল হয়, to be thoroughly boiled or cooked, to be softened to the core.

মজলা, স. শ. ( সং. মজ্জা, ভিতৰৰ ভাগ ) এবিধ ভিতৰে কোঁপলা খাগৰি, এবিধ ভিতৰে টান কেকেৰীয়া কুঁহিয়াৰ, a kind of reed, a kind of hard sugarcane.

মজলীয়া, বি. ( অং. মাজ ; হি, মঝলা ; বং. মাঝাৰী, মধ্যম ) মধ্যম, বৰ ডাঙৰ বা সৰু নোহোৱা, middling.

মজা, স. শ. ( সং. মজ্জা, সাৰ ) কোনো বস্তুৰ ভিতৰৰ ভাগ, সাৰ ; শাহ, the core or inner part of anything, the kernel of fruit, &c.

মজা, স. ধা. ( অং. মাজ্, ঘঁহ্ ) আনৰ দ্বাৰা ঘঁহা কাৰ্য্য কৰা, to cause to be rubbed.

মজাঠি, স. শ. ( সং. মঞ্জিষ্ঠা, এবিধ লতা ) এবিধ ৰঙা বৰণীয়া লতা, তাৰ ৰসৰ দ্বাৰা বস্তু বোলোৱা যায়, the Indian madder.

মজাঠিবুলীয়া, বি. মজাঠিৰে বোলোৱা, মজাঠি বৰণীয়া, dyed with the Indian madder.

মজামজি, বি. ( অং. মাজ্, মধ্য ) মাজে মাজে হোৱা, অবিচ্ছেদ নোহোৱা ; যেনে, মজামজি বৰষুণ, occurring now and then, occasional.

মজামজিকৈ, ক্রি. বি. মাজে মাজে, কোনো কোনো সময়ত, now and then, occasionally.

মজাৰলি, স. শ. এবিধ ৰঙচুৱা পকৱা, তাৰ নেজৰ ফালে এডাল হুল থাকে তাৰে ফুটালে বৰকৈ বিষে ধৰে, a kind of venomous ant.

মজিন্দাৰ্, স. শ. ( যাং. মজুম্দাৰ, কাকতভঁৰালী ) ৰজাৰ আজ্ঞাৰে আন দেশৰ ৰজালৈ চিঠি লেখা আৰু বিদেশৰ পৰা অহা কাকত ৰজাক মাতি শুনোৱা এজন বিষয়া, তেওঁকে মজিন্দাৰ বৰুৱাও বোলা গৈছিল। গুৱাহটীয়া বৰ-ফুকনৰো তেনে এজনা বিষয়া আছিল, a secretary

of the Assam Raja and his Viceroy at Gauhati.

মজিয়া, স. শ. (অং. মাজ, মধ্য; বং. মেজিয়া, ঘৰৰ মাজৰ মাটি) ঘৰৰ মাজৰ মাটি; ঘাইকৈ ভাত খোৱা কোঁঠালীৰ মাটি, the floor of a room, especially that of a dining room.

মজ্জা, স. শ. (সং. মজ্জা—মস্জ্ + পানীত বুৰ্) সাৰ, মাজ ভাগ; হাড়ৰ মগজু, marrow, the innermost part of anything.

মজ্জাগত, বি. (সং. মজ্জাগত—মজ্জা, মগজু + গম্, গতি কৰ্) হাড়ৰ মগজুত সোমোৱা, হাড়ৰ মাজত থকা; যেনে, মজ্জাগত প্ৰাণ, centered in the marrow.

মঞ্চ, স. শ. (সং. মঞ্চ—মচ্, ওখ হ) চাং, কাঠ বা বাঁহেৰে সজা চাঙৰ নিচিনা আধাৰ, a platform, a scaffold.

মঞ্জৰ্, অ. ধা. (সং. মঞ্জৰী, গজালি) অঙ্কুৰিত হ, কুঁহিপাত ধৰ্, to sprout, to bud.

মঞ্জৰি, মঞ্জৰী, স. শ. (সং. মঞ্জৰি, মঞ্জৰী—মঞ্জু, সুন্দৰ) ফুলৰ বা ফলৰ ঠাৰি, গজালি, অঙ্কুৰ, a shoot.

মট্, অনুক. কোনো টান বস্তুত আঘাত পৰি হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by a blow on a hard body.

মটক্, স. শ. মোৱামৰীয়া, মৰাণ, অসম দেশৰ এজাতি হিন্দু-ধৰ্ম্ম লোৱা আদিবাসী মানুহ; সিহঁত লক্ষ্মীনাথ সিংহ আৰু গৌৰীনাথ সিংহ ৰজাৰ দিনত বিদ্ৰোহী হৈ নিষ্ঠুৰৰূপে অনেক মানুহক বধ কৰিলে, এতেকে মটক, মোৱামৰীয়া বা মৰাণ শব্দে বৰ নিষ্ঠুৰ মানুহক বুজায়, a race in Upper Assam, said to be very cruel, hence cruel.

মটৰ্, অনুক. কোনো বস্তু ছিগোঁতে বা ভাগোঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that of snapping or breaking.

মটৰ্, মটৰ্-মাহ্, স. শ. (হিং. বং. মটৰ, এবিধ মাহ) এবিধ বিদেশী মাহ, a pea.

মটৰাই, মটৰ্ কৰে, ক্ৰি. বি. মটৰ শব্দ কৰি, ঠনবাই; যেনে, হাড়-ডাল মটৰাই ভাগিল, with a quick sharp sound as of snapping.

মটহা, বি. (অং. মট্, অনুক.) কঠিন, কৰ্কশ, টান, লাৱণ্য নোহোৱা; যেনে, মটহা হাত, hard, ruff and stiff.

মটীয়া, বি. (অং. মাটি, মৃত্তিকা) মাটিযুক্ত, মাটিৰ নিচিনা, মাটি বৰণীয়া, mixed with earth, like earth, earth-coloured.

মট্মট্, অনুক. টান অথচ পাতল অৰ্থাৎ ডাঠ তুলাপাতৰ নিচিনা বস্তু মোকোটাওঁতে বা মোহাৰোঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by a hard or stiff body when bent or crumpled.

মট্মটনি, স. শ. ডাঠ তুলাপাতৰ নিচিনা বস্তু মোকোটোৱাত বা মোহৰাত হোৱা শব্দ; এতেকে আপোনাৰ বলৰ বা ক্ষমতাৰ কথা কৈ কৰা অহঙ্কাৰ, a crackling sound, boasting of one's strength or power.

মট্মটা, অ. ধা. মট্মট্ শব্দ কৰ্, ডাঠ তুলাপাতৰ নিচিনা বস্তু মোকোটোৱাৰ নিচিনা শব্দ কৰ্; আপোনাৰ বল বা ক্ষমতাৰ কথা কৈ গপ মাৰ্, to crackle, to boast of one's strength or power.

মট্মটীয়া, বি. মোকোটাওঁতে মট্মট্ শব্দ কৰা, ডাঠ, making a crackling sound, strong, crisp.

মট্মট্ কৰে, ক্ৰি. বি. মটমট শব্দ কৰি, with a crackling sound.

মঠ্, স. শ. (সং. মঠ—মঠ্, ৱাস কৰ্) দল, দেৱালয়, দেৱতাৰ পকি ঘৰ, a temple, a pagoda.

মঠ্, স. শ. (সং. মটস্ফুটি, অহঙ্কাৰ প্ৰকাশ) গপ, ঠেহ, থং কৰি কোনো কাৰ্য্য কৰিবলৈ কৰা অস্বীকাৰ; যেনে, লৰাই ভাত খোৱাত মঠ ধৰে, sulkiness, pettishness, obstinate, refusal, to do a thing out of anger.

মঠ্ ধৰ্, মঠ্ জোৰ্, মঠ্ পাত্, ঠেঁহ পাত্, থং কৰি কোনো কাৰ্য্য কৰিবলৈ অস্বীকাৰ কৰ্, to be pettish, to refuse to do a thing out of anger.

মঠঙ্গা, বি. (হিং. বং. মোটা, ডাঙ্গৰ) ডাঙ্গৰ আৰু কঠিন, stout and rough, coarse.

মঠঙ্গাশালি, স. শ. (অং. মঠঙ্গা, ঐ+শালি, এবিধ ধান) মঠা চাউল হোৱা এবিধ ধান, a kind of paddy producing coarse rice.

মঠা, বি. (হিং. বং. মোটা, ডাঙ্গৰ) শকত আৰু কৰ্কশ্ (চাউলত ম্যাথোন খাটে), coarse (said of rice).

মঠা ডাং, স. শ. (অং. মঠা, ঐ + ডাঙ্গৰ, শকত) এবিধ মঠা চাউল হোৱা ধান, a kind of paddy producing coarse rice.

মঠাল্, স. ধা. ভালৰূপে মিহি কৰাৰ আগেয়ে ওপৰৰ অসমান ভাগ চাঁচি সমান কৰ্; যেনে, বাঢ়ৈয়ে কাঠ মঠালি লৈ পাচে মিহিকৈ চাঁচে; মৰিয়াই ভাঙ্গি গুড়ি কৰ (দলিত খাটে); যেনে, চহোৱা মাটিৰ দলিবোৰ মঠালিছে, to make even by cutting off the outer surface before planing or smoothing, to break as clods.

মঠীয়া, স. শ. (অং. মটীয়া, মাটিৰ্) ডাঙ্গৰ ডেগ, ডিঙ্গি চুটি পেট বহল মাটিৰ পাত্ৰ, a large earthen jar.

মড়ল্, স. শ. (সং. মণ্ডল, গোলাকাৰ্) বিয়াত পানী তোলা ঘট থবৰ কাৰণে বিবিধ বৰণীয়া গুড়িৰে সজা চক্ৰ; চন্দ্ৰ সূৰ্য্যৰ চাৰিও ফালে ওলোৱা ৰশ্মিৰ গোলাকৃতি, a circular diagram marked on the earth upon which is placed the water pot in the bathing ceremony at a marriage, a halo round the sun or moon.

মড়লী, স. শ. (সং. মণ্ডলী, এবিধ ডাঙ্গৰ সাপ) গাত ঘূৰণীয়া ফুল থকা এবিধ বিষাল সাপ, a kind of poisonous snake.

মণি, স. শ. (সং. মণি—মন্, শব্দ কৰ্) ৰত্ন, বাখৰ, মুকুতা; এতেকে (অসমীয়াত) সোণ, পোৱাল, ৰূপ ইত্যাদিৰে কৰা ডিঙ্গিৰ অলঙ্কাৰ; যেনে, সোণৰ মণি, পোৱাল-মণি; কোস্তুমণি; চকুৰ পুতলী, a gem, a jewel, a precious stone, a pearl, a bead or a string of beads, the pupil of the eye.

মণিকৰ্ণিকা, স. শ. (সং. মণিকৰ্ণিকা—মণি, ৰত্ন + কৰ্ণ, কাণ) কাশীত গঙ্গাৰ এটা ডুবি, তাত দেবীৰ কাণৰ ৰত্ন খহি পৰিছিল, এতেকে সি বৰ পবিত্ৰ, a holy bathing place in the Ganges at Benares.

মণিকূট্, স. শ. (সং. মণি, ৰত্ন+কূট, ঘৰ) নাম-ঘৰৰ এমূৰত লগাই সজা মূৰ্ত্তি, ভাগৱত আৰু আন পবিত্ৰ বস্তু থোৱা সৰু ঘৰ, a vestry, a room attached to a Hindu chapel, in which the idol and other sacred things are kept.

মণিছাল্, স. শ. (অং. মণি, ডিঙ্গিৰ অলঙ্কাৰ +ছাল, বাকলি) হাইঠা গুটিৰ ছাল, তাৰে তিৰোতাৰ কোত-মণি ধোৱা যায়, এতেকে সেই নাম, the rind of soap-nut.

মণি-জৰী, স. শ. (অং. মণি, ঐ+জৰী, বটিয়া) মণি-সিয়া বটিয়া, a string for beads.

মণিপুৰীয়া, বি. মণিপুৰত হোৱা বা থকা, born or produced in Manipur. স. শ. মণিপুৰৰ মানুহ, a Manipuri.

মণি-মালা, স. শ. (সং. মণিমালা—মণি, ৰত্ন+মালা, জৰীৰে গঁথা ফুল) জৰীৰে গাঁথি ফুলৰ মালাৰ দৰে পিন্ধা ৰত্নৰ সমূহ, মালা-মণি, ওলমা মণি, a necklace.

মণিৰাজ্, স. শ. (সং. মণি, ৰত্ন+ৰাজন্, ৰজা) এবিধ ফুল (ফুলস্বৰূপ ৰত্নৰ প্ৰধান), a kind of flower.

মণ্ড, স. শ. (সং. মণ্ড—মড়্, শোভিত কৰ্) ভাত নাইবা সিজোৱা চিৰা বা আথৈ খচি কৰা ৰস, rice gruel.

মণ্ডপ্, স. শ. (সং. মণ্ডপ—মণ্ড, অলঙ্কাৰ +পা, ৰক্ষা কৰ; মালা আদিৰে শোভিত

কৰা যায়, এতেকে) দেৱতাৰ ঘৰ, দেৱালয়, a temple.

মণ্ডল্, স. শ. ( সং. মণ্ডল—মড্, শোভিত হ ) চক্ৰ, গোলাকৃতি ; যেনে, ভূমণ্ডল ; চন্দ্ৰ আৰু সূৰ্য্যাৰ চাৰিও ফালে থকা ৰশ্মিৰ বেৰ ; যেনে, চন্দ্ৰ-মণ্ডল ; কোনো ধৰ্ম্ম কাৰ্য্যাৰ নিমিত্তে অনেক বৰণীয়া গুড়িৰে সজা চক্ৰ, মড়ল ; কোনো এজন বিশেষ কাৰ্য্যকাৰকৰ অধীন এক খণ্ড দেশ, একে লগে থকা সাতোটা তৰাৰ থূপ, a circle, an orb, the disk of the sun or moon, a mystical diagram, a division of a country under a particular officer, the *Pleiades*.

মণ্ডল্, স. শ. ( সং. মণ্ডলী, দেশৰ কোনো এভাগৰ অধিকাৰ ; বং. মণ্ডল, গাঁৱৰ ঘাই বিষয়া ) মৌজাদাৰৰ তলে মৌজাৰ কোনো এভাগৰ ৰাজহৰ কাম কৰা বিষয়া, an officer subordinate to a Mouzadar and in fiscal charge of a part of a Mouza.

মণ্ডলাকাৰ্, } বি. ( সং. মণ্ডল, চক্ৰ + মণ্ডলাকৃতি, } আকাৰ, আকৃতি, গঢ় ) গোলাকাৰ, ঘূৰণীয়া, round, circular.

মণ্ডলী, স. শ. ঘূৰণীয়া হৈ বহা মানুহৰ সমূহ ; এতেকে সভা, সমাজ ; মেল ; কোনো এক বিশেষ ধৰ্ম্মাৱলম্বীবিলাকৰ সমূহ, ধৰ্ম্ম-সমাজ ; যেনে, খ্ৰীষ্টীয়ান-মণ্ডলী, an assembly, a meeting, the body of the believers in a particular religion, a church.

মণ্ডা, স. শ. ( সং. মণ্ডল ; বং. মণ্ডা, এবিধ মিষ্ট খাদ্য ) চেনি আৰু ছানাৰে কৰা এবিধ মিঠৈ, সন্দেশ, a kind of sweetmeat made of curd and sugar.

মণ্ডিত্, কৃদ. বি. ( সং. মণ্ডিত—মড, ভূষিত কৰ্ ) ভূষিত, ধুন লগোৱা, adorned, decorated.

মণ্ডূক্, স. শ. (সং. মণ্ডূক—মড়, ধুন লগা ) ভেকোলা, বেং, a frog.

মত্, স. শ. ( সং. মত—মন্, ইচ্ছা কৰ্ ) মন, বাঞ্ছা, অভিপ্ৰায় ; যেনে, মন্ত্ৰীয়ে ৰজাৰ মত বুজি কাম কৰে ; ব্যৱস্থা, বিধি, বিধান, উপদেশ ; যেনে, হিন্দুশাস্ত্ৰৰ মত ; কোনো এক বিশেষ লোকে স্থাপিত কৰা ধৰ্ম্মৰ বা সমাজৰ সম্পৰ্কে আচৰণৰ নিয়ম, পথ ; যেনে, শঙ্কৰাচাৰ্য্যাৰ মত, mind, intention, purpose, opinion, doctrine, tenet.

মতগুা, স. শ. ( সং. মন্ত্ৰণা, গোপনে কৰা আলচ ) লোকৰ মন্দ কৰিবলৈ গোপনে কৰা আলচ, বেয়া কামৰ নিমিত্তে কৰা মন্ত্ৰণা, কুপৰামৰ্শ, a secret counsel for mischief, bad advice. (চহা)।

মত-ভেদ, স. শ. ( সং. মতভেদ—মত, অভিপ্ৰায় + ভেদ, বিভিন্নতা ) অভিপ্ৰায়ৰ বিভিন্নতা, মনৰ অমিল, difference of opinion.

মতৰী, বি. ( সং. মন্ত্ৰ, মানুহ বা দেৱতাক বশ কৰিবলৈ বিশেষৰূপে উচ্চাৰিত শব্দ-সমূহ ) পুৰুষক বশ কৰিবলৈ মন্ত্ৰ বা ঔষধ ব্যৱহাৰ কৰা (স্ত্ৰী) ; এতেকে দুষ্টা ; যেনে, মতৰী তিৰোতা, wicked, unchaste (said of a woman).

মতলীয়া, বি. ( সং. মত্ত, হিং. মতোৱালা ; বং. মাতাল, ৰাগীৰ দ্বাৰা উন্মত্ত ) ৰাগী লগা বস্তু খাই হোৱা বলিয়া, drunk, intoxicated.

মতা, স. শ. ( যাং. মৰ্দ্দ, বং. মৰ্দ্দা, পুৰুষ ) পুৰুষ ( জন্তু আৰু মানুহ ), male.

ম'তা, } স. শ. ( যাং. মহ্তাব—থাৱৰ মহ্তা, } বাজী ) য'থাৰ গন্ধকাদি মিলাই কৰা জুই লগালে নীল বা ৰঙা দীপ্তি দিয়া এবিধ বস্তু, a kind of firework giving a blue or red light.

মতা, স. ধা. ( অং. মাতৃ, পঢ়, নিমন্ত্ৰণ কৰ্ ) আনৰ দ্বাৰা কথা কোৱা বা পাঠ কৰা ; নিমন্ত্ৰণ কৰা, to cause to be read or recited, to cause to speak.

মতান্তৰ্, স. শ. ( সং. মতান্তৰ—মত, অভিপ্ৰায় + অন্তৰ, পৃথক ) মতৰ ভেদ, বিধানৰ

অমিল ; যেনে, দুই পণ্ডিতৰ মতান্তৰ হৈছে ; আন এক মত বা বিধান ; যেনে, এই বিষয়ত মতান্তৰ আছে, difference of opinion, a different opinion.

মতাৱলম্বী, বি. ( সং. মতাৱলম্বিন্—মত, উপদেশ + অৱলম্বিন্, আশ্রয় কৰা ;—অৱ-লম্ব + ইন্ ) কোনো এক মত অনুসাৰে চলা ; যেনে, হিন্দু-মতাৱলম্বী, following a particular doctrine or tenet. স. শ. কোনো এক বিধান বা পথত চলা লোক ; যেনে, ব্ৰাহ্ম-মতাৱলম্বীবিলাকে, a follower of ditto.

মতি, স. শ. ( সং. মতি—মন্, বাঞ্ছা কৰ্ ) মন, বুদ্ধি ; আশয়, মনৰ গতি ; যেনে, সেই লৰাৰ মতিটি ভাল, mind, intellect, inclination, mental disposition.

মতিচ্ছন্ন, বি. ( সং. মতিচ্ছন্ন—মতি, বুদ্ধি + ছন্ন, নষ্ট ) নষ্টবুদ্ধি, জ্ঞানহীন, হতবুদ্ধি ; যেনে, মতিচ্ছন্ন হোৱা মানুহ বলিয়া, of deranged intellect. স. শ. বুদ্ধিৰ নাশ বা বিকাৰ ; যেনে, তাৰ মতিচ্ছন্ন হৈছে, loss of intellect, disturbance of understanding.

মতি-ভ্ৰম, স. শ. ( সং. মতিভ্ৰম—মতি, মন + ভ্ৰম, ভুল ) বুদ্ধিৰ ভ্ৰম, বুজাত হোৱা ভুল, an error, a mistake, misapprehension.

মতিমান্, বি. ( সং. মতিমান্—মতি, বুদ্ধি + মৎ, যুক্ত ) বুদ্ধিযুক্ত, বুধিয়ক, জ্ঞানী, intelligent, sensible. স. শ. বুদ্ধিমন্ত লোক, a sensible man.

মতি-হীন, বি. ( সং. মতিহীন—মতি, বুদ্ধি + হীন, নথকা ) বুদ্ধিহীন, অজ্ঞানী, stupid, ignorant.

মতুল্, বি. লোণ তেল টেঙা আদি কম বেচ নোহোৱাত খাবলৈ ভাল লগা ( আঙ্গাত খাটে ), toothsome, palatable. ( বৰ চলিত নহয় ) ।

মতে, আনু. অ. ( সং. মত, বিধান, বিধি ) বিধান অনুসাৰে ; যেনে, শাস্ত্ৰৰ মতে, দৰে, প্ৰকাৰে ; যেনে, ভাল মতে, according to the tenet or doctrine of, agreeably.

মতোৱাল্, বি. "মতলীয়া" চোৱাঁ ।

মত্ত-গজ্, বি. ( সং. মত্তগজ, বলিয়া হাতী ) ডাঙৰ, শকত, বলী ( পুৰুষত খাটে ) ; যেনে, মত্তগজ মুনিহ, strong and stout (said of a man).

মত্তগৰ্ব্ব, স. শ. ( সং. মদগৰ্ব্ব, অহঙ্কাৰ ) অহঙ্কাৰ ; মইমতালি, pride, selfconceit.

মত্তগৰ্ব্বী, বি. অহঙ্কাৰী, মইমত, আপোনাৰ ইচ্ছাৰ দৰে চলা, proud, self-conceited.

মত্ত, বি. ( সং. মত্ত—মদ্, বলিয়া হ ) বলিয়া, ৰাগীয়াল বস্তুৰ, আনন্দৰ বা খঙৰ দ্বাৰা জ্ঞানহীন হোৱা ; যেনে, ভাং খাই মত্ত, আনন্দত মত্ত, খঙত মত্ত, intoxicated by drugs or with pleasure or rage, mad.

মত্ততা, গু. শ. মত্ত হোৱা অৱস্থা, বলিয়ালি, intoxication, madness.

মৎস্য, স. শ. ( সং. মৎস্য—মদ্, সন্তুষ্ট হ ) মাছ, a fish in general.

মৎস্যাৱতাৰ্, স. শ. ( সং. মৎস্যাৱতাৰ—মৎস্য, ঐ + অৱতাৰ, শৰীৰ গ্ৰহণ ) বিষ্ণুৰ প্ৰথম অৱতাৰ, প্ৰলয়ৰ জলত নষ্ট হোৱা বেদ উদ্ধাৰিবৰ কাৰণে বিষ্ণুৱে লোৱা আধা মাছ আধা মনুষ্যৰ আকৃতি, one of the incarnations of Vishnu, which was partly fish and partly man.

মৎস্যাশী, বি. ( সং. মৎস্যাশিন্—মৎস্য, মাছ + অশ্, খা + ইন্ ) মাছ খোৱা, fish eating.

মথ্, স. ধা. ( সং. মথ্, ঘোঁট্ ) ঘোঁট্, মাৰি ঘূৰাই পিহ বা বৰকৈ লৰা ; যেনে, গাখীৰ মথি মাখন কৰে, to churn, to agitate violently.

মথন্, কৃদ. স. ( সং. মথন—মথ্, ঘোঁট্, বধ কৰ্ ) মথা বা ঘোঁটা কাৰ্য্য ; বধ কৰোঁতা ; যেনে, মুৰ-মথন, the act of churning, a killer.

মথনী, স. শ. ( সং. মথ, ঘোঁটু ) ঘোঁটনী, মাখন কৰিবলৈ গাখীৰ ঘোঁটা মাৰি, a churning-stick.

মথৰি, স. শ. (সং. মস্তক, বং. মাথা+উৰ্, পিন্ধ) পাগুৰিৰ দৰে মূৰত মেৰোৱা কাপোৰ, a cloth wrapped round the head.

মথাউৰি, } মথাৰি, } স. শ. ( অং. মথৰি, ঐ ; নৈৰ পাগুৰি নিচিনা, এতেকে ) বাঢ়নী পানী ভেঁটিবৰ কাৰণ নৈৰ দাঁতিত বন্ধা ওখ আলি, an embankment, along the edge of a river, a dike.

মথিত্, কৃদ. বি. ( সং. মথিত—মথ, ঘোঁটু ) মথা, ঘোঁটা, stirred, churned.

মথুৰা, স. শ. আগ্ৰাত থকা এক নগৰ, তাত কৃষ্ণৰ জন্ম হৈছিল, এতেকে সি এক তীৰ্থ, a town in the North-West Provinces celebrated as the birthplace of Krishna and consequently as a Hindu shrine.

মদ্, স. শ. ( সং. মদ – মদ্, বলীয়া হ ) মদ্য, সুৰা, ফটিকা ; বলিয়া হাতীৰ কাণসতাৰ বিষ্কাই দি ওলোৱা এবিধ সুগন্ধ ৰস, হাতী-হিমেজু, অহঙ্কাৰ, গৰ্ব্ব, wine, spirituous liquor, the juice flowing from an elephant's temples when the animal is *mast*, pride.

মদন্, স. শ. ( সং. মদন—মদ্, বলিয়া কৰ্ ) কামদেৱ; তিৰোতাৰে সহবাসৰ ইচ্ছা, lust.

মদন-কেলি, } মদন-ক্ৰীড়া, } স. শ. (সং. মদনকেলি, মদন-ক্ৰীড়া—মদন, কাম+কেলি, ক্ৰীড়া বা ধেমালি ) শৃঙ্গাৰ, স্ত্ৰীপুৰুষৰে পৰস্পৰে কৰা চুম্বন আলিঙ্গন আদি, মতা তিৰোতাৰ প্ৰেমালাপ, sexual intercourse, dalliance.

মদনা, স. শ. ( হিং. মদ্না, ভাটৌ ) এবিধ ভাল ভাটৌ, a kind of parrot.

মদন্পীড়া, স. শ. ( সং. মদনপীড়া—মদন, কামদেৱ+পীড়া, দুখ ) কামপীড়া, কাম-দেৱে জন্মোৱা পীড়া, তিৰোতা- মতাৰ সহবাসৰ ইচ্ছা প্ৰবল হৈ হোৱা দুখ, the pangs of lust.

মদপী, বি. ( সং. মদ্যপীত, মদ পান কৰা ) ফটিকা খোৱা, মদত ৰত, মদাহী, addicted to spirituous liquors. স. শ. মদ খোৱা লোক ; মদত বৰকৈ ৰত লোক, one addicted to spirituous liquors, a drunkard.

মদ-মত্ত, বি. ( সং. মদমত্ত—মদ, সুৰা, অহঙ্কাৰ, হাতী-হিমেজু + মত্ত, বলিয়া ) মদ খাই হোৱা বলিয়া ; অহঙ্কাৰেৰে মত্ত ; মদ-বাৰি স্ৰবি বলিয়া হোৱা, বলিয়া তিওৱা; যেনে, মদমত্ত হস্তী, drunk, very proud, *mast* as an elephant.

মদকুৱা, বি. ( অং. মদাৰ, এবিধ গছ ) মদাৰ কাঠৰ দৰে কোমল, অকাঠী, সাৰ নথকা, soft (said of wood).

মদলিয়া, অ. ধা. ঘৰৰ চালৰ মুখত খেৰ বান্ধ, দবাপৰালি বান্ধ।

মদবাৰি, স. শ. ( সং. মদবাৰি—মদ, হাতী-হিমেজু+বাৰি, পানী ) বলিয়া তিওৱা, হাতীৰ কাণ-সঁতাৰ পৰা ওলোৱা ৰস, হাতী-হিমেজু, the juice flowing from the temples of an elephant when *mast*.

মদাতঙ্ক, স. শ. ( সং. মদাতঙ্ক—মদ, ফটিকাৰ ৰাগী + আতঙ্ক, ভয় ) অধিককৈ মদ খোৱাৰ পৰা হোৱা এবিধ ৰোগ, তাৰ দ্বাৰা মানুহৰ জ্ঞানৰ বিকৃতি হৈ সকলো-লৈকে ভয় আৰু বন্ধু লোকো শত্ৰু যেন বোধ হয়, *delirium tremens*.

মদাৰ্, স. শ. ( সং. মন্দাৰ ; হিং. মদাৰ ; বং. মাদাৰ, এবিধ গছ ) এবিধ ৰঙা ফুল ধৰা কাঁইটীয়া গছ ; তাৰ বগা ফুল ধৰা এজাতিও আছে, তাক বগা মদাৰ বোলা যায়, the coral tree, *Erythrina indica* (Gamble).

মদান্ধ, বি. (সং. মদান্ধ—মদ, অহঙ্কাৰ+অন্ধ, কণা ) অহঙ্কাৰৰ দ্বাৰা কণা, মদ-মত্ত, blind with pride.

মদাহী, বি. ( সং. মদ্যাশী, মদ খোৱা ) মদপী, মদত ৰত, সুৰাপায়ী, addicted to spirituous liquors. স. শ. অতিশয়-

ৰূপে মদত ৰত লোক, মদপী লোক (স্ত্রীং, পুং), one addicted to spirituous liquors, a drunkard.

মদিৰা, স. শ. (সং. মদিৰা—মদ্, উল্লাসিত হ) সুৰা, মদ; ফটিকা, wine, spirituous liquor.

মদোন্মত্ত, বি. (সং. মদোন্মত্ত—মদ, সুৰা, অহঙ্কাৰ + উন্মত্ত, বলিয়া) মদ খাই হোৱা বলিয়া; অহঙ্কাৰৰ দ্বাৰা অজ্ঞান, মদমত্ত, drunk, arrogant.

মদ্গুৰ, স. শ. (সং. মদ্গুৰ—মদ্, আনন্দিত কৰ্) মাগুৰ মাছ, the *sheat* fish or Siluroid. *Silurus glanis.*

মদ্য, স. শ, (সং. মদ্য—মদ্, বলিয়া কৰ্) সুৰা, মদ, ফটিকা, wine, spirituous liquor.

মদ্যপায়ী, স. শ. (সং. মদ্যপায়িন্—মদ্য, মদ + পায়িন্, পিয়া) মদাহী, মদপী, a man addicted to spirituous liquors. (স্ত্রী) মদ্যপায়িনী।

মধা, স. শ. ডাঙ্গৰ আটি, মুঠা, পোলা; যেনে, খৰিৰ মধা, a large bundle of reed, &c.

মধু, স. শ. (সং. মধু—মন্, আদৰ কৰ্) মৌ; ফুলৰ মিষ্ট ৰস; মিঠা সুৰা, ফুলৰ মৌ বা দ্রাক্ষাৰ ৰসৰ পৰা কৰা মদ; এতেকে ফটিকা, honey, flower honey, wine, spirit.

মধু-কৰ্, স. শ. (সং. মধুকৰ—মধু, মৌ + কৃ, কৰ্) মৌ মাখি, ভোমোৰা, a bee, a humble bee.

মধু-কোষ, স. শ. (সং. মধুকোষ—মধু, মৌ + কোষ, ভঁড়াল) মৌ-কোঁহ, বহ ঘৰা, মৌৰ বাহৰ মৌ থকা ভাগ, honeycomb.

মধুনা, স. শ. (সং. মধ্য, মাজ) থোক মেলা কলা গছৰ মাজৰ ডিলা বা সাৰ, the heart of a plantain tree.

মধুপৰ্ক, স. শ. (সং. মধুপৰ্ক—মধু, মিঠা + পৃচ্, ছটিয়া) দেৱতাক বা আদৰণীয় লোক ঘৰলৈ আহিলে ভাগৰ পলুৱাৰ নিমিত্তে তেওঁক পাণ কৰিবলৈ দিয়া খিউ, মৌ আৰু দৈ-গাখীৰ, a refreshing draught consisting of curd, ghee and honey offered to a god or a respectable guest on his arrival.

মধুপুৰ্, } স. শ. মথুৰা নগৰ, a name of
মধুপুৰী, } Mattra.

মধুপুৰীয়া, বি. (মধুপুৰ, কোঁচবেহাৰত শঙ্কৰ দেৱে স্থাপিত কৰা এক সত্র) মধুপুৰ সত্রৰ ধৰ্ম্মত প্রবৰ্ত্তা, মহাপুৰুষীয়া, following the *Mahapurusia* sect. স. শ. মহাপুৰুষীয়া ধৰ্ম্মত চলোঁতা, a following of ditto.

মধুফল্, স. শ. (সং. মধু, মিঠা + ফল, গছৰ গুটি) অমৃতা, fruit of the *papaya* tree.

মধুময়্, বি. (সং. মধুময়—মধু, মৌ + ময়, তুল্য) মৌৰ নিচিনা, বৰ সোৱাদ; সন্তোষ দিয়া, sweet, agreeable.

মধুৰ্, বি. (সং. মধুৰ—মধু, মৌ) মৌৰ নিচিনা, সোৱাদ, মিঠা; সন্তোষ-লগোৱা, sweet, agreeable, pleasant.

মধুৰতা, গু. শ. মধুৰ গুণ, sweetness.

মধুৰিপু, স. শ. (সং. মধুৰিপু—মধু, এটা দৈত্য + ৰিপু, শত্রু, মধুক বধিলে, এতেকে) মধুসূদন, বিষ্ণু, a name of *Vishnu.*

মধুৰি-আম্, স. শ. (সং. মধুৰ, সোৱাদ + অং. আম, এবিধ ফল) এবিধ ফল, সঁফুৰি আম, the guava tree and its fruit.

মধু-সূদন্, স. শ. (সং. মধুসূদন—মধু, এটা দৈত্য + সূদন, নাশ কৰোঁতা) মধু দৈত্যক মাৰোঁতা, বিষ্ণু, *Vishnu.*

মধ্য, স. শ. (সং. মধ্য—মা, সৌন্দৰ্য্য + ধা, ধাৰণ কৰ্) মাজ, ভিতৰ; কঁকাল, middle, centre, the waist.

মধ্যবৰ্ত্তী, বি. (সং. মধ্যবৰ্ত্তিন্—মধ্য, মাজ + বৃত্, থাক্ + ইন্) মাজত থকা, মাজৰ, central.

মধ্যম্, বি. (সং.) মজলীয়া, বৰ ভাল নোহোৱা বেয়াও নোহোৱা; নিচেই ডাঙ্গৰ নোহোৱা, নিচেই সৰুও নোহোৱা; মাজৰ, middling, middle-born, central.

মধ্যস্থ, বি. ( সং. মধ্যস্থ—মধ্য, মাজ+স্থা, থাক্ ) মাজত থকা, মধ্যৱৰ্ত্তী, central. স. শ. দুই পক্ষৰ দন্দভঙ্গা মেলুৱাই, an arbitrator, a mediator.

মধ্যস্থতা, গু. শ. মাজত থকা অৱস্থা ; মধ্যস্থৰ কাৰ্য্য ; যেনে, এই বিবাদত মধ্যস্থতা কৰিব কোনে ? the state of being in the middle, mediatorship.

মধ্যস্থল্, স. শ. ( সং. মধ্যস্থল—মধ্য, মাজ + স্থল, ঠাই ) মাজ ঠাই, centre.

মধ্যাঙ্গপুষ্ট, বি. ( সং. মধ্যাঙ্গপুষ্ট—মধ্য, মাজ+অঙ্গ, গাৰ অংশ+পুষ্ট, শকত ) ডাঙ্গৰ কঁকালযুক্ত, having a thick waist. ( স্ত্ৰী ) মধ্যাঙ্গপুষ্টা।

মধ্যাহ্ন, স. শ. ( সং. মধ্যাহ্ন—মধ্য, মাজ+ অহন্, দিন ) দুপৰ, দিনৰ মাজ ভাগ, the noon.

মধ্যাহ্ন-সন্ধ্যা, স. শ. ( সং. মধ্যাহ্নসন্ধ্যা— মধ্যাহ্ন, ঐ+সন্ধ্যা, ৰাতি পুৱা, দুপৰীয়া, আৰু গধূলি কৰা উপাসনা ) দুপৰীয়া ব্ৰাহ্মণাদিয়ে কৰা দেৱতাৰ আৰাধনা, mid-day worship.

মন্, স. শ. ( সং. মনস্ ; মন্, বুজ্ ) মতি, চিত্ত, আশয়, বোধ, চৈধ্যটা ইন্দ্ৰিয়ৰ এটা, the mind.

মন্ কৰ্, মন দি, মনোযোগ কৰ্, মন লগা, to pay attention.

মন্ খা, মন লাগ্, মনোনীত হ, ভাল পা, to like, to choose.

মন্ যা, ইচ্ছা হ, পাবলৈ বাঞ্ছা কৰ্, to desire, to wish.

মন্ পা, মন বুজ, আশয় পা, to understand one's inner feelings.

মন্ পোৰ্, লোকৰ দুখত দুঃখিত হ ; যেনে, বন্ধুলৈ মন পোৰে, to sympathize.

মন বাঢ়্, কোনো বস্তু এবাৰ পাই আৰু অধিক পাবৰ ইচ্ছা হ ; যেনে, যেতেক বাঢ়য় ধন, তেতেক বাঢ়য় মন ; সাহ বাঢ়, to increase, as desire or courage.

মন্ মেল্, ইচ্ছা কৰ্, বাঞ্ছা কৰ্, to wish, to intend.

মন্, স. ধা. ( সং. মন্, বুজ্ ) তৰ্ক্, দেখ্, চকুৰে দেখি চিনিব বা বুজিব পাৰ্ ; যেনে, বুঢ়া মানুহে আখৰ নমনে, to discern.

মনন্, কৃদ. স. মনা বা দেখা কাৰ্য্য, দেখন, the act of discerning.

মনঃশিলা, স. শ. ( সং. মনঃশিলা—মনস্, মন+শিলা, শিল ) এবিধ ৰঙ্গচীয়া হাই তালৰ নিচিনা আকৰত হোৱা বস্তু, red arsenic.

মনসা, স. শ. ( সং. মনসা—মনস্, মন ; সকলোৰে মনৰ প্ৰিয়, এই ভাবত ) দুৰ্গাৰ এক ৰূপ, বিষহৰী, the goddess of snakes. "বিষহৰী" চোৱাঁ।

মনস্তত্ত্ব, স. শ. ( সং. মনস্তত্ত্ব—মনস্, মন + তত্ত্ব, সত্য ) মনৰ গুণ আৰু স্বভাৱ বুজোৱা বিদ্যা, mental philosophy.

মনস্থ, বি. ( সং. মনঃস্থ ; মনস্+স্থা ; মনত থকা) মনত থকা, মনেৰে ভবা, intended, desired. স. শ. স্থিৰ বাঞ্ছা বা ইচ্ছা, অভিপ্ৰায়, intention, desire, will, resolution.

মনা, স. ধা. ( অং. মান্, সম্ভ্ৰম কৰ্, বিশ্বাস কৰ্ ) লোকৰ দ্বাৰা সম্মান কৰা ; বিশ্বাস কৰা, to cause to be respected, to cause to believe.

মনাই, স. শ. ( অং. মন, চিত্ত ) মন, চিত্ত, অন্তঃকৰণ ( পদ্যত ) ; যেনে, "দিন যায়ৰে যায়, হৰিৰ পাৱে নভজিয়া কি কৰ মনাই," the mind.

মনা-কচু, স. শ. ( সং. মানক ; বং. মানকচু, এবিধ কচু ) এবিধ ডাঙ্গৰ জাতিৰ বৰকৈ খজুওৱা বনৰীয়া কচু, a kind of arum.

মনিচ্, স. শ. "মনুষ্য" শব্দৰ অপভ্ৰংশ।

মনিয়ৰি, স. শ. এবিধ চৰাই ; এবিধ ধান, শুৰাগ্মণি ধান, a kind of bird, a kind of paddy.

মনু, স. শ. ( সং. মন্, বুজিব পাৰ্ ) ব্ৰহ্মাৰ পুতেক আৰু মনুষ্যবিলাকৰ আদি পুৰুষ। শাস্ত্ৰৰ মতে মনু চৈধ্য জনা ; এই চৈধ্য জনাই অগা-পিচাকৈ জগতৰ অধিকাৰ

হয়। এতিয়া সপ্তম মনু বৈবস্বতে ৰাজত্ব কৰিছে, মনু নামেৰে যি এখান স্মৃতি-শাস্ত্র আছে, সি স্বায়ম্ভুৱ মনুৰ কৃত বুলি খ্যাত, a son of Brahma and progenitor of mankind, there were fourteen such Manus. (Dowson).

মনুষ্য, স. শ. (সং. মনুষ্য—মনু, মানুহৰ আদি পুৰুষ) মানুহ, man, mankind.

মনুষ্যত্ব, গু. শ. মনুষ্যৰ গুণ বা স্বভাৱ, humanity, manliness.

মনুষ্য-বৰ্গ, স. শ. (সং. মনুষ্যবৰ্গ—মনুষ্য, মানুহ+বৰ্গ, সমূহ) মানুহবিলাক, human beings, mankind.

মনুহৰ্, স. শ. (সং. মনোহৰ, মনক মোহা, উত্তম) এবিধ কলা, a kind of plantain.

মনে মনে, ক্রি. বি. (সং. মৌন, নীৰৱ + মৌন, আগৰটো শব্দৰ পুনৰুক্তি) মৌন হৈ, মমতাকৈ, কথা নোকোৱাকৈ; যেনে, মনে মনে থাক; গুপ্ত ভাৱে, প্ৰকাশ নকৰাকৈ; যেনে, মনে মনে চিঠি লিখিছে, quietly, without speaking, secretly.

মনে-মুখে, ক্রি. বি. মন আৰু বাৰে।

মনোগত্, কৃদ. বি. (সং. মনোগত—মনস্, মন+গত, গতি কৰা) মনত থকা, মনত উৎপন্ন হোৱা, মনৰ; যেনে, মনোগত ভাব, formed in the mind, internal.

মনোজ্ঞ, বি. (সং. মনোজ্ঞ—মনস্, মন+জ্ঞা, জান্) মনেৰে ভাল পোৱা, মনত সন্তোষ লগোৱা; যেনে, এই বস্তু মোৰ মনোজ্ঞ হৈছে; এতেকে সুন্দৰ, উত্তম; যেনে, মনোজ্ঞ বস্তু, agreeable, gratifying, satisfactory, handsome, good.

মনোনীত, কৃদ. বি. (সং. মনোনীত—মনস্, মন+নী, লৈ যা; মনলৈ যোৱা) বাছি লোৱা, ভাল বুলি গ্ৰহণ কৰা, chosen, selected.

মনোময়্, বি. (সং. মনোময়—মনস, মন+ময়, স্বৰূপ) ইচ্ছাৰ দৰে চলিব পৰা; স্বেচ্ছাধীন; যেনে, মনোময় গতি, unrestrained, independent.

মনোযোগ্, স. শ. (সং. মনোযোগ—মনস্, মন+যোগ, লগোৱা) কোনো বিষয়ত মনৰ সংযোগ, চেষ্টা, attention.

মনোৰথ, স. শ. (সং. মনোৰথ—মনস্, মন+ৰথ, এবিধ যান; ৰথৰ দৰে বেগাই চলে, এতেকে) বাঞ্ছা, ইচ্ছা, কামনা, wish, desire.

মনোৰম্, স. শ. (সং. মনোৰম—মনস্, মন + ৰম্, আনন্দিত কৰ্) মনত ৰং লগোৱা, এতেকে উত্তম, সুন্দৰ, মনোজ্ঞ, pleasing, agreeable, lovely, good.

মনোৱা, স. শ. (সং. মনস্, মন, মনে ভাল পোৱা) হেলচী, এবিধ পানীত হোৱা তিতা শাক, a kind of aquatic plant.

মনোহৰ্, বি. (সং. মনোহৰ—মনস্, মন +হৃ, হৰণ কৰ্) মনক হৰণ কৰা, মন মোহা, উত্তম, সুন্দৰ, মনোৰম, charming, pleasing, lovely, good.

মনোহাৰী, বি. (সং. মনোহাৰিন্—মনস্ +হৃ, হৰণ কৰ্+ইন্) মনক হৰণ কৰা, মন মোহা, সুন্দৰ, charming, lovely. (স্ত্রী) মনোহাৰিণী।

মন্-ডাঠ, বি. (অং. মন, চিত্ত+ডাঠ, দৃঢ়) দৃঢ়-মনা, স্থিৰ-মনা, স্থিৰ মনযুক্ত; সাহসী, নিৰ্ভয়, steady-minded, resolute, courageous.

মন্ত্ৰ, স. শ. (সং. মন্ত্ৰ—মন্ত্ৰ, আলচ কৰ্) দেৱতাক আৰাধনা বা প্ৰাৰ্থনা কৰা বচন বা শ্লোক; যেনে, ঋগ্বেদৰ মন্ত্ৰ; কোনো দেৱতাৰ নাম বা গুণ বুজোৱা এক বা অধিক শব্দ বা আখৰ; যেনে, নমো নাৰায়ণায়, ওঁ, হ্ৰীং ইত্যাদি; এতেকে কোনো দেৱতা, উপদেৱতা বা মানুহক বশ কৰা বাক্য; ৰোগ বা আন পীড়া ভাল কৰিবৰ কাৰণে ব্যৱহাৰ কৰা বাক্য; যেনে, "উড়ি গল শগুনী পৰি গল পাখি" ইত্যাদি, a hymn, a prayer in verse, one or more words or syllables implying the name or attributes of a particular deity, an incantation, a charm.

মন্ত্রণা, স. শ. (সং. মন্ত্রণা—মন্ত্র, আলচ্) গুপ্ত পৰামৰ্শ বা আলচ, a secret counsel.

মন্ত্রী, স. শ. (সং. মন্ত্রিন্—মন্ত্র + ইন্) পৰামৰ্শ দিওঁতা; ৰজাক ৰাজ্যশাসনৰ কথাত আলচ দিয়া বিষয়া; মন্ত্রণাত পাৰ্গত লোক, a counsellor, a royal minister.

মন্থন, কৃদ. স. (সং. মন্থন—মন্থ্, সঞ্চালন কৰ্) মথা বা ঘোঁটা কাৰ্য্য, the act of stirring or churning.

মন্দ, বি. (সং. মন্দ—মদ্, ধীৰ হ) বেগী নোহোৱা, লেহেম; যেনে, মন্দ গতি; নীচ, অধম, বেয়া, তীব্র উগ্র বা চোকা নোহোৱা; যেনে, অগ্নি মন্দ হলে আহাৰ জীণ নেযায়, slow, bad, vile, not keen, dull.

মন্দমতি, বি. (সং. মন্দমতি—মন্দ, বেয়া + মতি, বুদ্ধি) ভাল বুদ্ধি নথকা, নিৰ্ব্বোধ, stupid, dull.

মন্দৰ্, স. শ. মথনী পৰ্ব্বত, এটা পৰ্ব্বত যাৰ দ্বাৰা দেৱতা আৰু অসুৰবিলাকে সাগৰ মথি অনেক ৰত্ন বাহিৰ কৰিলে, a mountain with which the ocean is said to have been churned by the gods and demons.

মন্দাকিনী, স. শ. (সং. মন্দাকিনী—মন্দ, ধীৰে + অক্, গতি কৰ্) স্বৰ্গৰ গঙ্গা, গঙ্গা নদীৰ স্বৰ্গত থকা ভাগ, the Ganges of Heaven. (Dowson).

মন্দাগ্নি, স. শ. (সং. মন্দাগ্নি—মন্দ, নিস্তেজ + অগ্নি, আহাৰ জীণ নিয়া শক্তি) অপাক, অজীৰ্ণতা, আহাৰ জীণ নিয়া শক্তিৰ হ্রাস, indigestion.

মন্দাৰ্, স. শ. (সং. মন্দাৰ—মদ্, আনন্দিত কৰ্) স্বৰ্গৰ পাৰিজাত গছ; মদাৰ গছ, a tree in the garden of Indra, the coral tree. See মদাৰ।

মন্দিৰ্, স. শ. (সং. মন্দিৰ—মদ্, শয়ন কৰ্) ঘৰ; দেৱতাৰ ঘৰ, মঠ, a house, a temple.

মন্-পাতল্, বি. (অং. মন, হৃদয় + পাতল, দুৰ্ব্বল) ভাঠ মনযুক্ত নোহোৱা, অস্থিৰ-মনা; ভয়যুক্ত, irresolute, timid.

মন্-বঢ়া, বি. (অং. মন, ঐ + বঢ়া, বৃদ্ধি পোৱা) ডেওপৰা, অলপ কথাতে বিবাদ কৰা, কালৈও ভয় নকৰা, wayward, rash, quarrelsome.

মন্মথ, স. শ. (সং. মন্মথ—মন, চিত্ত + মথ্, সঞ্চালিত কৰ্) কামদেৱ, the god of love.

মন্-মৰা, বি. (অং. মন + মৰা, মৃত) নিৰানন্দ, বিমৰ্ষ, sad, cheerless.

মন্যু, স. শ. (সং. মন্যু—মন্, জ্ঞাত হ) অসন্তোষ, খং; অপমান, displeasure, anger, insult.

মন্বন্তৰ্, স. শ. (সং. মন্বন্তৰ—মনু, মনুষ্যৰ আদি পুৰুষ + অন্তৰ, মাজৰ কাল) এজনা মনুৱে ৰাজত্ব কৰা কাল, দেৱতাবিলাকৰ ৭১ যুগ অৰ্থাৎ মানুহৰ ৩০,৬৭,২০,০০০ বছৰ, the reign of a Manu or 306,720,000 years.

মম, স. শ. (ইজিপট. মোম; কাং. মোমি; হিং. বং. মোম, মৌশিটা) মৌশিটা, bee's wax.

মমত্ব, স. শ. "মমতা" শব্দৰ অপভ্রংশ।

মমতা, গু. শ. (সং. মমতা—মম, মোৰ, মোৰ এনে ভাব) স্নেহ, মৰম, দয়া, affection, compassion.

ম-ময়া, বি. (সং. মমতা, চেনেহ) চেনেহ পোৱা, মিল, ভালৰি; যেনে, ডাঙ্গৰীয়াৰ ম-ময়া খাটনিয়াৰ, favourite, esteemed, friendly.

মমবাত্তি, স. শ. (হিং. বং. মোম, মৌশিটা + বাতি, প্রদীপ) প্রদীপ জ্বালিবলৈ যুগুত কৰা মৌশিটা; মৌশিটাৰে লগোৱা চাকি, a wax candle.

ময়ূৰ্, স. শ. (সং. ময়ূৰ—মহী, পৃথিৱী + ৰু, শব্দ কৰ্) মতা মৈৰা চৰাই, a peacock. (স্ত্রী) ময়ূৰী।

মৰ্, অ. ধা. (সং. মৃ, হিং. মৰণা, প্রাণ এৰ্) প্রাণ এৰ্, হত হ; শুকাই যা (গছ আদি), নাশ পা, লোপ পা; অস্ত

হ; বাট বন্ধ হ; যেনে, বিদ্ধা মৰিল, to die, to cease to exist, to end, to be shut or closed.

মৰ্ ভাও জোৰ্, মৰাৰ দৰে পৰি থাক্, to feign death, to lie as if dead.

মৰং, স. শ. (আহ.) শৌচৰ ঘৰ, a privy.

মৰং-চোৱা, স. শ. (মৰং, ঐ + চোৱা, চাওঁতা) বিষ্ঠা গুচাওঁতা, মেতৰ, a *mehtar*.

মৰক, স. শ. (সং. মৰক—মৃ, মৰ্) মাউৰ, অনেক জীৱৰ প্ৰাণ হানি কৰা ৰোগ, an epidemic, a pestilential disease.

মৰকত্, স. শ. (সং. মৰকত—মৰক, ঐ + তৃ, উদ্ধাৰ কৰ্; সি গাত থাকিলে সাজ্যাতিক ৰোগে নধৰে, এই অৰ্থত) পানা, এবিধ সেউজীয়া বাখৰ, an emerald.

মৰকীয়া, বি. (সং. মৰক, মাউৰ) মাউৰ সম্বন্ধীয়, মাউৰৰ, epidemical.

মৰকীয়া, বি. (অং. মৰগ, দুষ্প্ৰাপ্য; হাল গৰু তাৰ নিমিত্তে মৰগ, এতেকে) হাল গৰুৰ গৰাকীক দুদিন হাল বাই দি আপোন পথাৰত এদিন হাল বোৱা; যেনে, মৰকীয়া হালোৱা, ploughing the field of another for the use of the cattle and plough for one day. স. শ. সেইৰূপে হাল বাওঁতা; যেনে, মৰকীয়াই কৰা খেতি, one who ploughs as above.

মৰগ্, বি. (সং. মহাৰ্ঘ, বহুমূলীয়া) দুষ্প্ৰাপ্য, বহুত ধন-লগ, অধিক দৰৰ; যেনে, চাউল মৰগ, costly, dear. স. শ. মৰগীয়া অৱস্থা, দুৰ্ম্মূল্যতা, dearness.

মৰগীয়া, বি. মৰগ, দুৰ্ম্মূল্য, অধিক ধন লগা; যেনে, মৰগীয়া বস্তু; বস্তু মৰগ হোৱা, অলপ দৰত বস্তু নোপোৱা; যেনে, মৰগীয়া দিন, মৰগীয়া ঠাই, dear, costly, expensive.

মৰণ্, কৃদ. স. (সং. মৰণ—মৃ, মৰ্) মৰা কাৰ্য্য, মৃত্যু, the act of dying, death.

মৰণা, স. শ. (অং. মাৰ্, গছৰ পৰা শস্য বেলেগা) গৰু বা মহৰ দ্বাৰা খচকাই গুটি বেলেগাবলৈ পতা গছী ধান, the treading out of grain by cattle. (Robinson).

মৰণান্তে, ক্ৰি. বি. (সং. মৰণান্তে—মৰণ, মৃত্যু + অন্তে, পাচত) মৃত্যুৰ অন্তত, মৰাৰ পাচত; যেনে, মৰণান্তে পিণ্ডদান, after death.

মৰণান্তিক্, বি. (সং. মৰণান্তিক—মৰণ, মৃত্যু + অন্তিক, ওচৰ) মৃত্যুৰ তুল্য; যেনে, মৰণান্তিক দুঃখ; মৃতৱৎ, মৰাৰ নিচিনা; যেনে, মানুহটো মৰণান্তিক হল, death like, as dead.

মৰণাশৌচ্, স. শ. (সং. মৰণাশৌচ—মৰণ, মৃত্যু + অশৌচ, অশচ) সম্বন্ধীয়া মানুহ মৰাত হোৱা অশৌচ, ceremonial uncleanliness caused by the death of a relation.

মৰপা, স. শ. কাঠ ঘঁহি সমান কৰা এবিধ ওৰ নিচিনা যতন, a kind of file for smoothing wood.

মৰম্, স. শ. (সং. মৰ্ম্ম, যি ঠাইত পীড়া পালে প্ৰাণ যাব পাৰে; যালৈ স্নেহ হয়, সি দুখ পালে বৰ কষ্ট বোধ হয়; এতেকে সেই বোধটোৰ নাম মৰম) স্নেহ, বেথা, চেনেহ, affection, compassion. "বেথা" চোৱাঁ।

মৰম কৰ্, চেনেহ দেখা, মৰমেৰে আচৰণ কৰ্, to treat tenderly or with affection.

মৰম লাগ্, চেনেহ হ, to have affection.

মৰম পিতিয়া, পুতৌ কৰ্, দুখ পোৱা দেখি দুখ প্ৰকাশ কৰ্; যেনে, কোনে দুখীয়াৰ মৰম পতিয়াব? to pity.

মৰমিয়াল্, বি. মৰম থকা, দয়ালু, affectionate, kind.

মৰল্, স. শ. "মড়ল" চোৱাঁ।

মৰলী, "মড়লী" চোৱাঁ।

মৰলীয়া, স. শ. (সং. মৰণ, মৃত্যু) বাখিৰা মৰি খৰকালি আকৌ হোৱা এবিধ বন শাক, এবিধ ডাঙৰ পাতেৰে গছ, a kind of edible herb, a kind of tree.

মৰলী, মৰলী-সাপ্, } স. শ. "মড়লী" চোৱাঁ।

মৰলী-পাক, স. শ. (অং. মৰল, গোল) বৰকৈ ঘূৰা পাক, a quick turn or revolution.

মৰহ্, অ. ধা. (অং. মৰ্, মৃত হ বা শুকা) বৰকৈ শুকাই জীৰ্ণ হ, বৰকৈ শুকাই মুৰ্মুৰীয়া হ, to dry so as to crumble, to decay.

মৰা, স. শ. (সং. ময়ূৰ, এবিধ চৰাই) এবিধ সকলোৱে চিনা চৰাই; ঘৰৰ চালৰ দুই মূৰে স্থূধৰ মাৰলীত মৰা চৰাইৰ নেজৰ দৰে ওলমাই বন্ধা থেৰ, a peacock or peahen, a tuft of grass bound on either end of the ridge-pole of a house.

মৰা, স. শ. (অং. মৰ্, প্ৰাণ এৰ্) মৃতক, মৃত মানুহ; যেনে, মৰাৰ শৰাধ, a deceased person.

মৰা, স. ধা. (অং. মাৰ্, আঘাত কৰ্) লোকৰ দ্বাৰা আঘাত কৰা, শস্য সৰোবা; যেনে, ধান মৰাইছে, to cause to be beaten or thrashed.

মৰা, "মৰা শাক" চোৱা।

মৰা-গুটিয়া, বি. মৰা শাকৰ গুটিৰ নিচিনা, resembling the seed of the above.

মৰাণ্, স. শ. (সং. মৰণ, মৃত্যু) মটক, মোৱামৰীয়া; (এই জাতি মানুহে গৌৰীনাথ সিংহৰ দিনত বিদ্ৰোহী হৈ বৰ নিষ্ঠুৰৰূপে বিস্তৰ মানুহ মাৰিলে, এই কাৰণ ইহঁতৰ নাম মৰাণ হল; এতেকে) নিষ্ঠুৰ মানুহ, a tribe in Assam, said to be very cruel, hence it comes to mean cruel.

মৰাণ্-আদা, } মৰণ্-আদা, } স. শ. (সং. মাৰণ, বধ কৰণ, বৰ জলা, এতেকে) এবিধ বৰ জলা আদা, a kind of ginger.

মৰা-পাট্, স. শ. (মৰা, এবিধ ক্ষুদ্ৰ গছ + পাট, পাট-সূতা) তিতা মৰা গছৰ আঁহ, তাক পাট-সূতাৰ নিচিনা দেখা যায়, jute or hemp. *Corchurus Capsularis*. (Gamble).

মৰা পিটা কৰ্, এজনে আন এজনক দিব লগীয়া ধনৰ ধাৰ সেই জনৰ পৰা পাব লগীয়া ধনেৰে শুজ্, পাব লগীয়া ধন দিব লগীয়া ধনত মাৰ্, to set off one debt against another.

মৰামৰি, স. শ. (অং. মাৰ্, আঘাত কৰ্) ইজনে সি জনক আঘাত কৰা কাৰ্য্য, a mutual beating.

মৰামুৱা, বি. (অং. মৰা, মৃত + মুখ, বদন) মুখত আনন্দৰ চিন নথকা, বিমৰ্ষ, বিমন, মন-মৰা sad, cheerless.

মৰামুৰাকৈ, } মৰামুৰে, } ক্ৰি. বি. (অং. মৰা, মৃত + মুৰ, শিৰ) মৰা মানুহৰ মুৰ থোৱা ফাললৈ, অৰ্থাৎ পশ্চিম বা উত্তৰ ফাললৈ মুৰ থৈ, with the head towards the north or west.

মৰা-শ, স. শ. শৱ, মৰা জন্তুৰ শৰীৰ, a corpse, a dead body.

মৰা শাক্, স. শ. (অং. মৰা, এজাতি ক্ষুদ্ৰ গছ + সং. শাক, ৰান্ধি খোৱা তৃণ) এজাতি ক্ষুদ্ৰ গছ। তাৰ দুটা উপজাতি আছে; এটাৰ পাতবিলাক তিতা, তাক তিতা-মৰা বোলা যায়, আৰু তাৰ ছালৰ পৰা মৰা-পাট হয়। সিটোৰ নাম মিঠা-মৰা। দুয়ো বিধৰ কোমল পাতবোৰ শাকৰ দৰে ব্যৱহৃত হয়, the jute plant, *Corchurus Capsularis*.

মৰা-হাতী, স. শ. মখনা, দাঁত নথকা মতা হাতী, a tuskless male elephant, a *makhna*.

মৰি, } মৰি টেঙ্গা, } স. শ. (অং. মধুৰি, মিঠা + টেঙ্গা, অম্ল ফল) এজাতি পকিলে বৰ মিঠা হোৱা টেঙ্গা ফল। তাৰ অনেক উপজাতি আছে; যেনে, পানীমৰি, হোলোঙ্গা মৰি ইত্যাদি, a general name of several kinds of sweet lemon.

মৰিচ্, স. শ. (সং. মৰিচ, জালুক—ম্ৰ, মাৰ্, বৰ জলা, এতেকে) জলকীয়া; তাৰ গছ, a chilli, its plant.

মৰিচা, স. শ. এবিধ বাৰিষা হোৱা শাক, a kind of potherb.

মৰিচা, স. শ. ( বং. মৰ্চা, মামৰ ) আৰ্চি বা আন চকচকীয়া বস্তুত ধৰা মল, a stain or soil on a glass or shining metal.

মৰিয়তি, বি. আপুনি মৰি শুকাই থকা ( খৰিত খাটে ), dead and dry as fuel.

মৰিয়া, স. ধা. ( অং. মাৰি, টাঙ্গন ) মাৰিৰ দ্বাৰা আঘাত কৰ্, to strike with a stick.

মৰিয়া, স. শ. ( সং. মৰিয়া, আঘাত কৰ্ ; তাম আদি কোবায়, এতেকে ) তাম আৰু পিতলৰ কাম কৰা আৰু কোবাণ মনা এজাতি মানুহ, a class of Mahomedans who work in brass. ( স্ত্ৰী ) মৰিয়ানী।

মৰিয়ামৰি, স. শ. ( অং. মৰিয়া, মাৰিৰে মাৰ্ ) এজনে আন এজনক মাৰিৰে আঘাত কৰা কাৰ্য্য, the act of mutually striking with sticks.

মৰিশালি, স. শ. ( অং. মৰা, মৃত+শালি, ঠাই ) শ্মশান, মৰা-শ পোৰা বা পোতা ঠাই, a place where a dead body is burnt or buried.

মৰীচি, স. শ. এজনা প্ৰজাপতি ঋষি। "দেৱৰ্ষি" চোৱা।

মৰীচিকা, স. শ. ( সং. মৰীচিকা—মৰীচি, দীপ্তি ) মৃগতৃষ্ণা, বৰ বহল বালিৰ পৰা উঠা এটা তিৰবিৰণি, যাক দূৰৰ পৰা পানী যেন দেখা যায়, mirage.

মৰু-ভূমি, স. শ. ( সং. মৰুভূমি—মৃ, মৰ্+ ভূমি, মাটি ) পানী নথকা মাটি, উখৰা মাটি, শুকান বালিময় মাটি ( তাত পানীৰ অভাৱত শস্য আদি মৰে, এতেকে ), a sandy desert.

মৰুৱা, বি. ( অং. মাৰ, তাহোন ) মাৰ-নকঢ়া, মাৰে সৈতে থকা ( কাপোৰত খাটে ), not cleansed of the size (said of a new cloth).

মৰুৱা, স. শ. ( হিং. মৰুৱা, এবিধ সুগন্ধি তৃণ ) এবিধ সুগন্ধি তৃণ আৰু তাৰ ফুল, a kind of flower, and its plant.

মৰ্কট্, স. শ. ( সং. মৰ্কট—মৰ্ক্, গতি কৰ্ ) বান্দৰ, a monkey or ape.

মৰ্কটীয়া, বি. ( অং. মৰ্, মৃত হ ) অধিক মানুহ মৰা বা নৰিয়া পৰা (সময়ত খাটে ) ; যেনে, মৰ্কটীয়া মাহ, mortal, sickly.

মৰ্কুঁচীয়া, স. শ. ( অং. মৰ্, হত হ+কেঁচুৱা, পিয়াহ খোৱা লৰা ) কেঁচুৱা লৰাক প্ৰথমতে শুকাই শুকাই পাচত প্ৰাণমৰা এবিধ ৰোগ, a disease which wastes away infants and at last proves fatal. বি. সেই ৰোগে ধৰা ; যেনে, মৰকুঁচীয়া লৰা, suffering from the same.

মৰকুঁচীয়া লাগ্, মৰ্কুঁচীয়া ৰোগৰ দ্বাৰা পীড়িত হ, to be afflicted with the above disease.

মৰ্চেঁওৰা, স. শ. (অং. মৰা, মৃত+চেঁওৰা, ফটা কাপোৰ) মৰিবৰ সময়ত মানুহৰ গাত থকা আৰু মৰিশালিত পেলাই দিয়া কাপোৰ, the clothing a person has on at the time of death and which is left in the cemetery after the body is disposed of.

মৰ্-চেৰেলা, বি. ( অং. মৰা, মৃত+চেৰেলা, ক্ষীণ ) খীণাই মৰাৰ নিচিনা হোৱা, emaciated, reduced to a skeleton.

মৰ্ত্ত্য, বি. ( সং. মৰ্ত্ত্য—মৃ, মৰ্ ) মৃত্যুৰ অধীন, মৰা, subject to death. স. শ. মানুহ, মনুষ্য-জাতি, man, mankind.

মৰ্ত্ত্যলোক্, স. শ. ( সং. মৰ্ত্ত্যলোক—মৰ্ত্ত্য, মানুহ+লোক, জগৎ ) পৃথিবী, the earth.

মৰ্দ্দ্, স. ধা. ( সং. মৃদ্, পিঁহ ) পেষণ কৰ্, ঘঁহ ; যেনে, শিলেৰে মৰ্দ্দিলে ; মোহাৰি লেতুসেতু কৰ্ ; পৰাস্ত কৰ্ ; যেনে, "পূৰ্ব্ব শত্ৰু মনে জানি, কামদেৱে শৰ হানি, মনক মৰ্দ্দিলা মহেশৰ।" to grind, to crush, to subdue.

মৰ্দ্দন্, কৃদ. স. ( সং. মৰ্দ্দন—মৃদ্, ঘঁহ ) ঘঁহা বা পিঁহা কাৰ্য্য ; মোহাৰোঁতা, নাশ কৰোঁতা ; যেনে, পাষণ্ডমৰ্দ্দন, the act of grinding, one who crushes or destroys.

মৰ্ম্ম, স. শ. ( সং. মৰ্ম্মন্, তাৎপৰ্য্য ) গূঢ়াৰ্থ,

সাৰ অৰ্থ, ভাব; মৰ্ম্মস্থান, purport, spirit, a vital part.

মৰ্ম্মভেদী, বি. (সং. মৰ্ম্মভেদিন্—মৰ্ম্ম+ভিদ্, ভেদন কৰ্) মৰ্ম্মস্থান ভেদন কৰা, জীৱৰ স্থানত পীড়া দিয়া, বৰ কষ্ট দিয়া, penetrating the vitals, very painful.

মৰ্মৰ্, অনুক. শুকান বস্তু ভাগোঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that of breaking a dry thing.

মৰ্মৰণি, } স. শ. শুকান বস্তু ভাগোঁতে
মৰ্ম্মৰণি, } হোৱা শব্দ, the sound of breaking a dry thing.

মৰ্ম্মৰতী, স. শ. এবিধ লতা, a kind of creeper.

মৰ্মৰা, } অ. ধা. মৰ্মৰ্ শব্দ কৰ্, শুকান
মৰ্ম্মৰা, } বস্তু ভগাৰ দৰে শব্দ কৰ্, to make a crackling sound.

মৰ্মৰীয়া, } বি. মৰ্মৰ্ শব্দ কৰা, শুকান,
মৰ্ম্মৰীয়া, } নিৰস, very dry.

মৰ্ম্ম-স্থান্, স. শ. (সং. মৰ্ম্মস্থান—মৰ্ম্মন্, শৰীৰৰ নিচেই কোমল ভাগ+স্থান, ঠাই) গাৰ অতি সুকোমল ভাগ, অলপ আঘাতে বৰ দুখ পোৱা ঠাই, a vital part.

মৰ্য্যদা, স. শ. মৰ্য্যাদা শব্দৰ অপভ্ৰংশ।

মৰ্য্যাত্, স. শ. (ঐ) অপমানৰ ভয়, আপোনাৰ গৌৰৱ ৰক্ষাৰ চেষ্টা, fear of being dishonored, rectitude of conduct.

মৰ্য্যাদা, স. শ. (সং. মৰ্য্যাদা, সৎস্বভাৱ) মান, সম্ভ্ৰম, honour, respect, esteem.

মৰ্য্যাদাৱন্ত, বি. মানী, সম্ভ্ৰান্ত, respected, esteemed.

মৰ্ষ্, স. ধা. (সং. মৃষ্, সহি থাক) ক্ষমা কৰ্, দোষ এৰ্, to forgive.

মৰ্ষণ্, কৃদ. স. (সং.) ক্ষমা কৰা কাৰ্য্য, ক্ষমা, the act of pardoning, pardon.

মল্, স. শ. (সং. মল+মৃষ্, পৰিষ্কাৰ কৰ্, পৰিষ্কাৰ কৰা যায়, এতেকে) ওখল, মলি, বিষ্ঠা; পাপ, dirt, soil, excretion, sin.

মল্, স. শ. (বং. বউল, আমৰ ফুল) আমৰ ফুল, the blossoms of the mango tree. অ. ধা. ফুল ধৰ্, ফুল্ (আমত খাটে), to blossom as a mango tree.

মল্, স. ধা. (সং. মৰ্দ্দন, হিং. মলনা, বং. মলন, পিঁহা) মোহাৰ্, চেপ্; যেনে, কাণ মলে, ধঁপাতত গুড় মিহলাই খুন্দ্; যেনে, মলা ধঁপাত, to squeeze, to mix by grinding, as tobacco with molasses.

মলং, অ. ধা. (সং. মল্, মলি) ভেঁকুৰি দুৰ্গন্ধ হ, পুৰণি হৈ দুৰ্গন্ধ আৰু বিসোৱাদ হ (চাউল আদিত খাটে), to be musty (said of rice, &c.).

মলংগিৰি, বি. বৰ ডাঙ্গৰ (হোলোং-নাৱত খাটে), very large (said of a boat).

মলখু, } স. শ. চালনীৰ ওপৰত
মলখু-চাউল্, } ৰোৱা নভগা আৰু শকত চাউল, the unbroken and coarser rice which remains on the sieve after sifting.

মলঙ্গা, স. ধা. (অং. "মলং" চোৱাঁ) ভেঁকুৰা, পুৰণি কৰি দুৰ্গন্ধ কৰ্, to cause to be musty as rice, &c.

মলচ্, স. ধা. (অং. মছ্, মাজ্) মাজ্, মোহাৰি পৰিষ্কাৰ কৰ্, to wipe, to rub.

মল-ত্যাগ্, } স. শ. (সং. মলত্যাগ—মল,
মল্-ত্যাগ্, } বিষ্ঠা+ত্যাগ, এৰা) পেটৰ মল বাহিৰ কৰণ, হাগন, the act of voiding excrement.

মল-দ্বাৰ্, স. শ. (সং. মলদ্বাৰ—মল, বিষ্ঠা +দ্বাৰ, দুৱাৰ) বহিৰ্দ্বাৰ, পোকৰ, the anus.

মলপ্, স. শ. (সং. মলপঙ্কী, মলিময়) নৈৰ ভুল বা সোঁত নথকা পানী, স্থিৰ পানী (তাৰ মল বৈ নেযায়, এতেকে), still or standing water of a river.

মলম্, স. শ. (যাং. মহ্লম্) লিপি দিয়া দৰব, প্ৰলেপ, an ointment, a poultice.

মলমাস, স. শ. (সং. মলমাস—মল, পাপ +মাস, মাহ) হিন্দু জ্যোতিষৰ মতে চান্দ্ৰ আৰু সৌৰ গণনাৰ মিল কৰিবলৈ প্ৰতি

তিনি বছৰৰ অন্তত বঢ়াই লোৱা মাহ, সেই মাহ অশুচি, তাত বিয়া, লগুণ দিয়নি আদি কৰিব নেপায়, an intercalary month.

মল-মূত্ৰ, স. শ. (সং. মল, বিষ্ঠা + মূত্ৰ, মূত) গু-মূত, ordure and urine.

মলয়া, স. শ. (সং. মলয়, এক শ্ৰেণী পৰ্ব্বত) বোম্বাইৰ ওচৰৰ এক শ্ৰেণী পৰ্ব্বত। তাত উত্তম জাতি চন্দনৰ গছ আছে, এতেকে তাত লাগি অহা বতাহ বৰ সুগন্ধি আৰু শীতল; কবিয়ে সেই বতাহৰ প্ৰশংসা কৰে; যেনে, বহন্ত মলয়া বায়। সেই পৰ্ব্বত বৰ ওখ, এতেকে আকাশৰ অতি ওখ ভাগ, the mountain *Malay*, the highest region of space.

মলয়াচল্, স. শ. (সং. মলয়াচল—মলয়, ঐ + অচল, পৰ্ব্বত) মলয়া পৰ্ব্বত, the *Malay* mountains. ওপৰৰ শব্দ চোৱাঁ।

মলয়ানিল্, স. শ. (সং. মলয়ানিল—মলয়, মলয়া + অনিল, বতাহ) মলয়া পৰ্ব্বতৰ পৰা অহা বতাহ, wind blowing from the direction of the *Malay* mountains.

মলহা, স. শ. নৈৰ ওচৰত গজা এবিধ ডাঙ্গৰ আৰু ৰসাল খাগৰি, a kind of large reed growing on the edge of water.

মলা, স. শ. (সং. মল্লিকা, বং. মালুসা, সৰু মাটিৰ পাত্ৰ) সৰু মাটিৰ পাত্ৰ, a small earthen vessel.

মলা-চৰু, স. শ. এবিধ মলাতকৈ অলপ ডাঙ্গৰ চৰু, কঠীয়া চৰু, an earthen vessel, a little larger than the above.

মলা-মুৰা, বি. মলাৰ দৰে ঘুৰণীয়া আৰু পূৰ মুখ থকা, round-faced.

মলি, স. শ. (সং. মল, ওখল) ওখল, মল, dirt, filth.

মলিন্, বি. (সং. মলিন্—মল, মলি + ইন্) মলিয়ন, মলযুক্ত; বিৰস, বিমৰ্ষ (মুখত খাটে); যেনে, মলিন মুখ, dirty, cheerless.

মলিনতা, গু. শ. মলিন অৱস্থা, dirtiness.

মলিয়ন্, বি. (সং. মলিন, মলযুক্ত) মলযুক্ত, ফেহুৰা, dirty, filthy.

মলিয়া, অ. ধা. (অং. মল, আমৰ ফুল) মল ধৰ্; যেনে, আম মলিয়াইছে, to blossom, as a mango tree.

মলীয়া, স. শ. (সং. মালা, জৰীৰে গঁথা ফুল) মালা গঁথা মানুহ, মালা যোগনিয়াৰ, a garland maker.

মলুৱা, } স. শ. ডাঙ্গৰ মতা বান্দৰ,
মলুৱা-বান্দৰ্, } a big male monkey.

মল্-ত্যাগ্, স. শ. (সং. মলত্যাগ—মল, বিষ্ঠা + ত্যাগ, এৰা) মল বাহিৰ কৰা কাৰ্য্য, the act of evacuating *fæces*.

মল্মল্, স. শ. (বং. মলমল) ঢাকাৰ এবিধ মিহি তাঁত কাপোৰ, muslin.

মল্মলা, অ. ধা. (সং. পৰিমল, সুগন্ধ) সুগন্ধ বিস্তাৰ কৰ্, ভাল গন্ধ বাহিৰ কৰ্; যেনে, গোলাপে মলমলাইছে, to spread fragrance.

মল্মলীয়া, বি. সুগন্ধযুক্ত, fragrant.

মল্ল, স. শ. (সং. মল্ল—মল্ল, ধৰ্) বাহুযুদ্ধ কৰা মানুহ, কঁকালে কঁকালে যুজোঁতা, মাল, a wrestler.

মল্লযুদ্ধ, স. শ. মাল-যুঁজ, বাহু-যুদ্ধ, এজনৰ কঁকালত আন জনে ধৰা আৰু বাহুত বাহুৰে আঘাত কৰা যুঁজ, wrestling.

মল্লিকা, স. শ. (সং. মল্লিকা—মল্ল, ধাৰণ কৰ্) এবিধ সুগন্ধি বগা ফুল (সি সুগন্ধ ধাৰণ কৰে, এতেকে), the Arabian jasmine.

মশক, স. শ. (সং. মশক—মশ্, গুনগুন্ কৰ্) মহ, এবিধ তেজ খোৱা ক্ষুদ্ৰ কীট, a mosquito.

মষিমূৰ্, বি. (সং. মুষ্, খণ্ড খণ্ড কৰ্) চূৰ্চুমৈ, চূৰ্ণীকৃত, খণ্ড খণ্ড; যেনে, "বোলা হৰি হৰি পাপ হোক মষিমূৰ", broken to atoms, totally destroyed.

মস্তক্, স. শ. (সং. মস্তক—মস্, জোখ্) মূৰ, শিৰ, the head.

মস্তক-তত্ত্ব, স. শ. (সং. মস্তকতত্ত্ব—মস্তক, মূৰ + তত্ত্ব, মৰ্ম্ম) মূৰৰ আকৃতি চাই মানুহৰ স্বভাৱ বুজা বিদ্যা, phrenology.

মস্তকতত্ত্বজ্ঞ, স. শ. মস্তকতত্ত্ব জানোতা, a phrenologist.

মস্তিষ্ক, স. শ. (সং. মস্তিষ্ক—মস্তি, প্রাপ্ত হ) মূৰৰ ঘিউ, the brain.

মস্তুল, স. শ. (হিং. মস্তুল; বং. মাস্তুল, নাৱৰ খুঁটা বিশেষ) নাৱৰ পাল-তৰা খুঁটা, a mast.

মহ্, স. শ. (সং. মশ, এবিধ তেজ পিয়া কীট) এবিধ তেজ পিয়া কীট, a mosquito.

মহ্, স. শ. (সং. মহিষ, এবিধ জন্তু) এবিধ শিঙ্গাল জন্তু, a buffalo.

মহঙ্গা, বি. (সং. মহার্ঘ; বং. মাহাঙ্গা, মৰগ) মৰগ, high-priced, dear.

মহটিয়া, স. ধা. (সং. মথ্, নাশ কৰ্) ভৰিৰে মোহাৰ্, গচকি পকাই নষ্ট কৰ্; যেনে, গৰুৱে ধানবিলাক মহটিয়ালে, to trample, to tread down.

মহত্, বি. (সং. মহৎ—মহ্, পূজা কৰ্) ডাঙ্গৰ, বৃহৎ; শ্রেষ্ঠ, প্রধান, great, chief, excellent, magnanimous. (স্ত্রী) মহতী।

মহতালি, গু. শ. বৰাই, কেৰামতালি, a show of greatness, ostentation, pride.

মহতালি, গু. শ. মহৎ লোকৰ গুণ বা স্বভাৱ, কেৰামতালি, বৰাই, magnanimity, greatness.

মহত্ত্ব, গু. শ. (সং. মহৎ, ডাঙ্গৰ) শ্রেষ্ঠতা, ডাঙ্গৰ গুণ, greatness, excellence, magnanimity.

মহন্, স. শ. "বাইলুং" চোৰা।

মহন্ত, স. শ. (সং. মহৎ, শ্রেষ্ঠ; হিং. মহন্ত, সন্ন্যাসী) মহাজন, ঈশ্বৰপৰায়ণ লোক; যেনে, "মহন্তৰ মুখে কথা শুনা প্রথমত। তেবেসে পাইবা ভকতিৰ তত।" এই দেশৰ সত্ৰৰ গোসাঁই, a saint, a religious instructor.

মহম্মদ্, স. শ. মছলমানবিলাকৰ ধৰ্ম্মচলাওঁতা, *Mahomed*.

মহৰি, স. শ. (যাং. মহৰেৰ, লেখক) কাকতী, কাকত-লিখোঁতা, a writer.

মহলা, স. শ. বিদ্যাৰ পৰীক্ষা, আলচ, an examination, secret counsel.

মহলা পাত্, গোপনে আলচ কৰ্, to hold a secret consultation.

মহলীয়া, স. শ. (যাং. মহাল, গ্রামসমূহ) গাৱঁৰ পৰা সাধাৰণ বস্তু আনি নগৰত থাউকতে বেচোঁতা, a wholesale dealer of country produce.

মহলোক্, স. শ. (সং. মহর্লোক, সাত স্বৰ্গৰ এক) সত্য লোকৰ তলৰ প্রধান স্বৰ্গ, one of the seven regions above.

মহা, বি. (সং. মহৎ, মহান্, শ্রেষ্ঠ) ডাঙ্গৰ, বৃহৎ, প্রধান, শ্রেষ্ঠ; প্রবল, great, chief, excellent, grand, violent.

মহা, স. শ. (সং. মাষ, টকাৰ চাৰি ভাগৰ এভাগ) এটকাৰ চাৰি ভাগৰ এভাগ, এক সিকিৰ ভৰ, one-fourth of a rupee.

মহা, স. শ. (হিং. মৌসা, মাহীৰ স্বামী) আইৰ ভনীয়েকৰ স্বামী, a mother's sister's husband.

মহা, বি. (অং. মহ, এবিধ কীট) মহৰ বৰণীয়া, অলপ কলা মুগা, dark-brown.

মহাকাব্য, স. শ. (সং. মহাকাব্য—মহা, শ্রেষ্ঠ+কাব্য, ছন্দেৰে লেখা পুথি) বৰবীৰ বা শ্রেষ্ঠ লোকৰ কাৰ্য্য ছন্দ লগাই বৰ্ণনা কৰা পুথি, an epic poem.

মহাকাল্, স. শ. (সং. মহাকাল—মহা, বৃহৎ +কাল, মৃত্যু) শিৱৰ সংহাৰক মূৰ্ত্তি, সি কৃষ্ণবৰ্ণ আৰু ভয়ঙ্কৰ, a form of *Siva* in his character of destroying deity. (স্ত্রী) মহাকালী।

মহাজন্, স. শ. (সং. মহাজন—মহা, শ্রেষ্ঠ +জন, মানুহ) সাধু বা জ্ঞানী পুৰুষ; ডাঙ্গৰ বেপাৰী; বাঢ়ি লগাই ধন ধাৰে দিওঁতা; অসম দেশৰ তলৰ শ্রেণীৰ মহন্ত, a sage, a virtuous and wise man, a merchant, a money-lender, a religious instructor of an inferior class in Assam.

মহাজনীয়া, বি. মহাজন সম্বন্ধীয়, relating to the above.

মহাতল্, স. শ. (সং. মহাতল—মহা, বৃহৎ+ তল্, গভীৰতা) সাত পাতালৰ পঞ্চম থলপা,

the fifth of the seven regions under the earth.

মহাত্মা, স. শ. ( সং. মহাত্মন্—মহা, শ্রেষ্ঠ+ আত্মন্, প্রাণ, যাৰ শ্ৰেষ্ঠ প্ৰাণ ) মহৎ লোক, শ্রেষ্ঠ পুৰুষ, an illustrious or eminent man.

মহাত্মা, স. শ. (সং. মাহাত্ম্য, মহিমা) মহিমা, দেৱতাৰ শক্তি, glory, divine power.

মহাদেৱ, স. শ. ( সং. মহাদেৱ—মহা, শ্রেষ্ঠ + দেৱ, দেৱতা ) শিৱ, a name of *Siva*.

মহাদেৱী, স. শ. ( সং. মহাদেৱী—মহা, শ্রেষ্ঠ + দেৱী, গোসাঁনী, ৰজাৰ মহিষী ) মহাদেৱৰ ভাৰ্য্যা, দুৰ্গা; মহাৰাজাৰ ঘাই ভাৰ্য্যা, পাটুমাদৈ, *Durga*, the chief queen of a reigning monarch.

মহাদৈ, স..শ. ( সং. মহাদেৱী, ঘাই কুঁৱৰী ) ৰজাৰ ঘাই কুঁৱৰী, পাটুমাদৈ, the principal queen of a king.

মহান্, বি. ( সং. মহৎ, শ্রেষ্ঠ ) শ্রেষ্ঠ ; বৃহৎ, ডাঙ্গৰ, মহা, great, vast, grand.

মহানিদ্ৰা, স. শ. ( সং. মহানিদ্ৰা—মহা, বৃহৎ + নিদ্ৰা, টোপনি ) মৃত্যু, death.

মহানিম্, স. শ. ( সং. মহানিম্ব, এবিধ গছ ) এবিধ দৰৱত দিয়া তিতা গছ, the *nim* tree. "নিম" চোৱাঁ।

মহানিশা, স. শ. ( সং. মহানিশা—মহা, বৃহৎ+নিশা, ৰাতি) মাজৰাতি, midnight.

মহাপাতক্, } স. শ. ( সং. মহাপাতক,
মহাপাপ্, } মহাপাপ —মহা, ডাঙ্গৰ + পাতক, পাপ, কুকৰ্ম্ম ) ডাঙ্গৰ পাপ, বৰ পাতক, শাস্ত্ৰৰ মতে তাৰ সংখ্যা পাঁচ ; ব্ৰহ্মবধ, বামুণৰ সোণ চুৰ কৰা, মদ খোৱা, গুৰুৰ ভাৰ্য্যা হৰণ, আৰু তেনে কোনো কাৰ্য্য কৰা লোকেৰে সৈতে ব্যৱহাৰ কৰা, a sin of the highest degree.

মহাপাতকী, } স. শ. ডাঙ্গৰ পাপী, পাঁচ
মহাপাপী, } মহাপাতকৰ এটা বা অধিক কৰোঁতা, a sinner in the highest degree.

মহাপুৰাণ্, "পুৰাণ্" চোৱাঁ।

মহাপুৰুষ্, স. শ. ( সং. মহাপুৰুষ—মহা, শ্রেষ্ঠ + পুৰুষ, লোক ) জ্ঞানী আৰু ধাৰ্ম্মিক লোক ; এই দেশৰ বৈষ্ণৱ ধৰ্ম্ম চলোৱা শঙ্কৰ দেৱ ; তেওঁৰ শিষ্য মাধৱ দেৱ, an eminent man, a saint, *Sankar Deva*, and his disciple *Madhav Deva*, the founders of the *Vaisnava* religion in Assam.

মহাপুৰুষীয়া, বি. মহাপুৰুষৰ ; দুজনা মহাপুৰুষৰ মতত চলা, relating to or following the doctrines of the *Maha purushias*.

মহাপ্ৰলয়্, স. শ. ( সং. মহাপ্ৰলয়—মহা, ঘাই+প্ৰলয়, নাশ ) ঘাই প্ৰলয়, এক পৰমেশ্বৰত বাজে সকলো দেৱতাৰ আৰু জগতৰ সম্পূৰ্ণ নাশ, a total destruction of the universe with the exception of the Supreme Being.

মহাবাহু, বি. ( সং. মহাবাহু—মহা, ডাঙ্গৰ + বাহু, হাতৰ ঠাৰি ) বলৱান, পৰাক্ৰমী, mighty.

মহাবিদ্যা, স. শ. ( সং. মহাবিদ্যা—মহা, শ্রেষ্ঠ + বিদ্যা, দেৱী ) দুৰ্গা দেৱী, *Durga*.

মহাভাগ্, স. শ. ( সং. মহাভাগ —মহা, শ্রেষ্ঠ + ভাগ, অংশ ) সাধু পুৰুষ, ঈশ্বৰ-পৰায়ণ লোক ; শ্রেষ্ঠ লোক, a very virtuous or eminent man.

মহাভাগৱত্, স. শ. "ভাগৱত" চোৱাঁ।

মহাভাৰত্, স. শ. "ভাৰত" চোৱাঁ।

মহামতি, স. শ. ( সং. মহামতি—মহা, শ্রেষ্ঠ + মতি, আশয় ) মহাশয়, শ্রেষ্ঠ লোক, a high-minded or illustrious man, a gentleman. বি. ডাঙ্গৰ আশয়যুক্ত, শ্রেষ্ঠ, উচ্চমনা, সম্ভ্ৰান্ত, magnanimous, noble.

মহামতিত্ব, গু. শ. উচ্চ মন-থকা গুণ বা অৱস্থা, ডাঙ্গৰ মন, magnanimity.

মহামহিম, বি. ( সং. মহামহিমন্, মহা, শ্রেষ্ঠ + মহিমন্, গৌৰৱ ) অতিশয় গৌৰৱান্বিত, বৰ মান্য, খ্যাতিমন্ত, noble, illustrious, honorable.

মহামায়া, স. শ. ( সং. মহামায়া—মহা, প্ৰধান+মায়া, ভ্ৰান্তি ) সেই ভ্ৰান্তি যাৰ দ্বাৰা মানুহবিলাকে জগতৰ বস্তুবিলাক ভাল যেন জ্ঞান কৰি সংসাৰত বদ্ধ হৈছে ; দুৰ্গা ( তেওঁ সেই ভ্ৰম জন্মায়, এতেকে ), worldly illusion, *Durga*.

মহাৰথ, স. শ. ( সং. মহাৰথ—মহা, শ্ৰেষ্ঠ +ৰথ, এবিধ যান ; শ্ৰেষ্ঠ ৰথ আছে যাৰ ) বৰ বীৰ, বৰ যোদ্ধা, a mighty warrior.

মহাৰথী, স. শ. ( সং. মহাৰথিন্—মহা, শ্ৰেষ্ঠ +ৰথ, যান+ইন্ ) বৰ বীৰ, পৰাক্ৰমী যুঁজাৰু, a great warrior.

মহাৰস্, স. শ. ( সং. মহা, শ্ৰেষ্ঠ + ৰস, তৰল বস্তু ) ৰস, হেঙ্গুলৰ পৰা কৰা বা আকৰত হোৱা জলজলীয়া তৰল বস্তু, quicksilver.

মহাৰাজ্, স. শ. ( সং. মহাৰাজন্—মহা, শ্ৰেষ্ঠ+ৰাজন্, ৰজা ) ডাঙ্গৰ ৰজা, চক্ৰ-বৰ্ত্তী ৰজা ; ৰজাক সম্বোধন কৰা মাত, an emperor.

মহাৰ্ঘ, বি. ( সং. মহাৰ্ঘ—মহা, অধিক + অৰ্ঘ, মূল্য ) মৰগ, অধিক ধন ভঙ্গা, costly, dear.

মহাৰ্ণৱ, স. শ. ( সং. মহাৰ্ণৱ—মহা, বৃহৎ+ অৰ্ণৱ, সাগৰ ) ঘাই সাগৰ, বৃহৎ সাগৰ, the ocean, high seas.

মহাশক্তি, স. শ. ( সং. মহাশক্তি—মহা, শ্ৰেষ্ঠ +শক্তি, দেৱী ) দুৰ্গা দেৱী, *Durga.*

মহাশয়্, স. শ. ( সং. মহাশয়—মহা, শ্ৰেষ্ঠ+ আশয়, মন ) মহামতি, শ্ৰেষ্ঠ লোক ; ভদ্ৰলোকৰ সম্বোধন, a gentleman, Sir.

মহিমা, স. শ. ( সং. মহিমন্—মহৎ, শ্ৰেষ্ঠ +ইমন্ ) মহাত্মা, দেৱতাৰ শক্তি ; যেনে, দুৰ্গাৰ মহিমা, গৌৰৱ, প্ৰভাৱ, প্ৰতাপ, glory, divine power, greatness, dignity, power.

মসিমুৰ্, "মৰিমুৰ" চোৱা।

মহিলা, স. শ. ( সং. মহিলা—মহ্, পূজা কৰ্ ) স্ত্ৰী, তিৰোতা, a woman.

মহিষ্, স. শ. ( সং. মহিষ—মহ্, পূজা কৰ্ ) এজাতি শিঙ্গাল জন্তু, মহ, a buffalo. ( স্ত্ৰী ) মহিষী।

মহিষাসুৰ, স. শ. ( সং. মহিষাসুৰ—মহিষ, মহ+অসুৰ, দৈত্য ) মহৰ আকৃতি ধৰা এটা অসুৰ, তাক দুৰ্গাই বধ কৰে, the name of a demon.

মহিষী, স. শ. ( সং. মহিষী—মহ্, পূজা কৰ্, মানুহে সন্মান কৰে, এতেকে ) ৰজাৰ ঘাই কুঁৱৰী, পটেশ্বৰী ; মাইকী মহ, a queen, female buffalo.

মহী, স. শ. ( সং. মহী—মহ্, পূজা কৰ্ ) পৃথিৱী, the earth.

মহী, স. শ. ( সং. মসী, কালি ) আখৰ লেখা জোল, ink.

মহী, স. শ. ( সং. মূষী, ধাতু দ্ৰৱ কৰা পাত্ৰ ) ধাতু দ্ৰৱ কৰা মাটিৰ পাত্ৰ, a crucible.

মহী-চুঙ্গা, স. শ. ( অং. মহী, আখৰ লেখা জোল+চুঙ্গা, ফোঁপোলা বস্তু ) মৈলাম, মহীৰ পাত্ৰ, an inkstand.

মহীতল্, স. শ. ( সং. মহীতল—মহী, পৃথিৱী +তল, পৃষ্ঠ ভাগ ) পৃথিৱী, the earth.

মহীপতি, স. শ. ( সং. মহীপতি—মহী, পৃথিৱী+পতি, গৰাকী ) ৰজা, a king.

মহীপাল্, স. শ. ( সং. মহীপাল—মহী, পৃথিৱী+পাল, ৰক্ষা কৰ্ ) ৰজা, a king.

মহীয়া, বি. এমহা জোখৰ, এমহা মূল্যৰ ; এমাহৰ, weighing or valued one-fourth of a rupee, relating to a month.

মহুৰা, স. শ. তাঁত ববলৈ ইকৰাৰ চুঙ্গাত মেৰোৱা সূতা ; পালেঙ্গৰ মূৰৰ ফালে লগোৱা গোটা কাঠি, a piece of reed with thread wound on it for weaving, a rod of a bed railing.

মহুৰা পকা, মহুৰা-কাঠীত সূতা মেৰা, to wind thread on a quill.

মহুৰা-কাঠী, স. শ. ববৰ কাৰণ সূতা মেৰোৱা ইকৰাৰ চুঙ্গা, a weaver's quill.

মহেন্দ্ৰ, স. শ. ( সং. মহেন্দ্ৰ—মহা, শ্ৰেষ্ঠ+ ইন্দ্ৰ, স্বৰ্গৰ ৰজা ) স্বৰ্গৰ ৰজা, ইন্দ্ৰ দেৱতা, the king of the gods.

মহেশ, স. শ. ( সং. মহেশ—মহা, শ্ৰেষ্ঠ+ঈশ, ঈশ্বৰ ) সদাশিৱ, *Siva.*

মহেশ্বৰ্, স. শ. ( সং. মহেশ্বৰ—মহা, শ্ৰেষ্ঠ+ ঈশ্বৰ, দেৱতা ) সদাশিৱ, *Siva.* ( স্ত্ৰী ) মহেশ্বৰী, দুৰ্গা।

মহোৎসৱ, স. শ. ( সং. মহোৎসৱ—মহা, ডাঙ্গৰ+উৎসৱ, আনন্দৰ কাৰ্য্য ) ডাঙ্গৰ উৎসৱ, অনেক লোকে গোট খাই কৰা ডাঙ্গৰ আমোদ, a great festival or jubilee.

মহোদয়, স. শ. ( সং. মহোদয়—মহা, শ্ৰেষ্ঠ + উদয়, দীপ্তি ) শ্ৰেষ্ঠ লোক, ডাঙ্গৰ মানুহ, মান্য ব্যক্তি, a great man, a respectable man.

মহৌষধ, } মহৌষধি, } স. শ. (সং. মহৌষধ, মহৌষধি মহা, শ্ৰেষ্ঠ+ঔষধ, দৰব ) উত্তম দৰব, পৰিমাণী ঔষধ, an infallible medicine.

মহ্-খুঁটি, স. শ. ( অং. মহ্, মহিষ+খুঁটি, মহ বন্ধা ঠাই ) ৰাতি অনেক মহ একে লগে ৰখা ঠাই, a place where buffaloes are kept together at night.

মহ্-গুৱাল্, স. শ. ( অং. মহ্, মহিষ+গুৱাল, মহ্ ৰখীয়া ) মহ ৰখীয়া মানুহ, a buffalo-keeper.

মহুৰঙীয়া, বি. ( অং. মহ্, মশক+সং. ৰঙ্গ, বৰণ লগা) মহৰ বৰণীয়া, অলপ কলা-মুগা, dirty-brown.

মক্ষিকা, স. শ. ( সং. মক্ষিকা—মক্ষ্, মিহলি কৰ্ ) মাখি, a fly.

মা, স. শ. ( সং. মাতৃ, আই ) আই, a mother.

মাই, স. শ. ( মোমাই শব্দৰ স্ত্ৰীলিঙ্গ ) মোমাইৰ ভাৰ্য্যা, a maternal uncle's wife.

মাইকাঠী, স. শ. ( অং. মাজ, মধ্য+কাঠী, শলা ) যঁতৰৰ ডিলা বা যঁতৰ ঘুৰা মাৰি ; সঁচাৰৰ ভিতৰত থকা আৰু সঁচাৰ কাঠীৰ মূৰ সোমোৱা ক্ষুদ্ৰ শলা ; এতেকে যি শলা বা মাৰিৰ মূৰত কোনো বস্তু ঘূৰে, the axle of a spinning wheel, the pin of a lock on which the key turns, a pivot.

মাইকী, স. শ. ( অং. মা, আই ; সন্তানৰ মাক হয়, এতেকে ) স্ত্ৰী, তিৰোতা ; জন্তুৰ স্ত্ৰী ; মাতৃ, a woman, a female animal, a mother.

মাইকী-পোৱালি, } মাইকী-পোৱালী, } স. শ. পোৱালিৰে সৈতে মাইকী ; সন্তান-যুক্তা স্ত্ৰী ; ৰূপ সোণৰ মোহৰ মৰা যতন ( সি দুখণ্ড, এতেকে ), a dam with her offspring, a mother with her child, dies for coining.

মাই-গুটীয়া, স. শ. ( অং. মাহ্-গুটীয়া, মাহৰ নিচিনা ) এবিধ ধান, a kind of paddy.

মাইৰ্, স. শ. ( অং. মাৰ, প্ৰহাৰ ) প্ৰভাৱ শক্তি, প্ৰবলতা ; যেনে, কিলৰ মাইৰত চোৰে সৈ কৰিলে ; হিলৈৰ গুলী যিমান দূৰলৈ যায়, force, violence, the range of a gun.

মাইল্, ভা. অব্য. হাতীক আঁঠু কঢ়াৰ পৰা তুলিবলৈ মতা মাত, a word used to make an elephant rise from a kneeling posture.

মাইহাং, স. শ. ( আহম. ) ৰজা আৰু আহম ডাঙ্গৰীয়াবিলাকে ভাত খোৱা ৰূপ সোণ আদিৰ খুৰা লগোৱা পাত্ৰ, a metallic plate used by Ahams of rank.

মাউথ্, স. শ. ( অং. মথা, সমূহ ) একে লগে থকা জন্তু বা মানুহৰ সমূহ, a group, a multitude.

মাউথ পাত্ বা মাউথ বান্ধ্, একত্ৰ হ, লগ লাগ, সমাজ পাত্, যুঠ বান্ধ্, to combine together.

মাউথে, ক্ৰি. বি. অনেকে একে লগ হৈ, গোট খাই ; যেনে, মাউথে উঠিলে গুড়ি পকৰাবো মৰণ নাই, in a body.

মাউত্, স. শ. ( সং. মহামাত্ৰ ; বং. মাহুত, হাতী ৰখীয়া ) হাতী-চলাওঁতা, an elephant driver.

মাউৰ্, স. শ. ( অং. মাৰ্, বধ কৰ ) সাজ্জা-

তিক ৰোগ, মৰক, অনেকক একে বাৰে ধৰা ৰোগ; জহনী, an epidemical disease, cholera.

মাউৰা, বি. (অং. মৰ্, মৃত হ) পিতৃ, মাতৃ দুয়ো বা এজনা নথকা (লৰাত খাটে), bereft of both parents or one of them. স. শ. পিতৃ, মাতৃ, দুয়ো বা এজনা নথকা লৰা; যেনে, মাউৰাক মৰম কৰিবা, an orphan. (স্ত্রী) বি. স. শ. মাউৰী।

মাউৰীয়া, বি. (অং. মাউৰ, সাজ্ঘাতিক ৰোগ) সাজ্ঘাতিক ৰোগে ধৰা; জহনীত পৰা, attacked with cholera or some other pestilential disease.

মাংস, স. শ. (সং. মাংস—মন্, ইচ্ছা কৰ্) মঙ্গহ, flesh.

মাংসগ্রন্থি, স. শ. (সং. মাংসগ্রন্থি—মাংস, মঙ্গহ+গ্রন্থি, গাঁঠি বা থোপা) শৰীৰৰ কোনো কোনো ভাগত থোপা থাই ঘিলাৰ দৰে হোৱা মঙ্গহ; তাৰ দ্বাৰা গাৰ অকামিলা ৰস পৃথক হয়, a gland.

মাংসপিণ্ড, স. শ. (সং. মাংসপিণ্ড—মাংস, মঙ্গহ + পিণ্ড, ঘূৰণীয়া খণ্ড) এডোখৰ ডাঙ্গৰ মঙ্গহ, a lump of flesh.

মাংসাশী, বি. (সং. মাংসাশিন্—মাংস, মঙ্গহ + আশিন্, খোৱা—অশ্, ভোজন কৰ্) মঙ্গহ খোৱা, flesh-eating, carnivorous.

মাংসাহাৰী, বি. (সং. মাংসাহাৰিন্+মাংস, মঙ্গহ+আহাৰিন্, খোৱা) মঙ্গহ খোৱা, flesh-eating, carnivorous.

মাকত্তু, স. শ. এবিধ হাবিত হোৱা গছ, জাত্রাঙ্গৰ গছ, a kind of plant.

মাকৰি-ঘিলা, স. শ. এবিধ ঘিলাৰ নিচিনা কিন্তু তাতকৈ সৰু লতাৰ গুটি আৰু তাৰ গছ, a kind of large climbing plant and its seeds which grow in a large pod; the latter are used by children in playing a game.

মাকৰী-সপ্তমী, স. শ. (সং. মাকৰীসপ্তমী—মাকৰী, মকৰ ৰাশিত উৎপন্ন + সপ্তমী, এক তিথি) মাঘী সপ্তমী, মাঘ-মাহৰ শুক্লা সপ্তমী, a bathing festival in the month of Magh.

মাকো, স. শ. (সং. মক্, গতি কৰ্; বং. মাকু, তাঁত বোৱা যতন) তাঁতৰ দীঘ সূতাৰ মাজে বাণি-সূতা সৰকোৱা যতন, a weaver's shuttle.

মাখন্, স. শ. (হিং. বং. মাখন, নৱনীত) লৱনু, গাখীৰ মথি উলিওৱা তেলেতীয়া বস্তু বা গাখীৰৰ সাৰ ভাগ, butter.

মাখি, স. শ. (সং. মক্ষিকা, হিং. মক্ষি; বং. মাছি, এবিধ পতঙ্গ) এবিধ পাখি লগা পোক, a fly.

মাখিছাল্, স. শ. (মাখিৰ ছালৰ দৰে পাতল) ঘাই ছালৰ ওপৰৰ নিচেই পাতল ছাল, cuticle, epidermis.

মাখি-মৰা, স. শ. এবিধ মাখি বধ কৰা সঁজুলি, a fly-flap.

মাখি-মৌ, স. শ. এবিধ ক্ষুদ্র মৌ-মাখি, a kind of small bee.

মাখিয়তী, স. শ. এবিধ সৰু লতাৰ নিচিনা গছ, গৰুক বছেৰেকলৈ ডাঁহ আৰু মাখিৰ পীড়াৰ পৰা ৰক্ষা কৰিবলৈ বহাগৰ বিহুৰ দিনা তাৰে কোবোৱা যায়, এতেকে সেই নাম, a kind of small shrub. "মাখিলতি" এনেও হয়।

মাখুন্দী, স. শ. (হিং. মখ্‌নী, "মখনা" শব্দৰ স্ত্রীলিঙ্গ) মাইকী হাতী, a female elephant.

মাগ্, স. ধা. (হিং. মাংনা, ভিক্ষা কৰ্) ভিক্ষা কৰ্, যাচ্ঞা কৰ্, to beg, to solicit, to ask, as alms.

মাগধ, বি. মগধ দেশৰ, pertaining to *Magadha.*

মাগন্, কৃদ. স. ভিক্ষা কৰা কাৰ্য্য, the act of begging alms.

মাগনী, স. শ. মাগি খোৱা তিৰোতা, a female beggar. বি. মাগি খোৱা (স্ত্রী); যেনে, মাগনী বুঢ়ী, supported by alms (*Fem.*).

মাঘ, স. শ. (সং. মাঘ—মঘা, এটা নক্ষত্র,

এই মাহৰ পূৰ্ণিমা মঘা নক্ষত্ৰত হয়, এতেকে) দহ সংখ্যাৰ মাহ, January-February.

মাঘী-সপ্তমী, স. শ. মাঘ মাহৰ শুক্লা সপ্তমী, a bathing festival in the month of Magh.

মাচিয়া, স. শ. (সং. মঞ্চ, চাং; হিং. বং. মাচিয়া, এবিধ আসন) চকী, এবিধ আসন, a chair.

মাচুল্, স. শ. (যাং.) দান, খৃত; ডাকত বা জাহাজত বস্তু নিয়াৰ বেচ, a commission, duty or toll, postage or freight.

মাছ, স. শ. (সং. মৎস্য, প্ৰাং. মচ্ছ, এবিধ জল-জন্তু) এবিধ সকলোৱে চিনা পানীৰ জন্তু, মৎস্য, a fish.




ক, গাল-পাখি; খ, বুকু-পাখি; গ, নাই-পাখি; ঘ, ফান্ বা ফিচা; ঙ, ফানৰ গুড়িৰ পাখি; চ, পিঠি-পাখি।

মাছতিয়াৰ্, } স. শ. মাছ ধৰাত পাৰ্গত
মাছুৱৈ, } লোক, a man who is skilful in fishing. (স্ত্ৰী) মাছতী।

মাছমৰীয়া, বি. মাছ মৰা; যেনে, মাছ মৰীয়া মানুহ, fishing, স. শ. মাছ মৰা মানুহ, a fisherman.

মাছৰহীয়া, বি. (অং. মাছ, মৎস্য + সং. ৰাশি, সমূহ) অধিককৈ মাছ ধৰিব পৰা, মাছ ধৰাত পাৰ্গত, expert at catching fish.

মাছৰোকা, স. শ. (সং. মৎস্যৰঙ্গ; বং. মাছ-ৰাঙ্গা, এবিধ চৰাই) এবিধ ওপৰৰ পৰা থাপ মাৰি মাছ ধৰি খোৱা চৰাই, হনুমন্তা, the kingfisher (*Alcedo espida*).

মাজ্, স. শ. (সং. মধ্য, বং. মাঝ, ভিতৰ) ভিতৰ, অভ্যন্তৰ; যেনে, মুঠিৰ মাজত; মধ্যস্থল, চাৰিও ফালৰ পৰা সমানে দূৰ ঠাই; যেনে, ৰথৰ ঘিলাৰ মাজৰ বিন্ধা, the middle, inside, centre. বি. মধ্যৰ, মাজত থকা; যেনে, মাজ ঠাই, middle, central.

মাজতীয়া, বি. মাজত উৎপন্ন, মাজৰ, middle, midmost.

মাজালী, বি. মাজৰ; যেনে, মাজালী ভাগ; কেইও ফালে পানীৰে আবৃত হৈ থকা; যেনে, মাজালী চাপৰি, central, midmost, surrounded by water.

মাজিউ, বি. দুজনৰ মাজত ওপজা, এজন জ্যেষ্ঠ এজন কনিষ্ঠ থকা, মাজতীয়া, born between two, middle, midmost. "মাজু" এনেকৈও কোনোৱে বোলে।

মাজী, স. শ. (হিং. বং. মাজী, গুৰিয়াল) নাৱৰ গুৰিয়াল, one who steers a boat, a steersman.

মাজুলী, স. শ. মাজালী চাপৰি, কেইও ফালে পানীৰে আবৃত ঠাই, উপদ্বীপ, an island. বি. পানীৰে আবৃত, মাজালী, surrounded by water.

মাজে, আমু. অ. ভিতৰে, মধ্যে; যেনে, সমাজৰ মাজে যাব নেপায়, through the middle of.

মাজে-মাজে, ক্ৰি. বি. মাজে দি এমূৰৰ পৰা আন মূৰলৈকে; যেনে, কাপোৰখান মাজে মাজে দোডোখৰ হল; কোনো কোনো সময়ত, মজামজিকৈ; যেনে, মাজে মাজে বৰষুণ হৈছে, occasionally, through the centre.

মাজে-মূধে, ক্ৰি. বি. (অং. মাজ, মধ্য ভাগ + মূধ, উৰ্দ্ধ ভাগ) আগ-গুৰি নভঙ্গাকৈ, বিশেষ নকৰাকৈ, থোপে গোপে; যেনে, মাজে-মূধে কোৱা কথা বুজিব নোৱাৰি; এতেকে অনিশ্চিতৰূপে, without particularising, in a vague manner.

মাজে সময়ে, ক্ৰি. বি. মজামজিকৈ, কেতিয়া কেতিয়াবা, now and then.

মাজু-খাল্, বি. মাজত খাল থকা, মাজ ভাগ দ হোৱা, having a hollow or depression in the middle.

মাজু-ডাঙ্গৰ্, বি. ডাঙ্গৰ মধ্যভাগযুক্ত ; ডাঙ্গৰ কঁকালযুক্ত, having a thick waist or middle. (স্ত্রী) মাজুডাঙ্গৰী।

মাজু-পাচ্, স. শ. মুধ আৰু পানীপাচৰ মাজৰ ভাগ, ঘৰৰ চালৰ চতিৰ মুৰত লগা ভাগ, কুম, the portion of a sloping roof midway between the ridgepole and the eaves.

মাটি, স. শ. (সং. মৃত্তিকা ; হিং. বং. মাটী, ভূমি) পৃথিবী, ভূমি ; খানি পৃথক কৰা পৃথিবীৰ অংশ ; যেনে, মাটিৰ পাত্র, the earth, land, soil, ground.

মাটি-পানী ল, প্রস্রাব বা মলত্যাগ কৰি মাটি ঘঁহি হাত ভৰি ধো, to wash the hands and feet with earth and water after evacuating the bowels.

মাটি-কঁঠাল্, স. শ. (অং. মাটি, ভূমি + কঁঠাল, এবিধ ফল) কেতেকী কঁঠাল, এবিধ ফল (সি সৰু গছত লাগে আৰু তাৰ গা কঁঠালৰ দৰে অসমান), the pineapple.

মাটিগাদৰি, স. শ. এবিধ ক্ষুদ্র বন-শাক, নেওঠনীয়া শাক, a kind of potherb.

মাটিফেঁটী, স. শ. এবিধ মটীয়া বৰণৰ ফেঁট থকা সাপ, তাৰ বিষ চকৰী ফেঁটীৰে সমান, কিন্তু ফেঁটত চকৰ নাই, a kind of *cobra*.

মাটিমাহ্, স. শ. এবিধ মটীয়া বৰণৰ সৰুলোৰে চিনা মাহ, a kind of pulse (*Phaseolus radiatus*).

মাটিমাহী, স. শ. এবিধ মটীয়া বৰণৰ সৰু চৰাই, a kind of small bird.

মাটোকৃটোকা, স. শ. এবিধ দৰবৰ লতা, a kind of creeping plant.

মাটৌৰ্, অনুক. গছৰ শুকান ডাল বা তাৰ নিচিনা বস্তু ভাগোঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that caused by the breaking of a dry stick.

মাটৌৰাই, } ক্রি. বি. মাটৌৰ শব্দ কৰি,
মাটৌৰ্ কৰে, } with the above sound.

মাঠ, বি. (সং. মৃদু, চোকা নোহোৱা ; হিং. মঠা, মেদা) চোকা নোহোৱা, ভোতা ; যেনে, খুৰৰ ধাৰ মাঠ হৈছে ; মাঠ বুদ্ধিৰে লৰাই শীঘ্রে শিকিব নোৱাৰে ; লেহেম, ধীৰে চলা, শীঘ্র নোহোৱা, মেদা ; যেনে, এই কমাৰৰ হাত মাঠ, উগ্র নোহোৱা (তাপ) ; যেনে, বদ মাঠ হৈছে, not sharp, blunt, mild, slow.

মাঠ্, স. ধা. মাঠনীৰে ধীৰে ধীৰে কোবাই মিহি কৰ্ ; যেনে, সোণাৰিয়ে বিৰি মাঠে, হাতোৰাহেৰে ওপৰে ওপৰে চাঁচি মিহি কৰ্ ; যেনে, বাঢ়েয়ে পাট মাঠে, to smooth by lightly striking with a small hammer or adze.

মাঠনী, স. শ. অলঙ্কাৰ আদি নিমজ কৰা সৰু হাঁতুৰী, a small hammer.

মাঠি, স. শ. (অং. মাটি, মৃত্তিকা) এবিধ মাটিৰ গাগৰী, মঠীয়া, a large earthen jar. বঙ্গালী আৰু হিন্দীৰ "মুটকী," অসমীয়াৰ মাঠি।

মাঠুকুঠুকা, স. শ. "মাটোকুটোকা" চোৱাঁ।

মাড়্, স. শ. (সং. মণ্ড, সিজোৱা চাউল আদি খচ কৰা জোল) তাঁতত ভাহোন দিবলৈ ধান বা চাউল সিজাই কৰা এবিধ আঠা ; চাউল মাটিমাহ ইত্যাদিত থকা আঠা ; যেনে, ন চাউলত অধিক মাড় থাকে, a size made by boiling rice and applied to the warp in weaving, starch.

মাণিক্, স. শ. (সং. মাণিক্য, এবিধ বঙ্গা বাখৰ) এবিধ বহুমূলীয়া বঙ্গা বাখৰ, উত্তম ডালিমা, a superior kind of ruby.

মাণিকিমধুৰি, স. শ. (অং. মাণিকি, মাণিকৰ নিচিনা উত্তম + মধুৰি, সোৱাদ) অতি উত্তম বিধৰ জহা ধান ; তাৰ চাউল নিচেই সৰু আৰু সুগন্ধি আৰু আস্বাদো উত্তম, the best kind of rice in Assam.

মাত্, স. শ. ( হিং. মাত্, শব্দৰ স্বৰ ) মানুহৰ ডিঙিৰ স্বৰ ; যেনে, তিৰোতাৰ মাত কোমল ; শব্দ, ধ্বনি ; যেনে, ঢোলৰ মাত ; বাক্য, কথা ; যেনে, মুখত মাত নাই ; ভাষা ; যেনে, অসমীয়া মাত, voice, sound, speech, language.

মাত্ কাঢ়্, শব্দ কৰ্, ধ্বনি কৰ্ ; যেনে, চৰায়ে মাত কাঢ়িছে, to make a sound.

মাত্ দি, উত্তৰ দি কথা ক ; যেনে, মাতিলে মাত নিদিয়ে, to reply, to speak.

মাত্ ফুট্, কথা ওলা ; যেনে, লৰাৰ মাত ফুটিছে, to commence, to articulate, to lisp.

মাত্ মৰ্, অমাত হ, কথা কব নোৱৰা হ, to be unable to speak, to be silent.

মাত্ মাত্, কথা ক ; যেনে, মাত মাতিলেই জেঙ্গা, to speak.

মাত্ মাৰ্, কথা কব নোৱৰা কৰ্, নিৰুত্তৰ কৰ্, to put to silence.

মাত্ ল, মানুহৰ দৰে কথা কবলৈ শিক ; যেনে, ভাঁটৌৱে মাতিছে, to imitate the human speech.

মাত্ লগা, সম্বোধন কৰ্, to speak to, to accost.

মাত্, অ. ধা. শব্দ কৰ্ ; যেনে, মৰাই মাতিছে ; কথা ক ; যেনে, মূৰ্খে মাতিলেই জেঙ্গা লাগে, to make a sound, to speak. স. ধা. আবাহন কৰ্, নিমন্ত্ৰণ কৰ্ ; যেনে, সবাহলৈ ভকত মাতা ; ক্ষমা মাগ্, দোষ এৰিবলৈ বিনয় কৰ্ ; যেনে, তোমাক হাতত ধৰি মাতিছোঁ ; পাঠ কৰ্, পঢ় ; যেনে, কাকতখান মাতা ; সহবাস কৰ্, শৃঙ্গাৰ কৰ্ ; যেনে, এই তিৰোতাক কোনেও মতা নাই, to invite, to call, to beg pardon of, to read, to have sexual intercourse with (a woman).

মাতঙ্গ, স. শ. ( সং. মাতঙ্গ—মদ্, উন্মত্ত হ ) মতা হাতী, a male elephant. ( স্ত্ৰী ) মাতঙ্গী।

মাতন, কৃদ. স. মতা কাৰ্য্য, কথা কোৱা বা আবাহন কৰা কাৰ্য্য, the act of speaking, calling, &c.

মাতলি, স. শ. ইন্দ্ৰৰ সাৰথি, the character of Indra.

মাতা, স. শ. ( সং. মাতৃ—মাতা, আই ) জননী, আই, a mother.

মাতামহ, স. শ. ( সং. মাতামহ—মাতা, আই ) আইৰ বাপেক, a mother's father. ( স্ত্ৰী ) মাতামহী।

মাতী, স. শ. ( যাং. মাদিন ; বং. মাদী, মাইকী ) মাইকী জন্তু, a female animal.

মাতুল, স. শ. ( সং. মাতুল—মাতৃ, আই ) মোমাই, a maternal uncle. ( স্ত্ৰী ) মাতুলানী।

মাতৃ, স. শ. ( সং. মাতৃ—মান্, সৎকাৰ কৰ্ ) মাতা, আই ; মানুহবিলাকৰ মাতৃ স্বৰূপা ব্ৰাহ্মী আদি আঠ জনা বা গৌৰী আদি যোল জনা দেৱীৰ এজনা, a mother, any one of a group of eight or of another of sixteen goddesses regarded as the divine mothers of mankind.

মাতৃগামী, স. শ. ( সং. মাতৃগামিন্, মাতৃ, আই + গম্, গতি কৰ্ ) আপোনাৰ মাকক অভিগমন কৰোঁতা, a man who has criminal intercourse with his own mother.

মাতৃবধী, স. শ. ( সং. মাতৃবধিন্—মাতৃ, আই + বধিন্, বধোঁতা, বধ + ইন্ ) মাতৃহন্তা, আপোনাৰ মাকক বধ কৰোঁতা ; কোনোৰ মাকক মৰা লোক, a matricide, the murderer of one's mother.

মাতৃবন্ধু, স. শ. (সং. মাতৃবন্ধু—মাতৃ, মাতা+ বন্ধু, বান্ধব) মাতাৰ ফালৰ নিলগীয়া মিত্ৰ ; যেনে, মাতামহৰ বা মাতামহীৰ ভায়েকৰ বা ভনীয়েকৰ সন্তান, a remote kinsman on the mother's side.

মাতৃবৈৰী, স. শ. ( সং. মাতৃবৈৰিন্—মাতৃ, আই + বৈৰিন্, শত্ৰু ) কোনোৰ মাতৃৰ শত্ৰু ; আপোনাৰ মাকক হিংসোতা,

one's mother's enemy, one who injures one's own mother.

মাতৃ-ভক্তি, স. শ. (সং. মাতৃভক্তি—মাতৃ, মাতা+ভক্তি, সন্মান) মাতৃক চেনেহেৰে কৰা সন্মান, affectionate regard for one's own mother.

মাতৃ হন্তা, স. শ. (সং. মাতৃহন্তৃ—মাতৃ, আই+হন্, বধ কৰ্) আপোনাৰ মাকক বধ কৰোঁতা; কোনো এজনৰ মাকক বধ কৰা লোক, a matricide, the murder of one's mother. (স্ত্রী) মাতৃহন্ত্রী।

মাতৃহা, মাতৃহা যোগ, } স. শ. (সং. মাতৃ, আই+হন্, বধ কৰ্) লৰা বা ছোৱালীৰ জন্মৰ সময়ত কোনো কোনো গ্রহ আৰু নক্ষত্রৰ মিলন, যাৰ দ্বাৰা মাকৰ মৃত্যু হব পাৰে, a combination of certain stars at the birth of a child, considered to be fatal to its mother.

মাতৃহীন্, বি. (সং. মাতৃহীন—মাতৃ, মাতা+হীন, নথকা) মাতৃ নথকা, motherless. স. শ. মাক নথকা লৰা, one who has no mother. (স্ত্রী) বি. স. শ. মাতৃহীনা।

মাতে-মাতে, ক্রি. বি. এটা মাত বা শব্দৰ সলনি আন এটা দি, প্রত্যেক শব্দৰ অর্থ ভাঙ্গি; যেনে, মাতে মাতে ভঙ্গা পুথি ভাল নহয়, word for word, literally.

মাতৃ-কথা, মাতৃ-বোল্, } স. শ. বাক্য, অর্থবোধক শব্দ; যেনে, নবিয়াৰ মাত-কথা নাই; কথা-বাত্রা, আলাপ; যেনে, মাত কথাৰ নিমিত্তে এটি মানুহ হলে ভাল, speech, conversation.

মাতৃ-কথা খা, বোল-মাত খা, গালি খা, to be abused.

মাত্র, বি. (সং. মাত্র—মা, জোখ্) সকলো, সমুদায়, আটাই (এই বিশেষণ বিশেষ্যৰ পাচত যুক্ত হৈ বিশেষ্যৰ বিভক্তি লয়; যেনে, প্রাণী মাত্রই মৰে, অর্থাৎ সকলো প্রাণী), বস্তু-মাত্রকে ঈশ্বৰে সৃজিছে, অর্থাৎ সমুদায় বস্তু), all without exception. ক্রি. বি. মাথোন, মুঠে, সকলোৰে মূলি; যেনে, এটকা মাত্র পাইছোঁ; তেতিয়াই, সেই ক্ষণতে (এটা কৃদন্ত ভাববাচাৰ পদৰ পাচত থাকে); যেনে, তেওঁ অহা মাত্র যাম, only, merely, as soon as.

মাত্রকে, ক্রি. বি. তৎক্ষণাৎ, এফেৰিও পলম নকৰাকৈ; যেনে, পৰা মাত্রকে টোপনি আহিল, as soon as, immediately.

মাত্রা, স. শ. (সং. মাত্রা—মা) পৰিমাণ; যেনে, পূর্ণ মাত্রা; আখৰৰ মূৰৰ ৰেখা বা আঁক; যেনে, আখৰৰ মাত্রা সমান হব লাগে, measure, quantity, the horizontal line on the head of the Nagri and Bengali characters.

মাত্রেই, ক্রি. বি. মাত্রকেই, তৎক্ষণাৎ, এফেৰিও পলম নকৰাকৈ, immediately, as soon as.

মাৎসর্য্য, স. শ. (সং. মাৎসর্য্য—মৎসৰ, খিয়লীয়া) খিয়াল, পৰৰ শ্রী দেখি হোৱা দুঃখ; হিংসা, envy, malice.

মাথ, মাথা, } স. শ. (বং. মাথা, মূৰ) মূৰ, মস্তক (পদ্যত মাথোন ব্যৱহৃত), the head.

মাথোন্, ক্রি. বি. (সং. মাত্রম্, কেৱল) মাত্র, মুঠে, only, merely.

মাদক, বি. (সং. মাদক—মদ্, বলিয়া কৰ্) বাগী লগোৱা, মত্ত কৰা, intoxicating. স. শ. মত্ত কৰা বা বাগী লগোৱা বস্তু, an intoxicating thing.

মাদল্, স. শ. (সং. মর্দ্দল; বং. মাদল, এবিধ মৃদঙ্গ) এবিধ ঢোল, a kind of drum.

মাদলী, স. শ. (মাদল, ঐ; বং. মাদুলী, ডিঙ্গিৰ অলঙ্কাৰ বিশেষ) বিৰি, শোভাৰ নিমিত্তে মণিৰ মাজত গাঁথি নাইবা ৰোগ বা আন আপদ নিবাৰণ কৰিবৰ কাৰণে কৱচ ভৰাই পিন্ধা এবিধ ক্ষুদ্র ঢোলৰ নিচিনা অলঙ্কাৰ, a drum-shaped ornament suspended to a chain which is worn round the neck or used as an amulet.

মাদলীয়া, স. শ. (অং. মাদলী, বিৰি) গঁৰল ৰোগ, the goitre.

মাদি, স. শ. গাখীৰৰ কলহ, an earthen jar containing curd or milk.

মাত্মৰি, স. শ. (বং. মাত্মৰ-কাঠী, এবিধ কঠ-বোৰা বন) চাপৰিত হোৱা তৰোৱালৰ আকৃতিৰ পাত আৰু ৰঙ্গা ডিল মেলা এবিধ বন, a kind of grass.

মা-দৈ, স. শ. "মহাদৈ" চোৱাঁ।

মাধ-মাৰ্, স. শ. ডাঙৰ প্ৰহাৰ, a severe beating. (মৌখিক)।

মাধৱ, স. শ. (সং. মাধব—মা, লক্ষ্মী+ধৱ, পতি) লক্ষ্মীৰ স্বামী; বিষ্ণু, এতেকে কৃষ্ণ, a name of *Vishnu* or *Krishna*.

মাধৱী, মাধৱী-লতা, স. শ. (সং. মাধৱী—মাধৱ, বসন্তকাল) বসন্ত কালত অতি সুগন্ধি ফুল ধৰা এবিধ বনৰীয়া লতা, মাধৈ লতা, a creeper bearing white, fragrant flowers. *Gaertnera racemosa.* (Gamble).

মাধুৰী, গু. শ. (সং. মাধুৰী—মধুৰ, মিঠা) মধুৰ গুণ, মধুৰতা, sweetness.

মাধুৰ্য্য, গু. শ. মধুৰতা, মধুৰ গুণ, sweetness.

মাধৈ লতা, স. শ. "মাধৱী" চোৱাঁ।

মান্, স. ধা. (সং. মান্, সন্মান কৰ্) সম্ভ্ৰম কৰ্, বশ হ; যেনে, পিতৃ মাতৃক মানিব লাগে; পালন কৰ্; যেনে, অধিকাৰৰ আজ্ঞা মানিবা; বিশ্বাস কৰ্; যেনে, নাস্তিকে পৰকাল নেমানে; স্বীকাৰ কৰ্; যেনে, উপকাৰ মানিছে, to respect, to revere, to obey, to believe in. স. শ. বিশ্বাস, মনৰ ভাব, বোধ; যেনে, জনাৰ মানত নজনা তুচ্ছ, belief, opinion.

মান্, স. শ. (সং. মান—মা, জোখ্) পৰিমাণ, জোখ; গধূৰতা: জ্যোতিষৰ মতে চন্দ্ৰ-সূৰ্য্যৰ গতিৰ গণনাবিশেষ; যেনে, চান্দ্ৰ মান, সৌৰ মান; সম্ভ্ৰম, সন্মান, মৰ্য্যাদা; অহঙ্কাৰ; ৰোঁহ, ঠেঁহ, measure, size, weight, a computation of the duration of a year, respect, dignity, pride, a pet. অ. অব্য. প্ৰায়; যেনে, কুৰি টকা মান; সমান; যেনে, লোভৰ মান দুষ্ট বস্তু নাই, nearly, about, equal to.

মান শব্দ, ই, সি, কি, যি, এই কেইটা বিশেষণ সৰ্ব্বনামেৰে যুক্ত হৈ বিশেষণ সৰ্ব্বনাম হয়; যেনে, ইমান ধন।

মান্, স. শ. ব্ৰহ্ম দেশৰ মানুহ, a Burmese.

মানন্, কৃদ. স. (অং. মান, সন্মান বা বিশ্বাস কৰ্) মনা কাৰ্য্য, the act of respecting or believing.

মাননি, স. শ. (সং. মান, সম্ভ্ৰম) তীৰ্থ বা দেৱতাক দিয়া বা দিবলৈ আগ কৰা বস্তু; যেনে, কামাখ্যালৈ মাননি দিছিল, anything offered to a deity or a shrine as a token of religious homage. কৃদ. স. আগ কৰা বা দেৱতাক দিবলৈ মন কৰা কাৰ্য্য; যেনে, কালীলৈ ছাগ মাননি কৰিছে, the act of offering to a god, &c.

মাননী, স. শ. মানৰ তিৰোতা, a Burmese woman.

মাননীয়, বি. (সং. মান্, সম্ভ্ৰম কৰ্) সম্ভ্ৰমৰ যোগ্য, মান্য; যেনে, মাননীয় লোক; বিশ্বাসৰ যোগ্য; যেনে, এই কথা মাননীয় নহয়, respectable, credible. "মানী" চোৱাঁ।

মানন্তা, স. শ. মানোতা, সম্ভ্ৰম কৰোঁতা; যেনে, মানন্তাৰ গুৰু গোসাঁই, one who respects or obeys.

মানপী, বি. (সং. মানৱ, মানুহৰ) মানুহৰ, মনুষ্য সম্বন্ধীয়; যেনে, মানপী জনম, human.

মান-মণ্ডল, স. শ. (সং. মানমণ্ডল—মান, পৰিমাণ+মণ্ডল, গোলাকাৰ বস্তু; গোলাকাৰ গ্ৰহ নক্ষত্ৰৰ পৰিমাণ কৰা যায়, এতেকে) গ্ৰহ নক্ষত্ৰৰ পৰিমাণ আৰু গতি নিশ্চয় কৰিবলৈ যন্ত্ৰ থোৱা ওখ ঘৰ বা ঠাই, an observatory.

মানৱ, স. শ. (সং. মানৱ—মনু, মানুহৰ আদি পুৰুষ) মানুহ, মনুষ্য জাতি, man,

mankind. বি. মনুষ্যৰ, মানপী ; যেনে, মানৱ জন্ম, human. ( স্ত্ৰী ) মানৱী।

মানস্, বি. ( সং. মানস—মনস, মন ) মনৰ, মন সম্বন্ধীয়, মনৰ পৰা উৎপন্ন ; যেনে, শিৱৰ মানস পুত্ৰ, mental. স. শ. ইচ্ছা, বাঞ্ছা ; যেনে, এই কাম কৰিবৰ মানস আছে ( মনত উৎপন্ন হয়, এতেকে ), a desire, a wish.

মানস্ কৰ্, ইচ্ছা কৰ্, বাঞ্ছা কৰ্. to desire.

মানসিক, বি. মনৰ, মন সম্বন্ধীয়, mental.

মানস্-সৰোবৰ্ (-ৰৱ্), স. শ. ( সং. মানস-সৰোৱৰ—মানস, এখান বিলৰ নাম + সৰোৱৰ, ডাঙ্গৰ পুখুৰি ) হিমালয় পৰ্ব্বতৰ এখান ডাঙ্গৰ বিল, the lake *Manasa* in the Himalayas. (Dowson).

মানা, স. শ. ( বং. মানা, নিষেধ ) নিষেধ, বাধা, prohibition.

মানিনী, স. শ. ( সং. মানিন্ শব্দৰ স্ত্ৰীলিঙ্গ ) অহঙ্কাৰিণী, আপোনাৰ ৰূপ-যৌবনৰ গৰ্ব্ব কৰা তিৰোতা ; যেনে, “মানিনীৰ দৰ্প কৰিয়া চুৰ। জানাহা কৃষ্ণ গৈল কত্তো দূৰ।” ৰোহ পতা তিৰোতা, a proud woman, a woman in a pet.

মানি-মুনি, স. শ. এবিধ দৰবত দিয়া বন, a kind of medicinal herb.

মানিমুনি দুবিধ ; এবিধৰ পাতবোৰ বহল, তাক বৰ মানিমুনি আৰু সৰু পাতেৰে বিধক সৰু মানিমুনি বোলে।

মানী, বি. ( সং. মানিন্—মান ; সংকাৰ + ইন্ ) মান থকা, মৰ্য্যাদাৱন্ত, সম্ভ্ৰম পোৱা ; যেনে, মানী লোক, respected, honored. স. শ. সন্মান পোৱা ব্যক্তি, সম্ভ্ৰান্ত মানুহ ; যেনে, মানীৰ মান, a respected or honored person.

সমা.—মাননীয়, মান্য, মানী ; প্ৰথম দুটা মান পাবৰ যোগ্য অৰ্থাৎ যি গুণ থাকিলে লোকে আনৰ পৰা সংকাৰ পোৱা উচিত তেনে গুণ থকা মানুহত খাটে ; শেষৰটোৱে কেৱল লোকে সন্মান কৰা মানুহক বুজায় ; এতেকে কোনো মানুহ মাননীয় নহলেও মানী হব পাৰে।

মানী, বি. ( সং. মান, জোখ ) সমান জোখৰ, দীঘৰ সমানে বহল আৰু ওখ, well-proportioned.

মানুহ্, স. শ. ( সং. মানুষ, মনুষ্য ) মনুষ্য, মনুষ্য জাতিৰ জন্তু, man, mankind.

মানুহালি, গু. শ. মনুষ্যত্ব, মানুহৰ গুণ বা স্বভাৱ, the state or quality of a man, humanity, manliness.

মানুহ্-মুৰা, বি. ( অং. মানুহ + মুখ ; মানুহৰ মুখৰ নিচিনা মুখযুক্ত ) মানুহৰ নিচিনা আকৃতি পোৱা, অত্যন্ত কৃশ অৱস্থাৰ পৰা অলপ চিকোণ হোৱা ; যেনে, জ্বৰ পৰি সি খৰিডাল যেন হৈছিল, এতিয়াহে মানুহ-মুৰা হৈছে ; নিচেই দুখীয়া অৱস্থাৰ পৰা অলপ চহকী হোৱা ; যেনে, অমুকৰ লবাকেইটাই গা দিবৰ পৰা সি মানুহমুৰা হৈছে, recovered from emaciation, risen from poverty to a well-to-do state.

মানে, ক্ৰি. বি. (সং. মান, পৰিমাণ) পৰিমিতে, কোনো এক সময়লৈকে ; যেনে, মই নাহো মানে, তই ইয়াত থাক্ ; পৰিমাণে, যিমান হব পাৰে ; যেনে. পাৰা মানে দুখীয়াক মৰম কৰিবা, until, as much as.

মান্তামান্তি, বি. ( অং. মান্তি, সৈমান ) এজন আন জনৰ কথাত সৈমান বা সম্মত, দুজন মিলা, mutually agreed.

মান্তি, বি. ( সং. মান্, সন্মান কৰ্ ) সম্মত, সৈমান ; যেনে, গুচৰীয়া পদকীয়াৰ কথাত মান্তি হৈছে, agreed. স. শ. সম্মতি, স্বীকাৰ, মনা কাৰ্য্য ; যেনে, সেই কথাত মোৰ মান্তি নাই, consent, agreement.

মান্য, বি. ( সং. মান্, সংকাৰ কৰ্ ) সন্মানৰ যোগ্য, পূজনীয় ; বিশ্বাসৰ যোগ্য, respectable, honorable, credible.

মান্যবৰ্, বি. ( সং. মান্যৱৰ—মান্য, মান-নীয় + বৰ, শ্ৰেষ্ঠ ) অতিশয় মান্য, শ্ৰেষ্ঠ, very honorable or venerable.

মান্যৱন্ত, } বি. মান পোৱা, সম্ভ্ৰম পোৱা,
মান্যৱান্, } মানী, মৰ্য্যাদাৱন্ত, respected, honored. ( স্ত্ৰী ) মান্যৱতী।

মাফ্, স. শ. ( যাং. মাফ, ক্ষমা ) ক্ষমা, দোষ এৰা কাৰ্য্য, pardon.

মাফ্ কৰ্, ক্ষমা কৰ্, to forgive.

মাফ্ দি, প্ৰাপ্য ধন এৰ্, to remit, as a debt.

মামৰ্, স. শ. লোৰ মল, the rust of iron.

মামৰী, স. শ. ( বং. মামড়ী ; ঘাৰ শুকান চোকোৰা ) গাৰ মাখি-ছাল ছিগি যোৱা এবিধ ৰোগ, এবিধ খৰ, a kind of ringworm.

মামৈ-তামোল্, স. শ. এবিধ সৰু বন তামোল, গেৰেগুৰা তামোল ; তাৰ গছ, a species of wild nut and its tree.

মায়া, স. শ. ( সং. মায়া—মা, পৰিমাণ কৰ্ ; ইয়াৰ দ্বাৰা মানুহৰ জ্ঞানৰ পৰিমাণ হয়, এতেকে ) প্ৰতাৰণা, ছলনা ; চকুৰ ভ্ৰম জন্মাব পৰা গুণ বা শক্তি ; যেনে, "মায়া কৰি হৰি ভৈল অন্তৰ্দ্ধান," সৃষ্টিকৰ্ত্তাৰ সেই ছলনা, যাৰ দ্বাৰা মানুহবিলাক ভোল গৈ এই সংসাৰক নিত্য যেন ভাবি তাতে বন্ধ হৈছে ; যেনে,

"যত দেখা ধন-জন আৰু পুত্ৰ, জায়া।
শাশ্বত নহয় কিছু, সবে বিষ্ণু-মায়া ॥"

সেই মায়াৰ পৰা হোৱা ভ্ৰম, এতেকে মৰম, স্নেহ, মমত ; যেনে, সন্তানৰ মায়া এৰিব নোৱাৰি, trick, deceit, worldly illusion, affection, compassion.

মায়া-জাল্, স. শ. ( সং. মায়াজাল—মায়া, ছলনা + জাল, এবিধ ফান্দ ) প্ৰতাৰণা বা ফাঁকিৰ জাল ; এই মিছা সংসাৰ সঁচা এনে ভ্ৰম জন্মাব পৰা হোৱা বন্ধন, deceit, the worldly illusion which misleads mankind.

মায়াময়, বি. ফাঁকিস্বৰূপ, এটাত আন এটা যেন বোধ জন্মোৱা, illusive.

মায়াবী, বি. ( সং. মায়াৱিন্—মায়া + ৱিন্, প্ৰত্য. ) মায়াত পাৰ্গত, চকুৰ ভ্ৰান্তি জন্মোৱা, অদৃশ্য হোৱা, deceiving by false show. ( স্ত্ৰী ) মায়াবিনী।

মাৰ্, স. ধা. ( সং. মাৰণ—মৃ, মৰ্ ; হিং. মাৰনা ; বং. মাৰণ, বধ কৰা ) বধ কৰ্, প্ৰাণ ল ; যেনে, পছু মাৰে ; আঘাত বা প্ৰহাৰ কৰ্ ; যেনে, মাৰ মাৰে, কিল মাৰে ; টঙ্গনিয়া, কিলা ; যেনে, গৃহস্থে চোৰক মাৰে ; এছাৰিৰে কোবা ; যেনে, অধ্যাপকে ছাত্ৰক মাৰে ; নিক্ষেপ কৰ্, বলেৰে দূৰৈলৈ পেলা ; যেনে, দলি মাৰে, আছাৰ মাৰে ; অস্ত্ৰ চলা ; যেনে, ছিলৈ মাৰে, কাঁড় মাৰে ; কোৰ আদি ব্যৱহাৰ কৰ্ ; যেনে, কোৰ মাৰে, কুঠাৰ মাৰে, বঠা মাৰে, বন্ধ কৰ্ ; যেনে, বাট মাৰে ; জপা ; যেনে, দুৱাৰ মাৰে ; বঠাৰে চলা ; যেনে, নাও মাৰে ; পেট পূৰাই খা (নিন্দাৰ্থত) ; যেনে, জৰত কেঁকাই থাকে, তেও দুয়ো বেলা ভাত মাৰে, টঙ্গনিয়াই সুমা বা পোত ; যেনে, গজাল মাৰে, খুঁটি মাৰে ; মুখেৰে উচ্চ শব্দ কৰ্ ; যেনে, ৰিং মাৰে ; কাহ মাৰে, টান বস্তুৰে ঘঁহি মিলা ; যেনে, দৰব মাৰে ; পক কৰি আঞ্জাত দি ( তেল বা ঘিউত খাটে) ; যেনে, তেল মৰা আঞ্জা ; গছৰ পৰা গুটি শস্য বেলেগা ; যেনে, ধান মাৰে ; সোঁতৰ দৰে বা লালীকৈ চলা ( বতাহত খাটে ) ; যেনে, বতাহ বা ধুমুহা মাৰে ( ইয়াৰ কৰ্ত্তা বায়ু লুকাই থাকে ) ; এজনে আন এজনক দিব লগা ধন বা বস্তু সেই জনৰ পৰা পাব লগীয়া ধন বা বস্তুৰ বাবে ৰাখ্ ; যেনে, ৰামে কৃষ্ণক দিব লগীয়া ধন কৃষ্ণই আৰিত হবা ধনত মাৰিলে বা মাৰি ললে, to kill, to strike, to beat, to whip, to throw with force, to shoot or fire, to wield as a hoe, &c., to shut, to propel by an oar, to eat or drink one's fill (in ridicule), to drive, as a nail, &c., to utter aloud, (as a sound), to mix by grinding, to season with heated ghee or oil, to thrash or separate from the straw, to blow, (as wind), to set off or place against, as an equivalent. স. শ. প্ৰহাৰ, আঘাত ; মৃত্যু, নাশ ; যেনে, সাৰধানৰ মাৰ নাই ; একে

লগে বন্ধা দুখান নাও, a blow, death, destruction, two boats lashed together.

মাৰ খা, আঘাত প্ৰাপ্ত হ, কিল পা; যেনে, দুইই মাৰ খায়; বন্ধ হ, জাপ যা (এই ভাবত কৰ্ত্তাৰ এ বিভক্তি গুচে); যেনে, পেড়াটো মাৰ খালে, to be beaten, to be closed or shut.

মাৰ্ বান্ধ্, দুখান নাও গোটাই বান্ধ্, to lash together, as two boats.

মাৰ্ যা, অদৃশ্য হ, নেদেখা হ; যেনে, বেলি মাৰ গল, শুকা; যেনে, চকুৰ পানী মাৰ গল, to go out of sight, to be invisible, to dry.

মাৰি দি, প্ৰহাৰ কৰ্, to strike, to beat.

মাৰি পেলা, বধ কৰ্, to kill.

মাৰক, বি. (সং. মাৰক—মৃ, মৰ্) বধ কৰা, প্ৰাণ মৰা; যেনে, মাৰক ৰোগ, fatal, killing.

মাৰণ্, কৃদ. স. বধ বা আঘাত কৰা কাৰ্য্য, the act of killing or striking.

মাৰল্, স. শ. (সং. মণ্ডল, মেল বা সমাজ ইয়াৰ মুল হব পায়) বৰ ঘৰৰ সমুখৰ ঘৰ, যত বহি তিৰোতাবিলাকে বন কৰে আৰু সমাগত তিৰোতাবিলাকেৰে মেল পাতে, an inner apartment in which the females work and receive visitors.

মাৰলী, } মাৰলি, } স. প. ঘৰৰ চাল ধৰা আৰু এমাৰলি, মুৰৰ পৰা আন মুৰলৈ ব্যাপা বাঁহ বা কাঠ, a pole or a long piece of timber or bamboo supporting the roof of a house.

মাৰাত্মক্, বি. (সং. মাৰাত্মক—মাৰ, বধ + আত্মক, ইচ্ছুক) মাৰক, বধ কৰা, হত্যা কৰা, fatal, killing, murderous.

মাৰি, স. শ. (অং. মাৰ্, আঘাত কৰ্, তাৰ দ্বাৰা আঘাত কৰা যায়, এতেকে) যষ্টি, টাঙ্গন; গোটা, গা সৰু এক খণ্ড বাঁহ বা কাঠ, a stick, a rod, a slender pole.

মাৰি, } মাৰী, } স. শ. (সং. মাৰি, মাৰী—মৃ, মৰ্) সাজ্বাতিক ৰোগ, মাউৰ, epidemic, plague.

মাৰুক্, বি. (সং. মাৰক, বধ কৰা), মৰাত পাৰ্গত (ঘাই পতা বা যুজোৰা চৰাইত খাটে); যেনে, মাৰুক ঘাই, মাৰুক কুকুৰা, killing (a term applied to a game cock also to a decoy bird).

মাৰৈ, স. শ. (অং. মাৰ্, বধ কৰ্, তেওঁ লক্ষীন্দৰক বধিছিল, এতেকে) মনসা দেৱীৰ চহা নাম; তেওঁৰ কোপত চান্দ সদাগৰৰ পুতেক লক্ষীন্দৰক সাপে খাই মৰাৰ আৰু লক্ষীন্দৰৰ ভাৰ্য্যাই তেওঁক পুনৰায় জীওৱাৰ আখ্যান, the goddess of snakes, the legend of *Lakhindhar*, son of *Chand*, who was killed by a snake-bite, but was revived by his wife.

মাৰ্গ, স. শ. (সং. মাৰ্গ, বাট—মৃগ্, অন্বেষণ কৰ্, বাট বিচৰা যায় বা বাটে দি কোনো বস্তু বিচৰা যায়, এতেকে) বাট, পথ; মলৰ দ্বাৰ, বহিৰ্দ্বাৰ, a way, a path, the anus.

মাৰ্গশীৰ্ষ, স. শ. (সং. মাৰ্গশীৰ্ষ, আঘণ-মাহ—মৃগশিৰা, এটা নক্ষত্ৰ—এই নক্ষত্ৰেৰে যুক্ত পূৰ্ণিমা এই মাহত হয়, এতেকে) আঘণ মাহ, November-December.

মাৰ্ঘাত্, } মাৰ্ঘাত্, } স. শ. (অং. মাৰণ, বধ কৰণ + আঘাত, প্ৰহাৰ; বধ কৰা আঘাত, টাঙ্গন) বৰ কষ্ট, বৰ হানি; যেনে, অমুকৰ ওপৰত মাৰ্ঘাত পৰিল, great distress or misfortune, heavy loss.

মাৰ্ঘাত বা মাৰ্ঘাত মাৰ্, বহু বস্তু অপহৰণ কৰ্ বা বলেৰে নি; যেনে, অমুকৰ ঘৰত চোৰে মাৰ্ঘাত মাৰিলে; বৰ হানি জন্মা; যেনে, অমুকক ভায়েকে মাৰ্ঘাত মাৰিলে, to steal or forcibly take a very large amount, to cause a great loss.

মাৰ্জ্জন্, কৃদ. স. (সং. মাৰ্জন, মাজন—মৃজ্, মাজ্) ঘঁহন, মাজন, the act of rubbing or wiping.

মাৰ্জনী, স. শ. ( সং. মাৰ্জনী, মাজনী—মৃজ্, ঘঁহি পৰিষ্কাৰ কৰ্) মাজনী, মাজি পৰিষ্কাৰ কৰা যতন, বাঢ়নী, a brush, a broom.

মাৰ্জাৰ্,* স. শ. ( সং. মাৰ্জাৰ, মেকুৰী—মৃজ্, মাজ্; তাৰ গাটো মজাৰ দৰে পৰিষ্কাৰ, এতেকে ) বিৰাল, মেকুৰী, a cat. ( স্ত্ৰী ) মাৰ্জাৰী।

মাৰ্জ্জিত্, কৃদ. বি. ( সং. মাৰ্জিত, মজা—মৃজ্, মাজ্ ) ঘঁহি পৰিষ্কাৰ কৰা, নিমজ কৰা; ঘঁহি চোকা কৰা; যেনে, মাৰ্জিত অস্ত্ৰ; অভ্যাসৰ দ্বাৰা তীক্ষ্ণ হোৱা; যেনে, মাৰ্জ্জিত বুদ্ধি, cleansed by rubbing, whetted, sharpened.

মাৰ্-নাও, স. শ. ( বং. মাড়, একে লগে জোঁটা দুখান নাও ) এখানৰ দাঁতিত আন এখান বান্ধি বহলোৱা দুখান সৰু নাও, two boats lashed together side by side.

মাৰ্ফত্, আমু. অব্য. ( যাং. মাৰ্ফত ) হাতে; যেনে, খাজাঞ্চীৰ মাৰ্ফত ধন পালোঁ, হাতত, লগত; যেনে, চাকৰৰ মাৰ্ফত পঠালোঁ, from, through, by.

মাৰ্-ভাত্, } মাৰ্ভাত্, } স. শ. ( অং. মাৰ্, চাউল আদিৰ আঠা+ভাত, সিজোৱা চাউল ) তাঁত বাটি কৰাৰ আগেয়ে কপাহী সূতা ঠৰঙা কৰিবলৈ আধা খুন্দা ধান সিজাই কৰা মাড়, a size made by boiling half-ground paddy for stiffening cotton thread preparatory to weaving.

মাল্, স. শ. ( সং. মল্ল, বাহুৰে যুজোঁতা ) বাহুযুদ্ধ কৰোঁতা, a wrestler.

মাল্, স. শ. ( যাং. মাল, সম্পত্তি ) সম্পত্তি, বস্তু, property.

মালতী, স. শ. ( সং. মালতী—মাল, বিষ্ণু +অত্, গতি কৰ্, বিষ্ণুৰ প্ৰিয়, এতেকে ) এবিধ বৰ সুগন্ধি উত্তম ফুল, a kind of jasmine.

মালা, স. শ. ( সং. মালা—মা, জোখ্ ) জৰীৰে গঁথা ফুল, মনে মনে উচ্চাৰণ কৰা দেৱতাৰ নাম বা মন্ত্ৰৰ লেখ ৰাখিবলৈ ফুলৰ মালাৰ দৰে গঁথা কাঠৰ বা আন বস্তুৰ গুটি; এতেকে, শ্ৰেণী, শাৰী; যেনে, পৰ্ব্বতমালা, a garland, a rosary, a chaplet, a line, a row.

মালাকাৰ্, স. শ. ফুলৰ মালা কৰোঁতা, মলীয়া, a garland maker.

মালা-মণি, স. শ. মালাৰ দৰে জৰীৰে গঁথা মণি, ওলমা মণি, a necklace.

মালিক্, স. শ. ( যাং. মালিক্ ) গৰাকী, অধিকাৰ, an owner, a master.

মালিহা, স. শ. কিনিবৰ আৱশ্যক বা ইচ্ছা নথকা বস্তুৰ দৰ জিজ্ঞাসা, the act of asking the price of an article without intention of buying.

মালিহা মাৰ্, কিনিবৰ ইচ্ছা নকৰাকৈ দৰ সোধ্, to ask the price of an article not intended to buy.

মালী, স. শ. ( সং. মালিন্—মালা, গঁথা ফুল+ইন্ ) মলীয়া, মালা গঁথা মানুহ; ফুলৰ ব্যৱসায় কৰোঁতা; বাৰী চোৱা, a garland maker, a florist, a gardener. ( স্ত্ৰী ) মালিনী।

মাল্-ভোগ্, স. শ. ( সং. মাল, বিষ্ণু+ভোগ, ভোজন; বিষ্ণুৰ ভোজনৰ যোগ্য ) এবিধ অতি সোৱাদ আৰু সুগন্ধি কলা; যেনে, মাল্-ভোগ কল্; এবিধ জল্পনীয়া চাউল হোৱা ধান; যেনে, মাল-ভোগ ধান্; এবিধ বন শাক; যেনে, মাল-ভোগ শাক, a kind of sweet and good smelling plantain, a kind of potherb, a kind of rice.

মাল্য, স. শ. ফুলৰ মালা, a garland.

মাল্-যুঁজ্, স. শ. ( সং. মল্লযুদ্ধ, বাহুৰে কৰা যুঁজ ) বাহুৰে বাহুত আঘাত কৰি বা কঁকালে কঁকালে কৰা যুঁজ, wrestling.

মাস, স. শ. ( সং. মাস, চন্দ্ৰ। পূৰ্ব্বে চন্দ্ৰৰ গতি ধৰি ৩০ টা তিথি হলে এমাহ গণ্য হৈছিল; এতেকে সেই নাম। কিন্তু এতিয়া চন্দ্ৰ, সূৰ্য্য, নক্ষত্ৰৰ গতি ধৰি ছয় প্ৰকাৰে মাহ গণা যায় ) বছেৰেকৰ বাৰ ভাগৰ এভাগ, a month.

মাসিক্, বি· ( সং· ) মাস-সম্বন্ধীয়, মাহেকীয়া, এমাহ থকা বা মাহেকত এবাৰ, monthly.

মাহ্, স· শ· ( সং· মাষ, মাটি মাহ ; তাৰ নিচিনা, এতেকে ) মানুহে খোৱা সকলো-বিধৰ ছেঁইত হোৱা গুটিৰ আৰু সেই গুটি ধৰা গছৰ সাধাৰণ নাম ; যেনে, মাটি-মাহ, মগু-মাহ, কলা-মাহ, মচুৰ-মাহ ইত্যাদি ; গাৰ ছালত হোৱা মাটি-মাহৰ নিচিনা এবিধ টোপোৰা, the generic name for all kinds of beans or pulse, a wart.

মাহ্, স· শ· ( সং· মাস, বছেৰেকৰ এক অংশ ) মাস, বছেৰেকৰ বাৰ ভাগৰ এভাগ, a month.

মাহনি, স· শ· মাহৰ খেতি, মাহ হোৱা ঠাই, a field where pulse is grown.

মাহাত্ম্য, স· শ· ( সং· মাহাত্ম্য—মহাত্মন্, শ্রেষ্ঠ লোক ) মহিমা, দেৱতাৰ শক্তি, মহাত্মা ; যেনে, শিৱৰ মাহাত্ম্য ; প্রতাপ, ক্ষমতা, গৌৰৱ, glory, divine power, greatness, majesty, might.

মাহিমুহা, বি· বেগতে কামলৈ আগ বাঢ়িব নোৱৰা ; শীঘ্রে কাম কৰিব নোৱৰা, পাকৈত বা খৰ নোহোৱা, নিচেই জুৰ ; যেনে, মাহিমুহা মানুহে ততাতৈয়াৰ কাম কৰিব নোৱাৰে, slow, not active and sharp. স· শ· কামত ধৰিবলৈ কৰা হেঁাহকা পিছলা, কামত ধৰি পিলিকি থকা কাৰ্য্য ; যেনে, এলেহুৱা মানুহৰ মাহিমুহাতে দিন যায়, slowness, sluggishness.

সমা·—এলেহুৱা, মাহিমুৱা, দুইও প্রায়ে একে অৰ্থকে বুজায় ; কিন্তু এলেহুৱা মানুহে কামত ধৰাত পলম কৰে, ধৰিলে বেগাই কৰিব পাৰে ; মাহিমুহা মানুহে কামৰ আৰম্ভত যে পলম কৰেই, কাম কৰিবলৈ ধৰিলেও বেগাই কৰিব নোৱাৰে, এতেকে এলেহুৱাতকৈ মাহিমুহা অধম।

মাহিলি, ক্রি· বি· ( অং· মাহ, বছৰৰ এভাগ ) মাহেকত, মাহেপতি ; যেনে, মাহিলি পাঁচ টকা, monthly.

মাহী, স· শ· ( সং· মাতৃস্বসৃ ; হিং· মৌসী ; বং· মাসী, আইৰ ভনীয়েক ) আইৰ ভনীয়েক ( আইৰ ভনীয়েকৰ নিচিনা, এতেকে ) বিমাতা, আইৰ সতিনীয়েক, a maternal aunt, a step-mother.

মাহী কাট্, লেটা বন্ধা মুগা বা এৰি·আদিৰ দৰে পোক উৎপন্ন কৰ্ ; যেনে, এৰিয়ে মাহি কাটিছে। লেটাৰ গন্ধ পাই মাখিয়ে পোক দিয়ে, সেই পোক মুগা আদিৰ পৰা হোৱা যেন ভাবি মানুহে "মুগা আদিয়ে মাহী কাটিছে" বোলে, to produce small maggots as cocoons.

মাহী-মেল্, স· শ· ( অং· মাহী, ঐ + মেল, ৰজাৰ সম্বন্ধীয়া মানুহক দিয়া মানুহ ) ৰজাৰ মাহীয়েকক দিয়া মানুহ, মাটি, an estate assigned to the step mother of the Raja.

মাহীমেলীয়া বৰুৱা, সেই মেলৰ প্রধান বিষয়া, the head office of ditto.

মাহুদি, } স· শ· ( সং· মহৌষধি, বৰ
মাহুদি-লতা, } দৰব ) এবিধ দৰবত দিয়া লতাৰ নিচিনা গছ, শুংশুঙ্গীয়া গছ, a kind of medicinal plant.

মাহে, ক্রি· বি· ( অং· মাহ, ত্রিশ দিন ) মাহেকত, per mensem, monthly.

মাহেক্, স· শ· ( অং· মাহ, বছৰৰ এভাগ + এক, সংখ্যা ) এমাহ, one month.

মাহেকীয়া, বি· এমহীয়া, এমাহ হোৱা ; যেনে, মাহেকীয়া লৰা, মাহেকত এবাৰ হোৱা ; যেনে, মাহেকীয়া শৰাধ ; এমাহ থকা ; যেনে, মাহেকীয়া অশৌচ, of one month, one month old, monthly, done or happening once a month, lasting one month. স· শ· মাসিক শ্রাদ্ধ, মৃতকৰ উদ্দেশে মাহেকত এবাৰ কৰা শৰাধ, a monthly offering made to a dead person.

মাহেন্দ্র-ক্ষণ্, } স· শ· ( সং· মাহেন্দ্রক্ষণ,
মাহেন্দ্র-যোগ্, } মাহেন্দ্রযোগ — মাহেন্দ্র, মহেন্দ্র অৰ্থাৎ ইন্দ্র সম্বন্ধীয় + ক্ষণ, কাল) বৰ শুভ সময়, বৰ শুভ যোগ, যি সময়ত আৰম্ভ কৰা কাৰ্য্য বিফল নহয়, a very auspicious moment.

মাহে মাহে, ক্রি. বি. প্রতি মাহত, মাহে-পতি, every month.

মাহুতলী, স. শ. ( অং. মাহ, মগু আদি+তলী, খেতি কৰা মাটি ) মাহ খেতি কৰা মাটি, land in which pulse is cultivated.

মাহুতিতা, স. শ. ( সং. মহাতিক্তা, এবিধ লতা ) এবিধ দৰবত দিয়া তিতা লতা, a kind of bitter creeper.

মিকিৰ, স. শ. কছাৰীবিলাকৰ নিচিনা এক পৰ্ব্বতীয়া জাতি, an aboriginal tribe of Assam.

মিচিকিয়া, অ. ধা. ( সং. স্মিত ; বং. মুচকন্, অলপকৈ হঁহা ) অলপকৈ হাঁহ্, মিটিকিয়া, ৰঙ্গেৰে অলপকৈ দাঁত উলিয়া ; অলপকৈ হঁহাৰ দৰে দাঁত উলিয়াই উপহাস কৰ্, to smile, to sneer.

মিচিকিয়া-হাঁহি, স. শ. ( অং. মিচিকিওৱা, অলপকৈ দাঁত উলিওৱা+হাঁহি, হাস্য ) আনন্দ প্ৰকাশ কৰিবৰ নিমিত্তে অলপকৈ দাঁত উলিওৱা হাঁহি, a smile.

মিচিমি, স. শ. অসম দেশৰ উত্তৰ-পূব ফালৰ পৰ্ব্বতত থকা এজাতি মানুহ, a hill tribe inhabiting the hills to the north-east of Assam. ( স্ত্ৰী ) মিচিমিয়নী।

মিচিমি-তিতা, স. শ. ( অং. মিচিমি, ঐ+তিতা, তিতা বস্তু ) মিচিমিবিলাকে অনা এবিধ তিতা শিপা, a medicinal bitter root brought down by the Mishmis. *Coptis Teeta.* (Watt).

মিছলীয়া, বি. ( অং. মিছা, অসত্য কথা ) অসত্য-ভাষী, মিছা কথা কোৱা, lying, untruthful. স. শ. মিছা কথা কওঁতা, মিছা কথা কোৱা লোক, a liar.

মিছা, বি. ( সং. মিথ্যা, অসত্য ) অসত্য, সঁচাৰ বিপৰীত ; যেনে, মিছা সম্বাদ ; নিৰৰ্থক, নিষ্ফল ; যেনে, সকলো পৰিশ্ৰম মিছা হল ; অচিৰস্থায়ী ; যেনে, "জীৱন, যৌবন, সকলো মিছা," false, unreal, fruitless, transitory, transient. স. শ. অসত্য কথা ; যেনে, সি মিছা কয় ; বেয়া বা অকামিলা বস্তু ; যেনে, মিছা দি সঁচা নিছে, a falsehood, a lie, a thing of no value.

মিছা মাত্, আসৈ কৰ্, to deny.

মিছা, স. শ. ( অং. মিঠা, সোৱাদ ) চুটিকৈ কাটি কুঁহিয়াৰৰ পকা ৰহিত জুবুৰিওৱা ভাবৰি, a piece of crushed sugarcane dipped in hot juice of the plant and used as a sweetmeat.

মিছাই, ক্রি. বি. মিছাকৈ, অসত্যৰূপে ; যেনে, মিছাই কয় ; নিৰৰ্থকতে নিষ্ফল-ৰূপে, শুদাতে ; যেনে, মিছাই ইয়ালৈ আহিলোঁ, falsely, fruitlessly.

মিছা-মাছ, স. শ. ( অং. মিছা, অসত্য+মাছ, মৎস্য ; মাছ নহয় তথাপি মাছ বোলা যায়, এতেকে ) এবিধ পানীৰ পোক। তাৰ দুজাতি, এজাতি নিচেই সৰু তাক প্ৰায় ফৰিঙৰ দৰে দেখা যায়, ডাঙ্গৰ জাতিও তদ্ৰূপেই, কিন্তু ফৰিঙতকৈ বহুত ডাঙ্গৰ আৰু খাবলৈও বৰ ভাল, a shrimp, a prawn. "মিছা" এনেকৈও বোলা যায়।

মিছালি, গু. শ. অসত্যতা, মিছা কথা কোৱা গুণ বা স্বভাৱ ; যেনে, মিছালিত প্ৰবৰ্ত্তিব নেলাগে, untruthfulness.

মিছৰী, স. শ. ( বং. মিছৰী, ডুখৰীয়া চেনি ) পৰিষ্কৃত আৰু গোটা মৰা চেনি, sugar-candy.

মিজিং-মাজাং, বি. মাহিমুহা, পাকৈত বা খৰ নোহোৱা, slow, not active and sharp. স. শ. শীঘ্ৰে কাম কৰিব নোৱৰা আৰু "কৰিম কৰিম" কৰি সময় নিয়া কাৰ্য্য ; যেনে, মিজিংমাজাং কৰোঁতেই দিন যায়, slowness, sluggishness, inactivity. "মাহিমুহা" চোৱাঁ।

মিজিৰা, বি. চুটি চাপৰ আৰু দুৰ্ব্বল, কঁটীয়া লাগি থকা আৰু গা কৰিব নোৱৰা (লৰা), dwarfed and weak, as a child.

মিট্, অ. ধা. ( হিং. মিটনা, লোপ পা ; বং. মিটন, নিষ্পন্ন বা শেষ হ ) বিবাদ ভাগ্, দন্দ গুচ্ ; যেনে, দুই ভায়েকৰ বিবাদ মিটিল ; দন্দ এৰি মিল্, পুনৰায়

মিল হ; যেনে, গুচৰীয়া পদকীয়া মিটিল; জেঙ্গা ভাগ, লেঠাৰ অন্ত পৰ্; যেনে, লেঠাটো মিটিল, to be compromised, to be made up, as a quarrel, to be reconciled, to be settled.

মিটা, স. ধা. (অং. মিট্, ঐ) দুই বিবাদীক মিলাই নিষ্পত্তি কৰ্ (দন্দত খাটে); যেনে, সমজুৰাই গোচৰ মিটালে; দন্দ ভাঙ্গি মিল কৰ্, পুনৰ মিলা; যেনে, গুচৰীয়া পদকীয়াক মিটাই দিয়াঁ; নিষ্পত্তি কৰ্, শেষ কৰ্ (জেঙ্গাত খাটে); যেনে, লেঠা মিটালে, to cause to be settled amicably, to cause to be reconciled, to settle.

মিটিকিয়া, অ. ধা. "মিচিকিয়া" চোৱাঁ।

মিটিৰাই, মিটিৰ্ কৰে, } ক্রি. বি. মিটিৰ শব্দ কৰি, সৰু খাগৰি খৰি ভগাৰ দৰে শব্দ কৰি, with a low, short sound.

মিটুমিটু, অনুক. শুকান ডালি বা ক্ষুদ্র খাগৰি আদি ভাগোঁতে হোৱাৰ নিচিনা শব্দ an imitative sound used to express that caused by breaking small and dry twigs, &c.

মিটুমিটনি, স. শ. শুকান ডালি আদি ভগাৰ শব্দ, the sound of breaking small and dry twigs, &c.

মিটুমিটা, অ. ধা. মিটুমিট শব্দ কৰ্, শুকান ডালি আদি ভগাৰ দৰে শব্দ কৰ্, to make sounds as of breaking small dry twigs, &c.

মিটুমিটীয়া, অ. ধা. মিটুমিট শব্দ কৰি ভাগ; যেনে, মিটুমিটীয়া খাগৰি, breaking with short, low sounds.

মিঠা, বি. (সং. মিষ্ট; হিং. মীঠা; বং. মিঠা, সোৱাদ) মধুৰ, সোৱাদ; যেনে, মিঠা আম; মনোৰম, সুখজনক, কাণ, নাক বা ছালক সন্তোষ দিয়া; যেনে, মিঠা কথা, মিঠা গন্ধ, মিঠা বতাহ, sweet, agreeable, pleasant. স. শ. মিষ্টতা, সোৱাদ, মিঠা গুণ; যেনে, এইটো আমত মিঠা নাই; মিঠা বস্তু; যেনে, অধিক মিঠা খালে পিত্ত বাঢ়ে, sweetness, a sweet thing.

মিঠা-বৰণ্, স. শ. বৰ বগা আৰু কলা নোহোৱা বৰণ, শাওঁ বৰণ, a moderately dark complexion.

মিঠা-বৰণীয়া, বি. বৰ বগা বা কলা নোহোৱা, শাওঁ বৰণীয়া, of a moderately dark complexion.

মিঠা-মৰা, "মৰা-শাক" চোৱাঁ।

মিঠা-মৰি, স. শ. পকিলে বৰ মিঠা হোৱা এবিধ টেঙ্গা, a kind of fruit. বি. মনোৰম, সুখজনক, কর্কশ নোহোৱা; মনত বা গাত দুখ নিদিয়া; যেনে, মিঠা-মৰি মাত, sweet, agreeable, not harsh or unpleasant.

মিঠৈ, স. শ. (অং. মিঠা, বং. হিং. মিঠাই, মিষ্ট খাদ্য) গুড়, গাখীৰ আৰু পিঠা গুড়িৰে বন্ধা লাড়ু; ঘূৰণীয়া বস্তু; গুড়; মিঠা খাদ্য, a ball of sweetmeats consisting of *gur* or raw sugar, milk and ground rice, a ball, *gur* or raw sugar, a sweetmeat of any kind.

মিঠৈ বান্ধ্, লাড়ু কৰ্, to make balls of sweetmeat.

মিঠমামলা, স. শ. (অং. মিটু, মিল হ + যাং. মামলা, মকর্দ্দমা) বিবাদ এৰি মিল হওন; যেনে, দুই ভায়েকে মিঠমামলা কৰিলে, reconciliation.

মিতু, "মিত কটাৰী" চোৱাঁ।

মিতব্যয়ী, বি. (সং. মিতব্যয়িন্—মিত, পৰিমিত + ব্যয়, খৰচ) যিমান ধন আছে, তাতৈ চাই খৰচ কৰা; অধিক ব্যয় নকৰা, frugal.

মিতা, স. শ. (সং. মিত্র, হিং. মীতা; বং. মিতা, বন্ধু) বন্ধু; কোনো লোকৰ নিজ নামে যোৱা মানুহ, a friend, a namesake.

মিতাহাৰী, বি. (সং. মিতাহাৰিন্—মিত, পৰিমিত + আহাৰিন্, ভোজন কৰা) পৰিমাণ কৰি ভোজন কৰা, অতিৰিক্ত আহাৰ নকৰা, temperate in eating. স. শ.

পৰিমাণ অনুসাৰে খোৱা বা অতিৰিক্ত ভোজন নকৰা পুৰুষ, a temperate man. (স্ত্রী) মিতাহাৰিণী।

মিতিনী, স. শ. মিতাৰ ঘৈণী, তিৰোতা বন্ধু, a wife of a মিতা, a female friend.

মিতিৰ্, স. শ. (সং. মিত্র, বন্ধু) বন্ধু; বিয়াৰ দ্বাৰা সম্বন্ধ লগা লোক, a friend, an ally, a marriage connection.

মিতিৰালি, গু. শ. মিত্রতা, মিতিৰৰ নিচিনা আচৰণ, friendship, alliance.

মিত্-কটাৰী, স. শ. (সং. মিদ্, পীড়া কৰ্+ কটাৰী, সৰু কটা অস্ত্র) তৰোৱালৰ দৰে আগ জোঙ্গা এবিধ কটাৰী, a small sharp-pointed knife.

মিত্-দা, স. শ. এবিধ আগ জোঙ্গা দা, a dagger or poniard.

মিত্র, স. শ. (সং. মিত্র—মিদ্, স্নেহ কৰ্) বন্ধু, বান্ধৱ; বিয়াৰ দ্বাৰা সম্বন্ধ লগা লোক, a friend, an ally, a marriage connection.

মিত্রতা, গু. শ. (সং.) বন্ধুতা, মিতিৰালি; আলাপ-প্রীতি, friendship, alliance.

মিত্র-দ্রোহ, স. শ. (সং. মিত্রদ্রোহ—মিত্র, বান্ধৱ+দ্রোহ, অপকাৰ) মিত্রৰ প্রতি কৰা অপকাৰ, মিতিৰক কৰা হিংসা, an injury done to a friend or ally.

মিত্র-দ্রোহী, বি. (সং. মিত্রদ্রোহিন্—মিত্র-দ্রোহ+ইন্) মিতিৰৰ অপকাৰী, মিতিৰক হিংসা কৰা, injuring a friend or ally. স. শ. মিতিৰক অপকাৰ কৰা লোক, one who injures his friend or ally.

মিত্র-ৰাজা, স. শ. (সং. মিত্রৰাজন্—মিত্র, ইষ্ট+ৰাজা, দেশৰ গৰাকী) আন কোনো ৰজাৰে মিলেৰে থকা ৰজা, an allied prince.

মিথী, স. শ. (সং. হিং. মেথী, এবিধ শাক) এবিধ শাক আৰু তাৰ সুগন্ধি গুটি, a kind of plant and its aromatic seed much used in curries.

মিথুন্, স. শ. (সং. মিথুন—মিথ্, সংযোগ কৰ্) স্ত্রী, পুৰুষ দুজন; তৃতীয় ৰাশি, a couple (a male and a female), the sign *Gemini.*

মিথ্যা, বি. (সং. মিথ্যা—মিথ্, হিংসা কৰ্) অসত্য, মিছা, false, untrue.

মিথ্যাত্ব, গু. শ. (সং.) অসত্যতা, falsehood.

মিথ্যা-বাদী, বি. (সং. মিথ্যাৱাদিন্—মিথ্যা, মিছা+ৱাদিন্, কওঁতা) মিছা কোৱা, মিছলীয়া, lying, untruthful. স. শ. মিছা কথা কোৱা পুৰুষ, a liar. (স্ত্রী) মিথ্যাবাদিনী।

মিনতি, স. শ. (সং. বিনতি, নম্রতা; হিং. মিন্তী; বং. মিনতি, কাকুতি) বিনয়, কাকুতি, বৰ নম্রভাৱে কৰা প্রার্থনা, a supplication, humble solicitation.

মিনা, স. শ. (যাং. মিনা, সোণৰূপত বৰণ দিয়া দ্রব্য) সোণৰূপৰ অলঙ্কাৰত বৰণ লগোৱা এবিধ নানা বৰণীয়া কাচৰ নিচিনা বস্তু, enamel.

মিনা কৰ্, মিনা লগা, মিনাৰে বৰণ দি, to enamel.

মিনা-কৰা, বি. মিনা-লগোৱা; যেনে, মিনা কৰা খাৰু, enamelled.

মিৰি, স. শ. বহুকাল ভৈয়ামত বাস কৰা এজাতি পৰ্ব্বতীয়া মানুহ, an aboriginal tribe originally resident in the hills, but now inhabiting the plains of Upper Assam. (স্ত্রী) মিৰিয়নী।

মিৰিকা-টেঙ্গা, স. শ. এবিধ টেঙ্গা ফল; তাৰ লতা, a kind of acid fruit, its plant.

মিৰিকা-মাছ্, স. শ. (বং. মিৰগেল মাছ) ৰৌ মাছৰ নিচিনা এবিধ মাছ, a kind of fish. "মিৰিকা" এনেও হয়।

মিল্, অ. ধা. (সং. মিল্, লগ লাগ্) লগ লাগ, সঙ্গী হ; যেনে, ডাঙ্গৰ ডাঙ্গৰেৰে মিলে; জোৱা খা, খাই ধৰ্; যেনে, জোৰাটো নিমিলিল; বেলেগাব নোৱৰা-কৈ মিহলি হ; যেনে, পানী গাখীৰেৰে মিলে; একে তুল্য হ (অঙ্কত খাটে); যেনে, দুটা অঙ্ক মিলিব লাগে, to be united, to be associated, to fit, to be mixed, to tally.

মিল্, অ. ধা. ( হিং. মিল্না, প্রাপ্ত হ) পোৱা হ, উপাৰ্জ্জিত হ; যেনে, আজি টকা কড়ি একো নিমিলিল, to be obtained to be gained.

মিল্, স. শ. ( সং. মিল্, লগ লাগ্ ) ঐক্য, বন্ধুতা; যেনে, সেই দুজনৰ মিল নাই; সাদৃশ্য, আকৃতিৰ সমতা, একে গঢ়ৰ বা একে গুণৰ হোৱা অৱস্থা; যেনে, দেউ নাগেৰী আখৰৰ বঙ্গলা আখৰেৰে মিল আছে; কুলিৰ মাতৰ কাউৰীৰ মাতেৰে মিল হয় নে? union, fellowship, intimacy, resemblance.

মিলন্, কৃদ. স. মিলা কাৰ্য্য, লগ লাগন; উপাৰ্জ্জন, প্ৰাপ্তি; যেনে, আজি কালি একো মিলন নাই, the act of being united, &c., gain.

মিলা, স. ধা. ( হিং. মিলানা; বং. মিলান ) লগ লগা, সঙ্গী কৰ্; যেনে, দৰা কন্যাক মিলাইছে; মিহলা, মিশ্ৰিত কৰ্; যেনে, গুৱালে গাখীৰত পানী মিলায়; জোৰা লগা; যেনে, খুটাক চতিৰে মিলায়; পুনৰ মিল কৰ্, দ্বন্দ্ব ভাঙ্গি প্ৰীতি কৰা; যেনে, সমজুৱাই গুচৰীয়া পদকীয়াক মিলালে; বিজা; যেনে, মহবিয়ে নকল কাকত আচলেৰে মিলায়; একে প্ৰকাৰৰ বা তুল্য কৰ্; যেনে, এটা মুঠ আনটোৰে মিলাব লাগে; প্ৰাপ্তি কৰা, লাভ কৰা; যেনে, হৰিয়ে জীৱিকা মিলায়, to unite, to join, to reconcile, to compare, to cause to tally, to cause to be gained. কৃদ. স. মিলাওঁতা, ( স্ত্ৰী ) মিলাঁতী।

মিলাওন্, কৃদ. স. মিলোৱা কাৰ্য্য, the act of uniting, &c.

মিলিত্, কৃদ. বি. মিল হোৱা, লগ লগা, জোৰা খোৱা, মিশ্ৰিত, united, associated, joined, mixed.

মিল্-প্ৰীতি, স. শ. ঐক্য আৰু স্নেহ, বন্ধুতা, concord, harmony.

মিল্‌মিলা, অ. ধা. অলপ পুষ্ট হ; গা কৰ্; যেনে, জৰৰ পৰা উঠি লৰাটোৱে মিল্‌মিলাইছে, to recover from emaciation.

মিল্‌মিলীয়া, বি. অলপ পুষ্ট হোৱা, অলপ মঙ্গহ ধৰা; এতেকে অলপ উখহা, slightly fleshy, slightly swollen.

মিশ্ৰ, স. শ. ( সং. মিশ্ৰ—মিশ্ৰ, মিহলা ) মিহলি, মিহলোৱা বস্তু; যেনে, এই সোণত মিশ্ৰ আছে; a mixture, a thing mixed or added. বি. মিহলোৱা, লগ লগোৱা; যেনে, গাখীৰত পানী মিশ্ৰ কৰে, mixed.

মিশ্ৰিত, কৃদ. বি. ( সং. ) মিহলোৱা, মিহলি কৰা, mixed.

মিষ্ট, বি. ( সং. মিষ্ট—মি. ছটিয়া ) মিঠা, সোৱাদ; সুখদায়ক, কৰ্কশ বা বেয়া নোহোৱা; যেনে, মিষ্ট বাক্য, sweet, agreeable.

মিষ্টতা, গু. শ. ( সং. ) মিঠা গুণ বা আস্বাদ, sweetness.

মিহল্, অ. ধা. ( সং. মিশ্ৰণ, বং. মিশন, মিলোৱা কাৰ্য্য ) মিশ্ৰিত হ, লগ লাগ্, একে লগ হ; যেনে, গাখীৰত পানী মিহলিছে, to be mixed or compounded, to be mingled.

মিহলা, স. ধা. মিশ্ৰ কৰ্, লগ লগা, মিলা, to mix, to compound.

মিহলি, বি. মিশ্ৰিত, মিলোৱা; একে লগ কৰা; যেনে, তিতা মিঠা মিহলি, mixed. স. শ. মিশ্ৰ, এবিধেৰে মিহলোৱা আন এবিধৰ বস্তু; ভাঁজ; যেনে, ইংৰাজী সোণত মিহলি থাকে, a mixture, that which is mixed with another, an alloy.

মিহি, বি. ( সং. মসৃণ, মৃদু; হিং. মিহীন, সূক্ষ্ম ) মৃদু, কৰ্কশ বা খহটা নোহোৱা, নিমজ; যেনে, মিহি তুলাপাত; সূক্ষ্ম, ঢবীয়া নোহোৱা; যেনে, মিহি সূতাৰ কাপোৰ, smooth, fine, thin.

মিহিৰ্, স. শ. ( সং. মিহিৰ—মিহ্, নিক্ষেপ কৰ্; দীপ্তি নিক্ষেপ কৰে) সূৰ্য্য, the sun.

মীন্, স. শ. ( সং. মীন—মী, দুঃখ পা ) মাছ; দ্বাদশ ৰাশি, a fish, the sign *Pisces.*

মীনকেতন্, স. শ. ( সং. মীনকেতন—মীন, +কেতন, ধ্বজ, যাৰ ধ্বজত মাছৰ চিন আছে ) কামদেৱ, the Indian Cupid.

মীমাংসক্, স. শ. ( সং. মীমাংসক—মীমাংসা, বিচাৰ) বিচাৰ কৰোঁতা, বিবেচনা কৰোঁতা, নিষ্পত্তি কৰোঁতা ; মীমাংসা-দৰ্শন জনা লোক, one who considers and settles a dispute, an arbitrator, one versed in the *mimansa* philosophy.

মীমাংসা, স. শ. (সং. মীমাংসা—মান্, জ্ঞান-বিচাৰ্ ) বিবাদৰ বিচাৰ আৰু নিষ্পত্তি ; কোনো বিষয়ৰ বিবেচনা কৰি কৰা সিদ্ধান্ত, investigation and decision of a dispute or a disputed point.

মীমাংসা-দৰ্শন্, স. শ. ( সং. মীমাংসাদৰ্শন —মীমাংসা, বিচাৰ কৰি কৰা সিদ্ধান্ত+ দৰ্শন, জ্ঞানৰ শাস্ত্ৰ ) ছখান দৰ্শন শাস্ত্ৰৰ এখান, সি জৈমিনি-ঋষিৰ কৃত। তাত বৈদিক কৰ্ম্মবিলাকৰ আৰু ধৰ্ম্ম, নীতি এবং সামাজিক বিধিৰ সম্বন্ধীয়া কথাবোৰৰ বিবেচনা কৰা হৈছে। ইয়াক পূৰ্ব্ব-মীমাংসা আৰু ব্যাস দেৱে কৰা বেদান্তক উত্তৰ-মীমাংসা বোলা যায়, one of the six philosophical systems, which was founded by *Jaimini*. "মীমাংসা" এনেও হয়।

মীমাংসিত্, কৃদ. বি. ( সং. ) বিচাৰিত, adjudged, investigated and decided.

মুই, স. শ. ( সং. মোহ, জ্ঞান-নাশ ) তামোলৰ ৰাগীৰ পৰা হোৱা মোহ, অধিক তামোল খোৱাত হোৱা মুখৰ বঙ্গা বৰণ আৰু মূৰ ফুৰণি, giddiness or fainting caused by excessive use of betel nuts.

মুকলি, বি. ( সং. মুকুঃ, মুক্তাৱস্থা ) মুক্ত, বন্ধন নথকা, নবন্ধা ; যেনে, গাঁৱৰ গৰু সদায় মুকলি ; বান্ধ খহা বা গুচা ; যেনে, গৰুটো মুকলি হল ; ফুলৰ পাহি মুকলি হয় ; আঁৰ নথকা, ঢাকন নথকা ; যেনে, মুকলি পথাৰ, free, unrestrained, loosened, freed, released, open, unenclosed, uncovered. স. শ. আঁৰ বা আবৰণ নথকা ঠাই ; যেনে, হাবিৰ পৰা মুকলিত ওলাইছে, an open place.

মুকলি-মূৰ্, স. শ. ( অং. মুকলি, উদং+মূৰ, শিৰ ) ওপৰত কেও নথকা অৱস্থা, ওপৰঞ্চিৰ অভাৱ, এতেকে স্বাধীনতা, liberty, freedom. বি. ওপৰঞ্চি নথকা, স্বাধীন, free, having no restraint.

মুকলি-মূৰীয়া, বি. শুদা মূৰযুক্ত, উদংমূৰীয়া ; মুক্ত, আবদ্ধ নোহোৱা, স্বাধীন, having no covering on the head, free, not restrained.

মুকলি-মূৰে, ক্রি. বি. স্বাধীন ভাৱে, আপোন ইচ্ছাৰ দৰে, আবদ্ধ নোহোৱাকৈ, freely, without restraint.

মুকুট্, স. শ. ( সং. মুকুট—মক্, ভূষিত কৰ্ ) ৰজা বা দেৱতাৰ মূৰৰ ভূষণ, কিৰীটি, a crown, a diadem.

মুকুটি, স. শ. ( অং. মুখ, বদন+মুঠি, বন্ধ কৰা হাত ) মুখত হাতৰ মুঠিৰে মৰা খুন্দা, জপোৱা হাতেৰে গালত মৰা খুন্দা, a blow with the fist on the face.

সমা.—ভুকু, মুকুটি ; ভুকুতকৈ মুকুটি বেলেগ, ভুকু গাৰ যেই সেই ভাগত ওপৰৰ পৰা পৰে, মুকুটি কেৱল মুখত মৰা যায়।

মুকুটিয়া, স. ধা. মুকুটি মাৰ্, মুঠিৰে মুখত খুন্দা মাৰ্, to strike with the fist on the face of.

মুকুতা, স. শ. ( সং. মুক্তা, এবিধ মণি ) এবিধ শামুকৰ পৰা হোৱা মণি, a pearl.

মুকুন্দ, স. শ. ( সং. মুকুন্দ—মুকু, মুক্তি+দা, দান কৰ্ ) মুক্তি দিওঁতা, বিষ্ণু, a name of Vishnu.

মুকুৰ্, স. শ. ( সং. মুকুৰ—মক্, ভূষিত কৰ্, তাক চাই ধুন্ মৰা যায়, এতেকে ) আৰ্চী, দৰ্পণ, a mirror.

মুকুল্, স. শ. ( সং. মুকুল—মুচ্, মুকলি কৰ্ )] মুকলি হবলৈ ধৰা ফুলৰ কলি, ঢোপা কলি, a flower bud about to open.

মুক্ত, কৃদ. বি. ( সং. মুক্ত—মুচ্, মুকলি কৰ্ ) মুকলি, বন্ধন নথকা, আবদ্ধ নোহোৱা ;

এতেকে জনম, মৰণৰ দুখৰ হাত সৰা, মুক্তি পোৱা, liberated, freed, liberated from corporeal existence. (স্ত্রী) মুক্তা।

মুক্তকণ্ঠে, ক্রি. বি. (সং. মুক্তকণ্ঠ, মুকলি ডিঙ্গি; মুক্ত, ঐ + কণ্ঠ, ডিঙ্গি) ডিঙ্গি মেলি, উচ্চ স্বৰেৰে, চিঞৰি, loudly.

মুক্তা, স. শ. (সং. মুক্তা - মুচ্, মুকলি কৰ্, তাক শামুকৰ পেট কালি বাহিৰ কৰা যায়; এতেকে) মুকুতা, a pearl.

মুক্তাৱলী, স. শ. (সং. মুক্তাৱলী—মুক্তা, মুকুতা + আৱলী, শাৰী; মুকুতাৰ মালা) এবিধ অসমীয়া ছন্দ, a kind of measure of Assamese verse.

মুক্তাৱস্থা, স. শ. (সং. মুক্তাৱস্থা—মুক্ত, মুকলি + অৱস্থা, দশা) স্বাধীনতা, মুকলি-মূৰ, freedom, liberty.

মুক্তি, স. শ. (সং.) বান্ধৰ পৰা মুকলি হোৱা অৱস্থা, কষ্টৰ পৰা উদ্ধাৰ; যেনে, দুখৰ পৰা মুক্তি পালে; মোক্ষ, আত্মাৰ সদ্গতি, জনম মৰণৰ হাত সাৰি পৰকালত সুখৰ স্থান পোৱা অৱস্থা, deliverance, release, final beatitude, salvation.

মুক্তিয়াৰ্, স. শ. (যাং.) লোকৰ প্ৰতিনিধি হৈ কাম কৰোঁতা, an agent, an attorney.

মুখ্, স. শ. (সং. মুখ—খন্, গর্ত্ত কৰ্; গাঁতৰ নিচিনা, এতেকে) জীৱ জন্তুৰ পেটলৈ আহাৰ জোৱা আৰু মাত ওলোৱা বাট; মানুহ বা জন্তুৰ নাক, চকু, ওঁঠ, গাল আৰু কপাল থকা ভাগ; এতেকে আগ ফাল; গাঁতৰ বা তাৰ নিচিনা দ বস্তুৰ ওপৰ ভাগ; এক নৈ আন নৈত পৰা ঠাই; অস্ত্ৰৰ ধাৰ থকা ফাল; শুনিবৰ যোগ্যকৈ আৰু দৃঢ়ৰূপে কথা কবৰ শক্তি; যেনে, মুখ থকা মানুহে সম্মান পায়, the mouth, the face, front, brim, an entrance, a river's mouth, the power of speaking with force and effect, the edge of a cutting instrument.

মুখ্ কৰ্, মুখ ঘূৰাই চা; যেনে, পুবলৈ মুখ কৰা, to turn the face to, to look.

মুখ্ চা বা মুখলৈ চা, পুতৌ কৰ্; যেনে, দুখীয়াৰ মুখলৈ চাওঁতা নাই, to pity.

মুখ্ থেকেচা খা, হাম্‌খুৰি খা, তললৈ মুখ কৰি পৰ্, to fall heavily on the face.

মুখ দি, কোনো বস্তুত মুখ লগা বা স্থাপিত কৰ্, to place the face upon.

মুখ্ বজা, দুজনৰ দন্দত এজনৰ ফালে কথা ক; যেনে, লোকৰ দন্দত মুখ নবজাবা, to take sides in a quarrel or wrangling.

মুখ্ ভাং, মুখ লগাৰ দোষ গুচা, to remove the effect of the evil eye.

মুখ্ ভেঁক্ষেচিয়া, মুখ্ ভেঙুচিয়া, মুখ বিকটাই ইতিকিং কৰ্, to make faces.

মুখ্ মৰ্, নিমাত হ, মৌন হ, to be silent.

মুখ্ মাৰ্, নিমাত কৰ্, to put to silence.

মুখ্ ৰাখ্, কোনো এজনে খটা কাৰ্য্য কৰিবৰ ইচ্ছা নথকাতো কৰিম বোল্, to promise to confer a favour upon someone without intending to fulfil the promise.

মুখ্ লাগ্, আনৰ লোভ লগাৰ পৰা পীড়া হ; যেনে, কোনো বস্তু খাওঁতে বেয়া মানুহে দেখিলে মুখ লাগে, to be affected by "the evil eye."

মুখ লিখ্, আনে কোৱা কথা লিখি ৰাখ্, to reduce to writing an oral statement.

মুখ্ হৰ্, খাটনি ধৰা কাৰ্য্য কৰিবলৈ বা খোজা বস্তু দিবলৈ পোনেই অমান্তি হৈ লাজ দি; আগতে কৰ্কশ কথা কৈ কষ্ট দি, to put to shame by harshly rejecting a request or using harsh words.

মুখৰ্, স. শ. (সং. মুখৰ—মুখ, বদন্ + ৰা, দান কৰ্) কটু কথা কোৱা, মুখ চোকা, foul-mouthed, uncivil. (স্ত্রী) মুখৰা।

মুখস্থ, বি. (সং. মুখস্থ—মুখ, বদন + স্থা, থাক্) মুখত থকা, মুখে অহা, পুথি

নোচোৱাকৈ মুখেৰে মাতিব পৰা; যেনে, সেই শ্লোক মুখস্থ হৈছে, got by heart.

মুখ-শুদ্ধি, স. শ. (সং. মুখশুদ্ধি—মুখ, বদন + শুদ্ধি, পৰিষ্কাৰ কৰণ) ভোজনৰ অন্তত তামোল আদি চোবাই মুখ পৰিষ্কাৰ কৰা কাৰ্য্য; যেনে, "ভোজনান্তে কৰে মুখ-শুদ্ধি"; ভোজনৰ পাচত মুখৰ গন্ধ আৰু আস্বাদ গুচাবৰ কাৰণে চোবোৱা তামোল আদি, the act of chewing betel-nuts or spices after eating, betel-nuts or spices chewed after eating.

মুখা, স. শ. (বং. মুখস্, মুখত পিন্ধা ছো) আকৃতি সলাবৰ নিমিত্তে পিন্ধিবলৈ সজা মুখ, a mask.

মুখাগ্নি, স. শ. (সং. মুখাগ্নি—মুখ, বদন + অগ্নি, জুই) চিতাত জুই লগোৱাৰ আগেয়ে শৱৰ মুখত জুই দিয়া কাৰ্য্য, the ceremony of putting fire on the face of the corpse before lighting the funeral pile.

মুখাগ্নি কৰ্, দাহ কৰিবৰ সময়ত শৱৰ মুখত জুই দি, to put fire on the face of the corpse at the time of cremation.

মুখ্-আন্ধাৰি, স. শ. গধূলি বা পুৱাৰ মুখ নেদেখা আন্ধাৰ, the twilight of morning or evening.

মুখামুখি, স. শ. এজনে আন জনলৈ মুখ কৰা বা চোৱা কাৰ্য্য, সাক্ষাত; যেনে, দৰা কন্যাৰ মুখামুখি হোৱা নাই; বাচ্যাবাচ্যি, বোলাবুলি, উত্তৰা-উত্তৰি; যেনে, গুচৰীয়া পদকীয়াৰ মুখামুখি লাগিল, an interview, an encounter, an altercation or interchange of sharp words. বি. এজন বা এটা বস্তু আন এজন বা আন এটাৰ আগত উপস্থিত; যেনে, তুজুম সেনা মুখামুখি হল, come face to face.

মুখাল্, বি. মুখ থকা, অৰ্থাৎ ভালৰূপে আৰু মনত লগাকৈ কথা কব পৰা; প্ৰধান, মানুহৰ শ্ৰেষ্ঠ, বৰ-মূৰীয়া, eloquent, chief, principal, leading.

মুখি, স. শ. (কামৰূ.) চমাৰ, চূণ পোৱা মানুহ, one who burns lime.

মুখীয়া, বি. মুখযুক্ত, মুখ থকা, (আন এটা শব্দৰ পাচত যুক্ত হয়); যেনে, পাঁচ-মুখীয়া, having a face.

মুখে, অব্য. মুখৰ পৰা; যেনে, "মহন্তৰ মুখে কথা শুনা প্ৰথমত," from the mouth of.

মুখে-মুখে, ক্রি. বি. মুখৰ আগতে, সমুখতে; যেনে, ডাঙ্গৰ লোকৰ মুখে-মুখে উত্তৰ কৰিব নেপায়; মুখলৈকে; যেনে, কলহ-টোৰ মুখে-মুখে পানী হৈছে, face to face, up to the brim.

মুখ্-চতুৰ, বি. (সং. মুখচতুৰ, মুখ, বদন + চতুৰ, নিপুণ) ভালৰূপে বান্ধ খুৱাই কথা কব পৰা, কথাত পাৰ্গত, able in speaking, having a ready tongue.

মুখ্-চেপ্, বি. (মুখ + চেপ, ঠেক) মুখ বহল নোহোৱা, ঠেক মুখযুক্ত, narrowmouthed.

মুখ্‌চোকা, বি. চোকা মুখযুক্ত, কৰ্কশ কথা কোৱা, foul-mouthed.

মুখ্-বলী, বি. (মুখ + বলী, বলৱন্ত) মুখ-চতুৰ, কথা কোৱাত পাৰ্গত, having a ready tongue, eloquent.

মুখ্‌বহল্, বি. বহল মুখযুক্ত, wide mouthed.

মুখ্য, বি. (সং. মুখ, প্ৰধান) প্ৰধান, শ্ৰেষ্ঠ, মুখাল, principal, chief, leading.

মুখ্-লেখ্, স. শ. (অং. মুখ, বদন + লেখ, গণনা) মৌখিক গণনা, মুখেৰে কৰা লেখ, oral computation, mental arithmetic.

মুগা, স. শ. (সং. মুগ্ধ; সুন্দৰ, কপাহতকৈ তাৰ কাপোৰ ভাল এই দেখি) এবিধ সূতা কৰা পলু আৰু তাৰ বাহ, the Muga silk, a Muga cocoon.

মুগা, বি. মুগাৰ নিচিনা বৰণযুক্ত, মুগা বৰণীয়া, ঈষৎ পিঙ্গলীয়া, light-brown. (স্ত্ৰী) মুগী। স. শ. মুগা বৰণ, অলপ পিঙ্গল-বৰণ, the light-brown color.

**মুগা-চুঙ্গীয়া**, বি· ( অং· মুগা, পলু-বিশেষ + চোং, মুগা পোহা ঠাই ) মুগা চোঙ্গত থকা, মুগা-ৰখা ; মুগা চোঙ্গৰ, rearing *muga* worms, relating to a place where *muga* worms are reared. স· শ· মুগা চোঙ্গত থকা বা মুগা পোহা মানুহ, one engaged in rearing *muga* worms.

**মুগুৰ্**, বি· স· শ· মুদ্গৰ শব্দৰ অপভ্ৰংশ।

**মুগ্ধ**, বি· (সং· মুগ্ধ—মুহ্, বিবুদ্ধি হ) মোহিত, বিচুৰ্ত্তি ; নেদেখা বস্তু দেখি বা নুশুনা কথা শুনি ভ্ৰান্ত, charmed, amazed. স· শ· মূৰ্খ, অজ্ঞান, হোজা মানুহ, a simpleton. ( স্ত্ৰী ) মুগ্ধা।

**মুচি**, স· শ· ( বং· ইঁচোৰ, ইঁচৰ বা মুচি, কলি কঁঠাল) কঁঠালৰ কলি, an immature jack fruit.

**মুচি পেলা**, **মুচি ধৰ্**, **মুচিয়া** ; যেনে, “কঁঠালে পেলালে মুচি, মই আছিলোঁ শুচি,” to bear fruit, as a jack tree.

**মুচিয়া**, অ· ধা· মুচি ধৰ্, মুচি পেলা, কঁঠালৰ কলি হ, to bear fruit, as a jack tree.

**মুচীয়াৰ্**, স· শ· ( হিং· বং· মুচী, ছালৰ কাম কৰোঁতা ) চৰ্ম্মকাৰ, ছালৰ কাম কৰোঁতা ; জোঁতা সিওঁতা : ফটা জোঁতা ভাল কৰোঁতা, a tanner, one who works on leather, a shoe-maker, a cobbler.

**মুচুকাই**, ক্রি· বি· মুচুক শব্দ কৰি, অনায়াসে ( ভগাত খাটে ) ; যেনে, কোমল বস্তু মুচুকাই ভাগে, with a low, short sound (said of breaking).

**মু'-চোৱা**, স· শ· ( সং· মুখ, শৰীৰৰ ঘাই অঙ্গ + চা, দৃষ্টি কৰ্ ; মুখ-চোৱা, সাক্ষাত কৰা ) ধন ধাৰ কৰিবলৈ বা খন্দুৱা মাটি লবলৈ যোৱা মানুহে ধন বা মাটি দিওঁতাৰে সাক্ষাত হোৱাত ভেঁটিস্বৰূপে দিয়া ধন, a sum paid as a present by a person to another from whom he borrows money or rents land.

**মুজা**, বি· আগ কেঁকোৰা হোৱা ( সৰু গছত খাটে ) ; যেনে, তিল মুজা, bent as the top of a shrub or small plant.

**মুজুৰা**, বি· ক্ষীণ, দুৰ্ব্বল আৰু বাঢ়িব নোৱৰা ; যেনে, মুজুৰা শাক, মুজুৰা লৰা, lean, weak and stunted in growth.

**মুঠ্**, স· শ· ( হিং· বং· মোট, সমষ্টি ) অনেক অঙ্ক গোটাই কৰা অঙ্ক ; যেনে, ৫ + ৫ = ১০ ; সমূহ, থুপুৰি, a total, a collection.

**মুঠ বান্ধ**, আন কোনোৰ অহিতৰ ইচ্ছাৰে কোনো কাৰ্য্য কৰিবলৈ বা নকৰিবলৈ অনেক মানুহ লগ লাগ্ ; যেনে ৰায়তবোৰে বিষয়াৰ ওপৰত গোচৰ কৰিবলৈ মুঠ বান্ধিছে ; অধিক বানচ নেপালে কাপোৰ নুধুবলৈ ধোবাবোৰে মুঠ বান্ধিছে, to combine to do or refrain from doing something to the prejudice of another person or persons.

**মুঠতে**, ক্রি· বি· সংক্ষেপে, বিশেষ বিবৰণ নোকোৱাকৈ, থোপে-গোপে ; যেনে, মুঠতে এই কথা কলে ; সকলোৰে মাজত, নবঁটাকৈ, কাৰ কিমান ভাঙ্গি নকৈ ; যেনে, মুঠতে পাঁচ টকা দিলে, briefly, without detailing, in a lump.

**মুঠন্**, স· শ· ( হিং· মুঠ, মুঠি ) কিলাকুটিৰ পৰা মুঠি-মৰা হাতৰ মূৰলৈ কৰা জোখ, মুঠি বন্ধা হাতেৰে এহাত, a measure of length from the elbow to the middle joint of the little finger.

**মুঠনীয়া**, বি· এমুঠন দীঘল, জোখত এমুঠন হোৱা, of the above measure.

**মুঠা**, স· শ· ( অং· মুঠ, সমূহ ) একে লগে বন্ধা দীঘলীয়া বস্তুৰ সমূহ, কোঁছা, আটি ; যেনে, খৰিৰ মুঠা, a large bundle of sticks, &c.

**মুঠা-মুঠ**, বি· অনেক মুঠা কৰা, অনেক মুঠা কৰি বেলেগোৱা ; যেনে, খেৰবিলাক মুঠা-মুঠ কৰিছে, divided into many bundles.

**মুঠামুঠে**, ক্রি· বি· এমুঠা এমুঠা কৰি, এমুঠাৰ পাচত আন এমুঠালৈ, bundle after bundle, bundle by bundle.

**মুঠি**, স. শ. (সং. মুষ্টি, হিং. মুঠিয়া; বং. মুঠী, অঙ্গুলি জঁপোৱা হাত) আঙ্গুলি কোঁচাই জঁপোৱা হাত; যেনে, হাতৰ মুঠি; মুঠিত যিমান ধৰে, সেই পৰিমাণৰ বস্তু; যেনে, এমুঠি চাউল; এতেকে তৃণ আদিৰ সৰু আটি; যেনে, খেৰ এমুঠি; তৰোৱালৰ নাল; হাতেৰে মুঠি মাৰি ধৰিবৰ খেৰু, the fist, a handful, a small bundle of grass, &c., the hilt of a sword, a catch.

**মুঠি মাৰ্**, হাত জঁপা, to clench the fist.

**মুঠি-মুঠি**, বি. অনেক মুঠি কৰি ভাগ কৰা; এতেকে অনেক, বহুত; যেনে, মুঠি মুঠি ধন, divided into handfuls, abundant.

**মুঠিয়া**, স. ধা. মুঠি কৰ্, আটি বান্ধ; যেনে, খেৰবোৰ মুঠিয়া; চুৰিয়াৰ খোৰ ভাং, to make a bundle of, to tie into a bundle.

**মুঠিয়ে মুঠিয়ে**, ক্রি. এমুঠি এমুঠি কৰি, handful by handful.

**মুঠে**, ক্রি. বি. (অং. মুঠ্, সমূহ) মুঠত, সকলো ভাগ গোটোৱাত; সমূলি, গোটেই, in total, in all, at all, altogether.

**মুঠেই**, ক্রি. বি. সমূলি, গোটেই; যেনে, ধন মুঠেই নাই, at all, altogether.

**মুড়**, স. শ. (সং. মুণ্ড, মূৰ) মূৰ, শিৰ, the head. "মূৰ" চোৱাঁ।

**মুঢ়া**, স. শ. (সং. মুণ্ড, মূৰ) কটা বা ভাগি পৰা গছৰ গুৰি; যেনে, বাঁহৰ মুঢ়া; খুৰোৱা চুলিৰ গুৰি, the stump of a tree, stub or stubble.

**মুঢ়া**, স. শ. (বং. মোড়া, বাঁহ কাঠীৰ আসন) বাঁহৰ শলিৰে কৰা আসন বিশেষ, a bamboo stool.

**মুঢ়ানি**, স. শ. (অং. মুঢ়া, গছৰ গুড়ি) বহুত গছৰ গুড়ি থকা ঠাই; মুঢ়াসমূহ, a place abounding with stumps.

**মুণ্ড**, স. শ. (সং. মুড়, খুৰেৰে চাঁছ) জন্তুৰ ডিঙ্গিৰ ওপৰৰ ভাগ, শিৰ, মস্তক, the head.

**মুণ্ডন্**, কৃদ. স. মূৰ-খুৰোৱা কাৰ্য্য, the act of shaving.

**মুণ্ড-মালা**, স. শ. (সং. মুণ্ডমালা—মুণ্ড, মূৰ + মালা, শ্রেণী) মানুহৰ মূৰৰ খোলা জৰীৰে গাঁথি কৰা মালা, a necklace of skulls.

**মুথা**, স. শ. (সং. মুস্তা; বং. মুতা, এবিধ বন) এবিধ সুগন্ধি শিপা হোৱা বন, a kind of grass.

**মুদ্**, স. ধা. (সং. মুদ্রিত, জাঁপ যোৱা) জপা, জাঁপ খুৱা (চকুত খাটে), to close, as the eye.

**মুদ্ খা, মুদ্ যা**, জাঁপ খা, মুদ্রিত হ; যেনে, চকু মুদ গল, বন্ধ হ, মৰ্ (বিন্ধাত খাটে); যেনে, কাণৰ বাট মুদ গল, to be closed, as the eye or a hole.

**মুদা**, স. ধা. লোকৰ চকু জাঁপ নিয়া; যেনে, লৰাৰ চকু মুদাইছে, to cause to be closed, as the eye.

**মুদা**, স. শ. সৰু বিন্ধা; যেনে, বেজীৰ মুদা, a small hole.

**মুদা-মৰ্**, বিন্ধা বন্ধ হ; কোনো বস্তু পাবৰ বা কোনো কাৰ্য্য কৰিবৰ উপায় নষ্ট হ, to be closed, as a hole, to cease to exist.

**মুদা মাৰ্**, বিন্ধা মাৰ্; কোনো বস্তু পাবৰ বা কোনো কাম কৰিবৰ উপায় গুচা, to close, as a hole, to destroy the means of getting or doing something.

**মুদিয়াৰ্**, স. শ. (বং. মুদি, দোকানী) কামৰূপৰ কোনো কোনো দেৱালয়ৰ পূজাৰ নিমিত্তে লগা বস্তু হাটৰ পৰা কিনা আৰু যোগানৰ বস্তু বুজিলৈ পূজাৰ নিমিত্তে উলিয়াই দিয়া লোক। মুদিয়াৰ ভঁৰালীতকৈ বেলেগ; ভাঁৰালী কেৱল ভঁৰালৰখীয়া মাথোন, an officer who in former days was attached to some of the temples in Kamrup, whose duty was to make necessary purchases for the temple and to receive and

distribute articles supplied by the paiks of the temple.

মুদৈ, স. শ. ( বং. মুদি, বেপাৰী ) নাৰেৰে বেপাৰ কৰা বেপাৰী, a trader, a merchant.

মুদ্গাৰ্, স. শ. (সং. মুদ্গৰ—মুদ্, আনন্দ + গৃ, নাশ কৰ্ ) ব্যায়ামত বা আঘাত কৰাত ব্যৱহৃত এমূৰে ডাঙ্গৰ এডোখৰ গধূৰ কাঠ, a bludgeon.

মুদ্রা, স. শ. ( সং. মুদ্রা—মুদ্, আনন্দ + ৰা, দান কৰ্ ) ছাপ, মোহৰ ; ধনৰূপে চলা আৰু আখৰযুক্ত ৰূপৰ চাকলি ; যেনে, পাঁচ মুদ্রা ; পূজাত আঙ্গুলিৰ ভাঁজ লগাই দেখোৱা কোনো বস্তুৰ আকৃতি, a stamp, a seal, a coin, a mode of intertwining the fingers at a *puja*.

মুদ্রাযন্ত্র, স. শ. ( সং. মুদ্রাযন্ত্র—মুদ্রা, ছাপ + যন্ত্র, যতন ) ছপা যন্ত্র, a printing press.

মুদ্রিত, কৃদ. বি. ( সং. ) জপোৱা, বন্ধ কৰা ( চকু ) ; ছপা, মোহৰ মৰা, যন্ত্রেৰে হেঁচি আখৰ তোলা, closed, as the eye, stamped, printed.

মুনি, স. শ. ( সং. মুনি—মন্, সম্ভ্রম কৰ্ ) ঋষি, তপস্বী, ধাৰ্ম্মিক আৰু জ্ঞানী ব্রাহ্মণ, a holy sage, a pious and learned Brahman. "ঋষি" চোৱা।

মুনিচুনি, স. শ. গধূলি মুখ আন্ধাৰ হোৱা সময়, the dusk of the evening.

মুনিয়া, বি. ( হিং. মন্নু, ক্ষুদ্র ) শাহ পূৰ নহৈ কোঁচ খাই থকা ( সৰু গুটিত থাটে ) ; যেনে, মুনিয়া মাহ, blasted, as a seed.

মুনিযালি, গু. শ. ( সং. মনুষ্য, পুৰুষ ) পুৰুষালি, manliness. "মুনিযাই" এনেও হয় ( পদ্যত )।

মুনিহ্, স. শ. ( সং. মনুষ্য, পুৰুষ ) মতা মানুহ, পুৰুষ, a man.

মুনিহালি, গু. শ. পুৰুষালি, মুনিহৰ গুণ, manliness.

মুনীন্দ্র, স. শ. ( সং. মুনীন্দ্র—মুনি, ঐ + ইন্দ্র, শ্রেষ্ঠ লোক ) শ্রেষ্ঠ মুনি, a superior sage. এই ৰূপেই "মুনি-ৰাজ" আদি শব্দও হয়।

মুনীয়া, বি. ( বং. মণ, ৪০ সেৰ ) এমোন ধৰা ; এমোনৰ ভৰ থকা ; যেনে, মুনীয়া ভাৰ, holding or weighing one maund.

মুন্‌চুফ্, } মুন্‌চেফ্, } স. শ. (যাং. মনচেফ, বিচাৰক) তলৰ শ্রেণীৰ বিচাৰক, a subordinate judicial officer.

মুমূর্ষু, বি. ( সং. মুমূর্ষু—মৃ, মৰ্ ) মৰিব লগীয়া হোৱা, মৃত্যুৰ ওচৰ চপা ; যেনে, মুমূর্ষু লোক, dying, moribund.

মুৰ্, স. শ. "মূড়" চোৱা।

মুৰ-মথন্, স. শ. ( সং. মুৰমথন—মুৰ, এটা অসুৰ + মথন, নাশ কৰোঁতা ) মুৰ নামে অসুৰক মাৰোঁতা অৰ্থাৎ বিষ্ণু, a name of Vishnu.

মুৰ-ৰিপু, স. শ. ( সং. মুৰৰিপু—মুৰ, ঐ + ৰিপু, শত্রু ) মুৰ নামে অসুৰক মাৰোঁতা অৰ্থাৎ বিষ্ণু, a name of Vishnu.

মুৰৰী, } মুৰলী, } স. শ. ( সং. মুৰৰী, মুৰলী—মুৰ, বেষ্টন কৰা + ৰা, গ্রহণ কৰ্ ) বাঁহী, এবিধ বাদ্য, a flute.

মুৰৰীধৰ্, } মুৰলীধৰ্, } স. শ. ( সং. মুৰৰীধৰ, মুৰলীধৰ—মুৰৰী, ঐ + ধৃ, ধাৰণ কৰ্ ) কৃষ্ণ, a name of Krishna.

মুৰামাংসী, স. শ. ( সং. মুৰামাংসী—মুৰ, বেষ্টন কৰ্ + মাংসী, এবিধ গন্ধ-দ্রব্য ) এবিধ সুগন্ধি গছ, a kind of vegetable perfume.

মুৰাৰি, স. শ. ( সং. মুৰাৰি—মুৰ, এটা অসুৰ + অৰি, শত্রু ) মুৰ ৰিপু, বিষ্ণু, a name of Vishnu.

মুৰুৰী, } মুৰুলী, } স. শ. ( সং. মুৰৰী বা মুৰলী, বাঁহী) বাঁহী এবিধ বাদ্য, a flute.

মুৰ্‌মুৰীয়া, } মুৰ্ম্মুৰীয়া, } বি. ( অং. মুৰ্‌মুৰ্, ক্ষুদ্র বস্তু ভাগোঁতে হোৱাৰ নিচিনা শব্দ ) অনায়াসে ভগা, মোহাৰত গুড়ি হোৱা, brittle, crisp, friable.

মুষল্, স. শ. ( সং. মুষল—মুস্, ভাং ) উৰালৰ মাৰি, তাৰ নিচিনা এবিধ অস্ত্র, লোৰ টাঙ্গোন, a pestle for cleaning rice, a kind of iron club.

', স. শ. (সং. মুষ্টি—মুষ্, গ্ৰহণ কৰ্) মুঠি, আঙুলি জপোৰা হাত, the clenched fist.

মুহদি, স. শ. (সং. মুখশুদ্ধি, মুখ পৰিষ্কাৰ কৰণ) ভোজনৰ পাচত খোৱা বস্তুৰ আস্বাদ আৰু গন্ধ গুচাবৰ নিমিত্তে তামোল আদি চোবোৱা কাৰ্য্য; যেনে, ভোজন কৰি মুহদি কৰিছে; ভোজনৰ অন্তত চোবোৱা তামোল আদি বস্তু; যেনে, খোৱা হল মুহদি আনা, the act of chewing spices or betel-nuts to sweeten the breath after eating, spices or betelnuts chewed after eating.

মুহূৰ্ত্ত, } মুহূৰ্ত্তক, } স. শ. (সং. মুহূৰ্ত্ত—হুৰ্চ্ছ, খণ্ড খণ্ড কৰ্) ৰাতি দিনৰ ত্ৰিশ ভাগৰ এভাগ; এতেকে অতি অলপ কাল, এক ক্ষণ, a thirtieth part of a day and night, a very short time, a moment.

মুহূৰ্ত্তে, ক্ৰি. বি. এক মুহূৰ্ত্ততে, ক্ষণেকতে, in a moment, quickly.

মুহূৰ্ত্তেক, স. শ. (সং. মুহূৰ্ত্তেক, মুহূৰ্ত্ত + এক) এক মুহূৰ্ত্ত, ক্ষণেক, a very short time, a moment.

মূক, বি. (সং. মূক—মূ, বন্ধন কৰ্, মুখ বান্ধ খোৱা, এতেকে) আঁকৰা, কথা কবৰ শক্তি নথকা, স্পষ্টকৈ বাক্য উচ্চাৰণ কৰিব নোৱৰা, dumb, tongue-tied.

মূকতা, } মূকত্ব, } গু. শ. (সং.) আঁকৰাৰ অৱস্থা, মূক হোৱা গুণ, the state of being dumb.

মূছকঁছ, স. শ. (সং. মূৰ্চ্ছন, অচেতন হোৱা কাৰ্য্য) মূৰ্চ্ছা, জ্ঞান হেৰোৱা অৱস্থা, ঠৰ মৰ খোৱা অৱস্থা, a swoon, fainting, loss of consciousness.

মূছ-কঁছ যা, মূৰ্চ্ছিত হ, to swoon away.

মূঢ়, বি. (সং. মূঢ়—মুহ্, নিৰ্ব্বোধ হ) নিৰ্ব্বোধ, মূৰ্খ, foolish, dull, stupid. স. শ. নিৰ্ব্বোধ মানুহ, a fool.

মূঢ়তা, গু. শ. (সং.) মূঢ়ৰ অৱস্থা বা গুণ, foolishness, ignorance, stupidity.

মূঢ়-মতি, বি. (সং. মূঢ়মতি—মূঢ়, নিৰ্ব্বোধ + মতি, বুদ্ধি) যৰ ভোতা-বুদ্ধিযুক্ত, নিৰ্ব্বোধ, আজলা, dull, stupid. স. শ. ভোতা বুদ্ধিৰে লোক, আজলা, a fool.

মূত্, স. শ. (সং. মূত্ৰ, বং. মূত, সৰু পানী) ক্ষুদ্ৰ শৌচ, সৰু পানী, গুপ্তাঙ্গে দি ওলোৱা পানী, urine. অ. ধা. সৰু পানী ছো, ক্ষুদ্ৰ শৌচ কৰ্, to make water.

মূতা, স. ধা. সৰু পানী ছোৱা, ক্ষুদ্ৰ শৌচ কৰা, to cause to make water.

মূতুৰা, বি. সঘনে মূতা, মূতি থকা; অধিকৰূপে প্ৰস্ৰাৱ কৰা, making water frequently or excessively. (স্ত্ৰী) মূতুৰী।

মূত্ৰ, স. শ. (সং. মূত্ৰ—মূত্ৰ্, সৰু পানী ছো) মূত, প্ৰস্ৰাৱ, urine.

মূত্ৰ-কৃচ্ছ্ৰ, (সং. মূত্ৰকৃচ্ছ্ৰ—মূত্ৰ, প্ৰস্ৰাৱ + কৃচ্ছ্ৰ, পীড়া) সৰু পানী ছোঁতে পোৰা, বেদনা কৰা আৰু টোপাটোপে প্ৰস্ৰাৱ হোৱা ৰোগ, strangury.

মূত্ৰাশয়, স. শ. (সং. মূত্ৰাশয়—মূত্ৰ, মূত + আশয়, স্থান) জন্তুৰ পেটত থকা মূতৰ জোলোঙ্গা বা ভঁড়াল, the bladder.

মূদ-গৰ্, } মূদ্গাৰ্, } স. শ. (সং. মূত্ৰাঘাত, প্ৰস্ৰাৱ বন্ধ হোৱা ৰোগ) মূতত গাঁঠি লগা ৰোগ, মূতোঁতে পোৰা, বেদনা কৰা আৰু এটোপা এটোপা হৈ মূত ওলোৱা ৰোগ, মূত্ৰকৃচ্ছ্ৰ, strangury, obstruction of urine.

মূধ্, স. শ. (সং. মূৰ্দ্ধন্, মূৰ) ঘৰৰ ওপৰৰ দুখান চালৰ জোৰা; যেনে, ঘৰৰ মূধকৈকে কোমোৰা বগাইছে; ঘৰৰ এক মূৰৰ ওচৰৰ ঠাই; যেনে, ঘৰৰ মূধৰ নেমুৰ গছ, the ridge of the roof of a house, the place near one of the ends of a house.

মূধচ্, স. শ. ঘৰৰ চালৰ জোৰা খেৰেৰে ঢকা কাৰ্য্য; যেনে, "ঘৰ ছাই নকৰিলে মূধচ, আগতকৈও হল এতিয়া হে কুন্ধচ।" the act of covering the ridge of a house with grass.

মূধচ কৰ্, ঘৰৰ মূৰৰ জোৰা খেৰেৰে ছা,

to cover the ridge of a house with grass.

মূধা, স. শ. মূধ, অতি উচ্চ পদ, the ridge of the roof of a house, the highest point or position.

মূধা ফুটা, বৰ উচ্চ পদ পা, বৰ লোক হ, to attain the highest rank or position.

মূৰ্, স. শ. (সং. মূৰ্দ্ধন, শিৰ) মানুহৰ ডিঙ্গিৰ ওপৰৰ, আন জন্তুৰ ডিঙ্গিৰ আগৰ, ভাগ; কোনো থিয় বস্তুৰ ওপৰৰ ভাগ; প্ৰধান ব্যক্তি, মুখ্য লোক; পাত্ৰৰ সাঁফৰ; যেনে, টেমাৰ মূৰ; কোনো বস্তুৰ আদিৰ বা অন্তৰ ভাগ; যেনে, লাখুটিৰ ইমূৰ সিমূৰ, সীমা; যেনে, পথাৰৰ মূৰত গাওঁ, the head, the top of anything, a leader, a lid, an end, a limit.

মূৰ্ কৰ্, মূৰ ঘূৰা, কোনো একাললৈ মূৰ দি; যেনে, পূবলৈ মূৰ কৰি শো, to turn or place the head towards.

মূৰ খা, মৃত্যুৰ দ্বাৰা হেৰুৱা; যেনে, বাপেকৰ মূৰ খোৱা (গালী, শাউ বা শপত), to lose by death.

মূৰ ঘূমা, বেজাৰত বা চিন্তাত মূৰ চাপৰাই থাক্, to hang down the head with sorrow.

মূৰ্ তুপিয়া, মূৰ জোকাৰি সম্মতি প্ৰকাশ কৰ্, to nod assent.

মূৰ্ পৰ্, অন্ত হ; যেনে, কথাৰ মূৰ পৰিল, to be ended.

মূৰ্ পেলা, অন্ত কৰ্; যেনে, কথাৰ মূৰ পেলালে, to end or finish.

মূৰ্ পোলক্, পঘাৰ গাঁঠিৰ পৰা মূৰ সোলক; যেনে, গৰুৰ মূৰ পুলকিল, to slip (as the head from a noose).

মূৰ্ পোলকা বা পোলোকা দি, পঘাৰ গাঁঠিৰ পৰা মূৰ সোলকাই মুকলি হ, to slip the head from a noose.

মূৰ্ মৰ্, উপায় নষ্ট হ; যেনে, ধন্ন ঘটিবৰ মূৰ মৰিল, to cease to exist, as a means or resource.

মূৰ্ মাৰ্, উপায় নষ্ট কৰ্, to destroy the means or resource.

এইবিলাক খণ্ড বাক্যত মুড় বা মুৰ শব্দো ব্যবহৃত হয়; যেনে, মুড়, বা মুৰ খা, ইত্যাদি।

মূৰকত্, ক্রি. বি. (অং. মূৰ, অন্ত) অন্তত, শেহান্তৰত, at the end, at last.

মূৰঠী, স. শ. (অং. মূৰ, প্ৰধান বা ডাঙ্গৰ + পুঠী, এবিধ মাছ) এবিধ ডাঙ্গৰ পুঠী মাছ, a kind of fish.

মূৰা, স. শ. শিৰ, মস্তক, জীৱ-জন্তুৰ উত্তমাঙ্গ, the head.

মূৰামূৰি, স. শ. (অং. মূৰ, শেষ বা সীমা) কোনো ঘটনা বা কাৰ্য্যৰ সময়ৰ ওচৰ, চমুৱাচমি; যেনে, বিয়াৰ মূৰামূৰি হৈছে; কোনো সময়ৰ শেষৰ নিকট; যেনে, আঘণৰ মূৰামূৰিত বিয়া হব, approach of an event, nearness to the end of a certain space of time.

মূৰিয়ল্, স. শ. (অং. মূৰ, মস্তক) বিয়াত দৰা কন্যাৰ মূৰত বা কপালত বান্ধি দিয়া শিৱ আৰু পাৰ্ব্বতীৰ মূৰ্ত্তি, images of Siva and Durga, tied to the foreheads of the bridegroom and bride respectively.

মূৰিয়লি, স. শ. এডৰা মাটিৰ এক মূৰ বা সীমা, the end or limit of a patch of land.

মূৰীয়া, বি. জোখত দোণৰ বা কঠাৰ মূৰৰ অৰ্থাৎ মুখৰ সমান হোৱা (এটা সংখ্যা শব্দৰ পাচত যোজিত হয়); যেনে, এমূৰীয়া চাউল; মূৰযুক্ত (আন এটা শব্দৰ পাচত যোজিত); যেনে, তিনি-মূৰীয়া, হাতী-মূৰীয়া, full to the brim of a measuring vessel, dry measure, having a head, used in both senses as the last member of a compound word. স. শ. (মূৰত লগোৱা যায়, এতেকে) হাঁতোৱাহৰ নাল, the handle of an adze.

মূৰে, আ. অব্য. সলনি, পৰিবৰ্ত্তে, instead of.

মূৰে শপতা, কোনো কাৰ্য্য কৰিলে বা ন-কৰিলে কোনো প্ৰিয় লোকৰ মৃত্যু হব বুলি শপত দি, to adjure.

মূৰে-মূৰে, ক্রি. বি. বাঢ়ি নথকাকৈ আৰু কমো নোহোৱাকৈ, কথমপি, কোনো মতে; যেনে, ধনে মূৰে মূৰে জুৰিলে, barely, without leaving a balance.

মূৰ্খ, বি. (স. মূৰ্খ—মূহ্, নিৰ্ব্বোধ হ) নিৰ্ব্বোধ, মূঢ়, অজ্ঞান, একো নজনা, stupid, ignorant. স. শ. একো নজনা মানুহ, অপণ্ডিত, an ignorant person.

মূৰ্-ঘূৰণি, স. শ. (অং. মূৰ, মস্তক+ঘূৰ্, পাক্ ল) মূৰটোৱে পাক লোৱা যেন বোধ, giddiness.

মূৰ্চ্ছা, স. শ. (সং. মূৰ্চ্ছা—মূৰ্চ্ছ্, মূছকঁছ যা) মূছ্কঁছ্, অচেতন হোৱা অৱস্থা, a swoon, fainting.

মূৰ্চ্ছিত, কৃদ. বি. (সং.) মূছকঁছ যোৱা, অচেতন হোৱা, বিজ্ঞান, fainted, swooned

মূৰ্-টালি, স. শ. (অং. মূৰ্, শিৰ+টাল্, লৰা) মূৰৰ জোকাৰ, মূৰ লাৰণ, a shake of the head.

মূৰ্-টালি মাৰ্, মূৰ জোকাৰ্, to shake the head.

মূৰ্ত্তকীয়া, বি. (অং. মূৰ, মস্তক+যাং. তক্, পৰ্য্যন্ত, সমান) বয়সীয়া মানুহৰ মূৰৰ সমনীয়া, এতেকে ডাঙৰ দীঘল হোৱা; যেনে, মূৰ্ত্তকীয়া ভাই; কৰিবলৈ টান আৰু পৰিশ্ৰম লগা; যেনে, মূৰ্ত্তকীয়া কাম পৰিছে; বৰ গধূৰ (ভাৰত থাটে); যেনে, মূৰ্ত্তকীয়া বোজা, grown up, very important and laborious, very heavy.

মূৰ্ত্তি, স. শ. (সং. মূৰ্ত্তি—মূৰ্চ্ছ্, বিজ্ঞান হ) আকৃতি, গঢ়, প্ৰতিমা, form, shape, an image.

মূৰ্ত্তি-পূজক্, স. শ. (সং. মূৰ্ত্তিপূজক—মূৰ্ত্তি, প্ৰতিমা+পূজক, পূজা কৰোতা) প্ৰতিমাক পূজা কৰা লোক, an idol worshiper, an idolater.

মূৰ্ত্তি-পূজা, স. শ. (সং.) প্ৰতিমাৰ পূজা, প্ৰতিমাত কৰা ভক্তি, idolatry.

মূৰ্ত্তিমন্ত, মূৰ্ত্তিমান্, বি. শৰীৰযুক্ত, আকৃতি থকা; ভয়ানক, having a visible form, awful.

মূৰ্-ফুৰণি, "মূৰ্-ঘূৰণি" চোৱাঁ।

মূল্, স. শ. (সং. মূল—মূল্, শিপা মেল্) শিপা, আলু; কুশৰ মূল; গুৰি আদি; যেনে, এই কথাৰ মূল কি? যি পুথিৰ পৰা আন পুথি ভঙ্গা বা লিখা যায়। মূল ৰামায়ণ; যি শব্দৰ পৰা আন শব্দ ওলায়; যেনে, মূল শব্দ; বাঢ়িলৈ ধাৰে দিয়া ধন, বেপাৰত লগোৱা ধন, the root of a tree, root, or origin, the original text of any book, the root of a word, capital, principal.

মূলা, স. শ. (সং.) উনৈশ সংখ্যাৰ নক্ষত্ৰ, the ninteenth lunar asterism.

মূলা, স. শ. (সং. মূলক, এবিধ মূল) এবিধ মানুহে খোৱা শাকৰ আলু, a radish.

মূলাধাৰ্, স. শ. (সং. মূল, গুৰি+আধাৰ, ধাৰণ কৰোতা) আহাৰ ধাৰণ কৰা জোলোঙ্গাৰ তলৰ ভাগ, ডাঙৰ নাড়ীৰ শেষ ভাগ, the rectum.

মূলীভূত্, বি. (সং. মূলীভূত—মূল, আদি +ভূ, হ) মূল হোৱা, আদি বা গুৰি হোৱা, উৎপত্তি কৰা; যেনে, মূলীভূত কাৰণ, forming the basis.

মূলেই, ক্রি. বি. সমূলি, গোটেই, নিচেই; যেনে, ধন মূলেই নাই, entirely, totally.

মূলে-মূলে, ক্রি. বি. মূল-ধনৰ সমানে, যিমান ব্যয় কৰা হয় সেই পৰিমাণে, লাভ বা বাঢ়ি নোহোৱাকৈ; যেনে, এই খেপত মূলে-মূলে খৰচৰ ৰূপ কেইটকা উঠিল, barely, without interest or gain.

মূল্-ধন্, স. শ. (সং. মূলধন—মূল, আদি+ধন, বিত্ত) বাঢ়িলৈ ধাৰে দিয়া ধন; বেপাৰত লগোৱা ধন, principal, capital.

মূল্-মন্ত্ৰ, স. শ. (সং. মূলমন্ত্ৰ, ঘাই মন্ত্ৰ—মূল,

ঘাই + মন্ত্র, দেৱতাৰ নামাদি বুজোৱা শব্দ বা আখৰ ) বীজ-মন্ত্র, one or more mystic syllables signifying the name or attribute of a deity placed at the beginning of an incantation.

মূল্য, স. শ. ( সং. মূল্য—মূল, বেপাৰত লগোৱা ধন ) বেচ, কোনো বস্তু কিনোতে দিয়া ধন ; কোনো বস্তুৰ গুণ অনুসাৰে হব পৰা বেচ, যোগ্যতা, price, value, worth.

মূষিক্, স. শ. ( সং. মূষিক—মূষ্, চুৰ কৰ্ ) এন্দুৰ, নিগনি, a rat, a mouse.

মূষী, স. শ. ( সং. মূষী, ধাতু দ্রব কৰা পাত্র ) মহী, a crucible.

মৃগ্, স. শ. ( সং. মৃগ—মৃগ্, বিচাৰ্ ) পহু, হৰিণা-পহু ; শৰ-পহু, a deer, a stag. (স্ত্রী) মৃগী।

মৃগ-তৃষ্ণা, স. শ. ( সং. মৃগতৃষ্ণা—মৃগ, পহু + তৃষ্ণা, পিয়াহ, পিয়াহ লগা পহুৱে পানী যেন ভাবি ভ্রমত পৰে) মৰীচিকা, mirage.

মৃগ-নয়নী, স. শ. ( সং. মৃগনয়নী—মৃগ, হৰিণা + নয়ন, চকু ) "মৃগাক্ষী" চোৱাঁ।

মৃগ-নাভি, স. শ. ( সং. মৃগনাভি—মৃগ, পহু + নাভি, নাই ) গন্ধ কলাই, কস্তুৰী, musk.

মৃগয়া, স. শ. ( সং. মৃগয়া—মৃগ্, বিচাৰ্ ) পহু খেদি আৰু মাৰি কৰা ধেমালি, hunting, chase.

মৃগ-ৰাজ্, স. শ. ( সং. মৃগৰাজন্—মৃগ, পহু + ৰাজন্, ৰজা ) পশুৰাজ, সিংহ, a lion.

মৃগশিৰা, স. শ. ( সং. মৃগশিৰা—মৃগ, পহু + শিৰস্, মূৰ ; তাৰ আকৃতি পহুৰ মূৰৰ নিচিনা ) পঞ্চম নক্ষত্র, the fifth lunar mansion.

মৃগাক্ষী, স. শ. ( সং. মৃগাক্ষী—মৃগ, পহু + অক্ষি, চকু ; কৃষ্ণসাৰৰ দৰে শুৱনি চকু যাৰ ) বৰ শুৱনি চকুৰে তিৰোতা, সুন্দৰী তিৰোতা, তিৰোতাক চেনেহেৰে মতা মাত, a gazelle-eyed woman, a term of endearment addressed to a woman.

মৃগেন্দ্র, স. শ. ( সং. মৃগেন্দ্র—মৃগ, পহু + ইন্দ্র, অধিকাৰ ) পশুৰাজ, সিংহ, a lion.

মৃণাল্, স. শ. ( সং. মৃণাল—মৃন্, পীড়া কৰ্ ) পদুমৰ মূল, পদুমৰ আলু, the white and soft part of the root of the lotus.

মৃত, কৃদ. বি. ( সং. মৃত—মৃ, মৰ্ ) মৰা, জীৱ-শূন্য হোৱা; চলিত হৈ নথকা ; যেনে, মৃত ভাষা, dead, gone out of use.

মৃতক্, স. শ. ( সং. ) মৰা মানুহ, পৰলোক পোৱা মানুহ, a deceased person.

মৃত-কল্প, বি. ( সং. মৃতকল্প—মৃত, মৰা + কল্প, তুল্য ) মৰাৰ নিচিনা, মৃত-প্রায়, মৰিব লগা হোৱা ; যেনে, নৰিয়া পৰি মৃতকল্প হৈছিল, moribund.

মৃত-প্রায়, বি. ( সং. মৃতপ্রায়—মৃত, মৰা + প্রায়, তুল্য ) মৃতকল্প, moribund.

মৃত্তিকা, স. শ. ( সং. মৃত্তিকা—মৃৎ, মাটি ) মাটি, পৃথিবী, খানি অনা মাটি ; যেনে, গঙ্গা-মৃত্তিকা, earth dug out, earth, soil.

মৃত্যু, স. শ. ( সং. মৃত্যু—মৃ, মৰ্ ) মৰণ, জীৱৰ পৰলোকলৈ গমন ; যম, death, the regent of death.

মৃত্যুঞ্জয়্, স. শ. ( সং. মৃত্যুঞ্জয়—মৃত্যু, মৰণ + জি, পৰাস্ত কৰ্) মৃত্যুক জিনোতা ; মৃত্যুক নাশ কৰোঁতা ; যেনে, মৃত্যুঞ্জয়-বটিকা, শিৱ, a conqueror of death, a name of Siva.

মৃত্যু-মঙ্গল্, স. শ. ( সং. মৃত্যুমঙ্গল—মৃত্যু, মৰণ + মঙ্গল, কুশল ) পৰকালত জীৱৰ কুশলৰ নিমিত্তে মৰিবৰ সময়ত কৰা ধৰ্ম্ম-কৃত্য, the religious ceremony performed at the time of the death of a person.

মৃদং, স. শ. ( সং. মৃদঙ্গ, এবিধ বাদ্য ) খোলৰ নিচিনা, কিন্তু তাতকৈ দীঘল এবিধ বাদ্য, a kind of drum.

মৃদঙ্গ, স. শ. ( সং. মৃদঙ্গ—মৃদ্, খুন্দ, তাক পিটা যায়, এতেকে ) মৃদং, a kind of drum. ( পদ্যত )।

মৃদঙ্গীয়া, বি. মৃদঙ্গৰ নিচিনা, resembling the above. স. শ. মৃদং বজাওঁতা, one who plays on the above. (স্ত্রী) মৃদঙ্গীয়ানী।

মৃদু, বি. (সং. মৃদ্—ম্রদ, ঘঁহ্) কোমল, মিহি, খহটা নোহোৱা; যেনে, মৃদু তুলা-পাত; গাত বা কাণত কর্কশ বোধ নোহোৱা; যেনে, মৃদু বতাহ, মৃদু বাক্য, soft, smooth, gentle, mild.

মৃদুতা, গু. শ. (সং.) মৃদু গুণ, softness, smoothness, mildness.

মেও, অনুক. মেকুৰীৰ মাতৰ নিচিনা শব্দ, an imitative sound used to express the mewing of the cat.

মেকাহি, স. শ. এবিধ গছ; তাৰ পৰা ওলোৱা ধুনাৰ নিচিনা আঠা, a kind of tree and its resin.

মেকুৰী, স. শ. (অ. মেও, বিড়ালৰ শব্দ + কৰ্) বিৰাল, বিৰলী, বাঘ-জাতিৰ এবিধ ঘৰচীয়া জন্তু, a cat. (স্ত্রী. পু.)।

মেকুৰী-খুজীয়া, স. শ. (অ. মেকুৰী, ঐ + খুজীয়া, খোজৰ নিচিনা) মঙ্গহাল আৰু নিৰোগী মানুহ বা লৰাৰ গাত হোৱা সৰু খাল, a dimple.

মেখেলা, স. শ. (সং. মেখলা, তিৰোতাৰ কটিসূত্র) তিৰোতাৰ অধোবস্ত্র, চুটি-কাপোৰ, a kind of petticoat used by an Assamese female.

মেগেলা, } স. শ. এবিধ কঠ-কৰা বন,
মেগেলা-বন, } a kind of rush.

মেঘ, স. শ. (সং. মেঘ—মিহ্, পানী ছটিয়া) ডাৱৰ, সূর্য্যৰ তাপৰ দ্বাৰা আকাশলৈ উঠি ডাঠ হোৱা বাষ্প, a cloud.

মেচ, স. শ. (সং. মিচ্ছ, পীড়া কৰ্) ভাঁজ, বেঁকা, a bend, a curve.

মেচ্ খা বা মেচ্ ল, বেঁকা হ, দোঁ খা, to be bent.

মেচা, বি. ভাঁজ লোৱা, কুঁজা হোৱা, bent, bowed. (স্ত্রী) মেচী।

মেচাকি, স. শ. (সং. মেচক, কলা) এবিধ গছ, a kind of tree.

মেচেকা, স. শ. (সং. মেচক, কলা বৰণীয়া) কলা আঁচযুক্ত, এবিধ জহামালৰ বা মেকুৰীৰ নিচিনা বনৰীয়া জন্তু, a kind of wild animal.

মেচ্‌মেচীয়া, বি. (সং. মেচক, কলা বৰণ) কলা বৰণৰ বিশেষণ, অতিশয়ৰূপে, চিক্‌-চিকীয়া (কলাত খাটে); যেনে, মেচ্‌-মেচীয়া কলা, excessively (said of black).

মেজ, স. শ. (পাং.) ওখ পীৰাৰ নিচিনা ভোজন বা লেখনৰ আধাৰবিশেষ, a table.

মেজাঙ্কৰি, স. শ. আদাকৰি গছৰ পাত-খোৱা মুগা আৰু তাৰ সূতা, a kind of silk.

মৈ-জি, স. শ. (সং. মেধঃ, হোম) মাঘৰ বিহুৰ দিনা প্রাতঃস্নান কৰা মানুহবিলাকে জাৰ গুচাবৰ কাৰণ জুই জালিবলৈ নৈৰ বা পুখুৰিৰ দাঁতিত সজা খেৰৰ বা কাঠৰ দম; এতেকে কাঠ বা খেৰৰ ওখ দম, a large fire made with wood or straw on the bank of a river or tank for the benefit of those who bathe early in the morning of the *Magh bihu*, a stack of wood, a hay-rick.

মেটুৰা, স. শ. টেমুনা, a tumor, a small protuberance. বি. উখহা, টেমুনাযুক্ত; যেনে, গালখান টেমুনা হৈছে, tumored.

মেটুৰামেটুৰি, স. শ. মেটুৰাৰ সমূহ, many tumors. বি. অনেক মেটুৰাযুক্ত, অনেক ঠাইত উখহা; যেনে, গঁড়ৰ গাটো মেটুৰা-মেটুৰি, full of tumors.

মেটেকা, স. শ. (সং. মেচক, কলা বৰণ) নীল বৰণীয়া ফুল ধৰা, আৰু পানী বন্ধ যোৱা ঠাইত গজা এবিধ গছ, a kind of plant growing on marshy land.

মেটেকা-তলী, } স. শ. বহুত মেটেকা থকা
মোটকানি, } ঠাই, a place abounding with *meteka*.

মেটেৰ্, অনুক. খাগৰি বা তাৰ নিচিনা বস্তু ভাগোঁতে হোৱা শব্দৰ অনুকাৰ, an

imitative sound used to express that made by the breaking of a reed and the like.

মেটেৰাই, } ক্রি. বি. মেটেৰ শব্দ কৰি,
মেটেৰ্ কৰে, } with a snapping sound.

মেটেলি, স. শ. তেলৰ কূপাৰ ঠিলা, the stopper of an oil bottle.

মেট্ মেট্, অনুক. গধূৰ বস্তু লৰোঁতে হোৱা শব্দৰ অনুকাৰ, an imitative sound used to express that made by a heavy thing when shaken.

মেট্‌মেটনি, স. শ. গধূৰ বস্তু লৰোঁতে হোৱা শব্দ, the sound made by a heavy thing when shaken.

মেট্‌মেটা, অ. ধা. ওপৰত কোৱা শব্দ কৰ্, সঞ্চালিত হৈ শব্দ কৰ্, ঘট্ ঘট শব্দ কৰ্; যেনে, বতাহত ঘৰটোৱে মেটমেটাইছে, to make the above sound.

মেট্‌মেটীয়া, বি. মেট্‌মেট্ শব্দ কৰা, এতেকে গধূৰ (ভাৰত খাটে), heavy (said of a load).

মেঠ, স. শ. (সং. মেধ, দেৱতাক দিয়া উপহাৰ) অনুগ্রহ পাবৰ আশাৰে দিয়া ভেঁটী; অধিক পাবৰ আশাৰে দিয়া অলপ বস্তু, a present made with the hope of gaining a favor, a small present made with the hope of getting one of greater value in return.

মেঠন্, স. শ. "মেঠোন" চোৱাঁ।

মেঠনি, স. শ. পিয়াহৰ ওপৰে মেৰাই পিন্ধা মেখেলা, the Assamese female's lower garment when worn on the breasts.

মেঠনি মাৰ্, পিয়াহৰ ওপৰে মেখেলা পিন্ধ্, to wear the female lower garment on the breasts.

মেঠনিয়া, অ. ধা. (অং. মাঠ, লেহেম) লেহেম কৰ্, লাহে লাহে কাম কৰ্, to be slow, to work slowly.

মেঠোন্, স. শ. এবিধ পৰ্ব্বতত থকা বনৰীয়া গৰু, the Indian Bison (*Gavæus gaurus*).

মেতৰ্, স. শ. (হিং. মেহ্‌তৰ; বং. মেতৰ্, মল মূত্র গুচাওঁতা) মৰং চোৱা, শৌচৰ ঘৰ-অঁতোৱা মানুহ, a scavenger, a sweeper. (স্ত্রী) মেতৰণী।

মেঁদ্, স. শ. (সং. মেদ—মিদ্, তেলেতীয়া হ) জন্তুৰ তেল, fat.

মেদ্, } স. শ. (সং. মেঁদ, তেল)
মেদনি, } জুলীয়া বস্তুৰ তলত পৰা মল, গেদ, dregs, lees.

মেদা, বি. (সং. মেদ, জন্তুৰ তেল, তেল ধৰিলে গা গধূৰ আৰু মোটা হয়, এতেকে) লেধা, গা-ডাঙৰ আৰু বৰকৈ লৰি চৰি নুফুৰা; লেহেম, বেগাই কাম কৰিব নোৱৰা, মাঠ্, কামত চোকা নোহোৱা; যেনে, মেদা মানুহ; ঢেপা, ভালকৈ পাগত নুঠা, কনকনীয়া নোহোৱা; যেনে, মেদা চৰু বেগতে ফুটে, slow, not well baked, as an earthen pot.

মেঁদিনী, স. শ. (সং. মেদিনী—মেদ, জন্তুৰ তেল) পৃথিবী (আদিতে ব্রহ্মাই বধ কৰা ছুটা দৈত্যৰ তেলেৰে আচ্ছাদিত হৈছিল, এতেকে), the earth.

মেদেলা, বি. (সং. মেদ, জন্তুৰ তেল) তেল-যুক্ত, পুষ্ট, বৰ ডাঙৰ গা-যুক্ত; যেনে, মেদেলা পুৰুষ; বৰ ধনী, অধিক ধন বস্তু থকা; যেনে, মেদেলা চহকী, fat, corpulent, rich.

মেঁদেলি, স. শ. (অং. মেদ, গেদ) তেলৰ গেদ, তেলৰ পাত্রৰ তলিত গোট খোৱা মল, dregs, lees, or sediment of oil.

মেঁদেলুৰা, স. শ. (সং. মেতুৰ, সুন্দৰ) এবিধ জুটুলা ক্ষুদ্র গছ, a kind of shrub.

মে-ধি, স. শ. (সং. মেধঃ, দেৱতাক দিয়া উপহাৰ) এই দেশৰ দিহিঙ্গত বাজে আনবিলাক সত্ৰৰ শিষ্যৰ পৰা কৰ তোলা লোক, an officer appointed by the *gosains* of Assam (except the *Dihingia gosain*) to collect the annual contributions from their disciples.

মেনকা, স. শ. হিমালয়ৰ ভাৰ্য্যা আৰু পাৰ্ব্বতীৰ মাক; এজনা অপেস্বৰা, in the *Rig Veda,* a daughter of *Vrishanaswa,* an *apsaras* sent to seduce the sage Viswāmitra from his devotions, and succeeding in this object, she became the mother of the nymph Sakuntalā. (Dowson).

মেনা, বি. তললৈ ওলমা শিংযুক্ত (মহত খাটে), drooping-horned (said of a buffalo). (স্ত্ৰী) মৈনী।

মৈমৈধু, স. শ. ধনিয়া শাক, the coriander plant.

মেমেৰা, বি. ক্ষীণ, দুৰ্ব্বল, মঙ্গহাল নোহোৱা, lean, emaciated.

মেৰ্-ছাগ্, স. শ. (সং. মেঢ্ৰ; হিং. মেঢ়া; বং. মেড়া, এবিধ জন্তু) মেষ, এবিধ বৰ নোমাল ছাগ-জাতিৰ জন্তু, a ram, a sheep.

মেৰ্, স. শ. পাক্, জৰী বা তাৰ নিচিনা বস্তুৰ পাক লোৱা ভাগ; যেনে, তিনি মেৰ দি বান্ধিছে; নৈৰ বেঁকা ভাগ, মোচৰ, ঘূৰণীয়া বস্তুৰ কেইয়ো ফালৰ দাঁতি, বেৰ, গুটি-ধান থবৰ কাৰণ চাঙৰ ওপৰত ইকৰা আদিৰে সজা ঘূৰণীয়া বেৰ, a twist, a curl, a coil, a bend of a river, circumference, a corn-bin.

মেৰ্ খা, পাক খা, মেৰাই ধৰ্, to coil up, to be twisted.

মেৰা, } মেৰিয়া, } স. ধা. (অ. মেৰ, পাক) পকা, নুৰিয়া, পাক খুৱা, to wrap round, to twist.

মেৰা, স. শ. একে লগে পকোৱা দুই বা অধিক ডাল জৰীৰ এডাল, এগুণ, কেইবা ডলীয়া এধাৰ মণিৰ এডাল, a strand of a rope, &c.

মৈৰু, স. শ. (সং. মেৰু—মি, সেচন কৰ্) হিন্দু-শাস্ত্ৰৰ মতে পৃথিবীৰ মাজ ভাগত থকা এটা পৰ্ব্বত। সি ৮৪,০০০ যোজন ওখ, তাৰ মূৰত ব্ৰহ্মলোক আৰু তাৰ চাৰিও ফালে সূৰ্য্যে গতি কৰে তাতে পৃথিবীত দিন-ৰাতি হয়, the Hindu Olympus. (Dowson).

মৈৰুণ, স. শ. (সং. মেদোৰ্ব্বুদঃ, গাত হোৱা টেমুনা) বিষ নথকা টেমুনা; গছৰ গাৰ উঠঙা, a wen, a tumor unattended with pain, a wart on trees.

মৈৰুণীয়া, বি. মেৰুণযুক্ত, having a wen or wart.

মৈৰু-দণ্ড, স. শ. (সং. মেৰুদণ্ড—মেৰু, মধ্য + দণ্ড, ডাঁৰ) ৰাজ-হাড়, পিঠিৰ মাজৰ ডাঙৰ হাড়, the back-bone.

মেৰেটা-মৈৰেটি, স. শ. গা কোঁচাই আকও দীঘল কৰা আৰু লৰোৱা কাৰ্য্য; যেনে, আধা-মৰা সাপে মেৰেটা-মেৰেটি কৰে, the twisting and turning of the body.

মেৰ্-চৰা, স. শ. (অং. মেৰ, পাক + চৰা, আসন) এবিধ ঘূৰণীয়া আৰু বাঁহৰ কাঠীৰে কৰা আসন, a round mat for sitting on.

মেৰ্-তলী, স. শ. (অং. মেৰ, পাক + সং. স্থলী, ঠাই; পকাই গুঁজি সুমোৱা ঠাই) খোঁচোনা, মেখেলা বা চুৰিয়া খহি নপৰাকৈ ৰাখিবলৈ তাৰ যিভাগ কঁকালৰ দাঁতিত গুঁজি সুমোৱা যায়, that part of a waist cloth which is tucked up about the hips to fasten it.

মেল্, স. শ. (সং. মেল—মিল্, একত্ৰ হ) কোনো কথাৰ আলচ কৰিবলৈ বা গোচৰ সুধিবলৈ একে ঠাইতে বহা মানুহবিলাকৰ সমাজ, a meeting, an assembly of persons come together to decide some question.

মেল্ পাত্, অনেকে গোট খাই বহ্; কোনো কথাৰ আলচ বা বিচাৰ কৰিবলৈ কিছুমান মানুহ চপা, to sit together, to call a meeting.

মেল্ মাত্, আলচ বা বিচাৰ কৰিবলৈ কিছুমান মানুহ চপা, to call a meeting.

মেল্ কৰ্, অনেকে গোট খাই কোনো বিষয়ৰ আলচ কৰ্ বা গোচৰ সোধ্, to discuss

a question or try a case at a meeting.

মেল্ মাৰ্, সমাজত বহি গোচৰ-নিষ্পত্তি কৰ্, to decide a case at a meeting.

মেল্, স. শ. (সং. মেল, সমাজ) অসম-ৰজাই তেওঁৰ মন্ত্ৰীবিলাকেৰে সৈতে একত্ৰে কৰা ভোজন, সেই ভোজনত ৰাজ্যৰ কোনো ঘাই কথাৰ আলচ হৈছিল; অসম-ৰজাৰ কুঁৱৰী আদিৰ প্ৰতিপালৰ কাৰণ দিয়া মাটি-মানুহ, a dinner given by the Assam Raja to his ministers at which important political matters were discussed, an estate assigned to a member of the Royal family.

মেল্, স. ধা. (সং. মীল্, ফুলৰ দৰে মুকলি হ) মুক্ত কৰ্, সোলোকা; যেনে, গাঁঠি মেল্, ঢাকনী গুচাই মুকলি কৰ্; যেনে, দুৱাৰ মেল্, চকু মেল্; আগ বঢ়া, বহল কৰ্; যেনে, হাত মেলোঁ, to loose, to untie, to open, to extend, to spread out.

মেলন্, কৃদ. স. মেলা কাৰ্য্য, the act of untying, opening or extending.

মেলা, স. ধা. লোকৰ হতুৱাই মুকলি কৰা, to cause to be untied.

মেলা, স. ধা. (অং. মেল্, মুকলি কৰ্) ফণীয়া, ফণীৰে আঁচুৰি পোন কৰ্; যেনে, চুলি মেলায়, to comb, as the hair.

মেলানি, স. শ. (বং. মেলানি, বিদায়) বিদায়, যাবৰ অনুমতি, leave to depart.

মেলা মাৰ্, দূৰৈলৈ যাঠী মাৰ্, to hurl from the hand, as a spear.

মেলাহি, বি. (অং. মেল্, বহল কৰ্) মুখ বহল, গোতোং নোহোৱা (পাত্ৰত খাটে), broad-brimmed, wide-mouthed (as a vessel.)

মেলুৱাই, } স. শ. (অং. মেল্, সমাজ) মেলুৱৈ, } মেলত বহি সোধ বা আলচ কৰোঁতা, a member of a meeting.

মেলেছ্, "ম্লেচ্ছ" শব্দৰ অপভ্ৰংশ, সেই শব্দ চোৱা।

মেলডগীয়া, বি. (অং. মেল্, ৰজাৰ কুঁৱৰী আদিক দিয়া মানুহ-মাটি + ডাগী, শ্ৰেণী) ৰজাৰ কুঁৱৰী বা ভাইয়েক আদিৰ মেলৰ; যেনে, মেলডগীয়া বিষয়া, pertaining to the estate of a king's wife.

মেষ্, স. শ. (সং. মেষ—মিষ্, বিবাদ কৰ্) মেৰ-ছাগ (ঘাইকৈ চুটি নেজীয়া বিধ, তাৰ মতাবোৰে যুঁজে, এতেকে); প্ৰথম ৰাশি, a ram, a sheep, the sign *Aries*.

মেহ্, স. শ. (সং. মেহ—মিহ্, প্ৰস্ৰাৱ কৰ্) মূত্ৰ-ৰোগ, মূতোঁতে পোৰণিয়ে ধৰা আৰু পূঁজ ওলোৱা ৰোগ, urinary disease, gonorrhœa.

মেহুন্, স. শ. (অং. মেকণ, টেমুনা) গছৰ মেকুণ, গছৰ গাৰ উঠঙ্গা, a glandular excrescence on a tree, a wart.

মেহুনীয়া, বি. মেহুনযুক্ত, having a round excrescence.

মেহুমেহীয়া, বি. মিজিং-মাজাং, পাকৈত নোহোৱা, শীঘ্ৰে কাম কৰিব নোৱৰা, অপটু, slow, not sharp and active.

মৈ, স. শ. (সং. মদিকা; বং. মই, চাহ-মাটি সমান কৰা যতন) ডুডাল দীঘল বাঁহ বা কাঠত পথালি ডাং বান্ধি সজা এবিধ খেতিয়কৰ যতন; তাক গৰু বা মহৰ দ্বাৰা টনাই চহোৱা মাটি সমান কৰাত বা সিচি দিয়া গুটিৰ ওপৰত মাটি চলোৱাত ব্যৱহাৰ কৰা যায়, a harrow.

মৈ-টকা, স. শ. (অং. মৈ, ঐ + টকা, এমূৰ ফলা বাঁহ) মৈত লগাবৰ কাৰণ এমূৰ ফলা এডোখৰ বাঁহ, a piece of bamboo split at one end by which a harrow is drawn.

মৈটা, স. শ. (বং. পৈটা, খটখটী) গছত উঠাত ব্যৱহৃত এডাল আথীয়া বাঁহৰ জখলা, সেই আথিবিলাকত ভৰি দি উঠা যায়, a single bamboo used as a ladder in climbing trees.

মৈত্ৰীভাৱ্, স. শ. (সং. মৈত্ৰীভাব—মিত্ৰ, বন্ধু + ভাৱ, অৱস্থা) মিত্ৰতা, বন্ধুতা, friendship.

মৈত্ৰেয়, স. শ. (সং.) পৰাশৰৰ শিষ্য এজনা ঋষিৰ নাম, the name of a saint.

মৈথুন্, স. শ. (সং. মৈথুন—মিথুন, এহাল মতা-মাইকী) শৃঙ্গাৰ, মতা-তিৰোতাৰ সঙ্গম, copulation, coition.

মৈদা, স. শ. (সং. মহী, মাটি + অং. দা, কটা অস্ত্ৰ) এবিধ বেঁকা আৰু এডোখৰ কাঠত লগোৱা অস্ত্ৰ, তাক মাটিত থৈ ভৰীৰে হেঁচি ধৰি মাছ পাচলি কুটা যায়, a curved knife inserted in a stock and used in dressing fish, vegetables, &c., for cooking.

মৈনাক, স. শ. (সং. মৈনাক—মেনকা, হিমালয়ৰ ভাৰ্য্যা) লঙ্কা উপদ্বীপৰ ওচৰত থকা এটা পৰ্ব্বত, সি হিমালয়ৰ দ্বাৰা মেনকাত জাত বুলি খ্যাত, a rock near Lanka or Ceylon.

মৈদাম্, স. শ. (সং. মহী, মাটি + দাম, দম) মৰা মানুহ পুতি তাৰ ওপৰত কৰা মাটি আদিৰ দম, a tomb, a grave, a mausoleum.

মৈদামনি, স. শ. বহুত মৈদাম থকা ঠাই, অনেক মানুহ পোতা ঠাই, a graveyard.

মৈয়া, স. ধা. মৈ চলাই সমান কৰ্, to harrow.

মৈৰা, স. শ. (সং. ময়ূৰ, এবিধ চৰাই) ময়ৰা চৰাই, a peacock or peahen.

মৈলাম্, স. শ. (অং. মহী, লেখা জোল + ল, গ্ৰহণ কৰ্, মহীক সি লয় বা ধৰে, এতেকে) কালিৰ ভাণ্ড, মহীৰ চুঙ্গা, an ink horn, an inkstand.

মো, স. ধা. (সং. মৰ্দ্দন, মোহৰা) মৃদু কৰিবৰ কাৰণে অলপ পানী বা আন জুলীয়া বস্তু দি মোহাৰ্ (শুকান গুড়িত খাটে); যেনে, তেলীয়াই সৰিয়হ গুড়ি মুইছে, to soften by mixing with water (said of a dry powder).

মোকট্, অ. ধা. ভাঁজ ল, বেঁকা হ, to bend, to be folded.

মোকটা, "মোকোটা" চোৱাঁ।

মোকৰ্দ্দমা, স. শ. (যাং.) গোচৰ, কোনো দোষৰ দণ্ড বা পাব লগীয়া বস্তু দিয়াবৰ নিমিত্তে দেশৰ অধিকাৰক জনোৱা কথা, a case, a law suit.

মোকল্, বি. (সং. মুক্ত, মুকলি) মুকলি, নবন্ধা; অনাবৃত, আঁৰ বা ঢাকনী নথকা, free, not tied or restrained, open, uncovered. স. শ. আঁৰ বা আবৰণ নথকা ঠাই; যেনে, ভিতৰৰ পৰা মোকললৈ যাওঁ, an open place. অ. ধা. গাঁঠি সোলক, বান্ধ খহ্, to be loosened, as a knot.

মোকল্ ফুৰ্, শৌচ কৰ্, মলত্যাগ কৰ্, to go to stool. (চহা)।

মোকলা, স. ধা. মুকলি কৰ্, বন্ধনৰ পৰা মুক্ত কৰ্, to set free, to release.

মোকোট্, স. শ. (অং. মোকট্, ভাঁজ ল) দোৰোল, জাঁপ; ভাঁজ, a fold, a bend.

মোকোটা, স. ধা. বেঁকা কৰ্, ভাঁজ লগা, to bend, to fold.

মোকোটা খা, বেঁকা হ, ভাঁজ ল, to be bent or folded.

মোকোৰা, স. শ. (সং. মুখ, আহাৰ আৰু কথাৰ বাট + ভৰা, পূৰ হোৱা) মুখ ভৰা গৰাহ, a large mouthful.

মোকোৰা-মোকোৰে, ক্ৰি. বি. ইমোকোৰাৰ পাচত সিমোকোৰা লৈ, mouthful by mouthful.

মোক্-মোকা, অ. ধা. (মোক্ মোক্, অনুক.) মুখত কোনো বস্তু লৈ বা মুখ বন্ধ কৰি অস্পষ্টৰূপে কথা ক, to speak indistinctly, to mumble.

মোখ্, স. ধা. (সং. মুখ, মুড়ৰ আগ ফাল) মোখনী দি, খৰাহি আদিৰ মুখৰ কাঠী মোকোটাই বৈ নোসোলোকা কৰ্; যেনে, পাচি মুখিছে; নিৰুত্তৰ কৰ্, মুখ বন্ধ কৰ্; যেনে, একে আষাৰেৰেই তাক মুখি থলে, to give the first binding to the edge of (applied to basket work) to put to silence.

মোখনী, স. শ. পাচি আদি নোসোলোকা কৰিবৰ কাৰণে মুখৰ কাঠী মোকোটাই দিয়া বান্ধ, the tucking in of the ends of the splints to secure the edge of braided work.

মোখোৰা, স. শ. (সং. মুখ, বদন+ভৰা, সুমোৱা) মৰণাৰ ধান খাব নোৱৰা কৰিবলৈ গৰুৰ মুখত দিয়া বেঁতৰ খাং, a muzzle for oxen.

মোচ্, স. শ. (সং. মোচা, কলা) কল-গছৰ অলপ ওপৰলৈ ওলোৱা ডিল, থিয় ডিল, the spadix of the plantain tree.

মোচ্, স. শ. (হিং. মূচ্; বং. মোচ, গোঁফ) ওপৰ ওঁঠৰ নোম, গোঁফ, mustaches.

মোচক্, অ. ধা. (হিং. মূচ্‌কানা, মোকোটাই ভাং) পাক খাই হাড় বা জোৰা লৰ্; যেনে, ভৰিটো মুচকিল, to be sprained.

মোচন্, স. শ. (সং. মোচন—মুচ্, মুকলি কৰ্) বন্ধনৰ পৰা মুক্তি; এতেকে মৃত্যুৰ পাচত পুনৰায় জন্মিব নলগা অৱস্থা, liberation, salvation.

মোচৰ্, স. ধা. (বং. মোচড়ান্, ভাঙ্গন) হাতেৰে ধৰি পকা; যেনে, মুচৰি ছিঙ্গিলে, to twist, to wrench. স. শ. নৈৰ পাক বা ভাঁজ, a bend of a river.

মোচা, বি. (সং. মুচ্, খুন্দি ভাং) কোঁচ খোৱা, ঠোলা হোৱা (পাতল বস্তুত খাটে); যেনে, আমৰ পাত মোচা হয়, কাণ মোচা কুকুৰ, curled or contracted (said of only thin substances).

সমা.—মুজা, মোচা, প্ৰথমটোৱে তৃণাদিৰ আগ কেঁকোৱা হোৱা বুজায়, পাচৰটো কেৱল চেপেটা আৰু বহল বস্তুত মাথোন খাটে।

মোচোকা, স. শ. (অং. মোচক্, পাক খাই হাড় বা জোৰাত দুখ পা) পাক খোৱাত হাড় বা জোৰাত পোৱা দুখ, বেওঁচনীয়া, a sprain.

মোচোকা খা, মোচক্, পাক খাই হাড় বা জোৰাত দুখ পা, to be sprained.

মোচোৰা, স. শ. (অং. মোচৰ্, হাতেৰে পকা) হাতেৰে দিয়া পাক, হাতেৰে জৰীৰ দুই মূৰ পকাই দিয়া গাঁঠি, a twisting, a wrenching, a knot made by twisting together the ends of string.

মোচোৰা মাৰ্, মোচৰ্, হাতেৰে ধৰি পকা; যেনে, মোচোৰা মাৰি ছিঙ্গিলে, to wrench, to twist.

মোট্, স. শ. (হিং. বং. মোট, সমষ্টি) মুঠ, a total.

মোট্, স. শ. (হিং. নাদৰ পৰা পানী তোলা ছালৰ কলহ) ছালৰ মোনা; এতেকে সাপ আদিয়ে এৰা ছাল, কলপ; শল আদি মাছৰ ছাল, a leather bag, the slough of a snake, the skin of a certain kind of fish.

মোট্ কাঢ়্, মোট গুচা, মাছ আদিৰ ছাল গুচা; যেনে, শল মাছৰ মোট কাঢ়ে, to skin (as a fish), &c.

মোটক্, স. শ. (সং. মোটক—মুট্, মোহাৰি ভাং) শ্ৰাধত বস্তু উচৰ্গোতে তিলৰ লগত দিয়া মোকোটাই বন্ধা তিন ডাল কুশ, a knot made of three blades of *kusha* grass used in making offerings at a *shradh* ceremony.

মোটা, বি. (হিং. বং. মোটা, শকত) ডাঙ্গৰ, স্থূল, মিহি নোহোৱা, thick, bulky, fat, coarse. স. শ. বাঁচৰ শয়েকীয়া চিন, a mark placed after every hundred splints in a weaving reed.

মোটাত পৰ্, টানত পৰ্, কষ্টত পৰ্, to get into trouble, to be in distress.

মোটামুটি, বি. (হিং. মোটা, স্থূল) সংক্ষেপ, বাহুল্যকৈ নোকোৱা; যেনে, মোটামুটি অৰ্থ, concise, without details.

মোটে, ক্ৰি. বি. (হিং. বং. মোট, মুঠ) মুঠে, সমূলি, altogether.

মোট্-মৰা, বি. (অং. মোট, ছালৰ মোনা, ছালেৰে ঢকাৰ নিচিনা) বৰ ডাঠ (ঘন হাবিত খাটে), very thick, dense (said of a jungle).

মোদক্, স. শ. (সং. মোদক—মুদ্, হৰ্ষ

জমা) ডাঙ্গৰ গুড়ি আৰু অনেক বিধৰ বাখৰ চেনিৰে পাগি কৰা এবিধ মিঠৈ, সি মনত বৰ ৰং লগায় আৰু কোনো কোনো ৰোগো গুচায়, a kind of sweetmeat made of powdered Indian hemp, and other ingredients boiled in sugar.

মোধ্, স. ধা. (সং. মূত্ৰ, বান্ধ) পুৰণি কোৰ আদিৰ মুখত নতুনকৈ লো বা তীখা বান্ধি চোকা কৰ্, জোন লগা; যেনে, কমাৰে কোৰ মুধিছে, to renew as an old hoe, &c., by welding on a piece of iron. স. শ. মুধি দিয়া জোৰা; যেনে, কোৰৰ মোধ বেয়া হল, a weld.

মোধা, স. ধা. আনৰ দ্বাৰা পুৰণি কোৰ আদিৰ মুখত লো বা তীখা লগাই নতুন কৰা, জোন দিয়া, to cause to be renewed, as a hoe, &c., by welding on a piece of iron or steel.

মোন্, স. শ. (হিং. মন্; বং. মণ, ৪০ সেৰ) তুকুৰি সেৰৰ পৰিমাণ; আঠ দোন, a maund, 80 pounds.

মোনা, স. শ. মুখত চোঁচনী-জৰী লগোৱা এবিধ জোলোঙ্গা, a long bag generally used for keeping money.

মোমাই, স. শ. (সং. মাম; বং. মামা, আইৰ ভ্ৰাতৃ) আইৰ ককাইয়েক বা ভাইয়েক, a maternal uncle.

মোমাশহুৰ্, স. শ. (অং. মোমাই, ঐ+শহুৰ, স্বামী বা ভাৰ্য্যাৰ বাপেক) স্বামী বা ভাৰ্য্যাৰ মোমাইয়েক, husband's or wife's maternal uncle.

মোৰ্, স. শ. (অং. মৰ্, প্ৰাণ এৰ্) এবিধ ভেদ-বাঁতি হোৱা ৰোগ, অতিসাৰ, diarrhœa.

মোৰ্, স. শ. (অং. মুৰ, আদি বা অন্ত) মেৰাই থোৱা সূতাৰ মুৰ, আঁত; যেনে, সূতলাইৰ মোৰ হেৰাল, সূতা বা কাঠী বোৱাৰ প্ৰণালী; যেনে, ছুটীয়া মোৰ, মাকোৰে তাঁতত এবাৰ সুমোৱা সূতা; যেনে, তিনি মোৰ বৈছোঁ, the end of thread in a ball or skein, a manner of weaving or braiding, as much thread as is passed between the warp at one throw of the shuttle.

মোৰ্ মাৰ্, মাকোৰে তাঁতত সূতা সুমা; যেনে, তিনি মোৰ মাৰিলোঁ, to put the woof between the warp.

মোৰ্ হেৰা, কি কৰিব লাগে বা কি কৰিব নেলাগে বা কি উচিত, কি অনুচিত, তাৰ বোধ গুচ্, বুদ্ধি হেৰা, to be perplexed, to be puzzled.

মোৰ্ ধৰ বা মোৰ পা, বুজ্; যেনে, ইয়াৰ মই মোৰ ধৰিব নোৱাৰোঁ, to understand.

মোৰোকনি, স. শ. পানীৰ তলত জলজন্তু ঘূৰাত বা সোঁতৰ বেগত হোৱা পানীৰ পাক, an eddy in water.

মোল্, স. শ. (সং. মূল্য, বেচ) মূল্য, গুণ অনুসৰি হব পৰা বেচ; যেনে, "বান্দৰে কি জানে মাণিকৰ মোল," value, worth.

মোলা, স. ধা. মূল্য ঠিক কৰ্, দৰ কৰ্, দৰা; যেনে, সি বস্তু মোলাইছে; থাউকীয়াকৈ কিন্; যেনে, বেপাৰীয়ে মহলীয়াৰ চাউলবোৰ মোলাই ললে, to settle the price of, to buy wholesale.

মোলান্, স. শ. (সং. মৃণাল, পদুমৰ আলু) পদ্মৰ মূল, the soft and white part of the root of the lotus.

মোলান্, বি. (সং. ম্লান, মলিন) মলিয়ন, মলযুক্ত; যেনে, দাপণখান মোলান হল; এতেকে বিমৰ্ষ, নিৰানন্দ; যেনে, দুখত মুখ মোলান হৈছে, dirty, soiled, sad, cheerless.

মোলান পৰ্, মলিন হ; যেনে, বন কৰোঁতে হাত মোলান পৰিছে, to be dirty or soiled.

মোৱা, মোৱা আলু, } স. শ. (অং. মৌৱা, মৌৰ নিচিনা—মৌ, মধু) এবিধ সোৱাদ আলু, a kind of sweet yam.

মোৱা, মোৱা-মাছ, } স. শ. এবিধ নিচেই সৰু মাছ, a kind of small fish.

মোৱামৰীয়া, স. শ. মোৱামৰা সত্ৰৰ শিষ্য হোৱা, এজাতি আদিবাসী মানুহ, মটক, মৰাণ, a Hinduized aboriginal tribe of Assam.

মোৱাৰ মৰ্, ভিকাচন ভাগ্, উপায় বা লাভৰ মূল নষ্ট হ; যেনে, ভাত কাপোৰৰ মোৱাৰ মৰিল, to be lost, as the means or resource of something.

মোৱাৰ মাৰ্, ভিকাচন ভাং, উপায় বা লাভৰ মূল নষ্ট কৰ্, to lose, as the means or resource of something.

মোৱাৰী, বি. (হিং. বং. মোহৰ, মোহৰ মৰা ৰূপ বা সোণ) মোহৰ মৰা, সাঁচত মৰা: যেনে, মোৱাৰী সোণ, coined, as gold.

মোষ, স. ধা. (সং. মুষ্, ছেদন কৰ্) ছেদন কৰ্, খণ্ড খণ্ড কৰ্, নষ্ট কৰ্; যেনে, "যাহাৰ স্মৰণে পাতক মোষে।" to destroy. (পদ্যত)।

মোহ্, স. শ. (সং. মোহ—মুহ্, বিবুদ্ধি হ) ভ্ৰম, মিছাত সঁচা বা নোহোৱাত হোৱা বোধ; মায়াৰ পৰা হোৱা ভ্ৰান্তি, যাৰ দ্বাৰা মানুহে মিছা সংসাৰত সঁচা বোধ কৰে; যেনে, সকলো মানুহ মোহত পৰি আছে; এতেকে স্নেহ, মৰম; যেনে, লৰা-তিৰোতাৰ মোহ এৰিব নোৱাৰি; আকাংক্ষা, লোভ; যেনে, লোকৰ বস্তুত মোহ কৰা অনুচিত; মূৰ্চ্ছা, error, ignorance, fascination, affection, avarice, fainting, swoon.

মোহ যা, ভ্ৰান্ত হ, বিবুদ্ধি হ, ভোল হ; যেনে, গীত শুনি মোহ গল, to be charmed or stupified.

মোহ কৰ্, লোভ কৰ্; ছলেৰে ল, to covet, to take by artifice.

মোহ্, স. ধা. ভ্ৰান্তিত পেলা, মিছাত সঁচা জ্ঞান কৰা; যেনে, "মুহি আছে জগতক বিষ্ণু-মায়া," বশ কৰ্, মন্ত্ৰৰ বলেৰে আপোনাৰ অধীন কৰ্; যেনে, মতৰী তিৰোতাই তাক মুহিলে, to charm, to fascinate, to captivate by means of incantations.

সমা.—মায়া, মোহ, মোহ মায়াৰ পৰা উৎপন্ন হয়, "মায়া" চোৱাঁ।

মোহ্, স. ধা. (সং. মুষ্, হৰণ কৰ্) ছলেৰে ল, অন্যায়কৈ আপোনাৰ কৰ্; যেনে, লোকৰ ধন মুহিব নেপায়, to take by artifice.

মোহন্, কৃদ. স. (সং.) বিজ্ঞান কৰণ, বিবুদ্ধি কৰণ; জ্ঞান লুপ্ত কৰি সংসাৰৰ সুখত নিমগ্ন কৰণ, the act of fascinating or overpowering the reason by worldly allurements. স. শ. কৃষ্ণৰ এটা নাম; পোহনীয়া চৰাই পহুক দিয়া নাম, an epithet of Krishna, a name given to a tame bird or beast.

মোহনী, মোহনী-বাণ্, } স. শ. (সং. মোহন, ভ্ৰান্তি জন্মাওন) মনত ভ্ৰম জন্মাই তিৰোতাত বা পুৰুষত আসক্ত কৰা মন্ত্ৰ; শত্ৰুক বশ কৰা মন্ত্ৰ, a charm or spell to excite love or subdue an enemy.

মোহনী-ভাং, স. শ. (সং. মোহন, বিজ্ঞান কৰণ) এবিধ বৰ ৰাগিয়াল বিদেশী ভাং, a kind of very strongly narcotic hemp brought from Bengal.

মোহনী-মন্ত্ৰ, "মোহনী" চোৱাঁ।

মোহৰ্, স. শ. (যাং.) চাপ্, সাঁচত মৰা ৰূপ বা সোণ, a seal, a coin.

মোহৰ মাৰ্, চাপ মাৰ্, সাঁচত মাৰ্, to seal, to stamp, to coin.

মোহাৰ্, স. ধা. (সং. মৰ্দ্দন, পিঁহন) মাজ্; হাত বা ভৰিৰে পিঁহ, হাত বা ভৰিৰে চেপি ধৰি ঘঁহ; যেনে, গুড়ি পৰুৱা ভৰিৰে মোহাৰিলেই মৰে, to rule, to crush with the hand or foot, to squeeze with the hand.

মোহাৰ্, স. শ. মৰ্দ্দন, পেষণ, হাতেৰে বা ভৰিৰে মৰা ঘঁহনি, a rubbing or squeezing with the hand, or crushing with the foot.

মোহাৰ মাৰ্, হাতেৰে বা ভৰিৰে পিঁহ, to squeeze or rub with the hand, to crush with the foot.

মোহিত, কৃদ. বি. (সং. মোহিত—মুহ্, বিজ্ঞান হ) ভ্ৰান্ত হোৱা, মিছাত সঁচা জ্ঞান কৰা, অতি উত্তম বা আগেয়ে নেদেখা কোনো বস্তু দেখি বা তেনে কোনো কথা শুনি ভোল হোৱা, charmed, amazed.

মোহোৰা, স. শ. (অং. মোহাৰ, হাতেৰে বা ভৰিৰে পিঁহ্) মৰ্দ্দন, হাতেৰে পিঁহন; যেনে, তুষ্ট লৰাই কাণ মোহোৰা খায়, a rubbing, a squeezing with the hand.

মোহোৰা মাৰ্, ভৰিৰে বা হাতেৰে মৰ্দ্দন কৰ্ বা পিঁহ্, to squeeze with the hand, to crush with the hand or foot.

মোহ্-লগা, বি. (অং. মোহ, মৰম+লাগ্, উৎপন্ন হ) মৰম লগা; এতেকে সুন্দৰ, শুৱনি, lovely, beautiful, desirable.

মোক্ষ, স. শ. (সং. মোক্ষ, মুকলি হ) পৰম গতি, নিৰ্ব্বাণ-মুক্তি, final beatitude.

মৌ, স. শ. (সং. মধু; হিং. মৌ) এবিধ মাখিয়ে গোটোৱা ফুলৰ ৰস; মৌ জোল; ফুলৰ ৰস, honey, the nectar of flowers.

মৌ-কুঁৰৰী, স. শ. (অং. মৌ+কুঁৱৰী, ৰজাৰ ঘৈণী, মৌ-গুটিবিলাকৰ গৰাকী, এতেকে) মৌৰ বাহত থকা কাম নকৰা মাইকী মৌ-গুটি, the queen-bee.

মৌ-কোঁহ্, স. শ. (সং. মধুকোষ, মৌৰ ভঁৰাল) ৰহ-ঘৰা, মৌৰ বাহৰ অধিক মৌ থকা ভাগ, a honeycomb.

মৌখাপ্, স. শ. (অং. মৌ, মধু+খা, ভক্ষণ কৰ্) মৌ-গুটি আৰু সাপ আদি খোৱা এবিধ চিলনী জাতিৰ চৰাই, the buzzard.

মৌখিক, বি. (সং. মৌখিক—মুখ, বদন) মুখেৰে কোৱা, নিলিখা. oral, colloquial.

মৌ-গুটি, স. শ. ফুলৰ মৌ-গোটোৱা মাখি, a bee.

মৌচেপা, বি. (মৌ+চেপা, টেপা মৰা) চেপা মৰাত মৌ পৰাৰ দৰে পৰা, ধাৰাসাৰে পৰা, ছেদ ভেদ নথকা; যেনে, মৌচেপা বৰষুণ, incessant, as rain.

মৌজ্, স. শ. (সং. সমাজ, মনুষ্যৰ সমূহ) মাউথ, সমুহ, এক্কে লগ হোৱা অনেক লোক, a multitude of people.

মৌজ্, স. শ. (সং. মজ্জ্, নিমগ্ন হ) ৰাগিত বুৰি-থকা অৱস্থা, ৰাগিত ভোল হৈ থকা অৱস্থা, stupor from intoxicating things, stupefaction caused by opium, &c.

মৌজা, স. শ. (যাং. মৌজু, দেশৰ এভাগ) ৰাজহ তোলাৰ সুচলৰ নিমিত্তে এজন বিষয়াৰ অধীন কৰি দিয়া এক খণ্ড দেশ, এজন মৌজাদাৰৰ অধীনৰ গাওঁসমূহ, a division of a district in Assam in charge of a fiscal officer called a *mouzadar*.

মৌজাদাৰ্, স. শ. (যাং.) এক মৌজা বা এক খণ্ড দেশৰ ৰাজহ তোলা বিষয়া, an officer in charge of a fiscal division called a *mouza*.

মৌজুলীয়া, বি. (অং. মৌ, মধু+জুলীয়া, জোলৰ নিচিনা) মৌৰ ৰসৰ নিচিনা, মৌৰ জোলৰ দৰে অলপ ৰঙ্গচুৱা আৰু ফটফটীয়া; যেনে, মৌজুলীয়া জাংফাই, like honey.

মৌ-জোল্, স. শ. (অং. মৌ, মধু+জোল, ৰস) মধু, মৌ-মাখিয়ে গোটোৱা ফুলৰ ৰস, honey.

মৌ-জোলোঙ্গা, স. শ. (অং. মৌ+জোলোঙ্গা, মোনা) মৌ-গুটিৰ পেটত থকা মৌৰ ভঁৰাল, the honey-bag of a bee.

মৌ-ডিমৰু, স. শ. (অং. মৌ, মধু+ডিমৰু, এবিধ গছৰ গুটি) এবিধ গছৰ গুটি; সি পকিলে মৌৰ দৰে সোৱাদ হয়; তাৰ গছ, a kind of fig, the tree producing the fruit.

মৌন্, বি. (সং. মৌন—মুনি, যোগী, যোগীয়ে ঈশ্বৰত মন লগাই মাত নমতাকৈ থাকে, এতেকে) মাত নমতাকৈ থকা, কথা নোকোৱা, নিমাত; যেনে, এই কথা শুনি তেওঁ মৌন হৈ বল, silent, taciturn.

মৌন-ব্ৰত্, স. শ. (সং. মৌনব্ৰত—মৌন, ঐ + ব্ৰত, সংযম) পুণ্যৰ নিমিত্তে কথা কোৱা অভ্যাসৰ ত্যাগ, taciturnity practised as a religious penance.

মৌনিতা, গু. শ. কথা নোকোৱা অভ্যাস, taciturnity.

মৌনী, বি. (সং. মৌনিন্—মৌন + ইন্, কথা কোৱা অভ্যাস ত্যাগ কৰা) ধৰ্ম্মৰ নিমিত্তে কথা কোৱা অভ্যাস ত্যাগ কৰা, practising taciturnity as a religious penance.

মৌনে, ক্রি. বি. মনে মনে, কথা নোকোৱাকৈ, in silence.

মৌ-পিয়া, স. শ. (অং. মৌ, ফুলৰ ৰস + পিয়া, পান কৰা) ফুলৰ মৌ খোৱা এবিধ সৰু চৰাই, the honey-sucker bird.

মৌ-বাহ্, স. শ. (অং. মৌ + বাহ, বাস কৰা ঠাই) মৌ-গুটিয়ে মৌ গোটাবলৈ আৰু পোৱালি জগাবলৈ কৰা চাক, মৌৰে বাহ লোৱা পেড়া আদি, a nest of bees, a bee hive.

মৌ-বিচনী, স. শ. (অং. মৌ + বিচনী, বতাহ বলোৱা সঁজুলি, সি বিচনীৰ নিচিনা, এতেকে) মৌৰ চাকৰ দাঁতি ভাগ, the outer edge of the honey-comb.

মৌ-মাখি, স. শ. (সং. মধুমক্ষিকা, মৌ গোটোৱা মাখি) মৌ-গুটি, এবিধ ফুলৰ মৌ গোটোৱা পতঙ্গ, a honey-bee.

মৌৱা, স. শ. এবিধ শস্য নষ্ট কৰা ক্ষুদ্ৰ পোক (তাৰ অনেক গোট থাই মৌৰ জাকৰ দৰে শস্যত পৰে, এতেকে সেই নাম), a kind of small insect that destroys crops.

মৌৱা, স. শ. মৌৰ বাহৰ দৰে ওলমি পৰা, উথহা, a swelling that hangs like a nest of bees.

মৌৱা নাম্, উথহি ওলমি পৰ্, to hang down, as a swelling.

মৌসৰালি, স. শ. এবিধ মহ গকৰে খোৱা পানীত গজা বন, a kind of aquatic grass.

ম্লান্, বি. (সং. ম্লান—ম্লৈ, দুৰ্ব্বল হ) মলিন, মলযুক্ত, বিমৰ্ষ, নিৰানন্দ, dirty, cheerless, sad.

ম্লেচ্ছ, স. শ. (সং. ম্লেচ্ছ—ম্লেচ্ছ্, অশুদ্ধ কথা ক) সংস্কৃত ভাষা নোকোৱা আৰু হিন্দু-শাস্ত্ৰৰ মতে নচলা মানুহ, a barbarian, a foreigner, anyone not speaking the Sanskrit or one of its derivative languages, and not conforming to the established usages of the Hindus. (Haughton).

ম্লেচ্ছাচাৰ্, স. শ. ম্লেচ্ছৰ আচৰণ, the conduct of a barbarian.

## য।

য, অসমীয়া বৰ্ণমালাৰ ২৬ সংখ্যাৰ ব্যঞ্জন আখৰ। শব্দৰ মাজত বা অন্তত থাকিলে "ইঅ" এনেকৈ উচ্চাৰিত হয় আৰু তেতিয়া তাৰ তলত এটা ফুট থাকে; যেনে, বয়স, হয়, the twenty-sixth letter of the consonants.

যঁজা, বি. (সং. যমজ, একে লগে ওপজা) একে লগে ওপজা; যেনে, যঁজা লৰা, একে লগে গাত গা লগা হৈ উৎপন্ন; যেনে, যঁজা কলা, born together, produced in a joint state.

যঁতৰ্, স. শ. (সং. যন্ত্ৰ, কল) এবিধ সূতা কটা যতন, a spinning wheel.

যঁতৰি, স. শ. মহৰা পকোৱা সৰু যঁতৰ, a small wheel for winding the thread or a piece of reed for weaving.

যঁতৰিফেঁটী, স. শ. এবিধ ফেঁট থকা সাপ, a species of Cobra.

যকৃত্, স. শ. (সং. যকৃত—য, একত্ৰ + কৃ কৰ্) ৰোগৰ দ্বাৰা বৃদ্ধি পোৱা আগ মঙ্গহ, a diseased liver.

যখ্, স. শ. (সং. যক্ষ, কুবেৰৰ পাৰিষদ) পুতি থোৱা ধনত লগা এবিধ ভূত; কৃপণ মানুহ, a kind of evil spirit which is supposed to take possession of wealth buried underground, a miser.

য'খৰীয়া, স. শ. (অং. য'খাৰ, এবিধ খাৰ বস্তু) ৰজাৰ ঘৰত য'খাৰ যোগোৱা মানুহ, য'খাৰ কৰোঁতা, one of a class of men whose duty it was to supply saltpetre to the Aham government, a manufacturer of saltpetre.

য'খাৰ্, স. শ. (সং. যৱক্ষাৰ, এবিধ খাৰ) গৰু মূতৰ পৰা কৰা এবিধ খাৰ, তাক কলাই খাৰ আৰু দৰবত দিয়া যায়, saltpetre.

যখিনী, স. শ. যখৰ স্ত্রী, কিৰ্পিণ তিৰী, a she-devil, a miserly woman.

যখিনী-থুই, স. শ. (অং. যখিনী, ঐ+থুই, মুখৰ ৰস) কোনো কোনো গছত কেৰোণে উলিওৱা থুইৰ নিচিনা বগা ফেন, a frothy secretion found upon plants, exuded by the larva of certain insects, toad spittle, frog spit.

যচা, স. ধা. (অং. যাচ্, খোজ্) খোজা, যাজ্ঞা কৰা, to cause to beg. অ. ধা. অনিচ্ছাৰে দি বা কৰ্; যেনে, বন কৰিব দিলে সি যচায়, to do or give unwillingly.

যজ্, স. ধা. (সং. যজ্, পূজা কৰ্) পূজা কৰ্, আৰাধনা কৰ্; যেনে, জ্ঞানীয়ে দেৱতাক যজে, to worship.

যজন্, কৃদ. স. (সং. যজন—যজ্, ঐ) পূজা কৰা কাৰ্য্য, the act of worshipping.

যজমান্, স. শ. (সং.) পুৰোহিতৰ দ্বাৰা দেৱতা বা পিতৃৰ কাৰ্য্য কৰাওঁতা, one who employs a priest.

যজুৰ্ব্বেদ্, স. শ. (সং. যজুৰ্ব্বেদ—যজ্, পূজা কৰ্+ৱেদ, শাস্ত্র) চাৰি বেদৰ ভিতৰৰ এক বেদ্; তাৰ ঘাই ভাগ দুটা, বাজসনেয় আৰু তৈত্তিৰীয়। প্ৰথম ভাগক "শুক্ল যজুৰ্ব্বেদ," দ্বিতীয় ভাগক "কৃষ্ণ যজুৰ্ব্বেদ" বোলা যায়। বাজসনেয় ভাগ সূৰ্য্য দেৱতাই ঘোঁৰাৰ ৰূপ ধৰি যাজ্ঞবল্ক্য মুনিৰ আগত ব্যক্ত কৰে; তৈত্তিৰীয় ভাগ আদিতে বৈশম্পায়ন ঋষিয়ে ব্ৰহ্মাৰ পৰা পাই যাস্ক মুনিক শিকায়, তেওঁৰ পৰা তিত্তিৰি মুনিয়ে পাই প্ৰচাৰিত কৰে, দুইও ভাগত যাগ-যজ্ঞবিলাকৰ অনেক বিধান আছে, one of the four Vedas.

যজুৰ্ব্বেদী, বি. (সং. যজুৰ্ব্বেদিন্; যজুৰ্ব্বেদ+ইন্) যজুৰ্ব্বেদৰ মতত প্ৰবৰ্ত্তী, following the tenets of *Yajurveda.* স. শ. সেই মতত চলা লোক, a follower of the *Yajurveda.*

যঞ্জ্, বি. (সং. যমজ, একে লগে ওপজা) যঁজা, একে লগে গাত গা লগা হৈ উৎপন্ন; যেনে, এই কলা দুটা যঞ্জ্, joined like two seeds growing together.

যজ্ঞ, স. শ. (সং. যজ্ঞ—যজ্, পূজ্) দেৱতাৰ উদ্দেশে বলি নৈবেদ্য দি কৰা পূজা, হোমাদি কাৰ্য্য, a sacrifice, a ceremony in which oblations are offered.

যজ্ঞ-কুণ্ড, স. শ. (সং. যজ্ঞকুণ্ড—যজ্ঞ, ঐ+কুণ্ড, গৰ্ত্ত) হোমৰ জুই ধৰা গাঁত, a pit for sacrificial fire.

যজ্ঞ-পতি, স. শ. (সং. যজ্ঞপতি—যজ্ঞ, ঐ+পতি, অধিকাৰ) বিষ্ণু, a name of Vishnu.

যজ্ঞসূত্ৰ, স. শ. (সং. যজ্ঞসূত্ৰ—যজ্ঞ, ঐ+সূত্ৰ, সূতা; তাক দিওঁতে হোম আদি কৰা যায়, এতেকে) উপবীত, লগুণ, the sacred thread worn by the first three classes of the Hindus.

যজ্ঞোপবীত্, স. শ. (সং. যজ্ঞোপবীত—যজ্ঞ+উপবীত, লগুণ) যজ্ঞসূত্ৰ, see the above.

যত্ৰ, স্থা. সৰ্ব্ব. যি ঠাইত, where.

যত, যতেক্, } বি. স. (সং. যত্, যি) যিমান, যি পৰিমাণ, as much or as many as.

যতন্, স. শ. (সং. যত্ন, উদ্যোগ) উদ্যোগ, চেষ্টা, কাৰ্‌বাৰ, exertion, effort, an endeavour.

যতন্, স. শ. (সং. যন্ত্ৰ, কল) যন্ত্ৰ, কল, কোনো কাৰ্য্য উজুৰূপে কৰিবলৈ কাঠ, লো আদিৰে সজা বস্তু; যেনে, পাজি

কটা যতন, an apparatus, a machine, a contrivance.

যতন্, বি. ( সং. যত্, প্রস্তুত কৰ্ ) প্রস্তুত, যুগুত; যেনে, সকলো যতন হৈছে, ready.

যতনা, } স. ধা. প্রস্তুত কৰ্, যুগুত কৰ্,
যতা, } যতা, to make ready.

যতি, স. শ. ( সং. যতি—যম, ইন্দ্রিয়ক দমন কৰ্ ) ইন্দ্রিয়ক দমন-কৰোঁতা জ্ঞানী লোক, সন্ন্যাসী; পঢ়াৰ মাজত ৰবৰ নিমিত্তে দিয়া এবিধ চিন; যেনে, ( , ) a sage, a mark of punctuation. "যতী" এনেও হয়।

যত্ন, স. শ. ( সং. যত্ন—যত্, প্রস্তুত কৰ্ ) উদ্যোগ, চেষ্টা, কাৰ্বাৰ, effort, exertion, an endeavour.

যত্নৱন্ত, } বি. ( সং. ) কাৰ্বাৰ কৰা,
যত্নৱান, } উদ্যোগ কৰা, চেষ্টা কৰা, পৰিশ্রমী, making effort or exertion, diligent.

যত্নশীল্, বি. ( সং. ) যত্নৱান্, পৰিশ্রমী, diligent.

যথা, যো. অব্য. (সং. যথা—যদ্, যি) যেনে, যি প্রকাৰে, as, for instance.

"যথা" আৰু "তথা" এই দুই শব্দ পদ্যত সংজ্ঞা শব্দৰ দৰে ব্যৱহৃত হয়; যেনে, "যথাত আছন্ত দেৱ-হৰি,
নৃপতি সকলে মধ্য কৰি,
তথাকে চলিল তিতি নয়নৰ নীৰে।"

যথাক্রমে, ক্রি. বি. ( সং. যথাক্রমং, ক্রম অনুসৰি ) ক্রম অনুসাৰে, যাৰ পাচত যি হব লাগে সেই ৰূপে, in regular order.

যথা তথা, ক্রি. বি. যত্ তত্, কোনো এঠাইত, anywhere, somewhere.

যথাতথাৰূপে, ক্রি. বি. যেনে তেনে প্রকাৰে, কোনো মতে, anyhow, somehow.

যথাযোগ্য, বি. ( সং. যথাযোগ্য—যথা, যেনে + যোগ্য, উপযুক্ত ) যেনে যোগ্য, যাৰ যি উপযুক্ত; যেনে, সকলো যথাযোগ্য আসনত বহিল, proper, fit, becoming.

যথাৰ্থ, বি. ( সং. যথাৰ্থ—যথা, যেনে + অৰ্থ, কথাৰ ভাৱ ) সঁচা, সত্য, true, real.

যথাৰ্থতা, গু. শ. সত্যতা, truth.

যথাৰ্থ পক্ষে, ক্রি. বি. স্বৰূপাৰ্থত, যথাৰ্থকৈ কোৱাত, in reality.

যথাবিধি, ক্রি. বি. ( সং. যথাৱিধি—যথা, যেনে + ৱিধি, নিয়ম ) নিয়ম অনুসাৰে, বিধিমতে, according to rules.

যথাৱত্, ক্রি. বি. ( সং. যথাৱৎ—যথা, যেনে + ৱৎ, প্রত্য. ) যথাবিধি, according to rules.

যথাশক্তি, } ক্রি. বি. ( সং. যথাশক্তি,
যথাসাধ্য, } যথাসাধ্য—যথা, যেনে + শক্তি আৰু সাধ্য, ক্ষমতা ) শক্তি বা সাধ্য অনুসাৰে, উপায়ে জোৰে মানে; যেনে, যথাশক্তি চেষ্টা কৰিম, according to one's ability or means, as much as is possible.

যথেষ্ট, বি. ( সং. যথেষ্ট—যথা, যেনে + ইষ্ট, বাঞ্ছিত ) যিমান লাগে সিমান, জোৰা, প্রচুৰ, sufficient, enough.

যথোচিত্, বি. ( সং. যথোচিত—যথা, যেনে + উচিত, যুগুত ) যেনে উচিত, right, proper.

যদি, অব্য. ( সং. যদি—যত্, উদ্যোগ কৰ্ ) আশঙ্কা-বোধক অব্যয়, এনে হলে; যেনে, যদি তেওঁ আহে, মই যাম, if, if it be so.

যদিও, অব্য. (সং. যদি, ঐ + অং. ও, যোজক অব্য. ) এনে হলেও বা এনে হওঁতেও; যেনে, যদিও তেওঁ আহিছে, তথাপি মই দেখা নাই, though, although.

যদিচ, অব্য. ( সং. যদিচ—যদি, ঐ + চ, যোজক অব্য. ) যদিও though.

যদিস্যাৎ, অব্য. ( সং. যদিস্যাৎ — যদি, ঐ + স্যাৎ, হয় ) এনে হলে, যদি এনে হয়, if, if it be so.

যদু, স. শ. চন্দ্রবংশৰ এজনা ৰজাৰ নাম, তেওঁ যযাতি ৰজাৰ পুতেক, আৰু কৃষ্ণৰ পূৰ্ব্বপুৰুষ আছিল, the name of a king of the lunar race, the ancestor of Krishna.

যতুনাথ, } স. শ. (সং. যতুনাথ, যতুপতি
যতুপতি, } —যতু, ঐ+নাথ আৰু পতি, গৰাকী) যতুবংশৰ অধিপতি অর্থাৎ প্ৰধান, কৃষ্ণ, a title of Krishna.

যতুবংশ, স. শ. (সং. যতুবংশ—যতু, ঐ+বংশ, গোত্র) যতু ৰজাৰ সন্তান-সন্ততি, the race of যতু।

যতু-মণি, স. শ. (সং. যতুমণি—যতু, ঐ+মণি, ৰত্ন) যতুবংশৰ ৰত্ন, কৃষ্ণ, a title of Krishna.

যতুমণি, স. শ. (কৃষ্ণই সৰু কালত মাখন দৈ আদি মুখত ভৰি গাল ওফন্দাইছিল, বোধ হয় তাৰে পৰা এই শব্দ ওলাইছে) এবিধ গাল উখহা ৰোগ, শিয়াল গলা, the mumps.

যদাপি, অব্য. (সং. যদাপি—যদি, এনে হলে + অপি, যোজক অব্য.) যদি; যদিও, if, though.

য'ধান, স. শ. (সং. যৱ, এবিধ শস্য+অং. ধান, এবিধ শস্য) যৱ, এবিধ শস্য, barley.

য'নী, স. শ. (সং. যমানী, এবিধ সুগন্ধ গুটি) এবিধ সুগন্ধ গুটি আৰু তাৰ গছ, a kind of plant and its seed.

য'নীয়া, বি. যনীৰ দৰে গোন্ধোৱা, smelling like the above.

যন্ত্র, স. শ. (সং. যন্ত্র—যন্ত্, প্রস্তুত কৰ্) কল, যতন, কোনো কার্য্য উজুৰূপে কৰিবৰ নিমিত্তে কাঠ বা লোৰে সজা বস্তু; বাদ্য; তন্ত্র মতে পূজা কৰা চক্রবিশেষ, a machine, an apparatus, an engine, a musical instrument, a mystical diagram.

যন্ত্রণা, স. শ. (সং. যন্ত্রণা—যন্ত্, পীড়া কৰ্) যাতনা, পীড়া, দুঃখ, pain, affliction.

যন্ত্রী, স. শ. (সং. যন্ত্রিন্—যন্ত্র+ইন্) যন্ত্র চলাওঁতা, an engineer.

যম্, স. শ. (সং. যম—যম্, আটকি ৰাখ্; পাপীৰ আত্মাক আটকি ৰাখে, এতেক) মৃতকৰ অধিপতি দেৱতা, যম ৰজা, the Indian Pluto.

যমক্, স. শ. (সং. যমক—যম, যুগ্ম) একে দৰে উচ্চাৰিত বেলেগ অর্থ বুজোৱা শব্দ দি কৰা ৰচনা; যেনে,
"ৰাতি পুৱা উঠি খাই তিনি চিলিম ভাং।
বম্ বম্ বুলি বোপাই টোপনিটো ভাং॥"
a kind of alliteration.

যম-কিঙ্কৰ্, স. শ. (সং. যম, যম ৰজা+কিঙ্কৰ, দাস) যম ৰজাৰ দাস, যম ৰজাৰ টেকেলা, a messenger of death.

যমলার্জুন্, স. শ. (সং. যমলার্জুন—যমল, যুগ্ম+অর্জুন, এবিধ গছ) পূর্ব্বে বৃন্দাবনত কৃষ্ণই উভালি পেলোৱা দোজোপা অর্জুন গছ, a couple of trees said to have been uprooted by Krishna at Brindavana.

যমালয়্, স. শ. (সং. যমালয়—যম+আলয়, ঘৰ) যমপুৰি, যমৰ নগৰ, the abode of the regent of death.

যমুনা, স. শ. (সং. যমুনা) বৃন্দাবনৰ যমুনা নৈ, তেওঁ সূর্য্যৰ জীয়েক আৰু যমৰ ভনীয়েক বুলি পুৰাণত লিখা আছে, the river Jumna.

যম্‌ডাকিনী, স. শ. (সং. যম, মৃত্যু+বং. ডাক্, মাত্) টোঁৰা কাউৰীৰ নিচিনা এবিধ চৰাই, সি যাৰ বাৰীত ৰাতি মাতে তাৰ ঘৰত মৃত্যু ঘটে বুলি বিশ্বাস, a bird of evil omen.

যম্‌দূত্, স. শ. (সং. যমদূত — যম + দূত, টেকেলা) যমৰ টেকেলা, a messenger of death.

যম্‌পুৰি, স. শ. (সং. যমপুৰি—যম+পুৰি, নগৰ) যম ৰজাৰ নগৰ, the abode of the regent of death.

যম্‌ৰজা, } স. শ. (সং. যমৰাজন্—যম+
যম্‌ ৰাজা, } ৰাজন্, ৰজা) যম, মৃতকৰ অধিপতি, the regent of death.

যম্‌লাথুটি, স. শ. এবিধ পোন আৰু দীঘল ক্ষুদ্র গছ, a kind of plant.

যযাতি (-জা-), স. শ. চন্দ্রবংশৰ পঞ্চম ৰজাৰ নাম, তেওঁ যতুৰ বাপেক আছিল, the name of the fifth king of the lunar race.

যঁৰ্, স্থা. সৰ্ব্ব. যি ঠাইৰ, of which place.

যঁৰ্ পৰা, স্থা. সৰ্ব্ব. যি ঠাইৰ পৰা, from where, whence.

যঁলৈ, স্থা. সৰ্ব্ব. যি ঠাইলৈ, to which place.

যৱ্, স. শ. (সং. যৱ—যু, মিহলি কৰ্) য'ধান, barley.

যৱন্, স. শ. (সং. যৱন—যু, মিহলি কৰ্, জাতি ভেদ নাই, এতেকে) গ্ৰীক, মছলমান, ইংৰাজ, তুৰুক ইত্যাদি সকলো বিদেশী ম্লেচ্ছ, a Greek, a Mahomedan, an European, &c.

যৱনিকা, স. শ. (সং. যৱনিকা—জৱ্, শীঘ্ৰ কৰ্, জৱ ঠাইত য) আঁৰ কাপোৰ, পৰ্দ্দা, a screen of cloth, a curtain.

যৱক্ষাৰ্, স. শ. (সং. যৱক্ষাৰ—যৱ, য'ধান+ক্ষাৰ, খাৰ, য'ধানৰ নিচিনা, এতেকে) য'খাৰ, saltpetre, nitre.

যশ, স. শ. (সং. যশস্, সুখ্যাতি) যশস্যা, সুখ্যাতি, fame, renown.

যশস্কৰ্, বি. (সং. যশস্কৰ — যশস্ + কৃ, কৰ্) যশস্যা বঢ়োৱা, সুনাম কৰা, rendering famous.

যশস্যা, স. শ. (সং. যশস্যা — যশস্ + য, সুখ্যাতি বঢ়োৱা) সুখ্যাতি, যশ, fame, renown.

যশস্বন্ত, যশস্বান্, } বি. (সং. যশস্+ৱৎ) খ্যাতিমন্ত, সুনাম থকা, famous, celebrated. (স্ত্ৰী) যশস্বতী।

যশস্বী, বি. (সং. যশস্বিন্—যশস্, সুনাম) খ্যাতিমন্ত, যশস্যাযুক্ত, famous, renowned.

যষ্টিমধু, স. শ. (সং. যষ্টিমধু—যষ্টি, মাৰি বা লাখুটি+মধু, মৌ ; মিঠা মাৰি) এবিধ গছৰ মিঠা শিপা, licorice.

যহত্ত, আ. অব্য. (সং. যশস্, যশস্যা বা গুণ) গুণৰ দ্বাৰা, নিগুণে (কোনো কাৰ্য্যৰ যি ফল হব লাগে, তাৰ বিপৰীত হোৱা ভাব বুজাবলৈ ব্যৱহৃত) ; যেনে, দৰৱ খাবৰ যহত্ত নৰিয়া চাৰ হে হৈছে, in consequence of, in spite of.

যক্ষ, স. শ. (সং. যক্ষ—যক্ষ্, পূজা কৰ্) কুবেৰৰ ধনৰ ভঁৰাল-ৰখীয়া অপদেৱতা ; এতেকে কৃপণ মানুহ, a demi-god attendant on *Kuvera*, a miser.

যক্ষৰাজ্, স. শ. (সং. যক্ষৰাজ—যক্ষ, ঐ+ ৰাজা, অধিকাৰ) কুবেৰ, *lit*: the king of the *Yakshas*, an epithet of *Kuvera*.

যক্ষ্মা, স. শ. (সং. যক্ষ্মা—যক্ষ্, পূজা কৰ্) হাওঁ-ফাওঁত হোৱা এবিধ ৰোগ, তাৰ দ্বাৰা জৰ আৰু কাহ হয় ; কদাচিত কাহোঁতে অল্প তেজো ওলায় আৰু ৰোগী বৰকৈ খীণাই শেষত মৰে, pulmonary consumption.

যা, অ. ধা. (সং. যা, গতি কৰ্) গতি কৰ্, স্থানান্তৰ হ, to go.

যা, স. শ. (সং. যাতৃ ; বং. যা, স্বামীৰ ভ্ৰাতৃৰ ভাৰ্য্যা) স্বামীৰ ককায়েক বা ভায়েকৰ ঘৈণীয়েক, the husband's elder or younger brother's wife.

যাউতি-যুগীয়া, বি. (সং. যাৱৎযুগং, যুগলৈকে) এক যুগ থকা, যুগমীয়া ; যেনে, শিলৰ ঘৰ যাউতি-যুগীয়া ; অনেক কালৰ পৰা থকা, চিৰকলীয়া ; যেনে, যাউতি-যুগীয়া বৰ লোক, enduring, existing for a long time past.

যাওন্, কৃদ. স. যোৱা কাৰ্য্য, গমন, গতি, the act of going.

যাওঁতা, কৃদ. স. যি যায়, গমন কৰোঁতা, one who goes.

যাঁকি, স. শ. (সং. যাগ, হোম) ডাৱৰীয়া বতৰত ধান শুকাবলৈ দিয়া যাগ বা জুইৰ তাপ, heat applied to paddy to dry it for husking.

যাঁকি দি, ধান শুকাবলৈ জুইৰ তাপ দি, to apply heat to paddy to dry it for husking.

যাগ, স. শ. (সং. যাগ—যজ্, পূজা কৰ্) যজ্ঞ, পূজা বা হোম, a sacrifice, a ceremony in which oblations are offered.

যাগ্, স. শ. ( সং. যাগ, হোম, হোমৰ পৰা ধোঁৱা উঠে, এতেকে ) কলা পকাবৰ বা মহ খেদাবৰ নিমিত্তে দিয়া ধোঁৱা, fumigation.

যাগ্ দি, ধোঁৱা লগা, to fumigate.

যাচ্, স. ধা. ( সং. যাচ্, দিবৰ প্ৰস্তাৱ কৰ্ ) নোখোজাকৈয়ে দিব খোজ্, দিবৰ প্ৰস্তাৱ কৰ্ ; যেনে, যাচি দিয়া ছোৱালী, to offer, to tender.

যাচক্, স. শ. ( সং. যাচক—যাচ্, খোজ্ ) মগনিয়াৰ, a beggar.

যাচিত্, কৃদ. বি. ( সং. ) খোজা, asked for.

যাচ্না, যাচ্ঞা, } স. শ. ( সং. যাচ্ঞা—যাচ্, খোজ্ ) খোজা কাৰ্য্য, মাগন, the act of asking or begging.

যাজক্, স. শ. ( সং. যাজক—যজ্, পূজা কৰ্ ) পুৰোহিত, লোকৰ নিমিত্তে দেৱতা পূজা মানুহ, an officiating priest, one who conducts a sacrifice.

যাজন্, কৃদ. স. ( সং. ) পূজা হোমাদি কৰোঁৱা কাৰ্য্য, the act of officiating at or conducting a sacrifice.

যাজ্ঞবল্ক্য, স. শ. ( সং. যাজ্ঞৱল্ক্য ) এজনা স্মৃতি-শাস্ত্ৰ কৰা মুনি, a sage and law-giver.

যাজ্ঞসেনী, স. শ. ( সং. যাজ্ঞসেনী—যজ্ঞসেন, দ্ৰুপদ ৰজাৰ নাম ) দ্ৰুপদৰ জীয়েক, দ্ৰৌপদী, a title of *Drōpadī.*

যাজ্ঞিক্, বি. ( সং. যাজ্ঞিক—যজ্ঞ, পূজা হোম ) যজ্ঞ কৰা ; যেনে, যাজ্ঞিক ব্ৰাহ্মণ ; যজ্ঞত লগা ; যেনে, যাজ্ঞিক বস্তু, sacrificing, pertaining to a sacrifice.

যাঠি, যাঠী, } স. শ. ( সং. যষ্টি বা যষ্টী, মুখত লো লগোৱা মাৰি ) শূল, এডাল মাৰিৰ বা কুৰাৰ মূৰত লগোৱা আগ জোঙা চেপেটা দুই দাঁতি চোকা লো, a spear, a lance.

যাঠী-পতীয়া, বি. ( অং. যাঠী, ঐ + পাত, যাঠীৰ আগ ভাগ ) যাঠীৰ আগৰ নিচিনা, a lanceolate leaf.

যাতনা, স. শ. ( সং. যাতনা—যত্, পীড়া কৰ্ ) উগ্ৰবেদনা, বৰ পীড়া, sharp or acute pain.

যাতায়াত্, স. শ. ( সং. যাতায়াত—যাত, যোৱা + আয়াত, অহা ) যোৱা অহা কাৰ্য্য, অহা যোৱা কৰণ, গমনাগমন, the act of going and coming or frequenting.

যাতো, অব্য. ( সং. যতঃ, যি হেতু ) যি হেতু, যি কাৰণে ; যেনে, যাতো ঈশ্বৰ সহায় হল দেখি হে, নাইবা প্ৰাণেই গলহেঁতেন, as, forasmuch as.

যাত্ৰা, স. শ. ( সং. যাত্ৰা—যা, গতি কৰ্ ) গমন, গতি, ভ্ৰমণ ; কোনো ঠাইলৈ যাবলৈ কৰা উদ্যোগ বা আৰম্ভ ; যেনে, আজি যাত্ৰা কৰি কালিলৈ যাব, travel, a journey, the act of entering upon a journey.

যাত্ৰা-ভঙ্গ, স. শ. ( সং. যাত্ৰাভঙ্গ—যাত্ৰা, ঐ + ভঙ্গ, ভগা ) যাত্ৰা নাশ, কোনো ঠাইলৈ যোৱাত বাধা, an interruption to a journey.

যাত্ৰিক্, স. শ. ( সং. ) ভ্ৰমণ কৰোঁতা, এঠাইৰ পৰা আন এঠাইলৈ গতি কৰোঁতা, a traveller, a pilgrim.

যাত্ৰী, স. শ. ( সং. যাত্ৰিন্—যাত্ৰা + ইন্ ) ভ্ৰমণ-কাৰী, ঘাইকৈ তীৰ্থলৈ যোৱা লোক, a pilgrim, especially one who goes to a holy place.

যাদৱ, স. শ. ( সং. যাদৱ—যদু, এজনা ৰজা ) যদুৰ বংশত জন্মা লোক, কৃষ্ণ, a descendant of *Yadu,* an appellation of Krishna.

যাদৃশ্, বি. ( সং. যাদৃশ—যদ্, যি ) যেনে, as, like. ( স্ত্ৰী ) যাদৃশী ।

যান্, স. শ. ( সং. যান—যা, গতি কৰ্ ) যিহত উঠি ফুৰা যায়, বাহন, a vehicle.

যামিনী, স. শ. ( সং. যামিনী—যাম, এপৰ ) ৰাতি, a night.

যাৱজ্জীৱন্, ক্ৰি. বি. (সং. যাৱজ্জীৱন—যাৱৎ, যি পৰ্য্যন্ত + জীৱন, প্ৰাণ ) জীৱন থাকে মানে, জীয়াই থকা কালৰ ভিতৰত ;

যেনে, যাৱজ্জীৱন নেপাহৰে, for life, during the lifetime.

যাৱৎ, ক্রি. বি. (সং. যাৱৎ—যদ্, যি) যেতিয়ালৈকে, যি পর্য্যন্ত, as long as.

যাৱতে, ক্রি. বি. (সং. যাৱৎ) যেতিয়ালৈকে, as long as.

যাৱনিক, বি. (সং. যাৱনিক—যৱন, মছুলমানাদি) মছুলমানী, ইংৰাজী, Mahomedan, European.

যাৱক্ষাৰিক্, বি. (সং. যাৱক্ষাৰিক—যৱক্ষাৰ, য'খাৰ) য'খাৰ সম্বন্ধীয়, যৱক্ষাৰযুক্ত, nitric.

যি, সর্ব্ব. (সং. যঃ, যি ব্যক্তি) "সি" বা "তেওঁ" শব্দৰ পূর্ব্বত থকা সর্ব্বনাম; যেনে, যি পাপ কৰে, সি নৰকলৈ যায়, that person, who, which.

যিমান, সর্ব্ব. যি পৰিমাণৰ, যেতেক, as much, as many. ক্রি. বি. যি পৰিমাণে; যেনে, সি যিমান ভাবে, আনে সিমান নেভাবে, as much.

যুঁজ্, অ. ধা. (সং. যুধ্, ৰণ কৰ্) যুদ্ধ কৰ্, অস্ত্র বা হাতেৰে পৰস্পৰে প্রহাৰ কৰ্; এজনে আন এজনক ধৰি পেলাবলৈ যত্ন কৰ্, to fight, to wrestle.

যুঁজ্, স. শ. (সং. যুদ্ধ, ৰণ) ৰণ, বিবাদ, পৰস্পৰে কৰা প্রহাৰ, জোঁটাপুটি, a fight, a battle, a struggle.

যুঁজা, স. ধা. ৰণত নিযুক্ত কৰ্, যুদ্ধ কৰা, এটাৰ বিৰুদ্ধে আনটোক নিযোগ কৰ্, to cause to fight, to set one against another.

যুঁজাৰু, স. শ. যোদ্ধা, ৰণত নিপুণ, ৰণ কৰোঁতা, a combatant, a warrior. বি. যুদ্ধত ৰত, ৰণ কৰিবলৈ ভাল পোৱা, warlike.

যুকিয়া, স. ধা. (অং. যোকা, জোঁটা) যোকা বান্ধ্, সংগ্রহ কৰ্, একত্র কৰ্, to collect, to bundle, to gather.

যুক্ত, বি. (সং. যুক্ত—যুজ্, লগ লগা) সংলগ্ন, যোজিত, লগ লগোৱা, মিলিত; উচিত, যুগুত, joined, united, right, proper.

;, স. শ. (সং.) যুগুতি, উচিত কথা; কোনো তর্কৰ কাৰণ; যেনে, যুক্তি অনুসাৰে কাম কৰিবা, reason, propriety, the reason of an argument.

যুক্তি-যুক্ত, যুক্তি-সিদ্ধ, } বি. (সং.) যুক্তি থকা, উচিত, সঙ্গত, consistent with reason, reasonable.

যুক্তিহীন্, বি. (সং.) অযুগুত, যুক্তি নথকা, অসঙ্গত, unreasonable, devoid of reason.

যুগ্, স. শ. (সং. যুগ—যুজ্, লগ লগা) এজোৰ; কালৰ এক প্রধান ভাগ; যেনে, সত্য, ত্রেতা, দ্বাপৰ, কলি, এই চাৰি যুগ; এতেকে অতি দীর্ঘকাল; যেনে, এইটো ঘৰ এক যুগ যাব, a pair, an age of the world, as the *Satya, Treta, Dwapar or Kalijug*; a very long time.

যুগমীয়া, বি. (সং. যুগ, সময়ৰ এক ভাগ) এক যুগ থকা, যুগ যোৱা; এতেকে বহুকাল থকা, durable, enduring, existing from a long time.

যুগল্, স. শ. (সং. যুগল—যুগ, এযোৰ) যোৰ, এযোৰ, দুটা, a pair, a couple.

যুগান্ত, স. শ. (সং. যুগান্ত—যুগ, সময়ৰ ভাগ + অন্ত, শেষ) এক যুগৰ শেষ, সত্য, ত্রেতা আদি এক যুগৰ অন্ত, the end of an age.

যুগী, স. শ. (সং. যোগী, বাজীকৰ্) সাপ ধৰা মানুহ, সাপ মেলি ৰং দেখোৱা মানুহ; অসম দেশৰ পাট-পলু পোহা এক জাতি, কাটনি, a snake charmer, a class of people in Assam who deal in mulberry silk. (স্ত্রী) যুগিনী।

যুগী-এৰি, স. শ. এবিধ পলুৰ দৰে বাহ বন্ধা পোক; এবিধ গছ, a kind of caterpillar, a kind of plant.

যুগীয়া, বি. (সং. যুগ, সময়ৰ ভাগ) কোনো এক যুগৰ (আন এটা শব্দৰ পাচত থাকে); যেনে, কলিযুগীয়া, of a certain age (used in composition).

যুগুত, বি. ( সং. যুক্ত, উচিত ) উচিত, সঙ্গত, right, proper, reasonable.

যুগুত, বি. ( সং. যুজ, লগ লগা ) অনেক বস্তু গোটাই নির্ম্মাণ কৰা, প্রস্তুত, নির্ম্মিত, prepared, made.

যুগুতা, স. ধা. প্রস্তুত কৰ্, নির্ম্মাণ কৰ্, to prepare, to make.

যুগুতি, স. শ. "যুক্তি" চোৱাঁ ( পদ্যত )।

যুগ্ম, স. শ. ( সং. যুগ্ম—যুগ, দুটা ) যোৰ, দুটা, a pair.

যুতক্, স. শ. ( সং. যুতক—যুত, একত্র কৰ্ ) বিয়াত কন্যা দাতাই বা আনে কন্যাক দান কৰা বস্তু, dowry, wife's portion, a wedding present.

যুতকীয়া, বি. ( সং. যুতক, ঐ ) যৌতকত দিয়া, বিয়াত দিয়া ; যুতকৰূপে পোৱা, pertaining to a dowry, received as a dowry.

যুদ্ধ, স. শ. ( সং. যুদ্ধ—যুধ্, ৰণ কৰ্ ) ৰণ, a fight, a war.

যুদ্ধ-কাচে, ক্রি. বি. ( সং. যুদ্ধ, ৰণ+অং. কাচ্, কাপোৰ পিন্ধ ) যুদ্ধৰ সাজেৰে, ৰণ কৰিবলৈ সষ্টম হৈ, being ready to fight.

যুদ্ধ-ক্ষেত্র, স. শ. ( সং. যুদ্ধক্ষেত্র—যুদ্ধ, ৰণ+ক্ষেত্র, মুকলি ঠাই ) ৰণ কৰা মুকলি ঠাই, a battle-field.

যুধিষ্ঠিৰ্, স. শ. ( সং. ) পাঁচ পাণ্ডৱৰ জ্যেষ্ঠ, the eldest of the five Pandavas.

যুৱত্ব-কাল্, স. শ. ( সং. যুৱন, ডেকা+কাল, সময় ) ডেকা কাল, যৌৱন, that part of life which is between childhood and old age.

যুৱতী, বি. ( সং. যুৱতী—যুৱন্, ডেকা ) ডেকেৰী, সম্পূর্ণ বয়স পোৱা, full-grown, young (Fem.). স. শ. ডেকেৰী ছোৱালী, a young woman.

যুৱৰাজ্, স. শ. ( সং. ) ডেকা ৰজা, ৰজাৰ জ্যেষ্ঠ পুত্র, an heir apparent to a throne.

যুৱা, বি. ( সং. যুৱন্ ; যু, লগ লগা ) ডেকা, full-grown. স. শ. ডেকা মানুহ, a young or full-grown man.

যুৰীয়া, বি. ( অং. যোৰ, দুটা ; সমতা ) দুটীয়া, দুটা বা দুখান থকা ; যেনে, যুৰীয়া কাপোৰ ; বয়সে সমান ; যেনে, ৰাম হৰিৰ যুৰীয়া, consisting of a pair, pertaining to a pair, equal in age.

যুৱলি, স. শ. ( সং. যুগ ; বং. যোঁয়ালি ) হাল বোৱাত এহাল গৰুৰ ডিঙ্গিত দি দুইকো লগ লগোৱা কাঠ ; নৈৰ বা বিলৰ পানী বামেৰে লগ লগা ঠাই ; যেনে, পানীৰ যুৱলি, a yoke, the edge of a river or lake.

যূতি, স. শ. ( সং. যূথিকা ; বং. যুঁই, এবিধ ফুল ) এবিধ বগা সুগন্ধি ফুল, তাৰ গছ, a kind of jasmine.

যূথ, স. শ. ( সং. যূথ—যু, লগ লগা ) জাক, পশুৰ সমূহ, a flock, a herd.

যূথ-পতি, স. শ. ( সং. যূথপতি—যূথ, ঐ+পতি, প্রধান ) বনৰীয়া হাতীৰ জাকৰ প্রধান বা ডাঙ্গৰ হাতী, the leader of a wild herd of elephants.

যূপ, স. শ. ( সং. যূপ—যু, বন্ধন কৰ্ ) বৃষোৎসর্গত বৃষ বন্ধা মুৰত ভতৰা গৰুৰ মূর্ত্তি থকা খুঁটা, a sacrificial post.

যেই-সেই, বি. স. কোনো এজন, anyone.

যেতিয়া, ক্রি. বি. ( সং. যদা, যি সময়ত ) যি সময়ত, when. কা. সর্ব্ব. যি সময় ; যেনে, যেতিয়ালৈ, which time.

যেতিক্ষণে, ক্রি. বি. যি ক্ষণত, যেতিয়া, when. ( পদ্যত )।

যেতেক্, } বি. সর্ব্ব. ( বং. যত, যিমান )
যেতেটি, } যিমান, যি পৰিমাণ, as many, as much.

যেন্, অব্য. ( সং. যৎ, যি ) বাঞ্ছাবোধক অব্যয় ; যেনে, ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰে, that. বি. নিচিনা, তুল্য ; যেনে, ভাই যেন বন্ধু, like, as.

যেনি, ক্রি. বি. যি পোনে, যি ফালে ;

যেনে, সি যেনি যায়, ময়ো তেনি যাওঁ, in the direction in which.

যৈনুৰা, যেনেকুৰা শব্দৰ অপভ্ৰংশ।

যেনে, } বি. সৰ্ব্ব. যি প্ৰকাৰৰ, যি
যেনেকুৰা, } বিধৰ; যেনে, যেনে বা যেনেকুৰা মানুহ, as, like as, like. যো. অব্য. যথা, যেনে প্ৰকাৰে, as for instance.

যেনেকৈ, } ক্ৰি. বি. যি প্ৰকাৰে, যি
যেনেকুৰাকৈ, } ৰূপে; যেনে, তেওঁ যেনেকৈ কৈছে, in the same manner as.

যেন্ তেন্, বি. সৰ্ব্ব. কোনো এক প্ৰকাৰৰ, বৰ ভাল নোহোৱা বৰ বেয়াও নোহোৱা; যেনে, ঘৰটো যেন তেন হৈছে, indifferent, neither good nor bad.

যেন্তেন্কৈ, ক্ৰি. বি. কোনো প্ৰকাৰে, বৰ কষ্টেৰে, কথমপি; যেনে, যেনতেনকৈ ভাৰখান নিলে, somehow, with difficulty.

যৈসানি, ক্ৰি. বি. যি সময়ত, at the time, when. (পদাত)।

যো, স. শ. (বং. যোত্ৰ, ধন সম্পত্তি) উপায় বা শক্তি; যেনে, এই কাম কৰিবৰ যো নাই; আয়োজন, কোনো কাৰ্য্যৰ নিমিত্তে বস্তু সংগ্ৰহ; যেনে, বিয়াৰ যো কৰিছে, ability, means, preparations.

যোঁত্ৰ, } স. শ. (সং. যোত্ৰ, বং.
যোঁত্ৰ-জৰী, } যোত, যুৰলি বন্ধা জৰী) গৰুৰ ডিঙ্গিত যুৰলি বন্ধা জৰী, the cord with which the yoke is tied to the neck of the cattle.

যোকা, স. শ. (সং. যোগ, মিলন—যুজ্, লগ লগা) জোঁটা, এডাল জৰীৰে একে লগে ওলমাই বন্ধা বস্তুৰ সমূহ; যেনে, বেঙ্গেনা-যোকা, a number of things tied together so as to hang like a cluster.

যোগ্, স. শ. (সং. যোগ—যুজ্, লগ লগা) মিলাওন, একত্ৰ কৰণ, লগ লগোৱা কাৰ্য্য; ঈশ্বৰত মনৰ সংযোগ, এক চিত্তে ঈশ্বৰৰ চিন্তা; মুঠ; মোট; কোনো বিশেষ মাহ আৰু বাৰত কোনো কোনো তিথি আৰু নক্ষত্ৰৰ মিলন; যেনে, বাৰুণী, union, junction, union with God by means of abstract contemplation, addition, a particular astronomical combination of stars.

যোগ-চিহ্ন, স. শ. (সং. যোগ, মিলন + চিহ্ন, চিন) অঙ্কশাস্ত্ৰত দুটা অঙ্ক একে লগ কৰা চিন; যেনে, ( + ), plus.

যোগ-নিদ্ৰা, স. শ. (সং. যোগনিদ্ৰা, বিষ্ণুত নিদ্ৰাৰ যোগ বা মিলন হয়, এতেকে) প্ৰলয় কালত বিষ্ণুৰ টোপনি, the sleep of Vishnu during the deluge.

যোগনিয়াৰ্, স. শ. (অং. যোগা, বস্তু গোটাই দি) নিৰূপিত সময়ত বস্তু সংগ্ৰহ কৰি দিওঁতা, a supplier.

যোগনীয়া, বি. যোগোৱা, যোগনিয়াৰে আনি দিয়া; যেনে, যোগনীয়া গাখীৰ, supplied.

যোগমায়া, স. শ. (সং. যোগমায়া) দুৰ্গা, a name of Durga.

যোগা, স. ধা. (বং. যোগান, সংগ্ৰহ কৰি দিয়ন) নিৰূপিত সময়ত আৱশ্যকীয় বস্তু আনি দি; যেনে, জালোৱাই মাছ যোগায়, to supply regularly. কৃদ. স. যোগাওঁতা; (স্ত্ৰী) যোগাঁতী।

যোগাওন্, কৃদ. স. যোগোৱা কাৰ্য্য, the act of supplying.

যোগান্, স. শ. নিৰূপিত সময়ত আৱশ্যকীয় বস্তু আনি দিয়া কাৰ্য্য; যেনে, যোগানৰ গাখীৰ, a regular supply of a necessary thing.

যোগান্ ধৰ্, নিৰূপিত সময়ত লগা বস্তু আনি দি, to supply regularly.

যোগালি, স. শ. (বং. যোগালি) কোনো কাম কৰোঁতাক সেই কামৰ কাৰণে বস্তু যোগোৱা মানুহ; যেনে, ঘৰ ছাওঁতাক খেৰ দলিয়াই দিওঁতা, one who supplies materials to a workman engaged in work.

যোগাসন্, স. শ. (সং. যোগাসন—যোগ, ধ্যান + আসন, পাৰি বহা বস্তু) ঈশ্বৰৰ ধ্যান কৰোঁতে যোগী বহিবৰ ভাও, দুই ঠেং কোঁচাই নাকৰ আগত দুই চকু লগাই গাটো পোন আৰু স্থিৰ কৰি কুশাসনত উপবেশন, the position in which a devotee sits while engaged in abstracted meditation.

যোগিনী, স. শ. (সং. যোগিন্ শব্দৰ স্ত্রীলিঙ্গ) যোগ কৰা তিৰোতা, সন্ন্যাসিনী; পাৰ্ব্বতীৰ পৰিচাৰিকা, a female devotee, a female attendant on Durga.

যোগী, স. শ. (সং. যোগিন্—যোগ + ইন্) ঈশ্বৰত মন সংযোগ কৰোঁতা, এক চিত্তে ঈশ্বৰক চিন্তোতা, a devout man, who keeps his mind fixed on God.

যোগেশ, } স. শ. (সং. যোগেশ্বৰ—যোগ
যোগেশ্বৰ, } + ঈশ্বৰ) যোগৰ ঈশ্বৰ, মহা যোগী, শিৱ; বিষ্ণু, a name of Siva, Vishnu.

যোগ্য, বি. (সং. যোগ্য—যুজ, লগ লগা) উপযুক্ত, fit, deserving.

যোগ্যতা, গু. শ. (সং.) উপযুক্ততা, যোগ্য হোৱা গুণ, fitness, desert, merit.

যোজক, বি. (সং. যোজক—যুজ্, লগ লগা) লগ লগোৱা, মিলোৱা, joining, uniting.

যোজন্, স. শ. (সং. যোজন—যুজ্, লগ লগা) একত্র কৰণ, লগ লগাওন; চাৰি ক্রোশ, the act of uniting, a distance of nine miles. যোজনৰ দূৰতাৰ বিষত মতৰ প্রভেদ আছে।

যোজা, স. শ. (অং. যো, আয়োজন + জা, অনুৰূ.) আয়োজন, যো, preparations, arrangements.

যোজিত্, কৃদ. বি. (সং. যোজিত—যুজ্, লগ লগা) লগ লগোৱা, মিলোৱা, joined, united.

যোজনা, } স. শ. (সং. যোজন, মিলোৱা)
যোজোনা, } দৃষ্টান্ত, পটন্তৰ। তাক কোনো এক বিষয়ত যোজন কৰা বা লগোৱা যায়; যেনে, অবুজনক বুজোৱা ঢেকুৰাৰ ঠাৰি সিজোৱা, অর্থাৎ ঢেকুৰাৰ ঠাৰি সিজোৱা যেনে টান, বুজিব নোখোজা মানুহক বুজোৱাও তেনে, a proverb, an adage.

যোত্র, স. শ. (বং. যোত্র, সম্পত্তি) ধন, সম্পত্তি, wealth, property.

যোত্রহীন্, বি. নির্দ্ধন, দুখীয়া, poor. স. শ. ধাৰ শুজিবৰ উপায় নথকা ধৰুৱা, ঋণ চোৱা, an insolvent.

যোদ্ধা, স. শ. (সং. যোদ্ধা—যুধ্, ৰণ কৰ্) ৰণুৱা, ৰণ কৰোঁতা, a warrior, combatant.

যোনি, } স. শ. (সং. যোনি, যোনী—যু,
যোনী, } লগ লগা) তিৰোতাৰ ঘাই অঙ্গ; এতেকে উৎপত্তিৰ ঠাই, আকৰ, the female organ, a source, a mine.

যোৰ্, স. শ. (সং. যুগ্ম; হিং. বং. যোড়া, জুটা) যুগল, জুটা; সমতা; যেনে, তোমাৰ যোৰৰ মানুহ, a pair, a couple, equality.

যোৰা, স. শ. (সং. যুজ্, লগ লগা) গায়ন বায়নৰ সমূহ, কিছুমান একে লগে গোৱা বা বজোৱা মানুহ; যেনে, এযোৰা ঢুলীয়া, a band of musicians.

যোৰাই দি, কোনো মতাক কোনো তিৰোতাৰ উপপতি বা কোনো তিৰোতাক কোনো মতাৰ উপপত্নী বুলি বাদ দি; যেনে, অমুকক অমুকীৰ গিৰীয়েক যোৰাই দিছে বা অমুকীক অমুকৰ ঘৈণীয়েক যোৰাই দিছে; কোনো সম্বন্ধ নথকা মানুহক আন কোনো মানুহেৰে কোনো এক সম্বন্ধ লগাই দি; যেনে, অমুকক অমুকৰ পুতেক যোৰাই দিছে, to couple the names of a man and a woman together.

যোৰা চা, বিয়া দিব খোজা ছোৱালী আৰু লৰাৰ ৰাশি মিলাই চা, to compare the stars of a boy and girl intended to be married.

যোৰানাম্, স. শ. বিয়াত দৰা ঘৰীয়া আৰু

কন্যা-ঘৰীয়া তিৰোতাবিলাকে পৰস্পৰে নিন্দা কৰা গীত বা পদ, songs which are sung at a marriage.

যৌগিক্, বি. ( সং. যৌগিক—যোগ, মিলন —যুজ্, লগ লগা ) কোনো এটা মূল ধাতুত বা শব্দত উপসৰ্গৰ বা প্ৰত্যয়ৰ বা উভয়ৰ যোগ হৈ উৎপন্ন ; যেনে, যৌগিক শব্দ, derivative.

যৌতক্, স. শ. ( সং. যৌতক—যুতক, বিয়াত দিয়া বস্তু ) বিয়তি কন্যাক দিয়া বস্তু, a dowry, a marriage present.

যৌতকীয়া, বি. যুতকীয়া, যৌতকত দিয়া, pertaining to a dowry, received as a dowry.

যৌবন্, স. শ. ( সং. যৌৱন—যুৱন, ডেকা ) ডেকা কাল, youth.

যৌবনী, স. শ. ( সং. ) যুবতী তিৰোতা, a young woman.

যৌবন্-কাল্, স. শ. ( সং. যৌৱনকাল— যৌৱন + কাল, সময় ) ডেকা বয়স, youthfulness.

## ৰ ।

ৰ, ব্যঞ্জনবিলাকৰ একুৰি ছয় সংখ্যাৰ আখৰ, the twenty-sixth letter of the consonants.

ৰ, অ. ধা. ( হিং. ৰহ্না ; বং. ৰহন্, গতি ৰোধ কৰণ ) থাক্, গতি বন্ধ কৰ্ ; বাঁকী থাক্, বাঢ়ি থাক্ ; যেনে, পাঁচ টকা ৰল, to stop, to stay, to remain.

ৰ লাগ্, কোনো কথা ৰবকৈ ভবাৰ দৰে অমাত হৈ বৈ থাক্ ; যেনে, ৰ লাগি চাই আছে, to remain silent, as if in deep thought.

ৰইনা, স. শ. বালি-খনা কাঠৰ কোৰ, দঁতাল, a wooden implement like a hoe used for digging sand, a wooden shovel.

ৰং, স. শ. ( সং. ৰঙ্গ, নাচন-গীত ) আনন্দ, আহ্লাদ ; যেনে, সি ৰং পালে ; ধেমালি ; যেনে, তেওঁ ৰং কৰিছে, pleasure, delight, sport, pastime.

ৰং, স. শ. ( সং. ৰঙ্গ, বৰণ ) বৰণ, color.

ৰং-ঘৰ্, স. শ. ( অং. ৰং, ধেমালি + ঘৰ, গৃহ ) ডাঙ্গৰ লোকে জন্তুৰ বা মানুহৰ যুঁজ লগাই ৰং চোৱা ঘৰ, a house from which elephant fights, buffalo fights, etc., were witnessed.

ৰং চং, স. শ. (সং. ৰঙ্গ, বৰণ + চং, অনুক. ) নানা বৰণৰ শোভা, অনেক বৰণেৰে লগোৱা ধুন, splendour, brilliance.

ৰংচঙ্গীয়া, বি. বিচিত্ৰ, অতিশয় শোভাযুক্ত, showy, gaudy.

ৰং ৰূপ্, স. শ. ( হিং. ৰঙ্গৰস, আমোদ ) আমোদ, ধেমালি, play, sport.

ৰকম্, স. শ. ( যাং. ৰকম, প্ৰকাৰ ) প্ৰকাৰ, বিধ, kind, sort.

ৰকমে, ক্ৰি. বি. প্ৰকাৰে, দৰে, in the manner.

ৰকাৰ্, স. শ. (সং. ৰকাৰ—ৰ + কাৰ, আখৰ) ৰ-আখৰ, ঘাইকৈ ব্যঞ্জনৰ তলত যোগ কৰা ৰৰ চিন ( ্ ), the letter ৰ, the symbol of it ( ্ ) ।

ৰক্ত, বি. ( সং. ৰক্ত—ৰঞ্জ্, বৰণ লগা ) ৰঙ্গা, red. স. শ. ৰঙ্গা বৰণ ; তেজ, গাৰ ৰঙ্গা ৰস, red color, blood.

ৰক্তচন্দন্, স. শ. ( সং. ৰক্তচন্দন—ৰক্ত, ৰঙ্গা + চন্দন, এবিধ কাঠ ) ৰঙ্গা চন্দন, red sandal wood.

ৰক্ত পাত্, স. শ. ( সং. ৰক্তপাত—ৰক্ত, তেজ + পত্, পৰ্ ) তেজৰ পতন, তেজ উলিওৱা কাৰ্য্য, the spilling of blood, bloodshed.

ৰক্ত-পান্, স. শ. ( সং. ৰক্তপান—ৰক্ত, তেজ + পান, পিয়া ) তেজ পিয়া কাৰ্য্য, the act of drinking blood.

ৰক্তপিত্ত, স. শ. ( সং. ৰক্তপিত্ত — ৰক্ত, তেজ + পিত্ত, শৰীৰৰ এক ধাতু ) নাকে, মুখে, ছালে আৰু বহিৰ্দ্বাৰে দি নাইবা কেৱল মুখে তেজ যোৱা এবিধ ৰোগ, spontaneous hæmorrhage from the

mouth, nose, &c., or from the mouth alone.

ৰক্তবীজ্, স. শ. (সং. ৰক্তবীজ — ৰক্ত, তেজ + বীজ, শুক্রঃ যাৰ পৰা জন্তু উৎপন্ন হয়) দুৰ্গাই বধ কৰা এটা অসুৰ; তাক কটাত তাৰ তেজ যতে পৰিছিল, তাৰে পৰা তাৰ পুনৰায় উৎপত্তি হৈছিল, এতেকে সেই নাম, দুৰ্গাই তাক কাটি মাটিত নপৰাকৈ তাৰ সমুদায় তেজ পান কৰি তাক বধ কৰে, a demon killed by Durga.

ৰক্তময়, বি. (সং. ৰক্তময়—ৰক্ত, তেজ + ময়, স্বৰূপ) তেজৰ নিচিনা; বহুত তেজ-যুক্ত, bloodlike, bloody.

ৰক্তস্ৰাৱ, স. শ. (সং. ৰক্তস্ৰাৱ — ৰক্ত, তেজ + স্ৰৱ, বৈ যা) ৰক্তৰ স্ৰাৱ, তেজ যোৱা, hæmorrhage, bleeding.

ৰক্তাক্ত, বি. (সং. ৰক্তাক্ত—ৰক্ত, তেজ + আক্ত, ছটিওৱা) তেজ লগা, তেজেৰে তিতা; যেনে, ৰক্তাক্ত বস্ত্ৰ, smeared with blood.

ৰক্তোৎপল, স. শ. (সং. ৰক্তোৎপল—ৰক্ত, ৰঙ্গা + উৎপল, পদ্ম) ৰঙ্গা পদুম, the red lotus. *Nymphœa rubra.* (Haughton).

ৰখ্, স. ধা. (সং. ৰক্ষ্, পৰ দি) সঙ্কটৰ বা হানিৰ পৰা ৰক্ষা কৰিবলৈ চাই থাক্; যেনে, গৰখীয়াই গৰু ৰখে, to guard, to watch. কৃদ. স. ৰখোঁতা, (স্ত্ৰী) ৰখঁতী।

ৰখা, স. ধা. (অং. ৰখ্ বা ৰাখ্) লোকৰ দ্বাৰা ৰক্ষা কৰা, to cause to be protected, &c. কৃদ. স. ৰখাওঁতা, (স্ত্ৰী) ৰখাঁতী।

ৰখীয়া, স. শ. সঙ্কটৰ বা হানিৰ পৰা ৰক্ষা কৰিবৰ নিমিত্তে চাই থাকোঁতা, ৰক্ষক, a keeper, a watch.

ৰগৰ্, স. শ. (সং. ৰঙ্গ; বং. ৰগড়, গান বাদ্য) একে লগে মিলাই বজোৱা দুই বা অধিক বাদ্যৰ বা বাজনা আৰু গীতৰ মিঠা শব্দ; যেনে, ঢোলৰ লগত কালি বজালে ৰগৰ উঠে; আনন্দ, মৌজ, concert, harmony, elation, stupifaction caused by intoxicating drugs.

ৰঘু, স. শ. অযোধ্যাৰ ৰজা ৰামচন্দ্ৰৰ প্ৰপিতামহ; এতেকে তেওঁৰ বংশ, the great-grandfather of Rama, the race of Raghu.

ৰঘু, স. শ. (সং. ৰঘ্, দীপ্তি কৰ্) কদম গছ (তাৰ ফুলবিলাক শুৱনি, এতেকে), a kind of tree.

ৰঘুনন্দন্, স. শ. (সং. ৰঘুনন্দন — ৰঘু, এজনা ৰজা + নন্দন, পুত্ৰ, তেওঁ ৰঘু ৰজাৰ বংশত জাত, এতেকে) ৰামচন্দ্ৰ, Ramchandra, king of Oudh, said to be the sixth incarnation of Vishnu.

ৰঘুনাথ্, স. শ. (সং. ৰঘুনাথ—ৰঘু, ৰঘুৰ বংশ + নাথ, অধিকাৰ, অৰ্থাৎ শ্ৰেষ্ঠ) ৰামচন্দ্ৰ, a name of Rama.

ৰঘুপতি, স. শ. (সং. ৰঘুপতি—ৰঘু, ৰঘুৰ বংশ + পতি, গৰাকী, শ্ৰেষ্ঠ) ৰামচন্দ্ৰ, a name of Rama.

ৰঘু-মৰা, } ৰঘু-মলা, } স. শ. গছৰ ওপৰত গজা এবিধ ক্ষুদ্ৰ গছ, a kind of parasitic plant.

ৰঙ্গ, স. শ. (সং. ৰঙ্গ—ৰঙ্গ, গীত বাদ্য) আনন্দ, আহ্লাদ (প্ৰায় পদ্যত ব্যৱহৃত); যেনে, "মনে ভৈল ৰঙ্গ," বৰ্ণ, ৰৱণ, delight, pleasure, color, paint.

ৰঙ্গচা(-ঙ-), স. শ. (সং. ৰঙ্গ, ৰৱণ) অলপ ৰঙ্গা ৰৱণ, ৰঙ্গা ৰৱণৰ চিন; যেনে, কাপোৰত তেজৰ ৰঙ্গচা আছিল, a faint red colour, reddishness.

ৰঙ্গচীয়া(-ঙ-), } ৰঙ্গচুৱা(-ঙ-), } বি. অলপ ৰঙ্গা, ঈষৎ ৰঙ্গা ৰৱণীয়া, of a light-red color, reddish.

ৰঙ্গ-মন্, বি. (সং. ৰঙ্গমনা, আনন্দিত মনযুক্ত) আনন্দিত, glad. (পদ্য)।

ৰঙ্গ-মনে, ক্ৰি. বি. মনত ৰঙ্গেৰে, gladly. (পদ্য)।

ৰঙ্গশালা, স. শ. ( সং. ৰঙ্গশালা — ৰঙ্গ, আনন্দ+শালা, ঘৰ ) গান বাদ্য কৰা ঘৰ, নাচ ঘৰ, ভাৱনা দেখোৱা ঘৰ, ৰং-ঘৰ, ডাঙ্গৰ লোকে জন্তুৰ বা মানুহৰ যুঁজ লগাই ৰং কৰা ঘৰ, a house where music or singing is carried on.

অসমীয়াত এই শব্দ "ৰঙ্গশাল্" এনেও হয় ; যেনে, "পশি ৰঙ্গশাল
বধিলা গোপাল ।" শঙ্কৰ।

ৰঙ্গা(-ঙা), বি. ( সং. ৰঙ্গ, বৰণ ; বং. ৰাঙ্গা, হেঙ্গুলীয়া ) তেজ-বৰণীয়া, হেঙ্গুলীয়া, red, crimson. স. শ. ৰঙ্গা বৰণ, red color.

ৰঙ্গা আলু(-ঙা-), স. শ. ( অং. ৰঙ্গা, ঐ+ আলু, এবিধ মূল ) এবিধ ৰঙ্গা বৰণীয়া সোৱাদ কেঁচাই খোৱা মূল, a kind of sweet yam of a dull red color.

ৰঙ্গা কাঠ(-ঙা-), স. শ. ( অং. ৰঙ্গা, হেঙ্গু-লীয়া+কাঠ, গছৰ এক ভাগ ) এবিধ ৰঙ্গা বৰণীয়া চন্দন কাঠ, red sandal wood.

ৰঙ্গা-বচঙ্গা(-ঙা-), বি. ৰংচঙ্গীয়া, বিবিধ বৰণীয়া, চিত্ৰবিচিত্ৰ, decorated with many colors, showy.

ৰঙ্গালি(-ঙা-), বি. (অং. ৰঙ্গা, তেজ বৰণীয়া) জ্যোতিৰ্ম্ময়, বৰ জুইৰ দৰে পোহৰ, illuminated by many lamps or a huge fire.

ৰঙ্গিয়াল্(-ঙি-), ৰঙ্গুৱাল্(-ঙু-), } বি. ( অং. ৰং, আনন্দ ) ধেমেলীয়া, আমোদী ; ৰং লগোৱা, আনন্দজনক, sportive, jolly, playful, gladdening, cheering, pleasing.

ৰচ্, স. ধা. ( সং. ৰচ্, নিৰ্ম্মাণ কৰ্ ) সাজ্, নিৰ্ম্মাণ কৰ্ ; ঘাইকৈ ভণ্, গদ্য বা পদ্য কৰ্, পুথি প্ৰস্তুত কৰ্ ; যেনে, " শঙ্কৰে ৰচিলা ডাকি বোলা ৰাম ৰাম," to construct, to compose, to make a book.

ৰচক্, স. শ. ( সং. ৰচক—ৰচ্, নিৰ্ম্মাণ কৰ্ ) নিৰ্ম্মাণকৰ্ত্তা, ৰচনা কৰোঁতা, পুথি কৰোঁতা, a maker, an author.

ৰচকী, স. শ. ( সং. ৰচ্, সাজ্ ) গা সজাই বা ধুন মাৰি ফুৰা তিৰোতা, পুৰুষৰ মন আকৰ্ষণ কৰিবলৈ মনৰ ভাব আৰু গাৰ ভঙ্গি দেখাই ফুৰা তিৰী, a gay light-minded woman. বি. ধুন মাৰি গা ঘেলাই ফুৰা, চঞ্চলা ( স্ত্ৰী ) ; যেনে, ৰচকী তিৰীত বিশ্বাস নাই, gay, light-minded ( Fem. ).

ৰচক্-পচক্, স. শ. ধুন মাৰি গা-দেখোৱা আচৰণ বা কাৰ্য্য, vain or light manner.

ৰচঙ্গা(-ঙা), বি. ৰংচং, চিত্ৰবিচিত্ৰ, showy.

ৰচন্, কৃদ. স. (সং. ৰচন -ৰচ্, নিৰ্ম্মাণ কৰ্) নিৰ্ম্মাণ, পুথি কৰা কাৰ্য্য, the act of constructing or composing.

ৰচনা, স. শ. লিখা গদ্য বা পদ্য ; যেনে, ছাত্ৰে ৰচনা কৰে ; উৎসৱত ঘৰৰ সম্মু-খত ওলমাই দিয়া ফল-ফুল-মালা আদি ; যেনে, বিয়া-ঘৰৰ ৰচনা ভাল হৈছে, a literary composition, an essay, garlands, &c., suspended at the door of the house on any joyous occasion.

ৰচিত্, কৃদ. বি. ( সং. ৰচিত—ৰচ্, নিৰ্ম্মাণ কৰ্ ) নিৰ্ম্মিত, সজা, ৰচনা কৰা, ভণিত, লিখিত, made, composed, written.

ৰচিত্, স. শ. ( ইং. ৰিছিট ) কোনো বস্তু পোৱাৰ কথা লিখা কাকত, a receipt.

ৰজ্, অ. ধা. ( সং. ৰাজ্, শোভা পা ) শুৱা, মানী হ, উপযুক্ত হ ; উচিত হ, সঙ্গত হ ( এই ধাতুৰ ক্ৰিয়াৰে সম্বন্ধ থকা শব্দৰ অধিকৰণ কাৰক হয় ) ; যেনে, বৰ লোকৰ আচৰণ সামান্যত নৰজে, to be suitable, to become, to be consistent with.

ৰজ্, ৰজ, } স. শ. ( সং. ৰজস্ — ৰঞ্জ্, বৰণ লগা ) ৰাজসিক গুণ, অহঙ্কাৰ আৰু সংসাৰৰ সুখ সন্তোষৰ বাঞ্ছা জন্মোৱা গুণ ; ধুলি, that inherent quality of human beings which produces

worldly coveting, pride, sensuality, &c., dust.

ৰজক্, স. শ. (সং. ৰজক—ৰঞ্জ্, বৰণ লগা; কাপোৰৰ বৰণ উলিয়ায়, এতেকে) ধোবা, a washerman.

ৰজত্, স. শ. (সং. ৰজত—ৰঞ্জ্, বৰণ লগা, চকমকায়, এতেকে) ৰূপ, এবিধ বগা মূল্যৱান্ ধাতু, silver.

ৰজনী, স. শ. (সং. ৰজনী—ৰঞ্জ্, বৰণ লগা, দশো দিশ কলা কৰে) ৰাতি, night.

ৰজনীচৰ্, স. শ. (সং. ৰজনীচৰ—ৰজনী, ঐ + চৰ্, গতি কৰোঁতা; ৰাতি ওলাই ফুৰে, এতেকে) ভূত, পিশাচ, ৰাক্ষস, a goblin, a ghost, a demon. বি. ৰাতি ওলাই ফুৰা, ৰাতি আহাৰ বিচৰা; যেনে, ৰজনীচৰ জন্তু, nocturnal, going about at night.

ৰজনীনাথ্, স. শ. (সং. ৰজনীনাথ—ৰজনী, ঐ + নাথ, গৰাকী) জোন, চন্দ্ৰ, the moon.

ৰজনীপতি, স. শ. (সং. ৰজনীপতি—ৰজনী, ঐ + পতি, স্বামী) জোন, চন্দ্ৰ, the moon.

ৰজন্‌জনা, বি. (ৰাজ্যে জনা) প্ৰখ্যাত, প্ৰোৗঢ়ী, সকলোৰে জনা; যেনে, কথাটো ৰজনজনা হল, bruited abroad, made public.

ৰজঃ, ৰজস্, স. শ. (সং. ৰজস্—ৰঞ্জ্, বৰণ লগা) তিৰোতাৰ মাসিক স্ৰাৱ; ৰজো গুণ, অহঙ্কাৰ আৰু সংসাৰৰ সুখৰ অভিলাষ জন্মোৱা গুণ, the menstrual discharge, that inherent quality of human beings which produces worldly coveting, sensuality, pride, &c.

ৰজস্বলা, বি. (সং. ৰজস্বলা—ৰজস্, মাসিক স্ৰাৱ) ঋতুমতী, মাসিক স্ৰাৱ হোৱা, menstruous. স. শ. ঋতুমতী তিৰোতা, a woman in her monthly courses.

ৰজা, স. শ. (সং. ৰাজা, ভূপতি) ৰাজা, দেশৰ গৰাকী, a king.

ৰজা, স. ধা. (অং. ৰজ্, উপযুক্ত হ) উপযুক্ত কৰ্, উচিত কৰ্, সঙ্গত কৰ্, to cause to be suitable to or consistent with.

ৰজোগুণ্, স. শ. (সং. ৰজোগুণ—ৰজঃ, সংসাৰৰ সুখৰ ইচ্ছা আদি + গুণ, স্বভাৱ বা ধৰ্ম্ম) ৰাজসিক গুণ, ইন্দ্ৰিয়ৰ সুখৰ ইচ্ছা আৰু অহঙ্কাৰ আদি জন্মোৱা গুণ, the inherent quality in humanity, which produces covetousness, &c.

ৰজোদৰ্শন্, স. শ. (সং. ৰজোদৰ্শন—ৰজ, মাহেকীয়া স্ৰাৱ + দৰ্শন, দৃষ্টি) তিৰোতাৰ ঋতু, the appearance of catamenia.

ৰজোনিবৃত্তি, স. শ. (সং. ৰজোনিবৃত্তি, ৰজঃ, মাসিক স্ৰাৱ + নিবৃত্তি, ক্ষান্তি) তিৰোতাৰ মাসিক স্ৰাৱৰ ক্ষান্তি (গুচন), cessation of menses.

ৰজোবন্ধ, স. শ. (সং. ৰজোবন্ধ—ৰজস্ + বন্ধ, আটক) তিৰোতাৰ মাসিক স্ৰাৱ বন্ধ হোৱা পীড়া, dysmenorrhœa.

ৰঞ্জ্, স. ধা. (সং. ৰঞ্জ্, বৰণ লগা) বৰণ লগা, চিত্ৰ কৰ্, বৰ্ণৰ দ্বাৰা শোভিত কৰ্; আনন্দৰ দ্বাৰা মোহিত কৰ্, to color, to paint, to delight.

ৰঞ্জন্, কৃদ. স. (সং. ৰঞ্জন—ৰঞ্জ্, বৰণ লগা) বৰণ লগোৱা কাৰ্য্য; আনন্দ দিয়া কাৰ্য্য; আনন্দ দিওঁতা, the act of painting or delighting, a delighter, one who gives pleasure.

ৰঞ্জিত্, কৃদ. বি. (সং.) বৰণ লগোৱা, বৰ্ণৰ দ্বাৰা শোভিত; আনন্দিত, colored, delighted.

ৰট্, অ. ধা. (সং. ৰট্, কথা ক) কাউৰীয়ে শুভাশুভ বুজোৱাৰ দৰে বিশেষ এক প্ৰকাৰৰ শব্দ কৰ্; যেনে, কাউৰীজনীয়ে ৰটিছে; কাউৰীৰ দৰে উচ্চ শব্দ কৰ্; যেনে, কাউৰীয়ে ৰটে, to caw as a crow, to predict ill or well. স. ধা. প্ৰকাশ কৰ্, ব্যক্ত কৰ্, কৈ ফুৰ্ (দুৰ্য্যশত খাটে); যেনে, লোকৰ দুৰ্নাম নৰটিবা, to traduce, to publish ill repute.

ৰটন্, কৃদ. স. (অং. ৰট্, দুৰ্য্যশ ক) দুৰ্য্যশ

প্ৰকাশ কৰণ, the act of speaking ill of another.

ৰটনা, ৰটনি, স. শ. লোকৰ গ্লানি প্ৰকাশ, দুৰ্য্যশ কথন, the publication, by word of mouth of a libel.

ৰটন্তী, স. শ. (সং. ৰটন্তী—ৰট্, কথা ক; সেই দিনা নৈবিলাকে পাপীবোৰক প্ৰাতঃ স্নান কৰিবলৈ বিঙ্গিয়াই মাতে, এতেকে) মাঘৰ কৃষ্ণা চতুৰ্দ্দশী, the fourteenth of the dark half of the month of Magh.

ৰণ্, স. শ. (সং. ৰণ—ৰণ্, শব্দ কৰ্, অস্ত্ৰ শস্ত্ৰৰ মহা শব্দ হয়, এতেকে) যুদ্ধ, সংগ্ৰাম, a war, a battle.

ৰণক-জনক্, অনুক. জোকাৰ খোৱা অলঙ্কাৰৰ শব্দ, an imitative sound used to express that of tinkling or jingling of ornaments.

ৰণচণ্ডী, স. শ. (সং. ৰণচণ্ডী—ৰণ, যুদ্ধ+ চণ্ডী, দুৰ্গা) মহিষাসুৰে সৈতে ৰণ কৰোঁতে দুৰ্গাই ধৰা এক ৰূপ; বৰ খঙাল তিৰোতা, a name or form of Durga, a furious woman.

ৰণ-পণ্ডিত্, স. শ. (সং. ৰণপণ্ডিত—ৰণ, যুদ্ধ+পণ্ডিত, বিদ্বান্) ৰণত বৰ পাৰ্গত লোক, বৰ ৰণুৱা, a great warrior.

ৰণ-প্ৰিয়, বি. (সং. ৰণপ্ৰিয়—ৰণ, ঐ+প্ৰিয়, ভাল পোৱা) যুদ্ধত ৰত, যুঁজাৰু, সাহসী, warlike.

ৰণ-মত্ত, বি. (সং. ৰণমত্ত—ৰণ, ঐ+মত্ত, বলিয়া) যুদ্ধত ব্যস্ত হোৱাত হিতাহিতৰ জ্ঞান নথকা বা অত্যন্ত নিষ্ঠুৰ হোৱা, furiously engaged in war.

ৰণ-বাদ্য, স. শ. (সং. ৰণবাদ্য—ৰণ, যুদ্ধ+ ৱাদ্য, বজোৱা যন্ত্ৰ) যুদ্ধত বজোৱা যন্ত্ৰ বা বাজনা, military or martial music.

ৰণুৱা, স. শ. (সং. ৰণ, যুদ্ধ) যুঁজ কৰোঁতা, যোদ্ধা, a warrior, a soldier, a combatant. বি. ৰণ কৰা, যুঁজত নিযুক্ত; যেনে, ৰণুৱা মানুহ; ৰণৰ সম্পৰ্কীয়; যেনে, ৰণুৱা জাহাজ, martial, pertaining to war.

ৰণ্-ঘোঁৰা, স. শ. হিলৈৰ টুপী ফুটোৱা ঘোঁৰাৰ মুখৰ নিচিনা অলপ বেঁকা লো, the cock or hammer of a musket.

ৰণ্-জননি, স. শ. (অং. ৰণ-জনা) আঘাত পোৱা ধাতুৰ পাত্ৰ বা জোকাৰ খোৱা অলঙ্কাৰৰ শব্দ, the sound of ornaments or metallic vessels.

ৰণ্জনা, অ. ধা. (অং. ৰণক জনক্, অলঙ্কাৰৰ শব্দ) টিং কৰি উঠ্, জোকাৰ খোৱা অলঙ্কাৰ বা আঘাত পোৱা কাঁহী বাটি আদিৰ দৰে শব্দ কৰ্; যেনে, ৰান্ধনি ঘৰত কাঁহী বাটিয়ে ৰণজনাইছে; আঘাত লগা তাম পিতলৰ শব্দেৰে পূৰ্ণ হ, খলক লাগ্; যেনে, কাঁহীবিলাক পৰিলত ঘৰটো ৰণজনাই গল, to tinkle as ornaments or metallic vessels.

ৰণ্জনীয়া, বি. আঘাত লাগিলে টিং কৰি উঠা, ধাতুৰ পাত্ৰৰ নিচিনা শব্দ কৰা, sonorous.

ৰণ্-জেউতি, স. শ. (সং. ৰণ, যুদ্ধ+অং. জেউতি, দীপ্তি) ৰণৰ উৎসাহ, ৰণৰ উৎসাহত মৰণৰ ভয় পাহৰণ, excitement or enthusiasm of war.

ৰণ্ডভণ্ড, বি. (সং. ৰণ্ড, নিষ্ফল + ভণ্ড, অনুক.) নষ্ট; বিশৃঙ্খল, লৰাংতৰ্বাং; যেনে, মানে অসম দেশ ৰণ্ডভণ্ড কৰিলে, demolished, confused, disordered, topsy turvy.

ৰণ্-শিঙ্গা, স. শ. (বং. ৰণশিঙ্গা—ৰণ, যুঁজ+শিঙ্গা, এবিধ পেঁপা) ৰণত বজোৱা এবিধ পেপাৰ নিচিনা বাদ্য, বিগুল, a war trumpet, a bugle.

ৰত্, বি. (সং. ৰত—ৰম্, আনন্দিত হ; মনৰ উল্লাস হয়, এতেকে) আসক্ত, সদায় নিযুক্ত, ভাল পোৱা, fond of, devoted to, enamoured of.

ৰতন্, স. শ. "ৰত্ন" শব্দৰ অপভ্ৰংশ।

ৰতি, স. শ. (সং. ৰতি—ৰম্, আনন্দিত হ) আসক্তি, প্ৰবল বাঞ্ছা; শৃঙ্গাৰ; স্ত্ৰী

পুৰুষৰ প্ৰেম বঢ়োৱা দেৱী, কামদেৱৰ ভাৰ্য্যা, fondness, attachment, desire, coition, copulation, the wife of *Kamadeva* the god of love.

ৰতি-ক্ৰিয়া, স. শ. ( সং. ৰতিক্ৰিয়া—ৰতি, শৃঙ্গাৰ + ক্ৰিয়া, কাৰ্য্য ) শৃঙ্গাৰ, স্ত্ৰীপুৰুষৰ সঙ্গম, coition, copulation.

ৰতি-পতি, স. শ. ( সং. ৰতিপতি—ৰতি, প্ৰেম বঢ়োৱা দেৱী + পতি, স্বামী ) কামদেৱ, *Kamadeva* the god of love.

ৰতিবিহ্বল্, বি. ( সং. ৰতিবিহ্বল—ৰতি, শৃঙ্গাৰ + বিহ্বল, আতুৰ ) শৃঙ্গাৰৰ ইচ্ছাৰে কাতৰ, কামাতুৰ, lustful, afflicted with carnal desire. (স্ত্ৰী) ৰতিবিহ্বলা।

ৰতোৱাল্, স. শ. ( সং. ৰক্ত, ৰঙ্গা ) বেলি মাৰ যাবৰ সময়ত পশ্চিমফালে আকাশত পৰা ৰঙ্গা ৰশ্মি, the red rays of the setting sun.

ৰতীয়া, বি. ( অং. ৰাতি, এক অনাৰ ছ ভাগৰ এভাগ ) এক ৰাতি পৰিমাণৰ, এক অনাৰ ছ ভাগৰ এভাগ জোখৰ, weighing one-sixth of an anna.

ৰত্ন, স. শ. ( সং. ৰত্ন—ৰম্, আনন্দিত হ ; তাৰ পৰা আনন্দ জন্মে, এতেকে) বহুমূলীয়া মণি, বাখৰ, হীৰা মুকুতা আদি ; এতেকে কোনো শ্ৰেষ্ঠ বস্তু ; যেনে, পণ্ডিত-ৰত্ন, a jewel, a precious stone, anything, the best of its kind.

ৰত্নময়্, বি. ( সং. ৰত্নময়—ৰত্ন + ময়, স্বৰূপ ইত্যাদি ) ৰত্নযুক্ত, বাখৰ পতা, হীৰা মুকুতা আদিৰে শোভিত ; যেনে, ৰত্নময় অলঙ্কাৰ ; ৰত্নস্বৰূপ, ৰত্নৰ নিচিনা উত্তম ; যেনে, ৰত্নময় লোক, full of, or made of gems, very valuable, excellent.

ৰত্নাকৰ্, স. শ. ( সং. ৰত্নাকৰ—ৰত্ন, বাখৰ + আকৰ, উৎপত্তি স্থান ) সাগৰ ( তাত মুকুতা আদি উৎপন্ন হয়, এতেকে ), the ocean.

ৰত্নাসন্, স. শ. ( সং. ৰত্নাসন—ৰত্ন, সোণ + আসন, পাৰি বহা বস্তু ) সোণৰ আসন, a golden seat.

ৰতুৰতীয়া, বি. ( সং. ৰক্ত, তেজ ) ছাল গৈ তেজ ওলোৱাৰ নিচিনা হোৱা, ছাল ছিগি ৰঙ্গা মঙ্গহ ওলোৱা, an abrasion of the skin.

ৰথ্, স. শ. ( সং. ৰথ—ৰম্, ক্ৰীড়া কৰ্ ) এবিধ ওখ ঘিলা লগোৱা আৰু ঘোঁৰাৰ দ্বাৰা টনোৱা বাহন, a car, a chariot.

ৰথ-যাত্ৰা, স. শ. ( সং. ৰথযাত্ৰা—ৰথ, ঐ + যাত্ৰা, গমন ) আহাৰ মাহৰ শুক্লা দ্বিতীয়াত জগন্নাথৰ মূৰ্ত্তিক ৰথত তুলি ভ্ৰমণ কৰোৱা এক উৎসৱ, the car festival of Jagannath.

ৰথী, স. শ. ( সং. ৰথিন্, ৰথ, ঐ + ইন্ ) ৰথত উঠি যুদ্ধ কৰোঁতা, বীৰ, a warrior who fights in a car.

ৰদ্, স. শ. ( সং. ৰৌদ্ৰ, সূৰ্য্যৰ দীপ্তি ) সূৰ্য্যৰ তাপযুক্ত প্ৰকাশ, the sunshine.

ৰদা, স. ধা. ৰদত দি ; সূৰ্য্যৰ তাপত দি শুকা, to sun, to dry by sunshine.

ৰদালি, স. শ. ৰদ দিওঁতা, সূৰ্য্য, the sun. ( লৰাৰ বাক্য )।

ৰদকাঁচিয়লি, স. শ. ( "কাঁচিয়লি" চোৱাঁ ) কেঁচা ৰদ, ৰাতিপুৱাৰ নপকা ৰদ ; অলপ ৰদ পৰা ঠাই, the mild sunshine of the morning, a slightly sunny place.

ৰদ-ঘাই, স. শ. ( অং. ৰদ, ৰৌদ্ৰ + ঘাই, প্ৰধান, ৰদ প্ৰধান যত্ ) বৰকৈ ৰদ পৰা ঠাই ; গছৰ যি ভাগত বৰকৈ ৰদ লাগে ; যেনে, ৰদ ঘাইৰ আম সোৱাদ, a sunny place, a place quite exposed to the sun.

ৰন্ধন্, কৃদ. স. ( সং. ৰন্ধন—ৰধ্, ৰান্ধ্ ) ৰন্ধা কাৰ্য্য, the act of cooking.

ৰন্ধন্-শালা, স. শ. ( সং. ৰন্ধনশালা—ৰন্ধন, ৰন্ধা + শালা, ঘৰ ) ৰান্ধনি ঘৰ, a cook-room.

ৰন্ধা, স. ধা. ( অং. ৰান্ধ্, পাক কৰ্ ) লোকৰ দ্বাৰা পাক কৰা, to cause to be cooked.

ৰন্ধ্ৰ, স. শ. ( সং. ৰন্ধ্ৰ, বিন্ধা—ৰম্, ক্ৰীড়া

কৰ্ + ধৃ, ধৰ্) বিন্ধা, ফাট, a hole, a fissure.

ৰফা, স. শ. (যাং.) নিষ্পত্তি, সম্পন্নতা, settlement, adjustment.

ৰবাব্, স. শ. এবিধ ডাঙ্গৰ টেঙ্গা ফল, তাৰ গছ, the shaddock.

ৰবি, স. শ. (সং. ৰবি, সূৰ্য্য—ৰু, শব্দ কৰ্; পূৰ্ব্বকালত আৰ্য্যবিলাকে উচ্চ শব্দেৰে তেওঁক স্তুতি কৰিছিল, এতেকে) সূৰ্য্য; দেওবাৰ, the sun, Sunday.

ৰবিবৰীয়া, বি. ৰবিবাৰে হোৱা বা জন্মা, ৰবিবাৰৰ, born or produced on a Sunday, relating to a Sunday.

ৰবিবাৰ্, স. শ. (সং. ৰবিৱাৰ; ৰবি অৰ্থাৎ সূৰ্য্য গ্ৰহে ভোগ কৰা বাৰ, অৰ্থাৎ দিন) দেওবাৰ, Sunday.

ৰভা, স. শ. (সং. ৰভ্, আনন্দিত হ; তাৰ তলত ৰং কৰা যায়, এতেকে) কোনো উৎসৱৰ নিমিত্তে বহল আৰু ওখকৈ গছৰ পাত আদিৰে ওপৰত দিয়া আচ্ছাদন, a temporary shed.

ৰম্, স. ধা. (সং. ৰম্, ক্ৰীড়া কৰ্) ক্ৰীড়্, সন্তুষ্ট কৰ্; যেনে, গোপীক ৰমিলা, to sport with, to please.

ৰম্, স. শ. (চিংফৌ, ৰম্-চিংলুং, নীল) নীল, তাৰ গছ, indigo, its plant.

ৰমক্ জমক্, বি. (সং. ৰম্, আনন্দিত কৰ্ + জমক, অনুক.) কাপোৰ অলঙ্কাৰেৰে শোভিত, ৰৰকৈ ধুন মৰা, bedecked with ornaments and clothes, showy, gaudy.

ৰমণ্, স. শ. (সং. ৰমণ—ৰম্, সন্তুষ্ট কৰ্) স্বামী বা উপপতি, a husband or lover.

ৰমণী, স. শ. (সং. ৰমণী—ৰম্, সন্তুষ্ট কৰ্; পুৰুষৰ মনত সন্তোষ লগায়, এতেকে) সুন্দৰী তিৰোতা, a beautiful or pleasing woman.

ৰমণীয়্, বি. (সং.) সুন্দৰ, আনন্দদায়ক, ৰং লগোৱা, beautiful, pleasing.

ৰমণীয়তা, গু. শ. সুন্দৰতা, আনন্দ দিয়া গুণ বা অৱস্থা, beauty.

ৰমা, স. শ. (সং. ৰমা—ৰম্, সন্তোষ দি) লক্ষ্মী, the goddess of riches.

ৰম্য পুৰি, স. শ. (সং. ৰম্যপুৰি, উত্তম নগৰ) ৰম্য স্থান, বৰ ভাল নিৰ্ম্মল ঠাই, a clean delightful place.

ৰম্য, বি. (সং. ৰম্য — ৰম্, সন্তুষ্ট কৰ্) সন্তোষদায়ক, মনোহৰ, এতেকে সুন্দৰ, উত্তম; যেনে, ৰম্য স্থান, pleasing, agreeable, charming.

ৰম্যতা, গু. শ. (সং.) মনোহৰ গুণ, সুন্দৰতা, agreeableness, beauty.

ৰম্ ৰম্, অনুক. জলা বস্তুৰ পোৰণিৰ পৰা যেনে বোধ হয়, তাক বুজোৱা মাত, an imitative sound used to express the burning sensation caused by any pungent thing.

ৰমৰমনি, স. শ. জলা বস্তুৰ পোৰণি, a burning sensation caused by any pungent thing.

ৰম্ ৰমা, অ. ধা. জলা বস্তুৰ পোৰণিৰ পৰা পীড়া পা; যেনে, মৰিচৰ জালত মুখখানে ৰমৰমাইছে; জলা বস্তুৰ দৰে পীড়া দি; যেনে, মৰিচৰ জালে ৰমৰমাইছে, to be affected with a burning sensation caused by a pungent thing, to cause a burning sensation.

ৰমলিয়া, অ. ধা. (সং. ৰৱ, শব্দ) বহুত কাউৰীৰ দৰে শব্দ কৰ্, to make a loud cawing noise.

ৰ'ৰ কৰে, ক্ৰি. বি. (সং. ৰস, আস্বাদ + অং. কৰে, কৰি) সোৱাদ বা মিঠা লগাই, মৃদুৰূপে (বতাহত খাটে); যেনে, ৰ'ৰ কৰেবতাহ বৈছে, gently, pleasantly (said of the blowing of wind).

ৰ'বৈ, স. শ. (সং. ৰৱ, শব্দ + ৰসিকা, ৰসযুক্তা) ৰঙ্গেৰে বহুতকৈ কথা কোৱা তিৰোতা, কথকী; যেনে, "নিবোকীয়ে ভাঙ্গে গাওঁ, ৰ'বৈৰ উঠে নাও," a gay talkative woman.

ৰ'বৈয়া, বি. ৰ'ৰকৰে চলা, মৃদুৰূপে বোৱা,

কৰা; যেনে, ৰ'ৰৈয়া বতাহ, blowing gently.

ৰৱ্, স. শ. (সং. ৰু, শব্দ কৰ্) ধ্বনি, শব্দ, মাত, a sound.

ৰশ্মি, স. শ. (সং. ৰশ্মি—অশ্, ব্যাপ্ত হ; অ স্থানে ৰ+মি, প্ৰত্যয়) কান্তি, দীপ্তি, জেউতি, a ray of light, light.

ৰশ্মিজাল্, স. শ. (সং. ৰশ্মিজাল—ৰশ্মি+জাল, সমূহ) দীপ্তিৰ সোঁত, উজ্জ্বল দীপ্তি, চকুত জাল মাৰি ধৰা দীপ্তি; যেনে, "সবাৰো চক্ষুক পীড়ি আসে ৰশ্মিজালে," a blaze or stream of light.

ৰস্, স. শ. (সং. ৰস—ৰস্, সোৱাদ ল) আস্বাদ, সোৱাদ, জিভাই বুজা তিতা, মিঠা ইত্যাদি গুণ; এতেকে মনেৰে বুজা আস্বাদ; যেনে, আদিৰস, ভক্তিৰস ইত্যাদি, জোল, জুলীয়া বস্তু; হেঙ্গুলত তাপ দি কৰা বা আকৰত হোৱা এবিধ জলজলীয়া উপধাতু, taste, flavour, sentiment, a fluid, quicksilver.

ৰসজ্ঞ, বি. (সং. ৰসজ্ঞ—ৰস, আস্বাদ+জ্ঞা, জান্) খাদ্য বস্তুৰ সোৱাদ বুজা; মানসিক ৰসৰ জ্ঞান থকা, কবিতা আদিৰ গুণ জনা, ৰস বুজা, acquainted with tastes, sentiments, &c., tasteful.

ৰসজ্ঞান্, স. শ. (সং. ৰসজ্ঞান — ৰস, আস্বাদ+জ্ঞান, বোধ) আস্বাদৰ বোধ, সোৱাদৰ বুজ, tastefulness.

ৰসসিন্দূৰ্, স. শ. (সং. ৰসসিন্দূৰ — ৰস, হেঙ্গুলৰ সাৰ+সিন্দূৰ, এবিধ ৰঙ্গা বস্তু) ৰস আৰু গন্ধকৰ কজ্জলী চিঁচাত ভৰি জুইৰ তাপৰ দ্বাৰা কৰা এবিধ ৰঙ্গা দৰৱ, a medical preparation from a mixture of quicksilver and sulphur heated in a closed vessel.

ৰসহীন্, } ৰস্হীন্, } বি. (সং.) নীৰস, শুকান; বিসোৱাদ; কাব্যৰস নথকা, ভাবশূন্য; যেনে, ৰসহীন কবিতা, কাব্যৰ ৰস নুবুজা, উত্তম ভাবৰ বোধ নথকা; যেনে, ৰসহীন লোক, dry, insipid, prosaic, dull, unacquainted with sentiment.

ৰসাতল্, স. শ. (সং. ৰসাতল — ৰসা, পৃথিবী+তল, পৃষ্ঠ ভাগ) পৃথিৱীৰ তলৰ সপ্তম থাক, পাতালৰ নিচেই তলৰ খলপা, the seventh and the lowest region under the earth.

ৰসাল্, বি. (সং. ৰস, জোল, আস্বাদ) ৰস থকা, শুকান নোহোৱা; যেনে, ৰসাল ফল, সাৰুৱা, শস্যশালী; যেনে, ৰসাল মাটি; মন, কাণ বা জিভাত সোৱাদ লগোৱা, মিঠা; যেনে, ৰসাল কবিতা, ৰসাল বাদ্য, ৰসাল আঞ্জা, juicy, fertile, sentimental, full of feeling, pleasing to the ear or palate, savory.

ৰসালি, বি. ৰস থকা, শুকান নোহোৱা, সাকৰা (মাটিত মাথোন খাটে); যেনে, ৰসালি মাটি, moist, not dry, fertile.

ৰসিক্, বি. (সং. ৰসিক—ৰস, আস্বাদ) ৰস বুজা, কবিতা আদিৰ ভাবত পটু; ঘাইকৈ আদি ৰসত পাৰ্গত, full of sentiment, of an amorous disposition. স. শ. আদি ৰসত পাৰ্গত লোক, a gallant. (স্ত্ৰী) ৰসিকা।

ৰহ্, স. শ. (সং. ৰস, জোল) জুলীয়া বস্তু; ঘাইকৈ মিঠা ৰস, sweet liquor or juice.

ৰহ্ খা, মাইকীৰ লগ ল, জাক ফুৰ্, to seek the company of females, to copulate, (applied to animals).

ৰহ্ দি, ৰৰকৈ পক্, পকি ৰসাল হ, to be fully ripe and juicy.

ৰহ্, অ. ধা. ৰৰকৈ পকি ৰসাল হ, ৰহ দি; যেনে, কলাবিলাক ৰহিছে, to be fully ripe and juicy.

ৰহ্, অ. ধা. (অং. ৰস, জোল; পিত্তৰ ৰস) ৰৰকৈ ভোক লাগোঁতে আহাৰ নকৰাত পিত্ত উঠি ভোক মাৰ যা; যেনে, ভোকৰ সময়ত ভাত নেখালে ভোক ৰহি যায়, to abate, as hunger when food is not taken at the proper time.

ৰহন্, স. শ. (অং. ৰস, জুলীয়া বস্তু) ৰৰণ, চকচকীয়া কৰা জুলীয়া বস্তু, সোণ ৰূপৰ

বৰণ উজ্জ্বল কৰা জুলীয়া বস্তু বিশেষ, varnish.

ৰহস্য, বি· ( সং· ৰহস্য — ৰহস্, নির্জন ) গুপ্ত ; যেনে, ৰহস্য কথা, private. স. শ. গুপ্ত কথা, a secret, a mystery.

ৰহস্য, স. শ. ( সং. ৰস্য, ৰসযুক্ত ) আনন্দ, আহ্লাদ, ৰং, pleasure, delight.

ৰহিত্, কৃদ· ( সং ৰহিত—ৰহ্, এৰ্ ) হীন, নথকা· শূন্য ( এটা সংজ্ঞা শব্দৰ পাচত থাকে ) ; যেনে, জ্ঞান-ৰহিত, destitute, devoid ( used in composition ).

ৰহী, স. শ. ( অং. ৰহ, জোল, ৰস থাকে, এতেকে ) তেল পেৰিবলৈ কৰা সৰিয়হৰ গুড়ি ; গুড় কৰিবলৈ উলিওৱা কুঁহিয়াৰৰ ৰস, mustard seed pounded for pressing oil, juice of sugarcane pressed for making *gur*.

ৰহীয়া, বি. ৰসথকা, ৰসযুক্ত, juicy.

ৰহীয়া, বি· ( সং· ৰাশি, গ্ৰহবিলাকে ভোগ কৰা স্থান ) ৰাশি মিলা, মিল হোৱা ; এতেকে সদায় অধিক পৰিমাণে পোৱা ; ( এটা সংজ্ঞা শব্দৰ পাচত থাকে ; যেনে, মাছ-ৰহীয়া মানুহ, agreeing with, obtaining in abundance.

ৰহ্-ঘৰা, স. শ· ( অং. ৰহ্, মিঠা ৰস + ঘৰ, থকা ঠাই ) মৌ-কোঁহ, মৌৰ বাহৰ উত্তম আৰু অধিক মৌ থকা ভাগ, এতেকে অতি উত্তম আৰু বহুমূলীয়া বস্তুৰ ঠাই ; যেনে, সুখৰ ৰহ-ঘৰা, honey-comb, a place where excellent and valuable things abound.

ৰহুৰহীয়া, বি· ( অং. ৰহ, মিঠা ৰস ) ৰসাল আৰু কিছু মিঠা, ৰস থকা আৰু বৰ টেঙ্গা নোহোৱা ( প্ৰায়ে আমত থাটে ) ; যেনে, ৰহুৰহীয়া আম, juicy and not very sour or tart.

ৰক্ষ্ স. ধা. ( সং. ৰক্ষ্ ৰাখ্ ) ৰক্ষা কৰ্, নিৰাপদ কৰ্; যেনে, "সন্তক ৰক্ষিবা প্ৰভু ! দুষ্টক নিগ্ৰহি", to save, to protect. ( পদাভ্ৰ )।

ৰক্ষক, স. শ. ( সং. ৰক্ষক — ৰক্ষ্, ৰাখ ) ৰাখোঁতা, আপদৰ পৰা ৰক্ষা কৰোঁতা, পৰ দিওঁতা, সামৰি থওঁতা, a preserver, a protector, a guard, a keeper.

ৰক্ষণ্, কৃদ. স· ( সং· ) ৰক্ষা কৰা কাৰ্য্য, ৰখা, preservation, protection.

ৰক্ষণীয়, বি· ( সং. ) ৰক্ষণৰ যোগ্য, ৰাখিব লগীয়া, পালন কৰিব লগা, fit to be preserved, protected or guarded.

ৰক্ষা. স. শ. ( সং. ) আপদৰ নিবাৰণ, ত্ৰাণ, কষ্টৰ পৰা উদ্ধাৰ, আপদৰ অভাৱ, protection, preservation, safety.

ৰক্ষা কৰ্, কষ্টৰ পৰা উদ্ধাৰ কৰ্, ৰাখ্, to protect, to save.

ৰক্ষা পৰ্, কষ্টৰ পৰা উদ্ধাৰ পা, আপদত নপৰাকৈ থাক্, to be saved, to be free from danger.

ৰক্ষিত্, কৃদ· বি· ( সং. ) ৰখা, ৰক্ষা কৰা, কষ্টৰ পৰা উদ্ধাৰ কৰা ; থোৱা, protected, saved, guarded, kept.

ৰক্ষিণী, স. শ. ৰক্ষিন্ শব্দৰ স্ত্ৰীলিঙ্গ। ( তললৈ চোৱাঁ )।

ৰক্ষী, স. শ. ( সং. ৰক্ষিন্—ৰক্ষ + ইন্ ) ৰক্ষা কৰোঁতা, ৰাখোঁতা, a protector, a preserver.

ৰা, স. শ. (সং. ৰাৱ, শব্দ) শব্দ, মাত, sound.

ৰাইজ্, স. শ. ( সং. ৰাজ্য, এক ৰজাৰ অধীন দেশ ) এক দেশ, অসম ৰাইজৰ মানুহ ; কোনো দেশৰ প্ৰজাসমূহ ; যেনে, ৰাইজে ৰজা, a kingdom, the whole body of people in a state.

ৰাইজ্ উঠ্ বা ৰাইজ্ হ, অনেক লোক গোট খাই অধিকাৰৰ বিৰোধে আচৰণ কৰিবলৈ প্ৰতিজ্ঞা কৰ্, to combine in a spirit of revolt.

ৰাই জাঁই, স. শ. ( অং. ৰাগী, মত্ততা + জাঁই, অনুৰূ. ) ৰাগী লগাৰ নিচিনা বোধ, বায়ু বৃদ্ধিৰ নিমিত্তে দুৰ্ব্বলতা, আচন্ত্ৰাই, faintness, giddiness, weakness.

ৰাইডঙ্গীয়া, বি. ( অং. ৰাইডাং, এবিধ ডাঙ্গৰ বেঁত ) ৰাইডাঙ্গৰ নিচিনা, resembling a rattan.

**ৰাইডঙ্গীয়া জাপি**, স. শ. এবিধ মিহি কাঠীৰে সজা ভাল জাপি, a *jhapi* or hat, umbrella.

ৰাইডাং, স. শ. (সং. ৰাজদণ্ড, ৰজাৰ লাখুটি) এবিধ বৰ ডাঙ্গৰ বেঁত, তাৰে লাখুটি কৰা যায়, the rattan.

ৰাইলা, বি. খিয়লীয়া, লোকৰ ভাল দেখিব নোৱৰা, চকু পোৰা, envious. (স্ত্ৰী) ৰাইলী।

ৰাউচি, স. শ. (সং. ৰৱ, ধ্বনি + চিৎকাৰ, উচ্চ শব্দ ; উচ্চ ধ্বনি) চিঞৰ, কান্দনৰ উচ্চ শব্দ, a loud cry, a scream.

ৰাও, স. শ. (সং. ৰাৱ, শব্দ) শব্দ, মাত ; যেনে, পক্ষীৰ ৰাও ; চিঞৰ, আটাহ ; যেনে, কান্দনৰ ৰাও, a sound, a cry, a scream.

ৰাও কাঢ়, শব্দ কৰ্, মাত্ ; যেনে, চৰাইয়ে ৰাও কাঢ়িছে, to utter a sound.

ৰাও জোৰ্ বা ৰাও ধান্ধ্, বৰ উচ্চ শব্দেৰে কান্দ্, to cry aloud, to lament.

ৰাও মুৱা, বি. (সং. ৰাহু, এটা অসুৰ + মুৱা, মুখযুক্ত ; ৰাহুৰ নিচিনা মুখযুক্ত) দন্দুৰা, সকলোৰে সৈতে দন্দ কৰা ; চকুৰ নাগনিলৈকে বৈ পৰা ফোঁটযুক্ত, এতেকে কুলক্ষণীয়া (গৰু বা ঘোঁৰা), quarrelsome, having a blaze extending to the eyes, which is supposed to be a bad sign, (said of a horse or cow.) (স্ত্ৰী) ৰাওমুঈ।

ৰাং, স. শ. (সং. ৰঙ্গ, হিং ; বং. ৰাং, এবিধ ধাতু) এবিধ শীহৰ দৰে কোমল কিন্তু ভাতকৈ বগা ধাতু, tin.

ৰাং, স. শ. (সং. ৰঙ্গ, বৰণ) চোবোৱা তামোলৰ ৰঙ্গা বৰণ, the red color of chewed betel-nuts.

ৰাং পৰ্, দাঁত, ওঁঠ আৰু মুখত চোবোৱা তামোলৰ ৰঙ্গা বৰণ লাগ্, to give a red color to the mouth, as chewed betel-nuts.

ৰাং কুকুৰ, স. শ. (অং. ৰঙ্গা, তেজবৰণীয়া + কুকুৰ, এবিধ জন্তু) এবিধ বনৰীয়া কুকুৰ জাতিৰ হিংসক জন্তু (তাৰ বৰণ কিছু ৰঙ্গচীয়া), a wolf.

ৰাং ঢালী, বি. (অং. ৰং, আনন্দ + ঢাল্, বাকি দি, আনন্দক ঢালি দিয়ে, এতেকে) ৰঙ্গুৱাল্, হাঁহি মাতি আনন্দত থকা স্বভাবযুক্তা, চঞ্চলা (স্ত্ৰী), lively, gay, fickle. (*Fem.*).

ৰাং পতা, স. শ. (অং. ৰাং, এবিধ ধাতু + পতা, পাতলকৈ পিটা ধাতু) পিটি গছৰ পাতৰ দৰে পাতল কৰা ৰাং, tin-foil.

ৰাংফা, স. শ. (ৰাংফা, আহ.) ঘৰৰ বাৰক কেই বা খণ্ড কৰি বেলেগোৱা থিয় আৰু পথালি পাটবিলাকৰ প্ৰত্যেক চটা, each of the perpendicular and horizontal boards separating a reed wall into several square pieces.

ৰ ৰ ৰ ৰ
ৰ ব ব ব
ৰ ব ব ব
ৰ

ব, বাৰ ; ৰ, ৰাংফা।

ৰাংথৈয়া, বি. ৰাং পতাৰ দৰে পাতল, পিৰ্পিৰীয়া, very thin.

ৰাঁচ্, স. শ. (সং. ৰচ্, নিৰ্ম্মাণ কৰ্) সৰু সৰু কাঠী গুঁঠি কৰা আৰু তলা ওপৰা দুচটা কাঠৰ মাজত সুমোৱা তাঁত বোৱা যতন, the reed of an Assamese loom.

ৰাঁচ পাত্, স. শ. (অং. ৰঙ্গচা, অলপ ৰঙ্গা + পাত, পত্ৰ) এবিধ কহ পাত, এবিধ কাপোৰত কহ লগোৱা গছ, a kind of plant used as a mordant.

ৰাখ্, স. ধা. (সং. ৰক্ষ্, হিং. ৰাখনা ; বং. ৰাখন্, ৰক্ষা কৰ্) ৰক্ষা কৰ্, আপদৰ পৰা সৰুৱা, কষ্টৰ পৰা উদ্ধাৰ্ ; যেনে, "ৰাখা ৰাখা মোক প্ৰভু চক্ৰপাণি," সঙ্কট বা হানিৰ পৰা ৰক্ষা কৰিবলৈ চাই থাক ; যেনে, খেতিয়কে শস্য ৰাখে ; আন ঠাইৰ পৰা অহা মুদৈৰ পৰা কিনিলৈ থ ; যেনে,

বেপাৰীয়ে মহলীয়াৰ পৰা চাউল ৰাখে, to protect, to save, to watch, to buy and keep.

সমা.—ৰখ্, ৰাখ্; প্ৰথমটোৱে কেৱল সঙ্কট বা হানিৰ পৰা ৰক্ষা কৰিবলৈ চাই থকা মাথোন বুজায়; পাচৰটো অনেক ভাৱত খাটে।

ৰাখন্, কৃদ. স. ৰখা কাৰ্য্য, the act of protecting, saving, &c.

ৰাখন্তা, স. শ. ৰক্ষা কৰোঁতা, a protector, a Saviour, a guard.

ৰাগ্, স. শ. (সং. ৰাগ—ৰঞ্জ্, আনন্দিত কৰ্) অনুৰাগ, স্পৃহা, ৰাপ; গীতৰ প্ৰধান প্ৰণালী বা জাতবিশেষ, তাৰ সংখ্যা ছয়; যেনে, ভৈৰৱ, মালৱ, সাৰঙ্গ, বসন্ত, দীপক, মেঘ, affection, desire, one of the six primary modes of music.

ৰাগিণী, স. শ. (ৰাগ শব্দৰ স্ত্ৰীলিঙ্গ) ৰাগ ভাঙ্গি কৰা গীতৰ প্ৰণালী বা স্বৰ, তাৰ সংখ্যা ছয়ত্ৰিশ, one of the thirty-six inferior modes of music.

ৰাগী, স. শ. (সং. ৰাগ, অনুৰাগ, তাক ব্যৱহাৰ কৰা মানুহৰ তালৈ অনুৰাগ জন্মে, অৰ্থাৎ ব্যৱহাৰ কৰিলে এৰা টান, এতেকে) মাদক গুণ, মতলীয়া কৰা গুণ, কানি, ভাং ইত্যাদিৰ জাল, intoxicating quality.

ৰাগী বহ্, বৰকৈ অনুৰক্ত হ, এৰিব নোৱৰা হ (ইয়াৰ পূৰ্ব্ব শব্দৰ সপ্তমী বিভক্তি হয়); যেনে, গীতত ৰাগী বহা মানুহ, to be addicted or devoted to.

ৰাগীয়াল্, বি. ৰাগী থকা, মতলীয়া কৰা গুণ থকা, intoxicating.

ৰাঘবৰালি, স. শ. (সং. ৰাঘৱ, এবিধ মাছ) বৰ ডাঙ্গৰ বৰালি মাছ, a large *barali* fish.

ৰাঘৱ, স. শ. (সং. ৰাঘৱ—ৰঘু, এজনা সূৰ্য্যবংশী ৰজা; ৰঘুৰ বংশত জাত) ৰামচন্দ্ৰ, a name of Rama.

ৰাঙ্গল্(-ঙ-), স. শ. (সং. ৰঙ্গণ, এবিধ ফুল) এবিধ ৰঙ্গা ফুল, আৰু তাৰ গছ, a kind of plant bearing red flowers, the flower itself.

ৰাঙ্গলী(-ঙ-), বি. (অং. ৰঙ্গা, তেজবৰণীয়া) ৰঙ্গা বৰণীয়া, ৰক্ত বৰ্ণা (স্ত্ৰী); যেনে, ৰাঙ্গলী গাই, red (Fem.).

ৰাজ্, স. শ. (সং. ৰাজ্য, এক ৰজাৰ দেশ) কোনো এক দেশৰ প্ৰজাসমূহ; যেনে, ৰাজে যি বোলে সেয়ে কথা; কোনো এক দেশৰ বিশেষ এক ভাগ; যেনে, বছা ৰাজ, the whole body of people in a state, a particular part of a kingdom.

ৰাজকাৰ্য্য, স. শ. (সং. ৰাজকাৰ্য্য—ৰাজন্ + কাৰ্য্য, কাম) ৰজাৰ কাম, ৰাজ্য শাসনৰ সম্বন্ধীয় কৰ্ম্ম, state affairs, government duties. "ৰাজ্‌কাৰ্য্য" এনেও হয়।

ৰাজকীয়, বি. (সং. ৰাজকীয় — ৰাজন্) ৰজাৰ সম্পৰ্কীয়, ৰজাৰ, royal, pertaining to a state or government.

ৰাজচিহ্ন, স. শ. (সং. ৰাজচিহ্ন—ৰাজন্ + চিহ্ন, চিন) ৰজাৰ মৰ্য্যাদাৰ চিন, ছত্ৰ, দণ্ড ইত্যাদি, royal insignia.

ৰাজত্ব, গু. শ. (সং. ৰাজত্ব—ৰাজন্) ৰজাৰ পদ বা অৱস্থা; যেনে, ভগা ৰজাত ৰাজত্ব নেথাকে, এক ৰজাৰ অধীন দেশ; যেনে, যুধিষ্ঠিৰে খেলত ৰাজত্ব হেৰুৱালে, royalty, kingly office, a kingdom.

ৰাজত্ব কৰ্, দেশ শাসন কৰ্, ৰজাৰ কাৰ্য্য কৰ্, to reign, to rule.

ৰাজদ্বাৰ্, স. শ. (সং. ৰাজদ্বাৰ—ৰাজন্ + দ্বাৰ, পদূলি) ৰজাৰ নগৰৰ বাট্ চৰা; ৰজাৰ সভা, ৰজাৰ বৰ চৰা, the gate of a palace, the court of a king.

ৰাজন্, স. শ. (সং. ৰাজন্—ৰাজ্, উজ্জ্বল হ) ৰজা, দেশাধিকাৰ, a king, a monarch.

ৰাজপত্নী, স. শ. (সং. ৰাজপত্নী—ৰাজন্, ৰজা + পত্নী, ভাৰ্য্যা) ৰজাৰ কুঁৱৰী, a queen.

ৰাজবল্লভ, বি. (সং. ৰাজবল্লভ — ৰাজন্, ৰজা+বল্লভ, প্ৰিয়) ৰজাৰ প্ৰিয়, ৰজাই

ভাল পোৱা, beloved of a king. স. শ. ৰজাৰ খাটনিয়াৰ, a favourite of a king, a minion.

**ৰাজভোগ্য**, বি. (সং. ৰাজভোগ্য—ৰাজন্ + ভোগ্য, ব্যৱহাৰৰ যোগ্য) ৰজাই ভোগ বা ব্যৱহাৰ কৰিবৰ যোগ্য; এতেকে অতি উত্তম, fit for the use or possession of a king, excellent. (স্ত্ৰী) ৰাজভোগ্যা।

**ৰাজযক্ষ্মা**, স. শ. (সং. ৰাজযক্ষ্মা—ৰাজন্, প্ৰধান + যক্ষ্মন্, এবিধ ৰোগ) হাওঁফাওঁত হোৱা এবিধ ডাঙৰ ৰোগ, তাৰ লক্ষণ জৰ কাহ আৰু কাহঁোতে কদাচিত অলপ তেজ ওলোৱা আৰু ৰোগী খীণাই যোৱা, pulmonary consumption.

**ৰাজযোগ্য**, বি. (সং. ৰাজযোগ্য—ৰাজন্, ৰজা + যোগ্য, উপযুক্ত) ৰজাৰ উপযুক্ত, suitable to a king.

**ৰাজৰাজেশ্বৰ**, স. শ. (সং. ৰাজৰাজেশ্বৰ—ৰাজন্ + ৰাজন্ + ঈশ্বৰ, অধিকাৰ) ৰজাৰ ৰজাৰো অধিকাৰ, চক্ৰবৰ্ত্তী ৰজা, অধিৰাজা, an emperor. (স্ত্ৰী) ৰাজৰাজেশ্বৰী।

**ৰাজৰ্ষি**, স. শ. (সং. ৰাজৰ্ষি — ৰাজন্ + ঋষি, তপস্বী আৰু জিতেন্দ্ৰিয় পুৰুষ) ঋষিৰ দৰে সদায় দেৱতাৰ উপাসনা কৰা আৰু জিতেন্দ্ৰিয় ৰজা, a saintly king, a king who is devoted to religious austerities.

**ৰাজলক্ষ্মী**, স. শ. (সং. ৰাজলক্ষ্মী—ৰাজন্ + লক্ষ্মী, সম্পত্তি) ৰজাৰ সম্পত্তি-বিভূতি, royal possessions.

**ৰাজশ্ৰী**, স. শ. (সং. ৰাজশ্ৰী—ৰাজন্ + শ্ৰী, সৌন্দৰ্য্য) ৰজাৰ শ্ৰী, ৰজাৰ সম্পত্তি-বিভূতি, ৰজাৰ সন্মান, royal splendour or possessions, majesty.

**ৰাজসিক্**, বি. (সং. ৰাজসিক—ৰজস্, ৰজোগুণ) ৰজোগুণযুক্ত, ৰজোগুণ থকা; যেনে, ৰাজসিক লোক, ৰাজসিক কাম, pertaining to or possessing the quality of passion.

**ৰাজসূয়**, স. শ. (সং. ৰাজসূয় — ৰাজন্, ৰজা + সূ, উৎপন্ন কৰ্; আপোনাৰ ৰাজত্বক অৰ্থাৎ আপুনি যে ডাঙৰ ৰজা ইয়াক উৎপন্ন অৰ্থাৎ প্ৰখ্যাত কৰে ইয়াৰ দ্বাৰা, এতেকে) আপোনাৰ কৰতলীয়া ৰজাবিলাকক নিমন্ত্ৰণ কৰি তেওঁবিলাকৰ পৰা কৰ লৈ কৰা এক যজ্ঞ, a sacrifice performed by a great monarch to which all his tributary princes are invited.

**ৰাজসেৱক্**, স. শ. (সং. ৰাজসেৱক—ৰাজন্, ৰজা + সেৱক, আশ্ৰিত) ৰজাৰ বিষয়া, ৰজাৰ নিজা বা ৰাজ্যৰ কাম চলাওঁতা, a courtier, an officer of state or a private servant of a king.

**ৰাজস্ব**, স. শ. (সং. ৰাজস্ব—ৰাজন্, ৰজা + স্ব, ধন) ৰজাৰ কৰ, ৰাজহ, royal revenue, tax, cess, duty.

**ৰাজহ্**, স. শ. (সং. ৰাজস্ব, ঐ) ৰাজ্কৰ, ৰজাক দিব লগীয়া ধন, দান, খুত, royal revenue, tax, cess, impost.

**ৰাজহন্তা**, স. শ. (সং. ৰাজহন্তা—ৰাজন্, ৰজা + হন্, নাশ কৰ্) ৰজাক বধ কৰোঁতা, a regicide.

**ৰাজহি-তত্‌হি**, "ৰাজহ্-তত্‌হ্" চোৱাঁ।

**ৰাজহী**, স. শ. (অং. ৰাজ্য, এক দেশৰ প্ৰজাবিলাক; সকলোৰে আলাপ কৰে, এতেকে) বেশ্যা, অসতী তিৰোতা (গালি), an unchaste woman, a prostitute.

**ৰাজহুৱা**, বি. (অং. ৰাজ্য, দেশৰ প্ৰজা) ৰাজ্য সম্বন্ধীয়; যেনে, ৰাজহুৱা কথা; অনেক লোকৰ, অনেক লোকে গোট খাই কৰা; যেনে, ৰাজহুৱা সবাহ, pertaining to the state, public.

**ৰাজহ্-তত্‌হ্**, স. শ. (অং. ৰাজহ, ৰাজকৰ + তত্‌হ্, অনুৰূ.) ৰাজ্য বা ৰজাৰ ঘৰৰ সম্পৰ্কীয় কাম, এতেকে নিজ ঘৰৰ কামত বাজে আন কাম, বাহিৰৰ লেঠা; যেনে এক ভায়েক ৰাজহ-তত্‌হত ফুৰে, এক ভায়েকে খেতি কৰে, duties and obligations other than domestic affairs.

ৰাজা, স. শ. ( সং. "ৰাজন্" চোৱাঁ ) দেশৰ গৰাকী, ভূপাল, ৰজা, a king, a monarch.

ৰাজাজ্ঞা, স. শ. ( সং. ৰাজাজ্ঞা — ৰাজন্, ৰজা+আজ্ঞা, আদেশ ) ৰজাৰ আদেশ, royal command, an edict.

ৰাজাধিৰাজ্, স. শ. ( সং. ৰাজাধিৰাজ— ৰাজন্, ৰজা+অধিৰাজ, চক্ৰবৰ্ত্তী ) ৰজাৰ ওপৰৰ ৰজা, চক্ৰবৰ্ত্তী ৰজা, an emperor.

ৰাজ্-আলি, স. শ. ( সং. ৰাজালি — ৰাজন্, ৰজা+আলি, ওখকৈ বন্ধা বাট ) ৰাজ্যৰ সকলো মানুহ যাতায়াত কৰা বাট, ৰাজ বাট, a highway, or public road.

ৰাজীৱ্, স. শ. ( সং. ৰাজীৱ—ৰঞ্জ্, দীপ্তি কৰ্ ) পদ্ম, পদুম, a lotus.

ৰাজেন্দ্ৰ, } স. শ. ( সং. ৰাজেন্দ্ৰ, ৰাজেশ্বৰ
ৰাজেশ্বৰ, } —ৰাজন্ + ইন্দ্ৰ, ঈশ্বৰ, অধিকাৰ ) অধিৰাজা, চক্ৰবৰ্ত্তী, ডাঙ্গৰ ৰজা, an emperor.

ৰাজ্-কৰ্, স. শ. ( সং. ৰাজকৰ্—ৰাজন্, ৰজা+কৰ, খাজনা ) ৰজাক দিব লগা ধন, ৰাজস্ব, ৰাজহ, royal revenue, tax, tribute.

ৰাজ্-কাৰ্য্য, "ৰাজ-কাৰ্য্য" চোৱাঁ।

ৰাজ্-কন্যা, স. শ. ( সং. ৰাজকন্যা—ৰাজন্, ৰজা+কন্যা, ছোৱালী ) ৰজাৰ জীয়েক, a king's daughter.

ৰাজ্‌কিৰীটি, স. শ. ( সং. ৰাজকিৰীট, ৰজাৰ মূৰৰ অলঙ্কাৰ ) ৰজাৰ মৰ্য্যাদাৰ চিন-স্বৰূপে মূৰত পিন্ধা অলঙ্কাৰ, a diadem.

ৰাজ্-কুমাৰ্, স. শ. ( সং. ৰাজকুমাৰ—ৰাজন্, ৰজা+কুমাৰ, লৰা ) ৰজাৰ পুতেক, ৰাজ-পুত্ৰ, a prince, a king's son. ( স্ত্ৰী ) ৰাজ-কুমাৰী।

ৰাজ্-খোৱা, স. শ. ( অং. ৰাজ, অসমৰ এভাগ+খোৱা, ভোগ কৰা ) অসম দেশৰ কোনো এক বিশেষ ভাগৰ অধিপতি বা শাসনৰ কাম চলোৱা বিষয়া, সেই বিষয়াৰ সংখ্যা বাৰ জন আছিল, an officer entrusted with the administration of a particular part of Assam.

ৰাজ্-গুৰু, স. শ. ( সং. ৰাজগুৰু—ৰাজন্, ৰজা+গুৰু, মান্য লোক ) ৰজাক ধৰ্ম্মৰ উপদেশ দিওঁতা, ৰজাৰ গোসাঁই ; ৰজাৰ পুৰোহিত, a spiritual preceptor or family priest of a king.

ৰাজ্-ঘৰ্, স. শ. ( সং. ৰাজন্, ৰজা+ঘৰ, গৃহ ) ৰজা থকা ঘৰ, a palace.

ৰাজ্‌চিহ্ন, "ৰাজচিহ্ন" চোৱাঁ।

ৰাজ্ঞী, স. শ. ( সং. ৰাজ্ঞী—ৰাজন্ শব্দৰ স্ত্ৰীলিঙ্গ ) ৰজাৰ ভাৰ্য্যা, কুঁৱৰী, a queen.

ৰাজ্‌টিকা, স. শ. ( সং. ৰাজা, অৰ্থাৎ ডাঙ্গৰ + টিকা, ওখ মাটি ) বৰ ওখ মাটি, elevated flat land.

ৰাজ্-দণ্ড, স. শ. ( সং. ৰাজদণ্ড—ৰাজন্, ৰজা+দণ্ড, শাস্তি, লাখুটি ) ৰজাই কৰা ডঁৰ ; ৰজাৰ ক্ষমতাৰে কৰা শাস্তি ; ৰজাৰ ক্ষমতাৰ চিনস্বৰূপ লাখুটি, punishment awarded by or under the authority of a king, a sceptre.

ৰাজ্‌দূত্, স. শ. ( সং. ৰাজদূত—ৰাজন্, ৰজা + দূত, পাচনি ) কোনো কাৰ্য্যৰ নিমিত্তে ৰজাই পঠোৱা লোক, কটকী ; ৰজাৰ টেকেলা, a royal messenger, a bailiff, a constable.

ৰাজ্‌দ্ৰোহ্, স. শ. ( সং. ৰাজদ্ৰোহ—ৰাজন্, ৰজা + দ্ৰোহ, হিংসা ) বিদ্ৰোহ, ৰজাৰ দ্ৰোহ আচৰণ, ৰজাৰ অহিতৰ চেষ্টা, rebellion.

ৰাজ্‌দ্ৰোহী, বি. ( সং. ৰাজদ্ৰোহিন্—ৰাজন্, ৰজা + দ্ৰোহ, হিংসা ) ৰজাৰ দ্ৰোহ আচৰা, ৰজা ভাঙ্গিবলৈ মন্ত্ৰণা কৰা, rebellious, rising against one's own king. স. শ. ৰজাৰ দ্ৰোহ আচৰা লোক, নিজ দেশৰ ৰজাক নমনা আৰু তেওঁক গুচাবলৈ যত্ন কৰোঁতা, a rebel.

ৰাজ্-দুৱাৰ্, স. শ. ( সং. ৰাজদ্বাৰ, ৰজাৰ বাট চৰা ) ৰজাৰ ঘৰৰ বাট চৰা ; ৰজাৰ সভা, ৰজাৰ বৰ চৰা ; যেনে, ৰাজদুৱাৰত তোমাৰ জয় হওক, the gate of a palace, the court of a king.

ৰাজ-ধৰ্ম্ম, স. শ. ( সং. ৰাজধৰ্ম্ম—ৰাজন্,

ৰজা+ধৰ্ম্ম, কৰ্ত্তব্য কৰ্ম্ম) ৰজাই কৰিব লগীয়া কাম, duties pertaining to a kingly office.

ৰাজ্‌ধানী, স. শ. (সং. ৰাজধানী—ৰাজন্, ৰজা+ধা, ধাৰণ কৰ্, ৰজাক ধাৰণ কৰে ই, এতেকে) নগৰ, ৰজা থকা ঠাই, a capital, a metropolis.

ৰাজ্‌নীতি, স. শ. (সং. ৰাজনীতি—ৰাজন্, ৰজা + নীতি, নিয়ম) ৰাজ্য শাসনৰ নিয়ম; ৰজাই বা শাসন-কৰ্ত্তাবিলাকে যেনেকৈ ৰাজ্যৰ কাৰ্য্য কৰিব লাগে, তাৰ বিধান, royal polity, royal ethics, science of government.

ৰাজ্‌-নীতিজ্ঞ, বি. (সং. ৰাজনীতিজ্ঞ—ৰাজন্, ৰজা+নীতি, নিয়ম+জ্ঞা, জান্) ৰজাই ৰাজ্য-শাসনৰ কাৰ্য্য কিৰূপে কৰিব লাগে, তাক জনা, ৰজাৰ কাৰ্য্যৰ ভাও বুজা, acquainted with the above.

ৰাজ্‌-পথ্, স. শ. (সং. ৰাজপথ—ৰাজন্, ৰজা+পথ, বাট) ৰাজবাট, সকলো মানুহ যাতায়াত কৰা আলি, a high road, a public thoroughfare.

ৰাজ্‌-পাট্, স. শ. (সং. ৰাজা, ৰজা+পাট্, সিংহাসন) ৰজাৰ সিংহাসন, a royal seat, a throne.

ৰাজ্‌পীড়া, স. শ. (অং. ৰাজ্য, প্ৰজাসমূহ + সং. পীড়া, ৰোগ) সাংঘাতিক ৰোগ, এক সময়তে অনেক লোকৰ হোৱা পীড়া, মাউৰ, an epidemic.

ৰাজ্‌পুত্ৰ, স. শ. (সং. ৰাজপুত্ৰ — ৰাজন্, ৰজা + পুত্ৰ, সন্তান) ৰজাৰ কোঁৱৰ, a prince.

ৰাজ্‌পুৰি, স. শ. (সং. ৰাজপুৰি—ৰাজন্, ৰজা + পুৰি, নগৰ) ৰাজধানী, ৰজাৰ নগৰ a capital, a metropolis.

ৰাজ্‌বাট্, স. শ. (সং. ৰাজবাট, ৰাজ-আলি) ৰাজপথ, ৰাজ-আলি, a highway, a public road.

ৰাজ্‌বংশী, স. শ. (সং. ৰাজন্, ৰজা+ৰংশ, কোনো এক আদিপুৰুষৰ সন্তান সন্ততি) ৰজাৰ বংশত জাত, ৰজাৰ বংশৰ, descended from a royal race. স. শ. ৰজাৰ বংশৰ লোক, a descendant of a royal race.

ৰাজ্‌বল্লভ্, "ৰাজবল্লভ্" চোৱা।

ৰাজ্‌-ভগন্, স. শ. (সং. ৰাজ্য, দেশ+অং. ভগন, বিভ্ৰাট) বিপ্লৱ, শক্ৰৰ দ্বাৰা ৰজা পৰাস্ত হোৱাত দেশৰ হুলস্থুল, political revolution, the overthrow of a government.

ৰাজ্‌মন্ত্ৰী, স. শ. (সং. ৰাজমন্ত্ৰিন্—ৰাজন্, ৰজা + মন্ত্ৰিন্, মন্ত্ৰণা দিওঁতা) ৰজাক সকলো বিষয়ত পৰামৰ্শ দিয়া ঘাই বিষয়া, a prime minister.

ৰাজ্‌মাও, স. শ. (সং. ৰাজমাতা, ৰজাৰ মাক) ৰজাৰ মাক, the mother of a king.

ৰাজ্‌মুকুট্, স. শ. (সং. ৰাজমুকুট—ৰাজন্, ৰজা + মুকুট, কিৰীটি) ৰজাৰ কিৰীটি, ৰজাৰ মৰ্যাদাৰ চিন স্বৰূপ মূৰৰ অলঙ্কাৰ, a royal crown.

ৰাজ্য, স. শ. (সং. ৰাজ্য—ৰাজন্, ৰজা) এক ৰজাৰ অধীন দেশ; যেনে, অসম ৰাজ্য; এক দেশৰ প্ৰজাসমূহ; এতেকে অনেক লোক; যেনে, সেই কথা ৰাজ্যে শুনিলে, a kingdom, the whole body of the people of a country, a large number of people.

ৰাজ্য কৰ্, দেশ শাসন কৰ্, ৰাজত্ব কৰ্; যেনে, আহমবিলাকে অসমত ছশ বছৰ ৰাজ্য কৰিলে। পদাত "কৰ" ধাতুৰ ক্ৰিয়া "ৰাজ্য" শব্দৰ আগত থাকে; যেনে, কৰিলাহা ৰাজ্য দশ হাজাৰ বৎসৰ, to reign, to rule.

ৰাজ্যচ্যুত, বি. (সং. ৰাজ্যচ্যুত — ৰাজ্য, দেশ+চ্যুত, ভ্ৰষ্ট) ৰাজ্য গুচা, ৰজা ভগা, ৰাজ্যভ্ৰষ্ট, deposed, dethroned.

ৰাজ্যনাশ্, স. শ. (সং. ৰাজ্যনাশ—ৰাজ্য, দেশ+নাশ, হানি) ৰাজ্য গুচা অৱস্থা, ৰজা ভগা অৱস্থা, the loss of a kingdom, dethronement.

ৰাজ্যভ্ৰষ্ট, বি. (সং. ৰাজ্যভ্ৰষ্ট—ৰাজ্য, দেশ+

ভ্ৰষ্ট, নষ্ট) ৰাজ্য হেৰুওৱা, ৰজা ভগা, dethroned, deposed.

ৰাজ্‌লক্ষণ্, স. শ. (সং. ৰাজন্, ৰজা+লক্ষণ, চিন) ৰজাৰ বা ৰজা হব লগীয়া লোকৰ গাত থকা স্বাভাৱিক চিন; যেনে, তেওঁৰ গাত ৰাজলক্ষণ আছে, any natural mark indicating royalty.

ৰাজ্‌লক্ষ্মী, "ৰাজলক্ষ্মী" চোৱাঁ।

ৰাজ্‌-শাসন্, স. শ. (সং. ৰজাশাসন, প্ৰজা পালন) নিয়মৰ দৰে দুষ্টক দমন আৰু সন্তক পালন কৰা কাৰ্য্য, the act of administering or governing a country, sway.

ৰাজ্‌সভা, স. শ. (সং. ৰাজন্, ৰজা+সভা, সমাজ) ৰজাৰ সভা, ৰজাৰ বৰ চৰা, ৰাজ্যৰ কাম কৰিবলৈ একে ঠাইতে বহা ৰজা আৰু পাত্ৰ মন্ত্ৰী আদি, a court or council.

ৰাজ্‌হংস, স. শ. (সং. ৰাজহংস—ৰাজন্, ৰজা + হংস; হাঁহ জাতিৰ প্ৰধান, এতেকে) ৰঙা ঠেং আৰু ঠোঁটেৰে বগা গাৰে এবিধ বনৰীয়া হাঁহ, ৰাজহাঁহ; বিতৰাজ, a white goose with red legs and bill, an ordinary goose.

ৰাজ্‌হাঁহ্, স. শ. (সং. ৰাজহংস, ঐ) এবিধ ডাঙ্গৰ জাতিৰ হাঁহ (বনৰীয়া বা ঘৰচীয়া), a goose (wild or tame).

ৰাজ্‌হাড়, স. শ. (সং. ৰাজা, প্ৰধান+হাড়, অস্থি) পিঠিৰ থিয় ঘাই হাৰ, the backbone, the spine.

ৰাতি, স. শ. (সং. ৰাত্ৰি, নিশা) নিশা, সূৰ্য্য মাৰ যোৱাৰ পৰা আকও ওলোৱালৈকে কাল, night.

ৰাতি, স. শ. (সং. ৰক্তিকা, এটা লাভুৰ মণিৰ সমান গধূৰ) এটা লাভুৰ মণিৰ সমান গধূৰৰ জোখ, এক অনাৰ ছ ভাগৰ এভাগ, one-sixth of an anna in weight.

ৰাতি-পুৱা, স. শ. (অং. ৰাতি, নিশা+পুৱা, প্ৰভাত) পুৱা বেলা, প্ৰাতস্ কাল, morning.

ৰাতিপুৱাই, ক্ৰি. বি. নিচেই পুৱাতে, early in the morning.

ৰাতুল্, বি. (সং. ৰক্ত, ৰঙ্গা) ৰঙ্গা, red.

ৰাত্ৰি, স. শ. (সং. ৰাত্ৰি—ৰা, দান কৰ্, বিশ্ৰাম দিয়ে, এতেকে) ৰাতি, নিশা, night.

ৰাতুমাল্, স. শ. লৰাৰ মূৰত হোৱা এবিধ খহু বা ঘা, a kind of sore on the head of a child.

ৰাত্ৰি-চৰ্, স. শ. (সং. ৰাত্ৰিচৰ — ৰাত্ৰি, ৰাতি + চৰ্, গতি কৰ্, ৰাতি ফুৰে, এতেকে) ভূত, প্ৰেত, ৰাক্ষস, চোৰ, a ghost, a goblin, a demon, a thief. বি. ৰাতি ওলাই ফুৰা; ৰাতি আহাৰ বিচৰা, going about at night, nocturnal.

ৰাত্ৰি-জাগৰণ্, কৃদ. স. (সং. ৰাত্ৰিজাগৰণ—ৰাত্ৰি, নিশা + জাগৰণ, সাৰে থকা) ৰাতি সাৰে থকা কাৰ্য্য, the act of sitting up at night, vigilance.

ৰাধা, স. শ. কৃষ্ণৰ বৰ প্ৰিয় এজনা গোপীৰ নাম, the name of a cowherdess, the favourite mistress of Krishna.

ৰাধা-কান্ত, স. শ. (সং. ৰাধাকান্ত—ৰাধা, ঐ + কান্ত, স্বামী) কৃষ্ণ, Krishna.

ৰাধানাথ্, স. শ. (সং. ৰাধানাথ—ৰাধা, ঐ + নাথ, স্বামী) কৃষ্ণ, Krishna.

ৰাধিকা, স. শ. "ৰাধা" চোৱাঁ।

ৰাধেয়, স. শ. (সং.) ৰাধাৰ পুত্ৰ, কৰ্ণ, (কৰ্ণৰ জন্মৰ পাচত কুন্তিয়ে তেওঁক পৰিত্যাগ কৰিলত ধৃতৰাষ্ট্ৰৰ সাৰথিৰ ভাৰ্য্যা ৰাধাই তেওঁক তুলি লয়, এতেকে সেই নাম), a name of Karna, a hero of the *Mahabharata.*

ৰান্ধ্, স. ধা. (সং. ৰন্ধন, পাক কৰা কাৰ্য্য—ৰধ্, পাক কৰ্) খাবৰ নিমিত্তে সিজা, সিদ্ধ কৰ্, পাক কৰ্, to cook.

ৰান্ধন্‌-বাঢ়ন্, কৃদ. স. খোৱা বস্তু সিজোৱা আৰু পাতত বাঢ়ি দিয়া কাৰ্য্য, the act of cooking and serving up food.

ৰান্ধনি, স. শ. ৰান্ধোতা, পাক কৰোঁতা, চাংমাই, a man who cooks, a male cook. (স্ত্ৰী) ৰান্ধনী।

**ৰান্ধনি-ঘৰ্,** স. শ. ভাত-ৰন্ধা ঘৰ, ৰান্ধনি শাল, a cook-room.

**ৰান্ধনি-শাল্,** স. শ. ( সং. ৰন্ধনশালা, ৰান্ধনি-ঘৰ ) ভাত ৰন্ধা ঘৰ, আখল, a kitchen, a cook-room.

**ৰাপ্,** স. শ. ( সং. ৰাগ, অনুৰাগ ) স্পৃহা, অনুৰাগ, ৰতি ; যেনে, সেই বস্তুত তাৰ ৰাপ নাই ; মনোযোগ ; যেনে, পঢ়াত ৰাপ নহলে বিদ্যা নহয়, attachment, fondness, attention.

**ৰা-বা,** স. শ. ( অং. ৰা, শব্দ + বা, বতাহ, শব্দ আৰু বায়ু ) জেঙ্গা, জঞ্জাল, চিন্তা, ভাৱনা ; যেনে, তোমাক এই কথাৰ ৰা-বাই নেপায়, responsibility, care, anxiety.

**ৰা-বাঁহ্,** স. শ. ( সং. ৰাজা, ৰজা + অং. বাঁহ, এবিধ তৃণ ) ধুমেৰে খুন্দিবৰ বা চমটাৰে কোবাবৰ আজ্ঞা পোৱা জগৰীয়াক পিঠি ওপৰ কৰি মাটিত পেলাই তাৰ গাত পথালিকৈ দি হেঁচি ধৰা বাঁহ, the bamboo laid across a criminal ordered to be flogged and laid flat on the ground with the face downwards in order to prevent him from moving or shaking his body.

**ৰাম্,** স. শ. ( সং. ৰাম—ৰম্, আনন্দিত কৰ্, যোগী সকলৰ মনক আনন্দিত কৰে, এতেকে ) বিষ্ণু ; তেওঁৰ অৱতাৰ এই কাৰণ, জমদগ্নিৰ পুতেক পৰশুৰাম, দশৰথৰ পুতেক ৰামচন্দ্ৰ ; কৃষ্ণৰ ককায়েক বলৰাম, *Rama* or *Ramachandra*, the seventh incarnation of Vishnu.

**ৰামায়ণ্,** স. শ. ( সং. ৰামায়ণ—ৰাম, ৰামচন্দ্ৰ + অয়ন, নিবাসৰ ঠাই ) ৰামচন্দ্ৰৰ জন্ম আৰু কাৰ্য্যবিলাকৰ বৰ্ণনা কৰি বাল্মীকিয়ে ৰচনা কৰা এখান পুথি, the first of the Sanskrit epics describing the adventures of *Ramachandra*.

**ৰাম্‌কলা,** স. শ. ( সং. ৰামৰম্ভা, এবিধ কলা গছ—ৰাম, বং লগোৱা + কলা, এবিধ গছ) এবিধ কলাগছ, a kind of plantain tree.

**ৰাম্‌চন্দ্ৰ,** স. শ. ( সং. ) দশৰথৰ পুতেক, ৰামৰ নাম, a name of *Rama*, son of *Dasaratha*.

**ৰাম্-জখলা,** স. শ. এবিধ গাত অনেক খোপৰ নিচিনা ভাঁজ থকা লতা (ৰামচন্দ্ৰই স্বৰ্গলৈ উঠোঁতে তাৰে জখলা কৰিছিল বুলি ইতৰ মানুহে কয়, এতেকে সেই নাম), a kind of creeper.

**ৰাম্-তাল্,** স. শ. ( সং. ৰাম, ৰামচন্দ্ৰ + তাল, এবিধ বাদ্য ; বৰাগীয়ে তাক বজাই ৰামৰ নাম লয়, এতেকে ) হাতে পতি দুচটা লৈ বজোৱা চাৰি চটা বাঁহৰ এবিধ বাদ্য, কৰতাল, তাক কোনোৱে এহাতে দুচটা মাথোন লৈও বজায়, a kind of musical instrument made of four or two pieces of split bamboo.

**ৰাম্‌তুলসী,** স. শ. এবিধ তুলসীৰ নিচিনা সুগন্ধি গছ, a kind of basil. *Ocymum gratissimum.* (Haughton).

**ৰাম্-নৱমী,** স. শ. ( সং. ৰামনৱমী—ৰাম, ৰামচন্দ্ৰ + নৱমী, এক তিথি ; সেই দিনা ৰামচন্দ্ৰ উপজিছিল, এতেকে সেই নাম ) চত মাহৰ শুক্লা নৱমী তিথি, the ninth lunar day of the bright half of Chait on which Rama was born.

**ৰাম্-পাৰ,** স. শ. এবিধ পানীত চৰা চৰাই ; ( ভকতীয়া মাত ) কুকুৰা, a kind of aquatic bird.

**ৰাম্-শিয়াল্,** স. শ. এবিধ নোমাল নেজেৰে সৰু শিয়াল, a fox. ( কাম. )।

**ৰায়ত্,** স. শ. ( যাং. ৰৈয়ত ) প্ৰজা, ৰজাৰ অধীন মানুহ, a subject, a government tenant.

**ৰাৱ,** স. শ. ( সং. ৰাৱ—ৰু, শব্দ কৰ্ ) শব্দ, মাত, a sound.

**ৰাৱণ্,** স. শ. ৰামচন্দ্ৰে বধ কৰা লঙ্কাৰ ৰাক্ষসৰ ৰজা, the king of *Lanka* or Ceylon, killed by *Rama*.

**ৰাৱণাৰি,** স. শ. ( সং. ৰাৱনাৰি—ৰাৱণ, ঐ + অৰি, শত্ৰু ) ৰামচন্দ্ৰ, *Rama*.

**ৰা-শলা,** স. শ. এবিধ মাছ, a kind of fish.

ৰাশি, স. শ. ( সং. ৰাশি—ৰাশ্, ব্যাপ্ত হ ; সমূহ, দম ; মেষ, বৃষ আদি বাৰটা চিনৰ প্ৰত্যেকটো, a heap, a quantity, a sign of the Zodiac.

ৰাশিচক্ৰ, স. শ. ( সং. ৰাশি, মেষাদি + চক্ৰ, মণ্ডল ) ৰাশিবিলাকৰ মণ্ডল, the Zodiac.

ৰাস্, ৰাস-ক্ৰীড়া, } স. শ. ( সং. ৰাস—ৰস, আদি ৰস ) বৃন্দাবনত কৃষ্ণই গোপীবলাকেৰে সৈতে কৰা আদি ৰসৰ ক্ৰীড়া, the amorous sport of *Krishna* with the milkmaids of *Vrindavana*.

ৰাস্‌যাত্ৰা, স. শ. ( সং. ৰাসযাত্ৰা—ৰাস, ঐ + যাত্ৰা, উৎসৱ ) কাত্তিৰ পূৰ্ণিমাত কৃষ্ণৰ ৰাস-ক্ৰীড়াৰ উপলক্ষে পূজা আৰু নাচ, গান ইত্যাদি, a festival in honor of *Krishna* on the full moon of *Kartic*.

ৰাহাক্, বি. প্ৰচুৰ, অধিক, plentiful. (কাম.)

ৰাহাক্‌কৈ, ক্ৰি. বি. অধিককৈ, plentifully.

ৰাহি, স. শ. (সং. ৰাশি, মেষাদি ) মেষ আদি বাৰটা সূৰ্য্যৰ ঘৰ, a sign of Zodiac.

ৰাহি আহ্, জোৰা মিল্, এতেকে মন মিল্, to agree like the horoscopes of bride and bridegroom.

ৰাহি, বি. ( সং. ৰাশি, সমূহ ) খৰচ নোহোৱাকৈ থকা, সঞ্চিত হোৱা; যেনে, পাঁচ টকা ৰাহি হল, accumulated, saved.

ৰাহিয়াল্, বি. ৰাহি কৰা, সাঁচতীয়া, সঁচা ; যেনে, ৰাহিয়াল লোক শীঘ্ৰে চহকী হয় ; এতেকে ধনী, চহকী, sparing, frugal, rich, prosperous.

ৰাহু, স. শ. ( সং. ৰাহু—ৰহ্, ত্যাগ কৰ্ ; চন্দ্ৰ, সূৰ্য্যক গ্ৰাস কৰিব খুজি ত্যাগ কৰে ) হিন্দু জ্যোতিষৰ মতে এটা গ্ৰহ, the ascending node, or the Dragon's head. 'কেতু" চোৱা।

ৰাহুগ্ৰস্ত, বি. ( সং. ৰাহুগ্ৰস্ত—ৰাহু, ঐ + গ্ৰস্, গিল্ ) ৰাহুয়ে গিলা বা আচ্ছাদন কৰা, ৰাহুৱে ঢকা ( চন্দ্ৰ সূৰ্য্য ), eclipsed.

ৰাক্ষস্, স. শ. ( সং. ৰাক্ষস—ৰক্ষ্, ৰক্ষা পা ; তাৰ পৰা ৰক্ষা বিচাৰিব লাগে, এতেকে ) এবিধ দেৱতাৰ শত্ৰু উপদেৱতা ; যেনে, ৰাৱণ আদি ; মানুহৰ মঙ্গহ খোৱা বনৰীয়া মানুহ ; ভাল বেয়াৰ বিচাৰ নকৰাকৈ পেটে ধৰে মানে খোৱা মানুহ, a Titan, a cannibal, a glutton, a gormand. ( স্ত্ৰী ) ৰাক্ষসী।

ৰাক্ষসেন্দ্ৰ, স. শ. ( সং. ৰাক্ষসেন্দ্ৰ—ৰাক্ষস, উপদেৱতা + ইন্দ্ৰ, প্ৰধান ) ৰাক্ষসৰ ৰজা, ৰাৱণ, *Ravana*.

ৰিং, স. শ. মানুহ মতা বৰ উচ্চ মাত, উকি ; আটাহ্, a loud call, a scream.

ৰিং মাৰ্, চিঞৰি মানুহক মাত্, to call out loudly.

ৰিং আটাহ্, স. শ. পীড়াৰ নিমিত্তে মৰা চিঞৰ, উচ্চ কেঁকনি, a loud scream of pain.

ৰিংৰিঙ্গীয়া, বি. ( অং. ৰিঙ্গা, পাতল ) গহীন নোহোৱা, মানুহ কম হোৱাৰ কাৰণ পাতল বোধ হোৱা ; যেনে, আলহীবিলাক গলত ঘৰটো ৰিংৰিঙ্গীয়া হল ; উচ্চ বা গলগলীয়া নোহোৱা ; যেনে, ৰিংৰিঙ্গীয়া মাত ; উজ্জ্বলিত নোহোৱা (বৰণত খাটে) ; যেনে, ৰিংৰিঙ্গীয়া মহী, lonely and silent, as a house, not loud or sonorous, pale, as a colour.

ৰিকাপি, স. শ. ( যাং. ৰিকাবি, পাত্ৰ ) ধোঁৱা খোৱাৰ আধাৰ, a support for the *huka*.

ৰিকাপি, স. শ. ( যাং. ৰিকাব ) ঘোঁৰাত উঠোঁতাৰ ভৰিৰ আধাৰ, a stirrup.

ৰিক্ত, বি. ( সং. ৰিক্ত—ৰিচ্, মল ত্যাগ কৰি পেট খালি কৰ্ ) শূন্য, শুদা, উদং, empty.

ৰিক্ততা, গু. শ. শূন্যতা, খালী হোৱা অৱস্থা, emptiness.

ৰিঙ্গা, বি. মানুহ কমাত পাতল বোধ হোৱা, গহীন নোহোৱা ; যেনে, গৃহস্থ নথকা ঘৰ ৰিঙ্গা ; গলগলীয়া নোহোৱা, পাতল ; যেনে, ৰিঙ্গা মাত ; বৰ উজ্জ্বলিত নোহোৱা (বৰণত খাটে) ; যেনে, ৰিঙ্গা মহী, lonely and silent, not loud, pale.

ৰিঙ্গাবোৱা, স. শ. (অং. ৰিং, আটাহ+সং. ৰৱ, শব্দ) অনেক মানুহে ৰিঙ্গিওৱা কাৰ্য্য; হাই, কোৰ্হাল, the sound of several persons calling out at once, an uproar, a loud noise.

ৰিঙ্গিয়া, স. ধা. (অং. ৰিং, উচ্চ মাত) উচ্চ শব্দেৰে মাত্, উকিয়া, চিঞৰি মাত্, to call out loudly.

ৰিজা, স. ধা. প্ৰভেদ বা দোষ গুণ বুজিবৰ কাৰণে আন কোনো বস্তুৰে মিলা, তুলনা কৰ্, to compare with.

ৰিঠা, } স. শ. (হিং. ৰীঠিয়া; বং.
ৰিঠা-মাছ, } ৰিঠা, এবিধ মাছ) এবিধ বাকলি নথকা মাছ, ৰান্ধিবৰ আগেয়ে ভাক পিটিব লাগে, তেহে সি ভালৰূপে সিজে, a kind of fish.

ৰিঠা-দগৰা, স. শ. (অং. ৰিঠা, ঐ+দগৰ্, পিট্) ৰিঠা মাছ খুন্দাৰ দৰে খুন্দা কিল, শকত প্ৰহাৰ; যেনে, চোৰক ৰিঠা-দগৰা দিলে, a sound beating.

ৰিণি-ৰিণি, } ক্ৰি. বি. (সং. নিৰীক্ষণ,
ৰিণিকি-ৰিণিকি, } দূৰত দৰ্শন) অস্পষ্ট-ৰূপে, অসম্পূৰ্ণৰূপে (দূৰৈৰ বস্তু দেখাত বা মাত শুনাত খাটে); যেনে, হিমালয় পৰ্ব্বত ৰিণি-ৰিণি দেখা যায়, বাঁহীৰ স্বৰ ৰিণি-ৰিণি শুনা গৈছে, indistinctly, imperfectly (said of seeing a distant object or hearing a distant voice).

ৰিপু, স. শ. (সং. ৰিপু—ৰপ্, গালি পাৰ্) শত্ৰু, an enemy.

ৰিপুঞ্জয়্, বি. (সং. ৰিপুঞ্জয়—ৰিপু, ঐ+জি, পৰাস্ত কৰ্) শত্ৰুক দমন কৰা, জয়-যুক্ত, victorious.

ৰিপুৱা, স. শ. (সং. ৰিপু, শত্ৰু, জগৰীয়াৰ প্ৰতি শত্ৰুৰ দৰে কাম কৰে, এতেকে) কোনো জগৰ কৰা মানুহৰ বা চোৰে নিয়া বস্তুৰ গোপনে উৱাদিহ লৈ বাৰ্ত্তা দিবৰ নিমিত্তে নিযুক্ত হোৱা মানুহ, গুপ্তচৰ, চৰিয়া, a person employed secretly to enquire and report about an offender or stolen property, a secret informer.

ৰিপুৱা ধৰ্ বা ৰিপুৱা মেল্, দোষী বা চোৰে নিয়া বস্তুৰ গোপনে অনুসন্ধান কৰিবলৈ মানুহ নিযুক্ত কৰ্, to employ a secret informer.

ৰিব্ৰিবনি, স. শ. (ৰিব্ ৰিব্, অনুক. মৃদুৰূপে চলা বতাহৰ নিচিনা শব্দ) মৃদুৰূপে চলা বতাহৰ শব্দ; যেনে, বতাহৰ ৰিব-ৰিবনি শুনি মন শীতল হয়, the low whispering sound of gentle breeze.

ৰিব্ৰিবা, অ. ধা. মৃদু শব্দ কৰি চল্; মৃদু আৰু শীতল হৈ চল্ (বতাহত খাটে), to blow with a low whispering sound or gently, as wind.

ৰিব্ৰিবীয়া, বি. মৃদুৰূপে আৰু ধীৰে ধীৰে চলা (বতাহ), blowing softly (said of wind).

ৰিষ্ট, স. শ. (সং. ৰিষ্ট—ৰিষ্, পীড়া কৰ্) দুৰ্ভাগ্য, মানুহৰ জীৱনৰ কোনো সময়ত পীড়া বা মৃত্যু জন্মাব পৰা গ্ৰহ নক্ষত্ৰৰ যোগ; যেনে, এই লৰাৰ পোন্ধৰ বছৰত ৰিষ্ট আছে, ill luck, a combination of stars calculated to cause injury to a person at a certain period of his life.

ৰিহা, স. শ. (সং. ৰিহ্, বধ কৰ্, তাৰ জালেৰে মাছ ধৰা যায়, এতেকে) এবিধ গছ, তাৰ ছালৰ সূতাৰে ডোমে জাল গাঁথে, the *rhea* plant. *Boehmeria nivea.* (Watt).

ৰিহা, স. শ. (সং. হৃদয়, বুকু; বুকুত মেৰোৱা যায়, এতেকে) তিৰোতাই গাত মেৰোৱা এবিধ কাপোৰ, a kind of scarf worn by women.

ৰীতি, স. শ. (সং. ৰীতি—ৰী, গমন কৰ্, সেইৰূপে মানুহ চলে, এতেকে) দস্তুৰ, আচৰণৰ নিয়ম, ব্যৱহাৰ, custom, practice, usage.

ৰুক্মিণী, স. শ. কৃষ্ণৰ এজনা ভাৰ্য্যাৰ নাম,

the name of one of the wives of Krishna.

ৰুগীয়া, বি. ( সং. ৰোগ, ব্যাধি ) ব্যাধিযুক্ত, নৰিয়া, sick, unhealthy. স. শ. নৰিয়া লোক, ব্যাধিযুক্ত লোক ; যেনে, ৰুগীয়াই দৰব খায়, a sick person.

ৰুগ্ন, বি. (সং. ৰুগ্ন—ৰুজ্, নৰিয়া হ) ৰুগীয়া, নৰিয়া, sick.

ৰুচ্, অ. ধা. ( সং. ৰুচ্, তৃপ্তি দি ) সোৱাদ লগা হ, মুখত ভাল বোধ জন্মা, ৰুচক হ ; যেনে, জৰীয়াৰ মুখত টেঙ্গা ৰুচে, to be agreeable to the taste, to be palatable.

ৰুচক্, বি. ( সং. ) সোৱাদ লগোৱা, মুখত ভাল বোধ জন্মোৱা ; যেনে, আচাৰ ৰুচক, agreeable to the taste, palatable.

ৰুচনী, স. শ. ৰুচি লগোৱা বা আহাৰ মুখত ভাল লগোৱা বস্তু ; যেনে, আচাৰ আদি, something that gives or improves relish for food, an appetizer.

ৰুচি, স. শ. ( সং. ৰুচ্, তৃপ্তি দি ) খাদ্য বস্তু মুখত ভাল পোৱা গুণ ; যেনে, আচাৰে ৰুচি জন্মায় ; এতেকে কোনো ৰচনাৰ বা কাৰ্য্যৰ গুণাগুণ বুজা শক্তি ; যেনে, প্ৰতিজনৰ ৰুচি বেলেগ ; ইচ্ছা, বাঞ্ছা ; যেনে, তোমাৰ যেনে ৰুচি, relish for food, appetite, taste, liking, desire.

ৰুচিকৰ, বি. ( সং. ) ৰুচি জন্মোৱা, খোৱা বস্তু মুখত সোৱাদ লগোৱা ; যেনে, আচাৰ ৰুচিকৰ বস্তু, giving or improving the taste, appetizing.

ৰুচিৰ্, বি. ( সং. ৰুচিৰ—ৰুচ্, সন্তোষ দি ) সুন্দৰ, শুৱনি, শোভাযুক্ত, beautiful, charming.

ৰুজীয়া, বি. ( অং. ৰোজ্, নিতৌ দিয়া সিধা ) ৰোজ খোৱা, নিতৌ সিধা পোৱা ; যেনে, ৰুজীয়া আলহী ; নিতৌ দিয়া সিধাৰ ; যেনে, ৰুজীয়া চাউল, receiving a daily allowance of raw food, pertaining to daily provisions.

ৰুটী, স. শ. ( হিং. ৰোটী ; বং. ৰুটী, এবিধ পিঠা ) ঘেঁহুৰ গুড়িৰে কৰা এবিধ পিঠা, bread.

ৰুঠা, বি. ( সং. ৰুক্ষ, কৰ্কশ ) কৰ্কশ, মনত অসন্তোষ লগোৱা ; যেনে, ৰুঠা মাত ; শুকান, নীৰস, বিসোৱাদ ; যেনে, ৰুঠা ভাত, harsh, dry, insipid.

ৰুণ্, স. শ. ( সং. ৰু, শব্দ কৰ্ ) পাৰ বা কপৌৰ মাত, the cooing of doves or pigeons.

ৰুণ দি, পাৰ বা কপৌৰ দৰে মাত, to coo, as a dove or pigeon.

ৰুণুক-জুণুক, অনুক. নেপুৰ বা আন অলঙ্কাৰৰ নিচিনা শব্দ, an imitative sound used to express the jingling of ornaments.

ৰুদ্ধ, ৰুদ. বি. ( সং. ৰুদ্ধ—ৰুধ্, আটক ) কেইও ফালে বেৰি আটক কৰা, বেৰি থোৱা, shut up, confined.

ৰুদ্ৰ, স. শ. ( সং. ৰুদ্ৰ—ৰুদ্, কান্দ্ ; অসুৰবিলাকক কন্দুৱায়, এতেকে ) শিৱ, যাইকৈ প্ৰলয়ত সৃষ্টি নাশ কৰিবলৈ শিৱই ধৰা ঘোৰ আকৃতি ; শিৱৰ পৰা হোৱা এঘাৰ জনা উপদেৱতাৰ এজনা—তেওঁবিলাকৰ নাম, অজৈকপাদ, অহিব্ৰধ্ন, বিৰূপাক্ষ, সুৰেশ্বৰ, জয়ন্ত, বহুৰূপ, ত্ৰ্যম্বক, অপৰাজিত, সবিত্ৰ, হৰ, শিৱ, Siva, especially the terrific form he assumes to destroy the world, one of the eleven demi-gods sprung from the body of Siva.

ৰুদ্ৰ-মূৰ্ত্তি, স. শ. ( সং. ৰুদ্ৰমূৰ্ত্তি—ৰুদ্ৰ, শিৱ + মূৰ্ত্তি, আকাৰ ) প্ৰলয় কালত পৃথিৱী নাশ কৰিবলৈ সদাশিৱই ধৰা ভয়ঙ্কৰ আকাৰ ; এতেকে খঙত হোৱা ভয়ানক আকাৰ ; যেনে, ডাঙ্গৰীয়াই ৰুদ্ৰ-মূৰ্ত্তি ধৰিছে, the terrific form which Siva is supposed to assume at the time of the destruction of the world, a furious look or appearance. বি. খঙ্গেৰে ভয়ানক, ক্ৰোধেৰে পৰিপূৰ্ণ ;

যেনে, বজা খঙ্গত রুদ্র-মূৰ্ত্তি হৈছে, furious, wrathful.

রুদ্র-ৰূপ্, স. শ. বি. "রুদ্র-মূৰ্ত্তি" চোৱা।

রুদ্রৰূপে, ক্রি. বি. রুদ্রস্বৰূপে, রুদ্র হৈ, রুদ্রৰ আকৃতি ধৰি; যেনে, "রুদ্রৰূপে সংহাৰিবা তুমি," in the character, or assuming the form of, Rudra.

রুদ্রাক্ষ, স. শ. (সং. রুদ্রাক্ষ—রুদ্র, শিৱ + অক্ষি, চকু) এবিধ গছৰ গুটি, তাৰে মালা কৰা যায় আৰু সি শিৱৰ বৰ প্ৰিয়, a tree, *Elæocarpus ganitrus*, (Gamble), the hard tubercled nuts of which are polished and made into rosaries and bracelets.

রুধিৰ্, স. শ. (সং. রুধিৰ—রুধ্, আটক কৰ্) তেজ, শোণিত, blood.

রুন্দি-খুন্দি, ক্রি. বি. (অং. রুন্দি, অনুক. + খুন্দি, আঘাতৰ দ্বাৰা সুমাই) পেট পূৰাই, হেঁপাহ পলুৱাই, দৰনিকৈ; যেনে, রুন্দি খুন্দি খালে, to satiety, gluttonously.

রুপিত্, বি. (সং. ৰোপিত, ৰোৱা) ৰোৱাতী; যেনে, রুপিত মাটি, fit for planting *sali* rice. স. শ. ৰোৱাতী বা শালি-ধান ৰোৱা মাটি, low rice-land.

রুমাল্, স. শ. (যাং. রুমাল) মুখ মচা সৰু কাপোৰ, a handkerchief.

রুৱা, স. শ. (সং. রুহ্, ওপৰলৈ উঠা) ঘৰৰ পানী-পাচৰ পৰা মুধলৈ থিয়কৈ দিয়া গোটা বাঁহ, a rafter of a roof.

রুসা, বি. (সং. হ্ৰস্, কম হ) হ্ৰাস, তাকৰ, কম, চুটা পৰা, insufficient, deficient.

রুসা পৰ্, কম হ, চুটা পৰ্, নোজোৰা হ, to be insufficient or deficient.

ৰূক্ষ, বি. (সং. ৰূক্ষ—ৰূক্ষ্, কঠিন হ) কৰ্কশ, নিমজ নোহোৱা; যেনে, তেল নঘঁহিলে গা ৰূক্ষ হয়; নিৰস আৰু কঠিন; যেনে, বৰষুণ নোহোৱাত মাটি ৰূক্ষ হৈছে, rough, not smooth or soft, dry and hard.

ৰূক্ষতা, গু. শ. (সং.) কৰ্কশ গুণ; নিৰস আৰু কঠিন হোৱা অৱস্থা, roughness, dryness.

ৰূঢ়, }
ৰূঢ়ি, } বি. (সং. ৰূঢ়, ৰূঢ়ি—ৰূহ্, উৎপন্ন হ) ধাতুৰ বা মূলৰ নিশ্চয় নথকা; যেনে, ঢাল (বাঁক) এইটো সংস্কৃত শব্দৰ মূলৰ নিশ্চয় নাই; মূলৰ অৰ্থতকৈ বেলেগ অৰ্থযুক্ত, মূলৰ অৰ্থেৰে নিমিলা; যেনে, আখণ্ডল, (ইন্দ্ৰ)—আ, সৰু + খণ্ডল, খেণ্ডু, সৰু বেহু যাৰ; কিন্তু ইন্দ্ৰৰ বেহুখান সৰু নহয়, এতেকে আখণ্ডল ৰূঢ় শব্দ, of uncertain origin, incapable of etymological analysis.

ৰূপ্, স. শ. (সং. ৰূপ্য, এক ধাতু) ৰজত, এবিধ বগা ধাতু, তাৰ মোহৰ ধন হয়; এতেকে বিত্ত, ধন; যেনে, হাতত ৰূপ নাই, silver, money.

ৰূপ্ মাৰ্, ৰূপৰ মোহৰ কৰ্, to coin.

ৰূপ মাৰ্, ৰূপৰ মোহৰ কৰ্, to coin money.

ৰূপ্, স. শ. (সং. ৰূপ — ৰূপ্, গঢ় ল) আকাৰ, আকৃতি, গঢ়; শব্দৰ বা ধাতুৰ পদ; যেনে, দেৱ শব্দৰ ৰূপ কোৱা, form, shape, declension, conjugation. বি. গঢ়ৰ, প্ৰকাৰৰ; যেনে, কি-ৰূপ (কি প্ৰকাৰৰ), এইৰূপ (এই প্ৰকাৰৰ), of a certain mode, manner or kind.

ৰূপতা, স. শ. (অং. ৰূপ, এবিধ বগা ধাতু) এবিধ সৰু বগা মাছ, a kind of small fish.

ৰূপলাৱণ্য, স. শ. (সং. ৰূপলাৱণ্য—ৰূপ, আকৃতি + লাৱণ্য, শুৱনি গুণ) সুন্দৰ ৰূপ, মনোহৰ আকৃতি, loveliness, grace, gracefulness.

ৰূপৱতী, বি. "ৰূপৱন্ত" শব্দৰ স্ত্ৰীলিঙ্গ।

ৰূপৱন্ত, }
ৰূপৱান্, } বি. (সং. ৰূপৱৎ; ৰূপ, গঢ় [সুন্দৰ গঢ়] + ৱৎ, যুক্ত) সুন্দৰ, শুৱনি, গঢ়িত, beautiful, handsome.

ৰূপহ্, বি. (সং. ৰূপ, গঢ়) শুৱনি, দেখিবলৈ ভাল; যেনে, ৰূপহ লৰা; উত্তম, সুন্দৰ; যেনে, কাপটো ৰূপহ হৈছে,

beautiful, good-looking, good, excellent.

ৰূপহী, বি. (অং. ৰূপহ, সুন্দৰ) সুন্দৰী, শুৱনী (স্ত্ৰী), beautiful, charming (Fem.). স. শ. সুন্দৰী তিৰোতা; এবিধ ধান; মানুহে খানি কৰা নৈ. a beautiful woman, a kind of paddy, a canal.

ৰূপান্তৰ্, স. শ. (সং. ৰূপান্তৰ—ৰূপ, আকৃতি + অন্তৰ, আন) গঢ় সলনি; সলনি হৈ হোৱা আকাৰ; যেনে, চেনি গুড়ৰ ৰূপান্তৰ, transformation, modification, a modified form. বি. ৰূপ সলোৱা, আন প্ৰকাৰৰ হোৱা, changed, transformed.

ৰূপান্তৰিত্, বি. (সং. ৰূপান্তৰিত—ৰূপ, আকৃতি + অন্তৰিত, সলোৱা) আকৃতি সলোৱা, গঢ় লৰোৱা, এবিধ গুচি আন এবিধ হোৱা, transformed.

ৰূপী, বি. (সং. ৰূপিন্—ৰূপ, গঢ়+ইন্) ৰূপ থকা আকৃতি ধৰা (এটা সংজ্ঞা শব্দৰ পাচত লগ লাগে); যেনে, কূৰ্ম্ম-ৰূপী বিষ্ণু, having or assuming a form. (স্ত্ৰী) ৰূপিণী।

ৰূপে, ক্ৰি. বি. (সং. ৰূপ, প্ৰকাৰ, গঢ়) প্ৰকাৰে, দৰে, ভাৱে; যেনে, এইৰূপে (এটা বিশেষণৰ পাচত থাকিলে তাৰে একে পদ হয়); যেনে, ভালৰূপে; ৰূপ ধৰি, আকৃতি লৈ (এই ভাৱত এটা সংজ্ঞা শব্দেৰে লগ লাগে); যেনে, "মৎস্যৰূপে অৱতাৰ হৈলা প্ৰথমত"; স্বৰূপে, নিচিনাকৈ (এই ভাৱতো সংজ্ঞা শব্দৰ লগ লাগে); যেনে, বন্ধুৰূপে, in a certain manner (in composition, as the last member of a word) in the shape, or character of.

ৰূপোৱালি, বি. (অং. ৰূপ, এবিধ ধাতু) ৰূপ লগোৱা, ৰূপৰ বন কৰা; ৰূপেৰে কৰা বা গঢ়া; যেনে, ৰূপোৱালি গুণা, silvered, inlaid with silver, made or consisting of silver.

ৰূপ্-লাৱণ্য, "ৰূপলাৱণ্য" চোৱা।

ৰূৰুৱনি, স. শ. (তললৈ চোৱা) সোঁত পানী বা বৰ জুইৰ শব্দ, the roaring of a torrent or fire.

ৰূৰুৱা, অ. ধা. (অং. ৰূৰু, সোঁতৰ বা জুইৰ শব্দ) বাধা পোৱা সোঁতৰ বা ডাঙ্গৰ জুইৰ দৰে শব্দ কৰ্; বৰকৈ জল্; যেনে, হাবিৰ জুয়ে ৰূৰুৱাইছে; এতেকে জ্বালা বা পীড়া কৰ্ (ভোকত খাটে); যেনে, পেটত ভোকে ৰূৰুৱাইছে; ভোকৰ দ্বাৰা জলি উঠ্ বা পীড়া পা (পেটত খাটে); যেনে, ভোকত পেটে ৰূৰুৱাইছে, to roar, as fire or water, to be oppressive, as hunger, to be oppressed by hunger.

ৰে, সম্বো. অব্য. (সং. ৰে, অব্য.) নীচ বা তুচ্ছ মানুহক মতা মাত, অৰে; যেনে, ৰে পাষণ্ড, a particle used in addressing a low person.

ৰেংৰেং, অনুক. কুকুৰে খঙ্গেৰে ভুকাৰ নিচিনা মাত, an imitative sound used to express that of the barking of an angry cur.

ৰেংৰেঙ্গী, বি. বৰ টান মাতী আৰু দন্দুৰী (স্ত্ৰী), harsh-voiced and quarrelsome (Fem.).

ৰেংৰেঙ্গীয়া, বি. (অং. সেৰেঙ্গা, তন্থু) তন্থু, পাতল, সেৰেঙ্গা, মাজত ছেদ থকা; যেনে, ৰেংৰেঙ্গীয়া বাৰ, thin, having interstices.

ৰেকৰেকনি, স. শ. (তললৈ চোৱা) কৰ্কশ আৰু উচ্চ শব্দেৰে কোৱা কথা, rough and loud speech.

ৰেকৃৰেকা, অ. ধা. টেকটেকা, টান মাতেৰে বহুত কথা ক, to talk in a loud and boisterous manner.

ৰেখ্, স. শ. (সং. ৰেখা, আঁক) আঁক, ৰেখা; বাথৰ পতা বস্তৰ দুখান বাথৰৰ মাজৰ ওথ সিৰ; যি সূতাৰে সেই কাপোৰ বোৱা যাব তাতকৈ ডাঙ্গৰ বা আন বৰণীয়া সূতাৰে দিয়া ৰেখা (কাপোৰত), a

line, the small prominence between two precious stones in jewelry, a line made in a cloth with coarser thread, a stripe.

ৰৈখা, স. শ. ( সং. ৰেখা—লিখ্, আখৰ দি ) আঁক, আঁচ, a line, a thread-like mark of the pen.

ৰেচক, বি. ( সং. ৰেচক—ৰিচ্, মল-ত্যাগ কৰ্ ) পেট চলোৱা, ভেদ কৰোৱা, purgative. স. শ. পেট চলোৱা দৰব, a purgative.

ৰৈচন্, কৃদ. স. ( সং. ) ভেদ হোৱা বা পেট চলা কাৰ্য্য, ভেদ, the act of purging.

ৰেঘ্, স. শ. এবিধ মাছ ধৰা জাল, a kind of fish-net.

ৰেঘা, স. শ. ( সং. ৰেখা, আঁক ) হিন্দুৱে শোভাৰ বা ধৰ্ম্মৰ নিমিত্তে চন্দন আদিৰ দ্বাৰা কপালত পথালিকৈ টনা তিনটা ৰেখা, three cross-lines drawn on the forehead, by a Hindu.

ৰেঙ্গনি, স. শ. ( অং. ৰেঙ্গা, অলপকৈ ৰঙ্গা হৈ ওলা ) অলপকৈ ওলোৱা ৰদৰ ৰঙ্গা বৰণ, অলপকৈ ওলোৱা ৰদ ; যেনে, পুৱফালে ৰদৰ ৰেঙ্গনি ওলাইছে, a reddish light of the sun. বি. ৰেঙ্গোৱা, অলপকৈ ওলোৱা ; যেনে, ৰেঙ্গনি ৰদ, slight, (as sunshine).

ৰেঙ্গনী, বি. ( অং. ৰেং ৰেং, অনুক. ) খঙ্গাল আৰু বৰকৈ ভুকি থকা, কেংকেঙ্গাই থকা ( মাইকী কুকুৰত খাটে ) ; যেনে, ৰেঙ্গনী কুকুৰ, snappish and barking furiously.

ৰেঙ্গা, অ. ধা. ( অং. ৰঙ্গা, তেজৰ বৰণ ) অলপ ৰঙ্গা হৈ ওলা ( ৰদত খাটে ) ; যেনে, ৰদ ৰেঙ্গাইছে, to shine out dimly.

ৰেঙ্গা, অ. ধা. ( অং. ৰেঙ্গা, অলপ পোহৰ হ ; অলপ পোহৰ সোমায়, এতেকে ) মাজত অলপ ছেদ থকা হ, ভালকৈ নিমিল্ ( জোৰাত খাটে ) ; যেনে, জোৰাটো ৰেঙ্গাইছে ; এতেকে অসঙ্গত হ, অযুগুত হ, আন কোনো উক্তিৰে অমিল হ ; যেনে, গুচৰীয়াৰ সাখীৰ কথা ৰেঙ্গাইছে, to have an interstice, to be inconsistent or conflicting with another statement.

ৰেণু, স. শ. ( সং. ৰেণু — ৰি, পীড়া দি, চকুত পীড়া দিয়ে, এতেকে ) ধূলি ; যেনে, চৰণৰ ৰেণু ; এক কণিকা ; যেনে, এক ৰেণুৰ মান, dust, a small particle.

ৰেণুকা, স. শ. জমদগ্নি ঋষিৰ ভাৰ্য্যা, পৰশু-ৰামৰ মাক, the wife of *Jamadagni* and mother of *Parasurama*.

ৰেতস্, স. শ. ( সং. ৰেতস—ৰী, বৈ পৰ্ ) বীৰ্য্য, লেদ্, the seminal fluid.

ৰেন্দা. স. শ. ( বং. ৰেঁদা, কাঠ মিহি কৰা অস্ত্ৰ ) কাঠ নিমজ কৰা এবিধ সঁজুলি, a carpenter's plane.

ৰেপ্, অ. ধা. ( সং. ৰিফ্, পীড়া দি ) চোকা অস্ত্ৰৰ মুখেৰে তললৈ হেঁচি ঘঁহ্ ; যেনে, ডিঙ্গিত কটাৰিৰে ৰেপিছে, to draw backwards and forwards a cutting instrument with downward pressure. স. ধা. ঘনে ঘনে খুজি আমনি কৰ্ ; যেনে, সি নেপায় মানে মানুহক ৰেপে ; পুনঃ পুনঃ ক ; যেনে, একেটা কথাকে ৰেপি থকা ভাল নহয়, to vex with solicitations, to harp upon. স. শ. চোকা অস্ত্ৰৰ মুখেৰে মৰা ঘঁহা ; যেনে, একে ৰেপতে ছিগিল, a downward pressure with a cutting instrument drawn backwards and forwards.

ৰেপ্ মাৰ্, চোকা অস্ত্ৰৰ মুখেৰে ঘঁহ্, to draw backwards and forwards a cutting instrument with a downward pressure.

ৰেপনি, স. শ. ৰেপা অৰ্থাৎ চোকা অস্ত্ৰৰ মুখেৰে ঘঁহা, পুনঃ পুনঃ একে কথাকে কোৱা বা নেৰাকৈ প্ৰাৰ্থনা কৰা কাৰ্য্য, the act of drawing a cutting instrument backwards and forwards with a downward pressure, harping upon, pressing with solicitations.

ৰেফ্, স. শ. ( সং. ৰেফ—ৰিফ্, কথা ক ; কঢ়ি ) ৰ আখৰ ; ঘাইকৈ ব্যঞ্জনৰ ওপৰত দিয়া ৰৰ চিন ( ´ ), the letter ৰ ; especially the symbol ( ´ ) placed over another consonant.

ৰেবাব্‌-টেঙ্গা, "ৰবাব্" চোৱা।

ৰেৱতী, স. শ. ( সং. ) ২৭ সংখ্যাৰ বা শেষ নক্ষত্ৰ, the last of the lunar asterisms.

ৰেৱতী, স. শ. ৰেৱত ৰজাৰ জীয়েক, বলৰামৰ ভাৰ্য্যা, the daughter of *Revata* and wife of *Balarama*.

ৰেৰা, স. শ. ( হিং. ৰৰা, সোণ-ৰূপৰ সৰু গুড়ি ) অলঙ্কাৰ আদিত মিহি গুণাৰে কৰা, সৰু সৰু টোপোৰা থকা জালৰ নিচিনা কাম, filigree work.

ৰেৱা, স. শ. বিন্ধ্য পৰ্ব্বতৰ পূব-ভাগ বা অমৰ্কণ্টক পৰ্ব্বতৰ পৰা বৈ অহা এখান নদী, নৰ্ম্মদা নদী, a river rising from the mountain *Amarkantak* in the province of *Gondwana*, the Nerbudda.

ৰেহ্, ৰেহ্‌কপ্, } স. শ. ( যাং. ৰাহ্‌-ৰুইচ্, আচৰণ ) গঢ় গতি, আচাৰ, আচৰণ ; মনৰ ভাব, the mode of conducting one's self, behaviour, tendency.

ৰৈয়ত, বি. হাবি নথকা আৰু সমান, পৰিস্কাৰ ; যেনে, মাটিখান বা আলিটো ৰৈয়ত হৈছে ; দুষ্টক দমন কৰি সুস্থিৰ কৰা, সুথিল হোৱা ; যেনে, ইংৰাজে মানক খেদাই অসম দেশ ৰৈয়ত কৰিলে, free from jungle.

ৰৈৱত, স. শ. বিন্ধ্য পৰ্ব্বতৰ পূবভাগ বা অমৰ্কণ্টক পৰ্ব্বত ( তাৰ পৰা ৰেৱা নদী বৈ আহিছে, এতেকে সেই নাম ), the mountain *Amarkanta* in the province of *Gondwana*.

ৰো, স. ধা. ( সং. ৰুহ্, গজ্ ) ৰোপণ কৰ্, এঠাইৰ পৰা নি আন ঠাইত স্থাপিত কৰ্ ( গছত খাটে ) ; যেনে, আমৰ পুলি ৰুইছে, to plant, to transplant. কৃদ. স. ৰোঁওতা, ( স্ত্ৰী ) ৰোৱঁতী।

ৰোঁহ্, স. শ. (সং. ৰোষ, খং) ঠেহ, অসন্তোষ পাই মনে মনে কৰা খং, a sullen resentment of an affront, a net.

ৰোঁহ্-ঘৰ্, স. শ. কোনো কুঁৱৰী, ৰাজকুমাৰী বা কোঁৱৰৰ ৰোঁহ হলে মনে মনে সোমাই থকা কোঁঠালী, a chamber of displeasure, a room in which a queen, a princess or a prince shuts herself or himself up when in a pet.

ৰোক, স. ধা. জোঙ্গা বস্তুৰ আগেৰে খুঁচি এৰুৱা, খোঁক ; যেনে, নাৰিকল ৰোকে, to scoop or gouge out.

ৰোকনী, স. শ. বস্তু ৰুকি উলিওৱা এবিধ জোঙ্গা অস্ত্ৰ, an instrument to scoop or gouge out anything.

ৰোকা, স. শ. ( যাং. ৰুক্কা, সৰু চিঠি ) ক্ষুদ্ৰ চিঠি, short letter, a note.

ৰোগ্, স. শ. ( সং. ৰোগ—ৰুজ্, নৰিয়া হ ) ব্যাধি, নৰিয়া, a disease.

ৰোগগ্ৰস্ত, বি. ( সং. ৰোগগ্ৰস্ত—ৰোগ, ঐ+গ্ৰস, গিল্ ) ৰোগৰ দ্বাৰা পীড়িত, ব্যাধিমন্ত, diseased.

ৰোগন্, স. শ. সোণাৰিয়ে সোণৰ অলঙ্কাৰ ঘঁহি পৰিষ্কাৰ বা চকচকীয়া কৰা শিল বিশেষ, a kind of stone with which a goldsmith cleans golden ornaments.

ৰোগান্বিত্, বি. ( সং. ৰোগান্বিত—ৰোগ, ঐ + অন্বিত, যুক্ত ) ব্যাধিমন্ত, নৰিয়া, ৰুগীয়া, diseased.

ৰোগাবিষ্ট, বি. ( সং. ৰোগ, ব্যাধি+অবিষ্ট, দুৰ্দ্দশা বা কষ্ট ) ব্যাধিযুক্ত ; পীড়িত ; যেনে, ৰোগাবিষ্ট শৰীৰ, diseased.

ৰোগাৰ্ত্ত, বি. ( সং. ৰোগাৰ্ত্ত—ৰোগ, ব্যাধি + আৰ্ত্ত, পীড়িত ) ৰোগৰ দ্বাৰা কষ্ট পোৱা, suffering from sickness.

ৰোগী, বি. ( সং. ৰোগিন্, ৰোগ, ঐ+ইন্, প্ৰত্যয় ) ৰুগীয়া, নৰিয়া, diseased. স. শ. নৰিয়া মানুহ, ব্যাধিযুক্ত পুৰুষ, a sick man. ( স্ত্ৰী ) ৰোগিণী।

ৰোগ্-শান্তি, স. শ. ( সং. ৰোগশান্তি—ৰোগ, ব্যাধি + শান্তি, উপশম ) ৰোগৰ উপশম বা নিবৃত্তি, cessation of a disease.

ৰোচোক্কা, স. শ. ( অং. ৰোক, জোঙ্গা বস্তুৰে খোঁচ্ ) আচোঁৰ লাগি হোৱা ঘা, ক্ষত, a slight wound, a scratch.

ৰোজ্, স. শ. ( যাং. ৰোজহ্, দিন ) নিতৌ দিয়া কেঁচা খাদ্য বা সিধা ; প্ৰতি দিনে যিমান লাগে, তাৰ লেখেৰে দিয়া চাউল মাহ আদি, a daily allowance of raw food, ration.

ৰোজ্ ধৰ্, দিনৌও যিমান লাগে, তাৰ জোখাই বা নিতৌ কেঁচা খাদ্য যোগা, to supply with daily provisions.

ৰোজা, স. শ. ( যাং. ৰোজহ্, দিন ) মছলমানে দিনত কৰা মাহেকীয়া উপবাস, a Mahomedan fast.

ৰোদন, কৃদ. স. ( সং. রুদ্, কান্দ্ ) ক্ৰন্দন, কান্দন, the act of crying or weeping.

ৰোধ্, স. শ. ( সং. ৰোধ—রুধ্, বন্ধ কৰ্ ) বন্ধ কৰণ, আটকা কাৰ্য্য, stoppage.

ৰোন্দা, স. শ. ( সং. ৰন্ধ্ৰ, বিন্ধা ) পকা ঘাৰ ভিতৰে ভিতৰে হোৱা বিন্ধা, মুখ ঠেক ভিতৰে বহল আৰু দ হোৱা পকা ঘা, sinus, an elongated abscess with a small orifice.

ৰোপণ্, কৃদ. স. ( সং. ৰোপণ—রুহ্, গজ্ ) ৰোৱণ, এঠাইৰ পৰা নি আন এঠাইত গুৰি পুতি স্থাপন কৰণ ( গছত খাটে ), the act of planting or transplanting.

ৰোপিত্, কৃদ. বি. ( সং. ) ৰোৱা, এঠাইৰ পৰা নি আন এঠাইত গুৰি পুতি স্থাপিত ; যেনে, বৃক্ষ ৰোপিত হল ; এতেকে শালি ধানৰ খেতি কৰা, ৰুপিত, ৰোৱাতী ; যেনে, ৰোপিত মাটি, planted, fit for planting with *Sali-dhan*. স. শ. শালি তলী, ৰুপিত মাটি, low rice-land.

ৰোমন্থ, স. শ. ( সং. ৰোমন্থ—ৰোগ, ব্যাধি + মন্থ্, নাশ কৰ্) ঘাঁহ পাগুলা কাৰ্য্য, এবাৰ খোৱা ঘাঁহ পুনৰ উলিয়াই পাগুলন, the act of ruminating.

ৰোমহৰ্ষ, স. শ. ( সং. ৰোমহৰ্ষ—ৰোম, নোম + হৰ্ষ, আনন্দ ; নোমৰ আনন্দ ) ৰোমাঞ্চ, horripilation.

ৰোমাঞ্চ, স. শ. ( সং. ৰোমাঞ্চ—ৰোম, নোম + অঞ্চ্, সন্মান কৰ্ ; নোমবোৰে সন্মান কৰিবলৈ উঠাৰ দৰে থিয় হয়, এতেকে ) গাৰ নোম শিয়ৰা, কোনো আচৰিত কথাৰ দ্বাৰা বা আন কাৰণে গাৰ নোম থিয় হওন, horripilation.

ৰোমাঞ্চিত্, কৃদ. বি. ( সং. ) আচৰিত কথাৰ বা আনন্দৰ দ্বাৰা থিয় হোৱা নোমযুক্ত ; যেনে, ৰোমাঞ্চিত শৰীৰ, having the hair standing on end with pleasure or horror.

ৰোল্, স. শ. ( হিং. ৰোৰ্, হাই ) হাই, কোৰ্হাল, উচ্চ শব্দ ; যেনে, কান্দনৰ ৰোল, a confused noise, an outcry.

ৰোৱণ্, কৃদ. স. ( অং. ৰো, ৰোপণ কৰ্ ) ৰোপণ, ৰোপণ কৰণ, the act of planting or transplanting.

ৰোৱনী, স. শ. ধান ৰোৱা তিৰী, a woman who transplants paddy seedlings.

ৰোৱা, স. শ. পথাৰত ৰোৱা ধানৰ পুলি ; যেনে, গৰুৱে ৰোৱা খালে, transplanted paddy seedlings.

ৰোৱাতী, বি. শালি ধান ৰোৱা, ৰুপিত, cultivated with *sali-dhan.*

ৰোষ্, স. শ. ( সং. ৰোষ—রুষ্, খং কৰ্ ) ক্ৰোধ, খং, anger.

ৰোষ্ ৰাখ্, কোনো কথা যিৰূপে কলে কোনো লোকে অসন্তোষ, লাজ বা অপমান পায়, তেওঁৰ আগত তাক সেই দৰে নকৈ তেওঁৰ মান বা আবুৰ ৰাখ্ ; যেনে, ভাল লোকক ৰোষ ৰাখি কথা কৰা, to spare the feelings of a person by speaking in his presence what is humiliating to him in a guarded or round about manner.

ৰোষ্ বুজ্, কোনো লোকৰ লাজৰ বা অপ-

মানৰ কথা যেনেকৈ কলে তেওঁ অসন্তোষ নেপায়, তাক জান্, to know how to spare the feelings of a person in speaking to him.

ৰোহিণী, স. শ. (সং. ৰোহিণী—ৰুহ্, বৃদ্ধি পা) চতুৰ্থ নক্ষত্ৰ, the fourth lunar asterism.

ৰোহিত্, স. শ. (সং. ৰোহিত—ৰঙ্গা বৰণ; তাৰ বুকুফাল অলপ ৰঙ্গচীয়া, এতেকে) ৰৌ মাছ, a kind of fish.

ৰৌ, স. শ. (সং. ৰোহিত—বং. রুই, এবিধ মাছ) এবিধ ডাঙ্গৰ মাছ, ৰোহিত, see the above.

ৰৌজাল্-বৌজাল্, স. শ. (সং. ৰৱ, শব্দ + বৌজাল, অনুক.) অলপ কথাতে কৰা বৰ হাই; বৰ খঙ্গেৰে কোৱা উচ্চ কথা, দন্দ, noise, noisy dispute, a fuss.

ৰৌঢ়ি, স. শ. (সং. ৰট্, কথা ক) বৰকৈ প্ৰকাশ পোৱা কথা, পৰস্পৰে কোৱাকুই কৰাত ব্যাপ্ত হোৱা কথা, a rumour. বি. বৰকৈ প্ৰকাশ পোৱা, সকলোৱে জনা; যেনে, কথাটো ৰৌঢ়ি হৈছে (প্ৰায়ে বেয়া কথা গুলোৱাত খাটে), spread abroad.

ৰৌঢ়ি উঠ্, ৰৌঢ়ি ফুট্, বৰকৈ ব্যক্ত হ (বেয়া কথাত খাটে), to be spread abroad.

ৰৌদ্ৰ, স. শ. (সং. ৰৌদ্ৰ—ৰুদ্ৰ, শিৱৰ প্ৰলয় কালৰ মূৰ্ত্তি) বৰ তাপ, সূৰ্য্যৰ তাপ, ৰদ, heat, sunshine.

ৰৌমুবিয়লি, স. শ. ৰৌমাছৰ ডেকেৰুৱা পোৱালি, a young *rui* fish.

ৰৌৰৱ্, স. শ. (সং. ৰৌৰৱ—ৰুদ্, কান্দ্; পাপীয়ে তাত কান্দে, এতেকে) এখান নৰক, one of the divisions of hell. "ৰৌৰৱ্-নৰক" এনেও হয়।

ৰৌ ৰৌ, অনুক. কুকুৰে বৰ ডাঙ্গৰকৈ ভুকাৰ নিচিনা শব্দ, an imitative sound used to express that of loud barking of a dog.

ৰৌৰৱনি, স. শ. কুকুৰে বৰ ডাঙ্গৰকৈ ভুকাৰ শব্দ, the loud bark of a dog.

ৰৌৰৱা, অ. ধা. বৰ ডাঙ্গৰকৈ ভুক্; খঙ্গেৰে বৰ উচ্চকৈ কথা ক, to bark loudly, to speak aloud with anger.

ৰৌৱাচৌৱা, স. শ. বৰ হাই, বৰ উচ্চ শব্দেৰে কোৱা আপোনাৰ দুখ বা হানিৰ কথা (প্ৰায়ে তিৰোতাৰ কথাত খাটে), a loud noise, grievances expressed in a loud and noisy voice.

## ল

ল, ব্যঞ্জনবিলাকৰ ২৮ সংখ্যাৰ আখৰ, the twenty-eighth letter of the consonants.

ল, স. ধা. (সং. লা; হিং. লেনা; বং. লওন, গ্ৰহণ কৰ্) গ্ৰহণ কৰ্, হাত আদি পাতি ধৰ্; স্বীকাৰ কৰ্; ভক্ষণ কৰ্, খা; যেনে, জুলাপ লৈছে (ঘাইকৈ ভকতীয়া মাত); যেনে, আতৈয়ে অন লৈছে, to receive, to take, to eat. কৃদ. স. লওঁতা, (স্ত্ৰী) লঁতী।

লওন্, কৃদ. স. লোৱা কাৰ্য্য, গ্ৰহণ, the act of taking, acceptance.

লং, স. শ. (সং. লৱঙ্গ, এবিধ মচলা) তামোলৰ আৰু দৰবৰ লগত ব্যৱহৃত এবিধ বিদেশী শুকান ফুল, a clove, a flower-bud of the clove-tree.

লং, স. শ. লঙ্গৰ আকৃতিৰ এবিধ কাণৰ অলঙ্কাৰ, এবিধ সৰু কেৰু, a kind of ear ornament.

লংঘ, স. ধা. (সং. লঙ্ঘন—লঘ্, ডেই যা) জাঁপ মাৰি পাৰ হ, ডেই যা; যেনে, হনুমন্তে সাগৰ লংঘিলে; নেমান্, অৱজ্ঞা কৰ্; যেনে, পিতৃ-মাতৃৰ আজ্ঞা লংঘিব নেপায়, to cross by jumping, to disobey.

লং-ফুল্, স. শ. লঙ্গৰ আকৃতিৰ সুগন্ধি ফুল ধৰা এবিধ ক্ষুদ্ৰ গছ; তাৰ ফুল, a kind of plant, and its flower.

লকচা, স. শ. বাঁহৰ কোমল মোটা ডাল; এবিধ দীঘল তৃণ, a young bamboo twig, a kind of long grass.

**লকচি**, স. শ. গা-সৰু লকচা বা বাঁহৰ ঠালি, a thin bamboo twig.

**লক্ত**, বি. (সং. লগ্ন; বং. লক্ত, লগ লাগি থকা), সংলগ্ন, লান লগা, লগালগি, connected, contiguous.

**লকৰ্ থকৰ্**, বি. থৰকবৰক, অস্থিৰ (বুঢ়া লোকত খাটে), unsteady, trembling, as an old person.

**লকৰ্-থকৰ কৰে**, ক্রি. বি. অস্থিৰৰূপে, কঁপি, থৰকবৰক কৰি, in an unsteady manner, tremblingly.

**লক্লক্**, বৰকৈ লোভ লগা ভাব বুজাবলৈ ব্যৱহৃত অনুকাৰ শব্দ, an imitative sound used to express a craving.

**লক্লকনি**, স. শ. বৰ লোভ, সামৰিব নোৱৰা লোভ, a craving.

**লক্লকা**, অ. ধা. কোনো বস্তু পাবলৈ বৰকৈ ব্যস্ত হ, অতিশয়ৰূপে লোভ বা আকাংক্ষা কৰ্, লুতপুতা (ইয়াৰ কৰ্ত্তা মন); যেনে, ভাল বস্তু দেখিলে লুভীয়াৰ মনে লক্লকায়, to feel a craving or longing, as the mind.

**লক্লকীয়া**, বি. কোনো বস্তু পাবলৈ বৰকৈ ব্যস্ত হোৱা, লোভ সামৰিব নোৱৰা (মনত খাটে); যেনে, লকলকীয়া মন, eager to possess a thing desired, desiring eagerly, as the mind.

**লক্লক্ কৰে**, ক্রি. বি. বেগাই আৰু অতিশয় ৰূপে (বঢ়াত বা ডাঙ্গৰ হোৱাত খাটে); যেনে, ধান-ভূৰা বা ছোৱালী-জনী লক-লক কৰে বাঢ়িছে, rapidly and luxuriantly (said of thriving).

**লখ্**, স. শ. (সং. লক্ষ্য, চিন; চিন মাত্র) অতি অলপ বস্তু; যেনে, ধানৰ লখেই নাই, খেতিৰ লখ লওঁ, a small particle.

**লখিমী**, "লক্ষ্মী" শব্দৰ অপভ্রংশ, সেই শব্দ চোৱাঁ।

**লখিমী আন্**, প্রথমে দোৱা ধানৰ এটা মুঠি উৎসৱ কৰি ঘৰলৈ আন্, to bring home a sheaf of the paddy reaped on the first day with ceremony.

**লগ্**, স. শ. (সং. লগ্, একত্র হ) সঙ্গ, যোগ, মিলন; যেনে, তোমাৰ লগত; সঙ্গী লোক, লগৰীয়া; যেনে, লগ নোহোৱাকৈ বিদেশলৈ যোৱা অনুচিত, companionship, union, contact, a companion.

**লগ্ ধৰ্**, পাচত গৈ একত্র হ, খেদি ধৰ্; যেনে, খেদি লগ ধৰিলোঁ, to overtake.

**লগ পা**, সাক্ষাত পা, দেখাদেখি হ; যেনে, বাটত কাৰ লগ পালা? to meet.

**লগ ল**, একত্রে যাবলৈ মাত্; যেনে, ঘৰলৈ যাবলৈ তাৰ লগ লৈছে; সঙ্গী হ; যেনে, দুষ্টৰ লগ নলবা, to ask to go with or accompany, to keep company with.

**লগ লগা**, একত্র কৰ্, সঙ্গী কৰ্, to unite.

**লগ লাগ্**, একত্র হ, সঙ্গী হ, to be united.

**লগ হ**, সঙ্গী হ; যেনে, লবা তাৰ সমনীয়াৰ লগ হয়, to associate, to join in company.

**লগতে**, ক্রি. বি. বেগতে, শীঘ্রে, quickly.

**লগনিয়াৰ্**, স. শ. (অং. লগা, টুটকীয়া কথা ক) আগত নথকা মানুহৰ অহিতে কথা কোৱা লোক, টুটকীয়া, a backbiter, a tale-bearer.

**লগনী**, } **লগনী-খৰি**, } স. শ. (অং. লগা, জুইৰ সংযোগ কৰ্) প্রথমে জুই লগোৱা শুকান কাঠ আদি, kindling wood.

**লগনীয়া**, বি. (অং. লগা, টুটকীয়া কথা ক) আগত নথকা লোকৰ অহিতে কোৱা, টুটকীয়া (কথাত খাটে); যেনে, লগনীয়া কথা নুশুনিবা; আগত নথকা মানুহৰ অহিতে কথা কোৱা, টুটকীয়া (মানুহত খাটে); যেনে, লগনীয়া মানুহৰ কথা নুশুনিবা, spoken against one absent, tale-bearing, backbiting.

**লগৰীয়া**, বি. (অং. লগ, সঙ্গ) সঙ্গী, লগৰ, একে লগে থকা বা ফুৰা; যেনে, লগৰীয়া মানুহ, associate, closely connected or joined with another. স. শ. সঙ্গী লোক, একে লগৰ মানুহ, বন্ধু, an associate, a companion.

লগা, স. শ. ( সং. লগ্নক, জামিন ) প্ৰতিভূ, কোনো লোকে কোনো কাৰ্য্য কৰিলে বা নকৰিলে যি দায় হব, তাক নিজ গাত লওঁতা মানুহ; যেনে, লগা হোৱাই ধন ভৰে, a security.

লগা, স. ধা. ( অং. 'লাগ্' চোৱা ) সংযোগ কৰ্, একত্ৰ কৰ্, মিলা; যেনে, ঘৰত খুঁটা লগায়; নিযুক্ত কৰ্; যেনে, মন লগাই পঢ়; ফল ধৰা, গুটি উৎপন্ন কৰা; যেনে, তামোল লগাই থাইছে; আগত নথকা মানুহৰ বিৰোধে ক; যেনে, ৰজাত লগাইছে; প্ৰজ্বলিত কৰ্, জলা; যেনে, চাকি লগায়; নৈৰ দাঁতিত বান্ধ ( নাওত থাটে ); যেনে, নাৱৰীয়াই নাও লগায়; সূতাৰ বা কাঠীৰ কামৰ আৰম্ভ কৰ্, ববলৈ ধৰ্; যেনে, খৰাহি লগাইছে; কোনো বস্তুৰ মূল্যস্বৰূপে আগেয়ে দি; যেনে, ধানলৈ মানুহত ধন লগাইছে, to join, to bring into contact, to devote, to engage, to employ, to cause to bear fruit, to maliciously speak against a person absent, to backbite, to kindle, to light, to make fast, as a boat, to commence, to weave or plait, to advance, as the price of articles. কৃদ. স. লগাওঁতা, ( স্ত্ৰী ) লগাঁতী।

লগাই ভঙ্গাই, টৌটকালি কৰি, লগনীয়া কথা কৈ, maliciously speaking against a person, backbiting.

লগাওন্, কৃদ. স. লগোৱা কাৰ্য্য, the act of joining, &c.

লগাভগা, স. শ. ( কিছু সম্বন্ধ লাগে, কিছু ভাগে বা নেলাগে, এতেকে ) আঁতৰ-সম্বন্ধীয়া মানুহ, মিতিৰৰ নিচিনা লোক, a distant relation or connection.

লগালগি, বি. সংলগ্ন, এটাৰ গাত আনটো লগা, নিচেই ওচৰাউচৰি, contiguous, adjoining. স. শ. সম্পৰ্ক, ছোৱাছুই; যেনে, এই দুটা ঘৰৰ লগালগি গুচাই আঁতৰ কৰ, contiguity, adjacency.

লগি, স. শ. ( অং. লগ, সঙ্গ; সন্তানৰ গাত লাগি থাকে, এতেকে ) তিৰোতাৰ গৰ্ভত সন্তানক মেৰাই থকা আৰু প্ৰসৱৰ পাচত বাজ হোৱা ছালবিশেষ, the human placenta or afterbirth.

লগী, স. শ. ( হিং. লগ্গী; বং. লগী, চৰি ) নাও চলোৱা দীঘল বাঁহ, a bamboo pole used in propelling a boat.

লগীয়া, বি. আৱশ্যক হোৱা, প্ৰয়োজনীয়, উচিত ( তাৰ আগত এটা লিঙ্গ ধাতু থাকে ); যেনে, কৰিব লগীয়া, necessary, fit or proper.

লগুণ্, স. শ. ( সং. নৱগুণং, একে লগে পকোৱা নডাল সূতা ) বামুণ আদি তিনি জাতিয়ে ঘাগবিগতীয়াকৈ পিন্ধা নগুণীয়া সূতা, যজ্ঞোপবীত, the sacred thread worn by the three first classes of Hindus.

লগুণ্-দিয়নি, স. শ. লৰাক লগুণ দিয়া বা প্ৰথমে লগুণ পিন্ধোৱা কাৰ্য্য, the ceremony of investing a boy with the sacred thread.

লগুন্-গাঠি, স. শ. ( সং. লগ্নগ্ৰন্থি, দৰা কন্যাক একত্ৰ কৰা গাঁঠি ) বিয়াত দৰা কন্যাক লগ লগোৱাৰ চিনস্বৰূপে এখান কাপোৰৰ এমূৰেৰে দৰাৰ সি মূৰেৰে কন্যাৰ গাত দিয়া বান্ধ, the nuptial knot.

লগুৱা, স. শ. ( অং. লগ, সঙ্গ; লগত থাকে, এতেকে ) পৰিকৰ, কোনো ভদ্ৰ লোকৰ আলপৈচান ধৰা ভৃত্য, a personal attendant. 'লিগিৰা' চোৱা।

লগুৱালি, গু. শ. লগুৱাৰ কাম, আলপৈচান, menial or domestic service.

লগ্ন, বি. ( সং. লগ্ন — লগ্, সংযুক্ত হ ) সংযুক্ত, লগা, joined, connected. স. শ. কোনো এক ৰাশিত সূৰ্য্য সোমোৱা কাল, the moment of the sun's entrance into a Zodiacal sign.

লঘন্, "লঘোন" চোৱা।

লঘনীয়া, "লঘোনীয়া" চোৱা।

লঘু, বি. ( সং. লঘু — লঘ্, গতি কৰ্; গা পাতল জন্তু বেগাই যাব পাৰে, এতেকে ) পাতল, গধূৰ নোহোৱা ; যেনে, ভূলা যেন লঘু ; শাম কটা, কম হোৱা ; যেনে, বেদনা লঘু হৈছে ; সামান্য, ইতৰ ; হ্রস্ব, চুটিকৈ উচ্চাৰিত ( স্বৰ-আদি ), light, not heavy, abated ( as a disease ), inferior, short, as a vowel, &c.

লঘু কৰ্, লাজ দি, অপমানিত কৰ্, to put to shame, to insult.

লঘু পৰ্, শাম কাট্, উপশম হ্, to abate, to decrease, as a disease.

লঘোন্, স. শ. ( সং. লঙ্ঘন, উপবাস ) উপবাস ; সঁযোত ; অনাহাৰ, a religious fast, a fast observed on the day previous to the performance of a religious rite, fast, abstinence from food, fasting.

লঘোন লাগ্, অপবিত্র কাৰ্য্যৰ পাপ ক্ষয়ৰ নিমিত্তে লঘোন কৰিব লগা হ্ ; যেনে, অশুচি বস্তু চুলে লঘোন লাগে, to have to observe any expiatory fast, to have to fast to expiate a sin.

লঘোনীয়া, বি. ( অং. ) উপবাসী, লঘোন কৰা, একো নেখাই থকা ; উপবাসৰ অন্তত বা নেখাই থকাৰ পাচত খোৱা ; যেনে, লঘোনীয়া ভাত, fasting, eaten after fasting.

লঘোনে, ক্রি. বি. উপবাসে, লঘোন কৰি, ধৰ্ম্মৰ অৰ্থে বা এনেই একো নোখোৱাকৈ ; যেনে, লঘোনে আছে, fasting, abstaining from food.

লঙ্কা, স. শ. ৰাৱণৰ ৰাজ্য, এটা উপদ্বীপ, Ceylon.

লঙ্কা-মৰিচ, স. শ. ( বং. লঙ্কা, ভোট মৰিচ ) এবিধ নিচেই সৰু বৰ জলা মৰিচ, খৰিকামৰিচ, a kind of small chilli.

লঙ্কেশ্, লঙ্কেশ্বৰ্, } স. শ. ( সং. লঙ্কেশ, লঙ্কেশ্বৰ—লঙ্কা, এখান উপদ্বীপ + ঈশ, ঈশ্বৰ, অধিকাৰ ) ৰাৱণ, a title of *Ravana*.

লঙ্ঘন্, কৃদ. স. ( সং. লঙ্ঘন--লঘ্, নিৰাহাৰে থাক্ ) উপবাস, লঘোন, a fast.

লঙ্ঘন্, কৃদ. স. ( সং. লঙ্ঘন—লঘ, জাঁপ মাৰি পাৰ হ ) জাঁপ মাৰি পাৰ হোৱা বা ডেই যোৱা কাৰ্য্য ; যেনে, হনুমন্তৰ সাগৰ লঙ্ঘন ; অৱজ্ঞা কৰা কাৰ্য্য, উল্লঙ্ঘন, the act of stepping over, transgressing or disobeying.

লঙ্ঘনীয়, বি. ( সং. ) উলংঘিবৰ যোগ্য, নেমানিব লগীয়া, transgressible.

লচ্‌পচ্, ৰঙ্গেৰে বন বাৰি কৰি ইফালৰ পৰা সিফাললৈ যোৱা ভাব বুজোৱা অনুকাৰ শব্দ, an imitative sound used to denote bustling about.

লচ্‌পচনি, কৃদ. স. লচপচোৱা বা মনত ৰঙ্গেৰে কাম কৰি ঘুৰি ফুৰণ, the act of bustling about on some business.

লচ্‌পচা, অ. ধা. বৰ উদ্যোগ আৰু হৰিষেৰে কাম কৰি ঘূৰি ফুৰ্, to be active, to move about cheerfully on some business.

লচ্‌পচী, বি. এলাহৃত বহি নথকা, মনত ৰঙ্গেৰে বেগাই বন বাৰি কৰি ফুৰা ( স্ত্রী ), active, bustling, working cheerfully and quickly.

লচ্‌পচীয়া, বি. এলেহুৱা নোহোৱা, উদ্যোগী, ৰঙ্গেৰে শীঘ্রে কাম কৰা ( পুং. স্ত্রীং. ) ; যেনে, লচপচীয়া তিৰী, active, working quickly and cheerfully.

লচ্‌পচ্ কৰে, লচ্‌পচ্‌কৈ, } ক্রি. বি. মনত ৰঙ্গেৰে বেগাই, উদ্যোগেৰে সৈতে ; যেনে, লচ্‌পচ্ কৰে ভাত ৰান্ধিলে, with joyful haste.

লচৰাই, লচৰ্ কৰে, } ক্রি. বি. অকস্মাৎ, হঠাৎ, আগ গুৰি নোচোৱাকৈ (মাত মতাত খাটে) ; যেনে, লচৰাই গালি এবাৰ পাৰিলে, suddenly, hastily ( said of speaking ).

লজুৱা, বি. ( অং. লাজ, লজ্জা ) লাজুক,

লাজকুৰীয়া, অচিনাকি মানুহৰ আগত ওলাবলৈ বা অধিক কথা কবলৈ আশঙ্কা কৰা, bashful, modest.

লজ্জা, স. শ. ( সং. লজ্জা—লজ্‌, অপমানলৈ ভয় কৰ্‌ ) অপমানৰ ভয় ; যেনে, লজ্জা থকা মানুহে লোকৰ দুর্নাম নকয় ; গুপ্ত অঙ্গ বা তাৰ নাম বাজ হলে মনত হোৱা অসুখ ; যেনে, লোকৰ আগত নাঙ্গঠ হবলৈ লজ্জা লাগে ; এতেকে অচিনাকি মানুহৰ আগত ওলাবৰ বা কথা কবৰ সময়ত হোৱা সঙ্কোচ, লাজ, shame, modesty, bashfulness.

লজ্জাকৰ্‌, বি. ( সং. লজ্জাকৰ — লজ্জা, লাজ + কৃ, কৰ্‌ ) লাজ জন্মোৱা, লাজ লগোৱা, causing shame, shameful.

লজ্জাজনক্‌, বি. ( সং. লজ্জাজনক—লজ্জা, লাজ + জনক, উৎপন্ন কৰা ) লজ্জাকৰ, vide *supra*.

লজ্জান্বিত্‌, বি. ( সং. ) লাজুক, লজুৰা, লাজ্‌কুৰীয়া, modest, bashful. ( স্ত্রী ) লজ্জান্বিতা।

লজ্জাৱতী, বি. লাজুকী, bashful ( Fem. ). স. শ. লৰালে পাত জাঁপ খোৱা এবিধ ক্ষুদ্ৰ গছ, a kind of sensitive plant.

লজ্জাৱন্ত, } বি. লজ্জাযুক্ত, লজুৰা, modest, লজ্জাৱান্‌, } bashful.

লজ্জাশীল্‌, বি. ( সং. ) লাজুক, লজুৰা, modest, bashful. (স্ত্রী) লজ্জাশীলা।

লজ্জাশীলতা, গু. শ. ( সং. ) লাজুক স্বভাৱ বা গুণ, bashfulness, modesty.

লজ্জাহীন্‌, বি. ( সং. ) নিলাজ, লাজ লগা কথা কবলৈ বা গুপ্ত অঙ্গ বাজ কৰিবলৈ আশঙ্কা নকৰা ; অপমানলৈ ভয় নথকা, immodest, shameless.

লজ্জাহীনতা, গু. শ. ( সং. ) নিলাজ গুণ, shamelessness, impudence.

লজ্জিত্‌, কৃদ. বি. ( সং. ) লাজ পোৱা ; অপমানিত, ashamed, put to shame.

লঞ্জ,' বি. ( সং. লঞ্জ, নেজ ; নেজৰ দৰে দীঘল হৈ লাগি থকা ) লান লগা, একে লানী হৈ থকা ; যেনে, আলিত মানুহবিলাক লঞ্জ হৈছে ; সংলগ্ন, placed in a row, grouped together, contiguous. স. শ. ইটোৰ গাত সিটো লাগি হোৱা শাৰী, a row of persons or things touching each other.

লটং পটং, বি. ( হিং. লট্‌পট্‌, অস্থিৰ ) স্থিৰে নথকা লৰচৰ কৰা, লৰি থকা ; ওলোম ধোলোম, shaking, unsteady, dangling. স. শ. লৰি থকা কাৰ্য্য, অস্থিৰতা, unsteadiness.

লটিকা, স. শ. ( হিং ; বং. লাঠী, টাঙ্গন ) টাটী বা বেৰৰ বাহিৰে বন্ধা ফলীয়া বাঁহ বা গোঁজ, লিটিকা, a pale or piece of split bamboo, &c., fastened to a reed wall or fence.

লটি-ঘটি, স. শ. ( 'লট ঘট' চোৱাঁ ) এঠাইৰ পৰা আন এঠাইলৈ নি দুঃখ দিয়া কাৰ্য্য ; এতেকে জেঙ্গাত পৰি ঘনে ঘনে এঠাইৰ পৰা আন এঠাইলৈ গৈ হেবাথৰি খোৱা অৱস্থা ; যেনে, গোচৰত গাৰ লটি-ঘটি আৰু ধন-ভৰণি হয়, the act of harassing by moving about, the state of being harassed by moving from place to place.

লট্‌কন্‌, স. শ. ( হিং. লটকানা, ওলমাই থ ) কাণৰ অলঙ্কাৰত আৰি দিয়া মুকুতা আদি ; সেই দৰে ওলমোৱা আন বস্তু, a drop worn in the ear, anything like it.

লট্‌ঘট্‌, স. শ. ( সং. নট্‌, জোকাৰ + অং. ঘট, অনুক. ) জোকাৰণি, সঞ্চালন ; এঠাইৰ পৰা আন এঠাইলৈ নিয়া কাৰ্য্য ; এতেকে জেঙ্গা, লেঠা ; যেনে, এখান লট্‌ঘট্‌ লাগিছে, the act of pulling or moving about, entanglement in a difficulty.

লট্‌ঘটা, স. ধা. এঠাইৰ পৰা আন এঠাইলৈ নি বা পঠিয়াই হেবাথৰি খুৱা, to harass by leading or sending from place to place.

লট্‌পট্‌, বি. ( হিং. লট্‌পট্‌, অস্থিৰ ) অস্থিৰ,

চঞ্চল, shaking, unsteady. স. শ. সঞ্চালন, লৰচৰ কৰা কাৰ্য্য ; যেনে, লট পট নকৰিবি, unsteadiness.

লটপটা, অ. ধা. স্থিৰ নহ, লৰি থাক্, লৰচৰাই থাক্, চতুৰতা ; যেনে, অশাঁত লবাই লট পটাই থাকে, to be unsteady, to fidget. স. ধা. দাঁত নথকা মানুহে বস্তু চোবোৱাৰ দৰে লৰা বা সঞ্চালিত কৰ্ (জিভাত খাটে) ; যেনে, বুঢ়া মানুহে চোবাব নোৱাৰে জিভা লটপটায় মাথোন ; লটপটীত মোহাৰি চোকা কৰ্ (খুৰত খাটে), to roll, as the tongue in chewing, as a toothless person, to strop.

লটপটী, বি. অসতী ; চঞ্চলা, অস্থিৰা (স্ত্ৰী), fickle or wanton (Fem.). স. শ. খুৰ মজা ছাল, a strop.

লটপটীয়া, বি. লটপটাই থকা, চতুৰতীয়া, চঞ্চল, unsteady, fickle-minded, wanton.

লঠঙ্গা, বি. (হিং. লঠ্, টাঙ্গোন) টাঙ্গনৰ দৰে শকত, পাতল বা মিহি নোহোৱা, stout, big.

বি. (অং. লঠা, ডাল পাত নথকা) মুঠেই চুলি নথকা (মূৰত খাটে) ; পাখি নথকা, destitute of hair, feathers.

লঠৰামূৰা, লঠৰামুড়া, লঠৰামুৰা, } বি. মুঠেই চুলি নথকা ; পাগুৰি বা মূৰৰ আন আবৰণ নথকা, bald, bare-headed. (স্ত্ৰী) লঠৰামূৰী, লঠৰামুড়ী, লঠৰামুৰী।

লঠৰিয়া, স. শ. ছোৱালীৰ আশাত লোকৰ ঘৰত কাম কৰি থকা মানুহ, a man who lives at the house of, and working for, another in the hope of marriage.

লঠক, বি. মুঠেই চুলি নথকা (মূৰত খাটে) ; লৰা তিৰোতা নথকা, অকলশৰীয়া, ডঙ্গুৰা, bald, as the head, destitute of wife and children. (স্ত্ৰী) লঠৰী।

লঠা, বি. (হিং. লঠ, লাঠী ; ডাল নথকা গছ টাঙ্গন ডালৰ নিচিনা, এতেকে) ডাল বা পাত নথকা ; যেনে, লঠা গছ ; উদং, বন ঘাঁহ আদি নথকা ; যেনে, লঠা মাটি ; লৰা তিৰোতা নথকা ; যেনে, লঠা মানুহ, having no foliage or branches, devoid of grass, destitute of wife and children.

লঠামূৰা, বি. "লঠৰামূৰা" চোৱাঁ।

লঠীয়া, স. শ. (হিং ; বং. লাঠী, টাঙ্গন) গধুৰ কাঠ আদি দাঙ্গিবৰ নিমিত্তে তাৰ তলে সুমাই উচাল দিয়া শকত মাৰি, a piece of wood, &c., used, as a lever for raising a heavy body.

লঠৌবৰা, স. শ. (অং. লঠঙ্গী, ডাঙ্গৰ+বৰা, এবিধ ধান) এবিধ ডাঙ্গৰ বৰা ধান, টাঙ্গন বৰা, a kind of paddy.

লণ্ডভণ্ড, "ৰণ্ডভণ্ড" চোৱাঁ।

লণ্ডাশ্ৰমী, বি. (সং. ৰণ্ডাশ্ৰমী—ৰণ্ডাশ্ৰমিন্, এবিধ ব্ৰহ্মচাৰী) লৰা তিৰোতা নথকা, সন্ন্যাসীৰ নিচিনা (নিন্দাৰ্থত), having no wife and children.

লতা, স. শ. (সং. লতা—লত্, মেৰাই ধৰ্) এবিধ বগাই উঠা তৃণ, a climbing plant.

লতা কোবা, লতাৰ দৰে বগা ; ব্যাপ্, অনেক দূৰলৈ বিস্তাৰিত হ, to creep, as a vine, to overspread, to run in all directions.

লতা পা বা লতা লাগ্, আস্বাদত আবদ্ধ হ, সোৱাদ পাই এৰিব নোৱৰা হ বা আকৌ পাবলৈ ব্যগ্ৰ হ ; যেনে, অমুকে মিঠা আমৰ লতা পাইছে, মিঠা আম খাই তাৰ লতা লাগিছে, to be eager to enjoy a thing again after enjoying it once.

লতা আমাৰি, স. শ. এবিধ ডাঙ্গৰ গছ, a kind of timber tree.

লতা ছাল্, স. শ. (সং. লতা, বগোৱা তৃণ+অং. ছাল, চৰ্ম্ম) জন্তুৰ ডাঠ বা ঘাই ছালৰ তলে মঙ্গহ ঢাকি থকা এবিধ লতাৰ বা সিৰৰ নিচিনা ছাল, ঢাক ছাল, a membrane of an extensible nature

covering the flesh under the outer or thick skin of animals.

লতা জৰি, স. শ. এবিধ আন গছৰ ওপৰত গজা জৰি জাতিৰ গছ, a kind of parasitic plant.

লতানি, স. শ. বহুত লতা থকা ঠাই, a place abounding in creepers.

লতা-পতা, স. শ. ( সং. লক্তক ; হিং. লত্তা, ফটা কানি + পতা, অনুক. ) ফটা কাপৰ আদি অকামিলা বস্তু ; অলপ সম্বন্ধ ; নিলগ সম্বন্ধীয়া লোক, odds and ends, distant relationship, a remotely related person.

লতা-পনীয়াল, স. শ. ( সং. লতা, বগাই উঠা তৃণ + পনীয়াল, এবিধ ফল ) দ্রাক্ষা-লতা আৰু তাৰ গুটি, দ্রাক্ষা, a grape vine and its fruit.

লতামাকৰি, স. শ. ( সং. লতামৃগ, বান্দৰ ; বান্দৰৰ দৰে গছত উঠে, এতেকে ) এবিধ গছত উঠা সৰু বাঘ, a small animal like a leopard, that climbs trees.

লতাসিৰ, স. শ. গাৰ তেজ চলা সৰু, লেটেকা সিৰ, a vein.

লতি, স. শ. ( সং. লতিকা, লতা ) সৰু লতা ; কাণৰ তলৰ অলঙ্কাৰ পিন্ধা ভাগ, a small creeping plant, the lobe of the ear.

লতীয়া-পাণ, স. শ. ( অং. লতীয়া, লতাৰ নিচিনা + পাণ, এবিধ লতা ) মাটিত বগোৱা পাণৰ লতা ; সৰু, কোমল আৰু জাল নথকা পাণ, a betel vine creeping on the ground, a small betel leaf.

লথিয়া, স. ধা. ( অং. লাথি, ভৰিৰ প্ৰহাৰ ) লাথি মাৰ্, ভৰিৰে প্ৰহাৰ কৰ্, to kick.

লদা, স. শ. ( অং. দলা, মাটি এথণ্ড ) দলিৰ নিচিনা এক খণ্ড ; যেনে, মাটি লদা, সোণৰ লদা, সান্দহৰ লদা, a lump, solidified mass.

লদালদ্, বি. অনেক লদা কৰা, divided into many lumps.

লদালদে, ক্রি. বি. এলদাৰ পাচত আন লদা লৈ, lump by lump.

লনা, স. শ. ( অং. লান, শাৰী ) দীঘল জোঁটা, দীঘল হৈ ওলমি লাগি থকা ফলৰ সমূহ, a long cluster of fruits.

লনালন্, বি. অনেক লনা হোৱা, consisting of several long clusters.

লনালনে, ক্রি. বি. অনেক লনা হৈ, থোপা থোপে ; যেনে, এই গছৰ গুটিবোৰ লনালনে লাগিছে, in many long clusters.

ল-নি, বি. মানী, সমান জোখৰ, সকলো ভাগ সমান হোৱা এতেকে শুৱনি, well proportioned, handsome.

লন্দন্, বি. কোমল, তুলাতুল ; সকলো ফাললৈ ভাঁজ লোৱা, ঠৰঙ্গা নোহোৱা, soft, pliable.

লপা, বি. ( অং. লপলপা, অস্পষ্টকৈ কথা ক ; দাঁত নথকা মানুহে স্পষ্টকৈ কথা কব নোৱাৰে, এতেকে ) সোলা, দাঁত নথকা ; সঁচা মিছাৰ বা ভাল বেয়াৰ বিচাৰ নকৰাকৈ কথা কোৱা ; এতেকে নিৰ্ব্বোধ, মূৰ্খ ; যেনে, "নাৰদে দিছে তিনি কতপা, আক মুবুজে কোন নো লপা" toothless, speaking without regard to truth or propriety, ignorant, foolish.

লপাথপা, ( অং. লপা, অনুক. + হিং. থবড়া, আঘাত ) সৰু চাপৰ্, হাতেৰে সৰুকৈ কৰা ডুই বা অধিক আঘাত, slight blows with the open hand.

লপ্লপনি, স. শ. ( তললৈ চোৱাঁ ) বেগাই আৰু অস্পষ্টৰূপে কোৱা কথাৰ শব্দ, quick indistinct speech.

লপ্লপা, অ. ধা. ( সং. লপ্, কথা ক ) খৰকৈ অস্পষ্টৰূপে কথা ক, to speak quickly and indistinctly.

লপ্লপী, স. শ. হিলৈৰ ঘোঁৰা ওফৰোৱা যতন, the trigger of a gun.

লপ্লপীয়া, বি. সঁচা মিছাৰ বা ভাল বেয়াৰ বিচাৰ নকৰি বহুত কথা কোৱা, talking

without regard to truth or propriety. (স্ত্ৰী) লপ্‌লপী।

লপ্‌লপ্ কৰে, ক্রি. বি. খৰকৈ ওঁঠ আৰু জিভা লৰাই; যেনে, গৰুৱে লপ্‌লপ্ কৰে ঘাঁহ খায়, লৰাই লপ্‌লপ্ কৰে কথা কয়, moving the tongue and lips quickly.

লফা, স. শ. এবিধ শাক, a kind of plant used as a vegetable.

লব্ধ, বি. (সং. লব্ধ—লভ্, পা) প্রাপ্ত, পোৱা, got, gained. স. শ. এক অঙ্কক আন এক অঙ্কেৰে হৰণ কৰিলে যি ফল বা অঙ্ক হয়, a quotient.

লভ্, স. ধা. (সং. লভ্, পা) প্রাপ্ত হ, পা, লাভ কৰ্; যেনে, আনন্দ লভিলোঁ, to get, to gain.

লভ্য, বি. প্রাপ্তিৰ যোগ্য, পাব লগীয়া, obtainable. স. শ. লাভ, প্রাপ্তি, পোৱা বস্তু, gain, profit.

লম্পটু, বি. (সং. লম্পট—ৰম্, ক্রীড়া কৰ্) কামাতুৰ, পৰস্ত্ৰীত ৰত, lustful, lewd. স. শ. পৰস্ত্ৰীত ৰত মানুহ, a libertine.

লম্পটতা, গু. শ. পৰস্ত্ৰীত ৰতি, lewdness.

লম্বা, বি. (সং. লম্বা—লব্, পৰ্) দীঘল; ডাঙৰ, বৃহৎ, large, bulky.

লম্বোদৰ্, বি. (সং. লম্বোদৰ—লম্বা, ঐ + উদৰ, পেট) পেটাল, ডাঙৰ পেটযুক্ত; স্থূলতনু, having a large belly, corpulent. স. শ. গণেশ, a name of *Ganesha.*

লম্ভ, অ. ধা. (সং. লভ্, পা) দেৱে ধৰ্, অপদেৱতাৰ দৰে মানুহৰ গাত প্রবেশ কৰ্; যেনে, দেওঁধাইৰ গাত দেও লম্ভে, to possess, as an evil spirit.

লয়্, স. শ. (সং. লী, মিলি পৰ্) গীত-বাদ্যৰ তালৰ আৰু নাচৰ পৰস্পৰ মিল; নাশ, ধ্বংস; যেনে, সৃষ্টিয়ে লয় পায়, equal time in dancing and music, destruction. বি. দ্ৰৱ হৈ একে লগ হোৱা, মিলিত; যেনে, বৈষ্ণৱ সকল বিষ্ণুত লয় হয়, fused and mixed with another body, absorbed.

লয় পা, নষ্ট হ, ধ্বংসিত হ, to be destroyed.

লয় যা, দ্ৰৱ হৈ এক লগ হ, মিশ্ৰিত হ, লীন হ, to be absorbed.

লয়ন্, স. শ. (ইং. লাইন, এক শ্রেণী) চিপাহি বা হজুৰা থকা ঘৰৰ শাৰী, a row of houses for soldiers or coolies.

লয়লস্কৰ্, স. শ. (অং. লয়, অনুক. + ফাং. লস্কৰ, চিপাহি) সৈন্যৰ লগত যোৱা হজুৰাসমূহ; চাকৰ আদি, ভৃত্যবর্গ (সদায় বহুবচনত থাকে); যেনে, লয়-লস্কৰবোৰ, camp followers, attendants.

লয়-লাস্, স. শ. (সং. লয়লাস্য—লয়, গীত বাদ্যৰ আৰু নাচৰ তালৰ মিল + লাস, নাচ) তালেৰে মিলাই কৰা নাচ; এতেকে আনন্দ, ৰং-ধেমালি, লাহ-লোটন; যেনে, "দেখি থাকোঁ তোৰ লয়-লাস," dance, sport, diversion.

লয়-লাসে, ক্রি. বি. তালেৰে মিলাই, তালে তালে (নচাত খাটে); যেনে, "লয়-লাসে কাঢ়িছন্ত ভৰি" (পদ্যত), in unison with the musical time (said of dancing).

লৰ্, অ. ধা. (সং. লড়্, সঞ্চালিত হ) জোকাৰ খা, অস্থিৰ হ, কঁপ্; যেনে, গছৰ পাত লৰিছে; আগৰ অৱস্থা এৰ্, আন প্রকাৰৰ হ, পৰিবৰ্ত্তিত হ; যেনে, নৰিয়াৰ গঢ় লৰিল; অলপ গেল্ (মাছ বা মঙহত খাটে); যেনে, লৰা মাছ, to be shaken, to move, to be changed, to be slightly putrified.

লৰ্, অ. ধা. (সং. লড়্, সঞ্চালিত হ) বেগাই যা, শীঘ্ৰে ঠেং চলাই গতি কৰ্, to run.

লৰ্, স. শ. বেগাই কৰা গতি, শীঘ্ৰ গমন; যেনে, একে লৰেই ঘৰ পালে গৈ; বিভিন্নতা, প্রভেদ; যেনে, এই পদত মূলতকৈ বহুত লৰ আছে, a run, a difference. বি. বিভিন্ন, বেলেগ, অমিল; যেনে, গুচৰীয়াৰ কথাতকৈ তাৰ সাক্ষীৰ কথা লৰ, different.

লৰ্ দি বা লৰ্ মাৰ্, বেগাই গতিকৰ্, to run.

**লৰক্-ফৰক**, বি. (অং. লৰ্, সঞ্চালিত হ+ফৰক, অনুক.) লৰি থকা, ঢিলা; অস্থিৰ, unsteady, loose, not firm, changeful. স. শ. সঞ্চালন, লৰচৰ, ইফালৰ পৰা সি ফাললৈ গতি, the act of moving to and fro, or shaking.

**লৰণী**, স. শ. (অং. লৰা, সঞ্চালিত কৰ্) খোলাত চিৰা-সান্দহ আদি লৰোৱা খেৰৰ আটি, a bundle of thin sticks used in stirring grain during the process of parching.

**লৰা**, স. ধা. (অং. লৰ্, সঞ্চালিত হ) সঞ্চালিত কৰ্, অলপকৈ জোকাৰ্, কঁপা: যেনে, হাত লৰাইছে; অলপকৈ ঘোঁট; যেনে, ভাত লৰাইছে; সলা, পৰিবৰ্ত্তিত কৰ্: যেনে, কোৱা কথা নলৰাবা; স্থানান্তৰিত কৰ্, আন ঠাইলৈ নি; যেনে, ইয়াৰ পৰা ঘৰ লৰাম, to shake, to stir, to move, to change, to remove. বি. অলপ গেলা (মাছ-মঙ্গহত খাটে), slightly putrid, not fresh.

**লঁৰা**, স. শ. (হিং. লড়্কা, বালক) বালক, মতা সন্তান, a boy, a male child, a child. (মতা নে তিৰোতা পৃথকাই নকৈ কেৱল সন্তানক বুজাওঁতে এই শব্দ ব্যৱহৃত হয়); যেনে, লৰা তোলা বৰ টান, লৰাৰ চেনেহ এৰিব নোৱাৰি।

**লঁৰা-কাল্**, স. শ. (অং. লৰা, ঐ+কাল, সময়) লৰা হৈ থকা সময়, বাল্য-কাল, childhood.

**লঁৰা-তিৰোতা**, স. শ. ভাৰ্য্যা আৰু লৰা-ছোৱালী, wife and children.

**লঁৰা-দামুৰি**, স. শ. কোনো লোকৰ সতি-সন্ততি বা লৰা-ছোৱালীবিলাক; যেনে, লৰা-দামুৰি কেইটা ভালে থাকোক, the children of a family collectively.

**লৰামতীয়া**, বি. (অং. লৰা + বং. মত, নিচিনা) দেখাত লৰাৰ নিচিনা, অলপ বয়সীয়া; যেনে, লৰামতীয়া মানুহ, child-looking, young.

**লঁৰা-মাইকী**, স. শ. (অং. লৰা, সন্তান+মাইকী, মাতৃ) সন্তান হোৱা তিৰোতা; মাইকৈ যাৰ সন্তান সদাঃ আছে, a mother, especially a woman who has a living child.

**লৰা-যম**, স. শ. (অং. লৰা, লৰি অহা+যম, মৃত্যু) বেগতে মাৰি নিয়া যম, ততালিকতে হোৱা মৃত্যু, sudden death.

**লৰালৰি**, স. শ. (অং. লৰ্, বেগাই যা) খৰখেদা, ততাতৈয়া, haste, hurry.

**লৰা-লৰি**, স. শ. এজন আন এজনেৰে সৈতে একে লগে লৰ দিয়া কাৰ্য্য, a foot race.

**লৰালুৰি**, স. শ. (অং. লঁৰা, সন্তান+লুৰি, অনুক.) "লৰা-দামুৰি" চোৱা।

**লঁৰিচৰি**, ক্রি. বি. লৰচৰ কৰি, থিৰে নেথাকি, moving about.

**লঁৰিয়লি**, } স. শ. (অং. লঁৰ্, বেগাই
**লঁকৰলি**, } যা) পানীৰ দাঁতিত লৰি পোক পকৰা ধৰি খাই ফুৰা এবিধ সৰু চৰাই, a kind of plover.

**লঁকুৰা**, স. ধা. (অং. লৰ্, বেগাই যা) কোনো লোকক বেগেৰে গতি কৰা, লৰ মৰা; যেনে, মানুহ এটা লকুৱাই পঠিয়াইছে, to cause to run.

**লৰ্কচা**, স. শ. (অং. লৰা, স্থানান্তৰিত কৰ্+কচ্, বান্ধ; আন এঠাইলৈ নিবলৈ বান্ধন) নৰিয়া বা দুখ পোৱা মানুহক স্থানান্তৰিত কৰিবলৈ কৰা কাপোৰৰ চাঙ্গি, a stretcher extemporised with a cloth for carrying a sick, wounded or infirm person.

**লৰচৰ্**, স. শ. (অং. লৰ্, সঞ্চালিত হ ইত্যাদি+চৰ, অনুক.) সঞ্চালন, কাতিকুতা; এঠাইৰ পৰা আন এঠাইলৈ যোৱা কাৰ্য্য; যেনে, মই ঘৰৰ পৰা লৰচৰ কৰিব নোৱাৰোঁ; পৰিবৰ্ত্তন, বিভিন্নতা, সলনি; যেনে, সেই কথাৰ লৰচৰ নাই, the act of moving or changing place, a change, difference. বি. পৰিবৰ্ত্তিত, ৰূপান্তৰিত বা আন প্ৰকাৰ হোৱা; যেনে, কালক্ৰমে সকলোৰে অৱস্থা লৰচৰ হয়; সঞ্চালিত, লৰা, কঁপা; যেনে, হাত লৰ-

চৰ কৰিছে ; ঠাই সলোৱা, স্থানান্তৰিত ; যেনে, ইয়াৰ পৰা লৰচৰ নহবি, changed, altered, shaking, moving to another place.

লৰ্ফৰ্, স. শ. ( অং. লৰ্, সঞ্চালিত হ + ফৰ্, অনুক. ) সঞ্চালন, লৰ্চৰ্ ; যেনে, জুইডাল লৰফৰ কৰিছে, the act of moving or shaking. বি. পৰিবৰ্ত্তিত, অন্য প্ৰকাৰ কৰা ; যেনে, আগৰ কথা লৰফৰ হল, changed, altered.

লৰ্ফৰা, স. ধা. সঞ্চালিত কৰ্, লৰা, জোকাৰ্ ; যেনে, হাতীয়ে শুঁৰ লৰফৰায়, to shake, to move to and fro.

লবাং তবাং, বি. ( অং. লব্, বিভিন্নতা ) বিশৃঙ্খল, ছিন্নভিন্ন, লণ্ডভণ্ড, confused, scattered, topsy-turvy.

লৰ্লৰা, অ. ধা. ( অং. লৰ্, বেগাই যা ) চুলিৰ মাজে দি বেগাই যা ( ওকণীত খাটে ), to crawl rapidly.

লৰ্-লৰীয়া, } বি. ( অং. লৰ্, কঁপ্ ) বৰ
লললীয়া, } বুঢ়া হোৱাৰ কাৰণে হাত মূৰ কঁপা, বৰ বুঢ়া, আথৰ, very old, infirm.

ললনা, স. শ. ( সং. ললনা—লল্, ক্ৰীড়া কৰ্ ) তিৰোতা, a woman.

ললাকলা, বি. ( অং. লালকাল, অচেতন ) শ্ৰান্ত, ভাগৰ লগা, বৰ পৰিশ্ৰমৰ দ্বাৰা শক্তিহীন, exhausted, faint, languid.

ললাট্, স. শ. ( সং. ললাট — লল্, বাঞ্ছা কৰ্ ) কপাল, চেলাউৰিৰ ওপৰৰ ভাগ ; ( কপালত বিধতাই সুখ দুখৰ কথা লিখে, এতেকে ) দশা, ভাগ্য ; যেনে, ললাটত যি আছে, সেইয়ে হব ; এতেকে কপালত থকা দুখ বা যাতনা ; যেনে, অমুকে ললাট ভুঞ্জিছে, the forehead, fate, luck, predestined misery or suffering.

ললাট-ৰেখা, স. শ. ( সং. ললাটৰেখা—ললাট, কপাল + ৰেখা, আঁক ) কপালৰ পথালি আঁক ; বিধতাই কপালত লিখা কথা, a horizontal line or wrinkle on the forehead, fate, destiny.

ললাটী, বি. ( সং. ললাটিন্—ললাট, দশা + ইন্ ) পূৰ্ব্বে নিৰূপিত ক্লেশ বা যাতনা ভোগ কৰা ; যেনে, ললাটী জীৱ, suffering predestined misery or pain.

ললিত, বি. ( সং. ললিত—লল্, বাঞ্ছা কৰ্ ) মনোৰম, সুন্দৰ ; সুকোমল, beautiful, tender.

লৱ, স. শ. ( সং. লৱ, ঘৰচীয়া জন্তুৰ নোম ; গৰুৰ ফান্দেৰে তেওঁৰ গভৰ ক্লেদ মচা গৈছিল, এতেকে ) ৰামচন্দ্ৰৰ জ্যেষ্ঠ পুত্ৰৰ নাম, the name of the first son of *Rama*.

লৱঙ্গ, স. শ. ( সং. লৱঙ্গ—লূ, ছেদন কৰ্ ; জিভাক ছেদন কৰে, অৰ্থাৎ বৰকৈ পোৰে, এতেকে ) লং, মলক্কা উপদ্বীপৰ পৰা অনা এবিধ সুগন্ধি জলা শুকান ফুল ; প্ৰায় তাৰ আকৃতিৰ আন এবিধ সুগন্ধি ফুল, লংফুল, a clove, a flower bud of the clove tree. *Caryophyllus aromaticus* (Gamble).

লৱণ, স. শ. ( সং. লৱণ—লূ, খণ্ড খণ্ড কৰ্ ; আহাৰক শীঘ্ৰে জীৰ্ণ কৰে, এতেকে ) লোণ, খাদ্যত আস্বাদ লগোৱা এবিধ খাৰৰ নিচিনা দ্ৰব্য, salt, a saline substance.

লৱণ-খনি, স. শ. ( সং. লৱণ, লোণ + খনি, উৎপত্তিৰ ঠাই ) লোণৰ আকৰ, লোণ উৎপন্ন হোৱা ঠাই, a salt mine.

লৱণ-সাগৰ্, } স. শ. ( সং. লৱণ, লোণ +
লৱণ্-সাগৰ্, } সাগৰ, সমুদ্ৰ ) হিন্দুশাস্ত্ৰৰ সাত সাগৰৰ এখান, লোণ-সাগৰ, one of the seven oceans of the Hindu *shashtras*, the salt ocean.

লৱণাক্ত, বি. ( সং. লৱণাক্ত—লৱণ, লোণ + আক্ত, মিশ্ৰিত ) লুণীয়া, saline.

লৱণোদক্, স. শ. ( সং. লৱণোদক—লৱণ, লোণ + উদক, পানী ) লোণ-পানী, লুণীয়া পানী, salt water, brine.

লৱৰ্, অ. ধা. ( "লৰ্" চোৱা ) লৰি যা, বেগাই গতি কৰ্ ( পদ্যত মাথোন চলিত ) ; যেনে, "আধা ভুঞ্জা হয়া কতো

যায় লৰৰণ্তে," to run. স. শ. লৰ্, দ্রুত গতি (পদ্যত); যেনে, "দিলেক লৰৰ গীতধ্বনি নিৰীক্ষণে," a run.

লহঙ্গা, স. শ. (হিং. লহংগা, ঘূৰি) ভিৰোভাই পিন্ধা ঘূৰি, a petticoat.

লহঙ্গা, বি. দীঘল আৰু গা-ধৰা, ওখ আৰু পাহুৰাল, tall and well-proportioned. (স্ত্রী) লহঙ্গী।

লহন্, "লোহন" চোৱা।

লহৰি, স. শ. (সং. লহৰি—ৰহ্, ত্যাগ কৰ্ (?)) উৰ্ম্মি, ঢৌ, ডুৱাৰ গঁৰিলা, a large wave.

লহ্কৰী-শাক্, } লহকাৰী, } স. শ. (সং. লাসকৰী, নাচঁতী; লাস, নাচ + কৰী, কৰঁতী, ডাল পাত মেলি নাচি থকা যেন দেখা যায়, এতেকে) এবিধ ডাঙ্গৰ পাতেৰে ভাল জাতিৰ মিঠা মৰা শাক, a kind of jute plant used as a vegetable "মৰাশাক" চোৱা।

লহ্পহীয়া, বি. (সং. লসত, কান্তি, শ্রী + পহ্, অনুক.) বাঢ়ি ডাল পাতেৰে শোভিত হোৱা, শ্রীধৰা (সৰু গছ বা গছৰ পুলিত খাটে); যেনে, শাকবিলাক লহপহীয়া হৈছে, thriving luxuriantly, as a plant.

লহ্পহ্ কৰে, ক্রি. বি. ডাল পাতেৰে শোভিত হৈ, শ্রী ধৰি, luxuriantly.

লহ্লহ্ কৰে, ক্রি. বি. (সং. লস্, কান্তি কৰ্; হিং. লহলহানা, শ্রী ধৰ্) বেগাই ডাল পাতেৰে পূৰ হৈ, লহপহ কৰে; যেনে, শাকবোৰ লহলহ কৰে বাঢ়িছে; বেগাই শ্রীধৰি, তেজ মঙ্গহেৰে পূৰ হৈ; যেনে, ছোৱালীজনী লহলহ কৰে ডাঙ্গৰ হৈছে, rapidly, luxuriantly (said of thriving).

লক্ষ্, স. ধা. (সং. লক্ষ্; হিং. লখ্না, দেখ্) তৰ্ক্; মন্, দেখ্; যেনে, অনেক তৰা ইমান দূৰ যে সিহঁতক লক্ষিব নোৱাৰি, to see, to perceive.

লক্ষ, স. শ. (সং. লক্ষ্য, উদ্দেশ্য, চিন) যালৈ পোনাই অস্ত্র প্রহাৰ কৰা যায়, সেই চিন বা বস্তু; যেনে, অর্জুনে লক্ষ ভেদিলে; যি কার্য্যৰ সিদ্ধিৰ ইচ্ছাৰে কোনো কার্য্য কৰা বা কথা কোৱা যায়, উদ্দেশ; যেনে, এই কথাৰ লক্ষ কি? অনুমান; যেনে, তুমি ঠিক লক্ষ কৰিছা, a butt, a mark to be shot at, an object, a purpose, an inference. সংখ্যা. এশ হেজাৰ, এক লাখ, one hundred thousand.

লক্ষ কৰ্, কোনো চিন বা বস্তুলৈ অস্ত্র পোনা, চাক ধৰ্; যেনে, পহুলৈ লক্ষ কৰি কাঁড় মাৰিলে; অনুমান কৰ্, মনেৰে ধৰ্; যেনে, কথাটো লক্ষ কৰিব পৰা নাই; দেখ্, মন্; যেনে, বৰ দূৰ লক্ষ কৰিব নোৱাৰি, to aim a missile at, to infer, to see, to perceive.

লক্ষণ্, স. শ. (সং. লক্ষণ—লক্ষ্, চিন লগা) চিন, যাৰ দ্বাৰা কোনো কথা হৈছে বা হব বুলি জানিব পাৰি; যেনে, দাহ আৰু পিয়াস জৰৰ লক্ষণ, পশ্চিমে উঠা মেঘ বৰষুণ হবৰ লক্ষণ; মানুহৰ গাত থকা শুভাশুভ বুজোৱা চিন, a sign, a symptom, any natural mark in the body indicating good or evil.

লক্ষণা, স. শ. কথা কওঁতে ব্যৱহাৰ কৰা শব্দবিলাকৰ পোন অর্থতকৈ বেলেগ ভাব বুজোৱা বা মনৰ ভাববিলাকক আকৃতি আৰু জীৱ থকা বস্তুৰ দৰে ব্যক্ত কৰা উক্তি, এটা বস্তুক আন এটাৰে তুলনা কৰা উক্তি, a figure of speech.

লক্ষিত্, কৃদ. বি. যালৈ বা যিহলৈ লক্ষ কৰা যায় বা মন মেলা যায়, aimed at.

লক্ষ্মণ্, স. শ. দশৰথ ৰজাৰ ভার্য্যা সুমিত্রাৰ এজন পুতেক আৰু ৰামৰ ভায়েক, a half brother of *Rama*.

ী, স. শ. (সং. লক্ষ্মী—লক্ষ্, দৃষ্টি কৰ্; তেওঁৰ দৃষ্টিত সুখ হয়, এতেকে) বিষ্ণুৰ ভার্য্যা আৰু সুখ-সম্পত্তি দিয়া দেৱী; সম্পত্তি-বিভূতি, the goddess of riches and prosperity and wife of *Vishnu*, property, possessions.

লক্ষ্মীকান্ত, লক্ষ্মীনাথ, লক্ষ্মীপতি, স. শ. (সং. লক্ষ্মী, ঐ+কান্ত, নাথ, পতি, স্বামী) লক্ষ্মীৰ স্বামী, বিষ্ণু, *Vishnu*.

লক্ষ্মীমন্ত, লক্ষ্মীমান্, বি. লক্ষ্মীযুক্ত, ধন-সম্পত্তি থকা, সুখী, wealthy, prosperous.

লা, স. শ. (সং. লাক্ষা ; হিং. লাহ্ ; বং. লা, এবিধ পকৰাৰ আঠা) এবিধ পোকে গছৰ ডালত বাহ সজা ৰঙ্গা বৰণীয়া আঠা, lac. The name "lac" is applied to the resinous incrustation, formed on the back of certain trees, by the action of the lac insect, *Coccus lacca*. (Watt).

লাই, স. শ. (সং. লালন ; বং. লাই, প্ৰশ্ৰয়) তাড়না নকৰাকৈ কৰা মৰম, চেনেহ কৰি ইচ্ছাৰ দৰে চলিব দিয়া কাৰ্য্য ; যেনে, লাই দিলে লৰা গুচে, indulgence.

লাই পা, তাড়না নকৰি ইচ্ছামতে চলিব দিয়াত সাহ পা, বৰ মৰম পাই মন বঢ়া হ ; যেনে, লাই পোৱা লৰাই বৰক নেমানে, to be indulged.

লাই, স. শ. (সং. ৰাজিকা, হিং. ৰাই, এবিধ সৰিয়হ) এবিধ সৰিয়হৰ নিচিনা পাত ফুল আৰু গুটি ধৰা শাক, a kind of potherb resembling the mustard plant.

লাই, লাই-ঘিলা, স. শ. (অং. লাই, প্ৰধান ; এতিয়া অপ্ৰচলিত শব্দ) ঘিলা খেদাত মাটিত পাতি থোৱা ঘিলাৰ ওপৰত হাতেৰে নিক্ষেপ কৰা ঘিলা, a flat disc thrown by hand in a game played by children.

লাই খুঁটা, স. শ. (অং. লাই, প্ৰধান, "লাই" চোৱাঁ) ঘৰৰ প্ৰথমে পোতা ঘাই খুঁটা, principal post of a house, set in the ground first.

লাই জাবৰি, স. শ. এবিধ দৰবত দিয়া বন, a kind of medicinal herb.

লাই জুলীয়া, স. শ. লাই শাকৰ জোলৰ নিচিনা বৰণযুক্ত, কলা পতীয়া (জুলীয়া বস্তুত খাটে), green (said of a liquid).

লাই পো, স. শ. (অং. লাই, মৰম+পো, পুত্ৰ) লাই পোৱা বা মৰমৰ পো, প্ৰিয়তম পুত্ৰ, a favoured son.

লাই-লেঠীয়া, লাই-লঠীয়া, বি. (অং. নাই+লেঠা ; যাৰ লেঠা নাই) পৰিয়াল নথকা, লৰা-তিৰোতাবিহীন, অকল-শৰীয়া, not burdened with wife and children, living in single blessedness.

লাই শামুক, "লেধাই শামুক" চোৱাঁ।

লাউ, স. শ. (সং. লাবু, এবিধ লতাৰ ফল) এবিধ চিঁচাৰ নিচিনা ডিঙ্গি থকা লতাৰ ফল, the bottle gourd.

লাউ খোলা, স. শ. (অং. লাউ, ঐ + খোলা, ফলৰ আবৰণ) লাউৰ ওপৰৰ শাহ নথকা শুকান আবৰণ ; (তাৰ তুলা হেতু) মূৰৰ হাড়, a gourd shell, the skull.

লাউ লোৱা, বি. ধাতুৰ পাত্ৰ কিনিবলৈ ধন নথকাত লাউৰ খোলাৰে পানী খোৱা, বৰ দুখীয়া ; যেনে, চোৰে তাক লাউ লোৱা কৰিলে, very poor, indigent.

লাউ ডুবি, স. শ. এবিধ ধান, a kind of paddy.

লাউ-পতা, স. শ. এবিধ সৰু চেপেটা মাছ, a kind of small fish.

লাউমূৰা, লাউমুড়া, লাউমুৰা, বি. (অং. লাউ, এবিধ ফল + মূৰ, মুড় বা মুৰ, শিৰ ; লাউৰ নিচিনা মূৰ-যুক্ত) শিং নথকা (গৰুত খাটে), having no horns, hornless (said of an animal of the bovine race). (স্ত্ৰী) লাউমূৰী, লাউমুড়ী, লাউমুৰী।

লাং, স. শ. (আহ.) নঙলা, পদুলিৰ ডাং ; হাতীশালৰ বা বনৰীয়া হাতীৰ গঁৰালৰ ডাং, a gateway bar, a bar of an elephant stable or an enclosure in which wild elephants are confined.

লাংখা লিংখি, স. শ. লাকটি পাকটি, odds and ends.

লাংচিং, স. শ. (আহ.) হাতী চলোৱা আঁকোৰা আৰু জোঙ্গা আগেৰে লোৰ মাৰি, গজা কোঁহ, an iron goad for driving elephants.

লাংপাট্, স. শ. (আহ.) হাতীৰ গড়, বনৰীয়া হাতী বন্ধ কৰা গঁৰাল, an enclosure for confining wild elephants.

লাংফা, "ৰাংফা" চোৱা।

লাংলাং থাংথাং, বি. বিশৃঙ্খল, ঠাইঠাই কৰা, সিচৰতি, scattered, confused.

লাকটি পাকটি, স. শ. অকামিলা বা অলপ ধনৰ বস্তু, লতা পতা, odds and end.

লাকি লুকা, স. শ. (অং. লাকি, অনুব্ধ. + লুকা. গোপন কৰা) লৰাই আঁৰৰ পৰা অলপকৈ মুখ উলিয়াই আকৌ লুকাই কৰা ধেমালি, the act of showing the face from behind something and hiding it again, in play.

সমা. — চাচাক্ চুমুক্, লাকি লুকা; প্ৰথমটোৰে লৰাই বা বৰে কোনোৰ আগত ওলাবলৈ আশঙ্কা কৰা বুজায়, পাচৰটো লৰাৰ ধেমালিত খাটে।

লাক্‌পাক্, বি. (অং. লাক্, অনুব্ধ. + পাক, মেৰ বান্ধ) ঢিলাকৈ বন্ধা, আট নোখোৱা; যেনে, লাকপাক গাঁঠি, loosely tied, loose.

লাখ্, সংখ্যা. (সং. লক্ষ্য, এশ হাজাৰ) এশ হাজাৰ, one hundred thousand.

লাখুটি, স. শ. (হিং. লকুট, লাঠী) বুঢ়া বা নৰিয়াই গাৰ ভৰ দিবলৈ লোৱা মাৰি; এতেকে হাতত লৈ ফুৰা মাৰি; (ভকতীয়া মাতত) ভাৰি; যেনে, লাখুটিত বিষ হৈছে, a staff, a walking stick (in monastic language) the foot.

লাগ্, অ. ধা. (সং. লগ্, সংযুক্ত হ) সংযুক্ত হ, স্পৰ্শ কৰ্, ছো; যেনে, গাত হাত লাগিছে; আটখাই ধৰ্; যেনে, হাতত আঠা লাগিল; গাত পৰ্ বা আঘাত কৰ্; যেনে, পছুত কাঁৰ লাগিল; উৎপন্ন হ (ফল আৰু ঘাত খাটে); যেনে, গাত ঘা লাগে, গছত আম লাগে; গুটি ধৰ্, ফলৱন্ত হ; যেনে, আম জোপা লাগিছে; ভাল বা বেয়া বোধ জন্মা; সুখ বা দুখ অনুভৱ কৰা; যেনে, গীত ভাল লাগে; গাটো বেয়া লাগিছে; উচিত বা আৱশ্যকীয় হ; যেনে, তুমি এই বন কৰিব লাগে; নিযুক্ত হ; যেনে, কামত লাগিছোঁ; জলি উঠ্; যেনে, জুই লাগিল; ফান্দত আবদ্ধ হ; যেনে, ছিটিকাত চৰাই লাগে, to come in contact, to touch, to adhere, to hit the body, to be produced, as a wound or fruit, to bear fruit, to seem, to be felt, to be engaged, to be kindled, to be ensnared.

লাগ্, স. ধা. আৱশ্যকীয় হ, প্ৰয়োজন হ; যেনে, মানুহক সুখ লাগে, to be needful to.

লাগ দি, লগ ল, সঙ্গী হ; উপাৰ্জিত হ (বিদ্যাত খাটে); যেনে, আই সৰস্বতীয়ে লাগ দিছে, বিদ্যাই লাগ দিছে, to be attained or acquired, as learning or knowledge.

লাগতিয়াল্, } বি. (অং. লাগ্, আৱশ্যকীয়
লাগতীয়া, } হ) প্ৰয়োজনীয়, আৱশ্যকীয়, লগা, necessary, useful.

লাগনী, স. শ. আৱশ্যকীয় হওন; গুটি ধৰণ ইত্যাদি, the act of being necessary, bearing fruit, &c.

লাগনী, বি. (অং. লাগন্, গুটি ধৰণ) ফলৱান, ফলন্ত, গুটি ধৰা, fruit bearing.

লাগাম্, স. শ. (সং. ৰশ্মা, হিং. লাগাম, ঘোঁৰা চলোৱা জৰী) ঘোঁৰাৰ মুখত লগাই চলোৱা ছালৰ জৰী, a bridle.

লাগী, বি. (অং. লাগ্, আৱশ্যকীয় হ) গিৰীয়েকে মৰম কৰা, স্বামীৰ চেনেহ পোৱা; যেনে, লাগী ঘৈণী, beloved, favourite, (as a wife).

লাগ্ বান্ধ, স. শ. (অং. লাগ্, নিযুক্ত হ+ বান্ধ, গাঁঠি) কাৰ্য্যৰ ভাল প্ৰণালী, নিশ্চিত

নিয়ম ; যেনে, বঁৰলাৰ খোৱাৰ লাগ বান্ধ নাই, method, order.

লাঘৱ্, গু. শ. ( সং. লাঘৱ—লঘু, পাতল ) লঘু বা পাতল হোৱা অৱস্থা ; উপশম, পীড়াৰ হ্রাস ; যেনে, গৌৰৱৰ লাঘৱ হল, পীড়াৰ লাঘৱ, lightness, abatement.

লাঘৱ্, গু. শ. ( সং. লাঘৱ—লঘু, পাতল, হ্রাস ) লঘু বা কম হওন ; যেনে, তেওঁৰ গৌৰৱৰ লাঘৱ হল ; উপশান্তি বা পীড়াৰ হ্রাস ; যেনে ৰোগৰ লাঘৱ হৈছে, lightness, abatement of a disease.

লাঙ্গনি-পাঙ্গনি, স. শ. অলপীয়া গৃহস্থী কাম, light domestic work.

লাঙ্গি, স. শ. ( অং. লাগ্, আবদ্ধ হ, মাছ লাগে, এতেকে ) এবিধ দীঘল জাল, a kind of fishing net.

লাঙ্গুল্, স. শ. ( সং. লাঙ্গুল—লগ্, সংযুক্ত হ, লাগি থাকে, এতেকে) নেজ, নেগুৰ, a tail.

লাচ্, স. শ. ( হিং. লচনা, বেঁকা হ ) লেকেটা বস্তুৰ দৰে দোঁখাই আকও পোন হওন ; যেনে, বিৰিয়াৰ লাচত ধান সৰে ; খোজ কাঢ়োঁতে হাতৰ সঞ্চালন ; যেনে, হাতৰ লাচ, the act of springing as an elastic body, the act of shaking the arms in walking.

লাচ্ ল, } দোঁ খাই পোন হ, to spring
লাচ্ খা, } as an elastic body.

লাচনি-পাঁচনি, স. শ. ( অং. লাচনি, অনুক্ন. + পাঁচনি, পঠোৱা কাৰ্য্য) কোনো ঠাইলৈ পাঁচিলে যোৱা আদি ঢিলা কাম, light domestic work.

লাচিম্, স. শ. এবিধ মাছ, a kind of fish.

লাচো, স. শ. এবিধ কচু, a kind of arum.

লাজ্, স. শ. ( সং. লজ্জা ; হিং. বং. লাজ ) "লজ্জা" শব্দৰ অপভ্রংশ, সেই শব্দ চোৱাঁ।

লাজুক, বি. ( বং. লাজুক, লজুৱা ; লাজ, লজ্জা ) লাজকুৰীয়া, গুপ্ত অঙ্গ বা তাৰ নাম ওলালে লাজ পোৱা ; অচিনাকী মানুহৰ আগত ওলাবলৈ বা কথা কবলৈ সঙ্কোচিত হোৱা, bashful, modest. ( স্ত্রী ) লাজুকী।

লাজ্-কথা, স. শ. ( অং. লাজ্, গুপ্ত বস্তু ওলালে মনত হোৱা অসুখ + কথা, শব্দ ) শুনিলে লাজ লগা কথা, গাৰ গুপ্ত ভাগবিলাকৰ নাম, অবাচ্য, obscene speech.

লাজ্-কাজ্, স. শ. ( অং. লাজ, লজ্জা + কাজ, অনুক্ন. ) গুপ্ত অঙ্গ বা তাৰ নাম ওলালে হোৱা অসুখ ; অপমানৰ ভয়, ধৈৰ্য্য মৰ্য্যাদা, modesty, self-respect.

লাজ্-কুৰীয়া, বি. ( অং. লাজ্, লজ্জা + কৰ্, সম্পদ্ ) লাজ-কৰা, অচিনাকী মানুহৰ আগত ওলাবলৈ বা কথা কবলৈ আশঙ্কা কৰা, bashful, modest.

লাজ্-বিজ্, স. শ. "লাজ-কাজ" চোৱাঁ।

লাজ্-মাত্, স. শ. "লাজ-কথা" চোৱাঁ।

লাঞ্ছনা, স. শ. ( সং. লাঞ্ছন, কলঙ্ক, লাচ্ছু, চিন লগা ; বং. লাঞ্ছনা, নিন্দা ) লাজ দিয়া কাৰ্য্য, অপমান, তিৰস্কাৰ, the act of putting to shame, reproach.

লাঞ্ছিত্, কৃদ. স. ( সং. ) অপমানিত ; লাজ পোৱা, disgraced, put to shame.

লাঞ্জ্, স. শ. ( সং. লঞ্জ, নেজ ) নেজ, a tail.

লাট্, বি. ( সং. লাট, পুৰণি—লাট, জীয়াই থাক ; বহুকলীয়া, এতেকে ) পুৰণি আৰু মলিন ( কাপোৰত খাটে ) ; যেনে, পাট গুচি লাট হৈছে, old, worn and shabby, as clothes.

লাট্, স. শ. ( হিং. লট, জঁট বন্ধা চুলি ) পাট সূতাৰ জোঁথা, the coarse part of *pat* silk.

লাটবি, স. শ. ( অং. লাট, ঐ ) মুগা সূতাৰ বাছ বা জোঁথা, the refuse or coarse part of *muga* silk.

লাটি-পুটি, স. শ. ( সং. লাট্, লৰাৰ নিচিনা + পুটি, অনুক্ন. ) লাকিলুকা, লৰাৰ ধেমালি, childish play.

লাটিম্, } স. শ. ( সং. লাট, লৰাৰ ধেমালি ;
লাটুম, } হিং. লট্টু ; বং. লাটিম, এবিধ ওমলা বস্তু ) মধুৰি আমৰ গড়ৰ কাঠেৰে সজা লৰাই ওমলা এবিধ বস্তু, a child's top.

লাটুমা, বি. লাটুমৰ দৰে ঘুৰণীয়া, lumped in the shape of a top. স. শ. লাটুমৰ দৰে ঘুৰণীয়া বস্তু; টেমুনা, a round thing like a top (big or small), a tumor.

লাটুমা বান্ধ, গোট মাৰি লাটুমৰ নিচিনা হ, to stick together in the shape of a top.

লাটুমা-লাটুম, বি. অনেক লাটুম বন্ধা, অনেক লাড়ুৰ নিচিনা হোৱা, consisting of many lumps, lumpy.

লাটুকচি, স. শ. এবিধ পকিলে অলপ সোৱাদ হোৱা গুটি ধৰা বন, a kind of plant.

লাটু-পাটু, স. শ. (সং. লাটু, পুৰণি কাপোৰ + পাটু, অনুৰূ.) পুৰণি কাপোৰ আদি অকামিলা বা অলপ ধনৰ বস্তু, things of little value.

লাঠী, স. শ. (হিং. বং. লাঠী, টাঙ্গন) টোকোন, টাঙ্গন, a staff, a walking stick.

লাড়, "লাৰ" চোৱাঁ।

লাড়ু, স. শ. (সং. লড্ডুক; হিং. লড্ডু; বং. লাড়ু, মিঠৈ) মিঠৈ, গুড়, গাখীৰ, পিঠা-গুড়ি আদিৰে কৰা গোলাকাৰ খাদ্য বস্তু; এসোপা কোমল গোলাকাৰ বস্তু, a ball of confection, a ball or lump of any soft thing.

লাড়ু বান্ধ, মিঠৈ সাজ্, লাড়ু কৰ্; যেনে, ৰামে চেনি-ছানাৰ লাড়ু বান্ধিছে; গোট খাই লাড়ুৰ নিচিনা হ; যেনে, পানীত উটি যোৱা গুড়ি পকুৰাবোৰে লাড়ু বান্ধিছে, to make balls of confection, to be formed into a ball.

লাঢ়নী, স. শ. (সং. লড়্; বং. লাড়, সঞ্চালিত কৰ্; তাৰ দ্বাৰা পানী লৰোৱা যায়, এতেকে) কাঠীৰে সাজি নাল লগোৱা পানী সিচা সজুলি, লেহেতি, a triangular basket with a handle used for boiling water.

লাঢো, স. শ. (অং. ল + ধৰ্) অলপীয়া বন, ঢিলা কাম, light work.

লাঢো কৰ্, অলপীয়া আৰু গাত ভাগৰ নলগা কাম কৰ্; বনত অলপ সহায় ভজ্, হাত উজান দি; যেনে, লাঢো কৰিয়েই কাল নিয়াইছে, to do a light work, to give a slight assistance at work.

লাতুৰমণি, স. শ. (অং. ৰাতুল, ৰঙ্গা + মণি, ডিঙ্গিৰ অলঙ্কাৰ; মণিৰ নিচিনা, এতেকে) মূৰ কলা গা-ৰঙ্গা এৰাতি জোখৰ এবিধ গুটি; তাৰ লতা, the seed of a kind of a creeper, the creeper itself (*Abrus precatorius*). তাৰ বগা এবিধো আছে, তাক বগা লাতুৰমণি বোলা যায়।

লাথি, স. শ. (হিং. বং. লাথ, চৰণৰ প্ৰহাৰ) গোৰ, ভৰিৰে কৰা প্ৰহাৰ; জন্তুৱে পাচ ঠেঙ্গেৰে কৰা আঘাত, a kick.

লাদ্, স. শ. (বং. নাদ, জন্তুৰ মল) কোনো কোনো জন্তুৰ টান গোটা বিষ্ঠা; যেনে, ছাগৰ লাদ, হাতীৰ লাদ, ঘোঁৰাৰ লাদ ইত্যাদি; চৰাইৰ বিষ্ঠা; যেনে, পাৰৰ লাদ, শালিকাৰ লাদ ইত্যাদি, the round, solid ordure voided by certain animals, the ordure of birds. অ. ধা. গোটা টান মল ত্যাগ কৰ্ (জন্তু আৰু চৰাইত খাটে); যেনে, ছাগে লাদে, ঘোঁৰাই লাদে; পাৰই লাদে ইত্যাদি, to void round, solid excrement, as certain animals or birds in general.

লাদ্, স. শ. (হিং. লাদ, বোজা) হাতীৰ পিঠিত দিয়া বোজা, a load carried on the back of an elephant. স. ধা. হাতীৰ পিঠিত তুলি বান্ধ; যেনে, মাউতে ঘাঁহ লাদে; হাতীত বোজা দি; যেনে, হাতী লাদিছে, to load an elephant.

লান্, } লানি, } স. শ. (অং. লাঞ্জ, নেজ; নেজৰ দৰে দীঘল, এতেকে) লালী, শাৰী, এটাৰ পাচত আনটো কৈ দীঘলকৈ স্থাপিত কৰা লোক বা বস্তুসমূহ, a row, a range, a series.

লান্ লাগ্, লালী হ, শাৰী হৈ লগ লাগ্, to form a row, to be contiguous.

লা-পৰুৱা, স. শ. লা উৎপন্ন কৰা এবিধ পোক, the lac insect.

লাপুং, বি. (অং. লপা, দাঁত নথকা) সোলা ( নিন্দার্থত ), toothless ( ridicule ).

লাব্ ভাব্, স. শ. লাকটি পাকটি, অকামিলা বা অলপ ধনৰ বস্তু, odds and ends, things of little value.

লাফ্, স. শ. ( সং. উল্লম্ফন্, ওপৰলৈ মৰা জাঁপ ; হিং. বং. লাফ, জাঁপ ) ওপৰলৈ উঠা জাঁপ ; ডেও, a leap, a bound.

লাভ্, স. শ. ( সং. লাভ—লভ্, পা ) প্রাপ্তি, পোৱা বস্তু, gain, profit.

লাৰ্, স. ধা. ( বং. লাড়্, জোকাৰ্ ) জোকাৰ্, লৰা, সঞ্চালিত কৰ্ ; স্থানান্তৰ কৰ্ ; ছো, স্পর্শ কৰ্, to move, to stir, to remove, to touch.

লাৰণ্, কৃদ. স. সঞ্চালন ; লৰোৱা কার্য্য, the act of moving, stirring, &c.

লাৰু, "লাড়ু" চোৱা।

লাৰোঁতা, কৃদ. স. যি লাৰে ; a man who moves, or stirs. ( স্ত্রী ) লাৰঁতী।

লাল্, } স. শ. ( সং. লালা, থুই )
লালটি, } মুখৰ ৰস, লেলাউটি, মুখৰ পৰা বোৱা বীজলীয়া পানী, drivel, saliva running from the mouth.

লাল পৰ্, বৰকৈ লোভ লাগ্ ( ভাল খাদ্য দেখিলে লুভীয়া মানুহৰ মুখৰ লাল ওলায়, এতেকে ), to water, as the mouth, to have a longing desire.

লালনা, স. শ. ( সং. লালন, মৰম—লল্, ধেমালি কৰ্ ) লৰাৰ মনত ৰং লগাবলৈ তাৰে সৈতে ওমলা কার্য্য ; তুংতুঙনি, হৰিল গৰিল ; আতোল তোল, বৰ মৰম ; যেনে, লালনা কৰিলে লৰাই আশয় পায়, the act of coaxing a child, affection, familiarity.

লালন্ পালন্, স. শ. ( সং. লালনপালন—লালন, মৰম কৰণ+পালন, প্রতিপাল ) মৰমেৰে কৰা প্রতিপাল ; মৰম বেথা কৰি ডাঙৰ কৰা কার্য্য, the act of bringing up with affection.

লালী, স. শ. ( অং. লাল, মুখৰ বীজলীয়া ৰস, তাৰ নিচিনা, এতেকে হিং. বং. লালা ) জুলীয়া গুড় ; ( বীজল বস্তু দীঘল হৈ যায়, এতেকে ) শাৰী, লঞ্জ, লান, এটাৰ পাচত আনটো হৈ দীঘল ভাৱে স্থিত মানুহ বা বস্তুসমূহ, treacle or molasses, a row, a range.

লালী লাগ্, শাৰী হ ; এটাৰ পাচত আনটো যা, to form a row, to go one after another.

লালুং, স. শ. আসামৰ এজাতি আদিবাসী মানুহ, an aboriginal tribe in Assam.

লালুক্, স. শ. ( অং. লাল, মুখৰ বীজলীয়া পানী, তাৰ গাটো বীজলীয়া, এতেকে ) বেঙৰ নেজ নসৰা পোৱালি, a tadpole.

লালৈ ভাদৈ, স. শ. কাচৰ বা মাটিৰ অলপ মূল্যৰ কোতমণি, small porcelain or glass beads.

লালোৱা, } স. শ. ( অং. লাল,
লালোৱা-শিঙৰা, } মুখৰ বীজল পানী, তাৰ গাটো বীজলীয়া, এতেকে ) এবিধ ডাঙৰ শিঙৰা মাছ, কচোৱা শিঙৰা, a kind of fish.

লাল্ কাল্, বি. অচেতন, টোপনী বা পীড়াৰ দ্বাৰা অজ্ঞান, মুর্চ্ছিত, insensible.

লাল্‌বীজ, স. শ. ( অং. লাল, মুখৰ পানী+বীজ, লেতুকেতীয়া বস্তু) মুখৰ পৰা ওলোৱা বীজলীয়া পানী ; তাৰ নিচিনা আন বস্তু, phlegm, saliva running from the mouth, any other slimy fluid.

লাৱণ্য, স. শ. ( সং. লাৱণ্য—লৱণ, সুন্দৰ ) কোমলতাৰে মিহলি সৌন্দর্য্য, মৃদুতাৰে পূর্ণ শুৱনি গুণ, loveliness, grace, beauty.

লাৱণ্যৱতী, বি. ( লাৱণ্যৱন্ত শব্দৰ স্ত্রীলিঙ্গ ) সুন্দৰী, graceful, lovely ( Fem. ).

লাস্ বেশ্, স. শ. ( সং. লাসৱেশ, নাচিবৰ নিমিত্তে মৰা ধুন—লাস্, নাচ+বেশ্, ধুন ) নাচিবৰ নিমিত্তে কৰা শৰীৰৰ শোভা ; এতেকে ধুন-পেচ, গাৰ শোভা, a ball dress, decoration of the body.

লাহু, স. শ. ( সং. লাস, ওপৰলৈ চোৱাঁ ) ধুন-পেঁচ, decoration of the body.

লাহুঁতী, স. শ. বৰকৈ ধুন মাৰি গা দেখুওৱা তিৰোতা, a foppish woman.

লাহন্, স. শ. আহমবিলাকৰ এফৈদ, one of the clans of the Ahams. "সন্দিকৈ" চোৱাঁ।

লাহৰি, বি. ( সং. লস্, শুৱনি হ ) শুৱনি, সৰু, কোমল আৰু মিহি; যেনে, লাহৰি হাত, lovely. স. শ. চেনেহী, সোণাই, মৰমৰ মাত, a term of endearment. "চেনেহী" চোৱাঁ।

লাহী, বি. ( সং. লস্, শুৱনি হ ) গা পাতল; লেহুকা, শকত আৰু ঠৰঙ্গা নোহোৱা, slender, thin, flexible.

লাহী, } লাহী ধান, } স. শ. বৰ ধানতকৈ সৰু, কাতিৰ শেষ আৰু আঘোণৰ আদিতে পকা অনেক বিধৰ ধানৰ সাধাৰণ নাম, a general name of several kinds of fine paddy.

লাহেকৈ, ক্রি. বি. ( সং. লাস, ঠেওধৰি হাত ভৰি বুলোৱা কার্য্য+অং. কৰি ) মৃদুৰূপে, আলফুলকৈ, হেঁচা বা টেপা নমৰাকৈ; যেনে, লাহেকৈ ধৰা; উচ্চ নোহোৱাকৈ; যেনে, লাহেকৈ কথা কৰা, gently, softly, lightly, not slowly.

লাহে লাহে, ক্রি. বি. ধীৰে ধীৰে, শীঘ্র নোহোৱাকৈ; যেনে, লাহে লাহে যোৱাঁ; ক্রমে, ক্রমশঃ, অলপ অলপকৈ আগ বাঢ়ি; যেনে, পানীয়ে লাহে লাহে ঘৰৰ ওচৰ পালেহি; উচ্চ নোহোৱাকৈ, সৰু সৰুকৈ; যেনে, লাহে লাহে কথা ক, slowly, gradually, softly, not slowly.

লাহু লোটন্, স. শ. ( অং. লাহ, ধুন + লোটন, অনুক. ) ধুন পেঁচ; বং, ধেমালি, decoration of the body, sport, diversion.

লাক্ষণিক্, বি. ( সং. লাক্ষণিক, "লক্ষণা" চোৱাঁ ) লক্ষণা সম্পৰ্কীয়, লক্ষণাৰ দ্বাৰা উক্ত, তুলনা কৰা, শব্দৰ পোন অর্থ এৰি ভাবৰ দ্বাৰা বুজোৱা, figurative.

লাক্ষা, স. শ. ( সং. লাক্ষা—লক্ষ, লাখ; এক লাখ, অর্থাৎ অসংখ্য পোকৰ দ্বাৰা উৎপাদিত, এতেকে) এবিধ পোকৰ আঠা, লা, lac.

লিংলিঙ্গীয়া, বি. গা সৰু, দীঘল আৰু ঘন নোহোৱা ( তৃণাদিত খাটে ); যেনে, লিংলিঙ্গীয়া ধান, লিংলিঙ্গীয়া চুলি, long, thin and sparse.

লিকটা, বি. নিছিগা নভগা, চিকটা; এৰাই নপৰা; কৃপণ, tough, sticky, stingy.

লিক্চৌ, স. শ. ( আহ. লিখ্চো, ভৃত্য ) অসম ৰজাই বিষয়াক দিয়া হুজুৰা, a labourer granted by the Assam king to his officers, as a remuneration for their services.

লিক্লিকা, "লকলকা" চোৱাঁ।

লিখ্, স. ধা. ( সং. লিখ্, আখৰ দি ) আখৰৰ দ্বাৰা ব্যক্ত কৰ্; যেনে, ব্যাসে এই কথা লিখিছে; আখৰ দি; যেনে, লৰাই আখৰ লিখে; চিত্রকৰ্, লিখনীৰ দ্বাৰা মূৰ্ত্তি আঁক্, to write, to paint.

লিখন্, কৃদ. স. ( সং. ) লিখা বা আখৰ দিয়া কার্য্য; যাক লিখা যায়, কাকত, the act of writing, a writing, document.

লিখনার্থে, ক্রি. বি. ( সং. লিখনার্থং; লিখ, ঐ+অর্থং, কাৰণে ) লিখিবৰ নিমিত্তে, for the purpose of writing.

লিখনী, স. শ. ( অং. লিখ্, চিত্র কৰ্ ) যনিকৰে মূৰ্ত্তি অঁকা কাপৰ নিচিনা যতন, a painter's brush.

লিখা, স্. ধা. লোকৰ দ্বাৰা লিখা কার্য্য কৰা বা মূৰ্ত্তি অঁকা; যেনে, অমুকৰ হতুৱাই কাকত বা মূৰ্ত্তি লিখালোঁ, to cause to be written or painted.

লিখিত, কৃদ. বি. ( সং. ) লিখা, লেখা হোৱা; যেনে, লিখিত পত্র, written.

লিখোঁতা, স. শ. লেখক, যি লিখে, a writer, one who writes. (স্ত্রী) লিখঁতী।

লিগিৰা, স. শ. ( লিকিৰা, লৰা মানুহ ) ৰজা-মন্ত্রী আদিৰ পৰিকৰ হোৱা ডেকা

মানুহ, a page, a personal attendant on a nobleman. (স্ত্রী) লিগিৰী।

লিগিৰী-খোপা, স. শ. ৰজাৰ লিগিৰীৰ দৰে গলধনত দিয়া চুলিৰ গাঁঠি, a particular mode of gathering the hair in a knot low on the neck.

লিঙ্গ, স. শ. ( সং. লিঙ্গ—লিগ্, গতি কৰ্ ) পুৰুষাঙ্গ, মুনিহৰ ঘাই অঙ্গ; পুৰুষাঙ্গৰ দৰে সজা সদাশিৱৰ মূৰ্ত্তি; ( ব্যাকৰণত ) মতা, মাইকী আৰু এই দুইৰ বাজ বস্তু বোধক শব্দক পৃথক কৰা চিন, the penis, the phallus or emblem of Siva, a gender.

লিটিকৰি, স. শ. ( লিটিকা চোৱাঁ ) পুৰোহিত বামুণৰ লগুৱা, an attendant on a Brahman priest.

লিটিকা, বি. ( টিলিকা শব্দৰ অপভ্রংশ ) টিলিকা, বাঢ়িব নোৱৰা, চুটি চাপৰ; যেনে, লিটিকা লৰা, dwarfed, stunted in growth.

লিটিকা, ⎫ স. শ. বামুণৰ লগুৱা লৰা,
লিটিকাই, ⎭ লিটিকৰি (প্রায়ে লৰাত খাটে), an attendant on a Brahman priest (commonly a boy).

লিতা, বি. ( সং. লক্তক; হিং. লত্তা, ফটা কানি ) এসোপা ফটা কানিৰ দৰে কোমল, লেহুকা, ঠৰঙ্গা বা দৃঢ় নোহোৱা; এতেকে পুৰুষাঙ্গ থিয় নোহোৱা, পুৰুষ-শক্তি নথকা; এতেকে লাহী, পুষ্ট নোহোৱা, ক্ষীণ আৰু দুৰ্ব্বল; যেনে, লিতা লৰা, flexible, not strong or stiff, impotent, having no virility, lean and weak.

লিপ্, স. ধা. ( সং. লিপ্, লেও, দি ) বোকা বা তাৰ নিচিনা আন বস্তুৰে মাজ্; যেনে, গোবৰ মাটিৰে বাৰ লিপে, তেনে বস্তু থঁহি লগা; যেনে, কপালত চন্দন লিপে, to plaster, to besmear with.

লিপন্, কৃদ. স. লিপা কাৰ্য্য, লেপন, the act of plastering or smearing.

লিপা-পোঁচা, বি. ( অং. লিপ্, বোকাৰে মাজ্; বং. পোঁচ, মচ্ ) লিপি, মচি পৰিষ্কাৰ কৰা, অঁতোৱা; যেনে, লিপা পোঁচা ঘৰ, cleansed and plastered.

লিপি, স. শ. ( সং. লিপি—লিপ্, বোকাৰ নিচিনা বস্তু সান্; মহী সনা যায়, এতেকে ) কাকত, লেখা, চিঠি, a written paper, a letter.

লিপিচ্, স. শ. ছিদ্র, হিংসা কৰিবৰ সুচল, লেচু; যেনে, শত্রুৱে লিপিচ বিচাৰে. an opportunity of doing an injury.

লিপিত্, বি. ( সং. লিপ্ত, সংযুক্ত ) খাই ধৰা, মিলি পৰা, closely united, fitting tightly.

লিপিত খা, টানকৈ খাই ধৰ্, to adhere tightly.

লিপ্ত, কৃদ. বি. ( সং. লিপ্ত—লিপ্, মাজ্ ) সংযুক্ত, সংসৰ্গ থকা; যেনে, তেওঁ এই কাৰ্য্যত লিপ্ত নহয়, connected with, concerned.

লিৰিক্, স. ধা. ঘনে ঘনে হাতেৰে ছো বা লাৰ্; হাতেৰে ইলুটি পিলুটি কৰ্, to touch frequently, to turn over and over.

লিলাম্, স. শ. ( যাং. ) অনেক লোকৰ আগত বস্তু উলিয়াই কিনিব খোজোঁতা-বিলাকৰ মাজত সকলোতকৈ অধিক মূল্য যচা মানুহত সেই বস্তু বেচা কাৰ্য্য, an auction.

লিহিৰী-খোপা, স. শ. "লিগিৰী-খোপা" শব্দৰ অপভ্রংশ। সেই শব্দ চোৱাঁ।

লিহুলিহীয়া, বি. দীঘল কিন্তু গা-সৰু আছাৰিৰ নিচিনা, long and slender.

লীন্, কৃদ. বি. ( সং. লীন—লী, মিলি পৰ্ ) মিলি পৰা, লয় পোৱা, আন এক বস্তুৰে মিলি এটা হোৱা; যেনে, "অন্তকালে বিষ্ণুত হৈবা লীন," absorbed, commingled.

লীন্ যা, সংমিলিত হ, আন এক বস্তুৰে মিলি এটা হ, to be absorbed or commingled.

লীলা, স. শ. ( সং. লীলা—লী, সংযুক্ত

হ+লা, দান কৰ্, ধেমালিত মানুহৰ মন সংযুক্ত হয়, এতেকে) ধেমালি, খেলা, ক্রীড়া, play, sport.

লীলা-খেলা, স. শ. (সং. লীলা, ক্রীড়া+খেলা, ক্রীড়া) ধেমালি, ক্রীড়া, play, sport.

লীলায়ে, ক্রি. বি. ধেমালিস্বৰূপে, অনায়াসে, সহজে; যেনে, "লীলায়ে উদ্ধৰিলা ভূমিৰ ভাৰ," easily.

লীলিয়নি, স. শ. ("লীলিয়া" চোৱাঁ) সাপৰ দৰে ঘনে ঘনে জিভা উলিয়াই কঁপাওন; জোকৰ দৰে বনৰ ওপৰত থিয় হৈ ইফালে সিফালে মূৰ ঘূৰোৱা বা পানীত কেৰমেৰাই ফুৰা কাৰ্য্য, the act of lolling the tongue.

লীলিয়া, অ. ধা. (সং. লিহ্, জিভাৰে চেলেক) ঘনে ঘনে জিভা উলিয়াই কঁপা (সাপত খাটে); যেনে, সাপে লীলিয়াইছে; বনত থিয় হৈ ইফালৰ পৰা সিফাললৈ মূৰ ঘূৰা বা পানীত কেৰমেৰাই ফুৰ্ (জোকত খাটে); যেনে, জোকে লীলিয়ায়, to loll the tongue.

লুইত্, স. শ. (সং. লোহিত, ব্রহ্মপুত্র) ব্রহ্মপুত্র নদ, the river Brahmaputra.

লুইতীয়া, বি. লুইতৰ, লুইত সম্পৰ্কীয়, pertaining to the above.

লুংলুং, চুলি আদি গাত লাগিলে যে অলপ সুৰসুৰোৱা বোধ হয়, তাক বুজোৱা অনুকাৰ শব্দ, an imitative sound used to express the tickling sensation produced by hair, &c., coming in contact with the body.

লুংলুঙ্গা, অ. ধা. লুৰলুৰা, অলপ সুৰসুৰোৱা যেন বোধ জন্মা; যেনে, গন্ধৰ্ধনত চুলিয়ে লংলুঙ্গায়, মনে মনে কোনো বস্তু বিচাৰি ফুৰ্; যেনে, লংলুঙ্গাই ফুৰিছে, to cause a slight tickling sensation, to search about stealthily.

লুংলুঙ্গীয়া, বি. মনে মনে ফুৰা, চোৰৰ দৰে গোপনে বিচাৰি ফুৰা, stealthy.

লুংলুং কৰে, ক্রি. বি. গোপনে, মনে মনে, গুপ্তভাৱে (ফুৰাত খাটে), stealthily (said of going about).

লুকা, স. ধা. (সং. লুক; হিং. লুকানা; বং. লুকান, গুপ্তৰূপে থ) গুপ্ত কৰি বা আনে নেদেখাকৈ থ; যেনে, মুখ লুকাইছে, to hide, to conceal. অ. ধা. গোপনে থাক্, আনে নেদেখা হৈ থাক্; যেনে, "বনৰে হৰিণা বনতে লুকাল, পখী দশোদিশে গল," ঢাক খা, আবৃত্ত হ; যেনে, মেঘত সূৰ্য্য লুকাল, to lie hid, to be concealed. কৃদ. স. লুকাওঁতা, (স্ত্রী) লুকঁাতী।

লুকাওন, কৃদ. স. লুকোৱা কাৰ্য্য, গোপন কৰণ, the act of hiding.

লুকালুকি, স. শ. এটা লুকোৱা আৰু আনে বিচৰা এবিধ লৰাৰ ধেমালি, the play of hide and seek.

লুকাভুমুকা, স. শ. (অং. লুকোৱা, গুপ্ত কৰা+ভুমুকা, অলপকৈ মুখ উলিওৱা) আঁৰৰ পৰা অলপকৈ মুখ উলিয়াই আকৌ লুকাওন, চুচুকচামাক, the act of slightly showing the face from behind something and hiding it again.

লুকি-নাৰেঙ্গা, স. শ. (অং. লুকা, গুপ্ত হ+নাৰেঙ্গা, এবিধ গাঁৰ) এবিধ গৰ্ভত হোৱা ডাঙ্গৰ গাঁৰ, গৰ্ভ নাৰেঙ্গা, an internal abscess.

লুকুগাই, স. শ. (আহ.) আহমৰ ছোৱালীৰ যৌতকত দিয়া বন্দী লৰা, a slave boy given to a girl at her marriage.

লুকোৱা, স. ধা. আনৰ দ্বাৰা গুপ্ত কৰা, to cause to be hidden.

লুক্কায়িত্, কৃদ. বি. (সং. লুক্কায়িত—লুক্, গুপ্ত কৰ্) গুপ্ত কৰা, লুকোৱা, hidden.

লুট্, স. ধা. (সং. লুট্, চুৰ কৰ্) হৰণ কৰ্, বলেৰে নি; যেনে, মানে বস্তু লুটিলে; বলেৰে বস্তু নি শুদা কৰ্; যেনে, ডকাইতে ঘৰ লুটে; চুৰ কৰি বা গোপনে বস্তু নি ধনহীন কৰ্; যেনে, অমুকৰ চাকৰে তাক লুটে, to plunder, to pillage, to rob.

স. শ. বলেৰে লোকৰ ধন বস্তু হৰণ; যেনে, লুটৰ বস্তু, plunder, pillage.

লুটি, স. শ. (সং. লুট, বাগৰ্) গাৰ দাঁতি, পাৰ্শ্ব; যেনে, গাৰ ইলুটি সিলুটি; ফাল, দিশ; যেনে, বৰষুণ এই লুটিলৈ নাহিল, a side of the body, side, direction.

লুটি খা, এফালৰ ভাগ আন ফালে হ, ওপৰৰ ফাল তল হ, to be turned.

লুটি বাগৰ্, স. শ. কাতি হৈ শুই থাকোঁতে তলৰ লুটি ওপৰ বা ওপৰৰ লুটি তল কৰা কাৰ্য্য, the act of changing sides while lying down.

লুটি বাগৰ দি, ইকাতিৰ পৰা সিকাতি হ, to change sides while lying down.

লুটিয়া, স. ধা. ওপৰৰ ফাল তল কৰ্, ওলটা; যেনে, পুথিৰ পাত লুটিয়াইছে, to turn over, to turn upside down.

লুটিয়া-লুটি, স. শ. বাগৰা-বাগৰি, সঘনে ওপৰৰ লুটি তল আৰু তলৰ লুটি ওপৰ কৰা কাৰ্য্য; এতেকে ধৰ্ফৰণি, the act of turning from side to side, tossing about or writhing.

লুটি স্তুটি, ক্রি. বি. বিনয়েৰে সৈতে থাটি, স্তুতি ভক্তি কৰি, with servility, cringing.

লুঠং-ঠুঙ্গীয়া, বি. (অং. লঠা, শূন্য + ঠুঙ্গীয়া, অনুক.) দৰিদ্ৰ, ঘৰ বাৰী নথকা আৰু অকলশৰীয়া, poor and having no family nor a dwelling-place.

লুণীয়া, বি. (অং. লোণ, এবিধ খাৰ) লোণযুক্ত, লোণৰ গুণ থকা, salt, saline.

লুতুৰা, বি. (সং. লুব্ধতৰ, অধিকৰূপে লুভীয়া) ইন্দ্ৰিয় সুখলৈ বৰকৈ লোভ কৰা; সোৱাদ বস্তুৰ লোভ সামৰিব নোৱৰা; যেনে, লুতুৰা মন, লুতুৰা স্বভাৱ, লুতুৰা মানুহ; এতেকে সোৱাদ বিচৰা; যেনে, কানীয়া মানুহ লুতুৰা হয়, voluptuous, sensual, dainty, requiring dainties.

লুতুৰিপুতুৰি, বি. (সং. লুট, মাটিত বাগৰ্ + পুতুৰি, অনুক.) বোকাৰে লেটি পেটি, smeared with mud.

লুতুপুতনি, স. শ. (ভলৈ চোৱাঁ) ইন্দ্ৰিয়ক সুখ দিয়া বস্তু পাবলৈ ব্যগ্ৰতা, বৰ লোভ, লকলকনি, a longing desire for what is pleasant to the senses.

লুতুপুতা, অ. ধা. (সং. লুভ্, লোভ কৰ্) কোনো ইন্দ্ৰিয়ক সুখ দিয়া বস্তু পাবলৈ ব্যগ্ৰ হ, আস্বাদ পোৱা বস্তু পুনৰ নেপায় মানে খজুৰতিয়ে ধৰাৰ দৰে বোধ কৰ্ (মন ইয়াৰ কৰ্ত্তা); যেনে, ৰাগী লগা বস্তু খোৱা মানুহৰ মনে তালৈ লুতুপুতায়; গীত শুনিবলৈ তোমাৰ মনে লুতুপুতাইছে, to long for something pleasant to the senses.

লুতুপুতীয়া, বি. (সং. লুভ্ লোভ কৰ্) ইন্দ্ৰিয়ক সুখ দিয়া বস্তু পাবলৈ ব্যগ্ৰ, লুভীয়া, লকলকীয়া, desirous for what is pleasant to the senses.

লুথৰী পাভ, | লুথুৰী পাভ, স. শ. (হিং. লোথ্ৰী, মঙ্গহৰ চপৰা + অং. পাভ, এবিধ মাছ) এবিধ বৰ মহঙ্গাল ডাঙ্গৰ পাভ মাছ, a kind of fish.

লুথৰী-পিঠা, | লুথুৰী-পিঠা, স. শ. পানীত সিজাই থপথপীয়া কৰা পিঠা-গুড়িত এৰা গাখীৰ আৰু গুড় মিহলোৱা এবিধ খাদ্য, food prepared by boiling ground rice in water and mixing it with milk and sugar.

লুধ্মী, বি. ("লোধোমা" শব্দৰ স্ত্ৰীলিঙ্গ) গা শকত, বৰ পুষ্ট, fat (Fem.).

লুপ্ত, কৃদ. বি. (সং. লুপ্, নাশ কৰ্) লোপ পোৱা, গুচা, নথকা হোৱা, gone, disappeared, lost.

লুব্ধ, কৃদ. বি. (সং. লুব্ধ—লুভ্, আকাংক্ষা কৰ্) লুভীয়া, covetous, greedy.

লুভীয়া, বি. (সং. লোভ, আকাংক্ষা) লোভ কৰা, লোকৰ বস্তুলৈ বৰকৈ ইচ্ছা কৰা; জিভাত সোৱাদ লগা বস্তুৰ নিমিত্তে ব্যগ্ৰ, covetous, cupidinous, eager to enjoy what is pleasant to the palate. স. শ. লোভী পুৰুষ, a covetous, or greedy man, a man eager to

enjoy what is palatable. (স্ত্ৰী) লুভুনী।

লুৰ্, "লুট্" চোৱা।

লুৰি, স. শ. সৰু ঠেক লোৰ, a very small drain.

লুৰুমা, বি. বাঢ়িব নোৱৰা, কটীয়া লাগি থকা (ধানত বা বনত খাটে); যেনে, লুৰুমা ধান, stunted in growth, not luxuriant (said of paddy plant or grass), not rich, poor.

লুৰ্ব্বুং লুঠুং, বি. লুঠুং-ঠুঙ্গীয়া, ধন সম্পত্তি আৰু ঘৰ বাৰী নথকা আৰু অকলশৰীয়া (নিন্দাৰ্থত); যেনে, "লুৰ্ব্বুং লুঠুং, বুৰ দিলে ভুটুং," poor and not having a home or a family.

লুৰ্‌ফুৰা, } অ. ধা. (সং. লুল্, কঁপা + লুৰ্ফুৰা, } ফুৰা, গতি কৰা) লুলুৰা, পাতল বা লঘু বস্তুৰে ওপৰে ওপৰে মাজ্, to rub gently with something light.

লুৰ্‌লুৰা, } ত. ধা. (সং. লুল্, কঁপা + লুৰ্লুৰা, } লুৰা, অনুৰূ.) লুংলুঙ্গা, অলপ সুৰসুৰণি জন্মা; যেনে, পিঠিত চুলিয়ে সুৰলুৰায়, to cause a slight tickling sensation.

লুহীয়া, স. শ. নৈৰ দাঁতিত গজা এবিধ খাগৰি জাতিৰ তৃণ, a kind of grass.

লুহিয়ানি, স. শ. লুহিয়াৰ হাবি, a place covered with the above.

লুহীয়া, স. শ. (সং. লোহ, লো) লোহোৰা, কেৰাহী, an iron pan.

লৈই, স. শ. (সং. লৈপ, লিপি দিয়া বস্তু, হিং. বং. লৈই, মাড়) আটা গুড়ি সিজাই কৰা কঁৰাল, paste for uniting paper, &c.

লৈইলৈই-ছেইছেই, স. শ. বৰকৈ ঘিণ বা তুচ্ছ বোধ কৰি ওচৰ চাপিব নিদিয়া ভাব বুজোৱা মাত; যেনে, তুখীয়াক আটায়ে লেইলেই-ছেইছেই কৰে, the utmost contempt or hatred.

লৈউ লেৱা, বি. (অং. লেও, লিপি দিয়া মাটি) লেওৰ বা পাতল বোকাৰ নিচিনা, ঘন নোহোৱা, of the consistency of thin mud.

লৈউসৈউ, } বি. লেতু সেতু, ঠৰঙ্গা নো-
লৈউসৈৱা, } হোৱা, অদৃঢ়, flexible, pliable, not stiff.

লেও, স. শ. (সং. লৈপ, হিং. লৈৱা, লিপি দিয়া বস্তু) কোনো বস্তুৰ ওপৰত লিপি দিয়া পাতল বস্তু; ঘাইকৈ তাপ দিয়া পাত্ৰৰ তলিত লিপা বোকা; যেনে, টৌত লেও দিয়ে, a plaster, a coating of mud over a vessel intended to be heated.

লেং, স. শ. এবিধ জৰ আৰু কাহ হৈ মানুহ শুকাই যোৱা ৰোগ, যক্ষ্মা, pulmonary consumption.

লেংটি, স. শ. (সং. নগ্ন, নাঙ্গঠ; হিং. লঙ্গোটি; গুপ্তাঙ্গ ঢকা ক্ষুদ্ৰ কাপোৰ) দুই তপিনাৰ মাজে সুমাই কেৱল গুপ্তাঙ্গক মাথোন ঢকা নিচেই ঠেক কাপোৰ। সেই কাপোৰ পিন্ধিলে লাঙ্গঠ যেন হৈ থকা যায়, এতেকে সেই নাম, a strip of cloth worn between the thighs to conceal the private parts.

লেংপেঙ্গীয়া, বি. (অং. লেঙ্গা, ওখ) গা সৰু আৰু ওখ, গা নধৰাকৈ ওখ হোৱা (মানুহত খাটে), tall and slender (said of a man). (স্ত্ৰী) লেংপেঙ্গী।

লেংপেং কৰে, ক্ৰি. বি. গা ডাঙ্গৰ নোহোৱাকৈ ওখ হৈ; যেনে, লেং লেং কৰে বাঢ়িছে, growing in height.

লেংলেঙ্গীয়া, বি. (অং. লেঙ্গা, ওখ) গা সৰু আৰু ওখ, লেঙ্গা (গছত মাথোন খাটে); যেনে, লেংলেঙ্গীয়া তামোল গছ, high but slender, as a tree.

লেং লেং কৰে, ক্ৰি. বি. গা শকত নোহোৱাকৈ বা ডাল নধৰাকৈ ওখ হৈ (গছত খাটে), growing in height.

লেকাত্, বি. (সং. ক্লান্ত, ভাগৰ লগা) শ্ৰান্ত; যেনে, ফুৰি ফুৰি লেকাত লাগিছে; ভোকৰ পৰা দুখ পোৱা, ক্ষুধাৰ্ত্ত; যেনে, ভোকত লেকাত হল, overcome by fatigue or hunger.

লেকাত লাগ্, শ্ৰান্ত হ, ভোক বা ভাগৰৰ পৰা পীড়া পা, to be overcome by hunger or fatigue.

লৈকেচি, "লকচি" চোৱাঁ।

লৈকেচিয়া, অ. ধা. ( হিং. লংচানা ; বং. নেংচান, পেঙ্গুৰিয়া ) অলপকৈ খোৰাই খোজ কাঢ়্, to limp.

লেকেচীয়া, বি. ( অং. "লকচি" চোৱাঁ ) ভালকৈ পূৰঠ নোহোৱা, কেঁচা, not fully matured.

লেকেটা, লৈকেটীয়া, } "লেটেকা" চোৱাঁ।

লেখ্, স. ধা. ( সং. লিখ্, আখৰ দি ) লিখ্, আখৰ দি, আখৰৰ দ্বাৰা ব্যক্ত কৰ্ ( এই ভাবত প্ৰায়ে "লিখ" ব্যৱহৃত হয় ) ; গণ্, সংখ্যা কৰ্ ; যেনে, তামোল লেখিছে, to write, to count, to number. স. শ. গণনা, হিচাপ, সংখ্যা ; যেনে, মানুহৰ লেখ, an account, a number.

লৈথক্, স. শ. ( সং. লেখক—লিখ্, আখৰ দি ) লিখোঁতা, কাকত কৰোঁতা ; লেখাৰু, a writer.

লৈখন্, কৃদ. স. ( সং. লেখন—লিখ্, আখৰ দি ) লিখা কাৰ্য্য, the act of writing.

লেখন্, কৃদ. স. ( অং. লেখ্, আখৰ দি বা গণ্ ) আখৰ দিয়া বা গণনা কৰা কাৰ্য্য, the act of writing or counting.

লৈখনী, স. শ. ( সং. লেখনী—লিখ্, আখৰ দি ) কাপ, a pen.

লেখা, স. শ. ( অং. লেখ্, আখৰ দি ) লিখা কাকত, চিঠি ; ৰচনা, a letter, a document, a writing, literary composition. স. ধা. আনৰ দ্বাৰা কাকত কৰা ; যেনে, চিঠি লেখাইছে, to cause to be written.

লেখা, স. ধা. ( অং. লেখ্, গণ্ ) লোকৰ দ্বাৰা গণনা কৰা, to cause to be counted.

লেখাৰু, স. শ. ( অং. লেখ্, কাকত কৰ্ ) লেখক, লিখোঁতা, a writer.

সমা. — লৈথক, লেখাৰু, যি লিখে সেয়ে লেখক বা লিখোঁতা ; সদায় যি লিখে বা লিখা যাৰ ব্যৱসায়, সি লেখাৰু ; এই কাৰণ এই পুথিৰ লেখাৰু, এনে উক্তি অশুদ্ধ।

লেখা লৈখি, স. শ. এজনে আন জনলৈ পত্ৰ লিখা কাৰ্য্য, the act of writing to one another, correspondence.

লৈখি, স. শ. ( সং. লিক্ষ ; হিং. লীখ ; বং. নিকি, ওকনীৰ কনী ) ওকনীৰ কনী, ফুটনি, the nit of a louse.

লেখোঁতা, কৃদ. স. ( অং. লেখ্, গণ্ ; আখৰ দি ) গণোতা, হিচাপ কৰোঁতা ; লিখোঁতা, কাকত কৰোঁতা, one who counts or writes. ( স্ত্ৰী ) লেখঁতী।

লেখ্ জোখ্, স. শ. সংখ্যা আৰু পৰিমাণ, সীমা সংখ্যা ; যেনে, তাত মানুহৰ লেখ জোখ নাই, number and quantity, limit. ( পদ্যত ) লেখা জোখা।

লেগাম্, "লাগাম" চোৱাঁ।

লেঙ্গা, বি. ( সং. লম্বা, দীঘল ) বৰ ওখ ( গছত খাটে ), very tall or high ( said of a tree ).

লেঙ্গেৰা লৈঙ্গেৰি, স. শ. ( হিং. লগ্গা, মৰম ) লেনপেন, পৰস্পৰে ডিঙ্গিত ধৰা ধৰি কৰি দেখোৱা মৰম ; দুটা কুকুৰে গা ঘঁহা ঘঁহি কৰি কৰা মৰম, the act of fondling one another, mutual caresses.

লেচাৰ্, স. ধা. ( হিং. লচক্না, জঁপিয়া ) খোজ কাঢ়োঁতে জোকাৰ্ (হাতত খাটে) ; যেনে, হাত লেচাৰি গৈছে, to swing the arms in walking. স. শ. খোজ কাঢ়োঁতে হাতৰ সঞ্চালন, the act of swinging the arms in walking.

লেচাৰী, স. শ. ( অং. লেচাৰ্, জোকাৰ্ ; এই ছন্দ অলপ জোকাৰি মতা যায়, এতেকে ) এবিধ অসমীয়া ছন্দ ; যেনে,

"দ্ৰুপদ নন্দনী মনে গুণি,
স্বামী সকলৰ বাক্য শুনি,
ৰাজহংস গতি চলি যান্ত ধীৰে ধীৰে,"

an Assamese metre.

লৈচিয়া, বি· ভালকৈ নুশুকোৱা, আধা শুকান ( ধানত খাটে ), half or imperfectly dried, as paddy.

লৈচীয়া, বি· ( অং· লাচ্, দো খাই আকৌ পোন হ ; লাচ লয়, এতেকে ) একালে অধিক গধুৰ, একলীয়া ( ভাৰত খাটে ), heavier on one side than the other ( said of a burden carried on the shoulder ).

লৈচু, স· শ· ( অং· চেলু, চল বা কাৰ্য্য কৰিবৰ উপায় ) ছিদ্ৰ, লিপিচ, হিংসিবৰ সুচল ; যেনে, শক্ৰৰে লেচু বিচাৰে ; বনি, ৰোগৰ কাৰণ ; যেনে, বৰষুণত তিতাই জ্বৰৰ লেচু হল, an opportunity of doing harm, an exciting cause of disease.

লেচ্ কেচ্, স· শ· অলপ বিবাদ, দন্দ ; লেঠা, a slight quarrel, a difficulty.

লেছা, লেছেৰা, স· শ· ( হিং· লচ্ছা ; অং· নেছা, মেৰাই থোৱা সুতা ) চেলা বটা চুলি, বেণি ; সুতাৰ নিচিনা বস্তুৰ কোঁছা, a braid of hair, a wisp of thread.

লেছালেছ, বি· অনেক লেছা কৰি পৃথক কৰা, divided into many *lesas.*

লেছেৰা মাহ, স· শ· এবিধ চুলিৰ লেছেৰাৰ নিচিনা দীঘল আৰু গোটা ছেঁই ধৰা লতা আৰু তাৰ গুটি, a kind of long-podded bean.

লৈছেৰি, স· শ· ( অং· লেছেৰা, চেলা বটা চুলি ) পাত গুচোৱা, ধানৰ থোকৰ মুঠি, পাত গুচাই আটি বন্ধা ধানৰ থোক-সমূহ, a bundle of the ears of paddy freed from the leaves.

লেজাই, স· শ· ( অং· লেজু, ৰুই ) এবিধ বৰ দীঘল আৰু মাটিত বগোৱা বেঁত, a kind of rattan.

লৈজু, স· শ· ( সং· ৰজ্জু, ৰুই ) দীঘল আৰু ডাঙৰ জৰী, a rope, a cable.

লৈজুৰা, বি· লেজুৰ দৰে দীঘল হোৱা, টানিলে দীঘল হৈ যোৱা, লেটেকা (আঠা থকা বস্তুত খাটে) ; যেনে, লেজুৰা গুড়, stringy, ropy.

লেটু, অ· ধা· ( হিং· লেটুনা, কাতি হৈ পৰি থাক ) লোটু, মাটিত পৰি চুঁচৰি যা ; যেনে, কাপোৰখান মাটিত লেটিছে, to roll or trail along.

লেটু ল বা লেটি ল, ধূলি বা বোকাত বাগৰ্, to wallow, to roll in dust.

লেটা, স· ধা· মাটিত বা বোকাত চোঁচৰাই নি ; যেনে, কাপোৰৰ আঁচলটো লেটাই নিছে ; সান্, মিহলি কৰ্, মিহলা ; যেনে, গুড় গাখীৰ লেটাই পেলাইছে ; দোষত লিপ্ত কৰ্, দোষীৰ সঙ্গী কৰ্ ; যেনে, পানীমুৰাই নিৰ্দ্দোষীকো তাৰ লগত লেটাইছিল, to draw along the ground, to drabble or draggle, to mingle or mix, to implicate in a crime.

লেটা, স· শ· ( হিং· লট, জঁট ; জঁট লগা চুলিৰ নিচিনা বাহ সাজি থাকে, এতেকে ) বাহৰ ভিতৰত থকা পলু ; যেনে, মুগাৰ লেটা, a chrysalis.

লেটা কুন্দ্ বা লেটা কুন্দা, লেটা বান্ধ, মুখৰ পৰা আঁহ উলিয়াই বাহ সাজ্ ; যেনে, মুগাই লেটা কুন্দাইছে, এতেকে নিজেই আপদত পৰিব পৰা কাম কৰ্, আপোনাৰ আপদ আপুনি বিচাৰ্, to form a cocoon, to surround oneself with difficulties, to seek one's own ruin.

লেটা, স· ধা· লেটাইৰে মেৰা, লেটাইত মেৰাই নেছা কৰ্, to reel or wind as thread.

লেটাই, স· শ· ( হিং· লটাই ; বং· নাটাই, এবিধ সুতা-মেৰোৱা যতন) উঘাতকৈ ডাঙৰ আৰু আগলৈ চিক্ৰা এবিধ সুতা মেৰোৱা সঁজুলি, a kind of bamboo reel.

লেটা-কাঁইটু, স· শ· ( অং· লেটা, এবিধ গুটি + কাঁইট, কণ্টক ) এবিধ কাঁইটীয়া গছ, তাৰ গুটিৰ নাম লেটা গুটি, the shrub bearing a nut whch has the qualities of a febrifuge.

**লেটা-গুটি**, স. শ. (সং. লষ্ঠি, বং. নাটা, এবিধ লতাৰ ফল + অং. গুটি, ফল) লেটা কাঁইটৰ গুটি, the febrifuge nut, vide *supra*.

**লৈটিপেটি**, বি. (অং. লেটু, মাটিত বাগৰ্‌ + পেটি, অনুকৃ.) বৰকৈ বোকা আদি লগা, লুতুৰি পুতুৰি; যেনে, গাটো বোকাৰে লেটিপেটি হল; সান-মিহলি হোৱা, মিহলোৱা; যেনে, ভাগবিলাক লেটিপেটি হল, smeared, daubed, mingled, mixed up.

**লৈটিয়া**, স. ধা. (অং. লেটু, মাটিত চোঁচৰা); মাটি, ধূলি বা বোকাত চোঁচৰা, মিহলা, সান্‌মিহলি কৰ্‌; দোষত লিপ্ত বা দোষীৰ সঙ্গী কৰ্‌, লেটা, to trail or draw along the ground, to draggle, to mingle, to mix, implicate.

**লৈটিয়া-লৈটি**, স. শ. এজনে আন জনক ধূলি বা বোকাত বাগৰোৱা বা চোঁচৰোৱা কাৰ্য্য; বাগৰা-বাগৰি, কাতি হৈ পৰি ইলুটি-সিলুটি কৰা কাৰ্য্য, the act of rolling.

**লেটেকা**, বি. টানিলে দীঘল আৰু এৰি দিলে আগৰ সমান হোৱা, নিছিগা-নভগা; যেনে, বড়ৰ আঠা লেটেকা; বৰ কষ্ট পাইও নমৰা; যেনে, লেটেকা জীৱ, elastic, tough, tenacious.

**লৈটেকু**, স. শ. (হিং. লটুকন্‌, গুলমাই পিন্ধা মণি; সি থোপা বান্ধি ওলমি থাকে, এতেকে) এবিধ অলপ টেঙ্গা আৰু সোৱাদ ফল; তাৰ গছ, a kind of edible fruit, its tree.

**লৈটেকুৱা**, স. শ. গৰু মহৰ চকু উথহি বগা পৰি লেটেকু এফুটাৰ নিচিনা হোৱা এবিধ ৰোগ, an eye disease peculiar to cattle.

**লেটেঙ্গা**, বি. "আটেঙ্গা" চোৱাঁ।

**লেটুপেটু**, বি. "লেটিপেটি" চোৱাঁ।

**লেটুপেটা**, স. ধা. বোকা আদি সান্‌ বা লগা; যেনে, হাতত বোকা লেটুপেটালে; মিহলি কৰ্‌, মিশ্রিত কৰ্‌, এবিধক আন এবিধৰ লগ লগা; যেনে, ভাল বেয়া আটাইকে লেটপেটালে, to smear, to mingle.

**লেঠা**, স. শ. (হিং. লঠ্‌, জঁট; বং. লেঠা, জেঙ্গা) জঁট লগা চুলিৰ দৰে মেৰাই ধৰা, অৰ্থাৎ এৰিব বা শেষ কৰি আজৰি হব নোৱৰা কাম; যেনে, জীয়াই থাকোঁতে সংসাৰৰ লেঠা নমৰে; জেঙ্গা, ভতৰ; যেনে, তোমাক লেঠাই নেপায়, difficulty, embarrassment, responsibility.

**লেঠিয়া**, স. ধা. (অং. লেটিয়া, দোষীৰ সঙ্গী কৰ্‌) ইঙ্গিতেৰে দোষ দি, স্পষ্টকৈ নকৈ ভাবেৰে কোনো এজনলৈ দোষ ঠেল্‌, to blame by implication.

সমা.—লেটিয়া, লেঠিয়া, আগৰটো পোনে পোনে কোনো এজনক জগৰীয়া বোলাত, আৰু পাচৰটো ইঙ্গিতেৰে দোষ আৰোপ কৰাত খাটে।

**লৈঠিয়া-লৈঠি**, স. শ. পৰস্পৰ দোষাৰোপ, এজনে আন এজনক দোষ দিয়ন, the act of criminating each other.

**লেতুকেতীয়া**, বি. (অং. লেতুকেতু, বীজল) বীজলীয়া, পিছল, viscid, slimy.

**লৈতু-সৈতু**, বি. (হিং. লত্তা, ফটাকানি + সেতু, অনুক. ফটা কানিৰ নিচিনা কোমল) লেউসেৰা, ঠৰঙ্গা নোহোৱা, flexible, pliable, not stiff.

**লেতেৰা**, বি. (হিং. লথেড়না, মলিন কৰ্‌) মলিন, খেহেটা, শুচি অশুচিৰ বোধ নথকা; অপবিত্র; যেনে, লেতেৰা মানুহৰ লেতেৰা কাম, dirty, slovenly, of filthy habits, ceremonially unclean. (স্ত্রী) লৈতেৰী।

**লেতেৰ্‌ পেতেৰ্‌**, বি. (অং. লেতেৰা, ঐ + পেতেৰ, অনুকৃ.) মলিন বস্তুৰে মিহলি বা লেটিপেটি; যেনে, হাতখান বোকাৰে লেতেৰ পেতেৰ হল; অশুচি বস্তুৰে মিশ্রিত বা সংসৰ্গী, tainted or mixed with dirt, come in contact with something ceremonially unclean.

লেতুকেতু কৰে, ক্রি. বি. ( অং. লেতকেত, বীজল ) বীজলৰ দৰে ; যেনে, লেতুকেতু কৰে পিছল, viscidly.

লেথাৰি, } লৈথেৰি, } স. শ. ( সং. লতা, বগাই উঠা তৃণ ; এডাল লতাৰ নিচিনা ) ইটোৰ গাত সিটো লাগি হোৱা শাৰী, লালী ; লগালগি হৈ কৰা অৱস্থিতি ; যেনে, লেথেৰি লগা ঘৰ, a row, contiguity. বি. ইটোৰ গাত সিটো লাগি থকা, শাৰী হৈ থকা ; যেনে, লেথেৰি ঘৰ বা হাবি, standing in a connected row or line.

লেদেনা, স. শ. ( অং. লাদ, বিষ্ঠা ) লৰা বা নৰিয়াৰ মলমূত্ৰাদি, the urine or ordure of a child or sick person.

লেদেনা ওকটু, গু-মূত গুচাই প্ৰতিপাল কৰ্ (নৰিয়া বা লৰাত খাটে) ; যেনে, নৰিয়াৰ লেদেনা উকটিছে ; লেদেনা উকটি ডাঙৰ কৰিলে, to nurse, as a child or a sick person.

লেদ্‌লেদীয়া, বি. ( অং. লদা, চপৰা ) এচপৰা মাটিৰ দৰে গধূৰ, heavy.

লেধা, বি. ( হিং. লদনা, বোজা দি ; বোজা লোৱাৰ নিচিনা) গা-গধূৰ, বৰকৈ লৰি চৰি নুফুৰা ; কামত লেহেম, যেদা, heavy-bodied, sluggish, slow.

লেধাইশামুক, স. শ. ( অং. লেধা, গা-গধূৰ ; বৰকৈ লৰি চৰি ফুৰিব নোৱাৰে, এতেকে ) এবিধ ঘূৰণীয়া শামুক, লাইশামুক, a kind of shell.

লেধেমা, বি. ( অং. লেধা, গা-গধূৰ ) গধূৰ, লেদলেদীয়া, heavy.

লেন্, স. শ. মৰম লগাবৰ ইচ্ছাৰে লৰাৰ দৰে আধা উচ্চাৰণ কৰি কথা কোৱা কাৰ্য্য, the act of talking, as a child or in a childish manner, with a view to excite affection.

লেন্ লগা, লে-নিয়া, মৰম লগাবলৈ লৰাৰ দৰে মৃদুকৈ কথা ক, to speak, as a child or in a childish manner, with a view to excite affection.

লে-নিয়া, অ. ধা. মৰম লগাবলৈ লৰাৰ দৰে কোমলকৈ কথা ক, to speak, as a child or childishly with a view to excite affection.

লে-নী, বি. মৰম লগাবলৈ লৰাৰ নিচিনাকৈ কথা কোৱা ( স্ত্ৰী ) ; যেনে, লে-নী ছোৱালী, speaking childishly to excite affection (Fem.).

লেন্‌পেন্, স. শ. ( অং. লেন, মৰম লগাবলৈ কোৱা মৃদু কথা + পেন, অনুৰূ. ) লেঙ্গেৰালেঙ্গেৰি, ভিঙ্গিত ধৰাধৰি কৰি কৰা মৰম, mutual caresses.

লেপ্, স. শ. কোনো বস্তু চেপি ধৰা বা আঁজুৰি একুওৱা সৰু সঁৰাহ, a pair of nippers, pincers or forceps.

লেপ্, স. শ. ( সং. লিপ্, লেও দি ) লেও, কোনো বস্তুৰ ওপৰত লিপি দিয়া বোকা আদি ; প্ৰলেপ, লিপি দিয়া দৰব, a plaster, an ointment, a poultice.

লেপ খা, ঘন হ, গাত গা-লগা হ, to be dense, to the closely united.

লৈপন্, কৃদ. স. ( সং. লিপ্, লেও দি ) লিপন, লিপা কাৰ্য্য, the act of plastering or smearing.

লেপা, বি. বৰকৈ সিজি লেপ বা লেওৰ নিচিনা হোৱা, জৰজৰীয়া নোহোৱা, লেপ-লেপীয়া ( ভাত আদি ) ; যেনে, লেপা ভাত, of a soft consistency, sticky.

লেপেট খা, লাগি ধৰ্, জেপেটি ধৰ্, to stick, to adhere.

লেপেটা, স. শ. ( হিং. লপেট, সঙ্কোচ, কোঁচ খোৱা ) দুই ঠেং কোঁচাই ভপিনাৰ তলৰ ভাগ পেলাই কৰা উপবেশন, the act of sitting on the hams with the legs curled up.

লেপেটা পাৰ্, দুই ঠেং কোঁচাই ভপিনাৰ তলৰ ভাগ পেলাই বহ্, to sit on the hams with the legs curled up.

লেপেটা পাৰি বহ্, দুই ঠেং কোঁচাই ভপিনাৰ তলৰ ভাগ পেলাই বহ্,to sit on the hams with the legs curled up, to squat.

লেপেটীয়া, বি. (হিং. লপেট্না, মেৰাই ধৰণ) এবাৰ ধৰা কাম অন্ত নহয় মানে নেৰা, আৰম্ভ কৰা কামত লাগি থকা, applying oneself diligently, per-

লেপ্থেপ্, } বি. (অং. লেপ্, ঘন + থেপ্, অনুৰূ.) বৰ ঘন, গোট গোট নোহোৱা, ইটোৰ গাত সিটো লগা, অস্পষ্ট; যেনে, আখৰবোৰ লেপ্থেপ্ হল, dense, not distinct (said of writing.)
লেপ্থেপীয়া, }

লেপ্লেপীয়া, বি. (অং. লেপ, লেও) লেওৰ নিচিনা, বোকাৰ নিচিনা, of the consistency of mud, paste-like.

লেফাফা, স. শ. (যাং. লিফাফা) চিঠিৰ খাম, an envelope.

লেবা, বি. (সং. লপ্, কথা ক) স্পষ্টকৈ কথা কব নোৱৰা, কথা ভালকৈ নুফুটা; ভালকৈ কথা কব নজনা, unable to speak distinctly or well.

লে বা, লতাৰ দৰে বগাই আগ বাঢ়্; যেনে, জুইয়ে লে বাই গৈছে, to spread as a vine or fire.

লেবেৰাইতীয়া, বি. বাওঁ হাতেৰে কাম কৰা, left-handed.

লেবেৰাহাত্, স. শ. বাওঁ হাত, the left hand.

লেম্টৌ, স. শ. বন্দীৰ দৰে লোকৰ পাচত ফুৰোঁতা; ভাল নে বেয়া বিচাৰ নকৰি আনে যেনে কৰে, তেনে কৰোঁতা, a slavish follower or imitator (a term of contempt).

লেম্লেমীয়া, বি. অদৃঢ়, ঢিলা, বান্ধ নথকা (কথাত বা মানুহত খাটে); যেনে, কথাটো লেমলেমীয়া হল; লেমলেমীয়া মানুহ, lax, not strict.

লেৰা, স. শ. (হিং. লড়ী, মণিৰ মেৰা) এমেৰা মণি, one of several strings of beads.

লেৰুৱা, বি. ডাঙৰ আৰু ওলমি পৰা (ওঁঠত খাটে); যেনে, লেৰুৱা ওঁঠ, thick (said of the lips).

লেৰুৱা ওঁঠা, ডাঙৰ আৰু ওলমা ওঁঠযুক্ত, having thick lips. (স্ত্রী) লেৰুৱা ওঁঠী।

লেৰেল্, অ. ধা. জঁই পৰ্, শুকাই বিবৰ্ণ হ, to wither.

লেৰেলা, বি. জঁই পৰা, শুকাই বিবৰ্ণ হোৱা, withered.

লেৰেলা পৰ্, জঁই পৰ্, শুকাই বিবৰ্ণ হ, to wither.

লেলা, অ. ধা. (অং. লাল্, মুখৰ ৰস) মুখৰ ৰস বা পানী উলিয়া; যেনে, লৰাই লেলায়, to drop saliva, to drivel, to slobber.

লেলা, অ. ধা. (সং. লল্, জিভা ওলমা) জিভা ওলমা; যেনে, ৰদত কুকুৰে লেলায়, to loll the tongue.

লেলাউটি, স. শ. লালটি, মুখৰ পৰা বৈ পৰা লালবীজ, saliva running from the mouth.

লৈলৈউ, স. শ. এবিধ দীঘল বন বা বৰতা, a kind of long, coarse grass.

লৈলেটীয়া, বি. (অং. ললাট, কপালত লিখা দুখ) ললাট ভুঞ্জা, বহু দিনলৈকে ৰোগৰ পৰা দুখ পোৱা, বৰকৈ কষ্ট পাইও নমৰা; যেনে, লেলেটীয়া জীৱ; বৰ ভোক পিয়াহ সহিব পৰা; যেনে, লেলেটীয়া বামুণ, suffering long and excessively, tenacious of life, capable of sustaining hunger and thirst.

লৈলেৰনি, স. শ. লেলেউ বনৰ হাবি, বৰতানি, a tract of land covered by coarse grass.

লেৱা, স. শ. এবিধ গছ, a kind of tree.

লেৱাকঠীয়া, স. শ. (অং. লেও, বোকা + কঠীয়া, ৰুবৰ নিমিত্তে সিচা ধান) মাটি বোকা কৰি সিচা কঠীয়া, paddy sown in wet soil for transplanting.

লৈশ, স. শ. (সং. লেশ—লিশ্, অল্প হ) ধনিষ্টা, কণিকা, a small particle.

লৈহ্, স. শ. (সং. লেহ—লিহ্, চেলেক্) চেলেকি খোৱা দৰব, an electuary, or a medicine which is licked away.

লৈহন্,[1] কৃদ. স. চেলেকন, জিভাৰে আস্বাদ লোৱা কাৰ্য্য, the act of licking.

লৈহু, স. শ. এবিধ বন, a kind of coarse grass.

লৈহুকা, বি. ( হিং. হালকা, পাতল ) গা পাতল, লাহী, শকত আৰু ঠৰঙ্গা নোহোৱা, অনায়াসে ভিৰ খোৱা, thin, not stiff and strong, flexible.

লৈহেতি, স. শ. লাঢ়নী, a triangular-shaped bailing basket.

লৈহেতিয়া, বি. ( অং. লিতা, পুৰুষশক্তি নথকা ) তিৰোতাৰ আৰু পুৰুষৰ লক্ষণ নথকা, নপুংসক, পুৰুষ তিৰী দুইৰো বাজ, having neither male nor female organ fully developed.

লেহেম, স. শ. পলম, বিলম্ব ; যেনে, লেহেম নকৰিবি, delay. বি. জুৰ, খৰকৈ কাম কৰিব বা চলিব নোৱৰা, slow.

লেহেৰা, বি. অসমৰ্থ, অপাৰক ; দুৰ্ব্বল, inefficient, incompetent ; weak.

লৈহ্য, স. শ. ( সং. লেহ্য—লিহ্, চেলেক্ ) চেলেকি খোৱা আহাৰ, food to be taken by licking.

লৈলৈ থৈথৈ, স. শ. ( অং. ল, গ্ৰহণ কৰ্ + থ, স্থাপন কৰ্ ; গ্ৰহণ আৰু পৰিত্যাগ ) ৰৰ দুৰ্গতি, আপদ, misfortune, trouble.

লো, স. শ. ( সং. লৌহ—লু, কাট্ ; হিং. বং. লোহা, এবিধ ধাতু ) অস্ত্ৰ আদি গঢ়া এবিধ টান ধাতু, iron.

লো, স. শ. ( সং. লোতক, হিং. লোৰ্, চকুৰ পানী ) চকুৰ পানী, a tear, tears.

লোক্, স. শ. ( সং. লোক—লোক্, দেখ্ ) জগৎ, ভুবন ; স্বৰ্গ, পৃথিবী আৰু পাতাল তিনিৰ এক ; মনুষ্য, মানুহ ; এতেকে পৰ, আপোনাতকৈ আন ; যেনে, লোকৰ ঘৰ, a world, a region, one of the three regions, *viz.*, heaven, earth and hell, man, mankind, a person as distinct from one's self.

লোকপাল্, স. শ. ( সং. লোকপাল—লোক, জগৎ + পাল্, ৰক্ষা কৰ্ ) জগতৰ ৰক্ষক-দেৱতা, দিক্পাল, a divinity who protects the regions. "দিকপাল" চোৱা ।

লোকহিতৈষী, স. শ. (সং. লোকহিতৈষিন্—লোক, মনুষ্য + হিতৈষিন্, হিত চিন্তোতা) মানুহবিলাকৰ হিত চিন্তোতা, a philanthropist.

লোকৰঞ্জন্, স. শ. ( সং. লোকৰঞ্জন — লোক, মনুষ্য + ৰঞ্জ্, ৰং লগা ) লোকৰ মনত ৰং লগোৱা কাৰ্য্য ; মানুহৰ মনত ৰং লগাওঁতা, the act of pleasing others, one who pleases others or is popular.

লোকান্তৰ্, স. শ. ( সং. লোকান্তৰ—লোক, জগৎ + অন্তৰ, অন্য ) অন্য জগৎ, পৃথিৱীত বাজে আন ঠাই, another world, a region other than the earth.

লোকাপাৰ, স. শ. ( হিং. বং. লক্কা, এবিধ পাৰ + পাৰ, এবিধ চৰাই ) নেজ তুলি থকা এবিধ পাৰ জাতিৰ চৰাই ; তাৰ নিচিনা এবিধ কাণৰ অলঙ্কাৰ, the fantail pigeon, an ear ornament resembling the same.

লোকালোক, স. শ. ( সং. লোকালোক—লোক, দেখা + অলোক, নেদেখা ; তাত সূৰ্য্যৰ দীপ্তি নপৰা হেতু ভালৰূপে দেখা নেযায়, এতেকে ) সাত সাগৰৰ বাহিৰে জগতক মেৰাই থকা এশাৰী কাল্পনিক পৰ্ব্বত, a belt of mountains said to surround the outermost of the seven seas and to bound the world.

লোঙ্গা, অ. ধা. ( অং. লোং, লোৰ ) লোৰ কাট্, লোৰ কৰ্, to dig a narrow drain.

লোচন্, স. শ. ( সং. লোচন—লোচ্, দেখ্ ) চকু, the eye.

লোচা, স. শ. ( সং. লুচ্, খণ্ড খণ্ড কৰ্, এপূৰাৰ এক খণ্ড, এতেকে ) দীঘে পথালিয়ে এটাঁৰ মাটি, a measure of land four yards square.

লোট্, অ. ধা. ( সং. লুট্. হিং. লোটনা

বাগৰ্) কাতি হৈ পৰি বাগৰা বাগৰি কৰ্; যেনে, মাটিত লুটি কান্দিছে; ওলমি মাটিত চুঁচৰি যা; যেনে, চুৰিয়াৰ আগটো মাটিত লুটিছে, to roll on or trail along the ground.

লোটনি, স. শ. (অং. লোট্, মাটিত বাগৰ্) আঠু পাৰি সেৱা আদি কৰি কৰা খাটনি, the act of cringing, servility.

লোটা. স. শ. (হিং. লোটা, ঘটী) লাউৰ নিচিনা ডিঙ্গিৰে এবিধ জল পাত্ৰ, a kind of water vessel.

লোটালুটি. স. শ. বাগৰা বাগৰি, the act of rolling or turning from side to side.

লোঠোঙ্গা, "লঠঙ্গা" চোৱাঁ।

লোণ্, স. শ. (সং. লৱণ; প্ৰাং. লোণ; বং. নুণ, এবিধ খাৰ) সাগৰৰ পানী পাগি কৰা বা আকৰত পোৱা এবিধ খাৰৰ গুণ থকা বস্ত, salt.

লোণা, বি. (বং. নোনা; হিং. লোণা, লোন দি থোৱা) লোণত বা লোণ সানি থোৱা; যেনে, লোণা মাছ, salted.

লোতক, স. শ. (সং. লোত—লূ, ছেদন কৰ্) চকুৰ পানী, a tear, tears.

লোতৰ্, স. শ. অৱলম্ব, আশ্ৰয়, আলম, a shelter, a refuge, a supporter.

লোদোৰা, লোদোৰ্ পোদোৰ্, বি. (হিং. লোথৰ, মাংসখণ্ড) বৰ মঙ্গহাল, বৰ পুষ্ট, stout, corpulent.

লোধোমা, বি. বৰ মঙ্গহাল, ডাঙ্গৰ শকত (গাত খাটে); যেনে, লোধোমা গা; পুষ্ট, মঙ্গহাল (মানুহত খাটে), fleshy, corpulent.

লোপ্, স. শ. (সং. লোপ—লুপ্, চুৰ কৰ্) অদৰ্শন; নাশ, নথকা হোৱা অৱস্থা, disappearance, destruction.

লোপ্ পা, নথকা হ, অদৃশ্য হ, নাশ পা, নষ্ট হ, to disappear, to be destroyed.

লোপ্থুপীয়া, লোপ্থোপ্, বি. লুথৰী পিঠা বা বোকাৰ নিচিনা আৰু বীজাল; যেনে, আবাৰুট সিজালে লোপ্থুপীয়া হয়, viscid and of the consistency of mud.

লোভ্, স. শ. (সং. লোভ—লুভ্, বাঞ্ছা কৰ্) আকাংক্ষা, পৰৰ কোনো বস্তুৰ নিমিত্তে হোৱা বৰ ইচ্ছা; ইন্দ্ৰিয়ৰ সুখ জন্মোৱা বস্তু পাবৰ ইচ্ছা, a longing for what is pleasant to the senses, cupidity, covetousness.

লোভ লাগ্, কোনো বস্তুৰ নিমিত্তে বৰকৈ ইচ্ছা হ, to be covetous, to covet.

লোভী, বি. (সং. লোভিন্; লোভ, ঐ + ইন্, প্ৰত্য.) লুভীয়া, covetous.

লোম্, স. শ. (সং. লোমন্—লূ, কাট্) নোম, hair of the body.

লোম-কূপ্, স. শ. (সং. লোমকূপ—লোমন্, ঐ + কূপ, গাঁত) গাৰ লোমৰ বিন্ধা, a pore.

লোম-হৰ্ষ, স. শ. (সং. লোমহৰ্ষ—লোমন্, ঐ + হৃষ্, আনন্দিত হ) গাৰ নোম শিয়ৰা, ৰোমাঞ্চ, horripilation.

লোৰ্, স. শ. (সং. লূন্, কাট্; কোৰেৰে মাটি কটা যায়, এতেকে) ঠেক, তৰং খাৱৈ, a small drain.

লোৰ্, স. ধা. (সং. লূন্, কাট্) কাটি সংগ্ৰহ কৰ্, গোটা, একত্ৰ কৰ্ (খৰিত খাটে); যেনে, খৰি লোৰে, to cut and gather, as fire wood.

লোৰোক, অ. ধা. (সং. লুট্, চুৰ কৰ্) খুঁচৰি বিচাৰি ফুৰ, হুৰুকি ফুৰ্, to search about minutely.

লোলা, বি. (সং. লোল, লৰচৰ্ কৰা) লৰি থকা, ঢিলা, ভালকৈ খাই নধৰা, কাপ নোখোৱা, loose, not fitting closely, not tight.

লোলা-সোলা, বি. (অং. লোলা, ঐ + সোলা, অনুক.) বৰ ঢিলা, ঢিলা সোলকা, very loose.

লোলুপ্, বি. (সং. লোলুপ—লুপ, বাঞ্ছা কৰ্) বৰকৈ লোভ লগা, লুভীয়া, very desirous, longing for. (স্ত্ৰী) লোলুপা।

লোৱা, স. শ. (অং. লো, লোহা) বন্দীয়াৰৰ

ভৰিত লগোৱা লোৰ শিকলি, an iron fetter.

লোৱা, স. ধা. (অং. লোহা, লো, লোৰ গুড়িৰ দৰে টান হয়, এতেকে) ভাজ্, ভাজি টান কৰ্ (পিঠা-গুড়িত খাটে), to harden by heating as rice-flour.

লোৱা, অ. ধা. (অং. লো, চকুৰ পানী) লোতক বোৱা, পানী উলিয়া (চকুত খাটে); যেনে, চকুটো লোৱাইছে, to shed tears as the eye.

লোৱা, স. ধা. (অং. ল, গ্রহণ কৰ্) গ্রহণ কৰা, to cause to be received.

লোৱা-চুৰ্, স. শ. (সং. লৌহচূর্ণ, লোৰ গুড়ি) লোৰ ভেৰ, লোৰ মল, কমাৰ শালত লো তপতাওঁতে বাহিৰ হোৱা লোৰ অসাৰ ভাগ, the scoriæ of iron.

লোৱাৰি, স. শ. (অং. লোহা, লো) কুন্দাৰৰ মূৰ জোঙা বটালীবিশেষ, a turner's gouge.

লোৱাল্, } বি. লোৰে সজা তীখা লগোৱা,
লোৱালি, } বৰ চোকা, made of iron, very sharp.

লোহন্, স. শ. (সং. লোভন, লোভ দেখোৱা) লোভ দেখাই দিয়া প্রবৃত্তি, প্রলোভন, চহ্, উলমুলনি, a gentle persuasion, allurement.

লোহা, স. শ. (সং. লৌহ; হিং. বং. লোহা, লো) লো, এবিধ টান ধাতু, iron.

লোহা-জাৰণ, স. শ. (সং. লৌহজাৰণ, লোহা, লো+জাৰণ, ভস্ম) দৰবৰ নিমিত্তে কৰা লোৰ ভস্ম, oxide of iron.

লোহাময়্, বি. (সং. লৌহময়, লোৰ নিচিনা) লোৰ দৰে টান; লোৰে গঢ়া, hard like iron, made of iron.

লোহিত, বি (সং. লোহিত—ৰুহ্, উৎপন্ন হ) ৰঙা, red. স. শ. ৰঙা বৰণ; তেজ; ব্রহ্মপুত্র নৈ, the red color, blood, the Brahmaputra.

লোহোৰা, স. শ. (হিং. লোহন্তা, লোৰ পাত্র —লোহা, লো) লোৰ পাত্র, কেৰাহী, an iron pan.

লৌকিক, বি. (সং. লৌকিক—লোক, জগৎ, মনুষ্য) সংসাৰৰ, মনুষ্যসম্বন্ধীয়, দেশত চলিত, সকলো মানুহে কৰা বা জনা; যেনে, লৌকিক কথা, worldly, human, familiar to all people.

লৌকিকতা, গু. শ. (সং) লৌকিক হোৱা অৱস্থা, দেশৰ ৰীতি, সমাজৰ ব্যৱহাৰ; শিষ্টাচাৰ, custom or usage of society, civility.

লৌৱা-লপা, বি. (অং. লৌৱা, অনুক. + লপা, মিছলীয়া) মিছলীয়া, এক সময়ত এক আন সময়ত আন এক কথা কোৱা; অস্থিৰ, চঞ্চল, লম্পট; যেনে, লৌৱালপা মানুহ; মিছা; লৰ চৰ হোৱা; যেনে, লৌৱালপা কথা, untruthful, fickle, untrue. স. শ. চঞ্চলতা, অস্থিৰতা; হৰক তৰক কথা; যেনে, তেওঁ লৌৱালপা নেজানে, fickleness, untruthfulness.

লৌহ, স. শ. (সং. লৌহ—লোহা, লো) লো, iron.

লৌহময়্, বি. "লোহাময়" চোৱাঁ।

## শ

শ, ব্যঞ্জনবিলাকৰ ত্রিশ সংখ্যাৰ আখৰ, ইয়াৰ নাম তালব্য, the thirteenth letter of the consonants.

শ, স. শ. (সং. শৱ, মৰা দেহ) জীৱ যোৱা শৰীৰ, মৰা দেহ, a dead body, a corpse.

শ, সংখ্যা. (সং. শত, পাঁচ কুৰি) পাঁচ কুৰি, a hundred.

শইকীয়া, স. শ. (অং. শয়েকীয়া, এশ সম্বন্ধীয়) এশ কাঁড়ীৰ ওপৰৰ বিষয়া, an officer over one hundred men, a centurion.

শংখ্, "শঙ্খ" চোৱাঁ।

শঁক্, স. শ. (সং. অঙ্ক) এক দুই আদি বুজোৱা চিন: যেনে, ১, ২, ৩ ইত্যাদি, an arithmetical sign or figure. (বৰ চলিত নহয়)।

শঁকালি, স. শ. (সং. শঙ্কু, যাঠী) পানীৰ

ছলৰ মাছ বা কাছ খোঁচা এবিধ শূল, a fish spear.

শঁকচুৰ, } স. শ. (বং. শঙ্খচূৰ, এবিধ
শঁকচূল, } সাপ) এবিধ গাত হালধীয়া আৰু কলা আঙ্গঠিৰ চিনা বেৰ থকা সাপ, সি বঙ্গালী শঙ্খচূৰতকৈ বেলেগ, a kind of snake with alternate yellow and black rings.

শঁচ্, অ. ধা. (সং. শচ্, শুদ্ধ কৰ্; বং. শোচান, বহিৰ্দ্বাৰ ধো) মল-ত্যাগ কৰি বহিৰ্দ্বাৰ ধো, শুচি হ; যেনে, শৌচ কৰি শঁচিছে, to wash the anus after going to stool.

শঁতা, অ. ধা. (সং. শাম্, স্থিৰ্) ভাগৰ পলুৱাই স্থিৰ হ, বিশ্ৰাম কৰ্, জিৰা, to take a rest, to the calm.

শঁতা, স. শ. (সং. শান্ত, তাপ গুচাই গা শান্ত কৰে, এতেকে) লালী বৰষুণ, কেইবা দিনলৈকে একে ৰাহে হৈ থকা বৰষুণ, rain continuing for several days.

শক্, স শ. (সং. শক, শকাদিত্য ৰজা) শকাদিত্য ৰজাৰ দিনৰ পৰা চলা এটা বছৰৰ লেখ; এতেকে সেইৰূপে চলা আন বছৰৰ লেখ; যেনে, খ্ৰীষ্টৰ শক, the era of *Saka*, any era.

শকট্, স. শ. (সং- শকট—শক্, পাৰগ হ) বোজা কঢ়িওৱা গাড়ী, a cart.

শকত্, বি. (সং. শক্ত, বলী) ডাঙ্গৰ, পুষ্ট; ডাঠ, দৃঢ়, large, stout, strong, firm.

শকতকৈ, ক্রি. বি. ডাঙ্গৰকৈ, দৃঢ়ৰূপে, টানকৈ; বলেৰে; যেনে, শকতকৈ মাৰিলে, strongly, largely, with force.

শকাব্দ, স. শ. (সং. শকাব্দ—শক, এজনা ৰজা+অব্দ, বছৰ) শকাদিত্য ৰজাৰ দিনৰ পৰা চলা বছৰ, the era of *Saka*.

শকাৰ্, স. শ. (সং. শকাৰ্—শ+কাৰ, আখৰ) শ আখৰ, the letter শ।

শকুন্তলা, স. শ. (সং. শকুন্তলা—শকুন্ত, চৰাই +লা, গ্ৰহণ কৰ্) বিশ্বামিত্ৰ মুনিৰ পৰা মেনকা অপেস্বৰাৰ গৰ্ভত হোৱা এজনা কন্যা। জন্মৰ পাচত তেওঁক মেনকাই হাবিত এৰি স্বৰ্গলৈ যোৱাত কিছুমান চৰাইয়ে বেৰি থাকোঁতে কণ্ব মুনিয়ে পাই তুলি লয়। পাচে চন্দ্ৰবংশী ৰজা দুষ্মন্তে বিয়া কৰাত তেওঁৰ পৰা মহাৰাজা ভৰত জন্মে, তেওঁৰ পৰাই তেওঁৰ দেশৰ ভাৰতবৰ্ষ নাম হৈছে, the daughter of Menaka by Viswamitra. *Sakuntala*, the heroine of the famous drama by Kalidas.

শক্ত, বি. (সং. শক্ত,—শক্, পাৰগ হ) পাৰগ, পাৰ্গত; বলবান, শক্তিমন্ত, able, strong.

শক্তি, স. শ. বল, ক্ষমতা, পৰাক্ৰম; এবিধ যাঠী, শেল; গোসানী, দেৱী, strength, power, a spear, the energy of a deity personified as his wife.

শক্তিমন্ত, } বি. (সং.) বলী, বলৱন্ত,
শক্তিমান্, } পৰাক্ৰমী, শক্তি থকা, strong, powerful, mighty.

শক্তিহীন্, বি. (সং.) নিৰ্ব্বলী, শক্তি নথকা, অপাৰগ, weak, powerless.

শক্ৰ, স. শ. (সং. শক্ৰ—শক্, পাৰগ হ) ইন্দ্ৰ, *Indra*.

শগুন্, স. শ. (সং. শকুন; বং. শগুন, গৃধ্ৰ) এবিধ শ-খোৱা চৰাই, a vulture. (স্ত্ৰী) শগুনী।

শঙ্কনীয়, বি. (সং. শঙ্কনীয়—শঙ্কা, সংশয়) আশঙ্কাৰ যোগ্য, doubtful, suspicious.

শঙ্কৰ্, স. শ. (সং. শঙ্কৰ—শং, শুভ+কৰ, কৰোতা) সদাশিৱ, *Siva*.

শঙ্কা, স. শ. (সং. শঙ্কা—শক্, ভয় কৰ্) ভয়, সংশয়; আশঙ্কা, অনিশ্চয়তা, fear, doubt.

শঙ্কান্বিত, বি. (সং. শঙ্কান্বিত—শঙ্কা, ঐ+অন্বিত, যুক্ত) শঙ্কাযুক্ত, afraid, doubtful.

শঙ্কাহীন, বি. (সং.) শঙ্কা নথকা, fearless, free from doubt.

শঙ্কিত্, কৃদ. বি. ভীত, afraid.

শঙ্কু, স. শ. (সং. শঙ্কু—শক্, পাৰগ হ;

তাৰ দ্বাৰা বেলা নিৰ্ণয় কৰিব পৰা যায়, এতেকে ) বেলা নিৰ্ণয় কৰা ১২ আঙ্গুলীয়া এডাল কাঠী, a small stick 12 fingers long used for ascertaining the hour.

শংখ, } শঙ্খ, } স. শ. ( সং. শঙ্খ—শম্, শান্ত কৰ্, তাৰ দ্বাৰা অৰ্ঘ দি বা বাদ্য কৰি দেৱতাক শান্ত কৰা যায়, এতেকে ) এবিধ সাগৰৰ শামুক, a conch shell.

শচী, স. শ. ইন্দ্ৰৰ ভাৰ্যা, the wife of *Indra*.

শচীপতি, স. শ. ইন্দ্ৰ, *Indra.*

শটুবটু, স. শ. ( সং. শঠ, দুষ্ট + বট, অনুক. ) দুষ্টৰ দৰে মুখেৰে দেখোৱা বন্ধুতা, কপট প্ৰণয়, false friendship.

শটুবটা, অ. ধা. মনত আন ভাব ৰাখি মুখেৰে বন্ধুতা দেখা, to profess friendship falsely.

শটুবটীয়া, বি. মুখেৰে বন্ধুতা দেখোৱা, professing friendship falsely.

শঠ, স. শ. ( সং. শঠ—শঠ্, বঞ্চনা কৰ্ ) বঞ্চক, ফাঁকি দিওঁতা ; দুৰ্জন, a cheat, a rogue.

শঠতা, গু. শ. ( সং. ) দুষ্টালি, বঞ্চকৰ স্বভাব বা গুণ, wickedness, dishonesty.

শঠা-মিত্ৰ, স. শ. ( সং. শঠ-মিত্ৰ, দুষ্ট বন্ধু ) মিছা বন্ধু, কপটীয়া বন্ধু, a false friend.

শণ, স. শ. ( সং. শণ—শণ্, দান কৰ্ ; ৰূঢ়ি শব্দ ) পাটৰ নিচিনা সূতা হোৱা এবিধ গছ; তাৰ সূতা, hemp or flax, its fibre.

শত, সংখ্যা. ( সং. শত, ৰূঢ়ি শব্দ ) এশ, পাঁচ কুৰি, a hundred.

শতঘ্নী, স. শ. ( সং. শতঘ্নী—শত, এশ + হন্, বধ কৰ্, অনেকক বধে, এতেকে ) ভিতৰত বহু চোকা অস্ত্ৰ ভৰোৱা এবিধ চুঙ্গা, তাক প্ৰহাৰ কৰিলে সি শত্ৰুৰ মাজত ফুটি অনেকক বধ কৰে ; লোৰ চোকা কাঁইট লগোৱা এডোখৰ শিল, সি শত্ৰুৰ মাজত পৰি অনেকক বধ কৰে, the ancient Indian rocket.

শতদ্ৰু, স. শ. ( সং. শতদ্ৰু—শত, এশ + দ্ৰু, বৈ যা এশ ধাৰা হৈ বোৱা ) হিমালয়ত উৎপন্ন, পঞ্জাব দেশৰ এখান নৈ, শতদ্ৰু নদী, the river Sutlej.

শতধা, ক্রি. বি. ( সং. শতধা—শত, এশ + ধা, প্ৰকাৰে ) এশ বাৰ বা এশ প্ৰকাৰে ; যেনে, শতধা পাঠ কৰিলে, one hundred times, in a hundred ways.

শতভিষা, স. শ. ( সং. শতভিষা—শত, এশ + ভিষজ্, উপশম কৰ্) পঁচিশ সংখ্যাৰ নক্ষত্ৰ, তাত এশ তৰা থাকে, the twenty-fifth of the lunar mansions consisting of one hundred stars.

শতসহস্ৰ, সংখ্যা. এশ হাজাৰ, এক লাখ, a hundred thousand.

শতিকা, স. শ. ( সং. শতিক, এশ সম্বন্ধীয় ) একৰ পৰা এশলৈকে বছৰৰ মুঠ, a century.

শতমূল, স. শ. ( সং. শতমূলী, এবিধ ক্ষুদ্ৰ গছ ) বহুত শিপা ধৰা এবিধ ক্ষুদ্ৰ গছ, a kind of medicinal shrub.

শত্ৰু, স. শ. ( সং. শত্ৰু—শদ্, নিক্ষেপ কৰ্ ) অপকাৰী লোক, বৈৰী, an enemy, an adversary

শত্ৰু শাল্, শত্ৰুক হিংসা কৰ্, পোটক তোল, to the revenged on an enemy.

শত্ৰুতা, গু. শ. ( সং. ) বৈৰিতা, বিৰোধ, enmity.

শনা, স. ধা. ( সং. শান্, অস্ত্ৰ ধৰোৱা যতন ) শানেৰে ঘঁহি চোকা কৰ্, শান্ দি, to whet.

শনি, স. শ. ( সং. শনি—শন্, দান কৰ্ ) সপ্তম গ্ৰহ ; সপ্তাহৰ শেষ বাৰ, the planet Saturn, Saturday.

শনিবৰীয়া, বি. ( সং. শনিবাৰ, সপ্তাহৰ শেষ বাৰ ) শনিবাৰে হোৱা, শনিবাৰৰ সম্বন্ধীয়, born or produced on, or relating to Saturday.

শনিবাৰ, স. শ. ( সং. শনিৱাৰ—শনি, এজনা গ্ৰহ + ৱাৰ, দিন, শনি গ্ৰহ তাৰ গৰাকী, এতেকে ) সপ্তাহৰ শেষ দিন, Saturday.

শপ্, স. ধা. ( সং. শপ্ গালি দি ) গালি পাৰ্ ; যেনে, গালি শপিছে, to revile, to abuse.

শপত্, স. শ. ( সং. শপথ—ধৰমৰ নাম কৈ কৰা প্ৰতিজ্ঞা ) দেৱতাৰ বা ধৰমৰ নাম লৈ বা পবিত্ৰ বস্তু বা দেৱতাৰ মূৰ্ত্তি আগত থৈ কৰা স্বীকাৰ বা অস্বীকাৰ, an oath, asseveration.

শপত কৰ্, } দেৱতা বা ধৰমৰ নাম কৈ
শপত খা, } অঙ্গীকাৰ কৰ্ ; যেনে, তেনে কাম নকৰিবলৈ শপত কৰিছে বা খাইছে ; পবিত্ৰ বস্তু বা দেৱতাৰ মূৰ্ত্তি আগত থৈ স্বীকাৰ বা অস্বীকাৰ কৰ্ ; যেনে, চুৰ নাই কৰা বুলি কামাখ্যাত শপত কৰিছে, to swear, to take oath.

শপত দি, দেৱতা, গোসাঁই বা কোনো মৰমৰ লোকৰ নাম কৈ, বিপৰীত আচৰণ কৰিলে যেন তেওঁৰ দ্ৰোহী হব লাগিব, বা তেওঁ নাশ পাব এনে ভাৱে আদেশ বা প্ৰাৰ্থনা কৰ্ ; যেনে, অমুকক পুতেকৰ শপত দি কৈছে, to adjure, to conjure.

শপতা, স. ধা. শপত দি, গোসাঁই, দেৱতা বা প্ৰিয়লোকৰ নাম কৈ প্ৰাৰ্থনা বা আদেশ কৰ্, to adjure.

শপতাশপতি, স. শ. এজনে আন জনক শপত দিয়া কাৰ্য্য, the act of adjuring each other.

শবদ্, স. শ. ( সং. শব্দ, ধ্বনি ) ধ্বনি, মাত, a sound.

শব্দ, স. শ. ( সং. শব্দ—শব্দ্, ধ্বনি কৰ্ ) ধ্বনি, মাত, অৰ্থযুক্ত মাত ; যেনে, মানুহ, ঘৰ, আছে, কৰ্ ; ( ব্যাকৰণত ) জন্তু বা বস্তুৰ নাম ; যেনে, ঘৰ, হলিৰাম, a sound, a word, a noun.

শব্দভেদী, বি. ( সং. শব্দভেদিন্ — শব্দ, ধ্বনি + ভেদিন্, ভেদন কৰা ) কোনো বস্তুৰ মাত শুনিয়েই তাৰ গাত অস্ত্ৰ লগাব পৰা ; যেনে, শব্দভেদী বীৰ ; মাত অনুসৰি কোনো বস্তুত লাগিব পৰা ( অস্ত্ৰত খাটে ) ; যেনে, শব্দভেদী বাণ, an epithet of Arjuna, the name of a fabled arrow or dart.

শব্দায়মান্, বি. ( সং. শব্দায়মান — শব্দ, ধ্বনি ) শব্দেৰে বা ধ্বনিৰে পূৰ, ধ্বনিত ; যেনে, মেঘৰ গৰ্জনত আকাশ শব্দায়মান হৈছে, filled with sounds, resounded.

শব্দাৰ্থ, স. শ. ( সং. শব্দাৰ্থ—শব্দ, অৰ্থবোধক মাত + অৰ্থ, শব্দে বুজোৱা বস্তু ) শব্দৰ অৰ্থ, কোনো এক বা অধিক মাতে বুজোৱা বস্তু বা বিষয়, the meaning of words, literal meaning.

শমন্, স. শ. ( সং. শমন—শম্, শান্ত কৰ্ ; মৃত্যুৰ দ্বাৰা সকলোকে শান্ত কৰে ) মৃত্যুৰ অধিপতি, যম, the regent of death.

শমীধ্, স. শ. ( সং. শমী, এবিধ গছ ) এবিধ হোমত ব্যৱহৃত কাঁইটীয়া গছ, a kind of tree ( *Acacia suma* ).

শম্ভু, স. শ. ( সং. শম্ভু—শম, শুভ + ভূ, হ ) শিৱ, Siva.

শয়ন্, কৃদ. স. ( সং. শয়ন — শী, শো ) শোৱন, শোৱা কাৰ্য্য, the act of sleeping.

শয়ন্-গৃহ্, } স. শ. ( সং. শয়নগৃহ,
শয়নাগাৰ্, } শয়নাগাৰ — শয়ন + গৃহ, আগাৰ, ঘৰ ) শোৱনি ঘৰ, শোৱা কোঁঠালী, a sleeping room.

শয়েকীয়া, বি. ( অং. শ, পাঁচ কুৰি + এক ) এশ সম্বন্ধীয় ; এশ টকা মূল্যৰ, relating to one hundred, of the value of one hundred rupees.

শয্যা, স. শ. ( সং. শয্যা, শী, শো ) শোৱা পাটী, তুলীৰে সৈতে খাট আদি, a bed.

শৰ্, স. শ. ( সং. শৰ—শৃ, পীড়া কৰ্ ) বাণ, কাঁড়, an arrow.

শৰ্, } স. শ. ( সং. শম্বৰ, এবিধ
শৰ্ পহু, } পহু ) এবিধ বহুত কতিৰা মেলা শিঙেৰে ডাঙৰ পহু, a kind of deer with large branching horns.

শৰচ্চন্দ্ৰ, স. শ. ( সং. শৰচ্চন্দ্ৰ—শৰৎ, এক ঋতু + চন্দ্ৰ, জোন ) শৰৎ কালৰ ( আহিন

কাতিৰ ) নির্ম্মল জোন, the autumnal moon.

শৰণ্, স. শ. ( সং. শৰণ—শৃ, পীড়া কৰ্ ; পীড়াৰ পৰা ৰক্ষা কৰে, এতেকে ) আশ্ৰয় ; যেনে, কৃষ্ণৰ চৰণে লৈলোঁ শৰণ ; বিষ্ণুৰ ভকত হোৱা বা আশ্ৰয় লোৱা, মহাপুৰুষীয়া ধৰ্ম্মৰ শিক্ষা ; যেনে, কমলাবাৰীত শৰণ ললে ; কোনো অপকাৰৰ পৰা ৰক্ষা পাবলৈ ৰজা বা ডাঙৰ লোকৰ নাম কৈ কৰা চিৎকাৰ ; যেনে, ৰজাৰ শৰণ, protection, refuge, the act of being initiated into the Vaisnava religion, the act of crying out for protection in the name of the ruler of the country or a person in authority.

শৰণ্ দি, অন্যায়ৰ পৰা ৰক্ষা পাবলৈ ৰজা বা ডাঙৰ লোকৰ নাম কৈ চিৎকাৰ কৰ্, to cry out for protection or Justice.

শৰণ্ ল, আশ্ৰয় ল ; ভকত হ, to take refuge, to be a disciple.

শৰণ্ লগা, ভকত কৰ্, বৈষ্ণৱ ধৰ্ম্মৰ শিক্ষা দি, to proselytize, to initiate into the Vaisnava religion.

শৰণাগত্, বি. ( সং. শৰণাগত — শৰণ, আশ্ৰয় + আগত, অহা ) আশ্ৰয় লবলৈ অহা, আশ্ৰয় প্ৰাৰ্থনা কৰা, নিৰ্ভয় খোজা, appealing or asking for protection or refuge.

শৰণাপন্ন, বি. ( সং. শৰণাপন্ন — শৰণ, আশ্ৰয়+আপন্ন, পোৱা ) আশ্ৰয় লোৱা, লোকৰ অধীনতা স্বীকাৰ কৰা, বশ হোৱা, taking protection or refuge, under the protection of another.

শৰণাৰ্থী, বি. ( সং. শৰণাৰ্থিন্ — শৰণ, আশ্ৰয় + অৰ্থিন্, খোজা ) আশ্ৰয় খোজা, অভয় ভিক্ষা কৰা, শৰণাগত, appealing for protection or refuge.

শৰণীয়া, বি. ( সং. শৰণ, আশ্ৰয় ) আশ্ৰয় লোৱা, সেৱকীয়া ; ভকত হোৱা, নাম কথা শিকা ; ভকতীয়া, হিন্দু ধৰ্ম্ম লোৱা ; যেনে, শৰণীয়া কছাৰী, taking refuge, under protection, converted to Hinduism.

শৰণ্ পশ, আশ্ৰয় ল, শৰণাপন্ন হ ; যেনে, "কৃষ্ণৰ চৰণে পশিলো শৰণ," to take or ask for protection or refuge.

শৰৎ, শৰদ্, স. শ. ( সং. শৰৎ — শৃ, পীড়া কৰ্ ; নতুন হিম পৰি পীড়া হয়, এতেকে ) এক ঋতু, আহিন আৰু কাতি দুই মাহ, autumn ( *Ashwin* and *Kartik* ).

শৰৎকাল্, স. শ. ( সং. শৰৎকাল—শৰৎ, ঐ + কাল, সময় ) শৰৎ ঋতু, the season of autumn.

শৰধুৱা, বি. ( অং. শৰাধ, মৃতকৰ উদ্দেশে কৰা কাম ) শৰাধত লগা, শৰাধ সম্বন্ধীয়, relating to a *Shradh*.

শৰাই, স. শ. ( সং. শৰৱ, থাল ) দেৱতাক নৈবেদ্য দিয়া আৰু ডাঙৰ লোকক বস্তু ভেটা এবিধ থিয় কাণেৰে খুৰা লগোৱা থাল, a platter or tray mounted on a leg.

শৰাধ্, স. শ. ( সং. শ্ৰাদ্ধ, মৃতকৰ বা পিতৃগণৰ উদ্দেশে কৰা কাম ) মৃতকৰ বা পিতৃ সকলৰ উদ্দেশে জল, আহাৰ আদিৰ দান, a ceremony observed at different periods consisting of offerings of food, water, &c., to the deceased.

শৰালি, স. শ. ( সং. শৰালি—শৰ, পানী + ঋ, গতি কৰ্, পানীত চৰে, এতেকে ) এবিধ পাতি হাঁহ জাতিৰ বনৰীয়া চৰাই, a teal.

শৰাসন্, স. শ. ( সং. শৰাসন—শৰ, কাঁড় + আসন, বহা ঠাই ) ধেনু, a bow.

শৰীৰ্, স. শ. ( সং. শৰীৰ—শৃ, পীড়িত হ ; ৰোগ হয়, এতেকে ) গা, দেহ, the body.

শৰীৰী, বি. ( সং. শৰীৰিন্ ; শৰীৰ + ইন্ ) শৰীৰযুক্ত, দেহ থকা, having a body, corporeal.

শৰ্‌বৃষ্টি, স. শ. ( সং. শৰবৃষ্টি—শৰ, কাঁড় + বৃষ্টি, বৰষুণ ) শৰৰ বৰষুণ, বৰষুণৰ দৰে

লাগী হৈ পৰা কাঁড়বিলাক, a shower of arrows.

শৰ্ম্মা, স. শ. ( সং. শৰ্ম্মণ্, সুখী—শৃ, অশুভ নাশ কৰ্ ) ব্ৰাহ্মণৰ উপাধি, বামুণৰ নামৰ পাচত যোগ কৰা শব্দ, a title of Brahmans.

শল্, স. শ. ( সং. শকুল ; বং. শলি, এবিধ মাছ ) এবিধ কাঠ মাছ, a kind of fish.

শল্, স. ধা. ( সং. শল্, ঢাক্ ) কাঠত লগোৱা বৰণ নেৰাবৰ কাৰণ তাক লাৰে ঢাক্ ; যেনে, চাল পীৰাৰ খুৰাৰ বৰণ লাৰে শলে, to cover over with lac, as something painted.

শলথ, স. শ. এবিধ ডাঙ্গৰ গছ, a kind of timber tree.

শলখা, স. শ. ( সং. শলাকা, শলা ) বিদ্ধাত সুমাই দুৱাৰ মৰা চুটি মাৰি ; নঙ্গলাৰ ডাং, a door latch, the bar of a gate.

শলা, স. শ. ( সং. শলাকা, কাঠী, দীপ কাঠী ) লোৰ, বাঁহৰ বা কাঠৰ মূৰ জোঙ্গা গোটা কাঠী ; দীপ কাঠী ; জলি থকা প্ৰদীপ ; যঁতৰৰ সূতা মেৰোৱা লোৰ কাঠী, a spike or pin of iron, bamboo or wood, a lucifer match, a lighted lamp, a spindle.

শলাকানি, স. শ. ( অং. শলা, চাকি + কানি, ফটা কাপোৰ ) চাকি লগাবলৈ পকোৱা ফটা কানি বা তূলা, শিহা, শলিতা, a lamp wick.

শলাগ্, স. ধা. ( সং. শ্লাঘ্, প্ৰশংসা কৰ্ ) প্ৰশংসা কৰ্, গুণ বখান্, ভাল বোল্, to praise. অ. ধা. ওঁ বুলি সম্মতি দি ; যেনে, মোৰ কথাত তেওঁ শলাগিলে, to assent. স. শ. উপকাৰ স্বীকাৰ, গুণ লওন ; প্ৰশংসা, gratitude, thankfulness, praise.

শলাগ্ পা, প্ৰশংসা লভ্ ; যেনে, যি ভাল কাম কৰে, সি সকলোৰে শলাগ পায়, to be praised.

শলাগ্ ল, উপকাৰ স্বীকাৰ কৰ্ ; যেনে, তেওঁৰ মই শলাগ লৈছো, to be thankful.

শলাল্, বি. ( সং. শৃগাল, শিয়াল ) শিয়ালৰ দৰে টেঙ্গৰ, ধূৰ্ত্ত, cunning, artful.

শলাশল্, বি. শলাৰ দৰে গোটা, নভগা নিছিগা ( চাউলৰ সমূহত খাটে ) ; যেনে, শলাশল চাউল, unbroken, whole ( said of a quantity of rice ).

শলি, স. শ. ( অং. শলা, জোঙ্গা কাঠী ) বাঁহৰ, লোৰ বা কাঠৰ গোটা দীঘল কাঠী ; যেনে, চৰাই সজাৰ শলি, a thin, long and round slip of bamboo or wood, an iron wire.

শলিতা, স. শ. ( সং. শলাকা, দীপ কাঠী ; বং. শলিতা, শলা কানি ) শলা কানি, a lamp wick.

শলিয়া, স. শ. ( সং. শলা, কেঁটেলা ; প্ৰায় তাৰ নিচিনা, এতেকে ) এবিধ ডাঙ্গৰ নিগনি, মাটিৰ ওপৰত থকা এজাতি এন্দুৰ, ঘঁৰিয়া, a large kind of mouse.

শলুঠাৰি, স. শ. সৰু শল মাছ, a small *Sal* fish.

শলুমাৰি, স. শ. (সং. শৌল, যুৱলিৰ শাল + মাৰি, এ ডোখৰ কাঠ বা বাঁহ ) গৰুৰ বা মহৰ ডিঙ্গিৰ দুই দাঁতিত লগা, যুৱলিৰ শাল ; দোলাৰ ওপৰৰ পোন মাৰি, the pin of an ox yoke, the horizontal bar at the top of a *dola*.

শল্যোদ্ধাৰ্, স. শ. ( সং. শল্যোদ্ধাৰ—শল্য, শেল + উদ্ধাৰ, বাহিৰ কৰণ ) গাত সোমাই ৰোৱা যাঠী বা কাঁড় আদি বাহিৰ কৰণ ; ( অপকাৰ মনত শেলৰ দৰে সোমায়, এতেকে ) প্ৰতিহিংসা, পোটক তোলন, extraction of an arrow, &c., from the body, revenge.

শলশলীয়া, বি. ( অং. শলি, গোটা কাঠী ) শলিৰ দৰে পোন আৰু নিমজ ; যেনে, শলশলীয়া বাঁহ, smooth and straight.

শৱ, স. শ. ( সং. শৱ—শৱ পৰিবৰ্জ্জিত হ ;

জীয়া শুচি মৰা হয়, এতেকে) মৰা দেহ, শ, a dead body.

শৱসাধন, } স. শ. (সং. শৱসাধন—শৱ, শৱসাধনা, } শ + সাধন, সিদ্ধ কৰণ) শনি বা মঙ্গল বাৰে ৰাতি নির্জন ঠাইত এটা শৱৰ বুকত বহি কৰা দেৱীৰ আৰাধনা, a mystical ceremony performed with a corpse.

শশক্, স. শ. (সং. শশক—শশ, জঁপিয়া; জঁপিয়াই যায়, এতেকে) শহা পহু, a hare or rabbit.

শশধৰ্, স. শ. (সং. শশধৰ—শশ, শহা + ধৰ, ধৰোঁতা; চন্দ্ৰৰ মাজত শহাৰ নিচিনা এটা সাঁচ দেখা যায়, এতেকে) চন্দ্ৰ, জোন, the moon.

শশী, স. শ. (সং. শশিন্—শশ, শহা + ইন্: শহাযুক্ত) চন্দ্ৰ, জোন, the moon.

শশুৰ্, স. শ. (সং. শ্বশুৰ, শহুৰ) ভাৰ্য্যাৰ বা স্বামীৰ বাপেক, a father-in-law. (পদ্যত)।

শস্তা, বি. (সং. শস্ত, সুখী; বং. শস্তা, অলপ মূল্যৰ) সাইজ, পৰিমিত মূল্যৰ, মৰগ নোহোৱা: উপশম, শাম কটা, লঘু হোৱা; যেনে, জ্বৰ শস্তা পৰিছে, cheap, abated, as a disease.

শস্তা পৰ্, উপশম হ, শাম্ কাট্, to be abated, as a disease.

শস্ত্ৰ, স. শ. (সং. শস্ত্ৰ—শস্, পীড়া দি) সকলো প্ৰকাৰৰ কটা ছিঙা যতন, অস্ত্ৰ, a weapon, an arm.

শস্য, স. শ. (সং. শস্য—শস্, বাঞ্ছা কৰ্) খেতিৰ উৎপন্ন, খেতিৰ পৰা হোৱা গুটি, পাত, ঠাৰি, মূল ইত্যাদি, the produce of a field, grain, fruit, &c., a crop.

শস্যশালী, বি. (সং. শস্যশালিন — শস্য, ঐ + শালিন্, যুক্ত) অধিক শস্য উৎপন্ন কৰা, সাৰুৱা; যেনে, শস্যশালী মাটি, fertile.

শহ্, স. শ. "শস্য" শব্দৰ অপভ্ৰংশ।

শহা, } স. শ. (সং. শশ, এবিধ শহাপহু, } জন্তু) এবিধ দীঘলীয়া পাচ ঠেঙ্গেৰে জঁপিয়াই ফুৰা জন্তু; এবিধ বগা শহাৰ নিচিনা, কিন্তু তাতকৈ সৰু বিলাতী জন্তু, a hare or rabbit.

শহা-কণীয়া, বি. শহা পহুৰ দৰে অলপ শব্দ হলেই শুনা, quick of hearing.

শহুৰ্, স. শ. (সং. শ্বশুৰ, ভাৰ্য্যা বা স্বামীৰ বাপেক) ভাৰ্য্যা বা স্বামীৰ বাপেক, a father-in-law.

শাউ, } স. শ. (সং. শাপ, লোকৰ অমশাও, } ঙ্গলৰ বাঞ্ছা) লোকৰ অশুভৰ কামনা, পৰৰ অমঙ্গল হবলৈ বোলা বাক্য, a curse, an imprecation.

শাও দি, পৰৰ অমঙ্গলৰ বাঞ্ছা কৰ্, to curse.

শাওণ্, স. শ. (সং. শ্ৰাৱণ, চতুৰ্থ মাহ) বছৰৰ চতুৰ্থ মাহ, the fourth month, June-July.

শাও শপনি, স. শ. গালি পাৰি দিয়া শাও, abusive language and a curse.

শাওঁ বৰণ্, স. শ. (সং. শ্যামৱৰ্ণ, কলা বৰণ) বৰ কলা বা বগা নোহোৱা বৰণ, মিঠা বৰণ (মানুহৰ বৰণত মাথোন খাটে), a swarthy complexion.

শাওঁ বৰণীয়া, বি. বৰ বগা বা কলা নোহোৱা, moderately dark (applied to complexion).

শাঁকিনী, } স. শ. (সং. শঙ্খিনী, এবিধ শাঁখিনী, } ভতুনী) কুলক্ষণী তিৰোতা, ছতাশিনী তিৰী; এবিধ কাল্পনিক আপদীয়া সাপিণী, an unlucky woman in whose hands nothing prospers, a fabulous snake supposed to bring misfortune to the family whose house it enters.

শাঁত্, বি. (সং. শান্ত, স্থিৰ) স্থিৰ, জুৰ, ধীৰ; শীতল, চেঁচা; যেনে, গাটো শাঁত লাগিছে, calm, quiet, tranquil, cool.

শাঁতি, স. শ. (সং. শান্তি, স্থিৰতা) শান্তি, স্থিৰতা, ধৈৰ্য্য, quiet, calmness, patience.

শাক্, স. শ. (সং. শাক—শক্, পাৰগ হ;

তাৰ দ্বাৰা ভোজন কৰিব পৰা যায়, এতেকে ) আঞ্জা ৰান্ধি খোৱা তৃণ, মানুহে সিজাই বা কেঁচাই খোৱা ভাল পাত ফুল আদি, a potherb, any leaf, flower, stalk, &c., used as food.

শাক্ত, স. শ. ( সং. শাক্ত—শক্তি, দেৱী ) দেৱীৰ ভক্ত, দুৰ্গা বা তেওঁৰ আন এক ৰূপৰ উপাসক, a worshipper of a goddess.

শাক্য মুনি, } স. শ. বৌদ্ধ-ধৰ্ম্ম চলাওঁতা, শাক্য সিংহ, } গৌতম মুনি, the founder of Buddhism. "গৌতম" চোৱা।

শাখা, স. শ. ( সং. শাখা—শাখ্, ব্যাপ্ ) গছৰ ডাল বা ঠাল ; গছৰ ডালৰ দৰে বাঢ়ি যোৱা এক অংশ ; বেদৰ কোনো এক ভাগ, the branch of a tree, anything resembling a branch, a subdivision of the Vedas.

শান্, স. শ. ( সং. শান—শান্, ঘঁহি চোকা কৰ্ ) ধাৰ থকা অস্ত্ৰ ঘঁহি চোকা কৰিবলৈ লা আৰু শিল বালিৰে বান্ধি কৰা সঁজলি, a whet-stone.

শান্-বালি, স. শ. ( অং. শান্, ঐ + বালি, বালুকা ) শান বন্ধা বৰ ফুটীয়া বালি, শিল-বালি, coarse sand used in preparing a whet-stone.

শান্ত, বি. ( সং. শান্ত—শম্, স্থিৰ হ ) স্থিৰ, জুৰ, জাতি, খং নথকা ; গহীন, শীতল, calm, quiet, dispassionate, cool.

শান্ততা, গু. শ. ( সং. ) স্থিৰতা, গহীন গুণ, calmness, tranquility, dispassionateness.

শান্তনু, স. শ. ত্ৰেতা যুগৰ চন্দ্ৰবংশী ৰজাবিলাকৰ ২১ সংখ্যাৰ ৰজা, a king of the lunar dynasty.

শান্তমনা, বি. ( সং. শান্তমনা—শান্ত, স্থিৰ + মনস্, মন ) স্থিৰ মনযুক্ত, খং বা খিয়ালৰ দ্বাৰা অস্থিৰ নোহোৱা, composed, calm, not disturbed by passion.

শান্তমূৰ্ত্তি, বি. ( সং. শান্তমূৰ্ত্তি—শান্ত, স্থিৰ + মূৰ্ত্তি, আকৃতি ) গহীন দেখা, স্থিৰ আকৃতিযুক্ত, calm or dispassionate looking.

শান্তি, স. শ. ( সং. ) স্থিৰতা ; হুলস্থুলৰ অভাৱ ; যেনে, ৰণ ভাগি দেশত শান্তি হৈছে ; শান্ত্বনা, শোক, ভয় বা উদ্বেগ নথকা অৱস্থা ; যেনে, দুষ্টৰ মনত শান্তি নেথাকে, আপদ বা গাৰ দুখৰ উপশম ; যেনে, ৰোগ গুচিলে শান্তি-লাভ হয় ; বিশ্ৰাম, জিৰণি ; যেনে, দিনটোৰ ভিতৰত অলপো শান্তি নাই ; অশুচি বা অশুভ দূৰ কৰিবলৈ পবিত্ৰ পানীৰ সেচন, tranquility, peace, peace of mind, solace, alleviation of pain, &c., rest, repose, the act of sprinkling with sacred water.

শান্তি-কৰ্ম্ম, স. শ. ( সং. শান্তিকৰ্ম্ম—শান্তি, দুখৰ উপশম + কৰ্ম্ম, কাম ) দুঃখ বা আপদ গুচাবৰ নিমিত্তে কৰা দেৱতাৰ পূজা, a propitiatory rite to avert or remove an evil.

শান্তিকৰ্ম্মী, বি. ( সং. শান্তিকৰ্ম্মিন্—শান্তিকৰ্ম্ম + ইন্ ) শান্তি-কৰ্ম্ম কৰা ; যেনে, শান্তিকৰ্ম্মী বামুণ, officiating at or conducting a propitiatory ceremony.

শান্তি-বিয়া, স. শ. ( সং. শান্তি, পবিত্ৰ পানী সিচন + অং. বিয়া, বিবাহ ) বিয়া দিয়া ছোৱালীক স্বামীৰ ঘৰলৈ নিবৰ সময়ত পবিত্ৰ পানীৰে শান্তি কৰা কাৰ্য্য, a ceremony in which a girl previously married is sprinkled with sacred water just before the consummation of marriage.

শান্তিয়নী, স. শ. ( অং. শান্তি, মন্ত্ৰ মাতি পানী-ছটিওৱা + পানী, জল ) শান্তি কৰা পানী, holy water sprinkled upon a person.

শান্তী, বি. ( সং. শান্ত, সাধু ) সতী, সুচৰিত্ৰযুক্তা, chaste (Fem.). স. শ. সতী তিৰোতা, পতিব্ৰতা, a chaste woman.

শান্ত্বনা, স. শ. ( সং. শান্ত্ব, মনৰ দুখ গুচা ) প্ৰবোধ, মনৰ দুঃখ গুচোৱা কাৰ্য্য, মনৰ

শান্তি ; যেনে, শোকাতুৰ মানুহক শান্ত্বনা দিবা, solace, consolation.

শাপ্, স. শ. ( সং. শাপ—শপ্, শাও দি ) শাও, লোকৰ অশুভ হবৰ বাঞ্ছা, a curse, an imprecation. স. ধা. শাও দি, মন বা বাক্যেৰে পৰৰ অমঙ্গল কামনা কৰ্ ; যেনে, ঋষিয়ে শাপিলে, to curse.

শাপমুক্ত,
শাপ্‌মুক্ত, } বি. ( সং. শাপমুক্ত—শাপ, শাও+মুক্ত, মুকলি ) শাপৰ ফলৰ হাত সৰা, freed from the effects of a curse.

শাপান্ত, স. শ. ( সং. শাপান্ত—শাপ্, শাও +অন্ত, শেষ ) শাপৰ ফলৰ শেষ, যত কালৰ নিমিত্তে কোনো অমঙ্গল হব দিয়া যায়, তাৰ অন্ত, the end of the period during which the evil effects of a curse remain.

শাব্দিক্, স. শ. ( সং. শাব্দিক—শব্দ, অৰ্থযুক্ত মাত) শব্দবিলাকৰ অৰ্থ, মূল আৰু লিঙ্গাদি জানোতা, অভিধানত পাৰ্গত লোক, an etymologist.

শাম্, বি. ( সং. শম, পীড়াৰ শান্তি ) উপশম, হ্রাস পৰা, লঘু হোৱা ; যেনে, নৰিয়া কিছু শাম হৈছে, alleviated or subsiding, as a disease.

শাম কাট্, শাম্ পৰ্, কম্, লঘু হ ; যেনে, জৰে শাম কাটিছে, to subside, as disease.

শামুক্, স. শ. ( সং. শম্বুক, বং. শামুক, এবিধ জন্তু ) এটা কঠিন বাহৰ ভিতৰত এজাতি পানীৰ জন্তু। তাৰ অনেক উপ-জাতি আছে, generally a snail shell but often applied to shells in general.

শামুকীয়া, স. শ. গোৰোৱাৰ তলত হোৱা এবিধ ঘা, a sore at the bottom of the heel.

শামুকীয়া-গাঁঠি, স. শ. লাইশামুকৰ দৰে ঘূৰণীয়াকৈ দিয়া বেঁতৰ বান্ধ, a kind of knot.

শামুক্-ভঙ্গা, স. শ. ( অং. শামুক্, পানীৰ জন্তু+ভঙ্গা, ভগ্ন কৰা ; শামুক ভাঙ্গি তাৰ শাহ খায়, এতেকে ) এবিধ বক জাতিৰ চৰাই, a kind of wading bird.

শাম্য, বি. ( সং. শাম্য—শম, পীড়া কম হ ) শাম কটা, হ্রাস পোৱা, লঘু হোৱা ( পীড়া বা দুখত খাটে ) ; যেনে, জহনী শাম্য হৈছে, abated or diminished, as a disease, &c.

শাৰ্, অ. ধা. ( সং. শাড়, সাঁতৰ্ বা ওপং ) পানীৰ ওপৰলৈ উঠি ফান্দেৰে ছাটি মাৰি তললৈ যা ; যেনে, শাৰিছে, to rise to the surface of water and to go down again, as a fish.

শাৰঙ্গ, স. শ. ( সং. শাৰ্ঙ্গ, শিঙ্গেৰে সজা—শৃঙ্গ, শিং ) বিষ্ণুৰ ধেনু, the bow of Vishnu.

শাৰঙ্গ-পাণি, স. শ. ( সং. শাৰ্ঙ্গপাণি—শাৰ্ঙ্গ, ধেনু+পাণি, হাত ) বিষ্ণু, Vishnu.

শাৰদীয়, বি. ( সং. শাৰদীয়—শৰৎ, আহিন কাতি ) শৰৎ ঋতুৰ, শৰৎ কালত উৎপন্ন, autumnal.

শাৰী, স. শ. ( সং. শ্ৰেণী, লানী ) শ্ৰেণী, লানী, a row, a line.

শাৰীৰিক্, বি. ( সং. শাৰীৰিক—শৰীৰ, দেহ) দেহৰ, দেহ সম্বন্ধীয়, bodily, relating to the body.

শাৰ্দ্দূল্, স. শ. ( সং. শাৰ্দ্দূল—শৃ, হিংসা কৰ্ ) এবিধ হিংসক জন্তু, বাঘ, a tiger.

শাল্, স. শ. ( সং. শল্, গতি কৰ্ ; পানীত বেগাই গতি কৰে, এতেকে ) শল-মাছৰ নিচিনা তাতকৈ ডাঙ্গৰ এবিধ মাছ, a kind of fish.

শাল্, স. শ. ( সং. শল, গোঁজ ) জোঙ্গলা কাঠ বা বাঁহ, a peg, a wooden pin or nail, a piece of pointed wood or bamboo.

শাল্ মাৰ্, টান বা দৃঢ় কৰিবৰ কাৰণ শাল সুমা, to drive, as a peg or wedge.

শাল্ মাৰি ধৰ্, খোঁচ মাৰি ধৰ্, শাল-মৰাৰ দৰে পীড়া কৰ্, to cause a painful

sensation like that caused by a stake driven into the body.

শালত্ দি, থিয়কৈ পোতা শালত বহুৱাই প্ৰাণ মাৰ্, to impale.

শাল্, স. ধা. শাল বা লা লগাই দৃঢ় বা টান কৰ্; যেনে, কোৰ শালিছে, লোটাৰ তলা শালে, to fasten with lac or a wedge.

শাল্, স. শ. (সং. শালা, ঘৰ্) শিল্প কৰ্ম্ম কৰা ঘৰ বা ঠাই; যেনে, কমাৰৰ শাল; কাপোৰ বোৱা যতন, হাতীৰ বা ঘোঁৰাৰ ঘৰ; যেনে, ঘোঁৰা শাল; শূল, a workshop or working place of an artisan, a forge, a loom, a stable.

শালি, স. শ. (সং. শালি—শাড়্, পানীত ওপং; পানী থকা মাটিত হয়, এতেকে) দ বা ৰোপিত মাটিত ৰোৱা ধান, rice cultivated in low, moist land. "ধান" চোৱা।

শালিকা, স. শ. (সং. শাৰিকা; প্ৰাং; বং. সালিক, এবিধ চৰাই) এবিধ মইনা জাতিৰ চৰাই, a kind of bird. (স্ত্ৰী) শালিকী। শালিকৰী এই জাতি চৰাইৰ দুবিধ, এবিধে প্ৰায়ে মানুহৰ ঘৰৰ চালত বাহ লয়, তাৰ নাম ঘৰশালিকা, আন বিধ হাবিত থাকে, আৰু তাক ছুটিয়া শালিকা বোলা যায়।

শালি-তলী, স. শ. (সং. শালি, এবিধ ধান + অং. তলী, খেতিৰ মাটি) শালি-খেতি কৰা মাটি, ৰোৱাতী মাটি, low rice land.

শালে-কটা, বি. পোনেই তাঁত শালৰ পৰা কাটি উলিওৱা, গ্লোটেই নতুন (কাপোৰ), fresh from the loom.

শাল্-চকুৱা, বি. শাল-মাছৰ দৰে বেগতে দেখা, চোকা দৃষ্টিযুক্ত; টেঙৰ, বুদ্ধিমন্ত, keen-sighted, quick of observation, sagacious.

শাল্-পতি, স. শ. (সং. শ্যালীপতি—শ্যালী, ভাৰ্য্যাৰ ভনীয়েক + পতি, স্বামী) ভাৰ্য্যাৰ বায়েক বা ভনীয়েকৰ গিৰীয়েক, the husband of a wife's sister.

শাল্মন্, / শালমইনা, স. শ. (অং. শাল্, জোঙা বাঁহ আদি) ডেকা কালত মুখত হোৱা এবিধ খহু (তাৰ চকুটো শালৰ দৰে জোঙা, এতেকে), a kind of boil on the face of a young man.

শাল্মলি, স. শ. (সং. শাল্মলি—শাল্, বাহিৰ কৰা + মল, মলি বা আঠা) শিমলু গছ, the silk cotton tree.

শাৱক্, স. শ. (সং. শাৱক—শব্, গতি কৰ্) পোৱালি, নকৈ জন্মা জন্তু, a young animal of any kind.

শাশন্ শাল্, স. শ. (সং. শ্মশান, মৰিশালি + শাল, ঠাই) মৰিশালি, মৰা মানুহক থৰি দিয়া বা পোড়া ঠাই, a burial or burning ground.

শাশন্ শালী, স. শ. (সং. শ্মশানকালী, শ্মশানত থকা কালী গোসাঁনী) এবিধ মৰি শালিত থকা ভূতুনী, an evil spirit said to abide in burial or burning places.

শাশ্বত্, বি. (সং. শাশ্বত—শশ্বত, অনেক বাৰ) চিৰস্থায়ী, সদায় থকা, অবিনষ্ট, eternal, perpetual.

শাসন্, কৃদ. স. (সং. শাসন—শাস্, দমন কৰ্) দমন, আনক তলত ৰাখি ইচ্ছামতে চলোৱা কাৰ্য্য, আজ্ঞা, আদেশ; যেনে, ৰজাৰ শাসন, government, control.

শাসনকৰ্ত্তা, স. শ. (সং.) দমন কৰোঁতা; শাসন কৰোঁতা, নিয়ম মতে প্ৰজাক চলাওঁতা, a governor, a controller.

শাসিত্, কৃদ. স. (সং. শাসিত—শাস্, দমন কৰ্) অধীনত থকা, বশীভূত, governed, ruled.

শাস্তি, স. শ. (সং. শাস্তি — শাস্, দম্) দোষীক দমিবলৈ বিধি মতে কৰা পীড়া বা অপকাৰ, দণ্ড; বৰ কষ্ট বা যাতনা, punishment, torture, torment.

শাস্ত্ৰ, স. শ. (সং. শাস্ত্ৰ—শাস্, উপদেশ কৰ্) ঈশ্বৰৰ আদেশ মতে হোৱা নীতি, ধৰ্ম্ম, বা বিজ্ঞানৰ শিক্ষা দিয়া পুথি, a

treatise on law, religion or science considered as of divine authority, Scripture.

শাস্ত্ৰজ্ঞ, বি. ( সং. শাস্ত্ৰজ্ঞ—শাস্ত্ৰ, ঐ + জ্ঞা, জান্ ) শাস্ত্ৰ জনা, acquainted with Scripture.

শাস্ত্ৰজ্ঞতা, গু. শ. শাস্ত্ৰ জনা গুণ, শাস্ত্ৰৰ জ্ঞান, knowledge of sacred works.

শাস্ত্ৰবেত্তা, স. শ. ( সং. শাস্ত্ৰবেত্তা—শাস্ত্ৰ, ধৰ্ম্ম পুথি + বিদ্, জান্ ) শাস্ত্ৰ জনা লোক, পণ্ডিত, one acquainted with rules of sacred works.

শাস্ত্ৰসিদ্ধ, বি. ( সং. ) শাস্ত্ৰৰ নিয়ম অনুসাৰে উচিত, consonant with the rules of Scripture.

শাস্ত্ৰীয়, বি. ( সং. ) শাস্ত্ৰ সম্বন্ধীয়, Scriptural.

শাস্ত্ৰোক্ত, বি. (সং. শাস্ত্ৰোক্ত—শাস্ত্ৰ, পুথি + উক্ত, কোৱা ) শাস্ত্ৰে কোৱা, শাস্ত্ৰত লিখা, stated in a sacred book.

শাহ্, স. শ. ( সং. শস্য, গুটি ; বং. শাঁস, গুটিৰ ভিতৰৰ কোমল ভাগ ) কঠিন বাহেৰে আবৃত কোমল বস্তু ; যেনে, শামুকৰ শাহ ; টান গুটিৰ ভিতৰৰ কোমল ভাগ ; যেনে, বাদামৰ শাহ, the kernel of a fruit, pith, shell-fish.

শাহু, স. শ. ( সং. শশ্ৰূ ; হিং বং. শাশুৰী, স্বামী বা ভাৰ্য্যাৰ মাক ) স্বামী বা ভাৰ্য্যাৰ মাক, a mother-in-law.

শাহুৰতী, বি. ( সং. শশ্ৰূৰতী, শাহু থকা ) শাহু থকা ( স্ত্ৰী ) ; যেনে, শাহুৰতী বোৱাৰী, having a mother-in-law. ( Fem. ).

শিং, স. শ. ( সং. শৃঙ্গ, জন্তুৰ এক অঙ্গ ) জন্তুৰ মূৰৰ জোঙা অঙ্গ, a horn.

শিক্, স. ধা. ( সং. শিক্ষ্, অভ্যাস কৰ্ ) শিক্ষা কৰ্, অভ্যাস কৰ্, অভ্যাসৰ দ্বাৰা আৰ্জ্ ; যেনে, ছাত্ৰে বিদ্যা শিকে, to learn.

শিকণ, কৃদ. স. শিকা কাৰ্য্য, the act of learning.

শিকনি, স. শ. ( অং. শিক্, শিক্ষা কৰ্ ) শিক্ষা, উপদেশ, বুজনি, instruction.

শিকৰ্, স. শ. ( সং. শৰ্কৰা, বালি বা শিলৰ মিহি গুড়ি ) ; বালি দিয়া যায়, এতেকে ) চোবাবৰ কাৰণে কুমাৰ মাটিৰে কৰা খোলা-বিশেষ, a baked cake of potter's clay chewed by some people.

শিকলি, স. শ. ( সং. শৃঙ্খল ; হিং. বং. শিকল ) জিঞ্জিৰি, এটাৰ গাত আনটো লগোৱা আঙ্গঠিসমূহ, a fetter, a chain.

শিকলিয়া, স. শ. ( সং. দন্তশৰ্কৰ, অং. দাঁত শিকৰ, দাঁতৰ টান মল ) দাঁতৰ গুৰিত ঘন হৈ বন্ধ যোৱা শুকান চূণৰ নিচিনা মল, দাঁত শিকৰ, the tartar of the teeth.

শিকা, স. ধা. ( অং. শিক্, অভ্যাস কৰ্ ) শিক্ষা দি, শিকাত নিযুক্ত কৰ্, to teach, to instruct. কৃদ. স. শিকাওঁতা, ( স্ত্ৰী ) শিকাঁতী।

শিকাৰু, স. শ. শিকোঁতা, শিক্ষাত নিযুক্ত মানুহ, a learner.

শিকিয়া, স. শ. ( সং. শিক্যা ; বং. শিকা ) বাওঁকাৰ দুই মূৰে ওলমাই ভাৰ নিয়া জৰীৰ নিচিনা জৰীৰ যতন ; একাজি, a string bag used for carrying burdens suspended from either end of a pole placed on the shoulder.

শিকোঁতা, কৃদ. স. যি শিকে, শিকাৰু, a learner. ( স্ত্ৰী ) শিকঁতী।

শিখণ্ড, শিখণ্ডক, } স. শ. ( সং. শিখণ্ড, শিখণ্ডক—শিখা, চুলি + অণ্ড, কণী ) ক্ষত্ৰিয়ৰ লৰাৰ মূৰ খুৰাই দুই কাণৰ দাঁতিত প্ৰায় গোলাকাৰ কৰি ৰখা চুলি, a semicircular patch of hair left on each side of the head of a *kshatria* boy.

শিখৰ্, স. শ. ( সং. শিখৰ—শিখা, চৰাইৰ জঁ ; তাৰ নিচিনা, এতেকে ) পৰ্ব্বতৰ টিং বা নিচেই ওখ ভাগ, the peak of a mountain.

**শিখা**, স. শ. (সং. শিখা, চুলি) বামুণে গায়ত্ৰী মাতি চুলিত দিয়া গাঁঠি; জুইৰ আগ, a knotted tuft of hair worn by a Brahman, a flame of fire.

**শিখা বান্ধ**, গায়ত্ৰী মাতি চুলিত গাঁঠি দি. to tie the hair on the top of the head repeating the *gāyatri*.

**শিঙৰা**, স. শ. (অং. শিং, জন্তুৰ মূৰৰ জোঙা অঙ্গ + সং. ৰা, গ্ৰহণ কৰ্; ডিঙিৰ দাঁতিত দুটা শিঙৰ দৰে জোঙা কাঁইট থাকে, এতেকে) এবিধ আবি মাছৰ গঢ়ৰ সৰু মাছ, a kind of small fish.

**শিঙৰা-মূৰীয়া**, বি. শিঙৰা মাছৰ দৰে ওপৰলৈ চেপ খোৱা মূৰযুক্ত; খঙাল, having a head compressed at the top, peevish.

**শিঙৰি**, স. শ. (সং. শৃঙ্গাটক; বং. শিঙ্গাড়া, এবিধ পানীৰ ফল) শিঙৰ নিচিনা কাঁইটযুক্ত এবিধ পানীত হোৱা বনৰ গুটি: এবিধ ডাঙৰ গছ, a kind of aquatic plant, and its fruit, a kind of timber tree.

**শিঙৰি ঘৰ**, স. শ. অসম ৰজা সিংহাসনত উঠিবৰ দিনা বহিবৰ কাৰণ শিঙৰি কাঠেৰে সজা ঘৰ, the coronation house of the Assam kings.

**শিঙা**, স. শ. (অং. শিং, জন্তুৰ মূৰৰ জোঙা অঙ্গ) শিঙেৰে সজা আৰু মুখেৰে বজোৱা এবিধ বাদ্য; তেজ কটাত মুখেৰে হুঁপি তেজ এক ঠাইলৈ অনা শিং, a wind instrument made of buffalo horn.

**শিঙা পাত**, স. শ. (অং. শিঙা, তেজ কটা যতন + পাত, পত্ৰ; শিঙাৰ দৰে সি মৰা তেজ হোঁপে, এতেকে) মৰা তেজৰ পৰা হোৱা বিষ গুচাবৰ নিমিত্তে বাটি দিয়া এবিধ ক্ষুদ্ৰ গছ, a kind of plant used as a remedy for pains occasioned by corrupted blood.

**শিঙাল্**, বি. শিং থকা, শিংযুক্ত, having horns.

**শিঙী**, স. শ. (সং. শৃঙ্গী; বং. শিঙ্গী; এবিধ মাছ) মাগুৰ মাছৰ আকৃতিৰ কিন্তু ডিঙিৰ দুই কালে দুটা জোঙা কাঁইট থকা এবিধ মাছ, a kind of fish.

**শিঙীমূৰী**, স. শ. (অং. শিঙী, শিঙী মাছ+ মূৰ, শিৰ; শিঙীৰ ডিঙিৰ কাঁইটৰ দৰে বিষাল, এতেকে) এবিধ বিহ গছ, আৰু তাৰ শিপা; আঙুলিৰ মূৰত হোৱা বিষ, a kind of poisonous root and its plant, a kind of whitlow.

**শিঙীমূৰী জোৰা**, স. শ. শিঙী মাছৰ মূৰৰ দৰে কটা এডোখৰ কাঠৰ মূৰ আন এডোখৰ কাঠৰ খোলনিত সুমাই দিয়া জোৰা, dovetail, a joint made by dovetailing.

**শিচ্**, "শিষ্য" শব্দৰ অপভ্ৰংশ।

**শিতান্**, স. শ. (সং. শিৰঃস্থান; বং. শিতান, মূৰ দিয়া ঠাই) শযাত মূৰ দিয়া ঠাই বা মূৰৰ ফাল, the head of a bed.

**শিত্ গুড়ি**, স. শ. (সং. শিত, পাতল + অং. গুড়ি, গুড়া) নিচেই মিহি গুড়ি, a very fine powder.

**শিথিল্**, বি. (সং. শিথিল — শ্ৰথ্, ঢিলা হ) ঢিলা, আঁট নোখোৱা, লোলা, loose, relaxed, slack.

**শিথিলতা**, গু. শ. ঢিলা বা লোলা গুণ বা অৱস্থা, looseness, relaxation.

**শিপা**, স. শ. (সং. শিফা, মূল) গছ বা তৃণৰ আঁহযুক্ত মূল, fibrous root. অ. ধা. শিপা ধৰ্, শিপা মেল্; স্থিৰ বা স্থিতাপি হ, to strike root, to become established.

**শিপিনী**, (সং. শিল্পিনী, শিল্প কৰা তিৰোতা) তাঁত বোৱাত পাৰ্গত তিৰোতা, বব কাটিব জনা তিৰোতা, a woman skilful in weaving and spinning.

**শিবিৰ্**, স. শ. (সং. শিৱিৰ—শী, শো) ৰণ কৰিবলৈ যোৱা সৈন্য ৰাতি থকা ঠাই, a camp, huts or tents erected for the shelter of an army.

**শিমলু**, অ. ধা. (সং. শাল্মলি; বং. শিমুল, হিং. সেমল, এবিধ গছ) এবিধ তুলা

হোৱা গছ, the silk cotton tree. *Bombax malabaricum.* (Watt).

শিমলু-কলা, স. শ. শিমলু গছৰ কলাৰ গঢ়ৰ গুটি আৰু তুলাৰ ভঁৰাল, a pod of the above tree.

শিমলু-তূলা, } স. শ. শিমলু গছৰ তূলা,
শিমলু-তুলা, } silk-cotton.

শিয়ৰ্, অ. ধা. ( বং. শিহৰ, গাৰ নোম থিয় হ ) ভয়, জাৰ বা আশ্চৰ্য্যৰ পৰা গাৰ নোম থিয় হ, to stand on end as the hair of the body.

শিয়ৰণ্, কৃদ. স. শিয়ৰা কাৰ্য্য, the act of standing on end, as the hair.

শিয়ৰা, স. ধা. থিয় কৰ্, ভুবুৰিয়া ( নোমত খাটে ), to bristle, to erect as hair of the body.

শিয়া, অ. ধা. ( অং. শিপা, গছৰ মূল ) শিপা, fibrous root. অ. ধা. শিপা ধৰ্, শিপা মেল্ ; যেনে, গছে শিয়াইছে, to take root.

শিয়াল্, স. শ. ( সং. শৃগাল, হিং. শিয়াল ; বং. শেয়াল) এবিধ জন্তু, a jackal, a fox.

শিয়াল্-কটাহি, স. শ. ( শিয়াল + কেটেহা, দুৰ্গন্ধ ) বনত লাগি থকা শিয়ালৰ মূত, the urine of the jackal.

শিয়াল্‌গলা, বি. শিয়ালৰ দৰে ওফন্দা গাল-যুক্ত, having fat cheeks like the jackal. স. শ. এবিধ গাল উখহা ৰোগ, যত্নমণি, the mumps. ( স্ত্ৰী ) শিয়াল্-গালী।

শিয়াল্-নেজা, স. শ. ফুল ধৰিলে আগটো শিয়ালৰ নেজৰ নিচিনা হোৱা এবিধ বন, a kind of grass.

শিয়াল-নেজীয়া, বি. শিয়ালৰ নেজৰ নিচিনা, resembling the tail of the jackal.

শিৰ্, স. শ. ( সং. শিৰস, মূৰ ) মুণ্ড, মূৰ ; গাৰ শিৰ, the head, a sinew.

শিৰ্ বিক্, শিষ্য হ, শৰণ ল ; যেনে, মধুপুৰ থানত শিৰ বিকিছে, to be a disciple, to be initiated into the mode of worshipping God.

শিৰীষ্, স. শ. ( সং. শিৰীষ—শৃ, পীড়া কৰ্ ) এবিধ ফুল আৰু তাৰ গছ, a kind of tree and its flower. *Albizzia Lebbek.* (Gamble).

শিৰোধাৰ্য্য, বি. ( সং. শিৰোধাৰ্য্য—শিৰঃ, মূৰ + ধাৰ্য্য, ধৰিব লগা ) মূৰ পাতি ধৰিবৰ যোগ্য ; বৰ মান্য, বৰকৈ মানিব লগা ( আজ্ঞাত খাটে ) ; যেনে, ৰজাৰ আজ্ঞা শিৰোধাৰ্য্য, fit or proper to be obeyed or regarded.

শিৰোমণি, স. শ. ( সং. শিৰোমণি—শিৰঃ, মূৰ + মণি, হীৰা মুকুতা আদি ) মূৰত পিন্ধা মণি ; এতেকে শ্ৰেষ্ঠ লোক ; যেনে, পণ্ডিতৰ শিৰোমণি অৰ্থাৎ অতি শ্ৰেষ্ঠ পণ্ডিত, a gem worn on the head, a superior person.

অলঙ্কাৰ বুজোৱা আন শব্দো “শিৰঃ” শব্দেৰে যুক্ত হৈ সেই অৰ্থ বুজায় ; যেনে, শিৰোৰত্ন, শিৰোভূষণ ইত্যাদি।

শিৰো-ৰোগ, স. শ. ( সং. শিৰোৰোগ—শিৰঃ, মূৰ + ৰোগ, ব্যাধি ) মূৰৰ ৰোগ, মূৰৰ বেদনা, a disease of the head.

শিল্, স. শ. ( সং. শিলা, প্ৰস্তৰ ) পৰ্ব্বতত বা আকৰত হোৱা বৰ টান বালি বা মাটিৰ নিচিনা এবিধ বস্তু, বৰষুণত পৰা চেঁচা হৈ গোট মৰা পানী, a stone, a rock, a hail stone.

শিলনি, স. শ. বহুত শিল থকা ঠাই, a stony place.

শিলা, স. শ. ( সং. শিলা—শিল্, ছেৰা বোটল্ ; ৰূঢ় শব্দ ) শিল, a stone, a hail stone. স. ধা. শিলেৰে খুন্দ বা ঘঁহ ; যেনে, চোৰক গৃহস্থে শিলায় ; নাপিতে নখ শিলায়, to strike or rule with a stone.

শিলা-কুটী, স. শ. ( সং. শিলা, শিল + অং. কুট্, সৰুকৈ কাট্ ) শিলৰ কাম কৰোঁতা, a stone cutter.

শিলা-ধমনা, স. শ. উখহি শিলৰ দৰে মঙহ টান মৰা এবিধ ৰোগ, a kind of disease.

শিলা-বৃষ্টি, স. শ. ( সং. শিলাবৃষ্টি—শিলা, শিল + বৃষ্টি, বৰষুণ ) শিল পৰা বৰষুণ, a hail storm.

শিলাময়, বি. শিলস্বৰূপ, শিলৰ নিচিনা; শিলেৰে নির্ম্মিত, like or consisting of stone.

শিলিখা, স. শ. হৰীতকী, এবিধ গছ; তাৰ গুটি, a kind of tree and its fruit. *Terminalia citrina.* (Gamble).

শিলিখা-মণি, স. শ. শিলিখাৰ নিচিনা দীঘলীয়া সিৰ থকা এবিধ সোণৰ মণি, a kind of gold bead.

শিলীমুখ, স. শ. ( সং. শিলীমুখ—শিলী, শুং + মুখ, আগ ) এবিধ বৰ চোকা শৰ, a kind of very sharp arrow.

শিলকটীয়া, স. শ. শিল কাটোঁতা, শিলা-কুটী, a stone cutter.

শিল্-কোমোৰা, স. শ. এবিধ দীঘলীয়া টান কোমোৰা, a kind of pumpkin.

শিল্-গুটি, স. শ. গছৰ গুটিৰ নিচিনা সৰু শিল, a pebble.

শিল্-বালি, স. শ. পর্ব্বতৰ ওচৰত থকা শিলৰ গুড়িৰ নিচিনা এবিধ বালি, a kind of coarse sand found near hills.

শিল্প, স. শ. ( সং. শিল্প—শিল্প, নিপুণ হ ) যন্ত্র বা হাতেৰে সজা বা গঢ়া কাম; বাটৈ, দর্জী, সোণাৰি আদিৰ কাম, any manual or mechanical art.

শিল্পকৰ, } স. শ. ( সং. শিল্পকৰ্—শিল্প,
শিল্পকাৰ্, } ঐ + কৃ, কৰ্ ) যন্ত্র বা হাতেৰে গঢ়োঁতা বা সাজোঁতা, an artisan, a mechanic. ( স্ত্রী ) শিল্পকাৰিণী, শিল্প-কাৰিকা।

শিল্প-কর্ম্ম, স. শ. ( সং. শিল্পকর্ম্ম—শিল্প, ঐ + কর্ম্ম, কাম ) হাতেৰে বা যন্ত্রেৰে গঢ়া বা সজা কাম, বাটৈ আদিৰ কাম, handi-craft, a work of art.

শিল্পবিদ্যা, স. শ. ( সং. শিল্পবিদ্যা—শিল্প, ঐ + বিদ্যা, জ্ঞান ) শিল্পকর্ম্মৰ জ্ঞান, mechanical or manual skill.

শিল্প-শালা, স. শ. ( সং. শিল্পশালা—শিল্প, ঐ + শালা, ঘৰ ) হাতেৰে বা যন্ত্রেৰে কোনো বস্তু প্রস্তুত কৰা ঘৰ, a work-shop, a manufactory.

শিল্প-শাস্ত্র, স. শ. ( সং. শিল্পশাস্ত্র—শিল্প, ঐ + শাস্ত্র, পুথি ) শিল্পকর্ম্মৰ শিক্ষা দিয়া পুথি, বাটৈ খনিকৰ আদিৰ কাম শিকোৱা পুথি, a treatise on a work or works of art.

শিল্পী, স. শ. ( সং. শিল্পিন্; শিল্প + ইন্ ) শিল্পকর্ম্ম কৰোঁতা, শিল্পকৰ, an artist, a mechanic. ( স্ত্রী ) শিল্পিনী।

শিৱ, স. শ. ( সং. শিৱ—শী, শয়ন কৰ্; মহাপ্রলয়ত এওঁতে জগতে শয়ন কৰে, এতেকে ) মহাদেৱ, হিন্দুৰ তিনি জনা প্রধান দেৱতাৰ তৃতীয় জনা, এওঁ মহা-প্রলয়ত জগতক সংহাৰ কৰে, Siva, the third person of the Hindu trinity, who will destroy creation at the end of the world.

শিৱ-চতুর্দ্দশী, স. শ. ( সং. শিৱচতুর্দ্দশী—শিৱ, ঐ + চতুর্দ্দশী, এক তিথি ) শিৱৰাত্রি, মাঘৰ শেষ বা ফাগুনৰ আদিতে হোৱা কৃষ্ণা চতুর্দ্দশী। সেই দিনা নিৰাহাৰে আৰু উজাগৰে থাকি শিৱপূজা কৰিলে অক্ষয় পুণ্য হয়, a day of fast observed in honor of Siva in the latter end of *Magh* or beginning of *Falgun.*

শিৱৰাত্রি, স. শ. শিৱ-চতুর্দ্দশী। সেই শব্দ চোৱা।

শিৱলিঙ্গ, স. শ. ( সং. শিৱলিঙ্গ—শিৱ, মহাদেৱ + লিঙ্গ, পুৰুষৰ অঙ্গ; শিৱৰ লিঙ্গ ) পূজা কৰিবৰ নিমিত্তে লিঙ্গৰ দৰে সজা শিৱৰ মূর্ত্তি, the phallus, an emblem of Siva.

শিৱ-লোক, স. শ. ( সং. শিৱলোক—শিৱ, মহাদেৱ + লোক, ঠাই ) শিৱৰ স্থান, কৈলাস, the abode of Siva.

শিৱা, } স. শ. শিৱৰ ভার্য্যা, দুর্গা,
শিৱানী, } Durga, wife of Siva.

শিৱালয়, স. শ. ( সং. শিৱালয় — শিৱ,

মহাদেৱ + আলয়, ঘৰ ) শিৱৰ মন্দিৰ, a temple of Siva.

শিশিৰ্, স. শ. ( সং. শিশিৰ—শশ্, জঁপিয়া ; জাৰ গুচাবৰ কাৰণে জঁপিওৱা যায়, এতেকে ) জাৰ ; হিম, নিয়ৰ ; জাৰকালি, cold, dew, winter.

শিশিৰ্ কাল্, স. শ. জাৰ কালি, cold season. "ঋতু" চোৱা ।

শিশু, স. শ. ( সং. শিশু—শো, নষ্ট কৰ্ ; ৰূঢ় শব্দ ) মানুহৰ সন্তান ; জন্তুৰ পোৱালি, a child, a young animal.

শিশু, স. শ. ( সং. শিশুক ; বং. শিশু, এবিধ গছ ) এবিধ সুকাঠী কাঠৰ গছ, a timber tree. *Dalbergia Sissoo.* (Gamble).

শিশুত্ব, গু. শ. বাল্যাবস্থা, নৰা কাল, childhood.

শিশুপাল্, স. শ. পূৰ্ব্ব কালত চেদি নামেৰে খ্যাত এখান দেশৰ এজনা ৰজা ; তেওঁ কৃষ্ণৰ ভাগিনিয়েক আছিল, আৰু কৃষ্ণই তেওঁক মাৰে, the name of a king who ruled in Central India. (See Dowson).

শিষ্ট, বি. ( সং. শিষ্ট—শিষ্, শ্ৰেষ্ঠ হ ) ভদ্ৰ, সন্ত, নম্ৰ, সুশীল, gentle, civil, polite. স. শ. সন্ত বা সুশীল লোক, সজ লোক, সাধু, a well-behaved and virtuous man.

শিষ্টতা, গু. শ. ( সং. ) সজ গুণ বা আঁচৰণ, নম্ৰতা, good behaviour or manners, civilify.

শিষ্টাচাৰ্, স. শ. ( সং. শিষ্টাচাৰ—শিষ্ট, শ্ৰেষ্ঠ + আচাৰ, ব্যৱহাৰ ) সজ আচৰণ, নম্ৰতা, শিষ্টতা, good manners, civility, politeness.

শিষ্য, স. শ. ( সং. শিষ্য—শাস, উপদেশ দি ) ছাত্ৰৰ, বিদ্যাৰ্থী, বিদ্যা শিকোঁতা ; ধৰ্ম্মৰ উপদেশ লওঁতা, শিচ, a pupil, a disciple, one who receives religious instruction from another.

শিহৰ্, অ. ধা. ( বং. শিহৰণ, নোম থিয় হোৱা ) শিয়ৰ্, নোমৰ দৰে থিয় হ, ভুবুৰিয়া, to stand on end or be erected as the hair of the body.

শিহৰি, স. শ. ( সং. শিফা, শিপা ) ক্ষুদ্ৰ শিপা, সূতাৰ নিচিনা মিহি শিপা, পম, a fine or thin root, a rootlet.

শিহা, স. শ. ( সং. শিফা, শিপা ) নিচেই মিহি শিপা, ( তাৰ দৰে, এতেকে ) সৰু মিহি শলা কানি, পলীতা, a fine root, a rootlet, a thin lampwick, a fuse.

শিহু, স. শ. ( সং. শিশুক, এবিধ পানীৰ জন্তু ) পানীৰ তলৰ পৰা ওপৰলৈ জাঁপ মাৰি আকৌ বুৰ দিয়া এবিধ জন্তু ; শুহু, a porpoise.

শিক্ষক্, স. শ. ( সং. শিক্ষক—শিক্ষ্, বিদ্যাভ্যাস কৰ্ ) শিকাওঁতা, a teacher.

শিক্ষা, স. শ. শিকা কাৰ্য্য, বিদ্যাভ্যাস ; শিকনি, learning, study, teaching.

শিক্ষাগুৰু, স. শ. ( সং. শিক্ষাগুৰু—শিক্ষা, ঐ + গুৰু, মান্য লোক ) বিদ্যা শিকাওঁতা, অধ্যাপক, a teacher.

শিক্ষিত্, কৃদ. বি. শিকা, শিক্ষা পোৱা, বিদ্যা অৰ্জা, learned, educated, trained.

শীঘ্ৰ, বি. ( সং. শীঘ্ৰ—শিঘ্, গন্ধ ল ; ৰূঢ় ) বেগৱন্ত, বেগাল, quick, speedy.

শীঘ্ৰগামী, বি. ( সং. শীঘ্ৰগামিন্ — শীঘ্ৰ, ঐ + গামিন্, গতি কৰা ) বেগাই যোৱা, শীঘ্ৰে গতি কৰা, going quickly.

শীঘ্ৰতা, গু. শ. বেগ, quickness.

শীঘ্ৰে, ক্ৰি. বি. বেগাই, সোন কালে, quickly.

শীত্, স. শ. ( সং. শীত—শ্যৈ, গতি কৰ্ ; ৰূঢ় ) জাৰ, cold.

শীত-ভীত, বি. ( সং. শীতভীত — শীত, জাৰ + ভীত, ভয়াতুৰ ) জাৰলৈ ভয় কৰা, afraid of cold.

শীতল্, বি. চেঁচা ; নিমজ, মিহি, cool, smooth.

শীতলতা, গু. শ. চেঁচা গুণ, coolness.

শীতলা, স. শ. (দাহ গুচাই শীতল কৰে, এতেকে) বসন্ত ৰোগ আৰু খহু আদি উপশম কৰা

এজনা দেৱী, the goddess of small-pox.

শীতলী, স. শ. ( সং. শীতল, নিমজ ) চালৰ তলে খেৰৰ আগ নোলোৱাকৈ ৰাখি নিমজ দেখাবলৈ পথালিকৈ পাৰি দিয়া কামী, one of the long thin pieces of split bamboo laid crosswise upon the rafters of a roof.

শীতলীয়া, স. শ. ( সং. শীতল, চেঁচা ) জেকনি লগাৰ পৰা পাণৰ পাত ফুটুকা পৰি গেলি যোৱা ৰোগ, a disease of the *pan* creeper.

শীতাৰ্ত্ত, বি. ( সং. শীতাৰ্ত্ত—শীত, জাৰ+আৰ্ত্ত, তুখ পোৱা ) জাৰত তুখ পোৱা, suffering from cold.

শীতোষ্ণ, স. শ. ( সং. শীতোষ্ণ — শীত, জাৰ + উষ্ণ, তাপ ) জাৰ আৰু ঘাম, cold and heat.

শুং, স. শ. ( সং. শুঙ্গা, যধানৰ আগৰ জোং ) ধান আদিৰ আগৰ জোঙ্গা ভাগ; ( তাৰ নিচিনা, এতেকে ) বিছাৰ নোম; বৰল আদিৰ হুল; বৰশীৰ ওভোতা জোং; কথাৰ উৱা, a bristle of a caterpillar, the sting of a wasp, &c., the barb of a fish hook, a slight notice.

শুং পা, অলপ উৱা পা, to have a slight information or clue.

শীৰ্ণ, কৃদ. বি. ( সং. শীৰ্ণ—শৃ, পীড়া কৰ্ ) ক্ষীণ, তুৰ্ব্বল, emaciated, weak.

শুং লগা, বি. শুংযুক্ত; জোং থকা, having a sting or a barb.

শুংশুঙ্গা, অ. ধা. বিছা আদিৰ শুঙে বিন্ধা যেন বোধ কৰ্, বিজ্‌বিজা, to feel an itching sensation.

শুংশুঙীয়া, স. শ. গাত ক্ষুদ্ৰ শুং থকা এবিধ গছ, মাছুদি, a kind of wild plant.

শুংসূত্ৰ, স. শ. উৱাদিহ, কোনো বিষয়ৰ অলপ সম্বাদ, a slight information, a clue.

শুঁড়, শুঁৰ্, } স. শ. ( সং. শুণ্ড, হাতীৰ নাক ) হাতীৰ নাকৰ আৰু হাতৰ কাম কৰা দীঘল অঙ্গ, the proboscis or trunk of an elephant.

শুঁড়ী, শুঁৰী, } স. শ. ( সং. শুণ্ডী; শুণ্ডা+ইন্, মদ্য ব্যবসায়ী ) মদ বা ফটিকা কৰোঁতা বা বেচোঁতা, one who prepares or sells spirituous liquor.

শুঁহৰি, স. শ. ( সং. শুশ্ৰূষণ, পৰিচৰ্য্যা, স্বামীৰ পৰিচৰ্য্যা কৰে, এতেকে ) স্বামীৰ ঘৰত ভাৰ্য্যাস্বৰূপে থকা অৱস্থা, the state of living as a wife in the husband's house, wifehood.

শুঁহৰি থাক্, ভাৰ্য্যাস্বৰূপে স্বামীৰ ঘৰত থাক্, to live as a wife in the husband's house.

শুক্, স. শ. ( সং. শুক—শুভ্, কথা ক ) ভাঁটো চৰাই, a parrot.

শুক্, শুক্‌-দেৱ, } স. শ. ব্যাস মুনিৰ পুতেক, the son of Vyasa.

শুকটী, স. শ. ( সং. শুষ্ক, শুকান; হিং. বং. শুট্‌কী, শুকান মাছ ) শুকান মাছ, dried fish.

শুকনি, কৃদ. স. ( অং. শুকা, নিৰস হ; ঘা ভাল হ ) জুলীয়া বস্তুৰ দৰে কমি যোৱা বা নিৰস হোৱা অৱস্থা; যেনে, নৈত পানীয়ে শুকনি ধৰিছে; ঘা ভাল হোৱা অৱস্থা; যেনে, খহুৰ শুকনি, the state of being dried or healed.

শুকনী, স. শ. খহু আদি শুকোওৱা দৰব, a medicine used for healing a sore.

শুকা, অ. ধা. ( সং. শুষ্, হিং. সুখ্‌না; বং. শুকান, নিৰস হ ) নীৰস হ; যেনে, ঘাঁহবোৰ শুকাল; বাষ্প হৈ কমি যা, তাপৰ দ্বাৰা আকৃষ্ট হৈ নথকা হ; যেনে, পানী শুকাল; পূঁজ আদি শুচি ভাল হ; যেনে, ঘা শুকাল; ক্ষীণ হ, খীনা, to be dried or healed, to be emaciated. স. ধা. শুকান অৱস্থা প্ৰাপ্ত কৰ্, নীৰস কৰ্, to cause to be dried or healed. কৃদ. স. শুকাওঁতা, ( স্ত্ৰী ) শুকাঁতী।

শুকাওন্, কৃদ. স. শুকোৱা বা নীৰস কৰা কাৰ্য্য, the act of drying.

শুকান্, বি. নীৰস, পানী নথকা, জুলীয়া নোহোৱা; কেঁচা নোহোৱা; ক্ষীণ, dry, not moist, emaciated.

শুকানী, বি. (শুকান শব্দৰ স্ত্রীলিঙ্গ) খীনোৱা, পুষ্ট নোহোৱা, emaciated (Fem.).

শুকানে, ক্রি. বি. শুকান অৱস্থাত; শুকান ৰূপে, in a dry state.

শুকুৰ্, স. শ. (সং. শুক্র, ষষ্ঠ বাৰ) সপ্তাহৰ ছয় সংখ্যাৰ বাৰ, Friday.

শুকুৰবৰীয়া, বি. শুকুৰবাৰে হোৱা, জন্মা বা শুকুৰবাৰ সম্পৰ্কীয়, born or produced on Friday, relating to ditto.

শুকুৰ্বাৰ্, স. শ. (সং. শুক্রবাৰ) সপ্তাহৰ ছয় সংখ্যাৰ বাৰ, Friday.

শুকলা, বি. (সং. শুক্ল, বগা) বগা, ধলা, white. (স্ত্রী) শুকুলী।

শুকুৱা, স. ধা. আনৰ দ্বাৰা শুকান বা নীৰস কৰা, to cause to dry.

শুক্র, স. শ. (সং. শুচ্, পবিত্র হ) ছয় সংখ্যাৰ গ্রহ; (সেই গ্রহ গৰাকী, এতেকে) সপ্তাহৰ ষষ্ঠ দিন; ভৃগু মুনিৰ পুতেক আৰু দৈত্যবিলাকৰ গুৰু, the planet Venus, Friday, the son of Bhrigu and preceptor of the Daityas.

শুক্র, স. শ. (সং. শুচ্, আৰ্দ্ৰ হ) ৰেতস, বীৰ্য্য, semen.

শুক্রবাৰ্, স. শ. শুক্র গ্রহে ভোগ কৰা বাৰ, সপ্তাহৰ ছয় সংখ্যাৰ দিন, Friday.

শুক্রাচাৰ্য্য, স. শ. (সং. শুক্রাচাৰ্য্য—শুক্র, ভৃগুৰ পুতেক + আচাৰ্য্য, গুৰু) দৈত্যৰ গুৰু শুক্র, Sukra, the preceptor of the Daityas.

শুক্ল, বি. (সং. শুক্ল—শুচ্, নিৰ্ম্মল হ) বগা, শুকুলা, white. (স্ত্রী) শুক্লা।

শুক্লৰ্তি, স. শ. (সং. শুক্ল, শুকান + লতিকা, লতা) এবিধ লতাৰ শ্রেণীৰ গছ, তাৰ শোষক গুণ আছে, এতেকে তিৰোতাৰ প্রসৱ হলে শুকনীস্বৰূপে তাক খুওৱা যায়, a kind of shrub.

শুক্ল পক্ষ, স. শ. (সং. শুক্লপক্ষ — শুক্ল, বগা + পক্ষ, মাহৰ আধা) মাহেকৰ জোনাক ভাগ, the bright half of a month.

শুগীয়া, বি. (অং. শোগ, অসন্তোষ) শোগযুক্ত, অসন্তুষীয়া, একোতে সন্তোষ নোপোৱা, habitually discontented, fretful.

শুগুনী, বি. "শোগোনা" চোৱাঁ।

শুচি, বি. (সং. শুচি—শুচ্, নিৰ্ম্মল কৰ্) নিৰ্ম্মল; পবিত্র, শুদ্ধ, clean, pure, ceremonially clean, holy.

শুচিতা, গু. শ. পবিত্রতা, শুচি গুণ, cleanliness, purity, holiness.

শুজ্, স. ধা. (সং. শুধ্, নিৰ্ম্মল কৰ্; হিং. শোধনা, ধাৰ শুজা) পুনৰায় দি, পৰিশোধ কৰ্; যেনে, ধকুৱাই ধাৰ শুজে; গালৈ অহিত বা দুৰ্গুণ নকৰা হ; যেনে, নিৰোগীক সকলো বস্তুৱে শুজে, to liquidate, to repay, to agree with the constitution of.

শুজা, স. ধা. লোকৰ দ্বাৰা ধাৰ মৰা, to cause to be repaid.

শুট্, অ. ধা. (সং. শুধ্, পৰিষ্কাৰ হ) এজনে আৰিত জিকা ধন বা বস্তু আন জনে জিকা ধনৰ বা বস্তুৰ দ্বাৰা শুজা হ, আৰিৰ বস্তু বা ধন মৰামৰি হ; যেনে, মই হৰা ধন তুমি হৰা ধনেৰে শুটিল, to be repaid.

শুটন্, কৃদ. স. শুটা কাৰ্য্য, the act of being repaid.

শুটনি, স. শ. (অং. 'শুটা' চোৱাঁ) হিংসাৰ সলনি কৰা হিংসা, প্রতিহিংসা; যেনে, সি ইয়াৰ শুটনি পাব, retaliation.

শুটা, স. ধা. (অং. 'শুট্' চোৱাঁ) জয়ৰ দ্বাৰা জয়ৰ ধাৰ শুজ্, খেলত হৰা জনে জিকা জনক হকুৱাই পৰিশোধ কৰ্; যেনে, মই এই ঢাল শুটাম; প্রতিহিংসা বা হিংসাৰ প্রতিকাৰ কৰ্; যেনে, কিলক কিলেৰে শুটালে, to retaliate.

শুটোৱাশুটি, স. শ. খেলত হোৱা জয়ৰ দ্বাৰা জয়ৰ পৰিশোধ; হিংসাৰ প্ৰতিহিংসা কৰণ, mutual retaliation.

শুণ্ড, স. শ. (সং. শুণ্ড—শুন্, গতি কৰ্, ইফাল সিফাললৈ সঞ্চালিত হয়, এতেকে) হাতীৰ শুঁৰ, the trunk of an elephant.

শুদা, বি. (সং. শুদ্ধ, লগ নথকা) মিহলি বা সঙ্গী নথকা, অকল, কেৱল (বস্তুত খাটে); যেনে, শুদা ভাত; শূন্য; যেনে, শুদা ঘৰ; নিষ্ফল, লাভ শূন্য; যেনে, শুদা কাৰ্য্যত কাল যায়, ঢাকন নথকা; যেনে, শুদা মুৰ, simple, alone, empty, vain, profitless, bare.

শুদাই, ক্রি. বি. নিৰৰ্থক, অকাৰণে; যেনে, শুদাই আহিলোঁ; এনেই, বেচ নিদিয়াকৈ বা শ্ৰম নকৰাকৈ; যেনে, শুদাই পোৱা বস্তু; লগত আন কোনো বস্তু বা মিহলি নোহোৱাকৈ; যেনে, ভাতবোৰ শুদাই খালে, in vain, without payment or labor, simply, without addition, merely. "শুদায়" এনেকৈও কোনোৱে লিখে।

শুদাতে, ক্রি. বি. অকাৰণে, নিৰৰ্থক; যেনে, শুদাতে ইমান খাটিলোঁ, in vain for no purpose.

শুদ্ধ, কৃদ. বি. (সং. শুদ্ধ—শুধ্, নিৰ্ম্মল কৰ্) নিৰ্ম্মল, শুচি, পবিত্ৰ, নিষ্পাপী; যেনে, শুদ্ধ স্থান; মিহলি বা সঙ্গী নথকা, শুদা; যেনে, শুদ্ধ পানী; লেখাত ভ্ৰম নথকা; যেনে, শুদ্ধ পুথি, clean, holy, pure unmixed, correct.

শুদ্ধতা, গু. শ. শুদ্ধ অৱস্থা বা গুণ, cleanness, purity, holiness, correctness.

শুদ্ধমতি, বি. (সং. শুদ্ধমতি—শুদ্ধ, শুচি + মতি, মন) সজ ইচ্ছাযুক্ত, অকপটীয়া, সৰল মনা, sincere minded, honest.

শুদ্ধ-সত্ব, বি. (সং. শুদ্ধসত্ত্ব — শুদ্ধ, নিষ্পাপী + সত্ব, প্ৰাণ) শুদ্ধ আত্মাযুক্ত, নিষ্পাপী; যেনে, শুদ্ধ সত্ব লোক, sinless, holy.

শুদ্ধি, স. শ. শুদ্ধতা, নিৰ্ম্মলতা, পবিত্ৰ গুণ বা অৱস্থা, cleanness, purity, holiness.

শুদ্ধোদন্, স. শ. এজনা সূৰ্য্য বংশী ৰজা, তেওঁ বুদ্ধ মুনিৰ বাপেক আছিল, a king of the solar race and the father of Buddha.

শুধ্, বি. (সং. শুদ্ধ, মিহলি নথকা) অকল, মিহলি নথকা; যেনে, শুধ সোণ, unmixed, pure.

শুধি, স. শ. (সং. শুদ্ধি, পবিত্ৰতা) পবিত্ৰ হওন, অশুচি শুচি শুচি হোৱা অৱস্থা; যেনে, যাঁঠৰ শুধি, the state of being ceremonially cleansed.

শুন্, স. ধা. (সং. শ্ৰৱণ; হিং. সুন্‌না; বং. শুনন্, শ্ৰৱণ কৰণ) শ্ৰৱণ কৰ্, কাণৰ দ্বাৰা বুজ্; যেনে, কলাই নুশুনে; কাণ পাত্, কাণৰ দ্বাৰা বুজিবলৈ যত্ন কৰ্; যেনে, গীত শুনা, to hear, to listen to.

শুনা, স. ধা. শ্ৰৱণ কৰা, কাণত পেলা, কাণৰ দ্বাৰা বোধ জন্মা; যেনে, ৰজাৰ কথা শুনাইছে, to cause to hear or listen to.

শুবীয়া, বি. (অং. শোব, শোথ) শোবে ধৰা, dropsical.

শুভ্, স. শ. (সং. শুভ—শুভ্, দীপ্তি কৰ্) কুশল, মঙ্গল, কল্যাণ, good fortune, prosperity. বি. হিত, মঙ্গলজনক, ভাল; যেনে, শুভ দিন; কল্যাণযুক্ত; যেনে, শুভ সন্তান, auspicious, favourable, happy, fortunate.

শুভকৰ্, বি. (সং. শুভকৰ—শুভ, মঙ্গল + কৰ, কৰা) মঙ্গল কৰা, হিতজনক, friendly, producing good.

শুভবাত্ৰা, স. শ. (সং. শুভবাৰ্ত্তা — শুভ, ভাল + বাত্ৰা, সম্বাদ) সুসম্বাদ, good tidings.

শুভাকাংক্ষা, স. শ. মঙ্গল কামনা, কুশল

চিন্তা, আশীৰ্ব্বাদ, a desire of good fortune or success, a blessing.

শুভাকাংক্ষী, স. শ. ( সং. শুভাকাংক্ষিন্— শুভাকাংক্ষা + ইন্ ) হিত বা কুশল চিন্তোতা, a well-wisher. বি. কুশল চিন্তা কৰা, wishing well.

শুভানুধ্যায়ী, স. শ. ( সং. শুভানুধ্যায়িন্— শুভ, হিত + অনুধ্যায়িন্, চিন্তোতা ) শুভ বা হিত চিন্তোতা, a well-wisher.

শুভাশুভ, বি. শুভ, অশুভ, মঙ্গলামঙ্গল, ভাল বেয়া ; যেনে, ঘৰৰ শুভাশুভ সম্বাদ, good and evil. স. শ. মঙ্গল, অমঙ্গল, ভাল আৰু বেয়া অৱস্থা ; যেনে, মানুহৰ শুভাশুভ ঈশ্বৰৰ হাতত, good and bad fortune.

শুল্ক, স. শ. ( সং. শুল্ক—শুল্ক্, লাভ কৰ্ ) কাটল, খুত, দান ; গা ধন ; দৰাই কন্যাৰ বাপেক বা গৰাকীক দিয়া ধন, tax, duty, toll, money given to the parents or guardians of the bride.

শুৱনি, বি. ( সং. শোভন, গঢ়িত ) সুদৃশ্য, দেখিবলৈ ভাল, দেখনিয়াৰ, beautiful, handsome, comely. ( স্ত্ৰী ) শুৱনী।

শুৱলা, বি. ( সং. শোভন, শোভাযুক্ত ) সুন্দৰ, ভাল, জুতি লগা, মনোৰম, excellent, elegant, pleasing.

শুৱা, স. ধা. (সং. শোভা, সুন্দৰতা ) শোভিত কৰ্, বিভূষিত কৰ্, ভাল দেখুৱা ; যেনে, চুটি মানুহক সাজে শুৱায়, to beautify, to grace, to be, to become.

শুৱা, স. ধা. ( অং. শো, শয়ন কৰ্ ) শয়ন কৰা, শয্যাত স্থাপিত কৰ্ ; যেনে, মাকে লৰা শুৱায়, to cause to sleep, to lay in bed.

শুশ্ৰূষা, স. শ. ( সং. শুশ্ৰূষা—শ্ৰু, শুন্, আজ্ঞা শুনা যায়, এতেকে ) পৰিচৰ্য্যা, আলপৈচান ; সহায়তা, service, menial work, assistance.

শুষ্ক, বি. ( সং. শুষ্ক—শুষ্, শুকা ) শুকান, নীৰস, dry.

শুষ্কতা, গু. শ. শুকান গুণ বা অৱস্থা, dryness.

শুহু, স. শ. "শিহু" চোৱা।

শূঁৰ, শূঁৰ-পোক্, } স. শ. ( সং. শূককীট, শুং লগা পোক ) শস্য খাই নষ্ট কৰা এবিধ পোক, তাৰ অনেক উপজাতি আছে, a generic name of many kinds of caterpillar destructive of vegetables, &c.

শূকৰ্, স. শ. ( সং. শূকৰ—শূক, ঠৰঙ্গা নোম + ৰা, গ্ৰহণ কৰ্ ) বৰা, গাহৰি, a hog.

শূদিৰ্, স. শ. ( সং. শূদ্ৰ, এটা জাতি ) হিন্দুৰ চাবিটা প্ৰধান জাতিৰ শেষ জাতিৰ লোক, a man of the fourth or servile class of Hindus. ( স্ত্ৰী ) শূদিৰণী।

শূদ্ৰ, স. শ. ( সং. শূদ্ৰ—শুচ্, শুচি কৰ্ ; শূদিৰ অনাৰ্য্য, এতেকে অশুচি আছিল, আৰ্য্যবিলাকে তেওঁবিলাকৰ লগৰ এক শ্ৰেণীত সুমাই শুচি কৰিলে, এতেকে ) হিন্দুবিলাকৰ প্ৰধান চাৰি জাতিৰ শেষ জাতিৰ লোক, a man of the fourth or servile class of Hindus. ( স্ত্ৰী ) শূদ্ৰী বা শূদ্ৰাণী।

শূন্য, বি. ( সং. শূন্য—শুন, কুকুৰ ; ৰূঢ় ) একো নথকা, শুদা ; উদং, void, empty. স. শ. আকাশ ; একো নথকা বুজোৱা এটা ফুট, the sky, a vacuum, a cipher.

শূন্যতা, গু. শ. শূন্য গুণ, emptiness.

শূৰ্, স. শ. ( সং. শূৰ—শূৰ্, শক্তিমন্ত হ ) বীৰ, বলৱন্ত আৰু সাহসী লোক, a hero, a great warrior.

শূৰ্পনখা, স. শ. ( সং. শূৰ্পনখা—শূৰ্প, কুলা + নখ, আঙ্গুলিৰ মূৰৰ কঠিন ভাগ ; কুলাৰ ন্যায় নখ যাৰ ) ৰাৱণৰ ভনীয়েক, the sister of Ravana.

শূল, স. শ. ( সং. শূল—শূল্, পীড়া কৰ্ ) বেদনা ; পেটত খোঁচ মাৰি ধৰা পীড়া ; যাঠী, বৰছা ; শাল, দোষীৰ প্ৰাণ দণ্ড কৰিবলৈ থিয়কৈ পোতা জোঙ্গা বাঁহ বা কাঠ, a spear, a dart, a sharp pain in the belly, a stake for impaling criminals.

শূলপাণি, স. শ. ( সং. শূলপাণি—শূল, যাঠি + পাণি, হাত ; হাতত ত্ৰিশূল থাকে, এতেকে ) শিব, Siva.

শূলা, স. শ. ( সং. শূল, বেদনা ) পেটত কামোৰ মাৰি ধৰা আৰু ঘনে ঘনে শৌচ হোৱা ৰোগ, সঞ্চিত গ্ৰহণী, chronic dysentery.

শূলা-হগুৱা, বি. ( অং. শূলা, ঐ + হগুৱা, হগা ) সঞ্চিত গ্ৰহণীৰ কাৰণে সঘনে শৌচ কৰা, affected with chronic dysentry. স. শ. সঞ্চিত গ্ৰহণীয়া মানুহ, a man having the above disease. ( স্ত্ৰী ) বি. স. শ. শূলাহাগুৰী ( চহা মাত )।

শৃগাল্, স. শ. ( সং. শৃগাল—শৃঙ্গ, শিং+লা, গ্ৰহণ কৰ্ ; তাৰ কেতিয়াও শিং নহয়, এতেকে বিপৰীত লক্ষণা ) শিয়াল, a jackal or fox. ( স্ত্ৰী ) শৃগালী।

শৃঙ্খল্, } শৃঙ্খলা, } স. শ. ( সং. শৃঙ্খল—শিঙ্গা, জন্ জন্ শব্দ ) শিকলি, জিঞ্জিৰি ; এতেকে শ্ৰেণী, যত যি বস্তু যেনেকৈ থাকিব লাগে,সেই ঠাইত তেনে অৱস্থিতি,a chain, an arrangement, proper order.

শৃঙ্গ, স. শ. ( সং. শৃঙ্গ—শৃ, পীড়া কৰ্ ) জন্তুৰ শিং ; পৰ্ব্বতৰ টিং, a horn, the top of a mountain.

শৃঙ্গাৰ্, স. শ. ( সং. শৃঙ্গ, ওপৰৰ ভাগ + ঋ, গতি কৰ্ ) কামক্ৰীড়া, মতাই নিজৰ আৰু তিৰোতাৰ কামশান্তিৰ নিমিত্তে কৰা কাৰ্য্য, copulation, coition.

শৃঙ্গী, বি. ( সং. শৃঙ্গিন্—শৃঙ্গ, শিং + ইন্ ) শিংযুক্ত, শিঙ্গাল, having horns. স. শ. শিঙ্গাল জন্তু, a horned animal.

শেঁতা, বি. ( সং. শ্বেত, বগা ) তেজ কমি হোৱা বগা, নিস্তেজ, pale, wan.

শেঙুণ্, স. শ. ( সং. শিঙ্ঘাণ, নাকৰ মল ) নাকৰ পৰা ওলোৱা বীজল বস্তু, the mucus of the nose.

শেঙুণীয়া, বি. শেঙুণৰ দৰে বীজলীয়া ; শেঙুণযুক্ত, viscid.

শেঙুণ্-নকা, বি. শেঙুণ লাগি থকা নাক-যুক্ত, having a dirty nose.

শেজা, স. শ. ( সং. শয্যা, শোৱা পাটী ; শয্যাৰ দৰে বহল হৈ থাকে, এতেকে ) সোঁতৰ ধাৰ, নৈয়ে লোৱা বাট ; নৈ বৈ যোৱা দ ঠাই, the main course or current of a river, a river bed.

শৈণী, স. শ. ( সং. শ্ৰেণী, লালী ) ধান বা আন তৃণ আদিৰ থোকৰ সৰু ডাল, যাত লালী হৈ গুটিবিলাক লাগি থাকে, a small branch or division of an ear of paddy, &c., to which the seeds are attached.

শেতুৱা, স. শ. ( সং. শোথ, শোৰ ; তাৰ নিচিনা, এতেকে ) নৰিয়া পৰি থকা মানুহে ভৰি নমাই বহি থকাৰ কাৰণে ভৰিৰ উখহনি, a swelling of the feet.

শেতুৱা নাম্, ৰস নামি ভৰি উখহ্, to swell as the feet.

শেতুকপৌ, স. শ. ( সং. শ্বেতকপোত, বগা পাৰ ) এবিধ অলপ মটীয়া বগা কপৌ, the gray wood-pigeon.

শেতু ভেদালী, স. শ. ( সং. শ্বেতভদ্ৰালী, এবিধ লতা ) এবিধ দৰৱত দিয়া লতা, a kind of medicinal creeper.

শেতু মদাৰ্, স. শ. ( সং. শ্বেতমন্দাৰ—শ্বেত, বগা + মদাৰ, এবিধ গছ ) বগা মদাৰ, a variety of the coral tree bearing white flowers.

শেতুশেতীয়া, বি. ( অং. শেঁতা, নিস্তেজ ) তেজহীন হৈ হোৱা বগা, শেঁতা, pale, of bloodless apppearance.

শেন্, স. শ. (সং. শ্যেন, এবিধ চৰাই) এবিধ চৰাই ধৰা পক্ষী, a hawk, a falcon.

শেন্ চোৰা, স. শ. ( অং. শেন্, ঐ + চোৰা, ৰখা ) ৰজাই ধেমালি কৰিবৰ কাৰণে শেন পোহা মানুহ, one of a class of men whose duty was to train hawks for the Assam king, a falconer.

শেন্-চোৰা বৰুৱা, স. শ. শেন-চোৰাবিলা-কৰ ঘাই বিষয়া, the head man of the above.

শেৰ্, বি. ( সং. শী, শয়ন কৰ্ ) কাতি হৈ পৰা, lying down at full length.

শেৰ জোৰ্, দীঘল হৈ পৰ্, to fall prostrate.

শেৰ্ বা, পেট পেলাই চুঁচৰি যা, to crawl.

শেৰ্ হ, কাতি হৈ পৰ্, শো, to lie down.

শেৰ্পেটা, বি. ( অং. শেৰ্, ঐ ) কাতি হৈ পৰা, falling prostrate.

শেৰ্পেটা খা, কাতি হৈ পৰ ( তৃণত খাটে ), to fall prostrate, as grass, &c.

শেল্, স. শ. ( সং. শল্য ; হিং. বং. শেল, যাঠী ) যাঠী বিশেষ ; কাপোৰৰ দাঁতিত বোৱা বেলেগ বৰণীয়া বা ডাঙ্গৰ সূতা, a spear or dart, an ornamental border of a cloth.

শেলাই, স. শ. ( সং. শেৱাল ; বং. শেওলা, পানীৰ বনবিশেষ ) পানীত হোৱা তৃণবিশেষ ; জেকা ঠাইত হোৱা এবিধ মল ; শিলৰ বা গছৰ গাত হোৱা এবিধ মলিৰ নিচিনা অতি ক্ষুদ্র তৃণ, moss, lichen, rock-moss or tree-moss.

শেলুক্, স. শ. ( সং. শালুক, ভেঁটৰ মূল ) ভেঁটৰ আলু, the root of the water-lily.

শেলুকীয়া, বি. শেলুকৰ দৰে কোমল, গোটেই পূৰঠ নোহোৱা ( তামোলত খাটে ), soft like the above (said of areca nuts).

শেলুৱৈ, "শেলাই" চোৱঁা।

শেৱালি, স. শ. ( সং. শেফালিকা, এবিধ ফুল ) এবিধ ৰঙ্গা ঠাৰিৰে বগা ফুল, আৰু তাৰ গছ, a kind of flower and its tree.

শেষ্, স. শ. ( সং. শেষ—শিষ্, বাঁকী থাক্ ) অৱশেষ, বাঁকী, বাঢ়ি থকা ভাগ ; যেনে, সেই ধনৰ শেষ আছে, ওৰ, অন্ত ; যেনে, পুথিৰ শেষ হল ; সকলোৰে পাচ সময় ; যেনে, সি শেষত আহিল, remainder, the end. বি. অন্ত পৰা, ঢুকোৱা ; যেনে, আয়ুস শেষ হল ; বাঁকী থকা, ব্যয়ৰ পাচঁত বাঢ়ি থকা ; যেনে, শেষ ধন, ended, finished, remaining.

শেষ্-কাল্, স. শ. সকলোৰ পাচ সময় ; অন্তকাল, মৰণৰ সময়, last time, the time of death.

শেষাৱস্থা, স. শ. ( সং. শেষাৱস্থা—শেষ, অন্ত + অৱস্থা, দশা ) জীৱনৰ শেষ দশা, শেষকাল, মৰণৰ সময়, the last stage of life, the time of death.

শেহ্, স. শ. ( সং. শেষ, অন্ত, বাঁকী ) অন্ত ; বাঁকী, the end, remainder. 'শেষ্' চোৱাঁ।

শেহতীয়া, বি. ( অং. শেহ, অন্ত ) পাচত হোৱা, খেতি কৰা বা জন্মা, পাচতীয়া, নুমলীয়া, born or produced last of all.

শেহনি, স. শ. ওপৰৰ ভাগ নিলে তলত থকা বস্তু, বাঁকী, remainder, balance.

শেহান্তৰ্, স. শ. সকলোৰ পাচ, পৰিশেষ, সৰ্ব্বশেষ, the end, conclusion.

শেহুৱা, বি. শেহত হোৱা, খেতি কৰা বা জন্মা, নুমলীয়া, পাচতীয়া, born or produced last of all.

শৈথিল্য, গু. শ. ( সং. শৈথিল্য—শিথিল, ঢিলা ) ঢিলা গুণ, শিথিলতা ; কামত হেলা, looseness, remissness, neglect.

শৈল, স. শ. ( সং. শৈল—শিলা, শিল ) পৰ্ব্বত, a mountain.

শৈল-ৰাজ্, স. শ. ( সং. শৈলৰাজ—শৈল, পৰ্ব্বত + ৰাজন্, ৰজা, সকলো পৰ্ব্বতকৈ ডাঙ্গৰ, এতেকে ) হিমালয় পৰ্ব্বত, the mountain Himalaya.

শৈৱ, বি. (সং. শৈৱ—শিৱ, মহাদেৱ) শিৱৰ, শিৱ সম্বন্ধীয়, relating to Siva. স. শ. শিৱৰ ভক্ত, a votary of Siva.

শৈশৱ, স. শ. ( সং. শৈশৱ—শিশু, লৰা ) বাল্যাৱস্থা, লৰাকাল, childhood.

শো, অ. ধা. ( সং. শী, শয়ন কৰ্ ) শয়ন কৰ্, নিদ্রা ভোগ কৰ্, ঘুমটি মাৰ, to sleep, to slumber.

শোক্, স. শ. ( সং. শোক—শুচ্, বেজাৰ কৰ্ ) বেজাৰ, অসন্তোষ, মনোদুখ, sorrow, grief.

শোকাকুল্, বি. ( সং. শোকাকুল—শোক, ঐ+আকুল, দুঃখিত ) শোকৰ দ্বাৰা অভি-

ভূত, বেজাৰত ব্যাকুল, ডাঙৰ অসন্তোষ পাই বিবশ, overcome with grief. (স্ত্রী) শোকাকুলা।

শোকাতুৰ্, বি. (সং. শোকাতুৰ—শোক, বেজাৰ+আতুৰ, ব্যাকুল) শোকেৰে অভিভূত, শোকাকুল, overwhelmed with sorrow. (স্ত্রী) শোকাতুৰা।

শোকাগ্নি, শোকানল্, } স. শ. (সং. শোকাগ্নি—শোক, বেজাৰ+অগ্নি, অনল, জুই) জুইৰ নিচিনা শোক, বৰ বেজাৰ, violent grief.

শোকার্ত্ত, বি. (সং. শোকার্ত্ত—শোক, বেজাৰ + আর্ত্ত, দুঃখিত) শোকাকুল, overwhelmed with grief. (স্ত্রী) শোকার্ত্তা।

শোকোতা, স. শ. (সং. শুক্ত; বং. শুক্তানি, তিতা মৰাৰ পাত) তিতা মৰাৰ শুকান পাত, তাৰ আঞ্জা খোৱা যায়, the dried leaves of the jute plant.

শোগ্, স. শ. (সং. শোক, বেজাৰ) ইচ্ছাৰ দৰে বস্তু নোপোৱাত হোৱা অসন্তোষ, discontentment, the state of being dissatisfied with what is given.

শোগোনা, বি. শুগীয়া, লোকে দিয়া বস্তুৰে সন্তুষ্ট নোহোৱা, অসন্তুষীয়া, একোতে সন্তোষ নোপোৱা, habitually discontented. (স্ত্রী) শুগুনী।

শোচনীয়, বি. (সং. শোচনীয়—শুচ্, বেজাৰ কৰ্) শোক কৰিবৰ যোগ্য, বেজাৰলগোৱা; যেনে, শোচনীয় অৱস্থা, lamentable.

শোটৰ্, অ. ধা. (সং. শুঠ্, শুকা) শুকাই কোঁচ খা, ভিতৰৰ মঙহাল ভাগ শুকাই কমি যোৱাত ছাল কোঁচ খা; যেনে, আমটো শুটৰিল, to shrivel.

শোটা, স. শ. (সং. শোঠ, দাসৰ কাম; বন্দী বেটীয়ে তাৰে কাম কৰে, এতেকে) খেৰেৰে সজা ঠাই সৰা সঁজুলি, a bundle of grass used as a broom.

শোটাকানি, শোটকানি, } স. শ. ঠাই লিপা বা মছা ফটা কানিৰ সোপা, a mass of rags used for plastering or drying mud floors, a mop.

শোটোৱা, বি. (অং. শোটৰ্, শুকাই কোঁচ খা) শুকাই কোঁচ খোৱা, টোটোৱা, ভিতৰ খালি হোৱাত ছাল কোঁচ খোৱা; যেনে, বুঢ়া মানুহৰ গাল শোটোৱা হয়, shrivelled, wrinkled. স. শ. ভিতৰ শুদা হোৱাত কোঁচ খোৱা ছাল, a wrinkle or furrow.

শোটোবা শোটোৰ, বি. বৰকৈ শোটোৱা পৰা, অনেক ঠাইত ছাল কোঁচ খোৱা, covered with wrinkles, shrunken and shrivelled.

শোটমোটা, স. ধা. মোহাৰি অসমান বা লেতুসেতু কৰ্, to crumple, to rumple.

শোণ্, স. শ. অমৰকণ্টক পৰ্ব্বতৰ পৰা ওলাই পাটনাৰ ওপৰে গঙ্গাত পৰা এখান ডাঙৰ নৈ; সি সাতখান নদৰ এখান, the river Sona, one of the seven great rivers of India.

শোণিত্, স. শ. (সং. শোণিত — শোণ, ৰঙ্গা বৰণ) গাৰ ৰঙ্গা ৰস, তেজ, blood.

শোথ্, স. শ. (সং. শোথ—শু, বৃদ্ধি পা) তেজ পনীয়া হৈ গোটেই গা বা কোনো অঙ্গ উখহা ৰোগ, শোৰ, dropsy.

শোথৰুগীয়া, বি. শোথ ৰোগে ধৰা, শুৰীয়া; এলেহুৱা, affected with dropsy, lazy.

শোধন্, কৃদ. স. (সং. শোধন—শুধ্, নিৰ্ম্মল কৰ্) নিৰ্ম্মল কৰণ; পবিত্ৰ কৰণ; লিখা কাকতৰ অশুদ্ধ দূৰ কৰণ, the act of cleaning, purifying or correcting.

শোধনীয়, বি. শোধনৰ যোগ্য, নিৰ্ম্মল বা পবিত্ৰ কৰিব লগীয়া, অশুদ্ধ গুচাবৰ যোগ্য, fit or proper to be cleaned, purified or corrected.

শোধা, স. ধা. (সং. শুধ্, নিৰ্ম্মল কৰ্, যাৰ বস্তু তাক দিলে গা নিৰ্ম্মল হয়, এতেকে) গৰাকীক গতাই দি; যেনে, গৰাকীক নাও শোধালোঁ; যাক দিব লাগে, তাত সমৰ্পণ কৰ্; যেনে, বিষয়াৰ হাতত ৰাজহ শোধাবা, to return to the owner, to make over. কৃদ. স. শোধাওঁতা (স্ত্রী) শোধাঁতী।

শোধিত্, কৃদ. বি. (সং. শোধিত—শুধ্, নির্ম্মল কৰ্) নির্ম্মল কৰা, পবিত্র কৰা; অশুদ্ধ শুচোৱা, cleaned, purified, corrected.

শোৰ, স. শ. (সং. শোথ. এবিধ ৰোগ) তেজত পানী অধিক হৈ গা বা কোনো অঙ্গ উখহা ৰোগ, dropsy.

শোৰাসেঁৱেলুৱা, বি. শোৰে ধৰাৰ দৰে শেঁতা হোৱা, নিস্তেজ. pale, of bloodless appearance.

শোভন্, বি. (সং. শোভন—শুভ্, দীপ্তি কৰ্) সুন্দৰ, শুৱনি, চকু লগা, splendid, shining, beautiful, handsome.

শোভা, স. শ. সৌন্দৰ্য্য, শুৱনি গুণ, জেউতি, splendour, beauty.

শোভাকৰ্, বি. শোভা কৰা, দীপ্তিমন্ত, সুন্দৰ, beautiful, splendid.

শোভিত্, কৃদ. বি. ভূষিত, উত্তমৰূপে সজোৱা, beautified, decorated.

শোৱন্, কৃদ. স. (অং. শো, শয়ন কৰ্) শোৱা কাৰ্য্য, শয়ন, the act of sleeping.

শোৱনি-ঘৰ্, স. শ. শোৱা ঘৰ, a house in which a person or persons sleep, a sleeping room.

শোষ্, স. ধা. (সং. শুষ্, শুকা) শোহ্, ৰস টান্, শুকা; যেনে, ৰদে পানী শুষিলে, to suck, to absorb as fluid, to dry.

শোষক্, স. শ. শোহোঁতা, ৰস টানি শুকাওঁতা, that which sucks or dries up.

শোষণ্, কৃদ. স. শোহা বা ৰস টনা কাৰ্য্য, the act of sucking, suction. স. শ. কামদেৱৰ এপাট শৰ, one of the arrows of the Indian Cupid.

শোষিত্, কৃদ. বি. শোহা, ৰস টানি শুকোৱা, absorbed as fluid dried.

শোহ্, স. ধা. (সং. শুষ্, শুকা) হোঁপ, টান্, শুকা (জুলীয়া বস্তুত খাটে); যেনে, বালিয়ে পানী শোহে, to suck, to absorb as fluid, to dry.

শোহন্, } কৃদ. স. শোহা কাৰ্য্য, শোষণ,
শোহনি, } suction.

শোহনী, বি. শোহা, শোষণ কৰা, ৰস টানি শুকোৱা, যি শোহে; যেনে, শোহনী কাকত, sucking, drying. স. শ. এবিধ ডাঙ্গৰ মহ (সি ৰৰকৈ তেজ হোঁপে, এতেকে), a large mosquito.

শোহা, স. শ. এবাৰ হোঁপাত যিমান ৰস মুখলৈ যায়; যেনে, এশোহা গাখীৰ খালোঁ, suction, a draught, the quantity drunk at one time.

শোহা মাৰ্, হুঁপি, মুখলৈ সুমা, to draw into the mouth by suction.

শোহোঁতা, কৃদ. স. যি শোহে, ৰস টানি শুকাওঁতা, one who sucks. (স্ত্রী) শোহঁতী।

শৌচ্, স. শ. (সং. শৌচ—শুচি, নির্ম্মল) নির্ম্মলতা (ইয়াক ত্যাগ কৰিলে নির্ম্মল হোৱা যায়, এতেকে) পেটৰ মল, বিষ্ঠা, purification, fæces, excrement.

শৌচ কৰ্, পানী ছো, মল ত্যাগ কৰ্, to void fæces.

শৌচাচাৰ্, স. শ. (সং. শৌচাচাৰ—শৌচ, শুচিতা + আচাৰ, আচৰণ) প্রস্রাৱ বা মলত্যাগ কৰি শুচি হবৰ নিমিত্তে মাটি পানী লোৱা কাৰ্য্য, the act of making preparations to ease oneself.

শৌনক, স. শ. মনুৰ পূৰ্ব্ববৰ্ত্তী এজনা বৰ জ্ঞানী ঋষিৰ নাম, the name of an inspired sage. বি. পাৰ্গত, নিপুণ, চতুৰ, skilful.

শৌৰ্য্য, গু. শ. (সং. শৌৰ্য্য—শূৰ, বীৰ) বীৰত্ব, পৰাক্রম, heroism, prowess.

শ্মশান্, স. শ. (সং. শ্মশান—শৱ, শ + স্থান, ঠাই) মৰা মানুহ পোৰা বা পোতা ঠাই, মৰিশালি, a place where dead bodies are burnt or buried, a cemetery, cremation ground.

শ্মশান্‌বাসী, বি. (সং. শ্মশানবাসিন্ — শ্মশান, ঐ + বাসিন্, থকা; ৱাস + ইন্) শ্মশানত নিবাস কৰা, মৰিশালিত থকা, residing in a cemetery. (স্ত্রী) শ্মশান্‌বাসিনী।

শ্মশ্রু, স. শ. (সং. শ্মশ্রু—শ্মন, মুখ + শ্রি, সহায়তা কৰ্); ডাড়ি, গোঁফ, a beard, a mustache.

শ্যাম্, স. শ. (সং. শ্যাম—শ্যৈ, গতি কৰ্; ৰূঢ় শব্দ) কলা বৰণ; সেউজ, কলাপতীয়া বৰণ; কৃষ্ণৰ এক নাম, black color, green color, Krishna. বি. কলা; সেউজীয়া, black, green.

শ্যামা, স. শ. (সং. শ্যামা—শ্যাম, কলা) কালী গোসানী, the grim goddess Kali. "কালিকা" চোৱা।

শ্যালক্, স. শ. (সং. শ্যালক—শ্যৈ, গতি কৰ্) খুলশালি বা জেঠৈৰি, a wife's elder or younger brother.

শ্ৰদ্ধা, স. শ. (সং. শ্ৰদ্ধা—শ্ৰৎ, সৎকাৰ + ধা, ধাৰণ কৰ্) মান, সৎকাৰ, সম্ভ্ৰম; বিশ্বাস; আস্তিক, ৰাপ, respect, faith, liking.

শ্ৰদ্ধান্বিত, বি. (সং. শ্ৰদ্ধান্বিত—শ্ৰদ্ধা, ঐ + অন্বিত, যুক্ত) শ্ৰদ্ধাযুক্ত, respectful, faithful, loving.

শ্ৰদ্ধাহীন্, } বি. শ্ৰদ্ধা নথকা, বিশ্বাস
শ্ৰদ্ধাৰহিত্, } নকৰা; সন্মান নকৰা; ৰাপ নথকা, having no respect, faith or liking.

শ্ৰম্, স. শ. (সং. শ্ৰম—শ্ৰম, ভাগৰ পা) ভাগৰ, কামৰ পৰা হোৱা দুখ; যেনে, শ্ৰম পলুৱাইছে; পৰিশ্ৰম, শৰীৰ বা মনেৰে কৰা যত্ন; যেনে, শ্ৰম কৰিলে সুখ হয়, fatigue, labour.

শ্ৰম-জল্, স. শ. (সং. শ্ৰমজল—শ্ৰম, পৰিশ্ৰম + জল, পানী) কাম কৰোঁতে গাৰ পৰা ওলোৱা পানী, ঘাম, perspiration.

শ্ৰমজীৱী, স. শ. (সং. শ্ৰমজীৱিন্; শ্ৰম, পৰিশ্ৰম + জীৱিন্, জীয়াই থকা) শাৰীৰিক পৰিশ্ৰম কৰি খোৱা লোক, কঠিন কাম কৰি জীৱিকা কৰা মানুহ, a laborer.

শ্ৰমী, বি. (সং. শ্ৰমিন্—শ্ৰম + ইন্) পৰিশ্ৰম কৰি খোৱা, কঠিন কাম কৰা, laboring, toiling, industrious.

শ্ৰৱণ্, কৃদ. স. (সং. শ্ৰৱণ—শ্ৰু, শুন্) শুনা কাৰ্য্য, the act of hearing. স. শ. কাণ, the ear.

শ্ৰৱণা, স. শ. তিনটা তৰাযুক্ত তেইশ সংখ্যাৰ নক্ষত্ৰ, the twenty-third lunar mansion containing three stars.

শ্ৰাদ্ধ, স. শ. (সং. শ্ৰাদ্ধ—শ্ৰদ্ধা, সৎকাৰ বা চেনেহ; সন্মান বা সাদৰেৰে কৰা যায়, এতেকে) শৰাধ, মৃতকৰ উদ্দেশে দিয়া জল-পিণ্ড; পিতৃ সকলৰ উদ্দেশে নিৰূপিত সময়ত দিয়া জল-পিণ্ড দান, ব্ৰহ্ম-ভোজন ইত্যাদি কৰ্ম্ম, a funeral ceremony, a ceremony performed in honor of a deceased person at various fixed periods.

শ্ৰাদ্ধহীন্, বি. (সং. শ্ৰাদ্ধহীন — শ্ৰাদ্ধ, শৰাধ + হীন, নথকা) শৰাধ কৰোঁতা নথকা, অশৰাধী, জল-পিণ্ড নোপোৱা, one who has died leaving none to perform the *sradh* ceremony.

শ্ৰান্ত, কৃদ. বি. (সং. শ্ৰান্ত—শ্ৰম, ভাগৰ) ভাগৰ পোৱা, ভাগৰুৱা, wearied, fatigued, tired.

শ্ৰান্তি, স. শ. ভাগৰ, ক্লান্তি, fatigue.

শ্ৰান্তি কৰ্, বি. ভাগৰ লগোৱা, wearisome, fatiguing.

শ্ৰান্তিহৰ্, বি. ভাগৰ গুচোৱা, refreshing.

শ্ৰান্তিহীন্, বি. ভাগৰ নলগা, অবিৰত শ্ৰম কৰিব পৰা, untiring, indefatigable.

শ্ৰাব্য, বি. (সং. শ্ৰাব্য—শ্ৰু, শুন্) শুনিবৰ যোগ্য, fit or proper to be heard.

শ্ৰাৱণ্, স. শ. (সং. শ্ৰাৱণ—শ্ৰৱণা নক্ষত্ৰেৰে যুক্ত পূৰ্ণিমা হয়, এতেকে) বছৰৰ চতুৰ্থ মাহ, শাওণ, July–August.

শ্ৰী, স. শ. (সং. শ্ৰী—শ্ৰি, সহায়তা কৰ্) ধন সম্পত্তি; মঙ্গল; ক্ষমতা, পৰাক্ৰম; যশ; লক্ষ্মী; সৰস্বতী; গুৰনি গুণ, শোভা, গৌৰৱ, wealth, prosperity, fortune, power, fame, Lakshmi, the goddess of wealth, Sarswati, the goddess of speech, beauty, glory.

ভক্তি দেখাবৰ নিমিত্তে দেৱতাৰ নামৰ আগত ইয়াৰ যোগ কৰা যায়; যেনে, শ্ৰীদুৰ্গা। বৰ ভক্তি দেখাব লাগিলে সি দুবাৰ উক্ত হয়; যেনে, শ্ৰীশ্ৰীজগদীশ। ধৰ্ম্মশাস্ত্ৰৰ আগতো ই ব্যৱহৃত হয়; যেনে, শ্ৰীভাগৱত, শ্ৰীমদ্ভাগৱত। আপোনাৰ আৰু সামান্য মানুহৰ নামৰ আগত তাক এবাৰ দিয়া যায়; যেনে, মই শ্ৰী-হেমচন্দ্ৰ শৰ্ম্মাই কওঁ; শ্ৰীহলিৰামৰ প্ৰতি লেখন। বৰ মান্য লোকৰ নামৰ আগত সি দুবাৰ উক্ত হয়; যেনে, শ্ৰীশ্ৰীভাৰতে-শ্বৰী; শৰীৰৰ কোনো অঙ্গ বুজোৱা শব্দৰ আগত থকা শ্ৰীয়ে আদৰ বা সন্মান বুজায়; যেনে, শ্ৰীমুখ, শ্ৰীহস্ত, শ্ৰীচৰণ ইত্যাদি। This word is used as an invocation before the names of gods and goddesses and is often repeated to shew a deeper veneration. It is also used before one's own name and the name of an inferior. When it is used before the name of a respectable or venerable personage it is repeated twice.

শ্ৰীকণ্ঠ, স. শ. (সং. শ্ৰীকণ্ঠ—শ্ৰী, সৰস্বতী + কণ্ঠ, ডিঙ্গি; যাৰ কণ্ঠত সৰস্বতীয়ে বাস কৰিছে) শিৱ, Siva.

শ্ৰীকান্ত, } স. শ. (সং. শ্ৰীকান্ত, শ্ৰীপতি—
শ্ৰীপতি, } শ্ৰী, লক্ষ্মী + কান্ত, পতি, স্বামী) লক্ষ্মীৰ স্বামী, বিষ্ণু, Vishnu.

শ্ৰীফল, স. শ. (সং. শ্ৰীফল—শ্ৰী, সুন্দৰ + ফল, গুটি) বেল, এবিধ ডাঙ্গৰ বেল, a kind of *bel* or wood apple. *Aegle marmelos.* (Gamble).

শ্ৰীবৎস, স. শ. (সং. শ্ৰীবৎস—শ্ৰী, লক্ষ্মী + বৎস, প্ৰিয়; লক্ষ্মীয়ে ভাল পোৱা) বিষ্ণুৰ বা কৃষ্ণৰ বুকুৰ বগা কেঁকোৰা নোম, the curl of white hair on the breast of Vishnu or Krishna.

শ্ৰীবৰ্দ্ধক, স. শ. (সং. শ্ৰীবৰ্দ্ধক—শ্ৰী, ধন সম্পত্তি আদি + বৰ্দ্ধক, বঢ়াওঁতা) ধন সম্পত্তি, খ্যাতি বা শোভা বঢ়াওঁতা, an increase of prosperity, glory or beauty.

শ্ৰীবৃদ্ধি, স. শ. (সং. শ্ৰীবৃদ্ধি—শ্ৰী + বৃদ্ধি, বঢ়া) ধন সম্পত্তিৰ, যশস্যাৰ বা শোভাৰ বৃদ্ধি, an increase of prosperity, &c.

শ্ৰীমন্ত, } বি. (সং. শ্ৰীমৎ—শ্ৰী, সুখ
শ্ৰীমান্, } সম্পত্তি ইত্যাদি + মৎ, যুক্ত) ভাগ্যৱান্, মঙ্গলৱন্ত; লক্ষ্মীমন্ত, যশস্বী; শুৱনি; যেনে, শ্ৰীমন্ত পুৰুষ, prosperous, fortunate, famous, beautiful. (স্ত্ৰী) শ্ৰীমতী।

চেনেহৰ মানুহৰ নামৰ আগত শ্ৰীমান বা শ্ৰীমতী দিলে, "কুশলযুক্ত" বা "কুশল-যুক্তা" বুজায়। "শ্ৰীমান" and "শ্ৰীমতী" when used before the name of a beloved person it means prosperous.

শ্ৰীযুক্ত, } বি. (সং. শ্ৰীযুক্ত, শ্ৰীযুত—শ্ৰী,
শ্ৰীযুত, } ধন-সম্পত্তি আদি + যুক্ত, থকা) ভাগ্যৱান্, লক্ষ্মীমন্ত; যশস্বী; শুৱনি; মান্য, prosperous, illustrious, famous, respectable.

বৰ মান্য বা পূজ্য মানুহৰ নামৰ আগত শ্ৰীশ্ৰীযুক্ত বা শ্ৰীশ্ৰীযুৎ লিখা যায়। Before the name of a very respectable or venerable person the word শ্ৰী is repeated.

শ্ৰীল শ্ৰী, বি. (সং. শ্ৰীল শ্ৰী—শ্ৰী, ধনসম্পত্তি আদি + লচ্, প্ৰত্যয় + শ্ৰী, বৰ সন্মান দেখাবলৈ কৰা পুনৰুক্তি) পৰম ভাগ্যৱন্ত, বৰ মঙ্গলৱন্ত; বৰ যশস্বী; যেনে, শ্ৰীল শ্ৰীলক্ষ্মীনাথ সিংহ, most prosperous, very illustrious, most glorious. "শ্ৰীল শ্ৰীযুক্ত" বা "শ্ৰীল শ্ৰীযুত" এনেকৈও লিখা যায়।

শ্ৰীহানি, স. শ. (সং. শ্ৰীহানি—শ্ৰী, ধন-সম্পত্তি আদি + হানি, নাশ) ধনসম্পত্তিৰ, যশস্যাৰ বা শোভাৰ নাশ, loss of prosperity, fame or beauty.

শ্ৰীহীন্, বি. (সং.) ধনসম্পত্তি, যশস্যা বা শোভা গুচা, deprived of or losing prosperity, glory or beauty.

শ্ৰুত্ত, কৃদ. বি. ( সং. শ্ৰুত—শ্ৰু, শুন্‌ ) শুনা, কাণেৰে বুজা, heard.

শ্ৰুতধৰ, বি. ( সং. শ্ৰুতধৰ—শ্ৰুত, শুনা+ধৰ, ধৰি ৰখা ) শুনা কথা মনত ৰাখিব পৰা, remembering what has been heard.

শ্ৰুতি, স. শ. শুনা কাৰ্য্য, শ্ৰৱণ ; কাণ ; বেদ ( পূৰ্ব্বে লিখা বেদ নাছিল, গুৰুৰ মুখৰ পৰা শিষ্যে শুনি তাক শিকিছিল, এতেকে ), the act of hearing, the ear, the *Vedas* collectively or singly.

শ্ৰুতিকটু, বি. ( সং. শ্ৰুতিকটু—শ্ৰুতি, কাণ + কটু, কৰ্কশ ) কাণত কষ্ট দিয়া, শুনিবলৈ বেয়া, disagreeable to the ear, harsh, displeasing.

শ্ৰুৱ, স. শ. ( সং. শ্ৰুৱ—শ্ৰু, ঘৈ পৰ্‌ ) হোমত ঘিউ ঢলা হেঁতা, a sacrificial ladle.

শ্ৰেণী, স. শ. ( সং. শ্ৰেণী—শ্ৰি, সহায়তা কৰ্‌ ) একে কাৰ্য্য কৰা বা একে জাতিৰ লোকসমূহ ; শাৰী, লালী, a class, a row, a range.

শ্ৰেয়স্‌, ) বি. ( সং. শ্ৰেয়স্‌—প্ৰশস্ত, উত্তম
শ্ৰেয়ঃ, ) + ইয়সুন্‌, প্ৰত্যয় ) উত্তম, শ্ৰেষ্ঠ, অত্যন্ত ভাল, best, excellent. স. শ. মঙ্গল, কল্যাণ, ভাল ; যেনে, এই কাম কৰা তোমাৰ শ্ৰেয়স নহয়, good, prosperity.

শ্ৰেয়স্কৰ, বি. ( সং. শ্ৰেয়স্কৰ—শ্ৰেয়স্‌, মঙ্গল + কৰ্‌, কৰা ) মঙ্গল কৰা, ভাল কৰা, হিত ; যেনে, তোমাৰ প্ৰতি এই কৰ্ম্ম শ্ৰেয়স্কৰ নহয়, doing or leading to good, propitious.

শ্ৰেষ্ঠ, বি. ( সং. শ্ৰেষ্ঠ– প্ৰশস্ত, উত্তম + ইষ্ঠন্‌, প্ৰত্যয় ) অতি উত্তম, অতিশয়ৰূপে ভাল, উৎকৃষ্ট, best, excellent, superior.

শ্ৰেষ্ঠতা, গু. শ. উৎকৃষ্টতা, অত্যন্ত ভাল গুণ বা অৱস্থা, excellence, superiority.

শ্ৰোণী, স. শ. ( সং. শ্ৰোণী—শ্ৰোণ্‌, সংগ্ৰহ কৰ্‌ ) কঁকাল, the waist.

শ্ৰোতব্য, বি. ( সং. শ্ৰোতব্য—শ্ৰু, শুন্‌ ) শুনিবৰ যোগ্য, শুনিব লগীয়া, fit or proper to be heard.

শ্ৰোতা, স. শ. ( সং. শ্ৰোতৃ—শ্ৰু, শুন্‌ ) শুনোতা, a hearer.

শ্ৰোত্ৰিয়, স. শ. (সং. শ্ৰোত্ৰিয়—শ্ৰোত্ৰ, বেদ) বেদজ্ঞ ব্ৰাহ্মণ, পণ্ডিত বামুণ, a Brahman learned in the *Vedas*, a learned Brahman.

শ্লাঘা, স. শ. ( সং. শ্লাঘা—শ্লাঘ্‌, গুণ বৰ্ণনা কৰ্‌ ) প্ৰশংসা, praise.

শ্লাঘ্য, বি. প্ৰশংসাৰ যোগ্য, praiseworthy.

শ্লেষ্মা, স. শ. ( সং. শ্লেষ্মন্‌—শ্লিষ্‌, শৰীৰক আলিঙ্গন কৰ ; লেতুকেতীয়া, এতেকে) কফ, phlegm.

শ্লোক, স. শ. ( সং. শ্লোক—শ্লোক্‌, গাথ্‌ ) কবিতা, পদ্য, ছন্দ লগাই কৰা ৰচনা, a stanza.

শ্বাপদ, স. শ. ( সং. শ্বাপদ—শ্বন্‌, কুকুৰ + আপদ, সদৃশ ) কুকুৰৰ দৰে মাংসাহাৰী আৰু হিংসক জন্তু, a beast of prey.

শ্বাস, স. শ. ( সং. শ্বাস—শ্বস্‌, উশাহ ল ) উশাহ, breath.

শ্বেত, বি. ( সং. শ্বেত—শ্বিত্‌, বগা হ ) বগা, ধৱল, white.

শ্বেততা, গু. শ. বগা গুণ, বগা বৰণ, whiteness.

## ষ।

ষ, ব্যঞ্জনবিলাকৰ একত্ৰিশ সংখ্যাৰ আখৰ, ইয়াৰ নাম মূৰ্দ্ধন্য, the thirty-first letter of the consonants.

ষঁঠুৱা, বি. ( অং. ষাঁঠ, অম্বুবাচী ) ষাঁঠৰ, ষাঁঠত হোৱা, appertaining to *Sath*.

ষট্‌কৰ্ম্ম, স. শ. ( সং. ষট্‌কৰ্ম্ম — ষট্‌, ছয় + কৰ্ম্মন্‌, ক্ৰিয়া ) ব্ৰাহ্মণৰ ছটা নিজ কৰ্ম্ম ; যেনে, যজন, যাজন, বেদ অধ্যয়ন, বেদ অধ্যাপন, দান, প্ৰতিগ্ৰহ, the six acts proper for Brahmans, *viz.*, 1. adoration, 2. sacred study, 3. alms giving, 4. sacrifice, 5. teaching the

scriptures, and 6. accepting suitable gifts. (Haughton).

ষট্‌কৰ্ম্মশালী, বি. (সং. সট্‌কৰ্ম্মশালিন্ — ষট্‌কৰ্ম্ম + শালিন্, ৰত) ব্ৰাহ্মণৰ ছয় কামত ৰত, devoted to the six peculiar acts of Brahmans.

ষট্‌কোণ, বি. (সং. ষট্‌কোণ—ষট্, ছয় + কোণ, চুক) ছয় চুকীয়া, having six angles.

ষড়ঙ্গ, বি. (সং. ষড়ঙ্গ—ষট্, ছয় + অঙ্গ, অংশ) ছয় অঙ্গযুক্ত; ছটা বস্তুৰে নিৰ্ম্মিত; যেনে, ষড়ঙ্গ ধূপ, having six limbs or ingredients.

ষড়ানন্, স. শ. (সং. ষড়ানন—ষট্, ছয় + আনন, মুখ, ছজনা ধাইৰ পিয়াহ খাইছিল, এতেকে) কাৰ্ত্তিক, মহাদেৱ আৰু পাৰ্ব্বতীৰ পুত্ৰেক; দেৱতাৰ সেনাপতি, a name of Kartik, lit: having six faces. (Haughton).

ষড়ৃতু, স. শ. (সং. ষড়ৃতু, ষট্, ছয় + ঋতু, বছৰৰ এভাগ) বসন্তাদি ছয় ঋতু। "ঋতু" চোৱাঁ।

ষড়্‌গুণ্, স. শ. (সং. ষড়্‌গুণ—ষট্, ছয় + গুণ, পৰিমাণ) ছয় গুণ, ছয় অংশ, six fold, six parts.

ষড়্‌দৰ্শন্, স. শ. "দৰ্শন শাস্ত্ৰ" চোৱাঁ।

ষড়্‌ ৰস্, স. শ. (সং. ষড়্‌ৰস্—ষট্, ছয় + ৰস, আস্বাদ) খোৱা বস্তুৰ ছয় প্ৰকাৰ আস্বাদ; যেনে, মিঠা, তিতা, জলা, কেহা, টেঙ্গা, খাৰ, the six tastes of eatables, *viz.*, sweet, bitter, pungent, astringent, acid and salt.

ষণ্ড, স. শ. (সং. ষণ্ড—ষণ্, দান কৰ্; তাক দান কৰা যায়, এতেকে) ভতৰা, ষাঁড়, নপুংসক, a bull, an eunuch.

ষষ্ঠ, সংখ্যা. (সং. ষষ্ঠ — ষষ্, ছয়) ছয়, six.

ষষ্টি, সংখ্যা. ষাঠি, sixty.

ষষ্ঠী, স. শ. (সং. "ষষ্ঠ" শব্দৰ স্ত্ৰীলিঙ্গ) দুইও পক্ষৰ ছয় সংখ্যাৰ তিথি, the sixth lunar day.

ষাঁঠ্, স. শ. (সং. আষাঢ়, আহাৰ মাহ; সদায় আহাৰ মাহত পৰে, এতেকে) অম্বুবাচী, আহাৰ মাহত পৃথিৱী ৰজস্বলা হোৱা চাৰি দিন, the four days in *Ashar*, when the earth is said to be ceremonially unclean.

ষাঁড়্, ষাঁৰ্, স. শ. (সং. ষণ্ড, ভতৰা) ভতৰা গৰু, a bull.

ষাঁড়্‌চেলেকা, ষাঁৰ্‌চেলেকা, স. শ. গৰুৱে চেলেকাৰ দৰে পাক খাই ওপৰলৈ উঠা কপালৰ ওচৰৰ চুলি, a "cowlick," a tuft of hair turned up over the forehead.

ষাঠি, সংখ্যা. (সং. ষষ্টি, তিনি কুৰি) ত্ৰিশৰ দুগুণ, sixty.

ষাণ্মাসিক্, বি. (সং. ষাণ্মাসিক—ষট্, ছয় + মাস, মাহ) ছমহীয়া, half yearly. স. শ. মানুহ মৰিবৰ পৰা ছমাহত কৰা শৰাধ, a ceremony performed at the end of six months from death.

ষেত্‌কপৰা, স. শ. (সং. ক্ষেত্ৰপৰ্পটী, বং. ক্ষেতপাপড়া, এবিধ তৃণ) জৰীয়াক ক্বাথ কৰি খুওৱা আহুতলীত হোৱা এবিধ তৃণ, জৰবন, a kind of medicinal grass.

ষোড়শ্, সংখ্যা. (সং. ষোড়শ—ষট্, ছয় + দশ, দহ) ষোল, sixteen.

ষোল, সংখ্যা. (সং. ষোড়শ, ঐ) ছয় অধিক দহ, sixteen.

স, ব্যঞ্জনবিলাকৰ বত্ৰিশ সংখ্যাৰ আখৰ, ইয়াৰ নাম দন্ত্য : একে লগে, সৈতে, ইত্যাদি; যেনে, সপুত্ৰে, সবান্ধৱে, the thirty-second consonant, with, together, &c.

স, স. ধা. (অং. সহ্, সহন কৰ্) সহ্, ধৈৰ্য্য ধৰ্, স্থিৰ মনেৰে ভুঞ্জ্; যেনে, দুখ সব নোৱাৰি; ভেঁটীস্বৰূপে দিবৰ প্ৰস্তাৱ কৰ্; যেনে, পাঁচ টকা সৈছে, to hear, to offer as a bribe.

সও, ভা. অব্য. গৰু মহৰ ৰবৰ নিমিত্তে

কোৱা মাত, an interjection meaning "Stop" (used in calling cattle).

সং, উপস. (সং. সম্) পূৰ্ণৰূপে, সৰ্ব্বপ্ৰকাৰে, উত্তমৰূপে ইত্যাদি, a prefix signifying fully, well, in every way, &c.

সংকীৰ্ত্তন্, "সঙ্কীৰ্ত্তন্" চোৱাঁ।

সংক্ৰমণ্, কৃদ. স. (সং. সঙ্ক্ৰমণ — সম্, উপস. + ক্ৰম্, গতি কৰ্) কোনো গ্ৰহৰ এক ৰাশিৰ পৰা আন এক ৰাশিলৈ গমন, the transition of a planet from one sign to another.

সংক্ৰান্তি, স. শ. (সং.) সূৰ্য্যৰ এক ৰাশিৰ পৰা আন ৰাশিত প্ৰবেশ; এতেকে কোনো মাহৰ শেষ দিন, the actual passage of the sun from one sign to another, the last day of a month.

সংখ্যা, স. শ. (সং. সঙ্খ্যা—সং, উপস. + চক্ষ্, উত্তমৰূপে ক) লেখ, number.

সংগীত্, স. শ. (সং. সঙ্গীত—সং, উপস. + গীত, গান) গীত গান, a song.

সংগৃহীত্, কৃদ. বি. (সং. সঙ্গৃহীত—সং, উপস. + গ্ৰহ্, ল) একত্ৰ কৰা, collected, compiled.

সংগোপন্, কৃদ. বি. (সং. সঙ্গোপন—সং, উপস. + গুপ্, লুকা) লুকোৱা কাৰ্য্য, গুপ্ত কৰণ, the act of concealing or hiding.

সংগোপনে, ক্ৰি. বি. লুকাই, মনে মনে, গুপ্তভাৱে, secretly.

সংগ্ৰহ্, স. শ. (সং. সঙ্গ্ৰহ—সং, উপস. + গ্ৰহ্, ল) একত্ৰ কৰণ, একেঠাই কৰা বা চপোৱা কাৰ্য্য, collection, compilation.

সংগ্ৰাম্, স. শ. (সং. সঙ্গ্ৰাম—সঙ্গ্ৰাম্, ৰণ কৰ্) ৰণ, যুদ্ধ, war, battle.

সংগ্ৰাহক্, স. শ. (সং. সঙ্গ্ৰাহক—সং, উপস. + গ্ৰহ্, গ্ৰহণ কৰ্) একত্ৰ কৰোঁতা, লগ লগাওঁতা, চপাওঁতা, a compiler.

সংজ্ঞা, স. শ. (সং. সংজ্ঞা—সং, উপস. + জ্ঞা, জান্; যাৰ দ্বাৰা কোনো মানুহ বা বস্তুক জানিব পাৰি) নাম; চেতন, a name, sense.

সংজ্ঞা-শব্দ, স. শ. (সং. সংজ্ঞা, নাম + শব্দ, মাত) চকুৰে দেখা বা মনেৰে ভবা বস্তুৰ নাম; যেনে, মানুহ, আকাশ, প্ৰাণ, a noun.

সংযম্(-জ-), কৃদ. স. (সং. সংযম — সং, পূৰ্ণৰূপে + যম্, ইন্দ্ৰিয়-দমন) ইন্দ্ৰিয়ক দমন কৰা কাৰ্য্য, restraint of the passions.

সংযুক্ত(-জু-), বি. (সং. সংযুক্ত—সং, পূৰ্ণৰূপে + যুজ্, লগ লগা) একে লগ কৰা, লগ লগোৱা, joined, united.

সংযোগ্(-জো-), স. শ. (সং. সংযোগ—সং, পূৰ্ণৰূপে + যুজ্, লগ লগা) মিলন, সংলগ্নতা, যোগ, intimate union or junction.

সংযোগী(-জো-), বি. (সং. সংযোগিন্—সংযোগ + ইন্) আনেৰে মিলি বা লগ লাগি থকা; যেনে, সংযোগী আখৰ, united, joined.

সংযোজন্ (-জো-), কৃদ. স. একত্ৰ কৰা বা লগ লগোৱা ব্যাপাৰ, the act of uniting.

সংযোজিত্ (-জো-), কৃদ. বি. একে লগ কৰা, লগ লগোৱা, united, joined.

সংৰক্ষণ, কৃদ. স. (সংৰক্ষণ—সং, উপস. + ৰক্ষ্, ৰাখ্) ভালৰূপে ৰক্ষা কৰা কাৰ্য্য, the act of saving, preserving, protecting or guarding.

সংৰক্ষিত্, কৃদ. বি. ভালৰূপে ৰখা, carefully protected, preserved or guarded.

সংলগ্ন, কৃদ. বি. (সং. সংলগ্ন—সং, উপস. + লগ্, একত্ৰ হ) সংযুক্ত, লগ লগোৱা, মিলোৱা, joined, connected.

সংলগ্নতা, গু. শ. সংলগ্ন হোৱা অৱস্থা, মিলন, the state of being joined or connected.

সংশয়্, স. শ. (সং. সংশয়—সং, উপস. + শী, শো) আশঙ্কা, সন্দেহ, ভয়, doubt, uncertainty, diffidence, fear.

সংশয়াপন্ন, বি. (সং. সংশয়াপন্ন—সংশয়, আশঙ্কা + আপন্ন, পোৱা) আশঙ্কাৰিত,

সন্দেহযুক্ত; ভীত, dubious, doubtful, diffident.

সংশোধন, কৃদ. স. (সং. সংশোধন—সং, উপস. + শোধন, নির্ম্মল কৰণ) নির্ম্মল কৰা, পবিত্র কৰা বা অশুদ্ধ কথা শুচোৱা কার্য্য, the act of cleaning, purifying or correcting.

সংশোধিত্, কৃদ. বি. নির্ম্মল কৰা, পবিত্র কৰা; অশুদ্ধ শুচোৱা, cleaned, purified, corrected.

সংশ্লিষ্ট, কৃদ. বি. (সং. সংশ্লিষ্ট — সং, উপস. + শ্লিষ্, একত্র হ) লগ লগা, একত্র হোৱা, united, joined.

সংসর্গ, স. শ. (সং. সংসর্গ—সং, উপস. + সৃজ্, নির্ম্মাণ কৰ্) লগ, সঙ্গ, একত্র বাস; যেনে, দুষ্টৰ সংসর্গত মানুহ দুষ্ট হয়, সহবাস; যেনে, বেশ্যাৰ সংসর্গ; সম্পর্ক; যেনে, তাৰে সৈতে মোৰ সংসর্গ নাই, union, contact, intercourse, cohabitation, connection.

সংসর্গিত্ব, গু. শ. (সং. সংসর্গিন্, তলৈ চোৱাঁ) লগৰীয়া হোৱা অৱস্থা, সঙ্গিত্ব, fellowship.

সংসর্গী, বি. (সং. সংসর্গিন্—সংসর্গ + ইন্) সঙ্গী, লগৰীয়া, একে লগে থকা; সহবাস কৰা, keeping company, associating, cohabiting. (স্ত্রী) সংসর্গিণী।

সংসাৰ্, স. শ. (সং. সংসাৰ—সং, উপস. + সৃ, গতি কৰ্) জগৎ, ব্রহ্মাণ্ড; যেনে, এনে দুষ্ট সংসাৰত নাই; লৰা তিৰোতা আৰু বন্ধু বান্ধৱে সৈতে এই জগতত বাস কৰা অৱস্থা; যেনে, সংসাৰ পৰিত্যাগ কৰা বৈৰাগী, the world, worldly existence or concerns.

সংসাৰী, বি. (সং. সংসাৰিন্—সংসাৰ + ইন্) সংসাৰত থকা, সংসাৰৰ কার্য্যত লিপ্ত, বিষয়ী, worldly, devoted to worldly concerns. স. শ. সংসাৰৰ কার্য্যত লিপ্ত লোক; যেনে, সংসাৰীৰ অনেক চিন্তা, a worldling.

সংসৃষ্ট, বি. (সং. সংসৃষ্ট—সং, উপস. + সৃজ্, নির্ম্মাণ কৰ্) পৃথক হৈ পুনৰায় একে লগ হোৱা, re-united.

সংস্কৰণ্, কৃদ. স. (সং. সংস্কৰণ — সং, উপস. + কৃ, কৰ্) ভগা বস্তু বতা কার্য্য, উৎকর্ষ কৰণ, তাঙ্গৰণ, the act of repairing or improving.

সংস্কাৰ, স. শ. শুচি কৰা কার্য্য; ব্রাহ্মণ আদি তিনি জাতিৰ গা শুচি কৰা দহোটা কার্য্যৰ এটা; যেনে, গর্ভাধান, পুংসৱন, সীমন্তোন্নয়ন, জাত কর্ম্ম, নামকৰণ, নিষ্ক্রমণ, অন্নপ্রাশন, চূড়াকৰণ, উপনয়ন আৰু বিবাহ। শূদ্রৰ সংস্কাৰ বিবাহ মাথোন; ভগা বস্তু বতা বা উৎকর্ষ কৰা কার্য্য; স্মৰণ, এতেকে ইতৰ জন্তুবিলাকৰ আপোনাৰ গা ৰক্ষা আৰু বংশ বৃদ্ধিৰ বিষয়ৰ স্বাভাৱিক জ্ঞান, purification, one of the ten purificatory rites or sacraments prescribed for the three first classes of the Hindus, the act of repairing or improving, remembrance, the instinct of animals.

সংস্কাৰক, স. শ. সংস্কাৰ কৰোঁতা, a purifier or repairer.

সংস্কাৰহীন্, বি. গর্ভাধান আদি দহোটা সংস্কাৰবর্জ্জিত, সংস্কাৰ নকৰা, not purified by performing the ten purificatory rites.

সংস্কৃত্, কৃদ. বি. (সং.) পবিত্র কৰা, নির্ম্মল কৰা; ভগা বতা, উৎকর্ষ কৰা, purified repaired, improved. স. শ. ভাৰতবর্ষৰ আর্য্যবিলাকৰ ভাষা, the *Sanskrita* language.

সংস্থাপন্, কৃদ. স. (সং. সংস্থাপন—সং, উপস. + স্থা, থাক্) পতা বা থোৱা কার্য্য, স্থাপন, the act of placing or establishing.

সংস্থাপিত্, কৃদ. বি. পতা, থোৱা, স্থাপিত, placed, established.

সংহৰ, স. ধা. (সং. সং, উপস. + হৃ, হৰণ কৰ্) নাশ কৰ্, ধ্বংস কৰ্; যেনে,

"উদ্ধাৰিলা পৃথিবীক দৈত্যক সংহৰি", to destroy.

সংহৰণ, কৃদ. স. (সং. সংহৰণ—সং, উপস. + হৃ, হৰণ কৰ্) নাশ কৰণ, ধ্বংস কৰণ, the act of destroying.

সংহৰি ক, সংশয় নষ্ট কৰি বা নিশ্চয়কৈ উক্তি কৰ্; যেনে, এই কথা মই সংহৰি কব নোৱাৰোঁ, to speak with certainty.

সংহাৰ্, স. শ. নাশ, ধ্বংস, destruction. স. ধা. নাশ কৰ্, ধ্বংস কৰ্, to destroy.

সংহাৰক্, স. শ. (সং.) নাশ কৰোঁতা, মাৰোঁতা, a destroyer.

সংহিতা, স. শ. (সং. সংহিতা—সং, উপস. + ধা, ধাৰণ কৰ্) স্মৃতি-শাস্ত্ৰ, সংগ্ৰহ কৰা বিধিসমূহ, a code of *Hindu law*, law.

সংক্ষিপ্ত, কৃদ. বি. (সং. সংক্ষিপ্ত—সং, উপস. + ক্ষিপ্, নিক্ষেপ কৰ্) সংক্ষেপ কৰা, হ্ৰাস বা অলপ কৰা, সৰু কৰা, abridged.

সংক্ষেপ্, বি. স্বল্প, সৰু, অলপীয়া, বহুল নোহোৱা; যেনে, সংক্ষেপ ব্যাকৰণ, brief.

সংক্ষেপ্‌কৈ, সংক্ষেপ্‌ৰূপে, ক্ৰি. বি. অলপীয়াকৈ, চুটিকৈ, briefly.

সঁচ্, স. শ. (সং. সঞ্চয়ন, সাঁচি থোৱা) খেতিৰ নিমিত্তে সাঁচি থোৱা গুটি আদি, কঠীয়া, বিধান; সন্তান; যেনে, চোৰৰ সঁচ সাধু নহয়, seed kept for cultivation, offspring, progeny.

সঁচা, বি. (সং. সত্য; হিং. সচ্, যথাৰ্থ) স্বৰূপ, যথাৰ্থ, real, true. স. শ স্বৰূপ কথা; যেনে, সঁচা কৰা; স্বৰূপ বা উত্তম বস্তু; যেনে, মিছা দি সঁচা নিছে, truth, a real or valuable thing.

সঁচাকৈ, ক্ৰি. বি. সত্যৰূপে, truly.

সঁচাৰ্, স. শ. (সং. সঞ্চাৰ, লৰ চৰ কৰণ; সঁচাৰ কাঠী ঘূৰাই মেলা বা মৰা যায়, এতেকে) পেড়া আদি মাৰিবৰ যতন; a lock.

সঁচাৰ্-কাঠী, স. শ. সঁচাৰত সুমাই পেড়া আদি মেলা আৰু মৰা যতন, a key.

সঁচা-সঁচি, বি. (অং. সঁচা, স্বৰূপ) স্বৰূপ, নিশ্চয়, মিছা বা অঠিক নোহোৱা, true, exact, certain.

সঁচি-ধন্, স. শ. সঁচা ধন, ৰূপৰ বা সোণৰ চলি থকা মোহৰ; হাততে দিয়া বা বাঁকী নৰখা টকা; যেনে, সঁচি ধনৰ বস্তু, cash, specie, ready money

সঁচুৱা, বি. (অং. সঁচ, কঠীয়া) কঠীয়ালৈ থোৱা; যেনে, সঁচুৱা গুটি; সঁচ সম্বন্ধীয়, সঁচৰ, kept for seed, relating to seed.

সঁজতুৱা, বি. (অং. সঁজাত, বিশ্বাস) বিশ্বাসী, যাক বিশ্বাস কৰা যায়, trustworthy, trusted.

সঁজাত্, স. শ. (সং. সঞ্জাত, জন্মা) বিশ্বাস, trust, belief.

সঁজাতী, স. শ. কোনো কথাৰ নিশ্চয় কৰিবলৈ পঠোৱা বিশ্বাসী মানুহ, আমীন, a commissioner deputed to make a local inquiry, &c.

সঁজাল, স. শ. (সং. সঞ্জনন, উৎপত্তি) ন-কৈ ৰোৱা গছৰ পুলিয়ে জুই পবাৰ পাচত ধৰা ঠন; যেনে, ৰোৱাই সঁজাল ধৰিছে, revival to freshness, as a newly transplanted plant.

সঁজাল ধৰ্, ঠন ধৰ্ (ন-কৈ ৰোৱা গছত খাটে), to be revived as a transplanted plant.

সঁজাল্, স. ধা. সবল কৰ্, নৰিয়াৰ পাচত পুনৰ পুষ্ট কৰ্ (গাত খাটে); যেনে, নৰিয়াই গা সঁজালিছে; পুনৰায় জ্বলা (জুইত খাটে); যেনে, জুই কুৰা সঁজাল, to restore to vigour, to re-kindle.

সঁজুলি, স. শ. কামত ব্যৱহৃত সকলো প্ৰকাৰৰ বস্তু, কোৰ, কুঠাৰ, চাঁচন, চক, কলহ, দা, যাঠী ইত্যাদি, an implement, a tool, an utensil, furniture.

সঁফুৰা, স. শ. (সং. সম্পুটক, টেমা) তামোলৰ টেমা, সাঁফৰ লগোৱা তামোলৰ আধাৰ, a for for betel nut.

সঁফুৰি আম্, স. শ. (বং. সফৰি আম, এবিধ

ফল ) মধুৰি আম, তাৰ গছ, the guava tree and its fruit.

সঁফুৰা, স. শ. ( সং. সম্পূৰ্ণ বা শেষ ; সি ধৰিলে আয়ুস শেষ হয়, এতেকে ) যমৰ দুজন চোকা টেকেলাৰ এজন, কাল ফুৰাৰ লগৰীয়া, one of the two most active and fierce messengers of death.

সঁযুতীয়া(-জু-), বি. ( অং. সঁযোত, ব্ৰত ) সঁযোত কৰা, observing a religious fast.

সঁযোত্(-জো-), স. শ. ( সং. সংযত, ইন্দ্ৰিয় দমন কৰা ) কোনো ধৰ্ম্মকৃত্যৰ আগ দিনা কৰা উপবাস আৰু মনৰ দমন, a fast observed on the day previous to performing a religious ceremony.

সঁৰাহ্, স. শ. ( সং. সন্দংশ, বং. সাঁড়াশি, এবিধ চেপেনা ) কমাৰ আদিয়ে লো আদি চেপি ধৰা যতন, ডাঙ্গৰ লেপ ; জেওৰাৰ মূৰত বন্ধা যুৰীয়া কামী, a pair of tongs, the two long pieces of split-bamboo tied to the top of a fence.

সঁহাৰি, স. শ. উমান, গম, আটকাল, পঁজাল, a guess or conjecture formed from sound, &c., of the approach of some-one or of an occurrence.

সকৰ্ম্মক্, বি. (সং. সকৰ্ম্মক—স, সৈতে + কৰ্ম্ম, কৰ্ম্মকাৰক ) কৰ্ম্মকাৰকযুক্ত, কৰ্ম্মকাৰক থকা ; যেনে, সকৰ্ম্মক ক্ৰিয়া, trasitive.

সকল্, স. শ. ( সং. সকল, সমূহ ) বহুবচন বুজাবলৈ শব্দৰ পাচত ব্যৱহৃত মাত ; যেনে, দেৱতা সকল, a term affixed to a noun or pronoun to denote plurality.

সকলো, বি. স. ( সং. সকল + অং. ও, যো. অব্য. ) আটাই, সমস্ত, সমুদায় ; যেনে, সকলো লোকে কয়, all, whole, entire.

সকলোৱে মিলি, ক্ৰি. বি. ( অং. সকলো + মিলি, লগ লাগি ) সকলো খিনি গোটাই, সমুদায়ে, in all.

সকাম্, বি. ( সং. সকাম—স, সৈতে + কাম, বাঞ্ছা) ফলৰ আকাংক্ষা থকা, কামনাযুক্ত ; যেনে, সকাম ভক্তি, having a special object, not disinterested. স. শ. কৰ্ম্ম, কাম, প্ৰয়োজন ; যেনে, ঘৰত সকাম আছে, business, work, necessity.

সকাহ্, স. শ. ( সং. অৱকাশ, আজৰি ) কামৰ মাজত আজৰি বা বিশ্ৰাম ; যেনে, সি দিনটো কাম কৰে, একেৰিও সকাহ নেপায় ; লালী বৰষুণৰ মাজত ছেদ ; যেনে, বতৰে সকাহ দিছে ; ৰোগৰ হ্ৰাস ; যেনে, নৰিয়াই সকাহ পাইছে, leisure, cessation of rain, abatement of a disease.

সকীয়া, স. ধা. ( অং. সাখী, সাক্ষাৎ থকা লোক ) আগত সাখী ৰাখি কোনো কাৰ্য্য কৰিবলৈ বা নকৰিবলৈ ক, ডঢ়া, warning in presence of witnesses, to fore-warn.

সখা, বি. ( সং. সখি, বন্ধু ) বন্ধুস্বৰূপ, প্ৰসন্ন, হিত ; যেনে, দুখীয়াৰ সমন্ধি হৰি সখা, friendly, favourable.

সখি, স. শ. ( সং. সখি—স, সমান + খ্যা, প্ৰখ্যাত কৰ্ ) নিয়ম মতে এজনে আন জনক কাপোৰ আদি দি কৰা বন্ধু, ইষ্ট, a duly constituted friend, an intimate friend. ( স্ত্ৰী ) সখী।

সখি বন্ধা বা বান্ধ, নিয়ম মতে বন্ধুতা কৰ্, to make friendship in due form.

সখিত্ব, গু. শ. বন্ধুতা, ইষ্টতা, friendship.

সখিয়তী, স. শ. ( "সখিঔ" "সখিঔ" এনে শব্দ কৰে, এতেকে ) এবিধ হালধীয়া বৰণেৰে শুৱনি সৰু চৰাই, পাট মাদৈ চৰাই, a kind of small bird of yellow colour.

সখ্য ভাৱ্, স. শ. বন্ধুতা, ইষ্টতা, friendship.

সগৰ্, স. শ. এজনা সূৰ্য্যবংশী ৰজা ; তেওঁৰ ষাঠি হাজাৰ পুতেক কপিলৰ শাপত ভস্ম হোৱাত তেওঁৰ পৰিনাতিয়েক ভগীৰথে স্বৰ্গৰ পৰা গঙ্গাক আনি তেওঁবিলাকৰ উদ্ধাৰ কৰে, a king of the solar race, the great grandfather of *Bhagirath*.

সগৰ্ভা, বি. (সং. সগৰ্ভা—স, সৈতে+গৰ্ভ, পেটত থকা সন্তান) গৰ্ভৱতী, পেটত সন্তান থকা, pregnant.

সগুণী লতা, স. শ. (সং. সগুণ, গুণযুক্ত+লতা, বগাই উঠা তৃণ) এবিধ দৰবত দিয়া লতা, আমৈ লতা, a kind of creeper.

সগোত্ৰ, বি. (সং. সগোত্ৰ — স, সমান, একে+গোত্ৰ, বংশ) একে জনা আদি পুৰুষৰ পৰা বঢ়া, একে জনা ঋষিৰ বংশৰ, descended from the same progenitor, of the same *gottra*. (স্ত্ৰী) সগোত্ৰা।

সগোত্ৰী, "সগোত্ৰ" শব্দৰ অপভ্ৰংশ।

সঘন্, বি. (সং. স, সৈতে+ঘন, ডাঠ) ঘনে ঘনে হোৱা, বিৰল নোহোৱা; যেনে, তেওঁৰ অহা সঘন হৈছে, frequent.

সঘনে, ক্রি. বি. ঘনে ঘনে, পুনঃ পুনঃ, বাৰম্বাৰ, frequently.

সঙ্কট্, স. শ. (সং. সঙ্কট—সং, উপস.+কট্, দুঃখ পা) আপদ, বিপদ, টান, danger.

সঙ্কটাপন্ন, বি. (সং. সঙ্কটাপন্ন—সঙ্কট+আপন্ন, পোৱা) সঙ্কটত পৰা, বিপদত পৰা, fallen in danger.

সঙ্কলন্, কৃদ. স. (সং. সঙ্কলন—সং, উপস.+কল্, গণ্) একত্ৰ কৰণ, সংগ্ৰহ কৰণ, the act of collecting, uniting or adding together.

সঙ্কল্, স. ধা. (সং. সঙ্কলা, বধ) বধ কৰ্, মাৰ (পদ্যত); যেনে, "এক পাট শৰে বালী সঙ্কলিলা জীৱ," to kill.

সঙ্কলিত্, কৃদ. বি. একত্ৰ কৰা, সংগৃহীত; যোগ কৰা, লগ লগোৱা, collected, added together.

সঙ্কল্প, স. শ. (সং. সঙ্কল্প—সং, উপস.+কৢ, পাৰগ হ) কোনো কাম কৰিবৰ ইচ্ছা; ধৰ্ম্ম কাৰ্য্যৰ নিমিত্তে কৰা প্ৰতিজ্ঞা, mental determination, resolve, a solemn vow.

সঙ্কল্পিত, কৃদ. বি. বাঞ্ছিত, কৰিবলৈ মনেৰে নিশ্চয় কৰা; যেনে, সঙ্কল্পিত কাৰ্য্য সিদ্ধ হল, intended to do.

সঙ্কাশ্, বি. (সং. সঙ্কাশ—সং, উপস.+কাশ্, দীপ্তি কৰ্) তুল্য, সদৃশ, সমান; যেনে, সাগৰ-সঙ্কাশ, like, similar.

সঙ্কীৰ্ণ, কৃদ. বি. (সং. সঙ্কীৰ্ণ—সং, উপস.+কৃ, নিক্ষেপ কৰ্) ঠেক, বহল নোহোৱা, narrow.

সঙ্কীৰ্ত্তন্, কৃদ. স. (সং. সঙ্কীৰ্ত্তন — সং, উপস.+কৄৎ, প্ৰশংসা কৰ্) গুণৰ গান, গুণ গোৱা কাৰ্য্য, the act of singing praise.

সঙ্কুচিত্, কৃদ. বি. (সং. সঙ্কুচিত — সং, উপস.+কুচ্, কোঁচ খা) কোঁচ খোৱা, আশঙ্কাযুক্ত, আগ নবঢ়া; যেনে, মন সঙ্কুচিত হল, contracted, hesitating, diffident.

সঙ্কেত্, স. শ. (সং. সঙ্কেত—সং, উপস.+কিত্, জান্) ইঙ্গিত, ঠাৰ; গুপ্ত বিষয়, নিশিকিলে জানিব নোৱৰা কাৰ্য্য; যেনে, ছপা আখৰ জোটোৱাৰ সঙ্কেত, a signal, a hint, a gesture, a secret.

সঙ্কোচ্, স. শ. (সং. সঙ্কোচ—সং, উপস.+কুচ্, কোঁচ খা) কোঁচ; আশঙ্কা, contraction, diffidence.

সঙ্গ, স. শ. (সং. সঙ্গ—সং, উপস.+গম, গতি কৰ্) লগ; যোগ, মিলন, companionship, union.

সঙ্গত্, কৃদ. বি. (সং. সঙ্গত—সং, উপস.+গত, গতি কৰা) যুগুত, উচিত; মিলিত, proper, apposite, suitable.

সঙ্গপ্ৰিয়, বি. (সং. সঙ্গপ্ৰিয়—সঙ্গ, লগ+প্ৰিয়, ভাল পোৱা) লগ লাগি থকা, অকলৈ নথকা, gregarious.

সঙ্গম্, স. শ. (সং. সঙ্গম—সং, উপস.+গম্, গতি কৰ্) মিলন, একে লগ হোৱা অৱস্থা; শৃঙ্গাৰ, union, junction, coition.

সঙ্গী, বি. (সং. সঙ্গিন্—সঙ্গ+ইন্) লগৰীয়া, একে লগৰ, associating or uniting with. স. শ. লগৰীয়া লোক, একে লগৰ মানুহ, an associate, a companion. (স্ত্ৰী) বি. স. শ. সঙ্গিনী।

সচকিত্, বি. ( সং. চকিত, ভীত ; বং. সচকিত, চমক খোৱা ) সাৱধান, সঙ্কটৰ আগন্তুক দেখি হোৱা তত্তোৱাল, cautious, careful.

সচল্, বি. ( সং. চল্, গতি কৰ্ ) লৰি চৰি ফুৰা, একে ঠাইতে থিৰে নথকা, moving about.

সচেতন্, বি. ( সং. সচেতন—স, সৈতে + চেতন, জ্ঞান ) জ্ঞান থকা, চেতনযুক্ত ; বিজ্ঞান নোহোৱা ; সাৰে থকা, animate, conscious, sensible, awake.

সচেতনে, ক্রি. বি. সাৰে, টোপনি নহোৱাকৈ, in an awaking state.

সচ্চিদানন্দ, স. শ. ( সং. সচ্চিদানন্দ—সৎ, অবিনাশী + চিৎ, জ্ঞান + আনন্দ, সুখ ; অবিনাশী, জ্ঞানস্বৰূপ, আৰু আনন্দময় ) পৰমেশ্বৰ, জগদীশ, the Supreme Being.

সজ্, বি. ( সং. সৎ, সাধু ) সন্ত, সাধু ; ভদ্ৰ, উত্তম, ভাল, শুচি, virtuous, honest, good, pure.

সজল্, বি. ( সং. সজল—স, সৈতে + জল, পানী ) পানীযুক্ত, পানী থকা ; পনীয়া, containing water, watery.

সজা, স. শ. ( অং. সাজ্, নিৰ্ম্মাণ কৰ্ ; বং. খাঁচা, চৰাই থোৱা পিঁজৰা ) চৰাই থোৱা এবিধ কাঠীৰ সঁজুলি, a cage.

সজা, স. ধা. ( অং. সাজ্, নিৰ্ম্ম্ ) লোকৰ দ্বাৰা নিৰ্ম্মাণ কৰা ; যেনে, বজাই মঠ সজালে, to cause to be constructed.

সজা, স. ধা. ( সং. সজ্জা, ভূষিত কৰা ) ভূষিত কৰ্, শুৱনি কৰ্ ; যেনে, ফুলৰ মালাৰে পূজাৰ ঘৰ সজাইছে ; শ্ৰেণী লগাই ভালৰূপে থ ; যেনে, পোহাৰ সজাইছে, to decorate, to embellish, to arrange, to place in order.

সজাই, স. শ. তামোল পাণ আদি অলপমুলীয়া বস্তু এঠাইৰ পৰা নি আন এঠাইত বেচা মানুহ, কজুৱাই, a petty travelling trader.

সজাগৰ্, বি. ( সং. সজাগৰ—স, সৈতে + জাগৰ, সাৰ ) সাৰে থকা, জাগি থকা, awake.

সজীৱ্, বি. ( সং. সজীৱ—স, সৈতে + জীৱ, প্ৰাণ ) জীৱ থকা, জীয়া, living, alive.

সজে-সজে, ক্রি. বি. ( অং. সজ্, ভাল ) ভালে-ভালে, বেয়া বা অশুচি নৌহওঁতেই, while yet well off or undefiled.

সজকৈ, } ক্রি. বি. ভালকৈ, উত্তমৰূপে,
সজৰূপে, } well, property.

সজ্জন্, স. শ. ( সং. সজ্জন—সৎ, উত্তম + জন, লোক ) ভদ্ৰ লোক, ভাল মানুহ ; সন্ত, সাধু, a gentleman, a respectable or virtuous person.

সজ্জিত্, কৃদ. বি. ( সং. সজ্জিত—সজ্জা, সজোৱা) ভূষিত, শোভিত, সজোৱা ; অস্ত্ৰযুক্ত, decorated, armed.

সজৰ্থী, বি. ( সং. সদৰ্থী, ভাল বাঞ্ছা কৰা—সৎ, শুভ + অৰ্থিন্, বাঞ্ছক ) শুভাকাংক্ষী ; ভালৰি, মিল, friendly.

সঞ্চয়্, স. শ. ( সং. সঞ্চয়—সং, উপস. + চি, সংগ্ৰহ কৰ্ ) উপাৰ্জ্জিত ধন বস্তুৰ ৰক্ষণ, সাঁচন ; যেনে, ধন-সঞ্চয়, accumulation of wealth, the saving of money, &c.

সঞ্চৰণ্, কৃদ. স. ( সং. সঞ্চৰণ—সং, উপস. + চৰ্, গতি কৰ্ ) গমন, গতি, motion, course, movement.

সঞ্চৰণশীল্, বি. ( সং. সঞ্চৰণশীল—সঞ্চৰণ, ঐ + শীল, স্বভাৱ ) লৰ চৰ কৰা, গতি কৰা, একে ঠাইতে বা একে ঠৰে নথকা, moving about, having motion.

সঞ্চাৰ্, স. শ. ( সং. সঞ্চাৰ—সং, উপস. + চৰ্, গতি কৰ্ ) গতি, গমন ; ঘাইকৈ কোনো গ্ৰহৰ এক ৰাশিৰ পৰা আন এক ৰাশিলৈ গমন ; যেনে, বৃহস্পতিৰ সঞ্চাৰ, motion, course, transition of a planet from one sign of the zodiac to another.

সঞ্চিত্, কৃদ. বি. ( সং. সঞ্চিত—সং, উপস. + চি, সংগ্ৰহ কৰ্ ) সাঁচি থোৱা, আৰ্জ্জি গোটাই থোৱা ; বহু দিন পীড়া দি থকা ( ৰোগ ), collected and saved ac-

cumulated, said of money, &c., chronic.

সঞ্জাত্ব, স. শ. ( সং. সঞ্জাত, জন্মা ) বিশ্বাস, সঁজাত পতিয়ন, trust, belief.

সট্, স. শ. ( সং. সটা, চৰাইৰ জঁ ) চৰাইৰ জঁৰ নিচিনা ফুল ধৰা এবিধ পানীৰ বন, তাৰ পৰা খাৰ কৰা যায়, a kind of aquatic plant, from which an alkali is made.

সটৰাই, ক্রি. বি. ( সং. সত্বৰ, শীঘ্র ) শীঘ্রে, সোনকালে, বেগতে, quickly, readily.

সটীক্, বি. ( সং. সটীক—স, সৈতে + টীকা, টিপনী ) টিপনী থকা, ব্যাখ্যাযুক্ত; টীকাৰে সৈতে; যেনে, সটীক গীতা, accompanied by a commentary, annotated.

সট্-খাৰ্, স. শ. ( অং. সট, এবিধ পানীৰ বন + খাৰ, চোকা ছাই ) সটৰ পৰা কৰা খাৰ, the alkali or potash obtained from a kind of aquatic plant.

সঠিক্, বি. ( বং. সঠিক—স, সৈতে + ঠিক, নিশ্চয় ) নিশ্চয়, certain, exact.

সঠিক্‌কৈ, ক্রি. বি. নিশ্চয়ৰূপে, with certainty.

সণ্টালনি, } সণ্টালনীয়া, } বি. ( সং. সট্, ব্যক্ত কৰ্ ) ব্যক্ত, সকলোৰে জনা শুনা, আবুৰ ভগা, published, known to all.

সত্, স. শ. ( সং. সত্ব, সাৰ ভাগ ) চন্দন কাঠৰ পৰা কৰা এবিধ সুগন্ধি বস্তু; মাটিৰ ৰস বা সাৰ; যেনে, সত নথকা মাটি, a kind of perfume, moisture of soil.

সত্ যা, ইচ্ছা হ; যেনে, ঘৰচীয়া জন্তু মাৰিবলৈ সত্ নেযায়, ধন ভাঙিবলৈ কৃপণৰ সত্ যায় নে, to desire, to wish.

সৎ, বি. ( সং. সৎ—অস্, বর্ত্তমান থাক্ ) অবিনাশী; সন্ত, সাধু, ধার্ম্মিক, ever-existing, virtuous, honest.

সততে, ক্রি. বি. ( সং. সতত, সদায় ) সদায়; সকলো সময়ত, always.

সতৰ, সংখ্যা. ( সং. সপ্তদশ, সাত আৰু দহ ) সাত অধিক দহ, seventeen.

সত্তৰি, সংখ্যা. ( সং. সপ্ততি, তিনি কুৰি দহ ) তিনি কুৰি দহ, seventy.

সতৰী, স. শ. ( অং. সত্ সত্তা, অধিককৈ কথা ক ) অধিক কথা কোৱা তিৰোতা, কথকী তিৰী, a talkative woman.

সতর্ক, বি. ( অং. স, সৈতে + তর্ক, মন্ বা দেখ্ ) সাৱধান, ভতোৱাল, কি ঘটে দেখিবৰ নিমিত্তে মনোযোগী হৈ থকা, careful, cautious.

সতিনী, স. শ. ( সং. সপত্নী, স্বামীৰ অন্য ভার্য্যা ) এজন স্বামীৰ দুই বা অধিক ভার্য্যাৰ এজনা আন এজনাৰ সতিনীয়েক, a woman whose husband has more than one wife.

সতিনীয়াহ্, স. শ. সতিনীৰ নিচিনা বিৰোধ, বৰ অমিল; যেনে, মাছেৰে সৈতে অমুকৰ সতিনীয়াহ, a great dislike.

সতিয়ৈ, বি. সতিনীস্বৰূপ, সতিনী হোৱা; যেনে, সতিয়ৈ মাকে লৰাক ভাল নেপায়; সতিনীৰ স্বামীৰ অন্য ভার্য্যাৰ; যেনে, সতিয়ৈ পো, belonging to another wife of the same husband.

সতি সন্ততি, } সতি সন্তান্, } স. শ. ( অং. সতি, অনুক. + সং. সন্ততি, সন্তান, লৰা বা ছোৱালী ) লৰা-ছোৱালী, পো-নাতি, নাতি পুতি, offspring, progeny, race.

সতী, বি. ( সং. "সৎ" শব্দৰ স্ত্রীলিঙ্গ ) পতিব্রতা, নিজ স্বামীত বাজে আনক নভজা, chaste. ( Fem. ). স. শ. আপোন স্বামীত বাজে আনক নভজা তিৰোতা, পতিব্রতা স্ত্রী; দক্ষৰ জীয়েক, সদাশিৱৰ ভার্যা, a chaste woman. *Sati* was the daughter of *Daksha* and wife of *Rudra*, i.e., *Siva*. The *Vishnu Purana* states that she "abandoned her body in consequence of the anger of *Daksha*. She then became the daughter of *Himavat* and *Mena*; and the divine *Bhava*

again married *Umā*, who was identical with his (*Siva's*) former spouse." The authorities generally agree that she died or killed herself in consequence of the quarrel between her husband and father; and the *Kasi Khanda*, a modern work, represents that she entered the fire and became a *Sati*. (Dowson).

সতী যা, মৰা স্বামীৰ চিতাত প্ৰাণ এৰ্, to burn one's self with the corpse of one's husband.

সতীৰ্থ, স. শ. ( সং. সতীৰ্থ — স, একে লগ + তীৰ্থ, গুৰু ) একে গুৰুৰ শিষ্য, হৰিভকত, a fellow-disciple.

সতীত্ব, গু. শ. সতীৰ ধৰ্ম্ম বা গুণ, chastity of a woman.

সৎকৰ্ম্ম, স. শ. ( সং. সৎকৰ্ম্ম – সৎ, ভাল + কৰ্ম্ম, কাম ) ভাল কাম, ধৰ্ম্ম কৃত্য, পুণ্য, a pious or virtuous act.

সৎকাৰ্, স. শ. (সং. সৎকাৰ—সৎ, উত্তম + কৃ, কৰ্ ) সম্মান, সম্ভ্ৰম, আদৰ, respect, civility.

সত্তা, গু. শ. ( সং. সত্তা—সৎ, অবিনাশী ) বৰ্ত্তমান থকা অৱস্থা, স্থিতি; যেনে, নাস্তিকে ঈশ্বৰৰ সত্তা নেমানে, existence, being.

সত্ৰ, স. শ. ( সং. সৎ, ধাৰ্ম্মিক লোক + ত্ৰৈ, উদ্ধাৰ কৰ্ ; সন্ত সকলক ত্ৰাণ কৰে, এতেকে ) গোসাঁই ভকতৰ নিবাসৰ ঠাই, মহন্ত সকলৰ ঘৰ, a religious institution in Assam, a monastery.

সত্ৰাধিকাৰ্, } সত্ৰাধিকাৰী, } স. শ. সত্ৰৰ অধিকাৰ বা যাই মহন্ত, the head of a religious institution, a head monk.

সত্ৰীয়া, বি. সত্ৰৰ, সত্ৰ সম্বন্ধীয়, pertaining to a *Sattra*. স. শ. কোনো কোনো সত্ৰৰ অধিকাৰ মহন্ত, the head of a Sattra c.f. the "*Bura Sattriya*" who is the head of the Barpeta temple.

সত্ত্ব, স. শ. ( সং. সত্ত্ব—সৎ, উত্তম ) তিনি গুণৰ এক গুণ, এই গুণৰ দ্বাৰা মানুহ ধাৰ্ম্মিক, নম্ৰ আৰু শান্ত হয়, one of the three properties or inherent qualities of man, which renders the person in whom it resides virtuous, gentle and honest. "সত্ত্ব গুণ" এনেও হয়।

সৎপথ, স. শ. ( সং. সৎপথ—সৎ, উত্তম + পথ, বাট ) উত্তম পথ বা বাট; সজ আচৰণ; যেনে, সৎপথত প্ৰবৰ্ত্তিবা, a good road, virtuous conduct.

সত্য, বি. ( সং. সত্য—সৎ, অবিনষ্ট; প্ৰাং. সচ্চ: হিং. সচ্চা: বং. সাঁচা, সঁচা ) সঁচা, যথাৰ্থ, স্বৰূপ, true, real. স. শ. সঁচা কথা: যেনে, সত্য কোৱা উচিত; সজ আচৰণ, ধৰ্ম্মপথ; যেনে, সত্যত থাকিলে একো ভয় নাই; নিশ্চিত বা পৰীক্ষাৰ দ্বাৰা স্থিৰ হোৱা বিষয়; যেনে, জ্যোতিষৰ সত্যবিলাক পুৰাণত কম; প্ৰথম যুগ, virtuous conduct, honesty, a demonstrated conclusion, a verified fact, the first or golden age.

সত্যতা, গু. শ. যথাৰ্থতা, সঁচা, truth, reality.

সত্যনাৰায়ণ্, স. শ. ( সং. সত্যনাৰায়ণ—সত্য, অবিনাশী + নাৰায়ণ, বিষ্ণু ) বিষ্ণু, ঈশ্বৰ, *Vishnu*, God.

সত্যবক্তা, বি. ( সং. সত্যবক্তৃ—সত্য, সঁচা + বচ্, ক ) সত্যবাদী, সঁচা কোৱা, truthful. স. শ. সঁচা কওঁতা, a man who speaks the truth. ( স্ত্ৰী ) বি. স. শ. সত্যবক্ত্ৰী।

সত্যবাদিতা, গু. শ. ( সং. সত্যবাদিন্, সঁচা কোৱা ) সঁচা কোৱা গুণ বা স্বভাৱ, truthfulness.

সত্যবাদী, বি. ( সং. সত্যবাদিন্ — সত্য, সঁচা + বাদিন্, কোৱা ) সঁচা কোৱা, truthful. স. শ. সঁচা কওঁতা, a truthful man. ( স্ত্ৰী ) বি. স. শ. সত্যবাদিনী।

সত্যভামা, স. শ. কৃষ্ণৰ এজনা ভাৰ্য্যা, one of the wives of *Krishna*.

সত্যভ্ৰষ্ট, বি. (সং. সত্যভ্ৰষ্ট—সত্য + ভ্ৰষ্ট, পতিত) সত্য এৰা, সত্য ৰক্ষা নকৰা, অঙ্গীকাৰ নৰখা, not adhering to truth or a promise.

সত্যযুগ, স. শ. (সং. সত্যযুগ—সত্য, যথাৰ্থ + যুগ, কালৰ এক ভাগ) প্ৰথম যুগ, এই যুগত মানুহৰ পাপ নাছিল, সকলো লোক সত্যবাদী আৰু ধাৰ্ম্মিক আছিল, তাৰ বৎসৰৰ সংখ্যা ১৭,২৮০০০, the first *yuga* or "golden age" comprising 17,28,000 years.

সত্যৰত, বি. (সং. সত্য, সঁচা + ৰত, অনুৰক্ত) সত্যৰ অনুৰক্ত, সত্যক ত্যাগ নকৰা, অকপটী, sincere, truthful.

সত্যলোক, স. শ. (সং. সত্যলোক—সত্য, সঁচা + লোক, জগৎ) সত্য স্বৰ্গৰ নিচেই ওপৰৰ থান স্বৰ্গ আৰু ব্ৰহ্মাৰ নিবাসৰ ঠাই, the uppermost of the seven regions above.

সত্য-সন্ধ, বি. (সং. সত্যসন্ধ—সত্য, সঁচা + সং, উপস. + ধা, ধৰ্) সত্যক ধৰি থকা, সত্যৰ পৰা ভ্ৰষ্ট নোহোৱা, সত্যক নেৰা, সত্যপৰায়ণ, adhering to the truth.

সত্য-সেৱা, স. শ. (সং. সত্য, সত্য-নাৰায়ণ + সেৱা, উপাসনা) সত্যনাৰায়ণৰ উপাসনা, সন্ধ্যা সময়ত কৰা বিষ্ণুৰ পূজাবিশেষ, a ceremony performed of an evening in honor of *Vishnu*.

সত্যো, ক্ৰি. বি. স্বৰূপে, নিশ্চয়ে, ধৰ্ম্মত (শপথ খোৱা মাত), truly, really, by God (a term of asseveration).

সত্ৰ, স. শ. "সত্ৰ" শব্দৰ অপভ্ৰংশ ; ই অশুদ্ধ।

সত্ত্ব, স. শ. (সং. সত্ত্ব, সাৰ ভাগ) সাৰ ভাগ, essence.

সত্বৰে, ক্ৰি. বি. (সং. সত্বৰ্, শীঘ্ৰ) শীঘ্ৰে, সোনকালে, বেগতে, quickly, without delay.

সৎসংসৰ্গ, স. শ. (সং. সৎসংসৰ্গ—সৎ, সাধু + সংসৰ্গ, সঙ্গ) সাধুৰ সঙ্গ, সজ লোকৰ লগত বাস, association with honest and virtuous persons.

সতৃসতা, অ. ধা. বহুত কথা ক, to talk much.

সত্বসৰ্ব্বস্ব, স. শ. (সং. স্বত্বসৰ্ব্বস্ব ; স্বত্ব, অধিকাৰ + সৰ্ব্বস্ব, সকলো সম্পত্তি) কোনো লোকৰ সকলো আধিপত্য আৰু ধনবস্তু, all one's rights, and possessions.

সদন্, স. শ. (সং. সদন—সদ্, গতি কৰ্, ঘৰলৈ সকলো যায়, এতেকে) ঘৰ, গৃহ, a house, residence.

সদয়, বি. (সং. সদয়—স, সৈতে + দয়া, কৃপা) দয়াযুক্ত, কৃপালু, মৰমিয়াল, kind.

সঁদৰী, বি. (যাং. চদৰ, ঘাই শাসনকৰ্ত্তা) সদৰত থকা ; যেনে, সদৰী লোক ; প্ৰকাশিত, ব্যক্ত, জনা শুনা ; যেনে, এই কথা সদৰী হল, living in the metropolis, public, known.

সদাই, "সদায়" চোৱা।

সদাকাল্, স. শ. (সং. সদাকাল—সদা, সকলো সময় + কাল, সময়) সৰ্ব্বতি কাল, all time, eternity.

সদাগৰ্, স. শ. (যাং. সৌদাগৰ, বেপাৰী) ডাঙৰ বেপাৰী, সাউদ, a merchant.

সদাগৰী, বি. সদাগৰৰ, সদাগৰ সম্বন্ধীয়, belonging or relating to a merchant.

সদাচাৰ্, স. শ. (সং. সদাচাৰ—সৎ, উত্তম + আচাৰ, আচৰণ) সজ আচাৰ ; শুদ্ধ আচৰণ, শুচি অশুচিৰ বিচাৰ কৰি কৰা ব্যৱহাৰ, good or virtuous conduct.

সদাচাৰী, বি. (সং. সদাচাৰিন্ ; সদাচাৰ + ইন্) সদাচাৰত প্ৰবৰ্ত্তা, শুচি ব্যৱহাৰ কৰা, virtuous, well conducted.

সদানন্দ, বি. (সং. সদানন্দ—সদা, সদায় + আনন্দ, বং) সদায় আনন্দযুক্ত, আনন্দময়, সদায় আনন্দিত, always joyful, ever joyous.

সদায়, ক্ৰি. বি. (সদা, সকলো সময়ত) সৰ্ব্বদা, সকলো সময়ত, always.

সদা-সৰ্ব্বদা, ক্ৰি. বি. সদায়, ওৰেও, সকলো সময়ত, ছেদ ভেদ নোহোৱাকৈ, always.

সদাশিৱ, স. শ. (সং. সদাশিৱ—সদা + শিৱ,

মঙ্গল, সদায় মঙ্গলময় ) মহাদেৱ, শিৱ, Siva, the last person of the Hindu triade.

সদৃশ, বি. ( সং. সদৃশ—স, সমান+দৃশ, দেখ্ ; সমান দেখা ) তুলা, নিচিনা, একে আকৃতিৰ, like, similar.

সদৃশতা, স. শ. সাদৃশ্য, একে গঢ়ৰ হোৱা গুণ বা অৱস্থা, resemblance.

সদৌ, বি. সকলো, সমুদায় ; যেনে, সদৌ মিছা, all.

সদ্গতি, স. শ. ( সং. সদ্গতি—সৎ, উত্তম+গতি, মুক্তি ) আত্মাৰ উদ্ধাৰ, মুক্তি ; সুখ, salvation, felicity.

সদ্গুণ, স. শ. ( সং. সদ্গুণ—সৎ, ভাল+গুণ, বিদ্যা আদি ) ভাল গুণ, good quality.

সদ্ভাৱ, স. শ. ( সং. সদ্ভাব—সৎ, উত্তম+ভাৱ, বোধ ) মিল, প্ৰীতি, ভাল পোৱা, kindly feeling, friendship.

সদ্যঃ, ক্ৰি. বি. ( সং. সদ্যঃ—সম্, একে+অহন্, দিন ) সম্প্ৰতি, আজি, এতিয়া, to-day, now, at present.

সদ্যো, "সদ্যঃ" শব্দৰ অপভ্ৰংশ ।

সদ্যোজাত, বি. ( সং. সদ্যোজাত—সদ্য, এতিয়া+জাত, ওপজা ) পোনে পোনে ওপজা, ন-কৈ জন্মা, just born, new-born.

সধৰ্মী, বি. (সং. সধৰ্ম্মিন্,—স, সমান+ধৰ্ম্মিন্, ধৰ্ম্মত প্ৰবৰ্ত্তা ) একে ধৰ্ম্মত প্ৰবৰ্ত্তা ; একে গুণ থকা, following the same religion, possessing an equal property or quality. স. শ. একে ধৰ্ম্মত প্ৰবৰ্ত্তা লোক, a co-religionist.

সধৰ্ম্মিণী, স. শ. ( সং. সধৰ্ম্মিন্ শব্দৰ স্ত্ৰীলিঙ্গ ) ভাৰ্য্যা, a wife.

সধৱা, বি. ( সং. সধৱা—স, সৈতে+ধৱ, স্বামী ) আয়তী, স্বামী থকা ; যেনে, সধৱা তিৰোতা, having a husband. স. শ. স্বামী থকা তিৰোতা, a woman having a living husband.

সধা, স. ধা. ( সং. সাধ্, সিদ্ধ কৰ্ ইত্যাদি ) আনৰ দ্বাৰা সিদ্ধ কৰা ; লোকৰ দ্বাৰা ধাৰৰ ধন খোজা ; যেনে, মৌজাদাৰে খাজনা সধায় ; কামত লগা বা শিকা ( জন্তুত খাটে ) ; যেনে, হাতী বা ঘোঁৰা সধাইছে, to cause to be accomplished, to cause to be asked for, as money due, to break in, to train (said of an animal).

সনত, সনত-কুমাৰ, সনন্দ, সনাতন, স. শ. চাৰি জনা ঋষি, তেওঁবিলাক ব্ৰহ্মাৰ পুত্ৰ, আৰু জনলোকত বাস কৰে, the four sons of Brahma, who are said to inhabit *Janaloka*. (Dowson).

সনাতন্, স. শ. ( সং. সনাতন—সদা, সদায় ) চিৰস্থায়ী, সদায় থকা ; প্ৰাচীন, পুৰণি ; যেনে, সনাতন ধৰ্ম্ম, eternal, perpetual, ancient. স. শ. বিষ্ণু ; শিৱ ; ব্ৰহ্মা, *Vishnu, Siva, Brahma.* (স্ত্ৰী) সনাতনী ।

সন্ত, স. শ. (সং. "সৎ" শব্দৰ বহুবচনৰ পদ ) সাধু, ধাৰ্ম্মিক লোক, লোভ মোহ আদিৰ বাহিৰ লোক ; যেনে, সন্তৰ সঙ্গত সুবাসনা, a pious or virtuous person. বি. ধাৰ্ম্মিক, সত্য ; যেনে, সন্ত লোক, virtuous, pious.

সন্ততি, স. শ. (সং. সন্ততি—সম্, সমান+তি, প্ৰত্যয় ) সন্তান লৰা বা ছোৱালী, বংশ, offspring, progeny, a child.

সন্তৰ্পণ, সন্তৰ্পণা, কৃদ. স. ( সং. সন্তৰ্পণ—সং, উপস.+তৃপ্, সন্তুষ্ট কৰ্ ) তৃপ্তি দান, খুৱাই বুৱাই সন্তুষ্ট কৰা কাৰ্য্য, the act of gratifying.

সন্তান, স. শ. ( সং. সন্তান—সং, উপস.+তন্, বিস্তৃত কৰ্ ; বংশ বঢ়ায়, এতেকে ) লৰা বা ছোৱালী, পো বা জী, a child, a son or daughter.

সন্তান্হীন, বি. সন্তান নথকা, লৰা বা ছোৱালী নথকা, childless.

সন্তাপ্, স. শ. ( সং. সন্তাপ—সং, উপস.+তপ্, দুঃখিত হ ) মনৰ দুখ, শোক, বেজাৰ, mental pain, sorrow.

সন্তাপ্-দায়ক্, বি. ( সং. সন্তাপদায়ক—

সন্তাপ, ঐ + দায়ক, দিয়া ) শোক দিয়া, মনৰ দুখ জন্মোৱা, causing mental affliction or pain.

সন্তাপ্-হাৰী, বি. সন্তাপ হৰণ কৰা, দুখ শোক গুচোৱা, মনত সন্তোষ দিয়া, consoling, giving consolation. ( স্ত্ৰী ) সন্তাপ্-হাৰিণী।

সন্তাপিত্, কৃদ. বি. সন্তাপ-পোৱা, বেজাৰ পোৱা, তাপিত ; তাপৰ পৰা দুঃখ পোৱা, afflicted, sorrowing, suffering from heat.

সন্তুষ্ট, কৃদ. বি. ( সং. সন্তুষ্ট—সং, উপস. + তুষ্, সন্তোষ দি ) সন্তোষ পোৱা, তুষ্ট, তৃপ্ত ; ভাল পোৱা, gratified, pleased.

সন্তুষ্টতা, গু. শ. সন্তুষ্ট হোৱা অৱস্থা, সন্তোষ, pleasure, satisfaction.

সন্তোষ্, স. শ. (সং.) আনন্দ, হৰ্ষ, আহ্লাদ ; তৃপ্তি, joy, pleasure, satisfaction.

সন্তোষিত্, কৃদ. বি. আহ্লাদিত, হৃষ্ট, ৰং পোৱা ; তৃপ্ত, pleased, gratified.

সন্তোষ-জনক্, বি. আনন্দ-জন্মোৱা, আহ্লাদিত কৰা, ৰং লগোৱা, সন্তুষ্ট কৰা, pleasing, satisfactory.

সন্দিকৈ, স. শ. ওপৰৰ শ্ৰেণীৰ আহমবিলাকৰ চাৰি ফৈদৰ শেষৰ ফৈদ ; যেনে, তুৱৰা, দিহিঙ্গীয়া, লাহন, সন্দিকৈ, one of the four principal clans of the *Ahams*.

সন্দিগ্ধ, কৃদ. বি. ( সং. সন্দিগ্ধ—সং, উপস. + দিহ্, বৃদ্ধি কৰ্ ) আশঙ্কাযুক্ত, সন্দেহ লগা, doubtful, having a doubt.

সন্দেশ্, স. শ. ( সং সন্দেশ—সং, উপস. + দিশ্, দেখা ) বাৰ্ত্তা, সমাচাৰ, news, tidings.

সন্দেশ্, স. শ. ( বং. সন্দেশ, মণ্ডা ) চেনি আৰু ছানাৰে কৰা এবিধ লাৰু, মণ্ডা ; এভেকে হাত ভেঁটী ; যেনে, "ব্ৰাহ্মণে বোলন্ত যি পাৰা সন্দেশ আনি দিয়া কান্টে উঠি," a kind of sweetmeat, a small present made to a gentleman at an interview.

সন্দেহ্, স. শ. ( সং. সন্দেহ—সং, উপস. + দিহ্, বৃদ্ধি কৰ্ ) আশঙ্কা, অনিশ্চয়তা, সংশয়, doubt, uncertainty, suspicion.

সন্ধান্, স. শ. ( সং. সন্ধান—সং, উপস. + ধা, ধৰ্ ) ধেনুত কাঁড় জুৰি কৰা লক্ষ ; যেনে, অব্যৰ্থ সন্ধান, the act of aiming an arrow.

সন্ধি, স. শ. ( সং. সন্ধি—সং, উপস. + ধা, ধৰ্ ) জোৰা, মিল ; নিৰ্ব্বন্ধ, দুই ৰজাই মিলেৰে থাকিবৰ নিমিত্তে কৰা নিয়ম ; ভাল শুনাবৰ কাৰণ কৰা দুই শব্দৰ মিলন ( ব্যাক. ), union, junction, a joint, a treaty of peace, a euphonious combination of two words.

সন্ধুক্ষণ্, বি. মূৰ্চ্ছিত বা বিজ্ঞান হোৱাৰ পৰা পুনৰ জ্ঞান পোৱা, come to one's self.

সন্ধাক্, } স. শ. ( সং. সৈন্ধৱ,
সন্ধাকলোণ্, } এবিধ লোণ ) এবিধ আকৰত হোৱা ডুখৰীয়া লোণ, rock-salt.

সন্ধ্যা, স. শ. ( সং. সন্ধ্যা—সন্ধি, জোৰা ) সময়ৰ জোৰা ; যেনে, বেলি ওলাবৰ সময়, দুপৰীয়া আৰু বেলি মাৰ যাবৰ সময় ; ঘাইকৈ গধূলি সময় ; যেনে, বহি থাকোঁতেই সন্ধ্যা হল ; সেই তিনি কালত কৰা দেৱতাৰ উপাসনা, the twilight of morning and evening, the noon, especially the evening, a religious ceremony performed at morning, evening and noon.

সন্ধ্যা সেৱা, স. শ. সন্ধ্যা সময়ত কৰা দেৱতাৰ উপাসনা, prayer offered at morning, evening or noon.

সন্নাহ্, স. শ. ( সং. সন্নাহ—সং, উপস. + নহ্, বান্ধ ) জাখৰ, ৰণুৱাৰ কৱচ, an armour.

সন্নিকৰ্ষ, স. শ. ( সং. সন্নিকৰ্ষ—সং + নি, উপস. + কৃষ্, টান্ ) ওচৰ, সমীপ, proximity.

সন্নিধানে, ক্রি. বি. ( সং. সন্নিধান, ওচৰ )

ওচৰলৈ, সমীপলৈ, ফাললৈ ; যেনে, "ভিন্ন নৈভল বুদ্ধি মোৰ বিষ্ণু সন্নিধানে," near, towards.

সন্নিপাত্, স. শ. ( সং. সন্নিপাত—সং + নি, উপস. + পত্, পৰ্ ; তিনি ধাতু একত্রে পৰে, এতেকে ) বায়ু, পিত্ত, কফ, এই তিনি ধাতুৰ বিকাৰৰ পৰা হোৱা পীড়া, ত্রিদোষ, disorder of the three humours of the body.

সন্নিবিষ্ট, কৃদ. বি. ( সং. সন্নিৱিষ্ট—সং + নি, উপস. + ৱিশ্, সোমা ) প্রবিষ্ট, প্রবেশ কৰা, সুমোৱা, entered into, introduced.

সন্নিহিত্, বি. ( সং. সন্নিহিত—সং, উপস. + নিহিত, স্থাপিত ) নিকটবর্ত্তী, ওচৰৰ, ওচৰত থকা, proximate, near.

সন্ন্যাস্, স. শ. ( সং. সন্ন্যাস—সং, উপস. + ন্যাস, ত্যাগ ) সংসাৰৰ সুখ এৰি ঈশ্বৰত মন সংযোগ কৰণ, বৈৰাগ্য, abandonment of worldly pursuits and possessions. অসমীয়াত "সন্যাস" এনেও হয়।

সন্ন্যাসী, স. শ. ( সং. সন্ন্যাসিন্—সন্ন্যাস + ইন্ ) বৈৰাগী, সংসাৰৰ সুখ এৰি ঈশ্বৰত মন লগোৱা আৰু ভিক্ষা কৰি খোৱা মানুহ, an ascetic, a religious mendicant. অসমীয়াত "সন্যাসী" এনেও হয়।

সম্মত্, বি. ( সং. সম্মত—সং, উপস. + মন্, ইচ্ছা কৰ্ ) মান্তি, সৈমান হোৱা ; যেনে, যাবলৈ সম্মত হৈছে ; মিলা, ভাল বোলা, মত দিয়া ; যেনে, এই কথা শাস্ত্রৰ সম্মত নহয়, agreed, conformable to, in accord with.

সম্মতি, স. শ. ( সং. সম্মতি ) ইচ্ছা, বাঞ্ছা, স্বীকাৰ ; যেনে, বিয়াত কন্যাৰ সম্মতি লাগে ; অনুজ্ঞা, অনুমতি, ব্যৱস্থা ; যেনে, পণ্ডিতৰ সম্মতি লৈ বিয়া পাতিছে, desire, wish or assent, permission, approbation..

সম্মান্, স. শ. ( সং. সম্মান—সং, উপস. + মান, সম্ভ্রম ) সম্ভ্রম, সৎকাৰ, honour, veneration, respect.

সন্সননি, স. শ. সন্ সন্ শব্দ, খৰ্খৰণি, a rustling sound.

সন্সনা, অ. ধা. সন্ সন্ শব্দ কৰ্, ভালে মান এৰিৰ বা পাটৰ পলুৱে পাত খোৱাৰ বা পাতৰ মাজত বগাই ফুৰাৰ দৰে শব্দ কৰ্, to rustle.

সপত্তা, স. শ. দা কটাৰী আদিৰ চঁহা মেলা ফাট, a flaw or crack in the blade of a cutting instrument.

সপৰিবাৰে, } সপৰিয়ালে, } ক্রি. বি. ( সং. সপৰিবাৰ, পৰিবাৰযুক্ত ) পৰিয়ালে সৈতে, লৰাতিৰোতা আৰু আন পোষ্যবিলাকেৰে একে লগে, with family and dependants.

সপক্ষ, বি. ( সং. সপক্ষ, আপোনাৰ হিত ) আপোনাৰ ফলীয়া, কোনোৰ লগ লোৱা বা হিত ; যেনে, আমাৰ সপক্ষ মানুহ, siding with, friendly.

সপিণ্ডীকৰণ্, স. শ. মৃতকৰ বছৰেকীয়া শৰাধত তেওঁৰ পিণ্ড পিতৃবিলাকৰ পিণ্ডৰ লগ লগাই দুইকো এক লগ কৰা কার্য্য, প্রথম সাম্বৎসৰিক, the investing of a person with the rights of relationship as connected with offering the funeral cake. (Carey).

সপুত্রক্, বি. ( সং. সপুত্রক—স, সৈতে + পুত্র, লৰা ) পুত্রৱন্ত, লৰা থকা, সন্তানযুক্ত, having a male child.

সপুত্রবান্ধৱে, ক্রি. বি. ( সং. সপুত্রবান্ধৱ, পুত্রবান্ধৱযুক্ত ) লৰা, ছোৱালী আৰু মিতিৰ কুটুমে সৈতে, with friends and family.

সপোন্, স. শ. ( সং. স্বপ্ন, সমাজিক ) জাগি থকাৰ দৰে টোপনীত কোনো কার্য্য কৰা বা বস্তু দেখা যেন বোধ, সমাজিক, a dream.

সপ্ত, সংখ্যা. ( সং. সপ্তন্, সাত ) সাত, seven.

সপ্ততি, সংখ্যা. সাত দহ, সত্তৰি, seventy.

সপ্তদশ্, সংখ্যা. ( সং. সপ্তদশ—সপ্তন্, সাত

+দশন্, দহ) সাত অধিক দহ, সতৰ, seventeen.

সপ্তম্, সংখ্যা. ( সং. সপ্তম—সপ্তন্, সাত ) সাতক সংখ্যা পূৰ কৰা, seventh. ( স্ত্রী ) সপ্তমী।

সপ্তমী, স. শ. ( সং. সপ্তমী—সপ্তমী, ঐ ) দুইও পক্ষৰ সাত সংখ্যাৰ তিথি, the seventh lunar day.

সপ্তর্ষি-মণ্ডল্, স. শ. ( সং. সপ্তর্ষিমণ্ডল—সপ্ত, সাত+ঋষি, মুনি—সপ্তর্ষি+মণ্ডল, সমূহ ) সাতোটা তৰা থকা এজাক কুকুৰ বাহী তৰা ; সেই সাতোটা তৰা সাত জনা ঋষি বুলি খ্যাত ; যেনে, মৰীচি, অত্রি, অঙ্গিৰা, পুলস্ত্য, পুলহ, ক্রতু আৰু বশিষ্ঠ, the constellation *Ursa major.*

সপ্তাহ্, স. শ. ( সং. সপ্তাহ—সপ্তন্, সাত+অহন্, দিন ) সাত দিন ; ঘাইকৈ ৰবিৰ পৰা শনিলৈ সাত দিন, a week.

সপ্তাহী, স. শ. ( সং. সপ্তাহিন্—সপ্তাহ+ইন্ ) প্রতি সাত দিনত অধিকাৰক কোনো কথা জনোৱা কাকত, a weekly report.

সপ্রমাণ্, বি. ( সং. সপ্রমাণ—স, সৈতে+প্রমাণ, সঁচা বুজাবৰ উপায় ) প্রমাণ থকা, সঁচা বুলি নিশ্চিত হোৱা, proved, established.

সফল্, বি. ( সং. সফল—স, সৈতে+ফল, গুটি ) ফলযুক্ত, গুটি থকা বা ধৰা ; যেনে, সফল গছ ; সার্থক, সিদ্ধ হোৱা, লাভ-জনক ; যেনে, পৰিশ্রম সফল হল, bearing fruit, fruitful, successful, profitable.

সৰ, বি. স. ( সং. সর্ব্ব, সকলো ) সকলো, আটাই, সমস্ত, all.

সবংশে, ক্রি. বি. ( সং. সবংশ, বংশ থকা ) বংশে সৈতে, জ্ঞাতি কুটুমে সৈতে, with race and family.

সবল্, বি. ( সং. সবল — স, সৈতে+বল, শক্তি ) বলযুক্ত, বলী ; যেনে, সবল মানুহ ; সাৰুৱা, অধিক শস্য উৎপন্ন কৰা ; যেনে, সবল মাটি, strong, powerful, fertile.

সবহুৱা, বি. সবাহ সমন্ধীয়, সবাহৰ ; যেনে, সবহুৱা পিঠা গুড়ি, relating to a public worship.

সবান্ধৱে, ক্রি. বি. ( সং. সবান্ধৱ, বান্ধৱযুক্ত ) বন্ধু বান্ধৱ সমন্বিতে, মিতিৰ কুটুমে সৈতে, with friends and relations.

সবাহ্, স. শ. ( সং. সভা, সমাজ ) অনেক লোক গোট খাই কৰা হৰিকীর্ত্তন, অনেকে নৈবেদ্য আদি দি লোৱা বিষ্ণুৰ নাম, public worship of *Vishnu.*

সবিনয়্, বি. ( সং. সবিনয়—স, সৈতে+বিনয়, নম্রতা ) নম্রতাৰে যুক্ত, নম্রতাৰে সৈতে ; যেনে, সবিনয় নিবেদন, humble, respectful.

সবিশেষ্, বি. ( সং. সবিশেষ—স, সৈতে+বিশেষ, বাহুল্য বিবৰণ ) বাহুল্য বিবৰণ-যুক্ত, সকলো কথা ভাঙ্গি কোৱা ; যেনে, সবিশেষ সম্বাদ, detailed, with all particulars.

সব্যসাচী, স. শ. ( সং. সব্যসাচিন্—সব্য, বাওঁ+সচ্, যুক্ত হ ; বাওঁ হাততো কাঁড়-যুক্ত হয়, অর্থাৎ বাওঁ হাতেৰেও কাঁড় মাৰে, এতেকে ) অর্জুন, a name of *Arjuna.*

সৰ সৰু, বি. ( অং. সৰ, সকলো+সৰু, ক্ষুদ্র, কনিষ্ঠ ) সকলোতকৈ সৰু বা ক্ষুদ্র ; সক-লোতকৈ কনিষ্ঠ বা পাচতীয়া, smallest, youngest.

সভয়্, বি. ( সং. সভয়—স, সৈতে+ভয়, সংশয় ) ভয়যুক্ত, ভয় থকা, ভয় কৰা, fearful, afraid.

সভা, স. শ. ( সং. সভা—স, একে লগে+ভা, শোভা কৰ্ ) সমাজ, কোনো কার্য্য কৰিবৰ নিমিত্তে লগ বন্ধা লোকসমূহ ; মেল, an association, an assembly, a club, a meeting, a committee.

সভাপতি, স. শ. ( সং. সভাপতি—সভা, ঐ+পতি, স্বামী ) সভাৰ ঘাই সমজুৱা, সমজুৱাবিলাকৰ মূৰ, a president, a chairman.

সভাৰ্য্যে, ক্রি. বি. ( সং. সভাৰ্য্য, ভাৰ্য্যা-যুক্ত ) ভাৰ্য্যাৰে সৈতে ; যেনে, "সভাৰ্য্যে

অযোধ্যাত আসিলা বঙ্গ মনে," with one's wife, in company with a wife.

সভাসদ্, স. শ. (সং. সভাসদ—সভা, সমাজ + সৎ, ভদ্রলোক) সমজুৱা, সভাৰ লোক; মেলুৱৈ, a member of a society, club, or committee or meeting.

সভা শুৱনি, বি. (সং. সভা, সমাজ + অং. শুৱনি, শোভাযুক্ত) সমাজক শোভিত কৰা, একে লগে বহা লোকবিলাকৰ ভিতৰত সকলোতকৈ স্বদৃশ্য হেতু সমাজখানৰ শ্ৰীবৃদ্ধি কৰা, grand in appearance, that which adds to the grandeur of the assembly.

সভ্য, বি. (সং. সভ্য—সভা, সমাজ) সমাজৰ যোগ্য বা সমাজত থকা, ৰজা আৰু নিয়মৰ অধীন হৈ গাওঁ বা নগৰত থকা, এতেকে জ্ঞান, বিদ্যা পোৱা; মূৰ্খ আৰু হাবিয়লীয়া নোহোৱা; যেনে, সভ্য লোকৰ আচৰণ, civilized, polite, educated. স. শ. সমজুৱা, সভাসদ, a member of a society, meeting, club or committee.

সভ্যতা, গু. শ. সভ্যলোকৰ গুণ বা আচৰণ, সমাজ পাতি থকা লোকৰ ব্যৱহাৰ, refinement, civilization.

সম্, বি. (সং. সম—সম, একত্ৰতা) সমান, তুল্য; খলা বমা নোহোৱা, similar, equal, even.

সমকৰ্ম্মী, স. শ. (সং. সমকৰ্ম্মিন্—সম, সমান + কৰ্ম্ম, কাম) আন এজনেৰে সৈতে একে প্ৰকাৰৰ কাম বা ব্যৱসায় কৰা লোক, one following the same trade or profession.

সমকালিক, বি. (সং. সমকালিক — সম, সমান + কাল, সময়) একে কালৰ, আন কোনোৰে সৈতে সমান কালত থকা, contemporaneous, contemporary.

সমগ্ৰ, বি. (সং. সমগ্ৰ—সং, উপস. + গ্ৰহ্, গ্ৰহণ কৰ্) সমস্ত, সমুদায়, সকলো, আটাই; সম্পূৰ্ণ, all, entire, whole.

সমজুৱা, বি. (সং. সমাজ, সভা) সমাজৰ, সমাজ সম্বন্ধীয়, সমাজত বহা; যেনে, সমজুৱা কথা, সমজুৱা মানুহ, pertaining to or sitting at a meeting. স. শ. সভাসদ; মেলুৱৈ, গোচৰ স্থুধিবৰ নিমিত্তে মেলত বহা লোক, a member of a society or meeting, a juror or assessor.

সমঞ্জস্, বি. (সং. সমঞ্জস—সং, উপস. + অঞ্জস, পোন) সঙ্গত, উচিত, যুগুত, proper, right, fit.

সমতা, গু. শ. (সং. সমতা—সম, তুল্য) তুল্যতা, সমান হোৱা অৱস্থা, equality, similarity.

সমধিক্, বি. (সং. সমধিক—সং, উপস. + অধিক, সৰহ) বৰ অধিক, very much, very many.

সমনীয়া, বি. সমান বয়সীয়া বা সমান শ্ৰেণীৰ, of an equal age or rank. স. শ. সমান বয়সীয়া বা সমান শ্ৰেণীৰ লোক, of an equal age or rank.

সমন্ধ, "সম্বন্ধ" শব্দৰ অপভ্ৰংশ।

সমন্ধি, আনু. অব্য. প্ৰতি, অনুকূলে, ফালে; যেনে, তৃথীয়াৰ সমন্ধি হৰি প্ৰসন্ন, one in favor of, towards.

সমন্ধীয়া, বি. সমন্ধ থকা, মিতিৰালি লগা, সম্পৰ্কীয়; যেনে, সমন্ধীয়া মানুহ, related to, connected with.

সমন্বিতে, আ. অব্য. (সং. সমন্বিত, যুক্ত—সং, উপস. + অন্বিত, মিলিত) সহিতে, সৈতে, একে লগে, together with.

ইয়াৰ আগৰ পদ তৃতীয়ান্ত; কিন্তু ব্যঞ্জনান্ত শব্দৰ "এৰে" বিভক্তিৰ "ৰে" গুচে; যেনে, ঘৰে সমন্বিতে। স্বৰান্ত শব্দৰ "এৰে" বিভক্তি সমূলি গুচে; যেনে, ভাৰ্য্যা সমন্বিতে। পদ্যতো "এৰে" গোটেই গুচে; যেনে, কিৰীটি সমন্বিতে মুণ্ড পেলালে কাটি।

সমবেদন, স. শ. (সং. সম, সমান + বেদন, বোধ; আনেৰে সমান বোধ) আনৰ স্থুখত স্থুখ দুখত দুখ বোধ, sympathy.

সমভূমি, স. শ. ( সং. সমভূমি—সম, সমান + ভূমি, মাটি ) সমান মাটি, থলা-বমা নোহোৱা মাটি ; ভৈয়াম, level ground, plain.

সময়, স. শ. ( সং. সময়—স, সৈতে+মা, পৰিমাণ কৰ্ ) কোনো কাৰ্যৰ নিমিত্তে উপযুক্ত কাল : যেনে, খেতিৰ সময় : সাধাৰণ কাল ; যেনে, সময় বৈ নেথাকে, fit or proper time for anything, time in general.

সময়ন্তি, স. শ. ( সং. সমংযান্তি, সমানে গতি কৰে—সমং, সমান+যা, গতি কৰ্ ) দুয়ো পক্ষৰ সমানে হানি বা লাভ কৰি মিলোৱা কাৰ্য্য ; যেনে, গুচৰীয়া পদকীয়াৰ মাজত সময়ন্তি কৰিলে, to bring about a reconciliation, to reconcile.

সময়ে সময়ে, ক্রি. বি. কোনো সময়ক, মাজে মাজে, from time to time, at intervals.

সমৰ্, স. শ. ( সং. সমৰ—সং, উপস.+ঋ, গতি কৰ্ ) যুদ্ধ, ৰণ, war, battle.

সমৰৰ শৰ্, যুদ্ধৰ অস্ত্র ; এতেকে কোনো কাৰ্য্যৰ নিমিত্তে বিশেষকৈ লগা বস্তু, a a weapon, something particularly necessary for some purpose, a necessary tool or implement.

সমৰ্থ, বি. ( সং. সমৰ্থ—সং, উপস.+অৰ্থ্, যাজ্ঞা কৰ্ ) শক্তিমন্ত, পাৰগ, পাৰ্গত ; যেনে, কাম কৰিবলৈ সমৰ্থ, able, capable. স. শ. শক্তি, পাৰগতা ; যেনে, উঠিবৰ সমৰ্থ নাই, strength, ability.

সমৰ্প, স. ধা. ( সং. সং, উপস. + অৰ্প্, শোধাই দি ) অৰ্পণ কৰ্, শোধাই দি ; যেনে, প্ৰাণ সমৰ্পিলে, to make over.

সমৰ্পণ্, কৃদ. স. ( সং, সমৰ্পণ—সং, উপস.+ অৰ্পণ, শোধোৱা ) গতাই বা শোধাই দিয়া কাৰ্য্য, the act of making over or delivering.

সমৰ্পণীয়, বি. গতাই বা শোধাই দিব লগীয়া, fit or proper to be made over or delivered.

সমৰ্পিত্, কৃদ. বি. গতোৱা, শোধোৱা, made over, delivered.

সমল্, স. শ. ( সং. সম্বল, বাটৰ আহাৰ ) প্ৰবাসত খাবলৈ লগত নিয়া বস্তু ; খাদ্য বস্তু, provisions carried by one on a journey, eatables.

সমলয়্, বি. ( সং. সমলয়—সম, সমান+লয়, গীত বাদ্যৰ মিল) মিল হৈ সুশ্ৰাব্য হোৱা ; যেনে, সমলয় বাদ্য, harmonious (said of music).

সমলীয়া, বি. প্ৰবাসত খাবলৈ বস্তু নিয়া ; যেনে, সমলীয়া ভাৰী, carrying provisions for use on a journey. স. শ. প্ৰবাসলৈ যাওঁতে খোৱা বস্তু নিয়া ভাৰী ; সমল যোগাওঁতা, a carrier of provisions for use on a journey, one who supplies provisions, a caterer.

সমষ্টি, স. শ. ( সং. সমষ্টি—সং, উপস.+ অস্, বিদ্যমান হ ) মুঠ, অনেক অঙ্ক গোটাই একে লগ কৰা অঙ্ক, a total.

সমস্ত, বি. ( সং. সমস্ত—সং, উপস.+অস্, নিক্ষেপ কৰ্ ) সকলো, আটাই ; যেনে, সমস্ত লোকে, all, whole. স. শ. সমূহ, সকল ( বহুবচন বুজাবৰ নিমিত্তে সংজ্ঞা শব্দৰ পাচত লগ লাগে ) ; যেনে, "নাৰায়ণ নাম নৰ সমস্তৰ প্ৰসিদ্ধ চোৰ বিশেষ," a large number, a term affixed to a noun to denote plurality.

সমস্যা, স. শ. ( সং. সমস্ত—সং, পূৰ্ণ+স্থ, বঢ়া ) বিদ্যা বুজিবৰ নিমিত্তে বাকী অংশ পূৰ কৰিবলৈ দিয়া শ্লোকৰ এভাগ, a part of a stanza given to be completed, as a trial of skill.

সমাগত্, কৃদ. বি. ( সং. সমাগত—সং+আ, উপস.+গম্, গতি কৰ্ ) আগত অহা, arrived.

সমাগম্, স. শ. অহাযোৱা, যাতায়াত ; যেনে, সেই বাটত মানুহৰ সমাগম নাই ; সাক্ষাৎ, দেখা দেখি ; যেনে, সজ্জনেৰে সমাগম হল, the act of going and coming, an interview.

সমাচাৰ্, স. শ. ( সং. সমাচাৰ—সং + আ, উপস. + চৰ্, গতি কৰ্ ) বাৰ্ত্তা, সম্বাদ, জাননি, news, information.

সমাজ্, স. শ. ( সং. সমাজ — সং + আ, উপস. + জ্ঞা, জান্ ) মানুহৰ সমূহ ; সভা ; মেল, a multitude of men, an assembly, a meeting.

সমাজিক্, স. শ. সপোন, a dream.

সমাদৰ্, স. শ. ( সং. সমাদৰ—সং, উপস. + আদৰ, সৎকাৰ ) আদৰ, সন্মান, respect, civility.

সমাদৃত্, কৃদ. স. ( সং. সমাদৃত—সং + আ, উপস. + দৃ, সন্মান কৰ্ ) আদৰ পোৱা, সন্মান পোৱা, respected, received with

সমাধি, স. শ. ( সং. সমাধি—সং + আ, উপস. + ধা, ধাৰণ কৰ্ ) ধ্যান, বাহ্য জ্ঞান এৰি গভীৰৰূপে ঈশ্বৰৰ চিন্তা, a deep meditation upon God.

সমান্, বি. ( সং. সমান—সং + আ, উপস. + নী, পা ) সম, তুলা ; একে পৰিমাণৰ ; খলা বমা বা ওখচাপৰ নোহোৱা, similar, equal, even.

সমানতা, গু. শ. সমান হোৱা গুণ বা অৱস্থা, equality, evenness.

সমানে সমানে, ক্রি. বি. আপোনাৰ সমান লোকে সৈতে, এজন যেনে তেনে আন লোকে সৈতে, জোৰে জোৰে ; যেনে, সমানে সমানে যুঁজিব লাগে, with a person equal to one's self.

সমাপক্, বি. ( সং. সমাপক—সং, উপস. + আপ্, পা ) শেষ কৰা, সমাপ্ত কৰা, পূৰক, completing, finishing. ( স্ত্ৰী ) সমাপিকা।

সমাপন্, কৃদ. স. পূৰ কৰণ, সমাপ্ত কৰা কাৰ্য্য ; যেনে, "স্নান পূজা কৰি সমাপন," completion.

সমাপ্ত, কৃদ. বি. শেষ কৰা, পূৰ্ণ কৰা, ended, finished, end.

সমাপ্তি, স. শ. শেষ, অন্ত, ওৰ, end, conclusion.

সমাৰ্, স. শ. ( সং. সম; দুবাৰ বোৱা হাল ) দ্বিতীয় বাৰ বোৱা হাল, এবাৰ দীঘে-বাই আকৌ পথালিয়ে বোৱা হাল, a second ploughing.

সমাৰ্ বা, দ্বিতীয় বাৰ হাল বা, to plough a second time.

সমাৰ্, স. ধা. দ্বিতীয় বাৰ হালেৰে চহা ; দোষত লিপ্ত কৰ্ ; যেনে, জগৰীয়াই নিজগৰীয়াকো সমাৰে, to plough a second time, to implicate in a crime.

সমাৰোহ্, স. শ. ( সং. সমাৰোহ, আৰোহণ—সম + আ, উপস. + ৰুহ্, উঠ্ ) আড়ম্বৰ, উৎসৱ, *eclat*, show, splendour.

সমাৰ্থক্, বি. ( সং. সমাৰ্থক—সম, তুলা + অৰ্থ, শব্দৰ ভাব ) একে ভাষাৰ আন এটা শব্দেৰে সৈতে ঠিক একে বা কিঞ্চিত লৰ অৰ্থ বুজোৱা ; যেনে, সমাৰ্থক শব্দ, synonymous.

সমালোচন্, কৃদ. স. ( সং. সমালোচন — সম, + আ, উপস. + লোচ্, চা ) পৰামৰ্শ, আলচ, consultation.

সমাস্, স. শ. ( সং. সমাস—সং, উপস. + অস্, বিদ্যমান হ ) অনেক পদক এক কৰিবৰ নিয়ম, a grammatical mode of forming compound words.

সমিচাৰ্, স. শ. ( সং. সমাচাৰ, সম্বাদ ) মৌখিক বা লেখা উত্তৰ, an answer, a reply (written or oral).

সমিধান্, স. শ. ( সং. সম্বোধন, মাতন ) মৌখিক উত্তৰ ; যেনে, "আছে দান, নাই সমিধান," an answer, a reply (oral).

সমিল্‌মিল্, বি. ( সং. সম্মিলন, মিলোৱা + সং. মিল) মিলা, পুনৰ মিল হোৱা, reconciled.

সমীপ্, স. শ. ( সং. সমীপ—সং, উপস. + আপ্, জল ; দুই নৈ গোট খোৱাৰ নিচিনা, এতেকে ) ওচৰ, নিকট, proximity, nearness.

সমীপবৰ্ত্তী, বি. ( সং. সমীপবৰ্ত্তিন্—সমীপ + বৰ্ত্তিন্, থকা) ওচৰত থকা, neighbouring.

সমীৰণ্, স. শ. (সং. সমীৰণ—সং, উপস.+ ঈৰ্, গতি কৰ্) বায়ু, বতাহ, wind, air.

সমুখ্, স. শ. (সং. সম্মুখ ; আগফাল ; সং, উপস.+মুখ, অগ্র) আগ ফাল, সাক্ষাৎ ; যেনে, ৰজাৰ সমুখত, front, presence.

সমুখে, আ. অব্য. সাক্ষাতে, আগত, before, in presence of.

সমুচিত্, বি. (সং. সমুচিত—সং, উপস.+ উচিত, যুগুত) যুগুত, উচিত, proper, becoming.

সমুৎপন্ন, কৃদ. বি. (সং. সমুৎপন্ন—সং+উৎ, উপস.+পদ্, গতি কৰ্) উৎপন্ন, জন্মা হোৱা, produced, born, occurred.

সমুৎপাটন, কৃদ. স. (সং. সমুৎপাটন—সং + উৎ, উপস. + পট্, গত হ) ছিঙ্গি পৃথক কৰণ ; উভালি পেলোৱা কাৰ্য্য, ধ্বংস কৰণ, the act of plucking off, uprooting or destroying.

সমুৎপাটিত্, কৃদ. বি. ছিঙ্গি পৃথক কৰা ; উভলা, নষ্ট কৰা, plucked off, uprooted, destroyed.

সমুদয়্, } বি. (সং. সমুদয়, সমুদায়—সং
সমুদায়্, } +উৎ, উপস.+ই, গতি কৰ্) সকলো, সমস্ত, all, whole, entire.

সমুদায়ে, ক্রি. বি. গোটেই, সকলোৱে মুলি, entirely, in all.

সমুদ্র, স. শ. (সং. সমুদ্র—সং, উপস.+ উদ্, আৰ্দ্র হ, তিত্, পূৰ্ণিমাৰ দিনা ইয়াত বৰকৈ পানী স্ফীত হয়, এতেকে) সাগৰ, a sea, an ocean.

সমূলঞ্চে, ক্রি. বি. (সং. সমূলঞ্চ, মূলযুক্ত) মূলে সৈতে, শিপাৰে সৈতে, গোটেই, with root and branch, wholly, entirely.

সমূলাকাশ, বি. (সং. সমূল, মূলে সৈতে+ আকাশ, শূন্য) সমূলি শূন্য, গোটেই নষ্ট, ধ্বংসিত, wholly destroyed.

সমূলি, } ক্রি. বি. (সং. সমূল, মূলযুক্ত,
সমূলে, } মূলে সৈতে) গোটেই, সমুদায়ে, সম্পূৰ্ণৰূপে, wholly, entirely, completely.

সমূহ, স. শ. (সং. সমূহ—সং, উপস.+বহ্, বহন কৰ্) গণ, জুম, একত্র হোৱা বহুত মানুহ, জন্তু বা বস্তু, multitude, assemblage, quantity.

সমৃদ্ধি, স. শ. (সং. সমৃদ্ধি—সং, উপস.+ ঋধ্, বৃদ্ধি পা) ধন সম্পত্তি, ঐশ্বৰ্য্য, বিভূতি, prosperity, wealth, property.

সমৃদ্ধিমন্ত, } বি. (সং. সমৃদ্ধিমৎ, সমৃদ্ধি-
সমৃদ্ধিশালী, } শালিন্, ধনী) ধন সম্পত্তি থকা, ঐশ্বৰ্য্যৱন্ত, rich, wealthy.

সমজোখ্, স. শ. (সং. সম, সমান+জোখ, পৰিমাণ) সমান পৰিমাণ, দীঘল অনুসৰি পুতল, proportionateness.

সম্পজ্, অ. ধা. (সং. সমুপজায়তে, ওপজে —সং, উপস.+জন্, ওপজ্) ওপজ, উৎপন্ন হ, জন্ম, to be born or produced. (প্রায়ে পদ্যত)।

সম্পত্তি, স. শ. (সং. সম্পত্তি—সং, পূৰ্ণতা+ পদ্, গতি কৰ্) ধন বস্তু, বিভূতি, wealth, property.

সম্পত্তিমন্ত, } বি. (সং. সম্পত্তিমৎ, ধনী)
সম্পত্তিমান্, } সম্পত্তি থকা, ধনী চহকী, rich.

সম্পদ্, স. শ. (সং. সম্পদ—সং, পূৰ্ণতা+ পদ্, গতি কৰ্) সুখ, শুভ, মঙ্গল, prosperity, happiness.

সম্পন্ন, বি. (সং. সম্পন্ন—ঐ) সম্পূৰ্ণ, শেষ কৰা, সম্পাদিত, কৃত ; যেনে, কাৰ্য্য সম্পন্ন হল, done, completed, finished.

সম্পন্নতা, গু. শ. পূৰ্ণতা, সম্পন্ন হোৱা অৱস্থা, সিদ্ধি, accomplishment, fulfilment.

সম্পৰ্ক, স. শ. (সং. সম্পৰ্ক—সং, উপস.+ পৃচ্, লগালগি হ) সম্বন্ধ ; স্পৰ্শাস্পৰ্শি, ছোৱা ছুই, লগালগি, relation, connection.

সম্পৰ্কীয়, বি. সম্পৰ্ক থকা, সমন্ধীয়, having connection or relation.

সম্পাদ্, স. ধা. (সং. সম্পাদন, সম্পন্ন কৰণ) সম্পন্ন কৰ্, সম্পূৰ্ণৰূপে কৰ্, নিৰ্ব্বাহ কৰ্ ; যেনে, "সম্পাদিয়া নিজ কাম,
কৰিয়ো বিশ্রাম,"

to do, to perform, to accomplish. (পদ্যত)।

সম্পাদক্, স. শ. (সং. সম্পাদক—সং, উপস. +পদ্, গতি কৰ্) সম্পন্ন কৰোঁতা, কাম চলাওঁতা; বাতৰি কাকত চলাওঁতা, a manager, an accomplisher, the editor of a newspaper.

সম্পাদন্, কৃদ. স. সম্পন্ন কৰণ, সমাপন; বাতৰি কাকত চলোৱা কাৰ্য্য, the act of accomplishing or editing.

সম্পাদিত্, কৃদ. বি. সম্পন্ন, সমাপন কৰা; লিখিত (বাতৰি কাকতত খাটে), accomplished, edited.

সম্পূৰ্ণ, কৃদ. বি. (সং. সম্পূৰ্ণ—সং, উপস.+ পূৰ্ণ, পূৰ্) পূৰ, পূৰা; সম্পন্ন; সফল, সিদ্ধ; যেনে, বাঞ্ছা সম্পূৰ্ণ হল, full, complete, whole, accomplished, fulfilled.

সম্পূৰ্ণতা, গু. শ. পূৰ হোৱা অৱস্থা, সম্পন্নতা, fulness, completeness, fulfilment.

সম্প্ৰতি, ক্ৰি. বি. (সং. সম্প্ৰতি—সং + প্ৰতি, উপস.) এতিয়া, সদাঃ, বৰ্ত্তমান কালত, now, at present.

সম্প্ৰতিক্, স. শ. বৰ্ত্তমান সময়; যেনে, সম্প্ৰতিকৰ নিমিত্তে, present time.

সম্প্ৰদান্, স. শ. (সং. সম্প্ৰদান—সং + প্ৰ, উপস. + দা, দি) দান, দিয়ন; (ব্যাক.) চতুৰ্থী বিভক্তিৰ কাৰক, a gift, a donation, (in gram.) the dative case.

সম্প্ৰদা, স. শ. (সং. সম্প্ৰদায়, পূৰ্ব্বৰ পৰা চলি অহা মত) অনেক কাল চলা আৰু শাস্ত্ৰৰ মতৰ দৰে বলৱান্ ৰীতি; যেনে, এই কাৰ্য্য কৰা পূৰ্ব্বৰ সম্প্ৰদা আছে, established usage.

সম্প্ৰদায়্, স. শ. (সং. সম্প্ৰদায়—সং + প্ৰ, উপস. + দা, দান কৰ্) একে মতত চলা লোকসমূহ, একে ধৰ্মী লোকবিলাক, a class of men following the same doctrine or tenet, a sect.

সম্বৎসৰ্, স. শ. (সং. সংৱৎসৰ; এবছৰ) এবছৰ, a full year.

সম্বন্ধ, স. শ. (সং. সম্বন্ধ—সং, উপস. + বধ্, বান্ধ; দুই বা অধিক জনক একে লগে বান্ধে, এতেকে) কুটুম্বিতা, সমন্ধ, মিত্ৰতা; সম্পৰ্ক, relationship, connection, the possessive case.

সম্বন্ধী, বি. (সং. সম্বন্ধিন্; সম্বন্ধ + ইন্) সম্বন্ধ থকা, সমন্ধীয়, related to. (স্ত্ৰী) সম্বন্ধিনী।

সম্বন্ধীয়, বি. সম্বন্ধযুক্ত, সমন্ধৰ, related to, connected with.

সম্বল্, স. শ. (সং. সম্বল—সম্ব, গতি কৰ্) সমল, বাটৰ খৰচ, প্ৰবাসত খাবলৈ নিয়া বস্তু, provisions carried for use on a journey.

সম্বাদ্, স. শ. (সং. সংৱাদ; সং, উপস. + ৱদ্, ক) বাৰ্ত্তা, বাতৰি, সমাচাৰ, news.

সম্বোধন্, কৃদ. স. (সং. সম্বোধন—সং, উপস. + বুধ্, জ্ঞান জন্মা) আওকাণ কৰি থকা মানুহক কাণ কৰাবলৈ মত মাত, মাত লগোৱা কাৰ্য্য, the act of addressing or accosting.

সম্বোধনাৰ্থক্, স. শ. সম্বোধন বুজোৱা শব্দ, কোনো লোকক মাত লগাওঁতে ব্যৱহৃত অব্যয় শব্দ; যেনে, হে, হেৰা, হেৰ ইত্যাদি, a vocative particle.

সম্ভৱ্, বি. (সং. সম্ভৱ—সং, উপস. + ভূ, হ) হব পৰা, আগন্তুক থকা; যেনে, এই কথা সম্ভৱ, possible.

সম্ভাব্য, বি. হব পৰা, সম্ভাৱনা থকা; যেনে, সম্ভাব্য ভূত কাল, possible.

সম্ভাৰ্, স. শ. (সং. সম্ভাৰ—সং, উপস. + ভৃ, পালন কৰ্) সামগ্ৰী, কোনো উৎসৱৰ বা ধৰ্ম্মকৃত্যৰ নিমিত্তে গোটোৱা বস্তু, provision, preparation.

সম্ভাৱনা, স. শ. আগন্তুক, হোৱাৰ আশা; যেনে, এই কাৰ্য্য হবৰ সম্ভাৱনা নাই, possibility.

সম্ভাষণ্, কৃদ. স. (সং. সম্ভাষণ—সং, উপস. + ভাষ্, কথা ক) কথন, মাত লগোৱা বা কথা কোৱা কাৰ্য্য; যেনে, সাদৰ

সম্ভাষণ, the act of speaking to or addressing.

সম্ভাষা, স. শ. সাক্ষাৎ হৈ কৰা আলাপ বা কথোপকথন; যেনে, তেওঁৰে মোৰ সম্ভাষা নাই, an interview and conversation.

সম্ভূত্, কৃদ. বি. (সং. সম্ভূত—সং, উপস. + ভূ, হ) উৎপন্ন, জন্মা, হোৱা, produced, born.

সম্ভূয়-সমুৎথান্, স. শ. (সং. সম্ভূয়সমুত্থান—সম্ভূয়, একে লগ হোৱা + সমুৎথান, ব্যৱসায়) কোনো ব্যৱসায় বা বেহা কৰিবৰ নিমিত্তে লগ বন্ধা কাৰ্য্য, partnership in business.

সম্ভেদ্, স. শ. (সং. সম্ভেদ, ভঙ্গ—সং, উপস. + ভিদ্, ভেদন কৰ্) সাৰ মৰ্ম্ম, ভিতৰৰ ভাৱ, গূঢ় অভিপ্ৰায়; যেনে, এই কথাৰ সম্ভেদ পোৱা নাই, purport, the pith of a matter.

সম্ভোগ্, স. শ. (সং. সম্ভোগ—সং, উপস. + ভুজ, ভুঞ্জ্) সুখভোগ, সন্তোষেৰে জীৱন ধাৰণ; যেনে, সংসাৰৰ সুখ সম্ভোগ কৰা; মৈথুন, সঙ্গম, enjoyment, coition, copulation.

সম্ভ্ৰম্, স. শ. (সং. সম্ভ্ৰম—সং, উপস. + ভ্ৰম্, গতি কৰ্) সন্মান, সৎকাৰ, respect, reverence.

সম্ভ্ৰান্ত, কৃদ. বি. সম্ভ্ৰম পাবৰ যোগ্য, মান্য, respectable, honorable.

সম্মোহন্, স. শ. (সং. সম্মোহন—সং, সম্পূৰ্ণৰূপে + মুহ্, মোহিত কৰ্) কামদেৱৰ এপাট শৰ, one of the arrows of *Kamadeva*.

সম্যকৰূপে, ক্ৰি. বি. (সং. সম্যগ্ৰূপেণ, সম্পূৰ্ণৰূপে) সম্পূৰ্ণ প্ৰকাৰে, সমুদায়ে, fully, wholly.

সম্ৰাজ্, স. শ. (সং. সম্ৰাজ—সং, উপস. + ৰাজ্, শাসন কৰ্) অধিৰাজা, ৰজাৰ ওপৰৰ ৰজা, also written সম্ৰাট a paramount sovereign, one who has performed the Rájasúya sacrifice. (Haughton). (স্ত্ৰী) সম্ৰাজ্ঞী।

সম্‌লেখ্, স. শ. (সং. সম, সমান + লেখ, গণনা) সমান গণনা, কিছুমান বঢ়া টুটা বস্তুৰ সমানে কৰা ভাগ; যেনে, এজনৰ তিনি টকা আৰু এজনৰ এটকা, সমলেখত গাই পতি দুটকা পৰে, an average.

সয়ম্বৰ্, } স. শ. (সং. স্বয়ংবৰ, স্বামী সয়ম্বৰা, } বাছি লোৱা কাৰ্য্য; স্বয়ং, আপুনি + বৃ, বৰ্) ৰজাৰ জীয়েকে সভাত বহা ৰজাবিলাকৰ ভিতৰৰ এজনক স্বামী বাছি লোৱা কাৰ্য্য, public selection of a husband by a princess from a number of suitors assembled for the purpose.

সয়ম্বৰ্‌শাল্, স. শ. (সং. স্বয়ম্বৰশালা, সয়ম্বৰ পতা ঘৰ) সয়ম্বৰলৈ অহা ৰজাবিলাক একত্ৰে বহা ঘৰ বা ঠাই, a house or place where the princes assembled for the purpose of সয়ম্বৰা (*vide supra*).

সৰ্, স. শ. (সং. সৰ—সৃ; গতি কৰ্; ওপৰলৈ গতি কৰে বা উঠে, এতেকে) গাখীৰৰ ওপৰত চামনি মৰা তেলেতীয়া ভাগ, cream.

সৰ্, অ. ধা. (সং. সৰণ, গতি কৰণ; সৃ, গতি কৰ্) খহি পৰ্, তললৈ পৰ্; যেনে, আম সৰিছে, to drop, to fall down. স. শ. টাটী বা জেওৰা ভাগি হোৱা বাট, পটি, a breach or opening in a fence, a track.

সৰত কাণ দি, আওকাণ কৰ্, নুশুনা ভাও জোৰ্, to turn a deaf ear, to be inattentive.

সৰক্, অ. ধা. (সং. সৰক, গতি) এফালে সোমাই আন ফালে ওলা, কোনো বস্তুৰ তলে বা মাজে দি গতি কৰ্; যেনে, ঠেং তলে সৰকিল, to pass through or under anything.

সৰকা, স. ধা. মাজে বা তলে দি গতি কৰা, to cause to pass through or under something.

সৰণ খেৰ্, স. শ. (সং. সৰল, পোন + খেৰ,

উলু) নতুন উলু খেৰ, new thatching grass.

সৰ্কনা, স. শ. (অং. সৰক্, মাজে দি গতি কৰ্) ফটুৰৈৰ ডাঙৰ ফাট, a large crack in the foot.

সৰপা, বি. এলেহুৱা, কামত হেলা কৰা, lazy, idle, indolent.

সৰপালি, গু. শ. আলস্য, কাম কৰিবৰ অনিচ্ছা, laziness, indolence.

সৰব্-জান্, স. শ. (সং. সৰ্ব্ব, সকলো+অং. জান্, জনা) সকলো জনা, নেদেখা বস্তুৰ কথাকো দেখাৰ দৰে কব পৰা মানুহ, one who pretends to be able to speak of unseen or unknown things as seen.

সৰব্-ন, বি. (সং. সৰ্ব্ব, গোটেই+অং. ন, নতুন) গোটেই নতুন, quite new.

সৰব্-ৰহী, বি. (সং. সৰ্ব্ব, সকলো+অং. ৰহী, ৰসাল) সকলোৰে সৈতে মিল, সকলোৱে ভাল পোৱা, popular, agreeable to all.

সৰয়্, স. শ. (সং. সহায়, দুখৰ ভাগ লওঁতা) পৰিশ্ৰমৰ ভাগ লৈ লোকক দিয়া জিৰণি; যেনে, আপোনাৰ কাম পেলাই থৈ লোকক কোনে সৰয় দিয়ে; পৰিশ্ৰমত কৰা সহায়তা; যেনে, লোকৰ সৰয় বিচৰা মানুহ ভাল নহয়, relief, help in labor.

সৰল্, স. শ. (সং. সৰল—স্থ, গতি কৰ্) এবিধ সুগন্ধি গছ, a kind of pine. বি. (সৰল গছৰ দৰে) পোন, হোজা; অকপট, উদাৰ, সৎ, straight, sincere, honest.

সৰস্, বি. (সং. সৰস—স, সৈতে+ৰস, আস্বাদ বা জোল) ৰসযুক্ত, জোল থকা, জুলীয়া; আস্বাদযুক্ত, সোৱাদ, জিভা, কাণ বা মনত সন্তোষ জন্মোৱা; যেনে, সৰস ফল; সৰস গীত; সৰস মাত, juicy, of good taste, agreeable to the palate, ear, or mind.

সৰসিজ, স. শ. (সং. সৰসিজ—সৰস, সৰোবৰ+জন্, উৎপন্ন হ) পদ্ম, পদুম, a lotus.

স. শ. (সং. সৰসিৰুহ—সৰস, সৰোবৰ্+ৰুহ্, উঠ্) পদ্ম, পদুম, a lotus.

সৰস্বতী, স. শ. (সং. সৰস্বতী—সৰস, সৰোবৰ) দিল্লীৰ উত্তৰ পূব ফালৰ পৰ্ব্বতৰ পৰা বৈ অহা এখান নদী; ব্ৰহ্মাৰ ভাৰ্য্যা আৰু বাক্যৰ ঈশ্বৰী দেৱী, the name of a goddess, the wife of *Brahma*, and deity of speech and eloquence. Speech, eloquence. A river in the north of Hindustan.

সৰহ্, বি. (সং. সৰ্ব্বঃ, সকলো) প্ৰচুৰ, অধিক, বহুত, অনেক, many much. স. শ. অধিক মানুহ বা বস্তু; যেনে, এই বস্তুৰ সৰহ নাই, many, things or persons, much, a great quantity.

সৰহীয়া, বি. সৰহ বা অধিক থকা; যেনে, সৰহীয়া পৰিয়াল; বহুত, অধিক, সৰহ; যেনে, সৰহীয়া বস্তু, consisting of a larger number, numerous, much, many.

সৰহীয়াকৈ, সৰহকৈ, } ক্ৰি. বি. অধিক পৰিমাণে, বহুতকৈ, large number or quantity.

সৰা, স. ধা. (অং. সৰ্, তললৈ পৰ্) তললৈ পেলা, খহাই পেলা; পাত্ৰৰ তলিৰ ফুটাই দি তললৈ উলিয়া; যেনে, খাৰণী সৰাইছে, to cause to drop or fall down.

সৰা, স. ধা. (অং. সাৰ্, বাঢ়নী আদিৰে পৰিষ্কাৰ কৰ্) আনৰ দ্বাৰা বাঢ়নী আদিৰে আঁতোৱা, to cause to be swept.

সৰা-পোঁচা, বি. (অং. সাৰ্, ঐ+বং. পোঁচ, মচ্) সৰা আৰু মচা, বাঢ়নীৰে আঁতাই পানী দি পৰিষ্কাৰ কৰা, swept and plastered.

সৰাল্, স. শ. (অং. সৰ্, খহি পৰ্) নতুন হবৰ নিমিত্তে পুৰণি শিং বা পাখি সৰা কাৰ্য্য, the shedding of the feathers or horns for renewal.

সৰাল দি, ন-কৈ গজিবৰ নিমিত্তে পুৰণি পাখি বা শিং এৰ্; যেনে, চৰায়ে পাখি সৰাল দিছে, to shed as feathers or horn.

সৰি, বি. ( সং. সদৃশ, তুল্য ) তুল্য, একে প্ৰকাৰৰ, একে দৰৰ ; যেনে, "কুঙ্কুমে ৰঞ্জিত লক্ষ্মীমুখপদ্ম সৰি," similar, like.

সৰিবিৰি, বি. প্ৰচুৰ, বহুত, বিস্তৰ, অক্ষয়, abundant, inexhaustible.

সৰিয়হ্, স. শ. ( সং. সৰ্ষপ, এবিধ গুটি ) এবিধ তেল জন্মোৱা গুটি আৰু তাৰ গছ, mustard seed and its plant, rape-seed. *Brassica juncea.* (Watt).

সৰিস্থপ্, স. শ. ( সং. সৰীসৃপ—সৃপ্, গতি কৰ্ ) সাপ, a snake.

সৰু, বি. ( সং. সৰু, ক্ষুদ্ৰ—সৃ, গতি কৰ্, শীঘ্ৰে গত বা শেষ হয়, এতেকে ) ক্ষুদ্ৰ ; যেনে, সৰু পুখুৰি ; কনিষ্ঠ, পাচে ওপজা ; যেনে, সৰু ভাই ; সামান্য, অধম ; যেনে, সৰু মানুহ ; মিহি ; যেনে, সৰু সূতা, small, little, younger, inferior. স. শ. লৰা কাল ; যেনে, সৰুতে, সৰুৰ পৰা, childhood.

সৰু আই, স. শ. ( অং. সৰু, ক্ষুদ্ৰ + আই, বসন্ত ) নুতি, পানী চামৰি, the chicken-pox or water-pox.

সৰু গাঁঠি, স. শ. ( সং. সৰু, ক্ষুদ্ৰ + গাঁঠি, জোৰা ) ভৰি আৰু কলা ফুলৰ মাজৰ জোৰা, the ankle joint.

সৰু দৈয়া, বি. ( সং. সৰু, মিহি + দৈ, কাঠী ) মিহি কাঠীৰে সজা ; যেনে, সৰু দৈয়া জাপি, made of thin wicker.

সৰু পানী, স. শ. ( সং. সৰু, অলপীয়া + পানী, জল, অলপ পানীৰেই শুচি হোৱা যায়, এতেকে ) ক্ষুদ্ৰ শৌচ, প্ৰস্ৰাৱ, মূত, urine.

সৰুপানী ছো, প্ৰস্ৰাৱ কৰ্, মূত্, to make water.

সৰুৱা, স. ধা. ( অং. সাৰ্, ৰক্ষা পৰ্ ) আপদৰ পৰা ৰক্ষা পেলা, to cause to escape from danger.

সৰোজ্, স. শ. ( সং. সৰোজ—সৰস্, সৰোবৰ + জন্, উৎপন্ন হ ) পদ্ম, পদুম, a lotus.

সৰোবৰ্, স. শ. ( সং. সৰোৱৰ — সৰস্, পুখুৰি + বৰ, বৃহৎ ) ডাঙ্গৰ পুখুৰি, পদুম গজা এখান ডাঙ্গৰ পানী, a large tank, a lake.

সৰোৰুহ্, স. শ. ( সং. সৰোৰুহ — সৰস্, সৰোবৰ + ৰুহ্, উঠ্ ) পদ্ম, পদুম, a lotus.

সৰ্গ, স. শ. ( সং. সৰ্গ—সৃজ্, নিৰ্ম্মাণ কৰ্ ) পুথিৰ আধ্যা, a chapter.

সৰ্গদেও, স. শ. ( সং. স্বৰ্গদেৱ, স্বৰ্গৰ দেৱতা ) অসম ৰজাৰ উপাধি, a title of the Assam Raja, (lit: God of heaven).

সৰ্গৰীয়া, } সৰ্গৰীয়া, } বি. ( সং. অনৰ্গল্, অবাধে উচ্চাৰিত ) থকজা নলগা, কতো নলগাকৈ মাতিব পৰা ; যেনে, শ্লোকটো সৰ্গৰীয়া হোৱা নাই ; বন্ধ নোহোৱা, মুকলি ; যেনে, কফ নথকা ডিঙ্গি সৰগৰীয়া, flowing smoothly, unobstructed as a passage.

সৰ্প, স. শ. ( সং. সৰ্প—সৃপ্, গতি কৰ্ ) সাপ, a snake.

সৰ্পৰাজ্, স. শ. ( সং. সৰ্পৰাজ—সৰ্প, সাপ + ৰাজন্, ৰজা ) সাপৰ ৰজা, বাসুকি, an epithet of *Vasúki* the king of serpents. (Haughton).

সৰ্ব্ব, বি. সৰ্ব্ব. ( সং. সৰ্ব্ব—সৰ্ব্ব, গতি কৰ্ ) সকলো, আটাই, all, whole, entire.

সৰ্ব্বগ্ৰাস্, স. শ. ( সং. সৰ্ব্বগ্ৰাস — সৰ্ব্ব, সকলো + গ্ৰাস, গৰাহ ) চন্দ্ৰ বা সূৰ্য্যক গোটেই ঢকা গ্ৰহণ, a total eclipse.

সৰ্ব্বজান, বি. ( সং. সৰ্ব্ব, সকলো + অং. জান্, জনা ) সৰ্ব্বজ্ঞ, সকলো জনা, ( ঈশ্বৰত খাটে ), all wise, omniscient.

সৰ্ব্বজ্ঞ, বি. ( সং. সৰ্ব্বজ্ঞ—সৰ্ব্ব, সকলো + জ্ঞা, জান্ ) সকলো জনা, all wise, omniscient. ( ঈশ্বৰত খাটে )।

সৰ্ব্বজ্ঞতা, গু. শ. সকলো জনা গুণ বা শক্তি, omniscience.

সৰ্ব্বঢাক্, বি. ( সং. সৰ্ব্ব, সকলো + অং. ঢকা, আচ্ছাদন কৰা ) সকলো বেদনাতে খটা, সকলো প্ৰকাৰৰ পীড়া উপশম কৰা ; যেনে, সৰ্ব্বঢাক মন্ত্ৰ ; সৰ্ব্বঢাক দৰব ; সকলো ঠাইতে প্ৰচাৰিত, সকলোৱে জনা,

all-healing, curing all diseases, public.

সৰ্ব্বতিকাল্, স. শ. (সং. সৰ্ব্বকাল) সকলো কাল, চিৰকাল, all time, perpetuity.

সৰ্ব্বতিকালে, ক্রি. বি. সদায়, always.

সৰ্ব্বত্ৰ, ক্রি. বি. সকলো ঠাইত, everywhere.

সৰ্ব্বথা, ক্রি. বি. সকলো প্ৰকাৰে, by all means, in every way.

সৰ্ব্বদৰ্শী, বি. (সং. সৰ্ব্বদৰ্শিন্ — সৰ্ব্ব, সকলো+দৰ্শিন্, দেখা) সকলো দেখা, all seeing.

সৰ্ব্বদা, ক্রি. বি. সকলো সময়ত, always.

সৰ্ব্বদায়, ক্রি. বি. সদায়, always.

সৰ্ব্বনাম্, স. শ. (সং. সৰ্ব্বনামন্ — সৰ্ব্ব, সকলো + নামন্, বস্তুৰ নাম বুজোৱা শব্দ) সকলো সংজ্ঞা শব্দৰ সলনি ব্যৱহৃত শব্দ; যেনে, মই, তুমি ইত্যাদি, a pronoun.

সৰ্ব্বনাশ, স. শ. (সং. সৰ্ব্বনাশ — সৰ্ব্ব, সকলো + নাশ, ধ্বংস) সমূলি নাশ, গোটেই ধ্বংস, total destruction.

সৰ্ব্বব্যাপক্, বি. (সং. সৰ্ব্বব্যাপক—সৰ্ব্ব, সকলো+ব্যাপক, জুৰি থকা) সকলো ঠাই জুৰি থকা, সকলো ঠাইতে বিদ্যমান, omnipresent.

সৰ্ব্বব্যাপকতা, সৰ্ব্বব্যাপিতা, } গু. শ. সকলো ঠাই জুৰি বা সকলো ঠাইতে বৰ্ত্তমান থকা গুণ বা শক্তি, omnipresence.

সৰ্ব্বব্যাপী, বি. (সং. সৰ্ব্বব্যাপিন্ — সৰ্ব্ব, সকলো+ব্যাপিন্, জুৰি থকা) সকলো ঠাইত বিদ্যমান, সকলো ঠাই জুৰি থকা, all-pervading.

সৰ্ব্বভক্ষ, সৰ্ব্বভক্ষ্য, } বি. (সং. সৰ্ব্বভক্ষ, সৰ্ব্বভক্ষ্য—সৰ্ব্ব, সকলো+ভক্ষ্, খা) সকলো খোৱা, সকলো গ্ৰাস কৰা, omnivorous, all-devouring.

সৰ্ব্বশক্তিমন্ত, সৰ্ব্বশক্তিমান, } বি. (সং. সৰ্ব্বশক্তিমৎ —সৰ্ব্ব, সকলো+শক্তিমৎ, শক্তিযুক্ত) সকলো কৰিব পৰা, সকলো কাৰ্য্য কৰিবৰ শক্তি থকা, all-powerful, all-mighty.

সৰ্ব্বশেষ্, বি. (সং. সৰ্ব্বশেষ—সৰ্ব্ব, সকলো +শেষ, অন্ত) সকলোৰে পাচৰ; যেনে, অমুকৰ সৰ্ব্বশেষ সন্তান, last of all. স. শ. সকলোৰে শেহ, শেহান্তৰ; যেনে, সৰ্ব্বশেষত কওঁ, end, conclusion.

সৰ্ব্বসম্মত্, বি. (সং. সৰ্ব্বসম্মত—সৰ্ব্ব, সকলো +সম্মত, মান্তি) সকলো মান্তি হোৱা, সকলোৰ মতেৰে মিলা; যেনে, সৰ্ব্বসম্মত কাৰ্য্য agreeable to all, agreed to by all.

সৰ্ব্বসন্মতি, স. শ. সকলোৰে সম্মতি, সকলোৰে ইচ্ছা, common consent.

সৰ্ব্বসন্মতি মতে, সকলোৰে ইচ্ছা অনুসাৰে by common consent.

সৰ্ব্বস্ব, স. শ. (সং. সৰ্ব্বস্ব—সৰ্ব্ব, সকলো+স্ব, ধন) সকলো ধন সম্পত্তি, সং সৰ্ব্বহ, one's whole property or possessions.

সৰ্ব্বস্বান্ত, বি. (সং. সৰ্ব্বস্বান্ত — সৰ্ব্বস্ব+অন্ত, শেষ) সকলো সম্পত্তিহীন হোৱা, একো নথকা হোৱা, deprived of all property or possessions.

সৰ্ব্বহ্, স. শ. (সং. সৰ্ব্বস্ব) সকলো ধন সম্পত্তি, all property or possessions.

সৰ্ব্বাঙ্গ, স. শ. (সং. সৰ্ব্বাঙ্গ—সৰ্ব্ব, সকলো +অঙ্গ, গাৰ কোনো ভাগ) সকলো অঙ্গ, গোটেই গা; যেনে, তাৰ সৰ্ব্বাঙ্গত ঘা, every part of the body.

সৰ্ব্বাঙ্গসুন্দৰ্, বি. (সং. সৰ্ব্বাঙ্গসুন্দৰ — সৰ্ব্বাঙ্গ + সুন্দৰ, উত্তম) গাৰ কোনো ভাগত খুণ নথকা; যেনে, সৰ্ব্বাঙ্গসুন্দৰ পুৰুষ; সম্পূৰ্ণৰূপে ভাল, কতো দোষ নথকা; যেনে, সৰ্ব্বাঙ্গসুন্দৰ পুথি, defectless, without blemish.

সৰ্ব্বাত্মা, স. শ. (সং. সৰ্ব্বাত্মন্—সৰ্ব্ব, সকলো+আত্মন্, প্ৰাণ) সকলোৰে আত্মা বা প্ৰাণ, পৰমেশ্বৰ, the Supreme Being.

সৰ্ব্বাৰ্থসিদ্ধি, স. শ. (সং. সৰ্ব্বাৰ্থসিদ্ধি—সৰ্ব্ব, সকলো+অৰ্থ, বাঞ্ছা+সিদ্ধি, সফলতা) সকলো ইচ্ছা আৰু যত্নৰ সফলতা, fulfilment of all objects and wishes.

সৰ্ব্বেশ্বৰ্, স. শ. (সং. সৰ্ব্বেশ্বৰ — সৰ্ব্ব, সকলো+ঈশ্বৰ, গৰাকী) সকলোৰে গৰাকী

বা অধিকাৰ; জগতৰ ঈশ্বৰ, master of all, the Supreme Being.

সৰ্ব্বোত্তম্, বিং. (সং. সৰ্ব্বোত্তম—সৰ্ব্ব, সকলো + উত্তম, ভাল) সকলোতকৈ শ্ৰেষ্ঠ, আটাইতকৈ ভাল, best of all.

সৰ্ব্বোপৰি, ক্রি. বি. (সং. সৰ্ব্বোপৰি—সৰ্ব্ব, সকলো + উপৰি, ওপৰত) সকলোৰে ওপৰত; যেনে, সৰ্ব্বোপৰি ঈশ্বৰ আছে, above all.

সৰ্ব্বৌষধি, স. শ. (সং. সৰ্ব্ব, সকলো + ঔষধি, দৰব) অনিষ্ট গ্ৰহৰ পৰা হব পৰা অশুভ গুচাবলৈ গা ধোৱা পানীত মিহলোৱা কিছুমান বস্তু, certain drugs put into bathing water to avert the misfortune likely to arise from unpropitious stars.

সৰ্ সৰ্, } অনুক্ৰ. শুকান তৃণ আদিৰ ওপ-
সসৰ্ } ৰত সাপৰ দৰে বগাই যোৱাত উঠা শব্দৰ নিচিনা মাত, an imitative sound used to express that caused by something creeping over dry grass, &c.

সৰ্সৰা, } অ. ধা. সৰ সৰ শব্দ কৰ্, to
সসৰা, } make the above sound.

সৰ্সৰীয়া, } বি. সৰ্গৰীয়া, অনৰ্গল, থকজা
সসৰীয়া, } নলগা, flowing smoothly, fluent.

সৰ্সৰ্ কৰে, } ক্রি. বি. সাপৰ দৰে শীঘ্ৰে
সসৰ্ কৰে, } বুকু চোঁচৰাই, (গতিত খাটে); যেনে, সাপটো সৰ্ সৰ্ কৰে গল; ঠহ নধৰাকৈ, অনৰ্গলৰূপে; যেনে, শ্লোকটো সৰ সৰ কৰে আহিছে, creeping smoothly and rapidly, without obstruction.

সলনাসলনি, স. শ. (অং. সলা, পৰিবৰ্ত্তন কৰ্) সালসলনি, এটাৰে আনটো সলোৱা কাৰ্য্য, the act of exchanging.

সলনি, স. শ. এটাৰ মূৰে হোৱা আন এটা; পৰিবৰ্ত্তন কৰা বস্তু; যেনে, ধানৰ সলনি কপাহ দিয়া; প্ৰতিনিধি; যেনে, তোমাৰ সলনি মই যাওঁ, a change, a substitute.

সলা, স. ধা. বদলা, এটাৰ বাবে আন এটা দি বা ল, সলনি কৰ্; যেনে, ধানলৈ চূণ সলায়, পৰিবৰ্ত্তন কৰ্, to change, to substitute.

সলিমাটি, স. শ. ভঙ্গা মাটি, খেতি কৰা মাটি, cultivated land.

সলিল্, স. শ. (সং. সলিল—সল্, গতি কৰ্, বৈ যায়, এতেকে) জল, পানী, water.

সলিসিয়ান্, বি. (হিং. বং. সিয়ান, চতুৰ) চতুৰ, বুজন, কি কৰিলে কি ফল হয় বুজিব পৰা, shrewd, astute, discerning, knowing

সশৰীৰে, ক্রি. বি. (সং. সশৰীৰ, শৰীৰযুক্ত) শৰীৰে সৈতে, শৰীৰ নেৰাকৈ; যেনে, সশৰীৰে স্বৰ্গলৈ গল, with the body, or corporeal frame.

সষ্টম্, বি. (সং. সৌষ্টৱ, শ্ৰেষ্ঠ) সাজ, কোনো কাম কৰিবলৈ যুগুত, ready or prepared for doing something.

সসাঙ্গ, বি. (সং. সাঙ্গ, পূৰ্ণ) সম্পূৰ্ণ, পূৰ; যেনে, "হৰি নামে কৰে সবাকো সসাঙ্গ," সমূলি নষ্ট, complete, wholly destroyed.

সহ্, স. ধা. (সং. সহ্, মনে মনে ভুঞ্জি থাক্) স, স্থিৰ মনেৰে ভুঞ্জ্; যেনে, দুখ সহে, শত্ৰুৰ মাত সহিব নোৱাৰি, to bear, to brook, to endure.

সহকাৰী, বি. (সং. সহকাৰিন্—সহ, একে লগে + কাৰিন্, কৰোঁতা) লোকৰ লগত কাম কৰা, কামৰ তলতীয়া, পালী বা দুৱলীয়া, assistant, subordinate. (স্ত্রী) সহকাৰিণী।

সহচৰ্, স. শ. (সং. সহচৰ—সহ, সৈতে + চৰ্, গতি কৰ্) লগৰীয়া, সঙ্গী, অনুচৰ, লগত ফুৰা মানুহ, a companion, a follower.

সহজ্, স. শ. (সং. সহজ, স্বাভাৱিক গুণ—সহ, একে লগে + জন্, ওপজ্) অনেক বাৰ কাৰ্য্য কৰাত হোৱা পাৰ্গতালি, অভ্যাস; যেনে, মোৰ আখৰ লেখা সহজ হৈছে, skill acquired from doing

again and again, practice, habit. বি. ঢিলা, উজু, easy.

সহজে, ক্রি. বি. (সহজৰ দ্বাৰা) পৰিশ্ৰম নোহোৱাকৈ, অনায়াসে, easily.

সহদাৰাপত্যে, ক্রি. বি. (সং. সহদাৰাপত্য—সহ, সৈতে + দাৰা, ভাৰ্য্যা + অপত্য, সন্তান) পুত্ৰ ভাৰ্য্যা সমন্বিতে, লৰা তিৰোতাৰে সৈতে, with wife and children.

সহদেৱ্, স. শ. এজনা পাণ্ডৱ, পাণ্ডু ৰজাৰ সৰু জনা ভাৰ্য্যা মাদ্ৰীৰ দ্বিতীয় পুত্ৰ, the youngest of the *Pandavas.* (Dowson).

সহধৰ্ম্মিণী, স. শ. (সং. সহধৰ্ম্মিন্, একে ধৰ্ম্মত প্ৰবৰ্ত্তী লোক) ভাৰ্য্যা a wife.

সহধৰ্ম্মী, বি. (সং. সহধৰ্ম্মিন্—সহ, সমান + ধৰ্ম্ম, স্বাভাৱিক গুণ, ঈশ্বৰৰ উপাসনা) একে গুণযুক্ত; একে ধৰ্ম্মত চলা, একে ধৰ্ম্ম মনা, possessing the same quality, following the same religion. স. শ. একে গুণযুক্ত বস্তু; একে ধৰ্ম্মত প্ৰবৰ্ত্তা লোক, a thing possessing the same quality as another, a co-religionist.

সহন্, কৃদ. স. (সং. সহন—সহ্, ধৈৰ্য্য ধৰি থাক্) ধৈৰ্য্য, সহি থকা কাৰ্য্য, patience, endurance, forbearance.

সহনীয়, বি. সহ্য, সহিব পৰা, bearable.

সহনশীল্, বি. (সং. সহনশীল—সহন, ঐ + শীল, স্বভাৱযুক্ত) সহি থকা স্বভাৱযুক্ত, অপকাৰৰ প্ৰতিকাৰ নকৰা; যেনে, সহনশীল মানুহৰ বিবাদ নাই; দুখত বিচলিত নোহোৱা, ধৈৰ্য্য গুণ থকা, forbearing, enduring, patient.

সহনশীলতা, গু. শ. সহি থকা গুণ, forbearance, patience.

সহবাস্, স. শ. (সং. সহবাস—সহ, একে লগে + বস্, নিবাস কৰ্) ভাৰ্য্যা স্বামীৰ সম্বন্ধেৰে কৰা নিবাস, মতা তিৰোতা স্বৰূপে একে লগে থকা কাৰ্য্য, co-habitation as husband and wife.

সহমৰণ্, স. শ. (সং. সহমৰণ—সহ, একে লগে + মৰণ, মৃত্যু) স্বামীৰ লগত ভাৰ্য্যাৰ মৃত্যু, সতী যোৱা কাৰ্য্য, concremation, the act of a widow's burning herself with the corpse of her deceased husband.

সহযোগী, স. শ. (সং. সহযোগিন্ — সহ, সৈতে+যোগিন্, লগ লগা; যুজ্, লগ লাগ্) আনে সৈতে সমানে কোনো এক ৰাজ কাৰ্য্যত নিযুক্ত লোক; আনে সৈতে সমানে একে কাম কৰোঁতা, a colleague, a co-operator, a co-adjutor.

সহৰ্জলা, স. শ. (অং. জলা, ফুটা) সৰু ফুটা, নিচেই ক্ষুদ্ৰ বিন্ধা, a very small hole.

সহস্ৰ, সংখ্যা. (সং. সহস্ৰ, হাজাৰ) হাজাৰ, দহ শ, a thousand.

সহস্ৰলোচন্, স. শ. (সং. সহস্ৰলোচন — সহস্ৰ, হাজাৰ + লোচন, চকু) এহেজাৰ চকু যাৰ, ইন্দ্ৰ, Indra (lit: with a thousand eyes).

সহায়্, স. শ. (সং. সহায়—সহ, একে লগে + যা, গতি কৰ্) লগৰীয়া, লগত যাওঁতা; যেনে, সহায় নোহোৱাকৈ বিদেশলৈ নে-যাবা; এতেকে ৰাখোঁতা, ঢাকোঁতা, আপদৰ পৰা উদ্ধাৰ কৰোঁতা; ৰক্ষক, a companion, a helper, a patron.

সহায়তা, গু. শ. সহায়ৰ কাৰ্য্য, হাত উজান, assistance, aid.

সহিতে, আ. অব্য. (সং. সহিত, একে লগে) সৈতে, একে লগে, with, together with.

সহিষ্ণু, বি. (সং. সহিষ্ণু—সহ্, ধৈৰ্য্য ধৰি থাক) সহি থকা, সহনশীল, ধৈৰ্য্য ধৰি থকা, forbearing, bearing patiently, enduring.

সহিষ্ণুতা, গু. শ. সহি থকা গুণ বা স্বভাৱ, ধৈৰ্য্য, patience, forbearance.

সহোদৰ্, বি. (সং. সহোদৰ—সহ, সৈতে বা একে + উদৰ, গৰ্ভ) একে মাতৃৰ পৰা জন্মা; যেনে, সহোদৰ ভাই, born of the same mother. স. শ. একে আইৰ পৰা ওপজা ভাই বা ককাই, a brother born of the same mother. (স্ত্ৰী) সহোদৰা।

সহ্থ, বি. (সং. সহ্য—সহ্, সহন কৰ্) সহিব লগা বা পৰা, tolerable, bearable.

সাইজ্, বি. শস্তা, অলপ মূল্যত পোৱা; যেনে, চাউল সাইজ হৈছে, cheap.

সাউৎ কৰে, ক্রি. বি. বেগতে, একে চোঁচাই, with a rush.

সাউদ্, স. শ. (সং. সাধু, বাঢ়িলৈ ধন লগাওঁতা) মুদৈ, বেপাৰী, সদাগৰ, a trader, a merchant.

সাং, বি. (সং. সাঙ্গ, সম্পূর্ণ) অন্ত, ওৰ পৰা; যেনে, কথা সাং হল; নষ্ট, ধ্বংসিত; যেনে, কানিয়ে অসম দেশ সাং কৰিলে, finished, ended, destroyed. স. শ. নাশ, ধ্বংস; যেনে, তেওঁৰ ফালে সাং, destruction.

সাংখ্য, "সাঙ্খ্য" চোৱাঁ।

সাংঘাতিক, "সাঙ্ঘাতিক" চোৱাঁ।

সাংসাৰিক, বি. (সং. সাংসাৰিক—সংসাৰ, জগৎ) সংসাৰ সম্বন্ধীয়, এই জগতৰ; যেনে, সাংসাৰিক কৰ্ম্ম, worldly.

সাওঁ, স. শ. (সং. আম, হিং. আঁব্, খৰে ধৰা মানুহৰ মল) খৰে ধৰা মানুহৰ পেটৰ বগা কফৰ দৰে লেতুকেতীয়া মল, mucous matter voided by a person afflicted with a tenesmus.

সাঁকো, স. শ. (সং. সঙ্ক্রম; বং. সাঁকো, দলং) পকা দলং; যেনে, শিলৰ সাঁকো; খাৱৈ আদি পাৰ হবৰ নিমিত্তে পাৰি দিয়া এডাল বা ছুডাল বাঁহ বা গোটা কাঠ, a masonry bridge, a piece or two of bamboo or timber laid across a ditch, &c., for crossing the same.

সাঁকোৰা-মাৰি, স. শ. সাঁকো পাৰ হওঁতে ধৰিবলৈ পথালিকৈ বান্ধি দিয়া মাৰি; যঁতৰৰ তলৰ চেপেটা কাঠ, a hand-rail of a bridge, the lower piece of a spinning wheel.

সাঁচ্, স. শ. (সং. স্যাচি, বেঁকা) হেঁচা খোৱাত বহা চিন; মাৰকিলৰ চিন, এক বৰণীয়া বস্তুত আন বৰণীয়া বস্তুৰ চিন; যেনে, এই কাকতত মহীৰ সাঁচ নাই; ঢলা যন্ত্ৰ, ঠাচা, a scar, a mark of a blow, &c., a stain, a mould.

সাঁচ বান্ধ্, সাঁচ ৰ, চিন লাগ, to make a scar or stain.

সাঁচ্, স. ধা. (সং. সঞ্চয়, সংগ্ৰহ—সং, উপস. + চি, একত্ৰ কৰ্) গোটাই থ, ব্যয় নকৰাকৈ ৰাখ্, to hoard, accumulate, to lay up.

সাঁচতিয়াৰ্, স. শ. সাঁচোতা, সঞ্চয় কৰোঁতা, ধনবস্তু গোটাই ৰাখোঁতা, one who hoards up money, &c., a frugal person.

সাঁচতী, স. শ. "সাঁচোতা" চোৱাঁ।

সাঁচতীয়া, বি. সাঁচি থোৱা, সঞ্চিত, গোটাই থোৱা, hoarded, amassed, saved.

সাঁচন্, কৃদ. স. সাঁচি থোৱা কাৰ্য্য, the act of saving money, &c. স. শ. সাঁচি থোৱা ধন বা বস্তু; যেনে, তাৰ সাঁচন নাই, anything saved, a saving.

সাঁচনিয়াৰ্, স. শ. সাঁচোতা, সাঁচতিয়াৰ, one who hoards up money, &c., a frugal person.

সাঁচনী, স. শ. ধন-বস্তু সঁচা তিৰোতা, a frugal woman, a woman who lays up money, &c.

সাঁচনীয়া, বি. সাঁচি থোৱা, ব্যয় নকৰাকৈ থেৱা, সাঁচতীয়া, hoarded, spared, saved.

সাঁচি, } স. শ. (সাঁচি-পাত চোৱাঁ)
সাঁচি গছ, } ছালৰ পৰা পুথিৰ পাত যুগুত কৰা এবিধ গছ; তাৰ পৰা আগৰ কাঠো হয়, a kind of tree on the bark of which manuscripts are written.

সাঁচি-পতীয়া, বি. সাঁচি পাতত লিখা, written on the bark of the *Sanchi* tree.

সাঁচি-পাত্, স. শ. (সং. সজ্জিত পত্ৰ; সজ্জিত, যুগুত কৰা + পত্ৰ, পাত) এবিধ গছৰ ছালৰ পৰা পুথি লিখিবলৈ যুগুত কৰা পাত, সাঁচি গছৰ ছাল, the bark of the *Sanchi* tree prepared for writing on.

সাঁচে কাটে, ক্রি. বি. (অং. সাঁচ, চিন +

কাট, অনুক্ৰ.) পূৰ্ব্বৰ চিনতে, একে অৱস্থাতে, লৰচৰ নোহোৱাকৈ, in the same state, without any alteration, undisorderedly.

সাঁচোতা, স. শ. (অং. সাঁচ্, সঞ্চয় কৰ্) সাঁচতিয়াৰ, ধন-বস্তু ব্যয় নকৰাকৈ ৰাখোঁতা, a man who lays up, a frugal man. (স্ত্ৰী) সাঁচতী।

সাঁচ্-ৰাখ্, স. শ. ধন-বস্তু সাঁচি আৰু ৰাখি থোৱা গুণ; যেনে, সাঁচ-ৰাখ নথকা মানুহ দুখত পৰে, frugality, the habit of saving money, &c.

সাঁজ্, স. শ. (সং. সন্ধ্যা; হিং. সাঁঝ, বং. সাঁজ, গধূলি) গধূলি, বেলি মাৰ যোৱা সময়; দিনত বা ৰাতি কৰা এবাৰৰ আহাৰ; যেনে, এসাঁজ খাবা, evening, one meal either in the day or night.

সাঁজো, বি. (সং. সদ্যোজ; সদ্যঃ, এতিয়া + জন্, ওপজ্; বং. সাঁজো, নতুন) আজিয়েই কৰা, বাহী নোহোৱা; বাহী গা ধুই শুচি হোৱা; যেনে, সাঁজো গা, fresh, not kept overnight, bathed.

সাঁতৰ্, সাঁতোৰ্, স. শ. (সং. সন্তৰণ—সং, উপস. + তৃ, পাৰ হ; বং. সাঁতাৰ, পানীত ওপঙা কাৰ্য্য) হাত ভৰি লৰাই পানীত ওপঙা কাৰ্য্য, the act of swimming. অ. ধা. হাত ভৰি চলাই পানীত ওপঙি ফুৰ্, to swim. "নাদোৰ্" চোৱাঁ।

সাঁতৰ্ মেল্, হাত ভৰি লৰাই পানীত ওপঙি ফুৰ্, to swim.

সাঁথৰ্, স. শ. (অং. সাঁতৰ; অৰ্থ নেপাই পানীত পৰাৰ দৰে বকবকাই ফুৰিব লাগে বা তাৰ পৰা তৰিব অৰ্থাৎ উদ্ধাৰ হব লাগে, এতেকে) বুজিবৰ নিমিত্তে দিয়া গুপ্ত অৰ্থৰ এক বা অধিক ফাঁকি কথা, a riddle.

সাঁফৰ্, স. শ. (সং. সম্বৰণ, ঢাকনী) কোনো গভীৰ বস্তুৰ মুখৰ ঢাকনী, a lid.

সাঁফি, স. শ. (সং. সান্ধ, জোৰা লগা) হাড়ৰ জোৰাৰ ভিতৰৰ ভাগ, a joint of the bones.

সাঁৰিয়া, স. শ. (সং. সহায়, উপকাৰ কৰোঁতা) বেচ নোলোৱাকৈ লোকৰ ধান দাই দিওঁতা, a man who reaps corn for another gratis.

সাকাৰ্, বি. (সং. সাকাৰ—স, সৈতে + আকাৰ, মূৰ্ত্তি) আকাৰ থকা, আকৃতিমন্ত, having a form or shape, corporeal. স. শ. দেহ বা আকৃতি থকা দেৱতা; যেনে, সাকাৰৰ উপাসনা, a deity having a material form.

সাখী, স. শ. "সাক্ষী" শব্দৰ অপভ্ৰংশ।

সাগৰ্, স. শ. (সং. সাগৰ—'সগৰ' চোৱাঁ; সগৰে খনা, এতেকে) সমুদ্ৰ, সাতখান দ্বীপ বেৰি থকা সাতখান বৰ ডাঙৰ পানীৰ এখান। সাত সাগৰৰ নাম,—১ লৱণসাগৰ, ২ ইক্ষুসাগৰ, ৩ সুৰাসাগৰ, ৪ সৰ্পিস্সাগৰ, ৫ দধিসাগৰ, ৬ দুগ্ধসাগৰ, ৭ জলসাগৰ। a sea, an ocean.

সাগৰ্ চৈনি, স. শ. (চেনিৰ সাগৰ) এবিধ বৰ সোৱাদ কলা, a kind of plantain.

সাগৰ্ ফেণা, স. শ. নাগ ফেণা, a kind of cactus.

সাগৰ্-ফেন্, স. শ. সাগৰত উৎপন্ন এবিধ সোপসুপীয়া ফেনৰ নিচিনা পানী শোহা বস্তু, sponge.

সাগৰ্-শালি, স. শ. এবিধ শালি ধান, a kind of paddy.

সাগৰ্সঙ্কাশ্, বি. (সং. সাগৰ, সমুদ্ৰ + সঙ্কাশ, তুল্য) সাগৰৰ দৰে দ আৰু গহীন, বৰ গহীন, deep and wide as the ocean, profound.

সাগ্নিক, বি. (সং. স, সৈতে + অগ্নি, জুই) অগ্নিযুক্ত, জুই থকা, containing fire, connected with the god *Agni.* (Haughton).

সাঙ্খ্য, স. শ. (সং. সঙ্খ্যা, গণনা; পঞ্চবিংশতি তত্ত্ব বা সত্যৰ সংখ্যা বা বিবৰণ তাত আছে, এতেকে) কপিল মুনিৰ দ্বাৰা প্ৰচাৰিত এখান অনীশ্বৰবাদী দৰ্শন শাস্ত্ৰ, the *Sankhya* philosophy.

সাগ্ৰ, বি. (সং. সাগ্ৰ—স, সৈতে + অগ্ৰ,

আগ) আগযুক্ত, আগে সৈতে থকা, আগ নিছিগা; যেনে, সাগ্ৰ কুশ, having a sharp point.

সাগ্ৰাম্, বি· (সং· সাগ্ৰম্, আগে সৈতে) পুৰাৰ পৰা গধূলিলৈকে সমুদায়; যেনে, সাগ্ৰাম দিন, whole, entire, livelong (said of a day).

সাঙ্গ, বি· (সং· সাঙ্গ—স, সৈতে+অঙ্গ, দেহৰ এক ভাগ) সকলো অঙ্গেৰে পূৰ, সম্পূৰ্ণ, শেষ; যেনে, পূজা সাঙ্গ হল, having all the parts, complete, finished.

সাঙ্গী, } স· শ· (সং· সঙ্গী, লগৰীয়া)
সাঙ্গী-ভাৰ্, } দুই বা অধিক লোকে একে লগে একে ডাল কানমাৰিতে নিয়া ভাৰ, a burden suspended from a hole and carried by two or more persons on the shoulders.

সাঙ্গীয়া, বি· সাঙ্গী কৰিহে নিব পৰা, অকলৈ নিব নোৱৰা, capable of being carried on the shoulders not by one but by two or more persons.

সাঙ্গোপাঙ্গে, ক্রি· বি· (সং· সাঙ্গোপাঙ্গ, সম্পূৰ্ণ) সম্পূৰ্ণৰূপে, আদ্যোপান্তে, আগৰ পৰা গুৰিলৈ, from beginning to end, wholly.

সাঙ্গোৰ্, স· ধা· (সং· সঙ্গ, লগ) দুই বা অধিক সজীৱ জন্তুক একে লগে জুঁটি দিয়া বান্ধ; যেনে, গৰু হালৰ সাঙ্গোৰ ছিগিল, a yoking or tying together, as cattle. স· ধা· জন্তুক একে লগে জোঁট্; যেনে, গৰু হাল সাঙ্গোৰ্, to yoke or tie together as cattle.

সাঙ্ঘাতিক্, বি· (সং· সঙ্ঘাত, সমূহ) একে বাৰেই অনেকক ধৰা (ৰোগত খাটে), epidemical. কৃদ· বি· (সং+হন্, বধ্) বধ কৰা, নাশ কৰা, fatal.

সাজ্, স· ধা· (সং· সৃজ্, নিৰ্ম্মাণ কৰ্) নিৰ্ম্মাণ কৰ্, যুগুত কৰ্; যেনে, ঘৰ সাজে, পাচি সাজে; মনেৰে কল্পনা কৰি উলিয়া, মিছাক সঁচা কৰ্; যেনে, গুচৰীয়াই কথা সাজে, to construct, to build, to make, to prepare, to invent, to state falsely. স· শ· আকৃতি, গঢ়; যেনে, গাৰ সাজ; ভাজন, পাত্ৰ, লোটা বাটি আদি, make, form, a vessel, an utensil.

সাজ্, স· শ· (সং· সজ্জা, ভূষণ) একে লগে পিন্ধা কাপোৰসমূহ; যেনে, এসাজ কাপোৰ, গা সজোৱা কাপোৰ অলঙ্কাৰ আদি; দেৱতাক দিয়া খাদ্য, নৈবেদ্য, প্ৰসাদ (সজাই দিয়া যায়, এতেকে), a suit of clothes, eatables offered to a god, a dress.

সাজি-কাচি, } ক্রি· বি· সাজু হৈ, পিন্ধি
সাজি-পাৰি, } উৰি; যেনে, সাজি কাচি ওলাইছে, being well prepared.

সাজু, বি· (সং· সজ্জ, প্ৰস্তুত) কোনো কাৰ্য্যৰ নিমিত্তে প্ৰস্তুত, সক্ষম, ready or prepared to do something.

সাজুক্, বি· (অং·সম্‌জোখ, সমান জোখ) জোখত সমান, আন এটাৰে সৈতে একে পৰিমাণৰ, of exact measure or proportion.

সাজৈত্, বি· (সং· সজ্জিত, প্ৰস্তুত) অতি শীঘ্ৰে সাজিব অৰ্থাৎ কৰিব পৰা, নিপুণ, পাকৈত, ready, dexterous, clever.

সাজ্-পাৰ্, স· শ· (অং· সাজ, কাপোৰ+পাৰ, অনুক·) কাপোৰ আৰু অলঙ্কাৰ; যেনে, সাজ পাৰ পিন্ধিছে, clothes and ornaments, dress.

সাঠন্, স· শ· (সং· সামৰ্থ্য, শক্তি) সমৰ্থ, শক্তি, পাৰগতা, power, ability.

সাত্, সংখ্যা· (সং· সপ্ত) ছয় আৰু এক, এক কম আঠ, seven.

সাতত্ৰিশ্ (-চ্), সংখ্যা· (সং· সপ্তত্ৰিংশৎ; বং· সাঁইত্ৰিশ) সাত অধিক ডেৰ কুৰি, একুৰি সতৰ, thirty-seven.

সাতাইশ্ (-চ্), সংখ্যা· (সং· সপ্তবিংশতি; হিং· বং· সাতাইশ) সাত অধিক কুৰি, twenty-seven.

সাতান্নবৈ, } সংখ্যা· (সং· সপ্তনৱতি;
সাতান্নৈ, } বং· সাতানব্বৈ) সাত অধিক নবৈ, ninety-se ven.

সাতাম্পুৰুষীয়া, বি· ( সং· সপ্তম, সাত + পুৰুষ, বংশৰ খলপা ) সাত জনা উপৰি পুৰুষৰ দিনৰ, এতেকে বহু পুৰুষৰ অধীনে থকা ; বা বহু পুৰুষে ভোগ কৰা ; যেনে, সাতামপুৰুষীয়া বন্দী, of seven generations above, ancestral.

সাতাৱন্, সংখ্যা· ( সং· সপ্তপঞ্চাশৎ ; বং· সাতান্ন ) সাত অধিক পঞ্চাশ, তুকুৰি সতৰ, fifty-seven.

সাতাশী, সংখ্যা· ( সং· সপ্তাশীতি ; বং· সাতাশী ) সাত অধিক আশী, চাৰি কুৰি সাত, eighty-seven.

সাতে-পাঁচে, } সাত্তে-সত্তৰে, } ক্রি· বি· সাত পাঁচ ভাবি, আগ গুৰি গুণি চাই, এই-বিলাক কাৰণৰ নিমিত্তে ; যেনে, সাতে পাঁচে আপোনাৰ গুৰি চাপিছোঁ, under these circumstances, for this reason.

সাত্চল্লিশ(-চ্), সংখ্যা· ( সং· সপ্তচত্বাৰিংশৎ ; বং· সাতচল্লিশ) দুকুৰি সাত, forty-seven.

সাত্-চাৰ্, বি· ( অং· সাত, এক অধিক ছয় + চাৰ, বঢ়া ) সাত গুণে বঢ়া, আনতকৈ অনেক গুণে ভাল বা বেয়া ; যেনে, জৰত টেঙ্গা বিহতকৈ সাত-চাৰ, surpassing, exceeding.

সাত্ পাঁচ্, স· শ· সাতোটা কাৰণ পাচোঁটা কাৰণ, সকলো কাৰণ, কোনো বিষয়ৰ সকলো অৱস্থা, আগ গুৰি ; যেনে, সাত পাঁচ ভাবি এই কথাত মান্তি হৈছোঁ, all the circumstances of a case, all sides of a matter.

সাত্বিক্, বি· ( সং· সাত্বিক —সত্ব, সত্ব গুণ ) সত্বগুণযুক্ত, সৎ, ধাৰ্ম্মিক, honest, virtuous, gentle.

সাত্পুৰুষীয়া, বি· সাত জনা উপৰি পুৰুষৰ দিনৰ, সাতামপুৰুষীয়া, of seven generations, ancestral.

সাত্-শত্ৰু, স· শ· সামান্য শত্ৰুতকৈ সাত গুণে অধিক অহিত চিন্তা শত্ৰু, বৰ শত্ৰু, a mortal enemy.

সাত্-ষষ্ঠি, সংখ্যা· ( সং· সপ্তষষ্টি ; বং· সাতষট্টি ) তিনি কুৰি সাত, sixty-seven.

সাত্সত্তৰ্, সংখ্যা· ( সং· সপ্তসপ্ততি ; বং· সাতাত্তৰ ) তিনি কুৰি সত্তৰ, seventy-seven.

সাত্-সৰী, স· শ· ( বং· সাতলড়ী, সাত্ মেৰীয়া হাৰ ) ডিঙ্গিত ওলমাই পিন্ধা হীৰা মুকুতা আদিৰ সাত মেৰীয়া মণি, a necklace of seven strings.

সাদৰ, বি· ( সং· সাদৰ—স, সৈতে + আদৰ, সন্মান ) আদৰযুক্ত, সন্মান বা স্নেহযুক্ত, মৰমিয়াল, respectful, affectionate.

সাদৰ্, স· শ· ( সং· আদৰ, সন্মান ) আদৰ, চেনেহ, মৰম, বেথা, love, affection. স·ধা· চেনেহ কৰ্, মৰম কৰ্, আদৰ কৰ্, to treat with tenderness or affection.

সাদৰী, বি· সাদৰ কৰা, মৰমিয়াল ; যেনে, ঘৈণী জনা বৰ সাদৰী ; মৰম পোৱা, মৰমৰ ; যেনে, সাদৰী ছোৱালী, সাদৰী লৰা ( যাইকৈ তিৰোতা আৰু লৰাত খাটে ), kind-hearted, affectionate, loving, beloved.

সাদৃশ্য, স· শ· ( সং· সাদৃশ্য—সদৃশ, তুল্য ) সদৃশতা, তুল্যতা, একে আকৃতিৰ বা গুণৰ হোৱা অৱস্থা, resemblance, similarity.

সাধ্, স· ধা· ( সং· সাধ্, সম্পূৰ্ণ কৰ্ ) পূৰ্ণ কৰ্, সিদ্ধ কৰ্ ; যেনে, দুখীয়াই লোকৰ উপকাৰ সাধিব নোৱাৰে ; দেৱতাক যাজ্ঞা কৰ্, বৰ মাগ্ ; যেনে, মানুহে পূৰ্ব্ব জন্মত যি সাধি আহে, তাকে হে পায় ; এতেকে বৰকৈ প্ৰাৰ্থনা কৰ্ ; যেনে, তেওঁক ইমানকৈ সাধিও লৰাব নোৱাৰিলোঁ ; শব্দ বা ধাতুৰ পদ কৰ্ ; যেনে, ছাত্ৰে ধাতু সাধে ; পাব লগীয়া বস্তু খোজ্ ; যেনে, মৌজাদাৰে খাজনা সাধে, to accomplish, to ask for as a boon, to entreat earnestly, to decline, as a noun or conjugate as a verb, to dun, to demand as a due. অ· ধা· কোনো কাৰ্য্যৰ সিদ্ধিৰ কাৰণ যত্ন কৰ্ ; যেনে, সাধিলে সিদ্ধ হয়, to strive, endeavour, to persevere.

সাধক্, স. শ. (সং.) সিদ্ধি কৰোঁতা, পূৰ্ণ কৰোঁতা, ফল দিওঁতা; যেনে, পৰিশ্ৰম সুখৰ সাধক; দেৱতাক উপাসনা কৰি অনুগ্ৰহ পোৱা লোক, সিদ্ধ পুৰুষ, who or what accomplishes or effects, one who obtains his object through acts of devotion.

সাধন্, কৃদ. স. সিদ্ধ বা পূৰ্ণ কৰণ; আৰাধনা কৰণ; শব্দ বা ধাতুৰ পদ কৰণ, the act of accomplishing, worshipping or declining nouns or conjugating verbs.

সাধনা, স. শ. দেৱতাৰ আৰাধনা, উপাসনা; কাকুতি, মিনতি, the act of worshipping or supplicating.

সাধনি, স. শ. ৰাজহ সধা বিষয়া, a tax-gatherer.

সাধাৰণ্, বি. (সং. সাধাৰণ—স, একে লগে + ধৃ, ধাৰণ কৰ্) অনেকৰ স্বত্ব থকা, উমৈহতীয়া; যেনে, আমাৰ সাধাৰণ সম্পত্তি; অনেকত চলা বা খটা; যেনে, সাধাৰণ নাম; এতেকে সামান্য, ইতৰ, সুলভ; যেনে, সাধাৰণ মানুহ, belonging to many, general, common, ordinary.

সাধু, বি. (সং. সাধু—সাধ্, সিদ্ধ কৰ্) পুণ্যাত্মা, সন্ত, ধৰমী; শুদ্ধ, পণ্ডিত লোকে ব্যৱহাৰ কৰা (ভাষাত খাটে); যেনে, সাধু ভাষা, pious, virtuous, pure, classical, as a language. স. শ. সন্ত লোক, কাম ক্ৰোধাদিক বশ কৰোঁতা, a saint.

সাধু-কথা, স. শ. (সং. সাধু, সন্ত + কথা, উপাখ্যান; সন্ত সকলে কয়, এতেকে), কোনো এটা উপদেশ দিবৰ কাৰণে সজা কথা; উপকথা, সঁচা বা মিছা পুৰণি উপাখ্যান, a moral tale, a fable, a story.

সাধুতা, গু.শ. সাধুৰ গুণ বা স্বভাৱ, piousness, goodness.

সাধোঁতা, কৃদ. স. (অং. সাধ্, চোৱাঁ) যি সাধে, দিব লগীয়া ধন খোজোঁতা, an accomplisher, one who asks for payment of money due. (স্ত্ৰী) সাধঁতী।

সাধ্য, বি. (সং. সাধ্, সিদ্ধ কৰ্) সিদ্ধ কৰিব পৰা, পূৰ্ণ হব পৰা; যেনে, সাধ্য কথাত হে হাত দিব লাগে, accomplishable, attainable. স. শ. শক্তি, ক্ষমতা; যেনে, কৰিবৰ সাধ্য নাই, ability, power.

সাধ্য-মানে, ক্ৰি. বি. শক্তি অনুসাৰে, পৰা যায় মানে; যেনে, সাধ্য-মানে দান কৰিলে, as much as can be done, to the utmost.

সাধ্যহীন্, বি. সাধ্য বা শক্তি নথকা, অপাৰগ, incapable.

সাধ্যাতীত্, বি. (সং. সাধ্যাতীত — সাধ্য, শক্তি + অতীত, গত) সাধ্যৰ অতিৰিক্ত, শক্তিৰ বাহিৰ, কৰিব নোৱৰা, beyond one's ability or strength.

সাধ্বী, বি. (সং. সাধ্বী, সাধু শব্দৰ স্ত্ৰীলিঙ্গ) সতী, স্বামীত ভক্তি কৰা, ধৰ্ম্মত ৰত, chaste, virtuous. স. শ. পতিব্ৰতা তিৰোতা, সতী, a chaste or virtuous woman.

সান্, স. ধা. (হিং. সান্না, মিহলা) মিহলি কৰ্, হাতেৰে ফেনেকি লগ লগা; যেনে, গাখীৰেৰে চিৰা সানিছে; ঘঁহি দি, লগাই দি; যেনে, বাৰত চূণ সানে, to knead, to mix with the hand, to smear.

সানন, কৃদ. স. সনা কাৰ্য্য, the act of kneading, &c.

সানুনয়্, বি. (সং. সানুনয় — স, সৈতে+অনুনয়, বিনয়) বিনীত, নম্ৰতাৰে যুক্ত; যেনে, সানুনয় নিবেদন, humble, respectful.

সানোঁতা, কৃদ. স. (অং. সান্, মিহলা) ফেনেকি মিহলাওঁতা; ঘঁহি দিওঁতা, one who kneads or smears. (স্ত্ৰী) সানতী।

সান্ত্বনা, "শান্ত্বনা" চোৱাঁ।

সান্দহ্, স. শ. (বং. সন্দেশ, এবিধ মিঠা

খাদ্য ) ভজা চাউল খুন্দি কৰা এবিধ খাদ্য, কৰাই, coarse powder of parched rice, pulverized parched rice.

সান্দহুৱা, বি. সান্দহ সম্বন্ধীয়, সান্দহৰ; যেনে, সান্দহুৱা চাউল, pertaining to the above.

সান্দি, স. শ. ( সং. সন্ধি, জোৰা ) অনেক বস্তুৰ মাজ, সহজে সোমাব নোৱৰা ঠাই; যেনে, পেড়াটো সান্দিত আছে, উলিয়াব নোৱাৰি, the midst of a crowd of things, a place difficult of access.

সান্নিপাতিক, বি. ( সং. সান্নিপাতিক—সন্নিপাত, ত্রিদোষ ) বাত, পিত্ত, কফ, এই তিনি ধাতুৰ বিকাৰৰ পৰা হোৱা; যেনে, সান্নিপাতিক জ্বৰ, caused by a morbid state of the three humours of the body. See ধাতু।

সান্‌মিহলি, বি. ( অং. সান, মিশ্রিত কৰ্ + মিহলি, মিশ্রিত ) মিশ্রিত কৰা, মিহলোৱা, একে লগ কৰা ( অনেক বিধৰ বস্তু একে লগ হোৱাত খাটে ); যেনে, ধানবোৰ সান্‌মিহলি হল, mixed up.

সাপ্, স. শ. ( সং. সর্প, এবিধ উৰগ ) এবিধ ঠেং নথকা দীঘলীয়া বুকেৰে বাট বুলা জন্তু; তাৰ অনেক উপজাতি আছে, আৰু কোনো কোনো বিধ বিষাল, a snake, a serpent.

সাবট্, স. ধা. ( বং. সাপটান, একে লগ কৰণ ) আঁকোৱালি ধৰ্, মেৰাই ধৰ্, to clasp, to embrace, to entwine. স. শ. আলিঙ্গন, আঁকোৱাল, আদৰ কৰি দুয়ো বাহুৰে মেৰাই ধৰণ, an embrace or hug.

সাবটি ধৰ্, সাবট্ মাৰি ধৰ্, আঁকোৱাল মাৰি ধৰ্, দুয়ো বাহুৰে মেৰাই ধৰ্, to embrace, to hug.

সাবটা-সাবটি, স. শ. এজনে আন এজনক আঁকোৱাল মাৰি ধৰা কাৰ্য্য, mutual embrace.

সাম, সাম-বেদ, } স. শ. ( সং. সামন্—সো, নাশ কৰ্, অৰ্থাৎ পাপ ) চাৰি বেদৰ তৃতীয়খান; তাত দেৱতাৰ স্তুতিবিলাক গীতৰ স্বৰেৰে লিখা হৈছে, the third of the Vedas.

সামগ্রী, স. শ. (সং. সামগ্রী—সমগ্র, সকলো) সকলো প্রকাৰৰ বস্তু, দ্রব্য, বস্তু, a thing, an article, provision.

সাময়িক্, বি. ( সং. সাময়িক—সময়, কাল ) কোনো এক বিশেষ সময়ত হোৱা, periodical.

সামৰ্, স. ধা. ( সং. সম্বৰণ, ঢাকি থোৱা কাৰ্য্য) পেড়া আদিৰ ভিতৰত সুমাই ভালৰূপে ৰাখ্; যেনে, কাপোৰবিলাক সামৰি থোৱা; চপাই কোঁচাই ভালকৈ ল; যেনে, কাপোৰখান ওলমি গৈছে সামৰা, to keep carefully, to lay away, to put on properly, as clothes.

সামৰণ, কৃদ. স. সামৰি থোৱা কাৰ্য্য, the act of keeping carefully. বি. আৱশ্যক হলে ব্যৱহাৰ কৰিবলৈ সামৰি থোৱা; যেনে, সামৰণ কাপোৰ, kept for use when occasion requires, not generally used, extra.

সামর্থ্য, স. শ. ( সং. সামর্থ্য—সমর্থ, শক্তিমন্ত ) শক্তি, ক্ষমতা, ability, power.

সামাজিক্, বি. ( সং. সামাজিক — সমাজ, সভা ) সভা বা মনুষ্যসমূহ সম্বন্ধীয়; যেনে, সামাজিক নিয়ম; সমাজত থকা, সমাজক ভাল পোৱা; যেনে, সামাজিক লোক, pertaining to society, social.

সামান্য, বি. ( সং. সামান্য—সমান, আনৰ তুল্য ) আনতকৈ বিশেষ নোহোৱা, সাধাৰণ, ইতৰ, common, ordinary.

সামান্যতা, গু. শ. সাধাৰণ গুণ, commonness.

সামিষ্, বি. ( সং. সামিষ—স, সৈতে + আমিষ, মঙহ ) মাছ বা মঙহযুক্ত; যেনে, সামিষ ভোজন, consisting of flesh or fish.

সামুদ্রিক্, স. শ. ( সং. সামুদ্রিক — সমুদ্র, মানুহৰ গাৰ শুভাশুভৰ চিন ) হাতত বা গাৰ আন কোনো ভাগত থকা চিনৰ

দ্বাৰা মানুহৰ শুভাশুভ কব পৰা বিদ্যা, palmistry.

সাম্প্রত্, ক্রি. বি. ( সং. সাম্প্রত—সং+প্র, উপস.+তন্, বিস্তৃত কৰ্ ) এতিয়া, সম্প্রতি, now, at present.

সাম্ফল্, "সফল" শব্দৰ অপভ্রংশ।

সাম্বৎসৰিক্, বি. ( সং. সাম্বৎসৰিক —সম্বৎসৰ, এবছৰ ) বছেৰেকীয়া, বছৰত এবাৰ হোৱা ; যেনে, সাম্বৎসৰিক শ্রাদ্ধ, yearly, annual.

সাম্-বেদ্, "সাম্" চোৱাঁ।

সাম্যতা, গু. শ. ( সং. সাম্যতা — সাম্য, সমান গুণ ) সমতা, সমান গুণ বা অৱস্থা ; যেনে, তোমাৰ আৰু মোৰ ভিতৰত কোনো সাম্যতা নাই, equality, sameness.

সাম্রাজ্য, স. শ. ( সং. সাম্রাজ্য —সম্রাজ, চক্রবর্ত্তী ৰজা ) চক্রবর্ত্তী ৰজাৰ দেশ, an empire.

সায়ংকাল্, স. শ. ( সং. সায়ংকাল —সায়ং, গধূলি + কাল, সময় ) গধূলি বেলা, evening.

সায়ংসন্ধ্যা, স. শ. ( সং. সায়ংসন্ধ্যা — সায়ং, ঐ + সন্ধ্যা, গধূলিৰ উপাসনা ) গধূলি কৰা সন্ধ্যা, গধূলি বামুণে কৰা দেৱতাৰ উপাসনা, evening worship.

সায়ক্, স. শ. ( সং. সায়ক — সো, নাশ কৰ্ ) শৰ, কাঁড়, an arrow.

সাযুজ্য, স. শ. ( সং. সাযুজ্য—স, একে লগে+যুজ্, লগ লগা ) পৰমেশ্বৰত লয় পোৱা মুক্তি, নির্ব্বাণ-মুক্তি, union, especially the ultimate reabsorption of the soul in the Divine essence. (Haughton).

সাৰ্, বি. ( সং. সাৰ—স্থ, গতি কৰ্ ) অতি প্রয়োজনীয়, উত্তম, প্রধান, ঘাই ; যেনে, সাৰ কথা, essential, principal. স. শ. ঘাই বা অতি লাগতিয়াল ভাগ, প্রধান অংশ, অতি উত্তম ভাগ ; এতেকে গছৰ মাজৰ টান ভাগ, the essence of anything, the substance or material part, the heart of a tree.

সাৰ্ কৰ্, অতি লাগতিয়াল বা প্রধান বুলি গ্রহণ কৰ্ ; যেনে, "যেতিয়াৰ যি কথা তাক কৰিবা সাৰ," to take as the most essential or important thing.

সাৰ্ ফুট্, গছৰ মাজ ভাগ টান হ, to have a heart, as a tree.

সাৰ্, স. শ. ( সং. সাৰ, অতি লাগতিয়াল বস্তু ; শস্যৰ নিমিত্তে বৰ প্রয়োজনীয়, এতেকে হিং. বং. শস্যত দিয়া গোবৰ আদি ) শস্য বঢ়াবৰ কাৰণে দিয়া গোবৰ আদি, manure.

সাৰ্, স. শ. ( সং. স্থ, বৈ পৰ্ ) পুৰুষৰ বীর্য্য বৈ থকা ৰোগ ; তিৰোতাৰ যোনিৰ পৰা বগা বীজল ওলোৱা ৰোগ ; অধিক মূত্রৰ ৰোগ, spermatorrhœa, whites, diabetes.

সাৰ্, স. শ. ( বং. সাড়, চেতনা ) ছুলে বা কোনো বস্তু গাত লাগিলে হোৱা বোধ ; যেনে, জাৰত গাত সাৰ নথকা হল ; চেতন, টোপনীৰ অভাৱ, sensation, wakefulness.

সাৰ্ পা, জাগ্রত হ, to awake.

সাৰ্, অ. ধা. ( সং. স্থ, গতি কৰ্ ) ৰক্ষা পৰ্, আপদৰ পৰা উদ্ধাৰ পা ; যেনে, আপদৰ পৰা সাৰিলোঁ, to escape. স. ধা. শোটা বা বাঢ়নীৰে পৰিষ্কাৰ কৰ্ ; যেনে, ঠাই সাৰে, to sweep.

সাৰথি, স. শ. ( সং. সাৰথি — স্থ, গতি কৰ্ ; ৰথক গতি কৰায় বা চলায়, এতেকে) ৰথ চলাওঁতা, এতেকে সহায়, সঙ্গী, a charioteer, a helper, a companion.

সাৰদা, স. শ. ( সং. সাৰদা—সাৰ, ঘাই বস্তু অর্থাৎ বিদ্যা+দা, দান কৰ্ ) সৰস্বতী, the goddess of speech.

সাৰস্, স. শ. ( সং. সাৰস—সৰস্, সৰোবৰ, তাত থাকে, এতেকে ) এবিধ বগ, বৰ বগ, a large kind of heron.

সাৰাংশ, স. শ. ( সং. সাৰাংশ — সাৰ, প্রধান+অংশ, ভাগ ) ঘাই ভাগ, প্রধান বা লাগতিয়াল ভাগ, essence, principal or essential part.

সাৰুৱা, বি. ( অং. সাৰ্, শস্যত দিয়া গোবৰ আদি ) সাৰ থকা, অধিক শস্য উৎপন্ন কৰা ; যেনে, সাৰুৱা মাটি, fertile.

সাৰুৱা, বি. ( সং. সাৰ, গছৰ টান ভাগ ) সাৰ থকা, সাৰ ফুটা ; যেনে, সাৰুৱা গছ, having a heart, as a tree.

সাৰূপ্য, স. শ. ( সং. সাৰূপ্য—সহ, সৈতে + ৰূপ, আকৃতি ) ঈশ্বৰে সৈতে একে আকৃতি হোৱা মুক্তি, emancipation from worldly miseries and assumption of the same form as God, beatitude.

সাৰে, ক্রি. বি. ( অং. সাৰ, চেতন ) টোপনী নোহোৱাকৈ ; যেনে, তুমি সাৰে থাকা, in a waking state.

সাৰেং, স. শ. ( সং. সাৰঙ্গ, এবিধ বক ) বক জাতিৰ এবিধ ডাঙ্গৰ চৰাই, a kind of crane.

সাৰেংঠেঙ্গীয়া, বি. সাৰেং চৰাইৰ দৰে দীঘল ঠেঙ্গীয়া, long-legged.

সাৰোগত্, বি. ( সং. সাৰগত ; মজ্জাত সোমোৱা ; সাৰ, মজ্জা + গত, গতি কৰা) অতি প্রয়োজনীয় বা ঘাই বুলি মানি লোৱা ; নিশ্চিত, ঠিক কৰা; যেনে, ঘৰলৈ যোৱাকে সৰোগত কৰিছোঁ, considered as most necessary, determined, settled.

সাৰোৎ, অনুক. জুলীয়া বস্তু খোৱাত বা বেঁতেৰে কোবোৱাত হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by the lips in drawing liquid into the mouth, or by a ratan in striking.

সাৰ্থক্, বি. ( সং. সাৰ্থক—স, সৈতে + অর্থ, শব্দে যাক বুজায় ) অর্থযুক্ত, অর্থ থকা ; যেনে, সাৰ্থক শব্দ ; সফল ; যেনে, সাৰ্থক জীৱন, having a meaning, significant, successful, profitable.

সাৰ্থকতা, গু. শ. সাৰ্থক হোৱা অৱস্থা, অর্থযুক্ততা ; সফলতা, the state of being significant, significance, successfulness.

সাৰ্ব্বভৌম, স. শ. ( সং. সাৰ্ব্বভৌম—সর্ব্ব, সকলো + ভূমি, পৃথিৱী ; সকলো পৃথিৱীৰ গৰাকী ) চক্রবর্ত্তী ৰজা, অনেক ৰজাৰ ওপৰৰ ডাঙ্গৰ ৰজা, an emperor.

সাল্, স. শ. ( সং. সাল—সল্, গতি কৰ্ ) এবিধ শল মাছৰ নিচিনা, তাতকৈ ডাঙ্গৰ মাছ ; এবিধ ডাঙ্গৰ আৰু সুকাঠী গছ, a kind of fish, a timber tree. *Shorea robusta.* (Gamble).

সালগ্রাম্, স. শ. ( সং. সালগ্রাম—স, সৈতে + অৰ, চক্র + গ্রাম, সমূহ ; তাত বহুত চক্রাকৃতি সাঁচ থাকে, এতেকে ) গণ্ডকী নদীত হোৱা আৰু বিষ্ণুৰ মূৰ্ত্তিস্বৰূপে হিন্দুৰ পূজা এবিধ শিল, a kind of ammonite or fossil shell found in the river Gandak and worshipped by the Hindus, as an emblem of Vishnu.

সালিকা, "শালিকা" চোৱাঁ।

সালোক্য, স. শ. ( সং. সালোক্য — স, সৈতে + লোক, স্থান ) ঈশ্বৰে সৈতে একে স্থানত বাস কৰা মুক্তি, emancipation from worldly miseries and habitation with God, beatitude.

সাল্‌কঠীয়া, বি. সাল গছৰ দৰে গোটা আৰু পোন ; সাল কাঠেৰে সজা, straight and rounded, made of *sal* wood.

সাল্‌চকুৱা, " শালচকুৱা" চোৱাঁ।

সাল্‌সলনি, স. শ. পৰস্পৰে সলনি কৰা কার্য্য ; পাল-পাতি কাম কৰা কার্য্য, exchange, the act of working by turns.

সাৱধান, বি. ( সং. সাৱধান—স, সৈতে + অৱধান, মনোযোগ ) মনোযোগ কৰা, মন দিয়া, ততোৱাল, সতর্ক, attentive, careful. স. শ. সাৱধান বা সতর্ক লোক ; যেনে, সাৱধানৰ মাৰ নাই, a careful person.

সাৱধানতা, গু. শ. ততোৱাল গুণ, তত, carefulness, caution.

সাৱধানে, ক্রি. বি. মনোযোগেৰে, যত্নেৰে, carefully.

সাৰশেষ, বি. ( সং. সাৰশেষ—স, সৈতে+ অৱশেষ, বাঁকী ) বাঁকী নথকা, সম্পূর্ণ, without a remainder, complete.

সাৰশেষে, ক্রি. বি. অৱশেষ নথকাকৈ, গোটেই, সমুদায়ে, সম্পূর্ণৰূপে ; যেনে, এই পুথি সি সাৰশেষে পঢ়িলে, wholly, entirely, completely, fully.

সাহ, স. শ. ( সং. সাহস, মনৰ দৃঢ়তা ) ভয় নকৰা গুণ, নির্ভয়তা, courage.

সাহজিক্, বি. ( অং. সহজ, অভ্যাস ) অভ্যাস কৰা বা থকা, অভ্যস্ত ; যেনে, সাহজিক কার্য্য অনায়াসে কৰা যায়, অভ্যাসৰ পৰা শিকা ; যেনে, সাহজিক বিদ্যা, habitual, acquired by practice, practical.

সাহস্, স. শ. ( সং. সাহস—সহস্, শক্তি : শক্তি হলেই সাহ হয়, এতেকে ) সাহ, নির্ভয়তা, ভয় নকৰা গুণ, courage.

সাহসিক্, বি. সাহসযুক্ত, নির্ভয়, সাহিয়াল, courageous. (স্ত্রী) সাহসিকী ।

সাহসী, বি. ( সং. সাহসিন্, সাহস + ইন ) সাহিয়াল, courageous. (স্ত্রী) সাহসিনী ।

সাহায্য, গু. শ. ( সং. সাহায্য—সহায়, আপদৰ পৰা ৰক্ষা কৰোঁতা ) সহায়তা, হাত-উজান-দিয়া কার্য্য, aid, assistance, help.

সাহিত্য, স. শ. ( সং. সাহিত্য—সহিত, একে লগে, ব্যাকৰণে সৈতে একে লগে পঢ়া যায়, এতেকে ) হিত উপদেশ বা মনক সন্তোষ দিয়া গদ্য বা পদ্য পুথি, কাব্যাদি, poetry, literature.

সাহিয়াল্, বি. ( অং. সাহ, নির্ভয়তা ) সাহ থকা, সাহসযুক্ত, নির্ভয়, courageous.

সাহোন্, }
সাহন্, } স. শ. "দাহন" চোৱা ।

সাক্ষৰ্, বি. (সং. সাক্ষৰ—স, সৈতে+অক্ষৰ, আখৰ ) আখৰ জনা, বিদ্যাৱন্ত, educated, learned.

সাক্ষাৎ, বি. ( সং. সাক্ষাৎ—স, সৈতে+ অক্ষ, চকু ) চকুৰে দেখা, আগত থকা, বর্ত্তমান ; যেনে, দেৱতা সাক্ষাত হল, present. আ. অব্য. চকুৰে দেখাত, আগত, সমুখত ; যেনে, মোৰ সাক্ষাৎ এই কথা কোৱা নাই ; in the presence of. স. শ. দৃষ্টি, দেখা-দেখি, ভেঁট ; যেনে, ৰজাৰ সাক্ষাৎ পালোঁ, interview.

সাক্ষাতে, আ. অব্য. আগতে, সমুখতে, in the presence of.

সাক্ষী, স. শ. ( সং. সাক্ষিন্ ; স, সৈতে+ অক্ষি, চকু ) কোনো কার্য্য হওঁতে আগত থকা লোক,কোনো কথা সপ্রমাণ কৰিবলৈ অনা মানুহ, a witness.

সাক্ষ্য, স. শ. সাক্ষীয়ে কোৱা কথা, the deposition of a witness.

সি. ব্য. সর্ব্ব. ( সং. সঃ ; হিং. সো ; বং. সে, সেই লোক ) সেই পুৰুষ বা মতা জন্তু ; সেই বস্তু, he, it. বি. সর্ব্ব. সেই ; যেনে, সি কথা নকবা, that.

সি, স. ধা. ( সং. সিৱ, বেজী মাৰ্ ; বং. সিযন, বেজীৰে নির্ম্মাণ কৰণ ) বেজীৰে প্রস্তুত কৰ্, বেজীমাৰি যুক্তত কৰ্ ; যেনে, দৰ্জীয়ে চোলা সিয়ে, to sew. সং. ষিৱ ধাতু মূর্দ্ধনা "ষ"ৰে লিখা যায়, কিন্তু সি বিভক্তি যুক্ত হলে 'ষ'ৰ ঠাইত স হয় ; যেনে, সীৱাতি, অসমীয়াত সেই দন্ত্য স ব্যৱহৃত হয় ।

সিংখাপ্, স. শ. ( যাং. কিং কোৱাব্, এবিধ কাপোৰ ) এবিধ গুণাৰ বন-কৰা পাটৰ কাপোৰ, brocade.

সিংহ, স. শ. ( সং. সিংহ—হিস্, হিংসা কৰ্ ) এবিধ বাঘৰ আকৃতিৰ বলৱন্ত হিংসক জন্তু ; পঞ্চম ৰাশি ; পুল্লিঙ্গ শব্দৰ পাচত যোজিত হলে শ্রেষ্ঠ বুজায় ; যেনে, পুৰুষ সিংহ, পুৰন্দৰ সিংহ, a lion, the sign *Leo*, an eminent or powerful man. (in composition) ( স্ত্রী ) সিংহী ।

সিংহ-দুৱাৰ্, "সিংহদ্বাৰ" শব্দৰ অপভ্রংশ ।

সিংহদ্বাৰ্, স. শ. ( সং. সিংহদ্বাৰ—সিংহ, জন্তু বিশেষ + দ্বাৰ, দুৱাৰ ) সিংহৰ মূর্ত্তি থকা দুৱাৰ, ৰজা ঘৰৰ ঘাই বাট-চৰা, the main gateway to a palace.

সিংহনাদ, স. শ. ( সং. সিংহনাদ—সিংহ, এবিধ জন্তু + নাদ, শব্দ ) সিংহৰ গর্জন,

সিংহৰ মাত; ৰণত বীৰবিলাকে কৰা উচ্চ শব্দ, the roar of a lion, a war cry or battle shout.

সিংহল্, সিংহল্-দ্বীপ্, } স. শ. লঙ্কা উপদ্বীপ, Ceylon.

সিংহাসন্, স. শ. (সং. সিংহাসন—সিংহ, এবিধ জন্তু+আসন, পাৰি বহা বস্তু) সিংহৰ মূৰ্ত্তিৰ ওপৰত স্থাপিত, দেৱতাৰ প্ৰতিমা থোৱা বা ৰজা-বহা আসন, an ornamented seat supported on sculptured lions on which an idol is placed or a king sits, a throne, a state chair.

সিঁচ্, স. ধা. "সিচ্" চোৱাঁ।

সিঁয়াৰ্, স. ধা. আনে যেনে কৰে, তেনে কাম বা অঙ্গভঙ্গি কৰি উপহাস কৰ্, মুখ ভেঙুচিয়াই ইতিকিং কৰ্, to mimic for sport, to make faces at.

সিকটা, স. ধা. (অং. বিকটা, বেঁকা কৰ্) বেয়া সোৱাদ পাই বা ভাল নোপোৱা কথা শুনি বেঁকা কৰ্ (মুখত খাটে); যেনে, তিতা খাই মুখ সিকটালে, making, or to make, wry or crooked.

সিকি, স. শ. (হিং. বং. সিকি, চাৰি অনা) এটকাৰ চাৰি ভাগৰ এভাগ, সেই মূল্যৰ ধন, one-fourth of a rupee.

সিকিটীয়া, বি. (অং. সিকিটি, এক সিকিৰ মূল্য) এসিকি মূল্যৰ, valued at one-fourth of a rupee.

সিচ্, স. ধা. (সং. সেচন—সিচ্, ছটিয়া) ছটিয়া, নিক্ষেপ কৰ্ (জুলীয়া, ক্ষুদ্ৰ বা মিহি বস্তুত খাটে); যেনে, পুখুৰিৰ পানী সিচিছে; যেকা ঠাইত বালি সিচিছে; ছটিয়াই ৰ; যেনে, কঠীয়া সিচিছে, to sprinkle, to scatter, to ladle, as water, to dip, to sow broad cast.

সিচনী, স. শ. (সং. সেচনী, পানী-সিচা বস্তু) পানী-সিচা সঁজুলি, লাহনী, a baling utensil, a scoop.

সিচঁৰি, সিচ্‌ৰতি, } বি. সিচি পেলোৱাৰ নিচিনা হৈ অনেক ঠাই জোৰা, গোট গোট হোৱা, scattered about.

সিজ্, অ. ধা. (সং. সিদ্ধ; বং. 'সিজন, পাক-পোৱা; হিং. সিঝানা, পাক কৰ্) পানী আৰু তাপৰ দ্বাৰা কোমল হ, সিদ্ধ কৰা হ; যেনে, ভাত সিজিল; কৃত বা কৰা হ, সিদ্ধ বা সম্পন্ন হ; যেনে, পাপ সিজিল, অপৰাধ সিজিল; কাম সিজিল, to be done, performed or accomplished.

সিজা, কৃদ. বি. সিদ্ধ হোৱা, পানী আৰু তাপৰ দ্বাৰা কোমল হোৱা; যেনে, সিজা চাউল, বুজা, উচিত কথা শুনা, ভাল আলচ লোৱা, শিষ্ট; যেনে, সিজা মানুহ, boiled, amenable to reason, mild.

সিজা, স. ধা. সিদ্ধ কৰ্, পানী আৰু তাপ দি কোমল কৰ্; যেনে, চাউল সিজোৱাঁ; সম্পূৰ্ণ কৰ্, সমাধা কৰ্; যেনে, কাম সিজালে, to boil, to cook, to accomplish.

সিজু, স. শ. (হিং. সিজ্, এবিধ গছ) বগা আঠা আৰু কাঁইটযুক্ত এবিধ ঢাপত ৰোৱা চাৰিসিৰীয়া গছ, a kind of *Euphorbia*.

সিঞাৰ্, স. ধা. "সিঁয়াৰ" চোৱাঁ।

সিটা, স. শ. (হিং. সিট্‌ঠী, ৰসহীন জাবৰ) ৰস চেপি লৈ এৰা জাবৰ বা অকামিলা ভাগ, the dregs or refuse of anything from which the juice has been extracted.

সিদিনা, স. শ. (অং. সি, সেই + দিন, দিৱস) অলপ দিনৰ আগৰ এদিন; যেনে, সিদিনাৰ পৰা জৰ হৈছে, the other day. ক্ৰি. বি. অলপ দিনৰ আগৰ এদিনত; যেনে, সিদিনা আছিল, the other day.

সিদিনাই, ক্ৰি. বি. সেই দিনাই, সেই দিনতে, on that very day.

সিদিনাখণ্, স. শ. (অং. সিদিনা, সেই দিনা + খণ, সময়) সেই দিনা, the

other day. ক্রি. বি. সিদিনা, সেই দিনত ; যেনে, সিদিনাখণ গল, the other day.

সিদিনা-খণেই, ক্রি. বি. সেই দিনাই, on that very day.

সিদ্ধ, কৃদ. বি. ( সং. সিদ্ধ—সিধ্, সফল হ, পক্ক হ ) সফল, পূর্ণ ; যেনে, কামনা সিদ্ধ হল ; সিজা, তাপৰ দ্বাৰা কোমল হোৱা ; যেনে, সিদ্ধ অন্ন ; দেৱতাৰ আৰাধনা কৰি মনুষ্যৰ অতিৰিক্ত শক্তি পোৱা ; যেনে, সিদ্ধ পুৰুষ, accomplished, fulfilled, boiled, cooked. attaining superhuman power through acts of devotion. স. শ. বিদ্যাধৰবিলাকৰ নিচিনা এক শ্ৰেণীৰ উপদেৱতা, a demigod of a particular class.

সিদ্ধকাম, বি. ( সং. সিদ্ধকাম—সিদ্ধ, পূর্ণ + কাম, বাঞ্ছা ) যাৰ বাঞ্ছা সিদ্ধ বা পূর্ণ হৈছে, পূর্ণকাম, successful, attaining the desired object.

সিদ্ধান্ত, স. শ. ( সং. সিদ্ধান্ত—সিদ্ধ, সম্পূর্ণ + অন্ত, শেষ ) তর্কবিতর্ক কৰি স্থিৰ কৰা মত ; গোচৰ সুধি দিয়া আজ্ঞা ; মীমাংসা, a logical conclusion, decision of a law suit, settlement of a disputed point.

সিদ্ধান্ত-পত্ৰ, স. শ. ( সং. সিদ্ধান্তপত্ৰ—সিদ্ধান্ত, মীমাংসা + পত্ৰ, কাকত ) কোনো কথাৰ বিবেচনা কৰি লিখি দিয়া মত ; গোচৰ সুধি দিয়া আজ্ঞা-পত্ৰ, a written decision, opinion or judgment.

সিদ্ধান্ন, স. শ. ( সং. সিদ্ধান্ন—সিদ্ধ, সিজোৱা + অন্ন, চাউল ) সিজোৱা চাউল, ভাত, cooked rice.

সিদ্ধি, স. শ. ( সং. সিদ্ধি—সিধ্, পূর্ণ হ ) সম্পূর্ণতা, পূৰ হোৱা অৱস্থা, শেষ ; যেনে, কার্য্য-সিদ্ধি হলে যাবা ; বাঞ্ছিত বস্তুৰ লাভ, ফলোদয় ; যেনে, ডাক্তৰীয়াক খাটি একো সিদ্ধি নেপালোঁ, fulfilment, accomplishment, the attainment of a desired object.

সিদ্ধিজনক্, বি. সিদ্ধি জন্মোৱা, সিদ্ধি কৰা, পৰিশ্ৰম সফল কৰা, causing the fulfilment of an object or undertaking.

সিদ্ধি-দাতা, স. শ. বাঞ্ছা পূর্ণ কৰোঁতা, পৰিশ্ৰমৰ ফল দিওঁতা, one who gives success or fruits of labour. ( স্ত্ৰী ) সিদ্ধিদাত্ৰী বা সিদ্ধিদায়িনী।

সিধা, স. শ. ( সং. সিদ্ধ, সিজোৱা ) সিজাই খাবৰ নিমিত্তে দিয়া কেঁচা সামগ্ৰী, raw provisions supplied to a guest, &c.

সিধা-পাতি, স. শ. ( অং. সিধা, ঐ + পাতি, অনুক. ) সিধা আৰু তাৰ লগৰ আন বস্তু অর্থাৎ খৰি আদি, raw provisions and so forth.

সিন্দূৰ, স. শ. ( সং. সিন্দূৰ—স্যন্দ্, বৈ পৰ্ ) সীহেৰে কৰা তিৰোতাই ফোঁট লোৱা এবিধ ৰঙা বস্তু, সেন্দুৰ ; ৰসসিন্দৰ, redlead, a medicinal preparation. "ৰসসিন্দূৰ" চোৱাঁ।

সিন্ধি, স. শ. ( বং. সিঁধ্ ; হিং. সেঁধ্, চোৰ সোমোৱা গাঁত ) চুৰ কৰিবৰ কাৰণ ঘৰত সোমাবলৈ চোৰে বেৰৰ তলে খনা গাঁত, a hole made under the wall of a dwelling-house by a burglar. স. ধা. সিন্ধি দি, সিন্ধি খান্, to make such a hole.

সিন্ধি-সৰকা, বি. সিন্ধিয়ে দি সৰকি সোমোৱা ; যেনে, সিন্ধি সৰকা চোৰ, entering by a hole under the wall of a house in order to commit burglary. স. শ. সিন্ধি দি চুৰ কৰা চোৰ (গালি), a burglar, one who enters a dwelling-house through a hole made under the wall with intent to commit theft (a term of abuse).

সিন্ধু, স. শ. ( সং. সিন্ধু—স্যন্দ্, বৈ যা ) সাগৰ ; পঞ্জাপ্ দেশৰ এখান নৈ, the ocean or sea, the river Indus.

সিন্ধু-ঘোটক্, স. শ. ( সং. সিন্ধুঘোটক—সিন্ধু, সাগৰ + ঘোটক, ঘোঁৰা ) চীল

জাতিৰ এবিধ সাগৰৰ জন্তু, a sea-horse or walrus.

সিপৰীয়া, বি. (অং. সি, সেই+পাৰ, নদীৰ গৰা) সি পাৰত থকা, নৈৰ আন পাৰৰ, appertaining to or residing on the opposite bank of a river.

সিপাৰে, ক্রি. বি. নৈৰ আন পাৰত, on the opposite bank of a river.

সিফালে, ক্রি. বি. (অং. সি, সেই+ফাল, পাৰ্শ্ব) সি দাঁতিত, আন ফালে, on the other side.

সিবাই, ক্রি. বি. (অং. সি, সেই+বাই, বাৰ) সিবাৰ, আকৌ এবাৰ, once more, again. "সিবাই"ৰ আগত "ইবাই" থাকে. "ইবাই" চোৱাঁ।

সিবৈচা, ক্রি. বি. (অং. সি, সেই+বাৰ, সময়) সিবাৰত, ইয়াৰ আগ বাৰত, on the previous occasion.

সিভিতি, ক্রি.বি. সিফালে, to the other side.

সিমান, বি. সৰ্ব্ব. (অং. সি, সেই+মান, পৰিমাণ) সেই পৰিমাণৰ: যেনে, সিমান ধন, so much, so many. ক্রি. বি. সেই পৰিমাণে, সেই জোখেৰে; যেনে, সিমান ভাল নহয়, so much.

সিম্‌সিমীয়া, বি. (অং. হিম, নিয়ৰ) হিমৰ দৰে অলপ অলপকৈ পৰা (বৰষুণত খাটে), drizzling.

সিম্‌সিম্ কৰে, ক্রি. বি. হিম পৰাৰ দৰে, drizzlingly, in small drops.

সিয়ন্, কৃদ. স. (অং. সি, বেজী মাৰ্) সিয়া বা বেজীৰে বটিয়া সুমোৱা কাৰ্য্য, the act of sewing.

সিয়নি, স. শ. বেজীৰে বটিয়া সুমাই কাপোৰত দিয়া জোৰা, a seam.

সিয়া, স. ধা. লোকৰ দ্বাৰা বেজীৰ কাম কৰা, to cause to be sewed.

সিয়ান্, বি. (হিং. সিয়ান; বং. শেয়ানা, ধূৰ্ত্ত) ধূৰ্ত্ত, টেঙৰ, cunning, sharp.

সিয়েই, ব্য. স. (অং. সি + এই) সেই মানুহেই বা বস্তুৰেই, that very man or thing.

সিৰ্, স. শ. (সং. সিৰা, তেজ চলা নাড়ী) গাৰ তেজ চলা বা মঙ্গহবিলাক আটকি ৰখা জৰীৰ নিচিনা বস্তুবিশেষ; সিৰৰ নিচিনা দীঘলীয়া উঠঙা; যেনে, কৰ্দ্দৈৰ সিৰ, a sinew, a vein, a tendon, an artery, a rib or prominent line.

সিৰা, স. শ. অণ্ডকোষৰ সিৰ উখহা বেদনা, a painful swelling of the scrotum.

সিৰামুৰি, স. শ. দুৰ্ব্বলতাৰ নিমিত্তে হাতৰ বা ভৰিৰ আঙ্গুলিৰ সিৰ কোঁচ খোৱা বেদনা, a spasmodic contraction of the muscles of the fingers or toes, a cramp of the fingers or toes.

সমা.—কন্দিয়া, সিৰামুৰি, আগৰটো বৰ প্ৰবল, সি বৰকৈ ভৰি বা হাত টানি কোঁচ খুৱায়; যেনে, জহনীত পৰা মানুহক কন্দিয়াই ধৰে; পাচৰটো সাধাৰণ দুৰ্ব্বলতাৰ পৰা হয়, আৰু তাৰ দ্বাৰা আঙ্গুলি মাথোন কোঁচ খায়।

সিৰিক্, স. শ. অকস্মাৎ গাৰ সিৰৰ মাজে দি জাৰ সোমোৱা যেন বোধ, a sudden thrilling or tingling sensation like that of chilliness.

সিৰিকাই, সিৰিক্ কৰে, } ক্রি. বি. অকস্মাৎ গাৰ সিৰৰ মাজে দি জাৰ সোমোৱা যেন বোধ জন্মাই; যেনে, গাটো সিৰিকাই উঠিল, suddenly causing a thrilling or tingling sensation like that of chilliness.

সিৰিকিয়া, অ. ধা. পেট পকোৱাত মুখে পানী উলিয়া, to discharge saliva, owing to an uneasy sensation in the bowels.

সিৰিপ্, অনুক. সৰু আছাৰিৰ কোবৰ নিচিনা মাত, an imitative sound used to express that made by a whip, &c., in striking.

সিৰিপনী, স. শ. চেকনী, সৰু এছাৰি, a switch.

সিৰীয়া, বি. সিৰযুক্ত, এটা শব্দৰ পাচত যোজিত হয়; যেনে, কৰ্দ্দৈ-সিৰীয়া, চাৰি-

সিৰীয়া, ridged, having long, prominent lines (used as the last member of a compound word).

সিৰ্কুটা, বি. কেলেহুৱা বা চপনীয়া নোহোৱা, নিজ স্বত্বেৰে স্বাধীন ভাৱে ঘৰত বা মাটিত বাস কৰা, occupying a house or land not as a dependent on others, but of one's own right.

সিৰ্ সিৰ্, অনুক. সিৰৰ মাজে দি বেদনা সোমাই যোৱা যেন বোধ হোৱা বুজাবলৈ ব্যৱহাৰ কৰা মাত, an imitative sound used to express a tingling sensation.

সিৰ্সিৰণি, সিৰ্সিৰণি, স. শ. সিৰ্সিৰোৱা বেদনা, গাৰ সিৰবিলাক জোকাৰ খোৱাৰ নিচিনা বোধ হোৱা পীড়া, a thrilling pain, a tingling sensation.

সিৰ্সিৰা, সিৰ্সিৰা, অ. ধা. সিৰবিলাক জোকাৰ খোৱাৰ নিচিনা বেদনা পা; যেনে, খহুৰ বিষত গাই সিৰ্সিৰাইছে; অকস্মাৎ বৰ খং উঠাত গাৰ নোম শিয়ৰা আৰু সিৰবিলাকে জোকাৰ খোৱা যেন বোধ কৰ্, to tingle, to be thrilled with anger.

সিলিখা, "শিলিখা" চোৱাঁ।

সিলুটি, স. শ. (অং. সি, সেই + লুটি, কাল) সিফাল; সি পিঠি; যেনে, পাতৰ সিলুটি, the other side.

সীতা, স. শ. জনক ৰজাৰ জীয়েক, ৰামৰ ভাৰ্য্যা, *Sita* the wife of *Rama*.

সীতা তেল্, স. শ. নাগ মাটি থকা ঠাইত পোৱা এবিধ দুৰ্গন্ধ তেল (ৰামৰ ভাৰ্য্যা সীতাৰ বিয়াৰ তেলৰ অৱশেষ বুলি সেই নাম দিয়া হৈছে), petroleum.

সীমা, স. শ. (সং. সীমন্—সিঞ্, আবদ্ধ কৰ্) ডুভৰা মাটিৰ মাজৰ চিন; হদ: অন্ত, শেষ; যেনে, আমাৰ বুদ্ধিৰ সীমা, a boundary line, a limit.

সীমাবৈৰী, স. শ. (সং. সীমাবৈৰী—সীমা, হদ + বৈৰী, শত্ৰু) সীমা ঠেলাৰ নিমিত্তে হোৱা শত্ৰু, কোনো লোকৰ সীমা ঠেলি অপকাৰ কৰোঁতা, a trespasser upon one's boundary.

সীমা-মুৰিয়লি, বি. সীমাৰ মূৰত থকা, সীমাৰ ওচৰৰ; যেনে, সীমামূৰিয়লি মাটি, adjoining to a boundary line.

সীৰলু, স. শ. (সং. সীৰ, নাঙ্গল) হাল বোৱাত নাঙ্গলে কৰা লোৰ, a furrow.

সীৰলুৱা, বি. সীৰলু থকা, হাল বোৱাৰ পাচত মৈৰে সমান নকৰা, furrowed.

সীসিয়নি, স. শ. (সং. সীৎকাৰ, জাৰত মুখেৰে কৰা সীসী শব্দ) জাৰত কঁপি মুখেৰে কৰা সীসী শব্দ; অলপ উতল ধৰা পানী আদিৰ শব্দ, the act of shivering with cold.

সীসীয়া, অ. ধা. জাৰত কঁপি মুখেৰে সীসী শব্দ কৰ্, উতল ধৰা পানীৰ দৰে শব্দ কৰ্, to shiver with cold.

সীহ্, স. শ. (সং. সীস, এবিধ ধাতু) হিলৈৰ গুলী কৰা ধাতু, lead.

সু, উপস. উত্তম, উজু, অতিশয়, শুভ ইত্যাদি, a prefix signifying goodness, excellence, or intensity.

সুং, স. ধা. (সং. সুগন্ধ; ভাল গন্ধ মানুহে লয়, এতেকে হিং. সুংঘনা, গন্ধ ল) আঘ্ৰাণ কৰ্, গন্ধ ল, to smell.

সুঁহ, স. শ. গিলোঁতে নিশ্বাসৰ নেলীত খোৱা বা বস্তু সোমাই জন্মোৱা অসুখ; চৰ্চ্চৰণি, an uneasy sensation produced by food or drink getting into the windpipe in swallowing.

সুঁতি, স. শ. (সং. স্ৰোত, ধাৰ থকা পানী) সৰু সোঁতা, নৈৰ সৰু শাখা, an arm or channel of a river.

সুকঠিন্, বি. (সং. সুকঠিন—সু, অতিশয় + কঠিন, টান) অতিশয়ৰূপে টান, উজু নোহোৱা, very difficult.

সুকপলীয়া, বি. (সং. সুকপাল, ভাল ভাগ্য) ভাগ্যৱন্ত, কপালী, fortunate.

সুকৰ্, বি. (সং. সুকৰ—সু, অনায়াসে + কৃ, কৰ্) অনায়াসে কৰিব পৰা, উজু, ঢিলা, easy, practicable.

সুকলম্, বি. ( সং. সুকৰ, উজু ) উজু, অনায়াসে কৰিব পৰা, সহজ ; যেনে, পৰ্ব্বত বগোৱা সুকলম নহয়, easy, not difficult.

সুকলমে, ক্রি. বি. অনায়াসে ; যেনে, এই কাম সুকলমে কৰিব নোৱাৰি ; নিৰ্ব্বিঘ্নে, আপদ বিপদ নোহোৱাকৈ; যেনে, সুকলমে ঘৰ পালা গৈ, with ease, without obstruction or difficulty, safety.

সুকাঠী, বি. ( সং. সুকাষ্ঠ, ভাল কাঠ ) ভাল কাঠ হোৱা, সাকৰা ( গছত খাটে ) ; যেনে, সুকাঠী গছ ; টান, অকাঠী নোহোৱা ( কাঠত খাটে ) ; যেনে, সুকাঠী কাঠ, hard, sound, good ( said of timber ).

সুকীয়া, বি. ( সং. স্বকীয়, আপোনাৰ ) লোকৰ সম্পৰ্ক নথকা, অকল এজনৰ, নিজা ; যেনে, মোৰ ঘৰ সুকীয়া, one's own, belonging to one's self alone.

সুকীয়াকৈ, ক্রি. বি. বেলেগে, separately.

সুকুমাৰ্, বি. ( সং. সুকুমাৰ—সু, অতিশয় + কুমাৰ, লৰা ) নিচেই অলপ বয়সীয়া ; এতেকে বৰ কোমল, youthful, of tender age, delicate. ( স্ত্রী ) সুকুমাৰী।

সুকুমাৰমতি, বি. ( সং. সুকুমাৰমতি — সুকুমাৰ, কোমল + মতি, বুদ্ধি ) বুদ্ধি দৃঢ় নোহোৱা, কোমল মনযুক্ত ; যেনে, সুকুমাৰমতি বালক, tender-minded.

সুকোমল্, বি. ( সং. সুকোমল—সু, অতিশয় + কোমল, ঢিলা ) নিচেই কোমল, মৃদু, ঢিলা, tender, soft.

সুখ্, স. শ. ( সং. সুখ—সুখ্, আনন্দিত কৰ্ ) আনন্দ ; সম্পদ, দুখ নোহোৱা অৱস্থা, happiness, pleasure.

সুখকৰ্, বি. ( সং. সুখকৰ—সুখ, ঐ + কৰ, কৰা ) সুখ জন্মোৱা, সুখ দিয়া, conferring happiness. (স্ত্রী) সুখকৰী।

সুখদায়ক্, বি. ( সং. সুখদায়ক—সুখ, ঐ + দায়ক, দিয়া ) সুখ দিয়া, সুখকৰ, conferring happiness ( স্ত্রী ) সুখদায়িকা বা সুখদায়িনী।

সুখ-সাধ্য, বি. ( সং. সুখসাধ্য—সুখ, দুখৰ অভাব + সাধ্য, কৰিব পৰা ) দুখ নোহোৱাকৈ বা অনায়াসে কৰিব পৰা, easy of accomplishment.

সুখাভিলাষী, বি. ( সং. সুখাভিলাষিন্ — সুখ, ঐ + অভিলাষিন্, বাঞ্ছা কৰা ) সুখ বিচৰা, সুখৰ বাঞ্ছা কৰা, সুখাৰ্থী, seeking happiness. ( স্ত্রী ) সুখাভিলাষিণী।

সুখাৰ্থী, বি. (সং. সুখাৰ্থিন্—সুখ, ঐ + অৰ্থিন্, বিচৰা) সুখ বিচৰা সুখাভিলাষী, seeking happiness. (স্ত্রী) সুখাৰ্থিনী।

সুখী, বি. ( সং. সুখিন্—সুখ + ইন্ ) সুখযুক্ত, সুখীয়া, দুখত নপৰা ; আনন্দিত, ৰং পোৱা, happy, prosperous, delighted, glad. (স্ত্রী) সুখিনী।

সুখীয়া, বি. সুখযুক্ত, সুখভোগ কৰি থকা, দুখ নোপোৱা, happy, prosperous.

সুখে, ক্রি. বি. সুখেৰে, সুখত ; যেনে, সুখে থাকাঁ, in happiness.

সুখোদয়, স. শ. ( সং. সুখোদয়—সুখ, ঐ + উদয়, উৎপত্তি ) সুখৰ উৎপত্তি, acquisition of happiness.

সুখ্যাতি, স. শ. ( সং. সুখ্যাতি—সু, উত্তম + খ্যাতি, যশস্যা) সুযশ, সুনাম, যশস্যা ; fame, renown.

সুগন্ধ, স. শ. ( সং. সুগন্ধ—সু, উত্তম + গন্ধ, ঘ্ৰাণ ) উত্তম গন্ধ, সুঘ্ৰাণ, sweet smell, fragrance. বি. ভাল গন্ধোৱা, উত্তম গন্ধযুক্ত ; যেনে, সুগন্ধ ফুল, fragrant.

সুগন্ধি, বি. ( সং. সুগন্ধি — সুগন্ধ + ই ) ভাল গোন্ধোৱা, sweet smelling.

সুগম, বি. ( সং. সুগম—সু, উত্তম + গম্, গতি কৰ্ ) কষ্ট নোহোৱাকৈ গতি কৰিবৰ যোগ্য ; সুখেৰে যাব পৰা (বাটত খাটে) ; যেনে, সুগম বাট ; এতেকে ঢিলা, উজু, সুকৰ, easily passable, easy, practicable.

সুগৰি, বি. ( হিং. সুগড়, সুন্দৰ ) ভালৰূপে কৰা, দোষ নথকা, নিৰ্দ্দোষ ( কামত খাটে ) ; যেনে, এই কাম সুগৰি নহল, faultless ( said of work ).

সুগৰী, } স. শ. ( অং. সু, ভাল + সুগৰী পহু, } গঢ়, আকৃতি ) অলপ ৰঙ্গচীয়া বৰণেৰে দেখিবলৈ শুৱনি এবিধ সৰু পহু, the barking deer.

সুগুণ, স. শ. ভাল গুণ, সৎ স্বভাব; উপকাৰ, good quality, benefit.

সুগ্ৰীৱ, স. শ. কিষ্কিন্ধ্যাৰ বান্দৰৰ ৰজা বালীৰ ভাইয়েক আৰু ৰামৰ বন্ধু, a monkey king who with his adviser *Hanumān* and their army of monkeys, were the allies of *Rama* in his war against *Ravana*. (Dowson).

সুঘ্ৰাণ, স. শ. ( সং. সুঘ্ৰাণ—সু, উত্তম + ঘ্ৰাণ, গন্ধ ) ভাল গন্ধ, a good smell.

সুঙ্গা, স. ধা. ( অং. সুং, গন্ধ ল ) আনক বা আনৰ দ্বাৰা গন্ধ লোৱা; যেনে, মাকে লৰাক ফুল সুঙ্গাইছে, to cause to smell.

সুচৰিত্ৰ, স. শ. উত্তম আচৰণ, সৎস্বভাৱ, good conduct or character. বি. ভাল আচৰণ কৰা, সৎস্বভাৱযুক্ত, well behaved.

সুচল, স. শ. ভাল জুতি, সুযোগ, কোনো কাৰ্য্যৰ উপযুক্ত সময় বা ঠাই; যেনে, শত্ৰুৱে সুচল পালেই হিংসে, convenience, ease, advantage, opportunity. বি. সুগম, উজু; যেনে, বাওঁ হাতে লেখা সুচল নহয়, easy, convenient.

সুচাৰু, বি. ( সং. সু, উত্তম + চাৰু, সুন্দৰ ) বৰ সুন্দৰ বা শুৱনি, শ্ৰেষ্ঠ, very beautiful, excellent.

সুজন, স. শ. ( সং. সুজন—সু, উত্তম + জন, মানুহ ) সজ লোক, ধাৰ্ম্মিক মানুহ, a virtuous person.

সুজান, বি. ( অং. সু, ভালৰূপে + জনা, জ্ঞানী ) জনা, চতুৰ, বুধিয়ক, clever.

সুত, স. শ. ( সং. সুস্থ, বেদনা-ৰহিত ) বেদনা বা খজুৰতি কমোৱা বস্তুৰ পৰা হোৱা সুখ; যেনে, বিষত সেক দিলে সুত লাগে, the pleasing sensation produced by the application o something that alleviates pain or itching.

সুত, স. শ. ( সং. সুত—সূ, প্ৰসৱ কৰ্ ) পুত্ৰ, a son. ( স্ত্ৰী ) সুতা।

সুত, স. শ. ( সং. কুসীদ; হিং. বং. সুদ, ধনৰ বাঢ়ি ) ধাৰে দিয়া ধনৰ বাঢ়ি, interest on a loan.

সুতনি, স. শ. ( অং. সুত, বেদনা গুচাত হোৱা সুখ ) আপদৰ সময়ত দিয়া আশ্বাস বা নিৰ্ভয়, সান্ত্বনা, consolation, encouragement.

সুতৰাং, ক্ৰি. বি. ( সং, সুতৰাং — সু, উত্তম + তৰ, প্ৰত্যয় ) অনায়াসে, অৱশ্যে, of course.

সুতল, স. শ. ( সং. সুতল—সু, উত্তম + তল, খলপা ) পৃথিৱীৰ তলৰ ষষ্ঠ খলপা, the sixth division of the lower region.

সুতুলি, স. শ. ( সুত. মুখেৰে কৰা শব্দ ) লৰাই মুখেৰে বজোৱা এবিধ মাটিৰ বাদ্য, a whistle made of clay.

সুতুলি পিঠা, স. শ. সুতুলিৰ গঢ়েৰে কৰা এবিধ পিঠা, a kind of sweetmeat resembling the above in shape.

সুৎকৰে, ক্ৰি. বি. গম নোপোৱাকৈ, মনে মনে ( যোৱাত খাটে ), without being observed.

সুথিৰ, বি. ( সং. সুস্থিৰ, শান্ত ) শান্ত, বিভ্ৰাট নথকা, স্থিৰ ভাৱে থকা ( দেশ বা কালত খাটে ); যেনে, মৰাণৰ ৰণ ভাগিলত দেশ সুথিৰ হল, সুথিৰ কালত, quiet, tranquil ( time or country ). স. শ. বিভ্ৰাট নথকা কাল; যেনে, সুথিৰত সকলো সুখে থাকে, peaceful time.

সুদৰ্শন, স. শ. ( সং. সুদৰ্শন—সু, সুন্দৰ + দৰ্শন, দৃষ্টি ) বিষ্ণুৰ চক্ৰ, the discus of Vishnu. বি. শুৱনি, beautiful.

সুদিন, স. শ. ভাল দিন, বতাহ বৰষুণ নথকা দিন; শুভ দিন, সৌভাগ্যৰ সময়, a

fine day, an auspicious day, prosperity.

সুদীৰ্ঘ, বি. বৰ দীঘল, very long.

সুদৃঢ়, বি. বৰ ডাঠ, শকত, অভেদ্য, solid, firm, impenetrable.

সুধৰ্ম্মা, সুধৰ্ম্মা সভা, } স. শ. (সং. সুধৰ্ম্মা—সু, উত্তম+ধৰ্ম্ম, বিচাৰ) ইন্দ্ৰৰ সভা, দেৱতাবিলাকৰ সমাজ, the council of the gods.

সুধা, স. শ. (সং. সুধা—সু, উত্তম+ধে, পান কৰ্; উত্তম পান) অমৃত, nectar. "অমৃত" চোৱা।

সুধাকৰ্, স. শ. (সং. সুধাকৰ—সুধা, ঐ+আকৰ, উৎপত্তিৰ স্থান; চন্দ্ৰৰ ৰশ্মি বৰ মৃদু বা মিষ্ট, এতেকে) চন্দ্ৰ, the moon.

সুধা-নিধি, স. শ. (সং. সুধানিধি—সুধা, ঐ+নিধি, ভড়াল) চন্দ্ৰ, the moon.

সুধাময়, বি. (সং. সুধাময়—সুধা, ঐ+ময়, স্বৰূপ) অমৃতস্বৰূপ, অমৃতৰ নিচিনা, বৰ সোৱাদ, nectar-like, very sweet or pleasing.

সুধীৰ্, বি. বৰ শান্ত, সুস্থিৰ, লৌৰালপা নোহোৱা, steady, cool and collected, not fickle.

সুনিশ্চিত, কৃদ. বি. ভালৰূপে নিশ্চয় কৰা, well ascertained.

সুনীতি, স. শ. উত্তম নীতি, সজ আচৰণ, good conduct.

সুন্দৰ্, বি. (সং. সুন্দৰ—সু, উত্তমকৈ+দৃ, আদৰ কৰ্) উত্তম, ভদ্ৰ, ভাল, শুৱনি, শোভাযুক্ত, good, beautiful, handsome.

সুন্দৰী, বি. (সুন্দৰ শব্দৰ স্ত্ৰীলিঙ্গ) শুৱনী, ৰূপৱতী, দেখিবলৈ ভাল, beautiful (Fem.). স. শ. শুৱনী তিৰোতা, a beautiful woman.

সুপথ, স.শ. উত্তম পথ, ভাল বাট; সজ আচৰণ, a good road, virtuous conduct.

সুপি, স. শ. ("সোপা" চোৱা) অলপীয়া বা ভাল বস্তুৰ সমূহ, diminutive of সোপা, a small mass.

সুপ্ত, কৃদ. বি. (সং. সুপ্ত—স্বপ্, শো) নিদ্ৰিত, শোৱা; শান্ত হৈ থকা, sleeping, dormant.

সুবৰ্ণ, স. শ. (সং. সুবৰ্ণ—সু, উত্তম+বৰ্ণ, বৰণ) ভাল বৰণ; সোণ, a good or bright colour, gold.

সুবৰ্ণময়, বি. (সং. সুবৰ্ণময়—সুবৰ্ণ, সোণ +ময়, নিৰ্ম্মিত, নিচিনা) সোণেৰে গঢ়া; সোণৰ নিচিনা; যেনে, সুবৰ্ণময় পাত্ৰ, made of gold, like gold.

সুবুদ্ধি, স. শ. (সং. সুবুদ্ধি—সু, ভাল+বুদ্ধি, বুজা শক্তি) উত্তম বুদ্ধি, ভাল বোধ শক্তি; সজ আলচ, a good intellect, useful advice. বি. ভাল বুদ্ধি-যুক্ত, জনা বুজা, intelligent.

সুভগা, সুভাগিনী, সুভাগী, } বি. (সং. সু, উত্তম+ভগ, ভাগ্য) লাগী, স্বামীৰ আদৰ পোৱা, beloved or favorite, as a wife.

সুমঙ্গল্, স. শ. বৰ মঙ্গল, বৰ ভাল ভাগ্য, good luck. বি. শুভ, কল্যাণ জন্মোৱা; যেনে, সুমঙ্গল দিন, lucky, auspicious.

সুমঙ্গলীয়া, বি. শুভ, মঙ্গল কৰা, lucky, auspicious.

সুমতি, স. শ. ভাল মতি, সুবুদ্ধি; সুস্বভাৱ; যেনে, মানুহৰ সুমতি হলে শুভ হয়, good disposition or intention.

সুমধুৰ্, বি. অতিশয় মধুৰ, বৰ সোৱাদ, very sweet or pleasing.

সুমৰ্, স. ধা. (সং. স্মৰণ, মনত পৰা কাৰ্য্য) স্মৰণ কৰ্, সোঁৱৰ্, to recollect.

সুমৰণ্, কৃদ. স. স্মৰণ কৰা কাৰ্য্য, সোঁৱৰণ, the act of recollecting.

সুমা, স. ধা. (অং. সোমা, প্ৰবেশ কৰ্) ভিতৰলৈ নি, ভিতৰলৈ ঠেল্, take in, to introduce, to thrust into.

সুমুৱা, স. ধা. আনৰ দ্বাৰা প্ৰবেশ কৰা, ভিতৰলৈ নিয়া বা ঠেলা, to cause to be taken in, introduced, thrust.

সুমিত্ৰা, স. শ. দশৰথৰ ভাৰ্য্যা লক্ষ্মণৰ মাক, wife of *Dosharatha* and mother

of *Lakshmana* and *Satrughana.* (Dowson).

সুমেৰু, স. শ. মেৰু পৰ্ব্বত ; পৃথিৱীৰ উত্তৰ ফালৰ মূৰ, the mountain *Meru,* the North pole. "কুমেৰু" চোৱাঁ।

সুমথিৰা, স. শ. (অং. সোণতৰা ; সোণৰ তৰা-টোৰ দৰে জিলিকি থাকে, এতেকে) পকিলে ৰৰ ৰঙ্গা আৰু মিঠা হোৱা এবিধ ঘূৰণীয়া টেঙ্গা, an orange. *Citrus aurantium.* (Gamble).

সুযশ, স. শ. উত্তম যশ, সুখ্যাতি, সুনাম, fame, renown.

সুযোগ্, স. শ. (সং. সুযোগ—সু, ভাল + যোগ, মিলন) কোনো কাৰ্য্যৰ উপযুক্ত ঠাই বা সময়, সুচল ; যেনে, সুযোগ পালে কম, opportunity.

সুৰ্, স. শ. (সং. সুৰ—সুৰ্, দীপ্তি কৰ্) সূৰ্য্য ; দেৱতা, the sun, a god.

সুৰ্, স. ধা. চহোৱা মাটি বা পানীৰ পৰা (বন আদি) দূৰ কৰ্ ; যেনে, পানীৰ দল সুৰিছে, to clear away, as grass, &c., from water or tilled ground.

সুৰপতি, স. শ. (সং. সুৰপতি—সুৰ, দেৱতা + পতি, গৰাকী) দেৱতাৰ ৰজা ইন্দ্ৰ, Indra, the king of the gods.

সুৰপুৰি, স. শ. (সং. সুৰপুৰি—সুৰ, দেৱতা + পুৰি, নগৰ) ইন্দ্ৰৰ নগৰ, অমৰাৱতী, the capital of Indra.

সুৰভি, } স. শ. (সং. সুৰভি—সু, উত্তম-
সুৰভী, } ৰূপে + ৰভ্,আৰম্ভ কৰ্) কামধেনু, a fabulous cow granting anything asked for.

সুৰলোক্, স. শ. (সং. সুৰলোক—সুৰ, দেৱতা + লোক, স্থান) দেৱলোক, স্বৰ্গ, the region of the gods, heaven.

সুৰস্, বি. (সং. সুৰস—সু, উত্তম + ৰস, আস্বাদ) মিষ্ট, মিঠা, সোৱাদ, সন্তোষ লগোৱা, sweet, pleasant.

সুৰক্ষিত্, কৃদ. বি. (সং. সুৰক্ষিত—সু, ভালকৈ + ৰক্ষিত, ৰখা) ভালকৈ ৰখা বা থোৱা, উত্তমৰূপে ৰক্ষা কৰা, well protected or preserved.

সুৰা, স. শ. (সং. সুৰা—সুৰ্, দীপ্তি কৰ্) মদ্য, ফটিকা, মদ, any spirituous liquor, wine.

সুৰাঙ্গনা, স. শ. (সং. সুৰাঙ্গনা—সুৰ, দেৱতা + অঙ্গনা, তিৰোতা) অপেস্বৰা, a nymph.

সুৰাচাৰ্য্য, স. শ. (সং. সুৰাচাৰ্য্য—সুৰ, দেৱতা + আচাৰ্য্য, গুৰু) দেৱতাবিলাকৰ গুৰু বা শিক্ষক, বৃহস্পতি, *Vrihaspati,* the preceptor of the gods.

সুৰাপান্, স. শ. (সং. সুৰাপান—সুৰা, মদ + পান, পিয়ন) মদ খোৱা কাৰ্য্য, the act of drinking spirituous liquors.

সুৰাপায়ী, বি. (সং. সুৰাপায়িন্—সুৰা, মদ + পায়িন্, পিয়া) মদপী, মদাহী, addicted to spirituous liquors. (স্ত্ৰী) সুৰাপায়িনী।

সুৰাৰি, স. শ. (সং. সুৰাৰি—সুৰ, দেৱতা + অৰি, শত্ৰু) অসুৰ, দৈত্য ; ৰাক্ষস, a demon.

সুৰালয়্, স. শ. (সং. সুৰালয়—সুৰ, দেৱতা + আলয়, ঘৰ) দেৱতা থকা ঠাই, স্বৰ্গ, the abode of the gods, heaven.

সুৰাসুৰ্, স. শ. সুৰ আৰু অসুৰ, দেৱতা আৰু দৈত্য, gods and demons.

সুৰুকীয়া, বি. (অং. সৰক্, মাজে দি সোমা) যেন তেনকৈ সৰকি যাব পৰা, বহল নো-হোৱা, নিচেই ঠেক (বাটত খাটে), narrow, as a passage.

সুৰুক্ কৰে, ক্ৰি. বি. গম নোপোৱাকৈ, মনে মনে, সুত কৰে (যোৱাত খাটে), quietly, unobservedly.

সুৰুকা মাৰ্, সুৰুক কৰে গুচি যা, to steal away, to sneak away.

সুৰুঙ্গা, স. শ. (সং. সুৰুঙ্গা, চুৰ কৰিবলৈ বাৰৰ তলে বা বাৰত দিয়া বিন্ধা—সু, ভালুকৈ + ৰঞ্জ, ৰৰণ লগা ; তাৰ মাজে পোহৰ সোমায়, এতেকে) বাৰৰ জলঙ্গা ;

সৰু বিন্ধা বা ফুটা, a chink in a wall, a small hole.

সুৰূপ্, স. শ. ( সং. সুৰূপ—সু, উত্তম+ৰূপ, গঢ় ) ভাল গঢ়, সুন্দৰ আকৃতি ; যেনে, "দেখিয়া কৃষ্ণৰ সুৰূপ," beauty. বি. শুৱনি, ৰূপৱন্ত ; যেনে, সুৰূপ পুৰুষ, comely, beautiful.(স্ত্ৰী) সুৰূপা, সুৰূপিণী।

সুৰেন্দ্ৰ, স. শ. ( সং. সুৰেন্দ্ৰ—সুৰ, দেৱতা+ইন্দ্ৰ, অধিপতি ) দেৱৰাজ, ইন্দ্ৰ, Indra, the king of heaven.

সুৰ্ত্তি, স. শ. ( সং. স্মৃতি, স্মৰণ ) তত, ধৈৰ্য্য ; চেষ্টা, স্থিৰতা ; যেনে, ধন দিম, অলপ সুৰ্ত্তি ল ; বনৰ মাইৰত সুৰ্ত্তি পোৱা নাই, patience, rest.

সুৰ্‌সুৰণি, সুসুৰণি, } স. শ, অলপকৈ ছুলে বা লুৰ্‌ফুৰালে হোৱা অসুখ বোধ ; যেনে, কাষলতিৰ তলত হাত দিলে সুৰ্‌সুৰণি উঠে, a tickling sensation.

সুৰ্‌সুৰা, সুসুঁৰা, } অ. ধা. সুৰ্‌সুৰণি বোধ কৰ্ ; যেনে, মণি পিন্ধোতে লৰাৰ ডিঙ্গিয়ে সুৰ্‌সুৰায় ; লুৰফুৰাই সুৰ্‌সুৰণি তোল্ ; যেনে, সুৰ্‌সুৰাই দিলে টোপনী ভাগে, to feel or cause a tickling sensation.

সুৰ্‌সুৰীয়া, সুসুঁৰীয়া, } বি. সুৰসুৰ কৰে চলা, ঠহ নধৰা, ওজৰ নকৰাকৈ কাম কৰা ; যেনে, মাৰ পালে দগা গৰুও সুৰ্‌সুৰীয়া হয়, easy of being led or managed, ready to obey.

সুৰ্‌সুৰ্ কৰে, সুসুঁৰ্ কৰে, } ক্ৰি. বি. ঠহ নধৰাকৈ, ওজৰ নকৰাকৈ ; কতো লাগি নধৰাকৈ (যোৱাত খাটে) ; যেনে, ডাবি পাই সুৰ্‌সুৰ কৰে গল, readily, willingly, smoothly.

সুলভ্, বি. ( সং. সুলভ — সু, সহজে + লভ্, পা ) অনায়াসে পোৱা, সস্তা, easily procurable, cheap. (স্ত্ৰী) সুলভা।

সুললিত্, বি. সুকোমল, মৃদু ; যেনে, সুললিত অঙ্গ ; মধুৰ, শুনিবলৈ মিঠ ; যেনে, সুললিত্ স্বৰ, delicate, tender, pleasing to the ear.

সুলক্ষণ্, স. শ. ( সং. সুলক্ষণ—সু, ভাল+লক্ষণ, চিন ) গাত থকা সুখ সম্পদৰ স্বাভাৱিক চিন ; ভাল বা কুশল হবৰ আগন্তুক বুজোৱা ঘটনা বা চিন্, a natural mark in the body indicating happiness, a good omen.

সুলক্ষণী, বি. গাত সুখ সম্পদৰ স্বাভাৱিক লক্ষণ থকা ( স্ত্ৰী ), bearing a natural mark indicating happiness (Fem.).

সুলক্ষণীয়া, বি. শুভ বুজোৱা ; সুখ সম্পদৰ লক্ষণযুক্ত, foreboding good, bearing a natural mark indicating happiness.

সুলী, "সোলা" চোৱা।

সুলোচনা, বি. ( সং. সুলোচনা—সু, উত্তম + লোচন, চকু) শুৱনি চকুযুক্তা ; এতেকে সুন্দৰী, fine-eyed, beautiful (Fem.).

সুলুসুলীয়া, বি. জুলীয়া, লেউ-লেৱা, of the consistency of thin mud.

সুৱগা, স. শ. ( সং. সুভগ ; হিং. বং. সোহাগা, এবিধ উপধাতু ) এবিধ আকৰত পোৱা বগা খাৰৰ গুণ থকা বস্তু, তাৰ দ্বাৰা ধাতু জনা যায়, borax.

সুৱঁদি, বি. অলপ সোৱাদ লগা, ঈষৎ সোৱাদ গুণযুক্ত, sweetish.

সুৱাগী, বি. ( অং. সুভাগী, ভাগ্যৱতী ) লাগী, স্বামীৰ আদৰ পোৱা, beloved or favorite ( said of a wife ). স. শ. লাগী তিৰোতা, স্বামীৰ চেনেহৰ ভাৰ্য্যা, a beloved or favorite wife.

সুৱাগ্ চৰ্, সৌভাগ্যৰ বৃদ্ধি হ, স্বামীত খাটনি বাঢ়, স্বামীৰ চেনেহ অধিক হ ; যেনে, বুঢ়ী হবৰ যহত আঁইচু দেওৰ সুৱাগ চৰি গৈছে, to be more beloved, as a wife.

সুৱাগুৰি-তোলা, সুৱাগ্-তোলা, } স. শ. ( সং. সুভাগ্য, কুশল + তোলা, তুলি অনা ) কন্যাৰ ঘৰলৈ যাবৰ সময়ত দৰাৰ আৰু দৰাই কন্যাৰ পদুলি পালে কন্যাৰ ঘৰত পানী তুলি কৰা মঙ্গলাচৰণ, a ceremony of drawing water from

a river or tank, which is performed at the house of the bridegroom when he is about to proceed to the bride's house, and at the latter upon his arrival there, by the females belonging to the respective parties.

সুৰাগুৰি বা সুৰাগ্ তোল্, ওপৰত লেখা কাৰ্য্য কৰ্, to perform the above ceremony.

সুৰাগমণি,স.শ.এবিধ ধান, a kind of paddy.

সুশিক্ষিত, কৃদ. বি. ভালৰূপে শিক্ষা পোৱা, well-taught, educated.

সুশীতল্, বি. বৰ চেঁচা ; বৰ নিমজ, very cool, very smooth.

সুশীল্, বি. (সং. সুশীল—সু, উত্তম+শীল, স্বভাৱ) শান্ত, শিষ্ট, সৎ, নম্ৰ, of good temper, civil, mild. (স্ত্ৰী) সুশীলা।

সুশৃঙ্খল্, বি. (সং. সুশৃঙ্খল—সু, ভালৰূপে + শৃঙ্খল, শিকলি) ভালকৈ শ্ৰেণী লগোৱা, placed in proper order.

সুশ্ৰী, বি. (সং. সুশ্ৰী—সু, অতিশয়+শ্ৰী, শোভা) বৰ শুৱনি, fine looking.

সুসজ্জিত্, কৃদ. বি. (সং. সুসজ্জিত—সু, উত্তমৰূপে + সজ্জিত, সজোৱা) ভালৰূপে সজোৱা, ভূষিত, পৰিপাটি, trim, tidy, well-dressed.

সুসাধ্য, বি. (সং. সুসাধ্য—সু, উজুৰূপে +সাধ্য, কৰিব পৰা) অনায়াসে কৰিব পৰা, easy of performance, practicable, feasible.

সুসাধ্যতা, গু. শ. অনায়াসে কৰিব পৰা গুণ, সৌকৰ্য্য, feasibleness, facility.

সুস্থ, বি. (সং. সুস্থ—সু, ভালৰূপে+স্থা, থাক্) ভালে থকা, নিৰোগী, healthy.

সুস্থতা, গু. শ. ভালে থকা অৱস্থা, ৰোগৰ অভাৱ, health.

সুস্থিৰ, বি. (সং. সুস্থিৰ—সু, বৰ+স্থিৰ, থিৰ) বৰ স্থিৰ, চঞ্চল নোহোৱা, গম্ভীৰ, গহীন ; নিশ্চিত, steady, firm, not fickle, settled.

সুস্বাদ্, স. শ. (সং. সুস্বাদ—সু, উত্তম+স্বাদ, সোৱাদ) উত্তম স্বাদ, ভাল সোৱাদ, good taste.

সুস্বাদু, বি. বৰ সোৱাদ, বৰ মিঠা, delicious..

সুহুৰি, স. শ. ওঁঠ চেপি ধৰি কৰা সুসু শব্দ, a whistling sound.

সুহুৰিয়া, অ. ধা. ওঁঠ চেপি ধৰি সুসু শব্দ কৰ্, to whistle.

সুহৃদ্, বি. (সং. সুহৃদ—সু, সজ+হৃদ্, মন, মনৰ মিল থাকে, এতেকে) প্ৰিয় মানুহ, বন্ধু, ইষ্ট, a friend.

সুহৃদ্ভেদ্, স. শ. (সং. সুহৃদ্ভেদ — সুহৃদ্, ঐ + ভেদ, ভঙ্গ) প্ৰীতি ভগা, বন্ধুৰে সৈতে হোৱা দ্বন্দ, a disagreement or quarrel between friends, breach of friendship.

সূচক্, স. শ. (সং. সূচক — সূচ্, সম্বাদ দি) লগনীয়া মানুহ, টুটকীয়া, a backbiter. বি. বোধক, বুজোৱা, জনোৱা, এটা সংজ্ঞা শব্দৰ পাচত থাকে ; যেনে, নিন্দাসূচক কথা, indicating, used as the last member of a compound word.

সূচনা, স. শ. কোনো কথাৰ উত্থাপন, প্ৰস্তাৱ, উল্লেখ ; যেনে, এই কথাৰ সূচনা হোৱা নাই, a proposal, mention, allusion.

সূচা, স. ধা. (সং. সূচ্, সম্বাদ দি) টোটক লগা ; উল্লেখ কৰ্, উন্মুকিয়া, ইঙ্গিতেৰে বুজা ; যেনে, সি চল পাই এই কথা সূচালে, to backbite, to allude to, to indicate, to mention.

সূচা মাৰ্, টোটক লগা, to backbite.

সূচা, বি. (সং. স্বস্থ, নিৰোগ) নিৰোগী, গা ভালে থকা ; যেনে, সূচা মানুহ, healthy.

সূচি, স. শ. (সং. সূচি — সিব্, সি) বেজী ; এতেকে (অসমীয়াত) জেওৰাৰ পথালি কামী, a needle, a long piece of split bamboo horizontally interwoven into a fence, the rail of a fence.

স্থূচি ফুৰা, জেওৰাত পথালী কামী ব, to interweave a piece of split bamboo into a fence.

সূত্, স. শ. ( সং. সূত—সু, ওপজ্ ) ক্ষত্ৰিয়ৰ দ্বাৰা বামুণীত জন্মা মানুহ, এতেকে বৰিয়া ; পুৰাণ কোৱা এজনা মুনি, a man of a mixed caste, the name of a Sage.

সূত্, স. শ. ( সং. সূত্ৰ, সূতা ) বেঁত চাঁচি কৰা মিহি জৰী ; লতাই গছ আদিত মেৰাই ধৰা আঁহ ; নখৰ দাঁতিত ওলোৱা আঁহ, fine split ratan used as a string, a tendril, fibre.

সূতলাহি, স. শ. ( সং. সূত্ৰলা, যঁতৰৰ শলা + অহি, সাপ ; যঁতৰৰ শলাত সাপৰ দৰে মেৰ খাই থাকে, এতেকে ) যঁতৰত কাটি শলাত মেৰাই থোৱা সূতা, a conical ball of thread.

সূতা, স. শ. ( সং. সূত্ৰ ; প্ৰাং. বং. সূতা ; হিং. সূত, তুলাৰ আঁহ ) তুলা আদিৰ পকোৱা আঁহ, a thread.

সূতা কাট্, সূতা কৰ্, to spin.

সূতা তোল্, বেজীৰে সূতা সুমাই ফটা কাপোৰ বাত্, to darn.

সূতাৰ্, স. শ. ( সং. সূত্ৰধাৰ ; বং. ছুতাৰ, বাটৈ ) বাটৈ, কাঠৰ কাম কৰোঁতা, a carpenter.

সূত্ৰ, স. শ. ( সং. সূত্ৰ—সূত্ৰ্, বান্ধ্ ) সূতা, তুলা আদিৰ পকোৱা আঁহ ; ব্যাকৰণৰ বা দৰ্শন-শাস্ত্ৰৰ সংক্ষেপ নিয়ম ; ভাৱনাৰ প্ৰতিদৰ্শনৰ আদিতে সূত্ৰধাৰীয়ে কোৱা সংক্ষেপ বিবৰণ ; কথাৰ উৰা, ঘানাকঘুনুক সম্বাদ ; যেনে, সেই ঘটনাৰ সূত্ৰ ওলাইছে, a thread, an aphorism or short rule, a prelude to each scene of an Assamese drama, a clue to some occurrence, &c.

সূত্ৰধাৰী, স. শ. ( সং. সূত্ৰধাৰ — সূত্ৰ, সংক্ষেপ বিবৰণ + ধৃ, ধৰ্ বা ক ) ভাৱনাৰ প্ৰতিদৰ্শনৰ আদিতে সেই দৰ্শনৰ সংক্ষেপ বিবৰণ কওঁতা, the chief actor or interlocutor in the prelude to each scene of an Assamese drama.

সূত্ৰপাত্, স. শ. ( সং. সূত্ৰপাত — সূত্ৰ, সূতা + পাত, পেলোৱা ; সূতাৰে কাঠ কাটিবলৈ আৰম্ভ কৰোঁতে সূতা পেলাই জোখ লয়, এতেকে ) আয়োজন, কোনো কাৰ্য্য কৰিবৰ প্ৰস্তাৱ ; যেনে, এই কাৰ্য্যৰ সূত্ৰপাত হৈছে, preparations for something.

সূপকাৰ্, স. শ. ( সং. সূপকাৰ — সূপ, আঞ্জাৰ জোল + কাৰ, কৰোঁতা ) ৰান্ধনি, a cook.

সূৰ্য্য, স. শ. ( সং. সূৰ্য্য—সৃ, গতি কৰ্ ; বেলিয়ে পৃথিৱীৰ চাৰিও ফালে গতি কৰে, এই ভাৱত ) বেলি, দিনত পোহৰ দিয়া গ্ৰহ, the sun.

সূৰ্য্যকপালী, স. শ. ( সং. সূৰ্য্য, ঐ + অং. কপালী, কপালত পিন্ধা বস্তু ) সূৰ্য্য ওলাওঁতে হোৱা আৰু সূৰ্য্য মাৰ গলে গুচা মূৰকামোৰণি, a headache that comes in the morning and ceases in the evening.

সূৰ্য্যকান্ত, স. শ. ( সং. সূৰ্য্যকান্ত—সূৰ্য্য, বেলি + কান্ত, বাথৰ ) এবিধ ৰঙ্গা বৰণীয়া বাথৰ, splendid like the sun, a particular gem. (Haughton).

সূৰ্য্যকান্তি, স. শ. ( সং. সূৰ্য্যকান্তি—সূৰ্য্য, বেলি + কান্তি, দীপ্তি ) সূৰ্য্যৰ প্ৰকাশ ; এবিধ অলপ হালধীয়াৰে মিহলি ৰঙ্গচীয়া ফুল, sunshine, a kind of flower of a reddish color.

সূৰ্য্য-গ্ৰহণ্, স. শ. ( সং. সূৰ্য্যগ্ৰহণ—সূৰ্য্য, বেলি + গ্ৰহণ, আচ্ছাদন ) চন্দ্ৰৰ দ্বাৰা সূৰ্য্যৰ আচ্ছাদন, an eclipse of the sun. "গ্ৰহণ" চোৱাঁ।

সূৰ্য্যবিপ্ৰ, স. শ. ( সং. সূৰ্য্যবিপ্ৰ, গণক— সূৰ্য্য, বেলি + বিপ্ৰ, বামুণ, সূৰ্য্য আদি গ্ৰহবিলাকৰ পূজা কৰে, এতেকে) গণক, a *ganak*, a man of the astrologer caste.

সূৰ্য্যমণ্ডল্, স. শ. ( সং. সূৰ্য্যমণ্ডল—সূৰ্য্য,

বেলি + মণ্ডল, গোল ) সূৰ্য্যৰ মেৰবা ঘূৰণীয়া আকাৰ, the orb or disc of the sun.

সূৰ্য্যৰশ্মি, স. শ. ( সং. সূৰ্য্যৰশ্মি—সূৰ্য্য, বেলি + ৰশ্মি, কান্তি ) সূৰ্য্যৰ পোহৰ ; সূৰ্য্যৰ কান্তি, sunshine, a ray of the sun, sunbeam.

সূৰ্য্যাস্ত, স. শ. ( সং. সূৰ্য্যাস্ত — সূৰ্য্য, বেলি + অস্ত, মাৰ যোৱা ) বেলি মাৰ যোৱা সময়, গধূলি বেলা, sunset, eventide.

সূৰ্য্যোদয়, স. শ. ( সং. সূৰ্য্যোদয়—সূৰ্য্য, বেলি + উদয়, ওলোৱা ) অৰুণোদয়, বেলি ওলোৱা সময়, sunrise, dawn.

সূক্ষ্ম, বি. ( সং. সূক্ষ্ম, ক্ষুদ্ৰ—সূচ্, সম্বাদ দি ) অতি ক্ষুদ্ৰ, নিচেই সৰু, বৰ মিহি, very small, minute, fine.

সূক্ষ্মতা, গু. শ. নিচেই ক্ষুদ্ৰ বা মিহি হোৱা গুণ বা অৱস্থা, minuteness, fineness.

সূক্ষ্মদৰ্শিতা, গু. শ. ( তলনৈ চোৱা ) সূক্ষ্মদৰ্শন, চোকা দৃষ্টি, কোনো বিষয়ৰ ভিতৰলৈ দকৈ সোমাই তাক ভালকৈ বুজিব পৰা গুণ, sharp-sightedness, penetration, acumen.

সূক্ষ্মদৰ্শী, বি. ( সং. সূক্ষ্মদৰ্শিন্—সূক্ষ্ম, মিহি + দৰ্শিন্, দেখা ) সূক্ষ্ম দৃষ্টি থকা, চোকা দৃষ্টিযুক্ত, বৰ বুদ্ধিমান, কোনো কথাৰ সকলো ফাল বুজিব পৰা, sharp-sighted, capable of seeing all the bearings of a matter, very intelligent. ( স্ত্ৰী ) সূক্ষ্মদৰ্শিনী।

সূক্ষ্মবিচাৰ, স. শ. ( সং. সূক্ষ্মবিচাৰ—সূক্ষ্ম + বিচাৰ, বিবেচনা ) কোনো বিষয়ৰ সকলো অংশৰ দকৈ কৰা বিবেচনা, thorough investigation of a matter.

সূক্ষ্মবুদ্ধি, স. শ. ( সং. সূক্ষ্মবুদ্ধি—সূক্ষ্ম + বুদ্ধি ) চোকা বুদ্ধিযুক্ত ; যেনে, সূক্ষ্মবুদ্ধি লোক, sharp, very intelligent.

সৃষ্ট, কৃদ. বি. ( সং. সৃষ্ট—সৃজ্, নিৰ্ম্মাণ কৰ্ ) নিৰ্ম্মিত, সজা, কৰা, created, made.

সৃষ্টি, স. শ. ( সং. সৃষ্টি—সৃজ্, ঐ ) নিৰ্ম্মাণ, সাজন ; জগৎ, creation, the universe.

সেই, বি. স. ( সং. এতদ্, আগত থকা ) আগত থকা, চকুৰে দেখা ; ওপৰত কোৱা ; যেনে, সেই মানুহ বা বস্তু, that.

সেই দেখি, ক্ৰি. বি. সেই কাৰণে, therefore.

সেইয়া, বি. স. সেইটো, আগত থকাটো, that.

সেউজ্, স. শ. ( হিং. সবুজ, কলাপতীয়া বৰণ ) শ্যামবৰ্ণ, কলাপতীয়া বৰণ, the green colour.

সেউজীয়া, বি. শ্যাম, কলাপতীয়া, green.

সেউতী, স. শ. ( সং. সেৱতী, এবিধ ফুল ) গোলাপ জাতিৰ এবিধ ফুল ; তাৰ গছ ; তাৰ দুবিধ ৰঙা আৰু বগা, a kind of flower and its shrub.

সেও, স. শ. ( অং. সেক্, তাপ দি ) জুইৰে বা তপত বস্তুৰে দিয়া তাপ ; যেনে, বুঢ়াই কঁকালত সেও লয়, the heat of fire applied to anything, fomentation.

সেও, বি. ( অং. সৈৰ, মূৰ চাপৰাই কৰা সৎকাৰ ) নম্ৰ হোৱা, বশ হোৱা, বৰ কথা এৰা ; যেনে, সেকা পালেহে দুষ্ট সেও হয়, এতেকে উভ নোহোৱা ; বৰ হলনীয়া ( কোৰ কুঠাৰাদিৰ নালত খাটে ), humbled, subdued, slanting, as the handle of a hoe, &c.

সেওলা, বি. বৰ কতীয়া, বৰ হলনীয়া ( যেই সেই বস্তুত খাটে ), very slanting.

সেওঁতু, স. শ. ( সং. সেচনী, সিচনী ) নাৱৰ পানী সিচা যতন, a scoop, a vessel for bailing boats.

সেওঁতা, স. শ. ( সং. সীমন্ত ; বং. সিঁতি, চুলিৰ ধুনবিশেষ ) মেলাই দুভাগ কৰা চুলিৰ মাজৰ ৰেখা, a line made by parting the hair on the head.

সেংসেঙ্গীয়া, বি. চেঁচা, উম নথকা ; যেনে, কপাহী কাপৰ সেংসেঙ্গীয়া, not warm, having no warmth.

সেক্, স. ধা. ( হিং. সেঁকনা ; বং. সেঁকন্,

তাপ দিয়া ) তাপ লগা, তাপ দি ; তাপৰ দ্বাৰা টান বা সিদ্ধ কৰ্, to foment, to apply heat to, to roast, to toast. স. শ. সেঙ, বেদনা গুচিবলৈ বা আন কোনো ইচ্ছাৰে দিয়া তাপ, fomentation, application of heat for any purpose.

সেকা, } সেকেটা, } স. শ. ( অং. সেক, তাপ ) বেয়া কামৰ প্ৰতিফলস্বৰূপে পোৱা কষ্ট, চোকোটা ; যেনে, ডাঙ্গৰৰ কথা নুশুনাৰ সেকা পালা ; জৰত গা ধোৱাৰ সেকা পাবা, sufferings brought on by one's own misdeeds or folly.

সেঙ্গেটা, বি. জাৰত সাৰ নথকা ( মানুহৰ গাত মাথোন খাটে ) ; যেনে, হাত দুখান সেঙ্গেটা হল, benumbed from cold.

সেঙ্গেটা লাগ্, জাৰত সাৰ নথকা হ ; যেনে, গাটো সেঙ্গেটা লাগিল, to be benumbed.

সৈচক্, স. শ. ( সং. সেচক—সিচ্, ছটিয়া ) ছটিয়াওঁতা, সিচোঁতা, a sprinkler, one who scatters.

সৈচন্, কৃদ. স. ছটিওৱা বা সিচা কাৰ্য্য, the act of sprinkling or scattering.

সেতু, স. শ. ( সং. সেতু—সি, বান্ধ ) পানীৰ মাজে বন্ধা আলি ; পথাৰৰ আলি, a causeway, a dam across a paddy field.

সৈতু, স. শ. এবিধ ধাতু, a kind of metal.

সেতু কপৰা, "বেতুকপৰা" চোৱাঁ।

সেনা, স. শ. ( সং. সেনা—স, সৈতে+ইন, অধিকাৰ, সেনাপতিৰ লগত থাকে, এতেকে ) কটক, সৈন্য, ফৌজ ; এজন চিপাহী বা পদাতি, an army, a common soldier.

সেনাপতি, স. শ. ( সং. সেনাপতি—সেনা, কটক+পতি, গৰাকী ) সৈন্যৰ অধিকাৰ, সেনাবিলাকক চলাওঁতা, the leader of an army, a general.

সেনাপতিত্ব, গু. শ. সেনাপতিৰ পদ বা ক্ষমতা, generalship.

সেন্দূৰ, স. শ. "সিন্দূৰ" চোৱাঁ।

সেন্দূৰীয়া, } বি. সেন্দূৰৰ দৰে ৰঙ্গা, red.

সেন্দৰী পমা, স. শ. "পমা" চোৱাঁ।

সেপ্, স. শ. ( সং. ষ্ঠীবন, বং. ছেঁপ, থুই ) মুখৰ ৰস, থুই, spittle.

সেপ টোক্, থুই গিল্, to swallow spittle.

সেমেক্, অ. ধা. ( সং. হিমক, নিয়ৰ ) নিয়ৰ পৰাৰ দৰে অলপ তিতু, আৰ্দ্ৰ হ, জেক্, to be damp or moist.

সেমেকা, স. ধা. অলপকৈ তিয়া, আৰ্দ্ৰ কৰ্, জেকা, to damp, to moisten. বি. অলপ তিতা, আৰ্দ্ৰ, জেকা, damp, moist.

সেমেনাসেমেনি, স. শ. লাজ বা অপমানত কলা পৰি মুখ ইফাল সিফাল কৰা কাৰ্য্য, the act of being abashed or confused with shame.

সেমৰতীয়া, স. শ. ( সং. সহমৃত, একে লগে মৰা ) মৰাৰ লগত চিতাত পুৰি মৰা মতা বা তিৰোতা, a person who burns himself or herself with the corpse of a deceased person.

সেয়ে, ব্য. স. ( অং. সি+এ ) সেইটোৱেই, সেই মানুহেই, that very person or thing.

সেৰ্, স. শ. ( হিং. বং. সেৰ, চাৰি পোৱা ) চাৰি পোৱা, আশী টকাৰ জোখ, a seer or eighty *tolahs*.

সেৰা, স. শ. ( অং. সিৰ, তেজ চলা নাড়ী ) সিৰৰ দৰে গোটা আৰু দীঘলীয়া বস্তু ; যেনে, পাঁজি সেৰা ; এছাৰি আদিৰ কোবৰ উঠঙ্গা সাঁচ, a long, slender and round thing, as a wisp of cotton prepared for spinning, a wale, a raised mark left by a stripe.

সেৰা বান্ধ্, সেৰা হ, এছাৰিৰে কোবোৱাৰ দৰে উঠঙ্গা সাঁচ হ, to be left as a raised mark by a stripe.

সেৰা-খৰি, স. শ. গোটা ডাঙ্গৰ খৰি, a piece of large unsplit fire-wood.

সেৰীয়া, বি. এসেৰ ধৰা; এসেৰ জোখৰ, holding or weighing one seer.

সেকৰা, বি. (অং. "তিৰোতা সেকৰা" শব্দৰ সংক্ষিপ্ত ৰূপ) ভাৰ্য্যাত অতিশয় অনুৰক্ত; স্ত্ৰৈণ; তিৰোতাৰ বশ, uxorious, hen-pecked.

সেবেকা, বি. (সং. সাৰক, পানী) পনীয়া, অধিক পানীযুক্ত হোৱাত পাতল; যেনে, সেবেকা মহী; বৰ ৰসাল হোৱাত বি-সোৱাদ; যেনে, সেবেকা আঙ্গা, watery, tasteless.

সেবেঙ্গা, বি. (সং. স্থকঙ্গা, বিন্ধা) বহু বিন্ধা থকা, পাতল, ঘন নোহোৱা; যেনে, সেবেঙ্গা বাৰ, not dense, having interstices.

সেবেপা, বি. ভালকৈ পাক নোখোৱা, ঢিলা পকীয়া (জৰীত খাটে); যেনে, পঘাডাল সেবেপা হল, not well twisted, said of a rope or string. "সেবেপা গুণীয়া" এনেও হয়।

সেবেলা, বি. জাৰত চেঁচা পৰা, উম নথকা হোৱা; যেনে, হাতখান সেবেলা হল; সেবেলা ভাত, become cold, having no warmth.

সেব্‌সেৰীয়া, বি. (সং. সৰ, পানী) পনীয়া, বৰ ৰসযুক্ত হেতু বিসোৱাদ, সেবেকা; যেনে, সেবসেৰীয়া কুঁহিয়াৰ, tasteless from being excessively juicy.

সেলেকা-দঁতা, বি. (অং. সেবেঙ্গা, পাতল+দাঁত, দন্ত।) ডাঙৰ আৰু সেবেঙ্গা দাঁত-যুক্ত, having large and wide-apart teeth.

সেলেঙ্গি, স. শ. তামোলৰ বাগীৰ পৰা হোৱা মুখৰ আৰু চকুৰ ৰঙ্গা বৰণ আৰু মূৰ-ঘূৰণি, মুই, a flush and giddiness caused by excessive chewing of betel nuts.

সেলেঙ্গি লাগ, তামোলৰ মুইয়ে ধৰ্, to be flushed and giddy from excessive chewing of betel nuts.

সেলেপ্, স. ধা. (অং. সেপ্, থুই) থুইৰে মিহলাই ঢিলা কৰি নোচোবাকৈ লাহে-লাহে গিল, to swallow without chewing and with difficulty.

সৈৱ্, স. ধা. (সং. সেৱ্, উপাস্) উপাসনা কৰ্, আৰাধনা কৰ্, ভক্তি কৰ্; যেনে, "ব্ৰহ্মা বিষ্ণু বিনে সেৱন্ত সকলো দেৱ," to serve, to worship. (পদ্যত)।

সৈৱ, স. শ. সেৱা, উপাসনা; যেনে, "অন্য দেৱী দেৱ, নকৰিবা সেৱ"—শঙ্কৰ। worship homage. (পদ্যত)।

সৈৱক্, স. শ. উপাসক, আশ্ৰিত, ভৃত্য; যেনে, "সেৱকে কৰে অপকাৰ, পাৱে অপযশে স্বামীক তাৰ"; এতেকে শিষ্য, ভকত, a dependant, an attendant, a worshipper, a votary, a disciple.

সৈৱকীয়া, বি. উপাসা কৰা, আশ্ৰিত, অধীন; যেনে, সেৱকীয়া মানুহ, dependent, servile. স. শ. শিষ্য, ভকত; যেনে, সেৱকীয়াই কৰ দিয়ে, a disciple.

সৈৱন্, কৃদ. স. ব্যৱহাৰ, ব্যৱহাৰ কৰণ; যেনে, ঔষধ সেৱন কৰে, স্ত্ৰী সেৱন কৰে, use, the act of using.

সৈৱনীয়, বি. আৰাধনীয়, পূজনীয়, ভক্তিৰ লগা; যেনে, ঈশ্বৰ সেৱনীয়, আশ্ৰয় কৰিবৰ যোগ্য; যেনে, দয়াহীন লোক সেৱনীয় নহয়; ব্যৱহাৰ কৰিবৰ উপযুক্ত; যেনে, এই ঔষধ সেৱনীয়, fit or proper to be worshipped, served or used.

সৈৱা, স. শ. (সং. সেৱা—সেৱ, শুশ্ৰূষা বা ভক্তি কৰ্) শুশ্ৰূষা, পৰিচৰ্য্যা, আলপৈচান, ভক্তি, পূজা, service, homage, worship.

সৈৱা চুৰ্ কৰ্, দেৱতাৰ উপাসনাত বা ভক্তিত ত্ৰুটি কৰ্, to neglect to worship a god or goddess.

সেৱা, স. শ. (সং. সেৱা, ভক্তি) মূৰ দোৱাঁই কৰা সৎকাৰ, প্ৰণাম, an humble salutation, a bow.

সেৱা-চলোৱা, স. শ. (সং. সৈৱা, পূজা+চলোৱা, সম্পাদন কৰোঁতা) দেৱালয়ৰ পূজাৰ কাম চলোৱা বিষয়া, the manager of a temple. (কাম.)।

সৈৱা-চোৰ্, স. শ. দেৱতাৰ উপাসনালৈ

হেলা কৰোঁতা, এতেকে দেৱতাৰ অপৰাধী, one who neglects divine worship.

সেহা, অ. ধা. ( অং. সা-সা, অনুক. ) জলা বস্তুৰ পোৰণি গুচাবলৈ মুখ মেলি 'সা-সা' কৰি উশাহ ল, to breathe hard.

সেহাই ক বা মাত্, বৰ দুৰ্ব্বল মাতেৰে ক, to speak in a very weak voice.

সৈ, স. শ. ( সং. স্বীকাৰ, মান্তি ) দোষ গাত লোৱা কাৰ্য্য, confession.

সৈ কৰ্, সৈ কাঢ্ বা সৈ ল, স্বীকাৰ কৰ্, দোষ গাত ল, to confess.

সৈতে, আ. অব্য. ( সং. সহিত, লগ ) একে লগে, with.

সৈন্ধৱ, স. শ. ( সং. সৈন্ধৱ—সিন্ধু, এখান নৈ ) সিন্ধু নদীৰ পানীয়ে পোৱা ঠাইৰ আকৰত হোৱা এবিধ ডুখৰীয়া লোণ, সন্ধ্যক, rock salt.

সৈন্য, স. শ. ( সং. সৈন্য—সেনা, কটক ) কটক, ফৌজ ; এজন চিপাহি, an army, a soldier.

সৈন্যাধ্যক্ষ, স. শ. (সং. সৈন্যাধ্যক্ষ—সৈন্য, ঐ + অধ্যক্ষ, গৰাকী ) সেনাপতি, the leader of an army, a general.

সৈমান্, বি. (অং. সৈ, স্বীকাৰ+মান, মনা) মান্তি, স্বীকৃত ; যেনে, গুচৰীয়া এই কথাত সৈমান হৈছে, agreed.

সৈমান্, বি. ( সং. সহমান, সহি থকা—সহ্, ধৈৰ্য্য ধৰি থাক্ ) সহিষ্ণু, সহি থকা, অপকাৰৰ প্ৰতিকাৰ নকৰা ; যেনে, সৈমান মানুহ, forbearing, calmly submissive.

সৈয়া, স. শ. ( সং. সহায়, সঙ্গী ) খেলৰ ভাগী, a partner in a game.

সৈয়া, বি. (অং. সহা, দুখত কাতৰ নোহোৱা) খুন্দা সহিব পৰা, অনেক বাৰ খুন্দা খোৱাতো নভগা, টান ( খুঁজৰ কণীত খাটে ) ; যেনে, সাত বিহুৰ সৈয়া কণী, hard, (as an egg).

সৈৰিন্ধ্ৰী, স. শ. ( সং. সৈৰিন্ধ্ৰী, চাকৰি কৰা তিৰোতা ) লোকৰ ঘৰত শিল্প বা তিৰোতাৰ মুৰ-মেলোৱা, কাপোৰ আদি পিন্ধোৱা কামত নিযুক্ত আৰু ইচ্ছা হলে গুচি যাব পৰা তিৰোতা ; যেনে, "সৈৰিন্ধ্ৰী বোলয়, শুনিয়োঁ সুন্দৰ, মইতো কংস্ ৰাইৰ দাসী," an independent female artist, a female attendant in the weman's apartment.

সৈৰিন্ধ্ৰী, স. শ. (সং. সৈৰিন্ধ্ৰী—স্বৈৰ, স্বাধীন +ধৃ, ধাৰণ কৰ্ ) "সৈৰিন্ধ্ৰী" চোৱা।

সোঁ, বি. ( সং. সব্যেতৰ, গাৰ দক্ষিণ ফাল ) বাওঁ ফালৰ বিপৰীত ; যেনে, সোঁ হাত, the right, opposed to the left.

সোঁচৰ্, অ. ধা. ( সং. সঞ্চৰণ, এটাৰ পৰা আন এটাক ধৰা ) এজনৰ গাৰ পৰা গৈ আন এজনক ধৰ্ ( ৰোগত খাটে ) ; যেনে, সকলো ৰোগ সোঁচৰে, to pass from one to another, as a disease.

সোঁচৰা, স. ধা. এজনৰ পৰা আন এজনত লগা ; (ব্যাধিত খাটে) ; যেনে, ৰোগ সোঁচৰাইছে ; আপদ বা কষ্ট আন ; যেনে, আপদ সোঁচৰাইছে, to communicate, as a disease, to bring on, ( as distress). বি. এজনৰ পৰা গৈ আন এজনক ধৰা ; যেনে, সোঁচৰা ব্যাধি, infectious or contagious.

সোঁ-জোনে, ক্ৰি. বি. জোনে সমানে পোহৰ দি থাকোঁতে ; যেনে, আজি সোঁ-জোনে ৰাতি পুৱাল, with the moon shining brightly, with the bright moonlight.

সোঁত্, অনুক. নাকৰ পৰা শেঙুণ চুঁচি উলিয়াওঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced in blowing the nose.

সোঁত্, স. শ. ( সং. স্ৰোত, বৈ থকা পানী ) পানীৰ গতি, বৈ থকা পানী, a current, a stream.

সোঁতা, স. শ. (হিং. বং. সোতা, সুঁতি) নৈৰ শাখা, সুঁতি, the branch of a river.

সোঁতা, স. শ. (সং. সত্তা, অৱস্থিতি ; ধাৰে দিয়া ধন তাৰ দ্বাৰা স্থিৰে থাকে, এতেকে) ধন ধাৰে লৈ বন্ধুৱা দিয়া বস্তু, a pawn, a pledge.

সোঁতা কেৱল অস্থাৱৰ সম্পত্তিত মাথোন খাটে, আৰু ধাৰ কৰোঁতে তাক ধাৰ দিওঁতাৰ হাতত সমৰ্পণ কৰা যায়; যেনে, খাৰু সোঁতা থৈ ধন ধাৰ কৰিছে।

সোঁত্-সোঁতা, অ. বা. পানী লগাৰ কাৰণে উশাহ লওঁতে নাকেৰে সোঁতসোঁত শব্দ কৰ্, to make a sniffling sound with the nose.

সোঁ-পকীয়া, বি. সোঁ ফাললৈ ঘূৰা, turning on the right side.

সোঁ-পাক্, স. শ. (অং. সোঁ, দক্ষিণ ফাল + পাক, মেৰ) সোঁ ফাললৈ দিয়া পাক, a turn to the right.

সোঁ-পাকে, ক্রি. বি. সোঁ ফাললৈ পকাই; যেনে, সোঁ-পাকে ঘূৰা, to the right side (said of turning).

সোঁ-ফলীয়া, বি. সোঁ ফালৰ, relating to the right side.

সোঁ-বয়স্, স. শ. (সং. সমবয়স্, বয়সৰ সমান ভাগ) মাজ বয়স, আদ বয়স, middle-age.

সোঁ-বয়সীয়া, বি. আদ-বয়সীয়া, মাজ বয়সীয়া, middle-aged.

সোঁ-মাজ্, স. শ. (সং. সমমধ্য, সমান মাজ) ঠিক মাজ, দুয়ো ফালৰ পৰা জোখাত মাজ হোৱা ভাগ, the exact centre or middle.

সোঁৱৰ্, স. ধা. (সং. স্মৰণ—স্মৃ, সুমৰ্) সুমৰ্, পুনৰায় মনলৈ আন্; মনত ৰাখ্, to recollect, to remember.

সোঁৱৰণ্, কৃদ. স. (সং. স্মৰণ, সুমৰণ) সুমৰণ, মনত ৰাখন, পুনৰায় মনলৈ আনন, remembrance, recollection.

সোঁৱৰণী, স. শ. কোনো কথা পাচত মনত পৰিবৰ কাৰণ লিখি থোৱা কাকত; কোনো কথা মনত পেলাবলৈ লিখা চিঠি; কোষ্ঠী, জন্মপত্র, a memorandum, a reminder, a note of birth, a horoscope.

সোঁৱৰা, স. ধা. স্মৰণ কৰা, মনত পেলা, to cause to recollect, to remind.

সোঁৱালু, স. শ. (অং. সম, সমান + আলু, শিপা; তাৰ ঘাই শিপা পোনেই তললৈ যায়, এই ভাৱত) এবিধ গছ, a tree (*Litsæa polyantha*, Watt) the leaves of which in Assam are used to feed the *muga* silkworms (*Antheræa assama*).

সোঁৱাহ্, স. শ. সিদ্ধান্ত, কোনো বিষয়ৰ বিচাৰ কৰি দিয়া মৌখিক আজ্ঞা বা মত, a decision, settlement of a disputed point.

সোঁৱাহী-পকৰা, } সোঁৱাহী-পোক, } স. শ. (অং. সোঁৱাহ, শেষ নিষ্পত্তি + পকৰা বা পোক, কীট) এবিধ ৰঙা মূৰ আৰু কলা পাখীৰে পোক, তাৰ গাৰ ৰস মানুহৰ গাত লাগিলে ঢৌ উঠে, আৰু সি যিখান বননিত পৰে তাক খাই শেষ কৰে; এতেকে সেই নাম, the blister fly.

সোঁ-শৰীৰে, ক্রি. বি. (সং. সশৰীৰ—শৰীৰে সৈতে) নিজ গাৰে সৈতে, শৰীৰ নেৰাকৈ; যেনে, আতৈ সোঁ-শৰীৰে স্বৰ্গলৈ গল, with the body, without leaving the mortal frame.

সোগোৰা পছু, স. শ. এবিধ "হোঁকোৰ্ হোঁকোৰ্" শব্দ কৰা সৰু পছু, সুগৰী পছু, the hog deer.

সোণ্, স. শ. (সং. স্বৰ্ণ, সুবৰ্ণ) এবিধ বহুমূলীয়া, হালধীয়া ধাতু, সুবৰ্ণ, gold.

সোণ্ কমা, বালি ধুই সোণ উলিয়া, to wash for gold.

সোণ পানী চৰা, সোণ জোল কৰি কোনো বস্তুৰ ওপৰত ঘহ, to gild.

সোণা, স. শ. সোণ, gold.

সোণা, } সোণাই, } স. শ. লৰা বা ভাৰ্য্যাক চেনেহেৰে মতা মাত, চেনেহী, a term of endearment.

সোণাপুৰ্, স. শ. (অং. সোণা, সোণ + পুৰ, নগৰ) সকলো বস্তু পোৱা উত্তম ঠাই, a place of abundance and happiness.

সোণামুৰা, বি. অং. (সোণা, সোণ + মুখ, বদন; সোণৰ নিচিনা মুখ থকা) সোণৰ

দৰে উজ্জ্বল আৰু মৰম লগা মুখযুক্ত, প্ৰিয়, goldfaced, having a lovely face. ( স্ত্ৰী ) সোণামুঙ্গ।

সোণাৰি, স. শ. ( অং. সোণা, সোণ + সং. অৰি, শত্ৰু, সোণৰ শত্ৰু : সোণ পোৰে আৰু পিটে, এতেকে ) স্বৰ্ণকাৰ, সোণৰ কাম কৰোঁতা, a goldsmith.

সোণাৰি গঢ়ী, বি. সোণাৰিয়ে গঢ়াৰ দৰে শুৱনি, গঢ়িত, দেখনিয়াৰ, beautiful.

সোণাৰু, স. শ. ( সং. স্বৰ্ণতৰু, সোণৰ গছ ) এবিধ গছ, a kind of tree.

সোণালী, } বি. ( হিং. সোন্হলা, বং. সোণোৱালী, } সোণালা, সোণ পানী চৰোৱা ) সোণৰ বন কৰা, সোণ্ পানী চৰোৱা ; সোণ খতোৱা, ornamented with gold, gilded or overlaid with gold.

সোণোৱাল্, স. শ. ( হিং. সোণাৱালা, সোণ থকা ) বালি ধুই সোণ উলিওৱা মানুহ, a gold washer. অসম ৰজাৰ দিনত এই নামেৰে এখেল মানুহ আছিল, সিহঁতে কোনো কোনো নৈৰ বালি ধুই সোণ উলিয়াই ৰজাক যোগাইছিল।

সোণ্খতা, } বি. সোণৰ খাতিৰে শোভিত সোণ্খতোৱা, } কৰা, সোণ লগোৱা, inlaid with gold.

সোণ্-তৰা, স. শ. (অং. সোণ, সোণা + তৰা, আকাশৰ তাৰকা ; পকিলে সোণৰ তৰাটোৰ দৰে জিলিকি থাকে, এতেকে ) সুমথিৰা টেঙ্গা, an orange, ( *Citrus aurantium*. Gamble ). *

সোণ্ পৰুৱা, স. শ. এবিধ সোণৰ দৰে জিলিকা পাখিৰে ঘূৰণীয়া পতঙ্গ, a kind of insect of a gold colour.

সোণ্ পানী, স. শ. গলাই পানীৰ নিচিনা কৰা সোণ, melted gold.

সোণ্ পানী চৰা, গলোৱা সোণ লগা, সোণৰ পানীৰে ভূষিত কৰ্, to gild.

সোণ্ বৰিয়াল্, স. শ. ( সং. ৱ্যাট্যাল, এবিধ ক্ষুদ্ৰ গছ ) এবিধ হালধীয়া ফুল ধৰা সৰু দৰবৰ গছ, a kind of plant.

সোদৰ্, স. শ. ( সং. সোদৰ—স, সমান + উদৰ, গৰ্ভ ) সহোদৰ, একে মাতৃৰ পৰা জন্মা ; যেনে, সোদৰ ভাই, born of the same mother. স. শ. একে মাতৃৰ পৰা ওপজা ভাই বা ককাই ; যেনে, তোমাৰ সোদৰে কলে, a brother by the same mother.

সোধ্, স. শ. ( হিং. সোধ্, অনুসন্ধান ; বং. সুধান, জিজ্ঞাসা ) অনুসন্ধান, বিচাৰ, enquiry, investigation. স. ধা. প্ৰশ্ন কৰ্, পোছ্, জিজ্ঞাসা কৰ্ ; যেনে, শিক্ষকে ছাত্ৰক প্ৰশ্ন সোধে ; বিচাৰ বা বিবেচনা কৰ্ ; যেনে, বিচাৰকে গোচৰ সোধে ; আলহীক আদৰ কৰ্ ; যেনে, তেওঁৰ ঘৰলৈ গলোঁ, তেওঁ আমাক স্থুধিলে, to question, to ask, to inquire into, to investigate, to receive with civility, as a visitor.

সোধন্, কৃদ. স. সোধা কাৰ্য্য, প্ৰশ্ন কৰণ ; বিচাৰ কৰণ, the act of asking or investigating.

সোধ্ পোছ্, স. শ. ( সোধ আৰু পোছ ) বিচাৰ, অনুসন্ধান ; অতিথিক কৰা আদৰ ; যেনে, আলহীক সোধ পোছ কৰা গৃহস্থৰ কাম, inquiry, investigation, a cordial reception given to a visitor or guest.

সোধন্ পোছন্, কৃদ. স. সোধ পোছ কৰা কাৰ্য্য ; ঘৰলৈ অহা লোকৰ কুশল আৰু প্ৰয়োজন সুধি সমাদৰ কৰণ, the act of inquiring or investigating, the act of giving a cordial reception to a guest or visitor.

সোধা, স. ধা. আনৰ দ্বাৰা প্ৰশ্ন বা বিচাৰ কৰা ; যেনে, শুচৰীয়াই গোচৰ সোধায়, to cause to be asked or inquired into.

সোধাৰু, স. শ. সোধ কৰোঁতা, বিচাৰক, an investigator, a Judge.

---

* *Kāmrūpi* dialect.

সোধোঁতা, কৃদ. স. ( অং. সোধ্, প্রশ্ন কৰ্, বিচাৰ কৰ্ ইত্যাদি ) প্রশ্ন কৰোঁতা ; বিচাৰ কৰোঁতা, a questioner, an investigator. ( স্ত্ৰী ) সোধঁতী।

সোধ্ কৰ্ত্তা, স. শ. বিচাৰক, গোচৰ সোধোঁতা, a judge.

সোন্‌কাল্, স. শ. ( সং. সকাল, প্রত্যূষে ) ৰাতি পুৱা, প্ৰভাত ; যেনে, বেলি তুপৰ হল এতিয়াও সোনকাল আছে নে ? শীঘ্ৰতা, অবিলম্ব ; যেনে, পলম হল, সোন-কাল কৰাঁ, the early morning, haste, quickness.

সোন্‌কালে, ক্রি. বি. ৰাতি পুৱা বহুত বেলি নৌ হওঁতেই ; যেনে, কালিলৈ সোনকালে আহিম ; শীঘ্ৰে, বেগতে ; যেনে, হাটলৈ যা, সোনকালে আহিবি, early, betimes, quickly, soon.

সোন্দা, স. ধা. ( সং. সুগন্ধ ; হিং. সুন্ধা বট্‌ ; বং. সোঁধা, ভাল গন্ধ ) তৃণবিশেষৰ ধোঁৱা দি সুগন্ধ কৰ্ ( পানীত খাটে ) ; যেনে, পানী সোন্দাইছে, to render sweet-smelling, as water, by impregnating it with the smoke of a certain herb.

সোন্দা, } স. শ. এবিধ সুগন্ধি
সোন্দা কল্, } দীঘলীয়া কল, a kind of plantain.

সোন্-সোননি, "সোৰ্-সোৰণি" চোৱাঁ।

সোন্-সোনা, "সোৰ্-সোৰা" চোৱাঁ।

সোপা, স. শ. কিছুমান ৰসাল বা কোমল বস্তু ; যেনে, বোকা সোপা, লোণ সোপা ; মুচৰি বা কোঁচাই লগ লগোৱা তৃণ আদি ; যেনে, খেৰ সোপা ; একে লগে থকা কিছুমান বস্তু ; যেনে, কাপোৰ সোপা, অলঙ্কাৰ সোপা ; তৃণ বা ফটা কানি আদিৰে কৰা ঠিলা ; এতেকে কোনো কথা ব্যক্ত নকৰিবলৈ দিয়া ভেঁটী ; যেনে, সোপা পাই মনে মনে আছে, a mass, a lump, a number or quantity, a lot, a stopper made of soft materials, hushmoney.

সোপা ঢিলা, বি. ( অং. সোপা, কোমল বস্তুৰ ঠিলা + ঢিলা, লোলা ; ঢিলা সোপাৰ নিচিনা ) কামত দৃঢ়ৰূপে নলগা, অনুদোগী ; যেনে, সোপা ঢিলা মানুহে একো কাম সিজাব নোৱাৰে ; মুখ টান নোহোৱা, not diligent, remiss, inefficient, not strict or severe.

সোপান্, স. শ. ( সং. সোপান—স, সৈতে + উপ, ওপৰ + অন্, গমন ; ইয়াৰে সৈতে ওপৰলৈ যোৱা যায়, এতেকে ) খট-খটী, stairs.

সোপাসোপ্, বি. অনেক সোপা কৰা বা হোৱা ; যেনে, চুলিবোৰ সোপাসোপ হল, divided into many masses.

সোপা সোপে, ক্রি. বি. অনেক সোপা কৰি, in many masses.

সোপোকা, বি. ( অং. সোপা, কোমল বস্তুৰ সমূহ ) তূলা এসোপাৰ দৰে কোমল আৰু টেপা মাৰিলে বা আঘাত কৰিলে বহি যোৱা, কিন্তু নিছিগা নভগা, yielding to pressure, flabby, spongy.

সোপোৰা, বি. ( অং. সোপা, কোমল বস্তুৰ সমূহ ) ক্ষীণ হোৱাত ছাল সোপাসোপ হোৱা, শোটোৰা ; যেনে, বুঢ়া মানুহৰ গাল সোপোৰা হয়, wrinkled, shrivelled. স. শ. ক্ষীণাই ভিতৰ শুদা হোৱাত কোঁচ খোৱা ছাল ; যেনে, "আঁহ লুকাবা, বাহ লুকাবা, গালৰ সোপোৰা কত লুকাবা"। a wrinkle.

সোপোৰাসোপৰ্, বি. অনেক ঠাইত সোপোৰা হোৱা, বৰকৈ শোটোৰা পৰা, shrunken and shrivelled, covered with wrinkles.

সোপ্‌স্পৰ্শীয়া, বি. মোহাৰিলে সোপা হোৱা, তূলা এসোপাৰ দৰে কোমল, soft like a mass of cotton, spongy.

সোম্, স. শ. ( সং. সু, শান্তি কৰ্, হিম ছটিয়ায়, এতেকে ) চন্দ্ৰ, জোন ; ( চন্দ্ৰ তাৰ অধিকাৰ, এতেকে ) সপ্তাহৰ দ্বিতীয় দিন, সোমবাৰ, the moon, Monday. ( সু, ৰস উলিয়া ) ঋষিবিলাকে ৰস উলি-

ৰাই পান কৰা এবিধ লতা, a tree (*Machilus Odoratissima,* Watt) which in Assam is used to feed *muga* silk worms.

সোম-পান্, স. শ. ( সং. সোমপান—সোম, সোম লতাৰ ৰস+পান, পিয়ন ) যজ্ঞত সোমৰ ৰস পিয়া কাৰ্য্য, the act of drinking the juice of the above.

সোমা, অ. ধা. স. ধা. ( সং. সমায়াত, ওচৰলৈ অহা ; হিং. সমানা. প্ৰবেশ কৰ্ ) প্ৰবেশ কৰ্, ভিতৰলৈ যা ; যেনে, ঘৰত সোমাল বা ঘৰ সোমাল, to enter, to go in. কৃদ. স. সোমাওঁতা, (স্ত্ৰী) সোমাতী।

সোম্‌বৰীয়া, বি. ( সং. সোমৱাৰ, দ্বিতীয় বাৰ ) সোমবাৰে হোৱা, সোম্‌বাৰ সম্বন্ধীয়, born, produced on or relating to Monday.

সোৰা, বি. চোক নথকা, মুখত নধৰা ; যেনে, সোৰা ধঁপাত ; ধাৰ নথকা. ভাল্‌কৈ নকটা ; যেনে, সোৰা খুৰ, not piquant, mild to the taste, not sharp or keen-edged.

সোৰোপা, "সৰপা" চোৱাঁ।

সোৰ্-সোৰণি, স. শ. ( সোৰ্-সোৰ্, অলপ অলপকৈ কন্দাৰ নিচিনা শব্দ ) অলপ্ অলপ্‌কৈ কন্দাৰ শব্দ ; অলপ্ অলপ্‌কৈ কন্দা কান্দন, a whimpering sound, a low cry.

সোৰ্‌সুৰীয়া, বি. অলপ কথাতে কন্দা ; সদায় কান্দি থকা ; যেনে, সোৰসুৰীয়া লৰা, whimpering, blubbering.

সোৰ্‌সোৰা, অ. ধা. সৰু সৰু শব্দ কৰি কান্দ্, to whimper, to blubber.

সোৰ্‌সোৰ্ কৰে, ক্ৰি. বি. ধাৰে বৈ ; যেনে, চকুৰ পানী সোৰ্‌সোৰ্ কৰে পৰিছে, in a stream.

সোলক্, অ. ধা. ( হিং. খুলনা, মুকলি হ ) বান্ধ মুকলি হ ; যেনে, গাঁঠি সুলকিল ; বান্ধ খহি এৰা, বান্ধৰ পৰা এৰাই-পৰ্ ; যেনে, কোৰৰ নাল সুলকিল, to be untied, to get loose.

সোলা, বি. ( অং. সল্‌সল, দাঁত নথকা মানুহৰ কথাৰ নিচিনা শব্দ ) দন্তহীন, দাঁত নথকা, toothless. ( স্ত্ৰী ) সুলী।

সোলং, ) স. শ. ( সং. ছোলঙ্গ, এবিধ সোলেং, ) টেঙ্গা ফল ) এবিধ বৰ উগ্ৰ টেঙ্গা ফল, a kind of citron or acid fruit.

সোলোকা, স. ধা. ( অং. সোলক, মুকলি হ ) বান্ধৰ পৰা মুকলি কৰ্, বন্ধ অৱস্থাৰ পৰা মুক্ত কৰ্ ; যেনে, গৰুৰ পঘা সোলোকালে, দাৰ নাল সোলোকালে, to untie, to loose. বি. বান্ধ নথকা, বন্ধনৰ পৰা মুক্ত ; বান্ধ ঢিলা হোৱা ; যেনে, সোলোকা দা, loosed, slackened.

সোলোক্ ঢোলোক্, বি. ভালকৈ খাই নধৰা, ঢিলা, সোলোকা, লোলা, loose, slack, not tight.

সোৱাই সোৱাই, ক্ৰি. বি. ( অং. সহ্, তুখত স্থিৰে থাক্ ) সহিব পৰাকৈ, তুখ নিদিয়াকৈ, লাহে লাহে ; যেনে, সোৱাই সোৱাই গাঁৰ চেপিবা, slowly and lightly, so as not to give pain.

সোৱাদ্, স. শ. ( সং. স্বাদ, আস্বাদ ) জিভাই বুজা মিঠা তিতা আদি ৰস ; যেনে, মৰিচৰ জালেই সোৱাদ ; এতেকে আন ইন্দ্ৰিয়ই পোৱা আস্বাদ ; যেনে, কাণে গীতৰ সোৱাদ বুজে ; মিষ্টতা, মিঠা গুণ ; যেনে, পনীয়া গাখীৰত সোৱাদ নাই, taste, flavour, sweetness. বি. মিষ্ট, মিঠা, ইন্দ্ৰিয়ক সুখ দিয়া ; যেনে, সোৱাদ আম ; সোৱাদ মাত, sweet, agreeable to the senses, pleasant.

সো-সো কৰে, ক্ৰি. বি. ( সো সো, বেগাই চলা বতাহৰ নিচিনা শব্দ ) সো সো শব্দ কৰি, বেগাই ; যেনে, পাল তৰা নাও সো সো কৰে যায়, rapidly (said of moving).

সোসোৰনি, স. শ. বেগেৰে চলা বতাহৰ শব্দ, the sound of a rapid current of wind.

সোসোৰা, অ. ধা. সো-সো শব্দ কৰ্, বেগেৰে

চলা বতাহৰ দৰে শব্দ কৰ্, to make a rushing sound, like that of a rapid current of wind.

সোহাই, ক্রি. বি. (অং. সো সো, বেগেৰে চলা বতাহৰ নিচিনা শব্দ) ব্যগ্র হৈ বেগেৰে, গুমাই; যেনে, সোহাই আহিছে, with haste and impatience.

সৌ, বি. সর্ব্ব. নিচেই ওচৰ নোহোৱা, কিন্তু চকুৰে দেখা; যেনে, সৌটো পর্ব্বত, yon, yonder.

সৌকর্য্য, গু. শ. (সং. সৌকর্য্য — সুকৰ, উজু) অনায়াসে কৰিব পৰা গুণ, সুসাধ্যতা, facility, feasibleness.

সৌকা, স. শ. মানুহে লাখুটি কৰা এবিধ বেঁত, a kind of ratan used as a divining rod, also a walking stick.

সৌকা মেল্, চোৰ বা চোৰে নিয়া বস্তু উলিয়াবলৈ মন্ত্রেৰে জৰা সৌকা ধৰা, মানুহ পঠিয়া, to make use of a divining rod to find out a thief or stolen property.

সৌকা গোম্, স. শ. (অং. সৌকা, ঐ + গোম, বিষাল সাপ) সৌকাৰ আকৃতিৰ এবিধ ফেঁট নথকা বিষাল সাপ, a kind of poisonous snake.

সৌজন্য, গু. শ. (সং. সৌজন্য — সুজন, ভদ্র লোক) ভদ্র লোকৰ আচৰণ, শিষ্টাচাৰ, civility, gentlemanliness.

সৌদামিনী, স. শ. (সং. সৌদামিনী — সুদামন, মেঘ) বিজুলী, lightning.

সৌনক্, বি. বুদ্ধিমান, চতুৰ, intelligent, sharp.

সৌন্দর্য্য, গু. শ. (সং. সৌন্দর্য্য — সুন্দৰ, শোভা) শোভা, শুৱনি গুণ, beauty.

সৌভাগ্য, স. শ. (সং. সৌভাগ্য—সুভাগ্য, ভাল কপাল) সুকপাল, শুভদশা, good fortune.

সৌম্য, বি. (সং. সৌম্য — সোম, চন্দ্র; চন্দ্ৰৰ দৰে শীতল) শান্ত, শিষ্ট, ধীৰ, gentle, placid.

সৌম্যতা, গু. শ. শান্ততা, শিষ্টতা, gentleness.

সৌৰ, বি. (সং. সৌৰ—সূৰ, সূৰ্য্য) সূৰ্য্য সম্বন্ধীয়, সূৰ্য্যৰ গতি ধৰি গণনা কৰা; যেনে, সৌৰ মান, solar.

সৌৰভ্, স. শ. (সং. সৌৰভ—সুৰভি, সুগন্ধি) ভাল গন্ধ, সুঘ্রাণ, fragrance.

সৌৱা, বি. সর্ব্ব. সেই চকুৰে দেখা, কিন্তু নিলগত থকা বস্তু; যেনে, "সৌৱা, হাতী আহিছে," চা, yonder.

সৌহার্দ্দ, } সৌহৃদ্য, } গু. শ. (সং. সৌহার্দ্দ, সৌহৃদ্য —সুহৃদ, বন্ধু) বন্ধুতা, মিল, friendship. "সৌহার্দ্দ্য," এনেও হয়।

স্কন্ধ, স. শ. (সং. স্কন্ধ—ক, মূৰ + ধা, ধৰ্, মূৰটো ধৰি থাকে, এতেকে) কান্ধ, কান, বাহুৰ মূলৰ ওপৰ ভাগ, the shoulder.

স্খলন্, কৃদ. স. (সং. স্খলন—স্খল্, তললৈ পৰ্) পতন; পিছলন; লৰণ, পিছলা, পৰা বা লৰচৰ হোৱা কাৰ্য্য, the act of falling, shaking, slipping.

স্খলিত্, কৃদ. বি. পতিত, পিছলি পৰা; যেনে, উন্মত্তৰ পদ স্খলিত হয়; লৰচৰ হোৱা, অস্থিৰ, বিচলিত; যেনে, সাধুৰ কথা কেতিয়াও স্খলিত নহয়; ভালকৈ নুফুটা, স্পষ্ট নোহোৱা (বাক্যত খাটে); যেনে, বুঢ়া মানুহৰ আৰু মদপীৰ বাক্য স্খলিত হয়, fallen, slipped, shaken, unsteady, stuttering.

স্তন্, স. শ. (সং. স্তন—স্তন্, শব্দ কৰ্) তিৰোতাৰ পিয়াহ, the female breast.

স্তন-পান্, স. শ. (সং. স্তনপান—স্তন, পিয়াহ + পান, পিয়ন) পিয়াহ খোৱা কাৰ্য্য, the act of sucking.

স্তন-মণ্ডল্, স. শ. (সং. স্তনমণ্ডল—স্তন, ঐ + মণ্ডল, চক্র) তিৰোতাৰ স্তনৰ গোলাকাৰ বা ঘূৰণীয়া আকৃতি, rotundity of the female breast.

স্তন্য, স. শ. (সং. স্তন্য—স্তন, তিৰোতাৰ পিয়াহ) দুগ্ধ, এৰাঁ গাখীৰ, milk.

স্তন্যপায়ী, বি. (সং. স্তন্যপায়িন্—স্তন্য,

ঐ + পায়িন্, পান কৰা) দুগ্ধ-পোষা, পিয়াহ খোৱা, পিয়ন নছৰা, sucking.

স্তব্ধ, কৃদ. বি. (সং. স্তব্ধ—স্তভ্, ৰোধ কৰ্) ৰুদ্ধ হ, বিদ্ধা মৰ্; যেনে, বৰ হিলৈৰ শব্দত কাণ স্তব্ধ; অবশ, লৰচৰ কৰিব নোৱৰা; যেনে, জিভা স্তব্ধ; তবধ, তধা, আচৰিত হৈ মাতিব নোৱৰা হোৱা; যেনে, এইবিলাক কাৰ্য্য দেখি স্তব্ধ, shut, stiff, paralyzed, amazed, surprised, wonderstruck.

স্তব্ধীভূত, বি. স্তব্ধ হোৱা, amazed, paralyzed, stiff.

স্তম্ভ, স. শ. (সং. স্তম্ভ—স্তম্ভ্, ৰোধ কৰ্; লৰচৰ নকৰে, এতেকে) ইটা, শিল বা কাঠ আদিৰ খুঁটা; লৰচৰ কৰিব নোৱৰা অৱস্থা, জড়তা; যেনে, কাশীত ব্যাসৰ ভুজ-স্তম্ভ হৈছিল, a pillar, a post, stiffness.

স্তম্ভন্, কৃদ. স. লৰচৰ কৰিব বা চলিব নোৱৰা কৰা কাৰ্য্য; কামদেৱৰ এপাট শৰ, stoppage, the act of paralyzing, one of the arrows of cupid.

স্তম্ভিত্, কৃদ. বি. জড়ীভূত, লৰচৰ কৰিব নোৱৰা, স্তব্ধ, paralyzed, stiff, stopped.

স্তৰ্, স. শ. (সং. স্তৰ—স্তৃ, বহলা) তৰপ, a stratum.

স্তৱ, স. শ. (সং. স্তৱ—স্তু, স্তুতি কৰ্) স্তুতি, মিনতি, প্ৰশংসা; ঘাইকৈ দেৱতাৰ গুণানুবাদ, praise, eulogium, a hymn or prayer to a god.

স্তাৱক্, স. শ. স্তুতি কৰোঁতা, প্ৰশংসা কৰোঁতা; উচ্চ প্ৰশংসাৰ দ্বাৰা উচটাওঁতা, a praiser, a flatterer.

স্তুতি, স. শ. (সং. স্তুতি—স্তু, ঐ) মিনতি, প্ৰশংসা; ঘাইকৈ দেৱতাৰ গুণানুবাদ বা স্তৱ, praise, a hymn or prayer to a god.

স্তূপ্, স. শ. (সং. স্তূপ—স্তূপ্, দমা) থূপ, দম, a heap.

স্তোত্ৰা, স. শ. (সং. স্তোতৃ—স্তু, প্ৰশংসা কৰ্) স্তুতি কৰোঁতা, প্ৰশংসা কৰোঁতা; দেৱতাক ধন্যবাদ কৰোঁতা, a praiser, a panegyrist, one who offers praise and prayer to a god.

স্তোত্ৰ, স. শ. স্তৱ, দেৱতাৰ গুণ বৰ্ণাই কৰা ৰচনা, praise, panegyric, a hymn or prayer to a god.

স্ত্ৰী, স. শ. (সং. স্ত্ৰী—স্ত্যৈ, লগ লগা) তিৰোতা, a woman, a female.

স্ত্ৰী-আচাৰ্, স. শ. (সং. স্ত্ৰী-আচাৰ—স্ত্ৰী, তিৰোতা + আচাৰ, ব্যৱহাৰ) বিয়াত দেশৰ ৰীতি অনুসৰি তিৰোতাবিলাকে কৰা কাৰ্য্য, the ceremonies performed by women at marriages according to local customs.

স্ত্ৰী-চিহ্ন, স. শ. (সং. স্ত্ৰীচিহ্ন—স্ত্ৰী, তিৰোতা + চিহ্ন, চিন) তিৰোতাৰ চিন, যোনি, the female organ of generation.

স্ত্ৰী-জিত্, বি. (সং. স্ত্ৰীজিত—স্ত্ৰী, তিৰোতা + জিত, পৰাজিত) ভাৰ্য্যাৰ বশ, তিৰোতা-সেকৰা, henpecked.

স্ত্ৰীধন্, স. শ. (সং. স্ত্ৰীধন—স্ত্ৰী, তিৰী + ধন, সম্পত্তি) তিৰোতাৰ স্বতন্ত্ৰ সম্পত্তি। সি ছয় প্ৰকাৰ; যেনে, বিয়াৰ হোমৰ আগত যৌতুকত দিয়া, স্বামীৰ ঘৰলৈ যাওঁতে বাটত দিয়া; স্বামীয়ে, আন এক ভাৰ্য্যা বিয়া কৰিবৰ সময়ত মনত সন্তোষ দিবৰ নিমিত্তে দিয়া; মৰম কৰি কোনো জনে দিয়া; আপুনি কটনা কাটি ঘটা; বিয়াৰ পাচত পিতৃ মাতৃ বা ভাতৃ আদিয়ে দিয়া ধন বা বস্তু, woman's exclusive property, which is of six kinds, *viz.*, what is received before the sacrificial fire at the marriage, what is presented at the bridal procession, what is given her by her husband on marrying another wife, what is presented her by any one as a token of affection, what is earned by herself by manual labour during marriage, what is received from the parents or brothers, &c., after marriage.

স্ত্রী-ধৰ্ম্ম, স. শ. (সং. স্ত্রীধৰ্ম্ম—স্ত্রী, ঐ + ধৰ্ম্ম স্বভাৱ) ঋতু, তিৰোতাৰ মাহেকীয়া স্রাৱ, menstruation.

স্ত্রী-পৰায়ণ্, বি. (সং. স্ত্রীপৰায়ণ—স্ত্রী, ঐ + পৰায়ণ, ৰত) তিৰোতাত ৰত, কামুক, libertine, dissolute. স. শ. তিৰোতাত ৰত লোক; যেনে, শ্রীকৃষ্ণ স্ত্রীপৰায়ণ নাছিল, কিন্তু অতিশয় স্ত্রীপৰায়ণৰ কেনে স্বভাৱ তাকে মাপোন দেখাইছিল, a libertine, a liberal man.

স্ত্রীবধ্, স. শ. (সং. স্ত্রীবধ—স্ত্রী, ঐ + বধ, হত্যা) তিৰোতাৰ বধ্, তিৰোতাৰ প্রাণ মৰা কাৰ্য্য, the murder of a woman.

স্ত্রীবধী, স. শ. (সং. স্ত্রীবধিন্—স্ত্রীবধ + ইন্) তিৰোতাক বধোঁতা, a murderer of a woman.

স্ত্রীবৈৰী, স. শ. (সং. স্ত্রীবৈৰিন্—স্ত্রী, তিৰোতা + বৈৰিন্, শত্রু) কোনো লোকৰ ভাৰ্য্যাক বধোঁতা বা হৰণ কৰোঁতা, the murderer or seducer of one's wife.

স্ত্রীৰত্ন, স. শ. (সং. স্ত্রীৰত্ন—স্ত্রী, ঐ + ৰত্ন, বাখৰ) উত্তম স্ত্রী, অতি সুন্দৰী আৰু গুণৱতী তিৰোতা, a beautiful and virtuous woman.

স্ত্রী-লিঙ্গ, স. শ. (সং. স্ত্রীলিঙ্গ—স্ত্রী, ঐ + লিঙ্গ, চিন) ব্যাকৰণত মাইকী বুজোৱা শব্দ, feminine gender.

স্ত্রী-হত্যা, স. শ. (সং. স্ত্রীহত্যা—স্ত্রী + হত্যা, বধ) স্ত্রীবধ, তিৰোতাৰ প্রাণ মাৰণ, the murder of a woman.

স্ত্রী-হৰণ্, কৃদ. স. (সং. স্ত্রীহৰণ—স্ত্রী, ঐ + হৃ, চুৰ কৰ্) ছলেৰে বা বলেৰে তিৰোতা নিয়া কাৰ্য্য; কোনো প্রকাৰে তিৰোতাৰ সতীত্ব নাশ কৰণ, the abduction or ravishment of a woman.

স্ত্রৈণ, বি. (সং. স্ত্রৈণ—স্ত্রী, তিৰোতা) ভাৰ্য্যাত অতিশয় অনুৰক্ত, তিৰোতা সেকুৰা, feminine, female, henpecked.

সমা.—স্ত্রীজিত, স্ত্রৈণ—প্রথমটোৱে ভাৰ্য্যাৰ তলতীয়া বা বশ, আৰু দ্বিতীয়টোৱে ভাৰ্য্যাক বৰকৈ প্রীতি কৰা বুজায়। তিৰোতা সেকুৰা দুইতো খাটে।

স্ত্রৈণতা, গু. শ. তিৰোতা সেকুৰাৰ অৱস্থা, effeminacy, a state of being henpecked.

স্থগিত্, বি. (সং. স্থগিত, আচ্ছাদিত; বং. স্থগিত, বন্ধ) কিছু কালৰ কাৰণ বন্ধ হৈ থকা; যেনে, বাৰিষা আলি বন্ধা কাম স্থগিত থাকে, suspended, stopped.

স্থল্, স. শ. (সং. স্থল—স্থল্, স্থিৰ হ) ঠাই, স্থান, বাম, পানী নথকা মাটি, a place, site, dry or firm ground.

স্থল-চৰ্, বি. (সং. স্থলচৰ—স্থল, ঐ + চৰ্, গতি কৰ্) বামত বাস কৰা, পানীত নথকা; যেনে, স্থলচৰ জন্তু, terrene, terrestrial. স. শ. বামত থকা জন্তু, a terrene animal.

স্থলজ্, বি. (সং. স্থলজ—স্থল, ঐ + জন্, ওপজ্) বামত জন্মা বা হোৱা, produced on earth, terrestrial.

স্থল্-পদ্ম, স. শ. (সং. স্থলপদ্ম—স্থল, ঐ + পদ্ম, পদুম) এবিধ বঙ্গা ফুল আৰু তাৰ গছ, a kind of flower and its tree. (*Hibiscus mutabilis*. Gamble).

স্থবিৰ্, বি. (সং. স্থবিৰ—স্থা, থাক্) অনেক কাল জীয়াই থকা, অধিক বয়সীয়া, বুঢ়া, aged, old. (স্ত্রী) স্থবিৰা।

স্থান্, স. শ. (সং. স্থান—স্থা, থাক্) যত কোনো বস্তু থাকে, ঠাই (মাটি পানী দুয়োতে খাটে), a place, a locality.

স্থানান্তৰ্, স. শ. (সং. স্থানান্তৰ—স্থান, ঠাই + অন্তৰ, অন্য) অন্য এক স্থান, আন এক ঠাই; যেনে, তেওঁ স্থানান্তৰলৈ গল, another place.

স্থানান্তৰিত্, বি. (সং. স্থান + অন্তৰিত, আঁতৰোৱা) অন্য এক ঠাইলৈ পঠোৱা বা আন এঠাইত থোৱা; যেনে, অমুক স্থানান্তৰিত হল, removed or sent to another place.

স্থানাভাৱ, স. শ. (সং. স্থানাভাৱ—স্থান, ঠাই + অভাৱ, নথকা) স্থানৰ অভাৱ, ঠাই নথকা, অৱস্থা, want of space or room.

স্থানীয়, বি. কোনো এক ঠাইৰ যেনে, স্থানীয় বিচাৰ, local.

স্থান্-স্থিতি, স. শ. (সং. স্থান, ঠাই + স্থিতি, থকা) নিশ্চিতৰূপে ! থকা ঠাই, অনেক কাল স্থিৰভাৱে থকা স্থান; যেনে, অঘৰীৰ স্থান-স্থিতি নাই, a fixed habitation.

স্থাপ্, স. ধা. (সং. স্থা, থাক্) স্থাপন কৰ্, স্থিত কৰ্; যেনে, "ইন্দ্ৰক স্থাপিলা ছলে বলিক নিকালি," to place, to establish.

স্থাপক্, স. শ. স্থাপন কৰোঁতা, পাতোঁতা; যেনে, এই সত্ৰৰ স্থাপক শঙ্কৰ দেৱ, an establisher, one who places or fixes.

স্থাপন্, কৃদ. স. থোৱা বা পতা কাৰ্য্য, পাতন, the act of placing or establishing.

স্থাপিত্, কৃদ. বি. থোৱা, স্থাপন কৰা, পতা; যেনে, শঙ্কৰ-স্থাপিত সত্ৰ, placed, established.

স্থায়িতা, গু. শ. (ভলনৈ চোৱাঁ) স্থিতাপি: একে ঠাইতে বা পদতে অনেক কাল থকা অৱস্থা, stability, durableness, continuance in one place or situation.

স্থায়ী, বি. (সং. স্থায়িন্—স্থা, থাক্ + ইন্) অনেক কাল নষ্ট নহৈ থাকিবৰ যোগ্য, দৃঢ়, শকত; যেনে, পকা ঘৰ স্থায়ী হয়; একে পদ বা ঠাইতে অনেক কাল থকা; যেনে, তেওঁ স্থায়ী বিষয়া, durable, stable, continuing in one place or situation.

স্থাৱৰ্, বি. (সং. স্থা, স্থিৰভাৱে থাক্) একে ঠাইতে স্থিৰে থকা, লৰি চৰি নুফুৰা, স্থানান্তৰিত কৰিব নোৱৰা; যেনে, স্থাৱৰ সম্পত্তি, fixed, immovable. স. শ. লৰচৰ নকৰা বস্তু; যেনে, ঘৰ, মাটি, গছ ইত্যাদি, an immovable thing, something that does not move about.

স্থিত্, কৃদ. বি. অৱস্থিতি কৰা, থকা, staying, fixed.

স্থিতাপি, বি. (সং. স্থিত, ঐ) স্থিৰভাৱে অনেক দিন থকা, চিৰস্থায়ী; যেনে, অঘৰীৰ স্থিতাপি ঘৰ নাই, fixed, permanent. স. শ. স্থায়িতা, নিবাসৰ স্থিৰতা, একে ঠাইতে বা পদতে অনেক দিন থকা অৱস্থা, fixedness of abode, continuance in one place or situation.

স্থিতি, স. শ. (সং. স্থিতি—স্থা, থাক্) অৱস্থান, থাকন, থকা কাৰ্য্য, the act of staying, residence.

স্থিৰ্, বি. (সং. স্থিৰ—স্থা, ঐ) অলৰ, লৰচৰ নকৰা; গহীন, গম্ভীৰ; নিশ্চিত, ঠিক কৰা, firm, fixed, steady, settled, ascertained.

স্থিৰতৰ্, বি. কোনো এটা বা এজনতকৈ অধিক স্থিৰ; যেনে, তাতকৈ ই স্থিৰতৰ, firmer, steadier.

স্থিৰতা, গু. শ. লৰচৰ নকৰা বা গহীন গুণ; নিশ্চয়তা, firmness, steadiness, certainty.

স্থিৰকৃত্, বি. (সং. স্থিৰীকৃত—স্থিৰ, নিশ্চয়+ কৃত, কৰা) নিশ্চয় কৰা, নিশ্চিত, established, ascertained.

স্থিৰে, } ক্ৰি. বি. স্থিৰ হৈ, লৰচৰ
স্থিৰভাৱে, } নকৰাকৈ, firmly, steadily, without moving.

স্থিৰ্জুৰ্, বি. (সং. স্থিৰ, গহীন + জুৰ্, শান্ত) শান্ত, গহীন, গম্ভীৰ; যেনে, স্থিৰ জুৰ লৰা, calm and quiet.

স্থূল্, বি. (সং. স্থূল—স্থূল্, বৃহৎ হ) শকত, পুষ্ট, মোটা, fat, bulky.

স্থূলতা, গু. শ. (সং.) পুষ্টতা, fatness, bulkiness.

স্থৈৰ্য্য, গু. শ. (সং. স্থৈৰ্য্য—স্থিৰ, অলৰ) স্থিৰতা, লৰচৰ নকৰা বা গহীন গুণ; নিশ্চয়তা, firmness, steadiness, certainty.

স্নান্, স. শ. (সং. স্নান—স্না, গা ধো) গা-ধোৱা কাৰ্য্য, the act of bathing, ablution.

স্নানীয়, বি. স্নানৰ নিমিত্তে প্ৰয়োজনীয়; যেনে, স্নানীয় জল, ablutionary, to be used when bathing.

স্নান্-যাত্রা, স. শ. (সং. স্নানযাত্রা—স্নান +যাত্রা, উৎসৱ) জেঠৰ পূৰ্ণিমাত জগন্নাথক স্নান কৰোৱা উৎসৱ, the annual bathing ceremony of *Jagannath*.

স্নায়ু, স. শ. (সং. স্নায়ু—স্না, গা ধো) গাৰ সিৰ; মঙ্গহৰ আঁহ, a tendon, a muscle, a nerve.

স্নায়ু-মণ্ডল্, স. শ. (সং. স্নায়ুমণ্ডল—স্নায়ু, ঐ+মণ্ডল, গোলাকাৰ) গাৰ সিৰসমূহ, পৰস্পৰ সংযুক্ত মঙ্গহৰ আঁহসমূহ, the muscular or nervous system.

স্নিগ্ধ, কৃদ. বি. (সং. স্নিগ্ধ—স্নিহ্, তেলেতীয়া হ) তেলৰ গুণযুক্ত, মৃদু আৰু পিছল; শীতল, চেঁচা, smooth, oily, unctuous, cool.

স্নিগ্ধতা, গু. শ. স্নিগ্ধ গুণ, তেলৰ নিচিনা গুণ, unctuousness, smoothness.

স্নেহ্, স. শ. (সং. স্নেহ—স্নিহ্, মৃদু হ; প্রাং. সনেহ, চেনেহ) কোনো লোকৰ প্রতি হোৱা মনৰ মৃদু ভাৱ, মৰম, চেনেহ, a tender feeling, affection, love.

স্নেহ-দ্রব্য, স. শ. (সং. স্নেহদ্রব্য—স্নেহ, তেল+দ্রব্য, বস্তু) তেলেতীয়া বা তেলৰ দৰে পিছল বস্তু, an oily substance.

স্নেহ-পাত্র, স্নেহ-ভাজন, } স. শ. (সং. স্নেহপাত্র, স্নেহভাজন—স্নেহ, মৰম +পাত্র, ভাজন, উপযুক্ত লোক) মৰম বেথাৰ উপযুক্ত লোক, চেনেহ পাওঁতা, a favourite, an object of affection.

স্নেহান্বিত, বি. (সং. স্নেহান্বিত—স্নেহ, ঐ+ অন্বিত, যুক্ত) স্নেহযুক্ত, মৰমিয়াল, affectionate.

স্পন্দন্, কৃদ. স. (সং. স্পন্দন—স্পন্দ্, লৰ্) শৰীৰৰ অঙ্গ লৰণ; যেনে, চকুৰ স্পন্দন, the act of throbbing.

স্পন্দিত, কৃদ. বি. লৰা, সঞ্চালিত হোৱা (অঙ্গত খাটে); যেনে, চক্ষু স্পন্দিত হৈছে, throbbing or beating, as any part of the body.

স্পর্শ, স. শ. (সং. স্পর্শ—স্পৃশ্, ছো) ছোৱন, কোনো অঙ্গত লাগন; যেনে, জিভাৰ স্পর্শৰ দ্বাৰা আস্বাদ পোৱা যায়, touch, contact.

স্পর্শন্, কৃদ. স. ছোৱন, ছোৱা কাৰ্য্য, the act of touching.

স্পর্শনীয়, বি. ছুবৰ যোগ্য, স্পৃশ্য, fit to be touched.

স্পর্শ-মণি, স. শ. (সং. স্পর্শমণি—স্পর্শ, ছোৱা + মণি, বাখৰ) এবিধ কাল্পনিক শিল যি লাগিলে সকলো বস্তু সোণ হয়, the philosopher's stone.

স্পষ্ট, কৃদ. বি. (সং. স্পষ্ট—স্পশ, ব্যক্ত কৰ্) পৰিষ্কাৰ, ফুটা, ভালকৈ ওলোৱা; যেনে, লৰাৰ মাত স্পষ্ট নহয়; গোট গোট, গাত গা নলগা; যেনে, স্পষ্ট আখৰ, ব্যক্ত, ওলাই থকা; জকজকীয়া; যেনে, গাৰ হাড়বোৰ স্পষ্ট হৈ ওলাইছে, clear, plain, distinct, evident.

স্পষ্টাক্ষৰে, ক্রি. বি. (সং. স্পষ্টাক্ষৰ—স্পষ্ট +অক্ষৰ, আখৰ) স্পষ্টৰূপে, পৰিষ্কাৰৰূপে, ভাঙ্গি, clearly, plainly.

স্পৃশ্য, বি. (সং. স্পৃশ্য—স্পৃশ, ছো) ছুবৰ যোগ্য, fit or proper to be touched.

স্পৃহনীয়, বি. (সং. স্পৃহনীয়—স্পৃহ্, বাঞ্ছা কৰ্) বাঞ্ছনীয়, অভিলাষ কৰিবৰ যোগ্য, desirable.

স্পৃহা, স. শ. বাঞ্ছা, আকাংক্ষা, ৰাপ, হাবিয়াহ, desire, a longing.

স্ফটিক, স. শ. (সং. স্ফটিক—স্ফুট্, প্রফুল্লিত হ) এবিধ বগা আৰু চকমকীয়া শিল, ফটিক, crystal.

স্ফীত, বি. (সং. স্ফীত—স্ফায়্, বৃদ্ধি পা) ফিকা, উথহা; ওফোন্দা, swollen, puffed.

স্ফুটিত, কৃদ. বি. (সং. স্ফুটিত—স্ফুট্; ফুল্) ফুলা, বিকসিত, পাহি-মেলা,

স্ফোটক, স. শ. (সং. স্ফোটক—স্ফুট্, বিদাৰ্; ফুটোৱা যায়, এতেকে) ডাঙ্গৰ খছু, গাঁৰ, a boil.

স্মৰ্, স. ধা. (সং. স্মৰণ, সোঁৱৰণ—স্মৃ, সোঁৱৰ্) সোঁৱৰ্, পুনৰায় মনলৈ আন্; মনত ৰাখ্; মনেৰে মাত্; যেনে, কৃষ্ণাই

গৰুড়ক স্মৰিলে, to recollect, to remember, to call mentally.

স্মৰণ্, কৃদ. স. ( সং. স্মৰণ—স্মৃ, সোঁৱৰ্ ) সোঁৱৰণ, পুনৰায় মনলৈ আনন, মনত ৰাখন ; মনেৰে কৰা আবাহন ; যেনে, কৃষ্ণই গৰুড়ক স্মৰণ কৰিলে, recollection, remembrance, mental call.

স্মৰণীয়, } বি. স্মৰণৰ যোগ্য, সুঁৱৰিব
স্মৰ্ত্তব্য, } লগীয়া, fit, proper to be remembered.

স্মাৰ্ত্ত, বি. ( সং. স্মাৰ্ত্ত—স্মৃতি, ব্যৱস্থা শাস্ত্ৰ ) স্মৃতি-শাস্ত্ৰৰ, যাইকৈ ৰঘুনন্দন ভট্টাচাৰ্য্যে সংগ্ৰহ কৰা ১৮ খান ব্যৱস্থা-শাস্ত্ৰৰ মতানুযায়ী ; যেনে, স্মাৰ্ত্ত, পৌৰাণিক দুই মত, consonant with the doctrines of *Smriti* or law, especially to the eighteen codes compiled by the great Raghunandana.

স্মৃত, কৃদ. বি. ( সং. স্মৃত—স্মৃ, স্মৰ্ ) সোঁৱৰা, স্মৰণ কৰা, remembered, recollected.

স্মৃতি, স. শ. স্মৰণ, সোঁৱৰণ, মনত ৰখা বা পৰা, পুনৰায় মনলৈ অনা কাৰ্য্য, হিন্দুৰ ব্যৱস্থা-শাস্ত্ৰ বা আইন ; পূৰ্ব্বে মনু যাজ্ঞবল্ক্যাদি ঋষিবিলাকে সেইবিলাক ব্যৱস্থা মুখেৰে তেওঁবিলাকৰ শিষ্যবিলাকক শিকাইছিল, পাচত তেওঁলোকে মনৰ পৰা পুথি কৰি লিখিলে এই কাৰণ সেই নাম, remembrance, recollection, a code of Hindu laws.

স্মৃতি-শাস্ত্ৰ, স. শ. ( সং. স্মৃতিশাস্ত্ৰ—স্মৃতি, ঐ + শাস্ত্ৰ, পুথি ) ব্যৱস্থা-শাস্ত্ৰ, a code of Hindu laws.

স্ৰজ্, স. ধা. ( সং. সৃজ্, নিৰ্ম্মাণ কৰ্ ) নিৰ্ম্মাণ কৰ্, সাজ, যাইকৈ একো নোহোৱাৰ পৰা কোনো বস্তুৰ উৎপত্তি কৰ্ ; যেনে, ঈশ্বৰে জগৎ স্ৰজিলে, to make, to create.

স্ৰজন্, কৃদ. স. স্ৰজা কাৰ্য্য, নিৰ্ম্মাণ, the act of making or creating.

স্ৰৱ, অ. ধা. ( সং. স্ৰৱ, ক্ষৰণ ) বৈ পৰ্, ক্ষৰ্ ; যেনে, তেওঁৰ বাক্যত মৌ স্ৰৱে, to flow, to ooze.

স্ৰষ্টা, স. শ. ( সং. স্ৰষ্টৃ ; সৃজ্, নিৰ্ম্মাণ কৰ্ ) নিৰ্ম্মাণ কৰোঁতা ; সৃষ্টি কৰোঁতা, ঈশ্বৰ, a maker, a creator, God.

স্ৰাৱ, স. শ. ( সং. স্ৰাৱ—স্ৰু, বৈ যা ) ক্ষৰণ, বৈ পৰণ ; যেনে, জলৰ স্ৰাৱ, the act of flowing or oozing.

স্ৰুচ্, স. শ. ( সং. স্ৰুচ—স্ৰু, বৈ পৰ্ ; তাৰ পৰা ঘিউ বৈ পৰে, এতেকে ) স্ৰুৱৰ ওপৰত স্থাপিত কৰি হোমত ঘিউ ঢলা ঘূৰণীয়া হেঁতা, a kind of sacrificial ladle.

স্ৰুৱ্, স. শ. ( সং. স্ৰুৱ—স্ৰু, বৈ পৰ্ ) স্ৰুচৰ তলত দি হোমত ঘিউ ঢলা দীঘলীয়া হেঁতা, a sacrificial ladle placed under the above.

স্ৰোত্, স. শ. ( সং. স্ৰোত—স্ৰু, বৈ যা ) সোঁত, স্বভাৱতে বৈ যোৱা পানী, a stream, a current.

স্ব, বি. সৰ্ব্ব. ( সং. স্ব—স্বন্, শব্দ কৰ্ বা স্মৃ, পঠিয়া ) আপোন ; আপোনাৰ, self, own. স. শ. ধন, সম্পত্তি, property.

স্বকৰ্ম্ম-বশ, বি. ( সং. স্বকৰ্ম্মৱশ—স্বকৰ্ম্ম-আপুনি কৰা কাৰ্য্য + বশ, অধীন ) আপোনাৰ কামৰ অধীন, আপুনি কৰা কামৰ ফল ভোগ কৰা, suffering from or enjoying the fruits of one's own acts.

স্বকীয়, বি. ( সং. স্বকীয়—স্ব, আপোন ) আপোনাৰ, নিজা, one's own.

স্বকৃত, বি. ( সং. স্বকৃত—স্ব, আপোন + কৃত, কৰা ) আপুনি কৰা, done by one's self.

স্বচ্ছ, বি. ( সং. স্বচ্ছ—সু, অতিশয়ৰূপে + অচ্ছ, নিৰ্ম্মল ) নিৰ্ম্মল আৰু মিহি, ফট্-ফটীয়া, কাচৰ নিচিনা, free from stain, pellucid, transparent.

স্বচ্ছতা, গু. শ. নিৰ্ম্মল আৰু মিহি গুণ, transparency, &c.

স্বচ্ছন্দ, বি. ( সং. স্বচ্ছন্দ—স্ব, আপোন + ছন্দ, ইচ্ছা ) আপোন ইচ্ছাৰে চলিব পৰা, অবাধ ; যেনে, স্বচ্ছন্দ গতি, unrestrained, free.

স্বচ্ছন্দতা, গু. শ. আপোন ইচ্ছাৰে চলিব পৰা অৱস্থা, freedom.

স্বচ্ছন্দে, ক্রি॰বি. অবাধে, ইচ্ছা মতে, freely, without restraint.

স্বজন, স. শ. (সং. স্বজন—স্ব, আপোন + জন, লোক) আপোনাৰ মানুহ, জ্ঞাতি; আপোনাৰ অধীন মানুহ, a distant relation, a dependent.

স্বতঃ, ক্রি. বি. আপোনা-আপুনি, আপোন ইচ্ছাতে, of itself, by one's self, spontaneously.

স্বতঃ-সিদ্ধ, বি. (সং. স্বতঃসিদ্ধ—স্বতঃ, আপুনি + সিদ্ধ, সপ্রমাণ) আপুনি সিদ্ধ বা সপ্রমাণ হোৱা, self-evident, self-established.

স্বতন্ত্র, বি. (সং. স্বতন্ত্র—স্ব, নিজ + তন্ত্র, অধীন) স্বাধীন, আপোন ইচ্ছাৰে চলিব পৰা; পৃথক, বেলেগ, আনে সৈতে সম্পৰ্ক নথকা, independent, different.

স্বতন্ত্রতা, গু. শ. স্বাধীনতা, independence.

স্বত্ব, গু. শ. অধিকাৰিতা, গৰাকী হোৱা অৱস্থা; যেনে, সেই মাটিত মোৰ স্বত্ব আছে, ownership, right.

স্ব-ধৰ্ম্ম, স. শ. আপোনাৰ ধৰ্ম্ম, নিজ জাতিৰ কৰ্ত্তব্য কৰ্ম্ম; স্বাভাৱিক গুণ, the religious duties of one's own caste or class, an inherent or innate quality.

স্বপ্ন, স. শ. (সং. স্বঃ—স্বপ্, শো) সপোন, সমাজিক, a dream.

স্বপ্নদোষ, স. শ. (সং. স্বপ্নদোষ—স্বপ্ন, টোপনী + দোষ, মন্দ কাম) টোপনীত হোৱা বীৰ্য্যপাত, সপোনত শৃঙ্গাৰ কৰা যেন বোধ হৈ ৰেতসৰ পতন, nocturnal pollution.

স্বপ্নাৱস্থা, স. শ. (সং. স্বপ্নাৱস্থা—স্বপ্ন, নিদ্রা + অৱস্থা, থকাৰ প্ৰকাৰ) শুই থকা অৱস্থা, টোপনি, sleep.

স্বপ্রধান, বি. (সং. স্বপ্রধান—স্ব, নিজে + প্ৰধান, প্ৰবল) স্বয়ং প্ৰধান, কাৰো তলতীয়া বা বশ নোহোৱা, স্বাধীন, independent.

স্বভাৱ, স. শ. (সং. স্বভাৱ—স্ব, আপোন + ভাৱ, উৎপত্তি) প্ৰকৃতি, সৃষ্টি; যেনে, স্বভাৱৰ শোভা; স্বয়ং বা অভ্যাসৰ পৰা হোৱা গুণ; যেনে, দুষ্টৰ সঙ্গত থাকিলে বেয়া স্বভাৱ হয়, nature, natural state, disposition, temper.

স্বভাৱতে, ক্রি. বি. (সং. স্বভাৱতঃ, আপোনাৰ গুণৰ পৰা) স্বতঃ, আপোনা-আপুনি, as a matter of course, spontaneously, of itself.

স্বভাৱ-বৰ্ণন, স্বভাৱ-বৰ্ণনা, স. শ. (সং. স্বভাৱৱৰ্ণন—স্বভাৱ, প্ৰকৃতি + ৱৰ্ণন, কথন) জগতৰ বস্তুবিলাকৰ বৰ্ণনা, নদী, পৰ্ব্বত, চন্দ্র, সূৰ্য্য আদি স্বভাৱতে হোৱা বস্তুবিলাকৰ শোভা আদিৰ কথন, a description of a natural object.

স্বয়ং, বি. স. (সং. স্বয়ং—স্ব, আপোন) আপোনা-আপুনি, নিজে; যেনে, মই স্বয়ং যাম; আপোন ইচ্ছাতে; যেনে, নোখোজাতে তেওঁ স্বয়ং দিলে, one's self, of one's own will or accord.

স্বয়ম্বৰ, স. শ. (সং. স্বয়ংৱৰ—স্বয়ং, আপুনি + বৃ, স্বামী বাছি ল) সয়ম্বৰা, ৰজাৰ জীয়ে সভাত উপস্থিত ৰজাবিলাকৰ এজনাক স্বামী বাছি লোৱা কাৰ্য্য, the selection of a husband by a princess from a number of princes assembled for the purpose.

স্বয়ম্ভু, বি. (সং. স্বয়ম্ভু—স্বয়ং, আপুনি + ভূ, হ) আপুনি উৎপন্ন, লোকৰ পৰা নজন্মা, self-existent, self-produced.

স্বৰ, স. শ. (সং. স্বৰ—স্বৃ, শব্দ কৰ্) ধ্বনি; গীতৰ জাত বা সুৰ; আন আখৰৰ সাহায্য নোহোৱাকৈ স্বয়ং সম্পূৰ্ণৰূপে উচ্চাৰিত হোৱা অক্ষৰ; যেনে, অ, আ ইত্যাদি, a sound, a musical note, a vowel.

স্বৰান্ত, বি. (সং. স্বৰান্ত—স্বৰ, ঐ + অন্ত, শেষ) স্বৰ অন্তত থকা, ending in a vowel.

স্বৰ-ভঙ্গ, স. শ. (সং. স্বৰভঙ্গ—স্বৰ, মাত + ভঙ্গ, ভাগন) মাত ভাগন, স্বাভাৱিক মাতৰ

বিকৃতি, hoarseness or huskiness of voice.

স্বৰূপ্, বি. ( সং. স্বৰূপ—স্ব, আপোনাৰ + ৰূপ, গঢ়; যি যাৰ, আপোনাৰ বা স্বাভাবিক গঢ়, সেয়ে সত্য, যি তাৰ বিপৰীত, সি মিছা, এতেকে ) সত্য, যথাৰ্থ, সঁচা; তুল্য, সদৃশ (এই ভাবত এটা সংজ্ঞা শব্দৰ লগ লাগে); যেনে, বিষ্ণুস্বৰূপ, দেৱস্বৰূপ, exact, real, true, like, similar (in this sense it is used in composition, as the last member of a word).

স্বৰূপাৰ্থত্, ক্ৰি. বি. প্ৰকৃত পক্ষে, যথাৰ্থপক্ষে, স্বৰূপকৈ কব লাগিলে, in reality.

ই স্বৰূপাৰ্থ শব্দৰ সপ্তমীৰ পদ; কিন্তু অসমীয়াত সেই শব্দৰ আন বিভক্তিত ব্যৱহাৰ নাই; এতেকে ইয়াক ক্ৰিয়াবিশেষণৰূপে ব্যৱহাৰ কৰা যায়।

স্বৰূপী, বি. ( সং. স্বৰূপিন্—স্বৰূপ + ইন্ ) তুল্য, সদৃশ (এটা সংজ্ঞা শব্দৰ লগ লাগে); যেনে, দেৱস্বৰূপী, (used in composition, as the last member of a word). ( স্ত্ৰী ) স্বৰূপিণী।

স্বৰূপে, ক্ৰি. বি. সঁচাকৈ, নিশ্চয়ে; যেনে, স্বৰূপে কৈছোঁ; ৰূপে, কোনো এক শক্তি বা অৱস্থাৰে (এই ভাবত এটা সংজ্ঞা শব্দৰ লগ লাগে); যেনে, ঈশ্বৰে বিষ্ণুস্বৰূপে পালন কৰে, truly, certainly, in the character or condition of, in the latter sense it is used as the last member of a word).

স্বৰ্গ, স. শ. ( সং. স্বৰ্গ—সু, সুখ + ঋজ্, পা; তাত সুখ পোৱা যায়, এতেকে ) সুৰলোক, দেৱতা আৰু পুণ্যৱন্ত লোক সকলৰ নিবাসৰ ঠাই, heaven, the residence of the gods.

স্বৰ্গাৰূঢ়, বি. ( সং. স্বৰ্গাৰূঢ়—স্বৰ্গ, ঐ + আৰূঢ়, উঠা ) স্বৰ্গলৈ উঠা, স্বৰ্গলৈ গতি কৰা; যেনে, পাণ্ডৱবিলাক স্বৰ্গাৰূঢ় হল, gone to heaven.

স্বৰ্গাৰোহণ্, স. শ. ( সং. স্বৰ্গাৰোহণ—স্বৰ্গ, ঐ + আৰোহণ, উঠন ) স্বৰ্গত উঠা কাৰ্য্য, স্বৰ্গলৈ গমন, the act of going to heaven.

স্বৰ্গী, বি. ( সং. স্বৰ্গিন্—স্বৰ্গ + ইন্ ) স্বৰ্গৰ, স্বৰ্গত থকা; স্বৰ্গলৈ যোৱা, heavenly, gone to heaven.

স্বৰ্গীয়, বি. স্বৰ্গৰ; স্বৰ্গত থকা, heavenly, divine, dwelling in heaven.

স্বৰ্ণ, স. শ. ( সং. স্বৰ্ণ—সু, উত্তম + অৰ্ণস্, পানী, তাৰ উত্তম পানী হয়, এতেকে ) সোণ, gold.

স্বৰ্ণ-কান্তি, স. শ. ( সং. স্বৰ্ণকান্তি—স্বৰ্ণ, সোণ + কান্তি, দীপ্তি, বৰণ ) এবিধ ফুল, a kind of flower.

স্বৰ্ণকাৰ্, স. শ. ( সং. স্বৰ্ণকাৰ—স্বৰ্ণ + কাৰ, কৰোঁতা ) সোণাৰি, a goldsmith.

স্বৰ্ণময়্, বি. সুবৰ্ণময়, সোণেৰে সজা, golden.

স্বৰ্ণবট্, স. শ. (সং. স্বৰ্ণবট—স্বৰ্ণ, সোণ + বট, বড়গছ ) হালধীয়া থুৰি মেলা এবিধ বট গছ, a kind of Indian fig tree.

স্ব-লোক্, স. শ. ( সং. স্বৰ্লোক, সাত স্বৰ্গৰ এক ) দেৱতাবিলাকৰ ঠাই, the region of the gods.

স্বল্প, বি. ( সং. স্বল্প—সু, নিচেই + অল্প, তাকৰ ) নিচেই তাকৰ, অতি অলপ, very little, very few.

স্বস্তি, ভা. অব্য. ( সং. স্বস্তি—সু, কুশল + অস্তি, হয় ) আশীৰ্ব্বাদ বুজোৱা মাত, কুশল হওক, may prosperity attend.

স্বস্তিবাচন্, স. শ. (সং. স্বস্তিৱাচন—স্বস্তি, কুশল + ৱাচন, উক্ত) কোনো ধৰ্ম্ম কাৰ্য্যৰ আৰম্ভত সেই কাম ভালৰূপে সম্পন্ন হবৰ নিমিত্তে দেৱতাক প্ৰাৰ্থনা কৰি চাউল ছটিওৱা কাৰ্য্য, মঙ্গলাচৰণ, a preliminary religious rite, in which the blessings of the gods are invoked for the happy termination of the ceremony about to be commenced.

সমা.—মঙ্গলাচৰণ, স্বস্তিবাচন; প্ৰথমটো সাধাৰণ শব্দ; স্বস্তিবাচন কেৱল ধৰ্ম্মকাৰ্য্যৰ আৰম্ভত কৰা যায়।

স্বস্ত্যয়ন্, স° শ. ( সং. স্বস্ত্যয়ন—স্বস্তি, কুশল + অয়ন, আগমন ) শুভ হবৰ বা অশুভ গুচিবৰ নিমিত্তে কৰা মন্ত্ৰ পাঠ, পূজা বা দেৱতাৰ স্তুতি, শান্তি-কৰ্ম্ম, a ceremony performed to avert or remove an evil.

স্বস্থ, বি. ( সং. স্বস্থ—স্ব, নিজ অৱস্থা + স্থা, থাক্ ) নিজৰ অবস্থাত থকা, সুস্থ, নিৰোগী, healthy, well.

স্বস্থতা, গু. শ. নিৰোগিতা, ৰোগ নথকা অৱস্থা, healthiness, health.

স্বাতী, স. শ. ( সং. স্বাতী—স্ব, শুভ + অত্, গতি কৰ্ ) পোন্ধৰ সংখ্যাৰ নক্ষত্ৰ, তাৰ তৰা এটা মাথোন, the fifteenth lunar mansion.

স্বাদ্, স. শ. ( সং. স্বাদ—স্বাদ্, চাকি চা ) আস্বাদ, সোৱাদ, জিভা বা আন ইন্দ্ৰিয়ই বুজা ৰস, taste, flavor. "সোৱাদ" চোৱা।

স্বাধীন্, বি. ( সং. স্বাধীন—স্ব, নিজ + অধীন তলতীয়া ; আপোনাৰ অধীন ) স্বতন্ত্ৰ, লোকৰ অধীন নোহোৱা, independent.

স্বাধীনতা, স. শ. লোকৰ তলতীয়া নোহোৱা অৱস্থা, independence.

স্বাধ্যায়্, স. শ. ( সং. স্বাধ্যায়—স্ব, আপোন + অধ্যায়, পাঠ ; ব্ৰাহ্মণৰ নিজৰ অৰ্থাৎ ঘাই পাঠ) বেদ পাঠ, বেদ পঢ়ন, perusal of the Vedas.

স্বাভাৱিক্, বি. ( সং. স্বাভাৱিক—স্বভাৱ, প্ৰকৃতি) স্বভাৱ সম্পৰ্কীয়, স্বভাৱতে হোৱা ; যেনে, স্বাভাৱিক জ্ঞান, natural, innate.

স্বাভিলষিত্, বি. ( সং. স্বাভিলষিত—স্ব, নিজৰ + অভিলষিত, বাঞ্ছিত ) আপোনাৰ বাঞ্ছিত, নিজে ইচ্ছা কৰা, desired, wished for.

স্বাভিলাষ্, স. শ. ( সং. স্বাভিলাষ—স্ব, নিজৰ + অভিলাষ, বাঞ্ছা ) নিজৰ বাঞ্ছা, আপোনাৰ ইচ্ছা, one's own desire or object.

স্বামিত্ব, গু. শ. ( সং. স্বামিত্ব—স্বামিন্, গৰাকী বা পতি ) পতিৰ বা গৰাকীৰ ক্ষমতা বা অৱস্থা, ownership, mastership, the state or condition of a husband.

স্বামিত্বে, ক্রি. বি. স্বামিস্বৰূপে, গৰাকী বা পতিৰূপে ; যেনে, সীতাই ৰামক স্বামিত্বে বৰিলে, as a master or husband.

স্বামিভক্তি, স. শ. ( সং. স্বামিভক্তি—স্বামিন্, গৰাকী বা পতি + ভক্তি, সেৱা, খাটনি ) গৰাকীক বা পতিক কৰা সেৱা বা খাটনি, loyalty.

স্বামিসেৱা, স. শ. ( সং. স্বামিসেৱা—স্বামিন্ + সেৱা, শুশ্ৰূষা ) গৰাকীৰ বা পতিৰ শুশ্ৰূষা, বা আলপৈচান, service rendered to a master or husband.

স্বামী, স. শ. ( সং. স্বামিন্—স্ব, নিজ + আমিন্, প্ৰত্যয় ) অধিকাৰ, গৰাকী ; পতি a master, a lord, a husband.

স্বাৰ্থ, স. শ. ( সং. স্বাৰ্থ—স্ব, নিজৰ + অৰ্থ, লাভ ) নিজৰ লাভ বা মঙ্গল, আপোনাৰ হিত ; যেনে, ইয়াত তাৰ স্বাৰ্থ নাই, self-interest.

স্বাৰ্থপৰ্, স্বাৰ্থপৰায়ণ্, } বি. ( সং. স্বাৰ্থপৰ, স্বাৰ্থপৰায়ণ—স্বাৰ্থ, নিজৰ হিত + পৰ, পৰায়ণ, ৰত ) নিজৰ হিতত ৰত, নিজৰ লাভলৈ মাথোন কাৰবাৰ কৰা, selfish.

স্বাৰ্থপৰতা, স্বাৰ্থপৰায়ণতা, } গু. শ. আপোনাৰ ভাললৈ মাথোন যত্ন কৰা গুণ, selfishness.

স্বাৰ্থপৰতাশূন্য, বি. স্বাৰ্থপৰতা নথকা, disinterested.

স্বাৰ্থ-সিদ্ধি, স. শ. ( সং. স্বাৰ্থসিদ্ধি—স্বাৰ্থ, নিজৰ কাম বা বাঞ্ছা + সিদ্ধি, সম্পন্নতা ) আপোনাৰ বাঞ্ছাৰ বা কাৰ্য্যৰ সিদ্ধি, অভিলষিত বস্তুৰ প্ৰাপ্তি, accomplishment of one's own object or acquirement of a thing desired.

স্বাৰ্থ-হানি, স. শ. ( সং. স্বাৰ্থহানি—স্বাৰ্থ, নিজৰ বাঞ্ছা বা লাভ + হানি, ক্ষতি ) আপোনাৰ লাভৰ নাশ, নিজৰ হানি, the loss of one's own advantage or profit.

স্বাৱলম্বন্, স. শ. ( সং. স্ব—আপোন + অৱলম্বন, আশ্ৰয় কৰণ) আপুনি আপোনাৰ

আশ্রয় হোৱা, বা আপোনাক আপুনি প্রতিপাল কৰা, কাৰ্য্য, self-help, self-support.

স্বাৱলম্বিত্, } বি. আপোনাক আপুনি
স্বাৱলম্বী, } প্রতিপাল কৰা, নিজৰ উৎপন্নেৰে খৰচ চলোৱা, self-supporting.

স্বীকাৰ্, স. শ. (সং. স্বীকাৰ—স্ব, নিজ + কৃ, কৰ্) গাত লোৱা বা সৈ কৰা কাৰ্য্য; অঙ্গীকাৰ, প্রতিজ্ঞা, confession, acknowledgment, promise, agreement.

স্বীকৃত, বি. স্বীকাৰ কৰা, গাত লোৱা বা সৈ কৰা, অঙ্গীকাৰ কৰা, confessed, acknowledged, promised, agreed.

স্বীয়, বি. (সং. স্বীয়—স্ব, নিজ) নিজৰ, আপোনাৰ, one's own.

স্বেচ্ছা, স. শ. (সং. স্বেচ্ছা—স্ব, নিজ + ইচ্ছা, বাঞ্ছা) আপোনাৰ বাঞ্ছা, one's own will or way.

স্বেচ্ছাচাৰ্, স. শ. (সং. স্বেচ্ছাচাৰ—স্বেচ্ছা, ঐ + আচাৰ, ব্যৱহাৰ) নিজৰ ইচ্ছা অনুসাৰে চলন, আপোনাৰ মনৰ দৰে কৰা আচৰণ, the act of following one's own will or inclination.

স্বেচ্ছাচাৰী, বি. (সং. স্বেচ্ছাচাৰিন্—স্বেচ্ছাচাৰ + ইন্) আপোনাৰ ইচ্ছা মতে চলা, লোকৰ কথা নুশুনা, wilful, selfwilled.

স্বেচ্ছাচাৰে, ক্রি. বি. নিজৰ ইচ্ছাৰ দৰে, according to one's own will.

স্বেদ, স. শ. (সং. স্বেদ—স্বিদ্, ঘাম ওলা) ঘাম, উত্তাপ পাই গাৰ পৰা ওলোৱা পানী sweat, perspiration.

স্বেদজ্, বি. (সং. স্বেদজ—স্বেদ, ক্লেদ + জন্, ওপজ্) দুৰ্গন্ধ আৰু মলিন পানী আদিত জন্মা; যেনে, মহ পোক আদি, engendered from damp and dirt.

স্বেদজল্, স. শ. (সং. স্বেদজল—স্বেদ, ঘাম + জল, পানী) ঘামৰ পানী, ঘাম, sweat, perspiration.

স্বেদবিন্দু, স. শ. (সং. স্বেদবিন্দু—স্বেদ, ঘাম + বিন্দু, টোপা) ঘামৰ টোপা, a drop of perspiration.

স্বোপাৰ্জ্জিত্, বি. (সং. স্বোপাৰ্জ্জিত—স্ব, নিজ + উপাৰ্জ্জিত, ঘটা) নিজে ঘটা, আপুনি অৰ্জ্জা, self-acquired.

## হ।

হ, বৰ্ণমালাৰ তেত্রিশ সংখ্যাৰ আখৰ, the thirty-third letter of the consonants.

হ, অ. ধা. (সং. ভূ, বৰ্ত্ত) জন্ম ল, ওপজ্; যেনে, সন্তান হৈছে; উৎপত্তি লভ্; যেনে, গছৰ পুলি হয়, বাৰিষা বৰষুণ হয়; সমাপ্তি বা সম্পূৰ্ণতা পা; যেনে, কাম হল; কোনো এক অৱস্থা বা পদ ল; যেনে, ৰজা হল, to be, to exist, to be born or produced, to be finished, to become. কৃদ. স. হওঁতা, (স্ত্রী) হঁতী বা হোঁৱতী।

এই ধাতু পুৱণি কালত "হু" আছিল; এতিয়াও অনেকে হুইছে, হুব, এনেকৈ বোলে।

হওন, কৃদ. স. হোৱা কাৰ্য্য, ওপজন, সমাপ্তি পাওন, the act of being, &c.

হংস, স. শ. (সং. হংস—হন্, বধ কৰ্) এবিধ পানীত চৰা চৰাইৰ মতা, হাঁহ, a gander, a drake. (স্ত্রী) হংসী। মতা নে মাইকী বিশেষকৈ নকৈ কেৱল হাঁহ জাতিৰ চৰাইক বুজাব লাগিলে এই শব্দ ব্যৱহৃত হয়; যেনে, হংসগতি। সংস্কৃতত অকল ৰাজহাঁহক মাথোন হংস বোলা যায়, কিন্তু অসমীয়াত সি সকলো হাঁহ বুজায়।

হংস-গমন্, } স. শ. (সং. হংস গমন, হংস
হংস-গতি, } গতি—হংস, ৰাজ-হাঁহ + গমন, গতি, খোজ চলোৱা) ৰাজহংসৰ নিচিনা গতি, গহীনকৈৰ ৰাজহাঁহৰ নিচিনাকৈ চলোৱা খোজ, a slow and graceful gait.

হংস-গামিনী, বি. (সং. হংসগামিনী—হংসগামিন্ শব্দৰ স্ত্রীলিঙ্গ) গহীনৰূপে আৰু ধীৰে ধীৰে গতি কৰা, (সুন্দৰী তিৰোতাৰ বিশেষণ), walking slowly and gracefully (said of a beautiful woman).

ঈয়ে, } "হঞে" চোৱা।
হঁয়েৰা, }

হঁহা-মতা, স. শ. (অং. হাঁহ, আনন্দ প্ৰকাশ কৰ্+মাত, কথা ক) আপুনি বিয়া নকৰা তিৰোতা বা মতাৰে সৈতে অনুচিতৰূপে কৰা আলাপ, improper familiarity with a man or woman not married to one's self.

হঁহুৱা, স. ধা. (অং. হাঁহ, আনন্দ কৰি দাঁত উলিয়া) (আন এজনৰ) হাঁহি তোল্, হাস্য কৰা; যেনে, তোমাক হঁহুৱাম; হাঁহিয়াত কৰা, নিন্দা কৰা; যেনে, মূৰ্খ লৰাই বাপেকৰ নাম হঁহুৱায়, to cause to laugh, to cause to be ridiculed, to bring a disgrace upon.

হক, বি. (যাং.) সঁচা, যথাৰ্থ; যেনে, হক কথা, real, true. স. শ. স্বত্ব, অধিকাৰিত্ব, দাবি; যেনে, সেই মাটিত তাৰ হক আছে, right, claim.

হকাহুনা, স. শ. (অং. হক, অনুক্ৰ.) উচ্চ শব্দেৰে কৰা দন্দ, a wrangle, a noisy dispute.

হক্‌হক্, অনুক্ৰ. বৰকৈ হঁহাৰ নিচিনা শব্দ, an imitative sound used to express that of loud laughter.

হগুৱা, স. ধা. (অং. হাগ্, শৌচ কৰ্) শৌচ কৰা, মল-ত্যাগ কৰা, to cause to evacuate the bowels.

হগুৱা, বি. ঘনে ঘনে হাগি থকা, পেট-ৰুগীয়া, having looseness of the bowels, dyspeptic.

হঙ্গম্, স. শ. (সং. সঙ্গম, একত্ৰ হোৱা) অনেক লোকৰ একত্ৰ স্থিতি, বহুত মানুহ গোট খোৱা কাৰ্য্য; যেনে, ভাত মানুহৰ বৰ হঙ্গম হৈছে, a concourse, a crowd.

হজু, স. শ. পৰিশ্ৰম কৰি হাতেৰে কৰা কাম, হাল-বোৱা, কোৰ ধৰা, ঘৰ সজা, ইত্যাদি; ঘৰ আদি সাজিবৰ নিমিত্তে লাগতিয়াল বস্তু; যেনে, ঘৰ সাজিবলৈ হজু গোটাইছে, manual labour, materials for a building, &c.

হজুৰ্, স. শ. (যাং. হুজুৰ, সাক্ষাত) আগত থকা মান্য লোক জনা, presence, *i.e.*, the noble man present.

হজুৱা, বি. (অং.) হজু কৰা; এতেকে চহা, মূৰ্খ, doing manual work, rustic, rude. স. শ. হজু কৰোঁতা, হাল কোৰ বোৱা মানুহ, কুলী, a common labourer, a rustic, a clown. (স্ত্ৰী) হজুৱানী।

হজুৱালি, গু. শ. হজুৱাৰ ব্যৱসায় বা কাম; যেনে, হজুৱালি কৰি খাওঁতা; হজুৱাৰ নিচিনা আচৰণ; যেনে, হজুৱাই হজুৱালি এৰিব নোৱাৰে, manual labour, rudeness, rusticity.

হজু-গড়্, স. শ. (অং. হজু—গড়্) ঘৰ আদিৰ কাৰণ লগা কাঠ বাঁহ আদি, materials for a building, &c.

হঞে, } সম্বো. অব্য. (সং. হঞ্জে, বেটীৰ
হঞেৰা, } সম্বোধন) বেটীক বা সামান্য তিৰোতাক মতা মাত; যেনে, হঞে, পুহী এই কাললৈ "আহ্, হঞেৰা ককুণী, কটাৰী চুৰুণী। কটাৰী নিদিয় কিয়? ৰাম-জানেকী।" a vocative particle used in addressing a maid servant or an inferior woman.

হটু, স. ধা. (সং. হঠ্, পীড়া কৰ্) বেয়া বোল্, দোষাৰোপ কৰ্, নিন্দ্; যেনে, বেয়া কাম কৰিলে দহ জনে হটে, to censure, to blame.

হটু, অ. ধা. (হিং. হটনা, পাচ হোঁহক) ৰণত পাচ হোঁহক, পৰাস্ত হৈ পাচুৱা; যেনে, ৰণত হটিল; পাচলৈ যা; যেনে, অলপ হটি বহ্, to retreat, to flee from an enemy, to recoil, to fall back.

হটঙ্গা, বি. ওখ, ডাঙ্গৰ; যেনে, হটঙ্গা মুনিহ, tall and stout. (স্ত্ৰী) হটঙ্গী।

হটন্, কৃদ. স. (অং. হটু, নিন্দ্; পাচ হোঁহক, নিন্দা বা দোষাৰোপ কৰণ; ৰণত পাচ হোঁহকা কাৰ্য্য, the act of censuring or blaming, the act of retreating.

হটনি, স. শ. (অং. হটু, নিন্দা) নিন্দা,

গৰিহণা ; যেনে, চুৰ কৰি লোকৰ হটনি খাইছে, censure, reproach.

হটা, স. ধা. নিন্দা কৰা, বেয়া বোলা ; যেনে, অমুকে বুপা ককাকৰ নাম হটাইছে, to cause to be reproached.

হটা, স. ধা. ( অং. হটু, পাচ হোঁহক ) ৰণত পাচ হোঁহকা, ঘটা, পৰাস্ত কৰ্ ; যেনে, আমাৰ সৈন্যে শত্ৰুক হটালে, to cause to retreat, to rout, to defeat. কৃদ. স. হটাওঁতা, ( স্ত্ৰী ) হটাঁতী ।

হটোঁতা, কৃদ. স. (অং. হটু, নিন্দ) নিন্দোতা, দোষাৰোপ কৰোঁতা, one who censures or reproaches. ( স্ত্ৰী ) হটঁতী ।

হঠাৎ, ক্ৰি. বি. (বং. হঠাৎ, অকস্মাৎ) অকস্মাৎ, পূৰ্ব্বলক্ষণ নোহোৱাকৈ, আগেয়ে নজনাকৈ ; যেনে, হঠাৎ মৰিল, সোনকালে, শীঘ্ৰে ; যেনে, তেওঁ হঠাৎ নাহে, suddenly, forthwith.

হঠাতে, হঠাৎকাৰে, } ক্ৰি. বি. শীঘ্ৰে, সোনকালে, ততালিকে, quickly, forthwith.

হত, কৃদ. বি. ( সং. হত—হন্, বধ কৰ্ ) বধ কৰা, প্ৰাণ মৰা ; যেনে, ৰণত হত হল ; নষ্ট ; যেনে, তাৰ বুদ্ধি হত হল, killed, destroyed, lost.

হতচেতন, বি. (সং. হতচেতন—হত, নষ্ট + চেতন, জ্ঞান) বিজ্ঞান, জ্ঞান গুচা, senseless, insensible.

হতবুদ্ধি, বি. (সং. হতবুদ্ধি—হত, নষ্ট + বুদ্ধি, বুজা শক্তি) বিবুদ্ধি, বিচুৰ্ত্তি, bewildered, confounded.

হতভাগ্য, বি. ( সং. হতভাগ্য—হত + ভাগ্য, কপাল ) ভুৰ্ভগীয়া, ভুৰ্কপলীয়া, unfortunate.

হতমূৰ্খ, স. শ. ( হত অৰ্থাৎ মৰাৰ নিচিনা, মূৰ্খ, অজ্ঞান ) মহা মূৰ্খ, বৰ অজ্ঞান, a blockhead.

হতশ্ৰী, বি. ( সং. হতশ্ৰী—হত, নষ্ট + শ্ৰী, সম্পদ ) সুখ সম্পত্তিহীন হোৱা ; আয়ুস ক্ষয় পোৱা, মৃত ; যেনে, সি হতশ্ৰী হল, bereft of prosperity, dead and gone.

হতাশ, বি. (সং. হতাশ—হত, নষ্ট + আশা, আকাংক্ষা) নিৰাশ, আশা ভগা, disappointed.

হতা, স. ধা. (হাত, হস্ত) হাতেৰে দোলা উলাহি ভুলীয়াক সহায়তা কৰ্ ; যেনে, দোলাখান হতাই দিয়া, to give relief to a Dooli bearer by raising, as the Dooli with the hand.

হতালি-বতালি, স. শ. ( অং. হাত, হস্ত + বতালি, অনুক. ) আপোনাৰ ভাৰ্য্যা বা স্বামীত বাজে আন তিৰোতা বা মতাৰ গাত হাত দিয়া আৰু অনুচিতৰূপে আলাপ কৰা কাৰ্য্য, হঁহা মতা, undue familiarity with man or woman not married to one's self.

হতাহতি, স. শ. (সং. হস্তাহস্তি—হস্ত, হাত ; বং. হাতাহাতি, এজনে আন এজনক হাতেৰে প্ৰহাৰ কৰণ) ইজনে সিজনক হাতেৰে প্ৰহাৰ কৰা কাৰ্য্য, কিলাকিলি, the act of striking each other with the hand. বি. নিচেই ওচৰ চাপি এজনে আন এজনক হাতেৰে প্ৰহাৰ কৰা ; যেনে, হতাহতি ৰণ, hand to hand (fight).

হতাহতিকৈ, ক্ৰি. বি. একেটা কামতে অনেক জনে ধৰি বা হাত লগাই ; যেনে, হতাহতিকৈ কৰা বন বেগতে হয়, jointly (said of doing work).

হতীয়া, বি. ( অং. হাত, হস্ত ) হাত থকা, হাতযুক্ত ; যেনে, চাৰিহতীয়া মূৰ্ত্তি ; কিলাকুটিৰ পৰা মাজৰ আঙ্গুলিৰ মূৰলৈ যিমান সিমান দীঘল ; যেনে, তিনি হতীয়া লেজু ( কেইওটা ভাবত এটা সংখ্যা শব্দৰ পাচত ইয়াক যোগ কৰা যায় ), having hands, a cubit long.

হতুৱাই, আ. অবা. (অং. হাত, হাতৰ দ্বাৰা) দ্বাৰা, কোনো মানুহ বা আন জন্তুক নিযুক্ত কৰি ; যেনে, তোমাৰ হতুৱাই কৰাম ; কুকুৰৰ হতুৱাই কামোৰালে, by the hand of, by.

হত্যা, স. শ. ( সং. হত্যা—হন্, বধ কৰ্ ) বধ, প্ৰাণ মাৰণ, the act of killing.

হদ্‌, স. শ. (যাং. হদ্দ, সীমা) সীমা, a boundary line.

হনন্‌, কৃদ. স. (সং. হনন—হন্‌, বধ কৰ্‌) বধ কৰণ, the act of killing.

হনা, স. শ. (সং. হন্‌, গতি কৰ্‌) নৈয়ে একালৰ পৰা আন একাললৈ বৈ যাবলৈ কৰা আৰম্ভ; একতীয়া হওন, হলন, the commencement of the change of the course of a river, a leaning to one side.

হনা ল, আন একাললৈ বৈ যাবলৈ ধৰ্‌; যেনে, দিখৌৱে পচিমলৈ হনা লৈছে, একতীয়া হ, হল্‌; যেনে, ঘৰটোৱে এই ফাললৈ হনা লৈছে, to begin to flow in another direction, to lean to one side.

হনা, স. ধা. (অং. হান্‌, খোঁচ্‌) আনৰ দ্বাৰা জোঙ্গা বস্তুৰে প্ৰহাৰ কৰা, খোঁচা, to cause to be stabbed.

হনিয়া, অ. ধা. (অং. হনা, নৈৰ গতি) কোনো একাললৈ বৈ যাবলৈ ধৰ্‌, হনা ল; যেনে, গঙ্গাই উত্তৰলৈ হনিয়াইছে, to begin to flow in another direction.

হনু, স. শ. (সং. হনু—হন্‌, পীড়া কৰ্‌) গালৰ ওপৰ চকুৰ তলৰ হাড়, the cheek bone.

হনুমন্ত, } স. শ. বায়ুদেৱতাৰ দ্বাৰা অঞ্জনা
হনুমান, } নামেৰে এজনী বান্দৰীৰ পৰা জাত আৰু লঙ্কাৰ ৰণত ৰামচন্দ্ৰৰ সৈন্যৰ সেনাপতি হোৱা এটা বান্দৰ, এবিধ বৰ দীঘল নেজীয়া বান্দৰ, the monkey chief *Hanuman*, a General of *Rama's* army; a species of monkey. "হনূমন্ত" ও হয়।

হনুমন্তা, স. শ. (হনুমন্তক মহীৰাৱণৰ নগৰলৈ লৈ গৈছিল, এতেকে সেই নাম) এবিধ ডাঙৰ সেউজীয়া মাছৰোকা, the gigantic kingfisher.

হন্তা, স. শ. (সং. হন্তৃ—হন্‌, বধ কৰ্‌) বধোঁতা, প্ৰাণ মাৰোঁতা; নাশ কৰোঁতা, a killer, a destroyer.

হন্তে, আ. অব্য. (বং. হইতে, পৰা) কাৰণে, দ্বাৰা; যেনে, তোমাৰ হন্তে ইমান দুখ পালোঁ (প্ৰায়ে পদ্যত), by, from, &c.

হপ্‌হপ্‌ কৰে, ক্ৰি. বি. শিঙ্গাৰে হোঁপাৰ দৰে হোঁপা মাৰি, by suction.

হবলা, ক্ৰি. বি. এনে হব পাৰে যে, অনুমান হয়; যেনে, তেওঁ আহিল হবলা, perhaps, possibly.

হবিচ্‌, স. শ. "হবিষা" চোৱাঁ।

হবিষা, স. শ. (সং. হৱিষ্য—হৱিস্‌, ঘিউ; গৰু ঘিউ আৰু আৰৈ চাউল তাৰ ঘাই বস্তু; এতেকে) কোনো মান্য লোকৰ মৃত্যুৰ অশৌচত আৰু ধৰ্ম্মকৃত্যৰ আগ দিনা নিৰামুহীয়াকৈ এসাঁজ খাই কৰা উপবাস, a fast in which a single meal consisting of rice, ghee, vegetables and milk is taken during the course of a day and a night.

হবিষ্যান্ন, স. শ. (সং. হৱিষ্যান্ন—হৱিষ্য, ঐ + অন্ন, আহাৰ) হবিষ্যত এসন্ধ্যা কৰা নিৰামুহীয়া ভোজন, a single meal without flesh and fish taken during a fast.

হবিষ্যাশী, বি. (সং. হৱিষ্যাশিন্‌—হৱিষ্য, নিৰামুহীয়া আহাৰ + আশিন্‌, খোৱা—অশ, খা) নিৰামুহীয়াকৈ এসাঁজ খোৱা, subsisting on a single meal a day, consisting of rice, ghee, vegetable, &c.

হমহমনি, স. শ. (অং. হমহমা, শোক হ) বেজাৰৰ কথা মনত পৰি হোৱা শোক, মনৰ পোৰণি, বুকুৰ ধমধমনি, anguish of mind caused by painful recollection.

হমহম্‌, অ. ধা. (অং. হম্‌, জলা জুইৰ শব্দ) শোকেৰে জলি উঠ্‌, এতিয়া নথকা কোনো মৰমৰ লোক বা বস্তুৰ স্মৰণ হোৱাত শোকেৰে তাপিত হ (বুকু বা মনত খাটে); যেনে, সেই কথা মনত পৰিলে বুকু খানে হমহমায়, to suffer from any painful recollection.

হয়্‌, স. শ. (সং. হয়—হি, গতি কৰ্‌) ঘোঁৰা, a horse or pony.

হৰ্, স. শ. (সং. হৰ—হৃ; হৰণ কৰ্) হৰোঁতা, চুৰ কৰোঁতা, গুচাওঁতা (এটা সংজ্ঞা শব্দৰ পাচত যোগ কৰা যায়); যেনে, ৰোগ হৰ্; (মানুহৰ দুখ শোক গুচায়, এতেকে) শিৱ, who or what takes away, *Siva.*

হৰ্, স. ধা. (সং. হৃ, হৰণ কৰ্) বলেৰে বা ছলেৰে নি, চুৰ কৰ্; যেনে, ৰাৱণে সীতাক হৰিলে; to steal, to rob. অ. ধা. লুপ্ত হ, নেদেখা হ, গুচ্; যেনে, সকলো বস্তু হৰিল, to be lost, to disappear, to vanish.

হৰকৃতবক্, বি. (হৰ, নেদেখা হ + তবক, অনুক.) এক সময়ত এক প্ৰকাৰ আন সময়ত আন প্ৰকাৰ হোৱা, অস্থিৰ, লোৰা-লপা; এতেকে মিছা; যেনে, হৰকতবক কথা, changeful, untrue, false. স. শ. কথাৰ অস্থিৰতা; যেনে, তাৰ হৰকতবক নাই, untruth, unreliableness.

হৰণ্, কৃদ. স. (সং. হৰণ—হৃ, লৈ যা) বলেৰে বা ছলেৰে নিয়ন; অঙ্কৰ ভাগ কৰণ, theft, robbery, (in arith.) division.

হৰষিত্, "হৰ্ষিত" শব্দৰ অপভ্ৰংশ।

হৰা, স. ধা. (অং. হাৰ্, পৰাস্ত হ) ঘটা, পৰাস্ত কৰ্; যেনে, এজন হাৰে আনে তাক হৰায়, to defeat.

হৰা, স. শ. (অং. হৰ্, হৰণ কৰ্; প্ৰাণ হৰে, এতেকে) মানুহৰ প্ৰাণ মৰা কুমন্ত্ৰ, an incantation supposed to kill a person against whom it is used.

হৰা কৰ্, হৰা দি, কুমন্ত্ৰেৰে অৰা বস্তু খুৱাই পীড়া দি, to injure by an incantation.

হৰাকৰ্ম্মী, স. শ. হৰা কৰোঁতা, কুমন্ত্ৰৰ দ্বাৰা পীড়া দিওঁতা, one who injures by incantation.

হৰি, } স. শ. (সং. হৰি—হৃ, হৰণ কৰ্,
হৰি, } মানুহৰ শোক দুখ হৰে) পৰমেশ্বৰ; বিষ্ণু, the Supreme Being, *Vishnu.*

হৰি ভৰ্ দি, মান্তি হ; যেনে, সি সেই কথাত হৰি ভৰ দিছে, to consent.

হৰি-কীৰ্ত্তন্, স. শ. (সং. হৰিকীৰ্ত্তন—হৰি, বিষ্ণু + কীৰ্ত্তন, গুণগান) বিষ্ণুৰ নাম গুণ গাই কৰা উপাসনা, prayer offered to *Vishnu.*

হৰিণ্, স. শ. (সং. হৰিণ—হৃ, চুৰ কৰ্; শস্য চুৰ কৰি খায়, এতেকে) এবিধ প্ৰায় ছাগৰ নিচিনা, কিন্তু কঁতৰা থকা শিংযুক্ত চাৰি-ঠেঙ্গীয়া জন্তু, ইয়াৰ অনেক উপ-জাতি আছে, a deer.

হৰিণা, } স. শ. (সং. হৰিণ, ঐ)
হৰিণা-পহু, } শিঙ্গত তিনটা কঁতৰা থকা সাধাৰণ হৰিণ, the hog deer.

হৰিণ-নয়নী, } স. শ. (সং. হৰিণনয়নী,
হৰিণাক্ষী, } হৰিণাক্ষী—হৰিণ, মৃগ + নয়ন, অক্ষি, চকু) "মৃগাক্ষী" চোৱাঁ।

হৰিৎ, বি. (সং. হৃ, হৰণ কৰ্, মনক) সেউজীয়া, কলাপতীয়া, green.

হৰিদ্ৰা, স. শ. (সং. হৰিদ্ৰা—হৰিৎ, সেউজ + দ্ৰা, দান কৰ্; হালধিত নীল মিহলালে সেউজীয়া বৰণ হয়, এতেকে) হালধি, turmeric.

হৰিদ্বাৰ্, স. শ. (সং. হৰিদ্বাৰ—হৰি, বিষ্ণু + দ্বাৰ, দুৱাৰ, বিষ্ণুৰ দ্বাৰ) হিন্দুস্থানৰ যি ঠাইত গঙ্গা সমান মাটিলৈ নামিছে সেই ঠাই, সি এক তীৰ্থ, the town of *Hardwar* in the North-West Provinces.

হৰিধ্বনি, স. শ. (সং. হৰিধ্বনি—হৰি, বিষ্ণু + ধ্বনি, শব্দ) আশীৰ্ব্বাদ কৰোঁতে অনেকে একে লগে উচ্চাৰণ কৰা বিষ্ণুৰ নাম; যেনে, অ হৰি! অ ৰাম! হৰি বোল হৰি! ইত্যাদি, a vehement and simultaneous utterance of the name of *Hari* or *Vishnu.*

হৰি-ভকত্, স. শ. (সং. হৰি, বিষ্ণু + অং. ভকত, উপাসক) সতীৰ্থ, একে গুৰুৰ শিষ্য, যাইকৈ একে লগে শৰণ লোৱা লোক, a fellow disciple. (স্ত্ৰী) হৰিভকতনী।

হৰিলগবিলু, স. শ. আলাপ-প্ৰীতি, মিল, familiarity, intimacy.

হৰিষ, "হৰ্ষ" শব্দৰ, হৰিষিত "হৰ্ষিত" শব্দৰ অপভ্ৰংশ।

হৰিষাদ-বিষাদ, স. শ. (সং. হর্ষবিষাদ, আনন্দ আৰু অসন্তোষ) সন্তোষ বা বেজাৰ; যেনে, তাত আমাৰ হৰিষাদ-বিষাদ নাই, satisfaction or the reverse.

হৰিসমুখ, বি. (সং. হৰিসম্মুখ, ঈশ্বৰৰ সাক্ষাৎ) শৰণ লোৱা, ভকত হোৱা, শিষ্য হোৱা; যেনে, সি হৰিসমুখ হোৱা নাই, initiated into the Vaisnava religion.

হৰিসেৱা, স. শ. (সং. হৰি, বিষ্ণু + সেৱা, উপাসনা) হৰিকীৰ্ত্তন, বিষ্ণুৰ নাম-গুণ গাই কৰা উপাসনা, worship of Vishnu.

হৰীতকী, স. শ. (সং. হৰীতকী—হৰিৎ, সেউজ + ইত, গত; শুকালে সেই বৰণ গুচে, এতেকে) শিলিখা, a species of myrobalan (Haughton).

হৰুৱা, স. ধা. (অং. হাৰ্, পৰাস্ত হ) পৰাস্ত কৰ্, to defeat.

হৰৌহথৌ, "হুগৰেউগেঁথেউ" চোৱা।

হৰ্ত্তা, স. শ. (সং. হর্ত্তৃ, হৰোঁতা—হৃ, হৰ্) হৰণ কৰোঁতা, গুচাওঁতা, দূৰ কৰোঁতা, one who removes or takes away.

হৰ্ত্তা-কৰ্ত্তা, স. শ. (সং. হৰ্ত্তা, হৰোঁতা + কৰ্ত্তা, কৰোঁতা) সকলো কৰিব পৰা গৰাকী, সকলোতকৈ ডাঙৰ অধিকাৰ, a paramount authority, one possessing supreme power.

হৰ্ বিষুৰ হৰ্, (গুচ্, বিষ গুচ) বিষ দূৰ হ, বিষ জৰা মন্ত্ৰৰ অন্তত মতা মাত, words uttered at the end of an incantation for allaying pain.

হৰ্ষ, স. শ. (সং. হৰ্ষ—হৃষ, ৰং পা) ৰং, আনন্দ, সন্তোষ, pleasure, delight.

হৰ্ষজনক, বি. (সং. হৰ্ষজনক—হৰ্ষ + জনক, জন্মোৱা) আনন্দ দিয়া, ৰং লগোৱা, delightful, pleasing.

হৰ্ষান্বিত, বি. (সং. হৰ্ষান্বিত—হৰ্ষ, আনন্দ + অন্বিত, মিলিত) আনন্দযুক্ত, আনন্দিত, ৰং পোৱা, delighted, pleased.

হৰ্ষিত, কৃদ. বি. (সং. হৰ্ষিত—হৃষ্, ৰং পা আনন্দিত, ৰং পোৱা, delighted, pleased.

হল্, অ. ধা. (হিং. হালনা, লৰ্ বা কঁপ্) থিয় গুচি একতীয়া হ, কাতি হৈ পৰিবলৈ ধৰ্; যেনে, ঘৰটো হলিছে, to deviate from a perpendicular position.

হলধৰ্, স. শ. (সং. হলধৰ—হল, নাঙ্গল + ধৃ, ধৰ্) বলৰাম (হাতত এটা নাঙ্গল লৈ ফুৰায় আৰু সেয়ে তেওঁৰ অস্ত্ৰ), *Balaram*.

হলনীয়া, বি. (অং. হল্, কাতি হ) একাললৈ কাতি হোৱা, এচলীয়া হোৱা, হলা, aslant, slanting.

হলা, স. ধা. (অং. হল্, কাতি হ) এচলীয়া কৰ্, হলনীয়া কৰ্, দোঁৱা, to cause to lean, to bend.

হলা, স. শ. (সং. শলাকা, কাঠী বা কামী) টাটী বা বাৰত একে লগে থিয়কৈ বোৱা ফলা বাহৰ, খাগৰিৰ বা ইকৰাৰ সমূহ, a quantity of reeds or slips of split bamboo inserted together into a braided partition or fence.

হলায়ুধ্, স. শ. (সং. হলায়ুধ—হল, নাঙ্গল + আয়ুধ, অস্ত্ৰ; নাঙ্গল অস্ত্ৰ যাৰ) হলধৰ, বলৰাম, *Balaram*, cousin of *Krishna*.

হলাহল্, স. শ. (সং. হলাহল—হল, নাঙ্গল + আ, উপস. + হল্, চাহ কৰ্, নাঙ্গলৰ দৰে শৰীৰক বিদাৰি পেলায়, এতেকে) বৰ বিহ, কালকূট, any deadly poison, aconite.

হলীয়া, বি. (অং. হাল, হুটা) যুৰীয়া, হুটা থকা; যেনে, হলীয়া গৰু, consisting of a couple, as of animals.

হলৌ, স. শ. ("হুলুহুলু" শব্দ কৰে, এতেকে) এবিধ কলা বৰণীয়া নেজ নথকা বান্দৰ জাতিৰ জন্তু, a species of monkey (the Assam *huluk*).

হলুফলী, স. শ. পৰামলখী; তাৰ গছ, a kind of acid fruit and its tree. (কামৰূ.)।

হলুফলু কৰে, "লহুপহু কৰে" চোৱা।

হলুহলীয়া, বি. (অং. শলাশলীয়া, পোল) পোলপটিৰ; অকপটীয়া, পেটত কথা ন-

ৰথা, পেট ভাঙ্গি কথা কোৱা, frank, outspoken, sincere.

হস্ত, স. শ. ( সং. হস্ত—হস, হাঁহ ) হাত, বাহুৰ আগৰ চেপেটা আৰু আঙ্গুলি থকা ভাগ, the hand.

হস্তগত্, বি. ( সং. হস্তগত—হস্ত, হাত+গত, যোৱা ) হাতলৈ যোৱা, অধীন হোৱা ; যেনে, লোকৰ হস্তগত ধন, come under the possession of.

হস্তমৈথুন্, স. শ. (সং. হস্ত, হাত+মৈথুন, শৃঙ্গাৰ) হাতেৰে কৰা শৃঙ্গাৰ, হাতেৰে লিঙ্গ সঞ্চালন কৰি কৰা কাম-পীড়াৰ শান্তি, masturbation.

হস্তিদন্ত, স. শ. ( সং. হস্তিদন্ত—হস্তিন্, হাতী+দন্ত, দাঁত ) হাতীৰ দাঁত, ivory, the tusk of an elephant.(প্ৰাণিবধ আৰু প্ৰাণিহিংসা শব্দৰ তলৰ চূৰ্ণিকা চোৱা )।

হস্তিনাপুৰ্, স. শ. ( সং. হস্তিনাপুৰ—হস্তিন্, সেই নগৰ পাতোঁতাৰ নাম+পুৰ, নগৰ ) দিল্লীৰ উত্তৰ পূব ফালে তাৰ পৰা ৫৭ মাইলৰ আঁতৰত থকা পাণ্ডৱবিলাকৰ নগৰ, ancient Delhi, the capital of *Yudhisthira.*

হস্তী, স. শ. ( সং. হস্তিন্—হস্ত, হাত বা শুঁৰ+ইন্ ; হাত আছে, এতেকে ) হাতী, an elephant. ( স্ত্ৰী ) হস্তিনী।

হ-হৈয়া, স. শ. ( হ-হ, বেগাই পানী বৈ যোৱাৰ নিচিনা শব্দ ) পানীয়ে ন-কৈ খনা জানে দি বেগাই বৈ যোৱা সোঁত ; যেনে, সেই পোনে হ-হৈয়া পৰিছে, the impetuous rush of a stream through a newly formed channel.

হা, ভা. অব্য. মনৰ দুখ বা বেজাৰ বুজোৱা মাত ; যেনে, হা ভৈয়াই, an interjection of sorrow.

হাই, স. শ. উচ্চ শব্দ, ডাঙ্গৰকৈ কোৱা কথাৰ বা দন্দৰ শব্দ, a noise, clamour, a loud voice.

হাই কৰ্, উচ্চ শব্দ কৰ্, to make a noise.

হাই লাগ্, উচ্চ শব্দ হ, দন্দ লাগ্, to be made, as a noise.

হাই-উৰুমি, স. শ. (অং. হাই+উৰুমি, ঐ) কোৰ্হাল, বৰ হাই, উচ্চ শব্দেৰে কৰা দন্দ, a loud noise, a noisy dispute or quarrel.

হাই-উৰুমি লাগ্, উচ্চ শব্দেৰে দন্দ হ, to be made, as a noisy quarrel.

হাইচ-লাইচ, স. শ. ( সং. হাস্য, হাঁহি+লাস, নাচন ) ৰং-ধেমালি ; মতা তিৰোতাই শৃঙ্গাৰৰ সম্বন্ধে কৰা আলাপ বা ধেমালি, merriment, amorous sport, dalliance.

হাইঠক্, স. শ. ( সং. হাৰীতক, এবিধ সেউজীয়া কপৌ ) এবিধ সেউজীয়া কপৌ জাতিৰ চৰাই, the green pigeon.

হাইঠা, স. শ. ( হিং. ৰীঠা, এবিধ গছৰ গুটি ) এবিধ গছৰ গুটি, তাৰ চোকোৰাৰে কোতমণি ধোৱা যায়, the soap nut of North India, Hindi and Bengali *ritha. Sapindus Mukorossi* (Watt).

হাইতাল্, স. শ. ( সং. হৰিতাল, এবিধ হালধীয়া দ্ৰব্য) এবিধ হালধীয়া আকৰত হোৱা বস্তু, yellow orpiment, king's yellow.

হাইৰাণ্, বি. ( যাং. হৈৰাণ, ভাগৰণ ) হাৰাশাস্তি, বৰ ভাগৰ বা কষ্ট পোৱা, harassed, wearied.

হাউৎ, অনুক. বঁতিয়াওঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that of vomiting.

হাউৎ কৰে, ক্ৰি. বি. হাউৎ শব্দ কৰি ; যেনে, হাউৎ কৰে বঁতিয়ালে, with the above sound.

হাউলি, স. শ. (যাং. হাবিলি) ডাঙ্গৰ লোকৰ টোল বা ঘৰবাৰী ; যেনে, ৰজাহাউলি, premises of a nobleman.

হাউসি, স. শ. বাঘে জন্তুক ধৰোঁতে কৰা শব্দ, the sound uttered by a tiger when attacking his prey.

হাঁ, ভা. অব্য. বাধা বুজোৱা মাত ; যেনে, হাঁ ! কি কৰ ? নথকা বস্তু পাবৰ নিমিত্তে ব্যগ্ৰ হৈ কৰা চিৎকাৰ ; যেনে, হাঁ ভাত ! হাঁ কাপোৰ, an interjection of prohibition, an exclamation expressing

an earnest desire of having something needed.

হাঁই-কাঁই,° স. শ. (হাঁপ-হাঁপ, খৰকৈ উশাহ লওঁতে হোৱা শব্দ) বেগাই চুটিকৈ লোৱা উশাহ, ফোঁপনি; যেনে, লৰি আহোঁতে হাঁই-কাঁই উঠিছে; উদ্‌ফাই, panting, asthma.

হাঁওকাওঁ, স. শ. (হাঁপ্‌-হাঁপ, বেগেৰে নিশ্বাস লওঁতে হোৱা শব্দ) জন্তুৰ বুকত থকা নিচেই মিহি জালৰ নিচিনা বিন্ধা-যুক্ত দোডোখৰ ৰঙ্গচীয়া মঙ্গহ, সিহঁতে ভাতিৰ দৰে নিশ্বাসৰ বায়ু সিহঁতৰ ভিতৰলৈ সুমাই আৰু উলিয়াই তেজ নিৰ্ম্মল কৰে, the lungs.

হাঁওৰণি, স. শ. (অং. হাঁওৰিয়া, বাঘৰ দৰে চিঞৰ্) বাঘৰ চিঞৰ বা গোঁজৰণি, the growling of a tiger.

হাঁওৰিয়া, অ. ধা. বাঘৰ দৰে গোঁজৰ্, to growl, as a tiger.

হাঁওৰি মাৰ্, বাঘৰ দৰে ডেডাউৰি মাৰ্, to growl or utter a loud cry, as a tiger.

হাঁকাল্‌-বিকাল্‌, স. শ. (অং. আকাল, অন্নৰ অভাৱ + বিকাল, অসুক.) খোৱা পিন্ধাৰ নাটনিৰ নিমিত্তে হোৱা মনৰ আৰু গাৰ কষ্ট, ভাত-কাপোৰৰ দুখ, the distress occasioned by the want of the necessaries of life.

হাঁকুটী, স. শ. (সং. আকৰ্ষনী; বং. আঁকুষী, আঁকুহী) গছৰ গুটি আদি পৰা বা দূৰৈৰ বস্তু টানি অনা আগ বেঁকা দীঘল মাৰি, আঁকুহী, a long, hooked stick used for seizing and pulling something.

হাঁকোটা, স. শ. (অং. আঁকোৰা, বেঁকা) বস্তু আৰি থবৰ নিমিত্তে ওলমাই বন্ধা বৰশীৰ নিচিনা মাৰি; ঝাঁচত দীঘৰ সূতা সুমোৱা আকোঁৰা যতন, a hook for suspending articles, a hook used by weavers for passing the warp threads through the reed.

হাঁচ, অ. ধা. ("হাঁচি" চোৱাঁ) হাঁচিয়া, হাঁচি মাৰ্, to sneeze.

হাঁচটি, স. শ. তামোলৰ গামোছা, তামোল পাণ আদি বান্ধি লৈ ফুকুৰা সৰু ঠেক কাপোৰ, a small narrow cloth for holding betel-nuts carried about on the person.

হাঁচি, স. শ. (সং. হুঞ্জি; বং. হাঁচি) অতি বেগেৰে আৰু ডাঙ্গৰ শব্দেৰে নাকৰ পৰা ওলোৱা বায়ু, a sneeze.

হাঁচি মাৰ্, বৰ বেগ আৰু শব্দেৰে নাকৰ পৰা বায়ু বাহিৰ কৰ্, to sneeze.

হাঁচিয়তী, হাঁচিয়া, স. শ. সুঙ্গিলে হাঁচি তোলা এবিধ বন, a kind of herb which excites sneezing.

হাঁচিয়া, অ. ধা. হাঁচি মাৰ্, ডাঙ্গৰ শব্দেৰে নাকে দি বায়ু উলিয়া, to sneeze.

হাঁতুৰী, স. শ. (বং. হাতুড়ী, কোবোৱা যতন) কোনো বস্তু পিটিবলৈ নাল লগোৱা এডোখৰ লো বা কাঠ; যেনে, কমাৰৰ হাঁতুৰী, a hammer.

হাঁতুৰীয়া, স. ধা. হাঁতুৰীৰে পিট্, to hammer.

হাঁতোৰাহ্‌, স. শ. (অং. হাত, হস্ত + চাঁচ্‌, চঁচা অস্ত্র; হাত চাঁচ) এহাতেৰে ধৰি কাঠ চঁচা সৰু চাঁচন; সৰু কুঠাৰ, a small adze, a hatchet.

হাঁতোৰা, স. শ. (অং. হাত, তাৰ দৰে, এতেকে) বাঘ আদিৰ আগ ঠেঙ্গৰ নখে সমন্বিতে ভৰি; কাছৰ ভৰি, the forepaw of a beast of prey, the claw of a tortoise.

হাঁফলু, স. শ. সমান ঠাইত থকা ওখ মাটি; উঁই বা এন্দুৰে তোলা ভেঁটি, a knoll or hillock, an ant hill.

হাঁফি, ক্রি. বি. ডাঠকৈ, সাহ কৰি, আশঙ্কা নথকাকৈ; যেনে, এই কথা হাঁফি কব পাৰোঁ, boldly, confidently, positively.

হাঁকোলা, স. শ. দুই বাহু মেলি গা আগ বঢ়োৱা কাৰ্য্য, (সাঁতোৰাত বা নৰা কোলালৈ আহিব খোজাত থাটে), the

act of throwing the body forward with the arms extended, as in swimming, &c.

হাঁকোলা মাৰ্, দুই বাহু মেলি পানীত অলপ আগ বাঢ়, অলপ সাঁতৰ্; যেনে, হাঁকোলা মাৰি পাৰ হব পাৰি, to swim a short distance.

হাঁকোলা মেল্, দুই বাহু মেলি কোলালৈ আহিব খোজ্; যেনে, লৰাই হাঁকোলা মেলে, to extend the arms, as a child, to express the desire of coming to the arms of a person.

হাঁকুৰাকপৌ, স. শ. এবিধ ডাঙৰ কপৌ, a kind of pigeon.

হাঁহ্, অ. ধা. (সং. হস্; হিং. হঁসনা; বং. হাসন, ৰঙ্গত দাঁত উলিয়া) হাস্য কৰ্, দাঁত উলিয়াই আনন্দ প্ৰকাশ কৰ্, to laugh. স. শ. নিন্দা কৰ্, নিন্দ্; যেনে, অমুকক বাজ্যে হাঁহিছে, to ridicule.

হাঁহ্, স. শ. (সং. হংস, এবিধ পানীৰ চৰাই) চেপেটা ঠোঁটআৰু ছালৰ নিচিনা পতাৰে অনেক বিধৰ চৰাইৰ সাধাৰণ নাম; যেনে, ৰাজ-হাঁহ, পাতি-হাঁহ, ঘিলা-হাঁহ, পানী-হাঁহ, ইত্যাদি, the generic name of web-footed birds of various kinds.

হাঁহন, কৃদ. স. হাস্য কৰণ, the act of laughing.

হাঁ-হাঁ, ভা. অব্য. (অং. হাঁ, বাধা বুজোৱা মাত) বাধাক বলৱৎ কৰিবলৈ দুবাৰ উক্ত "হাঁ" শব্দ, a prohibitive interjection twice repeated.

হাঁ-হাঁ-কা-কা, স. শ. (সং. হাহাকাৰ, দুখ বা শোক বুজোৱা মাত) ভাত কাপোৰৰ দুখৰ নিমিত্তে কৰা শোকৰ ধ্বনি; যেনে, এই বাৰ খেতি নহলে মানুহৰ হাঁ-হাঁ-কা-কা হব বা লাগিব বা মানুহে হাঁ-হাঁ-কা-কা কৰিব, দেশত হাঁ-হাঁ-কা-কা লাগিছে, a cry of distress caused by the want of the necessaries of life.

হাঁহি, স. শ. (সং. হাস্য; হস্, দাঁত উলিয়াই বং. কৰ্) দাঁত উলিয়াই আৰু মুখেৰে শব্দ কৰি কৰা আনন্দ, laugh, laughter.

হাঁহিমুখ্, স. শ. হঁহা মুখ, আনন্দিত মুখ, a laughing countenance.

হাঁহিনী, স. শ. হাঁহ জাতিৰ মাইকী, মাইকী হাঁহ, a duck or goose.

হাঁহিয়াতু, স. শ. (অং. হাঁহ, নিন্দ্) অখ্যাতি, দুৰ্নাম, নিন্দা, ridicule, derision.

হাক, স. শ. (হিং. হাঁক্‌না, উচ্চ শব্দেৰে মাত্) বাধা, মানা, নিষেধ, prohibition.

হাক্ দি, নিষেধ কৰ্, to prohibit.

হাকিম্, স. শ. (যাং.) অধিকাৰ, গৰাকী; বিচাৰক, a ruler, a master, an administrator of Justice.

হাগ্, অ. ধা. (হিং. হগ্‌না; বং. হাগন, মলত্যাগ কৰ্) মলত্যাগ কৰ্, পেটৰ মল উলিয়া, শৌচ কৰ্, to evacuate the bowels. (চহা মাত)।

হাগন্, কৃদ. স. হগা কাৰ্য্য, শৌচ কৰণ, the act of evacuating the bowels. (চহা মাত)।

হাগনি, স. শ. ঘনে ঘনে শৌচ কৰা ৰোগ, looseness of the bowels, diarrhœa. (চহা মাত)।

হাগোঁতা, কৃদ. স. শৌচ কৰোঁতা, one who evacuates the bowels. (চহা)।

হাঙ্গী, স. শ. (সং. সঙ্গী, লগৰীয়া) লগৰ বা সমান এজনে কোনো কাম নকৰা হেতু তাক কৰিবলৈ অমান্তি হোৱা বা কৰা দেখি কৰিব খোজা কাৰ্য্যত বাগি, one who tries to excuse himself.

হাঙ্গি ধৰ্, "বাগি ধৰ্" চোৱাঁ।

হাজৰিকা, } স. শ. (অং. হাজাৰ + এক, এহেজাৰ) এহেজাৰ
হাজৰিকীয়া, }

কাঁবীৰ ওপৰৰ বিষয়া, an officer over one thousand men.

হাজাৰ্, সংখ্যা. (হিং. বং. হাজাৰ) সহস্ৰ, দহ শ, a thousand.

হাট্, স. শ. (সং. হট্ট; হিং. বং. হাট, বস্তু বেচা ঠাই) নিৰূপিত দিনত অনেক মানুহ গোট খাই কিনা বেচা কৰা ঠাই, a fair, a stated market.

হাট্ কৰ্, হাট্ বেহা, হাটত কিন বা বেচ্, to go marketing.

হাটকৰা, বি. হাট কৰিবলৈ যোৱা ; যেনে, হাটকৰা মানুহ ; হাটৰ ; যেনে, হাটকৰা বস্তু, buying or selling in a market, relating to a market.

হাটী, স. শ. (অং. হাট, বজাৰ) পঢ়াশলীয়া ছাত্ৰৰ বা সত্ৰৰ ভকত থকা হাট বা বজাৰৰ দৰে লানীকৈ সজা ঘৰসমূহ, a row of houses attached to a religious institution or school for the residence of disciples or students.

হাটী-মতা, স. শ. (অং. হাটী+মতা, আবাহন কৰোঁতা) কোনো কামৰ নিমিত্তে হাটীৰ পৰা ভকত মাতি অনা বিষয়া, an officer of a *Sattra* whose duty is to call the *Bhakats* to meetings.

হাটোৱালী, স. শ. হাটত থকা ভূতুনী, a female goblin supposed to haunt market places.

হাট্-খোৱা, স. শ. (অং. হাট+খোৱা, ভোগ কৰা) হাটৰ দান তোলা বিষয়া, a collector of market duties.

হাট্-বাট্, স. শ. (অং. হাট+বাট, পথ) বেচ লৈ কৰা দিয়া লোৱা, কিনা বেচা ; মিল প্ৰীতিৰে এজনৰ গুৰিলৈ আন জনে কৰা যাতায়াত, business, transaction, friendly intercourse.

হাড়্, স. শ. (সং. হড্ড, হিং. বং. হাড়, অস্থি) মঙ্গহৰ ভিতৰৰ টান ভাগ ; যেনে, হাতৰ হাড়, a bone.

হাড়্ কাটনৰ্, আপুনি হাড় ভাঙ্গি অৰ্জ্জা, আপুনি দুখ কৰি উপাৰ্জ্জন কৰা ; যেনে, তাৰ হাড় কাটনৰ বস্তু, acquired or produced by one's own labour.

হাড়ত্ত খোৱা, খাই বৈও চিকোণ হব নোৱৰা, হাড় ওলাই থকা, naturally lean.

হাড়ি, স. শ. (সং. হড়ি, ঠেং বন্ধা যতন) চৰিবলৈ এৰি দিয়া জন্তুৰ দুই ঠেং চপাই দিয়া বান্ধ, বাণ্ডা, a hobble for the legs of an animal.

হাড়ি মাৰ্, দুই ঠেং গোটাই বান্ধ, to hobble.

হাড়্-খৰাহি, বি. (অং. হাড়, অস্থি+খৰাহি, এবিধ পাত্ৰ ; এখৰাহি হাড়) ক্ষীণ, lean.

হাত্, স. শ. (সং. হস্ত, হিং. হাথ, বং. হাত, কৰ) বাহুৰ আগৰ চেপেটা আৰু আঙ্গুলি থকা ভাগ ; কিলা কুটিৰ পৰা মাজৰ আঙ্গুলিৰ মূৰলৈ যিমান সেই পৰিমিত দীঘৰ জোখ চোলাৰ বাহু ঢকা ভাগ, the hand, one cubit in length, a sleeve.

হাত্ আহ্, কোনো কাৰ্য্যত ভালকৈ হাত চল্ বা অভ্যাস হ ; যেনে, লিখাত তাৰ হাত আহিছে, to be practised or trained, as the hand.

হাত্ উজান দি, বনত সহায়তা কৰ্ ; যেনে, ঘৰ ছাওঁতাক হাত উজান দিছে, to assist in the performance of a work.

হাত্ কৰ্ বা হাত কৰি ল, বশ কৰ্, দখল কৰ্ ; যেনে, সি অমুকক হাত কৰি লৈছে, to bring under control or possession.

হাত্ দি, স্পৰ্শ কৰ্, ছো ; যেনে, তাৰ গাত হাত নিদিবি, to touch.

হাত্ ধৰ্, কৰিবলৈ খোঁচৰ হ, শীঘ্ৰে কৰিব নোৱৰা হ ; যেনে, বাথৰ পতা কাৰ্য্যে হাত ধৰে, to be tedious, as a work or business.

হাত্ পাত্, ভিক্ষা কৰ্, খোজ্ ; যেনে, তোমাত হাত নেপাতোঁ, to beg alms, to ask for pecuniary aid.

হাত্ ফুৰা বা হাত বুলা, লাহে লাহে হাতেৰে মোহাৰ্ ; যেনে, নৰিয়াৰ ভৰিত হাত ফুৰাইছে বা বুলাইছে, to rub gently with the hand, to stroke.

হাত্ বলা, আখৰ লিখিবলৈ অভ্যাস কৰ্, to practise hand-writing.

হাত্ যোৰ্, বৰকৈ বিনয় কৰোঁতে দুয়ো হাত লগ্ লগা ; যেনে, হাত যুৰি প্ৰাৰ্থনা কৰিলে, to join the hands, as in earnest supplication.

হাতু যোৰ কৰ্, কৰযোৰ্ কৰ্, নম্রভাৱে প্রার্থনা কৰ্; যেনে, মই হাত যোৰ কৰি মাতিছোঁ; ডাঙৰ লোকে দিয়া কোনো বস্তু লবলৈ নম্রভাবে দুয়ো হাত লগ লগা; যেনে, গোসাঁইৰ নির্ম্মালি শিষ্যে হাত যোৰ কৰি লয়, to join the hands, as in earnest supplication, or to receive something from a superior.

হাতু লগা, স্পর্শ কৰ্, ছো; যেনে, তাৰ গাত হাত নলগাবি; কোনো কামত নিযুক্ত হ; যেনে, মই সেই কামত হাত নলগাওঁ, to touch, to be engaged in an undertaking.

হাতু সাৰ্, মুক্ত হ, টানৰ পৰা মুক্তি পা; যেনে, "মৰে যি, দুখৰ হাত সাৰে সি," to be free from trouble or difficulty.

হাতনি, বি· সদায় হাতত ৰখা বা সদায় ব্যৱহাৰ কৰা; যেনে, হাতনি পেড়া, constantly used.

হাতু-আখৰ্, স· শ· আপোন হাতে লিখা আখৰ, one's own hand-writing.

হাতু-আখৰুৱা, বি· আপোনাৰ হাতেৰে লিখা; যেনে, হাত আখৰুৱা খত, written in one's own hand writing.

হাতালি, স· শ· কোনো বস্তু ওপৰলৈ দলিয়াই আকও হাতেৰে ধৰা খেমালি, a game of pitch and toss.

হাতালি কৰ্, কোনো বস্তু ওপৰলৈ দলিয়াই আকও হাতেৰে ধৰ্; যেনে, খুৰেৰে হাতালি নকৰিবি, to toss up a thing and catch it again.

হাতী, স· শ· (সং· হস্তী, এবিধ জন্তু) গজ, কৰী, এবিধ শুঁৰ থকা ডাঙৰ চাৰি-ঠেঙীয়া জন্তু, an elephant.

হাতী-কেৰেলা, স· শ· এবিধ বনৰীয়া কেৰেলাৰ নিচিনা ফল; তাৰ লতা, a kind of wild creeper and its fruit.

হাতী-খুতৰা, } স· শ· এবিধ কাঁইটীয়া
হাতী-চাকলি, } চাকলি জাতিৰ বন, a kind of thorny herb.

হাতী-বন } স· শ· (অং· হাতী, হস্তী + চো..., জন্তুৰ ঠাই) হাতী থকা ঠাইলৈ গৈ হাতী ধৰা মানুহ, an elephant catcher.

-জোক্, স· শ· এবিধ বৰ ডাঙৰ চেলা-পেটী বা পানীৰ জোক, a kind of large leech.

হাতী-দাঁতু, স· শ· হাতীৰ দীঘল বাহিৰলৈ ওলোৱা দুটা দাঁতৰ এটা, the tusk of an elephant, ivory.

হাতীনা, স· শ· (অং· ভাতী) ধাতুৰ বস্তু গঢ়া শালৰ জুইত বায়ু লগোৱা যতন, ভাতী, a bellows.

হাতী-পটি, স· শ· (অং· হাতী, হস্তী + পটি, বাট) হাবিত হাতী যোৱা বাট; আকাশত বাটৰ নিচিনা দেখা সৰু সৰু তৰাৰ শাৰী, a track of elephant in the jungle, the milky way.

হাতী-ভেঁকুৰী, স· শ· এবিধ ভেঁকুৰীৰ নিচিনা, কিন্তু তাতকৈ ডাঙৰ গছ, a kind of thorny shrub.

হাতীশুঁৰীয়া, বি· হাতীৰ শুঁৰৰ নিচিনা, resembling the trunk of an elephant. স· শ· এবিধ বন, a kind of herb.

হাতী-হিমেজু, } স· শ· (অং· হাতী +
হাতী-হেমেজু, } হিমেজু, হাতীৰ মদবাৰি) বলিয়া তিওৱা হাতীৰ কাণসতাৰ পৰা বোৱা ৰস, সি এবিধ মোহনী বুলি খ্যাত, the fluid flowing from the temples of an elephant in rut, supposed to be a filter.

হাতে-পতি, ক্রি· বি· প্রতি হাতে, প্রতি হাতত, in each or every hand.

হাতে-লোতবে ধৰ, চুৰ্-কৰা বস্তু হাতত থাকোঁতেই, এতেকে কোনো বেয়া কাম কৰি থাকোঁতেই, ধৰ্ বা দেখা পা; যেনে, চোৰাক হাতে লোতবে ধৰিলে, to catch in the very act of stealing, to catch red-handed.

হাতে-হাতে, ক্রি· বি· এজনৰ হাতৰ পৰা আন জনৰ হাতলৈ; যেনে, হাতে হাতে

কৰা দানৈ, তেতিয়াই অবিলম্বে; যেনে, হাতে হাতে ফল পালে, from hand to hand, immediately.

হাত্‌ কেৰেয়া, স. শ. (বং. হাতকড়ি, হাত বন্ধা জৰী) দুয়ো হাত গোটাই বন্ধা জৰী বা লোৰ যতন, handcuffs, manacles.

হাত্‌-দীঘল, বি. (অং. হাত+দীঘল, দীৰ্ঘ) অনেক দূৰৰ বস্তুকো অনাবৰ ক্ষমতা থকা; যেনে, হাত দীঘল লোকৰ কিহৰ অভাৱ? capable of procuring things from a great distance, influential.

হাত্‌-বাউলি, স. শ. দূৰৈত থকা মানুহক মাতোঁতে ওপৰলৈ হাত দাঙ্গি কৰা ইঙ্গিত, a beck or motion of the hand used in calling to a person at a distance.

হাত্‌-বাগৰা, বি. এজনৰ হাতৰ পৰা আন এজনৰ হাতলৈ যোৱা, এজনৰ পৰা আন এজনে পোৱা, second-hand not new.

হাত্‌-ভেঁটী, স. শ. ডাঙ্গৰ লোকক ভেঁটিবলৈ হাতত নিয়া অলপ মূল্যৰ বস্তু, a small present made at an interview.

হাতমৰামৰি, স. শ. কোনো লোকক দিব লগীয়া কোনো বস্তু পাচে দিবলৈ গাভ লৈ তাৰ তুল্যৰূপে কোনো এটা বস্তু আগত থকা আন এজনৰ হাতত সোঁতা দি তেওঁক সাক্ষী কৰা কাৰ্য্য, an acknowledgment of liability to a person by giving something to a third party present to be held by him as a pledge.

হাত্‌-লৰা, বি. অলপীয়া বস্তু চুৰ কৰা; যেনে, হাত লৰা মানুহত বিশ্বাস নাই, thievish, light-fingered.

হাদাং, হাদাঙ্গি, } বি. (অং. উদং, মুকলি) ৰখীয়া নথকাকৈ এৰি দিয়া, উদঙ্গীয়া, let loose without an attendant.

হাদাঙ্গি মেল্‌, ৰখীয়া নোহোৱাকৈ এৰি দি, to let loose without an attendant.

হাদাম্‌, স. শ. (অং. দাম, স্তূপ) দমাই থোৱা অকামিলা বস্তু; যেনে, জাবৰৰ হাদাম, a heap, as of rubbish.

হাদুৰা, স. শ. হাবিদা, মুখামুখি কৰি সোধ্‌, to confront, as the accuser with the accused.

হান্‌, স. ধা. (সং. হন্‌, পীড়া কৰ্‌) খোঁচ, জোঙ্গা অস্ত্ৰেৰে প্ৰহাৰ কৰ্‌; যেনে, যাঠীৰে হানিলে, to state. স. শ. খোঁচ, জোঙ্গা অস্ত্ৰৰ প্ৰহাৰ, a state.

হান্‌ মাৰ্‌, খোঁচ মাৰ্‌, to state.

হানি, স. শ. (সং. হানি—হা, ত্যাগ কৰ্‌) ক্ষতি, দইন, loss, damage.

হাবাং, বি. (বং. হাবা, মূৰ্খ—হাম্বা, গৰুৰ মাত) গৰুৰ নিচিনা, মূৰ্খ, ভেবা, stupid, *a blockhead.*

হাবাথৰি, স. শ. বৰ পৰিশ্ৰম, ভাগৰ, fatigue.

হাবাথৰি খা, হাবাথৰি লাগ্‌, বৰ পৰিশ্ৰম বা ভাগৰ পা; যেনে, লৰোঁতে হাবাথৰি খালো বা হাবাথৰি লাগিল, to be fatigued.

হাবাথৰীয়া, বি. শ্ৰান্ত, ভাগৰ পোৱা, fatigued.

হাবি, স. শ. অৰণ্য, জাৰণি, গছ তৃণ আদিয়ে ঢাকি থকা ঠাই; যেনে, হাবিৰ জন্তু; মাটি ঢাকি থকা গছ তৃণ আদি; যেনে, হাবি কাটিছে, a jungle, a forest.

হাবিদা, স. ধা. হাদুৰা, পৰস্পৰ বিৰোধী দুজন মানুহৰ এজনক আন জনেৰে মুখামুখি কৰি সোধ্‌; যেনে, পদকীয়াক গুচৰীয়াৰে হাবিদালে, to confront, one another.

হাবিয়নি, স. শ. হাবিয়ে ঢকা ঠাই, a jungle, a woodland.

হাবিয়লীয়া, বি. হাবিৰ, বনৰীয়া (জন্তু বা গছ) হাবিত থকা বা বাস কৰা (মানুহ), wild, jungly, living in a jungle.

হাবিয়াল্‌, বি. হাবিত থকা বা বাস কৰা, living in a jungle, (man).

হাবিয়াহ্, } হাবিলাষ, } স. শ. (সং. অভিলাষ, বাঞ্ছা) হেঁপাহ, বৰ বাঞ্ছা, a longing, an intense desire.

হাবুঙ্গীয়া, বি. (হাবুং, উত্তৰ পাৰৰ এখান ঠাই) হাবুঙ্গত থকা, living at Habung in North Lakhimpur.

হাবুকুকা, স. শ. পানী শুকাই ওলোৱা ঠাইত মাটি তোলা এবিধ কীট, a kind of worm found in places recently under water.

হামাৰ্-ভাৱে, ক্রি. বি. (সং. সম্ভাৰ, কোনো কার্য্যৰ নিমিত্তে গোটোৱা বস্তুৰ সমূহ) অধিক পৰিমাণে, প্রচুৰৰূপে, বহুতকৈ; যেনে, হামাৰ-ভাৱে বস্তু গোটাইছে, abundantly, plentifully.

হামাহি, স. শ. গহৰি, পলম; কার্য্যত হেলা, procrastination, delay.

হামি, স. শ. (সং. জম্ভন, বং. হাই, মুখ ব্যাদান) টোপনীয়ে ধৰাত বা ভাগৰ লগাত আপোনা আপুনি মুখ মুকলি হৈ ওলোৱা বায়ু, a yawn.

হামি মাৰ্, টোপনীয়ে ধৰাত বা ভাগৰ লগাত অনিচ্ছাতে মুখ মুকলি কৰ্, to yawn.

হামিয়া, অ. ধা. টোপনি বা এলাহৰ নিমিত্তে মুখ মেলি বায়ু এৰ্, হামি মাৰ্, to yawn.

হামীৰ্, স. শ. (সং. জম্বীৰ, এবিধ টেঙ্গা) জামীৰৰ নিচিনা এবিধ টেঙ্গা, a kind of lime.

হামোকা, বি. এচলীয়া, কাত্তি হোৱা, aslant, leaning. স. শ. কাত্তি হোৱা বস্তু নপৰাকৈ ৰখা মাৰি, ঢোকা, a prop.

হামোকা খা, একতীয়া হ, to be aslant.

হামোৰণি, স. শ. পাক লৈ তলৰ পানীয়ে ওপৰলৈ কৰা গতি, a whirling or eddying of a current.

হাম্-খুৰি, স. শ. (বং. হামাগুড়ি, আঁঠু আৰু হাতত ভৰ দি কৰা গমন) মুখ-থেকেচা খাই পৰা কার্য্য, a fall with the face downwards.

হাম্-খুৰি খা, হামখুৰি খাই পৰ্, মুখ থেকেচা খা, তললৈ মুখ কৰি পৰ্; যেনে, সি তিনি বাৰ হামখুৰি খালে, বা হামখুৰি খাই পৰিল, to fall heavily on the face.

হাম্-বাও, স. শ. (অং. হায়, শোক প্রকাশ কৰা মাত + বাও, শব্দ) মনত পৰিলে হায় হায় বা শোক প্রকাশ কৰণ, শোক বা আদৰেৰে কৰা স্মৰণ, a sorrowful recollection, a fond or respectful remembrance.

হাম্‌বাও কাঢ়্, শোক, আদৰ বা সম্মানেৰে স্মৰণ কৰ্; যেনে, নগঞা মানুহে আনন্দ-ৰাম ফুকনলৈ আজিও হামবাও কাঢ়ে, to recollect with sorrow, to remember with affection or respect.

হায়্, } হায়্-হায়্, } ভা. অ. (সং. হা; বং. হিং. হায়) শোক বুজোৱা মাত, অঁস্, অঁস্, অঁস্, alas.

হাৰ্, অ. ধা. (হিং. হাৰনা; বং. হাৰণ, পৰাস্ত হওন) পৰাস্ত হ, হাৰু, to be defeated or vanquished.

হাৰ্, স. শ. (সং. হাৰ—হ্ন, গ্রহণ কৰ্) ডিঙ্গিত পিন্ধা সোণৰ শিকলিৰ নিচিনা এবিধ অলঙ্কাৰ; সোণৰ গুণাৰে গঁথা ডিঙ্গিত পিন্ধা মুকুতা আদি, a gold chain worn on the neck, necklace.

হাৰক্, স. শ. (সং. হাৰক—হ্ন, হৰণ কৰ্) হৰণ কৰোঁতা, দূৰ কৰোঁতা, গুচাওঁতা (সমাসৰ দ্বাৰা আন এটা সংজ্ঞা শব্দৰ লগ লাগে); যেনে, দুঃখ-হাৰক; অন্য এক অঙ্কক হৰা বা ভাগ কৰা অঙ্ক, a remover (used in composition), a divisor.

হাৰণ্, কৃদ. স. (অং. হাৰ্, পৰাস্ত হ) পৰাস্ত হওন, the act of being defeated or vanquished.

হাৰলি, স. শ. কাঠৰ বা খেৰৰ দম; মাঘৰ বিহুৰ ৰাতি-পুৱা জুই লগোৱা মে-জি, a pile of wood, a hayrick, a stack of wood or straw burned on the morning of the *magh-bihu*. "মে-জি" চোৱাঁ।

হাৰামী, স. শ. (অং. হৰা, কুমন্ত্র) হৰাকৰ্ম্মী,

হাৰা দিওঁতা, one who injures or kills by incantations.

হাৰাশাস্তি, বি. ( অং. হৰা, পৰাস্ত হোৱা + শাস্তি, বৰ কষ্ট ; কষ্টৰ দ্বাৰা পৰাস্ত ) বৰ কষ্ট বা শ্ৰম পোৱা, হাইৰাণ, আধামাৰি, harassed, exhausted, wearied with toil.

হাৰি, স. শ. ( সং. হড়িক, এটা অন্ত্য জাতি ) এটা অন্ত্য জাতিৰ মুনিহ, মলমূত্ৰ গুচোৱা এক জাতিৰ মতা, a sweeper. ( স্ত্ৰী ) হাৰিণী।

হাৰী, স. শ. ( সং. হাৰিন্, হৰোঁতা ) হৰণ কৰোঁতা, দূৰ কৰোঁতা, গুচাওঁতা ( সমাসৰ দ্বাৰা এটা সংজ্ঞা শব্দৰ লগ লাগে ) ; যেনে, দুঃখহাৰী, a remover, used as the last member of a compound word. ( স্ত্ৰী ) হাৰিণী।

হাৰোঁতা, কৃদ. স. ( অং. হাৰ্, পৰাস্ত হ ) যি হাৰে, পৰাস্ত হওঁতা, one who is defeated or vanquished. ( স্ত্ৰী ) হাৰঁতী।

হাৰ্-গোঁঠনী, স. শ. সোণৰ হাৰৰ দৰে দিয়া গোঁঠনী, এবিধ চেলা গোঁঠনী, a plaiting of several strands.

হাৰ্-ভাগী, স. শ. এবিধ মাছ, লাউপাতি মাছ, a kind of small fish.

হাৰ্মাল্, স. শ. ( অং. হাৰ, ডিঙ্গিৰ অলঙ্কাৰ + মালা, গঁথা ফুল ; ডিঙ্গিত হাৰ বা মালাৰ দৰে লগা ) কলগ্ৰহ, এৰাব নোৱৰা লেঠা, something troublesome and unavoidable. "কলগ্ৰহ" চোৱাঁ।

হাৰ্য্য, বি. ( সং. হাৰ্য্য—হৃ, হৰণ কৰ্ ) হৰিব লগীয়া, হৰণৰ যোগ্য, to be divided. স. শ. হৰিব লগীয়া অঙ্ক, the number to be divided.

হাল্, স. শ. ( সং. হল, নাঙ্গল ) যুৱলিৰ লগ লগাই বন্ধা নাঙ্গল, একে লগ কৰা নাঙ্গল যুৱলি আদি মাটি ভঙ্গা যতন ; ( দুটা গৰুৱে হাল বোৱা যায়, এতেকে ) দুটা, এযোৰ ( প্ৰাণীত খাটে ) ; যেনে, এহাল গৰু, এহাল মানুহ, ploughing implements collectively, a plough attached to a yoke, a pair, a couple, as of animals.

হাল্ বা, নাঙ্গলেৰে মাটি চহা, to plough.

হাল্ মেল্, নাঙ্গল যুৱলিৰ পৰা জন্তু মুকলি কৰ্, to set the animals free from the plough.

হালচা, স. শ. ( অং. হাল, দুটা গৰু + চহ্, চাহ কৰ্ ) এখান হালেৰে চহিব পৰা মাটি, এ পুৰাৰ চাৰি ভাগৰ এভাগ, a land measure consisting of one-fourth of a *pura* or equal to one Bengali bigha.

হালধি, স. শ. ( সং. হৰিদ্ৰা ; হিং. হলদী ; বং. হলুদ, এবিধ মূল ) এবিধ বাখৰ, এবিধ হালধীয়া মূল, turmeric.

হালধীয়া, বি. হালধিৰ নিচিনা বৰণযুক্ত, পীত, yellow.

হালি, স. শ. (বং. হালি, নাও-চলোৱা যতন) নাৱৰ টিঙ্গত বন্ধা ডাঙ্গৰ গুৰি-বঠা, a rudder.

হালিম্, স শ. ( হিং. হালিম, এবিধ শাক ) এবিধ শাক, garden cress.

হালে-হালে, ক্ৰি. বি. ( অং. হাল, দুটা ) দুটা-দুটাকৈ, in pairs.

হালৈ, স. শ. ( যাং. হালোৱাই ; বং. হালুই, মিঠৈ কৰোঁতা ) সন্দেশ আদি মিঠা বস্তু কৰা মানুহ, a sweetmeat maker.

হালোৱা, স. শ. ( সং. হলবাহক, হাল বাওঁতা ) হাল বাওঁতা, নাঙ্গলেৰে মাটি চহাওঁতা, a ploughman. বি. হাল বোৱা, নাঙ্গলেৰে মাটি চহা ; যেনে, হালোৱা মানুহ ; হালত লগোৱা ; যেনে, হালোৱা গৰু, ploughing, used in ploughing, as an animal.

হালপত্তা, স. শ. ( অং. হাল, দুটা + পত্তা, চেপেটা কৰা ধাতু ) পেড়া আদিৰ দুচটা পাট একে লগ কৰা চেপেটা লো আদি, a clamp of iron, &c., a hinge.

হাৱাল্দাৰ্, স. শ. ( যাং. হাবিল্দাৰ ) পল্টনৰ এক বিষয়া, a native sergeant.

হাঁৱৈ, স. শ. ( বং. হাউই, এবিধ খাৰৰ বাজি ) এবিধ খাৰৰ বাজি, a rocket.

হাস্, অ. ধা. ( সং. হস্ ; হিং. হঁস্না ; বং. হাসন, হঁাসন, হাঁহ্ ) হাঁহ্, হাস্য কৰ্ ( পদ্যত ) ; যেনে, "হাসে খলখলি," to laugh.

হাসি, স. শ. ( সং. হাস, হিং. বং. হাসি ) হাঁহি, দাঁত উলিয়াই কৰা আনন্দ (পদ্যত) ; যেনে, "তুলিলন্ত হাসি," laughter.

হাস্য, স. শ. ( সং. হাস্য—হস্, হাঁহ্ ) হাঁহি, দাঁত উলিয়াই কৰা আনন্দ, laughter.

হাস্য কৰ্, হাঁহ্, দাঁত উলিয়াই আনন্দ প্ৰকাশ কৰ্, to laugh.

হাস্যাস্পদ, স. শ. ( সং. হাস্যাস্পদ—হাস্য+ আস্পদ, বিষয় ) হাঁহিৰ পাত্ৰ, নিন্দাৰ ভাজন, a laughing stock, an object of derision.

হাহাকাৰ্, স. শ. ( সং. হাহাকাৰ—হাহা, শোক বুজোৱা মাত + কৃ, কৰ্ ) উচ্চ শব্দেৰে কৰা দুঃখ প্ৰকাশ, শোক দুখৰ শব্দ, sound of grief, lamentation.

হিং, স. শ. ( সং. হিঙ্গু ; বং. হিং. এবিধ গছৰ আঠা ) এবিধ উগ্ৰগন্ধি, দৰবত দিয়া আঠা, assafœtida.

হিংস্, স. ধা. (সং. হিন্স্, হিংসা কৰ্) হিংসা কৰ্, পীড়া দি ; যেনে, শত্ৰুৱে হিংসে, to injure.

হিংসক, বি. ( সং. হিংসক—হিন্স্, অপকাৰ কৰ্ ) অপকাৰী, লোকৰ অহিত কৰা, দুখ দিয়া, mischievous, hurtful, injurious. স. শ. অপকাৰী বা অহিত কৰা লোক, an injurious person.

হিংসন্, কৃদ. স. হিংসা কৰণ, পীড়া দিয়া বা অহিত চিন্তা কাৰ্য্য, the act of injuring.

হিংসা, স. শ. অপকাৰ, অহিত, বৈৰিতা, অমঙ্গলৰ বাঞ্ছা, injury, mischief, malice. "অসূয়া" চোৱাঁ।

হিংসা-কুৰীয়া, বি. হিংসা কৰা, লোকৰ অপকাৰ চিন্তা, খিয়লীয়া, malicious, envious.

হিংসাশূন্য, বি. ( সং. হিংসাশূন্য, হিংসাহীন —হিংসা, অনিষ্ট চিন্তা+শূন্য, নথকা ) হিংসা নথকা, not malicious, harmless.

হিংসাশূন্যতা, গু. শ. হিংসা নথকা বা নকৰা গুণ, harmlessness.

হিং হিং-কিটৃকিটৃ, স. শ. কেটেৰ্-জেঙ্গেৰ, angry speech, scolding.

হিংহিঙ্গা, স. ধা. কেটুকেটা, খং কৰ্ বা দোষ ধৰি গালি পাৰ্, to scold, to chide sharply.

হিংহিঙ্গীয়া, বি. সদায় কেটুকেটাই থকা, খঙ্গাল, কেটকেটীয়া, peevish, of a fretful temper.

হিঙ্গুল্, স. শ. ( সং. হিঙ্গুল—হিঙ্গু, হিং+লা, গ্ৰহণ কৰ্ ; ৰূঢ় ) হেঙ্গুল, ৰসেৰে প্ৰস্তুত কৰা বা আকৰত হোৱা এবিধ ৰঙ্গা বস্তু, vermillion, cinnabar.

হিচ্হিচ্, বি. প্ৰচুৰ, বহুত, অনেক, দমাদম, abundant, plentiful, many.

হিজল্, স. শ. ( সং. হিজ্জল, এবিধ গছ ) পিটনিৰ ওচৰত হোৱা এবিধ গছ, a kind of tree growing in marshy ground.

হিটৃহিটৃ, অনুক. দুটা বা অধিক টান বস্তুৰে পৰস্পৰ পুনঃ পুনঃ ঠেকা খোৱাত উঠাৰ নিচিনা শব্দ, imitative sounds used to express those produced by two or more hard bodies repeatedly striking against one another.

হিটৃহিটনি, স. শ. দুটা বা অধিক টান বস্তুৰে পৰস্পৰ ঘনে ঘনে ঠেকা খোৱাত হোৱা শব্দ, the sounds produced by two or more hard bodies repeatedly striking against one another.

হিটৃহিটা, অ. ধা. দুটা বা অধিক টান বস্তুৰে পৰস্পৰ ঘনে ঘনে ঠেকা খাই শব্দ কৰ্, হিটৃহিট শব্দ কৰ্, to make clashing sounds.

হিত্, কৃদ. বি. ( সং. হিত—ধা, ধাৰণ কৰ্ ) উপকাৰী ; মঙ্গল কৰা, শুভ ; যেনে, হিত লোক, হিত কথা, friendly, beneficial, useful. স. শ. উপকাৰ, মঙ্গল ; যেনে, হিত চিন্তোতা, benefit, good, weal.

হিতকৰ্, বি. (সং. হিতকৰ—হিত, উপকাৰ + কৃ, কৰ্) উপকাৰ কৰা, শুভ চিন্তা, friendly, favourable. (স্ত্রী) হিতকৰী; যেনে, হিতকৰী সভা।

হিতকাৰী, বি. (সং. হিতকাৰিন্—হিত, উপকাৰ + কাৰিন্, কৰা) উপকাৰ কৰা, মঙ্গল চিন্তা, friendly. (স্ত্রী) হিতকাৰিণী।

হিতাহিত্, বি. (সং. হিতাহিত—হিত, উপকাৰী + অহিত, অপকাৰী) উপকাৰী আৰু অপকাৰী, কি হিত কি অহিত; যেনে, তাৰ হিতাহিত জ্ঞান নাই, good or bad.

হিতৈষী বি. (সং. হিতৈষিন্—হিত, মঙ্গল + এষিন্, বাঞ্ছা কৰা) মঙ্গল চিন্তা কৰা, ভাল কামনা কৰা, wishing well to. (স্ত্রী) হিতৈষিণী।

হিতোপদেশ্, স. শ. (সং. হিতোপদেশ—হিত, শুভ + উপদেশ, আলচ) সজ আলচ, সুপৰামৰ্শ, কোনো কাৰ্য্য কৰিবলৈ দিয়া ভাল বুদ্ধি, friendly or useful advice.

হিন্দু, স. শ. বেদ-পুৰাণ আদি শাস্ত্ৰৰ মতে চলা এজাতি লোক। এই জাতিৰ আৰ্য্য নামে খ্যাত আদি পুৰুষবিলাক ক্ৰমে পূব ফাললৈ আগ বাঢ়ি আহি সিন্ধু নৈৰ তীৰত নিবাস লয়, তাতে তেওঁবিলাকে "সিন্ধু" নাম পাইছিল, পাচত অনাৰ্য্যজাতিৰ লোকবিলাকে 'স'ৰ ঠাই 'হ' উচ্চাৰণ কৰা হেতু সিন্ধু গুচি হিন্দু হৈছে। শব্দকল্পদ্ৰুমত তোলা মেৰু তন্ত্ৰৰ বচনত "হিন্দু" শব্দৰ যি ব্যুৎপত্তি দেখা যায় সি অশুদ্ধ, a Hindu.

হিন্দুস্থান্, স. শ. (হিন্দু, ঐ + সং. স্থান, ঠাই) পূৰ্ব্ব কালত হিন্দুবিলাকে বাস কৰা ঠাই, পশ্চিম দেশ, Hindustan.

হিন্দুস্থানী, বি. হিন্দুস্থানৰ, হিন্দুস্থানত হোৱা বা থকা, belonging to Hindustan.

হিন্দী, স. শ. হিন্দুস্থানী লোকে কোৱা ভাষা, the language of Hindustan.

হিম্, স. শ. (সং. হিম—হন্, পীড়া কৰ্; জাৰ লগায়, এতেকে) নিয়ৰ; বৰ জাৰত গোট মৰা নিয়ৰ; বৰ চেঁচা দেশত আকাশৰ পৰা ঘন হৈ সোপাসোপে পৰা পানী; গোট মৰা পানী, হিম-শিলা, dew, frost, snow, ice.

হিমাদ্ৰি, স. শ. (সং. হিমাদ্ৰি—হিম, গোট মৰা পানী + অদ্ৰি, পৰ্ব্বত) হিমালয় পৰ্ব্বত, the Himalayas.

হিমালয়, স. শ. (সং. হিমালয়—হিম, গোটা পানী + আলয়, থকা ঠাই) ভাৰতবৰ্ষৰ উত্তৰ ফালে থকা পৃথিবীৰ সকলো পৰ্ব্বতকৈ ওখ এশাৰী পৰ্ব্বত, তাৰে পৰা গঙ্গা যমুনা আদি নৈবিলাক বৈ আহিছে, পুৰাণৰ মতে সেই পৰ্ব্বত এক দেৱতা আৰু পৰ্ব্বতবিলাকৰ ৰজা, the Himalaya range of mountains.

হিমেজু, স. শ. (সং. হিম, নিয়ৰ + জোল, ৰস; নিয়ৰৰ টোপাৰ দৰে বৈ পৰে, এতেকে) হাতীৰ মদ-বাৰি, বলিয়া তিওৱা হাতীৰ কাণ-সতাৰ পৰা বোৱা ৰস, the fluid exuding from the temples of an elephant in rut.

হিম্-শিলা, স. শ. (সং. হিম, চেঁচা + শিল) চেঁচা হৈ গোট মৰা পানী, ice.

হিয়া, স. শ. (সং. হৃদয়; হিং. বং. হিয়া, বুকু) বুকু, the breast.

হিয়াৰ কড়ি, the lower end of the sternum.

হিয়া ধাকুৰ্, হিয়াত ভুকুৱা, হিয়াত চপৰিয়াই শোক প্ৰকাশ কৰ্, to beat the breast in grief.

হিয়া ভুকুৱা, ঐ, see the above.

হিঁয়া-জালী, স. শ. (অং. হিয়া, বুকু + জালী, তিয়ঁহৰ কলি; তদ্ৰূপ এতেকে) বুকুৰ আমঠু, কলিজা, the heart.

হিয়ালি জিয়ালি, বি. "আউলি-জাউলি" চোৱাঁ।

হিৰ্, স. শ. পাট বা মুগা কাটোঁতে ওলোৱা সূতা, the thread coming out of the cocoon in spinning.

হিৰ দি, মুগা বা পাটৰ সূতা কাট্, to spin silk.

হিৰণ্ময়্, বি. (সং. হিৰণ্ময়—হিৰন্, সোণ + ময়,

সজা) সোণেৰে সজা; সোণৰ নিচিনা, made of gold, like gold.

হিৰণ্য, স. শ. (সং. হিৰণ্য—হৃ, গ্ৰহণ কৰ্) সোণ, gold.

হিৰণ্যকশিপু, } স. শ. এজন দৈত্যৰ ৰজা,
হিৰণ্যাক্ষ, } তেওঁ প্ৰহ্লাদৰ পিতাক আছিল, তেওঁক বিষ্ণুৱে নৰ-সিংহ ৰূপ ধৰি বধ কৰে, a monarch of the *Daittyas* and the father of *Prahrada.*

হিৰ্হিৰ্, অনুক. মেঘৰ গাজনিৰ নিচিনা শব্দ, an imitative sound used to express the rumbling of thunder.

হিৰ্হিৰণি, স. শ. গিৰ্গিৰণি, গাজনি, rumbling of thunder, &c.

হিৰ্হিৰা, অ. ধা. গিৰ্গিৰা, to rumble, as distant thunder.

হিলৈ, স. শ. (আহ.) গুলী মৰা অস্ত্ৰ, কলাই খাৰত জুই লগাই গুলী নিক্ষেপ কৰা যতন, a gun, a musket.

হিলৈ মাৰ্, হিলৈত ভৰা খাৰ জুই লগাই উড়া, to discharge a gun.

হিলৈ-খাৰ্, স. শ. হিলৈ মৰা খাৰ, কলাই খাৰ, gunpowder.

হিলৈ-গুটি, স. শ. হিলৈৰ গুলী, a musket ball.

হিলৈদাৰি, স. শ. হিলৈৰে যুঁজা চিপাহি, হিলৈ মাৰোঁতা, a soldier armed with a gun.

হীন্, বি. (সং. হীন—হা, ত্যাগ কৰ্) নথকা (এই ভাবত এটা সংজ্ঞা-শব্দৰ পাচত যুক্ত হয়); যেনে, জ্ঞানহীন; নীচ, অধম, কম, নীহ; যেনে, হীন জাতি, devoid of, low, mean.

হীন্-ভেটি, বি. (অং. হীন, কম + ভেটি, অধিক) অধিক বা তাকৰ, অসমান, unequal, more or less. স. শ. ন্যূনাধিক্য, অল্পতা বা আধিক্য, inequality.

হীৰক, স. শ. (সং. হৃ, হৰণ কৰ্; মানুহে পালেই নিয়ে, এতেকে) হীৰা, এবিধ বাখৰ, a diamond.

হীৰা, স. শ. (সং. হীৰক; হিং. বং. হীৰা, এবিধ বাখৰ) এবিধ বৰ টান চকমকীয়া বহুমূল্য বাখৰ, বৰ টান আৰু উত্তম চক কলহ গঢ়া এক হীন জাতিৰ কুমাৰ, a diamond, a potter of a lower caste.

হীৰাকণি, স. শ. (অং. হীৰা, বাখৰ + কণিকা, ক্ষুদ্ৰ অংশ) সৰু হীৰা, a small diamond.

হীৰা-গঢ়া, বি. হীৰা কুমাৰে সজা, made by a potter of the *Hira* caste.

হীৰামন্, স. শ. (সং. হৰিৎ, সেউজীয়া + মণি, বাখৰ; হিং. বং. হীৰামন্, এবিধ ভাঁটো) এবিধ অতি সুন্দৰ বিদেশী ভাঁটো, a kind of beautiful parrot.

হুইঃ, } ভা. অব্য. বনৰীয়া জন্তু খেদোৱা
হুই-ঔ, } উচ্চ মাত, a sound used for driving away a wild beast.

হুঁ, ভা. অব্য. গাৰ বা মনৰ দুখ প্ৰকাশ কৰা মাত, an interjection of pain or sorrow.

হুঁচৰি, স. শ. (অং. বিষু, বহাগৰ সংক্ৰান্তি + সং. চৰ্, গতি কৰ্) বহাগৰ বিহুত ধনৰ আশাৰে জুম বান্ধি ঘৰে ঘৰে গৈ ঢোল আদি বজাই গোৱা গীত, the songs sung by persons going in procession from house to house playing upon drums, &c., during the *Bihu* festival of *Baisakh.*

হুঁচৰি গা, বহাগৰ বিহুত জুম বান্ধি ঘৰে ঘৰে গৈ গীত গা, to go in a body from house to house and sing songs during the *Bihu* festival of *Baisakh.*

হুঁচৰি-গোৱা, স. শ. বহাগৰ বিহুত গীত গাই নাচি ধন খুজি ফুৰা মানুহ, one of those who go about dancing and singing during the *Bihu* festival of *Baisakh.*

হুঁটা, বি. (অং. হুট্, টান বস্তুত আঘাত লাগি হোৱা শব্দ) নিসিজোৱা বা নোকোমলোৱা, টান হৈ থকা, চাউল বা মাহত থাটে); যেনে, হুঁটা চাউল; অশিষ্ট, ভদ্ৰলোকৰ ৰীতি নজনা; অবুজন,

অামঠ, কৰ্কশ, কোমল নোহোৱা ; যেনে, হুঁটা মাহুহৰ হুঁটা কথা, raw, not boiled or softened, as rice, &c., rude, rough, uncivil, harsh, obstinate.

হুঁটাই, ক্রি. বি. হুঁটা অৱস্থাতে, নিসি-জোৱাকৈ, কোমল নকৰাকৈ ; যেনে, চাউলবোৰ হুঁটাই আছে, in a raw state. (said of rice, &c.,)

হুকি, স. শ. ভেকাহি, হঠাৎ বৰ খঙেৰে আৰু উচ্চ শব্দেৰে মৰা জেঙেৰা, one or two curt and angry words uttered very loudly in order to intimidate.

সমা.—গেজেৰা, জেঙেৰা, জোকোৰা, ভেকাহি, হুকি, এই আটাইবিলাকৰ একে অৰ্থ ; কিন্তু পাচৰ দুটাই অধিক খং বুজায়। হুকিৰ শব্দ ভেকাহিতকৈও ডাঙৰ।

হুকি মাৰ্, অকস্মাৎ এটা বা দুটা কথা বৰ উচ্চ শব্দেৰে কৈ ডাবি দি, to utter a few curt and angry words loudly in order to intimidate.

হুকিয়া, অ. ধা. হুকি মাৰ্, বৰ উচ্চ শব্দেৰে আৰু খঙেৰে ডাবি দি, to utter a few curt words loudly and with anger in order to intimidate.

হুকুম, স. শ. আজ্ঞা, আদেশ, an order, a command.

হুকুমা, স. শ. ( সং. স্থক, বতাহ ) মাছৰ পেটৰ বতাহৰ জোলোঙা ; ( তাৰ নিচিনা আকৃতি, এতেকে ) এবিধ কাঠীৰ মাছ ধৰা যতন, ডিঙৰাবিশেষ, the air bladder of a fish, a kind of bamboo fish-trap.

হুকুমনামা, স. শ. আজ্ঞা-পত্ৰ, a written order.

হুকহুক,-কৰে, ক্রি. বি. হুক হুক শব্দ কৰি, উচ্চ শব্দেৰে ( কন্দাত খাটে ), loudly, noisily, (said of weeping).

হুচ্, স. শ. ( যাং. হুজুম, সমূহ ) একে লগে পৰা বহুত কাম, কামৰ হেঁচা, জুমুৰি ; যেনে, বনৰ হুচত ভত পোৱা নাই, pressure of work.

হুজ্, স. শ. ( যাং. হুজুম, সমূহ ) মানুহৰ জুম ; একে ঠাইত গোট খোৱা অনেক লোক, a crowd, a multitude.

হুটুহুটু, অনুক. টান বস্তুত ঘনে ঘনে টান বস্তুৰ আঘাত লাগিলে হোৱাৰ নিচিনা শব্দ, imitative sounds used to express those of repeatedly striking a hard body with another.

হুটুহুটনি, স. শ. টান বস্তুত ঘনে ঘনে আঘাত বা ঠেকা লগাৰ পৰা হোৱা শব্দ, the sounds of repeatedly beating a hard body with another.

হুটুহুটা, অ. ধা. হুট হুট শব্দ কৰ্, to make the above sound.

হুটুৰ্, অনুক. চৰু আদি ফুটাত বা এটা টান বস্তুত আন এটা টান বস্তুৰ এবাৰ আঘাত পৰাত হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that of the bursting of an earthen pot or striking a hard body with another.

হুটুৰাই, হুটুৰ্ কৰে, } ক্রি. বি. হুটুৰ শব্দ কৰি ; যেনে, চৰুটো হুটুৰাই ফুটিল, with the above sound.

হুণ্ডী, স. শ. ( হিং. বং. হুণ্ডী, ধন পঠোৱা কাকত ) আন এঠাইত পাবৰ নিমিত্তে এঠাইত ধন দিয়াৰ প্ৰমাণৰ কাকত, a bill of exchange, a money order, a draft.

হুণ্ডীয়ানা, স. শ. হুণ্ডী দিয়া মানুহক দিয়া বেচ, premium or commission on a bill of exchange.

হুতাশন্, স. শ. ( সং. হুতাশন—হুত, হোম + অশ্, খা ) অগ্নি, জুই, fire.

হুতাশনীয়া, হুতাশিন, } বি. ( সং. হুতাশন, জুই ; জুইৰ দৰে সকলোকে ভস্ম কৰা ) ধন উড়াই দিয়া, ধুঁৱাখুলিয়া ; দুৰ্কপলীয়া, wasteful, prodigal, unfortunate. ( স্ত্রী ) হুতাশিনী।

হুতাহু, স. শ. ( সং. হুতাশন, জুই ; জুইৰ দৰে অন্তৰত দাহ কৰে, এতেকে ) হেঁপাহ, খাবৰ বা পিবৰ বৰ বাঞ্ছা, বৰ ভোক বা

পিয়াহ ; আকাংক্ষা, হাবিয়াহ ; যেনে, ধনৰ হুতাহ, a craving for food or drink, a longing desire.

হুহু, স. শ. ( হোদো হোদো শব্দ কৰে, এতেকে ) এবিধ ফেঁচা জাতিৰ ডাঙ্গৰ চৰাই ; তাৰ দুটা উপজাতি আছে ; এজাতি বৰ ডাঙ্গৰ আৰু তাৰে মূৰৰ দুই দাঁতিত দুটা জঁ থাকে, তাক বৰ হুহু, আৰু সৰু জাতিক কোকুৰীয়া হুহু বোলা যায়, a horned-owl, a screech-owl.

হুন্, স. শ. ( সং. ন্যূন, কম ) কমতি ; দইন, হানি, deficiency, loss.

হুন্ উঠ্, হানি পূৰ হ, to be made up, as a loss.

হুন্ তোল্, হানি পূৰা, to make up, as a loss.

হুনু, ) ক্রি. বি. ( 'শুনো' ক্রিয়াৰ অপ-
হুনো, ) ভ্ৰংশ ) শুনা যায়, কোনোৱে কয় ; যেনে, এই বাৰ হুনু গাঁৱত খেতি হোৱা নাই, I hear, it is rumoured.

হুমাজাপে, ক্রি. বি. একে লগে, বহুত এক লগ হৈ ; যেনে, কামবিলাক হুমাজাপে পৰিছে, together, in a large number or quantity, unitedly.

হুমিয়া, অ. ধা. ( হুম্, মেঘৰ নিচিনা শব্দ ) গর্জন কৰ্, অপকাৰ বা প্ৰতিকাৰ কৰিবলৈ আনৰ আগত ডাবি দি ; যেনে, তালৈ ডাঙ্গৰীয়াই হুমিয়াইছে, to threaten to retaliate or injure.

হুমুনিয়াহ্, স. শ. ( হুঁ, বেজাৰৰ শব্দ + নিশ্বাস্, উশাহ ) দুখ প্ৰকাশ কৰা দীঘল নিশ্বাস, a sigh.

হুমুনিয়াহ্ কাঢ়্, মনৰ দুখত দীঘল নিশ্বাস পেলা, to sigh.

হুম্ঠালি, স. শ. ( হিং. হম, মই ; অর্থাৎ মোত বাজে কোন আছে ) মইমতালি, আপোন ইচ্ছা মতে চলা গুণ ; গোঠালি, অহঙ্কাৰ, self-will, self-conceit, pride.

হুম্ হুম্, অনুক. দূৰৈত মেঘে গজাৰ নিচিনা শব্দ, an imitative sound used to express that of distant thunder.

হুম্হুমনি, স. শ. দূৰৈত হোৱা মেঘৰ গাজনি, a rumbling of distant thunder.

হুম্হুমা, অ. ধা. হুম হুম শব্দ কৰ্, দূৰৈত গাজ্, to rumble, as distant thunder.

হুম্ হুম্ গিৰ্ গিৰ্, ) স. শ. ঘনে ঘনে
হুম্ হুম্ গিৰ্গিৰ, ) হোৱা মেঘৰ গাজনি, a repeated sound of thunder.

হুৰ্, ভা. অ. ( অং. উৰ্, পাখিৰে গতি কৰ্ ) চৰাই খেদা মাত, a cry used to frighten away birds.

হুৰ্ খা, ভয় পাই দিহা দিহি উৰি বা পলাই যা ; যেনে, চৰাই বা গৰুবোৰে হুৰ্ খালে, to be frightened away.

হুৰ খুৱা, ভয় খুৱাই খেদাই দি, to frighten away.

হুৰ্, অ. ধা. ভাগৰ্, একেটা কামকে ঘনে ঘনে কৰি শ্ৰান্ত বা আকৌ কৰিবলৈ অনিচ্ছুক হ ; যেনে, তাক পঢ়িবলৈ কৈ কৈ হুৰিলোঁ, to be tired of.

হুৰা, স. ধা. ( অং. হুৰ্, চৰাই খেদা মাত ) ভয় খুৱাই খেদাই দি ( চৰাইত কদাচিৎ আন জন্তুতো খাটে ), to frighten away.

হুৰা, বি. খৰাং, বৰষুণ নথকা ; যেনে, হুৰা বতৰ, dry and hot, rainless.

হুৰাওবাৰে, ক্রি. বি. ( সং. হাহাৰৱ, শোকৰ শব্দ ) বৰ উচ্চ শব্দেৰে ( কন্দাত খাটে ), loudly (said of crying).

হুৰামুৰা, ) স. শ. ( হুৰমুৰ বা হুৰহুৰ,
হুৰাহুৰি, ) অনুৰূপ শব্দ ) ভালে মান মানুহে কৰা হাই আৰু কিলাকিলি বা জোঁটপুটি, an affray, a tumultuous assault, a noisy quarrel.

হুৰি মাৰি, অনেক লোকে একে বাৰেই হাই মাৰি ; যেনে, বাইজে হুৰি মাৰি গুচি গল, making a loud noise.

হুৰুক্, স. ধা. ( অং. বোক ; খোঁক ) জোঙা বস্তুৰ আগেৰে খুঁচি এফুৰা, খোঁক, বোক্, খোঁচাৰ্, to scoop or gouge out, to loosen and turn up with some thing pointed.

হুকুস্, অনুক. কোনো ডাঙ্গৰ বস্তু পৰোঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express the noise caused by something falling heavily.

হুকুসাই, ক্রি. বি. হুকুস শব্দ কৰি, making the above sound.

হুৰ্ব্বল্, স. শ. (অং. বল, শক্তি) বলেৰে টানি আঁজুৰি কামত নিযুক্ত কৰণ, ইচ্ছাৰ বিৰোধে কাম কৰাবলৈ কৰা বল, coercion, compulsion.

হুৰ্ হুৰ্, হুৰ্হুৰ্, } অনুক. পানী আদি ঢলাৰ নিচিনা শব্দ, an imitative sound used to express that caused by the noise of water poured out.

হুৰ্হুৰণি, হুৰ্হুৰণি, } স. শ. পানী ঢলাৰ শব্দ, the sound of pouring water.

হুৰ্হুৰা, হুৰ্হুৰা, } অ. ধা. হুৰ্ হুৰ্ শব্দ কৰ্, পানী ঢলাৰ নিচিনা শব্দ কৰ্; যেনে, বৰষুণে হুৰ্ হুৰাইছে, to make a sound as of water falling from a tube, &c.

হুৰ্হুৰীয়া, হুৰ্হুৰীয়া } বি. হুৰ্ হুৰ্ কৰে পৰা; যেনে, হুৰহুৰীয়া বৰষুণ; উচ্চ শব্দেৰে চলা (বতাহ); যেনে, হুৰহুৰীয়া বতাহ; অকপটীয়া, পেটত কথা নৰখা, ভলভলীয়া; যেনে, হুৰ্হুৰীয়া মানুহ, falling with a pattering sound, outspoken, bluff.

হুৰ্হুৰ্ কৰে, হুৰ্হুৰ্ কৰে, } ক্রি. বি. হুৰ্ হুৰ্ শব্দেৰে, ডাঙ্গৰ শব্দ কৰি; যেনে, হুৰ্হুৰ কৰে বৰষুণ বা বতাহ আহিছে, with a loud sound, said of rain or wind.

হুল্, স. শ. (সং. শূল, যাঠী বিশেষ) সৰু কাঁইট, সৰু জোঙ্গা বস্তু; গাৰ কোনো ভাগত সোমোৱা সৰু কাঁইট বা জোঙ্গা বস্তু; যেনে, হুলে হে হুলক কাঢ়ে, a small thorn, a small thorn or pointed thing that has got into any part of the body.

হুল্ চাঁচ্, অপকাৰ কৰিবলৈ গোপনে মন্ত্রণা বা উপায় কৰ্; যেনে, শত্রুৱে হুল চাঁচে, to plan or plot injury to some person.

হুলস্থুল্, স. শ. তোলপাৰ, অনেক লোক গোট খোৱাত হোৱা হাই; যেনে, বিয়াৰ ঘৰত হুলস্থুল, confusion, disturbance, tumult.

হুলা, স. শ. (সং. শূল, জোঙ্গা অস্ত্র) মাটি খোঁচবা আগ জোঙ্গা ফলীয়া বাঁহ, a piece of pointed split bamboo used for turning up earth.

হুলা মাৰি, স. শ. (অং. হুলা + মাৰি) ধানৰ ডাঙ্গৰি কঢ়িওৱা দুই মূৰ জোঙ্গা চেপেটা বাঁহ, বিৰিয়া, a piece of split bamboo with pointed ends used for carrying sheaves of paddy on the shoulder. "হুলা বাৰি" এনেও হয়।

হুলুকিয়া, অ. ধা. ঘাৰ ভিতৰত কেৰ্মেৰ্ কৰি ৰস বাহিৰ কৰ্ (পোকত খাটে); যেনে, পোকে হুলুকিয়াইছে, to cause matter to ooze out from a sore.

হুল্ দিল্, স. শ. (হুলস্থুল, তোলপাৰ) হুলস্থুল, তোলপাৰ, উবাজুৱা; যেনে, নগৰৰ হুল দিল; মনৰ অস্থিৰতা, উদ্বিগ্নতা, উগুলথুগুল; যেনে, মনৰ হুল দিলত কথা পাহৰা যায়, disturbance, confusion, tumult, perturbation, anxiety.

হৃদয়্, স. শ. (সং. হৃদয়, বুকু—হৃ, গ্রহণ কৰ্) বক্ষঃস্থল, বুকু, মন, the breast, the mind.

হৃদয়ঙ্গম্, বি. (সং. হৃদয়ঙ্গম—হৃদয়, মন + গম্, গতি কৰ; মনলৈ যোৱা) মনত সোমোৱা, মনত লগা; যেনে, সেই কথা তেওঁৰ হৃদয়ঙ্গম হোৱা নাই, impressed on the mind.

হৃদ্য, বি. (সং. হৃদ্য—হৃদ্, মন) মনৰ প্রিয়, প্রণয়ী; যেনে, হৃদ্য লোক, beloved, dear.

হৃদ্যতম্, বি. অতিশয় প্রিয়, প্রিয়তম; যেনে, হৃদ্যতম বন্ধু, dearest.

হৃদ্যতা, ভ. শ. বন্ধুতা, friendship, amity.

হৃষীকেশ্, স. শ. (সং. হৃষীকেশ—হৃষীক,

ইন্দ্রিয় + ঈশ, গৰাকী ; মানুহৰ মন বুদ্ধি আদিক চলায়, এতেকে ) বিষ্ণু, Vishnu.

হৃষ্ট, কৃদ. বি. ( সং. হৃষ্ট—হৃষ্, আনন্দ পা ) আনন্দিত, ৰং পোৱা, delighted.

হৃষ্টচিত্ত, বি. ( সং. হৃষ্টচিত্ত—হৃষ্ট, আনন্দিত + চিত্ত, মন ) মনত ৰং পোৱা, আনন্দিত ; যেনে, ৰণত জয়লাভ কৰি হৃষ্টচিত্ত হল, delighted.

হৃষ্টচিত্তে, ক্রি. বি. আনন্দিত মনেৰে, মনত ৰঙ্গেৰে, with pleasure.

হৃষ্টপুষ্ট, বি. ( সং. হৃষ্টপুষ্ট—হৃষ্ট, আনন্দিত + পুষ্ট, নোদোকা ) বৰ পুষ্ট, নিৰোগ আৰু মঙ্গহাল, hale and hearty.

হে, স. অব্য. মান্য বা সমনীয়া লোকক সম্বোধন কৰা মাত ; যেনে, হে হৰি, হে বন্ধু, a vocative particle used in calling to a superior or an equal.

হে, আ. অব্য. কেৱল, মাত্র ; যেনে, অর্জুন হে বীৰ, only.

হে, ভা. অব্য. বাধা বুজোৱা মাত ; যেনে, হে তালৈ নেযাবি, নেযাবা হে, an interjection of prohibition.

হেং দাং, স. শ. অসম ৰজাই হাতত লোৱা এবিধ দা বা তৰোৱাল, a kind of sword carried by the Assam kings as an emblem of royalty.

হেঁকটি, স. শ. ( সং. হিক্কা ; হিং. হিচ্‌কী ; বং. হিঁচ্‌কি ) ডিঙ্গিত খুন্দা খোৱা নিশ্বাস ; ডিঙ্গিত নিশ্বাসৰ খুন্দা লাগি হোৱা শব্দ, a hiccough.

হেঁকটি মাৰ্, হেঁকটিয়া, to hiccough.

হেঁকটিয়া, অ. ধা. হেঁকটি মাৰ্, হেঁকটি তোল্, to hiccough.

হেঁকটিয়া, ঘা শুকাই কাঠ বন্ধা সাঁচ ; কৰ, ঘঁহনি খাই কাঠ যেন হোৱা সাঁচ, a scar.

হেঁকটিয়া মাহ, স. শ. এবিধ বন মাহ, a kind of wild pulse.

হেঁকা, স. শ. ( অং. সেকা, কষ্ট ) গাৰ দুখ, পৰিশ্ৰম, trouble, labour.

হেঁকা ওলা, ৰৰকৈ গাত কষ্ট বা পৰিশ্ৰম পা ; যেনে, লৰোতে হেঁকা ওলাল, to be tired.

হেঁকাই, ভা. অব্য. লোকে দুখ পোৱাত আনন্দ প্রকাশ কৰা মাত ; যেনে, হেঁকাই ! ভাল হৈছে, an exclamation of satisfaction at the distress or suffering of another.

হেঁকাৰ্, স. ধা. ( সং. হুঙ্কাৰ, উচ্চ শব্দ ) উচ্চ শব্দেৰে আহ্বান কৰ্, চিঞৰি মাত্ ; যেনে, দেওঁধায়ে দেও হেঁকাৰে, to call loudly.

হেঁকেৰা, বি. হৈয়া, অলপ বেঁকা, এঢলীয়া ; যেনে, ঘৰটো হেঁকেৰা হল, oblique. ( স্ত্রী ) হেঁকেৰী।

হেঁকেৰাহেঁকেৰি, বি. বেঁকা বেঁকি, এটা এফাললৈ আনটো আন ফাললৈ হৈয়া, oblique, ( said of more than one thing ).

হেঁকেৰ্ পেঁকেৰ্, স. শ. ( অং. হেঁকেৰা, পোন নোহোৱা + পেঁকেৰ্, অনুক. পোন বা সৰল নোহোৱাৰ পৰা হয়, এতেকে ) অলপীয়া বিবাদ, এজনে আন জনৰ কথা নুবুজাৰ বা বেঁকাকৈ বুজাৰ পৰা হোৱা বিৰোধ ; যেনে, দুই ভায়েকৰ এখান হেঁকেৰপেঁকেৰ লাগিছে, slight quarrel, misunderstanding. ( মৌখিক )।

হেঁকো, ভা. অব্য. হেঁকাই, আনৰ দুখত সন্তোষ প্রকাশ কৰা মাত ; যেনে, হেঁকো কেনে পাইছ, an exclamation of joy at the suffering or distress of another.

হেঁচ, স. ধা. হেঁচা দি, ঠেল্, to push, to press.

হেঁচন্, কৃদ. স. হেঁচা কাৰ্য্য, the act of pushing or pressing.

হেঁচনি খা, হেঁচা খা, to be pressed down.

হেঁচন্ মাৰ্, ঠেলা মাৰ্, to push.

হেঁচনী, স. শ. হেঁচা দিয়া বস্তু, আন কোনো বস্তুৰ ওপৰত ভৰ দিয়া গধূৰ বস্তু, a weight for pressing.

হেঁচা, স. শ. ঠেলা, ওপৰৰ পৰা ভলৈ বা

ইদাঁতিৰ পৰা সিদাঁতিলৈ নৰাবৰ কাৰণ হাত আদিৰে কৰা বল, downward pressure, a push.

হেঁচা মাৰ্, তললৈ বা আগলৈ ঠেল, to press down, to push.

হেঁচা খা, ওপৰত ভৰ পৰি তললৈ বহ্; যেনে, হেঁচা খাই চেপেটা হল, to be pressed down.

হেঁচা হেঁচি, স. শ. ঠেলা ঠেলি, এজনে আন এজনক হেঁচা কাৰ্য্য, the act of pushing each other.

হেঁচোক, স. ধা. আগলৈ ঠেল্, এফালৰ পৰা আন ফাললৈ বা তলৰ পৰা ওপৰলৈ ঠেল্; যেনে, হেঁচুকি গছলৈ কিমান তুলিবা, to push. স. শ. ঠেলা, a push.

হেঁচোক্ মাৰ্, ঠেলা মাৰ্, to push.

হেঁটাওপৰা, স. শ. (অং. হেঁটা, বেঁকা+ওপৰ, ঊৰ্দ্ধভাগ) একেটা বস্তু পাবৰ নিমিত্তে দুই বা অনেক মানুহে ইটোৰ ওপৰত সিটো পৰা বা জোটাপুটি কৰা কাৰ্য্য; একেটা বস্তুৰ নিমিত্তে অনেকে কৰা যত্ন, the act of scrambling for something, competition.

হেঁটা মেচা, বি. অসমান, ওখ চাপৰ, uneven.

হেঁটিয়া, স. ধা. (অং. হাত, হস্ত) ধৰিবৰ কাৰণ হাতেৰে পানীৰ তলত খপিয়া; যেনে, মাছ হেঁটিয়াইছে, to grope for under water.

যদিও এইটো শব্দ 'হাত' শব্দৰ পৰা ওলোৱা হেতু তাক 'ত' দি লিখা হে উচিত, তথাপি উচ্চাৰণ অনুসৰি তাত 'ট' দিয়া যায়।

হেঁটুলুকা, স. শ. (হেঁটুলুক, এনে শব্দ কৰে, এতেকে) এবিধ সেউজ বৰণীয়া চৰাই, a kind of bird.

হেঁটুমূৰা, }
হেঁটুমূৰীয়া, } বি. (অং. হেঁটা, বেকা+মূৰ, শিৰ) বেঁকা বা এফলীয়া মূৰযুক্ত, having an ill-shaped head.

হেঁতা, স. শ. (বং. হাতা, ভাত কঢ়া যতন—সং. হস্ত, হাত; তাৰ নিচিনা, এতেকে) ভাত আঞ্জা কঢ়া নাল লগোৱা পিয়লাৰ নিচিনা এবিধ সঁজুলি; যঁতৰ ঘূৰাবলৈ হাতেৰে ধৰা মূৰ বেঁকা কাঠৰ যতন, a ladle, the handle of a spinning wheel.

হেঁতামাৰি, স. শ. (অং. হাত, হস্ত) ঠেক সাঁকোত বগাওঁতে হাতেৰে ধৰিবলৈ বান্ধি দিয়া বাঁহ আদি, সাঁকোৰা মাৰি; যঁতৰৰ হেতা, the hand-rail of a narrow bridge, the handle of a spinning wheel.

হেঁপা, স. শ. ৰাতি ঘৰৰ পৰা পাৰ আদি ধৰি নিয়া এবিধ মেকুৰীৰ নিচিনা বনৰীয়া জন্তু, a kind of wild animal which preys upon domestic pigeons, &c.

হেঁপা, স. শ. ওখ বা আঁতৰত থকা বস্তু ধৰিবলৈ হাত মেলন; যেনে, হেঁপা মেলিও পোৱা নেযায়, the act of stretching forth the hand to catch something on a height or at a distance.

হেঁপা মেল্, ওখত বা আঁতৰত থকা বস্তু ধৰিবলৈ হাত বঢ়া, to stretch forth the hand to catch something on a height or at a distance.

হেঁপাই ফোঁপাই, ক্রি. বি. (বং. হাঁপান, খৰকৈ উশাহ লওন+অং, ফোঁপা, খৰকৈ চুটি উশাহ ল) ফোঁপাই জোপাই, হেলাই হেঁপাই, panting, being out of breath.

হেঁপাহ্, স. শ. হাবিয়াহ, বৰ বাঞ্ছা; হুত্তাহ, বৰ ভোক বা পিয়াহ, a longing, an intense desire, great hunger or thirst.

হেঁপাহ্ লাগ্, হাবিয়াহ বা বৰ বাঞ্ছা হ; বৰ ভোক বা পিয়াহ লাগ্, to have a longing, to hunger or thirst.

হেঁপাহ্ পলা, খাই বৈ সন্তুষ্ট হ, ভোক পিয়াহ

শুচ, to be satisfied with food or drink, to be satiated.

হেঁপাহ্ পলুৱা, ভোক বা পিয়াহ শুচা, to appease hunger or thirst.

হেঁপেহুৱা, বি. হেঁপাহযুক্ত, আকলুৱা, long-

হেঁপোৰ্ পিটা, স. শ. মুখেৰে হেঁপোৰ হেঁপোৰ শব্দ কৰি পিঠিত কোবাওঁতা, one who strikes the back with a stick each stroke being accompanied with a short quick sound from the mouth.

হেঁপোৰ্ পিট্, মুখেৰে হেঁপোৰ হেঁপোৰ শব্দ কৰি পিঠিত কোবা; কৰিব নোৱৰা বনত লাগি থাক্; যেনে, হাল বাবলৈ ধৰি হেঁপোৰ পিটি আছে, to strike the back with a stick each stroke being accompanied with a short quick sound from the mouth, to tug at work difficult to perform.

হেঁফনি, স. শ. কোনো কাৰ্য্য কৰাত বা কোনো কথা কোৱাত বাধা কৰিবৰ মনেৰে চকু পকাই উচ্চৰা এটা বা দুটা অব্যক্ত শব্দ, breathing hard.

হেঁফনি মাৰ্, ভেকাহি মাৰি বাধা কৰ্; যেনে, মই কবলৈ ধৰোঁতে তেওঁ হেঁফনি মাৰিলে, to breathe hard.

হেঁহনি, স. শ. (হেঁ হেঁ, অনুক.) ঘোঁৰাৰ মাত, ঘোঁৰাৰ হাঁহি, the neighing of a horse.

হেঁহা, অ. ধা. ঘোঁৰাৰ দৰে হেঁ হেঁ কৰ্, to neigh.

হেকান্, স. শ. আপুনি কৰা উপকাৰ সোঁৱৰাই দিয়া লাজ, the act of taunting a person by reminding him of favor conferred.

হেকান্ পাৰ্, আপুনি কৰা উপকাৰ সোঁৱৰাই লাজ দি, to taunt by reminding of favor conferred.

হেক্ হেকনি, স. শ. (হেক্ হেক্, কেৰ্ কেৰ্) ঘনে ঘনে ধাৰ সাধি বা বস্তু খুজি কৰা আমনি, খেচখেচনি, the act of importuning.

হেক্‌হেকা, অ. ধা. খেচ খেচা, ঘনে ঘনে ধাৰ সাধি বা কোনো কাৰ্য্য কৰিবলৈ কৈ আমনি কৰ্; যেনে, ধকৱাই হেক্‌হেকায়, to importune, to vex by dunning.

হেঙ্গাল্, হেঙ্গাল্-কুকুৰ, } স. শ. ভাল জাতিৰ পুচ্ছমৰীয়া কুকুৰ, a hound.

হেঙ্গা, স. ধা. খজুওৱাৰ দৰে অলপ বেদনা জন্মা, (ডিঙ্গিত খাটে); যেনে, কেঁচা লতা পনীয়ালে গল হেঙ্গায়, to cause a slight itching or irritating sensation in the throat.

হেঙ্গা জকাই, স. শ. এবিধ ডাঙৰ জকাই, a kind of basket for catching fish.

হেঙ্গা-পুঙ্গা, বি. (অং. হেঙ্গাৰ, জেওৰা, এতেকে বাধা + পুঙ্গা, অনুৰু.) ঘনে ঘনে মিছা ওজৰ কৰি কাম পেলাই থোৱা কাৰ্য্য, আজি কৰিম কালিলৈ কৰিম বুলি কৰা পলম, procrastination, putting off under false pretences.

হেঙ্গাৰ্, স. শ. গোটা গোঁজত পথালিকৈ বাঁহ আদি বান্ধি অলপ দিনলৈ দিয়া জেওৰা, a temporary fence made of whole bamboos.

হেঙ্গুল্, স. শ. (সং. হিঙ্গুল, এবিধ ৰঙ্গা বস্তু) হিঙ্গুল, vermillion, cinnabar.

হেঙ্গুলীয়া, বি. হেঙ্গুলৰ নিচিনা; হেঙ্গুল লগোৱা; হেঙ্গুলৰ দৰে ৰঙ্গা, red, colored with vermillion.

হেজাৰ্, "হাজাৰ" চোৱা।

হেঁজেৰীয়া, বি. হাজাৰ টকা মুল্যৰ; এক হাজাৰ থকা, of the value of or containing one thousand.

হেতু, স. শ. (সং. হেতু—হি, গতি কৰ্) কাৰণ, নিমিত্ত; যেনে, এই কাৰ্য্যৰ হেতু কি? cause, reason. আ. অব্য. কাৰণে, নিমিত্তে, নিগুণে; যেনে, বৰষুণ নোহোৱা

হেতু খেতি নহল, because of, by reason of.

হেতুকে, আ. অব্য. কাৰণে, নিমিত্তে; যেনে, তেওঁ নহা হেতুকে সি নাহিল, because of, for the reason of.

হেদাঙ্গি, } বি. উদং. ৰখীয়া নথকা, গৰু
হেদানি, } মহ আদিত খাটে); যেনে, গৰুবোৰ হেদানি হল, let loose, having no keeper (as cattle).

হেদাঙ্গি বা হেদানি মেল্, ৰখীয়া নথকাকৈ এৰি দি, to let loose without a keeper.

হেদালি, স. শ. সেৰেঙ্গাকৈ কামী বৈ সাজি ওলমাই থোৱা চাং; যেনে, হেদালিত তুলি থ; সেই দৰে সজা চাল; যেনে, হেদালিৰ ঘৰ, a hurdle or net-work of split bamboo used as a shelf, a rod of bamboo splinters wattled together.

হেন্, বি. (বং. হেন, যেন) নিচিনা, যেন; যেনে, ভাল হেন বুজিলে সেই কাম কৰিবা, as, like, such.

হেন, স. শ. এনে বা এই কথা বা কাৰ্য্য (পদ্যত); যেনে, "হেন শুনি জাম্বৱন্ত," "হেন দেখি ধাই ধাউ গেৰি দিলা।" this speech or act.

হেনয়, বি. এনে, এই প্ৰকাৰৰ (পদ্যত); যেনে, "হেনয় কৃষ্ণক নমো," such.

হেনাহুচা, বি. উচ্চাৰণ বা মাতৰ ঠেলা ঠিক নোহোৱা, বিদেশীৰ দৰে কোৱা; যেনে, হেনাহুচা মাত, spoken without precision of pronunciation or with a foreign accent or tone. স. শ. অশুদ্ধ উচ্চাৰণ, বিদেশীৰ দৰে কোৱা কথা; যেনে, মাতৰ হেনাহুচা, incorrect pronunciation, foreign accent or tone.

হেনাহুচাকৈ, ক্ৰি. বি. বিদেশীৰ দৰে, অশুদ্ধ উচ্চাৰণ কৰি, in a foreign tone or accent.

হেনে, যো. অব্য. (অং. হেন, এনে বা এই প্ৰকাৰ) যে, এই দৰে, এই বুলি (কবলৈ শিকাই দিয়াত খাটে); যেনে, তুমি কৰা হেনে, সি নাহে, so and so.

হেন্ জানি, যো. অব্য. (অং. হেন, এনে + জানি, বুজি; এনে কথা জানি) এতেকে; এই কাৰণে; যেনে, এই কাৰ্য্য সিদ্ধ হবৰ আগন্তুক নাই, হেন জানি তাত নলগাই ভাল, therefore, it being so.

হেন্ তেন্, বি. এনে তেনে; যেনে, হেন্ তেন্ বস্তু, such and such. স. শ. অমুক তমুক, এনে তেনে কাম বা বস্তু (কোনো বস্তুৰ বা কামৰ নাম নোকোৱাকৈ ভাবেৰে তাক বুজাওঁতে ব্যৱহৃত); যেনে, সি হেন্ তেন্ কৰিলে, so and so, such and such.

হেন্দোল্, অ. ধা. (সং. হিন্দোল, দোলন) দোল্, ওলমি লৰি থাক্; থলকনি লাগ, থলক্, to swing, to oscillate, to be agitated (as water).

হেন্দোলনি, স. শ. পানীৰ থলকনি, হেলেপনি; যেনে, পানীৰ হেন্দোলনিত নাওখান কঁপি গল, agitation of water.

হেন্দোলনী, স. শ. দোলন, জৰীৰে ওলমোৱা দোলনৰ যতন, a rocking chair.

হেন্দোল্‌দোপ্, "দল্‌দোপ" চোৱাঁ।

হেপোৰ্-তেপোৰ্কৈ, ক্ৰি. বি. বলেৰে নোৱৰা কামত পৰিশ্ৰম কৰি, বৰ পৰিশ্ৰমেৰে; যেনে, বুঢ়ীয়ে হেপোৰ-তেপোৰকৈ ভাত ৰান্ধিছে, striving, to do something beyond one's strength, trying to one's utmost.

হেবাথৰি, "হাবাথৰি" চোৱাঁ।

হেঁপেটিমুৱা, বি. বিকটামুৱা, having a distorted face. (স্ত্ৰী) হেঁপেটিমুই। (চহা মাত)।

হেম, স. শ. (সং. হেমন্—হি, গতি কৰ্) সোণ, gold.

হেমন্ত, স. শ. (সং. হেমন্ত—হেমন্, নিয়ৰ + অন্ত, স্বভাৱ; হিম পৰা স্বভাৱ, স্বভাৱতে হিম পৰে, এতেকে) হিম পৰা কাল, জাৰ কালি, আঘোণ পুহ, winter.

হেমাহি, স. শ. কাৰ্য্যক হেলা, এলাহত কৰা

পলম; গহৰি, remissness, dilatoriness.

সমা.—হেমাহি, হেঙ্গা-পুঙ্গা, আগৰ-টোৱে এলাহত হেলা কৰি কাম পেলাই থোৱা, আৰু পাচৰটোৱে ঘনে ঘনে মিছা ওজৰ উলিয়াই বা আজি কৰিব নোৱাৰোঁ কালিলৈ কৰিম বুলি কামত গহৰি কৰা

হেম্বেজু, "হিম্বেজু" চোৱা।

হেম্বা, } অনুক. গাইৰ মাতৰ নিচিনা শব্দ,
হেম্বে, } an imitative sound used to express the lowing of cows.

হেম্বেলনি, স. শ. গাইৰ মাত, the lowing of cows.

হেম্বেলিয়া, অ. ধা. গাইৰ দৰে মাতৃ, হেম্বে শব্দ কৰ্, to low, as a cow.

হেয়, বি. (সং. হেয়—হা, ত্যাগ কৰ্) ত্যাগৰ যোগ্য, অগ্ৰাহ্য, গ্ৰহণ কৰিব নলগীয়া; যেনে, বুঢ়াৰ কথা হেয় নহয়; অমান্য, তুচ্ছ; যেনে, মূৰ্খ মানুহ হেয় হয়, not acceptable, mean, despicable.

হেৰ, স. অব্য. (সং. হে, সম্বোধন) তুচ্ছ মানুহক মাতোঁতে ব্যৱহৃত মাত; যেনে, হেৰ ডোম, a vocative particle used in addressing an inferior.

হেৰণ্, কৃদ. স. হেৰোৱা অৱস্থা, the state of being lost.

হেৰণ্-ভগন্, স. শ. (অং. হেৰণ, হেৰোৱা+ভগন, ভগা) কোনো বস্তুত হেৰোৱা বা ভগা অৱস্থা; যেনে, এই বস্তুৰ হেৰণ ভগনৰ জগৰীয়া নাই, loss or breakage of something. ক্রি. বি. হেৰালে বা ভাগিলে; যেনে, হেৰণ ভগন এই বস্তুৰ বেচ পাঁচ টকা লাগিব, in case of loss or breakage of a thing.

হেৰা, অ. ধা. (অং. হৰ্, লোপ পা, নথকা হ) নথকা হ, অদৃশ্য হ, বিচাৰি নোপোৱা হ; যেনে, মোৰ কটাৰী হেৰাল, to be lost, to cease to be in the possession of some person.

হেৰা পা, গৰাকী নথকাত পা, কোনো ঠাইত পৰি থকাত পা; যেনে, কটাৰীখান হেৰা পালোঁ, to find as something lost by some one.

হে-ৰা, } স. অব্য. (সং. হে, সম্বোধন)
হে-ৰা, } সমনীয়া মানুহৰ সম্বোধন; যেনে, হে-ৰা সখি, হে-ৰা দেও, a term used in familiarly addressing a person.

হেৰি, স. অব্য. মৰমেৰে সম্বোধন কৰা মাত; যেনে, হেৰি বাপাটি, a vocative used in addressing anyone affectionately.

হেৰি, } অব্য. কিবা বোলে, কথাৰ মাজত
হেৰি-অ, } কোনো কথা পাহৰাত সুঁৱৰিবলৈ সময় পাবৰ নিমিত্তে মতা মাত, a term used in the same sense as the expression "what do you call it."

হেৰুৱা, স. ধা. (অং. হেৰা, নথকা হ) হাতত নথকা কৰ্, মনোযোগ নকৰি হানি কৰ্, বিচাৰি নোপোৱা কৰ্; যেনে, কটাৰী-খান হেৰাল, মই তাক হেৰুৱালোঁ, to lose, to cause to be lost.

হেৰেই, স. অব্য. (সং. হে, সম্বোধন) লৰাৰ দৰে লেনিয়াই বা সাদৰ লগাই মতা মাত; যেনে, আই হেৰেই! বা হেৰেই আই! a vocative particle used by a child in affectionately addressing, his father or mother.

হেৰেপনি, স. শ. (অং. হেৰেপা, চেপেটা খাই পৰা) থাগৰি ইকৰা আদিৰ ডাঠ হাবি, গেজেপনি, a thicket, long and coarse grass, &c., thickly set.

হেৰেপা, বি. চেপেটা হৈ জাঁপ খাই পৰা (থাগৰি বা আন তৃণত খাটে); যেনে, বতাহত ধানবোৰ হেৰেপা হল, beaten down as reed or grass.

হেৰেপা খা, চেপেটা হৈ জাঁপ খাই পৰ্, to be beaten down as grass, &c.

হেৰেম্-গৰীয়া, বি. (অং. গৰ্, বাগৰি যা; ভাত পানী বা আন বস্তু বাগৰি যায়, এতেকে) আওগৰীয়া, এঢলীয়া (মাটিত খাটে); যেনে, নাচিব নজনাৰ চোঁতাল খান হেৰেম-গৰীয়া, sloping, aslant, as ground.

হেলচ্, স. শ. অলপ টেঙ্গেচীয়া, সৰু গুটি থকা এবিধ গছ; তাৰ গুটি, a kind of tree and its fruit.

হেলঞ্চি, } স. শ. (সং. হিলমোচী বা হিল
হেলঞ্চী, } মোচিকা; বং. হেলেঞ্চা, এবিধ পানীত হোৱা শাক) এবিধ পানীত গজা শাক, মনোৱা, a kind of aquatic plant.

হেল-হৈচ, ভা. অব্য. কোনো গধুৰ বস্তু টানি নিওঁতে মতা মাত, a term used in dragging or pulling a heavy body.

হেলা, স. শ. (সং. হেলা—হিল্, অমনোযোগ কৰ্) অমনোযোগ, শৈথিল্য, চেষ্টাৰ অভাৱ; যেনে, হেলাত কাৰ্য্য নাশ; অসম্মান; যেনে, মান্য জনলৈ হেলা নকৰিবা, neglect, inattention, disregard.

হেলাই হেঁপাই, "হেঁপাই ফোঁপাই" চোৱাঁ।

হেলাওটা, স. শ. হেলা, অমনোযোগ, কাম কৰা এলাহ, inattention or indifference to work, idleness. বি. যত্ন নকৰা হেলা কৰা, উচিতৰূপে মনোযোগ নিদিয়া; যেনে, হেলাওটা কাম ভাল নহয়, not properly attended to (said of work). (বৰ চলিত নহয়)।

হেলাৰাঙ্গে, ক্রি. বি. (অং. হেলা, এলাহ + ৰং, ধেমালি; হেলা আৰু ধেমালি কৰি থাকিও) অনায়াসে, কোনো যত্ন নুকৰাকৈ; যেনে, সেইটো কাম হেলাৰাঙ্গে কৰিব পাৰি, easily, without exertion or effort.

হেলালেচাৰি, স. শ. হেলা, অমনোযোগ, যত্নৰ অভাৱ, inattention or indifference to work, idleness. (বৰ চলিত নহয়)।

হেলেংপেলেং, স. শ. (অং. ঢলংপলং, দুৰ্ব্বল বোধ) ভোক বা ভাগৰত হোৱা দুৰ্ব্বল বোধ, ঢলোঁ পৰোঁ কৰা ভাব; যেনে, গাটোৱে হেলেংপেলেং কৰিছে, a sense of weakness caused by hunger or fatigue, a sense of exhaustion. বি. ভোকত বা ভাগৰত হোৱা দুৰ্ব্বল; যেনে, গাটো হেলেংপেলেং হৈছে, fatigued, weak.

হেলেকা, } বি. (হিং. হলকা, পাতল)
হেলেকৃলেকীয়া, } ঢোলোক ঢোলোক, লোলা, ভালকৈ খাই নধৰা, not tightly fitted, loose.

হেলেপনি, স. শ. পানীৰ হেন্দোলনি, ঢৌৱে নৈৰ দাঁতিত কৰা আস্ফাল, agitation of water, the dashing of waves against the shore.

হৈ, স. শ. (অং. হাই, উচ্চ শব্দ) উচ্চ শব্দেৰে হাতত চাপৰ মাৰি কৰা নিন্দা, a hoot, a cry of contempt.

হৈ দি, উচ্চ শব্দেৰে হাতত চাপৰ মাৰি নিন্দা কৰ্; যেনে, মূৰ্খক সকলোৱে হৈ দিয়ে, to hoot.

হৈ, আ. অব্য. পৰিবৰ্ত্তে, সলনি; যেনে, তাৰ হৈ তুমি থাকাঁ, in the place of, instead of.

হৈচ, ভা. অব্য. কোনো গধুৰ বস্তু টানি নিওঁতে মতা মাত, a particle used in pulling or dragging a heavy body.

হৈমন্তিক্, বি. (সং. হৈমন্তিক—হেমন্ত, আঘোণ পুহ) হেমন্ত ঋতুত হোৱা, আঘোণ পুহত উৎপন্ন, produced in winter.

হৈয়া, বি. হেঁকেৰা; একতীয়া, থিয় নোহোৱা, oblique, not perpendicular.

হোঁ, ভা. অব্য. শলগা মাত, an interjection of consenting or admitting, yes.

হোঁ, স. ধা. ধৰ্, ল, গ্ৰহণ কৰ্, to take or receive.

ই কেৱল দ্বিতীয় পুৰুষৰ উভয় অৰ্থৰ, আৰু তৃতীয় পুৰুষৰ সম্ভ্ৰমাৰ্থৰ লোটত ব্যৱহৃত হয়; যেনে, তুমি হোঁৱা, তই হোঁ, আপুনি হোঁৱক, a verb used only in the imperative mood, second and third person, equivalent to take it or be pleased to take it.

হোঁকৰ্, অ. ধা. হোঁকোৰ হোঁকোৰ শব্দ কৰ্, ষাঁড়ৰ বা সৰু বাঘৰ দৰে মাত্, to bellow or roar, as a bull, &c.

হোঁকৰণি স. শ. ষাঁড়ৰ বা সৰু বাঘৰ মাত, a bellowing sound.

হোঁকৰা, } বি. হোঁকোৰ হোঁকোৰ শব্দ
হোঁকোৰা, } কৰা ; যেনে, হোঁকোৰা বাঘ, bellowing or roaring.

হোঁকা, স. শ. ( যাং. হুঁকা ) ধোঁৱা খোৱা, a smoking apparatus, a *hooka*.

হোঁপ্, স. ধা. ( সং. হু, ভক্ষণ কৰ্ ) ওঁঠেৰে চেপি ধৰি মুখৰ ভিতৰলৈ টান্ ( জুলীয়া বস্তু বা ধোঁৱাত খাটে ) ; যেনে, জোকে তেজ হোঁপে, ধঁপতুৰাই ধোঁৱা হোঁপে, to draw into the mouth or smoke.

হোঁপা, স. শ. ওঁঠেৰে চেপি ধৰি টান মৰাত ভিতৰলৈ যোৱা ধোঁৱা ; যেনে, ধোঁৱা এহোঁপা, as much smoke as can be drawn into the mouth at a time.

হোঁপা মাৰ্, ওঁঠেৰে চেপি ধৰি মুখৰ ভিতৰলৈ টান্, to draw into the mouth, liquid or smoke.

হোঁৰক্, হোঁৰা, "হেঁা" চোৱাঁ।

হোঁহক্, অ. ধা. এঠাইৰ পৰা আন এঠাইলৈ পিছলি বা বাগৰি যা ; যেনে, নৈখান সি ফাললৈ হুঁহকিছে, পীৰাখান পাচলৈ হুঁহকিল, to slip or move from one place to another.

হোঁহকা, } স. ধা. এঠাইৰ পৰা আন
হোঁহোঁকা, } এঠাইলৈ পিছলাই বা ঠেলি নি ; যেনে, পীৰাখান এই ফাললৈ হোঁহকালে, to push, to cause to slip or move from one place to another.

হোঁহকা-পিছলা, } স. শ. এবাৰ কামলৈ
হোঁহোঁকা-পিছলা, } আগ বাঢ়ি আকৌ পাচলৈ যাওন, কামৰ আৰম্ভত বিলম্ব কৰণ, কোনো এক সময়ত এটা কাম কৰিবৰ স্থিৰ কৰি আকৌ পাচলৈ ৰখা কাৰ্য্য ; যেনে, আঘোণত বিয়া দিব খুঁজি হোঁহকা-পিছলা কৰিছে, the act of procrastinating. বি. এবাৰ আগলৈ আকৌ পাচলৈ যোৱা, এফালৰ পৰা আন ফাললৈ পিছলা, থিৰে নথকা ; যেনে, পীৰাখান হোঁহকা-পিছলা হৈছে, moving from one side to the other or backward and forward, unsteady.

হোক্হোকনি, স. শ. ( অং. হোঁকহোকা ) গাহৰিৰ বা ভালুকৰ মাত, the grunt of a hog or bear.

হোক্ হোকা, অ. ধা. ( হোক্ হোক্, গাহৰিৰ বা ভালুকৰ নিচিনা মাত ) গাহৰিৰ বা ভালুকৰ দৰে মাত্, to grunt.

হোজা, বি. ( হিং. সোঝা ; বং. সোজা, পোন ) পোন পটিৰ, ছল চাতুৰী নজনা, অকপটীয়া, artless, simple.

হোত্ কৰে, ক্রি. বি. ( হোত, একেবাৰেই অধিক পৰোঁতে হোৱা শব্দ ) একেবাৰেই অধিক পৰিমাণে ( বাকি দিয়াত বা পৰাত খাটে ) ; যেনে, গাখীৰবোৰ হোত কৰে বাকি দিলে বা পৰিল, in a large quantity (said of pouring or falling).

হোতা, স. শ. ( সং. হোতৃ — হু, হোম কৰ্ ) হোম কৰোঁতা, a person who makes a burnt offering.

হোপোৰ্, অনুক. সোহা মৰাত উঠা শব্দৰ নিচিনা মাত, an imitative sound used to express that of sucking.

হোম্, স. শ. ( সং. হোম—হু, জুইত ঘিউ ঢাল্ ) সংস্কৃত অগ্নিত দেৱতাৰ উদ্দেশে ঘিউ দিয়া কাৰ্য্য, a burnt offering of clarified butter.

হোৰ্, স. শ. হানিৰ পূৰ্ত্তি, দইন পৰা এটা বস্তুৰ বাবে সমান মূলাৰ আন এটাৰ প্ৰাপ্তি, এতেকে হিংসাৰ প্ৰতিফল, পোটক, the act of making up for a loss, revenge.

হোৰ্ উঠ্, দইন পুৰ হ ; প্ৰতিফল হ ; যেনে, লোকক হিংসা কৰাৰ হোৰ উঠিল, to be made up for (as a loss).

হোৰ্ তোল্, হানি পূৰা ; পোটক তোল, হিংসাৰ প্ৰতিফল দি, to make up for a loss, to take revenge.

হোৰা, স. শ. পৰ্ব্বতীয়া মাহুহে পিঠিত বোজা নিয়া যতন, কুঁকি, a conical

basket used by hill people for carrying a burden on the back.

হোৰাহোৰে, ক্রি. বি. (অনেক হোৰা ভৰাই) পাচিয়ে পাচিয়ে, দমাদমে, বহুত পৰিমাণে; যেনে, মাছবোৰ হোৰাহোৰে নিলে, in large quantities.

হোৰোপা, বি. মাজ বা কোনো এভাগ তললৈ বহি যোৱা (প্রায়ে ঘৰত খাটে); যেনে,ঘৰটো হোৰোপা হৈছে, depressed, as a house.

হোৰোপা খা, মাজত বা কোনো এভাগত খাল পৰ্, to be depressed or sunken, as a house.

হোৰোস্, অনুক. দ বোকাত পৰোঁতে হোৱাৰ নিচিনা শব্দ, an imitative sound used to express that produced by falling into mud.

হোৰোসা, বি. (হোৰোস্, ঐ; বোকাৰ দৰে কোমল হয়, এতেকে) ভেৰেহা, ডাঙৰ (পেটত খাটে), bulging or puffy, as the belly.

হোৰোসাই, } ক্রি. বি. হোৰোস শব্দ
হোৰোস কৰে, } কৰি; যেনে, হোৰোস কৰে বোকাত পৰিল, with a sound, as of falling into mud.

হোৰোসা পেটা, বি. পেটাল, ডাঙৰ পেটযুক্ত, pot-bellied.

হোলা, স. শ. বাৰিষা পানী ৰোৱা, খৰালি শুকোৱা বা অলপ পানী থকা দীঘল আৰু বহল খাল, a long, broad hollow where water lodges during the rains.

হোলোং, বি. বৃহৎ, বৰ ডাঙৰ, (গছ, ঘৰ আৰু নাৱত খাটে); যেনে, হোলোং গছ, হোলোং ঘৰ, হোলোং নাও, very large (said of trees, houses and boats).

হোলোং নাও শব্দ একে জোপা ডাঙৰ গছ খুলি কৰা নাওত মাথোন খাটে, বঙ্গালী নাৱত নেখাটে।

হোলোকনি, স. শ. (অং. হোলোক, চুঙা আদিত পানী সোমাওঁতে বা তাৰ পৰা ওলাওঁতে হোৱা শব্দ) ঢৌ বা বতাহৰ কোবত নাওলৈ সোমোৱা পানীৰ খুন্দা, a wave dashing into a boat.

হোলোকনি খা, ঢৌ বা বতাহৰ কোবত পানী খা (নাৱত খাটে); যেনে, নাৱে হোলোকনি খালে, to take in water (as a boat).

হোলোকা, স. শ. পানীত পৰা মানুহে এবাৰত গিলা পানী; ঢৌৰ বা বতাহৰ কোবত একে বাৰতে নাৱত সোমোৱা পানী, the quantity of water which is swallowed at one time by a drowning man or is dashed into a boat.

হোলোঙা, স. শ. (সং. শূল, যাঠীবিশেষ) দুই মূৰ জোঙা ধান কঢ়িওৱা গোটা বা চেপেটা বাঁহ; ছলা মাৰি, a bamboo pole with pointed ends used in carrying sheaves of paddy on the shoulder.

হোলোঙা গোম, স. শ. এবিধ হোলোঙাৰ দৰে দীঘল বিষাল সাপ, a kind of snake.

হোলোঙা মৰি, স. শ. (অং. সোলেং, এবিধ টেঙা ফল + মৰি, এবিধ টেঙা ফল) সোলেং টেঙাৰ আকৃতিৰ এবিধ মৰি টেঙা, a kind of acid fruit.

হোল্ গোঁজ্, বি. হোজা, ছল চাতুৰী নজনা, simple, artless.

হোৱা, অনুক. শিয়ালৰ নিচিনা মাত, an imitative sound used to express the cry of a jackal.

হোৱা দি, হোৱা হোৱা কৰ্, শিয়ালৰ দৰে মাত্, to cry, as a jackal.

হোৱাং, স. শ. এবিধ ডাঙৰ পৰ্ব্বতীয়া চৰাই, a kind of bird.

হোৱা হুই, বি. (অং. হু, সম্পূর্ণতা পা) প্রায় সমাপ্ত, সম্পূর্ণ হবৰ ওচৰ চপা; যেনে, এই পুথি হোৱা হুই হৈছে, nearly done or finished.

হো হো, ⎫ অনুক. বৰ বতাহৰ, বৰষুণৰ
হৌ হৌ, ⎭ বা খুন্দা খোৱা সোঁতৰ নিচিনা শব্দ, an imitative sound used to express that of a tempest, heavy shower of rain or an obstructed current.

হো-হোৱনি, ⎫ স. শ. বৰ বতাহৰ, বৰষু-
হৌ-হৌৱনি, ⎭ ণৰ বা খুন্দা খোৱা সোঁত পানীৰ শব্দ, the sound of a tempest, heavy rain or an obstructed current.

হো-হোৱা, ⎫ অ. ধা. হো হো শব্দ কৰ্,
হৌ-হৌৱা, ⎭ to roar, as wind or water.

হো হো কৰে, ⎫ ক্রি. বি. হো হো বা
হৌ হৌ কৰে, ⎭ হৌ হৌ শব্দ কৰি, roaring, as wind or water.

হ্রদ্, স. শ. ( সং. হ্রদ—হ্রাদ্, শব্দ কৰ্ ) নৈ বা সাগৰৰ ডুবি ; বৰ দ আৰু বহল পানী, the deepest and broadest part of a river, a natural cistern, a gulf or bay.

হ্রস্ব, বি. ( সং. হ্রস্ব—হ্রস্, শব্দ কৰ্ ) চুটিকৈ মতা ; যেনে, হ্রস্ব ইকাৰ ; এতেকে চুটি, চাপৰ্, depressed in scale of sound, short, low.

হ্রস্বতা, গু. শ. চুটি গুণ, চাপৰ অৱস্থা, shortness, lowness.

হ্রাস্, স. শ. ন্যূনতা, কমতি, অলপ, shortness, diminution. বি. কম পৰা ; যেনে, জ্বৰ হ্রাস হৈছে, diminished, abated.

## ক্ষ।

ক্ষ, বৰ্ণমালাৰ শেষ আখৰ। ই সংযোগী ; ক আৰু ষ, এই দুইৰ যোগত উৎপন্ন, কিন্তু অসমীয়াত ভাব উচ্চাৰণ "খ্য"ৰ তুল্য, the last letter of the consonants.

ক্ষণ্, স. শ. ( সং. ক্ষণ—ক্ষণ্, পীড়া কৰ্ ) অতি অলপ কাল, খন্তেক, a measure of time equal to four minutes, a moment.

ক্ষণভঙ্গুৰ্, বি. ( সং. ক্ষণভঙ্গুৰ—ক্ষণ, অলপ কাল+ভঙ্গুৰ, ভগা ) শীঘ্রে নষ্ট হোৱা, অচিৰস্থায়ী, frail, transient, perishable.

ক্ষণিক্, বি. অলপ কাল থকা, খন্তেকীয়া, momentary.

ক্ষণেক্, স. শ. ( সং. ক্ষণৈক, ক্ষণ+এক ) এক ক্ষণ, খন্তেক, a moment.

ক্ষত্, স. শ. ( সং. ক্ষত—ক্ষণ্, পীড়া কৰ্ ) অলপ ঘা, a slight wound.

ক্ষতবিক্ষত্, বি. ( সং. ক্ষতবিক্ষত—ক্ষত, ঐ +বিক্ষত, বৰ ঘা ) অনেক ঠাইত ঘা লগা, বৰকৈ কটা বা বিদীৰ্ণ কৰা, এতেকে অনেক ঠাইত আখৰ কটা আৰু ওপৰত তোলা ; যেনে, কাকতখান ক্ষতবিক্ষত হল, mangled, hacked, full of alterations and interlineations.

ক্ষতি, স. শ. ( সং. ক্ষতি—ক্ষণ্, হিংসা কৰ্ ) হানি, নাশ, loss, injury.

ক্ষতিক্ষণ্, "খতিক্ষণ্" চোৱাঁ।

ক্ষত্রিয়, স. শ. ( সং. ক্ষত্রিয়—ক্ষদ্, ভাগ কৰ্ ) হিন্দুৰ দ্বিতীয় জাতি, যোদ্ধা, a man of the second or military class among the Hindus.
( স্ত্রী ) ক্ষত্রিয়াণী বা ক্ষত্রিয়া।

ক্ষত্রিয় ধৰ্ম্ম, স. শ. ( সং. ক্ষত্রিয়ধৰ্ম্ম—ক্ষত্রিয়, ঐ+ধৰ্ম্ম, কৰ্ত্তব্য কৰ্ম্ম ) ৰণ আৰু প্রজা পালন, the duty of the military class, *viz.*, war and government.

ক্ষত্রী, স. শ. ( সং. ক্ষত্রিন্, ক্ষত্র+ইন্ ) ক্ষত্রিয়, a man of the military class. ( স্ত্রী ) ক্ষত্রিণী।

ক্ষম্, স. ধা. ( সং. ক্ষম্, সহি থাক্ ) দোষ এৰ্, ক্ষমা কৰ্ ; যেনে, ঈশ্বৰে দোষ ক্ষমে, to pardon, to forgive.

ক্ষমতা, গু. শ. ( সং. ক্ষমতা—ক্ষম, পাৰ্কঁ ) পাৰকতা, শক্তি, power, ability.

ক্ষমতাপন্ন, বি. ( সং. ক্ষমতাপন্ন—ক্ষমতা, শক্তি+আপন্ন, যুক্ত ) ক্ষমতা থকা, ক্ষমতা পোৱা, having power.

ক্ষমা, স. শ. ( সং. ক্ষমা—ক্ষম্, সহি থাক্ )

সহনী, দোষ পৰিত্যাগ, forgiveness, pardon.

ক্ষমাৱন্ত, } ক্ষমাৱান্, } বি. ক্ষমা কৰা বা দোষ এৰা গুণযুক্ত, forgiving.

ক্ষমাশীল্, বি. ক্ষমাৱন্ত, forgiving.

ক্ষয়্, স. শ. (সং. ক্ষয়—ক্ষি, নাশ কৰ্) নাশ; হানি, destruction, loss, waste.

ক্ষয়কৰ্, } ক্ষয়কাৰী, } স. শ. নাশ কৰোঁতা, ধ্বংস কৰোঁতা, destroyer.

ক্ষয়্-ৰোগ্, স. শ. (সং. ক্ষয়ৰোগ—ক্ষয়, হানি+ৰোগ, ব্যাধি) জ্বৰ-কাহ হৈ শৰীৰ ক্ষীণ হৈ যোৱা ৰোগ, যক্ষ্মা, a wasting disease, pulmonary consumption.

ক্ষয়্ৰোগী, বি. ক্ষয়-ৰোগে ধৰা, খেহ ৰুগীয়া, consumptive. স. শ. ক্ষয়ৰোগে ধৰা মানুহ, one suffering from consumption.

ক্ষৰ্, অ. ধা. (সং. ক্ষৰ্, টোপাটোপে পৰ্) স্ৰৱ, টোপাটোপে পৰ্, to fall by drops, to trickle.

ক্ষৰণ্, কৃদ. স. টোপাটোপে পৰা কাৰ্য্য, স্ৰৱণ, the act of falling by drops or trickling.

ক্ষৰিত্, কৃদ. বি. টোপাটোপে পৰা, ধাৰা, trickling, dropping.

ক্ষান্ত, বি. (সং. ক্ষান্ত—ক্ষম্, সহি থাক্) সহি থকা; কোনো কামলৈ আগ বঢ়াৰ পৰা নিবৰ্ত্তমান; যেনে, দুষ্টক দমন কৰাৰ পৰা ক্ষান্ত নহবা, enduring.

ক্ষান্তি, স. শ. তিতিক্ষা, সহন, ধৈৰ্য্য; নিবৃত্তি, patience, forbearance, endurance, cessation.

ক্ষাৰ্, স. শ. (সং. ক্ষাৰ—ক্ষৰ্, বৈ বা জৰি পৰ্) লোণৰ গুণ থকা ছাই আৰু তাৰ পানী, alkali, soda, potash, solution of potash.

ক্ষিতি, স. শ. (সং. ক্ষিতি—ক্ষি, ক্ষয় কৰ্) পৃথিবী, the earth.

ক্ষিতি-পতি, স. শ. (সং. ক্ষিতিপতি—ক্ষিতি, ঐ+পতি, গৰাকী) ৰজা, a king.

ক্ষিতিপালক, স. শ. (সং. ক্ষিতিপালক—ক্ষিতি, ঐ+পালক, ৰক্ষক) ৰজা, a king "ক্ষিতিপাল" এনেও হয়।

ক্ষিপ্ত, কৃদ. বি. (সং. ক্ষিপ্ত—ক্ষিপ্, পেলা) দলিওৱা, পেলোৱা; উন্মত্ত, বলিয়া, thrown, cast, mad.

ক্ষীণ্, বি. (সং. ক্ষীণ—ক্ষি, ক্ষয় পা) খীণোৱা, কৃশ, lean, emaciated.

ক্ষীণতা, গু. শ. খীণোৱা অৱস্থা, thinness, emaciation.

ক্ষীণমধ্যা, বি. (সং. ক্ষীণমধ্যা—ক্ষীণ, পাতল +মধ্য, কঁকাল) কঁকাল সৰু, সৰু কঁকাল-যুক্তা (স্ত্ৰী), slender waisted (Fem.)

ক্ষীৰ্, স. শ. (সং. ক্ষীৰ—ক্ষৰ্, বৈ পৰ্; বাঁটৰ পৰা বৈ পৰে) এৰাঁ গাখীৰ, milk.

ক্ষীৰোদধি, স. শ. (সং. ক্ষীৰোদধি—ক্ষীৰ, ঐ+উদধি, সাগৰ) সাত সাগৰৰ এখান, ক্ষীৰ সাগৰ, এৰাঁ গাখীৰৰ সাগৰ, the sea of milk.

ক্ষুণ্, স. শ. (সং. ক্ষুণ—ক্ষুদ্, ক্ষত কৰ্) ক্ষত, ঘুণ, শৰীৰৰ দোষ; যেনে, "কোনো অঙ্গে নাহি ক্ষতি ক্ষুণ," a bruise, a bodily defect.

ক্ষুদ্ৰ, বি. (সং. ক্ষুদ্ৰ—ক্ষুদ্, গুড়ি কৰ্) সৰু; অলপীয়া; নীচ, small, little, mean.

ক্ষুদ্ৰতা, গু. শ. ক্ষুদ্ৰ হোৱা অৱস্থা, smallness, meanness.

ক্ষুদ্ৰ-শৌচ, স. শ. (সং. ক্ষুদ্ৰশৌচ—ক্ষুদ্ৰ, অলপীয়া + শৌচ, শুচি হোৱা কাৰ্য্য) মূত্ৰ, প্ৰস্ৰাৱ, সৰু শৌচ (প্ৰস্ৰাৱ কৰাত শুচি হবৰ নিমিত্তে প্ৰক্ষালনাদি কাৰ্য্য অলপীয়াকৈ কৰিব লাগে, এতেকে), making water.

ক্ষুদ্ৰ-শৌচ কৰ্, প্ৰস্ৰাৱ কৰ্, to make water.

ক্ষুধা, স. শ. (সং. ক্ষুধা—ক্ষুধ্, ভোক লাগ্) ভোক, খাবৰ ইচ্ছা, hunger.

ক্ষুধাকৰ্, বি. (সং. ক্ষুধাকৰ—ক্ষুধা, ঐ+কৃ, কৰ্) ভোক লগোৱা, causing hunger.

ক্ষুধাজনক, বি. (সং. ক্ষুধাজনক—ক্ষুধা, ঐ +জনক, উৎপন্ন কৰা) ভোক লগোৱা, causing hunger.

ক্ষুধাৰ্ত্ত, বি. (সং. ক্ষুধাৰ্ত্ত—ক্ষুধা, ঐ+আৰ্ত্ত,

পীড়িত) ভোকৰ পৰা দুঃখ পোৱা, ভোকাল, hungry, oppressed by hunger.

ক্ষুধাহীন্, বি. (সং. ক্ষুধাহীন—ক্ষুধা, ভোক + হীন, নথকা) ভোক নথকা, having no appetite.

ক্ষুধিত, কৃদ. বি. (সং. ক্ষুধিত—ক্ষুধ্, ভোক লাগ্) ভোক লগা, ভুকীয়া, hungry.

ক্ষুব্ধ, বি. (সং. ক্ষুব্ধ—ক্ষুভ্, সঞ্চালিত হ) উগুলথুগুল লগা, অস্থিৰমনা, চিন্তাকুল, আন্দোলিত, disturbed mentally, anxious, agitated.

ক্ষুভিত্, বি. (সং. ক্ষুভিত—ক্ষুভ্, ঐ) উগুলথুগুল লগা, চিন্তিত, ভাবনাযুক্ত, agitated mentally anxious.

ক্ষুৰ্, স. শ. (সং. ক্ষুৰ—ক্ষুৰ্, কাট্) খুৰ, খুৰোৱা অস্ত্ৰ, a razor.

ক্ষুল্ল-তাত্, স. শ. (সং. ক্ষুল্লতাত—ক্ষুল, কনিষ্ঠ + তাত, পিতা) পিতৃৰ ভায়েক, দদাই, a paternal uncle.

ক্ষেত্ৰ, স. শ. (সং. ক্ষেত্ৰ—ক্ষি, বাস কৰ্) খেতি; পথাৰ, পবিত্ৰ ঠাই, cultivation, a field, a sacred place.

ক্ষেত্ৰজ্, বি. (সং. ক্ষেত্ৰজ—ক্ষেত্ৰ, ভাৰ্য্যা + জন্, ওপজ্) আপোনাৰ ভাৰ্য্যাৰ গৰ্ভত বংশৰ কোনো লোকৰ দ্বাৰা উৎপন্ন; যেনে, ক্ষেত্ৰজ পুত্ৰ; এনে পুত্ৰ পূৰ্ব্বে ঔৰস সন্তানৰ তুল্য আছিল, begotten on one's wife by a kinsman.

ক্ষেত্ৰপাল্, স. শ. (সং. ক্ষেত্ৰপাল—ক্ষেত্ৰ, শৰীৰ + পাল, ৰক্ষক) এবিধ অপদেৱতা, খেঁতৰ, an evil spirit.

ক্ষেপণ্, কৃদ. স. (সং. ক্ষেপণ—ক্ষিপ্, দলিয়া) দলিওৱা বা নিক্ষেপ কৰা কাৰ্য্য, the act of throwing or casting.

ক্ষেম্, স. শ. (সং. ক্ষেম—ক্ষি, দূৰ কৰ্, ক্লেশ দূৰ হয়) কুশল, মঙ্গল, well-being, welfare.

ক্ষেমৱন্ত, } বি. মঙ্গলযুক্ত, ভাগ্যৱন্ত, সুখী,
ক্ষেমৱান্, } prosperous, happy.

ক্ষোভ্, স. শ. (সং. ক্ষোভ—ক্ষুভ্, সঞ্চালিত হ) মনৰ অস্থিৰতা, উগুলথুগুল, anxiety, agitation of the mind.

ক্ষৌণী, স. শ. (সং. ক্ষৌণী, পৃথিবী,—ক্ষু, শব্দ কৰ্) পৃথিবী, the earth.

ক্ষৌৰ-কৰ্ম্ম, স. শ. (সং. ক্ষৌৰকৰ্ম্ম—ক্ষৌৰ, খুৰোৱা + কৰ্ম্ম, কাজ) খুৰোৱা কাৰ্য্য, the act of shaving.

